# ঋগ্বেদ-সংহিতা

[ অসমীয়া অনুবাদ ]

শ্ৰীপঞ্চানন শৰ্ম্মা ফুকন বি, এ, ( সংস্কৃত অনাচ ),
অৱসৰপ্ৰাপ্ত চব্-ডেপুটি মেজিষ্ট্ৰেত,
'মহিম্নস্তোত্ৰ' ( অসমীয়া অনুবাদ ) 'গল্প নহয় সঁচা' আদিৰ লেখক




পৰিবেশক
শ্ৰীশ্ৰীআদিত্য প্ৰকাশ
শিলপুখুৰী, গুৱাহাটী
১৯৮০

*RIGVEDA-SAMHITA [ Asamiya Anuvad ]* is an Assamese prose translation of the original hymns of the ***Rigveda***, translated & published by Sri Panchanan Sarma Phukan, B. A. ( Hons ), Retired Sub-Deputy Magistrate, Natun Saraniya Gauhati-3 and printed at Sahityarathi Press, Gauhati-3, 1980, Price Rupees Sixty eight only.

প্ৰকাশক—
শ্ৰীপঞ্চানন শৰ্ম্মা ফুকন
ৰিহাবাৰী, ডিব্ৰুগড়
বৰ্ত্তমান : নতুন শৰণীয়া
গুৱাহাটী-৭৮১০০৩

প্ৰথম প্ৰকাশ.
জানুৱাৰী, ১৯৮০

মূল্য : আঠষষ্ঠী টকা

সাহিত্যৰথী প্ৰেছ,
শিলপুখুৰী, গুৱাহাটীত মুদ্ৰিত



শ্ৰী ৺লম্বোদৰ শৰ্ম্মা ফুকন

জন্ম : ২ আহাৰ, ১৭৬৫ শক। মৃত্যু : ২৭ আহাৰ, ১৮৩৮ শক,
শ্ৰীহৰিৰ শয়নেকাদশী তিথি।

যাৰ আশীৰ্ব্বাদত আজি মই মহান ঋগ্বেদ সংহিতাখনি অসমীয়ালৈ অনুবাদ কৰিবলৈ সক্ষম হব পাৰিছো, সেই সাক্ষাত পৰমেশ্বৰৰূপী পিতৃ দেৱতা শ্ৰী৺লম্বোদৰ শৰ্ম্মা ফুকনৰ পৱিত্ৰ নামৰ স্মৃতি স্বৰূপে এই "ঋগ্বেদ-সংহিতা (অসমীয়া অনুবাদ)" গ্ৰন্থখনি অযোগ্য পুত্ৰ মই শ্ৰীপঞ্চানন শৰ্ম্মা ফুকনে উৎসৰ্গ কৰিলোঁ।

ওঁ তৎসৎ ওঁ

# সূচীপত্র

॥ মঙ্গলাচৰণম্ ॥

বেদাৰ্থাবিৰ সংপ্ৰিক্তৌ বেদাৰ্থা প্ৰাপ্তিপত্তয়ে ।
জগতঃ জনকৌ বন্দে শৰ্ব্বানী চন্দ্ৰশেখৰৌ ॥
বেদৰ্ষি গৌতমঃ কুত্ৰ কুত্ৰ তৎগোত্ৰজো অহম্ ।
মূঢ়বৎ বেদবিদ্যাৰ্থং কৰোমি যত্ন দুৰ্লভম্ ॥
তৎ কৰ্ম্মঃ সফলং নিত্যম্ যত্ৰ বিষ্ণু প্ৰসীদতি ।
তস্য প্ৰসাদমাত্ৰেন কৃতকৃত্যো ভবেৎধ্ৰুবং ॥
অত্ৰ মে সংশয়ো নাস্তি যেন মে বাঞ্ছিতং ফলং ।
অসমী ভাষয়া বস্ত্ৰং শব্দতন্তুসমন্বিতং ॥
নববস্ত্ৰ ৰূপেনাত্ৰ ঋগ্বেদং ভূষিতং কৃতং ।
পৰোপকাৰমুদিশ্য নিজশিক্ষাৰ্থমেবচ ॥
অনুবাদং কৰিষ্যামি সমগ্ৰং ঋগ্বেদ সংহিতাং ।
পঞ্চানন দ্বিজশ্চাহং গৌতমাখ্যক গোত্ৰকঃ ॥
বিশ্বকৰ্ম্মা মহাবিদ্যালয়ে স্থিত্বা কথঞ্চন ।
সৰস্বতী প্ৰসাদেন অনুবাদং সমৰ্পিতম্ ॥

# আগকথা

ওঁ স্বস্তি

শ্ৰীযুক্ত পঞ্চানন শৰ্ম্মা ফুকন ডাঙৰীয়াই কৰা সম্পূ। ঋগ্বেদ সংহিতাৰ অসমীয়া অনুবাদ গ্ৰন্থৰ পাণ্ডুলিপিখন পঢ়ি মই বিশেষ সন্তোষ পাইছো। সনাতন ধৰ্ম্মৰ মূল আৰু পাটাইতকৈ পুণ্য গ্ৰন্থ হৈছে ঋগ্বেদ। ঋগ্বেদ হল পৃথিবীৰ প্ৰাচীনতম গ্ৰন্থ, — ম্যাক্‌ডোনেলৰ ভাষাত "Undoubtedly the oldest, literary monument of the Indo-European language"— অৰ্থাৎ ঋগ্বেদ যে ইণ্ডো-ইউৰোপীয় ভাষাৰ প্ৰাচীনতম গৌৰৱময় সাহিত্য -- এই বিষয়ে কোনো সন্দেহ নাই। মাৰাঠী, বঙলা, হিন্দী, প্ৰভৃতি ভাৰতীয় ভাষাত আৰু ইংৰাজী, জাৰ্ম্মানী, ফৰাচী প্ৰভৃতি ইউৰোপীয় ভাষাত বহুত আগতেই এই বেদৰ অনুবাদ হৈ গৈছে। অসমীয় ভাষাত আজিলৈকে ঋগ্বেদৰ অনুবাদ হোৱা নাছিল অথচ অনুবাদৰ প্ৰয়োজনীয়তা অসমীয়া পঢ়ুৱৈ সমাজে দ'কৈ অনুভৱ কৰিছিল। গ্ৰন্থকাৰ শৰ্ম্মা ফুকন ডাঙৰীয়াই পোন প্ৰথমে সমগ্ৰ ঋক্ সংহিতাৰ অসমীয়া ভাঙনি কৰি অসমৰ এটা ডাঙৰ অভাব পূৰণ কৰিলে। ঋক্ সংহিতাত মুঠতে ১০,৬০০ ( দশ হাজাৰ ছয় শ ) মন্ত্ৰ ( Stanzas ) আছে আৰু ৪,৩২,০০০ ( চাৰি লাখ বত্ৰিশ হাজাৰ ) অক্ষৰ আছে। এনেকুৱা, অৰ্থৰ ফালৰ পৰা অতি গম্ভীৰ আৰু আকাৰত অতি বিশাল বেদৰ ভাঙনি কৰা যে কিমান শ্ৰমসাধ্য কঠিন কাম আৰু পাণ্ডিত্য সাপেক্ষ তাক আমি সহজেই অনুমান কৰিব পাৰো। সংস্কৃত ভাষাত, বিশেষকৈ বৈদিক সংস্কৃতত পাৰঙ্গত বুলিয়েই গ্ৰন্থকাৰৰ পক্ষে এই কাম কৰা সম্ভৱ হৈছে। গ্ৰন্থকাৰে সকলো মন্ত্ৰৰ আক্ষৰিক অনুবাদ কৰা নাই; খ্যাতনামা বেদ ভাষ্যকাৰ সায়নাচাৰ্যৰ ব্যাখ্যাও তেখেতে কিছু মন্ত্ৰৰ অনুবাদত সুমুৱাই দিছে, যেনে পুৰুষ সূক্ত, হিৰণ্য গৰ্ভ সূক্ত, নাসদীয় সূক্ত, দেৱী সূক্ত, ইত্যাদি। এই জাতীয় অনুবাদক ভাবানুবাদ বা মৰ্ম্মানুবাদ বুলিব পাৰি। আক্ষৰিক অনুবাদত য'ত মন্ত্ৰৰ তাৎপৰ্য্য বা মৰ্ম্ম পৰিষ্কাৰ নহয় তেনেকুৱা ক্ষেত্ৰত গ্ৰন্থকাৰে ভাবানুবাদৰ আশ্ৰয় লব লগাত পৰিছে। গ্ৰন্থখনে গ্ৰন্থকাৰৰ মূল সংহিতাৰ আৰু ভাষ্যৰ গভীৰ অধ্যয়ন, অৰ্থোপলব্ধিৰ শক্তি, কঠোৰ আশাশুধীয়া পৰিশ্ৰমৰ স্বাক্ষৰ বহন কৰিছে। এই গ্ৰন্থখনে অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিব আৰু অসমীয়া পঢ়ুৱৈ সমাজক অপৰিশোধ্য ঋণত আবদ্ধ কৰিব। এই শলাগিব লগীয়া অনুবাদৰ কাৰণে মই গ্ৰন্থকাৰক আন্তৰিক সাধুবাদ জনাইছো আৰু গ্ৰন্থখনৰ বহুল প্ৰচাৰ কামনা কৰিছো।

ডিব্ৰুগড়
২৯।৯।৭৩

যোগীৰাজ বসু

*Written by Late Dr. Jogiraj Basu, M. A. ( Triple ), Ph. D, Retd, Professor & Head of Department of Sanskrit, Gauhati University, Ex-professor, Indology Deptt, Goettingen University, West Germany, founder Principal, D.H.S.K College, Dibrugarh, Senior U.G.C. fellow on 29-9-73 in his residence "*VIRAJ*", Dr. Basu's Road, P. O. Dibrugarh, Pin-786001 ( Assam ).

**শ্ৰীযুত ভবকৃষ্ণ মিশ্ৰ, এম, এ. যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ডাঙৰীয়াই লিখিছে—**

॥ ওঁ সত্যং পৰং ধীমহি ॥

শ্ৰদ্ধেয় শ্ৰীযুক্ত পঞ্চানন শৰ্ম্মা ফুকনদেৱৰ ঋগ্বেদৰ অসমীয়া অনুবাদ হাতেলিখা অৱস্থাতে পঢ়িবলৈ সুযোগ পালোঁ। সমগ্ৰ ঋগ্বেদৰ এয়েই প্ৰথম অসমীয়া অনুবাদ। শ্ৰদ্ধেয় শৰ্ম্মা ফুকনদেৱ ছাত্ৰাৱস্থাৰ পৰাই বেদৰ প্ৰতি বিশেষভাৱে আকৃষ্ট আৰু বেদজ্ঞানৰ প্ৰতি অতিশয় শ্ৰদ্ধাশীল। সুদীৰ্ঘকাল চৰকাৰী বিষয়াৰ দায়িত্ব বহন কৰা সত্বেও পূৰ্ব্বৰ অধ্যয়ন আৰু চিন্তা-চৰ্চ্চাৰ স্ৰোত তেখেতৰ অন্তৰত প্ৰবাহিত হৈ আছিল। তাৰেই প্ৰমাণ স্বৰূপে অৱসৰ প্ৰাপ্তিৰ পাচত এই মহৎ অবদান অসমীয়া ভাষা তথা অসমীয়া সমাজলৈ আগবঢ়ালে। দেশ-বিদেশৰ উচ্চ পদস্থ বহুতো বিষয়াই এই ধৰণৰ দান দিয়া দেখা যায়। আমাৰ অসমতো ইতিপূৰ্ব্বে কেইগৰাকীমান কৃত বিদ্যলোকে এনেকুৱা দান আগ বঢ়াইছিল। স্বৰ্গীয় আনন্দৰাম বৰুৱা, স্বৰ্গীয় ৰাধানাথ ফুকন আদিৰ নাম এই ক্ষেত্ৰত উল্লেখ যোগ্য।

ঋগ্বেদৰ অনুবাদ কিছুমান ইউৰোপীয় আৰু ভাৰতীয় ভাষাত প্ৰকাশিত হৈছে। অনুবাদৰ বহুতো অংশত পৰস্পৰৰ-অদ্ভুত অমিল দেখা যায়। শ্ৰদ্ধেয় শৰ্ম্মা ফুকনদেৱে সায়নাচাৰ্য্যৰ ভাষ্যৰ ওপৰত বিশেষভাৱে নিৰ্ভৰ কৰি এই অনুবাদ কাৰ্য্য সম্পাদন কৰিছে। যিবিলাক মন্ত্ৰৰ আক্ষৰিক অনুবাদ কৰা কঠিন, তেনেস্থলত তেখেতে ভাবানুবাদ কৰিছে। বহুতো কঠিন শব্দৰ অৰ্থত আৰু আৱশ্যক অনুসাৰে বহল ব্যাখ্যা সংযোগ কৰি যথেষ্ট সহজবোধ্য কৰিছে। অক্লান্ত পৰিশ্ৰম কৰি বৈদিক গ্ৰন্থ অধ্যয়ন কৰি এনেকুৱা এটা মহৎ কাম সমাধা কৰা বাবে তেখেত আমাৰ সকলোৰে শলাগ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈছে।

সনাতন হিন্দু ধৰ্ম্মৰ সকলো সম্প্ৰদায়ৰে উচ্চ স্তৰৰ দৰ্শন আৰু সাধন প্ৰণালীৰ উৎস বেদ। বেদৰ গভীৰ অধ্যাত্মিক চিন্তাধাৰাই ইতিহাস, ধৰ্ম্মশাস্ত্ৰ, পুৰাণ, তন্ত্ৰ আদিৰ যোগে অতীতৰ আৰু বৰ্ত্তমানৰ ভাৰতীয় সমাজখন ৰচনা কৰিছে। সম্যকৰূপে বেদ অধ্যয়ন নকৰিলে সনাতন হিন্দু সমাজৰ ধৰ্ম্ম, দৰ্শন লাভ, আচাৰ আদিৰ বিষয়ে বিশুদ্ধ জ্ঞান লাভ কৰিব নোৱাৰি। বেদৰ জ্ঞান ব্যতিৰেকে বৈষ্ণৱ, শাক্ত, শৈৱ আদি সম্প্ৰদায় সমূহৰ মৌলিক জ্ঞান লাভ কৰিব নোৱাৰি। সনাতন ধৰ্ম্মৰ স্বৰূপ অনুভৱ কৰিবলৈ হলে বেদৰ জ্ঞান অপৰিহাৰ্য্য আৰু সেই বাবেই ধৰ্ম্ম শাস্ত্ৰত এইদৰে কৈছে—"ধৰ্ম্মং জিজ্ঞাসমানানাং প্ৰমাণং পৰমং শ্ৰুতিঃ।" "বেদোখিলো ধৰ্ম্ম মূলম্।" ইত্যাদি।

বৰ্ত্তমান যুগৰ বেদৰ জ্ঞান লাভ কৰিবলৈ বহুতো ভাৰতীয় লোকে পাশ্চাত্যৰ পণ্ডিত সকলৰ আশ্ৰয় সৰ্ব্বতো প্ৰকাৰে গ্ৰহণ কৰা দেখা যায়। ইয়াৰ বিষময় ফল আমাৰ সমাজত দেখা গৈছে। অধ্যাত্ম বিদ্যাৰ প্ৰতি পৰম্পৰাগত শ্ৰদ্ধা বিহীন আৰু অধ্যাত্ম বিদ্যাৰ বোধ আৰু আচৰণ নথকা লোকৰ পৰা বেদৰ ব্যাখ্যা আৰু আলোচনা সত্য বুলি গ্ৰহণ কৰিলে প্ৰকৃত বেদ জ্ঞানৰ পৰা বঞ্চিত হোৱা স্বাভাবিক। ইয়াৰ ফলত অতীন্দ্ৰিয় অধ্যাত্ম বিদ্যাৰ প্ৰতি অনাস্থাৰ ভাব আহে আৰু মানুহ নাস্তিক তথা ইন্দ্ৰিয় পৰায়ণ হয়।

বেদ জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাবেই ভাৰতীয় ধৰ্ম্ম, সভ্যতা আৰু সংস্কৃতি নানা

বিপর্যায়ৰ সন্মুখীন হৈয়ো হাজাৰ হাজাৰ বছৰ ধৰি জীৱন্ত হৈ আছে আৰু গোটেই বিশ্বকেই যুগ যুগ ধৰি আলোকিত কৰি আহিছে।

শ্ৰদ্ধেয় শৰ্ম্মা ফুকনদেৱৰ এই অনুবাদ গ্ৰন্থখনে ভাৰতীয় ধৰ্ম্ম-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল পাঠক সকলক যথেষ্ট প্ৰেৰণা দিব বুলি আমাৰ দৃঢ় বিশ্বাস।

যোৰহাট
১১।১০।৭৩

শ্ৰীভৱকৃষ্ণ মিশ্ৰ,

**অধ্যাপক শ্ৰীমুকুন্দ মাধৱ শৰ্মা এম-এ, পি এইচ-ডি, ডি-লিট্, কাব্যতীৰ্থ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী। তেওঁৰ অভিমতত লিখিছে—**

পৰম শ্ৰদ্ধাভাজন শ্ৰীযুক্ত পঞ্চানন শৰ্ম্মা ফুকন ডাঙৰীয়াই সমগ্ৰ ঋগ্বেদ খনি অসমীয়া ভাষালৈ পোনপ্ৰথমবাৰৰ কাৰণে অনূদিত কৰিছে। অনুবাদটিৰ আৰম্ভৰ পৰা কিছু অংশ পঢ়ি চাই বৰ সন্তোষ পালোঁ। ইতিমধ্যে যোৱা ১৯৭২ চনত ঋগ্বেদৰ প্ৰথম মণ্ডলৰ প্ৰথম উনৈশটি সূক্ত শ্ৰদ্ধেয় অধ্যক্ষ বিনন্দ বৰ্মনদেৱে অসমীয়ালৈ অনুবাদ কৰিছিল। সেই অনুবাদটি সুন্দৰ আৰু সুখপাঠ্য হৈছে আৰু বিশেষকৈ ছাত্ৰ-ছাত্ৰী সকলৰ কাৰণে বিশেষভাৱে উপযোগী হৈছে। কিন্তু ঋগ্বেদৰ দহোটা মণ্ডলৰে সমূহ সূক্তৰ অসমীয়া অনুবাদটি আগ বঢ়ায়— শ্ৰদ্ধেয় ফুকনদেৱে বাস্তবিকতে এটি বৰ মহৎ কাম কৰিছে। এই কাম যে কিমান পৰিশ্ৰম সাপেক্ষ আৰু এনে কাম কৰিবৰ কাৰণে যে কিমানখিনি ধৈৰ্য্য, একাগ্ৰতা আৰু গভীৰ পাণ্ডিত্যৰ প্ৰয়োজন তাক বুজোতা জনে বুজিব। আমি শ্ৰদ্ধেয় ফুকনদেৱলৈ আন্তৰিক কৃতজ্ঞতা আৰু অভিনন্দন জনাইছোঁ। অনুবাদৰ লগতে তেখেতে যি তত্বগধুৰ পাতনি আৰু যিটি শব্দাৰ্থৰ নিৰ্ঘণ্ট দিছে সিও অনুবাদটিৰ মূল্য যথেষ্ঠ বঢ়াই তুলিছে। তেখেতৰ ভাষা সৰল আৰু ঘৰুৱা ধৰণৰ। সেই কাৰণেও অনুবাদটি মনোৰম হৈছে।

ঋগ্বেদখন যে কেনে বহুমূলীয়া গ্ৰন্থ তাক কৈ শেষ কৰিব নোৱাৰি। ডঃ সুনীতি চেটাৰ্জ্জীৰ অধ্যক্ষতাত হোৱা সংস্কৃত কমিছনৰ ( ১৯৫৬/৫৭ ) বিপৰ্টত কৈছে— The Vedas form the bedrock of Sanskrit literature and Indian culture, and what is more, they have played the most important role in modern researches in Comparative Philology and Religion ( P 209 ). কিন্তু উক্ত কমিছনেই এই কথা আঙুলিয়াই দিছে যে বঙ্গদেশ আৰু উৰিষ্যাৰ লগতে অসমতো বেদ চৰ্চ্চাৰ প্ৰাচীন পৰম্পৰা প্ৰায় সম্পূৰ্ণ লুপ্ত হৈ পৰিছে। ( In Assam, Bengal and Orissa, Vedic Tradition is practically extinct p210 ) এইটো বাস্তবিকতে বৰ পৰিতাপৰ কথা। কিন্তু প্ৰাচীন ৰীতি নিয়মেৰে বেদৰ চৰ্চ্চা লুপ্ত হৈছে যদিও বঙলা ভাষাত ৺ৰমেশ চন্দ্ৰ দত্ত, ৺দুৰ্গাদাস লাহিড়ী আদিয়ে কৰা একাধিক ঋগ্বেদৰ অনুবাদ হৈ গৈছে। জাৰ্মান, ইংৰাজী প্ৰভৃতি পশ্চিমীয়া ভাষাতো কিমান যে নিষ্ঠাৰে সৈতে বৈদিক সাহিত্যৰ চৰ্চ্চা আৰু অনুবাদ আদিৰ কাম উনৈশ শতিকাৰ শেষ ভাগৰপৰা চলি আহিছে তাৰ কথা ভাবিলে বিস্ময় মানিব লাগে। ইষ্ট ইণ্ডিয়া

কোম্পানীৰ আমোলতে, উক্ত কোম্পানীৰ পৃষ্ঠপোষকতাতে মেক্সমূলাৰে ঋগ্বেদৰ প্ৰথম ছপা সংস্কৰণ প্ৰকাশ কৰিছিল। আমেৰিকাৰ হুইট্নি চাহাবে কৰা অথৰ্ব বেদৰ ইংৰাজী অনুবাদ হাভাৰ্ড ইউনিভাৰ্চিটিৰ পৰা ১৯০৫ চনতে প্ৰকাশিত হৈছিল। ইতিমধ্যে পৰম পণ্ডিত হুইট্নি মহোদয়ৰ পৰলোক প্ৰাপ্তি হোৱাত তেখেতৰ সুযোগ্য ছাত্ৰ সুপণ্ডিত চাৰ্লছ ৰক্ৱেল লেনমেনে উক্ত অনুবাদটি সম্পাদনা কৰি প্ৰকাশ কৰিছিল। সেই অনুবাদতে লেনমেনে Editor's preface বুলি নিজে ৰচনা কৰা নিম্নলিখিত শ্লোক কেইটি দিছে—

আচাৰ্যযত্নৈশ্চিৰকাল সেৱিতং, প্ৰাচাৰ্য্যহস্তেন হিতেন বৰ্ধিতম্।
শিষ্যায় গুৰ্বোৰুভয়োঃ=সমাপ্তয়ে, প্ৰাচীন বিদ্যাত্মক পুস্তকং জহে॥
সমাপ্তমেৱেত্য সমাপ্তমাপাদো, ৱিভাতি মে সংপ্ৰৱহজ্জলৌঘৱৎ।
জ্ঞানোদধিং ধীসৰিতোহৃনন্তকাঃ, প্ৰৱৰ্ধয়ন্তীৱ সনাতনৈ ৰয়ৈঃ॥
কোপ্ন্যাদ্যমাদল্প নদীমুপানয়ে, জ্ঞানাৰ্ণৱেহগাধনদীমিহাপৰঃ।
কীৰ্ত্তিপ্সুনা যন্নশতৈৰুপাৰ্জিতা, ভক্তস্য নামানি তু বাঙ্ন পৃচ্ছতি॥
বিদ্যাম্বুধৌ যে নিনয়েন্মহানদীং, যো বা কুকুল্যাং সমদৃষ্টিৰেতয়োঃ।
জিজ্ঞাসয়া যে তৃষিতাঃ পিৱন্তিতি, প্ৰাদাদ্ ৱৰং নো মুদিতা সৰস্বতী॥
শ্ৰীহ্বিট্নিনা কৰ্মফলেষ্বসঙ্গিনা, গীতোপদেশাচ্চৰিতং প্ৰসাধিতম্।
লোক প্ৰশংসা কিলতেন নাদৃতা, লোকোপকাৰৈকক্ষত সত্যমেব সঃ॥
গ্ৰন্থং তদীয়ং স্ববিলম্ব্য যোজস্ৰে, ৱেদাৰ্থতত্ত্ব গ্ৰহণস্য সাধনম্।
বিদ্যাৰ্থিনং সংহৰতি ক্ষণে যমো, বিদ্যা তু নৈৱ ম্ৰিয়তে কদাচন॥

পাশ্চিমীয়া পণ্ডিত সকলে কেৱল বেদৰ চৰ্চ্চা, বেদৰ অনুবাদ আদি কৰাই নহয় আনকি সংস্কৃতত শ্লোক পৰ্যন্ত ৰচিছিল। ভাৰতৰ অন্য প্ৰদেশৰ আৰু পৃথিবীৰ অনা দেশৰ পণ্ডিত সুধী সমাজৰ তুলনাত আমি দুঃখ লগাকৈ পিচ পৰি আছো। এনে স্থলত ফুকন দেৱৰ বৰ্ত্তমান অনুবাদটিৰ দৰে সাহিত্য কৃতিসমূহ বিশেষভাৱে গুৰুত্বপূৰ্ণ আৰু আশা কৰা যায় সকলো সুধীজনেই এই গ্ৰন্থক সমাদৰ কৰিব।

গুৱাহাটী
২৭।১।৭৪

শ্ৰীমুকুন্দ মাধৱ শৰ্ম্মা

## ঋগ্বেদ সংহিতাৰ অসমীয়া অনুবাদৰ

# ভূমিকা

মোৰ গাত ইমানখিনি উপযুক্ত বিদ্যা নাই যে মই বেদৰ ব্যাখ্যাঅনুবাদ কৰিব পাৰো। যাৰ কৃপা হলে বোবায়ো কথা কব পৰা হয়, খোৰায়ো পৰ্ব্বত লঙ্ঘিব পাৰে সেই জনৰ কৃপা নহলে এনে কাম হব নোৱাৰে। সেই বাবে ধৰি লব লাগিব যে সেই জনৰ কৃপা কটাক্ষত এনে এটা কাম হাতত লব পাৰিলো।

সৰুতে ৺দেউতাৰ মুখত শুনিছিলো যে আমাৰ বেদেই সকলো। বেদ শব্দটো শুনো, কিন্তু বেদ কি বস্তু গম নাপালো। যেতিয়া অলপ জনা হলো আৰু স্কুললৈ গলো তেতিয়া বুৰঞ্জীত পঢ়িলো —"বেদ চাৰিখন ঋগ্বেদ, যজুর্ব্বেদ, সামবেদ আৰু অথৰ্ব্ববেদ; তাৰ লগতে আছে ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ। এই কেইখন হিন্দু ধৰ্ম্মৰ মূল গ্ৰন্থ।" তেতিয়া বোধহয় মই পঞ্চম শ্ৰেণীত। শিক্ষক মহোদয়ক সুধিলো বেদ মানে কি? 'বামুণৰ ল'ৰা হৈ নাজান, পঢ়িবলৈ আছিছ' বুলি তেখেত উঠিল দাং খাই। ডাবি খাই নিতাল মৰাৰ বাহিৰে উপায় নাছিল। শিক্ষকদেৱো আছিল বামুণেই। সেইবাবে বোধহয় খং উঠিল। কিন্তু কথাটোৱে যে দকৈ বৃহৎ মগজৰ এটা সূক্ষ্ম কোষত ঠাই ললে তাত মোৰ বাধা দিবৰ শক্তি নহল। বয়সৰ লগে লগে ইচ্ছুক মনত বেদে বাৰুকৈয়ে শিপাবলৈ ধৰিলে।

এনেকৈ গৈ গৈ তেৰ বছৰত ভৰি দিওঁতে ঘৰত মোক লগুণ দিয়া কথা গুলাল। তেতিয়া সকলো কথাতে স্বভাৱতে জ্ঞান হবলৈ আৰম্ভ কৰে,-পঢ়ি দেখি আৰু শুনি। লগুণ দিওঁতে কি কি বস্তু লাগিব তাৰ তালিকাখন দেউতাই পুৰোহিতৰ লগত গুণা গথা কৰোঁতে কথোপকথন শুনিলো। "বেদাৰম্ভ"। বেচ ভাল লাগি গল শুনি।-বেদৰ আৰম্ভ কৰা হব,—বেদ ঘৰতে পাম এতিয়া। তেতিয়া সেই স্কুলত ডাবি খাই মগজুত ঠাই লোৱা সূক্ষ্ম কোষটি জাগৃত হৈ উঠিল। লগুণ দিয়া যজ্ঞ কৰ্ম্মৰ মাজত "বেদাৰম্ভ" পালেহি। তেতিয়া চাৰিওখন বেদৰে প্ৰথম মন্ত্ৰকেইটা পাঠ কৰালে। এই মন্ত্ৰ কেইটা দিনৌ মধ্যাহ্ন সন্ধ্যাৰ গায়ত্ৰী জপৰ পাচতেই ঋষি, ছন্দ আৰু দেৱতা উল্লেখ কৰি পাঠ কৰিব লাগে। গাৰ তেজ-পুঞ্জ গুলালে, অশৌচত পাঠ কৰিব নাপায়। যাহওক মধ্যাহ্ন সন্ধ্যাৰ সময়ত স্কুলতে থাকিব লাগে। কেতিয়া সন্ধ্যা কৰা হব? তাৰ উপায় ধৰ্ম্মৰক্ষক সকলে কৰি দিলে। যে মধ্যাহ্ন সন্ধ্যা পুৱা প্ৰাতঃ সন্ধ্যাৰ পাচত লগে লগে কৰিব পায়। কিছুমান দিন এই দৰে কৰা হল। তাৰ পাচত কলেজলৈ যোৱাত সেই বিলাক কথা কেনিবাদি উৰি গল। কৰিবলৈ মন থাকিলেও পৰিবেশ অনুকুল নোহোৱাত একো কৰা নহল। এইদৰেই অনুষ্ঠান এটা লোপ পাইছে।

কলেজত পঢ়োতে জানিলো যে, সংস্কৃতৰ বি-এৰ অনাৰ্চ ক্লাচত বেদ পঢ়িবলৈ পায়। খুব ধাউতি হল, বেদ পঢ়িবলৈ। আই-এ, পাচ কৰি অনাৰ্চ লবলৈ বিচাৰিছো, কিন্তু তেতিয়াৰ

সংস্কৃতৰ প্ৰধান অধ্যাপক মহামহোপাধ্যায় স্বৰ্গীয় পদ্মনাথ ভট্টাচাৰ্য্য, এম, এ, ( তিনিটা বিষয়ত ), বিদ্যা-বিনোদ ডাঙৰীয়াই মোক বাধা দিছে। কাৰণ আই-এত মই সংস্কৃতত নিচেই কম নম্বৰ পালো। মই তেখেতক এটা কব নলগীয়া কথা কৈ দিলো—"আপুনি পঢ়াবলৈ আহিছে আৰু মই পঢ়িবলৈ আহিছো। আপুনিনো কেলেই আপত্তি কৰিছে ?" ভাবিলো মোৰ বেদ পঢ়া আশা গল আৰু। তেখেতে কলে "তোমাৰ ভালৰ কাৰণে কৈছো,—তুমি নোৱাৰিবা"। সেই দিনাই গধূলি ছাত্ৰাবাসত পঢ়ি থাকোতে ছাত্ৰাবাসৰ অধ্যাপক পোনেই মোৰ ওচৰ পালেহি। তেখেত শ্ৰীযুক্ত ( এতিয়া অলপতে স্বৰ্গী হৈছে ) লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় এম-এ, বেদ শাস্ত্ৰী,—কলেজত সংস্কৃতৰ দ্বিতীয় প্ৰফেচাৰ। তেখেতে মোক সুধিলে, "তুমি আজি বিদ্যাবিনোদক ( তেতিয়া মহামহোপাধ্যায় হোৱা নাই ) কলেজত কি কৈছিলা ?"। মই উত্তৰ দিবলৈ একো বিচাৰি নাপাই উচুপি কান্দি দিলো। তেখেতে আৰু একো নকৈ ( জ্ঞানীয়ে ইঙ্গিততে সকলো বুজি পায় ) মোক ক'লে "বেচ পঢ়িবৰ ইচ্ছা হৈছে—পঢ়া। মই ক্লাচত কোৱা কথাবোৰ ভালকৈ মন কৰিবা।" মই কলো - বিদ্যাবিনোদৰ ক্লাচ একা ? তেখেতে কলে—"যাবা, যাবা", ।

এই মহান পুৰুষৰ গুণ মোৰ সদায় মনত জাগি আছে। মই পাহৰিব নোৱাৰো। তেখেতেই বেদ পঢ়াইছিল। তেখেতে শ্ৰেণীত কৈ যোৱা কথাবোৰৰ নোট বিলাক মোৰ হাতত এতিয়াও আছে আৰু মই এতিয়া কৰা অনুবাদখনৰ সেয়েই ভেটি। মই বেদ আৰু কাব্যত বেচিকৈ মনোনিবেশ কৰিলো। তেখেতে মোক মোৰ দোষ ত্ৰুটি বিলাক হোষ্টেলত মাতি নি বুজাই দিয়ে। এনেতে তেখেতে হোষ্টেল এৰি পানবজাৰৰ নিজ ঘৰলৈ গল আৰু মোৰ অলপ অসুবিধা হল।

এনে সময়তে বৰ দদা ৺ৰামেশ্বৰ শৰ্ম্মা ফুকনে কলিকতাৰ হাওৰাৰ পৰা, ৺দুৰ্গাদাস লাহিড়ীয়ে সাপ্তাহিক ( নে মাসিক ) পত্ৰ হিচাপে প্ৰকাশ কৰা "চতুৰ্বেদ" খন লৈছে। মই তাত সায়নাচাৰ্য্যৰ ভাষ্য পাই মনগুজি সেইখন পঢ়িবলৈ ধৰিলো। দুৰ্ভাগ্য বশতঃ ঘৰতেই থকা সেই গ্ৰন্থখন এই অনুবাদ কৰা সময়ত নাপালো।

বি, এ, কৃতকাৰ্য্যতাৰে পাচ কৰি খৰচৰ অভাবত ধাউতি থকা সত্বেও এম, এ, পঢ়িবলৈ সম্ভৱ নহল। স্কুলত তেৰ মাহ চাকৰি কৰোতে বাহিৰাকৈ এম-এ, পৰীক্ষা দিম বুলি কিতাপ-পত্ৰ গোটাই লওঁতে ফুৰি ফুৰা চাকৰি কৰিব লগীয়া হলত ঘ'ৰ বিদ্যা ত'তেই থাকিল আৰু সুদীৰ্ঘ ত্ৰিশ বছৰ কাল চলি গল। সংসাৰৰ চোৰে ব্যতিব্যস্ত কৰিলে। পেন্সন লৈ যেনিবা মুৰ মুকলি হ'ল। মূল বেদ কেইখন ক'ত পোৱা যাব—লেখা-লেখি আৰম্ভ কৰিলো। উত্তৰ আহে, পোৱা নাযায়, ছপাসংখ্যা নাই। কিছুদিনৰ মূৰত গম পালো কাশীৰ চৌখাম্বাই ছপা কৰিছে—অলপ দিনতে পোৱা যাব। সময়মতে কৰ্ম্মাচ দিলত ৫।১০।৬৫ তাৰিখে মেক্স মূলাৰে সম্পাদিত কৰা সংহিতা আৰু পদ-পাঠৰে সৈতে ঋগ্বেদ দুই খণ্ডত আহি পালেহি। পঢ়ি চাই দেখো যে এইখনৰ পৰা ভালকৈ ঋগ্বেদ বুজিব পৰা নহব। সায়নৰ ভাষ্যই বেদৰ ডাঙৰ "দুৱাৰ"। আকৌ অনুসন্ধান চলাব লগীয়া হল। চৌখাম্বাই কলে "আমি ছপা কৰিবলৈ আৰম্ভ কৰিছো—এবছৰ মানত ওলাব। ইতিমধ্যে মাদ্ৰাজৰ আদায়াৰ লাইব্ৰেৰী, বম্বেৰ নিৰ্ণয় সাগৰ প্ৰেছ, গোৰখপুৰ, কলিকতা আদি ঠাইলৈ লেখি কতো সায়ন ভাষ্যৰ সৈতে ঋগ্বেদ নাপালো। গতিকে পদ-পাঠৰ সহায়েৰেই বেদখন পঢ়ি বেদখনৰ বিষয় বহুত কথা জানিলো। তাতেই গায়ত্ৰী, সন্ধ্যাৰ মন্ত্ৰ, বিবাহ, উপনয়ন আদিৰ মন্ত্ৰ বিলাক পাই আগ্ৰহ গ্ৰহ লগা দি লাগিল। মেক্স মূলাৰে সঙ্কলিত কৰা সায়ন ভাষ্যৰে সৈতে ঋগ্বেদ প্ৰকাশ হলত চৌখাম্বাই

তৎক্ষণাত পঠিয়াই দিলে। ইং ৮।৫।৬৭ তাৰিখে মই পাই ঘৰত সুমালোহি। মেক্সমূলাৰে প্ৰশিচ্চ বছৰ একেৰাহে পৰিশ্ৰম কৰি ২২ খনতকৈও বেছি হাতে লিখা পুথিৰ পৰা তুলনা কৰি চাইচিতি সায়নাচাৰ্য্যৰ ভাষ্য সম্পাদিত কৰি এই চাৰি খণ্ডৰ ঋগ্বেদ প্ৰকাশ কৰিছিল। সেইখনকে নাইকিয়া হলত ভাৰতবৰ্ষত চৌখাম্বাই এতিয়া পুনঃ প্ৰকাশ কৰিছে। ইযাত ভুল থকা সম্ভৱ নহয়। এইখন আমি পঢ়া সময়ত কটন কলেজ লাইব্ৰেৰীত নাছিল।

এতিয়া পূৰ্ব্ব দেহাৰ কৰ্ম্মফলৰ দৰে কলেজত পঢ়া চেওটো তেনেই আহি পৰিল। কিতাপৰ পাততে পেন্সিলেৰে নোট কৰি থোৱা অভ্যাস আহি পৰিল। মনত খেলালে কিজানি অনুবাদ কৰিব পাৰিম,—এই বুলি ২২।৭।৭১ তাৰিখে ঋগ্বেদৰ প্ৰথম সুক্তটো অনুবাদ কৰিলো। অষ্টম মণ্ডলৰ মণ্ডুক সুক্তটো বাৰিষা ভেকুলীৰ টোৰ-টোৰণি শুনি অনুবাদ কৰিবলৈ মন গল,--কৰিলো। বশিষ্ঠ ঋষিয়ে নো ভেকুলীৰ টোৰ-টোৰণি শুনি কি ভাল পাইছিল সেইটো অনুভৱ কৰিলো। দশম মণ্ডলৰ পুৰুষ সুক্ত অনুবাদ কৰিলো। এইদৰেই অনুবাদৰ কাম আগবাঢ়ি গল। কেনেকৈ শেষ কৰিব পাৰো সেই চিন্তাটোৱেই মোক খৰকৈ আগবঢ়াই নিলে। তুলনা কৰিবলৈ এতিয়া হাতত একো নাই। মাত্ৰ মেক্‌ডোলেণ্ডৰ Vedic Reader খন। ব্যাখ্যাৰে সৈতে দিবলৈ মন কৰি দুটা সুক্ত ব্যাখ্যা কৰোঁতে দহ দিন লাগিব। এনে কৰিলে মোক এই কাম কৰিবলৈ ১০ বছৰ লাগিব। ইতিমধ্যে সত্তৰৰ দেওনা পাৰ হৈছে। গাতকে সেইবোৰ বাদ দিলো। মোতকৈ বেছি শিক্ষিত উপযুক্ত সংস্কৃত বিদ্যাবিদ জ্ঞানী, উঠি অহা ডেকা চামৰ কোনোবা এজনে হয়তো সেই কাম সম্পূৰ্ণ কৰিব। মই মাত্ৰ থূল-মূল ঋগ্বেদৰ অসমীয়া অনুবাদ এখন ৰাইজলৈ আগবঢ়াবলৈ মনস্থ কৰিলো।

ব্যাখ্যা লেখাৰ পৰিবৰ্ত্তে এখন ব্যাখ্যা মূলক শব্দ সুচী দিবলৈ ব্যৱস্থা কৰিলো। যিবিলাক মূল বৈদিক শব্দ অনুবাদত ব্যৱহাৰ কৰা হৈছে সেইবিলাক তাত অন্তৰ্ভূক্ত কৰা হৈছে। বাক্য বাহুল্য চমু কৰিবলৈ যিবিলাক শব্দ ব্যৱহাৰ কৰা হৈছে সেই সুচীত সেইবিলাকৰ অৰ্থ আছে।

অধ্যয়ন আৰম্ভ কৰোঁতেই বেদৰ বিষয় আমি যিবিলাক ভুল কৰিছো সেই বিলাক চকুত পৰিল। যেনে—

মন্ত্ৰো হীনঃ স্বৰতো বৰ্ণতো বা।
মিথ্যা প্ৰযুক্ত ন তমৰ্থমাহ॥
স বাগ্বজ্ৰো যজমানং হিনস্তি।
যথেন্দ্ৰ শক্ৰঃ স্বৰতোপৰাধাৎ॥

যি মন্ত্ৰৰ স্বৰ বা বৰ্ণ হীন হয় সেই মন্ত্ৰৰ প্ৰয়োগ মিছা হয়। সেই বাক্যৰূপী বজ্ৰই যজমানক হানি কৰে যেনেকৈ "ইন্দ্ৰ শক্ৰ" শব্দৰ স্বৰৰ অপৰাধত (ইন্দ্ৰ বধ নহৈ ইন্দ্ৰৰ শক্ৰ বৃত্ৰাসুৰ বধ হল)। অৰ্থাৎ আদ্যোদাত্ত হলে "ইন্দ্ৰৰ শক্ৰ" বুজায় আৰু অন্ত উদাত্ত হলে, "শক্ৰ ইন্দ্ৰ" হয়। সেই দৰে "যশস" শব্দৰ প্ৰথম আখৰ উদাত্ত হলে অৰ্থ হয় "যশ" কিন্তু দ্বিতীয় আখৰ উদাত্ত হলে অৰ্থ হয় "যশস্বী"। ব্ৰহ্মণ শব্দৰ প্ৰথম আখৰ উদাত্ত হলে অৰ্থ হয় "মন্ত্ৰ" আৰু দ্বিতীয় আখৰ উদাত্ত হলে অৰ্থ হয় "যি মন্ত্ৰ গায়"। এই দৰেই স্বৰৰ ওপৰত বেদৰ অৰ্থৰ নানা তাৰতম্য হয়।

পুনঃ—আৰ্ষং ছন্দশ্চ দৈৱতং বিনিয়োগস্তথৈৱ চ।
বেদিতব্যং প্ৰযত্নেন ব্ৰাহ্মণেন বিশেষতঃ॥

ঋষি, ছন্দ, দেবতা আৰু বিনিয়োগ যত্নেৰে সৈতে জানিব লাগে, বিশেষকৈ ব্ৰাহ্মণে।

কিন্তু কি আশ্চৰ্য্য যে আমি ব্যৱহাৰ কৰা বিধিত সেইবোৰ নাই। শ্ৰাদ্ধবিধিৰ ইদং বিষ্ণু-বিচক্ৰমে ·····" (ঋঃ ১।২২।১৭) মন্ত্ৰত; "মধুবাতা ঋতায়তে ·····" (ঋ ১।৯০।৬-৮) মন্ত্ৰত; কয়া নশ্চিত্ৰ ··· (ঋঃ ৪।৩১।১-৩) মন্ত্ৰত ঋষি আদিৰ কোনো উল্লেখেই নাই। "আকৃষ্ণেন ৰজসা ·· ···" (ঋক্ ১।৩৫।২) মন্ত্ৰত ঋষি আদি নোহোৱাকৈ সূৰ্য্যাৰ্ঘ্য দিয়া হয়। ইত্যাদি নানা মন্ত্ৰত ঋষি আদিৰ কোনো উল্লেখ নোহোৱাত তাৰ ফল মাৰাত্মক হৈছে—।

"ঋষিচ্ছন্দোদেবতাদীন্যেতানবিদিত্বা যেন অধীতে অনুব্ৰূতে জপতি জুহোতি যজতি যাজয়তে তস্য ব্ৰহ্ম নিৰ্বীৰ্য্যং ভবতি যাতযামং ভৱত্যাতান্তৰাশ্চ গৰ্ত্তং বাঽপদ্যতে স্থানুং বৰ্চ্ছতি প্ৰতীয়তে পাপীয়ান্ ভবতি।

কিন্তু

অথ বিজ্ঞয়েতানি যোঽধীতে তস্য বীৰ্য্যবদথ যোৰ্থবিত্তস্য বীৰ্য্যবত্তৰং ভবতি জপিত্বা হুত্বেষ্টা তৎফলেন যুজ্যতে ॥

অৰ্থাৎ যি ঋষি, ছন্দ, দেবতা আদি নজনাকৈ বেদ পঢ়ায়, জপ কৰে, হোম কৰে, যজন কৰে, যজন কৰায় তেওঁৰ মন্ত্ৰ বলহীন্ হৈ বাহি হয়, অথন্তৰ হয় বা গাঁতত পৰে বা গছৰ মূঢ়াৰ দৰে লৰচৰ কৰিব নোৱাৰা হৈ তেওঁ পাপী হয়।

কিন্তু

যি এই বিলাক জানি সেইদৰে কাম কৰে তেওঁৰ মন্ত্ৰ বীৰ্য্যবান হৈ ভাল ফল হয়।

এই কথা পুৰোহিত সকলক সুধিলে কয় যে পিতৃ সকলে যেনেকৈ কৰি গৈছে আৰু বিধিত যেনেকৈ আছে তেনেকৈ কৰাত কোনো দোষ নাই। কিন্তু এনে উত্তৰ কিমানদূৰ সমীচীন সেই কথা সুধীসকলৰ বিচাৰ্য্য। কেৱল আমাৰ মাজতেহে এই অৱস্থা চলিছে এনে নহয়। পৰমহংস পৰিব্ৰাজক স্বামী শ্ৰীভগবদাচাৰ্য্যই, সাম সংস্কাৰ ভাষাৰে অনূদিত সামবেদ সংহিতাত মন্ত্ৰবিলাকৰ স্বৰ দিয়া নাই। "মনে অপ্‌নে ইস্ গ্ৰন্থমে স্বৰোঁকো ছোৰ দিয়া হৈ" ···"বেদোঁকা গৌৰব উন্‌কে স্বৰোঁসে নহী হৈ"। এজন সামবেদৰ ভাষ্য লেখোতাৰ যদি এনে মনোভাব হয় তেনেহলে উপায় কি? যি সামবেদ স্বৰৰ ওপৰতে প্ৰতিষ্ঠিত সেই সামবেদত স্বৰ নাই—ই-কি আশ্চৰ্য্য কথা দেখিলোঁ।

এইবিলাক কাৰণতেই বেদৰ প্ৰভাৱ কমি যোৱা যেন অনুমান হয়। পুৰাণত বেদৰ তত্ত্ববিলাক উদ্বোধন কৰিবলৈ যথেষ্ট যত্ন কৰিছিল। এতিয়া যিকণ আছে সেই কণ পুৰাণ আৰু তন্ত্ৰৰ বলতহে ৰৈছেগৈ,—সেইবুলি ভাবিলেও থল আছে। তন্ত্ৰৰ কৰ্ম্ম বিলাক বহুত বৈদিক কৰ্ম্মকাণ্ডৰ লগত মিল আছে। এইবিলাক বিষয়ত বাট দেখুৱাই গুৰি ধৰোঁতা বৰ্ত্তমান কোনো নাই। গতিকে আমাৰ "মহাজনো যেন গতঃ স পন্থাঃ" অৱলম্বন কৰাৰ বাহিৰে আৰু উপায় নাই।

এই মহান ঋগ্বেদ খন অসমীয়ালৈ অনুবাদ কৰাৰ মূল উদ্দেশ্য হল মই নিজে বেদ শিক্ষা কৰা আৰু তাৰ লগে লগে আদিগ্ৰন্থ বেদনো কি তাকে অসমীয়া মানুহক যি পাৰো অলপ আভাষ দিয়া। ঋষি, ছন্দ আদিৰ বিষয় যি সকল সংস্কৃতজ্ঞ পণ্ডিতক মই লগ ধৰিছিলো। তেখেত সকলে বেদৰ বিষয় বিশেষ জানো বুলি নকয়। অসমৰ ভিতৰত বেদৰ বিষয় জনা মানুহৰ সংখ্যা মুষ্টিমেয়। ব্যক্তিগত যি নিজে অধ্যয়ন কৰে, তেনেকুৱা সংখ্যাও অতি বিৰল। এনেস্থলত এই স্বাধীন যুগত

আমি পিছ পৰি থকা যুগুত নহয়। তথাপি মই এই কাম বহুত পলমকৈ আৰম্ভ কৰি এতিয়া অনুশোচনা কৰিছো। এতিয়া ইচ্ছামতে ফুৰিব নোৱাৰা হৈছো। তথ্য বিলাক সংগ্ৰহ কৰোতে ইঠাই সিঠাইত ফুৰা দৰ্কাৰ। তদুপৰি মই লাইব্ৰেৰী এটাৰ সুবিধা লবলৈ পোৱা নাই। ব্যাখ্যা আদি কৰাত সেইটোও এটা অসুবিধা হল। অনুবাদ খিনি যিমান চমু কৰিব পাৰি তাৰ যত্ন কৰিছো। মই লেখা "গল্প নহয়—সঁচা" কিতাপ খনত কৈছো যে মই ভাষা আৰু সাহিত্যাত পাৰ্গত নহওঁ। সেই ভাব এই অনুবাদ খনতো প্ৰকাশ পাব। বাতৰি কাকতে সমালোচনা কৰোতে কৈছিল "ফুকনে আমাক জকাটোহে দিলে"। সেই দৰেই মই এতিয়াও ঋগ্বেদ খনৰ জকাটোহে অসমীয়াৰ মাজত দিছো। ছাল-মঙহ লগাই দেখিবলৈ ধুনীয়া কৰি লওক। এনেকৈ খৰধৰ কৰাত, অৰ্থাৎ ব্যাখ্যা আদি নিদিয়াকৈ উলিওৱা কাৰণে আৰু গ্ৰন্থখনৰ কলেবৰ সৰু কৰিবলৈ সংহিতা পাঠ আৰু পদ-পাঠ দিবলৈও এৰি দিলো, যাতে গ্ৰন্থ খনৰ মূল্য কম কৰি ৰাখিব পাৰি। সেই বিলাক জিজ্ঞাসু সকলে আৱশ্যক হলে মূল ঋগ্বেদত সকলো সহজে পাব পাৰিব। সংহিতা পাঠ আৰু পদ-পাঠ দিবলৈ হলে বৰ্ত্তমান হব লগা গ্ৰন্থ খনৰ দুগুণমান হব। গতিকে ছপা কৰা খৰচে সৈতে দামো দুগুণ হব।

অনুবাদ কৰোতে সম্পূৰ্ণ সায়নাচাৰ্য্যৰ ভাষ্যৰ ওপৰত মই নিৰ্ভৰ কৰিছো। মেক্সমূলাৰ আদি কৰি সকলো পাশ্চিমীয়া বেদজ্ঞ সকলে সায়ণাচাৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰি তেওঁবিলাকৰ ইংৰাজী, জাৰ্ম্মানী আদি ভাষাত অনুবাদ কৰিছে। তেওঁবিলাকে অৱশ্যে তুলনা মূলক ভাষা তত্ত্বৰ ( comparative philology ) ওপৰত বেছি গুৰুত্ব আৰোপ কৰিছে। তথাপি তেওঁলোকৰ মতে সায়নাচাৰ্য্যৰ ভাষ্য এৰিব নোৱাৰি। কোনো কোনোৱে আকৌ লগে লগে ইতিকিং সূচক বাক্যও প্ৰয়োগ কৰিছে। ভাৰতীয় ব্যাখ্যাকাৰ সকলে দয়ানন্দৰ বাদে সকলোৱে সায়নাচাৰ্য্যৰ ভাষ্যৰ ওপৰত নিৰ্ভৰ কৰিছে। যথাৰ্থতে সায়ণাচাৰ্য্যৰ ব্যাখ্যাই বেদৰ সৌন্দৰ্য্য দাঙি ধৰিছে আৰু নিয়মিত অৰ্থ প্ৰকটিত কৰিছে। তেওঁ নিজৰ মত একো দিয়া নাই। তেওঁ প্ৰধানতঃ যাস্কৰ নিৰুক্তৰ ওপৰত নিৰ্ভৰ কৰিছে আৰু যাস্কতকৈও বহুত ক্ষেত্ৰত ভাল ব্যাখ্যা দিছে। তেওঁ দিয়া অৰ্থ বিলাকৰ উদাহৰণ স্বৰূপে শতপথ ব্ৰাহ্মণ, ঐতেৰীয় ব্ৰাহ্মণ আৰু উপনিষদ, আশ্বলায়ণ গৃহ্যসূত্ৰ, তৈত্তিৰীয় সংহিতা, তৈত্তিৰীয় আৰণ্যক আদি বৈদিক গ্ৰন্থৰ পৰা উদ্ধৃত কৰিছে। ব্যাখ্যাৰ মাজত তন্ন তন্নকৈ স্বৰ আৰু ব্যাকৰণৰ বিশ্লেষণ আছে। ব্যাখ্যা অতি সহজ বোধ্য। সংস্কৃত জনা মানুহে বাহিৰা সহায় নোলোৱাকৈ বুজিব পাৰিব। অনুবাদ কৰি যাওঁতে ঠায়ে ঠায়ে সায়নাচাৰ্য্যৰ ভাষ্য যেন নালাগিল। তেওঁৰ ব্যাখ্যাত ব্যাকৰণৰ আলোচনা প্ৰত্যেক নতুন শব্দত ( বা আগতে ব্যাখ্যা কৰা থাকিলেও ) পোৱা যায়, কিন্তু মাজে মাজে নাই। মোৰ বোধেৰে সায়নাচাৰ্য্যৰ ভাষ্য কেবাজনেও লগ লাগি কৰিছিল আৰু সায়নাচাৰ্য্যই অধ্যক্ষতা কৰিছিল। সায়নৰ বাহিৰে অন্যৰ ভাষ্য মই পঢ়িবলৈ পোৱা নাই। ইংৰাজীৰ গ্ৰিফিট্ আৰু মেকডোনেলৰ পাইছো। অনুবাদ শেষ কৰাৰ পাচত স্বৰ্গীয় ৰমেশ চন্দ্ৰ সেনৰ অনুবাদখন পালো। পাণ্ডুলিপি প্ৰস্তুত কৰাত এই কেইখনে বহুত সহায় কৰিছে।

**বেদ কি ?**—বেদ শব্দৰ অৰ্থ হল জ্ঞান। এই জ্ঞান ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ—এই চাৰিও বৰ্গ সিদ্ধি কৰিবৰ উপযুক্ত। এই জ্ঞানৰ পৰা যেই সেই এটা বা দুটা বৰ্গ সিদ্ধি কৰিবৰ বাবে নহয়। আধুনিক বেদবিজ্ঞ সকলে আৰু পাশ্চাত্য বেদবিজ্ঞ সকলে বেদ বুলিলে এটা বিশেষ সাহিত্য বুলিহে বিবেচনা কৰে। কিন্তু ভাৰতৰ মানুহৰ সেইটো নহয়। বহুত শ বছৰ ধৰি মুখে মুখে ৰচনা কৰি গাই অহা দেৱতাৰ স্তুতি বিলাক পুৰুষ পুৰুষানুক্ৰমে চলি অহা, এসময়ত গোট খুৱাই একে

লগ কৰিছিল। সেই আদিম কালতে যেতিয়া লেখা পদ্ধতি আবিষ্কাৰ কৰা হল তেতিয়া এই স্তুতি বিলাক সংগ্ৰহ কৰি চাৰিখন বেদত বেলেগে বেলেগে ভাগ কৰি লেখিলে। সেয়ে ঋগ্বেদ সংহিতা যজুৰ্ব্বেদ সংহিতা, সামবেদ সংহিতা আৰু অথৰ্ব্ববেদ সংহিতা নামে এই চাৰিখনৰ লগতে ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ্ এই তিনি জাতিৰ লেখা খিনিও বেদৰ ভিতৰৰে কিন্তু এই বেলেগ নাম দি ঋষি সকলে মানুহৰ ভালৰ কাৰণে ৰাখি থৈ গল। চাৰিখন বেদ সংহিতা নামে অভিহিত হল। পুৰুষানুক্ৰমে মুখে মুখে চলি অহা কাৰণে বেদক শ্ৰুতিও বুলিলে।

**ঋগ্বেদ সংহিতা**— প্ৰথমতে ঋগ্বেদ। ঋক্ বিলাক গোট খুৱাই ৰচনা কৰা বাবে ই ঋগ্বেদ। ঋক্ হল একোটি পদ্য। এই ঋকত তিনিটাৰ পৰা ছটা পৰ্য্যন্ত পদ থাকে। একেটা পদত বা ভাগত) ৮টাৰ পৰা ১২টা পৰ্য্যন্ত আখৰ থাকে। এই পদ বিলাক একোটা ছন্দ। এনে পদ বিলাক গোট খাই একোটা ঋক্ হয়। তেনেকুৱা পদ গোট খাই হোৱা ছন্দৰ তিনিটাৰ পৰা ছটালৈ পদ থাকে। ছন্দ প্ৰধানতঃ সাতোটা - যেনে গায়ত্ৰী, উষ্ণীক্ বা উষ্ণীহ্, অনুষ্টুপ্ বা অনুষ্টুভ্ বৃহতী; পংক্তি, ত্ৰিষ্টুভ্ বা ত্ৰিষ্টুপ্, আৰু জগতী। ইয়াৰ বাহিৰেও ঋগ্বেদৰ ভিতৰত ব্যৱহাৰ হোৱা ৪৫টা ছন্দ পাইছো। এই ৪৫ টাৰ ভিতৰত কেইটামান বাদে সৰহ ভাগ প্ৰধান সাতোটা ছন্দৰ থাল ঠেঙুলী। প্ৰত্যেকটো ঋক্ বা মন্ত্ৰ এটা সম্পূৰ্ণ অৰ্থ থকা পদ্য। কিন্তু ঠায়ে ঠায়ে ইয়াৰ তাৰতম্য দেখা যায় অৰ্থাৎ দুটা বা তিনিটা ঋক্ গোটায়ো একোটা সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰে।

**সূক্ত** - কিছুমান ঋক্ গোট খাই একোটা সূক্ত হয়। প্ৰত্যেক সূক্তত একোজন বা তাতকৈ বেচি দেৱতাৰ গুণ কীৰ্ত্তন কৰি সেই দেৱতাৰ অনুগ্ৰহত ধন, অন্ন, পুত্ৰ, স্বৰ্গ আদি ভিক্ষা কৰি স্তুতি কৰা হৈছে। যেনেকৈ ঋগ্বেদৰ প্ৰথম সূক্তত ৯টা ঋকত অগ্নিক স্তুতি কৰা হৈছে। কিন্তু দ্বিতীয় সূক্তত ১-৩ ঋকত বায়ুক, ৪-৬ ঋকত অগ্নি বায়ু দুয়োকে একেলগে, আৰু ৭-৯ ঋকত মিত্ৰাবৰুণৰ স্তুতি কৰিছে। সাধাৰণতে এজন দেৱতাৰ এটা সূক্তত স্তুতি কৰা হয়। এই একোটা সূক্তৰ দ্ৰষ্টা একোজন ঋষি। কেতিযাবা ২ জন বা তাতোকৈ বেচি ঋষি দ্ৰষ্টা থকা সূক্তও পোৱা যায়। এনে সূক্ত গতি কম।

সকলো সূক্তৰ ঋক্ সংখ্যা সমান নহয়। ঋগ্বেদত এটা ঋকৰ সূক্ত মাত্ৰ এটা আছে। (১।৯৯) তিনি, চাৰি, পাঁচৰ পৰা আৰম্ভ কৰি ৫৮টা ঋকৰ ৯।৯৭) সূক্ত পৰ্য্যন্ত আছে। তাৰ মাজত অৱশ্যে ২টা ঋকৰ বা মাজে মাজে কোনো কোনো সংখ্যাৰ (যেনে ৫০, ৫৫, ইত্যাদি) সূক্ত নাই।

আকৌ ঋগ্বেদত কোনো নিৰ্দ্দিষ্ট দেৱতা নোহোৱা দাৰ্শনিক তত্ত্ব থকা সূক্তও পোৱা যায় (১০।১২৯ সূক্ত)। ওষধি (দৰৱ গছ); (১০।৯৪ সূক্ত), উৰুখল-মূষল (উৰাল আৰু উৰালৰ মাৰি (১।২৮।৫ ৮) ইত্যাদিৰ বিষয়েও সূক্ত আছে। সেই দৰেই দুজনৰ কথোপকথন (১৭।১০, ১০।৯৫) আছে। এই সকলো বিলাকৰে যি জনে কৈছে সেই জনেই ঋষি আৰু যাৰ কথা কৈছে সেই জনেই দেৱতা।

সূক্তত যি জন ঋষিৰ নাম দিয়া আছে সেই জন ৰচনা কৰোতা নহয়, দ্ৰষ্টা হে। অনাদি কালৰ পৰা চলি অহা মন্ত্ৰ বিলাক তেওঁ কৈ দিছে (ব্যক্ত কৰিছে)। সেই বাবেই বেদ অপৌৰুষেয়— কোনো পুৰুষে ৰচনা কৰা নাই।

**মণ্ডল** সূক্ত কিছুমান গোটখাই একোটা মণ্ডল হৈছে। মণ্ডল বিলাকত সকলোতে সমানে সূক্ত নাই। প্ৰথম মণ্ডলত—১৯১ দ্বিতীয় —৪৩, তৃতীয়ত—৬২, চতুৰ্থত—৫৮ পঞ্চমত—৮৭ ষষ্ঠত—৭৫, সপ্তমত—১০৪, অষ্টমত—১০৩, নবমত—১১৪ আৰু দশম মণ্ডলত—১৯১ সূক্ত আছে। সৰ্ব্বমুঠ দহোটা মণ্ডলত ১০২৮ সূক্ত আছে। এই ১০২৮ সূক্তৰ ভিতৰত অষ্টম মণ্ডলত (৪৯-৫৯) ১১টা সূক্ত বালখিল্য নামে জনা যায়। এই ১১টা সূক্তৰ সায়নাচাৰ্য্যৰ ভাষ্য নাই। ইয়াক বাদ দিলে মুঠ ১০১৭ সূক্ত হয়। ১০২৮ সূক্তত ১০৫৫২ ঋক্ আছে।

**ঋক্, সূক্ত আৰু মণ্ডল দেখুওৱা সংকেত**—এতিয়া আমি পালো প্ৰথমতে ঋক্, দ্বিতীয়তে সূক্ত আৰু তৃতীয়ত মণ্ডল। এই কেইটাৰ অঙ্ক চিহ্ন দি ঋগ্বেদৰ ঋক্ বিলাক বিচাৰি উলিয়াব লাগিব। ধৰা যাওক- "তদ্বিষ্ণোঃ পৰমং পদং, সদা পশ্যন্তি সূৰয়ঃ। দিবীব চক্ষুৰাততং।" এই ঋকটি আছে প্ৰথম মণ্ডলত। তাৰ অঙ্ক চিহ্ন হল "১"। সেই ১ মণ্ডলৰ ২২ সূক্তত এই ঋক্ আছে। তেনে হলে চিহ্ন দিয়া হল "১।২২।" এই ১।২২ সূক্তৰ ২০ সংখ্যাৰ ঋকটিয়েই এই ঋক্। গতিকে এই ঋকৰ সাঙ্কেতিক চিহ্ন হল ১।২২।২০। এই পদ্ধতিকে সকলোৱে অনুসৰণ কৰে। মূল ঋগ্বেদত ইয়াৰ উপৰিও "অনুবাক"ৰ সংখ্যা এটাও আছে। যেনে উক্ত ঋকটিৰ চিহ্ন দিওঁতে ১।৫।২২।২০। ইয়াৰ ৫ সংখ্যাটি অনুবাকৰ চিহ্ন। এটা অনুবাক কিছুমান সূক্তৰ সমষ্টি। এই অনুবাকৰ চিহ্নৰ বৰ্ত্তমান অনুবাদত আৱশ্যক নাই। মণ্ডল, সূক্ত আৰু ঋকৰ চিহ্ন মতেৰেই আজি কালি সকলোৱে ব্যৱহাৰ কৰে।

ইয়াৰ বাহিৰেও মূল ঋগ্বেদত অষ্টক, অধ্যায় বৰ্গ আৰু ঋক্ ব্যৱহাৰ কৰা এটা পদ্ধতিও আছে। ওপৰত কোৱা ১০১৭ ঋক্ প্ৰায় সমানে ভাগ কৰি আঠোটা অষ্টক কৰিছে। প্ৰত্যেক অষ্টক আঠ অধ্যায়ত বিভক্ত কৰিছে। আৰু প্ৰত্যেক অধ্যায় কিছুমান বৰ্গত ভাগ কৰিছে। এটা বৰ্গত ৫ টা ঋক্ থাকে। ইয়াৰ মাজত ১১টা বালখিল্য সূক্ত ব্যৱহাৰ কৰা নাই। এই পদ্ধতি প্ৰায়েই ব্যৱহাৰ নহয় যদিও, ভাষ্যাদিত ব্যৱহাৰ কৰা পোৱা যায়।

এই ঋক্ বিলাকত উদাত্ত অনুদাত্ত আৰু স্বৰিত স্বৰৰ চিন দিয়া আছে। উদাত্ত স্বৰৰ আখৰৰ ওপৰত বা তলত কোনো চিন নেথাকে—যেনে "ক"। অনুদাত্ত স্বৰৰ আখৰৰ তলত "—" চিন দিয়ে যেনে "ক̱"। স্বৰিত স্বৰৰ আখৰৰ ওপৰত "।" চিন থাকে—যেনে "ক"। তদ্বিষ্ণোঃ পৰমং পদং সদা পশ্যন্তি সূৰয়ঃ। দিবীব চক্ষুৰাততং। -স্বৰৰ চিন দি দেখুওৱা হৈছে। অনুবাদ গ্ৰন্থত সংহিতা পাঠ আৰু পদ পাঠ নিদিয়াত এই বিষয় আৰু আলোচনা কৰা নাই।

এয়া হল ঋগ্বেদৰ চমু পৰিচয়। ঋগ্বেদৰ শাখা মাত্ৰ এটা - যাক শাকল্য শাখা বোলে আৰু সেয়ে প্ৰচলিত হৈ আছে। অন্য শাখাও আছিল বুলি কয় কিন্তু প্ৰচলিত নাই। ঋগ্বেদৰ বহুত অংশ লোপ পাইছে বুলিও এটা প্ৰবাদ আছে। আমাৰ উদ্দেশ্যৰ কাৰণে আগবাঢ়িবলৈ লগে লগে যজুৰ্ব্বেদ, সামবেদ আৰু অথৰ্ব্ব বেদৰ বিষয়ে এটি চমু বিৱৰণ তলত দিয়া হল।

**যজুৰ্ব্বেদ**- যজুৰ্ব্বেদৰ ভাগ দুটা শুক্ল যজুৰ্ব্বেদ আৰু কৃষ্ণ যজুৰ্ব্বেদ। শুক্ল যজুৰ্ব্বেদত বিশুদ্ধ যজ্ঞ মন্ত্ৰৰ সঙ্কলন। কৃষ্ণ যজুৰ্ব্বেদত যজ্ঞৰ বাহিৰেও যজ্ঞৰ অনুষ্ঠানৰ বিষয় কিছুমান ব্যাখ্যাও

আছে। শুক্ল অৰ্থ বিশুদ্ধ আৰু কৃষ্ণ অৰ্থ সানমিহলি বিষয়বস্তু বুলি বহুতে কয়। শুক্ল যজুৰ্ব্বেদ বাজসনেয় সংহিতা নামেৰেও অভিহিত। শুক্ল যজুৰ্ব্বেদৰ দুটা শাখা—কাণ্ব আৰু মাধ্যন্দিন। কৃষ্ণ যজুৰ্ব্বেদৰ চাৰি শাখা যেনে—১। কাঠক সংহিতা ২। কপিষ্ঠল কঠ সংহিতা। ৩। মৈত্ৰায়নী সংহিতা আৰু ৪। তৈত্তিৰীয় সংহিতা। যজুৰ্ব্বেদৰ মন্ত্ৰ বিলাকত দৰ্শপূৰ্ণমাসী, অগ্নিহোত্ৰ, চাতুৰ্ম্মাস্য বাজপেয়, অশ্বমেধ, ৰাজসূয় ইত্যাদি প্ৰধান বৈদিক যজ্ঞ বিলাকৰ মন্ত্ৰ সঙ্কলন আছে। মন্ত্ৰ, বিলাক গদ্য আৰু পদ্য মিহলি। পদ্য মিহলি প্ৰায়েই ঋগ্বেদৰ। অথৰ্ব্ব বেদৰো অলপ আছে। এই প্ৰকৃত গদ্য অংশকেই যজুঃ বোলা হয়। যজুৰ্ব্বেদৰ মন্ত্ৰ সংখ্যা ১৯৮৪। যজুৰ্ব্বেদৰ বহুত অংশ লোপ পোৱা বুলি কয়।

**সামবেদ**—এই বেদ সাম গানৰ সঙ্কলন। ঋক্ বিলাক বিধিবদ্ধ সুৰ লগাই গালেই সাম গান হয়। সামবেদৰ দুটা ভাগ আৰ্চিক, (পূৰ্ব্বাৰ্চিক) আৰু উত্তৰাৰ্চিক। শাখা তিনিটা—কৌথুম ৰাণায়নীয় আৰু জৈমিনীয় বা তলবকাৰ। আৰু বহুত শাখা আছিল বুলি কয় কিন্তু বৰ্ত্তমান নাই। ইয়াত মুঠ ১৮১০ ঋক্ আছে। তাৰে ৭৫ টা বাদে বাকী সকলো ঋগ্বেদৰ পৰা উদ্ধৃত। বহুতে কয় যে এই ৭৫ টা ঋকো ঋগ্বেদৰে, - কিন্তু ঋগ্বেদৰ সেই অংশ লোপ পাইছে। সামবেদৰ মাজত বৃহৎসাম, ৰথন্তৰ, বামদেব্য বৈৰূপ, বিৰাজ, শক্কৰী, ৰেবতী ইত্যাদি সামৰ ভেদ আছে। [শব্দ সূচীৰ ৰথন্তৰ আৰু বৃহৎসাম শব্দ চাওক।]

**অথৰ্ব্ব বেদ**—অথৰ্ব্ব বেদৰ পুৰণি নাম আছিল অথৰ্ব্বাঙ্গিৰস। ঋগ্বেদৰ ঋষি সকলে অথৰ্ব্ব আৰু অঙ্গিৰস ঋষি সকলক পুৰণি কবি, পুৰণি পিতা, পুৰণি অঙ্গিৰস সকল ইত্যাদি নামেৰে বিভূষিত কৰিছিল। অথৰ্ব্ব বেদৰ বহুত শাখা আছিল বুলি কয়। তাৰ ভিতৰত পৈপ্পলাদ আৰু শৌনক শাখা হে বৰ্ত্তমান প্ৰচলিত আছে। ইয়াৰ সূক্তৰ সংখ্যা ৭৩১ আৰু ঋক্ সংখ্যা ৫৯৭৭। এই ঋক্ বিলাক ঋগ্বেদৰ দৰেই। সূক্ত বিলাক ২০ কাণ্ডত বিভক্ত। অথৰ্ব্ব বেদৰ প্ৰায় সাত ভাগৰ এভাগ মন্ত্ৰ ঋগ্বেদৰ পৰা উদ্ধৃত। পঞ্চদশ আৰু ষোড়শ কাণ্ডৰ এক অংশ গদ্যত ৰচিত। অথৰ্ব্ব বেদৰ সৰহ ভাগ জৰা-ফুকা, মাৰণ, উচ্চাটন, স্তম্ভন, ৰোগ উপশম, যক্ষ্মা নাশন, কুষ্ঠ নাশন, জ্বৰ নাশন, ক্ৰিমি নাশন ইত্যাদি দৰব জাতি বেজালি পদ্ধতিৰ মন্ত্ৰৰেই ভৰা। ঘৰৰ ভেটি চোৱা, পথাৰত হাল বাবলৈ যোৱা সময়, গুটি সিচাঁ, খেতিৰ পোক আৰু ৰোগ আঁতৰোৱা, বৰষুণ বিচাৰি কৰা মন্ত্ৰৰ প্ৰযোজন আছে। যুদ্ধ জয় কৰা, শত্ৰু সম্মোহন কৰা; স্ত্ৰীকৰ্ম্মানি অৰ্থাৎ ছোৱালীৰ মনৰ মতে স্বামী লাভ কৰা, গিৰিয়েক-ঘৈণীয়েকৰ মঙ্গল, গৰ্ভধাৰণ, গৰ্ভৰক্ষা, সুপ্ৰসব আৰু নানা অভিচাৰ মন্ত্ৰৰ সমাবেশ এই অথৰ্ব্ব বেদত। পাচৰ যুগৰ চৰক, শুশ্ৰুত আদি আয়ুৰ্ব্বেদ শাস্ত্ৰৰ এই অথৰ্ব্ব বেদেই উৎস।

**ব্ৰাহ্মণ**—চাৰিখন বেদৰ লগতেই বৈদিক ভাষাত ৰচিত ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ সমূহৰ সম্পদ। যজ্ঞাদি অনুষ্ঠান কৰিবলৈ বিধি-নিয়মৰ আৱশ্যক। সেই কাৰণেই ব্ৰাহ্মণ গ্ৰন্থৰ সৃষ্টি হল। শিক্ষাৰ্থী সকলে ব্ৰহ্মচাৰ্য্য আশ্ৰমত বেদ শিক্ষা শেষ কৰি গাৰ্হস্থ্য আশ্ৰমত ভৰি দিওঁতে ব্ৰাহ্মণৰ সহায় লব লগীয়া হয়। ব্ৰহ্মচাৰ্য্য আশ্ৰমত চাৰিবেদ শিক্ষা লয় আৰু আনে কৰা যজ্ঞ আদিত সহায় কৰে। কিন্তু গাৰ্হস্থ্য আশ্ৰমত যজ্ঞাদি নিজেই কৰিব লগীয়া হয়। তাৰ

কাৰণে ঋগ্বেদত ঐতৰেয় আৰু কৌষিতকী ব্ৰাহ্মণ ; শুক্ল যজুৰ্ব্বেদত শতপথ ; কৃষ্ণ যজুৰ্ব্বেদত তৈত্তিৰীয় সামবেদত ছান্দোগ্য আৰু তাণ্ড্য ; আৰু অথৰ্ব্ব বেদত গোপথ ব্ৰাহ্মণ প্ৰচলিত আছিল । সেই বিলাকত নানা অনুষ্ঠানৰ বিধি নিষেধ আছে । এই বিলাক গদ্যত ৰচিত আৰু বৰ জটিল । ই বৈদিক কৰ্ম্মকাণ্ড নামে খ্যাত । ইয়াৰ বিধি নিষেধ বিলাক ইমান জটিল আৰু দুৰ্ব্বোধ্য যে পাশ্চাত্য পণ্ডিত সকলে এই বিষয়টো বেয়া চকুৰে চায় । কিন্তু ব্ৰাহ্মণ গ্ৰন্থ নহলে বেদ সম্পূৰ্ণ কৈ বুজা টান ।

**আৰণ্যক**—ঋষি সকলে গাৰ্হস্থ্য আশ্ৰম শেষ কৰি যেতিয়া বানপ্ৰস্থ আশ্ৰম অবলম্বন কৰিবৰ হয় তেতিয়া সংসাৰত বিতৃষ্ণ হৈ অৰণ্যলৈ যায় । তাত যাগ-যজ্ঞ কৰিবলৈ উপাই নাথাকে । আৰশ্যকো নহয় । তেনেহলে অৰণ্যত কি কৰিব ? তেতিয়া এই পথ অবলম্বনকাৰী সকলে মনক পৰমব্ৰহ্মত লীন কৰিবলৈ বিচাৰে । তেতিয়াই বৈদিক জ্ঞানকাণ্ড অৰণ্যক ভাগৰ সৃষ্টি হয় । শঙ্কৰাচাৰ্য্যৰ মতেৰে অৰণ্যত আলোচিত হোৱা কাৰণে আৰণ্যক । এই আৰণ্যকেই বেদৰ শেষ অংশ উপনিষদৰ মূল । এই বিলাকেই ওপৰত কোৱা প্ৰত্যেক বেদৰ ব্ৰাহ্মণৰ আৰণ্যক বেলেগে বেলেগে আছে ।—যেনে ঐতৰেয় ব্ৰাহ্মণৰ ঐতৰেয় আৰণ্যক, তৈত্তিৰীয় ব্ৰাহ্মণৰ তৈত্তিৰীয় আৰণ্যক, শতপথ ব্ৰাহ্মণৰ বৃহদাৰণ্যক আৰু কৌষীতকী ব্ৰাহ্মণৰ কৌষীতকী আৰণ্যক । এইবিলাকৰ পৰা জ্ঞান উপাৰ্জ্জন কৰি সন্ন্যাস আশ্ৰমলৈ উপযুক্ত হৈ উঠে ।

**উপনিষদ**—উপনিষদ শব্দটোৰ অৰ্থ "ওচৰত বহা" অৰ্থাৎ ওচৰত বহি আলোচনা কৰা । উপনিষদেই বেদৰ শেষ সিদ্ধান্ত=বেদান্ত । বেদৰ পৰম জ্ঞান লাভ কৰাৰ উপায় । —ব্ৰহ্মজ্ঞান লাভ কৰাৰ উপায় । ঋগ্বেদৰ ঐতৰেয় আৰু কৌষীতকী উপনিষদ ; যজুৰ্ব্বেদৰ তৈত্তিৰীয়, কাঠ, শ্বেতাশ্বতৰ, বৃহদাৰণ্যক আৰু ঈশ ; সামবেদৰ ছান্দোগ্য আৰু কেন ; আৰু অথৰ্ব্ব বেদৰ মুণ্ডক, মাণ্ডুক্য আৰু প্ৰশ্ন উপনিষদ প্ৰধান । ইয়াৰ উপৰিও চাৰিও বেদৰ ১০৮ খন উপনিষদৰ লেখ আছে । এইখিনি জ্ঞানৰ ভাণ্ডাৰ । এই মূল উপনিষদবিলাকৰ পৰাই বেদ চাৰি খনৰ মাজৰ সাৰাংশ জাৰি চালি (১) ব্ৰহ্মসূত্ৰ বা বেদান্ত দৰ্শন (২) সাংখ্য দৰ্শন (৩) মীমাংসা দৰ্শন (৪) বৈশেষিক দৰ্শন (৫) ন্যায় দৰ্শন আৰু (৬) পাতঞ্জল দৰ্শন—এই ছখন ঐশ্বৰিক তত্ত্বৰ আলোচনাৰে ভৰপূৰ দৰ্শন ৰচনা কৰি বেদৰ তত্ত্ব যুগমীয়া কৰি ৰাখিলে ।

ইয়াৰ বাহিৰেও বৈদিক যুগৰ পাচত ৰচনা কৰাৰে সৈতে সৰ্ব্বমুঠ ২৫০ ৰ ওপৰ উপনিষদ পোৱা যায় । সেইবোৰ অতি আধুনিক । মোগল সম্ৰাট আকবৰৰ দিনত আল্লোপনিষদ নামে মুছলমান ধৰ্ম্মৰ বিষয়েও এখন উপনিষদ প্ৰচাৰ কৰা হয় ।

উপনিষদবোৰ হেনো ৰচনা কৰিছিল তিনিজন, পাঁচজন বা সাতজন ঋষি গোটখাই । তাতকৈ বেচি কেতিয়াও নহয় বুলি কয় । এনে এখন সমাজত ঋষি সকল বহি আছে । এজনে প্ৰশ্ন কৰিলে "কঃ অথ" এই বিলাক কি ? অৰ্থাৎ এই বিলাক যে চাৰিওফালে আছে এই বিলাক কি ? আন এজনে সুধিলে "কেন ?" এইবিলাক নো কোনে সৃষ্টি কৰিলে ? আন এজনে কলে "ঈশঃ" । এই বিলাক ঈশ্বৰে সৃষ্টি কৰিলে । সেই তিনিটা শব্দৰ যোগেদি কথ, কেন আৰু ঈশ নামৰ তিনিখন উপনিষদ তেওঁবিলাকে ৰচনা কৰি উলিয়ালে ।

**বেদাঙ্গ**—বৈদিক সাহিত্যত চাৰিখন বেদ, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ অন্তৰ্ভুক্ত হয় ।

সেই বেদ পাঠৰ কাৰণে কেইবিধমান জানিব লগীয়া উপায় ঋষি সকলে উদ্ভাৱনা কৰি কথা সহজ কৰি গল। সেয়েই বেদাঙ্গ. এয়া ছয় বিধ—শিক্ষা, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ।

১। **শিক্ষা** (Phonetics) বেদত উচ্চাৰণ কৰা নিয়ম প্ৰণালী থকা গ্ৰন্থ। প্ৰত্যেক বেদৰে উচ্চাৰণ কৰা নিয়ম প্ৰণালী বেলেগ হোৱা কাৰণে বেদৰ প্ৰত্যেক শাখাৰে বেলেগ বেলেগ শিক্ষা গ্ৰন্থ আছে। এই বিলাকক প্ৰতিশাখ্য বোলে। যেনে—ঋগ্বেদ প্ৰতিশাখ্য সূত্ৰ, তৈত্তিৰীয় প্ৰতিশাখ্য সূত্ৰ, বাজসনেয়ি প্ৰতিশাখ্য সূত্ৰ, সাম প্ৰতিশাখ্য আৰু অথৰ্ব্ব প্ৰাতিশাখ্য সূত্ৰ। শিক্ষাৰ এক অংশ সিদ্ধান্ত কৌমুদীৰ শেষৰ ফালে দিয়া আছে।

২। **কল্প**— (Rites and Rituals practical portions of Mantra)। যজ্ঞৰ বিধি-নিষেধ বিলাক সহজে আয়ত্ত কৰিব'ল সূত্ৰৰ আকাৰে লেখা গ্ৰন্থ। ইয়াৰ যি ভাগত শ্ৰৌত যাগ, অগ্নি হোত্ৰ, দৰ্শ পূৰ্ণমাস, সোম সবন আদিৰ বিধি-নিষেধ আছে সেই বিলাকক শ্ৰৌত সূত্ৰ বোলে। শ্ৰৌত সূত্ৰৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা এবিধ সূত্ৰ শুল্বসূত্ৰ। ইয়াতেই যজ্ঞবেদীৰ সূতা লৈ মাপ জোখ কৰা বিধি আছে। ইয়াকে বৰ্ত্তমান জ্যামিতিৰ মূল বুলি কয়। গৃহস্থৰ নিত্য নৈমিত্তিক কৰ্ম্ম বিলাকৰ উপদেশ যি সূত্ৰত আছে তাৰ নাম গৃহ্যসূত্ৰ। গৃহ্যসূত্ৰৰ লগত ঘনিষ্ঠ ভাৱে সম্বন্ধ থকা, যেনে ন্যায, অন্যায়, কৰ্ত্তব্য, অকৰ্ত্তব্য, দেশাচাৰ লোকাচাৰৰ য'ত উপদেশ আছে সেইবিলাক ধৰ্ম্মসূত্ৰ।

৩। **ব্যাকৰণ** প্ৰকৃত বেদাঙ্গ ব্যাকৰণ বৰ্ত্তমান বিলুপ্ত। কিন্তু পাণিনিৰ সূত্ৰত (সিদ্ধান্ত কৌমুদীত) বৈদিকী প্ৰক্ৰিয়া নাম দি বেদৰ বিষয় প্ৰয়োগ কৰিব পৰা কৰি থৈছে। পাণিনিৰ মতেও বেদৰ বহুত ধাতু, প্ৰত্যয়াদি বিশ্লেষণ কৰা হয়। কিন্তু পাণিনিক বেদাঙ্গ ব্যাকৰণ হিচাপে ব্যৱহাৰ কৰা নাই।

৪। **নিৰুক্ত** Etymology. শাকল্যই বেদ বুজিব'ল প্ৰথমে পদ পাঠ ৰচনা কৰে। এই পদ পাঠত সংহিতাৰ শব্দ বিলাকৰ সন্ধি সমাস ভাঙি ভাগ ভাগ কৰি দিছে। এই পদ পাঠৰ পাচতে বেদ বুজিব'ল নিঘণ্টু ৰচনা হয়। তাৰ পাচতেই নিৰুক্তৰ সৃষ্টি হয়। ইয়াত কঠিন শব্দ বিলাকৰ ব্যাখ্যা আছে। নিৰুক্ত ১৪ খন। কোনোৱে ১২ খন বুলিও কয়। তাৰ মাজত যাস্কৰ নিৰুক্তই প্ৰধান আৰু বেদাঙ্গ নিৰুক্ত হিচাপে ঠাই পাইছে। ভাষ্যকাৰ সায়নাচাৰ্য্যই এই নিৰুক্তৰ ওপৰত ভিত্তি কৰি তেওঁৰ ভাষ্য ৰচনা কৰা প্ৰমাণ পোৱা যায়। কিন্তু যাস্কই পাঠক সকলক বৰ বিপদত পেলাই দিছে। একেটা শব্দৰে কেৱাটাও অৰ্থ কৰি দেখুৱাইছে।

৫। **ছন্দ**—আগতে কোৱা হৈছে যে পদ বিলাক মিলি একোটা ছন্দ হৈছে। ছন্দৰ বিষয়ে সামবেদৰ ব্ৰাহ্মণ আৰু উপনিষদতে আলোচনা আছে। যদিওবা ছন্দৰ গ্ৰন্থ বেলেগে ৰচনা হৈছিল এতিয়া সেই বিলাক নাই। সেই গ্ৰন্থ বিলাকৰ পৰা ভাষ্য বিলাকত উদ্ধৃত কৰা অংশ বিলাক পোৱা যায়। তাৰ পৰাই ছন্দৰ বিষয় বহুত বুজিব পৰা হয়।

**জ্যোতিষ**—যাগ-যজ্ঞ বিলাক তিথি-নক্ষত্ৰ অনুসৰি সময়মতে কৰিব লগীয়া হোৱাত বেদৰ সময়তেই জ্যোতিষ চৰ্চ্চাৰ আয়োজন আছিল। ঋগ্বেদৰ সময়তে কালচক্ৰ বৰ্ণন আৰু

বছৰটোত ৩৬০ দিনৰ উল্লেখ ১।১৬৪।৭৮ ঋকত পোৱা যায়। ঋতু-মাহ আদিৰো বহুত উল্লেখ আছে। কিন্তু বেদাঙ্গ জ্যোতিষ পোৱা নাযায়।

## বেদ ৰচনা কৰা সময়

এইটো এটা মহা তর্ক বিতর্কৰ বিষয়। আজি কালিৰ লেখা দৰে দিন, মাহ, বছৰ লেখা পদ্ধতি ভাৰতৰ বুৰঞ্জীত পুৰণি কালত দেখা নাযায়। বেদ, ৰামায়ণ, মহাভাৰত, পুৰাণ আদি পুৰণি গ্রন্থ বিলাকত কোনো সময়ৰ উল্লেখ নাই। প্রত্নতত্ত্বজ্ঞ সকলে ৰজা সকলৰ ৰাজত্ব, বিশেষ ঘটনা যেনে ফাহিয়ান হিউ-এন-চাঙৰ আদিৰ আগমন আলেকজেণ্ডাৰৰ ভাৰত আক্রমণ আদিৰ পৰা ফহিয়াই লৈ দিন বিলাক ধার্য্য কৰিবলৈ যত্ন কৰিছে। সেইদৰে নানা তথ্য জুকটিয়াই বেদৰ বয়স খৃঃ পূঃ ১৩০০ শতাব্দীৰ আগৰ বুলি কৈছে। জ্যোতিষ তথ্যৰ ওপৰত নির্ভৰ কৰি মহাত্মা বাল গঙ্গাধৰ তিলকে ৬০০০ ছয়হেজাৰ) বছৰৰ আগৰ বুলি কৈছে। পাশ্চাত্য পণ্ডিত সকলৰ কোনো কোনোৰ মতে খৃঃ পূঃ ৬০০০ ৰ পৰা ৩০০০ বছৰৰ ভিতৰত বেদ সঙ্কলন কৰা হৈছিল। পিছে সৰহ ভাগৰ মতে খৃঃ পূঃ তেৰশ শতাব্দীয়েই নিদ্ধাৰিত হৈছে। সৰহ ভাৰতীয় আধুনিক পণ্ডিতৰ মতেৰেও সেই একেই। কিন্তু পুৰণি ঋষি সকলৰ সেই বিলাকৰ বিচাৰ নাই। বেদ অপৌৰুষেয়। মানুহে ৰচনা কৰা নহয়। অনাদি কাল চলি থকা এই মন্ত্র বিলাকত যি সকল ঋষিৰ নাম দিয়া আছে তেওঁবিলাকে মন্ত্র বিলাক দেখিছিল। ৰচনা কৰা নাই। মন্ত্রদ্রষ্টা হে মন্ত্রকর্ত্তা নহয়।

অনুবাদ কৰি থাকোঁতে মোৰ মনত এটা কথাই আলোড়ন কৰিছে। ইন্দ্রই বৃত্রক বা অহিক মাৰি নৈৰ পানী বিলাক মুকলি কৰি দিছিল। কোনো কোনো মন্ত্রত আছে যে এই অহিয়ে গোটেই পৃথিবী বেৰি আছিল, আবৰক হৈ আছিল, ঢাকি ৰাখিছিল। তেনেকুৱা এটা বস্তু কি হব পাৰে? এটা অসুৰে কেনেকৈ গোটেই পৃথিবী বেৰ ৰাখিব পাৰে? আৰু তাক মাৰিলত নৈ বিলাকেদি পানী বলৈ ধৰিলে? মোৰ বোধেৰে ই তুষাৰ পাত আৰু ই তুষাৰ যুগৰ (Glacial age) ঘটনা। সেই তুষাৰ ৰাশি বীৰ ইন্দ্রই ভাঙি দিব পাৰিছিল আৰু নৈ বোৱাই দিব পাৰিছিল। আকৌ অগ্নিকো মাজে মাজে বৃত্রহন্তা বুলি স্তুতি কৰা দেখা যায়। অগ্নিত বৰফ গলিবই। বৃত্রই সূর্য্যকো ঢাকি ৰাখিছিল বুলি স্তুতি বিলাকৰ মাজত আছে। নিশ্চয় তুষাৰপাত হলে সূৰ্য্যক ঢাকি থয়। তেনেহলে বেদ তুষাৰ যুগৰ বস্তু হব পাৰে নে কি? এই মতৰ লগত ঋগ্বেদৰ গবেষক শ্রীপৰমশিব আয়াৰৰ মতৰ লগত মিলিছে।

আমাৰ (অর্থাৎ মোৰ দৰে অনভিজ্ঞ মানুহৰ) কাৰণে বেদৰ বয়স নির্ণয় কৰিবৰ কোনো আৱশ্যক নাই। জানি ললেই হল যে বেদ অতি পুৰণি কলীয়া আমাৰ ধৰ্ম্মৰ মূল বস্তু; আমি বেদ জনা উচিত। পণ্ডিত সকলে বয়সৰ বিচাৰ কৰি থাকক। মানুহ জাতিৰ তেতিয়া আদিম অৱস্থা। যি আচৰিত বস্তু অগ্নি, মেঘ, বিদ্যুৎ, পর্ব্বত আদি দেখিছিল; যি বতাহ ধুমুহা মেঘৰ গাজনি, নৈৰ পানীৰ তো-হোৱনি, পর্ব্বতৰ নৈৰ ঝৰণাৰ কুলু কুলু শব্দ, বতাহত গছ-গছনি লৰচৰ কৰাত গছৰ পাতৰ শব্দ, ইত্যাদি শুনিছিল; যি ভাল গোন্ধ পাইছিল; যি বস্তু খাবলৈ ভাল পাইছিল; যি বস্তু চুই ভাল পাইছিল—সেই সকলো বিলাক সেই আদিম মানুহৰ দেৱতা হৈছিল। স্বতঃস্ফূর্ত্ত মনৰ ভাবক স্তুতিৰে ব্যক্ত কৰিছিল। হৃদয়ৰ ভাব-ভক্তিৰে, গভীৰ ভয়, স্নেহ, আকাঙ্ক্ষা প্রকাশ কৰিছিল। ভাব বিলাক প্রকাশ কৰোতে ভাল, বেয়া, শুৱলা, কর্কশ, কোনো ভেদাভেদ নোহোৱাকৈ প্রকাশ কৰিছিল। ভয় আৰু ভক্তি উদয় হোৱা মাত্রে ৰহণ নোহোৱা বাক্যত প্রকাশ কৰিছিল। সেই বাক্যত অলঙ্কাৰ নাই, অন্যই বেয়া পাব বুলি চিন্তা নাই, ভাল পাবলৈও চিন্তা

কৰা নাই, লাজ পাবলৈও ভয় নাই, বাক্য সৰল,---ভাব সৰল আৰু মহৎ। ৰুচি ভেদ নাই, দহ জনক ফুচুলাবলৈ চিন্তা নাই—মহৎ সেই বাক্য বিলাক!

তেওঁ বিলাকে যি দেখি শুনি অনুভব কৰিছিল সেই সকলো বিলাক সুন্দৰ, মহান আৰু নতুন ৰূপে কল্পনা কৰিছিল। সমাজ বান্ধোনৰ ভয়ত যিবিলাক আমি ফুটাই কব নোৱাৰো, সেই বিলাক তেওঁ বিলাকে গভীৰ আৰু সহজে বুজি পোৱা কথাৰে কৈ দিছিল। তেওঁ বিলাক প্ৰকৃত কবি আৰু সেই তুলনাত আজি কালিৰ কবিত্ব নীৰস আৰু গাম্ভীৰ্য্যহীন। ধৰ্ম্ম গ্ৰন্থ বেদক মানুহে কিয় আজিও আদৰ কৰে। এই গান বা কবিতা বিলাক কেনেকৈ ধৰ্ম্ম গ্ৰন্থ হল? এই বিলাকৰ মাজত মনো বিজ্ঞানৰ গূঢ়তত্ত্ব নিহিত আছে। যিবিলাকে বেদ দেখিছিল বা ধৰক ৰচনা কৰিছিল) তেওঁ বিলাকে ভাবিছিল যে দেবতাৰ পৰা তেওঁ বিলাকে প্ৰেৰণা পাইছে। সেই কথা লগৰীয়া বিলাকেও বিশ্বাস কৰিছিল আৰু সেই মতে কবিক ভক্তি কৰিছিল। সেই বাবেই কবিয়ে গোৱাটোকে সকলোৱে সমস্বৰে গাইছিল। কিন্তু কবি জনৰ ভাব দেবতাতেই নিবদ্ধ থাকিল আৰু মন উগুল-থুগুল হল। এই মনৰ উগুল থুগুল অবস্থাই অনুভূতি (Inspiration)। এনেকৈয়ে বেদৰ কবি দেবতা হৈ উঠিল। দেবতায়েই ৰচনা কৰিলে আৰু তাকেই কবিয়ে দেখিলে। পাচত দেবতা গুচি পৰম ব্ৰহ্ম ৰূপত বেদ প্ৰণেতা হলগৈ। ঈশ্বৰৰ নিত্যত্ব বেদত পৰিণিত হল।

বেদৰ কথা জানিবলৈ হলে বেদ পঢ়াৰ বাহিৰে অন্য উপায় নাই। বেদৰ অৰ্থ অৰ্থ বেদতেই আছে। বেদৰ মানুহৰ সৰলতা আজিকালিৰ মানুহে বুজিবলৈ টান। যদি বহুত ভাবি চিন্তি সেই বৈদিক জগতত সোমায় থকা যেন কল্পনা কৰিব পাৰো তেতিয়াহে বেদ বুজি পাম। জুই উৎপত্তি কৰা এটা আদিম অৱস্থা কল্পনা কৰা যাওক। তেতিয়া প্ৰকৃতিৰ নিয়মত জ্বলা হাবিৰ জুই মানুহে আনি ব্যৱহাৰ কৰিছিল; অৰ্থাৎ প্ৰধানত জাৰ নিবাৰণ কৰিছিল। বৰষুণ পৰিলে বা খৰি নোহোৱা হলে নুমায় গৈছিল আৰু বৰ বিপাঙত পেলাইছিল। পুনঃ ফাগুন চ'ত মাহলৈ হাবিত জুই লগা অৱস্থালৈ বাট চাবলগীয়া হৈছিল। তেতিয়া হাবিতনো কেনেকৈ জুই জ্বলে তাৰ অনুসন্ধান কৰি বুজিলে যে শুকান কাঠে কাঠে বা বাহেঁ বাহেঁ ডাঙৰ বতাহত ঘহনি খাই জুই জ্বলে, তেওঁ বিলাকেও সেই দৰে কাঠত ঘঁহি জুই উলিয়াবলৈ যত্ন কৰিলে। তলত এচটা আৰু ওপৰত এছটা কাঠ ধৰি মাজত ঢেকি খোৱাৰ দৰে এডাল কাঠ ৰচি লগাই ঘূৰাই জুই উলিয়াবলৈ যত্ন কৰি থাকোতে এদিন হঠাৎ জুই ওলায় গ'ল। তেতিয়া আৰম্ভ হল "অগ্নিমীলে পুৰোহিতং ...... ইত্যাদি মন্ত্ৰ (১।১।১)। তেতিয়া খেৰ খৰি দি ভালকৈ জ্বলাই এজনে কাঠ ছটা আথে বেথে কোলাত তুলি পুবফালে লৈ গল। —তাৰো এটা ঋক্ গালে। পুনঃ খৰি খেৰ দি বেচিকৈ জ্বলাই উপকৃত হৈ আৰু ঋক্ গান গালে। ঘিঁউ আদি যিমানেই দিয়ে, সিমানেই বেচিকৈ জ্বলি উপকাৰ পাই অগ্নিৰ স্তুতিৰে ভৰাই, দিলে। ইজনে সিজনৰ লগত অৰিয়া অৰি কৰি অগ্নিৰ স্তুতিৰে ভৰাই, দিলে। তাত নতুন নতুন তথ্য আবিস্কাৰ কৰিলে। এনেকৈ বহুত শ বছৰ চলি যোৱাৰ পাচত শিলৰ পৰা জুই উলিয়াবলৈ শিকিলে।

**ঋগ্বেদৰ আখ্যান**—ঋগ্বেদত বহুত গল্পৰ দৰে আখ্যান আছে। শুনঃ শেপৰ বন্ধন আৰু মুক্তি; দধ্যাচ ঋষিক ইন্দ্ৰই প্ৰবৰ্গ্য আৰু মধুবিদ্যা শিক্ষা দান আৰু তেওঁৰ মূৰ কটা আৰু অশ্বিনী কুমাৰে আকৌ লগায় দিয়া; অশ্বিনী কুমাৰে বুঢ়া ৰোগীয়া চ্যবন ঋষিক ডেকা কৰা; সুদাস ৰজাৰ লগত যুদ্ধ; বিশ্বামিত্ৰ ঋষিয়ে বিপাশা আৰু শুতুদ্ৰী নদী পাৰ হোৱা ইত্যাদি বহুত আখ্যান আছে। সেই বিলাক কিছুমান বেদৰ মাজৰে আৰু কিছুমান সায়নাচাৰ্য্যই অন্ত

গ্ৰন্থৰ পৰা উদ্ধৃত কৰিছে। গ্ৰন্থৰ আকাৰ ডাঙৰ হোৱাৰ ভয়ত সেই বিলাক লিখিবলৈ বাদ দিলো।

**খিল গ্ৰন্থ**—মূল বেদ সঙ্কলন কৰাৰ পাচত যিবিলাক মন্ত্ৰ পাচত জোৰা দি গ্ৰন্থত যুক্ত কৰিলে সেই বিলাকক খিল বোলে। এই বিলাক অতিৰিক্ত বেদৰ ঋক্ আৰু সূক্ত। মেক্সমূলাৰে ৩২ টা খিল সূক্ত দিছে। আউফ্ৰেক্‌টে ২৫ টা মন্ত্ৰ দিছে। সত্যব্ৰতে ৩৬ টা দিছে। আৰু অন্যাই বহুত বেছি খিল উদ্ধাৰ কৰিছে। কিন্তু সেই বিলাক ছপা হৈ ওলোৱা নাই। মেক্সমূলাৰে দিয়া ৩২ টা সূক্ত ভিন ভিন মণ্ডলত কেনেকৈ আছে সেইবিলাক উল্লেখ কৰা আছে। এই খিল ভাগত ৩২ টা সূক্তত ১৭৮ টা ঋক্ আছে। তাৰ মাজত বিখ্যাত শ্ৰীসূক্ত প্ৰধান আৰু লগতে সদাশিব আৰু বিষ্ণুৰ সূক্ত। শ্ৰীসূক্ত ২৯ টা ঋকৰ—অতি সুন্দৰ। এটা ভাষ্যও আছে। কিন্তু ইয়াক মূল বেদত নিদিলে একো বুজা নাযায়। ইয়াত স্বৰো দিয়া আছে। সদাশিবৰ সূক্ত ৪ টি ঋকৰ আৰু বিষ্ণুৰ সূক্ত তিনিটি ঋকৰ। এই খিল বিলাকৰ সায়ন ভাষ্য নাই আৰু সাধাৰণতে স্বৰো দিয়া নাই। আশ্চৰ্য্য কথা এয়ে যে এই খিল বিলাকৰ বহুত ঋক্ যজ্ঞকৰ্ম্ম কিছুমানত এতিয়াও ব্যৱহাৰ হৈ আছে। বহুতে কয় যে এইবিলাক লোপ পোৱা বেদৰ অংশৰ ভিতৰৰ বস্তু। ঋগ্বেদত কোনো ধৰ্ম্মৰ একো উল্লেখ নাই। যদিওবা পাচৰ যুগত ই সনাতন হিন্দু ধৰ্ম্মৰ মূল হৈছে, অন্য ধৰ্ম্মৰ ঘাত-প্ৰতিঘাতত হিন্দুনামে উচ্চাৰিত হৈছে, ই সদায় চলি থকা যাক সনাতন ধৰ্ম্ম বুলি কব পাৰি। ঋক্ বেদৰ ধৰ্ম্ম বুলিবলৈ হলে "স্তুতি" বুলি কব লাগিব। দেৱতাৰ গুণ বৰ্ণনা কৰি স্তুতি কৰাই ঋষি সকলৰ কৰ্ত্তব্য আছিল আৰু সেই মৰ্ম্মে যাগ ক্ৰিয়াৰে সৈতে দেৱতাক ঘিউ, দৈ, গাখীৰ, সোমৰস, যব, যব ভজা, মাংস, পিঠা-পনা অগ্নিত দি দেৱতাক নিবেদন কৰাটোৱেই ঋষি সকলৰ প্ৰধান কৰ্ত্তব্য বা ধৰ্ম্ম আছিল ঋগ্বেদৰ ১।১৬৪ আৰু ১০।৯০ সূক্তত ধৰ্ম্মৰ বিষয় উল্লেখ পোৱা যায়। তাৰে ১।১৬৪।২৬, ৪৬, ৫০, ঋকত আৰু ১০।৯০।১৬ ঋকত কেবল "ধৰ্ম্মৰ" কথা উল্লেখ কৰিছে—ই প্ৰথম "ধৰ্ম্ম" অৰ্থাৎ সনাতন "ধৰ্ম্ম"।

যি জন দেৱতাক যজ্ঞ কৰি স্তুতি কৰিছিল তেওঁকেই সকলোতকৈ ওপৰত সৰ্ব্বে-সৰ্ব্বা বুলি ভাবিছিল। যি জন দেৱতাক স্তুতি আদি কৰা হয় তেওঁক ঋগ্বেদত "সখা" বুলি সম্বোধন কৰা দেখিলে প্ৰথমে আচৰিতেই হব লাগে। দেৱতাক সন্তোষ কৰিবলৈ পাঁচ বিধ ভাবৰ উপসনা আছে—যেনে (১) শান্ত, (২) দাস্য, (৩) বাৎসল্য, (৪) সখ্য আৰু (৫) মধুৰ ভাব। সখ ভাবৰ উপসনাৰ উদাহৰণ আমি পাওঁ মহাভাৰতৰ কৃষ্ণাৰ্জ্জুন আৰু ৰামায়ণৰ শ্ৰীৰামচন্দ্ৰ আৰু বিভীষণৰ ভিতৰত। তাৰ বাহিৰে সখা বা বন্ধু ভাবৰ অন্য উদাহৰণ পোৱা নাযায়। কিন্তু ঋগ্বেদত সকলো দেৱতাকেই সখা ৰূপে সকলো ঋষিৰ স্তুতিত পোৱা যায়। যেনে ১।৪।৪, ১০ ইত্যাদি।

আৰু এটা তথ্য ঋগ্বেদৰ বিষয়ে সমালোচক সকলে দেখুৱাই দিয়ে যে বৈদিক ধৰ্ম্মত স্ত্ৰী দেৱতাৰ বিষয় প্ৰাধান্য মোটেই নাই। উত্তৰ প্ৰদেশৰ দেৱৰীয়াৰ ডাঃ ৰঘুনন্দন মিশ্ৰই, যোৱা সঙ্কলনমত কৈছে "বৈদিক ধৰ্ম্মমে দেৱতাও কো অপেক্ষা দেবীওঁ কা স্থান ঔৰ শক্তি নগন্য হৈ।" Macdonell এ কৈছে "Goddesses play an insignificant part in the Rigveda" এই তথ্য গভীৰ গৱেষণা প্ৰসুত বুলি কব নোৱাৰি। কাৰণ এই যে আদিত্য সকলৰ মাক অদিতিৰ যদিও বেলেগ কোনো সূক্ত নাই তথাপি অদিতিৰ নাম ইন্দ্ৰৰ লগত, আদিত্যসকলৰ লগত বা বেলেগে প্ৰায় প্ৰত্যেক মণ্ডল আৰু অনুবাকত উল্লেখ পোৱা যায়। সৰস্বতী দেৱীক ১।৩।১০-১২ ঋকত, ৬।৬১ আৰু ৭।৯৫ সম্পূৰ্ণ সূক্তত আৰু ইলা, আৰু

ভাৰতীৰ লগত বা বেলেগেই বহুত ঋকত উল্লেখ কৰি আহ্বান কৰা পোৱা যায়। উষা দেৱীৰ সূক্ত প্ৰায় ১২ টা আছে। গুটীয়াকৈ মাজে মাজে বহুত ঋক্ পোৱা যায়। দশম মণ্ডলৰ ১২৫ সূক্তত অম্ভৃনী ঋষিৰ জীয়েকে নিজেই সকলো ধাৰণ কৰা বুলি কৈছে। পিচৰ যুগত চণ্ডী পাঠ কৰোতে এই সূক্তক দুৰ্গাৰ উদ্দেশ্যে পাঠ বিহিত হৈছে। কাৰণ এওঁ সৰ্ব্বশক্তিময়ী। ইয়াৰ উপৰিও পৃথিবী, ৰাত্ৰি, অৰণ্যানি, অগ্নায়ী, ইন্দ্ৰানী, বৰুণানী, গ্না, দেৱপত্নী সকল, নদীবিলাক যেনে সিন্ধু, সুতুদ্ৰী, বিতস্তা আদি স্ত্ৰী দেৱতাৰ আহ্বান ভৰি আছে। এনেস্থলত দেৱীৰ স্থান আৰু শক্তি নগণ্য ( insignificant ) কেনেকৈ হ'বলৈ পালে? কথাটো হল এই যে পাশ্চাত্য বেদজ্ঞ সকলে কথাটো উল্মুকিয়াই দিবলৈ হে পালে আৰু আমি বাক্-বিতণ্ডা নকৰাকৈ চকুমুদি তাকেই সত্য বুলি অনুকৰণ কৰি আছোঁ।

বেদৰ সময় নিৰ্ণয় কৰোঁতে পাশ্চাত্য পণ্ডিত সকলে কৈছে যে ঋক্‌বেদৰ প্ৰথম আৰু দশম মণ্ডল এটাইতকৈ পাচত সঙ্কলন কৰা আৰু তাকে ভাৰতীয় পণ্ডিতৰ কেইজনমানে মানি লৈছে। এই দুটা মণ্ডল, ২য়, ৩য়, ৪ৰ্থ, ৫ম আৰু ষষ্ঠ মণ্ডলতকৈ পাচত সঙ্কলন কৰা বুলি কৈছে। এই বিষয়ে মোৰ অভিজ্ঞতাৰ পৰা আঙুলিয়াই দিওঁ যে সূক্তবিলাক আগত ৰচনা কৰা বা পাচত ৰচনা কৰাৰ ভিত্তিত মণ্ডল বিলাকৰ আগত ৰচনা কৰা বা পাচত ৰচনা কৰা কথাটো দোষবিহীন নহয়। গোতম ঋষিৰ সূক্ত ১।৭৪ ৰ পৰা ৯৩ লৈ প্ৰথম মণ্ডলত আছে; কিন্তু গোতমৰ পুত্ৰ বামদেৱৰ নামত ৪ৰ্থ মণ্ডল ৰচনা ( দেখা ) বুলি কয়। তেনেহলে পুতেক পিতাকতকৈ আগ হল কেনেকৈ? সেইদৰেই মধুচ্ছন্দা ঋষিৰ সূক্ত প্ৰথম মণ্ডলৰ ১ ৰ পৰা ১০ লৈ আছে। পুনঃ নৱম মণ্ডলৰ প্ৰথম সূক্ত তেওঁৰেই। সেইদৰেই শ্যাবাশ্ব ঋষিৰ সূক্ত ৫।৫২-৬১; ৮।৩৫-৩৮ আছে, পুনঃ ৯।৩২ সূক্তও তেওঁৰেই। অঙ্গিৰসৰ পুত্ৰ ৰহুগন; ৰহুগনৰ পুত্ৰ গোতম; গোতমৰ পুত্ৰ নোধস ( আৰু বামদেৱো ); নোধসৰ পুত্ৰ গৌতম। অঙ্গিৰসৰ এই চাৰি পুৰুষৰ সূক্ত প্ৰথম মণ্ডলত আছে। অন্য পুত্ৰ সকলৰ লগত অন্য মণ্ডলতো আছে। এই দৰেই আৰু বহুতো উদাহৰণ পোৱা যায়। মই অৱশ্যে কোনো গবেষণামূলক তথ্য উদ্ঘাটন কৰিবলৈ লোৱা নাই। কিন্তু অনুবাদ কৰি অগ্ৰসৰ হওঁতে এইবিলাক কথা চকুত পৰিল; সেই কাৰণে উল্মুকিয়াই থলোঁ।

আৰু এটা বিষয় বেদৰ মাজত অতি আচৰিত পালোঁ। বেদব্যাসে বেদ কেখন সঙ্কলন কৰাৰ বেলিকা এই বেদ যে ভৱিষ্যতলৈ কিমান মূল্যবান হবৰ সম্ভাবনা আছিল সেই কথা সেই ঋষি প্ৰবৰ আৰু সঙ্গীসকলে তেতিয়াই জানিছিল। সেইবাবেই সেইসকলে ইয়াৰ মাজত যাতে পাচলৈ অন্য কোনেও নতুন ঋক্ ভৰাই দিব বা সলনি ( Interpolation ) কৰিব নোৱাৰে তাৰ কাৰণে কটকটীয়া ব্যৱস্থা কৰি থৈ গৈছিল। সেইবিলাক হ'ল সংহিতা আৰু পদপাঠৰ উপৰিও ক্ৰমপাঠ, জটাপাঠ, ঘনপাঠ আদি ১০ বিধ বেলেগ বেলেগ পাঠ। তাৰ উপৰিও সূক্তৰ সংখ্যা আৰু আখৰৰ সংখ্যা গণি উলিয়াই থৈ গৈছে। ( এনে ব্যৱস্থা যজুৰ্ব্বেদতো আছে )। নতুনকৈ কোনোৱে বেদৰ মাজত ঋক্ সুমাই দিবলৈ যত্ন কৰিলেও বিফল হব। এনে স্থলত গ্ৰিফীথ্ চাহাবে কেনেকৈ কয়— ১।২৫।৬ ঋকৰ footnote-ত "and is probably an interpolation", ৪।৩০।২৪ ঋকৰ footnote "probably a later addition", "The Stanza is out of place here, ( ১।১৬৪।৪৮ footnote )। পাঠ সলনি কৰি লৈছে—১।১৮০।৫, ২।৩০।২, ৩।৫৩।২৪, ৪।১৭।১১, ৪।৩৮।১, ৫।২।১— সকলোৱে footnote ত। এই বিলাক আমি অবৈদিক বুলি বিবেচনা কৰোঁ আৰু আমাৰ ভাৰতৰ মানুহে এইবিলাক বিশ্বাস কৰি গ্ৰহণ কৰা উচিত নহয়।

এই ঋগ্বেদৰ অসমীয়া অনুবাদখন লেখি সম্পূৰ্ণ কৰি ডিব্ৰুগড়ৰ শ্ৰীযুত ডঃ যোগীৰাজ বসু,

যোৰহাটৰ অধ্যাপক শ্ৰীযুত ভবকৃষ্ণ মিশ্ৰ আৰু গুৱাহাটীৰ অধ্যাপক ডঃ মুকুন্দমাধৱ শৰ্ম্মা, ডাঙৰীয়া সকলক পঢ়িবলৈ আৰু লগে লগে ক্ৰটী-বিচ্যুতি বিলাক আঙুলিয়াই দিবলৈ দিছিলো। শিল্পীয়ে এলাগী ছবিখনৰ ওপৰত দুই এটা আঁচ দিয়েই যেনেকৈ ছবিখন চকুত লগা কৰে সেই দৰেই মোৰ এই অনুবাদখনত সেই মহানুভব কেইজনে ৰহণ সানি দিলে। লগতে বাহ্বা কৰাতকৈও অধিককৈ একোখনি অনুমোদন পত্ৰ দিছে। সেই পত্ৰ কেইখন এই গ্ৰন্থৰ ভূমিকাৰ আগতে ছপা কৰা হ'ল। মই তেখেত সকলৰ ওচৰত চিৰকৃতজ্ঞ থাকিলোঁ। ২।৮।১৯৭৪

প্ৰকাশৰ বাটত—অনুবাদৰ সকলো কাম সম্পন্ন কৰি শেহান্তৰত অসম প্ৰকাশন পৰিষদৰ সচিব ডাঙৰীয়াৰ লগত আলোচনাক্ৰমে পৰিষদৰ ওচৰত বৃহৎ ঋগ্বেদ সংহিতাৰ অসমীয়া অনুবাদ গ্ৰন্থৰ দুখন পাণ্ডুলিপি ইং ২।৮।৭৪ তাৰিখে দাখিল কৰিলোঁ। পৰিষদৰ সচিবে তেখেতৰ ইং ১৭।৪।৭৫ তাৰিখৰ চিঠিত 'সীমিত পুঁজিৰ বাবে একান্ত ইচ্ছা থকা সত্বেও পৰিষদে' মোৰ 'পাণ্ডুলিপি খন ছপা কৰিব নোৱাৰি ঘুৰাই পঠালে। ই মোৰ কাৰণে বিনামেঘে বজ্ৰপাত। মাধৱ কন্দলীৰ অসমীয়া ৰামায়ণে প্ৰথম অনুবাদ বুলি দাবী কৰা অসমত বেদৰ তাঙনি হোৱা নাই। কোনো প্ৰকাৰে এনে অভাব পূৰণ নকৰি প্ৰকাশানুষ্ঠানবোৰে পুনৰ্মূদ্ৰন বা সংকলনত খন ভঙাৰ সাঁথৰ বুজি নাপাও।

শেষত উপায় নাপাই নতুন দিল্লীৰ সাহিত্য একাডেমীলৈ লিখিলোঁ। তাঁৰ পৰা সময় নষ্ট নকৰাকৈ লেখি পঠিয়ালে যে তেওঁলোকৰো পুঁজি নাই। গতিকে মই কিংকৰ্ত্তব্য বিমূঢ় হৈ কেইদিন-মান তাপ মাৰিলোঁ।

ঈশ্বৰৰ কৃপাত অৱশেষত উপায় ওলাল। মোৰ শিৱসাগৰ নগৰৰ মাজমজিয়াত থকা ঘৰ বস্তিৰ খালী অংশ বেচিলোঁ। সেই টকাৰে সৈতে পাণ্ডুলিপিখন লৈ গুৱাহাটীলৈ আহি প্ৰথম ল'ৰা শ্ৰীমান বশিষ্ঠদেৱ ফুকন বোপাক আশ্ৰয় কৰি স্থানীয়ভাৱে ছপাবলৈ দিহা কৰি সাহিত্যৰথী প্ৰেছত দিলোঁ।

ছপাকামত গুৱাহাটীৰ শ্ৰীমান হেমৰথ বৰ্মনে নানাভাৱে সহায় কৰিছে। ঋগ্বেদৰ দৰে জটিল গ্ৰন্থৰ ছপা কাৰ্য্য সাহিত্যৰথী প্ৰেছে বিশেষ তৎপৰতাৰে সম্পন্ন কৰি দিছে। গ্ৰন্থখনৰ আৰম্ভণিৰে পৰা শেষলৈ ভালেমান সুধীলোকে উৎসাহ উদ্দীপনা দিছে। এই সকলোলৈকে এইখিনিতে কৃতজ্ঞতা জনালো।

প্ৰায় চাৰিকুৰি বছৰীয়া দেহাৰে সুবৃহৎ গ্ৰন্থখনৰ সকলো কাম চোৱা-চিতা কৰিব লগীয়া হোৱাত ভুল-ভ্ৰান্তি এৰাই যাব পৰা নাই। তথাপি পঢ়ুৱৈ ৰাইজে আদৰ কৰিলে শান্তি পাম—এয়ে পৰম আশা।

ওম্ শান্তি ওম্ শান্তি ॥

নতুন শৰণীয়া, গুৱাহাটী
১২ আঘোণ, ১৯০১ শক
ইং ২৯।১১।৭৯

শ্ৰীপঞ্চানন শৰ্ম্মা ফুকন।

# শব্দসূচী

যিবিলাক বৈদিক শব্দ অনুবাদৰ ভিতৰত বাক্য চমু কৰিবৰ অৰ্থে ব্যৱহাৰ কৰা হৈছে, আৰু অন্য শব্দও যি ব্যৱহাৰ কৰা হৈছে, সেইবিলাকৰ চমু অৰ্থ।

অঙ্কুশ—হাতী বশ কৰিবলৈ ধৰশিৰ দৰে লোহাৰ ডাঙৰ আঙুলি। হাতীক কাণত লগাই টানে।
অজৰ—অমৰ। (জৰা—বুঢ়া নোহোৱা)।
অথৰ্ব্ব—চাৰিবেদৰ এখন বেদ।
অথৰ্ব্বন্—অথৰ্ব্ব ঋষি।
অৰ্দ্ধদেৱ—ইন্দ্ৰ। অকল ইন্দ্ৰই সকলো দেৱতাৰ আধা—বল, বুদ্ধি, বীৰ্য্য সকলোতে।
অধ্বৰ্য্যু—যৰ্জুবেদৰ ঋত্বিক্।
অধ্বৰ—দোষ নোহোৱা যজ্ঞ।
অনুযাজ—সোম সবন যজ্ঞৰ শেষলৈ কৰা অনুষ্ঠান।
অপলাপ—দিবলৈ সঙ্কল্প কৰি পাচত নিদিয়া।
অৰণি—অগ্নি মন্থন কৰা ঢেকীথোৱাৰ দৰে কাঠ।
অক্ষ—চকৰিৰ শলা লগোৱা টান কাঠ। (axle)
অপাং-নপাৎ—অগ্নি। পানীৰ নাতিয়েক। পানীৰ পৰা গছ-গছনি হয় সেই গছ-গছনিৰ পৰা অগ্নি জ্বলে।—গতিকে নাতিয়েক। কিন্তু ব্যৱহাৰ কৰোঁতে "পানীৰ পুত্ৰেক" বুলি ব্যৱহাৰ হয়।
অপ্ৰতিধৰ্ষিত—কোনেও আক্ৰমণ কৰিব নোৱাৰা।
অপ্ৰতিহত—কোনেও ধৰি ৰাখিব নোৱাৰা।
অমূঢ়—মূৰ্খ নহয়। জ্ঞানী।
অজাশ্ব—(অজ—ছাগলী; ছাগলী যাৰ বাহন) পূষা দেৱতা।
অশ্বত্থ—দিবোদাসৰ এটা নাম। আঁহত গছ।
অসুৰ—বলবান। ঋগ্বেদত প্ৰথম মণ্ডলত এই শব্দ দেৱতা অৰ্থে ব্যৱহাৰ হয়; মাজ আৰু শেষলৈ দেৱতা আৰু ৰাক্ষস দুয়ো অৰ্থে ব্যৱহাৰ হৈছে।
অগ্নিগ্ৰ—এবিধ যজ্ঞ।
অতিথিগ্ব—দিবোদাসৰ এটা নাম।
অদ্ৰিৱ—ইন্দ্ৰ বজ্ৰবান।
অদ্ৰিগু—অঙ্গিৰস সকলৰ এজনৰ নাম।
অভিগন্তা—আক্ৰমণ কৰা।
অভিভূত—বশ কৰা।
অভিষৱ—সোমৰস চেপা।
অভিষৱন ফলক-সোমৰস চেপা শিল বা কাঠৰ ফাল।
অভিষুত—সোমৰস চেপি উলিওৱা।
অৰিষ্ট—অশুভ; উৎপাত।
অৰিষ্টনেমী—অহিংসিত অস্ত্ৰধাৰী।
অহি—বৃত্ৰ; সাপ।
অহিৰ্বুধ্ন্য—অন্তৰীক্ষৰ দেৱতা।
আখণ্ডল—ইন্দ্ৰ।
আনত—বশ হোৱা।
আহুত—যি দেৱতাক আহ্বান কৰা হয়।
আহুতি—ঘিঁউ, সোম, পিঠা আদি হবি—যিবিলাক দেৱতাৰ উদ্দেশ্যে যজ্ঞৰ জুইত দিয়া হয়।
আলম্বনী—ৰথৰ আওজা ঠাই।
আহৱনীয়—অগ্নি। যি অগ্নিত দেৱতাক হবি দিবলৈ আহ্বান কৰা হয়।
আবৰক—ঢাকি ৰাখোঁতা।
আস্বাদন—সোৱাদ লোৱা।
আপ্ৰী সূক্ত—যি সূক্তই দেৱতাৰ প্ৰীতি সম্পাদন কৰে। এই ধৰণৰ সূক্ত ঋগ্বেদত দহোটা আছে। এইবিলাকত অগ্নিৰ বিভিন্ন নামত স্তুতি কৰা হৈছে। ১।১৩; ১।১৪২; ১।১৮৮; ২।৩; ৩।৪; ৫।৫; ৭।২; ৯।৫; ১০।৭০; আৰু ১০।১১০ সকলো আপ্ৰীসূক্ত।
ইন্দু—তীব্ৰ সোমৰস।

ইপ্সিত- ইচ্ছা কৰা।

ইলিত—স্তুতিৰ যোগ্য ; অগ্নিৰ এটা ৰূপ।

উক্থ - যি স্তোত্ৰ গানৰ সুৰত গোৱা হয় অৰ্থাৎ সামবেদৰ স্তোত্ৰ।

উত্তৰায়ন—সূৰ্য্যৰ গতি যেতিয়া বিষুব ৰেখাৰ উত্তৰ লৈ যায় সেই গতিয়েই সূৰ্য্যৰ উত্তৰায়ন গতি। এই গতি চ'তৰ ৯ তাৰিখৰ পৰা (২৩ মাৰ্চৰ পৰা) আৰম্ভ হৈ ৮ আহিন (২৫ চেপ্তেম্বৰত) শেষ হয়।

ইয়াৰে বিপৰীত অৰ্থাৎ ৯ আহিনৰ পৰা ৮ চ'তলৈ যোৱা গতিক দক্ষিণায়ণ (সূৰ্য্যৰ) গতি বোলে।

তাৰিখৰ মাজে মাজে দুই-এদিনৰ তাৰ-তম্য হয়।

উদগাতা—সামবেদৰ ঋত্বিক (পুৰোহিত)।

উৰু—বেচি, বহুত।

উৰ্জ্জ—ৰস ; বল। পানীৰ অৰ্থতো ব্যৱহাৰ হয়।

উশনা—কবি ; ভৃগুৰ পুত্ৰ।

ঋত—সদায়-সৰ্ব্বতিকাল চলি থকা ঐশ্বৰিক নিয়ম বিলাক যেনে সূৰ্য্য, চন্দ্ৰৰ গতি, ঋতু, মাহ-দিন ইত্যাদি সদায় হৈ আছে ; বৰষুণ, ৰদ আদি সদায় হৈ আছে। সেইদৰেই যজ্ঞৰ অৰ্থ ঋত ; পানী ; জুই, বতাহ আদি। অন্তৰৰ নিয়মীয়া ভাব বিলাক। মৰম স্নেহ, ইত্যাদি। অনুবাদ কৰোতে যি মন্ত্ৰত ঋত ব্যৱহাৰ আছে তাত বন্ধনিৰ ভিতৰত (—) সেই ঋকত কি অৰ্থ হৈছে—দিয়া আছে।

মেক্‌ডোনেলৰ মতে এই ঋতই পাচৰ যুগত ধৰ্ম্ম অৰ্থে ব্যৱহাৰ হৈছে।

ঋতজ্ঞ—নিয়ম জনা।

ঋতবান—নিয়ম মতে চলা ; বিশুদ্ধ।

ঋতযুক্ত—নিয়ম লগাই দিয়া। আনন্দত নাচি থকা।

ঋতাবৰী উষা ; সৰ্ব্বতিকাল চলি থকা। নিয়ম বিধায়িকা।

ঋজীষম—
ঋজীষী—
ঋজীষিন্‌ — তিনিও সবন যজ্ঞত চেপা সোমৰসৰ তলনি (গেদেলি) খিনি ভোগ কৰোতা—ইন্দ্ৰ ; অন্য দেৱতাৰ বিষয়ো ব্যৱহাৰ হয়।

ঋত্বিক—ঋতুমতে সময়ত যজ্ঞ কৰোতা (আজি-কালি যাক পুৰোহিত, পূজাৰী ইত্যাদি বোলা হয়।

ঋভু—ঋভব, ঋভুক্ষা, ঋভুক্ষণ,—অঙ্গিৰসৰ পুত্ৰ সুধন্বাৰ তিনিজন পুত্ৰ ঋভু, বিভ্বা আৰু বাজ। তেওঁবিলাকে আচৰিত কাম কৰি দেৱতাসকলৰ লগত সোম আদি হবিৰ ভাগ পালে।

ঋভুক্ষণ – মহান।

একধনা—সোমৰ লগত মিহলোৱা নৈৰ পানী। ইয়াৰে চাৰিবিধ আছে।

এতশ—সূৰ্য্যৰ ঘোঁৰা। এজন ৰাজৰ্ষি।

এশ—(শৰৎ, হিম, হেমন্ত বসন্ত)—এশ বছৰ।

ওষধি—যিবিলাক উদ্ভিদৰ প্ৰতি বছৰে ফল-ফুল হৈ গছ মৰি যায়।—যেনে, শাক-পাচলি, ধান, যব, ইত্যাদি।

কপৰ্দ্দিনে—ধুনীয়া জটা বা মুকুট পিন্ধোতা।

কলস—সকলো কলা পৰিপূৰ্ণ। ঘট।

কক্ষ - খোটালি ; ভাগ।

কবি—মেধাবী ; পণ্ডিত ; ঋষি।

কব্য— মৰা পিতৃক দিয়া অন্ন।

কামবৰ্ষী—যি কামনা কৰা বিলাক দিব পাৰে ; দেৱতা।

কিমিদিন্‌—অসুৰ ; এয়া কি, এয়া কি? এনেকৈ কৈ উৎপাৎ কৰা অসুৰ।

কৃশানু—অগ্নি। গন্ধৰ্ব্ব এজন।

কৃষ্ণবৰ্ত্মা—অগ্নি ; পুৰি যি বাট ক'লা কৰি যায়।

গাথাবক্ত—যি সাম ৰচনা কৰি গাবলৈ প্ৰস্তুত হয়।

গাৰ্হপত্য—গৃহপতি অগ্নি। যি অগ্নি গৃহস্থৰ ঘৰত সদায় জ্বলি থাকে।

গ্না—অগ্নিৰ পত্নী।
গিৰ্ব্বণ—স্তুতিৰে যাক পাব পাৰি।
গোত্ৰ—সজ্ঘ। পৰ্ব্বত। বংশ।
গৌৰমৃগ—পশ্চিম ভাৰতৰ ফালৰ ম'হ। ই পানী খাবলৈ বহুত দূৰ বাট যায়। ইন্দ্ৰই সোম পান কৰিবলৈ অহা প্ৰায় ইয়াৰ লগত তুলনা দিয়া হয়।
ঘৰ্ম্ম—ঘাম; গাখীৰ তপত কৰা পাত্ৰ। মহাবীৰ পাত্ৰ।
চমস্—সোমৰস ধৰি থোৱা কাঠৰ পাত্ৰ; হেঁতা। আজিকালিৰ চামোচ (?)
চম্বু—সোম লতা চেপিবলৈ ধৰিৰখা শিলৰ ফাল।
চিত্ৰভানু—বিচিত্ৰ পোহৰ; অগ্নি।
চিৰন্তন—চিৰকাল চলি থকা।
ছন্দ—সপ্তছন্দ চাওক।
জল্পক—মিছা কথা কোৱা মানুহ।
জাগৰণশীল—যি সাৰে থাকে। (টোপনি নহাকৈ থাকে)।
জাতবেদ—যি এই চৰাচৰ জগতৰ জন্ম বৃত্তান্ত জানে। যি উপজিয়েই সকলো জানে; অগ্নি।
জিজ্ঞাসু—যি জ্ঞান পাবলৈ ইচ্ছা কৰে।
জিভা—(অগ্নিৰ) অগ্নিশিখা।
জুহু—অগ্নিত ঘিউ দিয়া বা হবি দিয়া হেঁতা।
তনুনপাৎ—অগ্নি। যি কোনো গৰ্ভত থকা অগ্নি। ঘৃত ভোজন কৰা অগ্নি।
তিৰস্কাৰ—(কৰি যোৱা) এৰি থৈ যোৱা; নেওচা দি যোৱা।
ত্ৰিবন্ধুৰ (ৰথ)—তিনিখন বেৰি থোৱা বহা ঠাই থকা অশ্বিনীৰ ৰথ।
ত্ৰিকদ্ৰুক যজ্ঞ—জ্যোতি, গৌৰ আৰু আয়ুৰ অভি-প্লাবিক নামৰ যজ্ঞ।
তুৰাষাট্—ইন্দ্ৰ। হিংসকক পৰাজয় কৰোতা।
দম্পতি—গিৰিয়েক-ঘৈনীয়েক।
দশগ্ব—অঙ্গিৰস ঋষিসকলৰ যি দহমাহ যজ্ঞ কৰি সিদ্ধিলাভ কৰিছিল তেওঁবিলাক।
দশা পবিত্ৰ—দশা—সূতাৰ দহি; পবিত্ৰ—কুশৰ আগ; দুয়োটা লগলগাই কৰা চাকণি।
দৰ্শনীয়—দেখিবলৈ ভাল; দেখনিয়াৰ।
দস্ৰা অশ্বিনী দুজন; শত্ৰুক্ষয় কৰা; দৰ্শনীয়।
দধিক্ৰাবা—
দধিক্ৰা— } অন্তৰীক্ষত ফুৰা অগ্নিৰ ঘোঁৰাৰূপী দেৱতা।
দক্ষিণায়ণ—উত্তৰায়ণ চাওক।
দিবোদাস—এজন ৰাজৰ্ষি।
দীপ্যমান—জ্বলি থকা। জাজ্বল্যমান।
দ্যাবা-পৃথিবী—স্বৰ্গ আৰু পৃথিবী। এই শব্দ ঋগ্বেদত প্ৰায় ব্যৱহাৰ দেখা যায়। অন্য নাম ৰোদসী। পৃথিবীৰ সমতল (Surface) ঠাইৰ পৰা ওপৰলৈ "দ্যাবা"। আৰু পৃথিবী।
দ্ৰবিনোদা—অগ্নি। ধন-দ্ৰব্য দাতা।
দ্যোতমান—দীপ্যমান।
দ্ৰষ্টা—ঋষি। দেখুৱাই দিওঁতা।
ধৰ্ষক—পৰিভব কৰোতা। বল কৰি মৈথুন কৰোতা। প্ৰগল্‌ভ।
ধূমকেতু অগ্নি। ধোঁৱা যাৰ নিচান।
নবগ্ব—অঙ্গিৰস সকলৰ ভিতৰত যি ন মাহ যজ্ঞ কৰি সিদ্ধি লাভ কৰিছিল—তেওঁবিলাক।
নৰাশংস—অগ্নি। নৰে (মানুহে) যাক প্ৰশংসা—স্তুতি কৰে।
নাসত্যা—অশ্বিনী দুজন। যি কেতিয়াও অসত্য নহয়।
নাভি—মাজ ঠাই। (যজ্ঞ ভুবনৰ নাভি-১।১৬৪।৩৫)
নিঋতি—ঋত যি নহয়। পাপ।
নিবাসয়িতা—বাস কৰিবলৈ দিওঁতা।
নিযুত—বায়ুৰ ঘোঁৰা। দহ হেজাৰ।
নিযুত্বান্—বায়ু। যাৰ নিযুত ঘোঁৰা আছে।
নেতা—বাট দেখুৱাই লৈ যাওঁতা। কৰ্ম্মৰ নেতা। প্ৰভু।
নেতৃ—যজ্ঞাদি কৰ্ম্মৰ নেতা। ঋত্বিক।
নেমধিত—সকলো নেতাৰ আধা ভাগ—ইন্দ্ৰ।
নেমী—ৰথৰ চকৰীৰ বেৰ।
নেষ্টা—ঋত্বিক।
পজ্ৰা—কক্ষিবান ঋষি।

পবিত্র – ( দশা-পবিত্র চাওক )।
পনী—কৃপন। এই কৃপন জাতিৰ মানুহ।
পৰম ব্যোম—পৰম— উৎকৃষ্ট ; এটাইতকৈ ওপৰ ; ব্যোম— আকাশ— আকাশৰ এটাইতকৈ ওখ ঠাই।
পবমান—পৰিষ্কাৰ কৰা। ই সোমৰ বিষয় প্ৰযুজ্য। সোম চেপি, ভেড়াৰ নোম, কুশৰ আগ, কাপোৰ আদি চাকনিৰে চেকি বসতীৱৰী আৰু এক-ধনা পানীৰে ধুই গাখীৰ, দৈ, যব, মিহলাই কলহত ভৰাই থোৱা সোমৰস পবমান সোম ( নবম মণ্ডলৰ দেবতা )
পঞ্চজনা—দেবতা, মানুহ, মৃত পিতৃসকল, পশু আৰু চৰাই।
পঞ্চজাতি - চাৰিজাতি (ব্ৰাহ্মন, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ) আৰু নিষাদ।
প্ৰজ্ঞা - বুদ্ধি।
প্ৰজ্ঞাপক – জনাই দিয়া। নিচান।
প্ৰযাজ - সোম সবন যজ্ঞৰ আৰম্ভণিত কৰা অনুষ্ঠান।
প্ৰসাধন—সাজপাৰ ভালকৈ পিন্ধি মালা আদি পিন্ধি, অলংকাৰেৰে সজোৱা।
প্ৰস্তোক - দিবোদাস ৰাজৰ্ষি।
প্ৰশাস্তা ঋত্বিক। যজ্ঞৰ বিষয় কাম কৰিবলৈ নিৰ্দ্দেশ দিওঁতা।
পাৰ্থিব—পৃথিবীৰ বিষয়ক কথা। সাংসাৰিক। মানুহৰ বিষয়ক কথা।
পাবক – অগ্নি।
পিঙ্গল—ৰঙা-হালধীয়া বৰণ।
পিজবন – দিবোদাসৰ পিতাক।
পুৰন্দৰ ইন্দ্ৰ। পুৰভঙা।
পুৰুডাশ – পিঠা। ( কটী ? )
পুৰুহুত—ইন্দ্ৰ। বহুতে আহুত ( আহ্বান ) কৰা।
পৃশ্নী—ফুট্‌ফুটীয়া ৰং থকা পছু। গাইগৰু। মৰুতৰ মাক।
পৃশ্নীমাতৰ—পৃশ্নী যাৰ মাক। মৰুতসকল।
পুৰোহিত —সম্মুখত থকা। অগ্নি। আজিকালি যি অৰ্থত ব্যৱহাৰ হয়—যেনে শ্ৰাদ্ধাদি কাম যি সম্পন্ন কৰাই সেই অৰ্থতো লব পাৰি।
প্ৰৱৰ্গ্য - এবিধ যাগ কৰ্ম্ম।
প্ৰেত—মৃত। গুচিযোৱা প্ৰাণ। মানুহ মৰিলে এবছৰলৈ প্ৰেত হৈ থাকে।
পোতা পৰিষ্কাৰ কৰা ঋত্বিক - যি ব্ৰহ্মা পুৰোহিতক সহায় কৰে।
পৌৰ—পুৰ—নগৰৰ বিষয়া।
প্ৰাজ্ঞ - জ্ঞানী ; পণ্ডিত।
ফলক – সোম অভিষৱ কৰা শিলৰ বা কাঠৰ কাল।
বলৰ পুত্ৰ—অগ্নি; কাৰণ অগ্নিক অৰণীত মন্থন কৰোতে বহুত বল লাগে। ইন্দ্ৰৰ বিষয়েও ব্যৱহাৰ হয়।
বিচক্ৰম—ডাঙৰ খোজ দি যোৱা। বিষ্ণুৰ বিষয় ব্যৱহাৰ হয়।
ভৰদ্বাজ - বহুত হবি ( আদি ) অন্নযুক্ত। এজন ঋষি।
ভেড়া – মেষ চাওক।
মঘৱা / মঘবান / মঘবন – ইন্দ্ৰ। ধনবান।
মননীয়—মনন = সদায় মনে মনে চিন্তা কৰি থকা। যি পৰমাৰ্থ বিষয় মনে মনে চিন্তা কৰি থকা হয়। অৰ্চনীয়। সুন্দৰ।
মহৰ্লোক · চতুৰ্থ ( স্বৰ্গ )।
মহাবীৰ—ঘৰ্ম্ম—গাখীৰ তপত কৰা পাত্ৰ। ঘৰ্ম্ম চাওক।
মঘোন—ইন্দ্ৰ। ধনবান।
মঘোনী—ধনবতী ; উষা।
মৰুত্বাণ –ইন্দ্ৰ। যাৰ লগত মৰুতসকল সদায় থাকে।
মাতৰিশ্বা – বায়ু। অগ্নি—যেতিয়া অন্তৰীক্ষত থকাকৈ যাওঁতে অগ্নিৰ তেজ বিকাশ হৈ বতাহৰ সৃষ্টি হয় তেতিয়া অগ্নি মাতৰিশ্বা পদবাচ্য হয় (৩।২৯। ১১ ঋকত এই বুলি কৈছে)।
মাধ্যন্দিন—ভৰ দুপৰ। দ্বিতীয় সোম সবন কৰা সময়।
মেধা – স্মৃতি শক্তি।

মেষ—ইন্দ্র। মেধাতিথি ঋষিৰ যজ্ঞত ইন্দ্ৰই মেষ (ভেড়া) ৰূপ ধৰি আহিছিল—সেই বাবে ইন্দ্ৰক মেষ বোলে। ভেড়া—ইয়াৰ নোমেৰে সোম চেকে।

যজু—যজুর্ব্বেদৰ গদ্যমন্ত্র। যি বেদত যজ্ঞাদিৰ প্ৰাধান্য। যজুৰ্ব্বেদ।

যতি—যি ইন্দ্রিয় দমন কৰিব পাৰে।

যূপ—যজ্ঞত পশু বান্ধিবলৈ কাঠৰ খুটা। (৩৮ সূক্ত)।

ৰথন্তৰ—সামবিশেষ। ঋগ্বেদৰ ৭।৩২।২২-২৩ ঋক্ সামবেদৰ ২।১।১।১১ সামত আছে। ই সামবেদৰ এটা প্ৰধান অনুষ্ঠান।

ৰজোলোক—ধূলিৰে ভৰি থকা ঠাই। আকাশ।

ৰোদসী—দ্যাবাপৃথিবী।

ৰোহিতাশ্ব—অগ্নি। যাৰ ঘোঁৰা ৰঙা।

ৰৰনীয়—পূজনীয়।

ৰজুৰ—ৰথত সাৰথি বহা ঠাই।

বসতীবৰী—সোমৰসৰ লগত মিহলোৱা নৈৰ পানী।

বসন্ত (এশ)—এশ বছৰ।

বসু—ধন। অষ্টবসু দেবতা। বাস কৰাওঁতা।

বহ্নি-হবি বহন কৰা অগ্নি।

বাজ—অন্ন। ঘোঁৰা। যুদ্ধ।

বাজানাং পতি—ধনৰ পতি।

বাজিন্—অগ্নি, সূৰ্য্য, আৰু বায়ু দেবতা একেলগে।

বাজিনেয়ো—ভৰদ্বাজ ঋষি।

বাধাযুক্ত-(বাধা-নিষেধ) ঋত্বিকে যজ্ঞ কৰোঁতে বহুত-বাধা নিষেধ মানি কাম কৰিব লাগে। —যেনে কোনোটো বস্তু বাওঁহাতেৰে চুব নেলাগে; কোনো কাম আৰম্ভ কৰোঁতে আচমন কৰিব লাগে; গা নোধোৱাকৈ যজ্ঞ কাম চুব নেপায়—ইত্যাদি। সেইবাবে ঋত্বিক বাধাযুক্ত।

বিপ্ৰ—মেধাবী। ব্ৰাহ্মণ।

বিভাবৰী—উষা ধুনীয়া পোহৰ যুক্ত।

বিভাবসু—অগ্নি। পোহৰেই যাৰ ধন।

বিশ্ববেদা—সকলো জনা। সৰ্ব্বজ্ঞ।

বিশ্বদেবা—সকলো দেবতা। এই সকলো দেবতা তেত্রিশজন—। প্ৰথম উল্লেখ হয় ১।৩৪।১১ ঋকত; তাৰ পাচত ১।৪৫।২; ১।১৩৯।১১; ৩।৬।৯; ৮।২৮।১; ৮।৩০।২ উল্লেখ আছে। এওঁবিলাক অষ্টবসু, একাদশ ৰুদ্ৰ, দ্বাদশ আদিত্য, আকাশ আৰু পৃথিবী। কিন্তু ইয়াত বহুতো মতভেদ আছে।

সেইদৰে ৩।৯।৯ ঋকত ৩৩৩৯ জন দেৱতাৰ কথা আছে; ১০।৫২।৬ ঋকত ৩৩৩৩ জন উল্লেখ আছে।

গতিকে দেখা গল যে পৌৰানিক ৩৩ কোটি দেবতা, যিটো আমি সাধাৰণতে বিশ্বাস কৰোঁ। সেইটো অবৈদিক।

বিশ্বাবসু—এজন গন্ধৰ্ব্ব।

বীতিহোত্ৰ—অগ্নি; যজ্ঞেৰে হোম কৰা অগ্নি।

বৃক—ঘোঙ্ বাঘ।

বৃত্ৰ—বৃত্ৰাসুৰ। শত্ৰু।

বৃত্ৰহন্তা—<br>বৃত্ৰহা— } ইন্দ্ৰ। যি বৃত্ৰক বধিছিল।

বৃদ্ধশ্ৰবা—ইন্দ্ৰ। যি বহুত (স্তুতি) শুনে।

বৃষণ্—বৰ্ষণ্ কৰাৰ উপযুক্ত।

বৃষা—বৰ্ষণ কৰোতা।

বৃহৎ ভানু—অগ্নি। ডাঙৰ পোহৰ।

বৃহৎ সাম—বৃহৎ নামৰ সাম গান। ঋগ্বেদৰ ৬।৪৬।১-২, সাম বেদৰ ২।২।১।১২ সাম বৃহৎ সাম নামেৰে অভিহিত সাম বেদৰ এটি অনুষ্ঠান। গীতাৰ মতে (১০।৩৫) সাম বেদ বেদৰ প্ৰধান। ছন্দৰ মাজত গায়ত্ৰী ছন্দ।

ব্ৰহ্মণস্পতি—এই নামৰ দেৱতা। (ব্ৰহ্ম-মন্ত্ৰ) মন্ত্ৰৰ পালক।

ব্ৰহ্মা—অথৰ্ব্ব বেদৰ ঋত্বিক। এওঁ আজ্ঞা দিলেহে যজ্ঞ আৰম্ভ হব পাৰে। ব্ৰহ্মা, বিষ্ণু, আৰু মহেশ্বৰ ত্ৰিমূৰ্ত্তিৰ ব্ৰহ্মা।

ব্ৰহ্মৌদন—এবিধ যাগ কৰ্ম্ম।

শতক্ৰতু—ইন্দ্ৰ। শতকৰ্ম্মা। (ক্ৰতু—যজ্ঞ) শত যজ্ঞ কৰ্ম্ম কৰ্ত্তা।

শৰৎ (এশ)—এশ বছৰ।

শবসী—অদিতি।
শক্র—ইন্দ্র। শক্তিযুক্ত। সমর্থ।
শস্ত্র—গান বিহীন স্তুতি মন্ত্র পাঠ।
শক্তি—যাঠি। বল। শক্তি্, বশিষ্ঠ ঋষিৰ পুত্ৰ।
শিৰস্ত্ৰাণ—মুকুট; পাগুৰী।
শূৰ—বীৰ।
শোষক—যি শুহি দিয়ে।
শোচিষ্কেশ—অগ্নি। দীপ্তচুলি শিখা) ধাৰণ কৰোতা।
সদসম্পতি—এজন দেৱতা। সোম পান কৰোতে ইন্দ্ৰৰ লগত থাকে।
সমিধ—এবিধ গছ (সমিধৰ খৰি পুৰিবলৈ ভাল)। খৰি।
সমাক—তৎক্ষণাৎ; দেখা-দেখিকৈ; তেতিয়াই; মনত সঙ্কল্প কৰা মাত্ৰেই।
সপ্তছন্দ—গায়ত্ৰী, উষ্ণিক্, অনুষ্টুপ্, বা অনুষ্টুভ্, বৃহতী, ত্ৰিষ্টুভ্ বা ত্ৰিষ্টুপ্, পংক্তি, জগতী-এই সাতোটা বেদৰ প্ৰধান ছন্দ। তাৰ বাহিৰেও ৪৫ টা ছন্দ ঋগ্বেদত ব্যৱহাৰ কৰা হৈছে।
সবন—সোম অভিষব কৰা যজ্ঞ। এই যজ্ঞ দিন-টোত তিনিবাৰ কৰা হৈছিল। পুৱা, মধ্যাহ্নত আৰু গধূলি বেলিকা।
সাতখন জিভা—অগ্নিৰ সাতখন জিভা -১। কালী ২ কৰালী; ৩। মনোজবা; ৪। সুলোহিতা; ৫। সুধুম্ বৰ্ণা; ৬। স্ফুলিঙ্গিনী; ৭। বিশ্বভূবী।
সুক্ৰতু—সুকৰ্ম্মা।
সুত্ৰামা—ইন্দ্ৰ।
সুদাস—এজন ৰজা।
সেক্তা—যি প্ৰজনন কৰিবলৈ সেচন কৰিব পাৰে।
সেচন—সিঁচা।
স্তম্ভন—ৰখাই দিয়া।
স্তুত—যাক স্তুতি কৰা হল।
স্তুত্য—স্তুতি কৰিবৰ উপযুক্ত; স্তুতি কৰিব লগীয়া।
স্তুত্যাৰ্হ—স্তুতি কৰিবৰ উপযুক্ত।
স্তুয়মান—স্তুতি কৰি থকা।
স্তোত্ৰ-গান গাই পাঠ কৰা মন্ত্ৰ।
স্বৰ্ভানু-ৰাহু।
স্বধা—দেৱতাৰ যজ্ঞত বা পিতৃ যজ্ঞত অন্ন দি শেষত কোৱা শব্দ। অন্ন।
স্বধা অন্ন—দেৱতাক দিয়া অন্ন।
স্বস্তি-কল্যাণ; মঙ্গল।
স্বাহা—দেৱতাক হৱি দান কৰা মন্ত্ৰ।
স্রুচ্—স্রুৱৰ দৰেই (স্রুব চাওক) কিন্তু হাতখনৰ দৰে, মেলাহী, মাজত ওখ, কিনাৰলৈ কাঁহীৰ দৰে, বাকী দিবলৈ লোৰ থকা অগ্নিক ঘিঁউ আদি হৱি-অন্ন দিয়া সঁজুলি।
স্রুব—জুইত ঘিঁউ দিবলৈ দীঘল নাল লগোৱা এতোলা ঘিঁউ ধৰা এটা সৰু বাটি আগত লগোৱা হোম কৰা সঁজুলি।
হৰি—ঘোঁৰা। ইন্দ্ৰৰ ঘোঁৰা।
হৰিৎবৰ্ণ—সেউজীয়া-হালধীয়া বৰণ।
হৰিবান্, হৰিৱ—, হৰ্যাশ্ব—ইন্দ্ৰ। হাৰি ঘোঁৰা যুক্ত। হৰিৱ কেতিয়াবা মৰুত সকলকো কয়।
হৱি—ঘিঁউ, পিথা পুৰোডাশ আদি, সোম ইত্যাদি দেৱতাক দিয়া অন্ন।
হৱিষ্মন্ত, হৱিষ্মান্—যাৰ হৱি দেৱতাক দিবলৈ আছে।
হব্য—দেৱতাক দিয়া হৱি।
হব্য বাহ—অগ্নি। যি দেৱতালৈ হৱি বহন কৰি লৈ যায়।
হিম (এশ)—এশ শীত কাল। এশ বছৰ।
হেমন্ত (এশ)—এশ হেমন্ত কাল। এশ বছৰ।
হোতা—অগ্নি-তেওঁ দেৱতাৰ হোতা। হোতা (মানুহৰ হলে) ঋত্বিক,—দেৱতালৈ অগ্নিত হোম কৰা ঋত্বিক।
ক্ষত্ৰ—বল।

ক্ষৰণ—ক্ষৰণ হোৱা। বৈ যোৱা।
ক্ষেত্ৰ—পথাৰ।

# বিশেষ আখৰেৰে ছপা কৰা মন্ত্ৰ বিলাকৰ বিৱৰণ।

| মন্ত্ৰ সংখ্যা | পৃষ্ঠা | মন্ত্ৰ | |
|---|---|---|---|
| ১।২২।১৭ | ১০ | ইদং বিষ্ণু······ | শ্ৰাদ্ধত লাগে। |
| ঐ ।২০ | | তদ্বিষ্ণো পৰমং পদং······ | বিষ্ণু স্মৰণত। |
| ১।৩৫।২ | ১৯ | আকৃষ্ণেণ ৰজসা······ | সূৰ্য্য সেৱাত। |
| ১।৫০।১ | ২৮ | উদ্যুত্যং জাত বেদসং··· ·· | সন্ধ্যাৰ সূৰ্য্যোপস্থাপনত। |
| ১।৮৯।১ | ৫১ | আ নো ভদ্ৰা ··· | যজ্ঞৰ শুভ উদ্বোধন। |
| ঐ ।৬ | ঐ | স্বস্তি নো ইন্দ্ৰো······ | স্বস্তি বাচনত। |
| ঐ ।৮ | ঐ | ভদ্ৰং কৰ্ণেভি······ | ভদ্ৰ আকাঙ্খা। |
| ১৯০।৬-৮-৫২ | ঐ | মধুবাতা ঋতায়তে······ | শ্ৰাদ্ধৰ মধুদানত। |
| ১।১১৫।১ | ৬২ | চিত্ৰং দেবানামুদগাদ······ | ১'৫০।১ ৰ দৰে সন্ধ্যাত। |
| ১'১৬৪।২০ | ১০২ | দ্বা সুপৰ্ণা······ | দাৰ্শনীক তত্ত্ব। |
| ঐ ।৩৪ | ১০৩ | পৃচ্ছামিত্বাং······ | ঐ |
| ঐ ।৩৫ | ঐ | ইয়ং বেঁদী পৰো অন্তঃ······ | ঐ |
| ঐ ।৩৮ | ঐ | অপাং প্ৰাঙেতি·· ··· | ঐ |
| ঐ ।৪৫ | ঐ | চত্বাৰি বাক্ পৰিমিতা·· ··· | বাক্ তত্ত্ব। |
| ঐ ।৪৬ | ঐ | ইন্দ্ৰংমিত্ৰং বৰুণং······ | এক ঈশ্বৰ তত্ত্ব। |
| ঐ ।৪৭ | ঐ | কৃষ্ণং নিযানং······ | সূৰ্য্যাই মেঘৰ প্ৰবৰ্ত্তক। |
| ৩।৬২।১০ | ১৭৮ | গায়ত্ৰী মন্ত্ৰ··· ·· | |
| ৪।১।৪ | ১৭৯ | ত্বং নো অগ্নে······ | সংস্কাৰত লাগে। |
| ৪।৫৮।৩ | ২০৯ | চত্বাৰি শৃঙ্গা······ | যজ্ঞ বা ভাষা। |
| ৫।৫১।১৫ | ২৩৪ | স্বস্তি পন্থামনুসৰেম······ | ভাল কাম কৰা সংকল্প। |
| ৫।৮২।৫ | ২৪৬ | বিশ্বানি দেব সবিতু······ | যজ্ঞৰ আশীৰ্ব্বাদ। |
| ৬।৬১।- | ২৮০ | সৰস্বতীৰ সূক্ত······ | ডাঠ আখৰ দিয়া নাই। |
| ৭।৩৮।৮ | ৩০৭ | বাজে বাজে অবত··· ·· | সংস্কাৰত লাগে। |
| ৭।৫৯।১২ | ৩১৪ | ত্ৰ্যম্বকং যজামহে······ | শিব পূজাৰ ধ্যান। |
| ৭।৬৬।১৬ | ৩১৭ | তৎ চক্ষুৰ্দে বহিতং······ | এশ বছৰ আয়ুস বিচৰা মন্ত্ৰ। |
| ১০।৯।১-৩ | ৫০/৪৫১৪ | সন্ধ্যাৰ অপামাৰ্জ্জনৰ মন্ত্ৰ······ | তৃতীয় মন্ত্ৰ ছপাত ডাঠ হৈ নুঠিল। |
| ১০.৯।৪ | ৪৫১ | অথৰ্ব্ব বেদৰ আদি মন্ত্ৰ। | |
| ১০।১৩।১ | ৪৫৩ | হৃবি বহন কৰা হবিধান গাড়ীৰ স্তুতি। | |
| ১০।১৬।৩ | ৪৫৫ | মৃত দেহৰ জলাওঁতে অবয়ব বিৱৰণ। | |
| ঐ ।৯ | ঐ | অগ্নিৰ ক্ৰব্যাদ গুছোৱা মন্ত্ৰ। | |
| ঐ।১২ | ঐ | পিতৃৰ হবা পিতৃলৈ নিবলৈ অগ্নিক কামনা কৰিছে। | |
| ১০।১৭।১৪ | ৪৫৬ | জলৰ মহিমা বৰ্ণনা। | |

| | | |
|---|---|---|
| ১০।১৮'৪-৮ | ৪৫৭ | মানুহৰ আয়ুস আৰু মৰা মানুহৰ আত্মীয় সকললৈ আশীৰ্ব্বাদ । |
| ১০।৯০ | ৫০৩ | পুৰুষ সূক্ত । |
| ১০।১২১ | ৫২৩ | হিৰণ্য গৰ্ভ সূক্ত । |
| ১০।১২৫ | ৫২৫ | দেৱী সূক্ত । |
| ১০।১২৯ | ৫২৭ | নাসদীয় সূক্ত ( Theory of creation. ) |
| ১০ ১৩০ | ঐ | সৃষ্টি কল্পনা । |
| ১০।১৯০ | ৫৪৩/৪৪ | অঘমৰ্ষণ ( সন্ধ্যাৰ ) |
| ১০।১৯১।২-৪ | ৫৪৪ | সংজ্ঞানম্। |



# ঋগ্বেদ সংহিতা অসমীয়া অনুবাদ

## প্ৰথম মণ্ডল

প্ৰথম সূক্ত ; ঋক্ সংখ্যা-৯ ; ঋষি-বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা ; ছন্দ-গায়ত্ৰী ; দেৱতা-অগ্নি । (এই মণ্ডলৰ ঋষি ২৮ জন ) ।

অগ্নিক মই স্তুতি কৰিছোঁ । ( সেই অগ্নি ) সম্মুখত থকা, যজ্ঞৰ দেৱতা, ঋত্বিক, দেৱতাৰ আহ্বাতা আৰু ৰত্নদাতা ॥ ১ ॥ অগ্নি, আগৰ দিনৰ ( ভৃগু আদি ) ঋষি সকলৰ স্তুতিৰ যোগ্য, আৰু আধুনিক ঋষি সকলৰো স্তুতিৰ যোগ্য । তেওঁ দেৱতাসকলক এই যজ্ঞলৈ লৈ আহক ॥ ২ ॥ অগ্নিৰ দ্বাৰা মানুহে ধন পায় । দিনে দিনে নদন বদন হয় । যশস্বী, বীৰ পুত্ৰ পায় ॥ ৩ ॥ হে অগ্নি, যি বিঘিনি নোহোৱা সকলো যজ্ঞ তুমি আমাৰ পৰা পোৱাঁ, সেই যজ্ঞ নিশ্চিত ভাবে দেৱতা সকলৰ ওৰি পায়গৈ ॥ ৪ ॥ হে অগ্নি দেৱতা, তুমি হোতা, বিশিষ্ট কৰ্ম্মা, সত্য, বিশিষ্ট যশযুক্ত । তুমি দেৱতাসকলৰ লগত ইয়ালৈ ( যজ্ঞলৈ ) আহা ॥ ৫ ॥ হে অগ্নি, তুমি পূজকসকলক যি ভাল ফল দান কৰ'া, হে অঙ্গিৰা, সেয়া তোমাৰেই সত্য হয় ॥ ৬ ॥ হে অগ্নি, ৰাতিয়ে দিনে ( দিনো ) আমি ভক্তি ভৰা ভাব লৈ নমস্কাৰে সৈতে তোমাৰ ওচৰ চাপোঁ ॥ ৭ ॥ হে অগ্নি, তুমি হিংসাৰহিত যজ্ঞত ৰাজমান হৈ থাকাঁ, ঋতৰ ( নিয়মৰ ) ৰক্ষক, দীপ্তিমান, নিজৰ ( যজ্ঞৰ ) ঘৰত বাঢ়ি গৈ থাকাঁ ॥ ৮ ॥ সেইবাবে, হে অগ্নি, পুত্ৰই পিতাকক পোৱা দৰে তুমি সহজপ্ৰাপ্য হোৱ'া, আমাৰ মঙ্গলৰ কাৰণে আমাৰ লগত থাকাঁ ॥ ৯ ॥

২য় সূক্ত—ঋক্ সংখ্যা-৯ ; ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা । ছন্দ-গায়ত্ৰী । দেৱতা—১-৩ বায়ু ; ৩-৬ ইন্দ্ৰ-বায়ু ; ৭-৯ মিত্ৰাবৰুণ ।

হে দৰ্শনীয় বায়ু, আহাঁ । তোমালৈ এয়া সোম ধুনীয়াকৈ ৰখা হৈছে । সেই সোম ভাগ তুমি পান কৰা আৰু আমাৰ আহ্বান শুনা ॥ ১ ॥ হে বায়ু, তোমাক উদ্দেশ্য কৰি স্তুতি বাক্যৰে সৈতে অভিজ্ঞ গায়কসকলে সোমৰস চেপি, লগত লৈ তোমাক স্তৱ কৰিছে ॥ ২ ॥ হে বায়ু, দাতাসকলক সোমৰসৰ গুণ বৰ্ণনা কৰি সোম পান কৰিম বুলি বাক্য দিয়াত ( যজমানে ) তোমাক বহুত বৰ্ণনা কৰিছে ( স্তৱ গাইছে ) ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বায়ু তোমালোকৰ কাৰণে এয়া সোমৰস চেপা হৈছে । তোমালোক দুয়ো আমাক দিবলগীয়া অন্নেৰে সৈতে আহাঁ । সোমৰসে তোমালোকৰ আগমন বিচাৰিছে ॥ ৪ ॥ হে বায়ু, তুমি আৰু ইন্দ্ৰই, দুয়ো আমাৰ অভিষুত কৰা সোমৰসৰ বিষয় জানি আহাঁ । হে অন্ন-ধনবান দুজন, তোমালোক খৰকৈ ইয়ালৈ আহাঁ ॥ ৫ ॥ হে বায়ু আৰু ইন্দ্ৰ, তোমালোক দুয়ো সোম চেপা যজমানৰ পৰিষ্কাৰ কৰা সোমৰসৰ ওচৰ'লৈ আহাঁ । হে নেতা দুজন, সত্যাই ( তোমালোক আহি ল ) সোন-কালে ( যজ্ঞ ) সম্পন্ন হব ॥ ৬ ॥ ( মই এই কামলৈ ) পবিত্ৰবলী মিত্ৰক আৰু হিংসকক ধ্বংস কৰা বৰুণক আহ্বান কৰিছোঁ । তেওঁলোকে ভূমিলৈ পানী বৰ্ষ'ণ কৰে (কৰ্ম্ম সাধন কৰে) ॥ ৭ ॥ হে মিত্ৰ আৰু বৰুণ ঋতৰ ( নিয়মৰ ) কাৰণে তোমালোকে এই যজ্ঞকৰ্ম্ম ব্যাপ্ত কৰিছা । ঋতৰ (পানীৰ) স্পৰ্শকাৰী আৰু বেচি কৰোঁতা তোমালোকে এই বৃহৎ কৰ্ম্মত (যজ্ঞত) ব্যাপ্ত হৈ আছা ॥৮॥ মিত্ৰাবৰুণ বহুতৰ উপকাৰ কৰোঁতা আৰু নিবাসৰ থল । তেওঁবিলাকে আমাক যজ্ঞ কৰ্ম্ম কৰিবলৈ বল দান কৰে ॥ ৯ ॥

৩য় সূক্ত । ঋক্ সংখ্যা-১২ ; ঋষি-বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা । ছন্দ-গায়ত্ৰী । দেৱতা—১-৩ অশ্বিনী দুজন ; ৪-৬ ইন্দ্ৰ ; ৭-৯ সকলো দেৱতা ; ১০-১২ সৰস্বতী ।

হে অশ্বিনীদুজন, তোমালোক যাগ নিষ্পাদক, ক্ষিপ্ৰহস্ত, দীৰ্ঘহস্ত, শুভ কৰ্ম্মৰ পতি,—বহুত হবি ভোজন কৰিবলৈ হাত মেলি দি ইচ্ছা কৰিছা । ॥ ১ ॥ বহুকৰ্ম্মা, নেতা, বুদ্ধিমান হে অশ্বিনীদুজন, গতি যুক্ত বুদ্ধি আৰু বলেৰে, আমাৰ আদৰযুক্ত স্তুতি বাক্য গ্ৰহণ কৰা ॥ ২ ॥ হে দস্ৰা, নাসত্যা, শত্ৰুক কন্দুওৱা অশ্বিনী দুজন, মূলহীন কুশৰ ওপৰত থোৱা চেপা সোমৰস পান কৰা ॥৩॥ হে ইন্দ্ৰ, বিচিত্ৰ দীপ্তিমন্ত, তুমি আহাঁ । ( ঋত্বিক সকলে ) আঙুলিৰে ( ধৰি ) চেপা, চাকনিত চেকা

এয়া সোমৰস। এই সোমৰসে আগ্ৰহেৰে তোমাক বিচাৰিছে ॥ ৪ ॥ হে ইন্দ্ৰ, আমাৰ ভক্তিৰ দ্বাৰা আকৃষ্ট, হৈ আৰু মেধাৱী, সোম চেপা ঋত্বিক সকলৰ স্তুতি বাক্যত সন্তুষ্ট হৈ ইয়ালৈ আহাঁ ॥ ৫ ॥ হে হৰিৱন্ত ইন্দ্ৰ, তুমি এই যজ্ঞত থৰকৈ আমাৰ স্তোত্ৰ গ্ৰহণ কৰিবলৈ আহাঁ। আমাৰ সোম অভিষৱ কৰা যজ্ঞ কৰ্ম্মলৈ আহি আমি দিয়া হবি অন্ন গ্ৰহণ কৰা ॥ ৬ ॥ হে দেৱতাসকল, তোমালোকে হবি দাতা যজমান সকলৰ চেপা সোমৰস গ্ৰহণ কৰিবলৈ আহাঁ। তোমালোক মানুহ বিলাকৰ ধাৰণ কৰ্ত্তা, ৰক্ষক আৰু যজ্ঞৰ ফল দাতা ॥ ৭ ॥ হে দেৱতাসকল সমাৱ (সৌভিৰ) সময়ত থৰকৈ (বৰষুণ দিবলৈ) অহা তোমালোকে গৰু বিলাক গোহালিলৈ চাপলি মেলি অহা দৰে সোমৰসৰ ওচৰলৈ আহাঁ ॥ ৮ ॥ হে দেৱতাসকল, ক্ষয়ৰহিত সকলো কথা জনা, দ্ৰোহৰহিত ধন-বহন-কৰা তোমালোকে এই যজ্ঞত আমাৰ হবি অন্ন সেৱন কৰা ॥ ৯ ॥ হে সৰস্বতী দেৱী, তুমি অন্নেৰে অন্নৱতী, আমাৰ যজ্ঞ কামনা কৰিছাঁ। শোধন কৰোঁতা তুমি, কৰ্ম্মৰ দ্বাৰা পোৱা ধনৰ কাৰণ ॥ ১০ ॥ হে সৰস্বতী, প্ৰিয় সত্য বাক্যৰ প্ৰেৰণকাৰিণী সুমতিযুক্তা (তুমি যজ্ঞ) অনুষ্ঠাতা সকলৰ জ্ঞাপন কাৰিণী। তুমি আমাৰ যজ্ঞ ধাৰণ কৰিছা ॥ ১১ ॥ হে (নদীৰূপা) সৰস্বতী, তোমাৰ প্ৰবাহমান জল-স্ৰোতে বহুত পানী উৎপন্ন কৰিছে। তুমি সকলো বিষয়ৰ অনুষ্ঠান কৰা বুদ্ধি উদ্দীপিত কৰাঁ ॥ ১২ ॥

৪ৰ্থ সূক্ত—ঋক্ সংখ্যা ১০ ; ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা। ছন্দ গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

গাঁখীৰ গৰু গিৰাবলৈ গুৱালে যেনেকৈ দিনৌ মাতে তেনেকৈ সুৰূপা ইন্দ্ৰক আমাক ৰক্ষা কৰিবলৈ দিনৌ আহ্বান কৰিছোঁ ॥ ১ ॥ হে সোমপান কৰা ইন্দ্ৰ, আমাৰ তিনিটা সৱন যজ্ঞলৈ আহাঁ আৰু সোম পান কৰাঁ। ধনবান তুমি হৃষ্ট হলে আমাৰ ধন লাভ হয় ॥ ২ ॥ তাৰ পাছত (হে ইন্দ্ৰ), তোমাৰ অতি ওচৰত থকা সুমতিৰ মানুহৰ মাজত আমি থাকি তোমাক চিনি পাম। আমাক এৰি অন্যক তোমাৰ স্বৰূপ নেদেখুৱাবা। আমাৰ ওচৰলৈ আহাঁ ॥ ৩ ॥ (হে যজমান) হিংসা ৰহিত মেধাৱী ইন্দ্ৰৰ ওচৰলৈ যোৱাঁ আৰু সেই সোধা মই মেধাৱী তোমাক সম্যক স্তুতি কৰি জানে নাই। সেই ইন্দ্ৰই সখা সকলক শ্ৰেষ্ঠ ধন দান কৰে ॥ ৪ ॥ আমাৰ ঋত্বিক সকলে ইন্দ্ৰক পৰিচৰ্য্যা কৰি তেওঁৰ স্তুতি কৰক। যি নিন্দা কৰা পুৰুষ আছে সিহঁত এই ঠাইৰ পৰা আৰু অন্য ঠাইৰ পৰা আঁতৰি যাওক ॥ ৫ ॥ হে শত্ৰু-ক্ষয়কাৰী ইন্দ্ৰ, তোমাৰ অনুগ্ৰহত শত্ৰুৱে আমাক সৌভাগ্যবান বুলি কয়-আমাৰ মিত্ৰইতো কয়েই। ধন সম্পন্ন হৈ আমি ইন্দ্ৰৰ প্ৰসাদত সুখত থাকিম ॥ ৬ ॥ (হে যজমান) সমগ্ৰ-যজ্ঞ-ব্যাপ্ত ইন্দ্ৰৰ কাৰণে সোমৰস আহৰণ কৰাঁ। তিনি সৱন ব্যাপ্ত যজ্ঞৰ সম্পদ আৰু ঋত্বিক সকলৰ হৰ্ষৰ কাৰণ এই সোমৰস ইন্দ্ৰৰ প্ৰিয় সখা ॥ ৭ ॥ হে শতক্ৰতু ইন্দ্ৰ, তুমি এই সোমৰস পান কৰি বৃত্ৰাসুৰ আদি শত্ৰুৰ ধ্বংসকাৰী হৈছিলা আৰু যুদ্ধত নিজ ভক্ত যোদ্ধা সকলক ৰক্ষা কৰিছিলা ॥ ৮ ॥ হে শতক্ৰতু ইন্দ্ৰ, তুমি সকলো যুদ্ধতে বলবান। ধন পাবৰ কাৰণে আমি তোমাক হবি অন্ন দিওঁ ॥ ৯ ॥ (হে ঋত্বিক সকল) যি ইন্দ্ৰ ধনৰ ৰখীয়া তেওঁৰ প্ৰীতিৰ কাৰণে স্তব কৰাঁ। তেওঁ মহান, শুভ কৰ্ম্মৰ পূৰক আৰু যজমানৰ সখা ॥ ১০ ॥

৫ম সূক্ত। ঋক্ সংখ্যা ১০। ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা। ছন্দ-গায়ত্ৰী। দেৱতা-ইন্দ্ৰ।

হে স্তোত্ৰ পাঠ কৰা (ঋত্বিক) সখা সকল, থৰকৈ এই যজ্ঞলৈ আহাঁ, বহাঁ, আৰু বহি ইন্দ্ৰৰ স্তুতি গান কৰাঁ ॥১॥ (হে সখা সকল) তোমালোক সকলোৱে মিলি সোমৰস চেপি লৈ, বহুত শত্ৰু দমন কৰা আৰু বহুত শ্ৰেষ্ঠ ধনৰ অধিপতি ইন্দ্ৰৰ স্তুতি কৰাঁ ॥ ২ ॥ সেই ইন্দ্ৰই আমি আগতে নোপোৱা পুৰুষাৰ্থ দান কৰক। তেওঁ আমাক বহুত ধন দান কৰক। তেওঁ আমাক সুবুদ্ধি দিয়ক। তেওঁ বহুত অন্নেৰে সৈতে আহক ॥ ৩ ॥ (হে ঋত্বিক সকল) যুদ্ধত যি ইন্দ্ৰৰ ৰথত বন্ধা ঘোঁৰা কেইটাৰ আগত থিয় হবলৈ শত্ৰুৱে সাহ নকৰে (আৰু পলায়) তেওঁৰ (সন্তোষৰ অৰ্থে) স্তুতি কৰাঁ ॥ ৪ ॥ এই যজ্ঞত অভিষুত কৰি বিশুদ্ধ কৰা, দৈ সনা সোমৰস পান কৰা ইন্দ্ৰৰ ওচৰ পাইছেগৈ ॥৫॥ হে সৎ কাম কৰা ইন্দ্ৰ, অভিষুত সোম পান কৰিবলৈ আৰু দেৱতাৰ মাজত জ্যেষ্ঠ হবলৈ তুমি সম্পূৰ্ণ বলবান হলাঁ ॥ ৬ ॥ হে স্তুতিৰে ভজন কৰিব লগীয়া ইন্দ্ৰ, তোমাৰ গাত এই শীঘ্ৰে আমোদ দিয়া সোমৰস প্ৰবেশ কৰিবলৈ আৰু তোমাৰ বিশেষ জ্ঞানৰ কাৰণে সুখকৰ হওক ॥ ৭ ॥ হে শতক্ৰতু ইন্দ্ৰ, তোমাক স্তোত্ৰই বৰ্দ্ধন কৰিছে, উক্থ বিলাকে বৰ্দ্ধন কৰিছে। আমাৰ স্তুতিয়েও বৰ্দ্ধন কৰক ॥ ৮ ॥ ৰক্ষণৰ পৰা বিৰত নোহোৱা হে ইন্দ্ৰ, এই সহস্ৰ সংখ্যাৰ (অপৰিমিত) সোম অন্ন, য'ত সকলো বল নিহিত আছে, সেই

সোম অন্ন গ্ৰহণ কৰা ॥ ৯ ॥ হে স্তুতিভাজন ইন্দ্ৰ, বিৰোধী মানুহে যেন আমাৰ শৰীৰত অনিষ্ট নকৰে। ক্ষমতাশালী তুমি শত্ৰুবিলাকক আমাৰপৰা দূৰৈত ৰাখা ॥ ১০ ॥

৬ সূক্ত- ঋক্ সংখ্যা ১০। ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ-মধুচ্ছন্দা। ছন্দ-গায়ত্ৰী। দেৱতা ১-৩/১০ ইন্দ্ৰ। ৪/৬/৮/৯ মৰুত সকল ৫/৭ মৰুৎ আৰু ইন্দ্ৰ।

আদিত্যৰূপেৰে, হিংসাৰহিত অগ্নিৰূপেৰে, ঘূৰি ফুৰা বায়ু ৰূপে ইন্দ্ৰই কেউফালে ব্যাপি থকা প্ৰাণী বিলাকক নিজ নিজ কামত লগাই ৰাখে। আকাশত থকা নক্ষত্ৰ (তৰা) বিলাকক পকাশ কৰায় ॥ ১॥ তেওঁবিলাকে (সাৰথিয়ে) এওঁৰ, ৰঙা, প্ৰগল্ভ, হৰি নামৰ ঘোঁৰা দুটা ৰথৰ দুয়ো কাষে যোজনা কৰে। (সেই ৰথত) ইন্দ্ৰৰ সৈতে (সাৰথি আদি সকলোকে) বহন কৰে ॥ ২ ॥ মানুহে এইটো আশ্চৰ্য্য দেখে যে ইন্দ্ৰই (আদিত্য ৰূপেৰে) প্ৰতিদিন উষাৰ ৰশ্মিৰে উদয় হয় আৰু ৰাতি শুই থকা প্ৰাণী বিলাকক সজ্ঞান কৰি (নানান) ৰূপ দেখুৱাই ॥ ৩ ॥ বাৰিষাৰ অন্তত অন্ন উৎপাদন কৰা জল ৰাশিক লক্ষ্য কৰি যজ্ঞীয় মৰুৎ গণে মেঘৰ মাজত পানীৰ বীজ নিহিত কৰে ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি এই বিদাৰ্ণকাৰী আৰু বহনক্ষম মৰুৎগণৰে সৈতে দৃঢ়, গভীৰ দুৰ্গম গুহাত থকা সত্বেও গাইগৰু বিলাক বিচাৰি উলিয়াই আনিছিলা ॥ ৫ ॥ ঋত্বিক সকলে ইন্দ্ৰক যেনেকৈ স্তব কৰে তেনেকৈ মৰুৎসকলকো স্তব কৰে, কাৰণ, তেওঁবিলাক নিজ মহিমা জ্ঞাপক ধনবান (বুলি) বিখ্যাত ॥ ৬ ॥ হে মৰুৎসকল তোমালোকক আমি ভয়হীন, সদায় সন্তোষ মনৰ আৰু সমান দীপ্তিৰ ইন্দ্ৰৰ সৈতে অহা দেখিবলৈ কামনা কৰোঁ ॥ ৭ ॥ এই স্বৰ্গাভিমুখী, দোষ-ৰহিত, কাম্য মৰুত সকলেৰে সৈতে বলবান ইন্দ্ৰক পূজা কৰা হৈছে ॥ ৮ ॥ হে সৰ্ব্বতোব্যাপি মৰুৎসকল, তোমা-লোক দ্যুলোকৰ পৰা, বা আদিত্য মণ্ডলৰপৰা (য'তে আছা) তাৰপৰা এই ঋত্বিক সকলৰ স্তুতি কৰা ঠাইলৈ আহাঁ ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি ইয়াতে আছাঁ, বা ভূলোক, দ্যুলোক, মহৰ্লোক বা ৰজোলোকত, য'তে আছাঁ, তাৰপৰা আহি আমাক ধন দান কৰিবলৈ বৰকৈ প্ৰাৰ্থনা কৰিছোঁ ॥ ১০ ॥

৭ম সূক্ত- ঋক্ সংখ্যা ১০। ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ-মধুচ্ছন্দা। ছন্দ--গায়ত্ৰী। দেৱতা ইন্দ্ৰ।

উদ্গাতা সকলে বৃহৎ সাম গানেৰে ইন্দ্ৰৰ স্তুতি কৰিছে। হোতাসকলে ঋক মন্ত্ৰেৰে অৰ্চনা কৰিছে আৰু অধ্বৰ্য্যু সকলো যজু মন্ত্ৰেৰে স্তুতি কৰি ইন্দ্ৰক অৰ্চনা কৰিছে ॥ ১ ॥ সোমময়, বজ্ৰধাৰী ইন্দ্ৰই তেওঁ কোৱা মাত্ৰেই ৰথত লগা হৰি নামৰ ঘোঁৰা দুটাৰে সৈতে লগ হৈ আহে ॥ ২ ॥ এই ইন্দ্ৰই দূৰৈত দেখিবৰ কাৰণে আকাশত সূৰ্য্যক তুলি দিলে। সূৰ্য্যই পৰ্বত বিলাক আৰু সকলো জগত ৰশ্মিজালেৰে পৰিপূৰ্ণ কৰিলে ॥ ৩ ॥ হে উগ্ৰ ইন্দ্ৰ, তোমাৰ উগ্ৰ ৰক্ষা কৰিব পৰা শক্তিৰ দ্বাৰা যুদ্ধত আমাক ৰক্ষা কৰা আৰু সহস্ৰ হাতী ঘোঁৰা লাভ কৰিব পৰা মহাযুদ্ধত আমাক ৰক্ষা কৰা ॥৪॥ বহুত ধন বা অলপ ধন পাবৰ কাৰণে আৰু ধন পোৱাত বাধা জন্মোৱা বিলাকক নিবাৰণ কৰিবলৈ আমি বজ্ৰধাৰী ইন্দ্ৰক প্ৰাৰ্থনা কৰিছোঁ ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি আমাক যি বিচাৰোঁ তাকে দিয়াঁ। তুমি বৰ্ষুণ দিওঁতা। হে ইন্দ্ৰ, আমাৰ নোহোৱা তুমি এই যে দেখি থকা মেঘ চপৰা আছে (তাক) ভাঙি দিয়াঁ ॥ ৬ ॥ সদা ফলদাতা দেৱতাসকলৰ বাবে যি স্তোত্ৰ উৎকৃষ্ট বুলি কোৱা হয়, সেই স্তোত্ৰ বিলাকো বজ্ৰ-ধাৰী ইন্দ্ৰৰ কাৰণে লগোৱা হৈছে। অন্য স্তোত্ৰ মই নেজানোঁ ॥ ৭ ॥ হে কামনা দাতা ইন্দ্ৰ, যেনেকৈ ধুনীয়া মাঁহ গৰুৱে গৰুজাকৰ ওপৰ চাপে, তুমি তেনেকৈ প্ৰাৰ্থনাকাৰীৰ ওচৰলৈ যোৱাঁ ॥ ৮ ॥ যি ইন্দ্ৰ অকলেই মানুহৰ আৰু ধনৰ অধিপতি, তেৱেঁই পঞ্চ জাতিৰ ৰক্ষক ॥ ৯ ॥ (হে ঋত্বিক যজমান সকল), বিশ্বৰ লোক সকলৰ ওপৰত থকা ইন্দ্ৰক আমি তোমা-লোকৰ বাবে আহ্বান কৰিছোঁ (যাতে) তেওঁ কেৱল আমাৰহে অনুগ্ৰহকাৰী হয় ॥ ১০ ॥

৮ম সূক্ত ঋক্ সংখ্যা ১০। ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ-মধুচ্ছন্দা। ছন্দ-গায়ত্ৰী। দেৱতা-ইন্দ্ৰ।

হে ইন্দ্ৰ, আমাৰ ৰক্ষাৰ কাৰণে সুভোগ্য, জয়শীল, সদায় শত্ৰুৰ পৰাজয়ৰ কাৰণ বহুতো ধন আমাক দিয়াঁ ॥ ১ ॥ হে ইন্দ্ৰ, তোমাৰ দ্বাৰা আমি ধনৰ বলেৰে ৰক্ষিত হৈ যোদ্ধা শত্ৰুবিলাকক ভুকুৱাই আৰু ঘোঁৰাৰে পৰাজয় কৰিম ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ দ্বাৰা ৰক্ষিত হৈ আমি অতি টান (মজবুট) অস্ত্ৰেৰে সৈতে যুদ্ধত স্পৰ্দ্ধা কৰা শত্ৰুক পৰাভূত কৰিম ॥ ৩ ॥ হে ইন্দ্ৰ, অস্ত্ৰ প্ৰয়োগ কৰাত পাৰ্গত আমি তোমাৰ সাহস লৈ সৈন্য বিলাকৰ লগত মিলি স্পৰ্দ্ধাকাৰী শত্ৰুকো পৰাজয় কৰিব পাৰোঁ ॥ ৪ ॥ এই ইন্দ্ৰ মহান আৰু উৎকৃষ্ট গুণসম্পন্ন। এই দুটি গুণ বজ্ৰধাৰী ইন্দ্ৰৰ সদায় থাকক,

আৰু সৈন্যবিলাক আকাশৰ দৰে বিস্তৃত হৈ থাকক ॥৫॥ যি মানুহে সংগ্ৰামত জয় কামনা কৰে, বা সন্তান লাভ কৰিবলৈ ইন্দ্ৰক স্তুতি কৰে, অথবা যি মেধাবীয়ে জ্ঞান কামনা কৰি (ইন্দ্ৰক স্তুতি কৰে) তেওঁ সেই বিলাক পায় ॥ ৬ ॥ সোমপান কৰি ইন্দ্ৰৰ পেট সদায় সমুদ্ৰৰ দৰে স্ফীত (ফিট্ ফিটিয়া) হৈ থাকে, আৰু মুখৰ পানীৰ (শেলেপৰ) দৰে কেতিয়াও নুশুকায় ॥ ৭ ॥ যেনেকৈ বহুত পকা ফল থকা গছৰ ডাল প্ৰীতি-কাৰক তেনেকৈ ইন্দ্ৰৰ প্ৰিয়বাক্য বহুত ফলযুক্ত কথা বস আৰু গৰুৰে পৰিপূৰ্ণ (হৈ) যজমানৰ কাৰণে মহৎ হৈ উঠে ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাৰ বিভূতি বিলাকে আৰু ৰক্ষা কৰিব পৰা সামৰ্থকে মোৰ নিচিনা হবি দাতা যজমানৰ যজ্ঞ কৰা সময়তেই ফল প্ৰদান কৰে ॥৯॥ সোম পান কৰিবলৈ ইন্দ্ৰৰ সন্তোষৰ কাৰণে সাম-গান আৰু ঋগ্বেদৰ স্তোত্ৰ দুয়োবিধ কাম্য, ইয়াত সংশয় নাই ॥ ১০ ॥

৯ম সূক্ত—ঋক্ সংখ্যা ১০ ; ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ—মধুছন্দা ; ছন্দ—গায়ত্ৰী ; দেবতা-ইন্দ্ৰ ।

হে ইন্দ্ৰ, এই যজ্ঞলৈ আহাঁ । সকলো সোম অন্ন গ্ৰহণ কৰি হৃষ্ট হোৱাঁ আৰু বলেৰে আমাৰ শত্ৰু জয় কৰা ॥ ১ ॥ (হে অধ্বৰ্য্যুসকল) আনন্দদায়ক আৰু ভাল কাম কৰোৱা সোমৰস অভিযুত কৰা হৈ গলে হৰ্ষযুক্ত সকলো কাম কৰিব পৰা ইন্দ্ৰলৈ উৎসৰ্গা কৰা ॥ ২ ॥ হে গালধুনীয়া ইন্দ্ৰ, সকলো যজমানৰ পূজ্য তুমি হৰ্ষ উদ্দীপক স্তোত্ৰ-বিলাকৰ দ্বাৰা হৃষ্ট হোৱা । হে সকলো মানুহৰ পূজনীয় ইন্দ্ৰ, দেবতাসকলেৰে সৈতে তুমি এই যজ্ঞলৈ আহাঁ ॥৩॥ হে ইন্দ্ৰ, তোমাৰ স্তুতিবিলাক মই যতনেৰে ৰচনা কৰিছোঁ । সেই স্তুতিবিলাকে কামনাপূৰ্বক সোমৰ পতি তোমাক পাইছেগৈ আৰু তুমি গ্ৰহণ কৰিছা ॥ ৪ ॥ হে ইন্দ্ৰ, (মণি মুক্তাদি) শ্ৰেষ্ঠ আৰু বিচিত্ৰ ধন বিলাক তোমাৰ লগত আছে । সেই ধন, হে বিভু, হে প্ৰভু আমাৰ ভোগৰ কাৰণে পঠিয়াই দিয়া ॥ ৫ ॥ হে বহুত ধনশালী ইন্দ্ৰ, উদ্যোগী আৰু কীৰ্ত্তিমান আমালোকক ধন পাবৰ কাৰণে এই শুভ যজ্ঞ কৰি-বলৈ তুমি ভালকৈ প্ৰেৰণা দিয়া ॥ ॥ হে ইন্দ্ৰ, গাই গৰু সমন্বিতে বহুত অন্নযুক্ত অপৰ্য্যাপ্ত ক্ষয়হীন ধন, গুণশালী পূৰ্ণায়ু দায়ক ধনবস্তু আমাক দিয়া ॥ ৭ ॥ হে ইন্দ্ৰ, আমাক মহৎ কীৰ্ত্তি দিয়া । সহস্ৰ দান সম্পন্ন ধন আৰু বহু ৰথ ভৰা (ধান, চাউল) অন্ন আমাক দিয়া ॥ ৮ ॥ হে ধনৰ পালক, ঋক স্তোত্ৰ ভাল পোৱা, যজ্ঞলৈ অহা ইন্দ্ৰ, আমি আমাৰ ধন ৰক্ষা কৰিবলৈ স্তুতি কৰি তোমাক আহ্বান কৰিছোঁ ॥ ৯ ॥ সকলো (যজমানৰ) অনুষ্ঠিত যজ্ঞত সোমৰস চেপি নিয়ন্ত্ৰিত স্থানত প্ৰৌঢ় ইন্দ্ৰৰ বৃহৎ পৰাক্ৰমৰ প্ৰশংসা জ্ঞাপন কৰে ॥ ১০ ॥

১০ সূক্ত—ঋক্ সংখ্যা ১২ । ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ—মধুচ্ছন্দা । ছন্দ—অনুষ্টুপ্ । দেবতা—ইন্দ্ৰ

হে শতক্ৰতু ইন্দ্ৰ, উদ্গাতা সকলে তোমাৰ গান কৰিছে । হোতাসকলে অৰ্চনা কৰিছে । ব্ৰহ্মা, পুৰোহিতে আৰু অন্য ঋত্বিক সকলে স্তুতিৰে তোমাক খেল কৰা বাহৰ দৰে ওপৰলৈ তুলি দিছে ॥ ১ ॥ যেতিয়া যজমানে (সোমলতা আৰু সমিধ আহৰণ কৰিবলৈ) পৰ্ব্বতৰ এক মাজভাগৰ পৰা অন্য মাজ ভাগলৈ যায়, আৰু (সোম যাগ আদি) বহুত যজ্ঞ কৰ্ম্ম কৰিবলৈ প্ৰবৃত্ত হয়, তেতিয়া ইন্দ্ৰই যজমানৰ প্ৰয়োজন জানিব পাৰি কামনা পূৰণ কৰিবলৈ (উৎসুক হৈ) মৰুতসকলেৰে সৈতে (যজ্ঞলৈ) খৰকৈ আহিবলৈ উদ্যত হয় ॥ ২ ॥ হে সোম পান কৰা ইন্দ্ৰ, তোমাৰ হৃস্ট-পুস্ট, কেশৰ (চুলি) যুক্ত বৰ্ষক হৰি ঘোঁৰা দুটা ৰথত লগাই আমাৰ স্তুতি শুনিবলৈ যজ্ঞস্থলীলৈ আহা ॥ ৩ ॥ হে নিবাসৰ কাৰণ হোৱা ইন্দ্ৰ, এই যজ্ঞলৈ আহি উদ্গাতাই গোৱা গান শুনি প্ৰশংসা কৰা, অধ্বৰ্য্যুৱে গোৱা স্তোত্ৰ শুনি প্ৰশংসা কৰা ; হোতাৰ স্তৱ শুনি সন্তোষ হৈ প্ৰশংসা কৰা । শেষত আমাৰ অনুষ্ঠিত যজ্ঞৰ শেষ সমাধান কৰি অন্ন বৰ্দ্ধন কৰা ॥ ৪ ॥ বহুত শত্ৰু নিষেধকাৰী শক্ৰ ইন্দ্ৰৰ কাৰণে উকৃথ স্তোত্ৰ পাঠ হব, এই বুলি জানি ইন্দ্ৰই আমালোকৰ পুত্ৰ সকল আৰু বন্ধু সকলক বহুত প্ৰশংসা কৰিব ॥ ৫ ॥ আমি ধন পাবলৈ আৰু সামৰ্থ্যৰ কাৰণে সখ্যবদ্ধ হৈ ইন্দ্ৰকেই পাম । শক্তিমন্ত সেই ইন্দ্ৰই আমাক সুবীৰ্য্য ধন দিবলৈ আৰু ৰক্ষা কৰিবলৈ সমৰ্থ ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি দিয়া কৰ্ম্মফল যুক্ত যশ সৰ্ব্বত্ৰব্যাপী সুপ্ৰাপ্য হৈ আছে । গাখীৰ আদি গৰুৰ ৰস লাভৰ কাৰণে আমাৰ গাইগৰু বিলাকৰ গোহালীৰ দুৱাৰ খুলি দিয়া । হে ব্ৰজ্ৰধাৰী ইন্দ্ৰ, আমাৰ কাৰণে ধন দিয়া ॥ ৭ ॥ হে ইন্দ্ৰ, শত্ৰু বধৰ সময়ত দুয়ো দ্যাবাপৃথিবীত তোমাৰ মহিমা ধাৰণ কৰিবলৈ সমৰ্থ নহয় । তুমি স্বৰ্গৰ জল জয় কৰা আৰু সেইবাবে তুমি বৰষুণৰ কাৰণ । তুমি ৰস দাতা গাই গৰু আমালৈ পঠিয়াই দিয়া ॥ ৮ ॥ হে চাৰিউফালে শুনা ইন্দ্ৰ, আমাৰ আহ্বান সোনকালে শুনা । আমাৰ (হোতাৰ) স্তুতিও

মনত ধাৰণ কৰা। আমাৰ স্তোত্ৰ ৰূপ বাক্যবিলাক নিজ সখাৰ স্তৱ বুলি (জানি) শুনিও প্ৰীত হোৱা ॥৯॥ হে ইন্দ্ৰ, তুমি যজমানৰ কামবৰ্ষক আৰু সংগ্ৰামত আহ্বান শুনা বুলি আমি জানো। আমাক ৰক্ষা কৰিবলৈ, অতি কামবৰ্ষক সহস্ৰদাতা তোমাক আহ্বান কৰিছোঁ ॥১০॥ হে ইন্দ্ৰ, খৰকৈ আমাৰ ওচৰলৈ আহাঁ। হে কুশিকৰ পুত্ৰ, হৃষ্ট হৈ আমাৰ চেপা সোমৰস পান কৰা। নতুন (কৰ্ম্মতৎপৰ) মোক আয়ুস বেছি কৰি দিয়া। মোক সহস্ৰ ধন পোৱা ঋষি কৰা ॥১১॥ হে স্তুতি প্ৰিয় ইন্দ্ৰ, সকলো কামত প্ৰযুক্ত এই স্তুতিবিলাকে কেউঁপিনৰ পৰা তোমাক পাওকগৈ। হে আয়ুষ্মান ইন্দ্ৰ, তোমাক অনুসৰণ কৰি এই স্তৱবিলাক বেচি হওক (আৰু) তোমাৰ প্ৰীতি সাধন কৰি আমাৰ প্ৰীতিকাৰী হওক ॥১২॥

১১ সূক্ত—ঋ ৮।

ঋষি—মধুছন্দাৰ পুত্ৰ জেতৃ। ছন্দ—অনুষ্টুপ্।
দেৱতা—ইন্দ্ৰ।

সমুদ্ৰৰ দৰে ব্যাপক, ৰথীৰ মাজত উত্তম ৰথী, সৎলোকৰ অন্নৰ পালক ইন্দ্ৰক আমাৰ সকলো স্তুতিয়ে বৰ্দ্ধন কৰিছে ॥১॥ হে বলৰ পালক ইন্দ্ৰ, তোমাৰ সখীত্বত অনুগৃহীত হৈ অন্নবন্ত আমি শত্ৰুলৈ ভয় নকৰো। সেইবাবে জয়শীল তুমি আৰু কেতিয়াও পৰাজিত নোহোৱা জনক (তোমাক) আমি সৰ্ব্বতোভাৱে স্তৱ কৰিছোঁ ॥২॥ এই ইন্দ্ৰৰ ধন দিয়া প্ৰথা অনাদিকাল সিদ্ধ। এতিয়াও তেওঁ যজ্ঞকামী সকলক গৰু আৰু অন্ন ধন অপৰ্য্যাপ্ত (দক্ষিণা) ৰূপে দিয়ে, তথাপি তেওঁ আমাক (ৰক্ষণা-বেক্ষণ) কৰিবলৈ ক্ষান্ত নহয় ॥৩॥ এই ইন্দ্ৰ অসুৰৰ পুৰ ভেদ কৰা, ডেকা, মেধাৱী, অতিবলী, সকলো যজ্ঞ কৰ্ম্মৰ ধাৰক, বজ্ৰধাৰী, বহুতে স্তুতি কৰা হৈ উৎপত্তি হৈছিল ॥৪॥ হে বজ্ৰযুক্ত ইন্দ্ৰ, তুমি গাইগৰু থকা বল (নামৰ) অসুৰৰ গহ্বৰৰ নিজ সৈন্য বেষ্টিয়া বলেৰে ভেদ কৰিছিলা, তেতিয়া বজ্ৰ অসুৰে দুঃখ দিয়া দেৱতাসকলে তোমাক পাইছিল ॥৫॥ হে বীৰ ইন্দ্ৰ, মই বৈ যোৱা সোমৰসৰ মহিমা কেউফালে প্ৰচাৰ কৰি তুমি ধন দিয়া আকৰ্ষণত আকৌ ঘূৰি এই যজ্ঞলৈ আহিছোঁ। পুৰণি কালত যজ্ঞকৰ্ত্তা সকলে (ধন লাভৰ কাৰণে) তোমাক স্তুতি কৰিছিল আৰু তোমাৰ উদাৰতা মানিছিল ॥৬॥ হে ইন্দ্ৰ, মায়াৱী শুষ্ণ অসুৰক তুমি মায়াৰে বধ কৰিছিলা। মেধাবান যজ্ঞ কৰ্ত্তা সকলে তোমাৰ মহিমা জানে। তেওঁ বিলাকৰ তুমি অন্ন বৃদ্ধি কৰা ॥৭॥ হে ইন্দ্ৰ, তুমি বলেৰে জগত শাসন কৰা বুলি ঋত্বিক সকলে কেউফালে স্তৱ কৰিছিল—যি ইন্দ্ৰৰ ধন দান সহস্ৰ সহস্ৰ বা তাতোকৈ বেছি ॥৮॥

১২ সূক্ত—ঋক্ সংখ্যা ১২।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী।
দেৱতা—অগ্নি। ৬/অংশ আহৱনীয় অগ্নি।

দেৱতাৰ দূত অগ্নিক বৰণ কৰিছোঁ। অগ্নি দেৱতাসকলৰ আহ্বাতা, সৰ্ব্বধন যুক্ত আৰু এই যজ্ঞৰ ভালকৈ নিষ্পাদন কৰা জন ॥১॥ হব্য-বাহক, বহুত জনৰ প্ৰীতিকাৰী, প্ৰজাৰ পালক অগ্নিক (যজ্ঞানুষ্ঠাতা সকলে) আহ্বান কৰা মন্ত্ৰেৰে সদায় আহ্বান কৰে ॥২॥ হে (অৰণীত) উৎপন্ন অগ্নি, (দেৱতাসকলৰ) আহ্বাতা আমাৰ পূজনীয় তুমি দেৱতা সকলক (ছিঙি) মেলি থোৱা কুশত বহিবলৈ যজ্ঞস্থলীলৈ (যজমান জনক অনুগ্ৰহ কৰিবলৈ) লৈ আহা ॥৩॥ হে অগ্নি, যি হেতু তুমি দেৱতাৰ দূত হৈছা সেই বাবে তুমি হবি কামনা কৰা দেৱতাসকলক (হবি গ্ৰহণ কৰিবলৈ) জাগ্ৰত কৰা আৰু কুশ মেলি থোৱা যজ্ঞস্থলত দেৱতাসকলেৰে সৈতে বহা ॥৪॥ হে ঘিউৰে আহুত হোৱা দীপ্যমান অগ্নি, তুমি ৰাক্ষসৰ সৈতে লগ হোৱা আৰু আমাৰ প্ৰতিকূল হিংসক বিলাকক দহন কৰা ॥৫॥ (অৰণিৰে মন্থন কৰা) অগ্নিৰে আহৱনীয় অগ্নিক জ্বলাই। সেই অগ্নি যজমানৰ গৃহপতি, মেধাৱী, ডেকা, হবি বহন কৰা, জুহু (হেতা) ৰূপী মুখেৰে যুক্ত ॥৬॥ (হে স্তোতা সকল) জ্বলি থকা, সত্যকৰ্ম্মা, মেধাৱী আৰু ৰোগনাশক যজ্ঞীয় অগ্নিৰ ওচৰলৈ আহি স্তুতি কৰা ॥৭॥ হে অগ্নি দেৱতা, দেৱতাৰ দূত তোমাক হবিষ্মন্ত যজমানে পৰিচৰ্য্যা কৰিছে—তেওঁৰ ৰক্ষক হোৱা ॥৮॥ হে অগ্নি, হবিযুক্ত যি যজমানে দেৱতাসকলৰ ভক্ষণৰ কাৰণে হবি দি অগ্নিক পৰিচাৰ্য্য কৰে, তেওঁক, হে পাৱক অগ্নি, তুমি সুখী কৰা ॥৯॥ হে দীপ্যমান পাৱক অগ্নি, তুমি আমাৰ কাৰণে এই (দেৱতাৰ যজ্ঞ) স্থানলৈ দেৱতাসকলক লৈ আহা আৰু আমি কৰা যজ্ঞ আৰু হবি তেওঁলোকলৈ কঢ়িয়াই নিয়া ॥১০॥ হে অগ্নি, এই নতুন গায়ত্ৰী ছন্দেৰে স্তুত হৈ আমাক ধন—বল, বলবান পুত্ৰ আৰু অন্নদান কৰা ॥১১॥ হে অগ্নি, তুমি শুভ্ৰ জ্যোতিৰে দীপ্যমান, দেৱতাসকলৰ আহ্বান সমৰ্থ স্তোত্ৰ যুক্ত। তুমি আমাৰ এই স্তোত্ৰ সেৱন কৰা ॥১২॥

### ১৩ সূক্ত—ঋক্ সংখ্যা ১২।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী। দেবতা—অগ্নি (অপ্ৰিসূক্ত) ১ ইধ্মঃ, সমিদ্ধোগ্নি; ২ তনূনপাৎ; ৩ নৰাশংস; ৪ ইল; ৫ বৰ্হি; ৬ দেৱীদ্বাৰ; ৭ উষাসানক্তা; ৮ দেৱী দুজনা; হোতা আৰু প্ৰচেতস দুজন; ৯ সৰস্বতী, ইলা, ভাৰতী; ১০ ত্বষ্টা; ১১ বনস্পতি; স্বাহাকৃতী-অগ্নিৰ বেলেগ বেলেগ নাম আৰু ৰূপ।

হে সুসমিদ্ধ (নামৰ) অগ্নি, তুমি হবিষ্মান যজমানৰ (অনুগ্ৰহৰ) কাৰণে দেৱতাসকলক ইয়ালৈ (যজ্ঞলৈ) লৈ আহা। তুমি হোম নিষ্পাদক আৰু পাবক (হৈ) এই যজ্ঞ সম্পন্ন কৰা ॥ ১ ॥ হে মেধাবী তনূনপাৎ অগ্নি তুমি আজি আমাৰ মধুৰ ৰসময় যজ্ঞ দেৱতাসকলৰ ভক্ষণৰ কাৰণে তেওঁ বিলাকৰ ওচৰলৈ লৈ যোৱা ॥ ২ ॥ এই দেৱতাৰ যজ্ঞ কৰা ঠাইত নৰাশংস নামৰ অগ্নিক মই আহ্বান কৰো, যি দেৱতাৰ প্ৰিয়, মধুৰ কথা কোৱা আৰু হবি নিষ্পাদক ॥ ৩ ॥ হে ইলাত নামৰ অগ্নি, তুমি সুখতম ৰথত তুলি দেৱতাসকলক যজ্ঞ স্থানলৈ লৈ আহা। তুমি যজমানৰ দ্বাৰা মন্ত্ৰেৰে স্থাপিত দেৱতাসকলৰ আহ্বাতা ৰূপে স্থাপিত হৈছা ॥ ৪ ॥ হে বুদ্ধিমন্ত ঋত্বিক সকল, পৰস্পৰ সংলগ্ন ঘিঁউ ছটিওৱা বৰ্হিনামৰ অগ্নি স্থাপন কৰিবলৈ বেদীৰ ওপৰত কুশ মেলি দিয়া, যাতে অমৰণ বৰ্হি নামৰ অগ্নিৰ দৰ্শন হয় ॥ ৫ ॥ আজি যজ্ঞ কৰিবলৈ যজ্ঞ ঘৰৰ দুৱাৰ খুলি দিয়া। এই জনশূন্য যজ্ঞ ঘৰৰ দুৱাৰ মুকলি কৰি ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক দেৱীদ্বাৰ (নামৰ) অগ্নিক পূজা কৰিব লাগিব ॥ ৬ ॥ ৰাতি আৰু উষা (ৰাতি দিন) নামৰ (কালাভিমানী) দেখিবলৈ ধুনীয়া অগ্নিৰ মূৰ্ত্তিক মই যজ্ঞত মেলি থোৱা কুশত বহিবলৈ আহ্বান কৰিছো ॥ ৭ ॥ ভাল মাতৰ হোম নিষ্পাদক, মেধাৱী দৈব আৰু হোতৃ নামৰ সেই অগ্নি দুজনক মোৰ যজ্ঞ সম্পাদন কৰিবলৈ (শ্ৰদ্ধাৰে) আহ্বান কৰিছো ॥ ৮ ॥ সুখদাত্ৰী, ক্ষয় ৰহিতা ইলা, সৰস্বতী আৰু মহী নামৰ দেৱী তিনিজনা ৰূপৰ দীপ্যমান অগ্নি যজ্ঞলৈ আহি কুশত বহক ॥ ৯ ॥ সৰ্ব্বশ্ৰেষ্ঠ, বহুৰূপী, ত্বষ্টা নামৰ অগ্নিক মই আহ্বান কৰিছো। তেওঁ কেৱল আমাৰেই অনুগ্ৰহ কৰক ॥ ১০ ॥ হে বনস্পতি নামৰ হবি ভক্ষণ কৰা অগ্নি দেৱতা, দেৱতাসকলৰ ওচৰলৈ আমাৰ হবি লৈ যোৱা। হোম কৰা জনৰ পৰলোকৰ বিষয় চেতনা জাগ্ৰত হওক ॥ ১১ ॥ স্বাহা নামৰ অগ্নিৰ দ্বাৰা ইন্দ্ৰৰ সন্তোষৰ কাৰণে যজমানৰ ঘৰত ঋত্বিক সকলে যজ্ঞ কৰক। মই এই যজ্ঞলৈ দেৱতা সকলক আহ্বান কৰিছো ॥ ১২ ॥

### ১৪ সূক্ত--ঋক্ সংখ্যা ১২।

ঋষি---কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ--গায়ত্ৰী। দেবতা--বিশ্বদেৱ সকল। (সকলো দেবতা)।

হে অগ্নি, সকলো দেৱতাৰে সৈতে এই যজ্ঞত সোম পান কৰিবলৈ আহা আৰু আমাৰ সেৱা স্তুতি গ্ৰহণ কৰি যজ্ঞ সম্পন্ন কৰা ॥ ১ ॥ হে বিপ্ৰ অগ্নি, কণ্ব (বংশৰ) ঋষিসকলে যজ্ঞ নিষ্পাদক তোমাক আহ্বান কৰিছে আৰু তোমাৰ গুণ গাই স্তুতি কৰিছে। তুমি দেৱতাসকলেৰে সৈতে আহা ॥ ২ ॥ (হে অগ্নি) তুমি ইন্দ্ৰ, বায়ু, বৃহস্পতি, মিত্ৰ, অগ্নি, পূষণ, ভগ, আদিত্য সকল আৰু মৰুতসকলক যজ্ঞৰ ভাগ বিতৰণ কৰা ॥ ৩ ॥ হে দেৱতাসকল, তোমালোকৰ কাৰণে তৃপ্তিকৰ আনন্দৰ হেতু, সুমধুৰ নিয়ম মতে প্ৰস্তুত কৰা সোম ৰস চমস (আদি) পাত্ৰত সজাই থোৱা হৈছে ॥ ৪ ॥ হে অগ্নি, হবিষ্মন্ত, মেধাৱী, অলঙ্কাৰ পিন্ধা কণ্বৰ পুত্ৰ সকলে কুশ ছিঙি আনি ৰক্ষণৰ কাৰণে দেৱতাসকলক বিচাৰি আহ্বান কৰি স্তৱ কৰিছে ॥ ৫ ॥ হে অগ্নি, তোমাক বৰণ কৰা ঘিঁউৰ নিচিনা মিহি পিঠিৰ মনত সংকল্প কৰা মাত্ৰে ৰথত লগা, (বহন কৰা) যি দুটা ঘোঁৰা আছে, সিহঁতে দেৱতাসকলক সোম পান কৰিবলৈ ইয়ালৈ (যজ্ঞলৈ) লৈ আহক ॥ ৬ ॥ হে ভাল মাতৰ অগ্নি, সেই ঋতৰ (নিয়মৰ) বৰ্দ্ধক যজনীয় দেৱতা সকলক পত্নী যুক্ত কৰা (পত্নীসকলৰ সৈতে লৈ আহা)। মধুৰ সোমৰ ভাগ দেৱতাসকলক পান কৰোৱা ॥ ৭ ॥ হে অগ্নি, যি দেৱতাক যজন কৰা হয় (আৰু) যি দেৱতাক স্তুতি কৰা হয় সেই সেই দেৱতাই ৰষট্‌কাৰেৰে হোম দিয়াৰ সময়ত তোমাৰ জিভাৰে মধুৰ সোমৰ ভাগ পান কৰক ॥ ৮ ॥ উষাকালত হোতা, মেধাৱী অগ্নিয়ে যজ্ঞস্থলীলৈ জাগ্ৰত হোৱা সকলো দেৱতাক সূৰ্য্যাই দীপ্ত কৰা স্বৰ্গ লোকৰপৰা ইয়ালৈ (যজ্ঞলৈ) লৈ আহা ॥ ৯ ॥ হে অগ্নি, তুমি ইন্দ্ৰ, বায়ু, মিত্ৰ (আদি) সকলো দেৱতাৰে সৈতে তেজোময় ৰূপেৰে এই যজ্ঞত সোম-ৰূপ মধু পান কৰা ॥ ১০ ॥ হে অগ্নি, তোমাক যজমানে এই যজ্ঞত দেৱতা সকলৰ আহ্বাতা ৰূপে মানুহৰ হিতৰ কাৰণে

বহুৱাইছে। তুমি আমাৰ যজ্ঞলৈ আহি যজ্ঞ সম্পাদন কৰা ॥ ১১ ॥ হে অগ্নি, গতিশীল ভাৰ, বহন সমৰ্থ, ৰোহিত নামৰ সেই ঘোঁৰা দুটা ৰথত লগাই দেৱতাসকলক যজ্ঞলৈ লৈ আহা ॥ ১২ ॥

## ১৫ সূক্ত—ঋ ১২।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী। দেৱতা—ঋতু বিলাক। (প্ৰত্যেক ঋতুৰ একোজন দেৱতা)— ১ ইন্দ্ৰ; ২ মৰুতসকল; ৩ ত্বষ্টা; ৪ অগ্নি; ৫ ইন্দ্ৰ; ৬ মিত্ৰাবৰুণ; ৭ ১০ দ্ৰবিনোদা ; ১১ অশ্বিনী দুজন; ১২ অগ্নি।

হে ইন্দ্ৰ, ঋতু বিলাকেৰে সৈতে এয়া সোমৰস পান কৰা। সদায় তোমাৰ পেটত থকা সোমৰস তোমাত (তোমাৰ গাত) সোমায় থাকক ॥ ১ ॥ হে মৰুত-সকল, ঋতুৰে সৈতে পোতৃ নামৰ ঋত্বিকৰ পাত্ৰৰপৰা সোমৰস পান কৰা। হে সুদাতাসকল, আমাৰ যজ্ঞ শোধন কৰা, যি হেতু তোমালোক সোধক ॥ ২ ॥ হে পত্নীৰে সৈতে নেষ্ট, (ত্বষ্টা) দেৱতা, দেৱতা-সকলৰ ওচৰত আমাৰ যজ্ঞৰ প্ৰশংসা কৰা। তুমি ৰত্ন দাতা আৰু সোমপানৰ উপযুক্ত। তুমি ঋতুৰে সৈতে সোম পান কৰা ॥ ৩ ॥ হে অগ্নি, দেৱতা সকলক এই যজ্ঞলৈ আনি তিনি সবনত বহুৱা। তেওঁলোকক অলঙ্কাৰ পিন্ধাই ঋতুৰে সৈতে সোম পান কৰোৱা ॥ ৪ ॥ হে ইন্দ্ৰ, ব্ৰাহ্মণ সম্বন্ধি ঋত্বিকৰ ধনযুক্ত পাত্ৰৰ পৰা ঋতু দেৱতা সকলোৰে সৈতে সোম পান কৰা কাৰণ ঋতু সকলেৰে সৈতে তোমাৰ বন্ধুত্ব অটুত আছে ॥ ৫ ॥ হে কৰ্ম্মধাৰণ কৰা মিত্ৰা—বৰুণ, তোমালোক দুয়ো ঋতু দেৱতাসকলৰ সৈতে শত্ৰুৰে বিনাশ কৰিব নোৱাৰা যজ্ঞত ব্যাপ্ত হৈ থাকা ॥ ৬ ॥ ধনাৰ্থী ঋত্বিক সকলে (প্ৰকৃতি স্বৰূপ) যজ্ঞত আৰু (বিকৃতি স্বৰূপ) স্তোত্ৰৰে সোমৰস চেপিবলৈ হাতত শিল লৈ ধনপ্ৰদ দ্ৰবিনোদা অগ্নিক স্তৱ কৰিছে ॥ ৭ ॥ যি বিলাক ধনৰ কথা শুনা যায় সেই ধন দ্ৰবি-নোদা (ধন দিয়া) দেৱতাই আমাক দিয়ক। সেই ধন আমি দেৱতাক দিম (দেৱতাৰ যজ্ঞ কৰিম) ॥ ৮ ॥ ধন দিয়া (দ্ৰবি-নোদা) দেৱতাই ঋতু দেৱতাৰ সৈতে নেষ্টাৰ পাত্ৰত সোম পান কৰিবলৈ উৎসুক। (হে ঋত্বিক সকল) যজ্ঞস্থলীলৈ গৈ হোম কৰা আৰু শেষ হলে অন্য ঠাইলৈ যোৱাগৈ ॥ ৯ ॥ হে দ্ৰবিনোদা দেৱতা, যিহেতু ঋতু দেৱতাসকলেৰে সৈতে তোমাক চতুৰ্থবাৰ অৰ্চনা কৰিছোঁ, সেইবাবে তুমি ধন দিয়া ॥ ১০ ॥ হে অশ্বিনী দুজন দ্যুতিমান (আহৱনীয়) অগ্নি যুক্ত তোমা-লোকে শুচিব্ৰতা (ভাল কাম কৰা) যজ্ঞ নিৰ্ব্বাহ কৰা ঋতু সকলৰ লগত মধু পান কৰা ॥ ১১ ॥ হে ফল দাতা অগ্নি, তুমি গাৰ্হপত্য অগ্নি ৰূপে ঋতু দেৱতাৰে সৈতে যজ্ঞ নিৰ্বাহ কৰা। সেই কাৰণে দেৱকামী যজমানৰ হৈ তুমি দেৱতাসকলক যজন কৰা ॥ ১২ ॥

## ১৬ সূক্ত—ঋ ৯। ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

হে অভীষ্ট সিদ্ধি কৰা ইন্দ্ৰ, সূৰ্য্যৰ দৰে দীপ্তিমন্ত ঋত্বিকসকলে মন্ত্ৰেৰে তোমাক প্ৰকাশ কৰিছে। তোমাৰ ঘোঁৰা কেইটাই সোম পান কৰিবলৈ তোমাক যজ্ঞলৈ লৈ আহক ॥ ১ ॥ ইন্দ্ৰৰ বাহক হৰি নামৰ ঘোঁৰা দুটাই সুখময় ৰথত তুলি ইন্দ্ৰক সন্মুখত থকা ঘি'উত ভজা যৱ চাউল খাবলৈ লৈ আহক ॥ ২ ॥ ইন্দ্ৰক পুৱা (প্ৰাতঃ সবনলৈ) আহ্বান কৰোঁ। সেই দৰে সোমযাগত (মাধ্যন্দিত সবন) আৰু (যজ্ঞ সমাপ্ত সময়ত, তৃতীয়া সবনত) সোম পান কৰিবলৈ আহ্বান কৰোঁ ॥ ৩ ॥ হে ইন্দ্ৰ, কেশৰ থকা ঘোঁৰা কেইটাৰে সৈতে তুমি আমাৰ যজ্ঞত চেপা সোমৰসৰ ওচৰলৈ আহা। সোমৰস প্ৰস্তুত হোৱাত তোমাক। আহ্বান কৰিছো ॥ ৪ ॥ হে ইন্দ্ৰ, আমাৰ স্তুতি শুনিবলৈ আহা আমাৰ এই চলি থকা সোম যুক্ত (প্ৰাতঃ সবন আদি) যজ্ঞত পিয়াহ লগা গৌৰ মৃগৰ দৰে সোম পান কৰা ॥ ৫ ॥ হে ইন্দ্ৰ (পাত্ৰত থকা) চেপা সোমৰস মেলি-খোৱাকুশৰ ওপৰত ভালকৈ ৰখা হৈছে তুমি বল বৃদ্ধিৰ কাৰণে এয়া সোমৰস পান কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, আমাৰ এই স্তোত্ৰবিলাক হৃদয়স্পৰ্শী হোৱাত তোমাৰ সুখদায়ক হওক। আমাৰ স্তুতি শুনি অভিযুত সোম পান কৰাত প্ৰবৃত্ত হোৱাঁ ॥ ৭ ॥ বৃত্ৰক বধ কৰা ইন্দ্ৰই সোমৰস পান কৰি আনন্দ পাবলৈ সোমযুক্ত সকলো (প্ৰাতঃ সবনাদি) যজ্ঞলৈ যায় ॥ ৮ ॥ হে শতক্ৰতু ইন্দ্ৰ, তুমি গৰু, ঘোঁৰা আদিৰে সৰ্ব্বতোভাৱে আমাৰ কাম্য ফল দান কৰা। আমিও একান্ত মনে তোমাৰ ধ্যান আৰু স্তৱ কৰিম ॥ ৯ ॥

১৭ সুক্ত—ঋক্ ৯ ; ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী ; ৪-৫ পাদনিচৎ। দেৱতা—ইন্দ্ৰ আৰু বৰুণ।

(যজ্ঞানুষ্ঠানকাৰী) মই, দীপ্যমান, সম্ৰাট ইন্দ্ৰ আৰু বৰুণৰ ৰক্ষণ সদায় প্ৰাৰ্থনা কৰো। দুয়ো আমাক সুখী কৰক ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ, মোৰদৰে বিপ্ৰক ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা গ্ৰহণ কৰা। তোমালোক দুয়ো মানুহৰ ধাৰণ কৰ্ত্ত ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, আমাৰ অভিলাষ মতেৰে ধন দান কৰি আমাক সুখী কৰা। তেনেকুৱা তোমালোকক আমাৰ নিচেই ওচৰত পাবলৈ কামনা কৰো ॥ ৩ ॥ হে ইন্দ্ৰ-বৰুণ, আমাৰ যজ্ঞীয় (সোমৰূপ) হবি (নানা উত্তম দ্ৰব্য) মিশ্ৰিত আৰু সুমতিৰ স্তোত্ৰ নানা সুঅৰ্থ যুক্ত। (সেই বাবে) আমি যেন যজ্ঞান্ন দান কৰা সকলৰ ভিতৰত মুখ্য হওঁ ॥ ৪ ॥ এই ইন্দ্ৰ সহস্ৰ দান কৰাৰ ভিতৰত (উত্তম) দাতা আৰু বৰুণ স্তুত্যৰ্হ দেৱতাসকলৰ মাজত প্ৰধান ॥ ৫ ॥ তেওঁবিলাকৰেই ৰক্ষণৰ দ্বাৰা আমি ধন লাভ কৰো আৰু পোৱা ধন ভোগ কৰাৰ পাচত (বাকী থকা) ধন সঞ্চয় কৰোঁ। আমি যেন তাতোকৈ বেচি ধন পাওঁ (এই প্ৰাৰ্থনা) ॥ ৬ ॥ হে ইন্দ্ৰ-বৰুণ, তোমালোক দুয়োকো মই বিবিধ ধন লাভ কৰিবলৈ আহ্বান কৰিছো। আমাক শত্ৰুৰ লগত জয়যুক্ত কৰা ॥ ৭ ॥ হে ইন্দ্ৰ বৰুণ, আমাৰ বুদ্ধিৰে তোমালোকক সেৱা কৰিবলৈ ইচ্ছা হৈছে। তোমালোকে আমাক সোনকালে সুখ দিয়া ॥ ৮ ॥ হে ইন্দ্ৰ আৰু বৰুণ, মই যি স্তুতিৰে তোমালোকক আহবান কৰিছোঁ, আৰু সেই স্তুতিক তোমালোকে বৰ্দ্ধন কৰিছা, সেই সুন্দৰ ঋক মন্ত্ৰবিলাক তোমালোকৰ ওচৰ পাওকগৈ ॥ ৯ ॥

১৮ সুক্ত—ঋ: ৯।

ঋষি—মেধাতিথি ; ছন্দ—গায়ত্ৰী ; দেৱতা—১-৩ ব্ৰহ্মণস্পতি ; ৪ ব্ৰহ্মণস্পতি আৰু ইন্দ্ৰ—সোম ; ৫ ব্ৰহ্মণস্পতি আৰু দক্ষিণা ; ৬-৮ সদসস্পতি ; ৯ সদসস্পতি বা নৰাশংস।

হে ব্ৰহ্মণস্পতি সোমৰস চেপি যজ্ঞকৰ্ত্তাসকলৰ মাজত মোক উশিজৰ পুত্ৰ কক্ষিবানৰ নিচিনা প্ৰখ্যাত কৰা ॥ ১ ॥ যি (ব্ৰহ্মণস্পতি) ধনবান, ৰোগনাশক, ধনদাতা, পুষ্টি-বৰ্দ্ধক, আৰু শীঘ্ৰ ফলদাতা, তেওঁ আমাৰ সেৱা গ্ৰহণ কৰি অনুগ্ৰহ কৰক ॥ ২ ॥ হে ব্ৰহ্মণস্পতি, উপদ্ৰৱ কৰা মানুহৰ হিংসা কাৰ্য্যই আৰু নিন্দাই যাতে আমাক স্পৰ্শ কৰিব নোৱাৰে তেনেকৈ তুমি আমাক ৰক্ষা কৰা ॥ ৩ ॥ যি মানুহক হে ইন্দ্ৰ, তুমি বা ব্ৰহ্মণস্পতি বা সোমে সমৃদ্ধিশালী কৰে, সেই যজমান বীৰ্য্যবান হৈ বিনাশ প্ৰাপ্ত নহয় ॥ ৪ ॥ হে ব্ৰহ্মণস্পতি তুমি, সোম, ইন্দ্ৰ আৰু দক্ষিণা দেৱতাই মানুহক পাপৰ পৰা ৰক্ষা কৰাইক ॥ ৫ ॥ মেধালাভৰ কাৰণে আমি অদ্ভুত, ইন্দ্ৰৰ প্ৰিয়, কমনীয়, ধনদাতা সদসস্পতিক পাইছোঁ ॥ ৬ ॥ যি (সদসস্পতি) নহলে জ্ঞানী যজ্ঞ কৰ্ত্তাৰো যজ্ঞ সিদ্ধ নহয়। তেওঁ আমাৰ বুদ্ধিবৃত্তি সংযোগ কৰিছে (অৰ্থাৎ তেৱেঁই অনুগ্ৰহ কৰি যজমানৰ যজ্ঞ সম্পন্ন কৰিছে) ॥ ৭ ॥ (সদসস্পতি) দেৱতাই হবি দিয়াৰ পাচ-তেই যজমানক ফলদান কৰে আৰু নিৰ্ব্বিঘ্নে যজ্ঞ সমাপন কৰে। (আৰু তেওঁৰ অনুগ্ৰহত) আমাৰ স্তুতি দেৱতাৰ ওচৰ পাইগৈ ॥ ৮ ॥ নৰাশংস দেৱতাক মই (দৈব দৃষ্টিৰে) দেখিছোঁ। (তেওঁ) সুপ্ৰখ্যাত, অতি স্থিৰ, আৰু (দ্যুলোকত জ্বলি থকা তৰা, সূৰ্য্য, চন্দ্ৰ আদিৰ দৰে) দীপ্তিমান ॥ ৯ ॥

১৯ সুক্ত—ঋ: ৯।

ঋষি আৰু ছন্দ ১২ সুক্তৰ দৰে।
দেৱতা—অগ্নি আৰু মৰুত

হে অগ্নি, সম্পূৰ্ণাঙ্গ এই যজ্ঞত তুমি সোমপান কৰিবলৈ আহূত হৈছা। হে অগ্নি, মৰুতসকলেৰে সৈতে এই যজ্ঞলৈ তুমি আহাঁ ॥ ১ ॥ হে অগ্নি, তোমাৰ মহৎ যজ্ঞ উলঙ্ঘা কৰা কোনো দেৱতা বা মানুহ নাই। হে অগ্নি মৰুত··· ১ ঋকৰ দৰে ॥ ২ ॥ যি দীপ্তিমান দ্ৰোহহীন দেৱতা মহা বৰষুণ বৰ্ষণ কৰিবলৈ সমৰ্থ, হে অগ্নি সেই মৰুত·· ১ ঋকৰ দৰে ॥ ৩ ॥ যি উগ্ৰ, অতুলনীয় বলী মৰুতসকলে পানী বৰ্ষণ কৰিছিল, হে অগ্নি, সেই মৰুত·· ১ ঋকৰ দৰে ॥৪॥ যি মৰুত সকল শুভ্ৰ, উগ্ৰ-ৰূপ-ধাৰী, সুধনযুক্ত আৰু হিংসক বিলাকৰ ভক্ষক, হে অগ্নি সেই মৰুত··· ১ ঋকৰ দৰে ॥৫॥ যি দেৱতাসকল দীপ্যমান হৈ সূৰ্য্যৰ ওপৰত দ্যুলোকত আছে, হে অগ্নি, সেই মৰুত··· ১ ঋকৰ দৰে ॥ ৬ ॥ যি মেঘবিলাক চলায়, নিশ্চল সমুদ্ৰক তৰঙ্গময় কৰে, হে অগ্নি, সেই মৰুত··· ১ ঋকৰ দৰে ॥ ৭ ॥ যি সূৰ্য্যৰ ৰশ্মিৰে সৈতে গোটেই আকাশ ব্যাপ্ত হৈ আছে আৰু

ৰপেৰে সমুদ্ৰ চালিত কৰে, হে অগ্নি, সেই মৰুত··· ১ ৰূপৰ দৰে ॥৮॥ হে অগ্নি, তোমাৰ প্ৰথম পানৰ কাৰণে এই মধুৰ সোমৰস ৰাখি দিছোঁ। হে অগ্নি, মৰুত সকলৰে সৈতে আহাঁ ॥ ৯ ॥

## ২০ সূক্ত—ঋ ৮।

ঋষি আৰু ছন্দ ১২ সূক্তৰ দৰে। দেৱতা—ঋভু সকল।

(মানুহৰ দৰে) জন্ম হোৱা ঋভু দেৱতাসকলৰ অতি যত্ন দিয়া এই স্তোত্ৰ ঋত্বিক সকলে নিজ মুখে ৰচনা কৰিছে ॥ ১ ॥ কোৱা মাত্ৰে ৰথত যোগ হোৱা হৰি নামৰ যোঁৰা দুটা ইন্দ্ৰৰ কাৰণে ঋভুসকলে সৃষ্টি কৰিছিল। তেওঁবিলাকে সজা যজ্ঞৰ (হেঁতা, চমস আদি) বস্তুৰে আমাৰ যজ্ঞ ব্যাপী আছে ॥ ২ ॥ ঋভু কেজনে নাসত্যা দুজনৰ প্ৰীতিৰ কাৰণে বহিৰলৈ ভাল সৰ্ব্বতো-গামী ৰথ এখন সাজি দিছিল। আৰু এজনী খীৰতি গৰু সৃষ্টি কৰিছিল ॥ ৩ ॥ সকলোকামত পাৰ্গত, সৰল আৰু মন্ত্ৰসিদ্ধি কৰা ঋভু সকলে বুঢ়া, জীৰ্ণ পিতৃ মাতৃক পুনৰায় ডেকা কৰিছিল ॥ ৪ ॥ হে ঋভুসকল, মৰুত সকলোৰে সৈতে ইন্দ্ৰ আৰু জলন্ত আদিত্য সকলেৰে সৈতে একেলগে তৃতীয় সৱনত তোমালোকৰ কাৰণে হৰ্ষদায়ক সোমৰস দিয়া হয় ॥ ৫ ॥ ত্বষ্টাই সজা নতুন চমসৰ পৰা ঋভুসকলে পুনঃ চাৰিখন চমস (হেঁতা) সাজি দিছিল ॥ ৬ ॥ হে ঋভুগণ, তোমালোকে আমাৰ সুন্দৰ স্তৱ আদি পাই সোমযজ্ঞ কৰা যজমানক তিনি বিধ বস্তুবাজি ক্ৰমে ধাৰণ কৰা আৰু ত্ৰিবৰ্গৰূপ সাত সংখ্যাৰ কৰ্ম্ম একোটা একোটাকৈ দান কৰা ॥ ৭ ॥ ঋভুগণে যজ্ঞৰ বাহক মৰণশীল হৈও অমৰ হৈ নিজ সুকৰ্ম্মৰ ফলত দেৱতাৰ লগত যজ্ঞৰ ভাগ পাই ॥ ৮ ॥

## ২১ সূক্ত—ঋ ৬।

ঋষি আৰু ছন্দ ১২ সূক্তৰ দৰে। দেৱতা-ইন্দ্ৰাগ্নি।

এই যজ্ঞত মই ইন্দ্ৰ আৰু অগ্নিক আহ্বান কৰিছোঁ আৰু তেওঁলোকৰেই স্তোত্ৰ পাঠ কৰিবলৈ বিচাৰিছোঁ। অতি সোমপান কৰা তেওঁলোকে অতিকৈ সোম পান কৰক ॥ ১ ॥ (হে ঋত্বিক যজমান সকল) তেওঁলোকক এই যজ্ঞত নানা অলঙ্কাৰেৰে শোভিত কৰি স্তৱ কৰা। গায়ত্ৰী ছন্দেৰে সাম গান কৰা ॥ ২ ॥ মিত্ৰ যজ্ঞানুষ্ঠান কৰোঁতাৰ কল্যাণৰ কাৰণে মই তেওঁলোক ইন্দ্ৰাগ্নিক আহ্বান কৰিছোঁ আৰু সোম পান কৰা তেওঁলোকক মই সোমপান কৰিবলৈ আহ্বান কৰিছোঁ ॥ ৩ ॥ সোম অভিষৱ কৰা (সৱন) যজ্ঞলৈ আহিবলৈ আৰু শত্ৰুবধ কৰিবলৈ উগ্ৰ ইন্দ্ৰ আৰু অগ্নিক মই আহ্বান কৰিছোঁ। ইন্দ্ৰ আৰু অগ্নি আমাৰ ইয়ালৈ (যজ্ঞলৈ) আহক ॥ ৪ ॥ তেওঁলোক ইন্দ্ৰাগ্নি মহান আৰু সভাপালক (দুয়ো) ৰাক্ষস বিলাকক সৰল স্বভাৱৰ কৰক আৰু ভক্ষক ৰাক্ষস বিলাকক সন্ততি নোহোৱা কৰক ॥ ৫ ॥ হে ইন্দ্ৰ আৰু অগ্নি, এই সত্য ফল দিয়া যজ্ঞ কৰ্ম্মৰ কাৰণে সুফল ভোগ সূচনা কৰা স্বৰ্গলোকত বেচি সাৱধান হবা (অৰ্থাৎ স্বৰ্গলোক যাতে আমি পাওঁ সেই বাবে যত্নবান হবা) আমালোকক স্থায়ী সুখ দিয়া ॥ ৬ ॥

## ২২ সূক্ত—ঋ ২১।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি; ছন্দ—গায়ত্ৰী দেৱতা—১-৪ অশ্বিনী দুজন; ৫-৮ সবিতা; ৯/১০ অগ্নি; ১১ দেৱী সকল; ১২ ইন্দ্ৰানী, বৰুনানী; অগ্নায়ী; ১৩/১৪ দ্যাবা-পৃথিবী; ১৫ পৃথিবী; ১৬ বিশ্বেদেৱা; ১৭-২১ বিষ্ণু।

(হে অধ্বৰ্য্যু সকল) প্ৰাতঃ সৱনত (হৱি) গ্ৰহণ কৰিবলৈ আৰু সোমপান কৰিবলৈ অশ্বিনী দুজনক বিশেষকৈ বোধন কৰা। তেওঁবিলাক ইয়ালৈ (যজ্ঞলৈ) আহক ॥ ১ ॥ যি দুয়োজন অশ্বিনী ভাল ৰথযুক্ত আৰু ৰথীৰ মাজত অতি ভাল ৰথী, স্বৰ্গস্পৰ্শকাৰী তেওঁ-বিলাকক মই আহ্বান কৰিছে ॥ ২ ॥ হে অশ্বিনী দুজন তোমালোকৰ মধুময় সুধ্বনিযুক্ত চাবুকেৰে ধোঁৱাক কোবাই আমাৰ যজ্ঞলৈ আহি সোমৰসেৰে (আমাৰ যজ্ঞ) তিয়াই দিয়াহি ॥ ৩ ॥ হে অশ্বিনীদুজন, তোমালোকে ৰথত চৰি সোম যজ্ঞ কৰা যি যজমানৰ ঘৰলৈ আহা, সেয়া দূৰত নহয় ॥ ৪ ॥ আশ্ৰয়কাৰ কাৰণে সোণৰ হাতৰ সবিতা দেৱতাক মই আহ্বান কৰিছোঁ। সেই সবিতা দেৱতাই মোক প্ৰাপ্য স্থান পোৱাই দিব ॥৫॥ (হোতাই কৈছে) আমাক ৰক্ষা কৰিবলৈ জলশোষক সবিতা দেৱতাক স্তুতি কৰা। আমি সবিতাৰ সোম-

যাগ কামনা কৰিছোঁ ॥ ৬ ॥ নিবাস কৰাওতা, বহুবিধ ধনৰ বিভাগ কৰোতা, মানুহৰ প্ৰকাশক সবিতা দেবতাক আমি আহ্বান কৰিছোঁ ॥ ৭ ॥ হে (ঋত্বিক) সখাসকল চাৰিউফালে বহা আৰু এই সবিতাক সোনকালে স্তব কৰা। ধনদাতা সবিতা শোভা পাইছে ॥ ৮ ॥ হে অগ্নি, যজ্ঞলৈ আহিবলৈ বিচৰা দেবতাসকলৰ পত্নীসকলক যজ্ঞলৈ লৈ আহা। ত্বষ্টাক সোম পান কৰিবলৈ ওচৰলৈ লৈ আহা ॥ ৯ ॥ হে অগ্নি, আমাক ৰক্ষা কৰিবলৈ দেব-পত্নী সকলক ইয়ালৈ লৈ আহা। হে অতি ডেকা অগ্নি, হোম নিষ্পাদিকাক, ভাৰতীক আৰু বৰণীয়া বাগ্দেবীক ইয়ালৈ লৈ আহা ॥ ১০ ॥ পাখী ছিঙিব নোৱৰা, মানুহৰ পালীকা দেবপত্নী সকলে আমাক ৰক্ষা কৰা আৰু মহৎ সুখ দিয়া, আমাৰ পিনে সুদৃষ্টি নিক্ষেপ কৰা ॥ ১১ ॥ এই যজ্ঞত আমাৰ স্বস্তিৰ কাৰণে ইন্দ্ৰানী, বৰুনানী, আৰু আগ্নেয়ীক সোমপান কৰিবলৈ ভক্তিৰে আহ্বান কৰিছোঁ ॥ ১২ ॥ মহৎ দ্যাবা পৃথিবী দেৱতাই আমাৰ যজ্ঞ নিজ শুদ্ধ ৰসেৰে তিয়াই দিয়া আৰু ভৰণ পোষণেৰে আমাক পূৰ্ণ কৰা ॥ ১৩ ॥ দ্যুলোক আৰু ভূলোকৰ মাজৰ গন্ধৰ্ৱসকলৰ ধ্ৰুব পদ অন্তৰীক্ষলৈ বিপ্ৰসকল নিজ বলেৰে গৈ ঘি-ঁউৰ নিচিনা সাৰ থকা পানী পান কৰে (চেলেকে) ॥ ১৪ ॥ হে পৃথিবী, আমাৰ সুখদায়ক, বহল, কণ্টক নোহোৱা নিবাস কৰা স্থান আৰু আশ্ৰয় দিয়া ॥ ১৫ ॥ হে দেবতা সকল, পৃথিবীক সাতোটা ছন্দেৰে য'ত বিষ্ণুৱে অতিক্ৰম কৰিছিল সেই ঠাইৰ পৰা আমাক ৰক্ষা কৰা ॥ ১৬ ॥ বিষ্ণুৱে এই জগত তিনি খোজেৰে অতিক্ৰম কৰিলে। তেওঁৰ ভৰিৰ ধূলীত এই জগত লুকায় গল ॥ ১৭ ॥ সকলো জগতৰ ৰক্ষক কোনেও হিংসা কৰিব নোৱাৰা বিষ্ণুৱে ধৰ্ম্ম ৰক্ষা কৰি এই জগত তিনি খোজেৰে অতিক্ৰম কৰিছিল ॥ ১৮ ॥ (হে ঋত্বিক সকল) তোমালোকে বিষ্ণুৰ কৰ্ম্মবিলাক চোৱাঁ। বিষ্ণুৰ অনুগ্ৰহত সকলো (অগ্নি-হোত্ৰ, ব্ৰত আদি) কৰ্ম্ম পালন হয়। এওঁ ইন্দ্ৰৰ উপযুক্ত সখা ॥ ১৯ ॥ সেই বিষ্ণুৰ পৰম পদ বিদ্বান সকলে আকাশত চকুৰে মনিব পৰা পৰ্য্যন্ত দেখা পাই ॥ ২০ ॥ সজাগ হৈ থকা মেধাবী বিশেষ স্তোতা সকলে সেই বিষ্ণুৰ পৰম পদ সদায় প্ৰদীপ্ত কৰে ॥ ২১ ॥

## ২৩ সূক্ত—ঋ ২৪।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—১-১৮ গায়ত্ৰী; ১৯ পুৰউষ্ণীক; ২০/২২-২৪ অনুষ্টুপ; ২১ প্ৰতিষ্ঠা। দেবতা—১ বায়ু; ২/৩ ইন্দ্ৰবায়ু; ৪-৬ মিত্ৰাবৰুণ; ৭-৯ ইন্দ্ৰমৰুত; ১০-১২ বিশ্বেদেবা; ১৩-১৫ পুষা; ১৬-২৩½ আপ (পানী); ২৩½—২৪ অগ্নি।

হে বায়ু, এয়া চোকা (গাখীৰ, দৈ আদি) মিহলোৱা সোমৰস (উত্তৰ বেদীত) ৰখা হৈছে—তুমি আহি পান কৰা ॥ ১ ॥ আকাশ লঙ্ঘা ইন্দ্ৰ আৰু বায়ু, দুয়োজন দেবতাকে আমি সোম পান কৰিবলৈ আহ্বান কৰিছোঁ ॥ ২ ॥ মেধাবী ঋত্বিক সকলে ৰক্ষণৰ কাৰণে মনৰ দৰে বেগৱন্ত সহস্ৰ চকু থকা কৰ্ম্মৰ পালক ইন্দ্ৰ আৰু বায়ুক আহ্বান কৰিছে ॥ ৩ ॥ যজ্ঞ স্থানত আবিৰ্ভাব হোৱা শুদ্ধবলী, মিত্ৰ আৰু বৰুণ দুয়োকে আমি সোম পান কৰিবলৈ আহ্বান কৰিছোঁ ॥ ৪ ॥ ঋতৰে (নিয়মেৰে) যি ঋতক (যজ্ঞক) বৰ্দ্ধন কৰে, যি ঋত (যজ্ঞ) ৰূপী জ্যোতি প্ৰকাশ কৰে, সেই মিত্ৰ আৰু বৰুণক মই আহ্বাণ কৰিছোঁ ॥ ৫ ॥ বৰুণ আমাৰ পৰম ৰক্ষক হওক, মিত্ৰইও আমাক সকলো ৰক্ষণেৰে সহায় কৰা হওক। দুয়ো আমাক ধনী কৰক ॥ ৬ ॥ মৰুত সকল যুক্ত ইন্দ্ৰক আমি সোম পান কৰিবলৈ আহ্বান কৰিছোঁ। মৰুত সকলৰে সৈতে সোম পান কৰি ইন্দ্ৰতৃপ্ত হওক ॥ ৭ ॥ হে দেবতা মৰুত সকল, ইন্দ্ৰ যাৰ জ্যেষ্ঠ, ধন দাতা পূষা, সকলো দেবতাই আমাৰ আহ্বান শুনা ॥ ৮ ॥ হে দান শীল মৰুৎগন, বলবান ইন্দ্ৰৰ সৈতে শত্ৰু বধ কৰাঁ। সেই দুৰাশয় শত্ৰুৱে আমাৰ ওপৰত প্ৰভুত্ব নকৰক ॥ ৯ ॥ অতি উগ্ৰ, পৃশ্নিৰ পুত্ৰ মৰুত দেবতা সকলক আৰু সকলো দেবতাকে আমি সোম পান কৰিবলৈ আহ্বান কৰিছোঁ ॥ ১০ ॥ যেতিয়া ভাল যজ্ঞ পাই তেতিয়া বিজয়ী সেনাৰ দৰে গৰ্ব্বত ভয়লগা চিঞৰ মাৰি নেতা মৰুত সকল আহে ॥ ১১ ॥ দীপ্তিকৰ বিজুলীমালাৰ পৰা উৎপন্ন হোৱা মৰুৎগনে আমাক ৰক্ষা কৰক আৰু সুখী কৰক ॥ ১২ ॥ হে দীপ্তিমান, গমনশীল পূষা, পশু হেৰালে যেনেকৈ মানুহে হাবিৰ পৰা বিচাৰি আনে তেনেকৈ স্বৰ্গৰ পৰা বিচিত্ৰ কুশ যুক্ত যজ্ঞৰ ধাৰক সোম আমালৈ আনা ॥ ১৩ ॥ দীপ্তিশীল পূষাই গুহাত লুকাই থকাই থকা বিচিত্ৰ কুশ যুক্ত আৰু দীপ্যমান সোমৰস লাভ কৰিলে ॥ ১৪ ॥ আকৌ (পুনঃ) সেই পূষাই আমাৰ কাৰণে ছয় ঋতুত ক্ৰমান্বয়ে সোম ৰস আনে যেনেকৈ যব খেতি কৰিবলৈ কৃষকে

বহুবি গৰুৰে হাল বায় ॥ ১৫ ॥ (আমাক) যজ্ঞকামী সকলক ভেঁওবিলাকে যজ্ঞৰ বাটেদি মাতৃ সদৃশ পানী যোৱাই দিছে। সেই পানী যজ্ঞৰ বাটেদি আমাৰ হিতকাৰিনী বান্ধৱী। গাইগৰু বিলাকৰ গাত (সেই পানীয়ে) মধুৰ (ৰস) গাখীৰ সঞ্চাৰ কৰি দিছে ॥ ১৬ ॥ যি জলৰাশি সূৰ্য্যৰ ওচৰত আছে বা সূৰ্য্য যি জলৰাশিৰ সৈতে আছে, সেই জলৰাশিয়ে আমাৰ যজ্ঞ প্ৰীতিকৰ কৰক ॥ ১৭ ॥ যি জল আমাৰ গৰু বিলাকে পান কৰে সেই জলদেৱীক মই আহ্বান কৰোঁ। বৈ যোৱা নৈৰ পানী বিলাকক আমাৰ হব্য দান কৰা কৰ্ত্তব্য ॥ ১৮ ॥ জলৰ মাজত অমৃত থাকে, ঔষধ থাকে। সেই জলক স্তুতি কৰিবলৈ ঋত্বিক সকলে খৰ কৰক ॥ ১৯ ॥ সোম দেৱতাই মোক কৈছিল যে সকলো ঔষধ পানীত আছে। সৰ্ব্ব সুখকৰ অগ্নিও পানীত আছে ॥ ২০ ॥ হে জল, আমাৰ শৰীৰৰ কাৰণে ৰোগ নিবাৰক ঔষধেৰে পৰিপুষ্ট কৰা। আমি যেন নিৰোগী হৈ সদায় সূৰ্য্য দেখিবলৈ পাওঁ ॥ ২১ ॥ হে জল, মই অজ্ঞানত যি বেয়া কাম কৰিলোঁ, অথবা জানিও বেয়া কাম কৰিলোঁ বা সাধুজনক যি দ্ৰোহ কৰিলো আৰু অভিশাপ কৰিলোঁ বা মিছা কথা কৈছিলোঁ সেই সকলো অপৰাধ মাৰ্জ্জনা কৰা ॥ ২২ ॥ হে জল, আজি দিনত মই পানীত নামি ভালকৈ তিতিছোঁ। হে অগ্নি, তুমি জলত আছাঁ কাৰণে মোৰ গা ধোৱা অৱস্থালৈ আহিঁ মোক গৰম লগাই দিয়া ॥ ২৩ ॥ হে অগ্নি মোক তেজস্বী কৰা; সন্তান-সন্ততি দিয়া, আয়ুষ্মান কৰা। ইন্দ্ৰই ঋষি সকলৰে সৈতে মোৰ যজ্ঞানুষ্ঠান (হৈছে বুলি) জানক ॥ ২৪ ॥

## ২৪ সূক্ত—ঋ ১৫।

ঋষি—অজিগৰ্ত্তৰ পুত্ৰ শুনঃশেপ। ছন্দ—ত্ৰিষ্টুভ; ৩-৫ গায়ত্ৰী। দেৱতা—১ ক=প্ৰজাপতি; ২ অগ্নি; ৩-৫ সবিতা; ৫ ভগ বা সবিতা; ৬-১৫ বৰুণ।

(শুনঃশেপক যূপত বন্ধাৰ পাচত কোন দেৱতাৰ স্তুতি কৰিলে মুক্তি পাব? প্ৰজাপতিক স্তুতি কৰি শুধিছে) অমৰ দেৱতা সকলৰ মাজৰ কোন জন দেৱতাৰ শুভ নাম উচ্চাৰণ কৰিম? কোন দেৱতাই এই মৰিবলৈ ধৰা মোক এই মহতী পৃথিৱীত মুক্তি দান কৰিব? আৰু মই পিতৃ মাতৃক পুনৰ দেখিবলৈ পাম? ॥ ১ ॥ (প্ৰজাপতিয়ে অগ্নিক স্তুতি কৰিবলৈ কলে) অমৰ সকলৰ প্ৰথম দেৱৰ অগ্নিৰ শুভ নাম উচ্চাৰণ কৰিছোঁ। তেওঁ মোক মহতী পৃথিৱীত পুনৰ মুক্ত কৰিব আৰু মই যেন পিতৃ মাতৃক দেখিবলৈ পাওঁ ॥ ২ ॥ (অগ্নিয়ে সবিতাক স্তুতি কৰিবলৈ কলে) হে সদায় ৰক্ষা কৰা দেৱতা সবিতা, তুমি বৰণীয় ধনৰ গৰাকী, তোমাৰ ওচৰত বৰণীয় ধন কামনা কৰোঁ ॥ ৩ ॥ হে সবিতা দেৱতা তুমি যি প্ৰশংসিত, অনিন্দিত, বিদ্বেষহীন, ভজনীয় ধন সদায় হাতত ধাৰণ কৰা, আমি তাকেই কামনা কৰোঁ ॥ ৪ ॥ হে সবিতা দেৱতা তুমি ঐশ্বৰ্য্য সম্পন্ন ধন যুক্ত। তোমাৰ দ্বাৰা ৰক্ষিত হলে পূজ্য ধনৰ উৎকৰ্ষ কৰি ধনী ৰূপে প্ৰসিদ্ধ হব পাৰিম ॥ ৫ ॥ (সবিতাই কোৱাত বৰুণক স্তুতি কৰিছে) হে বৰুণ দেৱতা, এই আকাশত উৰি ফুৰা চৰাইবোৰে তোমাৰ দৰে বলবান, পৰাক্ৰমী, আৰু খং থকা হব পৰা নাই। খৰতৰ চকুৰ টীপ নমৰাকৈ যোৱা সোঁত থকা পানী আৰু বায়ুৱে তোমাৰ বেগ অতিক্ৰম কৰিব নোৱাৰে ॥ ৬ ॥ বিশুদ্ধ বল-যুক্ত ৰজা বৰুণে (আগ) গুৰি নাইকিয়া অন্তৰীক্ষত থাকি তেজঃপুঞ্জৰে ওপৰত ধাৰণ কৰি থাকে। তাৰ ৰশ্মি তলমুখ হলেও মূল ওপৰলৈ থাকে। আমাৰ অন্তৰত সেই প্ৰাণ সমূহ দৃঢ়কৈ নিহিত হওক ॥ ৭ ॥ ৰজা বৰুণে উদয় আৰু অস্ত হোৱা সূৰ্য্যৰ বাট বহল কৰিলে। বাট নথকা অন্তৰীক্ষত ভৰি দিবলৈ বাট বান্ধি দিলে। তেৱেঁই মোৰ হৃদয়ৰ বিদাৰক শত্ৰুৰ ধ্বংসকাৰী হওক। (২য় অৰ্দ্ধ এনেকৈও হব পাৰে—যূপত বন্ধা ভৰিৰে চলিব নোৱাৰা মোৰ মাটিত ভৰি দিবলৈ বন্ধন মোচন কৰিবলৈ উপায় কৰক) ॥ ৮ ॥ হে ৰজা বৰুণ, শত-সহস্ৰ ৰোগ নিবাৰক ঔষধ তোমাৰ আছে। আমাৰ প্ৰতি তোমাৰ সুমতি বহুত হওক। (আমাৰ অনিষ্টকাৰী) নিৰ্ঋতিক পৰাঙ্মুখ কৰি অতি দূৰত ৰাখা। আমি কৰা পাপ মোৰৰ পৰা আমাক সোনকালে মুক্ত কৰা ॥ ৯ ॥ এই যে সপ্তৰ্ষি মণ্ডল ওপৰত নিহিত আছে আৰু ৰাতি দেখা যায় ই দিনত কলৈ যায়? ৰজা বৰুণৰ কৰ্ম্মবিলাক হিংসাহীন, চন্দ্ৰই ৰাতি বিশেষকৈ পোহৰ কৰে ॥ ১০ ॥ হে বৰুণ দেৱতা, (মুমূৰ্ষু-মৰিবলৈ ধৰা) মই স্তোত্ৰেৰে বন্দনা কৰি সেই আয়ুস বাঞ্ছা কৰিছোঁ যি আয়ুস

যজমান সকলে হবিৰ দ্বাৰা প্ৰাৰ্থনা কৰে। ইয়াত খং নকৰি মোৰ প্ৰাৰ্থনালৈ কৰ্ণপাত কৰাঁ। হে বহুতৰ স্তুতা বৰুণ দেৱতা মোৰ পৰমায়ু ক্ষীণ নকৰিবাঁ। ॥ ১১ ॥ এই বৰুণৰ বিষয় স্তোত্ৰ বিলাক মোক কৰ্ত্তব্য জনা সকলে ৰাতিয়ে দিনে গোৱাইছে। মোৰ বুদ্ধিয়েও এনেকৈয়ে প্ৰকাশ কৰিছে। মই যি ৰজা বৰুণক আহ্বান কৰিছোঁ তেওঁ যেন বন্ধনৰ পৰা মুক্ত কৰি দিয়ে ॥ ১২ ॥ বন্ধনৰ বাবে আন তিনি দাল যুপ কাঠত বন্ধা শুণঃশেপে অদিতিৰ পুত্ৰ বৰুণক এই দৰে আহ্বান কৰিছিল যে সেই বিদ্বান, হিংসাহীন ৰজা বৰুণে পাশ মুক্ত কৰক ॥ ১৩ ॥ হে বৰুণ দেৱতা, নমস্কাৰেৰে আৰু পূজ্য হব্যেৰে তোমাৰ খং নিয়াওঁ। হে অসুৰ (দেৱতা), অনিষ্ট দূৰ কৰা, প্ৰজ্ঞ দীপ্যমান বৰুণ দেৱতা, এই যজ্ঞত থাকি মোৰ পাপ আঁতৰ কৰি দিয়া ॥ ১৪ ॥ হে বৰুণ দেৱতা, মোৰ মূৰৰ উত্তম পাশ ওপৰেদি খুলি দিয়া। মোৰ ভৰিত লগোৱা অধম পাশ তলেদি খুলি দিয়া। মোৰ নাভিত দিয়া মধ্যম পাশ খুলি দিয়া। হে অদিতিৰ পুত্ৰ বৰুণ, তোমাৰ ব্ৰত খণ্ডন নকৰি মই অপৰাধ হীন হৈ থাকিম ॥ ১৫ ॥

## ২৫ সূক্ত—ঋ ২১।

ঋষি—অজিগৰ্ত্তৰ পুত্ৰ শুণঃশেপ। ছন্দ-গায়ত্ৰী। দেৱতা -বৰুণ।

যেনেকৈ মানুহে ভ্ৰম কৰে, তেনেকৈময়ো কেতিয়াবা তোমাৰ বিষয় দিনো ভুল কৰোঁ ॥ ১ ॥ অনাদৰকাৰী আৰু হনন শীল হৈ মোক বধ নকৰিবাঁ। খং তুলি লৈ আমাক খং নকৰিবাঁ ॥ ২ ॥ ৰথীয়ে যেনেকৈ শ্ৰান্ত ঘোঁৰাক ঠাঁই বণ দি সন্তুষ্ট কৰে সেইদৰে মোৰ সুখৰ কাৰণে তোমাৰ মন স্তুতিৰে সন্তোষ কৰিছোঁ। ॥ ৩ ॥ হে বৰুণ দেৱতা, চৰায়ে যেনেকৈ নিজৰ বাহলৈ খৰকৈ গতি কৰে তেনেকৈ মোৰ ক্ৰোধহীন বুদ্ধি বিলাক ধনবান জীৱন পাবলৈ খৰকৈ গৈছে ॥ ৪ ॥ বলী, নায়ক, আৰু বহু জনৰ দৰ্শক বৰুণ দেৱতাক আমি সুখ লাভৰ কাৰণে এই যজ্ঞলৈ কেতিয়া আনিব পাৰিম? ॥ ৫ ॥ কৰ্ম্ম অনুষ্ঠান কৰা হব্য দাতা যজমানৰ প্ৰতি সন্তোষ হৈ তেওঁ বৰুণে এয়া সাধাৰণ হবি গ্ৰহণ কৰিছে, অগ্ৰাহ্য কৰা নাই। ৬ ॥ যি আকাশত উৰা চৰাইৰ বাট জানে, আৰু সমুদ্ৰত যোৱা নাৱৰ গতিৰ বাট জানে (সেই বৰুণে মোক মুক্ত কৰক) ॥ ৭ ॥ যি জন ধৃতব্ৰত, প্ৰজা উৎপাদক, যি বাৰমাহ আৰু মলমাস জানে, ॥ ৮ ॥ যি বিস্তীৰ্ণ, দৰ্শনীয়, আৰু বৃহৎ বায়ুৰ গতি জানে আৰু যি দেৱতা সকলৰ ওপৰত বাস কৰা কথা জানে, ॥ ৯ ॥ (সেই) ধৃতব্ৰত আৰু ভাল কামকৰা বৰুণ দেৱতা সকলৰ মাজত সাম্ৰাজ্য সিদ্ধিৰ কাৰণে বহিছে ॥ ১০ ॥ বৰুণৰ দ্বাৰা যি বিলাক অদ্ভুত ঘটনা পূৰ্ব্বত সম্পাদিত হৈছিল আৰু আগলৈ হব সেই সকলো বিলাক জ্ঞানী সকলে দেখে ॥ ১১ ॥ সেই সুপ্ৰজ্ঞ অদিতিৰ পুত্ৰ বৰুণে আমাক সদায় সুপথগামী কৰক আৰু আয়ুস বৃদ্ধি কৰক ॥ ১২ ॥ সোণৰ কৱচ পিন্ধি বৰুণে হৃষ্টপুষ্ট শৰীৰ ঢাকি ৰাখে। তাৰ পৰা সোণময় ৰশ্মি বিলাক কেউফালে বিকিৰণ হয় ॥ ১৩ ॥ শত্ৰুবোৰে ভয় খাই বৰুণৰ প্ৰতি শত্ৰুতা ত্যাগ কৰে। প্ৰাণীক যাতনা দিয়া বিলাকে বৰুণক পীড়া কৰিব নোৱাৰে। পাপী বিলাকে তেওঁৰ প্ৰতি পাপ আচৰণ কৰিব নোৱাৰে ॥ ১৪ ॥ বৰুণে মানুহৰ পেট পুৰাবৰ কাৰণে যি অন্ন সৃষ্টি কৰিছে, সি আমাৰ কাৰণে যথেষ্ট ॥ ১৫ ॥ বহুতে দেখা বৰুণলৈ, জাকৰ মাজলৈ যেনেকৈ লেঠেৰি নিছিগাকৈ গৰু বিলাক যায়, সেই দৰে মোৰ বুদ্ধি বিলাক অনবৰত বৰুণৰ ফালে ঢাল খাইছে ॥ ১৬ ॥ হে বৰুণ, মোৰ মধুৰ হবি সম্পাদিত হৈছে। তুমি সেই হবি খাই তৃপ্ত হোৱাঁ। মই জীৱিত হৈ পুনৰ কথা বতৰা হম ॥ ১৭ ॥ সকলোৱে দেখা বৰুণক মই দেখিছোঁ। মাটিৰ ওপৰত তেওঁৰ ৰথ মই ভালকৈ দেখিছোঁ। মোৰ স্তুতিও গ্ৰহণ কৰিছে ॥ ১৮ ॥ হে বৰুণ, তোমাৰ ৰক্ষণ প্ৰাৰ্থী হৈ মই তোমাৰ ফালে স্তুতি কৰিছোঁ। মোৰ অহ্বান শুনা আৰু মোক সুখী কৰাঁ ॥ ১৯ ॥ হে মেধাবী বৰুণ, দ্যুলোকত আৰু ভূলোকত সকলোতে তুমি বিৰাজ কৰি আছাঁ। মোক ৰক্ষা কৰিবলৈ মোৰ স্তুতি শুনা ॥ ২০ ॥ মই জীয়াই থাকিবলৈ, হে বৰুণ, তুমি মোৰ মূৰত থকা উত্তম পাশ মোচন কৰাঁ, মধ্যম পাশ মুক্তা কৰা আৰু অধম পাশ মুক্ত কৰাঁ ॥ ২১ ॥

## ২৬ সূক্ত—ঋ ১০।

ঋষি—অজিগৰ্ত্তৰ পুত্ৰ শুণঃশেপ। ছন্দ-গায়ত্ৰী। দেৱতা-অগ্নি।

(বৰুণ দেৱতাই কোৱা মতে শুণঃশেপে দুটা সূক্তত অগ্নিক স্তুতি কৰিছে)।

হে যজ্ঞৰ যোগ্য, অন্নৰ পালক অগ্নি, নিজ তেজেৰে তুমি আচ্ছাদিত হোৱাঁ আৰু আমাৰ যজ্ঞ সম্পাদন কৰ'া ॥১॥ সদায় অতি ডেকা মাননীয় অগ্নি তুমি হোতা হৈ, দীপ্ত বাক্যেৰে স্তুত হৈ আমাৰ যজ্ঞ সম্পন্ন কৰ'া ॥২॥ যেনেকৈ বন্ধুৱে প্ৰিয় বন্ধুক অথবা সখাই সখাক সদায় (বস্তু) দিয়ে সেইদৰে হে মাননীয় অগ্নি, পিতৃ স্থানীয় তুমি পুত্ৰ স্থানীয় মোৰ অভীষ্ট সিদ্ধি কৰ'া ॥৩॥ হে অগ্নি, শত্ৰুক খাই পেলোৱা তোমাৰ বন্ধু বৰুণ, মিত্ৰ আৰু অৰ্য্যমাই, প্ৰজাপতি মনুৰ যজ্ঞত যেনেকৈ বহিছিল তেনেকৈ এই যজ্ঞত কুশত বহক ॥ ৪ ॥ হে হোতা অগ্নি, তুমি আমাতকৈ আগতে উৎপন্ন। আমাৰ যজ্ঞ আৰু বন্ধুত্ব সিদ্ধি কৰিবলৈ তুমি হৃষ্ট হৈ স্তুতিবাক্য শুনা ॥৫॥ হে অগ্নি, যদিও সদায় চলি থকা বিস্তৃত যজ্ঞত সকলো দেৱতাকে আমি যজন কৰে'া, যজ্ঞত দেৱতাক দিয়া সেই হবি তোমাতেই দিয়া হয় ॥৬॥ হে প্ৰজাৰ পালক, হোতা, আনন্দময়, মাননীয় অগ্নি (তুমি) আমাৰ প্ৰিয় দেৱতা। আমিও ভাল অগ্নি যুক্ত হৈ তোমাৰ প্ৰিয় হম ॥৭॥ শোভনীয় অগ্নি যুক্ত দেৱতা সকলে আমালৈ মানবীয় হবি ধাৰণ কৰিছে। সেইবাবে আমিও ভাল অগ্নিযুক্ত হৈ তোমাক বাঞ্ছা কৰিছোঁ ॥৮॥ হে অমৰ অগ্নি, কৰ্ম্মানুষ্ঠান হোৱাৰ পাচত আমি মৰণ ধৰ্ম্মীৰ সৈতে পৰস্পৰ প্ৰশংসা বাক্যৰ প্ৰচাৰ হওক ॥৯॥ হে বলৰ পুত্ৰ অগ্নি, (আহৱনীয়াদি) সকলো অগ্নিৰে যুক্ত হৈ তুমি আমাৰ যজ্ঞ আৰু স্তৱ গ্ৰহণ কৰি আমাক অন্ন দান কৰ'া ॥১০॥

২৭ সূক্ত—ঋ ১৩।

ঋষি আৰু ছন্দ ২৫ সূক্তৰ দৰে। ১৩ ত্ৰিষ্টুভ। দেৱতা—অগ্নি।

যজ্ঞৰ সম্ৰাট ৰূপ তুমি অগ্নিক স্তুতিৰে বন্দনা কৰিবলৈ প্ৰবৃত্ত হৈছে'া। নেজৰ নোম থকা ঘে'াৰাৰ দৰে (যেনেকৈ নেজেৰে ঘে'াৰাই মাখি খেদায়—তেনেকৈ) তুমি বিঘিনি খেদোৱ'া ॥১॥ হে বলৰ পুত্ৰ মহৎ গমনৰ অগ্নি, আমাৰ সুসেব্য হোৱা, আমাৰ কামবৰ্ষী হোৱ'া ॥২॥ হে ব্যাপ্ত হৈ যোৱা অগ্নি, তুমি দূৰৈৰ আৰু ওচৰৰ ঠাইৰ পাপাচাৰী মানুহৰ পৰা সদায় আমাক ৰক্ষা কৰিব'া ॥৩॥

হে অগ্নি, তুমি আমাৰ সন্মুখত হোৱা হবি দানৰ (যজ্ঞৰ) আৰু নতুন গায়ত্ৰী ছন্দৰে গোৱা স্তোত্ৰৰ কথা দেৱতা সকলৰ আগত কোৱাঁ ॥৪॥ হে অগ্নি, আমালোকক দ্যুলোকৰ পৰম অন্ন অন্তৰীক্ষৰ মধ্যম অন্ন আৰু ভূলোকৰ ওচৰত থকা ধন দিয়'া ॥৫॥ হে চিত্ৰভানু, যেনেকৈ নৈয়ে পাৰৰ ওচৰৰ উৰ্ম্মিমালা সৃষ্টি কৰে তেনেকৈ তুমি হবি দাতাক সদ্য কৰ্ম্মফল বিধান কৰি (বিশিষ্ট ধন পোৱাই দিয়'া) ॥৬॥ হে অগ্নি, তুমি যুদ্ধত যি মৰ্ত্ত্যক ৰক্ষা কৰ'া আৰু যি পুৰুষক যুদ্ধলৈ পথিওৱা, তেওঁ সদায় অন্ন লাভ কৰিবলৈ সমৰ্থ হয় ৭॥ হে শত্ৰুজয়ী অগ্নি, তোমাৰ ভক্তক কোনো আক্ৰমণ কৰে'াতা নাই, কাৰণ তেওঁৰ বিখ্যাত বল আছে ॥৮॥ অগ্নি সকলো মানুহৰ পূজ্য। তেওঁ অশ্ববলেৰে আমাক যুদ্ধত জয়ী কৰক। মেধাবী (ঋত্বিক) সকলৰ স্তৱত সন্তুষ্ট হৈ তেওঁ (এই যজ্ঞৰ) ফল দাতা হওক ॥৯॥ স্তুতিৰ দ্বাৰা জাগৃত হোৱা হে অগ্নি, বেলেগ বেলেগ যজমানক (অনুগ্ৰহ কৰিবলৈ আৰু) যজ্ঞ সিদ্ধ কৰিবলৈ তুমি যজ্ঞত প্ৰবেশ কৰ'া। তুমি ৰুদ্ৰ বুলি তোমাক উচিত স্তৱ কৰে ॥১০॥ অগ্নি মহৎ, জোখ কৰিব নোৱাৰা, বহুত দীপ্তি যুক্ত আৰু ধূমকেতু (ধোঁৱা নিচান যাৰ)। সেই অগ্নি আমাৰ যজ্ঞত অন্নেৰে প্ৰসন্ন হওক ॥১১॥ যেনেকৈ ধনী ৰজাই (বন্দিৰ স্তুতি শুনে) সেইদৰে প্ৰজাৰ পালক, দেৱতাৰ হোতা, দেৱতাৰ জ্ঞাপক বৃহৎভানু অগ্নিয়ে আমাৰ স্তোত্ৰ শুনক ॥১২॥ (শুনঃশেপে অগ্নিৰ অনুমতিত বিশ্বদেৱ সকলক স্তুতি কৰিছে) মই মহৎ দেৱতাসকলক নমস্কাৰ কৰিছোঁ। মই শিশু দেৱতা সকলক নমস্কাৰ কৰিছে'া। মই ডেকা দেৱতা সকলক নমস্কাৰ কৰিছোঁ। মই বুঢ়া দেৱতা সকলক নমস্কাৰ কৰিছোঁ। যদি মই কেতিয়াবা ধন বস্ত্ৰাদি পাবলৈ সমৰ্থ হওঁ তেতিয়া নিশ্চয় দেৱতা সকলক যজন কৰিম। হে দেৱতা সকল মই যেন জ্যেষ্ঠ দেৱতাৰ স্তোত্ৰ ত্যাগ নকৰোঁ ॥১৩॥

২৮ সূক্ত—ঋ ৯।

ঋষি—অজিগৰ্ত্তৰ পুত্ৰ শুনঃশেপ। ছন্দ—১-৬ অনুষ্টুভ, ৭-৯ গায়ত্ৰী। দেৱতা ১-৪ ইন্দ্ৰ, ৫-৬

উলূখল (উড়াল), ৭-৮ উলূখল আৰু মুষল (উড়াল আৰু উড়াল মাৰি=খুন্দা মাৰি.) ৯ হৰিশ্চন্দ্ৰ, চৰ্ম্ম বা সোম।

হে ইন্দ্ৰ, যি যজ্ঞকৰ্ম্মত সোম চেপিবলৈ গুৰি শকত শিল তোলা হয় সেই উড়ালত চেপা সোমৰস নিজৰ বুলি পান কৰা ॥১॥ হে ইন্দ্ৰ, যি যজ্ঞত উৰু দুটাৰ দৰে সোম চেপা শিল দুটা মেল খায় সেই…… ১ ঋকৰ দৰে ॥২॥ হে ইন্দ্ৰ, যি যজ্ঞত পত্নীয়ে যজ্ঞস্থানত প্ৰবেশ আৰু বহিৰ্গমণ শিক্ষা কৰে সেই………১ ঋকৰ দৰে ॥৩॥ হে ইন্দ্ৰ, ঘোঁৰাৰ লেকামৰ দৰে টান বচিৰে যি যজ্ঞত মন্থন কৰা শিল দুটা বন্ধা হয় সেই যজ্ঞত ………১ ঋকৰ দৰে ॥৪॥ হে উলূখল, যদিও তোমাক ঘৰে ঘৰে ব্যৱহাৰ কৰে তথাপি এই যজ্ঞত তুমি যুদ্ধ জয় কৰা বজাৰ জয়ঢোলৰ দৰে ডাঙৰ শব্দ কৰাঁ ॥৫॥ হে বৃক্ষ, (উলূখলৰূপ) তোমাৰ মুখত তীব্ৰ শিলৰ খুন্দাত বায়ু বলিছে। হে উলূখল, ইন্দ্ৰৰ পাণৰ কাৰণে সোমৰস খুন্দা। (হে উলূখলমূষল দুটা) তোমালোকে যজ্ঞ কৰাত বহুত অন্ন দিয়া। যেনেকৈ ইন্দ্ৰৰ ঘোঁৰা দুটাই মাহ চোবায় সেইদৰে তোমালোকে ডাঙৰ শব্দ কৰি পুনঃ পুনঃ বং কৰাঁ ॥৭॥ হে (বনস্পতি) কাঠ দুড়াল, সুদৰ্শন চেপা যন্ত্ৰৰে আজি ইন্দ্ৰৰ কাৰণে সুমধুৰ সোমৰস উলিওঁৱা ॥৮॥ (হে ঋত্বিক) সোম চেপা (শিল) দুফালৰ পৰা বাকি থকা (নেচেপা) সোম খিনি আনি গাড়ীৰ ওপৰত থোৱা। চেপা খিনি চাকনিত থোৱা ॥৯॥

২৯ সূক্ত—ঋ ৭।

ঋষি–অজিগৰ্ত্তৰ পুত্ৰ শুণঃশেপ। ছন্দ-পংক্তি। দেৱতা-ইন্দ্ৰ।

(বিশ্বদেৱ সকলে আজ্ঞা কৰাত ২৩ টা ঋকেৰে (২৯ সূক্ত আৰু ৩০ সূক্তৰ ১৬ টা) ইন্দ্ৰক স্তুতি কৰিছে) হে সত্যবাদী সোমপান কৰা ইন্দ্ৰ, যদিও আমি প্ৰশংসাৰ যোগ্য নহওঁ তথাপি হে বহুত ধনশালী দেৱতা ইন্দ্ৰ, আমাৰ অযোগ্যতা মন নকৰি আমাক হেজাৰ হেজাৰ ধুনীয়া গাইগৰু আৰু ঘোঁৰা দিয়া ॥১॥ হে শক্তিমন্ত, ধুনীয়া মুখৰ, অন্নৰ পালক ইন্দ্ৰ, তোমাৰ অনুগ্ৰহ কাম সদায় আছে। হে বহুত………১ ঋকৰ দৰে ॥২॥ যি দুটা যমদূত দেখা-দেখি হৈ একেলগে থাকে সিহঁতক শুৱায় দিয়া। মোহত অচেতন হওক। হে বহুত………১ ঋকৰ দৰে ॥৩॥ হে বলী ইন্দ্ৰ, আমি নেদেখা অমিত্ৰ বিলাকক নিদ্ৰামগ্ন কৰা। হে বীৰ, গমনশীল বন্ধু বিলাকক জাগ্ৰত কৰি ৰাখাঁ। হে বহুত ……… ১ ঋকৰ দৰে ॥৪॥ হে ইন্দ্ৰ, যি শত্ৰুৱে গাধৰ দৰে গুনিবলৈ বেয়া (কৰ্কশ) মাত মাতে সেইবিলাক নাইকিয়া কৰা। হে বহুত………১ ঋকৰ দৰে ॥৫॥ প্ৰতিকূল বায়ু কুটিল গতিৰে গৈ হাবিতকৈও দূৰলৈ আঁতৰক। হে বহুত…… …১ ঋকৰ দৰে ॥৬॥ (হে ইন্দ্ৰ) আমাৰ আক্ৰোহকাৰী সকলো মানুহক আৰু হিংসা কৰা সকলো শত্ৰুক নাশ কৰা। হে বহুত……… ১ ঋকৰ দৰে ॥৭॥

৩০ সূক্ত—ঋ ২২।

ঋষি—অজিগৰ্ত্তৰ পুত্ৰ শুণঃশেপ। ছন্দ-গায়ত্ৰী, ১১ পাদ নিচৃৎ, ১৬ ত্ৰিষ্টুভ্। দেৱতা ১-১৬ ইন্দ্ৰ, ১৭-১৯ অশ্বিনী দুজন, ২০-২২ উষা।

(হে ঋত্বিক সকল) অন্নকামী মানুহে যেনেকৈ (=নাদৰ নিচিনা পাত্ৰত) পানী ভৰাই, সেই দৰে অন্নকামী আমি শতক্ৰতু, বৃহৎ ইন্দ্ৰ দেৱতাক সোমৰসেৰে পৰিপূৰ্ণ কৰো ॥১॥ যেনেকৈ পানী নিজেই দ ঠাইলৈ যায় বিশুদ্ধ (দৈ আদিৰ লগত) মিহলোৱা সহস্ৰ (কলহ) সোমৰসৰ ওচৰলৈ ইন্দ্ৰ আহক ॥২॥ এই সোমৰস বলবান ইন্দ্ৰৰ হৰ্ষৰ কাৰণে একত্ৰিত হৈ সমুদ্ৰৰ মাজত পানী ব্যাপ্ত হৈ থকা দৰে ইন্দ্ৰৰ পেট (ইয়াৰে) পূৰ্ণ হৈ থাকে ॥৩॥ এয়া সোমৰস (হে ইন্দ্ৰ) তোমাৰ কাৰণে ৰখা হৈছে। পাৰ চৰায়ে যেনেকৈ গৰ্ভধাৰিণী পাৰজনীক গ্ৰহণ কৰে সেই দৰে তুমি ইয়াক সতভাৱে সৈতে গ্ৰহণ কৰা (আৰু আমাৰ স্তুতি শুনা) ॥৪॥ হে ধনপতি, স্তোত্ৰেৰে ভজন কৰা বীৰ ইন্দ্ৰ, যেতিয়া আমাৰ স্তৱ এনে হয় তেতিয়া তোমাৰ বিভূতি প্ৰিয় আৰু সত্য হওক ॥৫॥ হে শতক্ৰতু, এই সংগ্ৰামত আমাক ৰক্ষা কৰিবলৈ উৎসুক হোৱা। অন্য কাৰ্য্যৰ বিষয় (তুমি আৰু আমি) লগ হৈ বিস্তৃত বিচাৰ কৰিম ॥৬॥ সকলো কামৰ আৰম্ভত আৰু সকলো কৰ্ম্মৰ অধিক সংগ্ৰামত অতি বলী ইন্দ্ৰক আমি সখাৰ

দৰে আহ্বান কৰোঁ। ॥ ৭ ॥ যদি ইন্দ্ৰই আমাৰ এই আহ্বান শুনে তেনেহলে তেওঁ সহস্ৰ পালন আৰু বহুত অন্নেৰে সৈতে আমাৰ ওচৰলৈ অৱশ্যে আহিব ॥ ৮ ॥ পূৰণি (স্বৰ্গৰূপ) ঠাইৰ পৰা বহুত যজমানৰ ওচৰলৈ অহা পুৰুষ ইন্দ্ৰক অনুক্ৰমে আহ্বান কৰিছোঁ।—যাক পূৰণি কালত আমাৰ পিতৃয়ে আহ্বান কৰিছিল ॥ ৯ ॥ হে সৰ্ব্ববৰণীয়, পুৰুহুত, প্ৰিয় সখা, নিবাসৰ হেতু ইন্দ্ৰ, স্তোতা সকলৰ অনুগ্ৰহৰ কাৰণে আমি তোমাক আহ্বান কৰিছোঁ ॥ ১০ ॥ হে সোমপান কৰা বজ্ৰধাৰী ইন্দ্ৰ, সোম পায়ী আমিও তোমাৰ সখা। দীঘল নাকৰ গাইগৰু বিলাক তোমাৰ কৃপাত সমৃদ্ধ হওক ॥ ১১ ॥ হে সোম-পায়ী, বজ্ৰধাৰী, (আমাৰ) প্ৰিয় সখা ইন্দ্ৰ, আমি অভীষ্ট সিদ্ধিৰ কাৰণে তোমাৰ অনুগ্ৰহ বিচাৰিছোঁ। (তোমাৰ প্ৰসাদত) আমাৰ অভীষ্ট সিদ্ধি হওক ॥ ১২ ॥ অন্নবস্ত্ৰ আমি যি (গৰুৰ পৰা) আনন্দ কৰোঁ, যুদ্ধত ইন্দ্ৰ হৰষিত হলে আমি সেই গৰু বিলাকেৰে গাখীৰ আদিৰে) সৈতে বহুত বল যুক্ত হম ।১৩ ॥ হে সাহসী ইন্দ্ৰ, যেনেকৈ ৰথৰ চক্ৰই অক্ষডালক পুনঃ পুনঃ ঘুৰাই আনে, সেই দৰেই তোমাৰ দৰে দেৱতাই আমাৰ প্ৰাৰ্থনাত তুষ্ট হৈ স্তোতা সকলৰ অভীষ্ট আনি দিয়ে ॥ ১৪ ॥ হৈ শতক্ৰতু ইন্দ্ৰ, যেনেকৈ ৰথৰ গতিয়ে অক্ষক ঘুৰাই আনে, সেই দৰে তুমি স্তোতা সকলৰ কাম্য ধন কামনা অনুসাৰে অৰ্পন কৰা ॥ ১৫ ॥ যি ঘোৰাঁ হুটাৰে সৈতে ইন্দ্ৰই সদায় শত্ৰুৰ ধন জয় কৰে, সেই ঘোঁৰা কেইটাই ঘাঁহ খোৱাৰ অন্তত তৃপ্তিৰে ওঠৰ শব্দ কৰে, মুখৰ হাঁহিৰে নাক বজাই উশাহ লয়। কৰ্ম্মী আৰু দানী ইন্দ্ৰই সেই (ঘোঁৰাই টনা) সোণৰ ৰথ আমাক ভোগ কৰিবলৈ দিছে ॥ ১৬ ॥ (ইন্দ্ৰৰ আজ্ঞাত শুনঃশেপে, অশ্বিনী দুজনক, স্তুতি কৰিছে) হে অশ্বিনী দুজন, বহুত ঘোঁৰাৰে পথিওৱা বহুত অন্নৰে সৈতে এই যজ্ঞলৈ আহা। হে দস্ৰা দুজন, আমাৰ ঘৰ গাইগৰু আৰু সোণেৰে পূৰ্ণ হওক ॥ ১৭ ॥ হে দস্ৰা, অশ্বিনী দুজন, তোমালোক দুয়োৰ বাবে শ্ৰেষ্ঠ ৰথ যোজনা কৰা হৈছে। সেই ৰথ অমৰণ, অপ্ৰতিহত গতিৰ আৰু অন্তৰীক্ষচাৰী ॥ ১৮ ॥ হে অশ্বিনী দুজন, তোমালোকৰ ৰথৰ এটা চকৰি বিনাশ নোহোৱা পৰ্ব্বতৰ টিঙত থৈছা। আৰু ইটো চকৰি আকাশৰ কেউফালে ঘুৰিছে ॥ ১৯ ॥ (অশ্বিনী দুজনে আজ্ঞা দিলত শুনঃশেপে উষাক স্তুতি কৰিছে আৰু বন্ধন মুক্ত হৈছে) হে স্তুতিপ্ৰিয়া, মৰণহীনা উষা দেৱী, কোন মানুহে তোমাক যথোচিত ভোগ দিয়াত সমৰ্থ হয়? হে বিভাৱৰী, তুমি কোন পুৰুষক পাবা ? ॥ ২০ ॥ হে ব্যাপ্ত, বিচিত্ৰবৰ্ণা, দীপ্যমানা উষা, আমি ওচৰ বা দূৰৈৰ পৰা তোমাৰ মহিমা বুজিবলৈ অসমৰ্থ ॥ ২১ ॥ হে উষা দেৱী, তুমি দ্যু দেৱতাৰ পুত্ৰী। আমাৰ যজ্ঞলৈ অন্নৰে সৈতে সোনকালে আহাঁ আৰু আমাক ধন দিয়াঁ ॥ ২২ ॥

৩১ সূক্ত—ঋক্ ১৮।

ঋষি—অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তূপ। ছন্দ জগতী, ৮।১৬।১৮ ত্ৰিষ্টুভ্। দেৱতা-অগ্নি।

হে অগ্নি, তুমি প্ৰথমে অঙ্গিৰস সকলৰ আদি ঋষি হৈছিলা। দেৱতা হৈ দেৱতা সকলৰ মঙ্গল দায়ক সখা হৈছিলা আৰু তোমাৰ শুভ কৰ্ম্মত মেধাৱী, কৰ্ম্মজ্ঞ, উজ্জ্বল অস্ত্ৰ ধাৰী মৰুত সকলক জন্ম দিছিলা ॥ ১ ॥ অঙ্গিৰস ঋষি সকলৰ মাজত অতি অঙ্গিৰা হৈ মেধাৱী দেৱতা অগ্নি তুমি সকলো মানুহৰ উপকাৰৰ কাৰণে বহুবিধ ৰূপ ধৰা। দেৱতাৰ যজ্ঞ বিলাকৰ শোভাকাৰী, মেধাবান, দুজনী মাকৰ তুমি মানুহৰ কল্যাণৰ কাৰণে বহুত ৰূপে (সকলো ঠাইতে) শুই থাকা। ॥ ২ ॥ হে অগ্নি, তুমি বায়ুৰ অগ্ৰবৰ্ত্তী। ভাল কাম কৰিবলৈ আকাঙ্ক্ষাত থকা পৰিচৰ্য্যাৰত যজমানৰ ওচৰত উপস্থিত হোৱা। তোমাৰ সামৰ্থ্য দেখি আকাশ আৰু পৃথিৱী কঁপি উঠে ॥ হোতা ৰূপে বৰণ হৈ যজ্ঞ ভাৰ বহন কৰা। হে নিবাস কৰাওঁতা, তুমি পূজ্য দেৱতা সকলৰ যজ্ঞ সম্পন্ন কৰা ॥ ৩ ॥ হে অগ্নি, তুমি মনুক দ্যুলোকৰ কথা কৈছিলা। বজা পুৰুৰবে তোমাক ভাল পৰিচৰ্য্যা কৰাত তুমি তেওঁক সুফল দিছিলা। যেতিয়া তোমাক পিতৃ অৰণীত মন্থন বেগাই কৰিলে, উৎপন্ন হোৱাত তেতিয়াই তোমাক প্ৰথমে (যজ্ঞবেদীৰ) পূব ফালে (আহৱনীয় অগ্নি ৰূপেৰে) স্থাপিত কৰিলে আৰু পাচত পশ্চিম ফালে (গাৰ্হপত্য অগ্নিৰূপে) স্থাপিত কৰিলে ॥ ৪ ॥ হে অভীষ্টবৰ্ষী, পুষ্টি বৰ্দ্ধক অগ্নি, যেতিয়া যজমানে স্ৰুচ্ তুলি লয় তেতিয়া তুমি শুনিব লগীয়া মন্ত্ৰেৰে স্তুতিমধুৰ হোৱা। যি যজমানে বষট্‌কাৰ মন্ত্ৰ উচ্চাৰণ কৰি আহুতি দিব জানে, তুমি প্ৰথমে তেওঁক আৰু পাচত তেওঁৰ অনুকূল প্ৰজা বিলাকক

পুৰস্কৃত কৰা ॥ ৫ ॥ হে বিশিষ্ট জ্ঞান যুক্ত অগ্নি, তুমি সৎমাৰ্গ ভ্ৰষ্ট মানুহক উদ্ধাৰ কৰি সৎকৰ্ম্মৰ যোগ্য কৰা। কেউকালে যুদ্ধ ব্যাপ্ত হলে তুমি (তোমাৰ ভক্তক) অলপ সংখ্যাৰ সৈনেৰে সবহ বয়সস্থ সৈন্যকো পৰাজিত কৰোৱা ॥ ৬ ॥ হে অগ্নি, তুমি তোমাৰ সেৱক মানুহক দিনে দিনে অন্নৰ কাৰণে উত্তম অমৰ পদত স্থান দিয়া। যি অভিজ্ঞ যজমানে উভয় দেৱতা আৰু মানুহৰ জন্ম লাভ কৰিবৰ অৰ্থে অতি তৃষ্ণা কৰে তাক তুমি বহুত সুখ আৰু অন্ন দিয়া ॥ ৭ ॥ হে অগ্নি, আমি ধন পাবলৈ স্তব কৰো। তুমি আমাক যশস্বী আৰু যজ্ঞ কৰোতা পুত্ৰ দিয়া। বেচিকৈ অন্ন আৰু যোগ্য পুত্ৰ পালে যজ্ঞ দান আদি কৰ্ম্ম বৃদ্ধি হব। হে দ্যাবা— পৃথিবীৰ দেৱতা, অন্য দেৱতাৰে সৈতে আমাক ৰক্ষা কৰা ॥ ৮ ॥ হে দোষহীন অগ্নি, দেৱতা সকলৰ মাজত তুমি জাগৃত দেৱতা। তুমি পিতৃ-মাতৃ স্বৰূপ দ্যাবা পৃথিবীৰ মাজত থাকি আমাক পুত্ৰ দি অনুগ্ৰহ কৰা। হে কল্যাণ-কাৰী অগ্নি, যজ্ঞকৰ্ত্তাৰ প্ৰতি তুমি সুপ্ৰসন্ন হোৱা। তুমি যজমানৰ কাৰণে ধন (ধান বোৱা দৰে) বৈ দিছাঁ ॥ ৯ ॥ হে অগ্নি, তুমি আমাৰ প্ৰতি সুমতি যুক্ত। তুমি পিতৃ তুল্য আৰু আয়ুস দাতা। আমি তোমাৰ প্ৰিয় বন্ধু। তুমি হিংসাহীন, সুপুৰুষ, কৰ্ম্মৰ পালক, আৰু শত-সহস্ৰ ধনৰ অধিপতি ॥ ১০ ॥ হে অগ্নি, পুৰণি কালত তোমাক দেৱতা সকলে নহুষ ৰজাৰ মানুহৰূপী সেনাপতি পাতিছিল আৰু মনুৰ জীয়েক ইলাক কৰ্ম্মৰ উপদেশিকা কৰিছিল। যেতিয়া মোৰ পিতা অঙ্গিৰস জীৱিত আছিল তেতিয়া তেওঁৰ পিতাৰ পুত্ৰ ৰূপে তুমি আছিলা (অৰ্থাৎ তুমি মোৰ খুৰাদেউ) ॥ ১১ ॥ হে বন্দনীয় অগ্নি, তোমাৰ প্ৰসাদত আমি ধনবান। তোমাৰ পালন কৰিব পৰা শক্তিৰ দ্বাৰা আমাক আৰু আমাৰ পুত্ৰ সকলৰ দেহ ৰক্ষা কৰিবা। আমাৰ নাতি বিলাকে তোমাৰ কৰ্ম্মত চকুৰ টিপ নমৰাকৈ নিযুক্ত আছে। সদায় তুমি সিহঁতৰ গাই গৰু বিলাক ৰক্ষা কৰিবা ॥ ১২ ॥ হে অগ্নি, যজমানৰ পালক তুমি যজ্ঞৰ বিঘিনি গুচাবলৈ চতুৰক্ষ (=চাৰিচকুৱা) ৰূপেৰে ওচৰত দীপ্যমান। অহিংসক আৰু পৰিপোষক তুমি হব্য দাতা যজমানৰ স্তুতি-মন্ত্ৰ সহৃদয়েৰে গ্ৰহণ কৰা ॥ ১৩ ॥ হে অগ্নি, বহুত স্তৱ কৰা ঋত্বিকে, যি স্পৃহনীয় ধন আছে সেই ধন পাওক, এইটো তুমি কামনা কৰা। জ্ঞানী সকলে কয় যে তুমি দুৰ্ব্বল যজমানৰ সুপ্ৰসন্ন পিতৃতুল্য। অতি অভিজ্ঞ তুমি যজমানক শাসন কৰা আৰু পূব (আদি) দিক্ নিৰ্ণয় কৰি দিয়া ॥ ১৪ ॥ হে অগ্নি, যি যজমানে তেওঁৰ ঋত্বিক সকলক উচিত দক্ষিণা দিয়ে তেওঁক তুমি ছিদ্ৰহীন কৱচৰ দৰে (যুদ্ধত) ৰক্ষা কৰা। যি যজমানে নিজ ঘৰত সুস্বাদু অন্নেৰে অতিথি সৎকাৰ কৰি পশু বলি যুক্ত যজ্ঞ কৰে সি স্বৰ্গৰ উপমা হয় (= স্বৰ্গ লাভ কৰা দৃষ্টান্তৰ দৰে হয়) ॥ ১৫ ॥ হে অগ্নি, এই হিংসাত্মক (ব্ৰত লোপকাৰী) আমাৰ ত্ৰুটি মাৰ্জনা কৰা। তোমাৰ অগ্নি হোত্ৰাদি সেৱা পৰিত্যাগ কৰি দূৰ দেশলৈ বাট বুলি গলোঁ। (তাকো ক্ষমা কৰিবা)। সোম যজ্ঞ কৰা সকলৰ তুমি সহজ লভ্য বন্ধু, পিতৃতুল্য প্ৰসন্ন মতি আৰু কৰ্ম্ম নিৰ্ব্বাহক। তেওঁলোকৰ তুমি পথ পদৰ্শক ॥ ১৬ ॥ হে শুচি অঙ্গিৰ অগ্নি, তুমি হবি লবলৈ মনু, যযাতি, অঙ্গিৰা আৰু পূৰ্ব্ব পুৰুষৰ যজ্ঞৰ অগ্ৰবৰ্ত্তী হৈ অহা দৰে দেৱতা সকলক লৈ আহা, কুশত বহুৱাই দিয়া, প্ৰিয় যজ্ঞীয় হবি দিয়া ॥ ১৭ ॥ হে অগ্নি, এই ব্ৰহ্ম-স্তোত্ৰৰ দ্বাৰা তুমি বৃদ্ধি প্ৰাপ্ত হোৱা। আমাৰ জ্ঞান বা শক্তিৰ দ্বাৰা যি এই স্তোত্ৰ কৰা হৈছে, তাৰে আমাক ধন যুক্ত কৰা আৰু অন্নযুক্ত সুবুদ্ধি দান কৰা ॥ ১৮ ॥

## ৩২ সূক্ত—ঋ ১৫।

ঋষি—অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তুপ। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—ইন্দ্ৰ।

বজ্ৰধাৰী ইন্দ্ৰই প্ৰথম যিবিলাক বীৰ্য্যবান কাম কৰিছিল, সেই বিলাক বৰ্ণনা কৰিছোঁ (শুনা)। তেওঁ অহিক (মেঘক) বধ কৰিছিল। পাচত মাটিত পানী বিলাক পেলাই দিছিল। পৰ্ব্বতৰ পৰা বৈ যোৱা নৈ-বোৰ খান্দি বোৱাই দিছিল ॥ ১ ॥ ইন্দ্ৰই পৰ্ব্বতত আশ্ৰয় লৈ থকা অহিক বধ কৰিছিল। এই ইন্দ্ৰৰ কাৰণে ত্বষ্টাই শব্দকাৰী, দূৰৈত পেলাব পৰা বজ্ৰ নিৰ্ম্মাণ কৰিলে। (সেই বজ্ৰৰ দ্বাৰা ইন্দ্ৰই) মেঘ ফালি পানী বিলাক মাটিত পেলাই (নদীত) সোঁত বোৱাই সমুদ্ৰলৈ গতি কৰালে— যেনেকৈ গৰু বিলাকে হেম্বেলিয়াই পোৱালীৰ ওচৰলৈ যায় ॥ ২ ॥ বৃষভৰ দৰে ইন্দ্ৰই সোমৰস বিচাৰিছিল আৰু ত্ৰিকদ্ৰুক (জ্যোতি, গৌৰ আৰু আয়ু) যজ্ঞত চেপা সোমৰস পান কৰিছিল। মঘবান ইন্দ্ৰই সায়ক (খড়গ) বজ্ৰ লৈ তাৰে অহি বিলাকৰ মাজত

প্ৰথম উৎপত্তি হোৱাটোক বধ কৰে ॥ ৩ ॥ আৰু হে ইন্দ্ৰ, যেতিয়া তুমি প্ৰথম জন্ম হোৱা অহিক নিহত কৰিছিলা তেতিয়া মায়াবী অসুৰৰ মায়া সমূলে বিনাশ কৰিলা। পাচত সূৰ্য্যক ঢাকি ৰখা মেঘ বিলাক গুচাই উষাক আকাশত প্ৰকাশিত কৰিলা। তেতিয়া সূৰ্য্যৰ কোনো শত্ৰু নেথাকিল ॥ ৪ ॥ এই ইন্দ্ৰই আৱৰণ-কাৰী অন্ধকাৰ ৰূপ বৃত্ৰাসুৰক প্ৰলয়কাৰী মহাবজ্ৰেৰে বাহু ছিঙি বিনাশ কৰিছিল। কুঠাৰেৰে কটা গছৰ ডালৰ দৰে আহি পৃথিৱীত পৰি থাকিল ॥ ৫ ॥ দুৰ্দ্দম বৃত্ৰাসুৰে নিজৰ সমান যোদ্ধা নাই বুলি ভাবি মহাবীৰ, বহু বিনাশী, শত্ৰু বিজয়ী ইন্দ্ৰক যুদ্ধলৈ আহ্বান কৰিছিল, (কিন্তু) ৰক্ষা নেপালে। ইন্দ্ৰৰ শত্ৰু মৰি নদীত পৰিলত নৈৰ পাৰ (আৰু শিল বিলাক) চূৰ্ণীকৃত হল ॥ ৬ ॥ বজ্ৰৰ আঘাতত হাত-ভৰি নাইকিয়া হৈও বৃত্ৰই ইন্দ্ৰৰ লগত যুজিবলৈ বিচাৰিলে। পৰ্ব্বতৰ মাজ ঠাইত ভঙা দৰে ইন্দ্ৰই বৃত্ৰৰ নোদোকা কান্ধত বজ্ৰ মাৰিলে। যেনেকৈ লিঙ্গ ছিন্ন মানুহে পুৰুষত্ব দেখুৱাবলৈ বিচাৰে, সেই দৰে ইন্দ্ৰৰ লগত ফেৰ মাৰি গা ক্ষত বিক্ষত হৈ মাটিত পৰি ৰল ॥ ৭ ॥ যেনেকৈ বৰষুণ দিলে পানীয়ে নদীৰ পাৰ ভাঙি বৈ যায়, তেনেকৈ মনোহৰ পানী মাটিত পৰি থকা বৃত্ৰৰ গাৰ ওপৰেদি বাগৰি গল। বৃত্ৰ জীয়াই থাকোঁতে যি মেঘত থকা পানীবিলাক আবদ্ধ হৈ আছিল, এতিয়া সেই পানীৰ ভৰিৰ তলত শুই আছে ॥ ৮ ॥ বৃত্ৰৰ মাক দনু মৰ্ম্মাহত হৈ মৃত পুত্ৰৰ ওপৰত বেঁকা হৈ পৰিল। তেতিয়া তলত (বৃত্ৰৰ গাত) ইন্দ্ৰৰ বজ্ৰ মাৰিলত মাক ওপৰত আৰু পুতেক তলত থাকিল। যেনেকৈ ভাল গাই গৰু পোৱালীৰে সৈতে শুই থাকে সেই দৰে মাক (দনু) আৰু বৃত্ৰ মৰি শুই থাকিল ॥ ৯ ॥ স্থিতিহীন, বিশ্ৰাম-হীন, পানীত পেলোৱা, নাম নাইকিয়া কাঠ এডালৰ নিচিনাকৈ বৃত্ৰৰ গাৰ ওপৰেদি পানী বেগেৰে বৈ গল। ইন্দ্ৰৰ শত্ৰু বৃত্ৰাসুৰে চিৰ নিদ্ৰাত নিমগ্ন হৈছে ॥ ১০ ॥ পনী অসুৰে যেনেকৈ গাইগৰু বিলাক গহ্বৰত লুকায় ৰাখিছিল সেইদৰে বৃত্ৰৰ পত্নী বিলাক পানী যোৱা বাট বন্ধ কৰি ৰখা দৰে অহিয়ে লুকাই থৈছিল। ইন্দ্ৰই বৃত্ৰক বধ কৰি সেই দুৱাৰ মুকলি কৰি দিলে ॥ ১১ ॥ হে ইন্দ্ৰ, সকলো অস্ত্ৰত পাৰ্গত, অদ্বিতীয়, দীপ্তিমান বৃত্ৰাসুৰে যেতিয়া তোমাৰ বজ্ৰত আঘাট কৰিছিল, তুমি ঘোঁৰাৰ কান্দৰ দৰে (=যেনেকৈ ঘোঁৰাৰ কান্দেৰে মাখি খেদাই তেনেকৈ) অনায়াসে তাক আঁতৰাই দিলা। হে বলী ইন্দ্ৰ, তুমি পনীয়ে অপহৰণ কৰা গৰু বিলাক জয় কৰিছিলা আৰু সোমৰস জয় কৰিছিলা। তুমি সপ্ত সিন্ধুৰ আবদ্ধ কৰি থোৱা সোঁত মুক্ত কৰি দিলা ॥ ১২ ॥ ইন্দ্ৰৰ লগত যুদ্ধ কৰোঁতে অহিয়ে ইন্দ্ৰৰ প্ৰতি বিজুলীচমক, মেঘৰ গৰ্জ্জন, জলপ্ৰপাত বা বজ্ৰপাত প্ৰয়োগ কৰিছিল। সেই সকলোবোৰে ইন্দ্ৰক চুব নোৱাৰিলে আৰু মঘবান ইন্দ্ৰই বৃত্ৰই কৰা অন্য মায়াও জয় কৰিলে ॥ ১৩ ॥ হে ইন্দ্ৰ, বৃত্ৰক বধ কৰি তোমাৰ অন্তৰত যি ভয় উৎপন্ন হৈছিল তেতিয়া অন্য কোনো বৃত্ৰ হন্তা তুমি দেখিছিলা নে? বলী শেন চৰাইৰ দৰে তুমি নিৰান্নৈ খন নদী পাৰ হৈ দূৰ দেশলৈ গৈছিলা। তুমি এই ভয় কৰিব নেলা-গিছিল ॥ ১৪ ॥ বজ্ৰবাহু ইন্দ্ৰই শত্ৰু বৃত্ৰক বধ কৰিলত, স্থাৱৰ, জঙ্গম সমূহ, আৰু ঘোঁৰা, গাধ আদি শিং নথকা আৰু শিং থকা পশু (ইত্যাদি) বিলাকৰ তেওঁ ৰজা হল। তেওঁ মানুহৰ মহাৰজা হৈ থাকিল। ৰথৰ চক্ৰৰ কাঠি বিলাক যেনেকৈ ধুৰাত লগোৱা থাকে তেনেকৈ ইন্দ্ৰই সকলোকে ধৰি ৰাখিলে ॥ ১৫ ॥

৩৩ সূক্ত—ঋ ১৫।

ঋষি আদি ৩২ সূক্তৰ দৰে

(দেৱতা সকলে পৰস্পৰ কথা হৈছে) হে দেৱতা সকল তোমালোক আহাঁ। পনি অসুৰে চুৰ কৰা গৰু বিলাক আকৌ পাবলৈ ইন্দ্ৰৰ ওচৰলৈ যাওঁ হিংসাহীন, সুমতি বৰ্দ্ধক তেওঁ আমাক গৰুৰ বিষয়ে শ্ৰেষ্ঠ বুদ্ধি দিব ॥ ১ ॥ যি ইন্দ্ৰক যুদ্ধৰ সময়তে স্তোতাৰ দ্বাৰা আহ্বান কৰিব লগীয়া হয়, সেই ধন দাতা, অজেয় ইন্দ্ৰক আমি যেনেকৈ বলী শেন চৰায়ে নিজৰ বাহলৈ যায় তেনেকে উত্তম স্তোত্ৰেৰে পূজা কৰি, আহ্বান কৰিছো ॥ ২ ॥ সৰ্ব্ব-সেনা-নায়ক ইন্দ্ৰই বাণ-পূৰ্ণ তূণ পিঠিত বান্ধিছে, —যি স্বামী ইন্দ্ৰই অসুৰে চুৰ কৰা গৰু বিলাক যি দেৱতাৰ ঘৰত ইচ্ছা কৰে তালৈ পোৱাই দিব। হে বুদ্ধিযুক্ত ইন্দ্ৰ, আমাক গোধন আনি দি বেপাৰীৰ দৰে মূল্য নিবিচাৰিবা ॥ ৩ ॥ হে ইন্দ্ৰ, ধনী দস্যু বৃত্ৰক তুমি টান বজ্ৰৰ আঘাতত হত্যা কৰিছিলা। শক্তি শালী মৰুত সকল যদিও লগত আছিল তুমি অকলে গৈ বৃত্ৰক প্ৰহাৰ কৰিছিলা। সনক নামৰ যজ্ঞ বিৰোধী বৃত্ৰৰ অনুচৰ বোৰ কেইকালৰ পৰা আহি

তোমাৰ বাণৰ আঘাতত মৃত্যু হৈছিল ॥ ৪ ॥ হে ইন্দ্ৰ, সেই বৃত্ৰৰ অনুচৰ বোৰ নিজৰ মূৰ ঘূৰাই (উভটি) পলালে। সিহঁতে যজ্ঞ নকৰে আৰু যজ্ঞ কৰা সকলৰ বিৰোধী। হে উগ্ৰ দেৱতা ইন্দ্ৰ, হৰিনামৰ ঘোঁৰা দুটা যুক্ত, স্থিতিশীল আৰু নপলোৱা, তুমি স্বৰ্গ, অন্তৰীক্ষ আৰু পৃথিৱীৰ পৰা বৃত্ৰৰ অনুচৰ বৰ্গক নাইকিয়া কৰিলা। সিহঁতে ঊৰ্দ্ধশ্বাসে পলাই গল ॥ ৫ ॥ সিহঁতে শত্ৰুহীন দোষ নোহোৱা ইন্দ্ৰৰ সেনাৰ সৈতে যুদ্ধ কৰিবলৈ বিচাৰিছিল। বৃত্ৰৰ সৈতে যুদ্ধত নবগ্ব ঋষি সকলে প্ৰশংসা বিধায়ক স্তোত্ৰেৰে ইন্দ্ৰক উৎসাহিত কৰিছিল। বলবান বীৰ সকলৰ লগত যুদ্ধত লিপ্ত হৈ নপুংসক বোৰ যেনেকৈ পলায়, তেনেকৈ বৃত্ৰৰ অনুচৰ বোৰ ইন্দ্ৰৰ দ্বাৰা যুদ্ধত খেদা খাই নিজ দুৰ্ব্বলতা জানি সহজ পথেৰে দূৰলৈ গুচি গৈছিল ॥ ৬ ॥ হে ইন্দ্ৰ, হুহাঁ আৰু কন্দা দুবিধ বৃত্ৰৰ অনুচৰৰ লগত তুমি অন্তৰীক্ষৰ শেষ ভাগত যুদ্ধ কৰিছিলা। তুমি দ্যুলোকৰ পৰা দস্যু বিলাকক আনি নিঃশেষে পুৰি পেলালা। (সপৰিবাৰে বৃত্ৰক বিনাশ কৰি) সোমৰস চেপা সকলৰ যজ্ঞ ৰক্ষা কৰিলা ॥ ৭ ॥ সেই বৃত্ৰৰ অনুচৰ বোৰে (ডিঙি, বাহু আৰু অন্য অঙ্গত) সোণৰ মণি, অলঙ্কাৰেৰে ভূষিত আৰু বৰ্দ্ধিত হৈ পৃথিৱী ঢাকি পেলায়ো সিহঁতে ইন্দ্ৰক জয় কৰিব নোৱাৰিলে। বলী ইন্দ্ৰই সেই বাধক (গুপ্তচৰ) বিলাকক সূৰ্য্যৰ দ্বাৰা অনায়াসে উলিয়াই আনিছিল ॥ ৮ ॥ হে ইন্দ্ৰ, যিহেতু তুমি নিজ মহিমাৰে স্বৰ্গ আৰু পৃথিৱী সৰ্ব্বতো ভাবে ব্যাপ্ত হৈ ভোগ কৰি আছা আৰু তোমাৰ মন্ত্ৰৰ বলত বৃত্ৰাদি অসুৰো নিহত হৈছে, সেইবাবে মন্ত্ৰাৰ্থ বুজি নোপোৱা কেৱল পাঠক যজমান সকল তোমাৰ দ্বাৰা ৰক্ষনীয় ॥ ৯ ॥ যেতিয়া পানী বিলাক মেঘৰূপী বৃত্ৰৰ দ্বাৰা আবদ্ধ হৈ স্বৰ্গৰ পৰা পৃথিৱীত আহি পৰা নাছিল, আৰু ধনদাত্ৰী পৃথিৱীক শস্য পূৰ্ণা কৰা নাছিল তেতিয়া বৰ্ষক ইন্দ্ৰই মেঘ ভেদ কৰিবলৈ হাতেৰে বজ্ৰ ধৰি পোহৰ বজ্ৰৰ দ্বাৰা অন্ধকাৰ কলা মেঘৰ পৰা পৰোঁ পৰোঁ হৈ থকা পানী শেষ কৰি বৰষিছিল ॥ ১০ ॥ ইন্দ্ৰই মুক্ত কৰা পানী বিলাক বৰযুণ হৈ পৰিবলৈ ধৰিলে আৰু বৃত্ৰই নাও চলাব পৰা নদীত ভৰ পানী বাঢ়িবলৈ হে ধৰিলে। তেতিয়া ইন্দ্ৰই দৃঢ় সংকল্প মনেৰে বৃত্ৰক প্ৰাণ নাশক বজ্ৰ অস্ত্ৰেৰে (কেই দিন মানৰ ভিতৰতে) নাশ কৰিলে ॥ ১১ ॥ মাটিৰ গাঁতত সোমাই থকা বৃত্ৰৰ বলী সৈন্য বিলাকক ইন্দ্ৰই তীব্ৰ ভাবে বিন্ধি পেলালে আৰু শক মহৰ শিঙৰ দৰে অস্ত্ৰ থকা জগত শোষক বৃত্ৰক (বহুত ৰূপে) কোবাবলৈ ধৰিলে। হে মঘবান ইন্দ্ৰ, তোমাৰ যিমান বেগ আৰু বল আছে সেই বিলাকেৰে যুদ্ধ কামী বৃত্ৰক বজ্ৰেৰে কোবাইছিলা ॥ ১২ ॥ ইন্দ্ৰৰ অভীষ্টসাধক বজ্ৰই শত্ৰুবোৰক লক্ষ্য কৰি পৰিছিল গৈ। সেই তীক্ষ্ণ আৰু শ্ৰেষ্ঠ অস্ত্ৰেৰে বীৰ ইন্দ্ৰই বৃত্ৰৰ পুৰ বিলাক ভেদ কৰিলে। পাচত তেওঁ বজ্ৰেৰে বৃত্ৰক বধ কৰিলে আৰু হৰ্ষান্বিত হৈ নিজ মান বৰ্দ্ধন কৰিলে ॥ ১৩ ॥ হে ইন্দ্ৰ, ঋষি কুৎসক তুমি ৰক্ষা কৰিছিলা (আৰু তেওঁৰ) স্তুতি কামনা কৰিছিলা। গুণ শালী, যুদ্ধৰত ঋষি দশদ্যুকো তুমি ৰক্ষা কৰিছিলা। তোমাৰ ঘোঁৰাৰ খুৰাৰ ধূলি স্বৰ্গ পাইগৈ। পুৰণি কালত শ্বৈত্ৰেয়ক (=শ্বিত্ৰা নামৰ তিৰোতাৰ পুতেক) শত্ৰুৰ ভয়ত পানীত ডুবি থাকোতে তোমাৰ অনুগ্ৰহত পানীৰ পৰা উঠি পুৰুষৰ অগ্ৰণী হৈছিল ॥ ১৪ ॥ হে মঘবান, সমস্ত গুণ বিশিষ্ট জলমগ্ন প্ৰসিদ্ধ শ্বিত্ৰাৰ পুতেকক তুমি যুদ্ধৰ সময়ত ঠাই পাবলৈ ৰক্ষা কৰিছিলা। যি শত্ৰুতা কামী শত্ৰুবোৰ আমাৰ সৈতে সদায় মহাযুদ্ধ কৰি আছে সিহঁতক খুব দুঃখ দিয়া ॥ ১৫ ॥

## ৩৪ সূক্ত—ঋ ১২।

ঋষি—অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তূপ। ছন্দ-জগতী; ৯/১২ ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

হে মেধাবী অশ্বিনী দুজন, আজি তোমালোকে আমাৰ যজ্ঞলৈ তিনিবাৰ (তিনি সবনত) আহিবাঁ, তোমালোকৰ ৰথ বহুব্যাপী আৰু দানো বিস্তৃত। সূৰ্য্যৰ ৰশ্মিময় দিন আৰু হিম (নিয়ৰ) যুক্ত ৰাতিৰ সম্বন্ধ পৰস্পৰ নিয়মিত ভাবে থকা দৰে তোমালোক দুয়োৰে সম্বন্ধ আছে। তোমালোক দুয়ো নিজ অনুগ্ৰহৰে এই মনিষী ঋত্বিক সকলৰ অধীন হোৱা ॥ ১ ॥ চন্দ্ৰৰ ধুনীয়া ভাৰ্য্যা বেনৰ সৈতে বিয়াৰ যাত্ৰাৰ সময়ত অশ্বিনী দুজন যি মধুবহন কৰা ৰথত বয়বস্তুৰে সৈতে, গৈছিল সেই ৰথৰ বজ্ৰৰ দৰে তিনিটা চকৰী আছিল —সেই কথা দেৱতা সকলে জানিছিল। থৰকৈ যাওঁতে পৰিবৰ ভয় নিবাৰণ কৰিবলৈ তিনিটা খুটা সেই ৰথত আছিল। হে অশ্বিনী দুজন, এই ৰথেৰে দিনত তিনিবাৰ আৰু ৰাতি তিনিবাৰ তোমালোক অহা যোৱা কৰা ॥ ২ ॥ হে অশ্বিনী দুজন, এদিনত তিনি বাৰ যজ্ঞৰ দোষ নিবাৰণ কৰাঁ। আজি তিনিবাৰ আমাৰ যজ্ঞৰ

ঘিঁউ মধুৰ ৰসেৰে সিক্ত কৰঁা আৰু দিনে বাঢ়িয়ে তিনি বাৰকৈ বলবৰ্দ্ধক অন্নেৰে সৈতে আমাক ভৰাই দিয়া ॥ ৩ ॥ হে অশ্বিনী দুজন, আমাৰ ঘৰলৈ তিনিবাৰ আহিবা। আমাৰ অনুকূলে নিযুক্ত জনৰ ওচৰলৈ তিনিবাৰ আহিবা। তোমালোক দুয়ো ভালকৈ ৰক্ষা কৰিব লগীয়া আমাক তিনিবাৰ শিক্ষা দান দিবা। যেনেকৈ মেঘে বহুত জল দিয়ে তেনেকৈ তোমালোকে আমাক তিনিবাৰ অন্ন দান কৰিবা ॥ ৪ ॥ হে অশ্বিনী দুজন, আমাক তিনিবাৰ ধন বস্তৰা কৰি দিবা। দেৱতাৰ সম্বন্ধীয় কৰ্ম্মত তিনিবাৰ আহিবা। আমাৰ বুদ্ধি তিনিবাৰ ৰক্ষা কৰিবা। সৌভাগ্য তিনিবাৰ দিবা আৰু তিনিবাৰ অন্ন দিবা। তোমালোকৰ তিনি চকৰীয়া ৰথত সূৰ্য্যৰ জীয়েক বহি আছে ॥ ৫ ॥ হে অশ্বিনী দুজন আমাক তিনিবাৰ স্বৰ্গীয় ঔষধ দিবা, তিনিবাৰ পৃথিবীৰ ঔষধ আৰু তিনিবাৰ অন্তৰীক্ষৰ ঔষধ দিবা যেনেকৈ বৃহস্পতিৰ পুত্ৰেক শংযুক পালন কৰিছিলাঁ তেনেকৈ আমাৰ পুত্ৰকো সুখী কৰিবা। হে ভাল ঔষধৰ গৰাকী, শৰীৰৰ ত্ৰিধাতু (বাত, পিত্ত আৰু কফ) দমন বিষয়ক সুখ দান কৰিবা ॥ ৬ ॥ হে অশ্বিনী দুজন, তোমালোকে প্ৰতিদিনে আমাৰ যজনীয় এই বেদীৰূপ পৃথিবীত সকলোতে ব্যাপী তিনিটা কক্ষ যুক্ত মেলি থোৱা কুশত শুৱা। হে নাসত্যা, ৰথী দুজন, যেনেকৈ প্ৰাণীৰ আত্মাৰ প্ৰাণবায়ু তোমালোকৰ শৰীৰলৈ যায়, তেনেকৈ তোমালোক তিনিটা বেদীলৈ আহিবা ॥ ৭ ॥ হে অশ্বিনী দুজন, সাতখন নৈ মাতৃৰ পানীৰে তিনিটা সোম অভিষৱ যজ্ঞ হৈছে। তিনিটা বিশেষ (নাদৰ দৰে) পাত্ৰত তিনি সৱনৰ হব্য (সোম) ৰখা হৈছে। তোমালোক দুয়ো তিনি লোকৰ ওপৰলৈ গৈ দিনে বাঢ়িয়ে আকাশত থকা সূৰ্য্যক ৰক্ষা কৰিছিলাঁ ॥ ৮ ॥ হে নাসত্যা দুজন, তোমালোকৰ তিনিচকীয়া ৰথৰ চকা তিনিটা ক'ত? ৰথৰ ওপৰত ঘৰৰ দৰে কাঠেৰে সজা বহা ঠাই তিনিখন ক'ত? (আমি দেখি পোৱা নাই)। বলী গাধই কেতিয়া তোমালোকৰ ৰথত বন্ধা হৈ আমাৰ যজ্ঞলৈ তোমাৰ ৰথ আনিব? ॥ ৯ ॥ হে নাসত্যা দুজন, এই যজ্ঞত আমি ঘিঁউ দিছোঁ। তোমালোক আহি এই মৌখোৱা মুখেৰে এই মধুৰ হবি পান কৰা। ঊষাৰ আগতেই সবিতাই আমাৰ যজ্ঞলৈ তোমালোকৰ বিচিত্ৰ ঘিঁউ যুক্ত ৰথ পঠিয়াই দিছে ॥ ১০ ॥ হে নাসত্যা অশ্বিনী দুজন, তিনি-এঘাৰ (তেত্ৰিশ) দেৱতাৰে সৈতে মধুৰ দ্ৰব্য সোম পান কৰিবলৈ এই যজ্ঞস্থানলৈ আহা। আমাৰ আয়ুস বৃদ্ধি কৰা। নিঃশেষকৈ পাপ মোচন কৰা। আমাক হিংসা কৰা বোৰক প্ৰতিৰোধ কৰা আৰু আমাৰ লগত থাকা ॥ ১১ ॥ হে অশ্বিনী দুজন, তোমালোকৰ তিনিও লোকত বৰ্ত্তমান অপ্ৰতিহত গতিৰ ৰথেৰে বীৰ পুত্ৰাদিৰে সৈতে ধন লৈ আমাৰ সম্মুখলৈ আহা। আমাৰ স্তুতি শুনা। আত্মৰক্ষাৰ কাৰণে তোমালোকক আমি আহ্বান কৰিছোঁ। মহাধন সংগ্ৰামত আমাৰ বল বৃদ্ধি কৰা হোৱা ॥ ১২ ॥

৩৫ সূক্ত — ঋ ১১।

ঋষি অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তুপ। ছন্দ-জগতী; ১০/১১ ত্ৰিষ্টুভ্। দেৱতা—সবিতা।

অগ্নিক মই প্ৰথমে কল্যাণৰ কাৰণে আহ্বান কৰিছোঁ। এই (যজ্ঞ) ৰক্ষা কৰিবলৈ মিত্ৰা-বৰুণক আহ্বান কৰিছেঁা। জগতৰ বিশ্ৰাম দায়িনী ৰাতিক মই আহ্বান কৰিছো। মই ৰক্ষণৰ কাৰণে সবিতা দেৱতাক আহ্বান কৰিছো ॥ ১ ॥

এন্ধাৰ কৃষ্ণবৰ্ণ লোকৰ (ঠাইৰ) মাজেদি আৱৰ্ত্তন কৰি (=পাক মাৰি চাই) অমৰ সকলক (দেৱতাক) আৰু মৰণশীল সকলক নিজ স্থানত জিৰণি লবলৈ দি তেওঁৰ সোণৰ ৰথত চৰি সবিতা দেৱতাই সকলো ভুবন পৰ্য্যবেক্ষণ কৰি ইয়ালৈ আহিছে ॥ ২ ॥

সেই সবিতা দেৱতাই তললৈ আৰু ওপৰলৈ যায়। সেই যজনীয় দেৱতা বগা ঘোঁৰাৰে সৈতে (টনা ৰথত উঠি) চলি যায়। সেই সবিতা দেৱতাই সকলো দুঃখ বিনাশ কৰি বহুত দূৰৈৰ পৰা আহিছে ॥ ৩ ॥ কেউকালে নানা ৰূপৰ সোন খটোৱা ৰথত, সোণৰ বচি (ঘোঁৰাত লগাই) যজন কৰিব লগীয়া, বৃহৎ, সবিতা দেৱতা অক-মকীয়া বিবিধ ৰশ্মিৰে ক'লা এন্ধাৰ পিন্ধি আৰু নিজ বলেৰে ঢাকি (ৰথত) আছে ॥ ৪ ॥ তেওঁৰ শ্যাৱা নামৰ বগা ভৰিৰ ঘোঁৰা দুটাক ৰথৰ সোণৰ ধুৰাত বন্ধা ৰথেৰে সৈতে মানুহ বিলাকক পৰ্য্যবেক্ষণ কৰি আহিছে। সদায় খেতিয়ক আৰু সকলো প্ৰাণী তেওঁ সবিতা দেৱতাৰ কোলাতে থাকে ॥ ৫ ॥ তিনিখন স্বৰ্গ। দুখন সবিতাৰ কোলাত আছে। এখন যমৰ দেশত আছে। সকলো অমৰণ বস্তু ৰথৰ অনিৰ (axle pin) ওপৰত আছে। এইটো কথা কোনে বুজি পায়? তেওঁ ইয়াতেই কওক ॥ ৬ ॥ গভীৰ কম্পন যুক্ত ৰশ্মিৰে প্ৰাণপ্ৰদ, সুনয়ন

(=তালৈকে দেখুৱাই লৈ যোৱা) চৰাই সবিতা দেৱ-তাই অন্তৰীক্ষ লোক বিশেষকৈ প্ৰকাশ কৰি আছিছে। কোনে কব পাৰে এতিয়া বাতি সূৰ্য্য, ক'ত থাকে? কিমান দূৰলৈ স্বৰ্গত তেওঁ ৰশ্মি বিস্তাৰ কৰিছিল ॥ ৭ ॥ সবিতা দেৱতাই পৃথিবীৰ আঠোটা দিশ প্ৰকাশিত কৰিছে। তিনিও লোকৰ প্ৰাণী বিলাকক আৰু সাত-খন নদীকো নিজ ভোগত নিযুক্ত কৰি চাই আছিছে। সোণৰ চকুৰে সবিতা দেৱতাই হবি দাতা যজমানক ধন বস্তু দান কৰিবলৈ এই ঠাইলৈ (যজ্ঞলৈ) আহক ॥ ৮ ॥ সোণৰ হাত থকা, বিবিধ দৰ্শন যুক্ত সবিতা দেৱতাই আকাশ আৰু পৃথিবীৰ মাজেদি যায়। তেওঁ বেমাৰ ধ্বংস কৰে। তেওঁ সূৰ্য্যৰ ওচৰলৈ যায় আৰু ক'লা অন্ধকাৰ বিনাশক চোকা তেজেৰে আকাশ ব্যাপী থাকে ॥ ৯ ॥ সোণৰ হাতৰ, প্ৰাণ দাতা, সুনেতা, ধনবান সবিতাই কৰ্ম্ম স্থানৰ ফালে যাওক। এই দেৱতাই প্ৰতি ৰাতি ভূত, আৰু ৰাক্ষস বিলাকক নিবাৰণ কৰিবলৈ আমাৰ স্তুতি শুনি সদায় গধূলি থাকে ॥ ১০ ॥ (হে সবিতা দেৱতা। তোমাৰ যি ধূলি নোহোৱা, তালৈকে সজা পূৰণি বাট আকাশত আছে, এই বিলাক ভাল বাটেৰে আহি আমাক ৰক্ষা কৰা আৰু আমাৰ কথা আনৰ (দেৱতা সকলৰ) আগত কোৱা ॥ ১১ ॥

৩৬ সূক্ত—ঋ ২০।

ঋষি—ঘোৰৰ পুত্ৰ কণ্ব। ছন্দ-প্ৰাগাথ (অযুগ্ম বৃহতী; যুগ্ম সতো বৃহতী)। দেৱতা—অগ্নি; ১৩/১৪ যূপ কাঠ।

হে দেৱতাক বিচৰা (ঋত্বিক যজমান) প্ৰজা সকল, বহুত প্ৰজাৰ মাজত তোমালোকক অনুগ্ৰহ কৰিবলৈ মহৎ অগ্নিক সূক্তৰ বাক্যৰে (স্তুতি কৰি) বিশেষকৈ বাঞ্ছা কৰিছোঁ। অন্য (ঋষি) সকলেও সেই অগ্নিক কেউকালে স্তৱ কৰিছে ॥ ১ ॥ যজ্ঞকাৰী সকলে বল বৰ্দ্ধক অগ্নিক ধাৰণ কৰিছে। হে অগ্নি, হবিযুক্ত আমি (হবিৰে সৈতে) তোমাৰ পৰিচৰ্য্যা কৰোঁ। তুমি অন্নদাতা হৈ আহি (এই যজ্ঞত) আমাৰ প্ৰতি প্ৰসন্ন হোৱা আৰু আমাৰ ৰক্ষক হোৱা ॥ ২ ॥ হে হোম নিষ্পাদক দেৱতাৰ দূত অগ্নি, তোমাক আমি বৰণ কৰিছোঁ। তোমাৰ মহৎ আৰু নিত্য দীপ্তি বিস্তাৰ হৈছে। তোমাৰ ৰশ্মি আকাশ পাইছে গৈ ॥ ৩ ॥ হে পুৰণি দূত অগ্নি, তোমাক বৰুণ, মিত্ৰ আৰু অৰ্য্যমা দেৱতাই সুদীপ্ত কৰিছে। যি মানুহে তোমাক হবি দিয়ে তেওঁ সকলো ধন জয় কৰে ॥ ৪ ॥ হে অগ্নি, প্ৰজাসকলৰ তুমি হৰ্ষ দাতা। দেৱতা সকলৰ আহ্বাতা; যজমানৰ গৃহপালক। দেৱতাৰ দূত। তুমি ধাৰণ কৰা (পৃথিবী, পৰ্জ্জন্য আৰু সূৰ্য্য আদি) দেৱতা সকলৰ যি স্থিৰ (হৈ থকা) কাম কৰিলা (সেই বিলাক) তোমা-তেই মিলিত হয় ॥ ৫ ॥ হে অতি ডেকা, সৌভাগ্যযুক্ত অগ্নি, তোমাৰ উদ্দেশ্যৰেই সকলো ঘিউ হোমাগ্নিত ঢলা হয়। তুমি সুমনা হৈ আজি, কালিলৈ, পৰহিলৈ আৰু আগলৈকো নিৰন্তৰে বীৰ্য্যবান দেৱতা সকলক যজন কৰা (আৰু কৰিবা) ॥ ৬ ॥ হে অগ্নি, নমস্কাৰেৰে সৈতে (যজমান সকলে) নিজে দীপ্তিমান হোৱা তোমাকেই এইদৰে হব্যৰ সৈতে উপাসনা কৰে। শত্ৰুৰ পৰা ত্ৰাণ পাবলৈ বিচৰা মানুহে (বষট্ কাৰেৰে হবি দি) সাতজন হোতাৰ দ্বাৰা সেই অগ্নিক বাঢ়িবলৈ দিয়ে ॥ ৭ ॥ হে অগ্নি, অন্য দেৱতা সকলে (তোমাৰ সহায়েৰে) প্ৰহাৰ কৰি বৃত্ৰৰ পৰা ত্ৰাণ পাইছিল (প্ৰাণী বিলাক) বাস কৰিবলৈ তেওঁ বিলাকে দ্যাবা—পৃথিবী আৰু অন্তৰীক্ষ বিস্তাৰ কৰিছিল। তুমি ঋষি কণ্বৰ অভীষ্ট সিদ্ধিৰ বাবে ধনবান আৰু হোমযুক্ত হোৱাঁ যেনেকৈ গৰু পাবলৈ (যুদ্ধত) ঘোঁৰাই চিঞৰে সেইদৰে শব্দ কৰা ॥ ৮ ॥ হে অগ্নি, তুমি (কুশত) বহা। তুমি মহান দেৱতা সকলক কামনা কৰি জ্বলা। হে মেধাবী, উৎকৃষ্ট দেৱতা অগ্নি, তুমি দীপ্তিমান হোৱা। গতিশীল আৰু দেখিবলৈ ভাল ধোৱা বিলাক উলিয়াই দিয়া ॥ ৯ ॥ হে হবি বহন কৰা অতি পুৰণি দেৱতা অগ্নি, তোমাক সকলো দেৱতাই মনুক অনুগ্ৰহ কৰিবলৈ এই যজ্ঞৰ ঘলীত ধাৰণ কৰিছিল। ঋষি কণ্বই (মই পুত্ৰ) মেধাতিথিৰ সৈতে ধনেৰে প্ৰীত কৰিবলৈ তোমাক ধৰিছিলো। বৰ্ষক ইন্দ্ৰই আৰু দেৱতা সকলেও তোমাক ধৰিছিল ॥ ১০ ॥ মই মেধাতিথিৰ সৈতে কণ্ব মহৰ্ষিয়ে অগ্নিক সূৰ্য্যৰ দৰে দীপ্তিমান কৰি জ্বলাইছিলো। সেই অগ্নিৰ স্ফুৰ্টি ওলোৱা ৰশ্মি বিলাক জ্বলিছিল। এই প্ৰযোজ্য ঋক্ বিলাকেৰে সৈতে আমি অগ্নিক বৰ্দ্ধন কৰিছোঁ ॥ ১১ ॥ হে অন্নবান অগ্নি, আমাক ধনেৰে পূৰা কৰি দিয়া। হে অগ্নি, দেৱতাৰ পৰা আমি লাভ কৰিব লগীয়া সখীত্ব তোমাৰ আছে। তুমি প্ৰখ্যাত অন্নৰ গৰাকী আৰু মহান। তেনেকুৱা তুমি আমাক সুখ দিয়া ॥ ১২ ॥ হে যূপ, তুমি আমাক ৰক্ষা

কৰিবলৈ সূৰ্য্যৰ দৰে ওপৰত থাকি আমাক অন্ন দিয়া। আমি যজ্ঞ কৰ্ত্তা সকলে অন্ন লাভৰ কাৰণে বিশেষকৈ তোমাক আহবান কৰিছোঁ ॥ ১৩ ॥ হে যূপ (ৰূপী অগ্নি) তুমি ওপৰত থাকি আমাক জ্ঞানৰ পোহৰেৰে পাপৰ পৰা ৰক্ষা কৰা। সকলো ভক্ষণ কৰা ৰাক্ষসক পুৰি পেলোঁৱা। আমাৰ উন্নতি কৰা (যাতে) আমি জীয়াই থাকিবলৈ পাওঁ আৰু বিচৰণ কৰিব পাৰোঁ। আমাৰ হব্য দেৱতা সকলৰ ওচৰলৈ লৈ যোৱা ॥ ১৪ ॥ হে বৃহৎ-ভানু, অতি ডেকা অগ্নি, আমাক বাধক ৰাক্ষসৰ পৰা ৰক্ষা কৰা। আমাক ধন নিদিয়া ধূৰ্ত্ত বিলাকৰ পৰা ৰক্ষা কৰা। (বাঘ আদি) হিংসক জন্তুৰ পৰা ৰক্ষা কৰা আৰু মাৰিবলৈ খোজা শত্ৰুৰ পৰা ৰক্ষা কৰা ॥ ১৫ ॥ হে তপত ৰশ্মিযুক্ত অগ্নি, ভাগু ভঙা দৰে দিব নখোজা ধন নিদিয়া মানুহক ধ্বংস কৰা। যি অন্য ৰিপু আমাৰ দ্ৰোহকাৰী আছে আৰু যি শত্ৰুৱে অস্ত্ৰেৰে প্ৰহাৰ কৰে, সেইবোৰ যেন আমাৰ পৰাকী হবলৈ নেপায় ॥ ১৬ ॥ অগ্নিক সুবীৰ্য্যৰ কাৰণে বিচৰা হৈছে। তেওঁ কণ্ব ঋষিক সৌভাগ্য দিছে। অগ্নিয়ে মিত্ৰ সকলক ৰক্ষা কৰিছে আৰু (মোৰ পুত্ৰ) মেধ্যা-তিথিক ৰক্ষা কৰিছে। অন্য স্তোতা সকলক ৰক্ষা কৰিছে ॥ ১৭ ॥ অগ্নিয়ে সৈতে তুৰ্ব্বশ, যদু আৰু উগ্ৰদেৱ ৰজাক দূৰৰ পৰা আহ্বান কৰিছো। সেই অগ্নিয়ে নৱবাস্ত্ব, বৃহদ্ৰথ, আৰু তুৰ্ব্বীক এই যজ্ঞলৈ লৈ আহক। দস্যু বিলাকক অভিভৱ কৰক ॥ ১৮ ॥ হে অগ্নি, তুমি বহুত মানুহৰ কাৰণে মনুৰ (প্ৰজাপতিৰ) দ্বাৰা যজ্ঞ স্থলীত স্থাপিত হৈছা। যে অগ্নি, তুমি ঋতজাত (নিয়মৰ যজ্ঞত উৎপত্তি হোৱা) হবিৰে তৃপ্ত হৈ কণ্ব ঋষিৰ (মোৰ) ওচৰত জ্বলিছা। হে জ্যোতিৰ্ম্ময় অগ্নি, মানুহ বিলাকে তোমাক নমস্কাৰ কৰিছে ॥ ১৯ ॥ অগ্নিৰ জিভা জ্বলিছে। —বলবান আৰু ভয়ঙ্কৰ হৈছে। আমি ওচৰ চাপিব নোৱাৰোঁ। হে অগ্নি, বলবান অসুৰ, সকলোকে খোৱা ৰাক্ষস বিলাক আৰু আমাৰ বাধক শত্ৰু বিলাক (সকলোকে) পুৰি মাৰা ॥ ২০ ॥

৩৭ সূক্ত—ঋ ১৫।

ঋষি—ঘোৰাৰ পুত্ৰ কণ্ব। ছন্দ-গায়ত্ৰী। দেৱতা মৰুত সকল।

হে কণ্ব ঋষি সকল, খেলি থকা, ভাতৃপুত্ৰ নথকা মৰুত সকলৰ উদ্দেশ্যে তোমালোকে স্তুতি গান কৰা। তেওঁলোকে শুভ ৰথত উঠি আহিছে ॥ ১ ॥ নিজেই দীপ্তি শালী তেওঁবিলাকে, ফুটফুটীয়া মৃগত উঠি, অস্ত্ৰৰে সজ্জিত হৈ, পৰৰ সেনাৰ ভয় দেখুৱাবলৈ গৰ্জ্জি, অলঙ্কাৰেৰে শোভা কৰি বিৰাজ কৰিছে ॥ ২ ॥ এই মৰুত সকলে হাতত থকা চাবুকেৰে নিজ নিজ বাহনক কোবাই যি শব্দ কৰিছে সেই শব্দ মই ইয়াত (যজ্ঞস্থলীত) থাকি শুনিছোঁ। সেই শব্দই সংগ্ৰামত বল বৃদ্ধি কৰে ॥ ৩ ॥ (হে ঋত্বিক সকল) তোমা-লোকে অভিভৱ কৰোঁতা, শত্ৰুক ধৰ্ষণ কৰা, দীপ্তিমান যশৰ বলবান মৰুত সকলৰ উদ্দেশ্যে দেৱতাৰ অনুগ্ৰহত লাভ কৰা ব্ৰহ্ম স্তোত্ৰ গান কৰা ॥ ৪ ॥ হে ঋত্বিক সকল যি মৰুত সকলৰ মাক পৃশ্নী আদি গৰু বিলাকত অৱস্থিত তেওঁলোকৰ বিনাশ নোহোৱা খেল কৰা, অভিভৱ কৰা তেজক স্তুতি কৰা। সেই তেজ মুখ বা পেটত বৃদ্ধি পাইছে (?) ॥ ৫ ॥ হে স্বৰ্গ আৰু মৰ্ত্ত্য কম্পন কৰোঁতা নেতা মৰুত সকল তোমালোকৰ মাজত বয়োজ্যেষ্ঠ কোন? তোমালোকে সকলোবিলাক গছৰ আগৰ দৰে কঁপাই দিছা ॥ ৬ ॥ হে মৰুৎ গণ, তোমালোকৰ ভয়ত মানুহে নিজ ঘৰ দৃঢ় কৰিবৰ কাৰণে দৃঢ় খুটা লগাই। (কাৰণ) তোমা-লোকৰ উগ্ৰ গতিৰ বেগত বহুত পৰ্ব্বযুক্ত (শাপযুক্ত) পৰ্ব্বতো খহি পৰে ॥ ৭ ॥ হে মৰুতগণ, যেনেকৈ ৰোগ-গ্ৰস্ত বুঢ়া ৰজাই শত্ৰুৰ ভয়ত কঁপে তেনেকৈ তোমা-লোকৰ তীব্ৰ গতিত পৃথিবী কঁপে ॥ ৮ ॥ তেওঁবিলাকৰ জন্মস্থান সুস্থিৰ আকাশ আৰু তেওঁবিলাকৰ মাতৃৰ পৰা চৰাই বিলাক উৰিব পৰা হল। তোমালোকৰ বলে (হে মৰুত সকল) আকাশ আৰু পৃথিবী বিভক্ত কৰিছে ॥ ৯ (তালু, ওঁঠ আদি সঞ্চৰণ কৰি মৰুতসকল বাক্যৰ উৎপাদক। তোমালোকৰ প্ৰবল বেগত পানীৰ সোঁত বেচি হয় আৰু গৰু বিলাকে হেঁৰেলীয়াই আঠু-লৈকে নামি সেই পানী খায় ॥ ১০ ॥ যি মেঘ প্ৰসিদ্ধ, দীঘল, শকত আৰু পানী নৰৰে আৰু কোনেও লৰচৰ কৰিব নোৱাৰে, সেই মেঘকো মৰুত সকলে বেগাই লৈ চলাই দিয়ে ॥ ১১ ॥ হে মৰুত সকল, যিহেতু তোমালোকৰ অসীম বল আছে সেই বাবে তোমা-লোকে মানুহক নিজ নিজ কামত প্ৰেৰণ কৰা আৰু মেঘ চলাই দিয়া ॥ ১২ ॥ যেতিয়া মৰুতসকল চলি যায়, তেতিয়া যোৱা বাটত যি ধ্বনি কৰে তাক যেয়ে সেয়ে শুনিবলৈ পায় ॥ ১৩ ॥ হে মৰুতসকল, বেগী নিজৰ বাহনত উঠি সোনকালে আহা। মেধাবী কণ্বসকলে তোমালোকৰ পৰিচৰ্য্যা প্ৰস্তুত কৰিছে। তেওঁবিলাকৰ

প্ৰতি সন্তুষ্ট হোৱা ॥ ১৭ ॥ হে মৰুতসকল, তোমালোকৰ তৃপ্তিৰ কাৰণে আমি কৰা হব্য প্ৰস্তুত হৈ আছে। আমি তোমালোকৰ ভৃত্য, আমাক আয়ুস দিয়া ॥ ১৮ ॥

### ৩৮ সূক্ত—ঋ ১৫।

ঋষি—আৰু ছন্দ ৩৭ সূক্তৰ দৰে, দেবতা- মৰুত সকল; ১৩ ব্ৰহ্মণস্পতি, অগ্নি আৰু মিত্ৰ।

হে স্তুতিপ্ৰিয় মৰুতসকল, কাটি থোৱা কুশ মেলা হৈছে। যেনেকৈ পিতাই পুত্ৰক হাতত ধৰে তেনেকৈ তোমালোকে কেতিয়া হাতত ধৰিবা ? ॥ ১ ॥ তোমালোক এতিয়া ক'ত আছা ? কেতিয়া যজ্ঞৰ থলীলৈ আহিবা ? স্বৰ্গৰ পৰা ইয়ালৈ আহাঁ—পৃথিবীৰ পৰা নেযাবা। যেনেকৈ গৰু বিলাকে হেম্বেলিয়ায় তেনেকৈ ঋষি সকলে ক'ত তোমালোকৰ স্তোত্ৰ পাঠ কৰিছে ॥ ২ ॥ হে মৰুত সকল, তোমালোকৰ নতুন প্ৰজা আৰু পশুৰূপধন ক'ত আছে ? সুপ্ৰাপ্য বস্তু বিলাক ক'ত আছে ? সকলো সৌভাগ্য (ঘোঁৰা, হাতী আদি) ক'ত আছে ? ॥ ৩ ॥ হে পৃশ্নিৰ পুত্ৰ মৰুতসকল, যদি তোমালোক মানুহ হলাহেঁতেন, তেনেহলে তোমালোকৰ স্তোতা যজমান অমৰ হলহেঁতেন ॥ ৪ ॥ (হে মৰুতসকল) যেনেকৈ খাব পৰা ঘাঁহ থকা ঘাঁহনিত মৃগই কেতিয়াও নোখোৱাকৈ নেথাকে তেনেকৈ তোমালোকৰ স্তোতা সেৱাহীন হৈ নাথাকে। তেওঁলোকৰ যমলোকলৈ যোৱা বাটেদি যোৱা নহয় ॥ ৫ ॥ (হে মৰুত সকল) অতি বলী আৰু যাক বিনাশ কৰিব নোৱাৰি, সেই নিৰ্ঋতিয়ে আমাক নাশ নকৰক। সেই নিৰ্ঋতি আমাৰ পিয়াহৰ লগতে বিনাশহওক ॥ ৬ ॥ এইটো সত্য যে ৰুদ্ৰপালিত, বলবান আৰু দীপ্তিমান মৰুত সকলে মৰুভূমিতো বায়ুহীন বৰষুণ পেলায় ॥ ৭ ॥ খিৰতি গাই গৰুৰ দৰে বিজুলীয়ে মেঘত শব্দ কৰিছে। গাই গৰুৱে পোৱালীক মৰম কৰা দৰে বিজুলীয়ে মৰুতসকলক সেৱা কৰিছে ॥ ৮ ॥ সেই মৰুতসকলে পানীবাহক পৰ্যন্যৰ দ্বাৰা সূৰ্য্যক ঢাকি দিনতে অন্ধকাৰ কৰিছে আৰু অভিপাত বৰষুণ দি পৃথিৱী বুৰাই দিছে। ॥ ৯ ॥ মৰুতসকলৰ ভীষণ গৰ্জনিত পৃথিবীত থকা সকলো ঘৰ একেলগে কঁপি উঠিছে আৰু ঘৰত থকা মানুহবোৰো কঁপিছে ॥ ১০ ॥ হে মৰুতগণ, তোমালোকে দৃঢ় হস্তে পাৰ থকা নৈৰ বাটেদি লেঠাৰী নিছিগাকৈ গৈ থাকা ॥ ১১ ॥ হে মৰুতসকল) তোমালোকৰ ৰথৰ নেমী (ৰথৰ চক্ৰৰ ৰেৰ) দৃঢ় হওক, ৰথ আৰু ঘোঁৰাবোৰো দৃঢ় হওক। তোমালোকৰ আঙুলি বিলাক (লেকাম ধৰিবলৈ) সাৱধান হওক ॥ ১২ ॥ (হে ঋত্বিকসকল), দেবতাৰ ৰূপ প্ৰকাশক বাক্যেৰে ব্ৰহ্মণস্পতিক, অগ্নিক আৰু দেখিবলৈ ভাল মিত্ৰক আমাৰ সন্মুখত স্তব কৰা ॥ ১৩ ॥ (হে ঋত্বিক সকল) নিজমুখে শ্লোক ৰচনা কৰা আৰু মেঘৰ দৰে বিস্তাৰ কৰা। তোমালোকে যজ্ঞৰ যোগ্য গায়ত্ৰী-ছন্দেৰে স্তোত্ৰ পাঠ কৰা ॥ ১৪ ॥ (হে ঋত্বিকসকল) দীপ্তিমান আৰু স্তুতিযোগ্য অৰ্চনীয় মৰুত সকলক বন্দনা কৰা। আমাৰ এই যজ্ঞ কৰ্ম্ম'ত তেওঁলোক বৰ্দ্ধন হওক ॥ ১৫ ॥

### ৩৯ সূক্ত—ঋ ১০

ঋষি—ঘোৰৰ পুত্ৰ কণ্ব। ছন্দ-প্ৰাগাথ (যুগ্ম সতোবৃহতী অযুগ্ম-বৃহতী)। দেবতা-মৰুতসকল।

হে কম্পন কৰোঁতা মৰুত সকল, যেনেকৈ সূৰ্য্যৰ ৰশ্মি পৃথিবীত পৰেহি তেনেকৈ (যেতিয়া) তোমালোকৰ মানী বল দূৰৈৰ পৰা এই যজ্ঞভূমিত পৰেহি, তেতিয়া কোন যজমানৰ কৰ্ম্মত আকৃষ্ট হোৱাঁ ? কোন যজমানৰ (স্তোত্ৰলৈ যোঁৱা ? কোন যজমানক অনুগ্ৰহ কৰা ? ॥ ১ ॥ (হে মৰুত সকল) তোমালোকৰ অস্ত্ৰ বিলাক শত্ৰুক ধ্বংস কৰিবলৈ আৰু প্ৰতিৰোধ কৰিবলৈ দৃঢ় হওক। তোমালোকৰ বল অতি স্তোতব্য হওক। আমাৰ ছদ্মচাৰী শত্ৰু বোৰৰ বল প্ৰশংসনীয় নহওক ॥ ২ ॥ হে নেতা (মৰুত) সকল, যেতিয়া স্থিৰ বস্তু বিলাক ভাঙি পেলোৱা বা স্থিৰ শিল বগৰাই দিয়া তেতিয়া তোমালোকে পৃথিবীত থকা বন গছৰ মাজেদি বা পৰ্ব্বতৰ কাষেদি পুবণি বাটেদি চলি যোৱাঁ ॥ ৩ ॥ হে শত্ৰু হিংসক মৰুৎগণ, স্বৰ্গতো তোমালোকৰ শত্ৰু নাই, ভূলোকতো নাই। হে ৰুদ্ৰৰ পুত্ৰ সকল, তোমালোকৰ (উনপঞ্চাশ) বায়ু একেলগ হৈ শত্ৰু নাশ কৰিবলৈ সোনকালে বল বিস্তাৰ কৰা ॥ ৪ ॥ হে মৰুৎগণ, পৰ্ব্বত বিলাক তোমালোকে বগৰাই দিয়াঁ। গছ গছনি বিলাক বিভক্ত কৰি দিয়া। হে মৰুৎ দেবতা সকল, যেনেকৈ মদোন্মত্ত হাতী নিজ ইচ্ছাৰে ঘুৰি ফুৰে তেনেকৈ তোমালোকে একেলগ হৈ য'তে ত'তে ঘুৰি ফুৰাঁ ॥ ৫ ॥ হে মৰুৎগণ, তোমালোকৰ ৰথত ফুটফুটীয়া মৃগী বন্ধা আছে। প্ৰষ্টি নামৰ (অন্য জাতিৰ) বগা মৃগই

( মাজত থাকি ) ৰথ টানিছে। তোমালোকৰ আগমণ অন্তৰীক্ষত উৎকণ্ঠাৰে শুনিছে আৰু পৃথিৱীৰ মানুহ ( আৰু ইতৰ প্ৰাণী বিলাকবো ) ভয় উৎপন্ন হৈছে ॥ ৬ ॥ হে ৰুদ্ৰৰ পুত্ৰ সকল, আমাৰ কোন পুত্ৰৰ কাৰণে সোনকালে তোমালোকৰ ৰক্ষণ প্ৰাৰ্থনা কৰোঁ ? আগৰ দিনত যেনেকৈ তোমালোকে আমাক ৰক্ষা কৰিবলৈ আহিছিলা তেনেকৈ ভয়ত থকা কণ্বক অনুগ্ৰহ কৰিবলৈ এই যজ্ঞলৈ আহাঁ ॥ ৭ ॥ হে মৰুৎগণ, যি শত্ৰু তোমালোকৰ দ্বাৰা খেদাই পঠিয়ালে আমাৰ ওচৰ পাইছি তাৰ অন্ন কাঢ়ি নিয়া আৰু তোমালোকৰ সহায়ৰ পৰা সিহঁতক বঞ্চিত কৰা ॥ ৮ ॥ সম্পূৰ্ণৰূপে যজনীয় আৰু জ্ঞানযুক্ত হে মৰুৎগণ, তোমালোকে কণ্ব ঋষিক ধাৰণ কৰা। যেনেকৈ বিজুলী মেঘৰ সৈতে আছে সেইদৰে তোমালোকে সম্পূৰ্ণ ৰক্ষক হৈ আমাৰ শুৱিবলৈ আহা ॥ ৯ ॥ হে সুদাতা মৰুতসকল, তোমালোকে পূৰ্ণ বল ধাৰণ কৰা। হে কঁপাই দিব পৰা কেজন, তোমালোকৰ সম্পূৰ্ণ বল প্ৰকাশ কৰা। যেনেকৈ পুৰুষে নিজ শত্ৰু বিনাশ কৰিবলৈ শৰ মাৰে, সেই দৰে খণ্ডাল, ঋষি দ্বেষী শত্ৰু বিনাশ কৰিবলৈ তোমালোকৰ খং দেখুওৱা ॥ ১০ ॥

৪০ সূক্ত—ঋ ৮।

ঋষি— আৰু ছন্দ—৩৯ সূক্তৰ দৰে।

দেবতা—ব্ৰহ্মণস্পতি ; ৩ বাগ্দেৱী, ইলা

হে ব্ৰহ্মণস্পতি, উঠা। দেৱতা কামনা কৰি আমি তোমাক বিচাৰিছোঁ। সুদাতা মৰুত সকলৰ ওচৰলৈ যোৱা। হে ইন্দ্ৰ, তুমি ব্ৰহ্মণস্পতিৰে সৈতে সোমৰসৰ ভক্ষক হোৱা ॥ ১ ॥ হে বলৰ পুত্ৰ বহু পালক ( ব্ৰহ্মণস্পতি), শত্ৰুৰ নিহিত ধনৰ কাৰণে মানুহে তোমাক স্তব কৰে। হে মৰুতসকল, যি ধন বিচৰা মানুহে সেই ব্ৰহ্মণস্পতিৰ সৈতে তোমালোকক স্তব কৰে তেওঁ সুঅশ্বযুক্ত আৰু সুবীৰ্য্যবান হয় ॥ ২ ॥ ব্ৰহ্মণস্পতি দেৱতাই আমাৰ ওচৰ পাওকহি। সুনৃতা বাগ্দেৱী আমাৰ ওচৰ পাওকহি। ব্ৰহ্মণস্পতি আদি দেৱতা সকলে আমাৰ বলী শত্ৰুক নিঃশেষকৈ দূৰলৈ খেদক আৰু আমাক হিতকাৰী হব্য যজ্ঞৰ কালে লৈ যাওক ॥ ৩ ॥ যি যজমানে ঋত্বিকক ভাল ধন দিয়ে সেই যজমানে অক্ষয় অন্নৰ ভাণ্ডাৰ পায়। তাৰ কাৰণে আমি সুবীৰা যুক্তা ( মনুৰ জীয়েক ), নিজে অহিংসিতা ( কিন্তু ) আনক হিংসা কৰা ইলা দেৱীক যজন কৰো ॥ ৪ ॥ ব্ৰহ্মণস্পতি দেৱতাই নিশ্চয় স্তুতি যোগ্য উক্থ মন্ত্ৰেৰে হোতাৰ মুখত অৱস্থিত হৈ ( স্তুতি ] উচ্চাৰণ কৰে। সেই সকলো দেৱতাৰ প্ৰতিপাদক ( প্ৰযুক্ত ) মন্ত্ৰেৰে ইন্দ্ৰ, বৰুণ, মিত্ৰ, অৰ্যমা আদি দেৱতা সকলে যজ্ঞত ঠাই লয় ( বিৰাজ কৰে ) ॥ ৫ ॥ হে দেৱতা সকল, সেই সুখদায়ক আৰু দোষহীন মন্ত্ৰকেই আমি যজ্ঞত উচ্চাৰণ কৰিম। হে নেতা সকল, তোমালোকে যদি এই ( আমি উচ্চাৰণ কৰা ) মন্ত্ৰ কামনা কৰা তেনেহলে সকলো মনোৰম বাক্য তোমালোকে পাবা ॥ ৬ ॥ যি দেৱতা কামনা কৰে তেওঁ কোন দেৱতা পাব পাৰে ? যি যজ্ঞৰ কাৰণে কুশ ছিঙে তেওঁৰ শুৱিবলৈ কোন দেৱতা আছে ? হব্য দাতাই ঋত্বিক সকলেৰে সৈতে যজ্ঞৰ ঠাইলৈ গৈছে। তেওঁ ঘৰৰ ভিতৰত থকা ( পুত্ৰ পৌত্ৰাদিৰে সৈতে ) বহুত কথাবতৰা হৈ থকা ঘৰলৈ গৈছে ॥ ৭ ॥ ব্ৰহ্মণস্পতি দেৱতাই নিজ দেহত বল সঞ্চাৰ কৰে। পাচত ৰজা বৰুণেৰে সৈতে শত্ৰু মাৰে। ভয় লগা যুদ্ধতো তেওঁ স্থিৰেৰে থাকে। বজ্ৰধাৰী শত্ৰুৱেও যুদ্ধত এওঁক পৰাস্ত কৰোঁতা নাই। অলপীয়া যুদ্ধতো নাই ॥ ৮ ॥

৪১ সূক্ত—ঋ ৯।

ঋষি— ঘোৰৰ পুত্ৰ কণ্ব। ছন্দ-গায়ত্ৰী। দেবতা বৰুণ, মিত্ৰ আৰু অৰ্যমা।

বিশিষ্ট জ্ঞানী বৰুণ, মিত্ৰ আৰু অৰ্যমা দেৱতাই যাক ৰক্ষা কৰে তেওঁ সোনকালে শত্ৰুক দমন কৰিব পাৰে ॥ ১ ॥ যাক ধনেৰে পূৰণ কৰে, নিজ বাহুৰে ধন উপাৰ্জন কৰিবলৈ দিয়ে আৰু হিংসকৰ পৰা ৰক্ষা কৰে তেওঁ কোনেও হিংসা কৰিব নোৱাৰাকৈ বৰ্দ্ধন হয় ॥ ২ ॥ ৰজা বৰুণ আদিয়ে নিজ যজমানৰ দুৰ্গতি ধ্বংস কৰে, শত্ৰুও নাশ কৰে, অসুখ অশান্তি নাশ কৰে ॥ ৩ ॥ হে অদিতিৰ পুত্ৰ সকল, ঋত্বিৰ ( যজ্ঞৰ ) বাট সুগম আৰু কাঁইট নোহোৱা হৈ আছে। এই যজ্ঞত তোমালোকৰ কাৰণে বেয়া বস্তু যোগাৰ হোৱা নাই ॥ ৪ ॥ হে দেৱতাৰ নেতা অদিতিৰ পুত্ৰ সকল, যি যজ্ঞক তোমালোকে

ভাল বাটেৰে পাৰ কৰি নিয়া, সেই যজ্ঞত তোমালোকে হবি পান আৰু ভোগ কৰিবলৈ পোৱা ॥ ৫॥ হে অদিতিৰ পুত্ৰ সকল, তোমালোকে অনুগ্ৰহ কৰা যজমানক কেনেও হিংসা কৰিব নোৱাৰে। তেওঁ সকলো সুন্দৰ ধন-বস্তু সন্মুখতে পায় আৰু নিজৰ দৰে পুত্ৰ পায় ॥ ৬॥ হে ঋত্বিক বন্ধু সকল, মিত্ৰ, বৰুণ আৰু অৰ্যমাৰ মহৎ ৰূপ আৰু তেওঁবিলাকৰ বিষয় স্তোত্ৰ কেনেকৈ সাধন কৰিব পাৰিম ? ॥ ৭॥ (হে মিত্ৰাদি দেৱতা সকল) দেৱতাক বিচৰা যজমানক যি শত্ৰুৱে নাশ কৰে আৰু শাও দিয়ে, সিইঁতৰ বিৰুদ্ধে দুনাই তোমালোকৰ ওচৰত অভিযোগ নকৰো (তোমালোকেই বিচাৰ কৰিবা এই অৰ্থ)। আমি ধনৰে মাত্ৰ তোমালোকক পৰিচৰণ কৰিম ॥ ৮॥ পাশা খেলত যি চাৰিটা কপৰ্দ (মুদ্ৰা) হাতত (বাজি) ধৰে, সেই কপৰ্দ পাশা মৰা (ক্ষেপণ) পৰ্য্যন্ত যেনেকৈ প্ৰতিপক্ষই (জয় হবনে নহয় বুলি) ভয়ে থাকে সেইদৰে দুনাই কবলৈ নিবিচাৰো আৰু কবলৈ ভয় লাগে ॥ ৯॥

## ৪২ সূক্ত—ঋ ৯।

ঋষি আৰু ছন্দ ৪১ সূক্তৰ দৰে। দেৱতা—পূষা।

হে পূষা দেৱতা, বাট পাৰ কৰি আমাৰ গন্তব্য ঠাই পোৱাই দিয়া। আমাৰ বিঘিনিৰ কাৰণ হোৱা পাপ নাশ কৰা। আমাৰ আগে আগে গৈ থাকাঁ ॥ ১॥ হে পূষা দেৱতা, যি আমাৰ ধন অপহৰণ কৰে, আঘাট কৰে, যি দুৰাচাৰীয়ে আমাক বিপথে নিবলৈ বুদ্ধি দিয়ে, তেনেকুৱা শত্ৰুক আমি যোৱা বাটৰ পৰা আঁতৰাই দিয়া ॥ ২॥ সেই চোৰৰূপী কুটিল মনৰ পৰিপন্থীক আমাৰ যোৱা বাটৰ পৰা আঁতৰাই দিয়া ॥ ৩॥ (হে পূষণ) যি (প্ৰত্যক্ষ আৰু পৰোক্ষ) চোৰ, দুয়োৰূপেৰে অপহাৰক আৰু আনৰ অনিষ্ট কামনা কৰে, তাৰ পৰক দুখ দিয়া দেহ তোমাৰ ভৰিৰে মোহাৰি পেলোৱা ॥ ৪॥ হে জ্ঞানবান আৰু দৰ্শনীয় পূষণ, তোমাৰ যি ৰক্ষণৰ দ্বাৰা (অঙ্গিৰা প্ৰভৃতি) আমাৰ পিতৃ-পুৰুষ সকলে অসীম প্ৰেৰণা পাইছিল, আমি সেই ৰক্ষণ বিচাৰিছোঁ ॥ ৫॥
সকলো সৌভাগ্যবান হে পূষা, সোণৰ অস্ত্ৰযুক্ত তুমি আমালোকৰ (সোণ-মণিমুক্তা আদি) ধন দানত মন নিয়োগ কৰা ॥ ৬॥ হে পূষণ, যি শত্ৰুয়ে আমাক বাধা দিয়ে, সিইঁতক অতিক্ৰম কৰি আমাক লৈ যোৱা। সুগম পথেৰে আমাক লৈ যোৱা। সেই বাট তুমি জানা ॥ ৭॥ হে পূষণ, আমাক ভাল ঘাঁহ থকা আৰু সকলো ঔষধ গছ-গছনি থকা ঠাইলৈ নিয়া। এই পথত যেন আমাৰ নতুন সন্তাপ নহয়। এই কাম তুমি জানা ॥ ৮॥ হে পূষণ, আমাক অনুগ্ৰহ কৰিবলৈ তুমি সমৰ্থ হোৱা। আমাক ধনেৰে পূৰ কৰা। আনে নোপোৱা বস্তু দিয়া। আমাক তীক্ষ্ণতৰ কৰা। আমাৰ উদৰ পূৰণ কৰা। এই কাম তুমি জানা ॥ ৯॥ হে দৰ্শনীয় পূষণ, তোমাক আমি নিন্দা নকৰোঁ। বেদৰ সূক্তৰ দ্বাৰা তোমাক স্তুতি কৰোঁ। আমি তোমাৰ ওচৰত ধন বিচাৰিছোঁ ॥ ১০॥

## ৪৩ সূক্ত—ঋ ৯।

ঋষি—ঘোৰৰ পুত্ৰ কণ্ব। ছন্দ গায়ত্ৰী ; ৯ অনুষ্টুপ। দেৱতা - ৰুদ্ৰ ; ৩ মিত্ৰাবৰুণ ; ৭-৯ সোম।

কেতিয়া আমি আমাৰ হৃদয়ত অধিষ্ঠিত হোৱা, বিশেষ জ্ঞানী, অভীষ্ট কামবৰ্ষী, অতি ডাঙৰ ৰুদ্ৰ দেৱতাৰ ওচৰত অতি সুখকৰ স্তোত্ৰ পাঠ কৰিম ॥ ১॥ অদিতি ভূমিয়ে আমাৰ কাৰণে ৰুদ্ৰই দিয়া ঔষধ দিয়ক। আমাৰ জন্তু, গাইগৰু আৰু লৰালুৰিৰ কাৰণে ৰুদ্ৰীয় ঔষধ দিয়ক ॥ ২॥ যেনেকৈ মিত্ৰ, বৰুণ আৰু ৰুদ্ৰৰ আমি অনুগ্ৰহৰ যোগ্য আৰু তেনেকৈয়ে সমান প্ৰীতিৰ দেৱতা সকলেও আমাৰ বিষয় ভাবক ॥ ৩॥ স্তুতিৰ পালক, যজ্ঞৰ পালক আৰু পানী ৰূপ ওষধীযুক্ত ৰুদ্ৰৰ ওচৰত আমি বৃহস্পতিৰ পুত্ৰেক শংযোৰ দৰে সুখ অভিলাষ কৰিছো ॥ ৪॥ যি ৰুদ্ৰ দেৱতা সূৰ্য্যৰ দৰে দীপ্তিমান আৰু সোণৰ দৰে প্ৰাণীৰ হিতকৰ, দেৱতাৰ শ্ৰেষ্ঠ তেওঁ বসতি কৰা ঠাইৰ কাৰণ ॥ ৫॥ (তেওঁ ৰুদ্ৰই) আমাৰ ঘোঁৰা, ভেড়া, ভেড়ী, পুৰুষ, মাইকী মানুহ, আৰু গৰু বিলাকক ভাল সুখ দান কৰক ॥ ৬॥ হে সোম দেৱতা, আমাক শত মানুহৰ কাৰণে বহুত লক্ষী দিয়া আৰু বহুত পুষ্টিকৰ অন্ন দিয়া ॥ ৭॥ হে সোম, সোম বাধক (যজ্ঞহীন) আৰু অদাতা শত্ৰুবিলাকে যাতে আমাক হিংসা নকৰে, তেনে কৰা। বল দিয়াত আমাক অনুগ্ৰহ কৰা ॥ ৮॥ হে সোম, যি প্ৰজাই তোমাৰ স্তব কৰে, সেই প্ৰজাৰ শীৰ্ষস্থানীয় তুমি যজ্ঞ ঘৰত থাকিবলৈ বিচাৰা। মৰণহীন যজ্ঞৰ

(নিয়মৰ) স্থান পাবলৈ, হে সোম, যি তোমাক অলঙ্কৃত কৰে, তেওঁক মনত ৰাখিবা ॥ ৯ ॥

## ৪৪ সূক্ত— ঋ ১৪ ।

ঋষি—কণ্বৰ পুত্ৰ প্ৰস্কণ্ব । ছন্দ—প্ৰাগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতোবৃহতী) দেবতা · অগ্নি; ১-২ অগ্নি, অশ্বিনী দুজন আৰু ঊষা ।

হে জাতবেদ অমৰণ অগ্নি, ঊষা দেৱীৰ পৰা আনি নিবাসযুক্ত নানাবিধ ধন হব্য দাতাক দিয়া । আজি ঊষাত জাগ্ৰত হোৱা দেবতাসকলক লৈ আহিবা ॥ ১ ॥ হে অগ্নি, তুমি (যজ্ঞ) সেবন কৰাত বিশেষ গুণ বিশিষ্ট, দেবতাৰ দূত, হব্য বহন কৰা. আৰু যজ্ঞৰ ৰথী । তুমি, অশ্বিনী দুজন, আৰু ঊষা দেৱীৰে সৈতে আমাক বহুত বীৰ্য্যবান অন্ন দিয়া ॥ ২ ॥ আজি আমি (সেই) দূত, নিবাসৰ হেতু (ধন দিয়া), বহুতৰ প্ৰিয়, ধোঁৱাৰ পতাকাৰ, প্ৰসিদ্ধ জ্যোতিযুক্ত আৰু ঊষাকালত যজমানৰ যজ্ঞ সেবন কৰা অগ্নিক বৰণ কৰিছোঁ ॥ ৩ ॥ ঊষাৰ সময়ত দেবতাসকলৰ ফালে যাবলৈ, শ্ৰেষ্ঠ, অতি ডেকা, অতিথি, সকলোৰে আহুত, দাতা জনৰ প্ৰতি প্ৰীত, জাতবেদ অগ্নিক, মই স্তুতি কৰিছোঁ ॥ ৪ ॥ হে অগ্নি, তুমি অমৰ, জগত পালক, হব্যবাহক, যজ্ঞাৰ্হ, বিশ্বত্ৰাতা আৰু যজ্ঞ-নিৰ্ব্বাহ কৰ্ত্তা । তোমাক আমি স্তুতি কৰিছোঁ ॥ ৫ ॥ হে অতি ডেকা অগ্নি, যজমানৰ স্তুতি ভাজন, মধুৰ জিভা (মধুৰ কথা কোৱা,) তুমি আহুত হলে আমাৰ উদ্দেশ্য বুজি পোৱা । প্ৰস্কণ্ব ঋষিৰ আয়ুস বৰ্দ্ধন কৰি দৈবজনৰ পূজা কৰা ॥ ৬ ॥ হে অগ্নি, হোম নিষ্পাদক, সকলো জনা, বহুতে আহ্বান কৰা' বিশেষ জ্ঞানযুক্ত তোমাক মানুহে জ্বলায় । এই যজ্ঞৰ দিনে দেবতাসকলক সোনকালে লৈ আহা ॥ ৭ ॥ হে ভাল বসতিৰ স্থানযুক্ত অগ্নি, পুৱা সময়ত সবিতা, ঊষা, অশ্বিনী দুজন, ভগ আৰু অগ্নিক লৈ আহিবা । হে হব্যবাহন অগ্নি, (ঋত্বিক) কণ্বসকলে সোমৰস চেপি তোমাক জ্বলাইছে ॥ ৮ ॥ হে অগ্নি, তুমি দেবতাৰ দূত, সকলো জনৰে যজ্ঞৰ পালক । তুমি আজি ঊষাত প্ৰবুদ্ধ সূৰ্য্য দৰ্শন কৰা দেবতাসকলক যজ্ঞৰ দিনে সোম পান কৰিবলৈ লৈ আহা ॥ ৯ ॥ হে বিভাবসো, তুমি সকলোৰে দৰ্শনীয়, আৰু ঊষা পাব হলে জ্বলা । তুমি গাওঁবিলাকত থকা মানুহৰ ৰক্ষক, যজ্ঞৰ পুৰোহিত আৰু আমাৰ যজ্ঞ বেদীৰ পূৰ্বকালে থকা মানুহ ॥ ১০ ॥ যজ্ঞ নিষ্পাদক, ঋত্বিক, জ্ঞানযুক্ত, শত্ৰুৰ-আয়ুস-ক্ষয়-কৰা, দেবতাৰ দূত আৰু অমৰণ তোমাক আমি মনুৰ দৰে যজ্ঞ স্থলীত স্থাপন কৰিছোঁ ॥ ১১ ॥ হে মিত্ৰৰ দ্বাৰা পূজক অগ্নি, যেতিয়া তুমি পুৰোহিত ৰূপে (বেদীৰ) পূৰ্বকালে থাকি দেবতা সকলৰ দূতৰ কাম কৰা, তেতিয়া সমুদ্ৰৰ ধ্বনিযুক্ত তৰঙ্গমালাৰ দৰে তোমাৰ শিখাবোৰ জ্বলি উঠে ॥ ১২ ॥ হে শুনিবপৰা—কাণ-থকা অগ্নি, আমাৰ কথা (স্তুতি) শুনা । যি, মিত্ৰ, অৰ্যমা (আৰু অন্য) দেবতাসকল পুৱা যজ্ঞলৈ যায়, তোমাৰ লগত যোৱা সেই দেবতা সকলোৰে সৈতে এই যজ্ঞত তুমি কুশাসনত বহা ॥ ১৩ ॥ হে মৰুৎগণ, আমাৰ স্তোত্ৰ শুনা । তেওঁবিলাক সুফল দাতা, অগ্নি যাৰ জিভা আৰু ঋতৰ (নিয়মৰ যজ্ঞৰ) বৰ্দ্ধক । কৰ্ম্ম গ্ৰহণ কৰা বৰুণ, অশ্বিনী দুজন আৰু ঊষা দেৱীৰ সৈতে সোমপান কৰা ॥ ১৪ ॥

## ৪৫ সূক্ত—ঋ ১০ ।

ঋষি—কণ্বৰ পুত্ৰ প্ৰস্কণ্ব । ছন্দ—অনুষ্টুপ । দেবতা-অগ্নি ।

হে অগ্নি, তুমি এই যজ্ঞ কৰ্ম্মত বসুসকলক যজন কৰা । অন্য দেবতা সকলকো যজন কৰা । ৰুদ্ৰসকল, আদিত্য সকল সুযজ্ঞ জল সিঁচি দিয়া মনুৰ পুত্ৰসকলক যজন কৰা ॥ ১ ॥ হে অগ্নি, সুবিজ্ঞ দেবতাসকলে হব্য দাতা যজমানক সুফল দান কৰে । হে ৰোহিত নামৰ ঘোঁৰা যুক্ত স্তুতি ভাজন অগ্নি দেবতা, তেত্ৰিশজন দেবতাক এই যজ্ঞলৈ লৈ আহা ॥ ২ ॥ হে বহুকৰ্ম্মা, জাতবেদ অগ্নি, তুমি যেনেকৈ প্ৰিয়মেধ, অত্ৰি, বিৰূপ আৰু অঙ্গিৰসৰ আহ্বান শুনিছিলা, তেনেকৈ প্ৰস্কণ্বৰ (মোৰ) আহ্বান শুনা ॥ ৩ ॥ প্ৰৌঢ়কৰ্ম্মা প্ৰিয়মেধ আদি ঋষি সকলে আত্মৰক্ষাৰ কাৰণে বিশুদ্ধ জ্যোতিৰ জ্বলি থকা অগ্নিক আহ্বান কৰিছিল ॥ ৪ ॥ হে ঘিঁউৰে আহুত, ফলপ্ৰদ অগ্নি, কণ্ব (পুত্ৰ) সকলে, যি স্তুতিৰে ৰক্ষা কৰিবলৈ তোমাক আহ্বান কৰিছে, সেই স্তুতি শুনা ॥ ৫ ॥ হে অগ্নি, তুমি বিবিধ হবিৰূপ অন্নময় আৰু বহুত যজমানৰ প্ৰীতিকৰ । জ্বলি থকা শিখাৰে তোমাক যজমানসকলে দেবতাসকলৰ ওচৰলৈ হবি লৈ যাবলৈ আহ্বান কৰিছে ॥ ৬ ॥ হে অগ্নি, দেবতাৰ

আহবাতা, যজনশীল, বহুত ধন পোৱাই দিবপৰা, শুনিবৰ উপযুক্ত কাণ থকা আৰু অতি প্ৰখ্যাত তোমাক ঋিপ্ৰসকলে এই যজ্ঞত স্থাপন কৰিছে ॥ ৭ ॥ হে মহান, ভাস্বৰ (দীপ্ত হৈ থকা) অগ্নি, হব্যদাতা যজমানৰ কাৰণে হব্য বস্তু লৈ মেধাবী ঋত্বিকসকল সোমৰস চেপাৰ পাচত তোমাৰ ওচৰলৈ গৈছে ॥ ৮ ॥ বলেৰে উৎপত্তি কৰা, ফলদাতা আৰু বাসৰ হেতু হে অগ্নি, আজি পুৱা এই যজ্ঞলৈ আহি দেৱতাসকলক সোম পান কৰিবলৈ কুশৰ ওপৰত আনি বহুওৱা ॥ ৯ ॥ হে অগ্নি, সন্মুখত থকা দেৱতাসকলক সমানে (একেদৰে) আহ্বান কৰা। কালি চেপা সোমৰস সন্মুখত আছে। হে দেৱতাসকল, আজি ইয়াক পান কৰা ॥ ১০ ॥

৪৬ সূক্ত—ঋ ১৫।

ঋষি—কণ্বৰ পুতেক প্ৰস্কণ্ব। ছন্দ—গায়ত্ৰী। দেৱতা—অশ্বিনী দুজন।

দেখনিয়াৰ, প্ৰীতিকৰ, আৰু অপূৰ্ব্ব উষা দেৱী এতিয়া স্বৰ্গৰ পৰা আহি অন্ধকাৰ নাশ কৰিছে। হে অশ্বিনী দুজন, তোমালোক দুয়োকে আমি বহুত স্তৱ কৰিছোঁ ॥ ১ ॥ যি অশ্বিনী দুজনক স্তুতি কৰিছোঁ তেওঁলোক দস্ৰ আৰু মাক সমুদ্ৰ। তেওঁলোকে নিজ মনেৰেই ধন দিয়ে। কৰ্ম্ম কৰিলে বাসস্থান দিয়ে ॥ ২ ॥ (হে অশ্বিনী দুজন) যেতিয়া তোমালোকৰ নানা স্তৱেৰে বৰ্ণনা কৰা ৰথ স্বৰ্গত ঘোঁৰাৰ দ্বাৰা চলোৱা হয় তেতিয়া আমি তোমালোকৰ স্তৱ কৰোঁ ॥ ৩ ॥ হে নেতা দুজন, নিজ তাপত সূৰ্য্যই পানী শুকাই দিয়ে আৰু আমি দিয়া ঘি'উৰে দেৱতা সকলক পূৰণ কৰে। সূৰ্য্য পূৰণ স্বভাৱৰ, পৰি পালক আৰু যজ্ঞৰ দ্ৰষ্টা ॥ ৪ ॥ হে নাসত্যা দুজন, আমাৰ প্ৰিয় স্তোত্ৰ শুনি তোমালোকৰ বুদ্ধি প্ৰেৰণ কৰা ধৰ্ষণশীল সোমৰস পান কৰা ॥ ৫ ॥ হে অশ্বিনী দুজন, যি জ্যোতিযুক্ত অন্ন দৰিদ্ৰৰূপ অন্ধকাৰ নাশক আৰু তৃপ্তিদায়ক, সেই অন্ন আমাক দিয়া ॥ ৬ ॥ হে অশ্বিনী দুজন, স্তুতিৰ পাৰ পাবলৈ নাওৰূপে আহা আৰু আমাৰ ওচৰলৈ আহিবলৈ আমাৰ পিনে ৰথত ঘোঁৰা লগোৱা ॥ ৭ ॥ হে অশ্বিনী দুজন, স্বৰ্গৰ পৰা অহা বহল নাও সাগৰৰ ঘাটত বৈ আছে, (বাস্তত) ৰথ আছে। সোমৰস প্ৰস্তুত আছে ॥ ৮ ॥ হে কণ্বসকল, অশ্বিনী দুজনক সোধা যে দ্যুলোকৰ পৰা সূৰ্য্যৰ ৰশ্মি আবিৰ্ভাব হ'য়নে? বৰুণৰ উৎপত্তি স্থান অন্তৰীক্ষৰ পৰা আমাৰ বাসস্থানলৈ উষাৰ জ্যোতি উৎপন্ন হয়নে? এনে সময়ত তোমালোকৰ ৰূপ কোন ঠাইত ৰাখিব খোজা ॥ ৯ ॥ সূৰ্য্যৰ দীপ্তিত উষাৰ ৰশ্মি উৎপন্ন হৈ সোণৰ দৰে শোভা কৰে আৰু অগ্নিয়ে নিজৰ দীপ্তিৰে প্ৰকাশ পাই ॥ ১০ ॥ (৯/১০ ঋকৰ ভাবাৰ্থ এই যে এনে সময়ত অশ্বিনী দুজন যজ্ঞলৈ আহে) ঋতৰ (সূৰ্য্যৰ) পাৰ হ'বলৈ উদয় গিৰিলৈ ধুনীয়া বাট নিৰ্ম্মাণ হয়। জ্বলি থকা সূৰ্য্যৰ পৰা ওলোৱা দীপ্তি দেখা হয়। (এনে সময়ত হে অশ্বিনী দুজন আহাঁ) ॥ ১১ ॥ (এনে সময়ত) স্তোতাই পুনঃ পুনঃ অশ্বিনী দুজনৰ কাম প্ৰশংসা কৰি অলঙ্কাৰ লগাই স্তোত্ৰ গায়। তেওঁলোকে আনন্দেৰে সোমপান কৰে ॥ ১২ ॥ হে সুখদাতা (অশ্বিনী দুজন) মনুৰ সময়ত বাস কৰাৰদৰে সোমপান কৰিবলৈ আৰু স্তুতি শুনিবলৈ ইয়ালৈ (যজ্ঞস্থানলৈ) আহাঁ ॥ ১৩ ॥ চাৰিওফালে যাব পৰা হে অশ্বিনী দুজন, তোমালোকৰ আগমনৰ শোভা অনুসৰণ কৰি পাচতে উষাদেৱী ইয়ালৈ (যজ্ঞলৈ) আহক। ৰাতি সমাপ্ত কৰা যজ্ঞৰ হবি তোমালোকে সেৱন কৰা ॥ ১৪ ॥ হে অশ্বিনী দুজন, তোমালোক দুয়ো সোমপান কৰা। তোমালোকৰ প্ৰশস্ত কৰ্ম্মেৰে আমাক চিৰ দিন সুখ দিয়া ॥ ১৫ ॥

৪৭ সূক্ত—ঋ ১০।

ঋষি— কণ্বৰ পুত্ৰ প্ৰস্কণ্ব। ছন্দ—প্ৰগাথ (অযুগ্ম-বৃহতী; যুগ্ম-সতোবৃহতী)। দেৱতা—অশ্বিনী দুজন।

হে ঋতৰ (নিয়মৰ-যজ্ঞৰ) বৰ্দ্ধক অশ্বিনী দুজন, তোমালোকৰ কাৰণে সুমধুৰ, আগদিনা চেপা, সন্মুখত থকা সোমৰস পান কৰি যজমানক সুন্দৰ ধন-বস্তু দিয়া ॥ ১ ॥ হে অশ্বিনী দুজন, তোমালোকৰ ৰথ (ওখ-চাপৰ ৰূপৰ) তিনিবিধ বন্ধন কাঠযুক্ত, সোণ খটোৱা, (অপ্ৰতিহত গতিত) তিনিও লোকত বৰ্ত্তমান। (সেই ৰথত উঠি) এই যজ্ঞলৈ আহা আৰু কণ্ব সকলে

তোমালোকৰ উদ্দেশ্যে যি স্তোত্ৰ পাঠ কৰি আহ্বান কৰিছে সেই আহ্বান (সাদৰেৰে) গ্ৰহণ কৰা ॥ ২ ॥ ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক হে অশ্বিনী দুজন অতি মধুৰ সোমৰস পান কৰা। হে দস্ৰা দুজন, ৰথত উঠি আজি উপযুক্ত ধন লৈ (আমি) হবিদাতা যজমানৰ ওচৰলৈ আহা ॥ ৩ ॥ হে সৰ্ব্বজ্ঞ অশ্বিনী দুজন, তিনিখন সভাত মেলি থোৱা কুশত বহি সুমধুৰ সোম ৰসেৰে আমাৰ যজ্ঞ তিয়াই দিয়া। দীপ্তিমান কণ্বসকলে সোমৰস চেপি দুয়োকো আহ্বান কৰিছে ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোক দুয়ো যি ইপ্সিত ৰক্ষাৰ দ্বাৰা কণ্ব মহৰ্ষীক ৰক্ষা কৰিছিল, হে শুভকৰ্ম্মৰ পালক দুজন, সেই ৰক্ষাৰ দ্বাৰা আমি যজ্ঞকাৰী (কণ্ব) সকলক ভালকৈ যজ্ঞ বৰ্দ্ধন কৰা ॥ ৫ ॥ হে দস্ৰা অশ্বিনী দুজন, তোমালোকে ৰজা সুদাসক ৰথত ধন আনি অন্ন দিছিলা। তেনেকুৱা বহুত জনৰ কাৰণে বাঞ্ছা কৰা দিব্যধন অন্তৰীক্ষৰ পৰা বা স্বৰ্গৰ পৰা আনি আমাৰ গুৰিত থোৱা ॥ ৬ ॥ হে নাসত্যা দুজন, তোমালোকে যি দূৰ দেশত বা ওচৰত থাকা, সূৰ্য্য উদয়ৰ সময়ত সূৰ্য্যৰ ৰশ্মিৰ জগত ভালকৈ আবৃত থকা ৰথত চৰি আমাৰ গুৰিলৈ আহা ॥ ৭ ॥ হে যাগ সেৱন কৰা দুজন, তোমালোকক সাতোটা ঘোঁৰাই আমাৰ অনুষ্ঠিত তিনি সবন যজ্ঞৰ কালে লৈ আহক। আৰু হে নেতা দুজন, তোমালোকে সুকৰ্ম্মকাৰী আৰু সুদানশীল যজমানক অন্নদান কৰি এই যজ্ঞৰ থলীত কুশাসনত বহা ॥ ৮ ॥ হে নাসত্যা দুজন, তোমালোক সূৰ্য্যৰশ্মিৰে বেৰা ৰথত উঠি আহা। হব্যদাতা যজমানক যি ৰথত উঠি সদায় ধন দিছিলা (সেই ৰথত উঠি) মধুৰ সোমৰস পান কৰিবলৈ আহা ॥ ৯ ॥ আমি আত্মৰক্ষাৰ কাৰণে অতি ধনী অশ্বিনী দুজনক উকুম স্তোত্ৰ আৰু ঋক্ স্তোত্ৰৰ দ্বাৰা আমাৰ কালে আহ্বান কৰিছোঁ। (হে অশ্বিনী দুজন) তোমালোক কণ্বপুত্ৰসকলৰ সদায় প্ৰিয়। যজ্ঞ-স্থলীলৈ সদায় সোমপান কৰিবলৈ আহি থাকিবা ॥ ১০ ॥

## ৪৮ সূক্ত—ঋ ১৬।

ঋষি আৰু ছন্দ ৪৭ সূক্তৰ দৰে। দেৱতা—উষা।

হে দেৱকন্যা উষা, আমাক বাতিপুৱাই ধনযুক্ত কৰি দিয়া। হে বিভাবৰী, বহুত ধন আনি বাতিপুৱা (আৱত্ত) কৰা। হে দেৱী, দানযুক্তা হৈ (পশুৰূপ) ধনেৰে বাতিপুৱা কৰা ॥ ১ ॥ বহুত ঘোঁৰা থকা, গৰু থকা, সকলো ধনৰ সুপাত্ৰী, হে উষা দেৱী প্ৰজাসকলৰ বস-বাসৰ কাৰণে বহুত ধন তোমাৰ লাভ কৰা আছে। হে উষা দেৱী, আমাক সুনৃত বাক্য দান কৰা আৰু ধনবানসকলৰ ধন আমাৰ বাবে পঠিয়াই দিয়া ॥ ২ ॥ আগৰ দিনত যি বাতিপুৱা কৰিছিলা আকৌ তেনেকৈ আজিও কৰিছা। যেনেকৈ ধন বিচৰাকিজাকে জাহাজ নাওবোৰ সাগৰত চলাবলৈ সজ্জিত কৰে সেই-দৰে উষাকালৰ আগমনিত যি ৰথ সজ্জিত হয়, সেই ৰথবোৰ তেওঁ (উষাই) পঠিয়াই দিয়ে ॥ ৩ ॥ হে উষা দেৱী, তোমাৰ আগমনত বিদ্বান সকলে যি ধন আদি দিবলৈ মন দিয়ে, এনে ধন দিবলৈ বিচৰা অতি প্ৰখ্যাত মেধাবী, দাতা কণ্বঋষিয়ে এই উষা কালত তোমাৰ নাম উচ্চাৰণ কৰিছে ॥ ৪ ॥ উষা দেৱীয়ে সুগৃহিণীৰ দৰে পালন কৰে আৰু প্ৰতিদিনে আছে। জঙ্গম প্ৰাণীবিলাকৰ দিন ক্ষয় কৰে। তেওঁৰ আগমনত ভৰি থকা প্ৰাণীবিলাকে নিজ কামত লাগি যায় আৰু চৰাই-চিৰিকতি বিলাকক আকাশত উৰাই দিয়ে ॥ ৫ ॥ হে উষা দেৱী, তুমি পৰিশ্ৰমী মানুহক নিজ কামলৈ পঠিয়াই দিয়া আৰু খোজনীয়াবিলাকক (নিজ-নিজ) দাতাসকলৰ ওচৰলৈ পঠিয়াই দিয়া। তুমি বেচিপৰ নেথাকা,—সোনকালে ওচি যোৱা। যজ্ঞযুক্তা আৰু অন্নৱতী তুমি উদয় হলে উৰা চৰাই বিলাক নিজ বাঁহত নেথাকে ॥ ৬ ॥ সৌভাগ্যৱতী উষা দেৱীয়ে শতৰথ যোজনা কৰি সূৰ্য্যোদয়ৰ ঠাইৰ পৰা বহুত দূৰৈত শত ৰথত উঠি মানুহৰ ওচৰলৈ ক্ৰুতবেগেৰে আহিছে ॥ ৭ ॥ বাতি এন্ধাৰত নিমগ্ন বিশ্ব-জগত এন্ধাৰ নাশ আৰু জ্যোতিপ্ৰকাশৰ কাৰণে সুনেত্ৰী উষা দেৱীক নমস্কাৰ কৰিছে। ধনৱতী স্বৰ্গৰ জীয়ৰীয়ে হিংসক বিলাকক ধ্বংস কৰে আৰু শোষকবোৰক আঁতৰাই দিয়ে ॥ ৮ ॥ হে স্বৰ্গৰ জীয়েক উষা দেৱী, সকলোৰে আহ্লাদকৰ পোহৰেৰে কেউফালে প্ৰকাশ কৰা। দিনৌ আমাক বহুত সৌভাগ্য দিয়া। আৰু পাৰ্থিব এন্ধাৰ নাশ কৰা ॥ ৯ ॥ হে সুনেত্ৰী উষা দেৱী, বিশ্বৰ চেষ্টা আৰু জীৱন তোমাতেই (নিহিত) আছে কাৰণ তুমি অন্ধকাৰ নাশ কৰা। হে বিচিত্ৰ-ধন-যুক্তা উষা দেৱী তুমি বৃহৎ ৰথত উঠি আমাৰ কালে আহা আৰু আমাৰ আহ্বান শুনা ॥ ১০ ॥ হে উষা দেৱী, মানুহে যি বিচিত্ৰ হবিৰূপ অন্ন আছে, সেয়া তুমি গ্ৰহণ কৰা। যি যজ্ঞ নিৰ্ব্বাহক যজমানে তোমাক স্তৱ কৰে

সেই সুঅনুষ্ঠাতা যজমানসকলক তুমি হিংসা হীন শুভ যজ্ঞ পোৱাই দিয়া ॥ ১১ ॥ হে উষা দেৱী, তুমি অন্তৰীক্ষ লোকৰ পৰা সকলো দেৱতাকে আমাৰ যজ্ঞত সোমপান কৰিবলৈ লৈ আহা। তুমি আমাক বহুত গৰু, ঘোঁৰা আৰু প্ৰশংসনীয় অন্ন দিয়া ॥ ১২ ॥ যি উষাৰ জিলিঙনি বিলাক শত্ৰু নাশ কৰাৰ পাচত কল্যাণীয় ৰূপত দেখা হয়, সেই উষাই বিশ্ববৰেণ্য, দেখিবলৈ ভাল আৰু সুখেৰে পাব পৰা ধন দিয়ক ॥ ১৩ ॥ হে মহত্তী পূজনীয়া উষাদেৱী, যেনেকৈ পূৰণি ঋষি সকলে তোমাক আত্মৰক্ষা আৰু অন্ন লাভৰ কাৰণে স্তুতি কৰিছিল, সেইদৰে আমিও তোমাক ঋক্‌মন্ত্ৰেৰে স্তুতি কৰিছোঁ। তুমি আমাৰ হবি গ্ৰহণ কৰি সন্তুষ্ট হৈ দীপ্ত তেজেৰে অন্ধকাৰ নাশ কৰিবলৈ ওলাই আহা। ( স্তুতিৰ সময় হৈছে বুলি কোৱা ) ॥ ১৪ ॥ হে উষা দেৱী, আজি পুৱা তুমি অন্তৰীক্ষৰ ( অন্ধকাৰৰ ) দুৱাৰ দুখন ( পূবে-পশ্চিমে ) খুলি দিলা। সেই কাৰণে আমাক হিংসাশূন্য বহল ঘৰ আৰু বহুত গাই গৰুৰে সৈতে অন্নদান কৰা ॥ ১৫ ॥ হে উষা দেৱী, আমাক বহুত আৰু বহুত ৰূপৰ অন্নদান কৰা, গৰু দিয়া। হে মোহনীয়া উষা দেৱী আমাক ( সকলো শত্ৰু নাশ কৰিব পৰা ) যশ দিয়া। হে অন্নযুক্তা উষা দেৱী, আমাক অন্ন দিয়া ॥ ১৬ ॥

## ৪৯ সূক্ত—ঋ ৪।

ঋষি কণ্বৰপুত্ৰ প্ৰস্কণ্ব। ছন্দ—অনুষ্টুপ। দেৱতা—উষা।

হে উষা দেৱী, দীপ্যমান আৰু পূজিত অন্তৰীক্ষ লোকৰ ওপৰৰ পৰা ধুনীয়া বাটেৰে আহা। ৰঙা বৰণীয়া গাইগৰু ( ৰশ্মি ) বিলাকে তোমাক সোমযুক্ত যজমানৰ যজ্ঞ-ঘৰলৈ লৈ আহক ॥ ১ ॥ হে উষা দেৱী, দ্যুলোকত উৎপন্ন ধুনীয়া অবয়ৱ থকা যি ৰথত তুমি উঠি আহা, সেই বহল ৰথত, হে বৰ্ণৰ জীয়ৰী তুমি উঠি ভাল হবি অন্নযুক্ত যজমানৰ ওচৰ পোৱাহি ॥ ২ ॥ হে শুভ্ৰবৰ্ণা উষা দেৱী, তোমাৰ আগমনৰ সময়ত দুঠেঙীয়া আৰু চাৰি-ঠেঙীয়া জন্তুবিলাক উঠে আৰু পাখীলগা চৰাইবিলাক আকাশ প্ৰান্তলৈ উৰি যায় ॥ ৩ ॥ হে উষা দেৱী, তুমি নিজ ৰশ্মিজালেৰে অন্ধকাৰ নাশ কৰি বিশ্ব জগত প্ৰকাশ কৰিছা। কণ্ব বংশৰ ঋষি ঋত্বিকসকলে ধন কামনা কৰি স্তুতি বাক্যেৰে তোমাক স্তৱ কৰিছে ॥ ৪ ॥

## ৫০ সূক্ত—ঋ ১৩।

ঋষি—কণ্বৰ পুত্ৰ প্ৰস্কণ্ব। ছন্দ—গায়ত্ৰী; ১০-১৩ অনুষ্টুপ। দেৱতা—সূৰ্য্য। ( ১১-১৩ ৰোগঘ্ন উপনিষদ )।

প্ৰাণী বিলাকক জনা দেৱতা সূৰ্য্যক প্ৰজ্ঞাপক ৰশ্মি বিলাকে বিশ্বৰ সকলোৱে দেখিবলৈ ওপৰলৈ তুলি নিছে ॥ ১ ॥

সুপ্ৰসিদ্ধ ( বিখ্যাত ) চোৰৰ দৰে দেৱতাৰ ঘৰৰূপ তৰা ( নক্ষত্ৰ ) বিলাক ৰাতিৰ লগতে বিশ্বৰ চকু সূৰ্য্যৰ আগমনত অন্তৰ্দ্ধান হৈছে ॥২ ॥ যেনেকৈ জ্বলোৱা অগ্নিত সকলো দেখা যায়, তেনেকৈ এই সূৰ্য্যৰ জনাব পৰা ৰশ্মি বিলাকেৰে জন্ম হোৱা সকলোকে একালৰ পৰা দেখা গৈছে ॥ ৩ ॥ হে সূৰ্য্য, তুমি তৰণী ( ত্ৰাণ কৰ্ত্তা )। বিশ্বৰ দৰ্শনীয় ( আৰু ) প্ৰকাশ কৰ্ত্তা; বিশ্বব্যাপী জিলিকি থকা অন্তৰীক্ষত পোহৰ কৰি আছা ॥ ৪ ॥ হে সূৰ্য্য দেৱতা, তুমি দেৱতাৰ প্ৰজাৰ ( মৰুত সকলৰ ) আগতে উদয় হোৱা। মানুহৰ আৰু স্বৰ্গলোকৰ দেৱতাৰ আগতে উদয় হোৱা ॥ ৫ ॥ হে পাৱক, অনিষ্ট নিবাৰক সূৰ্য্য, তুমি, জন্ম হোৱা প্ৰাণীবিলাকৰ পোষক ৰূপেৰে জগতক প্ৰকাশ কৰা ॥ ৬ ॥ হে সূৰ্য্য, তুমি বিস্তীৰ্ণ অন্তৰীক্ষ লোকত দিন ৰাতি উৎপাদন কৰি, ভ্ৰমণ কৰি, জন্ম হোৱা প্ৰাণীবিলাকক চাই ফুৰা ॥ ৭ ॥ হে সকলো প্ৰকাশ কৰা শোচিষ্কেশ ( জ্বলি থকা চুলিৰ ) সূৰ্য্য দেৱতা, সাতোটা হৰিৎ বৰ্ণৰ ঘোঁৰাই তোমাক বহন কৰে ॥ ৮ ॥ সকলোকে প্ৰেৰণ কৰা সূৰ্য্যই অচল নোহোৱা সাতজনী নিজে নিজে ৰথত যোগ হোৱা মাইকী ঘোঁৰা ৰথৰ নপ্তৃত ( পৰি নোযোৱা ঠাইত ) লগাই ৰথত চৰি আহিছে ॥ ৯ ॥ আমি যজ্ঞৰ অনুষ্ঠাতা সকলে অন্ধকাৰৰ ওপৰলৈ উঠা পোহৰ দেখি দেৱতা সকলৰ মাজৰ জাজ্বল্যমান অতি উৎকৃষ্ট জ্যোতি সূৰ্য্যক উপাসনা কৰো ॥ ১০ ॥ হে সূৰ্য্য দেৱতা, সকলোৱে অনুকূল তেজ যুক্ত ( তুমি ) আজি উদয় হৈ ওপৰলৈ আকাশত আৰোহণ কৰি মোৰ হৃদ ৰোগ আৰু শৰীৰৰ পোতা হৰণ কৰা ৰোগ দুয়োটা নাশ কৰা ॥ ১১ ॥

মোৰ শাৰ হৰিৎবৰ্ণৰ ৰোগ ভাটৌ আৰু শালিকী চৰাইক দিম, (কাৰণ) সিহঁতে সেই ৰং বিচাৰে। আৰু হৰিতাল গছত মোৰ হৰিৎবৰ্ণ গটাই দিম ॥ ১২ ॥ অদিতিৰ পুত্ৰ সূৰ্য্য সম্পূৰ্ণ জ্যোতিৰে উদয় হৈছে আৰু মোৰ উপদ্ৰৱ কৰা ৰোগ বিলাক নষ্ট কৰিছে। মোৰ অনিষ্টকাৰী ৰোগ নাশ কৰিবলৈ মই অক্ষম ॥ ১৩ ॥

## ৫১ সূক্ত—ঋ ১৫।

ঋষি - অঙ্গিৰসৰ পুত্ৰ সব্য। ছন্দ - জগতী; ১৪/১৫ ত্ৰিষ্টুপ। দেৱতা—ইন্দ্ৰ।

(হে স্তোতা সকল) বহুত যজমানে ঋক্ মন্ত্ৰেৰে স্তুতি কৰি আহুত কৰা, ধনৰ সাগৰ, মেষ (ভেড়াৰূপী) ইন্দ্ৰক স্তুতিৰে আনন্দিত কৰা। যেনেকৈ সূৰ্য্যৰ ৰশ্মিৰে সকলোকে হিত কৰে তেনেকৈ ইন্দ্ৰৰ কৰ্ম্মই মানুহৰ হিত কৰে। তেনেকুৱা মেধাৱী ইন্দ্ৰক ভোগৰ কাৰণে অৰ্চনা কৰা ॥ ১ ॥ (মেষ—ইন্দ্ৰ। কণ্বৰ পুত্ৰ মেধা তিথিৰ যজ্ঞত ইন্দ্ৰই মেষৰূপে আহি সোম পান কৰিছিল। সেইবাবে মেষ = ইন্দ্ৰ)। সুশোভন, অভি-গমনশীল, নিজ তেজেৰে অন্তৰীক্ষ পূৰ্ণ কৰা, অতিবলী, শত্ৰুৰ গৰ্ব্ব চূৰ্ণ কৰা শতক্ৰতু ইন্দ্ৰক, ৰক্ষক, প্ৰবৰ্দ্ধনকাৰী ঋভু (মৰুত) সকলে ভজিছিল আৰু সুনৃত সত্য বাক্যেৰে বৃত্ৰ বধ কৰোঁতে ইন্দ্ৰক উৎসাহিত কৰিছিল ॥ ২ ॥ হে ইন্দ্ৰ, তুমি অঙ্গিৰস ঋষিৰ কাৰণে জলৰোধক মেঘ বজ্ৰেৰে ভাঙি (বৰষুণ বৰষি) দিছিলা। তুমি অত্ৰি ঋষিক অসুৰে এশ দুৱাৰ থকা প্ৰীৰণ যন্ত্ৰত প্ৰীৰণ কৰোঁতে ৰক্ষা পাবলৈ বাট দেখুৱাই দিছিলা। তুমি ঋষি বিমদক অন্নযুক্ত ধন পোৱাই দিছিলা আৰু সংগ্ৰামত জয় কৰিবলৈ থকা স্তোতাৰ অন্ন ৰক্ষা কৰিবলৈ নিজে বজ্ৰ চলাইছিলা ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি পানীৰ আচ্ছাদক মেঘবিলাক ভাঙি দিছিলা। পৰ্ব্বতত ৰখা বৃত্ৰ (আদি) দানৱৰ ধন-বস্তুবিলাক কাঢ়ি আনি নিজ ঘৰত ৰাখিছিলা। তিনিওলোকৰ আবৰক বৃত্ৰক বধ কৰিছিলা আৰু বৃত্ৰই ঢাকি ৰখা সূৰ্য্যক সকলোৱে দেখা পোৱাকৈ মুক্ত কৰি দিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ, মায়াৰে অন্নৰ উপায় জনা বৃত্ৰ (আদি) অসুৰবিলাকে যেতিয়া ঘৃত (আদি) অন্ন (অগ্নিত নিদিয়াকৈ) নিজৰ মুখত হোম কৰিছিল, সেই অসুৰবিলাকক (তুমি) নিজ মায়াৰে ধ্বংস কৰিছিলা। যজমানলৈ অনুগ্ৰহ থকা হে ইন্দ্ৰ, তুমি পিপ্ৰু (নামৰ) অসুৰৰ পুৰ ভাঙি দিছিলা। ঋজিশ্বান নামৰ বিপ্ৰক দস্যুৰ হাতৰ পৰা হত্যাৰ পৰা মুক্তি কৰি ৰক্ষা কৰিছিলা ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি কুৎস ঋষিক শুষ্ন অসুৰৰ লগত সংগ্ৰামত হত্যাৰ পৰা ৰক্ষা কৰিছিলা। তুমি অতিথিগ্বক (দিবোদাসক) ৰক্ষা কৰিবলৈ শম্বৰ অসুৰক মাৰিছিলা। অতি প্ৰবল অৰ্ব্বুদ অসুৰক ভৰিৰে আক্ৰমণ কৰি মাৰিছিলা। এই দৰেই তুমি চিৰকাল দস্যু মাৰিবলৈ জন্ম হৈছা ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাতেই বিশ্বৰ সকলো বল পৰাঙ্মুখ হব নলগাকৈ নিহিত আছে আৰু তোমাৰ মন সোম পান কৰি হৃষ্ট হয়। আমি জানো যে তোমাৰ হাতত বজ্ৰ আছে, সেইবাবে বৈৰীৰ সকলো বলবীৰ্য্য তুমি ছিন্ন কৰা ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি আৰ্য্য সকলক বিশেষকৈ জানা আৰু দস্যুবিলাককো জানা। তুমি দুষ্টক দমন কৰি যজ্ঞ নিৰোধীবিলাকক যজ্ঞ কৰা যজমানৰ বশ কৰি দিয়া। শক্তিমান তুমি যজমানৰ প্ৰেৰক হোৱা। মই স্তোতাই তোমাৰ কৰ্ম্ম-বিলাক জানি তোমাৰ হৰ্ষজনক যজ্ঞত তোমাৰ মহিমা কীৰ্ত্তন কৰিবলৈ বিচাৰিছো ॥ ৮ ॥ ইন্দ্ৰই ব্ৰতহীন বিলাকক ব্ৰতী যজমানৰ বশ কৰি, অভিমুখী হৈ স্তুতি কৰা স্তোতাৰ দ্বাৰা পৰাঙ্মুখী বিলাকক বিনাশ কৰাইছিলা। বৰ্দ্ধমান ইন্দ্ৰৰ স্তুতি কৰি কৰি, আকৌ সম্পূৰ্ণ বৰ্দ্ধন কৰি ঋষি বম্ৰই উঁই হাফলু হেন যজ্ঞ সম্ভাৰ লৈ গৈছিল ॥ ৯ ॥ হে ইন্দ্ৰ, যেতিয়া উশনা কৰিয়ে নিজ বলেৰে তোমাৰ বল তীক্ষ্ণতৰ কৰিছিল, তেতিয়া তোমাৰ তীক্ষ্ণ বলত আকাশ আৰু পৃথিৱীয়ে ভয় কৰিছিল। ৰক্ষনীয় যজমানক অনুগ্ৰহ কৰা হে ইন্দ্ৰ, এইদৰেই তুমি বলৰে পূৰ্ণ হলে, তোমাৰ ভৰা মাত্ৰেই যোগ হোৱা ঘোঁৰাই বায়ুবেগে ৰথত তোমাক যজ্ঞৰ ফালে যজ্ঞান্নলৈ লৈ আহক ॥ ১০ ॥ যেতিয়া ইন্দ্ৰ উশনা কৰিৰ লগত স্তুৎ হয়, তেতিয়া বক্ৰ, অতি-বক্ৰ গতিৰ ঘোঁৰাৰ ৰথৰ ওপৰত তেওঁ থাকে। ইন্দ্ৰই চলি থকা মেঘ বিলাকৰ পৰা ধাৰাৰে পানী বোৱাই দিলে। শুষ্ন অসুৰৰ দৃঢ়তৰ পুৰ ভাঙি দিলে ॥ ১১ ॥ হে ইন্দ্ৰ, তুমি সেচন সমৰ্থ সোম পানৰ কাৰণে নিজে ৰথত উঠি আহা। যি সোমৰস পান কৰিলে তুমি হৃষ্ট হোৱা, ৰাজৰ্ষি শৰ্য্যাতিয়ে সেই সোমৰস অভিষুত কৰিছে। তুমি (অন্য যজ্ঞত যেনেকৈ) অভিষুত সোম কামনা কৰা তেনেকৈ ইয়াকো (শৰ্য্যাতিৰ

সোমৰস ) কামনা কৰা । তেতিয়া স্বৰ্গত তেওঁ স্থিৰ যশ পাব ॥ ১২ ॥ হে ইন্দ্ৰ, বয়সন্থ, অভিষৱ কৰোঁতা আৰু স্তৱ আকাঙ্খ্যা কৰা কক্ষিবান ৰজাক বৃচয়া নামৰ পাটগাভৰু দান কৰিছিলা । হে সুক্রতু, তুমি বৃষণ ৰজাৰ মেনা নামে কন্যা হৈছিলা । তোমাৰ এইবিলাক কাম সবন যজ্ঞৰ সময়ত বিশেষভাৱে বৰ্ণনা কৰা উচিত ॥ ১৩ ॥ হে ইন্দ্ৰ, ভাল কাম কৰাসকলক ৰক্ষা কৰিবলৈ তোমাক সেৱা কৰিছে । যিবিলাকৰ কাৰণে অঙ্গিৰস সকলৰ স্তোত্ৰ দুৱাৰৰ খুটাৰ দৰে দৃঢ়, ধনদাতা ইন্দ্ৰই সেই বিলাকক ঘোঁৰা, গৰু ৰথ, ঘৰ ইত্যাদি দিবলৈ ইচ্ছা কৰে ॥ ১৪ ॥ হে ইন্দ্ৰ, তোমালৈ আমি এনে স্তুতি প্ৰয়োগ কৰিছো । তুমি কামবৰ্ষী, দাতা, স্বৰাট ( নিজ তেজত ডাঙৰ হোৱা ) অতি বলী আৰু মহৎ । আমি যেন এই যজ্ঞত সকলো বীৰেৰে সৈতে ভাল ঘৰত বিদ্বান পুত্ৰাদিৰে সৈতে বাস কৰিবলৈ পাওঁ ॥ ১৫ ॥

### ৫২ সূক্ত—ঋ ১৫ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সব্য । ছন্দ—ত্ৰিষ্টুভ ; ১৩-১৫ জগতী । দেৱতা—ইন্দ্ৰ ।

( হে অধ্বৰ্য্যু ) তুমি এই মেষৰ, স্বৰ্গক চিনি পোৱা ইন্দ্ৰক, যাক শত স্তোতাই একে লগে স্তুতি কৰে তেওঁক সম্যক পূজা কৰা । সেই ইন্দ্ৰক আমাক ৰক্ষা কৰিবলৈ বেগেৰে যোৱা ঘোঁৰাৰ দৰে ৰথত আমাৰ যজ্ঞৰ কালৈ আহিবলৈ ( স্তুতি কৰি ) কৈছোঁ ॥ ১ ॥ সোম অন্নেৰে অতি আনন্দ কৰি যেতিয়া পানীক এই আবৰি থকা বৃত্ৰক পানীবিলাক তললৈ পেলাই সকলো ধাৰক পানীৰ মাজত পৰ্ব্বতৰ দৰে অচল হৈ থাকি ইন্দ্ৰই বৃত্ৰক বধ কৰিলে ( তেতিয়া ) ইন্দ্ৰ বহুতৰ ৰক্ষা কৰা হৈ বাঢ়িবলৈ ধৰিলে ॥ ২ ॥ সেই ইন্দ্ৰই আবৰি থকা সকলো শত্ৰুকো আবৰি ধৰি ওপৰত, পানীথকা অন্তৰীক্ষতো ব্যাপি আছে । সকলো প্ৰজাৰ আনন্দৰ মূল, সোমৰসেৰে বাঢ়ি থকা, বাঢ়িযোৱা ধন দিয়া, এই ইন্দ্ৰক প্ৰাজ্ঞ ঋত্বিকসকলে, সুকৰ্ম্ম কৰা বুদ্ধিৰে আহ্বান কৰিছোঁহক, কাৰণ ইন্দ্ৰ আমাৰ বিচৰা অন্ন পূৰণ কৰিব পৰা দেৱতা ॥ ৩ ॥ যেনেকৈ সমুদ্ৰৰ নিজৰ নৈ বিলাক সমুদ্ৰৰ কালে ধাৱিত হয়, সেইদৰে যজ্ঞীয় সোমৰসে ইন্দ্ৰকো তুষ্ট কৰে । শত্ৰু শোষক, অকুটিল গতিৰ মৰুতসকল বৃত্ৰক বধ কৰা সময়ত ইন্দ্ৰৰ সহায়কৰূপে স্থিৰেৰে উপস্থিত আছিল ॥ ৪ ॥ সোম পানত হৃষ্ট হৈ মৰুত সকলে তললৈ বৈ যোৱা পানীৰ সোঁতৰ দৰে বৃত্ৰৰ সৈতে যুদ্ধৰত বজ্ৰী ইন্দ্ৰৰ সহায়ৰূপে বৃত্ৰৰ সম্মুখত থাকিল । যেনেকৈ ত্ৰিতই ঢাকনি ভেদ কৰিছিল তেনেকৈ ইন্দ্ৰই যজ্ঞান্নৰে উৎসাহিত হৈ বল অসুৰক বধ কৰিছিল ॥ ৫ ॥ হে ইন্দ্ৰ, যি বৃত্ৰই পানীবোৰ আওৰি অন্তৰীক্ষত আশ্ৰয় কৰি আছিল, যাৰ অন্তৰীক্ষত ব্যাপ্ত হোৱা ৰবৰেচি, তুমি যেতিয়া সেই বৃত্ৰৰ হনুত ( মুখত ) তীক্ষ্ণ বজ্ৰৰ দ্বাৰা আঘাট কৰিছিলা, তেতিয়া তোমাৰ বিজয়ী দীপ্তি ব্যাপ্ত হৈছিল আৰু তোমাৰ বল দেখা গৈছিল ॥ ৬ ॥ যেনেকৈ পানীৰ সৰু প্ৰবাহ বিলাক হ্ৰদত পৰেগৈ ( হ্ৰদত পৰি পানী বঢ়াই ) তেনেকৈ ব্ৰহ্ম-স্তোত্ৰবিলাকে তোমাক বঢ়াই সেই সকলোবিলাকে তোমাক পায়গৈ । ত্বষ্টাই তোমাৰ যোগ্য বল বঢ়াইছিল আৰু শত্ৰুজয়ী বজ্ৰক শক্তিৰে তীক্ষ্ণ কৰিছিল ॥ ৭ ॥ হে সিদ্ধকৰ্ম্মা ইন্দ্ৰ, তুমি মানুহৰ মাজলৈ আহিবলৈ বাট ধৰি ৰথত ঘোঁৰা লগাই লোক আবৰক বৃত্ৰাসুৰক বধ কৰিছিলা । পাচত ধাৰাধাৰে বৰষুণ দিয়াই লোৰ বজ্ৰ হাতত ধাৰণ কৰিছিলা । আমি দেখিবলৈ আকাশত সূৰ্য্যক তুমি স্থাপন কৰিছিলা ॥ ৮ ॥ স্তোতাসকলে বৃত্ৰৰ ভয়ত যি বৃহৎসাম ৰচনা কৰিছিল, সেই স্তোত্ৰ নিজ তীক্ষ্ণ তেজেৰে পৰিপূৰ্ণ শত্ৰু জয়ী বল যুক্ত আৰু স্বৰ্গৰ জখলাৰ দৰে । তেতিয়া স্বৰ্গৰক্ষক মৰুতসকলে মানুহৰ হিত আৰু ৰক্ষাকাৰী সংগ্ৰামত ইন্দ্ৰক উৎসাহ দিছিল ॥ ৯ ॥ হে ইন্দ্ৰ, যেতিয়া তুমি অভিষৱ কৰা আৰু সংস্কাৰ কৰা সোম পান কৰি তুষ্ট হৈ নিজৰ বজ্ৰৰ বলেৰে আকাশ আৰু পৃথিবীৰ বিঘ্নকাৰী বৃত্ৰাসুৰৰ মূৰ কাটি পেলালা, তেতিয়া অনন্ত আকাশ বৃত্ৰৰ শব্দৰ ভয়ত কঁপিছিল ( ভয় নোহোৱা হলত আকো আকাশ স্থিৰ হৈছিল ) ॥ ১০ ॥ হে মঘবান, তোমাৰ নিজ বলেৰে সম্পাদিত বৃত্ৰ বধ আদি কাৰ্য্য আকাশৰ দৰে মহৎ । পৃথিবী যদি দহগুণ ডাঙৰ হ'লহেঁতেন আৰু মানুহ চিৰদিন জীয়াই থাকিলহেঁতেন, তেতিয়া তোমাৰ কাৰ্য্যৰ মহাবল যথোচিত গুনা গলহেঁতেন ॥ ১১ ॥ হে শত্ৰু ধৰ্ষকমনৰ ইন্দ্ৰ, আমি দেখা অন্তৰীক্ষৰ ওপৰত থাকি ( তুমি ) আমাক ৰক্ষা কৰিবলৈ এই ভূলোক সৃষ্টি কৰিলা । তুমি বলবান সকলৰ প্ৰতিনিধি আৰু অন্তৰীক্ষ

আৰু স্বৰ্গলোক ব্যাপ্ত হৈ বিৰাজ কৰিছা ॥ ১২ ॥ হে ইন্দ্ৰ, তুমি বিস্তীৰ্ণ পৃথিবীৰ প্ৰতিনিধি। দেৱতা সকলৰ দৰ্শনীয় বৃহৎ স্বৰ্গলোকৰো পালন কৰ্ত্তা। নিজ মাহাত্মাৰে তুমি গোটেই অন্তৰীক্ষ পূৰণ কৰি আছা। তোমাৰ সমান কোনো নাই ॥ ১৩ ॥ হে ইন্দ্ৰ, দ্যুলোকত আৰু ভূলোকত তোমাৰ সীমাহীন ব্যাপ্তি বুজিবলৈ আমি অপাৰগ। অন্তৰীক্ষত চলি থকা পানীবোৰে তোমাৰ বলৰ অন্ত বুজিব নোৱাৰে। তুমি নিজেই সকলো প্ৰাণীজগতক নিজ অধীন কৰি ৰাখিছা ॥ ১৪ ॥ হে ইন্দ্ৰ, মৰুতসকলে এই যুদ্ধত তোমাক অৰ্চনা কৰিছিল। যেতিয়া তুমি শত্ৰু নাশক বজ্ৰৰে বৃত্ৰৰ মুখত কঠোৰ আঘাট কৰিছিলা তেতিয়া মৰুত আদি দেৱতাসকলে ভীষণ যুদ্ধত তোমাক হৰ্ষান্বিত হোৱা দেখি আনন্দিত হৈছিল ॥ ১৫ ॥

### ৫৩ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সব্য। ছন্দ—জগতী, ১০।১১ ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

পৰিচৰ্য্যা কৰা যজমানৰ যজ্ঞ স্থলীত আজি মহৎ ইন্দ্ৰৰ কাৰণে ভাল স্তুতি প্ৰয়োগ কৰি স্তুতি কৰিম। শুই থকা মানুহৰ ধন চোৰে যেনেকৈ সহজে লাভ কৰে তেনেকৈ ইন্দ্ৰই অসুৰ বিলাকৰ ধন-বস্তু সোনকালে পায়। ধনদাতা জনৰ সামান্য স্তুতি বাক্য কৰা অযুক্ত ॥ ১ ॥ হে ইন্দ্ৰ, তুমি ঘোঁৰা দিওঁতা, গৰু দিওঁতা, যৱধান আদি দিওঁতা, ঘৰৰ ধনৰ স্বামী আৰু সকলোৰে পালক। তুমি দানৰ নায়ক, পুৰণা দেৱতা, হব্যদাতা যজমানৰ কামনা পূৰক আৰু ঋত্বিকৰ সখা। এনেকুৱা ইন্দ্ৰৰ উদ্দেশ্যে আমি স্তৱ পাঠ কৰে'। ॥ ২ ॥ হে ইন্দ্ৰ, তুমি প্ৰজ্ঞাবান, বহুকৰ্ম্মা আৰু অতি দীপ্যমান। শত্ৰুবোৰ বশ কৰি তুমি সকলো ধন সংগ্ৰহ কৰি আমাক দিয়া। যি স্তোতাই তোমাৰ কামনা কৰে তেওঁৰ মনোবাঞ্ছা অপূৰ্ণ নেৰাখিবা ॥ ৩ ॥ হে ইন্দ্ৰ, সন্মুখত থকা দীপ্ত হব্য আৰু সোম পান কৰি সন্তুষ্ট হৈ গৰু-ঘোঁৰা আদি পশু-আমাক দি আমাৰ প্ৰতি সুমনা হোৱা আৰু দাৰিদ্ৰ দূৰ কৰা। আমাৰ সোম পান কৰি সুখী হোৱা ইন্দ্ৰৰ সহায়ত আমি দস্যু দূৰ কৰিম আৰু শত্ৰুৰ পৰা মুক্ত হৈ ইন্দ্ৰই দিয়া অন্ন ভোগ কৰিম ॥ ৪ ॥ হে ইন্দ্ৰ, আমি যেন ধন লাভ কৰো, অন্নলাভ কৰো আৰু বহুত জনৰ আনন্দদায়ক দীপ্তিমান বল লাভ কৰো। তোমাৰ দ্যুতিমান সুবুদ্ধি যেন সদায় আমাৰ ৰক্ষক হয়। তোমাৰ সুবুদ্ধিত বীৰ শত্ৰু দমন কৰিবলৈ স্তোতা সমৰ্থ আৰু স্তোতাই আগতে গৰু আৰু পাচত ঘোঁৰা আৰু অন্ন পাবলৈ প্ৰস্তুত ॥ ৫ ॥ হে সৎপতি ইন্দ্ৰ, বৃত্ৰক বধ কৰিবৰ সময়ত তোমাৰ আনন্দদায়ক মৰুৎগণে তোমাক হৰষিত কৰিছিল। কামবৰ্ষক তোমাক আমাৰ হব্যই আৰু সোমৰসে হৃষ্ট কৰিছিল, যেতিয়া স্তুতি কৰোঁতা আৰু যজ্ঞকৰা যজমানসকলক দহ হেজাৰ উপদ্ৰৱ আঁতৰাই দিছিলা ॥ ৬ ॥ হে শত্ৰু ধৰ্ষক ইন্দ্ৰ, তুমি সদায় যুদ্ধ কৰা, আৰু (এখন) যুদ্ধৰ পৰা অন্য যুদ্ধলৈ যোৱা। তুমি নিজ বলেৰে শত্ৰুৰ পুৰী ইখনৰ পাচত সিখন ধ্বংস কৰা। নমি ঋষিৰ হিতৰ কাৰণে নমুচি অসুৰক দূৰ দেশত বধ কৰিছিলা ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি অতিথিগ্ব ৰজাৰ আৱশ্যক মতে অতি তেজস্বী শক্তিৰ দ্বাৰা কৰঞ্জ আৰু পৰ্ণয় নামে দুটা অসুৰ বধ কৰিছিলা। পাচত তুমি অকলে ঋজিশ্বান ৰজাৰ চাৰিফালে বেষ্টন কৰি ৰখা অসুৰ বংগৃদৰ এশ পুৰ ধ্বংস কৰিছিলা ॥ ৮ ॥ হে প্ৰখ্যাত ইন্দ্ৰ, ৰজা সুশ্ৰবাৰ লগত যুদ্ধ কৰিবলৈ যি কুৰিজন ৰজা আৰু ষাঠীহেজাৰ ন শ নিৰান্নৈ জন শত্ৰুৰ অনুচৰ আহিছিল, শত্ৰুৰ দুষ্প্ৰাপ্য ৰথৰ চকাৰে সিঁহতক তুমি পৰাজিত কৰিছিলা। স্তৱ কৰা-ৰজা সুশ্ৰবাৰ বিজয়ৰ কাৰণে তুমি যুদ্ধলৈ আহি তেওঁৰ শত্ৰু-জয় কৰিলা ॥ ৯ ॥ (১।৫৩।৯) হে ইন্দ্ৰ, তুমি পালন কৰা শক্তিৰ দ্বাৰা সুশ্ৰবা ৰজাক ৰক্ষা কৰিছিলা। তূৰ্বযান ৰজাক তোমাৰ ত্ৰাণ কৰা শক্তিৰ দ্বাৰা ৰক্ষা কৰিছিলা। তুমি কুৎস আদি তিনিজন ৰজাক মহৎ ডেকা ৰজা সুশ্ৰবাৰ বশীভূত কৰিছিলা ॥ ১০ ॥ হে ইন্দ্ৰ, তুমি আমাৰ যজ্ঞ সমাপ্তিত বৰ্ত্তমান (আছা)। দেৱতা সকলৰ পালিত আমি তোমাৰ চিৰকালৰ প্ৰিয় সখাৰ দৰে। তোমাৰ কৃপাত আমাৰ পৰম কল্যাণ হ'ব। যজ্ঞ শেষ হোৱাৰ পাচতো তোমাৰ স্তৱ কৰিম। আমাৰ দ্বাৰা স্তুত হলে তুমি আমাক সুপুত্ৰবান আৰু দীৰ্ঘায়ু কৰিবা ॥ ১১ ॥

### ৫৪ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সব্য। ছন্দ—জগতী; ৬।৮।৯।১১ ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে মঘবান, এই দেখি থকা পাপবাশিত আৰু (তাৰ ফল) সংগ্ৰামলৈ আমাক ঠেলি নিদিবা। তোমাৰ বল কোনেও অতিক্ৰম কৰিব নোৱাৰে। তুমি অন্তৰীক্ষত থাকি ঘোৰ শব্দ কৰি নদীৰ পানীত শব্দ তুলি দিছা (নদীৰ পানীত প্ৰতিধ্বনি কৰিছা)। তোমাৰ বিক্ৰমত পৃথিৱীয়ে ভয় দেখাব কিয় ? ॥ ১ ॥ (হে অধ্বৰ্য্যু সকল) শক্তিমান, প্ৰজ্ঞাবান, শক্ৰ, ইন্দ্ৰক অৰ্চনা কৰা। তেওঁ আমাৰ স্তুতি শুনে, সেইবাবে পূজা কৰি স্তুতি কৰা। সেই ইন্দ্ৰই শত্ৰু ধৰ্ষক বলেৰে স্বৰ্গ আৰু পৃথিৱী দুয়োকে অলঙ্কৃত কৰে আৰু অসীম সিচিব পৰা শক্তি থকাত বৰষুণ দান কৰে ॥ ২ ॥ (হে স্তোতা) যি ইন্দ্ৰ শত্ৰুজয়ী, নিজ বলেৰে দৃঢ় চিত্ত, দীপ্তিমান আৰু মহৎ মনৰ, তেওঁৰ উদ্দেশ্যে সুখকৰ স্তোত্ৰ উচ্চাৰণ কৰা। তেওঁ বহুত যশৰ, বলী, শত্ৰুনাশক বেগৱান অসুৰ (দেৱতা)। তেওঁ দুটা ঘোঁৰাৰ দ্বাৰা ৰথ চলায় আৰু অভীষ্ট দান কৰে ॥ ৩ ॥ (অসুৰ শব্দ ১ম মণ্ডলত প্ৰায়েই দেৱতা অৰ্থত ব্যৱহৃত হৈছে ১২ ঠাইত। ঋগ্বেদৰ মধ্য আৰু শেষ ভাগলৈ দেৱতা আৰু অসুৰ দুয়ো অৰ্থত ব্যৱহাৰ হৈছে)। হে ইন্দ্ৰ, তুমি মহৎ দ্যুলোকৰ ওপৰ খণ্ড প্ৰকম্পিত কৰিছা। তুমি শত্ৰু নাশক শক্তিৰ দ্বাৰা নিজেই শম্বৰ অসুৰক বধ কৰিছিলা। তুমি হৃষ্টচিত্তে তীক্ষ্ণ আৰু ৰশ্মিযুক্ত অশনি (বজ্ৰ) দলবদ্ধ মায়াবী অসুৰৰ বিৰুদ্ধে নিক্ষেপ কৰিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি মেঘৰ গৰ্জ্জন কৰি বায়ুৰ ওপৰত আৰু জল শোষক সূৰ্য্যৰ ওপৰত বৰষুণ পেলাই দিয়া। তোমাৰ মন পৰিবৰ্ত্তন নহয়, শত্ৰু নাশৰ কাৰণে নিবদ্ধ। তোমাৰ ওপৰত আৰু কোন থাকিব পাৰে ? ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি নৰ্য্য আদি (নৰ্য্য, তুৰ্ব্বশ, যদু) তিনিজন ৰজাক ৰক্ষা কৰিছিলা। হে শতক্ৰতু, তুমি বৰ্য্যকুলৰ তুৰ্ব্বীতি ৰজাক ৰক্ষা কৰিছিলা। তুমি ধনৰ কাৰণে যুদ্ধত এই ৰজাসকলৰ ৰথ আৰু ঘোঁৰা ৰক্ষা কৰিছিলা। তুমি শম্বৰ অসুৰৰ নিৰান্নৈবৰ্থন পুৰ ধ্বংস কৰিছিলা ॥ ৬ ॥ যি যজমানে ইন্দ্ৰক হব্য দান কৰি স্তুতি কৰে, বা হব্য দান কৰোঁতে স্তুতি কৰে তেওঁ সম্পতি হয় আৰু নিজক ডাঙৰ কৰে। ফলদাতা ইন্দ্ৰই তেওঁৰ কাৰণে স্বৰ্গৰ মেঘৰ পৰা জল দান কৰে ॥ ৭ ॥ হে ইন্দ্ৰ তোমাৰ ক্ষত্ৰ-বল অসীম, বুদ্ধিও অসীম। যি সোম পান কৰা যজমানসকলে হব্য দান কৰি তোমাৰ মহৎ বল আৰু যশসীয়া পুৰুষত্ব বৃদ্ধি কৰে, তেওঁবিলাক যজ্ঞ কৰ্ম্মৰে বৃদ্ধি প্ৰাপ্ত হওক ॥ ৮ ॥ হে ইন্দ্ৰ, এই যে বহুত সোমৰস শিলেৰে চেপা আৰু চমস পাত্ৰত ৰখা হৈছে, ই তোমাৰ পানৰ উপযোগী, তোমাৰ কাৰণে প্ৰস্তুত হৈছে। (তুমি ইয়াক) পান কৰি তুষ্ট হৈ আমি বিচৰা ধন দিবলৈ মন কৰা ॥ ৯ ॥ বৰষুণৰ ধাৰা নিৰোধক অন্ধকাৰ, পৰ্ব্বত (তিনিও লোকত বিস্তৃত) বৃত্ৰৰ উদৰত তৰপে তৰপে মেঘহৈ নদীৰ জল আবদ্ধ কৰি ৰাখিছিল। ইন্দ্ৰদেৱে সেই বৃত্ৰই আবদ্ধ কৰি থোৱা জলৰাশি পৃথিৱীলৈ প্ৰেৰণ কৰিলে ॥ ১০ ॥ হে ইন্দ্ৰ আমাক (ৰোগ উপশম কৰি) বৃদ্ধি হোৱা যশ দিয়া। শত্ৰু জয়ী বিপুল বল দিয়া। আমাক ধনী কৰি পালন কৰা আৰু অন্য বিদ্বান সকলকো পালন কৰা। আমাক ভাল পুত্ৰ, ধন আৰু অন্ন দিয়া ॥ ১১ ॥

### ৫৫ সুক্ত—ঋ ৮।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সব্য। ছন্দ—জগতী; দেৱত—ইন্দ্ৰ।

ইন্দ্ৰৰ প্ৰভাৱ দ্যুলোকতকৈও বিস্তৰ হৈছিল। পৃথিৱীতো ইন্দ্ৰৰ দৰে মহিমাৰ কোনো হব নোৱাৰিলে। শত্ৰুলৈ ভয়ঙ্কৰ, প্ৰজ্ঞাবান, মানুহৰ শত্ৰুৰ তাপকাৰী ইন্দ্ৰই যুঁজিবলৈ শিং ঘঁহা বৃষভৰ দৰে বজ্ৰ ঘঁহি ধাৰ কৰিছে। ১ ॥ ইন্দ্ৰই অন্তৰীক্ষব্যাপী নিজ বিস্তীৰ্ণতাৰে সমুদ্ৰই যেনেকৈ বিশাল নদীৰ জলসমূহ গ্ৰহণ কৰে তেনেকৈ (বৃত্ৰই আবৰি থোৱা) জলসমূহ বৰ্ষণ কৰে। সোম পান কৰিবলৈ সেই ইন্দ্ৰই বৃষভৰ দৰে বেগেৰে আছে আৰু সদায় নিজ বলেৰে কৰা বীৰত্বৰ কাম বিলাকৰ বিষয়ে স্তোত্ৰ গোৱা কামনা কৰে ॥ ২ ॥ হে ইন্দ্ৰ, তুমি নিজে খাবলৈ তৰপে তৰপে মেঘবোৰ ভাঙি দিয়া নাই (বৰষুণৰ কাৰণেহে)। মহৎ ধনপতি আৰু ধৰ্ম্মধাৰকৰ (আদিৰ) ওপৰত তুমি প্ৰভুত্ব কৰা। নিজ বীৰ্য্যৰ বিষয়ে বিশেষ ভাৱে পৰিচিত হৈ উগ্ৰ ইন্দ্ৰক দেৱতা সকলে তেওঁবিলাকৰ আগত স্থাপন কৰিলে ॥ ৩ ॥ সেই ইন্দ্ৰ অৰণ্যত ঋষি সকলৰ দ্বাৰা স্তুত হয়। তেওঁ আত্মীয় জনৰ মাজত নিজ বল দেখুৱাই ধুনীয়াকৈ থাকে। যেতিয়া হব্য দাতা ধনী যজমানে ইন্দ্ৰৰ দ্বাৰা ৰক্ষিত হৈ স্তুতি উচ্চাৰণ কৰে তেতিয়া কামনা পূৰক ইন্দ্ৰই যজ্ঞকামী যজমানক যজ্ঞত আসক্ত কৰে ॥ ৪ ॥ সেই ইন্দ্ৰই যোদ্ধা হৈ বলেৰে স্তোতা সকলৰ কাৰণে মহৎ সংগ্ৰামত লিপ্ত হয়।

যেতিয়া সেই ইন্দ্ৰই হনন কৰিব পৰা বজ্ৰ অস্ত্ৰ নিক্ষেপ কৰে তেতিয়া দীপ্তিমান ইন্দ্ৰক সকলোৱে বলবান বুলি শ্ৰদ্ধা কৰে ॥ ৫ ॥ সুকৰ্ম্মা ইন্দ্ৰই যশ কামনা কৰি সুনিৰ্ম্মিত অসুৰপুৰী বিলাক নিজ বলেৰে ধ্বংস কৰি, সূৰ্য্যাদি জ্যোতিষ্ক (তৰা, নক্ষত্ৰ) বিলাক মেঘৰ পৰা মুক্ত কৰি, পৃথিবীৰ সমান বলশালী হৈ যজমানৰ কাৰণে বৈ যোৱা বৰষুণৰ পানী দান কৰে ॥ ৬ ॥ হে সোম পান কৰা ইন্দ্ৰ, তোমাৰ মন আমাৰ মন্তেৰে ফল দান কৰিবলৈ ঢাল খাওক। হে স্তুতি প্ৰিয় ইন্দ্ৰ, তোমাৰ হৰি (নামৰ) ঘোঁৰা দুটাক আমাৰ যজ্ঞৰ ফালে আনা। তোমাৰ সাৰথিসকল ঘোঁৰা বশ কৰাত কুশল কাৰণে তোমাৰ বিপক্ষৰ শত্ৰুৱে চোকা অস্ত্ৰেৰেও তোমাক পৰাভৱ কৰিব নোৱাৰে ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি স্তোতাসকলক দিবলৈ দুয়ো হাতে অক্ষয় ধন লৈ আছাঁ। তুমি প্ৰখ্যাত শৰীৰেৰে শত্ৰুৱে পৰাভৱ কৰিব নোৱাৰা বল ধাৰণ কৰা। যেনেকৈ নাদবিলাক পানী বিচৰা মানুহে বেৰি থাকে তেনেকৈ তোমাৰ অঙ্গ বিলাক বীৰত্বৰ কৰ্ম্মবোৰে আবৰি আছে। তোমাৰ গাত বহুত কাম আছে ॥ ৮ ॥

## ৫৬ সূক্ত—ঋ ৬।

### ঋষি—আদি ৫৫ সূক্তৰ দৰে।

যেনেকৈ ঘোঁৰাই ক্ৰীড়া কৰিবলৈ ঘোঁড়ীৰ ফালে লৰি যায়, তেনেকৈ খাওঁতা ইন্দ্ৰই যজমানৰ চমস পাত্ৰত থকা বহুত সোমৰস পান কৰিবলৈ লৰি গৈছে। তেওঁ মহৎ কামত সুদক্ষ। তেওঁ সোণৰ ৰথেৰে বেগী ঘোঁৰা ৰখাই ৰথ বাখি মহৎ বলৰ কাম কৰিবলৈ সোমপান কৰিছে ॥ ১ ॥ ধনাৰ্থী বণিকবিলাকে যেনেকৈ কেউফালে সমুদ্ৰব্যাপী নাৱেৰে ঘূৰি ফুৰে তেনেকৈ হব্য লৈ স্তোতা সকলে নিজ অভিলাষৰ ধন পাবলৈ চাৰিওফালে ইন্দ্ৰক বেৰি আছে। যেনেকৈ তিৰোতা মানুহে ভাল ফুল তুলিবলৈ পৰ্ব্বতত উঠে তেনেকৈ হে স্তোতা, তুমিও বয়সস্থ যজ্ঞপালক বলী ইন্দ্ৰৰ ওচৰলৈ দেৱতা দ্যোতক স্তোত্ৰেৰে সোনকালে যোৱা ॥ ২ ॥ শত্ৰুৰ হিংসাকাৰী, সোনকালে লোকে ভজন কৰা, মহান, বীৰবিলাকে কৰিব লগা বৃত্তত অনবৰত শত্ৰুৰ হিংসক ৰূপে, পৰ্ব্বতৰ শৃঙ্গৰ দৰে, শত্ৰুৰ হৰ্ত্তা ইন্দ্ৰই সোম পানৰ আমোদত বলেৰে মায়াবী অসুৰ শুষ্ণক কাৰাগাৰত শিকলিৰে বান্ধি থৈছিল ॥ ৩ ॥ শত্ৰু ধৰ্ষণকাৰী ইন্দ্ৰই বলেৰে এক্ষাৰ ৰূপী অসুৰক মানুহৰ ৰক্ষণৰ কাৰণে দমন কৰি, দুখ পোৱাই, চিঞৰাই শত্ৰুবিলাকক ধ্বংস কৰে। যেনেকৈ সূৰ্য্যাই উষাক নিতৌ লগ পাই সেৱা কৰে তেনেকুৱা দীপ্তিমান বলেৰে ইন্দ্ৰই শত্ৰুক খেদাই দিয়ে ॥ ৪ ॥ হে শত্ৰু হন্তা ইন্দ্ৰ, তুমি যেতিয়া বৃত্ৰৰদ্বাৰা আবদ্ধ প্ৰাণ ধাৰক অবিনাশী পানী স্বৰ্গৰ পৰা সকলো দিনে বিস্তৃত কৰিছিলা, তেতিয়া তুমি সোম পান কৰি হৃষ্ট হৈ সংগ্ৰামত বৃত্ৰক বধ কৰি জলপূৰ্ণ সাগৰৰ দৰে মেঘবোৰৰ পানী বৰষাই তলমুৰ কৰিছিলা ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি মহান। তুমি নিজ বলেৰে আকাশৰ পৰা পৃথিবীৰ দেশবোৰত প্ৰাণধাৰক বৰষুণৰ পানী দিছা। তুমি সোমপান কৰি হৃষ্ট হৈ গধুৰ শিলেৰে পানী ঢাকি ৰখা বৃত্ৰক নাশ কৰি মেঘৰপৰা পানী বাহিৰ কৰি দিছিলা ॥ ৬ ॥

## ৫৭ সূক্ত—ঋ ৬।

### ঋষি—আদি ৫৫ সূক্তৰ দৰে।

তললৈ যোৱা পানী যেনেকৈ কোনেও ধৰি ৰাখিব নোৱাৰে তেনেকৈ অতিদাতা মহৎগুণী, মহৎধনী, মহাবলী, শকত (আদি গুণ থকা) ইন্দ্ৰৰ বল কোনেও ধৰি ৰাখিব নোৱাৰে। সেই ইন্দ্ৰক আমি স্তুতি কৰিছোঁ। বিশ্বব্যাপী ধন, স্তোতাৰ বলৰ কাৰণে, ইন্দ্ৰই ঢাকনি খুলি দিছে ॥ ১ ॥ তাৰ পাছত হে ইন্দ্ৰ, সকলো জগত তোমাৰ যজ্ঞ কৰাত ৰত আছিল। হৰি আদি সকলো যজ্ঞৰ সামগ্ৰী পানী তললৈ যোৱাৰ দৰে তোমাৰ ফালে গৈছিল। তোমাৰ সোণ খটোৱা বজ্ৰ পৰ্ব্বতত শুই থকা নাছিল (জাগি থাকি শত্ৰু মাৰিছিলা) ॥ ২ ॥ হে শুভ্ৰা উষা দেৱী, শত্ৰুৰ ভয়ঙ্কৰ আৰু অতি স্তুত্যাৰ্হ ইন্দ্ৰৰ কাৰণে হিংসাহীন যজ্ঞত এতিয়া যজ্ঞৰ অন্ন দিয়া। তেওঁৰ সকলো ধাৰণ কৰিব পৰা সুপ্ৰসিদ্ধ, ইন্দ্ৰত্বসূচক জ্যোতিয়ে ঘোঁৰাৰ দৰে যজ্ঞান্ন লাভৰ কাৰণে তেওঁক ইফালে সিফালে লৈ ফুৰিছে ॥ ৩ ॥ বহুতে স্তুতি কৰা আৰু বহুত ধনী হে ইন্দ্ৰ, আমি তোমাৰ আশ্ৰয়ত যি যজ্ঞ কৰিছোঁ, সেই আমালোক তোমাৰ নিজৰ। হে গানেৰে স্তুত হোৱা ইন্দ্ৰ, তোমাৰ বাহিৰে অন্য কোনেও স্তুতি নেপায়। যেনেকৈ পৃথিবীয়ে প্ৰাণী জগত ধৰি ৰাখে তেনেকৈ তুমি আমাৰ স্তুতি কথাবিলাক গ্ৰহণ

কৰা ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ বল বহুব্যাপী। আমি তোমাৰ আশ্ৰিত। হে মঘবান, তোমাৰ স্তুব কৰা যজমানৰ অভিলাষ পূৰ্ণ কৰা। মহান আকাশতো তোমাৰ বলবীৰ্য্য স্বীকৃত হৈছে। আৰু পৃথিবীও তোমাৰ বলত নত হৈছে ॥ ৫ ॥ হে বজ্ৰধাৰী ইন্দ্ৰ, তুমি এই বিস্তীৰ্ণ মেঘক পাৰে পাৰে কাটিছিলা। সেই মেঘৰ দ্বাৰা আবৃত পানীবোৰ তলফালে ক'লৈ তুমি মুকলি কৰি দিছিলা? কেৱল তুমি সকলোতে ব্যাপী বল প্ৰকটিত কৰা ॥ ৬ ॥

## ৫৮ সূক্ত—ঋ ৯।

ঋষি—নোধসৰ পুত্ৰ গৌতম। ছন্দ—১-৫ জগতী; ৬-৯ ত্ৰিষ্টুভ। দেৱতা—অগ্নি।

অগ্নি বলেৰে উৎপন্ন আৰু অমৰ। তৎক্ষণাৎ দুঃখ পোৱাই (উৎপন্ন মাত্ৰেই চুব নোৱাৰা হয়)। যেতিয়া অগ্নিয়ে হোম নিষ্পাদক হৈ যজমানৰ হব্য গ্ৰহণ কৰে তেতিয়া নিয়মীয়া বাটেৰে গৈ অন্তৰীক্ষ লোক নিৰ্ম্মাণ কৰে। যজ্ঞত অগ্নিয়ে দেৱতাসকলক পৰিচৰ্য্যা কৰে ॥ ১ ॥ জৰাহীন অগ্নিয়ে নিজে খাব পৰা (গছ-গছনি) বস্তু নিজ তাপেৰে তৎক্ষণাৎ মিহলি কৰি খাই বহুত কাঠৰ ওপৰত উঠেগৈ। যেনেকৈ ঘোঁৰাই ইফালে সিফালে যায় তেনেকৈ অগ্নিৰ শিখাবিলাক শোভা পাইছে আৰু আকাশৰ ওপৰত উঠি মেঘৰদৰে শব্দ কৰিছে ॥ ২ ॥ অগ্নি হবি বহন কৰোতা আৰু ৰুদ্ৰ আৰু বসু দেৱতা সকলৰ সম্মুখত থাকে। অমৰ, হোতা, হবি কঢ়িয়াবলৈ যজ্ঞত লগা, শত্ৰুৰ ধন জয় কৰা, তেওঁ দীপ্ত অগ্নিয়ে যজমান আদি স্তুতি কৰা প্ৰজাক ৰথৰ দৰে খৰকৈ আনি ঘৰত ধন দিয়েহি ॥ ৩ ॥ বায়ুৱে পথিওৱা অগ্নিয়ে ভয়ঙ্কৰ শব্দ কৰি নিজ জিভাৰে চলন্ত বেগেৰে অনায়াসে ওখ গছলৈ উঠি যায়। যেতিয়া বন বৃক্ষবোৰ পুৰি বৃষৰ দৰে যোৱা, হে দীপ্ত তেজৰ অজৰ অগ্নি, তোমাৰ যোৱা বাটটো ক'লা হৈ যায় ॥ ৪ ॥ যেনেকৈ জিকাক বৃষে গৰু জাকলৈ যায় তেনেকৈ হে জ্বালামুখী অগ্নি, বায়ুয়ে কোবালে কেঁচা গছবিলাকৰ বসত তোমাৰ তেজৰ বলেৰে আগবাঢ়ি গৈ সকলোকে অভিভৱ কৰাগৈ। এনেকৈ আকাশ মাৰ্গলৈ গলে স্থাবৰ আৰু জঙ্গম সকলোৱে ভয় কৰে ॥ ৫ ॥ হে অগ্নি, মানুহৰ মাজত ঋষি ভৃগুসকলে দেৱত্ব পাবৰ কাৰণে মন্ত্ৰেৰে নতুন ধনৰ দৰে তোমাক ধৰিছিল। তুমি যজমানৰ সুহবনীয় আৰু দেৱতাৰ আহ্বাতা, মাননীয় অতিথিৰ দৰে আৰু মিত্ৰৰ দৰে সুখদাতা ॥ ৬ ॥ সাতজন হোতাৰ যজ্ঞত পৰম যজ্ঞই দেৱতাৰ আহ্বাতা যি অগ্নিক বৰণ কৰে আমি ধনদাতা সেই অগ্নিক পায়স অন্নেৰে পৰিচৰণ কৰিছোঁ আৰু সুন্দৰ কৰ্ম্মফল বাঞ্ছা কৰিছোঁ ॥ ৭ ॥ হে বলৰ পুত্ৰ অগ্নি, অনুকূল দীপ্তিমন্ত তুমি এই যজ্ঞত আজি আমাক ছিদ্ৰ নোহোৱা সুখ দিয়া। হে অন্নৰ পুত্ৰ (জঠৰগ্নি) তোমাৰ স্তুতি কৰা জনক লোহৰ দৰে বিপদৰ পৰা ৰক্ষা কৰি পাপৰ পৰা নিবৃত্তি কৰা ॥ ৮ ॥ হে বিশিষ্ট প্ৰকাশ কৰা অগ্নি, তুমি স্তোতাৰ ঘৰ হৈছা। হে ধনবান অগ্নি, তুমি হবিঅন্ন থকা যজমানৰ সুখদাতা। তুমি পাপকাৰী শত্ৰুৰপৰা ৰক্ষা কৰা। কাম আৰু বুদ্ধিৰে পোৱা হে অগ্নি, এই পুৱাতে আহা, আকৌ পিছদিনা আহিবা ॥ ৯ ॥

## ৫৯ সূক্ত—ঋ ৭।

ঋষি—নোধষৰ পুত্ৰ গৌতম। ছন্দ-ত্ৰিষ্টুভ। দেৱতা—বৈশ্বানৰ অগ্নি।

হে (বৈশ্বানৰ) অগ্নি, অন্য সকলো অগ্নি তোমাৰ শাখা মাত্ৰ। সকলো অমৰ তোমাত হৃষ্ট হয়। হে বৈশ্বানৰ, তুমি মানুহৰ নাভিৰ দৰে, যেনেকৈ (ঘৰৰ ওপৰৰ চাল আদি) ঘৰ ধৰি ৰাখিবলৈ দ গাঁতত মূল খুটা দিয়া হয়, সেইদৰে তুমি মানুহক ধৰি ৰাখা ॥ ১ ॥ অগ্নি স্বৰ্গৰ মূৰ, পৃথিবীৰ নাভি, দ্যাবাপৃথিবীৰ অধিপতি হৈ হে জ্যোতিষ্মান বৈশ্বানৰ দেৱতা, আৰ্য্যৰ কাৰণে দেৱতা সকলে তোমাক জ্যোতি ৰূপেৰে উৎপত্তি কৰিছিল ॥ ২ ॥ যেনেকৈ সূৰ্য্যৰ ৰশ্মিজাল আছে তেনেকৈ বৈশ্বানৰ অগ্নিত সকলো ধন স্থাপিত হৈছিল। পৰ্ব্বতত, গছ-গছনিত, জলত আৰু মানুহত যি ধন আছে তুমি সেই ধনৰ অধিপতি ॥ ৩ ॥ দ্যাবাপৃথিবী দুয়ো নিজ পুত্ৰ বৈশ্বানৰ অগ্নিৰ কাৰণে ডাঙৰ হৈ উঠিল। যেনেকৈ বন্দিয়ে প্ৰভুক বহুবিধ স্তুতি মিনতি কৰে সেই দৰে এই সুদক্ষ হোতাই সুগতিযুক্ত প্ৰকৃত বলবান, অতি নেতা বৈশ্বানৰ অগ্নিৰ উদ্দেশ্যে বহুত মহৎ স্তুতি প্ৰয়োগ কৰিছে ॥ ৪ ॥ হে জাতবেদ, বৈশ্বানৰ অগ্নি, তোমাৰ মাহাত্ম্য আকাশতকৈও বেচি। তুমি মানুহৰ ৰজা আৰু দেৱতাৰ কাৰণে অসুৰে হৰণ কৰা ধন উদ্ধাৰ

কৰিছিলা ॥ ৫ ॥ বৰষুণ বিচৰা মানুহে বৃত্ৰহন্তা বৈশ্বানৰ অগ্নিক অৰ্চনা কৰে। সেই বৈশ্বানৰৰ মাহাত্ম্য মই শীঘ্ৰেই বৰ্ণনা কৰিম। এই বৈশ্বানৰ অগ্নিয়ে দস্যু নাশ কৰিছিল। শম্বৰ অসুৰক বিনাস কৰি বৰষুণৰ পানী তললৈ নমাই নিৰোধ কৰা মেঘবিলাক ভাঙি দিছিল। ৬ ॥ বৈশ্বানৰ অগ্নি মাহাত্ম্যত সকলো মানুহৰ অধিপতি আৰু অন্ন যুক্ত যজ্ঞত (বা ভৰদ্বাজ ঋষিসকলৰ) পূজিত, প্ৰভাযুক্ত আৰু সুনৃত বাক্য যুক্ত। এই অগ্নিক ৰজা শাতবনেয় আৰু পুৰুনীথই শত স্তুতিৰে আৰাধনা কৰিছিল ॥ ৭ ॥

## ৬০ সূক্ত—ঋ ৫ ।

ঋষি– আৰু ছন্দ ৫৯ সূক্তৰ দৰে। দেৱতা—অগ্নি।

অগ্নি হবি বহন কৰা, যশস্বী, যজ্ঞ প্ৰকাশ কৰা পতাকা, সুৰক্ষক, দেৱতাৰ দূত, সদ্যোঅৰ্থ (হবি জুইত দিয়া মাত্ৰে দেৱতাৰ ওৰি পোৱাই দিয়া), দ্বিজন্মা (দুদাল কাঠ ঘঁহি জ্বলোৱা), ধনৰ দৰে প্ৰখ্যাত। মাত-ৰিশ্বাই (বায়ুয়ে) এই অগ্নিক মিত্ৰৰ দৰে ভৃগু বংশৰ ঋষিসকলৰ ওচৰলৈ আনে ॥ ১ ॥ হব্যকামী দেৱতা সকলে আৰু হবিষ্মন্ত যি মানুহ, দুয়োবিধে অগ্নিক সেৱা কৰে। এই পূজ্য প্ৰজাপালক, ফলদাতা, হোতা অগ্নিক সূৰ্য্য উদয়ৰ আগতে, উষাত উপস্থিত থাকি অগ্নিহোত্ৰ হোমৰ কাৰণে যজমানসকলৰ মাজৰ অধ্বৰ্য্যু সকলে হোমৰ ঘৰত স্থাপিত কৰে ॥ ২ ॥ আমাৰ হৃদয়ত থকা প্ৰাণৰপৰা ওলোৱা নতুন স্তুতি মধুৰ মাতৰ অগ্নিৰ ওচৰ পাওকগৈ। ঋত্বিকসকলে যথা সময়ত যজ্ঞানুষ্ঠান আৰু যজ্ঞান্ন প্ৰদান কৰি যুদ্ধৰ সময়ত (বা যজ্ঞৰ সময়ত) অগ্নি উৎপাদন কৰে ॥ ৩ ॥ অগ্নি আমাৰ কাম্য, পাবক, নিবাসৰ হেতু, মাননীয় আৰু দেৱতা সকলৰ আহ্বাতা হওক। তেওঁ যজ্ঞ ঘৰত সোমোৱা যজমান সকলৰ মাজত স্থাপিত হৈছে। তেওঁ আমাৰ শত্ৰু দমন কৰিবলৈ কৰা সংকল্প আৰু ঘৰবিলাকৰ পালন কৰ্ত্তা হৈ যজ্ঞ ঘৰৰ ধনাধিপতি হওক ॥ ৪ ॥ হে অগ্নি, আমি গোতমৰ বংশৰ সকলে ধনপতি, ৰক্ষণশীল, আৰু যজ্ঞান্নৰ কৰ্ত্তা তোমাক যেনেকৈ আৰোহী মানুহে ঘোঁৰাক হাতেৰে মাৰ্জ্জন কৰে তেনেকৈ সুসংস্কৃত মাননীয় স্তুতিৰে উপসনা কৰিম। তুমি পুৱা এই যজ্ঞলৈ সোনকালে আহিবা ॥ ৫ ॥

## ৬১ সূক্ত—ঋ ১৬ ।

ঋষি—আৰু ছন্দ ৫৯ সূক্তৰ দৰে। দেৱতা— ইন্দ্ৰ।

শকত, বেগী, মহৎগুণী, স্তুতিৰ যোগ্য, অপ্ৰতিহত গামী, এই ইন্দ্ৰক ভোকাতুৰক অন্ন দিয়াৰ দৰে অতি উৎ-কৃষ্ট স্তুতিৰে স্তব কৰিছোঁ আৰু পূৰ্ব্বতে যজমানে বহুতকৈ দিয়াৰ দৰে ব্ৰহ্মঅন্ন দি পৰিচৰ্য্যা কৰিছোঁ ॥ ১ ॥ এই ইন্দ্ৰক অন্ন যাচিছোঁ। শত্ৰুক বাধা দিবলৈ সমৰ্থ অমোঘ সুব্যক্ত স্তোত্ৰ ঘোষণা কৰি গাইছোঁ। পুৰণি স্বামী ইন্দ্ৰক মনীষী সকলে হৃদয়েৰে, অন্তকৰণেৰে সৈতে আৰু জ্ঞানেৰে স্তুতি কৰি কৰ্ম্ম বিলাক সংস্কাৰ কৰিছে ॥ ২ ॥ সেই উপমা সদৃশ, সুধন দাতা, সমৰ্থ ইন্দ্ৰক বৰ্দ্ধন কৰিবলৈ আমি নিজ সমৰ্থ স্তুতিৰে অতি ভাঙৰ মুখৰ শব্দৰে (উচ্চৈস্বৰে) স্তুতি কৰিছোঁ ॥ ৩ ॥ ত্বষ্টাই (বাঢ়ৈয়ে) যেনেকৈ ৰথ সাজি অন্নেৰে সৈতে পঠিয়ায় তেনেকৈ ঋক্ স্তুতিৰে বহন কৰা সুব্যক্ত শব্দেৰে এই ইন্দ্ৰলৈ স্তুতি বাক্য প্ৰেৰণ কৰিছোঁ, আৰু মেধাবী ইন্দ্ৰলৈ সৰ্ব্বোৎকৃষ্ট হবি প্ৰেৰণ কৰিছোঁ ॥ ৪ ॥ অন্নলাভ কৰিবলৈ যেনেকৈ ৰথত ঘোঁৰা লগোৱা হয় তেনেকৈ আজি এই বীৰ, দানৰ একমাত্ৰ ঠাই ইন্দ্ৰক স্তুতিৰূপে মন্ত্ৰৰ দ্বাৰা অন্নলাভৰ কাৰণে বাক্যেৰে ভক্তি জনাইছোঁ। প্ৰশস্ত অন্নদাতা অসুৰৰ পুৰ ধ্বংস কৰা ইন্দ্ৰক স্তুতিৰে বন্দনা কৰিবলৈ উদ্যত হৈছোঁ ॥ ৫ ॥ শত্ৰুক হিংসা কৰা, ঐশ্বৰ্য্যবান, বলবান, গুণবিশিষ্ট এই ইন্দ্ৰক ত্বষ্টাই বৃত্ৰা-সুৰৰ মৰ্ম্মস্থান ভেদ কৰিব পৰা, অতি ভাল কাম কৰা, শত্ৰুলৈ মাৰিবলৈ ভাল বজ্ৰ তীক্ষ্ণ ধাৰ কৰি দিছিল ॥ ৬ ॥ এই ইন্দ্ৰই বৰযুণেৰে গোটেই জগতৰ নিৰ্ম্মাতা (হৈছে)। মহৎ সৱন যজ্ঞত দিয়া সোম অন্ন তেতিয়াই পান কৰিলে আৰু নতুন হবিযুক্ত অন্ন ভক্ষণ কৰিলে। জগতব্যাপক বিষ্ণুৱে অসুৰৰ পৰিপক্ক ধন অপহৰণ কৰিলে। অতি শত্ৰুক-অভিভৱ কৰা ইন্দ্ৰই বজ্ৰ পাই মেঘক তাড়ণ কৰিলে (খুন্দিয়ালে) ॥ ৭ ॥ এই ইন্দ্ৰই বৃত্ৰ বধ কৰা সময়ত চঞ্চলা হলেও দেৱপত্নী সকলে ইন্দ্ৰক ঋকেৰে স্তুতি কৰিছিল। সেই ইন্দ্ৰই নিজ বলেৰে দ্যাবাপৃথিবী ব্যাপ্ত হৈ আছিল। সেই (দ্যাবাপৃথিবী) দুয়ো গোট খালেও (হে ইন্দ্ৰ) তোমাৰ মহিমাৰ সমান হ'ব নোৱাৰে ॥ ৮ ॥ এই ইন্দ্ৰৰ মাহাত্ম্য বহুত, —ওপৰা-উপৰিকৈ থকা স্বৰ্গ, পৃথিবী আৰু অন্তৰীক্ষতকৈও ওপৰ হৈ থাকিল। দমন কৰা বিষয়ে নিজ তেজেৰে বিৰাজমান হোৱাত তেওঁ বিশ্বৰ সকলো কাম কৰিবলৈ সমৰ্থ। ভাল ৰণী সকলো

শত্রুকো পৰাজিত কৰে ॥ ৯ ॥ এই ইন্দ্ৰই বলেৰে শোষণ কৰা বৃত্ৰক বজ্ৰেৰে ছিন্তি পেলাইছিল। চোৱে চুৰ কৰা গৰুৰ দৰে বৃত্ৰই ধৰি ৰখা পানী এৰি দিছিল (মুকলি কৰি দিছিল)। আকৌ হৰি দিওঁতা যজমানৰ সৈতে একমনৰ হোৱাত অন্ন দিছিল ॥ ১০ ॥ এই ইন্দ্ৰই দীপ্ত বলেৰে নদীবিলাকক নিজ নিজ ঠাইত ৰাখি দিলে আৰু বজ্ৰেৰে সকলোফালে নিয়মীয়া কৰি দিলে। নিজক ঐশ্বৰ্য্যশালী কৰি ইন্দ্ৰই হবি দাতাক ফল দান কৰিলে। তুৰ্ব্বীতি ঋষিক পানীত ডুবি থকাৰ পৰা বাস কৰিব পৰা ঠাইলৈ তুলি আনিলে ॥ ১১ ॥ এই ক্ষিপ্ৰকাৰী ইন্দ্ৰই বাধা দিব নোৱাৰা বলেৰে বৃত্ৰক বেঁকাকৈ, মানুহে যেনেকৈ পশু বধ কৰি ভাগে ভাগে টুকুৰাকৈ কাটে, সেইদৰে বজ্ৰ প্ৰহাৰ কৰি কাটি (বৃত্ৰক) আঁতৰাই বৰষুণৰ পানী বৈ পৃথিৱী পাবলৈ আহিব পৰা কৰি দিয়ক ॥ ১২ ॥ (হে স্তোতা সকল) এই ইন্দ্ৰক নতুন স্তোত্ৰেৰে যুদ্ধলৈ খৰকৈ যোৱা পূৰ্ব্বৰ কাম বিলাকৰ বিষয়ে স্তুতি কৰা, যি ইন্দ্ৰই যুঁজি থাকোতে খেদি অহা শত্ৰুক খেদি আগবাঢ়ি গৈ বজ্ৰ আদি অস্ত্ৰবিলাক মাৰি পথিয়াইছিল ॥ ১৩ ॥ এই ইন্দ্ৰৰ ভয়ত পৰ্ব্বতবিলাকো নিশ্চল হ'ল জন্মৰ পৰা স্বৰ্গ আৰু ভূমি এই ইন্দ্ৰৰ ভয়ত কঁপে। দুঃখ নাশকাৰী, কমনীয় কান্তিৰ ইন্দ্ৰক নোধা ঋষিয়ে তৎক্ষণাৎ বহুত সূক্তেৰে পুনঃ পুনঃ স্তুতি কৰি নিজে বীৰ্য্যবান হ'ল ॥ ১৪ ॥ অকলসৰে শত্ৰুক জয় কৰিবলৈ সমৰ্থ, বহুবিধ ধনৰ গৰাকী ইন্দ্ৰই যি স্তোত্ৰ বিচাৰে তাকে দিয়া (গোৱা)। স্বশ্বৰ পুতেকে সূৰ্য্যৰ লগত স্পৰ্দ্ধা কৰি যুদ্ধ কৰোঁতে, সেই সোম অভিষৱ কৰা এতশ ঋষিক তেওঁ (ইন্দ্ৰই) ৰক্ষা কৰিছিল ॥ ১৫ ॥ যাৰ ৰথত হৰি নামৰ ঘোঁৰা বন্ধা থাকে, সেই ইন্দ্ৰক গোতম বংশৰ ঋষিয়ে সুৰক্ত স্তুতিৰে যজ্ঞলৈ আকৰ্ষণ কৰি মাতিছোঁ। ইন্দ্ৰই বহুবিধ বৃদ্ধি দান কৰে। এই (এতিয়া) পুৱা, আকৌ পাচ দিনা পুৱা বৃদ্ধিৰে বা কৰ্ম্মেৰে ধনদাতা ইন্দ্ৰই আমাক ৰক্ষা কৰিবলৈ আহক ॥ ১৬ ॥

## ৬২ সূক্ত—ঋ ১৩ ।

### ঋষি আদি ৬১ সূক্তৰ দৰে ।

বলবান, স্তুতিৰে ভজন কৰিবলগীয়া ইন্দ্ৰক অঙ্গিৰসৰ দৰে আমিও অন্তৰেৰে বিচাৰিছোঁ। স্পষ্ট স্তোত্ৰেৰে স্তব কৰিলে অৰ্চ্চনীয় ইন্দ্ৰই ভাল পায়। সকলোৰে নেতা, প্ৰখ্যাত ইন্দ্ৰক ঋক্ মন্ত্ৰেৰে পূজা কৰিম ॥ ১ ॥ (হে ঋত্বিকসকল) বলী ইন্দ্ৰক মহৎ পুৰণি ধোঁৱাৰ যোগ্য সাম স্তোত্ৰেৰে ডাঙৰকৈ মাতি ভজন সম্পাদন কৰা। সেই ইন্দ্ৰই আমাৰ পূৰ্ব্ব-পুৰুষ পিতৃ অঙ্গিৰস ঋষিয়ে (পণি অসুৰে) চুৰ কৰি নিয়া গৰুৰ খোজৰ চিনৰ পৰা বুজি পাই ইন্দ্ৰক পূজা কৰি গৰু বিচাৰি পালে ॥ ২ ॥ ইন্দ্ৰ আৰু অঙ্গিৰস ঋষিয়ে পঠিওৱাত সৰমা কুকুৰে নিজ পুত্ৰৰ কাৰণে (পণি অসুৰক) অন্ন বিচাৰিলে। গৰু বিচাৰি পাই বৃহস্পতিয়ে মানুহ খোৱা অসুৰ মাৰিলে। নেতা দেৱতাসকলে গৰু বিচাৰি আনি গৰুৰে সৈতে খুব আনন্দ ধ্বনি কৰিলে ॥ ৩ ॥ হে ইন্দ্ৰ, সদ্গতি পাবলৈ বিচৰা সাতজন নবগ্ব আৰু দশগ্বসকলে ডাঙৰকৈ মাতি ভাল স্বৰেৰে তোমাৰ স্তোত্ৰ গাই আনন্দ পালে। হে শক্ৰ, তুমি বজ্ৰেৰে ছিন্তিব পৰা মেঘৰ পৰা বৰষুণৰ পানী বোৱাই দিয়া। তোমাৰ শব্দেৰে মেঘক ভয় খুৱাই দিয়া ॥ ৪ ॥ হে শত্ৰুক ক্ষয় কৰা ইন্দ্ৰ, অঙ্গিৰস সকলে স্তুতি কৰি থকাত তুমি উষাত সূৰ্য্যৰ কিৰণেৰে অন্ধকাৰ নাশ কৰিলা। তুমি পৃথিৱীৰ ওখ ঠাইবোৰ বহল কৰিলা আৰু অন্তৰীক্ষৰ মূল ঠাই দৃঢ় কৰিলা ॥ ৫ ॥ দৰ্শনীয় ইন্দ্ৰৰ সেই কাম অতি পূজ্য যে এই ইন্দ্ৰই চলি থকা পৃথিৱীত চাৰিখন প্ৰধান নদী মধুৰ পানীৰে বোৱাই দিলে (যি কাম অন্যই কৰিব নোৱাৰে) ॥ ৬ ॥ যুদ্ধেৰে অসাধ্য কিন্তু স্তোত্ৰ-মন্ত্ৰ পাঠ কৰিলে ইন্দ্ৰ সুসাধ্য হয়। সেই বাবে ঋষিয়ে গুণ কীৰ্ত্তন স্তব কৰি সদায় সমান নিবাস কৰা ঠাইত ইন্দ্ৰই সংলগ্ন দ্যাবাপৃথিৱীক দুভাগ কৰিলে। মননীয় পৰম ব্যোমত সুকৰ্ম্মা ইন্দ্ৰই সূৰ্য্যৰ দৰে দ্যাবাপৃথিৱীক ধাৰণ কৰিলে ॥ ৭ ॥ (হে ইন্দ্ৰ) বগা-ক'লা বিপৰীত ৰূপেৰে প্ৰতিদিন পুনঃ পুনঃ উষা আৰু ৰাতি (দিন-ৰাতি) যুৱতী দুজনী জন্ম হৈ চিৰকাল স্বৰ্গ আৰু পৃথিৱীক নিজ গমনেৰে পৰ্য্যবেক্ষণ কৰি আছে। ৰাতি অন্ধকাৰ আৰু উষাত জ্বলি থকা গাৱে দুয়ো পৰস্পৰ সলনি হৈ আবৰ্ত্তন কৰে (ই তোমাৰেই মহিমা) ॥ ৮ ॥ চিৰকালৰ পৰা সমানে বাস কৰা লৰ-চৰ নকৰা একে হাতত থকা আঙুলিবিলাকে বহুত পুৰণি ইন্দ্ৰৰ কাৰণে বহুত সংখ্যক কাম পুনঃ পুনঃ কৰিও বৈ নাথাকে, নিজ বলত ৰক্ষা হয়। লজ্জাহীন দেৱ পত্নীৰ দৰে প্ৰগল্ভ ইন্দ্ৰক সেৱা কৰে (ই তোমাৰেই মহিমা) ॥ ১০ ॥ হে দৰ্শনীয় ইন্দ্ৰ, স্তুতি মন্ত্ৰেৰে নমস্কাৰ

কৰা পুনঃ নতুন মন্ত্ৰেৰে তুমি স্তুত হৈছা। সনাতন (অগ্নি হোত্ৰাদি) কৰ্ম্ম ইচ্ছা কৰি, ধন আকাঙ্ক্ষা কৰি, হে বলবান ইন্দ্ৰ, মেধাবীসকলে বহুত আশা কৰি তোমাৰ ওচৰিলৈ যায়। তোমাত প্ৰয়োগ কৰা স্তুতিবিলাকে যেনেকৈ কামনা কৰা পত্নীয়ে কামনা কৰা পতিক পায়, তেনেকৈ তোমাক স্পৰ্শ কৰিছেগৈ ॥ ১১ ॥ হে দৰ্শনীয় ইন্দ্ৰ, তোমাৰ হাত দুখনত চিৰদিন থকা ধন অন্ত নহয়, প্ৰাৰ্থনা কৰা সকলক দিলেও অন্ত নহয় (বেচি হে হয়)। হে ধীৰ, দীপ্তিমান, লোকক ৰক্ষা কৰা কাম কৰা ইন্দ্ৰ, হে কৰ্ম্মী ইন্দ্ৰ, তোমাৰ কৰ্ম্মেৰে আমাক ধন দিয়া ॥ ১২ ॥ সেই ইন্দ্ৰ সদায় সকলোৰে আগত থাকে। হে বলবান ইন্দ্ৰ, ৰথত ঘোঁৰা লগোৱাজন, সুনেতা, তোমাৰ বিষয় নতুন সূক্ত গোতমৰ পুত্ৰ নোধাই আমাৰ কাৰণে ৰচনা কৰিলে। সেইবাবে এতিয়া এই স্তোত্ৰেৰে ৰাতিপুৱা আমি প্ৰাৰ্থনা কৰিছোঁ, হে ইন্দ্ৰ, তুমি আহা ॥ ১৩ ॥

## ৬৩ সূক্ত—ঋ ৯।

### ঋষি আদি ৬১ সূক্তৰ দৰে।

হে ইন্দ্ৰ, তুমি মহান। তুমি উৎপত্তি হৈয়েই অসুৰৰ ভয়ৰ পৰা নিজ শোষক শক্তিৰে দ্যাবাপৃথিৱী ধৰি ৰাখিলা। সকলো জন্ম হোৱাই (জীৱই), পৰ্ব্বত (আদি) আৰু অন্য যি ডাঙৰ বস্তু আছে সেই সকলোবোৰ তোমাৰ ভয়ত সূৰ্য্যৰ কিৰণ কঁপাদি কঁপে ॥ ১ ॥ হে ইন্দ্ৰ, তুমি যেতিয়া বিবিধ কৰ্ম্মা হৰি ঘোঁৰা ৰথত লগোৱা তেতিয়া স্তোতাই স্তোত্ৰেৰে তোমাৰ হাতত বজ্ৰ দিয়ে। হে ঈপ্সিতকৰ্ম্মা ইন্দ্ৰ, যি বজ্ৰ লৈ শত্ৰুৰ কালে তুমি যোৱা, আৰু হে পুৰুহুত, (সেই বজ্ৰ লৈ) তুমি বহুত অসুৰৰ পুৰ ভেদ কৰিবলৈ যোৱা ॥ ২ ॥ হে ইন্দ্ৰ, তুমি সত্য। এই শত্ৰুবিলাক পৰাভৱ কৰি সিহঁতক পিহি পেলোৱা। তুমি ঋভুৰ অধিপতি, নৰৰ হিতকাৰী, শত্ৰুৰ পৰাভৱকাৰী, সংগ্ৰামত বীৰ্য্যবান, দীপ্তিমান, ডেকা, কুৎসৰ সহায় লৈ শুষ্ণ অসুৰক বধ কৰিলা ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি পুনঃ কুৎসক প্ৰসিদ্ধ যশ দিলা। সিচিৰ পৰা হে বজ্ৰধাৰী ইন্দ্ৰ, (তুমি) বৃত্ৰক মাৰিলা। শত্ৰু খেদোৱা হে কামবৰ্ষী ইন্দ্ৰ, (তুমি) অনায়াসে শত্ৰুক জয় কৰা। বীৰ থকা সংগ্ৰামত দস্যুক আৰু অন্য শত্ৰুক পৰাভৱ কৰিলা ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি এনেকুৱা যে দৃঢ় হলেও মৰ্ত্ত্যৰ খণ্ডলৈ ভয় নকৰা। তথাপি (খণ্ড কৰিলেও) মৰ্ত্ত্য স্তোতা সকলৈ শত্ৰুৰ অপ্ৰীতিৰ কাৰণে এই ঘোঁৰাবিলাক যাবলৈ চাৰিওফালে বাট উলিয়াই দিয়া। অমিত্ৰবিলাকক, হে বজ্ৰধাৰী ইন্দ্ৰ, কঠিন পৰ্ব্বতৰ দৰে বজ্ৰেৰে মাৰা ॥ ৫ ॥ হে ইন্দ্ৰ, অবৰ্ননীয়বিলাকেৰে সৈতে যুদ্ধত প্ৰবৃত্ত হওঁতে ধন লাভৰ কাৰণে যুদ্ধকামী পুৰুষে সহায়ৰ কাৰণে তোমাক আহ্বান কৰে। হে বলবান ইন্দ্ৰ, সংগ্ৰামৰ সময়ত তোমাৰ যি ৰক্ষণ স্তোতাই পায়, সেই ৰক্ষণ আমালৈ আগ বঢ়োৱা ॥ ৬ ॥ হে বজ্ৰী ইন্দ্ৰ, পুৰুকুৎস ঋষিক, তেওঁৰ শত্ৰুৰ লগত যুদ্ধ কৰি তুমিয়েই শত্ৰুৰ সাতখন পুৰী ধ্বংস কৰিছিলা। সুদাস ৰজাক অংহ অসুৰৰ ধন অনায়াসে কুশৰ দৰে তুলি আনি দিছিলা। সুদাস ৰজাই হৰিৰে পূজা কৰিলত সেই ধন হে ৰজা ইন্দ্ৰ, তেওঁৰ ধন কৰি দিলা ॥ ৭ ॥ হে ইন্দ্ৰ দেৱতা, বৰষুণৰ পানীৰ দৰে তুমি আমাৰ বিচিত্ৰ সেই অন্ন চাৰিওফালে ব্যাপ্ত কৰি পৃথিৱীত বঢ়াই দিয়া। হে শূৰ ইন্দ্ৰ, তুমি সকলোতে ক্ষৰণ কৰা বৰষুণৰ পানীৰ দৰে নিজক আমাৰ প্ৰাণ ধাৰণৰ কাৰণে যাচি দিয়া ॥ ৮ ॥ হে ইন্দ্ৰ, হৰি নামৰ ঘোঁৰাৰে যুক্ত তোমাৰ ফালে গোতম ঋষিৰ বংশত জন্ম হোৱা মই মন্ত্ৰেৰে হৰি অন্ন দি স্তুতি কৰিছো। বহুত বিধ অন্ন আমাক দিয়া। বুদ্ধিৰে আৰু কৰ্ম্মেৰে, হে ধন দাতা ইন্দ্ৰ, ৰাতিপুৱা আমাক ৰক্ষা কৰিবলৈ আহিবা ॥ ৯ ॥

## ৬৪ সূক্ত—ঋ ১৫।

### ঋষি—নোধসৰ পুত্ৰ গৌতম। ছন্দ-জগতী, ১৫ ত্ৰিষ্টুভ। দেৱতা—মৰুতসকল।

হে নোধা, কামবৰ্ষক, সুযজ্ঞৰ, বিধাতা মৰুৎগণক সুব্যক্ত স্তোত্ৰেৰে স্তুতি কৰা। (নোধাই কৈছে) ধীৰেৰে কৃতাঞ্জলি হৈ মন আৰু বাক্যেৰে, যি বাক্য শাস্ত্ৰমতে যজ্ঞত প্ৰযুক্ত হয়, তেনে বাক্যেৰে, এই মৰুৎগণক স্তুতি কৰিছো, যেনেকৈ পৰ্য্যনাই একে সময়তে বহুত ঠাইত বৰষুণ দিয়ে ॥ ১ ॥ সেই মৰুতগণ অন্তৰীক্ষত উৎপত্তি, দেখিবলৈ ভাল, সেক্তা (ডেকা) ৰুদ্ৰৰ পুত্ৰ, শত্ৰু জয়কাৰী, নিষ্পাপ, সকলো শুচিকাৰক, সূৰ্য্যৰ দৰে শুচি পোহৰ থকা, অতি পৰাক্ৰমী, বৰষুণৰ পানীৰ

কণিকা যুক্ত আৰু যোৰৰূপী ॥ ২ ॥ ডেকা ৰুদ্ৰৰ পুত্ৰসকল অজৰ, দেৱতাক হবি ভোগ নিদিয়াক হত্যা কৰা, অনিবাৰিত গতিৰ, পৰ্ব্বতৰ দৰে দৃঢ়। তেওঁবিলাকে স্তোতা সকলৰ অভিমত পোৱাই দিবলৈ ইচ্ছা কৰে। সকলো ভুবনৰ সম্ভাৰ প্ৰাপ্ত হয়। পৃথিবীত হোৱা আৰু স্বৰ্গত হোৱা ধন দৃঢ় হলেও তেওঁবিলাকে লৰচৰ কৰি দিয়ে ॥ ৩ ॥ শৰীৰৰ শোভাৰ কাৰণে মৰুত সকলে নিজ শৰীৰত বিচিত্ৰ ধুনীয়া সাজ পোচাক পিন্ধে। মৰুতৰ অস্ত্ৰবিলাক শৰীৰতে থাকে, যি অস্ত্ৰেৰে সৈতে তেওঁবিলাক অন্তৰীক্ষত নিজ বলেৰে জন্ম হৈছিল ॥ ৪ ॥ স্তোতাক ধনৰ গৰাকী পাতি, মেঘ কপাই, হিংসক বোৰক খাই, নিজ বলেৰে বতাহ বলাই, বিজুলী মাৰি কঁপাই দিব পৰা কেউফালে যাব পৰা মৰুত সকলে আকাশত থকা মেঘ বিলাকৰ ওহাৰ খীৰাই পানী নোহোৱা কৰি বৰষুণেৰে সিচি দিয়ে ॥ ৫ ॥ ঋত্বিক সকলে যজ্ঞত যেনেকৈ ঘি'উ দিয়ে, সুদাতা মৰুতসকলে সেইদৰে পানী ছটিয়াই। যেনেকৈ ঘোঁৰাক যুদ্ধৰ কাৰণে শিক্ষা দিয়া হয় তেনেকৈ মৰুতসকলে বেগী মেঘবিলাক বৰষিবলৈ নিজ অধীন কৰি গৰজি মেঘক খীৰাই উকা কৰে ॥ ৬ ॥ মহৎ, জ্ঞানী, সুদীপ্ত, পৰ্ব্বতৰ দৰে নিজৰ বল থকা, খৰকৈ যাব পৰা হে মৰুতসকল, তোমালোকে হাত থকা মৃগৰ (হাতীৰ) দৰে হাবি বন বিলাক ভক্ষণ কৰা (ভাঙা)। এইদৰে ৰঙা বড়বানল হৈ (হাবিৰ জুই হৈ) বল দেখুওৱা ॥ ৭ ॥ বিশিষ্ট জ্ঞানী ধুনীয়া অঙ্গৰ মৰুতসকলে সিংহৰ দৰে নিনাদ কৰে। বগা ফুট্‌ফুটীয়া মৃগৰ দৰে দেখিবলৈ ধুনীয়া শৰীৰৰ, সৰ্ব্বজ্ঞ, শত্ৰু হানি কৰা, স্তোতাক সুখ দিয়া, বলেৰে মাৰিবলৈ খঙ কৰা মৰুৎগণে, বগা ফুট-ফুটীয়া হৰিণৰ ওপৰত উঠি অস্ত্ৰৰে সৈতে শত্ৰুৰে বাধা দিয়া যজমানৰ লগত (একে লগ হৈ) যুজি ৰক্ষা কৰিবলৈ একলগ হৈছে ॥ ৮ ॥ সাত জন একলগ হৈ থকা, যজমানৰ হবি লবলৈ অহা, বলী, হে মৰুত সকল, বলেৰে মাৰিবলৈ খঙ কৰা তোমালোকে দ্যাবাপৃথিবী ব্যাপী শব্দ কৰা। হে মৰুতসকল, তোমালোকৰ তেজ, ৰথৰ বন্ধুৰৰ ওপৰত থাকোতে সকলোৱে দেখে, যেনেকৈ নিৰ্ম্মল ৰূপ সকলোৱে দেখা পায় ॥ ৯ ॥ সৰ্ব্বজ্ঞ, ধনবান, বলী, লগ হৈ থকা, মহান, শত্ৰু নাশ কৰে'তা, অনন্ত বলবান, ইন্দ্ৰৰ অস্ত্ৰ, নেতাসকল মৰুৎগণে বাহুৰে (হাতেৰে) শত্ৰু নাশ কৰিবলৈ ধনুশৰ ধৰিছে ॥ ১০ ॥ বৰষুণৰ পানী বেচি কৰা, যজবান, যজ্ঞৰ ঠাইলৈ যোৱা, শত্ৰুৰ গুৰিলৈ নিজে নিজে যোৱা, নিশ্চল বিলাক লৰচৰ কৰা, দুষ্টক ধৰি নিজৰ কৰা আৰু দীপ্ত যোদ্ধা মৰুৎগণে সোণৰ ৰথৰ চকৰীৰে পৰ্ব্বতবিলাক ওপৰলৈ তুলি দিয়ে। ৰথেৰে যাওঁতে বাটত গছ-গছনিবিলাক ভাঙি যায় ॥ ১১ ॥ শত্ৰুৰ বল নাশক, পাবক, পানীময়, সকলোৰে বিশেষ দ্ৰষ্টা, ৰুদ্ৰৰ পুতেক এই মৰুতসকলক আহ্বায়ক (আহ্বান কৰা) স্তোত্ৰেৰে স্তব কৰিছোঁ। (হে যজমান ঋত্বিক সকল) তোমালোকেও ধন ঐশ্বৰ্য্যৰ কাৰণে মৰুৎগণক প্ৰাপ্ত হোৱা। তেওঁবিলাকে পৃথিবীৰ ধূলি নাশ কৰে। ঋজীষিন তেওঁলোকে কামনা বৰ্ষন কৰে ॥ ১২ ॥ হে মৰুতসকল, তোমালোকৰ ৰক্ষণেৰে যি মানুহক ৰক্ষা কৰা সেই মানুহে বলেৰে অন্য মানুহক তৎক্ষণাৎ চেৰ পেলাব পাৰে। সেই মানুহে ঘোঁৰাৰে উপাৰ্জন কৰা অন্নেৰে নিজৰ মানুহক ধন (অন্ন) দিছেনে নাই আৰু অগ্নিষ্টোম (আদি যজ্ঞ) কৰিছেনে নাই শুধিব লাগে ॥ ১৩ ॥ হে মৰুতসকল, হবি আদি যুক্ত ধনবান যজমানক পুত্ৰ দিয়া। কামত কুশল, সংগ্ৰামত অজেয়, দুঃখত তৰিব পৰা, দীপ্তিমন্ত, শত্ৰু শোষক বল থকা ধনত প্ৰীত, স্তোত্ৰত প্ৰীত, সৰ্ব্বজ্ঞ পো-নাতিৰে সৈতে আমি এশ হেমন্ত আয়ুস লৈ জীয়াই থাকিম এই প্ৰাৰ্থনা ॥ ১৪ ॥ হে মৰুতসকল, স্থিৰ, বীৰ, শত্ৰুক পৰাভৱ কৰা পুত্ৰ (ৰূপী) ধন আমাক দিয়া। আমাক শত-সহস্ৰ ধন দিয়া। বুদ্ধিৰে আৰু কৰ্ম্মেৰে বাতি পুৱা আমাৰ যজ্ঞ ৰক্ষা কৰিবলৈ আহিবা ॥ ১৫ ॥

## ৬৫ সুক্ত—ঋ ১০।

**ঋষি—শক্তিৰ পুত্ৰ পৰাশৰ। ছন্দ—দ্বিপদা বিৰাট। দেৱতা—অগ্নি। (দ্বিপদাৰ দুটা ঋক্ একেলগে থাকে। অযুগ্ম হ'লে অত্যা বোলে)।**

চুৰ কৰা জন্তুলৈ চোৰে যেনেকৈ গুহাত সোমায় সেইদৰে ধীৰ একমনা দেৱতাসকলে (হে অগ্নি) তোমাৰ ভৰিৰ খোজ অনুসৰণ কৰি তোমাক (লুকাই থকা) বিচাৰি পালে। নিজে হবি অন্ন যোগ কৰা, হবি অন্ন বহন কৰা/(অগ্নিক) যজনীয় সকলো দেৱতাই অগ্নিৰ ওচৰ পাই দেখিলে ॥ ১—২ ॥ দেৱতাসকলে ঋতৰে (নিয়মেৰে) পলাই যোৱা অগ্নিৰ কাম বিলাক

চাবলৈ গ'ল আৰু পৃথিৱীতেই স্বৰ্গৰ দৰে হৈ পৰিল। জলৰ দেৱতাৰ গৰ্ভত তালকৈ উৎপন্ন হোৱা অগ্নিক ঋতৰ (পানীৰ) ঠাইত থকাত স্তোত্ৰেৰে তুলি মেলি ডাঙৰ দীঘল কৰিছিল ॥ ৩—৪ ॥ সকলোৰে হৃদয়ৰ অভিমতে ফল বৃদ্ধিৰ হেতুকে অগ্নি সকলোৰে ৰমনীয়, পৃথিৱীৰ দৰে বিস্তীৰ্ণ (সকলোৰে জঠৰাগ্নি) পৰ্ব্বতৰ দৰে (সকলোৰে খাবলৈ যোগাৰ দিয়া), পানীৰ দৰে সুখকৰ, যুদ্ধৰ ঘোঁৰাৰ দৰে (যুদ্ধৰ ঠাইলৈ) আৰোহীয়ে নিলে যোৱাৰ দৰে (খৰকৈ যোৱা), নদীৰ দৰে বৈ যোৱা এই অগ্নিক কোনে বাৰণ কৰিব পাৰে ? ॥ ৫- ৬ ॥ বাইভনীৰ কাৰণে ককাই ভাই যেনেকুৱা, তেনেকুৱাকৈ অগ্নি নদীবিলাকৰ বন্ধু। এই অগ্নিয়ে ডাঙৰ হাবিবিলাক ৰজাই শত্ৰুক ধ্বংস কৰা দৰে (সমূলে ধ্বংস কৰে)। যেতিয়া বতাহে অগ্নিক কোবাই দিয়ে তেতিয়া হাবি বিলাক এনেদৰে পুৰিবলৈ ধৰে যে পৃথিৱীৰ নোমৰ দৰে বন-গছ বিলাকো পুৰি মাৰে ॥ ৭—৮ ॥ এই অগ্নিয়ে পলাই গৈ পানীতো হাঁহ জীয়াই থকা দৰে থাকিল। জ্ঞান থকা হেতুকে নিজে প্ৰকাশ হৈ প্ৰজা সকলৰ অতি জ্ঞাপয়িতা হ'ল। উষা কালত অগ্নিহোত্ৰলৈ আহ্বান কৰা সোমৰ দৰে সৃষ্টি কৰা বিধাতা হ'ল। ঋতৰ (পানীৰ) মাজত হোৱা বাবে পশুৰ দৰে কোচ খালে আৰু প্ৰভা দূৰলৈ গ'ল ॥ ৯—১০ ॥

## ৬৬ সূক্ত—ঋ ১০।

### ঋষি আদি ৬৫ সূক্তৰ দৰে।

এই অগ্নি ধনৰ দৰে বিচিত্ৰ, সূৰ্য্যৰ দৰে সকলো দেখা পোৱাই দিয়া, প্ৰাণবায়ুৰ দৰে জীৱন ৰক্ষক, পুত্ৰৰ দৰে নিত্য হিতকৰ, ঘোঁৰাৰ দৰে ধাৰণ কৰা, গৰুৰ গাখীৰৰ দৰে উপকাৰী, বিশিষ্ট প্ৰকাশযুক্ত বস্তুৰ দৰে শুচি অগ্নিয়ে হাবি বিলাক পোৰে ॥ ১—২ ॥ এই অগ্নি পোৱা ধনৰ ৰক্ষক, বাসকৰা ঘৰৰ দৰে ৰমণীয়, পকা যৱৰ দৰে ভোগ্য, শত্ৰু জনৰ জেতা, মন্ত্ৰদ্ৰষ্টা ঋষিৰ দৰে স্তোতা, যজমান মানুহৰ মাজত প্ৰখ্যাত, ঘোঁৰাৰ দৰে হৰ্ষযুক্ত, (এনে অগ্নিয়ে) আমাক অন্ন দিয়ক ॥ ৩—৪ ॥ দুষ্প্ৰাপ্য তেজস্বী, কাম কৰা মানুহৰ দৰে ভুল নকৰা মনৰ, ঘৰত থকা তিৰোতাৰ দৰে সকলো যজ্ঞ কৰ্ত্তাৰ অলঙ্কাৰ। যেতিয়া এই অগ্নি জ্বলে তেতিয়া বগা সূৰ্য্যৰ দৰে, প্ৰজাৰ মাজত ৰথৰ দৰে জিলিকি থকা, সংগ্ৰামত দীপ্ত (এনেকুৱা অগ্নিয়ে প্ৰকাশ কৰিছে) ॥ ৫-৬ ॥ দীপ্তমুখী বজ্ৰৰ দৰে, গৰাকীয়ে মাৰি পঠিওৱা অস্ত্ৰৰ দৰে এই অগ্নিয়ে শত্ৰুক ভয় খুৱায়। এওঁ ইন্দ্ৰৰ লগত একেলগে জন্ম। কন্যাবিলাকৰ প্ৰেমাস্পদ, পত্নীৰ প্ৰতি স্বামী যেনেকুৱা তেনে ॥ ৭-৮ ॥ গৰু বিলাক যেনেকৈ গোহালিলৈ আহে সেইদৰে আমি স্থাবৰ আৰু জঙ্গমাত্মক (জন্তু আৰু পিঠগনা ইত্যাদি) হবি অন্ন লৈ জ্বলোৱা অগ্নিৰ ওচৰলৈ যাওঁ। অগ্নিয়ে বৈ যোৱা পানীৰ দৰে ইফালে সিফালে শিখা মেলে আৰু ৰশ্মিবিলাক ওপৰলৈ উঠি যায় ॥ ৯—১০ ॥

## ৬৭ সূক্ত—ঋ ১০।

### ঋষি আদি ৬৫ সূক্তৰ দৰে।

যেনেকৈ ৰজাই সুঠাম কৰ্ম্মক্ষম মানুহ বিচাৰে, অৰণ্যত জন্ম হোৱা মানুহৰ মিত্ৰ এই অগ্নিয়ে যজমানক বিচাৰিছে। অগ্নি ৰক্ষকৰ দৰে সাধু, কৰ্ম্ম কৰ্ত্তাৰ দৰে ভদ্ৰ হোতা। হব্য বাহন নামে দেৱতা অগ্নিক সুকৰ্ম্মা হওক বুলি যজমানে বিচাৰে ॥ ১—২ ॥ সকলোবিলাক হবি অন্ন, ধন নিজ হাতত লৈ এই অগ্নিয়ে পানীৰ মাজলৈ গৈ লুকাই থাকিলত দেৱতাসকলে ভয় কৰিলে। নেতা (দেৱতা) সকলে কৰ্ম্ম আৰু বুদ্ধিৰে ধাৰণ কৰা অগ্নিক যেতিয়া চিনি পালে তেতিয়া অন্তৰেৰে সঁজা স্তুতি মন্ত্ৰেৰে অগ্নিক স্তৱ কৰিলে ॥ ৩—৪ ॥ জন্মৰহিত অগ্নিয়ে পৃথিৱী ধৰি ৰাখিলে। অন্তৰীক্ষ ধাৰণ কৰিলে আৰু দ্যুলোক সত্য মন্ত্ৰেৰে স্তম্ভন কৰিলে। হে অগ্নি, বিশ্বৰ সকলো আয়ুস (অন্ন) পশুৰ প্ৰিয় ঘাঁহ-পানী থকা ঠাই বিলাক তালকৈ ৰাখা। গুহাতকৈও গুহা (গৰু চৰাৰ অযোগ্য) ঠাইলৈ যোৱা ॥ ৫—৬ ॥ যি মানুহে এই গুহাত থকা অগ্নিক জানে, তেওঁ এই ঋতৰ (সত্যৰ) ধাৰয়িতা অগ্নিক উপাসনা কৰে। যি এই সত্য যজ্ঞক উদ্দেশ্য কৰি স্তুতি ৰচনা কৰে (স্তুতি কৰে), স্তুতিৰ পিচতেই সেই স্তোতাসকলক অগ্নিয়ে ধনৰ কথা কয় ॥ ৭—৮ ॥ যি মানুহে অগ্নিৰ গছ-গছনিত মাহাত্ম্য থকা বুলি জানি বিচাৰ কৰে, জন্ম হোৱা মাতৃ স্থানীয় গছ-গছনিৰ মাজত থকা বুলি অগ্নিক বিচাৰে, আৰু জ্ঞাপয়িতা পানীৰ মাজত সকলোৰে আয়ুস (অন্ন)

অগ্নিক আছে বুলি জানে, যেনেকৈ ঘৰটো আগতে পূজা কৰি পাচত সাজে তেনেকৈ সেই গীৰ সকলে সন্মানেৰে অগ্নিক পূজা কৰি স্তুতি কৰে ॥ ৯—১০ ॥

৬৮ সূক্ত—ঋ ১০ ।
ঋষি আদি ৬৫ সূক্তৰ দৰে ।

হবি বহন কৰা অগ্নি সোম (আদি) হবিৰে মিশ্রিত হৈ আকাশ লঙ্ঘিছে। দুয়ো স্থাবৰ আৰু জঙ্গমক গোটেই ৰাতি নিজ তেজেৰে প্ৰকাশ কৰি ৰাখিলে। সকলো দেৱতাৰ মাজত একমাত্র অগ্নিয়ে সকলো ঠাই ব্যাপী থাকে ॥ ১—২ ॥ হে জ্বলি থকা অগ্নি, শুকান কাঠ মন্থনৰ পৰা জন্ম হোৱাৰ পাচত সকলো যজমানে তোমাৰ কাম কৰি সেৱা কৰে আৰু সকলোৱে অমৃত স্তোত্রেৰে তোমাৰ ঋতৰ (নিয়মীয়া) দৈৱত্ব ভজন কৰে ॥ ৩—৪ ॥ ঋতত (নিয়মমতে) যোৱা অগ্নিয়ে ইচ্ছা কৰা যাগত স্তুতি গান কৰা সেই অগ্নিয়েই ঋতৰ (নিয়মৰ) অনুসাৰেই কাম কৰে। সেই অগ্নি সকলোৰে আয়ুস (অন্ন)। তেওঁক সকলো যজমানে যজ্ঞাদি কৰ্ম্ম কৰি সাধন কৰে। হে অগ্নি, তোমাক যি হবি দিয়ে, বা যি অন্য যজমানে তোমাৰ কৰ্ম্ম কৰিবলৈ সক্ষম হয়, দুয়োবিধ যজমানক জানি তুমি ধন দিয়া ॥ ৫—৬ ॥ হে অগ্নি, তুমি দেৱতাৰ আহ্বাতা হৈ মানুহৰ লগ হ'লা। তুমি মানুহৰ গৰু (আদি) ধনৰ পতি। এই প্ৰজাৰ লগ হৈ পুত্ৰৰূপে পৰিণত হোৱা বীৰ্য্য ইচ্ছা কৰাই তোমাৰ অনুগ্ৰহত পুত্ৰ লাভ কৰে। পুত্ৰ পাই সেই মানুহ অমূঢ় হৈ নিজৰ সমৰ্থ পুত্ৰৰে সৈতে চিৰকাল জীয়াই থাকে ॥ ৭—৮ ॥ এই অগ্নিৰ শাসন সোনকালে হয়। যি শাসন শুনে আৰু যজ্ঞৰ কৰ্ম্ম কৰে, তেনে মানুহক অগ্নিয়ে পিতাকক পুত্ৰই ৰক্ষা কৰাৰ দৰে ৰক্ষা কৰে। যজ্ঞৰ দুৱাৰ স্বৰূপ সেই অগ্নিয়ে বহুত অন্ন আৰু ধন দিয়ে আৰু যজ্ঞ ঘৰত যাৰ মন তেওঁক অগ্নিয়ে দ্যুলোকত স্তৃভি নক্ষত্ৰৰ লগ পোৱাই দিয়ে ॥ ৯—১০ ॥ (স্তৃভি নক্ষত্ৰৰ কোনো বিৱৰণ নাই)।

৬৯ সূক্ত—ঋ ১০।
ঋষি—শক্তিৰ পুতেক পৰাশৰ। ছন্দ—দ্বিপদা বিৰাট। দেৱতা—অগ্নি।

শুভ্ৰবৰ্ণ এই অগ্নি উষাত জন্ম হোৱা সূৰ্য্যৰ দৰে সকলো প্ৰকাশ কৰি দ্যোতমান সূৰ্য্যৰ জ্যোতিৰ দৰে নিজ তেজেৰে দ্যাবাপৃথিবী পূৰণ কৰিছে। হে অগ্নি, তুমি উৎপত্তি হৈ কৰ্ম্মৰ দ্বাৰা গোটেই জগত ব্যাপ্ত হ'লা। ঋত্বিকৰ পুত্ৰ হৈ পিতাৰ দৰে পালক হলা ॥ ১—২ ॥ নিজ কৰ্ত্তব্য জনা, বিধাতা, গপ নোহোৱা, গৰুৰ গাখীৰৰ দৰে অন্ন সোৱাদ কৰা অগ্নিয়ে মানুহ থকা ঠাইৰ মাজত ভাল পুৰুষক মতাৰ দৰে (মাতি আনি যজ্ঞ ঘৰত বহুৱাৰ দৰে) যজ্ঞৰ ঘৰত বহি আনন্দ কৰি থাকে ॥ ৩—৪ ॥ পুত্ৰৰ দৰে জন্ম হোৱা ঘৰত অগ্নিয়ে আনন্দ কৰে। ঘোঁৰাৰ দৰে হৰষিত হৈ সংগ্ৰামত শত্ৰুক বিতাৰণ কৰে। আৰু ঋত্বিকসকলে সৈতে মই সমানে থাকি যি দৈৱী প্ৰজাক আহ্বান কৰোঁ তেতিয়া এই অগ্নিয়ে সকলো দেৱত্ব প্ৰাপ্ত হয়— ॥ ৫—৬ ॥ হে অগ্নি, তোমাৰ সম্বন্ধে কৰা এই কৰ্ম্মবিলাকত (ৰাক্ষসবিলাকে) বাধা দিব নোৱাৰে আৰু যাতে মোৰ এই কাম কৰা যজমানসকলে যজ্ঞৰ ফল ৰূপ সুখ পায় তেনে কৰা। হে অগ্নি, তোমাৰেই কাণে যেতিয়া ৰাক্ষসবিলাক নাশ কৰে তেতিয়া সাত-জনীয়া মৰুতসকলেৰে লগ লাগিলে সিঁইত পলাই যায় ॥ ৭—৮ ॥ হে অগ্নি, উষাত উদয় হোৱা সূৰ্য্যৰ দৰে প্ৰকাশেৰে নিবাস কৰা প্ৰাণীবিলাকে তোমাৰ (সেই) স্বৰূপ জানে। এনেকুৱা অগ্নিয়ে যজমানক অভিলষিত ফল দিয়ক। (এই অগ্নিৰ ৰশ্মিবিলাকে) নিজে নিজে বহন কৰি যজ্ঞ ঘৰৰ দুৱাৰ পায়গৈ। তাৰ পাচত দেখিবলৈ ভাল তোমাৰ ৰশ্মিবিলাক আকাশলৈ যায় গৈ। (হবি দেৱতাৰ গুৰি পোৱাই দিয়ে) ॥ ৯—১০ ॥

৭০ সূক্ত—ঋ ১১।
ঋষি—শক্তিৰ পুত্ৰ পৰাশৰ। ছন্দ—দ্বিপদা বিৰাট। ১১ যাস্ত্যা বা অত্যা। দেৱতা—অগ্নি।

হে অগ্নি, বহুত অন্ন আমি বিচাৰিছোঁ। বুদ্ধিৰে যি অন্ন পায় সেই অন্ন অগ্নিয়ে দিয়ে। স্বামী আৰু সুদীপ্ত অগ্নিয়ে দৈৱ ব্ৰত কৰ্ম্ম (কেউফালে জানি মানুহ হৈ জন্ম হোৱাক আজন্মসকলো কৰ্ম্ম দিয়ে ॥ ১—২ ॥ এই অগ্নিৰ উৎপত্তি স্থান পানীত। যি অগ্নিৰ উৎপত্তিৰ স্থান অৰণ্যত (দৱাগ্নি ৰূপে থাকে), যি অগ্নিৰ স্থাৱৰত (কাঠ আদিত) থাকে, যি অগ্নি জঙ্গমাদিত (দেহাত জঠৰাগ্নি হৈ) থাকে, সেই অগ্নিক দুৱৈত পৰ্ব্বতৰ

ওপৰতো হৱি আদি দিয়া হয়। এনে অমৰ অগ্নি আমাৰ সুকৰ্ম্মা হওক ॥ ৩—৪ ॥ সেই বাতি জ্বলা অগ্নিক যি সু-উক্তিৰে শাস্ত্ৰমতে বহুত স্তোত্ৰেৰে স্তুতি কৰে (অগ্নিয়ে) তেওঁক ধন দিয়ে। হে চৈতন্যময় অগ্নি, তুমি দেৱতা আৰু মানুহৰ জন্ম বিষয় জানি এই পৃথিবীত জন্ম হোৱা সকলোকে পালন কৰা ॥ ৫—৬ ॥ যি বহুত বেলেগ ৰূপৰ উষাত (দিনত) আৰু ৰাতিত অগ্নিক বৰ্দ্ধন কৰে, যি স্থাবৰৰ (বৃক্ষাদি) আৰু জঙ্গমৰ (জন্তু আদিৰ) দ্বাৰা ঋতৰে (নিয়মেৰে) অগ্নিক বৰ্দ্ধন কৰে, সেই ভাল অগ্নিয়ে দেৱতাক যজন কৰা ঠাইত বহি দেৱতাৰ আহ্বাতা হৈ সকলো সত্য কৰ্মৰ কাম কৰি (দেৱতাক) আৰাধনা কৰে ॥ ৭—৮ ॥ হে অগ্নি বনত চৰি থকা আমাৰ গৰুবিলাকক আদৰ কৰা। সকলো মানুহে তোমাক বলি ৰূপ সুধন দিয়ক। হে অগ্নি, তোমাক মানুহে বহুত দেৱতা যজন কৰা ঠাইত পূজা কৰি, বৃদ্ধ পিতাৰ ধন পুতেকে পোৱা দৰে (তোমাৰ পৰা) জ্ঞান আহৰণ কৰে ॥ ৯—১০ ॥ সাধকৰ দৰে (সাধনাৰ ফল) গৃহিতা ধনুশৰৰ (ধৰাৰ) দৰে বলী, চলি থকাৰ দৰে ভয়ঙ্কৰ আগ্নিয়ে সংগ্ৰামত দীপ্ত হৈ আমাক সহায় কৰে ॥ ১১ ॥

৭১ সুক্ত—ঋ ১০।

ঋষি—শক্তিৰ পুতেক পৰাশৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অগ্নি।

শ্যামবৰ্ণা ৰাত্ৰিক সূৰ্য্যকিৰণে এন্ধাৰ নাশ কৰি শুভ্ৰ ৰূপ যুক্তা উষাক ৰশ্মিবিলাকে যেনেকৈ সেৱা কৰে সেইদৰে একে ঠাইত থকা আঙুলিবিলাকে ঘৈণীয়েকে অসাধাৰণ পতিক বিচৰা দৰে অগ্নিক হাতযোৰ কৰি সেৱা কৰে ॥ ১ ॥ আমাৰ পিতৃ পূৰ্ব্বপুৰুষ অঙ্গিৰস সকলে অগ্নিক স্তুতি কৰি স্তুতিৰ শব্দৰেই বলৱন্ত পণি অসুৰক পুৰি মাৰিছিল। বৃহৎ দ্যুলোকলৈ আমাক বাট সাজি দিছিল। আৰু ভাল দিন পাই নিচান যুক্ত আদিত্যক আৰু গৰুবিলাক পাইছিল ॥ ২ ॥ ঋত (নিয়মীয়া) হলত অঙ্গিৰস সকলে অগ্নিক ধাৰণ কৰিছিল আৰু অগ্নিত যজ্ঞাদি কাম কৰিছিল। অগ্নিক স্থাপন কৰি কৰ্ম্ম, ভোগ কৰি, বিষয় তৃষ্ণাহীন কাম কৰি পায়সেৰে দেৱতা যজন কৰি জন্ম হোৱা (মানুহ আদি) প্ৰাণীৰ উন্নতি কৰি এই অগ্নিক আমাৰ সন্মুখত ৰাখিলে ॥ ৩ ॥ (ব্যাপ) বায়ুৱে এই অগ্নিক যেতিয়া মথন কৰে (প্ৰাণ আপান আদি পাঁচ) বায়ুৱে বিভক্ত হৈ শুভ্ৰবৰ্ণ হৈ ঘৰে ঘৰে (প্ৰাণীৰ গাত) আবিৰ্ভূত হৈছিল। যজ্ঞ ঘৰত প্ৰাদুৰ্ভাব হোৱাৰ পাছত এই অগ্নিক যজমানে ভৃগু (আদি) ঋষিৰ দৰে আচৰণ কৰি বলবান মিত্ৰ ৰজাৰ ওৰিলৈ ৰজাই দূত পঠিওৱা দৰে দূতৰ কাম দিলে ॥ ৪ ॥ মহৎ পালক দেৱতাসকলক এই (পৃথিবীৰ সাৰ) ৰস (হৱি) যেতিয়া যজমানে হোম কৰে তেতিয়া স্পৰ্শন কুশল ৰাক্ষসে (আদিয়ে) হে অগ্নি, তুমি হৱি বহন কৰা দেখি পলায়। (অস্ত্ৰ ক্ষেপণ কৰে তাই ধনুৰে পেলোৱা ৰাক্ষসলৈ) জ্বলি থকা শৰ এৰিলে। পোহৰ উষাকাল পাই অগ্নিয়ে নিজ জীয়েকক (উষাক) নিজৰ দীপ্তি দিলে। (দিনৰ অগ্নি ধোৱাঁৰ দৰে দেখা যায়) ॥ ৫ ॥ হে অগ্নি, তোমাৰ নিজ (যজ্ঞ) ঘৰত যি যজমানে প্ৰতি দিন কামনা কৰি জ্বলায়, বা হৱি যুক্ত অন্ন দিয়ে আৰু নমস্কাৰ কৰে, সেই যজমানক মধ্যম আৰু উত্তমৰূপে বৰ্দ্ধন কৰা অগ্নিয়ে ধন দিয়েই। ৰথেৰে সৈতে যি যোদ্ধাক যুদ্ধলৈ পঠিয়ায় সেই যোদ্ধাই ধনেৰে পৰিপূৰ্ণ হয় ॥ ৬ ॥ যেনেকৈ সোঁত থকা সাতখন মহতী নদী সমুদ্ৰৰ ফাললৈ বৈ যায় তেনেকৈ সকলো হৱি অন্ন অগ্নিৰ ফালে যায়। একে লগে একে পাত্ৰতে খোৱা জ্ঞাতিৰ কাৰণে আমাৰ অন্ন নাই। সেইবাবে, হে অগ্নি, তুমি ধনপতিসকলৰ মাত বুজি ধন আমি পোৱা কৰি দিয়া ॥ ৭ ॥ ঋত্বিকসকলৰ পালক অগ্নিৰ যি তেজ আছে সেই তেজ কেউফালে ব্যাপী যায়। বিশুদ্ধ, দীপ্ত, সেই তেজেৰে পৰিপক্ক হোৱা অন্নেৰে বীৰ্য্য হৈ অভিগত গৰ্ভস্থলত ক্ষিপ্ত হৈ বলবান, সদায় নোবোৱা, ডেকা, সুকৰ্ম্মা, যাগাদি কামৰ প্ৰেৰক পুত্ৰ ৰূপে জন্ম দিয়ে ॥ ৮ ॥ যি সূৰ্য্য অকলে আকাশ মাৰ্গত অতি খৰকৈ যায়, মনৰ দৰে শীঘ্ৰ গতিৰে সৈ লগে লগে ধন পায়। সুহস্ত ৰাজমান মিত্ৰাবৰুণে আমাৰ গৰু বিলাকলৈ প্ৰীতিকৰ অমৃত জল ৰক্ষা কৰি থাকে (অগ্নিয়ে এইবিলাক ৰূপেৰে থাকে এই ভাব) ॥ ৯ ॥ (মন্ত্ৰদ্ৰষ্টা ঋষি পৰাশৰ ভাৰতৰ জ্যোতিষৰ সম্ৰাট। এই মন্ত্ৰৰ মতে সায়নাচাৰ্য্যই পৰাশৰ স্মৃতিৰ পৰা উদ্ধৃত কৰি দিয়া মতে সূৰ্য্যই আধা নিমিষত ২২০২ যোজন যায়। আধুনিক আবিষ্কাৰ মতে Sun's velocity 12½ miles per second towards a star in the constellation of Hercules—P 226 Vol-7 Book of Popular Science. Again of

P159, Vol-8 of the same Book "The whole galactic system is moving with a velocity of 250 miles per second towards the star Alpha Cephai"). হে অগ্নি, পিতৃসকলৰ সখীত্ব বিনাশ নকৰিবা। কাৰণ তুমি দূৰদৰ্শী হৈ সকলো পিনে জানা। যেনেকৈ আকাশত ৰূপবন্ত সূৰ্য্যৰ ৰশ্মিয়ে আবৰি থাকে তেনেকৈ বুঢ়া বয়সে মানুহক আবৰি থাকে। সেই বুঢ়া বয়সে মোক পাইছেহি,—তাৰ পৰা মোক মুক্তি দিয়া ॥ ১০ ॥

## ৭২ সূক্ত—ঋ ১০।
## ঋষি আদি ৭১ সূক্তৰ দৰে।

নৰৰ হিতকৰ বহুত পুৰণি ধন হাতত লৈ আহি ব্ৰহ্মমন্ত্ৰৰ শাশ্বত (নিত্য) কাব্য এই অগ্নিয়ে নিয়মেৰে নিজ অভিমুখী কৰে। (সকলো মানুহে এই অগ্নিক দেখি স্তব কৰে—এইভাৱ)। এই অগ্নিয়ে সকলো ধন-সোণ একেলগ কৰি স্তোতাক দি স্তোতাই সৈতে ধন-পতি হয় ॥ ১ ॥ আমাৰ কেচুৱা, সকলোতে থকা এই অগ্নিক পাবলৈ ইচ্ছা কৰি সকলো দেৱতাই (আন কি) মৰুত সকলেও বিচাৰি নেপালে। (হবিৰ অভাৱত) দেৱতাসকল একেলগ হৈ খোজকাঢ়ি গৈ গহীন পৱিত্ৰাৰ অগ্নিক পৰম পদত (বিলীন হৈ থকা অৱস্থাত) বহুত কষ্টেৰে লগ পালে ॥ ২ ॥ হে শুদ্ধ অগ্নি, শুচি মৰুত দেৱতাই তোমাক উদ্দেশ্য কৰি তিনিটা শৰৎ কাল (বছৰ) ঘিউঁৰে পূজা কৰিলে (হোম কৰিলে)। তেতিয়া তোমাৰ অনুগ্ৰহত) তেওঁ বিলাকে সাতোটা যজ্ঞীয় নাম ধাৰণ কৰিলে আৰু মৰুতে পূৰ্ব্বৰ ৰূপ এৰি নতুন সুন্দৰ ৰূপ ধৰি স্বৰ্গ পালে ॥ ৩ ॥ (মৰুতৰ সাতোটা যজ্ঞীয় নাম তৈত্তিৰীয় সংহিতাৰ মতে—ইদৃক, অন্যাদৃক, তাদৃক, প্ৰতিদৃক, মিতঃ, সংমিতঃ আৰু সভৰাঃ)। মহতী দ্যাবা পৃথিবীত বেচিকৈ বিচাৰি যজ্ঞাৰ্হ দেৱতা সকলে কদ্ৰীয় (কদ্ৰা)" অগ্নিক স্তব কৰিলে। নেমধিত ইন্দ্ৰৰ সৈতে মৰুৎগণে উত্তম স্থানত থকা (অগ্নিক) চিনি পাই বিচাৰি উলিয়ালে ॥ ৪ ॥ হে অগ্নি, তোমাক দেৱতাসকলে চিনি, লগ পাই তেওঁ-বিলাকৰ পত্নী সকলেৰে সৈতে আঠুকাঢ়ি তোমাৰ সন্মুখত থাকি পূজা কৰিলে আৰু তোমাৰ দৰ্শনত বঞ্চিত হৈ দেৱতা বন্ধুসকলে (অনশন কৰি) নিজৰ শৰীৰ শোষণ কৰি যাগ কৰিলে ॥ ৫ ॥ তিনি-সাত (একৈশ) টা গুপ্ত যজ্ঞ তোমাতেই নিহিত আছে। যজ্ঞৰ অধিকাৰী সকলে (অৰ্থী, সমৰ্থ আৰু বিদ্বানসকলে) তোমাৰ পদ পাই তেওঁবিলাকে যজ্ঞীয় অমৃত পদেৰে তোমাক যজন কৰিলে। সেই যজমানসকলৰ (গৰু আদি) জন্তু, (ধান আদি) স্থাবৰ আৰু অন্য প্ৰাণীবিলাক সমান প্ৰীতিৰে তুমি ৰক্ষা কৰিবা ॥ ৬ ॥ হে অগ্নি, সকলো জানিবলগীয়া বিলাক তুমি জানি পৃথিবীৰ (যজমানৰ গুণ থকা) প্ৰজাৰ জীয়াই থাকিবলৈ ভোক ৰূপী শোকৰ পৰা অন্ন অনুৰক্ত যাতে হয় তেনে বিধান কৰিবা। দ্যাবা পৃথিবীৰ মাজত সকলো দেৱতা যোৱা পথ জানি তুমি দেৱতাক দিয়া হবি বহন কৰা হ'লা ॥ ৭ ॥ সুকৰ্ম্মা মহৎ সাতখন নৈ স্বৰ্গৰ পৰা আহি পৃথিবীত বৈ গৈছে। এই নিয়ম যি জানে (তেনে-কুৱা অঙ্গিৰসৰ গৰু হেৰালত) সৰমা কুকুৰে গোধন বিলাক লুকাই থোৱা (বল অসুৰৰ ঘৰলৈ যোৱা) বাট দেখুৱাই দিলত গৰুবিলাক পালে। সেই গৰুৰ পৰা মানুহে এতিয়া অন্ন ভোগ কৰে ॥ ৮ ॥ যি আদিত্যই অমৰণত্ব সিদ্ধিৰ বাট কৰিবলৈ উপায় কৰি আছিল, তেওঁ বিশ্বৰ সকলো সুকৰ্ম্ম কৰিলে। মহৎ অনুষ্ঠানেৰে মহৎ পুত্ৰৰ সৈতে মাক আদিতিয়ে মহত্বৰে সৈতে সকলো ধাৰণ কৰিবলৈ পৃথিবীক ৰাখিলে। হে অগ্নি, তুমি আদিত্যৰ হোম আদি ভক্ষণ কৰা বাবে এনে হ'লা ॥ ৯ ॥ এই অগ্নিত দেখিবলৈ ধুনীয়া যজ্ঞ সম্পদ যজমানে স্থাপন কৰিলে আৰু যেতিয়া যজ্ঞৰ আজ্য ভাগক চকু কৰিলে তেতিয়া দ্যুলোকৰ পৰা অমৰ দেৱতা সকলে (যাগৰ) সময় হ'ল বুলি জানি আহিবলৈ ধৰিলে। আজ্যভাগৰ' শেষত অগ্নিৰ পৰা উৎপন্ন হোৱা নদী বিলাক খৰকৈ তললৈ (সকলো দিগন্তলৈ) নামি আহিল। এনে দেখি দেৱতাসকলে (তোমাৰ হোমৰ জ্বালা) উৎপন্ন হ'ল বুলি জানিলে ॥ ১০ ॥

## ৭৩ সূক্ত—ঋ ১০।
## ঋষি আদি ৭১ সূক্তৰ দৰে।

পিতৃৰ পৰা পোৱা ধনৰ দৰে যি অগ্নি অন্নদাতা ধৰ্ম্মশাস্ত্ৰ অভিজ্ঞৰ শাসনৰ (মতৰ) দৰে যি সুপ্ৰণেতা,

সুখপ্ৰদ অগ্নিৰ ওচৰত শুই থকা অতিথিৰ দৰে হবিৰে অৰ্চনীয় অগ্নিয়ে পৰিচৰ্য্যা কৰা যজমানৰ ঘৰ প্ৰবৰ্দ্ধন কৰে, যেনেকৈ হোতাই যজমানৰ ঘৰ বৰ্দ্ধন কৰে ॥ ১ ॥ দ্যোতমান সৰ্ব্বপ্ৰেৰক সূৰ্য্যৰ দৰে যি অগ্নি যথাৰ্থ দৰ্শী, সেই অগ্নিয়ে নিজ কৰ্ম্মেৰে সকলো সংগ্ৰামত নিজ ৰূপেৰে পালন কৰা আত্মীয়ৰ দৰে সুখকৰ। পুৰণি কালত যজমানে স্তুতি কৰা অগ্নিৰ স্বৰূপ বাধাহীন। সেই অগ্নি সকলো যজমানৰে যজনীয় হ'ল ॥ ২ ॥ দীপ্তিমান সূৰ্য্যৰ দৰে অগ্নি গোটেই জগতৰ ধৰ্ত্তা (ধাৰণ কৰ্ত্তা)। সেই অগ্নি পৃথিবীত সকলোৰে প্ৰিয়। হিতকাৰী মিত্ৰৰ দৰে আৰু ৰজাৰ দৰে সুখী। যজ্ঞঘৰ (আদিত) বাস কৰে। অগ্নিৰ সম্মুখত বহা সকলে পিতৃৰ ঘৰত থকা পুত্ৰৰ দৰে (ৰক্ষিত হয়)। সেই অগ্নি অতি শুচি. স্বামীয়ে গ্ৰহণ কৰা পতিব্ৰতা নাৰীৰ দৰে (সকলো কামৰ যোগ্য) ॥ ৩ ॥ হে অগ্নি, যজ্ঞৰ নেতা সকলে স্থিৰ পৃথিবীত যজ্ঞৰ ঘৰত অনবৰত সমিধ (আদিৰে) জ্বলাই তোমাক সম্মুখত সেৱা কৰে আৰু হবিযুক্ত অন্নেৰে স্থাপন কৰে। এনে অগ্নিয়ে সকলো অন্ন গ্ৰহণ কৰি আমাৰ আয়ু আৰু ধনৰ ধাৰণ কৰ্ত্তা হোৱা ॥ ৪ ॥ হে অগ্নি, হবি দিয়া সকলে অন্ন পাওক। যি বিদ্বান সকলে (স্তোত্ৰ পাঠ কৰে) আৰু যিসকলে হবি দিয়ে সেই সকলোৱে চিৰ আয়ু লাভ কৰক। আমি সংগ্ৰামত অৰিৰ অন্ন (তোমাৰ অনুগ্ৰহত) পাওঁ। তাৰ পাচত (তোমাকে আদি কৰি) দেৱতা সকললৈ যশৰ কাৰণে হবিৰ ভাগ স্থাপন কৰো ॥ ৫ ॥ দেৱতাৰ যজন কৰা ঠাই পোৱা অগ্নিয়ে গাখীৰতি গৰু পোৱাই দিয়ে। (সেই গৰু) অগ্নিক পুনঃ পুনঃ বিচৰা, সদায় গাখীৰ দিয়া আৰু দিনত প্ৰকাশযুক্ত তেজস্বী। এই অগ্নিক সুবুদ্ধি বিচৰা দুৰৈৰ পৰ্ব্বতৰ পৰা বৈ অহা নদী বিলাকে বিচাৰে ॥ ৬ ॥ হে অগ্নি, সুমতি ভিক্ষা কৰি যজ্ঞাৰ্হ সকলো দেৱতাই জ্বলি থকা তোমাত হবি অন্ন স্থাপন কৰিলে। (তেনেকুৱা অনুষ্ঠানত) বিবিধ ৰূপে উষা (দিন) আৰু ৰাতি কাল সৃষ্টি কৰিলে, ৰাতি অন্ধকাৰ আৰু দিনত পোহৰ কৰিলে ॥ ৭ ॥ হে অগ্নি, যি (আমি) মানুহক ধনৰ কাৰণে অগ্নিহোত্ৰাদি কামলৈ প্ৰেৰণ কৰোঁ, সেই আমালোক ধনী হ'ম। তুমি দ্যাবা পৃথিবী আৰু অন্তৰীক্ষ নিজ তেজেৰে পূৰণ কৰি সকলো জগতক সেৱা কৰা। সেই জগতক হাঁৰ দৰে ৰক্ষা কৰা ॥ ৮ ॥ হে অগ্নি, (আমি) তোমাক তুমি ৰাখিলত আমাৰ ঘোঁৰাৰে শত্ৰুৰ ঘোঁৰাক, আমাৰ সৈন্যৰে শত্ৰুৰ সৈন্যক আৰু সেই বীৰ আৰু শত্ৰুৰ পুত্ৰক হত্যা কৰিম। পিতৃৰ সম্পত্তি লাভ কৰা ধনৰ স্বামী, বিদ্বান, আমাৰ পুত্ৰ বিলাক শত হিম (শত জাৰকালি) জীয়াই থাকক ॥ ৯ ॥ হে মেধাবী অগ্নি, এই আমাৰ প্ৰয়োগ কৰা স্তোত্ৰ বিলাক তোমাৰ মনত আৰু হৃদয়ত প্ৰিয়তৰ হওক। দেৱতাৰ সেৱ্য হবি অন্ন তোমাৰ ওপৰত দি হোম কৰি তোমাক সুনিৰ্ব্বাহক ধনৰ নিয়ন্ত্ৰক কৰিব পাৰিম ॥ ১০ ॥

## ৭৪ সূক্ত—ঋ ৯।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি।

(হিংসা প্ৰভাবায় নথকা অগ্নি স্তোম) যজ্ঞ অহৰহ অনুষ্ঠান কৰা আমি অগ্নি দেৱতাক (মন্ত্ৰযুক্ত) স্তোত্ৰৰে গান কৰোঁ শুনা। তেওঁ দূৰৈত থাকিও আমাৰ স্তোত্ৰ শুনে ॥ ১ ॥ চিৰকাল যি অগ্নিয়ে শত্ৰুৰ পৰা সংগ্ৰহ কৰা হবি দাতা যজমানৰ ধন ৰাখিছিল, (তেওঁলৈ মন্ত্ৰ গান কৰোঁ) শুনা ॥ ২ ॥ অৰণিত উৎপন্ন হোৱা অগ্নিক তাৰ পাচত জন্ম হোৱা সকলো ঋত্বিকে, বৃত্ৰক হত্যা কৰা, সকলো ৰণত শত্ৰুৰ ধন জয় কৰা অগ্নিক স্তুতি কৰা ॥ ৩ ॥ হে অগ্নি, যি যজমানৰ যজ্ঞ ঘৰত তুমি দেৱতাৰ দূত হোৱা তেওঁৰ যজ্ঞ সকলোৱে দেখনিয়াৰ কৰা ॥ ৪ ॥ হে বলৰ পুত্ৰ অঙ্গিৰা, মানুহ বিলাকে সেই যজমানকেই সুহব্য, সুদেৱতা যুক্ত, সুযজ্ঞ বুলি কয় ॥ ৫ ॥ সুআহ্লাদিত অগ্নি, সেই দেৱতাসকলক এই যজ্ঞ কৰ্ম্মত স্তুতিৰ কাৰণে ওচৰ চপাই তেওঁবিলাকক হব্য পোৱাই দিয়া ॥ ৬ ॥ হে অগ্নি, যেতিয়া কেতিয়াবা তুমি দেৱতাৰ দূত হৈ যোৱা তেতিয়া তুমি ৰথত ঘাওঁতে ঘোঁৰাই কৰা শব্দ আমি নুশুনো ॥ ৭ ॥ হে অগ্নি, যি মানুহে নিজ অধিকাৰতকৈ নিকৃষ্ট, সি তোমাৰ হবি দাতা হৈ তোমাৰ দ্বাৰা ৰক্ষিত আৰু অন্নযুক্ত হৈ লজ্জাহীনৰূপে ঐশ্বৰ্য্য পায় ॥ ৮ ॥ আৰু হে অগ্নি দেৱতা, দেৱতাক হবি দিওঁতাক অতি দীপ্ত আৰু সুবীৰ্য্য ধন দিয়া ॥ ৯ ॥

## ৭৫ সূক্ত—ঋ ৫।

ঋষি আদি ৭৪ সূক্তৰ দৰে।

হে অগ্নি, দেৱতাৰ অতি প্ৰীতিকৰ হব্য তোমাৰ মুখত দিয়া অতি বিস্তীৰ্ণ আমাৰ বচন (স্তব) গ্ৰহণ

কৰা ॥ ১ ॥ হে অঙ্গিৰসসকলৰ উত্তম মেধাবী অগ্নি, এতিয়া তোমাক ভজন কৰিব লগীয়া প্ৰিয় স্তোত্ৰেৰে স্তব কৰিম ॥ ২ ॥ হে অগ্নি, মানুহৰ মাজত তোমাৰ বন্ধু কোন? কোনে তোমাক যজন কৰিব পাৰে? তুমি কোন? তুমি কোন ঠাইত থাকা? ॥ ৩ ॥ হে অগ্নি, তুমি সকলোৰে বন্ধু, প্ৰিয়, মিত্ৰ, স্তুতিৰ উপযুক্ত। ঋত্বিক সকলৰ সখা ॥ ৪ ॥ হে অগ্নি, আমাৰ কাৰণে মিত্ৰাবৰুণক যজন কৰা। দেৱতাসকলক যজন কৰা। ঋত্বক (নিয়মীয়া যজ্ঞক) যজন কৰা। (সেই কাৰণে) বৃহৎ নিজৰ ঘৰত থাকি যজন কৰা ॥ ৫ ॥

## ৭৬ সূক্ত—ঋ ৫।

ঋষি আৰু দেৱতা ৭৪ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ।

হে অগ্নি, তোমাৰ মন বৰণ কৰিবলৈ কেনেকৈ যোৰা হ'ব? তোমাৰ অতি সুখকৰ স্তুতি কেনেকুৱা? কোনে (কোন যজমানে) বা যজ্ঞেৰে (তোমাৰ) বল বৃদ্ধি কৰিব? হে অগ্নি, তোমাক কেনেকুৱা বুদ্ধিৰে হবি প্ৰদান কৰিম? ॥ ১ ॥ হে অগ্নি, আহা, এই যজ্ঞত দেৱতা সকলৰ আহ্বাতা হৈ বহা। আমাৰ আগত যাওঁতা হোৱা যিহেতু তুমি ৰাক্ষসবিলাকৰ অহিংসিত হোৱা। সকলো দ্যাবা পৃথিবীয়ে তোমাক ৰক্ষা কৰক। মহৎ সুখ মন কৰিবলৈ দেৱতাসকলক যজন কৰা ॥ ২ ॥ হে অগ্নি, সকলো ৰাক্ষস ভালকৈ দহন কৰা। আমাৰ অনুষ্ঠিত যজ্ঞক হিংসাৰ পৰা ৰক্ষা কৰা। সোমপতি ইন্দ্ৰক তেওঁৰ হবি যোঁৰাৰে সৈতে লৈ আহা। সুদাতা ইন্দ্ৰ আহিলে আমি অতিথি যোগ্য অভ্যৰ্থনা কৰিম ॥ ৩ ॥ অপত্যৰূপ ফল প্ৰাপ্তিৰ কাৰণে স্তোত্ৰেৰে স্তুত হৈ এই ঠাইত প্ৰজ্বলনেৰে হবি বহন কৰা অগ্নিক আহ্বান কৰিছোঁ। এই কৰ্ম্মত অন্য দেৱতাৰে সৈতে বহা। হে যজনীয় অগ্নি, তোমাই কৰা কাম আৰু পোতাই কৰা কাম নিৰ্ব্বাহ কৰা। ধন আমাৰ আয়ত্তাধীন কৰি আহুতিৰ দ্বাৰা আমাক বোধন কৰা ॥ ৪ ॥ হে মেধাৱী অগ্নি, তুমি মেধাৱী ঋষিকে, মেধাৱী মনুৰ যজ্ঞত যেনেকৈ দেৱতাক যজন কৰিছিলা তেনেকৈ হে হোতা, সত্য অগ্নি তুমি আজি এই যজ্ঞত যথাযোগ্য দেৱতাক আনন্দিত হৈ ক্ৰচেৰে যজন কৰা ॥ ৫ ॥

## ৭৭ সূক্ত—ঋ ৫।

ঋষি আদি ৭৬ সূক্তৰ দৰে।

এই অগ্নিক কেনেকৈ হবি দিম? সকলো দেৱতাই সেৱা কৰিব লগা এই তেজস্বী অগ্নিৰ স্তুতি কেনেকুৱা? অমৰণ, ঋতবান (নিয়ম বান), হোতা, অতি যজন কৰিব লগা যি অগ্নিয়ে মৰণশীল আমাৰ স্তুতিত দেৱতাক হবিযুক্ত কৰে (তেনে অগ্নিক কেনেকৈ হবি দিম?) ॥ ১ ॥ যি অগ্নি যাগত অতি সুখকৰ (যাক যাগ কৰিবলৈ ভাল) আৰু ঋতবান (সত্যবান), দেৱতাৰ আহ্বাতা সেই অগ্নিক (হে ঋত্বিক সকল) তোমালোকে আমাৰ ফালে মুখ কৰোৱা। যেতিয়া এই অগ্নিয়ে (যজমানৰ কাৰণে) দেৱতাৰ ওচৰলৈ যায়। তেতিয়া সেই অগ্নিয়ে যজন কৰিবলগীয়া সকলো দেৱতাক মনেৰে জানি হবি দি যজন কৰে ॥ ২ ॥ সেই অগ্নিয়েই কৰ্ম্মকৰ্ত্তা, তেওঁ সংহাৰ কৰ্ত্তা, তেওঁ উৎপাদক। তেওঁ নোহোৱা ধন পোৱাই দিয়ে যেনেকৈ সখাই ধন পোৱাই দিয়ে। তেৰেঁই যজ্ঞত দেৱতাক বিচৰা, দৰ্শনীয়, অগ্নিৰ ফালে যোৱা প্ৰজাৰ হৈ প্ৰথমে (দেৱতাক) স্তুতিৰে ভজনা কৰে ॥ ৩ ॥ যজ্ঞৰ নেতা সকলৰ ভিতৰত উত্তম নেতা, শত্ৰু বধ কৰোঁতা অগ্নিয়ে আমাৰ হবি অন্ন আৰু স্তোত্ৰ কামনা কৰক। বহুত ধনেৰে ধনবান, যাৰবলৈ বিচৰা, অতিবলী, হবি অন্ন (দেৱতালৈ) পঠিওৱা, (ঋত্বিক যজমানে) স্তোত্ৰেৰে মনন কৰা অগ্নিক স্তুতি (ঋত্বিকৰ দ্বাৰা) কৰাবলৈ বিচাৰক ॥ ৪ ॥ ঋতবান (নিয়মত চলা) জাতবেদ এই অগ্নিয়ে এইদৰে গোতম সকলৰ দ্বাৰা স্তুত হৈ তেওঁবিলাকক দীপ্ত সোমৰস পাণ কৰালে আৰু হবি অন্ন খুৱালে। সেই অগ্নিয়ে (হবি অন্ন ভক্ষণ কৰি) আমাৰ সেৱা জানি আমাক পোষণ কৰক ॥ ৫ ॥

## ৭৮ সূক্ত—ঋ ৫।

ঋষি আদি ৭৪ সূক্তৰ দৰে

হে জাতবেদ, বিশেষকৈ সকলো দেখা অগ্নি, গোতম সকলে তোমাক স্তুতি কৰিছে। তোমাকেই আমি গুণ কীৰ্ত্তন কৰা মন্ত্ৰেৰে পুনঃ পুনঃ স্তুতি কৰিছোঁ ॥ ১ ॥ ধন-কামী গোতমে স্তুতিৰে যি অগ্নিক পৰিচৰণ কৰিছোঁ, সেই তোমাকেই……১ ঋকৰ দৰে ॥ ২ ॥ হে অগ্নি,

অতিশয় অন্নদাতা তোমাক অঙ্গিৰসে কৰা দৰে আহ্বান কৰিছোঁ। তোমাকেই……১ ঋকৰ দৰে ॥ ৩ ॥ হে অগ্নি, দস্যু বিলাকক স্থানচ্যুত কৰা, বৃত্ৰক হত্যা কৰা তুমিয়েই। তোমাকেই……১ ঋকৰ দৰে ॥ ৪ ॥ ৰহুগণৰ পুত্ৰ গোতম সকলে অগ্নিক মধুৰ বচনেৰে স্তুতি কৰিছোঁ। তোমাকেই ……১ ঋকৰ দৰে ॥ ৫ ॥

## ৭৯ সূক্ত—ঋ ১২।

ঋষি—ৰহুগণৰ পুত্ৰ গোতম। ছন্দ ১—৩ ত্ৰিষ্টুভ ৪—৬ উষ্ণীক ; ৭—১২ গায়ত্ৰী। দেৱতা—১—৩ শুদ্ধাগ্নি, বিদ্যুৎ, মাধ্যম ; ৪—১২ অগ্নি।

সোণৰ দৰে শিখা জ্বলা অগ্নি আৰু মেঘ কৰায়ুৰ দৰে কঁপাই শীঘ্ৰ গতি কৰা বিদ্যুৎ অগ্নিয়ে, পানীৰ নিৰ্গমনৰ নিমিত্ত হৈ সুদীপ্ত হৈ মেঘৰ পৰা পানী উলিয়াই দিব জানে। অন্নযুক্তা, নিজে কাম কৰিবলৈ বিচৰা সত্যা উষা দেৱীয়ে নেজানে ॥ ১ ॥ হে অগ্নি, তোমাৰ ভাল ৰশ্মি বিলাকে চলিযোৱা মৰুৎগণেৰে সৈতে কেউ-ফালে মেঘক মাৰধৰ কৰে। মাৰ খাই কৃষ্ণবৰ্ণ মেঘে ভীষণ গৰজে। এনেকুৱা হ'লে সুখকাৰিণী মিচিকিয়া হাঁহিৰে ( তিৰোতাৰ দৰে ধুনীয়া বৰণৰ ফেনযুক্ত পানীৰে বিদ্যুত অগ্নিৰে সৈতে ) বৰষুণ আহি পায় হি। বৰষুণ পৰিছে। পানীৰে পৰিপূৰ্ণ মেঘে গৰজিছে ॥ ২ ॥ যেতিয়া এই অগ্নিয়ে পাখীৰৰ দৰে পানীৰে জগতক আপ্যায়ণ কৰি পানীৰ সৰদ্ধি পোণ বাটেৰে জগতক পৰিপুষ্ট কৰে তেতিয়া অৰ্য্যমা, মিত্ৰ আৰু বৰুণে কেউফালে যোৱা মৰুৎগণৰ ওপৰৰ মেঘৰ উৎপত্তিৰ ঠাই নিজ অস্ত্ৰেৰে উদ্ঘাটন কৰে ॥ ৩ ॥ হে বলৰ পুত্ৰ অগ্নি, বহুত গৰু যুক্ত অন্নৰ তুমি গৰাকী। হে জাতবেদ, আমাক বহুত অন্ন দিয়া ॥ ৪ ॥ হে দীপ্তিমন্ত, নিবাস দাতা, মেধাবী অগ্নি, স্তোত্ৰেৰে স্তৱ কৰিব লগীয়া, হে বহুমুখী ( বহুত শিখাযুক্ত ) অগ্নি, আমাৰ মাজে ধনযুক্ত অন্ন ( উৎপন্ন ) হয় তেনেকৈ দীপ্ত হোৱা ॥ ৫ ॥ হে ৰাজমান অগ্নি, ৰাক্ষস বিলাকক নিজে বা তোমাৰ মানুহেৰে বাধা দিয়া আৰু সদায় দিনে ৰাতিয়ে উষাকাল আহিছে এই বুলি জানি হে তীক্ষ্ণ মুখ অগ্নি, এনেকৈ ৰাক্ষসক বাধা দি প্ৰত্যেককে ) নিজে পুৰি পেলোৱা ॥ ৬ ॥ সকলো কামতে স্তুতি কৰিব লগীয়া হে অগ্নি, গায়ত্ৰী ছন্দেৰে স্তুতি সম্পাদন কৰা আমাক তোমাৰ পালনেৰে ৰক্ষা কৰা ॥ ৭ ॥ হে দাৰিদ্ৰ্য নাশক, প্ৰধান, সকলো সংগ্ৰামত শত্ৰুৰ দুস্তৰ হে অগ্নি, আমাক ধন দিয়া ॥ ৮ ॥ হে অগ্নি আমাৰ জীৱনৰ কাৰণে সুজ্ঞান যুক্ত, সুখকাৰক, সকলোৰে আয়ুস পোষক ধন দিয়া ॥ ৯ ॥ হে ধন বিচৰা গোতম, তুমি তীক্ষ্ণ শিখাযুক্ত অগ্নিক বিশুদ্ধ ভাষাৰে স্তুতিৰে ভজন কৰা ॥ ১০ ॥ হে অগ্নি আমাৰ ওচৰত বা দূৰত যি শত্ৰুৱে উৎপাত কৰে সেই শত্ৰুক নষ্ট কৰা আৰু আমাৰেই বৰ্দ্ধনকাৰী হোৱা ॥ ১১ ॥ সহস্ৰজ্বালা ( শিখা ) যুক্ত সকলোৰে দ্ৰষ্টা অগ্নি'য় ৰাক্ষস বিলাক (যজ্ঞৰ পৰা) খেদাই দিয়ে। সেই অগ্নি স্তুত হ'লে দেৱতাৰ আহ্বাতা হৈ তেওঁ বিলাকক স্তুতি কৰে ॥ ১২ ॥

## ৮০ সূক্ত—ঋ ১৬।

ঋষি ৰহুগণৰ পুত্ৰ গোতম। ছন্দ—পংক্তি। দেৱতা—ইন্দ্ৰ।

হে অতি বলবান বজ্ৰধাৰী ইন্দ্ৰ, এই হৰ্ষকৰ সোমৰস পান কৰিলত ব্ৰাহ্মণ স্তোতাসকলে তোমাৰ বৃদ্ধিকৰ স্তোত্ৰ ৰচনা কৰিলে। তুমি বলেৰে নিজ প্ৰভুত্ব বিস্তাৰ কৰি পৃথিৱীৰ পৰা অহিক নিঃশেষ কৰিলা ॥ ১ ॥ হে ইন্দ্ৰ, তোমাক সেই কামবৰ্ষী, হৰ্ষকাৰী, সেনে আহৰণ কৰি অনা সোমে হৰ্ষান্বিত কৰিলে, হে বজ্ৰধাৰী ইন্দ্ৰ, বলকৰ সোম পান কৰি অন্তৰীক্ষৰ পৰা বৃত্ৰাসুৰক নিজ প্ৰভুত্ব দেখুৱাই বধ কৰিছিলা ॥ ২ ॥ হে ইন্দ্ৰ, তালৈকে গৈ ( বধ কৰিবলগীয়া ) শত্ৰুৰ অভিমুখ হৈ শত্ৰুক পৰাভৱ কৰা। তোমাৰ বজ্ৰ শত্ৰুৱে নিয়ন্ত্ৰণ কৰিব নোৱাৰে। তোমাৰ বল পুৰুষক অভিভৱকাৰী। বৃত্ৰ অসুৰক নিজ প্ৰভুত্ব প্ৰকটিত কৰি হত্যা কৰা আৰু সি আবদ্ধ কৰি থোৱা পানী জয় কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, ভূ-লোকৰ ওপৰত বৃত্ৰক বধ কৰিলা। দ্যুলোকতো বৃত্ৰক বধ কৰি এই মৰুত্বকলৰ লগ লাগি প্ৰাণীয়ে তৃপ্তি পোৱা বৰষুণৰ পানী, নিজ প্ৰভুত্ব প্ৰকটিত কৰি তললৈ পেলায় দিয়া ॥ ৪ ॥ খঙাল ইন্দ্ৰই সন্মুখলৈ গৈ, অতিকৈ কঁপি থকা বৃত্ৰক গালৰ তলত বজ্ৰেৰে প্ৰহাৰ কৰিলে, বৰষুণৰ পানী উলিয়াই দিবলৈ দিহা কৰিলে আৰু নিজ প্ৰভুত্ব প্ৰকটিত কৰিলে ॥ ৫ ॥ ইন্দ্ৰই শতধাৰ যুক্ত বজ্ৰেৰে বৃত্ৰৰ গাল পৰ্যন্ত কোবালে। সেই ইন্দ্ৰই হৰ্ষান্বিত হৈ সখাৰ ( স্তোতা সকলৰ ) অন্নৰ উপায় কৰি দিবলৈ

ইচ্ছা কৰিলে। নিজ প্ৰভুত্ব প্ৰকটিত কৰিলে।। ৬।। হে মেঘবাহন বজ্ৰধাৰী ইন্দ্ৰ, তোমাৰ বীৰ্য্য উত্তম, শত্ৰুৱে চেৰ পেলাব নোৱাৰা। কাৰণ, তুমি মায়াবী মৃগৰূপী বৃত্ৰ অসুৰক বধ কৰিলা আৰু নিজ প্ৰভুত্ব প্ৰকটিত কৰিলা।। ৭।। হে ইন্দ্ৰ, তোমাৰ বজ্ৰ আৰু তাৰ পৰা ওলোৱা অস্ত্ৰবিলাক তাৰণ কৰিবলগীয়া নৱৈবখন বৃত্ৰাসুৰে আবদ্ধ কৰি থোৱা নদী লক্ষ্য কৰি মাৰিছিলা। হে ইন্দ্ৰ, তোমাৰ বীৰ্য্য মহৎ, তোমাৰ বাহুবল অতি বেচি। তুমি নিজৰ প্ৰভুত্ব প্ৰকটিত কৰা।। ৮।। হে ইন্দ্ৰ, সহস্ৰমানুহে একেলগে তোমাক পূজা কৰে। একুৰি (ঋত্বিক যজমানে সপত্নীৰে সৈতে) তোমাক কেউফালে বেৰিবলৈ স্তুতি কৰে। আকৌ এশ ঋষিয়ে তোমাক পুনঃ পুনঃ স্তুতি কৰি হবি অন্ন আহুতি দিবলৈ ওপৰলৈ (স্ৰুচ) তুলি ধৰে। তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰা ॥ ৯ ॥ ইন্দ্ৰই বৃত্ৰৰ বল নিজ বলেৰে পৰাভৱ কৰিলে। তৎক্ষণাৎ এই পৰাভৱকাৰী অস্ত্ৰেৰে (বৃত্ৰৰ) অস্ত্ৰ ধ্বংস কৰিলে। এই ইন্দ্ৰৰ বল মহৎ (কাৰণ) বৃত্ৰক নিহত কৰি, নিজ প্ৰভুত্ব প্ৰকটিত কৰি পানী বিলাক মুকলি কৰি দিলে ॥ ১০ ॥ হে বজ্ৰবান ইন্দ্ৰ, মৰুতসকলে সৈতে যুৱা তুমি যেতিয়া বৃত্ৰক বধ কৰিলা তেতিয়া এই মহৎ দ্যাৱা পৃথিৱী তোমাৰ খঙ দেখি ভয়ত কঁপিছিল। তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰি (এনে কৰিলা) ॥ ১১ ॥ বৃত্ৰই নিজ কম্পনেৰে ইন্দ্ৰক ভয় খুৱাব নোৱাৰিলে। ঘোৰ গৰ্জ্জনেৰেও ভয় খুৱাব নোৱাৰিলে। ইন্দ্ৰই নিজে লোহাৰ সহস্ৰধাৰ যুক্ত বজ্ৰেৰে বৃত্ৰক মাৰিবলৈ খেদা মাৰি গল। হে ইন্দ্ৰ, তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰি (এনে কৰিলা) ॥ ১২ ॥ হে ইন্দ্ৰ, যেতিয়া বৃত্ৰই বজ্ৰ সৃষ্টি কৰিছিল তুমি তেতিয়াই তাক বজ্ৰেৰে প্ৰহাৰ কৰিলা। তেতিয়া অহিক বধ কৰিবলৈ বিচৰা তোমাৰ বল আকাশ ব্যাপ্ত হ'ল। নিজ প্ৰভুত্ব তুমি প্ৰকটিত কৰিলা ॥ ১৩ ॥ হে বজ্ৰবান ইন্দ্ৰ, তোমাৰ সিংহনাদে স্থাৱৰ জঙ্গম দ্যুলোকে কঁপায়। ত্বষ্টাইও তোমাৰ খঙ দেখি ভয়ত কঁপে। তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰি (এনে কৰা) ॥ ১৪ ॥ সৰ্ব্বত্ৰ ব্যাপী ইন্দ্ৰক আমি বুজি নেপাওঁ। অতি দূৰত (মানুহে ঢুকি নোপোৱা, নামিব নোৱাৰা দ ঠাইত থা) নিজ সামৰ্থ্যৰে থকা ইন্দ্ৰক কোন মানুহে জানিব পাৰে? যিহেতু সেই ইন্দ্ৰই দেৱতা, ধন, যজ্ঞ আৰু বল দিলে। (হে ইন্দ্ৰ), তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰি (এনে কৰিলা) ॥ ১৫ ॥ অথৰ্ব্বন ঋষি, সকলোৰে পিতা মনু (প্ৰজাপতি), অথৰ্ব্বনৰ পুত্ৰ দধ্যঙ ঋষি,—এওঁবিলাকে যি যজ্ঞ কৰ্ম্ম কৰিছিল, সেই কৰ্ম্মত যি স্তোত্ৰ গোৱা আৰু হবি দিয়া হৈছিল সেই সকলো বিলাক আগতে (বশিষ্ঠাদিৰ যজ্ঞৰ দৰে) ইন্দ্ৰৰ গুৰি পাইছিল গৈ। (হে ইন্দ্ৰ) তুমি নিজ প্ৰভুত্ব প্ৰকটিত কৰি (এনে কৰিলা) ॥ ১৬ ॥

## ৮১ সূক্ত—ঋ ৯।

## ঋষি আদি ৮০ সূক্তৰ দৰে।

বৃত্ৰহন্তা ইন্দ্ৰক হৰ্ষৰ কাৰণে বলৰ কাৰণে আৰু যজ্ঞৰ কাৰণে নেতাসকলে বৰ্দ্ধন কৰিলে। সেই ইন্দ্ৰক মহৎ যুদ্ধত আহ্বান কৰো আৰু এওঁক সৰু যুদ্ধতো আহ্বান কৰো। সেই ইন্দ্ৰই সংগ্ৰামত আমাৰ ওচৰ পাই ৰক্ষা কৰক ।। ১।। হে বীৰ ইন্দ্ৰ, তুমি অকলে হৈও বহুত সেনাৰ দৰে। তুমি শত্ৰুৰ ধন বহুত শত্ৰুক পৰাঙ্মুখ কৰি আনক দিয়া। অলপ স্তুতি কৰিলেই স্তোতাৰ বৰ্দ্ধক হোৱা। সোমৰস (অভিষৱ) কৰা পুৰুষক বহুত ধন দিয়া, যিহেতু তোমাৰ বহুত ধন আছে ।। ২ ।। যেতিয়া যুদ্ধ লাগে তেতিয়া পৰাজিত শত্ৰুৰ জেতাই ধন পায়। হে ইন্দ্ৰ, তুমি যুদ্ধত প্ৰবৃত্ত হোৱা শত্ৰুৰ মদগৰ্ব্ব নষ্ট কৰা হৰি ঘোঁৰা দুটা ৰথত লগোৱা। যি তোমাক পৰিচৰ্য্যা নকৰে তাক মাৰা আৰু যি কৰে তেওঁক ধন দিয়া। সেই বাবে, হে ইন্দ্ৰ, আমাৰ ৰজাক ধন দিয়া ॥ (কাৰণ তেওঁ তোমাক স্তুতি কৰে ।। ৩ ।। কৰ্ম্মত মহান শত্ৰুৰ ভয়ঙ্কৰ ইন্দ্ৰই সোম অন্ন পান কৰি নিজৰ বল বৃদ্ধি কৰিলে। তাৰ পাচত দেখনিয়াৰ ধুনীয়া নাকৰ হৰি ঘোঁৰা দুটা থকা ইন্দ্ৰই আমাৰ সম্পদৰ কাৰণে লোহময় বজ্ৰ হাতেৰে ধৰি ললে ।। ৪ ।। ইন্দ্ৰই নিজবলেৰে পৃথিৱী আৰু অন্তৰীক্ষ লোক পূৰণ কৰিলে। আৰু দ্যুলোকত দীপ্ত নক্ষত্ৰ (তৰা) বিলাক স্থাপন কৰিলে। হে ইন্দ্ৰ, তোমাৰ দৰে কোনো উদ্ভৱ হোৱা নাই আৰু নহয়ো। তেনেকুৱা তুমি গোটেই জগত ধাৰণ-বহন কৰিব লাগিব ।। ৫ ।। যি পালক ইন্দ্ৰই সকলো মানুহে উপভোগ কৰা অন্ন যজমানক দিয়ে, তেওঁ আমাকো সেই অন্ন দিয়ক। হে ইন্দ্ৰ, আমাক ধন ভাগ কৰি দিয়া, যিহেতু ধন বহুত (সেইবাবে) ধনৰ এভাগ আমাক পোৱাই দিয়া ।। ৬ ।। সোম পান কৰি হৰষিত হোৱা, পোণপটীয়া কাম কৰা সেই ইন্দ্ৰই আমাক গৰুৰ জাকবিলাক দিয়ক। হে ইন্দ্ৰ দেৱতা, তুমি বহুত শ ধন দুয়ো হাতেৰে আমাক দিবলৈ হাতত লোৱা।

আমাক তীক্ষ্ণ বুদ্ধিৰ কৰা। হাতত থকা ধন: দিয়া ॥ ৭ ॥ হে শূৰ ইন্দ্ৰ, আমাৰ লগত সোমৰস পান কৰি হৰষিত হৈ আমাৰ ধনৰ আৰু বলৰ কাৰণে তৃপ্ত হোৱা। তুমি বহুত ধন যুক্ত বুলি আমি জানো। সেইবাবে আমাৰ কামনাবিলাক জনাইছোঁ। আমাৰ অভিলাষ পূৰ্ণ কৰি আমাৰ ৰক্ষক হোৱা ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাৰ নিজৰ এই যজমান সকলে সকলো হবি বৰ্দ্ধন কৰে। হবি নিদিয়া বিলাকৰ অন্তৰৰ কথা তুমি সকলোৰে গৰাকী হোৱা কাৰণে জানা। সেই যজন নকৰা বিলাকৰ ধন তুমি আমাক দিয়া ॥ ৯ ॥

## ৮২ সূক্ত—ঋ ৬।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—পংক্তি; ৬ জগতী। দেবতা—ইন্দ্ৰ।

হে বৃত্ৰহন্তা ইন্দ্ৰ, আমাৰ স্তুতি ভালকৈ শুনা। আগতকৈ যাতে বিপৰীত নহয়। তুমিয়েই আমাক প্ৰিয় আৰু সত্য বাক্‌যুক্ত কৰিছিলা। তেনেকুৱা স্তুতি বাক্যৰে তোমাক বিচাৰিছো। সেইবাবে ইয়ালৈ (যজ্ঞলৈ) আহিবলৈ তোমাৰ হবিঘোঁৰা ৰথত লগোৱা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি দিয়া অন্ন যজমানে খাই তৃপ্তি পাই নিজৰ গা জোকাৰে (অতি ভাল পাই একো কব নোৱাৰি গা জোকাৰি বুজালে এইভাব)। নিজ দীপ্তিৰে সেই মেধাৱীসকলে নতুন স্তুতিৰে তোমাক সন্তোষ কৰিলে। সেইবাবে..... ১ ঋকৰ দৰে ॥ ২ ॥ হে মঘবান্ ইন্দ্ৰ, তুমি সকলোকে অনুগ্ৰহৰে চোৱা। তোমাক আমি বন্দনা কৰো। স্তুত হৈ আমাক দিবলগা ধনেৰে-পূৰ্ণ-ৰথেৰে কামনা কৰা যজমানৰ ওচৰলৈ নিশ্চয় আহিবা। সেই-বাবে......১ ঋকৰ দৰে ॥ ৩ ॥ সেই ইন্দ্ৰই গৰু বিচাৰি পোৱা কামবৰ্দ্ধক ৰথত উঠিছে—যি ৰথ হবি নামৰ ঘোঁৰা লগোৱা, পূৰ্ণ-যব-যুক্ত—সোম পাত্ৰলৈ অহা বুলি জনা যায়। সেইবাবে......১ ঋকৰ দৰে ॥ ৪ ॥ হে শতক্ৰতু, তোমাৰ ৰথৰ সোঁফালে ঘোঁৰা বন্ধা থাকক—বাওঁফালেও থাকক। সেই ৰথেৰে আহি সোমপান কৰি হৰ্ষান্বিত হৈ তুমি প্ৰিয়া ভাৰ্য্যাৰ ওচৰলৈ যোৱা। (সেই-বাবে......১ ঋকৰ দৰে) ॥ ৫ ॥ হে ইন্দ্ৰ, কেশৰ থকা তোমাৰ ঘোঁৰা মন্ত্ৰেৰে মই ৰথত সংলগ্ন কৰিম। সেই ৰথেৰে ঘৰলৈ যোৱা। হাতেৰে ঘোঁৰাৰ ৰচি (লেকাম) ধৰা। যজ্ঞত অভিষুত কৰা, বেগবান, ক্ষিপ্ৰ মদকাৰী সোমৰস পান কৰি পুষ্ট হৈ ঘৰলৈ গৈ নিজ ভাৰ্য্যাৰে সৈতে আনন্দ কৰাগৈ ॥ ৬ ॥

## ৮৩ সূক্ত—ঋ ৬।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—জগতী দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, যি মানুহে তোমাৰ ৰক্ষণেৰে সুৰক্ষিত হয় সেই মানুহে বহুত ঘোঁৰা থকা ঘৰত থাকি প্ৰথমে গৰু বিলাক পায়। যেনেকৈ স্বভাৱতে পানী কেউফালে গৈ সাগৰ পূৰ্ণ কৰে তেনেকৈ তুমিয়েই মানুহক বহুত ধনেৰে পৰিপূৰ্ণ কৰা ॥ ১ ॥ যেনেকৈ দ্যুতিমান পানী যজ্ঞ পাত্ৰলৈ যায় সেইদৰে ওপৰত থকা দেবতা সকলে যজ্ঞৰ চমস পাত্ৰ চায়। তেওঁলোকৰ দৃষ্টি সূৰ্য্যৰ কিৰণৰ দৰে বহল। বহুত মানুহে যেনেকৈ একনী ছোৱালীক (বিয়া কৰিবলৈ মন কৰি) চায়, দেবতাসকলে তেনেকৈ সোম পূৰ্ণ দেবতা কামনা কৰা পাত্ৰটো পাবলৈ আশা কৰে ॥ ২ ॥ হে ইন্দ্ৰ, হবি আৰু ধানৰ স্তৱ কৰি যোগ্যবস্তু নিহিত কৰি একেলগে লগ লগাই স্ৰুচ্ (হাতা) জুহুতালৈ দি তোমাক যি পূজা কৰে, শত্ৰুৰ লগত যুদ্ধৰ কাৰণে গৈ (সেই যোদ্ধাই) তোমাৰ কাৰণে বৈ বৈ থাকে (যুদ্ধ নকৰে) আৰু প্ৰজা আৰু পশুৰে পৰিপুষ্ট হয়। (কাৰণ দেবতাৰ যাগত সোম অভিষৱ কৰা যজমানৰ কল্যাণ আৰু উৎকৃষ্ট শক্তি হয় ॥ ৩ ॥ (ইন্দ্ৰৰ কাৰণে) অঙ্গিৰস ঋষিয়ে প্ৰথমে হবি অন্ন সম্পাদন কৰিলে। পাচত অঙ্গিৰসসকলে অগ্নি জ্বলাই ভাল কৰ্ম্মেৰে (যাগেৰে) ইন্দ্ৰক যজন কৰিলে। সেই যজ্ঞ নেতা অঙ্গিৰসে পণি অসুৰৰ সকলো ঘোঁৰা, গৰু আদি পশুৰে সৈতে ধন পালে ॥ ৪ ॥ অথৰ্ব্বন ঋষিয়ে যজ্ঞ কৰি প্ৰথমে (অপহৰণ কৰা গৰুৰ) বাট বিচাৰি উলিয়ালে। তাৰ পাচত ব্ৰত পালক কমণীয় সূৰ্য্য ৰূপ ইন্দ্ৰ গৰুৰ বাট দেখুৱাবলৈ আবিৰ্ভূত হ'ল। তেতিয়া অথৰ্ব্বসকলে সেই গৰু সন্মুখত পালে আৰু কাব্যৰ পুত্ৰেক উশনাই অসুৰ নিধনৰ সহায় হ'ল। অসুৰ দমন কৰিবলৈ আবিৰ্ভূত হোৱা অমৰ ইন্দ্ৰক আমি হবিৰে পূজা কৰোঁ। ॥ ৫ ॥ সুযজ্ঞ কৰিবলৈ (অথৰ্ব্বৰ দ্বাৰা) যেতিয়া কুশ ছিঙে, দীপ্যমান অগ্নিৰ ওচৰত যজ্ঞত ঋক্ স্তোত্ৰ যেতিয়া হোতাই উচ্চাৰণ কৰে, যেতিয়া সোম চেপা শিলে

স্তোতাই সাম গান কৰা দৰে শব্দ কৰে, তেতিয়া ইন্দ্ৰই আনন্দ কৰে ॥ ৬ ॥

## ৮৪ সূক্ত—ঋ ২০

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—১—৬ অনুষ্টুপ্; ৭—৯ উষ্ণীক; ১০—১২ পংক্তি; ১৩—১৫ গায়ত্ৰী; ১৬—১৮ ত্ৰিষ্টুভ্; ১৯ বৃহতী; ২০ সতোবৃহতী। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তোমাৰ কাৰণে সোমৰস চেপা হৈছে। হে অতি বলবান, শত্ৰু ধৰ্ষণকাৰী ইন্দ্ৰ (যজ্ঞ স্থানলৈ) আহা। তোমাৰ সোমপান কৰাৰ পৰা উৎপন্ন হোৱা ইন্দ্ৰিয়ৰ সামৰ্থ্য পূৰণ কৰা, যেনেকৈ সূৰ্য্যৰ কিৰণে অন্তৰীক্ষ পূৰণ কৰে ॥ ১ ॥ কোনেও প্ৰতিধৰ্ষণ কৰিব নোৱাৰা বল থকা ইন্দ্ৰকেই ঋষি আৰু অন্য মানুহৰ স্তুতি আৰু যজ্ঞলৈ হবি ঘোঁৰাবে আনি ওচৰ চপাই দিয়ে ॥ ২ ॥ হে বৃত্ৰহন্তা ইন্দ্ৰ, তোমাৰ ৰথত উঠা, যিহেতু তোমাৰ ৰথত হৰি ঘোঁৰা স্তোত্ৰ মন্ত্ৰেৰে আমাৰ দ্বাৰা সংযুক্ত কৰা হৈছে। সোম ৰস চেপা শিলৰ শব্দ শুনি তোমাৰ মন আমাৰ ফালে কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, প্ৰশস্ত, মদকৰ, মাৰণ নকৰা, আৰু যজ্ঞ ঘৰত দীপ্ত ধাৰা বৈ তোমাৰ সন্মুখলৈ অহা চেপা সোমৰস পান কৰা ॥ ৪ ॥ (হে ঋত্বিক সকল) ইন্দ্ৰক সোনকালে পূজা কৰা [আৰু] স্তোত্ৰ গোৱা। চেপা সোমৰসে ইন্দ্ৰক হৃষ্ট কৰক। শেষত এই জ্যেষ্ঠ, বলৱন্ত ইন্দ্ৰক নমস্কাৰ কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, যেতিয়া তুমি ৰথত হৰি ঘোঁৰা লগোৱা তেতিয়া তোমাৰ দৰে অতিৰথী কোনো নেথাকে। তাকে লক্ষ্য কৰি বলতো তোমাৰ সদৃশ কোনো নাই বুলি আমি ধৰোঁ। তোমাৰ দৰে ভাল ঘোঁৰা কোনেও নেপায় ॥ ৬ ॥ যি একমাত্ৰ ইন্দ্ৰই হবিদাতা মানুহক ধন বিশেষকৈ দিয়ে তেওঁ প্ৰতিকূল শব্দহীন (যিপকে কোনেও মাতিব নোৱাৰা) হে গোটেই জগতৰ ঈশ্বৰ হয় ॥ ৭ ॥ যজন নকৰা মানুহক ইন্দ্ৰই কুম্ভ, পাক খাই ওই থকা পোকৰ দৰে ভৰিৰে মোহাৰি কেতিয়া মাৰিব ? আৰু কেতিয়া যজন কৰা বিলাকৰ, আমাৰ স্তুতিবাক্য সোনকালে ইন্দ্ৰই শুনিব ? ॥ ৮ ॥ হে ইন্দ্ৰ, বহুত মানুহৰ মাজত যি তোমাক অভিযুত সোমেৰেসৈতে পৰিচৰ্য্যা কৰে তেওঁক সোন-কালেই উগ্ৰ বল দিয়া ॥ ৯ ॥ সুস্বাদু, এইদৰে সকলো যজ্ঞত ব্যাপক, মধুৰ সোমৰস গৌৰ বৰ্ণ গৰুৱে পান কৰে। শোভাৰ কাৰণে যিবিলাক গৰুৱে কামবৰ্ষী ইন্দ্ৰৰ সৈতে যায় সিহঁত হৃষ্ট হৈ গাখীৰ দি ইন্দ্ৰৰ ৰাজ্যত থাকে ॥ ১০ ॥ এই ইন্দ্ৰৰ স্পৰ্শন হোৱা নানা বৰ্ণৰ গাই গৰু বিলাকে, সোমৰসৰ লগত সিহঁতৰ গাখীৰ মিহলাই ইন্দ্ৰৰ প্ৰীতিৰ কাৰণ হৈ শত্ৰু অন্তকাৰী বজ্ৰ শত্ৰুলৈ পঠিয়াই দিয়ে আৰু ইন্দ্ৰৰ নিজৰ ৰাজ্যত বাস কৰি থাকে ॥ ১১ ॥ বিশিষ্ট জ্ঞান থকা সেই গৰুবিলাকে ইন্দ্ৰৰ বল পূজা কৰে। সিহঁতে (শত্ৰুৰ চলন স্ফুৰণ) ইন্দ্ৰই জানিবলৈ বহুত আগতে ঘোষণা কৰিছিল। (এই গাই গৰুবিলাক) ইন্দ্ৰৰ ৰাজ্যত (বাসকৰি) থাকিছিল ॥ ১২ ॥ অপ্ৰতিদ্বন্দ্বী ইন্দ্ৰই দধীচি ঋষিৰ হাড়েৰে নিৰানব্বৈৰ (৮১০) বৃত্ৰাদি অসুৰ বধ কৰিছিল ॥ ১৩ ॥ পৰ্ব্বতৰ ওপৰত থকা সৰ্যনাবতী হ্ৰদৰ পাৰত পৰি থকা দধীচি ঋষিৰ ঘোঁৰাৰ মূৰৰ হাড় ইন্দ্ৰই বিচাৰি উলিয়াইছিল ॥ ১৪ ॥ এই ঠাইতেই চন্দ্ৰৰ মণ্ডলত ৰাতি নাইকিয়া হোৱা ত্বষ্টাৰ (সূৰ্য্যৰ) তেজ (ৰশ্মি) এইদৰেই ইন্দ্ৰই জানিব পাৰিলে ॥ ১৫ ॥ এই কামত ইন্দ্ৰৰ চলি থকা ৰথৰ ধুৰাত গতিমান ঘোঁৰা দুটা কোনে নিযুক্ত কৰিব পাৰে ? টান কাম কৰিব পৰা, তেজস্বী, পৰে সহিব নোৱাৰা, খঙাল, খঙেৰে খুব কাম কৰা, মুখত শত্ৰুৱে প্ৰহাৰ কৰা কাড় লাগি থকা শত্ৰুক ভৰিৰে মোহাৰী পেলোৱা, সুখৰ ভাব কৰা ঘোঁৰাৰ যি শ্ৰৱণ আৰু স্তুতি কৰে তেওঁ বহুত দিন জীয়াই থাকিব পাৰে ॥ ১৬ ॥ (ইন্দ্ৰ আহিলে শত্ৰুৰ ভয়ত) কোন পলায় ? কোনে হিংসা কৰে ? কোনে ভয় কৰে ? (ইন্দ্ৰ ওচৰত থাকিলে) কোনে জানে ? কোনে পুত্ৰৰ বিষয়ে কয় ? হাতীৰ কাৰণে, ধনৰ বিষয়, নিজ শৰীৰ আৰু স্বজনৰ বিষয় কোনে কয় ? ॥ ১৭ ॥ কোনে আগ্নক স্তুতি কৰে (ইন্দ্ৰলৈ হবি দিবলৈ) ? কোনে (ইন্দ্ৰক দিবলৈ) ক্ৰচেৰে সৈতে সদায় ঋতুকালত ঘিউ আৰু হবি (আদিৰে) যজন কৰে ? কোন যজমানলৈ আহুতি কৰিব লগীয়া ধন শীঘ্ৰে দেৱতাই কঢ়িয়াই আনে ? যজ্ঞ কৰা, দেৱতাৰ অনুগ্ৰহ পোৱা কোন যজমানে সুদেৱতাক (ইন্দ্ৰক) জানে ? ॥ ১৮ ॥ হে বলবান ইন্দ্ৰ দেৱতা, তোমাৰ ফালে মানুহে স্তুতি কৰিছোঁ। হে মঘবান, তোমাৰ বাহিৰে অন্য সুখদাতা নাই। সেই কাৰণে তোমাক এই স্তুতি বাক্যেৰে আৰাধনা কৰিছোঁ ॥ ১৯ ॥ হে নিবাসস্থান দিয়া ইন্দ্ৰ, তোমাৰ দূত (অনুচৰ) বিলাকে আৰু তোমাৰ

সহায় কৰোতা মৰুৎগণে আমাক ভয় ধুৱাবলৈ ( বা বিনাশ কৰিবলৈ ) নিদিবা। হে মানুহৰ হিতকৰ ইন্দ্ৰ আমি মন্ত্ৰদ্ৰষ্টাক সকলো ধন আনি দিয়া ॥ ২০ ॥

## ৮৫ সূক্ত—ঋ ১২ ।

ঋষি – ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—জগতী; ৫। ১২ ত্ৰিষ্টুভ,। দেৱতা—মৰুতসকল; ৯ ইন্দ্ৰ।

যি মৰুতসকলে যাওঁতে তিৰোতাৰ দৰে অলঙ্কৃত হয়, সেই কোবাই যোৱা ৰুদ্ৰৰ পুত্ৰসকল সুকৰ্ম্মা। সেই মৰুত সকলে দ্যাবাপৃথিবী বৰ্দ্ধন কৰিলে। বীৰ ধৰ্ষণশীল মৰুতসকলে যজ্ঞত হৰ্ষ কৰে ॥ ১ ॥ সেই মৰুতসকলক দেৱতাসকলে অভিষিক্ত কৰাৰ পাচত মহত্ব প্ৰাপ্ত হ’ল। সেই ৰুদ্ৰৰ পুত্ৰসকলে আকাশত বাসস্থান কৰিলে। অৰ্চণীয় ইন্দ্ৰক অৰ্চনা কৰি ইন্দ্ৰক বীৰ্য্যশালী কৰি পৃশ্নিৰ পুত্ৰসকলে ঐশ্বৰ্য্য ধাৰণ কৰিলে ॥ ২ ॥ গোৰূপী ভূমি যাৰ মাক. সেই মৰুতসকলে ধুনীয়া আভৰণেৰে যেতিয়া নিজ অঙ্গ শোভিত কৰিলে, তেতিয়া শুভ্ৰ নিজৰ গাত অতি ধুনীয়া অলংকাৰ ধাৰণ কৰিলে। বিশ্বৰ সকলো শত্ৰু ধ্বংস কৰি এই মৰুতসকলে যোৱা বাটত পানী ছটিয়াই দিলে ॥ ৩ ॥ সুযজ্ঞ মৰুতসকল যেতিয়া যাঠিৰে সজ্জিত হৈ বিশেষকৈ শোভিত হয় তেতিয়া লৰচৰ নোহোৱা (পৰ্ব্বত আদি) বস্তুবিলাক নিজ বলেৰে ওঁতৰাই দিয়ে। মনৰ বেগৰ দৰে হে মৰুতসকল. বৰষুণৰ পানী সিঁচি দিব পৰা সাতভনীয়া তোমালোকে যেতিয়া নিজ ৰথত বগা ফুট্‌ফুটীয়া হৰিণী লগোৱা ( তেতিয়া পৰ্ব্বত আদি আঁতৰাই দিয়া ) ॥ ৪ ॥ হে মৰুতসকল, বগা ফুট্‌ফুটীয়া হৰিণী যেতিয়া ৰথত লগোৱা তেতিয়া অন্নৰ কাৰণে মেঘক বৰ্ষণ কৰিবলৈ পঠিয়াই সূৰ্য্যৰ ওচৰৰ পৰা বৰষুণৰ ধাৰা এৰি দিয়া,—এই ধাৰাবিলাক যেনেকৈ ভিত্তিৰ ( চামৰাৰ মোনা ) দ্বাৰা পানী দিয়া হয় তেনেকৈ ঠায়ে ঠায়ে পানী যি মাটি বোকা কৰি দিয়া ॥ ৫ ॥ খৰকৈ যোৱা তোমালোকক ঘোঁৰাই (আমাৰ যজ্ঞলৈ) লৈ আহক। খৰকৈ বহা আৰু খৰকৈ যোৱা তোমালোকে বাহু মেলি যোৱা। হে মৰুতসকল, তোমালোকৰ বেদী বহলকৈ সজা হৈছে,—ব’ত কুশ মেলা আছে। তাতে বহা আৰু মধুৰ সোম অন্ন পান কৰি আনন্দ কৰা ॥ ৬ ॥ সেই মৰুতসকল বৃদ্ধি প্ৰাপ্ত হ’ল।

নিজ বলৰ মহত্বৰে স্বৰ্গত থাকিল। আকাশত নিজ স্থান বহল কৰিলে। যাৰ কাৰণে বিষ্ণুৱে ( সোম ) ৰক্ষা কৰি আছে, সেই কাম বৰ্দ্ধক হৰ্ষকৰ যজ্ঞত সেই মৰুতগণে চৰাইৰ দৰে উৰি খৰকৈ আহি আমাৰ ( মেলি থোৱা ) কুশত বহক ॥ ৭ ॥ ক্ষমতাপন্ন, অন্নৰ কাৰণে যুঁজিবলৈ বিচৰা পুৰুষৰ দৰে শীঘ্ৰগামী মৰুৎসকলে সংগ্ৰাম কৰে। সেই মৰুতসকলক সকলো প্ৰাণীয়ে ভয় কৰে। সেই বৰষুণৰ নেতাসকল ৰজাৰ দৰে উগ্ৰৰূপেৰে জিলিকি থাকে। ॥ ৮ ॥ সুকৰ্ম্মা ত্বষ্টাই যি বজ্ৰ ইন্দ্ৰক দিছিল, অগ্নি উৎপাদক, সোণৰ, সহস্ৰধাৰযুক্ত সেই বজ্ৰ ইন্দ্ৰই সংগ্ৰামত শত্ৰু হনন কৰিবলৈ ধাৰণ কৰে। এই বজ্ৰধাৰী ইন্দ্ৰই বৰষুণৰ পানী বেৰি ৰখা মেঘ (ৰূপী) বৃত্ৰক বধ কৰি পানী শেষ কৰি তললৈ পেলাই দিয়ে ॥ ৯ ॥ সেই মৰুতসকলে বলেৰে নাদটো ওপৰলৈ তুলি লৈ যাওঁতে বাটত গতিৰোধ কৰা পৰ্ব্বত পাই ভাঙি পেলালে। দানবান তেওঁলোকে বীণা বজায় সোম পান কৰি হৃষ্ট হৈ ৰমণীয় ধন দান কৰিলে ॥ ১০ ॥ সেই তুলি অনা নাদটো ( যি ঠাইত গোতম ঋষি বাস কৰে ) সেই ঠাইলৈ বেঁকা-বেঁকী বাটেৰে নি পোৱালেগৈ আৰু তৃষ্ণাতুৰ গোতমক এটা জলপ্ৰবাহ সৃষ্টি কৰি পানী যোগাই দিলে। বিশিষ্ট দীপ্ত তেওঁবিলাকে ( গোতমক ) সহায়েৰে ওচৰ চাপি অভিলাষ পূৰ্ণ কৰি আয়ুসকাৰক পানীৰে তৰ্পণ কৰিলে ॥ ১১ ॥ ( ১। ১১৬। ৯ ঋক চাওক ) ॥ তোমালোকৰ যি সুখ তিনিও লোকত আছে, হে মৰুতসকল, স্তুতিৰে ভজন কৰা সকলক সেই সুখ দিয়া, হবি দাতাকদিয়া। হে মৰুতসকল, সকলো সুখ দিয়া। হে কামবৰ্ষী মৰুতসকল, আমাক সুবীৰ পুত্ৰ আৰু ধন দিয়া ॥ ১২ ॥

## ৮৬ সূক্ত—ঋ ১০ ।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—গায়ত্ৰী। দেৱতা—মৰুতসকল।

বিশিষ্ট প্ৰকাশক মৰুতসকল অন্তৰীক্ষৰ পৰা আহি যি যজমানৰ ঘৰত বহি সোম পান কৰে তেওঁ সুপালক যুক্ত হয় ॥ ১ ॥ হে যজ্ঞ বহন কৰা মৰুতসকল, যজ্ঞত স্তুতি কৰা বিপ্ৰৰ আহ্বান শুনা ॥ ২ ॥ আৰু বা যাৰ ঋত্বিকে মেধাবী ( মৰুৎ ) সকলক হবি দান কৰি তীব্ৰ কৰে, তেওঁ বহুত ধন থকা ঠাইলৈ যায় ( বহুত

গক পাই ) ॥ ৩ ॥ যজ্ঞকৰা দিনত যজ্ঞত বীৰ এই মৰুতগণৰ যাগৰ কাৰণে সোমৰস চেপা হৈছে। হোতা সকলে মদযুক্ত মৰুতসকলৰ স্তোত্ৰ পাঠ কৰিছে ॥ ৪ ॥ এই যজমানৰ স্তুতি সকলো শত্ৰুৰ পৰাভৱকাৰী মৰুৎ-গণে অভিমুখী হৈ শুনক। সেই যজমানৰ মৰুৎগণ অন্ন দিওঁতা হওক ॥ ৫ ॥ হে মৰুৎগণ, আগতে বহুত শৰত-কাল সৰ্ব্বদ্ৰষ্টা তোমালোকৰ ৰক্ষিত হৈ আমি তোমা-লোকক হবি অন্ন দিছিলোঁ ॥ ৬ ॥ হে ভালকৈ যজন কৰিবলগীয়া মৰুতসকল, তোমালোকে যাৰ হবি অন্ন গ্ৰহণ কৰা, সেই মানুহৰ সৌভাগ্য হওক ॥ ৬ ॥ হে প্ৰকৃত- বল যুক্ত নেতা মৰুতসকল, তোমালোকক স্তুতিৰে ভজন কৰোঁতে গা ঘামি যোৱা কামনা কৰা স্তোতাৰ কামনা সিদ্ধি কৰা ॥ ৮ ॥ হে প্ৰকৃত- বল-যুক্ত মৰুতসকল, তোমালোকে প্ৰসিদ্ধ মাহাত্ম্য প্ৰকাশ কৰি বিদ্যমান মাহাত্ম্যৰে আমালোকৰ শত্ৰু ( ৰাক্ষস ) বিলাকৰ পৰা ৰক্ষা কৰা ॥ ৯ ॥ হে মৰুতসকল, গুহাত থকা অন্ধকাৰ মুকলি কৰা। সকলো খাদক ( ৰাক্ষসাদি ) আঁতৰাই দিয়া। ( সূৰ্য্যাদিৰ ) জ্যোতি আমি যি বিচাৰো তাক দিয়া ॥ ১০ ॥ ( সায়নৰ মতে গুহা=হৃদয়; অন্ধকাৰ= অজ্ঞান; অত্তা ( খাদক )=কাম ক্ৰোধাদি; জ্যোতি= জ্ঞান—তাৰে কৰ্ত্তা হ'ল প্ৰাণ, অপান আদি পঞ্চ বায়ু )।

### ৮৭ সূক্ত—ঋ ৬ ।

ঋষি আৰু দেবতা ৮৬ সূক্তৰ দৰে। ছন্দ—জগতী।

শত্ৰু ঘাটক, বিশেষ বলবান, জয় ঘোষণাকাৰী, পৰাজিত নোহোৱা, বেলেগ নোহোৱা, ঋজীষিণ, যাজকসকলে অতিশয় সেবা কৰা, আৰু নেতা মৰুৎগণে ধুনীয়া সাজ-পাৰ-অলঙ্কাৰ পিন্ধি, নিজ শৰীৰ ঢাকি সূৰ্য্যৰ ৰশ্মিৰ দৰে আকাশত দেখা দিছে ॥ ১ ॥ হে মৰুতসকল, আমাৰ ওচৰৰ আকাশ খণ্ডত যেতিয়া চলি থকা মেঘবিলাকক চৰাইৰ দৰে কোনো বাটেদি গৈ বৰষিব পৰা কৰি দিয়া তেতিয়া মেঘবিলাকে তোমালোকৰ ৰথত লাগি পানী এৰি দিয়ে, ( তাৰে ) তোমালোকক অৰ্চ্চনা কৰা আমাক মধুৰ দৰে বৰষুণৰ পানী কেউফালে সিঁচি দিয়া ॥ ২ ॥ যেতিয়া এই মৰুতসকলে শুভ বৰষুণৰ পানী দিবলৈ মেঘবিলাক সজাই দিয়ে তেতিয়া মৰুত-সকলৰ নিয়মমত পৃথিৱী ( ৰক্ষাহীনা ) পতিহীনা নাৰীৰ দৰে কঁপি যায়। তেনেকুৱা খেমালি কৰা চলনৰ মৰুতসকলে দীপ্যমান অস্ত্ৰেৰে ( পৰ্ব্বত আদি ) ভাঙি শব্দ কৰি নিজৰ মহিমা নিজেই প্ৰকটিত কৰে ॥ ৩ ॥ সেই মৰুৎগণ এই জগতৰ ঈশ্বৰৰ দৰে, নিজেই চলে। বগা ফুট্‌ফুটীয়া মৃগ তেওঁবিলাকৰ ঘোঁৰা। সদায় ডেকা আৰু বলেৰে আবৃত, ঋণ মোচন কৰা, সত্য, কোনেও নিন্দা কৰিব নোৱাৰা আৰু বৰ্ষণকাৰী এই মৰুতসকল আমাৰ যজ্ঞ কৰ্ম্মৰ ৰক্ষক হয় ॥ ৪ ॥ আমাৰ পুৰণি পিতা বহুগণৰ পৰা জন্ম হোৱা আমি কওঁ যে সোমৰ যজ্ঞত প্ৰকাশ্য আহুতিৰে সৈতে স্তুতি বাক্য মৰুতগণৰ উদ্দেশ্যে কৰিব লাগে। এওঁবিলাকে ইন্দ্ৰক বৃত্ৰবধ আদি কামত ঋক স্তুতিৰে স্তব কৰি যজ্ঞাৰ্হ নামবিলাক পাই ৰাখিছিল। ( সেইবাৰে ) এই যজ্ঞত সোম আহুতি আৰু স্তুতি কৰিছোঁ ॥ ৫ ॥ সেই মৰুতসকলে সূৰ্য্যৰ দৰে দীপ্তিমান ৰশ্মিৰে বৰষুণৰ পানী প্ৰাণীবিলাকে ভোগ কৰিবলৈ সিঁচি দিয়ে। বৰষুণৰ উৎপাদনকাৰী সেই মৰুৎগণে স্তুতি কৰি থকা ঋত্বিকসকলেৰে সৈতে ভাল হবি ভক্ষণ কৰে। সুবাচক, গতিমন্ত, ভয়হীন, সেই মৰুৎগণে প্ৰিয় মৰুতৰ স্থানৰ বিশিষ্ট জ্ঞান পালে ॥ ৬ ॥

### ৮৮ সূক্ত—ঋ ৬ ।

ঋষি আৰু দেবতা ৮৬ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ; ১৬ প্ৰস্তাৰ পংক্তি; ৫ বিৰাটৰূপা।

বিশেষ দীপ্তিযুক্ত, সুগমন, শক্তিৰূপ অস্ত্ৰ বহন কৰা বিজুলিৰ দৰে ঘোঁৰাৰে চলোৱা ৰথেৰে, হে সুকৰ্ম্মা মৰুতসকল বহুত বেচি অন্ন লৈ আমাৰ ওচৰত চৰাইৰ দৰে আহি পৰাহি ॥ ১ ॥ সেই মৰুতসকলে অৰুণ (ৰঙা) আৰু পিঙ্গল ( ৰঙা-হালধীয়া ) বৰ্ণৰ ঘোঁৰাৰে টনা ৰথেৰে দেৱতাক স্তব কৰি থকা যজমানৰ ওচৰলৈ, শোভা কৰিবলৈ আহিছে। সেই সোণৰ দৰে দেখা মৰুৎগণ শত্ৰুক কাটিব পৰা অস্ত্ৰ লৈ চক্ৰৰ ধাৰেৰে মাটি ফালি স্তোতাসকলক ৰক্ষা কৰিবলৈ আহিছে ॥ ২ ॥ হে মৰুৎগণ, তোমালোকৰ গাত শত্ৰুক আঘাত আনিব পৰা অস্ত্ৰ ঐশ্বৰ্য্যৰ কাৰণে আছে। সেই মৰুৎ-গণে ওখ গছৰ দৰে যজ্ঞ গুণবলৈ তোলে। হে সুজন্মা মৰুতসকল, তোমালোকৰ কাৰণে সোম চেপিবলৈ সুখকৰ শিল ধনশালী যজমানে যোগাৰ কৰিছে ॥৩॥

( হে গোতমসকল ) জল অভিকাঙ্ক্ষী তোমালোকৰ ভাল জল পাবলৈ দিন আহিল। সেইবাবে পানীৰে কৰিবলগীয়া যজ্ঞ কৰ্ম্ম শোভমান কৰিলা। যিদিনা ঋকমন্ত্ৰ সাধ্য স্তোত্ৰেৰে মৰুতসকলক স্তুতি কৰিলা, হে গোতমসকল, তোমালোকে পানী পাবলৈ ( মৰুত-সকলে ) নাদ ওপৰলৈ তুলি আনিলে ॥ ৪ ॥ হে মৰুত সকল, চকৰিত সোণ খটোৱা লোহৰ দাঁত থকা ধাৰৰ ৰথত উঠি ইফালে সিফালে গৈ থকা উৎকৃষ্ট শত্ৰুহন্তা তোমালোকক সম্যকৰূপে জানি গোতম ঋষিয়ে যি স্তোত্ৰ ৰচনা কৰিলে সেয়ে এই স্তুতি ॥ ৫ ॥ হে মৰুতসকল, আমাৰ এই স্তুতিৰে তোমালোকৰ গুণৰ দৰে প্ৰত্যেককে স্তুতি কৰে। এই ঋত্বিকৰ বিষয়ে স্তুতি বাক্যত অনায়াসে এই ঋকেৰে সৈতে স্তুতি কৰিলত বহুত অন্ন মৰুতসকলে আমাৰ হাতত দিলে ॥ ৬ ॥

৮৯ সূক্ত—ঋ ১০।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—১-৫।৭ জগতী, ৬ বিৰাটস্থানা;— ৮-১০ ত্ৰিষ্টুভ।

দেৱতা—বিশ্বদেৱসকল ( সকলোদেৱতা )।

ভজনীয়, অহিংসিত, শত্ৰুয়ে প্ৰতিৰোধ কৰিব নোৱাৰা শত্ৰুক ধ্বংস কৰা, দিনৌ আমাৰ মহাযজ্ঞ-বিলাক ৰক্ষা কৰা সকলো দেৱতা সদায় বৰ্দ্ধনৰ কাৰণে সকলো দিকতাপৰ পৰা আহক ॥ ১ ॥

সুখকৰ দেৱতাৰ সুমতি, সৰল অনুষ্ঠান কৰা যজমানক নিজে বিচৰা দেৱতাৰ দান আমাৰ ফালে সদায় আহক। আমিও যেন দেৱতাৰ সখীত্ব পাওঁ। তেনেকুৱা দেৱতাই আমাক জীয়াই থাকিবলৈ আয়ুস বঢ়াই দিয়ক ॥ ২ ॥ সেই ভগক, মিত্ৰক, অদিতিক, দক্ষক অৰ্যমাক, অশ্ৰিধক, বৰুণক, সোমক, অশ্বিনীদ্বয়ক ( ইত্যাদি ) সকলো দেৱতাক পূৰ্ব্বৰ ( বেদৰ ভাষাৰে ) আমি আহ্বান কৰিছোঁ। আমি আহ্বান কৰা সৰস্বতী আমাৰ সুখদাত্ৰী হওক ॥ ৩ ॥ বায়ুৱে আমাক সেই ঔষধ পোৱাই দিয়ক। সুখময় তাৰৰ সকলোৰে মাক পৃথিবীয়ে আমাক সেই ঔষধ পোৱাই দিয়ক। পিতা দ্যুলোকেও দিয়ক। সোমচেপা, যাগৰ সুফল দাতা শিল কেচটায়ো আমাক সেই ঔষধ পোৱাই দিয়ক। হে বুদ্ধিদাতা অশ্বিনীদ্বয়, তোমালোকে সেই ঔষধ আমাৰ অনুকূলে পোৱাই দিবলৈ মন কৰা ॥ ৪ ॥ ঐশ্বৰ্য্যযুক্ত, জগতৰ প্ৰাণীৰ আৰু স্থাবৰৰ পতি, কৰ্ম্মেৰে সন্তোষ কৰিব পৰা ইন্দ্ৰক আমি ৰক্ষা কৰিবলৈ আহ্বান কৰিছোঁ। আমাৰ ধন বঢ়াবলৈ আৰু ৰক্ষা কৰিবলৈ যেনেকৈ হয় সেই দৰেই অহিংসিত পূষাই আমাৰ কল্যাণৰ কাৰণে ৰক্ষা-কাৰী হওক ॥ ৫ ॥

বৃদ্ধশ্ৰৱা ( বহুত শুনা ) ইন্দ্ৰই আমাক বিনাশ-হীন কৰক। বিশ্ববেদা ( সকলোজনা ) পূষাই আমাক বিনাশ ৰহিত কৰক। অৰিষ্টনেমী ( অহিংসিত অস্ত্ৰ-ধাৰী ) তৃক্ষৰ পুত্ৰ ( গড়ুৰে ) আমাক বিনাশহীন কৰক। বৃহস্পতিয়ে অমাক বিনাশহীন কৰক ॥ ৬ ॥

বগা ফুট্‌ফুটীয়া বগৰ যাৰ ঘোঁৰা, নানা বৰ্ণৰ পৃথিবী যাৰ মাক ( পৃশ্নিপুত্ৰ ), সুন্দৰ গমন যাৰ, যজ্ঞলৈ যাওঁতা, অগ্নিৰ শিখাত থকা, সকলোৱে বুজি পোৱা, সূৰ্য্যৰ দৰে প্ৰকাশ কৰা মৰুতসকলোকেইজন এই সময়ত আমাক ৰক্ষা কৰিবলৈ আহক ॥ ৭ ॥

হে দেৱতাসকল, আমি যেন কল্যাণ বচন শুনিবলৈ পাওঁ। হে যজন কৰিবলগীয়া দেৱতাসকল আমাৰ চকুৰে সুন্দৰ কল্যাণ যেন দেখিবলৈ পাওঁ। দৃঢ় অঙ্গ প্ৰত্যঙ্গৰ শৰীৰযুক্ত আমি যেন তোমালোকৰ স্তুতি কৰিবলৈ প্ৰজা-পতিৰ স্থাপিত পূৰ্ণায়ু পাই ( জীয়াই থাকি ) দেখিবলৈ পাওঁ ॥ ৮ ॥

হে দেৱতাসকল, মানুহৰ আয়ুস তোমালোকে অত্যন্ত এশ শৰৎ নিৰ্দ্ধাৰিত কৰিলা। এই কল্পিত জীৱন শেষ হোৱাৰ আগতে মাজ আয়ুসতে ( বয়সতে ) জীৱন নষ্ট নকৰিবা। যিহেতু যেতিয়া আমাৰ শৰীৰ জৰাৱস্থা প্ৰাপ্ত হয় তেতিয়া আমাৰ পুত্ৰ-সকল পিতা হয় ॥ ৯ ॥ অদিতি স্বৰ্গ, অদিতি অন্তৰীক্ষ, অদিতি আই, অদিতি পিতা। তেওঁ পুত্ৰ। অদিতি-য়েই সকলো দেৱতা। তেৱেঁই পঞ্চম বৰ্ণ উৎপত্তি হ'ল। যি জন্ম হ'ব সেইয়াও অদিতি হ'ব ॥ ১০ ॥

৯০ সূক্ত—ঋ ৯।

ঋষি আৰু দেৱতা ৮৯ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী ৯ অনুষ্টুপ;।

মিত্ৰ আৰু বৰুণে উত্তম স্থানলৈ নিব জানে। আমাক পোন বাটেৰে লৈ যাওক। অন্যদেৱতাসকলৰ লগত অৰ্যমায়ো পোন বাটে লৈ যাওক ॥ ১ ॥ তেওঁবিলাক

ধনৰ আচ্ছাদক ( ধনেৰে জগত ঢাকি ৰাখে )। অমূঢ় ( জ্ঞানী ) হৈ তেওঁবিলাকে নিজ তেজেৰে সকলো দিনত কৰ্ম্ম পালন কৰে ॥ ২ ॥ অমৰ সকলে মৰণধৰ্ম্মী আমাক শত্রু বিনাশ কৰি অমৰৰ দৰে সুখ দিয়ক ॥ ৩ ॥ সকলোৰে বন্দন কৰিবলগা ইন্দ্ৰ, মৰুৎ, পূষা, ভগ আদি দেৱতাসকলে উৎকৃষ্ট ফল প্ৰাপ্তিৰ কাৰণে ( যেয়া বাটৰ পৰা ) ভাল বাট বেলেগ কৰি দিয়ক ॥ ৪ ॥ হে পূষা, বিষ্ণু, মৰুৎগণ, তোমালোকে ( আমাৰ স্তোত্ৰৰ দৰে কামবোৰেৰে ) পশু প্ৰাপ্তি কৰোৱা। আৰু আমাক বিনাশহীন কৰা ॥ ৫ ॥

নিয়মমতে মধুৰ বায়ু বৈছে। নৈ বিলাকত মধুৰ পানী বৈছে। আমাৰ ঔষধী-গছ বিলাক মধুময় হওক ॥ ৬ ॥

ৰাতিবোৰ মধুময় হওক। আৰু ঊষাও মধুময় হওক। পৃথিৱীৰ ঠাই ( লোক ) বিলাক মধুময় হওক। সকলোৰে পিতা স্বৰ্গ মধুময় হওক ॥ ৭ ॥

আমাৰ হাবি-গছ বিলাক মধুময় হওক। আমাৰ সূৰ্য্য মধুময় হওক। আমাৰ গৰু গাই বিলাক মধুময় হওক ॥৮॥

মিত্র আমাৰ সুখকৰ হওক; বৰুণ সুখকৰ হওক; অৰ্যমাও সুখকৰ হওক; পৃথিৱী অতিক্ৰম কৰা বিষ্ণু আমাৰ সুখকৰ হওক ॥ ৯ ॥

## ৯১ সূক্ত—ঋ ২৩।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—৫।১৬ গায়ত্ৰী; ১৭ উষ্ণীক; বাকীবিলাক ত্ৰিষ্টুভ। দেৱতা—সোম

হে সোম, তুমি আমাৰ বুদ্ধিৰ দ্বাৰা জনা হৈছা। হে সোম তুমি বাট দেখুৱাত আমাৰ ধীমান উপৰি পুৰুষ সকলে দেৱতাসকলৰ ধন পাইছিল ॥ ১ ॥ হে সোম, তুমি নিজ কৰ্ম্মৰে সুকৰ্ম্মা হৈছা। সকলো জনা তুমি নিজ বলেৰে সুদক্ষ হৈছা। তুমি কামনায়ক মহত্ত্বৰে মহান কামবৰ্ষকাৰী হৈছা। তুমি যজ্ঞকাৰী সকলৰ দৰ্শক হৈছা। হবি অন্ন দাতা হৈ নিজে তুমি বহুত অন্ন হৈছা ॥ ২ ॥ হে ৰজা সোম, তুমি বৰুণৰ কৰ্ম্ম-বিলাকৰ কাৰণ হৈছা। তোমাৰ স্থান মহৎ আৰু গভীৰ। হে সোম, প্ৰিয় মিত্র দেৱতাৰ দৰে তুমি শুচি। তুমি অৰ্যমাৰ দৰে সকলোৰে বৰ্দ্ধক ॥ ৩ ॥ ( এই ঋক ৯।৮৮।৮ ঋকৰ দৰে )॥ হে সোম, দ্যুলোকত তোমাৰ যি তেজ আছে, যি তেজ মাটিত, পৰ্ব্বতত, ওষধীবিলাকত আৰু পানীত আছে, সেই সকলো তেজেৰে সুমনা আৰু ক্ৰোধহীন হৈ, হে ৰাজমান সোম, আমি দিয়া হবি অন্ন গ্ৰহণ কৰা ॥ ৪ ॥ হে সোম, তুমি সৎলোকৰ পতি। তুমি ৰজা আৰু বৃত্ৰহন্তা। তুমি নিজেই সুযজ্ঞ-কৰ্ম্ম ॥ ৫ ॥ হে সোম. তুমি আমাৰ জীৱনৰ ঔষধ। তুমি ইচ্ছা কৰা যে আমি নমৰো। তুমি বহুতৰ স্তুত্যহ´। তুমি গছ-গছনিৰ পালক ॥ ৬ ॥ হে সোম, তুমি বুঢ়াসকলক নিয়মীয়া জীয়াই থাকিবলৈ ভোগৰ উপযোগী ধন দিয়া। ডেকাকো দিয়া ॥ ৭ ॥ হে ৰাজ-মান সোম, তুমি আমাক পাপ কৰিবলৈ ইচ্ছা কৰা মানুহৰ পৰা ৰক্ষা কৰা। তোমাৰ সখীত্ব পোৱা পুৰুষ নষ্ট নহয় ॥ ৮ ॥ হে সোম, যজমানক ৰক্ষা কৰিবৰ কাৰণে যি তোমাৰ সুখৰ ভাব আছে, সেই ভাবেৰে আমাৰ ৰক্ষক হোৱা ॥ ৯ ॥ হে সোম, এই যজ্ঞ আৰু স্তুতিবাক্য সেৱন কৰি ওচৰ চাপি আহা আৰু আমাৰ যজ্ঞ বৰ্দ্ধন কৰা ॥ ১০ ॥ হে সোম, তোমাৰ স্তুতি বচন জনা আমি তোমাক স্তুতিৰে বৰ্দ্ধন কৰিছোঁ ॥ তুমি আমাক সুখ দিবলৈ আহা ॥ ১১ ॥ হে সোম, তুমি ধন বৃদ্ধিকাৰক, ৰোগহন্তা, ধন পোৱাই দিয়া, পুষ্টি বৰ্দ্ধনকাৰী, সুমিত্ৰ ( গতিকে ) আমাক তেনে কৰা ॥ ১২ ॥ হে সোম দেৱতা, গৰু যেনেকৈ ভাল ঘাঁহত তৃপ্ত হয়, মানুহে যেনেকৈ নিজ ঘৰত আনন্দ কৰে, তেনেকৈ তুমি আমাৰ হৃদয়ত ৰং কৰা ॥ ১৩ ॥ হে সোম দেৱতা, তোমাৰ সখীত্বত থকা যি মানুহে তোমাক স্তুতি কৰে, তেওঁক, হে দূৰদৰ্শী আৰু দক্ষ সোম, তুমি অনুগ্ৰহ কৰা ॥ ১৪ ॥ হে সোম, তুমি আমাক অভিসাপ ৰূপ কৰুণনাৰ পৰা ৰক্ষা কৰা, পাপৰ পৰা পৰিত্ৰাণ কৰা। আমাৰ পাপ গুচাই হিতকাৰী হোৱা ॥ ১৫ ॥ হে সোম, তুমি বৰ্দ্ধিত হোৱা। তোমাৰ সামৰ্থ্য সকলো পিনে হৈ থাকক। তুমি আমাৰ অন্নদাতা হোৱা ॥ ১৬ ॥ হে অতি মদকৰ সোম, তুমি সকলো লতা-পাতেৰে সৈতে বৰ্দ্ধিত হোৱা। তুমি সুঅন্নযুক্ত হৈ আমাক বৃদ্ধি কৰিবলৈ সখা হোৱা ॥ ১৭ ॥ শত্রু হন্তা, হে সোম, তোমাৰ ( লগত মিহলি কৰিবলৈ ) গাখীৰ লোৱা, হবি অন্ন লোৱা। বলবীৰ্য্য ( আমাৰ ) বৃদ্ধি কৰা। হে সোম, তুমি আমাৰ অমৃতত্ব বৰ্দ্ধন কৰি [illegible] [illegible] অন্ন ধাৰণ কৰা ॥ ১৮ ॥ হে সোম, তোমাৰ যি তেজ হব্যেৰে পূজা কৰা হয়, সেই সকলো তেজ আমাৰ [illegible] ব্যাপ্ত হওক। হে সোম, তুমি [illegible]

বৰ্দ্ধয়িতা, দুৰিত হৰণ কৰা। বীৰ পুত্ৰক মৰণহীন কৰা। তুমি আমাৰ ঘৰলৈ তালৈকে আহা ॥ ১৯ ॥ যি সোমক হবি ( আদি ) দিয়ে, তেওঁক সোমে সবৎসা গৰু আৰু খৰকৈ যোৱা ঘোঁৰা দিয়ে। কৰ্ম্মকুশল, গৃহকাৰ্যকুশল, যজ্ঞকৰ্ম্মপৰায়ণ, সভাত সাধু, পিতৃবাক্য পালন কৰা বীৰ পুত্ৰ দিয়ে ॥ ২০ ॥ যুদ্ধত অজেয়, সেনাৰ মাজত জয়শীল, স্বৰ্গ পোৱাই দিয়া, বৰষুণ দিওঁতা, বলৰ নেতা, যজ্ঞ প্ৰাদুৰ্ভাব কৰা, সুস্থানত থকা, সুযশস্বী, শত্ৰুক অভিভৱ কৰা হে সোম, তোমাৰ এই-বিলাক গুণ দেখি হৰষিত হওঁ ॥ ২১ ॥ হে সোম, তুমি মাটিত গজা সকলো ওষধি জন্ম দিছা। তালৈকে পানী সৃষ্টি কৰিছা। তুমি গৰু দিছা। বিস্তীৰ্ণ অন্তৰীক্ষ তুমি আৰু বগল কৰিছা। সেই অন্তৰীক্ষত থকা এন্ধাৰ তুমি পোহৰেৰে নাশ কৰিছা ॥ ২২ ॥ হে বলবান সোমদেৱতা, দৈৱ বুদ্ধিৰে তুমি ধনৰ ভাগ আমালৈ লক্ষ্য কৰি পঠিওৱা। তোমাক কোনেও হিংসা নকৰক। যুদ্ধত উভয় পক্ষৰ বলৰ তুমি গৰাকী। তুমি সংগ্ৰামত আমাৰ উপদ্ৰৱ গুচোৱা ॥ ২৩ ॥

## ৯২ সূক্ত—ঋ ১৮।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ— ১-৪ জগতী; ৫-১২ ত্ৰিষ্টুভ; ১৩-১৮ উষ্ণীক;। দেৱতা—উষা; ১৬-১৮ অশ্বিনী দুজন।

এই উষা দেৱতাই অন্ধকাৰ নাশ কৰি প্ৰকাশ কৰিছে। অন্তৰীক্ষৰ পূব দিগন্তত সূৰ্য্যক ব্যক্ত কৰিছে। যোদ্ধাৰ অস্ত্ৰৰ দৰে নিজ প্ৰভাৱেৰে জগত সংস্কাৰ কৰি গমনশীলা, ৰঙা তেওঁ মাকৰ দৰে প্ৰতিদিন এই দৰে আহে ॥ ১ ॥ ৰঙা উষাৰ দীপ্তিত আনায়াসে নিজেই উদয় হৈ নিজে ৰথ যোজনা কৰি শুভ্ৰবৰ্ণ পূব দিশৰ ৰশ্মিৰে নিজৰ ৰথত গৰু লগোৱা দৰে ( ঘোঁৰা ) লগাই উষাই আগদিনাৰ দৰে সকলো প্ৰাণীৰ জ্ঞান উৎপত্তি কৰি ৰঙা হৈ জলি সূৰ্য্যক সেৱা জনাইছে ॥ ২ ॥ নেত্ৰী উষাই নিজ তেজেৰে একেলগে পশ্চিম দিক পৰ্য্যন্ত অন্তৰীক্ষক পূৰ্ণ কৰে যেনেকৈ যোদ্ধাই (নিজ অস্ত্ৰেৰে সকলো পিনে [illegible] ) ৷ তেওঁ সুৰূপ কৰা সোমযাগত সুদক্ষিণা দিয়া [illegible] জন্ম [illegible] কৰি আনে ॥ ৩ ॥ উষাই [illegible] অন্ধকাৰবিলাক সম্পূৰ্ণ নাশ কৰি নাচনিৰ দৰে নিজৰ বুকু উলিয়াই দিয়ে। খিৰাবৰ সময়ত গৰুৱে ওহাৰ এৰি দিয়া দৰে, আৰু যেনেকৈ গৰুৱে নিজৰ ঠাই বিচাৰি পায়, তেনেকৈ সকলো জগতক পোহৰ দি অন্ধকাৰ নাশ কৰে ॥ ৪ ॥ এই উষাৰ দীপ্যমান তেজ সকলোৱে ( পূব দিশত ) যেনি তেনি দেখা পায়। সকলো দিশ ব্যাপী মহা কৃষ্ণবৰ্ণ এন্ধাৰ আঁতৰাই দিয়ে। যজ্ঞত যেনেকৈ যূপ ( নামে যূপ ) কাঠ অগ্ৰভাগ যেনি ঘি উত তিয়াই সেই দৰে আকাশত নিজ ৰূপ উষাই ব্যক্ত কৰি বিচিত্ৰ সূৰ্য্যৰ সেৱা কৰে ॥ ৫ ॥ আমি এই নিশাৰ অন্ধকাৰৰ পৰা পাৰ পাইছোঁ। ৰাতিৰ অন্ধকাৰ বৰ্জ্জন কৰি সকলোকে জ্ঞান দিছে। খোচামোদ ( তোষামোদ ) কৰা মানুহৰ দৰে বিশিষ্ট প্ৰকাশ কৰি যেন উষাই হাঁহি মাৰিছে। ( সেই বিশিষ্ট প্ৰকাশিকা ) উষাই সকলোৰে মন ভুলাবলৈ হাঁহি মাৰি অন্ধকাৰ নাশ কৰিছে ॥ ৬ ॥ তেজস্বিনী, সুনৃত-বাক্য-যুক্ত-সকলৰ নেত্ৰী, স্বৰ্গৰ জীয়ৰী উষাক আমি গোতমসকলে স্তৱ কৰিছো। তুমি অন্ন দিয়া, পুত্ৰ-পৌত্ৰাদি যুক্ত কৰা। মানুহ ( দাস আদি ) দিয়া আৰু গৰু ঘোঁৰা ( আদি ) জন্তু দিয়া ॥ ৭ ॥ হে উষাদেৱী, তুমি আমাক কীৰ্ত্তিযুক্ত, বীৰপুত্ৰযুক্ত, বহুত ভৃত্যযুক্ত আৰু অশ্বযুক্ত ধন পোৱাই দিয়া। হে সৌভাগ্যৱতী উষা, ভাল কৰ্ম্মেৰেযুক্তা, স্তোত্ৰত প্ৰীত হৈ যি বৃহৎ ধন প্ৰকাশ কৰিছা, সেই ধন আমাক পোৱাই দিয়া ॥ ৮ ॥ হে উষাদেৱী, সকলো ভুবন প্ৰকাশ কৰি পশ্চিম মুখী হৈ তেজেৰে তুমি বহলকৈ প্ৰকাশ কৰিছা আৰু গোটেই জীৱজগতক নিজ নিজ কামত ৰাখিবলৈ টোপনিৰ পৰা জগাই বিদ্বৰ মনযুক্ত জগতৰ বাক্য তুমি বুজি পাইছা ॥ ৯ ॥ যেনেকৈ কটা চিঙাত পাৰ্গত ব্যাধৰ পত্নীয়ে উৰি যোৱা চৰাইৰ পাখী কাটি আয়ুস নাশ কৰে, সেইদৰে চিৰদিন সূৰ্য্যোদয়ৰ আগতে উৎপত্তি হোৱা দিনে প্ৰতি একে বৰণেৰে ৰূপ ধৰি শোভাকৰি উষাদেৱীয়ে মৰণশীল প্ৰাণীজগতৰ আয়ুস ক্ষয় কৰিছে ॥ ১০ ॥ স্বৰ্গৰ শেষ প্ৰান্ত পৰ্য্যন্ত ব্যাপ্ত হৈ অন্ধকাৰ নাশ কৰি উষা উৎপত্তি হৈছে বুলি সকলোৱে গম পাইছে। ভনীয়েক নিশায় নিজে নিজে অন্তৰ্হিত হৈ আঁতৰি গৈছে। ( এনেকৈ অহাযোৱা কৰি আয়ুস ক্ষয় কৰা ) সূৰ্য্যৰ পত্নী উষাই নিজে বিশেষকৈ প্ৰকাশ কৰিছে। ॥ ১১ ॥ সুভগা, বিচিত্ৰা, মহতী উষাই পশুপালকৰ দৰে তেজ ব্যক্ত কৰিছে আৰু জললৈ বৈ যোৱা নদীৰ দৰে ব্যাপ্ত হৈছে। সেই উষাই সূৰ্য্যৰ ৰশ্মিৰ লগত ওলাই যজ্ঞানুষ্ঠান ( আদি ) কামবিলাক কৰাই ॥ ১২ ॥ হে অন্নৱতী উষাদেৱী, আমাক সেই

বিচিত্ৰ ধন দিয়া, যি ধনেৰে পুত্ৰ-পৌত্ৰ আদি আমি ধাৰণ কৰিব পাৰোঁ ॥ ১৩ ॥ হে গৰুযুক্তা, অশ্বযুক্তা, বিশিষ্ট প্ৰকাশযুক্তা সুনৃতবাক্যযুক্তা উষাদেৱী, আজি এই ঠাইত আমি যাতে ধনযুক্ত হ'ব পাৰোঁ তেনেকৈ অন্ধকাৰ নাশ কৰা ॥ ১৪ ॥ হে অন্নৱতী উষা, ৰঙা বৰণৰ ঘোঁৰা ৰথত লগোৱা। ৰথত উঠি সকলো সৌভাগ্য আমালৈ লৈ আহা ॥ ১৫ ॥ হে দস্ৰা অশ্বিনী দুজন, আমাৰ প্ৰবৰ্ত্তনৰ হেতু হৈ বহুত গৰুযুক্ত আৰু সোমযুক্ত যাতে হয়, তেনেকৈ দুয়ো একমনা হৈ তোমালোকৰ ৰথ আমাৰ ঘৰৰ (যজ্ঞৰ) কাষলৈ ঘূৰাই আনা ॥ ১৬ ॥ হে অশ্বিনী দুজন, তোমালোকে দ্যুলোকৰ পৰা প্ৰশংসনীয় জ্যোতি আনি আমি পাৰ পৰা কৰিলা আৰু দুয়ো আমালৈ বলপ্ৰদ অন্ন আনিলা ॥ ১৭ ॥ হে উষা, কালত সাৰ পোৱা ঘোঁৰা, এই যজ্ঞত সোম পান কৰিবলৈ দস্ৰা অশ্বিনী দুজনক লৈ আহা। সেইবিলাক সুখৰ ভাৰ কৰা আৰু সোণৰ ৰথযুক্ত ॥ ১৮ ॥

৯৩ সূক্ত—ঋ ১২।

ঋষি—ৰহূগণৰ পুত্ৰ গোতম। ছন্দ—১—৩ অনুষ্টুপ্; ৪—৭।১২ ত্ৰিষ্টুভ্; ৮ জগতী বা ত্ৰিষ্টুভ্; ৯—১১ গায়ত্ৰী; দেৱতা—অগ্নি সোম।

হে কামবৰ্ষক অগ্নি আৰু সোম, এয়া আমাৰ আহ্বান ভালকৈ শুনা। আমি ৰচনা কৰা সূক্তাবিলাক প্ৰত্যেককে বিচৰা। তাৰ পাচত হবি দিয়া যজমানক সুখ দাতা হোৱা ॥ ১ ॥ হে অগ্নি-সোম, যি আজি তোমালোকক এই স্তুতি বাক্যৰে পূজা কৰিছে, তেওঁক বলবান গৰু আৰু ঘোঁৰা দিয়া ॥ ২ ॥ হে অগ্নি-সোম, তোমালোকক যি ঘিঁউৰে আৰু হবি অন্নেৰে আহুতি দিয়ে, তেওঁক সুবীৰ্য্য পুত্ৰ পৌত্ৰাদিৰে সৈতে দীৰ্ঘায়ু কৰা ॥ ৩ ॥ হে অগ্নি-সোম, যি বীৰ্য্যেৰে তোমালোকে পণি অসুৰৰ পৰা গোধন উলিয়াই আনিলা, বৃসয়ৰ পুত্ৰ শেষক নাশ কৰিলা, আৰু (বৃত্ৰ বধ কৰাৰ পাচত) যি জ্যোতি আকাশত ওলাল আৰু সকলোৱে দেখিলে, সেই বীৰ্য্য আমাৰ জনা আছে ॥ ৪ ॥ হে সোম, তুমি অগ্নিৰে সৈতে সমানে কাম কৰি দীপ্যমান নিশা দেখা গ্ৰহ-তৰা দ্যুলোকত ধাৰণ কৰিলা। (ব্ৰহ্মহত্যা পাপেৰে আক্ৰান্ত) নদীক চাৰিওকালে ওলাই পৰাত সেই পাপৰ পৰা (তোমালোক) অগ্নি-সোমে মুক্ত কৰিছিলা ॥ ৫ ॥ হে অগ্নি-সোম, তোমালোকৰ মাজৰ এজনক (অগ্নিক) মাতৰিশ্বাই (বায়ুৱে) স্বৰ্গৰ পৰা আনিছিল। শেন চৰাই ৰূপেৰে গায়ত্ৰীয়ে অন্যজনক (সোমক) পৰ্ব্বতৰ পৰা বলেৰে আনিছিল। এনেকুৱা তোমালোক দুজনক মন্ত্ৰৰূপ স্তোত্ৰেৰে বৰ্দ্ধন কৰি যজ্ঞৰ কাৰণে পৃথিৱীত বিস্তীৰ্ণ কৰিলে ॥ ৬ ॥ হে অগ্নি আৰু সোম, ওচৰত পোৱা হবি ভক্ষণ কৰা। আমাক অনুগ্ৰহ কৰা। হে কামবৰ্ষক দুজন, আমাৰ পৰিচৰণ লোৱা। ভাল সুখকৰ আৰু আমাৰ ৰক্ষক হৈ হবি দাতাক ৰোগ উপশম কৰি ভয় আঁতৰাই দিয়া ॥ ৭ ॥ যি অগ্নি আৰু সোমক দেৱতা পৰায়ণ হৈ শ্ৰদ্ধা মনেৰে হবি অন্নেৰে পূজা কৰে, যি ঘিঁউৰে পূজা কৰে, সেই যজমানৰ কৰ্ম্ম ৰক্ষা কৰা, পাপৰ পৰা ৰক্ষা কৰা। যি যজ্ঞ কৰ্ম্মত মনযোগ দিয়ে, তেওঁক বহুত সুখ দিয়া ॥ ৮ ॥ হে অগ্নি-সোম, তোমালোক সমান ধনযুক্ত আৰু একেলগে আহ্বান কৰিবৰ উপযুক্ত। তোমালোক দেৱতা সকলৰ মাজত প্ৰশংসনীয় ॥ ৯ ॥ হে অগ্নি-সোম, তোমালোকক যিজনে ঘিঁউৰে সৈতে হবি দিয়ে তেওঁক বহুত ধন দিয়া ॥ ১০ ॥ হে অগ্নি-সোম, তোমালোকে আমি দিয়া এই হবি সেৱন কৰা। সেই অৰ্থে আমাৰ সৈতে তোমালোক আহা ॥ ১১ ॥ হে অগ্নি-সোম, আমাৰ ঘোঁৰাবিলাক পালন কৰা। গাখীৰ (আদি) হব্য দিয়া গৰুবিলাক বৰ্দ্ধিত হওক। আমাক হবি আৰু ধনযুক্ত বল দিয়া। আমাৰ যাগ ধনযুক্ত কৰা ॥ ১২ ॥

৯৪ সূক্ত—ঋ ১৬।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—জগতী; ১৫—১৬ ত্ৰিষ্টুভ। দেৱতা—১—৭।৮ অং। ৯—১৬ (১৬ অং) অগ্নি; ৮ অংশ বহুত দেৱতা।

পূজ্য জাতবেদ অগ্নিলৈ এই সূক্তৰূপ স্তোত্ৰ ৰথৰ দৰে বুদ্ধিৰে সংস্কাৰ কৰি পূজা কৰিম। এই অগ্নি সভাত আমাৰ বুদ্ধিৰ কল্যাণকাৰী হয়। হে অগ্নি, তোমাৰ সখীত্বৰ পৰা আমি যেন এৰাই নেযাওঁ ॥ ১ ॥ হে অগ্নি, যাক তুমি যজন কৰা (যাৰ হব্য দেৱতালৈ নিয়া) তেওঁৰ আশা পূৰ্ণ হয়, শত্ৰুৰ অপ্ৰতিহত হৈ বাস কৰে আৰু সুবীৰ্য্য ধন পাই বৰ্দ্ধিত হয়। তেওঁ দৰিদ্ৰ নহয়। হে অগ্নি.........১ ৰকম দৰে ॥ ২ ॥

হে অগ্নি, আমি যেন তোমাক বন্ধুত্বলৈ শক্তি পাওঁ। তুমি (যজ্ঞ কৰিবলৈ) আমাক জ্ঞান দিয়া। তোমাতেই আহুত হবি (আদি) দেৱতাসকলে খাবলৈ পাই। আদিত্যসকলক তুমি ইয়ালৈ লৈ আহা। তেওঁবিলাকক আমি বিচাৰিছোঁ। হে অগ্নি…… …১ ঋকৰ দৰে ॥৩॥ হে অগ্নি, যাগ কৰিবলৈ ইন্ধন (খৰি) গোটাম। তাৰ পাচত হবি যোগাৰ কৰি তোমাক প্ৰতি পক্ষৰ পৰ্ব্বত (ভাগত) জনাম। তুমি আমাৰ কৰ্ম্মবিলাক সাধন কৰিবা যাতে আমি দীৰ্ঘ জীৱন লাভ কৰিব পাৰোঁ। হে অগ্নি………১ ঋকৰ দৰে ॥৪॥ এই অগ্নিৰ পৰা উৎপত্তি হোৱা ৰশ্মিবিলাক সকলো প্ৰাণীৰ ৰক্ষক হৈ ওলায় আৰু দুঠেঙীয়া আৰু চাৰিঠেঙীয়া বিলাক ৰশ্মিৰে পূৰ্ণ হয়। হে অগ্নি, ৰাতি নাশ কৰা বিচিত্ৰ উষাতকৈও তুমি মহান। হে অগ্নি……… ১ ঋকৰ দৰে ॥৫॥ হে অগ্নি, তুমি অধ্বৰ্য্যু, তুমি মুখ্য হোতা, তুমি প্ৰশাস্তা (শিক্ষক), তুমি পোতা আৰু জন্মতেই তুমি পুৰোহিত। সকলো ঋত্বিকৰ কৰ্ম্ম জানি, হে প্ৰাজ্ঞ, তুমি যজ্ঞ সম্পূৰ্ণ কৰা। হে অগ্নি……… ১ ঋকৰ দৰে ॥৬॥ হে অগ্নি, তুমি শোভন অঙ্গৰ হৈ সকলো পিনে এক হৈ থাকা। দূৰৈত থাকিও ওচৰতে থকাৰ নিচিনা। হে অগ্নি দেৱতা, ৰাতি অন্ধকাৰতো তুমি জ্বলি ভালকৈ দেখা। হে অগ্নি……… ১ ঋকৰ দৰে ॥৭॥ হে দেৱতাসকল, সোমৰস চেপা যজমানৰ ৰথ অন্য ৰথৰ আগত হওক। আমাৰ অভিশাপে পাপ ৰূপ শত্ৰু অভিভৱ কৰক। এই মোৰ বাক্য, হে দেৱতাসকল, তোমালোকে জানি সেইদৰে আচৰণ কৰি আমাৰ স্তুতি বৰ্দ্ধিত কৰা। হে অগ্নি……… ১ ঋকৰ দৰে ॥৮॥ হে অগ্নি, তুমি সাজ্বাতিক অস্ত্ৰেৰে বেয়া কথা আৰু পাপ বুদ্ধি নিৰ্ম্মূল কৰা। যিবিলাক মানুহ খোৱা ৰাক্ষস দূৰ দেশত বা ওচৰত আছে সেই বিলাকক মাৰা। তুমি স্তোতাৰ কাৰণে পথ সুগম কৰি দিয়া। হে অগ্নি……., ১ ঋকৰ দৰে ॥৯॥ হে অগ্নি, ৰঙা বৰণৰ জ্বলি থকা বায়ুবেগী ঘোঁৰা দুটা যেতিয়া তুমি ৰথত যোজনা কৰা তেতিয়া হাবি পুৰিবলৈ তোমাৰ মাত বৃষভৰ দৰে গম্ভীৰ হয় আৰু পাচত ধোঁৱা ওলাই নিচান দি প্ৰকাশ কৰে। হে অগ্নি… … ১ ঋকৰ দৰে ॥১০॥ হে অগ্নি, হাবিৰ ভিতৰত সোমোৱাৰ পাচত তোমাৰ গম্ভীৰ শব্দত চৰাই বিলাকেও ভয় খাই। তোমাৰ একাষে হাবিৰ বনবিলাক পোৰা হলে যেতিয়া কেউকালে বৈ থকা তেতিয়া তুমি আৰু তোমাৰ ৰথ দূৰলৈকে যাবা নাইকিয়া হয়। হে অগ্নি ……… ১ ঋকৰ দৰে ॥১১॥ এই অগ্নিৰ স্তোতাক মিত্ৰ আৰু বৰুণে ধাৰণ কৰক। অন্তৰীক্ষত থকা মৰুতসকলৰ ক্ৰোধ অদ্ভুত। হে অগ্নি, আমাক সুখ দিয়া। এই মৰুত-সকলৰ মন প্ৰসন্ন হওক। হে অগ্নি……১ ঋকৰ দৰে ॥১২॥ হে জ্বলি থকা অগ্নি, তুমি দেৱতাসকলৰ মহান মিত্ৰ। যজ্ঞত শোভন তুমি সকলো ধনৰ বাসস্থান। অতি বিস্তীৰ্ণ যজ্ঞ ঘৰত তোমাৰ ৰক্ষণত আমি থাকিম। হে অগ্নি……১ ঋকৰ দৰে ॥১৩॥ হে অগ্নি, তুমি নিজ ঘৰত সমিধেৰে জ্বলোৱা হৈ, সোমৰসেৰে আহুতি দিয়া ঋত্বিকে স্তুতি কৰাৰ পাচত অতি সুখ দাতা হৈ বহু ধন হবিদাতাক দিয়া। হে অগ্নি……১ ঋকৰ দৰে ॥১৪॥ হে সুধনযুক্ত অখণ্ডনীয় অগ্নি, সকলো যজ্ঞত বৰ্ত্তমান হৈ তুমি যি যজমানক পাপহীন কৰ্ম্ম কৰিবলৈ পাৰ্গত কৰা, সেই যজমান সমৃদ্ধিশালী হয়। যি যজমানক কল্যাণীয় বলেৰে সংযোজন কৰা (তেওঁ সমৃদ্ধিশালী হয়)। আমি স্তোতাসকল পুত্ৰ-পৌত্ৰাদিৰে সৈতে যেন ধনবান হওঁ ॥১৫॥ হে অগ্নি, তুমি সৌভাগ্য জনা আৰু এই কৰ্ম্মত আমাৰ আয়ুস বৰ্দ্ধন কৰা। আৰু সেই মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিৱী আৰু স্বৰ্গ দেৱতায়ো আমাক বৰ্দ্ধন কৰক ॥১৬॥

৯৫ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—ত্ৰিষ্টুভ।

দেৱতা—অগ্নি বা উষাপুত্ৰ অগ্নি।

বিভিন্ন শুক্ল আৰু কৃষ্ণৰূপে নিজে পুনঃ পুনঃ দিনো অহা যোৱা কৰি পৰস্পৰে পৰস্পৰৰ পুত্ৰক পৰি পালন কৰে (ৰস পোৱাই দিয়ে)। সূৰ্য্যই (এজনী মাকৰ পৰা) হবি অন্নবাণ হ'ল আৰু অগ্নিয়ে (ইজনী মাকৰ পৰা) নিৰ্ম্মল দীপ্তিৰে প্ৰকাশ হ'ল ॥১॥ এলাহ নোহোৱা যুৱতী দহজনীয়ে (দহ আঙুলীৰে) ত্বষ্টাৰ ওচৰৰ পৰা বায়ুৰ গৰ্ভৰে (জঠৰাগ্নিৰূপে) সকলোৰে দেহত থকা তীক্ষ্ণ মুখৰ, অতিযশস্বী, মানুহৰ মাজত বিশেষকৈ দীপ্যমান এই অগ্নিক জন্মাই কেউকালে নিয়ে ॥২॥ এই অগ্নিৰ তিনি জন্মই চাৰিওকালে শোভা কৰিছে। এটা জন্ম সমুদ্ৰত, (এটা) দ্যুলোকত আৰু (এটা) অন্তৰীক্ষত। ঋতুবিলাক নিয়মমতে ভাগ কৰি পৃথিৱীৰ সকলো প্ৰাণীৰ হিতৰ অৰ্থে পূৱ দিশত অনুক্ৰমে বিদিত কৰে ॥৩॥ লুকাই থকা এই অগ্নিক

তোমালোকৰ মাজত কোনে জানে ? পুত্ৰ হৈও মাতৃ-স্থানীয় পানীত হবি অন্ন আদি উৎপাদন কৰে। মহৎ, মেধাবী আৰু হবাযুক্ত অগ্নি বহুত পানীৰ গৰ্ভৰ দৰে আৰু সমুদ্ৰৰ পৰা ওলায় ॥ ৪ ॥ কুটিল বেকাবে কীকৈ যোৱা মেঘৰ কোলাত নিজ যশেৰে থকা অগ্নি প্ৰকাশ হৈ ওপৰত জ্বলে। দুয়ো দ্যাবাপৃথিৱীয়ে ত্বষ্টাৰ দীপ্তিত জন্ম হোৱা অগ্নিলৈ ভয় কৰে। পাচত সেই সিংহৰ আগলৈ আহি সেৱা কৰে ॥ ৫ ॥ দুয়ো দ্যাবা-পৃথিৱীয়ে সুন্দৰী স্ত্ৰীৰ দৰে এই অগ্নিক সেৱা কৰে আৰু হেম্বেলিওৱা গৰুৰ দৰে পোৱালিৰ ওচৰত থাকি যত্ন লয়। এই অগ্নি সকলো বলৰ বলাধিপতি হ'ল। দক্ষিণত থকা অগ্নিক ঋত্বিক সকলে হব্যৰে সিঁচি ৰসাল কৰি তোলে ॥ ৬ ॥ সবিতাৰ দৰে অগ্নিয়ে ৰশ্মি বিলাকেৰে নিজৰ তেজ ওপৰমুখী কৰে। ভয়ঙ্কৰ অগ্নিয়ে দুয়ো দ্যাবাপৃথিৱী নিজ তেজেৰে ভূষিত কৰি সকলো প্ৰাণীৰ কাৰণে দীপ্ত সাৰভূত ৰস ওপৰ কৰি দিয়ে আৰু মাতৃ সকলক বৰুণ ৰূপী কাপোৰ পিন্ধায় দিয়ে ॥ ৭ ॥ অন্তৰীক্ষত চলি থকা মেঘৰ সৈতে বিজুলী ৰূপে সংযুক্ত হৈ দীপ্ত ৰূপ যেতিয়া হয়, মেধাবী, ধাৰক সেই অগ্নিয়ে নিজ তেজেৰে কেউফালে ঢাকি পেলায়। সেই অগ্নিয়ে বিস্তাৰ কৰা দীপ্তি আমি স্তুতি কৰিলে যজ্ঞত একেলগ হয় ॥ ৯ ॥ আকাশত চলি থকা পানীবোৰৰ অগ্নিয়ে সোঁত বোৱাই দিয়ে। নিৰ্মল পানীৰে পৃথিৱী ভৰাই দিয়ে। পাচত সকলো অন্ন পেটত ধাৰণ কৰে। সেই অৰ্থে ৰৰষুণৰ পাচত উৎপন্ন নতুন ওষধি গছবিলাকত পাক হবৰ কাৰণে ভিতৰ সোমায় যায় ॥ ১০ ॥ হে পাৱক অগ্নি, সমিধ আদি বস্তুৰে এইদৰে বাঢ়ি গৈ ধনযুক্ত আমালৈ অন্নৰ কাৰণে বিশেষকৈ জ্বলা। আমাৰ সেই অন্ন মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিৱী আৰু স্বৰ্গই ৰক্ষা কৰক ॥ ১১ ॥

৯৬ সূক্ত—ঋ ৯।

ঋষি আৰু ছন্দ ৯৫ সূক্তৰ দৰে। দেৱতা—

অগ্নি বা দ্ৰবিনোদা অগ্নি।

বলেৰে উৎপন্ন হোৱাৰ পাচতেই পূৰণিৰ (সদায় থকা) দৰে (অগ্নিয়ে) সকলো মেধাবীৰ যজ্ঞ গ্ৰহণ কৰিলে। মেঘৰ পানী আৰু শব্দই দ্ৰবিনোদা অগ্নিক মিত্ৰ বুলি ভাবে। দেৱতাসকলে অগ্নিক হবি-ধন-দাতা কৰি দূত কৰি পঠিয়াইছিল ॥ ১ ॥ সেই অগ্নিয়ে মনুৰ পূৰণি উক্থেৰে স্তুতি কৰিলত মনুসকলক সন্তান-সন্ততি সৃষ্টি কৰি দিছিল। তেওঁ ঢাকি থকা তেজেৰে আকাশ আৰু স্বৰ্গ ব্যাপ্ত হৈ আছে। দেৱতা .....১ ঋকৰ দৰে ॥ ২ ॥ হে মানুহ সকল, সকলো দেৱতাৰ মুখ্য, যজ্ঞৰ সাধক, হবাৰে আহুত, স্তোত্ৰৰে সন্তুষ্ট হোৱা, অন্নৰ পুত্ৰ, প্ৰজাক ভৰণ কৰা আৰু দানশীল অগ্নিক তোমা-লোকে স্তুতি কৰা। দেৱতা . ...১ ঋকৰ দৰে ॥ ৩ ॥ সেই অন্তৰীক্ষত থকা মাতৰিশ্বা অগ্নিয়ে বহুত বৰণীয় পুষ্টি দিয়ে, স্বৰ্গ দিয়ে, সকলোৰে ৰক্ষক, দ্যাবাপৃথিৱীৰ উৎপাদক। তেওঁ আমাৰ পুত্ৰক ভাল যোৱা বাট দেখুৱাই দিয়ক। দেৱতা .....১ ঋকৰ দৰে ॥ ৪ ॥ ৰাতি আৰু দিনত নিজ নিজ ৰূপেৰে পৰস্পৰ ক্ষেৰ মাৰি ঐক্য ভাবেৰে এটি কেচুৱাকে, দিনৰ পুত্ৰ অগ্নিক হবি অন্ন পোৱাই দি জ্বলি থকা সেই অগ্নিয়ে দ্যাবা-পৃথিৱীৰ মাজত শোভা পাই। দেৱতা.... ১ ঋকৰ দৰে ॥ ৫ ॥ যি অগ্নি ধনৰ মূল কাৰণ, নিবাসৰ হেতু, ধনৰ দাতা, যজ্ঞৰ নিচান, মানুহৰ অভিলাষ সাধণ কৰা, নিজ অমৰত্ব ৰজায় ৰখা তেওঁক এই ধন-দাতা অগ্নিক দেৱতাসকলে ধাৰণ কৰি ৰাখে। দেৱতা সকলে...... ১ ঋকৰ দৰে ॥ ৬ ॥ আজিকালি হোৱা আৰু পূৰণি কালত হোৱা অগ্নি ধনৰ আবাসৰ স্থান। এতিয়া জন্ম হোৱা আৰু আগতে জন্ম হোৱা বিলাকৰ নিবাসৰ স্থল। যি এতিয়া আছে আৰু যি আগলৈ হ'ব আৰু ৰক্ষক, এনে গুণ বিশিষ্ট অগ্নিক, দেৱতা... . ১ ঋকৰ দৰে ॥ ৭. ॥ দ্ৰবিনোদাই জঙ্গম বিলাকৰ ধনৰ এক অংশ আমাক দিয়ক। দ্ৰবিনোদাই ভজনীয় স্থাৱৰ ধনৰ এক অংশ আমাক দিয়ক। দ্ৰবিনোদাই বীৰ পুত্ৰাদিৰে সৈতে অন্ন আমাক দিয়ক আৰু দ্ৰবিনোদাই আমাক দীৰ্ঘায়ু দিয়ক ॥ ৮ ॥ ৯ ঋক ১।৯৫।১১ ঋকৰ দৰে ॥ ৯ ॥

৯৭ সূক্ত—ঋ ৮।

ঋষি অঙ্গিৰসৰ পুত্ৰ—কুৎস। ছন্দ—গায়ত্ৰী

দেৱতা—শুদ্ধ অগ্নি।

হে অগ্নি আমাৰ পাপ দূৰ কৰা। আমাৰ ধন প্ৰকাশ কৰা। আমাৰ পাপ দূৰ কৰা ॥ ১ ॥ ভাল পথাৰৰ কাৰণে, ভাল বাটৰ কাৰণে, ঘৰৰ আৰু ধনৰ কাৰণে আমি অগ্নিক হবিৰে পূজা কৰো। আমাৰ

পাপ দূৰ কৰা ॥ ২ ॥ তেওঁ কুৎস নামৰ স্তোতাসকলৰ ভিতৰত বিশেষ স্তোতা আৰু আমাৰ প্ৰসিদ্ধ স্তোতা সকলো বিশেষ স্তোতা। আমাৰ পাপ দূৰ কৰা ॥ ৩ ॥ হে অগ্নি, যদি তোমাৰ স্তোতাৰ পুত্ৰ-পৌত্ৰাদি বাঢ়ে তেনেহলে আমি স্তোতাবো বাঢ়িব। হে অগ্নি, আমাৰ পাপ দূৰ কৰা ॥ ৪ ॥ শত্ৰু অভিভৱকাৰী অগ্নিয়ে কেউ-পিনে দীপ্তিমান হৈ ব্যাপ্ত হৈ যায়। হে অগ্নি, আমাৰ পাপ দূৰ কৰা ॥ ৫ ॥ হে অগ্নি, তুমি সৰ্ব্বতোমুখী। সকলো উপদ্ৰৱৰ পৰা আমাৰ ৰক্ষক হোৱা। আমাৰ পাপ দূৰ কৰা ॥ ৬ ॥ হে সৰ্ব্বতোমুখী অগ্নি, নৈ পাৰ কৰা দৰে শত্ৰুৰ পৰা আমাক সিপাৰ কৰা (শত্ৰু নোহোৱা পাৰ পোৱাই দিয়া)। আমাৰ পাপ দূৰ কৰা ॥ ৭ ॥ হে অগ্নি, তুমি আমাক নাৱেৰে নদী পাৰ কৰা দৰে, সুখৰ কাৰণে শত্ৰুক অতিক্ৰম কৰি পালন কৰা। আমাৰ পাপ দূৰ কৰা ॥ ৮ ॥

৯৮ সূক্ত—ঋ ৩।

ঋষি—অঙ্গিৰসৰ পুত্ৰ-কুৎস। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বৈশ্বানৰ অগ্নি।

বৈশ্বানৰ অগ্নিৰ সুঅনুগ্ৰহত আমি আছোঁ। তেওঁ সকলো ভুৱনৰ মানুহৰ সেৱা কৰিবলগীয়া ৰজা। বৈশ্বানৰে এই (অৰণী) দুদালৰ মাজত জন্ম হোৱা মাত্ৰে সকলো জগত দেখে আৰু পুৱা উদয় হোৱা সূৰ্য্যৰ লগত যায় ॥ ১ ॥ এই বৈশ্বানৰ অগ্নি দ্যুলোকত (আদিত্য ৰূপে) বৰ্ত্তমান। পৃথিবীত (গাৰ্হপত্য অগ্নিৰূপে) বৰ্ত্তমান আৰু সকলো শস্যতে থাকি (পৰিপাক কৰিবলৈ) দেহাৰ ভিতৰত সোমায়। সেই বৈশ্বানৰ অগ্নিয়ে অসাধাৰণ বলেৰে আমাক দিনত হিংসা কৰা শত্ৰুৰ পৰা ৰক্ষা কৰক আৰু ৰাতিও ৰক্ষা কৰক ॥ ২ ॥ হে বৈশ্বানৰ অগ্নি, তোমাৰ বিষয় আমি কৰা (যজ্ঞ) কৰ্ম্ম সত্য হওক। আমি যেন ধনবানৰ (ধনৰ) দৰে অতি প্ৰিয় পুত্ৰ পাওঁ। আমাৰ সেই ধন মিত্ৰ, বৰুণ, অদিতি সিন্ধু, পৃথিবী আৰু স্বৰ্গই ৰক্ষা কৰক ॥ ৩ ॥

৯৯ সূক্ত—ঋ ১।

ঋষি—মৰীচিৰ পুত্ৰ কশ্যপ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—জাতবেদ বা শুদ্ধ অগ্নি।

হে জাতবেদ অগ্নি, তোমালৈ সোম অভিষৱ কৰিম। সেই অগ্নিয়ে আমাক যি শত্ৰুতা কৰে তাৰ ধন পুৰি পেলাওক। সেই অগ্নিয়ে আমাক সকলো দুৰ্গতিৰ পৰা উদ্ধাৰ কৰক। যেনেকৈ নাৱেৰে নদী পাৰ কৰে তেনেকৈ অগ্নিয়ে আমাক দুঃখৰ পৰা পাৰ কৰক ॥ ১ ॥

১০০ সূক্ত—ঋ ১৯।

ঋষি—বৃষাগিৰৰ পুত্ৰ ঋজ্ৰাশ্ব, অম্বৰীষ, সহদেৱ, ভয়মান, সুৰাধস্। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

যি ইন্দ্ৰ কামবৰ্ষী, সকলো বল একেলগ হৈ থকা মহৎ দ্যুলোকৰ আৰু পৃথিবীৰ ঈশ্বৰ পানী দাতা, সংগ্ৰামত আহ্বান কৰা, মৰুৎগণেৰে সৈতে সেই ইন্দ্ৰই আমাক ৰক্ষা কৰিবলৈ তৎপৰ হওক ॥ ১ ॥ যি ইন্দ্ৰৰ গতি সূৰ্য্যৰ দৰে অন্যই নেপায়, নিজ বলেৰে মৰুত-সকলৰে সৈতে অতি কামবৰ্ষী, সংগ্ৰামত বৃত্ৰবধ কৰা; অসুৰৰ শোষক, মৰুৎগণে সৈতে থকা ইন্দ্ৰই আমাৰ ৰক্ষক হওক ॥ ২ ॥ সূৰ্য্যৰ কিৰণৰ দৰে যাৰ তেজী আৰু দুষ্প্ৰাপ্য কিৰণবিলাকে বৃষ্টিৰ পানী খিৰাই চাৰিওফালে পঠিয়াই দিয়ে, সেই নিজৰ চলি থকা সখা মৰুতসকলেৰে সৈতে শত্ৰু পৰাজয় কৰা, নিজ বলেৰে বিজয়ী ইন্দ্ৰই আমাক ৰক্ষা কৰা হওক ॥ ৩ ॥ সেই ইন্দ্ৰ অঙ্গিৰসসকলৰ ভিতৰত এটাইতকৈ শ্ৰেষ্ঠ অঙ্গিৰা, কামবৰ্ষীসকলৰ মাজত অতি কামবৰ্ষী, সখাসকলৰ মাজত অতি হিতকাৰী সখা, অৰ্চনীয়বিলাকৰ ভিতৰত অতি অৰ্চনীয়, স্তৱ কৰাবিলাকৰ ভিতৰত জ্যেষ্ঠ স্তৱ কৰা হ'ল। তেওঁ মৰুতসকলেৰে সৈতে আমাৰ ৰক্ষক হওক ॥ ৪ ॥ নিজ পুত্ৰৰ দৰে ৰুদ্ৰৰ পুত্ৰ মৰুৎগণেৰে সৈতে মহান ইন্দ্ৰই যুদ্ধত শত্ৰুক পৰাজয় কৰিলে। সমানে থকা মৰুৎগণেৰে সৈতে অন্নৰ কাৰণ হোৱা পানীবিলাক মেঘৰ পৰা এৰি দিলে। এনে মৰুত্বান ইন্দ্ৰ আমাৰ ৰক্ষক হওক ॥ ৫ ॥ শত্ৰুহন্তা, সংগ্ৰাম কৰোতা, সৎলোকৰ পালক, বহুতে আহূত কৰা ইন্দ্ৰই আজি দিনত আমাৰ মানুহক সূৰ্য্যৰ পোহৰ ভোগ কৰিবলৈ দিয়ক। তেওঁ মৰুতসকলেৰে সৈতে আমাক ৰক্ষা কৰক ॥ ৬ ॥ সেই ইন্দ্ৰক বীৰ পুৰুষে কৰা সংগ্ৰামত চলন্ত মৰুতসকলে আনন্দ দিয়ে। মানুহবিলাকে তেওঁক ধনৰ ৰক্ষক কৰে। তেওঁ সকলো ফলদাতা ঈশ্বৰ। সেই মৰুত্বান ইন্দ্ৰই আমাক ৰক্ষা কৰক ॥ ৭ ॥

দেৱতাসকলে বলৰ উৎসৱত ( ৰণত ) জয়ৰ কৰ্ত্তা ইন্দ্ৰক বিচাৰে। ৰক্ষাৰ কাৰণে আৰু ধনৰ কাৰণে সেই ইন্দ্ৰক পাবলৈ বিচাৰে। অন্ধকাৰত অন্ধ হোৱা ৰণত ইন্দ্ৰই বিজয় প্ৰকাশ কৰে। সেই মৰুত্বান ইন্দ্ৰই আমাৰ ৰক্ষা কৰা হওক ॥ ৮ ॥ তেওঁ বাওঁহাতেৰে মহা শত্ৰুকো দমন কৰে। সোঁহাতেৰে যজমানে দিয়া হবি গ্ৰহণ কৰে। আৰু সেই ইন্দ্ৰই স্তোতাৰ দ্বাৰা স্তুত হৈ সকলোকে ধন দিয়ে। সেই·· ······৮ শ্লোকৰ দৰে ॥ ৯ ॥ সেই ইন্দ্ৰই মৰুৎগণৰ সহায়েৰে সৈতে ধন দাতা হয়। তেওঁ আজি সকলো মানুহক ৰথেৰে আহি জনায় দিছে। তেওঁ নিজ বলেৰে দুৰ্দ্ধৰ্ষ শত্ৰুকো অভিভূত কৰে। সেই ····· ৮ ঋকৰ দৰে ॥ ১০ ॥ বহুতে আহুত কৰা সেই ইন্দ্ৰই বন্ধুসকলক আৰু বন্ধু নোহোৱাসকলক লগত লৈ সংগ্ৰামলৈ যায়। আৰু সেই ইন্দ্ৰক পোৱা পুৰুষৰ পুতেক নাতিয়েক সকলৰ জয়ৰ কাৰণ হয়। সেই··. .. ৮ ঋকৰ দৰে ॥ ১১ ॥ সেই বজ্ৰধাৰী, দস্যুহন্তা ভীম (ভীষণ), উগ্ৰ, বহুজ্ঞানী, বহুতে স্তুতি কৰা, মহান, বলত যজ্ঞৰ সোমৰসৰ দৰে ( তেওঁ ) পাঁচজাতিৰ ৰক্ষক। সেই ... ৮ ঋকৰ দৰে ॥ ১২ ॥ সেই ইন্দ্ৰৰ বজ্ৰই শত্ৰুক কন্দুৱাই। যি ইন্দ্ৰ ভাল পানী দিওঁতা, সূৰ্য্যৰ দৰে দীপ্ত, শব্দ কৰা, আনৰ ভাল কৰ্ম্ম কৰা, সেই ইন্দ্ৰই ধন দিয়া সেৱন কৰে আৰু নিজে ধন লয়। সেই ·· ·· ৮ ঋকৰ দৰে ॥ ১৩ ॥ যি ইন্দ্ৰ বলৰ প্ৰশংসাৰ জোখ দিয়া দ্যাবা-পৃথিবীৰ সকলোপিনে অনবৰত পালন কৰে, সেই ইন্দ্ৰই আমি কৰা যাগত ভাল পাই আমাক বিপদৰ পৰা পাৰ কৰক। সেই··· ···৮ ঋকৰ দৰে ॥ ১৪ ॥ যি দেৱতা ইন্দ্ৰৰ বলৰ অন্ত দেৱতাসকলে নেপালে, মানুহ আৰু পানীয়েও নেপালে, সেই ইন্দ্ৰ বলত পৃথিবী আৰু স্বৰ্গতকৈও বেছি হ'ল। সেই ·· ···৮ ঋকৰ দৰে ॥ ১৫ ॥ ৰঙা আৰু শ্যাম বৰ্ণৰ, অতি দীঘল ওলমি থকা অলংকাৰেৰে সৈতে ঘোঁৰাত উঠি স্বৰ্গত ঋজাশ্ব ৰাজৰ্ষীয়ে ধনৰ বাবে সিঁচি দিওঁতা ইন্দ্ৰৰ সৈতে থকা ৰথৰ ধুৰাত বহন কৰা আহ্লাদকাৰী সেনা নহুষৰ প্ৰজাবিলাকক চিনি পালে ॥ ১৬ ॥ হে কামবৰ্ষী ইন্দ্ৰ, তোমাৰ এই উকৃথ স্তোত্ৰ তোমাৰ প্ৰীতিৰ কাৰণে বৃষাগিৰৰ পুত্ৰ ঋজ্ৰাশ্বা আদিয়ে, ঋজ্ৰাশ্বাই ওচৰত থকা অম্বৰীষ, সহদেৱ, ভয়মান আৰু সুৰাধাৰ লগত তোমাৰ সন্মুখত স্তোত্ৰ গাইছে ॥ ১৭ ॥ পুৰুহুত ইন্দ্ৰই গতিশীল মৰুৎগণেৰে সৈতে পৃথিৱীত থকা দস্যু আৰু অন্ধকাৰ কৰা ৰাক্ষস সিম্যুক অস্ত্ৰিয়াই পাচত বজ্ৰেৰে হত্যা কৰিলে। বগা অলংকাৰেৰে সখা মৰুৎগণেৰে সৈতে শত্ৰুৰ ভূমি দখল কৰিলে সূৰ্য্যক উলিয়াই বজ্ৰেৰে বৰষুণৰ পানী বোৱাই দিলে ॥ ১৮ ॥ সৰ্ব্বতিকাল আমাৰ ইন্দ্ৰই পক্ষপাত বচন দিয়ক ( আমাৰ হৈ কওক )। আমি পোনপটীয়াভাৱে হবি অন্ন ভোগ কৰোঁ। এই সংকল্পেৰে আমি যি পূজা কৰিলোঁ ( তাৰে ) মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গকো আমি পূজা কৰোঁ ॥ ১৯ ॥

১০১ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—জগতী, ৮-১১ ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

( হে ঋত্বিকসকল ) স্তুতি কৰিবলগীয়া ইন্দ্ৰক আমি হবি অন্নেৰে সৈতে স্তুতি উচ্চাৰণ কৰোঁ আহা, যি ইন্দ্ৰই ঋজিশ্বান ৰজাৰ সৈতে কৃষ্ণগৰ্ভা অসুৰ পত্নী বধ কৰিছিল। ৰক্ষণ ইচ্ছা কৰি আমি কামবৰ্ষী, সোঁহাতত বজ্ৰ থকা সেই ইন্দ্ৰক মৰুৎগণে সৈতে সখা হ'বলৈ আহ্বান কৰিছোঁ ॥ ১ ॥ যি ইন্দ্ৰই খঙ কৰি উঠি হাত নোহোৱা বৃত্ৰক বধ কৰিছিল, যি ইন্দ্ৰই শম্বৰ অসুৰক বধ কৰিছিল, ব্ৰত বিঘ্ন কৰা পিপ্ৰু অসুৰক বধ কৰিছিল আৰু যি ইন্দ্ৰই শোষক অসুৰ শুষ্ণক সমূলে নাশ কৰিছিল, সেই ইন্দ্ৰক ·········১ ঋকৰ দৰে ॥ ২ ॥ যি ইন্দ্ৰৰ বিপুল বল দ্যাবাপৃথিবীত ব্যাপ্ত হৈ আছে, যাৰ নিয়মত বৰুণ স্থিতি হৈছে, সূৰ্য্যয় যাৰ নিয়ম পালন কৰে, যাৰ নিয়মত নদীবিলাক বৈ থাকে সেই·········১ ঋকৰ দৰে ॥ ৩ ॥ যি ইন্দ্ৰ ঘোঁৰাবিলাকৰ অধিপতি, সকলো গৰুৰ অধিপতি, পৰাধীন নহয়, যি সকলো কামত স্থিৰ, যি ইন্দ্ৰ স্তুতিৰে পোৱা, যি যজ্ঞানুষ্ঠানৰ বিৰোধীবিলাকৰ হন্তা, সেই ·········১ ঋকৰ ॥ ৪ ॥ যি ইন্দ্ৰ সকলো উশাহ লৈ থকা জগতৰ প্ৰাণীৰ অধিপতি, যি ব্ৰাহ্মণক ( অঙ্গিৰসক ) প্ৰথমে গৰু পোৱাই দিছিল, যি ইন্দ্ৰই দস্যুবিলাকক নাইকিয়া কৰি বধ কৰিছিল, সেই·········১ ঋকৰ দৰে ॥ ৫ ॥ যি ইন্দ্ৰক বলী পুৰুষে যুদ্ধলৈ আহ্বান কৰিব লাগে, যাক ভীৰুবিলাকে আহ্বান কৰিব লাগে, যাক পলোৱা মানুহে আৰু বিজয়ীবিলাকে আহ্বান কৰিব লাগে, যি ইন্দ্ৰক সকলো প্ৰাণীয়ে নিজ নিজ কামত সন্মুখত স্থাপন কৰে সেই ·········১ ঋকৰ দৰে ॥ ৬ ॥ সূৰ্য্যৰ দৰে প্ৰকাশ হোৱা ইন্দ্ৰই ৰুদ্ৰপুত্ৰ সকলেৰে সৈতে আকাশত যায়। ৰুদ্ৰপুত্ৰ সকলে অভিভূত কৰা তিৰোতাই শব্দ উঠাইছে যেন ধৰে

( প্ৰাণ বায়ুৱে হৈছি দিলে-বাক্য—বাগেদবী—মাত ওলায়) সেই প্ৰখ্যাত ইন্দ্ৰক স্তুতি বাক্যেৰে সন্মুখত স্তুতি কৰিছোঁ। সেই ······ ১ ঋকৰ দৰে ॥ ৭ ॥ হে মৰুৎগণযুক্ত ইন্দ্ৰ, পৰম ধামত থাকি যদি তুমি তৃপ্ত হৈ আছা বা সামান্য ঘৰত থাকি সুখেৰে আছা, সেই ( দুয়োবিধ ) ঠাইৰ পৰা আমাৰ যজ্ঞ কৰা ঠাইৰ ফালে আহা। তোমাক কামনা কৰি আমি হবি দান কৰিছোঁ ॥ ৮ ॥ হে সুদক্ষ ইন্দ্ৰ, তোমাক কামনা কৰি সোম চেপা হ'ল। হে ব্ৰহ্ম স্তোত্ৰেৰে পাব পৰা ইন্দ্ৰ, তোমাক কামনা কৰি হবি দিছো। হে নিযুত নামৰ ঘোঁৰাযুক্ত ইন্দ্ৰ, মৰুৎগণে সৈতে বৰ্ত্তমান যজ্ঞত কুশত বহি আমোদ কৰা ॥ ৯ ॥ হে ইন্দ্ৰ, ঘোঁৰাবে সৈতে আমোদ কৰা। তোমাৰ ধুনীয়া ওঠ দুখন মেলি সোম পান কৰিবলৈ তোমাৰ জিভা আৰু আন জিভা ( সৰু জিভা ) মেলা। হে ধুনীয়া মুখৰ ইন্দ্ৰ, তোমাক ঘোঁৰাই লৈ আহক। আমাৰ হবিবিলাক সেবন কৰা ॥ ১০ ॥ মৰুতৰ সৈতে স্তব কৰা, শত্ৰু নাশ কৰা ইন্দ্ৰৰ ৰক্ষিত আমি সেই ইন্দ্ৰৰ পৰা যেন অন্ন পাওঁ। এই আমি প্ৰাৰ্থনা কৰা অন্ন দি আমাক সেই মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গয়ো ৰক্ষা কৰক ॥ ১১ ॥

### ১০২ সূক্ত—ঋ ১১।

### ঋষি আৰু দেৱতা ১০১ সূক্তৰ দৰে। ছন্দ—জগতী; ১১ ত্ৰিষ্টুভ্।

হে ইন্দ্ৰ, মহৎ তোমাক মহৎ স্তুতিৰে প্ৰাৰ্থনা কৰো, কাৰণ তোমাৰ অনুগ্ৰহ আমাৰ স্তুতিৰ ওপৰত নিৰ্ভৰ কৰে। সেই ইন্দ্ৰক ঋত্বিকসকলে স্তুতিৰে সমৃদ্ধি আৰু ধন লাভ কৰিবলৈ, সন্তোষিত কৰিছে ॥ ১ ॥ এই ইন্দ্ৰৰ যশ এই সাতখন নদীয়ে ধাৰণ কৰিছে। দ্যাবাপৃথিবী আৰু অন্তৰীক্ষত সকলো প্ৰাণীয়ে দেখা মূৰ্ত্তি ধাৰণ কৰিছে। হে ইন্দ্ৰ, আমি দেখি শ্ৰদ্ধা কৰিবলৈ সূৰ্য্য আৰু চন্দ্ৰক পৰস্পৰ পুনঃ পুনঃ অহা যোৱা কৰিবলৈ তুমিয়েই দেখুৱাই দিলা ॥ ২ ॥ হে মঘবন্ ইন্দ্ৰ, আমাৰ ধন লাভৰ কাৰণে তুমিয়েই ৰথ পঠিয়াই দিয়া। আমাৰ মন আৰু বুদ্ধিৰে বহুত স্তুতি কৰা ইন্দ্ৰ, তোমাৰ নিজৰ জয়শীল যি ৰথেৰে ৰণত শত্ৰুৰে সৈতে যি যুদ্ধ কৰা তাক আমি অনুক্ৰমে স্তুতি কৰো। হে মঘবন্ ইন্দ্ৰ, তোমাক কামনা কৰা আমাক সুখ দিয়া ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ সহায় হৈ তুমিশ অধবোধ কৰি থোৱা শত্ৰু জয় কৰিম। সংগ্ৰামত আমাৰ ধনৰ ভাগ ৰক্ষা কৰিবা। হে ইন্দ্ৰ, ধন আমাৰ সুপ্ৰাপ্য কৰা। হে মঘবন্ ইন্দ্ৰ, আমাৰ শত্ৰুৰ বল ভাঙি দিয়া ॥ ৪ ॥ হে ধন ধাৰণ কৰা ইন্দ্ৰ, এই ৰক্ষণৰ কাৰণে তোমাক আহ্বান কৰোতা বহুত আছে। (তাৰ মাজত) আমাকেই ধন দিবলৈ ৰথত উঠা। হে ইন্দ্ৰ, তোমাৰ মন ব্যাকুল নোহোৱা জয়শীল ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ হাতেৰে গৰু জয় কৰিলে ( মুকলি কৰিলে )। তুমি অসীম জ্ঞানী আৰু শ্ৰেষ্ঠ। তুমি সকলো কৰ্ম্মৰ বহুত ৰক্ষণ কৰা, সংগ্ৰাম কৰ্ত্তা, আৰু সকলো বলৰ পৰিণাম স্বৰূপ। ( সেই কাৰণে ) ধন লাভ কৰিবলৈ বিচৰা মানুহে বিবিধ ৰূপে তোমাক আহ্বান কৰে ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি মানুহক দিয়া অন্ন এশতকৈও বেছি, আৰু বহুত শতকৈও বেছি হয়। ( অধিক কি ) আৰু হেজাৰ সংখ্যাতকৈও বেছি হয়। জোখ নোহোৱা তোমাক আমাৰ স্তুতি বাক্যাই গুণ প্ৰকাশ কৰিছে। হে পুৰন্দৰ ইন্দ্ৰ, স্তুতিৰ অন্তত শত্ৰুবিলাকক নাশ কৰা। ॥ ৭ ॥ হে মানুহক পালন কৰা ইন্দ্ৰ, তুমি সকলো প্ৰাণীৰ বলৰ অধিপতি। তুমি তিনি গুণীয়া ৰচিৰ দৰে দৃঢ়তৰ। তুমি তিনিলোকত তিনিবিধ তেজ ( স্বৰ্গত আদিত্য, অন্তৰীক্ষত বিদ্যুৎ আৰু পৃথিবীত অগ্নিৰূপে ) ভাৰ বহন কৰিছা আৰু বিশ্বৰ ভাৰ বহন কৰিবলৈ ইচ্ছা কৰিছা। হে ইন্দ্ৰ, তুমি চিৰকাল শত্ৰুহীন ॥ ৮ ॥ হে ইন্দ্ৰ, দেৱতাৰ জ্যেষ্ঠ তোমাক আহ্বান কৰিছো। সংগ্ৰামত তুমি শত্ৰুক পৰাজয়কাৰী। সেই ইন্দ্ৰই আমাক যুদ্ধৰ যোগ্য তেজযুক্ত আৰু ভেদ কৰিব পৰা ৰথ সংগ্ৰামত ( অন্য ৰথৰ ) আগত কৰি দিয়া ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি শত্ৰু জয় কৰা। আৰু ( শত্ৰুৰ পৰা জয় কৰা ) ধন আবদ্ধ কৰি নেৰাখা। হে মঘবন্ ইন্দ্ৰ, ক্ষুদ্ৰ যুদ্ধত আৰু ডাঙৰ যুদ্ধত ৰক্ষা কৰা অতিবলী তোমাক স্তোত্ৰেৰে তীক্ষ্ণ কৰো। হে ইন্দ্ৰ, পাছত যুদ্ধলৈ আহ্বান কৰোতে তুমি আহি আমাক উৎসাহিত কৰিবা ॥ ১০ ॥ ১১ ঋক্ ১।১০০।১৯ ঋকৰ দৰে ॥ ১১ ॥

### ১০৩ সূক্ত—ঋ ৮।

### ঋষি আৰু দেৱতা ১০১ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

হে ইন্দ্ৰ, তোমাৰ প্ৰসিদ্ধ আৰু উৎকৃষ্ট এই বল পূৰণি কালত কবিসকলে যুদ্ধৰ সময়ত ধাৰণ কৰিছিল। এই ইন্দ্ৰৰ এক ( অগ্নি ) জ্যোতি পৃথিবীত আৰু ইটো ( সূৰ্য্য ) দ্যুলোকত থাকে। যুদ্ধত দুয়ো পক্ষৰ মিচান মিলিত হোৱা দৰে এই ( অগ্নি আৰু সূৰ্য্য ) দুয়োবো জ্যোতি সংলগ্ন হৈ আছে ॥ ১ ॥ সেই ইন্দ্ৰই পৃথিবীক ধাৰণ কৰিলে আৰু বহল কৰিলে। বজ্ৰেৰে বৃত্ৰক বধ কৰি

বৰষুণ বৰষিলে, অহিক ( মেঘক ) বধ কৰিলে। বৌহীন ( অসুৰক ) বিদাৰিত কৰিলে। মঘবান ইন্দ্ৰই হাত মোহোৱা বৃত্ৰক বলেৰে বধ কৰিলে ॥ ২ ॥ তেওঁ বজ্ৰৰ দৰে অস্ত্ৰ লৈ, বীৰকৰ্ম্মত উৎসাহিত হৈ দস্যুবিলাকৰ নগৰ বিনাশ কৰি ফুৰিলে। হে বজ্ৰধাৰী ইন্দ্ৰ, আমাৰ স্তুতি জানি লৈ দস্যুলৈ অস্ত্ৰ নিক্ষেপ কৰা। হে ইন্দ্ৰ, আৰ্য্য-সকলৰ বল আৰু যশ বৰ্দ্ধন কৰা ॥ ৩ ॥ বজ্ৰধাৰী আৰু শত্ৰু নাশ কৰা ইন্দ্ৰই দস্যু বধিবলৈ ওলাই যি বল যশৰ কাৰণে ধাৰণ কৰিছিল প্ৰশংসনীয় সেই বল ধাৰণ কৰি, হে মঘবন্ ইন্দ্ৰ, স্তুতি কৰোতাসকলৰ কাৰণে মানুহৰ যুগ ( সময় ) বিলাক সূৰ্য্যৰূপে সম্পাদন (শোধ) কৰা ॥ ৪ ॥ ( হে জনগণ ) এই ইন্দ্ৰৰ বীৰ্য্য বেচি হ'ল, ভালকৈ চোৱা আৰু তেওঁৰ বীৰ্য্যক শ্ৰদ্ধা কৰা। ( সেই বীৰ্য্যৰে ) ইন্দ্ৰই গৰু বিচাৰি উলিয়ালে ঘোঁৰাও বিচাৰি উলিয়ালে। তেওঁ শস্যবিলাক, পানীবিলাক আৰু হবি-বিলাক পালে ॥ ৫ ॥ বহুকৰ্ম্মা বৃষভৰ দৰে ( দেৱতাৰ শ্ৰেষ্ঠ ) কামবৰ্ষক, সত্যবলৰ ইন্দ্ৰৰ কাৰণে আমি সোম চেপো। বলবান ইন্দ্ৰই, আদৰ কৰি যজন নকৰাবিলাকৰ ধন অপহৰণ কৰি আমাক আনি দিবলৈ গৈছে —যেনেকৈ চোৰে বাটকৰা মানুহৰ পৰা ধন আনে ॥ ৬ ॥ ইন্দ্ৰই বীৰৰ কৰ্ম্ম প্ৰখ্যাত ( বীৰৰ ) দৰে কৰিলে। যেতিয়া শুই থকা অহিক বজ্ৰেৰে জগাই তুলিলা আৰু হৰষিত হ'লা তেতিয়া দেৱপত্নীসকল সকলো দেৱতাৰে সৈতে হৰষিত হ'ল ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি শুষ্ণ, পিপ্ৰু, কুয়ব আৰু বৃত্ৰক মাৰিলা আৰু শম্বৰ অসুৰৰ পুৰ বিদাৰি পেলালা। ( এই সূক্তেৰে ইন্দ্ৰৰ লগত ) মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গক পূজা কৰো ॥ ৮ ॥

### ১০৪ সূক্ত—ঋ ৯।

### ঋষি আদি ১০৩ সূক্তৰ দৰে।

হে ইন্দ্ৰ, বেদীত বহিবলৈ তোমাৰ ঠাই ঠিক কৰা আছে। ঘোঁৰাৰ দৰে হাঁহি মাৰি নিজ ঠাইলৈ আহি বহা। যাগৰ সময় হ'লে দিনত বা ৰাতি অতি আদৰেৰে ভাৰ বৈ অনা তোমাৰ ঘোঁৰাৰ লেকাম খুলি ঘোঁৰা মেলিদি আহা ॥ ১ ॥ সেই নেতাসকল ইন্দ্ৰৰ ওচৰলৈ গৈছে। সেই ইন্দ্ৰই তেওঁবিলাকক খৰকৈ তেতিয়াই ( অনুষ্ঠান কৰা ) ভাল বাটে লৈ যাওক। দেৱতাসকলে দাসবিলাকৰ খঙ নাশ কৰক, আৰু তেওঁবিলাকে আমাৰ সুখৰ কাৰণে আমাৰ বৰ্ণক বৃদ্ধি কৰক ॥ ২ ॥ কুয়ব অসুৰে পৰৰ ধন ( থকা কথা ) জানি অপহৰণ কৰে। পানীত থাকি পানীৰ ফেন নিজেই অপহৰণ কৰে। কুয়বৰ দুজনী ঘৈণীয়েকে তাত ( সেই পানীত ) গা ধোৱে। সিহঁত শিফা নদীৰ পানীত ডুবি মৰক ॥ ৩ ॥ পানীৰ মাজত থকা কুয়ব অসুৰৰ নাভি ( নাই ) লুকাই আছিল। পানীৰে পুৰ কৰি নিজে বাঢ়ি গৈছিল আৰু ( প্ৰখ্যাত হৈ ) বিৰাজ কৰিছিল। সেই অসুৰে অঞ্জসী, কুলিসী আৰু বীৰ পত্নী ( নামেৰে ) তিনিখন নদী পানীৰে পুৰ কৰি ধাৰণ কৰিছিল ॥ ৪ ॥ পোৱালীলৈ মৰম থকা গৰুৱে যেনেকৈ গোহালীৰ বাট জানে সেই দৰে আমিও শত্ৰুৰ ঘৰলৈ যোৱা বাট জানো। সে মঘবন্, সেই শত্ৰুৰ পুনঃ পুনঃ কৰা উপদ্ৰৱৰ পৰা আমাক ৰক্ষা কৰা। কামুকে যেনেকৈ ( নিজ পত্নী আৰু ধন এৰি য'তে ত'তে পেলাই ) যায়—তেনেকৈ আমাক পৰিত্যাগ নকৰিবা ॥ ৫ ॥ হে ইন্দ্ৰ, আমাক সূৰ্য্যৰ প্ৰতি ভক্তিভাজন কৰা। প্ৰাণীৰ প্ৰতি ভক্তিভাজন কৰা। আমাৰ ভিতৰত ( গৰ্ভৰূপে থকা ) বিলাকক সৰ্ব্বতোভাৱে হিংসা নকৰিবা। তোমাৰ মহৎ ইন্দ্ৰবলৈ আমাক শ্ৰদ্ধাভাজন কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাক মনেৰে সৈতে জানো। তোমাৰ বলক শ্ৰদ্ধা কৰো। কামবৰ্ষী তুমি আমাক মহৎ ধনৰ কাৰণে পঠিওৱা ( প্ৰেৰণা দিয়া )। হে পুৰুহূত, তুমি আমাক ধনশূন্য ঘৰত নেৰাখিবা। ভোকত থকাবিলাকক অন্ন আৰু পেয় ( পান কৰা পানী, গাখীৰ ) বস্তু দিয়া ॥ ৭ ॥ হে ইন্দ্ৰ, আমাক বধ নকৰিবা। পৰিত্যাগ নকৰিবা। আমাৰ প্ৰিয় ভোগৰ বস্তু অপহৰণ নকৰিবা। হে মঘবন্, শক্ৰ, ইন্দ্ৰ, আমাৰ গৰ্ভৰূপে থকা অপত্যবিলাকক নেমাৰিবা। খোজ কাঢ়িব পৰা অপত্যবিলাক নেমাৰিবা। আঠুকঢ়াবিলাকক নেমাৰিবা ॥ ৮ ॥ হে ইন্দ্ৰ, তুমি আমাৰ ফালে আহা। তোমাক (পূৰ্ব্বৰ ঋষিসকলে) সোমপ্ৰিয় বুলি কয়। আমি সোম চেপি থৈছো। হৰ্ষৰ কাৰণে আমি চেপা সোমৰস পান কৰা। ডাঙৰ গাৰে তোমাৰ পেট সোমৰসেৰে পুৰাই দিয়া। স্তুতিৰে আহূত হৈ পিতৃৰ দৰে আমাৰ বাক্য শুনা॥৯॥

### ১০৫ সূক্ত—ঋ ১৯।

### ঋষি—ত্ৰিতৰ পুত্ৰ আপ্ত্য বা অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—১-৭।৯-১৮ পংক্তি; ৮ মহাবৃহতি যৱমধ্যা; ১৯ ত্ৰিষ্টুভ্। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।

পানীময় অন্তৰীক্ষ মণ্ডলত ভালকৈ-উৰা ( চৰাই ) চন্দ্ৰমাই দ্যুলোকত খৰকৈ চলি গৈছে। সোণৰ চকৰিৰ

ৰশ্মিবিলাকেৰে সৈতে বিদ্যুৎ ৰশ্মি থকা তোমালোকৰ পদ (আমাৰ ইন্দ্ৰিয়বিলাকে) বিচাৰি নেপায়। হে দ্যাবাপৃথিৱী, মোৰ এই স্তোত্ৰ জানি লোৱা ( শুনা ) ॥ ১ ॥ ধন বিচৰাই ধন পাই। ভাৰ্য্যাই নিজৰ পতিক সন্মুখত আৰু সংযুক্ত হৈ বীৰ্য্য গ্ৰহণ কৰে আৰু গৰ্ভধাৰণ কৰি পুৰুষ জন্ম দিয়ে। হে ১ ঋকৰ দৰে ॥ ২ ॥ হে দেৱতাসকল, স্বৰ্গত থকা আমাৰ উপৰি পুৰুষসকল ( মোৰ পুত্ৰৰ অভাৱত ) বিপন্ন নহওক। সোম পান কৰা পিতৃসকল সুখ উদ্ভাৱন কৰিব পৰা পুত্ৰ নোহোৱা নহওক। হে ···১ ঋকৰ দৰে ॥ ৩ ॥ দেৱতাৰ প্ৰথম যজনীয় অগ্নিক সুধিছো—দেৱদূত অগ্নিয়ে বিবেচনা কৰি ( দেৱতাসকলক ) কওক (মোৰ বিষয়ে)। হে অগ্নি, তোমাৰ পূৰণি কালৰ স্তোতাসকলক কৰা মঙ্গল ( কৰ্ম্ম ) কলৈ গ'ল ? নতুন অন্য কোন পুৰুষে সেই মঙ্গল পাইছে ? হে দ্যাবা······১ ঋকৰ দৰে ॥ ৪ ॥ হে দেৱতাসকল, তিনিভুৱনত থকা যিবিলাক ঠাই স্বৰ্গৰ সূৰ্য্যৰ দীপ্তিত থাকে সেই ঋত (নিয়ম) আৰু সত্য ক'ত ? অসত্য ক'ত ? চিৰকাল কৰা তোমালোকৰ বিষয় আহুতি যাগ অনুষ্ঠান ক'ত ? হে··· ১ ঋকৰ দৰে ॥ ৫ ॥ হে দেৱতা-সকল, তোমালোকৰ ঋতৰ (নিয়মৰ) ধৰনি ক'ত ? বৰুণৰ কৃপা দৃষ্টি ক'ত ? মহৎ অৰ্য্যমাৰ সুমাৰ্গেৰে যোৱা বাট ক'ত যাৰ দ্বাৰা আমি পাপাচৰণ কৰা শত্ৰুৰ পৰা মুক্ত হ'ম ? হে দ্যাবাপৃথিৱী ···· ১ ঋকৰ দৰে ॥ ৬ ॥ হে দেৱতাসকল, পূৰণি কালত চেপা সোমেৰে সৈতে যি কেইটিমান স্তোত্ৰ গাইছিলো—মই তেনেকৈয়ে আছো। তৃষ্ণাতুৰ মৃগক ( পানী খাবলৈ যাওঁতে ) বাঘে যেনেকৈ খাই সেই দুঃখে মোক তেনেকৈয়ে খাইছে। হে দ্যাবাপৃথিৱী ···১ ঋকৰ দৰে ॥ ৭ ॥ হে ইন্দ্ৰ, সপত্নীবিলাকৰ দৰে পাৰ্শ্বাস্থি (নাদৰ ভিতৰত থকা গোজ) বিলাকে মোক কেউফালে উপদ্ৰৱ কৰিছে। হে শতক্ৰতু ইন্দ্ৰ, যেনেকৈ এঁদুৰে সূতাবিলাক নিগনিয়ে খায় তেনেকৈ তোমাৰ স্তোতাক ( অসম্পূৰ্ণ যাগাদিয়ে উৎপাদন কৰা ) মানস পীড়াই মোক খায় পেলাইছে। হে দ্যাবাপৃথিৱী···১ ঋকৰ দৰে ॥ ৮ ॥ দ্যুলোকত থকা যি ( সূৰ্য্যৰ ) সপ্তৰশ্মি আছে, সেই ৰশ্মিয়ে মোৰ নাভি পৰ্য্যন্ত বান্ধিছে। ( পানীৰ পুত্ৰ ) ত্ৰিত আপুই সেই বৃত্তান্ত জানে। তেওঁ জানি নাদৰ পৰা উদ্ধাৰ হ'বলৈ স্তুতি কৰিছে। হে দ্যাবাপৃথিৱী·····১ ঋকৰ দৰে ॥ ৯ ॥ কামবৰ্ষক পঞ্চ দেৱতা ( ইন্দ্ৰ, বৰুণ, অগ্নি, অৰ্য্যমা, সবিতা ) যি মহৎ দ্যুলোকত আছে, সেই দেৱতালৈ প্ৰশংসনীয় স্তোত্ৰ পঠিওৱাত তেওঁবিলাকে গ্ৰহণ কৰি তৃপ্ত হৈ ইয়ালৈ ঘূৰি আহক। হে দ্যাবাপৃথিৱী ...···১ ঋকৰ দৰে ॥ ১০ ॥ তাৰকৈ পৰা সূৰ্য্যৰ ৰশ্মি-বিলাক সকলো চাৰিনি ঘুৰাই অন্তৰীক্ষত আছে; বাঘে মহৎ বহল পানী পাৰ হৈ অহা সময়ত সেই সূৰ্য্যৰশ্মিয়ে বাধা দিয়ে। হে দ্যাবাপৃথিৱী ··১ ঋকৰ দৰে ॥ ১১ ॥ হে দেৱতাসকল, ঋত্বিকে গাবলৈ ভাল নতুন এই উকৃথ স্তোত্ৰত তোমালোকৰ বল নিহিত আছে, ( তোমালোকৰ বলেৰে ) নৈ বিলাক ঋতৰে ( নিয়মেৰে ) বৈ আছে, সূৰ্য্যই সদায় বিদ্যমান নিজ সত্য পালন কৰি আছে। হে দ্যাবপৃথিৱী ·····১ ঋকৰ দৰে ॥ ১২॥ হে অগ্নি, দেৱতা-সকলৰ সৈতে তোমাৰ সেই বন্ধুত্ব প্ৰশংসনীয়। তুমি অতি বিদ্বান। মনুৰ যজ্ঞৰ দৰে আমাৰ যজ্ঞত বহি দেৱতা-সকলক যজন কৰা। হে দ্যাবাপৃথিৱী···১ ঋকৰ দৰে ॥১৩॥ দেৱতাসকলৰ আহ্বাতা, অতি বিদ্বান, দেৱতাৰ মাজত মেধাবী অগ্নি দেৱতাই মনুৰ যজ্ঞত কৰা দৰে আমাৰ যজ্ঞত বহি দেৱতাসকলক আমাৰ হব্যৰ ফালে শাস্ত্ৰানুসাৰে পঠিয়াই দিয়া। হে দ্যাবাপৃথিৱী······১ ঋকৰ দৰে ॥ ১৪ ॥ যি বৰুণদেৱতাই ( ব্ৰহ্ম ) ৰক্ষণৰ কৰ্ম্ম কৰে; তেনেকুৱা ( দুঃখৰ পাৰ পাবলৈ ) পথপ্ৰদৰ্শকৰ ওচৰত আমি ৰক্ষণ বিচাৰিছোঁ। সেই ৰক্ষণক মন কৰিবলগীয়া স্তুতি কৰিছে। সেই নতুন স্তুতি ঋতৰ ( সত্যৰ ) ভুক্ত কৰক। হে দ্যাবা-পৃথিৱী ···· ১ ঋকৰ দৰে ॥ ১৫ ॥ যি আদিত্য পথেৰে যায়, সেই আদিত্য দ্যুলোকত প্ৰশংসা কৰিবলগীয়া হৈ সৃজন হৈছে। হে দেৱতাসকল, সেই আদিত্যক তোমা-লোকেও অতিক্ৰম কৰিব নোৱাৰা আৰু মানুহেও তেওঁক নেজানে। হে দ্যাবাপৃথিৱী···১ ঋকৰ দৰে ॥ ১৬ ॥ নাদত পেলোৱা ত্ৰিতই ৰক্ষণৰ কাৰণে দেৱতাক স্তুতি কৰিছে। বৃহস্পতিয়ে সেই আহ্বান শুনি পাপৰূপ নাদটো বহল কৰি মোক তুলিলে। হে দ্যাবাপৃথিৱী ··—১ ঋকৰ দৰে ॥ ১৭ ॥ ৰঙা বাঘ এটাই এবাৰ মোক কৰ্ম্মত যাওঁতে দেখি মোক মাৰিবলৈ জপিয়ালে ( কিন্তু ) ত্বষ্টাই কাম কৰোতে ( উঠি গামুৰি দিয়া দৰে ) ওপৰলৈ মুখ কৰি (গামুৰি) দি গুচি গ'ল। হে দ্যাবাপৃথিৱী······১ ঋকৰ দৰে ॥ ১৮ ॥ এই ঘোষণাৰ যোগ্য স্তোত্ৰেৰে, ইন্দ্ৰৰে সৈতে, আমাৰ বীৰ পুত্ৰ-পৌত্ৰাদিৰে সৈতে শত্ৰুক সংগ্ৰামত পৰাজিত কৰিম। এই আমাৰ বচনেৰে মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিৱী আৰু স্বৰ্গই— আমাক ৰক্ষা কৰক। ॥ ১৯ ॥

১০৬ সূক্ত—ঋ ৭।

ঋষি আৰু ছন্দ ১০৩ সূক্তৰ দৰে।

দেৱতা বিশ্বেদেৱা ( সকলো দেৱতা )।

আমি ৰক্ষণৰ কাৰণে ইন্দ্ৰ, মিত্ৰ, বৰুণ, অগ্নি, মৰুৎ-

গণক আৰু অদিতিক আহ্বান কৰিছো। সুদাতা, বাস কৰাওতা দেৱতাসকলে, সাৰথিয়ে যেনেকৈ দুৰ্গম (খলাবমা) ঠাইত ভালকৈ ৰথ লৈ যায়, তেনেকৈ আমাক পাপৰ পৰা উদ্ধাৰ কৰি পালন কৰে ॥ ১ ॥ হে আদিত্যসকল, তোমালোকে যুদ্ধত আমাক সহায় কৰিবলৈ আহা আৰু যুদ্ধত জয় কৰোতা হোৱা। সুদাতা আদি··· ১ ঋক্‌ৰ দৰে ॥ ২ ॥ সুখেৰে স্তব কৰিব পৰা পিতৃ (অগ্নিষাত্তাদি) সকলে আমাক ৰক্ষা কৰক। ঋতৰ (নিয়মৰ) আৰু সত্যৰ বৰ্দ্ধয়িতা দেৱতাৰ পিতা-মাতাৰ দৰে দ্যাবাপৃথিবীয়ে আমাক ৰক্ষা কৰক। সুদাতা ······১ ঋক্‌ৰ দৰে ॥ ৩ ॥ অন্নবন্ত নৰাশংস অগ্নিক জনাই এতিয়াই স্তুতি কৰিছো। বীৰ ক্ষয় কৰা পূষণক ভাল স্তোত্ৰেৰে স্তুতি কৰি বাঞ্ছা কৰিছো। সুদাতা আদি···১ ঋক্‌ৰ দৰে ॥ ৪ ॥ হে বৃহস্পতি, আমাক সদায় সুখ দিয়া। তোমাৰ যি ৰোগ নাশ কৰা গুণ আছে আৰু যি ভয় দূৰ কৰা গুণ তোমাত ব্ৰহ্মায় (মনুৱে) নিহিত কৰিছে, (সেই গুণেৰে) ৰক্ষা পাবলৈ আমি বিচাৰিছো। সুদাতা ··· ১ ঋক্‌ৰ দৰে ॥ ৫ ॥ নাদত পেলোৱা কুৎস ঋষিয়ে ৰক্ষণৰ কাৰণে বৃত্ৰহন্তা শচীপতি ইন্দ্ৰক আহ্বান কৰিছে। সুদাতা ·····১ ঋক্‌ৰ দৰে ॥ ৬ ॥ দেৱী অদিতিয়ে নিজ পুত্ৰ দেৱতাসকলেৰে সৈতে ভুল নকৰাকৈ আমাক ৰক্ষা কৰক। ত্ৰাতা দেৱতা সবিতাই, ৰক্ষা কৰিবলৈ জাগৰূক হৈ আমাক ত্ৰাণ কৰক। এই সূক্তেৰে ইন্দ্ৰ, মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গই আমাক ৰক্ষা কৰক ॥ ৭ ॥

## ১০৭ সূক্ত—ঋ ৩।

## ঋষি আদি ১০৬ সূক্তৰ দৰে

আমাৰ যজ্ঞই দেৱতাসকলক সুখী কৰক। হে আদিত্যসকল, আমাক সুখ দিয়া। তোমালোকৰ যি সুমতিয়ে দৰিদ্ৰকো বহুত ধন লাভ কৰাব পাৰে সেই সুমতি আমাৰ ফালে হওক ॥ ১ ॥ দেৱতাসকলে ৰক্ষণৰ দ্বাৰা অঙ্গিৰস ঋষিৰ সাম গীতেৰে স্তুতি কৰি থকা আমাৰ ওচৰলৈ আহক। ইন্দ্ৰই (আমাক দিব লগা) ধনেৰে সৈতে আমাৰ ওচৰলৈ আহক। মৰুতে মৰুৎগণেৰে সৈতে আৰু অদিতিয়ে পুত্ৰ আদিত্য সকলেৰে সৈতে আহি আমাক সুখ দিয়ক ॥ ২ ॥ আমাৰ যি প্ৰাৰ্থনা কৰা অন্ন আছে সেই অন্ন আমাক ইন্দ্ৰদেৱতাই দিয়ক। বৰুণ, অগ্নি, অৰ্য্যমা আৰু সবিতায়ো আমাৰ প্ৰাৰ্থনা কৰা অন্ন দিয়ক। এই সূক্তেৰে ইত্যাদি ১।১০৬।৭ ঋক্‌ৰ দৰে ॥ ৩ ॥

## ১০৮ সূক্ত—ঋ ১৩।

## ঋষি আৰু ছন্দ ১০৩ সূক্তৰ দৰে।

## দেৱতা—ইন্দ্ৰাগ্নি

হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকে যি ৰথেৰে বিশ্ব ভুবন চোঁৱা, সেই বিচিত্ৰ ৰথত দুয়ো সমানে উঠি আহি আমাৰ চেপা সোমৰসৰ ভাগ পান কৰা ॥ ১ ॥ এই বিশ্বজগৎ যিমান বৃহৎ, দ আৰু গভীৰ হৈ আছে, হে ইন্দ্ৰাগ্নি, তোমালোকে পান কৰিবলৈ সোমৰস তোমা-লোকৰ মনত সিমানেই অপৰ্য্যাপ্ত হওক ॥ ২ ॥ হে ইন্দ্ৰ আৰু অগ্নি, একেলগে থকা তোমালোকৰ দুয়োৰে নাম কল্যাণকৰ কৰিলা। আৰু হে বৃত্ৰবধ কৰা দুজন, তোমা-লোকে বৃত্ৰবধ কৰিবলৈ একেলগ হৈ থাকিলা। কাম বৰ্ষী তোমালোক দুয়োজনে একেলগে থাকি, বেদীত বহি, তিতাই দিব পৰা সোমৰসৰ নিজৰ ভাগ উদৰত সিঁচি দিয়া ॥ ৩ ॥ অগ্নিত সমিধ খৰি আদি দি জলাই হবি অন্নেৰে পূজা কৰি, হোম কৰিবলৈ স্রুচ্ হাতত লৈ বহল বেদীত কুশ মেলি দি অধ্বৰ্য্যুৱে তোমালোকক আদৰ কৰি মাতিছে। হে ইন্দ্ৰাগ্নি, কেউফালে চেপি থোৱা তীব্ৰ সোমৰসৰ কাৰণে আমাৰ আগত আহি (বেদীত বহা) ॥ ৪ ॥ হে ইন্দ্ৰাগ্নি, যি বীৰ্য্যবল তোমা-লোকে দেখুৱালা, যি ৰূপ বিশিষ্ট প্ৰাণী সৃষ্টি কৰিলা, যি বৰষুণ দিয়া ৰূপৰ কাম কৰিলা, আৰু তোমালোকৰ যি চিৰন্তন কল্যাণকৰ বন্ধুত্ব (আমাৰ লগত) আছে, সেই সকলোৰে সৈতে আহি চেপা সোমৰস পান কৰা ॥৫॥ হে ইন্দ্ৰাগ্নি, প্ৰথমেই তোমালোকক (প্ৰীত কৰিম বুলি) বৰণ কৰিছিলো। সেই অকপট উক্তি (তোমালোক আহিবা বুলিয়েই কৰিছিলো)। অহাৰ পাচত চেপা সোমৰস পান কৰা। হবি দান কৰা ঋত্বিকে চেঁপা এই সোম তোমালোকলৈ বিশেষকৈ আহুতিৰ যোগ্য হওক ॥৬॥ হে যজন কৰিবলগীয়া ইন্দ্ৰ আৰু অগ্নি, তোমালোকে যদি নিজ ঘৰত থাকি ভাল পোৱা, যদি অন্য যজ্ঞত (হবি গ্ৰহণ কৰিবলৈ) ভাল পোৱা, যদি ক্ষত্ৰিয়ৰ যুদ্ধত

( আহি সহায় কৰিবলৈ ) ভাল পোৱা, তথাপি, হে কাম-বৰ্ষী দুজন, এই সকলো ঠাইৰপৰা আহা,—আমাৰ চেপা সোমৰস পান কৰা ॥ ৭ ॥ হে ইন্দ্ৰাগ্নি, যদি যদুসকলৰ লগত আছা, বা যদি তুৰ্ব্বশৰ লগত আছা, বা দ্ৰুহ্যৰ, অনুৰ বা পুৰুৰ লগত আছা, তথাপি হে কামবৰ্ষণকাৰী দুজন, তোমালোক আহা আৰু আমাৰ চেপা সোম পান কৰা ॥ ৮ ॥ হে ইন্দ্ৰাগ্নি, যদি তোমালোক তলৰ পৃথিবীত, মধ্যম পৃথিবীত ( অন্তৰীক্ষত ) বা পৰম পৃথিবীত ( দ্যুলোকত ) থাকা, এই সকলো ঠাইৰপৰা হে কাম-বৰ্ষণ ····৮ ঋক্‌ৰ দৰে ॥ ৯ ॥ হে ইন্দ্ৰাগ্নি, যদি তোমা-লোক পৰম, মধ্যম বা তলৰ পৃথিবীত আছা, এই সকলো ঠাইৰপৰা হে কামবৰ্ষণকাৰী ··· ৮ ঋক্‌ৰ দৰে ॥ ১০ ॥ ( ৯ ঋক্‌ত তলৰ পৰা ওপৰলৈ আৰু ১০ ঋক্‌ত ওপৰৰপৰা তললৈ ধৰিছে ) । হে ইন্দ্ৰাগ্নি, তোমালোক যদি দ্যুলোক-কত, পৃথিবীত, পৰ্ব্বতত, ওষধি গছত, বা পানীত আছা, তথাপি এই সকলোৰে পৰা, হে কামবৰ্ষণকাৰী ·· ৮ ঋক্‌ৰ দৰে ॥ ১১ ॥ হে ইন্দ্ৰাগ্নি, যদি তোমালোকে উদয় হোৱা সূৰ্য্যৰ লগত জ্বলি থকা অন্তৰীক্ষত নিজ তেজেৰে আমোদ কৰি আছা, তথাপি তাৰপৰা হে কামবৰ্ষণকাৰী ·· ···৮ ঋক্‌ৰ দৰে ॥ ১২ ॥ হে ইন্দ্ৰাগ্নি, এয়া চেপা সোম পান কৰি লৈ আমাক সকলো ধন দিয়া । মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গই আমাক ৰক্ষা কৰক ॥ ১৩ ॥

## ১০৯ সূক্ত—ঋ ৮ ।

### ঋষি আদি ১০৮ সূক্তৰ দৰে ।

হে ইন্দ্ৰ আৰু অগ্নি, মই ধন ইচ্ছা কৰি তোমালোকক জ্ঞাতি আৰু বান্ধৱ হিচাপেৰে পালো । তোমালোকেই মোক বিশেষ বুদ্ধি দিলা । অন্য কোনেও দিয়া নাই । তেনেকুৱা বুদ্ধিৰে মই তোমালোকৰ বিষয় ধ্যান কৰি অন্ন বিচাৰি স্তুতি তোমালোকৰ উদ্দেশ্যে ৰচনা কৰিছো ॥ ১ ॥ হে ইন্দ্ৰাগ্নি, মই শুনিছো যে তোমা-লোক অকৰ্ম্মণ্য জোঁৱাই বা খুলশালীয়েকতকৈও বেছি ধন দাতা । সেইবাবে তোমালোকক চেপা সোমৰস দি নতুন স্তোত্ৰ ৰচনা কৰিছো ॥ ২ ॥ আমি যাতে পুত্ৰ-পৌত্ৰাদি ৰূপ ৰছিডাল নিছিঙো, এনেকৈ প্ৰাৰ্থনা কৰি আৰু পিতৃসকলৰ দৰে শক্তিমান পুত্ৰ উৎপাদন কৰিব পৰা শক্তি বিচাৰি ( সপত্নীক যজমান ) যাতে সুখী হয় তাৰ বাবে ইন্দ্ৰাগ্নিক স্তৱ কৰিছো । শত্ৰু হিংসক ইন্দ্ৰা-গ্নিয়ে স্তৱ কৰিলে ওচৰ চাপে ॥ ৩ ॥ হে ইন্দ্ৰাগ্নি, দীপ্তি-মান প্ৰাৰ্থনাৰে ( যজমানে ) তোমালোকক বিচাৰি তোমালোকৰ হৰ্ষৰ কাৰণে সোমৰস চেপিছে । তোমা-লোক ভাল বাহুযুক্ত ঘোঁৰাযুক্ত আৰু সুহস্ত সোনকালে লৰ মাৰি আহা আৰু পানীত মিহলোৱা সোমৰসত লাগি যোৱা (পান কৰা) ॥৪॥ হে ইন্দ্ৰাগ্নি, বৃত্ৰক বধ কৰি ধনৰ ভাগ কৰোতে তোমালোক অতি বলবান আছিলা বুলি শুনিছিলো । হে সৰ্ব্বদৰ্শী দুজন, তোমালোকে আমাৰ এই যজ্ঞত কুশত বহি চেপা সোমৰসেৰে আমোদ কৰা ॥ ৫ ॥ হে ইন্দ্ৰাগ্নি, যুদ্ধৰ সময়ত আহ্বান কৰোতে তোমালোক আহি থাঁকোতে সকলো মানুহে তোমা-লোকক মহত্বৰে সৰ্ব্বাধিক (বুলি কয়) । পৃথিবীৰ সকলো-তকৈ ওপৰত, স্বৰ্গৰ ওপৰত, নদীৰ ভিতৰত তাতকৈ পৰ্ব্বতৰ শ্ৰেষ্ঠ হে ইন্দ্ৰাগ্নি, গোটেই বিশ্ব-ভুবনৰ সকলোতকৈ ডাঙৰ তোমালোক ॥ ৬ ॥ হে বজ্ৰহস্ত ইন্দ্ৰাগ্নি, ধন আহৰণ কৰা আৰু আমালোকক দিয়া আৰু কৰ্ম্মেৰে আমাক ৰক্ষা কৰা । সূৰ্য্যাত্মা ইন্দ্ৰাগ্নিৰ যি ৰশ্মিবিলাকেৰে আমাৰ পিতৃ সকল ব্ৰহ্মলোকলৈ গৈছিল ( সেই ৰশ্মি ) আমি এতিয়া দেখিছো ॥ ৭ ॥ হে বজ্ৰহস্ত, পুৰন্দৰ ইন্দ্ৰাগ্নি, ধন দিয়া আৰু সংগ্ৰামত আমাক ৰক্ষা কৰা । ইন্দ্ৰ, মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গই আমাক ৰক্ষা কৰক ॥ ৮॥

## ১১০ সূক্ত—ঋ ৯ ।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস । ছন্দ—জগতী; ৫।৯ ত্ৰিষ্টুভ্ । দেৱতা—ঋভুসকল ।

হে ঋভুসকল, মই আগতে বহুতবাৰ যজ্ঞকৰ্ম্ম কৰি-ছিলো । তাকে পুনৰ বিস্তাৰ কৰিছো । তাত তোমা-লোকৰ বহুত অতি সুমধুৰ স্তুতি গান পাঠ কৰিছে । এই অগ্নিৰ যাগত সমুদ্ৰৰ দৰে সোমৰস সকলো দেৱতাক স্বাহা উচ্চাৰণ কৰি অগ্নিত দিয়াত সোম পান কৰি তৃপ্ত হোৱা ॥ ১ ॥ হে ঋভুসকল, পৰিপক্কজ্ঞানী, পূৰ্ব্বকালত আমাৰ কোনো জ্ঞাতি আছিলা । যেতিয়া তোমা-লোকে সোম বিচাৰি তপস্যা কৰিবলৈ গৈছিলা, হে সুধন্বাৰ পুত্ৰসকল, উপাৰ্জ্জন কৰা মহৎ তপস্যাৰ ফলত বহুত হবি দান কৰা সবিতাৰ সোম চেপা যজ্ঞলৈ গৈছিলা ॥ ২ ॥ যেতিয়া তোমালোকে লুকাব নোৱাৰা সবিতাক সোমপান কৰা কথা প্ৰকাশ কৰি জনালা

ত্বেত্তিয়া সবিতাই তোমালোকক দেৱত্ব দান কৰিলে। দেৱতা ত্বষ্টাৰ নিৰ্ম্মান কৰা সোম পান কৰা চমস্ (পাত্ৰ) এটাক তোমালোকে চাৰিটা কৰিলা ॥ ৩॥ ঋত্বিক হৈ ঋভুসকলে (যাগাদি) কৰ্ম্ম ক্ষিপ্ৰতাৰে সমাধা কৰি মৰণশীল হৈও দেৱত্ব পালে। (দেৱত্ব পাই) সুধন্বনৰ পুত্ৰ ঋভুসকলে সূৰ্য্যৰ দৰে প্ৰকাশ কৰি এবছৰ (অগ্নিষ্টোমাদি) কামত প্ৰবৃত্ত থাকি হবি-ভাগৰ যোগ্য হ'ল ॥ ৪॥ ওচৰত থকা ঋষিয়ে স্তুতি কৰিলত ঋভুসকলে সকলোৰে উপমাৰ দৰে হৈ সোম আদি অন্নলাভ কৰিবলৈ অমৰ দেৱতাসকলৰ লগত হবি অন্ন বিচাৰি, সোম ক্ৰিয়া কৰি এটা (সোমপান কৰা) চমচ্ পাত্ৰ, যান দণ্ডেৰে পথাৰ জোখা দৰে তীক্ষ্ণ অস্ত্ৰেৰে পাত্ৰটো চাৰিটা কৰিবলৈ জোখ কৰিলে ॥ ৫॥ অন্তৰীক্ষত থকা যজ্ঞৰ নেতা (ঋভু) সকলক স্ৰুচেৰে ঘিউ হবিৰে হোম কৰিম। স্তুতিৰে আবেদন কৰিম। যি ঋভুসকলে জগতৰ পালক সূৰ্য্যৰ শীঘ্ৰতাপ্ৰাপ্ত হৈছিল, স্বৰ্গলোকৰ (যাগদান দিৰ দ্বাৰা সোমৰস আদি) অন্ন তেওঁলোকে পাইছিল ॥ ৬॥ নতুন বলযুক্ত ঋভুসকল আমাৰ ৰক্ষক। অন্ন আৰু বাসকৰা ঘৰ দাতা ঋভুসকলৰ ৰক্ষণ প্ৰাপ্ত হৈ অনুকুল দিনত অভিষৰ নকৰা শত্ৰুৰ সেনাক (যেন) আমি পৰাস্ত কৰিব পাৰো ॥ ৭॥ হে ঋভুসকল, তোমালোকে মৰা গৰুজনী ছালেৰে বেৰি ৰাখিছিলা আৰু সেই গৰুজনী পুনঃ পোৱালীৰ সৈতে লগ কৰি দিছিলা। হে সুধন্বাৰ পুত্ৰসকল, (ঋভু, বিব্ভা, আৰু বাজ), যজ্ঞৰ নেতাসকল, সুকৰ্ম্ম কৰি জৰাজীৰ্ণ পিতৃ-মাতৃক পুনৰ যৌবন পোৱাই দিছিলা ॥ ৮॥ হে ইন্দ্ৰ, তুমি ঋভুগণৰ সৈতে আমাক অন্নেৰে ভৰাই দিয়া আৰু বিচিত্ৰ ধন আমাক দিয়া। মিত্ৰ, বৰুণ··· ইত্যাদি ১।১০৮।১৩ ঋকৰ দৰে ॥ ৯॥

## ১১১ সূক্ত — ঋ ৫।

### ঋষি আৰু দেৱতা ১১০ সূক্তৰ দৰে।

### ছন্দ—জগতী, ৫ ত্ৰিষ্টুভ্।

উৎকৃষ্ট জ্ঞানেৰে ঋভুসকলে ভাল চকৰিৰে (অশ্বিনীদুজনৰ) ৰথ সাজিছিল আৰু ইন্দ্ৰৰ বাহক সেচন সমৰ্থ ঘোঁৰা দুটা সাজিলে। নিজ বুঢ়া মাক বাপেকক ডেকা কৰিলে। মাক (মৰা) পোৱালীক গৰুৰ লগ লগাই দিলে (মাকৰ লগ লগাই দিলে) ॥১॥ হে ঋভুসকল, আমাৰ যজ্ঞলৈ বহুত হৈ থকা অন্ন কৰি দিয়া। আমাৰ কৰ্ম্ম আৰু বলৰ পো-নাতিৰে সৈতে প্ৰজাযুক্ত অন্ন আনা। সকলো বীৰ প্ৰজাৰে সৈতে যাতে আমি সুখেৰে কাম কৰিব পাৰোঁ তেনে অন্ন আমাৰ কাৰণে ভালদৰে দিয়া ॥২॥ হে নেতা ঋভুগণ, আমাৰ কাৰণে ভাল অন্ন উদ্ভব কৰা, আমাৰ ৰথৰ কাৰণে ধন দিয়া, আমাৰ ঘোঁৰাক পৰিপুষ্ট কৰা। সকলো দিনতে আমাক জয়শীল আৰু অপৰিমিত ধন অন্নৰে (আনে) পূজা কৰক। আমাক ৰণত জয়া আৰু নজনা শত্ৰুক পৰাভূত কৰিবলৈ দিয়া ॥ ৩॥ মহান ইন্দ্ৰক ৰক্ষণৰ কাৰণে আহ্বান কৰো। ঋভু, বিব্ভা আৰু বাজক আৰু মৰুতক সোমপান কৰিবলৈ আহ্বান কৰো। দুয়ো মিত্ৰা বৰুনক, আৰু অৱশ্য অশ্বিনী দুজনক সোম পানৰ কাৰণে আহ্বান কৰো। তেওঁবিলাকে আমাক ধন, বুদ্ধি আৰু শত্ৰুজয়ৰ কাৰণে প্ৰেৰণ কৰক ॥ ৪॥ ঋভুৱে আমাক সংগ্ৰামৰ কাৰণে ধন সুতীক্ষ্ণ কৰক। সংগ্ৰামত শত্ৰুজেতা বাজই আমাক জীৱন ৰক্ষা কৰক। মিত্ৰ বৰুণ ..... ইত্যাদি ১।১০৮।১৩ ঋকৰ দৰে ॥ ৫॥

## ১১২ সূক্ত — ঋ ২৫।

### ঋষি অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ ১-২৩ জগতী; ২৪।২৫ ত্ৰিষ্টুভ্। দেৱতা ১ই দ্যাবাপৃথিবী, ২ই অগ্নি; ১ই, ২ই, আৰু বাকীবিলাক অশ্বিনীদুজন।

মই (অশ্বিনী দুজনক) আগতে জনাবলৈ দ্যাবাপৃথিবীক স্তুতি কৰিছো। (অশ্বিনীদুজন) আহিলে তেওঁবিলাকক অৰ্চনা কৰিবলৈ, বা দিলে (বিচি দিলে) জ্বলা ধুনীয়া অগ্নিক স্তুতি কৰো। হে অশ্বিনীদুজন, সংগ্ৰামত, তোমালোকৰ কৰ্ম্মৰ অংশ পালন কৰিবলৈ যেনেকৈ শঙ্খ বজায় আহা সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥১॥ যেনেকৈ ন্যায় বাক্যযুক্ত পণ্ডিতৰ ওচৰত শিষ্যই শিকিবৰ কাৰণে থিয় হৈ থাকে, হে অশ্বিনীদুজন, অন্য দেৱতালৈ আসক্ত নোহোৱা স্তোতাবিলাকে ভাল স্তোত্ৰেৰে তোমাৰ ৰথৰ কাৰত অনুগ্ৰহ লাভ কৰিবলৈ থিয় দি আছে। তোমালোকে যি উপায়েৰে যজ্ঞনিৰ্ব্বাহক সুমতি ৰক্ষা কৰা হে অশ্বিনী দুজন, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ২॥ হে নেতা অশ্বিনী দুজন

স্বৰ্গত উৎপত্তি হোৱা অমৃত পান কৰা বলেৰে তোমালোক দুয়ো এই ত্ৰিভুবনত বাসকৰা সকলো লোকত শাসন কৰিবলৈ সমৰ্থ হোৱা। যি পালন কৰ্ম্মেৰে প্ৰসব নোহোৱা গৰুকো গাখীৰেৰে পূৰ্ণ কৰিলা— সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ৩ ॥ কেউফালে যোৱা বায়ুৰ পুত্ৰ, দুজনী মাকৰ জন্ম হোৱা অগ্নি বলেৰে যুক্ত হৈ, হে অশ্বিনী দুজন, যি পালনেৰে খৰকৈ যোৱাৰ ভিতৰত অতি খৰকৈ যোৱা হৈ শোভাকৰে, তিনিবিধ কৰ্ম্মজ্ঞ কক্ষীবান যি উপায়ৰ দ্বাৰা বিচক্ষণ হ'ল, সেই ৰক্ষণৰে আমাক পালন কৰিবলৈ আহা ॥ ৪ ॥ হে অশ্বিনী দুজন, যি কৃপাৰে ৰেভ (ঋষি)—ক অসুৰে বান্ধি নাদত পেলাই থোৱাৰ পৰা তুলিছিলা, বন্দন ঋষিকো সূৰ্য্য দেখুৱাইছিলা, আৰু কণ্ব ঋষিক পোহৰ দেখিবলৈ বিচৰাত (যি কৃপাৰে) ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ৫ ॥ হে অশ্বিনী দুজন, অসুৰে হিংসা কৰি নাদত পেলায় থোৱা অন্তক ৰাজৰ্ষিক যি ৰক্ষণেৰে ৰক্ষা কৰিছিলা, যি ব্যথাহীন উপায়েৰে (তুগ্ৰ্যপুত্ৰ) ভুজ্যুক ৰক্ষা কৰিছিলা, কৰ্কন্ধু আৰু বয্যক যি উপায়েৰে ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ৬ ॥ হে অশ্বিনী দুজন, যি কৃপাৰে শুচন্তিক ধন আৰু ভাল ঘৰ দিছিলা, অত্ৰিৰ কাৰণে অগ্নিকুণ্ড সুখযুক্ত (চেঁচা) কৰিছিলা, যি কৃপাৰে পৃশ্নিগু আৰু পুৰুকুৎসক ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ৭ ॥ হে কামবৰ্ষী অশ্বিনী দুজন, যি কৰ্ম্মৰ দ্বাৰা খোৰা পৰাবৃজ ঋষিক খোৰা নোহোৱা কৰিছিলা, কণা (ঋজ্ৰাশ্ব) ঋষিক চকুৰে দেখা কৰিছিলা, যি দয়াৰে আঠু নোহোৱা ঋষিক খোজ কাঢ়িব পৰা কৰিছিলা, যি কৃপাৰে মাইকী বৰ্ত্তিকা চৰাইক (বৃকৰ) গ্ৰাসৰ পৰা মুক্ত কৰিছিলা, সেই ৰক্ষনেৰে আমাক পালন কৰিবলৈ আহা ॥ ৮ ॥ হে অবাৰিত অশ্বিনী দুজন, যি কৃপাৰে নদী বিলাক বোৱন্তী মধুময় পানীৰে পূৰ্ণ কৰিলা, বসিষ্ঠ ঋষিক যি কৃপাৰে প্ৰীত কৰিলা, যি কৃপাৰে কুৎস, শ্ৰুতৰ্য্য আৰু নৰ্য্য ঋষিক ৰক্ষা কৰিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ৯ ॥ হে অশ্বিনী দুজন, যি কৃপাৰে এটা খোজ কাঢ়িব নোৱাৰা বিশ্পলাক বহুত ধন যুক্ত ৰনলৈ যাবলৈ সমৰ্থ কৰি দিছিলা, যি কৃপাৰে অশ্বৰ পুত্ৰেক স্তুতি প্ৰেৰক বশক ৰক্ষা কৰিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১০ ॥ হে সুদাতা অশ্বিনী দুজন, উশিজৰ পুত্ৰ বনিক দীৰ্ঘশ্ৰবাক যি কৃপাৰে মেঘৰ পৰা মধুৰ সমমূণৰ পানী বৰষি দিছিলা, কক্ষীবান ঋষিক যি কৃপাৰে ৰক্ষা কৰিছিলা সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১১ ॥ হে অশ্বিনী দুজন, যি কৃপাৰে শুকায় যোৱা নদী তোমালোকে পানীৰে ভৰপূৰ কৰিলা, ঘোঁৰা নোহোৱা ৰথেৰে জয় কৰিবলৈ নিজৰ ৰথ যি কৃপাৰে পথিয়ালা, (কণ্বপুত্ৰ) ত্ৰিশোকক চুৰ কৰা গৰু উলিয়াই দিলা, সেই ৰক্ষনেৰে আমাক পালন কৰিবলৈ আহা ॥ ১২ ॥ হে অশ্বিনী দুজন, দূৰ দেশত থকা সূৰ্য্যক (ৰাহুৱে গ্ৰাস কৰোঁতে) তোমালোকে যি কৃপাৰে কেউফালে গৈছিলা, ক্ষেত্ৰপতিক (মান্ধাতাক) যি কৃপাৰে ৰক্ষা কৰিছিলা, মেধাবী ভৰদ্বাজক (অন্নদান কৰি) ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১৩ ॥ হে মহান অশ্বিনী দুজন, সম্বৰ অসুৰক হত্যা কৰোঁতে অতিথি পৰায়ণ দিবোদাসক অসুৰৰ ভয়ত পানীত সোমাই থকা অৱস্থাত ৰক্ষা কৰিছিলা, নগৰ ধ্বংস কৰোঁতে সংগ্ৰামত যি কৃপাৰে ত্ৰসদস্যুক ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১৪ ॥ হে অশ্বিনী দুজন, বিশেষকৈ সোমপান কৰা, ওচৰত স্তুতি কৰি থকা বম্ৰ ঋষিক যি কৃপাৰে ৰক্ষা কৰিছিলা, কলি ঋষিক বৈণীয়কক পোৱাই দি ৰক্ষা কৰিছিলা, ঘোঁৰা নোহোৱা পৃথিক যি কৃপাৰে ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰেই আমাক পালন কৰিবলৈ আহা ॥ ১৫ ॥ হে নেতা অশ্বিনী দুজন, পূৰণি কালত যি কৃপাৰে শয়ৰ ঋষিক যাবলৈ বাট দেখুৱাইছিলা, অত্ৰিক আৰু মনুক বাট দেখুৱাইছিলা স্যূমৰশ্মিৰ কাৰণে শাৰী বাঁহৰ শৰ মাৰি ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰেই আমাক পালন কৰিবলৈ আহা ॥ ১৬ ॥ হে অশ্বিনীদুজন, পঠৰ্ব ৰাজৰ্ষিয়ে সুঠাম গাৰে, বলেৰে সংগ্ৰামত কাঠেৰে জ্বলোৱা জুইৰ দৰে, যি দৰে (তোমালোকৰ ৰক্ষণৰে জিলিকিছিল, যি উপায়েৰে শৰ্য্যাতক ডাঙৰ যুদ্ধত ৰক্ষা কৰিছিলা, সেই ৰক্ষনেৰে আমাক পালন কৰিবলৈ আহা ॥ ১৭ ॥ হে অঙ্গিৰা বংশৰ ঋষি, তুমি অশ্বিনীদুজনক স্তুতি কৰা। হে অশ্বিনীদুজন, মননীয় স্তোত্ৰেৰে সন্তুষ্ট হৈ যি কৃপাৰে স্তোতাক আনন্দ দিয়া, গৰু বিলাকক গহ্বৰৰ পৰা উলিয়াওঁতে যি কৃপাৰে তোমালোকে আগতে গৈছিলা, (পৃথিবীত বোৱা ধনেৰে) অন্ন ৰূপে শূৰ মনুক যি ৰক্ষণাৰে ৰাখিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১৮ ॥ হে অশ্বিনী দুজন, যি কৃপাৰে বিমদ ঋষিৰ ভাৰ্য্যাক যৌবনৱতী কৰি দিছিলা, যি

কৃপাৰে বণ্ডা গৰু দান দিছিলা, যি কৃপাৰে সুদাসক প্ৰশস্ত ধন দিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ১৯ ॥ হে অশ্বিনী দুজন, হবি দিয়া যজমানক যি কৃপাৰে সুখ দিয়া হোৱা, যি দয়াৰে ভুজ্যুক, আৰু যি দয়াৰে অধ্ৰিগুক ৰক্ষা কৰিছিলা, আৰু ঋতস্তুভক যি কৃপাৰে সুখকৰ আৰু পুষ্টিকৰ অন্ন দিছিলা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ২০ ॥ হে অশ্বিনী দুজন, কৃষানুক সংগ্ৰামত যি দৰে ৰক্ষা কৰিছিলা যি কৃপাৰে ডেকা পুৰুকুৎসৰ ঘোঁৰাক বেগবান কৰি দিছিলা, ক্ষুদ্ৰ প্ৰিয় মৌ মৌ-মাখিক সম্পাদন কৰা, সেই ৰক্ষণেৰে আমাক পালন কৰিবলৈ আহা ॥ ২১ ॥ হে অশ্বিনী দুজন, যি উপায়েৰে মানুহক গৰু লাভ কৰিবলৈ যুদ্ধত ৰক্ষা কৰা, পথাৰ আৰু ধনৰ কাৰণে ৰক্ষা কৰা, যি কৃপাৰে যজমানৰ ৰথ আৰু ঘোঁৰা ৰক্ষা কৰা, সেই ৰক্ষনেৰে আমাক পালন কৰিবলৈ আহা ॥ ২১ ॥ হে বহু কৰ্ম্মা অশ্বিনী দুজন, অৰ্জুনৰ ( ইন্দ্ৰৰ ) পুত্ৰ কুৎসক যি কৃপাৰে ৰক্ষা কৰিলা, তুৰ্বীতি আৰু দভীতিক, ধ্বসন্তি আৰু পুৰুষন্তিক যি ৰক্ষণৰে ৰাখিলা, সেই ৰক্ষণৰে আমাক পালন ৰৰিবলৈ আহা ॥ ২৩ ॥ হে অশ্বিনী দুজন আমাৰ বাক্য কৰ্ম্মত সংযুক্ত কৰা । হে কামবৰ্ষী, দস্ৰা, অশ্বিনা দুজন, আমাক বেদাৰ্থ জ্ঞান যুক্ত কৰা । আমি, ৰাতি ৰক্ষা কৰিবলৈ, তোমালোকক আহ্বান কৰো আৰু সংগ্ৰামত বৰ্দ্ধন কৰিবলৈ আহ্বান কৰো ॥ ৪ ॥ হে অশ্বিনী দুজন, দিনত আৰু ৰাতি আমাক কেউফালে ৰক্ষা কৰা । সৌভাগ্য যুক্ত ধনেৰে আমাক ৰক্ষা কৰা । সেই আমাক ...... ১/১০৮/১৩ ঋকৰ দৰে ॥ ২৫ ॥

## ১১৩ সূক্ত ঋ ২০ ।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস । ছন্দ—ত্ৰিষ্টুভ্ ।
### দেৱতা—উষা; ২ইৰাতি আৰু উষা ॥

পোহৰ বিলাকৰ ভিতৰত শ্ৰেষ্ঠ পোহৰ এয়া উষা আহিছে । তেওঁৰ বিচিত্ৰ জগৎ প্ৰকাশ কৰা ৰশ্মি বিলাকো ব্যাপ্ত হৈ আছিছে । যেনেকৈ ৰাতি সবিতাৰ পৰা উৎপন্ন হয় সেই ৰাতিয়েও উষাৰ জন্মস্থান কল্পনা কৰিলে ॥ ১ ॥ দীপ্তা, শ্বেতবৰ্ণা উষাৰ পূতেক সূৰ্য্য আহিলে । এই উষা আহিলত কলা ৰাতিয়ে ঠাইবিলাক এৰি দিলে । ৰাতি আৰু উষা দুয়ো সূৰ্য্যৰ বন্ধু আৰু অমৰ, এজনীয়ে ইজনীৰ পাচত আছে, এজনীয়ে ইজনীৰ বৰণ গুছাই দিয়ে । এই দৰে সকলো প্ৰাণীৰ ৰূপ জোখ কৰি ( জীৰ্ণ কৰি ) অন্তৰীক্ষত চলি যায় ॥ ২ ॥ ( ৰাতি আৰু উষা ) বাই ভনীৰ অহা যোৱা বাট একেটাই । সেই বাটত অনন্ত দ্যোতমান সূৰ্য্য দেৱতাৰ প্ৰশিক্ষণত ইজনীৰ পাচত সিজনী গৈ থাকে । সুপ্ৰজনন কাৰিনী ৰাতি আৰু উষাই বিভিন্ন ৰূপ ধাৰণ কৰিলেও একে মনে পৰস্পৰে হিংসা নকৰাকৈ গৈ থাকে- ক'তো ৰৈ নেথাকে ॥ ৩ ॥ বিশিষ্ট প্ৰকাশ যুক্তা সুনৃতা বাক্যৰ উৎপাদিকা উষাক আমি জানিলো । বিচিত্ৰা তেওঁ আমাৰ দুৱাৰ বিলাক মুকলি কৰি দিলে; গোটেই জগত প্ৰকাশ কৰি আমাৰ ধন বিলাক প্ৰকাশ কৰিলে । সেই উষাই সকলো ভূবন উদ্‌গীৰণ কৰিলে ॥ ৪ ॥ মঘোনী উষাই, কাটি হৈ যোৱা মানুহক উথি গৈ ভোগ কৰিবলৈ, ধন উপাৰ্জ্জন কৰিবলৈ বা যজ্ঞ কৰিবলৈ তুলি দিছে । অলপ দেখা মানুহক বিশেষকৈ প্ৰকাশ পাবলৈ, পৃথিবীত উষা বিস্তীৰ্ণ হৈ এন্ধাৰত ঢাকি থকা মানুহক তুলি দিছা ॥ ৫ ॥ উষাই কাৰোবাক ধনৰ কাৰণে, কাৰোবাক অন্নৰ কাৰণে, কাৰোবাক মহৎ যজ্ঞ সিদ্ধিৰ কাৰণে আৰু কাৰোবাক অভিষ্ট লাভৰ কাৰণে জগায় তোলে । তেওঁ বেলেগ বেলেগ জীবিকাৰ উপায় দিবলৈ সকলো ভুবন প্ৰকাশ কৰে ॥ ৬ ॥ স্বৰ্গৰ জীয়ৰী, বগা কাপোৰ পিন্ধা, গাভৰু, পৃথিবীৰ সকলো ধনৰ ঈশ্বৰী, হে সুভগা উষা, তুমি এই সময়ত ( যজ্ঞৰ ঠাইত ) অন্ধকাৰ গুছাই দিয়া সকলো প্ৰাণীয়ে দেখিছে ॥ ৭ ॥ অতীতৰ যোৱা পথ অনুসৰণ কৰি উষা গৈ থাকে আৰু ভবিষ্যতলৈ অনন্ত কাললৈ আহি থাকিব । সেই দৰেই অন্ধকাৰ নাশ কৰি জীৱক উষা দেবীয়ে মৰাৰ নিচিনাৰ পৰা চেতন কৰি তুলি সদায় গৈ থাকে ॥ ৮ ॥ হে উষা, তুমি অগ্নিক সমিধ ( খৰি ) দি জ্বলাব লগীয়া কৰিলা । সূৰ্য্যৰ প্ৰকাশৰে এন্ধাৰ নোহোৱা কৰিলা । মানুহক যাগযজ্ঞ কৰিবলৈ জগাই তুলিলা । হে উষা, দেৱতাৰ মাজত তুমিয়েই ভদ্ৰা—দেৱতাৰ কাৰণে এয়া ভাল কাম কৰিলা ॥ ৯ ॥ উষাৰ সময় ওচৰ চাপিলে (ভাব হয়) কিমান সময়ত উষা উদয় হব ? পুনৰি কালত যি উষা হৈছিল অৱশ্য সেই উষা উদয় হবই । আগেয়ে হোৱা উষাৰ পৰা বৰ্ত্তমান উষা অনুমিত হয় । আহিব লগীয়া উষাও জ্যোতিৰে প্ৰদীপ্ত হৈ আহিব ॥ ১০ ॥ যি মৰণশীল মানুহে পূৰ্ব্বকালত উষাক দেখিছিল, তেওঁ বিলাক গল । আমি এতিয়া উষাক দেখা পাই

আছো। ভবিষ্যতলৈ যি মানুহে উষাক দেখিব—তেওঁ-বিলাকো আহিবই ॥ ১১ ॥ ৰাক্ষস বিলাক আতৰ কৰা উষা ঋতৰ (নিয়মৰ) পালিকা, ঋতৰ (নিয়মৰ যজ্ঞৰ) কাৰণে প্ৰাদুৰ্ভাৱ হোৱা (পশুপক্ষী বিলাকৰ মুখত) সুমঙ্গলা, সুবাক্য উৎপাদন কৰা। দেৱতাই বিচৰা যজ্ঞ ধাৰণ কাৰিনী হে উষা, এনেকুৱা শ্ৰেষ্ঠা তুমি আজি এই যজ্ঞৰ ঠাইত থাকা ॥ ১২ ॥ হে উষা দেৱী, পূৰ্ব্বকালত নিতৌ উদয় হৈছিলা। হে ধনৱতী উষা' আজি অন্ধকাৰ নাশ কৰি প্ৰকাশ হলা। আগৰ দিনলৈও (এইদৰেই) উদয় হবা। জৰাৰহিতা, মৰণ হীনা তেওঁ নিজ তেজেৰে চলি আছে ॥ ১৩ ॥ নভো মণ্ডলৰ বিস্তীৰ্ণ দিশত প্ৰকাশক তেজেৰে উষা প্ৰকাশিত হল। উষা দেৱীয়ে ক'লা ৰূপৰ এন্ধাৰ খেদাই দি ৰঙা কিৰণেৰে নিজ ঘোঁৰাৰে যুক্ত ৰথেৰে মানুহক জগাই তুলি উদয় হৈছে ॥ ১৪ ॥ যাবৎ জীৱন পোহপাল কৰিব পৰা ধন আমালৈ আনি সকলোকে জনাবলৈ বিচিত্ৰ নিচান ৰশ্মীৰে উষাই গোটেই জগৎ প্ৰকাশ কৰিছে। আগেয়ে হৈ যোৱা বহুত উষাৰ তেওঁ উপমা স্বৰূপ আৰু অহা উষাৰ আৰম্ভ স্বৰূপ ৰশ্মি বিকাশ কৰিছে ॥ ১৫ ॥ (হে মানুহ বিলাক) উথা। আমাৰ শৰীৰৰ পৰিচালন কৰা জীৱন আহিল। অন্ধকাৰ গল, পোহৰ আহিল। সূৰ্য্যৰ যোৱা বাট বিৰিক্ত (চফা) কৰিছে। সেই দেশলৈ যাম য'ত বহুত অন্ন পোৱা যায় ॥ ১৬ ॥ স্তুতি বাহক স্তোতাই প্ৰভাযুক্ত উষালৈ বেদমন্ত্ৰেৰে স্তোত্ৰ উচ্চাৰণ কৰিছে। হে মঘোনী উষা, আজি এই স্তোত্ৰ গান কৰা জনৰ অন্ধকাৰ নাশ কৰা। আমাক পুত্ৰ-পৌত্ৰাদি আৰু অন্ন দিয়া ॥ ১৭ ॥ হে উষা দেৱী, হবি দান কৰা মৰ্ত্ত্যক গোযুক্ত আৰু সৰ্ব্বৱীৰ যুক্ত কৰা। যি উষাই অন্ধকাৰ নাশ কৰে সেই ঘোঁৰা দিওঁতা উষাই বায়ুৰ দৰে শীঘ্ৰ প্ৰবৰ্ত্তমান সুনৃত বাক্যৰে যজ্ঞ সমাপ্ত কৰোতে সোম অভিষৱ কৰাক বিশেষকৈ ধন আদি পোৱাই দিয়া ॥ ১৮ ॥ হে উষা দেৱী, তুমি দেৱতাৰ মাক (সেই বাবে) অদিতিৰ প্ৰতিদ্বন্দ্বী। তুমি যজ্ঞৰ নিচান প্ৰকাশ কৰা ॥ সম্যক স্তুতি কৰা আমাৰ মন্ত্ৰৰূপ স্তোত্ৰ শুনি উদয় হোৱা। সকলোৰে বৰনীয়া উষা আমাৰ জনপদৰ (গাওঁৰ) সন্মুখত পাদুৰ্ভাৱ হোৱা ॥ ১৯ ॥ বিচিত্ৰ যি পাবলগীয়া অলপ ধন উষাই বহন কৰিছে, স্তুতিৰে ভজন কৰা হবি দিয়া জনক সেই ধনৰ ভাগ দি মঙ্গলজনক হওক। মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিৱী আৰু স্বৰ্গয়ো আমাক ৰক্ষা কৰক ॥ ২০ ॥

## ১১৪ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—১-৯ জগতী ১০-১১ ত্ৰিষ্টুভ্। দেৱতা—ৰুদ্ৰ।

এই বুঢ়া, মহৎ জটাধৰ, বীৰ বিনাশক ৰুদ্ৰক আমি মননীয় স্তুতি অৰ্পন কৰিছোঁ যাতে দুঠেঙীয়া আৰু চাৰিঠেঙীয়া জন্তু বিলাকৰ ৰোগ নাশহৈ সুস্থ হৈ থাকে আৰু আমাৰ গাৱৰ সকলো প্ৰাণী পুষ্ট হৈ থাকে ॥ ১ ॥ হে ৰুদ্ৰ, তুমি সুখ দাতা হোৱা। আমাক সুখী কৰা। বীৰ বিনাশক তোমাক আমি নমস্কাৰেৰে পৰিচৰণ কৰিম। পিতা মনুৱে যি ৰোগৰ পৰা মুক্ত হৈছিল আৰু ভয়ৰ পৰা পৰিত্ৰান পাইছিল, হে ৰুদ্ৰ, তোমাৰ সুদৃষ্টিৰ ফলত আমি যেন সেয়া পাওঁ ॥ ২ ॥ হে কামবৰ্ষী ৰুদ্ৰ, বীৰ বিনাশক, তোমাৰ হৈ কৰা যজ্ঞেৰে আমি তোমাৰ সুমতি যেন পাওঁ। তুমি আমাৰ সন্তান সন্ততিক লক্ষ্য কৰি সিহঁতৰ সুখ কৰিবৰ ইচ্ছা কৰি আহা। আমি, অহিংসিত বীৰ তোমাক হবি আদিৰে আহুতি দিম ॥ ৩ ॥ ৰক্ষণৰ কাৰণে আমি, দীপ্ত, যজ্ঞসাধন কাৰী, বেকা-গতিৰ, মেধাৱী ৰুদ্ৰক সদায় আহ্বান কৰো। সেই ৰুদ্ৰই দেৱতাৰ খং আমাৰ পৰা দূৰলৈ পঠিয়াওক। এই ৰুদ্ৰৰ আমি সুমতি বিচাৰিছো ॥ ৪ ॥ এই বৰাহ (-ৰ দৰে দৃঢ়াঙ্গ), দীপ্তিমান, জটাধাৰী, তেজেৰে দীপ্তৰূপৰ হে ৰুদ্ৰ, তোমাক নমস্কাৰেৰে স্বৰ্গৰ পৰা আহ্বান কৰিছো। সেই ৰুদ্ৰই সৰ্ব্ববৰেণ্য দৰৱ হাতত লৈ আমাক আৰোগ্য, কৱচ আৰু ঘৰ দিয়ক ॥ ৫ ॥ এই ৰসাল আৰু (দেৱতা) বৰ্দ্ধক স্তুতি বাক্য মৰুত সকলৰ পিতা ৰুদ্ৰ দেৱতাৰ উদ্দেশ্যে গোৱা হৈছে। হে অমৰ ৰুদ্ৰ, মানুহৰ ভোগ্য অন্ন আমাক দিয়া আৰু মোৰ পুত্ৰ আৰু পৌত্ৰক সুখ দিয়া ॥ ৬ ॥ হে ৰুদ্ৰ, আমাৰ মাজত থকা বুঢ়া বিলাকক বধ নকৰিবা। আমাৰ লৰাক বধ নকৰিবা। আমাৰ মধ্য বয়স্ক (ডেকা) বিলাকক বধ নকৰিবা। আমাৰ স্ত্ৰীৰ গৰ্ভত থকা বিলাকক বধ নকৰিবা। আমাৰ পিতৃ, মাতৃ, আৰু আমাৰ গাৰ পৰা হোৱা বোৰক, হে ৰুদ্ৰ, হিংসা নকৰিবা ॥ ৭ ॥ হে ৰুদ্ৰ, আমাৰ পুত্ৰ, পৌত্ৰ আৰু আমাৰ অন্য মানুহক, গৰুক আৰু ঘোঁৰাক হিংসা নকৰিবা। বীৰ বিলাকক খং কৰি বধ নকৰিবা। আমি হবি যুক্ত অন্নৰে সদায়েই তোমাৰ পূজা কৰো ॥ ৮ ॥ হে ৰুদ্ৰ, স্তুতি মন্ত্ৰ বিলাক তোমাক (পশু পালকে যেনেকৈ গধূলি গৃহস্থক পশুবিলাক দুৰাই দিয়ে)

পশুপালকৰ দৰে (আমিও) সমৰ্পন কৰিম। হে মৰুত সকলৰ পিতা আমাক সুখ দিয়া। তোমাৰ সুমতি সুখকাৰক আৰু ভদ্ৰ। আমি তোমাৰ ৰক্ষণ বিচাৰোঁ ॥ ৯॥ হে বীৰ ক্ষয় কৰা ৰুদ্ৰ, গৰু বধ কৰা অ ৰু পুৰুষ বধা অস্ত্ৰ দূৰৈত ৰাখা। আমালৈ তোমাৰ সুখ থাকক। আমালৈ প্ৰসন্ন হোৱা। হে ৰুদ্ৰ দেবতা, আমাক প্ৰতিবচন (ওলোটাই কোৱা, উত্তৰ দিয়া) কোৱা। দুয়ো ঠাইত (পৃথিবী আৰু অন্তৰীক্ষত) আমাক সুখ দিয়া ॥ ১০॥ অন্ন ৰক্ষা কৰিবলৈ আমি এই স্তোত্ৰ গাইছোঁ। এই ৰুদ্ৰক নমস্কাৰ কৰোঁ। মৰুত্বান ৰুদ্ৰই আমাৰ আহ্বান শুনক। মিত্ৰ, বৰুন, অদিতি, সিন্ধু পৃথিবী, আৰু স্বৰ্গয়ো আমাক ৰক্ষা কৰক ॥ ১১॥

## ১১৫ সুক্ত—ঋ ৬।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—সূৰ্য্য।

ৰশ্মিবিলাকৰ তেজঃপুঞ্জৰূপৰ বিচিত্ৰ সূৰ্য্যমণ্ডল উদয়াচল পাইছেহি। তেওঁ মিত্ৰ, বৰুণ আৰু অগ্নিৰ (আদি দেৱতাৰ) চকু। (উদয় হৈ) স্বৰ্গ, পৃথিবী আৰু অন্তৰীক্ষ নিজ তেজেৰে পূৰণ কৰিছে। সূৰ্য্য স্থাবৰ আৰু জঙ্গমৰ আত্মা স্বৰূপ ॥ ১ ॥

সূৰ্য্যই দীপ্যমান উষাদেবীক যেনেকৈ (কোনো) মানুহে ৰূপৱতী যুৱতীৰ (সততে পাচ লয়) তেনেকৈ (উষাৰ) পাচত গৈছে। উষাত উৎপত্তি হোৱা সূৰ্য্যৰ যাগ কৰিবলৈ যজ্ঞৰ নেতাই সময়ত কৰিবলগীয়া কাম বিস্তাৰ কৰিছে (যজ্ঞ মেলিছে)। কল্যাণকাৰী সূৰ্য্যৰ কল্যাণৰূপী কৰ্ম্মফলৰ কাৰণে আমি স্তুতি কৰিছোঁ ॥ ২ ॥ সূৰ্য্যৰ কল্যাণকৰ, হৰিৎ বৰ্ণৰ, বিচিত্ৰ, সকলোৰে স্তুতিৰ যোগ্য ঘোঁৰা এই বাটেদি গৈছে। আমি নমস্কাৰ কৰি থাকোঁতে অন্তৰীক্ষৰ ওপৰ ঠাই পাইছেগৈ আৰু দ্যাবাপৃথিবীত ব্যাপ্ত হৈছে ॥ ৩ ॥ সেয়েই সূৰ্য্যৰ দেবত্ব আৰু সেয়ে মাহাত্ম্য যে মানুহৰ কৰ্ম্ম অসমাপ্ত হৈ থাকোতেই তেওঁ তেওঁৰ বিস্তীৰ্ণ ৰশ্মিবিলাক সাঙুৰি আনি (অস্ত গৈ এই লোকৰ পৰা) নিজক উপসংহাৰ কৰে। হৰিৎ (নামৰ) ঘোঁৰা কেটা খুলি দি ৰাতিয়ে অন্ধকাৰেৰে সকলোকে আবৰি ধৰে ॥ ৪ ॥ মিত্ৰ আৰু বৰুণে দেখিবলৈ আকাশৰ মাজত সূৰ্য্যই নিজ জ্যোতিৰ্ম্ময় ৰূপ প্ৰকাশ কৰিছে। তেওঁৰ হৰিৎ (নামৰ) ঘোঁৰা দুটাই একালে তেওঁৰ অনন্ত দীপ্তিমান বল ধাৰণ কৰে আৰু ইকালে ক'লা (অন্ধকাৰ) নিষ্পাদন কৰে (সেয়া সূৰ্য্যৰ দেবত্ব আৰু মাহাত্ম্য) ॥ ৫ ॥ হে দেবতাসকল, আজি সূৰ্য্য উদয় হওঁতে আমাক পাপৰ পৰা মুক্ত কৰা। মিত্ৰ, বৰুণ, অদিতি, সিন্ধু, পৃথিবী আৰু স্বৰ্গই আমাক ৰক্ষা কৰক ॥ ৬ ॥

## ১১৬ সুক্ত—ঋ ২৫।

ঋষি—দীৰ্ঘতমাৰ পুত্ৰ কক্ষীবান। (উশিকৰ পুত্ৰ বা)। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—অশ্বিনীদ্বজন

(যজমানে) যেনেকৈ কুশ মেলি দিয়ে, বতাহে যেনেকৈ মেঘ কেউফালে চলায় সেইদৰে মই নাসত্যা অশ্বিনী দুজনলৈ বহুত স্তোত্ৰ পঠিয়াইছোঁ। তেওঁবিলাকে শত্ৰুসেনাক ৰথেৰে পৰাজয় কৰি ৰথেৰে ডেকা, বিমদ ৰাজৰ্ষিৰ স্ত্ৰৈণায়েকক তেওঁৰ ওচৰ পোৱাই দিছিল ॥ ১ ॥ বলেৰে খৰকৈ যোৱা হে নাসত্যা অশ্বিনী দুজন, দেবতাসকলে বৰকৈ পঠিওৱাত তোমালোকে যমৰ পৰা পোৱা যি গাধক বাহনকৰি ধন দিয়া ৰণত শত্ৰুৰ পৰা সহস্ৰ যুদ্ধ জিনিছিলা (সেই নাসত্যা দুজনক মই স্তব কৰিম) ॥ ২ ॥ হে অশ্বিনী দুজন, ম্ৰিয়মান মানুহে ধন ত্যাগ কৰাৰ দৰে তুগ্ৰ্য ৰজাই পুত্ৰ ভুজ্যুক নাৱেৰে সমুদ্ৰলৈ পঠিয়ালে। হে অশ্বিনী দুজন, তোমালোকে সমুদ্ৰৰ মাজত দুব যোৱা ভুজ্যুক নাৱেৰে তোমালোকৰ আত্মীয়ৰ দৰে আকাশত যোৱাৰ নিচিনাকৈ, পানী নোচোৱাকৈ নি (পিতৃৰ ওচৰ) পোৱাই দিলা ॥ ৩ ॥ হে নাসত্যা দুজন, ভুজ্যুক তিনিৰাতি তিনিদিন অতিক্ৰম কৰি সমুদ্ৰৰ মাজৰ পৰা পানীহীন ঠাইলৈ আনি এশ চকৰিৰ ছটা ঘোঁৰাই টনা তিনিখন ৰথেৰে আনিছিলা ॥ ৪ ॥ হে অশ্বিনী দুজন ভূমিহীন পানীত, হাতেৰে ধৰিবলৈ নোপোৱা, অবলম্বনহীন সমুদ্ৰত সেই কাম কৰিলা। ভুজ্যুক এশ দাৰবঠাৰে বোৱা নাৱত তুলি আনি ঘৰ পোৱাইছিলাহি ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকে মৰি নোযোৱা (যাৰ ঘোঁৰা নমৰে) ঘোঁৰা থকা, পেদু ৰজাক যি বগা ঘোঁৰা এটা দিছিলা সেই ঘোঁৰাই সদায় মঙ্গল কৰিছিল। তোমালোকৰ সেই

দান মহৎ আৰু কীৰ্ত্তনীয় হৈছিল। সেইদৰে সেই উৎকৃষ্ট ঘোঁৰা সদায় আমাৰ পূজনীয় ॥ ৬ ॥ হে নেতা অশ্বিনী দুজন, তোমালোকে, অঙ্গিৰসৰ (পজ্ৰা) কুলত জন্ম হোৱা কক্ষীবান ঋষিয়ে স্তৱ কৰিলত (মোক) বহুত বুদ্ধি লেখি দিলা। তোমালোকৰ ঘোঁৰাৰ খুৰাৰ পৰা কাৰোতাৰ (চামৰাৰে মেৰিওৱা কলহ) পৰা ওলোৱা দৰে শত কলহ সুৰা ওলাইছিল ॥ ৭ ॥ হে অশ্বিনী দুজন, পুৰি থকাত (অত্ৰিক ৰক্ষা কৰিবলৈ) চেঁচা পানী ঢালি (তুঁহ) জুইৰ নিবাৰণ কৰিলা। (অসুৰৰ প্ৰৌঢ়ণত ক্ষীণাই যোৱা) ঋষিক বলপ্ৰদ অন্ন দিলা। (কাটকত দিয়া) অত্ৰিক, হে অশ্বিনী দুজন, উলিয়াই আনিলত তেওঁৰ মানুহবিলাকে আনন্দ কৰিলে ॥ ৮ ॥ হে নাসত্যা অশ্বিনী দুজন, নাদটো গোতম ঋষিৰ ওচৰ পোৱালা আৰু নাদটোৰ গুৰিটো ওপৰলৈ কৰি (বেঁকা কৰি) পানী বোৱাই দিলা। সেই নাদৰ পৰা পিয়াহ লগা গোতমৰ পানীৰ সোঁত বোৱাই দিলা। হবি দিয়া দৰে সহস্ৰ ধনৰ সোঁত বোৱাই দিলা ॥ ৯ ॥ হে নাসত্যা দুজন, জৰাজীৰ্ণ চ্যবন ঋষিৰ গাৰ পৰা বেৰি থকা ছাল, কবচ খোলা দৰে মোচন কৰিছিলা। হে দস্ৰা অশ্বিনী দুজন, পুত্ৰাদিয়ে পৰিত্যাগ কৰা ঋষিৰ (চ্যবনৰ) জীৱন দীঘল কৰিলা আৰু পাচত কন্যাৰ পতি কৰিছিলা ॥ ১০ ॥ হে নেতা নাসত্যা অশ্বিনী দুজন, তোমালোকে কৰা সেই বৰণীয় কাম আমাৰ প্ৰশংসনীয় আৰু আৰাধনীয়। তোমালোকে (লুকাই থোৱা) ধন জনা দৰে নিৰ্জ্জন অৰণ্যৰ নাদত পেলাই থোৱা বন্দন ঋষিক বাটত যাওঁতে পানী খাবলৈ যোৱা মানুহে দেখাত ওপৰলৈ তুলি আনিলা ॥ ১১ ॥ হে নেতা অশ্বিনী দুজন, তোমালোকৰ কৰ্ম্ম উগ্ৰ। তোমালোকে পুৰণি কালত কৰা সেই কাম, যেনেকৈ মেঘত থকা পানী গাজনিৰ পৰা ওলাই, ধন লাভৰ কাৰণে (মই) তেনেকৈ স্তোত্ৰগাথা উলিয়াম। অথৰ্ব্বনৰ পুত্ৰ দধ্যঙ্ ঋষিয়ে ঘোঁৰাৰ মুখেৰে যেতিয়া তোমালোকক মধুবিদ্যা কলে, তেতিয়া তেওঁক (নিজৰ) মূৰ লগাই দিলা ॥ ১২ ॥ বহুতৰ পালক হে নাসত্যা অশ্বিনী দুজন, তোমালোক অভিমত ফল দানৰ কৰ্ত্তা। বুদ্ধিমতী বধ্ৰীমতীয়ে তোমালোকক বাৰম্বাৰ (পুত্ৰ লাভৰ কাৰণে) আহ্বান কৰিছিল। সেই বধ্ৰীমতীৰ আহ্বান শিষ্যই গুৰুৰ বচন শুনা দৰে শুনি, হে অশ্বিনী দুজন, তোমালোকে (তাইক) হিৰণ্যহস্ত নামে পুত্ৰ দিলা ॥ ১৩ ॥ হে নেতা নাসত্যা দুজন, তোমালোকে বৃক আৰু বৰ্ত্তিকাৰ যুদ্ধত বৃকৰ (শিয়ালৰ) মুখৰ পৰা বৰ্ত্তিকাক (বৰ্ত্তিতা চৰাইক) মোচন কৰিছিলা। হে বহুলোকৰ পালক দুজন, তোমালোকে স্তুতি কৰি থকা মেধাবী ঋষিক ভালকৈ চকুৰে দেখিব পৰা কৰিছিলা ॥ ১৪ ॥ সংগ্ৰামত খেল ৰজাৰ স্ত্ৰী বিশ্পলাৰ ভৰি চৰাই পাখীৰ দৰে কাটিলে। হে অশ্বিনী দুজন, (তোমালোকক অগস্তীয়ে স্তুতি কৰিলত) ৰাতিয়েই আহি তেতিয়াই শত্ৰুক জয় কৰিবলৈ বিশ্পলাক লোহাৰ ভৰি লগাই দিলা ॥ ১৫ ॥ যি ঋজ্ৰাশ্বই বৃকীক এশ ভেড়া কাটি চৰলিয়াই দিছিল। তেওঁক পিতাকে (শাপ দি) নেদেখা কৰি দিছিল। হে নাসত্যা অশ্বিনী দুজন, দেৱতাৰ ভৌষজ (বেজ বা ডাক্তৰ), দস্ৰা, তোমালোকে তেওঁক চকুৰে দেখা কৰি দিলা ॥ ১৬ ॥ হে অশ্বিনী দুজন, তোমালোকৰ কাঠৰ নিৰ্মিত ৰথ সোনকালে নিৰ্দ্দিষ্ট লক্ষ্য পোৱাত তোমালোক জয়ী হলা আৰু সূৰ্য্যৰ জীয়েকে তোমালোকৰ ৰথত উঠিল। সকলো দেৱতাই হৃদয়েৰে এইটো অনুমোদন কৰিলে। হে নাসত্যা দুজন, তোমালোকে সম্পদ লাভ কৰিলা ॥ ১৭ ॥ হে অশ্বিনী দুজন স্তুতিৰে আহ্বান কৰি তোমালোকক হবি অন্ন দিয়া দিবোদাসৰ ঘৰলৈ ধন যুক্ত অন্ন লৈ ৰথেৰে আহিলা। সেই ৰথ বৃষভ আৰু গ্ৰাহে টানি আনিছিল ॥ ১৮ ॥ হে নাসত্যা অশ্বিনী দুজন, বলী, সুপুত্ৰযুক্ত, সুবীৰ্য্য ধন আৰু অন্ন বহন কৰি একেমনে তোমালোক দুয়ো জহ্নু মহৰ্ষিৰ পুত্ৰসকলৰ ওচৰলৈ আহিলা। তেওঁলোকে হবি অন্ন দি দিনৌ তিনি সৱন ধাৰণ কৰিছিল ॥ ১৯ ॥ হে নাসত্যা অশ্বিনী দুজন, জৰাৰহিত তোমালোকে কেউপিনে শত্ৰুৱে বেৰি থকা জাহুষ ৰজাক সৰ্ব্বভেদী ৰথেৰে অতি সুগম বাটেৰে উলিয়াই আনি, পৰ্ব্বতবিলাক ভালকৈ পাৰ হৈ আহিলা ॥ ২০ ॥ হে অশ্বিনী দুজন, বশ নামে ঋষিক একে দিনাই সহস্ৰ ৰমণীয় ধন পোৱাই ৰক্ষা কৰিছিলা। হে কামবৰ্ষী অশ্বিনী দুজন, ইন্দ্ৰৰ সৈতে তোমালোকে পৃথুশ্ৰবাক দুখ দিয়া বিশেষ যশস্বী শত্ৰুক নিঃশেষে বধ কৰিছিলা ॥ ২১ ॥ হে অশ্বিনী দুজন, ঋচৎকৰ পুত্ৰেক শৰই স্তুতি কৰিলত পানী খাবলৈ নাদৰ তলৰ পৰা ওপৰলৈ পানী আনি আগবঢ়ালা। হে নাসত্যা অশ্বিনী দুজন, তোমালোকৰ কৰ্ম্মৰ দ্বাৰা শ্ৰান্ত শয়ু ঋষিক প্ৰসৱ নিবৃত্তি হোৱা গাইগৰুৰ (অগ্নিহোত্ৰৰ কাৰণে) গাখীৰেৰে ভৰপূৰ কৰি দিছিলা ॥ ২২ ॥ হে নাসত্যা দুজন, কৃষ্ণ নামৰ (এজন মানুহৰ) পুত্ৰ বিশ্বকাক, ৰক্ষণ ৰাক্ষা

কৰি স্তুতি কৰিলত তোমালোকে নিজকৰ্ম্মেৰে নষ্ট হোৱা পশুৰ দৰে তেওঁ বিষ্ণাপু (নামে) বিনষ্ট পুত্ৰক পুনৰায় চাবলৈ দিছিলা ।। ২৩ ।। হে অশ্বিনী দুজন, পানীৰ (নাদৰ) মাজত অসুৰে হিংসা কৰি বান্ধি পেলায় থোৱা, দহ ৰাতি ন দিন পানীত তিতি দুঃখত তাপিত হৈ থকা ৰেভক তোমালোকে ক্ৰুবেৰে সোমৰস আহুতি দিবলৈ তোলা দৰে তুলি আনিলা ।। ২৪ ॥

হে অশ্বিনী দুজন, তোমালোকৰ আগতে কৰা কামবিলাক এইদৰে বৰ্ণনা কৰিলো । মোক ভাল গৰু দি বীৰ কৰি এই ৰাষ্ট্ৰৰ অধিপতি কৰা । আৰু যেনেকৈ ঘৰৰ গৰাকী (বিনা বাধাই) ঘৰত সোমাই তেনেকৈ মইয়ো যেন ভালকৈ চকুৰে দেখি দীৰ্ঘ জীৱণ পাই বুঢ়া হওঁ ॥ ২৫ ॥

## ১১৭ সূক্ত—ঋ ২৫ ।

### ঋষি আদি ১১৬ সূক্তৰ দৰে ।

হে অশ্বিনী দুজন, তোমালোকৰ আমোদৰ মধুময় সোমেৰে চিৰকলীয়া হোতাই (যথা শাস্ত্ৰ) পৰিচৰণ কৰিছে । দিবলগীয়া মেলি থোৱা কুশত বহিবলৈ স্তুতি বাক্যেৰে স্তুতি কৰাসকল গোট খাইছে । হে নাসত্যা অশ্বিনী দুজন, আমাক দিবলগীয়া অন্ন আৰু বলেৰে সৈতে আমাৰ ওচৰলৈ আহা ॥ ১ ॥ হে অশ্বিনী দুজন, তোমালোকৰ নিজৰ, মনতকৈও বেগী ধুনীয়া ঘোঁৰাৰ যি ৰথ প্ৰজাৰ ফালে যায়, যি ৰথেৰে ভালকৈ যাগ কৰা যজমানৰ যজ্ঞ ঘৰলৈ যায়, হে নেতা দুজন, সেই ৰথেৰে আমাৰ বাস কৰা ঘৰলৈ আহা ॥ ২ ॥ হে কামবৰ্ষী অশ্বিনী দুজন, পঞ্চ জাতিয়ে সম্মান কৰা অত্ৰি ঋষিক পাপ গৃহত তুঁই জুইত পেলাই থোৱা লগৰীয়া সকলেৰে সৈতে অমঙ্গলীয়া শক্ৰৰ হাতৰ পৰা ইটোৰ পাচত সিটোকৈ সন্তান সকলেৰে সৈতে (অগ্নি) নিবাৰণ কৰি মোচন কৰিছিলা ॥ ৩ ॥ হে নেতা কামবৰ্ষী অশ্বিনী দুজন, অসুৰে নাদৰ পানীত পেলাই থোৱা, বিচাৰি পাবলৈ টান ৰেভ ঋষিক ছাল মঙহ এৰাই যোৱা (অৱস্থাৰ পৰা) ঘোঁৰাৰ দৰে নিজ ভেষজ (বেজালী) কৰ্ম্মেৰে আৰোগ্য কৰিলা । তোমালোকৰ আগতে কৰা কাম বিলাকৰ বৰ্ণনা নাইকিয়া নহয় (কৈ অন্ত নহয়) ॥ ৪ ॥ মাটিৰ তলত নাদৰ ভিতৰত শুই থকা নিচিনা, সূৰ্য্যৰ দৰে এন্ধাৰত জ্বলি থকা, শোভাৰ কাৰণে তৈয়াৰী কৰা অলঙ্কাৰৰ দৰে জিলিকি থকা, দেখিবলৈ ভাল বন্দন ঋষিক হে দ্ৰস্ৰা অশ্বিনীদুজন, তোমালোকে তুলি আনিলা ॥ ৫ ॥ হে নেতা নাসত্যা অশ্বিনীদুজন, অভীষ্ট লাভৰ কাৰণে অঙ্গিৰসৰ (পজ্ৰাৰ) কুলত জন্ম কক্ষীবানে (মই) তোমাৰ কৰ্ম্ম বাখ্যান কৰিছো । বৈ থকা মানুহৰ কাৰণে তোমালোকৰ বেগবান ঘোঁৰাৰ খুৰাৰ পৰা ওলোৱা শত কলহ মধুৰ ৰস পুৰণ কৰিছিলা ॥ ৬ ॥ হে নেতা অশ্বিনী দুজন, তোমালোকক স্তৱ কৰা কৃষ্ণিৰ পুতেক বিশ্বকায়ক তেওঁৰ কনিষ্ঠ পুত্ৰ বিষ্ণাপুক আনি দিছিলা । নিজ পিতৃগৃহত পিতাকৰ লগত বুঢ়ী হোৱা (কুষ্ঠ ৰোগী) ঘোষাক ৰোগ নাইকিয়া কৰি পতিক দিছিলা । ॥ ৭ ॥ হে অশ্বিনীদুজন, তোমালোকে শ্যাৱা ঋষিক দীপ্তিমতী ভাৰ্য্যা দিছিলা । কেনিও যাব নোৱাৰা (কনা) কণ্ব ঋষিক চকু দিছিলা । হে কামবৰ্ষী অশ্বিনীদুজন, তোমালোকে কৰা সেই কাম প্ৰশংসনীয় যে কলা নৃষদক কানেৰে শুনা কৰি দিছিলা ॥ ৮ ॥ হে অশ্বিনী দুজন, বহুত ৰূপ ধৰা তোমালোকে পেদুক খৰকৈ যোৱা ঘোঁৰা দিছিলা । সেই ঘোঁৰা সহস্ৰধন দিয়া, বলবন্ত, শত্ৰুৱে পৰাভৱ কৰিব নোৱাৰা, শত্ৰু হন্তা, স্তুতি ভাজন আৰু বিপদত ত্ৰান কৰা ॥ ৯ ॥ হে সুদাতা অশ্বিনীদুজন, তোমালোকৰ এইবিলাক বীৰ্য্যৰ কথা শুনিবলগীয়া । সেই অৰ্থে দ্যাবাপৃথিবীত থকা (স্তোতাৰ ওচৰত বহা) । ঘোষনা কৰিবলগীয়া ব্ৰহ্মস্তোত্ৰ নিষ্পন্ন কৰা হৈছে । হে অশ্বিনীদুজন, যেতিয়া পজ্ৰাকুলৰ (অঙ্গিৰসৰ) যজমানে (আমি) আহ্বান কৰো তেতিয়া অন্ন লৈ আহিবা আৰু বিদ্বানক (মোক) বল দিবা ॥ ১০ ॥ হে পোষণ কৰা নাসত্যা অশ্বিনীদুজন, খেল ৰজাৰ পুৰোহিত, কুম্ভত জন্ম হোৱা অগস্ত্যই স্তুতি কৰিলত মেধাবীক (ভৰদ্বাজক) অন্ন দিছিলা, আৰু খেল ৰজাৰ পত্নী বিশপলাক যুদ্ধত চিঙি পেলোৱা উৰু-(ভৰি)-ত পুনৰ লোহাৰ ভৰি লগাই দিলা । অগস্ত্য ঋষিয়ে স্তোত্ৰেৰে তোমালোকক বৰ্দ্ধন কৰিলে ॥ ১১ ॥ হে স্বৰ্গৰ পুত্ৰ কামবৰ্ষী অশ্বিনী দুজন, ক'ত সেই ভাৰ্গৱৰ (শুক্ৰ-কাব্য) ঘৰত স্তুতি শুনিবলৈ যোৱা-শয্যাৰ ত্ৰাৱক তোমালোক দুজন ? সোণৰ কলহ মাটিত পোতা দৰে নাদত পেলাই থোৱা (ৰেভক) দশম দিনত তোমালোকে তুলিলা ॥ ১২ ॥ হে অশ্বিনী দুজন, তোমালোকে নিজ ভেষজেৰে (দৰবেৰে) জৰাযুক্ত চ্যৱনঋষিক ডেকা কৰিছিলা । হে নাসত্যা অশ্বিনীদুজন, তোমালোকৰ ৰথত সূৰ্য্যৰ জীয়েক সম্পত্তিৰে

সৈতে উঠিছিল ॥ ১৩ ॥ হে দুঃখ তাৰক অশ্বিনীদুজন, পূৰ্ব্বকালৰ দৰেই তুগ্ৰই আকৌ তোমালোকক স্তব কৰা হল যেতিয়া তোমালোকে ভুজ্যুক সমুদ্ৰৰ পানীৰ মাজৰ পৰা ঘূৰি অহা শীঘ্ৰগামী ঘোঁৰাবে আনি পিতৃৰ ওচৰ পোৱাই দিলা ॥ ১৪ ॥ হে অশ্বিনী দুজন, সমুদ্ৰত থাওঁতে (পানীত দুৰ যোৱা) তুগ্ৰৰ পুত্ৰই দুঃখ নোপোৱাৰ দৰে তোমালোকক স্তুতি কৰিলত পিতাকৰ ওচৰ পোৱাই দিলা। তেওঁক মনৰ নিচিনা বেগী ঘোঁৰাবে টনা ৰথত তুলি, হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে আনিলা ॥ ১৫ ॥ বৰ্ত্তিকা চৰাইক বৃকে ধৰিলত তোমালোকক আহ্বান কৰিলে। তেতিয়া বৃকৰ মুখৰ পৰা বৰ্ত্তিকাক মোচণ কৰিলা। জয়শীল ৰথেৰে, হে অশ্বিনীদুজন, (জাহুষ ৰজাক) পৰ্ব্বতৰ মাজেদি আনিলা। বিশ্বাসু অসুৰৰ পুতেক বিলাকক বিষেৰে মাৰি পেলালা ॥ ১৬ ॥ হে অশ্বিনী দুজন, এশ ভেড়া দি বৃকীক সন্তোষ কৰিলত, পিতাকে বেয়া পাই চকু কণা কৰি দিলত ঋজাশ্বক পিতৃশাপত বিনষ্ট হোৱা চকু দিলা। তোমালোকে অন্ধক দেখিবলৈ চকু দিলা ॥ ১৭ ॥ সেই বৃকীয়ে, পোষণ দিয়া অন্ধৰ চকু ঘুৰাই পাবৰ কাৰণে "হে অশ্বিনী দুজন, কামবৰ্ষী, নেতা", এই বুলি সম্বোধন কৰি তোমালোকক স্তুতি কৰিলে (আৰু কলে যে) যেনেকৈ ডেকা কামুকে পৰস্ত্ৰী পাবলৈ (সকলো ধন দিয়ে) তেনেকৈ ঋজাশ্বই মোক এশ ভেৰা কাটি চৰ্কলিয়াই দিছিল ॥ ১৮ ॥ হে অশ্বিনী দুজন, তোমালোকৰ কৃপা বহুত সুখৰ ভাগী। তোমালোকে বেমাৰীক অঙ্গ জোৰা লগায় দিয়া। তোমালোককেই বহুত বুদ্ধিমতী ঘোষাই আহ্বান কৰিছিল। হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোক ৰক্ষণেৰে সৈতে আহা ॥ ১৯ ॥ হে দস্ৰা, অশ্বিনীদুজন, তোমালোকে ক্ষিণোৱা, নিবৃত্ত প্ৰসবা গকজনী শয়ু ঋষিৰ কাৰণে গাখীৰেৰে ভৰপূৰ কৰি দিলা। পুৰু মিত্ৰৰ কুমাৰী ছোৱালীক তোমালোকে নিজ কৰ্ম্মৰ দ্বাৰা বিমদৰ ঘৰ পোৱাই দিলা ॥ ২০ ॥ হে দস্ৰা অশ্বিনীদুজন, আৰ্য্য মানুহৰ কাৰণে নাঙ্গলেৰে (হালবাই) যব খেতি কৰোতে মেঘৰ পৰা পানী বোৱাই দিলা। দস্যুক ওপঙি থকা বজ্ৰেৰে (বকুৰে) বধ কৰিলা। (এনে কৰি) নিজৰ তেজ বিস্তীৰ্ণ কৰিলা ॥ ২১ ॥ হে অশ্বিনী দুজন, অথৰ্ব্বনৰ পুত্ৰ দধ্যঙ ঋষিক ঘোঁৰাৰ মূৰ লগাই দিছিলা। তেওঁ তোমালোকৰ সত্য পালন কৰি ত্বষ্টাৰ ইন্দ্ৰক শিকোৱা মধুবিদ্যা শিকালে। হে দস্ৰা অশ্বিনী দুজন, তোমালোকে তেওঁৰ ছিঙা মূৰ পুনৰ লগাই দিলা ॥ ২২ ॥ হে মেধাবী অশ্বিনী দুজন, তোমালোকৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰো। তোমালোকে আমাৰ সকলো কৰ্ম্ম ৰক্ষা কৰা। আৰু আমাক হে নাসত্যা অশ্বিনী দুজন, অপত্যাদিৰে সৈতে মহৎ ধন দিয়া ॥ ২৩ ॥ হে দাতা, নেতা অশ্বিনীদুজন, হিৰণ্যহস্ত নামৰ পুত্ৰ বধ্ৰীমতীক দিছিলা। হে সুদাতা অশ্বিনীদুজন, তিনি টুকুৰা কৰি অসুৰে কটা শ্যাবা ঋষিৰ জীৱন পুনৰ দান কৰিছিলা ॥ ২৪ ॥ হে অশ্বিনীদুজন তোমালোকৰ বিষয় পূৰ্ব্বদিনৰ এই বিলাক বীৰ কৰ্ম্মৰ কথা আমাক পিতৃ সকলে কৈছিল। আমি, হে কামবৰ্ষী, অশ্বিনীদুজন, তোমালোকৰ বিষয় মন্ত্ৰাত্মক স্তোত্ৰ কৰি, সুবীৰ পুত্ৰ আদি পাবলৈ, (এইবিলাক) উচ্চাৰণ কৰিছো ॥ ২৫ ॥

## ১১৮ সুক্ত—ঋ ১১।

## ঋষি আদি ১১৬ সুক্তৰ দৰে।

হে অশ্বিনী দুজন তোমালোকৰ শেন চৰাইৰ দৰে খৰকৈ যোৱা, সুখকৰ ধনযুক্ত ৰথ আমাৰ ফালে আহক। হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোকৰ সেই ৰথ মানুহৰ মনৰ দৰে বেগী, ত্ৰিবন্ধুৰ (যেৰি থোৱা বহা ঠাই তিনিখন থকা) আৰু বায়ু বেগী ॥ ১ ॥ ভালকৈ যোৱা তিনিটা বন্ধুৰ থকা, তিনিটা যেৰ লগোৱা তিনিটা চৰ্কৰিৰ ৰথেৰে আমাৰ ফালে আহা। আমাৰ গৰু বিলাক গাখীৰবতী কৰা, ঘোঁৰাবিলাক প্ৰীত কৰা, আমাৰ বীৰ পুত্ৰ বিলাকক বৰ্দ্ধন কৰা ॥ ২ ॥ হে দস্ৰা অশ্বিনীদুজন, খৰকৈ যোৱা, ভালকৈ চলা ৰথেৰে আহি আদৰেৰে স্তোতাৰ এই শ্লোক বাক্য শুনা। পূৰ্ব্বত জন্ম হোৱা মেধাবী সকলে তোমালোকক স্তুতি কৰোতে দাৰিদ্ৰ্য দূৰ কৰিবলৈ যোৱা বুলি কোৱা নাছিল নে? ॥ ৩ ॥ হে অশ্বিনী দুজন, সাৰথিয়ে ৰথত লগোৱা, চলিব পৰা, শেনৰ দৰে যোৱা ঘোঁৰাই তোমালোকক লৈ আহক। (যি ঘোঁৰা পানীৰ দৰে খৰকৈ যোৱা, আকাশত যোৱা শকুনতকৈও শীঘ্ৰ গতিৰ, হে নাসত্যাদুজন (সেই ঘোঁৰাই) তোমালোকক হবি অন্নৰ ওচৰলৈ লৈ আহিছে ॥ ৪ ॥ হে নেতা অশ্বিনীদুজন, যুৱতী সূৰ্য্যাৰ জীয়েক প্ৰীত হৈ তোমালোকৰ ৰথত উঠিছিল। (তেওঁৰ সৈতে) তোমালোকৰ সেই ৰূপবান, গকত, দৌৰিব পৰা ঘোঁৰাই

আমাৰ ঘৰৰ পিনে লৈ আহক ॥ ৫ ॥ হে অশ্বিনীদ্বজন, বন্দনক নিজ কৰ্ম্মৰ দ্বাৰা নাদৰ পৰা তুলিলা। হে কামবৰ্ষী দস্ৰা দুজন, নিজ কৰ্ম্মেৰে ৰেভক নাদৰ পৰা উদ্ধাৰ কৰিলা। তুগ্ৰৰ পুত্ৰেকক সমুদ্ৰত নিমগ্ন হোৱাৰ পৰা উদ্ধাৰ কৰিলা, চ্যৱন ঋষিক পুনঃ ডেকা কৰি দিলা ॥ ৬ ॥ হে অশ্বিনী দুজন, প্ৰৌঢ়া গৃহত থোৱা অত্ৰিক তপত তুঁহ জুইত পানী ঢালি দিলা আৰু খুধকৰ আৰু পুষ্টিকৰ অন্ন খাবলৈ দিলা। সুস্তুতি শুনি তোমালোকে ব্ৰাহ্মণ কণ্বক (অসুৰে) পৰীক্ষা কৰিবলৈ বিচাৰোতে উষা হোৱা সময় জনাই দিলা ॥ ৭ ॥ হে অশ্বিনী দুজন, তোমালোকে পুৰণি কালত গৰু বিচৰা শয়ুক গৰু গাখীৰতি কৰি দিছিলা। বৰ্ত্তিকা চৰাইক বৃকৰ মুখৰ পৰা মোচন কৰিছিলা। বিশ্‌পলাক লোহৰ ভৰি লগাই দিছিলা ॥ ৮ ॥ হে অশ্বিনীদুজন, পেদু ৰজাক তোমালোকে ইন্দ্ৰৰ পৰা পোৱা, শত্ৰু হন্তা, সংগ্ৰামত আহ্বান কৰা, শত্ৰুক পৰাভূত কৰা, উগ্ৰ, সহস্ৰধন পোৱা, সেক্তা আৰু দৃঢ়াঙ্গ বগা ঘোঁৰা (এটা) দিছিলা ॥ ৯ ॥ হে নেতা, সুজন্মা অশ্বিনী দুজন, আমি ধন বিচাৰি ৰক্ষনৰ কাৰণে তোমালোকক ভালকৈ আহ্বান কৰিছো। স্তুতিৰে সেবন কৰি ধনযুক্ত ৰথেৰে সুখ দিবলৈ আমাৰ ওচৰলৈ আহা ॥ ১০ ॥ হে নাসত্যা দুজন, মৰমেৰে, প্ৰশংসনীয় গতিৰ ঘোঁৰাৰ নতুন বেগেৰে তোমালোক আমাৰ ওচৰলৈ আহা। হে অশ্বিনীদুজন, তোমালোকক দাতব্য হবিৰে চিৰকাল উষাৰ সময়ত হৱন কৰিম ॥ ১১ ॥

## ১১৯ সূক্ত—ঋ ১০।

ঋষি আৰু দেবতা ১১৬ সূক্তৰ দৰে। ছন্দ—জগতী।

হে অশ্বিনীদুজন, তোমালোকৰ ৰথ, জীৱন ধাৰণৰ কাৰণে অন্ন বিচাৰি আহ্বান কৰিছো। সেই ৰথ বহুত কাম কৰা, মনৰ দৰে বেগী, জপিওৱা, যজ্ঞৰ উপযুক্ত, বহুত নিচান থকা, শুভধন যুক্ত আৰু পানীৰ দৰে ক্ষিপ্ৰ গতিৰ ॥ ১ ॥ সেই ৰথ চলোঁতে অশ্বিনী দুজনৰ স্তৱ কৰোঁতে আমাৰ মন উৰ্দ্ধগামী হয়। আমাৰ স্তুতিবিলাকে অশ্বিনী দুজনৰ ওচৰ পাইছেগৈ। মই হবিবিলাক মধুৰ কৰিছো। মোক সহায় কৰিবলৈ (ঋত্বিকসকল) আহিছে। সূৰ্য্যৰ জীয়েক উৰ্জ্জানী, হে অশ্বিনী দুজন, তোমালোকৰ ৰথত উঠিছেহি ॥ ২ ॥ যেতিয়া যজ্ঞ কৰি থকা অসংখ্য জয়শীল মানুহে শুভ ধনৰ বাবে পৰস্পৰ স্পৰ্দ্ধা কৰি ৰথলৈ যায়, তেতিয়া, হে অশ্বিনী দুজন, তোমালোকৰ ৰথ পৃথিৱীৰ ফালে আহে বুলি সকলোৱে জানে। সেই ৰথত তোমালোকে স্তোতালৈ শ্ৰেষ্ঠ ধন লৈ আহা ॥ ৩ ॥ হে কামবৰ্ষী অশ্বিনী দুজন, যি ভুজ্যুক নিজ ঘোঁৰাৰে নি সমুদ্ৰত দূৰলৈ লৈ গৈছিল তেওঁক তোমালোকে নিজে লগোৱা ঘোঁৰাৰে আনি দূৰৰ পিতৃৰ ঘৰ পৰ্য্যন্ত আনিলা। দিবোদাসক তোমালোকে যি মহৎ ৰক্ষণ কৰিছিলা—(সেইয়া আমি জানো) ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ প্ৰশস্ত ঘোঁৰাই তোমালোকৰ ৰথত লগাই দিয়া মাত্ৰে ৰথৰ লক্ষ্য স্থান (সূৰ্য্যৰ ঠাই) শোভাৰ কাৰণে (সকলো দেৱতাৰ আগতে) পোৱাই দিলে। তেতিয়া আহি থকা সূৰ্য্যৰ জীয়েকে খৰকৈ আহি তোমালোকক পতিত্ব বৰণ কৰিলে যে "তোমালোকেই মোৰ পতি" ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকে ৰেভক নাদত পৰি থকাৰ পৰা ৰক্ষা কৰিলা। পৰিতপ্ত অত্ৰিক অসুৰে (তুঁহজুইত) পেলাই থোৱাত চেঁচা পানী ঢালি দিলা। শয়ুৰ নিবৃত্তপ্ৰসবা (পোৱালী নিদিয়া) গৰুৰ গাখীৰ পোৱাই দিলা। বন্দনক দীৰ্ঘায়ু কৰি দিলা ॥ ৬ ॥ হে দস্ৰা অশ্বিনী দুজন, তোমালোকে জৰাৰে নিঃশেষ হোৱা বন্দনক শিল্পকুশল কৰ্ম্মেৰে পুনৰ ডেকা কৰিলা, যেনেকৈ পুৰণি ৰথ শিল্পীয়ে নতুন কৰে। স্তুতি কৰিলত মাকৰ গৰ্ভত থকা মেধাবী (বামদেৱক) জন্ম দিলা। তোমালোকৰ ৰক্ষনাত্মক কৰ্ম্ম এই পৰিচৰণ কৰা যজমানক দিয়া হওক ॥ ৭ ॥ হে অশ্বিনী দুজন, দূৰ দেশত নিজ পিতাকে পৰিত্যাগ কৰা ভুজ্যুৱে স্তৱ কৰিলত তেওঁক ৰক্ষা কৰিবলৈ গ'লা। সেইবাবে হে অশ্বিনী দুজন তোমালোকৰ শোভনীয় গতি আৰু বিচিত্ৰ ৰক্ষণ কাম সকলোৱেই ওচৰতে পাবলৈ বিচাৰে ॥ ৮ ॥ আৰু হে অশ্বিনী দুজন, মৌমাখীয়ে আনন্দত তোমালোকৰ গান কৰিছে। উশিজৰ পুত্ৰই (মই কক্ষীবানে) তোমালোকক সোমপানৰ হৰ্ষৰ কাৰণে আহ্বান কৰিছো। দধিচীৰ মন তোমালোকে তুষ্ট কৰিলত তেওঁৰ ঘোঁৰাৰ মুখেৰে তোমালোকক (মধুবিদ্যা) দিছিল ॥ ৯ ॥ হে অশ্বিনী দুজন, তোমালোকে পেদুক বহুতৰ ৰক্ষিত আৰু স্পৰ্দ্ধাকাৰীৰ পৰাজয়কাৰী বগা ঘোঁৰা দিছিলা। সেই ঘোঁৰা যুদ্ধত ৰক্ষা নিদিয়া, অতি দীপ্তিমান, সকলো কামত প্ৰযুজ্য, (ইন্দ্ৰৰ দৰে) শত্ৰু অভিভৱিতা ॥ ১০ ॥

১২০ সূক্ত—ঋ ১২ ।

ঋষি—দীৰ্ঘতমা—উশিজৰ পুত্ৰক কক্ষীবান । ছন্দ—১/১০-১২ গায়ত্ৰী, ২ ককুপ্; ৩ কাবিৰাট; ৪ নষ্টৰূপী; ৫ তনুশিৰা, ৬—যষ্ঠাক্ষৰীউষ্ণীক্; ৭ বিস্তাৰ বৃহতী; ৮ কৃতি; ৯ বিৰাট । দেৱতা—অশ্বিনী দুজন; ১২ দুস্বপ্ন নাশন ।

হে অশ্বিনী দুজন, তোমালোকক কি স্তুতিৰে আৰাধনা কৰিব পাৰি ? কোনে তোমালোক দুয়োকে সেৱা কৰিবলৈ সমৰ্থ ? অনভিজ্ঞই তোমালোকক কেনেকৈ পৰিচৰণ কৰিব পাৰিব ? ॥ ১ ॥ এইদৰেই অনভিজ্ঞ স্তোতাই সেই সৰ্ব্বজ্ঞানী অশ্বিনী দুজনৰ দৰে দেৱতাক বাট ( পৰিচৰণৰ উপায়বিলাক ) সুধিব লাগে । শত্ৰুৰে আক্ৰমণ নকৰা অশ্বিনী দুজনে তভাতৈয়াকৈ স্তোতাক ৰক্ষা কৰে ॥ ২ ॥ হে সৰ্ব্বজ্ঞ অশ্বিনী দুজন, তোমালোকক আহ্বান কৰিছো । সৰ্ব্বজ্ঞ তোমালোকে আমাৰ জানিবলগীয়া কথা এতিয়া কোৱা । আমি তাকে প্ৰয়োগ কৰি হবি দি অৰ্চ্চনা কৰো ॥ ৩ ॥ মই তোমালোকক শুধিছোঁ, হে দস্ৰা অশ্বিনী দুজন, পৰিপক্ক মতি নোহোৱাক নোশোধো । তোমালোকে বষট্কাৰ মন্ত্ৰেৰে দিয়া অদ্ভূত পুষ্টিকৰ সোমৰস পাণ কৰা আৰু আমাকো বহুত উদ্যমযুক্ত কৰা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ যি স্তুতি ঘোষাৰ ( পুত্ৰ সুহস্তি ঋষি ) আৰু ভৃগুৰ দ্বাৰা উচ্চাৰিত হৈ শোভা পাইছিল, সেই স্তুতিৰে পজ্ৰ বংশৰ ( অঙ্গিৰসৰ ) ঋষিৰ ( মই কক্ষীবাণে ) তোমালোকক অৰ্চ্চনা কৰিছো । নিজৰ কাৰণে অন্ন বিচাৰি বিদ্বানে ( কক্ষীবাণে ) কৰা কামনা সিদ্ধি হওক ॥ ৫ ॥ হে অশ্বিনী দুজন, গায়ত্ৰী ( ছন্দৰ ) সাম গানেৰে কৰা স্তুতি খোৰা খোজৰ ঋজাশ্বই কৰা বুলি শুনিছিলো । তেওঁ মোৰ দৰে স্তুতি কৰি চকু দুটা পাইছিল । হে সুকৰ্মৰ পালক দুজন, মোকো তেনেকৈ ( চকু দিয়া দৰে ) বাঞ্ছিত ফল দিয়া ॥ ৬ ॥ হে অশ্বিনী দুজন, মহৎ ধনৰ দাতা তোমালোকক কোনোৱে ধনৰ বিনাশকো বুলি কয় । হে বাসস্থান দিওঁতা দুজন, তোমালোক আমাৰ ৰক্ষক হোৱা, পাপ-বাঘ চোৰৰ পৰা আমাক ৰক্ষা কৰা ॥ ৭ ॥ হে অশ্বিনী দুজন, মিত্ৰৰহিত কোনো শত্ৰুৰ আমাক মুখামুখি নকৰিবা । আমাৰ ঘৰৰ পৰা পিয়াহ খোৱা দ'ৰা বা গৰুপোৱালী নোহোৱা কাকো নকৰিবা । আমাক অগম্য ( যাব নলগীয়া ) ঠাইলৈ নিনিবা ॥ ৮ ॥ হে অশ্বিনী দুজন, তোমালোকক কামনা কৰি বন্ধুজনৰ ধাৰণৰ কাৰণে তোমালোকৰ পৰা ধন পাওঁ । আমাকো অন্নযুক্ত ধন থকা কৰা; গৰুযুক্ত অন্ন পাবলৈ আমাক উপযুক্ত কৰা ॥ ৯ ॥ হে অশ্বিনীদুজন বহুত অন্ন কৰা, তোমালোকে ঘোঁৰা নোহোৱাকৈ অতি সামৰ্থ্যৰে চলোৱা ৰথ মই ভজন কৰো । সেই ৰথেৰে বহুত শ্ৰেয়ঃ কামনা কৰো ॥ ১০ ॥ হে ধনভৰা ৰথ, আমি সন্মুখত আছো । আমাক সমৃদ্ধ কৰা । অশ্বিনী দুজনে সেই সুখকৰ ৰথ সোম পাণৰ কাৰণে লৈ আহক ॥ ১১ ॥ এতিয়া পুৱা স্বপ্নৰ পৰা ৰক্ষা পাইছো । ধন ভোগ নকৰাৰ পৰাও নিবৃত্তি দিয়া । এই দুয়োটাই সোনকালে নষ্ট পাই ॥ ১২ ॥

১২১ সূক্ত—ঋক্ ১৫

ঋষি আৰু ছন্দ - ১১৬ সূক্তৰ দৰে । দেৱতা—ইন্দ্ৰ বা বিশ্বেদেৱা ( সকলো দেৱতা )

স্তোতাৰ ( পুৰুষৰ ) ৰক্ষক গোধন প্ৰেৰণ কৰা ইন্দ্ৰক বিচাৰি আমাৰ অঙ্গিৰস ঋষিয়ে কৰা এই স্তুতি তেওঁ কেতিয়া শুনিছিল ? যেতিয়া ইন্দ্ৰই ঘৰ থকা যজমান ঋত্বিকসকলৰ আগত আহি ওলালে তেতিয়া আমাৰ যজ্ঞত কৰিবলগা কাম বহুত বাকী থাকিল—( সেইবিলাক ইন্দ্ৰই নিজেই কৰিব লাগে ) ॥ ১ ॥ ইন্দ্ৰই দ্যুলোক স্তম্ভন কৰি ৰাখি দিলে । গৰুৰ নেতা সেই ( সূৰ্য্যাত্মা ) ইন্দ্ৰই বিস্তীৰ্ণ হৈ সকলো প্ৰাণীক দ্ৰৱ কৰা ( গলায় দিয়া ) বৰষুণৰ পানী অন্নৰ কাৰণে সিঁচি দিলে । মহান সূৰ্য্যৰূপী ইন্দ্ৰই ৰাতিৰ পাচৰ পৰা উৎপন্ন হৈ নিজে উষাক অনুসৰণ কৰি প্ৰকাশ হ'ল । ( আৰু আশ্চৰ্য্য যে ) ঘোঁৰাৰ স্ত্ৰীক গোমাতা কৰিলে ॥ ২ ॥ তেওঁ ৰঙা বৰণৰ উষাক প্ৰকাশ কৰি দিনে দিনে পূৰ্ব্বৰ ( অঙ্গিৰস ঋষিৰ ) আহ্বান মন্ত্ৰ শুনে আৰু ধন পঠিয়াই দিয়ে । তেওঁ মাৰিব পৰা বজ্ৰ নিৰ্ম্মাণ কৰিলে । মানুহৰ হিতৰ কাৰণে ( ইন্দ্ৰই ), দুঠেঙীয়া আৰু চাৰিঠেঙীয়াৰ হিতৰ কাৰণে দ্যুলোক স্তম্ভন কৰিলে ॥ ৩ ॥ এই সোম পানত আনন্দ কৰি স্তুতিভাজন তুমি লুকাই থোৱা গৰুৰ ভাক স্তবৰ ( যজ্ঞৰ ) কাৰণে এৰি দিছিলা । যেতিয়া

তিনিওলোকৰ শ্ৰেষ্ঠ ইন্দ্ৰই যুদ্ধত লাগি যায়, তেতিয়া তেওঁ মানুহৰ কাৰণে দুঃখ দিয়া পনীৰ দুৱাৰ খুলি দিলে ॥ ৪ ॥ হে ইন্দ্ৰ, খৰতকীয়া তুমি গোটেই জগত পোষণ কৰা তোমাৰ পিতা-মাতা দ্যাবাপৃথিবীয়ে তোমালৈ সমৃদ্ধিকৰ আৰু উৎপাদন শক্তিযুক্ত গাখীৰ আনি দিছিল। যেতিয়া (তেওঁবিলাকে) খীৰতী গৰুবিলাকৰ বিশুদ্ধ ধনৰ দৰে গাখীৰ তোমালৈ আগ-আগবঢ়াইছিল, তেতিয়া তুমি পানীৰ দুৱাৰ খুলি দিছিলা ॥ ৫ ॥ এই ইন্দ্ৰ (স্তুতিৰে সন্তোষ হ'লত) প্ৰাদুৰ্ভাব হ'ল আৰু উষাৰ সূৰ্য্যৰ দৰে দীপ্ত হৈ শত্ৰু বিজয়ী ইন্দ্ৰই আমাক আমোদ দিয়ক। আমিও হবি দি স্তুতিভাজন সোমৰস স্ৰুচেৰে আহুতি সিচি দি সেই সোম পান কৰি (আনন্দ কৰো) ॥ ৬ ॥ যেতিয়া সূৰ্য্যৰ কিৰণেৰে দীপ্ত দেৱবিলাক পানী ৰৰষিবলৈ প্ৰস্তুত হয়, তেতিয়া প্ৰেৰক ইন্দ্ৰই যজ্ঞৰ কাৰণে ৰৰষুণ নপৰা হবলৈ নিদিয়ে। হে ইন্দ্ৰ, শুভদিন চাই তুমি সূৰ্য্যৰূপে যেতিয়া ভালকৈ জ্বলা, তেনেহলে গাড়ী নোহোৱাকৈ অৰণ্যৰ পৰা খৰি আনে। যদি যাব নোৱাৰা মানুহ হয় তেনেহলে গোৱাল লগায় পশু পঠাই দিয়ে ॥ ৭ ॥ হে ইন্দ্ৰ, মহৎ, দিব্য সোমৰসৰ ভোক্তা তোমাৰ হবি ধোঁৱা দুটাক এই যজ্ঞত সোমৰস পান কৰোৱা। আমাৰ ধন অপহৰণ কৰাৰ শুৰি শত্ৰুক ৰণ কৰিব পৰা তুমি অভিভূত কৰা। তোমাৰ বৰ্দ্ধনৰ কাৰণে মনোহৰ, মদকৰ, বেগৱন্ত সোমৰস বায়ুৰ দৰে শীঘ্ৰে পাণ কৰা। তুমি পাণ কৰিবলৈ ঋত্বিকসকলে শিলত চেঁপিছে ॥ ৮ ॥ ঋভুৱে আকাশৰ পৰা অনা, খৰকৈ মাৰিব পৰা, লোহাৰ বজ্ৰ, হে ইন্দ্ৰ, বেগবান শুষ্ণৰ কালে মাৰিছিলা। হে পুৰুহুত, ইন্দ্ৰ, কুৎস ঋষিৰ কাৰণে তুমি শুষ্ণক অসংখ্য অস্ত্ৰেৰে আঘাট কৰি বেৰি পেলাইছিলা ॥ ৯ ॥ হে ইন্দ্ৰ, পুৰণিকালত সূৰ্য্যক অন্ধকাৰৰূপী অসুৰৰ পৰা মুক্ত কৰিলা। হে বজ্ৰধাৰী ইন্দ্ৰ, তুমি মেঘৰূপেৰে সূৰ্য্যক ঢাকি ৰখা অসুৰক মাৰিলা। শুষ্ণ অসুৰৰ যি বল সূৰ্য্যৰ ওপৰত সুগথিত আচ্ছাদন হৈ আছিল তাক তুমি ভাঙ্গি দিলা ॥ ১০ ॥ হে ইন্দ্ৰ, মহৎ বলবান দ্যাৱাপৃথিবীয়ে তোমাক হৃষ্ট কৰিলে। তুমি কেউফালে ব্যাপি থকা, সকলো খাই দিয়া বৃত্ৰাসুৰক বজ্ৰেৰে সৈতে বৈ যোৱা পানীত মাৰি শুৱাই দিলা ॥ ১১ ॥ হে ইন্দ্ৰ, নৰৰ হিত কৰিবলৈ যি ৰথেৰে সেতাক ৰক্ষা কৰা, বায়ুৰ দৰে যোৱা ধুনীয়া ধোঁৱাৰ ৰথ যোজনা কৰি সেই ৰথত উঠা। কাব্যৰ পুত্ৰ উশনাই যি হৰ্ষকৰ বজ্ৰ তোমাক দিছিল তুমি সেই বৃত্ৰবধ কৰা, শত্ৰু জয় কৰা বজ্ৰ তীক্ষ্ণ কৰিছা ॥ ১২ ॥ হে সূৰ্য্যাশ্বা ইন্দ্ৰ তোমাৰ সেউজীয়া (হৰিৎ) বৰণৰ ধোঁৱাবে ৰথ ৰাখা। (সূৰ্য্যৰ ৰথ) এতশ (নামেৰে) ধোঁৱাই টানে। তুমি নৱৈৰখন নদীৰ পাৰলৈ গৈ যজন নকৰা-বিলাকৰ কৰ্ত্তব্য কৰি ঘূৰি আহাগৈ ॥ ১৩ ॥ হে বজ্ৰ-বান ইন্দ্ৰ, তুমি এই দুখত মৰা দাৰিদ্ৰৰ পৰা আমাক তাৰণ কৰা। পাপৰ পৰা সংগ্ৰামৰ সমীপত আমাক ৰক্ষা কৰা। আমাক অন্নৰ কাৰণে, কীৰ্ত্তিৰ কাৰণে আৰু সত্যৰ কাৰণে, ধোঁৱা আদি কৰি ৰথযুক্ত ধন আমাক দিয়া ॥ ১৪ ॥ ধনৰ কাৰণে পূজনীয় হে ইন্দ্ৰ, তোমাৰ সুঅনুগ্ৰহযুক্ত মন আমাৰ পৰা আঁতৰাই নিনিবা। আমাক অন্নৰে আবৃত কৰা। হে মঘবান ইন্দ্ৰ, ধনৰ পতি তুমি গৰু পোৱাই দিয়া। তোমালৈ কৰা বহুত স্তুতিৰে সৈতে আমি (পুত্ৰ-পৌত্ৰেৰে সৈতে) আনন্দ কৰি থাকিম ॥ ১৫ ॥

## ১২২ সূক্ত—ঋ ১৫ ।

## ঋষি আদি ১২১ সূক্তৰ দৰে ।

হে অক্ৰোধী ঋত্বিক সকল, তোমালোকক যি পালন কৰে সেই ফলবৰ্ষী ৰুদ্ৰক যজ্ঞ সাধন কৰা অন্নেৰে যাগ কৰি ভজন কৰা। যেনেকৈ ধনুশৰেৰে শত্ৰু নাশ কৰে তেনেকৈ মন্ত্ৰো দ্যাবাপৃথিবীৰ মাজত থকা মৰুতগণক স্তুতি কৰো ॥ ১ ॥ পত্নীয়ে যেনেকৈ পতিৰ প্ৰথম আহ্বানত খৰধৰকৈ যায়, তেনেকৈ দিন আৰু ৰাতি নানা স্তোত্ৰেৰে প্ৰকাশিত হৈ আমাৰ প্ৰথম আহ্বানত খৰকৈ আহিছে। শত্ৰুনাশক আদিত্যৰ দৰে উষা দেৱীয়ে সোণ বৰনীয়া কিৰণেৰে বিস্তৃতা ৰূপ ধৰি সূৰ্য্যৰ শোভাত শোভিত হৈছে ॥ ২ ॥ আমাক ঢাকি ৰখা সৰ্ব্বোতাগামী আদিত্যই আমাৰ আমোদ বৰ্দ্ধন কৰক; পানী উৎপাদক বায়ুৱে আমাক আমোদ দিয়ক। হে ইন্দ্ৰ আৰু পৰ্ব্বত, দুয়ো আমাৰ বুদ্ধি তীক্ষ্ণ কৰা। হে সকলোদেৱতা, আমাক বহুত অন্ন দিবলৈ মন কৰা ॥ ৩ ॥ উশিজৰ পুত্ৰ মই (কক্ষীবানে) হে ঋত্বিকসকল মোৰ দিয়া অন্ন ভক্ষন কৰা আৰু সোমপান কৰা, অশ্বিনী দুজনক জগত চেতন কৰা উষাৰ সময়ত আহ্বান কৰাহক। পানীৰ পুতেক অগ্নি দেৱতাক স্তৱ কৰাহক। আৰু মোৰ দৰে জোতাৰ মাতৃৰ দৰে (অহোৰাত্ৰ) দেৱতাকো, স্তৱ কৰাহক ॥ ৪ ॥

হে দেৱতাসকল, উশিজৰ পুত্ৰ মই (কক্ষীবানে) গান কৰি স্তোত্ৰেৰে আমাৰ ফালে আহ্বান কৰিছো। (হে অশ্বিনী দুজন) তোমালোকক ঘোষাৰ দৰে তেওঁৰ ছালৰ বগা বেমাৰ নাশ কৰিবলৈ স্তুতি কৰা দৰে মঞো স্তুতি কৰিছো। হে দেৱতাসকল ফলদাতা পূষাকো আহ্বান কৰিছো। আৰু অগ্নিৰ পৰা ধন বিচাৰিও স্তুতি কৰিছো ॥ ৫ ॥ হে মিত্ৰাবৰুণ, এয়া আমাৰ আহবান কৰা শুনা। আৰু যজ্ঞ ঘৰৰ সকলোৱে (উদগাতাদিয়ে) গোৱা স্তোত্ৰও শুনা। সকলোতে শুনিবলৈ পোৱা ধন দিবলৈ কৰা আমাৰ আহ্বান ভালকৈ শুনা। সিন্ধুৱে (নদীয়ে) পানীৰে পথাৰ ভাল কৰা স্তুতি শুনা ॥ ৬ ॥ হে বৰুণ আৰু মিত্ৰ দেৱতা, তোমালোকক মই স্তব কৰো। তোমালোকৰ সেই প্ৰসিদ্ধ দান এশ গৰু পাই পজ্ৰই (মই) অন্ন নিয়ন্ত্ৰন কৰা স্তোত্ৰ ৰচনা কৰিলো। প্ৰসিদ্ধ আৰু প্ৰিয় ৰথ থকা (মিত্ৰাদি) দেৱতাই প্ৰীতিৰে আহিলেই পুষ্টি সাধন আমাকেই কৰিবলৈ আহক ॥ ৭ ॥ মহৎ অন্ন সম্পন্ন কৰা ধন স্তব কৰো। মানুহে (মই কক্ষীবাণে) সুবীৰ পুত্ৰ পৌত্ৰাদিৰে সৈতে তুমি দিয়া ধন ভোগ কৰো (দেৱতাৰ মাজৰ) যি জন দেৱতাই পজ্ৰক (মোক) অন্নবন্ত কৰে, ঘোঁৰা আৰু ৰথ বহুত দিয়ে (তেওঁক স্তুতি কৰো ॥ ৮ ॥ হে মিত্ৰাবৰুণ, যি জনে তোমালোকক যজন নকৰা হয়, যি জনে অন্যপ্ৰকাৰে তোমালোকৰ কাৰণে সোমৰস নেচেপি দ্ৰোহ কৰে, সেইজনক যক্ষ্মা ব্যাধিয়ে নিজে হৃদয়ত ধৰে। যি নিয়মমতে যজ্ঞ কৰি সোমৰস চেপি স্তুতি কৰে (তেওঁ সকলো পায়) ॥ ৯ ॥ সেইজনে ঘোঁৰা পাই, মানুহৰ মাজত অতি বলবান হয়, বহুত অন্নযুক্ত হয়, খোজনীয়াক ধন দিব পৰা হয় আৰু বলী হৈ সকলো ৰণত হিংসক শত্ৰুৰ প্ৰতি শঙ্কাহীন হৈ সদায় ফুৰে ॥ ১০ ॥ হে ৰজা দেৱতাসকল, আমোদ দিয়া তোমালোকে স্তৱ কৰা মানুহৰ (মোৰ) অমৰ আহ্বান শুনা.—শুনি আহাহক। তোমালোকে আকাশ ব্যাপী থকা, অন্য ৰক্ষক নথকা ৰথবিশিষ্ট, যজমানৰ মাহাত্ম্যযুক্ত সমৃদ্ধিকৰ স্তোত্ৰ (প্ৰশংসা) শুনিবলৈ ত্ৰিচাৰ্যাহক ॥ ১১ ॥ যি হবিঅন্নদাতা যজমানৰ দহ ইন্দ্ৰিয়বৰ্দ্ধক অন্ন পাবলৈ তোমালোকক আহ্বান কৰিছে সেই যজমানক এতিয়া পৰক অভিভৱ কৰা অন্ন পাবলৈ যত্ন কৰিম বুলি দেৱতাসকলে কৈছে। যি দেৱতাই দোদুল্যমান অন্ন আৰু ধন বিস্তাৰ কৰি লব কৰে, সেই সকলো দেৱতাই যাগত অন্ন দিয়ক ॥ ১২ ॥ আমি দেৱতাসকলক স্তুতি কৰিছো। দহ ইন্দ্ৰিয়

তৃপ্তিৰ কাৰণে দুই পাঁচ (দহ) বিধ অন্ন লৈ সেই (দহজন) অপ্ৰধৃষ্য হোমৰ কাৰণে গৈছে। শত্ৰুৰ পৰা তাৰণ কৰা নেতা (বৰুণাদিক) ইষ্টাশ্ব আৰু ইষ্টৰশ্মি ৰজাই কি প্ৰসাধন কৰিছে? ॥ ১৩ ॥ সোণৰ অলঙ্কাৰ পিন্ধা কাণৰ, ভিজিত মণিবত্নযুক্ত ৰমনীয় ৰূপৰ পুত্ৰ-পৌত্ৰাদি আমাক সকলো দেৱতাই দিয়ক। আৰ্য্য বিশ্বদেৱসকলে স্তোতাৰ মুখৰ পৰা ওলোৱা স্তুতি আৰু হৱ কামনা কৰক ॥ ১৪ ॥ মশৰ্শা ৰজাৰ তিনিটা সক পুতেকে আৰু অয়বসৰ তিনিটা পুতেকে বৰ আমনি কৰিছে। হে মিত্ৰাবৰুণ, তোমালোকৰ ৰথ অতি বহল সুখকৰ দীপ্তিৰে সূৰ্য্যৰ দৰে জিলিকি আছে ॥ ১৫ ॥ (?)

## ১২৩ সূক্ত—ঋ ১৩।

## ঋষি আৰু ছন্দ ১২১ সূক্তৰ দৰে। দেৱতা—উষা

নিজ কাৰ্য্যদক্ষা উষা দেৱীৰ বহল ৰথ যোজনা কৰা হ'ল। এই ৰথত অমৰ দেৱতাসকল উঠিছে। অন্ধকাৰৰ পৰা উঠি পূজনীয়া, মহতী, বিবিধ গতিৰ উষা দেৱীয়ে মানুহৰ নিবাসৰ কাৰণে অন্ধকাৰ গুচাই প্ৰতিকাৰ কৰিছে ॥ ১ ॥ সকলো (সমস্ত) জগতৰ আগতেই উষাই সাৰ পালে। অন্ন সম্পাদন কাৰিণী, মহতী দাত্ৰী, সেই উষাই ওপৰত থকা বাবে সকলো জগৎ দেখিছে। নিত্য যৌৱনা, পুনঃ পুনঃ জন্ম হোৱা, প্ৰথমেই হৱন কৰিব লাগে কাৰণে (উষাই) যজ্ঞস্থানলৈ আগতে আহিছে ॥ ২ ॥ হে সুজন্মৰ উষাদেৱী, মানুহক তুমি পালন কৰোঁতা। মানুহক যি নিজ প্ৰকাশ কৰা ভাগ ভাগ কৰি দিছা, এই ভাগৰ বিষয়ে অভিমত ফল দান দিবলৈ বিচৰা সুবিস্তাৰ প্ৰেৰক দেৱতা সূৰ্য্যক, আমাৰ পাপহীন যাগৰ যোগ্য কৰি যজ্ঞৰ ঠাইলৈ (সূৰ্য্যৰ) আগমণৰ কাৰণে কৈছা ॥ ৩ ॥ হে উষা দেৱী, তুমি প্ৰতিদিন ঘৰে ঘৰে উদ্যোগ প্ৰকাশ কৰিবলৈ ৰূপ ধাৰণ কৰি সন্মুখলৈ যোৱা। গোটেই জগত প্ৰকাশ কৰি, ভাগ লগাই প্ৰতিদিন অহাযোৱা কৰি ধন-হবি অন্নাদিৰ আগভাগ সেৱন কৰা ॥ ৪ ॥ হে সুনৃতা উষাদেৱী, তুমি ভগৰ ভনী, বৰুণৰ ভনী, দেৱতাৰ প্ৰথম তুমি স্তুত হোৱা। পিচত যি দুষ্ট ধাৰক আছে সি, তুহি যাওক। তোমাৰ বহল মহাৰেৰে আমাৰ বথেৰে, শিক্ষক জয় কৰিম ॥ ৫ ॥

(হে ঋত্বিকসকল) উৎকৃষ্ট সুনৃত স্তোত্ৰ গান কৰাহক। শৰীৰ ধাৰণ কৰা জানৰ কাম কৰা। অগ্নি ভালকৈ জ্বলি উঠক। পোহৰ কৰা উষাই অন্ধকাৰত গোপন কৰি থোৱা স্পৃহনীয় যজ্ঞ সাধন কৰা বস্তুবিলাক উলিয়াই দিছে ॥৬॥ এজনী যায় আৰু অন্য এজনী আহে। পৰ্য্যায়ক্ৰমে দেৱী দুগৰাকীৰ মাজত এজনাই বস্তুবিলাক লুকাই থয়, আৰু ইজনীয়ে (অৰ্থাৎ উষাই) অতি দীপ্তিমান ৰথেৰে সেইবোৰ উলিয়াই দিয়ে ॥৭॥ (এয়া অহোৰাত্ৰক স্তুতি কৰা ভাবেৰে উষাৰ স্তুতি)। আজি যেনেকুৱা কালিও তেনেকুৱা। প্ৰতিদিন তেওঁ-বিলাক (ভৌগোলিক নিয়মমতে) বৰুণ থকা ঠাইৰ পৰা ত্ৰিশ যোজন আগত থাকে। একে একে ভূভাগ অতিক্ৰম কৰি তেওঁয়াহে উদয়কাল পাইগৈ ॥৮॥ (এই ঋকত পৃথিৱীৰ গতিৰ বিষয় কৈছে)। উষাই দিনটোৰ মুখৰ (আগভাগৰ) আগমণিৰ বিষয়ে জানে। তেওঁ দীপ্ত—সেইবাবে প্ৰকাশ পায়। অন্ধকাৰৰ পৰা প্ৰাদুৰ্ভাৱ হয়। ঋতৰ (আদিত্যৰ) তেজোময় বাসস্থানত মিলি যায় (কিন্তু) হিংসা নকৰে (আদিত্যৰ তেজ পৰাভৱ নকৰে) আৰু প্ৰতিদিন অলঙ্কাৰেৰে শোভাহে কৰে ॥৯॥ হে তৰুণী, শৰীৰ স্পষ্টকৈ দেখা গৈছে। হে দেৱী নিজক যাচি দিবলৈ সূৰ্য্য দেৱতাৰ ফালে গৈছা। যৌৱনৱতীয়ে সন্মুখত সূৰ্য্যৰ আগত মিচিকিয়াই ছাতী ধৰি বুকু দেখুৱাইছা ॥১০॥ হে উষাদেৱী, মাকে শুদ্ধ কৰি (সজাইপৰাই) উলিয়াই অনা ছোৱালীৰ দৰে নিজ গা সকলোকে উলিয়াই দেখুৱাইছা। হে উষাদেৱী, তুমি ভদ্ৰা—এইদৰে বিলায় দি আৱৰক অন্ধকাৰ আঁতৰাই দিয়া আৰু সেই আগলৈ আহিব-লগীয়া উষাক এনেকৈ এৰি নিদিবা ॥১১॥ ঘোঁৰাযুক্তা, গৰুযুক্তা, বিশ্ববেণ্যা (সৰ্ব্বতীকাল থকা) হে উষা, সূৰ্য্যৰ ৰশ্মিৰে সৈতে তুমি যত্ন কৰি থাকা। ভদ্ৰা, নমনীয়া উষা দেৱতা আকৌ আহিছে (পুনৰ আকৌ আহিব) ॥১২॥ হে উষা, ঋতৰ (নিয়মৰ) সূৰ্য্যৰ ৰশ্মিৰ অনুকূলে যাচি দি কল্যাণকৰ যজ্ঞৰ কাৰণে আমাক জ্ঞান দিয়া। হে উষা, ভালকৈ আহুতা হৈ অন্ধকাৰ নাশ কৰা। হবিধনযুক্তা তুমি আমাক হবি ধন দিয়া ॥১৩॥

## ১২৪ সূক্ত—ঋ ১৩।

ঋষি আদি ১২৩ সূক্তৰ দৰে।

হে উষা, অগ্নি প্ৰজ্বলিত অন্ধকাৰ আঁতৰ কৰি বহল জ্যোতিয়ে উদয় হোৱা সূৰ্য্যৰ দৰে প্ৰকাশ কৰিছা। সবিতা দেৱতাই আমাৰ ব্যৱহাৰৰ অৰ্থে দুঠেঙীয়া আৰু চাৰি ঠেঙীয়া (জন্তুৰূপে) ধন দিয়ে ॥১॥ দৈৱব্ৰত (কৰ্ম্ম) বিলাক নষ্ট নকৰি ভাল কৰিছে আৰু মানুহৰ যুগ (সময়) বিলাক নষ্ট কৰিছে। অতীতত যোৱাবিলাক আৰু নিত্য (শাশ্বত) বিলাক তেনেকুৱাই হৈ থাকে। প্ৰথমে অহা উষাই বিশেষকৈ প্ৰকাশ কৰে ॥২॥ এইয়া উষা স্বৰ্গৰ জীয়ৰী পূবফালে প্ৰত্যেকেই দেখিছে। তেওঁ জ্যোতিৰ্ম্ময় কাপোৰ পিন্ধি সম্যক চেষ্টা কৰি ঋতৰ (নিয়মৰ বা আদিত্যৰ) পন্থা অনুসৰণ কৰি প্ৰিয় সূৰ্য্যৰ বাট জানি লৈ সম্যক আহিছে। (পূব) দিশ এৰি দিয়া নাই ॥৩॥ এয়া উষা, যেনেকৈ নোধা গোতম ঋষিয়ে নতুন প্ৰিয় স্তোত্ৰ আবিষ্কাৰ কৰিলে তেনেকৈ আদিত্যৰ বুকুৰ ৰশ্মিৰ নিচিনাকৈ, পূবফালে উষাক দেখা গৈছে। অন্ন পাক কৰা গৃহিনীয়ে যেনেকৈ শুই থকাক জগাই তোলে, আহিব খোজা মাইকীয়ে ঘনে ঘনে অহা দৰে আহিছে। ॥৪॥ এই উষাই বিস্তৃত অন্তৰীক্ষৰ পূব ভাগত উৎপন্না হৈ ধ্বজা উৰাইছে। পিতৃ-মাতৃৰ (দৰে) দ্যাবাপৃথিবীৰ দুয়োৰে কোলাত নিজ তেজেৰে পূৰণ কৰিছে। বিশিষ্ট আৰু বিস্তীৰ্ণ (যাতে হয়) তেনেকৈ প্ৰকাশ হৈছে ॥৫॥ এইদৰেই উষাই অতি বিস্তৃতা হৈ বিজাতিক (মানুহ আদিক) আৰু সজাতিক (দেৱতাক) বৰ্জ্জন নকৰাকৈ সকলোৰে দৰ্শনৰ কাৰণে আহিছে। নিৰ্ম্মল গাৰে স্পষ্ট হৈ ওলাই বিশেষকৈ প্ৰকাশ কৰি ক্ষুদ্ৰ বা বৃহৎ কাৰো ওচৰৰ পৰা নেযায় ॥৬॥ এই উষাই ভাতৃহীনৰ দৰে ধন পাবলৈ পিতাকৰ ওচৰলৈ অহাৰ দৰে পুৰুষ বিচাৰি (সূৰ্য্যৰ ফালে আহে)। পতিক বিচৰা ভাল সাজপাৰ পিন্ধা তিৰোতাৰ দৰে উষাই হাঁহি দাঁত আদি দেখুৱাই (সূৰ্য্যৰ ফাল) লতকে যায় ॥৭॥ বায়েকক ভনীয়েকে (ঠাই) এৰি দিয়া দৰে ৰাত্ৰিয়ে উৎপত্তিৰ ঠাই উষাক ঠাই এৰি দিছে। উষাৰ উৎপত্তি জনায় নিজে আঁতৰি গল। এনেকৈ উৎপত্তি হৈ সূৰ্য্যৰ ৰশ্মিৰে এন্ধাৰ খেদাই তৎক্ষণাত বিদ্যুতৰ পাচত চলি যোৱা ৰৱৰূণৰ দৰে জগৎ ব্যক্ত কৰিলে ॥৮॥ এয়া উষা প্ৰতিদিন আগৰ দিনৰ উষাৰ দৰে, পুৰণি বাই-ভনীৰ দৰে এৰি আকৌ আমাৰ ফালে আহে। নতুন আহিবলগীয়া উষা নিশ্চয় পুৰণি ভাল দিনৰ দৰে আমাক বহুত ধনযুক্ত কৰি প্ৰকাশ কৰিব ॥৯॥ হে ধনবতী উষা দেৱী, (হবি দিয়া যজমানক) প্ৰবোধ দিয়া। বণিকৰ দৰে (যাজানি জনক) আমাৰ শত্ৰু

বিলাকৰ দীৰ্ঘনিদ্ৰা হওক (মৰক)। হে ধনৱতী উষা, হবি দিয়াক (যজমানক) ধন দিয়া। হে সুনেত্ৰী, সকলো প্ৰাণীক তুলি দিও'তা তুমি স্তুতি কৰে'তাক ধনবান কৰা ॥ ১০ ॥ এয়া যুৱতী উষা পূব দিশত অতিকৈ বাঢ়ি আহিছে। এই বত্তা বৰণৰ গৰা (নামে) ঘোঁৰা জাক, (ৰশ্মিবিলাক) ৰথত জুৰিছে। নিশ্চয় (তেও') অন্তৰীক্ষত লুকাই যোৱা এন্ধাৰ নাশ কৰিব—নিজ নিচানেৰে ভাহি উঠিব। এই সময়ত (আহৱনীয় আদি) জুই ঘৰে ঘৰে জ্বলিছে ॥ ১১ ॥ হে উষা দেৱী, তুমি আহিলত উষা চৰাইবিলাকে বাহিৰ পৰা ওপৰলৈ উৰিছে। মানুহে অন্নৰ চেষ্টাত ব্যস্ত হৈ ঘৰৰ পৰা ওপৰলৈ মুখ কৰি ওলাইছে। হে উষা দেৱী, এইদৰে যজ্ঞঘৰত অগ্নিৰ লগত থাকি মানুহক দিবলৈ বহুত ভাল ধন বহন কৰি আনিছা ॥ ১২ ॥ হে স্তুত্যাৰ্হা উষা দেৱী, মোৰ নিজৰ ৰচিত এই সূক্তৰে স্তুত হোৱা। হে উষা দেৱী, আমাক স্তোতাক বৰ্দ্ধন কৰা। হে দেৱী, তোমালোকৰ ৰক্ষণৰ দ্বাৰা আমি শত সহস্ৰ ধন পাম ॥ ১৩ ॥

## ১২৫ সূক্ত—ঋ ৭।

ঋষি আৰু ছন্দ ১২৩ সূক্তৰ দৰে। দানদেৱতা।

স্বনয় ৰজাই বাভিপুৱাতে নিজে আহি বস্তু আদি দান কৰিলে। সেই সকলোবিলাক দোষহীন বুলি জানি (পিতৃৰ ওচৰত) থলেহি। সেইবিলাকৰে পুত্ৰাদি পোষণ কৰি, আয়ুস বঢ়াই সুবীৰ পুত্ৰাদিৰে ধন পোষণ কৰি বঢ়াবলৈ ৰজাই আশীৰ্ব্বাদ বিচাৰিছে ॥ ১ ॥ ৰজাৰ বহুত গৰু হওক। ভাল সোণ', ভাল ঘোঁৰা আৰু অন্ন এই ৰজাক ইন্দ্ৰই বহুত ধন দ্ৰব্য দিয়ক। যি ৰজাই পুৱাতে অহা তাক (মোৰ পুত্ৰক) বাটত আহি থাকোঁতে এৰি দিয়া চৰাই বন্ধাৰ দৰে ধনবস্তু আদি দিলে (তেওঁক ইন্দ্ৰদেৱতাই এইদৰে দিয়ক) ॥ ২ ॥ মই সেই যজ্ঞৰ আত্মা সুকৰ্ম্মকাৰীক চাবৰ ইচ্ছা কৰি দমন্ত ৰথত উঠি ইয়ালৈ আহিছোঁ। দীপ্তিমান মাদক সোমলতাৰ চেপা সোম পান কৰা। বহুত বীৰ পুত্ৰাদি থকা (ৰজাক) প্ৰিয়সত্য বাক্যেৰে সমৃদ্ধ কৰক ॥ ৩ ॥ গাখীৰেৰে কৈ যোৱা ওহাৰৰ সুৰুৰে তাৰ কৰা গৰুবিলাকে যজমান আৰু যজ্ঞ কৰিবলৈ সকলো কৰাৰ ওচৰলৈ গৈ গাখীৰ দিছে। সমৃদ্ধিৰ তৃপ্তিকাৰী আৰু হিতকাৰীৰ ওচৰত চাবিওকালৰ পৰা আহি পাইছেহি ॥ ৪ ॥ যি মানুহে দেৱতাক প্ৰীত কৰে তেওঁ স্বৰ্গৰ ওপৰত উঠি সদায় থাকে আৰু দেৱতাৰ মাজলৈ যায়। সেই প্ৰীতি দিয়াজনক নদীবিলাকে ঘি'উ বোৱাই দিয়ে। এই পৃথিবীও সদায় সত্যফল দিয়া হয় ॥ ৫ ॥ দক্ষিণা দিয়াসকলৰ বিচিত্ৰ বস্তু সকলো হয়। দক্ষিণা দিয়াসকলৰ দ্যুলোকত সূৰ্য্যৰ বিষয় ভোগ লাভ হয়। দক্ষিণা দিয়াসকলে অমৰ স্থান পাই। দক্ষিণা দিয়াসকল দীৰ্ঘায়ু হয় ॥ ৬ ॥ দেৱতা প্ৰীতি কৰাসকলৰ দুঃখ আৰু (তাৰ পৰা হোৱা) পাপ হবলৈ নেপাই। দেৱতাৰ স্তৱ কৰাসকল জৰাজীৰ্ণ নহয়। সুব্ৰত কৰা সকলো জৰাজীৰ্ণ নহয়। দেৱতাক প্ৰীত কৰাৰ বাহিৰে আৰু স্তুতি নকৰাক পাপে আশ্ৰয় লওক। যি দেৱতাক প্ৰীত নকৰে সিহঁতে শোক পাওক ॥ ৭ ॥

## ১২৬ সূক্ত—ঋ ৭।

ঋষি কক্ষীবান ১-৫; ভাবয়ব্য—৬; ৰোমশা—৭ ছন্দ—১-৫ ত্ৰিষ্টুভ্; ৬-৭ অনুষ্টুভ্। দেৱতা—১-৫ ভাবয়ব্য। ৬ ভাবয়ব্য। ৭ ৰোমশা।

(৬/৭ ভাবয়ব্য ৰোমশাৰ সংবাদ)

সিন্ধু দেশত বাস কৰা ভাবয়ব্যৰ পুত্ৰেকৰ (স্বনয়ৰ) বহুত স্তোত্ৰ বহুত বুদ্ধিৰে সম্পাদন কৰিছোঁ। কোনেও হিংসা নকৰা যি ৰজাই মোক সহস্ৰ সোম যাগ কৰিবলৈ ধন দি নিজৰ কীৰ্ত্তিৰ কাৰণে যজ্ঞ সম্পূৰ্ণ কৰিছিল ॥ ১ ॥ দানশীল ৰজাৰ শতশহস্ৰ ধনবস্তু গ্ৰহণ কৰিবলৈ প্ৰাৰ্থনা কৰাত মই কক্ষীবানে গ্ৰহণ কৰিলো। বিশুদ্ধ লক্ষণ থকা ঘোঁৰা ললো। এশ ষাড় গৰুও ললো। ৰজাৰ কীৰ্ত্তি সদায় স্বৰ্গত কীৰ্ত্তিত হৈ বিস্তাৰ কৰিব ॥ ২ ॥ স্বনয়ে দিয়া ক'লা—হালধিয়া বৰণৰ ঘোঁৰাৰে উঠি অহা বন্ধুৰে সৈতে ৰথত কন্যাসকলেৰে সৈতে উপস্থিত হ'লহি। ষাঠি হেজাৰ গৰুৰ পাল এটা আছিল। সেই সকলোবোৰ কক্ষীবানে গ্ৰহণ কৰি তুপৰীয়াতে পিতাৰক দিলেহি ॥ ৩ ॥. (গৰুবিলাকৰ) আগতে দহখন ৰথ. চল্লিচটা সোণৰূপীয়া ঘোঁৰাৰ শাৰী পাতি এহেজাৰ অনুচৰেৰে সৈতে কক্ষীবানে

আনিছে। লেকাম লগোৱা, ধাঁহ খাই থকা, মদস্রাৱী, নানা সোণৰ অলঙ্কাৰেৰে সৈতে দৌৰিব পৰা ঘোঁৰাই (ৰাটত অহা ভাগৰ পলুৱাবলৈ) গা ঘহাইছে ॥ ৪ ॥ হে বন্ধুসকল, আগতে দান কৰা মতেৰে তোমালোকৰ কাৰণে এঘাৰখন ৰথ গ্ৰহণ কৰিলোঁ আৰু তিনি-আঠ (২৪) খন ৰথ ললো। আৰু অসংখ্য গৰু ললো। সুবন্ধু প্ৰজাৰ পত্নী (অঙ্গিৰসৰ) যি সন্তান সন্ততি আছে সকলোৱেই ৰথযুক্ত হওক, কীৰ্ত্তিমন্ত হওক—এনে ইচ্ছা কৰিবা (আশীৰ্ব্বাদ কৰিবা) ॥ ৫ ॥ ৬ আৰু ৭ ঋক কামসূত্ৰাত্মক বাবে ছপাত দিয়া নহল।

## ১২৭ সূক্ত ঋ—১১

ঋষি দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ্। ছন্দ অত্যষ্টি, ৬ অতিধৃতি। দেবতা অগ্নি।

অগ্নিক দেবতাৰ আহ্বাতা বুলি ভাবো। অতি দানবন্ত, সকলোৰে নিবাসৰ হেতু, বলৰ পুতেক, জাতবেদ, মেধাবী যি দেবতাই যজ্ঞৰ অগ্নিৰে বহন কৰি ওপৰলৈ উঠি দেবতা পূজন কৰাই, কৃপা কৰি কেউফালে বৈ যোৱা ঘিউত জ্বলি, বিশেষকৈ পোহৰ কৰি নিজেও সেই ঘিউ শিখাৰে গ্ৰহন কৰে ॥ ১ ॥ হে মেধাবী, দীপ্ত শিখাৰ অগ্নি, অতি যজন কৰিব লগীয়া তোমাক-যজমান সকলে (আমি) আহবান কৰো। অঙ্গিৰসৰ বংশৰ জন্ম হোৱাবিলাকৰ জ্যেষ্ঠ তোমাক, মনন কৰা মেধাবী সকলে মন্ত্ৰেৰে আহ্বান কৰাৰ পাচত সূৰ্য্যৰ দৰে কেউফালে যোৱা হোতাৰক, মানুহৰ কাৰণে, চুলিৰ দৰে বহুত শিখা থকা, বৰ্ষণ কৰা তোমাতে সোমাই থকা (তোমাতে মন পুতি দিয়া) এই প্ৰজাই স্বৰ্গাদি ফল পাবৰ কাৰণে বৰ্দ্ধক তোমাক প্ৰীত কৰক ॥ ২ ॥ তেৱেঁই শিখাৰূপ বলেৰে বেচিকৈ জ্বলি আমাৰ শত্ৰুৰ হিংসক হয়। দ্ৰোহ কৰা বিলাকক কাটিবলৈ লোৱা পৰশু কুঠাৰৰ দৰে অগ্নিৰ সংযোগত অতি টান বিলাকো কটা যায়। যাৰ জুইত স্থিৰ বিলাকো পানীৰ দৰে কাটি খায় (চিগি যায়)। সেই অগ্নিয়ে শত্ৰুক সম্পূৰ্ণ পৰাভৱ কৰি ধনু ধাৰীৰ দৰে আনন্দ কৰে; শত্ৰুৰ জৰিৰ পৰা নপলায় ॥ ৩ ॥ এই অগ্নিক দৃঢ় (সাৰ) হবি (প্ৰতিমন্ত্ৰেৰে) অনুক্ৰমে দিয়ে, যেনেকৈ ভক্তজ সকলক (দানশীলে) উৎকৃষ্ট ধন দিয়ে। সেই অগ্নিয়ে তেজোময় অৱনিৰে (যজ্ঞাদি ৰূপেৰে) পূজিত হৈ ৰক্ষণৰ কাৰণে (স্বৰ্গাদি দান কৰে)। অন্য দেবতাকো দিওঁতে ৰক্ষণৰ কাৰণে প্ৰথমে অগ্নিক দিয়ে। যি অগ্নিয়ে বহুত (যজমানৰ ধন আদি) গ্ৰহন কৰে আৰু (শিখাৰে) বনৰ দৰে নাশ কৰে। টান অন্নবিলাকো তেজৰূপ জ্বালাৰে নিঃশেষ কৰি দিয়ে আৰু নিজ তেজেৰে স্থিৰ (গুচাব নোৱাৰা) পাপ তেনেই নাশ কৰে ॥ ৪ ॥ এই অগ্নিক বেদীৰ ওচৰত হবি অন্ন দিয়া ঠাইত ধাৰণ কৰিম। অগ্নিয়ে ৰাতি দিনতকৈ সকলো লোকে দেখা হয়। দিনত প্ৰাণ নোহোৱা বিলাককো প্ৰাণ দিয়ে (এতেকে ধাৰণ কৰিম)। এই অগ্নিক হবি অন্ন যেনেকৈ পিতৃৰ ঘৰ পুতেকৰ (গ্ৰহন যোগ্য হয়) তেনেকৈ গ্ৰহণ যোগ্য হল। এই অগ্নিয়ে ভক্ত আৰু অভক্তক অনুগ্ৰহ কৰিব লাগে বুলি ৰক্ষা কৰে। তেওঁ হবি খাই অজৰ হয় আৰু (হবি দাতা) যজমানো অজৰ হয় ॥ ৫ ॥ তেওঁ (অগ্নি) বহুত ধ্বনি যুক্ত, মৰুতৰ দৰে বল থকা, (খনা, ছটিওৱা) বহল (বেদীত) ঠাইত থকা, যজন কৰিব লগীয়া, যুদ্ধত (জয়ৰ কাৰণে) যজন কৰিব লগীয়া, শব্দ কৰি হবি আদি খোৱা। কেউফালে হবি আদি লোৱা, যজ্ঞৰ ধ্বজা পূজনীয়, হৰ্ষযুক্ত, (ঘিউ খাই) হৰ্ষযুক্ত অগ্নিৰ পন্থা সকলো মানুহে সেবন কৰে, যেনেকৈ মানুহে সুখৰ কাৰণে ভাল পন্থা অনুসৰণ কৰে ॥ ৬ ॥ দুই ভাগ হোৱা, কেউফালে জ্বলি থকা, এই অগ্নিক কীৰ্ত্তন কৰা স্তোতা, নমস্কাৰ কৰা ভৃগু সকলে, স্তোত্ৰ গাই, দানেৰে অৰণিত মন্থন কৰি পাপক ভ্ৰষ্ট কৰা আমি (যি অগ্নি) দীপ্ত, ধাৰণ কৰিব লগা এই অগ্নিয়ে দিয়া হবি আদি লবলৈ সমৰ্থ হয়। নিজে যজন কৰিব লগীয়া, প্ৰধান, নিজ প্ৰীতিৰ (ঘিউ আদি) অপৰ্য্যাপ্ত দি ভজন কৰা, মেধাই যাৰ বল, তেওক ভজন কৰা,—মেধাই যাৰবল, তেওঁক ভজন কৰা ॥ ৭ ॥ সকলো প্ৰজাৰ পতিক আহ্বান কৰিছো। সকলোৰে সমান (ৰূপৰ) গৃহপালক অগ্নিক ভোগৰ কাৰণে আহবান কৰিছো। স্তুতি বচনৰ ভাৰ বহন কৰা, মানুহৰ অতিথিক, যি অগ্নিৰ ওচৰলৈ সকলো দেবতা আহে,- যেনেকৈ পিতৃৰ ওচৰত পুতেকে অন্ন সেৱন কৰে,—সেই অগ্নিক আহবান কৰিছো। নেতা ঋত্বিক সকলেও অন্য দেবতাক দিওঁতে অগ্নিক হবি দিয়ে ॥ ৮ ॥ ধন যেনেকৈ দেবতাক যজন কৰিবলৈ উৎপত্তি হয় সেই দৰে তুমি দেবতাক যজন কৰিবলৈ উৎপত্তি হোৱা। তুমি নিজ বলেৰে

শত্ৰুক দমন কৰা অতি তেজস্বী। তোমাৰ হৰ্ষ আদি বলদায়ক কৰ্ম্ম অতি যশস্বী। হে অজৰ অগ্নি, তোমাক যজমানে পৰিচৰণ কৰিছে, যেনেকৈ ৰজাক দূতে (সেবা কৰে)। তোমাক সকলোৱে স্তুতি কৰে ॥ ৯ ॥ (হে স্তোতা সকল) এই হবিযুক্ত যজমান অগ্নিৰ কাৰণে সকলো বেদীৰ ঠাইলৈ বাৰে বাৰে অহা যোৱা কৰিছে— সেই বাবে তোমালোকৰ স্তোত্ৰ সেই পূজনীয়, শত্ৰু দমন কাৰী, উষাত উদ্বুদ্ধ হোৱা আৰু পশুদাতা প্ৰীতি কৰিব পৰা হওক। বন্দীয়ে যেনেকৈ ধনবানক আগতে স্তুতি কৰে, সেইদৰে হোতাই অগ্নিক অন্য দেৱতাৰ আগতে স্তুতি কৰে ॥ ১০ ॥ হে অগ্নি, তুমি আমাৰ অতি ওচৰতে থাকা। দেৱতাৰে সৈতে সুমনেৰে সুমনৰ আমি স্তোতাক পূজনীয় ধন দিয়া। হে অতি বলবান অগ্নি, সম্যক (আগত) দেখা এই পৃথিবীত ভোগৰ কাৰণে আমাক মহৎ কীৰ্ত্তিমান কৰা। স্তোতাকো হে মঘবন অগ্নি, সুপুত্ৰাদি যুক্ত বলবান কৰা। বল যুক্ত তুমি আমাৰ বিৰোধীক মোহাৰি পেলোৱা— যেনেকৈ (কোনো উগ্ৰই) বলেৰে মথন কৰে ॥ ১১ ॥

## ১২৮ সূক্ত ঋ—৮

ঋষি আৰু দেৱতা ১২৭ সূক্তৰ দৰে। ছন্দ— অত্যষ্টি।

দেৱতাৰ আহ্বাতা, অগ্নিক যজন কৰিব লগা, এই অগ্নি ফল কামনা কৰা সকলৰ কৰ্ম্ম আৰু নিজৰ কৰ্ম্ম (হবি ভক্ষণ) কৰিবলৈ অধ্বৰ্য্যুৰ পৰা জন্ম হল। সকলো বিষয় কৰ্ম্ম কৰিব পৰা অগ্নি, বন্ধুকামী আৰু অন্নকামী যজমানৰ ধনৰ দৰে। এই অগ্নি ভূমিৰ (পদত) সাৰভূত বেদীত, ইলাৰ বিহিত স্থানত, অহিংসিত হোতা ঋত্বিকেৰে বেৰি থকা (ঠাইত) বহিছে ॥ ১ ॥ আমি যজ্ঞৰ সাধক অগ্নিক থাপনা কৰি ঋতৰ (নিয়মীয়া যজ্ঞৰ) বাটেৰে ঘিউ আদি দ্ৰব্য দি নমস্কাৰেৰে স্তুতি কৰি দেৱতাৰ দৰে বিস্তাৰ হোৱা হবি আদি যজ্ঞৰ সামগ্ৰীৰে যেতিয়ালৈ সন্তোষ হয় তেতিয়ালৈ সেবা কৰিম। সেই অগ্নি আমাৰ হবি অন্ন গ্ৰহণ কৰিবলৈ সক্ষম, হৈ নাশ প্ৰাপ্ত নহব। মাতৰিশ্বা (বায়ুৱে) মনুৰ কাৰণে অগ্নিক দূৰৈৰ পৰা আনি জ্বলাইছিল। যেনেকুৱা দূৰৰ পৰা অগ্নি আমাৰ যজ্ঞ ঘৰলৈ আহক ॥ ২ ॥ সদায় গায় থকা, হবিযুক্ত, কামবৰ্ষী আৰু সমৰ্থ অগ্নি শব্দ কৰি পৃথিবীৰ বেদীৰ কেউকালে গৈছে। ৰেতঃ (হবি অন্ন আদি) ধাৰণ কৰি শব্দ কৰি গৈছে। অক্ষৰ (axle) দৰে, শিখাৰে শত ৰূপে প্ৰকাশ কৰি, ধৰলৈ গৈছে। ওখ হৈ থকা অগ্নি উৎকৃষ্ট যজ্ঞলৈ তৎক্ষণাৎ আহে ॥ ৩ ॥ সেই সুকৰ্ম্মা আৰু পুৰোহিত অগ্নিয়ে প্ৰতি যজমানৰ ঘৰত নষ্ট নোহোৱা যজ্ঞৰ কথা গম পাই। তেওঁ কৰ্ম্মৰ দ্বাৰা যজ্ঞ চিনি পাই। তেওঁ কৰ্ম্মৰ দ্বাৰা বিবিধ ফল দাতা হৈ যজমানৰ কাৰণে অন্ন ইচ্ছা কৰে। তেওঁ হব্য আদি স্পৰ্শ কৰে কাৰণ তেওঁ ঘিউখোৱা অতিথিৰূপে আৱিৰ্ভাৱ হৈছে। অগ্নি ভালকৈ বৃদ্ধি হলে হব্যদাতাই নানা বিধ ফল ভোগ কৰে ॥ ৪ ॥ মৰুতসকলে যেনেকৈ খোৱা বস্তু মিশ্ৰন কৰে, এই অগ্নিক যেনেকুৱা খোৱা বস্তু দিয়া হয় সেইদৰে যজমান সকলে কৰ্ম্মেৰে সৈতে অগ্নিক প্ৰবল শিখাত তৃপ্তিৰ কাৰণে খোৱা বস্তু মিশ্ৰণ কৰে। যজমানে নিজ ধনৰ অনুপাতে হবি দিয়ে। পাপে আমাক হবি নিছে। অগ্নিয়ে আমাক সেই হৰণ কৰা পাপৰ আৰু দুঃখৰ পৰা ৰক্ষা কৰক ॥ ৫ ॥ বিশ্বাত্মক মহান আৰু বিৰামহীন অগ্নিয়ে সূৰ্য্যৰ দৰে সোঁহাতত ধন ধাৰণ কৰে। তেওঁৰ সেই হাতখন যজ্ঞ কাৰীৰ কাৰণে (আগবঢ়াই) দিয়ে। হবি ৰূপ অন্ন ইচ্ছা কৰি হাতখন এৰি দিয়া নাই। হে অগ্নি, সকলো হবি বিচৰা দেৱতাৰ কাৰণে তুমি হবি বহন কৰা। এই অগ্নিয়ে সকলো যজ্ঞকৰ্ত্তাক বৰণীয় ভোক নিবাৰক অন্ন ধন দিয়ে। এই অগ্নিয়ে স্বৰ্গৰ দুৱাৰ মুকলি কৰি দিয়ে ॥ ৬ ॥ সেই অগ্নিয়ে মানুহক বৰ্জ্জন কৰিব লগীয়া পাপৰ পৰা (মোচন কৰে)। সুখকৰ যজ্ঞৰ হিত (কৰোতা) ঋত্বিকৰূপী, জয়শীল ৰজাৰ দৰে প্ৰজাৰ পালক। এই অগ্নিয়ে মানুহে হৱন কৰা বেদীলৈ আহে। সেই অগ্নিয়ে যজমানক হিংসা কৰা ধূৰ্ত্তৰ ভয়ৰ পৰা ত্ৰাণ কৰে। দেৱতাৰ মহৎ ভয়ৰ পৰা ত্ৰান কৰে ॥ ৭ ॥ এই ধনধাৰক, প্ৰিয়, চেতন, বিৰামহীন অগ্নিক ঋত্বিক সকলে স্তুৱ কৰিছে। আৰু হবি বহন কৰা তেওঁক সম্পূৰ্ণকৈ পাইছে। সকলোৱে জীৱন, সৰ্ব্বজ্ঞ, হোতা, যজনীয়, মেধাবী (অগ্নিক) ঋত্বিক সকলে ভাওৰ শব্দ কৰি ৰক্ষণৰ কাৰণে ধন কামনা কৰি স্তুতিৰে আনন্দেৰে হবি অন্ন দিছে ॥ ৮ ॥

## ১২৯ সূক্ত—ঋ ১১

ঋষি আৰু ছন্দ ১২৭ সূক্তৰ দৰে। দেৱতা ইন্দ্ৰ।

হে ইন্দ্ৰ, যজ্ঞলৈ যোৱা তুমি যজ্ঞ লাভৰ কাৰণে

যি যজমানলৈ ৰথ পঠিয়াইছা, অনন্ত জ্ঞানী, পণ্ডিত, অনিন্দিত যি যজমানক মৰম কৰিছা, সেই যজমানক তেতিয়াই অভিমত ফল পাবলৈ সমৰ্থ কৰিছা। (এনে কৰি) তুমি হবি অন্ন কামনা কৰিছা। হে ইন্দ্ৰ, অনিন্দিত তুমি আমাক অনুগ্ৰহ কৰিবলৈ খৰ কৰা, ফল দাতাৰ শ্ৰেষ্ঠ, মেধাবী আমালোকৰ হবি অন্ন গ্ৰহণ কৰিছা, আমাৰ স্তুতি বাক্য গ্ৰহণ কৰিছা ॥ ১ ॥ হে ইন্দ্ৰ, সেয়া শুনা। যি তুমি নেতা মৰুৎসকলেৰে সৈতে থাকি কোনো ডাঙৰ ৰণতো (শত্ৰুৰে যুদ্ধ কৰিবলৈ) আহ্বান কৰোতে শত্ৰুক বধ কৰিবলৈ দক্ষ হৈছা, তুমি বীৰ সকলৰ লগত সংগ্ৰামৰ সুখ ভোগ কৰা। মেধাবী সকলে স্তৱ কৰিলে তুমি অন্ন দান কৰা। তেনেকুৱা তোমাক হবি অন্ন থকা ঋত্বিক সকলে ঘাঁহ খাবলৈ যোৱা ঘোঁৰাৰ দৰে সেৱা কৰে ॥ ২ ॥ হৈ ইন্দ্ৰ তুমি শত্ৰু ক্ষয় কৰা। বৰ্ষণকাৰী ছালৰ মোনাত পানী মেঘক ভেদ কৰি বৰষাই দিয়া। মৰ্ত্ত্যৰ দৰে মৰণশীল যি কোনো মেঘক, হে বীৰ, বলেৰে বৰষাই দিয়া। মৰণশীল পাতলি যোৱা মেঘক (উদাসীনৰ দৰে) এৰি দিয়া। হে ইন্দ্ৰ, তেনে কাম সদায় যাতে বাঢ়ি যায় তাকে কওঁ। নিজ যশ যুক্ত স্বৰ্গত আশ্ৰয় লোৱা দেৱতাক তাকে কওঁ। মিত্ৰ আৰু বৰুণক কওঁ, ৰুদ্ৰক কওঁ। প্ৰজাক সুখ দাতা দেৱতা সকলোকে (ৰৱযুণ) বিস্তীৰ্ণ কৰিবলৈ কওঁ ॥ ৩ ॥ (হে ঋত্বিক সকল) আমাৰ কাৰণে, তোমালোকৰ কাৰণে, যাগৰ কাৰণে, ইন্দ্ৰক কামনা কৰো। (ইন্দ্ৰ) সখীক সকলো যজ্ঞলৈ যোৱাক, শত্ৰুৰ ধৰ্ষণ কৰাক, সদায় সহায় কৰা, যজ্ঞ নষ্ট কৰোতাৰ মাৰক, মৰুত সকলেৰে সৈতে অভিমত ফল দাতাক (আমাক) মহৎ যজ্ঞ কৰ্মত ৰক্ষা কৰিবলৈ মাতিছো। কোনো যুদ্ধত, যাক তুমি পৰিত্ৰান কৰা তাক কোনেও হিংসা কৰিব নোৱাৰে। সকলো শত্ৰুকো নিবাৰণ কৰা ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ ভক্তৰ বিৰুদ্ধ মনৰ শত্ৰুক নমাই দিয়া (আমাৰ বাধ্য কৰা)। হে উগ্ৰ, ৰক্ষণেৰে, অতি তেজস্বী যুদ্ধমাৰ্গেৰে, উগ্ৰ যজ্ঞৰ ফল ৰূপ ৰক্ষণেৰে, আমাক লৈ যোৱা। পূৰণি কালত (আমাৰ পিতৃ সকলক) যেনেকৈ নিছিলা তেনেকৈ ৰক্ষণেৰে আমাক লৈ যোৱা। তোমাক নিষ্পাপ বুলি জানো। হে ইন্দ্ৰ, জগৎ পালক তুমি মানুহৰ সকলো পাপ নষ্ট কৰি পালন কৰা। আমালৈ যজ্ঞৰ ফল আনি অনিষ্ট নাশ কৰা ॥ ৫ ॥ বৰ্দ্ধনশীল চন্দ্ৰৰ কাৰণে আমি এই স্তৱ কৰিছো। চন্দ্ৰই আগ্ৰহেৰে আমাৰ কৰ্মৰ উদ্দেশ্যে, ৰাক্ষস বিনাশক আহ্বানৰ যোগ্য (ইন্দ্ৰৰ) দৰে আছিছে। তেওঁ নিজেই আমাৰ নিন্দক দুৰ্মতিৰ বধৰ উপায় উলিয়াই তাক দূৰ কৰি দিব। চোৰ যেন অতি নিকৃষ্ট ভাবে অলপ পানীৰ দৰে তললৈ পৰি যায় ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ গুণ জনাই আমি তোমাৰ হোম কৰিবলৈ স্তুতিবচনেৰে তোমাক ভজন কৰিম। হে ধনবান, ইন্দ্ৰ, সুবীৰ্য্য, ৰমনীয়, সদায় থকা, সুপুত্ৰাদি বিশিষ্ট ধন বিচাৰিম। হে ইন্দ্ৰ, দুঃখেৰে মনন কৰিব পৰা তোমাক সুমননেৰে সাধন কৰা স্তোত্ৰেৰে, এই হবিৰূপ অন্নেৰে কেউফালে সংলগ্ন কৰি দিম। যাগ নিষ্পাদক ইন্দ্ৰক জুলি থকা আহুতিৰে হবি আদি অন্ন কেউফালে দিম ॥ ৭ ॥ (হে ঋত্বিক সকল) তোমালোকৰ কাৰণে আৰু আমাৰ কাৰণে ইন্দ্ৰই যশস্কৰ আশ্ৰয় দি দুষ্ট বিলাকক কেউফালে খেদাই দিব লগীয়া সংগ্ৰামত (খেদাই দিবলৈ) সমৰ্থ হয় আৰু দুৰ্মতি বিলাকক দাৰণ কৰা হয়। আমাৰ ভক্ষক শত্ৰুৱে আমাৰ বিৰুদ্ধে আমাক নাশ কৰিবলৈ যি বেগবান সেনা পঠাইছিল, সেইবোৰ নিজেই মৰিল। আমাৰ ওচৰলৈ নাহে, শত্ৰুৰ ওচৰলৈও নাহে ॥ ৮ ॥ হে ইন্দ্ৰ, তুমি আমাৰ বাটেৰে আগত হৈ আহা। ৰাক্ষস নথকা, পাপহীন কেউফালে ধনেৰে পৰিপূৰ্ণ বাটেৰে আহা। হে ইন্দ্ৰ, অতি দূৰত আমাৰ লগত মিলিত হোৱা, অতি ওচৰত (যজ্ঞঘৰত) আমি দিয়া হবি সেৱন কৰা। সদায় দূৰ বা ওচৰত আমাক পৰিপালন কৰা; সদায় দূৰ বা ওচৰত আমাক পৰিপালন কৰা ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি আমাক ত্ৰান কৰিব পৰা ধনেৰে উদ্ধাৰ কৰা। হে ইন্দ্ৰ, তুমি উগ্ৰ বলী বাবে, মহত্বৰে, তোমাৰ প্ৰীতিৰ কাৰণে মহৎ ৰক্ষণৰ কাৰণে মিত্ৰৰ দৰে আমাক উৎসাহ দিয়া। হে অতি বলবান, ত্ৰাতা, অমৰ ইন্দ্ৰ, আমাক ধনেৰে তৃপ্ত কৰা। তুমি কোনো বেগবন্ত ৰথত উঠি সোনকালে আহা। হে শত্ৰু ভক্ষক ইন্দ্ৰ, আমাৰ বাহিৰে অন্য অলপ বা বহুত শত্ৰুক বাধা দিয়া। হে শত্ৰু ভক্ষক, অত্যন্ত কুৎচিৎ শত্ৰুক বাধা দিয়া ॥ ১০ ॥ হে সুস্তুত ইন্দ্ৰ, তুমি দুঃখৰ পৰা আমাক ৰক্ষা কৰা। তুমি দুৰ্মতি বিলাকক সদায় তললৈ খেদোৱা। হে ইন্দ্ৰ দেৱতা, রুষ্ট হৈ দুষ্ট মনৰ বিলাকক খেদাই দিয়া। ৰাক্ষস আৰু পাপী বিলাকৰ ঘাটক, মোৰ দৰে মেধাবীৰ ত্ৰাতা, সকলোৰে নিবাসৰ হেতু, হে ইন্দ্ৰ, তোমাক সকলোৱে জন্মদাতা পৰমেশ্বৰে জন্ম দিলে। হে বাসয়িতা (বাস কৰাওঁতা)। তোমাক ৰাক্ষস মাৰিবলৈ জন্ম দিলে ॥ ১১ ॥

১৩০ সূক্ত—ঋ ১০ ।

ঋষি আৰু দেৱতা—১২৯ সূক্তৰ দৰে । ছন্দ—অত্যষ্টি; ১০ ত্ৰিষ্টুভ্ ।

হে ইন্দ্ৰ, দূৰৈৰ পৰা আমাৰ ওচৰলৈ আহা । এই ( অগ্নিৰ ) দৰে, সৎপতি যজমান যজ্ঞলৈ অহা দৰে যা চন্দ্ৰ অস্ত যোৱা দৰে আহা । হবিষ্মান যজমানে ঋত্বিক সকলোৰে সৈতে তোমাক সোম পান কৰিবলৈ আহ্বান কৰিছো । পুত্ৰই পিতাকক যেনেকৈ অন্ন খাবলৈ মাতে ( তেনেকৈ ) তোমাক আহ্বান কৰিছো । অতি মহান তোমাক সংগ্ৰাম কৰিবলৈ মাতিছো ॥ ১ ॥ হে ভালকৈ যোৱা ইন্দ্ৰ, সোম পান কৰা । ( এয়া সোম ) শিলেৰে চেপা, গাঁতৰ নিচিনা সোণৰ পাত্ৰত চাকনিৰে চেকা । যেনেকৈ খৰকৈ যোৱা বৃষভে ( পানী খাই ) তোমাৰ তৃপ্তিৰ কাৰণে, কান্তিৰ ( চেহেৰাৰ ) কাৰণে ( সোম ) পান কৰা । হৰিৎ ঘোঁৰাই যেনেকৈ সূৰ্য্যক আনে, তোমাৰ হৰি নামৰ ঘোঁৰাই তোমাক প্ৰতিদিন লৈ আহক ॥ ২ ॥ চৰায়ে যেনেকৈ ( অতি দুৰ্গম ঠাইত লুকাই থোৱা ) পোৱালী বিচাৰি পাই, সেইদৰে অতি গোপনীয় ঠাইত লুকাই থোৱা অনন্ত, অতি ডাঙৰ শিলেৰে বেৰি থকা সোমৰস স্বৰ্গৰ পৰা বিচাৰি পালে । এই ইন্দ্ৰই যেনেকৈ পনী অসুৰে লুকাই থোৱা গৰু বেৰা ভাঙি উলিয়ালে তেনেকৈয়ে সোমলতা উলিয়াই আনিলে । অন্নৰ হেতুভূত মেঘত বেৰি থোৱা পানীৰ দুৱাৰ মুকলি কৰি দিলে আৰু পৃথিৱীত অন্ন ব্যাপ্ত কৰিলে ॥ ৩ ॥ এই ইন্দ্ৰই হাতেৰে বজ্ৰ টানকৈ ধৰিলে । শত্ৰুৰ ওপৰত মাৰিবলৈ অতি তীক্ষ্ণতৰ বজ্ৰ আৰু তীক্ষ্ণতৰ কৰিলে । —যেনেকৈ মন্ত্ৰপূত পানীৰে তীক্ষ্ণ কৰে তেনেকৈ বৃত্ৰ বধ কৰিবলৈ আকৌ ধাৰ দিলে । হে ইন্দ্ৰ, সেনাৰ বলেৰে আৰু নিজৰ শৰীৰৰ বলেৰে ত্বষ্টাই ( বাঢৈয়ে ) যেনেকৈ গছ কাটি উপযুক্ত কৰে, তেনেকৈ তুমি শত্ৰুক কাটি-চিঙি পেলোৱা ; কুঠাৰেৰে গছ কটা দৰে কাটি-চিঙি পেলোৱা ॥ ৪ ॥ হে ইন্দ্ৰ তুমি নদীবিলাক অনায়াসে ৰথৰ দৰে চলি বৈ গৈ সাগৰ পাবলৈ সৃজন কৰিলা । সংগ্ৰাম কৰিব খোজাবিলাকে যেনেকৈ বল পোটাই তেনেকৈ এই ঠাইলৈ বহুণৱতী নদীয়ে সমান পয়োভৰেৰে পানীৰে যোগান দিলা । মনুৰ কাৰণে গৰু যেনেকৈ সকলোৰে খিৰোৱা হ'ল বা ( যাৰে তাৰে কাৰণে ) খিৰোৱা হ'ল, ( সেইদৰে নদীয়ে সকলোকে পানী দিয়া হ'ল ) ॥ ৫ ॥ কৰ্ম্মকুশল আৰু ধীৰ মানুহে যেনেকৈ ৰথ সাজে, সেইদৰে ধন কামনা কৰা মানুহে তোমাৰ এই স্তুতি সম্পন্ন কৰিছে । তেওঁবিলাকে তোমাৰ সুখৰ কাৰণে ( স্তোত্ৰ ) উৎপাদন কৰিছে । মানুহে যেনেকৈ বিক্ৰমীক স্তুতি কৰে হে মেধাৱী, সংগ্ৰামত বেগৱন্ত, তোমাক তেওঁলোকে স্তুতিৰে প্ৰীত কৰিছে । বল আৰু ধনলাভ কৰিবলৈ তোমাক স্তুতি কৰিছো । সংগ্ৰামত বৈৰীৰ ধনলাভ কৰিবলৈ যোৱা ঘোঁৰাৰ দৰে তোমাক স্তুতি কৰিছো ॥ ৬ ॥ হে নৃত্য নাচি থকা ইন্দ্ৰ তুমি হবিদাতা, অভিমত দাতা, মহৎ দিবোদাসৰ বাবে শত্ৰুৰ নব্বৈখন পুৰ ভাঙি দিছিলা । হে নাচি থকা ইন্দ্ৰ, বজ্ৰেৰে ভাঙি দাতাক দিছিলা । অতিথিগ্ব ( অথিতি শুশ্ৰূষা কৰা ) দিবোদাসৰ কাৰণে, হে উগ্ৰবলী ইন্দ্ৰ, পৰ্ব্বতত উঠি থকা শম্বৰ অসুৰক পৰ্ব্বতৰ পৰা বলেৰে তললৈ পেলাই দিছিলা । ( ভাব ) মহৎ ধনবিলাক দিবোদাসক দিলা । —সকলো ধন বাহুবলে আনি দিছিলা ॥ ৭ ॥ ইন্দ্ৰই যুদ্ধত আৰ্য্য যজমানক ৰক্ষা কৰে । অসংখ্যবাৰ ৰক্ষা কৰা ইন্দ্ৰই সকলো যুদ্ধতে তেওঁবিলাকক ৰক্ষা কৰে । সুখপ্ৰদ সংগ্ৰামত ৰক্ষা কৰে । ইন্দ্ৰই মানুহৰ কাৰণে যজ্ঞ কৰ্ম্মবিহীন মানুহ বিলাকক শাসন কৰে । তেওঁ কৃষ্ণ অসুৰৰ ক'লা ছাল চেলাই তাক মাৰে । —পুৰি পেলায় । তেওঁ সকলো হিংসকক পুৰি মাৰে আৰু নিষ্ঠুৰ বিলাকক পুৰি মাৰে ॥ ৮ ॥ ইন্দ্ৰই সূৰ্য্যৰ ৰথৰ চক্ৰ লৈ বলেৰে মাৰি পথিয়ালে । ৰঙা বৰণৰ ৰূপ ধৰি শত্ৰুবিলাকৰ কালে যাওঁতে সিহঁতৰ মাত নাইকিয়া হ'ল ( মৰিল ) । ঈশ্বৰ ইন্দ্ৰই সিহঁতৰ বাক্য হৰণ কৰিলে । হে মেধাৱী ইন্দ্ৰ, তুমি উশনাক ৰক্ষা কৰিবলৈ যেনেকৈ দূৰৰ স্বৰ্গৰ পৰা আহিছিলা, সেইদৰে আমাৰ ওচৰলৈ খৰকৈ আহা । তুমি অশ্বৰো ওচৰলৈ এনেকৈ আহা । তুমি আমাৰ ওচৰলৈ সদায় আহিবা ॥ ৯ ॥ হে বৰ্ষণ পৰায়ণ, অসুৰৰ পুৰী ধ্বংস কৰা ইন্দ্ৰ, তুমি আমাৰ নতুন স্তোত্ৰত তুষ্ট হৈ নানা ৰূপে ৰক্ষা কৰি আৰু সুখ দান কৰি আমাক পালন কৰা । দিবোদাসৰ বংশৰ আমি তোমাক স্তৱ কৰিছো—তুমি দিনৰ সূৰ্য্যৰ দৰে বাঢ়ি থাকা ॥ ১০ ॥

১৩১ সূক্ত—ঋ ৭ ।

ঋষি আদি—১২৯ সূক্তৰ দৰে ।

অসুৰ আৰু স্বৰ্গ নিজেই ইন্দ্ৰৰ ওচৰত নত হৈছে ।

মহতী পৃথিৱী বৰণীয় স্তুতিৰে ইন্দ্ৰৰ ওচৰত নত হৈছে। (যজমানসকল) অন্নৰ কাৰণে বৰণীয় হব্য লৈ নত হৈছে। সকলো দেৱতাই এক মনেৰে ইন্দ্ৰক আগত ৰাখিছে। মানুহৰ কৰা সবনবিলাক ইন্দ্ৰৰ কাৰণে হওক। ঋত্বিকবিলাকে দিৱলগীয়াবিলাক ইন্দ্ৰৰ হওক ॥ ১ ॥ হে ইন্দ্ৰ, তোমাৰ পৰা কামনা কৰা ফল লাভ কৰিবলৈ যজমানসকলে প্ৰত্যেক সবনত তোমাক হবি আদি দিয়ে। তুমি সকলোলৈ একৰূপ। স্বৰ্গলাভ কৰিবলৈ তোমাকেই বেলেগে হবি দিয়ে। (নৈ) পাৰ হবলৈ যেনেকৈ নাও ৰাখে, আমি সেনাবিলাকৰ আগত তেনেকৈ তোমাক ৰাখিম। মানুহে যজ্ঞেৰে ইন্দ্ৰকেই চিন্তা কৰে। মানুহে স্তুতিৰে ইন্দ্ৰক চিন্তা কৰে ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ সেৱক আৰু পাপ বিৰোধী যজমানৰ দম্পতিয়ে (মতা-তিৰোতাই) তোমাৰ তৃপ্তি কামনা কৰি বহুত হবি দান কৰি, বহুত গোধন পাবলৈ, তোমাৰ উদ্দেশ্যে যজ্ঞ মেলিছে। তেওঁবিলাকে গোধন ইচ্ছা কৰে আৰু স্বৰ্গ লাভ কৰিবলৈ বিচাৰে। তুমিয়েই তেওঁলোকক কামনা লাভ কৰোৱা। হে ইন্দ্ৰ, তুমি কামবৰ্ষী। তুমি তোমাৰ লগত জন্ম হোৱা চিৰকালৰ লগৰীয়া বজ্ৰ আবিষ্কাৰ কৰিলা ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ বীৰ্য্যৰ কথা মানুহে জানে। যি যজন কৰে তেওঁ তোমাৰ বীৰ্য্য জানে। তুমি যে শত্ৰুৰ এবছৰে কৰা দুৰ্গ পৰাজিত কৰি নাশ কৰিছিলা সেই কথা মানুহে জানে। হে বলৰ পতি ইন্দ্ৰ, তুমি যজ্ঞদ্বেষী মানুহক শাসন কৰিছিলা। তুমি মহল পৃথিৱী আৰু পানীবিলাকক জয় কৰিছিলা, তুমি আনন্দ কৰি পানী বঢ়ায় আনিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ, সোমপানত হৃষ্ট হলে তুমি কামবৰ্ষী হোৱা। —কাৰণ তুমি যজমানসকলক ৰক্ষা কৰি থাকা। তোমাৰ লগত সখীত্ব বিচৰা যজমানসকলক ৰক্ষা কৰা। সেই বাবে তোমাৰ বীৰ্য্য বেচি কৰিবলৈ পুন: পুনঃ হবি অন্ন দি থাকে। যুদ্ধ কৰা সুখভোগ কৰিবলৈ তুমি সিংহনাদ কৰা। তেওঁবিলাকে তোমাৰ পৰা বহুত ভোগ্য বস্তু পাই। অন্ন বিচাৰি তোমাৰ পৰা অন্ন পাই। ॥ ৫ ॥ ইন্দ্ৰই আমাৰ উষাকালৰ যজ্ঞ সেৱন কৰিবনে? হে ইন্দ্ৰ, আহ্বান মন্ত্ৰেৰে দিয়া হবি (দিয়া হৈছে) বুলি জানিবা। আহুত হৈ সুখৰ ঠাইলৈ আহা। হে বজ্ৰযুক্ত ইন্দ্ৰ, নিন্দা কৰা বিলাকক নাশ কৰিবলৈ কামবৰ্ষী হৈ জানি লোৱা। হে ইন্দ্ৰ, মই মেধাবী আৰু নতুন স্তুতি কৰা মানুহ—মোৰ মনোহৰ স্তোত্ৰ শুনা ॥ ৬ ॥ হে ইন্দ্ৰ, আমাৰ স্তুতিৰে বহুত তাণ্ডৱ হোৱা। বিক্ৰমশালী তুমি অতি বৰ্দ্ধিত হৈ আমাৰ মৰনশীল অমিত্ৰ সেই মানুহক বজ্ৰেৰে মাৰা। যি মানুহে আমাৰ দুখ কৰিবলৈ বিচাৰে তাক মাৰা। শুনিবলৈ অতি ভাল আমাৰ স্তুতি বাক্য শুনা। হে ইন্দ্ৰ, আমাক হিংসা কৰা দুৰ্মতি মানুহৰ কথা (আমাৰ পৰা) শুনা। বাটত যাওঁতে চোৰ আদিয়ে কৰা বিঘিনি দূৰ কৰা ॥ ৭ ॥

### ১৩২ সূক্ত—ঋ ৬।
### ঋষি আদি ১২৯ সূক্তৰ দৰে।

হে মঘবন্ ইন্দ্ৰ, তোমাৰ সাধনৰ আমি অতি প্ৰবল তোমাৰ দ্বাৰা ৰক্ষিত হৈ যুদ্ধ কৰিবলৈ বিচৰা প্ৰবল শত্ৰুক পৰাজয় কৰিম। আমাক প্ৰহাৰ কৰিবলৈ অহা সিহঁত অহাৰ আগতে বাধা দিম। এই যজ্ঞত পূৰ্ব্বৰ ধন বিশিষ্ট যজমান সোম চেপি ওচৰত আছে। আজি তেওঁক খৰকৈ যজ্ঞবৰ্দ্ধন কৰিবলৈ বেচিকৈ কোৱা। হে ইন্দ্ৰ, আমি, সংগ্ৰামত জয়ৰ কৰ্ত্তা তোমালৈ হবি অন্ন দি সিঁচি দিম। —দেৱতাৰ সংগ্ৰামৰ কৰ্ত্তাক সিঁচি দিম ॥ ১ ॥ এই ইন্দ্ৰই স্বৰ্গ সাধনৰ সংগ্ৰামত শত্ৰু বধ কৰিবলৈ ইফালে সিফালে ব্যাপ্ত হৈ বাটত নিজ কপটহীন মুখ্য সংগ্ৰামত নিজেই শত্ৰু বধ কৰিলে। ইন্দ্ৰক প্ৰীত কৰিবলৈ উষাত প্ৰবুদ্ধ হোৱা যাগ কৰোতা যজমানৰ শত্ৰু হনন কৰিলে। এইবাবে ইন্দ্ৰক সকলোৱে মুখেৰে সেৱা কৰাৰ যোগ্য, —যেনেকৈ সৰ্ব্বজ্ঞক মুখেৰে সেৱা কৰে। হে ইন্দ্ৰ, তোমাৰ ধন আমাৰেই উদ্যোগেৰে হওক। আমাৰ প্ৰশংসনীয় দান স্থিৰ হৈ থাকক ॥ ২ ॥ হে ইন্দ্ৰ, পূৰ্ব্বৰ তোমাৰ নিজৰ (যাগৰ সময়ত) অতি জ্বলি থকা হবি অন্ন নিজৰ কৰিছিলা— তেনেকুৱা দিনো হওক। যাগত যি হবি দিয়াত ৰবণীয় বেদী স্থান (ঋত্বিজে) পোৱাইছিল, সেই যজ্ঞৰ ফল ভাগ কৰি দিলা। সেই কামৰে (কথা) আকৌ কোৱা। দ্বভাগ দ্যাবাপৃথিৱীৰ মাজত সূৰ্য্যৰ ৰশ্মি মানুহে দেখিবলৈ পাই। ইন্দ্ৰই পানী বিচাৰি কুৰা, হবি দিয়াসকলৰ বন্ধুত পাই গৰু দিয়ে—এইদৰে সকলোৱে কাৰণ জানে ॥ ৩ ॥ হে ইন্দ্ৰ, এইদৰেই পূৰ্ব্বতে যেনেকৈ স্তুত্যৰ্হ আছিলা—এতিয়াও তেনে হোৱা। যি অঙ্গিৰসব কাৰণে অন্তৰীক্ষত থোৱা প্ৰেম আনি বৰমুখ কৰালা, গৰুৰ পাল হৰণ কৰি, হে ইন্দ্ৰ, (অঙ্গিৰসক) বিতৰণ কৰিলা—তেনেকৈ আমাৰ

হৈও যুদ্ধ কৰা আৰু জয় কৰা। তোমাৰ দৰ্শন দি সোম চেপা আমালোকৰ যজন বিৰোধীবিলাক অধীন কৰি দিয়া আৰু যজ্ঞ কৰাত বোৰ কৰাবিলাককো অধীন কৰি দিয়া ॥ ৪ ॥ ইন্দ্ৰই নিজে শূৰ হৈ সকলো প্ৰাণীক প্ৰজ্ঞাৰে সকলো বিষয় ফল দান কৰে। অন্ন বিচাৰি যজমানে গৰু আদি ধন অভিপ্ৰায় কৰি শত্ৰুৰ পৰা ত্ৰাণ পাইছে। সেইবাবে হবি আদি ধন ইন্দ্ৰৰ পৰা পাবলৈ ইচ্ছা কৰি ভালকৈ যজন কৰিছে। সেই প্ৰসিদ্ধ ইন্দ্ৰক পুত্ৰাদিৰে সৈতে অন্ন দিয়ক বুলি যাঞ্চা কৰিছে। যজমানে নিজ বলেৰে শত্ৰুক বাধা দিবলৈ অৰ্চনা কৰিছে। কৰ্ম্ম কৰা যজমানে ইন্দ্ৰৰ ওচৰ পাবলৈ (ইন্দ্ৰলোক) বিচাৰিছে। স্বৰ্গৰ সকলো দেৱতাৰ ওচৰ পাবলৈ বিচাৰিছে ॥ ৫ ॥ হে ইন্দ্ৰ আৰু পৰ্ব্বত (মেঘাভিমানি দেৱতা) সংগ্ৰামৰ আগত যুদ্ধ কৰা আমাক যি শত্ৰুৱে যুদ্ধ কৰিবলৈ বিচাৰে সেই শত্ৰুক নাশ কৰা। সেই শত্ৰুক মাৰিবলৈ বজ্ৰ মাৰা—যি বজ্ৰই বহুত দূৰলৈ যোৱা শত্ৰুক মাৰিবলৈ বিচাৰে আৰু বহুত দূৰতো পলোৱা অতি কঠিন হৃদয়ৰ শত্ৰুৰ ওচৰ পাইগৈ। হে বীৰ ইন্দ্ৰ, আমাৰ বিৰোধী শত্ৰুক সকলোতে কেউফালে বিশ্বৰূপেৰে শাস্তি দিয়া ॥ ৬ ॥

১৩৩ সূক্ত—ঋ ৭।

ঋষি আৰু দেৱতা ১২৯ সূক্তৰ দৰে। ছন্দ—১ ত্ৰিষ্টুভ্; ২-৪ অনুষ্টুভ্; ৫ গায়ত্ৰী; ৬ ধৃতি; ৭ অত্যষ্টি।

হে ইন্দ্ৰ, যজ্ঞৰ দ্বাৰা আৰু বলেৰে দ্যাবাপৃথিবী বিশুদ্ধ কৰিম। পৃথিবীত থকা ইন্দ্ৰবিহীনবিলাকক পুৰি মাৰিম। যি ঠাইত কেউপিনে শত্ৰু নিহত হ'ল সেই-বিলাকে হিংসা কৰি শুলে। তুমি শত্ৰু হত্যা কৰা ঠাইবিলাক শ্মশান হ'ল ॥ ১ ॥ হে অদ্ৰিৱ, তুমি হিংসক সেনাক কেউফালে গৈ মূৰ চিঙা। তোমাৰ ডাঙৰ ভৰিৰে চিঙা। তোমাৰ ভৰি ডাঙৰ ॥ ২ ॥ হে মঘবন্ ইন্দ্ৰ, এই যাতুধানৰ (পিশাচৰ) বল চূৰ্ণ কৰা। কুৎসিৎ শ্মশানত পেলোৱা। অতি কুৎসিৎ মহাশ্মসানত পেলোৱা ॥ ৩ ॥ হে ইন্দ্ৰ, সিহঁতৰ সেনা তিনি-পঞ্চাচ (দেৰশ) কেউফালে গৈ নাশ কৰিছিলা সেই কাম তুমি অলপ বুলি ভাবা, কিন্তু আমি বহুত বুলি ভাবো ॥ ৪ ॥ হে ইন্দ্ৰ, অলপ বঙা, ভয়ঙ্কৰ শব্দ কৰা পিশাচীক সম্যক মাৰা। সকলো ৰাক্ষস নাইকিয়া কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, তললৈ মুখ কৰি থকা মেঘ বিদাৰণ কৰা—আমাৰ স্তোত্ৰ শুনা। হে অদ্ৰিৱ, তপ্তৰ ৰূপত দীপ্ত অগ্নিৰ মূৰ্ত্তিও দ্যাবাপৃথিবীয়ে ঘৃণাৰে ভয় কৰা দৰে শুকাই আছিল। হে ইন্দ্ৰ, তুমি বলেৰে অতি বলী (সেই কাৰণে) উগ্ৰ মেঘ বধ কৰিবলৈ মৰুৎ-সকলেৰে সৈতে গৈছা। হে শূৰ, তুমি ৰাক্ষসবিলাকৰ যুদ্ধত অপ্ৰতিহত শত্ৰুৰে আক্ৰান্ত হৈ যজমানবিলাকক হনন নকৰিবলৈ তিনি-সাত (একৈশ) অনুচৰেৰে সৈতে যুক্ত হৈ উপায় কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ উদ্দেশ্যে সোমৰস চেপা যজমানে তোমাৰ প্ৰসাদত ঘৰ পাইছে। সোমৰস চেপা যজমানৰ কেউফালে সংবদ্ধ শত্ৰু নাশ হয়। দেৱতাৰ শত্ৰুও নাশ হয়। অভিষৱ যজ্ঞ (আৰু অন্ন) হে ইন্দ্ৰ, তোমাৰ কৃপাত শত্ৰুৱে আক্ৰমণ কৰিব পৰা নাই, (কিন্তু) সহস্ৰ গৰু দি ভাগ বিচাৰিছে। ইন্দ্ৰৰ উদ্দেশ্যে সোমযাগ কৰা যজ-মানক, কেউফালে হোৱা—পুনৰ হোৱা, ধন গৰু আদি দিছে ॥ ৭ ॥

১৩৪ সূক্ত—ঋ ৬।

ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—অত্যষ্টি; ৬ অষ্টি। দেৱতা—বায়ু।

হে চলন্ত শীঘ্ৰগামী বায়ু—এই যজ্ঞত হবি অন্ন আদি বহন কৰা—আগৰ দৰে পান কৰিবলৈ, (অন্য দেৱতাৰ) আগতে পান কৰিবলৈ আহা। হে বায়ু তোমাৰ মনৰ মতে সুনৃত স্তুতিবাক্য সদায় হৈ থাকক। উন্নত তোমাৰ গুণ থকা (স্তুতি) সদায় হৈ থাকক। হে বায়ু, যজ্ঞত দিবলগীয়া হবি গ্ৰহণ কৰিবলৈ আমাক উপযুক্ত বস্তু দিবলৈ নিযুত্বান ৰথত উঠি আহা ॥ ১ ॥ হে বায়ু, আমোদ দিয়া, হৰ্ষদায়ক, চেকা, কেউকালে জিলিকি থকা, মন্ত্ৰপূত কৰা আমাৰ সোমৰসে তোমাক আমোদ দিয়ক। হে কেউপিনে যোৱা বায়ু, এই কাৰণত আমাৰ যজ্ঞৰ কালে আহিবলৈ উৎসাহ কৰা, ৰথ বহন কৰা, ৰক্ষা কৰিব পৰা, লগত যোৱা নিযুত নামৰ ঘোঁৰাবে দান দিয়া (হবি গ্ৰহণ কৰিবলৈ) যজ্ঞৰ ঠাই পালে (পৰিচৰণ কৰিবলৈ) বিধান কৰিছো। কৰ্ম্মৰত যজমানে নিজ অভিমত কৈছে ॥ ২ ॥ বায়ুৱে ৰঙাবৰণীয়া, ঘোঁৰা ৰথৰ ধুৰাত (আগভাগত) কেভিয়াবা লগায়। কেভিয়াবা ৰঙাবৰণীয়া ভাৰ বৰ পৰা, অতি ভাৰ বহন কৰিব পৰা ঘোঁৰা লগায়। বহুপ্ৰজ্ঞ হে বায়ু, ৰথেৰে শীঘ্ৰে

আছি ( হবি গ্ৰহণ কৰা ) স্থাপন কৰা। পৰপুৰুষলৈ বাট চাই অলপ শোৱা ধুনীয়া শৰীৰৰ স্ত্ৰীৰ দৰে ( সঙ্কেতেৰে ) তুমি কৰ্ম্মব্যস্ত ( অলপ শোৱা ) যজমানক জগাই তোলা। দ্যাবাপৃথিৱী প্ৰকাশ কৰা। উষাকাল স্থাপন কৰা। হবি অন্ন স্বীকাৰ কৰিবলৈ উষাক জগাই তোলা ॥ ৩ ॥ হে বায়ু, তোমাৰ কাৰণে উষাই, প্ৰকাশ কৰা, শুচি দূৰ দেশৰ ঘৰত ৰশ্মিৰে কল্যাণকৰ বস্ত্ৰৰ দৰে মেলি দিছে। —নতুন আশ্চৰ্য্য ৰশ্মি বিস্তাৰ কৰিছে। হে বায়ু, তোমাৰ যাগৰ অৰ্থে যিউ আদিৰে সকলো অমৃত দিয়া ধনৰূপী গৰু খিৱাই। হে বায়ু অন্ত-ৰীক্ষত মৰুত নামেৰে মেঘৰ পৰা তোমাৰ অংশভূত ৰংবৃষ্টৰ দৰে আৰু নদীৰ পানীৰ দৰে পানী উৎপাদন কৰা ॥ ৪ ॥ হে বায়ু, তোমাৰ কাৰণে দীপ্ত, শুচি, ভাৰণ কৰ্ত্তা উগ্ৰ তেজী সোম ৰসৰ আমোদত ভৰণ কৰা ( আহবনীয় অগ্নিয়ে ) তোমাক পাবলৈ ইচ্ছা কৰে—পানীৰ ভৰণ কৰা মেঘ পাবলৈ ইচ্ছা কৰে। হে বায়ু, ভজনীয় তোমাক অতি ভয় কৰা যজ্ঞ নষ্টকাৰী-বিলাকক অন্য ঠাইলৈ খেদাবলৈ স্তুতি কৰে—যিহেতু তুমি বিশ্ব ভূবনৰ মানুহক ভয়ৰ পৰা ধৰ্ম্মেৰে পালন কৰা,—অসুৰৰ ভয়ৰ পৰা বিশেষকৈ ধৰ্ম্মেৰে ধাৰণ কৰি পালন কৰা। ৫ ॥ হে বায়ু, তুমিয়েই প্ৰথমতে আমাৰ এই সোম আগতে পাণ কৰা। —চেপি থোৱা সোম পানৰ প্ৰীতি লাভ কৰা। আৰু বিশেষ হোমলৈ আহ্বান কৰা, পাপ বৰ্জ্জনকাৰী, ঋত্বিক যজমান আদি প্ৰজাৰ হবি গ্ৰহণ কৰা। সেই যজন কৰাসকলৰ সকলো গৰুৰ গাখীৰ তোমাৰ কাৰণে ( তেওঁলোকে ) নিজে খিৱাই—আৰু পিঁউ আদি আৱশ্যকীয় দ্ৰব্য খিৱাই ॥ ৬ ॥

## ১৩৫ সুক্ত—ঋ ৯।

**ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—১-৬/৯ অত্যষ্টি, ৭/৮ অষ্টি। দেবতা—১-৩/৯ বায়ু; ৪-৮ ইন্দ্ৰ।**

হে বায়ু, আমাৰ যজ্ঞৰ কাৰণে মেলি থোৱা কুশলৈ আহা। হবি ভক্ষণ কৰিবলৈ সহস্ৰ নিযুত নামৰ ঘোঁৰাৰে যোজনা কৰা ( ৰথত উঠি ) আহা। —শত নিযুত ঘোঁৰাৰে আহা। ( ইমান সংখ্যাৰ ঘোঁৰা থকা ) তুমি অন্ত দেৱতাৰ আগতে সোমপান কৰিবলৈ আহা। তোমাৰ কাৰণে চেপা মধুৰ সোম তোমাৰ আমোদৰ কাৰণে ৰখা হৈছে। —যজ্ঞ কৰ্ম্মৰ কাৰণে আছে (গতিকে) তুমি পান কৰা ॥ ১ ॥ হে বায়ু, তোমাৰ কাৰণে শিলেৰে চেপা, সোধিত কৰা, স্পৃহনীয়, চেকি থোৱা, নিৰ্ম্মল, এয়া সোমে সোণৰ দৰে তোমাক পাইছে। হে বায়ু, এই সুন্দৰ সোম মানুহে দেৱতাৰ মাজত প্ৰথমে তোমাক হৱন কৰিছে। হে বায়ু, আমাৰ ওচৰলৈ নিযুত নামৰ ঘোঁৰাৰে আহা—তাৰ পাচত স্বৰ্গলৈ যোৱা। আমি কামনা কৰা প্ৰীতি থৈ যোৱা ॥ ২ ॥ হে, বায়ু, তুমি শতসহস্ৰ নিযুত নামৰ ঘোঁৰাৰে তোমাৰ কাম সিদ্ধি কৰিবলৈ আমাৰ যজ্ঞলৈ আহা। হব্য কামনা কৰি আহা। এয়া তোমাৰ ভাগ সোম পুৱা দিবলগা সময় পালেহি। সূৰ্য্য ওলালে ৰশ্মিৰে সৈতে ( এই সোম ) একে দীপ্তিৰ হয়। অধ্বৰ্য্যুৱে সোমৰস ( চমসত ) ভৰাই সংযত ( সাৱধান) হ'ল। হে বায়ু, সোম অতি দীপ্ত হল। সেইবাবে পান কৰিবলৈ আহা ॥ ৩ ॥ হে বায়ু, তুমি আৰু ইন্দ্ৰ দুয়োকে আমাৰ ৰক্ষণৰ কাৰণে, সুগৃহীত সোম পান কৰিবলৈ, হব্য খাবলৈ, নিযুত নামৰ ঘোঁৰা লগোৱা ৰথেৰে আনক। মধুৰ সোম অন্ন পান কৰা। অন্য দেৱতাৰ আগতে তোমালোকে খোৱা নিয়ম। হে বায়ু, তুমি আৰু ইন্দ্ৰ আমাৰ আহ্লাদকাৰী সোণেৰে আৰু গৰু আদি ধনেৰে সৈতে আহা। ধনৰে সৈতে ইন্দ্ৰও আহক ॥ ৪ ॥ হে ইন্দ্ৰবায়ু, তোমালোকৰ কাৰণে কৰা আমাৰ যজ্ঞ কৰ্ম্ম অতিকৈ প্ৰবৰ্ত্তন হৈছে। তোমালোকৰ কাৰণে কলহত ৰখা এই সোম অন্ন সম্মুখত ৰৰ থৰকৈ যোৱা ঘোঁৰাৰ দৰে মাৰ্জ্জন কৰিছে। হে ইন্দ্ৰবায়ু, এই অধ্বৰ্য্যু সকলৰ শোধিত সোম পান কৰা। এই আমাৰ যজ্ঞলৈ ৰক্ষনিৰ সৈতে আহা। আমাৰ যজ্ঞ ইচ্ছা কৰা তোমালোকে শিলেৰে চেপা সোম পান কৰা,—তৃপ্তিৰ কাৰণে পান কৰা। তোমালোক অন্নদাতা, ( সেইবাবে অন্ন দিয়া ) ॥ ৫ ॥ হে বায়ু, তুমি আৰু ইন্দ্ৰৰ, নিজৰ এয়া সোম, আমাৰ কৰ্ম্মৰ এই ঠাইত চেপা অধ্বৰ্য্যুৱে ভাৰ বৈ আনিছে। সেই সোম শুভ্ৰ আৰু নিয়ন্ত্ৰিত কৰা। এই ব্যাপক সোম তোমালোকলৈ প্ৰীতিৰ কাৰণে কাটি হৈ থকা নোমৰ চাকনিৰে চেকা। তোমালোকে কামনা কৰা সোম নোমৰ মাজেদি গৈ ( পাত্ৰত ) পৰিছে। অতিশয় সোম নষ্ট নোহোৱাকৈ চেপা হৈছে ॥ ৬ ॥ হে বায়ু, এলাহ কৰি শুই থকা যজ্ঞত যজমানক অতিক্ৰম কৰি আমাৰ যজ্ঞলৈ আহা। য'ত সোমৰস চেপা শিলৰ শব্দ শুনিবা, সেই ঠাইলৈ

আহা। য'ত যজ্ঞৰ যবত, সুনৃত স্তুতি বাক্য দেখিবা (শুনিবা), অতি দীপ্ত ঘি'উ যলৈ যায় (নিয়া হয়), সম্পূৰ্ণাঙ্গ নিযুত (নামৰ) ঘোঁৰাবে টনা (ৰথত উঠি) আমাৰ যজ্ঞলৈ আহা। তুমি আৰু ইন্দ্ৰ দুয়ো আমাৰ যজ্ঞলৈ আহা ॥ ৭ ॥ হে ইন্দ্ৰবায়ু এই যজ্ঞত মধুৰ আহুতিৰ বস্তু অনা হৈছে। যি পৰ্ব্বতাদি ঠাইত থকা সোম জেতা যজমানে (কিনিবলৈ) আনিবলৈ বৈ আছে, আমাৰ সেই জেতা (যজমান ঋত্বিক আদি) যজ্ঞ নিৰ্ব্বাহ কৰিবলৈ সমৰ্থ হওক—যেই জেতা যজমান (অন্য নহয়)। হে ইন্দ্ৰ বায়ু, এই যজ্ঞত গাইগৰু-বিলাকে একেলগে পোৱালী দিয়ে (খিবাব পৰা হয়)। যব (ধান) পাক কৰা হয়। হে বায়ু আৰু ইন্দ্ৰ। (যি গাইগৰুৱে পোৱালী দিয়ে) সেই গাইগৰু ক'ণাত নেযায় আৰু সেই গাইগৰু চোৰে অপহৰণ নকৰে ॥ ৮ ॥ হে সু-বায়ু, তোমাৰ সন্মুখত দেখা যি ঘোঁৰা আছে, সিহঁতে তোমাক দ্যাবাপৃথিবীৰ মাজ পোৱাই দিয়ে-(যজ্ঞৰ ঠাই পোৱাই দিয়ে)। (সিহঁত) সৰ্ব্বাঙ্গবলী; সেক্তা (পোৱালী উৎপাদক), বহুত বঢ়া, উক্ষন (ধোঁৱা), পানী নোহোৱা অন্তৰীক্ষত থকা, নাশৰহিত, অতি বেগী, মাতেৰে বান্ধিব নোৱাৰি, সূৰ্য্যৰ ৰশ্মিৰ দৰে নিয়ন্ত্ৰণ নোহোৱা, হাতেৰে ধৰি বান্ধিব নোৱাৰা ॥ ৯ ॥

১৩৬ সূক্ত—ঋ ৭।

ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—অত্যষ্টি; ৭ ত্ৰিষ্টুভ্‌। দেৱতা—মিত্ৰাবৰুণ আৰু অৰ্য্যমা।

(হে ঋত্বিকসকল) মিত্ৰাবৰুণলৈ জ্যেষ্ঠ, বৃহৎ স্তোত্ৰ আৰু নমস্কাৰ সম্পাদন কৰা। হবন কৰিবলৈ বুদ্ধি জাগৃত কৰা। চিৰকাল স্তুতিৰে হবি গ্ৰহণ কৰিবলৈ, ৰাতু, সুখকৰ হবি ভোজন কৰিবলৈ (সম্পাদন কৰা)। সেই মিত্ৰাবৰুণ সম্ৰাট। যাক ঘি'উ দিয়া হয়,—সকলো যজ্ঞত সকলো ঋত্বিকে স্তুতি কৰে, আৰু এওঁলোকৰ (ক্ষত্ৰ) বল কেতিয়াও নষ্ট কৰিব নোৱাৰে—তেওঁলোকৰ দেবত্ব ভাবো নষ্ট (সন্দেহ) কৰিব নোৱাৰে ॥ ১ ॥ অতি বহল উষা বিস্তীৰ্ণ যাগৰ ফালে যোৱা দেখা হ'ল। আদিত্যৰ বাট ৰশ্মিৰে উলিয়াই দিলে। ভগ দেৱতাৰ ৰশ্মিৰে সকলোৱে চকুৰে দেখা কৰিলে। মিত্ৰৰ প্ৰকাশত তেওঁৰ ঘৰ (অন্তৰীক্ষ) ৰশ্মিৰে দেখিলে। তেনেকৈ অৰ্য্যমাৰো ঘৰ ৰশ্মিৰে দেখিলে। বৰুণৰো ঘৰ তেনেকৈ দেখিলে। সেই কাৰণে উক্‌থ স্তুতি আৰু বহুত অন্ন ধাৰণ কৰিলে। মহৎ স্তোত্ৰেৰে স্তুতি কৰি মহৎ হবি অন্ন দি (যজ্ঞ কৰিলে) ॥ ২ ॥ এই যজমানে জ্যোতিষ্মান (আহবনীয় অগ্নিলৈ) সম্পূৰ্ণ লক্ষণ থকা বাসযোগ্য স্থান (মাটি—উত্তৰ বেদী) ধাৰণ কৰিলে। যজ্ঞ নিষ্পত্তি কৰি স্বৰ্গ পোৱাই দিয়া তেওঁবিলাকক (মিত্ৰাবৰুণক) দিনে দিনে হৃদয়ঙ্গম কৰিলে। দিনে দিনে উদ্বোধন কৰিলে। অদিতিৰ পুত্ৰ, দানৰ পৰাক্ৰমী, মিত্ৰাবৰুণ—দুয়ো দেৱতা, দুয়োৰে মাজত অৰ্য্যমা থাকিল। নিজ নিজ কামত সকলোকে লগাই ৰাখিলে ॥ ৩ ॥ এয়া আমি হবন কৰা সোম মিত্ৰাবৰুণে পান কৰি সুখী হওক। ভালকৈ মুখ কৰি হৈঁতাবে পান কৰোতে সকলোকে (সকলো দেৱতাকে) ভজন কৰিব লাগে। এই সোম সকলো দেৱতাই আজি সেবন কৰিছে। তেওঁবিলাক সমান প্ৰীতিযুক্ত। আৰু মিত্ৰাবৰুণ ৰজা—(তেওঁবিলাকক সেৱা কৰা)—আমি যি প্ৰাৰ্থনা কৰোঁ সেয়া দিয়া। ঋতবান (নিয়মবান) তোমালোকে যি বিচাৰোঁ—দিয়া ॥ ৪ ॥ যি যজমানে মিত্ৰ আৰু বৰুণক পৰিচৰণ কৰে সেই অদ্বেষীজনক কেউফালে ৰক্ষা কৰা। অৰ্য্যমাই, দেৱতাক আৰ্জৱ (ঋজু-পোনপতীয়া) আচৰণ কৰা যজমানক, তেওঁলোকৰ কাম লক্ষ্য কৰি ৰক্ষা কৰে। যি যজমানে উক্‌থ স্তুতিৰে এওঁলোকৰ মিত্ৰাবৰুণৰ ব্ৰতৰ কাম ভূষিত কৰে আৰু ব্ৰতকৰ্ম্ম স্তোত্ৰেৰে অলঙ্কৃত কৰে (তেওঁক ৰক্ষা কৰক) ॥ ৫ ॥ দ্যোতমান সূৰ্য্যক নমস্কাৰ কৰি স্তৱ কৰিছো। বৃহৎ দ্যাবাপৃথিবীক, মিত্ৰক, বৰুণক নমস্কাৰেৰে স্তৱ কৰিছোঁ। অভিমত ফলদাতা আৰু ভাল সুখ দিয়া কন্দ্ৰক নমস্কাৰেৰে স্তৱ কৰিছোঁ। (হে হোতা) ইন্দ্ৰ, অগ্নি, দীপ্তিমন্ত অৰ্য্যমাক, ভগক বৃদ্ধিৰে স্তৱ কৰা। চিৰকাল জীয়াই থকা আমি তোমালোকক পুত্ৰাদিৰে সৈতে সঙ্গত হওঁ। সোম দেৱতাক ৰক্ষণৰ কাৰণে বিচাৰো ॥ ৬ ॥ আমি ইন্দ্ৰক পাইছো। মৰুৎসকলে আমাক (যত্ন কৰে)। দেৱতাসকলে যেন আমাক ৰক্ষা কৰে। ইন্দ্ৰ, অগ্নি, মিত্ৰ আৰু বৰুণ আমাৰ সুখদাতা হওক। আমি অন্নবান হৈ সেই সুখ ভোগ কৰিম ॥ ৭ ॥

১৩৭ সূক্ত—ঋ ৩।

ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—অতিশক্বৰী। দেৱতা—মিত্ৰাবৰুণ।

হে মিত্ৰাবৰুণ, আহা। শিলেৰে আমি সোম

চেপিছো। গাখীৰ, মিহলোৱা, তৃপ্তিৰ হেতু সোম এয়া আগতে থোৱা হৈছে—আহ। এয়া মদকৰ সোম। তোমালোক বক্তা, স্বৰ্গ স্পৰ্শ কৰা, আমাৰ পালক আমাৰ যজ্ঞলৈ আহা। হে মিত্ৰাবৰুণ, তোমালোকৰ কাৰণে এয়া সোমত গাখীৰ মিহলোৱা আছে—দীপ্ত সোমত গাখীৰ মিহলোৱা আছে ॥ ১ ॥ হে মিত্ৰাবৰুণ, আহা। তিয়াই দিব পৰা সোমৰস দৈ মিহলোৱা এয়া (আগতে আছে), আহা—দৈ মিহলোৱা। মন্ত্ৰেৰে অভিযুত কৰা—আহা। আৰু তোমালোক দুয়োৰে প্ৰীতিৰ কাৰণে উষাকাল হৈছে বুলি জানি, সূৰ্য্যৰ কিৰণ প্ৰকাশ হওঁতে চেপা সোম—মিত্ৰ আৰু বৰুণৰ কাৰণে চেপা সোম। এয়া যজ্ঞনিৰ্ব্বাহৰ কাৰণে পান কৰিবলৈ নতুন ভক্ষণীয় সোম ॥ ২ ॥ (হে মিত্ৰাবৰুণ) তোমালোক দুয়োৰে কাৰণে লতাৰূপ সোম সম্পাদন কৰা হৈছে। যেনেকৈ প্ৰসিদ্ধ বহুত গাখীৰ দিয়া গাইগৰু খিৰোৱা হয়, তেনেকৈ চেপা শিলেৰে সোম খিৰাইছে—লতাৰূপ সোমৰ পৰা ৰস খিৰাইছে। আমাৰ ফালে মুখ কৰি থকা, সোম পানৰ কাৰণে আমাৰ ত্ৰাতা মিত্ৰাবৰুণ যজ্ঞৰ ফালে আহা। তোমালোকৰ কাৰণে এই সোম যজ্ঞৰ নেতাসকলে চেপা—সম্পূৰ্ণ পান কৰিবলৈ চেপা ॥ ৩ ॥

## ১৩৮ সূক্ত—ঋ ৪।

ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—অত্যষ্টি। দেৱতা—পূষা।

বহুতৰ কাৰণে উৎপন্ন এই পূষাৰ বলৰ মহত্ব সকলোৱে প্ৰশংসা কৰে। তেওঁ কাকো বেয়া নেপায়। এই পূষাৰ স্তোত্ৰ কোনেও বেয়া নেপায়। মই সুখ বিচাৰি পূষাক স্তৱ কৰিছো। তেওঁ আসন্ন ৰক্ষক আৰু সুখ উৎপাদন কৰে। যজ্ঞবান পূষাই সকলো ঋত্বিকৰ মন মিলাই দিয়ে। হে পূষা দেৱতা, এই যজ্ঞ সম্পূৰ্ণ নোহোৱালৈকে মিলি থাকা ॥ ১ ॥ যেনেকৈ খৰকৈ যোৱা ঘোঁৰাক প্ৰশংসা কৰে তেনেকৈ হে পূষণ, যজ্ঞৰ ঠাইলৈ যাওঁতে তোমাক স্তোত্ৰেৰে স্তৱ কৰিম। হিংসক যোদ্ধাৰ সংগ্ৰামত পাৰ কৰা। —উটে ভাৰ পাৰ কৰা দৰে সংগ্ৰামত যোদ্ধাক পাৰ কৰা। তুমি সুখৰ ভাৰ উৎপন্ন কৰা দেৱতাক মই মৰণশীল মানুহে আহ্বান কৰিছো—সখীত্বৰ কাৰণে। আমাৰ ঘোষণা নকৰা স্তোত্ৰ পোহৰলৈ আনা। অন্নবন্ত কৰা,—শত্ৰুৰ ধনত জিকা অন্নবন্ত কৰা ॥ ২ ॥ হে পূষণ, তোমাৰ ৰক্ষণ আৰু সখীত্বত প্ৰকৃত কৰ্ম্মেৰে বিশেষ স্তোত্ৰ গোৱা যজমানে তোমাৰ দ্বাৰা ৰক্ষিত হৈ ভোগ কৰিছে। এনেকৈ সদায় কৰ্ম্মেৰে ভোগ কৰিছে। তেনেকুৱা নতুন স্তোত্ৰেৰে ৰক্ষা কৰাৰ পাচত তোমাক এক নিযুত ধন বিচাৰিছো। হে বহুতে স্তৱ কৰা, তুমি ক্ৰোধ নকৰি আমাৰ ফালে অহা হোৱা। —সকলো সংগ্ৰামত অহা হোৱা ॥ ৩ ॥ হে অজাশ্ব পূষণ, আমাক লাভৰ কাৰণে অনাদৰ নকৰি দাতা হৈ সমীপত থাকা। অন্ন ইচ্ছা কৰা আমাৰ, হে অজাশ্ব, ওচৰত থাকা। হে শত্ৰু নষ্ট কৰা পূষণ তোমাক (অন্য যজ্ঞলৈ যোৱাৰ পৰা) ঘূৰাই আনিম। প্ৰীতি কৰিব পৰা স্তোত্ৰেৰে হবি গ্ৰহণ কৰা তোমাক অতিক্ৰম নকৰো। তোমাৰ সখীত্ব আমি নেৰো ॥ ৪ ॥

## ১৩৯ সূক্ত—ঋ ১১।

ঋষি—দিবোদাসৰ পুত্ৰ পৰুচ্ছেপ। ছন্দ—অত্যষ্টি; ৫—বৃহতী; ১১ ত্ৰিষ্টুভ্। দেৱতা—১/১১ বিশ্বেদেৱা। (সকলো দেৱতা); ২-মিত্ৰাবৰুণ ৩-৫ অশ্বিনী দুজন; ৬-ইন্দ্ৰ; ৭-অগ্নি; ৮-মৰুতগণ; ৯-ইন্দ্ৰাগ্নি; ১০ বৃহস্পতি।

মই আগতে (উত্তৰ বেদীৰ আহবনীয়) অগ্নিক ধীৰেৰে ধাৰণ কৰিছো। তেনেকুৱা বলবন্ত স্বৰ্গত উৎপত্তি মৰুতসকলকো বৰণ কৰো। ইন্দ্ৰ আৰু বায়ুক বৰণ কৰো। এই কাৰণে দীপ্ত যজ্ঞৰে নিজক প্ৰকাশ কৰি নতুন স্তুতি ৰূপৰ বাক্য আমি যোজনা কৰিছো—সেয়া শুনা হওক। আমাৰ কৰ্ম্মলৈ ভালকৈ আহিবা। আমাৰ কৰ্ম্ম অগ্নি আদি দেৱতাসকলৰ ফালে ওচৰ পাওক ॥ ১ ॥ হে মিত্ৰাবৰুণ, ঋতৰ (আদিত্যৰ নিয়মৰ) যি পানী নিজ তেজেৰে (শক্তিৰে) সংগ্ৰহ কৰি দিয়া, সমৰ্থ তোমালোকৰ শক্তিৰে সেই পানী দিয়া। তোমালোকৰ সোণময় ৰূপ এইদৰে যজ্ঞৰ ঘৰত (যজ্ঞাদি) কৰ্ম্মেৰে, তোমাত আসক্ত চিত্তেৰে, নিজ চকুৰে (আৰু অন্য ইন্দ্ৰিয়ৰে) দেখিবলৈ পাম—সোম নিজ চকুৰে দেখিবলৈ পাম ॥ ২ ॥ হে অশ্বিনী দুজন, তোমালোকক বিচাৰি যজমানে স্তোত্ৰেৰে সকলোৱে

শুনাকৈ স্তুতি কৰিছে। তোমালোকক হৰি আদিৰে আগবাঢ়ি গৈ ( স্তুতি কৰিছে )। হে সকলোকে জনা ( অশ্বিনী দুজন ), তোমালোক দুজনক ধন আৰু বল সকলো দি ভজন কৰিছে। তোমালোকৰ প্ৰসাদত অন্নাদিও বহুত পাইছে। হে দস্ৰা অশ্বিনী দুজন, তোমালোকৰ সোণৰ ৰথৰ বেৰৰ পৰা মধু ক্ষৰণ কৰিছে। তেনেকুৱা সোণৰ ৰথত মধুৰ হৰি আদি বহন কৰিছে ॥ ৩ ॥ হে দস্ৰা অশ্বিনী দুজন, তোমালোকৰ কথা সকলোৱে জানে। তোমালোকে স্বৰ্গলৈ যাবলৈ বিচাৰিছা। তোমালোকৰ ৰথ যোজনা কৰা সাৰথিয়ে স্বৰ্গলৈ যাবলৈ ৰথ সজাইছে। ধোঁৱাই ৰথ বেয়া নকৰে। হে দস্ৰা অশ্বিনী দুজন, তোমালোকক বন্ধুৰ ( কাঠ ) লগোৱা সোণৰ ৰথত স্থাপন কৰিছে*। তোমালোক সুবাটেৰে স্বৰ্গলৈ গৈছা। আকাশত নিৰালম্ব পথত যাওঁতে শত্ৰুক পৰাভব কৰি যোৱা। বিশেষকৈ ৰৱসুণৰ ব্যৱস্থা কৰা ॥ ৪ ॥ হে কৰ্ম্মবান অশ্বিনী দুজন, আমাৰ ক্ৰিয়াকৰ্ম্ম যি তোমালোকৰ ধন, সেই ক্ৰিয়াকৰ্ম্মলৈ অভিমত দিবা। তোমালোকৰ দান সদায় নাইকিয়া নহওক। আমাৰ কাৰণে হৰি আদি দান যেন কেতিয়াও নাইকিয়া নহয় ॥ ৫ ॥ হে কামবৰ্ষী ইন্দ্ৰ, আগত ( দেখি থকা ) সোম চেপা হৈ আছে। কামবৰ্ষী তুমি পান কৰিবলগীয়া, টান শিলত চেপা, উদ্ভিদ ( পৰ্ব্বতত গজা ) তোমালৈ চেপা হৈছে। সেই সোমে তোতাক আমোদ দিয়ক। —যাগত মহৎ বিচিত্ৰ ধনৰ কাৰণে ( আমোদ দিয়ক )। হে আমাৰ স্তুতি বহন কৰা ইন্দ্ৰ, আমাৰ স্তুতিৰে স্তব কৰাত তুমি আহা। আমাৰ ভাল স্তোত্ৰ শুনি আহা ॥ ৬ ॥ হে অগ্নি, আমি কৰা স্তুতি শুনা। যজ্ঞাৰ্হ দেৱতাক যজমানৰ কথা কোৱা। —যাজমান যজ্ঞাৰ্হ দেৱতাক কোৱা। যি গাখীৰেৰে পূৰ্ব্ব গাইলক অঙ্গিৰসক দেৱতাই দিছিল, সেই গৰু অৰ্য্যমা দেৱতাই, সকলো উৎপাদক তুমি অগ্নিৰ কাৰণে সকলো দেৱতাৰে সৈতে ধিৰাইছিল— অৰ্য্যমাই জানে যে সেই গৰু আমাৰ লগত থাকে ॥ ৭ ॥ হে মৰুৎগণ, তোমালোকৰ নিত্য, প্ৰসিদ্ধ বলে যেন আমাক পৰাভূত নকৰে—আমাৰ ধন যেন ক্ষীণ নহয়। তোমালোকৰ নতুন বিচিত্ৰ, মানুহৰ দুৰ্লভ, শব্দ কৰি থকা দিবা আছে, সেয়া যুগে যুগে আমাৰেই হওক। তোমালোকে যি দুৰ্লভ ধন ধাৰণ কৰিছা সেয়া আমাৰেই হওক। শত্ৰুৱে যি ধন নষ্ট কৰিব নোৱাৰে সেই ধন আমাৰেই হওক ॥ ৮ ॥ পূৰণি দধীচি, অঙ্গিৰা, মেধাপ্ৰিয় কণ্ব, অত্ৰি আৰু মনুৱে মোৰ জন্মবৃত্তান্ত জানে। এই পূৰ্ব্বৰ ঋষিসকল আৰু মনুৱে মোৰ জন্মৰ কথা জানে। সেই দেৱতা মহৰ্ষিসকলৰ লগত আমাৰ দীৰ্ঘকাল ব্যাপী সম্পৰ্ক আছে। আমাৰ জন্ম সম্পৰ্ক তেওঁবিলাকৰ লগত আছে। তেওঁলোকৰ পদ অনুসৰণ কৰি মই বহুত স্তুতি বাপেৰে বহুত নমস্কাৰ কৰো। ( তেওঁবিলাকৰ অনুগ্ৰহতেই ) ইন্দ্ৰ আৰু অগ্নিক স্তুতিৰে নমস্কাৰ কৰো ॥ ৯ ॥ হোতাই যাজ্যা পাঠ কৰক। হৰি যাজ্যা কৰাই বৰণীয় সোম ভজন কৰক। ( সেই অৰ্থে ) বৃহস্পতিয়ে নিজে ইচ্ছা কৰি সোমেৰে যাগ কৰিছে। —সেচক সোমেৰে যাগ কৰিছে—বহুত সেচক সোমেৰে যাগ কৰিছে। আমি সোম চেপা শিলৰ শব্দ শুনিছো। সুকৰ্ম্মাই পানী নিজেই বৰষণ কৰিলে। আৰু সুকৰ্ম্মা (বৃহস্পতিয়ে) বহুত ঘৰ দিলে ॥ ১০ ॥ হে দেৱতা সকল, তোমালোকে স্বৰ্গত এঘাৰ জন আছা। পৃথিবীত এঘাৰজন আছা। অন্তৰীক্ষত এঘাৰ জন আছা। তোমালোকে মহিমাৰে মিলি যজ্ঞ সেৱন কৰা ॥ ১১ ॥

( অত্যষ্টি ছন্দ প্ৰক্ৰিয়া শেষ )

১৪০ সূক্ত—ঋ ১৩ ।

ঋষি ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ জগতী; ১০ জগতী বা ত্ৰিষ্টুভ্‌; ১২/১৩ ত্ৰিষ্টুভ্‌। দেৱতা—

( হে অধ্বৰ্য্যু ) বেদীত বহা, প্ৰিয়ধামত সুদীপ্ত অগ্নিৰ উৎপত্তি স্থানত হৰি প্ৰস্তুত কৰা দৰে সম্পাদন কৰা। সেই ঠাই বস্ত্ৰৰ দৰে শুচি সম্ভাৰেৰে ঢাকি থোৱা। সেই পোহৰ, শুচি, দীপ্তবৰ্ণ, ( অজ্ঞান ) অন্ধকাৰ নাশ কৰা ॥ ২ ॥ দ্বিজন্মা অগ্নিয়ে তিনিবিধ অন্ন খায়। এই অগ্নিয়ে ভক্ষণ কৰা বস্তু ( ধান, ব্ৰীহি আদি ) এবছৰত পুনৰ বৃদ্ধি প্ৰাপ্ত হয়। এই বৰ্ষক অগ্নিয়ে হৰি মুখেৰে খায় আৰু জিভাৰে ( শিখাৰে ) বহুতৈহে পৰে। অন্য এক ( দেৱাগ্নিৰূপেৰে ) অগ্নিয়ে সকলোৱে বাধা দিওঁতা, বনৰ ( হাবিৰ ) গছ পুৰি অন্ত কৰে ॥ ৩ ॥ এই অগ্নিৰ মাক আৰু বাপেক দুয়ো আঁতৰি থাকি সমানকৈ ভুই বগাই যাওঁতে কঁপা হোৱা মাক-বাপেকে নিচেই সকটৈহে আগতে যায়। ( সেই কেঁচুৱা ) অগ্নিৰ পূৰ কালে জিভা, অন্ধকাৰ নাশ কৰা, শীঘ্ৰে জন্মহোৱা, অলপ ( ভুই আদি )

দি লুকায় থোৱা হয়। এই অগ্নিয়ে (যজমানৰ) পিতাৰ বৰ্দ্ধন কৰে ॥৩॥ (এওঁ মানুহলৈ) ঋত্বিকে কামৰ কাৰণে বিচৰা জ্বালা ভৰে। সেই জুয়ে আহ্বা-তাক মুক্তি দিয়ে, খৰকৈ যায়, ক'লা বাটেৰে যায়, জপিয়াই যায়, অসমান গতিৰে গমনশীল, সোনকালে বাঢ়ে, বতাহে নিয়ে আৰু ব্যাপী যায় ॥৪॥ ইয়াৰ পাচত এই ঋত্বিকে স্তৱ কৰি থকা অগ্নিয়ে লগে লগে সকলো ফালে যায়। অন্ধকাৰ ধ্বংস কৰে, ক'লা ডাঙৰ বাট কৰি মহৎ ৰূপ প্ৰকাশ কৰি, পৃথিবীক কেউফালে মোহাৰি ফোঁচ-ফোচাই শব্দ কৰি চিঞৰি কেউফালে যায় ॥৫॥ যি অগ্নিয়ে সেউজীয়া গছ-গছনিত প্ৰবেশ কৰি, নিজ শক্তিৰে বিভূষিত হোৱা দৰে, সেক্তা বৃষভৰ দৰে (তেওঁক) পৰিপালন কৰা (গছ গছনি) বিলাক ডাঙৰ শব্দ কৰি আক্ৰমন কৰে। বলেৰে ওফন্তি নিজ শিকাৰে দীপ্ত হয়। কোনেও ধৰিব নোৱাৰা ভয়ঙ্কৰ জন্তুৰ দৰে শিং জোকাৰি জ্বালা (শিখা) চলাবলৈ ধৰে ॥৬॥ সেই অগ্নি কেতিয়াবা আচ্ছন্ন, (গোট খোৱা) আৰু কেতিয়াবা বহুল হৈ গছ-গছনি গ্ৰহন কৰে। এই অগ্নিয়ে (যজমানৰ অভিপ্ৰায়) জানিয়েই যেন জ্বালাৰে আশ্ৰয় গ্ৰহন কৰে। আকৌ (যাগৰ যোগ্য হৈ) জ্বলে। আৰু (সকলো শিখা) মিলি পিতৃ স্থানীয় দ্যাবা-পৃথিবীত অপূৰ্ব্ব ৰূপ ধাৰণ কৰে ॥৭॥ সেই অগ্নি আগত থাকে। তেওঁ কেশিনী-- আলিঙ্গন কৰে। মৃত (এঙ্গাৰ) হৈও পুনৰ ভৰ্ত্তা আহিলেই ওপৰ মুখ হৈ পৰে। ভৰ্ত্তা (অগ্নিয়ে) সেই জ্বালাৰ মৃতপ্ৰায় অৱস্থা গুচাই শব্দ কৰি বহুত প্ৰাণ দি প্ৰাণ ধাৰণ কৰিব পৰা কৰে ॥৮॥ অগ্নিয়ে নিৰ্ম্মাতাৰ আচ্ছাদন বিলাক (গছ-গছনি) কেউফালে চেলেকী বহুত শব্দ কৰি প্ৰাণী বিলাকেৰে সৈতে জপিয়াই যায়। পদচাৰীক (খোজ কঢ়া) (দুঠেঙীয়া আৰু চাৰিঠেঙীয়াক) উচিত অন্ন দিয়ে। সদায় (বন আদি) পোৰে আৰু যোৱা বাট ক'লা কৰি যায় ॥৯॥ হে অগ্নি, আমাৰ যজ্ঞত জ্বলি উঠা। পাচত গা লৰাই (চেষ্টাবান হৈ) বৃষভৰ দৰে দিবলৈ মন কৰা। জলপীয়া, শুচি জুই হৈ ভালকৈ জ্বলা। সংগ্ৰামত কবচৰ দৰে হৈ আমাৰ শত্ৰুক পুনঃ পুনঃ হকৱাই (আমাৰ যজ্ঞত জ্বলি উঠা) ॥১০॥ হে অগ্নি, এয়া আমাৰ সোমৰূপ হবি টান [illegible] ওপৰত ভালকৈ দিয়া, মাননীয় আৰু প্ৰিয় তোমাৰ হৃদয়ৰ কাৰণে অতি প্ৰিয়কৰ হওক। হে অগ্নি তোমাৰ গাৰ ভঁচি, দীপ্ত যি তেজ হৈছে, [illegible] আমাক ধনবস্তু কৰি দিয়া ॥১১॥ হে অগ্নি, আমি যজমানৰ ৰথৰ আৰু ঘৰৰ (সংসাৰ উদ্ধাৰ কৰা) বঠা আদিৰে যুক্ত পদ্ধতিৰে (যজ্ঞাত্মিকা) নাও দিয়া, যি নাৱেৰে আমাৰ বীৰ পুত্ৰাদিয়ে যাতে হবি যুক্ত অন্নাদি পায় তেনে (নাও) দিয়া। যি নাৱেৰে (পৰম পদ) সুখ পাই সেই নাও দিয়া ॥১২॥ হে অগ্নি আমাৰ উক্থ স্তোত্ৰ ভাল হৈছে বুলি উৎসাহ দিয়া। আৰু দ্যাবা-পৃথিবীয়ে, নিজে বৈ যোৱা নদী বিলাকক, গৰুৰ পৰা উৎপত্তি হোৱা (বস্তু) আৰু শস্য আদি দিবলৈ উৎসাহিত কৰক। ৰঙা উষাই সদায় অন্নাদি বৰনীয় বস্তু পোৱাই দিয়ক ॥১৩॥

## ১৪১ সূক্ত—ঋ ১৩।

ঋষি আৰু দেবতা ১৪০ সূক্তৰ দৰে। ছন্দ— জগতী, ১২/১৩ ত্ৰিষ্টুভ্।

দ্যুতিমান অগ্নিৰ দৰ্শনীয় তেজে এইদৰেই শৰীৰ ধাৰণ কৰে। ই শৰীৰৰ বলেৰে উৎপাদিত হৈছে। আমাৰ জ্ঞানে অগ্নিৰ শক্তি আশ্ৰয় কৰি নিজ অভীষ্ট সিদ্ধি কৰে। অতএৱ (নিয়মৰ) সাধক অগ্নিৰ উদ্দেশ্যে স্তুতি আৰু হবি প্ৰদান কৰা হয় ॥১॥ প্ৰথমতে এই অন্নসাধক, শৰীৰ বৃদ্ধি কৰিবলৈ অন্নযুক্ত, নিত্য হৈ পৃথিবীত থাকে। সাপ্তশিৰা (সপ্তলোক সুখকৰী) মাতৃত দ্বিতীয় অগ্নি থাকে। অভীষ্ট বৰ্ষক দোহনৰ কাৰণে তৃতীয়ত থাকে। পৰম্পৰ লগ লগা দহোদিকে দহোদিকতে পূজ্য অগ্নিক উৎপাদন কৰিছে ॥২॥ এই অগ্নিক এই কাৰণত মহৎ যজ্ঞৰ মূলৰে পৰা উপ-ক্ৰম কৰি নিজ কৰ্ম্মকুশল মেধাবী ঋত্বিকে বলেৰে (কাঠৰ পৰা) উৎপন্ন কৰে। এই অগ্নিক অনাদি কালৰ * পৰা আৱত্ত কৰি মধুময় দ্ৰব্য যি বেদীত (গুহাত) থকা কাঠত নিহিত ৰাখি বায়ুৰ চালনত উদ্বোধন কৰে ॥৩॥ উৎপাদক পৰম উৎকৃষ্ট (গাৰ্হপত্য) অগ্নিৰ পৰা (আহবনীয়) অগ্নিলৈ যায়, তেতিয়া ভোকত ভং লাইকিয়া হৈ কাঠৰ মাজত সোমায় যায়। যদি দুয়োটা অৰণীত অগ্নিৰ উৎপত্তিৰ কাৰণে লয়,, তেতিয়া শুচি অগ্নিয়ে যজমানক অনুগ্ৰহ কৰি তেকা হৈ পৰে (ভালকৈ জ্বলে) ॥৪॥ এই দীপ্ত অগ্নিয়ে মাকৰ দহোদিকে আগুৰিলে। যি মাকক লোকে প্ৰীক্ষণ কৰিব নোৱাৰে অতিকৈ বাঢ়ি গৈ তাত সোমালে।

দীৰ্ঘকাল আঁতৰি থকা, প্ৰথম উৎপাদন কৰোতে ঘি গছ-গছনি ( খৰি ) দিয়া হয়, তাত উঠি পাচত নতুন নিকৃষ্ট গছ-গছনি বিলাকলৈ খেদি যায় ॥ ৫ ॥ হোতা অগ্নিক দেৱতাৰ কাৰণে বিচাৰি হবি আদি দি সূৰ্য্যক কৰা দৰে প্ৰসাধন কৰে । যেতিয়া এই যজ্ঞতে স্তুতি কৰা অগ্নিক যাগাদি কৰ্ম্মেৰে, গাৰ বলেৰে, ঋত্বিক আদিয়ে যোজনা কৰে তেতিয়া মানুহে ( যজমানে ) এই বিশ্বাত্মক অগ্নিক স্তুতি কৰি অন্ন পাবলৈ কামনা কৰে ॥ ৬ ॥ কথা কোৱাত পটুৱে ( বিদূষকে ) যেনেকৈ বাধা নোহোৱাকৈ তোষামোদ কৰি কথা কৈ থাকে তেনেকৈ বায়ুৰ দ্বাৰা কোবাই দিয়া অগ্নিয়ে কেউফালে বিয়পি যায় । এই অগ্নিয়ে গৈ থকা বাটত পোৰে । বাট অন্তৰীক্ষ লোকত থাকে । যাওঁতে বাট ক'লা কৰি যায় । অগ্নিৰ জন্ম পবিত্ৰ । জ্বালাৰ ( শিখাৰ ) গতিৰ একো স্থিৰতা নাই ॥ ৭ ॥ এই অগ্নি ৰচিৰে বন্ধা ৰথৰ দৰে স্থাপিত হলে গমনশীল শিখাৰে অন্তৰীক্ষ পায়গৈ । বৃদ্ধি হোৱাৰ পাচত এই অগ্নি যোৱা বাট ক'লা হৈ যায়—সেই বাটেৰেই পোৰে । জ্বলা জুইৰ দীপ্ত তেজত আক্ৰমন কৰা চৰাই বিলাক বলীৰ ওচৰৰ পৰা মানুহ পলোৱা দৰে পলায় ॥ ৮ ॥ হে অগ্নি, তোমাৰ দ্বাৰা বৰুণে কৰ্ম্মধাৰণ কৰা হৈছে । মিত্ৰৰ হতুৱাই অন্ধকাৰ নাশ কৰাইছা । অৰ্য্যমাক সুদান দিয়া কৰিছা । এই কাৰণে, হে অগ্নি, ৰথৰ নেমীৰ দৰে ( শলা বিলাক ) বিস্তাৰ কৰাদৰে সকলো পিনে কৰ্ম্মেৰে বিশ্বাত্মক হৈ বিভূতিৰে প্ৰকাশ কৰিছা ॥ ৯ ॥ হে অতি ডেকা অগ্নি, মঙ্গল কৰিবলৈ তোমাক স্তুতি কৰো । সেই অৰ্থে যজমানে যাগ কৰা ৰমণীয় ( দ্ৰব্য ) দেৱতাক বিতৰণ কৰিবলৈ পাইছা । হে বলৰ পৰা উৎপন্ন অগ্নি আমাক দিব লগা ৰমণীয় ধন পাবলৈ হবি ভক্ষণ কৰা তোমাক আমি যজমানে নতুন স্তুতিৰে বেদীত স্থাপন কৰিছো—যেনেকৈ ভগক স্তুতি কৰা হয় ॥ ১০ ॥ হে অগ্নি, আমাক সুৰমণীয়, উপাৰ্জ্জিন কুশল ধন দিয়া দৰে, সকলোৰে ভজন কৰা, সুদক্ষ, উৎসাহবন্ত, বিদ্যাধাৰণ কৰা পুত্ৰ দিয়া । অগ্নিয়ে সূৰ্য্যৰ ৰশ্মিৰ দৰে উভয় জন্মত নিয়মেৰে লৈ যোৱা । সুকৰ্ম্মলৈ ঋতৰ ( নিয়মৰ ) আমাৰ যজ্ঞত সদায় দেৱতাৰ স্তব কৰিবলৈ দিয়া ॥ ১১ ॥ অগ্নিয়ে আমাৰ আহ্বান দেৱতাক শুনাব নে ? তেওঁ সুদীপ্ত, শীঘ্ৰগামী ঘোঁৰাৰ দৰে, দেৱতাৰ আহ্বাতা, আমোদ কৰা, সোণৰ ৰথ যুক্ত, অজ্ঞৰক্ষী, যাগ কৰাওঁতা ( তেওঁ ) অগ্নিয়ে অতি নেতৃৰ কৰ্ম্মৰে আমাক লৈ যাব নে ? যাচনীয়, সহজে পোৱা স্বৰ্গৰ কালে আমাক তেওঁ লৈ যাবনে ? ॥ ১২ ॥ আমি এই অগ্নিক হবি দান কৰি আৰু অৰ্চনা কৰা মন্ত্ৰেৰে স্তব কৰিছো । অগ্নি নিয়মিত ৰূপে দীপ্ত হৈছে । আমি সকলোৱে সূৰ্যাই মেঘৰ শব্দ উলিওৱা দৰে সেই ( অগ্নিৰ উদ্দেশ্যে স্তব কৰি ) শব্দ কৰিছো ॥ ১৩ ॥

## ১৪২ সূক্ত—ঋ ১৩ ।

ঋষি ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা । ছন্দ অনুষ্টুপ্ । দেৱতা ১ সমিদ্ধ অগ্নি, ২ তনূনপাৎ ; ৩ নৰাশংস; ৪ ইল ; ৫ বৰ্হি ; ৬ দ্বাৰদেৱী ; ৭ নক্তোষাসা ; ৮ দেৱতাসকল, হোতাসকল, প্ৰচেতা সকল ; ৯-তিনি দেৱী সৰস্বতী, ইলা, ভাৰতী ; ১০ ত্বষ্টা ; ১১ বনস্পতি ; ১২ স্বাহাকৃতী ; ( এইটি আপ্ৰী সূক্ত ) ১৩ ইন্দ্ৰ ।

হে জ্বলি থকা (সমিদ্ধ) অগ্নি, আজি দেৱতা সকলক ( যজ্ঞলৈ ) লৈ আহাঁ । ( তোমাৰ কাৰণে ) যজমানে স্ৰুচ্ তুলি চেপা সোম দিবলৈ লৈছে । পূৰ্ব্বৰ যজ্ঞ বিস্তাৰ কৰা ॥ ১ ॥ হে তনূনপাৎ অগ্নি, মোৰ দৰে স্তুতি কৰা মেধাবী হবি দাতাই ঘি তোমাক স্তব কৰিছে. তেওঁৰ উপচি যোৱা মধুময় ঘি'উযুক্ত যজ্ঞত যজ্ঞ সম্পূৰ্ণলৈকে থাকা ॥ ২ ॥ দেৱতাৰ মাজত শুচি, শোধক অগ্নি অদ্ভুত দেৱতা, যজ্ঞ সম্পাদন কৰা নৰাশংস অগ্নি দ্যুলোকৰ পৰা আহি মধুৰ ৰসৰ যজ্ঞত তিনিবাৰ সোম পান কৰিছে ॥৩॥ হে ইলিত (সকলোৱে স্তুতি কৰা) অগ্নি, এই যজ্ঞলৈ বিচিত্ৰ, প্ৰিয় ইন্দ্ৰক লৈ আহা । হে সুজিহ্ব ( মধুৰ কথা কোৱা ). মোৰ এই স্তুতি বাক্য তোমাৰ অভিমুখে পাবলৈ কৈছো ॥ ৪ ॥ স্ৰুক্ লোৱা ঋত্বিক সকলে এই যজ্ঞত অগ্নিৰূপী বৰ্হি ( কুশ ) মেলি দি ইন্দ্ৰৰ কাৰণে বহল অতিশয় দেৱতা অহা যোৱা কৰা সুখ সাধক ( যজ্ঞৰ ) ঘৰ সম্পাদন কৰিছে ॥ ৫ ॥ হে ( অগ্নিৰূপী ) দ্বাৰদেৱী, দুৱাৰ খুলি দিয়া, —দেৱতাসকল আহিবলৈ । ( তেওঁবিলাক ) ঋতৰ ( নিয়মীয়া যজ্ঞৰ ) বৰ্দ্ধক. মহৎ, যজ্ঞৰ শোধক, বহুতৰ স্পৃহনীয় আৰু শৰণাৰ্থ অসংকল্প ॥ ৬ ॥ সকলোৱে স্তুতি কৰা, পৰস্পৰ ওচৰাওচৰিকৈ থকা, সুৰূপেৰে মহান ঋতৰ ( নিয়মৰ যজ্ঞৰ ) মাক নক্তোষসা ( ৰাতি আৰু উষা বা অহোৰাত্ৰ দেৱতা ) মেলি থোৱা কুশত নিজে বহাইত ॥ ৭ ॥ দেৱতাক আমোদ কৰা জ্বালাৰ ( শিশু )

যাক ঋত্বিকে (যজমানে) স্তৱ কৰে, মেধাবী, হোতা, ফল সাধন কৰা (হোতা সকল) আমাৰ এই যজ্ঞ কৰ্ম্ম আজি নিৰ্ব্বাহ কৰা ॥ ৮ ॥ শুচি, মৰুতৰ লগত থকা, হোমনিষ্পাদিকা, যজ্ঞার্হা হে ভাৰতী ইলা, আৰু মহতী সৰস্বতী, মেলি থোৱা কুশত বহা ॥ ৯ ॥ আমাৰ কাৰণে সেইদৰে অদ্ভূত, বহুত পানীৰ কাৰণে সমৰ্থ ত্বষ্টাই তৎক্ষণাৎ নিজে আগত থাকি আমি বিচৰা পুষ্টি আৰু সমৃদ্ধিৰ কাৰণে নাভি (বৰষুণ দিব খোজা) মেঘ ভেদ কৰা ॥ ১০ ॥ (ত্বষ্টা ৰূপ—অগ্নি) ॥ হে বনস্পতি (যূপাভিমানী অগ্নি), নিজ নিজ কাম কৰি নিজে দেৱতা সকলক যজন কৰা। মেধাবান অগ্নি দেৱতাক দেৱতা সকললৈ হব্য প্ৰেৰণ কৰিবলৈ কোৱা ॥ ১১ ॥ (হে ঋত্বিক) পূষালৈ, মৰুতসকললৈ, বিশ্বদেৱলৈ (সকলো দেৱতালৈ) বায়ুলৈ, গায়ত্ৰীৰূপ-ইন্দ্ৰক স্বাহা-কাৰ উচ্চাৰণ কৰি হব্য দিয়া ॥ ১২ ॥ হে ইন্দ্ৰ, স্বাহা-কাৰেৰে দিয়া হব্য গ্ৰহণ কৰিবলৈ আহা। হে ইন্দ্ৰ আহা—আহি আমাৰ আহ্বান শুনা। তোমাক যেতিয়া যজ্ঞলৈ (ঋত্বিজে) আহ্বান কৰিছে (এতেকে শুনা) ॥ ১৩ ॥

## ১৪৩ সূক্ত—ঋ ৮।

ঋষি আৰু দেৱতা ১৪০ সূক্তৰ দৰে। ছন্দ-জগতী; ৮ ত্ৰিষ্টুভ্।

মই অগ্নিক অতি বৰ্দ্ধয়িত্ৰী নতুন (যাগ যুক্ত) কৰ্ম্মেৰে ভৰণ কৰিছো। স্তুতি ৰূপ কৰ্ম্মেৰে নমস্কাৰ কৰিছো। —বলৰ পুত্ৰ, যি অগ্নি, পানীৰ পুত্ৰ, (যজমানৰ) প্ৰিয়, হোতা (সেই অগ্নি) যজ্ঞ পাবৰ সময়ত ধন ৰত্নেৰে সৈতে পৃথিবীৰ নিবাস যোগ্য বেদীত বহিছে ॥ ১ ॥ সেই অগ্নি উৎপত্তি হৈয়েই উৎকৃষ্ট ব্যোমৰ (বেদীত) বায়ুত আবিৰ্ভাব হল। ইন্ধনেৰে (খৰিৰে) বাঢ়ি গৈ গাৰ বলেৰে আৰু কৰ্ম্মেৰে, শিখাৰে দ্যাবাপৃথিবী দীপ্তিমান কৰিলে ॥ ২ ॥ এই অগ্নিৰ দীপ্তি বিলাক অজৰা (নাশ নহয়), দেখিবলৈ ভাল, -ৰশ্মিবিলাক দেখিবলৈ ভাল। কেউফালে পোহৰ কৰি ভাহি থকা ৰাতিৰ এন্ধাৰ অতিক্ৰম কৰি কেউফালে বৈ গৈ অবিৰত নিজ কাম কৰি লৰচৰ নকৰে ॥ ৩। সৰ্ব্বধন যি অগ্নিক ভৃগুসকলে পৃথিবীৰ নাভিত, সন্মুখত বলেৰে স্থাপন কৰিছিল, সেই অগ্নিক নিজ ঘৰত স্তুতিৰে পোৱাই দিয়া, -যি অগ্নিয়েই বৰুণৰ দৰে একমাত্ৰ ধনৰ ঈশ্বৰ ॥ ৪ ॥ যি অগ্নিক বতাহৰ দৰে বৈৰীক শেষ কৰিবলৈ যোৱা প্ৰবল সেনাৰ দৰে, আৰু আকাশৰ মেঘৰ গাজনিৰ দৰে কোনেও ধৰি ৰাখিব নোৱাৰে, সেই, অগ্নিয়ে প্ৰহাৰ কৰা বলীৰ দৰে তীক্ষ্ণ দাঁতেৰে (শিখাৰে) খাই হত্যা কৰে। সেই অগ্নিয়ে গছ-গছনি পুৰি পেলায় ॥ ৫ ॥ এই অগ্নিয়ে আমাৰ উকৃথ স্তোত্ৰ বহুত বাৰ কামনা কৰা হওক। বাস কৰাওতাই সকলো বাস কৰিব পৰা ধনেৰে বাৰে বাৰে আমাৰ অভিলাষ পূৰণ কৰক। এই অগ্নিয়ে আমাক কৰ্ম্মলৈ প্ৰেৰণ কৰি কৰ্ম্ম লাভ কৰিবলৈ বহুবাৰ প্ৰেৰণ কৰক। সু—অবয়বৰ তুমি অগ্নিলৈ আমি স্তুতিৰূপ গান কৰিছো ॥ ৬ ॥ হে ঘৃত প্ৰতীক (ঘিউৰে জ্বলা) অগ্নি, ঋতৰ (নিয়মৰ যজ্ঞৰ) নিৰ্ব্বাহক মিত্ৰৰ দৰে ইন্ধনেৰে দীপ্তকৰি প্ৰসাধন কৰিছো। ইন্ধনেৰে সম্যক দীপ্ত যজ্ঞত স্তোত্ৰেৰে নিজে দীপ্যমান হৈ আমাৰ জ্ঞান নিৰ্ম্মল কৰিবলৈ উদ্যোগ কৰিছো ॥ ৭ ॥ হে অগ্নি প্ৰমাদ নোহোৱাকৈ ভুল নকৰি কল্যাণেৰে আৰু সুখকৰ ৰক্ষণেৰে আমাক ৰক্ষা কৰা। সকলোৱে বিচৰা অগ্নিয়ে (তুমি) উৎপত্তি হৈয়েই হিংসাহীন, অপৰিভূত হৈ চকুৰ টিপ্ নমৰাকৈ আমাক সকলো কালে পালন কৰা ॥ ৮ ॥

## ১৪৪ সূক্ত—ঋ ৭।

ঋষি আৰু দেৱতা ১৪০ সূক্তৰ দৰে। ছন্দ—জগতী।

হোতাই এই অগ্নিৰ কৰ্ম্ম কৰিবলৈ, কৰ্ত্তব্য জ্ঞানেৰে, শুচি ৰূপেৰে জ্ঞান উদ্বোধন কৰি ওপৰত উঠি হোম কৰিবলৈ গৈছে। দক্ষিণাৱৰ্ত্তেৰে (অগ্নিক) প্ৰদক্ষিণ কৰি প্ৰথমেই অগ্নিৰ (হোম কৰা) স্থান পাই স্ৰুচ্ হাতত লৈছে ॥ ১ ॥ ঋতৰ (পানীৰ) ধাৰাৰ উৎপত্তিৰ ঠাইক (আদিত্য) দেৱতাৰ ঠাইত ৰশ্মিৰে কেউকালে ব্যাপ্ত হৈ নতুন হৈ আছিল। যেতিয়া পানীৰ মাজত থাকি অগ্নি বাস কৰি আছিল—এতিয়া সেই অমৃতৰ দৰে পানী মানুহে পান কৰিছে—যাৰ লগত হে অগ্নি, তুমি আছা ॥ ২ ॥ সমান বয়সৰ দুজনে একোটা উদ্দেশ্যেৰে পৰস্পৰক সহায় কৰি অগ্নিত নিজ নিজ কৰ্ম্ম সম্পাদন কৰিছে। ভগই যেনেকৈ ৰশ্মি বিকিৰণ কৰে, বা সাৰথিয়ে যেনেকৈ লেকাম ধৰে, (আহৱনীয়) অগ্নিয়ে সেইদৰে

আমাৰ ৰশ্মি (অৰ্থাৎ ঘি'উৰ ধাৰা) গ্ৰহণ কৰে ॥৩॥ সমান বয়সৰ, একে যজ্ঞত থকা, একে কামতে নিযুক্ত হৈ থকা, দুজন (হোতা আৰু অধ্বৰ্য্যু) গিৰীয়েক-ঘৈণীয়েকৰ দৰে যি অগ্নিক দিনে ৰাতিয়ে পূজন কৰে, সেই অগ্নি বুঢ়াই হওক বা ডেকাই হওক মানুহ দুজনৰ হবি ভক্ষণ কৰি অজৰ হৈছে ॥৪॥ এই অঙ্গুলি থকা অগ্নিক দহ আঙ্গুলিৰে পৰস্পৰ বিল্লিষ্ট হৈ (মন্থন-কৰোতে) সন্তুষ্ট কৰে। আমি মানুহে ৰক্ষাৰ কাৰণে আহ্বান কৰো। ধনুৰ পৰা কাৰ ওলাই যোৱা দৰে অগ্নিয়ে ৰশ্মি পঠিয়াই। অগ্নিয়ে চাৰিওফালে থকা যজমান সকলৰ নতুন স্তোত্ৰ ধাৰণ কৰে (পাঠ কৰায়) ॥৫॥ হে অগ্নি, তুমি পশুপালকৰ দৰে নিজ সামৰ্থ্যেৰে স্বৰ্গত হোৱা বিলাকৰ ঈশ্বৰ আৰু পৃথিৱীত উৎপত্তি হোৱা বিলাকৰ ঈশ্বৰ। তোমাৰ যজ্ঞ এই মহতী, ঐশ্বৰ্য্য-বতী, সোমময়, মঙ্গল শব্দ কাৰী দ্যাবাপৃথিৱীত ব্যাপ্ত হৈছে ॥৬॥ হে অগ্নি, তুমি হব্য সেৱন কৰা,— তোমাৰ বাবে কামনা কৰা। হে স্তুতা, হবি অন্নবান, ঋতত (নিয়মত) জন্ম, সুকৰ্ম্মা, যি তুমি জগতৰ অনুকূল, দৰ্শনীয়, দেখিবলৈ ভাল লগা, সকলো মানুহ নিবাস কৰাওঁতা অন্নবানৰ দৰে হৈছা (সেই বাবে অন্ন দিয়া) ॥৭॥

### ১৪৫ সূক্ত—ঋ ৫।
### ঋষি আৰু দেৱতা—১৪০ সূক্তৰ দৰে।
### ছন্দ—ত্ৰিষ্টুভ্।

(হে যজমানসকল) তোমালোকে অগ্নিক সোধা। তেওঁ চাৰিওফালে যায়। তেওঁ সকলো জানে। তেওঁৰ চেতনা আছে (বিশেষজ্ঞ—সিয়ান), জানিবলৈ যায়— সোনকালে জানিবলৈ যায়। অগ্নিৰ শাসন কৰিব পৰা ক্ষমতা আছে। সেই অগ্নিতে ভোগ কৰিবলগীয়া (যাগাদি) আছে। সেই অগ্নি অন্নৰ আৰু বলৰ পালক,—অতি বলবানৰো (ৰজাৰো) পালক ॥১॥ তেওঁকেই সকলোৱে সোধে,—বিপৰীত কেতিয়াও নোসোধে। যি কামৰ কথা কম বুলি আগতে কয় তাৰহে উত্তৰ দিয়ে। এই অগ্নিয়ে নিজে কোৱাৰ আগতে কোৱা কথা সহ্য নকৰে,—নিজে কোৱা কথাৰ বাহিৰে অন্য কথাৰ উত্তৰ নিদিয়ে। নেপাহৰাকৈ এই অগ্নিৰ ৰক্ষণাদি কাম কথাৰে সৈতে একেলগে যায় ॥২॥ এওঁ আমাৰ জুহু (যজ্ঞপাত্ৰ—হেতা) তোমালৈকে গৈছে। স্তুতিও তোমাৰ কাৰণেই। সেই একেই অগ্নিয়ে আমাৰ সকলো স্তোত্ৰ শুনে। সকলোকে আজ্ঞা দিয়া, তাৰণ কৰা, যজ্ঞসাধক, অবিচ্ছিন্ন (অনৱৰত) ৰক্ষক, শিশুৰ দৰে অগ্নিয়ে যজ্ঞাদি সম্ভাৰ গ্ৰহণ কৰে ॥৩॥ যেতিয়াই (অধ্বৰ্য্যুৱে) ওচৰত ফুৰে তেতিয়াই উৎপন্ন হৈ (ফলদানৰ) যোগ্য হৈ ব্যাপ্ত হয়, আৰু বৃদ্ধি হৈ শ্ৰান্ত হোৱা (যজমানক) প্ৰশংসনীয় কামৰ নিমিত্ত-ভূত হৈ সন্তোষত ফলদান কৰি মৰম কৰে। যেতিয়া ব্যাপ্ত হৈ আজ্যধাৰা (বা স্তুতি) পাই, তেতিয়া ই মৰম কৰে ॥৪॥ সেই অগ্নিয়েই উপমাৰ দৰে গছ-গছনিৰে ঢাকি থোৱা বেদীত উপস্থাপিত হ'ল। মাৰ্জ্জন কৰা, যাৰ খোজা, হাবিলৈ যোৱা অগ্নি ছালৰ দৰে গছ-গছনিৰে ঢাকি থোৱা খৰিৰ মাজত আছে। বিদ্বান্, ঋতৰ (নিয়মৰ) জ্ঞাতা, তেওঁ সত্যত উৎপন্ন ॥৫॥

### ১৪৬ সূক্ত—ঋ ৫।
### ঋষি আদি ১৪৫ সূক্তৰ দৰে।

তিনিমূৰীয়া (তিনি সৱনৰ) সপ্তৰশ্মিৰ (সপ্ত ছন্দৰ), বিকল নোহোৱা নিশ্চল, অগ্নিক, দ্যাবাপৃথিৱীৰ মাজত স্তৱ কৰা। নিশ্চল, চৰিষ্ণুৰা, এই অগ্নিৰ স্বৰ্গৰ পৰা অহা সকলো দেৱতাৰ ৰথেৰে পূৰণ হৈ থকা (অগ্নিক) স্তুতি কৰা ॥১॥ ফলদাতা মহান অগ্নি দ্যাবাপৃথিৱীত কেউফালে ব্যাপ্ত হৈছে। অজৰ, মহৎ পূজ্য (অগ্নিয়ে) আমাক ৰক্ষা কৰি আছে। বিস্তৃত ভূমিত ওখ ঠাইত (বেদীত) পদ স্থাপন কৰিছে। অগ্নিয়ে ওহাৰ ৰশ্মী অন্তৰীক্ষ চেলেকিছে (চুইছেগৈ) ॥২॥ একেটি মাত্ৰ পোৱালীক, (যজমান আৰু পত্নীয়ে) সন্মুখত চৰি থকা দুজনী গৰুৰ দৰে, সন্মুখত বৰ্দ্ধন কৰিছে। সুকৰ্ম্মা তেওঁবিলাকে আবৰ্জ্জনা নোহোৱা কৰি অগ্নিৰ বাট উলিয়াইছে। সকলো প্ৰকাৰ প্ৰজ্ঞা বেচিকৈ ধাৰণ কৰিছে ॥৩॥ ধীৰ (অধ্বৰ্য্যু) সকলে বেগ বান্ধিব নোৱাৰা অগ্নিক বেদীলৈ নিছে। মেধাবী তেওঁ-বিলাকে বহুত বুদ্ধিৰে ৰক্ষা কৰি, ফলপ্ৰাৱী, অগ্নিক আশা কৰি পৰ্য্যবেক্ষণ কৰিছে। নেতাসকলৰ আগত সূৰ্য্যৰূপে অগ্নি আবিৰ্ভাৱ হ'ল ॥৪॥ অগ্নিক দহ দিকত দেখা হয়। সকলোতে জয়শীল আৰু স্তুতিযুক্ত, ক্ষুদ্ৰ আৰু মহৎ সকলোৰেই জীৱনীৰ দৰে হ'ল।

ধনবান আৰু সকলোৰে দৰ্শনীয় অগ্নি বহুত ঠাইত শিশুৰ দৰে, যজমানৰ পিতৃৰ দৰে ॥ ৫ ॥

১৪৭ সূক্ত—ঋ ৫ ।

ঋষি আদি ১৪৫ সূক্তৰ দৰে ।

হে অগ্নি, তোমাৰ শোষক আৰু উজ্জ্বল ৰশ্মিবিলাকে কেনেকৈ অন্নেৰে আয়ুস দান কৰে যে পুত্ৰপৌত্ৰাদিৰ কাৰণে অন্ন আৰু আয়ুস পাই যজমানে যজ্ঞৰ বিষয়ে সামগান কৰিব পাৰে ? ॥ ১ ॥ হে ডেকা স্বধাযুক্ত ( অন্নযুক্ত ) অগ্নি, মোৰ অতিশয় পূজনীয় ( ৰূপে ) সম্পাদিত কৰা এই স্তুতিবচন বুজি লোৱা । এজনে তোমাক হিংসা কৰে আৰু এজনে পূজা কৰে । হে অগ্নি, মই বন্দনা কৰাই তোমাৰ মূৰ্ত্তি বন্দনা কৰো ॥ ২ ॥ হে অগ্নি, তোমাৰ যে প্ৰসিদ্ধ পালন কৰোতা ৰশ্মিবিলাকে মমতাৰ পুত্ৰ ( দীৰ্ঘতমাক, মোক ) কণা দেখি ৰক্ষা কৰিছিলা ( অন্ধত্বৰ পৰা ৰক্ষা কৰিছিলা ) সেই সকলো জনা তুমি সেই ৰশ্মিবিলাক ৰক্ষা কৰা—আমাক যাতে বিনাশ কৰিব খোজা ৰিপুবিলাকে দমন কৰিব নোৱাৰে ॥ ৩ ॥ হে অগ্নি, ( তোমাৰ ৰক্ষিতৰ ) আমাৰ যি পাপ ইচ্ছা কৰে ( আমাক নিন্দিবলৈ কয় ), নিজেও নিন্দিয়ে, যি দুয়োটা শত্ৰুৱে, ( মানসিক আৰু বাচিক ) আমাক বিৰোধিতা কৰে, সেই মন্ত্ৰেৰেই ( কথাৰেই ) তেওঁৰেই অন্যায় হওক আৰু যি বেয়া বাক্য প্ৰয়োগ কৰে তাৰ গাতেই সেই বেয়া বাক্য লিপ্ত হওক ॥ ৪ ॥ আৰুবা হে বলোৎপন্ন অগ্নি, যি মৰ্ত্তই মায়ামন্ত্ৰ জানি ( কায়িক আৰু মানসিক ) দুবিধ মন্ত্ৰেৰে মানুহক বেয়া কৰে তেনেকুৱা ( বেয়া কৰা ) মানুহৰ পৰা, হে অগ্নি, মই স্তুতি কৰিছো—মোক ৰক্ষা কৰা আৰু মোক পুনঃ দূষিত ভাজন নকৰিবা ॥ ৫ ॥

১৪৮ সূক্ত—ঋ ৫ ।

ঋষি আদি—১৪৫ সূক্তৰ দৰে ।

নানা ৰূপৰ, হোতা, সকলো দেৱতাৰ ক্ৰিয়া সাধক এই অগ্নিক মাতৰিশ্বাই ( বায়ুৱে ) কাঠত সোমায় মন্থন কৰিলে, যি অগ্নিক ( ঋত্বিক ৰূপী ) মানুহৰ আগত যজ্ঞসিদ্ধিৰ কাৰণে ( দেৱতাসকলে ) স্বৰ্গৰ আদিত্যৰ দৰে ধাৰণ কৰিলে ॥ ১ ॥ মননীয় ( স্তোত্ৰ বা হৱি আদি ) এই অগ্নিত দিয়া কাৰণে দম্ভ কৰা শত্ৰুৱে মোক প্ৰভাৱ কৰিব নোৱাৰে,—কাৰ তেনেকুৱা বৰণীয় স্তোত্ৰ অগ্নিয়ে বিচাৰে ? এনেকৈ স্তুতি কৰাত মোক সকলো দেৱতায়ো বেছিকৈ বিচাৰে ॥ ২ ॥ যজ্ঞ কৰাসকলে যি অগ্নিক নিতৌ যজ্ঞঘৰলৈ লৈ যায় আৰু স্তুতি কৰি স্থাপন কৰে, ঋত্বিকসকলে ৰথত বন্ধা খৰকৈ যোৱা ঘোঁৰাৰ দৰে অগ্নিক যথাযোগ্য প্ৰনয়ণ কৰে ॥ ৩ ॥ ক্ষয়কাৰক অগ্নিয়ে দাতৰ দৰে শিখাৰে বহুত গছ গছনি ধ্বংস কৰে । পাচত হাবিত বিবিধ ৰূপে দীপ্ত হয় । তাৰ পাচত শিখাবিলাকত বতাহ লাগি মাৰি পঠিওৱা কাঁড় দালৰ দৰে চলি যায় ॥ ৪ ॥ যি অগ্নিক গৰ্ভত ( অৰনিৰ মাজত ) থাকোঁতে ৰিপুৱে দুঃখ দিব নোৱাৰে, অন্য হিংসকেও হিংসা কৰিব নোৱাৰে, হিংসা কৰা স্বভাৱৰ সিহঁতে অন্ধবিলাকে এই অগ্নিৰ মাহাত্ম্য দেখা নেপায় । ভয়তো হিংসা নকৰে । নিতৌ ( ভক্তিযুক্তসকলে ) যজ্ঞাদিৰে তৰ্পন কৰি ৰক্ষা কৰে ॥ ৫ ॥

১৪৯ সূক্ত—ঋ ৫ ।

ঋষি আৰু দেৱতা—১৪০ সূক্তৰ দৰে ।

ছন্দ—বিৰাট ।

মহৎ ধনৰ পতি সেই অগ্নিয়ে ( যজ্ঞ কৰিবলৈ ) অভিমত দিলে । যজ্ঞস্থানৰ ফালে ( তেওঁ ) গৈছে । এওঁ স্বামীৰো স্বামী । ধনৰ ঠাইত থাকি আশ্ৰয় কৰিছে । অভিষৱ কৰিবলৈ যজমানে সোম চেপা শিল যোগাৰ কৰিছে ॥ ১ ॥ সেই অগ্নিয়েই মানুহৰ দৰে দ্যাৱাপৃথিৱীৰো উৎপাদক । সকলোৱে শুনাকৈ যশযুক্ত হৈ আছে । জীৱই আস্বাদ কৰা স্বৰ্গৰ সৃষ্টিক্ৰমত অগ্নিয়ে গৰ্ভাশয়ত সোমাই ৰেতঃপাত কৰে ॥ ২ ॥ যি অগ্নিয়ে ( উত্তৰ বেদীত ) নিজ স্থলত বহুত দূৰলৈ পোহৰ কৰি জ্বলি আছে সেই অগ্নি আকাশত বলা বায়ুৰ দৰে চলি যোৱা, মেধাৱী, ৰণকুশল অপৰিমিত ৰূপৰ, সূৰ্য্যৰ দৰে দীপ্যমান ( হৈ জ্বলি আছে ) ॥ ৩ ॥ এই অগ্নি দ্বিজ, তিনিওলোক চাৰিওফালে প্ৰকাশ কৰি, সকলো লোক প্ৰকাশ কৰি, হোতা, অতি যজন কৰিবলগীয়া, (ওচৰত)

পানী থকা ঠাইত (যজ্ঞৰ স্থানত) থাকে।'৪॥ যি দ্বিজন্মা, তেৱেঁই হোতা। তেওঁ সকলো বস্তু, অন্ন আদি দিয়ে। এনে অগ্নিক যি (হব্য) দিয়ে তেওঁ সুপুত্ৰ ॥৫॥

১৫০ সূক্ত—ঋ ৩।

ঋষি আৰু দেৱতা—১৪০ সূক্তৰ দৰে। ছন্দ—উষ্ণিক্

হে অগ্নি, তোমাক 'বহুত দিয়া বহুত দিয়া'' বুলি কওঁ। মইয়েই, হে অগ্নি, তোমাৰেই হবি আদি দিয়া সেৱক। —সেই বাৰে কওঁ। —যেনেকৈ শিক্ষকৰ ঘৰত ছাত্ৰই সকলো কৰে॥১॥ হে অগ্নি, যি ধনবান মানুহে তোমাক স্বামী বুলি নেমানে, বা ভালকৈ হোমৰ দক্ষিণা নিদিয়ে, আৰু যি দেৱতাক কেতিয়াও স্তুব নকৰে তাক ধন নিদিবা (এই বুলিও কওঁ)॥২॥ হে অগ্নি, মেধাৱী যি মানুহে তোমাক যজন কৰে তেওঁ স্বৰ্গত চন্দ্ৰৰ দৰে হয়। হে মহৎ প্ৰবৰ্দ্ধনকাৰী অগ্নি, তোমাক ভালকৈ পূজা কৰা হয়॥৩॥

১৫১ সূক্ত—ঋ ৯।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—জগতী। দেৱতা—মিত্ৰাবৰুণ (১—মিত্ৰ বা অগ্নি)।

গোধন বিচাৰি, সুধ্যানযুক্ত যজমানসকলে, গোধন লাভ কৰিবলৈ আৰু মানুহৰ ৰক্ষাৰ কাৰণে মিত্ৰৰ দৰে প্ৰিয় আৰু যজনীয় যি অগ্নিক অন্তৰীক্ষত উত্তৰ হোৱা পানীৰ মাজত উৎপন্ন কৰিছে, সেই অগ্নিৰ বল আৰু শব্দত দ্যাবাপৃথিবী কঁপি উঠিছে॥১॥ (হে মিত্ৰাবৰুণ) যি কাৰণে তোমালোকক সোমবান পুৰুমিলহে বজাই, নিজে হব পৰা মিত্ৰৰ দৰে ঋত্বিকে ধাৰণ কৰিলে, সেই কাৰণে তোমালোকৰ গমন অৰ্চনা কৰা যজমানৰ যজ্ঞকৰ্ম্ম জানিবলৈ পালা। আৰু হে কামবৰ্ষী দুজন, প্ৰাচীন বংশৰ গৃহস্থালী কৰা যজমানৰ আহ্বান শুনা॥২॥ হে কামবৰ্ষী (মিত্ৰাবৰুণ) তোমালোকৰ জন্ম দ্যাবাপৃথিবীৰ পৰা হোৱা বুলি স্তুতি কৰিব লাগে। মহৎ, দক্ষ মানুহে (যজমানে) তোমালোকক ভূষিত কৰে। যদি ঋতৰ (নিয়মৰ) সমৰ্থ তোমালোকক যজমানে পাই তেনেহলে স্তুতি বচনেৰে হবি আৰু দিলে পোৱা হোৱা॥৩॥ হে বলবন্ত মিত্ৰাবৰুণ, যি যজ্ঞভূমি তোমালোকৰ মহৎ প্ৰিয় সেই ঠাই উত্তমকৈ সম্পাদন কৰা হৈছে। ঋতবান (নিয়মবান) তোমালোক দুয়ো আমাৰ বৃহৎ অমৃত যজ্ঞ ঘোষণা কৰা (ভাল হৈছে বুলি কোৱা)। যি কাৰণে তোমালোকে বৃহৎ দ্যুলোকৰ তৰ্পন বহণ কৰিবৰ সমৰ্থ—গাইগৰুৰ দৰে হৈছা, সেই কাৰণে কৰিব পৰা কাম (হবি) সেবন কৰা॥৪॥ হে মিত্ৰাবৰুণ, মহতী এই পৃথিবীত যি গৰুবিলাক ভাল ঠাইলৈ নিয়া, সেই গৰুবিলাক চোৰে চুৰ নকৰাকৈ গাখীৰ দি থাকক। গোহালীলৈ আহোঁতে মেঘাই থকা আকাশলৈ চাই সূৰ্যাক উদ্দেশ্য কৰি, চোৰ খেদোৱা মানুহে চিঞৰা দৰে সুখৰ কাৰণে সন্ধ্যা আৰু উষাত হেম্বেলীয়াই॥৫॥ হে মিত্ৰাবৰুণ, চুলিৰ দৰে অগ্নিৰ শিখাত তোমালোকক ঋতৰ (যজ্ঞৰ) কাৰণে হবি আদি দি পূজা কৰে। হে মিত্ৰ, হে বৰুণ, দুয়ো য'ত যাগৰ ঠাইত গৈ পূজিত হোৱা, নিজে বৰঘুণ সৃজন কৰি তললৈ পঠাই আমাৰ কৰ্ম্মবৰ্দ্ধন কৰা (এনে কৰি) মেধাৱী যজমানৰ মনন কৰা স্তুতিৰ তোমালোক ঈশ্বৰ হৈ উঠা॥৬॥ যি যজমানে তোমালোকক উদ্দেশ্য কৰি যাগ কৰি হবি আদি দিয়ে, তেওঁকে কবি (মেধাৱী) বুলি কয়। যি হোতাই মননীয় দ্ৰব্যাদি দি যাগ কৰে, সেই সুপ্ৰজ্ঞ যজমানৰ গুৰিলৈ যোৱা আৰু যজ্ঞ কামনা কৰাগৈ। আমি কামনা কৰি তোমাৰ স্তুতি কৰিবলৈ গলো। —তেনেকুৱা মোক পাই স্তুতি গ্ৰহণ কৰা॥৭॥ হে ঋতবান (নিয়মবান) মিত্ৰাবৰুণ, তোমালোকক প্ৰথমে যজ্ঞেৰে গাখীৰ আদিৰে যজমানে পূজা কৰে। তেওঁলোক প্ৰয়োগত মনৰ দৰে থৰ। তোমালোকক মননীয় সংযত স্তুতিৰে (কাম) সম্পাদন কৰে। (হে মিত্ৰাবৰুণ) অভিভৱ নোহোৱা মনেৰে ধনৰ দৰে আমাৰ কৰ্ম্মৰ ওচৰ পোৱা॥৮॥ হে মিত্ৰাবৰুণ- ধনৰ দৰে অন্ন ধাৰণ কৰা। ধন বিশিষ্ট অন্ন হে নেতা মিত্ৰাবৰুণ, তোমালোকে থোৱা। এয়া আমাৰ আগত থকা অতি মহৎ তোমালোকক ৰাতি আৰু দিনত নেপায়, নদীবিলাকে তোমালোকক নেপায়। তোমালোকৰ দেৱত্ব অসুৰেও গম নেপায়। তিনিও লোকত তোমালোকক পৰাভৱ কৰা কোনো নাই॥৯॥

১৫২ সূক্ত—ঋ ৭।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—মিত্ৰাবৰুণ।

হে শকত মিত্ৰাবৰুণ, তোমালোকে (তেজোৰূপ)

বস্ত্রেৰে ঢাকি আছা। তোমালোকৰ সৃষ্টি ছিদ্ৰহীন আৰু সুন্দৰ। তোমালোকে সকলো অসত্য নাশ কৰি ঋতেৰে (নিয়মেৰে) আমাক কামত যোজনা কৰা ॥ ১ ॥ এই দুয়োৰে মাজত প্ৰত্যেকেই কৰ্ম্ম অনুষ্ঠান কৰে। এক-ৰূপে মানিবলগীয়া, মেধাবীসকলে পূজা কৰা, তিনি-শিৰীয়া অস্ত্ৰ লৈ চাৰিশিৰীয়া অস্ত্ৰ লোৱা উগ্ৰ বলী শত্ৰুকো মাৰা। তোমালোকৰ এজনৰ আগতেই দেৱতা নিন্দকবিলাক প্ৰথমে বলী থাকিলেও নিজে জীৰ্ণ হৈ যায় ॥ ২ ॥ হে মিত্ৰাবৰুণ, ভৰি থকা মানুহৰ আগতে ভৰি নথকা উষা যায়। এইবিলাক যে তোমালোকৰেই কাম সেইটো কোনে জানে? তেওঁলোকৰ ভাৰ গৰ্ভৰ শিশু আদিত্যই বহন কৰে, ঋতৰ (সত্যৰ) পূৰণ আৰু অনৃতৰ (অসত্যৰ) নাশ কৰে ॥ ৩ ॥ কন্যাৰ দৰে উষাই আদিত্যৰ বাটত যোৱা আমি দেখো। ক্ষণ মাত্ৰও বোৱা নেদেখো। এৰাই নেযোৱা ৰশ্মিবিলাক কাপোৰ পিন্ধি লৈ সকলোৰে প্ৰিয়—মিত্ৰ আৰু বৰুণৰ প্ৰিয় ধামলৈ (যোৱা আমি দেখো ॥ ৪ ॥ সেই আদিত্ৰ ঘোঁৰা নাই, (ধৰিবলৈ) অবলম্বন নাই, ; (তথাপি) খৰকৈ যোৱা হয় আৰু শব্দ কৰে আৰু পিঠি ওপৰ কৰি গুচি যায়। চিত্তৰ গূঢ় ব্ৰহ্ম ভাবৰ কাম মিত্ৰ আৰু বৰুণৰ ওপৰত আৰোপ কৰি তেওঁবিলাকৰ স্তব কৰি পূজা কৰে ॥ ৫ ॥ মমতাৰ পুত্ৰ ব্ৰহ্ম কৰ্ম্ম প্ৰিয় মোক গাখীৰেৰে প্ৰীত কৰা গাইগৰুৰ ওহাৰ গাখীৰেৰে পূৰণ কৰি ভাল কৰা। অনুষ্ঠানৰ বিষয় জানি হুংশেষ অন্ন মুখেৰে খাবলৈ ভিক্ষা কৰো। তোমালোকক পৰিচৰণ কৰি অদিতিক এই ভিক্ষা কৰো ॥ ৬ ॥ হে মিত্ৰাবৰুণ দেৱতা দুজন, তোমালোকক হৱিৰে সেৱা কৰি, নমস্কাৰ কৰি তোমালোকৰ ৰক্ষণেৰে প্ৰবৰ্ত্তিত হৈছো। হে মিত্ৰা-বৰুণ আমাৰ এই এতিয়া কৰা ব্ৰহ্ম কৰ্ম্মৰ (বাবে) শত্ৰুক অভিভূত কৰা, আমাক স্বৰ্গৰ পৰা উৎপত্তি হোৱা বৃষ্টিৰে পাৰ কৰা ॥ ৭ ॥

## ১৫৩ সূক্ত—ঋ ৪।

### ঋষি আদি ১৫২ সূক্তৰ দৰে।

হে ঘিউ (পানী) ক্ষৰণ কৰা মহান মিত্ৰাবৰুণ তোমা-লোকক আমি যজন কৰো। সমান প্ৰীতিযুক্ত (তোমা-লোকক) হৱিৰে, ঘিউৰে আৰু নমস্কাৰেৰে পূজা কৰো। (সেই বাবেই) আমাৰ অধ্বৰ্য্যুসকলে নিজ কৰ্ম্মেৰে পূজা কৰিছে ॥ ১ ॥ হে মিত্ৰাবৰুণ, তোমালোকৰ যাগ কৰিম বুলি সংকল্প কৰিলেই যাগ কৰা নহয়, কিন্তু তাৰে মই তোমালোকৰ পৰা বল পাওঁ। যজ্ঞত যেতিয়া হোতাই তোমালোকৰ মাহাত্ম্য জানি হৱিৰে যাগ কৰিম বুলি আহিছে, তেতিয়া মই সুখলাভ কৰো ॥ ২ ॥ হে মিত্ৰাবৰুণ, বাতহব্য ৰজাই স্তুতিৰে পূজা কৰি মানুহৰ হোতাৰ দৰে যজ্ঞত তোমালোকক প্ৰীত কৰিলত বহুক্ষীৰা গাইগৰুৱে যেনেকৈ প্ৰীত হৈ গাখীৰ দিয়ে তেনেকৈ ধন দিছিল। তোমাৰ যজ্ঞত ঘি হব্য দিয়ে তেওঁবিলাকৰ গৰুবিলাক বহুক্ষীৰা হৈ আনন্দ দিয়ক ॥ ৩ ॥ যে মিত্ৰাবৰুণ, ভাল গাইগৰু-বিলাকে অন্ন আৰু জলে তোমালোকৰ ভক্ত যজমানৰ নিমিত্তে তোমালোকক প্ৰীত কৰক। আমাৰ যজমানৰ পূৰ্ব্বৰ পালক অগ্নি দানশীল হওক আৰু তোমালোকে গৰুৰ গাখীৰ পান কৰা ॥ ৪ ॥

## ১৫৪ সূক্ত—ঋ ৬।

### ঋষি আৰু ছন্দ, ১৫৩ সূক্তৰ দৰে। দেৱতা—বিষ্ণু।

যি (বিষ্ণুৱে) পাৰ্থিব লোক জোখমাপ কৰিলে, মহৎসকলে বহুত প্ৰশংসা স্তোত্ৰ গাই স্তব কৰা, তিনিটা খোজেৰে অতিক্ৰম কৰি যি ওপৰৰ অতি বিস্তীৰ্ণ সভাৰ স্থান স্তম্ভন কৰিলে (ৰাখিলে) সেই বিষ্ণুৰ বীৰ কৰ্ম্মবিলাকৰ কথা মই এতিয়া শীঘ্ৰে কম ॥ ১ ॥ সেই বিষ্ণুক সকলোৱে স্তুতি কৰে (কাৰণ) মহানুভৱ তেওঁ নিজ কৰ্ম্মেৰে পৰ্ব্বতৰ ওপৰত থকা নিজ মনেৰে ফুৰিফুৰা (স্বচ্ছন্দগামী) ভয়ঙ্কৰ, বেকাবেকীকৈ যোৱা জন্তুৰ দৰে তিনিটা অতি দীঘল খোজেৰে সকলো ভুবন আশ্ৰয় দি ৰাখিছে ॥ ২ ॥ মোৰ এই সুন্দৰ স্তোত্ৰ বিষ্ণুৰ ওচৰ পাওক। পৰ্ব্বতত থকা বহুতে স্তুতি কৰা, আৰু কামবৰ্ষী (বিষ্ণুৱে) এই দৃশ্যমান, অতি বহল, নিয়মিত, সভাস্থান (তিনিলোক) তিনি খোজেৰে জোখ কৰি নিৰ্ম্মাণ কৰিলে ॥ ৩ ॥ যি বিষ্ণুৰ তিনিটি মধুৰ খোজেৰে ক্ষয় নোহোৱা অন্নেৰে আমোদ কৰে, যি আকৌ পৃথিবী আৰু স্বৰ্গ আৰু সকলো ভুবনত (চৌধ ভুবনত) তিনি ধাতু (পৃথিবী, পানী, আৰু জুই) ধাৰণ কৰিলে (সেই বিষ্ণুৰ ওচৰ মোৰ মননীয় স্তোত্ৰ পাওকগৈ) ॥ ৪ ॥ এই বিষ্ণুৰ প্ৰিয়—সকলোৰে সেব্য, অবিনশ্বৰ পদ পাম, য'ত বিষ্ণুক বিচৰা মানুহে আমোদ কৰে। অতি দীঘল খোজ দিয়া পৰমপদত মধুৰ খনি (বহুধৰা) আছে। তেঁৱেই

সকলোৰে বন্ধু ॥ ৫ ॥ (হে যজমান আৰু পত্নী) তোমালোকৰ সেই সুখৰ নিবাসৰ ঠাই পাবলৈ আমি কামনা কৰো। —য'ত অতি বিস্তৃত, শিংলগা গাইগৰু বহুত আছে। তাতেই দীঘল খোজেৰে যোৱা কামবৰ্ষী (বিষ্ণুৰ) সেই নিচিনা পৰমপদ অতিকৈ নিজ মহিমাৰে প্ৰকাশ পাইছে ॥ ৬॥

## ১৫৫ সূক্ত—ঋ ৬।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—জগতী দেবতা—বিষ্ণু; ১-৩ বিষ্ণু আৰু ইন্দ্ৰ।

(হে অধ্বৰ্য্যুসকল) তোমালোকে স্তুতিপ্ৰিয় মহা-বীৰ ইন্দ্ৰলৈ আৰু বিষ্ণুলৈ যত্ন কৰি সোম অন্ন প্ৰস্তুত কৰা। তেওঁবিলাক দুৰ্দ্ধৰ্ষ আৰু অতি মহৎ। সেই ইন্দ্ৰ-বিষ্ণু পৰ্ব্বতৰ ওখ ঠাইত থাকে, শত্ৰুৱে দমাব নোৱাৰে, মহৎ, নিৰ্দ্দিষ্ট ওখ ঠাই পোৱাই দিব পৰা ঘোঁৰাৰ দৰে ॥ ১ ॥ হে অভীষ্ট প্ৰদান কৰ্ত্তা ইন্দ্ৰ আৰু বিষ্ণু, হুতশেষ সোমপান কৰা যজমানে তোমালোকৰ দীপ্তিময় আগমন স্তৱ কৰিছে। তোমালোকে মৰ্ত্ত্যৰ কাৰণে শত্ৰু মৰ্দ্দন কৰা অগ্নিৰ ওচৰৰ পৰা দিবলগীয়া অন্ন সদায় দি থাকা ॥ ২ ॥ সেই যজমানে সোম আহুতিৰে ইন্দ্ৰৰ পৌৰুষ বল বৃদ্ধি কৰে। ইন্দ্ৰই, মাক দ্যাবাপৃথিবীক বেভঃ ভোগ কৰিবলৈ অতিকৈ জ্বলি থকা আদিত্য মণ্ডলৰ ওচৰ পোৱাই দিয়ে। পুত্ৰই নিকৃষ্ট নাম লয়, উৎকৃষ্ট নাম পিতাৰ, তৃতীয় নাম দ্যুলোকৰ দীপ্ত ঠাইত থাকে ॥ ৩ ॥ সকলোৰে গৰাকী, পালক, শত্ৰুহীন, আৰু সেচন সমৰ্থ বিষ্ণুৰ পুৰুষত্বক আমি স্তুতি কৰিছো। তেওঁ প্ৰশংসনীয় মানুহৰ ৰক্ষাৰ কাৰণে তিনিখোজ গৈ পাৰ্থিৱ লোকবিলাক দীঘলকৈ অতিক্ৰম কৰিলে ॥ ৪ ॥ এই স্বৰ্গত সকলোৱে দেখা বিষ্ণুৱে যোৱা দুটা খোজ মৰ্ত্তই ভজন কৰে। তেওঁৰ তৃতীয় খোজ মানুহে ধাৰণা কৰিব নোৱাৰে। মকতেও নেদেখে: উৰি ফুৰা চৰায়েও নেদেখে ॥ ৫ ॥ এই বিষ্ণুৱে নব্বৈ আৰু চাৰি (চৌৰানব্বৈ কালৰ ভাগ) নিজৰ প্ৰেৰণাৰে বিবিধ স্বভাৱৰ চক্ৰৰ দৰে বৃত্ত (শত্ৰুৰ ওপৰত মাৰি ঘূৰাই দিয়া দৰে) ঘূৰাই দিয়ে। এই (কালাত্মক) বিষ্ণুৰ বিৰাট শৰীৰ, বেলেগে ভাগ কৰি (দেৱতা, তীৰ্থাক, মানুহ আদি) স্তুতি কৰা সকলো বিভক্ত কৰিলে। নিত্য, তৰুণ, অকুমাৰ এনে (মহা বিষ্ণুক) আহ্বান কৰিলত আহিলে ॥ ৬ ॥ (চৌৰানব্বৈ=১ বছৰ, ২ অয়ন, ৫ ঋতু, ১২ মাহ, ২৪ পক্ষ, ৩০ দিন (অহোৰাত্ৰ), ৮ যাম, ১২ লগ্ন=৯৪) ॥

## ১৫৬ সূক্ত—ঋ ৫।

ঋষি আৰু ছন্দ ১৫৫ সূক্তৰ দৰে। দেবতা—বিষ্ণু।

হে বিষ্ণু, তুমি সুখকৰ্ত্তা, যিউৰ আহুতিপ্ৰিয়, বহুত যশস্বী, ৰক্ষা কৰোতা, শকট, মিত্ৰৰ (বন্ধুৰ) দৰে। হে বিষ্ণু, এই কাৰণে তোমাৰ মাহাত্ম্য বুজাসকলে পুনঃ পুনঃ তোমাৰ স্তোত্ৰ গাই বৰ্দ্ধন কৰিব লাগে। আৰু যজ্ঞ কৰাসকলে যজ্ঞ কৰিব লাগে ॥ ১ ॥ যি পূৰণি (পুৰুষ), বিধাতাক নিত্য নতুন নিজে উৎপন্ন হোৱা জনক (বিষ্ণুক) পত্নীৰে সৈতে (হবি আদি) দিয়ে আৰু যি এই মহৎ বিষ্ণুৰ মহৎ পূজ্য জন্ম বৃত্তান্ত কয় (গায়) তেওঁ অন্নেৰে যুক্ত হৈ সকলো যাব-লগীয়া ঠাইলৈ (পৰমপদলৈ) যায় (সাযুজ্য মুক্তি পায়) ॥ ২ ॥ হে স্তোতাসকল, তোমালোকে পূৰ্ব্বৰ (অনাদি সিদ্ধ) ঋতৰ (বিষ্ণুৰ) গৰ্ভৰ কথা যেনেকৈ জানা তেনেকৈ নিজে স্তোত্ৰেৰে (তেওঁক) প্ৰীত কৰা। এই মহানুভৱ বিষ্ণুৰ নাম জানি কেউফালে কীৰ্ত্তন কৰা। হে বিষ্ণু, মহৎ তোমাক স্তুতিৰে ভজন কৰো ॥ ৩ ॥ মৰুৎসকলৰ, মেধাবী এই যজমানৰ, প্ৰসিদ্ধ যজ্ঞাত্মক বিষ্ণুক ৰজা বৰুণে সেৱা কৰে। অশ্বিনী দুজনে সেৱা কৰে। বিষ্ণু (যজমান আদিৰ) সখা, উৎকৃষ্ট অহৰ্বিদ (ব্ৰহ্মাৰ দিন যি জানে), (ফলদান কৰাত) দক্ষ মেঘ ধাৰণ কৰিলে ॥ ৪ ॥ যি বিষ্ণু স্বৰ্গত উৎপত্তি, সুফল দান কৰাৰ ভিতৰত শ্ৰেষ্ঠ, (তেওঁ) যজমানক সহায় কৰিবলৈ আহিছে। তেনে ভাল স্তুতি কৰা যজমানৰ অভিমত ফলদাতা, তিনি সভাত থকা (তিনি সৱন বা তিনি লোকত থকা) বিষ্ণুৱে আহি যজমানক প্ৰীত কৰিছে, যজ্ঞৰ ভাগ বাপে (হুতশেষ) ওচৰ চাপিছে ॥ ৫ ॥

## ১৫৭ সূক্ত—ঋ ৬।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—জগতী, ৫/৬ ত্ৰিষ্টুভ্। দেবতা—অশ্বিনী দুজন।

অগ্নিক বেদীত বোধন কৰা হৈছে, সূৰ্য্য উদয় হৈছে, মহতী উষা প্ৰাণীৰ আহ্লাদকাৰিণী হৈ এন্ধাৰ নাশ

কৰিছে। হে অশ্বিনী দুজন, (যজ্ঞ স্থানলৈ) আহিবলৈ ৰথ যোজনা কৰা। সবিতা দেৱতাই জগতক (নিজ কামত) নিয়োজিত কৰক॥১॥ হে অশ্বিনী দুজন, যেতিয়া তোমালোকৰ বৰ্ষক ৰথ যোজনা কৰিছা তেতিয়া আমালৈ পানীৰে আৰু মধুৰে বেচি কৰি দিয়া। আমাৰ পুত্ৰাদি প্ৰজাৰ ব্ৰহ্মতেজ দিয়া। আমি বীৰৰ লগত প্ৰহাৰাদিৰে যুদ্ধ কৰি ধনৰ ভাগ (যেন) পাওঁ॥২॥ অশ্বিনী দুজনৰ—তিনি চকৰিয়া, মধু বহন কৰা, শীঘ্ৰগামী ঘোঁৰাযুক্ত, আমাক দ্বাৰা ভালকৈ স্তুতি কৰা, তিনি বন্ধুৰ থকা, ধনবান, সৌভাগ্যযুক্ত ৰথ (আমাৰ ফালে আহি) আমাৰ (চাৰি-ঠেঙীয়া) গৰু ঘোঁৰা আৰু (দুঠেঙীয়া) পুত্ৰাদিক সুখ দান কৰক॥৩॥ হে অশ্বিনী দুজন, আমাক বল দিয়া। তোমালোকৰ মধুময় চাবুকৰ দ্বাৰা আমাক প্ৰীতি দিয়া। আয়ুষ আমাৰ বঢ়াই দিয়া, পাপ শোধন কৰা, অমিত্ৰ নাশ কৰা। আমাৰ কামত সহায় হোৱা॥৪॥ হে অশ্বিনী দুজন, তোমালোকে গমনশীল গৰুৰ গৰ্ভ ৰক্ষা কৰা,—সকলো ভুবনৰ প্ৰাণৰ গৰ্ভ ৰক্ষা কৰা। হে কামবৰ্ষী দুজন, তোমালোকে অগ্নি, জল, ফল-মূল প্ৰবৰ্ত্তিত কৰা॥৫॥ হে অশ্বিনী দুজন, তোমালোকে বন ঔষধেৰে বেজালী কাম কৰা, আৰু ৰথ বহন কৰা ঘোঁৰাৰে সৈতে ৰথবন্ত। তোমালোকৰ বল বহুত। হে উগ্ৰ অশ্বিনী দুজন, তোমালোকক যি হবিষ্মান যজমানে হবি আদি (ভাল) মনেৰে দিয়ে তেওঁক ৰক্ষা কৰা॥৬॥

## ১৫৮ সূক্ত—ঋ ৬।

### ঋষি আৰু দেৱতা ১৫৭ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্; ৬ অনুষ্টুপ্।

হে কামবৰ্ষী, নিবাস দাতা, দুঃখ নাশক, বহুতক জনা, স্তুতিৰে বৰ্দ্ধিত হোৱা, পূজিত হৈৱা অশ্বিনী দুজন, আমাক দিব লগীয়া ফল দান কৰা। যি কাৰণে ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা (মই) তোমালোকক (স্তুতিৰ আলমত) ধন বিচাৰিছো, তোমালোকৰ অকুণ্ঠিত ৰক্ষণ পাইছো (সেইবাবে ফল দান কৰা)॥১॥ হে নিবাস দাতা অশ্বিনী দুজন তোমালোকৰ এই (অলপ দি বহুত পোৱা) সুমতিৰ দৰে অন্য কোনে দিব? যিহেতু বেদীৰ ঠাইত তোমালোকে অন্নৰে সৈতে বহুত ধন দিবলৈ ইচ্ছা কৰা। শৰীৰ পুষ্টিকৰ গাখীৰ দিয়া হেঁহেৰিয়াই থকা গাইগৰু (আদি দি) কামনা পূৰণ কৰা মনেৰে স্ফুৰ্ত্তা॥২॥ হে অশ্বিনী দুজন, তোমালোকৰ পাৰণ কুশল ৰথ আছে দেই। (কাৰণ) তোমালোকে তুগ্ৰাৰ পুতেকক (ভুজ্যুক) সমুদ্ৰৰ মাজৰ পৰা বলেৰে উত্তীৰ্ণ কৰি ধাৰণ কৰিলা। (তেওঁ) তোমালোকৰ ৰক্ষণৰ কাৰণে শৰণ লৈছিল। বলীক যেনেকৈ ৰণত জিকিলে উৰি যোৱা দৰে ঘোঁৰাৰে নিজ ঘৰলৈ আনে তেনেকৈ তোমালোকে তেওঁক আনিলা। হে অশ্বিনী দুজন, তোমালোকলৈ বুদ্ধিৰে কৰা স্তুতিৰে ওচথ্যৰ পুত্ৰ মোক (দীৰ্ঘতমাক) (দাহাদি উৎপাতৰ পৰা) ৰক্ষা কৰিছিলা। এই প্ৰসিদ্ধ আবৰ্ত্তমান দিন ৰাতিত মোক চুচি আদায় নকৰক। মোক দহ ঠাক খৰিৰ জুয়েও যেন পুৰি মাৰিব নোৱাৰে। তোমালোকৰ আশ্ৰিত মই বান্ধ খাই থাকিলেও মাটি কামুৰিয়েই জীয়াই থাকিম॥৪॥ মাকৰ দৰে নদীয়ে মোক পানীত নিমগ্ন নকৰিলে, যদিও আমাৰ দাসে এই মোক গোটেই গা কোচাই বান্ধি তলমুৰকৈ পানীত পেলাই দিছিল। মোৰ মুৰ যদিও ত্ৰৈতন দাসে ভাঙিলে আৰু বুকু ফালিলে সেই দাসৰ নিজৰ মুৰ ভাগক আৰু বুকু ফাটক॥৫॥ মমতাৰ পুতেক দীৰ্ঘতমা দহযুগ (১২০ বছৰ, মহানুভৱ অশ্বিনী দুজনৰ প্ৰভাৱত) জীয়াই থাকি এতিয়া চুলি পকিল। পুৰুষাৰ্থ কৰি যতীয়ে পাৰ পৰা (পানীৰ বিষয়) কাম কৰা প্ৰজাৰ ব্ৰহ্মাৰ দৰে হ'ল। (অশ্বিনী দুজন) সাৰথি হ'ল॥৬॥

## ১৫৯ সূক্ত—ঋ ৫।

### ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—জগতী। দেৱতা দ্যাবাপৃথিবী।

ঋতৰ (নিয়মৰ) বৰ্দ্ধক, মহৎ, যজ্ঞৰ চৈতন্যকাৰী দ্যাবাপৃথিবীক মই বিশেষকৈ স্তব কৰো। যজমান সকল তেওঁলোকৰ পুত্ৰৰ দৰে। তেওঁবিলাকৰ কাম ভাল। তেওঁবিলাকে (আমাক) ধনবস্তুৰে সুশোভিত কৰে॥১॥ আৰু পিতাৰ (দ্যুলোকৰ) অদ্ৰোহক আমাৰ ওৰিলৈ নিজে আহি মহৎ তেনেকুৱা অনুগ্ৰহ-যুক্ত মনৰ কথা আমি হৱন আদি কৰি জানো— তেনেকৈ মাতৃ (পৃথিবী) কো জানো। পিতা মাতাই সমৰ্থৰে প্ৰজাক শ্ৰেষ্ঠ ৰক্ষণেৰে বহুত বিস্তীৰ্ণ অমৰুণ

যুক্ত কৰিলে ॥ ২ ॥ সেই প্ৰসিদ্ধ তোমালোকৰ ( পুত্ৰ স্থানীয় ) সুকৰ্ম্মা, সুদৰ্শন প্ৰজাই মহতী মাতৃ সকলক পূৰ্ব্বৰ ( অনুগ্ৰহ ) বুদ্ধি স্মৰণ কৰি জানে। পুত্ৰৰ দৰে স্থাবৰ—জঙ্গম বিলাকে দ্যাবাপৃথিবীৰ বাহিৰে আন কাকো নেজানে। তোমালোকে আমাৰ কাৰণে অবাধ স্থান দিয়া ॥ ৩ ॥ প্ৰজ্ঞাযুক্ত আৰু চৈতন্য দিব পৰা দ্যাবাপৃথিবী বাইভনী দুয়ো একে লগে থাকে,—প্ৰজ্ঞাযুক্ত আৰু চৈতন্য দিব পৰা। ৰশ্মি বিলাকে তেওঁবিলাকক পৰিধান কৰাইছে। মেধাবী, ভালকৈ জ্বলা ৰশ্মিবিলাকে, স্বৰ্গত আৰু অন্তৰীক্ষৰ মাজত নতুন নতুন ৰশ্মি বিস্তাৰ কৰিছে ॥ ৪ ॥ আজি আমি সবিতা দেবতাৰ অনুজ্ঞাত থাকি হেনেকুৱা বৰেণ্য পুৰুষাৰ্থ সামৰ্থ্য গৰু আদি ধন বিচাৰিছো। আমাক দ্যাবা-পৃথিবীয়ে সুবুদ্ধিৰে বসতিৰ যোগ্য ঘৰ আৰু গৰু আদি ধন দিয়ক ॥ ৫ ॥

## ১৬০ সূক্ত ঋ ৫।

### ঋষি আদি ১৫৯ সূক্তৰ দৰে।

এই দুজনেই ঠিক দ্যাবাপৃথিবী, অন্তৰালত শুচি, দীপ্যমান, সূৰ্য্যক ধৰ্ম্মেৰে যুক্ত কৰি সদায় গৈ থাকে। ( তোমালোক ) বিশ্বৰ সুখদাতা ঋত ( নিয়ম ) যুক্ত, পানীৰ উৎপাদক, ধাৰণাকৰা মেধাবী, সুজন্মা, নিজ কামত প্ৰগল্‌ভ আৰু জ্বলি থকা ॥ ১ ॥ বহুত ব্যাপী থকা, মহৎ, প্ৰতিদ্বন্দ্বীহীন পিতা আৰু মাতাই তিনি ভুবন ৰক্ষা কৰি আছে। ভাল বলী প্ৰগল্‌ভ দ্যাবা-পৃথিবীয়ে হিতৰ কাৰণে পিতাৰ দৰে সুৰূপেৰে অধিষ্ঠান কৰিছে ॥ ২ ॥ মাতা পিতাৰ পুত্ৰ পাবন ৰশ্মিযুক্ত, ধীৰ সেই আদিত্য বাহকে নিজ মায়াৰে ভুবন পবিত্ৰ কৰিছে। বগা গাইগৰু ভূমিক আৰু সুসামৰ্থ্য যুক্ত বৃষভক ( দ্যুলোকৰ ) মায়াৰে সৰ্ব্বতি কাল প্ৰসিদ্ধ কৰিছে আৰু এই বগা গাখীৰৰ দৰে পানী খিৱাইছে ॥ ৩ ॥ তেওঁ দেবতাৰ মাজত উত্তম, কৰ্ম্মীৰ মাজত অতি কৰ্ম্মী। তেওঁ সকলো সুখ দাতা দ্যাবাপৃথিবীক উৎপাদন কৰিলে। যি দেৱতাই দ্যাবা-পৃথিবীক জোখ মাপ কৰি, ভাল কাম কৰিবলৈ ইচ্ছা কৰি দৃঢ়তৰ খুটাৰে ধৰি বাখি দিলে ( সেই পৰমেশ্বৰক স্তুতি কৰো ) ॥ ৪ ॥ হে দ্যাবাপৃথিবী তোমালোকক আমি স্তব কৰিছো। তোমালোক মহৎ। আমাক বহুত অন্ন আৰু বল দিয়া যি অন্ন আৰু বলেৰে আমি সদায় ( পুত্ৰাদি ) প্ৰজা বিস্তাৰ কৰিব পাৰো। শৰীৰৰ বল আমাক সম্যক বেঁচি কৰি দিয়া ॥ ৫ ॥

## ১৬১ সূক্ত- ঋ ১৪।

### ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—১-১৩ জগতী, ১৪ ত্ৰিষ্টুভ্‌। দেবতা—ঋভু সকল।

( সুধন্বাৰ পুত্ৰ তিনিজন ঋভৱ নামে প্ৰখ্যাত। তেওঁবিলাক ঋভু, বিভ্‌বা আৰু বাজ। আগতে মানুহ আছিল কিন্তু সুকৰ্ম্মৰ ফলত দেবত্ব পালে। কোনো এখন যজ্ঞত সোম পান কৰিবলৈ লাগিল। এনেতে দেবতা সকলে তেওঁবিলাকক পৰীক্ষা ক'ৰবলৈ অগ্নিক পঠিয়ালে। তিনিওজন একে ৰূপ দেখি অগ্নিয়ে নিজেও সেই ৰূপ ধৰি চতুৰ্থ ঋভু হৈ সোম-পান কৰিবলৈ লাগিল। ঋভুসকলে তেওঁবিলাকৰ দৰে একেৰূপ দেখি সন্দেহ কৰি কথোপকথন কৰিছে। ঋভুসকলে ডাঙৰ জনৰ মুখেৰে কৈছে :— এওঁ জেষ্ঠ নেকি ? —এওঁ যে এই আহিছে। বা আমাৰ ভিতৰত কনিষ্ঠ ? বা দেবতাৰ দূত হৈ আহিছে ? শুধিম তেওঁ কোন। হে অগ্নি, ভাতৃৰ দৰে,—হেতাক দোষ আমি নিদিও কাৰণ হেতা ( চমস ) মহৎ কুলত জন্ম। আমি কাঠৰ চমসক প্ৰশংসা কৰো ॥ ১ ॥ অগ্নিয়ে কলে—হে সুধন্বাৰ পুত্ৰ সকল তোমালোকে এখন ( চমস ) হেতা চাৰিখন কৰি দিয়া। দেবতা সকলে যেনেকৈ কৈছে তেনেকৈ তোমালোকক কবলৈ আহিছো। যদি এনেকুৱা কাম কৰিব পাৰা তেতিয়া দেবতাৰ লগত যজ্ঞৰ ভাগ খাব পাৰিবা ( এনেকৈ কৈছে ) ॥ ২ ॥ ( ঋভু সকলে কৈছে ) হে দূত অগ্নি, তোমাক দূতৰ যি কাম কৰিবলৈ দিছিল ( কি ) এটা ঘোঁৰাৰ পৰা দুটা কৰিবলৈ দিছিল, ৰথ কৰিবলৈ বা গাই গৰু কৰিবলৈ ? (মৰা গাইগৰুৰ পৰা জীয়াবলৈ) ? আৰু বাপেক মাক দুয়োকো বুঢ়াৰ পৰা পুনৰ ডেকা কৰিব লাগে নে কি ? হে ভাই অগ্নি, আমি তোমা-লোকৰ দেবতা সকলৰ সেইবোৰ কাম কৰি পাচত তোমালোৰ ওচৰ চাপিম ॥ ৩ ॥ (ইতিমধ্যে অগ্নি অন্ত-ৰ্দ্ধান হল আৰু ঋভুসকলে কৈছে) :— হে ঋভু সকল, সেই যি কাম কৰিব লাগিব বুলি ভবিছা, সেই দূত কলৈ গল ? —যি আমাৰ ওচৰলৈ আহিছিল। যেতিয়া ত্বষ্টা দেবতাই চাৰিখন হেতা ( চমস ) সজা দেখিলে

তেনেহলে (তেতিয়া) এই হেতাৰ কাৰণে ত্বষ্টাই লাজত মাইকীৰ মাজত লুকাই থাকিল ॥ ৪ ॥ ত্বষ্টাই কলে যি দেৱতাৰ পান কৰা হেতা অৱমাননা কৰে সিইঁতক বধ কৰিব লাগে। তেতিয়াৰ পৰা ঋভু সকলে সোম প্ৰস্তুত হলে অন্য নাম লয় আৰু কন্যাই সেই নামেৰেই তেওঁবিলাকক প্ৰীত কৰে। (এই বাক্য কাৰ ? বুজা নেযায় মন্ত্ৰদ্ৰষ্টাৰে হবলা ?) ॥ ৫ ॥ ইন্দ্ৰই হৰি নামৰ ঘোঁৰা ৰথত লগালে। অশ্বিনী দুজনে ৰথ জুৰিলে। বৃহস্পতিয়ে নানা ৰূপৰ গাইগৰু গ্ৰহণ কৰিলে। হে ঋভু, বিভ্‌বা আৰু বাজ, হে সুকৰ্ম্মকাৰী, তোমালোকে যজ্ঞৰ ভাগ গ্ৰহণ কৰা ॥ ৬ ॥ (এয়া ঋষিয়ে কলে)। হে সুধন্বাৰ পুত্ৰ সকল, তোমালোকে ছাল নথকা মৰা গৰুৰ পৰা নতুন গৰু সৃষ্টি কৰিলা। বুঢ়া পিতা মাতাক ডেকা কৰিলা। এটা ঘোঁৰাৰ পৰা আন এটা ঘোঁৰা কৰিলা। তোমালোকৰ ৰথত ঘোঁৰা লগায় দেৱতাৰ ওচৰলৈ যোৱা ॥ ৭ ॥ হে সুধন্বাৰ পুত্ৰ সকল তোমালোকে এই সোম পান কৰা, এই বুলি কৈছিল, বা মুঞ্জাবান পৰ্ব্বতত উৎপত্তি হোৱা মুঞ্জাবনেৰে চেকা সোমপান কৰা। যদি তোমালোকে, হে ঋভু সকল, এই দুবিধ ভাল নোপোৱা তেনেহলে তৃতীয় সৱনত আমোদ কৰিবা। (এই বুলি কলে) ॥ ৮ ॥ (তোমালোকৰ মাজত) এজনে কলা "পানীয়েই শ্ৰেষ্ঠ"। এজনে কলা অগ্নিয়েই সৰ্ব্বশ্ৰেষ্ঠ। ইজনে বহুতৰ প্ৰশংসা কৰি কলা যে বৰষুণৰ পানীয়েই শ্ৰেষ্ঠ। এনেকৈ ঋতৰ (নিয়মৰ) কথা কৈ (চমস) হেতা কেৱল সাজিলা ॥ ৯ ॥ এজনে বগা ভেজেৰে বাহিৰলৈ ওলায় যায়। এজনে মাংস কাটি ভাগ কৰে। এজনে তেনেকৈ চিঙা মাংসৰ পৰা ভুকটো আতঁৰাই নিয়ে। এনে ঋত্বিক ৰূপেৰে থকা পুতেকক পিতা মাতাই কি সহায় কৰিব ॥ ১০ ॥ হে নেতা ঋভু সকল, তোমালোকে ওখ ঠাইত ঘাঁহ (শস্য) আদি কৰি দিলা। দ ঠাইত পানী কৰি দিলা। ইমান দিনে সূৰ্য্য মণ্ডলত থকা এতিয়া তেনে নকৰিবা, নিজৰ কাম কৰা। (যাস্কৰ মতে ঋভু সকল সূৰ্য্যৰ ৰশ্মি) ॥ ১১ ॥ হে ঋভু সকল, তোমালোকে যেতিয়া ভুবনক পানী গোটাই বৰ্ষন কৰি চাৰিওফালে যোৱা তেতিয়া জগতৰ পিতা মাতা ক'ত থাকে ? যি তোমালোকৰ হাতত ধৰি ৰাখে তাক নাশ কৰি দিয়া, যি কিবা কয় তাক ভৰ্ৎসনা কৰা (গালি পাৰা) ॥ ১২ ॥ হে ঋভু সকল, তোমালোকে আদিত্য মণ্ডলত শুই থাকি সোধা, হে আদিত্য, কোনে আমাক কৰ্ম্মত জগাই তোলে। আদিত্যই কব, অন্তৰীক্ষত কোঁপাই থকা বায়ুৱে জগাই দিলে। এবছৰ হৈ গলে এই জগৎ প্ৰকাশ কৰা ॥ ১৩ ॥ হে বলৰ নাতিয়েক ঋভুসকল, তোমালোকক লগ পাবলৈ সকলো দেৱতা আহিছে। মৰুতে স্বৰ্গৰ পৰা আৰু মাটিৰ পৰা অগ্নি আহিছে। এয়া বায়ু অন্তৰীক্ষৰ পৰা আহিছে। বৰুণে সমুদ্ৰৰ পানীৰে আহিছে ॥ ৪ ॥

## ১৬২ সূক্ত—ঋ ২২।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ ত্ৰিষ্টুভ্ ; ৩/৬ জগতী। দেৱতা—অশ্ব।

### (১৬২।১৬৩ অশ্বমেধ যজ্ঞ)

আমি যজ্ঞত দেৱজাত খৰকৈ যোৱা ঘোঁৰাৰ বীৰ কৰ্ম্ম বিলাক কীৰ্ত্তন কৰিছো, (সেই বাবে) মিত্ৰ, বৰুণ, অৰ্য্যমা, বায়ু, ইন্দ্ৰ, ঋভুক্ষা, মৰুৎ দেৱতা সকল (তোমালোকে) নিন্দা নকৰিবা ॥ ১ ॥ সুন্দৰ সোণৰ অলঙ্কাৰেৰে বিভূষিত ঘোঁৰাৰ সম্মুখত ঋত্বিক সকলে উৎসৰ্গৰ কাৰণে ছাগলী ধৰি লৈ গৈছে। বেলেগ বেলেগ বৰণৰ ছাগলীয়ে বেবাই সেইফালে গৈছে। এই বিলাক ইন্দ্ৰ আৰু পুষাৰ প্ৰিয় অন্ন হওক ॥ ২ ॥ এই ছাগলী ঘোঁৰাই সৈতে পোষক অগ্নিৰ ভাগত পৰে আৰু সকলো দেৱতাক দিয়া হয়। ছাগলী আগতে নিয়া হৈছে। প্ৰিয় এই আগতে দিব লগীয়া ছাগলী ত্বষ্টাই যুদ্ধৰ ঘোঁৰাৰে সৈতে দেৱতাৰ ভাল অন্নৰ কাৰণে আৰু প্ৰীতিৰ কাৰণে (সৃষ্টি) কৰিছে ॥ ৩ ॥ হৱিৰ যোগ্য দেৱতায় পাবলগীয়া ঘোঁৰা যেতিয়া ঋত্বিকে সময়ে সময়ে তিনিবাৰ অগ্নিলৈ নিয়ে, এনে সময়ত পোষক অগ্নিৰ ভাগ ছাগলীয়ে দেৱতাৰ যজ্ঞ পৰিবেশন কৰি প্ৰথমে যায় ॥ ৪ ॥ হোতা, অধ্বৰ্য্যু, হৱি লৈ যোৱা, জুই জলোৱা, শিল ধৰা, আৰু স্তুতিকৰা, সুমেধাবী (ব্ৰহ্মা) সকলোৱে সেই নিজে শোভা কৰা সুপৰিচালিত যজ্ঞেৰে ঘিউ আদিৰে নদীৰ দৰে বোৱাই দিয়া ॥ ৫ ॥ যূপ কটা, যূপ কঢ়িয়াই নিয়া, যূপৰ আগ কটা, যি ঘোঁৰা বন্ধা যূপ পোতে তেওঁ, যি ৰথৰ ঘোঁৰা পাককৰা সম্ভাৰ গোটাই তেওঁ, আৰু ঋত্বিক সকলৰ যি সঙ্কল্প লয় তেওঁ—এই সকলোৱে আমাৰ হৈ যাতে যজ্ঞ সুসম্পন্ন হয়, তেনে কৰক ॥ ৬ ॥ মননীয় অন্ন নিজেই আহিছে। মই ধৰি আছো। পাচ কাল ধুনীয়া ঘোঁৰা, দেৱতাৰ মুখ পুৰণ কৰিবলৈ আহাঁ। যাগৰ কাৰণে অহা ভালকৈ বন্ধা ঘোঁৰাৰে, আশা কৰা

দেৱতাৰ আশা পূৰণ কৰিবলৈ ( যজ্ঞ ) কৰিম। মেধাবী আৰু ঋষি সকল সকলো সন্তোষ হওক ॥ ৭ ॥ ঘোঁৰাৰ যি দিপ্তিত বন্ধা ৰচি আছে, ভৰি বন্ধা ৰচি, মূৰত ৰন্ধা ৰচি, জিভা বন্ধা যি লেকাম আছে অথবা ঘোঁৰাৰ মূখত যি ঘাঁহ আছে, সেই সকলো বিলাক, হে ঘোঁৰা দেৱতাৰ ( উদ্দেশ্যে সম্পন্ন ) হওক ॥ ৮ ॥ ঘোঁৰাৰ অবয়ব যি কেচা মঙহৰ অঙ্গ মাখিয়ে খাইছে, অথবা ঘোঁৰাৰ প্ৰলেপ দিওঁতে লিপ্ত হৈ আছে, অথবা কটা সময়ত অস্ত্ৰত যি লিপ্ত হৈ আছে, যি ( কটা মানুহৰ ) নখত লিপ্ত আছে, সেই সকলোৰেই দেৱতাৰ সন্তোষৰ অৰ্থে হওক ॥ ৯ ॥ ঘোঁৰাৰ পেটৰ ভিতৰত যি অজীৰ্ণ ঘাঁহ আছে, গোবৰ হোৱা নাই, ( সেইবোৰ গুচায় ), যি কেচা মঙহৰ গোন্ধ লেশ মাত্ৰও যদি আছে, মাৰণ কৰা সকলে সেই সকলোবোৰ ভাল কৰক। আৰু যজ্ঞাৰ্হ পশুৰ অঙ্গ যাতে দেৱতাৰ ( খাবৰ ) যোগ্য হয়, তেনেকৈ পাক কৰক ॥ ১০ ॥ হে অশ্ব, জুইৰে পাক কৰোঁতে যি তপত ৰস মঙহৰ পৰা ওলায় যায়, মৰাৰ পাচত তোমাৰ গাৰ পৰা শূলৰ বাটেদি ( তপত তেজ ) ওলায় গৈছে, সেই বিলাক মাটিত লাগি নেথাকক আৰু মৰাৰ সময়ত ঘাঁহত পৰি অপব্যয় নহওক। তেনেকুৱা মাটিত আৰু ঘাঁহত পৰি যোৱা সকলো হবি যি দেৱতায় বিচাৰে তেওঁ-লোকক দিয়া হওক ॥ ১১ ॥ যি পাক কৰা ঘোঁৰাৰ মঙহ পৱিত্ৰ বুলি চাইছে, যি ইয়াক সুগন্ধি পাই "অলপ আৰু দিয়া" বুলি কৈছে, যি ঘোঁৰাৰ মঙহৰ হুতশেষ বিচাৰিছে, তেওঁবিলাকৰ উদ্যমে আমাৰ ওচৰ পাওক ( অৰ্থাৎ আৰু দিওঁ ) ॥ ১২ ॥ মাংস ৰন্ধা পাত্ৰই, থাল, মাংস পৰীক্ষা কৰা কাঠ, যি পাত্ৰত গৰম কম কৰিবলৈ মেলি দিয়া হয়, চৰু, মাংস বাঢ়ি দিয়া পাত্ৰ বিলাক, বেতৰ মাৰি, এই সকলো বিলাক কেউফালে দেখিবলৈ ভাল হৈছে ॥ ১৩ ॥ যি যোৱা ঠাই, বহা ঠাই, ফুৰা ঠাই, ঘোঁৰাৰ ভৰি বন্ধা ঠাই, যি পানী ( ঘোঁৰাই ) খাইছিল, ঘাঁহ খাইছিল, সেই সকলো বিলাক দেৱতাৰ ওচৰ পাওক ॥ ১৪ ॥ হে ঘোঁৰা, তোমাক ধোঁৱাৰে ব্যাপ্ত অগ্নিয়ে ধ্বনি নকৰক। অতি দীপ্ত অগ্নিৰ তাপে চোৱা থালী ভাগি নেযাওক। তেনেকুৱা ঘোৰা তোমাক আহুত কৰিবলৈ ইচ্ছা কৰি হোমলৈ আনি দিবলৈ উদ্যত হোৱা যজমানে বষট্‌কাৰ মন্ত্ৰেৰে সংস্কাৰ কৰা সেই ঘোঁৰা দেৱতা সকলে গ্ৰহন কৰিছে ॥ ১৫ ॥ ঘোঁৰাৰ ওপৰত দিয়া যি কাপোৰেৰে ঢকা হৈছে, ঘোঁৰাক যি সোণ-ৰূপ আদি দিয়া হৈছে, ঘোঁৰাৰ মূৰত বন্ধা আৰু ভৰিত বন্ধা এই প্ৰিয় ( বস্তু ) বিলাক দেৱতাৰ ওচৰ পাওক ॥ ১৬ ॥ বলেৰে শব্দ কৰোতে, চলি যাওতে, তোমাক ভৰিৰে বা সোকাৰে যি দুঃখ দিয়া হৈছিল, সেই সকলোবোৰ এই যাগত মন্ত্ৰেৰে হবি আদি (ক্ৰুচেৰে) দিয়া দৰে মই গুচাই দিছো ॥ ১৭ ॥ দেৱতাৰ বন্ধু ঘোঁৰাৰ চৌত্ৰিশ দাল কামিহাড় কাটিবলৈ অস্ত্ৰেৰে এতিয়াই ( মানুহ ) গৈছে। ঘোঁৰাৰ গাৰ অবয়ৱ বিলাক যাতে কটা নহয় সেই বুদ্ধি কৰিবা। প্ৰতিটো অঙ্গৰ পাব ( কলিজা আদি অঙ্গ ) যেলেগে বেলেগে ঘোষনা কৰি ( শব্দ কৰি মুখেৰে কৈ কৈ ) কাটিবা ॥ ১৮ ॥ ত্বষ্টাৰ ঘোঁৰাৰ এজন মাত্ৰ কটা চিন্তা কৰা (মানুহ) আছে। —সেইটো নিয়ম। সেই নিয়ম দেখুৱাই দিয়া দুজন আছে। হে ঘোৰা, তোমাৰ গাৰ যি নিয়মত এই অঙ্গ বিলাক আছে সেই বিলাক কাটিম। পিণ্ড কৰি সেইবিলাক ( বেলেগে বেলেগে বুদ্ধিৰে মই জুইত দিম ( হোম কৰিম ) ॥ ১৯ ॥ হে ঘোৰা, তোমাৰ প্ৰিয় ( দেহা ) আত্মা, দেৱতাৰ ফালে যাবলৈ তপত নহওক। অস্ত্ৰ তোমাৰ গাত চিৰকাল নেথাকক। তোমাৰ গাটো কেৱল মঙহ বিচৰা, কটা মানুহে কম বেচিকৈ তোমাৰ অঙ্গ কাটি বেয়া কটাৰীৰে যেনি তেনি কটা নহওক ॥ ২০ ॥ তুমি এয়া মৰা নাই। তোমাক হিংসা কৰা নাই। সুগম বাটেৰে তুমি দেৱতাৰ ওচৰ পাবাগৈ। তোমাক তুলি নিবলৈ ( ইন্দ্ৰৰ ) হৰি নামৰ ঘোৰা ৰথত জুৰিব। মৰুতৰ পৃষতী নামৰ ঘোৰা ৰথত জুৰিব। অশ্বিনী দুজনৰ ( বাহন ) ৰাসভ ( ৰথত জুৰি ) ধুৰাত বান্ধি ৰাখিব ॥ ২১ ॥ হে ঘোঁৰা, আমাক ভাল গৰু আৰু সকলোকে পোষণ কৰিব পৰা ধন দিয়া। ভাল ঘোঁৰা আৰু মটা লৰা দিয়া। আৰু কেউফালে আমাক নিষ্পাপ কৰা। হে হবি হোৱা ঘোঁৰা, আমাক বলবান কৰা ॥ ২২ ॥

১৬৩ সূক্ত ঋ—১৩।

ঋষি—ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা অশ্ব।

হে ৰণৰ ঘোঁৰা, তোমাৰ জন্ম স্তুতি কৰিব লাগে। যিহেতু অন্তৰীক্ষৰ পৰা প্ৰথম উপজি অথবা পানীৰ পৰা উৎপত্তি হৈ মহান শব্দ কৰিলা আৰু তোমাৰ সেনৰ দৰে পাখী থকাৰ ( নিচিনা ) আৰু হৰিণৰ দৰে

ভৰি (সেইবাবে তোমাক স্তুতি কৰিব লাগে) ॥ ১ ॥ যমে দিয়া এই ঘোঁৰাক ত্ৰিতিও লোকত ৰথত জুৰিলে। এই ঘোঁৰাক ইন্দ্ৰই প্ৰথমে স্থাপন কৰিলে। গন্ধৰ্ব্বই লেকাম লগালে। হে বস্মিবিলাক তোমালোকে এই ঘোঁৰা নিৰ্ম্মাণ কৰিলা ॥ ২ ॥ হে অৰ্ব্বত (ৰণৰ ঘোঁৰা) তুমি যম, তুমি আদিত্য, গোপন কৰ্ম্মেৰে ত্ৰিতিও লোকত বৰ্ত্তমান ত্ৰিত। তুমি সোমৰ সৈতে মিলিত। জ্ঞানী-সকলে কয় যে তোমাৰ স্বৰ্গত তিনিটা বন্ধন স্থান আছে ॥ ৩ ॥ হে অৰ্ব্বত, তোমাৰ স্বৰ্গত তিনি বন্ধন আছে বুলি কয়। পৃথিবীত তিনি বন্ধন আৰু অন্ত-ৰীক্ষত তিনি বন্ধন আছে বুলি কয়। আৰু তুমি পাপ নিবাৰক বৰুণৰ বুলি মোক কৈছা যে উক্ত তিনি ঠাইত তোমাৰ পৰম জন্ম ॥ ৪ ॥ হে ৰণৰ ঘোঁৰা, তোমাৰ অবমাৰ্জ্জন (গা মোহৰা) এইবিলাক ঠাই বুলি কয়। এইবিলাকেই তোমাৰ যজ্ঞভাগ খাই ফুৰা ঠাই বুলি কয়। তোমাৰ (খুৰাৰ) খোজ ইয়াত পৰে। ইয়াতেই তোমাৰ যি গোপন লেকামে ঋতক (নিয়ম বা যজ্ঞক) ৰক্ষা কৰে, সেই ভাল লেকাম দেখিলো ॥ ৫ ॥ হে ৰণৰ ঘোঁৰা, তোমাৰ শৰীৰ আমাৰ মনেৰে অতি দূৰত চিনি পাওঁ। অন্তৰীক্ষত আদিত্যৰ সুগম পাপ নথকা বাটেৰে উপৰ্য্যুপৰি উৰি যাওঁতে মূৰ দেখিবলৈ পাওঁ ॥ ৬ ॥ ইয়াতেই যজ্ঞৰ ঠাইত তোমাৰ উত্তম ৰূপ দেখা পাওঁ। দেৱতাৰ স্থানত, অন্ন খাওঁতে, ইফালে সিফালে যাওঁতে যেতিয়া তোমাক ভোগ কৰিবলৈ অন্ন দিবলৈ যায়, পাচত যেতিয়া অন্ন গ্ৰাস কাৰ থাকা তেতিয়া (ভালকৈ তোমাৰ ৰূপ দেখিবলৈ পাওঁ) ॥ ৭ ॥ হে ৰণৰ ঘোঁৰা, তোমাৰ পাচত হে ৰথ যায়; মানুহ তোমাৰ পাচত যায়,—গৰু পাচত যায়, মাইকীৰ ভাগ্য তোমাৰ পাচত যায়। অন্য ঘোঁৰাৰ জাক তোমাৰ পাচত বন্ধুভাব কৰি যায়। দেৱতাবিলাক তোমাৰ পাচত গৈ তোমাৰ বীৰ্য্য বখানে ॥ ৮ ॥ এই ঘোঁৰা হিৰণ্য শৃঙ্গ (উন্নত শিৰ), ভৰি লোহাৰ দৰে। যাক ইন্দ্ৰই প্ৰথমে অধিষ্ঠিত কৰি-ছিল, সেই ঘোঁৰাৰ হবি অন্ন খোৱা চাবলৈ আহি পালেহি ॥ ৯ ॥ (জোকাৰি) লৰাই থকা অন্ত (ঘোঁৰাৰ কান্দ), মাজ সৰু (ককাল সৰু), বিক্ৰমশীল, দিব্য, খাই থকা, এনে শাৰী পাতি উৰিব খোজা ইহঁত জাকৰ দৰে ঘোঁৰাবিলাক শাৰী পাতি যাবলৈ যত্ন কৰি বাট ধৰে ॥ ১০ ॥ হে ৰণৰ ঘোঁৰা তোমাৰ শৰীৰটো যাবলৈ বিচৰা। তোমাৰ মন খৰকৈ যাবলৈ বিচৰা বায়ুৰ দৰে। তোমাৰ শৃঙ্গ (মূৰৰ নোমবিলাক) কেউফালে অৰণ্যৰ দৰে পৰি থাকে ॥ ১১ ॥ এই ৰণৰ ঘোঁৰা হত্যা কৰা ঠাইলৈ দেৱতাৰ ওচৰলৈ যাবৰ মনেৰে ধ্যান কৰি আহি পাইছে। এওঁৰ আগতে বন্ধু বন্ধা ছাগলী নিছে আৰু পাচত ঋত্বিক স্তোতাসকল গৈছে ॥ ১২ ॥ ৰণকুশল এই ঘোঁৰা আহিছে যে পৰম পদত পিতামাতাৰ ওচৰ পাবগৈ। হে ঘোঁৰা, আজি এতিয়া অতি প্ৰীত হৈ স্বৰ্গ পাবলৈ মন কৰি দেৱতাৰ ওৰি পাবাগৈ। পাচত, যজমানে কৈছে, দাতাক ভাল ধন দিবা ॥ ১৩ ॥

## ১৬৪ সূক্ত—ঋ ৫২।

ঋষি - ওচথ্যৰ পুত্ৰ দীৰ্ঘতমা। ছন্দ প্ৰধানতঃ ত্ৰিষ্টুভ্; ১২/১৫/২৩/২৯/৩৬/৪১ জগতী; ৪২ প্ৰস্তাৰপংক্তি; ৫১ অনুষ্টুভ্। দেৱতা - ১-৪১ বিশ্বেদেৱা (সকলো দেৱতা), ৪২ৰ্ব্ব বাক্; ৪২ৰ্ব্ব অপ্; ৪৩ৰ্ব্ব শকধূম ৪৩ৰ্ব্ব সোম; ৪৪ অগ্নি; সূৰ্য্য, বায়ু; ৪৫ বাক্; ৪৬।৪৭ সূৰ্য্য; ৪৮ সংবৎসৰ ৰূপী কালচক্ৰ; ৪৯ সৰস্বতী; ৫০ সাধ্য; ৫১ সূৰ্য্য, পৰ্জন্য অগ্নি; ৫২ সৰস্বান্ বা সূৰ্য্য ॥

এই ভজন কৰিবলগীয়া, আহ্বান কৰিবলগীয়া পালকৰ (আদিত্যৰ) মাজত সৰ্ব্বব্যাপী ভায়েক (বায়ু) আছে। পিঠিত ঘিউৰে আহুতি লোৱা তৃতীয় ভায়েক আছে। (এই ভাই ককাইৰ) আগত বিস্পতিৰ (প্ৰজাৰ পালকৰ-আদিত্যৰ) সাতোটা পুতেক মই দেখিলো ॥ ১ ॥ (পলিত প্ৰথমজন আদিত্য; পলিতৰ অৰ্থ চুলিপকা বুঢ়া নহয়। মধ্যম জন বায়ু। তৃতীয়জন ঘৃতপৃষ্ঠ—জুই জুইৰ পিঠিত হে ঘিউ ঢালে কিন্তু ইয়াত ঘৃত=উদক, সেইমতে পৃথিবীত হে বৰষুণৰ পানী পৰে। কিন্তু যাস্কৰ মতে শৰীৰ সায়নে একো নকলে। বিস্পতি=বিশ্বপতি; সপ্তপুত্ৰ—আদিত্যৰ সপ্তৰশ্মি ॥)

(এই সমুদায় সূক্ত দাৰ্শনিক তত্ত্বৰে পৰিপূৰ্ণ)

এটা চক্ৰৰ ৰথত সাতোটা ঘোঁৰা জুৰিছে। একোটা ঘোঁৰাই সাতোটা নাম লৈ ৰথ বহন কৰিছে। এই ৰথৰ তিনিটা নাভি—অমৰ, অকামিলা নহয় (মজবুত)

যি চক্ৰত এই বিশ্ব ভুবন আশ্ৰিত হৈ আছে। (সূৰ্য্যটো এটা চক্ৰৰ দৰে দেখা যায়। সাতোটা ঘোঁৰা =সাতৰশ্মি (বগা ৰঙা আদি ৰঙৰ)। তিনিটা নাভি— ভূত, বৰ্ত্তমান আৰু ভবিষ্যত—বা তিনি সন্ধ্যা হব লাগে)॥ ২॥ এই ৰথত যি সপ্তৰশ্মি অধিষ্ঠিত আছে, সেই সাতোটা ৰশ্মি সাতোটা ঘোঁৰাই বহন কৰিছে। সেই ৰথ নিজে চলে—আগলৈ (আপোনা আপুনি) চলি যায়—যি ৰথত বাক্যৰ সাতবিধ নাম (সপ্তস্বৰ) নিহিত আছে ॥ ৩ ॥ (সৃষ্টিৰ আদিতে) প্ৰথমে আবিৰ্ভাব হোৱা এওঁক কোনে দেখিলে? এই সশৰীৰে অশৰীৰৰ ৰূপ ধৰা (কোনে দেখিলে)? পাৰ্থিব (স্থূল শৰীৰ), প্ৰাণ তেজ (আদি ধাতু) আত্মা (আদি) ক'ত আছিল? বিদ্বানসকলক এই কাৰণ সুধিবলৈ কোনে (কোন শিষ্যই) ওচৰ চাপে? ॥ ৪॥ অপৰিপক্ক মতিৰ মই মনেৰে (তত্ত্ব নেজানি সুধিছোঁ। এই পদ (সন্দেহযুক্ত তত্ত্ববিলাক) দেবতাৰ (কাৰণেও) গূঢ়। সত্যত বসতি কৰা আদিত্যৰ সাতদালৰ বেচি সূতাৰে মেল খোৱা, মেধাবীসকলে (জগৎৰূপ) পথালি (বানীৰ) সূতাৰে মেলি ব'লে ॥ ৫ ॥ দেবতাৰ তত্ত্ব নেজানি বেচিকৈ তত্ত্ব জনাসকলক জানিবলৈ সুধিছোঁ। জানি সোধা নাই। যি পৰমেশ্বৰে এই ছয়খন লোক নিয়মিত কৰিলে—স্তম্ভন কৰিলে, এই অজৰ (জন্ম নোহোৱা) ব্ৰহ্মৰ স্বৰূপ একমাত্ৰ (সত্যলোক—পুণৰ আবৃত্তি নোহোৱা) ঠাই নে কি? ॥ ৬॥ এইটো তৎক্ষণাৎ—যি জানা কোৱা—(কেনেকুৱা কথা)? —এই আমাৰ আগত গৈ থকা (আদিত্যৰ) পদৰ স্বৰূপ গূঢ় হৈ আছে। এই আদিত্যৰ মূৰত বৰষুণৰ দিনত পানী ক্ষৰণ হয়। সুৰূপেৰে ঢাকি থোৱা পানী সৃষ্টি হোৱা বাটেৰেই পান কৰে (পানী শুকায় নাইকিয়া কৰে) আৰু স্বৰূপ ব্যাখ্যা কি আছে কোৱা ॥ ৭ ॥ মাকে বাপেকক ভজন কৰে,—ঋতৰ (নিয়মৰ) কাৰণে, ধীতিৰে (কৰ্ম্মৰে), প্ৰথমে মনেৰে সংশ্লিষ্ট হয়। মাকে গৰ্ভ হবলৈ ইচ্ছা কৰি গৰ্ভৰ ৰসেৰে বিদ্ধ হয়। পাচত নমস্কাৰ কৰে,—ভাবী (সন্তান) পাবলৈ ॥ পৰস্পৰ সম্যক বৃদ্ধি কৰি (সন্তান) পায়গৈ ॥ ৮ ॥ মাকে অভিমত পূৰণ কৰিবলৈ বহন কৰাত যুক্ত হয়। গৰ্ভত থকা পানীৰ ভিতৰত, মাজত থকা পুত্ৰই তিনিফালে শব্দ কৰি ওলায় বিশ্বৰ ৰূপ পৃথিৱী দেখে ॥ ৯ ॥ এজনৰ (কালৰ) তিনিজনী মাক। তিনিজন পিতা—অতি ওচৰত থাকে। এওঁক গ্লানি নকৰে। দ্যুলোকৰ ওপৰত বিশ্ববিদ্ সৰ্ব্বব্যাপী বাক্যেৰে (গাজনীৰে) এওঁৰ (আদিত্যৰ) বিষয় গুপ্ত মন্ত্ৰণা কৰে ॥ ১০ ॥ ঋতৰ (সময়ৰ) চক্ৰ বাৰদাল শলামাৰিৰে (বাৰমাহ) দ্যুলোকৰ কেউফালে আবৰ্ত্তন কৰে (ঘূৰে)। সেই চক্ৰ জৰাবৰ্জিত (নমৰে)। হে অগ্নি, এই তোমাৰ চক্ৰৰ যুৰিয়াকৈ সাতশ একুৰি পুত্ৰ আছে। (পুত্ৰ=দিন—ৰাতি=৩৬০+৩৬০=৭২০ অহোৰাত্ৰ) ॥ ১১ ॥ পাঁচ ভৰিৰ পিতাই বাৰ আকৃতিৰে (বাৰ মাহ) প্ৰিয় কৰা দ্যুলোকৰ সিফালৰ অৰ্দ্ধত থাকে বুলি কয়। এইটোকে অন্য বিচক্ষণ মানুহে ওপৰৰ সম্বৎসৰত আছে বুলি কয়। তাৰ সাতোটা চকৰি (আৰু) ছদাল মাৰি (শলা) (পাঁচ ভৰি=হেমন্ত আৰু শীত কাল এক ঋতু ধৰিলে ৫ ঋতু হয়। সাতোটা চকৰি=সপ্ত ৰশ্মি, ছদাল মাৰি=সম্পূৰ্ণ ছয় ঋতু। এয়া সায়নাচাৰ্য্যৰ মতে) ॥ ১২ ॥ পাঁচদাল শলাৰে (spoke=ঋতু) সজা চকৰি পুনঃ পুনঃ আবৰ্ত্তন কৰি (সম্বৎসৰ ৰূপেৰে) থকা তাত (কালচক্ৰত) সকলো ভুবন স্থিত হৈছে। চক্ৰৰ মাজত থকা অক্ষই (axle) বহুত ভাৰ বহন কৰিও দুঃখ নেপায়। সদায় চলি থকা একে নাভিৰেও ভাগি নেযায় ॥ ১৩ ॥ বাহিৰৰ বলয় (চকৰিৰ মেৰ) লগা চকৰি সদায় পুনঃ পুনঃ আবৰ্ত্তন কৰে। ওপৰলৈ যাওঁতে দহ দিকত (লোকপালে) নিজ নিজ কামত যুক্ত কৰি ফুৰাইছে। সেই সূৰ্য্যৰ চকুৰে দেখা কাম বৰষুণেৰে আবৃত কৰি ৰাখে। সেই সূৰ্য্যৰ মণ্ডলত সকলো ভুবন স্থাপিত হৈছে ॥ ১৪ ॥ একৰ (আদিত্যৰ) পৰা উৎপন্ন সপ্তম ঋতু একেলগে হোৱা বুলি (কালচক্ৰবিদে) কয়। ছটা মাত্ৰ ঋতু ঋষিসকলে (গণনা কৰাসকলে) দেবতাৰ (আদিত্যৰ) লগত উৎপন্ন বুলি কয়। সেই ঋতুবিলাকৰ স্বৰূপ সকলোৰে মতে সেই সেই ঠাইত থোৱা হৈছে। —ৰূপ ভেদ বেলেগ কৰা হৈছে। সেইমতে অধিষ্ঠান কৰি চলি আছে ॥ (সপ্তম ঋতু=মলমাস) ॥ ১৫ ॥ মোৰ যি স্ত্ৰী আছে সেই-সেইবিলাকক পুৰুষ বুলি কয়। সেই ৰশ্মিবিলাকক স্ত্ৰী বুলি কয়। ই অতি গূঢ়তত্ত্ব বিষয়। কোনো মহান জনে জানে। স্থূল (অন্ধ) বুদ্ধিৰে নেজানে। যি ক্ৰান্তদৰ্শী (কবি) পুত্ৰ সি হে (প্ৰকৃত) পুত্ৰ—সকলো জানে। যি কোনোৱে সেয়া জানে সি (হে) পিতা—তাৰো পিতা আদিত্য হয় ॥ ১৬ ॥ গৰুজনীয়ে তলত দুটা ভৰি দি প্ৰসৱ কৰিলে। আৰু বাকী দুটা ভৰি ওপৰত আছিল। এনে কৰি গৰুজনী ক'লৈ গল? কোনেনো আধা বাট আহি আঁতৰি গ'ল? কোন ঠাইত পোৱালী দিলে? এই গৰুজনীয়ে জাকৰ মাজত

পোৱালী নিদিয়ে (এই ঋকেৰে হোম দিয়া অগ্নিক আৰু আদিত্যৰ ৰশ্মিসমূহ গো ৰূপেৰে স্তুতি কৰিছে) ॥ ১৭ ॥ তলত থকা এওঁৰ (আদিত্যৰ) পিতাকক পৰৰ লগত থকা যি জানে আৰু পৰত (ওঁতৰত) থকা এই পিতাকক যি জনে জানে সেইজনে মেধাবীৰ দৰে আচৰণ কৰি ইহলোকত কোনে কব পাৰে বুলি কয় । দেৱতাক বিচৰা মন ক'ত উৎপন্ন হ'ল ? । ১৮ ॥ যি তললৈ যোৱা, সেয়ে ওপৰলৈ যোৱা বুলি কয় । হে সোম আৰু ইন্দ্ৰ, তোমালোকে যি মণ্ডল পৰিভ্ৰমণ কৰা, সেই লোকৰ মানুহক যেনেকৈ ৰথৰ ধুৰা (ৰথে) বহন কৰে তেনেকৈ বহন কৰি নিয়া ॥ ১৯ ॥

*সমান বন্ধুত্বৰ দুটা চৰাই সমান (একেজোপা) গছত আশ্ৰয় লৈ বহি আছে । তাৰে এটাই সোৱাদ পিপ্পলৰ গুটি এটা খাইছে । ইটোৱে নেখাই চাই আছে ॥ ২০ ॥ (সায়নৰ মতে—এই মন্ত্ৰত জীৱাত্মা আৰু পৰমাত্মাৰ সম্বন্ধ দেখুৱাইছে । একে শৰীৰতে জীৱাত্মা আৰু পৰমাত্মাই কেনেকৈ বেলেগ বেলেগ কামত ব্যস্ত থাকে তাকে দেখুৱাইছে । গুটি খোৱাটো জীৱাত্মা—তেওঁ মোহান্ধ; নোখোৱাকৈ থকা চৰাই টোয়েই পৰমাত্মা তেওঁ নিৰ্ব্বিকাৰ । মুণ্ডক উপনিষদত এই কথা উল্লেখ আছে) ॥

য'ত চৰাইয়ে অমৃতৰ ভাগ অনবৰত নিজ জ্ঞানেৰে খাইছে; যি সকলো ভুবনৰ ৰক্ষা কৰাজন—স্বামী, তেওঁ (ঈশ্বৰ) ধীৰ, অপ্ৰজ্ঞ মোক (এইবোৰৰ) ভিতৰত পেলাই দিছে (ঋষিয়ে কৈছে, ময়েই সেই গুটি খোৱা চৰাই—ঈশ্বৰে লোভ দেখুৱাই লটিঘটিখন কৰিছে) ॥ ২১ ॥ যি গছত মধুৰ ফল খোৱা চৰাই সোমায়হি—আৰো পুৱা সকলোৰে ওপৰত (গছৰ) আগত সোৱাদ পিপ্পলৰ গুটি আছে বুলি কয় আৰু জগতৰ পিতাক উপাসনা নকৰে সি সেই ফল নেপায় ॥ ২২ ॥ যি গায়ত্ৰীত—গায়ত্ৰী ছন্দ স্থাপিত, যি ত্ৰিষ্টুভত তিনিটাৰ স্তোভ্ (গীতালাপ) কৰিব পৰা হয়, সকলো ওপৰলৈ যাবলগীয়া যি জগতী পদ আছে, য'ত এই তিনিওৰে স্থান আছে বুলি যি দৰে জানে সি অমৃতত্ব পাই (গায়ত্ৰীৰ প্ৰাতঃসবনৰ ওপৰত গায়ত্ৰী ছন্দৰ পদ আছে । ত্ৰিষ্টুভত মাধ্যন্দিন সবনত ত্ৰিষ্টুভ্ ছন্দৰ পদ আছে । জগতী তৃতীয় সবনত জগতী ছন্দৰ প্ৰয়োগ আছে । যি এই-বিলাক জানে সি অমৃতত্ব লাভ কৰে—(ঐতৰীয় ব্ৰাহ্মণ ১—৯) ॥ ২৩ ॥ গায়ত্ৰী ছন্দেৰে অচৰ্না কৰা প্ৰত্যেকটো এই লক্ষণৰ মন্ত্ৰেৰে সাম হয় । দুটা বা তিনিটাৰ ত্ৰিষ্টুভ্ মন্ত্ৰেৰে ত্ৰিষ্টুভ্ (বাক্) হয় । দ্বিপদী ছন্দ, বিৰাট ছন্দ দুই পদত অনুবাক্ হয় । চতুষ্পদী ছন্দ অনুষ্টুভ্ হয় । আখৰেৰেই সাতোটা ছন্দ হয় ॥ ২৪ ॥ তেওঁ জগতী ছন্দেৰে স্বৰ্গৰ নৈ স্তুতি কৰিলে । সূৰ্য্যক ৰথন্তৰ সামৰ দ্বাৰা স্তুতি কৰা প্ৰজাপতিয়ে দেখিলে । গায়ত্ৰীৰ তিনিপদ বুলি কয় । সেইবাবে বল আৰু মহত্বৰে গায়ত্ৰী ছন্দই সকলোকে অতিক্ৰম কৰিলে ॥ ২৫ ॥ মই খিৰাবলগীয়া গৰুজনী আহ্বান কৰিছোঁ । তাই ভাল গাখীৰ দিয়ে । সেই গৰুজনী ভাল হাতৰ খিৰাওতাই খিৰাওক । সেই অৰ্থে সবিতাই আমাক প্ৰশস্ত গাখীৰ দিয়ক । সেইবাবে অভিদীপ্তক আহ্বান কৰো বুলি কৈছো ॥ ২৬ ॥ বসুপত্নীয়ে (বহুত ক্ষীৰাদি দিয়া ধন পালিকাই) মনেৰে পোৱালীক পাবলৈ (ইচ্ছা কৰি) হিং শব্দ কৰি মাতি আহিলে । তাইক অঘ্ন্যা (বধ কৰিব নোপোৱা) গৰুক অশ্বিনী দুজনৰ কাৰণে খিৰাওক । এনেকুৱা মহৎ সৌভাগ্যৰ কাৰণে বাঢ়ি থাকক ॥ ২৭ ॥ গৰুজনীয়ে চকু মুদি লৈ পোৱালীটো পাই শব্দ কৰিছে । পোৱালীটোৰ মূৰ মাকে হিং শব্দ কৰি চেলেকিছে । পোৱালীটোৰ কোৰাৰীত বৈ যোৱা ফেন আৰু ঘাম দেখি শব্দ কৰিছে । পোৱালীক বহুত গাখীৰ পিয়াই দিছে ॥ ২৮ ॥ গোহালীত থাকি পোৱালীয়ে অব্যক্ত শব্দ কৰিছে আৰু মাকে তাক আবৰি ধৰিছে । তেনেকুৱা জ্ঞানেৰে তাই মানুহক নীচ কৰি দিছে । বহুত গাখীৰ দিয়া গৰুৱে নিজ ৰূপ প্ৰকাশ কৰিছে ॥ ২৯ ॥ যাৰ প্ৰাণ আছে সেই জীৱই নিজ কামলৈ খৰকৈ যায় আৰু দৃঢ়ৰূপে ঘৰৰ ভিতৰত শোৱে । মৰা জীৱই পূৰ্ব্বৰ একে যোনিৰ পৰা উৎপত্তি হোৱা জীয়াই থক বিলাকৰ পৰা স্বধাৰে দিয়া অন্নৰে প্ৰবৰ্ত্তন হয় ॥ ৩০ ॥ মই এই অধিনায়কক ওপৰৰ আকাশ মাৰ্গত কেতিয়াও নোবোৱাকৈ (আগবেলা) আমাৰ ফালে অহা (আৰু সন্ধ্যাত) সিফালে যোৱা দেখিছো । সেই সূৰ্য্য (পুব আদি) মহাদিশত যোৱা আৰু (অগ্নি কোণাদি) কোন দিশত যোৱা নিজ পোহৰেৰে ঢাকি ভুবনৰ মাজত পুনঃ পুনঃ (উদয় অস্ত হৈ) ঘূৰি ঘূৰি (অহা-যোৱা) কৰি আছে ॥ ৩১ ॥ যি জনে এই গৰ্ভ (বাস) কৰে—তেওঁ ইয়াৰ তত্ত্ব নেপায় । যি মাকৰ গৰ্ভত থকাত দেখে তাৰ পৰাও আঁতৰি যায় । যি সংসাৰ কৰি থাকে তেওঁ নেজানে । তেনেকুৱাবিলাকে মাকৰ গৰ্ভত বহুতবাৰ জন্ম হয় ॥ ৩২ ॥ মোৰ দ্যুলোক জন্মদাতা পিতা । নাভিৰূপ ভূমিত ইয়াৰ বস আছে ।

বহ্নু মহতী পৃথিবী মোৰ আই। উৰ্দ্ধত দ্যাবাপৃথিবীৰ মাজত থকা যোনি, ইয়াত পিতাই দূৰত থকা গৰ্ভত ধাৰণ কৰিলে ॥ ৩৩॥

(হে যজমান) মই তোমাক শুধিছো যে পৃথিবীৰ অন্ত ক'ত? ভুবনৰ নাভি ক'ত? বৰ্ষণ কৰা ঘোঁৰাৰ ৰেতঃ ক'ত? বাক্‌ৰ পৰম স্থান ক'ত? ॥ ৩৪॥

(যজমানে কৈছে) এই বেদীয়েই পৃথিবীৰ অন্ত (ঠাই)। এই যজ্ঞই ভুবনৰ নাভি। এই বৰ্ষক সোম ঘোঁৰাৰ ৰেতঃ। এই ব্ৰহ্ম বাক্যৰ পৰম ৰক্ষকৰ স্থান ॥ ৩৫॥

সপ্ত ৰশ্মিয়ে আধা বছৰে গৰ্ভ ধাৰণ কৰি (বৰষুণ দি) ভুবনৰ ৰেতঃ ৰূপ হৈ বিষ্ণুৰ জগৎ ধাৰণৰ কামত প্ৰবৃত্ত হৈ আছে। সেইবিলাক জ্ঞানৱন্ত হৈ সকলোতে ব্যাপ্ত হৈ আছে। সেইবিলাকেই বুদ্ধিযুক্ত হৈ সকলোতে ব্যাপী আছে ॥ ৩৬॥ যদিওবা এই বিশ্ব জগত মই হওঁ (সোহং হওঁ) মই নেজানো। মই মূঢ়মতি, অবিদ্যাৰে (অজ্ঞানেৰে) আবদ্ধ। বহিৰ্মুখী (বিক্ষিপ্ত—চঞ্চল) মনেৰে সঞ্চৰণ কৰি ফুৰিছো। যেতিয়া ঋতৰ (পৰমাৰ্থৰ) প্ৰথম ভাব ওপজে তেতিয়াহে কথাৰ অৰ্থ বুজিব পাৰো ॥ ৩৭॥

অমৰ্ত্ত্য (নিত্য) আৰু ভূতাত্ম (অনিত্য) দেহেৰে একে অন্নকে উপভোগ কৰি ধৰি ৰাখি বেয়া কাম কৰি অধঃপতন হয় আৰু ভাল কাম কৰি উৰ্দ্ধগতি হয়। একেলগে থাকি এইকেটা ভাগ হৈ ইহলোকত যেনিতেনি গৈ তাৰ ফল ভোগ কৰে। আৰু পৰলোকতো তাৰ ফল ভোগ কৰে ॥ ৩৮॥

ঋক্ আখৰৰ পৰমব্যোমত সকলো দেৱতা আশ্ৰয় লৈ আছে। যি মানুহে তেনেকৈ নেজানে, শব্দাৰ্থ সংযোজনাৰে (মাত্ৰ আখৰ আৰু শব্দৰ অৰ্থ কৰি লৈ) কি কৰিব পাৰে? যি সেই তত্ত্ব জানে তেওঁবিলাকহে (জ্ঞানী) সমাজত থাকিব পাৰে ॥ ৩৯॥ হে অঘ্নী, (বধ কৰিব নেপায়) গাইগৰু, তুমি ভাল ঘাঁহ খোৱা:—ভগৱতী (দুগ্ধৱতী=গাখীৰৱতী) হোৱা। (তেতিয়া) আমিও বহুত ধন পাম। সদায় চৰি ফুৰি ভাল ঘাঁহ খোৱা আৰু নিৰ্ম্মল পানী খোৱা ॥ ৪০॥ (তুমি) গৌৰী (মধ্যম বাক্) শব্দ কৰিছা। বৰষুণৰ পানী গোট খুৱাই লৈ এক পদী, দুই পদী, চাৰি পদী, আঠ পদী, ন পদী আৰু বহুত পদী বাক্ (শব্দ) উৎপাদন কৰি পৰম ব্যোমত বিচৰণ কৰিছা ॥ ৪১॥ সেই গৰুজনীৰ পৰা মেঘ হৈ বহুত পানী পৰিছে। তাৰেই চাৰি দিশ উৎপত্তি হৈছে। তাত থকা পুকৰ জীয়াই থাকে। তাৰ পৰা (শস্যাদি হৈ) জগৎ জীয়াই থাকে ॥ ৪২॥

গোবৰৰ খুটিৰ ধোঁৱা দূৰত দেখিছো। ধোঁৱাৰে আবৰি থকা অগ্নি দেখিছো। ফল থকা বগা (সোম) ঋত্বিক্‌সকলে পাক্ কৰিছে। সেই ধৰ্ম্মই প্ৰথম ধৰ্ম্ম হল (৪ৰ্থ পদ পুনঃ ৫০ ঋকত আছে) ॥ ৪৩॥ চুলি থকা তিনি জন, ঋতুত (সময়ে সময়ে) দেখা যায়। তাৰ মাজৰ এজনে (অগ্নিয়ে) বছৰ পূৰা হলে (নাপিতে চুলি কটাদি) কাটে। অন্য এজনে (সূৰ্য্যই) গোটেই জগৎ প্ৰকাশ কৰি কেউফালে চাই। এজনৰ (বায়ুৰ) গতি দেখা যায় ॥ ৪৪॥

বাক্‌ৰ (বাক্যৰ) চাৰিটা ভাগ হৈ বিভক্ত হৈছে। বেদবিদ মনীষি সকলে সেই কেইটা জানে। তিনিটা ভাগ গুহাত থাকি প্ৰকাশ নকৰে। চতুৰ্থ বাক্ (কথা) মানুহে কৰা ॥ ৪৫॥ (এই চাৰিটা বাক্‌ৰ ভাগ—পৰা, পশ্যন্তি, মধ্যমা আৰু বৈখৰী। কথা কবলৈ মন হোৱা মাত্ৰে মূলাধাৰত শব্দ জাগৃত হয়। জাগ্ৰত হৈয়েই স্বাধিষ্ঠান চক্ৰলৈ উঠি আহে। তাৰ প্ৰবল হলেই হৃদয়ৰ অনাহত চক্ৰলৈ বাক্য উঠি আহে আৰু কথা কোৱাৰ লগে লগেই বিশুদ্ধ চক্ৰ, আজ্ঞা, আৰু সহস্ৰাৰ ভেদ কৰি মুখেৰে প্ৰকাশ হয়। এই বিষয় ষট্‌চক্ৰ নিৰূপন গ্ৰন্থত আছে)।

এওঁক ইন্দ্ৰ, মিত্ৰ, বৰুণ অগ্নি বুলি কয়। এওঁ-স্বৰ্গত সুপক্ষ যুক্ত গৰুত্মান (গড়ুড়) বুলি কয়। একে জনকেই তেওঁক বিপ্ৰ সকলে বহুত ৰূপেৰে কয়। —অগ্নি, যম, বায়ু বুলি (ও) কয় ॥ ৪৬॥ (ই চূড়ান্ত বেদান্তৰ নিদৰ্শন—বেদ, উপনিষৎ আদি সকলোৰে শেষ সিদ্ধান্ত)।

ক'লা বৰণৰ নিয়মেৰে গৈ থকা মেঘৰ পানী হৰণ কৰা সুপৰ্ণ (চৰায়ে=সূৰ্য্যই) পানীৰে মেঘ পূৰণ কৰি ওপৰলৈ যায়। সেই ঋতৰ (আকাশৰ) ঠাইৰ পৰা আকৌ তললৈ আবৰ্ত্তন কৰে। ইয়াৰ পাছত পানীৰে পৃথিবী তিয়াই-বুৰাই দিয়ে ॥ ৪৭॥

বাৰটা পৰিধি, এটা চক্ৰ, আৰু তিনি ছটা (১৮টা) নাভি কাঠ। কোনে এই চক্ৰ জানে? এই চক্ৰৰ তিনিশ ষাঠিটা শঙ্কু (শলা spoke) দিয়া আছে। সেই চক্ৰ সদায় চলি থাকে ॥ ৪৮॥ ওপৰৰ ১১ ঋক চাওঁক—এইটোৱেই কাল চক্ৰ) ॥

হে সৰস্বতী, তোমাৰ দেহত থকা যি স্তন, যাৰে সুখৰ ভাব উৎপন্ন কৰা, যাৰে ভোগ কৰাক সকলো ধন দিয়া, যি (স্তনে) বস্তু ধাৰণ কৰে—বসু ধন দিয়া স্তন, সুদান কৰা স্তন তেনেকুৱা তুমি আমাৰ এই

( যজ্ঞ ) কৰ্ম্মত দিয়াটো কৰা ॥ ৪৯ ॥
যজ্ঞেৰেই দেবতায় যজ্ঞ কৰিছিল। সেই ধৰ্ম্মবিলাক মুখ্য ধৰ্ম্ম আছিল। সেই যজমানে মাহাত্মা যুক্ত স্বৰ্গ সঙ্গত কৰিলে ( পালে )। যি স্বৰ্গত সাধ্য দেবতা সকলে নিবাস কৰে ॥ ৫০ ॥ ( এই মন্ত্ৰ বিখ্যাত পুৰুষ সূক্তৰ শেষ মন্ত্ৰ—১০/৯০/১৬ ) ॥ এই পানীৰ ( অগ্নিৰে সৈতে ) একেই ৰূপ। কেতিয়াবা দিনত ওপৰলৈ যায়—কেতিয়াবা তললৈ যায়। মেঘেৰে পৃথিবীত সুখ দিয়ে। অগ্নিয়ে স্বৰ্গত সুখ দিয়ে ॥ ৫১ ॥ স্বৰ্গত উৎপত্তি হোৱা ভাল পাখীৰ চলি থকা চৰাই, বৃহৎ, পানীৰ গৰ্ভৰ, গছ-গছনি বিলাক চাই, ( সেইবিলাকৰ ভাললৈ ) বৰষুণ তৰ্পন কৰি পানী বহন কৰা ( সূৰ্য্য দেবতাক ৰক্ষণৰ কাৰণে পুণঃ পুণঃ আহ্বান কৰো ॥ ৫২ ॥

১৬৫ সূক্ত—ঋ ১৫ ।

ঋষি- ১/২/৪/৬/৮/১০ ১২ ইন্দ্ৰ; ৩/৫/৭/৯ মৰুতসকল; ১৩-১৫ মিত্ৰা বৰুনৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—মৰুত্বান ইন্দ্ৰ ॥

( এই সূক্ত ইন্দ্ৰ, মৰুৎ আৰু অগস্ত্যৰ কথোপকথন। যি কৈছে তেৱেঁই ঋষি; যাক কৈছে তেৱেঁই দেবতা। ( ইন্দ্ৰই কৈছে ) সমান বয়সৰ, সমান ঠাইৰ এই মৰুত সকল কি অজানা শোভাৰে, সকলোৱে একে ৰূপৰ মাহাত্মা যুক্ত ( হৈ ) মানুহক সিঞ্চন কৰিছে? এই মৰুতসকল কি মনেৰে কোন দেশৰ পৰা আহিল? বৰ্ষণ কৰা সকলে ( দাতৃ সকলে ) বল বিচাৰি আৰু ধন বিচাৰি কি অৰ্চনা কৰিছে? ॥১॥ সেই ডেকা মৰুত সকলে কাৰ হবি সেবন কৰিছে? কোনে যজ্ঞলৈ এওঁবিলাকক ঘূৰাই আনিছে? অন্তৰীক্ষত শেনৰ দৰে বেগেৰে গৈ থকা এওঁবিলাকক কোনে মহৎ মনেৰে ৰখাব পাৰিব? ॥ ২ ॥ ( মৰুত সকলে কৈছে ) হে সৎপতি, তুমি পূজনীয় ( অনুচৰ যুক্ত ) হৈও অসুহায় ( অকলশৰে ) কি কাৰণত কৈছা? তোমাৰ এইবোৰ কি কথা, ( অনুচৰ নাই নেকি )? আমি গৈ থাকোতে তুমি সুধিছা। হে হবি ঘোঁৰাযুক্ত ইন্দ্ৰ, তোমাৰ যি ( কব লগীয়া ) আছে, সেয়া আমাক ভাল বচনেৰে কোৱা ॥ ৩ ॥ ( ইন্দ্ৰই কৈছে ) হবি বিলাক মোৰ; স্তুতি বিলাকেও মোৰ সুখ কৰে। চেপা সোম মোৰ। বাটত যাওতে মোৰ বজ্ৰই ( বাৰুসাদি ) মাৰি যায় ( -নমৰাকৈ ঘুৰি নাহে যজমানে মোকেই প্ৰাৰ্থনা কৰে। যজ্ঞ মোলৈকে কামনা কৰে। মোৰ এই হৰি ঘোঁৰাই যজ্ঞ পাবলৈ মোক লৈ গৈছে ॥ ৪ ॥ ( মৰুত গণে কৈছে ) হে ইন্দ্ৰ, এই কাৰণে আমিও মহৎ তেজেৰে দীপ্ত হৈ বলেৰে বলবান ঘোঁৰা লগাই থৈছো ( আৰু এতিয়া তোমাৰ লগত হবি আদি খাবলৈ ) এই ঘোৰা ঘুৰি দিম। হে ইন্দ্ৰ, আমাৰ বল অনুভব কৰিছা ( আমি দিয়া পানীৰ পৰা হবি আদি পাইছা ) ॥ ৫ ॥ ( ইন্দ্ৰই কৈছে ) হে মৰুতগণ সেই স্বধা (বল) কি আছিল? ( নাছিল এই ভাব ) যাক একমাত্ৰ মোক বৃত্ত বধ কৰোতে ( মেঘক মৰা সময়ত ) একে লগে আছিলা? উগ্ৰবলী মইহে বিশ্বৰ শত্ৰু মেঘক বধৰ কৌশলেৰে বশ কৰিছিলো ॥ ৬ ॥ ( মৰুত গণে কৈছে ) হে ইন্দ্ৰ, বৃষভৰ দৰে, তুমি বহুত কৰিছা। আমি সমানেৰে যুক্ত হৈ হে কৰিছো। হে বলবান, আমি বহুত ( তোমাতকৈ বেচি ) কাম কৰিছো। হে ইন্দ্ৰ, কৰ্ম্মেৰে বৰষুণ আদি দিওঁৱা কাম কৰো—( কাৰণ আমি মৰুত ) ॥ ৭ ॥ ( ইন্দ্ৰই কৈছে ) হে মৰুৎসকল, মই নিজ খং আৰু বলেৰে বলবান হৈ সকলোৱে মনোৰথৰ আহলাদ কৰ, ভালকৈ বৈ যোৱা পানী বৃত্ৰক বধ কৰি উলিয়াই দিলো —(কাৰণ) মই বজ্ৰবাহু ॥ ৮ ॥ ( মৰুৎগণে কৈছে ) অ' ( মনত পৰিছে )। হে মঘবন্ ইন্দ্ৰ, তোমাৰ আগত কোনো তিষ্ঠিব নোৱাৰে ( ই সত্য )। তোমাৰ দৰে বিদ্বান দেবতা নাই। হে অতি বলী ইন্দ্ৰ, কোনো মানুহ বা দেবতাই তুমি কৰা দৰে কৰিব নোৱাৰে ॥ ৯ ॥ ( ইন্দ্ৰই কৈছে ) একমাত্ৰ মোৰ হে যেনি তেনি যাব পৰা বল আছে। যি কাম কৰিবলৈ মন কৰো ( মনস্থ কৰো ) তাক তৎক্ষণাৎ কৰো। হে মৰুৎগণ, মই উগ্ৰ বল জানো। যি বিলাক ধন বস্তু মই জানো সেই সকলোৰে মই ঈশ্বৰ ( গৰাকী ) ॥ ১০ ॥ হে মৰুত সকল, তোমালোকে মোক এই ( পানী উৎপাদন কৰা ) যজ্ঞৰ বিষয়ে স্তোত্ৰেৰে মোদন কৰিছা। হে নেতা সখা সকল, তোমালোকে যি শুনিবৰ উপযুক্ত ব্ৰহ্ম মন্ত্ৰ কলা ( সেই সকলো বিলাক ) কামবৰ্ষী ইন্দ্ৰলৈ ( মোলৈ ), সুযজ্ঞলৈ, তোমালোকৰ সখালৈ, সখা তোমালোকলৈ একশৰীৰ মোৰ শৰীৰলৈ হওক ॥ ১১ ) হে মৰুতসকল, তোমালোকে এই যে মোৰ প্ৰতি প্ৰীত হৈ ওচৰত থাকি কীৰ্ত্তি যশস্যা গালা, হে সোণবৰনীয়া, তোমালোকে মোক প্ৰকাশ কৰি নিশ্চয় যশেৰে সৈতে আবৰি পেলালা ॥ ১২ ॥ ( অগস্ত্যই কৈছে ) হে মৰুতসকল তোমালোকক ইয়াত কোন মানুহে পূজা কৰিছে যে সকলো সখাৰ দৰে প্ৰিয়ংকাৰী হৈ সখাৰ দৰে যজমানৰ

পিনে গৈছা। হে বিচিত্ৰ মৰুত সকল, তোমালোকে মননীয় ধন সকলো পোৱা হৈছা আৰু মোৰ এই মৰণ-ৰহিত কথা জনা হৈছা ॥ ১৩ ॥ হে মৰুত সকল, তোমালোকক পৰিচৰণ কৰা, মননীয় স্তোত্ৰেৰে অপৰ্য্যাপ্ত পৰিচৰণ কৰা বিদূষে এই বৃদ্ধি কৰিছে। হে মৰুত-সকল, তোমালোকে মেধাৱী যজমান মোৰ ফালে আহাহি। এই ব্ৰহ্ম কৰ্ম্ম উদ্দেশ্য কৰি স্তোতাই তোমালোকক অৰ্চনা কৰিছে ॥ ১৪ ॥ হে মৰুতসকল, তোমালোকৰ (প্ৰীতিৰ কাৰণে) এই স্তুতি বাক্য। এই গান তোমালোকৰ অৰ্থে। স্তুতিৰে মোদন কৰিবলৈ মাননীয় স্তুতি কৰ্ত্তাই ইচ্ছা কৰিছে যে তোমালোক আহিবা। আমিও (তোমালোকৰ পৰা) অন্ন, বল আৰু জয়যুক্ত দান পাম ॥ ১৫ ॥

## ১৬৬ সূক্ত—ঋ ১৫।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—জগতী; ১৪/১৫ ত্ৰিষ্টুভ্। দেৱতা—মৰুতসকল।

হে মৰুৎসকল, হৰ্ষ উৎপাদন কৰিবলৈ তেনেকুৱা পূৰণি মাহাত্মৰ কথা, ফলবৰ্ষী যজ্ঞৰ কথা জানিবলৈ সোনকালে কম। যাওঁতে শব্দ কৰা, সকলো কৰ্ম্মক্ষম, যজ্ঞলৈ যাবলৈ প্ৰস্তুত হৈ থকা, জ্বলা খৰিৰ দৰে বল কৰা কেইজনক যুদ্ধৰ দৰে (যুদ্ধত কৰা দৰে) স্তুতি কৰিম ॥ ১ ॥ নিতৌ প্ৰিয় পুত্ৰৰ দৰে মধু ক্ষৰণ কৰা মৰুত সকলে, যাগত ৰাক্ষস মৰা, ধেমালী কৰা সকলে, বিহৰণ কৰিছে। হবিৰ কৰ্ত্তা নমস্কাৰেৰে স্তৱ কৰা ৰুদ্ৰৰ পুত্ৰ সকল (আমাৰ) ৰক্ষণৰ নিমিত্তে আহিছে। নিজ বলেৰে মৰুতে ক্লেশ নিদিয়ে ॥ ২ ॥ হবি আদি দিয়া যজমানক ৰক্ষা কৰোতা, মৰুত সকলে ধনৰ আৰু পশুৰ পুষ্টি সাধন কৰিবলৈ দিছিল। এই যজমানক সখাৰ দৰে হিত আচৰণ কৰি সুখৰ ভাব কৰোৱা মৰুত সকলে বহুত পানী সিঁচি দিয়ে ॥ ৩ ॥ হে মৰুত সকল, তোমালোকৰ ঘোঁৰা বিলাকে নিজ বলেৰে মানুহক চাকি দিয়ে। তোমালোকৰ ঘোঁৰাই নিজে নিজেই ৰথত যুক্ত হয়। (তোমালোকৰ) আগমনত সকলো ভুৱনে আৰু ঘৰ বিলাকে ভয় কৰে —(কাৰণ) যুদ্ধলৈ যোৱা অদ্ভুত গমন দেখি ভয় কৰে ॥ ৪ ॥ অতি বেগাই যাওঁতে মৰুতসকলে যেতিয়া পৰ্ব্বতত শব্দ কৰি যায় বা অন্তৰীক্ষৰ ওপৰ ভাগ মানুহৰ হিতৰ কাৰণে জোকাৰি যায়, তেতিয়া তোমালোকৰ গমনত সকলোবিলাক গছে ভয় কৰে আৰু সৰু গছ-গছনি বিলাকে ৰথত উঠি যোৱা মাইকী মানুহৰ দৰে ইফালে সিফালে জোকাৰ খাই ॥ ৫ ॥ হে উগ্ৰবলী মৰুতগণ, তোমালোকে ভাল মনেৰে অহিংসিত সজ্জ হৈ আমাক সুবুদ্ধি দিয়া। যি সময়ত তোমালোকে কামুৰিব পৰা চোকা দাঁতেৰে মেঘক কামোৰা তেতিয়া পশুলৈ ভালকৈ প্ৰহাৰ কৰা মাঠিৰ দৰে মাৰি পথিয়াই মেঘ ধ্বংস কৰা ॥ ৬ ॥ দীৰ্ঘস্থায়ী দান দিওঁতা, ভ্ৰষ্ট নোহোৱা দান দিওঁতা, অত্যন্ত ফল দাতা, যাগত ভালকৈ স্তুত হোৱা, সোমপান কৰিবৰ মনেৰে বীৰ ইন্দ্ৰৰ প্ৰথম পৌৰুষৰ কাম বিলাক মৰুত সকলে জানি (ইন্দ্ৰক) অৰ্চনা কৰি স্তুতি কৰে ॥ ৭ ॥ হে মৰুত সকল, অসংখ্য শত্ৰুৰ ভোগ কৰা নগৰৰ পৰা আমাক ৰক্ষা কৰা। কুৎচিত পাপৰ পৰা ৰক্ষা কৰা। হে উগ্ৰবলী মৰুৎগণ, বেগবান, মহান, তোমালোকে আমাৰ পুত্ৰৰ পুষ্টিৰ কাৰণে এনেকৈ ৰক্ষা কৰা ॥ ৮ ॥ হে মৰুত সকল, তোমালোকৰ ৰথত সকলো ভোগ্য বস্তু আছে। তোমালোকৰ বহুত পৰস্পৰ স্পৰ্দ্ধা কৰিব পৰা বল আছে। তোমালোকৰ বাটৰ মূৰত বিশ্ৰাম কৰা ঠাইত খোৱা বস্তু আছে। ৰথত লগোৱা অক্ষত (axle) চকৰি সমানে লাগি আছে ॥ ৯ ॥ হে মৰুত সকল, নৰৰ হিতৰ কাৰণে হাতত বহুত মঙ্গলময় ধন ধাৰণ কৰিছা। বুকুত কান্তিমান, সুস্পষ্ট ৰূপ বিশিষ্ট সোণৰ অলঙ্কাৰ ধাৰণ কৰিছা। —বাহুত বগা মালা (লৈছা)। বজ্ৰৰ দৰে অস্ত্ৰৰ ক্ষুৰৰ দৰে ধাঁৰ কৰি লৈ, এই মৰুত সকল চৰাইৰ দৰে শ্ৰী (চেহেৰা) ধাৰণ কৰিছা ॥ ১০ ॥ অতি প্ৰভাৱৰ, মহৎ, ব্যাপ্ত, ঐশ্বৰ্য্যবান, আকাশত থকা নক্ষত্ৰৰ (তৰাৰ) দৰে দূৰৈত দেখা, আনন্দ কৰি থকা, সুজিহ্বাৰ, মুখেৰে শব্দ কৰি থকা (গান গাই থকা) মৰুতসকলে সখা ইন্দ্ৰৰ সৈতে কেউফালে স্তুত হৈ যজ্ঞলৈ আহিছে ॥ ১১ ॥ হে সুজন্মৰ মৰুতসকল, তোমালোকৰ মহত্ত্ব এনে যে তোমালোকৰ দান অদিতিৰ কামৰ দৰে বৰ দীঘল (বিস্তৃত)। তোমালোকে যি সুকৰ্ম্ম কৰা যজমানক আশাৰূপ ধন দিয়া তাক ইন্দ্ৰয়ো ত্যাগেৰে কুটিলতা নকৰে (বাধা নিদিয়ে) ॥ ১২ ॥ হে মৰুত সকল, তোমালোকৰ বন্ধুত্ব এনে যে অতীত কালৰ পৰা, হে অমৰ সকল, আমাৰ স্তুতি প্ৰাৰ্থনা ৰক্ষা কৰি আহা। তোমালোকৰ এই কৃপাযুক্ত বুদ্ধিৰে, স্তোতাৰ, কীৰ্ত্তি ৰক্ষা কৰি, নেতা তোমালোকে, কামেৰে আমাক সৰ্ব্বোত্তোভাবে জানা

॥ ১৩ ॥ হে বেগবন্ত মৰুতসকল, তোমালোকৰ মহৎ আগমনত আমি দীঘল যজ্ঞ কৰ্ম্ম বৰ্দ্ধিত কৰিম। যি আগমনত আমাৰ মানুহ বিলাকে সংগ্ৰামত বিস্তাৰ কৰিলে, সেই আগমনত এই যজ্ঞেৰে তোমালোকৰ সন্মুখত ব্যাপ্ত কৰিম ॥ ১৪ ॥ হে মৰুতসকল, এই স্তোত্ৰ, এই গান, মাননীয় স্তোতা মান্দাৰ্য্যাই স্তুতি কৰিবলৈ ইচ্ছা কৰি তোমালোকৰ শৰীৰ বৰ্দ্ধনৰ কাৰণে যাচি দিলে। আমিও যেন অন্ন, বল, আৰু দীৰ্ঘায়ু লাভ কৰিম ॥ ১৫ ॥

১৬৭ সূক্ত—ঋ ১১।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—মৰুতসকল, ১/১০-ইন্দ্ৰ।

হে ইন্দ্ৰ, তোমাৰ ৰক্ষণৰ প্ৰকাৰ হেজাৰ হেজাৰ-আমালৈ আহক। হে হৰিৱ, তোমাৰ সহস্ৰ প্ৰকাৰ অত্যন্ত বিচৰা অন্ন, সহস্ৰ ধন আমাক আমোদ কৰিবলৈ দিব লাগে আৰু সহস্ৰ চাৰিঠেঙীয়া জন্তু আমালৈ আহক ॥১॥ সুপ্ৰজ্ঞ তোমালোক মৰুতসকলে ৰক্ষণেৰে সৈতে, প্ৰশস্ত (মনিমুক্তাদি) ধনেৰে সৈতে আমাৰ ফালে আহা। এই মৰুত সকলৰ নিযুত নামৰ উৎকৃষ্ট ঘোঁৰাই সমুদ্ৰৰ সিপাৰৰ পৰা বহুত ধন ভাৰ বৈ আনিছে ॥ ২ ॥ ভালকৈ ধৰা, পানী সিচঁা, সোণবৰনীয়া, যাঠিদাল ধৰি, বিদ্যুতৰ দৰে, লুকাই থকা মাইকী মানুহৰ দৰে, জন সজ্যৰ মাজত যজ্ঞৰ স্তোত্ৰৰ দৰে, অন্তৰীক্ষত চলা মৰুত সকল, যজ্ঞ স্থানলৈ আহিছে ॥ ৩ ॥ শুভ্ৰ অলঙ্কাৰ পিন্ধি গৈ থকা মৰুতসকলে সাধাৰণ স্ত্ৰীৰ লগত মিলিত হৈ সিঁচা দৰে পানী (মেঘৰ পৰা) সিঁচি দিছে। ভয়ঙ্কৰ মৰুৎসকলে ৰোদসীক (দ্যাবাপৃথিৱীক) অপনুদন নকৰে কিন্তু দেৱতা সকলে মাদয়িতা মৰুত সকলক সখীত্বৰ কাৰণে বৃদ্ধি কৰে ॥ ৪ ॥ আউল বাউল চুলিৰে এই দীপ্তমতী মৰুত পত্নী ৰোদসীয়ে এই মৰুত সকলক সঙ্গম কৰিবৰ মনেৰে সেৱা কৰি, পৰিচৰণ কৰি, সূৰ্য্যাই (সূৰ্য্যৰ জীয়েকে) অশ্বিনী দুজনৰ ৰথলৈ অহা দৰে মৰুতসকলৰ ৰথলৈ অন্তৰীক্ষত গতি কৰি আহিলে ॥ ৫ ॥ যজ্ঞ আৰম্ভ হলত বৰষুণ দিবৰ কাৰণে এই ডেকা মৰুৎগণে যুৱতী ৰোদসীক ৰথত তুলি লৈছে। বলৱতী ৰোদসীয়ে নিয়মমতে তেওঁলোকৰ লগত মিলিত হয়। তেতিয়া অৰ্চনা কৰা মন্ত্ৰেৰে, হবি দিয়া, সোম চেপা যজমানে মৰুতৰ পৰিচৰ্য্যা কৰি স্তৱ কৰিছে ॥ ৬ ॥ মৰুতগণৰ মহিমা সকলোৰে প্ৰশংসনীয় আৰু অমোঘ। মই বৰ্ণনা কৰো শুনা। তেওঁ বিলাকৰ (পত্নী) ৰোদসী বৰ্ষণ কৰিবলৈ বিচৰা, অহঙ্কাৰিণী, আৰু অবিনশ্বৰা (স্থিৰা), এওঁ সৌভাগ্যযুক্ত উৎপত্তিশীল প্ৰজাক ধাৰণ কৰে ॥ ৭ ॥ হে মৰুতসকল, তোমালোকৰ লগৰ মিত্ৰা-বৰুণ আৰু অৰ্য্যমাই গৰ্হিত (অযথা) অনুষ্ঠানৰ পৰা ৰক্ষা কৰে। অপ্ৰশস্ত নষ্ট কৰে। দৃঢ় আৰু অচল বস্তু লৰাই দিয়ে। এই সময়ত, হে মৰুতসকল, তোমা-লোকৰ অনুকূলে পানী দান কৰা সকলে (মিত্ৰাদিয়ে) ৰক্ষা কৰে ॥ ৮ ॥ হে মৰুত সকল, আমাৰ ভিতৰত তোমালোকৰ বলৰ অন্ত, অতি দূৰ বা ওচৰত কোনেও নেপায়। সেই মৰুত সকলে ধৰ্ষণ কামেৰে বলেৰে বৰ্দ্ধিত হৈ পৰক বশ কৰা সামৰ্থ্যেৰে শত্ৰুক পানীৰ দৰে পৰাভৱ কৰে ॥ ৯ ॥ আজি আমি ইন্দ্ৰৰ প্ৰিয়তম হম। আমি কালিলৈ ঋত্বিক সকলেৰে সৈতে যজ্ঞত ইন্দ্ৰৰ মাহাত্ম্য কম। আমি আগতেও ইন্দ্ৰৰ মাহাত্ম্যৰ কথা কৈছিলো। প্ৰতিদিন কম। সেই বাবে হে ঋভুক্ষা (মহান) ইন্দ্ৰ, মানুহৰ প্ৰতি অনুগ্ৰহ কৰা ॥ ১০ ॥

১১ ঋক—১/১৬৬/১৫ ঋকৰ দৰে ॥ ১১ ॥

১৬৮ সূক্ত—ঋ ১০।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—১-৭ জগতী; ৮—১০ ত্ৰিষ্টুভ্। দেৱতা = মৰুতসকল;

হে মৰুতসকল, তোমালোকে সকলো যজ্ঞত সমান আগ্ৰহেৰে আহা। তোমালোকে আমাৰ সকলো কাম দেৱতাক পোৱাই দিয়া। তোমালোকক সুব্যাপ্ত দ্যাবা-পৃথিৱীৰ মহৎ প্ৰীতিৰ কাৰণে ভাল স্তোত্ৰেৰে আমাৰ ফালে আনিম ॥ ১ ॥ হে মৰুতসকল, তোমালোক কম্পবানৰ দৰে, নিজে নিজে উৎপত্তি হোৱা, নিজ বলেৰে অন্ন সাধন কৰি স্বৰ্গৰ ফালে যোৱা, বহুত গাখীৰ দিয়া গৰুৰ দৰে, সহস্ৰ পানীৰ উৰ্ম্মিমালাৰ দৰে ওচৰত বৰষুণৰ পানী সিচঁা ॥ ২ ॥ লহপহীয়া সোম-লতাৰ দৰে, অভিষৱ কৰাৰ পাচত পান কৰিলে যেনেকৈ পৰিচাৰকৰ দৰে হৃদয়ত কাম কৰে, মৰুত সকলেও ধ্যান কৰিলে তেনেকুৱা হয়। তেওঁবিলাকৰ বাহুলৈত অন্ন বিলাকে তিৰোতাৰ দৰে আলিঙ্গন কৰিছে। হাতত হাত বৰুণ কৰা আঙঠি আৰু কটাৰী

আছে ।। ৩ ।। এই মৰুত সকল লগে ভাগে দ্যুলোকৰ পৰা অনায়াসে আহিছে । হে অমৰ মৰুত সকল, তোমালোকে নিজে স্তুতি ৰূপেৰে প্ৰেৰণ কৰা ( স্তৱ কৰিবলৈ মানুহক প্ৰেৰণা দিয়া ) । মৰুতসকল নিষ্পাপী, বহুত যজ্ঞত আবিৰ্ভাৱ হোৱা আৰু দীপ্ত হৈ পৰ্ব্বত বোৰ দৃঢ় হলেও লৰাই দিয়া ॥ ৪ ॥ হে মৰুত সকল, মেঘক ভেদ কৰা, অস্ত্ৰৰ দৰে জিলিকা, তোমালোকৰ মাজত, জিভাৰে গাল দুখন লৰোৱা দৰে, কোনে তোমালোকক লৰচৰ কৰিব পাৰে । বৰষা মেঘৰ দৰে, বহুত ফল বাঞ্ছা কৰি যজমানে, দিনৌ অশ্ব যে'াৰাৰ ( সূৰ্য্যৰ ) দৰে তোমালোকক পৰিচালিত কৰে ।। ৫ ।। হে মৰুত সকল, তোমালোকে যি ( পানীৰ ) ঠাইৰ পৰা আহিছা, সেই ৰজোলোকৰ অন্ত ( পাৰ ) ক'ত আছে ? আদি বা ক'ত আছে ? তোমালোকে মুকলি বনৰ দৰে গোটখোৱা পানী স্থানচ্যুত কৰা আৰু বজ্ৰৰ দাৰে ( অস্ত্ৰেৰে ) পানী থকা মেঘ বিদীৰ্ণ কৰি পেলোৱা ।। ৬ ।। হে মৰুত সকল, তোমালোকৰ দান আৰু ধন সহায়বতী, সুখবতী, দীপ্তা, পৰিপক্কফলা, কৃষি কৰোতাৰ কৰ্ষণ, ভদ্ৰা, ধনী দাতাৰ দক্ষিণাৰ দৰে, শীঘ্ৰগামী, বীৰৰ বলৰ দৰে, সকলো অভিভব কাৰী শক্তিৰ দৰে ।। ৭ ।। মৰুত সকলৰ বজ্ৰঅস্ত্ৰেৰে অন্তৰীক্ষৰ পানী চালন কৰে,—যেতিয়া আকাশত শব্দ উঠে (মেঘে গৰজে) । যেতিয়া বিদ্যুতে জলমুৰকৈ প্ৰকাশ কৰে তেতিয়া পৃথিবীত মৰুতসকলে বৰষুণৰ পানী সি'চি দিয়ে ।। ৮ ।। পৃশ্নি দেৱীয়ে, দীপ্ত, চলি থকা, মৰুৎ সমূহ উৎপত্তি কৰিলে—সংগ্ৰামৰ কাৰণে । সেই একে ৰূপৰ মৰুত সকলে মেঘ সৃষ্টি কৰিলে—যি সকলোৱে ইচ্ছা কৰা অন্ন দেখুৱালে ।। ৯ ।।

১০ ঋক ১/১৬৬/১৫ ঋকৰ দৰে ।। ১০ ।।

## ১৬৯ সূক্ত—ঋ ৮ ।

ঋষি - মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য । ছন্দ - ত্ৰিষ্টুভ্ ; ২—চতুষ্পদা বিৰাট্ । দেৱতা—ইন্দ্ৰ ।

হে ইন্দ্ৰ, তুমি যে এই মৰুৎসকল মহৎ হলেও মৰমত এৰি দিয়া নাই—(সেই কাৰণে) তুমিও মহৎ,— তেওঁবিলাকৰ ৰক্ষক । হে মৰুত সকলৰ বিধাতা, তুমি সচেতন হৈ তোমাৰ অতি প্ৰিয় সুখ বিলাক আমাক দিয়া ॥ ১ ॥ হে ইন্দ্ৰ তুমি মৰুতসকলৰ লগ হলা । সকলো প্ৰজাক জনা তেওঁলোকে মানুহক ত্ৰাণ কৰে আৰু মেঘক ভালকৈ জানে । মৰুতৰ সেনাই প্ৰকৃত সুখৰ হেতু ধন লাভত ( যুদ্ধ ) জয় কৰোতে ইাহি আনন্দ কৰে ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ সেই ( বজ্ৰ নামৰ ) অস্ত্ৰ আমাৰ ( আমাালৈ বৰষুণ হবলৈ ) কাৰণে মেঘৰ ওচৰ পাইগৈ । মৰুতেও ( এই কামত ) চিৰকাল পানী বৰ্ষণ কৰি আহিছে । অগ্নিয়েও কৰ্ম্মৰ নিমিত্ত ভূত হৈ, দীপ্যমান পানীৰ মাজত দ্বীপ যেন হৈ হবি গ্ৰহন কৰে ॥ ৩ ॥ হে ইন্দ্ৰ. তুমি আমাক ( দানযোগ্য ) ধন দিয়া । আমিও ওজস্বী দক্ষিণাৰে সৈতে ধন দাতা তোমাক প্ৰীত কৰিম । তুমি বাঞ্ছ (স্তোতাই) তোমাক স্তুতি কৰিবলৈ বিচাৰিছে । মধুৰ গাখীৰৰ (পিয়াহৰ) কাৰণে মানুহে যেনেকৈ স্তন পৰিপুষ্ট কৰে সেই দৰে আমিও তোমাক অন্ন দি পুষ্ট কৰিছো ॥ ৪ ॥ হে ইন্দ্ৰ তোমাৰ ধন অতি সন্তোষ দিয়া । কোনো যজ্ঞ ইচ্ছা-কৰা যজমানৰ নিৰ্ব্বাহ কৰা সেই যজ্ঞত আগতে যাবলৈ বিচৰা মৰুত দেৱতা সকলে আমাক সুখ দিয়ক ॥ ৫ ॥ হে ইন্দ্ৰ তুমি মহৎ পানীৰ নেতা, —মেঘৰ ওচৰলৈ যোৱা অন্তৰীক্ষৰ স্থানত যত্ন কৰাগৈ । তোমাৰ সহায় কৰা মৰুত সকলৰ বহল খোজৰ সেই পহুৰ বৰণৰ ঘোঁৰাৰে যুদ্ধ মাৰ্গত থকা শত্ৰুৰ বল আক্ৰমন কৰিছে ॥ ৬ ।হে ইন্দ্ৰ, তোমাৰ ( সখা ) এই ভয়ানক, এক্ত্ৰ বৰ্ণৰ ( জিলিকি থকা ), খৰকৈ যোৱা, গতিশীল মৰুত সকলৰ গতিৰ শব্দ শুনা গৈছে । যি মৰুত সকলে নিজৰ মানুহক ৰক্ষণৰে, যুদ্ধলৈ ইচ্ছা কৰা ( শত্ৰুক ) নিজৰ প্ৰহাৰেৰে মাৰি পেলায় দিয়ে, যেনেকৈ ধৰ্ম্মৰাক মানুহে মাৰে ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি মানৱ কাৰণে বিশ্বৰ হিত কৰোতা মৰুতসকলৰ সৈতে, বোধ কৰা, আগত গৰজি থকা ( মেঘ ) বিদাৰণ কৰা । হে দেৱতা ইন্দ্ৰ, দেৱতা ( বা ঋত্বিক ) সকলে তোমাক স্তৱ কৰিছে । আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম ( এই প্ৰাৰ্থনা ) ॥ ৮ ॥

## ১৭০ সূক্ত—ঋ ৫ ।

ঋষি—১,৩,৪ ইন্দ্ৰ ; ৪ ইন্দ্ৰ বা অগস্ত্য ; ২।৫ মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য । ছন্দ—১ বৃহতী; ২-৪ অনুষ্টুপ্ ; ৫ ত্ৰিষ্টুভ্ । দেৱতা—ইন্দ্ৰ । ( এই সূক্ত ইন্দ্ৰ অগস্তীৰ কথোপকথন ) ।

( ইন্দ্ৰই কৈছে ) আজি যিটো নাই কালিলৈকো

সেইটো নাই। কোনে এই অদ্ভুত (বিপৰীতটো) জানে? অন্য লোকৰ মন অতি চঞ্চল—যি ভালকৈ অধ্যয়ন কৰা হয় তাকো পাহৰা হয় ॥ ১ ॥ (অগস্ত্যই কৈছে) অনপৰাধী আমাক কিয় বধ কৰিব খুজিছা? মৰুতসকল তোমাৰ ভায়েৰ। তেওঁলোকৰ সৈতে সুখেৰে যজ্ঞ ভাগ খোৱা। যুদ্ধৰ সময়ত আমাক বিনাশ নকৰিবা ॥ ২ ॥ (ইন্দ্ৰই কৈছে) হে ভাই অগস্ত্য, তুাম সখা হৈ মোক কিয় অপলাপ কৰিছা? আমি তোমাৰ মন বুজি পালো। তুমি আমাক একো নিদিয়া ॥ ৩ ॥ (ইন্দ্ৰ বাক্য বা কৌনোৱে অগস্ত্যৰ বাক্য বুলি কয়) বেদী প্ৰস্তুত কৰা। সম্মুখত অগ্নি জ্বলক। পাচত তুমি আৰু মই অমৃত প্ৰজ্ঞাপক বেদী বিস্তাৰ কৰিম ॥ ৪ ॥ (অগস্ত্যই কৈছে) হে ইন্দ্ৰ তুমি বহুত ধনৰ ধনপতি,—ঈশ্বৰ। মিত্ৰৰ মিত্ৰপতি। তুাম সকলোৰে আশ্ৰয়। তুমি মৰুতসকলক কোৱা যে আমাৰ যজ্ঞ সম্পন্ন হৈছে আৰু সময়মতে হব্য ভক্ষন কৰা ॥ ৫ ॥

## ১৭১ সূক্ত—ঋ ৬।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—ইন্দ্ৰ, ১।২—মৰুতসকল।

হে মৰুতসকল, মই নমস্কাৰেৰে স্তুতি কৰি, বেগবান তোমালোকৰ অনুগ্ৰহ ভিক্ষা কৰি (তোমালোকৰ) ওচৰলৈ আহিছো। হে মৰুতসকল, তোমালোকে জানিব লগীয়া স্তুতি শুনি আনন্দ কৰি ক্ৰোধ সম্বৰণ কৰি ৰথৰ পৰা ঘোঁৰা মুকলি কৰা ॥ ১ ॥ হে মৰুত সকল, এয়া তোমালোকৰ স্তোত্ৰ অন্নেৰে সৈতে অন্তৰেৰে নিবেদন কৰিছো। হে দেৱতা, এয়া মনেৰে ধাৰণ কৰ। আদৰেৰে এই স্তুতি (আৰু হবি) সেবন কৰিবলৈ আহা। তোমালোকেই অন্নৰ বৰ্দ্ধন কৰা হোৱাহি ॥ ২ ॥ হে মৰুত সকল, স্তুত হৈ আমাক সুখ দিয়া আৰু মঘবান ইন্দ্ৰই, (তেওঁ) স্তুত হৈ সুখ দিওঁতাই আমাক সুখ দিয়ক। হে মৰুত সকল, আমাৰ জিকি পাব লগীয়া কাম্য বিলাক সকলো দিনতে উন্নত যশৰে সম্পন্ন হওক ॥ ৩ ॥ হে মৰুত সকল, শুনা। মই এই বলবান ইন্দ্ৰৰ ভয়ত পলায় কঁপি কঁপি থাকিলো। যি তোমালোকৰ হবি আদি সংস্কাৰ কৰা হৈছিল, সেই বিলাক দূৰৈত আঁতৰাই থলো। এই অপৰাধ আমাৰ ক্ষমা কৰিবা। (এই ঋক অকল মৰুতৰ হে হব লাগে) ॥ ৪ ॥ হে ইন্দ্ৰ, যি বলেৰে তুমি মান কৰা ৰশ্মিবিলাক প্ৰকাশ হলে (প্ৰাণী বিলাকে) চেতন পাই (অৰ্থাৎ উষাত চেতন পাই)—সেই তুমি বৰ্দ্ধক ইন্দ্ৰই মৰুত সকলেৰে সৈতে অন্ন দিয়া। (তুমি) উগ্ৰবলী, পৰক অভিভৱ কৰিব পৰা বল থকা, আৰু পুৰাতন, উগ্ৰ বলৰ মৰুত সকলৰ সৈতে অন্ন দিয়া ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি বহুত বলশালী নেতা সকলক ৰক্ষা কৰা। মৰুত সকলৰ সৈতে খং নাইকিয়া হোৱা। মৰুত সকল ভাল জ্ঞানী, তেওঁলোকৰ সৈতে শত্ৰুৰ পৰাজয় কৰা হোৱা আৰু আমাক ৰক্ষা কৰা। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম ॥ ৬ ॥

## ১৭২ সূক্ত—ঋ ৩।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—গায়ত্ৰী।
দেৱতা—মৰুতসকল।

হে মৰুতসকল, তোমালোক আমাৰ যজ্ঞলৈ অহা বিচিত্ৰ হওক। হে সুদান কৰ্ত্তা, অহীন দীপ্তিৰ (ক্ষয় নোহোৱা দীপ্তিৰ), তোমালোকৰ আগমন বিচিত্ৰ ৰক্ষণ যুক্ত হওক ॥ ১ ॥ হে সুদাতা মৰুত সকল, তোমালোকৰ অলঙ্কৃত সেই যাঠি দূৰৈত থওক। যি শিল (অস্ত্ৰ) ক্ষেপণ কৰা সিও দূৰৈত থওক (আমাৰ ওচৰলৈ নাহক) ॥ ২ ॥ হে সুদান কৰ্ত্তা (মৰুতসকল) তোমালোকে তৃণৰ দৰে চঞ্চল স্বভাৱৰ (হৈ) আমাৰ (পুত্ৰ পৌত্ৰাদি) প্ৰজাৰ বাধা বিঘিনি নষ্ট কৰি ৰক্ষা কৰা। আমাক দীৰ্ঘজীৱী কৰি উদ্ধাৰ কৰা ॥ ৩ ॥

## ১৭৩ সূক্ত—ঋ ১৩।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, আকাশ ব্যাপী সাম গান (উদ্‌গাতাই) গাইছে। তুমি সেইটো যেনেকৈ (শুনি) জানিব পাৰিছা তেনেকৈ বৃদ্ধি হোৱা স্বৰ্গ ফল বিধান কৰা। (আমি) যি জানো তাৰে পূজিম। অহিংসিতা গাই বিলাকে কুশত বহা স্বৰ্গৰ দেৱতা ইন্দ্ৰক (গাখীৰ দি)

পৰিচৰণ কৰক ॥১॥ হবি দিয়া যজমানে হবি দিয়া অধ্বৰ্য্যৰে সৈতে ইন্দ্ৰক নিজে কৰা হবিৰে অৰ্চনা কৰক। ইন্দ্ৰই পানী খাবলৈ যোৱা মৃগৰ দৰে খৰকৈ হবি খাবলৈ গৈছে। হে উগ্ৰবলী ইন্দ্ৰ, স্তোত্ৰ ইচ্ছা কৰা দেৱতালৈ স্তুতি কৰা মৰ্য্য আৰু হোতা ( ঋত্বিক আৰু হোতা ) দুয়ো যজ্ঞ সম্পাদন কৰিছে ॥ ২ ॥ হোতা ( অগ্নিয়ে ) পৰিমিত ( জোখৰ ) ঠাইত চাৰিওফালে ব্যাপী আছে আৰু সম্বৎসৰত পৃথিবীৰ গৰ্ভ অন্ন আহৰণ কৰিছে। ঘোঁৰাৰ দৰে শব্দ কৰি, বৃষভৰ দৰে শব্দ কৰি অন্ন লৈ দ্যাবা-পৃথিবীত দূতৰ দৰে কথা কৈছে ॥ ৩ ॥ যেই ইন্দ্ৰৰ ব্যাপ্ততৰ ( হবিৰ ) কৰ্ম্ম কৰিম। দেৱতাক ইচ্ছা কৰি স্তোত্ৰ কৰ্ম্ম যজমানে সম্পাদন কৰিছে। হে ইন্দ্ৰ, দৰ্শনীয় তেজৰ নাসত্যা দুজনৰ দৰে ভালকৈ চলা ৰথত থাকি আমাৰ স্তোত্ৰাদি গ্ৰহণ কৰা ॥৪॥ (হে হোতা) তুমিও ইন্দ্ৰক স্তুতি কৰা। যি (ইন্দ্ৰ) অতি বলী, শৌৰ্য্য গুণ থকা মঘবান, ৰথত উঠি থকা, সন্মুখত যুজাৰ মাজত শ্ৰেষ্ঠ যোদ্ধা, বজ্ৰবান, মেঘ নাশক,—তেওঁক স্তৱ কৰা ॥৫॥ যি ইন্দ্ৰই এইদৰে মহত্ত্বৰে নেতাসকলক প্ৰভাব কৰে, সেই ৰক্ষকক দ্যাবাপৃথিবীৰ কক্ষত সঞ্চাৰ কৰিবলৈ নোজোৰে। এই ইন্দ্ৰই পৃথিবীক কাপোৰৰ দৰে লয়। অন্নবান ( তেওঁ ) শিং থকা বৃষভৰ দৰে স্বৰ্গ ধাৰণ কৰে ॥ ৬ ॥ হে শূৰ ইন্দ্ৰ, যুদ্ধত থাকি তুমি ( সাধু-বিলাকৰ ) বলদাতা উৎকৃষ্ট মাৰ্গৰ দৰে। মৰুতসকলে তোমাক স্বামী কৰি লৈ ভাল পাই। তেওঁবিলাক তোমাৰ অনুচৰ, তোমাৰ কাৰণে সমানে আনন্দিত হৈ তোমাক বলেৰে ভূষিত কৰিবলৈ যত্ন কৰি আছে ॥ ৭ ॥ হে ইন্দ্ৰ, এনে হলে সোমযাগবিলাক সুখকৰ হয়, যদি দেৱতাই অন্তৰীক্ষৰ পানী প্ৰজাৰ নিমিত্তে ( দিয়ে ) ( আৰু ) ঋত্বিকসকলক এইদৰে আমোদ দিয়ে। হে ইন্দ্ৰ, সকলো স্তোত্ৰ তোমাৰ প্ৰিয়কৰ হয় যেতিয়া স্তোত্ৰাদি কৰাসকলক তোমাৰ প্ৰজাৰে কামনা কৰা ॥ ৮ ॥ হে ঈশ্বৰ ইন্দ্ৰ, আমি ৰজাক স্তুতি কৰা দৰে তোমাৰ সুসখা হৈ সুঅভিষ্ট বিচাৰিম। ইন্দ্ৰই আমাৰ স্তুতিত উপস্থিত থাকি খৰকৈ আমাৰ উকৃথ কৰ্ম্মৰ ফল পোৱাই দিয়া হয় ॥ ৯ ॥ পৰস্পৰ স্পৰ্দ্ধমান নৰৰ দৰে, হে বজ্ৰহস্ত ইন্দ্ৰ, তোমাকো স্তুতিৰে আমাৰ ফলীয়া কৰিম ভাল লগাবলৈ ইচ্ছা কৰি ভালকৈ শাসন কৰা নগৰ-পতিৰ দৰে আমাৰ মাজত থকা ( অধ্বৰ্য্যু আদি ) সকলে যজ্ঞ কৰি যজন কৰে ॥ ১০ ॥ কোনো যজ্ঞবান মানুহে ইন্দ্ৰক যজ্ঞেৰে বৰ্দ্ধন কৰে। কোনোৱে কুটিল মনেৰে ইফালে সিফালে গৈ নষ্ট কৰে। পিয়াহ লাগিলে নিন্নমীয়া তীৰ্থৰ ওচৰ বাটেৰে গৈ পানী খায়। অতি দূৰ কুটিল বাটেৰে গলে ( পানী খাবলৈ বেয়া হৈ ) কৰ্ম্ম নষ্ট কৰে ॥ ১১ ॥ হে ইন্দ্ৰ, এই সংগ্ৰামত মৰুৎগণেৰে সৈতে আমাক নেৰিবা। হে বলবান ইন্দ্ৰ, তোমাক বেলেগকৈ যজন কৰা হবিৰ ভাগ আছে। হবিস্মান মহৎ হবি দিয়াসকলে ফল দিয়া মহৎ স্তুতিৰে মৰুৎসকলক স্তুতি কৰিছে ॥ ১২ ॥ হে ইন্দ্ৰ, এই স্তোত্ৰ তোমাৰ। হে হবিবাহন ইন্দ্ৰ, এই স্তোত্ৰৰ দ্বাৰা তুমি আমাৰ দেৱতাক যজন কৰা বাট জানি লবা। হে দেৱতা, হিত কৰিবলৈ আমাৰ কালে আহা। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম ( এই প্ৰাৰ্থনা ) ॥ ১৩ ॥

## ১৭৪ সূক্ত—ঋ ১০ ।

## ঋষি আদি—১৭৩ সূক্তৰ দৰে ।

হে ইন্দ্ৰ, যি দেৱতা আৰু অসুৰ আছে তাৰ মাজত তুমি ৰজা। তুমি নেতাসকলক, আমাক ৰক্ষা কৰা। তুমি সৎপতি, ধনবান, আমাৰ ত্ৰাতা হৈ সত্যক আবৰি লৈ ফলদাতা হোৱা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি টান কথা কোৱা প্ৰজাক সুখ যাতে হয় তেনেকৈ দমন কৰিছিলা। হে বৈ নথকা ইন্দ্ৰ, তুমি শব্দ কৰি ওলাই যোৱা পানী বোৱাই দিলা। পুৰুকুৎসা ৰজাক সহায় কৰি সদায় ডেকা হৈ থকা বৃত্ৰ অসুৰক বধ ধৰিছিলা। ২ ॥ হে ইন্দ্ৰ, তুমি ৰাক্ষসে পালন কৰা পত্নী-সকলক বেৰি ধৰিছিলা। তাৰ পৰা গৈ স্বৰ্গলৈ অৱশ্য যাবা। হে পুৰুহুত ইন্দ্ৰ, সহায় কৰা ( মৰুত ) সক-লোৰে সৈতে গৈ বেগাই যোৱা অগ্নিক ঘৰত কাম কৰি স্থাপন কৰিবলৈ সিংহৰ দৰে যোৱা ॥ ৩ ॥ হে ইন্দ্ৰ, বজ্ৰৰ মহিমা দেখুৱাই, স্তুতি কৰিবৰ কাৰণে তোমাৰ শত্ৰুক সমান স্থানত ( অন্তৰীক্ষত ) শুৱাই দিয়া। যেতিয়া যুদ্ধ কৰিবলৈ যোৱা তেতিয়া পানী তললৈ পেলাই দিয়া। ( সেই অৰ্থে ) হবি ঘোঁৰাৰ ওপৰত থাকা। ( এনেকুৱা কৰি ) অন্ন ( শস্যাদি ) সামৰ্থ্যেৰে শোধন কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, সততে গৈ থকা কুৎস্য ঋষিৰ ( কাৰণে ) ঋজুগামী, বতাহৰ সমান বেগী ঘোঁৰা লৈ আহা। যাৰ নিমিত্তে তেওঁক বিচা-ৰিছা তাৰ কাষলৈ প্ৰেৰক চক্ৰক ( ওচৰতে ) ওপৰলৈ নিয়া ( প্ৰকাশ কৰা )। হে বজ্ৰবাহু ইন্দ্ৰ, সংগ্ৰাম

কৰি শত্ৰুক পৰাভৱ কৰা ॥ ৫ ॥ হে হৰিবাহন ইন্দ্ৰ, স্তোত্ৰেৰে বৰ্দ্ধিত হৈ দান ৰহিতবিলাকক আৰু যজমানৰ বিঘ্ন কৰাবিলাকক বিনাশ কৰিছা। যি তোমাক আশ্ৰয়দাতা ৰূপে দেখিছে, আৰু যি হবি দিবলৈ গোট খাইছে, তেওঁবিলাকে তোমাৰ পৰা সন্তান লাভ কৰে ॥ ৬ ॥ হে ইন্দ্ৰ, অৰ্কসাত ঋষিয়ে অন্নৰ কাৰণে তোমাক স্তুতি কৰিছিল। দাসবিলাকৰ কাৰণে মাটিক বিচনা কৰি দিলা (মাৰি মাটিত পেলালা)। হে মঘবান ইন্দ্ৰ, তিনি ভুবন (ভূমি) দানেৰে বিচিত্ৰ কৰিলা। আৰু দুৰ্যোনি ৰজাৰ কাৰণে কুযবাচক বধ কৰিলা ॥ ৭ ॥ হে ইন্দ্ৰ, নতুন ঋষিসকলে তোমাৰ সনাতন, প্ৰসিদ্ধ বীৰকৰ্ম্মৰ স্তুতি কৰে। তুমি বহুত ৰণ শেষ কৰি দেৱতা নোহোৱাৰ (অসুৰৰ) পুৰীও বিদাৰণ কৰিলা। হিংসক অসুৰৰ অস্ত্ৰ নত কৰাইছা ॥ ৮ ॥ হে ইন্দ্ৰ তুমি ধুনি অসুৰক কপাই পানী মোচন কৰি নদীৰ দৰে সোঁত বোৱাই দিলা। হে শূৰ, যেতিয়া সমুদ্ৰ পূৰাই দিলা তেতিয়া তুৰ্ব্বশ আৰু যদু ৰজাক স্বস্তিৰে পালন কৰিলা ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি সকলো প্ৰকাৰে আমাৰ দাতাৰ উত্তম। আমাৰ মানুহৰ পুত্ৰপৌত্ৰাদিৰ ৰক্ষক হোৱা। তুমি সকলো স্পৰ্দ্ধাৰ কাৰণ হৈ বলদাতা হোৱা। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ১০ ॥

## ১৭৫ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা—১৭৩ সূক্তৰ দৰে। ছন্দ—১-স্কন্ধোগ্ৰীবি বৃহতী; ২-৫ অনুষ্টুপ্, ৬ ত্ৰিষ্টুভ্।

হে হৰিবাহন ইন্দ্ৰ, পাত্ৰত ধৰি ৰখা মহান সোম তুমি পান কৰা আৰু আনন্দ কৰা। অভীষ্ট দাতা তোমাক আমোদ কৰা, অৰ্পয়িতা, বৰ্দ্ধক, আহ্লাদকৰ অন্ন সহস্ৰদাতা সোম অৰ্পণ কৰা হৈছে—সেয়া পান কৰা) ॥ ১ ॥ হে ইন্দ্ৰ, তুমি আমাৰ আমোদকাৰী সোমলৈ আহা। (এই সোম) বৰ্দ্ধক, তৃপ্তিকাৰী, বৰণীয়, সহায়বান, ভজনীয়, শত্ৰুসেনা অভিভৱ কৰা আৰু অবিনাশী ॥ ২ ॥ হে ইন্দ্ৰ, তুমি শূৰ আৰু দাতা। মানুহৰ মনোৰথ পুৰাই দিওঁতা। তুমি সহায় হৈ দস্যুক আৰু ব্ৰতহীন মানুহক দীপ্ত জ্বালাৰে পুৰি পেলোৱা ॥ ৩ ॥ হে মেধাবী ইন্দ্ৰ, সমৰ্থ তুমি সূৰ্য্যৰ এটা চক্ৰ বলেৰে একৰাই আনিলা। শুষ্ণক বধ কৰিবলৈ বায়ুবেগী ঘোঁৰা লৈ, বধ কৰি, তাৰ ধনেৰে কুৎস্য ঋষিৰ ওচৰলৈ গৈছিলা ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ আমোদ বলবত্তম (অতি বলী)। তোমাৰ কাম অতি যশযুক্ত। ঘোঁৰাৰূপ ধন পাবলৈ তুমি সকলোতকৈ ওপৰ। তুমি বৃত্ৰক বধ কৰা ধন পাবলৈ আজ্ঞা দিয়া ॥ ৫ ॥ হে ইন্দ্ৰ, পূৰণি স্তোতাৰ মাজত তুমি তৃষ্ণাৰ্ত্তৰ কাৰণে পানীৰ দৰে সুখৰূপী হৈছিলা। তোমাৰ প্ৰীতিকৰ স্তুতি তোমাক পুনঃ পুনঃ কৰিম। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা ॥ ৬ ॥

## ১৭৬ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা—১৭৫ সূক্তৰ দৰে। ছন্দ—১-৫ অনুষ্টুপ্; ৬ ত্ৰিষ্টুভ্।

হে সোম, ধন পাবলৈ কৰা যজ্ঞত ইন্দ্ৰক আমোদ দিয়া। বামবৰ্ষী ইন্দ্ৰৰ ভিতৰত সোমোৱা। হিংসা কৰি যোৱা (পলোৱা) ওচৰৰ শত্ৰুক বিচাৰি নেপোৱা ॥ ১ ॥ (হে হোতা) সেই ইন্দ্ৰক স্তুতি বাক্যেৰে স্থাপন কৰা,—যি জ্ঞানবান মানুহৰ একমাত্ৰ স্থান—য'ত স্বধা (হবি অন্ন) দিয়া হয়। বৰ্দ্ধক সেই ইন্দ্ৰক পকা যৱ ধানৰ দৰে (খেতি) কৰা ॥ ২ ॥ যি ইন্দ্ৰৰ হাতত পাঁচ জাতিৰ ধন থকা আছে, সেই ইন্দ্ৰই যি আমাক দ্ৰোহ কৰে তাক স্বৰ্গৰ বজ্ৰপাতৰ দৰে মাৰক ॥ ৩ ॥ হে ইন্দ্ৰ, সোম অভিষৱ নকৰা, যি তোমাৰ সুখৰ হেতু নহয়, সিহঁতক সকলোকে একেলগে মাৰা। সিহঁতৰ ধন আমাক দিয়া, (কাৰণ) তোমাৰ স্তৱ কৰি আমি ধন পাওঁ ॥ ৪ ॥ হে সোম, যি দুটা কৰ্ম্মেৰে (স্তোত্ৰ আৰু হবিৰে) অনবৰত মত্ত পায় থাকে—তাক ৰক্ষা কৰা। সেই ইন্দ্ৰৰ সংগ্ৰামত, হে সোম, অন্নবান তেওঁক বলৰ নিমিত্ত হৈ ৰক্ষা কৰা ॥ ৫ ॥
৬ ঋক্ ১।১৭৫।৬ ঋকৰ দৰে ॥

## ১৭৭ সূক্ত—ঋ ৫।

ঋষি আদি ১৭৩ সূক্তৰ দৰে।

মানুহৰ (কৃষি বলৰ) প্ৰীতি দিয়া, সকলোৰে কামবৰ্ষী, মানুহৰ ৰজা, বহুতে আহ্বান কৰা ইন্দ্ৰ

আমাৰ ওচৰলৈ আহক। হে ইন্দ্ৰ, অন্ন বিচাৰি স্তুতি কৰা আমাৰ ৰক্ষক হৈ আহিবলৈ হৰি ঘোঁৰা ৰথত লগাই আমাৰ ফালে আহা ॥ ১ ॥ হে ইন্দ্ৰ, বৰ্ষকৰ শ্ৰেষ্ঠ, মন্ত্ৰেৰে যোজনা কৰা বৰ্ষণ কৰা ৰথ যুক্ত যি ঘোঁৰা আছে, তাত উঠা, আৰু সিইঁতৰ সৈতে আমাৰ ফালে আহা। আমাৰ সোম চেপা হলত তোমাক আহ্বান কৰিছো ॥ ২॥ হে ইন্দ্ৰ, তুমি কামবৰ্ষী ৰথত উঠা। তোমাৰ কাৰণে বৰ্ষক সোম চেপা হৈছে। তাত মৌৱিলাক মিহলোৱা হৈছে। হে বৰ্ষক ইন্দ্ৰ, বৰ্ষক ঘোঁৰা ৰথত যোজনা কৰি কৰ্ম্মব্যস্ত যজমানৰ (মোৰ) ওচৰলৈ বেগেতে আহা ॥ ৩ ॥ হে ইন্দ্ৰ, এই যজ্ঞ দেৱতালৈ যায়। এয়া যজ্ঞ, এইবিলাক মন্ত্ৰ, এয়া চেপা সোম,—কুশ মেলা আছে। হে শক্ৰ ইন্দ্ৰ, আহা,—বহি সোম পান কৰা। ঘোঁৰা মুকলি কৰি দিয়া ॥ ৪ ॥ হে ইন্দ্ৰ, আমি ভালকৈ স্তুতি কৰাত আমাৰ ফালে আহাই। সম্মানেৰে গোৱা স্তোতাৰ মন্ত্ৰেৰে তোমাক উদ্দেশ্য কৰি স্তুতি কৰি থকা আমি, তোমাৰ ৰক্ষণেৰে সদায় সুখেৰে বাস কৰি থাকিম। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ৫ ॥

১৭৮ সূক্ত—ঋ ৫।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, যাৰ দ্বাৰা তুমি স্তোতাৰ ভাল ৰক্ষণৰ কাৰণে সমৰ্থ হৈছা, তোমাৰ সেই সকলোতে শুনা সকলো গুণ আছে। আমাৰ পূজা কৰাৰ কামনা নষ্ট নকৰিবা। তোমাৰ পৰা মানুহৰ পাবলগীয়া (যেন) সকলো পাওঁ ॥ ১ ॥ এই ৰজা ইন্দ্ৰই আমাৰ কৰ্ম্ম নষ্ট নকৰক। – যি কৰ্ম্ম বাইভনীৰ দৰে (অহোৰাত্ৰই) নিজ নিজ ঠাইত কৰি আছে। এই ইন্দ্ৰই বলৰ হেতু হৰি আদি পাই থাকে। আমাৰ ইন্দ্ৰ সখা আৰু বহুত অন্ন দিয়া হওক ॥ ২ ॥ এই ইন্দ্ৰই বিক্ৰমশালী হৈ, যুদ্ধৰ নেতা হৈ যুদ্ধ জয় কৰি, অনুগ্ৰহ বিচৰা স্তোতাৰ আহ্বান শুনা হয়। যেতিয়া নিজেই স্তুতিবাক্য শুনিবৰ মন কৰে, তেতিয়া হৰি দাতাৰ ওচৰত ৰথ আনি ৰাখে ॥ ৩ ॥ এই ইন্দ্ৰই নেতাসকলে হৰি আদি দিয়া সৎ ইচ্ছাৰে খাই। যজমানৰ শত্ৰু অভিভৱ কৰে। পৰস্পৰ আহ্বান কৰা সংগ্ৰামত যজমানৰ ভালৰ কাৰণে হৈ সত্য ফল হৰি অন্ন প্ৰশংসা কৰে ॥ ৪ ॥ হে মঘবান ইন্দ্ৰ, তোমাৰ সহায়ত আমি অতি বলবান বুলি ভবা শত্ৰুবোৰকো দমন কৰিব পৰা হম। হে ইন্দ্ৰ, তুমি ত্ৰাতা, তুমিয়েই আমাৰ বৰ্দ্ধনকাৰী হোৱা। আমি অন্ন, বল, আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ৫ ॥

১৭৯ সূক্ত—ঋ ৬।

ঋষি—১/২ লোপামুদ্ৰা; ৩/৪ অগস্ত্য; ৫/৬ অন্তেবাসী ব্ৰহ্মচাৰী। ছন্দ—ত্ৰিষ্টুভ্; ৫ বৃহতী। দেৱতা—ৰতি।

(লোপামুদ্ৰাই কৈছে) হে অগস্ত্য ঋষি, মই বহুত বছৰ, দিন-ৰাতি আৰু দেহ—শুকাই দিয়া ঊষা (তোমাৰ শুশ্ৰূষা কৰি) শ্ৰান্ত হৈছো। এতিয়া বয়সে অঙ্গৰ সৌন্দৰ্য্য নষ্ট কৰিছে। এতিয়া কি? পত্নীক সেক্তা পুৰুষে গমন কৰিব লাগে ॥ ১ ॥ যি পূৰ্ব্বৰ সত্যপথী (ঋষিসকল) আছিল, তেওঁলোকে সত্য কথা কৈছিল (যে) তেওঁলোকেও ৰেতঃ ক্ষেপণ কৰিছিল ॥ তেওঁলোকৰ (ব্ৰহ্মচৰ্য্য) নষ্ট হোৱা নাই আৰু পত্নীসকলবো পতীৰ লগত সম্ভোগ কৰাত (তপস্যা) নষ্ট হোৱা নাই ॥ ২ ॥ (অগস্ত্যই কৈছে) হে পত্নী আমি মিছাই শ্ৰান্ত হোৱা নাই। (তপস্যাত) তৃপ্ত হৈ দেৱতাই ৰক্ষা কৰিছে। সকলো স্পৃহা ভোগ কৰিম। এই (সংসাৰত) অপৰিমিত ভোগ পাই জয় কৰিম। এইবাৰে সম্যক আমি পৰস্পৰ দুয়ো ভোগ কৰিম ॥ ৩ ॥ হে পত্নী, নদনবদন জপ আৰু পাঠ কৰাত ৰুদ্ধ হৈ থকা ৰেতসত মোৰ কামনা হৈছে। এই (তোমাৰ ওচৰ পাই) আৰু বসন্ত কালৰ বাবে কিবা কাৰণত সকলোতে (কাম উৎপন্ন হৈছে) হে লোপামুদ্ৰা, এই ৰেতঃ দিয়া মোৰ ওচৰলৈ তৎক্ষণাৎ আহা। ধীৰ (নিয়মৰ পৰা অবিচলিত নোহোৱা) মহাপ্ৰাণ কান্তৰ হৈ স্ত্ৰীক ভোগ কৰে ॥ ৪ ॥ (ব্ৰহ্মচাৰী) মই ওচৰত থকা সোম পান কৰি কৈ কৈছো যে কামৰ বিষয় শুনি মহাপাপ কৰিলো। সেই পাপ সোমৰসে নাইকিয়া কৰক। মানুহ বহু কামযুক্ত ॥ ৫ ॥ এই অগস্ত্যই (মোৰ গুৰু) খন্তিৰে খানি (যজ্ঞাদিৰে আহৰণ কৰি) পুনঃ পুনঃ জন্ম হৈ থকা অপত্য আৰু বল ইচ্ছা কৰিছিল। এই ঋষিয়ে উগ্ৰ সংসাৰত সঞ্চৰণ কৰি দুয়ো বৰ্গ (কাম

আৰু তপ ) পুহি আছিল। দেৱতাৰ সহায়ত দুয়োটা পাইছে ॥ ৬ ॥

## ১৮০ সূক্ত—ঋ ১০।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

হে অশ্বিনী দুজন, যেতিয়া তোমালোকৰ ৰথ অন্তৰীক্ষ লোকৰ মাজেদি যায় তেতিয়া তোমালোকৰ ঘোঁৰাই লৈ গৈ অভিমত ঠাই পোৱাই দিয়ে। তোমালোকৰ ৰথৰ নেমীবিলাক সোণৰ বুলি কয়। তোমালোকে মধুৰ পাত্ৰেৰে মধুৰ সোমৰস পান কৰি উষাৰ সময়ত যজ্ঞলৈ আহা ॥ ১ ॥ যেতিয়া সকলোৰে স্তুত্য তোমালোকৰ ভনীয়ে ( উষাই তোমালোকৰ আগমনৰ কাৰণে ) প্ৰভাত উদয় কৰে, হে মধুপান কৰা অশ্বিনী দুজন, তোমালোকক বলৰ কাৰণে, বহুত অন্নৰ কাৰণে ( যজমানে ) স্তুতি কৰে, তেতিয়া তোমালোকে সততে চলি ফুৰা, বিচিত্ৰগামী, মানুহৰ হিতৰ, পূজ্য ৰথত উঠি ( উদয়ৰ ) আগতে ( যজ্ঞলৈ ) আহা ॥২॥ হে অশ্বিনী দুজন, তোমালোকে গাইগৰুৰ গুহাৰত গাখীৰ ভৰালা। অপক্ক গাইগৰু পৰিপক্ক কৰি আগৰ বিলাকৰ দৰে কৰিলা। এই কাৰণে হে সত্যৰূপী যজ্ঞ অন্ন খোৱা অশ্বিনী দুজন, যজ্ঞৰ মাজত হবি দিয়া শুচি যজমানে তোমালোকক বনৰ মাজত লুকাই থকা ( সজাগ ) চোৰৰ দৰে পূজা কৰিছে ॥ ৩ ॥ হে অশ্বিনী দুজন, তোমালোকে সদায় বিচৰা তপত গাখীৰ ঘিঁউত পেলায় দিয়া অত্ৰি ঋষিক পানী ঢালি চেঁচা কৰি দিলা। হে নেতা অশ্বিনী দুজন, তোমালোকে যজ্ঞ ইচ্ছা কৰা। মধুৰ দৰে সোমৰস তোমালোকৰ ফালে ৰথৰ চকৰি যোৱা দৰে যায় ॥ ৪ ॥ হে দস্ৰা অশ্বিনী দুজন, উষাৰ সময়ত জয়শীল তুগ্ৰাৰ পুত্ৰৰ দৰে তোমালোকক সাধনাৰে যজ্ঞলৈ ঘুৰাই আনিম। তোমালোকৰ মহিমাত দ্যাবাপৃথিৱী মিলিত হৈ আছে। হে যজনীয় অশ্বিনী দুজন, জৰাজীৰ্ণ এই ঋষি ( মই ) যেন পাপমুক্ত হৈ দীৰ্ঘজীবি হওঁ ॥ ৫ ॥ হে সুদাতা অশ্বিনী দুজন, যেতিয়া নিযুত নামৰ ঘোঁৰা ৰথত লগোৱা তেতিয়া অন্নৰে পৃথিৱী পূৰ্ণ কৰা। স্তোতাই বায়ুৰ দৰে তোমালোকক তৃপ্ত আৰু ব্যাপ্ত কৰক। সুব্ৰতীৰ দৰে স্তোতাই নিজ মহত্বৰ কাৰণে অন্ন স্বীকাৰ কৰে ॥ ৬ ॥ হে অশ্বিনী দুজন, আমিও তোমালোকৰ স্তোতা আৰু সত্যফল পোৱা হৈ বিবিধ স্তৱ কৰিছো। সোম ৰখা দোন কলহ স্থাপন কৰা হৈছে। হে প্ৰশংসনীয়, কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে দেৱতাসকলৰ ওচৰত সোম পান কৰা ॥ ৭ ॥ হে অশ্বিনী দুজন, তোমালোকক প্ৰতিদিন পৰম দুঃখ নিবাৰক প্ৰস্ৰবন ( পানীৰ ঝৰণা ) পাবৰ কাৰণে মানুহৰ মাজত প্ৰশস্ত নেতা অগস্ত্যই শব্দ উৎপাদন কৰা ( শঙ্খাদি ) বাদ্যৰ দৰে শব্দ কৰি তোমালোকক প্ৰবোধিত কৰিছে ॥ ৮ ॥ হে অশ্বিনী দুজন, তোমালোকে ৰথৰ মহিমাৰে যজ্ঞ ধাৰণ কৰা। হে চলি গৈ থকা অশ্বিনী দুজন, যজমানৰ হোতাৰ দৰে তোমালোক অহাযোৱা কৰা। স্তোতাক ফল দান কৰা। ভাল ঘোঁৰা দিয়া। হে নাসত্যা অশ্বিনী দুজন, আমি ধন লাভ কৰিম ॥ ৯ ॥ হে অশ্বিনী দুজন, আজি আমি নতুন স্তোত্ৰেৰে, নভগা চকৰিৰে দ্যুলোকৰ ফালে যাবলৈ লোৱা ( তোমালোকৰ বা আমাৰ ) যাবলৈ ৰথ আহ্বান কৰিছোঁ। আমি অন্ন, বল আৰু দীৰ্ঘায়ু লাভ কৰিম (এই আশা ) ॥ ১০ ॥

## ১৮১ সূক্ত—ঋ ৯।

ঋষি আদি ১৮০ সূক্তৰ দৰে।

হে প্ৰিয়তম অশ্বিনী দুজন, তোমালোকে কেতিয়া অন্ন আৰু ধন, ওপৰলৈ লৈ যাবা যাতে বৰষুণৰ পানী তললৈ পেলাব পাৰিবা ? এই যজ্ঞত তোমালোকৰেই স্তুতি কৰা হৈছে। হে বহুত ধন ধাৰণ কৰা মানুহৰ ৰক্ষক অশ্বিনী দুজন ( কেতিয়া অন্ন-ধন দাতা হবা ? ) ॥ ১ ॥ হে অশ্বিনী দুজন, তোমালোকৰ শুচি, বৰষুণৰ পানী খোৱা, বায়ুবেগী, স্বৰ্গত উৎপত্তি, গমনশীল, মনৰ দৰে বেগী, বৰ্ষক, ধুনীয়া পিথিৰ ঘোঁৰাই তোমালোকক এই যজ্ঞলৈ লৈ আহক ॥ ২ ॥ হে ওপৰত স্থান পোৱা, নিজ ৰথত থকা অশ্বিনী দুজন, তোমালোকৰ যি মাটিৰ দৰে আহল বহল, আগবঢ়া বহল, বৰ্ষক মনতকৈও বেগী, অহঙ্কাৰী ( অতি উদাৰ ), যজনৰ যোগ্য যি ৰথ আছে সেই ৰথ সুদান দিবলৈ আমাৰ যজ্ঞলৈ আহক ॥ ৩ ॥ হে অশ্বিনী দুজন, তোমালোক ইয়াতেই উৎপত্তি হোৱা, পাপহীন। তোমালোকৰ শৰীৰৰ পাচত সৌন্দৰ্য্যৰ কাৰণে আৰু নামৰ মহিমাৰ

কাৰণে আমি পুনঃ পুনঃ স্তব কৰো। তোমালোকৰ মাজৰ এজনে যজ্ঞৰ প্ৰেৰক হৈ জগৎ ধাৰণ কৰে আৰু ইজনে দ্যুলোকৰ পুত্ৰ স্থানীয় হৈ সুবশ্বিৰে বহন কৰি যায় ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ মাজৰ এজনৰ শ্ৰেষ্ঠ হালধীয়া বৰণৰ ৰথ ইচ্ছানুযায়ী আমাৰ যজ্ঞ ঘৰলৈ আহে। ইজনৰ হবি নামৰ ধোঁৱা দুটাক মানুহে মথন কৰা বস্তু আৰু স্তুতিৰে প্ৰীত হয় ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকৰ এজনে মেঘ বিদীৰ্ণ কৰে। তেওঁ ইন্দ্ৰৰ দৰে শত্ৰুক খেদায় হবি অন্ন বিচাৰি বহুত অন্নদান কৰিবলৈ আহে। ইজন আহিবলৈ (যজমানে) হবিৰে তেওঁক প্ৰীত কৰে। তেওঁ পথিওৱা ব্যাপ্ত, পাৰভঙ্গা, নদী বিলাক আমাৰফালে আহে ॥ ৬ ॥ (৪, ৫ আৰু ৬ ঋকৰ অৰ্থ স্পষ্ট নহয়। অশ্বিনী দুজনে যি কৰে একেলগে কৰে। কেতিয়াও বেলেগ নহয়। কিন্তু ইয়াত দুয়োকে বেলেগ বেলেগ দুটা দুটা কাম কৰা দেখুৱাইছে। গূঢ় অৰ্থ ভাষ্যত ব্যক্ত হোৱা নাই। উইলছনেও এই মত দিছে) ॥ হে বিধাতা অশ্বিনী দুজন, তোমালোক দৃঢ় হবলৈ স্তুতি বাক্য সৃষ্টি কৰা হৈছে। (সেই বিলাক) স্থিৰ, তিনি প্ৰকাৰে তোমালোকৰ ওচৰলৈ যায়। তেনেকৈ স্তুতি কৰিলত ইচ্ছানুৰূপ ফলদান কৰি ৰক্ষা কৰিবলৈ আহোতে আৰু যাওতে (স্তুতি) শুনি যাবা ॥ ৭ ॥ হে অশ্বিনী দুজন, তোমালোকৰ দীপ্ত ৰূপৰ স্তুতি বাক্য তিনি ভাগকৈ মেলি থোৱা কুশত, যজ্ঞৰ ঘৰত কৰ্ম্ম নেতাই আপ্যায়ন কৰক। হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে মেঘ বৰ্ষক হৈ মানুহক সিঁচি দিয়া পানী দি আমাক আপ্যায়ণ কৰা ॥ ৮ ॥ হে অশ্বিনী দুজন, তোমালোকক বহুপ্ৰজ্ঞ পোষকৰ দৰে হবিষ্মান যজমানে উৰ্বাত অগ্নিক স্তুতি কৰা দৰে স্তুতি কৰিছে। --(তেতিয়া) পৰিচৰ্য্যা কৰি, আহ্বান কৰি স্তুতি কৰিছে। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥৯॥

## ১৮২ সূক্ত—ঋ ৮।

ঋষি আৰু দেবতা ১৮০ সূক্তৰ দৰে। ছন্দ—জগতী; ৬।৮ ত্ৰিষ্টুভ্।

হে মনিষী ঋত্বিক সকল, মোৰ এই জ্ঞান হৈছে যে অশ্বিনী দুজনৰ অভিমত ফল দিয়া ৰথ আহিছে। সেই কালে বৃথ কৰা, (তেওঁ বিলাকক সম্ভাষণ কৰা)। তেওঁবিলাকে সুকৰ্ম্ম কৰোতাৰ কৰ্ম্ম সম্পাদন কৰে, স্তুতিৰ যোগ্য, বিশ্পলাৰ উপকাৰ কৰিছিল, স্বৰ্গৰ নাতিয়েক আৰু তেওঁবিলাকৰ কাম শুচি ॥ ১ ॥ তোমালোক ইন্দ্ৰৰ দৰে আৰু মৰুতৰ দৰে স্তুত্যৰ্হ, দস্ৰা, অতি কৰ্ম্মী, ৰথাৰ্হ, ৰথীৰ নেতা (তোমালোকে) মধুপূৰ্ণ কটকটীয়া ৰথ আনিছা। হে অশ্বিনী দুজন, তেনেকুৱা ৰথেৰে দাতাৰ যজ্ঞৰ কালে আহা ॥ ২ ॥ হে দস্ৰা অশ্বিনী দুজন, তোমালোকে ইয়াত কি কৰিছা? কেলেই আছা? যজ্ঞত হবি নিদিয়া যি জনে তোমালোকক পূজা নকৰে সিইতক পৰাভৱ কৰা। লুব্ধ বণিকক প্ৰাণে মাৰা। বিপ্ৰক জ্যোতি জ্ঞান দিয়া ॥ ৩ ॥ হে অশ্বিনী দুজন, নিন্দিত শব্দ কৰি কুকুৰৰ দৰে যি আমাক বিনাশ কৰিবলৈ আহিছে, সিইতক নাশ কৰা। সিইতক মৰা উপায় তুমি জানা। তোমালোকক স্তব কৰা মানুহক কথাই কথাই ৰমণীয় ফল দিয়া। হে নাসত্যা দুজন, তোমালোক দুয়ো আমাৰ স্তুতি ৰক্ষা কৰা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকে সমুদ্ৰত ওপঙি থকা গহীন চৰাইৰ দৰে গতিশীল ৰথেৰে তুগ্ৰ্য ৰজাৰ পুতেকক সুখ দিলা। দেবতাৰ মাজত তোমালোকৰ মনেৰেই তেওঁক নাৱেৰে উলিয়াই আনিলা। আৰু ভালকৈ যাতে মহৎ পানীৰ পৰা উঠি আহিব পাৰে তেনে কৰিলা ॥ ৫ ॥ (১।১১৬।৩-৪ ঋক চাব)। পানীৰ মাজত থকা আলম্বন নাইকিয়া, এন্ধাৰত প্ৰীড়িত তুগ্ৰ্যৰ পুতেকক মহা সমুদ্ৰৰ মাজত সোমাই থকা (ভুজ্যুক) অশ্বিনী দুজনে নিয়া চাৰিখন নাৱেৰে উদ্ধাৰ কৰিলে ॥ ৬ ॥ কোনো এদাল (স্তোত্ৰৰূপ) বৃক্ষ (ৰথ) নিশ্চল হৈ সাগৰৰ মাজত আছিল, যি বৃক্ষক (ৰথক) তুগ্ৰ্যপুত্ৰই বিচাৰি আঁকোৱালী ধৰিলে (স্তুতি কৰিলে) যেনেকৈ পৰি অহা তৃণ পাত ধৰিবলৈ চৰায়ে যায় তেনেকৈ হে অশ্বিনী দুজন, তোমালোকে ওপৰলৈ তুলি আনিলা (উদ্ধাৰ কৰিলা) ॥ ৭ ॥ হে নেতা নাসত্যা দুজন, তোমালোকৰ সেই ধৰণৰ স্তোত্ৰ অনুকূল হওক। তোমালোকৰ প্ৰতি (আমাৰ হোত্ৰাদিয়ে) যি স্তোত্ৰ গাইছে, সেয়াও তোমালোকৰ অনুকূল হওক। আজি আমি সোমযাগ সভাত যি স্তোত্ৰ গাওঁ সেয়া তোমালোকৰ প্ৰীতিকৰ হওক। আমি অন্ন, বল, আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ৮ ॥

## ১৮৩ সূক্ত—ঋ ৬।

ঋষি আদি ১৮০ সূক্তৰ দৰে।

হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে সেই ৰথ

যোৱা, যি ৰথ তিনি বন্ধুৰ লগা, তিনিটা চকৰি আৰু তিনি ধাতুৰে গঢ়া, যি ৰথেৰে ভাল কাম কৰা যজ্ঞ ঘৰলৈ চৰায়ে যেনেকৈ বিনা যত্নে যায় তেনেকৈ আহা ॥ ১ ॥ তোমালোকৰ ৰথৰ চকৰি ভালকৈ ঘূৰি যজ্ঞৰ ঘৰলৈ যায়, যি ৰথ কৰ্ম্মকৰ্ত্তা সকলৰ হবিৰ নিমিত্ত হৈ আশ্ৰয় লয়। তোমালোকৰ বৰ্দ্ধন কাৰী এই স্তুতিয়ে তোমালোকৰ শৰীৰ বঢ়ায় দিয়ক। স্বৰ্গৰ জীয়ৰী উষাৰে সৈতে যজ্ঞলৈ আহা ॥ ২ ॥ হে অশ্বিনী দুজন, তোমালোকে ভালকৈ ঘূৰা চকাৰ ৰথত আহা, যি ৰথে হবি যুক্ত যজমানৰ ব্ৰতকৰ্ম্ম অনুগমন কৰে। হে নেতা নাসত্যা দুজন, যি ৰথেৰে তোমালোকক যজ্ঞত পুত্ৰ পাবলৈ বিচৰা যজমানৰ পুত্ৰ লাভৰ কাৰণে আৰু নিজৰ হিতৰ কাৰণে যজ্ঞৰ ঘৰলৈ যোৱা ॥ ৩ ॥ হে অশ্বিনী দুজন তোমালোকৰ অনুগ্ৰহত বৃক্রে বা বৃকী বিলাকে আমাক যেন ধৰ্ষণ নকৰক। মোক এৰি নিদিবা বা মোক এৰি অন্যক দান নকৰিবা। তোমালোকৰ এয়া হবিৰ ভাগ খৈ দিয়া হৈছে। —স্তোত্ৰ নিহিত আছে। হে দস্ৰা অশ্বিনী দুজন, তোমালোকলৈ এয়া মধুৰ সোমৰস পাত্ৰত ৰখা হৈছে ॥ ৪ ॥ হে দস্ৰা অশ্বিনী দুজন, তোমালোকক হবিযুক্ত গোতম, পুৰুমীল্হ আৰু অত্ৰি ঋষিয়ে ৰক্ষণৰ কাৰণে আহ্বান কৰিছিল। যাবলৈ বিচৰাই ঋজু বাট বিচাৰি যেনেকৈ যাবলগীয়া ঠাইলৈ (দিশলৈ) যায় তেনেকৈময়ো যাবলৈ বিচাৰিছো। হে অশ্বিনী দুজন, মোৰ আহ্বান লক্ষ্য কৰি আহা ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকৰ কৃপাত এন্ধাৰৰ পৰা পাৰ পাম। তোমালোকলৈ স্তোত্ৰ ৰচনা কৰিলো। দেবতা অহা বাটেৰে ইয়ালৈ আহা। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ৬ ॥

## ১৮৪ সূক্ত—ঋ ৬।

### ঋষি আদি ১৮০ সূক্তৰ দৰে।

সেই ৰক্ষক তোমালোক দুজনক আজি আহ্বান কৰিছো, —আকৌ পাচতো কৰিম। তমো নাশ কৰা উষা দেৱীৰ আবিৰ্ভাবৰ সময়ত, হে নাসত্যা অশ্বিনী দুজন, স্বৰ্গৰ নাতি তোমালোক যি কোনো ঠাইত থাকা, স্তুতিৰ বাহক মই হোতাই সুদাতা তোমালোকৰ কাৰণে উকৃথেৰে আহ্বান কৰিম ॥ ১ ॥ হে কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে আমাৰ ওচৰতেই সোমৰসেৰে তৃপ্ত হৈ আনন্দ কৰা আৰু পনী (বনিক) বিলাকক সমূলে নাশ কৰা। মোৰ নিৰ্ম্মল (অভিমুখী কৰা) বেদবাক্যৰ ৰমণীয় স্তোত্ৰ শুনা। হে নেতা দুজন, শুনা, কাৰণ তোমালোক সুস্তুতিৰ অন্বেষক আৰু স্তুতি বিচৰা ॥ ২ ॥ হে পোষক নাসত্যা দেবতা দুজন, তোমালোকৰ শ্ৰেয়ঃ সাধনৰ কাৰণে কাঁড়ৰ দৰে শীঘ্ৰ গতিৰে সূৰ্য্যৰ জীয়েকক লৈ যোৱা। যজ্ঞৰ সময়ত সম্পাদন কৰা স্তুতিৰে পাৰ হৈ যোৱা দিনৰ দৰে মহৎ বৰুণৰ তুষ্টিৰ কাৰণে তোমালোকক স্তৱ কৰিছে ॥ ৩ ॥ হে মধু পূৰ্ণ পাত্ৰ-যুক্ত অশ্বিনী দুজন, তোমালোকৰ সেই দান আমাৰ হওক। সেই অৰ্থে অগস্ত্যই কৰা মননীয় স্তোত্ৰই তোমালোকক প্ৰীত কৰক। হে সুদাতা অশ্বিনী দুজন, মানুহে অন্ন ইচ্ছা কৰি আৰু বীৰ্য্যবান যজমানৰ হিতৰ কাৰণে, তোমালোকৰ সৈতে হৰ্ষযুক্ত হওক ॥ ৪ ॥ হে অন্নবান অশ্বিনী দুজন, তোমালোকৰ কাৰণে হবিৰে সৈতে এই পাপ বিনাশক স্তোত্ৰ ৰচিত হৈছে। হে নাসত্যা অশ্বিনী দুজন, তোমালোক অগস্ত্যৰ (মোৰ) প্ৰতি তুষ্ট হৈ মোৰ নিজৰ আৰু পুত্ৰাদিৰ সুখৰ কাৰণে যজ্ঞ ঘৰলৈ আহা ॥ ৫ ॥

৬ ঋক ১'১৮৩'৬ ঋকৰ দৰে ॥ ৬ ॥

## ১৮৫ সূক্ত—ঋ ১১।

### ঋষি আদি—১৮০ সূক্তৰ দৰে।

### দেবতা—দ্যাবাপৃথিবী।

এইবিলাক দ্যাবাপৃথিবীৰ ভিতৰত কোন আগত আৰু কোন পাচত উদ্ভৱ হৈছিল? কেনেকৈ হৈছিল? কবিসকলে কোনে জানে কওক। তেওঁলোকে কাৰো ওপৰত ভৰষা নকৰাকৈ সকলো জগৎ ধাৰণ কৰিছে আৰু দিন-ৰাতিৰ দৰে চক্ৰবৎ প্ৰবৰ্ত্তন হৈ আছে ॥ ১ ॥ অবিচল পাদহীন হৈও এই দুয়ো দ্যাবাপৃথিবীয়ে বহুত চৰি ফুৰি মাক-বাপেকে পুতেকক কোলাত লোৱাৰ দৰে পাদযুক্তসকলক গৰ্ভত লৈ নিতো ধাৰণ কৰি লৈ ফুৰিছে। হে দ্যাবাপৃথিবী, দুয়ো আমাক মহৎ ভয় পাপৰ পৰা ৰক্ষা কৰা ॥ ২ ॥ অখণ্ডনীয় ধন আমি আহ্বান কৰিছো—(যি ধন) পাপহীন অক্ষয়, স্বৰ্গৰ দৰে, অহিংসিত, আৰু নমস্য। তেনে ধন, হে দ্যাবা-পৃথিবী, স্তোতাক—উদ্ভৱ কৰি দিয়া। হে দ্যাবাপৃথিবী... ২ ঋকৰ দৰে ॥ ৩ ॥ অন্তে দুখ নিদিয়াকৈ অন্নেৰে

তৃপ্তি কৰি দুয়ো লোকত থকা দেবতা আৰু মানুহে দুয়ো দ্যাবাপৃথিবী দেবতাক দিনৌ দুয়োবিধ—শীত আৰু উষ্ম, ধন লাভৰ কাৰণে আমি অনুগত হয়। হে দ্যাবাপৃথিবী ...২ ঋকৰ দৰে ॥ ৪ ॥ লগে-ভাগে গৈ ওচৰে ওচৰে, বাই-ভনী বন্ধু হৈ পিতৃৰ কোলাত থাকি ভুবনৰ নাভি সুঙি চুই থাকি—হে দ্যাবাপৃথিবী ..২ ঋকৰ দৰে ॥ ৫ ॥ বিস্তীৰ্ণ ঘৰত মহান দেবতা আৰু মানুহৰ প্ৰীতিৰ কাৰণে জননীক ঋতৰে (যজ্ঞেৰে) আহ্বান কৰো,- যি সুৰূপেৰে অমৃতৰূপী পানী ধাৰণ কৰে। হে দ্যাবাপৃথিবী...২ ঋকৰ দৰে ॥ ৬ ॥ বহল পৃথিবীত বহুত প্ৰকাৰে পাৰহীন তোমালোকক এই যজ্ঞত বিশেষকৈ স্তুতি কৰিছো—যি সৌভাগ্যবতীয়ে সু-দানেৰে বিশ্বজগত ধাৰণ কৰে (তেওঁলোকক স্তুতি কৰিছো)। হে দ্যাবা...২ ঋকৰ দৰে ॥ ৭ ॥ হে দ্যাবাপৃথিবী, দেবতাৰ প্ৰতি (যাগৰ সময়ত) যি অপৰাধ কৰিছো, বা সখাৰ ওচৰত, বা জোৱাইৰ ওচৰত যি অপৰাধ কৰিছো, সেইবিলাকৰ অবসান ঘটাবলৈ এই স্তোত্ৰকৰ্ম্ম হওক। হে...২ ঋকৰ দৰে ॥ ৮ ॥ দুয়োটা নৰৰ স্তুতিয়ে মোক ৰক্ষা কৰক। দুয়ো ৰক্ষকে (দ্যাবাপৃথিবীয়ে) মোক ৰক্ষণেৰে সহায় কৰক। হে দেবতাসকল, আমি স্তোতাই অতি ভাল অন্নেৰে আনন্দ কৰি বহুত পূজা কৰি ধন ইচ্ছা কৰো ॥ ৯ ॥ সুপ্ৰজ্ঞ মই দ্যুদেবতাক আৰু পৃথিবী দেবতাক মুখ্য কৰি প্ৰীতিকৰ ঋত (স্তোত্ৰ) সকলোৰে শুনিবলৈ পোৱাকৈ পাঠ কৰিলো। দুয়ো পিতামাতা (দ্যাবাপৃথিবীয়ে) নিন্দিত পাপৰ পৰা আমাক ৰক্ষা কৰা আৰু ওচৰত যথাযোগ্য তৰ্পণেৰে ৰক্ষা কৰা ॥ ১০ ॥ হে দ্যাবা-পৃথিবী, এই আমি কৰা স্তোত্ৰ সত্য হওক। হে পিতা, হে মাতা, তোমালোকক এই যজ্ঞত যি স্তোত্ৰ কৈছো, সেয়া সত্য হওক। স্তোতাৰ ওচৰত তৰ্পণেৰে থাকা। আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম—(এই প্ৰাৰ্থনা) ॥ ১১ ॥

## ১৮৬ সূক্ত—ঋ ১১।

ঋষি আৰু ছন্দ—১৮০ সূক্তৰ দৰে। দেবতা—বিশ্বেদেবা (সকলো দেবতা)।

বিশ্বানৰ সবিতা দেবতাই আমাৰ স্তুতিৰ হেতুকে ইলাসকলৰ যজ্ঞ স্থানলৈ আহা। হে ডেকা (দেবতা) সকল, আমাৰ যজ্ঞলৈ ইচ্ছা কৰি আহি সকলোকে কৰা দৰে আমাকো হৃষ্ট কৰা ॥ ১ ॥ আমাৰ যজ্ঞলৈ শত্ৰুক আক্ৰমণ কৰা সকলো দেবতা আহক। মিত্ৰ, বৰুণ, অৰ্য্যমাই সমান প্ৰীতিযুক্ত হৈ আহক। সকলো দেবতা আমাৰ বৰ্দ্ধয়িতা হওক। শত্ৰুক অভিভব কৰি আমাৰ অন্ন যাতে কম নহয় তেনে কৰক ॥ ২ ॥

তোমালোকৰ প্ৰিয়তম, শীঘ্ৰে যজ্ঞ ভোগ কৰা তোমালোকৰ লগত সমান প্ৰীতিৰ আলহী অগ্নিক স্তুতি কৰিছো। সুকীৰ্ত্তিৰ আমাৰ বৰুণ দেবতা আমাৰেই হওক। শত্ৰুক মুখেৰে মাতি খেদোৱা আৰু আমাক প্ৰেৰণ কৰা বৰুণে আমাৰ অন্ন পূৰণ কৰক ॥ ৩ ॥ হে দেবতাসকল, তোমালোকক নমস্কাৰেৰে বিচাৰি পাপ জয় কৰিবলৈ যাম আৰু দিনে ৰাতিয়ে ভাল খীৰতি গৰুৰ দৰে ভজন কৰিম। সমান ওহাৰৰ পৰা ওলোৱা গাখীৰেৰে নানা অৰ্চনীয় অন্ন প্ৰস্তুত কৰি আনিছো ॥ ৪ ॥ আৰু আমাক অহিৰ্বুধ্নই (অন্তৰীক্ষগামী দেবতাই) সুখ দিয়ক। ৰসেৰে সুখ দিয়া সিন্ধু নদীয়ে যেনেকৈ পোৱালীক (গৰুৱে) গাখীৰ খুৱাই তেনেকৈ আহক। অপাং নপাত অগ্নিক স্তুতিৰে বিচাৰিম। যি দেবতা মনৰ দৰে বেগী আৰু বৰ্ষক মেঘ বহন কৰে, (সেই বৰুণে) আমাক সুখ দিয়ক ॥ ৫ ॥ ত্বষ্টা দেবতাই আমাৰ ফালে এই যজ্ঞলৈ আহক। প্ৰশংসিত, আহিৰ লগীয়া যজ্ঞত স্তোতাসকলেৰে সৈতে সমান আদৰৰ হওক। বৃত্ৰবধ কৰা, যজমানৰ কামনা পূৰক, মহত্তম ইন্দ্ৰয়ো আমি মানুহৰ ওচৰলৈ আহক ॥ ৬ ॥ গৰুৱে যেনেকৈ পোৱালীক চেলেকে সেইদৰে এই সদায় ডেকা ইন্দ্ৰক আমাৰ স্তুতিবিলাকে ঘোঁৰাৰ দৰে (খৰকৈ গৈ) চুইছেগৈ। তেৰেঁই মানুহৰ অতি ভাল ফল পোৱাই দিয়ে—যেনেকৈ পুত্ৰৱতী পত্নীয়ে পুত্ৰ দিয়ে ॥ ৭ ॥ আৰু এওঁলোক, সেনাযুক্ত, একেমনৰ, হৰিণবৰ্ণ ঘোঁৰাযুক্ত, নম্ৰ স্বভাৱৰ, ৰথৰ দৰে, শত্ৰুক খেদা, মিত্ৰযুক্ত, ঋত্বিজৰ দৰে মৰুত সকলো দ্যাবাপৃথিবীৰ পৰা আহক ॥ ৮ ॥ এই মৰুত সকলৰ মহিমা বুজা যায় যে এওঁলোকে সু-স্তুতিবিলাকৰ প্ৰয়োগ যোজনা কৰে। এওঁবিলাক সেনাই বিশ্বৰ য'তে ত'তে অনুৰ্বৰ ঠাইত, মেঘ নথকা দিনত অন্ধকাৰ নথকা পোহৰৰ দৰে, (শস্য) উৎপন্ন কৰে ॥ ৯ ॥ (হে ঋত্বিকসকল) অশ্বিনী দেবতাক ৰক্ষণৰ কাৰণে স্তুতি কৰা। পূষণ দেবতাক স্তুতি কৰা। যি নিজে নিজে বলী দেবতা আছে—তেওঁবিলাককো বিচাৰা। (তেওঁবিলাক) অদ্বেষী বিষ্ণু, তেনেকুৱা বায়ু, ঋভুক্ষাপতি ইন্দ্ৰ,—সকলো দেবতাকে সুখৰ কাৰণে

আমাৰ ওচৰলৈ আহ্বান কৰা ॥ ১০ ॥ হে যজন কৰিব-লগীয়া দেৱতাসকল তোমালোকৰ সেই দীপ্তি সদায় চেষ্টা কৰাৰ লগত থকা হওক, যি দীপ্তি ধনৰ কাৰণে দেৱতাৰ পৰা বিচাৰে। আমি অন্ন, বল, আৰু জীয়াই থাকিবলৈ পাম (এই প্ৰাৰ্থনা) ॥ ১১ ॥

১৮৭ সূক্ত—ঋ ১১।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—৩/৫/৬/৭/১১ অনুষ্টুপ্; ১-অনুষ্টুপ্গৰ্ভ উষ্ণিক্; বাকী গায়ত্ৰী (২/৪/৮-১০)। দেৱতা—অন্ন।

মই এতিয়া অন্নৰ স্তৱ কৰিম। মহৎ ধৰ্ম্মৰ বলাত্মক যি অন্নৰ বলেৰে ত্ৰিতিনিখন ঠাইত (স্বৰ্গ, মৰ্ত্ত্য, অন্তৰীক্ষ) বৃত্ৰক ছিণ্ডি মাৰিলে ॥ ১ ॥ (হে) সোৱাদ মধুৰ অন্ন, আমি তোমাক সেৱন কৰো। আমাৰ তৃপ্তিকৰ হোৱা ॥২॥ হে অন্ন, তুমি মঙ্গল। মঙ্গলময় কৃপাৰে আমাৰ ওচৰলৈ আহা। সুখ দিয়া, অবিদ্বেষী, সখাৰ দৰে প্ৰিয়কৰ, সু-সেৱন কৰিব পৰা তুমি বিপৰীত নহবা ॥ ৩ ॥ হে অন্ন, সেই ৰসৰে (তিনিও) লোকত অনুকূল হৈ আছা—স্বৰ্গত বায়ুৰ দৰে ব্যাপ্ত হৈ আছা ॥ ৪ ॥ হে অন্ন, মানুহ তোমাৰ ভোক্তা। হে সোৱাদ অন্ন, পালক, তোমাৰ অনুগ্ৰহত তেওঁবিলাকে তোমাক দিয়া হয়। তোমাৰ ৰসৰ (ষড় ৰসৰ) সোৱাদ লোৱাবিলাকে দীঘল দিঙিয়া হৈ তোমাক চলায় দিয়ে ॥৫॥ হে অন্ন, মহৎ দেৱতাৰ মন তোমাতেই নিহিত কৰিলে। তোমাৰ পৰিষ্কাৰ লক্ষণেৰে ৰক্ষা কৰি বৃত্ৰক (ইন্দ্ৰই) বধ কৰিলে। ॥ ৬ ॥ হে অন্ন, ধনবান পৰ্ব্বতৰ (মেঘৰ) পবিত্ৰ পানী যেতিয়া লৈ যায়, সেই সময়ত আমাৰ মধুৰ অন্ন আমাৰ সম্পূৰ্ণ ভক্ষণৰ কাৰণে সন্নিহিত হোৱা ॥ ৭ ॥ যি পানী আৰু ওষধি (শাক-পাছলি) আৰু কেউফালে সুখকৰ অন্ন আস্বাদন কৰো (খাওঁ), হে শৰীৰ, তুমি খাই আপ্যায়িত হোৱা ॥ ৮ ॥ হে সোম, তোমাক যি গাখীৰ মিহলোৱা বা যৱ মিহলোৱা খাওঁ (তাৰে) হে শৰীৰ, তুমি আপ্যায়িত হোৱা ॥ ৯ ॥ হে ওষধিৰ কৰম্ভ (পিঠা), শকত, ব্যাধি নাশ কৰা আৰু ইন্দ্ৰিয়ৰ উদ্দীপনা কৰা হোৱা—(তাৰে) হে শৰীৰ তুমি আপ্যায়িত হোৱা ॥১০॥ হে অন্ন, এনেকৈ (স্তুতি কৰি) তোমাক গৰুৰ গাখীৰ উলিওৱা দৰে (টানি) উলিয়াই আনিলো—দেৱতাৰ লগত আমোদ কৰিবলৈ আৰু আমাৰ লগত আমোদ কৰিবলৈ।

১৮৮ সূক্ত—ঋ ১১।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য। ছন্দ—গায়ত্ৰী। দেৱতা—১-৭।১১ অগ্নি; ৮-ইলা, ভাৰতী, সৰস্বতী; ৯-ত্বষ্টা; ১০-বনস্পতি অগ্নি।

(এয়া আপ্ৰীসূক্ত)।

(হে অগ্নি) ঋত্বিকে সম্যক সমিধেৰে (খৰিৰে) জ্বলোৱা দেৱতা, দেৱতাসকলেৰে সৈতে আজি শোভা কৰিছা। (তুমি) সহস্ৰজিৎ দূত, দূৰদৰ্শী হৈ হবি দেৱতালৈ লৈ যোৱা ॥ ১ ॥ হে অনূনপাৎ (পানীৰ পুতেক) অগ্নি, তুমি যজ্ঞ। ঋত (নিয়ম) মানি কৰা (যজ্ঞ) মধুৰ দ্ৰব্যৰে, সহস্ৰ অন্নেৰে ধাৰণ কৰি সম্পন্ন কৰিছো ॥ ২ ॥ হে অগ্নি, আমাৰ দ্বাৰা আহুত হৈ আৰু আমাৰ দ্বাৰা স্তুত হৈ আমাৰ যজ্ঞীয় (দ্ৰব্য) দেৱতালৈ বহন কৰি নিয়া। হে অগ্নি, তুমি সহস্ৰ দাতা ॥ ৩ ॥ পূৰ্বফালে আগকৰি সহস্ৰবীৰে (ঋত্বিকে, মন্ত্ৰ) বলেৰে কুশ মেলি দি (ঢাকিলে) যি কুশত আদিত্যসকল বহি শোভা কৰে ॥ ৪ ॥ বিৰাট, সম্ৰাট, বিভু, প্ৰভু, বহুত আৰু অতি বহুত, যি যজ্ঞদ্বাৰ আছে তাত ঘৃত (পানী) ক্ষৰণ হৈছে ॥ ৫ ॥ সুবেশেৰে, সুৰূপেৰে, বেছি সৌন্দৰ্য্যৰে, বিৰাজ কৰা ঊষাই আৰু ৰাতিয়ে আজি দিনত আহি (আমাৰ যজ্ঞত) বহা ॥ ৬ ॥ মুখ্য ঋত্বিক, ভাল কথা কোৱা, দেৱাই মেধাবী হোতা দুজনে আমাৰ এই যজ্ঞ সম্পন্ন কৰক ॥ ৭ ॥ ভাৰতী, ইলা, আৰু সৰস্বতী এই তিনিজনা দেৱীক উদ্দেশ্য কৰি স্তুতি কৰিছো। তেওঁলোকে আমালৈ সম্পদ পঠিয়াওক ॥ ৮ ॥ ত্বষ্টা প্ৰভুৱে সকলো ৰূপ (যোনিত উৎপত্তি হোৱা) পশুৰ সৃষ্টি কৰিলে। আমাৰ কাৰণে সেইবিলাক বৃদ্ধি হবলৈ সৰ্ব্বতোভাৱে পূজা কৰা ॥ ৯ ॥ হে বনস্পতি (গছ), নিজেই দেৱতাৰ পশুৰূপ অন্ন উৎপাদন কৰা। অগ্নিয়ে হবিবিলাকৰ সোৱাদ লওক ॥ ১০ ॥ দেৱতাসকলৰ আগত যোৱা অগ্নি দেৱতাৰ এয়া গায়ত্ৰী ছন্দেৰে আদৰি স্তুতি কৰা হ'ল। স্বাহাকাৰেৰে হবি দিয়াত জ্বলি উঠিছে ॥ ১১ ॥

## ১৮৯ সূক্ত—ঋ ৮ ।

ঋষি আৰু ছন্দ ১৮০ সূক্তৰ দৰে । দেৱতা—অগ্নি ।

হে অগ্নি দেৱতা, সকলো জানিবলগীয়া তুমি জানা । ( সেইবাবে ) গন্তব্য স্থানলৈ আমাক লৈ যোৱা । কুটিল পাপক আমাৰ পৰা আঁতৰাই দিয়া । তোমাক আমি বহুত নমস্কাৰ আৰু স্তুতি কৰিম ॥ ১ ॥ হে অগ্নি, তুমি অতি নতুন । ( যাগ অনুস্থান কৰা ) আমাক স্বস্তিৰে বিশ্বৰ পাপৰ পৰা পাৰ কৰা । আমাৰ নগৰ আহল-বহল হওক । আমাৰ পৃথিৱীও বহল হওক । তুমি আমাৰ পুত্ৰ পৌত্ৰৰ সুখ দিয়া ॥ ২ ॥ হে অগ্নি, তুমি আমাৰ পৰা বেমাৰ গুচায় দিয়া । অগ্নিয়ে যাক পালন নকৰে সেই প্ৰজাক গুচাই দিয়া । পুনঃ আমাৰ সুফলৰ কাৰণে, হে যজত্ৰা ( যজন কৰাক তাৰণ কৰা ) দেৱতা, সকলো অমৰৰ সৈতে পৃথিৱীলৈ আহা ।। ৩ ॥ হে অগ্নি, আমাক অনৱৰত পালনেৰে ৰক্ষা কৰা আৰু প্ৰিয় সদনত ( যজ্ঞ ঘৰত ) কেউফালে পোহৰ কৰা । হে ডেকা অগ্নি, তোমাৰ স্তোতাক আজি ভয়ে বিচাৰি নেপায় । হে বলবান অগ্নি, আন দিনতো নেপায় ।। ৪ ।। হে অগ্নি. হিংসকৰ ( ওচৰলৈ ), খাদকৰ ( ওচৰলৈ ), দুঃখকাৰক ৰিপুৰ ওচৰলৈ আমাক এৰি নিদিবা । আমাক দাঁত থকা, কামোৰা ( সাপ আদিলৈ ) এৰি নিদিবা । আমাক দাঁত নথকা ( শিঙেৰে খোচাঁলৈ ) এৰি নিদিবা । হিংসক ( চোৰ আদিৰ দ্বাৰা ) আমাক, হে বিজয়ী অগ্নি. পৰাভূত নকৰাবা ।। ৫ ।। হে ঋতৰাজ ( নিয়মত উৎপন্ন ) অগ্নি, বৰণীয় তোমাক শৰীৰ পুষ্টিৰ কাৰণে স্তব কৰি তোমাক পাই, সকলো হিংসক আৰু নিন্দকবিলাকৰ পৰা নিজক মুক্ত কৰে । হে অগ্নি, আমাৰ আগত যি কুটিল আচৰণ কৰে, সিইঁতক দমন কৰা ।। ৬ ।। হে যজন কৰিবলগীয়া অগ্নি, তুমি, যজন কৰা আৰু যজন নকৰা দুয়োবিধ মানুহক জানি লৈ যজন কৰাক কামনা কৰা । হে আক্ৰমণ কৰা অগ্নি. পবিত্ৰতা বিচৰা যজমানে যেনেকৈ ঋত্বিক সকলৰ শিক্ষক হয়, তুমিও সময়ত সেইদৰে যজমানৰ শিক্ষক হোৱা ( এইটো কৰা, সিটো কৰা ইত্যাদি দেখুৱাই শিক্ষা দিয়া ) ॥ ৭ ॥ মন্ত্ৰৰ পুত্ৰ, শত্ৰুৰ অভিভৱকাৰী অগ্নিৰ বিষয় এই স্তোত্ৰ ৰচনা কৰা হৈছে । আমি এই অতীন্দ্ৰিয় প্ৰকাশক মন্ত্ৰেৰে সহস্ৰ ধন লাভ কৰিম । আমি অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম । ॥ ৮ ॥

## ১৯০ সূক্ত—ঋ ৮ ।

ঋষি আৰু ছন্দ ১৮০ সূক্তৰ দৰে । দেৱতা—বৃহস্পতি ।

হে হোতা, কামবৰ্ষী, মধুৰ জিভাৰ ( ভাল কথা কোৱা ), স্তুতিৰ যোগ্য, বৃহস্পতিৰ অৰ্চনা সাধন কৰা মন্ত্ৰেৰে বৃহস্পতিক বৃদ্ধি কৰা । সুদীপ্ত, স্তুতি কৰি থকা বৃহস্পতিক গাথাৰে গায় হোতাদি নেতাই শুনাইছে ॥ ১ ॥ ঋতুৰ বিষয় স্তুতিবিলাক সৃজন কৰোতা-ৰূপী বৃহস্পতিৰ ওচৰ পাইগৈ । তেওঁ দেৱতা বিচৰা-সকলক ফল দান কৰে । তেওঁ গোটেই জগত ব্যক্ত কৰে । তেওঁ স্বৰ্গব্যাপী মাতৰিশ্বাৰ ( বায়ুৰ ) দৰে বৰণীয় ফল উৎপাদন কৰি ঋতৰ ( যজ্ঞৰ ) বিষয়ে সম্ভব ( জন্ম ) হ'ল ॥ ২ ॥ সবিতাই যেনেকৈ ৰশ্মি প্ৰকাশ কৰিবলৈ যত্ন কৰে, সেইদৰে বৃহস্পতিয়ে যজমান-সকলৰ স্তুতি, অন্ন, দান আৰু স্তোত্ৰ গ্ৰহণ কৰিবলৈ যত্ন কৰিছে । ৰাক্ষস-শত্ৰু-নোহোৱা বৃহস্পতিৰ সামৰ্থ্যৰে দিনৰ সূৰ্য্যই ভয়ানক জন্তুৰ দৰে বলবান হৈ ফুৰে ॥ ৩ ॥ বৃহস্পতিৰ কীৰ্ত্তি ( বা শ্লোক ) দ্যুলোক আৰু ভূলোকলৈ যায় । আদিত্যৰ দৰে পূজিত হৈ প্ৰাণীক সচেতন কৰি ফল যাচে । বৃহস্পতিৰ অস্ত্ৰ-বিলাক চিকাৰীৰ অস্ত্ৰৰ দৰে যায় । এই অস্ত্ৰবিলাক অন্তৰীক্ষচাৰী মায়াবী অসুৰলৈ দিনত মাৰে ॥ ৪ ॥ হে বৃহস্পতি দেৱতা, যি পাপ বুদ্ধিৰ মানুহে হৰি অন্ন, কল্যাণকৰ তোমাক, অলপ গাখীৰ দিয়া গৰুৰ দৰে ভাবি, তোমাক অলপকৈ দিয়ে, দুৰ্ব্বুদ্ধিৰ সিইঁতক বহুত ধন নিদিবা । হে দেৱতা, সোমপান কৰা যষ্টাক মহাফল দি অনুগ্ৰহ কৰা ॥ ৫ ॥ হে বৃহস্পতি দেৱতা, তুমি মানুহৰ কাৰণে, ভালকৈ যাব পৰা বাটৰ দৰে সুখকৰ হোৱা । দুৰ্নিয়ন্ত্ৰণ কৰা ৰজাৰ সন্তোষিত মিত্ৰ মন্ত্ৰীৰ দৰে ( ফলপ্ৰদ হোৱা ) । পাপহীন যি আমাৰ কালে ভাব কৰে সি অজ্ঞানেৰে আবৃত হৈয়ো জ্ঞানবন্ত হৈ থাকে ॥৬॥ সকলো পৃথিৱীৰ মানুহ যেনেকৈ গৰাকীৰ কামলৈ মন কৰি যায়, দুয়োপাৰৰ মাজে মাজে যোৱা নদী যেনেকৈ সমুদ্ৰত মিল হয়গৈ, সেইদৰে সকলো স্তুতি বৃহস্পতিৰ লগত মিলিত হয়গৈ । আকাশত উৰা চৰাইৰ দৰে, ( নদীৰ ) পাৰ আৰু পানী দুয়ো দেখিবলৈ পোৱা দৰে তেওঁ জানিব পাৰে ।। ৭ ॥ মহান, বহুত অৰ্থ উৎপাদন কৰা, বলবান, বৰ্ষক দেৱতা বৃহস্পতিক এই দৰেই এই স্তুতিৰে স্তব কৰা হৈছে । সেই দেৱতা স্তুত হৈ আমাক বীৰ পুত্ৰ, গৰুগাই দিয়ক । আমি

অন্ন, বল আৰু জীয়াই থাকিবলৈ পাম ॥ ৮ ॥

## ১৯১ সূক্ত—ঋ ১৬ ।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ অগস্ত্য । ছন্দ—১-৯/১৪-১৬ অনুষ্টুপ্ ; ১০-১২ মহাপংক্তি ; ১৩ মহাবৃহতী । দেৱতা—অপ, তৃণ আৰু সূৰ্য্য ।

(এয়া বিষহৰি উপনিষদ)

অলপ বিষৰ, বিষ নোহোৱা, পানীত থকা অলপ বিষৰ কোনো ত্ৰিবিধ বিষ থকা প্ৰাণীয়ে মোক বিন্ধিছে । বা নেদেখা (কোনো বিষধৰে) মোক কামুৰিলত গোটেই গা বিষেৰে বিয়পী পৰিছে ॥১॥ (বিষধৰে কামোৰা) মানুহৰ ওচৰলৈ আহি (কোনো বন দৰবে) নেদেখা বিষক মাৰে, আৰু গুছি যাওঁতে (মোহাৰি দিয়া সময়ত কোনো বন দৰবে) বিষ মাৰে । পিহোতে (কোনো ওষধিয়ে) বিষ নাশ কৰে । ঘঁহি দিয়া (কোনো ওষধিয়ে) বিষ নাশ কৰে ॥ ২ ॥ শৰা, কুশৰ, কুশ, সিৰা মুঞ্জা, বিৰিণা (এইবিলাকত থকা) নেদেখা সকলো বিষে মোৰ গা বিয়পি পৰিছে ॥ ৩ ॥ গোহালিত গৰু শুইছে, পশুবোৰ নিজ ঠাইলৈ গ'ল । মানুহৰ চেতন নোহোৱা হ'ল (টোপনি গ'ল), এনে সময়ত মোক বিষে ভেজিলে ॥ ৪ ॥ ইহঁতে ৰাতি দেখে । ৰাতি এন্ধাৰ হলে চোৰৰ দৰে দেখে । ইহঁতক দেখা নেযায় । (সিহঁতে) সকলো দেখে । হে মানুহবিলাক এইটো বুজি লবা (সাৱধান হবা) ॥ ৫ ॥ (হে বিষধৰ) স্বৰ্গ তোমাৰ পিতা, পৃথিবী মাতা, চন্দ্ৰ ভাই (ককাই), অদিতি বাই (ভনী) । দেখা নোপোৱা তোমালোকে সকলো দেখা । (নিজ নিজ ঠাইত) সুখেৰে থাকা ॥ ৬ ॥ যি অংশত (বাউসীত) খায়, যি গাত (শৰীৰত) খায়,—বেজীৰ দৰে বিন্ধে, যি অতি বিষাক্ত, যি অদৃষ্ট, তোমালোকৰ ইয়াত কি আছে ? (আৱশ্যক কি) । তোমালোকে সকলোৱে মিলি আমাৰ গুৰিৰ পৰা যোৱা ॥ ৭ ॥ সূৰ্য্য পূব ফালে উদয় হৈছে । তেওঁ সকলো দেখে । নেদেখা (বিষ) নাশ কৰে । সকলো অদৃষ্ট যাতনা দিয়া বিষ খেদায় উদয় হয় । ৮ ॥ এই সূৰ্য্য ওপৰলৈ উঠি যায় । সকলো বিষ ৰবকৈ নষ্ট কৰি পৰ্ব্বতত সকলোৱে দেখা পোৱা আদিত্যই, নেদেখা সকলোবোৰ বিষ শেষ কৰি ওপৰলৈ উঠি যায় ॥ ৯ ॥ সুৰা নিৰ্ম্মাণ কৰা ঘৰত চামৰাৰ সুৰা পাত্ৰৰ দৰে, সূৰ্য্যত মই বিষ ওলোমাই থম । সেই সূৰ্য্য নমৰে—আমিও নমৰো । হৰি ঘোঁৰাত থকা আদিত্যই দূৰত থাকি বিষক অমৃত কৰি দিলে । হে বিষ, মধুবিদ্যাই তোমাক অমৃত কৰি দিলে ॥ ১০ ॥ এই অকণমান শকুন্তিকা চৰাই জনীয়ে তোমাৰ বিষ খাই পেলালে । তাই নমৰে । আমিও নমৰো । হৰি ঘোঁৰাত থকা...১০ ঋকৰ দৰে ॥১১॥ তিনি গুণ সাত (একৈশ) --টা জুইৰ ফিৰিঙতিয়ে বিষৰ বল খাই পেলালে । সিহঁত নমৰে, আমিও নমৰো । হৰি ঘোঁৰাৰ...১০ ঋকৰ দৰে ॥ ১২ ॥ ন আৰু নৱৈ (নিৰানব্বৈ) খন বিষ নাশ কৰা নদীৰ নাম মই গাইছো । তেওঁবিলাক বহুত দূৰৈত আছে । হৰি ঘোঁৰাত ...ইত্যাদি ১০ ঋকৰ দৰে ॥ ১৩ ॥ তিনি সাত (একৈশ) ময়ূৰৰ পত্নীয়ে, আৰু সাতখন বাই-ভনী নদীয়ে তোমাৰ বিষ কলহ নিয়া (কুম্ভিনী) ছোৱালীয়ে পানী নিয়া দৰে হৰণ কৰি লৈ যাওক ॥ ১৪ ॥ ইমানকণ সৰু নেউলে তোমাৰ বিষ হৰক । (হৰণ নকৰিলে) অকণমান তোক শিলেৰে খুন্দিম । বিষ ওলাই যাওক —অতি দূৰ (দিক্ দেখুৱাই) দিশলৈ গুচি যাওক ॥ ১৫ ॥ (অগস্ত্য ঋষিয়ে এনেকৈ কলত) পৰ্ব্বতৰ পৰা নেউল বেগাই ঘূৰি আহি কলে—বৃশ্চিকৰ (বিচাৰ) বিষ নাই । হে বৃশ্চিক তোমাৰ বিষ নাই ॥ ১৬ ॥ ওঁ তৎসৎ ॥

ইতি ঋগ্বেদ সংহিতাৰ প্ৰথম মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত—২০ মাঘ ১৮৯৪ শক ইং ৩/২/৭৩ ।
নতুন শৰণীয়া—গুৱাহাটী ।



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## দ্বিতীয় মণ্ডল

### প্ৰথম সূক্ত—ঋ ১৬ ।

ঋষি— শুনকৰ পুত্ৰ—গৃৎসমদ । ছন্দ—জগতী ।

দেৱতা—অগ্নি ।

( এই সমুদায় ২য় মণ্ডলৰ মন্ত্ৰদ্ৰষ্টা ভৃগুবংশৰ গৃৎসমদ ঋষি বা ভৃগু বংশৰ অন্য কোনো ঋষি ) ।

হে অগ্নি, মানুহৰ মাজত যি নেতা আছে ( তেওঁ-বিলাকৰ ) পালক, হে দেৱতা, তুমি যাগ আদিত উৎপত্তি হোৱা, তুমি পানীত উৎপত্তি হোৱা, তুমি শিলত উৎপত্তি হোৱা, তুমি গছ গছনিত আৰু সৰু গছ গছনিত উৎপত্তি হোৱা । তুমি মথনত শুচি ( হৈ ) উৎপত্তি হোৱা ॥ ১ ॥ হে অগ্নি, হোতাৰ কাম তুমিয়েই কৰা । পোতাৰ কাম তুমি কৰা । সময়ত কৰা ঋত্বিকৰ কাম তুমি কৰা । নেতাৰ কাম তুমি কৰা । হে অগ্নি, তুমি 'অগ্নিৎ' ( জুই জ্বলোৱা ) কাম কৰা । ঋতৰ ( নিয়মৰ ) কাম তুমি প্ৰশাসন কৰা । তুমি যজ্ঞৰ কাম পৰিচালনা কৰা । তুমি ব্ৰহ্মা আৰু আমাৰ গৃহপতি ॥ ২ ॥ হে অগ্নি, তুমি সৎলোকৰ ফলবৰ্ষী ( পতিকে ) ইন্দ্ৰ । তুমি বিষ্ণু, বহুতে স্তুতি কৰা আৰু নমস্য । তুমি মন্ত্ৰপালক, ধনৰ বেত্তা । তুমি ব্ৰহ্মণস্পতি ( মন্ত্ৰৰ পালক ) । তুমি বিবিধ সৃষ্টি কৰা আৰু বহুত বুদ্ধিৰে অবস্থিত হৈছা ॥ ৩ ॥ হে অগ্নি, তুমি ধৃতব্ৰত ৰজা বৰুণ । তুমি শত্ৰুক্ষয় কৰা স্তুত্যৰ্হ মিত্ৰ । তুমি সাধুজনৰ পালক অৰ্য্যমা । —অৰ্য্যমাৰ দান সৰ্ব্বব্যাপী । তুমি ( সূৰ্য্যৰ ) অংশ । হে দেৱতা, তুমি আমাৰ যজ্ঞত ফলদান কৰা ॥ ৪ ॥ হে অগ্নি, তুমি ত্বষ্টা । তুমি পৰিচৰ্য্যা কৰা জনৰ ভাল ধনৰ হেতু । স্তুতি বাক্যবিলাক তোমাৰ নিজৰ । তোমাৰ তেজ হিতকাৰী । তুমি আমাৰ বন্ধু । তুমি সোনকালে উৎসাহ দিয়া । তুমি ভাল ঘোঁৰা দিয়া । বহুত ধনৰ তুমি মানুহৰ বল স্থানীয় হৈছা ॥ ৫ ॥ হে অগ্নি. তুমি মহৎ দ্যুলোকৰ পৰা শত্ৰুৰ ধ্বংস কৰা ৰুদ্ৰ । তুমি মৰুৎগণৰ বল । ( হবি ) অন্নৰ তুমি ঈশ্বৰ । তুমি বায়ুৰ দৰে ৰঙা ঘোঁৰাৰে সুখৰ ( যজ্ঞৰ ) ঘৰলৈ আহা ! তুমি পূষা ( হৈ ) নিজে ( বুদ্ধিৰে ) পৰিচাৰকক ৰক্ষা কৰা ॥ ৬ ॥ হে অগ্নি. তোমাক যি ( যজমানে ) অলঙ্কৃত কৰে তেওঁৰ দ্ৰবিনোদা । তুমি ( সকলোৰে প্ৰেৰক ) সবিতা দেৱতা,—ৰমণীয় ধন দাতা । হে নৰৰ পালক অগ্নি, তুমি ভগ হৈ ধনৰ ঈশ্বৰ হৈছা । যি যজমানে ( যজ্ঞ ) ঘৰত তোমাক পৰিচৰণ কৰে তেওঁৰ তুমি পালক ॥ ৭ ॥ হে বিশ্‌পতি ( প্ৰজাপালক ) অগ্নি, তোমাক যজমানে যজ্ঞ ঘৰলৈ আনিছে আৰু দীপ্যমান, সুজ্ঞানী তোমাক প্ৰসাধন কৰিছে । সুজ্বালা ৰূপী তুমি সকলো হবি-অন্নৰ গৰাকী হৈছা । তুমি সহস্ৰ, শত আৰু দহ ( অৰ্থাৎ অসংখ্য ) ধন-বস্তুৰ প্ৰতিনিধি হৈছা ॥ ৮ ॥ হে অগ্নি, নেতা বিলাকে পিতৃৰ দৰে পালন কৰিবলৈ তোমাক যজন কৰে । দীপক শৰীৰৰ তোমাক ভাতৃৰ দৰে যজন কৰে । হে অগ্নি, পৰিচৰণ কৰা মানুহৰ তুমি পুত্ৰৰ দৰে । তুমি বিশ্বাসী সখাৰ দৰে ধাৰণ কৰা বিলাকক ৰক্ষা কৰা ॥ ৯ ॥ হে অগ্নি, তুমি ঋভু । তুমি ওচৰত নমস্কাৰৰ যোগ্য । তুমি সকলোতে শুনা অন্ন আৰু ধনৰ ঈশ্বৰ । হে অগ্নি, তুমি বিশেষকৈ জ্বলিছা তালৈকে কাঠ বিলাক ( খৰি বিলাক ) অন্ধকাৰ গুছাবলৈ পুৰিছা । তুমি যজ্ঞৰ বিশেষকৈ নিৰ্ব্বাহ কৰোতা আৰু ফল বিস্তাৰ কৰা ॥ ১০ ॥ হে অগ্নি দেৱতা, তুমি হবি দাতাৰ অদিতি । তুমি হোম নিষ্পাদিকা ভাৰতী,—স্তুতিৰ দ্বাৰা বৰ্দ্ধন হোৱা । তুমি এশ জাৰকালি ( সদায় ) থকা দানৰ সমৰ্থ ইলা (তুমি) হৈ দানৰ সমৰ্থ । হে ধনৰ পালক পাপ হৰ্ত্তা তুমি সৰস্বতী ॥ ( অদিতি=পৰিপালক, ভাৰতী=সূৰ্য্যৰশ্মি, ইলা=ভূমি , সৰস্বতী=বায়ু ) ॥ ১১ ॥ হে অগ্নি, তুমি ভালকৈ পুষ্ট হলে উত্তম অন্ন ( বা আয়ুস ) হোৱা । তোমাৰ স্পৃহনীয় বৰ্ণই দৰ্শনীয় কান্তি বিলাইছে । তুমি অন্নৰ সাধক, পাপৰ পৰা ত্ৰান কৰা, —মহান । তুমি ধনৰ ৰূপ, সকলো বিষয় ব্যাপক আৰু বিস্তীৰ্ণ ॥ ১২ ॥ হে অগ্নি, তোমাক অদিতিৰ পুত্ৰ ( ইন্দ্ৰাদি দেৱতা )

সকলে মুখ কৰিলে। হে কবি, শুচি তোমাকেই দেৱতাই নিজৰ জিভা কৰিলে। দানৰ সময়ত গোটে খোৱা দেৱতাসকলে যজ্ঞত তোমাক অপেক্ষা কৰে। তোমাতেই আহুত কৰা হবি আদি দেৱতা সকলে খাই। ॥ ১৩ ॥ হে অগ্নি, সকলো অমৰ দ্রোহহীন দেৱতা সকলে তোমাৰ মুখত আহুতি দিয়া হব্য খাই। মানুহেও তোমাৰ পৰাই অন্ন আদিৰ সোৱাদ লয়। তুমি লতা আদিৰ গর্ভ আৰু শুচিহৈ জন্ম লৈছা। ১৪। হে অগ্নি, তুমি বলৰে তেওঁলোকৰ (দেৱতাৰ) লগত থাকা, (কিন্তু) প্রত্যেকৰ লগত ভিন্ন হৈ থাকা। হে সুউৎপাদিত দেৱতা, তুমি তেওঁবিলাকতকৈও বেচি বলী কাৰণ তোমাৰ মহিমাতে এই যজ্ঞত থকা সকলো অন্ন শব্দ কৰি থকা দ্যাবাপৃথিবীত ব্যাপ্ত হয় ॥ ১৫ ॥ হে অগ্নি, যি মেধাবী যজমানে স্তোতাসকলক আগতে গৰু আৰু পাচত ঘোঁৰা আদি ধন দিয়ে, তেওঁবিলাকক আৰু আমাক ভাল ঠাইলৈ নিয়া ॥ আমি সুপুত্রাদিৰে সৈতে যজ্ঞত বৃহৎ মন্ত্র উচ্চাৰণ কৰিম ॥ ১৬ ॥

## ২ সূক্ত—ঋ ১৩।

## ঋষি আদি ১ম সূক্তৰ দৰে।

(হে যজমানসকল) জাতবেদ অগ্নিক যজ্ঞেৰে বর্দ্ধন কৰা। হবি অন্নৰে বহলকৈ স্তুতি কৰি যজন কৰা। ভালকৈ জ্বলোৱা, ভালকৈ খুউৱা, স্বর্গলৈ নিওঁতা, স্বর্গত থকা, হোতাক, বল কর্ত্তাক যজ্ঞেৰে বর্দ্ধন কৰা ॥ ১ ॥ হে অগ্নি, দিনত গাইগৰু বিলাকে যেনেকৈ পোৱালীলৈ বাট চাই থাকে সেইদৰে যজমান সকলে তোমাক ৰাতি আৰু দিনত আকাঙ্ক্ষা কৰিছে। হে বহুতৰ বৰণীয় অগ্নি, সংযত তুমি স্বর্গৰ দৰে ব্যাপ্ত। যজমানৰ ওচৰত পুৱা আদি দিন বিলাকত আৰু ৰাতিত জ্বলি থাকা ॥ ২ ॥ এনেকুৱা দেখিবলৈ ভাল, দ্যাবাপৃথিবীৰ ঈশ্বৰ, ৰথত থোৱা ধনৰ দৰে, দীপ্তবর্ণ, মিত্রৰ দৰে যাগৰ মাটিত (বেদীত) স্তুত্য অগ্নিক ঋত্বিক সকলে ৰজোলোকৰ মূলত (পৃথিবীত) ৰাখিলে ॥ ৩ ॥ নিজৰ শিখা বিলাকেৰে, চকবীৰ শলা বিলাকৰ দৰে অন্তৰীক্ষলৈ যোৱা, পানীৰ দৰে ৰক্ষক, সকলোৰে জনক দুয়ো দ্যাবাপৃথিবী ব্যাপ্ত হৈ থকা অগ্নিক পৃথিবীৰ বেদীত ঘিউ সিঁচি দি নিজৰ নির্জ্জন যজ্ঞ ঘৰতসোণৰ দৰে জিলিকি থকা কৰি থলে ॥ ৪ ॥ সেই হোতা অগ্নি সকলো যজ্ঞৰ কেউকালে হওক। সেই অগ্নিক হব্যেৰে সৈতে স্তুতি কৰি মানুহে প্রসাধন কৰিছে। দীপ্ত পাওবীৰে (শিখাৰে) বৃদ্ধি হৈ ওষধি (লতাপতা) বিলাকলৈ গৈ পুৰিছে। অন্তৰীক্ষত তৰাৰ দৰে দ্যাবাপৃথিবী পোহৰ কৰিছে ॥ ৫ ॥ হে অগ্নি, তেনেকুৱা তুমি, আমাৰ স্বস্তিৰ কাৰণে উপর্যুপৰি ধন আমাক দি, আমি খৰি দি জ্বলায় দিয়াত জ্বলি থাকা। আমাৰ হিতৰ কাৰণে দ্যাবাপৃথিবী পোহৰ কৰা। হে দেৱতা অগ্নি, মানুহৰ হব্য দেৱতাৰ ভোগৰ কাৰণে পুনঃ পুনঃ অনুষ্ঠান কৰিবলৈ দিয়া ॥৬॥ হে অগ্নি, আমাক বহুত দিয়া—সহস্র দিয়া। যশৰ কাৰণে দুৱাৰ মুকলি কৰা দৰে অন্ন বেচি কৰি দিয়া। ব্রহ্ম কর্ম্মেৰে দ্যাবাপৃথিবী উষাত আদিত্যৰ দৰে দীপ্ত হৈ জ্বলি থাকি আমাৰ অনুকূলে (কাম) কৰা ॥ ৭ ॥ ৰমণীয় উষাৰ অগ্নি প্রজ্বলিত হৈ তেজেৰে আদিত্যৰ দৰে দীপ্ত হৈছে। মানুহৰ (হোতাৰ) স্তুতিৰে সৈতে হোম কৰা অগ্নি প্রজাৰ ৰজাৰ দৰে অগ্নি যজমানৰ অতিথিৰ দৰে আহি পাইছেহি ॥ ৮ ॥ হে অগ্নি, তুমি বহুত দীপ্তমান। অমৰ সকলৰ মাজত পূর্ব্বতে জন্ম তোমাক মানুহৰ মাজত স্তুতিৰে আপ্যায়িত কৰে। সেই স্তুতিৰে খিৰতী গৰুৰ দৰে যজ্ঞত থকা স্তোতাৰ কাৰণে আপোনা আপুনি অপৰিমিত ধন খিৰোৱা হয় ॥ ৯ ॥ হে অগ্নি, আমি (তুমি দিয়া) সুবীর্য্য ঘোঁৰাৰে আৰু স্তুতিৰে আমাৰ লগৰ মানুহবিলাকক অতিক্রম কৰি (বেচি) জানিম। এই অর্থে মানুহৰ পাঁচ জাতিৰ মাজত বহুত ধন পাই সূর্য্যৰ দৰে আমি জ্বলি থাকিম ॥ ১০ ॥ হে শত্রুক অভিভব কৰা অগ্নি, তুমি আমাৰ স্তোত্র বুজি লোৱা (ভালকৈ শুনা) —যি অগ্নিত ভালকৈ উৎপাদন কৰা স্তোতা সকলে স্তোত্র পথিয়াই দিয়ে —হে অগ্নি, যজনীয় তোমাক যি হবি—অন্ন—যুক্ত যজমানে নিজ পুত্রৰ দৰে নিজৰ ঘৰত জ্বলাই (হবি স্তোত্রাদিৰে) আৰাধনা কৰে ॥ ১১ ॥ হে জাতবেদ অগ্নি, তোমাক স্তুতি কৰা ঋত্বিকে আৰু মেধাবী যজমানে দুয়োয়ে, সুখেৰে থাকি তোমাৰ দ্বাৰা ৰক্ষিত হয়। তুমিও আমাক বাস কৰাওতাৰ কাৰণ হৈ অতি সন্তোষিত কৰা বহুত পুত্র ভৃত্যাদিৰে সৈতে বহুত ধন দিয়া ॥ ১২ ॥

১৩ ঋক ২।১।১৬ ঋকৰ দৰে ॥ ১৩ ॥

## ৩ সূক্ত—ঋ ১১।

ঋষি—শুনকৰ পুত্র গৃৎসমদ। ছন্দ—ত্রিষ্টুভ্, ৭ জগতী, দেৱতা—১ ইধ্ম অগ্নি, ২ নৰাশংস; ৩ ইল; ৪ কুশ (বর্হি); ৫ দেৱীদ্বাৰ; ৬

উষা আৰু ৰাতি, ৭ দুজনা দেৱী, হোতৃ আৰু প্ৰচেতস দ্বয়; ৮ সৰস্বতী, ইলা, ভাৰতী; ৯ ত্বষ্টা; ১০ বনস্পতি; ১১ স্বাহাকৃতি।

( এয়া আপ্ৰী সূক্ত )

পৃথিবীৰ বেদীত সম্যক জ্বলোৱা সমিদ্ধ অগ্নি স্থাপিত হৈ সকলো প্ৰাণীয়ে দেখাকৈ আমাৰ আগত আছে। ( সেই অগ্নি ) হোতা, পাবক, পুৰণি, সুপ্ৰজ্ঞ, দেৱতা, যাগৰ যোগ্য হৈ দেৱতাসকলক পূজা কৰা ॥১॥ নৰাশংস নামৰ অগ্নিয়ে ভালকৈ জ্বলি নিজ মহিমাৰে প্ৰত্যেক আহুতিৰ স্থান ব্যক্ত কৰি দীপ্যমান তিনিওলোক ব্যক্ত কৰি আছে। ( সেই অগ্নিক ) ঘিঁউ সিচি দিয়া মনেৰে ঘিঁউত হব্য তিয়াই যজ্ঞৰ মুধত ( মুখত ) যজন কৰিব লগীয়া দেৱতাক তৰ্পন কৰা হওক ২ ॥ হে ইলিত অগ্নি, আমালৈ অনুৰক্ত মনৰ যাগৰ যোগ্য হৈ আজি আমাৰ কাৰণে মানুহৰ আগত হৈ দেৱতাক যজন কৰা। তুমি অক্ষীণ ইন্দ্ৰক মৰুতগণেৰে সৈতে লৈ আহা। হে ঋত্বিকসকল কুশত বহি থকা ইন্দ্ৰৰ যাগ কৰা ॥৩॥ হে বৰ্হিদেৱতা অগ্নি, ( কুশৰ দেৱতা অগ্নি ), বৃদ্ধি হৈ থকা, সুবীৰ দাতাৰ ধনৰ কাৰণে এই বেদীত সম্পূৰ্ণ ৰূপে বিস্তৃত হোৱা। হে বসুসকল, হে বিশ্বদেৱসকল, হে আদিত্যসকল, (যজ্ঞাৰ্হ তোমালোক) কুশত বহা ॥৪॥ মহৎ, নমস্কাৰেৰে সৈতে স্তোত্ৰেৰে আহ্বান কৰা, ভালকৈ যোৱা হে দ্বাৰ দেৱী নামৰ অগ্নি, তোমালোক মেল খোৱা। তোমালোক ব্যাপ্তিমান, অহিংসনীয়, সুবীৰ পুত্ৰযুক্তা, যশযুক্ত বৰ্ণনীয় ৰূপৰ সম্পাদন কৰা বিশেষ প্ৰখ্যাত হোৱা ॥৫॥ আমাক সদায় কৰ্মৰ সুফল দিওঁতা উষা আৰু নক্ত ( ৰাতি ) ৰূপ অগ্নিয়ে, তাত বৰ জনা তিৰোতাৰ দৰে পৰস্পৰ সাহায্যৰ কাৰণে গৈ যজ্ঞৰ ৰূপ নিৰ্ম্মাণ কৰিবৰ কাৰণে, পৰস্পৰ সুবিধাৰ কাৰণে, বহল তাত বৰলৈ ধৰিছে। ( তেওঁবিলাক ) অতি ফলপ্ৰদ আৰু ভাল পানীৰে পৰিপূৰ্ণ ॥৬॥ দৈব্য হোতা দুজনৰ দৰে অগ্নি যজন কৰিবলগীয়াবিলাকৰ প্ৰথম। ( তেওঁবিলাক ) অতি বিদ্বান আৰু গা অতি ডাঙৰ, মন্ত্ৰেৰে যথাযোগ্য পূজন কৰে, সময়ত দেৱতাৰ যজ্ঞ কৰে আৰু পৃথিবীৰ নাভি তিনিখন ( বেদীৰ ) ঠাইলৈ যায় ॥৭॥ আমাৰ যজ্ঞ সাধন কৰা সৰস্বতী, ইলা আৰু ভাৰতী তিনিজনা দেৱীয়ে আৰু সকলো বিষয় জনা ( বাক্ ) আমাৰ যজ্ঞৰ ঘৰলৈ আহি ছিদ্ৰহীন কৰি আমাৰ যজ্ঞ পালন কৰক ॥৮॥ সোণৰ দৰে বৰণ, সুযজ্ঞ কৰা অন্নদাতা, ক্ষিপ্ৰগুণী, বীৰ, দেৱতা বিচৰা পুত্ৰ ত্বষ্টাৰ অনুগ্ৰহত আমাৰ হওক। সেই ত্বষ্টাই আমাৰ কুলৰ নাই বন্ধা পুত্ৰ বিতৰণ কৰক আৰু দেৱতাৰ অন্ন আমি যেন পাওঁ ॥৯॥ ( যুপৰ দেৱতা ) বনস্পতি অগ্নিয়ে আমাৰ কৰ্ম্ম জানি আমাৰ ওচৰত থাকক। অগ্নিয়ে বিশেষ কৰ্ম্মৰে ( পশুৰূপ হবি কৰ্ম্মৰে ) ভালকৈ পাক কৰিছে। দেৱতাক আহুতি দিবলৈ ( ব্যৱস্থা কৰিবলৈ লোৱা ) অগ্নিয়ে হবি সংস্কাৰ কৰা তিনি প্ৰকাৰ সিজোৱা হবি, মিয়া প্ৰকাৰ জানি ( কেনেকৈ নিব লাগে জানি ) দেৱতাৰ ওচৰলৈ লৈ যাওক ॥ ১০ ॥ এই অগ্নিলৈ ঘিঁউ ছটিয়াইছো। কাৰণ এওঁ ঘিঁউৰ পৰা উৎপন্ন আৰু ঘিঁউতে আশ্ৰয়। এওঁৰ ঘিঁউয়েই তেজ। হে কামবৰ্ষী অগ্নি, স্বাহাকাৰেৰে দিয়া সকলো হবি দেৱতালৈ লৈ যোৱা ॥ ১১ ॥

৪ সূক্ত—ঋ ৯।

ঋষি—ভৃগুৰ পুত্ৰ সোমাহুতি। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—অগ্নি।

( হে যজমানসকল ) তোমালোকৰ কাৰণে দীপ্যমান, সু-স্তুত, যজমানৰ অতিথি, সু-হবি-অন্নযুক্ত জাতবেদ অগ্নিক আহ্বান কৰিছো—যি অগ্নিয়ে দেৱতা আৰু মানুহক মিত্ৰৰ দৰে ধাৰণ কৰে ॥১॥ এই অগ্নিক পৰিচৰণ কৰা ভৃগুসকলে পানীৰ ঠাই অন্তৰীক্ষত আৰু মানুহৰ প্ৰজাৰ মাজত দুয়ো ঠাইত ধাৰণ কৰিছিল। এই অগ্নিয়ে খৰকৈ যোৱা ঘোঁৰাৰে দেৱতাৰ ঈশ্বৰ ( হৈ ) আমাৰ বিৰোধী সকলো প্ৰাণীক পৰাভৱ কৰক ॥ ২ ॥ দেৱতাসকলে স্বৰ্গলৈ যাওঁতে আগতে মানুহৰ প্ৰজাৰ প্ৰিয় অগ্নিক মিত্ৰৰ দৰে স্থাপন কৰি গৈছিল। তেওঁ, সেই ( দেৱতাই স্থাপিত কৰা ) অগ্নিয়ে, হবি দাতাৰ কাৰণে যথাযোগ্য ঘৰত স্থাপিত হৈ যি ৰাতিতে তেওঁক ( যজমানে ) কামনা কৰে সেই ৰাতিতে জ্বলি থাকে ॥৩॥ নিজ গাৰ পুষ্টি বৰ্দ্ধন কৰা দৰে অগ্নিৰ শৰীৰ পোষণ কৰাও ৰমণীয় ( কথা )। অগ্নিয়ে যেতিয়া চাৰিওফালে পোৰে আৰু খৰি পোৰে তেতিয়া তেওঁৰ শৰীৰ দেখিবলৈ সুন্দৰ হয়। ৰথত লগায় যাওঁতে ঘোঁৰাই যেনেকৈ নেজ জোকাৰে অগ্নিয়েও ( কাঠ পোৰোঁতে ) তেওঁৰ শিখা লৰাই ॥৪॥ আমাৰ লগৰ স্তোতাসকলে যি অগ্নিৰ মাহাত্ম্য স্তুতি কৰিছে, তেওঁ আগ্ৰহ কৰি থকা ঋত্বিকসকলৰ ওচৰত নিজৰূপ প্ৰকাশ কৰিছে। তেওঁ

ৰমণীয় হবিৰ কাৰণে বিচিত্ৰ কিৰণেৰে সৈতে প্ৰকাশ হৈছে। তেওঁ জীৰ্ণ হৈও আকৌ ডেকা হয় ॥ ৫ ॥ যি অগ্নিয়ে হাবিত তৃষ্ণাতুৰৰ দৰে গৈ শোভা কৰে, পানীৰ দৰে বাটত ইফালে সিফালে যায়, ৰথ টনা ঘোঁৰাৰ দৰে শব্দ কৰি যায়, সেই অগ্নিয়ে বাট কলা কৰি যোৱা তাপক হলেও আকাশত নক্ষত্ৰৰ দৰে প্ৰকাশ কৰে ॥ ৬ ॥ যি অগ্নিয়ে বিশ্ব ব্যাপ্ত হয়, যি অগ্নিয়ে বহল পৃথিবীত বাঢ়ি গৈ থাকে, যি অগ্নিয়ে ৰক্ষক নোহোৱা জন্তুৰ দৰে ইচ্ছামতে যায়, সেই দীপ্তিমান অগ্নিয়ে শুকান গছপাত আদি পুৰি দুঃখ দিয়া (কাঁইট আদি) চেপি ৰসৰ সোৱাদ লৈছে ॥ ৭ ॥ হে অগ্নি, তোমাৰ আগতে কৰা তৰ্পণাদি স্মৰণ কৰি আজি তৃতীয় সবনত (মননীয়) স্তোত্ৰেৰে স্তুতি কৰিছো। হে অগ্নি, তুমি আমাক সংযত, বীৰ, মহান্, কীৰ্ত্তিমন্ত সু-পুত্ৰৰে সৈতে অন্ন আৰু ধন দিয়া ॥ ৮ ॥ হে অগ্নি, গৃৎসমদ ঋষিসকলে তোমাক ৰক্ষক পাই ছন্দৰে স্তোত্ৰ পাঠ কৰি গুহাত থকা উৎকৃষ্ট ধন (বা বিদ্যা) পোৱাই দিবলৈ (স্তুতি কৰিছে)। সু-বীৰ, বৈৰীক অভিভব কৰিব পৰা পুত্ৰপৌত্ৰাদিৰে সৈতে ধন আৰু অন্ন স্তোতাক দিয়া ॥ ৯ ॥

## ৫ সূক্ত—ঋ ৮।

ঋষি আৰু দেৱতা ৪ সূক্তৰ দৰে। ছন্দ—অনুষ্টুভ্।

চৈতন্যৰূপী, পিতৃৰ দৰে হোতা অগ্নিয়ে পিতৃসকলক ৰক্ষা কৰিবলৈ উৎপন্ন হ'ল। আমিও হবি অন্নযুক্ত হৈ অতি পূজনীয়, জিকি ৰক্ষা কৰা ধন লাভ কৰিব পাৰিম ॥ ১ ॥ যজ্ঞ নিৰ্ব্বাহক যি অগ্নিত সপ্ত ৰশ্মিৰে শেষ পৰ্য্যন্ত ব্যাপ্ত হৈ আছে, সেই দেৱতাৰ পোতাৰ দৰে অগ্নি মানুহৰ পোতা হৈ দৈব যজ্ঞত অষ্টম ঋত্বিক ৰূপে ব্যাপ্ত হৈ আছে ॥ ২ ॥ অথবা যি হবি আদি যজ্ঞত ঋত্বিকে দিয়ে, যি স্তুতি হোতাই গাই,—সেই সকলো এই অগ্নিয়ে জানে। সকলো মেধাবী ঋত্বিক (হোতাক) চক্ৰৰ নেমিৰ দৰে নিজৰ আয়ত্ত কৰি ৰাখে ॥ ৩ ॥ পবিত্ৰ প্ৰশাসন কৰা অগ্নিয়ে পুণ্য কৰ্ম্মৰ সৈতে উদ্ভৱ হৈছে। এই অগ্নিৰ নিশ্চিত ব্ৰতকৰ্ম্মবিলাক জানি বিস্তৃত গছৰ ডালৰ দৰে (ইডালৰ পৰা সিডালত) উঠে (যজ্ঞ যজমানে সমাধা কৰে) ॥ ৪ ॥ যি আঙুলিবিলাকে এই কাম কৰিছে, সেইবিলাকে এই নেতা অগ্নিৰ গাইগৰুৰ দৰে আৰু একেলগে বৰ্ণ সেৱা কৰে (একে বৰণৰ হয়) আৰু বাই-ভনীৰ দৰে (গাৰ্হপত্যাদি) তিনি সবনত পৰিচৰণ কৰে ॥ ৫ ॥ যেতিয়া মাকৰ দৰে বেদীৰ ওচৰত বাইভনীৰ দৰে ঘিঁউৰে স্থাপিত হয় তেতিয়া বৰষুণ আহিলে যৱ ধানে যেনেকৈ আনন্দ কৰে, তেনেকৈ অধ্বৰ্য্যুৰূপী অগ্নিয়েও আনন্দ কৰে ॥ ৬ ॥ এই ঋত্বিক ৰূপী অগ্নিয়ে নিজৰ কামৰ কাৰণে (হোতা, পোতা, প্ৰশাস্তা আদি) ঋত্বিক ৰূপত কৰ্ম্ম-সমাধা কৰক। আমিও পাচত যজ্ঞ কৰি স্তৱ পাঠ কৰি হবি দিম ॥ ৭ ॥ হে অগ্নি তোমাৰ মহিমা জনা যজমানে যাতে সকলো দেৱতাৰ তৃপ্তি কৰিবলৈ সমৰ্থ হয়,—তেনেকৈ কৰা। আমি যি যজ্ঞ কৰিম সেয়াও তোমাৰ প্ৰীতিৰ কাৰণে হব ॥ ৮ ॥

## ৬ সূক্ত—ঋ ৮।

ঋষি– আৰু দেৱতা ৪ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী।

হে অগ্নি, এয়া সমিধ (খৰি), এয়া আহুতি দিছো— সেৱন কৰা আৰু এয়া স্তুতি ভালকৈ শুনা ॥ ১ ॥ হে অগ্নি, এই আহুতিৰে তোমাক পৰিচৰণ কৰিম। হে বলৰ পুত্ৰ, হে বিস্তীৰ্ণ যজ্ঞৰ, সুজন্মৰ অগ্নি, এই স্তোত্ৰেৰে তোমাক প্ৰীত কৰিম ॥ ২ ॥ হে দ্ৰবিনোদা অগ্নি, স্তুতিৰে পূজনীয় হবি ইচ্ছা কৰা তোমাক আমি পৰিচৰণ কৰোতাই স্তুতিৰে পৰিচৰণ কৰিম ॥ ৩ ॥ হে ধনবান বিদ্বান অগ্নি, তুমি আমাৰ স্তোত্ৰ বুজি লোৱা (শুনা) আৰু আমাৰ বিদ্বেষ কৰা বিলাকক হে ধনপতি, ধনদাতা, আমাৰ ওচৰৰ পৰা আঁতৰাই দিয়া ॥ ৪ ॥ সেই অগ্নিয়ে আমাক স্বৰ্গৰ পৰা বৰষুণ দিয়ক। তেওঁ আমাক অবিচলিত বল দিয়ক আৰু সহস্ৰ অন্ন দিয়ক ॥ ৫ ॥ হে অতি ডেকা দেৱতাৰ দূত, অতি যজন কৰিব লগীয়া দেৱতাৰ আহ্বাতা অগ্নি, নিজ ৰক্ষণ বিচাৰি পূজা কৰা সকলৰ ওচৰলৈ আহা ॥ ৬ ॥ হে মেধাবী অগ্নি, তুমি মানুহৰ অন্তৰ জানা। তুমি দুয়ো-বিধ (দেৱতাৰ আৰু মানুহৰ) জন্ম জানা। তুমি মানুহৰ আৰু বন্ধুৰ (দেৱতাৰ) মিত্ৰ দূতৰ দৰে ॥ ৭ ॥ হে অগ্নি, তুমি বিশেষ অভিজ্ঞ হৈ সৰ্ব্বতোভাবে আমাৰ কামনা সিদ্ধি কৰা। হে অগ্নি, তুমি সচেতন,—তুমি যথাক্ৰমে দেৱতাক যজন কৰা আৰু কুশৰ ওপৰত বহা ॥ ৮ ॥

## ৭ সূক্ত—ঋ ৬।

ঋষি— আদি ৬ সূক্তৰ দৰে।

হে অতি ডেকা, ভাৰত, বসু অগ্নি, তুমি আমালৈ

শ্ৰেষ্ঠ, দীপ্তিমান, বহুতে স্পৃহা কৰা ধন আহৰণ কৰা ॥ ১ ॥ হে অগ্নি, অদাতা দেৱতা বা মানুহৰ শত্ৰুতা কৰাৰ দ্বাৰা আমি যেন পৰাভৱ নহওঁ। আমাক দুয়োবিধ শত্ৰুৰ পৰা ৰক্ষা কৰা ॥ ২ ॥ আৰু আমি, হে অগ্নি, সকলো শত্ৰুক পানীৰ ধাৰাৰ দৰে অতিক্ৰম কৰি যাম ॥ ৩ ॥ হে শোধক, শুচি, বন্দনীয়, বৃহৎ অগ্নি, তুমি ঘিউঁৰে আহুত হৈ বিশেষকৈ জ্বলিছা ॥৪॥ হে ভাৰত অগ্নি তুমি আমাৰ বাঁজী, ষাঁড় আৰু গাভিনী গৰুৰে আৰাধিত হৈছা ॥ ৫ ॥ সমিধ ৰূপ অন্ন দাহ কৰা, ঘিউঁৰ আহুতি লোৱা তুমি অগ্নি, পুৰণি, হোতা, বৰণীয়, বলৰ পুত্ৰ আৰু অদ্ভুত ॥ ৬ ॥

৮ সূক্ত—ঋ ৬।

ঋষি—ভৃগুৰ পুত্ৰ সোমাহুতি বা গৃৎসমদ। ছন্দ গায়ত্ৰী ; —৬ অনুষ্টুভ্। দেৱতা—অগ্নি।

(হে হোতা) অন্ন কামনা কৰা পুৰুষৰ দৰে বহুত যশ যুক্ত, কামবৰ্ষী অগ্নিৰ (ৰথত) যোজনা কৰা ঘোঁৰাক স্তুতি কৰা ॥ ১। সুনেতা, জৰাৰহিত, আৰু মনোহৰ গতিৰ অগ্নি হবি দাতা যজমানৰ শত্ৰু নাশ কৰিবলৈ আহুত হৈছে ॥ ২ ॥ সুন্দৰ শ্ৰীযুক্ত (চেহেৰাৰ) অগ্নি যজ্ঞঘৰলৈ আহিলে দিনত আৰু ৰাতিত স্তুত হয়। তেওঁৰ ব্ৰত ক্ষীণ নহয় ॥ ৩ ॥ সূৰ্য্য যেনেকৈ ৰশ্মিৰ দ্বাৰা প্ৰকাশ হয়, বিচিত্ৰ অগ্নিয়েও জৰাৰহিত শিখা বিলাক প্ৰকাশ কৰি প্ৰকাশিত হয় ॥ ৪ ॥ শত্ৰু নাশক, নিজেই ৰাজমান অগ্নিৰ উদ্দেশ্য কৰি উকথ স্তোত্ৰ বিলাক বৰ্দ্ধিত হৈছে ॥ ৫ ॥ আমি অগ্নি, ইন্দ্ৰ, সোম আৰু অন্য দেৱতাৰ ৰক্ষণ পাইছো। আমাক কোনেও অনিষ্ট কৰিব নোৱাৰে। আমি শত্ৰু জয় কৰিম ॥৬॥

৯ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা ১ম সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতাৰ আহ্বাতা, বিদ্বান, বৃদ্ধি হৈ থকা, দীপ্যমান, সুদক্ষ, অহিংসিত ব্ৰতৰ বুদ্ধিযুক্ত, সকলোৰে শ্ৰেষ্ঠ নিবাস দিওঁতা, সহস্ৰ দাতা, শুচি শিখা যুক্ত অগ্নি হোতাৰ ঘৰত সুখেৰে বহিছে ॥ ১ ॥ হে অভিমত ফলদাতা অগ্নি, তুমি দূত, আমাক আপদৰ পৰা পাৰ কৰা। ধন পোৱাই দিয়া, । আৰু ভুল নকৰাকৈ, দীপ্তিমন্ত হৈ আমাৰ আৰু আমাৰ পুত্ৰাদিৰ ৰক্ষক হবলৈ বুজি লোৱা ॥ ২ ॥ হে অগ্নি, তোমাৰ পৰম জন্ম স্থানত তোমাক পৰিচৰণ কৰিম। তাৰ তলৰ অন্তৰীক্ষ স্থানত তোমাক স্তোত্ৰেৰে পৰিচৰণ কৰিম। যি পৃথিবীৰ উৎপত্তি স্থানত উদ্ভৱ হৈছা, সেই ঠাইত কাঠ, খৰি আৰু হবি অন্ন দি হোম কৰে ॥ ৩ ॥ হে অগ্নি, আটাইতকৈ যজন কৰিবলগীয়া তুমি, আমি দিয়া হবি অন্ন দেৱতালৈ লৈ যোৱা। দিয়া অন্ন খৰকৈ প্ৰশংসা কৰি (এয়া সোৱাদ, এয়া সোৱাদ অন্ন—এইদৰে কৈ) দেৱতাৰ আগত কোৱা। তুমি ধনৰ ধনপতি। তুমি আমাৰ দীপ্ত স্তোত্ৰৰ জ্ঞাতা ॥ ৪ ॥ হে দৰ্শনীয় অগ্নি, দিনৌ উদ্ভৱ হোৱা তোমাৰ দুয়ো ঘৰত (স্বৰ্গ আৰু পৃথিবীত) কোনো অভাৱ নহয়। তুমি স্তোত্ৰ পাঠ কৰা সকলক অন্নৱন্ত কৰা। সু অপত্য যুক্ত ধনৰ পতি কৰা ॥ ৫ ॥ হে অগ্নি, তোমাৰ লগৰ (দেৱতা) সকলৰ সৈতে আমাক সুধন দাতা হোৱা। তুমি দেৱতা সকলৰ যষ্টা, শ্ৰেষ্ঠ যজন কৰা, কোনেও চেৰ পেলাব নোৱাৰা, দেৱতাক (আমাৰ ওচৰলৈ) বাট দেখুওৱা, আৰু আমাৰ দুঃখৰ পাৰ কৰোতা। কান্তি যুক্ত তুমি, আমাক কল্যাণ কৰি কেউফালে জ্বলা ॥ ৬ ॥

১০ সূক্ত—ঋ ৬।

ঋষি—আদি ৯ম সূক্তৰ দৰে।

সকলোৰে হোম কৰা মুখ্য অগ্নিক যি ইলাৰ পদত (উত্তৰ বেদীত) মানুহে জ্বলাইছে, পিতাৰ দৰে দীপ্তিৰে আবৰি মৰণ হীন হৈ, সকলো জনা, বলবান সেই অগ্নি সকলোৰে সেৱাৰ যোগ্য হয় ॥ ১ ॥ অমৰণ, জ্ঞানী, বিচিত্ৰ দীপ্তিৰ সেই অগ্নিয়ে আমাৰ সকলো স্তুতি যুক্ত আহ্বান শুনক। সেই অগ্নিৰ ৰথ কলা ঘোঁৰাই টানি বা ৰঙা ঘোঁৰাই টানি নানা ঠাইত ফুৰি ৰঙা কৰে ॥ ২ ॥ সেই অগ্নিক (অধ্বৰ্য্যুৰে) অৰণিৰ মাজত ওপৰলৈ মুখ কৰি ভালকৈ জ্বলাইছে। অগ্নিয়ে বহুত ৰূপেৰে গছৰ মাজত থাকে। ৰাতি উৎকৃষ্ট জ্ঞানযুক্ত হৈ মহৎ দীপ্তিৰে বাস কৰে। অন্ধকাৰে আবৃত কৰিব নোৱাৰে ॥ ৩ ॥ সকলো ভুৱন ব্যাপ্ত হৈ শকত গাৰে কেউফালে ব্যাপ্ত হৈ, বলেৰে বেচিকৈ বাঢ়ি, বলৱন্ত, দেখি থকা অগ্নিক হবি অন্নেৰে, ঘিউঁৰে সিঁচি (পূজা কৰিম) ॥ ৪ ॥ সৰ্ব্বতোব্যাপী যজ্ঞৰ ফালে অহা অগ্নিক ঘিউঁ দি অবাধ স্তোত্ৰেৰে সৈতে সিঁচি দিয়া তুমি গ্ৰহণ কৰা। মানুহৰ ভজনীয়, স্পৃহনীয় বৰ্ণৰ তেজেৰে পৰিপূৰ্ণ অগ্নিক চুব নোৱাৰে ॥ ৫ ॥ হে অগ্নি, নিজ তেজৰ বলেৰে শত্ৰু পৰাভৱ কৰা সময়ত তুমি আমাৰ ভোগ যোগ্য স্তুতি মনত পেলোৱা। তোমাৰ আশ্ৰয়ত

আমি মনুৰ দৰে স্তৱ কৰিছো। স্তুহ পাত্ৰ মধুৰে সম্পূৰ্ণ কৰি ধন ভোগ কৰা মই স্তুতিৰে আহ্বান কৰিছো।

## ১১ সূক্ত—ঋ ২১।

### ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—বিৰাট্ স্থানা ২১ ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, মোৰ এই স্তোত্ৰ শুনা—নিৰাশ নকৰিবা। আমি তোমাৰ ধন দানৰ পাত্ৰ হম। ধন ইচ্ছা কৰি এয়া আমি দিয়া বৈ যোৱা নৈৰ দৰে ঘিউ অন্নৰে তোমাক বৰ্দ্ধন কৰিছে ॥ ১ ॥ শত্ৰুৰ হিংসক হে ইন্দ্ৰ, তুমি পানী বঢ়ায় দিলা। সেই পানী আগতে অহিয়ে (মেঘে) আক্ৰান্ত কৰি ৰাখিছিল। পাচত (কিন্তু) তুমি বহুত পানী সৃজন কৰিলা। স্তোত্ৰেৰে বৰ্দ্ধন হৈ তুমি অমৰ বুলি ভৱা দাসক তললৈ মূৰ কৰি বিদাৰি পেলালা ॥ ২ ॥ হে শূৰ ইন্দ্ৰ, যি কদ্ৰীয় উকৃথ আৰু স্তোত্ৰ তুমি কামনা কৰা, আৰু য'ত তোমাৰ আনন্দ হয়, সেই শুভ্ৰ, দীপ্যমান স্তুতি বায়ুৰ দৰে তোমালৈ প্ৰসাৰণ কৰিছো ॥ ৩ ॥ হে ইন্দ্ৰ, আমাৰ স্তোত্ৰৰ দ্বাৰা তুমি সুখকৰ বল বৰ্দ্ধন কৰি হাতত দীপ্ত বজ্ৰ ধাৰণ কৰিছা। তুমি বৰ্দ্ধিত তেজ যুক্ত হৈ দাস বিলাকক দীপ্ত অস্ত্ৰেৰে পৰাভৱ কৰা ॥ ৪ ॥ হে শূৰ ইন্দ্ৰ, গুহাত লুকাই বাস কৰি থকা, গুপ্ত হৈ অন্তৰ্দ্ধান হোৱা, মায়াবী অসুৰক, স্বৰ্গত পানী স্তম্ভন কৰি ৰখা অহি (অসুৰক) নিজ বলেৰে বজ্ৰেৰে মাৰিলা ॥ ৫ ॥ হে ইন্দ্ৰ তোমাৰ পুৰণি মহান কৰ্ম্ম বিলাক স্তৱ কৰিম আৰু নতুন কৰ্ম্মবিলাক স্তৱ কৰিম। তোমাৰ বাহুত থকা দীপ্যমান বজ্ৰক স্তৱ কৰিম। সূৰ্য্যাত্মা ইন্দ্ৰৰ প্ৰজ্ঞাপক হৰি (নামৰ) ঘোঁৰাক স্তৱ কৰিম ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ পানী ক্ষৰণ কৰা হৰি (নামৰ) ঘোঁৰাই বেগেৰে গৈ মেঘৰ গাজনি মাৰিছে। সমান ভূমিত থকা বিলাকে (মোৰ ওপৰতে বৰষুণ পৰিব এই বুলি) বল। মেঘেও বৰষিবলৈ ইফালে সিফালে গৈ খেল কাঢ়িলে ॥ ৭ ॥ বৰ্ষণত সাবধান হৈ মেঘ (আকাশত) থাকিল। মাতৃৰ (পানীৰ) লগত শব্দ কৰি ইফালে যাবলৈ ধৰিলে। দূৰ দূৰনীত (অন্তৰীক্ষত) থকা শব্দ বৰ্দ্ধন কৰি ইন্দ্ৰই পথিওৱা শব্দ বেচিকৈ (মৰুতে) বঢ়ায় দিলে ॥ ৮ ॥ মহা সিন্ধুত (মেঘত) শুই থাকোঁতে বৃত্ৰ অসুৰক ইন্দ্ৰই বধ কৰিলে। বৰ্ষক ইন্দ্ৰৰ শব্দ কৰি থকা বজ্ৰলৈ ভয় কৰি দ্যাবা-পৃথিবী কপিবলৈ ধৰিলে ॥ ৯ ॥ যেতিয়া অমানুহক (অসুৰক) মানুহৰ হিতকাৰী কামবৰ্ষী ইন্দ্ৰই (বজ্ৰেৰে) হত্যা কৰিলে তেতিয়া বজ্ৰই ডাঙৰ শব্দ কৰিলে। চেপা সোম পান কৰি ইন্দ্ৰই মায়াবী দানবৰ মায়া পাত (ধ্বংস) কৰিলে ॥ ১০ ॥ হে বলবান ইন্দ্ৰ, পান কৰা-পান কৰা, এই (আমোদকৰ) চেপা সোমে তোমাক আমোদ দিয়ক। সেই সোমে তোমাৰ পেটৰ দুয়ো ফালে পূৰণ কৰক আৰু (পেট) ওফন্দি যাওক। এনেকৈ উদৰ পূৰক চেপা সোমে হে ইন্দ্ৰ, তোমাক তৰ্পন কৰক ॥ ১১ ॥ হে ইন্দ্ৰ, মেধাবী আমি তোমাত স্থান পাম। ঋতৰে (কৰ্ম্মফল) কামনা কৰি, পৰিচৰণেৰে চুই (আমি) তোমাৰ উদ্দেশ্যে কৰিব লগীয়া কাম কৰিম। তোমাৰ পৰা ৰক্ষণ বিচাৰি বিশেষ স্তোত্ৰ গাম। তেতিয়া তোমাৰ ধন দানৰ পাত্ৰ হম ॥ ১২ ॥ হে ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে যেতিয়া সেই ৰক্ষণ কামী হবি অন্ন বেচি কৰি দিয়া হয় তেতিয়া আমি তোমাৰ হম। হে ইন্দ্ৰ দেবতা, অতি বলী যি ধন আমি বিচাৰো, বীৰবন্ত পুত্ৰ পৌত্ৰৰে সৈতে তেনে ধন আমাক দিয়া ॥১৩॥ হে ইন্দ্ৰ, আমাক ঘৰ দিয়া। বন্ধু দিয়া। যি মৰুত সকল একেলগে আপ্যায়িত হৈ যজ্ঞলৈ আহি আমোদ কৰে (আৰু) সোম সকলোতকৈ আগতে পান কৰে তেওঁবিলাকৰ সঙ্গ দিয়া ॥ ১৪ ॥ হে ইন্দ্ৰ, যাৰ লগত আমোদ কৰা তেওঁবিলাকক (সেই মৰুত সকলক) সোনকালে সোমপান কৰিবলৈ দিয়া। নিজক দৃঢ় কৰিবলৈ তৃপ্তিকৰ সোমপান কৰা। হে শত্ৰুৰ হিংসক ইন্দ্ৰ, বলবান (আমাৰ) অৰ্চনেৰে (তৃপ্ত হৈ) সু-পশু—পুত্ৰাদিৰে আমাক পালন কৰি স্বৰ্গ বৰ্দ্ধন কৰা ॥ ১৫ ॥ হে আপদ তাৰক ইন্দ্ৰ, যি তোমাক সুখকৰ উকৃথেৰে (স্তোত্ৰেৰে) পৰিচৰণ কৰে তেওঁ অতি সোনকালে মহৎ হয়। কুশেৰে ঢাকি থোৱা বেদীত যি তোমাক পৰিচৰণ কৰে, তেওঁ তোমাৰ দ্বাৰা ৰক্ষিত হৈ ধনেৰে সৈতে অন্ন পাই ॥ ১৬ ॥ হে শূৰ ইন্দ্ৰ, উগ্ৰ (বহুল) ত্ৰিকদ্ৰুক ব্ৰতৰ দিনত হৰ্ষান্বিত হৈ সোম পান কৰি প্ৰীত হৈ গোঁফত লাগি থকা সোমবিন্দু বিলাক মোহাৰি, সোমপান কৰিবলৈ উদ্দেশ্য কৰি হৰি (নামৰ) ঘোঁৰাত উঠি যোৱা ॥ ১৭ ॥ হে শূৰ ইন্দ্ৰ, তেনেকুৱা বল ধাৰণ কৰা যি বলেৰে দানুৰ পুত্ৰ (দানবক) বৃত্ৰক মকৰাৰ দৰে মাৰিব পাৰিলা। (তাক মাৰি) আৰ্য্য জনক জ্যোতি প্ৰকাশ কৰিলা। দস্যুবিলাক তোমাৰ বাওঁ ফালে আছে ॥ ১৮ ॥ হে ইন্দ্ৰ, তেওঁ বিলাকক (সেই মানুহক) ভজন কৰিম যি তোমাৰ

পালনেৰে সকলো স্পৰ্দ্ধা কৰা হিংসকৰ পৰা তৰিব পাৰিছে আৰু আৰ্য্য ভাবেৰে দস্যুক উৎসাদন কৰিলে। ত্বষ্টাৰ পুত্ৰ বিশ্বৰূপক ত্ৰিতৰ বন্ধুত্বৰ কাৰণে বশ কৰি দিলা ॥ ১৯ ॥ হে ইন্দ্ৰ, এই ত্ৰিতয়ে দিয়া মদকৰ সোমেৰে প্ৰবৃদ্ধ হৈ অৰ্ব্বুদ অসুৰক মাৰিলা। অঙ্গিৰসৰ সৈতে থাকি (তুমি) ইন্দ্ৰই বজ্ৰ সূৰ্য্যৰ ৰথৰ চক্ৰৰ দৰে ঘূৰাইছিলা। পণী অসুৰৰ গৰাকী বল অসুৰক মাৰিলা ॥ ২০ ॥ হে ইন্দ্ৰ, তোমাৰ সেই ধনৱতী দক্ষিণা, স্তোতাৰ অভিলাষ মতে দান কৰা, — আমাক দান কৰা। ভজনীয় তুমি আমাক অতিক্ৰম কৰি আনক নিদিবা। আমি সুবীৰ পুত্ৰ পৌত্ৰেৰে সৈতে এই যজ্ঞত বহুত স্তোত্ৰ গাম ॥ ২১ ॥

## ১২ সূক্ত—ঋ ১৫।

ঋষি—আৰু দেবতা ১১ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

হে জনগণ, যি দেবতাই উৎপত্তি হৈয়েই প্ৰথমে মনস্বী হৈ কৰ্ম্মেৰে সকলো দেবতাৰ ৰক্ষকত্ব গ্ৰহণ কৰিলে, যাৰ বলত দ্যাবাপৃথিবী কঁপি থাকে, সৈন্য বলৰ মহত্বৰে যুক্ত তেওঁৱেই হে ইন্দ্ৰ (অন্য নহয়) ॥১॥ হে জনগণ, যি (দেবতাই) লৰি থকা পৃথিবী দৃঢ় (নকঁপা) কৰিলে, যি ইফালে সিফালে ঘূৰি ফুৰা পৰ্ব্বত বিলাক (একে ঠাইতে থকা কৰি) ৰখাই দিলে, যি অতি বহল অন্তৰীক্ষ জোখ-মাপ কৰিলে, যি স্বৰ্গক স্তম্ভন কৰিলে, (খুটা লগাই দিলে) সেই জনা (দেবতায়) হে ইন্দ্ৰ ॥ ২ ॥ হে জনগণ, যি অহিক (সাপক-মেঘক) বধ কৰি সাত খন নৈ মুকলি কৰি বোৱাই দিলে, যি বল অসুৰে আবদ্ধ কৰি থোৱা গৰুবিলাক উলিয়াই দিলে, যি শিলৰ মাজত জুই জ্বলাই দিলে, যি সংগ্ৰামত জয়শীল সেই জন দেবতা হে ইন্দ্ৰ ॥ ৩ ॥ হে জনগণ, যি এই অস্থিৰ নশ্বৰ (ভুবন) স্থিৰ কৰিলে, যি দাস বৰ্ণৰ নিকৃষ্ট অসুৰক গুহাত সুমাই দিলে (নাইকিয়া কৰিলে), যি শত্ৰুৰ ধন সমৃদ্ধি বিলাক মৃগ বধ কৰা ব্যাধৰ দৰে লক্ষ্য কৰি জিকি ললে, সেই (দেবতা) জন (হে) ইন্দ্ৰ ॥ ৪ ॥ (নেদেখা বিলাকে) যি ঘোৰ জনক কয় "তেওঁ ক'ত আছে ?"। (নাই বুলি ভবা জনে) কয় "ইন্দ্ৰ নায়েই"। যি শাস্তি দিওঁতাৰ দৰে অৰিৰ পুষ্টি সাধন কৰা (গৰু, গাই আদি) বিলাক নাইকিয়া কৰে, তেওঁক শ্ৰদ্ধা কৰা, হে জনগণ, তেওঁ ইন্দ্ৰ ॥ ৫ ॥ যি সমৃদ্ধিশালীৰ দাতা (প্ৰেৰয়িতা), দুখীয়াৰ দাতা, সহায় বিচৰা ব্ৰাহ্মণৰ দাতা, যাৰ গাল ধুনীয়া, যি সোম চেপিবলৈ শিল লগোৱা যজমানৰ সহায় কাৰক, হে জনগণ তেওঁয়েই ইন্দ্ৰ ॥ ৬ ॥ যাৰ অনুশাসনত ঘোঁৰা বিলাক আছে, যাৰ অনুশাসনত গৰু বিলাক আৰু যাৰ অনুশাসনত নাও বিলাক আছে, যাৰ আজ্ঞাত সকলো ৰথ আছে, যি সূৰ্য্য আৰু উষাক জন্ম দিলে, যি পানীৰ নেতা, হে জনগণ, তেওঁ ইন্দ্ৰ, ॥ ৭ ॥ যাক দুয়ো পক্ষৰ যোদ্ধাই মুখামুখীকৈ (থাকোতে) আহ্বান কৰে, বলী আৰু নিৰ্ব্বলী দুয়ো শত্ৰুৱে একে ধৰণৰ ৰথত থাকি বেলেগে বেলেগে তেওঁক আহ্বান কৰে, হে জনগণ সেই জনাই ইন্দ্ৰ ॥ ৮ ॥ যাৰ বিনে মানুহে বিজয় লাভ কৰিব নোৱাৰে, যুদ্ধ কৰি থকা বিলাকে নিজ ৰক্ষণৰ কাৰণে যাক আহ্বান কৰে, যি সকলো জগতৰ প্ৰতিনিধি হল, যি লৰচৰ নকৰা-বিলাকক লৰাই দিলে, হে জনগণ তেৱেঁই ইন্দ্ৰ ॥ ৯ ॥ যি মহৎ পাপ কৰা নিজক নজনা বিলাকক বজ্ৰেৰে মাৰিলে, যি নিজক নজনা লোকক উৎসাহ নিদিয়ে, যি দস্যুৰ হন্তা হে জনগণ সেই জনেই ইন্দ্ৰ ॥ ১০ ॥ যি পৰ্ব্বতত লুকাই থকা শম্বৰ অসুৰক চল্লিছটা দুৰ্গত খেদি খেদি বিচাৰি মাৰিলে (বা চল্লিছ বছৰৰ শৰতৰ মূৰত বিচাৰি মাৰিলে), যি ফোঁচ ফোঁচাই শুকন্দি শুই থকা অহি দানবক মাৰিলে, হে জনগণ, সেই জনা ইন্দ্ৰ ॥ ১১ ॥ যি সপ্ত ৰশ্মিযুক্ত, কামবৰ্ষী আৰু বলবান, যি সাতখন নদী সৃষ্টি কৰি বোৱাই দিলে, যি বজ্ৰবাহু, আকাশত উঠি যোৱা ৰোহীণ অসুৰক মাৰিলে, —হে জনগণ, সেই জনাই ইন্দ্ৰ ॥ ১২ ॥ স্বৰ্গ আৰু পৃথিবীয়ে এওঁক নমস্কাৰ কৰে। এওঁৰ পৰাক্ৰমত পৰ্ব্বত বিলাকে ভয় কৰে। যি সোম পান কৰা বুলি সকলোৱে জানে, যাৰ বাহু বজ্ৰৰ দৰে, যাৰ হাতত বজ্ৰ আছে, হে জনগণ, সেই জনাই ইন্দ্ৰ ॥ ১৩ ॥ যি সোম চেপা যজমানক ৰক্ষা কৰে, যি হবি পাক কৰাক, —যি নিজক ৰক্ষা কৰিবলৈ স্তুতি কৰাক ৰক্ষা কৰে, ব্ৰহ্ম স্তোত্ৰ যাৰ বৃদ্ধিৰ কাৰণ হয়, যাৰ সোম বৃদ্ধি হেতু হয়, যাৰ এই (যজ্ঞত দিয়া) অন্ন বৃদ্ধিকৰ হয় —হে জনগণ তেৱেঁই ইন্দ্ৰ ॥ ১৪ ॥ হে ইন্দ্ৰ, ভয়ঙ্কৰ তুমি, সোম চেপাক আৰু অন্ন পাক কৰাক তুমি অন্ন বহুত দিয়া, তেনেকুৱা তুমি সত্যই আছা। আমি তোমাৰ প্ৰিয়, সুবীৰ পুত্ৰ পৌত্ৰাদিৰে সৈতে সদায় স্তুতি কৰিম ॥ ১৫ ॥ (ইন্দ্ৰৰ স্তুতিৰ ভিতৰত এই স্তোত্ৰ অত্যুত্তম)

## ১৩ সূক্ত—ঋ ১১।

ঋষি আৰু দেবতা ১১শ সূক্তৰ দৰে ছন্দ—জগতী, ১৩ ত্ৰিষ্টুভ্ ।

বৰ্ষা ঋতু সোমৰ উৎপাদক । যি পানীৰ পৰা সোম-লতা বাঢ়ে সেই ( বৰ্ষাত হোৱা ) পানী সোমলতাত সোনকালে সোমাই । ( যি সোমলতা ) পানীৰ সাৰৰ দৰে হৈ বাঢ়ে তেতিয়া চেপিবৰ উপযুক্ত হয় । সেই সোমলতাৰ অমৃত ইন্দ্ৰৰ প্ৰশংসনীয় হব্য ॥ ১ ॥ পানী কেউফালে গৈ একেলগে গোট খাই নদী হয় গৈ । সেই নদী বিশ্বৰ পানীৰ আশ্ৰয় হৈ সমুদ্ৰৰ ভোজন সম্পাদন কৰে । তললৈ যোৱা পানীৰ বাট একেটাই হে । যি সেই কাম বিলাক, ( হে ইন্দ্ৰ ), তুমি প্ৰথমতে কৰিলা ( তেনেকুৱা ) তুমি স্তুতিৰ উপযুক্ত ॥ ২ ॥ যি হবিঃ দিয়ে তেওঁক এজনে ( হোতাই ) সোৰ'ৱাই দিয়ে । এজনে ( অধ্বৰ্য্যুৱে ) পশুৰ হিংসাকাৰী হৈ যেনি তেনি গৈছে । এজনে ( ঋত্বিকে ) সকলো কৰ্ম্মবৈগুণ্য প্ৰায়শ্চিত্ত কৰে । যি সেই……২ ঋকৰ দৰে ॥ ৩ ॥ হে ইন্দ্ৰ, গৃহস্থই আলহীক যেনেকৈ পিঠিত যিমান ধৰে ( বোজা লব পাৰে ) সিমান ধন দিয়ে, সেই দৰে তুমি প্ৰজাক দিয়া পুষ্টি ( অন্ন, ধন আদি ) আমি ভোগ কৰি আছো। কাম কৰা মানুহে পিতাৰ পৰা ( স্বৰ্গৰ পালকৰ পৰা ) পোৱা ভোজন দাঁতেৰে চোবায় খায় । যি সেই…… ২ ঋকৰ দৰে ॥ ৪ ॥ হে ইন্দ্ৰ, আৰু তুমি স্বৰ্গৰ পৰা পৃথিবীক চাবলগীয়া কৰিলা । বৈ যোৱা নৈ বিলাকৰ বাট সুগম কৰি দিলা । হে অহিৰ হন্তা ইন্দ্ৰ, পানীয়ে যেনেকৈ ঘোঁৰাক তৃপ্ত কৰে স্তোতা সকলে তোমাক স্তোত্ৰেৰে বৰ্দ্ধন কৰে । যি……২ ঋকৰ দৰে ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি যি ভোজন দয়া কৰি দিছা, বৃদ্ধি হোৱা ধন দিছা, কেঁচা ঠালৰ পৰা শুকান শস্য ( ৰূপ ) মধুৰ ৰস শিৰাই দিছা, ( তেনেকুৱা ) তুমি পৰিচৰণ কৰোঁতাক ধনৰ ঘৰ দিয়া । তুমি সকলো জগতৰ একমাত্ৰ ঈশ্বৰ । যি……২ ঋকৰ দৰে ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি ফুল ফুলা আৰু ফল দিয়া গছ লতা পথাৰত ধাৰণ কৰিছা । দ্যোতমান সূৰ্য্যৰ অসমান নানা প্ৰকাৰৰ দীপ্তি সৃষ্টি কৰিছা । মহৎ তুমি, মহৎ প্ৰাণী বিলাক সৃষ্টি কৰিছা। তুমি স্তুতিৰ যোগ্য ॥ ৭ ॥ হে বহুত-কাম-কৰা ইন্দ্ৰ, তুমি হব্য লাভৰ কাৰণে আৰু দাস বিলাকক নাশ কৰিবলৈ নৃমৰৰ পুত্ৰেকক সহৱসুৰে সৈতে হত্যা কৰিবলৈ বলবান বজ্ৰধাৰৰ নিৰ্ম্মল মুখ তালৈ ( মাৰি ) দিছিলা। তুমি স্তুতিৰ যোগ্য ॥ ৮ ॥ হে ইন্দ্ৰ, অকলসৰে ( হলেও ) যাৰ সুখৰ কাৰণে দহ শ হৰি ( ঘোঁৰা ) বহণ কৰিবলৈ থাকে, যি তুমি বচিবে নববাকৈ ( বধা যবত ) দস্যু বিলাকক দভিতি ঋষিৰ কাৰণে মাৰিলা, যি স্তোত্ৰ গোৱাক ৰক্ষা কৰে, যাক সুখেৰে পাব পাৰি, হে ইন্দ্ৰ, তুমি স্তুতিৰ যোগ্য ॥ ৯ ॥ সকলো সোঁত বোৱা নৈ ইন্দ্ৰৰ বীৰ্য্যৰ অনুগামী । ( যজমানে ) ইন্দ্ৰক অন্ন দান কৰে । কৰ্ম্ম কৰা সকলো মানুহে ইন্দ্ৰৰ কাৰণে ধন ধাৰণ কৰে । তুমি ছখন বহল ঠাই ৰখায় দিলা । তুমি পাঁচ জাতিৰ পালক । হে ইন্দ্ৰ, তুমি স্তুতিৰ যোগ্য ॥ ১০ ॥ হে বলবান ইন্দ্ৰ, তোমাৰ সামৰ্থ্য বখানিব লগীয়া । তুমি একেটা কামেৰেই ( শত্ৰুৰ ) ধন লাভ কৰা । তুমি বলবান যাতুবিষ্টক অন্ন দিলা । যিহেতু তুমি এই বিলাক কাম কৰিলা সেই বাবে তুমি স্তুতিৰ যোগ্য ॥ ১১ ॥ হে ইন্দ্ৰ, তুমি তুৰ্ব্বীতি ঋষিক সুখেৰে পানীৰ পৰা আঁতৰাই আনিলা আৰু বৰ্য্যক ( পানীৰ পৰা ) আনি তাৰণ কৰিলা । পৰাবৃজ ঋষিক, অন্ধক ( চকু দি ) আৰু খোৰাক ( খোৰা নোহোৱা কৰি ) পানীৰ তলৰ পৰা ওপৰলৈ আনিলা ॥ ১২ ॥ হে ইন্দ্ৰ, সকলোকে বাসস্থান দিওঁতা তুমি আমাৰ ভোগৰ কাৰণে ধন দিয়া । তোমাৰ সেই ধন বহুত, বাসৰ যোগ্য আৰু বিচিত্ৰ । আমি দিনৌ সেই ধন ভোগ কৰিবলৈ ইচ্ছা কৰো । আমি সুবীৰ পুত্ৰ পৌত্ৰেৰে সৈতে এই যজ্ঞত বহুত স্তোত্ৰ গাম ॥ ১৩ ॥

১৪ সূক্ত—ঋ ২২ ।

ঋষি আৰু দেবতা ১১শ সূক্তৰ দৰে ।
ছন্দ—ত্ৰিষ্টুভ্ ।

হে অধ্বৰ্য্যু সকল, ইন্দ্ৰ দেবতালৈ সোম আহৰণ কৰা, চমসেৰে সৈতে মাদক সোম অন্ন ( অন্বিত ) ঢালি দিয়া । বীৰ সেই ইন্দ্ৰই এনে সোম পান কৰিবলৈ সদায় বিচাৰে । ( সেই বাবে ) বৰ্ষক ইন্দ্ৰলৈ সোম হোম কৰা । এই ইন্দ্ৰই সেই সোমকে বিচাৰে ॥ ১ ॥ হে অধ্বৰ্য্যু সকল, যি ইন্দ্ৰই পানী আবদ্ধ কৰি থোৱা বৃত্ৰক বজ্ৰেৰে গছ মৰা দৰে বিনাশ কৰিছিল, সেই সোম বিচৰা ইন্দ্ৰৰ কাৰণে সোম আহৰণ কৰা । ইন্দ্ৰ সোম পানৰ উপযুক্ত ॥ ২ ॥ হে অধ্বৰ্য্যু সকল, যি ইন্দ্ৰই দৃভীক ( অসুৰক ) মাৰিছিল, যি বল (নামৰ) অসুৰে আবদ্ধ কৰি থোৱা গৰু উলিয়াই দি তাক মাৰিছিল, সেই ইন্দ্ৰক এয়া সোম অন্তৰীক্ষত বতাহৰ দৰে সিচি দিয়া, —জীৰ্ণক কাপোৰেৰে ঢকা দৰে ইন্দ্ৰক সোমেৰে ঢাকি দিয়া ॥ ৩ ॥ হে অধ্বৰ্য্যু সকল, যি ইন্দ্ৰই

নিৰাস্নবৈ খন হাত দেখুৱা উৰণক (উৰণ অসুৰক) বিনাশ কৰিছিল আৰু অৰ্ব্বুদক (অৰ্ব্বুদ অসুৰক) তলমুখ কৰি মাৰিছিল, সেই ইন্দ্ৰক আমাৰ উৎসৰ্গ কৰা সোমলৈ লৈ আহা ॥ ৪ ॥ হে অধ্বৰ্য্যু সকল, যি ইন্দ্ৰই অশ্ন অসুৰক সুখেৰে (হেলাৰঙ্গে) মাৰিলে, কোনেও শোষণ কৰিব নোৱাৰা শুষ্ন অসুৰক কান্ধ নোহোৱা কৰি মাৰিলে, যি পিপ্ৰু, নমুচি আৰু ৰুধিক্ৰা অসুৰক বিনাশ কৰিছিল, সেই ইন্দ্ৰলৈ হবি অন্ন হোম কৰা ॥ ৫ ॥ হে অধ্বৰ্য্যু সকল, যি ইন্দ্ৰই লোহাৰ দৰে বজ্ৰেৰে শম্বৰ অসুৰৰ অতি পুৰণি এশ পুৰ (নগৰ) ভেদ কৰিছিল, বৰ্চি অসুৰৰ শত সহস্ৰ পুত্ৰ একেলগে মাটিত পেলাইছিল (মাৰিছিল), সেই ইন্দ্ৰৰ কাৰণে সোমৰস দিয়া ॥ ৬ ॥ হে অধ্বৰ্য্যু সকল, শত্ৰুক হত্যা কৰা ইন্দ্ৰই, শত সহস্ৰ অসুৰক যুদ্ধত মাটিত শুৱাই দিছিল. যি অতিথিগ্ব, কুৎস আৰু আয়ুক অসুৰক মাৰি ৰক্ষা কৰিলে, সেই ইন্দ্ৰক সোম দিয়া ॥ ৭ ॥ হে নেতা অধ্বৰ্য্যু সকল, যি কামনা কৰা, সোনকালে ইন্দ্ৰক সোম দি সেই অভিলাষ কৰা ফল লোৱা। লোক প্ৰসিদ্ধ ইন্দ্ৰৰ কাৰণে হাতেৰে শোধিত কৰা সোম আহৰণ কৰা। যাগ কৰা অধ্বৰ্য্যু সকলে ইন্দ্ৰলৈ (সোম) আহুতি দিয়া ॥ ৮ ॥ হে অধ্বৰ্য্যু সকল, ইন্দ্ৰৰ কাৰণে সোম সুখকৰ কৰা। ভোগৰ যোগ্য জলত শোধিত কৰা সোম ওপৰলৈ আনা। প্ৰীত হৈ ইন্দ্ৰই তোমালোকৰ হাতেৰে চেপা সোম কামনা কৰে। মদকৰ এই সোম ইন্দ্ৰৰ উদ্দেশ্যে (অগ্নিত) হোম কৰা ॥ ৯ ॥ হে অধ্বৰ্য্যু সকল, গৰুৰ ওহাৰ যেনেকৈ গাখীৰেৰে পৰিপূৰ্ণ হৈ থাকে তেনেকৈ এই ফল দাতা ইন্দ্ৰক সোমেৰে পূৰাই দিয়া। এই সোমৰ গুঢ় (গুপুত) স্বভাৱ মই জানো। সোম দিব খোজা যজন কৰিব লগীয়া ইন্দ্ৰক বেচিকৈ সোম দিয়া ॥ ১০ ॥ হে অধ্বৰ্য্যু সকল যি ইন্দ্ৰ স্বৰ্গৰ ধনৰ ৰজা, পৃথিবীৰ ধনৰ ৰজা আৰু অন্তৰীক্ষৰ ধনৰ ৰজা, সেই ইন্দ্ৰক, যেনেকৈ যৱধান থোৱা ঠাই (ভঁৰাল) যৱেৰে পূৰাই থয়, তেনেকৈ পূৰাই দিয়া। সেই কাম তোমালোকে কৰা ॥ ১১ ॥

১২ ঋক ওপৰৰ ২/১৩/১৩ ঋকৰ দৰে ॥ ১২ ॥

## ১৫ সূক্ত—ঋ ১০।

### ঋষি আদি ১৪ শ সূক্তৰ দৰে।

মহৎ সত্য সঙ্কল্প ইন্দ্ৰৰ যথাৰ্থ, মহান কৰ্ম্ম বিলাকৰ আজি বৰ্ণনা কৰিম। ইন্দ্ৰই ত্ৰিকদ্ৰুক যজ্ঞত চেপা সোম পান কৰিছিল। এই সোমৰ হৰ্ষত ইন্দ্ৰই অহিক বধ কৰিছিল ॥ ১ ॥ ইন্দ্ৰই আকাশত দ্যুলোক স্তম্ভন কৰিছিল (ৰখাই দিছিল)। মহৎ দ্যাবাপৃথিবী আৰু অন্তৰীক্ষ (নিজ তেজেৰে) পূৰ্ণ কৰিলে। বিস্তীৰ্ণ পৃথিবীক ধাৰণ কৰি বহল কৰিলে। সোমৰ হৰ্ষত সেই ইন্দ্ৰই এই বিলাক কাম কৰিলে ॥ ২ ॥ (তেওঁ ইন্দ্ৰই) যজ্ঞ ঘৰৰ দৰে মাপ জোখ কৰি (পৃথিবী আদি) লোক বিলাক পূব মুখীয়া কৈ নিৰ্ম্মাণ কৰিলে। তেওঁ বজ্ৰেৰে নদীৰ যোৱা বাট (খাল) বিলাক খানি দিলে। তেওঁ অনায়াসে নৈ বিলাক বহুত দিন (যুগ যুগান্ত) চলি যাবলৈ গন্তব্য পথেৰে পঠিয়াই দিলে। সোমৰ হৰ্ষত ইন্দ্ৰই এইবিলাক কাম কৰিলে ॥৩॥ সেই ইন্দ্ৰই দভীতি ৰজাক ধৰি লৈ যোৱা অসুৰৰ মাজলৈ গৈ সিহঁতৰ সকলো অস্ত্ৰ (কাঢ়ি লৈ) জুইত পুৰি পেলালে। পাচত দভীতিক গৰু, ঘোঁৰা, ৰথ বিলাক (শত্ৰুৰ পৰা কাঢ়ি আনি) দিলে। সোমৰ হৰ্ষত ইন্দ্ৰই এই বিলাক কাম কৰিলে ॥ ৪ ॥ সেই ইন্দ্ৰ ধুনি (পৰুষ্ণী) নদী পাৰ হবলৈ উপশম (পানী কম হৈ যোৱা) কৰিছিল। অক্ষম বিলাকক নিৰাপদে পাৰ কৰিছিল। (সিহঁতে) নদী পাৰ হৈ ধন বিচাৰি গৈছিল। সোমৰ হৰ্ষত ইন্দ্ৰই এই বিলাক কাম কৰিলে ॥ ৫ ॥ সেই ইন্দ্ৰই নদী বিলাক মহিমাৰে উত্তৰ মুখ কৰিলে। বেগী সেনাৰ দ্বাৰা দুৰ্ব্বল সেনাবিলাক ভেদ কৰি বজ্ৰেৰে উষাৰ ৰথ চুৰমাৰ কৰিছিল। সোমৰ হৰ্ষত ইন্দ্ৰই এনে কাম কৰিলে ।৪।৩০।৮—১১; ১০।১৩৮।৫ চাব ॥৬॥ কন্যাসকল আঁতৰি গলত (জানি) পৰাবৃজ ঋষি সকলোৰে আগত আহি থিয় দিলে। (আগতে থোৱা এতিয়া ভৰি লগা হৈ) কন্যাসকলৰ ফালে গল। (আগতে কণা এতিয়া চকু লাভ কৰি) কন্যাসকলক ভালকৈ চালে। (ইন্দ্ৰক স্তুতি কৰিলত এনে হল)। সোম পানৰ হৰ্ষত ইন্দ্ৰই এইবিলাক কৰিলে ॥৭॥ অঙ্গিৰসসকলে স্তব কৰিলত ইন্দ্ৰই বল অসুৰক বিদাৰী পেলালে। পৰ্ব্বতৰ (কটকটীয়া) দৃঢ় বাট ভাঙি দিলে। (অন্য) সকলো আৰম্ভ কৰি থোৱা বাটো ভাঙি দিলে। সোম পানৰ হৰ্ষত ইন্দ্ৰই এনে কাম কৰিলে ॥৮॥ হে ইন্দ্ৰ, তুমি চুমুৰি আৰু ধুনি অসুৰক দীৰ্ঘ নিদ্ৰাত পেলাই সিহঁতক বিনাশ কৰিছিলা আৰু (সিহঁতৰ লগত যুদ্ধ কৰি থকা) দভীতিক ৰক্ষা কৰিলা। বেত লৈ থকা দুৱৰী (ৰখিয়াৰ) পৰা শত্ৰুৰ সোণ লাভ কৰিছিলা। সোম পানৰ হৰ্ষত ইন্দ্ৰই এনে কাম কৰিলে ॥৯॥

১০ ঋক—২।১১।২১ ঋকৰ দৰে একে ॥১০॥

## ১৬ সূক্ত ঋ ৯।

### ঋষি আৰু দেবতা—১১শ সূক্তৰ দৰে ।
### ছন্দ—জগতী ; ৯-ত্রিষ্টুভ্ ।

হে যজমান সকল, তোমালোকৰ কাৰণে দেৱতা সকলৰ জ্যেষ্ঠতম ইন্দ্ৰৰ কাৰণে জ্বলি থকা জুইত হবি সম্পাদন কৰিম,—আৰু ভাল স্তুতি কৰিম। আমাৰ ৰক্ষাৰ কাৰণে নিজে অজৰ কিন্তু সকলোকে বুঢ়া কৰা সদায় ডেকা, সোমেৰে অভিষিক্ত, সনাতন ইন্দ্ৰক ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥১॥ মহৎ ইন্দ্ৰৰ বাহিৰে জগতত কোনো জ্যেষ্ঠ নাই। এই ইন্দ্ৰৰ গাত সকলো সামৰ্থ্য নিহিত আছে। পেটত সোমৰস ভৰি আছে। গোটেই গাত মহৎ তেজ লম্ভিছে। হাতত বজ্র আছে। মূৰত বুদ্ধি আছে ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ বল দ্যাবাপৃথিবীত কোনেও পৰাভৱ কৰিব নোৱাৰে। তোমাৰ ৰথ সমুদ্ৰ আৰু পৰ্ব্বতে পৰাভৱ কৰিব নোৱাৰে (নৰয়)। তোমাৰ বজ্র কোনেও পৰাভৱ কৰিব নোৱাৰে। যেতিয়া বহুত যোজন বাট ঘোঁৰাৰে যোৱা (তেতিয়াও তোমাৰ বল পৰাভৱ কৰিব নোৱাৰে) ॥ ৩ ॥ (হে যজমান), সকলো মানুহে এই যজনীয়, শত্ৰুৰ ধৰ্ষক কামবৰ্ষী ইন্দ্ৰক সদায় সজ্জিত যজ্ঞ কৰ্ম্ম ভক্তিভাৱেৰে সম্পন্ন কৰিছে। তুমিও ইন্দ্ৰক যজন কৰা। হে কামবৰ্ষক ইন্দ্ৰ, দীপ্যমান অগ্নিৰে সৈতে সোম পান কৰা ॥৪॥ কামবৰ্ষী, মদকৰ সোমৰসে অনুষ্ঠান কৰা সকলৰ উত্তেজক হৈ বল দিয়ে। (সেই সোম) অন্নবিশিষ্ট কামবৰ্ষী ইন্দ্ৰৰ পানৰ কাৰণে গৈছে। সোমৰস দাতা অধ্বৰ্যু দুজন আৰু কামবৰ্ষী চেপা শিল কেইটা কামবৰ্ষী সোমক কামবৰ্ষী তোমাৰ কাৰণে বৰ্ষণ কৰা সোম চেপিছে ॥ ৫ ॥ হে কামবৰ্ষক ইন্দ্ৰ, তোমাৰ বজ্র কাম বৰ্ষক, ৰথ কামবৰ্ষক; হৰি (নামৰ) ঘোঁৰা কামবৰ্ষক ; তোমাৰ অস্ত্ৰবিলাক বৰ্ষক। বৰ্ষক মদকৰ সোমৰ তুমি ঈশ্বৰ। হে ইন্দ্ৰ, বৰ্ষক সোম ৰসেৰে তুমি তৃপ্তি লাভ কৰা ॥৬॥ হে ইন্দ্ৰ, শত্ৰুৰ ধৰ্ষক মই সংগ্ৰামত স্তোত্ৰ বিচাৰি তোমাক তিনি সবণত স্তোত্ৰেৰে পামগৈ। আমাৰ এই স্তুতি বাক্য বহুত বুলি জানিবা। আমি পানীৰ নিজৰাৰ দৰে ধনপতি ইন্দ্ৰক সোম ৰসেৰে সিঁচি দিম ॥৭॥ হে ইন্দ্ৰ, শত্ৰুৰ পৰা বাধা পোৱাৰ আগতে (ঘাঁহ খাই তৃপ্ত হোৱা) গাই গৰুৱে পোৱালীক ঘূৰাই অনা দৰে আমাক ঘূৰাই আনিবা। হে শতক্রতু, আমি সুন্দৰ স্তোত্ৰেৰে, ডেকাই পত্নীৰ লগত সংশ্লিষ্ট হোৱাৰ দৰে, এবাৰ হলেও তোমাৰ লগত সংশ্লিষ্ট হম ॥ ৮ ॥

৯ ঋক ওপৰৰ ২।১১।২১ ঋকৰ দৰে ॥ ৯ ॥

## ১৭ সূক্ত—ঋ ৯ ।

### ঋষি আৰু দেবতা ১১ সূক্তৰ দৰে । ছন্দ—জগতী, ৮/৯ ত্রিষ্টুভ্ ।

হে স্তোতা সকল, তোমালোকে অঙ্গিৰস সকলৰ দৰে নতুন স্তোত্ৰেৰে ইন্দ্ৰক অৰ্চনা কৰা। তেওঁৰ শোষক তেজ পূৰ্বণি কালৰ দৰে উদয় হৈছে। যিহেতু সোমপান কৰাত হৰ্ষ উদ্ৰেক হলত ইন্দ্ৰই বৃত্ৰৰ দ্বাৰা আক্ৰান্ত হোৱা মেঘ উদঘাতন কৰিছিল ॥ ১ ॥ সেই ইন্দ্ৰ বৰ্দ্ধন হওক। তেওঁ বল প্ৰকাশ কৰি প্ৰাথমিক সোমপান কৰিবলৈ মহিমা বৰ্দ্ধন কৰিলে। যি শত্ৰু বিনাশক ইন্দ্ৰই যুদ্ধৰ সময়ত নিজ শৰীৰ (যুদ্ধ সজ্জাৰে) সজ্জিত কৰিছিল সেই ইন্দ্ৰই নিজ মহিমাৰে মূৰৰ ওপৰত স্বৰ্গ ধাৰণ কৰিলে ॥ ২ ॥ আৰু, হে ইন্দ্ৰ, তুমি প্ৰধান সামৰ্থ্য প্ৰকাশ কৰিলা—কাৰণ স্তোত্ৰৰ দ্বাৰা প্ৰীত হৈ তুমি শত্ৰুক্ষয় কৰি বল প্ৰকটিত কৰিলা, যে তোমাৰ ৰথত লগোৱা হৰি (নামৰ) ঘোঁৰাই বাধক অসুৰক নিজ ঠাইৰ পৰা খেদাই দিলত থান বান হৈ পলাল ॥৩॥ আৰু, পুৰাতন ইন্দ্ৰই সকলো ভুবন পৰাভৱ কৰি নিজক সকলোৰে অধিপতি কৰি কেউফালে বৰ্দ্ধিত হল। পাচত জগতৰ ধাৰক ইন্দ্ৰই নিজ তেজেৰে দ্যাবাপৃথিবী ব্যাপ্ত হল। এন্ধাৰ ৰূপ বেয়া ঠাই বিলাক খেদাই কেউফালে ব্যাপ্ত হল ॥ ৪ ॥ সেই ইন্দ্ৰই ইফালে সিফালে ফুৰা পৰ্ব্বত বিলাক দৃঢ় কৰি ৰখাই দিলে। পানী বিলাক চলায় তললৈ পেলাই দিলে। সকলোৰে ধাত্ৰী পৃথিবীক বলেৰে ধাৰণ কৰিলে। উপায় কৰি দ্যুলোক পৰি যোৱাৰ পৰা স্তম্ভন কৰি ৰাখিলে ॥ ৫ ॥ সেই ইন্দ্ৰ এই জগতৰ কাৰণে বহু (অপৰ্য্যাপ্ত) হল,—যাক পিতা প্ৰজাপতিয়ে সকলো জনতকৈ উৎকৃষ্ট জ্ঞান দি (সৃষ্টি কৰিলে) যি জ্ঞানেৰে ক্ৰিবি অসুৰক বজ্ৰেৰে কোবাই মাটিত শুৱাই দিলে ॥ ৬ ॥ হে ইন্দ্ৰ, যাবজ্জীৱন মাক বাপেকৰ লগত থাকি বুঢ়া হোৱা জীয়েকে যেনেকৈ সম্পত্তিৰ ভাগ পাই, সেইদৰে স্তোতা মই তোমাৰ পৰা ধন বিচাৰিছো। দিব লগীয়া ধন প্ৰচাৰ কৰা, —যে ইমান ধন। সেই ভাগ ধন মোৰ গাত দিয়া, — যি ধনেৰে স্তোতাক তুমি মৰম কৰা ॥৭॥ হে ইন্দ্ৰ, পালন কৰা তোমালৈ আমি হোম কৰিম। হে ইন্দ্ৰ, তুমি কৰ্ম্ম আৰু অন্নৰ দাতা। হে ইন্দ্ৰ, নানা বিধ পালনেৰে আমাক ৰক্ষা কৰা। কামবৰ্ষক হে ইন্দ্ৰ, আমাক অতি ধনবান কৰা ॥৮॥

৯ ঋক্ ওপৰৰ ২।১১।২১ ঋক্‌ৰ দৰে ॥৯॥

## ১৮ সূক্ত—ঋ: ৯।

### ঋষি আদি ১৪ সূক্তৰ দৰে।

স্তুতিৰ যোগ্য বিশুদ্ধ যজ্ঞ প্ৰাতঃ কালত আমি যোজনা কৰিছো। চাৰিটা শিল তিনি বিধ বাক্ (স্বৰ), সাত ছন্দ, দহ গ্ৰহ (যুক্ত) মানুহৰ হিতকৰা স্বৰ্গদাতা যজ্ঞ অতিথি আদিৰে সৈতে স্তোত্ৰেৰে শব্দযুক্ত হওক ॥১॥ এই যজ্ঞ এই ইন্দ্ৰৰ কাৰণে প্ৰথমে (প্ৰাতঃ সবনত) প্ৰস্তুত হ'ল। সেই যজ্ঞ দ্বিতীয় (মাধ্যন্দিন সবনত) প্ৰস্তুত হ'ল। আৰু তৃতীয় সবনত প্ৰস্তুত হ'ল। সেই যজ্ঞ মানুহৰ কাৰণে শুভ-ফলৰ হ'ল। অন্য ঋত্বিকে অন্য বাক্যৰ গৰ্ভ উৎপাদন কৰিলে। কামনা পূৰক জয়শীল যজ্ঞ অন্য দেৱতাৰ লগত মিলিত হৈছে ॥২॥ ইন্দ্ৰৰ ৰথত হৰি (নামৰ) ঘোঁৰা সোনকালে সুখেৰে যাবলৈ নতুন বাক্যৰ সূক্তৰে যোজনা কৰিছো। এই যজ্ঞত বহুত মেধাবী স্তোতা আছে। অন্য যজমানে তোমাক সুখ দিব নোৱাৰে (গতিকে সোমপান কৰা) ॥৩॥ হে ইন্দ্ৰ, আহুত হৈ তুমি দুটা হৰি ঘোঁৰাৰে (ৰথ জুৰি) সোম পান কৰিবলৈ আহা,—চাৰিটাৰে, ছটাৰে, আঠোটাৰে (বা) দহোটা ঘোঁৰাৰে পান কৰিবলগীয়া সোমৰ ফালে আহা। হে সুযজ্ঞ ইন্দ্ৰ, এয়া সোম তোমালৈ এই যজ্ঞত চেপা হৈছে—এতেকে যজ্ঞ হিংসা নকৰিবা (পান নকৰাকৈ নেথাকিবা)। বিভূতিৰে ইন্দ্ৰ নানা ঘোঁৰাৰে ৰথত আছে ॥৪॥ হে ইন্দ্ৰ, পান কৰিবৰ উপযুক্ত সোম পান কৰিবলৈ আমাৰ ফালে হৈ কুৰিটা হৰি ঘোঁৰাৰে (টনা ৰথত) আহা। ত্ৰিশটা, চল্লিশটা, হৰিৰে যোজনা কৰা ৰথত আহা। পঞ্চাশটা হৰিৰে টনা সুৰথত আহা। ষাঠিটা বা সত্তৰটা হৰিৰে (টনা ৰথত আহা) ॥৫॥ আশীটা ঘোঁৰাৰে (টনা ৰথত) আমাৰ ফালে আহা। নব্বৈটা ঘোঁৰাৰে আহা। এশ হৰিয়ে টনা ৰথত উঠি আহা। হে ইন্দ্ৰ, তোমাৰ হৰ্ষৰ কাৰণে শুনহোত্ৰ (ভালকৈ হোম কৰিব পৰা) পাত্ৰত এয়া সোম তোমাক কামনা কৰি চেপা হৈছে (সেই বাবে আহা) ॥৬॥ হে ইন্দ্ৰ, মোৰ স্তুতি উদ্দেশ্য কৰি আহা। বিশ্বব্যাপী ঘোঁৰা ধুৰাত বান্ধা। বহুত যজমানৰ দ্বাৰা বিবিধৰূপে তুমি আহুত হোৱা। হে শূৰ, এই যজ্ঞত (সোম পান কৰি) হৃষ্ট হোৱা ॥৭॥ ইন্দ্ৰৰ সৈতে মোৰ সখীত্ব যেন এৰা নপৰে। এই ইন্দ্ৰৰ দক্ষিণা আমি (ফলৰূপে) খিৰাম। অভি আপদ নিবাৰক (ইন্দ্ৰৰ) হাতৰ ওচৰত থাকিম। প্ৰায়েই (ইন্দ্ৰই সোম পান কৰিবলৈ আহোতে) শত্ৰুৰ জেতা হ'ম ॥৮॥

১ ঋক্ ওপৰৰ ২।১১।২১ ঋকৰ দৰে ॥৯॥

## ১৯ সূক্ত—ঋ ৯।

### ঋষি আদি ১৪ সূক্তৰ দৰে।

হে ইন্দ্ৰ, মনীষীসকলে প্ৰস্তুতৰ চেপা সোম অন্ন হৰ্ষৰ কাৰণে পান কৰা। এই পূৰণি অন্নৰে বৰ্দ্ধন হৈ ইন্দ্ৰই বাস কৰি থাকিলে। ইন্দ্ৰৰ স্তোত্ৰ কৰিবলৈ নেতাসকলে (তাতে) বাস কৰি থাকিল ॥১॥ এই মদকৰ সোমত আনন্দিত হৈ বজ্ৰ হাতত লৈ ইন্দ্ৰই পানীৰ আবৰক অহিক চিঙি পেলালে। এই অহিক ভেদ কৰিলত নদীৰ পানীবিলাক চৰায়ে বাঁহলৈ উৰি যোৱা দৰে সমুদ্ৰৰ ফালে ঢাললে ॥২॥ মহিমা লগা অহিক মৰা ইন্দ্ৰই সমুদ্ৰৰ ফালে পানী যোৱাই দিলে। (অঙ্গিৰসৰ) গৰুবিলাক পাবলৈ সূৰ্য্যক উৎপাদন কৰিলে। তেওঁ তেজৰ বলেৰে দিনবিলাকৰ ৰূপ প্ৰকাশ কৰিলে ॥৩॥ ইন্দ্ৰই হবি: দিয়া মানুহক বহুত উৎকৃষ্ট দান দি'য়। বৃত্ৰ অসুৰক মাৰিলে। যি ইন্দ্ৰই সূৰ্য্যক চাম বুলি স্তোতাই ইজনে সিজনে অৰিয়া-অৰি কৰাত (স্তোতাসকলৰ) আশ্ৰয়দাতা হ'ল ॥৪॥ ইন্দ্ৰৰ স্তৱ কৰিলত দেৱতা ইন্দ্ৰই সোম অভিষৱ কৰা এতশ ঋষিক সূৰ্য্য উলিয়াই দিছিল, যেতিয়া (এতশে) পিতাই পুত্ৰক ধনৰ অংশ দিয়া দৰে ইন্দ্ৰক যজ্ঞত বৈ নথকা (সোমৰূপ) ধন সম্পাদন কৰিছিল ॥৫॥ দীপ্তিযুক্ত সেই ইন্দ্ৰই নিজেই ৰথ চলোৱা কুৎসা ঋষিক (সকলো শোষণ কৰা) শুষ্ণ অসুৰক, কোনেও শোষণ কৰিব নোৱাৰা কুশয়ক বশ কৰি দিলে। সেই ইন্দ্ৰই দিবোদাসক শম্বৰ অসুৰৰ নিৰান্নবৈখন নগৰ ভাঙি দিলে ॥৬॥ হে ইন্দ্ৰ, যশ কামনা কৰি অন্ন বিচাৰি আমি স্তোত্ৰ গাই এতিয়াই তোমাৰ ওচৰ পাম। (সেই অন্ন খাই) আমি সাতপুৰুষীয়া বন্ধু (ইন্দ্ৰক-তোমাক) পাম। দেৱতাক নজনা পীয়ুক (অসুৰক বধ কৰি নমাই দিয়া ॥৭॥ হে শূৰ ইন্দ্ৰ, তোমাক গৃৎসমদসকলে মননীয় স্তোত্ৰেৰে যাবলৈ বিচৰা মানুহে বাট বিচৰা দৰে, তোমালৈ (উদ্দেশ্য কৰি) স্তোত্ৰ গাইছে। নতুন তোমাৰ স্তোত্ৰ কৰিবলৈ ইচ্ছা কৰা আমি সুস্থান, অন্ন, বল সুখেৰে পাবলৈ বিচাৰিছো ॥৮॥

৯ ঋক্ ওপৰৰ ২।১১।২১ ঋকৰ দৰে ॥৯॥

## ২০ সূক্ত—ঋ ৯।

### ঋষি আদি ১৪ সূক্তৰ দৰে।

হে ইন্দ্ৰ, যুদ্ধ ইচ্ছা কৰি ৰথত যেনেকৈ ঘোঁৰা লগায়, সেইদৰে তোমালৈ (সোম) অন্ন সম্পাদন কৰিম। আমাক ভালকৈ জানিবা। তোমাৰ স্তৱ কৰা মনীষীসকলে, দীপ্যমান তোমাৰ দৰে নেতাসকলৰ পৰা সুখ বিচাৰি (হবিৰে আহ্বান কৰে) ॥১॥ হে ইন্দ্ৰ, তোমাৰ ৰক্ষণৰে

আমাক ৰক্ষা কৰা। তোমাক বিচৰা মানুহক শত্ৰুৰ পৰা ৰক্ষা কৰা। হবি দিয়া যজমানৰ তুমি ঈশ্বৰ। বাধক বিলাকৰ নিবাৰক। যি তোমাক পৰিচৰণ কৰে, তেওঁৰ তুমি এনে উপদ্ৰৱৰ উপশম কৰা ॥২॥ ডেকা, স্তোতাই আহ্বান কৰিব লগা, সখা, সুখকৰ সেই ইন্দ্ৰ (আমি) নেতাসকলৰ পালক। যি যজ্ঞেৰে পূজা কৰে, যি (যজ্ঞ) ক্ৰিয়া কৰে, যি পাক কৰে (যজ্ঞৰ কাৰণে), যি স্তোত্ৰ গায়, (তেনেকুৱা) যজমানক, (হে ইন্দ্ৰ) ৰক্ষণেৰে পাৰ পোৱাই দিয়া ॥৩॥ হে ইন্দ্ৰ, তোমাকেই স্তুতি কৰিম, তোমাকেই প্ৰশংসা কৰিম। যি ইন্দ্ৰৰ স্তোতাবিলাক পুৰণি কালত বৰ্দ্ধিত হৈছিল আৰু শত্ৰুক হিংসা কৰিছিল, স্তোতাই বিচৰা সেই ইন্দ্ৰই স্তোত্ৰ ইচ্ছা কৰি নতুন মানুহৰ ধনৰ ইচ্ছা পূৰণ কৰক ॥৪॥ অঙ্গিৰস ঋষিয়ে গোৱা উক্‌থ স্তোত্ৰ সেৱন কৰি ইন্দ্ৰই (তেওঁৰ) গৰু আনিবলৈ বাট দেখুৱাই দিলে আৰু তেওঁৰ (অঙ্গিৰসৰ) স্তোত্ৰ বৰ্দ্ধন কৰিলে। (ইন্দ্ৰক) স্তুতি কৰাত সূৰ্য্যই উষাক অপহৰণ কৰিলে। তেনেকুৱা ইন্দ্ৰই অশ্ন অসুৰক পুৰণি বল শিথিল কৰি দিলে ॥৫॥ সেই কীৰ্ত্তিমান অতি দৰ্শনীয় ইন্দ্ৰ দেৱতা মানুহৰ কাৰণে (কামনা দান কৰিবলৈ) ওপৰ মুখ হৈ আছে। শত্ৰু অভিভৱ কৰা বলবান ইন্দ্ৰই মানুহক বাধা দিয়া দাসৰ প্ৰিয় মূৰটো মাটিত পেলাই দিয়ক (কাটক) ॥৬॥ বৃত্ৰহন্তা, পুৰন্দৰ সেই ইন্দ্ৰই কৃষ্ণঃযোনীৰ (নীচ জাতিৰ) অসুৰী সেনাক বিচ্ছিন্ন কৰিছিল। মনুৰ কাৰণে পৃথিবীত পানী সৃষ্টি কৰিলে। যজমানৰ মহান অভিলাষ পূৰ্ণ কৰিলে ॥৭॥ স্তোতাসকলে পানী পাবলৈ সদায় সেই ইন্দ্ৰক বলবৰ্দ্ধক হবি অনুক্ৰমে (তিনি সবনত) দিয়ে। (স্তুতি কৰিলত) সেই ইন্দ্ৰই যেতিয়া হাতত বজ্ৰ ধৰি ললে (তেতিয়া) দস্যুক হত্যা কৰি লোহৰ নগৰী নাশ কৰিলে ॥৮॥

৯ ঋক ওপৰৰ ২।১১।২১ ঋকৰ দৰে ॥৯॥

## ২১ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা ১১ সূক্তৰ দৰে।

(হে অধ্বৰ্য্যুসকল) সকলোকে জয় কৰা, (শত্ৰু বিজয় কৰি) ধন জয় কৰা, স্বৰ্গ জয় কৰা, মহৎ জয় কৰা, নায়কক জয় কৰা, উৰ্ব্বৰা ভূমি জয় কৰা, ঘোঁৰা জয় কৰা, গৰু জয় কৰা (অপহৰণ কৰা গৰু জয় কৰা), পানী জয় কৰা, যজনীয়, ইন্দ্ৰক স্পৃহনীয় সোম দিয়া ॥১॥ সকলোকে অভিভৱ কৰা, অসুৰ মৰাক, শত্ৰুৰ ধন জয় কৰা, শত্ৰুয়ে অভিভৱ কৰিব নোৱাৰা, সকলোকে সহায় কৰা, বিধাতা, বহুতে স্তৱ কৰা, সকলোকে বহন কৰা, অন্যই হিংসা কৰিব নোৱাৰা, সদায় অন্যক অভিভৱ কৰা ইন্দ্ৰক (হে, স্তোতাসকল), নমস্কাৰেৰে স্তৱ কৰা ॥২॥ বহুতক পৰাভৱ কৰা, (যজমানৰ) ভজনীয়, বলীক পৰাস্ত কৰা, শত্ৰুক খেদাই দিয়া, যোদ্ধা, প্ৰীত হৈ সোমেৰে সিক্ত, শত্ৰুক হিংসা কৰা, শত্ৰুক অভিভৱ কৰা, প্ৰজাৰ পালক হবলৈ পোৱা ইন্দ্ৰই কৰা বীৰ্য্যবিলাক কম ॥৩॥ বহুত ধন দি অন্য কোনো সমান হব নোৱাৰা, কামবৰ্ষী, হিংসক অসুৰ বধ কৰা, গম্ভীৰ, মহান, অন্যই নোৱাৰা কাম কৰা, সমৃদ্ধিদায়ক, শত্ৰুক শান্ত কৰা, দৃঢ়াঙ্গ, ব্যাপক, সুকৰ্ম্মা ইন্দ্ৰই উষা আৰু সূৰ্য্যক জন্ম দিলে ॥৪॥ ইন্দ্ৰক কামনা কৰি স্তুতি কৰিলত মেধাবীসকলে (অঙ্গিৰস আদিয়ে) পানীৰ প্ৰেৰকৰ (ইন্দ্ৰৰ) পৰা গৰু যোৱা বাট বিচাৰি পালে। ৰক্ষণ ইচ্ছা কৰি কেউফালে শব্দ কৰি ইন্দ্ৰক স্তুতি কৰি (হেৰোৱা) গোধন পালে ॥৫॥ হে ইন্দ্ৰ, উত্তম বস্তু আমাক দিয়া। কাম কৰিবলৈ শক্তি আৰু খ্যাতি দিয়া। আমাক সৌভাগ্য দিয়া। ধন বেছি কৰি দিয়া। পুত্ৰক বিঘ্নহীন কৰা। বাক্যৰ মধুৰতা দিয়া। দিন বিলাক মনোৰম কৰি দিয়া ॥৮॥

## ২২ সূক্ত—ঋ ৪।

ঋষি আৰু দেৱতা ১১ সূক্তৰ দৰে। ছন্দ—১ অষ্টি; ২-৩-অতি শক্বৰী; ৪ উভয় বা।

মহান, বহুতবলী, ইন্দ্ৰই তৃপ্ত হৈ পূৰ্ব্বতে যেনেকৈ অভিলাষ কৰিছিল সেইদৰে ত্ৰিকদ্ৰুকৰ অভিপ্লবিক দিনত যব মিহলি কৰা অভিযুত সোম বিষ্ণুৰ লগত পান কৰক। মহৎ সোমে তেজযুক্ত ইন্দ্ৰক মহৎ কাম কৰিবলৈ হৰ্ষযুক্ত কৰিছিল। সত্য আৰু দীপ্যমান সোম, সত্য আৰু দেৱতা ইন্দ্ৰক পাওক গৈ ॥১॥ পাচত দীপ্তমান ইন্দ্ৰই বলেৰে ক্ৰিবি অসুৰক যুদ্ধ কৰি পৰাস্ত কৰিলে। সেই ইন্দ্ৰই দ্যাবা-পৃথিবী পূৰণ কৰিলে। সোমৰ বলত বল পাই বাঢ়ি গল। এভাগ সোম নিজে পেটত ভৰালে আৰু এভাগ এৰি দিলে (অন্য দেৱতা যজমানলৈ)। সত্য আৰু ...... ১ ঋকৰ দৰে ॥২॥ কৰ্ম্মৰ সৈতে জন্ম হে ইন্দ্ৰ, বলেৰে সৈতে বিশ্ব বহন কৰিবলৈ বিচাৰিছা। হিংসকবিলাকক পৰাস্ত কৰা (সেই ইন্দ্ৰই) পুণ্য কৰা আৰু স্তৱ কৰা যজমানক বাঞ্ছিত ধন প্ৰদান কৰে। সত্য আৰু ...... ১ ঋকৰ দৰে ॥৩॥ সকলোকে নচুৱাওঁতা হে ইন্দ্ৰ, তুমি পূৰ্ব্বৰ কালতে 'কৰা যি মানুহৰ হিতকৰ কাম, তোমাৰ সেই স্বৰ্গত পানীৰ বিস্তৰ কৰা কাম শ্লাঘনীয়। যিকা দেৱতাই (তুমি) অসুৰৰ প্ৰাণ

মাৰি আবদ্ধ কৰি ৰখা পানী বলেৰে মুকলি কৰিলা। নিজ বলেৰে সকলো অসুৰক অভিভৱ কৰিলা। শতক্রতু ইন্দ্রই বল আৰু অন্ন দিয়ক ।৪॥

২৩ সূক্ত—ঋ ১৯ ।

ঋষি—শুনকৰ পুত্র গৃৎসমদ। ছন্দ—১-১৪, ১৬-১৮—জগতী; ১৫/১৯-ত্রিষ্টুভ্। দেবতা-১/৫/৯/১১/১৭/১৯ ব্রহ্মণস্পতি; ২-৪।৬-৮ ১০।১২।১৩।১৮ বৃহস্পতি ।

হে ব্রহ্মণস্পতি (মন্ত্রৰ বা অন্নৰ পালক) তুমি গণ (দেৱতা)সকলৰ গণপতি। কবিসকলৰ কবিপতি, অন্নৰ মাজত সৰ্ব্বোৎকৃষ্ট অন্ন, জ্যেষ্ঠ (সকলোতকৈ ভাল) বিলাকৰ মাজত ৰজা, মন্ত্রৰ অধিপতি তোমাক আহ্বান কৰিছো। আমাৰ স্তুতি শুনি পালনৰ হেতু হৈ যজ্ঞঘৰত বহা ।।১।। অসুৰ হন্তা হে বৃহস্পতি, বিশিষ্ট জ্ঞানী তোমাৰ যজ্ঞৰ ভাগ দেৱতায়ো পালে। সূৰ্য্যৰ কিৰণৰ জ্যোতিৰ দৰে তুমি সকলো মন্ত্রৰ জন্ম দিছা ।।২।। হে বৃহস্পতি, চাৰিওফালে বেৰি থকা নিন্দকবিলাকক আৰু অন্ধকাৰ বিলাক গুচাই, জ্যোতিষ্মান ঋতৰে (নিয়মেৰে) পাৰ পৰা, শত্রুৰ ভয়কাৰী, শত্রু হিংসক, ৰাক্ষসৰ হন্তা, মেঘৰ বিদাৰক স্বৰ্গক পোৱা ৰথত উঠি আছা ।।৩।। হে বৃহস্পতি, যি মানুহে তোমাক হব্য দিয়ে, তুমি তেওঁক সৎ পথেৰে লৈ যোৱা, আপদৰ পৰা ৰক্ষা কৰা। তেওঁক দৰিদ্রতা ৰূপ পাপে নেপাই। ব্রাহ্মণ (বা মন্ত্র) বিদ্বেষীবিলাকৰ তাপক, ক্রোধৰ হিংসক তোমাৰ এনেকুৱা বহুত মাহাত্ম্য আছে ॥৪॥ হে ব্রহ্মণস্পতি, যাক তুমি ভালকৈ বাট দেখুৱাই নি ৰক্ষা কৰা তেওঁ দুঃখ নেপাই, তেওঁৰ পাপ নহয়, হিংসকে হিংসা কৰিবলৈ নেপাই, বঞ্চকে (দুতলীয়াই) নেপাই। তুমি তেওঁৰ কাৰণে সকলো হিংসকক দূৰ কৰি দিয়া ॥৫॥ হে বৃহস্পতি, তুমি আমাৰ সৎমাৰ্গ দেখুৱা (পথ প্রদর্শক) আৰু বিচক্ষণ। তোমাৰ যজ্ঞত আমি স্তোত্রেৰে স্তুতি কৰিম। যি আমাৰ প্রতি কুটিল আচৰণ কৰে তাৰ নিজ দুৰ্ব্বুদ্ধিৰ বলত সি নষ্ট হওক ।।৬।। আৰু বা, হে বৃহস্পতি, যি গপাল আগতে ধন দিয়া মানুহে নিৰপৰাধী আমাৰ কাষে আহি আমাক হিংসা কৰে সেই মানুহক সুপথৰ পৰা আঁতৰাই দিয়া। আমাক এই যজ্ঞত বাট সুগম কৰি দিয়া ।।৭।। হে বৃহস্পতি, তুমি মানুহক উপদ্রৱৰ পৰা ৰক্ষা কৰা। শৰীৰ ভাৱণ কৰা তুমি আমাৰ (পক্ষ লৈ) যেছিকৈ কোৱা। হবি দান কৰিবলৈ বিচৰা তোমাক আহ্বান কৰিছো। দেৱতাৰ নিন্দকক বিনাশ কৰা। দুৰ্ব্বুদ্ধিৰ বিলাকক উৎকৃষ্ট সুখ নিদিবা ।। ৮ ।। হে ব্রহ্মণস্পতি, তোমাৰ কাৰণে সুবৰ্দ্ধিত হোৱা স্পৃহনীয় ধন আমি পাওঁ। দূৰ দেশত যি শত্রু আছে, আৰু যি শত্রুৱে ওচৰৰ কেউফালে অভিভৱ কৰি আছে সেই (যজ্ঞ) কৰ্ম্মহীন শত্রুক নাশ কৰা ।।৯।। হে বৃহস্পতি, কামনা পূৰণ কৰা বিশুদ্ধ সহায়েৰে তোমাৰ পৰা উত্তম অন্ন আমি ধাৰণ কৰিম। কুবাক্য প্রয়োগ কৰা, অভিভৱ কৰিবলৈ বিচৰা পুৰুষ যেন আমাৰ পৰাকী নহয়। সুবাক্যেৰে, উৎকৃষ্ট স্তোত্রেৰে আমি বৰ্দ্ধন হম ।।১০।। হে ব্রহ্মণস্পতি, অদাতা নোহোৱা, অভীষ্টদাতা, যুদ্ধ কৰিবলৈ যোৱা শত্রুৰ অতি তাপক, সংগ্রামত শত্রুক পৰাস্ত কৰা তুমি সত্য পৰাক্রম ঋণ পৰিশোধ কৰা। তুমি উগ্র আৰু মদোন্মত্তক দমন কৰ্ত্তা ।।১১।। যি মানুহে দেৱতা বিহীন মনেৰে আমাক হিংসা কৰে, যি উগ্রই নিজক বৰটো যেন ভাবি আমাক মাৰিবলৈ বিচাৰে, হে বৃহস্পতি, তাৰ অস্ত্র যেন আমাৰ ওচৰ নেপাই। বলৱান (তেনেকুৱা) কুকৰ্ম্মলৈ যোৱা মানুহৰ ধংস আমি নাশ কৰিম ।।১২।। হে বৃহস্পতি, যুদ্ধত আহ্বান কৰিবলগীয়া, নমস্কাৰেৰে পূজা কৰিবলগীয়া, সংগ্রামত ৰক্ষা কৰিবলৈ যোৱা, ধনদাতা, হে স্বামী (বৃহস্পতি), অভিভৱ কৰিবলৈ বিচৰা সকলো হিংসক সেনাক ৰথৰ দৰে ভাঙি-ছিঙি পেলোৱা ।। ১৩।। হে বৃহস্পতি, অতি চোকা তাপক অস্ত্রেৰে ৰাক্ষসক তাপ দিয়া। যি ৰাক্ষসে বল দেখুৱাইছে (সেইবিলাকক) নিন্দাৰ বিষয় কৰা (তাপ দিয়া)। তোমাৰ যি প্রশংসনীয় বীৰ্য্য আগতে আছিল সেই বীৰ্য্য দেখুওৱা আৰু নিন্দক অসুৰক নাশ কৰা ।।১৪।। ঋতত (যজ্ঞত) উৎপন্ন বৃহস্পতি শ্রেষ্ঠ ব্রাহ্মণ। সকলো কামনা বাদ দি যি ব্রহ্মবৰ্চস (তেজ) তেওঁৰ আছে সেয়া পূজা কৰা যুগুত। ব্রাহ্মণৰ দীপ্তিমান জ্ঞানযুক্ত ব্রহ্মতেজ প্রকটিত হৈছে—যি বলেৰে (আশ্রিতজনক) উজ্জ্বল কৰে। বিচিত্র ব্রহ্মতেজ ৰূপ বস্তু আমাক দিয়া ।।১৫।। হে বৃহস্পতি, আমাক চোৰলৈ এৰি নিদিবা। যি চোৰে প্রাণঘাতক হবলৈ ভাল পাই, লোকৰ অন্ন আকাঙ্ক্ষা কৰে, যি দেৱতাক বিশেষকৈ বৰ্জ্জন কৰিবলৈ অভিলাস কৰে, যি পৰম কামস্তুতি নেজানে, (সিহঁতৰ হাতত আমাক এৰি নিদিবা) ।। ১৬ ।। হে ব্রহ্মণপতি, ত্বষ্টাই তোমাক সকলোতকৈ উৎকৃষ্ট কৰি উৎপাদন কৰিছে। তুমি সকলো সামৰ উচ্চাৰণ কৰ্ত্তা। যজমানে মহাযজ্ঞ কৰিলে (ব্রহ্মণস্পতিয়ে) তেওঁৰ ঋণ গাত লয় আৰু সেই ঋণ পৰিশোধ কৰে। কৰ্ম্মদ্রোহীক বিনাশ কৰে ॥১৭॥ হে অঙ্গিৰা বংশৰ বৃহস্পতি, (গৰু লুকাই থোৱা) পৰ্ব্বতৰ তোমাৰ আশ্রয়ত বন্ধ বাট খোল

খালে। যেতিয়া তুমি ইন্দ্ৰৰে সৈতে গৰুবিলাক খুলি দিলা,—তেতিয়া বৃত্ৰাসুৰে আক্ৰান্ত কৰি থোৱা পানীৰ অৰ্ণৱ তলমুৰ কৰি নমাই দিলা ॥১৮॥ হে ব্ৰহ্মণস্পতি, এই জগতৰ নিয়ামক তুমি এই সূক্ত স্তোত্ৰ বুজি লোৱা। পুত্ৰ পৌত্ৰক প্ৰীতি দিয়া। তোমাৰ দৰে দেৱতায় যাক ৰক্ষা কৰে তাৰ কল্যাণ হয়; আমি এই যজ্ঞত সুবীৰ পুত্ৰ পৌত্ৰেৰে বহুত স্তোত্ৰ গাম ॥১৯॥

## ২৪ সূক্ত—ঋ ১৬।

ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—জগতী; ১২/১৩ ত্ৰিষ্টুভ্। দেৱতা ব্ৰহ্মণস্পতি; ১ বৃহস্পতি; ১২ ইন্দ্ৰ আৰু ব্ৰহ্মণস্পতি।

হে বৃহস্পতি তুমি যে এই জগতৰ ঈশ্বৰ হৈছা (সেইবাবে) তুমি আমাৰ এই উৎকৃষ্ট ৰূপে সম্পাদিত কৰা স্তুতি লোৱা। আমি তোমাক এই নতুন মহৎ স্তুতিৰে পৰিচৰণ কৰিছো। তুমি আমাৰ কামনা দান কৰা। তোমাৰ বন্ধু আমাৰ এই স্তোত্ৰকাৰে তোমাক স্তুতি কৰিছে।।১॥ ব্ৰহ্মণস্পতিয়ে অপমান পাবৰ যোগ্যবিলাকক অপমান কৰিলে। খঙৰ বলত শম্বৰ অসুৰক বিদাৰিলে। নিশ্চলবিলাকক চলাই দিলে। গৰু থকা পৰ্ব্বতৰ মুখৰ ফালে (বাট ভাঙি) সোমালে ॥২॥ দেৱতাৰ মাজত সৰ্ব্বোৎকৃষ্ট দেৱতা ব্ৰহ্মণস্পতিৰ নিজ কৰ্ত্তব্য এই যে তেওঁ দৃঢ় পৰ্ব্বতক লৰাই দিলে, থিয় হৈ থকা (গছ) ভাঙি দিলে, গৰু উলিয়াই আনিলে, নিজ মন্ত্ৰেৰে বল অসুৰক ভেদিলে। অন্ধাৰ গুচাই দি সূৰ্য্যক উলিয়াই দিলে ॥৩॥ যি শিলৰ দৰে দৃঢ় মুখ লগা, মধুৰ পানী থকা, তললৈ ওলমি থকা মেঘক ব্ৰহ্মণস্পতিয়ে বলেৰে সৈতে বধ কৰিছিল (ভাঙি দিছিল—বৰষুণ দিবলৈ)। আদিত্যৰ ৰশ্মিয়ে সেইবিলাক পান কৰিছিল, আৰু সেইবিলাকেই আকৌ জলধাৰা হৈ বৰষুণ হ'ল ॥৪॥ হে ঋত্বিকসকল, তোমালোকৰ কাৰণে সেই কিছুমান অনাদি কালৰ পৰা চলি অহা ব্ৰহ্মণস্পতিৰ প্ৰজ্ঞান (জানিবলগীয়া) মাহে মাহে আৰু বছৰে বছৰে ভবিষ্যতত বৰষুণ দিবৰ কাৰণে চলি আছিছে। ব্ৰহ্মণস্পতিয়ে এইবিলাক মন্ত্ৰেৰে সমাধা কৰিলে। যত্ন নোহোৱাকৈয়ে ভাবাপৃথিবীত এনেকৈ পৰস্পৰ সুখ বৰ্দ্ধন হৈ থাকে ॥৫॥ অঙ্গিৰসসকলে কেউফালে গৈ উৎকৃষ্ট গোধন পনীৰ (অসুৰৰ) গুহাত লুকাই থোৱা বিচাৰি পালে। বিদ্বান অঙ্গিৰসসকলে অসুৰে কৰা অন্যায় মায়া দেখি সোমাবলৈ যি ঠাইৰ পৰা গৈছিল সেই ঠাই পুনৰ আহি পালেহি ॥৬॥ ঋতজ্ঞ (নিয়ম জনা) সেই দূৰদৰ্শী (অঙ্গিৰস) সকলে অন্যায় (মায়া দেখি) পুনৰ যি ঠাইৰ পৰা গৈছিল সেই মহৎ মাৰ্গ অবলম্বন কৰি গললৈ। (তাতে) হাতেৰে (মন্থন কৰি) অগ্নি জ্বলায় পুৰিবলৈ শিলৰ ওপৰত থলে। পৰ্ব্বত সেই ধ্বংসকাৰী জুই তাত নাছিল ॥৭॥ ব্ৰহ্মণস্পতিয়ে সত্যৰূপ (ধনুৰ) গুণেৰে কাঁড় মৰা ধনুৰে যি কামনা কৰে তাকে পায়। সেই ধনুৰ সাধক কাঁড়বিলাকেৰে য'ত প্ৰয়োগ কৰে তাতে কাৰ্য্য সিদ্ধি হয়। —সেইবিলাক (মানুহে) দেখিবলৈ (জ্ঞানৰ পৰা) উৎপত্তি কৰে আৰু কাণলৈকে (আকৰ্ণ) টানি আনে (অৰ্থাৎ শ্ৰোত্ৰেন্দ্ৰিয় গ্ৰাহ্য) ব্ৰহ্মণস্পতিয়ে এইবিলাক মন্ত্ৰেৰে সাধন কৰে—এই ভাব) ॥৮॥ পুৰোহিত ব্ৰহ্মণস্পতিয়ে (বস্তুবিলাক) একেলগ কৰিব পাৰে আৰু বেলেগ কৰিব পাৰে। তেওঁক সকলোৱে স্তুতি কৰে—যুদ্ধত প্ৰাদুৰ্ভাব হয়। সৰ্ব্বদৰ্শী ব্ৰহ্মণস্পতিয়ে যেতিয়া অন্ন আৰু ধন (মানুহলৈ) ধাৰণ কৰে তেতিয়া সূৰ্য্য অনায়াসে দীপ্ত হয় ॥৯॥ বৰষুণ দিওঁতা বৃহস্পতিৰ ধন চাৰিওফালে ব্যাপী আছে। সেই ধন পাবৰ যোগ্য, বহুত আৰু উৎকৃষ্ট। কমনীয় অন্নবান বৃহস্পতিয়ে এই ধন দিয়ে। দুয়োবিধ (স্তোতা আৰু যজমান) মানুহে নিৰ্বিঘ্নে এই ধন উপভোগ কৰে ॥১০॥ সৰ্ব্বতোব্যাপ্ত, স্তোতৱা, ব্ৰহ্মণস্পতিয়ে দুৰ্ব্বল আৰু মহৎ বলী (দুয়োবিধ) স্তোতাক নিজ বলেৰে বহন কৰে। সেই দেৱতাই দেৱতাসকলৰ প্ৰতিনিধি হৈ, অতি বিখ্যাত হৈ সকলো প্ৰাণীৰ অধিপতি হৈছে ॥১১॥ হে ধনবন্ত ইন্দ্ৰ আৰু ব্ৰহ্মণস্পতি, তোমালোকৰ সকলো (স্তোত্ৰ) সত্য (স্বৰূপ)। পানীয়েও (সকলো পঞ্চভূতেও) তোমালোকৰ কৰ্ম্ম নষ্ট কৰিব নোৱাৰে। আমাৰ হবিৰ ফালে ৰথত যোৱা ঘোঁৰাৰ দৰে আহা ॥১২॥ আৰু ব্ৰহ্মণস্পতিৰ শীঘ্ৰগামী ঘোঁৰাই আমাৰ স্তোত্ৰ শুনিছে। সভাত সাধু বিপ্ৰই সুললিত স্তোত্ৰেৰে (হবি আদি) লৈ ধন ব্ৰহ্মণস্পতিলৈ দিছে। বলী শত্ৰুৰ বশ কৰোতা ব্ৰহ্মণস্পতিয়ে আমি দিয়া অবদান অনুসৰি ঋণদাতা হওক। অন্নবান ব্ৰহ্মণস্পতিয়ে যজ্ঞত হব্য গ্ৰহণ কৰক ॥১৩॥ ব্ৰহ্মণস্পতিয়ে যেতিয়া কোনো মহৎ কাম কৰিব খোজে, তেতিয়া তেওঁৰ মন্ত্ৰ ইচ্ছামতে সিদ্ধ হয়। যি গৰুবিলাক উলিয়াই আনিছিল দ্যুলোকত তেওঁ সেই-বিলাক ভগাই দিছিল। (গৰুবিলাক) মহৎ নদীৰ দৰে (সেই দেৱতাসকলৰ ফালে) বেলেগে বেলেগে গৈছিল ॥১৪॥ হে ব্ৰহ্মণস্পতি, আমি (যেন) সদায়

সুনিয়ন্ত্রিত অন্নযুক্ত ধনৰ অধিপতি হওঁ ( এই প্ৰাৰ্থনা ) । তুমি আমাৰ বীৰ পুত্ৰৰ পুত্ৰ দিয়া । হে ঈশ্বৰ, হবি অন্নেৰে দিয়া অমাৰ আহ্বান শুনা ॥ ১৪ ॥ হে ব্ৰহ্মণস্পতি, আমাৰ জগত নিয়ন্তা তুমি এই সূক্ত বুজি লোৱা । আমাক সন্তান সন্ততি দিয়া । দেৱতায় দিয়া মঙ্গলময় ৰক্ষণ আমাক দিয়া । আমি পুত্ৰ পৌত্ৰাদিৰে সৈতে যজ্ঞত তোমাৰ বহুত স্তোত্ৰ গাম ॥ ১৬ ॥

## ২৫ সূক্ত—ঋ ৫ ।

### ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ । ছন্দ—জগতী । দেৱতা—ব্ৰহ্মণস্পতি ।

ব্ৰহ্মণস্পতিৰ যাগ কৰিবলৈ অগ্নি জ্বলালেই শত্ৰু জয় হয় । স্তোত্ৰ কৰিলেই হবি আদি দি বৰ্দ্ধন কৰে । যি ব্ৰহ্মণস্পতিক স্তোত্ৰ আৰু হবি দি সখা কৰি লয়, তেওঁ পুত্ৰৰো পুত্ৰক পাৰ হৈ জীৱিত থাকে । ( পোৰ নাতিৰ মুখ দেখে ) ॥ ১ ॥ সেই যজমানে বীৰ পুত্ৰৰ দ্বাৰা শত্ৰুৰ বীৰ পুত্ৰক যেন হিংসা ( পৰাস্ত ) কৰিব পাৰে । তেওঁ গোধন বিস্তাৰ কৰে । নিজেই সকলো জানে । যি ব্ৰহ্মণস্পতিক স্তোত্ৰ আৰু হবি দি সখা কৰিব পাৰে তেওঁৰ পুত্ৰ আৰু পৌত্ৰ বৃদ্ধি হয় ॥ ২ ॥ নদীয়ে যেনেকৈ পাৰ ভাঙে, যেনেকৈ ষাড় গৰুৱে বন্ধোৱা গৰুক পৰাস্ত কৰে আৰু অগ্নিশিখা যেনেকৈ নুমাব নোৱাৰে তেনেকৈ যি যি ব্ৰহ্মণস্পতিক স্তোত্ৰ আৰু হবি দি সখা কৰিব পাৰে তেওঁলোককো কোনেও ধৰি ৰাখিব (বাধা দিব ) নোৱাৰে ॥ ৩ ॥ যি যি ব্ৰহ্মণস্পতিক স্তোত্ৰ আৰু হবি দি সখা কৰি লব পাৰে, তেওঁ স্বৰ্গৰ বৰষুণ বাধাহীন ভাৱেৰে আৰু তেওঁ সাধক পৰিচাৰক হৈ গৰু আদি ধন ( আনন্দকৈ ) আগতে পাই । অন্যই বাধা দিব নোৱাৰা বলেৰে শত্ৰু বধ কৰে ॥ ৪ ॥ যি ব্ৰহ্মণস্পতিক স্তোত্ৰ আৰু হবি দি সখা কৰি লব পাৰে, তেওঁৰ কাৰণেই নদীবিলাক বয় । ছিদ্ৰহীন বহুত সুখ পাই । তেওঁ বহুত সৌভাগ্য আৰু দেৱতাই দিয়া সুখ পাই ॥ ৫ ॥

## ২৬ সূক্ত—ঋ ৪ ।

### ঋষি আদি ২৫ সূক্তৰ দৰে । দেৱতা—ব্ৰহ্মণস্পতি ।

ব্ৰহ্মণস্পতিৰ ঋজু ( সৎ ) স্তোতাই হিংসকক জয় কৰক । তেওঁ, ( ব্ৰহ্মণস্পতি দেৱতাক ) ইচ্ছা কৰা জনে, দেৱতাৰ দৰে নভৰাজনক পৰাভৱ কৰক । যি তেওঁক ভালকৈ তৰ্পন কৰে তেওঁ দুস্তৰ শত্ৰু পৰাস্ত কৰক । যি ব্ৰহ্মণস্পতিক যজন কৰে তেওঁ যজন নকৰাবিলাকৰ ভোগৰ বস্তুবিলাক পাওক ॥ ১ ॥ হে বীৰ, তুমি ব্ৰহ্মণস্পতিৰ স্তুতি কৰা । মনৰ দৰে বেগাই অহা শত্ৰুৰ ( বিপক্ষে ) যুদ্ধলৈ যোৱা । আৰবৰ শত্ৰুৰ যুদ্ধত কল্যাণ পাবলৈ মন দৃঢ় কৰা । ব্ৰহ্মণস্পতিলৈ হবি আদি দিয়া যাতে সুধন পোৱা । আমি ব্ৰহ্মণস্পতিৰ পৰা ৰক্ষণ কামনা কৰো ॥ ২ ॥ যি শ্ৰদ্ধা মনেৰে দেৱতাৰ পিতা ব্ৰহ্মণস্পতিক হবিৰে পৰিচৰণ কৰে, সেইজনে অন্ন পাই,—প্ৰজা আৰু আত্মীয়ৰে সৈতে অন্ন ধন পাই, প্ৰজা আৰু আত্মীয়ৰে সৈতে, পুত্ৰেৰে সৈতে অন্ন-ধন পাই । নেতাসকলে ধন পাই ॥ ৩ ॥ যি এই ব্ৰহ্মণস্পতিক ( উপস্তৰণ, অভিধান আদি ) ঘিউ-হৱাৰে পৰিচৰণ কৰে, ব্ৰহ্মস্পতিয়ে তেওঁক পুৰণি পোন বাটেৰে লৈ যায় । পাপৰ পৰা ৰক্ষা কৰে, হিংসকৰ পৰা ৰক্ষা কৰে । দৰিদ্ৰতাৰ পৰা মহান, অতি বিস্তীৰ্ণ উপকাৰ কৰে ॥ ৪ ॥

## ২৭ সূক্ত—ঋ ১৭ ।

### ঋষি—গৃৎসমদৰ পুত্ৰ কূৰ্ম্ম । ছন্দ—ত্ৰিষ্টুভ্ । দেৱতা আদিত্য ।

ৰাজমান আদিত্যসকলক মই ঘিঁউ ক্ষৰণ হোৱা এই স্তুতিৰে সদায় বাক্ ইন্দ্ৰিয়ৰে পূজা কৰিম । সেই স্তুতি মিত্ৰ, অৰ্য্যমা, ভগ, বহুত দেশত প্ৰাদুৰ্ভাৱ হোৱা বৰুণ, দক্ষ আৰু অংশই প্ৰত্যেকে শুনক ॥ ১ ॥ এই আমাৰ স্তোত্ৰ সমান কৰ্ম্মী মিত্ৰ, অৰ্য্যমা, বৰুণ আদিয়ে গ্ৰহণ কৰক । আদিত্যসকল, শুচি ( স্ফটিকৰ ধাৰ যেন ) নিৰ্ম্মল, বৰ্জিত নহয় ( সকলোকে অনুগ্ৰহ কৰা ), পাপহীন, কোনেও হিংসা কৰিব নোৱাৰা ॥ ২ ॥ মহান, গম্ভীৰ, দুৰ্দ্দমনীয়, ( নিজে ) দমনকাৰী বহুত দূৰ-দৃষ্টি থকা আদিত্যসকলে মানুহে কৰা পাপ আৰু ভাল কামবিলাক দেখে । দূৰৈত হলেও আদিত্যসকলৰ সকলো ওচৰতে ( থাকে ) ॥ ৩ ॥ আদিত্যসকলে স্থাৱৰ আৰু জঙ্গমক ধাৰণ কৰি সকলো ভুৱন ৰক্ষা কৰে । তেওঁবিলাক দীৰ্ঘকৰ্ম্মা আৰু পানী ৰক্ষা কৰে । ঋত-বান ( নিয়মবান ) আদিত্যসকলে ( স্তোতা বা আনক ) দিবলগীয়া ঋণৰ পৰা মোচন কৰে ॥ ৪ ॥ হে আদিত্য সকল, তোমালোকৰ এই ৰক্ষণ কাম আমি লাভ কৰিম ( এই আশা ) । ভয় আহিলে তোমালোকৰ সুখকৰ ৰক্ষণ দিবা । হে অৰ্য্যমা আৰু মিত্ৰাবৰুণ, তোমালোকৰ সুদৃষ্টিত খলাবমা ঠাইৰ দৰে পাপ পৰি-ত্যাগ কৰি চলিম ॥ ৫ ॥ হে অৰ্য্যমা, মিত্ৰ আৰু

বৰুণ, তোমালোকৰ সুগম নিষ্কণ্টক বাট আছে। সেই বাটেৰে আমাক ভালকৈ লৈ যোৱা। হে আদিত্য-সকল,—আমাক এইবুলি বাক্য দিয়া, আমাক অবিনাশী সুখ দিয়া ॥ ৬ ॥ ৰজাৰ (মিত্ৰাদিৰ) মাক অদিতি দেৱীয়ে আমাৰ শত্ৰুক অতিক্ৰম কৰি পাৰ কৰাই দিয়া। অৰ্য্যমাই সুপথেৰে পাৰ কৰা। বহুত পুত্ৰাদিৰে অৰিষ্টহীন হৈ মিত্ৰ আৰু বৰুণৰ মহৎ সুখ যেন আমি পাওঁ ॥ ৭ ॥ এওঁবিলাকে তিনিলোক (পৃথিবী, স্বৰ্গ আৰু অন্তৰীক্ষ) ধাৰণ কৰিছে। আৰু ওপৰত (মহঃ, জন, তপঃ) তিনিলোক ধাৰণ কৰিছে। যজ্ঞৰ ভিতৰত তিনি বিধ (সবনৰ) কৰ্ম্ম আছে। হে আদিত্যসকল, ঋতৰে (নিয়মেৰে) তোমালোকৰ মাহাত্ম্য উৎকৃষ্ট হৈছে। হে অৰ্য্যমা, মিত্ৰ আৰু বৰুণ, সেই মাহাত্ম্য সৰ্ব্বোৎ-কৃষ্ট ॥ ৮ ॥ সোণৰ অলঙ্কাৰেৰে ভূষিত, দীপ্তিমান, (পানীৰ ধাৰাৰ দৰে) নিৰ্ম্মল, নিদ্ৰা নোহোৱা, (চকুৰ) নিমিষ নমৰা, বিশ্বাসী, বহুতে স্তুতি কৰা আদিত্যই সৰল মানুহৰ কাৰণে, তিনিবিধ স্বৰ্গত উৎপত্তি হোৱা তেজ (অগ্নি, সূৰ্য্য আৰু বায়ু) ধাৰণ কৰিলে ॥ ৯ ॥ হে অসুৰ (বলী) বৰুণ, যি দেৱতা আছে আৰু যি মানুহ (সেই সকলোৰে) তুমি ৰজা। তুমি আমাক এশ শৰৎকাল (এশ বছৰ) ভালকৈ চাবলৈ দিয়া। আমি আগৰ দেৱতাসকলে দিয়া আয়ুস পাম (এই প্ৰাৰ্থনা) ॥১০॥ হে আদিত্যসকল, আমি সোঁফালো নেজানো, বাওঁ ফালো নেজানো,—আগফালেও নেজানো, পিচ ফালেও নেজানো। অপৰিপক্ক মনৰ বা কাতৰ হলেও, হে বাস দিওঁতা আদিত্যসকল, তোমালোকে আমাক লৈ গলে আমি অভয় জ্যোতি পাম ॥ ১১ ॥ যি ঋতৰ (নিয়মৰ) ৰাজমান নেতা আদিত্যসকলক (হবি আদি) দিয়ে, যি পোষক, নিত্য (বৰ্ত্তমান) আদিত্যসকলক বৰ্দ্ধন কৰে, তেওঁ ধনবান, প্ৰখ্যাত, ধনদাতা হৈ সকলোৰে প্ৰশংসনীয় যজ্ঞত পোৱা ৰথত উঠি যায় ॥১২॥ যি আদিত্যৰ চকুত পৰাকৈ শুচি, বাধাহীন, বহুত অন্ন থকা, সুবীৰ পুত্ৰৰে সৈতে ভাল শস্য থকা পানীৰ ওচৰত থাকে তেওঁক ওচৰত থকা বা দূৰৈৰ পৰা অন্য শত্ৰুৱে বাধা দিব নোৱাৰে ॥ ১৩ ॥ আৰু হে অদিতি, মিত্ৰ আৰু বৰুণ, যদি বা আমি তোমালোকৰ ওচৰত কোনো অপৰাধ কৰিছো, (তথাপি) আমাক দয়া কৰা। হে ইন্দ্ৰ, আমি তোমাৰ বিস্তীৰ্ণ অভয় পাম (বুলি আশা কৰো)। দীঘল অন্ধকাৰ নিশাই যেন আমাক আচ্ছন্ন নকৰে ॥ ১৪ ॥ (যি আদিত্য সকলৰ অনুসৰণ কৰে) দ্যাবাপৃথিবী দুয়োৱে তেওঁৰ পুষ্টি বৰ্দ্ধন কৰে। সৌভাগ্যবান তেওঁ স্বৰ্গৰ বৰষুণৰ পৰা পৰিপুষ্ট হয়। যুদ্ধত জয় কৰি দুয়োখন বাস কৰা ঠাইলৈ যায়। জগতৰ দুয়ো ভাগেই তেওঁৰ মঙ্গলকৰ হয় ॥ ১৫ ॥ হে যজনীয় আদিত্যসকল, তোমা-লোকৰ যি মায়া পাশ নিৰ্ম্মাণ কৰি শত্ৰুলৈ মেলিছা, আমি যেন অশ্বাৰোহীৰ দৰে সেই পাশ অতিক্ৰম কৰি যাব পাৰো আৰু বিস্তীৰ্ণ ঘৰত বিঘিনি নোহো-ৱাকৈ বাস কৰিব পাৰো ॥ ১৬ ॥ হে বৰুণ, মই যেন ধনবান, প্ৰিয়, বহুত দাতা ধনাঢ্যজনৰ দৰিদ্ৰতা দেখি-বলৈ নেপাওঁ। হে ৰজা, মই যেন, নিয়মৰ ধনৰ পৰা বঞ্চিত নহওঁ। আমি যজ্ঞত সুবীৰ পুত্ৰ-পৌত্ৰেৰে সৈতে বহুত স্তোত্ৰ গাম ॥ ১৭ ॥

## ২৮ সূক্ত—ঋ ১১।

### ঋষি আৰু ছন্দ—২৭ সূক্তৰ দৰে। দেৱতা—বৰুণ।

কবি আৰু নিজে নিজে ৰাজমান বৰুণৰ এই স্তোত্ৰ কৰিছো। তেওঁ নিজ মাহাত্ম্যৰে গোটেই ভুৱন অভিভৱ কৰি ৰাখিছে। যি দেৱতা বৰুণে যজন কৰোতাৰ অতি হৰ্ষদায়ক হয়, সেই বৰুণৰ স্তুতি কৰি-বলৈ ভিক্ষা কৰিছো ॥ ১ ॥ হে সুধ্যানৰ যোগ্য বৰুণ, স্তুতি কৰা আমি তোমাৰ কৰ্ম্মত সৌভাগ্যবান হম। ৰশ্মিযুক্ত উষা আৱিৰ্ভাৱ হলে অগ্নি জ্বলোৱা দৰে (হোত্ৰাদি কামলৈ অগ্নি জ্বলোৱা দৰে) প্ৰতি দিন (তোমাক) স্তুতি কৰি (আমি আনন্দিত) হম ॥ ২ ॥ হে জগতৰ প্ৰত্যক্ষ নেতা, বহুত বীৰযুক্ত, বহুতে স্তুতি কৰা বৰুণ, আমি তোমাৰ সুখৰ ঘৰত থাকিম। হে অদিতিৰ পুত্ৰসকল, শত্ৰুৱে হিংসা কৰিব নোৱাৰা দেৱতাসকল, তোমালোকে আমি কৰা অপৰাধ সখাৰ দৰে ক্ষমা কৰিবা ॥ ৩ ॥ সেতুৰ দৰে অদিতিৰ পুত্ৰ বৰুণে ঋত (নিয়ম) সকলোতে সৃজন কৰিলে। বৰুণে বৈ নথকা, ভাগৰ নলগাকৈ সদায় বৈ থকা, অন্ত নোহোৱা নদীবিলাক বোৱাই দিলে। এই নৈ-বিলাকে চৰাইৰ দৰে মাটিত চলি যায় ॥ ৪ ॥ হে বৰুণ, মোৰ পৰা বচিৰ দৰে পাপ খুলি দিয়া (মোচন কৰা), তোমাৰ ঋতৰ (পানীৰ) পূৰ্ণ নদী আমি পাম। মগজৰ কাম কৰি থাকোতে (স্তোত্ৰ ৰচনা কৰি থাকোতে) মোৰ কামৰ জৰি চিঙি নিদিবা। আৰু নিয়মমতে সমাপ্তি হোৱাৰ আগতে কৰ্ম্মৰ মাত্ৰা বিকল নকৰিবা ॥ ৫ ॥ হে বৰুণ, মোৰ ভয় নাইকিয়া কৰা। হে সম্ৰাট, হে ঋতবান (সত্যবান) মোক

অনুগ্ৰহ কৰা। যেনেকৈ পক খিবোৱাই পোৱালীৰ ৰচি খুলি দিয়ে তেনেকৈ পাপ মোৰ পৰা মোচন কৰা। তোমাৰ পৰা আঁতৰত থকা অন্যক (তোমাৰ বাহিৰে অন্যক) এক নিমিষো মই নিবিচাৰো ॥৬॥ হে অসুৰ (বলী) বৰুণ, ইষ্ট (যজ্ঞ) নকৰা বাবে পাপ কৰাক অস্ত্ৰেৰে মৰা দৰে আমাক বধ নকৰিবা। আমাৰ ঘৰত থকা জুইৰ (বা সূৰ্য্যৰ) জ্যোতিৰ পৰা প্ৰৰা-সলৈ নিনিবা। আমাৰ জীৱনৰ কাৰণে শত্ৰু ভাঙি ছিঙি পেলোৱা ॥৭॥ হে বৰুণ, পূৰণি কালত তোমাক "নম" (নমস্কাৰ) শব্দ উচ্চাৰণ কৰিছিলো, এতিয়াও কৈছো আৰু হে বহুত ঠাইত উৎপন্ন হোৱা বৰুণ, আগলৈকো কম। বশ কৰিব নোৱাৰা তোমাৰ ওচৰত পৰ্ব্বতৰ দৰে লৰচৰ নকৰা কামবিলাক আশ্ৰয় লয় ॥৮॥ হে বৰুণ, পিতৃয়ে কৰা ঋণ দূৰ কৰা,—এতিয়া মই কৰা ঋণ দূৰ কৰা। হে ৰজা বৰুণ, মই অন্যই অৰ্জা ধন ভোগ নকৰো। বহুত উষা এতিয়াও মোৰ যাপন কৰিবলৈ আছে। হে বৰুণ, মোৰ জীৱনত সেইবিলাকত (উষাবিলাকত) (ঋণ নোহোৱা কৰি ভোগ কৰিব পৰা) ধন দিয়া ॥৯॥ হে ৰজা বৰুণ, মোৰ আত্মীয় বা সখাই ভয়াতুৰ মোক স্বপ্নত যি ভয় দেখুৱাই—(ভয় খোৱা কথা যি কয়) তাৰ পৰা মোক ৰক্ষা কৰা। চোৰ বা বাঘে যি মোক বধ কৰিবলৈ বিচাৰে তাৰ পৰা মোক ৰক্ষা কৰা ॥১০॥ হে বৰুণ, বহুত ধন দিয়া, প্ৰিয় আঢ্যলোকৰ ওচৰত দুৰ্দ্দশাৰ (ধনহীন অৱস্থাৰ) কথা কবলৈ যেন নেপাওঁ। হে ৰজা, মই যেন নিয়মিত ধন পোৱাৰ পৰা বঞ্চিত নহওঁ। আমি পুত্ৰাদিৰে সৈতে যজ্ঞত বহুত স্তোত্ৰ গাম ॥১১॥

২৯ সূক্ত—ঋ ৭।

**ঋষি আৰু ছন্দ—২৭ সূক্তৰ দৰে। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।**

হে কৰ্ম্ম ধাৰণ কৰা, সকলোৱে প্ৰাৰ্থনা কৰা আদিত্য দেৱতাসকল, (ব্যভিচাৰীনীয়ে) লুকাই গৰ্ভত্যাগ কৰা দৰে মোৰ পাপ তোমালোকে দূৰৈত আঁতৰাই পেলোৱা। হে মিত্ৰ আৰু বৰুণ, তোমালোকক ভাল বুলি জানি ৰক্ষাৰ কাৰণে আহ্বান কৰো। মই গোৱা স্তোত্ৰ শুনা ॥১॥ হে দেৱতাসকল, (পিতৃৰ দৰে) সুমতি আৰু বল তোমালোকৰ। তোমালোকে বিদ্বেষকাৰী-বিলাকক অন্তৰ্হিত কৰি পৃথক কৰা। তোমালোকেই শত্ৰুক পৰাভৱ কৰা। আজি দিনত আমাক সুখ দিয়া,—আগলৈকো আমাক সুখ দিবা ॥২॥ হে দেৱতা-সকল, তোমালোককনো এতিয়া কি কৰিম? আগলৈ-নো কি কৰিম? হে বসুসকল, সনাতন কৰ্ম্মেৰে কি কৰিম? হে মিত্ৰাবৰুণ, হে অদিতি, হে ইন্দ্ৰ আৰু মৰুত, তোমালোক সকলোৱে আমাক মঙ্গল কৰা ॥৩॥ হে দেৱতাসকল, তোমালোকেই ধন পোৱাই দিয়া বন্ধু। তোমালোকে ফল প্ৰাৰ্থনা কৰা আমাক সুখ দিয়া। তোমালোকৰ ৰথ এই ঋতলৈ (যজ্ঞলৈ) মোৰ শুনিলৈ, লাহে লাহে নানিবা। তোমালোকৰ দৰে বন্ধুৰ লগত আমি শ্ৰান্ত নহওঁ ॥৪॥ হে দেৱতা-সকল, তোমালোকৰ মাজত এক হৈ মই বহুত পাপ নষ্ট কৰিলো। সেইবাবে মোক পিতৃয়ে পুত্ৰেকক কৰা দৰে বিপথৰ পৰা শাসন কৰিলা। তোমালোকৰ পাশ (ৰচি) দূৰৈত থাকক। পাপ দূৰৈত থাকক। পিতা থাকোতে পুতেকক ব্যাধে মৰা চৰাইৰ দৰে নেমাৰিবা ॥৫॥ হে যজন কৰিবলগীয়া দেৱতাসকল, আজি আমাৰ ফালে মুখ কৰা। তোমালোকৰ হৃদয়ত থকা ৰক্ষণক ভয় কৰি আমি আগত থাকিম। হে দেৱতাসকল, বাঘে যেন আমাক নেমাৰে। আমাক ত্ৰাণ কৰা। হে যজন কৰিবলগীয়া দেৱতাসকল, আপদ কৰা বিলাকৰ পৰা আমাক ত্ৰাণ কৰা ॥৬॥

৭ ঋক - ২।২৮।১১। ঋকৰ দৰে ॥৭॥

৩০ সূক্ত—ঋ ১১।

**ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ জগতী, ১১ ত্ৰিষ্টুভ্। দেৱতা—১৫.৭।৮ই, ১০—ইন্দ্ৰ; ৬-ইন্দ্ৰ আৰু সোম, ৮ই সৰস্বতী; ৯ বৃহস্পতি; ১১ মৰুতসকল।**

ৰৰষুণ দিওঁতা, সকলোৰে প্ৰেৰক, ইন্দ্ৰ দেৱতাৰ যাগৰ কাৰণে পানী কেতিয়াও নোহোৱা নহয়। এইবিলাকৰ সোঁত অহৰহ বৈ থাকে। ইহঁতৰ প্ৰথম উৎপত্তি কেতিয়া? ॥১॥ যি পুৰুষে বৃত্ৰৰ অন্নৰ পাকস্থলী আহৰণ কৰিবলৈ কৈছিল, সেই অভিজ্ঞ পুৰুষৰ (ইন্দ্ৰৰ) মাকে ইন্দ্ৰক (বৃত্ৰক বধ কৰিবলৈ) কলে। এই ইন্দ্ৰৰ ইচ্ছা অনুযায়ী নদীবিলাক প্ৰতিদিন গন্তব্য সমুদ্ৰৰ ফালে গৈ আছে (ইন্দ্ৰই বৃত্ৰৰ ভাত মাৰিব খুজিছল—কিন্তু মাক অদিতিয়ে বধ কৰিবলৈ কলে) ॥২॥ বৃত্ৰই অন্তৰীক্ষৰ ওপৰত থাকি সকলো ঢাকি ৰাখিছিল। সেইবাবে ইন্দ্ৰই বজ্ৰ প্ৰহাৰ কৰিলে। সেই বৃত্ৰয়ো এই ৰৰষুণ দিয়া মেঘ ধৰি

ইন্দ্ৰৰ কালে আহিল। ইন্দ্ৰই সূৰ্য্যৰ দৰে উজ্বল অস্ত্ৰৰে (বজ্ৰেৰে) বৃত্ৰক জয় কৰিলে ॥ ৩॥ হে বৃহৎসকলৰ পতি ইন্দ্ৰ, তাপক বজ্ৰৰ দৰে অস্ত্ৰেৰে বাট বন্ধ কৰি থোৱা অসুৰৰ পুত্ৰকবিলাকক মাৰা। হে ইন্দ্ৰ, আগতে ধৰ্ষক বলেৰে যেনেকৈ মাৰিছিলা, তেনেকৈয়ে আমাৰ শত্ৰু নাশ কৰা ॥ ৪॥ হে ইন্দ্ৰ, শিলৰ দৰে টান বজ্ৰ স্বৰ্গৰ ওপৰলৈ তুলি (আমাৰ) শত্ৰুলৈ ক্ষেপণ কৰা,—স্তোতাই স্তৱ কৰি থকা যি বজ্ৰেৰে তুমি শত্ৰুক মাৰিছিলা। আমি যুদ্ধত পো-নাতি আৰু গোধন পাব পাৰো, তুমি সেইদৰে আমাক সমৃদ্ধিশালী কৰা ॥ ৫॥ হে ইন্দ্ৰ আৰু সোম, যি বৈৰীক তোমালোকে হিংসা কৰা সিহঁতক তেনেই উচ্ছেদ কৰি দিয়া। যুদ্ধত যজমানৰ শত্ৰুক খেদাই দিয়া। হে ইন্দ্ৰ আৰু সোম, তোমালোকৰ এই ৰক্ষণেৰে এই যুদ্ধৰ ঠাই ভয় নোহোৱা ঠাই কৰি দিয়া ॥ ৬॥ সেই ইন্দ্ৰই আমাক আমনি নকৰক,—এলেহুৱা নকৰক। সোম নেচেপিৰা বুলি কোৱা আমি নহওঁ। ইন্দ্ৰই মোৰ কামনা পূৰণ কৰে, অভীষ্ট ফল দিয়ে। স্তোত্ৰ জানি লৈ তেওঁ সোম চেপাৰ ওচৰ পাইছি ॥ ৭॥ হে সৰস্বতী, তুমি এই স্তোতাক ৰক্ষা কৰা। মৰুতসকলৰ লগ হৈ দৃঢ়তাৰে শত্ৰু জয় কৰা। ইন্দ্ৰয়ো, বল দেখুৱাই ওফন্দি থকা শণ্ডবংশৰ প্ৰধান (অসুৰৰ পুৰোহিত—শণ্ডামৰ্কা) অসুৰক বধ কৰিছিল ॥ ৮॥ হে বৃহস্পতি, যি আমাক লুকায় চুৰ কৰে, বা মাৰিবলৈ বিচাৰে, সিহঁতক বিচাৰি উলিয়াই তীক্ষ্ণ অস্ত্ৰেৰে বিন্ধা। শত্ৰুক অস্ত্ৰেৰে জয় কৰা। হে ৰজা বৃহস্পতি, দ্ৰোহ কৰা শত্ৰুলৈ কেউফালে অস্ত্ৰ মাৰা ॥ ৯॥ হে বীৰ ইন্দ্ৰ, তোমালোকৰ পৰক তাপ দিয়া সৈন্যৰে বীৰ কৰ্ম্মবিলাক কৰা, যিবিলাক তুমি কৰিব লাগে। আমাৰ শত্ৰুবিলাক চিৰকাল গপত উফন্দি আছে। সিহঁতক হত্যা কৰি ধনবিলাক আমাক দিয়া ॥ ১০॥ হে মৰুতসকল, দৈৱবল একেলগে প্ৰাদুৰ্ভাৱ কৰা তোমালোক কেউজনক আমি নমস্কাৰ কৰি স্তুতি কৰিছো—যাতে আমি পতন নোহোৱা হেতুভূত পুত্ৰাদিৰে সৈতে প্ৰশংসনীয় ধন দিনো পাব পাৰো ॥ ১১॥ (পতন—পিণ্ডলোপ) ॥

## ৩১ সূক্ত—ঋ ৭।

ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—জগতী; ৭ ত্ৰিষ্টুভ্। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।

*হে মিত্ৰ, বৰুণ, আদিত্যসকল, ৰুদ্ৰসকল, বসুসকল* তোমালোক একেলগ হৈ আমাৰ অন্নকামী ৰথ বাস কৰা ঠাইৰ পৰা অন্য ঠাইলৈ গছত থকা নিবাসৰ ঠাইলৈ (বাইলৈ) চৰাই হৰ্ষান্বিত হৈ যোৱা দৰে যাতে যাব পাৰে তেনেকৈ (ৰথ) ৰক্ষা কৰা ॥ ১॥ হে সমানে সন্তুষ্ট হোৱা দেৱতাসকল, এতিয়া আমাৰ গতিশীল ৰথ জনপদৰ (গাওঁৰ) ফালে বাটেদি গৈ আছে। এই ৰথত লগোৱা ঘোঁৰাই ভৰিৰে গতি কৰি মাটিৰ ঠাইত ভৰিৰে আঘাট কৰি ধূলি উৰাই পাৰ হৈ গৈ আছে ॥ ২॥ আৰু সকলোৰে দ্ৰষ্টা মৰুতসকলৰ বলেৰে সৈতে, সুকৰ্ম্মা সেই ইন্দ্ৰই বাধাহীন ৰক্ষণৰে স্বৰ্গৰ পৰা আহি আজি মহৎ ধন আৰু অন্ন আমাক দিবলৈ আমাৰ ৰথত থাকক হি ॥ ৩॥ আৰু সেই ভুবনৰ সেৱাৰ যোগ্য দেৱতা ত্বষ্টাই, সমান প্ৰীতিৰ দেৱপত্নীসকলেৰে সৈতে আমাৰ ৰথ পঠিয়াই দিয়ক। ইলা দেৱী, মহৎ দিপ্তীৰ ভগ আৰু দ্যাবা-পৃথিবী, পূষা দেৱতা, আৰু সূৰ্য্যাৰ (সূৰ্য্যৰ স্ত্ৰীয়েকৰ) পতি অশ্বিনী দুজন—(এই সকলোৰে ৰথখন ভালকৈ পঠিয়াই দিয়ক) ॥ ৪॥ আৰু সেই সৌভাগ্যৱতী, পৰস্পৰ চাই থকা উষা আৰু ৰাতি (দিন আৰু ৰাতি) সকলোৰে প্ৰেৰিকা (আমাৰ ৰথৰ প্ৰেৰিকা হওক)। হে পৃথিবী আৰু স্বৰ্গ, দুয়োকো নতুন স্তোত্ৰেৰে স্তুতি কৰি স্থাৱৰ তিনিবিধ অন্ন, ওষধি (গছ-লতা), পশু আৰু সোম দিছো ॥ ৫॥ আৰু, হে দেৱতাসকল, আমাৰ পৰা স্তুতি বিচৰা তোমালোকক এতিয়া আমি স্তুতি কৰিবলৈ বিচাৰিছো। আৰু অহিৰ্বুধ্ন্য (অন্তৰীক্ষত হোৱা দেৱতা), এক ভৰিৰ অজ (সূৰ্য্য), ত্ৰিত, ঋভুক্ষা, সবিতা (এই সকলো) দেৱতাই আমাক অন্ন দিয়া। শীঘ্ৰগামী অপাং নপাৎ (অগ্নিক) স্তোত্ৰেৰে স্তুতি কৰিছো ॥ ৬॥ হে যজনীয় দেৱতাসকল (বিশ্বেদেৱা), এয়া উদ্যত হোৱা, মোৰ দৰে মানুহে ৰচনা কৰি যশ, অন্ন আৰু বল পাবলৈ স্তোত্ৰ কৰিছো। চলি যোৱা ৰথৰ দৰে এই স্তৱ যেন তোমালোকৰ ওচৰ পাইগৈ ॥ ৭॥

## ৩২ সূক্ত—ঋ ৮।

ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—১-৫ জগতী, ৬—৮ অনুষ্টুপ্। দেৱতা—১ দ্যাবাপৃথিবী; ২।৩ ইন্দ্ৰ বা ত্বষ্টা; ৪।৫ ৰাকা ৬—৭ সিনিবালী; ৮ ঋকত কোৱা দেৱতা।

*হে দ্যাবাপৃথিবী, ঋত (নিয়ম) ইচ্ছা কৰি তোমালোকৰ*

ভজন কৰিবলৈ বিচৰা এই স্তোতাৰ তোমালোক পালক হোৱা। এই দ্যাবাপৃথিবীয়ে অন্ন দিয়ক এতিয়া দ্যাবাপৃথিবীক স্তোতাই ধন কামনা কৰি মহৎ স্তোত্ৰেৰে তোমালোকৰ স্তৱ কৰি আগত (সন্মুখত) আছো ॥১॥ হে ইন্দ্ৰ বা ত্বষ্টা, শত্ৰু মানুহৰ গোপন মায়াই যেন দিনত বা ৰাতিত আমাক কষ্ট দিব নোৱাৰে। আৰু আমাক এই দুঃখ দিওঁতা-বোৰৰ ওচৰত বশ কৰি নিদিবা। আমাৰ বন্ধুত্ব বিয়োগ নকৰিবা। আমাৰ সেই বন্ধুত্ব সুখ বিচৰা (বন্ধুত্ব) বুলি মনেৰে জানিবা,—আমি তোমালোকৰ ওচৰত এই বাঞ্ছা কৰো ॥২॥ হে ইন্দ্ৰ বা ত্বষ্টা, খং নকৰা মনেৰে সুখ দিয়া। গাখীৰবতী, নিপোটল, লহপহীয়া গাৰ গাইগৰু আমাক দিয়া। হে পুৰুহুত ইন্দ্ৰ, বা ত্বষ্টা, ভৰিৰে (খোজকাঢ়ি) গৈ ব্যাপক বাক্যেৰে (স্তোত্ৰেৰে) বেগবান তোমাক সদায় স্তুতি প্ৰেৰণ কৰিছো ॥৩॥ হে ৰাকা (পূৰ্ণিমাৰ চন্দ্ৰ) সু-আহ্বানেৰে, সু-স্তুতিৰে, মই আহ্বান কৰিছো। হে সুভগা আমাৰ আহ্বান শুনা আৰু নিজে বুজি লোৱা। (পুত্ৰ উৎপাদন) কৰ্ম্ম বেজিৰে চিলাই কৰা দৰে (সন্তান) উৎপাদন কৰি বহুত ধনযুক্ত বীৰ পুত্ৰ দিয়া ॥৪॥ হে সু-ৰূপা ৰাকা, তোমাৰ যি সুবুদ্ধি আছে, যি সুবুদ্ধিৰে হবি দাতাক ধন দিয়া আজি সেই বুদ্ধিৰে সুমনা হৈ আহা। হে সুভগা, সহস্ৰ ধনৰ পুষ্টি আমাক দিয়া ॥৫॥ হে সিনীবালী (চতুৰ্দ্দশী যুক্ত অমাবস্যা), শকত কৰঙণৰ, তুমি দেৱতাসকলৰ ভনী। তুমি সন্মুখত জুইত দিয়া আহুতি গ্ৰহণ কৰা। হে সিনীবালী দেবী, আমাক পুত্ৰাদি দিয়া ॥৬॥ যি সিনীবালী, সুবাহু, ভাল আঙুলীৰ, সুপ্ৰসবিনী, বহুত প্ৰজাৰ প্ৰসবিতা, সেই প্ৰজাৰ পালয়িত্ৰী সিনীবালীলৈ হবিৰে হোম কৰা ॥৭॥ যি গঙ্গু (কুহু, সম্পূৰ্ণ অমাবস্যা), যি সিনীবালী, যি ৰাকা, সি সৰস্বতী—(তেওঁলোকক) আহ্বান কৰো। ইন্দ্ৰানীক ৰক্ষণৰ কাৰণে আহ্বান কৰো। বৰুণৰ পত্নীক অবিনাশৰ কাৰণে আহ্বান কৰো ॥৮॥

৩৩ সূক্ত—ঋ ১৫।

ঋষি শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ৰুদ্ৰ।

হে মৰুতসকলৰ পিতা (ৰুদ্ৰ) তোমাৰ দাতব্য সুখ আমাৰ ওচৰলৈ আহক। আমাক সূৰ্য্য দেখাৰ পৰা আঁতৰ নকৰিবা (নেমাৰিবা)। শত্ৰুক আমাৰ বীৰ পুত্ৰই অভিভব কৰক। হে ৰুদ্ৰ, পুত্ৰ পৌত্ৰেৰে আমাক ভৰাই দিয়া ॥১॥ হে ৰুদ্ৰ, তুমি দিয়া অতি সুখকৰ ঔষধেৰে এশ শীতকাল (এশ বছৰ) ব্যাপী আমি জিয়াই থাকিম। শত্ৰুক আমাৰ পৰা বহুত দূৰলৈ খেদায় দিয়া।—পাপো খেদায় দিয়া। শৰীৰৰ ৰোগ গুচায় দিয়া ॥২॥ হে ৰুদ্ৰ, তুমি জগতৰ মাজত ঐশ্বৰ্য্যত শ্ৰেষ্ঠ। হে বজ্ৰবাহু, ক্ষমতাশালীৰ মাজত অতি ক্ষমতাশালী। আমাক স্বস্তিৰে পাপৰ পৰা পাৰ পোৱাই দিয়া। পাপৰ সকলো আক্ৰমণৰ পৰা পৃথক কৰি দিয়া ॥৩॥ হে ৰুদ্ৰ, তোমাক বেয়াকৈ নমস্কাৰ কৰি খং নোতোলো। হে কামবৰ্ষী ৰুদ্ৰ, বেয়া স্তুতিৰে খং নোতোলো। বিসদৃশ অন্য দেৱতাৰ লগত আহ্বান কৰি খং নোতোলো। আমাৰ পুত্ৰবিলাকক ঔষধেৰে উপকাৰ কৰা। তুমি চিকিৎসকৰ ভিতৰত সকলোতকৈ শ্ৰেষ্ঠ চিকিৎসক বুলি মই শুনিছো ॥৪॥ যি ৰুদ্ৰক আহ্বান কৰি হবিৰে হোম কৰা হয়, তেওঁক মই স্তোত্ৰ পাঠ কৰি খং মাৰ নিয়াম। কোমল উদৰ (যাৰ), ভালকৈ যাক আহ্বান কৰিব পাৰি, সকলোৰে ভৰ্ত্তা, ধুনীয়া নাকৰ ৰুদ্ৰই আমাক মাৰিবলৈ মন কৰি বশ নকৰে ॥৫॥ হে কামবৰ্ষী মৰুতসকল যুক্ত, মই যাঞ্চা কৰা দীপ্ত অন্ন দি মোক আনন্দ কৰক। ৰদৰ তাপত পৰা মানুহে যেনেকৈ ছাঁ বিচাৰে, মই তেনেকৈ পাপ নাইকিয়া হৈ ৰুদ্ৰই দিয়া সুখ পাম আৰু পৰিচৰণ কৰিম ॥৬॥ হে ৰুদ্ৰ তোমাৰ সেই সুখকাৰক হাত ক'ত, যি হাতেৰে তুমি ঔষধ প্ৰস্তুত কৰি সকলোকে সুখ দিয়া? হে কামবৰ্ষী ৰুদ্ৰ, দেৱতাৰ বিষয় হোৱা পাপ নাশ কৰি (অপৰাধী) মোক সোনকালে ক্ষমা কৰা ॥৭॥ বিশ্বৰ ভৰ্ত্তা, কামবৰ্ষী, পিঙ্গল বৰণৰ ৰুদ্ৰক মহত্তকৈও মহৎ সু-স্তুতি উচ্চাৰণ কৰিম। (হে স্তোতা) জ্বলন্ত তেজৰ ৰুদ্ৰক নমস্কাৰেৰে পূজা কৰা। আমি তেওঁৰ দীপ্ত নাম উচ্চাৰণ কৰিম ॥৮॥ স্থিৰ শৰীৰেৰে, বহুত ৰূপ ধৰা, উগ্ৰ, সকলোৰে ভৰ্ত্তা ৰুদ্ৰ দীপ্ত সোণৰ অলঙ্কাৰেৰে জিলিকি আছে। এই অসুৰ (বলী) ৰুদ্ৰ এই ভুবনৰ ঈশ্বৰৰ পৰা বেলেগ নহয় ॥৯॥ হে ৰুদ্ৰ, তুমি যোগ্য ধনুশৰ ধাৰণ কৰিছা। তুমি পূজনীয় যোগ্য বহুত বৰণৰ হাৰ (মালা) পিন্ধিছা। যোগ্য তুমি এই সকলো অতি বিস্তৃত জগত ৰক্ষা কৰিছা। হে ৰুদ্ৰ, তোমাতকৈ কোনো বলবান নাই ॥১০॥ (হে স্তোতা) বিখ্যাত ৰুদ্ৰক স্তৱ কৰা। (তেওঁ) ৰথত বহি থকা, ডেকা, ভয়ঙ্কৰ মৃগৰ (সিংহৰ) দৰে উগ্ৰ, শত্ৰুৰ হন্তা। হে ৰুদ্ৰ, স্তৱ কৰি থকা স্তোতাক সুখ দিয়া। তোমাৰ সেনাই আমাৰ বাহিৰে অন্যক

মাৰক ॥ ১১ ॥ পুত্ৰেকে বন্দনা কৰি থকা পিতৃৰ দৰে ওচৰলৈ অহা ৰুদ্ৰক আমি প্ৰণাম কৰো। বহুত ধনৰ দাতা, সৎলোকৰ পালক, তোমাক স্তুতি কৰিলে আমাক ঔষধ দিয়া ॥ ১২ ॥ হে মৰুতসকল, তোমালোকৰ যি শুচি ঔষধ আছে, হে কামবৰ্ষী মৰুতসকল, তোমালোকৰ যি সুখকৰ ঔষধ আছে, যি সুখৰ ভাব কৰা ঔষধ পিতা মনুৱে গ্ৰহণ কৰিছিল—আমি সেইবিলাক আৰু ৰুদ্ৰৰ সুখকৰ ভয়হাৰী ঔষধ বিচাৰিছো ॥ ১৩ ॥ ৰুদ্ৰ দেৱতাৰ অস্ত্ৰই আমাক এৰি যাওক। দীপ্ত ৰুদ্ৰৰ মহা দুৰ্ম্মতিয়ে (খঙে) আমাক এৰি যাওক। হে সেচনসমৰ্থ ৰুদ্ৰ, তোমাৰ খং স্থিৰ ধনবান যজমানৰ কাৰণে ঢিলা হৈ যাওক। আমাৰ পুত্ৰ পৌত্ৰাদিক সুখী কৰা ॥ ১৪ ॥ হে জগতৰ ভৰ্ত্তা, কামবৰ্ষী, সৰ্ব্বজ্ঞ, ৰুদ্ৰ দেৱতা, তোমাৰ যি প্ৰকাৰে আমালৈ খং নহয় আৰু নেমাৰা সেই প্ৰকাৰে আমাৰ আহ্বান শুনি বুজি লোৱা। আমি বীৰ পুত্ৰ পৌত্ৰেৰে সৈতে যজ্ঞত বহুত স্তৱ কৰিম ॥ ১৫ ॥

### ৩৪ সূক্ত—ঋ ১৫ ।

ঋষি—শুনকৰ পুত্ৰ—গৃৎসমদ। ছন্দ—জগতী। ১৫ ত্ৰিষ্টুভ্। দেৱতা—মৰুতসকল।

পানীৰ ধাৰাৰে অন্তৰীক্ষ ঢাকি ৰখা, পৰক ধৰ্ষণ কৰা বলেৰে, ভয়ঙ্কৰ মৃগৰ (সিংহৰ) দৰে, বলেৰে, সৈতে, সকলো জগতে পূজন কৰা অগ্নিৰ দৰে দীপ্যমান হৈ থকা ঋজীষিণ্ মৰুতসকলে চলি থকা মেঘ ইফালে সিফালে চলায় তাত থকা পানী সকলোৰে দেখাকৈ বৰষিলে ॥ ১ ॥ নক্ষত্ৰবিলাকৰ পৰা যেনেকৈ আকাশখন প্ৰকাশ হয় সেইদৰে শত্ৰুৰ খাদক, বৰ্দ্ধক মৰুতসকল মেঘত হোৱা বিজুলীৰ দৰে প্ৰকাশ পায়। বুকুত জিলিকি থকা অলঙ্কাৰেৰে, হে মৰুতসকল, যেতিয়া তোমালোকক বৰ্দ্ধক ৰুদ্ৰই পৃশ্নিৰ গৰ্ভত জন্ম দিলে (তেতিয়া বিজুলীৰ দৰে প্ৰকাশ পালা ॥ ২ ॥ বৃষ্টত ঘোঁৰাৰ দৰে মৰুতসকলে বিশাল ভুবন তিয়াই দিছে। তেওঁবিলাকে ঘোঁৰাত উঠি শব্দ কৰি থকা মেঘৰ কাণৰ ওচৰেদি বেগাই চলি যায়। হে মৰুতসকল, তোমালোকে সোণৰ মুকুট পিন্ধিছা আৰু কেউজন সমান খঙৰ। তোমালোকে গহগহনি কপাই দি পৃষতী মৃগত (বগা ফুটফুটীয়া পহুত) উঠি আমাৰ অন্নৰ কাৰণে চলি যোৱা ॥ ৩ ॥ মৰুতসকলে অন্নদাতা যজমানক সেই সকলোবোৰ পানী মিত্ৰক দিয়া দৰে দিয়ে। তেওঁবিলাক ক্ষিপ্ৰদাতা, পৃষতী মৃগত উঠি থকা, ভ্ৰংশ নোহোৱা ধন থকা, পোনকৈ যোৱা ঘোঁৰাৰ দৰে পথত যোৱা বিলাকৰ আগত যায় ॥ ৪ ॥ হে সমানমনা মৰুতসকল, দীপ্ত অস্ত্ৰযুক্ত, ওকন্দি থকা ডাঙৰ ওহাৰৰ গৰুৰ দৰে, বাধা নোহোৱা পথেদি, সোমেৰে আমোদ কৰিবলৈ হাঁহে নিজ বাহঁলৈ অহা দৰে আহা ॥ ৫ ॥ হে সমানমনা মৰুতসকল, তোমালোকে স্তোত্ৰলৈ যেনেকৈ আহা, সেইদৰেই আমাৰ অভিযুত কৰা সোমলৈ আহা। গাই আৰু ঘোঁৰাৰ দৰে ওহাৰত পিয়া দৰে (সোম) পান কৰা। স্তোত্ৰ গোৱাক অন্নেৰে পূৰ্ণ কৰা ॥ ৬ ॥ হে মৰুতসকল, আমাক অন্নবন্ত পুত্ৰ দিয়া। ৰথত আহিলে প্ৰতিদিন তোমাৰ গুণকীৰ্ত্তন কৰি স্তোত্ৰ গাই থাকিম! স্তোতাক অন্ন দিয়া। সংগ্ৰামত স্তোত্ৰ গোৱাক, শত্ৰুৱে হিংসা কৰিব নোৱাৰা, শত্ৰুৰে ত্ৰাণ নোপোৱা, যুদ্ধৰ জ্ঞান আৰু বল দিয়া ॥ ৭ ॥ জিলিকি থকা বুকুৰে মৰুতসকলে যেতিয়া ৰথৰ ধুৰাত ঘোঁৰা লগায় তেতিয়াই হবি দাতাজনক বহুত অন্ন নিজ ঘৰতে দিয়ে যেনেকৈ গৰুৱে পোৱালীক পিবলৈ দিয়ে ॥ ৮ ॥ হে মৰুতগণ, যি মানুহে আমাক বঞ্চকৰ (বৃকৰ) দৰে শত্ৰুতা কৰে, হে বসুসকল, সেই হিংসকৰ হাতৰ পৰা আমাক ৰক্ষা কৰা। সিহঁতক তাপ চক্ৰেৰে বেৰি দিয়া। হে ৰুদ্ৰৰ পুত্ৰসকল, সিহঁতৰ অস্ত্ৰবিলাক দূৰত পেলায় বিনাশ কৰা ॥ ৯ ॥ হে মৰুতসকল, তোমালোকে যেতিয়া পৃশ্নিৰ পিয়াহ খিবাইছিলা (খাইছিলা), তেতিয়া স্তোতাৰ নিন্দকক হিংসা কৰিছিলা আৰু ত্ৰিতৰ শত্ৰু মাৰিছিলা। হে অহিংসনীয় ৰুদ্ৰৰ পুত্ৰসকল, সেই সময়ত তোমালোকৰ আচৰিত ক্ষমতা সকলোৱে জানিছিল ॥ ১০ ॥ হে মৰুতসকল, এনেকুৱা যজ্ঞলৈ যোৱা মহৎ তোমালোকক, আমাৰ ব্যাপক ঈশ্বৰক দিয়া সোমৰ অভিষৱলৈ আহ্বান কৰিছো। আৰু স্তোত্ৰেৰে সৈতে সোণবৰণীয়া শ্ৰেষ্ঠ মৰুতসকললৈ স্রুচ্ ডাঙি ধৰি (তেওঁবিলাকৰ) ওচৰত প্ৰশংসনীয় ধন যাচ্ঞা কৰিছোঁ ॥ ১১ ॥ সেই দশগ্ব সকলে প্ৰথমে যজ্ঞ বহন কৰিলে। উষা উদয় হলে মৰুতসকলে আমাক যজ্ঞলৈ পঠিয়াওক। উষাই যেনেকৈ ৰঙা পোহৰেৰে ক'লা ৰাতিক খেদাই দিয়ে সেইদৰে মৰুতসকলে, বৃহৎ, দীপ্তিমান, জল ক্ষৰণ কৰা জ্যোতিৰে অন্ধকাৰ আঁতৰাই দিছে ॥ (আদিত্য আৰু অঙ্গিৰসৰ মাজত অহিয়াঅহি লাগি অঙ্গিৰসে যজ্ঞ কৰি প্ৰথমে স্বৰ্গ পালে। অঙ্গিৰসে দুইৰেই দুইত যজ্ঞ কৰিছিল। দশগ্ব অঙ্গিৰসৰ মৰুত

ৰূপ) ॥১২॥ ৰুদ্ৰৰ পুত্ৰ মৰুতসকলে বীণাৰ দৰে শব্দ কৰি ৰঙা বৰণৰ অলঙ্কাৰেৰে ঋতৰ (যজ্ঞৰ) ঘৰত বৰ্দ্ধিত হ'ল। অতি খৰতকীয়া বল প্ৰয়োগ কৰি (মৰুতসকলে) মেঘৰ পানীৰ বিষয় জানি আনন্দদায়ক বৰ্ণ ধাৰণ কৰিলে ॥ ১৩॥ সেই মৰুতসকলক বৰণীয় ধন ৰক্ষণৰ কাৰণে বিচাৰি আমি নমস্কাৰেৰে এই স্তোত্ৰ পাঠ কৰিছোঁহক। ত্ৰিত ঋষিয়ে এই মৰুতসকলক পাঁচজন হোতাৰে মুখ্য অভীষ্ট সিদ্ধিৰ কাৰণে ৰক্ষা কৰিবলৈ আবৰ্ত্তন কৰিছিল। তেওঁ বিলাকক আমি স্তৱ কৰিম ॥ ১৪॥ হে মৰুতসকল, যি ৰক্ষণেৰে আৰাধকৰ পাপ অতিক্ৰম কৰা, সি ৰক্ষণেৰে বন্দনা কৰাক নিন্দিত শত্ৰুৰ পৰা মোচন কৰা, তোমালোকৰ সেই ৰক্ষণ আমাৰ ফালে হওক। হেম্বেলিওৱা গাইগৰুৱে পোৱালী বিচাৰি যোৱা দৰে তোমালোকৰ সুমতি আমাৰ ফালে সদায় আহক ॥ ১৫॥

৩৫ সূক্ত—ঋ ১৫।

ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—অপাং নপাৎ।

অন্ন ইচ্ছা কৰি এওঁক (অপাং নপাতক) স্তোত্ৰেৰে উদ্বোধন কৰিম। শব্দ কৰি খৰস্ৰোতা নদীৰ দৰে গৈ অপাং নপাতৰ স্তোত্ৰ কৰা মোক বহুত অন্ন দিয়া। আমাক সুৰূপ কৰা। আমাৰ স্তোত্ৰ শুনি অনুগ্ৰহ কৰা ॥ ১॥ এওঁলৈ (অপাং নপাতলৈ) অন্তৰেৰে ভালকৈ ৰচনা কৰা এই মন্ত্ৰবিলাক সন্মুখত গাম। এই স্তোত্ৰ ভাল বুলি তেওঁ জানক। স্বামী অপাং নপাৎ অসুৰে (দেৱতাই) নিজ মহিমাৰে সকলো ভুৱন জন্ম দিলে ॥ ২॥ কিছুমান পানী মাটিত সোমায়। অন্য কিছুমান (আগত থকা) পানীত লগ হয়। সেই সকলো পানী নিৰ্ম্মল হৈ নদী হৈ মহাসাগৰ পাইগৈ। সেয়া দীপ্যমান শুচি অপাং নপাৎ হৈ পানীত থাকে ॥৩॥ সেই অপাং নপাতক দৰ্পহীন যুৱতীয়ে যুৱকক মৰম কৰা দৰে পানীয়ে কেউফালে সাৱতি ধৰে। দীপ্ত ৰূপেৰে তেওঁ পানীত ইন্ধন (জ্বলা বস্তু) নোহোৱাকৈ আমাৰ ধনযুক্ত অন্ন দিয়া দৰে জ্বলি থাকে ॥ ৪॥ তিনি পৰাকী নেত্ৰী দেৱীয়ে (ইলা, সৰস্বতী আৰু ভাৰতী) এই ব্যথাহীন দেৱতাক অন্ন দিয়ে। তেওঁ বিলাক পানীৰ মাজত উৎপন্ন হোৱা (বস্তুৰ) দৰে মেল খাই যায়। (সেই অপাং নপাতে সেই তিনি পৰাকী দেৱীৰ পিয়াহৰ পৰা) আগতে জন্ম হোৱা মাকৰ দৰে অমৃত পি খায় ॥ ৫॥ এই অপাং নপাৎ দেৱতাত ঘোঁৰা জন্ম হয়। স্বৰ্গজন্ম হয়। স্তোতাক অপহৰণ কৰা হিংসকৰ পৰা ৰক্ষা কৰা। অসম্পূৰ্ণ দুৰ্গত ধৰ্ষণ কৰিব নোৱাৰা দেৱতাক অদাতাবিলাকে বিচাৰি নেপায়। মায়াৱী ৰাক্ষসেও বিচাৰি নেপায় ॥ ৬॥ নিজৰ ঘৰত থাকি যাৰ সুখেৰে খিৰোৱা গাইগৰু আছে তাত অন্ন বৰ্দ্ধন কৰে। ভাল অন্ন খাই। সেই অপাং নপাৎ দেৱতায় পানীৰ মাজত বল প্ৰয়োগ কৰি পৰিচৰণ কৰা যজমানক ধন দান কৰিবলৈ দীপ্যমান হয় ॥ ৭॥ যি অপাং নপাৎ দেৱতা ঋতবান (নিয়মবান), নিত্য (সদায় একেৰূপে থাকে) আৰু বিস্তীৰ্ণ, পানীৰ মাজত দৈৱ তেজেৰে প্ৰকাশ পাই সকলো জীৱ জগত তেওঁৰ শাখা হৈ (গছগছনি হৈ) ফলফুলেৰে ভৰি থাকে ॥ ৮॥ অপাং নপাৎ দেৱতাই কুটিল গতিৰ অন্তৰীক্ষৰ মেঘৰ মাজত বিজুলী হৈ জ্বলি আৰোহন কৰি (বৰ্ষণ কৰে)। তেওঁৰ উৎকৃষ্ট মাহাত্ম্য প্ৰচাৰ কৰি মহতী সোণৰ দৰে নিৰ্ম্মল নদী হৈ (সাগৰলৈ যায়) ॥ ৯॥ সেই অপাং নপাতৰ ৰূপ সোণৰ দৰে,—সোণৰ দৰে ইন্দ্ৰিয়বিলাক। সেয়েই সোণৰ দৰে কান্তিযুক্ত হৈ সোণৰ দৰে ঠাইত বহি বিৰাজ কৰে। এই অপাং নপাতক সোণ (দক্ষিণা) দিয়া যজমানে অন্ন দিয়ে ॥ ১০॥ এই অপাং নপাৎ দেৱতাৰ ৰশ্মীৰূপ সুন্দৰ শৰীৰ। আৰু এওঁৰ নামো সুন্দৰ। —লুকাই বাঢ়ি থাকে। যুৱতীসকলে সুবৰ্ণ বৰ্ণৰ যি অপাং নপাতক দীপ্যমান কৰে, সেই দেৱতাৰ ঘিঁউয়েই অন্ন (বা পানীয়েই অন্ন) ॥ ১১॥ এই বহুতৰ ওচৰৰ বন্ধুক যজ্ঞেৰে হবি আদি দি নমস্কাৰেৰে পৰিচৰণ কৰিম। বেদী মাৰ্জ্জন কৰিম। (খৰি দি) ধৰিম। অন্ন দি ঋকেৰে স্তৱ কৰিম ॥ ১২॥ সেই অপাং নপাতে সেক্তা হৈ সিহঁতৰ (মেঘৰ) মাজত গৰ্ভ ধাৰণ কৰিলে। তেওঁ পুত্ৰৰূপে (জল) পান কৰে। সিহঁত (পানীয়ে) তেওঁক চেলেকে। তেওঁ অম্লানবৰ্ণ হৈ ইহলোকত অন্য ৰূপ শৰীৰ ধাৰণ কৰি (খৰিত) প্ৰৱেশ কৰে ॥ ১৩॥ এই পৰম পদত থকা ধ্বংসহীন জ্যোতিৰে সদায় দিন জ্বলি থকা অপাং নপাতক মহতী পানীয়ে নিজে, চলি থকা ৰূপেৰে কেউফালে গৈ ঘিঁউ অন্ন দিয়ে ॥ ১৪॥ হে অগ্নি, আমাৰ (পুত্ৰাদি) জন্মৰ কাৰণে তোমাক ভাল ঠাই দিছো। ধনবান যজমানক ভাল স্তোত্ৰ দিছো। সকলো দেৱতায় যি মঙ্গল কৰে সেই সকলো মঙ্গল (বস্তু) আমাক দিয়া। আমি সুপুত্ৰ পৌত্ৰেৰে সৈতে যজ্ঞত বহুত স্তোত্ৰ গাম ॥ ১৫॥

### ৩৬ সূক্ত—ঋ ৬ ।

**ঋষি—শুনকৰ পুত্ৰ গৃৎসমদ । ছন্দ—জগতী । দেৱতা—১ ইন্দ্ৰ আৰু মধু, ২ মৰুতগণ আৰু মাধৱ; ৩ ত্বষ্টা আৰু শুক্ৰ; ৪ অগ্নি আৰু শুচি; ৫ ইন্দ্ৰ আৰু নভ; ৬ মিত্ৰাবৰুণ আৰু নভ ।**

হে ইন্দ্ৰ, তোমাৰ কাৰণে এয়া সোম যজ্ঞৰ নেতা (অধ্বৰ্য্যু) সকলে শিলত চেঁপি, ভেড়া ছাগলীৰ নোমৰ চাকনিৰে চেকি, গৰুৰ গাখীৰ (দৈ আদি আৰু বসতীৱৰী) পানী মিহলাই ঢাকি থৈছে । তুমি যে সকলো জগতৰ ঈশ্বৰ (সেইবাবে) তোমালৈ প্ৰথমে স্বাহাকাৰেৰে অগ্নিত দি বষট্ কাৰেৰে বাকি দিয়া হৈছে, সেই সোম মধু পান কৰা ॥ ১ ॥ হে মৰুতসকল, যজ্ঞত সম্পৰ্ক থকা পৃষতী (ফুটফুটীয়া পহু) লগোৱা চলি থকা ৰথত থাকি নিজ অস্ত্ৰেৰে সৈতে শোভিত হৈ, আভৰণপ্ৰিয়, হে ভৰতৰ (ৰুদ্ৰৰ) পুত্ৰসকল, অন্তৰীক্ষৰ নেতা তোমালোকে মেলি থোৱা কুশত বহি যাগৰ পৰা সোম মধু পান কৰা ॥ ২ ॥ হে সু আহ্বানযুক্ত দেৱতাসকল, আমাৰ ওচৰলৈ লগেভাগে আহা, কুশত বহা—ধেমালী কৰা । পাচত হে ত্বষ্টা, সপত্নীক দেৱতা সকলেৰে সৈতে শোভনীয় হৈ সোম অন্ন সেৱন কৰি তৃপ্ত হোৱা ॥ (শুক্ৰৰ একো নাই) ॥ ৩ ॥ হে মেধাৱী অগ্নি, দেৱতাসকলক ইয়ালৈ আহ্বান কৰা আৰু যজন কৰা । হে হোতা, আমি কামনা কৰা তিনি ঠাইত বেদীত বহা । হোমৰ কাৰণে (উত্তৰ বেদীলৈ) অনা সোম মধু কামনা কৰি অগ্নিধ্ৰ যজ্ঞত তোমাৰ ভাগ খাই তৃপ্ত হোৱা । (শুচিৰ একো নাই) ॥ ৪ ॥ হে ইন্দ্ৰ, এয়া সোমত, তোমাৰ শৰীৰৰ বলবৰ্দ্ধক (তোমাৰ) কাৰণে চেপা, (যি সোমত) আগৰ দিনৰ তোমাৰ বাহুৰ বল নিহিত আছে । হে ধনবান ইন্দ্ৰ, এয়া তোমালৈ চেপা হৈছে । —আৰু আগবঢ়োৱা হৈছে । ব্ৰাহ্মণে যাগত দিয়া এই সোম আনন্দেৰে পান কৰা ॥ (নভৰ একো নাই) ॥ ৫ ॥ হে মিত্ৰাবৰুণ, এই যজ্ঞ সেৱন কৰা । মোৰ আহ্বান বুজি লোৱা । হোতাই বহি চিৰকাল চলি অহা স্তুতি উচ্চাৰণ কৰিছে । বিৰাজমান সোম অন্ন ঋত্বিকসকলে বেৰি তোমালোকৰ ফালে নিছে । সেই সোম-মধু প্ৰশাস্তাৰ (শাসন কৰোতাৰ) যাগৰ পৰা পান কৰা ॥ ৬ ॥

### ৩৭ সূক্ত—ঋ ৬ ।

**ঋষি আৰু ছন্দ—৩৬ সূক্তৰ দৰে । দেৱতা—১-৪ দ্ৰবিনোদা; ৫ অশ্বিনী দুজন; ৬ অগ্নি ।**

হে দ্ৰবিনোদা অগ্নি, সোম অন্নৰ ভাগ প্ৰীতিৰে গ্ৰহণ কৰি আমোদ কৰা । হে অধ্বৰ্য্যুসকল, তেওঁ (অগ্নিয়ে) সম্পূৰ্ণকৈ ঢালি দিয়া আহুতি বিচাৰিছে । তেওঁক এয়া সোম পোৱাই দিয়া । সোম বিচৰা দ্ৰবিনোদাই অভীষ্ট ফল দিয়ে । হে দ্ৰবিনোদা, হোতাই কৰা যাগৰ পৰা ঋতু দেৱতাৰে সৈতে সোম পান কৰা ॥ ১ ॥ হে দ্ৰবিনোদা, যি তোমাক আগতে আহুতি দিছিলো, এতিয়া সেই তোমাকেই আহ্বান কৰিছো । তেওঁকেই আহ্বান কৰিব লাগে, তেওঁ দাতা আৰু সকলোৰে অধিপতি । সোমাত্মক মধু দ্ৰবিনোদাৰ কাৰণেই অধ্বৰ্য্যুসকলে প্ৰস্তুত কৰিছে । হে দ্ৰবিনোদা, পোতাৰ যজ্ঞত ঋতু সকলৰ সৈতে সোম পান কৰা ॥ ২ ॥ হে দ্ৰবিনোদা, যি বাহকে তোমাক আনিছে সেই বাহক (ঘোঁৰা) তৃপ্ত হওক । হে বনস্পতি (গছ) কাকো হানি নকৰাকৈ তুমি বাঢ়ি থাকা । হে ধৰ্ষক দ্ৰবিনোদা, তুমি আহি নেষ্টাৰ (নেতাৰ) যজ্ঞত ঋতু দেৱতা-সকলেৰে সৈতে সোম পান কৰা ॥ ৩ ॥ যি দ্ৰবিনোদাই হোতাৰ সোম পান কৰিছিল, পোতাৰ সোম পান কৰি সন্তোষ পাইছিল, আৰু নেষ্টাই দিয়া সোম অন্ন সেৱন কৰিছিল, সেই দ্ৰবিনোদাই চেকি নিদিয়া অমৰণ সাধক সোম চতুৰ্থ পাত্ৰত পান কৰক ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোক দুয়ো নেতাক যথা স্থানলৈ বহন কৰি নিয়া ৰথ আজি আমাৰ ফালে চলোৱা । মধুৰ ৰসেৰে হবি আদি যোজনা কৰা হৈছে । (সেইবাবে) আহা—বলবৰ্দ্ধক সোম পান কৰা ॥ ৫ ॥ হে অগ্নি, সমিধ (খৰি) গ্ৰহণ কৰা, আহুতি গ্ৰহণ কৰা, (মানুহৰ) হিত এই ব্ৰহ্ম স্তোত্ৰ গ্ৰহণ কৰা, ভাল স্তোত্ৰ গ্ৰহণ কৰা । হে সকলোৰে বাস কৰাওঁতা অগ্নি তুমি আমাৰ হব্য বিচাৰা । তুমি, আমাৰ হব্য বিচাৰা আৰু সকলো মহান দেৱতাসকলক, ঋতু দেৱতাৰে সৈতে সোম পান কৰোৱা ॥ ৬ ॥

### ৩৮ সূক্ত—ঋ ১১ ।

**ঋষি শুনকৰ পুত্ৰ গৃৎসমদ । ছন্দ—ত্ৰিষ্টুভ্ । দেৱতা—সবিতৃ ।**

সেই সবিতা দেৱতাই লোক প্ৰসৱ কৰিবলৈ প্ৰতি দিন উদয় হয় । সেই জগত বহন কৰা প্ৰসবিতাই স্তোতাক ধনবত্ন দিছে । সুন্দৰ যজ্ঞবিশিষ্ট যজমানক

মঙ্গল ভাগী কৰে ॥ ১ ॥ দীঘল হাতৰ সবিতা দেৱতাই জগতৰ সুখৰ কাৰণে ওপৰলৈ গৈ বাহু মেলি দিয়ে। পানীয়েও প্ৰসৱৰ কামৰ কাৰণে আগবাঢ়ি গৈ পানী শোধন কৰে। এই বায়ুয়েও কেউফালে গৈ অন্তৰীক্ষত খেলা কৰি থাকে ॥ ২ ॥ (সবিতাই) শীঘ্ৰগামী হৈও গৈ থাকোতে ৰশ্মি মেলি যায়। সততে গৈ থকা মানুহকো যোৱাৰ পৰা ৰখাই দিয়ে। শত্ৰুক মাৰিবলৈ যোৱাকো যোৱাৰ ইচ্ছা নিয়ন্ত্ৰণ কৰি দিয়ে। সবিতাৰ কৰ্ম্মৰ পাচত ৰাতি আহে ॥ ৩ ॥ তাঁত বাতি কৰা তিৰোতাৰ দৰে পোহৰ পুনঃ ওলাই। সক্ষম হৈও জ্ঞানীয়েও কৰ্‌ম কাম কৰিবলৈ মাজতে এৰে। ঋতুবিলাক ভাগ কৰি দিয়া সবিতা ওলায় আহিলে সকলো মানুহে বিছনা এৰি উঠে ॥ ৪ ॥ বহুত অগ্নিৰ ঘৰত হোৱা না না তেজ যজমানৰ বেলেগ বেলেগ ঘৰত থাকে আৰু অন্নত অধিষ্ঠিত হয়। মাতৃ উষাই সবিতাৰ প্ৰজ্ঞাপক প্ৰথম অগ্নিহোত্ৰৰ ভাগ পুতেক অগ্নিক দিয়ে ॥ ৫ ॥ স্বৰ্গত সবিতাৰ অন্ত যোৱা সময়ত যুদ্ধত জয় কৰিবলৈ যোৱা যোদ্ধাই উলটি আহে। সকলো জঙ্গম প্ৰাণী ঘৰলৈ উভটিবলৈ বিচাৰে। নিতৌ কৰিবলগীয়া কাম এৰি থৈ ঘৰলৈ গুচি আহে ॥ ৬ ॥ হে সবিতা দেৱতা, তুমি অন্তৰীক্ষত যি পানীৰ ভাগ নিহিত কৰিছা, নিৰ্জ্জন ঠাইত পানী বিচৰা মৃগক (জন্তুক) কেউফালে পানী দি থাকা। গছত থকা চৰাইক তুমি গছবিলাক ভাগ কৰি দিছা। কোনেও সবিতাৰ কামবিলাক লৰচৰ কৰিব নোৱাৰে ॥ ৭ ॥ সবিতা যাব পলে খৰকৈ যোৱা বৰুণে জঙ্গমবিলাকক সুখকৰ ঠাই দিয়ে (বিশ্ৰামৰ কাৰণে)। অতি খৰকৈ সকলো চৰাই (বাহলৈ) আহে। পশুবিলাকেও গোহালিলৈ আহে। সবিতাই সকলো প্ৰাণীক নিজ নিজ ঠাই পোৱাই দিয়ে ॥ ৮ ॥ যাৰ কাম ইন্দ্ৰই বাধা নিদিয়ে, বৰুণে বাধা নিদিয়ে, মিত্ৰই, অৰ্য্যমায় আৰু ৰুদ্ৰই বাধা নিদিয়ে, অসুৰবিলাকেও বাধা দিব নোৱাৰে সেই সবিতা দেৱতাক এতিয়া হবি অন্নেৰে মঙ্গলৰ কাৰণে মই স্তুতি কৰিছো ॥ ৯ ॥ ভজনীয়, ধ্যান কৰিবলগীয়া, বহুত জ্ঞানী সবিতাক আমি বলবান কৰো। (স্তোত্ৰ পালে দেৱতা বলবান হয়)। আমি স্তৱ কৰা নৰাশংসই দেৱ পত্নীৰ পতিসকলেৰে সৈতে আমাক সহায় কৰক। ধন আৰু পশুৰ অহা আৰু যোৱা কাৰণ হোৱা সবিতাৰ আমি প্ৰিয় হম ॥ ১০ ॥ হে সবিতা দেৱতা, তুমি দিয়া সেই আমাৰ কাম্য ধন স্বৰ্গৰ আৰু অন্তৰীক্ষৰ পৰা পৃথিবীলৈ আহক। তোতাৰ বান্ধৱসকলক যি সুখকৰ ধন দিয়া, বহুত স্তুতি কৰা তোতাক (মোক) তেনেকৈ ধন দিয়া ॥ ১১ ॥

### ৩৯ সূক্ত—ঋক্ ৮।

**ঋষি—আৰু ছন্দ ৩৮ সূক্তৰ দৰে। দেৱতা—অশ্বিনী দুজন।**

হে অশ্বিনী দুজন, তোমালোকে শত্ৰুলৈ মৰা শিল-গুটি দুটাৰ দৰে শত্ৰুক বাধা দিয়া। শগুণে গছলৈ যোৱা দৰে ধনবানৰ (যজমানৰ) ওচৰলৈ যোৱা। যজ্ঞত উক্থ স্তোত্ৰ গোৱা ব্ৰাহ্মণৰ দৰে, জনপদৰ (ৰজাই পঠিওৱা) দূতৰ দৰে, বহুতে তোমালোকক আহ্বান কৰে ॥১॥ হে অশ্বিনী দুজন, তোমালোক ৰাতিপুৱা যোৱা ৰথী দুজনৰ দৰে, যঁজা ছাগলী দুটাৰ দৰে, ধুনীয়া শৰীৰৰ মাইকী মানুহ দুজনীৰ দৰে সুশোভিত, পিৰিয়েক-ঘৈণীয়েকৰ দৰে লগেৰে থকা, কৰ্ম্মবিদ তোমালোকে ভজন কৰা জনৰ ওচৰলৈ আহা ॥২॥ সিং দুটাৰ দৰে দেৱতাৰ প্ৰথম, খোঁৰাৰ খুৰাৰ দৰে বেগেৰে লৰমৰা, হে অশ্বিনী দুজন, আমাৰ ফালে আহা। পুৱাতে অহা চাকৈচকোৱা, চলি থকা ৰথীৰ দৰে হে কৰ্ম্মক্ষম দুজন, আমাৰ ফালে আহা ॥৩॥ হে অশ্বিনী দুজন, তোমালোকে দুখন নাৱৰ দৰে আমাক পাৰ কৰা, ৰথৰ দুটা চকাৰ নাভি, কাথি আৰু বেৰৰ দৰে আমাক দুঃখৰ পৰা পাৰ কৰা। কুকুৰে যেনেকৈ গাৰ ৰখীয়া হয় তেনেকৈ আমাৰ ৰক্ষক হোৱা। দুডাল লাঠিৰ দৰে আমাক নপৰাকৈ ৰাখা ॥৪॥ হে অশ্বিনী দুজন, বতাহৰ দৰে বুঢ়া নোহোৱা, নদীৰ দৰে খৰকৈ যোৱা, চকুৰ দৰে দেখা তোমালোক আমাৰ ফালে আহা। হাত আৰু ভৰিৰ দৰে শৰীৰৰ অতি সুখৰ ভাব কৰা তোমালোকে আমাৰ ফালে শ্ৰেষ্ঠ ধন লৈ আহা ॥৫॥ হে অশ্বিনী দুজন, ওঠ দুখনৰ দৰে মধুৰ কথা কোৱা, পিয়াহ দুটাৰ দৰে জীৱনৰ কাৰণে পান কৰোৱা, নাক দুটাৰ দৰে শৰীৰ ৰক্ষা কৰা হোৱাহক। আৰু কাণৰ দৰে আমাৰ শুনা হোৱা ॥৬॥ হে অশ্বিনী দুজন, হাত দুখনৰ দৰে আমাক সামৰ্থ্য দিয়া। দ্যাৱাপৃথিবীৰ দৰে পানী আমাক দিয়া। হে অশ্বিনী দুজন, আৰু, এই স্তোত্ৰ তোমালোক দুজনক বিচাৰি তৰোৱাল শাণত চোকা কৰা দৰে কৰি দিছো ॥৭॥ হে অশ্বিনী দুজন, তোমালোকৰ দুয়োৰে বৰ্দ্ধন কৰা এই স্তোত্ৰ গৃৎসমদ সকলে কৰিছে। সেই মন্ত্ৰ তোমালোক দুজনে ভাল পাবা বুলি ওচৰ চাপিলো। আমি বীৰ পুত্ৰাদিৰে সৈতে যজ্ঞত বহুত স্তৱ গাম ॥৮॥

### ৪০ সূক্ত—ঋ ৬।

ঋষি—আৰু ছন্দ ৩৮ সূক্তৰ দৰে। দেৱতা—সোম আৰু পূষা।

হে সোম আৰু পূষা, তোমালোকে ধনৰ জন্ম দিলা, দ্যুলোক জন্ম দিলা। পৃথিবীৰ জন্ম দিলা। উৎপত্তি হোৱাৰ লগে লগে তোমালোক সকলো জগতৰ ৰক্ষক হলা। —অমৰণৰ হেতু কৰিলা ॥ ১ ॥ এওঁবিলাক দুজন দেৱতা উৎপত্তি হোৱাৰ লগে লগে সকলো দেৱতাই সেৱা কৰিলে। এওঁবিলাক দুজনে বেয়া এন্ধাৰ নাশ কৰিলে। এওঁবিলাক দুজনৰ সৈতে ইন্দ্ৰই তৰুণী গাই গৰুৰ গাত (ওহাৰত) পৰিপক্ক গাখীৰ উদ্ভৱ কৰিলে ॥ ২ ॥ হে কামবৰ্ষী সোম আৰু পূষা. ৰজো লোকৰ মাপ-জোখ কৰা সাতটা চকৰিৰে ভাগ কৰা, বিশ্বৰ পৰা বেলেগ নোহোৱা, সকলোতে বৰ্ত্তমান. পাঁচ ৰশ্মি বিশিষ্ট আৰু মনেৰে যোজনা কৰা সেই ৰথ আমাৰ ফালে পঠিওৱা ॥৩॥ তোমালোকৰ এজনে (পূষাই) ওখত দ্যুলোকত স্থিতি কৰিলে। ইজনে সোমে পৃথিবীত (সোম লতা ৰূপে) আৰু অন্তৰীক্ষত (চন্দ্ৰৰূপে) ঘৰ কৰিলে। তোমালোক দুয়োজনে আমাৰ বহুতৰ বৰণীয়, বহুত কীৰ্ত্তি থকা (পশু ৰূপ) ধনৰ পুষ্টি আমাৰ ভোগৰ কাৰণে আমালৈ এৰি দিলা ॥৪॥ (তোমালোকৰ) এজনে (সোমে) সকলো জগত উৎপত্তি কৰিলে। ইজনে (পূষাই) সকলো জগত পৰ্য্যবেক্ষণ কৰি ফুৰে। সেই সোম আৰু পূষাই আমাৰ কৰ্ম্ম ৰক্ষা কৰক। তোমালোকৰ কাৰণে সকলো শত্ৰু সেনা জয় কৰিম ॥৫॥ পূষাই বিশ্বৰ প্ৰীতিৰ আমাৰ কৰ্ম্ম ৰক্ষা কৰক। ধনপতি সোমে আমাক ধন দিয়ক। কোনেও বিৰুদ্ধাচৰণ কৰিব নোৱাৰা অদিতি দেৱীয়ে আমাক ৰক্ষা কৰক। আমি সুধীৰ পুত্ৰাদিৰে সৈতে যজ্ঞত বহুত স্তোত্ৰ গাম ॥৬॥

### ৪১ সূক্ত—ঋ ২১।

ঋষি—শুণকৰ পুত্ৰ গৃৎসমদ। ছন্দ—১-১৫।১৯-২১ গায়ত্ৰী ; ১৬।১৭-অনুষ্টুপ্ ; ১৮-বৃহতী। দেৱতা-১-২ বায়ু ; ৩-ইন্দ্ৰ আৰু বায়ু ; ৪-৬-মিত্ৰাবৰুণ ; ৭-৯-অশ্বিনী দুজন ; ১০-১২-ইন্দ্ৰ ; ১৩-১৫-বিশ্বেদেৱা (সকলো দেৱতা) ; ১৬-১৮ সৰস্বতী ; ১৯ ২১-দ্যাবাপৃথিবী ; ১৯ ৩য় পাদ—দ্যাবাপৃথিবী বা হবিৰ্ধানে অগ্নি।

হে বায়ু, তোমাৰ যি সহস্ৰৰথ আছে, তাৰে নিযুত (নামৰ) ঘোঁৰাৰে যুক্ত হৈ সোম পান কৰিবলৈ আহা ॥১॥ হে নিযুত বাহন বায়ু—আহা। এই দীপ্যমান সোম তোমাক দিবলৈ থৈছো। সোমচেপা যজমানৰ ঘৰলৈ অহাটো কৰা ॥২॥ হে নেতা, ইন্দ্ৰ আৰু বায়ু, নিযুত বাহন যুক্ত তোমালোকে গৰু গাখীৰ (দৈ আদি) মিহ-লোৱা দীপ্ত সোমপান কৰিবলৈ আহি পান কৰা ॥৩॥ হে মিত্ৰ আৰু বৰুণ, তোমালোক দুয়োৰে কাৰণে এয়া সোম চেপা হৈছে। মোৰ এই ঋতবৰ্দ্ধক (নিয়মবৰ্দ্ধক) আহ্বান শুনা ॥৪॥ হে ৰাজমান, শত্ৰুতাহীন মিত্ৰাবৰুণ, স্থিৰ, উত্তম, এহেজাৰ খুটা লগোৱা ঘৰত বহা। ৫॥ হে সম্ৰাট দুজন, ঘিঁউ অন্ন খোৱা, অদিতিৰ পুত্ৰ দুজন. দানৰ পতি সেই মিত্ৰ আৰু বৰুণ দুয়ো অকুটিল যজমানক সেৱা কৰিছে ॥৬॥ হে অশ্বিনী দুজন, নাসত্যা, ৰুদ্ৰ দুজন, যজ্ঞৰ নেতাই যি সোম পান কৰিব, সেই সোম গৰু আৰু ঘোঁৰাৰে সৈতে ৰথত লৈ বাটেৰে আহা ॥৭॥ (হে অশ্বিনী দুজন) ধনৰ বৰ্ধক, দূৰত থকা বা ওচৰত থকা বেয়া কথা কোৱা মানুহ শত্ৰুয়ে যি ধন চুৰ কৰিব নোৱাৰে সেই ধন আমাক দিয়া ॥৮॥ হে স্তুতি কৰিবলগীয়া অশ্বিনী দুজন, তোমালোক দুয়ো নানা ৰূপ ধন লাভ কৰিব পৰা পশু আমালৈ আনা ॥৯॥ স্থিৰ, বিশ্বৰ দ্ৰষ্টা ইন্দ্ৰই মহৎ অভিভৱ কৰা ভয় খেদাই দিয়ে ॥১০॥ ইন্দ্ৰই আমাক সুখ দিয়ে। পিঠি ফালে (ইন্দ্ৰৰ কাৰণে) আমাক বিপদে নেপাই। আগফালে আমাৰ কল্যাণ কৰে ॥১১॥ বিবিধ দ্ৰষ্টা, অসুৰ নেতাইন্দ্ৰই সকলো দিশত আমাক অভয় কৰক ॥১২॥ সকলো দেৱতা আহা, মোৰ আহ্বান শুনা, এয়া কুশত বহা ॥১৩॥ হে সকলো দেৱতা, তীব্ৰ আমোদ কৰা মধুৰ মদকৰ সোম, শুনহোত্ৰৰ (গৃৎসমদৰ-মোৰ) কাম্য তোমালোকে পান কৰা ॥১৪॥ ইন্দ্ৰকে আগত কৰি মৰুতসকলে, পূষাৰে সৈতে দাতা দেৱতা সকলোৱেই মোৰ আহ্বান শুনা ॥১৫॥ হে সৰস্বতী, মাতৃ সকলৰ শ্ৰেষ্ঠা, নদীৰ শ্ৰেষ্ঠা, দেৱীসকলৰ শ্ৰেষ্ঠা, আমি অসমৃদ্ধ হৈ আছো। হে আই সৰস্বতী, আমাৰ ধন সমৃদ্ধি কৰা ॥ ১৬ ॥ হে সৰস্বতী দেৱী, তোমাতেই সকলো অন্ন আশ্ৰিত আছে। শুনহোত্ৰৰ (গৃৎসমদৰ) ওচৰত (সোমপান কৰি) তৃপ্ত হোৱা। হে দেৱী সৰস্বতী আমাক পুত্ৰ দিয়া ॥১৭॥ হে অন্নৱতী, ঋতাৱৰী সৰস্বতী, এয়া হবি অন্ন গ্ৰহণ কৰা,–যি অন্ন দেৱতাৰ প্ৰিয়,গৃৎসমদ সকলে তোমাৰ কাৰণে সেই অন্ন হোম কৰিছে ॥১৮॥ হে হব্যবাহন অগ্নি, যজ্ঞৰ উৎপাদক, তুমি (উত্তৰ বেদীৰ

পশ্চিম ভাগলৈ ) যোৱা। তোমালোককেই প্ৰাৰ্থনা কৰিছো। হব্যবাহন অগ্নিকেই (প্ৰাৰ্থনা কৰিছো) ॥১৯॥ হে দ্যাবাপৃথিবী, তোমালোক দুয়ো আমাৰ আজি কৰা স্বৰ্গৰ সাধক স্বৰ্গস্পৰ্শী যজ্ঞ দেবতালৈ নিয়া ॥২০॥ হে দ্ৰোহহীন দ্যাবাপৃথিবী, তোমালোকৰ ওচৰত যজ্ঞই এই দেবতা সকল এই যজ্ঞত আজি সোমপান কৰিবলৈ বহক ॥২১॥

## ৪২ সূক্ত—ঋ ৩।

ঋষি আৰু ছন্দ ৩৮ সূক্তৰ দৰে। দেবতা—কপিঞ্জল ৰূপী ইন্দ্ৰ।

পুনঃ পুনঃ চিঞৰি মাতি অৰ্থসূচক কথা কৈ (কপিঞ্জল) চৰায়ে নাৱৰ গুৰিয়ালৰ দৰে শব্দ কৰিছে। হে চৰাই (কপিঞ্জল), তুমি সুমঙ্গল কৰা হৈছা। কোনো অভিভবকাৰীয়ে তোমাক সকলো দিশত নেপাওক ॥১॥ হে চৰাই, তোমাক সেনে বধ নকৰক আৰু গড়ুৰে নেমাৰক। বীৰে শৰ মাৰি নেমাৰক। দক্ষিণ দিশত পুনঃ পুনঃ চিঞৰি সুমঙ্গল আনন্দদায়ক গীত ইয়াত গাই থাকা ॥২॥ হে (কপিঞ্জল) চৰাই, তুমি সুমঙ্গল কল্যাণ বাক্য কৈ ঘৰৰ দক্ষিণ ফালে কান্দা (মাতা) আমাক যাতে চোৰে বা অনৰ্থ কৰা কোনোৱে আমনি কৰিব নোৱাৰে। আমি সুবীৰ পুত্ৰ পৌত্ৰেৰে সৈতে যজ্ঞত বহুত স্তোত্ৰ গাম ॥৩॥

## ৪৩ সূক্ত—ঋ ৩।

ঋষি—শুনক পুত্ৰ গৃৎসমদ। ছন্দ—১-৩ জগতী; ২—অতিশক্বৰী বা অষ্টি। দেবতা—কপিঞ্জল ৰূপী ইন্দ্ৰ।

(কপিঞ্জল) চৰাই বিলাকে বতৰত খাবলৈ বিচাৰি স্তোতাৰ দৰে কেউফালে প্ৰদক্ষিণ কৰি গাওক। গায়ত্ৰী আৰু ত্ৰিষ্টুভ্ ছন্দৰ দুয়োটাৰ সুৰত সাম গান গাইছে আৰু শুনিবলৈ অনুৰক্ত কৰিছে ॥১॥ হে (কপিঞ্জল) চৰাই উদ্গাতাই সাম গান কৰা দৰে তুমি গাইছা। ব্ৰাহ্মণৰ পুত্ৰই সোম সবন যজ্ঞত গোৱা দৰে গাইছা। সেচন সমৰ্থ ঘোঁৰাই শিশুমতী মাইকী ঘোঁৰাৰ ওচৰলৈ যোৱা দৰে, সকলোতে আমাৰ হে চৰাই (কপিঞ্জল), কল্যাণ গোৱা। সকলো ফালে হে চৰাই, পূণ্য কথা কোৱা ॥২॥ হে চৰাই শব্দ কৰি কৰি আমাৰ মঙ্গল গোৱা। মনে মনে থাকিও আমালৈ সুমতি কামনা কৰা। যেতিয়া উৰি উৰি গোৱা তেতিয়া কৰ্কৰী বাদ্যৰ দৰে শব্দ কৰা। আমি সুবীৰ পুত্ৰ পৌত্ৰেৰে সৈতে যজ্ঞত বহুত স্তোত্ৰ গাম ॥৩॥

ওঁ তৎসৎ

ইতি ঋগ্বেদ সংহিতাৰ দ্বিতীয় মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্মা মহাবিদ্যালয়, যোৰহাট। ৯ ফাগুণ, ১৮৯৪ ইং ২০।২।৭৩



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## তৃতীয় মণ্ডল

১ সূক্ত—ঋ ২৩।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্‌। দেৱতা—অগ্নি। (এই মণ্ডলৰ মন্ত্ৰদ্ৰষ্টা প্ৰধানতঃ ঋষি বিশ্বামিত্ৰ আৰু তেওঁৰ পুত্ৰাদি)।

হে অগ্নি, তুমি যজ্ঞ কৰিবৰ কাৰণে মোক সোমৰ বাহক কৰিছা (সেইবাবে) তুমি মোক বলবান কৰা। হে অগ্নি, মই দীপ্যমান হৈ দেৱতাসকলৰ কাৰণে সোম চেপিবলৈ শিল লৈ স্তৱ কৰিছো। হে অগ্নি, তুমি মোৰ শৰীৰ ৰক্ষা কৰা ॥ ১ ॥ হে অগ্নি, আমি যজ্ঞ ভালকৈ চলি থকা কৰিছো। আমাৰ স্তুতি বৰ্দ্ধন হওক। অগ্নিক সমিধ আৰু হবিৰে (আমাৰ মানুহে) পৰিচৰণ কৰক। স্বৰ্গৰ পৰা আহি (দেৱতা সকলে) স্তোতাৰ স্তোত্ৰ অন্বেষণ কৰিছে। স্তুতি কৰিব লগীয়া অগ্নিক বৃদ্ধি কৰি গাবলৈ স্তোতাই ইচ্ছা কৰিছে ॥ ২ ॥ মেধাবী, শুদ্ধবলী, জন্মমাত্ৰেই সুবন্ধু যি অগ্নিয়ে স্বৰ্গত আৰু পৃথিৱীত সুখ দিয়ে, সেই দৰ্শনীয় অগ্নিক দেৱতাসকলে বাইভনী ৰূপৰ নদীবিলাকৰ পানীৰ মাজত লুকাই থকাত যজ্ঞ কৰ্ম্মৰ কাৰণে বিচাৰি উলিয়ালে ॥ ৩ ॥ সাতখন বৈ যোৱা বেগৱতী নদীয়ে সুধন, ৰগা, যজ্ঞত উৎপত্তি হোৱা, নিজ মাহাত্ম্যৰে জ্বলি থকা অগ্নিক বৰ্দ্ধন কৰিলে,—যেনেকৈ পোৱালীক মাইকী ঘোঁৰাই (মাকে) বিচাৰি যায় তেনেকৈ ওচৰ চাপি আহিল। দেৱতাসকলে অগ্নি উৎপন্ন হওঁতেই জ্বলাই দিলে ॥ ৪ ॥ অগ্নিয়ে শুভ্ৰবৰ্ণ শৰীৰেৰে অন্তৰীক্ষত বিৰাজমান হৈ যজমানক (স্তৱ কৰোতাক) শুভ্ৰাই আৰু পবিত্ৰ তেজেৰে পৰিশোধিত কৰে আৰু দীপ্ত (ৰূপ) বস্ত্ৰেৰে ঢাকি যজমানক বহুত অন্ন আৰু সম্পূৰ্ণ সম্পদ দিয়ে ॥ ৫ ॥ একো নোখোৱা, অহিংসিতা পানী কেউফালে যায়। সেই সনাতন, নিত্য যুৱতী একে ঠাইতে জন্ম হোৱা সাতখন নদীয়ে, অন্তৰীক্ষৰ পোৱালীক বস্ত্ৰেৰে নঢকা (কিন্তু) নাঙঠা নহয় এনে অগ্নিক, গৰ্ভত ধাৰণ কৰিলে ॥ ৬ ॥ পানীৰ ঠাইত পুঞ্জীভূত হৈ নানাৰূপী বিস্তীৰ্ণ এই অগ্নিৰ ৰশ্মিবিলাকে (মধুৰূপী পানী) ক্ষৰণ কৰি আছে। গাখীৰেৰে পূৰ্ণ হৈ থকা গৰুৰ দৰে ৰশ্মিবিলাকে সকলোকে প্ৰীতি দিয়া হ'ল। শোভা কৰি থকা মহতী দ্যাবাপৃথিৱী দৰ্শনীয় অগ্নিৰ মাক-বাপেক হ'ল ॥ ৭ ॥ বলৰ পুত্ৰ, সকলোৰে ধৰা অগ্নিয়ে বেগেৰে ৰঙা পোহৰ পেলায় শৰীৰত তেজ ধৰি কেউফালে পোহৰ কৰিলে। বৰ্দ্ধক অগ্নিয়ে য'ত স্তোত্ৰেৰে বৃদ্ধিপ্ৰাপ্ত হয় (তাত) মধুৰ পানীৰ ধাৰা বৰষে ॥ ৮ ॥ পিতাক অন্তৰীক্ষৰ বুকুত থকা পানীক অগ্নিয়ে জন্মতে জানিলে। পানীৰ ধাৰা সৃষ্টি কৰি শব্দও সৃষ্টি কৰিলে। মঙ্গল কাৰক নিজৰ সখা বায়ুয়ে অন্তৰীক্ষত থকা (অপত্যৰূপী পানীৰে সৈতে) গুহাত লুকাই থকা অগ্নিক কোনেও বিচাৰি নেপালে ॥ ৯ ॥ অগ্নিয়ে জন্মদাতা পিতা (অন্তৰীক্ষৰ) গৰ্ভ ধাৰণ কৰে। এক মাত্ৰ অগ্নিয়ে বহুত বৃদ্ধি হোৱা গছলতাবোৰ ভোগ কৰিলে। সপত্নী আৰু মানুহবিলাকৰ হিতৰ কাৰণে দুয়ো দ্যাবাপৃথিৱী বৰ্দ্ধক অগ্নিৰ বন্ধু হ'ল। হে অগ্নি, দুয়ো দ্যাবাপৃথিৱীক বিশেষকৈ ৰক্ষা কৰা ॥ ১০ ॥ মহান এই অগ্নি নিৰ্ব্বিবাদে বিস্তীৰ্ণ অন্তৰীক্ষত বৃদ্ধি হ'ল কাৰণ বহুত অন্নবান পানীয়ে অগ্নিক বৰ্দ্ধন কৰিলে। (বৃদ্ধি হোৱা) অগ্নি ঋতৰ (নিয়মৰ) যোনীত (স্থানত) থকা বাইভনীৰ দৰে বৈ যোৱা নৈৰ পানীত দান্তমনা হৈ শয়ন কৰে ॥ ১১ ॥ যি অগ্নি, সকলো পৃথিৱী আদি লোকৰ জন্মদাতা, পানীৰ গৰ্ভৰূপী, অতি নেতা, মহান, আনে আক্ৰমণ কৰিব নোৱাৰা, সংগ্ৰামত নিজৰ সেনাৰ ৰক্ষক (তেওঁ) সকলোৰে দেখিবলৈ নিজ দীপ্তিৰে প্ৰকাশমান হৈ (অগ্নিয়ে) হবি দাতাক পানী উলিয়াই দিয়ে ॥ ১২ ॥ সুভগা সকলোৰে বিচৰা দৰ্শনীয়, নানা ৰূপ বিশিষ্ট অগ্নিয়ে পানী আৰু গছলতাবিলাকৰ গৰ্ভ আৰু জন্ম দিলে। দেৱতাসকলেও স্তুত্য, বাঢ়ি যোৱা, জন্ম হওঁতেই সেই অগ্নিক স্তুতিৰে ওচৰ চাপি গৈ পৰিচৰণ

কৰিছিল ॥ ১৩ ॥ অগাধ সমুদ্ৰৰ মাজত অমৃত পানী খিৰাই মহান সূৰ্য্যবিলাকৰ দৰে দীপ্যমান বিদ্যুতৰ দৰে নিজ গুহাত থকা দৰে প্ৰভাৱে বাঢ়ি থকা দীপ্যমান অগ্নিক সকলোৱে আশ্ৰয় লয় ॥ ১৪ ॥ হে অগ্নি, মই যজমানে হবিৰে সৈতে তোমাক স্তুতি কৰিছো— ধন বিচাৰিছো। সুমতি সদায় কামনা কৰি সখীত্ব বিচাৰিছো। তুমি দেৱতা সকলোৰে সৈতে স্তোতাক ৰক্ষা কৰা। দমন কৰিব পৰা বহুত তেজেৰে আমাক ৰক্ষা কৰা ॥ ১৫ ॥ হে সুনেতা অগ্নি, তোমাক বিচাৰি যোৱা সকলো ধন্য হৈ কৰ্ম্ম কৰা আমি, হবি আদি দি, সুবীৰ্য্য অন্ন দি, দেৱতা নোহোৱা (ৰাক্ষস) বিলাকক আৰু উপদ্ৰৱ কৰাবিলাকক পৰাস্ত কৰিম ॥১৬॥ হে অগ্নি, তুমি স্তুত্য, যজ্ঞত দেৱতাৰ প্ৰজ্ঞাপক নিচান হৈছা। যজমানে কৰা স্তোত্ৰ সকলো জানি স্তোতাসকলৰ অভিলাষ সিদ্ধি কৰি ঘৰত বাস কৰি থাকিবলৈ দিয়া। ৰথত উঠি দেৱতাসকলৰ পাচত যোৱা ॥ ১৭ ॥ নিত্য, ৰাজমান, অগ্নিয়ে যজ্ঞ সাধন কৰি মৰ্ত্ত্যৰ (যজমানৰ) ঘৰত থাকে। সকলো স্তোত্ৰ জানি ঘিঁউৰে সিঁচি দিয়া সেই বিস্তীৰ্ণ অগ্নি জিলিকি থাকে ॥ ১৮ ॥ হে যাবলৈ বিচৰা মহান অগ্নি, তুমি মঙ্গলজনক সখীত্ব আৰু মহৎ ৰক্ষণেৰে আমাৰ কালে আহা। আমাৰ কাৰণে বহল, সকলো উপদ্ৰৱ নথকা, সুস্তুতিযুক্ত, কীৰ্ত্তিযুক্ত ধন দিয়া ॥ ১৯ ॥ হে পুৰাতন অগ্নি, তোমাৰ কাৰণে সনাতন আৰু নতুন এইবিলাক উৎপত্তি স্তোত্ৰ কোৱা হ'ল। হে জাতবেদ অগ্নি, জন্মে জন্মে মানুহৰ যজ্ঞৰ কাৰণে নিহিত সেই বৰ্দ্ধকক (তোমালৈ) এই মহৎ সৱন যজ্ঞ কৰা হ'ল ॥ ২০ ॥ জন্মে জন্মে মানুহত নিহিত জাতবেদ অগ্নিক বিশ্বামিত্ৰই (মই) অনবৰত জ্বলাই আছো। অগ্নিৰ অনুগ্ৰহত থকা আমি সেই যজ্ঞীয়, ভদ্ৰ অগ্নিৰ অনুগ্ৰহ বুদ্ধিত থাকিবলৈ পাম (এই আশা) ॥ ২১ ॥ হে বলবান, সুকৰ্ম্মা, সদায় শব্দ কৰি (খেমালি কৰি) থকা তুমি আমাৰ যজ্ঞ দেৱতালৈ লৈ যোৱা। হে দেৱতাৰ আহ্বাতা অগ্নি, বহুত অন্ন আমাক দিয়া,—মহৎ দ্ৰব্যবস্তু আমাক দিয়া ॥ ২২ ॥ হে বহুকৰ্ম্মা অগ্নি, গৰু আদি (পশু আদি) সম্পাদন কৰা আৰু ইলা নামৰ ভূমি (দেৱীক) সদায় মোক দিয়া। আমাৰ সন্তান বিস্তাৰ কৰা পুত্ৰ হওক। হে অগ্নি, আমাৰ প্ৰতি তোমাৰ অনুগ্ৰহ বুদ্ধি সদায় হওক ॥ ২৩ ॥

## ২ সূক্ত—ঋ ১৫।

ঋষি গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—জগতী।

দেৱতা—বৈশ্বানৰ অগ্নি।

ঋতৰ বৰ্দ্ধক (যজ্ঞৰ বৰ্দ্ধক) বৈশ্বানৰ অগ্নিক উদ্দেশ্য কৰি বিশুদ্ধ কৰা ঘিউঁৰ দৰে আমি স্তুতি জনাম। দুয়োবিধ (গাৰ্হপত্য আৰু আহৱনীয়) আহ্বাতা অগ্নিক মানুহ আৰু ঋত্বিজৰ কৰ্ম্মেৰে কুঠাৰেৰে ৰথ ভাল কৰা দৰে সংস্কাৰ কৰিম ॥ ১ ॥ সেই অগ্নিয়ে জন্ম হওঁতেই দুয়ো দ্যাবাপৃথিবী পোহৰ কৰিলে। মাকৰ স্তুতি কৰিবলগীয়া পুত্ৰ হ'ল। হবি বহন কৰা, জ্বৰা ৰহিত, অন্ন দাতা, প্ৰভা কৰা অগ্নি মানুহৰ অতিথিৰ দৰে পূজ্য হয় ॥ ২ ॥ জ্ঞানবন্ত দেৱতাসকলে (অধ্বৰ্য্যুসকলে) বিপদৰ পৰা উদ্ধাৰ কৰা অগ্নিক বলেৰে যজ্ঞত জ্বলালে। মই অন্ন কামনা কৰি জ্যোতিৰে জ্বলি থকা মহান অগ্নিক স্তুতি কৰিছো ॥ ৩ ॥ স্তুতিৰ যোগ্য, শ্ৰেষ্ঠ, লাজ নথকা প্ৰশংসনীয় অন্ন লোভী হৈ ভৃগুঋষিসকলৰ অৰ্থ দাতাক, অভিলাষ কৰিবৰ যোগ্য, জ্ঞানী কাম কৰা, দিব্য পোহৰেৰে ভাহি থকা অগ্নিক বিচাৰিছো ॥ ৪ ॥ মেলি থোৱা কুশত স্ৰুব্ ভাঙি ধৰি (ঋত্বিকে) সুখৰ কাৰণে অন্ন ক্ষৰণ কৰা, সকলো দেৱতাৰ হিত কৰা, দুখ নাশক, কৰ্ম্ম কৰা যজমানৰ কৰ্ম্ম সাধন কৰা অগ্নিক এই যজ্ঞত সন্মুখত ৰাখিলে ॥ ৫ ॥ হে দীপ্ত পাবক, দেৱতাৰ আহ্বাতা অগ্নি, তোমাক যজ্ঞৰ বেদীৰ ওপৰত মেলি থোৱা কুশত, পৰিচৰণ কৰিবৰ মন কৰি নেতা (যজমান) সকলে তোমাৰ যোগ্য বাসস্থানত (যজ্ঞ ঘৰত) উপাসনা কৰিছে। তুমি তেওঁবিলাকক দ্ৰব্য-ধন দিয়া ॥ ৬ ॥ এই অগ্নিয়ে দ্যাবাপৃথিবী পূৰণ কৰিলে, স্বৰ্লোক আৰু মহৰ্লোক পৰিপূৰণ কৰিলে। কৰ্ম্মবন্ত যজমানে জন্ম হোৱা কৰি এই অগ্নিক অন্নলাভৰ কাৰণে ঘোঁৰাৰ দৰে যজ্ঞ কৰিবৰ কাৰণে আনিছে ॥ ৭ ॥ ৰথী, মহৎ ঋতৰ (নিয়মৰ) দ্ৰষ্টা অগ্নি দেৱতাৰ পুৰোহিত হ'ল (সন্মুখত ৰাখিলে)। দেৱতাক হবিদাতা, সুযজ্ঞ, ঘৰত থকা জাতবেদ অগ্নিক পূজা কৰা,—পৰিচৰণ কৰা ॥ ৮ ॥ অমৰ দেৱতাসকলে কামনা কৰা মহৎ কেউকালে থোৱা অগ্নিক তিনি (পাৰ্থিব, বৈদ্যুৎ আৰু সূৰ্য্য) ভাগ কৰি শোধন কৰিলে। সকলোৰে পালক তাৰ একভাগ মৰ্ত্ত্য লোকত ৰাখিলে। বাকী দুভাগ অন্তৰীক্ষ লোকলৈ পঠিয়ালে ॥ ৯ ॥ ধন আদি কামনা কৰা মানুহৰ প্ৰজাৰ পতি, মেধাবী এই অগ্নিক ভবোৱালৰ দৰে তীক্ষ্ণধাৰ কৰি সংস্কাৰ কৰিলে। সেই অগ্নিয়ে ওপৰৰ আৰু তলৰ ঠাইলৈ গৈ ব্যাপ্ত হয়। এওঁ সকলো ভুবনত গৰ্ভ ধাৰণ কৰে ॥ ১০ ॥ জন্ম হোৱা, বৰ্দ্ধক, সেই বৈশ্বা-

নৰ অগ্নি নানা ( প্ৰাণীৰ ) পেটত থাকে। ( নানা অৱস্থাত ) সিংহৰ দৰে গোজৰে। ( সেই বৈশ্বানৰ ) অগ্নি বহুত তেজী আৰু মৰণ ৰহিত। হবিদাতা যজমানক ৰমণীয় ধন বিশেষকৈ দিয়ে ॥ ১১ ॥ সু-স্তোত্ৰেৰে স্তুয়মান বৈশ্বানৰ অগ্নি জন্ম মাত্ৰে সদায় থকাদৰে দুখ নথকা অন্তৰীক্ষৰ ওপৰলৈ উঠি যায়। সেই বৈশ্বানৰে পূৰ্ব্বৰ ঋষিৰ দৰে স্তোত্ৰ পাঠ কৰা যজমানক ধন ( পশু আদি ) উৎপাদন কৰি দি সদায় জাগৃত থাকি সকলো দেৱতাৰ একে আকাশ পথেদি ( সূৰ্য্য ৰূপেৰে ) যায় ॥ ১২ ॥ ঋতবান ( নিয়মীয়া বলবান ), যজ্ঞীয়, মেধাবী, স্তুত্য, স্বৰ্গত বাস কৰা যি অগ্নিক বায়ুৱে ( স্বৰ্গৰ ) পৰা অগ্নি ( পৃথিবীত ) থলেহি, সেই নানাবিধ গমন বিশিষ্ট, বজ্ৰচুৰা চুলিৰ ( শিখাৰ ) দীপ্তিমান অগ্নিৰ ওচৰত নতুন ভালকৈ পাব পৰা ধন বিচাৰিছো ॥ ১৩ ॥ শুচি, যজ্ঞ বিচৰা, স্বৰ্গত দেখা, দ্যুলোকৰ প্ৰজ্ঞাপক নিচান, সূৰ্য্যত থকা উষাত উদ্বোধন কৰা স্বৰ্গৰ প্ৰধান, অপ্ৰতিহত শব্দৰ, অন্নবন্ত মহান অগ্নিক স্তোত্ৰেৰে বিচাৰিছো ॥ ১৪ ॥ স্তুত্য, দেৱতাৰ আহ্বাতা, শুচি, অকুটিল, দান মনা, শ্ৰেষ্ঠ, বিশ্বৰ দ্ৰষ্টা, না না বৰ্ণৰ, ৰথৰ দৰে গাব, সদায় মানুহৰ হিত কৰা সেই অগ্নিক ধন বিচাৰিছো ॥ ১৫ ॥

৩ সূক্ত—ঋ ১১।

ঋষি আদি ২য় সূক্তৰ দৰে।

মেধাবী স্তোতাই সৎ মাৰ্গ লাভ কৰিবলৈ বহুত বলী বৈশ্বানৰ অগ্নিক যজ্ঞত স্তোত্ৰ গাই শুনাইছে। অমৰ অগ্নিয়ে হবিৰে দেৱতাসকলক পৰিচৰণ কৰিছে। সেইবাবে সনাতন যজ্ঞ দূষিত নহয় ॥ ১ ॥ দৰ্শনীয়, হোতা, দেৱতাৰ দূত অগ্নিয়ে দ্যাবাপৃথিবীৰ মাজলৈ যায়। দেৱতাই পথিওৱা প্ৰজ্ঞাৰে ব্যাপ্ত অগ্নি, মানুহৰ পুৰোহিত হৈ ( মানুহৰ আগত থাকি ) দীপ্তিৰে মহান যজ্ঞঘৰ শোভিত কৰে ॥ ২ ॥ যজ্ঞৰ প্ৰজ্ঞাপক নিচান, যজ্ঞফলৰ প্ৰাপ্তি সাধক অগ্নিক মেধাবী বিপ্ৰসকলে নিজ নিজ কৰ্ম্মেৰে পূজা কৰে। স্তোতাই যি অগ্নিত যজ্ঞানুষ্ঠান আদি কাম কৰে, যজমানে সেই অগ্নিত সুখ পাবলৈ বিচাৰে ॥ ৩ ॥ যজ্ঞৰ পিতা, বিদ্বান স্তোতাৰ বলদাতা, ঋত্বিকৰ জ্ঞান সাধক, ফলাফলৰ জোখমাপ কৰা, সেই অগ্নিয়ে বহুবিধ ৰূপেৰে দ্যাবাপৃথিবীত সোমায়। শ্ৰেষ্ঠৰ প্ৰিয়, তেজযুক্ত, মেধাবী অগ্নিক যজমানে স্তুতি কৰে ॥ ৪ ॥ নেতাসকলে আহ্লাদকৰ, আনন্দকৰ ৰথ থকা, পিঙ্গল ( বঙা—হালধিয়া ) বৰণৰ, পানীত বহি থকা, সৰ্ব্বজ্ঞ, সকলোতে ব্যাপ্ত, ধৰকৈ যোৱা, বলেৰে আবৃত, বৈশ্বানৰ অগ্নিক ইহলোকত ৰাখি থলে ॥ ৫ ॥ দেৱতাসকল আৰু ঋত্বিকসকলে কৰ্ম্মেৰে, যজমানৰ নানাবিধ ৰূপৰ ( দ্ৰব্যৰে ) যজ্ঞ মেলি, নেতা, ধৰকৰা, দান্তমনা, যজ্ঞ বিঘ্ন কৰা ৰাক্ষসক নাশ কৰা অগ্নিক দ্যাবাপৃথিবীৰ মাজত ৰাখিলে ॥ ৬ ॥ হে অগ্নি, সুপুত্ৰ আৰু আয়ুসৰ কাৰণে দেৱতাক স্তুতি কৰা। হোতা হৈ অন্নেৰে দেৱতাক-প্ৰীত কৰা। আমি বিচৰা ( শস্যৰ কাৰণে ) বৰমুৰ দিয়া। সদায় সজাগ থকা যজমানক (এইবিলাক দিয়া)। সুকৰ্ম্মা মেধাবী যজমানৰ তুমি গৰাকী ॥ ৭ ॥ নেতা-সকলে, বিশ্বৰ পতি, মহান, সকলোৰে অতিথিৰ দৰে হোৱা, কৰ্ম্মৰ নিয়ন্তা ঋত্বিক সকলৰ মনোজ্ঞ যাগৰ প্ৰজ্ঞাপক, বেগাই যোৱা জাতবেদ অগ্নিক বৃদ্ধিৰ কাৰণে স্তুতিৰে প্ৰশংসা কৰিছে ॥ ৮ ॥ দীপ্তিমান দেৱতা, ভালকৈ ধেমালী কৰা, সুৰথ অগ্নিয়ে বলেৰে সকলো প্ৰজাক কেউফালে গ্ৰহণ কৰে। বহুতে পোষণ কৰা ( যজ্ঞ ) ঘৰত সেই অগ্নিৰ কামবিলাক আমি যজ্ঞেৰে ভূষিত কৰিম ॥ ৯ ॥ হে বৈশ্বানৰ অগ্নি, তোমাৰ তেজ স্তুতি কৰিম। —হে বিচক্ষণ তুমি যি তেজেৰে সৰ্ব্বজ্ঞ হৈছা। জন্ম হৈয়েই তুমি ভুবন আৰু দ্যাবা-পৃথিবী পূৰণ কৰা। হে অগ্নি, সকলো প্ৰাণী তুমি বেষ্টন কৰি আছা ॥ ১০ ॥ বৈশ্বানৰ অগ্নিৰ সন্তোষৰ কাম কৰাসকলৰ মহৎ ধন হয় ( ই সত্য )। এজন মাত্ৰ কবি অগ্নিয়ে বহুত তেজেৰে পিতৃমাতৃ দুয়ো দ্যাবা-পৃথিবীক পূজা কৰি জন্ম হ'ল ॥ ১১ ॥

৪ সূক্ত—ঋ ১১।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—১ ইধ্ম-সমিধ-অগ্নি ; ২-তনূনপাৎ ; ৩-ইল ; ৪-বৰ্হি ; ৫-দেৱীদ্বাৰ ; ৬-উষা আৰু ৰাতি ; ৭-দেৱী দুজনা, হোতৃ দুজন আৰু প্ৰচেতস্ দুজন ; ৮-সৰস্বতী, ইলা, ভাৰতী ; ৯-ত্বষ্টা ১০-বনস্পতি ; ১১-স্বাহাকৃতি। ( এইটি আপ্ৰী সূক্ত )

হে সমিধ অগ্নি, বেচিকৈ সমিধ ( খৰি ) দিয়া ( বাবে ) সুমনা হোৱা। অতি প্ৰসাৰণ হোৱা তেজেৰে ধনৰ বিষয় সুমতি হৈ আমাক দিয়া। হে অগ্নি দেৱতা, দেৱতাসকলক যজন কৰিবলৈ বহন কৰি আনা। হে অগ্নি, দেৱতাৰ সখা তুমি সুমনা হৈ দেৱতাক যজন

কৰা ॥ ১ ॥ বৰুণ, মিত্ৰ আৰু অগ্নিক এই তিনিজন দেৱতাক যি অগ্নিত প্ৰতি দিনে তিনিবাৰ যজন কৰে, হে তনূনপাৎ অগ্নি, তুমি পানীৰ কাৰণ বিধান কৰি আমাৰ এই যজ্ঞ মধুময় কৰা ॥ ২ ॥ বিশ্ববৰেণ্য, দীপ্ত, দেৱতাৰ আহ্বাতা অগ্নিৰ কালে যোৱা হওক। মুখ্য, সম্পদ বৰ্ষণ কৰা অগ্নিক সন্মুখত বৰ্ণনা কৰিবৰ যোগ্য। অগ্নিক ইলাৰে সৈতে (হবি অন্নেৰে) নমস্কাৰ কৰি যজন কৰিবলৈ যোৱা হওক। আমি পঠিওৱা উত্তম যজন কৰা সেই অগ্নিয়ে দেৱতাক যজন কৰক ॥৩॥ অগ্নি আৰু কুশ দুয়োৰে কাৰণে যজ্ঞলৈ যাবলৈ ওখ বাট কৰা হৈছে। শিখাৰে হবি অন্ন ওপৰলৈ পঠিয়াই দিছে। হোতা অগ্নিয়ে, দীপ্যমান যজ্ঞ ঘৰৰ নাভিত বহি আছে। বিশেষকৈ বিস্তীৰ্ণ কুশত দেৱতা ব্যাপ্ত হৈ বহিছে ॥ ৪ ॥ মনেৰে প্ৰাৰ্থনা কৰা, ঋতৰে (নিয়মেৰে) বিশ্বক সন্তোষ দিয়া, সাতজন হোতাই কাম কৰি যায়। মানুহৰ ৰূপেৰে যজ্ঞত উৎপন্ন বহুত যজ্ঞাধাৰাভিমানী দেৱতাই, এই যজ্ঞত পৰিচৰণ কৰক ॥ ৫ ॥ পৰস্পৰ লগ হৈ স্তুতি কৰি থকা, ৰাতি আৰু উষা একেলগে বা বেলেগে আমাৰ যজ্ঞলৈ আহক। যেনেকৈ মিত্ৰ আৰু বৰুণ, বা ইন্দ্ৰ আৰু মৰুতসকলক সেৱা কৰোঁ তেনেকৈ মহৎ তেজেৰে দ্যাবাপৃথিৱী ভৰাই দিয়া (তোমালোকক সেৱা কৰিম) ॥ ৬ ॥ দৈব প্ৰথম আহ্বাতা অগ্নি দুজনক আমি সন্তোষিত কৰোঁ। ঋতক (নিয়মক—পানীক) শান্তি আশংকা কৰা সাতজন অন্নৱন্ত ঋত্বিকে অগ্নিক স্বধা অন্নেৰে আমোদিত কৰিছে। কৰ্ম্মৰক্ষী, দীপ্তমান ঋত্বিকে ব্ৰত কৰ্ম্মত অগ্নিকে ঋত বুলি কলে ॥ ৭ ॥ ভাৰতী সকলেৰে সৈতে ভাৰতী (ৰূপী অগ্নি) আহক। দেৱতা আৰু মানুহেৰে সৈতে ইলা (ৰূপী অগ্নি) আহক। সাৰস্বতসকলেৰে সৈতে সৰস্বতী (ৰূপী অগ্নি) আহক, তিনিজনা দেৱী আহক—আমাৰ আগত কুশত বহক ॥ ৮ ॥ হে (অগ্নি ৰূপ) ত্বষ্টা দেৱতা, আনন্দ কৰি তুমি আমাক তাৰক আৰু পোষক (ৰেতঃ) মোচন কৰি দিয়া, যাৰ পৰা বীৰ, কৰ্ম্মঠ, সুদক্ষ, সোম চেপা শিল লগাব পৰা, দেৱভক্ত বিচৰা পুত্ৰ পাব পাৰোঁ ॥ ৯ ॥ হে (অগ্নিৰূপ) বনস্পতি, দেৱতা সকলক ওচৰলৈ আনা। পশুৰ সংস্কাৰক অগ্নিয়ে (আৰু বনস্পতিয়ে) হবি আদি দেৱতাসকলক পোৱাই দিয়ক। সেই সত্য স্বৰূপ হোতা অগ্নিয়েই যজন কৰক—যিহেতু তেৱেঁই দেৱতাৰ জন্ম জানে ॥ ১০ ॥ হে অগ্নি, ঋষিৰে জ্বলাই দিয়া দুই ৰূপে আমাৰ কালে আহা। আমাৰ যজ্ঞলৈ ইন্দ্ৰই দেৱতাসকলেৰে সৈতে সমান ৰথত ধৰকৈ আহক। সুপুত্ৰৱতী অদিতিয়ে আমাৰ কুশত বহক। স্বাহাকাৰেৰে সৈতে দেৱতাসকলে আমোদ কৰক ॥ ১১ ॥

## ৫ সূক্ত—ঋ ১১।

ঋষি গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা অগ্নি।

উষা হৈছে বুলি জানি মেধাৱী আৰু কবি বিপ্ৰই দেখুৱা বাটেৰে গৈ জাগৰিত হৈছে। অতি তেজযুক্ত দেৱতা অগ্নিক দেৱতাক বিচৰা মানুহে জ্বলাই অজ্ঞানৰ দুৱাৰ মুকলি কৰিছে ॥ ১ ॥ পূজ্য অগ্নিয়ে স্তোত্ৰেৰে, বাক্যেৰে আৰু যজ্ঞেৰে বৃদ্ধি প্ৰাপ্ত হয়। দেৱতাৰ দূত তেওঁ বহুত আদিত্যৰ (ঋতৰ) দৰে দীপ্তি কৰিব খুজি উষা হলত জ্বলি উঠিছে ॥ ২ ॥ যজমানৰ মিত্ৰ, ঋতৰে (সত্যেৰে) কৰ্ম্ম সাধন কৰি পানীৰ গৰ্ভ অগ্নিক মানুহৰ প্ৰজাৰ মাজত থলে। স্পৃহনীয় যষ্টব্য সেই অগ্নি ওখ (বেদীত) থাকিল। প্ৰাজ্ঞ অগ্নি স্তোতাৰ দ্বাৰা স্তুত হ'ল ॥ ৩ ॥ যেতিয়া অগ্নি সম্যক দীপ্ত হয় তেতিয়া মিত্ৰ (সূৰ্য্য) হয়। মিত্ৰ হৈ সেই মিত্ৰই হোতা আৰু সৰ্ব্বভূতজ্ঞ (সকলো মানুহ জনা) বৰুণ হয়। সেই মিত্ৰই অধ্বৰ্য্যু হয় আৰু দাতা প্ৰেৰক বায়ু হয়। তেওঁ নদী আৰু পৰ্ব্বতৰ মিত্ৰ ॥ ৪ ॥ দৰ্শনীয় অগ্নিয়েই সৰ্ব্বব্যাপ্ত পৃথিৱীৰ প্ৰথম পদ (স্থান) ৰক্ষা কৰে। মহান সূৰ্য্যৰ চৰণ স্থান অন্তৰীক্ষ ৰক্ষা কৰে। (অন্তৰীক্ষৰ) মাজত (নাভিত) সাত মুখৰ মৰুতগণক ৰক্ষা কৰে। দেৱতাসকলৰ হৰ্ষকৰ যজ্ঞ ৰক্ষা কৰে ॥ ৫ ॥ মহান, সকলো জানিবলগীয়া বস্তু জানি, অগ্নিয়ে স্তুত্য মনোহৰ জল উৎপাদন কৰে। অগ্নি শুই থাকিলেও তেওঁৰ ৰূপ দীপ্ত হৈ থাকে। অগ্নিয়ে এই জল ভুল নকৰাকৈ ৰাখে ॥ ৬ ॥ কামনা কৰি থকা দীপ্তিমন্ত অগ্নিয়ে বহুত (স্তুতি) গান কামনা কৰি যোনী স্থানত (বেদীত) অপেক্ষা কৰি থাকে। দীপ্তিমন্ত, শুচি, মহান, পাৱক অগ্নিয়ে মাকবাপেক (দ্যাবাপৃথিৱীক) পুনঃ পুনঃ নতুন কৰে ॥৭॥ অগ্নিক জন্ম মাত্ৰেই (গছ-গছনি) ওষধিবিলাকে ধৰি লয়। (তেতিয়া) তললৈ যোৱা পানীৰ দৰে শোভিত গছগছনিবিলাক পানীৰে বৰ্দ্ধিত হৈ ফল প্ৰসৱ কৰে। অগ্নিয়ে পিতামাতাৰ (দ্যাবাপৃথিৱীৰ) কোলাত বৰ্দ্ধিত হৈ আমাক ৰক্ষা কৰক ॥ ৮ ॥ আমি স্তুতি কৰা জ্বলোৱা মহান অগ্নিয়ে পৃথিৱীৰ নাভিত (উত্তৰ বেদীত) থাকি অন্তৰীক্ষত বলেৰে পোহৰ কৰে। (সকলোৰে) মিত্ৰ,

স্তুত্য মাতৰিশ্বা ( বায়ুৰূপী ) অগ্নিয়ে দেৱতাৰ দূত হৈ যজ্ঞলৈ দেৱতাসকলক বহন কৰক ॥ ৯ ॥ মহান অগ্নিয়ে তেজেৰে স্বৰ্গ স্তম্ভন কৰিলে । জ্বলি থকাবিলাকৰ মাজত উত্তম হৈ বায়ুৱে ভৃগুসকলৰ কাৰণে গুহাত থকা হব্য বহন কৰা অগ্নিক যেতিয়া জ্বলাই দিলে ( তেতিয়া ) স্বৰ্গ স্তম্ভন কৰিলে ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৩/১/২৩ ঋকৰ দৰে ॥ ১১ ॥

৬ সূক্ত—ঋ ১১ ।

ঋষি আদি ৫ম সূক্তৰ দৰে ।

হে কৰ্ত্তাসকল, দেৱতা কামনা কৰা তোমালোকে মন্ত্ৰ গাই দেৱতাক অৰ্চনা কৰা স্ৰুক্ তুলি লোৱা । আহৱনীয় অগ্নিৰ দক্ষিণত থকা অগ্নবতীৰ আগত অগ্নিৰ কাৰণে ঘিঁউ লোৱা স্ৰুকত ঘিঁউ ভৰাই লৈ গৈছে ॥ ১ ॥ হে অগ্নি, উৎপত্তি হৈয়েই তুমি দ্যাবা-পৃথিবী পূৰণ কৰা । হে যষ্টব্য অগ্নি, অন্তৰীক্ষ আৰু পৃথিবী মহিমাৰে অতিৰিক্ত কৰি দিছা । তোমাৰ অংশ সাতখন জিভাৰ বহ্নিবিলাক পূজিত হওক ।। ২ ॥ যেতিয়া স্বৰ্গ আৰু পৃথিবী আৰু যজ্ঞাৰ্হ দেৱতাসকলে ( তুমি ) হোতাক যজ্ঞত বহুৱাই, তেতিয়া মানুহৰ দেৱতা কামনা কৰা প্ৰজাই তোমাৰ দীপ্ত শিখাক স্তুতি কৰে ॥ ৩ ॥ মহান যজমান আদিৰ প্ৰিয় অগ্নি দ্যাবাপৃথিবীৰ মাজত মহিমাযুক্ত নিজ ঠাইত অচল হৈ বহি আছে । আক্ৰমণশীল, সপত্নীযুক্তা, জৰাৰহিতা, অহিংসিতা, অমৃত খিৰোৱা, দ্যাবাপৃথিবী অতি গমণশীল অগ্নিৰ গাইগৰু ॥ ৪ ॥ হে অগ্নি, তুমি সৰ্ব্বোৎকৃষ্ট, মহান । তুমি কৰ্ম্মৰ দ্বাৰা দ্যাবাপৃথিবী বিস্তৃত কৰিছা । হে দেৱতাৰ দূত কামবৰ্ষী অগ্নি, তুমি জন্ম মাত্ৰেই যজমানৰ নেতা হোৱা ॥ ৫ ॥ হে ( অগ্নি ) দেৱতা, বহুত চুলি থকা, ঘিঁউ ক্ষৰণ কৰা ৰোহিত নামৰ ঘোঁৰা দুটা যজ্ঞৰ ( ৰথৰ ) ধুৰাত ( জোৰা দিব পৰা ) যোগ্য ৰচিৰে বান্ধা । পাচত ( সেই ৰথত ) সকলো দেৱতাক লৈ আহা । হে জাতবেদ অগ্নি, তেওঁ-বিলাকক ভালকৈ যজন কৰা ।। ৬ ।। হে অগ্নি, যেতিয়া তুমি হাবিত ইচ্ছামতে জ্বলি থাকা তেতিয়া তোমাৰ দীপ্তি সূৰ্য্যতকৈও বেচি হয় । পূৰকালে উদয় হোৱা উষাৰ পাচতে জ্বলি উঠা । স্তোতাই তোমাৰ দীপ্তি স্তৱ কৰে ।। ৭ ।। বিস্তীৰ্ণ অন্তৰীক্ষত যি দেৱতাই আনন্দ কৰি আছে, সূৰ্য্যৰ প্ৰকাশত যি দেৱতা আছে ; উষ্মা নামেৰে ( যি পিতৃ ) আছে, যষ্টব্য যি দেৱতা তালৈকে আহ্বান কৰিবলগীয়া আছে, ৰথৰ যি ঘোঁৰা আছে হে অগ্নি ( সেই সকলোৰে সৈতে আহা ) ।। ৮ ।। হে অগ্নি, ( এই ৮ ঋকত কোৱা ) সমান যা মা না ৰথেৰে আমাৰ ফালে আহা । ( কাৰণ ) তোমাৰ ঘোঁৰা বিলাক সমৰ্থ । পত্নীসকলৰে সৈতে ত্ৰিশ আৰু তিনি ( তেত্ৰিশ ) জন দেৱতাক অন্ন ( গ্ৰহণ কৰিবলৈ ) লৈ আহা । ( সোমেৰে ) আনন্দ কৰা ।। ৯।। সেয়েই হোতা ( যি ) বিস্তীৰ্ণ দ্যাবাপৃথিবীতো অগ্নিৰ যজ্ঞ বৃদ্ধিৰ কাৰণে প্ৰশংসা কৰে । ঋতত ( নিয়মত ) জন্ম হোৱাৰ সুৰূপা ঋতাবৰী ( দ্যাবাপৃথিবী ) সত্য স্বৰূপ যজ্ঞৰ দৰে অনুকূল হৈ থাকে ॥ ১০ ॥

১১ ঋক ওপৰৰ ৩|১|৩৩ ঋকৰ দৰে ॥ ১১ ॥

৭ সূক্ত—ঋ ১১ ।

ঋষি আদি ৫ সূক্তৰ দৰে ।

নীলা পিঠিৰ সকলোৰে ধাৰক অগ্নিৰ যি ৰশ্মি ভালকৈ ওলাই, সেই ৰশ্মিবিলাক পিতৃ-মাতৃৰ ( দ্যাবাপৃথিবীৰ ) ভিতৰ সোমাই যায় । —বৈ যোৱা ধুনীয়া নদীৰ ভিতৰতো সোমাই । কেউফালে থকা মাক-বাপেকক সম্যক্ৰূপে সঞ্চৰণ কৰে । আৰু নিয়মমতে যজন কৰিবলৈ অগ্নিৰ দীৰ্ঘায়ু প্ৰসাৰণ কৰে ॥১॥ স্বৰ্গব্যাপ্ত গাই গৰুয়েই কাম-বৰ্ষী অগ্নিৰ প্ৰিয় ঘোঁৰা হৈ মধুৰ পানী বহন কৰা দেৱী নদীবিলাক পাইগৈ । তুমি ঋতৰ (নিয়মৰ) ঘৰত থাকি-বলৈ বিচাৰা আৰু শিখাবিলাক পথিয়াই দিয়া । এজনী গাইগৰুৱে তোমাক সেৱা কৰে ।।২।। ধনৰ মাজত ধন বুজি পোৱা, জ্ঞানবান, (অশ্বৰ) অধিপতি অগ্নি সকলোতে সুখেৰে যাব পৰা হৈ বড়ৱা (মাইকী ঘোঁৰাত) উঠিলে । নীলা পিঠিৰ আৰু চাৰিওফালে যোৱা অগ্নিয়ে সততে চলি যাবলৈ সেই ঘোঁৰা এৰি দিলে ॥৩॥ বল কৰি চলি যোৱা নদীয়ে অগ্নিক ধাৰণ কৰে । ত্বষ্টাৰ পুত্ৰ মহান অগ্নিয়ে জৰাৰহিত হৈ মানুহক ধাৰণ কৰিবলৈ বিচাৰে । (পুৰুষে যেনেকৈ) এজনী স্ত্ৰীৰ ওচৰলৈ যায়, সেইদৰে তেওঁ পানীৰ ওচৰত দীপ্তাঙ্গ হৈ দ্যাবাপৃথিবীত সোমায় ।।৪।। শত্ৰুহীন, কামবৰ্ষী, জ্বলি থকা অগ্নিৰ আশ্ৰয় মানুহে জানে । আৰু মহৎ অগ্নিৰ আজ্ঞাত সকলোয়ে আনন্দ কৰে । যি মানুহৰ মহৎ স্তুতিবাক্য গমনীয় হয় তেওঁবিলাক দ্যুলোকৰ দীপ্তি-কাৰী হৈ সুদীপ্তিমান হৈ জ্বলি থাকে ।।৫।। মহত্তকৈ মহৎ পিতৃ-মাতৃক ( দ্যাবাপৃথিবীক ) জনা ঘোষণা কৰি ( যজমানে ) অগ্নিৰ সুখ (বিচাৰি) আনে । পানী উৎপাদন কৰা অগ্নিয়ে ৰাতিৰ কেউফালে আঁতৰ কৰি ( এন্ধাৰ গুচাই ) নিজৰ তেজ স্তোতাৰ ওচৰলৈ বহন কৰে ।।৬।। পাঁচ জন অধ্বৰ্য্যুৰে সৈতে সাতজন মেধাবী হোতাই যাৰ

খোজা প্ৰিয় অগ্নিৰ পদ ৰক্ষা কৰে। (সোমপানৰ কাৰণে) পূৰ মুখ হৈ অজৰ সোমৰসৰ সেক্তা স্তোতাসকলে (গোট খাই) হৃষ্ট হৈছে। দেৱতাৰ বিষয় ব্ৰত কৰ্ম্মবিলাকো অনুগমন কৰে ॥৭॥ দেৱতাৰূপী হোতা দুজনক মই অলংকৃত কৰিছো। সাতজন হোতাই সোম অন্নেৰে হৃষ্ট হৈছে। স্তোত্ৰ গাই, যজ্ঞ কৰ্ম্ম ৰক্ষা কৰি দীপ্যমান ডেওঁলোকে যজ্ঞৰ কৰ্ম্মত অগ্নিৰ ব্ৰত (নিয়ম) বখানিছে ॥৮॥ হে দেৱতা অগ্নি, দেৱতাৰ আহ্বাতা, মহৎ, সকলো অতিক্ৰম কৰি বৰ্ত্তমান বিচিত্ৰ বৰ্ণৰ, কামবৰ্ষী তোমাক বহুত অতি বিস্তৃত ৰশ্মিৰে বৃষভৰ দৰে দেখা গৈছে। তুমি আনন্দকৰ জ্ঞানযুক্ত, পূজ্য দেৱতাসকলক আৰু দ্যাবাপৃথিবীক এই কৰ্ম্মলৈ লৈ আহা ॥৯॥ সততে গমন কৰি থকা স্বভাৱৰ, হে অগ্নি, যাক হবি আদি উষা কালতে দিয়া হয়, সুস্তুতিৰে মানুহৰ বাক্য জনা তুমি উষাত, যাতে আমাৰ ধন হয় তেনেকৈ ওলোৱা। আৰু যে, পৃথিবীত বিস্তৃৰ্ণ শিখাৰে হে অগ্নি, তোমাৰ মহত্বৰে, মহৎ যজমানে মই যি পাপ কৰিছো সেই পাপ ক্ষমা কৰা ॥১০॥

১১ ঋক ওপৰৰ ৩/১/২৩ ঋকৰ দৰে ॥১১॥

## ৮ সূক্ত—ঋ ১১।

ঋষি—গাথিপুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্; ৩/৭-অনুষ্টুপ্। দেৱতা—১-৫ যূপকাঠ; ৩/৭/৯/১০-যূপ কাঠবিলাক; ৮-বিশ্বেদেৱা (সকলো দেৱতা) বা যূপ; ১১—যূপ কটা গছৰ মূঢ়া।

হে যূপৰূপী গছ, যজ্ঞত দেৱতা কামনা কৰি দৈব্য মধুৰে (ঘিউৰে) তোমাক তিয়াই দিছে। তুমি থিয় হৈয়ে থাকা বা মাটিত শুই থাকা, আমাক ধন দ্ৰব্য দিয়া ॥১॥ হে যূপ, দীপ্যমান অগ্নিৰ সন্মুখত পূৰ্বকালে থকা অজৰ, সুবীৰ, ব্ৰহ্মান্ন যাচি আমাৰ পাপ দূৰৈত বাধা দি মহৎ সৌভাগ্য কৰিবলৈ থিয় হোৱা ॥২॥ হে যূপৰূপী গছ, মাটিত যজনৰ ঠাইত থিয় হোৱা। ভাল মাপ-কাঠিৰে জুখি লৈ কটা তুমি যজ্ঞ নিৰ্ব্বাহ কৰা যজমানক অন্ন দান কৰা ॥৩॥ দৃঢ়াঙ্গ (ডেকা), ভাল বস্ত্ৰেৰে মেৰিওৱা যূপ আহিলে। সেয়া যূপ জন্ম হৈ (সকলো গছৰ) শ্ৰেষ্ঠ হয়। ধীৰ মনেৰে দেৱতা কামনা কৰা সুধ্যানযুক্ত মেধাবীয়ে (অধ্বৰ্য্যু আদিয়ে) তোমাক থিয় কৰি (পূতিছে) ॥৪॥ পৃথিবীত গছ হৈ জন্মি যূপে মানুহৰ সৈতে যজ্ঞত শোভিত হৈ দিনবিলাক শুভদিনত পৰিণত কৰে। কৰ্ম্মৰত, ধীৰ (অধ্বৰ্য্যু আদিয়ে) বুদ্ধিৰে (যূপক) শোধন কৰে। দেৱতাক যজন কৰা মেধাবী হোতাই স্তুতি বাক্য উচ্চাৰণ কৰে ॥৫॥ হে যূপবিলাক, দেৱতা কামনা কৰি নেতাসকলে তোমালোকক গাঁতত (থিয় কৰি) পুতিলে আৰু হে গছ, কুঠাৰেৰে বাকলিৰে সৈতে কটিলে। সেই যূপ তোমালোকে (থিয় হৈ) থাকি এই যজমানক পুত্ৰাদিৰে সৈতে উত্তম ধন দিয়া ॥৬॥ যাক কুঠাৰেৰে সৈতে মাটিত কটা হয়, যাক সংযত স্ৰুকেৰে ঋত্বিক সকলে (খনা) গাঁতত (হবি) নিক্ষেপ কৰে, যি যজ্ঞৰ সাধক (সেই যূপে) আমাৰ শ্ৰেষ্ঠ দ্ৰব্য দেৱতালৈ লৈ যাওক ॥৭॥ যজ্ঞৰ সুনেতা আদিত্যসকল, ৰুদ্ৰসকল, বসুসকল, দ্যাবাপৃথিবী, পৃথিবী, বিস্তীৰ্ণ অন্তৰীক্ষ এই সকলো দেৱতাই একেমনেৰে আমাৰ যজ্ঞ ৰক্ষা কৰক। যজ্ঞৰ নিচান এই যূপ থিয় হওক ॥৮॥ বগা কাপোৰেৰে ঢকা, বাকলি গুছোৱা, স্বৰ্গ লম্ভা, শ্ৰেণীবদ্ধ কৰি ৰখা আকাশত হাঁহ জাকৰ দৰে সেই যূপবিলাক আমাৰ ওচৰ পালেহি। মেধাবীসকলে (অধ্বৰ্য্যুসকলে) পূব ফালে থিয় কৰি ৰখা সেই দীপ্যমান যূপবিলাক দেৱতাৰ স্থান (অন্তৰীক্ষ) পাইছেগৈ ॥৯॥ আকৃতি লগোৱা কাঁইট গুছোৱা (বাকলি গুছোৱা) যূপ বিলাক শিং লগা জন্তুৰ শিঙৰ দৰে দেখা যায়। যজ্ঞত ঋত্বিকসকলে গোৱা স্তুতি শুনা দৰে যূপবিলাকে সংগ্ৰামত (ৰণৰ ঠাইত) আমাৰ যজমানক ৰক্ষা কৰক ॥১০॥ হে গছৰ মূঢ়া, শত ডাল-শাখাৰে প্ৰাদুৰ্ভাৱ হোৱা তোমাক তীক্ষ্ণধাৰ এই কুঠাৰেৰে মহৎ সৌভাগ্যৰ কাৰণে তোমাক পোৱালে। আমিও যেন সহস্ৰ শাখা (পুত্ৰ-পৌত্ৰাদিৰে সৈতে) যুক্ত হৈ প্ৰাদুৰ্ভাৱ হব পাৰো ॥১১॥

## ৯ সূক্ত—ঋ ৯।

ঋষি গাথিপুত্ৰ বিশ্বামিত্ৰ। ছন্দ—বৃহতী; ৯ ত্ৰিষ্টুভ্। দেৱতা—অগ্নি।

হে আপাং নপাৎ অগ্নি, তুমি সখাক আমি ৰক্ষণৰ কাৰণে বিচাৰিছো। তুমি সুভগ, সুদীপ্তিৰ, সুগমন (কৰ্ম্ম কৰাসকলে সুখেৰে যাব পৰা), উপদ্ৰৱহীন দেৱতা ॥১॥ এই অগ্নি, হাবি বিচাৰি গৈ (হাবিক এৰি গৈ) মাতৃ পানীত থাকিলাগৈ। তুমি তাতেই থাকিলা। -শান্ত হৈ থাকিলা। সেই শান্ত ভাৱ সহিব নোৱাৰি। (তাত বিনাশ হোৱা বুজাই—সেই বিনাশ সহ্য কৰিব নোৱাৰি)। (সেই বাবে) দূৰৈত থকা তুমি (অৰণি কাঠত), ইয়াত লাগিলাহি ॥২॥ এই অগ্নি, তুমি (তোভাক সন্তুষ্ট কৰিবলৈ) তৃষ্ণা দূৰ কৰিবলৈ ভাৱ লব খোজা বাবে সন্তুষ্ট হৈ আছা। তুমি যি ঋত্বিক সকলৰ সৈতে বন্ধুভাৱে আছা, তাৰে কোনোৱে (বিশেষ ভাৱে) হোম কৰিবলৈ যায়। অন্যাই (কোনোৱে) কেউফালে বহি থাকে ॥৩॥ হে অগ্নি,

দ্ৰোহ নকৰা, চিৰন্তন, শত্ৰুক অতিক্ৰম কৰি গৈ থকা, বহুত সেনা অতিক্ৰম কৰি, গুহাত সোমাই থকা সিংহৰ দৰে পানীৰ মাজত লুকাই থকা (তোমাক) সকলো দেৱতাই বিচাৰি পালেগৈ ।।৪।। এইদৰেই নিজ ইচ্ছাৰেই তিৰোধান হোৱা, সৰ্ব্বতোভাৱে মথন কৰি উলিওৱা এই অগ্নি দেৱতাক, দূৰ দেশৰ পৰা, যেনেকৈ নিজ ইচ্ছামতে ফুৰা পুত্ৰেকক (বাপেকে বলেৰে ঘৰলৈ) আনে তেনেকৈ মাতৰিশ্বাই (বায়ুয়ে) বলেৰে জ্বলালে ।।৫।। হে হব্যবাহন অগ্নি, মানুহে তোমাক যষ্টব্য দেৱতাৰ কাৰণে গ্ৰহণ কৰিলে। মানুহৰ হিতকাৰী, অতি ডেকা, তোমাৰ মাহাত্ম্যৰে আমাৰ সকলো যজ্ঞ ৰক্ষা কৰি আছা ।।৬।। হে অগ্নি, তোমাৰ এই ভাল কামৰ কাৰণে লৰাকো (অনভিজ্ঞ যজমানকো) ফল দান কৰা। এই কাৰণেই পথূলি দীপ্যমান হোৱা তোমাৰ ওচৰত পশুৱেও (দুঠেঙীয়া আৰু চাৰিঠেঙীয়ায়ো) উপাসনা কৰে ।।৭।। (হে ঋত্বিকসকল) শোধক দীপ্তিৰ (কাঠ আদিত) শুই থকা অগ্নিক সুযজ্ঞোপেত আহুতিৰে কেউফালে পূজা কৰা। কৰ্ম্মত ব্যাপ্ত, দেৱতাৰ দূত, খৰকৈ যোৱা, পুৰণি স্তোতব্য দেৱতাক সোনকালে পূজা কৰা ।।৮।। তিনি শ, তিনি হেজাৰ, ত্ৰিশ আৰু ন (৩৩৩৯) দেৱতায় অগ্নিক ঘিউৰে ছটিয়াই, কুশ মেলি, বেদী ঢাকি, পাচত এই অগ্নিক হোতা কৰি বহুৱাই পূজা কৰিলে ।।৯।।

১০ সূক্ত—ঋ ৯।

ঋষি - আৰু দেৱতা ৯ সূক্তৰ দৰে। ছন্দ—উষ্ণিক্।

হে অগ্নি, মৰ্ত্ত্যৰ প্ৰজাৰ সম্ৰাট দেৱতা তোমাক মনীষী সকলে যজ্ঞত আহুতি দি জ্বলাইছে ।।১।। হে অগ্নি, যজ্ঞত তোমাক হোতাক আৰু ঋত্বিকক স্তুতি কৰিছে। ঋতৰ (নিয়মীয়া যজ্ঞৰ) বাট দেখুৱা তুমি নিজ ঘৰত জ্বলি আছা ।।২।। হে অগ্নি, জাতবেদ তোমাক যি সমিধ (খৰি আদি) দিয়ে তেওঁ সুবীৰ্য্য পুত্ৰ পাই আৰু সমৃদ্ধ হয় ।।৩।। যজ্ঞৰ প্ৰজ্ঞাপক নিচান সেই অগ্নি সাতজন হোতাৰ দ্বাৰা আহূত হৈ হবিষ্মন্ত যজমানৰ কাৰণে দেৱতাসকলেৰে সৈতে আহক ।।৪।। হে (হোত্ৰাদি) বিপ্ৰসকল, তোমালোকে মেধাবি, সৎকৰ্ম্ম কৰা তেজেৰে প্ৰশোভিত হোৱা জগত বিধাতৃ দেৱতাৰ আহ্বাতা অগ্নিক পুৰণি স্তোত্ৰাদিৰে তেওঁৰ যজ্ঞকৰ্ম্ম) সম্পাদন কৰা ।।৫।। যি অগ্নি মহৎ অন্ন আৰু ধনৰ কাৰণে দৰ্শনীয় হয়, সেই অতি স্তুত্য অগ্নিক আমাৰ স্তুতি বচনেৰে বৰ্দ্ধন কৰা ।।৬।। হে অগ্নি, তুমি সকলোতকৈ বেছি যজন কৰিবলগীয়া, যজ্ঞত দেৱতাক কামনা কৰা যজমানৰ কাৰণে দেৱতাসকলক যজন কৰা। দেৱতাৰ আহ্বাতা, মাদয়িতা, তুমি শত্ৰুক অতিক্ৰম কৰি বিৰাজ কৰিছা ।।৭।। আমাৰ পাপ শোধক হে অগ্নি, সেই কান্তিযুক্ত সুবীৰ্য্য ধন আমাক দিয়া। স্তোতাৰ শান্তিৰ কাৰণে অতি ওচৰতে থাকা ।।৮।। হে অগ্নি, বিপ্ৰসকলে সজাগ হৈ থাকি, স্তোতাই হব্যবাহক অমৰ অগ্নিক, বলেৰে মন্থন কৰা তোমাক, আহুতিৰে জ্বলাইছে ।।৯।।

১১ সূক্ত—ঋ ৯।

ঋষি—আৰু দেৱতা ৯ম সূক্তৰ দৰে। ছন্দ-গায়ত্ৰ।

দেৱতাৰ আহ্বাতা, সন্মুখত থকা, যজ্ঞৰ বিশেষ দ্ৰষ্টা, সেই অগ্নিয়ে যজ্ঞ অনুপূৰ্ব্বে (আগৰ পৰা শুৰিলৈ) জানে ।।১।। সেই হব্যবাহক, অমৰ, হবি বিচৰা, দেৱতাৰ দূত, হবি অন্নত নিহিত অগ্নিক বুদ্ধিৰে পোৱা হয় ।।২।। যজ্ঞৰ প্ৰজ্ঞাপক, চিৰন্তন, সেই অগ্নিয়ে প্ৰজ্ঞাৰে সকলো জানে। সেই অগ্নিৰ গমন স্বভাৱ তেজেই অন্ধকাৰৰ তাৰক ।।৩।। বলৰ পুত্ৰ সনাতন ৰূপৰ, প্ৰসিদ্ধ জাতবেদ অগ্নিক দেৱতাই বহ্নি (হবি বহন কৰা) কৰিলে ।।৪।। মানুহৰ প্ৰজাৰ আগত বাট দেখুৱা ত্বৰাযুক্ত (খৰকৈ যোৱা) ৰথৰ দৰে, সদায় নতুন অগ্নিক কোনেও অন্যায় কৰিব নোৱাৰে ।।৫।। সকলো সেনা নিজ বলেৰে পৰিভৱ কৰা, শত্ৰুৱে হিংসা কৰিব নোৱাৰা, দেৱতাৰ কৰ্ত্তা (পোষক) অগ্নিয়ে বহুত অন্ন থকা হৈ আছে ।।৬।। হবিদাতা মানুহে হবিৰ্বাহক অগ্নিৰ পৰা সকলো ফালে অন্ন পাই। শোধক দীপ্তিৰ অগ্নিৰ পৰা ঘৰো পাই ।।৭।। জাতবেদ অগ্নিৰ পৰা বিপ্ৰসকলে আমি সকলো সুস্তোত্ৰ পাই সকলো হিতকৰ ধন পাম ।।৮।। হে অগ্নি, যুদ্ধত আমি সকলো শ্ৰেষ্ঠ ধন পাম। দেৱতা সকলক সেইবাবে তোমাৰ ফালে আনা ।।৯।।

১২ সূক্ত—ঋ ৯।

ঋষি-গাথিপুত্ৰ বিশ্বামিত্ৰ। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰাগ্নী।

হে ইন্দ্ৰাগ্নি, স্তোত্ৰেৰে আহূত হৈ চেপি খোৱা, শ্ৰেষ্ঠ এয়া সোমৰ ফালে স্বৰ্গৰ পৰা আহা। আমি কৰা কৰ্ম্মত দিয়া এই সোম পান কৰা ।।১।। হে ইন্দ্ৰ আৰু অগ্নি, স্তোতাই (ফল প্ৰাপ্তিৰ কাৰণে) কৰা এই যজ্ঞত (সহায় কৰা)। ইন্দ্ৰিয়াদি চেতন কৰা এই সোম তোমালোকৰ ফালে গৈছে। এয়া স্তুতিৰে আহূত চেপি শোধিত কৰা সোম পান কৰা ।।২।। এই যজ্ঞত প্ৰেৰণ কৰা সোমেৰে মই স্তোতাই উচিত ফলদাতা ইন্দ্ৰ আৰু অগ্নিক বৰণ কৰিছো। তেওঁলোকে আহি এই কৰ্ম্মত সোম পান কৰি তৃপ্ত হওক ।।৩।। শত্ৰুৰ বাধক, বৃত্ৰৰ হন্তা, সমান জয় কৰিব

পৰা, অপৰাজিত, অতি অন্নদাতা হে ইন্দ্ৰাগ্নি, তোমালোকক আহ্বান কৰিছো ॥ ৪ ॥ হে ইন্দ্ৰাগ্নি, উক্‌থ গান কৰা হোত্ৰাদিয়ে তোমালোকক পূজা কৰিছে। স্তোত্ৰত অভিজ্ঞ স্তোতাসকলে ( তোমালোকক ) পূজা কৰিছে। মই অন্ন লাভৰ কাৰণে তোমালোকক বৰণ কৰিছো ।৫॥ হে ইন্দ্ৰাগ্নি, দাসবিলাকে ৰক্ষা কৰা নব্বৈখন নগৰ একে উদ্যোগেৰে কাম কৰি তোমালোকে কঁপাই দিলা। ( মই তোমালোকক আহ্বান কৰিছো ) ॥৬॥ হে ইন্দ্ৰাগ্নি, সোম ৰখা হোত্ৰাদিয়ে ঋতৰ (কৰ্ম্মফলৰ) বাটেৰে লক্ষ্য কৰি আমি কৰা কৰ্ম্মৰ ওচৰত সদায় থাকে ॥৭॥ হে ইন্দ্ৰাগ্নি, তোমালোকৰ বল আৰু অন্ন একেলগে আছে আৰু পানী পঠিওৱা কাম তোমালোকতেই নিহিত আছে ॥৮॥ হে ইন্দ্ৰাগ্নি, স্বৰ্গৰ প্ৰকাশক তোমালোকে সংগ্ৰামত শোভা কৰি থাকা। তোমালোকৰ সামৰ্থ্য তেনেকুৱা বুলিয়েই জনা হয় ॥৯॥

১৩ সূক্ত—ঋ ৭।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ ঋষভ। ছন্দ—অনুষ্টুভ্।

দেবতা—অগ্নি।

( হে ঋত্বিকসকল ), তোমালোকে এই কৰ্ম্মত অগ্নি দেবতালৈ বহুত স্তোত্ৰ উচ্চাৰণ কৰা। সেই অগ্নিয়ে দেৱতাসকলেৰে সৈতে আমাৰ ফালে আহক। এটাইতকৈ যজন কৰিবলগীয়া তেওঁবিলাক মেলি থোৱা কুশত বহক ॥১॥ যাৰ দ্যাবাপৃথিবী বশত আছে, ৰক্ষা কৰা বল যি সেৱা কৰে, এনে অগ্নি ঋতবান ( সত্য কৰ্ম্মা )। হবিষ্মন্ত যজমানে সেই অগ্নিকে স্তুতি কৰে। ধন লাভ কৰিবলৈ ইচ্ছা কৰি তেওঁকেই ৰক্ষণৰ কাৰণে পূজা কৰে ॥২॥ সেই মেধাবী অগ্নিয়েই এওঁবিলাকৰ (যজমানৰ) প্ৰবৰ্ত্তক আৰু যজ্ঞৰ তেৱেঁই নিয়ন্তা, ফলদাতা আৰু ধন আনে। তোমালোকে ( হে ঋত্বিকসকল ), তেনেকুৱা অগ্নিক আহুতিৰে পৰিচৰণ কৰা ।৩॥ সেই অগ্নিয়ে আমাক অতি সুখকৰ ঘৰ পাবলৈ দিয়ক যিহেতু এই অগ্নিৰ পৰা সমৃদ্ধিশালী স্বৰ্গ, পৃথিবী আৰু অন্তৰীক্ষৰ ধন আমালৈ আহে ॥৪॥ স্তোতাসকলে দীপ্তিমান্, অপূৰ্ব্ব, দেৱতাৰ আহ্বাতা, প্ৰজাৰ প্ৰজাপতি সেই অগ্নিক প্ৰশস্ত স্তুতিৰে উদ্দীপিত কৰিছে ॥৫॥ আৰু হে অগ্নি, আমাৰ স্তোতাক পালন কৰা। দেৱতাৰ অতি ভাল আহ্বাতা, তুমি আমি কৰা যজ্ঞত বাট দেখুৱাই দিয়া। মৰুতৰ দৰে বৃদ্ধি হোৱা তুমি সহস্ৰধন দাতা হৈ আমালৈ সুখ উদ্দীপন কৰা ॥৬॥ হে অগ্নি, সহস্ৰ পুত্ৰ পৌত্ৰৰে সৈতে পুষ্টিমন্ত, দীপ্তিমন্ত, সুসামৰ্থ্য, ক্ষয় নোহোৱা ধন আমাক খৰকৈ দিয়া ॥ ৭ ॥

১৪ সূক্ত—ঋ ৭।

ঋষি আৰু দেবতা ১৩ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতাৰ আহ্বাতা স্তোতাক আনন্দ দিয়া, সত্য কৰ্ম্মা অতি মেধাবী, দেৱতাৰ স্ৰষ্টা, জগত বিধাতা, অগ্নিয়ে আমি কৰা যজ্ঞলৈ আহিছে। বিজুলীৰ দৰে ৰথত, শিখাৰ চুলিৰে, বলৰ পুতেক অগ্নিয়ে বিস্তীৰ্ণ পৃথিবীত নিজৰ তেজ প্ৰকাশ কৰিছে ॥১॥ ঋতবান (সত্যবান) হে অগ্নি, তোমাক নমস্কাৰ কৰা স্তুতি মই উচ্চাৰণ কৰিছো। হে বলবান অগ্নি, কৰ্ম্মৰ চেতনা দিয়া তোমাৰ উদ্দেশ্যে উচ্চাৰণ কৰা স্তুতি গ্ৰহণ কৰা। কৰ্ম্মভিজ্ঞ তুমি যি দেৱতাক জানা, লৈ আহা। হে যষ্টব্য অগ্নি, আমাৰ ৰক্ষণৰ কাৰণে মেলি থোৱা কুশত বহা ॥২॥ হে অগ্নি, অন্ন সম্পাদিকা উষা আৰু ৰাতি তোমাৰ উদ্দেশ্যে চলি গৈছে। তুমিও বায়ুৰ বাটেদি পাচে পাচে যোৱা। যিহেতু পুৰণি ঋত্বিকসকলে তোমাক হবিৰে সৰ্ব্বতোভাৱে সিঞ্চন কৰিছে। এই দুজন ( দিন আৰু ৰাতি ) ৰথৰ ধুৰোধৰ বহা ঠাইৰ দৰে আমাৰ ঘৰলৈ বাৰে বাৰে আহক ॥৩॥ হে বলবান অগ্নি, মিত্ৰ, বৰুণ আৰু সকলো মৰুতে তোমাৰ উদ্দেশ্যে স্তোত্ৰ ৰচনা কৰি বহন কৰিছে। হে বলৰ পুত্ৰ অগ্নি, সূৰ্য্যৰ দৰে মানুহৰ কাৰণে নিজৰ ৰশ্মি বিস্তাৰ কৰি সমান দীপ্তিৰে তুমি কেউফালে ব্যাপী আছা ॥৪॥ হে অগ্নি, আমি হাত ওপৰ মুখ কৰি সুন্দৰ হবি আজি দিম। নমস্কাৰেৰে প্ৰসন্ন হৈ মনে মনে যজ্ঞ অভিলাষ কৰি, মেধাবী কৰ্ম্মাভিজ্ঞ তুমি বহুত স্তোত্ৰেৰে দেৱতাসকলক যজন কৰা ॥৫॥ হে বলৰ পুত্ৰ অগ্নি, যজমানে তোমাৰ পৰা বহুত ৰক্ষণ পাইছে—অন্নও পাইছে। হে অগ্নি, তুমি সহস্ৰ ধন আমাক দিয়া। দ্ৰোহ নোহোৱা ( নিষ্পাপ ) বাক্যযুক্ত পুত্ৰ দিয়া ॥৬॥ হে সামৰ্থ্যযুক্ত সৰ্ব্বজ্ঞ দেৱতা অগ্নি, আমি মৰ্ত্ত্যই, তোমাক যি এই যজ্ঞত হবি আনি দিছো, হে অমৰ তুমি সকলো যজমানক ৰক্ষা কৰিবলৈ জাগৃত হোৱা আৰু এই সকলো হবিৰ সোৱাদ লোৱা ॥৭॥

১৫ সূক্ত - ঋ ৭।

ঋষি—কতৰ পুত্ৰ উৎকীল। ছন্দ - ত্ৰিষ্টুভ্।

দেবতা—অগ্নি।

হে অগ্নি, বিস্তীৰ্ণ তেজেৰে বেঢ়িকৈ জ্বলি তুমি শত্ৰুবিলাকক আৰু ৰোগ (ৰূপী) ৰাক্ষস বিলাকক নাশ কৰা। সুমঙ্গল সুখযুক্ত মহৎ, সুআহ্বান কৰা অগ্নিক যজ্ঞৰ কাৰণে প্ৰণয়নৰ স্থানত (উত্তৰ বেদীত) ৰাখি (কৰ্ম্ম-অনু-

ঠান কৰি) আমি থাকিম ।।১।। হে অগ্নি, তুমি এই উষাত প্ৰকাশ হোৱা সূৰ্য্য উদয় হলে আমাৰ বাট দেখুৱা হব লাগিব বুলি বুজি লোৱা। সুজন্মৰ শৰীৰেৰে সুদীপ্ত হৈ তুমি যেনেকৈ পিতাকে পুতেকক মৰম কৰে তেনেকৈ মোৰ স্তোত্ৰ সেৱন কৰা ।।২।। হে কামবৰ্ষী অগ্নি, তুমি মানুহক চকু দিয়া (চোৱা), ৰাতি অন্ধকাৰত জ্বলি থাকি তুমি অনুক্ৰমে বহুত জ্বালা প্ৰকাশ কৰা। (নিজ স্থানত) বাস কৰাওঁতা তুমি আমাৰ কৰ্ম্মানুৰূপে ফল দিয়া। আমাৰ পাপ নিবাৰণ কৰা ।।৩।। হে অগ্নি, শত্ৰুৰে পৰাজয় কৰিব নোৱাৰা, কামবৰ্ষী তুমি সকলো শত্ৰুৰ পুৰীৰ সৌভাগ্যযুক্ত ধন আদি (আমাক) দি দীপ্ত হৈ জ্বলা। হে সুপথ প্ৰদৰ্শক জাতবেদ অগ্নি, বৃহৎ ফল দান কৰি ৰক্ষা কৰা প্ৰথম (দেৱতা) হৈ যজ্ঞৰ নেতা হোৱা ।।৪।। (অন্তকালত) জগত জীৰ্ণ কৰা হে অগ্নি সুপ্ৰজ্ঞ আৰু দীপ্তমান তুমি দেৱতাসকলক অভিপ্ৰায় কৰি বহুত সুখৰ কাম ছিদ্ৰহীন কৰা। হে অগ্নি তুমি গমন কন্ধ কৰি, অন্ন আমাক দি দেৱতাক লক্ষ্য কৰি ৰথৰ দৰে বহণ কৰি নিয়া। দ্যাবা-পৃথিৱী সুপ্ৰভাযুক্ত কৰা ।।৫।। হে কামবৰ্ষী অগ্নি, তুমি আমাৰ ফল বৰ্দ্ধন কৰা। —অন্ন দিয়া। হে অগ্নি দেৱতা, সুদীপ্তিৰে শোভিত হৈ দেৱতাৰ সৈতে এই দ্যাবাপৃথিৱীত (ৰৰযুণ দি) খিৰোৱা। মানুহৰ দুষ্ট বুদ্ধিয়ে আমাক যেন নেপায় ।।৬।।

৭ ঋক ওপৰৰ ৩/১/২৩ ঋকৰ দৰে ।।৭।।

## ১৬ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা ১৫ সূক্তৰ দৰে। ছন্দ···প্ৰাগাথ—অযুগ্ম ১।৩।৫ বৃহতী, যুগ্ম ২।৪।৬ সতোবৃহতী।

এই অগ্নি, সুবীৰ্য্য মহৎ সৌভাগ্যৰ ঈশ্বৰ। গৰু (আদি পশু) যুক্তৰ, সুঅপত্য যুক্তৰ আৰু ধনৰ ঈশ্বৰ। বৃত্ৰাদি শত্ৰুক (পাপক) নাশ কৰা ঈশ্বৰ ।।১।। হে নেতা মৰুৎ দেৱতাসকল, যি দেৱতাত দান, ভোগ, আদি বৰ্দ্ধক গুণ আছে, যি সেনাৰ সংগ্ৰামত শত্ৰুক পৰাজয় কৰে, যি সৰ্ব্বতিকাল শত্ৰুক হিংসা কৰে, তোমালোকে (পশু-পুত্ৰাদি) বৃদ্ধি কৰা এই অগ্নিৰ লগ হোৱা ।।২।। হে বহুধন যুক্ত অগ্নি, তুমি আমাক বহুত প্ৰজাবিশিষ্ট, আৰোগ্য, বল আৰু সামৰ্থ্য হেতু হোৱা ধন দান কৰি তীক্ষ্ণ কৰা ।।৩।। যি অগ্নি জগতৰ কৰ্ত্তা তেওঁ সকলো ভুবনতে সোমাই (নিহিত) থাকে। কৰ্ত্তা অগ্নিয়ে ভাৰ বহন সহ্য কৰি আমি দিয়া হবি দেৱতালৈ লৈ যায়। তেওঁ তোমাৰ কাষে আহিছে, যজ্ঞৰ নেতা সকলৰ স্তোত্ৰলৈ আহিছে, আৰু মানুহৰ যুদ্ধলৈ আহিছে ।।৪।। হে বলৰ পুত্ৰ অগ্নি, তুমি আমাক শত্ৰু দৰিদ্ৰতালৈ এৰি নিদিবা (দৰিদ্ৰ নকৰিবা)। অপুত্ৰক নকৰিবা। গৰু আদি জন্তু নথকা নকৰিবা। আমাক নিন্দনীয় নকৰিবা। তুমি আমাক বিদ্বেষ নকৰিবা ।।৫।। হে সৌভাগ্যবান অগ্নি, তুমি এই যজ্ঞত পুত্ৰ পৌত্ৰাদিৰে অন্নৰ গৰাকী হৈছা। বহুত ধনযুক্ত হে অগ্নি, সুখৰ ভাবেৰে (যশস্বন্ত বা কীৰ্ত্তিমন্ত) বহুত ধন আমাৰ কাৰণে সৃষ্টি কৰা ।।৬।।

## ১৭ সূক্ত—ঋ ৫।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ কত। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—অগ্নি।

ধৰ্ম্ম অগ্নিক (যজ্ঞ আৰম্ভ কৰোতে) প্ৰথমে অগ্নিৰ ঘৰত সম্যক জ্বলাব লাগে। সকলো যজমানে যজন কৰিব লগীয়া, শ্ৰেষ্ঠ, জ্বলি থকা শিখাৰ চুলিৰে, ঘিঁউৰে শোধন কৰা, পাবক, সুযজ্ঞ (হে অগ্নি), দেৱতাসকলক যজন কৰিবলৈ ঘিঁউ আদি (হব্যৰে) তোমাক সিঁচি দিয়া হৈছে ।।১।। হে অগ্নি, যেনেকৈ পৃথিৱীত হোতা হৈ হোম কৰিছিলা, হে জাতবেদ অগ্নি, কৰ্ম্মৰ অভীজ্ঞ তুমি যেনেকৈ স্বৰ্গত হোম কৰিছিলা, সেইদৰেই (ইয়াত) এই কৰ্ম্মত হবি আদিৰে দিয়া দেৱতাক যজন কৰা। আজি এই যজ্ঞ মনুৰ যজ্ঞৰ দৰে পাৰ কৰা ।।২।। হে জাতবেদ অগ্নি তোমাৰ অন্ন তিনিবিধ। হে অগ্নি, তোমাৰ তিনি উষাত জন্মহয়। সেই উষাত আমি দিয়া হবিৰে দেৱতাক যজন কৰা। এইবিলাক জানি তুমি যজমানৰ সুখৰ মিশ্ৰয়িতা হোৱা ।। ৩ ।। হে জাতবেদ অগ্নি, তুমি সুদীপ্ত, সুদৰ্শন, আৰু স্তুত্য। তোমাক হবিৰে পূজা কৰিম। বিষয়ত অনাসক্ত, দেৱতাৰ নাভিস্থান তোমাক দেৱতাৰ হবি অন্ন বহন কৰা দূত কৰিলে ।।৪।। হে অগ্নি তোমাতকৈও আগত অতি যজন কৰা যি হোতা দুভাগ ঠাইত (উত্তৰ আৰু মধ্যম বেদীত) সোম অন্নেৰে বহি সুখকাৰী হৈছিল হে সৰ্ব্বজ্ঞ অগ্নি, (তোমাতকৈও আগৰ হোতাই) নিৰূপিত কৰা ধৰ্ম্ম অনুসৰি যজন কৰা। পাচত আমাৰ এই যজ্ঞত দেৱতাৰ প্ৰীতিৰ অৰ্থে যজন কৰা ।।৫।।

## ১৮ সূক্ত—ঋ ৫।

ঋষি—আদি ১৭ সূক্তৰ দৰে।

হে অগ্নি, তুমি আমাৰ কালে আহি সুমনা হৈ যেনেকৈ সখাই সখীৰ আৰু পিতা-মাতাই পুত্ৰৰ হিতকৰ হয়,

তেনেকৈ আমাক সাধুভাব কৰা। মানুহ জাতিৰ প্ৰতি অতি দ্ৰোহকাৰক আমাৰ প্ৰতিকূল শত্ৰুক তুমি ভস্ম কৰা ।।১।। হে অগ্নি, পৰাভৱকাৰী শত্ৰুক ভালকৈ বাধা দিয়া। যিবিলাক শত্ৰুৱে তোমাক হবি নিদিয়ে সিহঁতক সন্তাপ দিয়া। সকলোকে বাস কৰিবলৈ দিয়া হে অতীজ্ঞ অগ্নি, সৎকৰ্ম্মত অনাসক্ত পুৰুষক সন্তাপ দিয়া। তোমাৰ ৰশ্মিবিলাক জৰাৰহিত আৰু সকলো কালে যাব পৰাহৈ থাকক ।।২।। হে অগ্নি, ধন কামনা কৰি তোমাৰ বলৰ কাৰণে ঘি'উৰে আৰু হবোৰে, খৰকৈ যাবলৈ আহুতি দিম। স্তোত্ৰেৰে বন্দনা কৰি যেতিয়ালৈ বহন কৰিব পাৰো, তেতিয়ালৈ স্তুতি কৰি থাকিম। স্তুতি কৰাক অপৰিমিত ধন দি তুমি দীপ্তিমন্ত কৰা ।।৩।। হে বলৰ পুত্ৰ, অগ্নি, নিজ দীপ্তিৰে উজ্জ্বল হোৱা। স্তুত হোৱা তুমি তোমাৰ বিষয় প্ৰশংসা কৰা বিশ্বামিত্ৰৰ পুত্ৰ আমাক বহুত ধন আৰু অন্ন দিয়া। ৰোগ উপশম আৰু ভয়ৰ পৰা পৰিত্ৰাণ কৰা। হে অগ্নি, আমি কৰা যজ্ঞেৰে তোমাৰ শৰীৰ বহুত বাৰ সিঞ্চন কৰিম ।।৪।। হে অভিলষিত ধনৰ দাতা অগ্নি, তুমি আমালৈ উত্তম ধন বস্তু বিধান কৰা। তুমি যেনেকৈ খৰি আদিৰে দীপ্ত হোৱা, তেনেকৈয়ে আমাক ধন দিয়া। সৌভাগ্যবান স্তোতাৰ ঘৰত তুমি ধন দিবলৈ ধৰা ৰূপেৰে হাত মেলি দিয়া ।।৫।।

১৯ সূক্ত—ঋ ৫ ।

ঋষি—কুশিকৰ পুত্ৰ গাথী। ছন্দ—ত্ৰিষ্টুভ্।
দেবতা—অগ্নি।

স্তুতি কৰি থকা, মেধাবী, বিশ্ববিদ, অমূঢ়, দেবতাৰ আহ্বাতা অগ্নিক মই বৰণ কৰিছো। সেই এটাইতকৈ বেচি যজন কৰিবলগীয়া অগ্নিয়ে আমাৰ যজন কৰিবলগীয়া দেবতাসকলক যজন কৰক। সেই অগ্নিক ধনৰ কাৰণে আৰু অন্নৰ কাৰণে হবি আদি দিয়া ॥১॥ হে অগ্নি, মই হব্যযুক্ত, তেজযুক্ত হব্যদাতাই ঘি'উৰে সৈতে হেতাথন তোমাৰ ফালে আগ বঢ়াইছো। দেবতাক বহুত মান কৰি অগ্নিয়ে আমাক দিবলগীয়া ধনেৰে প্ৰদক্ষিণ কৰি যজ্ঞত সংগত হওক ॥২॥ হে অগ্নি, তুমি যাক ৰক্ষা কৰা তেওঁৰ মন অতি বলী হয়। তেওঁক অপত্যৰে সৈতে ধন দিয়া। হে ফল দান কৰিবলৈ বিচৰা অগ্নি, অতি ধন দাতা তুমি আমি তোমাৰ মহিমাত ৰক্ষিত হম আৰু স্তুতি কৰি ধনৰ অধিপতি হম ॥৩॥ হে অগ্নি দেবতা, যষ্টাসকলে বহুত সেনাৰূপী শিখাৰে তোমাক ধাৰণ কৰিলে। তুমি যষ্টব্য দেবতাসকলক ইয়ালৈ লৈ আহা। হে অতি ডেকা অগ্নি, সেইবাৰে আজি দিব্য তেজেৰে তুমি যজন কৰা ।।৪।। হে অগ্নি, যজনৰ কাৰণে বহা দেবতাই (ঋত্বিক সকলে) যজ্ঞত দেবতাৰ হোতা তোমাক যেতিয়া ঘি'উৰে ছটিয়াই দিলে, তেনেকুৱা তুমি এই যজ্ঞত পালক হবা বুলি বুজি লোৱা। আমাৰ পুত্ৰক অন্ন দিয়া ।। ৫ ।।

২০ সূক্ত—ঋ ৫ ।

ঋষি—আৰু ছন্দ ১৯ সূক্তৰ দৰে। দেবতা—১/৫ বিশ্বেদেবা (সকলো দেবতা); ২-৪ অগ্নি।

হবি বহন কৰা অগ্নিক, ৰাতিপুৱাই যজন কৰিবলগীয়া উষাক, অশ্বিনী দেবতা দুজনক, দধিক্ৰা দেবতাক উক্থেৰে সৈতে আহ্বান কৰিছে। ভালকৈ জ্বলা অগ্নিৰ দ্বাৰা আমাৰ যজ্ঞ কামনা কৰি সকলো একেলগ হৈ দেবতা সকলে আমাৰ আহ্বান শুনক ॥১॥ হে অগ্নি, তোমাৰ তিনি বিধ অন্ন (ঘি'উ, গছ আৰু সোম); তিনিখন (তিনি লোক) স্থান। হে ঋতজাত (নিয়মত জন্ম) অগ্নি, দেবতাৰ (উদৰ) পূৰণ কৰা তিনিবিধ (গাৰ্হপত্য, আহবনীয় আৰু দক্ষিণ) তোমাৰ জিভা, দেবতাই অভিলাষ কৰা তিনি বিধ (পবমান, পাবক আৰু শুচ্য) তোমাৰ শৰীৰ। তুমি ভুল নকৰাকৈ সেই বিলাকেৰে আমাৰ স্তব পালন কৰা ॥২॥ হে জাতবেদ, অন্নবান অগ্নি দেবতা, অমৰ দেবতাৰ বহুত তেজ তোমাত নিহিত আছে। হে বিশ্বৰ তৃপ্তিকাৰী, প্ৰাৰ্থনা কৰা ফলদাতা অগ্নি, অসুৰৰ বহুত মায়া দেবতাই তোমাক দিছে ॥৩॥ যি এই অগ্নি ঋতুপালক সূৰ্য্যৰ দৰে মানুহৰ আৰু দেবতাৰ নিয়ন্তা, যি অগ্নি ঋতবান (নিয়মবান), বৃত্ৰহন্তা, সনাতন, সৰ্ব্বজ্ঞ দেবতা তেওঁ স্তোতাক সকলো দুৰিত অতিক্ৰম কৰি পাৰ কৰক ॥৪॥ দধিক্ৰা, অগ্নি, আৰু উষা দেৱীক, বৃহস্পতি দেবতাক, সবিতাক আৰু অশ্বিনী দুজনক, মিত্ৰাবৰুণক, ভগক বসুসকলক, ৰুদ্ৰ সকলক আৰু আদিত্য সকলক এই যজ্ঞলৈ আহ্বান কৰিছো ॥৫॥

২১ সূক্ত—ঋ ৫ ।

ঋষি—কুশিকৰ পুত্ৰ গাথী। ছন্দ—১/৪ ত্ৰিষ্টুভ্। ২/৩ অনুষ্টুপ্; ৫ বিৰাটৰূপা সতোবৃহতী।
দেবতা—অগ্নি।

হে জাতবেদ অগ্নি, আমাৰ এই যজ্ঞ অমৰ সকলক সমৰ্পণ কৰা। তুমি এই হবি সেৱন কৰা। হে দেবতাৰ আহ্বাতা অগ্নি, (বেদীত) বহি সকলোৰে আগতে মেদ

আৰু ঘিঁউৰ বিন্দুবিলাক (হৱি) ভক্ষণ কৰা (মেদ মাংসৰ মাজৰ তেল-চৰ্বি) ॥১॥ হে পাৱক অগ্নি, নিজ ধৰ্ম্মেৰে তোমাৰ ভক্ষণৰ কাৰণে আৰু যজনীয় দেৱতাৰ ভক্ষণৰ কাৰণে ঘিঁউ মিহলোৱা মেদ ৰূপ হৱি অন্নৰ বিন্দু-বিলাক বৈ গৈছে। উত্তম বৰণীয় ধন আমাক দিয়া ॥২॥ হে সত্য অগ্নি মেধাবী তোমাৰ কাৰণে ঘিঁউৰ বৈ যোৱা বিন্দুবিলাক আছে। হে ঋষি, শ্ৰেষ্ঠ অগ্নি তুমি জ্বলিছা। তুমি যজ্ঞৰ পালক হোৱা ॥৩॥ হে বাধা দিব নোৱাৰা শক্তিমান অগ্নি, তোমাৰ কাৰণে মেদৰূপ হৱি আৰু ঘিঁউৰ বিন্দুবিলাক বৈ গৈছে। হে কৰ্ম্মাভিজ্ঞ সকলোৱে স্তুতি কৰা অগ্নি, তুমি মহৎ তেজেৰে আহা। হে প্ৰজ্ঞাবান অগ্নি· আমি দিয়া হব্য সেৱন কৰা ॥ ৪ ॥ হে অগ্নি, অস্তি সাৰ-যুক্ত মেদৰ মাজৰ অংশৰ পৰা উলিওৱা হৱি আমি তোমাক দিম। জগতৰ বাসৰ হেতু হে অগ্নি, ছালৰ ওপৰত যি বিন্দু বৈ গৈছে সেয়া তোমাৰ কাৰণে। —সেই বিন্দুবিলাক দেৱতালৈ লৈ যোৱা ॥ ৫ ॥

২২ সূক্ত—ঋ ৫।

ঋষি—কুশিকৰ পুত্ৰ গাথী। ছন্দ—ত্ৰিষ্টুভ্; ৪ অনুষ্টুভ্। দেৱতা- পুৰীত থকা অগ্নিবিলাক।

এই (উত্তৰ বেদীত থকা আৱহনীয়) অগ্নিয়ে, সোম কামনা কৰা ইন্দ্ৰক চেপা শোধন কৰা সোম পেটত ভৰাই দিলে। হে জাতবেদ অগ্নি, যুদ্ধত বেগাই যোৱা ঘোঁৰাৰ দৰে যি যজ্ঞৰ হৱি বেগৱান, তুমি সেয়া সেৱন কৰা। তোমাক সকলোৱে স্তুতি কৰিছে ॥১॥ হে যজনীয় অগ্নি, দ্যুলোকৰ (আদিত্যৰ) যি তেজ সেয়া তোমাৰেই জ্যোতী। পৃথিৱীত, গছ-গছনিত, পানীত যি তেজ আছে, যি বায়ু ৰূপেৰে আকাশত বিস্তীৰ্ণ হৈ আছে, দীপ্তিমান ভাহি থকা সাগৰৰ দৰে মানুহে দেখা যি জ্যোতি সেয়া তোমাৰেই ॥২॥ হে অগ্নি, তুমি (ধোঁৱাৰে) দ্যুলোকৰ পানীৰ ফালে গৈছা। বিষ্ণু (প্ৰাণাভিমানী) দেৱতাসকলক একত্ৰ কৰিছা। সূৰ্য্যৰ ওপৰত থকা পোহৰ (তৰা নক্ষত্ৰ) বিলাক আৰু সূৰ্য্যৰ তলত থকাবিলাকক সেই দ্বয়োবিধক জল প্ৰেৰণ কৰিছা ॥৩॥ বালি মিহলি হৈ থকা মাটি খানি পোৱা (অন্নৰে সৈতে) একেলগে থকা অগ্নিয়ে আমাৰ এই যজ্ঞ সেৱন কৰা। দ্ৰোহ আৰু ৰোগ নথকা মহান অন্ন আমাক দিয়া ॥৪॥

৫ ঋক ওপৰৰ ৩।১।২৩ ঋকৰ দৰে ॥৫॥

২৩ সূক্ত—ঋ ৫।

ঋষি—ভৰতৰ পুত্ৰ দেৱশ্ৰৱা আৰু দেৱবাত। ছন্দ—ত্ৰিষ্টুভ্; ৩ সতো বৃহতী। দেৱতা···অগ্নি।

(ভৰত—বিশ্বামিত্ৰৰ উপৰি পুৰুষ)

যি অগ্নিক মথন কৰা হল, ঘৰত স্থাপন কৰি জ্বলোৱা হল, যি যজ্ঞৰ নিৰ্ব্বাহক, কৰি, তেনেকুৱা জাতবেদ অগ্নিয়ে মহা অৰণ্যত নাশ হৈও অজৰ হৈ ইয়াত (যজমানক) অমৃত অন্ন দিয়ে ॥ ১ ॥ হে অগ্নি, আমি ভৰতৰ পুত্ৰ দেৱশ্ৰৱা আৰু দেৱবাতই সুদক্ষ আৰু ধনবান অগ্নিক মন্থন কৰি উৎপন্ন কৰিলোঁ। বহুত ধনৰ সৈতে আমাৰ ফালে দৃষ্টি-পাত কৰা আৰু দিনো আমালৈ বহুত অন্ন আনা ॥ ২ ॥ (দেৱবাতৰ) দহোটা আঙুলীৰে পুৰণি এওঁক (অগ্নিক) উৎপাদন কৰিলে। হে দেৱশ্ৰৱা, দেৱতাতে মন্থন কৰা মাতৃৰ দৰে অৰণীত সুউৎপন্ন হোৱা, প্ৰিয়, যি অগ্নিয়ে যজমানৰ কৰ্ম্মৰ বশৱৰ্ত্তী হয়, সেই অগ্নিক স্তুতি কৰা ॥ ৩ ॥ হে অগ্নি, গোৰূপ ধাৰিণী পৃথিৱীৰ অতি ভাল পদত (উত্তৰ বেদীত) সুমঙ্গল দিনত তোমাক স্থাপন কৰিলো; দৃষদ্বতী, আপয়া আৰু সৰস্বতী নদীৰ পাৰত থকা মানুহৰ ঘৰত ধনযুক্তা হৈ জ্বলি থাকিবা ॥৪॥ ৫ ঋক্ ওপৰৰ ৩/১/২৩ মন্ত্ৰৰ দৰে ॥ ৫ ॥

২৪ সূক্ত—ঋ ৫।

ঋষি আৰু দেৱতা—৯ সূক্তৰ দৰে। ছন্দ--গায়ত্ৰী; ১ অনুষ্টুপ্।

হে অগ্নি, যুদ্ধ কৰা সেনাক পৰাস্ত কৰা। কৰ্ম্ম-বিঘ্নকাৰীক অপসাৰণ কৰা। দুস্তৰ শত্ৰুৰ পৰা তাৰণ কৰি যজ্ঞ কৰাসকলক অন্ন দিয়া ॥ ১ ॥ হে বীতিহোত্ৰ অগ্নি, অমৰণ তোমাক ইলাত (উত্তৰ বেদীত) জ্বলোৱা হৈছে। আমাৰ যজ্ঞ ভালকৈ সেৱন কৰা ॥ ২ ॥ নিজ তেজেৰে সদায় জাগৃত, আমি আহ্বান কৰা বলৰ পুত্ৰ অগ্নি, মোৰ মেলি থোৱা কুশত বহা ॥ ৩ ॥ হে অগ্নি, সকলো অগ্নিৰে সৈতে, সকলো স্তুতিৰে যি পূজকসকল যজ্ঞত আছে, তেওঁবিলাকৰ সম্মান ৰক্ষা কৰা ॥ ৪ ॥ হে অগ্নি, হৱি অন্নদাতা যজমানক পুত্ৰযুক্ত বহুত ধন দিয়া। পুত্ৰপৌত্ৰাদিৰে সৈতে আমাক চোকা কৰা ॥ ৫ ॥

২৫ সূক্ত—ঋ ৫।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—বিৰাট্। দেৱতা—১।৩।৫ অগ্নি, ৪-ইন্দ্ৰাগ্নী।

হে অগ্নি, তুমি সৰ্ব্বজ্ঞ, সচেতন, তুমি দ্যুদেৱতাৰ

পুত্ৰ আৰু পৃথিৱীৰ তনয় (নাভি)। হে চেতনাবান অগ্নি, তুমি এই যজ্ঞত দেৱতাসকলক বেলেগে বেলেগে যাগ কৰা ॥ ১ ॥ অভীজ্ঞ অগ্নিৰ সামৰ্থ্য যজমানক দিয়ে। জগত বিভূষিত কৰি অমৰসকলকো অন্ন দিয়ে। হে বহুত অন্নযুক্ত অগ্নি, তুমি আমাৰ এই যজ্ঞলৈ দেৱতাসকলক লৈ আহা ॥ ২ ॥ সৰ্ব্বজ্ঞ, জগৎ পতি, বহুত সোণেৰে সৈতে থকা, বল আৰু অন্নৰে যুক্ত অগ্নিয়ে সকলোৰে জন্মদাত্ৰী অমৰ দুগৰাকী দ্যাবাপৃথিবীত প্ৰকাশ কৰিছে ॥ ৩ ॥ হে অগ্নি, তুমি আৰু ইন্দ্ৰই প্ৰয়োজন দেৱতাই নহাকৈ নেথাকি সোমৰস চেপা হবি দিয়া যজমানৰ এই ঘৰত কৰা যজ্ঞত সোমপান কৰিবলৈ আহা ॥ ৪ ॥ হে বলৰ পুত্ৰ, জাতবেদ অগ্নি, তুমি নিত্য (অবিনাশী) ৰূপেৰে নিবাস স্থান পানীৰ অন্তৰীক্ষত জ্বলি থাকা ॥ ৫ ॥

## ২৬ সূক্ত—ঋ ৯।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ, ৭ আত্মা। ছন্দ—১-৬ জগতী; ৭-৯ ত্ৰিষ্টুভ্। দেৱতা—১-৩ বৈশ্বানৰ; ৪-৬ মৰুতসকল; ৭-৮ অগ্নি বা আত্মা। ৯ উপাধ্যায় বিশ্বামিত্ৰ।

হে অগ্নি, হৱিযুক্ত ধন বিচৰা কুশিক গোত্ৰৰ আমি বৈশ্বানৰ, সত্যেৰে অনুগত, স্বৰ্গক জনা, সুদাতা, ৰথবন্ত, যজ্ঞলৈ যোৱা দেৱতা এই অগ্নিক মনেৰে জানি স্তুতিৰে আহ্বান কৰিছো ॥ ১। সেই শুভ্ৰ বৈশ্বানৰক, মাতৰিশ্বানক, (তেওঁ) বৃহৎসকলৰ পতি, মেধাবী, শ্ৰোতা, আলহী, খৰকৈ যোৱা অগ্নিক আমাক—ৰক্ষা কৰিবলৈ আহ্বান কৰিছো ॥ ২ ॥ কুশিকসকলে বৈশ্বানৰ অগ্নিক দিনে দিনে ঘোঁৰা পোৱালীক মাকে চিঞৰি পিয়াহ দি ৰখা দৰে জ্বলাই ৰাখিছে। অমৰ দেৱতাৰ মাজত জ্বলি থকা সেই অগ্নিয়ে আমাক সুপুত্ৰ, সুঅশ্ব (আদি) উত্তম ধন দিয়ক ॥ ৩ ॥ বেগবান অগ্নি বলেৰে মৰুতে সৈতে পৰস্পৰ একেলগ হৈ পানীত বিন্দু সৃষ্টি কৰি পানীৰ ফালে যাওক। সকলো জনা, কোনেও পৰাস্তৰ কৰিব নোৱাৰা মৰুতসকলে বৃহৎ ষাঁড়ৰ দৰে পৰ্ব্বত কঁপাই দিছে ॥ ৪ ॥ অগ্নিৰ দৰে শৰীৰ, বিশ্বৰ কৃষ্টিসমূহ, দীপ্ত, উগ্ৰ, তেওঁবিলাকৰ (মৰুতৰ) ৰক্ষণ আমি বিচাৰো। সেই মৰুতসকল ৰুদ্ৰৰ পুত্ৰ, বৰ্ষক, ঘোঁৰাৰ দৰে হাঁহি মৰা, সিংহৰ দৰে গোজৰা তেওঁবিলাক ভাল নেতা ॥ ৫ ॥ অগ্নিৰ জাকজমকতা আৰু মৰুতৰ তেজ প্ৰভৃতি সেনাৰ সমূহত আৰু গণৰ সমূহত সুস্তোত্ৰেৰে আমি বিচাৰো। সেই মৰুতসকল ফুটফুটীয়া হৰিণ বৰ্ণৰ ঘোঁৰাযুক্ত, সম্পূৰ্ণ ধনৰ, ধীৰ, যজ্ঞত হবিৰ ফালে যোৱা ॥ ৬ ॥ মই অগ্নি জন্মতে জাতবেদ। ঘিঁউ মোৰ চকু। অমৃত মোৰ মুখ। তিনি ধাতুৰ অৰ্ক মই অন্তৰীক্ষত আদিত্য ৰূপেৰে অজস্ৰ ধৰ্ম্ম হৈ অধিষ্ঠান কৰিছো। ভোগ্য হবি মই ॥ ৭ । অগ্নিয়ে অন্তঃকৰণেৰে মনোহৰ জ্যোতি বিশেষৰূপে জানি তিনিবিধ পবিত্ৰ ৰূপেৰে অৰ্চনীয় আত্মা পবিত্ৰ কৰিছে। অগ্নিয়ে নিজ ৰূপবিলাকেৰে উৎকৃষ্ট বস্তু সৃষ্টি কৰিলে আৰু পাচতেই দ্যাবাপৃথিবীক নিৰীক্ষণ কৰিছিল। ৮ ॥ শতধাৰা পানীৰ অক্ষয় উৎস (উহ), মেধাবী, পিতৃ, বক্তব্য মেলোতা (বেদবাক্য কোৱা) মাতা পিতা দ্যাবাপৃথিবীৰ কোলাত আনন্দ কৰি থকা সত্যবাদীক পালন কৰা। (মন্ত্ৰ দ্ৰষ্টা বিশ্বামিত্ৰই নিজ গুৰুক স্তুতি কৰিছে) ॥ ৯ ॥

## ২৭ সূক্ত—ঋ ১৫।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি; ১ ঋতু বা অগ্নি।

(হে ঋতুবিলাক) মাহ আৰু পক্ষত হবি ভক্ষণ কৰা দেৱতাই সুখ কামনা কৰি তোমালোকক স্ৰুচৰ দ্বাৰা যজন কৰিবলৈ প্ৰভাব কৰে ॥ ১ ॥ মেধাবী, যজ্ঞৰ সাধক, সুখবন্ত, ধনবান অগ্নিক স্তুতি কৰো ॥ ২ ॥ হে অগ্নি, বেগবান দেৱতাৰ, তোমাৰ যজ্ঞ সমাপ্তিলৈ থাকিব পাৰিম। (সেই কাৰণে) আমি পাপৰ পৰা পৰিত্ৰাণ পাম ॥ ৩ ॥ হে অগ্নি, যজ্ঞত জ্বলাই থোৱা চুলিৰ দৰে শিখাৰে, পাবক, স্তুত্য তোমাক আমি বিচাৰিছো ॥ ৪ ॥ বহুত তেজৰূপী, অমৰণ, ঘিঁউৰে শোধন কৰা, সুআহুত অগ্নি যজ্ঞৰ হবি বহন কৰা হয় ॥ ৫ ॥ যজ্ঞৰ বিঘ্ন নাশ কৰা হব্যযুক্ত ঋত্বিকসকলে স্ৰুক ভালকৈ ধৰি আশ্ৰয় লাভৰ কাৰণে এইদৰে স্তুতি কৰি সেই অগ্নিক নিজৰ ফালে মুখ কৰিলে ॥ ৬ ॥ হোম নিষ্পাদক, অমৰ দেৱতাই জানিবলগীয়া কাম প্ৰেৰণ কৰি অগ্নিয়ে মায়াৰে কৰ্ম্ম কৰাৰ আগতে (ওচৰলৈ) আহিছে ॥ ৭ ॥ বলবান অগ্নিক যুদ্ধলৈ পঠিয়াই। যজ্ঞত নিজ স্থানত ৰাখে। তেওঁ মেধাবী আৰু যজ্ঞ সম্পাদক ॥ ৮। স্তৱ কৰা বৰেণ্য অগ্নিয়ে ভূতজাত (স্থাবৰ জঙ্গমৰ) গৰ্ভ ধাৰণ কৰে। সেই পিতা ৰূপী অগ্নিক দক্ষৰ জীয়েকে (বেদীত) ধাৰণ কৰিলে ॥ ৯ ॥ বলেৰে নিষ্পন্ন কৰা হে অগ্নি, সুদীপ্ত হবি কামনা কৰা, বৰেণ্য তোমাক দক্ষৰ (জীয়েক)

ইলাই (বেদীত) ধাৰণ কৰিলে ॥ ১০॥ কৰ্ম্ম সিদ্ধিৰ কাৰণে ভজন কৰা মেধাৱীসকলে সকলোৰে নিয়ন্তা, পানী পঠিওৱা, অগ্নিক ঋতৰ (নিয়মৰ যজ্ঞৰ) প্ৰয়োগৰ কাৰণে হবি অন্নৰে বেচিকৈ জ্বলায় দিছে ॥১১॥ অন্তৰীক্ষৰ ওচৰত দীপ্যমান হৈ থকা, বলৰ পুত্ৰ অগ্নিক মেধাৱীসকলে কৰা এই যজ্ঞত স্তুতি কৰিছো ॥ ১২ ॥ স্তোতাই স্তুতি কৰা নমস্য, অন্ধকাৰ ধ্বংস কৰি প্ৰভাৱে দৰ্শনীয় হৈ থকা কামবৰ্ষী অগ্নিক বেচিকৈ জ্বলাই দিছে ॥ ১৩ ॥ কামবৰ্ষী, দেৱতাৰ হবি বহন কৰা, ঘোঁৰাৰ দৰে যি অগ্নি জ্বলাইছে, সেই অগ্নিক হবি দিয়া যজমানে স্তুতি কৰিছে ॥ ১৪ ॥ কামবৰ্ষী হে অগ্নি, ঘিঁউৰে আহুতি দিয়া আমি, আহুতিৰ দ্বাৰা পানীদাতা, দীপ্যমান, বৃহৎ অগ্নিক সম্যক জ্বলায় দিম ॥ ১৫ ॥

## ২৮ সূক্ত—ঋ ৬ ।

ঋষি—আৰু দেৱতা ৯ম সূক্তৰ দৰে। ছন্দ—১।২।৬ গায়ত্ৰী; ৩ উষ্ণীক্; ৪ ত্ৰিষ্টুভ্; ৫ জগতী।

হে জাতবেদ অগ্নি কৰ্ম্মানুৰূপ ধনদাতা, প্ৰাতঃসবন যজ্ঞত আমি দিয়া পিঠাপনা আদি হবি গ্ৰহণ কৰা ॥ ১ ॥ হে অতি ডেকা অগ্নি, পুৰোডাশ (পিঠা) তোমালৈ সুন্দৰকৈ পাক কৰি ৰখা হৈছে। তুমি সেৱন কৰা ॥ ২ ॥ হে অগ্নি, দিন অন্ত হ'লত আহুত কৰা পুৰোডাশ পিঠা ভক্ষণ কৰা। হে বলৰ পুত্ৰ অগ্নি, এই যজ্ঞত তুমি নিহিত হৈ আছা ॥ ৩ ॥ হে মেধাৱী জাতবেদ অগ্নি, এই যজ্ঞত মাধ্যন্দিন সবনত পুৰোডাশ সেৱন কৰা। হে অগ্নি, যজ্ঞত ধীৰ কৰ্ম্মকুশল (অধ্বৰ্য্যু) সকলে দিয়া মহৎ তোমাৰ ভাগ এইবিলাক কোনেও বেয়া কৰিব নোৱাৰে। (তোমাক দিয়া হৈছে—গ্ৰহণ কৰা) ॥ ৪ ॥ হে বলৰ পুত্ৰ অগ্নি, তৃতীয় সবনত দিয়া পুৰোডাশ তুমি বাঞ্ছা কৰা। পাচত ৰত্নময় অবিনাশী যজ্ঞত জাগৰণ কৰা স্তুতিৰে অমৰ দেৱতালৈ (সেই পুৰোডাশ) লৈ যোৱা ॥ ৫ ॥ হে জাতবেদ আহুতিৰে বৰ্দ্ধমান অগ্নি, ৰাতি কালত পুৰোডাশৰ আহুতি সেৱন কৰা ॥ ৬ ॥

## ২৯ সূক্ত—ঋ ১৬ ।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—১/৪/১০/১২ অনুষ্টুপ্; ২/৩/৫/৭-৯/১৩/১৬ ত্ৰিষ্টুভ্; ৬/১১/১৪/১৫ জগতী। দেৱতা—অগ্নি; ৫ ঋত্বিক বা অগ্নি।

(হে অধ্বৰ্য্যু যজমানসকল) এয়া অগ্নিমন্থন কৰিবলৈ (যোগাৰ) আছে, অগ্নি জ্বলাবলৈ যোগাৰ আছে, (সেইবাবে) এয়া প্ৰজাপতি অৰণি (কাঠ) লোৱা। আগতে কৰা দৰে এই অগ্নিক মন্থন কৰিম ॥১॥ গৰ্ভিনীৰ গৰ্ভত যেনেকৈ গৰ্ভ ভালকৈ থাকে সেইদৰে জাতবেদ অগ্নি অৰণিৰ মাজত নিহিত আছে। সেই অগ্নিক হবিষ্মান সজাগ সকলো মানুহে দিনে দিনে উৎপত্তিৰ স্তুতি কৰিব লাগে ॥ ২ ॥ হে জ্ঞানবান অধ্বৰ্য্যু, ওপৰলৈ নিয়া অৰণি তলমুৰ কৰি ধৰা তৎক্ষণাৎ (গৰ্ভৱতী) অৰণিয়ে কামবৰ্ষী অগ্নিক উৎপন্ন কৰক। অগ্নিৰ দাহক তেজ মাত্ৰ তাত বল। উজ্জ্বল তেজযুক্ত ইলাৰ পুত্ৰ অগ্নি অৰণিত উৎপন্ন হ'ল ॥ ৩ ॥ হে জাতবেদ অগ্নি, আমি মাটিৰ ওপৰত মাজ ঠাইত ইলাৰ পদত (উত্তৰ বেদীত) তোমাক হবি বহন কৰিবলৈ ৰাখি থম ॥ ৪ ॥ হে কৰ্ম্মৰ নেতা অধ্বৰ্য্যু আদি, অদ্বৈত ভাৱেৰে, কবি, বিশিষ্ট জ্ঞানী, অমৰ, সুপ্ৰতীক অগ্নিক মন্থন কৰা। তোমালোকে যজ্ঞৰ (নিচান) প্ৰজ্ঞাপক, মুখ্য সুসেব্য অগ্নিক কৰ্ম্মৰ আৰম্ভত উৎপাদন কৰা ॥ ৫ ॥ যেতিয়া হাতেৰে অগ্নি মন্থন কৰা হয়, তেতিয়া কাঠৰ পৰা অগ্নিয়ে ঘোঁৰাৰ দৰে দেখিবলৈ ধুনীয়া হৈ খৰকৈ যোৱা অশ্বিনী দুজনৰ ৰথৰ দৰে খৰকৈ গৈ শোভা পাই। তেওঁ বনবাঁহবিলাক পুৰি সেই ঠাই এৰি গৈ থাকে ॥ ৬ ॥ জন্ম হোৱা সেই অগ্নি সকলো জনা হোৱা গমনশীল, মেধাৱী, কবিয়ে স্তুতি কৰা, সুদাতা, বিশ্ববিদ অগ্নিক যজ্ঞত হবি বহন কৰিবলৈ বিধান কৰিলে ॥ ৭ ॥ হে হোতা অগ্নি, তুমি নিজ ঠাইত বহা। জ্ঞানবান তুমি সুকৰ্ম্ম কৰা স্থানত যজ্ঞকৰ্ত্তা যজমানক স্থাপন কৰা। দেৱতাক ৰক্ষা কৰা হবিৰে দেৱতাক যজন কৰা। যজমানক (মোক) বহুত অন্ন দিয়া ॥ ৮ ॥ হে সখাসকল, কামবৰ্ষী (ধেঁাৱাক) অগ্নিক সম্পাদন কৰা। তোমালোক ক্ষীণ নোহোৱাকৈ যুদ্ধৰ (মথন কৰা অগ্নিৰ) কালে যোৱা। সুবীৰ এই অগ্নিয়ে যুদ্ধ সহিব পাৰে—যি যুদ্ধেৰে দেৱতাসকলে দস্যুবিলাকক অভিভৱ কৰে ॥ ৯ ॥ হে অগ্নি, ঋতুত উৎপত্তি হোৱা এই অৰণি কাঠত তোমাৰ উৎপত্তি স্থল,—য'ৰ পৰা উৎপন্ন হৈ তুমি শোভা পাইছা। তাকে জানি তুমি বহা,—আমাৰ স্তুতি বৰ্দ্ধন কৰা ॥ ১০ ॥ গৰ্ভত থকা অগ্নিক তনুনপাৎ বোলে। যেতিয়া জন্ম হয় তেতিয়া অসুৰহন্তা নৰাশংস হয়। যেতিয়া মাকে অন্তৰীক্ষত তেজ বিকাশ কৰে তেতিয়া মাতৰিশ্বা হয়। শীঘ্ৰ গমনত বতাহৰ সৃষ্টি হয় ॥ ১১ ॥ হে মেধাৱী অগ্নি, ভাল মন্থনেৰে মথন কৰা হৈছে—

ভালকৈ ৰখা হৈছে । আমাৰ যজ্ঞ ভাল কৰা । দেৱতা কামনা কৰা যজমানৰ কাৰণে দেৱতাসকলক যজন কৰা ॥ ১২ ॥ মানুহে ( ঋত্বিকে ) অমৰ, অক্ষয়, দৃঢ় দাঁতৰ, ত্ৰাতা অগ্নিক, মথনেৰে উদ্দীপন কৰিলে । জন্ম হোৱা অগ্নিক দেখি যেনেকৈ পুত্ৰ হলে ( চাপৰি বজায় ) শব্দ কৰে তেনেকৈ বাইভনী দহ আঙুলী একেলগ কৰি (চাপৰি বজায়) মানুহে শব্দ কৰিছে ।।১৩। সনাতন (অগ্নিক) সাতজন হোতাই ( গাৰ্হপত্যাদি স্থলত ) জ্বলাই ৰাখিছে । যেতিয়া মাকৰ কোলাত (উত্তৰ বেদীত) পিয়াহ খাই ( হবি আদি খাই ) শোভা কৰে, তেতিয়া ভাল শব্দ কৰে । প্ৰতিদিন নুনুমাই । অসুৰৰ ( অগ্নি উৎপাদক অৰণি কাঠৰ ) পেটৰ পৰা ওলোৱা ( অগ্নি ) নুনুমাই । ১৪ ।। মৰুতে শত্ৰুক আক্ৰমণ কৰা দৰে অসুৰৰ লগত যুদ্ধ কৰা, জগত স্ৰষ্টাৰ প্ৰথমে উৎপন্ন হোৱা কুশিক বংশৰ ঋষিসকলে জগতৰ সকলো মন্ত্ৰৰ উপকাৰ জানে । হবিযুক্ত স্তোত্ৰেৰে তেওঁবিলাকে অগ্নিলৈ প্ৰেৰণ কৰিছে । নিজ ঘৰত প্ৰত্যেকেই অগ্নি জ্বলায় ।। ১৫ ॥ হোম নিষ্পাদক, সৰ্ব্বজ্ঞ হে অগ্নি, আমি প্ৰবৰ্ত্তমান যজ্ঞত তোমাক বৰণ কৰিছো । এই কৰ্ম্মত নিশ্চয়কৈ দেৱতাসকলক হবি পোৱাই দিবা । আৰু তেওঁবিলাকক শান্ত কৰিবা । এই যজ্ঞ জানি, সকলো জানি আমি কৰা সোমৰ ফালে আহা ॥ ১৬ ॥

### ৩০ সূক্ত—ঋ ২২ ।

**ঋষি আৰু ছন্দ—৫ম সূক্তৰ দৰে । দেৱতা—ইন্দ্ৰ ।**

হে ইন্দ্ৰ, সোমাৰ্হ ব্ৰাহ্মণসকলে তোমাক স্তুতি কৰিবলৈ ইচ্ছা কৰিছে । সখা তেওঁবিলাকে তোমালৈ সোমৰস চেপিছে । অন্য হবিও থৈছে । শত্ৰুবিলাকৰ হিংসা সহি আছে । তোমাতকৈ কোন জগতত প্ৰখ্যাত আছে ? ॥ ১ ॥ হে হবিবান ইন্দ্ৰ, বহুত দূৰত থকা লোক ( স্থান ) বিলাকো তোমাৰ কাৰণে দূৰ নহয় । হৰি ঘোঁৰাৰে তুমি বেগাই আহা । স্থিৰ ( ফল দান কৰিবলৈ ) কামবৰ্ষী তোমালৈ এই সবন যজ্ঞ কৰা হৈছে । অগ্নি, জ্বলালত শিল- ( সোম চেপিবলৈ ) জোৰা হৈছে ॥ ২ ॥ হে কামবৰ্ষী ইন্দ্ৰ, সুমুখৰ ধনবান, শত্ৰুৰ পৰা ত্ৰাণ কৰা, মৰুৎগণ যুক্ত, নানা কৰ্ম্ম ( সংগ্ৰামত ) কৰ্ত্তা, শত্ৰুক হিংসা কৰা, উগ্ৰ তুমি সংগ্ৰামত বাধা পাই মানুহৰ কাৰণে যি বীৰ্য্যবল ধাৰণ কৰিছিলা তোমাৰ সেই বীৰ্য্য ক'ত ? ।। ৩ ।। হে ইন্দ্ৰ তুমি অকলেই দৃঢ়মূল ৰাক্ষসবিলাকক আঁতৰাই বৃত্ৰ ( শত্ৰু ) বিলাকক মাৰি ফুৰিছা । তোমাৰ আজ্ঞাত দ্যাবাপৃথিৱী আৰু পৰ্ব্বতবিলাক নিশ্চল হৈ থাকে ' । ৪ ॥ আৰু হে পুৰুহুত ইন্দ্ৰ, বীৰ্য্যবন্ত তুমি অকলে বৃত্ৰবধ কৰি দেৱতাসকলক অভয় দিয়া বাক্য সত্য ( দৃঢ় ) । হে মঘবন ইন্দ্ৰ, দূৰৈত থাকিও এই অপাৰ দ্যাবাপৃথিৱী যে সংলগ্ন কৰিলা সেয়া তোমাৰ মহিমা লোকপ্ৰসিদ্ধ ॥ ৫ ।। হে ইন্দ্ৰ, তোমাৰ হৰি ঘোঁৰাৰে তল বাটেদি ভালকৈ যোৱা । তোমাৰ বজ্ৰেৰে শত্ৰুক মাৰি যোৱা । তোমাৰ ফালে অহা শত্ৰুক মাৰি যোৱা । পাচত অহা আৰু পলোৱা শত্ৰুক মাৰা । গোটেই জগত সত্য কৰা ( অগ্নি হোত্ৰাদি পৰায়ণ কৰা ) ॥ ৬ '। হে ইন্দ্ৰ, তুমি যি মানুহক দিয়া, তেওঁ আগতে নথকা যদিও ঘৰত থাকিবলগীয়া বস্তু পাই । হে পুৰুহুত ইন্দ্ৰ, পিঁঠা-হবি আদি দিয়া তোমাৰ সুবুদ্ধি কল্যাণকৰ । তোমাৰ ধন-শক্তি সহস্ৰদান কৰা ॥৭॥ হে পুৰুহুত ইন্দ্ৰ, তুমি মাকে সৈতে থকা দানুক গুৱাই দিলা । কৃণাৰু অসুৰক হাত নাইকিয়া কৰি চুৰমাৰ কৰিলা । হে ইন্দ্ৰ, তুমি বৰ্দ্ধমান হিংস্ৰ বৃত্ৰক ভৰিহীন কৰি বলেৰে মাৰিলা ॥ ৮ ॥ হে ইন্দ্ৰ, মহতী, অনন্ত পৃথিৱীক লৰি থকাৰ পৰা তুমি নলৰা কৰি নিজ ঠাইত ৰাখি দিলা । হে কামবৰ্ষী ইন্দ্ৰ, তুমি দ্যুলোক স্তম্ভন কৰিলা । অন্তৰীক্ষ প্ৰসূতা কৰি পানী বৰ্ষণ কৰিলা ॥ ৯ ॥ হে ইন্দ্ৰ, ওলমি থকা মেঘ গৰুৰ পালৰ দৰে তোমাৰ বজ্ৰ মৰাৰ আগতে যেনি তেনি চিটিকি-বিতিকি গ'ল । পাচত পানী ওলাই যাবলৈ সুগম পথ কৰি দিলা । সেই পানী শব্দ কৰি লৰি-ঢাপৰি বহুতে বিচৰা পৃথিৱীৰ পানীৰ ফালে আহিল ॥১০॥ এই ইন্দ্ৰই অকলে পৃথিৱী আৰু আকাশক ( দ্যাবা-পৃথিৱীক ) দুয়োকে লগ লগাই দি বসুমতী পূৰণ কৰিলে । আৰু হে শূৰ ৰথী ইন্দ্ৰ, আমাৰ ওচৰত থাকিবলৈ ইচ্ছা কৰি ঘোঁৰা লগাই অন্তৰীক্ষৰ পৰা আহা ॥ ১১ ॥ ইন্দ্ৰই দেখুৱাই দিয়া দিশেদি সূৰ্য্যৰ যাবৰ কাৰণে বাট ( সূৰ্য্যই ) এৰি নিদিয়ে । যেতিয়া তেওঁ ( সেই ) বাটেদি ঘোঁৰাৰে শেষ শেষ হয়, তেতিয়া ঘোঁৰা মুকলি কৰি দিয়ে । সেই কাম, ( হে ইন্দ্ৰ ), তোমাৰেই ॥ ১২ ॥ সকলো মানুহে পাব হৈ যোৱা ৰাতিৰ উষা আহিলে মহৎ, বিচিত্ৰ সৌৰ তেজ চাবলৈ মন কৰে । যেতিয়া উষা কাল প্ৰত্যক্ষ আহে তেতিয়া ( সকলোৱে ) মহৎ কৰ্ম্মবিলাক কৰিব লাগে বুলি জানে । হে ইন্দ্ৰ, বহুত এই সুকৰ্ম্মবিলাক তোমাৰেই ॥১৩॥ পানী বহন কৰা নদীবিলাকত মহৎ জ্যোতিৰ পানী ইন্দ্ৰই নিহিত কৰা । ( নতুন পোৱালী ) দিয়া গাই

গৰুৰে পৰিপক্ক গাখীৰ দি চৰি ফুৰা (সকলোতে পোৱা যায়)। পানীতকৈও সোৱাদ গাখীৰ দিয়া এই সকলোবিলাক গৰুৰ গাত (মানুহৰ) ভোগৰ কাৰণে ইন্দ্ৰই ধাৰণ কৰি দিছে ॥ ১৪ ॥ হে ইন্দ্ৰ, দৃঢ় হোৱা। বাটত যাওঁতে প্ৰতিবন্ধক ৰাক্ষস আছে। তুমি যজ্ঞ কৰ্ত্তাক আৰু স্তোত্ৰ গোৱা সখাসকলক অপেক্ষিত ফল দান কৰা। বেয়া অস্ত্ৰ মৰা, বেয়াকৈ যোৱা শত্ৰুবিলাকক হত্যা কৰিব লাগে ॥ ১৫ ॥ হে ইন্দ্ৰ, ওচৰত থকা শত্ৰুৱে কৰা বজ্ৰৰ দৰে শব্দ শুনা গৈছে। অতি তাপক সেই বজ্ৰ অস্ত্ৰ ঘূৰাই শত্ৰুকেই মাৰা। এই শত্ৰুক মূলতে চিঙি দিয়া। —বিশেষকৈ বাধা দিয়া। —পৰাভৱ কৰা। হে মঘবন ইন্দ্ৰ, (কৰ্ম্ম বিঘ্ন কৰা) ইইঁতক মাৰা। (পাচত) আমাৰ যজ্ঞ পাৰ কৰা ॥ ১৬ ॥ হে ইন্দ্ৰ, ৰাক্ষসক সমূলে উজাৰি দিয়া। মাজৰ ভাগ চিঙি পেলোৱা। আগফালে অহাবিলাকক মাৰা। কুটবিলাকক দূৰ কৰা। ব্ৰাহ্মণক হিংসা কৰা তাপক-বিলাকক মাৰণ অস্ত্ৰ মাৰা ॥ ১৭ ॥ হে জগত নিৰ্ব্বাহক ইন্দ্ৰ, আমাক ঘোঁৰাযুক্ত কৰা। —অবিনাশী কৰা। তুমি যেতিয়া আমাৰ ওচৰত আছা, মহৎ অন্ন আৰু বহুত ধনৰ ভাগী আমাক কৰা যাতে আমি মহান হ'ব পাৰো। অপত্যযুক্ত ধন আমাৰ হওক ॥ ১৮ ॥ হে ইন্দ্ৰ, আমাৰ কাৰণে দীপ্তিমন্ত ধন দিয়া। দানশীল তোমাক (আমাক) ধন দানৰ কাৰণে বিচাৰিছো। আমাৰ কামনা বৰবানলৰ (সাগৰৰ জুইৰ) দৰে বহুত। ধনৰ উত্তম ধনপতি হে ইন্দ্ৰ, তুমি বহুত ধন দি সেই কামনা পূৰণ কৰা ॥ ১৯ ॥ হে ইন্দ্ৰ, আমাৰ এইবিলাক কামনা, গৰুৰে, ঘোঁৰাৰে আৰু দীপ্তিযুক্ত ধনেৰে পূৰণ কৰা আৰু বঢ়াই দিয়া (বিখ্যাত কৰা)। হে ইন্দ্ৰ, স্বৰ্গাদি সুখ বিচৰাত কুশল কুশিকসকলে এনে ভাল স্তোত্ৰ তুমি ইন্দ্ৰৰ কাৰণে কৰিলো ॥ ২০ ॥ হে স্বৰ্গৰ অধিপতি ইন্দ্ৰ, আমাৰ কাৰণে আকাশ ভেদ কৰি পানী দিয়া। সুভোগ্য অন্ন আমাৰ কাৰণে আহক। হে কামবৰ্ষী ইন্দ্ৰ, তুমি স্বৰ্গব্যাপী আৰু মহান। সত্য সামৰ্থ্যৰ হে মঘবন ইন্দ্ৰ, আমাক গৰু দিম বুলি ভালকৈ বুজি লোৱা ॥২১॥ অন্ন লাভৰ কাৰণে এই সংগ্ৰামত সুখ কৰোতা, ধনবান, অতি নেতা হে ইন্দ্ৰ, তোমাক আহ্বান কৰিছো। আমাৰ স্তুতি শুনি, (হে ইন্দ্ৰ) শত্ৰুৰ ভয়ঙ্কৰ তুমি যুদ্ধত বৃত্ৰ (আৰু লগৰ অন্য ৰাক্ষস) বিলাকক হত্যা কৰি ধন জয় কৰা তোমালৈ ৰক্ষণৰ কাৰণে আহ্বান জনাইছো ॥ ২২ ॥

## ৩১ সূক্ত—ঋক্ ২২।

ঋষি—ত্ৰৱীৰথৰ পুত্ৰ কুশিক বা গাথি পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

পুত্ৰহীন পিতাই শাস্ত্ৰমতে নিজৰ জীয়েকৰ পুতেক (দৌহিত্ৰৰ) পৰা পিণ্ড পাই। সেইটো জানি ঋতৰৰ (নিয়মৰ) ধাতাক (জামাতাক) পূজা কৰি পিতাকে জীয়েকক ৰেতঃ সেবন কৰিবলৈ (নাতি পাবলৈ) এৰি দি সুখৰ নিমিত্তে মনেৰে ভাবি (কাম কৰে) ॥ ১ ॥ (ভাইৰ পুত্ৰ জন্ম হলে) পিতাৰ (সম্পত্তিৰ) ভাগ পাই। ভাতৃ থাকিলে পিতৃধন জীয়েকে নেপায়। ভৰ্ত্তাৰ পৰা যি গৰ্ভ হয়, যদিও মাক-বাপেকে অপুত্ৰক পিতাৰ (পৰা কন্যা আনি) জন্ম দিয়া পুত্ৰ (পিণ্ড দানৰ) গৰাকী হয়। অন্য (কন্যা) অপত্য (বস্ত্ৰালঙ্কাৰ আদি) দানাৰ্হ হয় (কন্যা পিণ্ড দানৰ তথা সম্পত্তিৰ ভাগী নহয়) ॥ ২ ॥ (ই ১২ ঋক্ দুটা অবতৰণ কৰা অৰ্থ বুজা নেযায়) হে ইন্দ্ৰ, যজ্ঞৰ কাৰণে জ্বলি থকা শিখাৰে কপি থাকি অগ্নিয়ে বহুত (পুত্ৰ) ৰশ্মি জন্ম দিলে। এই ৰশ্মিবিলাক উৎপত্তি হৈ মহৎ হৈ পৰিছে। ইইঁতৰ প্ৰবৃত্তি যজ্ঞাৰ্হ হৈ ইন্দ্ৰৰ আৰু সোমাহুতিৰ কাৰণে মহৎ হৈ উঠিছে ॥ ৩ ॥ জয়শীল মৰুতসকল বৃত্ৰৰ লগত যুঁজি থকা ইন্দ্ৰৰ লগ হ'ল। (বৃত্ৰক মৰাৰ পাচত) মৰুতসকলে মহৎ জ্যোতি (সূৰ্য্য) এন্ধাৰৰ পৰা ওলাল বুলি জানিলে। উষাই ইন্দ্ৰক সূৰ্য্য বুলি জানি সেই ফালে গ'ল। একমাত্ৰ ইন্দ্ৰ ৰশ্মিবিলাকৰ গৰাকী হ'ল ॥ ৪ ॥ ধীমান সাতজন বিপ্ৰই (অঙ্গিৰসসকলে) দৃঢ় পৰ্ব্বতত আবদ্ধ থকা গৰুলৈ লক্ষ্য কৰি যি বাটেৰে গৈছিল, সেই বাটেৰেই ঘূৰি (গৰু) উলিয়াই আনিলে। স্তোত্ৰেৰে ইন্দ্ৰক তুষ্ট কৰিলে। ঋতৰ (নিয়মীয়া) বাটেৰে সকলো অপহৰণ কৰা গৰু উলিয়াই আনিলে। ইন্দ্ৰই সেই কথা জানি নমস্কাৰেৰে অঙ্গিৰসক সম্ভাষণ কৰি পৰ্ব্বতত সোমাল ॥ ৫ ॥ যেতিয়া সৰমা কুকুৰে হেৰোৱা বাট (বিচাৰি) পালে, মহৎ ইন্দ্ৰই আগতে কোৱামতে লগত গৈ (সৰমাক) ভোজ্য খাবলৈ দিলে। ভাল ভৰি থকা সৰমায় প্ৰথমে গৰুৰ হেম্বেলনীৰ শব্দ শুনি সেই বাটে গৈ অক্ষয় গৰুবিলাকৰ শেষ প্ৰান্ত পালেগৈ ॥ ৬ ॥ অতি মেধাবী (অঙ্গিৰস সকলৰ লগত) বন্ধুত্ব বিচাৰি (গৰু থকা পৰ্ব্বতলৈ) ইন্দ্ৰ গললৈ। পৰ্ব্বতেও (ইন্দ্ৰৰ সখীত্ব ইচ্ছা কৰি) সুকৰ্ম্মা ইন্দ্ৰক (গৰু থকা পৰ্ব্বতৰ) ভিতৰলৈ লৈ গ'ল। ডেকা মৰুতসকলেৰে সৈতে গৰুবিলাক বিচাৰি অসুৰ মাৰক ইন্দ্ৰই গৰু পালেগৈ। পাচত অঙ্গিৰা ঋষিয়ে ইন্দ্ৰৰ

পৰা গৰু পাই তেতিয়াই ইন্দ্ৰক পূজা কৰিলে ॥ ৭ ॥ ইন্দ্ৰ উত্তম বস্তুৰ প্ৰতিনিধি। যুদ্ধত অগ্ৰগামী,—যি সকলো জন্ম হোৱাৰ বিষয় জানে। (তেওঁ) শুষ্ণ অসুৰক বধ কৰিলে। উত্তম কবি (অঙ্গিৰসৰ) গোধন ইচ্ছা কৰি দ্যুলোকৰ পৰা আহি আমাৰ সখা ইন্দ্ৰই আমাক পাপৰ পৰা ৰক্ষা কৰক ॥ ৮ ॥ অঙ্গিৰস সকলে মনেৰে গোধন পাবলৈ ইচ্ছা কৰি স্তোত্ৰৰ দ্বাৰা অমৰত্ব পাবলৈ উপায় কৰি যজ্ঞৰ সত্ৰ কৰ্ম্মত বহিলে। এওঁবিলাকৰ এই সত্ৰত বহা মহান উপায় ঋতৰ (নিয়মৰ)। সেই কৰ্ম্মেৰে (অঙ্গিৰসসকলে) মাহবিলাক বিভক্ত কৰিবলৈ ইচ্ছা কৰিলে ॥ ৯ ॥ নিজৰ গোধন নিৰীক্ষণ কৰি চাইচিতি অঙ্গিৰসে আগতে জন্ম হোৱা পুত্ৰৰ কাৰণে গাখীৰ খিৰাই আনন্দ কৰিলে। এই অঙ্গিৰসৰ হৰ্ষত উৎপন্ন হোৱা শব্দই দ্যাবাপৃথিবী তপত কৰি তুলিলে। নিজৰ বস্তুক আগতে ৰখাদৰে ৰাখিবলৈ বলী মানুহ গৰখীয়া কৰি ৰাখিলে ॥ ১০ ॥ সেই ইন্দ্ৰ সহায় কৰিবলৈ উৎপন্ন হোৱা মৰুতেৰে সৈতে বৃত্ৰহন্তা হ'ল। তেৱেঁই অৰ্চনীয় আহ্বান কৰিবলগীয়া মৰুতেৰে সৈতে গৰু যজ্ঞৰ কাৰণে সৃজন কৰিলে,—যি গৰুৱে ঘিঁউ আদি হবি দিয়ে,—বহুত প্ৰশস্ত সোৱাদ সুমধুৰ গাখীৰ আদি দিয়ে ॥ ১১ ॥ সুকৰ্ম্মৰ কাৰণে অঙ্গিৰসে বিশেষকৈ ইন্দ্ৰক মহৎ দীপ্তমান উত্তম স্থান দেখুৱাই দিলে। সত্ৰত (যজ্ঞত) অঙ্গিৰসে বহি থাকোতে সকলোৰে জনয়িত্ৰী দ্যাবাপৃথিবীত পৰি নোযোৱাকৈ ধৰণীৰে ধৰি বেগাই ইন্দ্ৰক ওপৰৰ দ্যুলোকত স্থাপন কৰিলে ॥ ১২ ॥ দ্যাবাপৃথিবী যদি পৰস্পৰ সংশ্লিষ্ট হয়, যদি মহতী স্তুতিয়ে ইন্দ্ৰক বৃদ্ধি কৰি ধাৰণক্ষম কৰে,—তেতিয়া ইন্দ্ৰৰ বিষয় শুদ্ধ স্তুতি সংগত কৰা হয়। ইন্দ্ৰৰ সকলো কাম স্বভাবতঃ সিদ্ধ হয় ॥ ১৩ ॥ হে ইন্দ্ৰ, তোমাৰ মহৎ সখীত্ব মই বিচাৰো.—দান বিচাৰো। বৃত্ৰ বধ কৰা তোমাক নিবলৈ বহুত ধোঁৱা আহিছে। তুমি বিদ্বান ! আমি তোমাক মহৎ সখ্যৰ স্তোত্ৰ আৰু হবি অন্ন দিম। হে ইন্দ্ৰ, তুমি আমাৰ পালক হবা,—এইটো (কথা) জানিবা ॥ ১৪ ॥ ইন্দ্ৰই মহৎ ক্ষেত্ৰ (তীৰ্থ), বহুত সোণ, বিচৰাবিলাকক আমাক দিছে। পাচত চৰি ফুৰা (গৰু আদি) পশু দিলে। দীপ্যমান সেই ইন্দ্ৰই নেতা (মৰুত) সকলেৰে সৈতে সূৰ্য্যক, উষাক, পৃথিবীক আৰু অগ্নিক উৎপাদন কৰিলে ॥ ১৫ ॥ দান্তমনা ইন্দ্ৰই ব্যাপ্ত আৰু পৰস্পৰ সংশ্লিষ্ট বিশ্বৰ আনন্দদায়ক পানীকো সৃষ্টি কৰিলে। মধুময় সেই পানী কবিসকলে চাকনিৰে চেকি, শোধন কৰি জগতক তৃপ্তি দিয়া সোম কৰি দি বাতিয়ে দিনে জগতক নিজ নিজ কামলৈ প্ৰেৰণ কৰিছে ॥ ১৬ ॥ হে ইন্দ্ৰ, সকলো পদাৰ্থ ধাৰণকাৰী সূৰ্য্যই তোমাৰ মাহাত্ম্যৰে, যজ্ঞাৰ্হ দিন আৰু ৰাতিৰে আবৰ্ত্তন হৈ গৈ আছে। ঋজুগতিৰ তোমাৰ সখা কমনীয় মৰুতসকল শত্ৰুক পৰিভৱ কৰিবলৈ তোমাৰ মহিমা অনুসৰণ কৰি কেউফালে প্ৰভাৱ কৰে ॥ ১৭ ॥ হে বৃত্ৰহা ইন্দ্ৰ, (পূৰ্ণায়ু) অবিনাশী, কামবৰ্ষী, অন্নদাতা, তুমি সুন্দৰ স্তোত্ৰেৰে কৰা বাক্যৰ পতি হোৱা। যজ্ঞলৈ যাবলৈ মন কৰি হে মহান ইন্দ্ৰ, মহৎ ৰক্ষণেৰে, কল্যাণীয় সখ্যেৰে আমাৰ ফালে আহা ॥ ১৮ ॥ হে ইন্দ্ৰ, অঙ্গিৰসৰ দৰে স্তোত্ৰেৰে পূজা কৰি মই, পুৰাতন তোমাক, ভজনা কৰিবলৈ নতুন স্তোত্ৰ গাথিছো। (তমোৰূপী) দেবতা নমনা বহুত ৰাক্ষস তুমি মাৰি পেলোৱা। হে ধনবান ইন্দ্ৰ, ভজন কৰিবলৈ আমাৰ ধন ধাৰণ কৰা ॥ ১৯ ॥ হে ইন্দ্ৰ, তোমাৰ পাবক পানী লোকত (জগতত) বিস্তৃত হৈ পৰিছে। সেই পানীৰ অবিনাশী পাৰ আমাক পোৱাই দিয়া। ৰথবান তুমি শত্ৰুৰ পৰা আমাক ৰক্ষা কৰা। আমাক সোনকালে গৰু জয় কৰিব পৰা কৰা ॥ ২০ ॥ বৃত্ৰৰ হন্তা. গৰুৰ অধিপতি হে ইন্দ্ৰ, আমাক গৰু দেখুৱাই দিয়া। কৃষ্ণকায় অসুৰক দীপ্ত তেজেৰে বিনাশ কৰা। সুনৃত সত্য বাক্যেৰে (অঙ্গিৰসক) দেখুৱা দৰে সকলো গৰু নিজে নিজে অহা কৰি (আমাৰ জাকত ৰাখি) দুৱাৰ মাৰি থোৱা ॥ ২১ ॥

২২ ঋক আগৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ২২ ॥

## ৩২ সূক্ত—ঋ ১৭ ।

### ঋষি আদি ৩০ সূক্তৰ দৰে ।

সোমৰ অধিপতি হে ইন্দ্ৰ, এই যি তোমাৰ কাৰণে কৰা ৰমণীয় মাধ্যন্দিন সবন,—তাত চেপা সোমৰস পান কৰা। হে মঘবন, ঋজীষি ইন্দ্ৰ, ৰথত লগোৱা দুৰি ঘোঁৰা খুলি দি সিইঁতৰ মুখ ঘাহেঁৰে পূৰাই আনন্দ কৰা ॥ ১ ॥ হে ইন্দ্ৰ, গাখীৰ মিহলোৱা, মথন কৰা নতুন সোম পান কৰা। তোমাৰ আনন্দৰ কাৰণে (সেই সোম) আমি দিছো। ইন্দ্ৰৰ স্তৱ কৰা মৰুত আৰু ৰুদ্ৰসকলেৰে সৈতে একেলগে সোমপানত তৃপ্ত হৈ পেটত ভৰোৱা ॥ ২ ॥ হে ইন্দ্ৰ, যি মৰুতসকলে তোমাৰ তেজ আৰু বল বৰ্দ্ধন কৰে, সেই মৰুতসকলে তোমাৰ তেজ (সামৰ্থ্য) বৰ্দ্ধন কৰিছে। হে বজ্ৰহস্ত সুমুখৰ ইন্দ্ৰ, সেই ৰুদ্ৰ পুত্ৰসকলেৰে সৈতে মাধ্যন্দিন

সবনত সোম পান কৰা ॥৩॥ যি মৰুতসকল ইন্দ্ৰৰ বল (লগ) হৈ আছিল সেই মৰুতসকলেই এই মধুৰ বাক্য ইন্দ্ৰক কলে। তেওঁবিলাকে দিয়া সহায়ৰ পৰা, বিচাৰি উলিয়াব নোৱাৰা বৃত্ৰাসুৰৰ মৰ্ম্মস্থান বিচাৰি পালে ॥৪॥ হে ইন্দ্ৰ, মনুৰ যজ্ঞত (বাস কৰা দৰে) এই সবন যজ্ঞ সেবন কৰি শাশ্বত সামৰ্থ্যৰ কাৰণে সোম পান কৰা। হে হৰি অশ্বযুক্ত ইন্দ্ৰ, তুমি যজনীয় মৰুতগণে সৈতে আহা। এৰে মন্ত্ৰৰে স্তুতি ইচ্ছা কৰা মৰুতসকলেৰে সৈতে অন্তৰীক্ষত থকা পানী পৃথিবী পোৱাই দিয়া ॥৫॥ হে ইন্দ্ৰ, তুমি জলদেৱীক কেউফালে বেৰি থোৱা দেৱতা নোহোৱা (অসুৰ) শুই থকা বৃত্ৰক (মেঘক) যেতিয়া বধ কৰিবলৈ ইচ্ছা কৰি যুদ্ধত মাৰিলা, তেতিয়া যুদ্ধত বেগাই যোৱা ঘোঁৰাৰ দৰে পানী পৃথিবীত সিঁচি দিলা ॥৬॥ হৰি অন্নেৰে বৰ্দ্ধন কৰা, মহান, স্তোতব্য, অজৰ, ডেকা, ইন্দ্ৰক স্তুতিৰে পূজা কৰিম। —দ্যাবা-পৃথিবীত যি ইন্দ্ৰৰ মহিমা জুখিব নোৱাৰি সেই ইন্দ্ৰক স্তুতিৰে পূজা কৰিম ॥৭॥ যি ইন্দ্ৰই ভূলোক, দ্যুলোক, আৰু এই অন্তৰীক্ষ ধাৰণ কৰি আছে, সকলো দেৱতাই সেই ইন্দ্ৰৰ সুকৃত যজ্ঞাদি বহুত কৰ্ম্ম হিংসা কৰিব নোৱাৰে। সুকৰ্ম্মা ইন্দ্ৰই সূৰ্য্য আৰু উষাক উৎপত্তি কৰিলে ॥৮॥ দ্ৰোহহীন হে ইন্দ্ৰ, তোমাৰ সেই মহিমাই সত্য (যথাৰ্থ) যে উৎপত্তি হৈয়েই সোম পান কৰিলা। বলবান তোমাৰ সামৰ্থ্য স্বৰ্গলোকে বাধা নিদিয়ে—দিনবিলাকে, বছৰবিলাকে আৰু মাহবিলাকে বাধা নিদিয়ে (তোমাৰ সামৰ্থ্য অনুসৰণ কৰি বৰ্ত্তি আছে) ॥৯॥ হে ইন্দ্ৰ, উৎপত্তি হৈয়েই উত্তম স্থানত হৰ্ষৰ কাৰণে তুমি সোম পান কৰিলা। যেতিয়া তুমি দ্যাবাপৃথিবীত সোমালা, তেতিয়া পুৰাতন হৈ কৰ্ম্মৰ বিধাতা হ'লা ॥১০॥ হে বহুত ৰূপে উৎপন্ন হোৱা ইন্দ্ৰ, অতি বাঢ়ি যোৱা, পানীৰ মাজত শুই বল দেখুৱাই থকা অহিক (মেঘক) তুমি বধ কৰিলা। সেই বাবে তোমাৰ মহিমা স্বৰ্গত অনুভৱ কৰিব নোৱাৰিলে। গতিকে তুমি পৃথিবীখন এটা উৰুত ধৰি ৰাখিলা ॥১১॥ হে ইন্দ্ৰ, আমাৰ যজ্ঞ তোমাৰ বৰ্দ্ধনকাৰী হয়। সোম চেপা যজ্ঞ তোমাৰ প্ৰিয়। তুমি যজ্ঞাৰ্হ হৈ যজ্ঞৰ কৰ্ত্তা যজমানক যজ্ঞৰে (ফল দান কৰি) ৰক্ষা কৰা। এই যজ্ঞই তোমাৰ অহি হনন কৰা কামত বজ্ৰ দৃঢ় কৰক ॥১২॥ যি ইন্দ্ৰক পুৰাতন স্তোত্ৰেৰে বৰ্দ্ধন কৰিছিল, মধ্যযুগত ৰচনা কৰা আৰু এতিয়া নতুনকৈ ৰচনা কৰা (আমি) স্তোত্ৰেৰে বৰ্দ্ধন কৰিছো (সেই তোমাক) হে ইন্দ্ৰ, নিজ ৰক্ষক যজ্ঞেৰে যজমানে এইফালে মুখ কৰিলে। (মই) নতুন ধনৰ কাৰণে এয়া তোমাক যজ্ঞেৰে এইফালে মুখ কৰিলো ॥১৩॥ যেতিয়াই ইন্দ্ৰক স্তৱ কৰিম বুলি মোৰ বুদ্ধি হয় তেতিয়াই স্তোত্ৰ ৰচনা কৰো। মই দূৰত থকা অশুভ দিনৰ আগতেই ইন্দ্ৰক স্তৱ কৰো, যাতে তেওঁ আমাক দুঃখৰ পৰা পাৰ কৰে। নাৱত যোৱা মানুহক দুয়ো পাৰৰ মানুহে যেনেকৈ যাতে সই-দৰে দুয়ো পাৰে থকা আমি ইন্দ্ৰক আহ্বান কৰিছো ॥১৪॥ হে ইন্দ্ৰ, এয়া সম্পূৰ্ণ কলহ সোম স্বাহা শব্দেৰে তোমাক সোম পান কৰিবলৈ বাকি দিছো—যেনেকৈ পূৰ্ণ কলহৰ পৰা খালি (সুদা) পাত্ৰত বাকি (ঢালি) দিয়ে। সুস্বাদু সোমে, হে ইন্দ্ৰ, তোমাক লক্ষ্য কৰি হৰ্ষৰ কাৰণে প্ৰদক্ষিণেৰে আবৰ্ত্তন কৰি গৈছে ॥১৫॥ হে পুৰুহুত ইন্দ্ৰ, গভীৰ সমুদ্ৰই তোমাক বাধা দিব নোৱাৰে। কেউফালে থকা পৰ্ব্বতেও তোমাক বাধা দিব নোৱাৰে (বাট এৰি দিয়ে)। এই কাৰণে সখায় (অঙ্গিৰসে) তোমাক প্ৰাৰ্থনা কৰিলত আঁত টান হোৱা ৰত্নেও গৰু থকা গাঁত (গহ্বৰ) থকা পৰ্ব্বত ভাঙি দিলা ॥১৬॥

১৭ ঋক্ ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥১৭॥

## ৩৩ সূক্ত—ঋ ১৩।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ৪/৬/৮/১০ নৈ। ছন্দ—ত্ৰিষ্টুভ্; ১৩ অনুষ্টুপ্। দেৱতা—নৈ। ৪/৮/১০ বিশ্বামিত্ৰ (বিপাশা আৰু শতদ্ৰু নৈৰ লগত বিশ্বামিত্ৰ ঋষিৰ কথোপকথন)।

পৰ্ব্বতৰ মাজৰ পৰা ওলাই, এৰি দিয়া ঘোঁৰাৰ দৰে, দুজনী বগা গৰুৰ দৰে শোভিত হৈ, মাকে পোৱালী চেলেকিবলৈ যোৱা গৰুৰ দৰে, পৰস্পৰ স্পৰ্দ্ধা কৰি (আৰিয়াআৰি কৰি) সমুদ্ৰলৈ যাবলৈ পানীৰে ভৰা বিপাট—(বিপাশা) আৰু শুতুদ্ৰী (শতদ্ৰু) নৈ দুখন বেগেৰে বৈ গৈ আছে ॥১॥ হে নৈ দুখন, ইন্দ্ৰই পঠিওৱা অনুজ্ঞা পালন কৰি তোমালোকে সমুদ্ৰৰ ফালে ৰথীৰ দৰে গৈ আছা। পৰস্পৰ গৈ থাকোতে ঢৌৰে কোবাই শোভিত হৈ গৈছা। আৰু দুয়ো (ঠায়ে ঠায়ে) দুয়োৰো ওচৰ চাপি গৈছা আৰু (মাজে মাজে) আগ বাঢ়ি গৈছা ॥২॥ হে অতি মাতৃৰ দৰে নৈ দুখন, সাগৰৰ ফালে যোৱা শুতুদ্ৰীৰ ফালে আহিছো। মহৎ সৌভাগ্যৱতী বিপাশাৰ ওচৰ পাইছোহি। পোৱালীক চেলেকিবলৈ যোৱা মাকৰ দৰে একে ঠাইলৈ যাবলৈ

তোমালোকে বৈ গৈছা ॥ ৩ ॥ ( নদী দুখনে কৈছে ) এয়া পানীৰে ভৰা হৈ ইন্দ্ৰ দেৱতাই দেখুৱাই দিয়া নিজ স্থান পাবলৈ সমুদ্ৰক লক্ষ্য কৰি আমি গৈ আছো। সেইবাবে আমি ৰবলৈ উপাই নাই। কি কাৰণে ব্ৰাহ্মণে আমাক বাৰংবাৰ আহ্বান কৰিছে ॥ ৪ ॥ হে ঋতাবৰী নৈ দুখন, তোমালোকে মোৰ ( বিশ্বামিত্ৰৰ ) সোম যাগৰ কামত বেগাই যাবলৈ মুহূৰ্ত্ত মাত্ৰ অলপ ৰোৱা। ( দুয়োখন নদীকে একেলগে কোৱা দৰে শুতুদ্ৰীক কৈছে ) কুশিকৰ পুত্ৰেক মই বিশ্বামিত্ৰই মহৎ স্তোত্ৰেৰে ৰক্ষণ বিচাৰি শুতুদ্ৰীক সম্মুখত আহ্বান কৰিছো ॥ ৫ ॥ ( নৈয়ে কৈছে ) বজ্ৰবাহু ইন্দ্ৰই আমালৈ নদী খানিলে। নদীৰ পানী কেউফালে আবদ্ধ কৰি থোৱা বৃত্ৰক ( মেঘক ) মাৰিলে। সকলো প্ৰেৰক দেৱতা ইন্দ্ৰই সুহস্তেৰে আমাক আনিলে। তেনেকুৱা ইন্দ্ৰৰ আজ্ঞাত আমি বহুত পানীৰ হৈ আছো ॥ ৬ ॥ ইন্দ্ৰই অহিক ( মেঘক ) পানী এৰি দিবলৈ ( মৰা ) কাম সেই ইন্দ্ৰৰ সামৰ্থ্য সদায় কব লাগিব ( প্ৰশংসা কৰিব লাগিব )। ইন্দ্ৰই কেউফালে পানী আবদ্ধ কৰি থোৱা ( অসুৰক ) বজ্ৰেৰে হত্যা কৰিলে। ঢলি যোৱা ঠাই বিচাৰি পানী গৈ আছিল ॥ ৭ ॥ ( এইয়া বিশ্বামিত্ৰৰ বাক্য ? )। ( নদীয়ে কলে ) হে স্তুত্যৰ্হ বিশ্বামিত্ৰ, তোমাৰ এই যি বচন আমাক কৈছা ( ভয় নকৰাকৈ ) সেই বচন নেপাহৰিবা। ভবিষ্যতত যজ্ঞ কৰোতে এই স্তোত্ৰ ধ্বনিত কৰিবা। আমাক পুৰুষৰ দৰে গপাল নকৰিবা। তোমাক নমস্কাৰ কৰো ॥ ৮ ॥ ( বিশ্বামিত্ৰই কৈছে ) হে ভনী নৈইত স্তোত্ৰ কৰা মোৰ বচন ভালকৈ শুনা। গাড়ীৰে আৰু ৰথেৰে দূৰৈৰ পৰা আহি তোমালোকৰ ওচৰ পাইছোহি। তোমালোকে ভালকৈ নামি যোৱা—আৰু পাৰ হব পৰা হোৱা। তোমালোকৰ পানীৰ সোঁত ৰথৰ চকৰীৰ অক্ষৰ তললৈ কৰা ॥ ৯ ॥ স্তোতা ( হে বিশ্বামিত্ৰ ) তোমাৰ কথা শুনিম। গাড়ী আৰু ৰথেৰে সৈতে যোৱা। —দূৰৈৰ পৰা আহিছা। তোমাৰ কাৰণে আমি মাকে পুতেকক পিয়াহ খাবলৈ দিয়া দৰে, কন্যাই আপোন জনক পৰিচৰণ কৰোঁতে তললৈ মূৰ কৰা আমি নামি যাম ॥ ১০ ॥ ( বিশ্বামিত্ৰই কৈছে ) হে নৈ, তোমালোকে যেতিয়া পাৰ হবলৈ অনুজ্ঞা কৰিলা, ভৰত কুলৰ আমি একেলগে পাৰ হম। ইন্দ্ৰই পঠিওৱা মতে, আমি পাৰ হোৱাৰ পাচত তোমালোক গৈ থাকিবা। যজ্ঞাৰ্হ তোমালোকক আমি সুস্তুতি কৰিবলৈ বিচাৰো ॥১১॥ গৰু বিচৰা ভৰতসকল সকলোৱেই পাৰ হ'ল। মেধাবী ( বিশ্বামিত্ৰই ) নদীক সুন্দৰ স্তুতিৰে ভজন কৰিলে। তোমালোকে আগৰ দৰে পানীৰে অন্ন দি সৰু খালবিলাক ভৰাই দি সকলো পূৰ কৰি দিয়া আৰু খৰকৈ যোৱাগৈ ॥ ১২ ॥ হে নৈ, তোমালোকৰ ঢৌ এনেদৰে বৈ যাওক যাতে (ৰথৰ ) বন্ধা ( জোৰা দিয়া ) ৰচি পানীৰ ওপৰত থাকে। পাপৰহিত, কল্যাণকাৰিণী তোমালোক দুখন নদীয়ে কেতিয়াও ওপৰলৈ নেযাবা ॥ ১৩ ॥

## ৩৪ সূক্ত—ঋ ১১।

### ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ--ত্ৰিষ্টুভ্।

### দেৱতা—ইন্দ্ৰ।

অসুৰৰ পুৰ ভেদ কৰা, নিজ মহিমা বিজ্ঞাপক ধনযুক্ত, শত্ৰুক বিশেষকৈ হিংসা কৰা ইন্দ্ৰই দাসক নিজ তেজেৰে আঁতৰাই দিলে। স্তোত্ৰেৰে আকৃষ্ট হৈ নিজ শৰীৰেৰে বৰ্দ্ধিত হৈ বহুত অস্ত্ৰ থকা ইন্দ্ৰই দুয়ো ব্যাবাপৃথিবী পূৰণ কৰিলে ॥ ১ ॥ হে ইন্দ্ৰ, পূজনীয় আৰু বলবান তোমাক অলঙ্কৃত কৰি মনৰ পৰা ওলোৱা কথা ( স্তোত্ৰ ) অন্ন লাভৰ কাৰণে বিশেষকৈ গাইছো। তুমি মানুহৰ আৰু দেৱতাসকলৰ অগ্ৰগামী ॥ ২ ॥ ভালকৈ সৈন্য লৈ গৈ ইন্দ্ৰই বৃত্ৰ অসুৰক অৱৰোধ কৰিলে। যুদ্ধত শত্ৰুৰে প্ৰহাৰ কৰা নিবাৰণ কৰা ইন্দ্ৰই মায়াবী অসুৰক বধ কৰিলে। শত্ৰু বধ কৰিবলৈ বিচাৰি হাবিত লুকাই থকা অসুৰক অঙ্গ চিঙি-ভাঙি মাৰিলে। ৰাতি গৰু উলিয়াই দিলে ॥ ৩ ॥ স্বৰ্গপ্ৰদ ইন্দ্ৰই দিনবিলাক উৎপাদন কৰি যুদ্ধ কামনা কৰি অঙ্গিৰসৰ সৈতে পৰৰ সেনা অভিভৱ কৰি জয় কৰিলে। মানুহক দিন জ্ঞাপক ( সূৰ্য্যৰ ) পোহৰ কৰি দিলে। তেতিয়া ডাঙৰ যুদ্ধলৈ পোহৰ উলিয়াই দিলে ॥ ৪ ॥ ইন্দ্ৰই, বাধক যুদ্ধৰ উৎসাহেৰে বৰ্দ্ধন হোৱা সেনাৰ মাজত মানুহৰ দৰে সোমাল। বহুত যুদ্ধলৈ নিয়াৰ যোগ্য ধন ললে। এই উষাক স্তোতাৰ কাৰণে চৈতন্য দিলে আৰু এই বগা উষাৰ পোহৰ বঢ়াই দিলে ॥ ৫ ॥ মহৎ এনে ইন্দ্ৰৰ বহুত মহান সুকৰ্ম্ম মানুহে প্ৰশংসা কৰে। তেওঁ বলেৰে বলবানবিলাকক গুৰি কৰি পেলালে। শত্ৰুক পৰাভৱ কৰা বলেৰে বলবানবিলাকক গুৰি কৰি পেলালে। শত্ৰুক পৰাভৱ কৰা বলেৰে দস্যুবিলাকক মায়াৰে চূৰ্ণ কৰিলে ॥ ৬ ॥ সৎসকলৰ পতি, মানুহৰ ফল পূৰণ কৰা ইন্দ্ৰই মহৎ যুদ্ধৰে বহুত ধন স্তোতাক দিয়ে মেধাবী স্তোতাসকলে যজমানৰ ঘৰত ইন্দ্ৰৰ সেই কৰ্ম্মবিলাক স্তোত্ৰেৰে ( বৰ্ণনা কৰি ) স্তুতি কৰে ॥৭॥

স্তোতাসকলে, তাণ্ডৱ শত্ৰুক জয় কৰা, বৰণীয়, দুৰ্ব্বলৰ বলদাতা, জল দেৱীক দিয়া, স্বৰ্গলোক ফুৰা ইন্দ্ৰৰ আনন্দত, (নিজেও) আনন্দিত হয়। ইন্দ্ৰই পৃথিৱী আৰু স্বৰ্গ আৰু এই অন্তৰীক্ষ লোকক (আনন্দ) দিয়ে ॥৮॥ ইন্দ্ৰই ঘোঁৰা দিলে। (মানুহৰ কাৰণে) সূৰ্য্যক দিলে। বহুতৰ ভোজনৰ কাৰণে (আৰু যজ্ঞৰ কাৰণে) গৰু দিলে, আৰু সোণধন ভোগ কৰিবলৈ মানুহক দিলে। দস্যু বধ কৰি আৰ্য্যক পালন কৰিলে ॥৯॥ ইন্দ্ৰই (ফলমূল ভোগ কৰিবলৈ) গছ গছনি দিলে। দিনবিলাক দিলে। অন্তৰীক্ষ দিলে। বিৰোধী অসুৰক বাধা দিলে। শেষত মুখামুখি যুদ্ধ কৰা শত্ৰুবিলাকক দমাই ৰাখিছে ॥১০॥

১১ ঋক্ ওপৰত উল্লেখ থকা ৩/৩০/২২ ঋকৰ দৰে ॥১১॥

## ৩৫ সূক্ত—ঋ ১১।

### ঋষি আদি ৩৪ সূক্তৰ দৰে।

হে ইন্দ্ৰ, ৰথত হৰি ঘোঁৰা লগায়, যেনেকৈ বায়ুয়ে নিযুত ঘোঁৰা লগায় অলপ ৰয়, তেনেকৈ অলপ অপেক্ষা কৰা, আৰু আমাৰ ফালে আহা। আমি আগবঢ়োৱা সোম অন্ন পান কৰা। আমি এই সোম স্বাহা উচ্চাৰণ কৰি তোমাক দিম ॥১॥ হে পুৰুহুত ইন্দ্ৰ, শীঘ্ৰ গমণশীল, চলি থকা হৰি ঘোঁৰা ৰথৰ ধুৰাত মই লগায় দিম। চলি গৈ সেই ৰথ সকলো সম্ভাৰেৰে এই যজ্ঞলৈ তোমাক লৈ আহক ॥২॥ কামবৰ্দ্ধক, স্বধাবান হে ইন্দ্ৰ, সেচন সমৰ্থ, শত্ৰুৰ তাপক ঘোঁৰা আমাৰ ওচৰলৈ আনা আৰু তুমি এই যজমানক পালন কৰা। সোণবৰনীয়া সেই ঘোঁৰাক ইয়াত এৰি দিয়া, সিহঁতে খাওক। তুমি দিনো ভজা যব খাবা ॥৩॥ হে ইন্দ্ৰ, মন্ত্ৰেৰে লগ লগাই যুদ্ধত সমান থৰকৈ যোৱা তোমাৰ হৰি ঘোঁৰা স্তোত্ৰেৰে ৰথত সংযোগ কৰিম। সুদৃঢ় সুখৰ ৰথত উঠি জ্ঞানী তুমি সকলো জানি সোম পান কৰিবলৈ আহা ॥৪॥ হে ইন্দ্ৰ, কামবৰ্দ্ধক, ধুনীয়া পিঠিৰ তোমাৰ হৰি ঘোঁৰা আমাৰ বাহিৰে অন্য যজমানে ভাল নেপাওক। আমি বহুত অভিষুত কৰা সোম তোমালৈ ৰাখিম। তুমি অন্য কাম অতিক্ৰম কৰি সোম পান কৰিবলৈ সদায় আহিবা ॥৫॥ হে ইন্দ্ৰ, এই সোম তোমাৰ কাৰণে চেপা হৈছে। তুমি সোমৰ ফালে আহা,—প্ৰসন্নমনা হৈ এয়া বহুত সোম পান কৰা। এই যজ্ঞত কুশত বহি সোম পেটত ভৰাই খোৱা ॥৬॥ হে ইন্দ্ৰ, তুমি বহিবলৈ কুশ মেলা আছে। সোম চেপা আছে। তোমাৰ হৰি ঘোঁৰাই খাবলৈ যৱধান আছে। তোমাৰ কুশৰ ঘৰত বহুত সহায়ৰ মৰুতসকল আছে। তোমাৰ কাৰণে হৰি দিয়া আছে ॥৭॥ হে ইন্দ্ৰ, নেতাসকলে শিল আৰু পানী আনি তোমাৰ কাৰণে এয়া সোম গাখীৰ আৰু মৌ মিহলাই মধুৰ কৰিলে। হে দৰ্শনীয় ইন্দ্ৰ, প্ৰসন্নমনা হৈ নিজ নিয়মৰ বাটেৰে স্তুতি কৰা ফালে আহি জানি লৈ সোম পান কৰা ॥৮॥ হে ইন্দ্ৰ, যি মৰুতসকলক সোম পানৰ কাৰণে বিচাৰা, যি মৰুতগণে তোমাক বৰ্দ্ধন কৰে,—তোমাৰ সহায় হয়, তেনে মৰুতসকলৰ লগত এয়া অভিষুত সোম বিচৰা তুমি অগ্নিত আহুতি দিয়া শিখা ৰূপ জিভাৰে সোম পান কৰা ॥৯॥ হে ইন্দ্ৰ, স্বধাৰে আহুতি দিয়া বা চেপা সোম পান কৰা। যজন কৰা অগ্নিৰ শিখাৰূপী জিভাৰে বা সোম পান কৰা। হে শক্ৰ ইন্দ্ৰ, অধ্বৰ্য্যুৰ হাতৰ পৰা বা দিব খোজা সোম পান কৰা। অথবা যজ্ঞত হোম কৰা বষট্‌কাৰেৰে সৈতে দিয়া ভাগ পান কৰা ॥১০॥

## ৩৬ সূক্ত—ঋ ১১।

### ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ ; ১০ অঙ্গিৰসৰ পুত্ৰ ঘোৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

মৰুতসকলেৰে সৈতে সদায় লগ হৈ ফুৰিবলৈ বিচৰা হে ইন্দ্ৰ, এইয়া সোম, আমাৰ ধন লাভৰ কাৰণে তোমালৈ ভালকৈ সম্পাদন কৰা হৈছে,—গ্ৰহণ কৰা। যি ইন্দ্ৰই মহৎ কামৰ কাৰণে লোকপ্ৰসিদ্ধ হ'ল সেই ইন্দ্ৰক সোম চেপা মাত্ৰেই বৰ্দ্ধনকাৰীয়ে (সোম ঘি'উ আদি দি) বৰ্দ্ধন কৰে ॥১॥ হে ইন্দ্ৰ, তোমাক আগতে সোম দিয়া হৈছিল, যাৰ দ্বাৰা তুমি কালাত্মক, মহান আৰু দীপ্ত হৈ আছা। হে ইন্দ্ৰ, তুমি এয়া সোম গ্ৰহণ কৰা আৰু স্বৰ্গাদি ফল দাতা শিলেৰে চেপা সোম পান কৰা ॥২॥ হে ইন্দ্ৰ. পান কৰা আৰু শৰীৰ পুষ্ট কৰা। সেই কাৰণে পুৰণি আৰু নতুন সোম শিলেৰে চেপি থোৱা হৈছে। হে ইন্দ্ৰ, পুৰণি সোম যেনেকৈ তুমি পান কৰিছিলা তেনেকৈয়ে আজি এই প্ৰশংসনীয় নতুন সোমো পান কৰা ॥৩॥ এই ইন্দ্ৰ মহান, যুদ্ধত শত্ৰু অভিভৱিতা, আস্ফালনেৰে শত্ৰুক আহ্বান কৰা (ইন্দ্ৰৰ উগ্ৰ বল) আৰু পৰাক্ৰমী তেজ চাৰিউফালে যায়। যেতিয়া সোমৰসে হৰিঘোঁৰা থকা ইন্দ্ৰক আমোদ কৰাই, এনে মহিমা লগা ইন্দ্ৰক পৃথিৱীয়ে ধাৰণ কৰিব নোৱাৰে আৰু স্বৰ্গটো নোৱাৰে ॥৪॥ মহাবলবান আৰু উগ্ৰ ইন্দ্ৰই বীৰ্য্য

দেখুৱাবলৈ বৰ্দ্ধন হৈছে। ফলৰ বৰ্ষক, ভগ সেই ইন্দ্ৰক স্তোত্ৰেৰে পোৱা হৈছে। সেই ইন্দ্ৰৰ গৰুবিলাক গাখীৰতী হৈ জন্ম হৈছে। তেওঁৰ গাইগৰুবিলাকে পোৱালী (দক্ষিণা) দিয়ে ॥৫॥ নদীবিলাকে পানী প্ৰস্ৰবন কৰি যেনেকৈ অতি দূৰত মহান সমুদ্ৰক ৰথীৰ দৰে গৈ পানী দি আপ্যায়িত কৰে, তেনেকৈ অন্তৰীক্ষতকৈও ডাঙৰ এই ইন্দ্ৰক চেপি দিয়া (অপাপ) সোমে আপ্যায়িত কৰে ॥৬॥ সমুদ্ৰৰে সৈতে লগ লাগিবলৈ বিচৰা নৈবিলাকে যেনেকৈ (সমুদ্ৰ) পূৰণ কৰে তেনেকৈ অধ্বৰ্য্যুসকলে ইন্দ্ৰৰ কাৰণে হাতেৰে সৈতে সোম লতা খিৰাই অভিযুত কৰে (হাতেৰে সোম চেপে) আৰু পবিত্ৰৰে (চাকনিৰে) চোঁক সোম ৰসৰ ধাৰা বোৱাই দিয়ে ॥৭॥ ইন্দ্ৰৰ পেটত হ্ৰদৰ দৰে সোমৰসেৰে ভৰি আছে। তেওঁ বহুত সবন যজ্ঞ একেলগে সেবন কৰে। ইন্দ্ৰই প্ৰথমে সোম অন্ন বেছিকৈ খালে আৰু বৃত্ৰক বধ কৰি (মাধ্যন্দিন সবনত) দেৱতাৰ পৰা লৈ সোম পিলে ॥৮॥ হে ইন্দ্ৰ, সোনকালে ধন দিয়া। তুমি দিয়া ধন কোনেও বাধা দিব নোৱাৰে। তোমাক ধনৰ ধনপতি বুলি আমি জানো। তোমাৰ যি পূজনীয় ধন আছে, হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, সেই ধন আমাক দিয়া ॥৯॥ হে মঘবন্, ঋজীষিন্ সকলোৰে বৰণীয় ইন্দ্ৰ, বহুত ধন আমাক দিয়া। আমাৰ জীৱন এশ শৰৎকাল (এশ বছৰ) দিয়া। হে ধুনীয়া মুখৰ ইন্দ্ৰ, আমাক বহুত বীৰপুত্ৰ দিয়া ॥১০॥ ১১ ঋক্ ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥১১॥

### ৩৭ সূক্ত—ঋ ১১।

ঋষি আৰু দেৱতা—৩০ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী; ১১ অনুষ্টুপ্।

বৃত্ৰবিলাকক (শত্ৰুক) বধ কৰিবলৈ, বলৰ কাৰণে, পৰৰ সেনা পৰাজয় কৰিবলৈ তোমাক এইফালে ঘূৰাইছো, (আমালৈ মন কৰাইছো) ॥১॥ হে শতক্ৰতু ইন্দ্ৰ, স্তোতাই তোমাৰ মন আৰু চকু (তোমাক) সন্তোষ কৰি এইফালে কৰাওক ॥২॥ হে শতক্ৰতু ইন্দ্ৰ, শত্ৰুক পৰাজয় কৰিবৰ কাৰণে তোমাৰ সকলো নামবিলাক স্তুতিৰে আমি গাওঁ ॥৩॥ হে ইন্দ্ৰ, বহুতে স্তুতি কৰা শত তেজযুক্ত, মানুহৰ কৰ্ম্মফল ধাৰক, তোমাক স্তৱ কৰিছো ॥৪॥ হে পুৰুহুত ইন্দ্ৰ, বৃত্ৰক, বধ কৰিবলৈ, যুদ্ধত অন্নধন লাভ কৰিবলৈ, আৰু সোম পান কৰিবলৈ তোমাক আহ্বান কৰিছো ॥৫॥ হে শতক্ৰতু ইন্দ্ৰ, তুমি সংগ্ৰামত শত্ৰুৰ অভিভৱকাৰী হোৱা। বৃত্ৰক হত্যা কৰিবলৈ তোমাক আহ্বান কৰিছো ॥৬॥ হে ইন্দ্ৰ, যি ধনত, যুদ্ধত, বীৰৰ সমূহত, অ.ৰু বলত আমাৰ অভিমানী শত্ৰু সেইবিলাকক পৰাজয় কৰা ॥৭॥ হে শতক্ৰতু ইন্দ্ৰ, আমাক আশ্ৰয় দিবলৈ, অতি বলবান, দীপ্তিযুক্ত, স্বপ্ন নাশক (জাগৰণশীল) সোম পান কৰা ॥৮॥ হে শতক্ৰতু ইন্দ্ৰ, পঞ্চজনৰ যি ক্ষমতা আছে সেইবিলাক মই বিচাৰো ॥৯॥ হে ইন্দ্ৰ, বৃহৎ অন্ন তোমাৰ ওচৰলৈ গৈছে। তুমি শত্ৰুৰ পৰা দুষ্প্ৰাপ্য ধন আমাক দিয়া। আমি তোমাৰ বল বৰ্দ্ধন কৰিম ॥১০॥ হে শক্ৰ, ওচৰৰ পৰা বা দূৰৰ পৰা আমাৰ ফালে আহা। হে বজ্ৰধাৰী ইন্দ্ৰ, তোমাৰ যি উত্তম লোক আছে তাৰ পৰা (হলেও) ইয়ালৈ আহা ॥১১॥

### ৩৮ সূক্ত—ঋ ১০।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ প্ৰজাপতি বা বাক্‌পুত্ৰ প্ৰজাপতি—তেওঁবিলাক দুয়ো বা গাথিপুত্ৰ বিশ্বামিত্ৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা ইন্দ্ৰ।

(হে স্তোতাসকল) ইন্দ্ৰৰ স্তুতি কেউফালে দীপ্তিমন্ত কৰা। ভাল ধুৰাত লগোৱা বেগৱন্ত ঘোঁৰাৰ দৰে কামত প্ৰবৃত্ত হৈ উত্তম আৰু প্ৰিয় চিন্তা কৰি মেধাবান মই ত্বষ্টাৰ দৰে পুৰণি কৱিসকলক দেখুৱাবলৈ ইচ্ছা কৰিছো ॥১॥ সুকৰ্ম্মাসকলৰ জন্ম কেনেকৈ হ'ল ? গুৰু ঈশ্বৰক সোধা। তেওঁবিলাক সংযমী মনৰ, সুকৰ্ম্ম কৰা আৰু স্বৰ্গ নিৰ্ম্মাণ কৰিলে। এতিয়া এই যজ্ঞত (হে ইন্দ্ৰ) তোমাৰ কাৰণে ৰচনা কৰা স্তুতিবিলাক বৰ্দ্ধমান হৈ মনৰ দৰে বেগেৰে যাওক ॥২॥ ইয়াত (পৃথিবীত) গুপ্ত কৰ্ম্ম সকলোতে কৰি দ্যাবাপৃথিবী (মেধাবীসকলে) গহগহনিৰে ভৰাই দিলে। -শিলযুক্ত পৰ্ব্বতবিলাকেৰে জোখ মাপ কৰিলে। পৰস্পৰ সংগত মহান বহল দ্যাবাপৃথিবী নিয়মিত কৰি অন্তৰীক্ষৰ মাজত ধৰি ৰাখিবলৈ ব্যৱস্থা কৰিলে ॥৩॥ সকলো কৰিয়ে ৰথত উঠি থকা ইন্দ্ৰক অলঙ্কৃত কৰিলে। আত্মপ্ৰকাশমান শ্ৰী (চেহেৰা) ধাৰণ কৰি ইন্দ্ৰই নিজক ঢাকি ফুৰিছে। কামবৰ্ষী অসুৰৰ (দেৱতাৰ) তেনে কাম মহৎ আশ্চৰ্য্য যে নানা ৰূপ ধৰি (অমৃত) পানীৰ মাজত সোমাই থাকে ॥৪॥ কামবৰ্ষী, সদায় জ্যেষ্ঠ ইন্দ্ৰই পানী সৃষ্টি কৰিলে। সেই পানীয়ে ইন্দ্ৰৰ পিয়াহ গুচালে। স্বৰ্গৰ পুত্ৰ দুজন হে ইন্দ্ৰ আৰু বৰুণ,

ৰাজমান হৈ, প্ৰদীপ্ত হৈ থকা যজ্ঞত স্তুতিৰে আমাৰ লাভৰ যোগ্য ধন ধাৰণ কৰিছা ॥ ৫ ॥ হে ৰাজমান (ইন্দ্ৰ আৰু বৰুণ) দুজন, এই যজ্ঞত সকলো যজনীয় দ্ৰব্যৰে পূৰ্ণ তিনি ঠাইত (তিনি সবনত) তোমালোক অলঙ্কৃত হৈ আছা। হে ইন্দ্ৰ, তুমি যজ্ঞলৈ গৈছা। এই যজ্ঞত মই বায়ুৰ দৰে চলন্ত ৰশ্মি ৰূপেৰে গন্ধৰ্ব্বক মনেৰে দেখিছোঁ ॥ ৬ ॥ যি যজমানে এই অভিমত ফলবৰ্ষক ইন্দ্ৰৰ কাৰণে খিৰতী আৰু অন্য সকলো নামৰ গৰুৰ ভজন কৰিবৰ উপযুক্ত গাখীৰ আদি খিবাই, তেওঁবিলাকে নতুন অসুৰৰ (দেবতাৰ) বল ধাৰণ কৰি মায়া দেখুৱাই নিজ নিজ ৰূপ ইন্দ্ৰক সমৰ্পণ কৰে ॥ ৭ ॥ সেইবাবে সেই সবিতাৰ সুবৰ্ণময় দীপ্তি কোনেও বুজিবলৈ নেপায়। এই দীপ্তিক যি আশ্ৰয় কৰে তেওঁ উত্তম স্তুতিৰে স্তুত হৈ মাকে যেনেকৈ পুত্ৰক আলিঙ্গণ কৰে তেনেকৈ সৰ্ব্বব্যাপী দ্যাবাপৃথিবীক আলিঙ্গণ কৰে ॥ ৮ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোক দুজন পূৰণি স্তোতাৰ শ্ৰেয়ঃ সাধক, তেওঁবিলাকক স্বৰ্গীয় সুখ দিয়া। আমাক কেউফালে ৰক্ষা কৰা। ইন্দ্ৰৰ জিভাই সকলোকে অভয় দান কৰে আৰু তেওঁ অতি স্থিৰ ॥ ৯ ॥

১০ ঋক ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ১০ ॥ (এই সূক্তৰ মন্ত্ৰদ্ৰষ্টা ঋষি ঠিক নাই। দেবতাৰ উল্লেখো ঠিক নাই।

## ৩৯ সূক্ত—ঋ ৯।

### ঋষি আদি ৩০ সূক্তৰ দৰে।

হে ইন্দ্ৰ, স্তোত্ৰকৰ্ত্তাই হৃদয়ৰ পৰা কৰা স্তোত্ৰ জগৎপতি তোমাৰ ওচৰলৈ যাওক। তোমাক জাগৃত কৰিব পৰা যি স্তুতি যজ্ঞত উচ্চাৰণ কৰা হৈছে, হে ইন্দ্ৰ, তোমাৰ কাৰণে যি স্তোত্ৰ মোৰ পৰা উৎপত্তি হৈ যায় সেয়া তুমি জানা ॥ ১ ॥ হে ইন্দ্ৰ, সূৰ্য্যতকৈও আগতে হোৱা যি স্তুতি বাক্য যজ্ঞত উচ্চাৰিত কৰি তোমাক জাগৃত কৰে সেই স্তুতি কল্যানীয় বগা কাপোৰ পিন্ধা আমাৰেই পিতৃসকলৰ পৰা অহা পূৰণি স্তুতি ॥ ২ ॥ যমজা অশ্বিনী দুজন মাক উষাত জন্ম হ'ল। তেওঁবিলাকক স্তুতি কৰিবলৈ মোৰ জিভা লৰিল। অন্ধকাৰ নাশক দিনৰ মূলতে (উষাত) এওঁবিলাক দুজন একেলগে আহি উষাত কৰা যজ্ঞাদিত (স্তোত্ৰত) মিলি যায় ॥ ৩ ॥ হে ইন্দ্ৰ, আমাৰ যি পিতৃ (অঙ্গিৰস) সকলে গৰুৰ কাৰণে যুদ্ধ কৰিছিল, ইয়াত মানুহে নিন্দা কৰিবলগীয়া একো নাছিল। মহিমাবান, (হত্যা) কাৰ্য্য কৰা ইন্দ্ৰই সমৃদ্ধিশালী গৰুবিলাক (অঙ্গিৰসক) দিছিল ॥ ৪ ॥ নবগ্ব অঙ্গিৰস সখা সকলেৰে সৈতে যি গহ্বৰৰ মুখত ইন্দ্ৰই আঠুকাঢ়ি বহিল, সেই গহ্বৰত দশগ্বৰে সৈতে অন্ধকাৰত থকাৰ পৰা সূৰ্য্য দেখিবলৈ পালে। (পোহৰ পাই ইন্দ্ৰই গৰুৰ ওচৰলৈ গ'ল ॥ ৫ ॥ ইন্দ্ৰই গাখীৰেৰে প্ৰস্তুত কৰা সম্ভাৰ মধুৰ ক্ষীৰ আদি পালেগৈ। তাৰ কাৰণে পনীয়ে অপহৰণ কৰা ভৰি থকা আৰু খুৰা লগা গোধন যি আছে সেইবিলাক পাই আনিলে। দক্ষিণা দিওঁতা ইন্দ্ৰই গুহাত থকা গুপ্ত অন্তৰীক্ষত লুকাই থকা মায়াবী অসুৰক সোঁহাতেৰে ধৰিলে ॥ ৬ ॥ ৰাতিৰ অন্ধকাৰৰ পৰা (সূৰ্য্যাত্মক) ইন্দ্ৰই জানি জ্যোতিৰূপ ধাৰণ কৰিলে। আমি দুৰিতৰ পৰা আঁতৰ হৈ ভয় নোহোৱা ঠাইত থাকিম। সোম পান কৰা, সোমেৰে ভৰোৱা হে বহুত শত্ৰু দমন কৰা ইন্দ্ৰ, স্তোত্ৰ কৰাসকলৰ এই স্তুতি শুনা ॥ ৭ ॥ হে ইন্দ্ৰ, সূৰ্য্যই যজ্ঞ কৰিবলৈ দ্যাবাপৃথিবী প্ৰকাশ কৰক। আমি বহুত পাপৰ পৰা দূৰত থাকিম। হে বসুসকল, ভালকৈ পাৰ কৰা বহুত ঋদ্ধিযুক্ত ধন আৰু বহুত মানুহ দিয়া ॥ ৮ ॥

৯ ঋক্ ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ৯ ॥

## ৪০ সূক্ত—ঋ ৯।

### ঋষি আৰু দেবতা—৩০ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী।

হে কামবৰ্ষক ইন্দ্ৰ, তোমাক চেপা সোম পান কৰিবলৈ আহ্বান কৰিছো। তুমি মধুৰ সোম অন্ন পান কৰা ॥ ১ ॥ হে কৰ্ম্ম জনা ইন্দ্ৰ চেপি থোৱা এয়া সোম পান কৰিবলৈ কামনা কৰা। হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তৃপ্তিকৰ এয়া সোম পান কৰা, আৰু পেট ভৰোৱা ॥ ২ ॥ হে স্তব কৰি থকা মৰুতসকলৰ পতি, তুমি সকলো দেবতাৰে সৈতে আমাৰ হবিযুক্ত যজ্ঞ বিশেষকৈ বৰ্দ্ধন কৰা ॥ ৩ ॥ হে সৎপতি ইন্দ্ৰ, আনন্দকাৰক দীপ্ত চেপা সোমৰ এয়া তোমাৰ পেটলৈ যাওক ॥ ৪ ॥ হে ইন্দ্ৰ, সকলোৰে প্ৰধান এই অভিষুত সোম পেটত ধাৰণ কৰা। দীপ্ত এই সোম তোমাৰ স্বৰ্গত থাকে ॥ ৫ ॥ হে স্তুতিৰে বিচৰা ইন্দ্ৰ, আমাৰ চেপা সোম পান কৰা। মদকৰ সোমৰ ধাৰাৰে তুমি সিঁচিলে তুমি শোধিত কৰা অন্ন আমাৰ হয় ॥ ৬ ॥ দেবতাক ভজন কৰা দ্যোতমান ক্ষয়হীন (হবি আদি) ইন্দ্ৰৰ কেউফালে গোট খাই আছে। (তাৰ মাজৰ) সোম পান কৰি ইন্দ্ৰ বৰ্দ্ধন হয় ॥ ৭ ॥ হে বৃত্ৰঘ্ন ইন্দ্ৰ,

ওচৰ ঠাইৰ পৰা (বা) দূৰ ঠাইৰ পৰা আমাৰ ফালে আহা। আমাৰ এই স্তুতিবাক্য সেবন কৰা ॥৮॥ হে ইন্দ্ৰ, যদি দূৰৈৰ বা ওচৰৰ দেশৰ মাজ ঠাইত আমি আহ্বান কৰো, তেনেহলেও সেই ঠাইৰ পৰা আমাৰ ফালে আহা। ৯॥

## ৪১ সূক্ত—ঋ ৯।

### ঋষি—আদি ৪০ সূক্তৰ দৰে।

হে বজ্ৰী ইন্দ্ৰ, আহূত হৈ আমাৰ ফালে মুখ কৰি আমাৰ যজ্ঞত সোম পান কৰিবলৈ হবি যোঁৰাবে সৈতে আহা ॥১॥ হে ইন্দ্ৰ, আমাৰ যজ্ঞত হোতাই প্ৰাতঃ কালত (যজ্ঞত) বহি আছে। কুশ (ইফালে সিফালে) লগলগাই মেলি থৈছে। প্ৰাতঃ কালত সোম চেপিবলৈ শিল জুৰিছে ॥২॥ স্তোত্ৰেৰে পাব পৰা হে ইন্দ্ৰ, এই স্তববিলাক তোমালৈ কৰা হৈছে। কুশত বহা। হে শূৰ, পুৰোডাশ (পিঠা) খোৱা ॥৩॥ স্তোত্ৰেৰে পাব পৰা হে বৃত্ৰ বধ কৰা ইন্দ্ৰ, আমাৰ এই স্তব কৰা উকৃথত আনন্দ কৰা ॥৪॥ (হে ইন্দ্ৰ), আমি কৰা স্তুতিবিলাকে মহান, সোম পান কৰা, বলৰ পতি তোমাক মাকে পোৱালী চেলেকা দৰে চুইছেগৈ ॥৫॥ হে ইন্দ্ৰ, তেনেকুৱা তুমি মহৎ ধনৰ কাৰণে সোম পান কৰি শৰীৰেৰে হৃষ্ট হোৱা। স্তোতাক (মোক) নিন্দকৰ বশ নকৰাবা ॥৬॥ হে ইন্দ্ৰ, (যজ্ঞৰ কাৰণে) তোমাক কামনা কৰি হবিযুক্ত আমি তোমাক স্তুতি কৰিছো। সকলোকে বাস কৰাওঁতা হে ইন্দ্ৰ, আৰু তুমি আমাৰ (হবি ইচ্ছা কৰা) হোৱা ॥৭॥ হে হবি যোঁৰা প্ৰিয় ইন্দ্ৰ, আমাৰ পৰা দূৰৈত যোঁৰা খুলি নিদিবা। সিইঁতৰ সৈতে আমাৰ ফালে আহা। হে অন্নবান ইন্দ্ৰ, এই যজ্ঞত আনন্দ কৰা ॥৮॥ হে ইন্দ্ৰ, আমি থকা (ডিঙিত) দীঘল চুলিৰে ঘোঁৰাকেইটাই সুখকৰ ৰথত আমাৰ এই কুশৰ ফালে তোমাক লৈ আহক ॥৯॥

## ৪২ সূক্ত—ঋ ৯।

### ঋষি আদি ৪০ সূক্তৰ দৰে।

হে ইন্দ্ৰ, গাখীৰ মিহলি কৰা আমাৰ চেপা সোমৰ ওচৰলৈ আহা যিহেতু তোমাৰ হবি ঘোঁৰা লগোৱা ৰথে আমাক বিচাৰিছে ॥১॥ হে ইন্দ্ৰ, শিলেৰে চেপা কুশত থোৱা সোমৰ ওচৰলৈ তুমি আহা। বহুত সোম পান কৰি তৃপ্ত নহবা জানো? ॥২॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে পথিওৱা এয়া মোৰ স্তোত্ৰ তোমাক আমাৰ যজ্ঞলৈ সোম পান কৰিবলৈ ঘূৰাই আনিবলৈ পথিয়াইছো ॥৩॥ স্তোত্ৰেৰে আৰু উকৃথৰে এই কৰ্মত সোম পান কৰিবলৈ ইন্দ্ৰক আহ্বান কৰিছো। বহুত বাৰ আহ্বান কৰিলে আহিব ॥৪॥ হে শতক্ৰতু ইন্দ্ৰ, এয়া সোম চেপা হল। হে অন্নবান ইন্দ্ৰ, সেই সোম পেটত ভৰাই থোৱা ॥৫॥ হে মেধাবী ইন্দ্ৰ, যুদ্ধত শত্ৰু জয় কৰা আৰু ধন জয় কৰা বুলি তোমাক জানো। তোমাৰ পৰা আমি ধন বিচাৰো ॥৬॥ হে ইন্দ্ৰ, এয়া আমি শিলত চেপা, গাখীৰ মিহলোৱা আৰু যব মিহলোৱা সোম, (যজ্ঞলৈ) আহি পান কৰা ॥৭॥ হে ইন্দ্ৰ, তুমিয়েই পান কৰিবলৈ, নিজ পেটত ভৰাবলৈ এয়া সোম পথিয়াইছো। তোমাৰ হৃদয়ত এই সোমে আনন্দ দিয়ক ॥৮॥ হে ইন্দ্ৰ, তোমাৰ পৰা ৰক্ষণ বিচাৰি কুশিক সকলে (আমি) সোম পান কৰিবলৈ পুৰাতন তোমাক আহ্বান কৰিছো ॥৯॥

## ৪৩ সূক্ত—ঋ ৮

### ঋষি আদি ৩০ সূক্তৰ দৰে।

ৰথৰ বন্ধুৰত থকা হে ইন্দ্ৰ, আমাৰ ফালে ওচৰ চাপি আহা। পূৰ্ব্বৰ নিয়মত তোমাতেই সোম পান অধিস্থিত। তোমাৰ প্ৰিয় সখা স্বৰূপ ঘোঁৰা দুটিক কুশৰ ওচৰত মেলি দিয়া। এই হব্যবহন কৰা ঋত্বিক সকলে তোমাক আহ্বান কৰিছে ॥১॥ হে ইন্দ্ৰ, সকলো প্ৰজা অতিক্ৰম কৰি আহা। হে আমাৰ স্বামী, এই আমাৰ প্ৰাৰ্থনা (যে) হবি ঘোঁৰাবে সৈতে ওচৰলৈ আহা। তোমাৰ সখীত্ব আশা কৰি (স্তোত্ৰ কাৰীয়ে) স্তোত্ৰেৰে এই স্তুতি কৰিছে ॥২॥ হে ইন্দ্ৰ দেবতা, আমাৰ অন্ন-বৰ্দ্ধক এই যজ্ঞলৈ হবি ঘোঁৰাবে সৈতে প্ৰীত হৈ সোনকালে আহা। ঘিউ-অন্ন-হবি আদিৰে যুক্ত মই সোমেৰে আনন্দ কৰা ঠাইত (যজ্ঞত) স্তুতিৰে তোমাক বেচিকৈ আহ্বান কৰিছো ॥৩॥ হে কামবৰ্ষী ইন্দ্ৰ, ভাল ধুৰা লগোৱা ৰথেৰে, ভাল শৰীৰেৰে, সখাৰ দৰে এই হবিঘোঁৰাই তোমাক বহন কৰি লৈ আহক ॥ ভজা যবেৰে সৈতে সবন যজ্ঞ সেবা কৰি সখাৰ দৰে ইন্দ্ৰই মোৰ স্তুতি বন্দনা শুনক ॥৪॥ হে ইন্দ্ৰ, মোক মানুহৰ ৰক্ষক কৰা। হে মঘবান, সোমবান ইন্দ্ৰ, মোক লোক সকলৰ শাসক কৰা। মোক ঋষি কৰা। অভিষুত সোম পান কৰিব পৰা কৰা। মোক অক্ষয়হীন বাসস্থান দিয়া ॥৫॥ হে ইন্দ্ৰ, তোমাক ৰথত লগোৱা মহান

হৰি ঘোঁৰাই সকলোৱে একেলগে ( ৰথ টানি ) আমাৰ ফালে আমোদ কৰা যজ্ঞ স্থানলৈ লৈ আহক। সেই ঘোঁৰা কামবৰ্ষী, ইন্দ্ৰৰ শত্ৰুৰ মাৰক, ইন্দ্ৰই হাতেৰে পিঠিত মোহাৰি দিলত, স্বৰ্গৰ পৰা সকলো দিশ দুকাল কৰি আহিছে ॥ ৬ ॥ হে ইন্দ্ৰ, ( ছন্দৰূপী ) শেন চৰায়ে সোম কামনা কৰা তোমাক যি সোম আনি দিছিল, যি সোমৰ হৰ্ষত শত্ৰু মানুহক ( মাটিত ) পেলাই দিয়া, যি সোমৰ হৰ্ষত তুমি মেঘ বিলাক ভেদ কৰা, সেই শিলেৰে চেপা সোম পান কৰা ॥ ৭ ॥

৮ ঋক ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ৮ ॥

## ৪৪ সূক্ত—ঋ ৫ ।

### ঋষি—গাথি পুত্ৰ বিশ্বামিত্ৰ । ছন্দ বৃহতী । দেৱতা—ইন্দ্ৰ ।

হে ইন্দ্ৰ, শিলেৰে চেপা কমনীয় প্ৰীতিৰ বস্তু এই সোম তোমাৰ হওক। তুমি হৰিঅশ্বযুক্ত হৰিৎ বৰ্ণৰ ৰথত আছা। আমাৰ ফালে আহা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি সোম কামনা কৰি ঊষাক অৰ্চনা কৰা। তুমি সোম কামনা কৰি উদয় হোৱা সূৰ্য্যক জ্বলাই দিয়া। হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, সেই সকলো জানি, আমাৰ বিষয় জানি, সকলো আমাৰ ধন অভিবৰ্দ্ধন কৰা ॥ ২ ॥ ইন্দ্ৰই হৰিৎবৰ্ণৰ ৰশ্মি আকাশত ধাৰণ কৰিলে। গছ-গছনিৰে সেউজীয়া পৃথিবী ধাৰণ কৰিলে। হৰিৎবৰ্ণৰ, দ্যাবা পৃথিবীৰ মাজত, ( ইন্দ্ৰৰ ঘোঁৰাৰ ) ভোজন কৰা বস্তু বহুত পাই আৰু য'ত ইন্দ্ৰ ফুৰি ফুৰে ( সেই বিলাক ইন্দ্ৰই ধাৰণ কৰিলে ) ॥ ৩ ॥ কামবৰ্ষী, হৰিৎবৰ্ণৰ ইন্দ্ৰই জন্মমাত্ৰেই সকলো দীপ্তিমান লোক প্ৰকাশ কৰিলে। হৰিঅশ্ব যুক্ত ইন্দ্ৰই হৰিৎবৰণৰ অস্ত্ৰ ধাৰণ কৰিলে। শত্ৰুৰ প্ৰাণ মাৰক বজ্ৰ ধাৰণ কৰিলে ॥ ৪ ॥ ইন্দ্ৰই কমনীয়, বগা গাখীৰেৰে বেষ্টিত, শিলেৰে চেপা সোম-ৰসৰ ঢাকনি খুলি দিলে। হৰিঅশ্ব যুক্ত ইন্দ্ৰই গৰু বিলাক উলিয়াই আনিলে ॥ ৫ ॥

## ৪৫ সূক্ত—ঋ ৫ ।

### ঋষি আদি ৪৪ সূক্তৰ দৰে ।

হে ইন্দ্ৰ, তুমি আমোদ দায়ক, ম'ৰাপাখীৰ বৰণৰ নোম লগা ঘোঁৰাৰে আহা। বাটত তোমাক কোনেও ( ব্যাধে বাধা দিয়া ) চৰাইৰ দৰে বান্ধিব নোৱাৰে। মৰু দেশত ধৰকৈ যোৱা দৰে ধৰকৈ আহা ॥ ১ ॥ ইন্দ্ৰ বৃত্ৰহন্তা, মেঘভেদক, পানীৰ প্ৰেৰক, শত্ৰুৰ পুৰ ধ্বংস কৰা, হৰি ঘোঁৰা আমাৰ ফালে পথিওৱা ৰথত তুমি থকা, অতি বলবন্ত শত্ৰুৰ ভঞ্জক ॥ ২ ॥ হে ইন্দ্ৰ, গভীৰ সমুদ্ৰক যেনেকৈ ( পানীৰে ) পোষণ কৰে, ভাল গুৱালে যেনেকৈ ভাল ঘাহেঁৰে গৰু পোহপাল দিয়ে, নলাৰ পানীয়ে যেনেকৈ হ্ৰদ পোষণ কৰে, তেনেকৈ যজ্ঞকৰ্ত্তাক পোষণ কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি আমাক শত্ৰুৰ বাধক ধনী পুত্ৰ দিয়া,—যেনেকৈ পিতাই ব্যৱহাৰ জনা পুত্ৰক ধনৰ ভাগ দিয়ে। পকা ফল যেনেকৈ হাকুতিৰে জোকাৰি পাৰে, তেনেকৈ আমাৰ ইচ্ছা পূৰক ধন পেলাই দিয়া ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি ধনবান, স্বৰ্গৰ ৰজা, ভদ্ৰ বাক্যৰ, আৰু অতি বেচি কীৰ্ত্তিৰ। হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তুমি বলেৰে বাঢ়ি গৈ আমাৰ কাৰণে অতি ভাল অন্ন দাতা হোৱা ॥ ৫ ॥

## ৪৬ সূক্ত—ঋ ৫ ।

### ঋষি আদি ৩০ সূক্তৰ দৰে ।

হে ইন্দ্ৰ, তুমি যুদ্ধ কৰা, অভিমত ফল বৰ্ষক, ধনৰ পতি, উগ্ৰ, সদায় ডেকা, চিৰন্তন, শত্ৰুৰ সজ্ঞৰ্ষক, জৰাৰহিত, বজ্ৰধাৰী, তিনিও লোকত প্ৰসিদ্ধ আৰু মহৎ। তোমাৰ বীৰ্য্য মহৎ ॥ ১ ॥ হে পূজনীয় উগ্ৰ ইন্দ্ৰ, তুমি মহান। তুমি ধনক পাৰ কৰি দিয়া ( ভোগ, দান আৰু ত্যাগেৰে )। তুমি বীৰ্য্যেৰে অন্য শত্ৰুক দমন কৰি থাকা। সকলো ভুবনৰ একমাত্ৰ ৰজা, তুমি যুদ্ধও কৰা। সাধু মানুহক স্বস্থানত স্থাপিত কৰা ॥ ২ ॥ জ্বলি থকা, সকলোৱে পাচ পেলাব নোৱাৰা, সোমবান ইন্দ্ৰই শিল থকা পৰ্ব্বতত্তকৈও মহত্বৰে বেচি হয়। দেৱতা সকলৰ বলতকৈও বেচি হয়। দ্যাবাপৃথিবীতকৈও বেচি আৰু তাৰ মাজৰ অন্তৰীক্ষতকৈও বেচি হয় ॥ ৩ ॥ ইন্দ্ৰ মহান, গভীৰ, জন্মতে উগ্ৰ, বিশ্বব্যাপ্ত, স্তোতাসকলৰ ৰক্ষক। ইন্দ্ৰৰ ( পেটত ) আগদিনা চেপা সোম নদীৰ পানী সাগৰলৈ যোৱা দৰে সোমাইছে গৈ ॥ ৪ ॥ হে ইন্দ্ৰ, মাকে যেনেকৈ গৰ্ভ ধাৰণ কৰে, দ্যাবাপৃথিবীয়ে তেনেকৈ তোমাৰ কাৰণে সিমান সোম ধাৰণ কৰে। হে কামবৰ্ষী ইন্দ্ৰ, অধ্বৰ্য্যু সকলে সেই সোম তোমাৰ কাৰণে পঠিয়াইছে আৰু চাকণিৰে চেকি শোধন কৰিছে ॥ ৫ ॥

## ৪৭ সূক্ত—ঋ ৫ ।

### ঋষি—আদি ৩০ সূক্তৰ দৰে ।

হে ইন্দ্ৰ, পানীবৰ্ষন কৰা মৰুত সকলেৰে সৈতে

থকা তুমি সংগ্ৰাম কৰিবলৈ ( আৰু ) আনন্দৰ কাৰণে, স্বধা অন্নেৰে সৈতে সোম পান কৰা। মধুৰ সোমৰ ঢৌ পেটত সিঁচি দিয়া– কাৰণ তুমি আগদিনা চেপা সোমৰ ৰজা ॥১॥ হে বলবান, বৃত্ৰহন্তা, কৰ্ম্মাভীজ্ঞ ইন্দ্ৰ, মৰুত সকলেৰে সৈতে লগলাগি সোম পান কৰা। আমাৰ শত্ৰুক মাৰা। হিংসক বিলাকক আঁতৰাই দিয়া। পাচত আমাক কেউফালে ভয় নোহোৱা কৰা ॥ ২ ॥ হে ঋতু পালক ইন্দ্ৰ সখা মৰুতদেৱতা সকলেৰে সৈতে আমাৰ চেপা সোম পান কৰা। যি মৰুত সকলক তুমি যুদ্ধত সহায় কৰিবলৈ গ্ৰহণ কৰিছিলা, আৰু যি সবাকী তোঁমাক সেবা কৰিলে, তেতিয়া তুমি বৃত্ৰক মাৰিলা, সেই মৰুতগণে যুদ্ধত তোমাক পৰাক্ৰম দিলে ( বল দি সহায় কৰিলে ) ॥ ৩ ॥ হে মঘবন ইন্দ্ৰ, যি অহিক বধ কৰোতে সহায় কৰিছিল হে হৰিঘোঁৰা যুক্ত ইন্দ্ৰ, যি শম্বৰ বধ কৰোতে সহায় কৰিছিল, যি গৰুৰ কাৰণে সহায় কৰিছিল, মেধাবী যি তোমাক এতিয়াও আনন্দ দিয়ে, সেই মৰুতগণে সৈতে সোম পান কৰা ॥ ৪ ॥ আমি মৰুতসকল যুক্ত, পানী বৰ্দ্ধক, সহায়কাৰী, বহুত শত্ৰু-থকা, দিব্য, শাসক, সকলো অভিভব কৰা, উগ্ৰ, বলদাতা ইন্দ্ৰক নতুন আশ্ৰয়ৰ কাৰণে এই যজ্ঞত আহ্বান কৰিছো ॥ ৫ ॥ ( বহুত শত্ৰু থকা ইন্দ্ৰক অন্য ক'তো উল্লেখ পোৱা নেযায় )।

## ৪৮ সূক্ত—ঋ ৫ ।

### ঋষি আদি ৩০ সূক্তৰ দৰে।

পানীৰ বৰ্দ্ধক, সদ্য উৎপন্ন, কমনীয়, অভিষুত কৰা সোমৰ ( সংগ্ৰহ কৰা ) যজমানক ইন্দ্ৰই ৰক্ষা কৰক। হে ইন্দ্ৰ, তুমি ইচ্ছা হলেই সুন্দৰ গৰুৰ গাখীৰ মিহলোৱা ৰসময় সোমৰস সকলো দেৱতাৰ আগতে পান কৰা ॥ ১ ॥ হে ইন্দ্ৰ, যিদিনা তুমি জন্ম হৈছিলা, সেই দিনাই তুমি এই সোমৰ পিয়াহত পৰ্ব্বতত হোৱা সোমলতাৰ অংশ অমৃত ৰস পান কৰিছিলা। তোমাৰ জন্মদাতা মাতৃ যুৱতী অদিতিয়ে তোমাৰ প্ৰসিদ্ধ পিতাৰ ( কশ্যপৰ ) সূতিকা ঘৰত ( স্তন পান কৰিবলৈ দিয়াৰ আগতে ) সোম পান কৰিবলৈ দিছিল ॥ ২ ॥ ( এইটো এটা নতুন তথ্য )। সেই ইন্দ্ৰই মাকক অন্ন বিচাৰিছিল আৰু ( মাকৰ ) পিয়াহত দীপ্ত সোম দেখিছিল। ইন্দ্ৰই শত্ৰুবিলাক খেদি ফুৰিছিল। তেওঁ নিজ অঙ্গ কেউফালে কোবায় মহৎ কামবোৰ কৰিছিল ॥ ৩ ॥ এই ইন্দ্ৰ, উগ্ৰ, তৎক্ষণাৎ শত্ৰু অভিভব কৰা পৰাক্ৰমী হৈ নিজে ইচ্ছামতে কাম কৰি ফুৰিছিল। ইন্দ্ৰই ত্বষ্টাক বলেৰে বশীভূত কৰি তেওঁৰ চমসৰ ( হেতাৰ ) পৰা সোম কাঢ়ি খাইছিল ॥৪॥

৫ ঋক ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ৫ ॥

## ৪৯ সূক্ত - ঋ ৫

### ঋষি আদি ৩০ সূক্তৰ দৰে।

মহান ইন্দ্ৰক স্তব কৰা। তেওঁ ৰক্ষক হলে সকলো মানুহে সোম পান কৰি অভীষ্ট সিদ্ধি কৰে। দ্যাবা পৃথিবী আৰু দেৱতা সকলে সুকৰ্ম্মা বিভুয়ে জগৎ অধিপতি কৰি স্থাপিত কৰা পাপ ( বৃত্ৰৰ ) হন্তা কৰি ইন্দ্ৰক জন্ম দিলে ॥ ১ ॥ যুদ্ধত বিৰাজ কৰা, হৰি ঘোঁৰা যুক্ত ( ৰথত থকা ), অতি নেতা, যুদ্ধত ( শত্ৰু ) সেনাক দুফাল কৰি দিয়া, যি ইন্দ্ৰৰ পৰা কোনো শত্ৰুৱে তাৰণ নেপায়, সেই ইন্দ্ৰ, সেনাৰ অধিপতি হৈ কেউফালে থকা মৰুত সকলেৰে সৈতে গৈ পৰৰ বল শোষণ কৰে ॥ ২ ॥ হে ইন্দ্ৰ, বলবান তুমি, বলবান ঘোঁৰাৰ দৰে সংগ্ৰাম জয় কৰা আৰু ধনবান, দ্যাবাপৃথিবী ব্যাপ্ত হৈ ধন দান কৰা। যজ্ঞত তেওঁ ভগ দেৱতাৰ দৰে পূজনীয়, স্তোতাৰ পিতা, কমনীয়, সু আহ্বানেৰে পোৱা আৰু অন্ন দাতা ॥ ৩ ॥ সেই ইন্দ্ৰ দ্যুলোকৰ আৰু অন্তৰীক্ষৰ ধাৰক। তেওঁ সকলোতে থকা ৰথৰ দৰে বায়ুৰ ওপৰত উঠি যোৱা, বসুসকলৰ সৈতে নিযুত বাহন থকা মৰুত সকলৰ দৰে সহায়কাৰী হয়। ৰাতিয়ে ঢাকি ৰখা সূৰ্য্যৰ জন্মদাতা, বাক্যেৰে কৰ্ম্মফলৰ ধন বিভাগ কৰা হয় ॥৪॥

৫ ঋক ওপৰৰ ৩/৩০/২২ ঋকৰ দৰে ॥ ৫ ॥

## ৫০ সূক্ত—ঋ ৫ ।

### ঋষি আদি ৩০ সূক্তৰ দৰে।

ইন্দ্ৰই এয়া স্বাহাকাৰেৰে দিয়া সোম পান কৰক। যি ইন্দ্ৰ আহি কৰ্ম্ম বিঘ্ন কৰা বিলাকক হিংসা কৰে, কামবৰ্ষক, মৰুতযুক্ত, বহুত ব্যাপ্ত হৈ থাকি আমি দিয়া অন্নেৰে তৃপ্ত হওক। ইন্দ্ৰৰ শৰীৰৰ বিষয় কামনা আমি দিয়া হবিয়ে পূৰণ কৰক ॥ ১ ॥ হে ইন্দ্ৰ, তুমি ( যজ্ঞলৈ ) আহিবলৈ পৰিচাৰক ঘোঁৰা মই ৰথত লগাম দিম। পুৰাতন তুমি সেই ঘোঁৰাৰ বেগেৰে যাবা। হে ধুনীয়া মুখৰ ইন্দ্ৰ, তোমাৰ ঘোঁৰাই এই যজ্ঞলৈ তোমাক লৈ আহক। ভালকৈ চেপা এয়া সুন্দৰ সোম তুমি সোনকালে পান কৰা ।। ২ ।। স্তব কৰা ঋত্বিকে, ফলদান কৰিবলৈ ইচ্ছা কৰা সহজে পাব পৰা ইন্দ্ৰক, শ্ৰেষ্ঠ কামৰ কাৰণে, চিৰকাল আয়ুসৰ কাৰণে গৰুৰ গাখীৰ মিহলোৱা সোমেৰে ধাৰণ কৰিছে। হে সোমবান

ইন্দ্ৰ, তুমি আনন্দ কৰি সোমপান কৰা। আমাক বহুত গৰু দিয়া ॥ ৩ ॥

৪ ঋক ৩।৩০।২০ ঋকৰ দৰে ॥ ৪ ॥
৫ ঋক ৩।৩০।২২ ঋকৰ দৰে ॥ ৫ ॥

## ৫১ সূক্ত—ঋ ১২।

ঋষি—গাথি পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—১-৩ জগতী; ৬-৯ ত্ৰিষ্টুভ্; ১০-১২ গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

মানুহৰ পোষক, ধনবান, উকৃথৰে প্ৰশংসনীয়, বৰ্দ্ধমান, বহুতে আহুত কৰা, অমৰ আৰু সুন্দৰ স্তুতিৰে স্তুয়মান ইন্দ্ৰক বহুত স্তুতিবাক্যৰে সৰ্ব্বতোভাৱে স্তৱ কৰা হওক ॥ ১ ॥ শতক্ৰতু, বহুগুণৰ পানীৰ পৰাকী, মৰুৎগণ যুক্ত, নেতা, অন্নদাতা, শত্ৰুৰ পুৰভেদ কৰা, বেগাই যোৱা, পানীৰ প্ৰেৰক, তেজযুক্ত, শত্ৰুৰ অভিভৱ কাৰী, স্বৰ্গক জনা ইন্দ্ৰক আমাৰ স্তোত্ৰেৰে সকলো কালৰ পৰা সেৱা কৰা ॥ ২ ॥ ইন্দ্ৰই যুদ্ধৰ ধন (বুলি) যুদ্ধত স্তোতাসকলে স্তৱ কৰে। ইন্দ্ৰই পাপ নাইকিয়া স্তোতাক (ফল দান কৰি) পৰিচৰণ কৰে। বিশেষকৈ যজ্ঞ কৰা, সকলৰ ঘৰত ইন্দ্ৰ খুব প্ৰীত হয়। শত্ৰুৰ হন্তা মৰুত সকলেৰে সৈতে শত্ৰুৰ হন্তা ইন্দ্ৰক স্তুতি কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, ঋত্বিক সকলে নৰৰ উত্তম নেতা, বীৰ তোমাক স্তুতি কৰা স্তোত্ৰেৰে অৰ্চনা কৰে। বহুকৰ্ম্মা সেই ইন্দ্ৰই বলেৰে যাবলৈ উদ্যম কৰিছে। পুৰাতন একমাত্ৰ ইন্দ্ৰক নমস্কাৰ (কৰা হওক) ॥ ৪ ॥ মানুহৰ মাজত ইন্দ্ৰৰ অনুশাসন বহুত। সেই ইন্দ্ৰলৈ পৃথিবীৰ বহুত ধন ধাৰণ কৰে। দ্যুলোক গছ-গছনি, পানী, মানুহ, ডাঙৰ হাবি (এই সকলো বিলাকে) ইন্দ্ৰৰ উপভোগৰ কাৰণে ধন ৰাখে ॥ ৫ ॥ হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, ঋত্বিকসকলে ধাৰণ কৰা তোমাৰ সত্য স্তোত্ৰ আৰু তোমাৰ কথা বিলাক সেৱন কৰা। হে সকলোকে বাস কৰিবলৈ দিয়া ইন্দ্ৰ, ব্যাপ্ত তুমি, নতুন অন্ন তোমাক দিয়া হৈছে বুলি জানিবা। স্তোতাক অন্ন দান কৰা ॥ ৬ ॥ হে মৰুত্বান ইন্দ্ৰ, তুমি যেনেকৈ শৰ্য্যাতিৰ অভিযুত সোম পান কৰিছিলা, ইয়ালৈ আহি তুমি তেনেকৈ সোমপান কৰা। হে শূৰ ইন্দ্ৰ, নিৰ্বিঘ্ন ঠাইত তোমাৰ ভাল যজ্ঞ কৰা মেধাবী সকলে হবি আদি পোৱাই দি কেউকালে পৰিচৰণ কৰিছে ॥ ৭ ॥ হে ইন্দ্ৰ, সোম ইচ্ছা কৰা তুমি সখা মৰুতসকলেৰে সৈতে আমাৰ এই যজ্ঞত চেপা সোম পান কৰা। হে বহুতে আহুত কৰা ইন্দ্ৰ, জন্মতে সকলো দেৱতাই তোমাক ডাঙৰ যুদ্ধলৈ সৰ্ব্বতোভাৱে অলঙ্কৃত কৰিছিল ॥ ৮ ॥ পানী প্ৰেৰণ কৰা তোমালোকে সখাক বল দিয়া হে মৰুত সকল, এই ইন্দ্ৰক আনন্দ দিলা। বৃত্ৰৰ হন্তা ইন্দ্ৰই সেই মৰুত সকলেৰে সৈতে হবি দিওঁতাৰ নিজ ঘৰত অভিযুত কৰা সোম পান কৰক ॥ ৯ ॥ হে ধনৰ পতি স্তুতিপ্ৰিয় ইন্দ্ৰ, এই উদ্দেশ্যৰ অনুক্ৰমে বলেৰে চেপা সোম পান কৰা ॥ ১০ ॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে ঘি অন্ন শিলেৰে চেপা হৈছে তাৰে নিজ শৰীৰক দিয়া (অৰ্থাৎ পান কৰা)। সেই সোমে সোমৰ লায়েক তোমাক আনন্দ দিয়ক ॥ ১১ ॥ হে ইন্দ্ৰ, (সেই সোমে) তোমাৰ পেটৰ দুয়োফাল পাওকগৈ। স্তোত্ৰেৰে দিয়া (সেই সোমে) তোমাৰ মূৰ পাওকগৈ (মনত লাগক গৈ যে আমাৰ সোম ভাল এই ভাব)। হে শূৰ ইন্দ্ৰ, (আমাৰ) ধনৰ কাৰণে তোমাৰ বাহু পাওকগৈ (যাতে বল হৈ যুদ্ধ জিকি ধন দিব পাৰে এই ভাব) ॥ ১২ ॥

## ৫২ সূক্ত—ঋ ৮।

ঋষি—গাথিপুত্ৰ বিশ্বামিত্ৰ। ছন্দ ১-৪ গায়ত্ৰী; ৫।৭।৮ ত্ৰিষ্টুভ্; ৬-জগতী। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, যৱভজা, দৈ মিহলোৱা পিঠাগুৰি আৰু পিঠাৰে সৈতে স্তৱ কৰি দিয়া এৱা সোম পুৱাৰ সৱন যজ্ঞত সেৱন কৰা ॥ ১ ॥ হে ইন্দ্ৰ, ভালকৈ পাক কৰা পুৰোডাশ (পিঠা) সেৱন কৰা।—খাবলৈ উদ্যম কৰা। হব্য বিলাক তোমাৰ উদ্দেশ্যে গৈছে ॥ ২ ॥ হে ইন্দ্ৰ, তুমি আমাৰ পুৰোডাশ পিঠা ভক্ষণ কৰা। আমাৰ স্তুতি বাক্য স্ত্ৰীকামীয়ে যুৱতীক সেৱন কৰা দৰে সেৱন কৰা ॥ ৩ ॥ হে পুৰণি কালৰ পৰা প্ৰসিদ্ধ ইন্দ্ৰ, আমাৰ পুৰোডাশ পিঠা প্ৰতি সৱনত সেৱন কৰা। তোমাৰ কৰ্ম্ম মহৎ ॥ ৪ ॥ হে ইন্দ্ৰ, যেতিয়া তোমাৰ পৰিচৰণ কাৰী স্তোতাই চঞ্চল গতিৰে বৃষৰ দৰে আচৰণ কৰি মন্ত্ৰেৰে সৈতে তোমাৰ ওচৰত স্তুতি কৰে, সেই মাধ্যন্দিন (মধ্যাহ্ন) সৱনৰ ভজাযৱ আৰু সুন্দৰ পুৰোডাশ পিঠা এই যজ্ঞত ভক্ষণৰ দ্বাৰা সংস্কাৰ কৰা ॥ ৫ ॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তৃতীয় সৱনত আমাৰ ভজা যৱ আৰু আহুত পুৰোডাশ পিঠা ভক্ষণ কৰি সন্মান কৰা। হে কবি ইন্দ্ৰ, আমি হবি দি থাকি ঋভুমন্ত, বাজমন্ত (১।২০ সূক্ত চাৱ) তোমাক স্তুতিৰে পৰিচৰণ কৰিম ॥ ৬ ॥ হে পূষা দেৱতা যুক্ত ইন্দ্ৰ, তোমাৰ কাৰণে দৈসনা পিঠা কৰিম। হবি ঘোঁৰা যুক্ত

হৰিঅশ্ব ইন্দ্ৰক ভজা যৱ দিম। মৰুতগণে সৈতে পুৰোডাশ পিঠা খোৱা। হে শূৰ বৃত্ৰক হনন কৰা ইন্দ্ৰ, সকলো জানি সোমপান কৰা ॥ ৭ ॥ (হে ঋত্বিক সকল) এই ইন্দ্ৰক সোনকালে ভজা যৱ দিয়া। নেতা সকলৰ ভিতৰত অতি বীৰ ইন্দ্ৰক পুৰোডাশ পিঠা দিয়া। হে ধৃষ্ণু (শত্ৰুক অভিভৱ কৰা) ইন্দ্ৰ, একেবিধ স্তুতিৰে দিনৌ তোমাক সোমপান কৰিবলৈ বৰ্দ্ধণ কৰিম ॥ ৮ ॥

## ৫৩ সূক্ত—ঋ-২৪ ।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—১-৯/১১/১৪/১৫/১৭/১৯/২১/২৩/২৪ ত্ৰিষ্টুভ্; ১০/১৬--জগতী; ১২/২০/২২--অনুষ্টুপ্; ১৩ গায়ত্ৰী; ১৮-বৃহতি। দেবতা—১ ইন্দ্ৰ আৰু পৰ্ব্বত; ২-১৪/২১-২৪ ইন্দ্ৰ; ১৫/১৬ বাক্; ১৭-২০ ৰথৰ অঙ্গবিলাক।

হে ইন্দ্ৰ আৰু পৰ্ব্বত, বৃহৎ ৰথত আহি (আমালৈ) ধুনীয়া সুপুত্ৰেৰে সৈতে অন্ন বহন কৰি আনা। হে দেবতা দুজন, যজ্ঞত হবনীয় দ্ৰব্য ভক্ষণ কৰা। আমি দিয়া হবি অন্নেৰে আনন্দ কৰি আমি কৰা স্তুতিৰে বৰ্দ্ধিত হোৱা ॥ ১ ॥ হে ইন্দ্ৰ, সুখেৰে এই যজ্ঞত (অলপ সময়) থাকা—আঁতৰি নেযাবা। ভালকৈ অভিষুত কৰা সোমেৰে সোনকালেই তোমাক যজন কৰিম। হে শক্তিমান ইন্দ্ৰ, সুমধুৰ বাক্যেৰে (স্তুতিৰে) যেনেকৈ পুত্ৰই পিতাকক ধৰে তেনেকৈ তোমাৰ কাপোৰৰ আচলত ধৰি মই অবলম্বন কৰিছো ॥ ২ ॥ হে অধ্বৰ্যু, আমি দুয়ো স্তৱ কৰিম। তুমি স্তোত্ৰেৰে উত্তৰ দিবা। ইন্দ্ৰলৈ প্ৰীতিৰ স্তোত্ৰ (ৰচনা) কৰিম। যজমানৰ এয়া কুশত তুমি বহা। ইন্দ্ৰলৈ আমি কৰা স্তৱ প্ৰশস্ত হওক ॥ ৩ ॥ হে ধনবান ইন্দ্ৰ, জায়াই (গৃহিনীয়েই) ঘৰ। সেই জায়াই পুৰুষৰ মিলনৰ ঠাই। সেই ঘৰলৈকে, হে ইন্দ্ৰ, তোমাৰ ঘোঁৰাই তোমাক বহন কৰি লৈ যাওক। যেতিয়াই তেতিয়াই তোমাৰ কাৰণে সোম চেপিম। দূত অগ্নি তোমাৰ ফালে যাওক ॥ ৪ ॥ হে ধনবান ইন্দ্ৰ, তুমি দূৰলৈ (তোমাৰ ঘৰলৈ) যোৱা বা আমাৰ ফালে আহা উভয়তে তোমাৰ প্ৰয়োজন আছে। (তাত তোমাৰ জায়া আছে আৰু ইয়াত সোম আছে এইভাব)। ঘৰলৈ যাওঁতে বৃহৎ ৰথৰ ওপৰত থাকিব লাগিব। ইয়াত থাকিলে হাঁহি মৰা ঘোঁৰাক ৰথৰ পৰা এৰি দিব লাগিব ॥ ৫ ॥ হে ইন্দ্ৰ, ইয়াতেই সোম পান কৰা—(পান কৰি) ঘৰলৈ যোৱা। তোমাৰ ঘৰত মঙ্গলকাৰিণী পত্নী আছে —ভাল গীত মাতো আছে। ঘৰলৈ যাওঁতে ৰথৰ ওপৰত থাকিব লাগিব—ইয়াত থাকিলে ঘোঁৰাক ৰথৰ পৰা এৰি দি ঘাঁহ পানী দিব লাগিব ॥ ৬ ॥ হে ইন্দ্ৰ, এই যাগ কৰা ভোজ ৰজা সকলে তেওঁবিলাকৰ বিবিধ যাজক অঙ্গিৰস (মেধাতিথি) আদিয়ে, স্বৰ্গৰ দেৱতাতকৈও বলৱন্ত ৰুদ্ৰৰ পুত্ৰ মৰুতসকলে বিশ্বামিত্ৰক (মোক) অশ্বমেধ যজ্ঞৰ পূজনীয় ধন দি জীৱন ত্ৰাণ কৰিলে ॥৭॥ ধনবান ইন্দ্ৰই যি ৰূপ কামনা কৰে সেই ৰূপকেই তৎক্ষণাত পায়। বহুত মায়া কৰি নিজশৰীৰ (নানাবিধ) কৰে। যেতিয়া নিজ মন্ত্ৰেৰে আহুত হয়, ঋতুৰ (সময়ৰ) বাহিৰেও ঋতবান (নিয়মবান) ইন্দ্ৰই বহুত সোম পান কৰে। স্বৰ্গৰ পৰা মুহূৰ্ত্ততে (নানা দেশৰ) তিনি সবন যজ্ঞলৈ আহে ॥ ৮ ॥ দেবতাৰ পৰা জন্ম, দৈব তেজেৰে আবৃত, (অধ্বৰ্যু আদিৰ) উপদ্ৰষ্টা মহান ঋষি বিশ্বামিত্ৰই পানী বোৱা নৈৰ সোঁত স্তম্ভন কৰি দিছিল। তেওঁ সুদাস ৰজাৰ যজমান আছিল। তেতিয়া ইন্দ্ৰই কুশিক গোত্ৰৰ ঋষি সকলৰ লগত প্ৰিয় আচৰণ কৰিছিল ॥ ৯ ॥ হে মেধাবী ঋষিসকল, হে নেতৃৰ দ্ৰষ্টা সকল, হে কুশিক বংশৰ (ঋষি) সকল, হাঁহৰ দৰে শব্দ কৰি স্তুতিৰে আনন্দ কৰি, দেবতা সকলৰ সৈতে, শ্লোক ৰচনা কৰি গান গায়, যজ্ঞত শিলেৰে চেপা সোমময় মধুৰ ৰস পান কৰা ॥ ১০ ॥ হে কুশিক সকল, ঘোঁৰাৰ ওচৰলৈ যোৱা—সাৱধান হোৱা। সুদাস ৰজাৰ ঘোঁৰা দিগ্বিজয়ৰ ধন লাভৰ কাৰণে মুকলি কৰি দিয়া। দেবতাৰ ৰজা ইন্দ্ৰই কৰ্ম্মবিঘ্নকাৰী বৃত্ৰক পূব, পশ্চিম আৰু উত্তৰ দিশত মাৰিছিল। তাৰ পাচত পৃথিবীৰ উত্তম যজ্ঞাৰ্হ ঠাইত সেই ৰজাই যজ্ঞ কৰক ॥ ১১ ॥ মই দ্যাবাপৃথিবীত ইন্দ্ৰক স্তৱ কৰোৱাইছো। বিশ্বামিত্ৰৰ এই স্তোত্ৰই ভাৰতবংশৰ মানুহক ৰক্ষা কৰা ॥ ১২ ॥ বিশ্বামিত্ৰ সকলে বজ্ৰী ইন্দ্ৰলৈ (এই) স্তোত্ৰ কৰিলে। তেওঁ আমাক সুধন যুক্ত কৰক ॥ ১৩ ॥ হে ইন্দ্ৰ, কীকট (অনাৰ্য্য) ৰাজ্যত গৰুৱে কি কৰিব? সোমৰসত মিহলি কৰিবলৈ গাখীৰ সিহঁতে নিদিয়াই। গাখীৰৰ পাত্ৰ তপত নকৰে। সেইবিলাকক আমালৈ লৈ আহা ॥ ১৪ ॥ জমদগ্নি ঋষিয়ে দিয়া অজ্ঞান দূৰ কৰা সসৰ্পৰীয়ে (বাকৰূপী দেৱীয়ে) আকাশত বহুত শব্দ কৰিছে। সূৰ্য্যৰ জীয়েকে দেৱতালৈ ক্ষয়ৰহিত অন্ন আনে ॥১৫॥ সসৰ্পৰীয়ে পঞ্চজাতিৰ মানুহৰ ভিতৰত যি অন্ন আছে সেই অন্ন যাতে বেচি হয় তেনেকৈ

আমাক সম্পাদন কৰক। চুলিপকা দীৰ্ঘায়ু জমদগ্নিয়ে যি বাক্ আমাক দিলে সেই পক্ষ (শুক্ল কৃষ্ণ) কৰা সূৰ্য্যৰ জীয়েকে আমাক নতুন জীৱন দিয়ক ॥ ১৬॥ হে বলদ (দুটা) স্থিৰ হোৱা। অক্ষ দৃঢ় হোৱা। দণ্ড (মাৰি) ডাল পুৰণি নহওক। জোৱা পাধি সুলকি নেযাওক। ইন্দ্ৰই পৰিযোৱা শলখা আগতে ধৰি থাকক। বেয়া নোহোৱা ৰথৰ (নমীৰে' (বেৰেৰে) বিশিষ্ট ৰথে আমাক (বহন কৰি) লৈ যাওক ॥ ১৭॥ হে ইন্দ্ৰ, আমাক গাত বল দিয়া। আমাক টানি নিয়া বলদক বল দিয়া। পুত্ৰ আৰু পৌত্ৰক জীৱনৰ কাৰণে আয়ুস দিয়া। তুমি যে বলদাতা (হৈছা সেই বাবে বল দিয়া) ॥ ১৮॥ হে ইন্দ্ৰ, খদিৰৰ (খইৰা) সাৰ টান কৰি ৰাখা। ৰথ লৰিলে সিংশৰা (শিশু) কাঠৰ ফালেৰে দৃঢ ৰথ দৃঢ় কৰি ৰাখিবা। গৈ থাকোতে এই ৰথৰ পৰা আমাক নেপেলাবা ॥ ১৯॥ গছৰ নিৰ্ম্মিত এই ৰথত উঠা আমাক পেলাই নিদিবা। বিনাশ নকৰিবা। ঘৰ পোৱা পৰ্য্যন্ত মঙ্গল হওক। ৰথৰ বেগ শেষ নোহোৱালৈকে, —ঘোঁৰা খুলি নিদিয়ালৈকে মঙ্গল হওক ॥ ২০॥ হে শূৰ ধনবান ইন্দ্ৰ, শত্ৰুৰ হিংসক আমাক তোমাৰ বহুত ৰক্ষণেৰে প্ৰীত কৰা। আমাক যি শত্ৰুতা কৰিছে সি নিকৃষ্ট হৈ পতন হওক। যাক আমি শত্ৰুতা কৰো তাৰ প্ৰাণ নাশ হওক ॥ ২১॥ হে ইন্দ্ৰ, কুঠাৰৰ ঘা মাৰিলে গছে দুঃখ পোৱা দৰে আমাৰ শত্ৰু তাপিত হওক। শিমলু ফুল যেনেকৈ সহজে ফুটে তেনেকৈ শত্ৰু চিঙি ভাঙি পৰক। মাৰ মাৰি দিলে পাক কৰা চকৰ পৰা ফেন ওলোৱা দৰে শত্ৰুৰ মুখৰ ফেন ওলাওক (ফেনাই মৰক) ॥ ২২॥ (মৌনী বিশ্বামিত্ৰ ঋষিক বশিষ্ঠ ঋষিৰ মানুহে বান্ধি আনিছিল। সিইতক বিশ্বামিত্ৰই কৈছে) হেৰা মানুহ কেইজন কাঁড়ডালৰ শক্তি তোমা-লোকে নেজানা। মৌন হৈ থকা ঋষিক পশু বুলি লৈ গৈছা। মূৰ্খক বাগ্মীয়ে তিৰস্কাৰ নকৰে। গাধক ঘোঁৰাৰ আগত নিব নোৱাৰে ॥ ২৩॥ হে ইন্দ্ৰ, ভৰতৰ পুত্ৰ সকলে (বশিষ্ঠ ইতৰ পৰা) আঁতৰিব জানে কিন্তু মিলন নেজানে। তেওঁ বিলাকৰ ঘোঁৰা সহজ গমন মাইকীলৈ পথিওৱা দৰে বশিষ্ঠ বিলাকলৈ পথিয়ায়। তেওঁ বিলাকৰ টান ধনু বশিষ্ঠইতলৈ ধৰি আছে ॥ ২৪॥

৫৪ সূক্ত—ঋ ২২।

ঋষি বিশ্বামিত্ৰৰ পুত্ৰ বা বাক্ পুত্ৰ প্ৰজাপতি। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—বিশ্বেদেৱা (সকলো দেবতা)

মহৎ যজ্ঞত সকলোৱে অগ্নিক স্তুতি কৰা এই স্তোত্ৰ বাৰে বাৰে উচ্চাৰণ কৰিছে। সেই অগ্নিয়ে পৰক দমন কৰা তেজ যুক্ত হৈ ঘৰত থাকি আমাৰ এই স্তোত্ৰ শুনক। দৈব তেজেৰে নিৰন্তৰ এই স্তোত্ৰ অগ্নিয়ে শুনক ॥ ১॥ হে স্তোতা, মহৎ স্বৰ্গ আৰু পৃথিৱীত মাহাত্ম্য জানিবলৈ তেওঁবিলাকক অৰ্চনা কৰা। মোৰ মনো-ৰথে সকলো ভোগ বিচাৰি ফুৰিছে। মানুহৰ যজ্ঞত দ্যাবাপৃথিৱীৰ স্তৱত পূজা বিচৰা দেবতা সকলে একে-লগে আনন্দ কৰে ॥ ২॥ হে দ্যাবাপৃথিৱী তোমালোকৰ ঋত (নিয়ম) আৰু সত্য যথাৰ্থ হওক। আমাৰ মহৎ যজ্ঞৰ সমাপ্তিলৈকে ভালকৈ থাকা। হে অগ্নি, তোমাক স্বৰ্গ আৰু পৃথিৱীত নমস্কাৰ কৰো। পায়স অন্নেৰে পূজা কৰিম। ৰত্ন তোমাৰ পৰা বিচাৰিম ॥ ৩॥ আৰু হে ঋতাৱৰী দ্যাবাপৃথিৱী পুৰাতন সত্যবাদী ঋষি সকলে তোমালোকৰ পৰা বহুত ধন পাইছিল। হে পৃথিৱী, শূৰ সকলৰ ধন লাভৰ যুদ্ধত মানুহে তোমালোকৰ মাহাত্ম্য জানি স্তৱ কৰে ॥ ৪॥ কোনে বা (ভেদে সত্য অৰ্থ) জানে? কোনেবা (এই জনা অৰ্থ) কয়? দেবতাৰ ফালে কোন বাটেৰে যাব পাৰি? এইযে স্বৰ্গত তললৈ মুখ কৰি থকা স্থান বিলাক (তৰা-নক্ষত্ৰ বিলাক) দেখা যায়, তেওঁবিলাকে অতি উৎকৃষ্ট, জানিব নোৱাৰা কাম কৰি থাকে ॥ ৫॥ কবি, নেতাৰ দ্ৰষ্টা (সূৰ্য্যই) এই (দ্যাবাপৃথিৱী) অবলম্বন কৰি ঋতৰ (নিয়মৰ) স্থান অন্তৰীক্ষত আনন্দ কৰি ধৰি আছে। একেটা কামেৰেই একমত হৈ তেওঁবিলাকে (দ্যাবা-পৃথিৱীয়ে) নানা স্থান কৰি (সাজি) আছে—যেনেকৈ চৰাইয়ে বাঁহ কৰি থাকে ॥ ৬॥ সমান কিন্তু বেলেগ কৈ দূৰত আৰু ওচৰত থাকি জাগৰূক হৈ ধ্ৰুব পদ (অন্তৰীক্ষত) থাকে। আৰু সদায় যুৱতী বাইভনী ৰূপে থাকে। তাৰ পাচত জুটিয়া (যুৰীয়া) নাম লৈ (উৰ্ব্বী, দূৰে অন্তে, ৰোদসী ইত্যাদি) থাকে ॥ ৭॥ এই (দ্যাবাপৃথিৱীয়ে) ভূত (জীৱ) জগতক বেলেগ বেলেগ কৰি ৰাখিছে। মহৎ দেৱতা সকলক ধাৰণ কৰিছে, (তথাপি) দুঃখ নেপাই। স্থাবৰ আৰু জঙ্গমক একে ঠাইতে থয়। চৰি ফুৰা আৰু উৰি ফুৰা (পশু-পক্ষী) বিলাকক নানা ৰূপে থয় ॥ ৮॥ মহৎ পিতাৰ আৰু জন্মদাতাৰ সনাতন, পুৰাতন, আমাৰ সেই যঁজা বাই-ভনীৰ সম্বন্ধ এতিয়া বুজি পাইছো। —যাৰ মাজত বহল মুকলি বাটত (আকাশত) স্তুতি কৰা দেবতা সকল নিজ নিজ বাহনত অহা যোৱা কৰে ॥ ৯॥ হে দ্যাবাপৃথিৱী এয়া তোমালোকৰ স্তোত্ৰ উচ্চাৰণ কৰিছো। ঋদূদৰা (কোমল পেটৰ), অগ্নি জিভা যাৰ, সম্রাট, নিত্য

তৰুণ (সদায় ডেকা) কবিসকল নিজ কৰ্ম্ম বখানি থকা মিত্ৰ, বৰুণ আৰু আদিত্যসকলে এই স্তোত্ৰ শুনক ॥ ১০ ॥ সোণৰ হাতৰ, সুবাক্যৰ যজ্ঞত তিনিও সবনত আকাশৰ পৰা অহা হে সবিতা, স্তোতাৰ স্তোত্ৰ গ্ৰহণ কৰা। পাচত সকলোৱে আকাঙ্ক্ষা কৰা ফল পথিয়াই দিয়া ॥ ১১ ॥ সুকৰ্ম্ম কৰা, কল্যাণীয় হাতৰ, ধনবান, ঋতবান ত্বষ্টা দেৱতাই সেই ভাল বস্তু আমাক দিয়ক। হে ঋভুসকল, পূষাৰে সৈতে আমাক (ধন দি) আনন্দ দিয়া। ঋত্বিক সকলে (সোম চেপিবলৈ) ওপৰলৈ শিল তুলিছে ॥ ১২ ॥ বিজুলীৰ দৰে ৰথ থকা, দীপ্তিমান, স্বৰ্গৰ, শত্ৰুৰ মাৰক, ঋতত (নিয়মত) জন্ম হোৱা, সততে গমনশীল, যজ্ঞাৰ্হ মৰুতসকল আৰু সৰস্বতী দেৱী, এই সকলো দেৱতাই স্তোত্ৰ শুনক। ধৰকৈ ফল দান কৰা হে-মৰুতসকল আমাক পুত্ৰৰে সৈতে ধন দিয়া ॥ ১৩ ॥ ধনৰ কাৰণ এই স্তোত্ৰবিলাক আৰু ঋকবিলাক (এই যজ্ঞত) বহু কৰ্ম্মা বিষ্ণু দেৱতাৰ ফালে যায়। সকলোৰে জন্ম দিয়া যুৱতী এই দিশবিলাকে তেওঁক (বিষ্ণুক) উলঙ্ঘা নকৰে। (বিষ্ণু) মহান পাদ বিক্ষেপকাৰী (ডাঙৰ খোজ দিয়া) ॥ ১৪ ॥ সকলো বল পাই ইন্দ্ৰই দুয়ো দ্যাবাপৃথিবী পূৰণ কৰিলে। হে পুৰন্দৰ, বৃত্ৰক বধ কৰা, পৰক দমন কৰা সৈন্যযুক্ত পশুক ধৰি আনি আমাক বহুত (পশু) দিয়া ॥ ১৫ ॥ হে নাসত্য অশ্বিনী দুজন, বন্ধুক-বিচৰা-ধন-দিয়া, তোমালোক ধন দাতাৰ ভিতৰত উত্তম ধন দাতা। তোমালোক অতিৰস্কৃত (কোনেও তিৰস্কাৰ কৰিব নোৱাৰা)। তোমালোকে হবি দাতাক বেয়া নোহোৱা কামেৰে ৰক্ষা কৰা ॥ ১৬ ॥ হে মেধাবী দেৱতাসকল, তোমা-লোকৰ সেই কাম মনোহৰ (যে) কৰ্ম্মৰে তোমালোকে ইন্দ্ৰলোকৰ দেৱতা হৈ আছা। হে পুৰুহূত ইন্দ্ৰ, তোমাৰ প্ৰিয়তম সখা ঋভুসকলেৰে সৈতে এয়া আমাৰ স্তুতি আমাৰ ধন লাভৰ কাৰণে গ্ৰহণ কৰা ॥ ১৭ ॥ অকলুষিত কৰ্ম্মৰ বৰুণ দেৱতাৰে সৈতে হে যজ্ঞাৰ্হ অৰ্যমা, (দেৱমাতা) অদিতি—আমাক ৰক্ষা কৰা। তোমালোকে আমাৰ অপত্যৰ অহিত কৰ্ম্ম আঁতৰাই দিয়া। আমাৰ ঘৰ পশুযুক্ত পুত্ৰবান কৰা ॥ ১৮ ॥ বহুত দেশত উৎপত্তি হোৱা দেৱতাৰ দূত অগ্নিয়ে আমাক পাপহীন বুলি সকলোতে কওক। পৃথিবী, স্বৰ্গ আৰু পানী, সূৰ্য্য আৰু নক্ষত্ৰৰে (ভৰাবে) ভৰা বিস্তীৰ্ণ অন্তৰীক্ষত আমাৰ স্তুতি শুনক ॥ ১৯ ॥ ফল-বৰ্ষক মৰুতসকলে, পৰ্ব্বতবিলাকে, নিশ্চল ঠাইবিলাকে, হবি অন্নৰে আনন্দ কৰি আমাৰ স্তুতি শুনক। অদিতিয়ে আদিত্যসকলেৰে সৈতে আমাৰ স্তুতি শুনক। মৰুত-সকলে আমাক কল্যাণকৰ সুখ দিয়ক ॥ ২০ ॥ হে অগ্নি, আমাৰ বাট সদায় সুগম আৰু অন্নবান হওক। হে দেৱতা সকল, মধুৰ পানীৰে গছ-গছনি বিলাক সিঁচি দিয়া। হে অগ্নি, তোমাৰ লগত বন্ধুত্ব হ'লে মোৰ ধন নেহেৰাই। ধন আৰু বহুত অন্নৰ ঠাই (ঘৰ) পোৱাই দিয়া ॥ ২১ ॥ হে অগ্নি, হবি অন্নৰ সোৱাদ লোৱা। আমাৰ অন্ন সম্যক প্ৰকাশ কৰা আৰু আমাৰ ফালে আনা। সংগ্ৰামত সকলো শত্ৰু জয় কৰা। সুমনা হৈ আমাক সদায় দিন (যজ্ঞ কৰ্ম্মৰে) প্ৰকাশ কৰা ॥ ২২ ॥

## ৫৫ সূক্ত—ঋ ২২।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ প্ৰজাপতি বা বাকৃৰ পুত্ৰ প্ৰজাপতি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা-১ উষা; ২-১০-অগ্নি; ১১-অহোৰাত্ৰ; ১২-১৪-ৰোদসী; ১৫-ৰোদসী বা দ্যুনিশী; ১৬ দিকৃবিলাক; ১৭-২২ ইন্দ্ৰ, পৰ্জ্জন্যাত্মা ত্বষ্টা বা অগ্নি।

সূৰ্য্য উদয় হোৱাৰ আগত যেতিয়া উষাই পোহৰ কৰে তেতিয়া অক্ষয় মহৎ জ্যোতি আকাশত প্ৰকাশ হয়। তেতিয়া যজমানে (অগ্নি হোত্ৰাদি) কাম কৰিবলৈ ইচ্ছা কৰি দেৱতাৰ ওচৰত থাকে। এয়া দেৱতাৰ এক প্ৰবলতা অতি আশ্চৰ্য্যৰ কথা ॥ ১ ॥ হে অগ্নি, এই সময়ত দেৱতাই আমাক অপথে নিনিয়ক। অনুষ্ঠান জনা আগৰ পিতা সকলেও অপথে নিনিয়ক। যজ্ঞৰ নিচান (সূৰ্য্যই) পুৰণি স্থান দ্যাবাপৃথিবীৰ মাজত উদয় হয়। এয়া ···১ ঋকৰ দৰে ॥ ২ ॥ হে অগ্নি, বহুত কামনা মোৰ হয়। (অগ্নিষ্টোমাদি) কৰ্ম্ম কৰিবলৈ পুৰণি স্তোত্ৰবিলাক উদ্দীপনা কৰো। জুই জ্বলালে সত্য কথাকে কও। এয়া ···১ ঋকৰ দৰে ॥ ৩ ॥ সকলোৰে ৰজা অগ্নিক বহুত ঠাইৰ পৰা আহৰণ কৰা হয়। সেই অগ্নি শুই থকা হবি আদি অন্নত শোৱে। অৰণি কাঠত বিভক্ত হৈ থাকে। এজনী মাকে বৎস (পোৱালী) অগ্নিক পোষণ কৰে—অন্য মাক (এনেয়ে) থাকে। এয়া ···১ ঋকৰ দৰে ॥ ৪ ॥ অগ্নি পুৰণি গছত থাকি নতুন গছ গজি উঠে। সদ্যঃ উৎপন্ন হোৱা গছৰ ভিতৰত থাকে। কোনেও গৰ্ভ নকৰাকৈ ভিতৰত থকা অগ্নিয়ে গৰ্ভ কৰি (ফল ফুল আদি) প্ৰসৱ কৰায়। এয়া ··· ১ ঋকৰ দৰে ॥ ৫ ॥ দুজনী মাক যাৰ সেই

সূৰ্য্য পশ্চিম কালে শোৱে। আকৌ (উদয় হবৰ সময়ত দ্যাবাপৃথিবীৰ) পোৱালীয়ে প্ৰতিবন্ধক নোহোৱাকৈ অবাধে ফুৰি ফুৰে। এই বিলাক মিত্ৰাবৰুণৰ কৰ্ম্ম। এয়া ···১ ঋকৰ দৰে ॥ ৬ ॥ দুজনী মাকৰ পৰা উৎপত্তি হোৱা, যজ্ঞৰ হোতা সম্ৰাট অগ্নিয়ে প্ৰথমে স্বৰ্গত ফুৰে। সকলো কামৰ মূল পৃথিবীত বসতি কৰে। ভাল বাক্যেৰে স্তোতাই ভাল স্তোত্ৰ বিলাক পাঠ কৰিছে। এয়া ···১ ঋকৰ দৰে ॥ ৭ ॥ ওচৰত থকা অগ্নি গাৰকালে আহিলে সকলো জীৱই বলীৰ আগত হাৰি পলোৱা সৈন্যৰ দৰে আঁতৰি যায়। সকলো জনা সেই অগ্নিয়ে পানীৰ নিষিদ্ধ দীপ্তিৰ মাজত সোমায়। এইয়া ··১ ঋকৰ দৰে ॥ ৮ ॥ পালয়িতা দেৱতাৰ দূত অগ্নিয়ে গছলতা বিলাকত ব্যাপ্ত হৈ থাকে। মহান অগ্নিয়ে সূৰ্য্যৰ সৈতে দ্যাবাপৃথিবীৰ মাজত ফুৰি ফুৰে। নানা বিধ ৰূপ ধৰি অগ্নিয়ে আমাক বিশেষ অনুগ্ৰহৰ চকুৰে চাই। এয়া ···১ ঋকৰ দৰে ॥ ৯ ॥ ৰক্ষক বিষ্ণুৰ প্ৰিয়তম, অমৃত তেজ ধাৰণ কৰি সেই অগ্নিয়ে পৰম স্থান ৰক্ষা কৰে। সেই অগ্নিয়ে ভূত জাত প্ৰাণীক জানে। এইয়া ···১ ঋকৰ দৰে ॥ ১০ ॥ যঁজা হৈ (দিন আৰু ৰাতি ৰূপে) নানা বিধ শৰীৰ ধাৰণ কৰে। ক'লা আৰু বগা দুয়ো বাইভনীয়ে এজনীয়ে (দিনত) দীপ্তি শালিনী আৰু ইজনী (ৰাতি) ক'লা হয়। এয়া ···১ ঋকৰ দৰে ॥ ১১ ॥ মাক (পৃথিবী) আৰু জীয়েক (স্বৰ্গ) হৈ সকলোৱে খিবোৱা গৰু (ৰূপ) হৈ অন্তৰীক্ষত পৰস্পৰ লগ লাগি নিজ ৰস আদান-প্ৰদান কৰে। ঋতৰ (নিয়মৰ) স্থান অন্তৰীক্ষৰ মাজত থকা দ্যাবাপৃথিবীক মই স্তুতি কৰিছো। এয়া ·১ ঋকৰ দৰে ॥ ১২ ॥ দ্যুলোকে পৃথিবীৰ পোৱালী অগ্নিক চেলেকি (মেঘেৰে) ধ্বনি কৰে। দ্যুৰূপী গাইগৰুৱে পৃথিবীক পানী নাইকিয়া কৰি নিজৰ ওহাৰ (ৰূপী) ঠাই পূৰ্ণ কৰে। সেই (শুকান) পৃথিবী ঋতৰ (নিয়মৰ) পানীৰে ভৰাই দিয়ে। এয়া ···১ ঋকৰ দৰে ॥ ১৩ ॥ (তেতিয়া) পৃথিবীক নানা ৰূপৰ (স্থাবৰ জঙ্গমৰে) ঢাকি পেলাই। সেই পৃথিবীয়ে আধা বছৰীয়া পোৱালীক (অগ্নিক) চেলেকি থাকে। মই ঋতৰ (আদিত্যৰ) স্থান বুজি পাই পৰিচৰণ কৰিছো। এয়া ···১ ঋকৰ দৰে ॥ ১৪ ॥ ভৰি দুটাৰ দৰে দৰ্শনীয় অহোৰাত্ৰী দ্যাবা পৃথিবীৰ মাজত স্থাপিত হৈছে। তাৰ মাজত এজনী ৰাতি (লুকাই) থাকে। ইজনী (দিনত) প্ৰকাশ হৈ থাকে। অহোৰাত্ৰীৰ পৰস্পৰ মিলনৰ পথত (কালে) সময়ে পুণ্যকাৰী আৰু পুণ্য নকৰাক দুয়োকে পাইগৈ। এয়া ···১ ঋকৰ দৰে ॥ ১৫ ॥ আকাশত শুই থকা পোৱালী নোহোৱা কেতিয়াও নিখিবোৱা গাই গৰু বিলাকে, যিবিলাক সদায় নতুন আৰু চেঁউৰী হৈ আছে, সিহঁতে (সেই মেঘবিলাক) জোকাৰি (বৰষুণ) পেলাওক। এয়া ···১ ঋকৰ দৰে ॥ ১৬ ॥ কামবৰ্ষী ইন্দ্ৰই একালে হেম্বেলীয়াই (শব্দ কৰে) (কিন্তু) অন্য কোনো দিশৰ ফালত বেত: (পানী) দিয়ে। (অৰ্থাৎ একালে গাজনি মাৰে আৰু অন্য কোনো ফালে বৰষুণ দিয়ে)। তেওঁ পানী দিবৰ সক্ষম। তেওঁ সকলোৰে ভজনীয়, —ৰজা। এয়া ···১ ঋকৰ দৰে ॥ ১৭ ॥ হে জনগণ, মই বীৰ ইন্দ্ৰৰ ভাল ঘোঁৰা বিলাকৰ কথা এতিয়া কম। দেৱতাসকলে (ইন্দ্ৰৰ) ভাল ঘোঁৰা আছে বুলি জানে। ছটাকৈ বা পাঁচোতাকৈ যোগ হৈ ইন্দ্ৰক বহন কৰি নিয়ে। এয়া ···১ ঋকৰ দৰে ॥ ১৮ ॥ সকলোৰে প্ৰসবিতা বিশ্বৰূপী ত্বষ্টা দেৱতাই বহুত প্ৰজা জনম দিলে। -আৰু পোষণ কৰে। এই সকলো ভুবন এই ত্বষ্টাৰ। এয়া ··১ ঋকৰ দৰে ॥ ১৯ ॥ মহৎ (বৃহৎ) দুটা বাতি ইন্দ্ৰই পৰস্পৰ লগ লগাই দিলে। সেই দুয়োকে (দ্যাবাপৃথিবীক) ইন্দ্ৰৰ তেজেৰে পৰিপূৰ্ণ কৰিলে। বীৰ ইন্দ্ৰয় শত্ৰুৰ ধন লাভ কৰি আনিলে বুলি শুনা যায়। এয়া ···১ ঋকৰ দৰে ॥ ২০ ॥ বিশ্বৰ বিধাতা ৰজা ইন্দ্ৰই এই পৃথিবী আৰু অন্তৰীক্ষৰ ওচৰত হিতকৰ মিত্ৰৰ দৰে বাস কৰে। বীৰ মৰুত সকল যুদ্ধৰ কাৰণে তেওঁৰ আগতে যায় আৰু ইন্দ্ৰৰ সুখৰ ঘৰত থাকে। এয়া ···১ ঋকৰ দৰে ॥ ২১ ॥ হে ইন্দ্ৰ, গছলতা বিলাক তোমাৰ দ্বাৰা সিদ্ধ হয়। পানী তোমাৰ পৰা ওলাই। পৃথিবীয়ে তোমাৰ ভোগ্যৰ যোগ্য ধন ধাৰণ কৰে। তোমাৰ সখা (হবি দিয়া) আমি তোমাৰ ধনৰ ভাগ পাম। এয়া ···১ ঋকৰ দৰে ॥ ২২ ॥

## ৫৬ সূক্ত—ঋ ৮।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ প্ৰজাপতি বা বাক্‌ৰ পুত্ৰ প্ৰজাপতি। ছন্দ—ত্ৰিষ্টুভ্‌। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)

মায়াৱী অসুৰবিলাকে দেৱতাৰ প্ৰথম স্থিৰ কামবিলাক উলঙ্ঘা কৰিব নোৱাৰে। ধীৰ বিদ্বানসকলেও নোৱাৰে। দ্ৰোহবৰ্জ্জিত দ্যাবাপৃথিবীৰ আশ্ৰয়ত থকা প্ৰজাবিলাকৰে সৈতে (কামবিলাক) উলঙ্ঘা কৰিব নোৱাৰে। পৃথিবীৰ ওপৰত থকা পৰ্ব্বতবিলাকেও উলঙ্ঘা নকৰে ॥ ১ ॥ লৰচৰ নোহোৱা এবছৰ ছখন

ভাৱেৰে ( ছয় ঋতুৰে ) দেখা যায় । ঋতৰ ( নিয়মৰ ) অতি পুৰণি ( আদিত্য ) ৰূপে বছৰটো চলি যায় । ( বছৰৰ ভিতৰতে ) চলি যোৱা তিনিখন লোক ওতঃপ্ৰোত ভাৱে থাকে । তাৰে দুখন ( স্বৰ্গ আৰু অন্তৰীক্ষ ) লুকাই থাকে । এখন ( ভূমিলোক—পৃথিবী ) দেখা পোৱা যায় ॥ ২ ॥ তিনিখন বুকুৰে ( গ্ৰীষ্ম, বৰ্ষা, আৰু শৰৎ ঋতুৰে ) আৰু তিনিখন ওঁঠাৰেৰে ( বসন্ত, হেমন্ত আৰু শীত ঋতুৰে ) বিশ্বৰূপ বৰ্ষক নানা প্ৰকাৰ প্ৰজা আদিৰে আছে । তিনি গুণেৰে মহত্বযুক্ত ( গৰম, বৰ্ষা আৰু শীত গুণেৰে ) সম্বৎসৰ ( বচৰ ) দেৱতা আছে । সেই বৰ্ষক দেৱতাই গছগছনিবিলাকক পানী দি যায় ॥ ৩ ॥ ( সম্বৎসৰে ) এই গছগছনিবিলাকৰ ওচৰত ফলফুল প্ৰজনন কৰি সাৱধানে থাকে । আদিত্যৰ মধুৰ নামৰ ( বসন্ত, মধু, মাধৱ আদি ) ( ঋতুবিলাকক ) মই আহ্বান কৰো । দেৱীয়ে ইফালে সিফালে যায় । পানীয়েও ( বছৰত ৪ মাহ ) বং কৰি ফুৰে ( বৰষুণ হয় ) । সেই পানীক ( ৮ মাহ ) বৰ্জন কৰে । ( বৰষুণ নিদিয়ে ) ॥ ৪ ॥ হে নদীসকল মেধাৱী দেৱতাসকলৰ তিনিবাৰ তিনি ( ৯ খন ) সভা স্থান ( লোক ) আছে । আৰু তিনিও লোকৰ নিৰ্ম্মাতাই ( সূৰ্য্যই ) যজ্ঞৰ সম্ৰাট হৈ আছে । ঋতাৱৰী আকাশত তিনিজনা ( ইলা, সৰস্বতী, ভাৰতী ) লগে ভাগে থকা দেৱী যজ্ঞৰ দিনত তিনিসবনত আহে ॥ ৫ ॥ হে সবিতা দেৱতা, স্বৰ্গৰ পৰা আহি প্ৰতিদিন তিনিবাৰ ধন পঠিওৱা । হে ভগ, ত্ৰাতা, তিনি ধাতুৰে ( পশু, অন্ন, ধন আৰু গোধন আমালৈ দিনটোৰ তিনি সবনত পঠিয়াবা । হে বুদ্ধিমানসকল, আমাক ধন লাভ কৰোৱা ॥ ৬ ॥ সবিতা দেৱতাই দিনৰ তিনি সন্ধ্যাত আমালৈ ধন পঠিয়াবা । ৰাজমান সুহৃত্তৰ মিত্ৰাবৰুণে, দ্যাবাপৃথিবী আৰু অন্তৰীক্ষ দেৱতাই সবিতা দেৱতাৰ পঠিওৱা গুণৰ পৰাই বস্তু লাভ কৰিবলৈ বিচাৰে ॥ ৭ ॥ কোনোৱে নাশ কৰিব নোৱাৰা তিনিখন উত্তম স্থান আছে । এই তিনি ঠাইত দেৱতাৰ বীৰ তিনিজন ( অগ্নি বায়ু, সূৰ্য্য ) পুত্ৰই শোভা কৰিছে । ঋতবান, যজ্ঞলৈ খৰকৈ যোৱা, কোনেও দমাব নোৱাৰা সকলো দেৱতাই আমাৰ যজ্ঞত তিনি সবনত থাকক ॥ ৮ ॥

## ৫৭ সূক্ত—ঋ ৬ ।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ । ছন্দ—ত্ৰিষ্টুভ্ । দেৱতা—বিশ্বেদেৱা ( সকলো দেৱতা ) ।

বিবেকী ইন্দ্ৰই, মোৰ অকলে জাকৰ পৰা আঁতৰি ইফালে সিফালে ফুৰা বথীয়া নোহোৱা নতুনকৈ পোৱালী দিয়া আনৰ প্ৰাণ ধাৰণ কৰা গৰুৰ দৰে ( আমাৰ ) স্তুতি ভালকৈ জানক । ( ইচ্ছা কৰিলে ) সেই গৰুৰ পৰা বহুত অন্ন খিবাব পাৰি । ইন্দ্ৰ আৰু অগ্নিয়ে তাৰ ( সেই স্তুতিৰ ) প্ৰশংসা কৰক ॥ ১ ॥ হে বাস কৰাওঁতা ফলদাতা ভাল হাতৰ নাসত্যা ইন্দ্ৰ পূষা ( আদি ) দেৱতাসকল, প্ৰীত হৈ আকাশত শুই থকা মেঘৰ পৰা পানী খিৰাই ( বৰষি ) দিয়া । সকলো দেৱতাই এই বেদীত আনন্দ কৰি আমাক সুফল দিয়া ॥২॥ যি গছগছনিবিলাকে বৰ্ষক ইন্দ্ৰৰ শক্তি ইচ্ছা কৰে সিঁহঁতে নম্ৰ হৈ ইন্দ্ৰই দিয়া গৰ্ভৰ বিষয় জানে । ফল কামনা কৰি গৰুবিলাকে ( গছগছনিবিলাকে ) মহৎ ৰূপ ধৰি ( ফলফুল ধৰি ) পুত্ৰৰ ফালে যায় ॥ ৩ ॥ যজ্ঞত শিল জোৰা দি ( সোম চেপিবলৈ ) মই সুৰূপ দ্যাবাপৃথিবীক স্তুতিৰে প্ৰীত কৰিছো । হে অগ্নি, তোমাৰ অতি ধুনীয়া আৰু শ্ৰেষ্ঠ এই দীপ্তিবিলাক মানুহৰ কাৰণে ওপৰমুখ হৈছে ॥ ৪ ॥ হে অগ্নি, মধুমান, সুপ্ৰজ্ঞ যি তোমাৰ শিখাবিলাক বহুত ব্যাপ্ত হৈ দেৱতাৰ মাজত আহ্বান কৰিবলৈ পঠিওৱা হৈছে, সেই শিখাই যজনীয় সকলো দেৱতাক এই কৰ্ম্মলৈ ৰক্ষণৰ কাৰণে আনি বহুওৱা আৰু মধুৰ সোমৰস পান কৰোৱা ॥ ৫ ॥ হে অগ্নি, নানা ৰূপে যি তোমাৰ ভাল মতি আছে, অন্যফালে মন নকৰি তাৰে আমাক বৰ্দ্ধন কৰা, যেনেকৈ পৰ্ব্বতৰ পানীৰ ধাৰাই গছগছনিবিলাকক উপকাৰ কৰে । সকলোৰে বাস কৰাওঁতা হে জাতবেদ অগ্নি. তোমাৰ সেই অনুগ্ৰহ বুদ্ধি আমাক দিয়া—বিশ্বৰ হিতকৰ সুমতি আমাক দিয়া ॥ ৬ ॥

## ৫৮ সূক্ত—ঋ ৯ ।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ । ছন্দ ত্ৰিষ্টুভ্ ।
দেৱতা—অশ্বিনী দুজন ।

গৰুৰূপী উষাই পুৰাতন অগ্নিৰ কাৰণে সুন্দৰ গাখীৰ খিৰাইছে । উষাৰ পুত্ৰ সূৰ্য্যই তেওঁৰ ( উষাৰ ) ভিতৰত সোমাইছে । উষাৰ ভিতৰত দিনবিলাকে সূৰ্য্যক বহন কৰি আনে । অশ্বিনী দুজনক উষাৰ আগতে স্তৱ কৰিবলৈ (হোতা আদি) সকলো উঠিছে ॥১॥ হে অশ্বিনী দুজন, ভালকৈ যোঁৰা লগোৱা ঋতৰ

(নিয়মৰ) ৰথেৰে তোমালোকক বহন কৰি আনিছে। পুত্ৰই মাকবাপেকক বিচৰা দৰে যজ্ঞবিলাক তোমালোকৰ কাৰণে উৰ্দ্ধমুখ হৈছে। আমাৰ পৰা অসুৰী বুদ্ধি তেনেই নাশ কৰা। আমি তোমালোকলৈ হবি অন্ন প্ৰস্তুত কৰিছো। তোমালোক দুয়ো আহা ॥ ২॥ ভালকৈ যোজনা কৰা ঘোঁৰাৰে ভাল চকৰিৰ ৰথেৰে আহি হে দস্ৰা দুজন, স্তোতাৰ এই স্তোত্ৰ শুনা। হে অশ্বিনী দুজন, মেধাবী পুৰাতন ঋষিসকলে তোমালোকক আমাৰ বৃত্তি নষ্ট নকৰি আহিবলৈ কোৱা নাছিল নে? ॥৩। হে অশ্বিনী দুজন, আমাৰ স্তুতিলৈ মন কৰা। বহন কৰিব পৰা ঘোঁৰাত আহা। সকলো স্তোতাই তোমালোকক আহ্বান কৰিছে। গাখীৰ মিহলোৱা মধুৰ সোমৰস আৰু এই হবি আদি তোমালোকক মিত্ৰই দিয়া দৰে দিছে। সূৰ্য্য উদয় হৈছে ॥ ৪॥ হে অশ্বিনী দুজন, বহুত ঠাই (দেশ) নিজ বলেৰে এৰি (পিচ পেলাই) দেৱতা যোৱা (অহা) বাটেৰে তোমালোকৰ এই কামলৈ আহা। হে ধনবান দুজন, স্তোতাজনে কৰা তোমালোকৰ ঘোষণা কৰা স্তোত্ৰ আছে। হে দস্ৰা দুজন, তোমালোকলৈ মধুৰ সোমৰ পাত্ৰ এয়া সজাই থোৱা হৈছে ॥ ৫॥ হে অশ্বিনী দুজন, তোমালোকৰ পুৰণি সখীত্ব কল্যাণকৰ সেৱা কৰিবৰ যোগ্য হয়। হে নেতা দুজন, তোমালোকৰ ধন জাহ্নবীৰ (গঙ্গাৰ) দৰে (পবিত্ৰ)। সুখকৰ সখীত্ব আকৌ কৰি আমি মধুৰ সোম পান কৰি তোমালোকৰ সৈতে সোনকালেই আনন্দ কৰিম ॥ ৬॥ হে সুদক্ষ, সদায় ডেকা, সুদাতা, নাসত্যা অশ্বিনী দুজন, বায়ুৰে আৰু নিযুত ঘোঁৰাৰে সৈতে একেলগে আহি, সোমত প্ৰীত হৈ বিপক্ষ নোহোৱা তোমালোকে দিন পাৰ হলে (গধুলি) এয়া সোম পান কৰা ॥ ৭॥ হে অশ্বিনী দুজন বহুত (হবি আদি) অন্ন দি, নোবোৱাকৈ কামত লাগি থকা স্তোতাই স্তুতিৰে তোমালোকক পৰিচৰণ কৰিছে। ঋতত (নিয়মত) উৎপন্ন হোৱা, স্তোতাৰ দ্বাৰা আকৃষ্ট হোৱা তোমালোকৰ ৰথেৰে দ্যাবাপৃথিবীত তৎক্ষণাৎ যাব পাৰে ॥ ৮॥ হে অশ্বিনী দুজন, অতি মধুৰ সোমে তোমালোকক কামনা কৰি আছে। সেই সোম তোমালোকে পান কৰা,—আমাৰ ঘৰলৈ আহা। তোমালোকৰ ৰথে পুনঃ পুনঃ বহুত ৰূপ ধৰি সোম চেপা যজমানৰ ওচৰলৈ আছে ॥ ৯॥

৫৯ সূক্ত—ঋ ৯।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—১-৫ ত্ৰিষ্টুভ্; ৬-৯ গায়ত্ৰী। দেৱতা—মিত্ৰ।

মিত্ৰক স্তব কৰিলে (তেওঁ) মানুহক কামত লগাই। মিত্ৰই স্বৰ্গ আৰু পৃথিবী ধাৰণ কৰি আছে। মিত্ৰই চকু নিটিপিওৱাকৈ কৰ্ম্ম কৰা মানুহক চাই আছে। ঘি'উৰে মিত্ৰৰ হব্য দিয়া ॥ ১॥ হে আদিত্য, যজ্ঞ কৰি যি মানুহে তোমাক হবি অন্ন দিয়ে, হে মিত্ৰ, সেই মানুহ অন্নবান হওক। তুমি ৰক্ষা কৰা মানুহক কোনেও মাৰিব নোৱাৰে আৰু কোনেও পৰাস্ত কৰিব নোৱাৰে। এই মানুহক ওচৰ বা দূৰৈৰ কোনো পাপে চুব নোৱাৰে ॥ ২॥ হে মিত্ৰ, ৰোগ বৰ্জ্জিত অন্নেৰে আনন্দ কৰি বহল পৃথিৱীত দৃঢ় আঠুৰে (আঠুৰে=ভৰিৰে) ইচ্ছামতে গৈ আদিত্যৰ কৰ্ম্মত থাকি (কৰ্ম্ম-যজ্ঞাদি) কৰি আমি মিত্ৰৰ মৰমত থাকিম ॥ ৩॥ এইজন মিত্ৰ প্ৰাদুৰ্ভাৱ হ'ল। তেওঁ নমস্য, ভালকৈ সেৱা কৰিব লগা, জগতৰ স্বামী, ভাল বলী, জগত বিধাতা। তেওঁ যজ্ঞাৰ্হ। —সূৰ্য্যৰ ভাল কল্যাণকাৰী সুমনত আমি থাকিম ॥ ৪॥ এইজন আদিত্য মহান,—মানুহক জগায় তুলি দিয়া। (তেওঁক) নমস্কাৰেৰে ওচৰ চাপি স্তব কৰাৰ উপযুক্ত স্তুতিৰ যোগ্য সেই আদিত্যক প্ৰীতিৰ এই হবি আদি অগ্নিত হোম কৰা ॥ ৫॥ মানুহৰ ভৰষা মিত্ৰ দেৱতাই দিয়া অন্ন আৰু সকলোৱে বিচৰা ধনত অতি বিচিত্ৰ সুখ আছে ॥ ৬॥ যি মিত্ৰই, নিজ মহিমাৰে অন্তৰীক্ষ অভিভৱ কৰে আৰু তেওঁ অন্নেৰে পৃথিৱীত অভিভৱ কৰে ॥ ৭॥ বলী মিত্ৰক পাঁচ জাতিয়ে (হবি আদি দি) সহায় কৰে। তেওঁ সকলো দেৱতাকে ধাৰণ কৰে ॥ ৮॥ মিত্ৰ দেৱতাই, দেৱতাৰ আৰু মানুহৰ ভিতৰত যি কুশ-মেলি বহিবলৈ দি হবি দিয়ে, তেনেকুৱা মানুহক অভীষ্ট সিদ্ধি কৰি অন্ন দিয়ে ॥ ৯॥

(মিত্ৰ=আদিত্য=সূৰ্য্য)

৬০ সূক্ত—ঋ ৭।

ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ। ছন্দ—জগতী। ১-৪ ঋভুসকল; ৫-৭ ঋভুসকল আৰু ইন্দ্ৰ।

হে ঋভুসকল, তোমালোকৰ কৰ্ম্ম ইহজগতত সকলোৱে জানে। হে মানুহকেইজন, সুধন্বাৰ পুত্ৰসকল, যজ্ঞৰ ভাগ কামনা কৰি যি কৰিবলগীয়া কাম জানি সেইবিলাক কাম কৰিলা, সেই মায়াৰে প্ৰতিপক্ষ বশ কৰিব পৰা তেজযুক্ত হৈ যজ্ঞৰ ভাগ পালা ॥ ১॥

হে ঋভুসকল, যি শক্তিৰে ( এখন ) চমস ( হেতা ) চাৰি-খন কৰিলা, যি বুদ্ধিৰে মৰা গৰুৰ ছাল লগ লগাই দিলা, যি জ্ঞানেৰে ইন্দ্ৰৰ হৰি ঘোঁৰা সৃষ্টি কৰিলা, সেইবিলাক কামৰ দ্বাৰা দেবত্ব পালাইত ॥ ২ ॥ মানুহৰ নাতিয়েক ( অঙ্গিৰসৰ পুত্ৰ সুধন্বা—সুধন্বাৰ পুত্ৰ ঋভব-সকল ) যাগযজ্ঞ কৰা ঋভবসকলে ইন্দ্ৰৰ সখীত্ব লাভ কৰি প্ৰাণধাৰণ কৰিলে । সুধন্বাৰ পুত্ৰসকলে সুকৰ্ম্মেৰে ব্যাপ্ত হৈ অমৃতত্ব পালে ॥ ৩ ॥ হে ঋভুসকল, ইন্দ্ৰৰ লগত একে ৰথতে উঠি সোম যজ্ঞলৈ যোৱা । পাচত মানুহৰ স্তুতি গ্ৰহণ কৰি ( দেবতাৰ ৰূপ ধৰা ) । হে সুধন্বাৰ পুত্ৰসকল অমৃতত্ব বহন কৰা তোমালোকৰ সুকৰ্ম্মবিলাকৰ তুলনা নাই—আৰু বীৰ্যৰো তুলনা নাই ॥৪॥ হে ইন্দ্ৰ, তুমি অন্নবান ঋভুসকলেৰে সৈতে দুই পখালী লৈ শিলত চেপা সোম দুয়ো হাতেৰে ধৰি পান কৰা । হে মঘবন্ ইন্দ্ৰ, স্তোত্ৰেৰে দিয়া হবি দাতাৰ ঘৰত সুধন্বাৰ পুত্ৰ মানুহেৰে সৈতে সোম পান কৰি আমোদ কৰা ॥ ৫ ॥ বহুতে স্তুতি কৰা হে ইন্দ্ৰ, তুমি ঋভুমান, অন্নবান ইন্দ্ৰানীৰে সৈতে আমাৰ এই ( তৃতীয় ) সবনত হৃষ্ট হোৱা । হে ইন্দ্ৰ, তোমাৰ কাৰণে এই দিনবিলাক ( বৈ ) আছে । দেবতাৰ কৰ্ম্মৰ কাৰণে আৰু মানুহৰ ধৰ্ম্মেৰে সৈতে এই দিন-বিলাক নিয়ন্ত্ৰিত হৈছে ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি স্তোতাক অন্ন দি অন্নযুক্ত ঋভুসকলৰ সৈতে এই যজ্ঞত যজ্ঞীয় স্তোত্ৰলৈ আহা । মৰুতৰ সৈতে এশ ঘোৰাৰে মানুহলৈ ( যজমানলৈ ) বহুত চকু থকা যজ্ঞৰ হোমলৈ আহা ॥ ৭ ॥

## ৬১ সূক্ত—ঋ ৭ ।

### ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ । ছন্দ—ত্ৰিষ্টুভ্ । দেবতা—উষা ।

হে অন্নৰে অন্নবতী ধনবতী উষা, তুমি বিশেষ জ্ঞানবতী হৈ আমাৰ স্তোত্ৰ গ্ৰহণ কৰা । সকলোৰে পূজ্যা, হে উষা দেবী, পুৰাতনী ( অথচ ) যুৱতী, শোভিত। হৈ বহুত স্তোত্ৰবতী উষা, যজ্ঞ কৰ্ম্মৰ কালে আহা ॥ ১ ॥ হে উষা দেবী, অমৰণ, সুবৰ্ণময় ৰথেৰে সুনৃত বাক্য উচ্চাৰণ কৰি তুমি দীপ্ত হৈ আহা । বহুত বলযুক্ত সোণবৰণীয়া যিবিলাক তোমাৰ ঘোঁৰা আছে—তালৈকে লৈ যাব পৰা সেই ৰথত লগাই ঘোঁৰাই তোমাক লৈ আহক ॥ ২ ॥ হে উষা দেবী, সকলো ভুবন সন্মুখত ৰাখি অমৰণ সূৰ্য্যৰ নিচান ৰূপে তুমি সদায় ওপৰত থকা । নতুনকৈ হোৱা ( আজি হোৱা ) হে উষা দেবী, একেটা বাটেৰে চলি থাকি চক্ৰৰ দৰে সেই বাটেৰেই ( পুনৰ অবলম্বন কৰি ) ঘূৰি আহা ॥ ৩ ॥ এই উষাই বস্ত্ৰৰ দৰে এন্ধাৰ ফালি, ধনবতী হৈ সূৰ্য্যৰ ( বা দিনৰ ) পত্নী ৰূপে গৈ থাকে । সুভগা, ধুনীয়া দাঁতেৰে, নিজ তেজ উদ্ভাবন কৰি উষাই স্বৰ্গ আৰু পৃথিবীৰ মাজেদি গৈ থাকে ॥৪॥ ( হে স্তোতাসকল ) তোমালোকে, মধু ক্ষৰণ কৰা, আকাশত ওপৰমুখ হৈ থকা, ৰঙা, দেখি-বলৈ ৰমণীয় তেজেৰে অবলম্বন কৰি জকমকাই শোভা কৰি থকা উষা দেবীক উদ্দেশ্য কৰি তেওঁৰ প্ৰতি তোমালোকৰ ভাল স্তুতি প্ৰেৰণ কৰা ॥ ৫ ॥ প্ৰচলিত নিয়ম বিধায়িকা উষাৰ দ্যুলোকত তেজ দেখি সকলোৱে জানে । ধনবতী উষাই দ্যাবাপৃথিবীত নানা ৰূপেৰে ব্যাপ্ত হৈ থাকে । হে অগ্নি, তোমাৰ কালে অহা ভাহি থকা উষা দেবীক হবি আদি দি তুমি ভাল ধন পাবা ॥ ৬ ॥ ঋতৰ (নিয়মৰ) প্ৰেৰকৰ মূল ( সূৰ্য্যই ) উষাক পঠিয়াই দি মহৎ দ্যাবাপৃথিবীত ( নিজে ) সোমাল । পাচত বিস্তীৰ্ণ উষাই মহৎ মিত্ৰ আৰু বৰুণৰ মায়াত সোণৰ দৰে প্ৰভাৰে নানা ৰূপে নিজ শোভা বিলাই দিয়ে ॥ ৭ ॥

## ৬২ সূক্ত—ঋ ১৮ ।

### ঋষি—গাথিৰ পুত্ৰ বিশ্বামিত্ৰ ; ১৬-১৮ জমদগ্নি । ছন্দ—১-৩ ত্ৰিষ্টুভ্ ; ৪-১৮ গায়ত্ৰী । দেবতা—১-৩ ইন্দ্ৰ আৰু বৰুণ ; ৪-৬ বৃহস্পতি ; ৭-৯ পূষা ; ১০-১২ সবিতা ; ১৩-১৫ সোম ; ১৬-১৮ মিত্ৰাবৰুণ ।

হে ইন্দ্ৰ আৰু বৰুণ, বলী শত্ৰু বুলি ভাবি ভয়ত ফুৰি ফুৰা এই প্ৰজাসকলে কোনো ডেকা বলবান শত্ৰুৰ দ্বাৰা যেন হিংসিত নহয় । তোমালোকৰ সেই যশ ক'ত আছে, যি যশেৰে বন্ধুক অন্ন দিয়া ? ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ, ধন লাভৰ অভিলাষ কৰি এই মহান ( যজমানে—মই ) ৰক্ষণৰ কাৰণে তোমালোকক—সদায় বহুত আহ্বান কৰি আছো । মৰুতসকলেৰে সৈতে স্বৰ্গ আৰু পৃথিবীত একেলগ হৈ মোৰ আহ্বান শুনা ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, আমাৰ সেই ধন হওক । হে মৰুতসকল, সৰ্ব্বাবীৰ পুত্ৰপৌত্ৰযুক্ত ধন

আমাৰ হওক। সকলোৰে সেব্য দেৱপত্নীসকলে ধন দি আমাক ৰক্ষা কৰক। হোত্ৰী ভাৰতীয়ে দক্ষিণাৰে সৈতে আমাক পালন কৰক ॥ ৩ ॥ সকলো দেৱতাৰ হিত কৰা হে বৃহস্পতি, আমাৰ হবি গ্ৰহণ কৰা। দাতাক বহু ধন দিয়া ॥ ৪ ॥ ( হে ঋত্বিকসকল ) যজ্ঞত শুচি বৃহস্পতিক অৰ্চনীয় স্তোত্ৰেৰে পৰিচৰণ কৰা। অন্যই অভিভৱ কৰিব নোৱাৰা বল আমি বিচাৰো ॥ ৫ ॥ মানুহৰ ফল বৰ্ষক, বিশ্বৰূপ, কোনেও চেৰ পেলাব নোৱাৰা, প্ৰধান বৃহস্পতিৰ অভিমত ফল আমি বিচাৰিছো ॥ ৬ ॥ দীপ্তিমান হৈ আহি থকা পূষা দেৱতাক, নতুন এই সুস্তুতিৰে, আমি স্তুতি কৰিছো ॥ ৭ ॥ হে পূষা দেৱতা, মোৰ তেনেকুৱা স্তুতি সেৱন কৰা। অন্ন ইচ্ছা কৰি কৰা এই স্তুতিৰ ওচৰলৈ স্ত্ৰীকামীয়ে স্ত্ৰীৰ ওচৰলৈ যোৱা দৰে ( তুমি ) আহা ॥ ৮ ॥ যি পূষাই সকলো ভুৱন চাই ফুৰে, ( তেওঁ ) সেইবিলাক সকলো জানে। সেই পূষা দেৱতা আমাৰ ৰক্ষক হওক ॥৯॥

× × × ×

যি সৱিতা দেৱতায় আমাৰ বুদ্ধি শক্তি প্ৰেৰণ কৰে, সেই দেৱতাই জগৎ প্ৰেৰকৰ ( জগৎ স্ৰষ্টা পৰমেশ্বৰৰ ) সকলোৱে ভজন কৰিবলগীয়া অবিদ্যা-নাশক তেজ ( জ্যোতি ) আমি ধ্যান কৰো ॥ ১০ ॥

( এই ঋক্ ব্ৰাহ্মণৰ মহামন্ত্ৰ গায়ত্ৰী। ব্যাহৃতীৰে সৈতে এই ফাঁকি মন্ত্ৰৰ অৰ্থ অনন্ত—কিন্তু দেখাত অন্য মন্ত্ৰৰ সৈতে কোনো বিশেষ পাৰ্থক্য নাই। থূলমূল শব্দাৰ্থসূচক ভাষান্তৰ মাত্ৰ কৰিলো। জিজ্ঞাসুসকলে অন্য বৈদিক গ্ৰন্থত—বিশেষকৈ বৃহদাৰণ্যক উপনিষদত ইয়াৰ অৰ্থ পাব ) ইং ২৭৷২৷৭২ তাৰিখত অনুবাদ কৰা।

× × × ×

অন্ন ইচ্ছা কৰি আমি সৱিতা দেৱতাৰ বিষয় স্তুতি কৰি ভজনীয় ধনৰ দান বিচাৰো ॥ ১১ ॥ নেতা বিপ্ৰসকলে সৱিতা দেৱতাক বুদ্ধিৰে পঠিওৱা যজ্ঞৰে আৰু সুন্দৰ স্তোত্ৰেৰে পৰিচৰণ কৰে ॥ ১২ ॥ বাট জনা সোম গৈছে। দেৱতালৈ সংস্কাৰ কৰা যজ্ঞৰ ( বেদীৰ ) আসনৰ ঠাই পাইছেগৈ ॥ ১৩ ॥ সোমে আমাৰ দুঠেঙীয়া আৰু চাৰি ঠেঙীয়া পশুবিলাকক ৰোগহীন অন্ন দিয়ক ॥ ১৪ ॥ সোমে আমাৰ আয়ুস বৰ্দ্ধন কৰি আৰু শত্ৰুক পৰাজয় কৰি যজ্ঞস্থানত বহক ॥ ১৫ ॥ সুকৰ্ম্মা মিত্ৰাবৰুণে আমাৰ গৰুৰ গোহালী গাখীৰেৰে ভৰাই দিয়ক। আমাৰ বাসস্থান মধুময় কৰক ॥ ১৬ ॥ বিশুদ্ধ কৰ্ম্মা, হে মিত্ৰাবৰুণ, বহুতে স্তুতি কৰাত আৰু হবি অন্নেৰে তোমালোক বৰ্দ্ধন হৈছা। অতি দীঘলীয়া স্তোত্ৰেৰে তোমালোকৰ বলেৰে আৰু মহত্বৰে ৰাজমান হোৱা ॥ ১৭ ॥ হে মিত্ৰাবৰুণ, জমদগ্নিয়ে ( বা জ্বলি থকা অগ্নিত বিশ্বামিত্ৰই ) স্তুতি কৰা তোমালোকে ঋতৰ ( যজ্ঞৰ ) স্থানত বহা। ঋতৰ ( নিয়মৰ ) বৰ্দ্ধক তোমালোকে সোম পান কৰা ॥ ১৮ ॥

ওঁ তৎসৎ।

ইতি ঋগ্বেদ সংহিতাৰ তৃতীয় মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। ২২ ফাগুন ১৮৯৪। ইং ৬৷৩৷৭৩।
বিশ্বকৰ্ম্মা মহাবিদ্যালয় যোৰহাট।



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## চতুৰ্থ মণ্ডল

### প্ৰথম সূক্ত — ঋ ২০।

ঋষি — গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—১ অষ্টি; ২ অতি জগতী; ৩-ধৃতি; ৪-২০ ত্ৰিষ্টুভ্। দেৱতা ১/৬-২০ অগ্নি; ২-৫ অগ্নি বা বৰুণ।

( এই সমুদয় মণ্ডলৰ দ্ৰষ্টা বামদেৱ ঋষি; ৪২-৪৪ অন্য ঋষি )

হে অগ্নি, দ্যোতমান শীঘ্ৰগামী তোমাক স্পৰ্দ্ধমান দেৱতা সকলে সদায়েই যুদ্ধলৈ পথিয়াই। ( যজমানে ) স্তুতিৰে দেৱতাক আহ্বান কৰিবলৈ পথিয়াই। যজনীয় হে অগ্নি, অমৰ, বিশেষ জ্ঞানযুক্ত তোমাক (একে সময়তে) মৰ্ত্ত্যত বহুত মানুহলৈ উৎপাদন কৰে। কৰ্ম্মাভীজ্ঞ সকলো যজ্ঞলৈ অহা দেৱতাই আৰু সকলো মানুহে তোমাক উৎপাদন কৰে ॥ ১ ॥ হে অগ্নি, সেই ভায়েৰ, যজ্ঞৰে বিচৰা, যজ্ঞক বঢ়োৱা, জ্যেষ্ঠ, ঋতবান আদিত্যৰ পুত্ৰক, মানুহৰ ধাৰক, সুবুদ্ধিৰ ৰাজমান বৰুণক স্তোতাৰ অভিমুখে ঘূৰাই আনা ॥২॥ হে সখা দৰ্শনীয় অগ্নি, যেনেকৈ চলি থকা ৰথৰ ঘোঁৰাই ৰথখন তৎক্ষণাৎ চকৰি ঘূৰাই সম্মুখলৈ আনে তেনেকৈ তোমাৰ সখা বৰুণক আমাৰ কাৰণে ঘূৰাই আনা। হে অগ্নি, তোমাৰ বৰুণ সহায় হলত সুখকৰ হবি অন্ন পালা। সকলোতে ব্যাপী থকা মৰুত সকলৰ পৰাও সুখ পালা। দীপ্যমান হে অগ্নি, আমাৰ পুত্ৰ আৰু পৌত্ৰক সুখ কৰা। দৰ্শনীয় হে অগ্নি, আমাৰ সুখ কৰা ॥৩॥

হে অগ্নি, তুমি সকলো জানা। বৰুণ দেৱতাৰ আমাৰ ওপৰত থকা ক্ৰোধ গুচাই দিয়া। এটাইতকৈ যজন কৰিব লগীয়া, অতিকৈ হবি বহন কৰা, অতি দীপ্যমান হে অগ্নি, তুমি সকলো পাপৰ ( শত্ৰুৰ ) পৰা আমাক মোচন কৰা ॥ ৪ ॥

হে অগ্নি, সেই তেনেকুৱা তুমি ৰক্ষণেৰে সৈতে আমাৰ অতি ওচৰ হোৱা। ঊষা উদয় হলে ( অগ্নি হোত্ৰাদি ) কৰ্ম্মত ওচৰত থাকা। বৰুণে কৰা (জলোদৰাদি ৰোগ বা) পাপ নাশ কৰা। আমি দিয়া হবিত আনন্দ কৰি সুখকৰ এই হবি ভক্ষণ কৰা আৰু সুআহ্বান কৰা তুমি আহা ॥ ৫ ॥ ভালকৈ ভজন কৰিব লগীয়া এই অগ্নি দেৱতাৰ শ্ৰেষ্ঠ দৃষ্টি মানুহৰ অতি স্পৃহনীয় আৰু পূজনীয় হয়, যেনেকৈ গাখীৰ বিচৰা মানুহৰ অৱধ্য গৰুৰ শুচি ক্ষৰণশীল তপত গাখীৰ স্পৃহনীয় হয় আৰু গৰু বিচৰা মানুহৰ খীৰতি গৰু দান যেনেকৈ প্ৰিয়কৰ হয় ॥ ৬ ॥ এই অগ্নি দেৱতাৰ তিনিখন ( অগ্নি, বায়ু আৰু সূৰ্য্য ৰূপে ) অতি উত্তম যথাৰ্থ স্পৃহনীয় জন্মস্থান আছে ॥ অনন্ত আকাশৰ মাজত নিজ তেজেৰে পৰিবেষ্টিত হৈ, সকলো শোধক, দীপ্ত, ডাঙৰ শব্দ কৰি আমাৰ গৰাকী ( দেৱতা অগ্নি ) আহক ॥ ৭ ॥ দেৱতাৰ দূত, দেৱতাৰ আহ্বাতা, সোণৰ ৰথৰ ৰমণীয় শিখাৰে সৈতে সেই অগ্নিয়ে সকলো যজ্ঞঘৰ বিচাৰি আছে। ৰঙা ঘোঁৰাৰ ৰূপেৰে কান্তি যুক্ত ৰমণীয় হৈ সমৃদ্ধ ঘৰৰ দৰে সদায় থাকে ॥ ৮ ॥ যজ্ঞৰ বন্ধু সেই অগ্নিয়ে কৰ্ম্মত প্ৰবৃত্ত মানুহক জানে। মহৎ স্তুতি ৰূপ ৰচিৰে সেই অগ্নিক ( উত্তৰ বেদীত বান্ধি ) ৰাখে। এই মানুহৰ ( যজমানৰ ) ঘৰত অভীষ্ট সাধন কৰি বাস কৰে। সেই দেৱতা অগ্নি যাৰ ঘৰত বাস কৰে তেওঁক ধন কৰি দি একেলগে থাকে ॥ ৯ ॥ সকলো জানি সেই অগ্নি দেৱতাই স্তোতাই ভজন কৰা তেওঁৰ যি উত্তম ধন আছে সেই ধন আমাৰ ফালে সোনকালে আনক। সকলো অমৰ দেৱতায় হবি অন্ন দি যি অগ্নিক পথায় দিলে, যি অগ্নিৰ দ্যুলোক জন্মদাত্ৰী আৰু পালয়িত্ৰী সেই অগ্নিক সকলোৱে ( ঘিঁউ আদি দি ) সিঞ্চন কৰিছে ॥ ১০ ॥ সেই অগ্নি, শ্ৰেষ্ঠ হৈ যজমানৰ ঘৰত উৎপত্তি হয়। মহৎ এই অন্তৰীক্ষৰ মূলত, যোনীত ( উত্তৰ বেদীত ) থাকে। সেই অগ্নিৰ ভৰি আৰু মূৰ নাই—ভিতৰত ভৰিমূৰ লুকাই থাকে। বৰ্ষণ সমৰ্থ মেঘৰ স্থানত ধোঁৱা ৰূপেৰে নিজক লগাই থয় ॥ ১১ ॥ হে অগ্নি, তুমি স্তুতিযুক্ত ঋতৰ ( পানীৰ ) স্থানত বৰ্দ্ধক মেঘৰ কাঁহত থকা বহুত জ্যোতি তোমাৰ

ওচৰত উপস্থিত হয়। সকলোৱে স্পৃহনীয়, সদায় ডেকা, ধুনীয়া দীপ্তিমান হৈ থকা ফলবৰ্দ্ধক অগ্নিক সাত্তজন প্ৰিয় হোতাই স্তব কৰিছে ॥ ১২ ॥ ইহলোকত আগৰ দিনত মানুহে, পিতৃ (অঙ্গিৰস) সকলে যজ্ঞ কৰি অগ্নিৰ ওচৰলৈ গৈছিল। পৰ্ব্বতত আবৃত এন্ধাৰৰ মাজৰ পৰা (তেওঁবিলাকে) ভাল গাখীৰ দিয়া (পনীয়ে চুৱ কৰা) গৰু উলিয়াই আনি উষা দেৱীক আহ্বান কৰিলে ॥ ১৩ ॥ সেই (অঙ্গিৰসে) পৰ্ব্বত ভাঙি অগ্নিক পৰিচৰণ কৰিলে। এওঁ বিলাকৰ (অঙ্গিৰসৰ) তেনে কাম অনাই (মহৰ্ষি সকলে) কেউফালে প্ৰচাৰ কৰি ফুৰিছিল। পশু উলিয়াবলৈ অগ্নিক স্তুতি কৰি উপাই পালে। তেতিয়া পোহৰ দেখা পালে আৰু বুদ্ধিৰে যজ্ঞ কৰিবলৈ কল্পনা কৰি যজ্ঞ কৰিলে ॥ ৪ ॥ সেই নেতা অঙ্গিৰস সকলে মনেৰে গৰু উলিয়াই আনিবলৈ পাণ্ডি গৰুৰে পৰিপূৰ্ণ গৰুৰ নিবাস স্থান পৰ্ব্বতৰ বাট বন্ধ কৰি থোৱা, দৈব স্তোত্ৰেৰে (গৰু ওলাই আহিবলৈ) উদ্‌ঘাটন কৰিলে ॥ ১৫ ॥ হে অগ্নি, তোমাক স্তব কৰা (অঙ্গিৰসে) গো মাতাৰ স্তুতি সাধক শব্দ মাত্ৰ প্ৰথমে জানিছিল। পাচত তিনিবাৰ সাত (একৈশ) বিধ উত্তম ছন্দ লাভ কৰি (স্তব কৰিলে) ; তেতিয়া সকলো জানি মেলি উষাক স্তব কৰিলত সূৰ্য্যৰ জ্যোতিৰে ৰঙাবৰনীয়া উষা আবিৰ্ভাব হল ॥১৬॥ ৰাতিৰ এন্ধাৰ (পুৱাত উষাই) পোহৰ দিলত বিনষ্ট হল। আকাশ পোহৰ হল। উষাৰ সূৰ্য্য ওলাল। সূৰ্য্যাই মহৎৰশ্মি প্ৰকাশ কৰি ওলালে। মানুহৰ সৎ আৰু অসৎ কৰ্ম্ম চাই ফুৰিলে ॥ ১৭॥ সূৰ্য্য উদয় হোৱাৰ পাচত গৰুৰ কথা জানি (অঙ্গিৰসে) পিচফালৰ পৰা গৰুবিলাক দেখিলে আৰু দীপ্তিমন্ত (গো) ৰত্ন ধাৰণ কৰিলে (গ্ৰহণ কৰিলে)। সকলো ঘৰলৈ সকলো যজনীয় দেৱতা আহিল। হে মিত্ৰ, হে বৰুণ কৰ্ম্মকৰ্ত্তাৰ কৰ্ম্ম সত্য হওক ॥ ১৮ ॥ হে অগ্নি, অতি দীপ্তমান হৈ থকা, দেৱতাৰ আহ্বাতা, বিশ্ব পোষক, এটাইতকৈ যজন কৰিবলগীয়া তোমাক উদ্দেশ্য কৰি স্তৱ কৰিছো। গৰুৰ শুদ্ধ গাখীৰ তোমাক হৱন কৰিবলৈ (যজমানে) খিৰোৱা নাই। সোমলতাৰ শোধিত অন্ন ঘৰত ৰখা নাই (কেৱল স্তুতিৰেই হে অৰ্চনা কৰিছো এই ভাব) ॥ ১৯ ॥ এয়া অগ্নি তুমি সকলো যজ্ঞাই দেৱতাৰ মাক (স্বৰূপ) অদিতি। সকলো মানুহৰ অতিথি। স্তোতা সকলৰ অন্ন। ভজন কৰা সকলৰ জাতবেদ। সেই স্তোতা সকলৰ অগ্নি সুখকৰ হওক ॥ ২০ ॥

## ২য় সূক্ত—ঋ ২০।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্‌। দেৱতা—অগ্নি।

অমৰ যি অগ্নি তেওঁ মানুহৰ মাজত সত্যবান হৈ থাকিল। দেৱতা অগ্নি দৈৱতাৰ মাজত দৈব লোকত থাকিল। দেৱতাৰ আহ্বাতা, এটাইতকৈ যজন কৰিবলগীয়া অগ্নিয়ে নিজ মহৎ তেজেৰে জ্বলিবলৈ (উত্তৰ বেদীত) হব্য মানুহে স্বৰ্গলৈ পঠিয়াবলৈ থাকিল ॥ ১ ॥ হে বলৰ পুত্ৰ অগ্নি, আজি আমাৰ এই কৰ্ম্মত উৎপত্তি হোৱা তুমি মানুহ আৰু দেৱতা দুয়োৰো মাজত দূত হোৱা। হে দৰ্শনীয় অগ্নি, লহপহীয়া, বেতঃ দিবৰ সক্ষম, দীপ্যমান ঘোঁৰা ৰথত লগাই (দূত হৈ) যোৱা ॥ ২ ॥ হে অগ্নি, ঋতৰ (সত্যৰ), মনৰ দৰে অতি বেগবান, অন্ন ক্ষৰণ কৰা আৰু পানী ক্ষৰণ কৰা ৰঙা ঘোঁৰাক স্তুতি কৰিছো। ৰঙা দীপ্তিমান সেই ঘোঁৰা ৰথত লগাই তুমি যষ্টব্য দেৱতাৰ আৰু মানুহৰ মাজলৈ যোৱা ॥ ৩ ॥ হে অগ্নি, ভাল ঘোঁৰাৰে, ভাল ৰথেৰে, ভাল ধন থকা তুমি এই মানুহৰ মাজৰ ভাল হবি মানুহৰ পৰা অৰ্য্যমা, বৰুণ, মিত্ৰ, ইন্দ্ৰ, বিষ্ণু, মৰুত আৰু অশ্বিনী দুজনৰ ওচৰলৈ লৈ যোৱা ॥ ৪ ॥ হে অসুৰ (বলবান) অগ্নি, এই যজ্ঞ সদায় কোনেও ধৰ্ষন কৰিব নোৱাৰা, গৰু, ভেড়া, ঘোঁৰা যুক্ত, নেতা, অনুষ্ঠাতা থকা, অন্নবান, পুত্ৰ-পৌত্ৰ যুক্ত, ধনবান, বহুত ধনৰ কাৰণ থকা, উপদেষ্টা সভাযুক্ত দীৰ্ঘানুষ্ঠান হওক ॥ ৫ ॥ হে অগ্নি, যি তোমাৰ কাৰণে গা ঘমাই খৰি আহৰণ কৰে, যি তোমাৰ কাৰণে মুৰ তপত কৰে, সেই মানুহক তুমি ধনবান কৰা, আৰু তেওঁবিলাকৰ পালক হোৱা। সেই মানুহক সকলো পাপ কৰা মানুহৰ পৰা ৰক্ষা কৰা ॥ ৬ ॥ হে অগ্নি, অন্ন বিচৰা তোমাক যি অন্ন দিয়ে, আৰু মদকৰ সোম নিশ্চিত দিয়ে, যি অতিথি তোমাক (উত্তৰ বেদীত) থয় আৰু যি তোমাক দেৱতাক কামনা কৰি নিজ ঘৰত খৰি দি জ্বলায়, সেই মানুহৰ পুত্ৰ ভক্তি যুক্ত আৰু উদাৰ হওক ॥ ৭ ॥ হে অগ্নি, যি ৰাতি তোমাক স্তুতি কৰে, —যি উষাত স্তুতি কৰে, যি হবিষ্মান যজমানে তোমাক হবিৰে প্ৰীত কৰে, তেনেকুৱা দাতাক নিজ ঘৰত সোণ পিন্ধোৱা ঘোঁৰাৰ দৰে গৈ দৰিদ্ৰতাৰ পৰা পাৰ কৰা ॥ ৮ ॥ হে অগ্নি, অমৰ তোমাক যি (হবি আদি) দিয়ে, স্ৰুব্‌ ভালকৈ ধৰি স্তোত্ৰ পাঠ কৰি আহুতি দিয়ে, সেই জন মানুহ ধনৰ পৰা বিয়োগ নহওক। পাপ ইচ্ছা কৰা হিংসকৰ পাপে সেই জনক নেপাওক ॥ ৯ ॥ হে আনন্দ কৰি থকা দেৱতা অগ্নি,

তুমি তোমাৰ কাৰণে ভালকৈ দিয়া যি মানুহে অনবৰত চলি থকা যজ্ঞত হবি অন্ন দিয়ে, হে ডেকা অগ্নি সেই হোতালৈ সন্তুষ্ট হোৱা। সেই যজমানৰ আমি (লগ) হম যি অগ্নিক পৰিচৰণ কৰি যজ্ঞ বৰ্দ্ধন কৰে ॥ ১০ ॥ ( মানুহৰ পুন্য পাপ ) জনা হে অগ্নি, যেনেকৈ ( ঘোঁৰা পালকে ) বেকা আৰু সমান পিঠিৰ ঘোঁৰা বেলেগ কৰে তেনেকৈ তুমি জ্ঞান আৰু অজ্ঞান বেলেগ কৰা। পুন্য কৰা আৰু পুন্য নকৰা মানুহক বেলেগ কৰা। হে অগ্নি দেৱতা, আমাক সুপুত্ৰযুক্ত আৰু ধনী কৰা। দাতা ( আমাক ) অদাতাৰ পৰা পৃথক কৰা ॥ ১১ ॥ হে অগ্নি, মানুহৰ ঘৰত থকা কবি ( ঋষি ) সকলে মেধাবী তোমাক ( হবি বহন কৰিবলৈ ) নিৰ্দ্দেশ দিয়ে। সেই কাৰণে যজ্ঞৰ স্বামী তুমি দৰ্শনীয় আশ্চৰ্য্য এই দেৱতা সকলক চলি থকা ভৰিবে দেখা ॥ ১২ ॥ হে অতি ডেকা দীপ্তমান অগ্নি, মানুহৰ কামনা পূৰক, ভালকৈ ( উত্তৰ বেদীত ) ৰখা, তোমাৰ পৰিচৰণ কৰা, স্তুৱ কৰা, সোমচেপা যজ্ঞ নিৰ্ব্বাহক যজমানক ৰক্ষণৰ কাৰণে বহুত আহলাদ কাৰী ধন বস্তু দিয়া ॥ ১৩ ॥ হে অগ্নি. আমি কিন্তু ( কাৰ্য্য সিদ্ধিৰ কাৰণে ) তোমাক পাবলৈ ভৰিৰে, হাতেৰে, শৰীৰেৰে কাম কৰিম। যেনেকৈ শিল্পিয়ে ৰথ সাজে তেনেকৈ ঋতক ( তোমাক ) সুকৰ্ম্মা, কৰ্ম্মব্যপ্ত সকলে বাহুৰে মন্থন কৰি জন্ম দিলে ॥১৪॥ আৰু মাতৃ উষাৰ ওচৰৰ পৰা সাত জন শ্ৰেষ্ঠ বৰ্ণৰ মেধাবীয়ে আমি অগ্নিৰ পৰিচাৰকে ৰশ্মি উলিয়াইছো। আমি আদিত্যৰ পুত্ৰ অঙ্গিৰসৰ দৰে হম। আমি দীপ্তিযুক্ত হৈ পানী থকা মেঘ ভেদ কৰিম ॥ ১৫ ॥ হে অগ্নি, আৰু পূৰ্বণি আমাৰ পিতা অঙ্গিৰস সকল যথা নিয়মে যজ্ঞ কৰি তেজ প্ৰাপ্ত হৈ শুচি ঠাইলৈ গল। স্তোত্ৰ গান কৰি ক্ষয়ৰ কাৰণ এন্ধাৰ ( বা পাপ ) বিনাশ কৰি ৰঙা বৰনৰ উষাক বিচাৰি উলিয়ালে। ॥ ১৬ ॥ (অঙ্গিৰস সকলে ) সুকৰ্ম্মা দীপ্তিমন্ত, দেৱতাক বিচৰা, স্তোতা, নিজে মানুহৰ জন্ম হৈ ( কমাৰে ) লোহা ( ভাতিৰে ) শোধন কৰা দৰে নিজক নিৰ্ম্মল কৰি, কেউফালে বহি অগ্নি উদ্দীপনা কৰি ইন্দ্ৰক বৰ্দ্ধন কৰি গোধন পাইছিল ॥ ১৭ ॥ হে তেজস্বী অগ্নি, দেৱতাৰ ( অঙ্গিৰসৰ ) যি গোধন আছিল, সেই পৰ্ব্বতৰ কাষত থকা গোধন ধনীৰ ঘৰত থকা গৰু জাক ( ধনীয়ে চোৰাদৰে ) ইন্দ্ৰই চালে। ( ইন্দ্ৰই ) মানুহে বুকুৰে খোৱা যেন দেখিলে। সেই গৰু বিলাক আনিবৰ সমৰ্থ হল আৰু গৰুৰ গৰাকীয়ে নিমিত্ত অপত্যৰ বৰ্দ্ধন কৰিবৰ সমৰ্থ হল ॥ ১৮ ॥ হে অগ্নি, তোমাৰ পৰিচৰণ কৰি সুকৰ্ম্মা হয়। উষাৰ জ্যোতি উদ্ভাবিত হৈছে। উষাৰ সময়ৰ বহুত সম্পূৰ্ণ সোণবৰনীয়া অগ্নি মানুহে ধৰিছে। মনোহৰ দেৱতা তোমাৰ জ্যোতি পৰিচৰণ কৰি আমি সুকৰ্ম্মা হম ॥ ১৯ ॥ হে বিধাতা অগ্নি, মেধাবী তোমাক এই বিলাক স্তোত্ৰ কৈছো। তুমি গ্ৰহণ কৰা। তুমি জ্বলা। অতি ধনবান বহুত মহৎ ধন আমাক দিয়া ॥ ২০ ॥

## ৩য় সূক্ত—ঋক্ ১৬।

## ঋষি আদি ২য় সূক্তৰ দৰে।

হে ঋত্বিক সকল, যজ্ঞৰ অধিপতিক, দেৱতাৰ আহ্বাতা, দ্যাবাপৃথিবীত শব্দ কৰি থকা, অন্ন দিয়া, সোণৰ বৰণৰ অগ্নিক তোমালোকে ৰক্ষণৰ কাৰণে, বজ্ৰপাতৰ দৰে অকস্মাৎ অহা মৰণৰ আগতে (অগ্নিক) পূজা কৰা ॥ ১ ॥ হে অগ্নি, পতিক কামনা কৰি ভাল কাপোৰকানি পিন্ধি পত্নীয়ে পতিৰ কাৰণে যেনেকৈ নিজৰ ওচৰত ঠাই কৰে, সেইদৰে আমিও এই ( উত্তৰ বেদীত ) ঠাই ঠিক কৰিছো। সেয়াই তোমাৰ ঠাই। হে সুকৰ্ম্মা অগ্নি, জ্যোতিৰে বেৰা তুমি আমাৰ ফালে মুখ কৰি বহা —তোমাৰ ফালে এয়া স্তুতি কৰা হৈছে ॥ ২ ॥ হে স্তোতাসকল, যিজনে শুনে সেই ভুল নকৰা মানুহৰ দ্ৰষ্টা, সুখৰ কাৰণে সেই অমৰ অগ্নিক স্তুৱ কৰা। —যাক মধুৰ সোম চেপা শিলৰ দৰে যজমানে স্তুৱ কৰে তেওঁক স্তুৱ কৰা ॥ ৩ ॥ হে অগ্নি, তুমিয়েই আমাৰ এই কৰ্ম্মত দেৱতা। হে ঋতজ্ঞ ( নিয়ম জনা ), সুকৰ্ম্মা অগ্নি, আমাৰ স্তোত্ৰ বুজি লোৱা। তোমাৰ যজ্ঞৰ আনন্দ কৰা স্তুৱ বিলাক কেতিয়া হব ? আমাৰ ঘৰত তোমাৰ সৈতে সখীত্ব কেতিয়া হব ॥ ৪ ॥ হে অগ্নি, তুমি আমাৰ পাপৰ কথা বৰুণৰ আগত গৰিহনা দি কিয় কৈছিলা ? স্বৰ্গত কিয় কলা ? আমাৰ কি পাপ আছে ? অভিমত ফল দাতা মিত্ৰক কিয় কলা ? অৰ্য্যমা আৰু ভগক কিয় কলা ? ॥ ৫ ॥ হে অগ্নি, বেদীত আহুতি দি বৃদ্ধি কৰা তুমি কেলেই কলা ? প্ৰকৃত বক্তী, শুভদাতা, কেউফালে যোৱা বায়ুক, নাসত্যা ( অশ্বিনী দুজনক ) আৰু পৃথিবীক কিয় কলা ? হে অগ্নি, পাপী মানুহক হনন কৰা ৰুদ্ৰক কিয় কলা ? ॥৬॥ হে অগ্নি, মহৎ পুষ্টিকৰ পূষাক ( আমাৰ পাপৰ কথা ) কিয় কলা ? সুযজ্ঞৰ অগ্নিৰূপে দেৱতাৰ হবি দিয়াক কেলেই ক'লা ? দীঘল খোজ দিয়া বিষ্ণুক বেত ক্ষয় কৰা পাপৰ কথা কিয় কলা ? বছৰৰ দেৱতাক কিয় কলা ? ॥ ৭ ॥ হে

অগ্নি, ঋতৱ ( নিয়মত চলি থকা ) মৰুত্তগণক কি হেতুকে ( আমাৰ পাপৰ কথা ) কলা ? মহৎ সূৰ্য্যক শুধিলত কিয় কলা ? অদিতিক আৰু ধৰকৈ যোৱা মৰুতক কিয় কলা ? হে জাতবেদ অগ্নি, সেইবিলাক কথা জানি দেৱতাক ( যজ্ঞ বহন কৰি ) কাম সাধন কৰা ॥ ৮ ॥ হে অগ্নি. ঋতৱে ( নিয়মেৰে ) সদায় ঋতৰ ( নিয়মৰ ) পানী বিচাৰোঁ । অপক্ক গৰু ( যদিও ) তাই পৰিপক্ক গাখীৰ ধাৰণ কৰে । ক'লা যদিও তাই মৰণ পৰ্য্যন্ত মানুহক ( বগা ) গাখীৰ খুৱাই ।। ৯ ।। কামবৰ্ষী মটা সেই অগ্নি ঋতৰ ( নিয়মৰ ) ঘিঁউৰে তিতি যায় । অন্ন দিয়া সেই অগ্নিয়ে একে ঠাইতে থকা দৰে ঘূৰি ফুৰে । পানীৰ বৰ্ষক অগ্নিয়ে পানীৰ গুহাৰ অন্তৰীক্ষত খিৰাই ।। ১০ ।। অঙ্গিৰস সকলে ঋতৱে ( নিয়মৰে ) পৰ্ব্বত ভাঙি পেলালে । গৰুৰে সৈতে আহোঁতে নেতা তেওঁবিলাকে সুখেৰে উষাক পালেহি আৰু সূৰ্য্যও উদয় হল । ( এই বিলাক ) হে অগ্নি, তোমাক মন্থনেৰে উৎপত্তি কৰিলত সিদ্ধি হল ॥ ১১ ॥ হে অগ্নি, অমৰণ, বাধাহীন মধুৰ পানীৰে নদী দেৱী সকল ঋতৰ ( নিয়মৰ ) কাৰণে সদায়েই, স্বৰ্গলৈ পথিওৱা ( অশ্বমেধৰ ) ঘোঁৰাৰ দৰে চলি গৈ আছে ।। ১২ ।। হে অগ্নি, আমাৰ শত্ৰুৰ কাৰো যজ্ঞলৈ কেতিয়াও নেযাবা । হিংসক ওচৰ-চুবুৰীয়াৰ যজ্ঞলৈ নেযাবা । অন্য বন্ধুৰ যজ্ঞলৈ নেযাবা । তুমি কুটিল মনৰ ভাইক দিবলগীয়া নিচিনা হবি গ্ৰহণ নকৰিবা । আমিও আমাৰ মিত্ৰৰ বা শত্ৰুৰ ধন ভোগ নকৰো ॥ ১৩ ॥ হে সুযজ্ঞ অগ্নি, আমাৰ অতি ৰক্ষক, হবিৰে প্ৰীত হোৱা তুমি, তোমাৰ আশ্ৰয় দান কৰি আমাক ৰক্ষা কৰা । দীপ্ত হোৱা আৰু আমাৰ দৃঢ় পাপ নাশ কৰা । ডাঙৰ আৰু বেচি হোৱা ৰাক্ষস মাৰা ॥ ১৪ ॥ হে অগ্নি, এই আমাৰ ৰচনা কৰা স্তোত্ৰেৰে সুমনা হোৱা । হে শূৰ, স্তোত্ৰেৰে সৈতে আমাৰ হবি অন্ন গ্ৰহণ কৰা । আৰু হে অঙ্গিৰ অগ্নি, মন্ত্ৰ সেৱন কৰা । দেৱতালৈ যোৱা স্তোত্ৰই তোমাক বৰ্দ্ধন কৰক ॥ ১৫ ॥ হে বিধাতা. বিদ্বান, কবি অগ্নি, প্ৰাজ্ঞ মই তোমাৰ উদ্দেশ্যে ফল দায়ক, গূঢ় অৰ্থৰ, নিশ্চয়কৈ কবলগা এই কাব্য বিলাক, এই সকলো স্তোত্ৰ কাব্য স্তোত্ৰেৰে আৰু গানেৰে উচ্চাৰণ কৰিছো।— (তুমি গ্ৰহণ কৰা ) ॥ ১৬ ॥

## ৪র্থ সূক্ত—ঋ ১৫ ।

ঋষি গোতমৰ পুত্ৰ বামদেৱ । ছন্দ—ত্ৰিষ্টুভ্ ।

দেৱতা—ৰাক্ষস বিনাশক অগ্নি ।

হে অগ্নি, তোমাৰ তেজপুঞ্জ জালৰ দৰে বিস্তাৰ কৰা । মন্ত্ৰীৰে সৈতে ৰজাই হাতীৰে যোৱা দৰে ভয় নোহোৱা জ্যোতি পুঞ্জৰে সৈতে যোৱা । জালৰ দৰে তোমাৰ সেনা ( শিখা ) মেলি পৰৱ সেনাক ঘটুৱাই শত্ৰুৰ ক্ষেপ্তাৰ দৰে তপত কৰা শিখাৰে ৰাক্ষস বোৰ খেদাই দিয়া ॥ ১ ॥ হে অগ্নি, তোমাৰ ৰশ্মি বিলাক শীঘ্ৰগতিৰে পাক খাই ওলাই গৈছে । তুমি দীপ্তমান হৈ অভিভৱ সমৰ্থ তেজৰাশিৰে শত্ৰুক পোৰা । অন্য বাধা দিব নোৱাৰা তপত জ্যোতি স্ফুলিঙ্গ ( ফিৰিঙতী ) ফেৰেঙনীৰে সৈতে জ্বলি কেউফালে বিস্তাৰ কৰা ॥ ২ ॥ হে অগ্নি, অতি খৰ তুমি পৰৱ বাধক শত্ৰুৰ প্ৰতি জ্বালা ক্ষেপন কৰা । তোমাক কোনোৱে শত্ৰুতা কৰিব নোৱাৰে । তুমি প্ৰজাৰ ( আমাৰ ) পালক হোৱা । আমাৰ দূৰত যি পাপ কথা চৰ্চ্চা হয়, বা যি ওচৰত চৰ্চ্চা হয়, তেনেকুৱা বাধক কোনো ৰাক্ষসেই যেন আমাক পৰা-ভাৱ কৰিব নোৱাৰে ( তেনে কৰা ) ॥ ৩ ॥ হে তীক্ষ্ণ তাপযুক্ত অগ্নি, উঠা,— শত্ৰুৰ প্ৰতি তাপ বিস্তাৰ কৰা । শত্ৰু পুৰি পেলোৱা । হে খৰীৰে জ্বলোৱা অগ্নি. যি আমাৰ শত্ৰুতা কৰে সিইতক শুকান কাঠৰ দৰে পুৰি পেলোৱা ॥ ৪ ॥ হে অগ্নি, ওপৰলৈ উঠা । আমাতকৈও ডাঙৰ ৰাক্ষসক খেদাই নাইকিয়া কৰা । দৈব তেজ উদ্ভাবন কৰা । ৰাক্ষসৰ দৃঢ় ধনুৰ গুণ দাল নাইকিয়া কৰা । বন্ধু আৰু অবন্ধু (চিনা আৰু নিচিনা) শত্ৰুক নাই-কিয়া কৰা ॥৫॥ হে অতি ডেকা অগ্নি, যি কল্যাণৰ কাৰণে অহা তোমাক ব্ৰহ্ম স্তোত্ৰ প্ৰেৰণ কৰে তেওঁ তোমাৰ কল্যাণকাৰী বুদ্ধি জানে । এনে স্তোত্ৰ কৰা জনৰ সকলো দিন সুদিন হয় । ধন বস্তু আদিৰে তেওঁৰ ঘৰৰ চাৰিউ-ফালে তুমি বিশেষকৈ পোহৰ কৰা ॥ ৬ ॥ হে অগ্নি, যি সদায় হবিৰে তোমাক প্ৰীত কৰিবলৈ ইচ্ছা কৰে, যি স্তোত্ৰেৰে প্ৰীত কৰিবলৈ ইচ্ছা কৰে, সেই জন সৌভাগ্য-যুক্ত সুদাতা হওক । টানি মুনি পোৱা শতবৰ্ষ তেওঁৰ আয়ুস হওক । তেওঁৰ সকলো দিন শুভ হওক । তেওঁৰ ফল সাধন কৰা হওক ॥ ৭ ॥ হে অগ্নি, তোমাৰ সুমতি অৰ্চনা কৰিম । পুণ: পুণঃ তোমাক উল্লেখ কৰি এই স্তুতিৰে তোমাৰ ফালে স্তুতি কৰি প্ৰতিধ্বনিত কৰিম । আমিও সু অশ্বযুক্ত হৈ পুত্ৰ পৌত্ৰাদিৰ সৈতে তোমাক শোভিত কৰিম । তুমি দিনৌ আমাক ধন বস্তু দিবা ॥ ৮ ॥ হে অগ্নি, এই ( ৰাক্ষস মৰা ) কামত দিনে ৰাতিয়ে জ্বলি থকা তোমাক প্ৰতিদিনে নিজে ওচৰত থাকি যাতে বেচিকৈ জ্বলে তেনেকৈ পৰিচৰণ

কৰিছে। আমিও শত্ৰুৰ ধন আত্মসাৎ কৰি (নিজ ঘৰত) ভাল মনেৰে থাকি তোমাক পৰিচৰণ কৰিম ॥ ৯ ॥ হে অগ্নি, যি মানুহ ভাল অশ্বযুক্ত, ধন যুক্ত, ধন ধান্যযুক্ত ৰথেৰে তোমাৰ ওচৰত পৰিচৰণ কৰে তেওঁৰ তুমি ত্ৰাতা হোৱা। যি তোমাক অতিথিৰ দৰে পূজা অনুক্ৰমে আগবঢ়াই তেওঁৰ তুমি (উপকাৰী) সখা হোৱা ॥ ১০ ॥ দেৱতাৰ আহ্বাতা, অতি ডেকা, সুকৰ্ম্মা হে অগ্নি, তোমাৰ স্তোত্ৰেৰে আৰু সখীত্ব ভাবেৰে আমি মহা ৰাক্ষসক (খেদাম)। তেনেকুৱা স্তোত্ৰ মই পিতা গোতম ঋষিৰ পৰা পাইছিলোঁ। দান্তমনা তুমি আমাৰ এই স্তোত্ৰ কথা জানিবা ॥ ১১ ॥ হে সৰ্ব্বজ্ঞ অগ্নি, শুই নথকা (জাগৃত), সততে গমনশীল, সুসেব্য, অতন্দ্ৰিত (এলাহ নোহোৱা), অহিংসক, অশ্ৰান্ত, পৰস্পৰ লগ লগা, ৰক্ষক, তোমাৰ ৰশ্মি বিলাকে আমাৰ যজ্ঞত থাকি আমাক ৰক্ষা কৰক ॥ ১২ ॥ হে অগ্নি, ৰক্ষক তুমি (অন্ধ বুলি কৃপা কৰি) চাই তোমাৰ ৰশ্মিৰে মমতাৰ পুত্ৰ অন্ধক (গৃৎসমদক) দুৰিতৰ পৰা ৰক্ষা কৰিছিলা। সকলো জনা তুমি সুকৰ্ম্মৰে সেই ৰশ্মি ৰক্ষা কৰি আছা। তেওঁক (গৃৎসমদক) পৰিভৱ কৰিবলৈ বিচৰা শত্ৰুয়েও পৰিভৱ কৰিব নোৱাৰিলে ॥ ১৩ ॥ হে লজ্জাহীন গমনৰ অগ্নি, আমি স্তোতাই তোমাৰ ৰক্ষিত সমান ধনৰ হৈ তোমাৰ অনুজ্ঞা মতে অন্ন পাওঁ। হে সত্য বিস্তাৰক পাপৰ ধ্বংসকাৰী, তুমি দুয়োবিধ (ওচৰৰ আৰু দূৰৈৰ) শত্ৰুক মাৰা। যথাক্ৰমে সকলো কাম (প্ৰতিপাদন) কৰা ॥ ১৪ ॥ হে অগ্নি, এই দীপ্ত স্তুতিৰে তোমাৰ পৰিচৰণ কৰিছোঁ। আমি গোৱা এই স্তোত্ৰ গ্ৰহন কৰা। শুব নকৰা ৰাক্ষসক ভস্মসাৎ কৰা। মিত্ৰই পূজা কৰা হে অগ্নি, দ্ৰোহ কৰা আৰু নিন্দাকৰা পৰিবাদকৰ পৰা আমাক ৰক্ষা কৰা ॥ ১৫ ॥

## ৫ সুক্ত—ঋ ১৫।

### ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বৈশ্বানৰ অগ্নি।

সমান প্ৰীতিৰ আমি অভিমত ফলবৰ্দ্ধক মহৎ প্ৰভাৱ বৈশ্বানৰ অগ্নিক কেনেকৈ হবি আদি দিম? বহুত বহন কৰা সম্পূৰ্ণ বলেৰে তেওঁ স্বৰ্গক ওচৰত থকা দৰে স্তম্ভন কৰিছিল ॥ ১ ॥ (হে হোত্ৰাদি যজমানসকল) এই বৈশ্বানৰ অগ্নিক নিন্দা নকৰিবা।—যি দেৱতাই মৰ্ত্য-অন্নযুক্ত মানুহক, পৰিপক্ক জ্ঞানৰ আমাক এই ধৰণৰ ধন দিলে। তেওঁ মেধাবী, অমৰ, বিশেষজ্ঞ, মহান অগ্নি বৈশ্বানৰ ॥ ২ ॥ দুয়ো (মধ্যম আৰু উত্তম) স্থানৰ অধিপতি, তীক্ষ্ণ তেজৰ, বহুত সাৰযুক্ত, কামবৰ্ষী, বহুত ধন থকা বৈশ্বানৰ অগ্নিয়ে (অতি গোপন) হেৰোৱা গোৱা গৰুৰ পদচিহ্নৰ দৰে লুকাই থকা জ্ঞাতব্য, মহৎ পূজ্য স্তোত্ৰ, বিশেষকৈ মোক আগতেই কৈছিল ॥৩॥ যি শত্ৰুৱে জানিও মিত্ৰ আৰু বৰুণৰ স্থিৰ কামবিলাকত বাধা দিয়ে, মুখনযুক্ত তীক্ষ্ণ দাঁতৰ অগ্নিয়ে অতি তাপক তেজেৰে সেই শত্ৰুবিলাকক দাহ কৰক ॥ ৪ ॥ ভাই ককাই আদি বন্ধু নথকা পাতক পত্নীয়ে পতিক হিংসা কৰা পতি বিদ্বেষিনীৰ দৰে (পতিৰ ঘৰৰ পৰা পিতাকৰ ঘৰলৈ) গৈ দুৰাচাৰা পাপীনী, অনৃতা, অসত্যা তেনেকুৱা মাইকীয়ে গভীৰ নৰক স্থান উৎপাদন কৰে ॥ ৫ ॥ হে পাবক অগ্নি, অল্পমতি মোক দাড়িৰ নোৱাৰা ভাৰৰ দৰে ত্যাগ নকৰি এই বৃহৎ মননীয় ধনৰ ভাৰধন দিছা। শত্ৰুৰ ধৰ্ষণ কৰা অগ্নেৰে, গভীৰ আৰু মহৎ পৃষ্ঠৰ স্তোত্ৰৰ সপ্ত ধাতুৰ এই ধনৰ ভাৰধন দিছা ॥ ৬ ॥ তুমিয়েই (বৈশ্বানৰ) একৰূপৰ, যোগ্য আমাৰ স্তুতিৰে আৰু উচিত কৰ্ম্মৰে শোধন কৰা (তোমাক) তৎক্ষণাৎ পাই। ওপৰত থকা, দীপ্ত, পূৰ-ফালে শুই কথা পৃথিৱীৰ চালত দেৱতাসকলে বৈশ্বানৰ অগ্নিক আৰোপন কৰিলে ॥ ৭ ॥ আমাৰ এই কথা কি কৰ লগীয়া আছে? জনা লোকে কয় যে গুৱালে পানীৰ দৰে যি গাখীৰ খিৱাই, সেই গাখীৰ বৈশ্বানৰ অগ্নিয়ে গুহাত লুকাই থয় আৰু তেওঁ বিস্তীৰ্ণা পৃথিৱীৰ প্ৰিয় আৰু শ্ৰেষ্ঠ স্থান (বেদী) ৰক্ষা কৰে ॥ ৮ ॥ পূৰ্ব্বকালত যি (মণ্ডলত) খীৰতি গৰুৱে (অগ্নি হোত্ৰাদি কামৰ কাৰণে) সেৱন কৰিছিল, ঋতৰ (পানীৰ) স্থানত (অন্তৰীক্ষত) বহুত দীপ্তমান হৈ গুহাত থকা, খৰকৈ গৈ থকা (অগ্নিয়ে) খৰকৈ গৈ থাকি এইটোকেই তেওঁৰ মহৎ দেৱতাৰ সমূহ (সূৰ্য্য মণ্ডল) (বৈশ্বানৰ অগ্নি) বুলি মই জানিছিলোঁ ॥ ৯ ॥ তেতিয়া পিতৃমাতৃ দ্যাৱা-পৃথিৱীৰে সৈতে দীপ্যমান হৈ বৈশ্বানৰে গৰুৰ ওহাৰৰ গুপ্ত ধন (গাখীৰ) মুখেৰে পান কৰিবলৈ বিচাৰি পালে; মাক গৰুৰ উৎকৃষ্ট স্থানৰ (ওহাৰৰ) ওচৰত থকা ফলবৰ্ষী, দীপ্ত, নিয়মেৰে নিয়া (বৈশ্বানৰৰ) জিভাৰে পিবলৈ ধৰিলে ॥ ১০ ॥ মই নমস্কাৰ কৰি অগ্নাই শুধিলে সত্য কথা কওঁ। হে জাতবেদ অগ্নি, তোমাৰ স্তুতি সাধন কৰি যি ধন লাভ কৰোঁ তাৰ ঈশ্বৰ তুমিয়েই। যি সকলোবিলাক ধন আছে, যি বা দ্যুলোকত দ্ৰব্য ধন আছে, যি পৃথিৱীত আছে, তাৰ

তুমিয়েই ঈশ্বৰ ।১১। এই ধনৰ কি দ্ৰব্য আমাক দিবলগীয়া আছে ? কি বস্তু আছে ? হে জাতবেদ, তুমি জানা (গতিকে) আমাক কোৱা । গুহাত লুকাই থোৱা পৰম ধন পাবলৈ যি গুপ্ত বাট আছে (তাকো) আমাক কোৱা । আমি যেন অন্যই নিন্দা নকৰাকৈ গন্তব্য স্থল পাওঁ ॥ ১২ ॥ কিমান দুৰ সীমাত, কিবা জানিবলগীয়া সুন্দৰ বস্তু আছে ? এইবিলাক জানিবলৈ যুদ্ধৰ ঘোৰাৰ দৰে বিচাৰি যাম । কিমান দিনত বা আমাক অমৃতৰ পত্নী প্ৰসবিত্ৰী উষা দেবীয়ে প্ৰকাশ বিস্তাৰ কৰিব ॥ ১৩ ॥ অন্ন নোহোৱাকৈ, কেৱল অলপীয়া ছুটী স্তোত্ৰৰে অতৃপ্তজনে এই লোকত তোমাক কি কৈছে ? যাৰ অস্ত্ৰ (হবি আদি অন্ন) নাই তেওঁ দুখ পায় ॥ ১৪ ॥ জ্বলাই থোৱা ফল বৰ্দ্ধক এই অগ্নিৰ তেজ ৰাশি যজ্ঞ ঘৰত যজমানৰ ভালৰ কাৰণে সকলো কালে জ্বলিছে । সেই অগ্নিয়ে দীপ্ত তেজেৰে ঢাকি দেখিবলৈ ভাল হৈ, বহুত যজমানে পূজা কৰা, ধোঁৱা আদি ধনেৰে ৰজাৰ দৰে দীপ্যমান হৈছে ॥ ১৫ ॥

৬ সূক্ত—ঋ ১১ ।
ঋষি—আদি ২য় সূক্তৰ দৰে ।

হে অগ্নি, যজ্ঞত দেৱতাৰ আহ্বাতা, এটাইতকৈ যজন কৰিবলগীয়া তুমি যজ্ঞত আমাতকৈ ওখ হৈ থাকিবা । তুমি সকলো শত্ৰুৰ ধন পৰাভৱ কৰা যজমান আৰু স্তোতা আদিৰ স্তুতি প্ৰবৰ্দ্ধন কৰা ॥ ১ ॥ বিজ্ঞ, হোতা, আমোদকাৰী, প্ৰকৃত জ্ঞানী, অগ্নি দেৱতাই যজ্ঞত (ঋত্বিক আদি) প্ৰজাৰ মাজত স্থাপিত হৈছা । উদয় হোৱা সূৰ্য্যৰ দৰে দীপ্তি কৰি ওপৰলৈ থাকি ধোঁৱাৰে খুটাৰ দৰে ঠিয় হৈ থাকা ॥ ২ ॥ সংযত কৰা পুৰণি জুহূ (হেতা) পাত্ৰত হবি আদি অন্ন ভৰাই যজ্ঞ বহুত (বহুল) কৰি (অধ্বৰ্য্যুৱে) প্ৰদক্ষিণ কৰিছে । নতুন যূপ কাঠ ঠিয় কৰিছে (ঠিয় কৰি মাটিত পুতিছে) আক্ৰমণকাৰী (ঘাটনকাৰী) সুদীপ্ত কুঠাৰ বলী পশুৰ ফালে গৈছে ॥ ৩ ॥ কুশ মেলা হলে আৰু অগ্নি জ্বলিলে, অধ্বৰ্য্যুৱে দেৱতাক প্ৰীত কৰিবলৈ উঠে । হোতা পুৰণি অগ্নিয়ে অলপ হবিৰে বহুত কৰি পশু পালকৰ দৰে পশুৰ চাৰিফালে তিনি-বাৰ (প্ৰদক্ষিণ কৰি) যায় ॥ ৪ ॥ নিজেই হোতা এই অগ্নিয়ে নিয়মীয়া ধোজেৰে, আমোদ লগোৱা মধুৰ বচনেৰে, ঋতৱে (নিয়মেৰে) কেউফালে যায় । তেওঁৰ দীপ্ত শিখা ধোঁৱাৰ দৰে যায় । তেওঁ দীপ্ত হলে সকলো প্ৰাণীয়ে ভয় কৰে ॥ ৫ ॥ হে অগ্নি, তোমাৰ শিখা ভয়জনক হলেও সকলোতে ব্যাপ্ত হলে তোমাৰ ৰমণীয় ভদ্ৰ মূৰ্ত্তি দেখিবলৈ ভাল । অন্ধকাৰে তোমাৰ দীপ্তিত বাধা দিব নোৱাৰে । ধ্বংসকে (ৰাক্ষসাদিয়েও) তোমাৰ গাত কোনো চিন দিব নোৱাৰে ॥ ৬ ॥ যি জনয়িতা বৈশ্বানৰৰ দান কোনেও বাধা দিব নোৱাৰে, আৰু পিতামাতা দ্যাবাপৃথিবীয়ে যাক পঠিয়াবলৈ সোনকালে সক্ষম নহয়, সেই সুতৃপ্ত আৰু পাবক অগ্নিয়ে মানুহৰ প্ৰজাৰ মাজত সখাৰ দৰে দীপ্ত হয় ॥ ৭ ॥ মানুহৰ প্ৰজাৰ মাজত দুই পাঁচ (দহ) বাইভনীয়ে স্ত্ৰীৰ দৰে আঙুলিৰে পুৱাত উদ্বোধন কৰা, হবি ভক্ষণ কৰা, সুমুখৰ, তীক্ষ্ণ কুঠাৰৰ দৰে শত্ৰুহন্তা অগ্নিক জ্বলালে (হাতেৰে ধৰি মন্থন কৰি জ্বলালে) ॥ ৮ ॥ হে অগ্নি, এয়া তোমাৰ ৰঙা, নাকেৰে ঘাম উলিয়াই দিয়া, পোনে পোনে ভালকৈ যোৱা, জিলিকি থকা, বৰ্দ্ধক শকট-আবৃত, অণ্ডকোষ ডাঙৰ, দৰ্শনীয় হবিত নামৰ ঘোঁৰা (ঋত্বিকসকলে) আহ্বান কৰিছে ॥ ৯ ॥ হে অগ্নি, এই যে তোমাৰ শত্ৰু অভিভৱ কৰা, চলি থকা পৰি-চৰণ যোগ্য ৰশ্মিবিলাক শেন চৰাইৰ দৰে গৈ থাকে, সিহঁতে মৰুতগণৰ দৰে ধ্বনি কৰে ॥ ১০ ॥ হে জ্বলি থকা অগ্নি, তোমাৰ কাৰণে এই ব্ৰহ্ম স্তোত্ৰ আগ-বঢ়ালো । হোতাই স্তোত্ৰ পাঠ কৰিছে । (যজমানে) যজন কৰিছে । তুমি ধন দিয়া । মানুহে অগ্নিক হোতা কৰিছে । তোমাক নমস্কাৰ কৰি পশু আদি ধন বিচাৰি ঋত্বিকসকল বহি আছে ॥ ১১ ॥

৭ সূক্ত—ঋ ১১ ।
ঋষি—গোতমৰ পুত্ৰ বামদেৱ । ছন্দ—১ জগতী ; ২/৬ অনুষ্টুপ্ ; ৭–১১ ত্ৰিষ্টুভ্ । দেৱতা—অগ্নি ।

যজ্ঞৰ কাৰণে কাম কৰাই (অধ্বৰ্য্যু আদিয়ে) এই যজ্ঞত দেৱতাৰ আহ্বাতা, অতি যজন কৰিবলগীয়া, যাগত স্তুতি কৰি থকা দেৱতাৰ মুখ্য এই অগ্নিক (আহৱনীয় আদি) স্থানত ৰাখিছে । অন্নবান ভৃগু সকলে অৰণ্যত বিচিত্ৰ দৰ্শন, প্ৰজাৰ ঈশ্বৰ এই অগ্নিক দীপ্তিযুক্ত কৰি ঘৰে ঘৰে জ্বলায় ॥ ১ ॥ হে অগ্নি, এই কাৰণে দেৱতা তোমাৰ চেতন কেতিয়া (আমালৈ) অনুৰক্ত হব, যি কাৰণে মানুহৰ প্ৰজাই স্তুত্য তোমাক গ্ৰহণ কৰিব পাৰে (জ্বলাব পাৰিব) ? ॥ ২ ॥ ঋতৰ (নিয়মৰ) বশ, বিশেষ জ্ঞানী, নক্ষত্ৰৰে ভৰা আকাশৰ দৰে (ফিৰিঙতিৰে) সকলো যজ্ঞৰ প্ৰকাশক দেখি থকা অগ্নিক ঋত্বিকসকলে ঘৰে ঘৰে জ্বলাই লয় ॥ ৩ ॥

যি অগ্নিয়ে সকলো প্ৰজা অভিভৱ কৰে, ক্ষিপ্ৰগামী মানুহৰ দূত অগ্নিক ভৃগুৱ দৰে আচৰণ কৰি (যজ্ঞৰ) প্ৰজ্ঞাপক অগ্নিক সকলো প্ৰজাৰ (ঘৰে ঘৰে) জ্বলায় থয় ॥ ৪ ॥ মানুহে আগতে এই হোতা অগ্নিক জানি, সেই ৰমণীয় বিশুদ্ধ দীপ্তিৰ, এটাইতকৈ যজন কৰিব লগীয়া অগ্নিক সাতবিধ তেজেৰে বেদীত জ্বলাই ৰাখিলে ॥ ৫ ॥ শাশ্বত (চিৰন্তন) মাতৃৰ (পানীৰ) মাজত আৰু হাবিৰ মাজত বিদ্যমান কিন্তু লুকাই থকা. দুষ্প্ৰাপ্য, বিচিত্ৰ, গুহাত নিহিত, সুবিজ্ঞ, হবি খিচৰা অগ্নিক (বেদীত) ৰাখিলে ॥ ৬ ॥ সেই অগ্নিক স্তোতা-সকলে টোপনি ভগাৰ পাচত (উষাত) ঋতৰ (নিয়মৰ) ধামত (ঠাইত) সকলো যজ্ঞত স্তোত্ৰেৰে আনন্দ কৰি, বহুত নমস্কাৰেৰে হবি দি থোৱা ঋতবান (নিয়মবান) অগ্নিক সদায় যজ্ঞত থকা বুলি জানে ॥ ৭ ॥ হে অগ্নি, যজ্ঞৰ দূতৰ কাম সকলো জানি. দুয়ো দ্যাবাপৃথি-বীৰ মাজত (থকা অন্তৰীক্ষ) ভালকৈ জানি, পুৰণি, অলপ হবি বহুত কৰি, অতি বিজ্ঞ দেৱতাসকলৰ দূত তুমি স্বৰ্গত আৰোহণ কৰিবলৈ যোৱা ॥ ৮ ॥ হে অগ্নি, জ্বলি থকা তোমাৰ যোৱা বাট ক'লা হয়। তোমাৰ দীপ্তি আগফালে যায়। সঞ্চৰণশীল তোমাৰ জ্যোতি সকলোতকৈ ৰূপবান হয়। তোমাক নোপোৱা যজ-মানে (অৰণি ধৰি) তোমাক গৰ্ভদান কৰে। তেতি-য়াই উৎপন্ন হৈ সেই যজমানৰ দূত হৈ যোৱা ॥ ৯ ॥ উৎপন্ন হোৱা মাত্ৰেই অগ্নিৰ তেজ দেখা যায়। বায়ু যেতিয়া সেই অগ্নিৰ ফালে বয় তেতিয়া অগ্নিয়ে গছ-বিলাকত তীক্ষ্ণ শিখা মেলি দিয়ে। স্থিৰ অন্নৰূপী গছবিলাক তেজেৰে বিদাৰী পেলায় (পুৰি পেলায়) ॥১০॥ যি অগ্নিয়ে খৰকৈ (কাঠ আদি) অন্ন ক্ষিপ্ৰ ৰশ্মি সমূহেৰে সৈতে দাহ কৰে, মহান সেই অগ্নিয়ে নিজক (যজমানৰ) দূত কৰে। কাঠবিলাক পুৰি অগ্নিয়ে আসোৱাৰে ধোঁৱা চলোৱা দৰে বায়ুৰ পৰা বল লয়। তেনেকৈ চলি থকা জুয়ে নিজ ৰশ্মিবিলাক বলী কৰি লৈ খেলি গৈ থাকে ॥ ১১ ॥

৮ সূক্ত—ঋ ৮।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ গায়ত্ৰী। দেৱতা—অগ্নি।

হে অগ্নি, তুমি সকলো জানা। দেৱতাৰ হবি বহন কৰা, অমৰ, অতি যজন কৰিবলগীয়া দেৱতাৰ দূত, তোমাক স্তুতিৰে মই বৰ্দ্ধন কৰো। ১। সেই অগ্নিয়ে (যজমানক দিব লগা) কথা জানে। দেৱতাৰ শুবিলৈ যোৱা ঠাই জানে। তেওঁ দেৱতাসকলক ইয়ালৈ লৈ আহক ॥ ২ ॥ তেওঁ দেৱতা অগ্নিয়ে (যজমানক) দেৱতা-সকলক নমস্কাৰ কৰাব জানে। যজ্ঞৰ ঘৰত নিয়মত চলায় যজমানৰ অভীষ্ট ধন দিয়ে ॥ ৩ ॥ সেই অগ্নি দেৱতাৰ আহ্বাতা। আৰু তেওঁ দেৱতাৰ দূতৰ কাম জানি, স্বৰ্গলৈ আৰোহন কৰা দেৱতাৰ স্থান জানি দ্যাবাপৃথিবীৰ মাজেদি যায় ॥ ৪ ॥ মই তেনেকুৱা হয়, যি অগ্নিক হবি দান কৰি প্ৰীতিযুক্ত কৰে আৰু অগ্নিক সমিধ (খৰি) আদি দি বৰ্দ্ধন কৰে ॥ ৫ ॥ যি অগ্নিক পৰিচৰ্য্যা কৰে, অগ্নিক ভজন কৰা তেওঁক ধন দিয়ে বুলি শুনিছো। সুবীৰ পুত্ৰ পৌত্ৰ দিয়ে বুলিও শুনিছো ॥ ৬ ॥ বৰকৈ স্পৃহা কৰা ধন আমালৈ দিনে দিনে আহক। অন্ন আদিও আমালৈ (অগ্নিয়ে) পঠিয়াওক ॥ ৭ ॥ মেধাবী সেই অগ্নিয়ে বলেৰে মানুহৰ প্ৰজাবিলাকক (শত্ৰুক) ক্ষেপন কৰা অস্ত্ৰৰ দৰে দুখ বিলাক বিন্ধি পেলাওক (দূৰ কৰক) ॥ ৮ ॥

৯ সূক্ত—ঋ ৮।

ঋষি—আদি ৮ম সূক্তৰ দৰে।

হে অগ্নি, তুমি মহান, আমাক সুখ দিয়া। তুমি এই দেৱতা বিচৰা জনৰ যজ্ঞৰ কুশত বহিবলৈ আহিছা ॥১॥ ৰাক্ষস আদিয়ে হিংসা কৰিব নোৱাৰা মানুহৰ প্ৰজাক অমৰ সেই অগ্নিয়ে গৈ সকলো দেৱতাৰ দূত হওক ॥২॥ সেই অগ্নিক যাগৰ ঘৰত কেউফালে নিয়ে। যাগত স্তুত হৈ হোতা হয়—আৰু পোতা হৈ বহে ॥ ৩ ॥ আৰু অগ্নিয়ে যাগত অধ্বৰ্য্যু হয়,—যজ্ঞৰ ঘৰত গৃহ-পতি হয়, আৰু ব্ৰহ্মা হৈ বহে ॥ ৪ ॥ হে অগ্নি, যজ্ঞ ইচ্ছা কৰা মানুহৰ হব্য তুমি কামনা কৰা। (অধ্বৰ্য্যু আদি সকলোৰে) তুমি উপবক্তা (কৰ্ম্মবৈগুণ্য দ্ৰষ্টা সদস্য ব্ৰহ্মা) ॥ ৫ ॥ হে অগ্নি, তুমি মৰ্ত্ত্যৰ যাগৰ হবি আদি বহন কৰিবলৈ সেৱন কৰা। এই যজমানৰ দূতৰ কাম কৰিবলৈও বিচাৰা ॥ ৬ ॥ হে অঙ্গিৰ অগ্নি, আমাৰ যাগ সেৱন কৰা; আমাৰ হবি সেৱন কৰা; আমাৰ আহ্বান ৰূপ স্তোত্ৰ শুনা ॥ ৭ ॥ হে অগ্নি, তুমি যি ৰথেৰে সকলো ফালে গৈ হবি দাতাক ৰক্ষা কৰা, দুৰ্লভ তোমাৰ সেই ৰথেৰে আমাক সকলো ফালে পাই (ৰক্ষা কৰা) ॥ ৮ ॥

১০ সূক্ত—ঋ ৮।

**ঋষি—গোতমৰ পুত্ৰ বামদেব । ছন্দ—১-৩ পদ-পংক্তি; ৪।৬।৭ উষ্ণীক্ বা পদপংক্তি; ৫ মহা-পদপংক্তি; ৮ উষ্ণীক্ । দেবতা—অগ্নি ।**

হে অগ্নি, আজি দেৱতাসকলক পাব পৰা, ভজন কৰিবলগীয়া মৰ্ম্মস্পৰ্শী স্তোত্ৰেৰে, বহন কৰা ঘোঁৰাৰ দৰে, হবি বহন কৰা যজ্ঞ কৰা দৰে তোমাক বৰ্দ্ধন কৰিম ॥ ১ ॥ আৰু এতিয়া হে অগ্নি, আমাৰ ভদ্ৰ, দক্ষ, অভীষ্ট ফল সাধক ঋতৰ (নিয়মৰ) বৃহৎ যাগৰ ৰথৰ নেতা হৈছা ॥ ২ ॥ হে অগ্নি, জ্যোতিষ্মান সূৰ্য্যৰ দৰে সকলো জ্যোতিৰে সুমনা তুমি এই অৰ্চনীয় স্তোত্ৰেৰে আমাৰ ফালে মুখ কৰা ॥ ৩ ॥ হৈ অগ্নি, এই স্তোত্ৰবিলাকেৰে স্তুতি কৰি আজি তোমাক হবি আদি দিম । সূৰ্য্যৰ ৰশ্মিৰ দৰে, স্বৰ্গৰ মেঘৰ দৰে তোমাৰ শিখাবিলাকে গৰজিছে ॥ ৪ ॥ হে অগ্নি, প্ৰিয়তম তোমাৰ দীপ্তি দিনত আৰু এই ৰাতিটো (দিনে ৰাতিয়ে) অলঙ্কাৰৰ দৰে, তোমাৰ শৰীৰৰ ওচৰত থাকিবলৈ ভাল লাগে ॥ ৫ ॥ হে অন্নবান অগ্নি, শোধন কৰা ঘিঁউৰ দৰে তোমাৰ মূৰ্ত্তি পাপহীন হয় । শুচি, সোণৰ দৰে তোমাৰ সেই তেজ অলঙ্কাৰৰ দৰে দেখা যায় ॥ ৬ ॥ হে ঋতবান (নিয়মবান) অগ্নি, যজমানে পাপ কৰে যদিও সেই মানুহৰ পাপ অগ্নিত যাগাদি কৰিলে নাশ হয় ॥ ৭ ॥ হে অগ্নি, আমাৰ সখীত্ব আৰু ভাতৃত্ব বিষয় কৰ্ম্মবিলাক তোমালোক দেৱতাসকলৰ ওচৰত মঙ্গলকৰ হওক । সেই (সখীত্ব আৰু ভাতৃত্ব) দেৱতাৰ ঠাইত, সকলো যজ্ঞত, আমাৰ বৰ্দ্ধনকাৰী হওক ॥ ৮ ॥

## ১১ সূক্ত—ঋ ৬ ।

## ঋষি আদি ২ সূক্তৰ দৰে ।

হে বলবান অগ্নি, তোমাৰ মঙ্গলকৰ জ্যোতি দিন ওচৰ চাপিলত দীপ্যমান হৈছে । ৰঙা হৈ জ্বলা দেখিবলৈ ভাল জ্যোতি ৰাতিও দেখা যায় । সাজো, দেখিবলৈ ভাল হবিৰূপ অন্ন আহুত হৈছে ॥ ১ ॥ হে বহুত ধৰণেৰে জন্ম হোৱা অগ্নি, স্তুত হৈ থকা তুমি যজ্ঞাদি কৰ্ম্মেৰে স্তুতি কৰা যজমানক পূণ্য লোকৰ দুৱাৰ মুকলি কৰি দিয়া । হে দীপ্যমান অগ্নি, সকলো দেৱতাৰে সৈতে যি ধন দিয়া, হে সুতেজস্ক অগ্নি, বহুত (ভেনেকুৱা) ভাল ধন আমাক দিয়া ॥ ২ ॥ হে অগ্নি, কাব্যবিলাক তোমাৰ পৰা উৎপত্তি হয় । স্তুতি বাক্যবিলাক তোমাৰ পৰাই ওলাই । উকথ স্তোত্ৰ বিলাক তোমাৰ পৰা উৎপত্তি হয় । সত্য কৰ্ম্মী হবিদাতা মানুহৰ বীৰসকলৰ ধনদ্ৰব্য তোমাৰ পৰাই ওলায় ॥ ৩ ॥ হে অগ্নি, বলবান হবি অন্ন বহন কৰা, মহান, যজ্ঞ কৰা স্থিৰবলী পুত্ৰ তোমাৰ পৰা হয় । দেৱতাই পঠিওৱা সুখপ্ৰদ ধন তোমাৰ পৰাই হয় । অপ্ৰতিহত বেগী ঘোঁৰা তোমাৰ পৰা হয় ॥ ৪ ॥ হে অমৰ অগ্নি, দেৱতাক বিচাৰ কৰা মানুহে তোমাক সৰ্ব্বতোভাৱে পৰিচৰণ কৰে । তুমি দেৱতাৰ মাজত প্ৰথম দেৱতা, ভাল কথা কোৱা, পাপ আঁতৰ কৰা, ৰাক্ষস দমন কৰিবৰ মন কৰা, ঘৰৰ গৰাকী আৰু অমূঢ ॥ ৫ ॥ হে বলৰ পুত্ৰ অগ্নি ৰাতি মঙ্গল কৰা দেৱতা, আমাৰ স্বস্তিৰ কাৰণে সকলো ফালে মন কৰা । যজমানক পালন কৰা, আমাৰ পৰা বেয়া মতি দূৰ কৰা । আমাৰ পাপ দূৰ কৰা । আমাৰ সকলো দুৰ্ম্মতি দূৰ কৰা ॥ ৬ ॥

## ১২ সূক্ত— ঋ ৬ ।

## ঋষি আদি ২ সূক্তৰ দৰে ।

হে অগ্নি, স্ৰুচ্ সংযত কৰি লৈ যি যজমানে তোমাক উদ্দীপনা কৰে, সকলো দিনত তোমাক তিনিবাৰ (তিনি সবনত) হবি অন্ন দিয়ে, হে জাতবেদ অগ্নি, তোমাৰ (তোষণ) কৰ্ম্মৰ কাৰণে তেজীয়ান হৈ তোমাৰ তেজ জানি সেই যজমানে যশেৰে শত্ৰুক জয় কৰে ॥ ১ ॥ হে অগ্নি, যি মানুহে পৰিশ্ৰম কৰি তোমালৈ (হোম কৰিব পৰা) সমিধ (খৰি) আহৰণ কৰি ভাগৰি, মহৎ তোমাৰ তেজ পৰিচৰণ কৰি, ৰাতিৰ ফালে উষালৈ লক্ষ্য কৰি ইন্ধন দি জ্বলাই, সেই মানুহে (প্ৰজা আৰু পশুৰে) পুষ্ট হৈ শত্ৰুক মাৰি ধন পাই ॥ ২ ॥ অগ্নি মহৎ বলৰ ঈশ্বৰ । অগ্নি পৰম অন্ন আৰু ধনৰ ঈশ্বৰ । অতি ডেকা অন্নবান অগ্নিয়ে পৰিচৰণ কৰা, মানুহক ধনৰত্ন দিয়ে ॥ ৩ ॥ হে অতি ডেকা অগ্নি, যদিও তোমাৰ পৰিচাৰক মানুহে, আমি অজ্ঞানেৰে কিবা পাপ কৰো, তথাপি হে অগ্নি, আমাক পৃথিবীত পাপহীন ভালকৈ কৰা । হে অগ্নি, সকলো ঠাইতে আমি কৰা পাপ শিথিল কৰি দিয়া ॥ ৪ ॥ হে অগ্নি, দেৱতা আৰু মানুহৰ ওচৰত মহৎ বিস্তৃত পাপ হলেও তোমাৰ মিত্ৰ স্তোতা আমি সদায় যেন বিঘিনিত নপৰো । হে অগ্নি, পুত্ৰ আৰু পৌত্ৰৰ শান্তি কৰি সুখ দিয়া ॥ ৫ ॥ যজনীয় হে বসুসকল, তোমালোকে যেনেকৈ ভৰিত বন্ধা গৰুক মানুহে মুকলি কৰে, সেইদৰে আমাৰ

পাপ ভালকৈ বিমোচন কৰা। হে প্ৰবৃদ্ধ (বেচি হোৱা) অগ্নি, আমাৰ আয়ুষ বেচি কৰা ॥ ৬ ॥

১৩ সূক্ত—ঋ ৫ ।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অগ্নি (অথবা) যি ঋকত যি যি দেৱতাৰ নাম উল্লেখ আছে।

সুমনৰ অগ্নিয়ে প্ৰকাশ কৰা উষাৰ বস্তু ধাৰণ কৰিছে। আগৰ কালৰ কথা লক্ষ্য কৰি বৃদ্ধি হৈছে। হে অশ্বিনী দুজন, তোমালোকে সুকৰ্ম্মা যজমানৰ ঘৰলৈ যোৱা। সূৰ্য্য দেৱতা পোহৰেৰে উদয় হৈছে ॥ ১ ॥ সবিতা দেৱতাই উৰ্দ্ধমুখ হৈ ভানুক আশ্ৰয় কৰিছে। যেতিয়া ৰশ্মিবিলাকে সূৰ্য্যক ওপৰলৈ তোলে তেতিয়া বৰুণ আৰু মিত্ৰ দেৱতাই, পৃথিৱীৰ ধূলি গুচায় বৃষভে গাই গৰু বিচাৰি যোৱা দৰে তেওঁবিলাকৰ নিজ কৰ্ম্ম অনুসৰণ কৰে ॥ ২ ॥ স্থিৰ বাসস্থান থকা সৃষ্টিকৰ্ত্তাই, কেউফালে অন্ধকাৰ নাশ কৰি জগত ৰক্ষা কৰিবলৈ সূৰ্য্যক সৃজন কৰিলে। মহৎ সাতোটা হৰিৎ নামৰ ঘোঁৰাৰে গোটেই জগতৰ প্ৰাণীৰ প্ৰেৰকত্ব জ্ঞাপন কৰিবলৈ সেই সূৰ্য্যক ধাৰণ কৰিছে ॥ ৩ ॥ হে সূৰ্য্য দেৱতা, ৰশ্মিবিলাকৰ বিস্তাৰ কৰি ক'লা নিশাচৰ বিলাকৰ নিবাস কৰা ৰাতিক খেদি পঠিয়াই তোমাক বহন কৰি নিব পৰা ঘোঁৰাৰে যোৱা। সূৰ্য্যৰ কিৰণেৰে নাচি নাচি গৈ পানীত চামৰাৰ দৰে থকা অন্ধকাৰ খেদি পঠিয়াই দিয়া ॥৪॥ ধৰণী নোহোৱা, নবন্ধাকৈ থকা, তললৈ মুখ কৰি থকা স্বত্তেও কিয় এই সূৰ্য্য পৰি নাহে? ওপৰলৈ মুখ কৰি থাকোতে কি বলেৰে যায়? দ্যুলোকৰ খুটা হৈ থকা সূৰ্য্যাই স্বৰ্গক বাধি থৈছে। (এইবিলাক) কোনে বা দেখিছে? ॥ ৫ ॥

১৪ সূক্ত—ঋ ৫

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অগ্নি, বা ঋকত যি দেৱতাৰ নাম উল্লেখ আছে।

জাতবেদ অগ্নি দেৱতা মহৎ তেজেৰে জ্বলি উষালৈ উদ্দেশ্য কৰি বৃদ্ধি হৈছে। দীঘল খোজৰ হে নাসত্যা অশ্বিনী দুজন, এই যজ্ঞৰ ফালে ৰথেৰে সৈতে আহা ॥১॥ সকলো লোকৰ (ভুবনৰ) জ্যোতি গোটাই লৈ সবিতা দেৱতাই ওপৰলৈ ধ্বজা উঠাই আশ্ৰয় কৰি আছে। সকলো ভালকৈ পৰ্য্যবেক্ষণ কৰি সূৰ্য্যাই ৰশ্মিৰে দ্যাবা-পৃথিৱী আৰু অন্তৰীক্ষ পূৰণ কৰিছে ॥ ২ ॥ (ধন্) বহন কৰি ৰঙা বৰণৰ জ্যোতিৰে মহৎ কিৰণেৰে বিচিত্ৰ চিনান উষা আহিল। শুই থকাবিলাকক জগাই উষা দেৱীয়ে ভাল ঘোঁৰা লগোৱা ৰথেৰে সুখ দিবলৈ গৈছে ॥ ৩ ॥ হে অশ্বিনী দুজন, এই যজ্ঞলৈ তোমালোকক বহন কৰিব পৰা ঘোঁৰাৰে ৰথত উষা দেৱতাৰ উদয় হোৱা সময়ত লৈ আহক। হে কামবৰ্ষী দুজন এই সোমে তোমালোকক সোম পানৰ এই যজ্ঞত আনন্দ দিয়ক ॥ ৪ ॥

৫ ঋক্ ওপৰৰ ৪/১৩/৫ ঋকৰ দৰে ॥ ৫ ॥

১৫ সূক্ত—ঋ ১০ ।

ঋষি-গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি; ৭-৮ সহদেৱৰ পুত্ৰ সোমক; ৯-১০ অশ্বিনী দুজন।

হোম নিষ্পাদক, দেৱতাৰ মাজৰ যজ্ঞীয় অগ্নি দেৱতাই ঘোঁৰাৰ দৰে হবি আদি (দেৱতালৈ) লৈ যায় ॥ ১ ॥ অগ্নিয়ে দেৱতাসকলালৈ অন্ন ধাৰণ কৰি যজ্ঞত তিনিবাৰ ৰথীৰ দৰে চাৰিওফালে যায় ॥ ২ ॥ অন্নৰ পতি, কৰি অগ্নিয়ে হবিদাতাক ধনৰত্ন দি হবি আদিৰ চাৰিওফালে যায় ॥ ৩ ॥ দেৱবাতিৰ পুত্ৰেক সৃঞ্জয়ে পূবফালে শত্ৰু দমনকাৰী দীপ্যমান এই অগ্নি জ্বলাইছে ॥ ৪ ॥ বীৰ মানুহে তীক্ষ্ণ জ্যোতিৰ ফলদাতা এই অগ্নিৰ ঈশ্বৰ হয় ॥ ৫ ॥ খৰকৈ যোৱা ঘোঁৰাৰ দৰে, ভজন কৰিবলগীয়া স্বৰ্গৰ শিশু সূৰ্য্যৰ দৰে জ্বলি থকা সেই অগ্নিক প্ৰতিদিন (যজমানে) খৰকৈ পৰিচৰণ কৰে ॥ ৬ ॥ সহদেৱ ৰজাৰ পুতেক কুমাৰ সোমক ৰজাই দুটা ঘোঁৰা দিবলৈ মাতিলে। মই (ঘোঁৰা নোলোৱাকৈ) উভটি নাহিলো ॥ ৭ ॥ আৰু সেই সহদেৱৰ পুতেক কুমাৰে দিয়া যতনাই থোৱা পূজনীয় সেই ঘোঁৰা মোক মতা দিনাই দিলে ॥ ৮ ॥ হে অশ্বিনী দেৱতা দুজন, তোমালোকৰ পূজক সহদেৱৰ পুত্ৰ কুমাৰ সোমৰ দীৰ্ঘায়ু হওক ॥৯॥ হে অশ্বিনী দুজন, তোমালোকে এই সহদেৱৰ পুতেক কুমাৰক দীৰ্ঘায়ু কৰা ॥ ১০ ॥

১৬ সূক্ত—ঋ ২১ ।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্।

## দেৱতা —ইন্দ্ৰ ।

হে ঋজীষি, সত্যবান, বলবান ইন্দ্ৰ, আমাৰ ওচৰলৈ আহা । এই ইন্দ্ৰৰ হৰি ঘোঁৰাই আমাৰ ফালে দৌৰি আহক । এই যজ্ঞত সেই ইন্দ্ৰক সাৰ এই সোম চেপি দিম । ইন্দ্ৰই আমাক ফল পোৱা কৰক ॥ ১ ॥ হে শূৰ ইন্দ্ৰ, আজি এই ( মাধ্যন্দিন ) সৱনত তোমাক আনন্দ দিবলৈ আমাক বাটৰ অন্তত এৰি দিয়া · ঘোঁৰাৰ দৰে মুকলি কৰি দিয়া । উশনাৰ দৰে স্তুতি কৰা যজমানে, সকলো জনা, অসুৰ-ঘাটক তোমাক আন স্তুতিৰে স্তৱ কৰিছে ॥ ২ ॥ কবিৰ গুঢ় অৰ্থৰ দৰে যজ্ঞ সাধন কৰি কামবৰ্ষী ইন্দ্ৰই যেতিয়া সেচন কৰিব পৰা সোম পান কৰি ভাল পাই তেতিয়া দ্যুলোকৰ পৰা প্ৰত্যক্ষ সাত সংখ্যাৰ ৰশ্মি উৎপন্ন হয় । স্তুতি কৰি থাকোতে ৰশ্মিবিলাকে দিনতেই মানুহৰ জ্ঞান বিস্তাৰ কৰে ॥৩॥ যেতিয়া মহৎ জ্যোতিৰূপ ৰশ্মিৰে দ্যুলোক ভাল দেখা পোৱা হয়, তেতিয়া দেৱতাসকল স্বৰ্গত বাস কৰে বুলি দীপ্তিযুক্ত হয় । নেতাৰ শ্ৰেষ্ঠ সূৰ্য্য আহোতে মানুহে ভালকৈ দেখিবলৈ অন্ধ কৰা ঘোৰ অন্ধকাৰ নাশ কৰি দিয়ে ॥ ৪ ॥ হে ঋজীষি ইন্দ্ৰ, অন্ত নাইকিয়া মহিমা বহন কৰা । ( তেওঁ ) নিজ মহিমাৰে দুয়ো দ্যাবা-পৃথিবী পূৰণ কৰিলে । যি ইন্দ্ৰই সকলো ভুবন অভিভৱ কৰিলে সেইবাবে সকলো ভুবনতকৈও ইন্দ্ৰৰ মহিমা বেছি হ'ল ॥ ৫ ॥ সকলো মানুহৰ হিত কৰ্ম্ম-বিলাক জানি শক্ৰ ইন্দ্ৰই মিত্ৰ আৰু অভিলাষকাৰী মৰুতগণৰ কাৰণে বৰষুণৰ পানী শেষ কৰি দিলে । যি মৰুতসকলে বাক ৰূপ ধ্বনিৰে পৰ্ব্বত ( বা মেঘ ) ভেদ কৰিলে, সেই মৰুতসকলে ইন্দ্ৰক কামনা কৰি গৰুৰে পৰিপূৰ্ণ গোহালী ভাঙি গৰু উলিয়াই দিছিল ॥৬॥ হে ইন্দ্ৰ, লোকক পালন কৰা তোমাৰ বজ্ৰই পানী আবদ্ধ কৰি থোৱা বৃত্ৰক বধ কৰিলে । পৃথিবীয়ে জানি তোমাক সহায় কৰিলে । হে শূৰ শত্ৰুৰ ধৰ্ষক ইন্দ্ৰ, তুমি নিজ বলেৰে মানুহৰ পালক হৈ সমুদ্ৰ আৰু আকাশত থকা পানীবিলাক মানুহক প্ৰেৰণ কৰি দিয়া ॥ ৭ ॥ হে পুৰুহুত ইন্দ্ৰ, তুমি পানীৰ কাৰণে মেঘ ভাঙি দিলা । যেতিয়া ( স্বৰ্গৰ কুকুৰ ) সৰমাই আগতে তোমাক ( পনীয়ে চুৰ কৰা ) গোধন দেখুৱাই দিলে ( তেতিয়া ) অঙ্গিৰাসকলে স্তৱ কৰিলত তুমি পৰ্ব্বত ( মেঘ ) ভাঙি আমাক বহুত অন্ন পোৱাই দি আদৰ কৰিলা ॥ ৮ ॥ হে ধনবান ইন্দ্ৰ, মানুহে মান কৰা তুমি মেধাবী ( কুৎসৰ ) কালে গলা । স্বৰ্গৰ ধন পাবৰ নিমিত্ত হৈ কবিয়ে যুদ্ধৰ কাৰণে বিচাৰিলত তুমি তেওঁক আশ্ৰয় দি ৰক্ষা কৰিছিলা । কপটীয়া অব্ৰহ্ম ( আস্তিক্যহীন ) দস্যুক ( কুৎসই ) আহ্বান কৰিলত ( তাক ) বিনষ্ট কৰিলা ॥ ৯ ॥ হে দস্যুৰ হন্তা ইন্দ্ৰ, তুমি মনেৰে যুগুত কৰি কুৎসৰ ঘৰলৈ আহিলা । কুৎসই তোমাৰ সখীত্ব কামনা কৰিলে । তোমালোক দুজন নিজ নিজ ঠাইত বহি আছিলা । সত্যদৰ্শী নাৰীয়ে ( ইন্দ্ৰৰ ভাৰ্য্যা শচীয়ে ) কলে "মই তোমা-লোকক একে ৰূপৰ দেখি সন্দেহ কৰিছো" ॥ ১০ ॥ কুৎসই যেতিয়া গ্ৰহণীয় অন্ন লৈ পোনে পোনে যোৱা দৰে ঘোঁৰা দুটাক নিজৰ ৰথত লগাই বিপদৰ পৰা ৰক্ষা পাবলৈ সমৰ্থ হৈছিল, তেতিয়া হে ইন্দ্ৰ, তুমি কুৎসক ৰক্ষা কৰিবলৈ তেওঁৰে সৈতে একে ৰথতে গৈছিলা । তুমি শত্ৰুৰ হিংসক আৰু বায়ুৰ দৰে বেগী ঘোঁৰাৰ গৰাকী ॥ ১১ ॥ হে ইন্দ্ৰ, তুমি কুৎসৰ কাৰণে অন্যায় কৰা শুষ্ণ অসুৰক বধ কৰিছিলা । দিনৰ আৰম্ভতে কুয়ৱ অসুৰক মাৰিলা । বহুত পাৰিষদৰ সৈতে তেতিয়াই তুমি বজ্ৰেৰে দস্যুবিলাকক মাৰিছিলা । সূৰ্য্যৰ চক্ৰ সংগ্ৰামত চিঙি পেলালা ॥ ১২ ॥ হে ইন্দ্ৰ, তুমি পিপ্ৰু অসুৰক আৰু উঠি অহা মৃগয় অসুৰক মাৰিছিলা । বিতথিনৰ পুত্ৰক ঋজিশ্বান ৰজাৰ বশ কৰিলা । পাঁচশ হেজাৰ ক'লা অসুৰক বধ কৰিলা । তুমি সম্বৰৰ পুৰবিলাক ধ্বংস কৰি জৰাজীৰ্ণ মানুহৰ দৰে কৰিলা ॥ ১৩ ॥ হে ইন্দ্ৰ, সূৰ্য্যৰ ওচৰত তোমাৰ শৰীৰ যেতিয়া থাকে তেতিয়া, অমৰ তোমাৰ ৰূপ বেছি হয় । হাতীয়ে অন্য জন্তুক বলেৰে বশ কৰা দৰে তুমি আনৰ বল দাহ কৰি বজ্ৰাদি অস্ত্ৰ দেখুৱাই সিংহৰ দৰে ভয়ঙ্কৰ হোৱা ॥ ১৪ ॥ ইন্দ্ৰক কামনা কৰি, ধন বিচাৰি স্তোতাই ইন্দ্ৰক পৰমৈশ্বৰ্য্য যেন পাই । যুদ্ধৰ দৰে যজ্ঞত ইন্দ্ৰক বিচাৰি অন্ন-কামীয়ে উক্থেৰে স্তৱ কৰিলে ইন্দ্ৰ, স্তোতাৰ ঘৰৰ দৰে হয়,—ৰমণীয় সুদৰ্শনীয় ৰূপ হয় ॥ ১৫ ॥ যি ইন্দ্ৰই মানুহৰ হিতৰ বহুত কাম কৰিলে, ( যি ইন্দ্ৰই ) ধন স্পৃহা কৰা মোৰ নিচিনা স্তৱ কৰা ( মানুহৰ স্তৱ ) গ্ৰহণ কৰি অন্ন তৎক্ষণাৎ দিয়ে, ( আমি আৰু হে যজমানসকল ) তোমালোকে সৈতে ইন্দ্ৰক ভালকৈ আহুত কৰিবলৈ আহ্বান কৰোহক ॥ ১৬ ॥ হে শূৰ ইন্দ্ৰ, যি কোনো মানুহৰ যুদ্ধত আমাৰ মাজত তীক্ষ্ণ বজ্ৰপাত হয় ( অস্ত্ৰ পৰে ) হে স্বামী ইন্দ্ৰ, যেতিয়া আমাৰ শত্ৰুৰ লগত ঘোৰ যুদ্ধ চলে, তেতিয়া আমাৰ শৰীৰৰ ৰক্ষক হবা বুলি জানিবা ॥ ১৭ ॥ হে ইন্দ্ৰ, তুমি ( মোৰ ) বামদেৱৰ কৰ্ম্মৰ ৰক্ষক হোৱা ।

হিংসা ৰহিত তুমি যুদ্ধত মোৰ সুহৃদ হবা। প্ৰকৃত জ্ঞানী তোমাক উদ্দেশ্য কৰি মই আহিম। সদায় স্তোত্ৰ গোৱাক মহৎ প্ৰশংসা কৰা হোৱা ॥ ১৮ ॥ হে ধনবান ইন্দ্ৰ, সকলো যুদ্ধত শত্ৰু জয় কৰিবলৈ তোমাক বিচৰা হবি অন্ন—আদি এই আমি পুত্ৰ পৌত্ৰাদিৰে সৈতে ধনেৰে ধনীৰ দৰে শত্ৰুক জয় কৰি সকলো ৰাতি বহুত শৰৎকাল ( বছৰ ) স্তুব কৰিম ॥ ১৯ ॥ হে ইন্দ্ৰ, আমাৰ সখীত্ব নষ্ট নকৰিবা। উগ্ৰ, শৰীৰৰ পালক ইন্দ্ৰ যাতে আমাৰ ৰক্ষক হয়, আমি তেনেকৈয়ে কাম-বৰ্ষী, সদায় ডেকা ইন্দ্ৰক, সুদক্ষ বাটৈয়ে ৰথ কৰা দৰে স্তুব কৰিম ॥ ২০ ॥ হে ইন্দ্ৰ, স্তুত হোৱা তুমি, স্তুব কৰা আমাক নদীৰ পানীৰ দৰে অন্ন দান কৰা। হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, তোমাৰ নতুন স্তোত্ৰ আমি কৰিছো। ৰথ থকা আমি প্ৰজ্ঞাৰে সদায় দাতা হম ॥ ২১ ॥

১৭ সুক্ত—ঋ ২১।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—ত্ৰিষ্টুভ্; ১৫ একপদা বিৰাট্। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি মহান। মহতী পৃথিবীয়ে তোমাৰ বল তোমাৰ কাৰণেই অনুমোদন কৰে,—স্বৰ্গইও কৰে। তুমি বলেৰে বৃত্ৰ অসুৰক মাৰিলা। সাপে ( বৃত্ৰই ) গ্ৰাস কৰি থোৱা নদী মুকলি কৰি দিলা ॥ ১ ॥ হে ইন্দ্ৰ, দীপ্যমান তোমাৰ জন্মত, তোমাৰ খঙৰ ভয়ত দ্যুলোক কঁপিছিল আৰু পৃথিবীও কঁপিছিল। ডাঙৰ পৰ্ব্বত বিলাক ( মেঘ বিলাক ) জোকাৰ খাইছিল আৰু পানী নাইকিয়া ঠাইত ( শস্যৰ কাৰণে ) পানী হৈছিল ॥ ২ ॥ শত্ৰুক অভিভব কৰি বল পাই ইন্দ্ৰই বজ্ৰেৰে বজ্ৰ মাৰি পৰ্ব্বত বিদাৰণ কৰিলে। সোমেৰে আমোদিত হৈ ইন্দ্ৰই বজ্ৰেৰে বৃত্ৰক বধ কৰিলে। বাধা দি ৰখা পানীবিলাক বৃত্ৰক বধ কৰিলত বেগেৰে চলি গল ॥ ৩ ॥ যি ( প্ৰজাপতিয়ে ) ঋত্বিক আদিয়ে স্তুতি কৰা, ধুনীয়া বজ্ৰযুক্ত, স্বৰ্গৰ পৰা অহা, বিনাশ নোহোৱা, মহত্ব যুক্ত এওঁক ( তোমাক ) জন্ম দিলে, দ্যোতমান তোমাৰ জন্ম দিওঁতা ( প্ৰজাপতিয়ে ) মহান পুত্ৰবান বুলি ভাবিছিল। ( সেই কাৰণে ) ইন্দ্ৰৰ জন্ম দিওঁতা ( প্ৰজাপতি ) সুকৰ্ম্মা হল ॥ ৪ ॥ সকলো প্ৰজাৰ ৰজা বহুতে আহুত কৰা এজন মাত্ৰ যি ইন্দ্ৰই ভয় নাশ কৰে, সকলোৱে মঘবান ইন্দ্ৰৰ আশ্ৰয়ত স্তুতি কৰি থকা বন্ধুৱে এই ইন্দ্ৰক লক্ষ্য কৰি সঁচাকৈয়ে স্তুতি কৰে ॥ ৫ ॥ সকলো সোমৰস সত্যাই ইন্দ্ৰৰ বহুত হল। এই মদকৰ সোম মহৎ ইন্দ্ৰৰ সত্যাই অতি আমোদ দায়ক হল। হে ইন্দ্ৰ, তুমি ধনপতি সকলো ( পশু আদি ) ধনৰ সত্যাই পতি। ধনৰ কাৰণ হৈ সকলো প্ৰজা ধাৰণ কৰিছা ॥ ৬ ॥ হে ইন্দ্ৰ, আৰু তুমি প্ৰথমতে উৎপত্তি হৈয়েই বৃত্ৰৰ ভয়ত থকা সকলো প্ৰজাক ৰক্ষক হৈ ধাৰণ কৰিলা। হে ধনবান ইন্দ্ৰ, তুমি পানী নোহোৱা ঠাই উদ্দেশ্য কৰি পানী বন্ধ কৰি শুই থকা অহিক ( বৃত্ৰক ) বজ্ৰেৰে ছিন্ন ভিন্ন কৰি পেলালা ॥৭॥ বহুত শত্ৰুৰ হন্তা, অতি ধৰ্ষক, শত্ৰুৰ ( মৰণলৈ ) প্ৰেৰক, মহান, অপাৰ ( সীমাহীন ), কামবৰ্ষী, সুবজ্ৰ ইন্দ্ৰ, বৃত্ৰৰ হন্তা আৰু অন্নৰ দাতা, সুধন যুক্ত ধনবান, ধনদাতা, সেই ইন্দ্ৰক আমি স্তুতি কৰো ॥ ৮ ॥ ধনবান যি ইন্দ্ৰক সংগ্ৰামত একমাত্ৰ মুখ্য বুলি শুনিছো, সেই ইন্দ্ৰই গোট-খাই থকা আৰু মেল খাই থকা শত্ৰু সেনা নাশ কৰে। এই ইন্দ্ৰই যি অন্ন পাই সেই অন্ন যজমানক দিয়ে। এই ইন্দ্ৰৰ জগত বন্ধুভাৱে আমি প্ৰিয় হম ॥ ৯ ॥ আৰু এই ইন্দ্ৰই শত্ৰু জয় কৰে বুলি শুনিছো—আৰু মাৰে ( বুলি শুনিছো )। আৰু এই ইন্দ্ৰই যুদ্ধ কৰি ( শত্ৰুৰ পৰা ) পশু আনে। ইন্দ্ৰই যেতিয়া সত্যাই খং কৰে তেতিয়া দৃঢ় স্থাবৰ হলেও কম্পমান হয় আৰু গোটেই জগতে ভয় কৰে ॥ ১০ ॥ যি ধনবান ইন্দ্ৰই অসুৰৰ গৰু জয় কৰিলে, শত্ৰুৰ সোণধন জয় কৰিলে, শত্ৰুৰ ঘোঁৰা বিলাক জয় কৰিলে, বহুত শত্ৰুসেনা জয় কৰিলে, তেওঁ, সমৰ্থ এটাইতকৈ নেতা এই স্তোতাৰ দ্বাৰা স্তুত হৈ ধনৰ ভাগ কৰা হয় আৰু ধনৰ ধাৰকো হয় ॥ ১১ ॥ যি ইন্দ্ৰই মাকৰ পৰা অলপ বল পাইছে, পিতৃৰ পৰা যি অলপ বল পাইছে, সেই ইন্দ্ৰই জন্মদাতা প্ৰজাপতিৰ পৰা এই জগত জন্ম দিলে। যি ইন্দ্ৰই এই জগতৰ বল, লাহে লাহে গাজনি মৰা মেঘ বায়ুৱে পথিয়াই দিয়া দৰে পথিয়াই, ( তেনেকৈ স্তোতাৰ হবি আদিৰে আহুত হয় ) ॥ ১২ ॥ ধনবান ইন্দ্ৰই দুখীয়া এজনক ধন দি দুখীয়া নোহোৱা কৰা আৰু ধনীক ধনদি ( বেচি ) ধনী তুমিয়েই কৰা। বজ্ৰপাত যুক্ত আকাশৰ দৰে শত্ৰুৰ ভঞ্জক ধনবান ইন্দ্ৰই সমূলে স্তোতাৰ পাপ আঁতৰাই দিয়ে আৰু স্তোতাক ধন দিয়ে ॥ ১৩ ॥ এই ইন্দ্ৰই সূৰ্য্যৰ চক্ৰ অস্ত্ৰ কৰি প্ৰহাৰ কৰিলে। যুদ্ধৰ কাৰণে যোৱা এতশ ঋষিক নিবাৰণ কৰিলে। কুটিল গতিৰে চলি থকা ক'লা তেজৰ মূল অন্তৰীক্ষত পানীৰ স্থানত এই ইন্দ্ৰক পানী সিঁচি দিলে ॥ ১৪ ॥ ৰাতিৰ যজমানৰ দৰে হোতা অগ্নিক ( হবিঃ দিয়া দৰে ) ( ওপৰ মন্ত্ৰৰ লগত সম্বন্ধ ) ॥ ১৫ ॥ গৰু ইচ্ছা কৰা, ঘোঁৰা

বিচৰা, অন্ন বিচৰা, পত্নী বিচৰা মেধাবী স্তোতা আমি, সখীত্ব বিচাৰি, কামবৰ্ষী, পত্নী দিয়া সদায় ৰক্ষা কৰা ইন্দ্ৰক নাদৰ পৰা পানী তোলা পাত্ৰৰ দৰে (তললৈ) নমাই দিছো ।। ১৬ ।। হে ইন্দ্ৰ, আমাৰ অভিভাবক পালক হৈ চাইচিতি আমাৰ ত্ৰাতা হোৱা । অভিদ্ৰষ্টা, সুখদাতা, সোমাৰ্হ সকলৰ সখা, পিতা (পালক) পিতৃতম (অতি পালক) আৰু পালকৰ স্ৰষ্টা তুমি স্বৰ্গলোক কামনা কৰি স্তব কৰা সকলৰ অন্নদাতা হোৱা ॥ ১৭ ॥ হে ইন্দ্ৰ, সখীত্ব ইচ্ছা কৰা আমাৰ তুমি ৰক্ষক হোৱা। তোমাৰ স্তব কৰি থকা আমাৰ সখা হোৱা। স্তুতি কৰা সকলক অন্ন দিয়া । হে ইন্দ্ৰ, বাধা পোৱা স্বত্বেও আমি এই স্তুতিৰে পূজা কৰি তোমাক আহ্বান কৰিছো ।। ১৮ ।। যেতিয়া ধনবান ইন্দ্ৰ স্তুত হয়, একমাত্ৰ তেওঁ বহুত অভিগন্তা বৃত্ৰৰ দৰে শত্ৰুক হনন কৰে । ইন্দ্ৰৰ আশ্ৰয়ত থকা স্তোতাক দেৱতাই বাধা নিদিয়ে,--মানুহেও বাধা নিদিয়ে । সেই ইন্দ্ৰৰ স্তোতা প্ৰিয় হয় ।। ১৯ ।। হে ইন্দ্ৰ, বহুত বিধ শব্দযুক্ত, প্ৰজাৰ ধাৰক, শত্ৰু নথকা, ধনবান, তুমি আমাৰ দ্বাৰা স্তুত হৈ আমাক সত্যফল দান কৰা । হে ইন্দ্ৰ, জন্মহোৱা বিলাকৰ ৰজা, মহিমা যুক্ত তুমি যি যশ স্তোত্ৰ কৰাক দিব লাগে সেই যশ আমাক বেচিকৈ দিয়া ।। ২০ ।।

২১ ঋক ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ।। ২১ ।।

## ১৮ সূক্ত—ঋ ১৩ ।

**এই সূক্ত ঋষি কামদেবৰ সৈতে ইন্দ্ৰ আৰু অদিতিৰ কথোপকথন । সেই মৰ্ম্মে ঋষি—১ ইন্দ্ৰ, ২/৩/৪ (১ম অৰ্দ্ধ), ৮-১৩ বামদেব ; ৪ (২য় অৰ্দ্ধ) ; ৫-৭ অদিতি । দেবতা ১ বামদেব ; ২/৪ -১৩ ইন্দ্ৰ ; ৩ সঠিক জনা নাযায়—কামদেবৰ মাক হব লাগে ।**

(ইন্দ্ৰই কৈছে) পুৰণি কালৰ পৰা এই পন্থা যে সকলো জন্ম হোৱা দেৱতা (যোনী মাৰ্গেৰে) ওলাই আছে । এই বৃদ্ধি হোৱা গৰ্ভৰ পৰা (বামদেব) ওলাই আহক । এইদৰে তোমাৰ মাৰাৰ পতন সাধন নকৰিবা ।। ১ ।। (বামদেৱে কৈছে) মই এই বাটেৰে ওলাই নাহোঁ, ই বৰ দুৰ্গম । কিন্তু বেকাকৈ পাৰ্শ্বভেদ কৰি ওলাই যাম । (আনে নকৰা কাম) মাত্ৰ এইটোকে মই কৰা নহয়—মোৰ (অন্যই নকৰা) বহুত কাম কৰিবলগীয়া আছে । এটাত মই যুজিব লাগিব আৰু আনত বাক্ বিতণ্ডা কৰিব লাগিব ।। ২ ।। ইন্দ্ৰই কৈছে যে মোৰ আই মৰিব । (কিন্তু) মই পুৰণি বাটেদি নেযাওঁ । কিন্তু মই খৰকৈ ওলাই যাম । ইন্দ্ৰই, কাঠৰ ছটাৰে চেপা বহুত দাম দি কিনা সোম ত্বষ্টাৰ ঘৰত নিমন্ত্ৰণ নকৰাকৈয়ে বলেৰে পান কৰিছিল ।। ৩ ।। যি ইন্দ্ৰক বহুত মাহ বহুত বচৰ (মাকে গৰ্ভত) ভাৰ লৈছিল, সেই ইন্দ্ৰই সকলো বিপৰীত কাম কৰিছিল । (ইন্দ্ৰৰ বিষয় বেয়া কথা সহিব নোৱাৰি অদিতিয়ে কৈছে) —জন্ম হোৱাৰ ভিতৰত ইন্দ্ৰৰ তুলনা নাই, আৰু যি জন্ম হব তাৰ লগতো তুলনা নহব ।। ৪ ।। গুহাৰ সূতিকা ঘৰত জন্ম গৰ্হিত বুলি ভাবি মাকে ইন্দ্ৰক বীৰ্য্যেৰে পৰিপূৰ্ণ কৰি লুকাই থলে । উপজিয়েই ইন্দ্ৰই বল কৰি উঠি দ্যাবাপৃথিবী পূৰণ কৰিলে ।। ৫ ।। পানীৰে অ-ল ল (কলকলনি) শব্দ কৰি এই নদী বিলাক কলৈ গৈছে ? তুমি (হে ঋষি) শোধা । পানী বিলাকে কি কৈছে ? আবৰক মেঘ কোনে ভাঙি দিলে ? ।। ৬ ।। সেই পানী বিলাকে নিবিদ মন্ত্ৰেৰে (মৰুতৰ বিষয় মন্ত্ৰ) ইন্দ্ৰৰ কথা কিনো কব ? পানীয়ে (ফেনেৰে) ইন্দ্ৰৰ (ব্ৰহ্মহত্যা কৰা) পাপ ধাৰণ কৰিছে ? মোৰ পুত্ৰই মহৎ বজ্ৰেৰে বৃত্ৰক বধিলে আৰু এই নদীবিলাক মুকলি কৰি দিলে ॥ ৭ ॥ (বামদেৱে কৈছে) হে ইন্দ্ৰ, পগলাৰ দৰে যুৱতীয়ে (অদিতিয়ে) তোমাক পেলাই দিছিল । কুষৱা ৰাক্ষসীয়ে প্ৰমত্তৰ দৰে তোমাক গিলিছিল । প্ৰমত্তহৈ পানীয়ে তোমাক সুখ দিছিল । প্ৰমত্ত হৈ ইন্দ্ৰই নিজ বলেৰে ওলাই আহিছিল ।। ৮ ।। হে ধনবান ইন্দ্ৰ, পগলাৰ দৰে ব্যংস ৰাক্ষসে তোমাক থেকেচি মুখ ভাঙিছিল । হে ইন্দ্ৰ, পাচত (কিন্তু) ৰাক্ষসৰ দ্বাৰা তাড়িত হৈ ব্যংসতকৈ বেচি বল ধৰি দাস অসুৰৰ মুৰ বজ্ৰেৰে পিহি পেলালা ।। ৯ ।। গৰুৱে যেনেকৈ পোৱালী জগাই তেনেকৈ মাক অদিতিয়ে ইন্দ্ৰক প্ৰসব কৰি নিজ ইচ্ছাৰে ফুৰিবলৈ এৰি দিলে । (সেই ইন্দ্ৰ) বয়সত বৃদ্ধ, বলী, শত্ৰুৰে দমন কৰিব নোৱাৰা, বৰ্দ্ধক, প্ৰেৰক, শত্ৰুক অভিভৱ কৰা, স্বশৰীৰে যেনি তেনি যোৱা হল ।। ১০ ।। আৰু হে মোৰ পুত্ৰ ইন্দ্ৰ, "এই দেৱতা সকলে তোমাক ত্যাগ কৰিছে" (এইবুলি) মহৎ ইন্দ্ৰক মাকে কলে । তাৰ পাচত ইন্দ্ৰই ক'লে হে বিষ্ণু, হে সখা, তুমি বৃত্ৰক বধিবলৈ অতি পৰাক্ৰমী হোৱা ॥ ১১ ॥ (বিষ্ণুৱে তেতিয়া কলে) হে ইন্দ্ৰ, যি কাৰণত পিতৃক ভৰিত ধৰি লৈ বধিলা, —তোমাৰ বাহিৰে কোন দেৱতাই মাকক বিধৱা কৰিছিল ? তোমাৰ বাহিৰে কোনে শুই বা জাগি

থাকোতে তেওঁক মাৰিবলৈ ইচ্ছা কৰিছিল ? তোমাৰ বাহিৰে অন্য কোন দেৱতাই প্ৰজাক সুখ দিয়াত ৰেচি আছিল ॥ ১২ ॥ জীৱনৰ উপাই নোহোৱা মই কুকুৰৰ নাৰিভুক খাওঁ । দেৱতাৰ মাজত মোক সুখ দিওঁতা কোনো নেপালো । নিজৰ পত্নীক মই অসম্মানীয় দেখিছো । পাচত শেনৰ দৰে শীঘ্ৰগামী ইন্দ্ৰই মোক মধু আনি দিলে ॥ ১৩ ॥

## ১৯ সূক্ত—ঋ ১১ ।

## ঋষি আদি ১৬ সূক্তৰ দৰে ।

এই যজ্ঞত হে বজ্ৰবান ইন্দ্ৰ, সুআহ্বান কৰা, ৰক্ষক সকলো দেৱতাই দুয়ো দ্যাবাপৃথিবীত এই দৰেই স্তুতি কৰি থকা মহান গুণেৰে বৃদ্ধ দৰ্শনীয় একমাত্ৰ তোমাক বৃত্ৰবধ কৰিবলৈ ভজন কৰিছে ॥ ১ ॥ হে ইন্দ্ৰ, দেৱতা সকলে তোমাক জীৰ্ণ পিতৃৰ পুত্ৰৰ দৰে পথিয়ালত তুমি সত্য ( স্থানত ) বাস কৰা, সকলোৰে সম্ৰাট হ'লা । পানীত শুই থকা অহি ( বৃত্ৰাসুৰক ) বধ কৰিলা । সকলোতে প্ৰবৰ্তক নদী মুকলি কৰি দিলা ॥ ২ ॥ হে ইন্দ্ৰ, ভোগত অতৃপ্ত, শিথিল অঙ্গৰ ( ঢিলা অঙ্গৰ ), একো বুজি নোপোৱা, একো নজনা চলি থকা পানীত শুই থকা দৰে থকা অহিক ( বৃত্ৰক ) পূৰ্ণিমাৰ দিনত বজ্ৰেৰে মাৰিলা ॥ ৩ ॥ হে ইন্দ্ৰ, বলেৰে অন্তৰীক্ষ আৰু পৃথিবী বতাহে পানী কপোৱা দৰে কপাই দিলা । বল দেখুৱাবলৈ ইন্দ্ৰই দৃঢ় ঘৰ বিলাক ভাঙি দিলে আৰু পৰ্ব্বতৰ দিশ বিলাক ভাঙি দিলে ॥ ৪ ॥ হে ইন্দ্ৰ, মৰুত সকল পুত্ৰৰ দৰে তোমাৰ ওচৰলৈ গল । ৰথৰ দৰে স্তোঁৱবিলাক তোমাৰ লগত গল । তুমি বহনশীল ( বোঅতি ) নৈ বিলাক পানীৰে পূৰণ কৰিলা । মেঘক বধিলা । তুমি বৃত্ৰই আবৰি থোৱা নৈ মুকলি কৰি দিলা ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি, তুৰ্ব্বীতি আৰু বয্য নামৰ ৰজাৰ কাৰণে মহৎ বিশ্বৰ প্ৰীতিকৰ চলন্ত পানীৰে আৰু অন্নেৰে কামনা দোহন কৰা ( খিৰোৱা ) পৃথিবীক ভৰাই দিছিলা । হে ইন্দ্ৰ, তুমি নদীৰ পানী ভালকৈ পাৰ হব পৰা কৰি দিলা ॥ ৬ ॥ ইন্দ্ৰই শত্ৰু হিংসক সৈন্যৰ দৰে পাৰভঙা, নিয়মমতে চলা, গাভৰু নৈ বিলাক পানীৰে পূৰ কৰি দিলে । পানী নোহোৱা দেশ পানীৰে পূৰ কৰি দিলে । অসুৰে দমন কৰি ৰখা গোৱালী নিদিয়া গৰু বিলাক ( প্ৰসৱ হোৱা কৰি ) খিৰালে ॥ ৭ ॥ বৃত্ৰ অসুৰক, বধ কৰি ইন্দ্ৰই, এন্ধাৰে ঘেৰি থকা বহুত উষা আৰু শৰৎ ( বছৰ ) সৃষ্টি কৰিলে । বৃত্ৰই ঘেৰি থোৱা পানী খুলি দিলে । মেঘৰ কেউফালে থকা বৃত্ৰই বান্ধি থোৱা নদী পৃথিৱীলৈ বোৱাই দিবলৈ বিস্কা কৰি দিলে ॥ ৮ ॥ হে হৰিৱ ইন্দ্ৰ, উঁয়ে থোৱা অগ্ৰুৰ পুতেকক উঁইৰ হাফলুৰ পৰা উলিয়াই আনিলা । অনাৰ পাচত ( আগতে ) কণা হৈ থকা সি সাপ দেখা পালে । হাফলুৰ পৰা ওলালত উঁইয়ে থোৱা তাৰ গাৰ পৰ্ব্ববিলাক আকৌ যোৰা খালে । ( ইন্দ্ৰৰ মহিমাত এনে হল এই ভাব ) ॥ ৯ ॥ হে ৰাজমান ইন্দ্ৰ, বৰ্ষণ যোগ্য স্বয়ং ওলাই আহি তুমি মানুহৰ হিতকৰ কাম বিলাক যেনেকৈ আগতে কৰিছিলা, তেনেকৈয়ে হে প্ৰজ্ঞ ইন্দ্ৰ, সকলো জনা তোমাৰ পুৰণি কাম বিলাক জানিলৈ মই ( বামদেৱে ) তোমাৰ কাম বিলাক ভালকৈ বৰ্ণাই কৈছো ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২০ সূক্ত—ঋ ১১ ।

## ঋষি—আদি ১৬শ সূক্তৰ দৰে ।

( যজমানৰ ) অভীষ্ট সিদ্ধি কৰা, উগ্ৰ ইন্দ্ৰই আমাক ৰক্ষা কৰিবলৈ দূৰৰ পৰা আহক । ওচৰৰ পৰা ( হলেও ) আহক । শত্ৰুৰ সৈতে সংগ্ৰামত শত্ৰুক খেদি, বজ্ৰ হাতত লৈ, মানুহৰ পালক ইন্দ্ৰই, অতি তেজস্বী ( মৰুত ) সকলেৰে সৈতে আহক ॥ ১ ॥ হে ইন্দ্ৰ, আমাৰ ফালে, ৰক্ষা কৰিবলৈ আৰু ধনৰ কাৰণে হৰি ঘোঁৰাৰে সৈতে আহা । বজ্ৰী, ধনবান, মহান তুমি আমাৰ যুদ্ধত এই যজ্ঞ উদ্দেশ্য কৰি থাকা ॥ ২ ॥ হে ইন্দ্ৰ, তুমি আমাক আগত ৰাখি আমি কৰা এই যজ্ঞ খাবা । মৃগয়াৰ মৃগৰ দৰে হে বজ্ৰী ইন্দ্ৰ, তুমি স্তোতাৰ ধন ( পশু আদি ) লাভৰ কাৰণে আহা । আমি পশু আদি ধন পাবলৈ শত্ৰুৰ লগত কৰা যুদ্ধ জিকিম ॥ ৩ ॥ হে অন্নবান ইন্দ্ৰ, সুমনা হৈ তুমি আমাৰ ওচৰত অতি কামনা কৰি গোটোৱা, ভালকৈ চেপা মাদক সোম সোনকালেই পান কৰা । মাধ্যন্দিন সৱনত উদ্গাতাই গোৱা স্তোত্ৰৰ লগত দিয়া সোম পান কৰি হৃষ্ট হোৱা ॥ ৪ ॥ পকা ফল থকা বৃক্ষৰ দৰে, অস্ত্ৰ-কুশল শত্ৰু বিজয়ী জেতাৰ দৰে যি নতুন ঋষিৰ স্তুতিৰ দ্বাৰা বিবিধ ৰূপে স্তুত হয়, হে পুৰুহুত ইন্দ্ৰ, তোমাক লক্ষ্য কৰি যেনেকৈ মানুহে নিজৰ স্ত্ৰীক প্ৰশংসা কৰে, তেনেকৈ তোমাক স্তুতি কৰিছো ॥ ৫ ॥ পৰ্ব্বতৰ দৰে নিজে বঢ়া, মহান, উগ্ৰ, যি ইন্দ্ৰই সদায় যেনিবা শত্ৰুক অভিভৱ কৰিবলৈ জন্ম হৈছে, শত্ৰুৰ কাৰণে ভয়ঙ্কৰ হৈ সেই ইন্দ্ৰই পানীৰে পূৰ্ণ পাত্ৰৰ দৰে

তেজেৰে নিহিত হৈ বজ্র ধৰি আছে ॥ ৬॥ হে ইন্দ্র, তোমাৰ জন্ম স্তৱৰ দৰে কোনো বাৰণ কৰোতা নাই। তেওঁ দিয়া যজ্ঞাদি সাধন কৰোতা ধনৰ কোনো নাশ কৰোতা নাই। হে বলবান, উগ্ৰ, পুৰুহুত ইন্দ্র, কামবৰ্ষক তুমি ধন আমাক দিয়া ॥ ৭ ॥ হে ইন্দ্র, তুমি প্ৰজাৰ ধনৰ আৰু ঘৰৰ পৰ্য্যবেক্ষণ কৰা। আৰু গৰুৰ পাল বিলাকৰ মোচন কৰা (অপহৰণ, বেমাৰ আদিৰ প্ৰতিশেধক) হোৱা। তুমি শিক্ষাৰ নেতা, যুদ্ধত প্ৰহাৰ কৰিব পৰা হৈছা আৰু বহুত ধন ৰাশিৰ প্ৰাপক হৈছা ॥ ৮ ॥ অতি প্ৰজ্ঞ সেই ইন্দ্ৰই কি প্ৰজ্ঞাৰে বিখ্যাত হৈছে? মহান ইন্দ্ৰই যি প্ৰজ্ঞাৰ বলেৰে কোনো কাম কৰে তাৰ পৰাই বিখ্যাত হৈছে। তেওঁ হবি দাতাৰ বহুত পাপ নাশ কৰে আৰু স্তৱ কৰাক ধন আদি দিয়ে ॥ ৯ ॥ হে ইন্দ্র, তুমি আমাক নেমাৰিবা (কিন্তু) পোষক হোৱা। তোমাৰ যি বহুত ধন হবি দাতাক দিবলৈ হয়, আমাক সেই ধন আনি দিয়া। তোমাক স্তুতি কৰা আমি (এই যজ্ঞত) উকৃথেৰে তোমাৰ মহিমা কীৰ্ত্তন কৰিম ॥১০॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২১ সূক্ত ঋ ১১।

### ঋষি—আদি ১৬ সূক্তৰ দৰে।

হে ইন্দ্র, ৰক্ষা কৰিবলৈ আমাৰ ওচৰলৈ আহা। এই যজ্ঞত স্তুত হোৱা, শূৰ ইন্দ্র বৃদ্ধি হৈ আমাৰ সৈতে আনন্দ কৰা। যি ইন্দ্ৰৰ বল বহুত আছে, সূৰ্য্যৰ দৰে পৰৰ বল অভিভব কৰা নিজ বল পোষণ কৰা (ইন্দ্র আমাৰ ওচৰলৈ আহা) ॥ ১ ॥ (হে স্তোতা সকল) যি শত্ৰু বশ কৰা, আমাৰ ত্ৰাণ কৰ্ত্তা ইন্দ্ৰৰ কৰ্ম্ম, যজ্ঞৰ সম্ৰাটৰ দৰে, শত্ৰু প্ৰজা অভিভব কৰা, সেই বহুত কীৰ্ত্তিৰ, বহুত ধনৰ ইন্দ্ৰৰ বল স্বৰূপ নেতা (মৰুত) সকলক এই যজ্ঞত স্তৱ কৰা ॥ ২ ॥ মৰুত সকলেৰে সৈতে ইন্দ্ৰই আমাক ৰক্ষা কৰিবলৈ স্বৰ্গৰ পৰা আহক, ভূলোকৰ পৰা সোনকালে আহক। অন্তৰীক্ষৰ পৰা, পানীৰ পৰা, পোহৰৰ দেশৰ পৰা, বা দূৰ দেশৰ পৰা, ঋতৰ (পানীৰ) ঠাইৰ পৰা আহক ॥ ৩ ॥ যি ইন্দ্র বিপুল মহৎ ধনৰ গৰাকী, যজ্ঞত সেই ইন্দ্ৰকেই স্তৱ কৰিম। যি ইন্দ্ৰই প্ৰাণ ৰূপ বলেৰে (শত্ৰু) সেনা জয় কৰে, প্ৰগলভ (ধৰ্ষক) যি ইন্দ্ৰই শ্ৰেষ্ঠ ধন পোৱাই দিয়ে (সেই ইন্দ্ৰক স্তৱ কৰিম) ॥ ৪ ॥ মানুহক স্তুক কৰি যজ্ঞৰ কাৰণে গৰ্জ্জন কৰা দৰে কথা কয়, আৰু যজ্ঞত হবি আদি পালে (বৰষুণ ৰূপ) অন্ন দান কৰে, যি প্ৰসাধনৰ যোগ্য আৰু উকৃথৰে স্তুতিৰ যোগ্য, সেই ইন্দ্ৰক হোতাই যজ্ঞলৈ আহ্বান কৰক ॥ ৫ ॥ ইন্দ্ৰৰ বিষয় স্তুতি কামনা কৰা যজমানৰ ঘৰত থকা মানুহে স্তুতিৰে যদি ইন্দ্ৰৰ ওচৰ চাপে তেতিয়া ইন্দ্র আহে। আমাৰ শত্ৰু নিৰোধ কৰা আৰু বহন কৰা যজমানৰ ঘৰত থকা (ইন্দ্র), (যজমানৰ) দ্বাৰা আহুত হলে অতি ক্ৰোধী ইন্দ্র মহান হয় ॥ ৬ ॥ কামবৰ্ষী ভাৰ্গৱৰ (প্ৰজাপতিৰ পুত্ৰ) ইন্দ্ৰৰ এই বলেৰে যজমানৰ সেৱা কৰে —ই সত্য। এইবলে যজমানৰ বহন কৰা গুহাত (গুহা-ৰূপী হৃদয়ত) যি প্ৰভাৱ কৰে সি সত্য। যজমানৰ ঘৰত, কামত, কামনা সিদ্ধি হবলৈ, হৰ্ষৰ কাৰণে (যি প্ৰভাৱ কৰে সেইটো সত্য) ॥ ৭ ॥ ইন্দ্ৰই যি মেঘৰ দুৱাৰ খুলি দিলে, যি বেগেৰে পানী পোৱাই দিলে, যেতিয়া সুকৰ্ম্মা যজমানে অন্ন আৰু ইন্দ্ৰক পোৱাই দিয়ে, তেতিয়া তেওঁ ঘৰত গৌৰ মৃগ আৰু গবয় মৃগ পাই (সেই সকলো সত্য) ॥ ৮ ॥ হে ইন্দ্র, তোমাৰ কল্যাণকৰ হাত সুকৰ্ম্মা হয়। আৰু তোমাৰ হাত দুখন স্তোত্ৰ গোৱাক ধন দিয়া হয়। তোমাৰ স্থিতি ক'ত? তুমি কিয় আনন্দ কৰা নাই? তুমি কিয় আমাক ধন দিবলৈ আনন্দ কৰা নাই? ॥ ৯ ॥ হে স্তুতি কৰি থকা সত্য ধনৰ সম্ৰাট, বৃত্ৰহন্তা ইন্দ্র, মানুহৰ ধন কৰি দিয়া। হে বহুতে স্তুতি কৰা ইন্দ্র, কৰ্ম্মেৰে আমাক ধন দিয়া। তুমি দিয়া দৈব ধন মই সেৱন কৰো ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২২ সূক্ত—ঋ ১১।

### ঋষি আদি ১৬ সূক্তৰ দৰে।

ধনবান, বজ্ৰধাৰণ কৰি বলেৰে যি ইন্দ্র আহিছে, যি আমাৰ অন্নাদি সেৱন কৰে আৰু হবি আদি কামনা কৰে, সেই মহান, বলবান ইন্দ্ৰই ব্ৰহ্ম-অন্ন, স্তোত্ৰ বিলাক আৰু চেপা সোম উকৃথেৰে সৈতে দিয়া গ্ৰহন কৰক ॥ ১ ॥ কামবৰ্ষী, বৰষুণ দিব পৰা চাৰিধাৰ থকা বজ্ৰ হাতত লৈ শত্ৰুৰ ওপৰত ক্ষেপন কৰি উগ্ৰ, অতি নেতা, কৰ্ম্মবান ইন্দ্ৰই ঢাক খাই থকা পৰুষ্ণী নদীক আশ্ৰয় দিবলৈ সেৱন কৰি (সেই নদীৰ) বেলেগ বেলেগ ঠাই বিলাক সখীত্বৰ ভাৱৰ কাৰণে বেৰি (আগুৰি) দিছে ॥ ২ ॥ দেৱতাৰ মাজত অতি দেৱতা, উৎপত্তি হৈয়েই যি ইন্দ্ৰই মহৎ অন্নেৰে আৰু মহৎ বলেৰে যুক্ত হল সেই ইন্দ্ৰই হাতেৰে বিচাৰি বজ্ৰ লৈ বলেৰে দ্যুলোক আৰু পৃথিবী কপাই দিলে ॥ ৩ ॥ সকলো ওখ ঠাই আৰু পৰ্ব্বত, বহুত সাগৰ, দ্যুলোক আৰু পৃথিবী

ইন্দ্ৰৰ জন্মত মহৎ কম্পন হৈছিল। বলবান ইন্দ্ৰই সূৰ্য্যৰ মাক-বাপেক (দ্যাবাপৃথিৱীক) ওচৰ চপাই আনিলে। মানুহৰ দৰে বতাহে অন্তৰীক্ষত শব্দ কৰিলে ॥ ৪ ॥ হে ইন্দ্ৰ, বহুত তোমাৰ সেই কৰ্ম্ম বিলাক তৎক্ষণাৎ মহান হল। সকলো সৱনত (সৱন যজ্ঞত) তোমাৰ কাম বিলাক স্তোতাই কব লাগে। হে ধৰ্ষক শূৰ ইন্দ্ৰ, তুমি (পালক হৈ) মানুহক ধাৰণ কৰি বলেৰে ধৰ্ষক বজ্ৰেৰে অহিক (বৃত্ৰক) বধ কৰিলা ॥ ৫ ॥ হে অতি বলী ইন্দ্ৰ তোমাৰ সেই সকলো কাম বিলাক সোনকালেই সত্য হয়। হে কামবৰ্ষী ইন্দ্ৰ, তোমাৰ প্ৰভাৱত গৰু বিলাকে ওহাৰৰ পৰা গাখীৰ উলিয়াই দিয়ে। আৰু হে কাম-বৰ্ষণ কৰা মনৰ ইন্দ্ৰ, নৈ বিলাকে তোমাক ভয় কৰি বেগেৰে চলি যায় ॥ ৬ ॥ হে ইন্দ্ৰ, যেতিয়া বৃত্ৰই বান্ধি থোৱা এই নদী বিলাকৰ বন্ধন ইচ্ছামতে যাবলৈ মোচন কৰি দিলা, হে হৰিৱ ইন্দ্ৰ, সেই তেতিয়াই সেই দেৱী নদী বাই-ভনীইতে তোমাৰ ৰক্ষণৰ কাৰণে তোমাক স্তৱ কৰিলে ॥ ৭ ॥ হে ইন্দ্ৰ, মদকৰ চেপা সোম তোমাৰ ফালে নদীৰ দৰে আহক। দীপ্যমান কাৰ্ম্মৰে সৈতে শান্ত স্তুতি টান লেকাম লগোৱা ঘোঁৰাৰ দৰে আমাৰ ফালে আহক ॥ ৮ ॥ হে সহনশীল ইন্দ্ৰ, তুমি সদায় শত্ৰু দমন কৰা অতি বেচি প্ৰশস্ত বল আমাৰ কাৰণে দিয়া। হে ইন্দ্ৰ, তুমি আমাৰ সহজে বধিব পৰা শত্ৰু বশ কৰি দিয়া। হিংসক শত্ৰুৰ মানুহ মাৰিব পৰা অস্ত্ৰ নাশ কৰি দিয়া ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি আমাকেই ভালকৈ শুনা। বিচিত্ৰ অন্ন আমাক দিয়া। আমালৈ সকলো ভাল বুদ্ধি পঠিওৱা। হে ধনবান ইন্দ্ৰ, আমালৈ গৰুৰ দাতা হোৱা ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২৩ সূক্ত—ঋ ১১।

ঋষি- আদি ১৬ সূক্তৰ দৰে।

মহান ইন্দ্ৰ কি প্ৰকাৰে বৰ্দ্ধন হব? কোন হোতাৰ যজ্ঞলৈ সন্তুষ্ট হৈ আহিব? বহুত সোম অন্ন পান কৰিবলৈ বিচাৰি, পান কৰি, সেৱন কৰি, মহান ইন্দ্ৰই প্ৰদীপ্ত ধন লৈ (কোন যজমানক) দিবলৈ আনিছে? ॥ ১ ॥ এই ইন্দ্ৰৰ লগত একেলগে আনন্দ কৰি সোম-পান কৰিবলৈ কোন স্তোতাই পাৰ পাৰে? কোনে বা ইন্দ্ৰৰ সুমতি লাভ কৰে? কেতিয়া ইন্দ্ৰৰ বিচিত্ৰ ধন জনা যায়? কেতিয়া স্তুতি কৰা যজমানৰ বৰ্দ্ধনৰ কাৰণে আহিব? ॥ ২ ॥ আহ্বান কৰি থকা স্তোতাক ইন্দ্ৰই কেনেকৈ শুনিব? শুনি সেই স্তোতাৰ ৰক্ষণৰ কথা কেনেকৈ জানিব? পুৰণি কালৰ ইন্দ্ৰৰ দান কি কি আছে? স্তোতাক কামনা পূৰণ কৰা বুলি কেলেই কয়? ॥ ৩ ॥ অতি কষ্টেৰে ইন্দ্ৰৰ স্তুতি কৰি থকা কৰ্ম্ম কৰি কৰি স্তুলি পকি থকা যজমানে তেওঁৰ পৰা কেতিয়া ধন পাব? হবি অন্ন গ্ৰহণ কৰি মোৰ ওপৰত প্ৰসন্ন হৈ মোৰ স্তোত্ৰ বিলাক ভালকৈ কেতিয়া জনা হল? ॥ ৪ ॥ দেৱতা ইন্দ্ৰই উষা হলে স্তোতাৰ সখীকৰ্ম্ম কেতিয়া, কেনেকৈ সেৱন কৰিব? যি স্তোতাই এই ইন্দ্ৰক ভালকৈ সুন্দৰ হবি আৰু স্তোত্ৰ মেলি দি ইন্দ্ৰৰ সখী কৰ্ম্ম কৰে সেই সখীত্ব কেতিয়া দেখুৱাব? ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ শত্ৰু নাশ কৰা সখীৰ কাম কি বা ক'ম? তোমাৰ ভাতৃত্বৰ কৰ্ম্ম কেতিয়ানো কম? সূৰ্য্যৰ দৰে গতিশীল দৰ্শনীয় শৰীৰ ইন্দ্ৰৰ সৰ্ব্বতোভাবে সকলোৱে অৰ্চনা কৰিবলৈ বিচাৰে ॥ ৬ ॥ দ্ৰোহকাৰিণী, হিংসিকা, ইন্দ্ৰক নজনা ৰাক্ষসীনীক মাৰিবলৈ ইন্দ্ৰই তীক্ষ্ণ অস্ত্ৰ বিলাক অতি তীক্ষ্ণতৰ কৰিলে। যিবিলাকে উষাত আমাৰ ঋণ বিচাৰি আছে, উগ্ৰ, ঋণ নাশ কৰা ইন্দ্ৰই দূৰতে নজনাকৈ সিহঁতক প্ৰীড়ন কৰিলে ॥ ৭ ॥ ঋতেৰেই (নিয়মেৰেই) বহুত আবদ্ধ কৰি থোৱা পানী আছে। ঋতৰ (নিয়মৰ) জ্ঞানেৰেই বৰ্জ্জনীয় পাপ নষ্ট কৰে। ঋতৰ (নিয়মৰ) শ্লোকেই কলা মানুহৰ কাণত শুনা কৰে ॥ ৮ ॥ শৰীৰ থকা বিলাকৰ ঋতেৰেই দৃঢ় ধাৰক বহুত আনন্দ দিয়া ৰূপ আছে। ঋতেৰেই বহুত অন্ন স্তোতাই বিচাৰে। ঋতেৰেই গৰুবিলাক যজ্ঞ সাধক হৈ আছে ॥ ৯ ॥ ঋতকেই বিচাৰি স্তোতাই ঋত দেৱতাকে ভজন কৰে। ঋতৰ বল তৎক্ষণাৎ হয়। বহল গভীৰ পৃথিবী ঋত দেৱতাৰে। উৎকৃষ্ট গৰু ঋতৰ কাৰণে থিৰাই ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২৪ সূক্ত—ঋ ১১।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্; ১০ অনুষ্টুপ্। দেৱতা—ইন্দ্ৰ।

কেনেকুৱা ভাল স্তুতিয়ে অতি বলী (বলৰ পুত্ৰ) ইন্দ্ৰক আমাৰ ফালে ধন পাবলৈ ঘূৰাই আনিব? হে জন গণ (স্তোতা আদি) বীৰ, গৰুৰ গৰাকী, সেই ইন্দ্ৰই শত্ৰুৰ ধন আমাক (স্তোতাক) দিয়ক ॥ ১ ॥ সেই ইন্দ্ৰক শত্ৰু হত্যা কৰোতে যুদ্ধত আহ্বান কৰিব লগীয়া হয়। ভালকৈ স্তুতি কৰিলে সেই ইন্দ্ৰই যজমানক সত্য ধন দিয়া হয়। ধনবান সেই ইন্দ্ৰই স্তোত্ৰ

কৰিবলৈ বিচৰা আৰু সোম চেপা যজমানক ধন দিয়ে ॥ ২ ॥ নেতা মানুহ সকলে যুদ্ধত ইন্দ্ৰক আহ্বান কৰে। নিজৰ শৰীৰ বিক্ত কৰি ইন্দ্ৰক ত্ৰান কৰ্ত্তা কৰি লয়। যেতিয়া পৰস্পৰ দুয়ো (পক্ষ) লগ হয় আৰু দাতা ইন্দ্ৰৰ ওচৰ চাপে, তেতিয়া দুয়ো বিধ নেতাই পুত্ৰ আৰু পৌত্ৰ লাভৰ কাৰণে (সেই ইন্দ্ৰকে ত্ৰাতা কৰি লয়) ॥৩॥ হে উগ্ৰ ইন্দ্ৰ, মানুহ বিলাকে (শস্যাদি) ফল লাভ কৰিবলৈ পৰস্পৰ লগ হৈ যজ্ঞাদি কৰ্ম্ম কৰে। যেতিয়া যুদ্ধ কৰিবলৈ প্ৰজাই পৰস্পৰ যুদ্ধত লিপ্ত হয় তেতিয়া (কোনো ভাগ্যবন্ত) যোদ্ধাই ইন্দ্ৰক পাবলৈ বিচাৰে ॥ ৪ ॥ তেতিয়াই (যুদ্ধৰ সময়ত) অন্য যোদ্ধায় ইন্দ্ৰক যজন কৰে। কোনোৱে পিঠা পাক কৰি ইন্দ্ৰক দিয়ে। তেতিয়াই কোনোৱে চেপা সোম দিয়ে (আৰু ইন্দ্ৰই) সোম নেচেপাক বেলেগ কৰে। তেতিয়াই কোনোৱে ইন্দ্ৰৰ যজ্ঞ কৰিবলৈ কামনা কৰি সেৱা কৰে ॥ ৫ ॥ যি স্বৰ্গ লোকত থকা ইন্দ্ৰলৈ এই দৰে সোম কামনা কৰি সোম চেপে সেই যজমানক ইন্দ্ৰই ধন দিয়ে। সংযত মনেৰে আত্মকামনা কৰি যি ইন্দ্ৰক সোম চেপি দিয়ে, সংগ্ৰামত ইন্দ্ৰই তেওঁক সখা কৰি লয় ॥ ৬ ॥ এই দিনতে যি ইন্দ্ৰলৈ সোম চেপে, যি পাক কৰিব লগীয়া পাক কৰে, আৰু যি যৱ (ধান) ভাজে, ইন্দ্ৰক বিচাৰি স্তুতি কৰে, তেওঁক ইন্দ্ৰই কামবৰ্ষণ কৰিবৰ যোগ্য বল দিয়ে ॥ ৭ ॥ যেতিয়া শত্ৰুৰ হিংসক ইন্দ্ৰই একেলগে মাৰিব লগীয়া শত্ৰুক বিশেষকৈ জানে, যেতিয়া স্বামী ইন্দ্ৰই বেচিকৈ সংগ্ৰাম চাই, তেতিয়া ইন্দ্ৰৰ পত্নীয়ে যজ্ঞ ঘৰত তীক্ষ্ণ কৰা (সোম পানেৰে উৎসাহিত কৰা) কামবৰ্ষী ইন্দ্ৰক সম্মুখলৈ আহ্বান কৰে ॥ ৮ ॥ কোনোৱে বহুত দামৰ বস্তুত অলপ মূল্য দিয়ে। বিক্ৰেতাই পুনৰ সেই মূল্য পূৰাকৈ দিবলৈ কয়। বিক্ৰেতাই বহুত ধনেৰে অলপ বস্তু নিদিয়ে। অসমৰ্থই হওক বা সমৰ্থই হওক (বিক্ৰী কৰা সময়ত কোৱা) কথা থাকি যায় ॥ ৯ ॥ মোৰ এই ইন্দ্ৰক দহজনী গৰুৰে কোনে কিনিব ? যেতিয়া এই ইন্দ্ৰই তোমাৰ শত্ৰু বিলাকক বধিলে তেতিয়া এই ইন্দ্ৰক (সেই গৰু বিলাক) এই বিলাক পুনৰ দি দিয়ক ॥ ১০ ॥

১১ ঋক্ ওপৰৰ ৪/১৬/২১ ঋকৰ দৰে ॥ ১১ ॥

## ২৫ সূক্ত—ঋ ৮ ।

### ঋষি—আদি ১৬ সূক্তৰ দৰে ।

আজি মানুহৰ হিত আৰু দেৱতা কামনা কৰি কোনে ইন্দ্ৰৰ সখ্য সেৱন কৰিব ? স্তুতি থকা অগ্নি আৰু চেপা সোমেৰে কোনে বা মহৎ পাৰ কৰা ইন্দ্ৰক ৰক্ষণৰ কাৰণে স্তুতি কৰিব ? ॥ ১ ॥ কোনে বাক্যৰে সোমাৰ্হ ইন্দ্ৰক নমস্কাৰ কৰিব ? কোনে বা ইন্দ্ৰৰ স্তুতি কৰিবলৈ কামনা কৰিব ? কোনে ইন্দ্ৰই দিয়া গৰু ৰাখিব ? কোনে ইন্দ্ৰৰ সাহাৰ্য্য বিচাৰে ? কোনে সখীত্ব বা কোনে ভাতৃত্ব ইচ্ছা কৰে ? কোনে কবি ইন্দ্ৰৰ আশ্ৰয় বিচাৰিছে ? ॥ ২ ॥ কোনে আজি দেৱতা সকলৰ ৰক্ষণ বিচাৰিছে ? কোনে আদিত্য আৰু অদিতিৰ জ্যোতি বিচাৰে ? অশ্বিনী দুজনে, ইন্দ্ৰই আৰু অগ্নিয়ে স্তুতিত সন্তুষ্ট হৈ যথা কাম কোন যজমানৰ অভিষুত সোম ৰস পান কৰিব ? ॥ ৩ ॥ যি যজমানে নৰৰ হিতকৰ নেতাৰ ভিতৰত এটাইতকৈ নেতা ইন্দ্ৰক "সোম চেপি দিম" এই বুলি কয়, হবিৰ বহন কৰা অগ্নিয়ে সেই যজমানক সুখ দিয়ে, আৰু সদায় সূৰ্য্যক দেখুৱাই ॥ ৪ ॥ বহুত বা অলপ শত্ৰু হলেও তেওঁক একো শত্ৰুতা নকৰক। অদিতিয়ে তেওঁক বহুত সুখ দিয়ক। সুকৰ্ম্মা যজমান ইন্দ্ৰৰ প্ৰিয় হয়। ইন্দ্ৰৰ স্তুতি কামনা কৰিলে ইন্দ্ৰৰ প্ৰিয় হয়। ইন্দ্ৰৰ ওচৰলৈ ভাল ভাব কৰি গলে ইন্দ্ৰৰ প্ৰিয় হয়। সোম চেপা যজমান ইন্দ্ৰৰ প্ৰিয় হয় ॥ ৫ ॥ শত্ৰুক তৎক্ষণাৎ বশ কৰা বীৰ এই ইন্দ্ৰই হবিৰে ভালকৈ পূজা কৰাক, ভালকৈ সোম চেপাক, ভাল পংক্তিলৈ (খাপলৈ) তোলে। সোম নেচেপাই তেওঁক পাবৰ যোগ্য নহয়। যজন নকৰাৰ সখা নহয়, বন্ধু নহয়। বেয়া ভাব কৰি দূৰলৈ হোৱা স্তুতি নকৰাৰ হিংসা হে কৰে ॥ ৬ ॥ চেপা সোম পান কৰা ইন্দ্ৰই, ধনবান সোম নেচেপা বনিকৰ লগত সখীত্ব নকৰে। এনে মানুহৰ জ্ঞান নিৰৰ্থক উদ্গীৰণ কৰে আৰু মৰে। সোম চেপাক, হবি আদি পাক কৰাক অসাধাৰণ বিভূতি দিয়ে ॥ ৭ ॥ উৎকৃষ্ট, নিকৃষ্ট আৰু মধ্যম শ্ৰেণীৰ মানুহে ইন্দ্ৰক আহ্বান কৰে। (কাৰ্য্য সিদ্ধি কৰিবলৈ) যোৱা, উভটি অহা আৰু ঘৰত থকা মানুহে ইন্দ্ৰক আহ্বান কৰে আৰু যুদ্ধ কৰি থকা, অন্ন কামনা কৰা মানুহে ইন্দ্ৰক আহ্বান কৰে ॥ ৮ ॥

## ২৬ সূক্ত—ঋ ৭

### ঋষি—১-৩ বামদেব বা ইন্দ্ৰ; ৪-৭ বামদেব। ছন্দ ত্ৰিষ্টুভ। দেৱতা ১-৩ ইন্দ্ৰ বা আত্মা; ৪-৭ শেন চৰাই।

(প্ৰথম তিনিটি ঋক্ বামদেব ঋষিয়ে গৰ্ভত থাকি

কোৱা বুলি কয় ইন্দ্ৰই কোৱা বুলিও কয়)।

মই মনু, মই সূৰ্য্য; বিপ্ৰ-কক্ষীবান ঋষি মই; অৰ্জ্জুনীৰ পুত্ৰ কুৎস ঋষিক ময়েই অলঙ্কৃত কৰিছো। কবি উশনা ময়েই। মোক চোৱা ॥ ১ ॥ মই আৰ্য্যক পৃথিবী দিলো। হবি দাতা মানুহক বৰষুণ দিলো। মই শব্দ কৰি পানী পথিয়াই দিওঁ। দেৱতাসকলে মোৰ সঙ্কল্প লয় ॥ ২ ॥ মই সোম পান কৰি মত্ত হৈ শম্বৰ অসুৰৰ ন আৰু নৱৈ খন (৯৯ খন) পুৰী একেলগে ভাঙিলো। এশ সংখ্যাৰ পুৰখন অতিথিগ্ব (অতিথি পালক) দিবো-দাসৰ যজ্ঞত প্ৰবেশ কৰিবৰ উপযুক্ত কৰি দিলো ॥ ৩ ॥ হে মৰুতৰ দৰে বেগী শেন চৰাই,—তুমি বেচি বলী। চৰাইৰ মাজত খৰকৈ যোৱা তুমি শেন চৰাই। চকৰি নোহোৱা ৰথেৰ সৈতে গৈ তুমি দেৱতাই সেৱন কৰা হব্য মনুক (প্ৰজাপতিক) আনি দিলা ॥ ৪ ॥ যেতিয়া শেন চৰাইয়ে দ্যুলোকৰ পৰা (সোম পান কৰা) ভয় দেখুৱাই সোম হৰণ কৰিলে, তেতিয়া বহল (অন্তৰীক্ষৰ) পথেৰে মনৰ দৰে বেগ এৰিলে। সোমময় মধুৰ অন্নেৰে খৰকৈ আহিল আৰু এই লোকত সোম আনি দিয়া কাৰণে খ্যাতি লাভ কৰিলে ॥ ৫ ॥ দূৰৈৰ পৰা সোমলতা ধৰি লৈ ঋজুগামী শেন চৰায়ে, চৰাই হৈ দেৱতাবে সৈতে, প্ৰশংসনীয়, আমোদ কৰা সোমলতা উত্তৰ কালৰ সেই স্বৰ্গৰ পৰা দৃঢ়ভাৱে আনি দিলে ॥ ৬ ॥ শেন চৰাইয়ে সহস্ৰ আৰু অযুত (অপৰিমিত) যজ্ঞত সোম অন্ন আনি দিলে। এই সোম আনিলত বহুকৰ্ম্মী অমূঢ় (জ্ঞানী) ইন্দ্ৰই সোমৰ হৰ্ষত মূঢ় (অজ্ঞানী) শত্ৰুক বধ কৰিলে। ॥ ৭ ॥

## ২৭ সূক্ত—ঋ ৫।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ ত্ৰিষ্টুভ্ ৫ শক্বৰী। দেৱতা শেন চৰাই।

গৰ্ভত থাকোতেই মই এই দেৱতা সকলৰ সকলোৰে জন্মৰ কথা জানিছিলো। শত লোহৰ দৰে শৰীৰে মোক পালন কৰিছিল। এতিয়া শেন হৈ মই বেগেৰে শৰীৰৰ পৰা ওলালো। ॥ ১ ॥ সেই গৰ্ভই মোক অপহৰণ কৰি বান্ধিব নোৱাৰিলে (জ্ঞান হৰণ কৰিব নোৱাৰিলে। এই (দুঃখক) মই তীক্ষ্ণ বীৰ্য্যেৰে পৰাভৱ কৰিলোঁ। সকলোৰে প্ৰেৰক পৰমাত্মাই (গৰ্ভস্থ) শত্ৰু নাশ কৰিলে। আৰু বৰ্দ্ধমান পৰমাত্মাই গৰ্ভস্থ বায়ু খেদি দিলে ॥২॥ সি শেনে স্বৰ্গৰ পৰা তলমুখ কৰিবলৈ শব্দ কৰিলে, যেতিয়া সোমলতা লৈ শেন আহিল, তেতিয়া কৃশানু (নামৰ) সোম পালকে মনৰ বেগেৰে আহিব খোজা শেনলৈ শৰ নিক্ষেপ কৰিলে ॥৩॥ ঋজুগামী শেনে, ইন্দ্ৰ যাৰ ৰক্ষক (তেওঁ) বৃহৎ ওপৰত থকা সোমলতা আনোতে যুদ্ধত শৰবিদ্ধ হৈ শেনৰ গাৰ পৰা এটা পাখী পৰি গল ॥৪॥ (এই পাখীটোৰেই পৃথিৱীত পলাশ গছ-পাত হল বুলি-প্ৰবাদ তাছে)॥ এতিয়া শুৰ ধনবান, ইন্দ্ৰই, বগা, কলহত ৰখা, গৰুৰ গাখীৰ মিহলোৱা, অধ্বৰ্য্যু সকলে প্ৰস্তুত কৰা মধুৰ সোম অন্ন, আগতে আমোদৰ কাৰণে পান কৰিবলৈ ধৰক,—আগতে পান কৰিবলৈ গ্ৰহন কৰক ॥ ৫ ॥

## ২৮ সূক্ত—ঋ ৫।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ আৰু সোম।

হে সোম, তোমাৰ সেই সখীত্বৰ কাৰণে তোমাৰ সৈতে ইন্দ্ৰই বৈ যোৱা পানী সৃষ্টি কৰি দিলে। বৃত্ৰক বধ কৰি বৈ থকা নৈ বিলাক মুকলি কৰি দিলে। গুকাই যোৱা পানীৰ উহ (ভৰাল) বিলাক খুলি দিলে ॥ ১ ॥ হে সোম, ইন্দ্ৰই তেতিয়াই তোমাৰ সৈতে, ওপৰৰ মহান অন্তৰীক্ষত থকা সূৰ্য্যৰ এটা চকৰী বলেৰে চিঙি আনিলে। মহৎ দ্ৰোহ কৰা (অত্যাচাৰ কৰা) যেনি তেনি সকলো কালে যোৱা এটা চকৰি (সূৰ্য্যৰ পৰা) অপহৰণ কৰিলে ॥ ২ ॥ হে সোম, সংগ্ৰামত ইন্দ্ৰই মধ্যাহ্নৰ আগতে দস্যুক বধ কৰিলে, অগ্নিয়ে কিছুমান পুৰি মাৰিলে। গৈ থকা অসুৰ বিলাকৰ বহুত দূৰৰ দুৰ্গম বাটত নিজ কৰ্ম্মত গৈ থকা পথিকক চোৰে মৰা দৰে, বহুত, সকলোবিলাক, সহস্ৰ (অৰ্থাৎ অসংখ্য) দস্যু নিধন কৰিলে ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি এই দস্যু বিলাকক সকলো গুণতে হীন কৰিলা। তুমি দাস-বিলাকক নিন্দনীয় কৰিলা। হে ইন্দ্ৰ আৰু সোম, তোমালোকে শত্ৰু খেদালা,—মাৰিলা। তোমালোকে শত্ৰুক প্ৰহাৰ কৰা কাৰণে মানুহৰ পৰা পূজা পালা ॥ ৪ ॥ হে সোম, তুমি আৰু ইন্দ্ৰ দুয়ো ঘোঁৰা আৰু গৰুবিলাকক আদৰ কৰিলা। লুকাই থোৱা গৰু বিলাক আৰু মাটি বলেৰে মুক্ত কৰিলা। হে ধনবান ইন্দ্ৰ আৰু সোম, শত্ৰুক হিংসা কৰা তোমালোকৰ এইবিলাক কাম সত্য ॥ ৫ ॥

## ২৯ সূক্ত—ঋ ৫।

ঋষি আদি ১৬ সূক্তৰ দৰে।

হে ইন্দ্ৰ, স্তুত হৈ আমাক ৰক্ষা কৰিবলৈ আমাৰ

অন্নযুক্ত বহুত যজ্ঞত হবি ঘোঁৰাবে সৈতে আহা। তুমি হৰ্ষযুক্ত, স্তোত্ৰৰ দ্বাৰা স্তুত আৰু সভাধন ॥ ১ ॥ মানুহৰ হিত, সকলো জনা ইন্দ্ৰই, সোম অভিষুত কৰা ঋত্বিকৰ দ্বাৰা স্তুত হৈ আমাৰ যজ্ঞলৈ আহক। ভাল ঘোঁৰা যুক্ত, ভয়হীন, সোম চেপা যজমানে স্তুতি কৰি ৰখা ইন্দ্ৰই বীৰ মৰুত সকলেৰে সৈতে আনন্দ কৰি আহক ॥ ২ ॥ (হে স্তোতা) তুমি ইন্দ্ৰৰ দুয়ো কাণতে তেওঁক বলী কৰিবলৈ আৰু সকলো ফালে আনন্দ দিবলৈ, স্তোত্ৰ শুনাই দিয়া। সোমেৰে (পেট) ভৰাই বলবান ইন্দ্ৰই আমাৰ ধনৰ কাৰণে বাট ভাল কৰি ভয় নোহোৱা কৰক ॥ ৩ ॥ বজ্ৰহস্ত ইন্দ্ৰই তেওঁৰ নিজৰ শত সহস্ৰ (বহুত) শীঘ্ৰগামী ঘোঁৰা ৰথৰ ধুৰাত বান্ধি, মেধাবী, আহ্বান কৰা আৰু স্তব কৰা যজমানৰ ফালে আশ্ৰয় দিবৰ কাৰণে আহে ॥ ৪ ॥ হে ধনবান ইন্দ্ৰ, তোমাৰ স্তোতা আমি তোমাৰ দ্বাৰা ৰক্ষিত, মেধাবী (স্তোতা)। দীপ্তিযুক্ত তুমি স্তুতিৰ যোগ্য অন্ন আৰু ধনৰ দানৰ সময়ত যাতে আমি তোমাক ভজন কৰিব পাৰো ॥ ৫ ॥

৩০ সূক্ত—ঋ ২৪।

ঋষি গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—গায়ত্ৰী; ৮/২৪ অনুষ্টুপ্। দেৱতা—ইন্দ্ৰ।

হে বৃত্ৰক বধ কৰা ইন্দ্ৰ, তোমাতকৈ ওপৰ কোনো নাই। তোমাতকৈ জ্যেষ্ঠ কোনো নাই। হে ইন্দ্ৰ, তুমি যেনেকুৱা, তেনেকুৱা কোনো নাই ॥ ১ ॥ হে ইন্দ্ৰ, প্ৰজাই তোমাক লক্ষ্য কৰিয়েই বিশ্বব্যাপ্ত চকৰীৰ দৰে প্ৰবৰ্ত্তন হৈছে। হে মহান ইন্দ্ৰ, তুমি সতাই প্ৰখ্যাত ॥ ২ ॥ হে ইন্দ্ৰ, দেৱতা সকলোৱেই প্ৰাণৰূপ বলেৰে তোমাৰ সহায় লাভ কৰি যুদ্ধ কৰিলে। সেই বাবে দিনে ৰাতিয়ে শত্ৰু বধিলে ॥ ৩ ॥ হে ইন্দ্ৰ, যি যুদ্ধত তুমি কুৎস আৰু তেওঁৰ সহায় কাৰী বিলাকৰ কাৰণে সূৰ্য্যৰ চক্ৰ হৰণ কৰিলা,— ॥ ৪ ॥ হে ইন্দ্ৰ, অকলেই যি যুদ্ধত দেৱতা সকলক বাধা দিয়া সকলো ৰাক্ষসৰ লগত যুদ্ধ কৰিছিলা আৰু হিংসকক বধিলা,— ॥ ৫ ॥ আৰু হে ইন্দ্ৰ, যি যুদ্ধত তুমি মানুহ এতশ ঋষিক সূৰ্য্য উলিয়াই দিলা আৰু যুদ্ধ কৰি ৰক্ষা কৰিলা; ॥৬॥ হে বৃত্ৰহন্তা, ধনবান ইন্দ্ৰ, তুমি পাচত আৰু বৰকৈ খং কৰি আছা নেকি ? তুমি এই অন্তৰীক্ষত দানুক আঁতৰাই দিলা ॥ ৭ ॥ হে ইন্দ্ৰ, আৰু এই পুৰুষত্ব আৰু সামৰ্থ্য দেখুৱালা। তুমি স্বৰ্গৰ জীয়ৰী উষাক, বেয়া ভাব কৰা কাৰণে মাৰিলা (দিন হলে সূৰ্য্য ওলালে উষা নেথাকে এই ভাব) ॥ ৮ ॥ হে মহান ইন্দ্ৰ, তুমি স্বৰ্গৰ জীয়ৰী উষা দেৱীক পিহি পেলালা ॥ ৯ ॥ কামবৰ্ষী হে ইন্দ্ৰ, যেতিয়া এই উষাৰ ৰথ ভাঙিলা, তেতিয়া উষাই ভগ্নত তুমি চুৰমাৰ কৰা ৰথৰ পৰা আঁতৰি গল ॥ ১০ ॥ ইন্দ্ৰই চুৰমাৰ কৰিলত এই উষাৰ ৰথ বিপাশা নৈৰ পাৰত শুই থাকিল। উষা দেৱীয়ে এই ৰথ ভাগিলত দূৰ দেশলৈ গল ॥ ১১ ॥

(উষাৰ ৰথ ভঙা ২/১৫/৬ ; ১০/১৩৮/৫ চাব)

হে ইন্দ্ৰ, তুমি, নদী ভৰপূৰ হলত মায়াৰে নদীৰ পানী ৰাখি দিলা ॥ ১২ ॥ আৰু হে ইন্দ্ৰ, ধৰ্ষক, তুমি, শুষ্ণৰ ধনবিত বিলাক নগৰ ধ্বংস কৰোতে লুট্‌পাত্ কৰি আনিছিলা ॥ ১৩ ॥ হে ইন্দ্ৰ, তুমি কুলিতৰৰ পুতেক দাস শম্বৰক পৰ্ব্বতৰ ওপৰত তলমুখ কৰি মাৰিছিলা ॥ ১৪ ॥ আৰু হে ইন্দ্ৰ, চকৰিৰ শলাৰ দৰে দাস বৰ্চিৰ কেউফালে থকা পাঁচশ হেজাৰ অনুচৰ মাৰিছিলা ॥ ১৫ ॥ আৰু হে ইন্দ্ৰ, তুমি অগ্ৰুৰ পুত্ৰ পৰাবৃক্তক স্তোত্ৰৰ ভাগী কৰিলা ॥ ১৬ ॥ আৰু হে শচীপতি ইন্দ্ৰ, তুমি অস্নাত (অনভিষিক্ত) তুৰ্ব্বশু আৰু যদুক, সকলো জানি পাৰ কৰিলা (অভিষেকৰ উপযুক্ত কৰিলা) ॥ ১৭ ॥ আৰু, হে ইন্দ্ৰ, তুমি থিতাতে, সিইত আৰ্য্য (হলেও ইন্দ্ৰলৈ শ্ৰদ্ধা ভক্তি নথকা) বৰ্ণ আৰু চিত্ৰৰথ ৰজাক শৰয়ু নদীৰ পাৰত বধ কৰিলা ॥ ১৮ ॥ হে বৃত্ৰক বধ কৰা ইন্দ্ৰ, সকলোৱে ত্যাগ কৰা এটা কণা আৰু এটা খোৰাক ভাল কৰিলা। তুমি দিয়া তেনে সুখ কোনোৱে নেপাই ॥ ১৯ ॥ হে ইন্দ্ৰ, শিলেৰে সজা এশ (শম্বৰ অসুৰৰ) নগৰ তুমি হবি দাতা দিবোদাসক দিছিলা ॥ ২০ ॥ ইন্দ্ৰই মায়াৰে তিনিশ হেজাৰ দাসক দভীতিৰ কাৰণে শুৱাই দিলে ॥ ২১ ॥ আৰু হে ইন্দ্ৰ, তুমিয়েই সকলো শত্ৰু আঁতৰাই খেদাই দিলা। তুমি গৰুৰ পৰাকী (সকলো যজমানৰ) সমান প্ৰখ্যাত ॥ ২২ ॥ আৰু হে ইন্দ্ৰ, তোমাৰ যি বলৰে সামৰ্থ্য যুক্ত হৈছিলা সেই বল কোনেও হিংসা কৰিব নোৱাৰে ॥ ২৩ ॥ হে শত্ৰুৰ কাৰণে সজাগ ইন্দ্ৰ, তোমাৰ সেই যে মনোহৰ ধন আছে সেই ধন অৰ্য্যমা দেৱতাই দিয়ক; দাতভগা পূষান্ দেৱতাই দিয়ক আৰু ভগ দেৱতাই দিয়ক ॥ ২৪ ॥ (দক্ষৰ যজ্ঞত পূষাণ্ দেৱতাৰ দাঁত বীৰভদ্ৰই ভাঙিছিল)

৩১ সূক্ত—ঋ ১৫।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—গায়ত্ৰী

৩।৭ পাদ নিচৃৎ গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

সদায় বৰ্দ্ধমান, পূজনীয়, মিত্ৰ ইন্দ্ৰই কি ৰক্ষণেৰে আমাৰ শুৱিলৈ আহিব ? কোন প্ৰজ্ঞাযুক্ত শ্ৰেষ্ঠ কৰ্ম্মেৰে ( তেওঁ আমাৰ ফালে আহিব ) ? ॥ ১॥

হে পূজনীয় ইন্দ্ৰ, সত্য আৰু হৰ্ষকৰ সোমৰসৰ মাজত কি সোমৰস আছে যি, দৃঢ় হলেও শত্ৰুৰ ধন নষ্ট কৰি ( আনিবলৈ ) তোমাক হৃষ্ট কৰিব পাৰে ? ॥২॥

হে ইন্দ্ৰ, তুমি আমাৰ সখা, শত ( বহুত ) ৰক্ষণেৰে ( আমাৰ ) স্তোতা সকলৰ ফালে মুখ কৰা ॥ ৩॥

চক্ৰৰ বৃত্তৰ দৰে আবৰ্ত্তমান তুমি, হে ইন্দ্ৰ, আমাৰ মানুহৰ স্তুতিৰে প্ৰীত হৈ আমাৰ ফালে ঘূৰা ॥ ৪॥ হে ইন্দ্ৰ, তুমি তপৰ যজমানৰ কৰ্ম্মৰ ঠাইলৈ নিজ ঠাইৰ দৰে বহুত দূৰ ঠাইৰ পৰা আহা। সূৰ্য্যৰ লগত তোমাক ভজন কৰিম ॥ ৫॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে কৰা, স্তুতি বিলাক যেতিয়া আমি অনুমনন কৰো, চক্ৰ কৰ্ম্ম বিলাক অনুমনন কৰো, সেই বিলাক প্ৰথমে তোমাৰ হয়, —পাচত সূৰ্য্যৰ হয় ॥ ৬॥ হে শচীপতি, ধনবান ইন্দ্ৰ, স্তোতাৰ অভীষ্ট দাতা তোমাক দীপ্ত বুলি কয় ॥ ৭॥ আৰু হে ইন্দ্ৰ, তত্তালিকেই তুমি স্তৱ কৰাক আৰু সোম অভিষৱ কৰাক বহুত ধন কেউফালে দিয়া ॥ ৮॥ বাধা কৰা বিলাকে তোমাক শত ধন বাধা দিব নোৱাৰে। তুমি কৰা বল বাধা দিব নোৱাৰে ॥ ৯॥ হে ইন্দ্ৰ, তোমাৰ শত ৰক্ষণে আমাক ৰক্ষা কৰক ; সহস্ৰ ৰক্ষণে ৰক্ষা কৰক, আমাৰ সকলো অভীষ্ট ৰক্ষা কৰক ॥ ১০॥ হে ইন্দ্ৰ, এই যজ্ঞত আমাক সখীত্বৰ কাৰণে, স্বস্তিৰ কাৰণে আৰু মহৎ দীপ্তিমন্ত ধনৰ কাৰণে বৰণ কৰা ॥ ১১॥ হে ইন্দ্ৰ, সদায় দিনে আমাৰ মহৎ ধন ৰক্ষা কৰা। সকলো ৰক্ষণেৰে আমাক ৰক্ষা কৰা ॥ ১২॥ হে ইন্দ্ৰ, তুমি নতুন ৰক্ষণেৰে, ক্ষেপ্তা বীৰৰ দৰে গৰু গাই থকা গোথ বিলাক উদ্ঘাটন কৰি দিয়া ॥ ১৩॥ হে ইন্দ্ৰ, শত্ৰুৰ ধৰ্ষক, দীপ্তিমান, বিনাশহীন, গৰু থকা, ঘোঁৰা থকা আমাৰ ৰথ সকলো ফালে যাওক ॥ ১৪॥ হে প্ৰেৰক ইন্দ্ৰ, ( বা হে সূৰ্য্য ) দেৱতাৰ মাজত আমাৰ যশ উত্তম কৰা। অতি বাঢ়ি থকা দ্যুলোকৰ দৰে ওপৰত ৰাখা ॥ ১৫॥

৩২ সূক্ত—ঋ ২৪।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ গায়ত্ৰী।

দেৱতা—ইন্দ্ৰ ; ২৩।২৪ ইন্দ্ৰৰ ঘোঁৰা।

হে বৃত্ৰবধ কৰা ইন্দ্ৰ, আমাৰ ফালে তুমি সোনকালে আহা। মহান তুমি মহৎ ৰক্ষণেৰে আমাৰ ওচৰলৈ আহা ॥ ১॥ হে পূজনীয় ইন্দ্ৰ, ভ্ৰমণ শীল হৈও তুমি আমাৰ অভীষ্ট দিয়া। বিচিত্ৰ কৰ্ম্মযুক্ত প্ৰজাক বিচিত্ৰ ধন দি ৰক্ষা কৰা। ২॥ হে ইন্দ্ৰ, অলপ সখাৰে যি তোমাৰ সখীত্বত থাকে, তেওঁবিলাকেৰে সৈতে লম্ফ জম্প কৰা ডাঙৰ শত্ৰুকো তুমি বলেৰে নাশ কৰা ॥৩॥ হে ইন্দ্ৰ, আমি তোমাৰ লগত আছো। আমি তোমাৰ বেচিকৈ স্তৱ কৰিম। তুমিও আমাক সকলোকে বিশেষকৈ ৰক্ষা কৰিবা ॥ ৪॥ হে বজ্ৰবান ইন্দ্ৰ, তুমি বিচিত্ৰ, দোষহীন আৰু আক্ৰমন হীন ৰক্ষণেৰে সৈতে আমাৰ ফালে আহা ॥ ৫॥ হে ইন্দ্ৰ, তোমাৰ নিচিনা গোযুক্ত দেৱতাৰ সখা আমি মহৎ অন্নৰ পৰাকী হৈ ভালকৈ থাকিম ॥ ৬॥ হে ইন্দ্ৰ, তুমিয়েই একমাত্ৰ গৰুগাই থকা অন্নৰ গৰাকী। তুমি আমাক মহৎ অন্ন যাচি দিয়া ॥ ৭॥ হে স্তুতিযুক্ত ইন্দ্ৰ, স্তুতি কৰি থকা আমাক যি ধন দিবলৈ ইচ্ছা কৰিছা, সেয়া কোনেও অন্যথা কৰিব নোৱাৰে ॥ ৮॥ হে ইন্দ্ৰ, তোমাক গোতম সকলে স্তুতি বাক্যৰে মহৎ অন্ন আৰু ধন দিবলৈ স্তুতি কৰিছে ॥ ৯॥ হে ইন্দ্ৰ, সোমপান কৰি আনন্দত যি দাস অসুৰৰ পুৰী ভাঙিলা গৈ, তোমাৰ সেই বীৰ্য্যৰ কাম বিলাক আমি স্তুতিৰে বৰ্ণনা কৰিম ॥ ১০॥ হে স্তুতি ভাল পোৱা ইন্দ্ৰ, তুমি যি বল দেখুৱালা, প্ৰাজ্ঞ সকলে সোম চেপা হলত সেই তোমাৰ বল কীৰ্ত্তন কৰিছে ॥ ১১॥ স্তোত্ৰ বাহক ( স্তোত্ৰ ৰচনা কৰি গোৱা ) গোতম ঋষি সকলে, হে ইন্দ্ৰ, স্তোত্ৰেৰে তোমাক বৰ্দ্ধন কৰিছে। তেওঁবিলাকক বীৰ পুত্ৰ পৌত্ৰেৰে যশ দিয়া ॥ ১২॥ হে ইন্দ্ৰ, যদিও তুমি সকলোৰে সাধাৰণ ( একে উমৈহতীয়া ) দেৱতা, তথাপি আমি তোমাকেই আহ্বান কৰো ॥ ১৩॥ হে বাস কৰোঁতা ইন্দ্ৰ, তুমি আমাৰ ফালে মুখ কৰা। হে সোমপান কৰা ইন্দ্ৰ, তুমি সোমপান কৰি হৃষ্ট হোৱা ॥ ১৪॥ হে ইন্দ্ৰ, স্তোতা আমি, আমাৰ স্তোত্ৰই তোমাক আমাৰ ওচৰলৈ আনক। তোমাৰ হৰি ঘোঁৰা আমাৰ ফালে ঘূৰাই আনা ॥ ১৫॥ তুমি আমাৰ পুৰডাশ ( পিঠা ) অন্ন ভক্ষণ কৰা। স্ত্ৰীকামীয়ে যেনেকৈ স্ত্ৰীৰ কথা শুনে তুমি তেনেকৈ আমাৰ স্তোত্ৰ শুনা ॥ ১৬॥ আমি ইন্দ্ৰৰ পৰা শিক্ষিত, দৌৰিব পৰা সহস্ৰ ঘোঁৰা বিচাৰিছো। চেপা সোমৰ এশ কলহ বিচাৰিছো। ( এশ কলহ সোমেৰে এশ যজ্ঞ হয় গতিকে এশ যজ্ঞ বিচাৰিছে ) ॥ ১৭॥ হে ইন্দ্ৰ, তোমাৰ শতসহস্ৰ গৰু আমাৰ ফালে আনিম। আমাৰ ধন তোমাৰ ওচৰৰ পৰা আহক ॥ ১৮॥ হে ইন্দ্ৰ, মই

তোমাৰ পৰা দহ কলহ সোন আনিলো। হে বৃত্র বধকৰা ইন্দ্র, তুমি বহুতকৈ দিয়া ॥ ১৯ ॥ হে ইন্দ্র, তুমি বহুত দিওঁতা—তুমি আমাক বহুত ধন দিবা। অলপ নেযাচিবা—বহুত দিয়া। তুমি বেচিকৈয়ে দিবলৈ বিচাৰা ॥ ২০ ॥ হে বৃত্রহনন কৰা শূৰ ইন্দ্র, তুমি বহু-দাতা বুলি বহুতৰ পৰা আমি শুনিছো। আমাক কেউফালে ধনৰ ভাগী কৰা ॥ ২১ ॥ হে বিচক্ষণ ইন্দ্র, তোমাৰ পিঙ্গল বৰণৰ ঘোঁৰা দুটাৰ স্তুতি কৰিম। হে গৰু দিওঁতা, বিনাশ নকৰা (পালক) তোমাৰ ঘোঁৰাৰে আমাৰ গৰুৰ জাক বিলাক বিশৃঙ্খল নকৰিবা ॥ ২২ ॥ দৃঢ়, নতুন, সৰু, গছৰ গুৰিত থকা পুতলা দুটাৰ দৰে হে ইন্দ্র, পিঙ্গল বৰ্ণৰ তোমাৰ ঘোঁৰা দুটাই যজ্ঞত শোভা কৰিছে ॥ ২৩ ॥ মই যেতিয়া বলদ লগোৱা গাড়ীত যাওঁ, বা খোজ কাঢ়ি যাওঁ, তেতিয়া তোমাৰ, (হে ইন্দ্র,) অহিংসক পিঙ্গল বৰণৰ ঘোঁৰা দুটা অপৰ্য্যাপ্তকাৰী হওক ॥ ২৪ ॥

## ৩৩ সূক্ত—ঋ ১১।

ঋষি- গোতমৰ পুত্র বামদেব। ছন্দ—ত্রিষ্টুভ্।

দেৱতা ঋভুসকল।

ঋভু দেৱতালৈ দূতৰ দৰে মই স্তুতি পঠিয়াইছো। সোম উপস্তৰণ (নৈবেদ্য) দিবলৈ মই গাখীৰতি গৰু ঋভু সকলৰ পৰা বিচাৰিছো। ঋভু সকলে বায়ু বেগেৰে জগতক উপকাৰ কৰা। তেওঁ বিলাকে বেগী ঘোঁৰাৰে তৎক্ষণাৎ আকাশত ব্যাপ্ত হয় ॥ ১ ॥ যেতিয়া ঋভুসকলে মাক বাপেকক পৰিচৰ্য্যা কৰি জৰা ৰূপৰ পৰা ডেকা কৰি আৰু অন্য কাম বহুত কৰিলে তেতিয়া দেৱতা-সকলৰ সখীত্ব লাভ কৰিলে। ধীৰ তেওঁবিলাকে গৰু আদিৰ পুষ্টি সাধন কৰি যজমানক ধাৰণ কৰিলে ॥২॥ যি ঋভুসকলে যূপৰ (খুটাৰ) দৰে পৰি থকা জীৰ্ণ মাক বাপেকক সদায় ডেকা কৰিলে, সেই ঋভু, বিভ্বা আৰু বাজই ইন্দ্রৰ লগ হৈ সোমপান কৰি আমাৰ যজ্ঞ ৰক্ষা কৰক ॥ ৩ ॥ এবছৰ পৰ্য্যন্ত ঋভুসকলে মৰা গৰুজনী ৰাখিলে, এবছৰে ঋভুসকলে যি গৰুজনীৰ গাৰ মঙহ জোৰা দিলে, এবছৰে এই গৰু জনীৰ যি দীপ্তিৰে শোভা কৰালে সেই কৰ্ম্ম বিলাকেৰে ঋভু সকলে অমৃতত্ব পালে ॥ ৪ ॥ জ্যেষ্ঠ জনে কলে—এখন চমস (হেঁতা) দুখন কৰিম। তাৰ পাচৰ জনে (বিভ্বাই) কলে তিনিখন কৰিম। সৰুজনে (বাজই) কলে—চাৰিখন কৰিম। হে ঋভুসকল ত্বষ্টাই তোমা-লোকৰ বচন অনুমোদন কৰিলে ॥ ৫ ॥ মানুহ ঋভু সকলে সত্যাই কলে আৰু তেওঁবিলাকে তেনেকৈয়ে কৰিলে। পাচত (তৃতীয় সবনৰ) ঋভুসকলে স্বধাৰ (সোম অন্নৰ) ভাগ পালে। ত্বষ্টাই দিনৰ দৰে চক-মকীয়া চাৰিখন চমস দেখি (গুণ) স্বীকাৰ কৰিলে ॥৬॥ যেতিয়া বাৰ দিন লুকাই থব নোৱাৰা আদিত্যৰ ঘৰত ঋভুসকল সুখেৰে থাকি আনন্দ কৰিলে, তেতিয়া পথাৰ বিলাক ভাল কৰিলে, নদী বিলাক আনিলে, পানী নথকা ঠাইত গছ গছনি গজালে, আৰু খাল বিলাক পানীৰে পূৰ কৰিলে ॥ ৭ ॥ (ঋভুসকলক সূৰ্য্যৰ ৰশ্মি বুলি কয়। এই ঋকত সেই সূৰ্য্য ৰশ্মিৰ কথা কৈছে)। ঋভু সকলে চকৰীৰ ওপৰত থকা সুচক্রৰ ৰথ সাজিলে। বিশ্বৰ প্রেৰণ কাৰী বিশ্বৰূপা গৰু উৎ-পাদন কৰিলে। সেই সুকৰ্ম্মা, সুঅন্নযুক্ত, সুহস্ত ঋভু সকলে আমাক ধন দিয়ক ॥ ৮ ॥ দেৱতা সকলে কৰ্ম্মেৰে আৰু সুপ্রশন্ন মনেৰে দীপ্যমান হৈ এওঁ বিলাকৰ কৰ্ম্ম স্বীকাৰ কৰিলে। সুকৰ্ম্মা বাজ সকলো দেৱতাৰ হল। ঋভু ইন্দ্রৰ হল আৰু বিভ্বা বৰুণৰ হল ॥ ৯ ॥ যি ঋভুৰে হৰি ঘোঁৰা প্রজ্ঞাৰে আৰু স্তুতিৰে আনন্দিত কৰিলে। যি সেই ইন্দ্রৰ কাৰণে ঘোঁৰা দুটাক ভালকৈ ৰথত জুৰিলে, হে ঋভু সকল তোমালোকে ধনৰ পুষ্টি সাধন আৰু সুখ দিয়া দ্রব্যবস্তু মিত্রৰ দৰে আমাক দিয়া ॥ ১০ ॥ দেৱতা সকলে এতিয়া দিনত সোমপান আৰু আনন্দ কৰিবলৈ দিলে। শ্রান্ত নোহোৱালৈকে দেৱতা সকলৰ সখীত্ব নেপাই। হে ঋভু সকল তোমালোকে নিশ্চয় আমাক এই তৃতীয় সবনত ধন দিবা ॥ ১১ ॥

## ৩৪ সূক্ত—ঋ ১১।

ঋষি—আদি ৩৩ সূক্তৰ দৰে।

ঋভু, বিভ্বা, বাজ আৰু ইন্দ্রই আমাক ধন দিবলৈ এই যজ্ঞৰ ফালে আহক। এতিয়া আজি দিনত তোমালোকক বাক্ দেৱীয়ে সোমপান কৰিবলৈ দিলে। তেতিয়া তোমালেকে সোম পালা ॥ ১ ॥ হে সোম-অন্নেৰে বিৰাজিত ঋভুগন, তোমালোকে দেৱতাৰ জন্ম জানি লৈ, দেৱতা সকলেৰে সৈতে আনন্দ কৰা। তোমালোকে (সোমপান কৰা বাবে) আনন্দ লাভ কৰিছা আৰু স্তুতিও পাইছা। আমাক সুবীৰ পুত্র পৌত্রেৰে ধন দিয়া ॥ ২ ॥ হে ঋভুসকল, তোমালোকৰ কাৰণে এই যজ্ঞ কৰিছো তোমালোকে মানুহৰ দৰে দীপ্তিমান হৈ ধাৰণ কৰা। তোমালোকৰ

কালে সেৱন কৰিবলৈ সোম থোৱা হৈছে। আৰু (ধাৰণ কৰি) হে বাজ সকল, তোমালোক সকলোতে আগ ভাগ পাব পৰা হলা ॥ ৩ ॥ হে নেতা ঋভৱ সকল, এতিয়া (তৃতীয় সবন) যজ্ঞত পৰিচৰণ কৰা হবি দাতাক (মোক) ধনবত্ন দিবলৈ হওক। হে ঋভু (বিভ্‌ভা), বাজ তোমালোকে পান কৰা। তৃতীয় সবনত তোমালোকৰ হৰ্ষৰ কাৰণে (সোম) দিছো ॥ ৪ ॥ হে নেতা, বাজ আৰু ঋভুক্ষা কেজন, তোমালোকে মহৎ ধনৰ কাৰণে স্তুতি কৰা আমাৰ ওচৰলৈ আহা। দিনৰ অন্ত হলে (তৃতীয় সবনত) তোমালোকে এই বিলাক (সোম) পান কৰিবলৈ নতুন কৈ পোৱালী দিয়া গৰুৱে গধূলি ঘৰলৈ অহা দৰে আহিছা ॥ ৫ ॥ হে বলৰ পুত্ৰ, স্তোত্ৰেৰে আহ্বান কৰা মেধাবী সকল, ইন্দ্ৰৰ সৈতে একেলগে এই যজ্ঞৰ ফালে আহা। ইন্দ্ৰৰ লগত তোমালোক থাকা। (সেই বাবে) ইন্দ্ৰৰ লগত ৰত্নধন দাতা হৈ মধুৰ সোম পান কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি বৰুণৰ লগত সমান প্ৰীতিৰ হৈ সোম পান কৰা। হে স্তোত্ৰ প্ৰিয় ইন্দ্ৰ, মৰুতৰ লগত সমান প্ৰীতিৰ হৈ সোম পান কৰা। প্ৰথমতে পান কৰাৰ লগত, ঋতুত পান কৰাৰ লগত, ৰত্নধন দিয়া স্বৰ্গৰ পত্নীৰ লগত একেলগে সোম পান কৰা ॥ ৭ ॥ হে ঋভু সকল, আদিত্যৰ লগত আনন্দ কৰা। পৰ্ব্বত সকলৰ লগত আনন্দ কৰা, দেৱতাৰ হিত সবিতাৰ লগত আনন্দ কৰা। ৰত্ন দাত্ৰী নদীবিলাকেৰে সৈতে আনন্দ কৰা ॥ ৮ ॥ হে ঋভু সকল, যি অশ্বিনী দুজনক (ৰথ সাজি দি) সন্তোষ দিছিলা, যি পিতৃক তৰুণ কৰি ডেকা কৰিলা, যি গৰুজনী জীয়াই দিলা, যি ঘোঁৰা জীয়াই দিলা, যি দেৱতালৈ কবচ কৰি দিলা, যি দ্যাবাপৃথিবী পৃথক কৰিলা, এনেকৈয়ে ব্যাপ্ত নেতা ঋভু সকলে, সুঅপত্যৰ দৰে কাম কৰিলা ॥ ৯ ॥ হে ঋভু সকল, যি তোমালোকে গৰুৰে সৈতে, অন্নেৰে সৈতে, সুবীৰ পুত্ৰৰে সৈতে, ঘৰেৰে সৈতে বহুত অন্ন আৰু ধন ধাৰণ কৰা, যি ধন তোমালোকে যজমানক দিবলৈ ধাৰণ কৰা, প্ৰথমতে পান কৰা তোমালোকে হৃষ্ট হৈ সকলো আমাক দিয়া ॥ ১০ ॥ হে ঋভুসকল আমাক এৰি নেযাবা। আমিও তোমালোকক তৃষ্ণাৰ্ত্ত নকৰো। হে ঋভু দেৱতা, আনন্দিত হৈ এই যজ্ঞত ইন্দ্ৰৰ সৈতে আমোদ কৰা, মৰুত সকলৰ লগত আমোদ কৰা, ৰাজমান অন্য দেৱতাৰ সৈতে ৰমনীয় ধন দিবলৈ তৃপ্ত হোৱা ॥ ১১ ॥

৩৫ সুক্ত—ঋ ৯।

ঋষি—আদি ৩৩ সুক্তৰ দৰে।

হে বলৰ পুত্ৰ, সুধন্বাৰ পুত্ৰ ঋভু সকল, তোমালোক ইয়ালৈ আহা, আঁতৰি নেথাকিবা। এই (তৃতীয়) সবনত ৰত্নধন দিয়া ইন্দ্ৰৰ পাছত মদকৰ সোম তোমালোকৰ ফালে যাওক ॥ ১ ॥ ঋভু্‌সকলৰ ৰত্নদান এই (তৃতীয়) সবনত আমালৈ আহক। তেওঁবিলাকে ভাল হাতৰ কামৰ দ্বাৰা আৰু কৰ্ম্মৰ ভাল ইচ্ছাৰে এখন চমস (হেতা) চাৰিখন কৰিছিল আৰু ভাল চেপা সোম পান কৰিছিল ॥ ২ ॥ হে ঋভু্‌সকল, তোমালোকে চমসখন চাৰিখন কৰিলা আৰু কৈছিলা, হে সখা (অগ্নি), আমাক অনুগ্ৰহ কৰা। (অগ্নিয়ে কলে) হে কুশল হাতৰ বাজ সকল, তোমালোক অমৰণ ধৰ্ম্মী দেৱতা সকলৰ পথেদি যোৱা ॥ ৩ ॥ এই চমচ কিহেৰে সজা হৈছিল যে এখনেৰে কৌশলৰে চাৰিখন কৰিলা। এতিয়া (হে ঋত্বিগ্) হৰ্ষৰ কাৰণে সোম চেপা। হে ঋভু্‌সকল, মধুৰ সোম পান কৰা ॥ ৪ ॥ হে অন্ন ৰত্ন বান ঋভু্‌সকল, তোমালোকে কৌশলেৰে পিতা মাতাক ডেকা কৰিলা। দেৱতাই (সোম) পান কৰিবলৈ চমস কৌশলেৰে চাৰিখন কৰিলা। কৰ্ম্মেৰেই ইন্দ্ৰক বহন কৰিব পৰা হৰি ঘোঁৰা শীঘ্ৰকামী কৰিলা ॥ ৫ ॥ হে অন্নবন্ত ঋভু্‌সকল, যি তোমালোকৰ দিনৰ অন্ত হলে পান কৰি আমোদ কৰিবলৈ তীব্ৰ সোম চেপে, তেওঁক, হে ফলবৰ্ষী, বহুত পুত্ৰৰে সৈতে ধন, আমোদ কৰি সম্পাদন কৰা ॥ ৬ ॥ হে হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ, প্ৰাতঃ সবনত চেপা সোম পান কৰা। মাধ্যন্দিন সবনৰ সোম কেৱল তোমাৰেই। (তৃতীয় সবনত) ৰত্নদাতা ঋভু্‌সকলেৰে সৈতে, যাক ভাল কামৰ কাৰণে সখা কৰিছিলা, (তেওঁবিলাকেৰে সৈতে) পান কৰা ॥ ৭ ॥ হে ঋভু্‌সকল, তোমালোকে সুকৰ্ম্মৰ দ্বাৰা দেৱতা হলা। হে বলৰ পুত্ৰ সকল, তোমালোক শেনৰ দৰে দ্যুলোকত আহা, তোমালোকে আমাক ধন দিয়া। হে সুধন্বাৰ পুত্ৰ সকল, তোমালোক অমৰ হৈছা ॥ ৮ ॥ হে সিদ্ধহস্ত ঋভু্‌সকল, যি তৃতীয় সবন আজি তোমালোকে ৰমণীয় কৰিলা, সুকৰ্ম্ম কৰিবলৈ ইচ্ছা কৰি (সেই) সবনত পৰিবেশ কৰা সোম আমোদেৰে সৈতে তোমালোকৰ ইন্দ্ৰীয়ৰে সৈতে পান কৰাহঁক ॥ ৯ ॥

৩৬ সুক্ত—ঋ ৯।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—জগতী, ৯ ত্ৰিষ্টুভ্। দেৱতা—ঋভুসকল।

হে ঋভু্‌সকল, (তোমালোকে সজা অশ্বিনী দুজনৰ)

যোঁৱা নোহোৱা, লেকাম নোহোৱা, তিনি চকীয়া প্ৰশংসনীয় ৰথ অন্তৰীক্ষত চলি থাকে,—যাৰে তোমালোকে দ্যাবাপৃথিৱী পোষণ কৰিছা। মহৎ সেই ৰথেৰে তোমালোকৰ দেবত্ব ব্যঞ্জক কাম প্ৰখ্যাত কৰিছে ॥১॥ হে ভাল মনৰ ঋভুসকল, তোমালোকে মনেৰে চিন্তা কৰি সুবৰ্ত্তন চক্ৰৰ, অকুটিল গতিৰ ৰথ ততালিকে সাজিলা। (সেইবাবে) এই (তৃতীয়) সৱনত সোম পান কৰিবলৈ হে বাজ সকল (ঋভুসকল), তোমালোকক আবেদন কৰিছো ॥২॥ হে বাজ সকল, বিভ্বাসকল, (ঋভুসকল) তোমালোকৰ সেই মাহাত্ম্য দেবতাৰ মাজত ভালকৈ কোৱাবুই হল যে বৃদ্ধ, সদায় জীৰ্ণ হৈ থকা পিতা মাতাক আকৌ ডেকা কৰি যথা ইচ্ছা চলিব পৰা কৰিলা ॥৩॥ হে ঋভুসকল, এখন চমস চাৰিখন কৰিলা। কৌশলেৰে চামৰ খনেৰে নতুন গাইগৰু কৰিলা। এই কাৰনেই দেবতাৰ মাজত অমৃতত্ব পালা। হে বাজ সকল, ঋভুসকল, তেনেকুৱা তোমালোকৰ কাম সোনকালেই স্তুতিৰ যোগ্য হয় ॥৪॥ ঋভুসকলৰ পৰা মুখ্য অতিশয় অন্ন ধন আমাৰ হওক, যি অন্নেৰে বিখ্যাত ঋভুসকলে ধন উৎপাদন কৰে। বিভ্বাসকলে সজা চমস যজ্ঞত বিশেষকৈ স্তুত্য হয়। হে দেবতা সকল, তোমালোকে যি (চমস) ৰাখিছা সেইখন চাবৰ উপযুক্ত হৈছে ॥৫॥ যি মানুহক বাজ, বিভ্বা, আৰু ঋভুয়ে ৰক্ষা কৰে তেওঁ বলী ৰণকুশল হয়, তেওঁ ঋষি হৈ স্তুতিৰ যোগ্য হয়, তেওঁ বীৰ হৈ শত্ৰুৰ ক্ষেপন কাৰী হয়, নিজে যুদ্ধত পৰাভৱ নোহোৱা হয়, তেওঁৰেই ধন-পুষ্টি হয়, তেৱেঁই সুবীৰ পুত্ৰ পাই ॥৬॥ হে ঋভুসকল তোমালোকে দেখিবলৈ শ্ৰেষ্ঠ ৰূপ ধাৰণ কৰিছা। তোমালোকে হে বাজ সকল, ঋভু সকল, আমাৰ স্তোত্ৰ সেৱন কৰা। তোমালোক ধীমন্ত, মেধাবী আৰু জ্ঞানৱন্ত। সেইবাবে তোমালোকক এই স্তোত্ৰৰে আবেদন কৰিছো ॥৭॥ হে ঋভুসকল তোমালোকে আমাৰ স্তুতিৰ কাৰণে মানুহৰ হিতকৰ সকলো ভোগ্য বস্তু জানি সম্পাদন কৰা। আমাৰ কাৰণে দীপ্তিমান, বলকাৰক, আৰু বলবান শত্ৰুৰ শোষক ধন আৰু অন্ন সম্পাদন কৰা ॥৮॥ আমাৰ এই যজ্ঞত আনন্দ কৰি আমাক পুত্ৰ পৌত্ৰাদি সম্পাদন কৰা,—ধন সম্পাদন কৰা, যশ,—বীৰ পুত্ৰ আৰু ভৃত্য আদি দিয়া। হে ঋভু সকল, আমি যাতে অন্যক অতিক্ৰম কৰিব পাৰো আমাক তেনেকুৱা অন্ন দিয়া ॥৯॥

৩৭ সূক্ত—ঋ ৮।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—১-৪ ত্ৰিষ্টুভ্; ৫-৮ অনুষ্টুভ্। দেবতা—ঋভুসকল।

হে বাজ সকল, ঋভুক্ষা দেবতা, আমাৰ যজ্ঞলৈ দেবতাৰ অহা বাটেৰে আহা। যি প্ৰকাৰে মানুহৰ এই প্ৰজা বিলাকৰ ৰমণীয় সুদিনত কৰিবৰ অৰ্থে আমাৰ যজ্ঞ ধাৰণ কৰা ॥১॥ আজি এই যজ্ঞৰ সোমেৰে তোমালোকৰ মন আৰু হৃদয়ত প্ৰীতি সঞ্চাৰ কৰক। ঘিউ মিহলোৱা অপৰ্য্যাপ্ত চেপা সোম (তোমালোকৰ হৃদয়লৈ) যাওক। চেপা সোম চমনত পুৰ কৰি আহৰণ কৰা হৈছে। কাম কৰিবলৈ উৎসাহিত হবলৈ প্ৰীত হৈ আনন্দ কৰা ॥২॥ তিনিও সৱনলৈ দিয়া দেবতাৰ হিত সোম তোমালোকক দিয়া হৈছে। হে বাজ সকল, ঋভুক্ষা, স্তোত্ৰও দিয়া হৈছে (গোৱা হৈছে)। বহুত দেবতাৰ মাজত যজ্ঞৰ ওচৰত থকা প্ৰজাৰ মাজৰ পৰা মই মনুৰ দৰে তোমালোকৰ মাজৰ যজ্ঞৰ কাৰণে সোম হোম কৰিছো ॥৩ হে বাজ সকল, লোহৰ দৰে গল, শকত যোঁৱা লগোৱা তোমালোক দীপ্ত ৰথৰ সুধন (হৈছা)। হে ইন্দ্ৰৰ পুত্ৰৰ দৰে বলৰ পুত্ৰ, তোমালোকক আমোদ কৰিবলৈ (সোম) দেবতাৰ আগতে দিয়া হৈছে ॥৪॥ হে ঋভুক্ষা সকল, বহুত ধন ৰূপ, যুদ্ধত অতি বলবন্ত, একে লগহৈ থকা, সদায় অতি দাতা, যোঁৱা থকা, তোমালোক কেজনক আহ্বান কৰিছো ॥৫॥ হে ঋভুসকল, তোমালোকে আৰু ইন্দ্ৰই যি মৰ্ত্ত্যক ৰক্ষণ দিয়া, তেওঁ শ্ৰেষ্ঠ হয়। তেওঁ কৰ্ম্মেৰে ভোগ কৰা হয়। যজ্ঞত তেওঁ যোঁৱা পাই ॥৬॥ হে বাজ সকল, ঋভুক্ষণ, আমাৰ যজ্ঞম কৰিবলৈ বাট দেখুওৱা হোৱা। হে মেধাবী কেজন স্তুত হৈ আমাক সকলো ফালে তৰিবলৈ সামৰ্থ্য বিতৰণ কৰা ॥৭॥ হে বাজ সকল, হে ঋভুক্ষণ, হে ইন্দ্ৰ, হে অশ্বিনী দুজন, তোমালোকে মানুহৰ কাৰণে বহুত ধন, যোঁৱা (আদি) দিবলৈ আজ্ঞা কৰা ॥৮॥

৩৮ সূক্ত—ঋ ১০।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—দধিক্ৰা। ১ দ্যাবাপৃথিৱী।

হে দ্যাবাপৃথিৱী তোমালোকৰ পৰা দাতা (পুরুকুৎস্যই দিয়া) ত্ৰসদস্যুৱে পোৱা পূৰ্ব্বৰ দিনৰ (বহুত) ধন আছে, যি ধন আছে, যি ধন ত্ৰসদস্যু ৰজাই বহুত ধন বিচৰা মানহক দান দিছিল, যোঁৱা দিছিল, উৰ্ব্বৰা ভূমি দিছিল, অভিভৱ কৰিব পৰা, উগ্ৰবলী দস্যু

বধ কৰিবলৈ অস্ত্ৰও দিছিল ॥১॥ গমনশীল (ঘোঁৰা-ৰূপী) দেৱতাক বহুত শত্ৰুক নিষেধ কৰা দধিক্ৰাক, সকলো মানুহে ৰক্ষা কৰা, পোনকৈ শেনৰ দৰে যোৱা, দীপ্যমান, শীঘ্ৰগামী, শত্ৰুক কাটিব পৰা, শূৰ, ৰজাৰ দৰে দেৱতাক দ্যাবাপৃথিৱীয়ে দিলে (দধিক্ৰা দেৱতা-অগ্নিৰ অশ্বৰূপ) ॥২॥ যি দধিক্ৰাক সকলো মানুহে হৰ্ষান্বিত হৈ স্তুতি কৰে, (সেই দেৱতাক দ্যাবাপৃথিৱীয়ে দিলে)। সকলোতে (পানী যোৱা দৰে) তলবাটেৰে যোৱা, যুদ্ধ কৰিবলৈ ভৰিৰে দিক লঙ্ঘিবলৈ যোৱা দৰে, ৰথত উঠি বায়ুৰ দৰে যাবলৈ (দধিক্ৰাক দিলে) ॥৩॥ যি সকলে সংগ্ৰামত একে ঠাই হোৱা (বস্তু) বিলাক নিৰোধ কৰি সকলো ভোগ-বাসনা উদ্দেশ্য কৰি সকলো ফালে বেগেৰে যায়, যাৰ শক্তি প্ৰকটিত হৈছে, তেওঁবিলাকে সকলো জানি স্তুতি কৰোতাৰ শত্ৰুক তিৰস্কাৰ কৰে ॥৪॥ আৰু এই দধিক্ৰাক যুদ্ধত, বস্ত্ৰ চুৰ কৰা চোৰৰ দৰে, তলেদি যোৱা ভোকাতুৰ, পশু আৰু অন্ন বিচাৰি যোৱা সেনৰ দৰে দেখি চিঞৰি পলাই। (চোৰ দেখিলে মানুহে চিঞৰে। শেন দেখিলে চৰাইবোৰ চিঞৰি পলাই) ॥৫॥ আৰু অসুৰ সেনাৰ মাজত, প্ৰথমে শাৰি পাতি থকা ৰথৰ মাজত, সোমাবলৈ ইফালে সিফালে যায়। অলঙ্কাৰ পিন্ধোৱা, মানুহৰ হিত কৰা, ঘোঁৰাৰ দৰে শোভিত হৈ মুখত লগোৱা লোহাৰ টুকুৰাটো কামুৰি ধুলি উৰাই যায় ॥৬॥ আৰু সেই বেগাই যোৱা, সমৰত সহনশীল, ঋতযুক্ত (নিয়মবান) ঘোঁৰাই, নিজ গাৰে নিজক শুশ্ৰূষা কৰি, বেগাই যোৱা অসুৰ সেনাক খেদাই ঋজুগামী হৈ ধুলি জোকাৰি কপাললৈ উৰাই দিয়ে ॥৭॥ আৰু আকাশত মেঘৰ দৰে গাজনি মৰা এই দধিক্ৰা দেৱতাক হিংসক অসুৰ বিলাকে ভয় কৰে। যেতিয়া তেওঁ সহস্ৰ সেনাৰ লগত যুদ্ধ কৰে তেতিয়া নিজক প্ৰসাধন কৰি লৈ ভয়ঙ্কৰ হৈ দুৰ্দ্ধৰ্ষ হৈ উঠে ॥৮॥ আৰু মানুহে তেওঁলোকৰ অভিলাষ পূৰ কৰা আৰু বেগবান দধিক্ৰা দেৱতাৰ অভিভৱ কৰা বেগৰ স্তুতি কৰে আৰু কয় যে শত্ৰু পৰাস্ত হব, কাৰণ দধিক্ৰাই সহস্ৰ সৈন্যেৰে সৈতে গৈছে ॥৯॥ সূৰ্য্যাই যেনেকৈ জ্যোতিৰে আবৃত কৰে আৰু পানী দিয়ে, তেনেকৈ দধিক্ৰাই বলেৰে পাঁচ জাতিৰ কাৰণে জ্যোতিৰে পানী উলিয়াইছে। শত সহস্ৰ দাতা, ৰণ কুশল সেই দেৱতাই মধুৰ অন্নেৰে ফল সংযোজন কৰক ॥১০॥

৩৯ সূক্ত—ঋ ৬।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্। ৬ অনুষ্টুপ্। দেৱতা—দধিক্ৰা।

আমি সেই শীঘ্ৰগামী দধিক্ৰাক স্তুতি কৰিম আৰু দ্যাবাপৃথিৱীৰ পৰা ঘাঁহ ছটিয়াম। এজাৰ নাশ কৰা উষাদেৱীয়ে ফল ৰক্ষা কৰক আৰু সকলো দুঃখ গুচাই দিয়ক ॥১॥ কৰ্ম্মৰ (যজ্ঞৰ) পূৰক মই, বহুতৰ বৰনীয় বৰ্দ্ধক, দধিক্ৰা ঘোঁৰাক স্তুতি কৰিম। হে মিত্ৰাবৰুণ, অগ্নিৰ দৰে দীপ্তিমান আৰু ত্ৰাণ কৰ্ত্তা যি দধিক্ৰাক তোমালোকে মানুহৰ উপকাৰৰ কাৰণে ধাৰণ কৰা, (তেওঁক স্তুতি কৰিম) ॥২॥ যি ঘোঁৰাৰূপী দধিক্ৰা দেৱতাক উষা হলে অগ্নি জ্বলায় মিত্ৰ আৰু বৰুণৰ লগত একেলগে হোম কৰে, অখণ্ডনীয় দধিক্ৰাই তেওঁক পাপ নোহোৱা কৰক ॥৩॥ অন্ন সাধক আৰু বল সাধক মহৎ দধিক্ৰা দেৱতাক কল্যাণকৰ নামেৰে যি স্তুতি কৰে, সেই স্তুতিৰে মিত্ৰ, অগ্নি, বৰুণ আৰু বজ্ৰবাহু ইন্দ্ৰ দেৱতাক স্বস্তিৰ কাৰণে আহ্বান কৰো ॥৪॥ ইন্দ্ৰৰ দৰে, দধিক্ৰাক যুদ্ধৰ উদ্যোগ কৰা আৰু যজ্ঞৰ আয়োজন কৰা দুয়োবিধ মানুহে আহ্বান কৰে। মানুহৰ প্ৰেৰক ঘোঁৰাৰূপী দধিক্ৰা দেৱতাক, হে মিত্ৰাবৰুণ তোমালোকে ধাৰণ কৰা ॥৫॥ দধিক্ৰা দেৱতাক স্তুতি কৰিছো। জয়শীল ঘোঁৰাৰূপী সেই দেৱতাই আমাৰ মুখ (চকু আদি) সুগন্ধী কৰক। আৰু আয়ুস বেচি কৰক ॥৬॥

৪০ সূক্ত—ঋ ৫।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—জগতী, ১ ত্ৰিষ্টুভ্। দেৱতা—দধিক্ৰা; ৫ সূৰ্য্য।

দধিক্ৰা দেৱতাৰ স্তুতি মই এতিয়াই কৰিম। মোক সকলো উষাতেই কৰ্ম্মলৈ প্ৰেৰণ কৰক। মই জল, অগ্নি উষাৰ, সূৰ্য্যৰ, বৃহস্পতিৰ অঙ্গিৰসৰ আৰু জিষ্ণুৰ (ইন্দ্ৰৰ) স্তুতি কৰিম ॥১॥ গমনশীল, ভৰণকুশল, গৰুৰ প্ৰেৰক, পৰিচৰণ কৰিবলৈ বহা উষাত দধিক্ৰাই অন্ন কামনা কৰক। সোনকালে বহি, সত্য গমনশীল বেগবান চৰাইৰ দৰে দধিক্ৰাই অন্ন আৰু বল উৎপাদন কৰে ॥২॥ চৰায়ে যেনেকৈ অন্য চৰাইৰ গতি অনুসৰণ কৰে (পাচ লয়), সেই দৰে সকলোৱে গমনশীল, খৰতকীয়া, আকাঙ্ক্ষা যুক্ত দধিক্ৰাৰ গতি অনুসৰণ কৰিছে। শেন চৰাইৰ দৰে খৰকৈ যোৱা আৰু ত্ৰাতা দধিক্ৰাৰ বুকুৰ চাৰিউফালে একেলগে সকলো চলি যায় ॥৩॥ আৰু সেই বেগবান, দিগ্বিত, কাষত আৰু মুখত বন্ধা ঘোঁৰাৰূপী দেৱতা ত্বৰিত গতিত যায়।

এই দধিক্রা দেৱতা কৰ্ম্মবান আৰু বেচি বলবান হৈ বেকা বেঁকি এৰি ( সো ) বাটেৰে গৈ খৰকৈ চলি যায় ॥ ৪ ॥ হংস ( আদিত্য ) শুচি দ্যুলোকত থাকে; সকলোৰে জীৱৰূপে বায়ুত থাকে। দেৱতাৰ আহ্বাতা হৈ ( অগ্নিত ) থাকে; অতিথিৰ দৰে ( ঘৰত ) থাকে। মানুহৰ গাত ( চৈতন্যৰূপে ) থাকে। বৰণীয় মণ্ডলত থাকে। ঋতত ( সত্য, ব্ৰহ্ম যজ্ঞ বা নিয়মত ) থাকে। বোমত থাকে। পানীত জন্ম হয়। ৰশ্মিত থাকে। ঋতত জন্ম,—পৰ্ব্বতত ( উদয়াচলত ) জন্ম,—এই মহানুভৱ আদিত্য সত্য ॥ ৫ ॥

৪১ সূক্ত—ঋ ১১।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—ইন্দ্ৰ আৰু বৰুণ।

হে ইন্দ্ৰ আৰু বৰুণ, অমৰ হোতা অগ্নিৰ দৰে কোনটো হবি আদিৰে সৈতে গোৱা স্তোত্ৰই তোমালোকক সুখ দিব পাৰে ? হে ইন্দ্ৰ, আৰু বৰুণ প্ৰজ্ঞাৰে আমি হবি অন্ন দি গোৱা যি স্তোত্ৰই তোমালোকৰ হৃদয়স্পৰ্শী হয় সেই স্তোত্ৰ কি ? ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ দেৱতা দুজন, যি মানুহে হবি অন্নযুক্ত হৈ সখীত্বৰ কাৰণে তোমালোকৰ বন্ধু হয় সেই মানুহে আবৰক পাপ নাশ কৰে, যুদ্ধত শত্ৰু নাশ কৰে, আৰু মহৎ ৰক্ষণেৰে তেওঁ বিখ্যাত হয় ॥ ২ ॥ যদি পৰস্পৰ যজমানেৰে সৈতে সখাৰ কামত চেপি থোৱা সুন্দৰ সোম অন্নেৰে আমোদ কৰাইক তেতিয়া হে ইন্দ্ৰ আৰু বৰুণ, তোমালোক দেৱতাই ইয়াত ( যজ্ঞত ) স্তৱ কৰা মানুহক বেচিকৈ ধনৰত্ন দিয়া হোৱাইত ॥ ৩ ॥ হে উগ্ৰ ইন্দ্ৰ আৰু বৰুণ, দীপ্ত তেজাল বজ্ৰ শত্ৰুক বধিবলৈ নিক্ষেপ কৰা। যি শত্ৰু আমাৰ অতি দুখ দাতা আৰু হিংসক, সেই শত্ৰুক অভিভৱ কৰিবলৈ বল প্ৰয়োগ কৰা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোক দুয়ো বৃষভে গাই গৰুক যেনেকৈ প্ৰীত কৰে তেনেকৈ তোমালোকে এই স্তোতাক প্ৰীত কৰা। বন ঘাঁহ খোৱা গৰুৰ পৰা যেনেকৈ সহস্ৰ ধাৰাৰে গাখীৰ খিৱাই সেই দৰে স্তুতি ৰূপ গৰুৰ পৰা আমাৰ অভিলাষ খিৱাওক ॥ ৫ ॥ হে ইন্দ্ৰ আৰু বৰুণ দেৱতা, আমাৰ হিতৰ কাৰণে তোমালোকে ৰাতি ৰক্ষাযুক্ত হৈ শত্ৰুক বাধা দি থাকিবা, যাতে আমি পুত্ৰ আৰু পৌত্ৰেৰে সৈতে উৰ্ব্বৰা ( সাৰুৱা ) মাটি পাব পাৰো, বহুত দিন সূৰ্য্য দেখিবলৈ পাওঁ আৰু প্ৰজনন শক্তি হয় ॥ ৬ ॥ হে ইন্দ্ৰ আৰু বৰুণ, গৰু পাবলৈ ইচ্ছা কৰি তোমালোকৰ পুৰণি ৰক্ষণ বিচাৰিছো। প্ৰভাবশীল, সুবন্ধু, শূৰ, অতিপূজ্য তোমালোকক প্ৰিয় সখীত্বৰ কাৰণে সুখ দিয়া পিতাৰ দৰে আমি বিচাৰিছো ॥ ৭ ॥ হে সুফল দাতা দেৱতা দুজন, ( সেনাই ) যুদ্ধ কৰিবলৈ বিচৰা দৰে, আমাৰ স্তুতি বিলাকে ৰত্নধন পাবলৈ তোমালোকক বিচাৰি ৰক্ষা পাবলৈ তোমালোকৰ ফালে গৈছে। গাখীৰ আদিৰে সোম শোধন কৰিবলৈ গৰুবিলাক যেনেকৈ সোমৰ ওচৰত থাকে সেইদৰে আমাৰ স্তুতি হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ ফালে গৈছে ॥ ৮ ॥ ইন্দ্ৰ আৰু বৰুণক মোৰ এই স্তুতিয়ে দ্ৰব্যধন ইচ্ছা কৰি ওচৰ চাপিছে। আমি সেৱকে ধন লাভৰ কাৰণে ধনীৰ ওচৰলৈ গৈ লঘু হৈ থকা দৰে ইন্দ্ৰ আৰু বৰুণৰ ওচৰত আছো ॥ ৯ ॥ ঘোঁৰাৰ আৰু ৰথৰ, নিত্য পুষ্টিৰ ধনৰ আমি নিজেই গৰাকী হ'ম। সেই দুজন, ইন্দ্ৰ আৰু বৰুণ দেৱতা ওচৰলৈ আহক আৰু নতুন ৰক্ষাৰ কাৰণে আমাক ঘোঁৰা আৰু ধন দিয়ক ॥ ১০ ॥ হে মহান ইন্দ্ৰ আৰু বৰুণ, মহৎ ৰক্ষণৰে সৈতে আহা। যি যুদ্ধত অন্ন লাভৰ কাৰণে শত্ৰুলৈ সেনাৰ মাজত যি অস্ত্ৰৰ খেলা কৰা হয়, আমি যেন সেই যুদ্ধত জয় লাভ কৰিব পাৰো ॥ ১১ ॥

৪২ সূক্ত—ঋ ১০।

ঋষি—পুৰুকুৎসৰ পুত্ৰ ত্ৰসদস্যু। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—১-৬ আত্মা, ৭—১০ ইন্দ্ৰ আৰু বৰুণ।

মই ক্ষত্ৰিয়, সকলো মানুহৰ অধিপতি। মোৰ ৰাজ্য দুভাগ। সকলো দেৱতাও মোৰ। বৰুণৰ মানুহৰ ওচৰত থকা ৰূপবান মোৰ কৰ্ম্মত দেৱতাই মোক সেৱা কৰে—মই সকলোৰে ৰজা ॥ ১ ॥ মই ৰজা বৰুণ। মোৰ কাৰণেই প্ৰথমে দেৱতাই সেই অসুৰ ঘাটক বল ধাৰণ কৰিছিল। বৰুণৰ……১ মন্ত্ৰৰ দৰে ॥ ২ ॥ মই ইন্দ্ৰ, মই বৰুণ। সেই বহল, গভীৰ, সুৰূপ দ্যাবাপৃথিবী ময়েই। ত্বষ্টাৰ দৰে জানি সকলো ভুৱন প্ৰেৰণ কৰিলো। দ্যাবাপৃথিবীও ধাৰণ কৰিলো ॥ ৩ ॥ ময়েই পানী সিঁচি দিয়া—পানী সিঁচি দিলো। ঋতৰ (নিয়মৰ) ঠাইত স্বৰ্গ ধাৰণ কৰিলো। ময়েই ঋতৰে ( নিয়মেৰে) অদিতিৰ পুতেক ঋতবান ( নিয়মবান ) হলো। মোৰ কাৰণে ব্যাপ্ত আকাশ তিনি প্ৰকাৰে বিভক্ত কৰিলে ॥ ৪ ॥ মোকেই ভাল ঘোঁৰাৰে সংগ্ৰাম বিচৰা নেতাই অনুসৰণ কৰে। মোকে বেৰি সংগ্ৰামত আহ্বান কৰে।

মই ধনবান ইন্দ্ৰ হৈ যুদ্ধ কৰো। পৰৰ অভিভৱ কৰা শত্ৰুৰ যুদ্ধত মই ধূলি উৰুৱাই দিওঁ ॥ ৫ ॥ ময়েই সেই সকলো কাম কৰিলো। অপ্ৰতিহত মোৰ দৈৱবল কোনেও বাধা দিব নোৱাৰে। এই সোমে যেতিয়া মোক আমোদ দিয়ে, উকৃথ স্তোত্ৰই যেতিয়া আমোদ দিয়ে, তেতিয়া মোৰ পৰা দূৰত দ্যাবাপৃথিৱী চলে ॥ ৬ ॥ হে বৰুণ, তুমি সকলো সেই ভুবন বিলাক জানা। হে স্তোতা, বৰুণৰ স্তুতি কৰা। হে ইন্দ্ৰ, তুমি বৈৰী মাৰিলা বুলি শুনিছো। হে ইন্দ্ৰ, তুমি আবদ্ধ হৈ থকা নৈ বিলাক বোৱাই দিলা ॥ ৭ ॥ আমাৰ এই অৰাজক দেশত তোমালোক পিতা (পালক) হলা। সপ্তঋষিয়ে দুৰ্গহৰ পুত্ৰ (পুৰুকুৎস) দৃঢ় বদ্ধ হৈ থকাত (যজ্ঞকৰি) ত্ৰসদস্যুক জন্ম দিলে। তেওঁ শত্ৰুৰ হন্তা ইন্দ্ৰৰ দৰে অৰ্দ্ধদেৱ ॥ ৮ ॥ হে ইন্দ্ৰ আৰু বৰুণ, পুৰুকুৎসৰ পত্নীয়ে তোমালোকক হবি অন্ন আৰু স্তোত্ৰেৰে (সপ্তৰ্ষিৰ যোগে) স্তুতি কৰিলে। বৃত্ৰক বধ কৰা ইন্দ্ৰৰ দৰে (তেওঁক—পুৰুকুৎসৰ পত্নীক) পুত্ৰ এসদস্যুক দেৱতাৰ আধা কৰি দিলা ॥ ৯ ॥ তোমালোকক ভজন কৰা আমি ধনৰে আনন্দ কৰিম। হে ইন্দ্ৰ আৰু বৰুণ, হব্যৰে দেৱতা সকলে আনন্দ কৰক। ঘাঁহেৰে গৰুৱে আনন্দ কৰক। সেই অফুৰন্ত গাখীৰ দিয়া গাই গৰু হে ইন্দ্ৰ আৰু বৰুণ, আমাক দিয়া ॥

## ৪৩ সূক্ত—ঋ ৭।

**ঋষি—সুহোত্ৰৰ পুত্ৰ দুজন পুৰুমীল্‌হ আৰু অজমীল্‌হ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।**

যজ্ঞাৰ্হ দেৱতাৰ মাজত কোন দেৱতাই শুনিব? কোন দেৱতাই বন্দনীয় স্তোত্ৰ সেৱন কৰিব? এই প্ৰিয়তৰ, দ্যোতমান, সুহবা সুস্তুতি কোন দেৱতাৰ হৃদয়ত লগাই দিম ॥ ১ ॥ কোন দেৱতাই আমাক সুখ দিব? কোন দেৱতাই আমাৰ যজ্ঞলৈ বেচিকৈ আহে? দেৱতাৰ মাজত আমাৰ সুখৰ ভাব কৰা কোন? কোন ৰথ বেগী ঘোঁৰাৰে সৈতে আছে? —যি ৰথত সূৰ্য্যাৰ জীয়েকক পত্নী বৰণ কৰি আনিছিল ॥ ২ ॥ ৰাতি শেষ হলে ইন্দ্ৰই যেনেকৈ শক্তি দেখুৱাই, হে গতিশীল অশ্বিনী দুজন, তোমালোকে সেইদৰে সোম অভিষৱৰ সময়ত আহিবা। স্বৰ্গৰ পৰা অহা দিব্য চৰাইৰ (দৰে) তোমালোকৰ কৰ্ম্মৰ মাজত কোনটো শক্তিৰে সুকৰ্ম্মবন্ত হবা? ॥ ৩ ॥ কোন স্তুতি তোমালোকৰ তুল্য হব পাৰে? কোন স্তুতিৰে আহ্বান কৰিলে আমাৰ কাষলৈ আহিবা? তোমালোকৰ মহৎ ক্ৰোধ সহি থকা কোন আছে? হে মধুৰ ৰসৰ (পানীৰ) স্ৰষ্টা দস্ৰা অশ্বিনী দুজন, আমাক ভাল ৰক্ষনেৰে ৰক্ষা কৰা ॥ ৪ ॥ (হে অশ্বিনী দুজন) তোমালোকৰ ৰথ দ্যুলোকৰ কেউফালে বহুত গৈ আমাৰ পৰা সিফালে অন্তৰীক্ষ পৰা ঘূৰি তোমালোকৰ কাষলৈ ঘূৰি আহে। হে মধুৰ লক্ষণৰ অশ্বিনী দুজন, মধুৰ সোমৰস অধ্বৰ্য্যুসকলে সিঁচি দিছে। তোমালোকৰ সোমৰস পাক কৰা যৱৰ লগত মিহলোৱা হৈছে ॥ ৫ ॥ তোমালোকৰ ঘোঁৰা নদীৰ পানীৰে তিয়াই দিছে। দীপ্ত, জকমকাই থকা চৰাইৰ দৰে কেউফালে গৈছে। যি ৰথেৰে তোমালোকে সূৰ্য্যাৰ জীয়েকৰ পতি হৈছিলা, তোমালোকৰ সেই থৰকৈ যোৱা ৰথ বিখ্যাত ॥ ৬ ॥ হে অশ্বিনী দুজন, এই যজ্ঞত সমান মনা তোমালোকক স্তোত্ৰৰে যোজনা কৰিছো,—সেই স্তুতি আমাৰ ফলৱতী হওক। হে ভাল অন্নযুক্ত অশ্বিনী দুজন, তোমালোকে স্তোতাক ৰক্ষা কৰা। হে নাসত্যা অশ্বিনী দুজন, আমালোকৰ কামনা তোমালোকৰ ওচৰত সিদ্ধ হৈছে ॥ ৭ ॥

## ৪৪ সূক্ত—ঋ ৭।

**ঋষি—সুহোত্ৰৰ পুত্ৰ দুজন পুৰুমিল্‌হ আৰু অজমীল্‌হ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা অশ্বিনী দুজন।**

হে অশ্বিনী দুজন, আজি তোমালোকৰ বেগৱান আৰু গৰুদাতা ৰথ আহ্বান কৰিম,—যি ৰথে সূৰ্য্যাৰ জীয়েকক বহন কৰি আনিছিল,—বন্ধুৰ থকা, স্তুতি কঢ়িয়াই নিয়া ডাঙৰ আৰু ধনৱান ॥ ১ ॥ হে স্বৰ্গৰ পুত্ৰ অশ্বিনী দেৱতা দুজন, তোমালোকে কৰ্ম্মৰ দ্বাৰা শোভা গোটাইছা। তোমালোকৰ শৰীৰ সোমৰসেৰে অভিষিক্ত কৰিছা। মহান ঘোঁৰাই তোমালোকৰ ৰথ বহন কৰি আনিছে ॥ ২ ॥ কোনে আজি তোমালোকক মন্ত্ৰেৰে সোমৰস দি, ৰক্ষণৰ কাৰণে, বা সোমৰস দি স্তুতি কৰিব? ঋতৰ (নিয়মৰ যজ্ঞৰ) বা পুৰণি যজ্ঞ সম্পাদনৰ কাৰণে হে অশ্বিনী দুজন, নমস্কাৰ কৰি যজ্ঞলৈ কোনে তোমালোকক ঘূৰাই আনিব? ॥ ৩ ॥ হে নাসত্যা দুজন, তোমালোকে বহুত (বৃদ্ধি) হৈছা। এই যজ্ঞলৈ তোমালোক সোণময় ৰথেৰে আহা। সোমৰস মধু পান কৰা। পৰিচৰণ কৰা জনক ৰত্নধন দিয়া ॥ ৪ ॥ (হে অশ্বিনী দুজন) আমালোকৰ সন্মুখলৈ স্বৰ্গৰ পৰা বা পৃথিৱীৰ পৰা ভালকৈ চলাই অনা

সোণময় ৰথত আহা। তোমালোকক অন্য অভিলাষ কৰা (যজমানে) যেন লৈ নাযাই,—কাৰণ অন্যৰ আগতেই বন্ধন কৰা স্তুতি আমি আগ বঢ়াইছো ॥ ৫ ॥ হে দস্রা অশ্বিনী দুজন, তোমালোকে সোনকালে আমাক ধন আৰু বহুত পুত্ৰ দিয়া। ঋত্বিক পুৰুমিল্‌হইতে তোমালোকক স্তৱ কৰিছে, আৰু অজমীল্‌হৰ স্তুতি তাবে লগত গোট খাইছে ॥ ৬ ॥

৭ ঋক্ ৪।৪৩।৭ ঋকৰ দৰে ॥ ৭ ॥

## ৪৫ সূক্ত—ঋ ৭।

ঋষি-গোতমৰ পুত্ৰ বামদেব। ছন্দ—জগতী; ৭ ত্ৰিষ্টুভ্। দেবতা—অশ্বিনী দুজন।

(হে অশ্বিনী দুজন), এয়া আদিত্য উদয় হৈছে। আগত কেউফালে যোৱা তোমালোকৰ ৰথ স্বৰ্গৰ মাজ ঠাইত বিৰাজ কৰিছে। এই ৰথৰ ওপৰত দুভাগকৈ তিনিবিধ অন্ন আছে আৰু ছালৰ মোনাত মধু পূৰ্ণ সোমৰস চতুৰ্থ ভাগ বিৰাজ কৰিছে ॥ ১ ॥ (হে অশ্বিনী দুজন), তিনিবিধ অন্নবস্তু সোমৰসে সৈতে তোমালোকৰ ৰথ উষা উদয় হওঁতে চাৰিওফালে বেৰি থকা এন্ধাৰ অপসৰণ কৰি আদিত্যৰ দৰে দীপ্ত তেজ উদ্ভৱ কৰি তেজ বিতৰণ কৰিছে ॥ ২ ॥ (হে অশ্বিনী দুজন), মধুৰ সোমৰস মুখেৰে পান কৰি, আৰু প্ৰিয় ৰথ মধু লাভ কৰিবৰ অৰ্থে যোজনা কৰি, যজমানৰ ঘৰলৈ আহা। আহোঁতে বাট মধুৰে ভৰাই আহা। মধু থকা ছালৰ মোনা অশ্বিনী দুজনে ধাৰণ কৰে ॥ ৩ ॥ (হে অশ্বিনী দুজন), শীঘ্ৰগামী, মধুৰ, অদ্ৰোহী, সোণৰ পাখী থকা, তোমালোকৰ বাহক, উষাত জাগৃত হোৱা, পানীৰ প্ৰেৰক, হৰ্ষণ কৰা, সোম চুই থকা, তোমালোকৰ ঘোঁৰাৰে সৈতে মৌমাখিৰ দৰে আমাৰ সবন যজ্ঞলৈ আহা ॥ ৪ ॥ যেতিয়া মন্ত্ৰপূত পানীৰে ধোৱা হাতেৰে কৰ্ম্মৰ ভৰণি বিচক্ষণ অধ্বৰ্য্যুৰে মধুমন্ত সোম শিলত চেপে, তেতিয়া যজ্ঞৰ সাধক হোমৰ কাৰণে সোমৱন্ত অগ্নিৰ সৈতে বাস কৰা অশ্বিনী দুজনৰ প্ৰতিদিন উষা কালত স্তৱ কৰে ॥ ৫ ॥ ওচৰত পৰা ৰশ্মিবিলাকে দিনত অন্ধকাৰ ধ্বংস কৰি (অশ্বিনী দুজনে) সূৰ্য্যৰ দৰে দীপ্ত তেজ ধাৰণ কৰে। সূৰ্য্যইও ঘোঁৰা জুৰি গৈছে। হে অশ্বিনী দুজন, তোমালোকে সকলো বাট অনুক্ৰমে সোম অন্নেৰে চেতনা যুক্ত কৰা ॥ ৬ ॥ কৰ্ম্মৰ ধাৰক মই হে অশ্বিনী দুজন, তোমালোকক স্তুতি কৰিছো। যাৰ ভাল ঘোঁৰাৰ জীৰ্ণ নোহোৱা (নভগা) ৰথ আছে, যি ৰথেৰে তৎক্ষণাৎ (সকলো) লোক পৰিভ্ৰমণ কৰে, তোমালোকে সেই ৰথত উঠি হব্যযুক্ত, তাৰক আৰু ভোগ কৰিবলগীয়া আমাৰ যজ্ঞৰ ফালে আহা ॥ ৭ ॥

## ৪৬ সূক্ত—ঋ ৭।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—গায়ত্ৰী। দেবতা—ইন্দ্ৰ আৰু বায়ু; ১ বায়ু।

হে বায়ু, আগতে তুমি আমাৰ স্বৰ্গ প্ৰাপক যজ্ঞত অভিষুত কৰা সোম পান কৰা—(কাৰণ) তুমি (সকলোৰে) আগতে পান কৰ্ত্তা ॥ ১ ॥ হে বায়ু, নিযুত নামৰ ঘোঁৰা যুক্ত, ইন্দ্ৰ যাৰ সাৰথি, তুমি শত কামনা পূৰণ কৰিবলৈ আহা। (আহি) ইন্দ্ৰৰ সৈতে অভিষুত সোম পান কৰা ॥ ২ ॥ হে ইন্দ্ৰ আৰু বায়ু, তোমালোকৰ সহস্ৰ ঘোঁৰাই তোমালোকক অন্নৰ ফালে বেগাই সোমপান কৰিবলৈ লৈ আহক ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বায়ু, সোণৰ বন্ধুৰ যুক্ত, স্বৰ্গস্পৰ্শী, সুযজ্ঞোপেত ৰথত তোমালোক আহা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বায়ু, বহুত বলী ৰথেৰে হবি দাতাৰ ওচৰলৈ এই যজ্ঞলৈ আহা ॥ ৫ ॥ হে ইন্দ্ৰ আৰু বায়ু, এয়া চেপা সোম দেবতা সকলেৰে সৈতে সমান প্ৰীতিৰে হবি দাতাৰ ঘৰত পান কৰা ॥ ৬ ॥ হে ইন্দ্ৰ আৰু বায়ু, তোমালোকৰ এই যজ্ঞলৈ আগমন হওক। এই যজ্ঞত সোম পান কৰিবলৈ ঘোঁৰা খুলি দিয়া হওক ॥ ৭ ॥

## ৪৭ সূক্ত—ঋ ৪।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—অনুষ্টুভ্। দেবতা—ইন্দ্ৰ আৰু বায়ু; ১ বায়ু।

হে বায়ু, মই দীপ্ত হৈ মধুৰ সোমৰস তোমাক আগতে দিছো। দ্যুলোকত থকা হে স্পৃহনীয় (বায়ু), নিযুত ঘোঁৰাৰে সোমপান কৰিবলৈ আহা ॥ ১ ॥ হে বায়ু, তুমি আৰু ইন্দ্ৰই এই সোম পান কৰিবৰ যোগ্য। যেনেকৈ পানী তল ঠাই পাইগৈ, এই সোমে তেনেকৈ তোমালোকৰ ওচৰ পাইগৈ ॥ ২ ॥ হে বায়ু, তুমি আৰু ইন্দ্ৰ, হে বলৰ পতি দুজন, বলৱন্ত নিযুত (নামৰ) ঘোঁৰা যুক্ত ৰথেৰে সৈতে আমাৰ ৰক্ষণৰ কাৰণে সোমপান কৰিবলৈ আহা ॥ ৩ ॥ হে নেতা, যজ্ঞবাহক ইন্দ্ৰ আৰু বায়ু, তোমালোকৰ যি নিযুত (নামৰ) ঘোঁৰা আছে, আমি হবি দাতাক সেই নিযুত ঘোঁৰা দিয়া ॥ ৪ ॥

## ৪৮ সূক্ত—ঋ ৫ ।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ ছন্দ - অনুষ্টুভ্ । দেৱতা - বায়ু ।

হে বায়ু, শত্ৰুক কপাই দিয়া ৰজাৰ দৰে, আগতে অন্যই নোখোৱা আহুত সোম ভক্ষণ কৰা, আৰু স্তোতাৰ ধন সম্পাদন কৰা । তুমি সোমপান কৰিবলৈ নিযুত (নামৰ) ঘোঁৰাৰে টনা আহ্লাদকৰ ৰথেৰে আহা ॥১॥ হে বায়ু, অৱস্তি শুছায়, ইন্দ্ৰক সাৰথি কৰি, অভিষুত সোম পান কৰিবলৈ নিযুত ( নামৰ ) ঘোঁৰাৰে টনা আহ্লাদকৰ ৰথেৰে আহা ॥২॥ হে বায়ু ক'লা ধন ধাৰণ কাৰী বিশ্বৰূপ দ্যাবাপৃথিবী তোমাৰ অনুগামী । হে বায়ু, অভিষুত সোম······২ ঋকৰ দৰে ॥৩॥ হে বায়ু, তুমি মনৰ সমান বেগী নিৰাম্নৈটা ঘোঁৰাৰে টনা ৰথত উঠি —অভিষুত সোম······২ ঋকৰ দৰে ॥৪॥ হে বায়ু, তুমি পোহা এশ ঘোঁৰা ৰথত লগোৱা, অথবা তোমাৰ সহস্ৰ ঘোঁৰা লগোৱা ৰথত বলেৰে আহা ॥৫॥

## ৪৯ সূক্ত—ঋ ৬ ।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ । ছন্দ—গায়ত্ৰী । দেৱতা ইন্দ্ৰ আৰু বৃহস্পতি ।

হে ইন্দ্ৰ আৰু বৃহস্পতি, তোমালোকৰ মুখত এই প্ৰিয় সোম—হবি ক্ষেপন কৰিম । স্তোত্ৰও মদজনক হৈছে ॥১॥ হে ইন্দ্ৰ আৰু বৃহস্পতি, তোমালোকৰ মুখত শোভনীয় এই সোম কেউফালে হৰ্ষৰ কাৰণে পান কৰিবলৈ সিঞ্চন কৰিছে ॥২॥ হে ইন্দ্ৰ আৰু বৃহস্পতি, হে বৃহস্পতি, তুমি আৰু ইন্দ্ৰ দুয়ো সোমপা ( সোম পান কৰোতা ), সোম পান কৰিবলৈ আমাৰ ( যজ্ঞৰ ) ঘৰলৈ আহা ॥৩॥ হে ইন্দ্ৰ আৰু বৃহস্পতি, আমাক শত সহস্ৰ গৰু যুক্ত আৰু ঘোঁৰা যুক্ত ধন দিয়া ॥৪॥ হে ইন্দ্ৰ আৰু বৃহস্পতি, অভিষুত সোম স্তোত্ৰেৰে এয়া সোমপান কৰিবলৈ আহ্বান কৰিছো ॥৫॥ হে ইন্দ্ৰ আৰু বৃহস্পতি, হবি দাতাৰ যজ্ঞ ঘৰত আৰু বাস কৰা ঘৰত সোম পান কৰি আনন্দ কৰা ॥৬॥

## ৫০ সূক্ত—ঋ ১১ ।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ । ছন্দ—ত্ৰিষ্টুভ্ ; ১০-জগতী । দেৱতা—বৃহস্পতি ; ১০/১১ ইন্দ্ৰ আৰু বৃহস্পতি ।

যি বৃহস্পতিয়ে বলেৰে পৃথিবীৰ শেষ সীমা পৰ্যন্ত স্তম্ভন কৰি ৰাখিলে, যি তিনিখন সভাস্থানত বৰ্ত্তমান, সেই মিথা মুখৰ বৃহস্পতি দেৱতাক পুৰণি দেৱতাক পুৰণি, দীপ্যমান মেধাবীসকলে সম্মুখত ৰাখিলে ॥১॥ শত্ৰুক কপাই দিয়া গতিৰ, বহুত প্ৰজ্ঞা যুক্ত হে বৃহস্পতি, যি তোমাক হৃষ্ট কৰে, যি তোমাক স্তুতি কৰে, তুমি তেওঁবিলাকৰ ফল দাতা, বৰ্দ্ধনশীল, অহিংসিত আৰু বিস্তীৰ্ণ যজ্ঞ ৰক্ষা কৰা ॥২॥ হে বৃহস্পতি, যি অতিদূৰৰ পৰমস্থানত আছা, সেই ঠাইৰ পৰা আহি তলত যজ্ঞস্পৰ্শী ঘোঁৰা বিলাক আছেহি । তোমাৰ কাৰণে পৰ্ব্বতৰ পাখীৰ ( পাখীৰৰ দৰে পানী ) নাদ খানি বিশেষ শব্দ কৰি মধুৰ ৰস ( পানী ) বোৱাই উলিয়ালে ( পৰ্ব্বতৰ শিলেৰে চেপি সোমৰস উলিয়ালে এনে অৰ্থও হয় ) ॥৩॥ এই বৃহস্পতিয়ে মহৎ জ্যোতিৰ পৰম ব্যোমত প্ৰথমে প্ৰাদুৰ্ভাৱ হৈ সাত খন মুখেৰে ( সপ্ত ছন্দৰে ) বহুত ধৰণৰ শব্দ কৰি সাত ৰশ্মিৰে অন্ধকাৰ নষ্ট কৰিলে ॥৪॥ বৃহস্পতিয়ে স্তুতিশীল দীপ্তিযুক্ত অঙ্গিৰস সকলৰে সৈতে শব্দৰে সৈতে বল অসুৰক নাশ কৰিছিল । ভোগদাত্ৰী আৰু হব্যদাত্ৰী গৰু বিলাক হেম্বেলীয়াই ওলাই আহিছিল ॥৫॥ পিতা, সকলো দেৱতা স্বৰূপ, বৰ্ষক বৃহস্পতিক এই দৰে আমি যজ্ঞেৰে, হবি আদিৰে আৰু স্তুতিৰে পৰিচৰণ কৰিম । হে বৃহস্পতি দেৱতা, আমি যেন বীৰ সুপুত্ৰ আৰু ধনৰ গৰাকী হব পাৰো ॥৬॥ তেৱেঁই ৰজা, সকলো প্ৰতিপক্ষ শত্ৰুক বল বীৰ্য্যেৰে পৰাভৱ কৰি থাকিব পাৰে' যি বৃহস্পতিক প্ৰথমে ভালকৈ ( হবি স্তোত্ৰ আদিৰে ) পূজা কৰি সন্তোষিত কৰে, স্তুতি কৰে আৰু নমস্কাৰ কৰে ॥৭॥ তেৱেঁই ভালকৈ নিজ ঘৰত থাকিব পাৰে, তেওঁক মাটিয়ে সদায় ফল বৰ্দ্ধন কৰে, তেওঁৰ ওচৰত প্ৰজাই নিজ ইচ্ছাৰে প্ৰণত হয়, যি ৰজাই ব্ৰহ্মা, বৃহস্পতিক পূজিবলৈ পাই ॥৮॥ তেৱেঁই অন্যই বাধা দিব নোৱাৰাকৈ বিপক্ষৰ বা নিজ পক্ষৰ ধন জয় কৰে, যি ৰজাই ধন হীনক আৰু ব্ৰাহ্মণক ধন দিয়ে । দেৱতাই তেওঁকেই ৰক্ষা কৰে ॥৯॥ হে বৃহস্পতি, তুমি আৰু ইন্দ্ৰই এই যজ্ঞত হৃষ্ট হৈ ( যজমানক ) ধন দান কৰি সোম পান কৰা । তোমালোক দুয়োৰে ভিতৰত সকলো ফালে ভাল সোমৰস সোমাওক । আমাক বীৰ পুত্ৰাদিৰে সৈতে ধন দিয়া ॥১০॥ হে বৃহস্পতি আৰু ইন্দ্ৰ, আমাক বৰ্দ্ধন কৰা । তোমালোকৰ অনুগ্ৰহ বুদ্ধি আমাৰ লগত

থাকক। আমাৰ (যজ্ঞ) কৰ্ম্ম ৰক্ষা কৰা। শৰীৰ ৰক্ষক স্তুতিৰে প্ৰবুদ্ধ হোৱা। তোমালোকৰ স্তোতাৰ শত্ৰুৰ লগত যুদ্ধ কৰা ॥ ১১ ॥

৫১ সূক্ত—ঋ ১১।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—উষা।

এয়া সেই বহুত বিশেষ কান্তিমান জ্যোতি পূব দিশত অন্ধকাৰৰ পৰা ওলাই আহিছে। সত্যই স্বৰ্গৰ দুহিতা উষাই পোহৰ কৰি মানুহে চলা ফুৰা কৰি কাম কৰিব পৰা কৰিলে ॥ ১ ॥ বিচিত্ৰ উষাই পূব দিশত যজ্ঞত পোতা যূপৰ দৰে ব্যাপী আছে। তেওঁ বাধক অন্ধকাৰৰ দুৱাৰ খুলি শুচি আৰু শোধক দীপ্তিৰে কেউফালে প্ৰকাশ কৰিছে ॥ ২ ॥ আজি অন্ধকাৰ নিবাৰণ কৰি ধনবতী উষাই ভোজন দিয়াক ধন দিবলৈ জ্ঞাপন কৰিছে। পোহৰ নোহোৱা ঘন এন্ধাৰত কৃপন বণিকৰ দৰে অদাতাই নজনাকৈ শুই থাকক ॥ ৩ ॥ হে ধনবতী উষা সকল, যি পথেৰে তোমালোকে নবগ্ব, দশগ্ব আৰু সাত মুখৰ (ছন্দৰ) অঙ্গিৰা সকলৰ ধনবান হবলৈ উষা পুৰাইছিলা, হে উষাসকল, তোমালোকৰ সেই পুৰণি বা নতুন ৰথ বহুত বাৰ আহক ॥ ৪ ॥ হে উষা দেৱী সকল, তোমালোকেই ঋতত (নিয়মত) যোৱা ঘোঁৰাৰে ভুবন বিলাক তৎক্ষণাৎ পৰিভ্ৰমণ কৰা। শুই থকা দুঠেঙীয়া আৰু চাৰি ঠেঙীয়া জীৱক চলা ফুৰা কাম কৰিবলৈ জগাই তুলি কেউফালে যোৱা ॥ ৫ ॥ যি উষাত ঋভুসকলে চমচ (আদি) সাজিছিল, সেই পুৰণি উষা ক'ত? দীপ্ত, সদায় নতুন একে ৰূপৰ, উষা বিলাকে যেতিয়া প্ৰকাশ কৰে, তেতিয়া তেওঁবিলাকক চিনিব পৰা নাযায় ॥ ৬ ॥ ঋতৰ (সত্যৰ) কাৰণে জন্ম যি উষাত যজ্ঞ কৰ্ত্তাই উক্থেৰে স্তুতি কৰি আৰু স্তোত্ৰ উচ্চাৰণ কৰি সোনকালেই ধন পাইছিল, সেই কল্যান কাৰী উষা বিলাকে আগৰ পৰাই আহিয়েই ধন দিয়ে ॥ ৭ ॥ সেই উষাই সমানে পূবফালে আছে,—সমান ঠাইৰ পৰা ব্যাপ্ত হয়। ঋতৰ (নিয়মৰ) ঘৰৰ পৰা সমানে উঠি এৰি দিয়া গৰু জাকৰ দৰে উষা বিলাক ওলাই আহে ॥ ৮ ॥ সেই উষা বিলাক আজিও একে অপৰিমিত বৰণৰ হৈ ফুৰিছে। অতি ক'লা এন্ধাৰ লুকাই জকমকীয়া দীপ্তিৰে শুচি আৰু দীপ্ত হৈ সমান বৰণৰ উষা সদায় আছে (আৰু যায়) ॥ ৯ ॥ হে স্বৰ্গৰ দুহিতা উষা, বিশেষকৈ পোহৰ কৰি আমাক পুত্ৰাদি যুক্ত ধন দিবা। হে দেৱী উষা সকল, সুখৰ নিমিত্তে তোমালোকক প্ৰতিবোধন কৰি আমি (যেন) পুত্ৰাদিৰে সৈতে ধনৰ পতি হব পাৰো ॥ ১০ ॥ হে স্বৰ্গৰ জীয়ৰী উষাবিলাক, যজ্ঞৰ প্ৰজ্ঞাপক মই তোমালোকক প্ৰাৰ্থনা কৰিছো যাতে মানুহৰ মাজত আমি যশ আৰু অন্নৰ গৰাকী হব পাৰো। স্বৰ্গ আৰু দেৱী পৃথিবীয়ে সেই যশ ধাৰণ কৰক ॥ ১১ ॥

৫২ সূক্ত—ঋ ৭।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—গায়ত্ৰী। দেৱতা—উষা।

সেই সুনেত্ৰী, সকলোৰে জনয়ীত্ৰী উষাই (ৰাতিৰ) ভনীৰ এন্ধাৰ নাশ কৰিছে। স্বৰ্গৰ জীয়ৰী দেখা গৈছে ॥ ১ ॥ ঘোঁৰাৰ দৰে বিচিত্ৰা, পোহৰ কৰা ৰশ্মীৰ মাক, ঋতাবৰী উষা, অশ্বিনী দুজনৰ তুমি বন্ধু ॥ ২ ॥ আৰু তুমি অশ্বিনী দুজনৰ সখা, আৰু ৰশ্মিৰ মাক। আৰু হে উষা তুমি ধনৰ ঈশ্বৰী ॥ ৩ ॥ শত্ৰুক খেদাবলৈ জ্ঞাপন কাৰিণী, সেই সুনৃতা-কাৰিণী উষাক স্তোত্ৰেৰে আমি বোধন কৰিম ॥ ৪ ॥ স্তুতি কৰি থাকোতে ভদ্ৰ ৰশ্মি বিলাক দেখা গৈছে। পানীৰ ধাৰাৰ দৰে উষাই মহৎ তেজেৰে পূৰণ কৰিছে ॥ ৫ ॥ হে বিভাবৰী উষা, জ্যোতিৰে জগৎ পূৰণ কৰি অন্ধকাৰ নাশ কৰিছা। পাচত হবি অন্ন ৰক্ষা কৰা ॥ ৬ ॥ হে উষা, তুমি ৰশ্মিৰে স্বৰ্গ পোহৰ কৰিছা। বিস্তীৰ্ণ, প্ৰিয় অন্তৰীক্ষ ৰশ্মিৰে পোহৰ কৰিছা। দীপ্ত পোহৰেৰে এনে কৰিছা ॥ ৭ ॥

৫৩ সূক্ত—ঋ ৭।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ-জগতী। দেৱতা—সবিতা।

আমি অসুৰ (দেৱতা) আৰু বুদ্ধিমান সবিতা দেৱতাৰ সেই বৰণীয় আৰু মহৎ ধন বিচাৰিছো, যি ধনেৰে যুক্ত হৈ ঘৰত দাতাক (তেওঁ) নিজেই যাচি দিয়ে। মহান সবিতা দেৱতাই সেই ধন আমাক সদায় দিয়ক ॥ ১ ॥ দ্যুলোকৰ ধৰোতা, সকলো ভুবনৰ ধৰোতা, প্ৰজাপতি, কবি, সবিতা দেৱতাই সোণময় কবচ ধাৰণ কৰিছে। বিচক্ষণ সবিতাই তেজেৰে পূৰণ কৰি বহুত স্তুতিৰ যোগ্য সুখ উৎপাদন কৰিছে

॥ ২ ॥ এই সবিতা দেৱতাই স্বৰ্গীয় আৰু পাৰ্থিব লোক (ঠাই) বিলাক পূৰণ কৰি নিজ ধৰ্ম্মৰ (কৰ্ম্মৰ) শ্লোক ৰচনা কৰিছে। সবিতাই প্ৰসৱৰ (যি কোনো বস্তু উলিয়াবলৈ) কান্তিৰে জগৎ চাৰিউফালে চাই পথিয়াই বাহু প্ৰসাৰণ কৰিছে ॥ ৩ ॥ অন্যই প্ৰতিবন্ধক কৰিব নোৱাৰা সবিতা দেৱতাই সকলো ভুবন পোহৰ কৰি কৰ্ম্ম ৰক্ষা কৰে। ভুবনৰ প্ৰজালৈ বাহু প্ৰসৰণ কৰে। ধ্ৰুতব্ৰত সবিতা দেৱতা মহৎ জগতৰ ঈশ্বৰ ॥ ৪ ॥ সবিতা দেৱতাই মহিমাৰে অন্তৰীক্ষৰ তিনিও-ভাগ পৰাভৱ কৰি ভেদ কৰে; তিনিখন ৰজঃ লোক ব্যাপ্ত হয়। তেওঁ তিনিখন দ্যুলোক ব্যাপ্ত হয়। তিনিখন পৃথিবী ব্যাপ্ত কৰে। তিনিখন ৰোচনা ব্যাপ্ত হয়। (তিনি অন্তৰীক্ষ বায়ু, বিদ্যুৎ, বৰুণ। তিনি ৰজোলোক—ক্ষিতি, অন্তৰীক্ষ, স্বৰ্গ) তিনি খন দ্যুলোক-এয়া পুণৰুক্তি। তিনি-ৰোচনা=জলন্ত বস্তু অগ্নি, বায়ু, আদিত্য) ॥ ৫ ॥ যি বহুত ধনৰ প্ৰসৱিতা, সকলোলৈ যাব পৰা, যি স্থাবৰ-জঙ্গম দুয়োকে বশ কৰে, সেই সবিতা দেৱতাই আমাৰ পাপ ক্ষয় কৰাৰ কাৰণে আমাক তিনিও লোকৰ সুখ দিয়ক ॥ ৬ ॥ সবিতা দেৱতাই ঋতুৰে সৈতে আহক। আমাৰ ঘৰ বৰ্দ্ধণ কৰক। আমাক পুত্ৰ-পৌত্ৰ যুক্ত অন্ন দান কৰক। তেওঁ আমাক ৰাতি আৰু দিনত প্ৰীত কৰক। আমাক প্ৰজাৰে সৈতে ধন দিয়ক ॥ ৭ ॥

৫৪ সূক্ত—ঋ ৬।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—জগতী; ৬-ত্ৰিষ্টুভ্। দেৱতা—সবিতা।

সবিতা দেৱতা প্ৰাদুৰ্ভাব হল। তৎক্ষণাৎ আমি বন্দনা কৰিব লাগে। এতিয়া আৰু তৃতীয় সবনত স্তুত্য হল। যি দেৱতাই মানুহৰ কাৰণে ৰত্ন পথিয়াই তেওঁ শ্ৰেষ্ঠ দ্ৰব্যধন আমাক এই কৰ্ম্মত দিয়ক ॥ ১ ॥ (হে সবিতা দেৱতা) প্ৰথমে যজ্ঞাৰ্হ দেৱতাক অমৃতত্বৰ উত্তম ভাগ (সোমাদি) দিব লাগে বুলি তুমি জানা। তাৰ পাচত হে সবিতা দেৱতা, হবি দাতাক প্ৰকাশ কৰা আৰু (পিতা, পুত্ৰ' পৌত্ৰ) ক্ৰমে জীৱিত বিষয় প্ৰকাশ কৰা ॥ ২ ॥ হে সবিতা দেৱতা, আমি অজ্ঞানতাৰ বশবৰ্ত্তী হৈ, অথবা দুৰ্ব্বল বা সুদক্ষ কৰ্ম্মচাৰীৰ ভুল-বশতঃ, বা ধনঐশ্বৰ্য্যৰ গৰ্ব্বত, বা আপোন জনৰ গৰ্ব্বত, তোমাৰ প্ৰতি, দেৱতা বা মানুহৰ প্ৰতি যি অপৰাধ কৰিলো, তুমি সেই অপৰাধৰ পৰা এই যজ্ঞত আমাক ক্ষমা কৰি প্ৰকাশ কৰিবা ॥ ৩ ॥ সবিতা দেৱতাৰ সেই কৰ্ম্ম বাধা দিব নেপাই যে তেওঁ সকলো ভুবন ধাৰণ কৰে। ভাল আঙুলি থকা হাতেৰে যি পৃথিবী বহুতকৈ প্ৰকাশ কৰে, দ্যুলোকতো বিস্তীৰ্ণ হৈ' প্ৰকাশ কৰে,—তেওঁৰ এই কৰ্ম্ম সত্য ॥ ৪ ॥ হে সবিতা দেৱতা, ইন্দ্ৰ যাৰ জ্যেষ্ঠ, তুমি আমালৈ পৰ্ব্বতবোৰকৈও বেচি পথিয়াই আছা। এই যজমান সকলৈ ঘৰ থকা ঠাই বিলাকো পথিওৱা। যʼতে যʼতে গৈ যেনেকৈ ৰক্ষ তেওঁবিলাক সেই তেনেকৈয়ে তোমাৰ আজ্ঞামতে থাকিল ॥ ৫ ॥ হে সবিতা দেৱতা, যি আমি তোমাৰ কাৰণে দিনত তিনিবাৰ (তিনি সবনত) সোম অভিযুত কৰো, দিনে দিনে সৌভাগ্যজনক সোম অভিযুত কৰো, সেই আমাক, ইন্দ্ৰই সুখ দিয়ক, দ্যাবাপৃথিবীয়ে, নদী বিলাকে, আদিত্যৰ সৈতে অদিতিয়ে সুখ দিয়ক ॥ ৬ ॥

৫৫ সূক্ত—ঋ ১০।

ঋষি—গোতমৰ পুত্ৰ বামদেৱ। ছন্দ—ত্ৰিষ্টুভ্; ৮-১০ গায়ত্ৰী। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)

হে বসু দেৱতাসকল (সকলোকে বাস কৰাওঁতা) তোমালোকৰ মাজত কোন ত্ৰাতা? কোন দুখ নিবাৰক? হে অখণ্ডনীয়া দ্যাবাপৃথিবী, আমাক ৰক্ষা কৰা। হে বৰুণ, হে মিত্ৰ, তোমালোকে অভিভৱ কৰা মানুহৰ পৰা আমাক ৰক্ষা কৰা। হে দেৱতা সকল, যজ্ঞত কোনে ধন দিয়ে? ॥ ১ ॥ যি দেৱতা সকলে পুৰণি ঠাই বিলাক স্তোতাক দিয়ে, যি দুখ গুছোৱা আৰু অমূঢ়, যি অন্ধকাৰ নাশ কৰে, সেই বিধাতা নিত্য দেৱতা সকলে অভীষ্ট দান দিয়ে। ঋত কৰ্ম্মা (সত্য কৰ্ম্মা) তেওঁবিলাক দৰ্শনীয় হৈ শোভা পাই ॥ ২ ॥ সকলোৰে ওচৰলৈ যাব লগীয়া অদিতি দেৱীক, নদী দেৱীক, স্বস্তি দেৱীক, সখ্যৰ কাৰণে অনুকূল মন্ত্ৰেৰে স্তুতি কৰিছো। দুয়ো দিন আৰু ৰাতিত যাতে আমাক পৰিত্ৰান কৰে তেনেকৈ স্তুতি কৰিছো। উষাসানক্তা (দিন আৰু ৰাতিৰ) দেৱতাই আমাক অভিমত ফল দিয়ক ॥ ৩ ॥ অৰ্য্যমা দেৱতাই আমাৰ পথ দেখুৱাই দিয়ে। বৰুণেও দেখুৱাই দিয়ে। অন্নৰ পালক সুখকৰ অগ্নিয়ে যোৱা বাট দেখুৱাই দিয়ে। ইন্দ্ৰ আৰু বিষ্ণুৱে ভালকৈ স্তুত হৈ আমাক পুত্ৰ পৌত্ৰাদি যুক্ত বৰণীয় আৰু বল যুক্ত ধন দিয়ক ॥ ৪ ॥ পৰ্ব্বতৰ দেৱতাক, মৰুত সকলক, অকে ৰক্ষক ভগ দেৱতাৰ আশ্ৰয় বিচাৰিছো। পতি বৰুণ দেৱতাই, মানুহৰ লগৰ পাপৰ পৰা আমাক ৰক্ষা কৰক। আৰু মিত্ৰই মিত্ৰভাৱে আমাক ৰক্ষা কৰক ॥ ৫ ॥ হে দ্যাবাপৃথিবী, ধন বিচৰা মানুহে সমুদ্ৰত যাবলৈ যেনেকৈ সমুদ্ৰক স্তুতি কৰে, সেই দৰে

মই অভীষ্ট সিদ্ধিৰ কাৰণে অহিবুধ্ন দেৱতাক স্তুতি কৰিছো। ঢেওঁবিলাকে ডাঙৰ শব্দ কৰা নদী বিলাকক উলিয়াই দিয়ে ॥ ৬ ॥ অদিতি দেৱীয়ে অন্য দেৱতাৰে সৈতে আমাক পালন কৰক। ত্ৰাতা ইন্দ্ৰই ভুল নকৰাকৈ আমাক ত্ৰাণ কৰক। আমি মিত্ৰ, বৰুণ, আৰু অগ্নিলৈ ওখকৈ অন্ন দিবলৈ সমৰ্থ নহও ॥ ৭ ॥ অগ্নি ধন বিলাকৰ ঈশ্বৰ। অগ্নি মহৎ সৌভাগ্যৰ ঈশ্বৰ। সেই ধন আৰু সৌভাগ্য আমাক দিয়ক ॥ ৮ ॥ হে ধনৱতী, সুনৃতা, অন্নৱতী ঊষা, আমাক বৰণীয় ধন বহুত দিয়া ॥ ৯ ॥ ধনেৰে সৈতে, হে সবিতা, ভগ, মিত্ৰ, বৰুণ, অৰ্যমা আৰু ইন্দ্ৰ—যি সকলোৱে যজ্ঞলৈ আহিছা, সেই ধন হে দেৱতা সকল, আমাক ভালকৈ দিয়া ॥১০॥

## ৫৬ সূক্ত—ঋ ৭।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—১-৪ ত্ৰিষ্টুভ্; ৫-৭ গায়ত্ৰী। দেৱতা—দ্যাবাপৃথিবী।

এই যজ্ঞত মহতী জ্যেষ্ঠা দ্যাবাপৃথিবীয়ে দীপ্তিৰে প্ৰকাশ কৰি মন্ত্ৰেৰে যুক্ত হওক, যি কাৰণে সেচনকাৰী পৰ্জন্যই বিস্তীৰ্ণা মহতী দ্যাবাপৃথিবীক ঢাকি ধৰি বহল হোৱা মৰুৎগণৰ লগত সকলোতে শব্দ কৰিছে ॥ ১ ॥ যাগৰ যোগ্য, অহিংসক, অভীষ্ট দাত্ৰী, ঋতাৱৰী, দ্ৰোহহীন, যজ্ঞৰ নেত্ৰী, দেৱতাৰ উৎপাদক দ্যাবাপৃথিবী দেৱী দেৱতা সকলৰ সৈতে দীপ্তিকৰ মন্ত্ৰযুক্ত হওক ॥ ২ ॥ যি দ্যাবাপৃথিবীক উৎপাদন কৰিলে, যি বহল, গভীৰ লোকত, সুৰূপা, আধাৰ হীনা দ্যাবাপৃথিবীক ধীৰ, কুশল কৰ্ম্মেৰে সম্যক প্ৰেৰণ কৰিলে, তেওঁ ভুবনৰ মাজত সুকৰ্ম্মা ॥ ৩ ॥ হে দ্যাবাপৃথিবী, তোমালোকে, অন্ন দান কৰিবলৈ ইচ্ছা কৰা' দুয়ো একেলগে থকা, বহল, আৰু যোগ্যা হৈ আমাক পত্নীযুক্ত ঘৰত সম্যক ৰক্ষা কৰা। আমি কৰ্ম্মৰ বলেৰে ৰথ আৰু দাস পাম ॥ ৪ ॥ হে দ্যাবাপৃথিবী, দ্যোতমানা তোমালোকৰ বহুত স্তোত্ৰ সম্পাদন কৰিম। শুচি তোমালোকক প্ৰশংসা কৰি স্তুতি কৰিম। তোমালোকৰ ওচৰলৈ যাম ॥ ৫ ॥ হে দেৱতা দুজন, তোমালোকে নিজ বলেৰে, নিজ মূৰ্ত্তিৰে পৰস্পৰ শোধন কৰি যজ্ঞত বিৰাজ কৰা। সদায় যজ্ঞ বহন কৰা ॥ ৬ ॥ মহতী দ্যাবাপৃথিবীয়ে মিত্ৰ স্তোতাৰ অভীষ্ট সাধন কৰে। ঋতক (অন্নক) ত্ৰান কৰি যজ্ঞৰ চাৰিউফালে আশ্ৰয় কৰা ॥ ৭ ॥

## ৫৭ সূক্ত—ঋ ৮।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—১-৪/৬/৭ অনুষ্টুপ্; ২/৩/৮ ত্ৰিষ্টুভ্; ৫ পুৰউষ্ণিক্। দেৱতা—১-৩ ক্ষেত্ৰপতি; ৪-শুনা (বলদ) ৫/৮ শুনাসীৰ বলদ ৰখীয়া ৬/৭ সীতা (নাঙলৰ আঁচ)।

আমি ক্ষেত্ৰপতি (পথাৰৰ পালক) দেৱতাৰে সৈতে মিত্ৰৰ দৰে ক্ষেত্ৰ (পথাৰ) জয় কৰিম। গৰু আৰু ঘোঁৰাৰ পোষক তেওঁ আমাক (এইবিলাক) ধন দিয়ক। তেওঁ এনে ধন দি সুখ দিয়ে ॥ ১ ॥ হে ক্ষেত্ৰপতি, গৰুৱে যেনেকৈ গাখীৰ দিয়ে, তেনেকৈ তুমি মধুৰ, পবিত্ৰ, ঘিউৰ দৰে, মধুৰ পানী দিয়া। ঋতৰ (যজ্ঞৰ) স্বামীয়ে আমাক সুখ দিয়ক ॥ ২ ॥ ওষধি বিলাক (শস্যবিলাক) আমাৰ মধুময় হওক। স্বৰ্গ, পানী, অন্তৰীক্ষ আমালৈ মধু ময় হওক। ক্ষেত্ৰপতি মধুময় হওক। অন্যই দুঃখ দিব নোৱাৰা আমি ক্ষেত্ৰপতিক অনুসৰণ কৰিম ॥ ৩ ॥ বলদ বিলাক সুখ দায়ক হওক (ভালকৈ চলক)। নেতাই (হালোৱাই) সুখেৰে কাম কৰক। নাঙলে ভালকৈ খানক। নাকি ভালকৈ বন্ধা থাকক। চাবুকে (এচাৰিয়ে) ভালকৈ (বলদ) খেদাওক ॥ ৪ ॥ হে শুনা (ইন্দ্ৰ) সীৰ (বায়ু) দেৱতা তোমালোকে এই স্তুতি-বাক্য শুনা। যি পানী স্বৰ্গত দিয়া সেই পানী মাটিত সিচি দিয়া ॥ ৫ ॥ হে শুভগা সীতা (নাঙলৰ আঁচ) তুমি ওচৰলৈ আহা। তোমাক বন্দনা কৰিম। তুমি আমাৰ কাৰণে সুভগা সুফলা হোৱা ॥ ৬ ॥ হে ইন্দ্ৰ, সীতাৰ কাঠ দাল ধৰা। সেই দাল পূষাই সংযত কৰক। স্বৰ্গত পানী থকা কৰি বছৰি বছৰি তাইক খিৰোৱা ॥ ৭ ॥ নাঙলৰ ফালে ভালকৈ খানক। বলদ ৰখীয়াই বলদ বিলাক ভালকৈ ৰাখক। পৰ্জন্যই মধুৰ পানী ভালকৈ সিচঁক। হে শুণাসীৰ (ইন্দ্ৰ আৰু বায়ু) আমাক সুখ দিয়া ॥ ৮ ॥

## ৫৮ সূক্ত—ঋ ১১।

ঋষি—গোতমৰ পুত্ৰ বামদেব। ছন্দ—ত্ৰিষ্টুভ্; ১১-জগতী। দেৱতা—অগ্নি, সূৰ্য্য বা জল, বা গো বা, ঘিউ।

সমুদ্ৰৰ পৰা মধুময় ঢৌ হয়। দীপ্ত অংশেৰে মানুহে অমৃতত্ব পাব পাৰে। ঘিঁউৰ যি গোপন নাম আছে সি দেৱতাৰ জিভা আৰু অমৃতৰ নাভি (মাজ ঠাই) ॥ ১ ॥ আমি ঘিঁউৰ নাম স্তৱ কৰিম। এই যজ্ঞত

নমস্কাৰেৰে এওঁক ধাৰণ কৰিম। ব্ৰহ্মাই এই স্তৱ শুনক। চাৰিটা সিং থকা এই বঙা বৰণৰ (বৃষভ ৰূপী) দেৱতাই এই জগতৰ কাম সম্পাদন কৰি আছে ॥ ২ ॥

তৃই ঋকত কোৱা বৃষভৰ বিৱৰণ—

এই বৃষভটোৰ চাৰিটা সিং। ইয়াৰ তিনিটা ভৰি, দুটা মূৰ, সাতখন হাত। তিনিটা বান্ধেৰে বন্ধা এই বৃষভৰূপী মহৎ দেৱতাই চিঞৰি মৰ্ত্ত্যৰ মাজত সোমাল ॥ ৩ ॥

( এই মন্ত্ৰ নানা ৰূপে ব্যাখ্যা হয়। তাৰে সম্ভৱপৰ দুটা দিয়া হল )

| ১ | ২ |
| --- | --- |
| চাৰি সিং— চাৰিবেদ। | ভাষা ব্যাকৰণৰ যেনে— নাম, আখ্যাত, উপসৰ্গ, নিপাত। |
| তিনি ভৰি— তিনিসৱন। | বৰ্ত্তমান, ভূত, ভবিষ্যত কাল। |
| দুটা মূৰ—ব্ৰহ্মোদন আৰু প্ৰবৰ্গ্য। | কৰ্ত্তা আৰু কৰ্ম্ম। (Subject and predicate) |
| সাতখন হাত—সপ্তছন্দ। | সাত বিভক্তি ( সুবন্ত ) |
| তিনিটা বান্ধ—মন্ত্ৰ. সঙ্কল্প, আৰু ব্ৰাহ্মণ। | এক, দ্বি, আৰু বহুবচন। |
| চিঞৰে—ঋক্, যজু আৰু সাম বেদৰ মন্ত্ৰ গায়। | বাক্ = শব্দ = কথা = ভাষা কয়। |
| বৃষভ— যজ্ঞৰ ফল বৰ্ধক | ফলবৰ্ধক ভাষা। |

পনি অসুৰে গৰুৰ তিনিবিধ ( গাখীৰ, দৈ আৰু ঘিঁউ) লুকাই থৈছিল। ঘিঁউ দেৱতা সকলে বিচাৰি পালে। ইন্দ্ৰই এবিধ উৎপাদন কৰিছিল। সূৰ্য্যই এবিধ উলিয়াইছিল। বেনাই ( অগ্নি বা বায়ুয়ে ) এবিধ ( দেৱতা সকলৰ হৈ ) উলিয়ালে ॥ ৪ ॥ এই বিলাক তললৈ পৰে। শত ধৰণেৰে গৈ হৃদয় প্ৰীতিকৰ অন্তৰীক্ষৰ পৰা শত্ৰুৱে নেদেখাকৈ তললৈ পেলাই। সেই ঘিঁউৰ ধাৰা মই দেখো যে সোণবৰণৰ পানীত উন্তৱ হোৱা এওঁ অগ্নি পানীৰ মাজতে আছে ॥ ৫ ॥ ঘিঁউৰ ধাৰা প্ৰীণয়িত্ৰী নদীৰ দৰে ক্ষৰণ হৈছে। এই বিলাক পানী হৃদয়ৰ মাজত থকা মনৰ দ্বাৰা পবিত্ৰ কৰা হৈছে। ঘিঁউৰ ঢৌ বৈ গৈছে যেনেকৈ ব্যাধৰ অস্ত্ৰ ক্ষেপন কৰা মৃগ পলায়মান হয় তেনেকৈ ( বৈ গৈছে ) ॥ ৬ ॥ নৈৰ পানী যেনেকৈ তললৈ বাগৰি খৰকৈ চলি যায় তেনেকৈ বায়ুৰ দৰে বেগবান মহৎ ঘিঁউৰ ধাৰা অগ্নিত পৰিছেগৈ। ঢৌৰে পৰিধি ভেদ কৰি বৰ্দ্ধিত হৈ গৰ্জ্জৰে ঘোঁৰাৰ দৰে চলি গৈছে ॥৭॥ কল্যাণীয়া হাঁহি মুখৰ ৰমণীয়ে যেনেকৈ পতিৰ ওচৰলৈ যায় তেনেকৈ ঘিউৰ ধাৰা অগ্নিৰ ফালে যায় এই ঘিঁউৰ ধাৰা বিলাক অগ্নিয়ে গ্ৰহণ কৰি জ্বলি বাঢি যায় ॥৮॥ বিয়া হৰলৈ অলঙ্কাৰ পিন্ধি কণ্যাই সাজি পাৰি পতিৰ ফালে যোৱা দৰে এই ঘিঁউৰ ধাৰা খোৱা মই দেখিছো। সেই ধাৰা য'ত সোম চেপা হয়, য'ত যজ্ঞ হয় সেই ( বিলাক ) উদ্দেশ্য কৰি গৈছে ॥ ৯ ॥ ( হে ঋত্বিক সকল ) গৰুৰ ওচৰলৈ যোৱা- স্তুতি কৰা। আমাক স্তুতিৰ যোগ্য ধন দিয়ক। আমাৰ এই যজ্ঞ দেৱতাৰ ওচৰলৈ নিয়ক। মধুৰ ঘিঁউৰ ধাৰা দিয়া হৈছে ॥১০॥ তোমাৰ ধামত সকলো ভুবন অধিষ্ঠিত হৈ আছে। সমুদ্ৰৰ মাজত, মানুহৰ হৃদয়ৰ মাজত, অন্নৰ মাজত, পানীৰ মাজত, সংগ্ৰামত—( এই বিলাকত ) যি ঘিঁউৰ ঢৌ আছে, সেই তোমাৰ মধুময় ৰস আমি পাম ( এই আশা ) ॥ ১১ ॥

ওঁ তৎসৎ।

ইতি ঋগ্বেদ সংহিতাৰ চতুৰ্থ মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। ৫ চ'ত ১৮৯৪ শক। ইং ২০।৩।৭৩। বিশ্বকৰ্ম্মা মহাবিদ্যালয় যোৰহাট।



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## পঞ্চম মণ্ডল

( এই মণ্ডলৰ দ্ৰষ্টা ঋষি অত্ৰি আৰু তেওঁৰ পুত্ৰাদি। অত্ৰিৰ নামত সূক্ত কম। পুত্ৰ আৰু অন্যান্যৰ বেচি ভাগ )।

### প্ৰথম সূক্ত—ঋক্‌সংখ্যা ১২।

ঋষি—অত্ৰিৰ পুত্ৰ বুধ আৰু গবিষ্টিৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অগ্নি।

উষাত গাইগৰু (খিৰাবলৈ) উঠা দৰে, মানুহে সমিধ (খৰি) দিয়া পাই অগ্নি জাগি উঠিছে। শিখা বিলাকৰ পোহৰ গছৰ দালবিলাকৰ দৰে মহান অন্তৰীক্ষৰ ফালে উঠি গৈছে ॥ ১ ॥ হোম নিষ্পাদক অগ্নিয়ে, যজন কৰিবলগীয়া দেৱতাক যজন কৰিব লাগে বুলি জানি, ৰাতিপুৱা সুমনেৰে উঠিছে। সমিধ পাই ৰঙা হৈ বলী যেন দেখা গৈছে। মহান দেৱতা অন্ধকাৰৰ পৰা মুক্ত হৈছে ॥ ২ ॥ যেতিয়া অগ্নিয়ে একেঠাই হোৱা বান্ধি থোৱা ৰচিৰ দৰে জগতৰ অন্ধকাৰ নাশ কৰে, তেতিয়া দীপ্তমান হৈ ৰশ্মিৰে জগৎ প্ৰকাশ কৰে। পাচত তেওঁ বেচি হৈ অন্ন বিচৰা ঘিউ'ৰ ধাৰাৰ সৈতে লগ হৈ ওখ হৈ ওপৰত থকা বহল সেই ধাৰা জুহু হেতাৰে পান কৰে ॥ ৩ ॥ দেৱতাক বিচৰা যজমানৰ যেনেকৈ সূৰ্য্যৰ ফালে চকু যায়, তেনেকৈ যজমানৰ মন অগ্নিৰ ফালে সঞ্চৰণ কৰে। যেতিয়া এওঁ অগ্নিক উষাৰ সৈতে নানা ৰূপে দ্যাবাপৃথিবীত জন্ম দিয়ে তেতিয়া তেওঁ বগা ঘোঁৰাৰ দৰে উদয় হোৱা সময়ত উৎপত্তি হয় ॥ ৪ ॥ উৎপাদন কৰিব লগীয়া অগ্নি উষা উদয় হোৱাৰ আগতে প্ৰাদুৰ্ভাৱ হয়। পাচত হাবিৰ কাঠত ৰঙা ৰূপেৰে স্থাপিত হয়। তেতিয়া তেওঁ সাতোটা বৰণ ধৰি শিখা বঢ়াই হোতা আৰু যাগৰ যোগ্য হৈ ঘৰে ঘৰে বহি লয় ॥ ৫ ॥ এই অগ্নিয়ে হোতা আৰু যজন কৰিবলগীয়া হৈ মাক পৃথিবীৰ কোলাত সুগন্ধি ঠাইত (বেদীত) বহে। তেওঁ ডেকা, কৰি, বহুত ঠাইত থকা, ঋতবান (নিয়মবান) আৰু সকলোৰে ধাৰক। তেওঁ মানুহৰ মাজত জ্বলাই থোৱা হৈ থাকে ॥ ৬ ॥ যি দেৱতাই দ্যাবাপৃথিবী পানীৰে ব্যাপ্ত কৰিলে যজমান সকলে সেই মেধাবী, যজ্ঞৰ ফল সাধক, হোতা অগ্নিক শীঘ্ৰেই স্তুতিৰে পূজা কৰে (আৰু) নিতৌ ঘিঁউৰে পৰিচৰণ কৰে ॥ ৭ ॥ অৰ্চন কৰিবলগীয়া অগ্নিক নিজ ঠাইত পৰিচৰণ কৰে। দানমনা মেধাবী সকলৰ প্ৰশস্ত (তেওঁ) আমাৰ অতিথি, সুখকৰ, সহস্ৰ শিখাৰ, ফলবৰ্ষী আৰু সকলো-বল-ৰূপী। হে অগ্নি তুমি সকলোকে বলেৰে পৰাভৱ কৰা ॥ ৮ ॥ হে অগ্নি, দীপ্তিকৰা, স্তুত্য, বিশিষ্ট দীপ্তিমান, সকলোৰে প্ৰিয়, আৰু মানুহৰ অতিথি, তুমি যাৰ কাৰণে নতুনকৈ আবিৰ্ভাব হোৱা, তেতিয়াই তুমি অন্যক অতিক্ৰম কৰি যোৱা ॥ ৯ ॥ হে অতি যুৱক অগ্নি, তোমাক মানুহে ওচৰত পূজা দি আৰু দূৰৈত পূজা দি ভজন কৰে। তুমি বেচি স্তুতি কৰাৰ স্তুতি জানা। হে অগ্নি, তুমি দিয়া সুখ বৃহৎ, মহৎ আৰু স্তুতিৰ যোগ্য ॥১০॥ হে দীপ্তিমান অগ্নি, আজি দীপ্তিমন্ত (হৈ) নিৰ্দ্দিষ্ট সীমা পৰ্য্যন্ত যোৱা ৰথত উঠি, যজন কৰিব লগা দেৱতাসকলক জানি, বহল অন্তৰীক্ষৰ মাজেদি তেওঁবিলাকৰ অহা যোৱা বাট জানি, যজন কৰিব লগীয়া দেৱতাৰে সৈতে (ৰথত উঠি তেওঁবিলাকক) হবি ভক্ষন কৰিবলৈ লৈ আহা ॥ ১১ ॥ আমি মেধাবী, পবিত্ৰ ফল বৰ্দ্ধক, সেজ্ঞালৈ বন্দনা কৰা স্তোত্ৰ উচ্চাৰণ কৰিছো। গবিষ্টিৰ ঋষিয়ে নমস্কাৰ যুক্ত এই স্তোত্ৰ আকাশলৈ জ্বলা, বিস্তীৰ্ণ গতিৰ আদিত্যৰ দৰে অগ্নিলৈ আগ বঢ়াইছো ॥ ১২ ॥

### ২ সূক্ত—ঋ ১২।

ঋষি—অত্ৰিৰ পুত্ৰ কুমাৰ বা জৰৰ পুত্ৰ বৃশ বা দুয়ো ; ২/৯ জৰৰ পুত্ৰ বৃশ মাত্ৰ। ছন্দ—ত্ৰিষ্টুভ্ ; ১২ শক্কৰী। দেৱতা—অগ্নি।

যুৱতী মাকে চক্ৰেখে মৰা কুমাৰক গুহাত থলে, —পিতাকক নিদিলে। এই কুমাৰৰ ৰূপ হিংসক বিলাকে নেদেখে, কিন্তু যেতিয়া অৰনীত উৎপাদন হয় তেতিয়া দেখা পায় ॥ ১ ॥ হে যুৱতী, তুমি কেলেই এই কুমাৰক

হিংসিকা হৈ ধৰি আছা। এওঁক মহিষীয়ে (অৰণিয়ে) জন্ম দিছিল। এওঁ বহুত শৰৎ গৰ্ভত বাঢ়ি আছিল। মাকে (অৰণিয়ে) জন্ম দিওঁতে এওঁক মই দেখিছিলো॥২॥ সোণৰ দাঁতেৰে (শিখাৰে), দীপ্তবৰ্ণ অস্ত্ৰেৰে (স্ফুলিঙ্গৰূপী) সাজপাৰ কৰি ওচৰৰ পথাৰত থকা মই দেখিছো। মই এই অগ্নিক অমৃত হবি দিছো। ইন্দ্ৰক যজন নকৰাই আৰু স্তুতি নকৰাই মোক কি কৰিব পাৰে॥৩॥ মই নিজেই পথাৰত গৰু জাকৰ দৰে চৰি থকা তেওঁক বহুত শোভা কৰি থকা দেখিলো। আগতে সেই শিখা নুমাই গলত মানুহে গ্ৰহণ নকৰিলে, এতিয়া জ্বলি উঠিল। বুঢ়া হৈও এতিয়া ডেকা হল॥৪॥ কোনে আমাৰ মানুহ বিলাকক গৰুৰ পৰা বেলেগ কৰি দিলে? —যাৰ পালকে নজনাকৈ নাছিল। যি বিদ্বেষীয়ে এই লোকসজ্ঘৰ সৈতে সজ্ঘৰ্ষ কৰে সিহঁত নষ্ট হওক। এই বিষয়ে জনা অগ্নিয়ে আমালৈ পশু লৈ আহক॥৫॥ বসতি কৰি থকা সকলৰ ৰজাক, মানুহৰ বাসৰ কাৰণ অগ্নিক শত্ৰুৱে মানুহৰ মাজত লুকাই থলে। অত্ৰিৰ বংশৰ (মোৰ) স্তোত্ৰই সেই কুমাৰ অগ্নিক মুক্ত কৰক। নিন্দকবোৰ (আমাৰ দ্বাৰা) নিন্দিত হওক॥৬॥ হে অগ্নি, সহস্ৰ যুপত বান্ধি থোৱা শুনঃশেপ ঋষিক যুপৰ পৰা মোচন কৰিছিলা (কাৰণ) সেই ঋষিয়ে স্তুতি কৰিছিল। এনেকৈয়ে হে হোতা অগ্নি, তুমি জানি, এই বেদীত বহি আমাৰ পাশ মোচন কৰা॥৭॥ হে অগ্নি, খং কৰি তুমি মোক এৰি দিছা। মোক দেবতাৰ কৰ্ম্মপালক ইন্দ্ৰই কৈছিল। তেওঁ জানিছিল আৰু তোমাক দেখুৱাইছিল। তেওঁ পথিয়ালত মই তোমাৰ ওচৰলৈ আহিছো॥৮॥ অগ্নিয়ে মহৎ জ্যোতিৰে জ্বলিছে। মহত্বৰে সকলো পিনে প্ৰকটিত হৈছে। অসুৰৰ দুঃখ দিয়া মায়া অভিভৱ কৰিছে আৰু সিং (শিখা) বিলাক ৰাক্ষস নাশ কৰিবলৈ তীক্ষ্ণ কৰিছে॥৯॥ অগ্নিয়ে শব্দ কৰি তীক্ষ্ণ অস্ত্ৰ শিখাৰে ৰাক্ষস মাৰিবলৈ স্বৰ্গ পাওক গৈ। হৰ্ষ হলে এই অগ্নিৰ দীপ্তিয়ে ৰাক্ষসক ভাঙি দিয়ে। কেউফালে বাধা দিয়া সেনাই নিবাৰণ কৰিব নোৱাৰে॥১০॥ হে বহুত ভাবাপন্ন অগ্নি, তোমাৰ কাৰণে মেধাবী, সুকৰ্ম্মা স্তোতা মই ৰথ সজা দৰে স্তোত্ৰ সম্পাদন কৰিছো। হে দেবতা অগ্নি, যদি এই স্তোত্ৰৰ প্ৰতি তোমাৰ কামনা আছে, তেনেহলে আমি ব্যাপক পানী লাভ কৰিম॥১১॥ বহুত দিপ্তিৰ (শিখাৰ) বাঢ়ি থকা হে কামবৰ্ষী অগ্নি, শত্ৰুৰ ধন নিষ্কণ্টক ভাবে জয় কৰা বুলি তোমাৰ কথা অন্য দেবতাই কৈছিল। সুখ দি যজ্ঞ কৰা মানুহক সুখ দিয়া। হবি দি যাগ কৰা মানুহক সুখ দিয়া॥১২॥

## ৩ সূক্ত—ঋ ১২।

### ঋষি—অত্ৰিৰ পুত্ৰ বসুশ্ৰুত। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—অগ্নি।

হে অগ্নি, জন্ম হওঁতে তুমি বৰুণ; জ্বলোৱা হলে তুমি মিত্ৰ হোৱা। তোমাতেই সকলো দেবতা নিহিত আছে। হে বলৰ পুত্ৰ অগ্নি, তুমি হবি দাতা মানুহৰ ইন্দ্ৰ হোৱা॥১॥ হে অগ্নি, তুমি কন্যাৰ কাৰণে অৰ্য্যমা হোৱা। হে অন্নবান অগ্নি, তুমি গোপন বৈশ্বানৰ নাম ধৰা। ভালকৈ থকা তোমাক মিত্ৰৰ দৰে গৰুৰ (গাখীৰ আদিৰে) ভূষিত কৰে কাৰণ তুমি দম্পতিক একে মনৰ কৰা॥২॥ হে অগ্নি, তোমাৰ কান্তিৰ কাৰণে মৰুতে অন্তৰীক্ষ মাৰ্জ্জন কৰে। হে ৰুদ্ৰ (বৰ্দ্ধিত অগ্নি), তোমাৰ জন্ম সুন্দৰ আৰু বিচিত্ৰ, কাৰণ বৰুণ বিষ্ণুৰ যি অগম্য (২য় পদ) নিক্ষেপ কৰিলে, তাৰে পানীৰ গুপ্ত নাম ৰক্ষা কৰি আছা॥৩॥ হে দেবতা অগ্নি, দেখিবলৈ ভাল তোমাৰ পৰা দেবতা সকলে সমৃদ্ধ হৈ বহুত অমৃত ধাৰণ কৰা তোমাক স্পৰ্শ কৰিলে। হোতা অগ্নিক মানুহে হবি আদি দি, স্তব কৰি, ফল কামনা কৰি পৰিচৰণ কৰে॥৪॥ হে অগ্নি, তোমাতকৈ পুৰণি, যজন আৰু স্তব কৰিবলগীয়া হোতা দেবতা নাই আৰু আগলৈও নহব। হে অন্ন বান দেবতা, তুমি যি প্ৰজাৰ অতিথি হোৱা সেই মৰ্ত্ত্যই যজ্ঞৰে তোমাক ভজন কৰে॥৫॥ হে অগ্নি, আমি তোমাৰ দ্বাৰা ৰক্ষিত হৈ, ধন কামনা কৰি হবিৰে বোধন কৰি, যুদ্ধত শত্ৰুক জয় কৰিম। যজ্ঞত সকলো দিনতে বল পাম। হে বলৰ পুত্ৰ অগ্নি, আমি পুত্ৰাদিৰে সৈতে ধন লাভ কৰিম॥৬॥ হে অগ্নি, যি মানুহে আমাক অপৰাধ আৰু পাপ কৰে, সেই পাপ কৰাক অগ্নিয়ে পাপ লগাই দিয়ে। হে অগ্নি, যি আমাক এই দুয়োটা (পাপ আৰু অপৰাধ) কৰে তাক জানি লৈ তুমি মাৰি পেলোৱা॥৭॥ হে অগ্নি দেবতা, তোমাক আগৰ দিনৰ ঋষি সকলে যেতিয়া দেবতাৰ দূত কৰি হবিৰে প্ৰসাধন কৰি পথিয়াইছিল, তেতিয়া ধনৰ সংস্কাৰে তুমি গৈছিলা। হে অগ্নি দেবতা, মানুহে ভাল প্ৰজ্জ্বালক সামগ্ৰীৰে তোমাক জ্বলায় পথিয়াইছিল॥৮॥ হে বলৰ পুত্ৰ অগ্নি, তুমি পাৰ কৰা,—পাপৰ পৰা আঁতৰ কৰা। যি তোমাৰ পুত্ৰ, তাক তুমি পিতাই জানি লৈ হবি বহন কৰিছা।

হে জ্ঞানী অগ্নি, আমাক কেতিয়া চাবা ? কেতিয়া আমাক ঋতলৈ ( সৎ মাৰ্গলৈ ) পথিয়াবা ? ॥ ৯ ॥ হে অগ্নি, তোমাৰ নাম বন্দনা কৰি বহুত হবি দিয়া হৈছে। হে পিতা, বাস কৰাওঁতা অগ্নি, যদি তুমি সেই হবি সেৱন কৰিছা, দেৱতাৰ বহুত হবি বলেৰে ধাৰণ কৰি লৈ, দেৱতাক কামনা কৰি যজমানে তোমাক বৰ্দ্ধণ কৰি সুখ বিচাৰিছে ॥ ১০ ॥ হে স্বামী, অতি ডেকা অগ্নি, তুমি স্তোতাক সকলো বিপদ পাৰ কৰি দিয়া। চোৰ আৰু শত্ৰু মানুহ আমি দেখিছো। চিনি নোপোৱা যোৰ আমাৰ দ্বাৰা বৰ্জ্জিত হৈছে ॥ ১১ ॥ হে অগ্নি এই স্তোত্ৰ তোমালৈ পথিওৱা হৈছে। অথবা বাস কৰাওতা জনক এই অপৰাধ কৰা হৈছে ( এইয়া দিয়া—এনেকৈ কলে অপৰাধ হয় )। এই স্তুতিৰে বৰ্দ্ধিত কৰা অগ্নিয়ে আমাক নিন্দা কৰা বিলাকৰ হাতত এৰি নিদিবা। হিংসকৰ হাতত নিদিবা ॥ ১২ ॥

## ৪ সূক্ত—ঋ ১১।

### ঋষি আদি ৩য় সূক্তৰ দৰে।

হে ৰজা অগ্নি, ধনৰ ধনপতি তুমি, তোমাৰ যাগত মই স্তুতি কৰিছো। তুমি অনুকূল হলে অন্ন বিচৰা আমি অন্ন জয় কৰিম আৰু মানুহৰ সেনাক পৰাজয় কৰিম ॥ ১ ॥ এই হব্য বাহন কৰা অগ্নি জৰা ৰহিত আমাৰ পিতা। ব্যপ্ত দীপ্তিৰে সুদৰ্শন অগ্নি আমাৰ হওক। ভালকৈ জ্বলা গাৰ্হপত্য অগ্নিৰ পৰা আমালৈ অন্ন দিয়া। তুমি আমাৰ ফালে অন্ন দিয়া ॥ ২ ॥ মানুহৰ প্ৰজাৰ পালক, কবি, শুচি, শোধক, পিঠিত ঘিঁউ লোৱা, হোতা, সৰ্ব্বজ্ঞ অগ্নিক, ( হে ঋত্বিক সকল ) ধাৰণ কৰা। তেওঁ দেৱতাৰ মাজৰ বৰণীয় ধন বিচাৰি দিয়ে ॥ ৩ ॥ হে অগ্নি, বেদীত সমান প্ৰীতিৰ সূৰ্য্যৰ সৈতে যত্ন কৰি উষাত ওলোৱা ৰশ্মিৰে সৈতে স্তুতি সেৱন কৰা। হে জাতবেদ অগ্নি, আমাৰ সমিধ খৰি সেৱন কৰা। দেৱতাৰ হবি ভক্ষণৰ কাৰণে হবি বহন কৰা ॥ ৪ ॥ অপৰ্য্যাপ্ত দান কৰিবলৈ মন, অতিথি, ঘৰত পূজ্য ( অগ্নি ) এয়া আমাৰ যজ্ঞলৈ আহা। সকলো জানি, হে অগ্নি, শত্ৰুক খেদাই সিহঁতৰ অন্ন আমালৈ লৈ আহা ॥ ৫ ॥ হে অগ্নি, অস্ত্ৰেৰে সৈতে দস্যুক নাশ কৰা। নিজ শৰীৰৰ বল বৃদ্ধি কৰি, হে বলৰ পুত্ৰ অগ্নি, তুমি দেৱতাক তৰ্পণ কৰা, হে অতি নেতা অগ্নি তুমি যুদ্ধত আমাক ৰক্ষা কৰা ॥ ৬ ॥ হে অগ্নি, তোমাক আমি স্তোত্ৰেৰে পৰিচৰণ কৰিম,—হব্য দি পৰিচৰণ কৰিম। হে পাবক কল্যাণকৰ দীপ্তিৰ অগ্নি, আমাৰ সকলোকে বৰণীয় ধন পোৱাই দিয়া ॥ ৭ ॥ হে অগ্নি, আমাৰ যজ্ঞ সেৱন কৰা। হে বলৰ পুত্ৰ, তিনিখন সভা স্থানত থকা অগ্নি তুমি হব্য সেৱন কৰা। আমি দেৱতাৰ মাজত সুকৰ্ম্ম কৰা হম। তিনি বিধ ( কায়িক, বাচিক আৰু মানসিক ) সুখেৰে আমাক ৰক্ষা কৰা ॥ ৮ ॥ হে জাতবেদ অগ্নি, আমাক নাৱৰীয়াই নৈ পাৰ কৰা দৰে অসহনীয় দুঃখৰ পৰা পাৰ কৰা। হে অগ্নি, অত্ৰিয়ে কৰা দৰে আমাৰ স্তোত্ৰেৰে স্তুত হৈ আমাৰ শৰীৰ ৰক্ষা কৰিব লাগে বুলি জানিবা ॥ ৯ ॥ মৰ্ত্তই ( মই ) অমৰ তোমাৰ স্তুতি যুক্ত মনেৰে খুব স্তুতি কৰিছো। হে জাতবেদ অগ্নি, যশ আমাক দিয়া। হে অগ্নি, প্ৰজাৰে সৈতে আমি অমৃতত্ব পাম ( বুলি ) বাঞ্ছা কৰো ॥ ১০ ॥ হে জাতবেদ অগ্নি, তুমি যি সুকৰ্ম্মা মানুহক সুখ দিয়া, সেই মানুহে বহুত ঘোঁৰা, বীৰ পুত্ৰ, গৰুৰে সৈতে সদায় থকা ধন পাই ॥ ১১ ॥

## ৫ সূক্ত— ঋ ১১।

ঋষি—অত্ৰিৰ পুত্ৰ বসুশ্ৰুত। ছন্দ—গায়ত্ৰী। দেৱতা—১ ইধ্ম বা সমিধ যুক্ত অগ্নি; ২-নৰাশংস ; ৩ ইল ; ৪ বৰ্হি ; ৫ দেৱীদ্বাৰ ; ৬ উষা আৰু ৰাত্রি ; ৭ দেৱী দুজনা ; হোতৃ দুজন আৰু প্ৰচেতস্ দুজন ; ৮ সৰস্বতী, ইলা আৰু মহী ; ৯ ত্বষ্টা ; ১০ বনস্পতি ; ১১ স্বাহাকৃতি বিলাক। (এইটি আপ্ৰী-সূক্ত)।

( হে ঋত্বিক সকল ) সুসমিদ্ধ ( ভালকৈ খৰিৰে জ্বলোৱা ) নামৰ, দীপ্তিমান জাতবেদ অগ্নিক বহুত ঘিঁউৰে হোম কৰা ॥ ১ ॥ কাকো হিংসা নকৰা, কবি, মধুৰ হস্ত নৰাশংস নামৰ অগ্নিয়ে এই যজ্ঞ ভালকৈ সমাধা কৰক ॥ ২ ॥ হে ইলিত ( স্তুত ) অগ্নি, আমাৰ প্ৰিয় আৰু বিচিত্ৰ ইন্দ্ৰক আমাক ৰক্ষা কৰিবলৈ এই যজ্ঞলৈ লৈ আহা ॥ ৩ ॥ হে বৰ্হি ( কুশ ৰূপ অগ্নি ), উলৰ কম্বলৰ দৰে মেল খোৱা। স্তোতাই তোমাক স্তৱ কৰিছে। হে শুভ্ৰ কুশ, তুমি আমাৰ ধনদাতা হোৱা ॥ ৪ ॥ হে যজ্ঞৰ দেৱী দ্বাৰ ( দুৱাৰ ৰূপ অগ্নি ) মেল খোৱা, যাতে আমাৰ ৰক্ষণৰ কাৰণে, যজ্ঞৰ কাম পূৰণ কৰিবলৈ যজমান ভালকৈ অহা যোৱা কৰিব পাৰে ॥ ৫ ॥ হে উষা আৰু ৰাত্রি দেৱতা ( তোমা-

লোকৰ) ভাল শৰীৰেৰে, অন্নবৃদ্ধি কৰা। মহতী ঋতৰ (নিয়মৰ) মাতৃ দুজনাক স্তুতি কৰিছো॥ ৬॥ বায়ুৰ বেগেৰে যোৱা দৰে আমি স্তুতি কৰা দৈব্য হোতা দুজন (অগ্নি আৰু আদিত্য) তোমালোক মানুহৰ (আমাৰ) এই যজ্ঞলৈ আহা॥ ৭॥ সুখৰ ভাবয়িত্ৰী, অহিংসিতা, ইলা; সৰস্বতী আৰু মহী তিনিজনা দেৱী কুশত বহক॥ ৮॥ সুখকৰ ত্বষ্টা ইয়ালৈ আহা। ব্যাপ্ত তুমি আমাক পোষণ কৰিবলৈ আৰু নিজে সকলো যজ্ঞত আমাক ৰক্ষা কৰিবলৈ আহা॥ ৯॥ হে বনস্পতি (যূপ অগ্নি), তুমি যি ঠাইত দেৱতাৰ গুপ্তৰূপ আছে বুলি জানা, হব্য তালৈ লৈ যোৱা॥১০॥ অগ্নিলৈ স্বাহা, বৰুণলৈ, ইন্দ্ৰলৈ, মৰুত সকললৈ স্বাহা, সকলো দেৱতালৈ হবি অন্ন স্বাহাৰে দিছো॥ ১১॥

## ৬ সূক্ত—ঋ ১০।

### ঋষি—অত্ৰিৰ পুত্ৰ বসুশ্ৰুত। ছন্দ—পংক্তি। দেৱতা—অগ্নি।

সেই নিবাস দাতা অগ্নিক, যি ঘৰৰ দৰে আশ্ৰয়ৰ স্থান, যাৰ ওচৰলৈ গৰু বিলাক যায়, শীঘ্ৰগামী ঘোঁৰা বিলাক যায়, নিত্যে হবি অন্নবান যজমান সকল যায়, তেনেকুৱা অগ্নিক স্তুতি কৰিছো। হে অগ্নি, স্তোতাৰ কাৰণে অন্ন আহৰণ কৰা॥ ১॥ যাক ঘৰত থকা বিলাকে স্তৱ কৰে, যাৰ ওচৰলৈ গৰু বিলাক আছে, খৰকৈ যোৱা ঘোঁৰাবোৰ আছে, সুজাত মেধাবী সকল আছে, সেয়ে অগ্নি। হে অগ্নি......১ ঋকৰ দৰে॥ ২॥ এই অগ্নিয়ে মানুহক অন্নবন্ত পুত্ৰ দিয়ে। এই অগ্নিয়ে প্ৰীত হলে ধনহীনক সকলোতে ব্যাপ্ত সৰ্ব্ববৰেণ্য ধন দিবলৈ যায়। হে অগ্নি......১ ঋকৰ দৰে॥ ৩॥ হে দীপ্তিমন্ত জৰাৰহিত অগ্নি দেৱতা, তোমাক সকলো ফালে জ্বলাম। তোমাৰ সেই মহতী দীপ্তি দ্যুলোকতো জ্বলে। হে অগ্নি... ১ ঋকৰ দৰে॥ ৪॥ হে দীপ্তিমান বিলাকৰ স্বামী, আহলাদকৰ, শত্ৰুৰ বিনাশক, প্ৰজাৰ পতি, হবি বহন কৰা অগ্নি, তোমাক ঋক্ মন্ত্ৰেৰে আহুতি দিছে। হে অগ্নি......১ ঋকৰ দৰে॥ ৫॥ সেই (গাৰ্হপত্যাদি) অগ্নি বিলাকে নিজ ঠাইত সকলো বৰণীয় ধন পোষণ কৰে। তেওঁবিলাক প্ৰীত হয়, ব্যাপ্ত হয়, অন্ন ইচ্ছা কৰে, আৰু তাত অনুসক্ত হয়। হে অগ্নি......১ ঋকৰ দৰে॥ ৬॥ হে অগ্নি, তোমাৰ সেই ৰশ্মি বিলাকে মহৎ ঘোঁৰাৰ দৰে গৰুৰ জাকলৈ যায় (অৰ্থাৎ বহল জুয়ে হোম আকাংক্ষা কৰি আছে)। হে অগ্নি......১ ঋকৰ দৰে॥ ৭॥ হে অগ্নি, স্তোতা আমাক নতুন সুনিবাস আৰু সুঅন্ন দিয়া। আমি ঘৰে ঘৰে তোমাক অৰ্চনা কৰি দূত ৰূপে পাই সমৃদ্ধ হম। হে অগ্নি...... ১ ঋকৰ দৰে॥ ৮॥ হে সু—আহ্লাদকৰ অগ্নি, দুয়োখন ঘিঁউৰ হেঁতা মুখত ধৰিছা; হে বলৰ পতি, আৰু আমাৰ স্তুতিও ফলেৰে পূৰ্ণ কৰিছা। হে অগ্নি......১ ঋকৰ দৰে॥ ৯॥ এই দৰেই মানুহে ক্ৰমান্বয়ে স্তুতিৰে আৰু যজ্ঞেৰে অগ্নিৰ ওচৰলৈ যায় আৰু স্থাপন কৰে। তেনেকুৱা কৰা আমাক সুবীৰ পুত্ৰাদি আৰু ঘোঁৰাযুক্ত কৰক। হে অগ্নি......১ ঋকৰ দৰে॥ ১০॥

## ৭ সূক্ত—ঋ ১০।

### ঋষি—অত্ৰিৰ পুত্ৰ ইষ। ছন্দ—অনুষ্টুপ্; ১০ পংক্তি। দেৱতা—অগ্নি।

হে সখা ঋত্বিক সকল, তোমালোকে মানুহৰ (ভালৰ) কাৰণে, অতি বাঢ়ি যোৱা; বলৰ পুত্ৰ, বলী অগ্নিৰ উদ্দেশ্যে অৰ্চনাৰ যোগ্য স্তুতি আৰু অন্ন দান কৰা॥ ১॥ সেই অগ্নি ক'ত আছে? —যি অগ্নিক পালে আনন্দ কৰি নেতা (ঋত্বিক) সকলে যজ্ঞ ঘৰত পূজা কৰি জ্বলাই আৰু অৰণ্যত জন্তু বিলাকে জীৱন পাই? ॥ ২॥ যেতিয়া আমি অন্ন দিওঁ আমাৰ হবি অগ্নিয়ে সেৱন কৰি দীপ্তিমান অন্নৰ বলেৰে ঋতৰ (নিয়মৰ) ৰশ্মি প্ৰকাশ কৰে॥ ৩॥ যেতিয়া এই পাবক, জৰা-ৰহিত অগ্নিয়ে গছ-গছনি বিলাক পোৰে, তেতিয়া বাতি হলেও দূৰৈত থকা বস্তু দেখিব পৰা কৰে॥ ৪॥ অগ্নিক পৰিচৰ্য্যা কৰোতে যি ঘিঁউ হোমত ঢালি দিয়ে, তেতিয়া পুতেকে পিতাকৰ কোলাত উঠা দৰে জুই ওপৰলৈ উঠি যায়॥ ৫॥ মানুহে অগ্নিক বহুতৰ স্পৃহনীয়, সকলোৰে ধাৰক, অন্নৰ সোৱাদ লোৱা আৰু মানুহৰ নিবাস দাতা বুলি জানে॥ ৬॥ সেই অগ্নিয়ে পানী নোহোৱা ঠাইত কাঠ বন বিলাক খাঁহ খোৱা জন্তুৰ দৰে খাই (পোৰে)। সোণৰ দাড়িৰে, জ্বলি থকা দাঁতেৰে, বহুত বেচি হৈ খণ্ডন কৰিব নোৱাৰা বলৰ হয়॥ ৭॥ সেই অগ্নি দীপ্ত, যাৰ ওচৰলৈ মানুহে অত্ৰিৰ দৰে যায়, যি কুঠাৰৰ দৰে গছ বিলাক কাটে। সুপ্ৰসৱা মাতৃ অৰণিয়ে এই জগতৰ উপকাৰ কৰা অগ্নিক উৎপাদন কৰিলে যি এই বিলাক গ্ৰহণ কৰে॥ ৮॥ হে ঘিঁউ খোৱা অগ্নি, তুমি সকলোতে থাকা, সকলোৰে ধাৰক, তোমাত স্তোতাৰ সুখ আছে।

এই স্তোতা সকলক যশ দিয়া, অন্ন দিয়া আৰু তোমাৰ মনো দিয়া ॥ ৯ ॥ হে অগ্নি, এইদৰে কৰা স্তোত্রৰ পৰা অন্যই নকৰা স্তোত্র গোৱা ঋষিয়ে তুমি দিয়া জন্ত পালে । ইয়াৰ পাচত যি দস্যুয়ে অগ্নিক হবি নিদিয়ে সেই বিলাকৰ পৰা অন্ন জয় কৰি আনিব পাৰে আৰু বিৰোধী বিলাকক দমন কৰিব পাৰে ॥ ১০ ॥

৮ সূক্ত—ঋ ৭ ।

ঋষি—অত্ৰিৰ পুত্র ইষ । ছন্দ—জগতী ।
দেৱতা—অগ্নি ।

হে বল কৰ্ত্তা পুৰণি অগ্নি, বহুত ধন থকা, যজন কৰিব লগীয়া, বহুত অন্ন থকা, দান মনা, গৃহপতি, বৰেণ্য তোমাক ঋতায়ৱ (নিয়মেৰে যজ্ঞ কৰা) ঋষি সকলে নিজ ৰক্ষণৰ কাৰণে সম্যক জ্বলাইছিল ॥১॥ হে অগ্নি। অতিথি, পুৰণি, দীপ্তচুলি (শিখা) থকা, বৃহৎ নিচান.বহুত ৰূপী ধনদাতা, সুখ দাতা, সুৰক্ষক, আৰু শুকান গছ ধ্বংসকাৰী তোমাক যজমানে গৃহপতি ৰূপে স্থাপন কৰিলে ॥ ২ ॥ হে সুভগ অগ্নি, হোত্রকাৰক জনা, বিবেকে, অতি ৰত্ন দাতা, গুহাত থকা, সকলোৱে দেখা, ডাঙৰ শব্দ কৰা, ভালকৈ (দেৱতাক) যজন কৰা, ঘিঁউ গ্ৰহন কৰা, তোমাক মানুহৰ প্ৰজাই স্তুতি কৰিছে ॥ ৩ ॥ হে অগ্নি, সকলোৰে ধাৰণ কৰ্ত্তা তোমাক বহুত প্ৰকাৰে স্তোত্রেৰে স্তুতি কৰি নমস্কাৰ কৰি ওচৰ চাপিছো । তুমি আমাক ধন দি স্তোত্র সেৱন কৰা । সম্যক জ্বলোৱা হে অঙ্গিৰ, অগ্নি দেৱতা, তুমি যজমানৰ অন্ন ভাল শিখাৰে গ্ৰহণ কৰা ॥ ৪ ॥ হে অগ্নি, তুমি বহুত ৰূপেৰে মানুহক পুৰণিৰ দৰে অন্নধাৰণ কৰা । হে বহুতে স্তুতি কৰা অগ্নি, তুমি নিজ বলেৰে বহুত অন্নৰ স্বামী । তুমি দীপ্তিমান—তোমাক অন্যই ধৰিব নোৱাৰে ॥ ৫ ॥ হে অতি ডেকা অগ্নি, সম্যক ৰূপে ভালকৈ জ্বলোৱা তোমাক দেৱতা সকলে হবি বহন কৰা আৰু দূত কৰিলে । বহুত বেগী, ঘিঁউতে জন্ম, হোমত আহুত হোৱা অগ্নিক বুদ্ধিৰ প্ৰেৰক, দীপ্ত চক্ৰুৰূপে দেৱতা আৰু মানুহে ধাৰণ কৰিলে ॥ ৬ ॥ হে অগ্নি, ঘিঁউৰে আহুত কৰা তোমাক পুৰণি সুখ বিচৰা যজমানে ভাল সমিধ খৰীৰে জ্বলাইছিল । তুমি বাঢ়ি গৈ গছবিলাকেৰে সিক্ত হৈ, পাৰ্থিব অন্নবিলাক ব্যক্ত কৰি অৱস্থান কৰা ॥ ৭ ॥

৯ সূক্ত—ঋ ৭ ।

ঋষি—অত্ৰিৰ পুত্র গয় । ছন্দ—অনুষ্টুপ্ ; ৫-৭ পংক্তি । দেৱতা—অগ্নি ।

হে অগ্নি, তোমাক হোমকৰা দ্ৰব্য দি মানুহে স্তৱ কৰে । মই জাতবেদ অগ্নিক স্তুতি কৰিছো । তুমি সদায় হব্য বহন কৰা ॥ ১ ॥ যি অগ্নি সকলো যজ্ঞৰ লগত থাকে, যজমানৰ বহুত কীৰ্ত্তি সম্পাদন কৰা হবি যি অগ্নিয়ে পাই, সেই অগ্নি কুশ চিঙি থোৱা দাতাৰ ফল সাধক দেৱতাৰ আহ্বাতা হয় ॥২॥ আৰু মানুহৰ প্ৰজাৰ শৰীৰ পোষক, সুযজ্ঞ যি অগ্নিক দুডাল অৰণিৰে নতুন কেচুৱাৰ দৰে জন্ম দিয়ে, ॥ ৩ ॥ আৰু হে অগ্নি, তোমাক অশিক্ষিত পোৱালী ধোঁৱাৰ দৰে ধৰিবলৈ টান, তুমি পশুৱে ঘাঁহ খোৱা দৰে বহুত বন হাবি পুৰি পেলোৱা ।—॥৪॥ আৰু ধোঁৱাময় অগ্নিৰ ফিৰিঙথি বিলাক শোভিত হৈ, তিনি ঠাইত ব্যাপ্ত হৈ অন্তৰীক্ষত যেতিয়া উপবৰ্দ্ধন হয়, তেতিয়া কমাৰে ভাটিৰে জুই জলোৱা দৰে নিজক তীক্ষ্ণ কৰি তোলে ॥ ৫ ॥ হে অগ্নি, মিত্রৰ দৰে তোমাৰ ৰক্ষনেৰে আমি কৰা স্তুতিৰে মানুহৰ শত্ৰুৰ দুঃখ বিলাক দ্বেষযুক্ত শত্রু পাৰ হোৱা দৰে পৰিত্ৰাণ পাম ॥ ৬ ॥ হে অগ্নি, বলবান নেতা, আমাক তুমি সৰ্ব্বতোভাৱে ধন দিয়া । আমাৰ শত্রু নষ্ট কৰি তেওঁ আমাক পোষণ কৰক । আমাৰ অন্ন লাভৰ কাৰণে হওক । আৰু হে অগ্নি, যুদ্ধত আমাক সমৃদ্ধি দিয়া ॥ ৭ ॥

১০ সূক্ত—ঋ ৭

ঋষি—অত্ৰিৰ পুত্র গয় । ছন্দ—অনুষ্টুপ্ ; ৪/৭ পংক্তি । দেৱতা—অগ্নি ।

হে অগ্নি, অতি বলবান ধন আমালৈ আহৰণ কৰা । বাধা দিব নোৱাৰা গতিৰ তুমি আমাক সৰ্ব্বব্যাপক ধনেৰে যোজনা কৰা । অন্ন লাভ কৰিবলৈ বাট মুকলি কৰি দিয়া ॥ ১ ॥ হে অগ্নি, অদ্ভুত তুমি আমাৰ কৰ্ম্মত তুষ্ট হৈ বল দান দিয়া । অসুৰ মাৰিব পৰা বল থকা তুমি মিত্রৰ দৰে যজ্ঞ নষ্ট কৰাক ধ্বংস কৰা ॥২॥ হে অগ্নি, প্ৰসিদ্ধ স্তোতাই যেনেকৈ ধন লাভ কৰে তেনেকৈ তোমাৰ স্তৱ কৰা আমাৰ ঘৰ আৰু পুষ্টি বৰ্দ্ধন কৰা ॥ ৩ ॥ হে সকলোকে আনন্দ দিয়া অগ্নি, যি তোমাৰ স্তোত্র ভালকৈ গায় তেওঁ ধোঁৱা আৰু ধন পাই । বলবন্ত হৈ বলেৰে শত্রু নাশক হয় । সেই মানুহে আকাশতকৈও কীৰ্ত্তিমন্ত হয় । তোমাক

গয় ঋষিয়ে বোধ কৰিছে ॥ ৪ ॥ হে অগ্নি, তোমাৰ উন্নত, দীপ্তিমান শিখা বিলাক দিগন্তব্যাপী বিজুলীৰ দৰে, শব্দ কৰি যোৱা ৰথৰ দৰে, অন্ন বিচৰা মানুহৰ দৰে সকলো কালে গৈছে (যায়) ॥ ৫ ॥ হে অগ্নি, সোমকালে আমাৰ ৰক্ষণৰ কাৰণ হোৱা। দৰিদ্ৰ বাধা প্ৰত্যক ধন দিয়া। আমাৰ পুত্ৰ আদি স্তোতা সকল সকলো পিনে ধন পাবলৈ সক্ষম হওক ॥ ৬ ॥ হে অঙ্গিৰা অগ্নি, পূৰ্ব্ব কালত স্তুত হোৱা এতিয়া স্তব কৰি থকা তুমি, মহৎ অভিভব কৰা ধন আমালৈ আহৰণ কৰা। হে দেৱতাৰ আহ্বাতা অগ্নি, আমি স্তোতাক স্তব কৰিবলৈ সমৰ্থ দান কৰা আৰু যুদ্ধত আমাক সমৃদ্ধ কৰা ॥ ৭ ॥

## ১১ সূক্ত—ঋ ৬।

ঋষি—অত্ৰিৰ পুত্ৰ সুতম্ভৰ। ছন্দ—জগতী।

দেৱতা—অগ্নি।

মানুহক ৰক্ষা কৰি বাট দেখুৱাওঁতা, জাগৃত, সুদক্ষ অগ্নি নতুনকৈ মানুহৰ কল্যাণৰ অৰ্থে জন্ম হৈছে। ঘি‍ঁউৰে প্ৰজ্বালিত, মহৎ, আকাশলগ্না তেজেৰে, শুচি, ভৰণ কৰা ঋত্বিক সকলৰ কাৰণে অগ্নি দীপ্তিমান হৈ প্ৰকাশ কৰিছে ॥ ১ ॥ নেতা (ঋত্বিক), যজ্ঞৰ ধ্বজা, (যজমানৰ) সম্মুখত থকা, ইন্দ্ৰাদি দেৱতাৰ সৈতে একে ৰথতে আনি প্ৰথমে তিনিখন সভা স্থানত অগ্নিক ৰাখিলে। সুকৰ্ম্মা, দেৱতাৰ আহ্বাতা সেই অগ্নি কুশত যজ্ঞৰ কাৰণে বহিছে ॥ ২ ॥ হে অগ্নি, মাকৰ (অৰণিৰ) পৰা তুমি অবাধিত জন্ম লোৱা। সকলোৰে স্তুত্য, মেধাবী, শুচি, বিবস্বতৰ (বিশেষকৈ ঘৰত বাস কৰা) যজমানৰ পৰা তুমি উদিত হলা। তোমাক পূৰ্ব্বৰ ঋষি সকলে ঘি‍ঁউৰে বৰ্দ্ধন কৰিছিল। হে আহুতিৰে হোম কৰা অগ্নি, তোমাৰ গগণব্যাপী ধেঁাৱা তোমাৰ ধ্বজা স্বৰূপ ॥ ৩ ॥ সৰ্ব্বপুৰুষাৰ্থ সাধক অগ্নি আমাৰ যজ্ঞলৈ আহক। মানুহে ঘৰে ঘৰে অগ্নিক ভোগ কৰে। হব্য বাহক অগ্নি দেৱতাৰ দূত হ'ল। যজ্ঞক জনা অগ্নিক বিচৰা বিলাকে বৰণ কৰে ॥ ৪ ॥ হে অগ্নি, তোমাৰ কাৰণে এয়া অতি মধুৰ স্তুতি বাক্য কৰা হৈছে। এই স্তবে তোমাৰ হৃদয়ত সুখ দিয়া হওক। মহান নদীয়ে সাগৰ পূৰা কৰা দৰে এই স্তুতি বাক্যই তোমাক পূৰণ কৰিছে আৰু বল বৰ্দ্ধন কৰিছে ॥ ৫ ॥ হে অগ্নি, অঙ্গিৰস ঋষিয়ে গুহাত লুকাই থকা, গছে গছে আশ্ৰয় কৰি থকা তোমাক বিচাৰি পাইছিল। মহৎ বলেৰে মথিলে উৎপত্তি হোৱা তোমাক, হে অঙ্গিৰ, বলৰ পুত্ৰ বুলি কয় ॥ ৬ ॥

## ১২ সূক্ত—ঋ ৬।

ঋষি—অত্ৰিৰ পুত্ৰ সুতম্ভৰ। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—অগ্নি।

মহৎ, যজ্ঞীয়, ঋতৰ (পানীৰ) বৰ্দ্ধক, বলবান, কামবৰ্ষী অগ্নিক, জ্ঞান সাধক স্তুতি বাক্যেৰে তেওঁৰ ফালে মুখ কৰি, সংস্কাৰ কৰি মুখত দিয়া ঘি‍ঁউৰ দৰে, প্ৰণয়ন কৰিছো ॥ ১ ॥ হে অগ্নি, ঋতজ্ঞ (নিয়ম জনা) তুমি এই ঋত (স্তোত্ৰ) জানি লোৱা। বহুত ঋতৰ (নিয়মৰ পানীৰ) ধাৰা বোৱাই দিয়া। বলেৰে মই কৰ্ম্মনাশক কাম নোচোওঁ। দুটাৰ (অৰ্থাৎ সত্য আৰু ঋতৰ) বাহিৰে (অন্য কাম নোচোওঁ)। জ্বলি থকা, কামবৰ্ষী তোমাৰ (অগ্নিৰ) ঋতৰ (নিয়মৰ) কাম হে কৰো ॥ ২ ॥ হে অগ্নি, ঋত (পানী উৎপত্তি) কৰি কি ঋতৰে (নিয়মেৰে) আমি কৰা স্তোত্ৰৰ জ্ঞাতা হবা? নতুন স্তুতিৰে ঋতু বিলাকৰ ঋতু পালন কৰা দেৱতা অগ্নিয়ে জানিবলৈ ভজন কৰা মোৰ ধনৰ পতি অগ্নিক মই নেজানো ॥ ৩ ॥ হে অগ্নি, ৰিপুক বন্ধা সেই মানুহ কেনেকুৱা? মানুহক ৰক্ষা কৰা, দীপ্তিমন্ত, দুখীয়াক ধন দিয়া মানুহ কেনেকুৱা? যি অসত্যক প্ৰশ্ৰয় দিয়ে তেনে মানুহ কোন আছে? অসত্য বাক্যৰ ৰক্ষক কোন? ॥ ৪ ॥ হে অগ্নি, সকলোতে ব্যাপ্ত তোমাৰ এই সখা সকলে আগতে তোমাক পৰিচৰ্য্যা নকৰি সুখহীন হৈছিল। পাচত তোমাক পৰিচৰ্য্যা কৰি সুখী হল। সৎ আচৰণ কৰা আমাক কুটিল বাক্য কৈ এই মানুহ বিলাকে নিজকে হিংসা কৰিছে ॥ ৫ ॥ হে অগ্নি, যি মানুহে যজনীয় তোমাক স্তোত্ৰেৰে স্তুতি কৰে, জ্বলি থকা কামবৰ্ষী অগ্নিক ঋতৰে (নিয়মৰ স্তোত্ৰেৰে) ৰক্ষা কৰে, সেই যজমানৰ ঘৰ ডাঙৰ হয়। পৰিচৰ্য্যা কৰা মানুহৰ কৰ্ম্ম সাধক পুত্ৰ হয় ॥ ৬ ॥

## ১৩ সূক্ত—ঋ ৬।

ঋষি—অত্ৰিৰ পুত্ৰ সুতম্ভৰ। ছন্দ—গায়ত্ৰী।

দেৱতা—অগ্নি।

হে অগ্নি, পূজা কৰা তোমাক আমি আহ্বান কৰিম। অৰ্চনা কৰা আমি (স্তুতি কৰা আমি)

ৰক্ষণৰ কাৰণে সমিধেৰে জ্বলাম ॥ ১ ॥ দ্ৰব্য ধন ইচ্ছা কৰা আমি আকাশলজ্বা দেবতা অগ্নিৰ পুৰুষাৰ্থ সাধক স্তোত্ৰ আজি গাম ॥ ২ ॥ দেবতাৰ আহ্বাতা যি অগ্নি তেওঁ মানুহৰ মাজত বাস কৰে। সেই অগ্নিয়ে আমাৰ স্তুতি সেৱন কৰক। সেই অগ্নিয়ে দৈব জনক যজন কৰক ॥ ৩ ॥ হে অগ্নি, সদায় প্ৰীত হৈ থকা, বৰেণ্য, হোতা, তুমি সদায় শকত। তোমাৰ সাধনেৰে যজ্ঞ বিস্তাৰ কৰিব পাৰে ॥ ৪ ॥ হে অগ্নি, মেধাবী স্তোতাই অন্ন দিয়া তোমাক ভালকৈ স্তুতি কৰি বৰ্দ্ধন কৰে। তুমি আমাক ভাল বল দিয়া ॥ ৫ ॥ হে অগ্নি তুমি চক্ৰবলয়ৰ কাথিৰ (শলাৰ) দৰে দেবতা সকলক বেষ্টন কৰি আছা। তুমি নানা বিধ ধন স্তোতাক দিয়া ॥ ৬ ॥

## ১৪ সূক্ত—ঋ ৬

ঋষি আদি ১৩ সূক্তৰ দৰে।

(হে স্তোতা সকল) অমৰ অগ্নিক স্তোত্ৰেৰে বোধন কৰা। স্তোত্ৰেৰে প্ৰকাশমান হলে (তেওঁ) আমাৰ হব্য দেবতাক দিব ॥ ১ ॥ মানুহে অমৰ দেবতা, মানুহৰ মাজত আটাইতকৈ যজন কৰিব লগীয়া সেই অগ্নিক যজ্ঞত স্তুতি কৰে ॥ ২ ॥ বহুত স্তোতাই ঘিঁউ ওপচি যোৱা স্ৰুচেৰে সৈতে দেবতালৈ হবি বহন কৰি নিবলৈ সেই অগ্নি দেবতাক স্তুতি কৰিছে ॥ ৩ ॥ অগ্নি প্ৰাদুৰ্ভাব হৈ দস্যুক বধ কৰি নিজ জ্যোতিৰে এন্ধাৰ নাশ কৰি জ্বলি উঠে। গৰু, পানী আৰু সূৰ্য্যক অগ্নিৰ পৰাই পালে ॥ ৪ ॥ হে যজমান, স্তুতি কৰিব লগীয়া, কবি, পিঠিত (ওপৰৰ ভাগত) ঘিঁউ থকা অগ্নিক পূজা কৰা। মোৰ আহ্বান জানক আৰু শুনক ॥ ৫ ॥ (হে ঋত্বিক সকল) বিশ্বৰ দ্ৰষ্টা অগ্নিক ভালকৈ ধ্যান কৰি, স্তুতিকামী দেবতাৰে সৈতে ঘিঁউৰে আৰু স্তোত্ৰেৰ বৰ্দ্ধন কৰা ॥ ৬ ॥

## ১৫ সূক্ত—ঋ ৫।

ঋষি—অঙ্গিৰসৰ পুত্ৰ ধৰুণ। ছন্দ—ত্ৰিষ্টুভ্।

দেবতা—অগ্নি।

হবিৰে প্ৰসন্ন হোৱা, বলবান, সুখদাতা, ধনৰ পোষক, হবিৰ ধাৰক, বাস কৰাওঁতা, বিধাতা, কবি, স্তুত্য, যশস্বী, মুখ্য অগ্নিক মই স্তব কৰিছো ॥ ১ ॥ যি দ্যুলোকৰ ধাৰক যজ্ঞত নেতা অগ্নি দেবতাক মানুহৰ মাজত বহুৱাই দিয়েছি, সেইজনে যজ্ঞৰ ধাৰক ঋতৰ (নিয়মৰ) কৰ্ম্মত পৰম ব্যোমত (উত্তৰ বেদীত) অগ্নিক ঋতৰে (নিয়মৰ স্তোত্ৰেৰে) ধাৰণ কৰে ॥ ২ ॥ মুখ্য অধিক যি দুষ্প্ৰাপ্য হবি অন্ন দিয়ে, তেওঁ নিজ শৰীৰেৰে পাপৰ পৰা আঁতৰি প্ৰকাশ হয়। নতুনকৈ জন্ম হোৱা সেই অগ্নিয়ে গোট খোৱা শত্ৰুৰ পৰা ত্ৰান কৰক। কেউফালে থকা মোৰ শত্ৰুবিলাক সিংহৰ পৰা পশু আঁতৰি থকা দৰে আঁতৰি থাকক ॥ ৩ ॥ হে অগ্নি, মাকৰ দৰে চালি ধৰি প্ৰত্যেক মানুহকে তুমি পোষণ কৰা। ধাৰণ কৰিবলৈ আৰু পোষণ কৰিবলৈ তোমাক সকলোৱে প্ৰাৰ্থনা কৰে। যেতিয়া ধৰা হয় তেতিয়া সকলো অন্ন জাহ কৰি নানা ৰূপ হৈ নিজে সকলো ঠাইলৈ যোৱা ॥ ৪ ॥ হে অগ্নি দেবতা, শকত, কাম দোহন কৰা, ধনৰ ধাৰক অন্নই আজি তোমাৰ বল সম্পূৰ্ণ ৰক্ষা কৰক, যেনেকৈ চোৰে গুহাত বস্তু লুকাই ৰক্ষা কৰে। মহৎ ধনৰ কাৰণে সংমাৰ্গ প্ৰকাশ কৰি অত্ৰি ঋষিক সুখ দিয়া ॥ ৫ ॥

## ১৬ সূক্ত—ঋ ৫।

ঋষি—অত্ৰিৰ পুত্ৰ পুৰু। ছন্দ—অনুষ্টুপ্; ৫ পংক্তি

দেবতা—অগ্নি।

যজ্ঞত দীপ্তমন্ত অগ্নিক বহুত হবি অন্ন দিয়া হৈছে। (হে যজমান), দেবতা অগ্নিক তুমিও হবি অন্ন দিয়া, (যি অগ্নিক) মানুহে ভাল স্তুতিৰে মিত্ৰৰ দৰে আগত ৰাখে ॥ ১ ॥ যি অগ্নিয়ে হবি, দেবতা সকলক ওচৰ পোৱাই দিয়ে, সুদক্ষ হাতেৰে জ্যোতিযুক্ত সেই অগ্নিয়ে যজমানৰ কাৰণে দেবতাৰ আহ্বাতা হয় আৰু সূৰ্য্যৰ দৰে বাঞ্ছিত ধন মানুহক বিশেষকৈ দিয়ে ॥ ২ ॥ ধনবান, অতি তেজস্বী অগ্নিৰ আমি স্তব কৰিম আৰু তেওঁৰ সখীত্বত থাকিম। স্বামী, বহুত শব্দ কৰা অগ্নিক সকলো যজমানৰ হবি আৰু স্তোত্ৰৰে বলবান কৰা হৈছে ॥ ৩ ॥ হে অগ্নি, আৰু আমাৰ সকলোকে সুবীৰ্য্য দান কৰা হোৱা। দ্যাবাপৃথিবীত মহান সূৰ্য্যৰ দৰে সেই অগ্নিকেই জ্যোতিপূৰ্ণ কৰিছে ॥ ৪ ॥ হে অগ্নি, আমি স্তুতি কৰি থকা তুমি সোনকালে আহা। আমাক পূজনীয় ধন দিয়া।—যি আমালোকে স্তোতাই দুয়োৰে (হবি আৰু স্তোত্ৰেৰে) স্তব কৰিম। আৰু যুদ্ধত আমাৰ সমৃদ্ধিৰ কাৰণে হবা ॥ ৫ ॥

১৭ সূক্ত—ঋ ৫ ।
ঋষি আদি ১৬ সূক্তৰ দৰে ।

হে দেৱতা অগ্নি, মানুহে এইদৰে নিজ তেজেৰে বৃদ্ধি হোৱা অগ্নিক ৰক্ষণৰ কাৰণে যজ্ঞেৰে (স্তোত্রেৰে) আহ্বান কৰিছে । পুৰুৱে (স্তোতাই) কৰা ভাল যজ্ঞত অগ্নিক ৰক্ষণৰ কাৰণে স্তুতি কৰিছে ॥১॥ হে বিশিষ্ট ধৰ্ম্মী স্তোতা, অতি যশস্বী স্তোত্রেৰে এওঁ অগ্নিক মুখেৰে (গাই) স্তুতি কৰা । তেওঁ দুঃখহীন, বিচিত্র জ্যোতিৰ দ্যুত। আৰু পৰম স্থানত থকা ॥২॥ যি অগ্নিক জগৎ ৰক্ষক স্তুতিৰ বলেৰে ৰক্ষা হয়, যি অগ্নিৰ প্ৰভাবে সূৰ্য্যৰ দৰে বৃহৎ দীপ্তি প্ৰকাশ কৰে, সেই অগ্নিৰ তেজৰ প্ৰভাবেৰে আদিত্য ৰশ্মিবান হয় ॥৩॥ সুবুদ্ধিৰ ঋত্বিক সকলে এই দৰ্শনীয় অগ্নিক যজ্ঞাদি কৰ্ম্ম কৰি ধনেৰে ৰথ ভৰাই লয় । যজ্ঞলৈ আহ্বান কৰিবলগীয়া সেই অগ্নি উৎপন্ন হৈয়েই সকলো প্ৰজাৰ মাজত প্ৰশংসনীয় হয় ॥৪॥ হে অগ্নি, আমাক পূজ্য ধন সোনকালে দিয়া । স্তোতা সকলে মুখেৰে স্তৱ গাই ধন পাই । হে বলৰ পুত্র অগ্নি, বিচাৰি থকা মোক অন্ন দিয়া,—ৰক্ষা কৰা । সুখৰ কাৰণে তোমাক বিচাৰিছো । আৰু যুদ্ধত আমাৰ সমৃদ্ধিৰ কাৰণে হবা ॥৫॥

১৮ সূক্ত—ঋ ৫ ।
ঋষি—অত্রিৰ পুত্র দ্বিত মৃক্তবাহা । ছন্দ—অনুষ্টুপ্; ৫ পংক্তি । দেৱতা অগ্নি ।

বহুতৰ প্ৰিয়, অতিথি অগ্নিক ৰাতিপুৱা প্ৰজাই স্তৱ কৰে । অমৰ অগ্নিয়ে মানুহৰ মাজত থকা সকলো হবি অন্ন কামনা কৰে ॥১॥ হে অগ্নি, দ্বিত মৃক্তবাহা (শুদ্ধ ঘি'উ কঢ়িওৱা দ্বিত) ঋষিক নিজৰ বল দান কৰা । হে অমৰ অগ্নি, যি কাৰণে সেই মৃক্তবাহাই সদায় আসক্ত সোম তোমাৰ কাৰণে ধাৰণ কৰিছে আৰু স্তোতাও হৈছে (সেই বাবে বল দান কৰা) ॥২॥ হে দীৰ্ঘায়ু কৰা দীপ্তিৰ অগ্নি, আমি তোমাক ধনীয়ে কৰা স্তোত্রেৰে আহ্বান কৰিছো । হে ঘোঁৰা দিওঁতা, যাৰ (ধনীৰ) যুদ্ধত শত্রুৰ পৰা বিষ্ট নোহোৱা হওক ॥৩॥ যি ঋত্বিকে নানা বিধ যজ্ঞৰ বিষয় কৰ্ম্ম কৰে, যি মুখেৰে স্তোত্র ৰক্ষা কৰে (গায়), তেওঁ-বিলাকে মেলি থোৱা কুশৰ ওপৰত হবি আদি অন্ন ধাৰণ কৰি অগ্নিক দিয়ে ॥৪॥ যি ধনী দাতাই মোক স্তুতি কৰি পঞ্চাশ টা ঘোঁৰা দিলে, হে অমৰ অগ্নি সেই ধনী মানুহক দীপ্তিমান, মহৎ, ডাঙৰ পৰিচাৰক যুক্ত অন্ন দিয়া ॥৫॥

১৯ সূক্ত—ঋ ৫ ।
ঋষি—অত্রিৰ পুত্র বব্রি । ছন্দ—১।২ গায়ত্রী; ৩৪ অনুষ্টুপ্; ৫ বিৰাটৰূপা । দেৱতা অগ্নি ।

বব্রি ঋষিৰ অৱস্থা উত্তৰোত্তৰ বেয়ালৈ গৈছে । সেই বব্রিৰ অৱস্থা সেই অগ্নিয়ে জানে, যি অগ্নিয়ে মাকৰ (পৃথিবীৰ) কোলাত থকা পদাৰ্থ বিলাক দেখে (জানে) ॥১॥ হে অগ্নি, যি তোমাৰ প্ৰভাৱ জানি চকুৰ টিপ নমৰাকৈ যজ্ঞৰ কাৰণে তোমাক আহ্বান কৰে আৰু স্তোত্রেৰে বল ৰক্ষা কৰে তেওঁ দৃঢ় পুৰীত বাস কৰে ॥২॥ জীয়াই থকা মানুহ (ঋত্বিক) সকলে দিপ্তিত অলঙ্কাৰ পিন্ধি অন্নকামী হৈ বৃহৎ স্তোত্রেৰে মধুৰ স্তুতি কৰি অন্তৰীক্ষত হোৱা দীপ্তিমন্ত বিদ্যুৎ অগ্নিৰ বল বৰ্দ্ধন কৰে ॥৩॥ দ্যাবাপৃথিবীৰ সহায় অগ্নিযে গাখীৰৰ দৰে কাম্য দোষ নোহোৱা আমাৰ প্ৰিয় স্তোত্র শুনক । সেই অগ্নিৰ হব্যৰে আৰু অন্নৰে পৰিপূৰ্ণ পেট । শত্রুৰ দ্বাৰা অজেয় (কিন্তু) শত্রুৰ হিংসক আৰু নিত্য ॥৪॥ হে ৰশ্মিবান অগ্নি, খেমালী কৰি, ভস্মৰে সৈতে, বায়ুৰে (খেলি দিয়াত) সমাক জানি আমাৰ ফালে মুখ কৰা । হবি বহন কৰা শিখাৰে, সুতীক্ষ্ণ, শত্রুধৰ্ষন কৰা শিখা এই যজমানৰ (মোৰ) কাৰণে তীক্ষ্ণ নহওক ॥৫॥

২০ সূক্ত—ঋ ৪ ।
ঋষি- অত্রিৰ পুত্র পয়স্বন্ত ছন্দ- ১–৩ অনুষ্টুপ্; ৪ পংক্তি । দেৱতা—অগ্নি ।

হে অতি অন্নদাতা অগ্নি, তুমি যি ধন মনোনীত কৰা, শুনিবলগীয়া স্তুতিৰে যুক্ত আমাৰ দিয়া সেই হবি অনুৰূপ ধন তুমি দেৱতা সকলৰ ওচৰ পোৱাই দিয়া ॥১॥ হে অগ্নি যি মানুহ ধনেৰে সমৃদ্ধ হৈ তোমাক হবি নিদিয়ে তেওঁ বেচি অন্নহীন হয় । যি দেৱতাৰ কৰ্ম্মৰ বাহিৰে অন্য কৰ্ম্ম কৰে তেওঁ অসুৰৰ দ্বেষ (হিংসা) নিজে পাই ॥২॥ হে অগ্নি (মই) পৰস্বন্তই বল সাধক তুমি হোতাক বিচাৰিছো । মুখ্য তোমাক স্তুতি বাক্যেৰে স্তৱ কৰিছো ॥৩॥ হে বলবান অগ্নি, দিনে দিনে যাতে তোমাৰ ৰক্ষণ পাওঁ তেনে কৰা । হে সুৰ্কৰ্ম্মা অগ্নি, ধনৰ কাৰণে, ঋতৰ (নিয়মিত যজ্ঞৰ) কাৰণে যাতে আমি হওঁ, তেনে কৰা । গৰুৰে সৈতে, সুবীৰ পুত্রৰে সৈতে

যাতে আমি আনন্দ কৰিব পাৰো, তেনে কৰা ॥৭॥

## ২১ সূক্ত—ঋক্ ৪।

ঋষি—অত্ৰিৰ পুত্ৰ সস। ছন্দ—অনুষ্টুপ্; ৪-পংক্তি। দেৱতা—অগ্নি।

হে অগ্নি, তোমাক মনুৰ দৰে ধাৰণ কৰিছো,—মনুৰ দৰে জ্বলাইছো। হে অঙ্গিৰ অগ্নি, দেৱতাক বিচৰা যজমানলৈ মানুহৰ কাৰণে দেৱতাক যজন কৰা ॥১॥ হে অগ্নি, তুমি মনুষ্য লোকত সুপ্ৰীত হৈ জ্বলিছা। হে সুজন্মৰ অগ্নি, সম্পূৰ্ণ খিঁউৰে ক্ৰুচ্ তোমাৰ ফালে গৈ সদায় পাইছেগৈ ॥২॥ হে অগ্নি, সকলো দেৱতাই একেলগে প্ৰীত হৈ তোমাক দূত কৰিছে। হে কবি. অগ্নি দেৱতা, (সেইবাবে) তোমাক পৰিচৰণ কৰি (যজমান সকলে) যজ্ঞত দেৱতা আহ্বান কৰিবলে বিচাৰিছে ॥৩॥ মানুহে দেৱতা অগ্নিক দেৱতাক যজন কৰিবলৈ স্তুতি কৰিব লাগে। হে দীপ্যমান অগ্নি, হৱিৰে বেচিকৈ জ্বলোৱা তুমি বেচিকৈ দীপ্যমান হোৱা। ঋতৰ (সত্যৰ) ঋষি সসৰ (মোৰ) স্বৰ্গলাভ কৰা যজ্ঞস্থলত বহা। —যজ্ঞস্থলত বহা ॥৪॥

## ২২ সূক্ত—ঋক্ ৪।

ঋষি—অত্ৰিৰ পুত্ৰ বিশ্বসামা। ছন্দ—অনুষ্টুপ্; ৪ পংক্তি। দেৱতা—অগ্নি।

হে বিশ্বসামা ঋষি, অত্ৰিৰ দৰে তুমি শোধক দীপ্তিৰ অগ্নিক স্তুতি কৰা, যি অগ্নিক যজ্ঞত স্তুতি কৰিব লাগে। (তেওঁ) দেৱতাৰ আহ্বাতা, মানুহৰ অতি স্তুত্য ॥১॥ হে যজমান সকল, ঋত্বিক জাতবেদ অগ্নিক ধাৰণ কৰা। দেৱতাক পাব পৰা যজ্ঞৰ হৱি আজি যেন অনবৰত দেৱতাৰ ওচৰলৈ যায় ॥২॥ হে অগ্নি, সকলোৰে মন জনা তুমি ৰক্ষা কৰিবা বুলি মানুহ তোমাৰ ওচৰলৈ যায়। বৰণীয় তোমাক ৰক্ষণৰ কাৰণে আমি স্তৱ কৰিছো ॥৩॥ হে বলৰ পুত্ৰ অগ্নি, তুমি আমাৰ এই স্তুতি বচন জানিবা। হে ধুনীয়া মুখৰ, গৃহৰ পতি অগ্নি, তোমাক অত্ৰিৰ পুত্ৰ সকলে স্তোত্ৰেৰে বৰ্দ্ধন কৰি অলঙ্কৃত কৰিছে ॥৪॥

## ২৩ সূক্ত—ঋক্ ৪।

ঋষি—অত্ৰিৰ পুত্ৰ দ্যুম্ন। ছন্দ—অনুষ্টুপ্; ৪—পংক্তি। দেৱতা—অগ্নি।

হে অগ্নি, ক্ষমতাৰে শত্ৰুক পৰাভৱ কৰিব পৰা, এটি পুত্ৰ মই দ্যুম্ন ঋষিৰ কাৰণে আহৰণ কৰা, যি মুখেৰে স্তোত্ৰ গাই যুদ্ধত সম্মুখত পোৱা সকলো শত্ৰু পৰাভৱ কৰিব পাৰে ॥১॥ হে বলবান অগ্নি, সেনা পৰাভৱ কৰিব পৰা এটি পুত্ৰ দিয়া। তুমি সত্য, অদ্ভুত, গৰু যুক্ত আৰু অন্নৰ দাতা ॥২॥ হে অগ্নি, একেলগে প্ৰীত হোৱা কুশ আহৰণ কৰা সকলো মানুহে যজ্ঞ ঘৰত, দেৱতাৰ আহ্বাতা প্ৰিয় তোমাক, বহুত পূজনীয় ধন বিচাৰে ॥৩॥ হে অগ্নি, সেই লোক প্ৰসিদ্ধ ঋষিয়ে শত্ৰুৰ হিংসক বল ধাৰণ কৰক। হে জ্বলি থকা অগ্নি, তুমি আমাৰ এই ঘৰত ধন যাতে হয় তেনেকৈ পোহৰ কৰা। হে পাবক অগ্নি, যশ যুক্ত কৰি পোহৰ কৰা ॥৪॥

## ২৪ সূক্ত—ঋক্ ৪।

ঋষি—গৌপায়না বা লৌপায়না; বা বন্ধু, সুবন্ধু, শ্ৰুতবন্ধু (সম্ভৱতঃ সকলো আত্ৰিৰ পুত্ৰেক)। ছন্দ—দ্বিপদা বিৰাট্। দেৱতা অগ্নি।

হে অগ্নি বৰণীয় তুমি আমাৰ অতি ওচৰ হোৱা আৰু ত্ৰাতা আৰু সুখকৰ হোৱা ॥ হে বাস কৰাওঁতা অগ্নি, বহুত অন্ন থকা তুমি আমাৰ ওচৰ পোৱাহি। অতি দীপ্তিমন্ত ধন আমাক দিয়া ॥১-২॥ হে অগ্নি, তুমি আমাক বুজি লোৱা, আমাৰ আহ্বান শুনা। পাপ ইচ্ছা কৰা সকলো মানুহৰ পৰা আমাক ৰক্ষা কৰা ॥ হে বেচিকৈ জ্বলা, নিজ জ্যোতিৰে দীপ্ত অগ্নি, আমি সুখ আৰু পুত্ৰৰ কাৰণে নিশ্চয়কৈ তোমাক প্ৰাৰ্থনা কৰিছো ॥৩-৪॥

## ২৫ সূক্ত—ঋক্ ৯।

ঋষি—আত্ৰিৰ পুত্ৰ বসুয়ৱ সকল। ছন্দ—অনুষ্টুভ্। দেৱতা—অগ্নি।

হে বসুয়ৱ ঋষি সকল, তোমালোকে ৰক্ষণৰ কাৰণে দেৱতা অগ্নিক স্তৱ কৰা। যজমানৰ ঘৰত বাস কৰা অগ্নিয়ে আমাৰ কামনা পূৰণ কৰক। ঋষি সকলৰ দ্বাৰা উৎপাদিত, ঋতবান (নিয়মত জ্বলা) সেই অগ্নিয়ে শত্ৰুৰ পৰা পাৰ কৰক ॥১॥ পুৰণি কালৰ ঋষি সকলে দেৱতাৰ আহ্বাতা, জিভাৰ সোৱাদ লগোৱা, সুদীপ্তিযুক্ত, পোহৰ ধন যাৰ, সেই অগ্নিক জ্বলাইছিল। দেৱতা সকলেও যি অগ্নিক জ্বলাইছিল, সেই অগ্নি সত্য ॥২॥ ভাল স্তুতিৰে যজমানে স্তৱ কৰা হে পূজনীয় অগ্নি, আমাৰ অতি ভাল আৰু শ্ৰেষ্ঠ পৰিচৰণ কৰ্মত, যজ্ঞেৰে সন্তোষিত

হৈ আমাক ধন দিয়া ॥৩॥ যি অগ্নি দেৱতাৰ মাজত বিৰাজ কৰে, যি অগ্নি মানুহৰ মাজত সোমাল, যি অগ্নি আমাৰ কাৰণে দেৱতালৈ হবি বহন কৰা হ'ল (হে যজমান সকল) সেই অগ্নিক স্তুতিৰে পূজা কৰা ॥৪॥ আগ্নয়ে হবি দাতাক, অতি অন্নবান বহুত স্তোত্র যুক্ত, উত্তম, শত্রুৱে হিংসা কৰিব নোৱাৰা, পিতৃৰ নাম ৰখা পুত্র দিয়ক ॥৫॥ যি পুত্রই নিজ পৰিজনেৰে সৈতে শত্রু পৰাজয় কৰিব পাৰে আৰু সংলোকৰ পালক (তেনেকুৱা পুত্র) অগ্নিয়ে দিয়ক। খৰকৈ যোৱা, শত্রুক জয় কৰা, আন্দ পৰাজয় কৰিব নোৱাৰা ঘোঁৰা আমাক অগ্নিয়ে দিয়ক ॥৬॥ এটাইতকৈ মধুৰ ভাবৰ স্তোত্র অগ্নিৰ। হে পোহৰ কৰা অগ্নি, আমাক বহুত ধন দিয়া, কাৰণ তোমাৰ মহৎ ধন ওলাই, —মহৎ অন্নও ওলাই ॥৭॥ হে অগ্নি, তোমাৰ ৰশ্মিবিলাক অতি উজ্জ্বল। বৃহৎ তোমাক সোম চেপা শিলৰ দৰে স্তব কৰে আৰু নিজে নিজে তোমাৰ শব্দ স্বৰ্গত মেঘৰ গৰ্জ্জন যেন শুনি ॥৮॥ আমি বসূয়ব সকলে আমাৰ বল বুলি জানি আমি অগ্নিকেই স্তুতি কৰিম। সুকৰ্ম্মা সেই অগ্নিয়ে আমাক সকলো শত্রুৰ পৰা নদী পাৰ কৰা দৰে পাৰ কৰক ॥৯॥

## ২৬ সূক্ত—ঋ ৯।

ঋষি—অত্রিৰ পুত্র বসূয়ব সকল। ছন্দ—গায়ত্রী। দেৱতা—অগ্নি।

হে অগ্নি দেৱতা, শোধক দীপ্তিৰে, দেৱতাক আনন্দ দিয়া জিভাৰে (শিখাৰে) দেৱতা সকলক আনা আৰু যজন কৰা ॥১॥ হে ঘিঁউৰ প্রেৰক অগ্নি নানাবিধ ৰশ্মিৰ, সকলোৰে দ্রষ্টা তোমাক বিচাৰিছো। হবি ভক্ষণৰ কাৰণে দেৱতা সকলক লৈ আহা ॥২॥ হে কবি, বীতিহোত্র (হব্যভোজী), দীপ্তিমন্ত, মহান অগ্নি তোমাক যজ্ঞত থাৰ দি জ্বলাম ॥৩॥ হে অগ্নি, সকলো দেৱতাৰে সৈতে হবিদাতা যজমানৰ কাৰণে আহা। দেৱতাৰ আহ্বাতা তোমাক প্রাৰ্থনা কৰিছো ॥৪॥ হে অগ্নি, সোম চেপা যজমানক ভাল বল দিয়া। দেৱতা সকলৰে সৈতে যজ্ঞৰ কুশত বহা ॥৫॥ হে সহস্র জয় কৰা, অগ্নি, (হবিৰে) জ্বলাই থকা, (আমি) স্তব কৰি থকা তুমি দেৱতাৰ দূত হৈ আমাৰ ধৰ্ম্ম কৰ্ম্ম বিলাক পোষণ কৰা ॥৬॥ (হে যজমান সকল) তোমালোকে, জাতবেদ, হোম বহন কৰা, অতি ডেকা দেৱতা, ঋত্বিক অগ্নিক ধাৰণ কৰা ॥৭॥ আজি স্তোতাই ব্যাপ্ত কৰা যজ্ঞ কৰা হবি নিৰন্তৰ দেৱতা সকলৰ ওচৰলৈ যাওক। হে ঋত্বিক সকল, দেৱতা সকল বহিবলৈ কুশ মেলি দিয়া ॥৮॥ মৰুতসকল, অশ্বিনীযুজন, মিত্র, বৰুণ আদি সকলো দেৱতা সপৰিবাৰে কুশত বহক ॥৯॥

## ২৭ সূক্ত—ঋ ৬।

ঋষি—ত্রিবৃষ্ণৰ পুত্র ত্র্যৰুণ, পুৰুকুৎসৰ পুত্র ত্রসদস্যু আৰু ভৰতৰ পুত্র অশ্বমেধ বা অত্রিঋষি। ছন্দ—ত্রিষ্টুভ্; ৪-৬ অনুষ্টুপ্। দেৱতা- অগ্নি; ৬ ইন্দ্র আৰু অগ্নি। (দান স্তুতি)

হে বৈশ্বানৰ অগ্নি, সংলোকৰ পালক, জ্ঞানবান, আৰু ধনবান ত্রিবৃষ্ণৰ পুত্র ত্র্যৰুণ ৰাজৰ্ষিয়ে গাড়ীৰে সৈতে বলদগৰু দুট আৰু দহ হেজাৰ সোণ মোক দিলে। (এই দান) সকলোৱে জানে ॥১॥ হে বৈশ্বানৰ, আমি স্তুতি কৰি থকা বৰ্দ্ধমান অগ্নি, যি ত্র্যৰুণে এশ সোণ, একুৰি গাইগৰু, ভাল ধুৰাৰ দুটা ঘোঁৰাৰে সৈতে ৰথ মোক দিলে সেই ত্র্যৰুণক সুখ দিয়া ॥২॥ হে অগ্নি, যেনেকৈ বহুত পুত্রাদি যুক্ত ত্র্যৰুণে মোৰ স্তব শুনি মোক দান দিবলৈ উৎকণ্ঠিত হৈছিল, সেইদৰে ত্রসদস্যুয়েও তোমাক নতুন স্তব কৰিবলৈ ইচ্ছাকৰি (মোক কৈ) মোক দান দিবলৈ উৎকণ্ঠিত ভাব প্রকাশ কৰিছিল ॥৩॥ যি ধন-দাতা অশ্বমেধৰ (ৰজাৰ) ওচৰত কোনোৱে 'মোক ধন দিয়া' এই বুলি কয়, আৰু অগ্নিৰ স্তোত্র কৰি যায়, আৰু তেওঁ (অশ্বমেধ ৰজাই) ধন দিয়ে, আৰু যজ্ঞ কৰিবলৈ ইচ্ছা কৰে, (হে অগ্নি) তুমি তেওঁক যজ্ঞ বিষয়ে বুদ্ধি দান কৰা ॥৪॥ যি অশ্বমেধ (ৰজাই) কামনা পূৰক এশ বলদ গৰু দি মোক হৰ্ষান্বিত কৰে, হে অগ্নি, তেওঁ তিনিবিধ (দৈ, গাখীৰ আৰু পিথাগুৰি) মিহলোৱা সোমৰ দৰে তোমাৰ প্রীতিদায়ক হওক ॥৫॥ হে ইন্দ্র আৰু অগ্নি, শতদান কৰা অশ্বমেধ ৰজাক অন্তৰীক্ষৰ সূৰ্য্যৰ দৰে অজৰ সুবীৰ্য্য ধন দিয়া ॥৬॥

## ২৮ সূক্ত—ঋ ৬।

ঋষি—অত্রিৰ কন্যা বিশ্ববাৰা। ছন্দ—১/৩ ত্রিষ্টুভ্; ২ জগতী; ৪ অনুষ্টুপ্; ৫/৬ গায়ত্রী। দেৱতা—অগ্নি।

দীপ্ত কৰা অগ্নি অন্তৰীক্ষত জ্বলি জ্যোতি আশ্রয় কৰিছে। ঊষাৰ ফালে মুখ কৰি বহলকৈ প্রকাশ কৰিছে। বিশ্ববাৰা ঋষিকন্যা (ব্রহ্মবাদী) পূব মুখ হৈ দেৱতাৰ স্তোত্র কৰি হবিৰ পাত্র লৈ অগ্নিৰ ফালে গৈছে ॥১॥

হে অগ্নি, জ্বলোৱা হলেই তুমি অমৃতৰ ওপৰত আধিপত্য কৰা। তুমি হবি আদি দাতা যজমানক তেওঁৰ মঙ্গলৰ কাৰণে সেৱন কৰা (ওচৰত থাকা)। তুমি যি যজমানৰ ওচৰত থাকা তেওঁ সকলো ধন-দ্ৰব্য লাভ কৰে আৰু অগ্নি অতিথি (তোমাৰ) সংকাৰৰ কাৰণে হব্য দান কৰে ॥২॥ হে অগ্নি, আমাৰ মহৎ সৌভাগ্যৰ কাৰণে শত্ৰুক জয় কৰা আৰু তোমাৰ তেজ উৎকৃষ্টতম হওক। তুমি দাম্পত্য সম্বন্ধ শৃঙ্খলাবদ্ধ কৰা (আৰু) শত্ৰুতা কৰা লোকক বেচিকৈ আক্ৰমণ কৰা ॥৩॥ হে অগ্নি, বৃদ্ধি হোৱা, প্ৰকৃত জ্যোতি যুক্ত তোমাৰ কান্তি বন্দনা কৰো। হে কাম-বৰ্ষী অগ্নি, তুমি ধনবান, যজ্ঞত সম্যক দীপ্তিমান হোৱা ॥৪॥ যজমানে কেউফালে হোম কৰা, সুযজ্ঞ হে অগ্নি, ভালকৈ দীপ্ত হৈ তুমি দেৱতা সকলক যজন কৰা—যি কাৰণে তুমি হব্যবাহন হৈছা ॥৫॥ (হে ঋত্বিক সকল) আমাৰ যাগ প্ৰবৃত্ত হলে হব্যবাহন অগ্নিক কেউফালে হোম কৰা, পৰিচৰণ কৰা আৰু ভজন কৰা ॥৬॥

## ২৯ সূক্ত—ঋ ১৫।

ঋষি—শাক্তৰ পুত্ৰ গৌৰিবীতি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ, ৯ প্ৰথম পাদ—ইন্দ্ৰ বা উশনা। (শক্তি বশিষ্ঠ ঋষিৰ পুত্ৰ। গতিকে এই সূক্ত ৭ম মণ্ডলত থাকিব লাগিছিল। কিয় ইয়াত হল তাৰ কোনো কাৰণ পোৱা নাই)।

মনুৰ যজ্ঞত তিনি অৰ্যমা (তেজ) দীপ্যমান অন্ত-ৰীক্ষত উদ্ভৱ হয়। সেই (বায়ু, অগ্নি আৰু সূৰ্য্যাত্মক) জ্যোতিৰ শুদ্ধবলৰ মৰুত সকলে হে ইন্দ্ৰ, তোমাক স্তুতি কৰে। হে বীৰ ইন্দ্ৰ, তুমি এই মৰুত সকলৰ দ্ৰষ্টা ঋষি ॥১॥ যেতিয়া মৰুত সকলে অভিযুত সোম পান কৰি তৃপ্ত হৈ ইন্দ্ৰক স্তুতি কৰিলে তেতিয়া ইন্দ্ৰই বজ্ৰ ধাৰণ কৰি বৃত্ৰ অসুৰক বধ কৰি মহৎ পানী (বন্ধ কৰি থোৱা) মোচন কৰিলে ॥২॥ হে বৃহৎ মৰুত সকল, যেতিয়া তোমালোকে আৰু ইন্দ্ৰই, ভালকৈ চেপা আমাৰ এই সোম পান কৰিলা, তেতিয়া তোমালোকে পান কৰা হব্যৰ কাৰণে যজমানে গৰু লাভ কৰিলে। এই সোম পান কৰি ইন্দ্ৰই বৃত্ৰক বধ কৰিছিল ॥৩॥ ইন্দ্ৰই (সোম পান কৰি) তাৰ পাচত দ্যাবাপৃথিৱী একে-বাৰেই নচলাকৈ ৰখাই দিলে। দৃঢ় মনেৰে গৈ ইন্দ্ৰই মৃগৰ দৰে পলোৱা বৃত্ৰক ভয় লগাই দিলে। ঢাকি লুকাই থকা ভয়ত কোঁচ কোঁচাই থকা দনুৰ পুতেক বৃত্ৰক ঢাকনি গুচাই ইন্দ্ৰই খেদি মাৰিলে ॥৪॥ আৰু হে ধনবান ইন্দ্ৰ, তোমাৰ কৰ্ম্মৰ কাৰণে সকলো দেৱতাই অনুক্ৰমে (ইন্দ্ৰৰ পাচত সিজনে) সোম পান কৰিবলৈ দিলে। তুমি আগত আহি চলি থকা সূৰ্য্যৰ ঘোঁৰা মন্দ গতিৰ এতশ ঋষিৰ কাৰণে ৰখাই দিছিলা ॥৫॥ যেতিয়া ধনবান ইন্দ্ৰই এই শম্বৰ অসুৰৰ নিৰান্নবৈধন পুৰ (নগৰ) একেলগে বজ্ৰৰে বিধ্বস্ত কৰিলে তেতিয়া মৰুত সকলে যুদ্ধ ক্ষেত্ৰত ইন্দ্ৰক ত্ৰিষ্টুভ্ ছন্দেৰে স্তৱ কৰিলে (মন্ত্ৰেৰে দীপ্ত হৈ) ইন্দ্ৰই শম্বৰ অসুৰক প্ৰীড়ন কৰিলে ॥৬॥ ইন্দ্ৰৰ মিত্ৰ অগ্নিয় তিনিশ মহ সখা ইন্দ্ৰৰ কাৰণে তৎক্ষণাৎ পাক কৰিলে। ইন্দ্ৰই মানুহৰ তিনি পুখুৰী (কলহ) চেপা সোম একেলগে বৃত্ৰ বধ কৰিবলৈ পান কৰিলে ॥৭॥ হে ইন্দ্ৰ, তুমি যেতিয়া তিনিশ মহৰ মাংস খালা, তিনি পুখুৰী (কলহ) সোম পান কৰিলা (আৰু) বৃত্ৰক বধ কৰিলা, তেতিয়া সকলো দেৱতাই ভৰা (পেট ভৰপূৰ) ইন্দ্ৰক কৰ্ম্মকৰা মানুহৰ (চাকৰ, ভৃত্য) দৰে চিঞৰি মাতিলে ॥৮॥ যেতিয়া, হে ইন্দ্ৰ, তুমি আৰু উশনাই অভিভৱ কৰিব পৰা চলি গৈ থকা ঘোঁৰাবে কুৎসৰ ঘৰলৈ গলা, তুমি সেই সময়ত শত্ৰুক মাৰি কুৎস আৰু দেৱতা সকলেৰে সৈতে একে ৰথতে গলা। আৰু তুমিয়েই শুষ্ণ অসুৰক মাৰিলা ॥৯॥ হে ইন্দ্ৰ, সূৰ্য্যৰ ৰথৰ এটা চক্ৰ তুমি এৰুৱাই দিলা। ইটো চক্ৰ কুৎসক ধন আনিবলৈ যাবলৈ দিলা। মাত নাইকিয়া দস্যুক অস্ত্ৰেৰে বধ কৰিলা। সংগ্ৰামত বেয়া বাক্যৰ মানুহক কাটি পেলালা ॥১০॥ হে ইন্দ্ৰ, গৌৰিবীতিৰ (মোৰ) স্তোত্ৰই তোমাক বৰ্দ্ধন কৰক। বিদথিনৰ পুত্ৰৰ কাৰণে পিপ্ৰু অসুৰক বশ কৰিলা। তোমাৰ সখীত্বত থকা ঋজিশ্ব ঋষিয়ে পিথা আদি পাক কৰি তোমাৰ ফালে দিলে। তুমি এই ঋজিশ্ব ঋষিয়ে দিয়া সোম পান কৰিলা ॥১১। সোম অভিযুত কৰা নৱগ্ব আৰু দশগ্ব, (অঙ্গিৰস) সকলে ইন্দ্ৰক অৰ্চণীয় স্তোত্ৰেৰে অৰ্চনা কৰিছিল। স্তৱ কৰা নেতা (অঙ্গিৰস) সকলে বলেৰে অসুৰে লুকাই যোৱা হলেও গৰু সকলোবোৰ খুলি আনিলে ॥১২॥ হে ধনবান ইন্দ্ৰ, তুমি যি বীৰ্য্যৰ কাম কৰিছিলা সেইবিলাক জানিও তোমাক কেনেকৈ পৰিচৰণ কৰিম? হে অতি বলবান ইন্দ্ৰ, তুমি যি নতুন বীৰ্য্যৰ কাম কৰিবা, যজ্ঞত সেইবিলাক বৰ্ণনা কৰি স্তৱ কৰিম ॥১৩॥ হে ইন্দ্ৰ, শত্ৰুৱে পৰাভৱ কৰিব নোৱাৰা জন্ম-সিদ্ধ বলেৰে তুমি বহুত এইবিলাক বিশ্বব্যাপ্ত কাম সকলো কৰিলা। হে বজ্ৰবান ইন্দ্ৰ, শত্ৰুনাশক তুমি অতি শীঘ্ৰে যে এই সকলো কাম কৰিলা, তোমাৰ সেই বলৰ নিবাৰক কোনো নাই ॥১৪॥ হে এটাইতকৈ

বলবান ইন্দ্ৰ তোমাৰ এয়া যি নতুন স্তোত্ৰ কৰিলোঁ, সেয়া তুমি সেৱন কৰা। ধীৰ, সুকৰ্ম্মা মই ধন কামনা কৰি বস্ত্ৰৰ দৰে কল্যাণকৰ স্তোত্ৰ ভাল কৈ সজা ৰথৰ দৰে সাজিলো ॥১৫॥

৩০ সূক্ত—ঋ ১৫ ।

ঋষি—অত্ৰিৰ পুত্ৰ বভ্ৰু । ছন্দ—ত্ৰিষ্টুভ্ ।

দেৱতা—ইন্দ্ৰ, ১২-১৫ ঋণচয় আৰু ইন্দ্ৰ ।

বজ্ৰবান, পুৰুহুত, দিবলগীয়া ধনেৰে সৈতে চেপা সোম ইচ্ছা কৰি ৰক্ষণেৰে সৈতে যজমানৰ ঘৰলৈ যোৱা বীৰ সেই ইন্দ্ৰ ক'ত আছে ? সুখৰ ৰথত হৰি ঘোঁৰাৰে লৈ যোৱা ইন্দ্ৰক কোনে দেখিছে ? ॥ ১ ॥ এই লুকাই থকা ইন্দ্ৰৰ ডাঙৰ স্থান মই দেখিলো । নিজক স্থাপন কৰিবলৈ ইচ্ছা কৰি মই ইন্দ্ৰৰ পদ বিচাৰিলো। আৰু অন্য জনা সকলক শুধিলো । তেওঁবিলাকে ইন্দ্ৰৰ কথা মোক কলে, —আমি, 'জনা মানুহে ইন্দ্ৰক পাই' ( বুলি আশা কৰো ) ॥ ২ ॥ হে ইন্দ্ৰ, আজি আমি সোম অভিষুত কৰোতে, তোমাৰ যিবিলাক কাম কৰা আছে সেইবিলাক ক'ম ( স্তোত্ৰেৰে বৰ্ণনা কৰিম ) । তুমিও আমাৰ যি কৰ্ম্ম সেৱন কৰিছা, ( ইতিপূৰ্ব্বে ) নজনা সকলে সেইবিলাক জানক, আৰু জনা সকলে অন্যক শুনাওক ( প্ৰচাৰ কৰক ) । সকলো কথা জানি ইন্দ্ৰই সেনা বহন কৰি আহিছে ॥ ৩ ॥ হে ইন্দ্ৰ, জন্মমাত্ৰেই তুমি মন স্থিৰ কৰিলা ( সকলো জয় কৰিম,—এই বুলি) । অকলেই তুমি যুদ্ধত বহুত ৰাক্ষস মাৰিলা । ( গৰু আবদ্ধ কৰি থোৱা ) পৰ্ব্বতকো ভেদ কৰি খিৰতি গৰু বিলাক পালা ॥ ৪ ॥ হে ইন্দ্ৰ, যেতিয়া দূৰ উৎকৃষ্ট পৰম পদত সুশ্ৰাব্য নামৰ ঠাইত জন্ম হৈছিলা, তেতিয়াৰ পৰা দেৱতা সকলে তোমালৈ ভয় কৰিছিল । ইন্দ্ৰই দাসী ৰূপী বৃত্ৰৰ পত্নীৰ দৰে পানী বিলাকো জয় কৰিছিল ॥ ৫ ॥ এই স্তৱ কৰা মৰুত সকলে সুখেৰে হে ইন্দ্ৰ, তোমাকেই স্তৱ কৰে আৰু তোমাৰ কাৰণেই সোম অন্ন চেপি দিয়ে । ইন্দ্ৰই নিজ শক্তিৰে দেৱতাক পানী বাধা দি পানীত শুই থকা মায়াবী বৃত্ৰক অভিভৱ কৰিলে ॥ ৬ ॥ হে ধনবান ইন্দ্ৰ, আমি স্তুতি কৰি থকা তুমি দেৱতাৰ বাধক অসুৰক বজ্ৰেৰে মাৰি জন্মতে শত্ৰুৰ অনুচৰ ৰাক্ষস বিলাক মাৰিলা । হে ইন্দ্ৰ, তুমি যুদ্ধত সুখ বিচৰা মানুহৰ কাৰণে নমুচি অসুৰৰ মূৰ চুৰমাৰ কৰিলা ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি মাত মাতি মেঘৰ দৰে ওপৰত ঘূৰি থকা নমুচি দাসৰ মূৰ চূৰ্ণ কৰি মোৰ প্ৰতি বন্ধুত্ব স্থাপন কৰিলা । তেতিয়া মৰুতসকলে দ্যাবাপৃথিবী চক্ৰৰ দৰে ঘূৰাই দিলে ॥ ৮ ॥ দাস নমুচিয়ে মাইকী মানুহক অস্ত্ৰ দিলে ( যুদ্ধ কৰিবলৈ দিলে ) । অসুৰৰ স্ত্ৰী সেনাই মোক কি কৰিব ? এই বুলি অসুৰৰ ধুনীয়া দুজনী ঘৈণীয়েকক ( ইন্দ্ৰই ) ঘৰত সুমাই থলে । পাচত ইন্দ্ৰই দস্যুৰ লগত যুদ্ধ কৰিবলৈ গল ॥ ৯ ॥ যেতিয়া গাইগৰু বিলাক পোৱালীৰ পৰা আঁতৰ হৈ যেনি তেনি হেম্বেলীয়াই গল, আৰু যেতিয়া বভ্ৰু ঋষিৰ ভালকৈ চেপা সোমে ইন্দ্ৰক আনন্দ দিলে, তেতিয়া ইন্দ্ৰই তেওঁৰ সহায়কাৰী শক্তিমান মৰুত-সকলেৰে সৈতে গৰু বিলাকক পোৱালীৰ লগত লগ লগাই দিলে ॥ ১০ ॥ যেতিয়া বভ্ৰুৰ অভিষুত কৰা সোমে ইন্দ্ৰক আমোদ দিলে, তেতিয়া কামবৰ্ষী ইন্দ্ৰই যুদ্ধত ভীষণ শব্দ কৰিলে । পুৰন্দৰ ইন্দ্ৰই এই সোম পান কৰি গাখীৰতি গৰু বিলাক পুনৰ দিলে ॥ ১১ ॥ হে অগ্নি, ঋণচয় ৰজাৰ ৰুশমা গাওঁবাসী প্ৰজাই ভাল কাম কৰিলে যে চাৰি হেজাৰ গৰু মোক দিলে । নেতাৰ মাজত আত নেতা ঋণচয় ৰজাই দিয়া গোধন আমি গ্ৰহণ কৰিলো ॥ ১২ ॥ হে অগ্নি, ( ঋণচয় ৰজাৰ প্ৰজা ) ৰুশমা গাওঁৰ মানুহে সুৰূপ মোৰ ঘৰত হেজাৰকৈ গৰু পোৱাই দিলে । তাৰ পাচত ৰাতি পুৱালত মোৰ অভিষুত কৰা ৰসাল সোম পান কৰি ইন্দ্ৰই আনন্দ কৰিলে ॥ ১৩ ॥ ঋণচৰ ৰজা ৰুশমা গাওঁলৈ যেতিয়া আহিল তেতিয়া প্ৰায় ৰাতি পুৱাল । খৰকৈ যোৱা ঘোঁৰাৰ দৰে সোনকালে পঠিয়াই দিয়া বভ্ৰু ঋষিয়ে চাৰি হেজাৰ গৰু লাভ কৰিলে । ১৪ ॥ হে অগ্নি, ৰুশমা গাওঁৰ মানুহৰ চাৰি হেজাৰ গৰু আমি গ্ৰহণ কৰিলো । প্ৰবৰ্গ্যৰ ( যাগৰ ) কাৰণে তপত কৰা মহাবীৰ যি সোণৰ কলহ আছিল, তাকো ( গাখীৰ খিৰাবলৈ ) আমি বিপ্ৰই ললো ॥ ১৫ ॥

৩১ সূক্ত—ঋ ১৩ ।

ঋষি—অত্ৰিৰ পুত্ৰ অৱস্যু । ছন্দ—ত্ৰিষ্টুভ্ ।

দেৱতা—ইন্দ্ৰ ।

ধনবান ইন্দ্ৰই হব্য অন্ন ইচ্ছা কৰি যি ৰথত আছে সেই ৰথেৰেই যুদ্ধ কৰে । তেওঁ গৰখীয়াই পশুৰ পাল খেদোৱা দৰে শত্ৰু খেদাই । শত্ৰুৱে হিংসা কৰিব নোৱাৰা দেৱতাৰ মুখ্য ইন্দ্ৰই শত্ৰুৰ ধন বিচাৰি গৈছে । ১ ॥ হে হৰিৱ ইন্দ্ৰ, আমাৰ ফালে বেগাই আহা । আমালৈ বিতৃষ্ণ নহবা । হে বহুৰূপ ধন থকা ইন্দ্ৰ,

আমাক সেৱন কৰা ( আমি দিয়া হৱি সেৱন কৰা ) হে ইন্দ্ৰ তোমাতকৈ শ্ৰেয়ঃ সাধক আমাৰ কোনো নাই। পত্নী নথকা মানুহক তুমি পত্নী দিলা ।। ২ ।। যেতিয়া উষাৰ ওপৰত সূৰ্য্যৰ তেজ প্ৰাদুৰ্ভাব হয় তেতিয়া ইন্দ্ৰই সকলো ধন যজমানক দিয়ে। পৰ্ব্বতত আবদ্ধ কৰি থোৱা খিৰতি গাইগৰু উলিয়াই দিলে। ঢাকি ৰখা এন্ধাৰ জ্যোতিৰে নাশ কৰিলে ॥ ৩॥ হে পুৰুহুত ইন্দ্ৰ, তোমাৰ ৰথত ঘোঁৰা লগাব পৰা কৰিলে। মানুহে ( ত্বষ্টাই ) তোমাৰ বজ্ৰ দীপ্তিমান কৰি সাজিলে। আৰু ইন্দ্ৰক পূজা কৰি ব্ৰাহ্মণে ( অঙ্গিৰসে ) বৃত্ৰক হত্যা কৰিবলৈ স্তোত্ৰেৰে বৰ্দ্ধন কৰিলে ॥ ৪॥ হে ইন্দ্ৰ, যি সেচন সমৰ্থ মৰুত সকলে কামবৰ্ষী তোমাক স্তোত্ৰেৰে স্তুতি কৰিলে তেতিয়া টান সোমচেপা শিল বিলাক লগ লগোৱা হল। ঘোঁৰা-ৰথ নোহোৱাকৈ ইন্দ্ৰই পঠিওৱা গমণশীল মৰুতসকলে দস্যুক পৰাস্ত কৰিলে ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ পুৰণি কৰ্ম্ম বিলাকৰ বিষয় কম। নতুন বিলাক কম। হে মঘবান ইন্দ্ৰ, যি কাম কৰিলা তাক কম। হে শক্তিমান ইন্দ্ৰ, তুমি দুয়ো দ্যাবাপৃথিবী জয় কৰি বিচিত্ৰ কল্যাণ কৰ পানী বিলাক মানুহলৈ দান কৰিলা ॥ ৬॥ হে দৰ্শনীয়, মেধাবী ইন্দ্ৰ তুমি এই লোকত বৃত্ৰক বধ কৰি যি বল প্ৰকাশ কৰিলা, সেয়া তোমাৰ কৰিবলগীয়া কাম। শুষ্ণৰ মায়া ধৰিব পাৰিলা। হে ইন্দ্ৰ, তুমি সংগ্ৰামৰ ওচৰত পোৱা দস্যুক বাধা দিব পাৰা ॥ ৭ ॥ হে ইন্দ্ৰ, নদীৰ পাৰত থাকি সুৰুকীৰা পানী যদু আৰু তুৰ্ব্বশ ৰজাৰ কাৰণে ৰখায় দিলা। হে ইন্দ্ৰ, তুমি আৰু কুৎসই আহি থাকোতে ভয়ানক শুষ্ণক তুমি হত্যা কৰি কুৎসক ঘৰলৈ আনিলা। তেতিয়া তোমালোকক দেবতা সকলে আৰু ভাৰ্গবে ( উশনাই ) ভজনা কৰিলে ॥ ৮ ॥ ইন্দ্ৰ আৰু কুৎসক ৰথেৰে আনি তোমালোকৰ ঘোঁৰাই যজমানৰ ( স্তোতাৰ ) ঘৰ পোৱাই দিয়ক। তোমালোকে পানীত সোমাই থকা শুষ্ণ অসুৰক বাধা দিয়া। হৱিষ্মান যজমানৰ হৃদয়ৰ অজ্ঞান ৰূপ এন্ধাৰ গুচাই দিয়া ॥ ৯ ॥ হে ইন্দ্ৰ, জ্ঞানী অবস্যু ঋষি ( মোৰ ) বায়ু বেগ যুক্ত ভালকৈ লগোৱা ঘোঁৰায়ো ( ঘোঁৰাৰূপী স্তোত্ৰই ) তোমাৰ ওচৰ পাওকগৈ। অবস্যুৰ সখা সকলো মৰুতে (সকলো স্তোতাই) হে ইন্দ্ৰ, তোমাৰ বল স্তোত্ৰেৰে বৰ্দ্ধণ কৰে ॥১০॥ হে ইন্দ্ৰ, তুমি এতশ ঋষিৰ সূৰ্য্যৰ লগত কৰা যুদ্ধত বেগেৰে গৈ থকা ( সূৰ্য্যৰ ) ৰথ ৰখাই এতশ ঋষিৰ ৰথ আগ কৰি দিলা। এতশ ঋষিক ( সূৰ্য্যৰ ৰথৰ দুটা চকৰীৰ ) এটা চকৰী দিলা। সেই চকৰিৰে ইন্দ্ৰই অসুৰ বধ কৰিলে। সন্মুখত থাকি ইন্দ্ৰই আমাৰ যজ্ঞ উৎসাহিত কৰক ॥ ১১ ॥ হে জনগণ, তোমালোকক চাবলৈ এই ইন্দ্ৰই স্তোতাৰ অভিযুত কৰা সোম ইচ্ছা কৰি আছিছে। অধ্বৰ্য্যু সকলে যি শব্দ কৰি থকা সোম চেপা শিল আনিবলৈ খৰধৰ কৰে সেই শিল বেদীৰ ওপৰত থওক ॥ ১২ ॥ হে ইন্দ্ৰ, ধনৰ কাৰণে যি তোমাক বিচাৰিছিল, তেওঁবিলাকে তোমাক আকৌ খৰকৈ বিচাৰক। হে অমৰ ইন্দ্ৰ, মৰ্ত্তই যাতে পাপৰ ফালে নেযাই তেনে কৰা। আৰু যজমানক মৰম কৰা। যিবিলাক মানুহৰ মাজত আমি স্তোতা হৈছো, হে ইন্দ্ৰ, সেইবিলাকক বল দিয়া ॥ ১৩ ॥

### ৩২ সূক্ত—ঋ ১২।

### ঋষি—অত্ৰিৰ পুত্ৰ গাতু। ছন্দ—ত্ৰিষ্টুভ্।

### দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি ওফন্দি থকা মেঘ বিদাৰণ কৰি সুৰুঙাইদি পানী বোৱাই দিলা। তুমি বান্ধখাই থকা পানী মুকলি কৰিলা। হে ইন্দ্ৰ, তুমি ডাঙৰ মেঘ বিদাৰণ কৰি পানীৰ ধাৰা সৃজন কৰিলা। দনুৰ পুত্ৰ বৃত্ৰক বধ কৰিলা ॥ ১ ॥ হে বজ্ৰী ইন্দ্ৰ, তুমি ঋতুত বদ্ধ হৈ থকা মেঘবিলাক মোচন কৰিলা। তুমি মেঘৰ উৎস ( উহ ) বোৱাই দিলা। হে ভীষণ ইন্দ্ৰ, তুমি পানীত শুই থকা বৃত্ৰক হত্যা কৰিলা। তুমি নিজ বীৰত্ব সংস্থাপিত কৰিলা ॥ ২ ॥ ইন্দ্ৰই নিজ বলেৰে বৃত্ৰৰ মহৎ মৃগৰ দৰে শীঘ্ৰগামী অস্ত্ৰ বিলাক নষ্ট কৰিলে। অকলে থকা দেখি তেতিয়াই বৃত্ৰৰ গাৰ পৰা ডাঙৰ অন্য এটা অসুৰ প্ৰাদুৰ্ভাব হল ॥ ৩ ॥ এই প্ৰাণী বিলাকৰ অন্নেৰে আমোদিত হৈ সেচক মেঘক ( বৰষুণ হৈ ) পৰি আছিবলৈ নিদিয়া, অন্ধকাৰত বিচৰণ কৰি ফুৰা, বৃত্ৰৰ ক্ৰোধৰ পৰা উৎপন্ন হোৱা শুষ্ণ অসুৰক, বৰ্ষক মেঘক প্ৰহাৰ কৰোতা ইন্দ্ৰই বজ্ৰেৰে হত্যা কৰিলে ॥ ৪ ॥ মৰ্ম্ম স্থানত নেমাৰিলে নমৰে বুলি জানি এই বৃত্ৰৰ ওচৰলৈ গৈ মৰ্ম্মস্থান জানি লৈ যেতিয়া হে সুবলী ইন্দ্ৰ, সোমৰ আমোদত যুদ্ধ বিচৰা বৃত্ৰৰ লগত যুজিবলৈ ওলালা, তেতিয়া সি এন্ধাৰ গাতত সোমাই গল ॥ ৫ ॥ চেপা সোম পান কৰি আনন্দ কৰি কামবৰ্ষী ইন্দ্ৰই বজ্ৰ ওপৰলৈ তুলি লৈ, অন্তৰীক্ষৰ সুখকৰ পানীত সূৰ্য্যই নেদেখা অন্ধকাৰত বৰ্দ্ধমান হোৱা শুই থকা সেই বৃত্ৰাসুৰক বধ কৰিলে ॥ ৬ ॥

যেতিয়া ইন্দ্ৰই মহৎ বৃত্ৰাসুৰক বধিবলৈ অপ্ৰতিহত বজ্ৰ ডাঙি ললে, যেতিয়া বজ্ৰৰ প্ৰহাৰ এই বৃত্ৰৰ ওপৰত পৰিল, তেতিয়া তাক সকলো প্ৰাণীৰ ভন কৰি দিলে ॥৭॥ উগ্ৰবলী মহান ইন্দ্ৰই মেঘ বিলাক বেৰি (আগুৰি) শুই থকা মধুৰ পানীৰ পালক, শত্ৰুক বিশ্বিনি কৰা, বৃত্ৰক (ইন্দ্ৰই) যুদ্ধত ধৰি, মহৎ বজ্ৰেৰে ভৰি নথকা, পৰিমান নোহোৱা, বেয়া মুখৰ (বৃত্ৰক) মাৰিলে ॥৮॥ এই ইন্দ্ৰৰ শোষক বল কোনে নিবাৰণ কৰিব পাৰে? কোনেও বাধা দিব নোৱাৰা ইন্দ্ৰই অকলেই শত্ৰুৰ ধন হৰণ কৰে। এই দুয়ো দ্যাবাপৃথিবী দেৱতাই বেগবান ইন্দ্ৰৰ বললৈ ভয় কৰি তৎক্ষণাৎ চলি যায় ॥৯॥ নিজে নিজে দ্যোতমান স্বৰ্গও ইন্দ্ৰৰ তলত যায়। পৃথিবীয়ে কামুকী যুৱতীৰ দৰে (ইন্দ্ৰৰ ইচ্ছামতে) ইন্দ্ৰক সপি দিয়ে। যি ইন্দ্ৰই সকলো প্ৰজাৰ বল সংযোগ কৰে, (সেই বাবে) তেওঁৰ মতমত থকা মানুহে ইন্দ্ৰক নমস্কাৰ কৰে ॥১০॥ হে ইন্দ্ৰ, একমাত্ৰ তোমাকেই সকলো মানুহৰ মাজত সংলোকৰ পালক, পাঁচ জাতিৰ হিত-কাৰক, উৎপন্ন হোৱা, যশস্বী, ৰাতি দিনে স্তৱ কৰি প্ৰশংসা কৰা বুলি মই শুনিছো। আমাৰ অতি স্তুত্য সেই ইন্দ্ৰক মোৰ পুত্ৰাদি প্ৰজাই গ্ৰহণ কৰক ॥১১॥ এই দৰেই সময়ে সময়ে মানুহক (ধৰ্ম্ম প্ৰবৃত্তিলৈ) প্ৰেৰণ কৰা আৰু হে ইন্দ্ৰ, স্তোতাক তুমি ধন দিয়া বুলি শুনিছো। হে ইন্দ্ৰ, তোমাতেই যি স্তোতাই অভিলাষ কৰিছে, সেই ব্ৰাহ্মণ সকলে তোমাৰ পৰা কি পালে? ॥১২॥

## ৩৩ সূক্ত—ঋ ১০।

### ঋষি—প্ৰজাপতিৰ পুত্ৰ সম্বৰণ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ। ৭-১০ দানস্তুতি।

মই অতি দুৰ্ব্বল হৈও (মোৰদৰে) মানুহক বল দান কৰিব এই আশা কৰি মহৎ বলী ইন্দ্ৰৰ স্তৱ কৰিছো, —যি ইন্দ্ৰই আমাৰ দৰে মানুহক অন্নলাভ কৰিবলৈ স্তৱ কৰিলে ভাল অনুগ্ৰহ দেখুৱাই।১। হে বৰ্ষক ইন্দ্ৰ, তুমি আমাৰ বিষয় চিন্তা কৰি আৰু যি স্তৱত তোমাৰ প্ৰীতি জন্মে সেই স্তৱৰ পৰা উৎসাহিত হৈ তোমাৰ ঘোঁৰা বন্ধা জৰিদাল ধৰি বৈ আছা। (তেনে কৰি) আমাৰ শত্ৰুবিলাক পৰাভৱ কৰা ॥২॥ হে মহৎ ইন্দ্ৰ, যি আমাৰ (তোমাৰ ভক্তৰ) পৰা পৃথক হৈ আছে, যি তোমাৰ সংশ্ৰৱত নেথাকে সেই অব্ৰহ্ম বিলাক তোমাৰ নহয়। হে বজ্ৰহস্ত ইন্দ্ৰ দেৱতা, ভাল ঘোঁৰাবে সৈতে আমাৰ কালে আহিবলৈ সেই বিশিষ্ট ৰথত উঠা আৰু ঘোঁৰাৰ লেকাম ধৰা ॥৩॥ হে ইন্দ্ৰ, তোমাৰ যি বহুত স্তোত্ৰ আছে, সেইবিলাক উৰ্ব্বৰা মাটিত বৰষুণৰ পানী সংহৰণ কৰিবলৈ কৰা (কাম বিলাক বৰ্ণনা কৰা) স্তোত্ৰ। (সেইবাবে) সূৰ্য্যৰ নিজ স্থানত বৰ্ষণ কৰালা। সংগ্ৰামত বৃষ্টি প্ৰতিবন্ধক দাস অসুৰক নাশ কৰিলা ॥৪॥ হে ইন্দ্ৰ, যি নেতা আমি (ঋত্বিক যজমান আদি) তোমাৰ বল উৎপাদনকাৰী স্তুতিৰে আৰু হোমেৰে তোমাৰ ওচৰলৈ আহিছোঁ (সেই আমি) সকলো তোমাৰ। হে সৰ্ব্বতো-ব্যাপ্ত-বল-যুক্ত ইন্দ্ৰ, নতুন ভৃত্যাদিৰে সংগ্ৰামত (বা যজ্ঞত) ভগ দেৱতাৰ দৰে সহায় কৰিবলৈ আহা ॥ হে ইন্দ্ৰ, পূজ্য বল তোমাৰ হে। সেই অমৰে নাচিবাগি, নিজ তেজেৰে জগৎ ঢাকি, ধন দ্ৰব্য, উজ্জল ধন আমাক দিয়ক। মই বহুত ধনৰ ঈশ্বৰৰ দান স্তুতি কৰো ॥৬॥ হে শূৰ ইন্দ্ৰ, এনেকৈ আমি স্তুতি কৰাক আৰু ঋত্বিক সকলক ৰক্ষণেৰে পালন কৰা। আৰু সংগ্ৰামত ভালকৈ চেপা সোমৰ মনোহৰ মধু পান কৰা— (যি সোমে সং-গ্ৰামত) আচ্ছাদক ৰূপ কৰিব পাৰে ॥৭॥ গিৰিক্ষিত গোত্ৰৰ পুৰুকুৎসৰ পুতেক, সোণেৰে ভৰি থকা ত্ৰসদস্যুৱে মোৰ কাৰণে পথিওৱা বগা দহোটা ঘোঁৰা মোলৈ সোনকালে পথিয়াই দিয়ক। মই যজ্ঞাদি কৰ্ম্ম সোন-কালেই কৰিম ॥৮॥ আৰু সেই বিতথ ৰজাৰ মৰুত অশ্বৰ পুতেকে ৰঙাবৰণৰ কামত চোকা দানত দিয়া ঘোঁৰাই মোক বহন কৰি লৈ আহক। সহস্ৰ ধন পূজ্য মোক ছাৱতানই শৰীৰৰ অলঙ্কাৰেৰে সৈতে দিলে ॥৯॥ লক্ষণৰ পুত্ৰ ধন্যই মোক যি দীপ্তিমান, বহন কৰ্ম্মকুশল ঘোঁৰা দিলে সেইবোৰ মই পালো। মহত্ত্ব যুক্ত ধন মোক দিলে। সম্বৰণ ঋষিৰ (মোৰ) ঘৰত গৰুৰ পালৰ দৰে (সেইবিলাক ধন) আহি পালেহি ॥১০॥

## ৩৪ সূক্ত—ঋ ৯।

### ঋষি—প্ৰজাপতিৰ পুত্ৰ সম্বৰণ। ছন্দ—জগতী; ৯ ত্ৰিষ্টুভ্; দেৱতা—ইন্দ্ৰ।

(হে ঋত্বিক সকল) অজাত শত্ৰু, শত্ৰুৰ উপক্ষয়িতা, অজৰ, স্তোত্ৰৰ বাহক, বহুতে স্তুতি কৰা ইন্দ্ৰলৈ, স্বৰ্গত থকা বিলাকে থোৱা বহুত হবি অন্ন উপস্থিত হৈছে। তেওঁলৈ নিজ নিজ কাম কৰি ভালকৈ সোম চেপা আৰু (পিথাপনা আদি) পাক কৰা ॥১॥ যি মঘবান ইন্দ্ৰই সোমেৰে নিজ পেট ভৰাই থৈছে, মধুৰ সোম পান কৰি তৃপ্ত হৈছে, যি এই মৃগ অসুৰক মাৰিবলৈ বিচাৰি অপৰিমিত

তেওঁৰ মহাবজ্র তুলি গৈছে (তেওঁ সোমপানেৰে তৃপ্ত হৈছে) ॥২॥ যি যজমানে দিনত আৰু ৰাতিত ইন্দ্ৰক সোম চেপি দিয়ে তেওঁ দীপ্তিমান হয়। শক্র ইন্দ্ৰই, যি যজ্ঞ নকৰি নিজ ৰূপ আৰু সন্তি-সন্ততিৰ গৰ্ব্ব কৰে আৰু নিজে ধনবান হৈয়ো নীচ্ মানুহক সহায় কৰে, ইন্দ্ৰই সেই কুৎসিত মানুহক অগ্ৰাহ্য কৰে ॥৩॥ এই শক্র ইন্দ্ৰই পিতৃবধী, মাতৃবধী আৰু ভ্ৰাতৃবধীক ভয় নকৰে। (কিন্তু) তেওঁ যত্নেৰে দিয়া হবি আদি বিচাৰে। দমন কৰ্ত্তা, ধনৰ আকৰ এই ইন্দ্ৰই পাপ কৰা মানুহলৈ ভয় নকৰে ॥৪॥ এই ইন্দ্ৰই পাঁচোতা বা দহোটা শক্ৰৰ লগত যুজিবলৈ লগ বিচাৰি অপেক্ষা নকৰে। অভিষব নকৰা মানুহৰ লগত আৰু যি বন্ধুভাব পোষণ নকৰে তেনেকুৱা মানুহৰ লগ ইন্দ্ৰই নলয়। কিন্তু ৰাধাহে দিয়ে,—কঁপাই দিয়া ইন্দ্ৰই বধ কৰে। দেৱতা কামনা কৰাক গৰুৰ পাল পোৱাই দিয়ে ॥৫॥ সংগ্ৰামত শত্ৰু ক্ষয় কৰা ইন্দ্ৰই নিজ ৰথৰ চক্ৰৰ বেগ বেচি কৰি অভিষব নকৰা মানুহৰ গুৰিৰ পৰা আঁতৰি যায়, আৰু অভিষব কৰাক বৰ্দ্ধিত কৰে। বিশ্বৰ দমন কৰ্ত্তা, ভয়জনক, আৰ্য্য ইন্দ্ৰই দাস অসুৰক বাঁহৰ দৰে লৈ যায় ॥৬॥ (যজন নকৰা বিলাকৰ) এই ইন্দ্ৰই বণিকৰ দৰে ধন অপহৰণ কৰিবলৈ যায় আৰু ধন লৈ হবি দাতাক আৰু ভাল মানুহক ধন দিয়ে। আৰু বহুত দুঃখত পৰা মানুহক আপদত ৰক্ষা কৰে। যি মানুহে ইন্দ্ৰৰ খং তোলে সি দুৰ্গত থাকিলেও ৰক্ষা নেপাই ॥৭॥ যেতিয়া দুজন ধনী, বলী প্ৰতিদ্বন্দীয়ে গৰুৰ কাৰণে যুজ কৰিছে বুলি মঘবান ইন্দ্ৰই জানে তেতিয়া যজন কৰা জনক সহায় কৰে। আৰু মৰুত সকলেৰে সৈতে শত্ৰুক কঁপাই দিয়া ইন্দ্ৰই তেওঁক গৰু আদি দিয়ে ॥৮॥ মই আৰ্য্যই অপৰিমিত ধন দাতা অগ্নিবেশিৰ পুতেক শত্ৰি ৰাজৰ্ষিক স্তুতি কৰিছো। হে অগ্নিৰ দৰে ইন্দ্ৰ, তুমি উপমাৰ দৰে প্ৰখ্যাত। গোট খোৱা পানীবিলাকে তেওঁক সুখ দিয়ক আৰু সেই *ৰজাই ধন আৰু বলেৰে দীপ্ত হওক ॥৯॥

## ৩৫ সূক্ত—ঋ ৮।

ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰভূবসু। ছন্দ—অনুষ্টুভ্; ৮ পংক্তি। দেৱতা ইন্দ্ৰ।

হে ইন্দ্ৰ, সকলো মানুহৰ অভিভৱ কৰা, বিশুদ্ধ, সংগ্ৰামত দুস্তৰ, তোমাৰ যি অতি ফলদায়ক কাম আছে সেই কাম ৰক্ষাৰ কাৰণে আমাক দিয়া ॥১॥ হে ইন্দ্ৰ, তোমাৰ যি চাৰিবৰ্ণৰ ৰক্ষণ আছে, হে শূৰ, আৰু তিনি লোকত যি পাঁচ জাতিৰ ৰক্ষণ আছে, সেই সকলো ৰক্ষণ আমালৈ আনা ॥২॥ হে ইন্দ্ৰ, সকলোতকৈ বেচি ফলবৰ্ষী তোমাৰ পূজনীয় ৰক্ষণ আহ্বান কৰিছো। বৃষৰ দৰে খৰকৈ হোৱা তুমি সকলোতে থকা মৰুত সকলেৰে সৈতে যজ্ঞলৈ আহি ফল উৎপাদন কৰা ॥৩। হে ইন্দ্ৰ, যজমানৰ সমৃদ্ধিৰ কাৰণে তুমি ফলবৰ্দ্ধক হৈছা। তোমাৰ বল বৰ্দ্ধক। তোমাৰ মন নিজ বলৰ আয়ত্ত, বিৰোধীৰ ধৰ্ষক। তোমাৰ পুৰুষত্বই দুষ্টৰ সজ্ঘ নষ্ট কৰে ॥৪॥ হে ইন্দ্ৰ, তোমাৰ শত্ৰুতা কৰা মানুহক, হে বজ্ৰবান, তোমাৰ সৰ্ব্বব্যাপী ৰথেৰে, হে শতক্ৰতু, হে বলৰ পতি, অভিভৱ কৰিবলৈ যোৱা ॥৫॥ হে অতি বৃত্ৰৰ হন্তা ইন্দ্ৰ, সকলো মানুহে উগ্ৰবলী, বহুত প্ৰজাৰ মাজত পুৰণি হোৱা বাবে তোমাকেই সংগ্ৰামত আহ্বান কৰে ॥৭॥ হে ইন্দ্ৰ আমাৰ দুস্তৰ সংগ্ৰামত অনুচৰে সৈতে সকলো ধন জয় কৰা সংগ্ৰামলৈ আগত যোৱা পুত্ৰক ৰক্ষা কৰা ॥৭॥ হে ইন্দ্ৰ, তুমি আমাৰ,—আহা। সু-বুদ্ধিৰে আমাৰ ৰথ ৰক্ষা কৰা। হে অতি বলবান ইন্দ্ৰ, আমি বৰণীয় দিব্য অন্ন তোমাত স্থাপন কৰিম। দিব্য তোমাৰ স্তোত্ৰ ৰচনা কৰিম ॥৮॥

## ৩৬ সূক্ত—ঋ ৬।

ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰভূবসু ( পুৰুবসু )। ছন্দ—ত্ৰিষ্টুভ্। ৩ জগতী। দেৱতা—ইন্দ্ৰ; ৬ শ্ৰুতৰথ ৰজাৰ দানস্তুতি আৰু মৰুত। ( ৩ ঋকৰ ঋষি পুৰুবসু উল্লেখ আছে কিন্তু সায়নৰ বিনিয়োগত নাই—একেজনৰে দুটা নাম বুলি কয় )।

হে ইন্দ্ৰ, আমাৰ যজ্ঞৰ কালে আহা। যি ধন দিব জানে, ধন দিবলৈ মন, ধনু ধৰাৰ দৰে ঘূৰি ফুৰি তৃষ্ণাতুৰ হৈ পান কৰিবলৈ মন কৰি আমি থিৰোৱা অভিষুত কৰা সোম তেওঁ পান কৰক ॥১॥ হে হৰি থোৱা থকা শূৰ ইন্দ্ৰ তোমাৰ গাল আৰু মুখৰ ভিতৰত আমি দিয়া সোম পৰ্ব্বতৰ পিঠিত উঠা দৰে উঠক। হে পুৰুহূত, ৰাজমান ইন্দ্ৰ, তোমাৰ সৈতে আমি সকলোৰে থোৱাক ঘাঁহ দিয়া দৰে স্তুতিৰে সন্তুষ্ট কৰিম ॥২॥ হে পুৰুহূত, বজ্ৰবান ইন্দ্ৰ, মোৰ মন দৰিদ্ৰতাৰ কাৰণে ভয়ত চকৰিৰ দৰে ঘূৰিছে। ৰথৰ ওপৰত থকা তোমাক, হে সদায় বাঢ়ি থকা মঘবান ইন্দ্ৰ, মই স্তোতা পুৰুবসুৱে স্তুতি নকৰিম নে? ॥৩॥ এই স্তোতাই সোম চেপা শিলৰ দৰে ( শব্দ কৰি ), হে ইন্দ্ৰ, তোমালৈ স্তুতি পঠিয়াইছে। মহৎ ফল সোনকালে দিয়া হে

মঘবান্, হৰিব ইন্দ্ৰ, বাওঁ হাতেৰে তুমি ধন দিয়া। সোঁ হাতেৰেও দিয়া,--বিমুখ নকৰিবা ॥ ৪ ॥ হে ইন্দ্ৰ, এই বৰ্ষণ কৰা' স্তুতিয়ে কামবৰ্ষক তোমাক বৰ্দ্ধণ কৰক। বৰ্ষক তোমাক সেক্তা হবি ঘোঁৰাই বহন কৰিছে। ধুনীয়া গালৰ বৰ্ষণ কৰ্ত্তা, বজ্ৰী তুমি বৰ্ষক বৃষৰ ৰথত থাকি আমাক সংগ্ৰামত বৰ্ষক হৈ ধাৰণ কৰা ॥ ৫ ॥ হে মৰুত সকল, যি অন্নবান ৰঙা ঘোঁৰা থকা ৰজাই তিনিশ ধনেৰে আহি দুটা ৰঙা ঘোঁৰা মোক দিছে, সদায় ডেকা সেই শ্ৰুতৰথ ৰজাক সকলো প্ৰজায় পৰিচৰণ কৰি সেৱা কৰক ॥ ৬ ॥

৩৭ সূক্ত—ঋ ৫।

ঋষি—ভূমিৰ পুত্ৰ অত্ৰি। ছন্দ—ত্ৰিষ্টুভ্।

দেবতা—ইন্দ্ৰ।

সূৰ্য্যৰ পোহৰৰ সৈতে সকলো ফালে আহুত হৈ ঘিউ পিঠিত থকা অগ্নি জ্বলিবলৈ যত্ন কৰিছে। যি যজমানে উষা উদয় হলে অগ্নি জ্বলাই ইন্দ্ৰলৈ সোম যাগ কৰিম বুলি কয় তেওঁৰ দিন ভাল হয় ॥ ১ ॥ জুই জ্বলাই কুশ মেলি এই যজমানে পূজা কৰিছে। যি শিল জোৰাদি সোম চেপিছে, তেওঁ স্তব গাইছে। যি অভিষব কৰোতে চেপা শিলৰ শব্দ কৰিছে ( উলিয়াইছে ) সেই অধ্বৰ্য্যুৱে হবি লৈ নৈলৈ গৈছে ॥ ২ ॥ এই জনা ইন্দ্ৰৰ পত্নীয়ে পতিক বিচাৰি যজ্ঞত তেওঁৰ পিচে পিচে গৈছে। যি ইন্দ্ৰই পত্নীক চলন্ত ৰথত বহন কৰি নিছে, সেই ৰথ আমাৰ ফালে হবি অন্ন ইচ্ছা কৰি আহিছে,—শব্দও কৰিছে। সহস্ৰ ধন কেউফালে পোৱাই দিছে ॥ ৩ ॥ যি ৰজাৰ যজ্ঞত ইন্দ্ৰই তীব্ৰ গাখীৰ আদি মিহলোৱা সোম পান কৰে, সেই ৰজাৰ কোনো দুঃখ নহয়। তেওঁ অনুচৰৰে সৈতে কেউফালে যাব পাৰে, বৈৰী নাশ কৰে, প্ৰজাৰ ওচৰলৈ যায়, আৰু সুখ সম্ভোগ কৰি ইন্দ্ৰৰ নাম পোষণ কৰে ॥ ৪ ॥ যি ইন্দ্ৰক চেপা সোম দিয়ে, তেওঁ বন্ধুবৰ্গ পোষণ কৰে। তেওঁ পোৱাধন ৰক্ষণ আৰু নোপোৱা ধন পাবলৈ সমৰ্থ হয়। তেওঁ দুয়ো অহোৰাত্ৰী জয় কৰে, আৰু সূৰ্য্য আৰু অগ্নিৰ প্ৰিয় হয় ॥ ৫ ॥

৩৮ সূক্ত—ঋ ৫।

ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ—অনুষ্টুভ্।

দেবতা—ইন্দ্ৰ।

হে শতক্ৰতু ইন্দ্ৰ, তোমাৰ বহুত ধনৰ দান মহৎ। সেই কাৰণে, আমাৰ সকলোৰে দ্ৰষ্টা সুবল ইন্দ্ৰই আমাক ধন দিয়া ॥ ১ ॥ হে অতি বলবান ইন্দ্ৰ, যি অন্ন বিখ্যাত, সেই অন্ন আমাক কেউফালে দিয়া। হে সোণবৰনীয়া ইন্দ্ৰ, সেই অন্ন বিখ্যাত, অতি কীৰ্ত্তিমন্ত আৰু দুষ্প্ৰাপ্য ॥ ২ ॥ হে বজ্ৰবান ইন্দ্ৰ, তোমাৰ বল স্বৰূপ যি তোমাৰ বশবৰ্ত্তী প্ৰজ্ঞাপক মৰুত সকল আছে, ( তুমি আৰু তেওঁবিলাকে ) দুয়ো দেবতায় স্বৰ্গ আৰু পৃথিবীত যেনি তেনি গৈ বিৰাজ কৰিছা ॥ ৩ ॥ আৰু হে বৃত্ৰ বধ কৰা ইন্দ্ৰ তুমি আমালৈ যি কোনো ক্ষমতা বান মানুহৰ ধন আনি দিয়া—যিহেতু তুমি আমালৈ ধন বিচাৰিছা ॥ ৪ ॥ হে শতক্ৰতু ইন্দ্ৰ, আমি তোমাৰ অনুসৰণ কৰি ( যজ্ঞ কৰিবলৈ ) সোনকালেই সমৃদ্ধ হম। হে ইন্দ্ৰ, তুমি দিয়া সুখেৰে আমি ভাল বাট দেখুৱা হম। হে শূৰ, তুমি দিয়া সুখ আমি ভালকৈ ৰক্ষা কৰিম ॥ ৫ ॥

৩৯ সূক্ত—ঋ ৫।

ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ—অনুষ্টুভ্; ৫ পংক্তি।

দেবতা—ইন্দ্ৰ।

হে বিচিত্ৰ, বজ্ৰবান, ধনলাভ কৰা ইন্দ্ৰ, তোমাৰ যি দিব লগীয়া ধন আছে, সেই ধন আমাক দুয়ো হাতেৰে আনি দিয়া ॥ ১ ॥ হে ইন্দ্ৰ, যি অন্ন ভাল বুলি জানা সেই অন্ন আমালৈ আনা। আমি যেন তোমাৰ অসীম অন্ন দানৰ পাত্ৰ হওঁ ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ দান দিবলৈ ইচ্ছা থকা যি মহৎ মনৰ কথা শুনিছো স্তুতি কৰিব লগীয়া সেই মন দৃঢ় হলেও ভাল অন্ন দিবলৈ আগ্ৰহ প্ৰকাশ কৰা ॥ ৩ ॥ ধনবান সকলৰ অতি পূজ্য, মানুহৰ ৰজা, ইন্দ্ৰক প্ৰশংসা কৰিবলৈ পুৰণি স্তোত্ৰেৰে ( পূজক সকলে ) আশ্ৰয় গ্ৰহণ কৰে ॥ ৪ ॥ এই ইন্দ্ৰলৈ কৰিব বাক্‌ৰূপী স্তোত্ৰ কৰিব ( গাব ) লাগে। সেই ইন্দ্ৰকেই ব্ৰহ্মবাচক স্তুতিৰে অত্ৰি সকলে বৰ্দ্ধন কৰিছে। অত্ৰি সকলে স্তোত্ৰ সুশোভিত কৰিছে ॥ ৫ ॥

৪০ সূক্ত—ঋ ৯।

ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ—১-৩ উষ্ণিক্; ৪/৬-৮ ত্ৰিষ্টুভ্; ৫/৯ অনুষ্টুভ্। দেবতা—ইন্দ্ৰ; ৫ সূৰ্য্য, ৬-৯ অত্ৰি।

হে ইন্দ্ৰ, আহা। হে সোমৰ পতি, শিলেৰে চেপা

সোম পান কৰা। হে ফলবৰ্দ্ধক, অতিকৈ শত্ৰুহন্তা, বৰ্দ্ধক মৰুতসকলেৰে সৈতে (আহি সোম পান কৰা) ॥ ১ ॥ অভিষৱ কৰা শিল (সোমৰসৰ) বৰ্দ্ধক, মদ বৰ্দ্ধক এই চেপা সোম বৰ্দ্ধক। হে বৰ্দ্ধক, অতি শত্ৰুহন্তা, ইন্দ্ৰ, বৰ্দ্ধক মৰুতসকলেৰে সৈতে সোম পান কৰা ॥ ২ ॥ হে বজ্ৰবান ইন্দ্ৰ, সোমৰস উলিওৱা মই বৰ্দ্ধক তোমাক বহুত বিচিত্ৰ ৰক্ষণৰ কাৰণে আহ্বান কৰিছো। হে বৰ্দ্ধক......২ ঋকৰ দৰে ॥ ৩ ॥ হে ঋজীষি সোমবান, বজ্ৰবান, বৰ্দ্ধক, তুৰাষাট্, বলবান, ৰজা, বৃত্ৰৰ হন্তা, সোম পান কৰা ইন্দ্ৰ, হৰিঘোঁৰা লগাই ৰথক আমাৰ যজ্ঞৰ ফালে আনি মাধ্যন্দিন সৱনত আনন্দ কৰা ॥ ৪ ॥ হে সূৰ্য্য, তোমাক যেতিয়া অসুৰ (ৰাক্ষস) স্বৰ্ভানুৰ (ৰাহুৰ) অন্ধকাৰে ঢাকি পেলাইছিল তেতিয়া সকলো ভুবনৰ মানুহে নিজ নিজ ঠাই চিনি নোপোৱা মুগ্ধ হৈ পৰা দেখা গৈছিল ॥৫॥ পাচত স্বৰ্ভানুৱে (ৰাহুৱে) স্বৰ্গত তুলি থকা সূৰ্য্যক তলফালে ঢাকি ৰখা যি মায়া, হে ইন্দ্ৰ, সেই মায়া তুমি গুচাই দিলা। তেতিয়া অন্ধকাৰে অন্যায় কৰি লুকাই থোৱা সূৰ্য্যক চতুৰ্থ (তুৰীয়) স্তোত্ৰৰে অত্ৰিয়ে দেখা পালে, যি অত্ৰিয়ে যজ্ঞৰ কাম স্থগিত ৰাখিছিল ॥ ৬ ॥ (সূৰ্য্যই কৈছে) হে অত্ৰি, তোমালোক মোৰ আপোন থাকোতে মোক এনে অৱস্থা কৰি ভয় জনক দ্ৰোহী অসুৰে খাই নেপেলাওক। তুমি মোৰ মিত্ৰ। তুমি সত্যধন আৰু তেওঁবিলাক ৰজা (ইন্দ্ৰ) আৰু বৰুণে মোক ৰক্ষা কৰিলে ॥ ৭ ॥ ব্ৰাহ্মণ অত্ৰিয়ে শিল জোৰা দি (সোম চেপিবলৈ) স্তোত্ৰেৰে আৰু নমস্কাৰেৰে দেৱতাক পূজা কৰি সূৰ্য্যৰ চকু আকাশত ব্যক্ত কৰিলে। স্বৰ্ভানুৰ মায়া অত্ৰিৰ সহায় ইন্দ্ৰই নিবাৰণ কৰিলে ॥ ৮ ॥ যি সূৰ্য্যক স্বৰ্ভানু অসুৰে (ৰাহুৱে) অন্ধকাৰেৰে ঢাকি পেলাইছিল তেওঁক অত্ৰি সকলে উলিয়াই আনিলে। অন্য কোনেও নোৱাৰিলে ॥ ৯ ॥

## ৪১ সূক্ত—ঋ ২০।

**ঋষি—ভূমিৰ পুত্ৰ অত্ৰি। ছন্দ—ত্ৰিষ্টুভ্; ১৬/১৭ অতি জগতী; ২০ একপদা বিৰাট্। দেৱতা—বিশ্বেদেৱা। (সকলো দেৱতা)।**

হে মিত্ৰ আৰু বৰুণ, তোমালোকক কোনে ঋতৰে (নিয়মেৰে) যজ্ঞ কৰি মাতিব পাৰে? দ্যুলোকত মহৎ পৃথিৱীৰ স্থানত বা ঋতৰ (অন্তৰীক্ষৰ) ঘৰত তিনি স্থানত কোনে আমাক ৰক্ষা কৰিবা। দেৱতাৰ যজ্ঞ কৰা আমাক যেনেকৈ পশু, ধন আদি ৰাখে তেনেকৈ আমাক ৰক্ষা কৰা ॥ ১ ॥ সেই মিত্ৰ, বৰুণ, অৰ্য্যমা, আয়ু, ইন্দ্ৰ, ঋভুক্ষা আৰু মৰুত সকলে এয়া আমাৰ ভাল স্তোত্ৰ সেৱন কৰক। ৰুদ্ৰই সৈতে একেলগে সন্তোষ হৈ (আমাৰ স্তোত্ৰ সেৱন কৰক) ॥২॥ হে অশ্বিনী দুজন, যন্তাৰ উত্তম তোমালোকক বায়ুৰ গতিৰ ঘোঁৰাৰ ৰথৰ বেগ বেচি কৰিবলৈ আহ্বান কৰিছো। (হে ঋত্বিকসকল) তোমালোকে দোতমান যজ্ঞসাধক আকাশৰ অসুৰ (দেৱতা) ৰুদ্ৰক স্তৱ কৰা আৰু হব্য দিয়া ॥ ৩ ॥ যজ্ঞত সেৱন কৰা, স্বৰ্গৰ দেৱতা, কণ্বঋষি যাৰ হোতা, তিনি স্থানত সূৰ্য্যৰ সৈতে একেলগে যোৱা বায়ু, অগ্নি, পূষা, আৰু ভগই বিশ্বৰ ৰক্ষক তেওঁবিলাকে এই যজ্ঞলৈ ভালকৈ চলা ঘোঁৰাৰে যুদ্ধলৈ যোৱা দৰে আহক ॥৪॥ হে মৰুতসকল, তোমালোকে ঘোঁৰাৰে সৈতে ধন কঢ়িওৱা। ধন পাবলৈ, ৰক্ষণলৈ, ধীমান স্তোতাই স্তুতি কৰিছে। উশিজৰ পুত্ৰ কক্ষিবানৰ হোতা অত্ৰিৰ গমন সাধক ঘোঁৰাৰে সুখ হওক। হে মৰুত সকল, তুৰমান যি ঘোঁৰা তোমালোকৰ আছে (তাৰে সুখ হওক) ॥৫॥ (হে ঋত্বিক সকল) তোমালোকে বায়ু দেৱতাক যজ্ঞলৈ আহিবলৈ ৰথ যোজনা কৰা। বিপ্ৰৰ দৰে পূজ্য, স্তুতি কৰিবলগীয়া দেৱতাক অৰ্চনীয় স্তোত্ৰেৰে স্তৱ কৰা। বেগাই যোৱা, ঋত (যজ্ঞ) স্পৰ্শকাৰিণী, ৰূপৱতী, প্ৰশংসা কৰিবলগীয়া, দেৱপত্নী সকল আমাৰ যজ্ঞলৈ আহক ॥৬॥ হে উষা আৰু ৰাতি দেৱতা, মহৎ, বন্দনাই, দেৱতাৰ সৈতে অন্তৰীক্ষৰ সকলো ফালৰ পৰা তোমালোকক সুখকৰ বৃদ্ধি জনাই মন্ত্ৰেৰে সৈতে হবি পোৱাই দিম। হে দেৱী দুজনা, সকলো কৰ্ত্তব্য জনাৰ দৰে মৰ্ত্ত্যৰ যজ্ঞৰ ফালে আহা ॥৭॥ হে বহুত পোষণ কৰা নেতাসকল, তোমালোকক, বাস্তোষ্পতি আৰু ত্বষ্টাক স্তোত্ৰাদিৰে গান কৰি অৰ্চনা কৰিছো। ধন্য আৰু দেৱতাৰে সৈতে একেলগে বাক্ দেৱতাক, বনস্পতি আৰু ওষধি (গছ-গছনি) বিলাক আমি ধন পাবলৈ অৰ্চনা কৰো ॥৮॥ মেঘ বিলাকে আমাৰ পুত্ৰ-পৌত্ৰক বসুৰ দৰে বীৰ আৰু ভালকৈ যাব পৰা কৰক। স্তুত হোৱা আপ্ত্য (সকলোৱে পোৱা) সকলোৱে যজন কৰা দেৱতায় সদায় আমাৰ স্তোতাক অভীষ্ট বৰ্দ্ধন কৰক ॥৯॥ ভূমিৰ বৰ্দ্ধক, গৰ্ভৰ দৰে অপাং নপাতৰ ৰক্ষকক ভাল স্তোত্ৰেৰে স্তুতি কৰিলো। সেই ত্ৰিতই অগ্নিৰ স্তোতা মোক সুখকৰ ৰশ্মিৰে খং নকৰে কিন্তু শোচিষ্কেশ অগ্নিয়ে হাবি বিলাক পুৰি পেলাই ॥১০॥ আমি কি প্ৰকাৰে মহৎ ৰুদ্ৰৰ পুত্ৰক

(মৰুৎগণক) স্তুতি কৰিম? কি স্তোত্ৰেৰে ধন লাভৰ কাৰণে সৰ্ব্বজ্ঞ ভগ দেৱতাক স্তুতি কৰিম? পানীৰ দেৱতা, ওষধিবিলাক, স্বৰ্গৰ দেৱতা, বনবিলাকে, গছৰ চুলিৰে পৰ্ব্বত বিলাকে আমাক ৰক্ষা কৰক ॥১১॥ আমাৰ স্তুতি বলৰ পতি, আকাশত ফুৰা, ত্বৰিৎ গতিৰ সকলো পিনে গমনশীল বায়ুৱে শুনক। পানীয়ে, নগৰৰ দৰে শুভ্ৰ, বৰ্দ্ধমান, কেউফালে চলি থকা মেঘে শুনক ॥১২॥ হে মহান মৰুত সকল, সোনকালে আমাৰ স্তোত্ৰ শুনা। হে দৰ্শনীয় সকল, আমি স্তুতিকৰি দিয়া বৰণীয় হৱি ধাৰণ কৰা। চলি থকা এই মৰুত সকলে ভাল হৈ আমাৰ ফালে আহক। ক্ষোভ কৰি, বৈৰীক বধিবলৈ অস্ত্ৰেৰে সৈতে আমাৰ ফালে আহা ॥১৩॥ দৈব আৰু পাৰ্থিব জন্মৰ পানীক সুযজ্ঞলৈ আনিবলৈ মৰুৎ সকলৰ ফালে লক্ষ্যকৰি স্তুতি গাইছো। স্তুতিবিলাক বৰ্দ্ধন হওক। প্ৰীতিদায়ক স্বৰ্গ বৰ্দ্ধন হওক। নদীবিলাক মৰুতসকলে দিয়া পানীৰে বৰ্দ্ধন হওক ॥১৪॥ মোৰ স্তুতি পদে পদে মাটিত খোজ দিয়া দৰে থৈছো। যি শক্তি আছে তাৰে ৰক্ষণেৰে সৈতে উপদ্ৰৱ বাধা দিয়া হওক। সকলোৰে মাক সাৰভূত মাটিয়ে (পৃথিবীয়ে) আমাৰ স্তুতি সেৱন কৰক। মেধাৱী সকলে আমালৈ অনুকূল হাতেৰে কল্যাণ দাতা হওক ॥১৫॥ কি প্ৰকাৰে আমি সুদাতা মৰুত সকলক স্তোত্ৰেৰে পৰিচৰণ কৰিম? এই দৰে অভিমুখে স্তুতি কৰিলে ভালকৈ অন্নদাতা হয়। অহিবুৰ্ধ্ন দেৱতাই আমাক শত্ৰুলৈ নিদিয়ক (কিন্তু) আমাৰ শত্ৰুৰ হন্তা হওক ॥১৬॥ হে দেৱতা সকল, তোমালোকক এইদৰে পশু আদি দি অপত্যৰ কাৰণে মৰ্ত্ত্যই ভজন কৰিছে। দেৱতা সকলক মৰ্ত্ত্যই ভজন কৰিছে। [আদৰাৰ্থে পুনৰুক্তি]। এই যজ্ঞত মঙ্গল কৰা অন্ন, মোৰ দেৱতাই অনুগ্ৰহ কৰা পুত্ৰক, নিঋতিয়ে দিয়ক জৰাক গ্ৰাস কৰি পেলাওক ॥১৭॥ হে বাস কৰাওতা দেৱতা সকল তোমালোকৰ নিজৰ সেই সুমতিৰ স্তুতিৰে বলকাৰক অন্ন গৰুৰ পৰা পাম। সেই সুদাত্ৰী, সুখদাত্ৰী দেৱীয়ে আমাৰ ফালে আহি আমাক সুখ দিয়ক ॥১৮॥ গৰুৰ পালৰ নিৰ্ম্মাত্ৰী ইলা দেৱীয়ে আমাৰ স্তোত্ৰ গ্ৰহণ কৰক। উৰ্ব্বশীয়ে নদী সকলেৰে সৈতে বহন কৰক। বা উৰ্ব্বশীয়ে বহুত দীপ্তিৰ আমাৰ যজমানৰ কৰ্ম্মৰ চাকি জ্বলোৱা গ্ৰহণ কৰক ॥১৯॥ (তেওঁবিলাকে) উৰ্ব্বৰ্য ৰজাৰ অনুচৰে আমাক পোষণ কৰক ॥২০॥

৪২ সূক্ত — ঋ ১৮।

ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ — ত্ৰিষ্টুভ্; ১৭ এক-পদাবৃহতী। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা); ১১ ৰুদ্ৰ।

অতি সুখকৰ স্তুতিয়ে হৱি আদি দিয়া কৰ্ম্মৰে বৰুণ, মিত্ৰ, ভগ আৰু অদিতিক নিশ্চয়কৈ পাওকগৈ। পৃষৎ (পশু) বৰ্ণৰ অন্তৰীক্ষত থকা পাঁচবিধ বায়ু, অবাধ গতিৰ প্ৰাণ দাতা, সুখৰ বায়ুৱে আমাৰ স্তোত্ৰ শুনক ॥১॥ আমাৰ হৃদয়ঙ্গম আৰু সুসেব্য স্তোত্ৰ অদিতিয়ে, পুতেকক মাকে লোৱা দৰে গ্ৰহণ কৰক। মন্ত্ৰময়, প্ৰিয়কৰ, দেৱতাৰ প্ৰাপ্য যি আছে, যি স্তোত্ৰ সুখসাধক সেই স্তোত্ৰ মই মিত্ৰ আৰু বৰুণক পোৱাই দিছো ॥২॥ (হে ঋত্বিক সকল) মেধাৱীৰ মাজত অতি মেধাৱী, এই সম্মুখত থকা সবিতাক ওপৰলৈ তুলি দিয়া (হৰ্ষান্বিত কৰা)। এই দেৱতাক সোমৰসেৰে আৰু ঘিঁউৰে সিঁচি দিয়া। সেই সবিতাই আমাক নিবাসযোগ্য ঠাই, ধন আৰু সুসংযত হিতকৰ সোম উলিয়াই দিয়ক ॥৩॥ হে ইন্দ্ৰ, আমাক ভাল মনেৰে গৰু দিয়া। হে হৱিৱ, ইন্দ্ৰ, আমাক মেধাৱী পুত্ৰ দিয়া; স্বস্তি দিয়া। যি অন্নেৰে দেৱতাৰ হিত হয় তেনেকুৱা অন্ন দিয়া। যজ্ঞাৰ্হ দেৱতা সকলৰ সুমতি দিয়া ॥৪॥ ধনৰ স্বামী ভগ আৰু সবিতা দেৱতাই, বৃত্ৰৰ হন্তা ইন্দ্ৰই, যি ধন জয় কৰে সেই ঋভুক্ষা, বাজ আৰু বহুবুদ্ধিৰ (বিভ্‌বা), এই সকলো অমৰ আমাৰ যজ্ঞলৈ আহি আমাক ৰক্ষা কৰক ॥৫॥ (আমি যজমানে) মৰুতে সৈতে থকা, যুদ্ধত নপলোৱা, জয়শীল নিখিনোৱা ইন্দ্ৰৰ কৰ্ম্মৰ কথা কম। হে ধনবান ইন্দ্ৰ, তোমাৰ পৰাক্ৰমৰ কথা পূৰণি পুৰুষ সকলে বুজি নেপাইছিল, পাচৰ সকলেও নেপাইছিল, নতুন কোনেও বুজি নেপাই ॥৬॥ মুখ্য ৰত্নধাৰণ কৰা, অন্নদাতা বৃহস্পতিক স্তুতি কৰা, যি দেৱতাই স্তোত্ৰেৰে স্তুতি কৰা সুখৰ ভাব দাতা হয়, (তেওঁক স্তুতি কৰা)। আহ্বান কৰা যজমানক বহুত ধন দিয়া। (যি আহিছে) তেওঁক স্তুতি কৰা ॥৭॥ হে বৃহস্পতি, তোমাৰ ৰক্ষণ যি পাই, তেওঁৰ অবাধে ধনবান সুপুত্ৰ হয়। যি তোমাৰ অনুগ্ৰহ পোৱা ধনবান অশ্ব দাতা আছে, বা গৰু দাতা আছে, যি বস্ত্ৰ দিয়া ভাল ধনী আছে, তেওঁবিলাক সকলোৰে ধন হওক ॥৮॥ (হে বৃহস্পতি) যি (কাকো ধন) নিদিয়াকৈ ভোগ কৰি আছে, সেই বিলাকৰ ধন নাইকিয়া কৰা। স্তোত্ৰেৰে কৰ্ম্মকৰ্ত্তা আমাক নিদিয়া, যাগ কৰ্ম্ম নকৰা অথচ মানুহৰ মাজত বৃদ্ধিপ্ৰাপ্ত হোৱা, ব্ৰাহ্মণক হিংসা কৰাবিলাকক সূৰ্য্যৰপৰা আঁতৰাই দিয়া (অন্ধকাৰত পেলোৱা) ॥৯॥ যি যজমানে বলী ৰাক্ষসক দেৱতাই ভোগ কৰা ঠাই

(যজ্ঞ) পোৱাই দিয়ে, সেই যজমানক চক্রহীন ৰথত তুলি, হে মৰুত সকল, অন্ধকাৰত পেলাই দিয়া। যি তোমালোকক স্তুতি কৰি থকা আমাৰ নিন্দা কৰে আৰু নিজে তুচ্ছ কাম কৰি ঘাম উলিয়াই ভোগ কৰে তাকো অন্ধকাৰ পোৱাই দিয়া ॥১০॥ যি ভাল ধনুত অব্যৰ্থ শৰেৰে বিৰোধীক মাৰে. যি সকলো ঔষধৰ ঈশ্বৰ, সেই ৰুদ্ৰক স্তুতি কৰা। দুঃখমোচন কৰা ৰুদ্ৰ দেৱতাক যজন কৰা। মহৎ সুমনৰ অসুৰ (বলবান) দেৱতাক নমস্কাৰেৰে পৰিচৰণ কৰা ॥১১॥ দান্তমনা সুকৰ্ম্ম-বন্ত, সিদ্ধহস্ত, ঋতুৱে, বৰ্দ্ধক ইন্দ্ৰৰ পালয়িত্ৰী নদী, বিভ্ৰাই সজা সৰস্বতী নদীয়ে, আৰু বহুত দীপ্তিৰ ৰাকা দেৱী কাম-দাত্ৰীয়ে (এই সকলোৱে) আমাক ধন দিয়ক ॥১২॥ যি বৰ্দ্ধক ইন্দ্ৰই জীয়েকৰ নিচিনা পৃথিৱীত নদীৰ ৰূপ দি এই পানীবিলাক আমালৈ পথিয়ালে, সেই মহৎ সুংক্ষক ইন্দ্ৰৰ কাৰণে নতুন স্তুতি উলিয়াই ভালকৈ সম্পাদন কৰিছো ॥১৩॥ যি পৰ্জন্যই পানী ভৰি থকা মেঘৰ পানীৰে বিদ্যুৎ ক্ষেপন কৰি দ্যাবাপৃথিবী সিচি যায়, গৰ্জ্জন কৰি থকা সেই অন্নৰ পতি পৰ্জন্যলৈ, হে স্তোতা, তোমাৰ ভাল স্তুতি অৱশ্যই পাওকগৈ ॥১৪॥ এয়া স্তোত্ৰৰ দ্বাৰা ৰুদ্ৰৰ পুত্ৰ, কামত ডেকা, মৰুত সকলক এইফালে আহিবলৈ, ধনৰ কাৰণে সঙ্কল্প কৰা মই মঙ্গলৰ কাৰণে এই স্তোত্ৰ পথিয়াইছোঁ। পৃষৎ পছুৰ দৰে ঘোঁৰাৰে যজ্ঞলৈ অহা (সেই মৰুতক) উদ্দেশ্য কৰি স্তুতি কৰা ॥১৫॥ এই স্তুতিৰে পৃথিবী, অন্তৰীক্ষ, বনস্পতি (গছ-গছনি), ডাঙৰ গছ, সকলো দেৱতা ধনৰ কাৰণে মোলৈ সু-আহ্বান যুক্ত হওক। আমাৰ দুৰ্দ্ম্ম্যৰ্ত্তিত পৃথিবীয়ে যেন দোষ নধৰে ॥১৬॥ হে দেৱতা সকল তোমালোকৰ পৰা আমি মহৎ বাধা ৰহিত হৈ থাকিম ॥১৭॥ আমি অশ্বিনী দুজনৰ আগতে অন্যই নোপোৱা নতুন সুখৰ ভাব কৰা, সুপ্ৰণীত ৰক্ষণলৈ যাম। হে অমৰ অশ্বিনী দুজন, আমালৈ ধন আনা; সুবীৰ্য্য পুত্ৰ দিয়া, সকলো সৌভাগ্য আমাক দিয়া ॥১৮॥

### ৪৩ সূক্ত—ঋ ১৬।

**ঋষি—ভুমি পুত্ৰ অত্ৰি। ছন্দ—ত্ৰিষ্টুভ্; ১৬ একপদা বিৰাট্। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।**

প্ৰীতিকৰ মধুৰ পানী অবাধে খৰকৈ চলি আমাৰ ফালে আহক। মহৎ ধনৰ কাৰণে বৃহৎ এই সাতখন সুখকৰী নদীক স্তোতা বিপ্ৰই আহ্বান কৰিছে ॥১॥ মই ভাল স্তোত্ৰেৰে হৰি দি অহিংসিত দ্যাবাপৃথিবীক অন্নৰ কাৰণে ঘূৰাই আনিব খুজিছো। পিতা স্বৰ্গ আৰু মাতৃ পৃথি-বীয়ে প্ৰিয় বাকোৰে ভাল হাতেৰে যশ যুক্ত যজ্ঞত আমাক ৰক্ষা কৰক ॥২॥ হে অধ্বৰ্য্যু সকল, (যজ্ঞ আৰম্ভ কৰি) মধুৰ সোমৰস আদি প্ৰস্তুত কৰি নতুন শুভ্ৰ সোম প্ৰথমে বায়ুক সম্পাদন কৰা। হোতাৰ দৰে সোম অন্ন সবাতকৈ আগতে পান কৰা। হে বায়ু দেৱতা, তোমাৰ হৰ্ষৰ কাৰণে সোমৰস আগতে দিম ॥৩॥ (অধ্বৰ্য্যুৱে) অভিষৱ কৰা শিল দহোতা কেশুা আঙুলীৰে ধৰিছে। যি সুহস্তেৰে সোমৰস চেপে সেই বাহুৱেই শিল যোজনা কৰিছে (লগাইছে)। পৰ্ব্বতত উৎপত্তি হোৱা লতাৰ পৰা মিশ্ৰিত মধুৰ সোমৰস ভাল আঙুলীৰে সৈতে খিয়াইছে (চেপি-ৰলৈ লগাই দিছে) ॥৪॥ হে ইন্দ্ৰ. তুমি সেৱন কৰিবলৈ (বৃত্ৰবধ আদি) কামৰ কাৰণে, বলৰ কাৰণে, বহুত হৰ্ষৰ কাৰণে সোম চেপা হৈছে। হে ইন্দ্ৰ, আহুত হৈ ভাল ধুৰাত, প্ৰিয় হৰি যোঁৰা লগোৱা ৰথ আমাৰ ফালে আনা ॥৫॥ হে অগ্নি, স্তোত্ৰেৰে সৈতে মহতী. সকলো ফালে যোৱা, সংকল্পৰ হব্য দিয়া, বৃহতী, ঋতজ্ঞা (নিয়ম জনা) গ্না দেৱীক আমাৰে সৈতে একেলগে মধুৰ সোম পানৰ আনন্দ কৰিবলৈ দেৱতাৰ বাটেৰে আমাৰ ফালে লৈ আহা ॥৬॥ বিখ্যাত মেধাৱীয়ে (অধ্বৰ্য্যু আদিয়ে) বপাৰে (ভুৰুৰ ওপৰৰ ছালেৰে) সৈতে যেনেকৈ পশু জুইত পোৰে তেনেকৈ পিতাকে পুত্ৰক কোলাত লোৱা দৰে ঘৰ্ম্ম (মহাবীৰ নামে) পাত্ৰই নিয়ম লগাই অগ্নিক ঢাকি থৈছে ॥৭॥ অশ্বিনী দুজনক আহ্বান কৰিবলৈ আমাৰ পূজ্য, মহৎ, সুখদাতা স্তুতিয়ে দূতৰ দৰে যাওক। হে অশ্বিনী দুজন, সুখৰ ভাব কৰা একে খন ৰথত্তে নিহিত সোম লৈ ৰথৰ ধুৰাৰ সলখাৰ দৰে আমাৰ ফালে আহা। (সলখা নহলে ধুৰাৰ পৰা চকৰি সুলকি গৈ ৰথ নচলে। তোমালোক নহলে তেনেকৈ সোম যাগ নহয়) ॥৮॥ মই তুৰমান (খৰকৈ যোৱা) পোষক দেৱতালৈ আৰু বায়ু দেৱতালৈ নমস্কাৰ কৰা স্তোত্ৰ পথিয়াই দিম। —যি পূষা আৰু বায়ুৱে হৰি আদিৰে স্তোত্ৰৰ প্ৰেৰক, অন্নৰ প্ৰেৰক আৰু নিজে দ্ৰবিনোদা (দ্ৰব্যদাতা) হওক ॥৯॥ হে জাতবেদ অগ্নি, আমি আহ্বান কৰা সকলো কেইজন মৰুতেৰে লৈতে, দেৱতা সকলৰ নামেৰে আৰু ৰূপেৰে তুমি হৰি বহন কৰি নিয়া। হে মৰুত সকল, তোমালোকৰ কেউজন, সুফল দাতা স্তোতাৰ স্তুতি উদ্দেশ্য কৰি ৰক্ষণেৰে সৈতে আমাৰ যজ্ঞলৈ আহা ॥১০॥ আমাৰ যজ্ঞত যজন কৰিব লগীয়া সৰস্বতী দেৱী দ্যুলোকৰ পৰা বা মহৎ পৰ্ব্বতৰ পৰা আহক। আমি আহ্বান কৰা দেৱী সৰস্বতীয়ে সেৱন কৰি ঘিঁউ দি সিঁচা আমাৰ সুখকৰ স্তুতি

বাক্য বিচাৰি শুনক ॥১১॥ ( হে ঋত্বিক সকল ) তোমালোকে যজ্ঞৰত বিবিধ কৰ্ম্মা, স্নিগ্ধাঙ্গ, মহান, ফেউফালে দীপ্যমান, সোণৰ বৰণৰ, জ্বলি থকা বৃহস্পতিক যোনীত ( বেদীত ) স্থাপন কৰা। আমি পৰিচৰণ কৰিম ॥১২॥ সকলোৰে ধাৰক, বহুত দীপ্তিৰ, এণ্ড কৰি থকা (পত্নী) গ্লাৰ সৈতে থকা, ওষধিৰে ঢাকি থকা, অবাধিত, তিনি ধাতুৰ লিং থকা, বৰ্ষক হবি ধাৰক অগ্নি সকলো ৰক্ষণেৰে সৈতে যজ্ঞলৈ আহক ॥১৩॥ মানুহৰ স্তোতা সকলে (হোত্ৰাদিয়ে) বাণ্সিবাস (ঋত্বিকে) পৃথিবীৰ দীপ্ত পৰম পদত (উত্তৰ বেদীত) থকা অগ্নিক ভজন কৰিছে। সুখেৰে নিহিত, শিশু, বাঢ়ি থাকিবলৈ স্তোত্ৰেৰে চব্য দি মানুহৰ দৰে সন্মাৰ্জ্জন কৰিছে (বাণ্সিবাস—জুহু হাতত লৈ ঘিঁউ স্পৰ্শ কৰা ঋত্বিক) ॥১৪॥ হে অগ্নি, কৰ্ম্ম কৰি জীৰ্ণ হোৱা পত্নীয়ে সৈতে মই বৃহৎ তোমাক বহুত অন্ন দিছো। সকলো দেবতা মোলৈ সু-আহ্বান কৰা হৈ মই যেন কৃতাৰ্থ হওঁ। আমাৰ দুৰ্ম্মতি মাতৃ পৃথিৱীয়ে নধৰক ॥১৫॥

১৬ ঋক্ ওপৰৰ ৫।৪২।১৭ ঋকৰ দৰে ॥১৬॥
১৭ ঋক্ ওপৰৰ ৫।৪২।১৮ ঋকৰ দৰে ॥১৭॥

## ৪৪ সূক্ত—ঋ ১৫ ।

**ঋষি—কশ্যপ গোত্ৰৰ অবৎসাৰ; (১০ ক্ষত্ৰ, মনস, এবাবদ, যজত, সধ্রি আৰু অবৎসাৰ; ১১ বিশ্ববাৰ, যজত, মায়ী আৰু অবৎসাৰ; ১২ সদাপৃণ, যজত, বাহুবৃক্ত, শ্ৰুতবিৎ, তৰ্য্য আৰু অবৎসাৰ; ১৩ সুতম্ভৰ, আৰু অবৎসাৰ)। ছন্দ—জগতী; ১৪।১৫ ত্ৰিষ্টুভ্। দেবতা—বিশ্বদেবসকল।**

( হে ঋষি ) পুৰণি যজমানৰ দৰে আমাৰ পূৰ্ব্বৰ সকলো প্ৰাণীৰ দৰে এতিয়া থকা যজমানৰ দৰে যেনেকৈ ইন্দ্ৰক স্তুতি কৰি ফল পাইছিল, তেনেকৈ তুমিও জ্যেষ্ঠ, কুশত বহা, সৰ্ব্বজ্ঞ, আমাৰ ফালে অহা, বলবান, শীঘ্ৰগামী, সকলো অভিভব কৰা এই ইন্দ্ৰক যি স্তুতিৰ দ্বাৰা বৰ্দ্ধিত হয়, সেই স্তুতিৰে সেৱন কৰা ॥১॥ হে ইন্দ্ৰ বৰ্দ্ধক জিলিকি থকা বৰ্ষণ নকৰা, ওপৰত সি সুদৃশ্য পানী আছে সেইবিলাক সকলো দিশলৈ পথিৱাই প্ৰাণীৰ আশ্ৰয় হোৱা। হে সুকৰ্ম্মা ইন্দ্ৰ, তুমি ৰক্ষা কৰিবলৈ হে, বধিবলৈ নহয়। তুমি মায়াৰ সিপাৰে আছা কাৰণ তোমাৰ নাম ঋতত (সত্যলোকত) আছে ॥২॥ এই অগ্নিয়ে সততে গমনশীল হৈ হবি আদি সেৱন কৰে, অতি সৎ আৰু ধাৰক। অবাধ গতিৰ তেওঁ হোম নিষ্পাদক, বলৰ ভক্ত, কুশৰ ওপৰত ফুৰে, ফলবৰ্ষক, শিশুৰ দৰে ৰক্ষণীয়, ডেকা, জৰাৰহিত, ওষধিৰ মাজত স্থাপিত ॥৩॥ এই ৰশ্মিবিলাক পৰস্পৰ সংযুক্ত হৈ যজ্ঞলৈ যাবৰ মনেৰে তললৈ যায়। (এইবিলাকে) যজমানলৈ যাগক নিয়মিত কৰি ঋতৰ (যাগৰ) বৰ্দ্ধন কৰিবলৈ আহিছে। এই আদিত্যই সুগমনেৰে সকলো শাসক ৰশ্মিৰে কৰ্ত্তা পানী বিলাকক তললৈ (পৃথিৱীলৈ) এৰি দিয়ে ॥৪॥ হে ভাল স্তুতিৰ অগ্নি, দেখিবলৈ বেয়া লতাৰ পৰা চেপা কাঠৰ পাত্ৰত ধৰা সোমৰ ৰস মনগ্ৰাহী স্তুতিৰে সৈতে লৈ গৈ থকা সুগমনৰ ঋত্বিক যজমানৰ মাজত শোভা কৰিছা। হে জীৱন দাতা, ৰক্ষাকাৰী অগ্নি, শিখাবিলাক বৰ্দ্ধিত কৰা ॥৫॥ যিদৰে দেখা হৈছে সেই দৰেই স্তুতি কৰা হৈছে। দীপ্তিৰে সাধিকা ব্যাপক স্তুতিয়ে নিজৰ ৰূপ ধৰিছে। হে দেবতা সকল, মহৎ পূজা, বহুত ধনযুক্ত, বহুত বেগী, মহৎ, লৰচৰ নোহোৱা মনৰ, বলী, সুবীৰ পুত্ৰ আমাক দিয়া ॥৬॥ অগ্ৰগামী, জায়াবান, কবি, যুদ্ধৰ মনেৰে যুদ্ধ কৰিবলৈ সূৰ্য্য দেবতাই বেগাই গৈছে। দীপ্ত ঘৰ সৰ্ব্বতো ভাবে ৰক্ষা কৰি সেই দেবতাই আমাক স্বআয়ত্ত ধন আৰু সুখ দিয়ক ॥৭॥ হে দেবতা সূৰ্য্য, অতি ডাঙৰ প্ৰজ্ঞাপক কৰ্ম্মৰে স্তুতি কৰি যজমান সকল তোমাৰ ওচৰলৈ যায়, —যি স্তুতিত তোমাৰ (উদয় অস্ত আদিৰ) স্তুতি কৰা হয়। (তুমি এইদৰে) গতি কৰি গৈ আছা। তোমাৰ ওচৰত যি কামনা কৰে তাকেই পাই। যি নিজ ইচ্ছাৰে পূজা কৰে তেওঁ পুৰস্কৃত হয় ॥৮॥ আমাৰ এই সকলো স্তৱৰ মাজত প্ৰধান স্তৱ বিলাক নৈ সমুদ্ৰলৈ যোৱা নিচিনাকৈ সূৰ্য্যৰ ওচৰ পাইগৈ। যজ্ঞ ঘৰত স্তোত্ৰবিলাক বিস্তৃত হয়, —ক্ষয় নহয়। যত পবিত্ৰ সূৰ্য্যত মন সমৰ্পিত হয়, তাত উপাসকৰ হৃদয়ৰ অভিলাষ বিফল নহয় ॥৯॥ এই দেবতাক সকলোৱে স্তুতি কৰিব লগীয়া। আমি ক্ষত্ৰ, মনস, এবাবদ, যজত, সধ্রি, আৰু অবৎসাৰ সকলোৰে পূজাৰ্হ বলকৰ অন্ন আৰু মনোহৰ চিন্তাৰে পূৰ্ণ কৰেঁ।হক আহা ॥১০॥ বিশ্ববাৰ, মায়ী আৰু যজত এই তিনি ঋষিৰ নিজৰ সোমৰস শেনৰ দৰে শীঘ্ৰগামী, অদিতিৰ দৰে বিস্তৃত আৰু পেটপূৰক। তেওঁবিলাকে (বিশ্ববাৰাদি ৫ জনে) সোম পান কৰিবলৈ পৰস্পৰে পৰস্পৰৰ অনুজ্ঞা বিচাৰিছে। তেওঁবিলাকে মদকৰ সোমৰ গুণাগুণ বিশেষকৈ জানে ॥১১॥ সদাপৃণ যজত, বহু বৃক্ত, শ্ৰুতবিৎ আৰু তৰ্য্য এই পাঁচজনে তোমালোকৰ সৈতে শত্ৰু বধ কৰিলে। সেই ঋষি সকলে শ্ৰেষ্ঠ ইহলোক আৰু পৰলোকৰ, দ্যুলোকৰ কামনা

পূৰণ কৰিলে আৰু বিখ্যাত হল, কাৰণ তেওঁবিলাকে ভাল শব্দ অৰ্থ মিশ্ৰণ কৰি ভজন কৰে ।।১২।। যজমানৰ (অবৎসাৰৰ — মোৰ) সুতজ্ঞৰ ঋষি সংপতি হোতা হৈছে। তেওঁৰ সকলো কৰ্ম্মৰ ফল ওপৰলৈ নিয়া হৈছে। গাই গৰুৰ ৰসাল গাখীৰ হৈছে। সেই গাখীৰ বিতৰণ হৈছে। সেইবিলাক অনুক্ৰমে কীৰ্ত্তন কৰি, শুই নেথাকি অবৎসাৰে অধ্যয়ন কৰি আছে ।১৩।। যি জাগৃত থাকে তেওঁক ঋকে বিচাৰে, যি জাগৃত থাকে তেওঁক সোম স্তোত্ৰই বিচাৰে। যি জাগৃত থাকে তেওঁক সোমে কয় (মোক পান কৰা)। হে অগ্নি, মই তোমাৰ সখ্যত সদায় থকা হম ।।১৪।। অগ্নি জাগি থাকে কাৰণে ঋকে বিচাৰে, অগ্নি জাগি থাকে কাৰণে তেওঁক সোম স্তোত্ৰই বিচাৰি যায়; অগ্নি জাগি থাকে কাৰণে তেওঁক সোমে কয় (পান কৰা)। হে অগ্নি, তোমাৰ সখ্যত সদায় থকা মই হম ।১৫।।

## ৪৫ সূক্ত—ঋ ১১ ।

### ঋষি—অত্ৰিৰ পুত্ৰ সদাপৃণ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিশ্বদেৱসকল।

অঙ্গিৰসে স্তুতি কৰিলত ইন্দ্ৰই জানি পৰ্ব্বত ভাঙি-বলৈ বজ্ৰ মাৰিলে। আগমণি উষাৰ ৰশ্মিবিলাক স্বৰ্গলৈ উঠি গল আৰু এন্ধাৰ নিশা আঁতৰি গল। সূৰ্য্য ওলাল। মানুহৰ ঘৰৰ দুৱাৰ বিলাক সূৰ্য্য দেৱতাই মুকলি কৰি দিলে ॥১॥ সূৰ্য্য দেৱতাই দীপ্তিৰে বস্তুবিলাকৰ ৰূপ প্ৰকাশ কৰিলে। ৰশ্মিবিলাকৰ মাক উষা দেৱীয়ে জানি মহৎ অন্তৰীক্ষৰ পৰা আহিছে। নৈবিলাকে পাৰৰ পানীবিলাক গোটাই লৈ পানী বোৱাই গৈছে। স্বৰ্গক খুটাত ৰখা ঘৰৰ দৰে দৃঢ় কৰিলে ॥২॥ আমাৰ স্তোত্ৰেৰে মেঘৰ গৰ্ভ লৰাই দিছে। পূৰ্ব্বৰ মহতী স্তুতিয়ে মেঘ ভাঙি দিছে। স্বৰ্গই নিজ কাম কৰিছে। পৰিচৰণ কৰা অঙ্গিৰস ঋষিয়ে নিজক কষ্ট দিছে (যজ্ঞ কৰাত কষ্ট হৈছে) ॥৩॥ হে ইন্দ্ৰ আৰু অগ্নি, দেৱতাৰ সেৱন কৰিবৰ যোগ্য সুক্তৰ বাক্যেৰে আমাক ৰক্ষা কৰিবলৈ আহ্বান কৰিছো। স্তোত্ৰেৰে পূৰ্ব্বৰ ঋষি সকলে সুযজ্ঞ পালন কৰি মৰুতৰ দৰে খৰ কৰ্ম্মৰে যজন কৰিছিল ॥৪॥ আজি সোনকালে আহা। আমি সংকল্প অনুষ্ঠান কৰিম। শত্ৰুক মূলে সৈতে নষ্ট কৰিম। যজমানৰ শত্ৰু দূৰৈত ৰাখিম। (সেই কাৰণে) যজমানৰ ওচৰলৈ যাম ॥৫॥ আহা, স্তুতি কৰিম। হে সখাসকল, যি স্তুতিয়ে, মাকৰ দৰে (আবদ্ধ কৰি থোৱা) গৰুৰ পাল মুকলি কৰিছিল; যাৰ দ্বাৰা মনুৱে বিশিশিপ্ৰক জয় কৰিছিল, যাৰ দ্বাৰা কক্ষীবানে বনলৈ যোৱা বণিকৰ দৰে পানী পাইছিল ॥৬॥ এই যজ্ঞত অভিষৱ কৰা হাতেৰে ধৰি চলোৱা শিলে শব্দ কৰিছে, যি অভিষৱেৰে দশগ্ব আৰু নবগ্ব অঙ্গিৰস সকলে ইন্দ্ৰক পূজা কৰিছিল। ঋতক (নিয়মক) পোৱা সৰমা কুকুৰে গৰু বিচাৰি পালত অঙ্গিৰাৰ সকলো স্তুতি আদি সত্য হল ॥৭॥ মহতী এই উষা উদয় হলত অঙ্গিৰস সকলে যেতিয়া গৰুৰ লগত মিলিত হল তেতিয়া উৎকৃষ্ট যজ্ঞৰ সম্ভাৰ উপযুক্ত গাখীৰ ক্ষৰণ হবলৈ ধৰিলে। কাৰণ সৰমাই গৰুবিলাক ঋতৰ (নিয়মৰ) বাটেৰে দেখা পাইছিল ॥৮॥ সাতোটা ঘোঁৰাৰে যোৱা সূৰ্য্য আমাৰ ফালে আহক। এই সূৰ্য্যৰ দীৰ্ঘগমণৰ বাটত কষ্টসাধ্য সুদূৰ বাটেদি যাওঁতে শেন চৰাইৰ দৰে মাজ বাটতে চৌমাৰি আমাৰ হবাৰ উদ্দেশ্য কৰি নামি আহিছে। ডেকা, মেধাবী সেই দেৱতাই নিজ ৰশ্মিৰ মাজত থাকি প্ৰভা বিস্তাৰ কৰিছে ।।৯।। সূৰ্য্য দেৱতা দীপ্ত সাগৰ যেন আকাশত আৰোহন কৰিলে। তেওঁ ধূনীয়া পিঠিৰ হৰিত ঘোঁৰা ৰথত লগালত (যজমান আদিয়ে) পানা নাৱেৰে পাৰ কৰাদৰে তেওঁক (যজ্ঞলৈ) আনিলে আৰু কেউফালে অনুজ্ঞা শুনি পানীৰ দৰে ৰশ্মিবিলাক আমাৰ ফালে আহিল ॥১০॥ হে দেৱতা সকল, মই পানীৰ কাৰণে তোমালোকৰ সৰ্ব্বদাত্ৰী স্তোত্ৰ পাঠ কৰিছো যি স্তোত্ৰেৰে নবগ্ব সকলে দশমাহ যজ্ঞ সম্পন্ন কৰিলে। এই স্তুতিৰ দ্বাৰা দেৱতাই আমাক ৰক্ষা কৰক আৰু পাপৰ পৰা মুক্তি কৰক ॥১১॥

## ৪৬ সূক্ত—ঋ ৮ ।

### ঋষি—অত্ৰিৰ পুত্ৰ প্ৰতিক্ষত্ৰ। ছন্দ—জগতী; ২।৮ ত্ৰিষ্টুভ্। দেৱতা—১-৬ বিশ্বদেৱসকল; ৭।৮ দেৱপত্নী সকল।

সৰ্ব্বজ্ঞ মই নিজেই (যজ্ঞাত্মক) ধুৰাত ঘোঁৰা লগোৱা দৰে লগাইছো। সেই তাৰণ কৰা ধুৰা মই বহন কৰিম। এই ধুৰা গুচাই পেলাবলৈ মই নিবিচাৰো। পুনাই আনি-বলৈ নিবিচাৰো। বাট জনা (অন্তৰ্য্যামী) দেৱতাই আমাক গৈ বাট পোন কৰি দিয়ক ॥১॥ হে অগ্নি, ইন্দ্ৰ, বৰুণ আৰু মিত্ৰ তোমালোকে আমাক বল দিয়া; আৰু মৰুতসকলে বিষ্ণুৱে বল দিয়া। দুয়ো নাসত্যাই, ৰুদ্ৰই আৰু গ্নাই (এই দেৱতাৰ পত্নীয়ে), পূষাই, ভগই, সৰস্বতীয়ে আমাৰ যজ্ঞ সেৱন কৰক ॥২॥ ইন্দ্ৰ, অগ্নি, মিত্ৰাবৰুণ, অদিতি আদিত্য, পৃথিৱী, স্বৰ্গ, মৰুতসকল, পৰ্ব্বত পানী, বিষ্ণু

পূষণ, ব্ৰহ্মনস্পতি, ভগ, সবিত'—এই দেৱতা সকলক ৰক্ষণৰ কাৰণে স্তুতি কৰিছো ॥৩॥ আৰু আমাক বিষ্ণুৱে সুখ কৰক। অবাধ বায়ুৱে সুখ কৰক; দ্ৰবিনোদা অগ্নিয়ে আৰু সোমে সুখ কৰক। আৰু ঋভুৱে আমাক ধন দিবলৈ মন কৰক। আৰু অশ্বিনী দুজনে, ত্বষ্টা আৰু বিভ্বাই (ধন দিবলৈ) মন কৰক ॥৪॥ আৰু দ্যুলোকত থকা পূজ্য মৰুতসকল কুশত বহিবলৈ আমাৰ ওচৰলৈ আহক। বৃহস্পতি দেৱতাই সুখ দিয়ক। আৰু আমাক পূষাই ঘৰৰ বিষয় সুখ দিয়ক। আৰু মিত্ৰ, বৰুণ আৰু অৰ্য্যমাই সুখ দিয়ক ॥৫॥ আৰু সেই সুস্তুতিৰ পৰ্ব্বত বিলাকে, সুদাত্ৰী নদীবিলাকে আমাক পালন কৰা হওক। ধনৰ ভাগ কৰা ভগদেৱতাই অন্নৰে আৰু ৰক্ষণেৰে আহক। বহুত ব্যাপ্তিৰ দেৱমাতা অদিতিয়ে মোৰ আহ্বান শুনক ॥৬॥ আমাৰ স্তুতি কামনা কৰি অচ্ছা দেৱ-পত্নী সকলে আমাক ৰক্ষা কৰক (আৰু) আমাৰ বলবান পুত্ৰক অন্নলাভৰ কাৰণে ৰক্ষা কৰক। যি পানীৰ কৰ্ম্মত পাৰ্থিৱ দেৱী আছে, সেই দেৱী সকলে সু-আহ্বান কৰা হৈ আমাক সুখ দিয়ক ॥৭॥ আৰু দেৱতাৰ ভাৰ্য্যা দেৱী সকলে হবি ভক্ষণ কৰক। ৰাজমানা ইন্দ্ৰানী, অগ্নায়ী, অশ্বিনীৰ পত্নী, ৰুদ্ৰৰ পত্নী, বৰুণৰ পত্নী, সকলোৱে (স্তুতি শুনক) আৰু হবি ভক্ষণ কৰক। দেৱতাৰ পত্নী ঋতুকালৰ দেৱীয়েও স্তোত্ৰ শুনক ॥৮॥

## ৪৭ সূক্ত—ঋ ৭।

## ঋষি—অত্ৰিৰ পুত্ৰ প্ৰতিৰথ। ছন্দ—ত্ৰিষ্টুভ্।

## দেৱতা—বিশ্বদেৱসকল।

প্ৰাণীৰ প্ৰস্তুত কৰ্ম্মত স্তুয়মান হৈ মহতী মাতৃ উষাই জীয়েকক (জীয়েকৰ তুল্য ভূমিক) সাৰ পোৱাই দ্যুলোকৰ পৰা আহিছে। পৰিচৰণ কৰা হৈ, যুৱতী, স্তুতিমতী উষাই পিতৃ সকলেৰে সৈতে যাগ গৃহলৈ আহুত হৈ আহিছে ॥ ১ ॥ গমনশীল প্ৰকাশৰূপ কৰ্ম্মেৰে গৈ অমৃতৰ নাভি মণ্ডলত থাকি অনন্ত ব্যাপ্ত পথত ৰশ্মিবিলাকে দ্যাবাপৃথিবী আৰু অন্তৰীক্ষৰ কেউকালে গৈছে ॥ ২ ॥ পানী বৰ্ষক) দেৱতা সকলৰ আনন্দ বিধায়ক, দীপ্তমান, আৰু ধৰকৈ যোৱা চৰাই (সূৰ্য্য) পিতাৰ যোনী (স্থান) স্বৰূপ পূৱ দিগ্বলয়ত প্ৰৱেশ কৰিছে। পাচত বৰ্ণৰ মাজত নিহিত আদিত্য সকলোতে ব্যাপ্ত অন্তৰীক্ষৰ শেষ প্ৰান্তলৈ অগ্ৰসৰ হৈ জগত ৰক্ষা কৰিছে ॥ ৩ ॥ চাৰিজন ঋত্বিকে নিজৰ কল্যাণ কামনা কৰি তেওঁৰ পুষ্টি সাধন কৰিছে। দহ দিকে মাজত তেওঁক দৈনিক গতি সম্পাদন কৰিবলৈ পঠিয়াই দিছে। তেওঁ তিনি বিধ ধাতুৰ (—গ্ৰীষ্ম, বৰ্ষা, শীত ৰূপে) অন্তৰীক্ষৰ অন্তলৈ পৰিক্ৰমণ কৰি আছে ॥ ৪ ॥ হে ঋত্বিক সকল, এই সন্মুখত দেখা স্তুত্য শৰীৰ যাৰ, পানী যাৰ মণ্ডলত বৰ্ত্তমান, তেওঁৰ উপজীব্যৰে নদী বিলাক বৈ গৈছে। এওঁক অন্তৰীক্ষ আৰু সমান বলৰ দিন আৰু ৰাতি দুয়োকো আৰু এওঁৰ পৰা উৎপন্ন হোৱা ঋতু বিলাকক ধাৰণ কৰি আছে ॥ ৫ ॥ এই সূৰ্য্যলৈ যজমানে স্তুতি বিস্তাৰ কৰিছে। পুত্ৰলৈ (পুত্ৰ স্থানীয়লৈ) মাক উষাই কাপোৰ (জোতি বিলাক) বৈছে (বিস্তাৰ কৰিছে)। সেক্তা সূৰ্য্যৰ সম্পৰ্কে হৃষ্ট হৈ বধূৱে (বধু স্থানীয়) ৰশ্মিয়ে সূৰ্য্যৰ পথেৰে সন্মুখলৈ গৈ আছে ॥ ৬ ॥ হে মিত্ৰ আৰু বৰুণ, এই স্তুতিৰে স্তুত হোৱা। হে অগ্নি, সেই সূক্ত আমাৰ সুখৰ কাৰণে দুঃখ গুচাবৰৈ স্তুতি হওক। (ইয়াৰে) আমি সুখ পাম আৰু সুপ্ৰতিষ্ঠিত হম। মহৎ আশ্ৰয় দ্যোতমান সূৰ্য্যক নমস্কাৰ কৰো ॥ ৭ ॥

## ৪৮ সূক্ত ঋ ৫।

## ঋষি—অত্ৰিৰ পুত্ৰ প্ৰতি ভানু। ছন্দ—জগতী।

## দেৱতা—বিশ্বদেৱসকল।

কেতিয়া আমি প্ৰিয় ধামত নিজবলৰ নিজৰ অন্নৰ মহৎ পূজ্য বৈদ্যুৎ অগ্নিক স্তৱ কৰিম? যি অন্তৰীক্ষক জোখ কৰা দৰে মেঘক ধাৰণ কৰা পানীবিলাক বিস্তাৰ কৰি আচ্ছাদন কৰি মায়াৰ দৰে ধৰি আছে ॥ ১ ॥ সেই উষাই আবৰক একে ৰূপৰ দীপ্তিৰে, বীৰ ঋত্বিক সকলে বহন কৰা প্ৰজ্ঞাৰে জগত বিস্তাৰ কৰিছে। দেৱতা বিচৰা মানুহে আগতে হৈ যোৱা উষা আৰু (ভবিষ্যতলৈ) আহিবলগীয়া উষাক অগ্ৰাহ্য কৰি সন্মুখত থকা উষাক বৰ্দ্ধন কৰিছে ॥২॥ ইন্দ্ৰই দিনে ৰাতিয়ে দিয়া (সোম) হবিৰে উত্তেজিত হৈ মায়াবী বৃত্ৰৰ কাৰণে নিজৰ বজ্ৰ সুতীক্ষ্ণ কৰিছে। ইন্দ্ৰৰূপী আদিত্যৰ শত ৰশ্মিবিলাকেৰে দিন বিলাক নিবৰ্ত্তন আৰু প্ৰবৰ্ত্তন কৰি (মানুহৰ) আয়ুৰ ক্ষয় কৰি আকাশত বিচাৰণ কৰি ফুৰে ॥ ৩ ॥ সেই এওঁৰ (অগ্নিৰ) স্বভাৱৰ গতিৰে কুঠাৰৰ দৰে কাম সাধন কৰে। এই ৰূপবান ৰশ্মি বিলাকৰ, মই ভোগৰ কাৰণে স্তৱ কৰিম। কাৰণ সেই দেৱতাই আমাক সহায় কৰি অন্নপূৰ্ণ ঘৰৰ দৰে আহ্বান কৰা যজ্ঞৰে যজমানক ধন বস্তু দিয়ে ॥ ৪ ॥ সেই অগ্নিয়ে চাৰিউফালে যোৱা

শিখাৰে ৰমণীয় জ্যোতি পিন্ধি, চাৰু খাই শত্ৰুক নষ্ট কৰি শোভিত হয়। পুৰুষত্বৰে যুক্ত তেওঁক আমি জানিব নোৱাৰো, কাৰণ এই মহান সবিতাই (প্ৰেৰক দেৱতাই) বৰণীয় ধন দিয়ে ॥ ৫ ॥

### ৪৯ সূক্ত—ঋ ৫।

**ঋষি—অত্ৰি পুত্ৰ প্ৰতিপ্ৰভ; ৫–তৃণপানি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিশ্বদেৱসকল।**

হে যজমান সকল, তোমালোকৰ কাৰণে আজি সবিতা দেৱতাৰ ওচৰলৈ যাম। ভগ দেৱতাক মানুহৰ ৰমণীয় হবিৰে ভজন কৰা। হে বহুত ভোগ কৰিবলৈ দিয়া নেতা অশ্বিনী দুজন, তোমালোকৰ সখীত্ব বিচৰা আমাৰ ওচৰলৈ দিনে দিনে আবৰ্ত্তন কৰি আহিবা ॥ ১ ॥ শত্ৰুৰ নিবাৰণ কৰা সবিতা ঘূৰি অহা বুলি জানি সূক্তৰে তেওঁক পৰিচৰণ কৰা। তেওঁ মানুহক শ্ৰেষ্ঠ ধন দিয়ে। নমস্কাৰেৰে ভালকৈ মনত ভাবি তেওঁক স্তুতি কৰা ॥ ২ ॥ হে অগ্নি, জিভাৰে (শিখাৰে) বৰণীয় কাঠ তুমি দাহ কৰা। পূষা, ভগ আৰু অদিতিয়ে বৰণীয় অন্ন দিয়ে। সূৰ্য্যাই আচ্ছাদন কৰে। ইন্দ্ৰ, বিষ্ণু, বৰুণ, মিত্ৰ আৰু অগ্নিয়ে দিন বিলাক ভাল কৰক ॥ ৩ ॥ সেই ৰমণীয় ধন আমাক কোনেও বেয়া নোপোৱা সবিতা দেৱতাই দিয়ক। সেই ধন নদী বিলাকে দি, বৈ গৈ থাকক। এই যাগৰ হোতা মই কৈছো (সেই বাবে দিয়ক)। আমি অত্ৰি সকলে বহুবিধ ধনৰ মালিক হম আৰু অন্ন বস্ত্ৰ পাম ॥ ৪ ॥ যি বসু সকলক পশু আদি অন্ন দিয়ে, যি মিত্ৰ আৰু বৰুণক সূক্ত বাক্যৰে স্তুতি কৰে তেওঁৰ মহৎ ধন হওক। আমি বহুত সুখ দিয়া দ্যাবাপৃথিবীৰ ৰক্ষণেৰে হৰ্ষ কৰি থাকিম ॥ ৫ ॥

### ৫০ সূক্ত—ঋ ৫।

**ঋষি—অত্ৰিৰ পুত্ৰ স্বস্তি। ছন্দ—অনুষ্টুপ্; ৫ পংক্তি। দেৱতা—বিশ্বদেৱসকল।**

সকলো মৰ্ত্তাই নেতা সবিতা দেৱতাৰ সখ্য বিচাৰে। সকলো মানুহেই ধনৰ কাৰণে তেওঁক বিচাৰে, —পুষ্টিৰ কাৰণে বহুত ধন বিচাৰে ॥ ১ ॥ হে নেতা দেৱতা তোমাৰ সেই আমি (যজমান) আৰু যি অন্যই যি হোত্ৰাদিয়ে স্তোত্ৰ গাবলৈ বিচাৰিছে, সেই সকলো বিলাক তোমাৰ। এই উভয় বিধে তোমাক ধন বিচাৰিম আৰু পাম ॥ ২ ॥ এই যজ্ঞত আমাৰ নেতাই অতিথিৰ দৰে দেৱতা সকলক কেউফালে পৰিচৰণ কৰা। ইয়াৰ পিছত দেৱতাৰ পত্নী সকলকো পৰিচৰণ কৰা। দূৰৈত সকলো বাটত থকা শত্ৰু পৃথক কৰ্ত্তা দেৱতা সকলে আমাৰ শত্ৰুক পৃথক কৰক ॥ ৩ ॥ য'ত যজ্ঞৰ বহ্নিৰ যূপৰ ওচৰলৈ পশু যায়, তাত যজমানক ভাল পোৱা দেৱতাই যজমানৰ প্ৰতি প্ৰসন্ন হৈ পুত্ৰাদি ঘৰে সৈতে দিয়ে আৰু সেই যজমান হবি দাতা হয় ॥ ৪ ॥ হে নেতা সবিতা দেৱতা, তোমাৰ এই ৰথৰ পতিক দিয়া ধনে সুখ কৰক,—ধনে সুখ কৰক। মঙ্গলৰ কাৰণে সুখ কৰক। স্তুতি কৰা আমি সবিতাক স্তুতি কৰিম। দেৱতাক স্তুতি কৰা আমি তোমালোকক স্তৱ কৰিম ॥ ৫ ॥

### ৫১ সূক্ত—ঋ ১৫।

**ঋষি—অত্ৰিৰ পুত্ৰ স্বস্তি। ছন্দ—১–৪ গায়ত্ৰী; ৫–১০ উষ্ণিক্; ১১-১৩ ত্ৰিষ্টুভ্ বা জগতী; ১৫।১৬ অনুষ্টুপ্। দেৱতা—বিশ্বদেৱসকল।**

হে অগ্নি, সোমপান কৰিবলৈ তুমি সকলো ৰক্ষক দেৱতাৰে সৈতে আমাৰ হবি দাতা যজমানৰ ওচৰলৈ আহা ॥ ১ ॥ হে ঋতৰ (নিয়মৰ) স্তুতিৰ দেৱতা সকল আমাৰ যজ্ঞলৈ আহি সত্যধৰ্ম্মৰ তোমালোকে অগ্নিৰ জিভাৰে সোম পান কৰা ॥ ২ ॥ হে মেধাবী বিপ্ৰ, হে সত্য অগ্নি, ৰাতিপুৱা অহা মেধাবী দেৱতা সকলেৰে সৈতে সোম পান কৰিবলৈ আহা ॥ ৩ ॥ এয়া সোম, সৱন কৰা ফালেৰে চেপা হৈছে আৰু পাত্ৰত ভৰাই ৰখা হৈছে —ইন্দ্ৰ আৰু বায়ুৰ প্ৰিয় ॥৪॥ হে বায়ু, হবি দাতাক সন্তুষ্ট কৰিবলৈ, সোম অন্নক উদ্দেশ্য কৰি পান কৰিবলৈ আহা। চেপা সোম অন্ন পান কৰা ॥ ৫ ॥ হে বায়ু তুমি আৰু ইন্দ্ৰ এয়া চেপা সোম পান কৰিবৰ যোগ্য। সেই সোম ৰস দোষ ৰহিত —তোমালোকে সেৱন কৰা। সোমৰ ফালে আহা ॥ ৬ ॥ ইন্দ্ৰ আৰু বায়ুলৈ দৈ মিহলোৱা সোম তৈয়াৰ কৰা আছে। সেই অন্ন দ ঠাইলৈ নৈ বৈ যোৱা দৰে তোমালোকৰ ফালে গৈছে ॥ ৭ ॥ হে অগ্নি, সকলো দেৱতাৰে সৈতে, অশ্বিনী দুজন আৰু উষাৰে সৈতে আহা। অত্ৰিৰ দৰে চেপা সোমত আনন্দ কৰিবলৈ আহা ॥ ৮ ॥ মিত্ৰ আৰু বৰুণৰ লগত, সোম আৰু বিষ্ণুৰ লগত, অত্ৰিৰ দৰে চেপা সোমত আনন্দ কৰিবলৈ আহা ॥ ৯ ॥ আদিত্য আৰু বসু-সকলৰ লগত, ইন্দ্ৰ আৰু বায়ুৰ লগত, অত্ৰিৰ দৰে চেপা সোমত আনন্দ কৰিবলৈ আহা ॥ ১০ ॥ আমাক

অশ্বিনী দুজন আৰু ভগাই মঙ্গল কৰক। দেৱী অদিতিয়ে মঙ্গল কৰক। অপ্ৰতিদ্বন্দী প্ৰাণদাতা পূষাই আমাক মঙ্গল কৰক। দ্যাবাপৃথিবীয়ে ভালকৈ জানি আমাক মঙ্গল কৰক ॥ ১১ ॥ সকলো দেৱতাই আজি দিনত স্বস্তিৰ কাৰণে হওক। বৈশ্বাণৰ, বসু আৰু অগ্নি দেৱতাই মঙ্গলৰ কাৰণে হওক। ঋভৱ দেৱতাই স্বস্তি দিয়ক। ৰুদ্ৰ দেৱতাই পাপৰ পৰা ৰক্ষা কৰি স্বস্তি দিয়ক ॥ ১২ ॥ হে মিত্ৰাবৰুণ মঙ্গল কৰা। ৰেৱতী দেৱীয়ে বাটত যাওঁতে মঙ্গল কৰক। ইন্দ্ৰ আৰু অগ্নিয়ে মঙ্গল কৰা। অদিতি দেৱীয়ে মঙ্গল কৰক ॥১৪॥

সূৰ্য্য আৰু চন্দ্ৰৰ দৰে সদায় আমি মঙ্গলময় পন্থা অনুসৰণ কৰিম। আকৌ (পুনৰ বাৰ) দিয়া, হিংসা নকৰা, সদায় আমাক মনত ৰখা, বন্ধুৰ লগত লগ হ'ম ॥১৫॥

## ৫২ সূক্ত—ঋ ১৭।

### ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—অনুষ্টুপ্; ৬।১৭ পংক্তি। দেৱতা—মৰুতসকল।

হে শ্যাবাশ্ব তুমি কষ্ট স্বীকাৰ কৰি স্তুতিৰে মৰুৎগণক অৰ্চনা কৰা। তেওঁবিলাক স্বতাই আৰু প্ৰতিদিনে অবাধ হবি অন্ন পাই হৃষ্ট হৈছে ॥১॥ তেওঁবিলাক দৃঢ় বলৰ আমাৰ সখা। তেওঁবিলাকে দৃঢ় গমনৰে নিজ ইচ্ছাৰে আমাৰ সকলোকে ৰক্ষা কৰে ॥২॥ সেই মৰুত সকল বাগৰি যোৱা পানীৰ সিঞ্চন কৰা হৈছে।—ৰাতিয়ে দিনে সদায় চলি থাকে। এই মৰুত সকলৰ স্বৰ্গত আৰু পৃথিবীত থকা তেজ আমি স্তৱ কৰিছো ॥৩॥ (হে ঋত্বিক হোতা সকল) তোমালোকে ধৰ্ষক মৰুত সকলক স্তোত্ৰ আৰু যজ্ঞেৰে ধাৰণ কৰা, কাৰণ তেওঁবিলাকে সকলো মানুহক সকলো সময়তে হিংসকৰ পৰা ৰক্ষা কৰে ॥৪॥ (হে হোতা), যি পূজাৰ যোগ্য অসীম বলী, সুদাতা নেতা সেই যজ্ঞৰ যোগ্য মৰুত সকলক যজ্ঞসাধক হবিৰে অৰ্চনা কৰা ॥৫॥ বৃষ্টিৰ নেতা মহান মৰুত সকলে যুদ্ধৰ অস্ত্ৰেৰে সজ্জা কৰি জিলিকি থাকে। এই মৰুত সকলে চলি যাওঁতেই বিদ্যুতৰে মেঘত অস্ত্ৰ নিক্ষেপ কৰি ঘৰ্ ঘৰ্‌কৈ শব্দ কৰি নিজেই স্বৰ্গৰ পৰা ওলাই আহে ॥৬॥ যি মৰুত সকল পৃথিবীত বৰ্দ্ধন হয়, যি মহতী অন্তৰীক্ষত বৰ্দ্ধন হয়, বা নদীৰ বলত বৃদ্ধি হয়, বা যি মহৎ দ্যুলোকৰ স্থানত বৃদ্ধি হয়; ·॥৭॥ (হে স্তোতা,) সেই মৰুত সকলক ভালকৈ স্তুতি কৰা। সত্যবলী, মহৎ, আৰু (ৰৰযুৰৰ) নেতা সেই মৰুত সকলে পানীৰ কাৰণে চলত স্বভাৱৰ (পশু) ৰথত যোজনা কৰি জগৎ ৰক্ষা কৰিবলৈ চলি যায় ।৮॥ আৰু সেই মৰুত সকলে পৰুষ্ণী নদীত শোধক পশমেৰে (কুঁৰলীৰে) ঢাকি থাকে আৰু ৰথৰ চক্ৰেৰে বলেৰে পৰ্ব্বত (বৰফ) ভাঙি পেলায় ॥৯॥ যি মৰুত সকল আমাৰ ফালে বা বিপৰীত ফালে যায়, ভিতৰ বাটেদি বা আমাৰ অনুকূল বাটেৰে যায়, এই কেইবিধ মৰুতে আমাৰ যজ্ঞত বিস্তৃত হৈ হব্য বহন কৰে ॥১০॥ আৰু এই নেতা মৰুত সকলে জগত বহন কৰে, —কেউজনেই ভালকৈ বহন কৰে, দূৰ দেশত (গ্ৰহ তৰা আদি) বহন কৰে। এইদৰেই তেওঁলোকৰ বিবিধ মূৰ্ত্তিৰে প্ৰকাশিত হৈ থাকে ॥১১॥ ছন্দৰ বন্ধনৰে স্তৱ কৰিলত পানীৰ নাদ বিচৰা তৃষ্ণাতুৰ গোতমৰ কাৰণে পানীৰ উহ (নাদ) আনি দিলে। সেই মৰুতৰ কেইজনমানে চোৰৰ দৰে থাকি মোক ৰক্ষা কৰি আছিল আৰু কোনো জনে মোৰ বলৰ কাৰণে (প্ৰাণৰূপে) আছিল ॥১২॥ যি মৰুত সকল দেখিবলৈ ভাল, অস্ত্ৰেৰে দীপ্তমান মেধাবী বিধাতা, সেই মৰুতগণক অতি ৰমণীয় স্তুতিৰে, হে শ্যাবাশ্ব ঋষি, স্তুতি কৰা। ১৩॥ হে ঋষি, মৰুৎগণক আদিতাৰ দৰে হবি দি স্তুতি কৰা। হে বলেৰে ধৰ্ষক মৰুত সকল, দ্যুলোকত থাকিলেও আমাৰ স্তুতি শুনি যজ্ঞলৈ আহা ॥১৪॥ এই মৰুতসকলক তৎক্ষণাৎ স্তুতি কৰি (অন্য) দেৱতা সকলক বহন কৰি আনিবলৈ, সেই মেধাবী শীঘ্ৰগামী সকলেৰে সৈতে ফলব্যঞ্জক মৰুত সকলেৰে সৈতে উচিত দান দিবলৈ লৈ আহক ॥১৫॥ মই তেওঁবিলাকৰ উৎপত্তিৰ বিষয় শোধাত জ্ঞানী মৰুত সকলে কৈছিল, —পৃশ্নি তেওঁবিলাকৰ মাক, গমনবন্ত ৰুদ্ৰ শক্তিমান তেওঁবিলাকৰ পিতা ॥১৬॥ সেই সাতজন শাকিন (সকলো কৰিব পৰা) সকলে মোক প্ৰত্যেকেই এশকৈ গৰু দিলে। যমুনা নদীত সেই বিখ্যাত গোধনৰ গা মোহাৰি দিছো। ঘোঁৰা বিলাকৰো গা মোহাৰি দিছো ॥১৭।

## ৫৩ সূক্ত—ঋ ১৬।

### ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—১।৫।১০।১১।১৫ ককুভ্; ২ বৃহতী; ৩ অনুষ্টুপ্; ৪ পুৰউষ্ণিক্; ৬।৭।৯।১৩।১৪।১৬ সতোবৃহতী; ৮।১২ গায়ত্ৰী। দেৱতা—মৰুতসকল।

যেতিয়া এই মৰুতসকলে ফুটফুটীয়া পহু ৰথত লগাইছিল, তেতিয়া এই মৰুতসকলৰ উৎপত্তিৰ বিষয় কোনে জানিছিল? কোনে বা এওঁবিলাকৰ মুখত ভাগ

পাইছিল ? ॥১॥ ৰথত থকা এই মৰুত সকলৰ ৰথৰ ধ্বনি কোনে শুনিছে ? তেওঁ বিলাক কোন ফালে গৈছে ? কোন সুদাতা আছিল যাক বন্ধুৰ দৰে বৰষুণৰ পানী বৰ্ষণ কৰি বহুত অন্ন অৱতৰণ কৰিছিল ? ॥২॥ সেই মৰুতসকলে জিলিকি থকা চলন্ত ঘোঁৰাবে সৈতে সোম পান কৰিবলৈ মোৰ ওচৰলৈ আহি কলে যে এই নেতা মানুহৰ হিতকৰা, চেকা (দোষ) নাইকিয়া, এওঁবিলাকক এইদৰেই (যেনেকৈ আছে তেনেকৈ) চাই স্তুতি কৰা ॥৩॥ হে মৰুত সকল, তোমালোকৰ যি দীপ্তি সাজ-পোষাকত আছে, যি অস্ত্রসস্ত্রত আশ্রয় কৰি আছে, মালাত যি দীপ্তি আশ্রয় কৰি আছে বা অলঙ্কাৰত আশ্রয় কৰি আছে, হাতৰ আৰু ভৰিৰ আঙঠিত, ৰথত আৰু ধনুত আশ্রয় কৰি আছে, সেইবিলাক চাই স্তুতি কৰিছো ॥৪॥ হে শীঘ্রে দান কৰা মৰুতসকল, তোমালোকৰ বৰষুণৰ দৰে সকলো ফালে যোৱা ৰথখন চাই আমি ভাল পাওঁ ॥৫॥ নেতা, সুদাতা মৰুতসকলে যি মেঘক হবি দাতাৰ কাৰণে স্বৰ্গৰ পৰা ক্ষৰণ হোৱা পৰ্জন্যক দ্যাবাপৃথিবীলৈ এৰি দিয়ে আৰু পাচত সকলোতে ব্যাপ্ত হৈ পানীৰ সৈতে সেই বৰষুণ দিওঁতা মৰুত সকলে চলি যায়,— ॥৬॥ মৰুত সকলে অন্তৰীক্ষত পানীৰে সৈতে চলি যোৱা মেঘবিলাকৰ পৰা গাখীৰ খিৰোৱা গাই গৰুৰ দৰে খিৰাই দি (মাটিত) বৈ যোৱা নদীবিলাক ঘোঁৰাৰ দৰে যাবলৈ বঢ়াই দিয়ে ॥৭॥ হে মৰুতসকল, দূৰৈৰ দ্যুলোকৰ পৰা আহা। অন্তৰীক্ষৰ পৰা আহা। আৰু এই পৃথিবীৰ পৰা আহা। তাতে (সেই ঠাই বিলাকতে) বৈ নাথাকিবা ॥৮॥ হে মৰুতসকল, তোমালোকক ৰসা, অনিতভা আৰু কুভা নৈ কেইখনে যেন ৰখাই নথওক। ক্রমু নদীয়েও আৰু সাগৰে ৰখাই নথওক। জলময়ী সৰযূ নদীয়েও যেন তোমালোকক ৰখাই নথয়। আমিয়েই যেন তোমালোক অহা সুখ পাওঁ ॥৯॥ সেই নতুন ৰথৰ বল আৰু দীপ্তিৰ মৰুতগণক স্তুতি কৰিছো। বৰষুণ বিলাকে তোমালোকক অনুসৰণ কৰে ॥১০॥ হে মৰুতসকল, তোমালোকৰ সেই বেলেগ বেলেগ শক্তি, বেলেগ বেলেগ দল আৰু প্রত্যেক দান ভাল স্তুতিৰে আৰু কৰ্ম্মেৰে অনুগমন কৰিব পাৰো যেন ॥১১॥ আজি এই মৰুতসকল এখন ৰথত উঠি কোন সুজন্মৰ হবিদাতাৰ ওচৰলৈ যাবলৈ ওলাইছে ? ॥১২॥ হে মৰুতসকল, যি দয়াশীল মনেৰে পুত্র আৰু পৌত্রলৈ ধানৰ বীজ অদীন মনে বহন কৰিছা সেই মনেৰে আমাকো সদায় তেনেকুৱা ধনৰ বীজ দিবা। আমি তোমালোকক যি ধন আৰু অন্ন বিচাৰো, সেইবিলাক আমাৰ সৌভাগ্যৰ কাৰণে দিয়া ॥১৩॥ হে মৰুত সকল, আমি বক্তিৰে পাপ এৰা দি শত্রুৰ পৰা পাৰ হৈ (পাপ আৰু শত্রুক) অতিক্রম কৰি যাম। বৰষুণৰ পানীৰ পাপ খেদোৱা সুখ লাভ কৰি গৰুৰে সৈতে আমি (তোমালোকৰ) পৰা সুখ পাম ॥১৪॥ হে পূজিত আৰু নেতা। মৰুত সকল, সুদেৱতা, তোমালোকে যি মানুহক ত্রাণ কৰা তেওঁ সুবীৰ পুত্র পৌত্র যুক্ত হয়। আমিও তেনেকুৱা হম ॥১৫॥ (হে ঋষি) স্তব কৰা তুমি এই যজ্ঞত দাতা মৰুত সকলৰ স্তব কৰা। ঘাঁহ খাবলৈ যোৱা গৰুৰ দৰে তেওঁবিলাক আনন্দিত হওক। গমনশীল মৰুত সকলক সখাৰ দৰে আহ্বান কৰি স্তুতি ইচ্ছা কৰা তেওঁ বিলাকক স্তব কৰা ॥১৬॥

৫৪ সূক্ত—ঋ ১৫।

ঋষি—অত্রিৰ পুত্র শ্যাবাশ্ব। ছন্দ—জগতী ; ১৪—ত্রিষ্টুভ্। দেৱতা—মৰুতসকল।

মৰুত সকলৰ বল পৰ্য্যন্ত এই স্তুতি পোৱাই দিয়া। নিজ বলেৰে বলীয়ান, পৰ্ব্বত বগৰাই দিয়া, উত্তাপ নাশ কৰা, দ্যুলোকৰ পৰা অহা, পৰিচিত সামেৰে (ৰথন্তৰ, বৃহৎসাম আদিৰে) যজন কৰা, দ্যোতমান অন্ন দিয়া মৰুত সকলক বহুত হবি অন্ন দিয়া ॥১॥ হে মৰুত সকল, দীপ্ত, পানী ইচ্ছা কৰা, অন্নবৃদ্ধি কৰা, ৰথত ঘোঁৰা লগাই কেউফালে যোৱা বিদ্যুতেৰে জিলি মুখনত শব্দ কৰি মৰুতগণে চাৰিউফালে থকা পানী বিলাক মাটিলৈ পেলাই দি প্রাদুর্ভাব হৈ দেখুৱাইছা ॥২॥ বিদ্যুতৰ দৰে তেজৰ, নেতা, লোহৰ দীপ্তি মত অস্ত্রযুক্ত, পৰ্ব্বত বগৰাই দিয়া, ঘনাই পানী দিয়া, শিল পেলোৱা, শব্দকৰা, বেগেৰে অতিবলী মৰুতসকল বৰষুণৰ কাৰণে প্রাদুর্ভাব হৈছে ॥৩॥ হে ৰুদ্রৰ পুত্র মৰুতগণ, ৰাতি আৰু দিন সকলোৰে কৰ্ত্তা, তোমালোকে অন্তৰীক্ষ আৰু সকলো লোক বিক্ষিপ্ত কৰা। কম্পনেৰে জোকাৰি দি তোমালোকে সমুদ্রৰ মাজত থকা নাৱৰ দৰে মেঘবিলাক (তুলা ধুনাদি) ধুনি পেলোৱা। তোমালোকে শত্রুৰ দুৰ্গ ভাঙি দিয়া কিন্তু হিংসা নকৰা ॥৪॥ হে মৰুতগণ, তোমালোকৰ সামৰ্থ্য আৰু মাহাত্ম্য, সূৰ্য্যৰ তেজৰ দৰে, দেৱতাৰ ঘোঁৰাৰ তেজৰ দৰে গমণত (বহুত) যোজন দখল হয়। হে ধৰি ৰাখিব-নোৱাৰা-বলৰ মৰুত সকল, তোমালোকে ঘোঁৰা নিদিয়া (পানীৰ লুকাই থোৱা) পৰ্ব্বত ভাঙি দিছিলা ॥৫॥ হে বৰষুণৰ বিধাতা মৰুতসকল, তোমালোকৰ বল প্রকটিত হয় যেতিয়া কঁপি থকা ছুণে খোৱা গছ ভাঙি পেলোৱা আৰু আমাৰ প্রিয় চকুৰে যেনেকৈ বাট দেখা পোৱা

হয় তেনেকৈ ধন আদিৰ কাৰণে যাওঁতে তোমালোকে বাট দেখুৱাই লৈ যোৱা ।।৬।। হে মৰুতসকল, যি ঋষিক বা ৰজাক তোমালোকে প্ৰেৰণ কৰা, তেওঁ অন্যৰ দ্বাৰা পৰাভূত নহয়, অন্যয় মাৰি পেলাব নোৱাৰে, ক্ষীণ নহয়। দুঃখ নেপাই, বাধা নেপাই। তেওঁৰ ধন টুটি নেযায় আৰু ৰক্ষণহীন নহয় ।।৭।। নিযুত নামৰ ঘোঁৰা যুক্ত, পদাৰ্থ শিথিল কৰা, নেতা অৰ্য্যমাৰ দৰে, গাওঁ জয় কৰা মানুহৰ দৰে মৰুতসকলে পানীবিলাক বিতৰণ কৰে। তোমালোক ঈৰ্ষ্মৰে পানীৰ উহ (উৎস) শব্দ কৰি ভাঙি মধুৰ পানী পৃথিবীত বোৱাই দিয়া ।।৮।। এই পৃথিৱী মৰুতসকলৰ কাৰণে বিস্তীৰ্ণ হৈছে। স্বৰ্গও গতিশীল তেওঁবিলাকৰ কাৰণে বহল হৈ আছে। অন্তৰীক্ষত থকা সুগম পথো মৰুতৰ কাৰণে আহল বহল হৈ আছে। হে ক্ষিপ্ৰদাতা মৰুতসকল, তোমালোকৰ কাৰণে মেঘবিলাকে পানীবৰ্ষণ কৰে ॥৯॥ হে বলী নেতা, স্বৰ্গৰ পথ প্ৰদৰ্শক মৰুতসকল, সূৰ্য্য উদয় হলে তোমালোকে যেতিয়া সোম পান কৰিবলৈ উল্লাসিত হোৱা- তোমালোকৰ ঘোঁৰা শিথিল কৰ্ম্মা নহয়। তোমালোকেও তেতিয়া অখিল ভূবনৰ বাটৰ সিপাৰে উপনীত হোৱা ॥১০॥ হে মৰুতসকল, তোমালোকৰ অস্ত্ৰবিলাক জকমকাই পিঠিত আছে, ভৰিত পাদুকা, বুকুত বস্ত্ৰ মালা আৰু ৰথত শুভ্ৰমণি, অগ্নিৰ দৰে দীপ্ত বিদ্যুৎ হাতত শোভা কৰিছে। মূৰত সোণৰ মুকুট বিৰাজ কৰিছে ॥১১॥ হে চলন্ত মৰুতসকল, তোমালোক যাওঁতে অপহৰণ কৰিব নোৱাৰা দীপ্তিৰ স্বৰ্গ আৰু উজ্জ্বল পানীবিলাক ধুনি পেলোৱা যেতিয়া আমি দিয়া হবি ভক্ষণ কৰি বেচি বলী হোৱা তেতিয়া উজ্জ্বল দীপ্তি প্ৰকাশ কৰা (আৰু) ভয়ঙ্কৰ শব্দ কৰি ঋতৰ (নিয়মৰ পানীৰ) প্ৰবৰ্ত্তন কৰা ॥১২॥ হে জ্ঞান যুক্ত মৰুতসকল, ৰথৰ গৰাকী আমি তোমালোকৰ দিয়া অন্নৰে আৰু ধনেৰে (অন্নবান আৰু ধনবান) হম। তোমালোকে দিয়া ধন স্বৰ্গৰ আদিত্যৰ দৰে ক্ষয় নহওক। আমাক সহস্ৰধন দিয়া ॥১৩॥ হে মৰুতসকল, তোমালোকে স্পৃহনীয় ধন আৰু বীৰ পুত্ৰাদি আমাক দিয়া। সাম গায়ক বিপ্ৰক ৰক্ষা কৰা। দেবতাক যজন কৰা শ্যাবাশ্বক ঘোঁৰা আৰু অন্ন দিয়া। তোমালোকে ৰজাৰ দৰে সুখবন্ত পুত্ৰ দিয়া ॥১৪॥ তৎক্ষণাৎ ৰক্ষা কৰা হে মৰুত সকল, তোমালোকক সেই ধন বিচাৰো যি ধনেৰে মোৰ পুত্ৰ পৌত্ৰাদিয়ে আদিত্যৰ ৰশ্মিৰ দৰে পোহৰ কৰিব পাৰে। হে মৰুতসকল মোৰ নিজৰ এই স্তোত্ৰ বাক্য ভালকৈ গ্ৰহণ কৰা, যাৰ বলত মই এশ হেমন্তকাল (এশ বছৰ) জীয়াই থাকিব পাৰো ॥১৫॥

৫৫ সূক্ত—ঋ ১০।

ঋষি অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ -জগতী; ১০ ত্ৰিষ্টুভ্। দেবতা—মৰুতসকল।

ভালকৈ যজন কৰিবলগীয়া, দীপ্ত অস্ত্ৰযুক্ত মৰুত সকলে বহুত অন্ন ধাৰণ কৰিছে। মালাৰে শোভিত বুকুৰে মৰুতসকলে দমন কৰিব পৰা শীঘ্ৰগামী ঘোঁৰাৰে আহিছে। শুভৰ কাৰণে গৈ থকা ৰথেও অনুগমণ কৰিছে। (আগতে ঘোঁৰা পাচত ৰথ চলি গৈছে) ॥১॥ হে মৰুৎসকল, তোমালোকে নিজৰ বল যেনেকৈ জানা তেনেকৈয়ে ধাৰণ কৰিছা। হে মহান, তোমালোকে বহল হৈ বিৰাজ কৰিছা আৰু বৃহৎ অন্তৰীক্ষ বলেৰে ব্যাপ্ত হৈছা। শুভৰ............১ ঋকৰ দৰে ॥২॥ বলবান মৰুতসকল একেলগে জন্ম আৰু একেলগে বৰ্ষণ কৰে। শোভিত হৈ সকলো ফালে বৰ্দ্ধন কৰি নেতা সকলে সূৰ্য্যৰ ৰশ্মিৰ দৰে দীপ্তিমান হৈ আছে। শুভৰ......১ ঋকৰ দৰে ॥৩॥ হে মৰুত সকল, তোমালোকৰ মহত্ত্ব স্তুতি কৰিবলগীয়া আৰু সূৰ্য্যৰ দৰে চাবলগীয়া। তোমালোকে আমাক মোক্ষ দান কৰা। শুভৰ......১ ঋকৰ দৰে ॥৪॥ হে মৰুতসকল, তোমালোকে অন্তৰীক্ষৰ পৰা পানী উলিয়াই (বৰষুণ) দিয়া। হে পানী থকা দেবতা, তোমালোকে বৰষুণ দিয়া। হে দৰ্শনীয় কেজন তোমালোকৰ গাইগৰুৰ (মেঘৰ) গাখীৰ (পানী) শুকাই নেযায়। শুভৰ ......১ ঋকৰ দৰে ॥৫॥ হে মৰুত সকল, ফুটফুটীয়া পহু ঘোঁৰাৰ দৰে ৰথত বান্ধিলা, আৰু যেতিয়া সোণৰ কবচ পিন্ধিলা তাবেই সকলো শত্ৰু দূৰলৈ খেদাই দিলা। শুভৰ......১ ঋকৰ দৰে ॥৬॥ হে মৰুতসকল, তোমালোকক পৰ্ব্বতে বাধা দিব নোৱাৰে। য'লৈ যাব খোজা ত'লৈ যোৱাই। আৰু দ্যাবাপৃথিবীৰ চাৰিওফালে যোৱা। শুভৰ ......১ ঋকৰ দৰে ॥৭॥ হে মৰুতসকল, তোমালোকৰ কাৰণে পূৰ্ব্বত যি কৰ্ম্ম অনুষ্ঠিত হৈছিল, আৰু যি নতুন হৈছে, যি স্তুতি কৰা হৈছিল, হে বাস কৰাওঁতা সকল, যি পাঠ কৰা হৈছে, সেই সকলো তোমালোকে জানা। শুভৰ......১ ঋকৰ দৰে ॥৮॥ হে মৰুতসকল, আমাক সুখ দিয়া। আমাক (বেয়া কাম কৰিলেও) নবধিবা। আমাক সুখ বেচিকৈ দিয়া, স্তোত্ৰ আৰু সখ্য গ্ৰহণ কৰা। শুভৰ......১ ঋকৰ দৰে ॥৯॥ হে মৰুত সকল, তোমালোকে আমাক স্বৰ্গাদি স্থানৰ ফালে লৈ যোৱা, —পাপৰ পৰা আঁতৰাই দিয়া। হে যজন কৰিবলগীয়া মৰুত সকল আমাৰ যজ্ঞত স্তুতি কৰি দিয়া হবি সেৱন কৰা। আমি বহুত ধনৰ পতি হ'ম ॥১০॥

### ৫৬ সূক্ত—ঋক্ ৯।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—বৃহতী; ৩।৭ সতোবৃহতী। দেৱতা—মৰুতসকল।

হে অগ্নি, শত্ৰুক অভিভব কৰা, ধুনীয়া আভৰণেৰে শোভিত মৰুতৰ-গণক আহ্বান কৰা। আজি মৰুত-গণক জিলিকি থকা দ্যুলোকৰ পৰা আমাৰ ফালে আহিবলৈ আহ্বান কৰিছো ॥১॥ হে অগ্নি, তুমি মৰুত সকলক মনেৰে যি ভাবে জানা, মোৰ কাৰণে যেন সৎ ইচ্ছাৰে আহে (এনে কৰা)। যি মৰুত সকলে তোমাৰ আহ্বান শুনি আহিছে সেই ভয়ঙ্কৰ মূৰ্ত্তিৰ মৰুত সকলক হবিৰে বৰ্দ্ধন কৰা ॥২॥ অন্যই অভিভৱ কৰা পৃথিবীৰ প্ৰজাই বলবান প্ৰজাৰ পালকৰ ওচৰলৈ যেনেকৈ আনন্দ মনেৰে আহে, সেইদৰে মৰুত-সেনা-গণ আমাৰ ওচৰলৈ আহিছে। হে মৰুতসকল, তোমা-লোকৰ বল অগ্নিৰ দৰে কৰ্ম্মবান, দুৰ্দ্ধৰ বৃষভ যুক্ত গাই গৰুৰ দৰে কামিলা ॥৩॥ যি মৰুতসকলে নিজ বলেৰে দুৰ্দ্ধৰ্ষ গৰুৰ দৰে শত্ৰুক হিংসা কৰে, তেওঁবিলাকে চলি গৈ থাকি পৰ্ব্বতৰ শিল ভঙা দৰে শব্দ কৰি মেঘ ভাঙি পানী বোৰাই দিয়ে ॥৪॥ হে মৰুতসকল, তোমালোক উঠা। নিশ্চয় এওঁলোকক, স্তোত্ৰেৰে বৰ্দ্ধন কৰা মৰুত সকলক, অপূৰ্ব্ব বহুত গৰুৰ পালটোক মতা দৰে আহ্বান কৰিছো ॥৫॥ হে মৰুতসকল তোমালোকৰ ৰথত উজ্জ্বল ঘোঁৰা বান্ধা। ৰঙা ঘোঁৰা বান্ধা। ঘোঁৰাবিলাকে ভালকৈ টানিবলৈ ৰথৰ ধুৰাত জোৰা। অতি বহন কৰিব পৰা ঘোঁৰা বান্ধা ॥৬॥ আৰু ডাঙৰকৈ হাঁহি থকা (শব্দ কৰা) দেখিবলৈ ভাল ৰঙা ঘোঁৰা ৰথত লগোৱা। হে মৰুত সকল, যাওঁতে যাতে সিহঁতে বিলম্ব নকৰে তেনেকৈ তোমালোকে খেদাবা ॥৭॥ আমি ৰথত যোৱা মৰুত সকলক অন্ন কামনা কৰি আহ্বান কৰিছো। যি ৰথত ৰমণীয় পানী ধাৰণ কৰি ৰুদ্ৰৰ পত্নী (মৰুতসকলৰ মাক) মৰুতসকলৰ সৈতে আছে, সেই ৰথক আহ্বান কৰিছো ॥৮॥ হে মৰুতসকল, ৰথত শোভা কৰা, দীপ্ত, স্তুত্য তোমালোকৰ দলটোক আহ্বান কৰিছো। য'ত সুজাতা, সুভগা, মঙ্গলময়ী পূজনীয়া, ৰুদ্ৰৰ পত্নী মৰুত সকলেৰে সৈতে আছে (তেওঁলোকক আহ্বান কৰিছো) ॥৯॥

### ৫৭ সূক্ত—ঋক্ ৮।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—জগতী; ৭ ত্ৰিষ্টুভ্। দেৱতা- মৰুতসকল।

হে ৰুদ্ৰৰ পুত্ৰ সকল, ইন্দ্ৰৰ লগৰ, সমান প্ৰীতিৰ, সোণৰ ৰথৰ ওপৰত থকা, (যজ্ঞৰ) সুগম সাধনৰ বাবে যজ্ঞলৈ আহা। এয়া আমাৰ স্তুতিয়ে তোমালোকক বিচাৰিছে। পানী বিচৰা তৃষ্ণাতুৰ গোতমক আকাশৰ পৰা পানীৰ উঁহ (নাদ) আনি দিয়া দৰে আমাৰ ইয়ালৈ আহা ॥১॥ বাশী (=বাইশ=চাঁচ) অস্ত্ৰযুক্ত, ছুৰী কটাৰী থকা, মনস্বী, ভাল ধনু আৰু শৰ থকা, সঙ্গহীন, ভাল ঘোঁৰা থকা, ভাল ৰথ থকা, পৃশ্নি যাৰ মাক, ভাল অস্ত্ৰ থকা হে মৰুতসকল, আমাৰ ভাল যাতে হয় সেই কাৰণে আহা ॥২। হে মৰুতসকল মেঘৰ পৰা হবিদাতাক ধন পোৱাই দিয়া। তোমালোকৰ গমনৰ ভয়ত গছগছনি বিলাক কঁপিছে। হে উগ্ৰ বলৰ, পৃশ্নি মাক যাৰ, মৰুত সকল ফুটফুটীয়া পহুৰ দৰে ঘোঁৰা যেতিয়া ৰথত লগাই দিয়া তেতিয়া পৃথিবী কঁপাই দিয়া।৩॥ সদায় দীপ্ত হৈ থকা, বৰষুণ দিওঁতা, যঁজাৰ দৰে একে ৰূপৰ, সুৰূপ, পিঙ্গল বৰণৰ ঘোঁৰা যুক্ত, নিষ্পাপ মহত্ত্বৰে ত্ৰাণ কৰা, স্বৰ্গৰ দৰে বিস্তীৰ্ণ মৰুতসকল পালেহি ॥৪॥ বহুত পানীৰ, আভৰণ যুক্ত, সুদাতা, উজ্জ্বল মূৰ্ত্তিৰ, অক্ষয় ধন যুক্ত, সুজন্মৰ, জন্মতে তেনেৰূপৰ, বুকুত মালা পিন্ধা, পূজ্য মৰুৎগণ দ্যুলোকৰ পৰা আহি অমৰণ সাধক হবি পালেহি ॥৫॥ হে মৰুতসকল, তোমা-লোকৰ গাত অস্ত্ৰবিলাক নিহিত আছে। বহুত শত্ৰুক পৰাস্ত কৰা বল আছে। মূৰত সোণৰ মুকুট আদি আছে। ৰথত সকলো অস্ত্ৰ আছে। তোমালোকৰ শৰীৰৰ কান্তিত সকলো অধিষ্ঠিত আছে ॥৬॥ হে মৰুত সকল, আমাক গৰুযুক্ত, ঘোঁৰা যুক্ত, ৰথযুক্ত, সুপুত্ৰৰে সৈতে সোণৰ দৰে ধন অন্ন দিয়া। হে ৰুদ্ৰৰ পুত্ৰ মৰুত সকল, আমাক সমৃদ্ধিশালী কৰা। তোমালোকৰ নিজ ৰক্ষণ আৰু দৈব আমাক দিয়া ॥৭॥ হে বহুত ধনৰ, অমৰ, ঋতজ্ঞ (নিয়ম জনা), সত্যফলৰ মেধাবীসকল, ডেকা, বহুত স্তুতি কৰা, বহুত হবিৰে সেৱন কৰা, নেতা মৰুতসকল, আমাক সুখ দিয়া ॥৮॥

### ৫৮ সূক্ত—ঋক্ ৮।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—মৰুতসকল।

দীপ্তিমন্ত, বলবান, শীঘ্ৰগামী ঘোঁৰাই বহন কৰা, অমৃতৰ (পানীৰ) গৰাকী, স্বয়ন্ত দীপ্তিৰ সেই মৰুত সকলক, তোমালোককেই আজি নতুন স্তুতিৰে নিশ্চয় স্তুতি কৰিম ॥১॥ হে বিপ্ৰ (হোতা) তুমি দীপ্তিমন্ত, বলবন্ত, বলয় হস্ত, কম্পন কৰা, প্ৰজাবান, ধনদাতা মৰুত সকলক স্তুতি কৰা। যি মৰুতে সুখৰ ভাৰ দিয়ে,

মহত্ত্বৰে অপৰিচ্ছিন্ন (নিছিগা), বহুত ধনৰ নেতা সেই মৰুত সকলক স্তুতি কৰা ॥২॥ (হে ঋত্বিক যজমান সকল) যি মৰুত সকলে বিশ্বৰ বৰষুণ পথিয়াই দিয়ে সেই পানী বহন কৰা মৰুত সকলে আজি তোমালোকৰ ওচৰলৈ আহক। হে মেধাবী, ডেকা মৰুত সকল যি এই অগ্নি তোমালোকলৈ জ্বলোৱা হৈছে তাৰে তোমালোকৰ প্ৰীতি লাভ হওক ॥৩॥ হে মৰুত সকল, যজমানক ৰাজমান, শত্ৰু খেদোৱা, কুশলী (মধ্যম খণ্ডৰ) বিভ্‌ৰাই সজোৱা অতি ৰূপবান পুত্ৰ জন্ম দিয়া। হে যজন কৰিব লগীয়া মৰুতসকল, তোমালোকৰ পৰা বাহুবলী পুত্ৰ হয়। তোমালোকৰ পৰা বহুত অশ্বযুক্ত সুবীৰ পুত্ৰ হয় ॥৪॥ ৰথৰ চকৰিৰ শলাৰ (Spoke) দৰে সকলো সমান, দিন বিলাকৰ দৰে (সাত জনেই সমান), সমান তেজেৰে মৰুত সকল প্ৰাদুৰ্ভাব হয়। পৃশ্নিৰ পুত্ৰ সকলোৰেই সমান, কোনো নিকৃষ্ট নহয়। বৰবেগী মৰুতসকলে নিজ বলেৰে বৰষুণ সিঁচি দিয়ে ॥৫॥ হে মৰুত সকল, যেতিয়া তোমালোকে ফুট্‌ফুটীয়া পহুৰ দৰে ঘোঁৰাবে দৃঢ় চক্ৰৰ ৰথত লগাই চলি যোৱা, তেতিয়া পানী ক্ষৰণ হয় (বৰষুণ দিয়ে) গছবিলাক ভাগে, পৰ্জন্যই বৰ্ধন কৰা স্বৰ্গত তলমূৰ কৰি শব্দ কৰে ॥৬॥ এই মৰুত সকলে যোৱা বাটত পৃথিৱী খেতিৰ উপযুক্ত কৰে। পতিয়ে ভাৰ্য্যাক গৰ্ভ দিয়া দৰে মাটিত পানী স্থাপন কৰে। যেতিয়া মৰুত সকলে ঘোঁৰা ৰথৰ ধুৰাত লগাই তেতিয়া সেই ৰুদ্ৰৰ পুত্ৰ সকলে মলিৰ দৰে বৰষুণ পেলাই দিয়ে ॥৭॥ ৮ ঋক্ ওপৰৰ ৫।৭।৮ ঋকৰ দৰে ॥৮॥

### ৫৯ সূক্ত—ঋ ৮।

**ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ— জগতী; ৮ ত্ৰিষ্টুভ্‌। দেৱতা—মৰুতসকল।**

হে মৰুত সকল, তোমালোকৰ পাবলগীয়া হবি দিবলৈ হোতাই কান্দিছে (স্তুতি কৰিছে)। হে হোতা দ্যুদেৱতাক স্তুতি কৰা মই পৃথিৱী দেৱতাক ঋত (স্তব) কৰিছো। ঘোঁৰাবে গৈ মৰুত সকলে অন্তৰীক্ষ পানীৰে সিঞ্চন কৰি পাৰ হৈ গৈছে। আৰু নিজৰ বল মেঘৰ লগ লগাই পানী বোৱাই দিছে ॥১॥ মানুহৰে ভৰা নাও কঁপি কঁপি যোৱা দৰে পৃথিৱীখন এওঁ বিলাক যাওঁতে কষ্টেৰে যায়। দূৰৈৰ পৰা দেখিলেও গতিৰ পৰা একো বুজা নেযাই। এই নেতা মৰুত সকলে যজ্ঞত মহৎ হবি পাবলৈ যত্ন কৰি যায় ॥২॥ হে মৰুত সকল গৰুৰ শিঙৰ দৰে উৎকৃষ্ট মূৰৰ মুকুট শোভা কৰিবলৈ ধাৰন কৰিছা। সূৰ্য্যই যেনেকৈ দিনৰ চকুৰ দৰে ৰশ্মি বিলাক বিকিৰণ কৰে তেনেকৈ তোমালোকেও বৰষুণ ছটিয়াবলৈ তেজ ধাৰণ কৰা। তোমালোক ঘোঁৰাৰ দৰে বেগৱন্ত আৰু দৰ্শনীয়। হে নেতা মৰুত সকল, তোমালোকে যজমানৰ মঙ্গল বিধান কৰা ॥৩॥ হে মৰুতসকল, কোন যজমানে পূজনীয় তোমালোকৰ মহৎ শ্ৰেষ্ঠ গুণবিলাকৰ ভাগ পাই? কোনে তোমালোকৰ স্তব বিলাক পাই? কোনে তোমালোকৰ পৰাক্ৰম জানে? তোমালোকে ভূমিক সূৰ্য্যৰ কিৰণৰ দৰে কঁপাই দিয়া, —যেতিয়া পৃথিৱীৰ ভালৰ কাৰণে বৰষুণ দান কৰা ॥৪॥ ৰঙা ঘোঁৰাৰ দৰে বেগী, দীপ্তিমান, পৰস্পৰ মৰমৰে আবদ্ধ মৰুত সকল বীৰ সকলৰ দৰে যুদ্ধত লিপ্ত থাকে। মানুহৰ দৰে বাঢ়ি যোৱা শক্তিশালী হৈ বৰষুণেৰে সূৰ্য্যৰ চকু আৱৰি থাকা ॥৫॥ সেই মৰুত সকলৰ জ্যেষ্ঠ নাই কনিষ্ঠও নাই, মধমো নাই, সকলো সমান। প্ৰভাৱত সকলোৰেই সমৃদ্ধি সম্পন্ন। সুজন্মৰ জন্মত পৃশ্নি যাৰ মাক, হে মৰুতগণ, তোমালোকে স্বৰ্গৰ পৰা ভালকৈ আমাৰ ফালে আহা ॥৬॥ মৰুত সকলে চৰাইৰ দৰে শাৰী পাতি বলেৰে অন্তৰীক্ষৰ মহৎ আকাশৰ বলয়ত কেউফালে শেষ প্ৰান্তলৈ গৈ ঘোঁৰাবে সৈতে মেঘত শব্দ কৰি পানী বোৱাই দিয়ে, —এই কথা দুয়ো দেৱতা আৰু মানুহে জানে ॥৭॥ আমাৰ কাৰণে অদিতিৰ অন্তৰীক্ষত পানীৰ সৃষ্টি কৰা বিশিষ্ট প্ৰকাশ কৰি উষাই যত্নবান হওক। হে ঋষি, তুমি স্তুতি কৰা এই ৰুদ্ৰৰ পুত্ৰ মৰুত সকলে স্বৰ্গৰ পানীৰ ভঁৰালৰ (মেঘৰ) পৰা পানী বোৱাই দিয়ক ॥৮॥

### ৬০ সূক্ত—ঋ ৮

**ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব ছন্দ ত্ৰিষ্টুভ্‌; ৭ ৮ জগতী। দেৱতা—মৰুতসকল বা অগ্নি আৰু মৰুতসকল।**

(মই শ্যাবাশ্বই) নিজে নিজে ৰক্ষক অগ্নিক স্তুতি কৰিছো। তেওঁ এতিয়া প্ৰসন্ন হৈ সেই স্তোত্ৰ জানক। অন্নকামনা কৰি ৰথেৰে আৱশ্যকীয় ঠাই পোৱা দৰে মই স্তোত্ৰ বিলাক সম্পাদন কৰিছো। প্ৰদক্ষিণ কৰি যোৱা মৰুত সকলক স্তোত্ৰেৰে বৰ্দ্ধন কৰিম ॥১॥ যি ৰুদ্ৰৰ পুত্ৰ মৰুত সকল ফুট্‌ফুটীয়া পহুৰে টনা ধৰকৈ যোৱা ৰথত উঠি সুখেৰে আছে, —(তেতিয়াও) হে উগ্ৰ মৰুত সকল গছ গছনিয়ে ভয়ত মূৰ দোঁৱাই থাকে, পৃথিৱী আৰু পৰ্ব্বত বিলাকে ভয়ত কঁপি থাকে ॥২॥ হে মৰুত সকল, তোমালোকৰ ভয়ঙ্কৰ শব্দত তাঙৰ

পৰ্ব্বতেও ভয় কৰে। অন্তৰীক্ষৰ ওপৰৰ ঠাইবোৰ কঁপে। যেতিয়া অস্ত্ৰৰে সৈতে শ্ৰেণীবদ্ধ হৈ যাত্ৰা কৰা, তেতিয়া পানীৰ দৰে একেলগে দৌৰ মৰা (যেন দেখি) ॥৩॥ দৰাৰ দৰে ধনবান সোণৰ অলঙ্কাৰ আৰু পৱিত্ৰ জলেৰে মৰুত-সকলে নিজ শৰীৰ শোভা কৰে। (আৰু) শ্ৰেষ্ঠ বলবন্ত, মৰুত সকলে ৰথত গোটখাই শৰীৰত তেজ ধাৰণ কৰে ॥৪॥ জ্যেষ্ঠ নোহোৱা, কনিষ্ঠ নথকা এই ভাই ককাই এই মৰুত সকল সৌভাগ্যৰ কাৰণে বৰ্দ্ধন হৈছে। নিত্য ডেকা এই সুকৰ্ম্মা মৰুত সকলৰ পিতা ৰুদ্ৰ আৰু মাক পৃশ্নিয়ে মৰুত সকলৰ কাৰণত সুদিন কৰক ॥৫॥ হে মৰুত সকল, যি উত্তম দ্যুলোকত, মধ্যম দ্যুলোকত বা তলৰ দ্যুলোকত তোমালোক সৌভাগ্যযুক্ত হোৱা— এই বিলাক ঠাইৰ পৰা হে ৰুদ্ৰৰ পুত্ৰ সকল আমাৰ ইয়ালৈ আহা। আজি যি হবি দিম হে অগ্নি, তুমি এই হবি লক্ষ্য কৰিবা ॥৬॥ হে সকলো জনা মৰুতসকল, তোমালোকে আৰু অগ্নিয়ে স্বৰ্গৰ উৎকৃষ্ট ঠাইত অৱস্থিত হৈছা। তোমালোকে আনন্দ কৰি শত্ৰুক কঁপোৱা। আমাৰ শত্ৰুক খাই পেলোৱা। অভিষৱ কৰা যজমানক ভাল ধন দিয়া ॥৭॥ হে বৈশ্বানৰ অগ্নি, তুমি পৰস্পৰ শোভা কৰি গণৰ ভাব (একতাৰ ভাবত) কৰি থকা শোধক সকলৰে স্তুতি কৰি থকা, বিশ্বক আনন্দ দিয়া আয়ুষ্মান মৰুত সকলেৰে সৈতে আনন্দ কৰি সোম পান কৰা ॥৮॥

## ৬১ সূক্ত—ঋ ১৯।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব, ছন্দ—গায়ত্ৰী; ৫ অনুষ্টুভ্; ৯ সতোবৃহতী দেৱতা—১—৪,১১—১৬ মৰুতসকল; ৫ ৮ তৰন্তৰ ৰাণী শশীয়সী; ৯ বিদদশ্বৰ পুত্ৰ পুৰুমীল্হ; ১০ বিদদশ্বৰ পুত্ৰ তৰন্ত ৰজা; ১৭ ১৯ দৰ্ভৰ পুত্ৰ ৰথবীতি ৰজা॥

হে শ্ৰেষ্ঠতম নেতা মৰুতসকল, তোমালোক সুদূৰ দেশৰ পৰা এজন এজনকৈ আহি আছা? ॥১॥ তোমালোকৰ ঘোঁৰা কত? ৰশ্মি ৰচি ক'ত আছে? কেনেকুৱা শক্তিৰে আহিলা? কেনেকৈ আহিলা? নাকত নাকি লগোৱা ঘোঁৰাৰ পিঠিত বহি আছা? (অৰ্থাৎ বহুত দূৰৰ পৰা অহা যেন দেখা গৈছে) ॥২॥ এই ঘোঁৰাৰ তিকাত চাবুকৰ কোবৰ চিন আছে। প্ৰসব কৰিবলৈ তিৰোতাই উৰু মেলাদৰে নেতাসকলে উৰু মেলি দিছে ॥৩॥ হে বীৰ সকল, মৰ্ত্ত্যৰ হিতকৰ, ভাল জন্মৰ মৰুতসকল তোমালোকে জুইত তপত কৰাৰ দৰে হৈছা ॥৪॥ সেই (তৰন্ত ৰজাৰ মহিষীয়ে) ঘোঁৰাবিলাক আৰু গৰু বিলাক আৰু শত ভেৰা আদি পশু দিলে যি (মহিষী শশীয়সীয়ে তৰন্ত ৰজাক) আলিঙ্গন কৰে, তেওঁক মই শ্যাবাশ্বই স্তুতি কৰিছো ॥৫॥ আৰু সেই স্ত্ৰী শশীয়সী দেৱতাৰ পৰা আঁতৰি থকা ধন নিদিয়া পুৰুষতকৈ সৰ্ব্বাংশে শ্ৰেষ্ঠা ॥৬॥ —যি শশীয়সীয়ে দুঃখ পোৱা মানুহক চিনি পাই পিয়াহ লগা মানুহক চিনি পাই, ধন বিচৰা মানুহক জানে আৰু দেৱতালৈ মন কৰে ॥৭॥ মই শশীয়সীৰ অৰ্দ্ধাঙ্গৰ দৰে পুৰুষ ৰজাৰ (তৰন্তৰ) স্তৱ কৰিলেও কৈছো মই কৰা স্তৱ তেওঁৰ উচিত স্তৱ হোৱা নাই, কাৰণ তেওঁ দানৰ বিষয়ত সকলো সময়তে একে ॥৮॥ আৰু মোক তেওঁ (শশীয়সী) যুৱতীয়ে প্ৰমোদ মনেৰে বহুত যশৰ পুৰুমীল্হ বিপ্ৰক লগ পাবলৈ আৰু কৈছিল। (সেই কাৰণেই) দুটা ৰঙা ঘোঁৰা (দি পুৰুমীল্হৰ ঘৰৰ বাট দেখুৱাই দিছিল ॥৯॥ বৈদদশ্বি(পুৰুমিল্হই মোক এশ গাইগৰু আৰু ধন তৰন্ত ৰজাই দিয়া দৰে) দিছিল ॥১০॥ যি মৰুতসকলক এতিয়া বেগৱন্ত ঘোঁৰাই বহন কৰি আনিছে (আৰু) যি হৰ্ষকৰ সোম পান কৰিছে তেওঁবিলাকে এতিয়া ইয়াত স্তুতি গ্ৰহণ কৰিছে ॥১১॥ যাৰ কান্তি দ্যাবাপৃথিৱীত অধিষ্ঠিত হৈছে, যি ৰথত বিশেষকৈ স্বৰ্গত আদিত্যৰ দৰে জিলিকি আছে,— ॥১২॥ সেই মৰুতসকল ডেকা, দীপ্তৰথ (-ত থকা), অনিন্দিত ভালকৈ যোৱা আৰু অপ্ৰতিহত গমনৰ ॥১৩॥ এতিয়া যি ঠাইত কপাই দিয়া, ঋতত (নিয়মৰ পানীৰ কাৰণে) উৎপত্তি হোৱা নিষ্পাপ মৰুতসকলে আনন্দ কৰিছে সেই ঠাইৰ (বিষয়) কোনে জানে? ॥১৪॥ হে স্তুতিকামী মৰুতসকল তোমালোকে মানুহ যজমানক এইদৰে স্তুতি কৰিবলৈ দিয়া আৰু স্বৰ্গাদি প্ৰাপক যজ্ঞ কৰিবলৈ আহ্বান শুনা ॥১৫॥ হে শত্ৰু সংহাৰ কৰা, যজ্ঞাৰ্হ ঐশ্বৰ্য্যশালী মৰুৎগণ, তোমালোকে আমাক নিবাস যোগ্য স্পৃহনীয় ধন দিয়া ॥১৬॥ হে ঊৰ্ম্মি (ৰাত্ৰি) দেৱী, মোৰ এই স্তোত্ৰেৰে (শ্যাবাশ্বৰ) মোৰ ফালে মুখ কৰিবলৈ মৰুতসকলক পোৱাই দিয়া ॥১৭॥ হে ঊৰ্ম্মি, আৰু মোৰ কথা এইদৰে কবা যে সোম যাগত ৰথবীতি ৰজাক মই বিচৰা (তেওঁৰ জীয়েকৰ বিষয়) মই পাহৰা নাই ॥১৮॥ এই ধনবান ৰথবীতি পৰ্ব্বতত গোমতী নদীৰ পাৰত বাস কৰি আছে ॥১৯॥

## ৬২ সূক্ত ঋ ৯।

ঋষি—অত্ৰিৰ পুত্ৰ শ্ৰুতবিদ্। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—মিত্ৰ আৰু বৰুণ।

সূৰ্য্যৰ ঋতৰ (নিয়মৰ) মণ্ডল ঋতৰে (নিয়মৰ পানীৰে)

ঢাকি থকা য'ত তোমালোকৰ ষ্টোভাই ঘোঁৰা খুলি দিয়ে, যি মণ্ডলত দহ শ ৰশ্মিৰে একেলগে থাকে, তেনে কুন্ধা শ্ৰেষ্ঠ দেৱতাৰ ধ্ৰুৱ মণ্ডল মই দেখিছো ॥ ১ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ সেই মহত্ব প্ৰশস্ত যে দিনটোত স্থাবৰ হৈ থকা পানীবোৰ আদিত্যাই খিৱাই (লৈ আহে)। স্বয়ং ভ্ৰমণ কাৰী সূৰ্য্যাই সকলো মানুহৰ প্ৰীতিদায়ক দ্যুতি বৰ্দ্ধন কৰে। তোমালোকৰ একমাত্ৰ. ৰথ সদায় আবৰ্ত্তন কৰি আছে ॥২॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ ষ্টোভাই ৰাজপদ পাই! নিজ সামৰ্থৰে পৃথিবী আৰু আকাশ ধাৰণ কৰিছা। হে ক্ষিপ্ৰদাতা সকল, তোমালোকে গৰু গছনি বৰ্দ্ধন কৰা, গৰু গাই বৰ্দ্ধন কৰা, আৰু তাৰ কাৰণে বৰষুণ দিয়া ॥৩॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ ৰথত লগোৱা ঘোঁৰা বিলাকে ভালকৈ তোমালোকক বহন কৰি আনক। ভালকৈ ধৰা লেকামে এইকালে ভালকৈ আনক। পানীৰ ঢাকনীয়ে তোমালোকক অনুসৰণ কৰে। নদীবিলাক তোমালোকৰ অনুগ্ৰহত পুৰণি দিনৰ পৰা বৈ আছে ॥ ৪ ॥ হে অন্নবন্ত আৰু আয়ত্ববলৰ মিত্ৰ আৰু বৰুণ, তোমালোকৰ সুপ্ৰসিদ্ধ শৰীৰৰ দীপ্তি বৰ্দ্ধন কৰি আৰু মন্ত্ৰেৰে যেনেকৈ যজ্ঞ বৰ্দ্ধন কৰে তেনেকৈ পৃথিবীক ৰক্ষা কৰি যজ্ঞভূমিৰ ৰথৰ ওপৰত উঠিথাকা ॥৫॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকে যজ্ঞভূমিত যি যজমানক ৰক্ষা কৰা, সুমতি কৰা সেই যজমানৰ প্ৰতি দাতা হোৱা আৰু ৰক্ষা কৰা। তোমালোক দুয়ো ৰজা আৰু অক্ৰোধী হৈ ধন আৰু হেজাৰ খুটা লগা ঘৰত থাকা ॥৬॥ এওঁ বিলাকৰ ৰথ সোণৰ দৰে; অংশ বিলাক (শলখা আদি) সোণৰ। তেনে ৰথ আন্তৰীক্ষত বিজুলীৰ দৰে বিৰাজ কৰে। কল্যাণকৰ (ঘিঁউ আদি পৰা) মিহি যজ্ঞ-ক্ষেত্ৰত যুপকাঠ ৰখা গাঁতত, (ৰথত) সোম স্থাপন যাতে কৰিব পাৰো (সেই আশা) ॥৭॥ উষা কালত সূৰ্য্য উদয় হলে সোণময় শলাৰ লোণময় ৰথত হে মিত্ৰ আৰু বৰুণ, তোমালোক উঠি অদিতি (অখণ্ডনীয় ভূমি) আৰু দিতি (খণ্ডনীয় প্ৰজা) বিলাকক চোৱা ॥৮॥ হে সুদাতা ভুবনৰ ৰক্ষক হে মিত্ৰাবৰুণ, বহুত নিৰবচ্ছিন্ন বিচ্ছিন্ন নোৱাৰা সুখ ধাৰণ কৰি আমাক ৰক্ষা কৰা। হে মিত্ৰ আৰু বৰুণ ধন পাবলৈ ইচ্ছা কৰা আমি (তোমালোকৰ অনুগ্ৰহত) শত্ৰুৰ ধন জয় কৰিম ॥৯॥

## ৬৩ সূক্ত—ঋ ৭।

ঋষি—অত্ৰিৰ পুত্ৰ অৰ্চনানা। ছন্দ—জগতী। দেৱতা—মিত্ৰ আৰু বৰুণ।

ঋতৰ নিয়মৰ ৰক্ষক, সত্য ধৰ্ম্মৰ তোমালোকে পৰম ব্যোমত ৰথত উঠি আছা। হে মিত্ৰ আৰু বৰুণ, তোমালোকে এই যজ্ঞত যি যজমানক ৰক্ষা কৰিছা, সেই যজমানক মধুৰ বৰষুণ স্বৰ্গৰ পৰা সিঁচি দিয়া ॥ ১ ॥ হে মিত্ৰ আৰু বৰুণ, স্বৰ্গৰ দ্ৰষ্টা তোমালোকে আমাৰ যজ্ঞৰ সম্ৰাট হৈ বিৰাজ কৰিলা। তোমালোকৰ ওচৰত বৰষুণ (ৰূপী) ধন প্ৰাৰ্থনা কৰিছো। তোমালোকৰ বিস্তৃত ৰশ্মিবিলাকে দ্যাবাপৃথিবীত বিচৰণ কৰে ॥ ২॥ সম্ৰাট, উগ্ৰ, বৰ্ষক, দ্যুলোকৰ স্বামী, পৃথিবীৰ পতি, সকলোৰে দ্ৰষ্টা হে মিত্ৰ আৰু বৰুণ, বিচিত্ৰ মেঘেৰে সৈতে (আহি) স্তুতি শুনা। স্বৰ্গত বৰ্ষণ কৰি পৰ্জন্যৰ মায়াৰে পানী উলিয়াই দিয়া ॥ ৩ ॥ হে মিত্ৰ আৰু বৰুণ তোমালোকৰ মায়া স্বৰ্গত অৱস্থিত। দীপ্তিমন্ত বিচিত্ৰ সূৰ্য্য অস্ত্ৰৰ দৰে অন্তৰীক্ষত পৰিভ্ৰমণ কৰিছে। সেই সূৰ্য্যক মেঘে স্বৰ্গত লুকাই থয়। হে পৰ্জন্য দেৱতা, (তোমালোকৰ কৃপাত) মধুমান পানী বৈ যায় ॥৪॥ হে মিত্ৰাবৰুণ, (তোমালোকৰ অনুগ্ৰহত), মৰুতসকলে ৰথ যোজনা কৰি বীৰৰ দৰে পানীৰ মাজৰ বিচিত্ৰ লোকবিলাক বিচৰণ কৰি ফুৰিছে। তেওঁবিলাকৰ লগত, হে সম্ৰাট দুজন, স্বৰ্গৰ পৰা পানী আমালৈ সিচি দিয়া ॥ ৫ । হে মিত্ৰাবৰুণ ? (তোমালোকৰ অনুগ্ৰহত) মেঘে অন্নসাধক, প্ৰভাযুক্ত, বিচিত্ৰ গাজনি মাৰে। মৰুতসকলে নিজ বলেৰে মেঘক ৰক্ষা কৰে। তেওঁবিলাকৰ সৈতে ৰঙা পাপহীন স্বৰ্গৰ পৰা বৰষুণ পেলাই দিয়া ॥ ৬ ॥ হে বিচক্ষন মিত্ৰ আৰু বৰুণ, তোমালোকে ধৰ্ম্মেৰে যজ্ঞাদি কৰ্ম্ম ৰক্ষা কৰি আছা। অসুৰৰ (দেৱতাৰ) মায়াৰে, ঋতৰে (নিয়মেৰে) সকলো ভুবনত বিৰাজ কৰিছা। সূৰ্য্যকো বিচিত্ৰ পূজ্য ৰথেৰে স্বৰ্গত ধাৰণ কৰিছা ॥ ৭ ॥

## ৬৪ সূক্ত—ঋ ৭।

ঋষি—অত্ৰিৰ পুত্ৰ অৰ্চনানা। ছন্দ—অনুষ্টুভ্; ৭-পংক্তি। দেৱতা—মিত্ৰ আৰু বৰুণ।

হে মিত্ৰ আৰু বৰুণ, শত্ৰু ক্ষয় কৰা স্বৰ্গৰ নেতা তোমালোকক অৰ্চনা কৰিছো। গুৱালে গৰু খেদাই নিয়া দৰে তোমালোকে শত্ৰুক খেদাই দিয়া ॥ ১ ॥ তোমালোকে সুজ্ঞান যুক্ত হাতেৰে স্তৱ কৰা মোক মই বিচৰা সুখ দান কৰা। তোমালোকৰ দিয়া সুখ সকলোতে ব্যাপ্ত হৈ আছে ॥ ২ ॥ মই যেন সদগতি লাভ কৰো, মই যেন মিত্ৰই দেখুৱা বাটেৰে যাব পাৰো। সেই হিংসা বিবৰ্জিত প্ৰিয় দেৱতাৰ কল্যাণ যেন আমি পাওঁ ॥ ৩ ॥ হে মিত্ৰ আৰু বৰুণ, মই যেন তোমালোকক স্তৱ কৰি এনে

ধন পাওঁ যে ধনীৰ আৰু স্তোতা সকলৰ ঘৰত ঈৰ্ষাৰ উৎপত্তি হয় ॥ ৪ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকে সুদীপ্তিৰে সৈতে আমাৰ যজ্ঞলৈ আহঁা আৰু ধনবান ( হবিযুক্ত ) সখা সকলৰ ঘৰত সমৃদ্ধি বৃদ্ধি কৰা ॥ ৫ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ স্তব কৰা কাৰণে আমাক যি বল আৰু বহুত অন্ন দিয়া, সেই বিলাক অন্ন লাভৰ কাৰণে ধনৰ কাৰণে, আৰু মঙ্গলৰ কাৰণে বাহুল্য কৰি দিয়া ॥৬॥ উষা কালত ৰশ্মি ওলালে যি দেৱতাক যজন কৰিব লগীয়া তোমালোকক আমাৰ অৰ্চনানে ( ঋষি-মই ) দিয়া চেপা সোম খৰ গতিৰ ঘোঁৰাৰ ৰথেৰে, হে নেতা মিত্ৰ আৰু বৰুণ, পান কৰিবলৈ আহা ॥ ৭ ॥

## ৬৫ সূক্ত—ঋ ৬ ।

### ঋষি অত্ৰিৰ পুত্ৰ ৰাতহব্য ছন্দ—অনুষ্টুভ্; ৬ পংক্তি ।

### দেৱতা—মিত্ৰ আৰু বৰুণ ।

দেৱতাৰ মাজত তোমালোকৰ স্তুতি যি জানে, যি দেখিবলৈ ভাল মিত্ৰ আৰু বৰুণক স্তুতিৰে ভজন কৰে, সেই সুকৰ্ম্মাই আমাক উপদেশ দিয়ক ( এই বিষয়ে কওক) ॥ ১ ॥ সেই মিত্ৰাবৰুণ বিশেষ তেজ যুক্ত, ৰজা, দূৰৈৰ পৰাও আহ্বান শুনা তেওঁ বিলাক যজমানৰ গৰাকী ঋতত ( নিয়মত ) বৰ্দ্ধন হোৱা, প্ৰত্যেক স্তোতালৈ ঋতবান ( নিয়মবান ) হয় ॥ ২ ॥ সেই পূৰনি দেৱতা হে মিত্ৰাবৰুণ, তোমালোকৰ ওচৰলৈ গৈ ৰক্ষাৰ কাৰণে প্ৰাৰ্থনা কৰিছো। সুঅশ্বৰ অধিকাৰী আমি অন্ন দিবলৈ তোমালোকক স্তুতি কৰিছো ॥৩॥ মিত্ৰই পাপী স্তোতাকো আহল-বহল ঘৰৰ কাৰণে উপায় দিয়ে। হিংসা কৰাকো পৰিচৰণ কৰিলে মিত্ৰ দেৱতাৰ সুমন হয় ॥ ৪ ॥ আমি মিত্ৰ দেৱতাৰ অতি বহল ৰক্ষণত থাকিম। নিষ্পাপী আমি তোমাৰ ৰক্ষণত থাকি বৰুণৰ পুত্ৰৰ দৰে হম ॥ ৫ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকে এই স্তোতাৰ ওচৰলৈ আহা। —কামনা বিলাক পোৱাই দিয়ঁা। হবি অন্নবান আমাক পৰিত্যাগ নকৰিবা। আমাৰ পুত্ৰকো নেৰিবাঁ। আমাৰ যজ্ঞ ৰক্ষা কৰা ॥ ৬ ॥

## ৬৬ সূক্ত—ঋ ৬ ।

### ঋষি—অত্ৰিৰ পুত্ৰ ৰাতহব্য। ছন্দ—অনুষ্টুভ্ ।

### দেৱতা—মিত্ৰাবৰুণ ।

হে জ্ঞানী মানুহ ( ৰাতহব্য ), সৎকৰ্ম্মা, হিংসকৰ হিংসক দেৱতা দুজনক আহ্বান কৰা। ঋতৰ ( নিয়মীয়া পানীৰ ) ৰূপৰ বৰুণক হবি দিয়া ॥ ১ ॥ তেওঁবিলাকৰ দুয়োৰে অসুৰ ঘাটক মহৎ বল আছে। সেই বাবে সূৰ্য্য যেনেকৈ স্বৰ্গত স্থাপিত হৈছে তেনেকৈ মানুহৰ মাজত তোমালোকলৈ যজ্ঞ স্থাপিত হৈছে ॥ ২ ॥ হে মিত্ৰাবৰুণ, তোমালোকৰ ৰথ বিলাক আমাৰ আগত থকা বহুত অতি বহল বাট যাবলৈ স্তুতি কৰিছো। ৰাতহব্য ঋষিৰ ( মোৰ ) সুস্তুতি তোমালোকে ধাৰণ কৰা ॥ ৩ ॥ আৰু স্তুত্য, তোমালোক দুজনে, সুদক্ষ মোৰ পুৰক স্তোত্ৰ অক্ষুদ প্ৰজ্ঞাপক, সন্তোষ মনেৰে ভালকৈ জানিছা। তোমালোক বিশুদ্ধ বলী ॥ ৪ ॥ হে পৃথিৱী দেৱী, তোমাৰ বৃহৎ ঋত (নিয়ম) এই যে ঋষিৰ (স্তোতাৰ) প্ৰয়োজন মতে তেওঁবিলাকে ( মিত্ৰাবৰুণে ) অতি বহল বাটেৰে গৈ বহুত বৰষুণ তোমাৰ গাত পেলাই দিয়ে ॥ ৫ ॥ হে বহুদৰ্শী মিত্ৰাবৰুণ, তোমালোকক আমি স্তোতাই আহ্বান কৰিছো। আমি যেন তোমালোকৰ আহল-বহল বহুত মানুহ যোৱা ৰাজ্যলৈ যাবলৈ যত্ন কৰিব পাৰো ॥ ৬ ॥

## ৬৭ সূক্ত—ঋ ৫ ।

### ঋষি—অত্ৰিৰ পুত্ৰ যজত। ছন্দ—অনুষ্টুভ্

### দেৱতা—মিত্ৰাবৰুণ । ( ১।৩ অৰ্যমাও আছে )

হে অদিতিৰ পুত্ৰ বৰুণ, মিত্ৰ, অৰ্য্যমা দেৱতা সকল, তোমালোকে এতিয়া, সত্য, অবাধ, বৰ্ত্তমানে যজন কৰিব লগীয়া বৃহৎ, অতি বৰ্দ্ধমান বল পাইছা ॥ ১ ॥ সোণময় যজ্ঞৰ ঠাইলৈ যেতিয়া, হে মিত্ৰাবৰুণ, তোমালোক আহা, হে মানুহৰ ৰক্ষক, হিংসকৰ নাশক, তোমালোক দুজনে তেতিয়া আমাৰ সুখ কৰা ॥ ২ ॥ বৰুণ, মিত্ৰ আৰু অৰ্য্যমা সকলোৱেই সৰ্ব্বজ্ঞ। সকলো কৰ্ম্মত তেওঁলোক আছে। মৰ্ত্ত্যক হিংসকৰ পৰা ৰক্ষা কৰে ॥ ৩ ॥ তেওঁলোক সত্য ঋতৰ (নিয়মৰ) স্পৰ্শক, ঋত —বান (নিয়ম)। সকলো যজমানক ভালকৈ লৈ যায়;— সুদাতা তেওঁলোকে পাপীকো স্তুতি কৰিলে বহুত ধন দিয়ে ॥৪॥ হে মিত্ৰ, তুমি আৰু বৰুণৰ মাজত কোন স্তুত নোহোৱাকৈ আছে? অল্পমতিৰ আমি দুয়োকো স্তুতি কৰো। অত্ৰি সকলৰ স্তোত্ৰ তোমালোকলৈ প্ৰেৰণ কৰা হৈছে ॥ ৫ ॥

## ৬৮ সূক্ত—ঋ ৫ ।

### ঋষি—অত্ৰিৰ পুত্ৰ যজত। ছন্দ—গায়ত্ৰী ।

### দেৱতা—মিত্ৰাবৰুণ ।

(হে ঋত্বিক সকল) তোমালোকে মিত্ৰ আৰু বৰুণক বেচিকৈ স্তব কৰা। হে বহুতবলী মিত্ৰাবৰুণ, তোমালোকে মহৎ ঋতত ( যজ্ঞত ) উপস্থিত হোৱা ॥ ১ ॥ যি

মিত্র আৰু বৰুণ দুয়ো সম্রাট, পানীৰ উৎপাদক দেৱতা, দেৱতাৰ মাজত প্ৰশস্ত (তেওঁবিলাকৰ স্তৱ কৰা) ॥ ২ ॥ সেই দুজন দেৱতাই আমাক পাৰ্থিৱ আৰু দৈৱ মহৎ ধন দিবলৈ সমৰ্থ। দেৱতাৰ মাজত প্ৰসিদ্ধ তোমালোকৰ মহৎ বল স্তুতি কৰিম ॥ ৩ ॥ ঋতৰে (নিয়মৰ পানীৰে) ঋতক (যজ্ঞক) স্পৰ্শণ কৰি বল পাইছে। অদ্ৰোহী মিত্ৰাবৰুণ দেৱতা দুজন বৰ্দ্ধন হওক ॥৪॥ বৰষুণৰ বৰ্ধক অন্তৰীক্ষত বোৱাই দিয়া পানীৰে, অন্নৰ পতি, দাতা তেওঁবিলাক মহান ৰথত আছে ॥ ৫ ॥

### ৬৯ সূক্ত—ঋ ৪।

### ঋষি—অত্ৰিৰ পুত্ৰ উৰুচক্ৰি। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা—মিত্ৰাবৰুণ।

হে মিত্ৰ আৰু বৰুণ, তোমালোকে দ্যুলোকৰ তিনিখন ঠাই ধাৰণ কৰিছা, তিনিখন অন্তৰীক্ষ ধাৰণ কৰিছা আৰু তিনিখন ভূলোক ধাৰণ কৰিছা। তোমালোকে বৰ্দ্ধমান ক্ষত্ৰিয়ৰ ৰূপ সদায় ৰক্ষা কৰি আছা ॥ ১ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ আজ্ঞা মতে গৰু বিলাকে গাখীৰ দিয়ে, আৰু নদীবিলাকে মধুৰ পানী দিয়ে। তিনজনা বৰ্ষক, পানীৰ ধাৰক দীপ্তমন্ত তিনি স্থানৰ অধিপতি (অগ্নি বায়ু সূৰ্য্য ৰূপে) বেলেগে বেলেগে আছা ॥ ২ ॥ মই ৰাতিপুৱা অদিতি দেৱীক আহ্বান কৰো। মধ্যাহ্নত সূৰ্য্যৰ সমৃদ্ধি কালত (সূৰ্য্য ওপৰলৈ উঠিলে) সূৰ্য্যক আহ্বান কৰো। হে মিত্ৰ আৰু বৰুণ ধনৰ কাৰণে আৰু পুত্ৰ পৌত্ৰৰ অৰিষ্ট নাশৰ কাৰণে তোমালোকক স্তুতি কৰো ॥৩॥ জিলিকি থকা স্বৰ্গলোক আৰু পাৰ্থিৱ লোক ধাৰণ কৰা অদিতিৰ পুত্ৰ দুজন দিব্য তোমালোকক স্তুতি কৰো। হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ স্থায়ী কামবিলাক অন্য অমৰ দেৱতা সকলে বাধা নিদিয়ে ॥ ৪ ॥

### ৭০ সূক্ত—ঋ ৪।

### ঋষি—অত্ৰিৰপুত্ৰ উৰুচক্ৰি। ছন্দ—গায়ত্ৰী। দেৱতা—মিত্ৰাবৰুণ।

হে মিত্ৰ আৰু বৰুণ, বহুত বেচি ৰক্ষণ নিশ্চয় তোমালোকৰ আছেই। আমি তোমালোকৰ অনুগ্ৰহ সদায় পাওঁ ॥ ১ ॥ হে অদ্ৰোহী দেৱতা দুজন, তোমালোকক সম্যক স্তুতি কৰিম আৰু অন্নও ভোজন কৰিবলৈ পাম। হে ৰুদ্ৰ সকল (দুঃখ দ্ৰাৱণ কৰা), আমি তোমালোকৰ স্তোতা হম ॥ ২ ॥ হে দুঃখ দ্ৰাৱণ কৰা দেৱতা দুজন, আমাক ৰক্ষণেৰে ৰাখা। ভাল ভাৱণেৰে পৰিত্ৰাণ কৰা। আমি নিজে দস্যুক খেদাম ॥ ৩ ॥ হে অদ্ভুত কাম কৰা (মিত্ৰ আৰু বৰুণ), আমি কাৰো পুঁজিৰ ধন ভোগ নকৰোঁ,—নিজে বা অপত্যৰ সৈতে ভোগ নকৰোঁ ॥ ৪ ॥

### ৭১ সূক্ত—ঋ ৩।

### ঋষি—অত্ৰিৰ পুত্ৰ বাহুবৃক্ত। ছন্দ—গায়ত্ৰী। দেৱতা মিত্ৰাবৰুণ।

শত্ৰুক নাশ কৰা, শত্ৰুৰ হন্তা হে মিত্ৰ আৰু বৰুণ, এয়া আমাৰ ধুনীয়া যজ্ঞলৈ আহাঁ ॥১॥ হে মিত্ৰ আৰু বৰুণ, বিশেষ জ্ঞানী তোমালোকে সকলোৰে অধিপতি হৈছা। আমাৰ ঈশ্বৰ তোমালোকে কৰ্ম্মফল দিয়া ॥ ২ ॥ হে মিত্ৰ আৰু বৰুণ, হবি দাতা আমাৰ চেপা সোম পান কৰিবলৈ আহাঁ ॥ ৩ ॥

### ৭২ সূক্ত—ঋ ৩।

### ঋষি—অত্ৰিৰ পুত্ৰ বাহুবৃক্ত। ছন্দ—গায়ত্ৰী। দেৱতা—মিত্ৰাবৰুণ।

মিত্ৰ আৰু বৰুণক আমি অত্ৰিৰ দৰে আহ্বান কৰিছো। সোম পান কৰিবলৈ কুশত বহা ॥ ১ ॥ তোমালোকে জগত ধাৰণ কৰা কৰ্ম্মেৰে অচল হৈ মানুহক কামৰ যতন কৰিবলৈ লগাই থাকা। সোমপান কৰিবলৈ কুশত বহা ॥২॥ হে মিত্ৰ আৰু বৰুণ, আমাৰ অভীষ্ট সিদ্ধিৰ কাৰণে কৰা যজ্ঞ সেৱন কৰা। সোমপান কৰিবলৈ কুশত বহা ॥ ৩ ॥

### ৭৩ সূক্ত—ঋ ১০।

### ঋষি—অত্ৰিৰ পুত্ৰ পৌৰ। ছন্দ—অনুষ্টুভ্। দেৱতা অশ্বিনী দুজন।

হে বহুত যজ্ঞৰ ভোক্তা অশ্বিনী দুজন, যদি আজি দূৰ-দেশত আছা, বা যদি ওচৰত আছাঁ, যদি বা বহুত ঠাইত আছা, বা অন্তৰীক্ষত আছা (যেনে পৰা হওক) আমাৰ যজ্ঞলৈ আহাঁ ॥ ১ ॥ এই যজ্ঞত সেই বহুত—যজমানে,—বৰকৈ ভৰা, বহুত কৰ্ম্ম ধাৰণ কৰা, পূজনীয়, অন্যাই ধৰি ৰাখিব নোৱাৰা কৰ্ম্মৰ, সেই অশ্বিনী দুজনক, বহুত ভোগৰ কাৰণে আহ্বান কৰিবলৈ উপস্থিত হৈছো ॥ ২ ॥ তোমালোকৰ এটা

চক্রবে আদিত্যৰ ৰূপৰ শোভাৰ কাৰণে তেজৰ দৰে নিয়মিত কৰি ৰাখিছোঁ। অন্যটো চক্রবে মহত্ত্বৰে মানুহৰ যুগ বিলাক (দিন ৰাতি কাল) জোখ কাৰ (ভূ আদি) লোকত চলি গৈ থাকোঁ ॥ ৩॥ হে ব্যাপক দেবতা দুজন, যি স্তোত্রেৰে তোমা-লোকক স্তব কৰিছো সেই স্তোত্র মই (পৌৰই) কৰা বুলি সম্পাদিত হওক। পৃথক জন্ম, অপাৰ দেৱতা তোমালোকে আমি বন্ধুক বহুত অন্ন দিয়া ॥৪॥ হে অশ্বিণী দুজন, তোমালোকৰ দ্রুতগতিৰ ৰথত সদায় যেতিয়া সূৰ্য্যা (সূৰ্য্যৰ জীয়েক) উঠে, তেতিয়া তোমা-লোকক দাপ্ত, শত্রুক তাপ দিয়া ৰ'দে আবৰি ধৰে ॥৫॥ হে নেতা দুজন, যেতিয়া অত্রিয়ে (আমাৰ পিতাই) জুইৰ তাপ সহিব পৰা হৈছিল, তেতিয়া জুইৰ তাপৰ পৰা উপশম পাই কৃতজ্ঞ মনেৰে, হে নাসত্যা দুজন, তোমালোকক স্মৰণ কৰি স্তব কৰিছিল ॥ ৬ ॥ (১।১১৬।৮, ১।১১২।৭ ঋক চাব)। উগ্রবলী তোমালোকৰ ওখ ৰথৰ গৈ থকা সময়ত (শব্দ) শুনা যায়।—হে অশ্বিণী দুজন, নেতা, যি কৰ্ম্মেৰে অত্রিক ঘূৰাই আনিছিলা ॥ ৭ ॥ হে মধুৰ সোম মিশ্রন কৰা কদ্র সকল, আমি কৰা মধুৰ স্তুতিয়ে তোমালোকৰ ওপৰত মধুৰ ৰস সিঁচি দিছে। তোমালোকে যেতিয়া অন্তৰীক্ষৰ সীমা পাৰ হৈ (যজ্ঞলৈ) আহাঁ তেতিয়া পাক কৰা অন্ন তোমালোকক (যজমানে) দিয়ে ॥৮॥ হে অশ্বিণী দুজন, সত্যই তোমালোকে সুখ দিয়া বুলি কয়। তোমালোকে যজ্ঞত বহুত আহ্বান পোৱা। আমাৰ যজ্ঞত আহি বহুত সুখদাতা হোৱা ॥৯॥ এই স্তোত্র বিলাকে অশ্বিণী দুজনক বৰ্দ্ধন কৰক আৰু আমাৰ সুখ দাতা হওক, যিবিলাক স্তোত্র শিল্পীয়ে ৰথ সজা দৰে আমি সাজিছোঁ। আৰু বহুত নমস্কাৰ কৰি স্তুতি কৰিছোঁ ॥ ১০ ॥

### ৭৪ সূক্ত—ঋ ১০।

### ঋষি- অত্রিৰ পুত্র পৌৰ। ছন্দ-অনুষ্টুভ্। দেবতা অশ্বিনী দুজন।

হে দেবতা দুজন, স্তুতিয়েই যাৰ ধন, তেনেকুৱা অশ্বিণী দুজনে আজি দ্যুলোকৰ পৰা আহি ক'ত থাকি স্তোত্র শুনিছা? (যি স্তোত্র) হে ধনবৰ্দ্ধক, তোমালোকক অত্রিৰ পুত্রই সৰ্ব্বতো ভাবে পৰিচৰণ কৰিছো ॥ ১ ॥ সেই দেবতা নাসত্যা দুজন ক'ত আছে? আজি দ্যুলোকত থকা দুজনক ক'ত শুনা গৈছে। কোন যজমানৰ ওচৰলৈ গৈছা? কোন স্তোতা তোমালোকৰ স্তুতি বিলাকৰ সহায় কৰা হৈছে? ॥ ২ ॥ কোন যজ্ঞলৈ গৈছা? গৈ কাক সঙ্গ পাইছা? কাৰ ফালে যাবলৈ ৰথ যোজনা কৰিছা? কাৰ স্তোত্র ভাল পাইছা? আমিও তোমালোকক পাবলৈ বিচাৰিছো ॥ ৩ ॥ হে পৌৰ দুজন, পৌৰ ঋষিলৈ, যজ্ঞৰ কামত লাগি থকা তেওঁলৈ, চিকাৰীয়ে সিংহক হাবিত খেদি পঠিওৱা দৰে বৰষুণ পঠিয়াই দিয়া। (পৌৰ অশ্বিনীৰ সম্বোধন) ॥৪॥ চ্যবন ঋষিক তোমালোকে জীর্ণ পুৰণি ৰূপ কৱচৰ দৰে গুচাই দিছিলা। যেতিয়া তেওঁক আকৌ ডেকা কৰিলা তেতিয়া তেওঁ সুৰূপা কন্যাৰ বাঞ্ছনীয় ৰূপ লাভ কৰিলে ॥৫॥ হে অশ্বিণী দুজন, তোমালোকৰ স্তোতা মই পৌৰ আছোঁয়েই। আমি যেন সমৃদ্ধিৰ কাৰণে তোমালোকৰ (কৃপা) দৃষ্টিত থাকো। আজি মোৰ আহ্বান শুনি, অন্নৰ পতি তোমালোকে ৰক্ষণেৰে সৈতে আহাঁ ॥৬॥ হে অন্নৰ পতি অশ্বিনী দুজন, আজি বহুত মানুহৰ মাজত তোমা-লোকক কোনে সৰ্ব্বতোভাৱে ভজন কৰিছে? হে মেধাবীয়ে বহন কৰা, কোন বিপ্রই ভজন কৰিছে? কোন যজমানে যজ্ঞেৰে ভজন কৰিছে? ॥৭॥ হে অশ্বিণী দুজন, তোমালোকৰ ৰথ সকলো ৰথৰ মাজত এটাইতকৈ বেগবান, বহুত শত্রুৰ সংহাৰকাৰী, বহুত যজমানৰ মাজত স্তুত্য, (গতিকে সেই ৰথেৰে) যজ্ঞলৈ আহাঁ ॥৮॥ হে মধু-মন্ত অশ্বিণী দুজন, তোমালোকৰ কাৰণে পুনঃ পুনঃ কৰা স্তোত্র আমাৰ ভাল সুখকৰ হওক। হে বিশিষ্ট জ্ঞানী দুজন, শেন চৰাইৰ দৰে খৰকৈ যোঁৰাৰে আমাৰ ফালে আহাঁ ॥৯॥ হে অশ্বিনী দুজন, য'তে তোমালোক আছাঁ, মোৰ আহ্বান শুনিবা। তোমালোকৰ ওচৰলৈ যাবলৈ বিচৰা এই সকলো উৎকৃষ্ট হবি আদি ধন যেন তোমালোকৰ ওচৰ পাইগৈ ॥১০॥

### ৭৫ সূক্ত -ঋ ৯।

### ঋষি—অত্রি গোত্রৰ অবস্যু। ছন্দ—পংক্তি। দেবতা অশ্বিণী দুজন।

হে অশ্বিনী দুজন, তোমালোকৰ এখন মাত্র ফলবৰ্দ্ধক ধন বাহক, প্রিয়ৰথ আহিবলৈ স্তোতা ঋষিয়ে স্তোত্রেৰে, অলংকৃত কৰিছে। হে মধুবিদ্যা বিশাৰদ দুজন, মোৰ আহ্বান শুনা ॥১॥ হে অশ্বিনী দুজন, সনাতন, সোণৰ ৰথৰ, সুধন, নদী প্রবাহ কৰা দস্রা দুজন, তোমালোকে সকলো (যজমানক) অতিক্রম কৰি (মোৰ যজ্ঞলৈ) আহাঁ (যাতে) মই সকলো বিৰোধীক অতিক্রম কৰিব পাৰো। হে······১ ঋকৰ দৰে ॥২॥ হে অশ্বিণী দুজন, আমালৈ ৰমণীয় ধন ধাৰণ কৰা তোমালোক আহাঁ। হে ৰুদ্রা, অন্নবন্ত, সোণৰ ৰথ থকা (তোমালোক) যজ্ঞ

সেৱন কৰিবলৈ আঁহা। হে……১ ঋকৰ দৰে ॥৩॥ হে ধনবৰ্দ্ধক অশ্বিণী দুজন, সুস্তুতি কৰা মোৰ স্তুতিবাক্য তোমালোকৰ ৰথত স্থাপিত হৈছে (স্তুতি কৰিছেঁ। এইভাৱ) আৰু তোমালোকলৈ মহান মৃগৰ দৰে শৰীৰৰ যজমানে হৱি অন্ন প্ৰস্তুত কৰিছে। হে……১ ঋকৰ দৰে ॥৪॥ হে অশ্বিণী দুজন, বুজি পোৱা মনৰ, ৰথৰ স্বামী, শীঘ্ৰগন্তা, আহ্বান শুনা, তোমালোকে ঘোঁৰাৱে মায়াৰ-হীত চ্যৱন ঋষিৰ ওচৰলৈ গৈছিলা। হে ১……ঋকৰ দৰে ॥৫॥ হে নেতা অশ্বিণী দুজন, তোমালোকক মন কৰিলেই ৰথত যোগ হোৱা, বিচিত্ৰৰূপৰ শীঘ্ৰগামী ঘোঁৰাই বহন কৰি, আমাক সুখ দিবলৈ সোম পান কৰিবলৈ আনক। হে ১…… ঋকৰ দৰে ॥৬॥ হে অশ্বিণী দুজন এই যজ্ঞলৈ আহঁা। হে নাসত্যা দুজন, বিতৃষ্ণ নহবা। হে পূজ্য স্বামী দুজন, দুৰ দেশৰ পৰা হলেও আমাৰ যজ্ঞ ঘৰলৈ আহঁা। হে …..১ ঋকৰ দৰে ॥৭॥ হে অশ্বিণী দুজন, এই যজ্ঞত স্তোতাক ৰক্ষা কৰিবলৈ মই স্তুতি কৰি থকাৰ ওচৰ পোৱাহি। হে…১ ঋকৰ দৰে ॥৮॥ উষা উদয় হল' ঋতুত (সময়ত) হোৱা দীপ্ত প্ৰকাশিত হৱিৰ অগ্নি ধাৰণ কৰা হল। হে মহৎ, ধনবান, দস্ৰা, অশ্বিণী দুজন, তোমালোকে স্থিৰ ৰথ যোজনা কৰা। হে……১ ঋকৰ দৰে ॥৯॥

## ৭৬ সূক্ত—ঋ ৫।

### ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ-ত্ৰিষ্টুভ্‌। দেৱতা অশ্বিণী দুজন।

অগ্নিয়ে উষাকালৰ আৰম্ভণি দীপ্তিমান কৰিছে। বিপ্ৰ সকলৰ দেৱতাক বিচৰা স্তোত্ৰ উদ্গীৰণ হৈছে। হে ৰথৰ স্বামী অশ্বিণী দুজন, আমাৰ ফালে নিশ্চয় আজি আমাৰ যজ্ঞত সোম পান কৰিবলৈ আহিবঁা ॥১॥ হে অশ্বিণী দুজন, তোমালোকে সংস্কাৰ কৰা যজ্ঞৰ বিঘিনি নকৰিবা, কিন্তু সোনকালে যজ্ঞৰ ওচৰলৈ আহি স্তুতি ভাজন হোৱা। অন্নৰ অভাৱ যাতে নহয়, সেইবাবে দিনৰ আৰম্ভণিতে ৰক্ষণেৰে সৈতে আহি হৱি দাতাক সুখ দান কৰা ॥২॥ (হে অশ্বিনী দুজন) তোমালোকে ৰাতিৰ শেষত গৰু খিৰোৱা সময়ত, ৰাতিপুৱা বা যেতিয়া সূৰ্য্য ওপৰলৈ উঠে সেই মধ্যাহ্ন সময়ত বা দিনৰ ভিতৰত, বা ৰাতি যেতিয়াই আহঁা সুখকৰ ৰক্ষণৰে সৈতে আহিবা। কাৰণ অশ্বিণী দুজন নহলে অন্য দেৱতায় সোমপান নকৰে ॥৩॥ হে অশ্বিণী দুজন, এই (উত্তৰ বেদী) তোমালোকৰ পুৰণি বাসস্থান আৰু এই (পুৰণি বংশৰ মানুহ থকা) ঘৰবিলাক তোমালোকৰ আলয়। তোমালোকে পানীৰে ভৰা বৃহৎ অন্তৰীক্ষৰ পৰা অন্ন আৰু বল লৈ আমাৰ ফালে আহঁা ॥৪॥ হে অশ্বিণী দুজন, আমি যেন সুখৰ ভাৱৰ ৰক্ষণ আৰু শুভ আগমনত তোমালোকক লগ পাওঁ। হে অমৰ দুজন, তোমালোকে আমালৈ বহুত ধন লৈ আহা; পুত্ৰাদি আনা, সকলো সৌভাগ্য বহন কৰি আনা ॥৫॥

## ৭৭ সূক্ত—ঋ ৫।

### ঋষি আদি ৭৬ সূক্তৰ দৰে।

(হে ঋত্বিক সকল) ৰাতি পুৱাতে যজ্ঞলৈ প্ৰথমতে অহা, অশ্বিণী দুজনক যজন কৰা। আকাঙ্ক্ষা কৰা অদাতা বিলাকৰ আগতে তেওঁলোকে সোম পান কৰক। অশ্বিণী দুজনে পুৱাতে যজন বিচাৰে। পুৰণি ঋষি সকলে ৰাতি পুৱাই তেওঁলোকক স্তুব কৰিছিল ॥১॥ (আমাৰ যজমান আদিয়ে) পুৱাতেই অশ্বিণী দুজনক যজন কৰা—হৱি আদি দিয়া। সন্ধ্যা কালত দিয়া হৱি দেৱতায় নলয়। সেয়া অযোগ্য হয়। আমাৰ বাহিৰে অন্য কোনোবাই (সায়ং কালত) যজন কৰে আৰু সোমেৰে তৰ্পণ কৰে। আগতে পুৱাতে যি যজমানে যজন কৰে তেওঁকে দেৱতাই বিচাৰে ॥২॥ হে অশ্বিণী দুজন, যি ৰথেৰে সকলো দুৰ্গম ঠাই অতিক্ৰম কৰি যায়, সোণেৰে ঢকা মনোহৰ বৰণৰ, পানী সৃষ্টি কৰা, মনো বেগী, বায়ুবেগী তোমালোকৰ ৰথে অমৃত বহন কৰি আনিছে ॥৩॥ যি যজমানে হৱি ভাগ কৰা সময়ত যাগত নাসত্যা অশ্বিণী দুজনক বহুত হৱিৰ অংশ আৰু অন্ন দিয়ে তেওঁ নিজ কৰ্ম্মেৰে পুত্ৰাদি পালন কৰে। অগ্নিৰে যজন নকৰা মানুহে কষ্ট পাই ॥৪॥ ৫ ঋক্—ওপৰৰ ৫।৭৬।৫ ঋকৰ দৰে ॥৫॥

## ৭৮ সূক্ত—ঋ ৯।

### ঋষি—অত্ৰিৰ পুত্ৰ সপ্তবধ্ৰি। ছন্দ—অনুষ্টুভ্‌; ৪ ত্ৰিষ্টুভ্‌। দেৱতা—অশ্বিণী দুজন। (গৰ্ভস্ৰাৱিণী উপনিষদ)

হে অশ্বিণী দুজন, ইয়ালৈ (যজ্ঞলৈ) আহঁা। হে নাসত্যা দুজন, নিস্পৃহ নহবঁা। হাহে যেনেকৈ (নিৰ্ম্মল পানী লৈ) আহে তেনেকৈ তোমালোকে চেপা সোমলৈ আহঁা ॥১॥ হে অশ্বিণী দুজন, দুটা হৰিণা পহুৰ দৰে, দুটা বগা পহু ঘাঁহ খাবলৈ যোৱা দৰে, হাহেঁ যেনেকৈ (নিৰ্ম্মল পানীলৈ) আহে তেনেকৈ তোমালোকে আমি চেপা সোমলৈ আহঁা ॥২॥ হে অশ্বিণীদুজন, অন্নৰত তোমা-

লোকে আমাৰ যজ্ঞলৈ আমাৰ অভীষ্ট সাধন কৰিবলৈ হাহেঁ পানীলৈ যোৱা দৰে চেপা সোমৰ ওচৰলৈ আহা। ॥৩॥ হে অশ্বিণী দুজন, (আমাৰ পিতা) অত্রি ঋষিক যেতিয়া পতিৰ প্ৰনয় প্ৰাৰ্থিণী যুৱতিৰ দৰে তোমালোকক তেওঁ স্তুতি কৰিছিল, তেতিয়া তেওঁক তুঁহ জুইৰ পৰা তুলি আনিছিলা তেনেকৈ শেনৰ দৰে নতুন বেগেৰে সুখতম ৰথেৰে আমাৰ গুৰিলৈ আহাঁ। ॥৪॥ হে বনস্পতি (কাঠৰ বাকচ) প্ৰসব কৰিব খোজা মাইকী মানুহৰ যোনীৰ দৰে মেল খোৱা। হে অশ্বিনী দুজন, মোৰ আহ্বান শুনি সপ্তবধ্রি মোক মুকলি কৰি দিয়া ।।৫।। ভয়ত অত্ৰাহিত হোৱা, মোক্ষৰ কাৰণে প্ৰাৰ্থনা কৰা সপ্তবধ্রি ঋষিক হে অশ্বিণীদুজন, তোমালোকে মায়াৰ বৃক্ষ (কাঠৰ বাকচ) খুলি দিয়া আৰু মোক উলিয়াই দিয়া ।।৬।। (৫।৬ ঋক সপ্তবধ্রি ঋষিয়ে তেওঁক বাকচত বন্ধ কৰি থোৱাৰ পৰা মুক্ত হবলৈ অশ্বিণীদু জনৰ স্তুতি)। যেনেকৈ বতাহে পৃথিবীৰ পানী সকলো পিনে সঞ্চালন কৰে তেনেকৈয়ে তোমাৰ গৰ্ভ লৰচৰ হওক। দহ মাহৰ গৰ্ভ ওলাই আহক ।।৭।। বতাহে যেনেকৈ গছ গছনি কঁপাই, সমুদ্র চলাই দিয়ে, তেনেকৈ তোমাৰ দহমহীয়া গৰ্ভ ওলায় আহক আৰু জৰায়ু ওলাই আহক ।।৮।। মাকৰ পেটত দহমাহ শুই থকা কুমাৰ, অক্ষত অবস্থাত জীয়াই থকা মাকৰ পৰা জীয়াই জীয়াই ওলাই আহক ॥৯॥ (৭।৮।৯ ঋক্ গৰ্ভ স্ৰাবিণী বুলি জনা যায়)।

## ৭৯ সূক্ত—ঋ ১০।

### ঋষি—অত্ৰিৰ গোত্ৰৰ বয্যৰ পুত্ৰ সত্যশ্ৰবা। ছন্দ পংক্তি। দেৱতা-উষা।

হে দীপ্তিমতী উষা দেৱী, আগতে যেনেকৈ আমাক প্ৰবোধিত কৰিছিলা, আজি তুমি আমাক মহৎ ধন পাবলৈ তেনেকৈ জগাই তুলিহা। হে সুজাতা (উষা দেৱী), ঘোঁৰা দিয়া বাবে—স্তুতি কৰা (তুমি) বয্যৰ পুত্ৰ (মোক) সত্যশ্ৰৱক অনুগ্ৰহ কৰঁা ।।১।। হে স্বৰ্গৰ দুহিতা, তুমি শুচদ্ৰথৰ পুতেক সুনীথক এন্ধাৰ গুচাই দিছিলা। সেই তুমি অতি বলবান, বয্যৰ পুত্ৰ সত্যশ্ৰবসক (মোক) তমো নাশ কৰা (অজ্ঞান এন্ধাৰ নাশ কৰা)। হে সুজাতা .........১ ঋকৰ দৰে ।।২।। হে স্বৰ্গৰ জীয়ৰী, ধন আহৰণ কাৰিণী উষা, তুমি আজি দিনত আমাৰ অন্ধকাৰ নাশ কৰা। হে সুজাতা .....১ ঋকৰ দৰে ॥৩॥ হে বিভাৰৰী পোহৰকাৰিণী (উষা), তোমাক যি যাচক ঋত্বিকে স্তোত্ৰেৰে স্তুতি কৰে তেওঁবিলাক ধনবান হৈ দেখিবলৈ ভাল হয় আৰু সুদানেৰে দানবন্ত হয়। হে সুজাতা উষাদেৱী, ঘোঁৰা পাবৰ কাৰণে তোমাৰ স্তৱ কৰে ॥৪॥ হে উষা দেৱী, যি কোনো তোমাৰ আপোন এই (সম্মুখত থকা) সকলে ধন দিবৰ কাৰণে স্তুতি কৰিছে সেই সকলে আমাৰ কাৰণেই স্তৱ কৰিছে। হে সুজাতা...... ৪ ঋকৰ দৰে ॥৫॥ হে ধনবতী উষাদেৱী, তুমি এই স্তোতা সকললৈ বীৰ পুত্ৰ যুক্ত ধন আনা কাৰণ তেওঁবিলাকে (ধনশালী হলে) আমাক অজস্ৰ ধন দিব। হে সুজাতা...৪ ঋকৰ দৰে ॥৬॥ হে ধনবতী উষা দেৱী, যি ধনবন্তই স্তোতা আমাক ঘোঁৰা আৰু গৰু বিলাকেৰে সৈতে ধন দিছে, সেই সকলো দাতাক বহুত ধন আৰু অন্ন দিয়া। হে সুজাতা...... ৪ ঋকৰ দৰে ॥৮॥ হে স্বৰ্গৰ জীয়ৰী, আৰু আমালৈ সূৰ্য্যৰ ৰশ্মিৰে লগে লগে জ্বলোৱা অগ্নিৰ সৈতে গৰু সমন্বিতে অন্ন আহৰণ কৰা। হে সুজাতা ৪......ঋকৰ দৰে ॥৮॥ হে স্বৰ্গৰ জীয়ৰী উষা, সোনকালে প্ৰকাশ হোৱা। আমাৰ কামলৈ বিলম্ব নকৰিবা। ৰজাই যেনেকৈ চোৰক শাস্তি দিয়ে বা যেনেকৈ শত্ৰু জয় কৰে তেনেকৈ সূৰ্য্যাই যেন তোমাক তাপ নিদিয়ে। হে সুজাতা ..... ৪ঋকৰ দৰে ॥৯॥ হে উষাদেৱী তুমি আমাক ইমানেই দিবা নেকি? বা (অপ্ৰাৰ্থীত) আৰু দিয়া উচিত। হে প্ৰভাকাৰিণী উষা, তুমি স্তোতাৰ (অজ্ঞান) অন্ধকাৰ নাশ কৰঁা (কিন্তু) হিংসা নকৰঁা হে সুজন্মৰ উষাদেৱী, ঘোঁৰা লাভৰ কাৰণে তোমাৰ স্তৱ কৰে ॥১০॥

## ৮০ সূক্ত—ঋ ৬।

### ঋষি—অত্ৰিগোত্ৰৰ বয্যৰ পুত্ৰ সত্যশ্ৰবা। ছন্দ-ত্ৰিষ্টুভ্। দেৱতা—উষা।

দীপ্ত ৰথত উঠি অহা, মহতী ঋতৰে (নিয়মেৰে), ঋতাবৰী অৰুণ বৰ্ণা (ৰঙা), আপেৰে উদয় হোৱা উষা দেৱীক বিপ্ৰ সকলে স্তৱ কৰিছে ॥১॥ দৰ্শনীয়া এই উষাই প্ৰাণীক (শোৱাৰ পৰা) জগাইছে। সূৰ্য্যৰ আগতে বাট সুগম কৰি আহিছে। বৃহৎ ৰথেৰে মহতী বিশ্বব্যাপ্ত কৰি, জ্যোতি আগলৈ যাবলৈ ধৰিছে ॥২॥ এই উষাই ৰঙাবৰণৰ বলদগৰুৰে ৰথ যোজনা কৰি, তালৈকে যাবলৈ বাটবোৰ পোহৰ কৰি অনবৰত ধন বিলাক অবিচলিত (লৰচৰ নকৰা) কৰিছে। বহুতে স্তুতি কৰা, সকলোৰে বৰণীয়া এয়া উষা দেৱী প্ৰকাশ হৈছে ॥৩॥

এই উষা দেৱী বিশেষকৈ বগা হৈ, গুণৱন্ত তেজাল হৈ নিজ দেহা প্ৰকটিত কৰি, পূবফালে ঋতৰ (নিয়মৰ) পন্থা অনুসৰণ কৰি, বিশ্বক জনাই, দিশ উলঙ্ঘা নকৰাকৈ চলি গৈছে ॥৪॥ এয়া উষা দেৱী, শুভ্ৰবৰ্ণা নিৰ্ম্মল যুৱতীৰ দৰে অঙ্গ প্ৰকটিত কৰি, স্নান কৰি উঠি অহা দৰে, আমি দেখিবলৈ পূব দিশত উঠি আহিছে। শত্ৰু-বিলাক আৰু অন্ধকাৰ বিলাক আঁতৰাই দি স্বৰ্গৰ জীয়ৰী উষাই জ্যোতিৰে সৈতে আগবাঢ়ি আহিছে ॥৫॥ এয়া উষা দেৱী স্বৰ্গৰ জীয়ৰীয়ে আমাৰ ফালে সকলো প্ৰাণীক ভদ্ৰা যুৱতীৰ দৰে ৰূপ মিলাইছে। হবি দাতাক বৰণীয় ধন যাচিছে। যুৱতীয়ে পুনৰ আগৰ দিনৰ দৰে জ্যোতি প্ৰকাশ কৰিছে ॥৬॥

## ৮১ সূক্ত—ঋ ৫।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—জগতী।
দেৱতা—সবিতা

বিপ্ৰসকলে সকলো কামতে মনো নিবেশ কৰিছে—কামো কৰিছে। তেওঁবিলাকে জ্ঞানী মহান আৰু পূজনীয় সবিতাৰ অনুজ্ঞাত যাগ কৰ্ম্মত মনোনিবেশ কৰিছে। তেওঁ হোতা সকলৰ কাম জানি তেওঁবিলাকক কামলৈ প্ৰেৰণ কৰিছে। তেওঁৰ মহিমা স্তুতিৰ অগোচৰ ॥১॥ মেধাবী সবিতাই সকলো ৰূপ নিজতে প্ৰতিষ্ঠা কৰিছে (বিশ্বৰূপ ধৰিছে)। তেওঁ দুঠেঙীয়া আৰু চাৰিঠেঙীয়াৰ কল্যানীয় (বিষয়) জানে। পূজনীয় সবিতাই স্বৰ্গ ভালকৈ প্ৰকাশ কৰিছে। উষাৰ উদয় হোৱাৰ পাচতে সবিতাৰ প্ৰকাশ হৈছে ॥২॥ অন্য দেৱতাই যি দেৱতাৰ গতি অনুসৰণ কৰি মহিমা আৰু বলেৰে যুক্ত হয়, পাৰ্থিব লোক যি সবিতাই যি মহিমাৰে জোখ কৰিলে সেই দেৱতাই শুভ্ৰবৰ্ণ হৈ বিৰাজ কৰিছে ॥৩॥ হে সবিতা দেৱতা, তুমি তিনিখন লোক (পৃথিৱী, স্বৰ্গ, অন্তৰীক্ষ) পৰিভ্ৰমণ কৰা। আৰু সূৰ্য্যৰ ৰশ্মিৰে যোৱা। ৰাতিৰ দুয়োকাষে যোৱা। আৰু হে সবিতা দেৱতা, তুমি ধৰ্ম্মৰে সখা (মিত্ৰ) হোৱা। ॥৪॥ আৰু হে সবিতা দেৱতা, তুমিয়েই একমাত্ৰ সকলো কামৰ প্ৰসৱৰ (উৎপাদনৰ) সমৰ্থ,—আৰু গমনত পূষাও হোৱা। আৰু এই সকলো ভুৱণ ধাৰন কৰিবলৈ বিৰাজ কৰিছা। হে সবিতা দেৱতা, শ্যাবাশ্ব ঋষিয়ে তোমাৰ স্তোত্ৰ কৰিছে ॥৫॥

## ৮২ সূক্ত—ঋ ৯।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ-গায়ত্ৰী; ১ অনুষ্টুভ্। দেৱতা—সবিতা।

সেই ভোগ্য ধন আমি বিচাৰোঁ, যি ধন সবিতাৰ নিজৰ। সকলোৰে ভোগ্য, শত্ৰুৰ হিংসক ধন ভগ (সবিতা) দেৱতাৰ পৰা আমি যেন পাওঁ ॥১॥ এই সবিতাৰ অসাধাৰণ, প্ৰিয়, নিজে নিজে বিৰাজমান যশ কোনেও নষ্ট কৰিব নোৱাৰে ॥২॥ সেই ভজনীয় সবিতাই হবি দাতাক বস্তু দিয়ে। সেই দেৱতাৰ পৰা ভজনীয় ধন মই বিচাৰিছো ॥৩॥ হে সবিতা দেৱতা, আমাক আজি দিনত পুত্ৰাদিৰে সৈতে সৌভাগ্যযুক্ত ধন দিয়া। দুঃস্বপ্ন দূৰ কৰা ॥৪॥ হে সবিতা দেৱতা, আমাৰ সকলো দুৰ্ভাগ্য দূৰ কৰি দিয়া (আৰু) যি ভদ্ৰ (ধন) সেই বিলাক আমালৈ পঠিওৱা ॥৫॥ আমি যেন সবিতাৰ অনুজ্ঞাত অদিতিৰ ওচৰত নিৰপৰাধী হৈ থাকোঁ। আমি যেন সকলো ভাল ধাৰণ কৰিব পাৰোঁ ॥৬॥ সকলো দেৱতাৰ সৎপতি, সত্যদৰ্শক সবিতা দেৱতাক আজি দিনত সূক্তেৰে (সূক্ত গাই) আমি বিচাৰিছোঁ। ॥৭॥ যি সবিতা সুধ্যান যোগ্য, ৰাতি আৰু দিনত যি সদায় ভুল নকৰাকৈ সন্মুখত যায়, স্তোত্ৰেৰে আজি তেওঁক পূজন কৰিছো ॥৮॥ যি দেৱতাই এই সকলো প্ৰাণীক শ্লোক শুনাই প্ৰেৰণ কৰে, তেৱেঁই—সবিতা ॥৯॥

## ৮৩ সূক্ত—ঋ ১০।

ঋষি—ভূমি পুত্ৰ অত্ৰি। ছন্দ-১।৫-৮।১০ ত্ৰিষ্টুভ্। ২-৪ জগতী; ৯ অনুষ্টুভ্। দেৱতা—পৰ্জ্জন্য।

(হে স্তোতা) তুমি বলবান পৰ্জন্যৰ সন্মুখত এই বিলাক স্তুতি বাক্যেৰে স্তৱ কৰা। হবি অন্নেৰে সৰ্ব্বতোভাৱে পৰিচৰণ কৰা। পানীৰ বৰ্ষক, ক্ষিপ্ৰ দাতা পৰ্জ্জন্যই গৰ্জ্জন কৰি বৰষুণ পেলাই গছ বিলাকত গৰ্ভস্থানীয় ৰেতঃ ধাৰণ কৰে ॥১॥ পৰ্জন্যই গছ বিলাক ভাঙে আৰু অসুৰক মাৰে। তেওঁৰ মহৎ অস্ত্ৰৰ বধ কৰা কামলৈ গোটেই জগতে ভয় কৰে। যেতিয়া তেওঁ গৰজি পাপ কৰা বিলাকক মাৰে তেতিয়া পাপহীন মানুহেও মহাবলী তেওঁৰ পৰা ভয়ত পলাই ॥২॥ ৰথীয়ে যেনেকৈ চাবুকেৰে কোবাই (ঘোঁৰা খেদে) তেনেকৈ তেওঁ (বৰ্ষণ নকৰা মেঘ বিলাক খেদায়) বৰ্ষক দূত (ৰূপী) মেঘবিলাক উলিয়াই আনে। যেতিয়া পৰ্জন্যই আকাশ বৰ্ষোন্মুখী কৰে তেতিয়া দূৰৈৰ পৰা সিংহৰ গোজৰণিৰ দৰে শব্দৰ ধ্বনি হয় ॥৩॥ বায়ু বলিছে; বিজুলীয়ে কেউফালে চিকমিকাইছে। গছ-গছনি বিলাকৰ অঙ্কুৰ ফুটিছে। আকাশ (মেঘেৰে) ভৰপূৰ হৈছে। যেতিয়া পৰ্জ্জন্যই পানীৰে পৃথিৱী ভৰাই দিয়ে

তেতিয়া পৃথিৱীয়ে সকলো ভুৱনৰ হিত কৰিবলৈ সক্ষম হয় ॥৪॥ যি পৰ্জন্যৰ কৰ্ম্মত পৃথিৱীয়ে আঁঠু লয়, খুৰা লগা জন্তুৱে ভয়ত লৰি যায়, যাৰ কৰ্ম্মত গছ-গছনি বিলাকে নানা ৰূপ ধৰে, হে পৰ্জন্য, সেই মহান তুমি আমাক সুখ দিয়া ॥৫॥ হে মৰুত সকল, অন্তৰীক্ষৰ পৰা আমাক বৰষুণ পঠিয়াই দিয়া। বৰ্ষক ঘোঁৰাৰ (মেঘৰ) পানীৰ ধাৰা বোৱাই দিয়া। হে পৰ্জন্য, তুমি এই গৰ্জ্জন কৰা মেঘেৰে আমাৰ ফালে আহঁা, পানী বিলাক সিঁচি দিয়া—যিহেতু তুমি পানীৰ বৰ্ষক, আমাৰ পিতা ॥৬॥ আমাৰ ফালে শব্দ কৰঁা,—গৰ্জ্জন কৰা। গৰ্ভ (স্থানীয় পানী) গছত দিয়া। পানী থকা ৰথত কেউফালে ঘোৰা। পানীৰ মোণা (ভিস্তি) তললৈ খুলি দিয়া। ওখ আৰু তল ঠাইবোৰ পানীৰে সমান কৰি দিয়া। গৰু বিলাক দিয়া ॥৭॥ হে পৰ্জন্য, পানীৰ ডাঙৰ ভৰালটো ভাঙি লোৱা, (লৈ) তললৈ বাকি দিয়া। এৰি দিয়া নদীবিলাক পূব ফালে বওক। দ্যাবা-পৃথিৱী পানীৰে তিয়াই দিয়া। গৰু বিলাকে পানী খাবলৈ সুবিধা হওক ॥৮॥ হে পৰ্জন্য, যেতিয়া তুমি গাজনি মাৰি শব্দ কৰি বেয়া মেঘ বিলাক বিদাৰণ কৰা তেতিয়া এই বিশ্ব জগতে আনন্দ কৰে, আৰু চৰাচৰ পৃথিৱীত যি আছে সকলোৱেই আনন্দ কৰে ॥৯॥ হে পৰ্জন্য, তুমি বৰষুণ (বহুত) দিলা। এতিয়া এৰি দিয়া। পানী নোহোৱা ঠাই (মৰুভূমি আদি) যাব পৰা কৰিলা। (মানুহৰ) ভোগৰ কাৰণে গছ-গছনি গজালা আৰু তুমি প্ৰজাৰ পৰা স্তুতি পালা ॥১০॥

### ৮৪ সূক্ত—ঋ ৩।

### ঋষি—ভূমিৰ পুত্ৰ অত্ৰি। ছন্দ- অনুষ্টুভ্। দেৱতা—পৃথিৱী।

হে পৃথিৱী, সচাই তুমি পৰ্ব্বতৰ চপৰা বোৰ ধৰি আছঁা। বলশালিনী আৰু শ্ৰেষ্ঠা তুমি এই জগত পানীৰে সাকৰা কৰিছা ॥১॥ হে বিবিধ চৰণশীলা পৃথিৱী, তোমাক স্তোতাই গমনশীল স্তোত্ৰেৰে স্তুতি কৰিছে। হে অৰ্জুণী (গমন শীলা) তুমি শব্দ কৰা ঘোঁৰাৰ দৰে পানীৰে পূৰক মেঘ প্ৰক্ষিপ্ত কঁৰা ॥২॥ হে পৃথিৱী, তুমি গছ বিলাক দৃঢ়কৈ মাটিত ধৰি ৰাখিছা। তোমালৈ বৰ্ষক মেঘে বিজুলীৰে সৈতে অন্তৰীক্ষৰ পৰা বৰষুণ বৰষে ॥৩॥

### ৮৫ সূক্ত—ঋ ৮।

### ঋষি—ভূমিৰ পুত্ৰ অত্ৰি। ছন্দ-ত্ৰিষ্টুভ্। দেৱতা—বৰুণ।

সম্যক ৰাজমান, প্ৰসিদ্ধ বৰুণ দেৱতালৈ বহুত গম্ভীৰ প্ৰিয় স্তোত্ৰ উচ্চাৰণ কৰা,—যি বৰুণে পশু বধ কৰি ব্যাধে ছাল উলিয়াই মেলি দিয়া দৰে, সূৰ্য্যক মেলিবলৈ অন্তৰীক্ষ খন এখন ছালৰ দৰে কৰি দিলে। ॥১॥ এই বৰুণে গছৰ আগত অন্তৰীক্ষ বিস্তাৰ কৰিলে। ঘোঁৰাৰ বল দিলে। গৰুক গাখীৰ দিলে, হৃদয়ত কামৰ সংকল্প দিলে। পানীত (বৈদ্যুতিক) অগ্নি বিতৰণ কৰিলে। স্বৰ্গত সূৰ্য্য স্থাপন কৰিলে। পৰ্ব্বতত সোমলতা স্থাপন কৰিলে। ॥২॥ তেওঁ মেঘৰ পৰা পানী তললৈ আহিবলৈ দ্যাবাপৃথিৱীৰ মাজেদি অন্তৰীক্ষৰ বাট কৰি দিলে। সকলো ভুৱনৰ ৰজা বৰুণ দেৱতাই বৰষুণেৰে, যৱ শস্য তিওৱা দৰে, পৃথিৱী তিয়াই দিয়ে ॥৩॥ বৰুণে যেতিয়া পানীৰে পূৰণ কৰিবলৈ বিচাৰে তেতিয়া তুমি, অন্তৰীক্ষ আৰু দ্যুলোক তিয়াই দিয়ে। পাচত পৰ্ব্বত-বিলাক মেঘেৰে ঢাকে আৰু বল বিচৰা মৰুতসকলে পাচত পৰ্ব্বত বিলাক শিথিল (ঢিলা) কৰি দিয়ে ॥৪॥ মই এতিয়া এই অসুৰৰ (দেৱতাৰ) বলৰ বিষয় বিখ্যাৎ আৰু মহৎ মায়াৰ কথা কম, যি বৰুণে অন্তৰীক্ষত থাকি মান দণ্ডেৰে, সূৰ্য্যৰে, গোটেই অন্তৰীক্ষ খন জুখিলে ॥৫॥ এই অতি কবি বৰুণ দেৱতাৰ সকলোতকৈ ডাঙৰ মহতী মায়া কোনেও বুজি নেপাই যে এখন মাত্ৰ সমুদ্ৰ এই শুভ গতিশালা নদীবিলাকে পানীৰে পূৰণ কৰিব নোৱাৰে ॥৬॥ হে বৰুণ, গুৰু, মিত্ৰ, বন্ধু, ভাই-ককাই, ওচৰ চুবুৰীয়া বা বোবাক আমি নিতৌ যি অপৰাধ কৰো সেই সকলো বিলাক মাৰ্জ্জনা কৰা ॥৭॥ হে বৰুণ, জুৱাখেলত জুৱাৰীৰ দৰে যি ধৰা হয়, যি পাপ সত্য দিয়াৰ পাচত কৰা হয়, যি পাপ কৰিছো বুজি নেজানো, সেই সকলো বিলাক সোলোকা গাখিৰ দৰে খুলি দিয়া। হে বৰুণ দেৱতা, আমি যেন তোমাৰ প্ৰিয় হওঁ ॥৮॥

### ৮৬ সূক্ত—ঋ ৫।

### ঋষি—ভূমিৰ পুত্ৰ অত্ৰি। ছন্দ—অনুষ্টুভ্; ৬ বিৰাট্‌ৰূপা। দেৱতা—ইন্দ্ৰ আৰু অগ্নি।

হে ইন্দ্ৰাগ্নি, তোমালোক দুয়ো যি মানুহক ৰক্ষা কৰা সংগ্ৰামত তেওঁ দৃঢ় হলেও জিলিকি থকা শত্ৰুৰ ধন ত্ৰিতৰ বাক্যৰ দৰে ভেদ কৰে ॥ ১ ॥ যি ইন্দ্ৰাগ্নিক যুদ্ধত কোনেও অভিভৱ কৰিব নোৱাৰে, যি অন্নদানৰ কাৰণে বিখ্যাত, যি পাচ জাতিক ৰক্ষা কৰে, আমি সেই ইন্দ্ৰ আৰু অগ্নিক স্তুতি কৰিছো ॥ ২ ॥ অভিভৱ কৰিব পৰা বল তেওঁবিলাক দুজনৰে আছে। ধনবান দুজনৰ হাতত তীক্ষ্ণ বজ্ৰ আছে। গৰু লাভৰ কাৰণে

কাঠৰ ৰথেৰে একেলগে বৃত্ৰক মাৰিবলৈ গৈছিল ॥ ৩ ॥ হে ইন্দ্ৰাগ্নি, যুদ্ধত ৰথ প্ৰেৰণ কৰিবলৈ তোমালোকক স্তুতি কৰিম। হে ইন্দ্ৰাগ্নি দেৱতা দুজন, তোমালোক সোনকালে অহা ধনৰ গৰাকী, বিদ্বান আৰু গান ভাল পোৱা ॥৪॥ মানুহৰ দৰে প্ৰতিদিন বাঢ়ি থকা, অবাধ গতিৰ পূজ্য দেৱতা দুজন, তোমালোকক ঘোঁৰা লাভ কৰিবৰ কাৰণে স্তুতি কৰো। তোমালোক (অংশ) আদিত্যৰ দৰে স্তুতি ভাজন ॥ ৫ ॥ এনেকুৱা স্তুতিৰে (এই) ইন্দ্ৰাগ্নিক শিলেৰে চেপা সোমৰ দৰে ঘিঁউৰে হবি অন্ন দিয়া হৈছে। সেই দেৱতা দুজনে মেধাবী স্তৱ কৰা আমাক বহুত অন্ন ধন দিয়ে ।। ৬ ॥

৮৭ সুক্ত—ঋ ৯ ।

ঋষি—অত্ৰিৰ পুত্ৰ এবয়ামৰুৎ। ছন্দ—অতিজগতী। দেৱতা—মৰুতসকল।

এবয়া মৰুতৰ মহৎ বাক্যৰ স্তুতি মৰুতসকলেৰে সৈতে বিষ্ণুৰ ওচৰলৈ চলি যাওক। ভালকৈ-যজন-কৰিব লগীয়া ভাল অলঙ্কাৰ পিন্ধা, বলবান, স্তুতি কামনা কৰা, মেঘ চালক, গৈ থকা, মৰুতসকললৈ স্তুতি চলি যাওক ॥১॥ যি মহৎ বিষ্ণুৰ লগত উৎপত্তি হৈছিল, যি নিজেই তৎক্ষণাৎ (যজ্ঞলৈ) আহিব লাগিব বুলি জানে, সেই মৰুতসকলক এবয়ামৰুতে (ঋষিয়ে) স্তুতি কৰিছে। হে মৰুতসকল, তোমালোকৰ সেই কৰ্ম্মৰে যুক্ত বল কোনেও অতিক্ৰম কৰিব নোৱাৰে। তোমালোকৰ সেই বল উচিত দান আৰু মহত্বৰে সৈতে পৰ্ব্বতৰ দৰে ধৰ্ষণ ৰহিত ॥২॥ দীপ্ত, স্বাধীনভাৱে থকা, নিজ স্থানত থকা, কোনেও চালিত কৰিব নোৱাৰা, অগ্নিৰ দৰে নিজ বিজুলিৰে ৰবৰি নদী বিলাক চলাই দিয়া, যি মৰুতসকলে শুনিলে যে এবয়ামৰুতে (ঋষিয়ে স্তুতি কৰিছে)—॥৩॥ এবয়ামৰুত ঋষিয়ে যেতিয়া নিজ ঠাইৰ পৰা নিজেই লৈ যোৱা ঘোঁৰাৰে (আগমন প্ৰাৰ্থনা জনাবলৈ) যো যা কৰিলে তেতিয়া বিশিষ্টবলী, সুখ বৰ্দ্ধক সেই মৰুতসকল, সকলোৱে একে মহৎ স্থানৰ পৰা (অন্তৰীক্ষৰ পৰা) পৰস্পৰে অৰিয়া অৰি কৰি ওলাই আহিছিল ॥৪॥ হে মৰুতসকল, নিজৰ স্থিৰ ৰশ্মিৰ, সোণৰ অলঙ্কাৰ পিন্ধা, নিজৰ অস্ত্ৰ থকা, গমনবান তোমালোকৰ (সেই) বলবান ৰবযুগৰ বৰ্দ্ধক, দীপ্ত ডাঙৰ শব্দই,—যি শব্দই শত্ৰুক কঁপাই দিয়ে, সেই বেগৰ শব্দই এবয়ামৰুত (মোক) নকপাওক ॥৫॥ হে মৰুতসকল, তোমালোকৰ মহিমা অপাৰ। হে অতিবলী তোমালোকৰ শক্তিয়ে এবয়ামৰুতক ৰক্ষা কৰক। প্ৰবল বন্ধনৰ নিয়মেৰে কৰা যজ্ঞত নিৰ্দিষ্ট নিয়ম বিধায়ক তোমালোকেই। অগ্নিৰ দৰে জ্বলি থকা তোমালোকে আমাক নিন্দক শত্ৰুৰ পৰা ৰক্ষা কৰা ॥৬॥ সুযজ্ঞৰ অগ্নিৰ দৰে সেই ৰুদ্ৰৰ পুত্ৰ মৰুতসকলে এবয়ামৰুত ঋষিক (মোক) ৰক্ষা কৰা। অপাপী, যাৰ গমনত মহান শক্তি আছে, সেই মৰুতসকলে অন্তৰীক্ষৰ দীঘল-বহল সদন নিজৰ কৰি লৈছে ॥৭॥ হে মৰুতসকল, আমাৰ গমন স্বভাৱৰ (অৰ্থাৎ চলিথকা) স্তোত্ৰলৈ (পাঠলৈ) আহা। স্তৱ কৰা এবয়ামৰুতৰ (মোৰ) আহ্বান স্তোত্ৰ শুনা। বিষ্ণুৰ লগত মহৎ সমান যজ্ঞৰ তোমালোকে প্ৰশস্ত যোদ্ধা ৰথীৰ দৰে শত্ৰুক অন্তৰ্হিত কৰা। হিংসা কৰা বিলাকক দূৰলৈ আঁতৰাই দিয়া ॥৮॥ হে যজ্ঞাৰ্হ মৰুতসকল, আমাৰ যজ্ঞলৈ আঁহা। সুকৰ্ম্মালৈ আহি আমাৰ এবয়ামৰুতৰ আহ্বান শুনা। ৰক্ষণ নোহোৱা তোমালোকে জ্যেষ্ঠ হৈ পৰ্ব্বতৰ দৰে অতি সুন্দৰ অন্তৰীক্ষত থাকি অতি নিন্দকৰ নিবাৰক হোৱা ॥ ৯ ॥

ওঁ তৎসৎ

ইতি ঋগ্বেদ সংহিতাৰ পঞ্চম মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্ম্মা মহাবিদ্যালয়, যোৰহাট।
২৩ চ'ত ১৮৯৪ শক। ইং ২০।৩।৭৩।

ওঁ

# ঋগ্বেদ সংহিতা ও অসমীয়া অনুবাদ

## ষষ্ঠ মণ্ডল

এই মণ্ডলৰ ঋষি ভৰদ্বাজ আৰু পুত্ৰাদি।

### প্ৰথম সূক্ত—ঋক্ সংখ্যা—১৩

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—অগ্নি।

হে অগ্নি, দেৱতাৰ মাজত তুমি শ্ৰেষ্ঠ—দেৱতাৰ মন তোমাতে নিবদ্ধ। দৰ্শনীয় তুমি এই কৰ্ম্মত দেৱতাৰ আহ্বাতা হলা। হে কামবৰ্ষী অগ্নি, তুমি সকলো দুস্তৰ কৰ্ম্মত সকলো বলবান শত্ৰু নাশ কৰিবলৈ বল দান কৰা ॥১॥ হে অগ্নি, এতিয়া তুমি অতি-যজন-কৰিব-লগীয়া, হোম নিষ্পাদক হৈ অন্ন কামনা কৰি স্তুত্য হৈ বেদীৰ স্থানত বহিছা। দেৱতা বিচৰা নেতা (ঋত্বিক সকলে) আদিয়ে মহৎ ধন আশা কৰি প্ৰথমে তোমাৰ অনুগমন কৰিছে ॥২॥ (দুজন মানুহৰ মাজেদি) যোৱা বাটেৰে বহুত ধনেৰে সৈতে গৈ থকা, দীপ্ত বৰ্ণ, দৰ্শনীয়, মহৎ, সকলো সময়তে জ্বলি থকা তুমি অগ্নিক যজমানে বহুত ধন অন্ন কামনা কৰি হৱি (আদি) দি তোমাক অনুগমন কৰিছে ॥৩॥ অগ্নি দেৱতাৰ আহৱনীয় বেদীত (পূৰ্ব্বৰ) অন্ন বিচৰা সজমানে গৈ অবাধে অন্ন পাইছিল। তেওঁবিলাকে তোমাৰ ভাল স্তুতিৰ কাৰণে আনন্দ কৰিছিল। যজ্ঞৰ যোগ্য নামবিলাক পাইছিল ॥৪॥ হে অগ্নি, পৃথিবীত মানুহে তোমাক বৰ্দ্ধন কৰে। দুয়োবিধ (পশু আৰু পুত্ৰ) ধনৰ কাৰণে যজমানে তোমাক বৰ্দ্ধন কৰে। হে দুঃখত তাৰণ কৰা অগ্নি, স্তুত হৈ তুমি তাৰণ কৰ্ত্তা যোদ্ধা, মানুহৰ সদায়েই মাতৃপিতৃৰ (স্থানীয়) হোৱা ॥৫॥ পূজনীয়, কামনা পূৰক, প্ৰজাৰ মাজত হোতা, আনন্দ দায়ক, অন্য দেৱতাক অতিকৈ যজন কৰা সেই অগ্নি বেদীত বহিছে। তেনেকুৱা অগ্নি তোমাক আমি ঘৰত জ্বলাই আঠুকাঢ়ি লৈ স্তোত্ৰৰে ওচৰ চাপিছো ॥৬॥ হে অগ্নি, স্তুত্য তোমাক, সুবুদ্ধিৰ সুখ ইচ্ছা কৰা, দেৱতাক বিচৰা আমি নতুন স্তুতিৰে (তোমাক) বিচাৰিছো। হে অগ্নি, তুমি ভালকৈ জ্বলি বৃহৎ জ্যোতিৰে স্তোতা প্ৰজাক স্বৰ্গলৈ লৈ যোৱা ॥৭॥ সদায় থকা, ঋত্বিক সকলৰ স্বামী, কবিক, শত্ৰুৰ হন্তা, বৰ্দ্ধক, স্তোতা সকলৰ অধিগম্য, অন্নদাতা শোধক, দীপ্তমান হৈ থকা, ধন লাভৰ কাৰণে যজন কৰিব লগীয়া অগ্নিক আমি স্তুতি কৰিম ॥৮॥ হে অগ্নি, সেই মানুহে তোমাক যজন কৰে আৰু স্তুতি কৰে যি তোমাক সমিধেৰে, (খৰিৰে) জ্বলায় হৱি আদি দিয়ে আৰু স্তুতিৰে আহুতি কেউফালে দিয়ে, —সেই যজমানেই তোমাৰ দ্বাৰা ৰক্ষিত হৈ সকলো বাঞ্ছিত ধন লাভ কৰে ॥৯॥ হে অগ্নি, মহৎ এয়া নমস্কাৰেৰে সমিধ (আদি) দি আৰু হৱি দি, হে বলৰ পুত্ৰ, তোমাক বেদীত গানেৰে আৰু স্তোত্ৰৰে সৈতে বেচিকৈ পৰিচৰণ কৰিম। হে বলৰ পুত্ৰ অগ্নি, তোমাৰ ভদ্ৰ স্তুতিৰে (স্তুতি কৰি) সুমতিৰ বাবে যত্নবান হম ॥১০॥ হে অগ্নি, তুমি দ্যাবাপৃথিবী দীপ্তিৰে বিস্তৃত কৰিছা। তুমি মানুহৰ ত্ৰাণ-কৰ্ত্তা আৰু স্তুতিৰে পূজনীয় হৈছা। তুমি মহৎ অন্নেৰে, বহুত ধনেৰে আমাৰ সম্মুখত বিশিষ্টৰূপে দীপ্ত হোৱা ॥১১॥ হে ধনবান অগ্নি, পৰিজন বৰ্গেৰে সৈতে সদায় আমাক ধন দিয়া। আমাৰ পুত্ৰ পৌত্ৰক বহুত (গৰু আদি) পশু দিয়া। কামনা পূৰক, মহতী, দোষ নোহোৱা কৰি ভাল সুখদাতা অন্ন আমাক দিয়া ॥১২॥ হে ৰজা অগ্নি, তুমি ধনবানৰ পৰা দিয়া বহুত বেলেগ বেলেগ বৰণীয় অন্ন আমি পাম। হে বহুতৰ বৰণীয় ৰাজমান অগ্নি, পৰিচৰণ কৰা আমাক দিব পৰা তোমাৰ বহুত ধন আছে ॥১৩॥

### ২ সূক্ত—ঋ ১১।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—অনুষ্টুভ্;
১১ শক্বৰী। দেৱতা—অগ্নি

হে অগ্নি, তুমি হৱি অন্নেৰে সৈতে শুকান কাঠ খৰি পাই (তাৰ ওপৰত) মিত্ৰৰ দৰে জপিয়াই পৰা। হে সকলোৰে দ্ৰষ্টা বাস কৰাওঁতা অগ্নি তুমি অন্ন আৰু পুষ্টি বৰ্দ্ধন কৰা ॥১॥ হে অগ্নি, তোমাকেই মানুহে যজ্ঞেৰে স্তুতি কৰি পূজা কৰে। গতিশীল, বাধাহীন,

মানুহক ত্ৰাণ কৰা, সকলোৰে দ্ৰষ্টা সূৰ্য্য তোমাৰ গাত প্ৰবেশ কৰে ॥ ২ ॥ হে অগ্নি, যেতিয়া সেই মনুৰ পুত্ৰ ( মানুহ ) সকলে নিজৰ সুখ বিচাৰি যজ্ঞত তোমাক আহ্বান কৰে তেতিয়া নেতা ( ঋত্বিক ) একেলগ হৈ আনন্দ কৰি তোমাক স্তুলায় ॥ ৩ ॥ হে সুদাতা অগ্নি, যি (যজমানে ) তোমাক বৃদ্ধি কৰে, যি তোমাৰ (যজ্ঞ) কৰ্ম্ম কৰি স্তুতি কৰে, সেই যজমানে মহৎ, দীপ্ত তোমাৰ দ্বাৰা ৰক্ষিত হৈ পাপৰ দৰে শত্ৰুক পৰাজয় কৰে ॥ ৪ ॥ হে অগ্নি, সমিধেৰে ( খৰিৰে ) সৈতে তোমাক মন্ত্ৰপূত আহুতি যি মানুহে দিয়ে, সেই মানুহে পুত্ৰ পৌত্ৰেৰে সৈতে থাল থেকুলী মেলি এশ বছৰ ঘৰত থাকিবলৈ পাই ॥ ৫ ॥ হে দীপ্ত অগ্নি, তোমাৰ নিৰ্ম্মল ধোঁৱা অন্তৰীক্ষত বিয়পি গৈ মেঘলৈ পৰিবৰ্ত্তন হয়। হে শোধক অগ্নি, স্তোত্ৰ কৰাত সন্তোষ হৈ তুমি সূৰ্য্যৰ দৰে দীপ্তিমান হোৱা ॥ ৬ ॥ আৰু মানুহবিলাকৰ তুমি স্তুত্য হৈছা। তুমি আমাৰ আলহীৰ দৰে প্ৰিয়। নগৰৰ বুঢ়া মানুহৰ দৰে হিত উপদেশ দিয়া, দেখিবলৈ ভাল হৈছা। পুত্ৰৰ দৰে ( যজমানে ) পালন কৰিব লগীয়া হৈছা ॥ ৭ ॥ হে অগ্নি, কাঠেৰে মথন কৰা তুমি ( তাতে যে ) থাকা ( সেই কথা ) জনা যায়। তুমি ঘোঁৰাৰ দৰে যজ্ঞৰ হবি ( দেৱতালৈ ) বহন কৰা। কেউফালে যোৱা তুমি বায়ুৰ দৰে অন্ন আৰু ঘৰ দাতা। কেচুৱা হৈও তুমি ঘোঁৰাৰ দৰে ইফালে সিফালে যোৱা ॥ ৮ ॥ হে অগ্নি, তুমি সেই নৰাৰ নোৱাৰা কাঠ বিলাক পশুৱে ঘাঁহ খোৱা দৰে খাই পুৰি পেলোৱা। হে অজৰ অগ্নি, দীপ্ত তোমাৰ তেজেৰে হাবি বিলাক কাটি ছিঙি পেলোৱা ॥ ৯ ॥ হে অগ্নি, যজ্ঞ কৰিব খোজা প্ৰজাৰ ঘৰত তুমি দেৱতাৰ আহ্বাতা। হে প্ৰজাৰ পালক অগ্নি; আমাক সমৃদ্ধিশালী কৰা। হে অঙ্গিৰা, আমাৰ হবি সেৱন কৰা ॥ ১০ ॥ হে শুভ দীপ্তিৰ দেৱতা অগ্নি, দ্যাৱাপৃথিৱীত থকা তুমি দেৱতা সকলৰ পিনে আমাৰ স্তোত্ৰ প্ৰচাৰ কৰা। স্তুতিৰ নেতা আমাক থাকিবলৈ ভাল ঘৰ আৰু সুখ দিয়া। ( তোমাৰ অনুগ্ৰহত ) আমি শত্ৰু আৰু পাপৰ দুঃখৰ পৰা ত্ৰাণ পাম, ( জন্মান্তৰৰ ) পাপৰ পৰা ত্ৰাণ পাম, তোমাৰ ৰক্ষিত হৈ ভবিম ॥ ১১ ॥

### ৩ সূক্ত—ঋ ৮।

### ঋষি— আদি ১ ঋকৰ দৰে।

হে অগ্নি, সেইজনে ( চিৰদিন ) জীয়াই থাকে যি ঋতৰ ( নিয়মৰ ) পালক আৰু ঋতত ( নিয়মত ) জন্ম। সেই দেৱতা কামনা কৰাজনে সূৰ্য্যৰ বহল জ্যোতি পাই। তেওঁক, হে দেৱতা অগ্নি, তুমি, মিত্ৰ আৰু বৰুণেৰে সৈতে সমান প্ৰীতি যুক্ত হৈ ৰক্ষা কৰা ॥ ১ ॥ যি সমৃদ্ধ ধন থকা অগ্নিক ( হবি আদি ) দিয়ে, তেওঁ সকলো যজ্ঞ কৰ্ত্তা হয়, —কৰ্ম্মেৰে শান্ত হয়। সেই তেওঁ যশস্বী পুত্ৰ নোপোৱা নহয়। সেই মানুহৰ পাপ নহয়, অনৰ্থৰ কাৰণ ( ৰূপ ) গৰ্ব্ব নহয় ॥ ২ ॥ সূৰ্য্যৰ দৰে যি অগ্নিৰ দৰ্শন পাপহীন, হে অগ্নি, যি তোমাৰ জ্বলনৰ ভয়ঙ্কৰ শিখা কেউফালে যায়, যি অগ্নিৰ শব্দযুক্ত শোক বোধক পোহৰে ৰাতি ৰাক্ষসক ভয় লগায়, সেই অগ্নিয়ে নিজ বাসস্থান ৰূপ হাবিত কেতিয়াবা উৎপত্তি হৈ পৰ্ব্বতৰ নিচিনা ঠাইত দেখিবলৈ ধুনীয়া হৈ থাকে ॥ ৩ ॥ এই অগ্নিয়ে ঘোঁৰাৰ দৰে মুখেৰে বন-ঘাঁহ আদি খাই, কুঠাৰৰ দৰে (কাঠত ঘাপ মৰা দৰে) নিজ জিভা ( শিখা ) গছ লতাদিত লগাই সোনাৰীয়ে সোণ গলোৱা দৰে গোটেই হাবি গলায় দি ভস্মসাৎ কৰি যোৱা বাট তীক্ষ্ণ (চুব নোৱাৰা) কৰে আৰু তেওঁৰ ৰূপ বৰ দীপ্ত হয় ॥ ৪ ॥ সেই অগ্নি শৰ মৰাদৰে নিজ শিখা বেটি কৰি, নিজ তেজ, লোহা ধাৰ কৰা দৰে তীক্ষ্ণ কৰি বিচিত্ৰ গতিৰ ৰাতি যোৱা চৰাইৰ দৰে গছত লাহেকৈ পৰি ভস্মছাই কৰি ৰাতি পাৰ কৰি দিয়ে ॥ ৫ ॥ সেই অগ্নিয়ে স্তুত্য সূৰ্য্যৰ দৰে পোহৰেৰে ছাটি পেলায়। সকলোৰে শুভৰ কাৰণে প্ৰকাশ কৰি তেজেৰে ভীষণ শব্দ কৰিছে। ৰাতিও জ্বলি থকা এই অগ্নিয়ে দিনৰ দৰে মানুহক নিজ কাম কৰায় ॥ ৬ ॥ দীপ্ত, সূৰ্য্যৰ দৰে ৰশ্মি প্ৰকাশ কৰি যি অগ্নিৰ তাণ্ডৱ শব্দ হয়, কামবৰ্ষী, দীপ্ত সেই অগ্নিৰ পোৱা গছলতা বিলাকত সেই শব্দ ( উৎপত্তি ) হয়। লৰচৰ কৰি গমনশীল জ্যোতিৰে ইফালে সিফালে গৈ সেই অগ্নিয়ে আমাৰ শত্ৰু দমন কৰি দ্যাৱাপৃথিৱী ধনেৰে পূৰণ কৰে ॥ ৭ ॥ যি অগ্নি ঘোঁৰাৰ দৰে নিজে নিজে নিযুক্ত হৈ অৰ্চনীয় দীপ্তিৰে জ্বলে সেই অগ্নিয়ে বিদ্যুতৰ দৰে নিজ শোষক বলেৰে জক মকাই উঠে। মৰুতগণৰ বলৰ দৰে যি সকলো তীক্ষ্ণ কৰে ( শোষণ কৰে ) বেচিকৈ দীপ্তিশালী হৈ বেগেৰে গৈ অগ্নিয়ে বিৰাজ কৰি আছে ॥ ৮ ॥

### ৪ সূক্ত—ঋ ৮।

### ঋষি—আদি ১ ঋকৰ দৰে।

হে দেৱতাৰ আহ্বাতা বলৰ পুত্ৰ অগ্নি, তুমি যি প্ৰকাৰে ( প্ৰজাপতি ) মনুৰ যজ্ঞত যজন কৰিব লগীয়া দেৱতাক হবিৰে যজন কৰিছিলা, সেই দৰে, হে অগ্নি, আজি আমি ইচ্ছা কৰি ( যজ্ঞ কৰা ) তোমাৰ সমান

যজন কৰিব লগীয়া দেৱতা সকলক সোনকালে যজন কৰা ॥ ১ ॥ দিনত প্ৰকাশ কৰা সূৰ্য্যৰ দৰে যি অগ্নি, জাজ্বল্যমান আৰু সকলোৰে জনা, সেই অগ্নিয়ে আমালৈ বন্দনীয় অন্ন ধাৰণ কৰক ( দিয়ক )। সকলোৰে জীৱন (-ৰ হেতু ) অন্ন, অমৰন, অতিথিৰ (ৰ দৰে) যি জাত-বেদ অগ্নি মানুহৰ মাজত উষাত উদ্বোধন হয়,— ॥ ২ ॥ স্তোতা সকলে সম্প্ৰতি যি অগ্নিৰ মহৎ কৰ্ম্ম স্তুতি কৰিছে তেওঁ সূৰ্য্যৰ দৰে বগা হৈ জ্যোতিৰে চাটি পেলাইছে। যি অজৰ শোধক অগ্নিয়ে দীপ্তিৰে সকলোতে ব্যপ্ত হৈ আছে ( সেই অগ্নিয়ে) ৰাক্ষসক মাৰি ( সিহঁতৰ ) পুৰণি নগৰবিলাক ধ্বংস কৰিছে ॥ ৩ ॥ হে বলৰ পুত্ৰ, তুমি বন্দনীয়। হবি বহন কৰিবলৈ যহি অগ্নিয়ে স্বভাৱতে ঘৰ আৰু অন্ন দিয়ে। হে অন্নদাতা অগ্নি, আমাক অন্ন দিয়া। ৰজাৰ দৰে শত্ৰু জয় কৰা। ৰাক্ষস আদিৰ পৰা বাধা নোহোৱাকৈ ঘৰৰ ভিতৰত থাকা ॥ ৪ ॥ যি অগ্নিয়ে অন্ধকাৰ নিবাৰণ কৰা তেজ বেচি কৰিছে, যজন কৰোতাই দিয়া অন্ন ভক্ষণ কৰিছে, তেওঁ বায়ুৰ দৰে সকলোৰে ঈশ্বৰ হৈ ৰাতি অতিক্ৰম কৰিছে। যি দিবলৈ আদেশ দিয়া মতে হবি নিদিয়ে তাক আমি শাস্তি দিম। তুমি ঘোঁৰাৰ দৰে শত্ৰুৰ ওপৰত পৰি নাশ কৰা ॥৫॥ হে অগ্নি, সূৰ্য্যৰ দৰে কিৰণেৰে দ্যাবাপৃথিবী ব্যাপ্ত হৈছা। সূৰ্য্যৰ দৰে নিজ বাটেদি গৈ পোহৰেৰে বিচিত্ৰ অগ্নিয়ে অন্ধকাৰ খেদি দিয়ে ॥ ৬ ॥ হে অতি স্তুতি কৰিব লগীয়া অগ্নি, পূজনীয় দীপ্তিৰ তোমাক আমি বন্দনা কৰিছো। —মহৎ আমাৰ স্তোত্ৰ শুনা। তুমি বায়ু আৰু ইন্দ্ৰৰ দৰে বলেৰে যুক্ত দেৱতাত্মা তোমাক হবি আদি অন্নেৰে প্ৰীত কৰিছে ॥৭॥ হে অগ্নি, শত্ৰু নোহোৱা বাটেৰে সোনকালে আমাক ধন আৰু সুখ পোৱাই দিয়া। পাপৰ পৰা আমাক ৰক্ষা কৰা। স্তৱ কৰি থকা আমাক সুখ দিয়া। আমি এশ শীতকাল পুত্ৰাদিৰে সৈতে যাতে আনন্দ কৰি থাকিবলৈ পাওঁ ॥ ৮ ॥

৫ সূক্ত—ঋ ৭।

ঋষি—আদি ১ ঋকৰ দৰে।

হে বলৰ পুত্ৰ অগ্নি, তোমাক মননীয় স্তোত্ৰেৰে আহ্বান কৰিছো। তুমি সদায় ডেকা, অদ্ৰোহী, স্তুতিৰে স্তুত্য, প্ৰকৃত জ্ঞানী, বহুতে ভজন কৰা, ( যজমানৰ ) অদ্ৰোহী। অগ্নিয়ে সকলোৰে বাঞ্ছিত ধন দিয়ে ॥ ১ ॥ হে বহুত শিখাৰ দেৱতাৰ আহ্বাতা অগ্নি, তোমাক ৰাতি আৰু দিনত যজ্ঞীয় ধন ( হবি আদি ) যজমানে দিয়ে। দেৱতা সকলে যেনেকৈ পৃথিবীত জীৱ বিলাক স্থাপন কৰিছে, তেনেকৈ অগ্নিয়ে ধন বিলাক নিহিত কৰিছে ॥২॥ হে অগ্নি, তুমি পুৰণি কালৰ আৰু এতিয়াৰ প্ৰজাৰ মাজত ( অন্তৰাত্মা ৰূপেৰে ) বহি আছা, আৰু নিজ কৰ্ম্মৰ পূজনীয় ধনৰ ৰথী হৈছা। সেই কাৰণে, হে সকলো জনা জাতবেদ অগ্নি, পৰিচৰণ কৰাই ধন যাতে সদায় পায় তেনেকৈ পথিওৱা ॥ ৩ ॥ হে অগ্নি, যি শত্ৰু লুকাই থাকি আমাক বাধা দিয়ে, আৰু ভিতৰৰ পৰা আমাক হিংসা কৰে, হে শুভ দীপ্তিৰ, অভিভূত তেজেৰে তেজস্বী তুমি অজৰ, বংযুণৰ হেতু, তোমাৰ সাধাৰণ তেজেৰেই সিহঁতক পুৰি পেলোৱা ॥ ৪ ॥ হে বলৰ পুত্ৰ অগ্নি, যি তোমাক যজ্ঞেৰে ( হবি আদি ) দান কৰে, যি সমিধেৰে উপাসনা বা স্তোত্ৰেৰে তোমাক পৰিচৰণ কৰে, হে অমৰ অগ্নি, তেওঁ মানুহৰ মাজত প্ৰকৃত জ্ঞানী হৈ ধনেৰে আৰু জিলিকি থকা অন্নেৰে প্ৰকাশ হয় ॥ ৫ ॥ হে অগ্নি, আমি প্ৰাৰ্থনা কৰা তুমি সোনকালেই এইটো কাম কৰা যে বলবান তুমি, স্পৰ্দ্ধমান বলেৰে আমাৰ শত্ৰু বিনাশ কৰা। জিলিকি থকা তেজেৰে সংশ্লিষ্ট তুমি তোমাক স্তুতি বাক্যেৰে যি উচ্চ স্বৰে ঘোষাৰে স্তুতি কৰিছে, সেই মননীয় স্তুতি শুনা ॥ ৬ ॥ হে অগ্নি, তোমাৰ ৰক্ষণেৰে সেই কামনা কৰা বস্তু আমি পাম। হে ধনবান অগ্নি, সুপুত্ৰেৰে সৈতে ( তোমাৰ অনুগ্ৰহত ) আমি ধন পাম। অন্ন বিচৰা আমি তুমি দিয়া অন্ন সন্মুখত পাম। হে অজৰ অগ্নি, তুমি দিয়া অজৰ যশ পাম ॥ ৭ ॥

৬ সূক্ত—ঋ ৮।

ঋষি—আদি ১ ঋকৰ দৰে।

বলৰ পুত্ৰ অগ্নিক অন্ন কামনা কৰি স্তৱ কৰিবলৈ স্তোতাই নতুন যজ্ঞেৰে যুক্ত হৈ, হাবি পুৰি বাট কৰা কৰি যোৱা বগা বৰণৰ বীতিহোত্ৰ দীব্য অগ্নিৰ কাষলৈ গৈছে ॥ ১ ॥ সেই পাবক অগ্নিয়ে বগা হৈ শব্দ কৰা, অজৰ শব্দ কৰি যোৱা, অতি ডেকা মৰুতসকলেৰে সৈতে বহুত হৈ শকত কাঠ খাই ( পুৰি ) গৈ আছে ॥ ২ ॥ হে শুচি অগ্নি, তোমাৰ ৰথাহে পথিওৱা নিৰ্ম্মল দীপ্তি চাৰিওফালে গৈছে। বহুত কাঠ স্পৰ্শন কৰি ওপৰত জ্বলি নতুনকৈ গৈ শিখা বিলাকে হাবি বিলাক ধৰ্ষক তেজেৰে পুৰিছে ॥ ৩ ॥ হে দীপ্তিমান অগ্নি, তোমাৰ যি শুভ্ৰ দীপ্তিয়ে মাটি মুণ্ডন কৰিছে ( খুৰাইছে ) সেই শিখা বিলাকে এৰি দিয়া ঘোঁৰাৰ দৰে যেনি তেনি গৈছে। এনে সময়ত জমি খুৰা তোমাৰ শিখা বিলাকে নানা ৰূপে মাটিৰ ওপৰত ওখ ঠাইত জুইৰ আগ বঢ়াই দি বহুত পোহৰ

কৰিছে ॥ ৪ ॥ আৰু বৰ্দ্ধক অগ্নিৰ জিভা ( শিখা অসুৰে ) অপহৰণ কৰা গৰু মুকলি কৰিবলৈ ইন্দ্ৰই বজ্ৰ মৰা দৰে ভালকৈ লাগিছে। বীৰ নৰৰ দৰে ককালত টঙালি বন্ধা অগ্নি শিখা সহিত নোৱাৰা দুৰ্ব্বাৰ ভয়ঙ্কৰ হৈ হাবি বিলাক পুৰিছে ॥ ৫ ॥ হে অগ্নি, দীপ্তিৰে পাৰ্থিৱ গন্তব্য ঠাই বিলাক মহৎ প্ৰেৰক, ধৰ্ষক ৰশ্মিৰে বিয়পাই দিয়া। তুমি ভয়ৰ কাৰণ গুচাই দিয়া। স্পৰ্দ্ধা কৰা হিংসক বিলাকক বলেৰে পৰাস্ত কৰি মাৰা ॥ ৬ ॥ হে বিচিত্ৰ, বিচিত্ৰবলী, আনন্দদায়ক অগ্নি, তুমি আহ্লাদ দায়ক স্তুতিৰে স্তৱ কৰা আমাক, বিচিত্ৰ, অতি বিচিত্ৰ অন্নদাতা, আনন্দ দায়ক পুত্ৰ পৌত্ৰাদিৰে সৈতে বহুত ঐশ্বৰ্য্য ধন দিয়া ॥ ৭ ॥

৭ সূক্ত ঋ—৭ ।

ঋষি আদি ১ ঋকৰ দৰে। ৩।৭ জগতী ছন্দ ।

স্বৰ্গৰ শিৰ ( ৰূপী ), পৃথিবীত যাওঁতা ঋতুৰ ( যজ্ঞৰ ) নিমিত্তে সন্মুখত উৎপত্তি কৰিবলৈ, কবি, ৰাজমান, মানুহৰ অতিথি, দেৱতাৰ মুখৰ, ধাৰক, বৈশ্বানৰ অগ্নিক স্তোতাই যজ্ঞৰ অভিমুখে মন্থনেৰে উৎপাদন কৰিছে ॥ ১ ॥ যজ্ঞৰ নাভি ( মাজ ঠাই ), ধনৰ ঘৰ, মহৎ ৰূপ আহুত অগ্নিক কেউফালে স্তোতাই স্তুতি কৰিছে। যজ্ঞৰ ৰথী বৈশ্বানৰ অগ্নিক, যজ্ঞৰ নিচানক স্তোতাই মথনেৰে উৎপাদন কৰিছে ॥ ২ ॥ হে অগ্নি, হবি অন্নদাতা বিপ্ৰ তোমাৰ পৰা হয়। শত্ৰুক অভিভৱ কৰিব পৰা বীৰ তোমাৰ পৰা হয়। হে ৰাজমান বৈশ্বানৰ অগ্নি, আমাক স্পৃহনীয় ধন দিয়া ॥ ৩ ॥ হে অমৰ অগ্নি, উৎপত্তি হলেই শিশু তোমাক স্তোতাই স্তুতি কৰে। হে বৈশ্বানৰ অগ্নি, যেতিয়া তুমি পিতা দ্যাবাপৃথিবীৰ মাজত জ্বলা, তোমাৰ (হোম আদি) কৰ্ম্মেৰে যজমানে দেৱত্ব পাই ॥ ৪ ॥ হে বৈশ্বানৰ অগ্নি, তোমাৰ সেই কৰ্ম্ম বিলাক কোনেও বাধা দিব নোৱাৰে। তুমি পিতা মাতা দ্যাবাপৃথিবীৰ কোলাত উৎপন্ন হৈ দিনৰ ধ্বজা সূৰ্য্যক ( ৰাহুৰ গ্ৰাসৰ পৰা ) মুক্ত কৰি অন্তৰীক্ষত স্থাপন কৰিছা ॥ ৫ ॥ হে বৈশ্বানৰ অগ্নি, তেজেৰে, অমৃতৰ প্ৰজ্ঞাপক চিহ্নেৰে দ্যুলোকৰ ওখ ঠাইবিলাক নিৰ্ম্মল কৰিলা। সেই বৈশ্বানৰৰ ওপৰৰ ধোঁৱাতে মেঘৰূপ পানী থাকে আৰু তাৰ পৰাই শাখা ৰূপে সাতখন নৈ ওলাই আহিছে ॥ ৬ ॥ যি সুকৰ্ম্মা বৈশ্বানৰ অগ্নিয়ে ভুৱন বিলাক নিৰ্ম্মান কৰিলে, যি কবি বৈশ্বানৰ অগ্নিয়ে দ্যুলোকৰ জিলিকি থকা তৰা নক্ষত্ৰ সৃষ্টি কৰিলে আৰু প্ৰাণী বিলাক ব্যাপ্ত কৰি ৰাখিছে অজেয়, পালক, পানীৰ ৰক্ষক সেই বৈশ্বানৰ অগ্নি বিৰাজ কৰিছে ॥ ৭ ॥

৮ সূক্ত— ঋ ৭ ।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—জগতী ; ৭ ত্ৰিষ্টুভ্ । দেৱতা—বৈশ্বানৰ অগ্নি ।

হবি-অন্ন-যুক্ত, কামবৰ্ষক. জিলিকি থকা, জাতবেদ বৈশ্বানৰ অগ্নিৰ বলৰ বিষয় এই যজ্ঞত মই সোনকালেই কম। নতুন নিৰ্ম্মল. সুন্দৰ স্তুতি এই বৈশ্বানৰ অগ্নিলৈ মোৰ পৰা সোম ৰসৰ দৰে আপোনা আপুনি ওলাই আহিছে। ॥১॥ সেই বৈশ্বানৰ অগ্নি ব্ৰতৰ (কৰ্ম্মৰ) পালক, উৎকৃষ্ট আকাশত প্ৰাদুৰ্ভাব হৈ (নিত্য নৈমিত্তিক) কৰ্ম্ম বিলাক ৰক্ষা কৰিছে। অন্তৰীক্ষ নিৰ্ম্মল কৰিছে। সু-কৰ্ম্মা বৈশ্বানৰ অগ্নিয়ে নিজ মহিমাৰে আকাশ চুইছেগৈ ॥২॥ সকলোৰে মিত্ৰ বৈশ্বানৰ অগ্নিয়ে দ্যাবা-পৃথিবী স্তম্ভন কৰিলে। জ্যোতিৰে অন্ধকাৰ নাইকিয়া কৰিলে। ধাৰয়িত্ৰী দ্যবাপৃথিবীক দুখন (পশুৰ) ছালৰ দৰে বহল কৰিলে। বৈশ্বানৰে সকলোৰে বল ধাৰণ কৰিলে ॥৩॥ অন্তৰীক্ষৰ মাজত মহান মৰুত সকলে এওঁক ধাৰণ কৰিলে আৰু মানুহে এওঁক পূজনীয় ৰজা ৰূপেৰে স্তুতি কৰিলে। এই বৈশ্বানৰ অগ্নিক দূৰৈৰ (আদিত্যৰ ওচৰৰ) পৰা মাতৰিশ্বা (বায়ুয়ে) ইহলোকলৈ লৈ আহিল ॥৪॥ হে অগ্নি, সময়ে সময়ে যজ্ঞাৰ্হ নতুন স্তুতি উচ্চাৰণ কৰা আমাক ধন আৰু যশস্বী পুত্ৰ দিয়া। হে ৰজা, জৰাহীন অগ্নি, বজ্ৰৰ দৰে তেজেৰে কাঠৰ দৰে শত্ৰুবিলাক (অনৰ্থ কৰা বিলাক) তল কৰি দিয়া। ॥৫॥ হে অগ্নি, হবি অন্নযুক্ত আমাক অপহৰণ কৰিব নোৱাৰা, সদায় থকা, বলী ধন দিয়া। হে বৈশ্বানৰ অগ্নি, তোমাৰ কৃপাত আমি শত সহস্ৰ অন্ন জয় কৰিম ॥৬॥ হে তিনি ঠাইত থকা যজ্ঞাৰ্হ অগ্নি, তোমাৰ অবাধ, ৰক্ষক বলেৰে স্তৱ কৰাক ৰক্ষা কৰা। হে বৈশ্বানৰ অগ্নি, তুমি হবি দাতাৰ বল ৰক্ষা কৰা। তোমাক স্তৱ কৰা আমাক বৰ্দ্ধন কৰা। ॥৭॥

৯ —সূক্ত ঋ ৭।

ঋষি—আৰু দেৱতা ৮ ম সূক্তৰ দৰে। ছন্দ-ত্ৰিষ্টুভ্ ।

দিনটোৰ ক'লা ভাগ ৰাতি ; সূৰ্য্যৰ ৰশ্মিৰে পোহৰ কৰা ভাগ দিন—জানিবলগীয়া নিজ নিজ প্ৰবৃত্তিৰে আৱৰ্ত্তন কৰি আছে। ৰজাৰ দৰে উজ্বল হৈয়েই বৈশ্বানৰ অগ্নিয়ে জ্যোতিৰে অন্ধকাৰ নাশ কৰে ॥১॥ মই (দীঘৰ) সূতা চিনি নেপাওঁ, বোৱা (বাণীৰ) সূতাও চিনি নেপাওঁ। (বা) কাপোৰ খনো চিনি নেপাওঁ—যি কাপোৰ সম-ৰত (প্ৰতিযোগিতাত) (ঋত্বিক সকলে) ব'ব খুজিছে। ইহলোকত কোনে, কাৰ পুত্ৰই কবলগীয়া (এইকথা)

ওচৰত থকা পিতাকৰ সহায় নোহোৱাকৈ কৰ পাৰে ? ॥২॥ (তন্তু= সূতা—ছন্দ বিলাক, বানীৰ সূতা= অধ্বৰ্য্য আদিৰ কৰ্ম্ম'; পট - কাপোৰখন—যজ্ঞ; এই মন্ত্ৰৰ মতে যজ্ঞ বা সূক্ত ৰচনা কৰা এখন প্ৰতিযোগিতাত মন্ত্ৰদ্ৰষ্টা ভৰদ্বাজ ঋষিয়ে ভাগ লৈ—সম্ভৱ জিকিছিল॥ একমাত্ৰ বৈশ্বানৰ অগ্নিয়ে সেই দীঘৰ আৰু বানীৰ সূতাৰ কথা জানে (বৰ জানে)। সময়মতে কৰলগীয়া বিলাকো কয়। এই বৈশ্বানৰ অগ্নিয়ে অমৃতৰ ৰক্ষক (বাট দেখুৱা) ভূলো'কত ফুৰিচাকি পাচত অন্যৰূপেৰে (সূৰ্য্যাত্মাৰে) দেখি এই পৰিদৃশ্যমান জগতক জানে ॥৩॥ এই বৈশ্বানৰ অগ্নি প্ৰথম হোতা। —হে মানুহ সকল— চোঁৱা (ভজন কৰা)। মানুহৰ মাজত এই অগ্নি (জঠৰাগ্নি ৰূপে) আছে। সেই অগ্নি নিশ্চল হৈ কেউফালে নিষন্ন থাকি (নিমগ্ন থাকি) অমৰ্ত্ত্য হৈও শৰীৰত জন্মে আৰু বৰ্দ্ধন হয় ॥৪॥ নিশ্চল মনৰ অতি বেগবান জ্যোতি জঙ্গম প্ৰাণীৰ মাজতে সোমায় আছে। দেখিবৰ কাৰণে সকলো দেৱতাই একে মনেৰে একে প্ৰজ্ঞাপক ৰূপে, একেই কাম কৰিবলৈ সেইপিনে (অগ্নিৰ ফালে) যাবলৈ মুখ কৰি আছে ॥৫॥ হে বৈশ্বানৰ অগ্নি, (তোমাৰ গুণ শুনিবলৈ) মোৰ কাণ গৈছে; (দেখিবলৈ) চকু গৈছে। হৃদয়ত যি জ্যোতি নিহিত হৈ যি (তত্ত্ববোধ জ্ঞান আছে) সেয়া মনত পৰিছে। দূৰৈত অধিষ্ঠিত হোৱা মোৰ মনে বিচৰণ কৰিছে। এনেকৈ বৈশ্বানৰ অগ্নিৰ ৰূপ কিমান ক'ম ? মনেৰে বা কিমান ভাবিম ॥৬॥ হে বৈশ্বানৰ অগ্নি, অন্ধকাৰত (লুকাই) থকা তোমাক সকলো দেৱতাই ভয় কৰি নমস্কাৰ কৰে। হে মৰণহীন বৈশ্বানৰ অগ্নি, আমাক ৰক্ষণৰে কৃপা কৰা, —আমাক ৰক্ষণেৰে কৃপা কৰা ॥৭॥ (এই সূক্ত অতি গভীৰ তাৎপৰ্য্য পূৰ্ণ ॥

১০ সূক্ত—ঋ ৭।

ঋষি—আৰু দেৱতা ১ম সূক্তৰ দৰে। ছন্দ-ত্ৰিষ্টুভ্ ; ৭ দ্বিপদা বিৰাট।

(হে ঋত্বিক যজমান সকল) তোমালোকে স্তুত্য, দীৰ্য, সুবৃক্ত (স্পষ্ট) স্তুতিৰে নিৰ্বিঘ্নে চলি থকা যজ্ঞৰ সন্মুখত অগ্নি জ্বলোৱাঁ। স্তোত্ৰ গান গাই আগত (সন্মুখত) থ'বা। তালকৈ জ্বলা জাতবেদ সেই অগ্নিয়ে আমাৰ যজ্ঞ সুগম কৰক ॥১॥ হে দীপ্তিমান, বহুত শিখাৰ, দেৱতাৰ আহ্বাতা অগ্নি, অন্য অগ্নিৰ, লৈতে জ্বলোৱা তুমি এই মানুহৰ স্তোত্ৰ শুনা। স্তোতা সকলে মমতাৰ দৰে (দীৰ্ঘতমা ঋষিৰ মাকৰ দৰে) অগ্নিক উদ্দেশ্য কৰি এই ঘি'ঔৰ দৰে সুখকৰ আৰু শুচি স্তোত্ৰ অৰ্পণ কৰিছে। ॥২॥ যি মেধাৱী যজমানে স্তুতিৰে সৈতে হবি অন্ন অগ্নিক দিয়ে, তেওঁ মানুহৰ মাজত অন্নেৰে বৰ্দ্ধন হয়। সেই যজমানক বিচিত্ৰ দীপ্তিৰ অগ্নিয়ে আশ্চৰ্য্য ৰক্ষণেৰে গৰুৰ পালেৰে সৈতে ধন দিয়ে ॥৩॥ ক'লা বাট কৰি যোৱা যি অগ্নিয়ে উৎপত্তি হৈয়েই বহল দ্যাবা-পৃথিবী নিজ পোহৰেৰে দূৰৈত দেখিব পৰা কৰে, সেই পাবক অগ্নিয়ে পাচত ৰাতিৰ বহুত অন্ধকাৰ আঁতৰাই দীপ্তিৰে দেখিব পৰা কৰে ॥৪॥ হে অগ্নি. ধনবান আমাক বহুত অন্ন আৰু ৰক্ষণেৰে বিচিত্ৰ ধন সোনকালে দিয়া, আৰু যি ধন, অন্ন আৰু সুবীৰ্য্যৰে শত্ৰু দমন কৰিব পাৰে তেনেকুৱা পুত্ৰ দিয়া ॥৫॥ হে অগ্নি. তুমি কামনা কৰা এয়া যজ্ঞ সাধক হবি অন্ন যি হবিষ্মান যজমানে তোমাক আহুতি দিছে, সেয়া নিজে ধাৰণ কৰা। ভৰদ্বাজ ঋষিৰ দোষহীন স্তুতি ধাৰণ কৰা। নানা বিধ অন্ন দি তেওঁক ৰক্ষা কৰা ॥৬॥ হে অগ্নি, শত্ৰুক গুছাই দিয়া। আমাৰ অন্ন বৰ্দ্ধন কৰা। আমি সুবীৰ পুত্ৰাদিৰে এশ হিম (শীত) কাল সুখেৰে থাকিম ॥৭॥

১১ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা ১ম সূক্তৰ দৰে। ছন্দ-ত্ৰিষ্টুভ্।

হে দেৱতাৰ আহ্বাতা অগ্নি, তুমি এটাইতকৈ যজন কৰিবলগীয়া. তোমাক প্ৰাৰ্থনা কৰামতে সম্প্ৰতি প্ৰযুজ্যমান যজ্ঞত শত্ৰুৰ বাধক মৰুৎগণ, মিত্ৰ, বৰুণ, নাসত্যা অশ্বিনীদ্বজন, দ্যাবাপৃথিবী দেৱতা সকলক হোম কৰিবলৈ যজ্ঞলৈ ঘূৰাই আনা ॥১॥ হে অগ্নি, তুমি মানুহৰ মাজত বিদ্যমান (হৈ) দেৱতাৰ আহ্বাতা হৈছা। বহুত স্তুতি কৰা তুমি আমাৰ দ্ৰোহহীন দেৱতা। হে অগ্নি, তোমাৰ হোম কৰা পাবক শিখাৰ মুখেৰে দেৱতাৰ হবি আদি বহন কৰা। তোমাৰ নিজৰ (স্বিষ্টকৃৎ নামৰ) তনুৰে যজন কৰা ॥২॥ যষ্টব্য দেৱতাক যজন কৰিবৰ কাৰণে, হে অগ্নি, তোমাৰ জন্মৰ বিষয় স্তুতি কৰি যেতিয়া অঙ্গিৰস ঋষি সকলৰ ভিতৰত অতি স্তুতি প্ৰেৰক মেধাৱী স্তোতা ভৰদ্বাজ ঋষিয়ে যজ্ঞত মধুৰ ছন্দেৰে স্তোত্ৰ কয়, তেতিয়া ধন বিচাৰি স্তুতি কৰি হে অগ্নি, তোমাক বিচাৰিছে ॥৩॥ দীপ্যমান, জ্ঞানী অগ্নি তালকৈ জ্বলিছে। হে অগ্নি, তুমি বহল দ্যাবাপৃথিবীক যজন কৰাঁ—অতিথিৰ দৰে যাক পঞ্চ জনে হবি দি সুলক্ষণ অগ্নিক তৰ্পণ কৰিছে ॥৪॥ যেতিয়া হবি অন্নেৰে সৈতে অগ্নিৰ ওচৰলৈ কুশ আনে,

আৰু দূষিত নোহোৱা যি উঁৱে ব্ৰক্ কুশৰ ওপৰত থোৱা হয়, আৰু পৃথিবীৰ ওপৰত বেদী সজা হয়, তেতিয়া সূৰ্য্যৰ দৰে চকুৰে যজমান আশ্ৰিত হয়। (যজমানৰ পাত সূৰ্য্যৰ দৰে তেজ লভে) ॥৫॥ হে বহুত শিখাৰ দেৱতাৰ আহ্বাতা অগ্নি, তুমি দীপ্তিমান অন্য অগ্নিৰে সৈতে জ্বলি, আমাক ধন দিয়া। হে বলৰ পুত্ৰ অগ্নি, হবি আদিৰে তোমাক ঢাকি দি আমি যেন শত্ৰুৰ দৰে পাপক অতিক্ৰম কৰি যাব পাৰো ॥৬॥

## ১২ সূক্ত—ঋ ৬।

ঋষি—আৰু দেৱতা ১ম সূক্তৰ দৰে। ছন্দ-ত্ৰিষ্টুভ্।

দেৱতাৰ আহ্বাতা যজ্ঞৰ ৰজা এয়া অগ্নি যজমানৰ ঘৰৰ মাজত দ্যাবাপৃথিবীক যজন কৰিবলৈ বহিছে। সেই বলৰ পুতেক ঋতবান (নিয়মৰ) অগ্নিয়ে সূৰ্য্যৰ দৰে দূৰলৈ জ্যোতি বিস্তাৰ কৰিছে ॥১॥ স্তোতাই যজ্ঞত যজন কৰিব লগীয়া হে ৰজা, অগ্নি, জ্ঞানী তোমাক যজমানে ঘৰকৈ যজন কৰিছে। তিনিও লোকত থকা ত্ৰাণ কৰা সূৰ্য্যৰ দৰে, মানুহৰ প্ৰশস্ত হবি আদি দেৱতালৈ নিবলৈ শীঘ্ৰগামী হোৱা ॥২॥ যি অগ্নিৰ চলি থকা অতি তেজস্বী শিখা অৰণ্যত বিৰাজ কৰে, বৰ্দ্ধন হোৱা তেওঁ সৰ্ব্ব প্ৰেৰক সূৰ্য্যৰ বাটৰ দৰে প্ৰকাশ কৰে। সকলোৰে অদ্ৰোহী বায়ুৰ দৰে (প্ৰাণ-বায়ুৰ দৰে) মৰণ হীন সেই অগ্নি বেগেৰে হাবিৰ গছ-গছনিত সোমাই বাধাহীন গতিৰে শীঘ্ৰগামী হৈ নিজে নিজে জগৎ প্ৰকাশ কৰে ॥৩॥ সেই জাতবেদ অগ্নিক আমাৰ স্তোতাই ভিক্ষা কৰিবলৈ অহা ভিক্ষাৰীৰ (যাচকৰ) গানৰ দৰে আমাৰ ঘৰৰ সন্মুখত (যজ্ঞ ঘৰত) স্তৱ কৰিছে। গছেই যাৰ অন্ন, সেই অগ্নিয়ে হাবিত লভি লৈ নিজ কৰ্ম্মৰ পালক বৃষভৰ দৰে যাওঁতে যজমানে স্তৱ কৰে ॥৪॥ এই লোকত অগ্নিয়ে যেতিয়া বহল অৰণ্যত অনায়াসে পুৰি গৈ থাকে, সেই অগ্নিৰ বশ্মিক স্তোতাই স্তুতি কৰে। যি অগ্নি গতিশীল, বিমুক্ত, শীঘ্ৰগন্তা চোৰৰ দৰে শীঘ্ৰগামী হৈ মৰু অঞ্চল (দাহ কৰি) অতিক্ৰম কৰি ৰাজমান হয় ॥৫॥ তেনেকুৱা গতিৰ অগ্নি, তুমি আমাক নিন্দকৰ পৰা ৰক্ষা কৰা। সকলো জ্বলোৱা অগ্নিয়ে আমাক ধন দিয়া। দুঃখকাৰী শত্ৰুৰ সেনা আঁতৰাই দিয়া। আমি সুবীৰ পুত্ৰাদিৰে সৈতে এশ হিম (শীত) কাল সুখেৰে থাকিম ॥৬॥

## ১৩ সূক্ত—ঋ ৬।

ঋষি—আৰু দেৱতা ১ ম সূক্তৰ দৰে।

ছন্দ-ত্ৰিষ্টুভ্।

হে সুভগ অগ্নি, যেনেকৈ গছৰ দাল বিলাক ওলায় তেনেকৈ সকলো সৌভাগ্য তোমাৰ পৰাই ওলায়। (পশু আদি) ধন তৎক্ষণাৎ তোমাৰ পৰাই হয়। শত্ৰুৰ হিংসক সংগ্ৰামত তোমাৰ পৰাই বল পায়,—অন্তৰীক্ষৰ পৰা বৰষুণ পায়। সকলোৰে স্তত্য তুমি পানী চলাই দিয়া ॥১॥ হে অগ্নি, ভজনীয় তুমি আমাক ধন দিয়া। দৰ্শনীয় দীপ্তিৰ তুমি কেউফালে যোৱা বায়ুৰ দৰে থাকা। হে অগ্নি, মিত্ৰ দেৱতাৰ দৰে তুমি মহৎ ঋতৰ (নিয়মৰ ধনৰ) দাতা। হে অগ্নি, তুমি বহুত পূজ্য ধনৰ দাতা ॥২॥ হে সৎলোকৰ পালক অগ্নি, সেই পুৰুষে শত্ৰুক বলেৰে হত্যা কৰে, সেই বিপ্ৰই পনী অসুৰৰ বল হৰণ কৰে, হে ঋতত (নিয়মত) জন্ম অগ্নি, অপাং নপাতৰে সৈতে সেই জ্ঞানী পুৰুষক তুমি ধনৰ কাৰণে প্ৰেৰণ কৰা ॥৩॥ হে বলৰ পুত্ৰ অগ্নি, তোমাৰ তীক্ষ্ণত্ব যি মানুহে স্তুতি, উকথ, আৰু যজ্ঞেৰে বেদী পোৱাই দিয়েহি সেই মানুহে হে দেৱতা অগ্নি, সকলো অপৰ্য্যাপ্ত ধান আৰু ধন পায়। ॥৪॥ হে বলৰ পুত্ৰ অগ্নি, পুত্ৰাদি যুক্ত অন্ন আমাৰ সমৃদ্ধিৰ কাৰণে দিয়া। দানশীল তুমি, বিদ্বেষী শত্ৰুৰ পৰা বলেৰে কাঢ়ি যি পশু আদি অন্ন আনা, সেয়াও আমাক বহুত দিয়া ॥৫॥ হে বলৰ পুত্ৰ অগ্নি, মহান তুমি আমাৰ হিতোপদেষ্টা হোৱা। অন্ন যুক্ত পুত্ৰ পৌত্ৰ দিয়া। তোমাক কৰা সকলো স্তুতিৰে মনৰ কামনা পূৰ্ণ হব। আমি এশ হিম সুখেৰে জীয়াই থাকিম ॥৬॥

## ১৪ সূক্ত—ঋ ; ৬।

ঋষি—আৰু দেৱতা ১ম সূক্তৰ দৰে।

ছন্দ—অনুষ্টুভ্ ; ৬-শক্কৰী।

যি মানুহে অগ্নিক যজ্ঞ কৰ্ম্ম কৰি স্তুতিৰে সৈতে পৰিচৰণ কৰে, তেওঁ সকলোৰে মুখ্য হৈ প্ৰকাশ হয়। পুত্ৰাদি ৰক্ষণৰ কাৰণে অন্ন পায় ॥১॥ অগ্নিয়েই বিশিষ্ট জ্ঞানবান। অতি বিধাতা (হবি বহন কৰ্ম্ম কৰ্ত্তা) ঋষি। যজমানৰ প্ৰজা, দেৱতাৰ আহ্বাতা অগ্নিক যজ্ঞত স্তুতি কৰা হয় ॥২॥ হে অগ্নি, শত্ৰুৰ ধনবিলাকে শত্ৰুৰ পৰা মুক্ত হৈ (তোমাৰ স্তোতাৰ) ৰক্ষণৰ কাৰণে (আহিবলৈ) পৰস্পৰে অহিয়াজহি কৰে। সেই মানুহে (স্তোতাই) অব্ৰতী দস্যুক হিংসা কৰি যজ্ঞাদি কৰ্ম্মেৰে বশ কৰিবলৈ বিচাৰে ॥৩॥ এই অগ্নিয়েই পানীৰ বৰ্দ্ধক, শত্ৰু অভিভৱ কৰা, সৎ কৰ্ম্মৰ পালক, যাক দেখিলে বলৰ ভয়ত শত্ৰু পলায়, তেনেকুৱা পুত্ৰ দিয়ে ॥৪॥ যি মানুহে যাক সে উৎপাৎ লকৰা আৰু অন্য যজমানে

যিবিলাকে ঘঁৰিচৰা হবি আদি ধন যজ্ঞত দিয়ে, বলবান অগ্নি দেৱতাই জানি লৈ তেওঁক নিন্দক মানুহৰ পৰা ৰক্ষা কৰে ॥৫॥ ৬ ঋক ওপৰৰ ৬।২।১১ ঋকৰ দৰে ॥৬॥

১৫ সূক্ত ঋ ১৯।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ বা অঙ্গিৰাৰ পুত্ৰ বীতহব্য। ছন্দ-জগতী; ৩।১৫ শক্বৰী; ৬ অতি শক্বৰী; ১০—১৪।১৬।১৯ ত্ৰিষ্টুভ্; ১৭ অনুষ্টুভ্; ১৮ বৃহতী। দেৱতা অগ্নি।

(হে ঋত্বিক যজমান সকল) তোমালোকে এই অথিতি উষাত বোধন কৰা, সকলো প্ৰজাৰ পতি, জন্মতে শুচি, কেতিয়াবা যজ্ঞৰ সময়ত দ্যুলোকৰ পৰা অহা অগ্নিক স্তুতিৰে প্ৰসাধন কৰা। এই অগ্নি অৰণিৰ মাজত জন্ম হৈ সদায় হবি ভক্ষণ কৰে ॥১॥ অৰণিৰ মাজত নিহিত, স্তুত্য, ওপৰলৈ শিখাৰ অগ্নিক মিত্ৰৰ দৰে ভৃগু মহৰ্ষি সকলে ঘৰত স্থাপন কৰিছিল। হে অদ্ভুত অগ্নি, তুমি বীতহব্য ঋষিলৈ সুপ্ৰীত হোৱা—যি দিনে দিনে ভাল স্তোত্ৰেৰে পূজা কৰে ॥২॥ হে অগ্নি, সেই বাধাহীন তুমি সমৰ্থৰ দ্বাৰা বৰ্দ্ধিত। দুষ্কৃত শত্ৰুৰ পৰা ত্ৰাণ কৰ্ত্তা। হে বলৰ পুত্ৰ, সকলোতে শকত তুমি মানুহৰ মাজত ভৰদ্বাজলৈ আৰু বীতহব্যলৈ ধন আৰু ঘৰ দিয়া (এই সূক্ত ভৰদ্বাজ বা বীতহব্য ঋষিৰ বুলি কৈছে। কিন্তু ২য় ঋকৰ বীত হব্য ভৰদ্বাজৰ বিশেষণ বুলি ললে আৰু সেইদৰে ৩য় ঋকত ধৰি ললে, সমুদয় সূক্ত ভৰদ্বাজ ঋষিৰ হে উঠে, ॥৩॥ (হে ঋত্বিক) তুমি ভাল স্তুতিৰে হবি বহন কৰা, দীপ্যমান, তোমালোকৰ অতিথি, স্বৰ্গৰ নেতা, মানুহৰ কাৰণে দেৱতাৰ আহ্বাতা, সুযজ্ঞৰ বিপ্ৰৰ দৰে দীপ্ত বাক্যৰ স্বামী অগ্নি দেৱতাক, ভালকৈ প্ৰসাধন কৰা ॥৪॥ যি অগ্নিৰ শোধক, প্ৰজ্ঞাপক দীপ্তিৰে বাঢ়ি পুৱা উষাৰ পোহৰৰ দৰে পোহৰ কৰে, আৰু সংগ্ৰামত শত্ৰুক যৰা পুৰুষৰ দৰে এতশ ঋষিক (সূৰ্য্যৰ লগত) সংগ্ৰামত যি অগ্নি তৎক্ষণাৎ জ্বলিছিল, যি অজৰ আৰু সৰ্ব্বভক্ষ (সেই অগ্নিক প্ৰসাধন কৰা) ॥৫॥ (হে দেৱতা সকল) তোমালোকৰ অতিপ্ৰিয় বহুত স্তুতি কৰিব লগীয়া অগ্নিকেই সমিধেৰে পৰিচৰণ কৰা। তোমালোকে অমৰণ অগ্নিক স্তুতিৰে পৰিচৰণ কৰা, কাৰণ দেৱতাৰ মাজত অগ্নি দেৱতাই পূজনীয়,—সমিধ ধৰি আদি দিয়া হয়। দেৱতাৰ মাজত অগ্নিয়েই আমাৰ পৰিচৰণ লয় ॥৬॥ সমিধ ধৰি দি জ্বলোৱা অগ্নিক স্তৱ কৰিছো। শুচি পাবক, ধ্ৰুৱ, সেই অগ্নিক যজ্ঞত সন্মুখেদি স্তৱ কৰিছো। মেধাবী, দেৱতাৰ আহ্বাতা, বহুতৰ পূজনীয়, অদ্ৰোহী, কবি, জাতবেদ অগ্নিক সুখকৰ স্তোত্ৰেৰে ভজনা কৰিছো ॥৭॥ হে অগ্নি, হবিৰ বাহক, পালক আৰু স্তুত্য তোমাক দেৱতাই আৰু মানুহে যুগে যুগে দূত কৰিছে। জাগৰণশীল, ব্যাপ্ত, প্ৰজাৰ পালক সেই অগ্নিক নমস্কাৰেৰে সংস্থাপন কৰিছে ॥৮॥ হে অগ্নি, তোমাক দুয়ো দেৱতা আৰু মানুহে বিভূষিত কৰি দূত কৰিলত তুমি দুয়ো দ্যাবাপৃথিবী সম্ভৰণ কৰি ফুৰা। যি কাৰণে তোমালৈ আমি যজ্ঞ কৰি স্তুতি কৰিছো সেই কাৰণে তিনি লোকত থকা তুমি আমাৰ সুখকৰ হোৱা ॥৯॥ বিদ্যাহীন আমি সৰ্ব্বজ্ঞ অগ্নি তোমাক পৰিচৰণ কৰিম। শোভনাঙ্গ, সুদৃশ্য, ভালকৈ গৈ থকা অগ্নিয়ে দেৱতাক যজন কৰক। সকলো জানিবলগীয়া কথা জানি মৰণহীন অগ্নিয়ে আমাৰ হবিৰ বিষয় দেৱতাক জনাই দিয়ক ॥১০॥ হে অগ্নি, তুমি সেই পুৰুষৰ কামনা পূৰণ কৰা আৰু ৰক্ষা কৰা, যি, হে শূৰ অগ্নি, কবি তোমাক স্তুতি পোৱাই দিয়ে, যজ্ঞত সংস্কাৰ কৰা হবিৰে যি তোমাক ওপৰলৈ তুলি (স্ৰুচ্ ওপৰলৈ তুলি) দিয়ে তেওঁকেই তুমি বল আৰু ধনেৰে পৰিপূৰ্ণ কৰি দিয়া ॥১১॥ হে অগ্নি, তুমি হিংসক শত্ৰুৰ পৰা আমাক ৰক্ষা কৰা। হে বলবান অগ্নি, তুমিয়েই আমাক পাপৰ পৰা ৰক্ষা কৰা। আমাৰ দোষ নোহোৱাকৈ কৰা হবি অন্ন তোমাৰ ওচৰ পাওকগৈ। সহস্ৰ স্পৃহনীয় ধন আমাৰ ওচৰলৈ আহক ॥১২॥ দেৱতাৰ আহ্বাতা, ৰাজমান সেই অগ্নি ঘৰৰ অধিপতি। জন্ম হোৱা সকলোবিলাকক জাতবেদ হৈ জানে। যি অগ্নি দেৱতা আৰু মানুহৰ মাজত অতি যজন কৰ্ত্তা, ঋতবান (নিয়মবান), সেই অগ্নিয়ে দেৱতাক যজন কৰক ॥১৩॥ যজ্ঞৰ হোতা পাবক দীপ্তিৰ হে অগ্নি, আজি যজমানে যি কৰিছে তাক তুমি অনুমোদন কৰা। যিহেতু তুমি দেৱতাৰ যজন কৰা, সেই কাৰণে ঋতুৰে (নিয়মেৰে) দেৱতাৰ যজন কৰা। নিজ মাহাত্মৰে যি ব্যাপ্ত হৈছা, হে অতি ডেকা অগ্নি, তোমাৰ কাৰণে আজি যি হব্য হোম কৰিম সেই (স্বিষ্টকৃৎ) হব্য বহন কৰা ॥১৪॥ হে অগ্নি, (বেদীত ৰখা) সুনিহিত অন্ন চোৱা। তুমি দ্যাবাপৃথিবীৰ (উপলক্ষে সকলো দেৱতা) যজন কৰিবলৈ (এই যজমানে) স্থাপন কৰিছে। হে ধনবান অগ্নি, আমাক সংগ্ৰামত ৰক্ষা কৰা। (তোমাৰ অনুগ্ৰহত) আমি সকলো আপদৰ পৰা তৰিম। সেইবিলাক তোমাৰ ৰক্ষণেৰে তৰিম ॥১৫॥ হে ভাল শিখাৰ অগ্নি, সকলো দেৱতাৰে সৈতে চৰাইৰ বাহৰ দৰে সজা, ঘিঁউ দিয়া,

উণেৰে (উলেৰে) প্ৰস্তুত কৰা (উত্তৰ বেদীৰ) স্থানত প্ৰথমে বহা। হবি দিয়া যজমানৰ যজ্ঞ নিয়াৰিকৈ সম্পন্ন কৰি দেৱতাৰ ওচৰলৈ নিয়া ॥১৬॥ কৰ্ম্মবিধায়ক (ঋত্বিক যজমানে) এয়া তুমি অগ্নিক অথৰ্ব্ব ঋষিৰ দৰে মন্থন কৰিছে। ইফালে সিফালে গৈ পলায় যাব খোজা অগ্নিক (যজমানে) বিমূঢ় নহৈ এন্ধাৰৰ পৰা আনি মন্থন কৰিছে ॥১৭॥ হে সকলোৰে যজ্ঞত মন্থন কৰা অগ্নি, দেৱতা কামনা কৰা যজমানৰ কাৰণে, তেওঁৰ স্বস্তিৰ কাৰণে প্ৰাদুৰ্ভাৱ হোৱা। অমৰণ, ঋতত (নিয়মত) বৰ্দ্ধন হোৱা দেৱতাক বহন কৰি আনা। সেই দেৱতাসকলক আমাৰ যজ্ঞ স্পৰ্শ কৰোঁৱা ॥১৮॥ হে যজ্ঞঘৰৰ পতি অগ্নি, প্ৰাণীৰ মাজত আমিয়েই তোমাক সমিধেৰে (খৰিৰে) জ্বলায় তাণ্ডৱ কৰিলোঁ। আমাক গৃহপতিৰ উপযুক্ত কৰি, এক ধোঁৱাৰ ৰথ নকৰি (অসম্পূৰ্ণ নকৰি,—অৰ্থাৎ পুত্ৰ, গাকগাই আদি ধন যুক্ত কৰি) আমাক তীক্ষ্ণ তেজেৰে তীক্ষ্ণ কৰা ॥১৯॥

### ১৬ সূক্ত—ঋ ৪৮।

ঋষি-আৰু দেৱতা— ১ম সূক্তৰ দৰে।' ছন্দ-গায়ত্ৰী; ১৬ বৰ্দ্ধমানা গায়ত্ৰী; ২৭।৪৭।৪৮ অনুষ্টুভ্; ৪৬ ত্ৰিষ্টুভ্।

হে অগ্নি, তুমি সকলো যজ্ঞৰ হোম নিষ্পাদক। মানুহৰ কাৰণে দেৱতাসকলে হোতা নিহিত কৰিলে ॥১॥ হে অগ্নি তুমি আমাৰ যজ্ঞত পূজনীয় শিখাৰে মহৎ দেৱতা সকলক যজন কৰা—দেৱতাসকলক লৈ আহাঁ আৰু যজন কৰা ॥২॥ হে বিধাতা সুকৰ্ম্মা দেৱতা অগ্নি, তুমি যজ্ঞৰ মহৎ পথ আৰু সৰু পথবোৰ নিয়াৰিকৈ জানা ॥৩॥ হে অগ্নি, তোমাক ভৰত ৰজাই হবি আদি অন্নৰে দুই ৰূপেৰে সুখ বিচাৰি স্তুতি কৰিছিল। যজ্ঞাৰ্হ তোমাৰ যজ্ঞ কৰি দুয়োবিধ পাইছিল ॥৪॥ হে অগ্নি, তুমি এই বহুত বৰণীয় ধন সোম অভিষৱ কৰা দিবোদাসক যেনেকৈ দিছিলা, তেনেকৈ হবি দাতা ভৰদ্বাজক দিয়া ॥৫॥ হে অমৰ অগ্নি, তুমি দূত হৈ (যজ্ঞলৈ) বিপ্ৰ (ভৰদ্বাজৰ) সুস্তুতি শুনি দেৱতা সকলক লৈ আহাঁ ॥৬॥ হে অগ্নি দেৱতা, তোমাক, সুধ্যান কৰা মানুহে দেৱতাক তৰ্পণ কৰিবলৈ যজ্ঞত স্তুতি কৰিছে ॥৭॥ হে অগ্নি, তোমাৰ দৰ্শনীয় তেজ আৰু সুদাতা তোমাৰ কৰ্ম্ম পূজন কৰোঁ। সকলো কামনা ভিক্ষা কৰোতাই, (দৰ্শনীয় ৰূপ আৰু কৰ্ম্ম) পূজন কৰে ॥৮॥ হে অগ্নি, তোমাক মনুৱে হোতৃ কৰ্ম্মত ৰাখিছিল। মুখৰূপী শিখাৰে হবি বহন কৰা, অতি বিদ্বান তুমি কৰ্ম্ম প্ৰজাক (দেৱতাক) যজন কৰাঁ ॥৯॥ হে অগ্নি, হবি ভক্ষণ কৰিবলৈ, হবি দেৱতাক দিবলৈ, স্তুত হৈ কুশত হোতা হৈ বহাঁ ॥১০॥ হে অঙ্গিৰা, সেই তোমাক সমিধ খৰিৰে আৰু ঘিউঁৰে বৰ্দ্ধন কৰিম। হে অতি ডেকা অগ্নি, তাণ্ডৱকৈ জ্বলা ॥১১॥ হে অগ্নি দেৱতা, তেনেকুৱা গুণৰ তুমি, প্ৰশংসনীয় মহৎবীৰ্য্যৰ ধন আমাৰ ফালে পঠিয়াই দিয়া ॥১২॥ হে অগ্নি, অথৰ্ব্ব ঋষিয়ে তোমাক মূৰৰ ওপৰত সকলো জগত বহন কৰা পদুমৰ পাতত মন্থন কৰিছিল (বুজি নেপালোঁ) সহস্ৰাৰ পদ্মত দিব্য জ্যোতি দেখা পাইছিল নে কি?। ॥১৩॥ হে অগ্নি, (তেনেকুৱা গুণৰ) তোমাকেই সেই অথৰ্ব্বণৰ পুত্ৰ দধ্যঙ্ (দধীচি) ঋষিয়ে বৃত্ৰহন্তা পুৰন্দৰৰ (ইন্দ্ৰৰ) কাৰণে জ্বলাইছিল ॥১৪॥ পথ্যো-বৃষা নামৰ ঋষিয়ে, সেই অতি দস্যুৰ হন্তা, প্ৰতিযুদ্ধত ধন জয় কৰা অগ্নি, তোমাকেই জ্বলাইছিল ॥১৫॥ হে অগ্নি, আহা,—তোমালৈ এই দৰেই ভালকৈ কৰা অন্য স্তুতি শুনা। এয়া সোমেৰে বৰ্দ্ধন হোৱা ॥১৬॥ হে অগ্নি, তোমাৰ (দয়া পৰৱশ) মন যি ঠাইত কোনো যজমানত থাকে, সেই যজমানক শ্ৰেষ্ঠ বলকৰ অন্ন দিয়া আৰু তেওঁৰ ঘৰত থাকা ॥১৭॥ হে অগ্নি, তোমাৰ তীক্ষ্ণ জ্যোতি যেন চকু নষ্ট কৰা নহওক। হে অলপ যজমানৰ নিবাস দিওঁতা, আমাৰ যজমানে কৰা পৰিচৰণ সেৱন কৰা ॥১৮॥ হবিৰ ভৰ্ত্তা, দিবোদাসৰ শত্ৰু হন্তা, সৰ্ব্বজ্ঞ, সৎলোকৰ পালক এই অগ্নিক আমাৰ স্তুতিৰে বিচাৰিছো ॥১৯॥ খৰি পুৰি, বাধা দিব নোৱাৰা সেই অগ্নিয়েই সকলো পাৰ্থিৱ শক্তি অতিক্ৰম কৰি ধন আমাক দিয়ক ॥২০॥ সেই তেনে-কুৱা অগ্নিয়ে পুৰণি আৰু নতুন জ্যোতিৰে পোহৰ কৰি অন্তৰীক্ষ ব্যাপী পৰিছে ॥২১॥ হে সখাসকল (ঋত্বিক যজমান), তোমালোকে শত্ৰুৰ ধৰ্ষক বিধাতা অগ্নিৰ স্তোত্ৰ গোৱা আৰু যজ্ঞত হবি দি অৰ্চনা কৰা ॥২২॥ যি অগ্নি দেৱতাৰ আহ্বাতা, বিশিষ্ট বুদ্ধিমান, মানুহৰ যুগব্যাপী দেৱতাৰ দূত হৈ থকা, আৰু হবি বহন কৰা (তেওঁ আমাৰ যজ্ঞত বহক) ॥২৩॥ হে অগ্নি, সেই যাজমান শুদ্ধ কৰ্ম্মা দুজনক (মিত্ৰাবৰুণ) আদিত্যসকল, মৰুৎগণ, দ্যাবা-পৃথিবী এই দেৱতা সকলক এই যজ্ঞত যজন কৰা ॥২৪॥ হে বলৰ পুত্ৰ অগ্নি, মৰণ ৰহিত তোমাৰ প্ৰশংসণীয় দীপ্তিয়ে মানুহক অন্ন দান কৰে ॥২৫॥ হে অগ্নি, আজি কৰ্ম্মেৰে তোমাক ভজন কৰি হবি দাতা যজমান শ্ৰেষ্ঠ হওক।—ভাল ধন যুক্ত হওক। সেই মানুহে (তোমাৰ সদায়) সুস্তুতি কৰা হওক ॥২৬॥ হে অগ্নি, তোমাৰ ৰক্ষণ পোৱা যি স্তোতাই তোমাক নিজৰ কৰিবলৈ কামনা কৰে,

তেওঁ সকলো অন্ন পায় আৰু কোনোবা শত্ৰুৰ সেনা অতিক্ৰম কৰে, কোনোৱে শত্ৰুৰ সেনা বধ কৰে ॥২৭॥ এই অগ্নিয়ে তীক্ষ্ণ জ্যোতিৰে সকলো খাদক ৰাক্ষস বধ কৰক। আমাক অগ্নিয়ে ধন দিয়ক ॥২৮॥ হে জাতবেদ, বিশেষ দ্ৰষ্টা অগ্নি, সুবীৰ পুত্ৰাদি যুক্ত ধন দিয়া। হে সু-কৰ্ম্মা অগ্নি, ৰাক্ষসবিলাক বিনাশ কৰা ॥২৯॥ হে জাতবেদ অগ্নি, আমাক পাপৰ পৰা ৰক্ষা কৰা। হে স্তুতি মন্ত্ৰৰ ৰচয়িতা অগ্নি, আমাক অনৰ্থ ইচ্ছা কৰা শত্ৰুৰ পৰা ৰক্ষা কৰা ॥৩০॥ হে অগ্নি, দুষ্ট অভিপ্ৰায়ৰ যি মানুহে বধ কৰিবলৈ আমালৈ অস্ত্ৰ প্ৰহাৰ কৰে, সেই মানুহৰ পৰা আৰু পাপৰ পৰা আমাক ৰক্ষা কৰা ॥৩১॥ হে দেৱতা অগ্নি, দুষ্কৰ্ম্মকাৰী যি মানুহে আমাক মাৰিবলৈ বিচাৰে তাক তোমাৰ শিখাৰে একেবাৰেই মাৰি পেলোৱা ॥৩২॥ হে শত্ৰুৰ পৰাভৱ কৰা অগ্নি, ভৰদ্বাজক (মোক) বহল সুখ দিয়া বৰণীয় ধন দিয়া ॥৩৩॥ স্তুতিৰে স্তুতি কৰি থকা, স্তোতাৰ হব্যধন ইচ্ছা কৰা অগ্নিয়ে আৱৰক শত্ৰু (বা এন্ধাৰ) ধ্বংস কৰিবলৈ সম্যক দীপ্ত বগা হৈ আহুত হৈছে ॥৩৪॥ যি পিতা দ্যুলোকৰ পালন কৰ্ত্তা অগ্নি পৃথিবীৰ গৰ্ভ ক্ষয়হীন বেদী স্থানত, যজ্ঞৰ যোনীত, (উত্তৰ বেদীত) বহি (শত্ৰু বধ কৰিছে, ॥৩৫॥ হে জাতবেদ, বিশেষ দ্ৰষ্টা অগ্নি, পুত্ৰাদিৰে সৈতে ব্ৰহ্ম অন্ন লৈ আহা, যি অন্ন স্বৰ্গতো জিলিকি থাকে। (দেৱতাৰ প্ৰশস্ত অন্ন) ॥৩৬॥ হে বলেৰে উৎপাদিত অগ্নি, হবি অন্ন থকা আমি, ৰমণীয় দৰ্শনৰ তোমাৰ প্ৰতি স্তুতি উচ্চাৰণ কৰিছো ॥৩৭॥ হে অগ্নি, সোণৰ বৰণৰ দীপ্ত তোমাৰ ওচৰত গছৰ ছাঁ লোৱা দৰে শৰণ লম ॥৩৮॥ হে অগ্নি, তুমি উগ্ৰবলী ধনুধাৰীৰ দৰে শত্ৰু হন্তা, চোকা শিঙৰ বৃষভৰ দৰে অসুৰৰ পুৰী ধ্বংস কৰিছিলা ॥৩৯॥ (মন্থনৰ পৰা উৎপন্ন হোৱা) যি অগ্নিক ওপজা ল'ৰাৰ দৰে হাতত লৈ থাকে, (কিন্তু) খাদকৰ (বাঘ আদিৰ) দৰে ভয় কৰে, মানুহৰ সুযজ্ঞৰ কাৰণে সেই অগ্নিক পৰিচৰণ কৰা ॥৪০॥ (হে অধ্বৰ্য্যু সকল) ধনৰ বিষয় অতিকৈ জনা অগ্নি দেৱতাক (আহ্বনীয় বেদীত) দেৱতাৰ হবি বহন কৰিবলৈ ভৰাই দিয়া। সেই অগ্নি নিজ ঠাইত বহক ॥৪১॥ (হে অধ্বৰ্য্যু সকল) প্ৰাদুৰ্ভাৱ হোৱা, অথিতি, প্ৰিয়, গৃহপতি অগ্নিক (বেদীত) স্থাপন কৰা ॥৪২॥ হে অগ্নি দেৱতা, তোমাৰ যি কৰ্ম্ম সাধক ঘোঁৰা আছে, যি বহুত বহন কৰে (সেই ঘোঁৰা) ৰথত লগোৱা ॥৪৩॥ হে অগ্নি আমাৰ কালে আহাঁ। হবি অন্ন আদি লক্ষ্য কৰি হবি অন্নৰ সোৱাদ লবলৈ আৰু সোমপান কৰিবলৈ দেৱতা সকলক লৈ আহা ॥৪৪॥ হে হবি বহন কৰা অগ্নি, জৰাৰহীত, বৰ বেচিকৈ জ্বলি, দীপ্তিমন্ত হৈ অজস্ৰ তেজেৰে প্ৰকাশ কৰি ওপৰলৈ জ্বলা ॥৪৫॥ যি হবি যুক্ত মানুহে ভাল হবি অন্নেৰে (যি কোনো) দেৱতাক পৰিচৰণ কৰিব খোজে, (তেওঁ) সেই যজ্ঞত দ্যাবাপৃথিবীৰ মাজত থকা, আহ্বাতা, সদায় হবিৰে যজন কৰা অগ্নিক কৃতাঞ্জলী হৈ হবি আদিৰে সৈতে স্তুতি কৰি পৰিচৰণ কৰিব লাগে ॥৪৬॥ হে অগ্নি, তোমাক (এয়া মোৰ) হৃদয়েৰে সংস্কাৰ কৰা ঋকেৰেই হবি (ৰূপ) কৰি পৰিচৰণ কৰিছো। সেই হবি সেচন সমৰ্থ ষাড়গৰু আৰু (গাখীৰতী) গাই গৰুৰ দৰে হওক ॥৪৭॥ যি অগ্নিয়ে (অপহৰণ কৰা) ধন আৰু অন্ন আহৰণ কৰিলে, যি অগ্নিয়ে অসুৰ বধ কৰিলে, মুখ্য, অতি বৃত্ৰহন্তা সেই অগ্নিক দেৱতা (যজমান) সকলে জ্বলাইছে ॥৪৮॥

## ১৭ সূক্ত—ঋ ১৫।

ঋষি—বৃহস্পতিৰ পুত্ৰ-ভৰদ্বাজ। ছন্দ-ত্ৰিষ্টুভ্; ১৫ দ্বিপদা ত্ৰিষ্টুভ্। দেৱতা-ইন্দ্ৰ।

হে মহাবলী ইন্দ্ৰ, (অঙ্গিৰস সকলে) স্তুতি কৰি থকা তুমি যি সোম পান কৰিবলৈ উদ্দেশ্য কৰি (পণীয়ে অপহৰণ কৰা) মহৎ গোধন প্ৰকাশ কৰিলা, সেই সোম পান কৰা। হে শত্ৰুৰ ধৰ্ষক বজ্ৰহস্ত ইন্দ্ৰ, তুমি বলেৰে সকলো অমিত্ৰ বধিলা ॥১॥ হে ঋজীষি ইন্দ্ৰ, শত্ৰুৰ পৰা ৰক্ষাকাৰী, সুন্দৰ গালৰ তুমি স্তোতাসকলৰ কামবৰ্ষী—তুমি এয়া সোম পান কৰা। তুমি বজ্ৰধাৰী গোত্ৰ (পৰ্ব্বত বা মেঘ) ভেদ কৰা, হৰি ঘোঁৰাৰ ওপৰত থাকা। হে ইন্দ্ৰ, তুমি বিচিত্ৰ অন্ন আমাক প্ৰকাশ কৰা ॥২॥ হে ইন্দ্ৰ, তুমি পুৰণি সোম যেনেকৈ পান কৰা তেনেকৈ আমাৰ সোম পান কৰা। ই তোমাক আনন্দ দিয়ক। আমি গোৱা স্তোত্ৰ শুনি বাঢ়ি যোৱা। সূৰ্য্যক উলিয়াই দিয়া। আমাক অন্ন পোৱাই দিয়া। আমাৰ শত্ৰু নাশ কৰা। (পণীয়ে অপহৰণ কৰা গৰু) উলিয়াই দিয়া ॥৩॥ হে অন্নবান ইন্দ্ৰ, মদকৰ এই পান কৰা সোমৰসে দীপ্তিমন্ত তোমাক অতিকৈ সিঞ্চন কৰক। মহান, সম্পূৰ্ণ গুণী, অতিবলী, বিভূতি যুক্ত, শত্ৰুৰ অভিভৱকাৰী তোমাক আমোদকৰ এই সোমে বেচি হৰ্ষান্বিত কৰক ॥৪॥ হে ইন্দ্ৰ, সোম পান কৰি আমোদিত হৈ দৃঢ় অন্ধকাৰ আঁতৰাই দি উষা আৰু সূৰ্য্যক নিজ ঠাইত ৰাখি দিলা। হে ইন্দ্ৰ, (পনিয়ে অপহৰণ কৰা) গৰুগাই বিলাকৰ কেউফালে থকা অচল মহা পৰ্ব্বত ভেদ কৰি (গৰু উলিয়াই আনিলা) ॥৫॥ হে ইন্দ্ৰ, তোমাৰ প্ৰজ্ঞাৰে, তোমাৰ

কৰ্ম্মেৰে আৰু সামৰ্থ্যৰে অপৰিপক্ক গৰুৰ পৰিপক্ক গাখীৰ ধাৰণ কৰিলা। আৰু হে ইন্দ্ৰ, তুমি গৰু গাই বিলাক ওলাবলৈ দৃঢ় দুৱাৰ উদঘাটন কৰি অঙ্গিৰস সকলেৰে সৈতে যোগ হৈ গৰু উলিয়াই দিলা ॥৬॥ হে ইন্দ্ৰ মহৎ কৰ্ম্মেৰে বহল ভূমি পূৰ্ণ কৰিলা। হে ইন্দ্ৰ, মহান তুমি বৃহৎ স্বৰ্গ স্তম্ভন কৰিলা। তুমি পুৰণি মাতৃ মহতী ঋতৰ (নিয়মৰ) পুত্ৰী দ্যাবা-পৃথিবীক ধাৰণ কৰিলা ॥৭॥ যেতিয়া দেৱতা–যি মহৎ (বৃত্ৰাসুৰ) সি দেৱতাৰ লগত যুদ্ধ কৰিবলৈ আহিল, তেতিয়া সকলো দেৱতাই হে ইন্দ্ৰ তোমাক আগ বঢ়াই দিলে। এনে সময়ত ইন্দ্ৰক সহায় কৰিবলৈ মৰুত সকল আহিল ॥৮॥ বহুত অন্ন যুক্ত ইন্দ্ৰই যেতিয়া খেদা মাৰি গৈ বৃত্ৰক শুৱাই দিবলৈ (হত্যা কৰিবলৈ) বজ্ৰৰে প্ৰহাৰ কৰিলে, তেতিয়াই সেই দ্যুলোকেও, হে ইন্দ্ৰ, তোমাৰ আৰু তোমাৰ বজ্ৰৰ পৰা ওলোৱা দুয়োবিধ ক্ৰোধ দেখি ভয়ত নম্ৰ হৈ গল ॥৯॥ এতিয়া হে উগ্ৰ মহৎ ইন্দ্ৰ, সহস্ৰধাৰ আৰু শতপৰ্ব্ব থকা বজ্ৰ ত্বষ্টাই তোমাক নিৰ্ম্মাণ কৰি দিলে। হে ঋজীষিণ ইন্দ্ৰ, যি বজ্ৰৰে, নিয়তকামী আৰু বিদ্যুৎসাহী তুমি শব্দ কৰি থকা বৃত্ৰক মাৰি পিহি পেলালা ॥১০॥ হে ইন্দ্ৰ, মৰুত সকলেৰে সৈতে সন্তোষ মনেৰে থকা তোমাক তেওঁলোকে স্তুতিৰে বৰ্দ্ধন কৰিলে। পূষা আৰু বিষ্ণুৱে এশ মহ তোমাক পাক কৰি দিলে। তোমাক তিনি পুখুৰী মদকৰ সোম বৃত্ৰক মাৰিবলৈ (যোগাৰ কৰি) দিছিল ॥১১॥ হে ইন্দ্ৰ, তুমি বৃত্ৰই আবদ্ধ কৰি থোৱা ডাঙৰ নৈ বিলাকৰ পানী মুকলি কৰি দি পানীৰ ঢৌ সৃষ্টি কৰি দিলা। সেই নৈ বিলাকক তললৈ বাগৰি গৈ সাগৰ পাবলৈ পানী বিলাক পঠিয়াই দিলা ॥১২॥ এনেকৈয়ে সেই সকলো বিলাক কাম কৰা, মহান উগ্ৰ, অজৰ, বল দাতা, সুবীৰ (মৰুত) সকলেৰে সৈতে, সু অস্ত্ৰ আৰু সুবজ্ৰেৰে সৈতে হে ইন্দ্ৰ, তোমাক নতুন স্তোত্ৰই আমাক ৰক্ষা কৰিবলৈ লৈ আহক ॥১৩॥ হে ইন্দ্ৰ, তুমি, দীপ্তিমন্ত মেধাবী আমাক বলৰ কাৰণে, যশৰ অন্নৰ আৰু ধনৰ বাবে ধাৰণ কৰা। ভৰদ্বাজক (মোক) তোমাৰ স্তোতাক। মানুহেৰে সৈতে পুত্ৰাদি দিয়া। অহা দিন বিলাকতো আমাৰ ৰক্ষক হোৱা ॥ ১৪ ॥ এই স্তুতিৰে দেৱতাই দিয়া অন্ন আমি পাম। সুপুত্ৰেৰে সৈতে আমি এশ হীম ( শীতকাল ) সুখেৰে জীয়াই থাকিম ॥ ১৫ ॥

## ১৮ সূক্ত—ঋ ১৫।

ঋষি—আৰু দেৱতা ১৭ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

( হে ভৰদ্বাজ ঋষি ) তুমি, অভিভব কৰিব পৰা তেজৰ, শত্ৰুৰ হিংসক, শত্ৰুৱে হিংসা কৰিব নোৱাৰা পুৰুহুত ইন্দ্ৰক স্তুতি কৰা। এই স্তুতি বাক্যেৰে অপৰাজেয় উগ্ৰ, শত্ৰুক পৰাজয় কৰা, প্ৰজাৰ কামবৰ্ষক ইন্দ্ৰক বৰ্দ্ধন কৰা ॥ ১ ॥ সংগ্ৰামত বহুত ধূলি উৰাই দিয়া, একমাত্ৰ বলবান সেই ইন্দ্ৰ মানুহৰ প্ৰজাৰ ওচৰলৈ যোৱা, যোদ্ধা, দাতা, যুদ্ধ কৰোতা, যজমানৰ লগত আমোদ কৰা, বহুতক স্নেহ কৰা, শব্দবান, আৰু ঋজীষি ॥ ২ ॥ হে ইন্দ্ৰ, তুমি দস্যুবিলাক সোনকালেই দমন কৰিলা। একমাত্ৰ তুমিয়েই আৰ্য্যৰ কাৰণে প্ৰজা দমন কৰিলা। তোমাৰ সামৰ্থ্য এতিয়া আছে নেকি ? নে নাই ? এইবিলাক বলৰ কথা সময়ে সময়ে বিশেষকৈ কৰা ॥ ৩ ॥ হে অতি বলবান ইন্দ্ৰ, সেই কাৰণে বহুত যজ্ঞত প্ৰাদুৰ্ভাব হোৱা তুমি আমাক হিংসা কৰা অসুৰক হিংসা কৰিবলৈ বলবান তোমাৰ বল আছে বুলিয়েই জানিছো। উগ্ৰ, প্ৰবৃদ্ধ, শত্ৰুয়ে বশ কৰিব নোৱাৰা ( কিন্তু ) হিংসকক বশ কৰিব পৰা বল তোমাৰ আছেই ॥ ৪ ॥ অচল ( পৰ্ব্বত ) লৰাই দিয়া হে সুদৰ্শন ইন্দ্ৰ, আমাৰ পুৰণি বন্ধুত্ব যেন চিৰ-স্থায়ী হয়। স্তব কৰা অঙ্গিৰস সকলেৰে সৈতে হে ইন্দ্ৰ, তুমি অস্ত্ৰ ক্ষেপন কৰা বল অসুৰক মাৰিছিলা। সিহঁতৰ নগৰ বিলাক আৰু নগৰৰ দুৱাৰ ভাঙি দিছিলা ॥ ৫ ॥ উগ্ৰ স্তোতাক সমৰ্থ কৰা সেই ইন্দ্ৰক মহৎ সংগ্ৰামত ( জয়াৰ্থীয়ে ) আহ্বান কৰিব লগীয়া হয়। পুত্ৰ পৌত্ৰ লাভৰ কাৰণেও সেই ইন্দ্ৰক আহ্বান কৰিবলগীয়া হয়। বজ্ৰী ইন্দ্ৰক সংগ্ৰামত বিশেষ বিস্তৃত স্তোত্ৰেৰে বন্দনীয় হয় ॥ ৬ ॥ সেই অমৰ, শত্ৰুক দমন কৰা ইন্দ্ৰই মানুহৰ সজ্জক চেৰ পেলাই যায়। সেই ইন্দ্ৰই যশ, ধন আৰু বলত সমানে থকা হয় ॥৭॥ যি ইন্দ্ৰই সংগ্ৰামত কেতিয়াও নেপাহৰে, যি কেতিয়াও মিছা বস্তু উৎপাদন নকৰে (কিন্তু) প্ৰখ্যাত কামবহে হয়, সেই ইন্দ্ৰই শত্ৰুৰ পুৰী ধ্বংস কৰিবলৈ আৰু শত্ৰু মাৰিবলৈ শীঘ্ৰেই (আৱশ্যকীয়) কাম কৰে। তেওঁ চুমুৰী, ধুনী, পিপ্ৰু, শম্বৰ আৰু শুষ্ণ অসুৰক মাৰিলে ॥ ৮ ॥ হে ইন্দ্ৰ, ওপৰলৈ যোৱা, শত্ৰুক মৰা, স্তুতিৰ উপযুক্ত বলেৰে যুক্ত তুমি বৃত্ৰক হত্যা কৰিবলৈ ৰথত উঠা। সোহাঁতত বজ্ৰ লোৱা। হে বহুত ধনৰ ইন্দ্ৰ, অসুৰৰ মায়া নষ্ট কৰি দিয়া ॥ ৯ ॥ অগ্নিয়ে যেনেকৈ শুকান গছবিলাক পোৰে, হে ইন্দ্ৰ, বজ্ৰপাতৰ দৰে ভয়ঙ্কৰ তুমি, তোমাৰ বজ্ৰই ৰাক্ষস ধ্বংস কৰি পেলাওক। যি মহতী গম্ভীৰ বজ্ৰেৰে শত্ৰুক মাৰা তাৰেই দুঃখ নাইকিয়া কৰা ॥১০॥ বহুত ধনৰ হে বলৰ পুত্ৰ ইন্দ্ৰ, ধনেৰে যুক্ত তুমি সহস্ৰ বলেৰে বাটেদি আমাৰ কালে আহা। হে পুৰুহুত ইন্দ্ৰ, (তোমাৰ) যাৰ বল অসুৰে শুদাই পেলাব নোৱাৰে ( তুমি আমাৰ কালে আহা ) ॥ ১১ ॥

বহুত যশৰ, প্ৰবৰ্দ্ধন হোৱা শত্ৰুৰ ধৰ্ষক ইন্দ্ৰৰ মহিমাই স্বৰ্গ আৰু পৃথিবীৰ মাহাত্ম্য অতিক্ৰম কৰি গৈছে। বহুত জ্ঞানী শত্ৰুৰ অভিভৱ কৰা ইন্দ্ৰক বশ কৰা কোনো নাই-- তেওঁৰ তুলনা নাই,—আশ্ৰয় নাই (তেওঁ নিজেই সকলোৰে আশ্ৰয়) ॥১২॥ এতিয়াও, হে ইন্দ্ৰ, তুমি কৰা সেই কাম (যে) কুৎসক শত্ৰু শুষ্ণ বাক্ষসৰ পৰা ৰক্ষা কৰিছিলা, আয়ুক ৰক্ষা কৰিছিলা আৰু (যে) অতিথিগ্বক (দিবোদাসক) ৰক্ষা কৰিছিলা (সেই কাম) প্ৰচাৰ হৈ আছে। এই অতিথিগ্বক বহুত হেজাৰ সম্বৰৰ ধন দিছিলা। হে ইন্দ্ৰ, ধৰ্ষক বজ্ৰেৰে (শম্বৰক মাৰি) পৃথিবীত থকা খৰকৈ যোৱা (দিবো-দাসক) ওপৰলৈ তুলি দিছিলা ॥ ১৩ ॥ হে দেৱতা ইন্দ্ৰ, মেধাৱীৰ মাজত অতি মেধাৱী তোমাক এতিয়া সকলো স্তোতাই অহিক (মেঘক) মাৰিবলৈ স্তৱ কৰিছে। যেতিয়া তুমি স্তুতি কৰি থাকোতে দাৰিদ্ৰ্য প্ৰপীড়িত স্তোতা আৰু তেওঁৰ পুত্ৰক ধন দিলা ॥ ১৪ ॥ হে ইন্দ্ৰ, তোমাৰ সেই কাম দ্যাবাপৃথিবীয়ে স্বীকাৰ কৰে। হে বহুকৰ্ত্তা ইন্দ্ৰ, তোমাৰ নকৰা যি কাম আছে— সেয়া কৰা। যজ্ঞত নতুন স্তোত্ৰ উলিয়াই দিয়া ॥ ১৫ ॥

## ১৯ সূক্ত—ঋ ১৩।

### ঋষি আদি ১৮ সূক্তৰ দৰে।

বজ্ৰাৰ দৰে স্তোতাৰ কামনা পূৰক মহান ইন্দ্ৰ আহক। আৰু দুয়ো লোকৰ শত্ৰুবলৰ দ্বাৰা অদমনীয় ইন্দ্ৰ আমাৰ ফালে যাতে আহে তেনেকুৱা বীৰ কৰ্ম্মৰ কাৰণে তেওঁ বৰ্দ্ধন হৈছে। বহল শৰীৰেৰে, গুণেৰে শকত, তেওঁক কৰ্ত্তাই (যজমানে) ভালকৈ পৰিচৰণ কৰিছে ॥১॥ হে ইন্দ্ৰ, মহান, খৰকৈ যোৱা, অক্ষয়, ডেকা, শত্ৰুৰ দ্বাৰা অজেয়, বলেৰে বলবান, সেই ইন্দ্ৰক দান দিবৰ কাৰণে আমাৰ স্তোত্ৰই উদ্দীপনা কৰে ॥ ২ ॥ হে ইন্দ্ৰ, ডাঙৰ কাম কৰা তুমি বহুত অন্ন দিয়া হাত দুখন আমাৰ ফালে আনা। হে ইন্দ্ৰ, দানমনা তুমি, সংগ্ৰামত পশুৰ পাল অহা দৰে আমাৰ ফালে আহা ॥ ৩ ॥ আজি অন্ন কামনা কৰা এই যজ্ঞত সমৰ্থ তোমাৰ সহায় মৰুতসকলৰে সৈতে স্তৱ কৰিছো। যেনেকৈ পূৰ্ব্বৰ স্তোতাই পাপহীন বিঘ্নহীন আৰু অনিন্দনীয় হৈছিল হে ইন্দ্ৰ, (তোমাৰ কৃপাত আমিও তেনেকুৱা হম) ॥৪॥ সেই কৰ্ম্ম ধাৰণ কৰা, ধনদাতা, বিচাৰিব লগীয়া, শ্ৰেষ্ঠ ধনৰ গৰাকী, সোমেৰে বৰ্দ্ধন হোৱা, বহুত অন্নসম্পন্ন ইন্দ্ৰই স্তোতাৰ হিতকাৰী ধন সাগৰলৈ নৈ যোৱা দৰে যোৱাই দিয়ে ॥ ৫ ॥ হে বিক্ৰমী ইন্দ্ৰ, অতিবলী তুমি আমাক বল দিয়া। হে শত্ৰুৰ পৰাজয় কাৰী ইন্দ্ৰ, উগ্ৰ আৰু ওজস্বী দীপ্তি আমাক দিয়া। হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, সকলো সিচিৰ পৰা, দ্যোতমান, মানুহৰ ভোগ্য যি ধন তোমাৰ আছে, আনন্দিত হবলৈ সেই ধন আমাক দিয়া ॥ ৬ ॥ শত্ৰু সেনাক পৰাজিত কৰা বাধাহীন যি আনন্দ, হে ইন্দ্ৰ, তুমি দিব লগীয়া, বৰ্দ্ধন হোৱা সেই আনন্দ আমাক দিয়া। তোমাৰ ৰক্ষণত থকা, জিকিবলৈ বিচৰা আমি পুত্ৰ পৌত্ৰ লাভৰ যি আনন্দ বিচাৰি তোমাক স্তুতি কৰো সেই আনন্দ দিয়া ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি আমাক ধন উৎপাদক শক্তি দিয়া। হে ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে সেই বলেৰে যুদ্ধত জনা বা নজনা শত্ৰু যাতে মাৰিব পাৰো (সেই বল দিয়া) ॥ ৮॥ হে যুদ্ধত ইন্দ্ৰ, তোমাৰ বল পশ্চিম ফালে আহক, উত্তৰ, দক্ষিণ আৰু পূব ফালে আহক; সকলো ফালৰ পৰা আমাৰ ফালে আহক। তোমাৰ সুখসম্পন্ন ধন আমাক দিয়া ॥ ৯ ॥ পৰি-চাৰক যুক্ত, প্ৰশংসনীয় যশৰ সৈতে, আমি বিচৰা ধন হে অতি নেতা ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে আমি ভোগ কৰিছো। হে ইন্দ্ৰ, তুমি স্বৰ্গীয় আৰু পাৰ্থিব দুয়োবিধ ধনৰ ৰজা। সেইবাবে তুমি আমাক সেই মহৎ, অসীম আৰু মহামূল্য ধন দিয়া ॥ ১০ ॥ এই যজ্ঞত আমি নতুন ৰক্ষণৰ কাৰণে মৰুতসকল যুক্ত, কামবৰ্ষী, বৰ্দ্ধন হৈ থকা, শত্ৰুৰ দ্বাৰা কদৰ্থনা নোহোৱা, দিব্য, শাসক, সকলো অভিভৱ কৰা, উগ্ৰ, বল দাতা তুমি ইন্দ্ৰক মই স্তুতি কৰিম ॥ ১১ ॥ হে বজ্ৰবান ইন্দ্ৰ, যি মানুহৰ মাজত মই আছো, তুমি সেই মানুহৰ মাজত নিজক ডাঙৰ বুলি মনা জনক বশ কৰি দিয়া। এতিয়া যুদ্ধত লিপ্ত থকা মই পুত্ৰৰ কাৰণে, (গৰু আদি) পশুৰ কাৰণে, পানীৰ কাৰণে হে ইন্দ্ৰ, দ্যুলোকত থকা তোমাক পৃথিবীত আহ্বান কৰিছো ॥ ১২ ॥ হে পুৰুহুত ইন্দ্ৰ, এই সখ্য কৰ্ম্মেৰে (স্তোত্ৰেৰে) তোমাৰ সৈতে জনা আৰু নজনা উভয় শত্ৰু মাৰি সকলো শত্ৰুৰ ওপৰত থাকিম। হে বিক্ৰমী ইন্দ্ৰ, তুমি ৰক্ষা কৰা আমি বহুত ধনেৰে আনন্দ কৰিম ॥ ১৩ ॥

## ২০ সূক্ত—ঋ ১৩।

### ঋষি আৰু দেৱতা ১৭ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ; ৭ বিৰাট্।

হে ইন্দ্ৰ, যি পুত্ৰৰূপ ধনে বলেৰে যুদ্ধত শত্ৰুক সূৰ্য্যই পৃথিবীক আক্ৰমন কৰা দৰে আক্ৰমন কৰে, সহস্ৰ ধনৰ ভৰ্ত্তা, উৰ্ব্বৰা ভূমিৰ ভোক্তা শত্ৰুক পৰাভৱ কৰা, তেনেকুৱা পুত্ৰ আমাক দিয়া ॥ ১ ॥ সূৰ্য্যৰ দৰে হে ইন্দ্ৰ, তোমাক সততাই সকলো আসুৰিক বল দেৱতাসকলে স্তৱ কৰি বঢ়াই থাকে। হে বজ্ৰীধিণ ইন্দ্ৰ, তুমি

বিষ্ণুৰ লগ হৈ যি পানী ঘেৰি আবদ্ধ কৰি থোৱা অহিক (বৃত্ৰক) বধ কৰিলা সেই বল ধাৰণ কৰা ॥ ২ ॥ যেতিয়া ইন্দ্ৰই সকলো পূৰ ভঙা বজ্ৰ পালে তেতিয়া সোমময় মধুৰ অধিপতি হল। হিংসকক মাৰি, বলবানতকৈও অতি বলবান স্তোতা সকলে কৰা স্তোত্ৰৰ পৰা ইন্দ্ৰই বৃহৎ তেজৰ ৰজা হল ॥ ৩ ॥ হে ইন্দ্ৰ, ৰণৰ থলীত বহুত হবি দাতা তোমাৰ সহায়ত থকা মেধাবীৰ (কুৎসৰ) ভয়ত পণি অসুৰ এশ সৈন্যৰ সৈতে পলায়মান হৈছিল। আৰু ইন্দ্ৰই সম্পূৰ্ণ বলৰ শুষ্ণ অসুৰৰ মায়া এৰি নিদিলে —অলপো অন্ন এৰি নিদিলে ॥ ৪ ॥ যেতিয়া সেই শুষ্ণ অসুৰ বজ্ৰ পৰিলত মৰিল তেতিয়া মহৎ দ্ৰোহী সকলো সৈন্য নাইকিয়া হল। ইন্দ্ৰই কুৎসক সাৰথি কৰি একে ৰথতে থাকি সূৰ্য্যৰ ভজন কৰিবলৈ নিজ ৰথ বহল কৰিলে ॥ ৫ ॥ শেন চৰায়ে এই ইন্দ্ৰলৈ মদকৰ সোম আহৰণ কৰিলে। এই ইন্দ্ৰই দাস অসুৰ নমুচীৰ মূৰ ভাঙি শুই থকা সপৰ পুতেক নমী ঋষিক ৰক্ষা কৰিলে। স্বস্তিৰে, ধনেৰে আৰু অন্নেৰে সেই ঋষিক সংযোজন কৰিলে ॥ ৬ ॥ হে বজ্ৰবান ইন্দ্ৰ, তুমি সাপৰ মায়া জনা পিপ্ৰো অসুৰৰ দৃঢ় নগৰী বলেৰে বিদাৰি চুৰমাৰ কৰিলা। হে সুদাতা ইন্দ্ৰ, হবি অন্ন দিওঁতা ঋজিশ্বন ৰাজৰ্ষিক কোনেও বাধা দিব নোৱাৰা তোমাৰ নিজৰ ধন দিলা ॥৭॥ সহজে সুখ পোৱাই দিয়া সেই ইন্দ্ৰই বহুত কথা কোৱা বেতসু অসুৰক, দশোনি, তুতুজি আৰু তুগ্ৰ্য অসুৰক আৰু এভ নামৰ অসুৰক, দোতনায় ৰজাৰ কাৰণে মাকে পুতেকক বশ কৰা দৰে বশ কৰি দিলে ॥ ৮ ॥ হাতত বৃত্ৰ বধ কৰা বজ্ৰ ধাৰণ কৰি অপ্ৰতিহত সেই ইন্দ্ৰই স্পৰ্দ্ধমান এই বৃত্ৰাদি অসুৰক মাৰে। কোৱা মাত্ৰে ৰথত যোজনা হোৱা হৰি ঘোঁৰাৰে, বীৰে ৰথত উঠা দৰে উঠি থকা মহান ইন্দ্ৰক বহন কৰে ॥ ৯ ॥ হে ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে নতুন ধন লাভ কৰিম। স্তোতা সকলে এই স্তোত্ৰেৰে যজ্ঞত তোমাৰ স্তুতি কৰিছে। এই কাৰণে কৰ্ম্মনাশক শত্ৰুৰ প্ৰজা মাৰি পুৰুকুৎসক ধন দি তুমি শৰদ অসুৰৰ সাতখন নগৰ বজ্ৰেৰে ভাঙি দিলা ॥ ১০ ॥ হে ইন্দ্ৰ, পুৰাতন তুমি কবি পুত্ৰ উশনাক পৰিচৰণ কৰি বৰ্দ্ধন কৰিলা। নববাস্ত্ব অসুৰক পৰাহত কৰি অনুদান কৰিব লগীয়া ধন শত্ৰুৱে ধৰি নিয়া পুতেকৰ সৈতে মহৎ পিতাকৰ হাতত গতাই দিলা ॥১১॥ হে ইন্দ্ৰ, শত্ৰুক ধুনী দিয়া তুমি ধুনি নামৰ অসুৰে আবদ্ধ কৰি থোৱা পানী নদীৰ দৰে বোৱাই দিলা। হে বীৰ, যেতিয়া সমুদ্ৰ অতিক্ৰম কৰি আহিলা (পাৰত থকা) যদু আৰু তুৰ্ব্বশক সুখেৰে পাৰ কৰিলা ॥ ১২ ॥ হে ইন্দ্ৰ, সংগ্ৰামত তোমাৰেই এই বিলাক কাম যে ধুনী আৰু চুমুৰী অসুৰক শুৱাই দিলা—। সিহঁত শুলে (মৰিলে)। দভীতি ৰাজৰ্ষিয়ে তোমাৰ কাৰণে খৰি আদি আহৰণ কৰি, জুই জ্বলাই হবি আদি পাক কৰি সোমেৰে হবি অন্ন তোমাক দিলে ॥ ১৩ ॥

## ২১ সূক্ত—ঋ ১২।

## ঋষি আদি ১৮ সূক্তৰ দৰে।

বহুত কাম আকাঙ্খা কৰা স্তোতাৰ (মোৰ ভৰদ্বাজৰ) এই বিলাক হব্য আৰু স্তুতিৰে হে বীৰ, ৰথত থকা অজৰ ইন্দ্ৰক, নতুন স্তুতি বাক্যেৰে শ্ৰেষ্ঠ বিভূতি ধন বিচাৰি হব্যেৰে তোমালৈ হোম কৰিছে ॥ ১ ॥ যি ইন্দ্ৰক সকলোৱে জানে, স্তুতিৰে বহন কৰা, স্তুতিৰে সৈতে যজ্ঞত বৰ্দ্ধন কৰা তোমাকেই স্তুতি কৰিছো —যি ইন্দ্ৰৰ মাহাত্ম্য স্বৰ্গ আৰু পৃথিবীতকৈ বেচি তেওঁক স্তুতি কৰিছোঁ ॥ ২ ॥ তেওঁৰ দ্বাৰাই জ্ঞান নাশক বিস্তীৰ্ণ অন্ধকাৰ স্বৰ্গৰ সূৰ্য্যই প্ৰকাশ কৰিলে। হে বলবান ইন্দ্ৰ, তোমাৰ অমৃত ধামত থকা (দেবতা সকলক) যজন কৰিবলৈ বিচৰা মানুহে সদায়েই কোনো প্ৰাণীক হিংসা নকৰে ॥ ৩ ॥ যি ইন্দ্ৰই সেই (বৃত্ৰবধাদি) কাম বিলাক কৰিলে সেই ইন্দ্ৰ আজি ক'ত আছে? কোন দেশত ফুৰিছে? কোন প্ৰজাৰ মাজত আছে? হে ইন্দ্ৰ, তোমাৰ মনত কি যজ্ঞ সুখকৰ? তোমাক বৰণ কৰিবলৈ কেনেকুৱা মন্ত্ৰ সমৰ্থ? তোমাক বৰণ কৰিব পৰা হোতা কোন? ॥ ৪ ॥ পুৰণি কালত জন্ম হোৱা (অঙ্গিৰস আদি) ঋষি সকলে এতিয়াৰ দৰে (স্তৱ কৰি) কৰ্ম্ম প্ৰাপ্ত হৈছিল। হে বহুত কৰ্ম্ম কৰা ইন্দ্ৰ, তোমাৰ সখা স্তোতা সকলে যি মধ্য যুগত কৰিছিল আৰু যি আধুনিক যুগত (বৈদিক যুগৰ আধুনিক মন্ত্ৰদ্ৰষ্টা ভৰদ্বাজৰ সমসাময়িক) কৰা আৰু নতুন মোৰ স্তোত্ৰ হে পুৰুহুত ইন্দ্ৰ তুমি জানা ॥ ৫ ॥ হে বীৰ, মন্ত্ৰেৰে বহন কৰা ইন্দ্ৰ, এনেকুৱা গুণৰ তোমাক নতুন মানুহে অৰ্চনা কৰে। অন্য পুৰণি বিলাকে শুনিবলৈ ভাল তোমাৰ কৰ্ম্ম বিলাক স্তুতি বাক্যেৰে বান্ধি ৰাখি গ'ল। মহান তোমাক আমিও অৰ্চনা কৰিম, যি জানো তাৰেই স্তুতি কৰিম ॥ ৬ ॥ হে ইন্দ্ৰ, ৰাক্ষস বিলাকে সিহঁতৰ সৈন্য বল তোমাৰ ফালে মুখ কৰি ৰাখিছে। তুমি মহৎ প্ৰাদুৰ্ভাৱ হোৱা বল সেইফালে ভালকৈ প্ৰস্তুত কৰা। হে শত্ৰুৰ ধৰ্ষক ইন্দ্ৰ, তোমাৰ বজ্ৰেৰে সেই (শত্ৰুৰ) বল পুৰণি যোগ্য সখাৰ সহায়ত ছিঙি ভাঙি পেলোৱা ॥ ৭ ॥ হে স্তোতাৰ পোষক বীৰ ইন্দ্ৰ তুমি নতুন স্তৱ কৰিব খোজা মোৰ স্তোত্ৰ সোনকালে শুনা। হে ইন্দ্ৰ, তুমি অভিলাষ কৰা সুআহ্বান হোৱা হৈ আগৰ কালৰ পিতৃ সকলৰ (অঙ্গিৰস সকলৰ) বন্ধু

চিৰকাল হৈ আছিলা ॥ ৮ ॥ আজি মৰুতক, মিত্ৰক, ইন্দ্ৰক, মৰুৎগণক, আমাৰ সহায়ৰ কাৰণে আৰু বহু ৰক্ষণৰ কাৰণে অভিমুখী কৰা ; পূষণ, বিষ্ণু দেৱতাক বহু কৰ্ম্মা অগ্নিক, সবিতাক, ওষধী বিলাকক আৰু পৰ্ব্বত বিলাকক ( হে ঋত্বিক সকল ) অভিমুখী কৰা ॥ ৯ ॥ হে বহুত শক্তিৰ প্ৰকৃত যজন কৰিব লগীয়া ইন্দ্ৰ, তোমাক এই স্তোতা সকলে স্তোত্ৰেৰে অৰ্চ্চনা কৰিছে। হে অজৰ ইন্দ্ৰ স্তুতি কৰি থকা, তোমাক আহ্বান কৰা. মোৰ স্তোত্ৰ শুনা। তোমাৰ নিচিনা অন্য দেৱতা নাই ॥ ১০ ॥ হে বলৰ পুত্ৰ ইন্দ্ৰ, সৰ্ব্বজ্ঞ তুমি, যজনীয় সকলো দেৱতাৰে সৈতে সোনকালে আমাৰ স্তুতি বাক্যৰ ফালে আহা। যি দেৱতাৰ জিভা অগ্নি, ঋতস্পৰ্শী (যজ্ঞ স্পৰ্শন কৰা) হয়, যি দেৱতাই মনুক ( প্ৰজাপতিক ) শত্ৰু বিজয়ী কৰি দস্যুবিলাকৰ ওপৰত থকা কৰিলে (তেওঁবিলাকৰ সৈতে আহা) ॥ ১১ ॥ হে ইন্দ্ৰ, সকলো জনা, ভাল বাট কৰি দিওঁতা, সুগম আৰু দুৰ্গম বাটত আমাৰ আগত যাবা। ভাগৰি নোযোৱা, মহান, অতি বহন কৰিব পৰা যি ঘোঁৰা, হে ইন্দ্ৰ, তোমাৰ আছে, সেই ঘোঁৰাৰে আমালৈ অন্ন কঢ়িয়াই আনা ॥ ১২ ॥

## ২২ সূক্ত— ঋ ১১।

### ঋষি আদি ১৮ সূক্তৰ দৰে।

প্ৰজাৰ আপদত যি একমাত্ৰ আহ্বান কৰিবলগীয়া, যি স্তোতাৰ ওচৰলৈ আহে, যি কামবৰ্ষী, বলবান, সত্যবান, বহুত জনা আৰু শত্ৰু অভিভব কৰিব পৰা সেই ইন্দ্ৰৰ মই এই স্তোত্ৰেৰে স্তুতি কৰিছো ॥ ১ ॥ পূৰণি কালত নৱগ্বই সাতজন বিপ্ৰৰে ইন্দ্ৰৰ যজ্ঞ কৰিছিল। আমাৰ, পিতা ( অঙ্গিৰস ) সকলে শত্ৰুৰ হিংসক, ত্ৰাণ কৰ্ত্তা, পৰ্ব্বতত ( মেঘত ) থকা, অলঙ্ঘনীয় বাক্যৰ, অতি বলবান সেই ইন্দ্ৰকেই হবি অন্ন দি স্তুতি কৰিছিল ॥ ২ ॥ বহুত পুত্ৰ পৌত্ৰ যুক্ত পৰিচাৰকেৰে সৈতে বহুত যশৰ সেই ধন ইন্দ্ৰৰ পৰা বিচাৰিছো, যি ধন অবিচ্ছিন্ন ( লেঠেৰী নিছিগা ), অজৰ আৰু সুখদায়ক। হে হৰিৰ ইন্দ্ৰ, সেই ধন আনন্দ কৰিবলৈ আমালৈ আহৰণ কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, যদি তুমি পূৰণি কালত স্তোতাক সুখ দিছিলা, সেই সুখ আমাক (দিয় বুলি) কোৱা। দুৰ্দ্ধৰ, শত্ৰু বিজয়ী, পুৰুহূত, ঐশ্বৰ্য্যযুক্ত, অসুৰ মৰা তোমাৰ এই যজ্ঞত কি ভাগ আছে? হবি অন্ন কি কল্পনা কৰিলে? ॥ ৪ ॥ যি যজমানে স্তুতিৰে সৈতে বজ্ৰহস্ত, ৰথত থকা, বহুত গ্ৰহণ কৰা, বহু কৰ্ম্মা, বলদাতা ইন্দ্ৰক যাগাদি কৰ্ম্মেৰে, গুণ বখানী, স্তুতি কৰি ইন্দ্ৰক অৰ্চনা কৰে, সেই যজমানে সুখ পাই আৰু বহুত শত্ৰুৰ সম্মুখীন হ'ব পাৰে ॥ ৫ ॥ হে নিজৰ বলেৰে বলীয়ান ইন্দ্ৰ, মনৰ দৰে বেগী, বহুত পাব থকা বজ্ৰেৰে, মায়াৰে বৰ্দ্ধন হৈ থকা বৃত্ৰক ভাঙি ( মাৰি ) দিলা। ভাল তেজৰ, মহান ইন্দ্ৰ, লৰচৰ নকৰা অবিনাশী, দৃঢ় নগৰী বিলাক বৰ্দ্ধক বজ্ৰেৰে ভাঙি দিলা ॥ ৬ ॥ নতুন স্তুতিৰে, হে অতি বলবান ইন্দ্ৰ, চিৰন্তন ঋষি সকলৰ পূৰণি স্তুতিৰ দৰে তোমাৰ গৌৰৱ কেউকালে মেলি স্তুতি কৰিবলৈ প্ৰবৃত্ত হৈছো। অপৰিমিত ভাৰ বহন কৰা ইন্দ্ৰই আমাৰ সকলো দুখ বহন কৰক ॥ ৭ ॥ হে ইন্দ্ৰ, সাধুজনৰ দ্ৰোহ কৰা ( ৰাক্ষসাদিৰ পৰা হোৱা উপদ্ৰৱ ) পৃথিৱী- স্বৰ্গ আৰু অন্তৰীক্ষত হোৱা সকলোকে তাপিত কৰা। হে কামবৰ্ষী ইন্দ্ৰ, তুমি সকলোতে থকা (ৰাক্ষসাদিক) সিহঁতক তাপিত কৰা। পৃথিৱীত আৰু অন্তৰীক্ষত থকা সকলো ব্ৰাহ্মণক হিংসা কৰাক শুহি দিয়া ॥ ৮ ॥ হে দীপ্ত দৰ্শন ইন্দ্ৰ, তুমি স্বৰ্গত হোৱা সকলৰ ৰজা ; জঙ্গমৰ আৰু পৃথিৱীৰ ৰজা। সোঁহাতত বজ্ৰ ধৰা। সেই বজ্ৰেৰে হে অজৰ ইন্দ্ৰ, সকলো অসুৰৰ মায়া বাধা দিয়া ॥ ৯ ॥ হে ইন্দ্ৰ, শত্ৰুক খেদাবলৈ মহৎ, অহিংসিত স্বস্তিকৰ সম্পদ আমালৈ লৈ আহা। —হে বজ্ৰবান ইন্দ্ৰ, যি স্বস্তিৰে কৰ্ম্মহীন দাসবিলাকক (কৰ্ম্মযুক্ত) আৰ্য্য কৰা। মানুহৰ শত্ৰুক হিংসা কৰিব পৰা কৰা ॥ ১০ ॥ হে পুৰুহূত, বিধাতা, প্ৰকৃত যজনীয় ইন্দ্ৰ, তুমি বিশ্ববৰেন্য ঘোঁৰাৰে আমাৰ ফালে আহা। অসুৰে যি ঘোঁৰাক বাধা দিব নোৱাৰে দেৱতায়ো নোৱাৰে সেই ঘোঁৰাৰে তুমি খৰকৈ আমাৰ ফালে আহা ॥ ১১ ॥

## ২৩ সূক্ত—ঋ ১০

### ঋষি আদি ১৮ সূক্তৰ দৰে।

তোমাক উদ্দেশ্য কৰি সোম অভিষুত হলে, মহৎ স্তোত্ৰ গালে, গান কৰিলে, হে ইন্দ্ৰ, তুমি হাতত বজ্ৰ ধৰি হৰি ঘোঁৰা যুক্ত ৰথেৰে আহা ॥১॥ অথবা হে ইন্দ্ৰ, দ্যুলোকত বীৰে সেৱন কৰা যুদ্ধ উপস্থিত হলে অভিষৱ কৰা যজমানক ৰক্ষা কৰা আৰু ভয়হীন হৈ ধাৰ্ম্মিক ভয়গ্ৰস্ত যজমানৰ (যজ্ঞ) বিঘ্নকৰা দস্যুবিলাক বশীভূত কৰা ॥ ২ ॥ যি ইন্দ্ৰই স্তৱ কৰাক নিৰাপদ বাটেৰে লৈ যাই, সেই উগ্ৰ ইন্দ্ৰই, অভিষুত সোম পান কৰক। তেওঁ কৰ্ম্মদক্ষ সোম চেপা যজমানক স্থান দিয়ক আৰু স্তৱ কৰাক ধন দান কৰক ॥ ৩ ॥ গৰু দাতা ইন্দ্ৰই বজ্ৰ ধাৰণ কৰি, অভিষুত সোম পান কৰি হৰি ঘোঁৰাৰে সৈতে নিজৰ মনত থকা তিনি সৱনলৈ যোৱা হওক। স্তোত্ৰেৰে বহন কৰা স্তোত্ৰ কৰা কৰ্ম্ম কৰ্ত্তা যজমানক

(ইন্দ্ৰই) বহুত পুত্ৰ পৌত্ৰ দিয়া হওক ॥ ৪॥ পুৰণি ইন্দ্ৰই যি আমাক পোহ পাল দিয়া কাম কৰে, যি স্তোত্ৰাদি বিচাৰে সেই কাম আমি কৰিম। সোম চেপোতে স্তুতি কৰিম। গান কৰিম। ইন্দ্ৰ যাতে বৰ্দ্ধন হয় তেনেকৈ হবি অন্ন দিম॥ ৫॥ হে ইন্দ্ৰ, তুমিয়েই যি স্তোত্ৰ বিলাক বৰ্দ্ধন কৰিছা সেইবিলাক স্তোত্ৰ তোমালৈকে বুদ্ধিৰে গাই শুনাম। হে সুখকৰ অভিষুত সোম পান কৰা ইন্দ্ৰ, ৰমণীয় যজ্ঞেৰে হবি আদি বহন কৰা স্তোত্ৰ ৰচনা কৰিম॥ ৬॥ হে ইন্দ্ৰ, বশ কৰি থকা তুমি আমাৰ পুৰোডাশ পিঠা খোৱা। গৰুৰ গাখীৰ, দৈ আদি মিহলোৱা সোম পান কৰা। যজমানৰ এয়া কুশত বহা। তোমাক বিচৰা যজমানৰ স্থান বহল কৰি দিয়া॥৭॥ হে উগ্ৰ ইন্দ্ৰ, তুমি কাম অনুসৰি আমোদ কৰা। এই যজ্ঞই আৰু সোমে তোমাৰ ওচৰ পাওকগৈ। হে ইন্দ্ৰ, আমাৰ এই স্তোত্ৰই তোমাক পাওকগৈ। এয়া তোমাৰ স্তুতি আমাৰ ৰক্ষণৰ কাৰণে হওক॥ ৮॥ হে স্তোতা সখা সকল, সোম অভিষুত হলে এই ইন্দ্ৰক ইচ্ছামতে সোম পান কৰি ইচ্ছা পূৰণ কৰিবলৈ দিয়া। এই ইন্দ্ৰক দিবলৈ উপকৰণ সৰহ হওক যাতে তাৰে (যজ্ঞশেষ) আমাৰ পোষক হয়। ইন্দ্ৰই অভিষৱ কৰা যজমানক যত্ন লবলৈ আওহেলা নকৰে॥ ৯॥ ধনবান যজমানৰ ঈশ্বৰ ইন্দ্ৰক সোম অভিষুত হলত ভৰদ্বাজে (মই) এই দৰে স্তুতি কৰিলো। ইন্দ্ৰই স্তোতাক সৎ পথেৰে পথিওৱা হওক আৰু বিশ্ববৰেণ্য ধনৰ দাতা হওক॥ ১০॥

## ২৪ সূক্ত—ঋ ১০।

### ঋষি—আদি ১৮ সূক্তৰ দৰে।

সোমৰ যাগত সোমপানৰ হৰ্ষত ইন্দ্ৰ যজমানৰ কামবৰ্ষী হয়,— স্তুতি কৰিলেও কামবৰ্ষক হয়। অভিষুত সোম পান কৰা, ঋজীষি, ধনবান ইন্দ্ৰই স্তুতিৰ নেতাৰ স্তোতেৰে অৰ্চনীয় হৈ অক্ষীন ৰক্ষক হয় (ৰক্ষা কৰিবলৈ এলাহ নকৰে)॥ ১॥ অন্নবান, শত্ৰু দমনকাৰী, বীৰ, নৰৰ হিতকৰ, বিবেকী, আমাৰ স্তোত্ৰ শুনা, স্তৱ কৰোতাৰ বেচি ৰক্ষক, বাস কৰা ঘৰদাতা, স্তোতাৰ প্ৰশংসনীয়, স্তোতাৰ ধাৰক ইন্দ্ৰই যজ্ঞত আমাৰ দ্বাৰা স্তুত হৈ অন্ন দিয়ে॥ ২॥ হে বীৰ ইন্দ্ৰ, মহান তোমাৰ মহিমাৰে ৰথৰ চক্ৰৰ অক্ষৰ (axle) দৰে দ্যাবাপৃথিৱী অতিক্ৰম কৰি গৈছে। হে পুৰুহুত ইন্দ্ৰ, তোমাৰ বহুত ৰক্ষণবিলাক গছৰ দালৰ দৰে ফেৰ মেলি গৈছে॥ ৩॥ হে বহুকৰ্ম্মা ইন্দ্ৰ, প্ৰজ্ঞাবান তোমাৰ শক্তি অসংখ্য গৰু যোৱা বাটৰ দৰে যেনি তেনি যোৱা হৈছে। পোৱালি বন্ধা বচিৰ দৰে হে সুদাতা ইন্দ্ৰ, তোমাৰ শক্তিয়ে নিজে বান্ধ নেখাই বহুত শত্ৰু বান্ধি ৰাখে॥ ৪॥ ইন্দ্ৰই আজি এটা কাম কৰে আৰু পাচদিনা তাৰ বিপৰীত কাম কৰে, যেনে অসৎ কাম (বজ্ৰপাতাদি) আৰু শুভ কাম (বৰষুণাদিয়া আদি) ইন্দ্ৰই কৰে। এনে ইন্দ্ৰই এই যজ্ঞত আমাক কামনা কৰা ফলদাতা হওক। মিত্ৰ, বৰুণ, পূষা আৰু প্ৰেৰক সবিতা দেৱতা সকল আমাৰ কামনাৰ ফল দাতা হওক॥ ৫॥ হে ইন্দ্ৰ, স্তোতাই যজ্ঞেৰে আৰু স্তোত্ৰেৰে তোমাৰ পৰা নিজৰ কামনা পৰ্ব্বতৰ ওপৰৰ পানীৰ দৰে পায়। হে স্তোত্ৰেৰে বহন কৰা ইন্দ্ৰ, তুমি সেই অন্ন কামনা কৰা স্তোতাক (ভৰদ্বাজক) এই ভাল স্তুতিৰে ঘোৰাই ৰণথলী পোৱাই দিয়া দৰে পোৱাই দিলা ॥৬॥ শৰৎকালে (বছৰবোৰে) ইন্দ্ৰক জীৰ্ণ নকৰে, মাহে নকৰে, দিন বিলাকে ইন্দ্ৰক দুৰ্ব্বল নকৰে,। বুঢ়া হলেও ইন্দ্ৰৰ শৰীৰ আমাৰ স্তুতি প্ৰাৰ্থনাৰে স্তুত হৈ বাঢ়িয়েই থাকক। ৭। আমি স্তুতি কৰি থকা ইন্দ্ৰৰ দৃঢ় শৰীৰ সংগ্ৰামত অচল-অটল, —উৎসাহ যুক্ত দস্যুৰো বশীভূত নহয়। মহান পৰ্ব্বতো ইন্দ্ৰৰ সুগম হয় অগাধ গভীৰ দ ঠায়ো তেওঁ নজনা নহয়॥ ৮॥ হে বলবান অভিষুত সোমপান কৰা ইন্দ্ৰ, গম্ভীৰ উদাৰ মনেৰে আমাক অন্ন আৰু বল দিয়া। ৰাতি পুৱা আৰু ৰাতি (দিনে ৰাতিয়ে) আমাৰ ৰক্ষাৰ কাৰণে অহিংসিত হৈ উঠি থিয় হৈ থাকা॥ ৯॥ হে ইন্দ্ৰ, কৰ্ম্ম আৰু স্তুতিৰ নেতা তুমি সংগ্ৰামত ৰক্ষা কৰিবলৈ আমাৰ গুৰিলৈ আহা। ওচৰৰ বা দূৰৈৰ শত্ৰুৰ পৰা তোমাৰ স্তোতাক ৰক্ষা কৰা। ঘৰতো ৰক্ষা কৰা। হাবিৰ শত্ৰুৰ পৰা ৰক্ষা কৰা। আমি সুপুত্ৰেৰে সৈতে এশ হিম (শীতকাল) আনন্দ কৰি থাকিম॥ ১০॥

## ২৫ সূক্ত—ঋ ৯।

### ঋষি—আদি ১৮ সূক্তৰ দৰে।

হে বলবান ইন্দ্ৰ, তোমাৰ যি অধম, উত্তম আৰু যি মধ্যম ৰক্ষণ আছে, সেই ৰক্ষণেৰে যুদ্ধত আমাক ভালকৈ ৰক্ষা কৰিবা। হে উগ্ৰ ইন্দ্ৰ, মহান এইবিলাক অন্নৰে আমাক সংযোজন কৰা॥ ১॥ হে ইন্দ্ৰ, এই বিলাক স্তুতিৰ দ্বাৰা শত্ৰুৰ সৈন্যক খেদি আমাৰ সেনাক পালন কৰি শত্ৰুৰ খঙ নাশ কৰা। এই বিলাক স্তুতিৰে আমাৰ লগত যুজা, আমাৰ কেউকালে থকা দাস বিলাকক আৰ্য্য সকলৰ কাৰণে বিনাশ কৰা॥ ২॥ হে ইন্দ্ৰ, যি চিনাকি বা অচিনাকি শত্ৰু আমাৰ সন্মুখত আমাক মাৰিবলৈ উদ্যত হৈ আছে সেই দুয়োবিধ শত্ৰুক বলহীন কৰি দিয়া। ইহঁতৰ পৰাক্ৰম নষ্ট কৰা। দুয়োবিধ শত্ৰুক পৰাজয় কৰি দিয়া॥ ৩॥ হে ইন্দ্ৰ, পৰস্পৰ বিৰোধী বিলাকে বলীয়ান হৈ সংগ্ৰাম কৰিবলৈ প্ৰবৃত্ত হয়, পুত্ৰ, পৌত্ৰ, গৰু, পানী

যা সাকৰা মাটিৰ পৰস্পৰ আক্ৰোহী হৈ কাজিয়া কৰে, তেতিয়া তুমি অনুগ্ৰহ কৰা বীৰে সিপক্ষক গাৰ বলেৰে, সংহাৰ কৰিব পাৰে ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ সৈতে কোনো বীৰে যুদ্ধ কৰিব নোৱাৰে। অন্য শত্ৰুৰ হিংসকে নুযুজে। ধৰ্ষক বিলাকেও নুযুজে। খণ্ড কৰা যুজাৰুয়েও নুযুজে। হে ইন্দ্ৰ, এই বীৰ বিলাকৰ ভিতৰত তোমাৰ প্ৰতিদ্বন্দী কেও নাই। সকলো জন্ম হোৱা বীৰক তুমি অভিভব কৰা ॥ ৫ ॥ শত্ৰু উচ্ছেদ কৰিবলৈয়েই হওক বা পৰিচাৰকৰ বিষয় ঘৰৰ নিমিত্তেই বাক্-বিতণ্ডাই হওক, এই দুয়োবিধ বিবাদ কৰাৰ ভিতৰত যাৰ ঋত্বিক সকলে যজ্ঞত ইন্দ্ৰৰ স্তৱ কৰে সেই জনৰেই ধন লাভ হয় ॥ ৬ ॥ আৰু হে ইন্দ্ৰ, তোমাৰ মানুহ (ভক্ত) বিলাকে যেতিয়া যুদ্ধত ভয়ত কপে তুমি সেই বিলাকক ৰক্ষা কৰা, —আৰু সদায় পালক হোৱা। আমাৰ ভিতৰত যি অতি নেতা মানুহ হে ইন্দ্ৰ, সেই বিলাকৰ শত্ৰুৰ পৰা ত্ৰাতা হোৱা। যি স্তোতাই আমাক আগবঢ়াই দিছে (সন্মানিত কৰিছে) তেওঁ বিলাকৰ ত্ৰাতা হোৱা ॥ ৭ ॥ হে মহৎ ইন্দ্ৰ, তোমাক ঐশ্বৰ্য্যৰ কাৰণে (আমাক) দিছে। বৃত্ৰ বধৰ কাৰণে সকলো বল দিছে, শত্ৰুক পৰাজয় কৰা বল দিছে। হে যজনীয় ইন্দ্ৰ, তোমাক যুদ্ধৰ সকলো বল দেৱতা সকলে অনুদান কৰিলে ॥ ৮ ॥ হে ইন্দ্ৰ এই দৰে আমাক স্পৰ্দ্ধা কৰা (শত্ৰু সেনা) সংগ্ৰামত বধ কৰিবলৈ পথিওৱা। হিংসা কৰা অসুৰৰ সেনা বশ কৰা। আৰু হে ইন্দ্ৰ, তোমাক স্তুতি কৰা ভৰদ্বাজ সকলে (আমি) অন্নেৰে সৈতে বাস কৰা ঘৰ অৱশ্য পাম ॥ ৯ ॥

## ২৬ সূক্ত—ঋ ৮।

### ঋষি— আদি ১৮ সূক্তৰ দৰে।

হে ইন্দ্ৰ, সোমেৰে তোমাক সিঁচি দি মহৎ অন্ন লাভৰ কাৰণে আহ্বান কৰিছো, —আমাৰ সেই আহ্বান শুনা। মানুহ বিলাক যুদ্ধলৈ যাওঁতে শেষৰ দিনত আমাক বলবান ৰক্ষণ দিবা ॥ ১ ॥ হবি অন্নবান তোমাক বাজিনিৰ পুত্ৰই (ভৰদ্বাজে) হে ইন্দ্ৰ, সকলোৰে প্ৰাপ্য মহৎ অন্ন লাভৰ কাৰণে স্তুতি কৰিছে। সজ্জনৰ পালক হে ইন্দ্ৰ, দুৰ্জ্জনক বশ কৰোঁতা তোমাক উপদ্ৰৱত (ভৰদ্বাজে) স্তুতি কৰিছে। হাতৰ মুঠিৰ বলেৰে শত্ৰুক মৰা (মই) গৰুৰ কাৰণে মুজি তোমাক বিচাৰিছো ॥ ২ ॥ হে ইন্দ্ৰ, তুমি অন্ন লাভৰ কাৰণে কবি (ভাৰ্গৱ) ঋষিক পথিয়ালা। তুমি হবি দাতা কুৎসৰ কাৰণে শুষ্ণ অসুৰক কাটিলা। তুমি অতিথিগ্বৰ স্তুতিত সুখৰ কাৰণে মৰ্ম্মহীন (নিজক অৱধ্য বুলি ভবা) শম্বৰ অসুৰৰ মূৰ চিঙিলা ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি বৃষভ নামৰ ৰজাক যুদ্ধ কৰিবলৈ ডাঙৰ ৰথ আনি দিলা। শত্ৰুৰ লগত দহ দিন যুদ্ধ কৰোতে তেওঁক সহায় কৰিলা। তুমি বেতস অসুৰেৰে সৈতে তুগ্ৰ্যক হত্যা কৰিলা। হে ইন্দ্ৰ, তুমি তোমাক স্তুতি কৰোতা তুজি ৰজাক বৰ্দ্ধন কৰিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ তুমি প্ৰশস্ত কৰ্ম্ম কৰিছা। তুমি এশ হেজাৰ শম্বৰ অসুৰৰ সৈন্য বিদাৰণ কৰিলা। তুমি বজ্ৰ নাশক পৰ্ব্বতৰ পৰা ওলোৱা দাস অসুৰ শম্বৰক বধিলা। বিচিত্ৰ ৰক্ষণেৰে দিবোদাস ৰজাক পালন কৰিলা ॥ ৫ ॥ হে ইন্দ্ৰ তুমি শ্ৰদ্ধাৰে সৈতে কৰা কৰ্ম্মেৰে আৰু সোমেৰে আনন্দিত হৈ দভীতিৰ কাৰণে চুমুৰি অসুৰক শুৱাই দিলা। হে ইন্দ্ৰ তুমি পিঠিনস ৰজাক ৰজিক (ৰজি নামৰ কন্যা) বা ৰাজ্য) দিছিলা। নিজ বুদ্ধিৰে ষাঠী হেজাৰ যোদ্ধাক একেলগে বধ কৰিছিলা ॥ ৬ ॥ হে বীৰৰ লগৰ আটাইতকৈ বলবান ইন্দ্ৰ স্তোতা সকলে তিনি ভুবনৰ বেষ্টনকাৰী শত্ৰুৰ বিজয়ী তুমি দিয়া উৎকৃষ্ট সুখ আৰু বলৰ প্ৰশংসা কৰে। মঘো যেন তোমাৰ স্তোতা সকলৰ সৈতে সেই উৎকৃষ্ট সুখ লাভ কৰিব পাৰো ॥ ৭ ॥ হে পূজনীয় ইন্দ্ৰ তোমাৰ কাৰণে আমি সখা (স্তোতা) সকলে ধনৰ কাৰণে কৰা এই স্তোত্ৰত অতি সুখ যেন (তোমাৰ পৰা) পাম। প্ৰতৰ্দ্দনৰ পুত্ৰ মোৰ যজমান, ক্ষত্ৰশ্ৰী নামৰ ৰজাই যেন শত্ৰু নাশ কৰি আৰু ধন লাভ কৰি শ্ৰেষ্ঠত্ব লাভ কৰে ॥ ৮ ॥

## ২৭ সূক্ত—ঋ ৮।

### ঋষি আৰু ছন্দ ১৮ সূক্তৰ দৰে। ৮ দান স্তুতি।

এই সোমৰ আমোদত ইন্দ্ৰই কি কৰিলে? এই সোম পান কৰি কি কৰিলে? এই সোমৰ সখীত্বত কি কৰিলে? এই সোমৰ যাগৰ ঘৰত পূৰণি কালত যি স্তোতা আছিল তেওঁবিলাকে তোমাৰ পৰা কি পালে? নতুন স্তোতাই কি লাভ কৰিলে? ॥ ১ ॥ ইন্দ্ৰই এই আমোদত শুভ কৰ্ম্ম কৰিলে। সোমপান কৰি শুভ কৰ্ম্ম কৰিলে। ইয়াৰ সখীত্বৰে শুভ কৰ্ম্ম কৰিলে। সোম যাগৰ ঘৰত পূৰণি স্তোতা সকলে শুভকৰ্ম্ম লাভ কৰিলে; নতুন স্তোতাই শুভ কৰ্ম্ম লাভ কৰিছে ॥ ২ ॥ হে ধনবান ইন্দ্ৰ, তোমাৰ সমান (কাৰোবাৰ) মহিমা আছে বুলি নেজানো। তোমাৰ দৰে ধন আছে বুলিও নেজানো। নতুন ধন বিলাকৰ সমান আছে বুলিও নেজানো। তোমাৰ সমান সামৰ্থ্য (কাৰোবাৰ আছে বুলি) নেজানো ॥ ৩ ॥ হে ইন্দ্ৰ, যি বীৰ্য্যৰে বৰশিখ অসুৰৰ শেষ পুত্ৰবোৰ বধিলা— সেই বীৰ্য্যৰ কথা আমি জানো। —হে ইন্দ্ৰ, যি কাৰণে বলেৰে মৰা তোমাৰ বজ্ৰৰ শব্দত (বৰশিখৰ পুত্ৰকৰ মাজত) অভ্যৱৰ্ত্তী (বা পৰম নামৰ)

পুত্ৰক বধিলা ॥৪॥ ইন্দ্ৰই চয়মান ৰজাৰ পুত্ৰেক অভ্যাবৰ্ত্তী ৰজাক তেওঁ বিচৰা ধন দি বৰশিখৰ শেষ পুতেকবোৰ বধিলে । যেতিয়া হৰিযূপীয়াৰ ( নদী বা নগৰৰ ) পূবৰ আধা ভাগত থকা বৃচীবত নামৰ (বৰশিখৰ) পুতেকক ইন্দ্ৰই মাৰিলে, ইটো ভাগত থকা তাওৰ পুত্ৰেক ভয়ত পলাল ॥ ৫ ॥ হে পুৰুহুত ইন্দ্ৰ, যশ বিচাৰি তোমাক হিংসা কৰিবলৈ অহা যজ্ঞৰ পাত্ৰ আদি ভঙা, কৱচ পিন্ধা, তিনিশ ত্ৰিশ (৩৩০) টা বৃচিবন্তৰ (বৰশিখৰ) পুতেক একেলগে যব্যাবতীৰ (হৰি যূপীয়াৰ) কিনাৰত অৰ্থশূন্য হৈ গল (বিনাশ) হ'ল ॥ ৬ ॥ জিলিকি, জিভামেলি ঘাঁহ খাই থকা যি ইন্দ্ৰৰ ঘোঁৰাই দ্যাবাপৃথিবীৰ মাজত চৰি ফুৰে, সেই ইন্দ্ৰই সৃঞ্জয় নামৰ ৰজাক তুৰ্ব্বশক গতাই দিলে আৰু বৃচীবতক ( বৰশিখৰ পুতেক বিলাকক ) দৈৱতাতক বশ কৰি গতায় দিলে ॥৭॥ হে অগ্নি, ধনবান, সম্ৰাট চয়মানৰ পুতেক অভ্যবৰ্ত্তীয়ে মোক ৰথৰে আৰু স্ত্ৰীৰে সৈতে একুৰি জোৰ গাইগৰু দিছে। পৃথুৰ বংশৰ ( অভ্যবৰ্ত্তীৰ ) ৰজাৰ এই দক্ষিণা কোনেও নাশ কৰিব নোৱাৰে (অৰ্থাৎ অক্ষয়) ॥ ৮ ॥

## ২৮ সূক্ত—ঋ ৮।

### ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ । ছন্দ – ত্ৰিষ্টুভ্ ; ২—৪ জগতী ; ৮ অনুষ্টুভ্ । দেৱতা গৰু বিলাক ; ২ৰ আধা আৰু ৮ ইন্দ্ৰ ।

গৰু বিলাক আহক, আমাৰ শুভ কৰক, আমাৰ গোহালীত থাকক আৰু আমাক আনন্দ দিয়ক। এই গোহালীত পোৱালীৰ সৈতে নানা বৰণৰ বহুত গৰু উষাত ইন্দ্ৰৰ কাৰণে খিৰোৱা হওক ॥১॥ ইন্দ্ৰই, যজন কৰি স্তুতিৰে সন্তোষ দিয়া স্তোতাক বহুত ধন সদায় দিয়ে। যজন কৰোঁতাক ধনৰ পৰা বঞ্চিত নকৰে দুয়োবিধ ধন পুণঃ পুণঃ বেচি কৰি শত্ৰুৱে ভেদ কৰিব নোৱাৰা অভেদ্য (দুৰ্গত) থয় ॥২॥ এই গাই গৰু বিলাক আমাৰ পৰা নষ্ট নহওক। চোৰেও চুৰ নকৰক। শত্ৰুৰ অস্ত্ৰই এই গাই বিলাকক আক্ৰমণ নকৰক। দেৱতাৰ উদ্দেশ্যে দিয়া যজ্ঞ সাধক সেই গৰু বিলাকৰ পৰা গৰুৰ গৰাকী যেন কেতিয়াও বিযুক্ত নহওক ॥৩॥ পৃথিবীৰ ধূলি উৰুৱা যুদ্ধলৈ যোৱা ঘোঁৰাই—সেই গৰু বিলাকক নেপাওক। সেই গৰু বিলাকক অস্ত্ৰেৰে বলি সংস্কাৰ কৰা নহওক। যজ্ঞানুষ্ঠান কৰা মানুহৰ গৰুবিলাক নিৰ্ভৰ আৰু স্বাধীন ভাবে চৰি ফুৰক ॥৪॥ গৰু আমাৰ ধন। ইন্দ্ৰই আমাক গৰু দিয়ক। গৰুৱেই শ্ৰেষ্ঠ ভক্ষ হবি সোম হওক। হে মানুহ সকল, এনেকুৱা গৰুৱেই ইন্দ্ৰ-যাক মই মন আৰু হৃদয়েৰে কামনা কৰোঁ। ॥৫॥ হে গৰু বিলাক, তোমালোকে আমাৰ পুষ্টি সাধন কৰা। তোমালোকে ক্ষীণ অঙ্গক ধুনীয়া অঙ্গৰ কৰা। কল্যাণ শব্দ কৰা গৰুৱে আমাৰ ঘৰত কল্যাণ কৰক। যজ্ঞৰ সভাত তোমালোকৰ দুয়োবিধ অন্ন সকলোৱে দিয়ে ॥৬॥ হে গাইগৰু বিলাক তোমালোকে সবৎসা হোৱা। ভাল বন ঘাঁহ খোৱা। সুগম বাটেৰে যাব পৰা হোৱা। বিশুদ্ধ পানী খোৱা। চোৰে তোমালোকক নিনিয়ক। (বাঘ আদি) শত্ৰুৱে নেপাওক। তোমালোকে কালৰ অস্ত্ৰৰ পৰা ৰক্ষিত হোৱা ॥৭॥ হে ইন্দ্ৰ, এই গৰুবিলাকৰ (গাখীৰ সংমিশ্ৰণ কৰা সোমে) তোমাক আপ্যায়িত (সন্তোষিত) কৰক। হে ইন্দ্ৰ, তোমাৰ বীৰ্য্যৰ নিমিত্তে (গৰুৰ গাখীৰ দৈ মিশ্ৰণ কৰি সোম পান কৰি ইন্দ্ৰৰ কাৰণে) বৃষভৰ ৰেতই (গাই গৰুক) আপ্যায়ন কৰক ॥৮॥

## ২৯ সূক্ত—ঋ ৬।

### ঋষি—আদি ২৮ সূক্তৰ দৰে।

(হে যজমান সকল), তোমালোকৰ নেতা (ঋত্বিক) সকলে অনুগ্ৰহ প্ৰাৰ্থী হৈ ভাল স্তুতি উচ্চাৰণ কৰি সখীত্ব লাভৰ কাৰণে ইন্দ্ৰক পৰিচৰ্য্য কৰিছে। বজ্ৰহস্ত ইন্দ্ৰই বহুত ধন দিয়ে। মহান, ৰমণীয় ৰক্ষণৰ কাৰণে তেওঁক যজন কৰা ॥১॥ যি ইন্দ্ৰই নেতাৰ হিতকৰ ধনেৰে হাত ভৰাই থৈছে, যি ইন্দ্ৰৰ (স্বভাৱ) ৰথত থকা, তেওঁ সোণৰ ৰথত উঠি আছে, —যাৰ শকত হাতত লেকাম ধৰি আছে, যাক বলী ঘোঁৰাই ৰথত লৈ ফুৰে, তেওঁ বাটত ধন সিঁচি ফুৰে ॥২॥ হে ইন্দ্ৰ, ঐশ্বৰ্য্যৰ কাৰণে তোমাৰ চৰণত মই ভৰদ্বাজে পৰিচৰণ কৰিছোঁ, কাৰণ তুমি বলেৰে শত্ৰু ধৰ্ষণ কৰা, বজ্ৰবান, দক্ষিণা দাতা। হে নেতা, তুমি সুন্দৰ, সততে গমন শীল ৰূপ ধৰি সূৰ্য্যৰ দৰে সকলোৱে দেখিবলৈ গৈ থাকা ॥৩॥ সেয়া সোম মিহলোৱা হল, যি সোমত পিথা আৰু ভজা ধান (যৱ) দিয়া আছে,—যি সোম নেতা সকলে, অন্ন কৰা ঋত্বিকে স্তোত্ৰেৰে স্তৱ কৰি, সাম গান গাই ইন্দ্ৰ দেৱতাৰ অতি ওচৰ চাপি আছে ॥৪॥ হে ইন্দ্ৰ, তোমাৰ বলৰ অন্ত নাই। দ্যাবাপৃথিবীয়ে এই বলৰ মাহাত্ম্যত ভয় কৰিছে। গুৱালে যেনেকৈ গৰুৰ জাক পানী খুৱাবলৈ নিয়ে তেনেকৈ তোমাৰ বল স্তোতাই তৰ্পক হবিৰে সম্যক যজন কৰি তৃপ্তি কৰাই ॥৫॥ এনেকুৱা মহান ইন্দ্ৰ ভালকৈ হবন কৰিব পৰা হওক। সেউজীয়া বৰণৰ গালৰ ইন্দ্ৰই সহায় হৈ বা সহায় নোহোৱাকৈ আহি ধন পথিওৱা হওক। এনেকৈ প্ৰাদুৰ্ভাব হোৱা ইন্দ্ৰই উৎকৃষ্ট

বলৰ হৈ বহুত-বৃত্ৰক (ৰাক্ষসক) বধ কৰা হওক, বহুত দস্যুক বধ কৰা হওক ॥৬॥

৩০ সূক্ত—ঋ ৫ ।

ঋষি—অদি ২৮ সূক্তৰ দৰে ।

এই ইন্দ্ৰ বীৰ কৰ্ম্ম কৰিবলৈ পুণৰ বাঢ়ি গল। একমাত্ৰ জীৰ্ণ নোহোৱা তেওঁ স্তোতাক ধন দিয়ে। স্বৰ্গ আৰু পৃথিবীতকৈ তেওঁ বেচি হয়। ইন্দ্ৰৰ আধা ভাগেই দ্যাবাপৃথিবীৰ সমান হয় ॥১॥ এতিয়া সেই ইন্দ্ৰৰ মহৎ অসুৰ দমন কৰা বল স্তুতি কৰিম। সেই ইন্দ্ৰই যি কাম কৰিবকৈ বিচাৰে তাত কোনেও বাধা দিব নোৱাৰে। তেওঁ প্ৰতিদিন বৃত্ৰই ঢাকি থোৱা সূৰ্য্যক উলিয়াই দেখা কৰে। সুকৰ্ম্মা সেই ইন্দ্ৰই ভুবন বিলাক বহল কৰিলে। ॥২॥ ইন্দ্ৰই আগতো আৰু এতিয়াও নদী বিলাকৰ পানীৰ কাম কৰিয়েই আছে—যে এই নদী বিলাক যাবলৈ বাট লেখি দিলে (কাটি দিলে)। যাৰ আজ্ঞাত পৰ্ব্বত বিলাক স্থিৰ হৈ মানুহে ভাত (অন্ন) খাবলৈ বহা দৰে বহিলে। সুকৰ্ম্মা তুমি সকলো ভুবন দৃঢ় আৰু স্থিৰ কৰিলা ॥৩॥ হে ইন্দ্ৰ, সেইটো সত্য কথা যে তোমাৰ দৰে অন্য দেবতা নাই। —মানুহো নাই। তোমাতকৈ শ্ৰেষ্ঠ কোনো নাই। তুমি পানীত শুই থকা অহিক বধ কৰি অন্তৰীক্ষৰ পানী পৃথিবীলৈ বোৱাই দিলা ॥৪॥ হে ইন্দ্ৰ, তুমি, বৃত্ৰই আবৰি থোৱা পানী, কেউফালে সিচৰিত কৰি দিলা। মেঘৰ বন্ধ কৰি থোৱা দৃঢ় ভেটা ভাঙি দিলা। তুমি জগতৰ প্ৰজাৰ ৰজা হলা। সূৰ্য্য, দ্যুলোক আৰু উষাক একেলগে প্ৰকাশ কৰিলা ॥৫॥

৩১ সূক্ত—ঋ ৫ ।

ঋষি—ভৰদ্বাজৰ পুত্ৰ সুহোত্ৰ। ছন্দ-ত্ৰিষ্টুভ্; ৪ শক্কৰী। দেবতা-ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি একমাত্ৰ ধনৰ ঈশ্বৰ হৈছা। তুমি নিজ হাতেৰে প্ৰজা ধৰি আছা। পুত্ৰ, বীৰ পৌত্ৰ আৰু পানীৰ কাৰণে তোমাক বিশেষকৈ স্তুতি কৰে ॥১॥ হে ইন্দ্ৰ, তোমাৰ ভয়ত অন্তৰীক্ষত থকা লৰচৰ নকৰা পানী বিলাক চলি যায়। স্বৰ্গ, পৃথিবী, পৰ্ব্বত আৰু গছ বিলাকে ভয় কৰে। সকলো স্থাবৰ জগতে ভয় কৰে ॥২॥ হে ইন্দ্ৰ, তুমি কুৎসৰ সৈতে (লগ লাগি) প্ৰবল শুষ্ণৰ লগত যুজিলা। যুদ্ধত কুৱয় অসুৰক মাৰিলা। যুদ্ধত সূৰ্য্যৰ চক্ৰ মোচন কৰিলা। পাপকাৰী বিলাকক মাৰিলা ॥৩। হে ইন্দ্ৰ, তুমি দস্যু শম্বৰৰ এশ দুৰ্ভেদ্য নগৰ ভাঙিলা। হে প্ৰজ্ঞাযুক্ত, অভিষুত, সোমৰে কিনা ইন্দ্ৰ, তেতিয়া (শম্বৰৰ পুৰী ভাঙোঁতে) সোম চেপা দিবোদাসক ধন দিলা আৰু স্তব কৰা ভৰদ্বাজক ধন দিলা ॥৪॥ সত্যত থকা সৈন্যৰ গৰাকী, বহুত ধনৰ ঈশ্বৰ হে ইন্দ্ৰ, তুমি মহৎ ৰণৰ কাৰণে ভয়ঙ্কৰ তোমাৰ ৰথত উঠা। বিশিষ্ট বাটেৰে যোৱা হে ইন্দ্ৰ, ৰক্ষণেৰে ৰথত উঠি মোৰ ফালে আহা। হে প্ৰসিদ্ধ ইন্দ্ৰ, আমাক মানুহৰ মাজত প্ৰখ্যাত কৰা ॥৫॥

৩২ সূক্ত—ঋ ৫ ।

ঋষি—আৰু দেবতা ৩১ সূক্তৰ দৰে। ছন্দ-ত্ৰিষ্টুভ্।

মহৎ বীৰ, বলবান, খৰকৈ যোৱা, বিশেষকৈ স্তুতি কৰিব লগীয়া বজ্ৰবান ইন্দ্ৰৰ, অপূৰ্ব্ব, বহুত, সুখকৰ স্তুতিবাক্য মুখেৰে গাম ॥১॥ তেওঁ মেধাবী (অঙ্গিৰস) সকলৰ কাৰণে স্বৰ্গ আৰু পৃথিবীত মেঘ ভাঙি সূৰ্য্যৰে প্ৰকাশ কৰিলে. আৰু তেওঁবিলাকে ভালকৈ ধ্যান কৰি বাৰে বাৰে স্তুতি কৰিলত (তেওঁ বিলাকে) কামনা কৰা (বল অসুৰে চুৰ কৰা) গৰুৰ বন্ধন মোচন কৰিলে ॥২॥ বহুত কৰ্ম্ম কৰা ইন্দ্ৰই, গৰু উদ্ধাৰ কৰিবলৈ আঠু কাঢ়ি স্তুতি কৰা সদায় হব্য দিয়া স্তোতা (অঙ্গিৰস) সকলৰ সৈতে শত্ৰু (অসুৰ) পৰাজয় কৰিলে সখা, মেধাবী (অঙ্গিৰস) সকলেৰে সৈতে সখীত্ব কৰিবলৈ ইচ্ছা কৰি, নিজেই মেধাবী হৈ অসুৰৰ দৃঢ় নগৰী বিধ্বংস কৰিলে ॥৩॥ হে কামনা পূৰক, স্তুতিৰে ভজন কৰা ইন্দ্ৰ, তুমি মহৎ অন্ন আৰু মহৎ বলেৰে প্ৰজাৰ মাজত স্তোতাৰ ফালে বহুত বীৰ ব্যঞ্জক চেউৰী ঘূৰীৰে সৈতে আমাৰ সুখৰ কাৰণে আহা ॥৪॥ তুৰাবাটু সেই ইন্দ্ৰই উদ্যোগী বলেৰে ঘোঁৰাৰে সৈতে আহি দক্ষিণায়নত পানী বৰষি দিয়ে। এইদৰে এৰি দিয়া পানী বিলাক অন্যে বাধিব নোৱাৰাকৈ ঘূৰি নহাকৈ দিনে দিনে গৈ সাগৰ পাইগৈ ॥৫॥

৩৩ সূক্ত—ঋ ৫ ।

ঋষি—ভৰদ্বাজৰ পুত্ৰ শুনহোত্ৰ। ছন্দ-ত্ৰিষ্টুভ্। দেবতা-ইন্দ্ৰ।

হে কামনা পূৰক ইন্দ্ৰ, তুমি আমাক অতি বলবান, ভাল যজ্ঞ কৰা, আৰু হব্য দিয়া এটি পুত্ৰ দিয়া যি ভাল ঘোঁৰাত উঠি সংগ্ৰামত ভাল ঘোঁৰা বিলাক আৰু বিৰোধী শত্ৰুক পৰাভূত কৰিব পাৰে ॥১॥ হে ইন্দ্ৰ, তোমাক নানা বিধ স্তুতি বাক্যেৰে মানুহে সংগ্ৰামত ৰক্ষাৰ কাৰণে ভজন কৰে। তুমি বিপ্ৰ (অঙ্গিৰস) সকলেৰে সৈতে পনীবিলাকক বধিলা। তুমি

ৰক্ষা কৰা (হৱি) দাতাই অন্ন পায় ॥২॥ হে ইন্দ্র, তুমি দাস আৰু আৰ্য্য দুয়োবিধ শত্রুক বধ কৰিলা। নেতাৰ মাজত অতি নেতা তুমি সংগ্ৰামত নিজ অস্ত্ৰেৰে সুসজ্জিত আৰু অন্য শত্রুক (কুঠাৰেৰে) হাবি কটা দৰে কাটিলা ॥৩॥ হে ইন্দ্ৰ, তেনেকুৱা (গুণ থকা) তুমি অনিন্দনীয় ৰক্ষণেৰে সৈতে আমাৰ ৰক্ষক হোৱা আৰু সকলো কালে যোৱা তুমি আমাৰ সখা হোৱা। ধন পাবলৈ কেইটামান সৈন্যেৰে যুদ্ধ কৰা আমি, হে শূৰ ইন্দ্ৰ, তোমাক আহ্বান কৰিম। (তেতিয়া ৰক্ষক আৰু সখা হবা) ॥৪॥ হে ইন্দ্ৰ, তুমি নিশ্চয় আজি আমাৰ হবা।—অন্য দিনতো হবা। আৰু তুমি অভীষ্ট সিদ্ধিৰ কাৰণে সুখস্থিতা হবা। এইদৰে স্তুতি কৰা আমি মহৎ, দোত্তমাতা. দুঃখভাবক তোমাৰ পৰা পোৱা সুখত থাকি বহুত গৰু পাম ॥৫॥

৩৪ সূক্ত—ঋ : ৫ ।

ঋষি আদি ৩৩ সূক্তৰ দৰে।

হে ইন্দ্ৰ, তোমালৈ বহুত স্তুতিবাক্য গৈছে। তোমাৰ পৰা (স্তোতাৰ) বিস্তৃত স্তোত্র ওলায় গৈছে। পূৰণি কালত আৰু এতিয়াৰ (আধুনিক) কালত নিশ্চয় ঋষি সকলে ইন্দ্ৰক বহুত গান আৰু স্তুতিৰে অৰিয়া অৰিকৈ (প্ৰতিযোগিতাৰে) স্তুতি কৰিছিল (আৰু কৰে) ॥১॥ হে পুৰুহুত, বহুতক উদ্যম দিয়া, মহান, একমাত্র যি ইন্দ্ৰক যজ্ঞ কৰা পুৰুষে বহুত প্ৰশস্ত স্তুতি কৰে, সেই ইন্দ্ৰই ৰথৰ দৰে মহৎ বলৰ কাৰণে (ৰথ) জুৰি আমাৰ স্তোত্ৰৰ দ্বাৰা সদায় স্তুত হওক ॥২॥ যি ইন্দ্ৰক কৰ্ম্ম বিলাকে বাধা নিদিয়ে, স্তুতিবাণী বিলাকেও বাধা নিদিয়ে, সেই ইন্দ্ৰক বৰ্দ্ধন কৰা স্তোত্ৰেৰে অভিগমণ কৰা (লগ পোৱাগৈ)। ভক্তিৰে সৈতে এশ স্তোতাই যদি স্তৱ কৰে, যদি হেজাৰ স্তোতাই স্তৱ কৰে, সেই সকলো বিলাক ইন্দ্ৰলৈ সুখকৰ হয় ॥৩॥ এই আজিৰ দিনত অৰ্চণীয় স্তোত্ৰেৰে সন্মান কৰি (মন্ত্ৰেৰে সৈতে) (বসতীবৰী আদি পানীৰে) সিক্ত কৰি এই ইন্দ্ৰক সোম দিয়া হওক। হবি দি যজ্ঞৰে সৈতে ইন্দ্ৰক, মৰু ভূমিত যোৱা প্ৰাণীক পানী দিয়া দৰে স্তোত্ৰেৰে সৈতে বৰ্দ্ধন কৰা হওক ॥৪॥ সকলোলৈকে যোৱা সেই ইন্দ্ৰক, যি প্ৰকাৰে তেওঁ আমাৰ ৰক্ষক আৰু বৰ্দ্ধক হয়, সেইদৰে এই ইন্দ্ৰক এই স্তোত্ৰ কোৱা হৈছে,—এই স্তোত্ৰ ॥৫॥

৩৫ সূক্ত—ঋ : ৫ ।

ঋষি—ভৰদ্বাজৰ পুত্ৰ নৰ। ছন্দ-ত্ৰিষ্টুভ্। দেৱতা-ইন্দ্ৰ।

হে ইন্দ্ৰ, আমাৰ স্তোত্ৰ কেতিয়াকৈ (তুমি থকা) ৰথত উঠিব? কেতিয়া স্তৱ কৰা আমাক সহস্ৰক পোহপাল দিব পৰা কৰিবা? কেতিয়া মই স্তোতাৰ স্তোত্ৰ ধন দি পূৰণ কৰিবা? কৰ্ম্ম (অগ্নি হোত্ৰাদি) বিলাক অন্নেৰে কেতিয়া ৰমণীয় কৰিবা? ॥১॥ হে ইন্দ্ৰ, সেইটো কেতিয়া হব (যে) আমাৰ পুৰুষে শত্রুৰ পুৰুষৰ লগত (আৰু) আমাৰ পুত্ৰই শত্ৰুৰ পুত্ৰেকৰ লগত কেতিয়া (যুদ্ধত) লগ হব? সংগ্ৰামত আমাৰ কেতিয়া জয় হব? কেতিয়া শত্রুৰ ত্ৰিধাতু (গাখীৰ, দৈ. ঘিঁউ) যুক্ত গাইগৰু জয় কৰি দিবা? হে ইন্দ্ৰ বিস্তৃত ধন আমাক কেতিয়া দিবা? ॥২॥ এটাইতকৈ বলবান হে ইন্দ্ৰ, কেতিয়া তুমি স্তোতাক বহুবিধ অন্ন উৎপন্ন কৰি দিবা? কেতিয়া কৰ্ম্মবিলাক আৰু স্তোত্ৰ বিলাক নিজত লগাবা (গ্ৰহণ কৰিবা)? স্তোত্ৰবিলাক কেতিয়া তুমি গৰু উৎপাদক (হোৱা) কৰিবা? ॥৩॥ হে ইন্দ্ৰ, তুমি স্তোতা ভৰদ্বাজ সকলক গৰুৰে সৈতে, আহ্লাদকৰ ঘোঁৰাৰে সৈতে, বলৰ কাৰণে প্ৰসিদ্ধ অন্ন দিয়া। সেই অন্ন খীৰতি গৰু বিলাকক পোৱাই দিয়া। সেই বিলাক সুদীপ্তিৰে জিলিকি থাকক ॥৪॥ হে ইন্দ্ৰ, আমাৰ শত্রুক অন্য প্ৰকাৰে যোজনা কৰা (মাৰা)। যি কাৰণে হে শক্ৰ ইন্দ্ৰ, তোমাক শত্রু দূৰ কৰা বুলি কয়। তুমি দিয়া গৰুৰ পৰা নিৰ্ম্মল গাখীৰ আমালৈ ওলাওক। হে বিপ্ৰ, ইন্দ্ৰ, অঙ্গিৰস সকলক অন্নেৰে প্ৰীত কৰা ॥৫॥

৩৬ সূক্ত—ঋ : ৫ ।

ঋষি—আদি ৩৫ সূক্তৰ দৰে।

হে ইন্দ্ৰ, তোমাৰ আমোদ সত্যই (সৰ্ব্বজন হিতকৰ) হয়। আৰু তোমাৰ পাৰ্থিব ধন বিলাক সত্য। তুমি সত্যই অন্নৰ দাতা হোৱা যিহেতু তুমি দেৱতাৰ মাজত বল ধাৰণ কৰা ॥১॥ এই ইন্দ্ৰৰ বল (যজমান) জনে সততে পূজা কৰে। এই ইন্দ্ৰক বীৰ কৰ্ম্ম কৰিবলৈ যজমানে আগত লয়। লেঠেৰী নিচিগা শত্রুক নষ্ট কৰিবলৈ আৰু বৃত্ৰক বধ কৰিবলৈ তেওঁ (যজমানে) শত্ৰুৰ অভিগন্তা, ইন্দ্ৰক পৰিচৰণ (আদি) সম্পাদন কৰে ॥২॥ মৰুৎগনৰে সৈতে বীৰত্ব, বল আৰু ৰথত লগোৱা নিযুক্ত অশ্বৰে সৈতে ইন্দ্ৰক পৰিচৰণ কৰা। নৈ বিলাক যেনেকৈ সাগৰ পায়গৈ তেনেকৈ ব্যাপ্ত উপাসনা কৰা স্তোত্ৰ বিলাক বিশ্বব্যাপী সেই ইন্দ্ৰৰ লগ হয়গৈ ॥৩॥ হে ইন্দ্ৰ, আমি স্তুতি কৰি থকা তুমি বহুতৰ আহ্লাদকৰ নিবাসক (ঘৰক), ধনৰ নদীৰ দৰে ধাৰাৰ সৃষ্টি কৰা কাৰণ তেওঁ অনুপম সকলো প্ৰাণীৰ অধিপতি হল,—

সকলো ভুবনৰ ৰজা হল ॥৪। হে ইন্দ্ৰ, তুমি আমাৰ পৰিচৰণ ইচ্ছা কৰি অৰিৰ বহুত ধন সূৰ্য্যৰ দৰে অভিভৱ কৰা—(সেই তুমি আমি কৰা) শ্ৰোতব্য স্তোত্ৰ ভতালিকে শুনা। তুমি বলবান, যুগে যুগে স্তূয়মান আৰু হব্য অন্নৰ দ্বাৰা সম্যক জানি আমাৰ ওচৰত যেনেকৈ আছিলা তেনেকৈয়ে থাকা ॥৫॥

৩৭—সূক্ত—ঋ : ৫।

ঋষি আদি ১৮ সূক্তৰ দৰে।

হে উগ্ৰবলী ইন্দ্ৰ, ৰথত যুক্তকৰা তোমাৰ ঘোঁৰাই বিশ্বৰ পূজনীয় ৰথত তোমাক আমাৰ ফালে লৈ আহক, যিহেতু ভাল গুণ থকা স্তোতাই (ভৰদ্বাজে) তোমাক আহ্বান কৰিছে ॥১॥ সেউজীয়া বৰণৰ সোম আমাৰ যজ্ঞলৈ আহক আৰু পূত হৈ পোনে পোনে দ্ৰোণ কলহলৈ যাওক। পূৰণি, দীপ্ত হৈ থকা ঠাইত (স্বৰ্গত) থকা, আমোদ কৰা সোমৰ ৰজা ইন্দ্ৰৰ মুখেৰে এই সোম পান কৰা ॥২॥ ৰথত যুক্ত কেউফালে যোৱা ঘোঁৰাই পোন বাটে আহি ভাল চৰ্কবিৰ ৰথত থকা ইন্দ্ৰক বিখ্যাত আমাৰ হবি অন্নৰ ফালে লৈ আহক। অমৃত হবি অন্ন বায়ুৰ দ্বাৰা (শুহি) ক্ষয় নকৰক ॥৩॥ অতি বেচি, অতিকৈ বহুবিধ কাম কৰা ইন্দ্ৰই হবি অন্ন থকা যজমান বিলাকৰ ভিতৰত এই যজমানলৈ (মোলৈ) দক্ষিণা পথিয়াইছে। হে বজ্ৰবান ইন্দ্ৰ, যি দক্ষিণাৰে যজ্ঞৰ পাপ বিনাশ হয়, হে শত্ৰুজয়ী ইন্দ্ৰ, তুমি ধন আৰু স্তৱ কৰা পুত্ৰও দিয়া ॥৪॥ এয়া ইন্দ্ৰ অচল অন্নৰ দাতা হওক। বল বৃদ্ধি হোৱা স্তুতিৰে ইন্দ্ৰ বৰ্দ্ধন হওক। শত্ৰু নষ্ট কৰা ইন্দ্ৰ বৃত্ৰৰ (শত্ৰুৰ) অহি হন্তা হওক। প্ৰেৰক সেই ইন্দ্ৰই খৰকৈ আমাক সেই ধন দিয়ক ॥৫॥

৩৮ সূক্ত—ঋ : ৫।

ঋষি—আদি ১৮ সূক্তৰ দৰে।

অতি বিচিত্ৰ ইন্দ্ৰই আমাৰ ইয়াৰ পৰা সোম পান কৰক। মহৎ দীপ্তিমন্ত স্তুতি ইন্দ্ৰৰ বিষয় হওক। দেৱতা জনৰ যজ্ঞত অতি প্ৰত্ন্য পৰিচৰণ আৰু দাতব্য ভাল হবি সুদাতা ইন্দ্ৰই ভাল পাই ॥১॥ এই ইন্দ্ৰৰ কাণ (স্তোত্ৰ শুনিবলৈ) দূৰৈৰ পৰাও আছে। (সেই কাৰণে) স্তোতাই ইন্দ্ৰৰ স্তোত্ৰ ঘোষা কৰি (উচ্চৈস্বৰে) পাঠ কৰিছে। ইন্দ্ৰ দেৱতাৰ আহ্বান ৰূপ এই স্তুতি নিজে পথিয়াই দি এই ইন্দ্ৰক আমাৰ ফালে ঘূৰাই আনক ॥২॥ হে ইন্দ্ৰ, তোমাৰ পৰম স্তুতিৰে অৰ্চণ সাধক হবি অন্নৰে স্তুতি কৰিছো। পূৰণি কালত জন্ম, অজৰ এই ইন্দ্ৰত হবি আদি অন্ন নিহিত থাকে। মহান স্তোত্ৰই বেচিকৈ বৰ্দ্ধন কৰে ॥৩॥ যি ইন্দ্ৰক যজ্ঞই বৰ্দ্ধন কৰে, সোমে বৰ্দ্ধন কৰে, ব্ৰহ্ম অন্নৰে মননীয় স্তোত্ৰেৰে আৰু উক্থেৰে বৰ্দ্ধন কৰে, দিনে আৰু ৰাতিয়ে বৰ্দ্ধন কৰে, বছৰ, মাহ দিন বিলাকে বৰ্দ্ধন কৰে,— ॥৪॥ হে মেধাবী ইন্দ্ৰ, এইদৰে প্ৰাদুৰ্ভাব হোৱা তোমাক শত্ৰু দমন কৰিবলৈ বহুত বৰ্দ্ধন কৰি মহান উগ্ৰবলী তোমাক নিশ্চয় বৃত্ৰ (শত্ৰুৰ) যুদ্ধত বিখ্যাত ধনৰ কাৰণে আৰু ৰক্ষণৰ কাৰণে পৰিচৰণ কৰিম ॥৫॥

৩৯ সূক্ত—ঋ : ৫।

ঋষি আদি ১৮ সূক্তৰ দৰে।

হে ইন্দ্ৰ, মেধাৱী, দিব্য বহনকাৰী স্তোতাৰ স্তুতি বচনেৰে দিয়া সেৱন কৰিব লগীয়া মধুৰ এই মদকৰ সোমৰস পান কৰা। হে দেৱতা, স্তুতি কৰা আমাক গৰু আদি আৰু অন্ন দিয়া ॥১॥ এই ইন্দ্ৰই কেউফালে পৰ্ব্বতৰে ঘেৰা গৰু বিচাৰি ঋতকৰ্ম্মী (নিয়মৰ যজ্ঞ কৰা অঙ্গিৰস আদিৰ) লগত গৈ ঋতৰে (স্তোত্ৰেৰে) বল অসুৰৰ ওথ, অন্যই ভাঙিব নোৱাৰা পৰ্ব্বত ভাঙি দিলে। পনী বিলাকক বাক্যেৰে (ভাল মাতেৰে বা দাবি দি) খেদালে ॥২॥ হে ইন্দ্ৰ, এই চন্দ্ৰই পোহৰ নোহোৱা নিশাই দিনে গোটেই বছৰটো পোহৰ কৰে। আগৰ দিনত দেৱতা সকলে এই চন্দ্ৰক দিন বিলাকৰ প্ৰজ্ঞাপক যি কাৰণে কৰিছিল (সেই কাৰণে পক্ষ, মাহ, আদি প্ৰকাশ হয়)। উষাক শুচি জন্মৰ কৰিলে ॥৩॥ এই ইন্দ্ৰই (সূৰ্য্যৰ ৰূপেৰে) পোহৰ নোহোৱা সকলো লোক প্ৰকাশ কৰে। বহুত পোহৰ কৰা এই ইন্দ্ৰ ঋতৰে (তেজেৰে) ব্যাপ্ত হয়। ঋতৰে (স্তোত্ৰেৰে) যোগ হৈ ঘোঁৰা লগোৱা নাভিযুক্ত ৰথেৰে মানুহৰ কামনা পূৰক ইন্দ্ৰ এইদৰে যায় ॥৪॥ হে পূৰণি, ৰজা ইন্দ্ৰ, স্তূয়মান হৈ থকা তুমি ধন দিবলগীয়া (স্তোতাক) বহুত অন্ন বেগাই সিঁচি দিয়া। অৰ্চনা কৰোতাক পানী, শস্যাদি, বিহগহ নথকা হাবি, গৰু, ঘোঁৰা, মানুহ (পৰিচাৰক) দিয়া ॥৫॥

৪০ সূক্ত—ঋ : ৫।

ঋষি আদি ১৮ সূক্তৰ দৰে।

হে ইন্দ্ৰ, সোম তোমাৰ আমোদৰ কাৰণে চেপা হৈছে। সেইবাবে তোমাৰ মিত্ৰ হৰি ঘোঁৰা বান্ধা,— বান্ধি খুলি দিয়া আৰু আমাৰ স্তোতা সভাৰ সন্মুখত বহি আমাৰ লগত শ্লোক গোৱা। পাচত স্তৱ কৰা। যজমানক অন্ন দিয়া ॥১॥ হে ইন্দ্ৰ, এয়া সোম পান কৰা। হে মহান ইন্দ্ৰ, উৎপত্তি হৈয়েই তুমি যি সোম হৰ্ষৰ কাৰণে

আৰু বলৰ কৰ্ম্মৰ কাৰণে পান কৰিছিলা, তেনেকুৱা সোম নেতা সকলে গাখীৰ মিহলাই, পানী চটিয়াই, শিলেৰে চেপি তোমাৰ কাৰণে প্ৰস্তুত কৰিছে ॥২॥ অগ্নি জ্বলোৱা হলত, সোম চেপা হলত, হে ইন্দ্ৰ, তোমাক অতি ভালকৈ বহন কৰিব পৰা হৰি ঘোঁৰাই বহন কৰি আনক। মই তোমাক থিৰ মনেৰে পুণঃ পুণঃ আহ্বান কৰিছো। হে ইন্দ্ৰ, তুমি আমাৰ মহৎ কল্যাণৰ কাৰণে আহাঁ ॥৩॥ হে ইন্দ্ৰ, সদায় সোম পানৰ কাৰণে যজ্ঞলৈ তুমি যোৱা। আমি মুহৎ মনেৰে তোমাক কামনা কৰা সোম পানৰ দিহা হোৱা আমাৰ যজ্ঞলৈ আহঁা—আমি যোজনা কৰা এই স্তোত্ৰ শুনা। পাচত যজমানে তোমাৰ শৰীৰৰ কাৰণে সোমাত্মক অন্ন দিয়ক ॥৪॥ হে ইন্দ্ৰ, দূৰ দেশত দ্যুলোকত যদি তুমি আছঁা, যদি বা অন্য দেশত আছাঁ, যদি বা নিজৰ ঘৰত আছাঁ যি দেশতেই তুমি থাকা সেই ঠাইৰ পৰা আহি. হে স্তুতি ভাল পোৱা ইন্দ্ৰ, নিযুত-নামৰ ঘোঁৰা-যুক্ত মৰুত গণেৰে সৈতে সন্তোষ হৈ আমাৰ যজ্ঞ ৰক্ষা কৰা ॥৫॥

## ৪১ সূক্ত—ঋ: ৫।

### ঋষি আদি ১৮ সূক্তৰ দৰে।

হে ইন্দ্ৰ, খং.নকৰাকৈ তুমি আমাৰ যজ্ঞলৈ আহাঁ। সেই কাৰণে তোমালৈ অভিযুত কৰা সোম শোধন কৰা হৈছে। হে বজ্ৰবান্ ইন্দ্ৰ, গৰুৰ পালৰ দৰে নিজ স্থানৰ সম্মুখত সোমৰ কলহ বিলাক আছে। যজ্ঞাই দেবতাৰ মুখ্য তুমি (সেইবাবে) আহাঁ ॥১॥ হে ইন্দ্ৰ, যি তোমাৰ জিভা ভালকৈ বিধতাই কৰিলে, উত্তম তোমাৰ সেই জিভাৰে আমাৰ বহুত সোম ৰসৰ ঢৌ পান কৰা। সেই অৰ্থে অধ্বৰ্য্যুৱে (সোমৰ কলহ হাতত লৈ) থিয় দিছে। হে ইন্দ্ৰ. শত্ৰুৰ গাইগৰু ইচ্ছা কৰি তোমাৰ বজ্ৰ সংযত কৰা ॥২॥ দ্ৰবন শীল, কামবৰ্ষী, বিশ্বৰূপ এই সোম, কামবৰ্ষী ইন্দ্ৰলৈ সংস্কাৰ কৰা আছে। হে হৰিৱ, সকলোৰে অধিষ্ঠাতা, উগ্ৰ ইন্দ্ৰলৈ, এনে সোমপান কৰা, যি সোমৰ বহুত দিনৰ তুমি ঈশ্বৰ, যি সোম তোমাৰ অন্ন হিচাপে কল্পনা কৰা হৈছে ॥৩॥ হে ইন্দ্ৰ, চেপা এয়া সোম নেচেপা সোমতকৈ প্ৰশস্ততৰ, অভীজ্ঞ তোমাৰ কাৰণে ৰমণীয় আৰু শ্ৰেষ্ঠ। হে শত্ৰুক খেদোৱা ইন্দ্ৰ, যজন কৰিব পৰা এই সোমৰ ওচৰলৈ আহা (আৰু) এই সোমেৰে সকলো বল পূৰণ কৰি লোৱা ॥৪॥ হে ইন্দ্ৰ, তোমাক আহ্বান কৰিছে—আমাৰ ফালে আহাঁ। আমাৰ সোম তোমাৰ শৰীৰলৈ যথেষ্ট হওক। হে শতক্ৰতু ইন্দ্ৰ, তুমি আমি চেপা সোমেৰে তৃপ্ত হোৱা। সংগ্ৰামত আমাক ৰক্ষা কৰা। সকলো প্ৰজাকো ৰক্ষা কৰা ॥৫॥

## ৪২ সূক্ত—ঋ: ৪।

### ঋষি আৰু দেবতা ১৭ সূক্তৰ দৰে। ছন্দ—অনুষ্টুভ্ ৪ বৃহতী।

হে অধ্বৰ্য্যু, সোম পান কৰিবলৈ ইচ্ছা কৰা, সকলো জনা, বহুত ঠাই ফুৰা, যজ্ঞলৈ যোৱা, পিচত নোযোৱা, যজ্ঞৰ নেতা এই ইন্দ্ৰক ভৰণ কৰা (সোম দিয়া) ॥১॥ হে অধ্বৰ্য্যু, অতি বেচি সোমপান কৰা বলবন্ত ইন্দ্ৰৰ সম্মুখলৈ অভিযুত কৰা সোম পাত্ৰেৰে সৈতে লৈ যোৱা ॥২॥ হে অধ্বৰ্য্যু সকল, অভিযুত দীপ্তিমন্ত সোমেৰে যেতিয়া তোমালোক ইন্দ্ৰৰ ওচৰলৈ যোৱা তেতিয়া মেধাবী ইন্দ্ৰই সকলো জানে আৰু শত্ৰু ধৰ্ষক তেওঁ সেই শত্ৰু মাৰে ॥৩। হে অধ্বৰ্য্যু, তুমি এই ইন্দ্ৰকেই অভিযুত কৰা সোমঅন্ন যাচি দিয়া। সেই ইন্দ্ৰই সকলো সাজু হৈ থকা, জয় কৰিব লগীয়া শত্ৰুক, সিইঁতে কৰা বিদ্বেষৰ পৰা আমাক ভালকৈ ৰক্ষা কৰক ॥৪॥

## ৪৩ সূক্ত—ঋ: ৪।

### ঋষি আৰু দেবতা ১৭ সূক্তৰ দৰে। ছন্দ—উষ্ণীক্

হে ইন্দ্ৰ, যি সোমৰ আমোদত শম্বৰ অসুৰক দিবোদাসৰ কাৰণে বধ কৰিছিলা, সেই সোম তোমাৰ কাৰণে চেপা এয়া পান কৰা ॥১॥ হে ইন্দ্ৰ, যি তীব্ৰ সোম (প্ৰাতঃ সবনত) অভিযুত হৈছে, সেই মদকৰ সোম (মাধ্যন্দিন সবনৰ অন্তত তৃতীয় সবনত) ৰখা হৈছে। সেই তোমাৰ কাৰণে ৰখা সোম এতিয়া পান কৰা ॥২॥ হে ইন্দ্ৰ, যি সোমৰ আমোদত পৰ্ব্বতৰ মাজত থকা দৃঢ়কৈ বান্ধি থোৱা গৰুৰ বান্ধোন মুকলি কৰিলা—সেয়া তোমাৰ কাৰণে ৰখা এয়া সোম পান কৰা ॥৩॥ হে ইন্দ্ৰ, যি সোমঅন্নৰ আমোদত ঐন্দ্ৰী (ইন্দ্ৰৰ উপযুক্ত), বল ধাৰণ কৰিলা, সেয়া তোমাৰ কাৰণে চেপা এই সোম পান কৰা ॥৪॥

## ৪৪ সূক্ত—ঋ: ২৪।

### ঋষি—বৃহস্পতিৰ পুত্ৰ শংযো। ছন্দ-ত্ৰিষ্টুভ্; ১—৬ অনুষ্টুভ্; ৭।৮ বিৰাট্; ৯ বিৰাট্ বা ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

হে ধনবান ইন্দ্ৰ, যি সোম অতি ধনবান, যি যশেৰে

অতি যশস্বী, হে অন্নৰ পতি ইন্দ্ৰ, সেই সোম অভিষুত হৈ তোমাৰেই মদকৰ হৈছে। ॥১॥ হে বহুত সুখী ইন্দ্ৰ, যি সুখকৰ সোম তোমাৰ স্তোতাৰ ধন দাতা হয়; হে অন্নৰ পতি……১ ঋকৰ দৰে দৰে ॥২॥ যি পান কৰা সোমেৰে প্ৰবৃদ্ধ হৈ নিজ মৰুতসকলেৰে সৈতে বলেৰে শত্ৰুক বধ কৰা হৈছা, —হে ‥ ‥ ১ ঋকৰ দৰে ॥৩॥ (হে ঋত্বিক যজমান সকল), তোমালোকৰ কাৰণে অন্যায় নকৰা, বলৰ পতি, সকলো শত্ৰু জয় কৰা, নেতা, অতি দাতা, সকলোৰে দ্ৰষ্টা ইন্দ্ৰকেই স্তুতি কৰিছোঁ। ॥৪॥ স্তুতিৰে যাৰ বৰ্দ্ধন হয়, শত্ৰুৰ ধনৰ পতি, এই ইন্দ্ৰৰ শোষক বল তোমালোকেই দেৱী দ্যাবা-পৃথিবীৰ মাজত সোনকালে পৰিচৰণ কৰা ॥৫॥ (হে স্তোতাসকল) তোমালোকৰ স্তোত্ৰৰ মাহাত্ম্য ইন্দ্ৰৰ কাৰণে বহিবলৈ কুশ মেলাদৰে মেলিব (কৰ) লগীয়া, (কাৰণ) যি ইন্দ্ৰৰ ৰক্ষণ মেধাবীৰ দৰে, যি ইন্দ্ৰৰ ৰক্ষণ বিলাক ইন্দ্ৰৰ সমানে (লগতে) বাস কৰা (থকা) ৰক্ষণ বিলাক উৎপত্তি হয় ॥৬॥ সেই ইন্দ্ৰই কৰ্ম্মত (যজ্ঞ কৰ্ম্মত) পটু যষ্টাক চিনি পায়। মিত্ৰ, অতি নতুন সোমপান কৰা (ইন্দ্ৰই) স্তোতাক শ্ৰেষ্ঠ ধন দিয়ে। হবি অন্নবান সেই ইন্দ্ৰই, শকত কপাইঁ দিয়া ঘুৰীৰে স্তোতাৰ ৰক্ষণ ইচ্ছা কৰি আহি (স্তোতাৰ) ৰক্ষক হয় ॥৭॥ ঋতৰ (নিয়মৰ যজ্ঞৰ) বাট কৰোতা, সকলোৰে দ্ৰষ্টা ইন্দ্ৰই সোম পান কৰক। সেই সোমে ইন্দ্ৰৰ মনত থিতি লবলৈ স্তোতা দেব সকলে (যজ্ঞ) কৰ্ম্ম কৰিছে। শত্ৰু বিজয়ী মহৎ নিজৰ শৰীৰ ধাৰণ কৰি স্তুতিৰে পাব পৰা হৈ চাবৰ কাৰণে প্ৰকাশ কৰক ॥৮॥ হে ইন্দ্ৰ, অতি দীপ্তিমান বল আমাক দিয়া। আমাৰ স্তোতা মানুহক বহুত শত্ৰু সেনাৰ পৰা নিবাৰণ কৰা। বাঢ়ি থকা অন্ন আমালৈ নিজ প্ৰজ্ঞাৰে দিয়া। ধন ভোগ কৰিবলৈ আমাক ৰক্ষা কৰা ॥৯॥ হে ধনবান ইন্দ্ৰ, কামনা পূৰক তোমাকেই হবি দিবলৈ লৈছো। হে হবিৰ ইন্দ্ৰ, বিপৰীত নহবা। মানুহৰ কাৰণে তোমাৰ বাহিৰে অন্য বন্ধু নাই। (আৰু কি বিশেষ কৰ্ম’– হে ইন্দ্ৰ, তোমাক পূৰ্ব্বৰ লোক সকলে ধনৰ বিধায়ক বুলি কেলেই কৈছিল ? ॥১০॥ হে কামবৰ্ষী ইন্দ্ৰ, উৎপাৎ কৰা বিলাকলৈ আমাক এৰি নিদিবা। ধনবান তোমাৰ সখীভূত থকা আমি যেন হিংসিত নহওঁ। মানুহৰ মাজৰ পৰা বহুত বিধিনি তোমাৰ কাৰণে উৎপাদন কৰে। অভিষৱ নকৰা বিলাকক মাৰা আৰু হবি নিদিয়া বোৰক নিৰ্ম্মূল কৰা ॥১১॥ মেঘৰ দৰে গৰজি ইন্দ্ৰই ঘোঁৰা আৰু গোধন উলিয়াই। হে ইন্দ্ৰ, পূৰণি (পূৰুষ) তুমি স্তোতাৰ ধৰণী। ধনবান তোমাক হবি নিদিয়াই হিংসা নকৰক ॥১২॥ হে বলবান অধ্বৰ্য্য মহৎ এই ইন্দ্ৰক অভিষুত কৰা সোম দিয়া। সেই ইন্দ্ৰ এই সোমৰ ৰজা।--যি ইন্দ্ৰক পূৰণি কালত আৰু এতিয়া (আধুনিক কালত) স্তৱ কৰা ঋষি সকলে দুৱোবিধ স্তুতিৰে বৰ্দ্ধন কৰিছিল (আৰু কৰে) ॥১৩॥ অভীক্ষ ইন্দ্ৰই এই সোম পানৰ আমোদত বহুত আৰক বৃত্ৰক (শত্ৰুক) লগত কোনো নোহোৱাকৈ মাৰিছিল। এই ধুনীয়া গালৰ (মুখৰ) বীৰ ইন্দ্ৰক মধুৰ সোমৰস পান কৰিবলৈ দিয়া ॥১৪॥ এই ইন্দ্ৰই চেপা সোম পান কৰা হওক। সোমেৰে আনন্দ কৰি বজ্ৰেৰে আৱৰক শত্ৰুক হত্যা কৰা হওক। এই নিবাস দাতা, স্তোতা সকলৰ ৰক্ষক, যজমানৰ পালক এই ইন্দ্ৰ দূৰ দেশত থাকিলেও আমাৰ যজ্ঞৰ ফালে অহা হওক ॥১৫॥ সেই ইন্দ্ৰৰ পানাৰ্হ, ইন্দ্ৰৰ প্ৰিয়, পান কৰিবলগীয়া এয়া সে'মৰস অমৃত ইন্দ্ৰই এনেকৈ পান কৰক (যাতে) ভাল মনৰ হৈ আমাৰ হিংসকক আমাৰ পৰা আঁতৰাই দিয়ে (আৰু) পাপক আমাৰ পৰা আঁতৰাই দিয়ে ॥১৬॥ হে ধনবান বীৰ ইন্দ্ৰ, এই সোমেৰে আমোদ কৰি আমাৰ জনা আৰু নজনা অমিত্ৰ (শত্ৰুক) মাৰা। আমাক খেদি অহা, আমালৈ পুণঃ পুণঃ অস্ত্ৰ এৰি দিয়া শত্ৰুক খেদোৱা আৰু মাৰা ॥১৭॥ হে ধনবান ইন্দ্ৰ, আমালোকৰ এই যুদ্ধত আমাক মহৎ ধন পাবলৈ সুগম কৰি দিয়া। হে ইন্দ্ৰ, প্ৰাপ্তব্য ধন পাবলৈ, পুত্ৰ, পৌত্ৰ আৰু জয়ৰ কাৰণে আমাক সমৃদ্ধ কৰা ॥১৮॥ হে ইন্দ্ৰ, তোমাৰ কামবৰ্ষী, নিজেই ৰথত যোগ হোৱা, কামবৰ্ষক ৰথ টনা, পানী বৰ্ষক, লেকাম লগোৱা, খৰকৈ যোৱা, আমাৰ ফালে অহা, সদায় ডেকা, বজ্ৰ কঢ়িয়াই অনা ভালকৈ বন্ধা ঘোঁৰাই বহুত আমোদকৰা সোম পান কৰিবলৈ তোমাক লৈ আহক ॥১৯॥ হে কামবৰ্ষী ইন্দ্ৰ, ডেকা তোমাৰ ঘোঁৰা বিলাকেৰে সমুদ্ৰৰ ঢৌৰ দ'ৰে পানী সিঁচি অহা দৰে মত্ত, তোমাৰ কাঠৰে সজা ৰথত লাগি আছে—(তাতে তুমি আহা)। হে ইন্দ্ৰ, সদায় ডেকা, কামবৰ্ষী তোমাক, শিলত চেপা কামবৰ্ষী সোমৰ ভাগ তোমালৈ বাখি থৈছে (সেই বাবে আহঁা) ॥২০॥ হে ইন্দ্ৰ, তুমি দ্যুলোকৰ সেচনকৰ্ত্তা, পৃথিবীৰ কামবৰ্ষী, (বৰষুণ) বৰ্ষণ কৰি নৈ বিলাকৰ পানীৰে পূৰক, সৰ্ব্ব হোৱা স্থাৱৰ জঙ্গমৰ কামবৰ্ষী। হে কামবৰ্ষী ইন্দ্ৰ, শ্ৰেষ্ঠ সেক্তা তোমাক মধুৰ ৰস মধুৰ দৰে পান কৰিব লগীয়া সোম পানেৰে বৰ্দ্ধন কৰে (গতিকে সোম পান কৰা) ॥২১॥ এই দ্যোতমান সোমে ইন্দ্ৰৰ লগত জন্ম হৈ পনীক বলেৰে স্তব্ধ কৰি দিলে। আৰু

এই সোমে বল অসুৰৰ নিজৰ অস্ত্ৰ বিলাক অপহৰণ কৰিলে আৰু বাপেকৰ মায়াও গুচাই দিলে ॥২২॥ এই সোমেই উষাৰ ভাল পতি কৰি দিলে। এৱেঁই সূৰ্য্য মণ্ডলৰ জ্যোতি ধাৰণ কৰিলে। (তিনি সৱন ৰূপী) তিনি ধাতুৰ এই সোমে স্বৰ্গত জিলিকি থকা তৃতীয় স্থানত লুকাই থকা অমৃত বিচাৰি উলিয়ালে ॥২৩॥ এই সোমে দ্যাবাপৃথিবী ৰখায় দিলে। এই সোমেই সূৰ্য্যৰ ৰথ সাত ৰশ্মিৰে যুক্ত কৰিলে। এই সোমেই প্ৰজাৰে গৰুৰ ভিতৰত পৰিপক্ক গাখীৰৰ ওহাৰ ৰূপী গৰ্ভ কৰিলে ॥২৪॥

## ৪৫ সূক্ত—ঋ ৩৩।

ঋষি—বৃহস্পতিৰ পুত্ৰ শংযো। ছন্দ—গায়ত্ৰী; ২৯ অতিনিচৃৎ। ৩৩-অনুষ্টুভ্। দেৱতা-ইন্দ্ৰ; ৩১ ৩৩ বৃবুৰ্ত্তক্ষা।

যি ইন্দ্ৰই তুৰ্ব্বশ আৰু যদুক দূৰদেশৰ পৰা ভালকৈ আনিছিল, ডেকা সেই ইন্দ্ৰ আমাৰ সখা হওক ॥১॥ মেধাবী নহলেও স্তোতাজনক ইন্দ্ৰই অন্ন দিয়ে। ঘোঁৰাৰে খৰকৈ নোযোৱাকৈও শত্ৰুৰ নিহিত ধনৰ জেতা হয় ॥২॥ এই ইন্দ্ৰৰ নীতি নিয়ম মহৎ আৰু প্ৰশস্ত স্তুতি বিলাক বহুত হয়। এই ইন্দ্ৰৰ ৰক্ষা কৰা কাম ক্ষীণ নহয় ॥৩॥ হে সখা সকল (স্তোতা সকল), মন্ত্ৰৰে বহন কৰা ইন্দ্ৰক অৰ্চনা কৰা। তেওঁৰ স্তোত্ৰ গোৱা। সেই ইন্দ্ৰই আমাক সুমতি দিয়ক ॥৪॥ হে ইন্দ্ৰ, তুমি এজন আৰু দুজন (সকলো) স্তোতাৰ ৰক্ষক। আৰু আমাৰ দৰে মানুহৰ ৰক্ষক ॥৫॥ হে ইন্দ্ৰ, তুমিয়েই শত্ৰুক আমাৰ ওচৰৰ পৰা খেদোৱা। উক্থৰে স্তুতি কৰা আমাক সমৃদ্ধ কৰা। স্তোতাৰ নেতাক সুবীৰ পুত্ৰ পৌত্ৰ দিয়া বুলি কয় ॥৬॥ মন্ত্ৰৰে বাহক, ব্ৰাহ্মনক্, সখাক, ঋক্ স্তুতিৰ যোগ্য ইন্দ্ৰক খীৰতি গৰুৰ দৰে স্তুতিৰে আহ্বান কৰিছো ॥৭॥ বীৰ শত্ৰু সেনাৰ পৰাজয় কাৰী ইন্দ্ৰৰ (দুয়ো) হাতেৰে সকলো (দিব্য আৰু পাৰ্থিৱ) দুয়ো বিধ ধন ধৰি আছে বুলি (ঋষি সকলে) সদায় কয় (সেই ইন্দ্ৰক আহ্বান কৰিছো) ॥৮॥ হে বজ্ৰবান শচীপতি ইন্দ্ৰ, শত্ৰুৰ দৃঢ় হলেও নগৰ ভাঙি দিলা। অৱনত নোহোৱা মায়াও নাশ কৰিলা ॥৯॥ হে সত্য, সোমপান কৰা, অন্নৰ পালক ইন্দ্ৰ, আমি অন্ন ইচ্ছা কৰি তেনেকুৱা (গুণৰ) তোমাক আহ্বান কৰিছো ॥১০॥ হে ইন্দ্ৰ, যি পুৰণি কালত হৱন কৰিব লগীয়া আছিলা, যি বা শত্ৰুৰ লগত থকা ধনৰ কাৰণে নতুনকৈ হৱন কৰিব লগীয়া হৈছা, সেই তোমাকেই স্তুতি কৰিছো। তুমি আমাৰ স্তোত্ৰ শুনা ॥১১॥ হে ইন্দ্ৰ, তোমাৰ অনুগ্ৰহত থকা আমি আমাৰ ঘোঁৰাৰে শত্ৰুৰ ঘোঁৰাক (আৰু) শত্ৰুৰ লগত থকা প্ৰশস্ত অন্ন আৰু ধন স্তুতিৰে, জয় কৰিম ॥১২॥ হে বীৰ স্তুতিৰে বিচৰা ইন্দ্ৰ, শত্ৰুৰ নিহিত ধনৰ নিমিত্তে মহান তুমি সংগ্ৰামত শত্ৰুৰ জেতা হোৱা ॥১৩॥ হে অমিত্ৰৰ হন্তা ইন্দ্ৰ, তোমাৰ অতি খৰকৈ যোৱা যি গতি আছে, সেই গতিৰে (শত্ৰু জয় কৰিবলৈ) আমাৰ ৰথ পথিয়াই দিয়া ॥১৪॥ হে জয়শীল ইন্দ্ৰ, মহাৰথী তুমি আমাৰ লগত শত্ৰুক পৰাভৱ কৰা ৰথেৰে শত্ৰুৰ লগত থকা ধন জয় কৰা ॥১৫॥ সকলোৰে বিশেষ দ্ৰষ্টা, বৰ্ষণ কৰ্ত্তা, যি মাত্ৰ ইন্দ্ৰই প্ৰজাৰ অধিপতি হৈ জন্ম হৈছে, সেই ইন্দ্ৰকেই (হে স্তোতা) স্তুতি কৰা ॥১৬॥ হে ইন্দ্ৰ, তুমি যে ৰক্ষণেৰে সুখকৰ, সখা, স্তুতি কৰা আমাৰ আগতে বন্ধু আছিলা সেই তুমিয়েই আমাক এতিয়াও সুখ দিয়া ॥১৭॥ হে বজ্ৰবান ইন্দ্ৰ, স্পৰ্দ্ধমান অভিগন্তা অসুৰৰ সেনা বেচিকৈ অভিভৱ কৰিবলৈ নিজ হাতত বজ্ৰ ধৰক ॥১৮॥ যি প্ৰথম (-তে উৎপত্তি). ধন দাতা, সখা, স্তোতাক প্ৰেৰণা দিয়া বেচিকৈ মন্ত্ৰেৰে বহন কৰা সেই ইন্দ্ৰক স্তুতি কৰিছো ॥১৯॥ সেই বেচিকৈ স্তুতিৰে ভজন কৰিবলগীয়া অপ্ৰতিহত গমনৰ ইন্দ্ৰই সকলো পাৰ্থিৱ ধনৰ একমাত্ৰ পতি ॥২০॥ হে গোপতি ইন্দ্ৰ, তুমি ঘুৰীৰে সৈতে (আহি) যাতে আমাৰ দাৰিদ্ৰ্য নাশ হয় তেনেকৈ বহুত ঘোঁৰাৰে, বহুত গৰুৰে আৰু অন্নেৰে পূৰণ কৰ। ॥২১॥ হে স্তোতাসকল, সোম চেপা হলে, শত্ৰুক বিমোৰ কৰা পুৰুহুত ইন্দ্ৰক সেই স্তোত্ৰেৰে স্তুতি কৰা যি স্তোত্ৰেৰে ঘাঁহ খোৱা গৰুৰ দৰে তেওঁৰ সুখকৰ হয় ॥২২॥ বাস কৰাওঁতা সেই ইন্দ্ৰই যদি আমাৰ স্তুতি শুনে (তেনেহলে) বহুত গৰু যুক্ত অন্ন দিবলৈ কুণ্ঠিত নহয় ॥২৩॥ (বহুত হানি কৰা) কৃবিংস্য নামৰ বহুত গৰু থকা দস্যুক দস্যুমৰা ইন্দ্ৰই আক্ৰমন কৰিলে আৰু নিজ কৰ্ম্মেৰে সেই (লুকাই থোৱা) গৰু আমাক দিলে ॥২৪॥ হে শতক্ৰতু ইন্দ্ৰ, তোমালৈ আমাৰ এই স্তুতি বাক্য বিলাক (গোহালীত থকা) পোৱালীৰ গুৰিলৈ মাক (হেম্বেলিয়াই) যোৱা দৰে পুনঃ পুনঃ ভালকৈ যাওক ॥২৫॥ হে ইন্দ্ৰ, তোমাৰ সখীত্ব বিনাশ নহয়। হে বীৰ ইন্দ্ৰ, গৰু ইচ্ছা কৰাক তুমি গৰু দিয়া—ঘোঁৰা বিচৰাক তুমি ঘোঁৰা দিয়া ॥২৬॥ হে ইন্দ্ৰ, তুমি আমাৰ মহৎ ধনৰ কাৰণে সোম অন্ন পান কৰি হৃষ্ট হোৱা। তোমাৰ স্তোতাক নিন্দকৰ বশ নকৰিবা ॥ ২৭ ॥ হে স্তুতিৰে বন্দনীয় ইন্দ্ৰ, খিৰতী গৰুবিলাক যেনেকৈ পোৱালীৰ ওচৰলৈ যায় তেনেকৈ সোমৰস বাৰে বাৰে চেপা হলে আমাৰ এই

স্তুতি বিলাকৰে সৈতে তোমাৰ ওচৰ পাইগৈ ॥ ২৮ ॥ হে ইন্দ্ৰ, যজ্ঞৰ থলীত হবি অন্নৰে সৈতে গোৰা বহুত স্তৱকৰাৰ স্তোত্ৰ বিলাকে বহুত শত্ৰু নিধন কৰা তোমাক বল বৰ্দ্ধন কৰে ॥ ২৯ ॥ হে ইন্দ্ৰ, অতি বহন কৰিব পৰা আমাৰ স্তোত্ৰই তোমাৰ ওচৰ পাওক। আমালৈ মহৎ ধন পঠিওৱা ॥ ৩০ ॥ বৃবু নামৰ পনীৰ বাঢ়ৈয়ে যুৱৰ দৰে ওখ ঠাইত থকা গঙ্গাৰ পাৰৰ ওখ গছ গুচ্ছ (সৰু গছ) যেন হল (নম্ৰ হল) ॥ ৩১ ॥ (পনীৰ বাঢ়ৈ নীচ জাতি হলেও ভৰদ্বাজ ঋষিক হাবিৰ মাজত ক্ষুধাৰ্ত্ত অৱস্থাত খাবলৈ আৰু বহুত গৰু দান দিছিল। এই তিনিটি ঋকেৰে তাৰেই কথা কৈছে)। বায়ুৰ দৰে খৰকৈ গৈ বৃবুৱে কল্যাণকৰ সহস্ৰ ধন ধনার্থী মোক দান দিলে ॥ ৩২ ॥ (গৰু দিয়াৰ পাচত ধন দিলে)। সেই বৃবুক আমি সকলো স্তোতাই সদায় সহস্ৰ ধন দাতাক ভালকৈ স্তুতি কৰোঁ,—প্ৰাজ্ঞ সহস্ৰ ধন দাতা বুলি স্তুতি কৰোঁ। ॥ ৩৩ ॥

৪৬ সূক্ত—ঋ ১৪।

ঋষি—বৃহস্পতিৰ পুত্ৰ শংযো। ছন্দ—প্ৰাগাথ (যুগ্ম সংখ্যাৰ বিলাক সতোবৃহতি আৰু অযুগ্ম সংখ্যাৰ বৃহতী)। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, আমি স্তোতাই ভজন কৰিবৰ নিমিত্তে তোমাকেই আহ্বান কৰো। সংপতি তোমাক অন্য মানুহেও আবৰক শত্ৰুক জয় কৰিবলৈ আহ্বান কৰে। যুদ্ধৰ কাৰণে ঘোঁৰা ৰখা ঠাইত তোমাক আহ্বান কৰে ॥ ১ ॥ হে বিচিত্ৰ বজ্ৰহস্ত বজ্ৰবান ইন্দ্ৰ, শত্ৰুৰ ধৰ্ষক তেনেকুৱা মহান তুমি, স্তুতি কৰি থকা আমাক, যুদ্ধ বিজয়ী পুৰুষক যেনেকৈ বহুত অন্ন দিয়া, তেনেকৈ আমাক গৰু, আৰু ৰথ বহন কৰা ঘোঁৰা দিয়া ॥২॥ যি ইন্দ্ৰৰ মহা শত্ৰুৰ হন্তা, সেই সকলোৰে দ্ৰষ্টা ইন্দ্ৰক আমি আহ্বান কৰিছো। এহেজাৰ অণ্ডকোষ থকা, বহুত ধনৰ, সংপতি ইন্দ্ৰই সংগ্ৰামত আমাৰ বৰ্দ্ধন কৰা হওক ॥ ৩ ॥ হে ঋজীষম ইন্দ্ৰ, শত্ৰুৰ ধৰ্ষণ কৰা, সংগ্ৰামত আমাৰ শত্ৰুক বৃষভৰ দৰে খণ্ডেৰে বাধা দিয়া। পুত্ৰ, পানী আৰু সূৰ্য্যৰ কাৰণে (সূৰ্য্য দেখিবলৈ) মহাধন লাভ কৰা যুদ্ধত আমাৰ ৰক্ষিতা (হব লাগিব বুলি) জানিবা ॥ ৪ ॥ হে ইন্দ্ৰ, অতি প্ৰশস্ত, অতি বলকৰ পুৰক অন্ন আমালৈ আহৰণ কৰা। হে বিচিত্ৰ বজ্ৰহস্ত, ধুনীয়া মুখৰ ইন্দ্ৰ, যি অন্নৰে এই দুয়ো দ্যাবাপৃথিবী পূৰণ কৰিছা (সেই অন্ন দিয়া) ॥ ৫ ॥ হে ৰজা ইন্দ্ৰ, দেৱতাৰ মাজত উগ্ৰ শত্ৰু মানুহ অভিভৱ কৰা তোমাক আহ্বান কৰিছো। তুমি সকলো ৰাক্ষসক ভালকৈ বাধিত কৰা। হে বাস কৰাওঁতা ইন্দ্ৰ, আমাৰ শত্ৰুক সুখেৰে পৰাজয় কৰিব পৰা কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, মানুহৰ প্ৰজাৰ যি বল আৰু ধন আছে, পাঁচ জাতিৰ মাজত যি অন্ন আছে, সেইবিলাক আমালৈ লৈ আহা। মহান সকলো বল আমালৈ লৈ আহা ॥ ৭ ॥ হে মঘবন ইন্দ্ৰ, তৃক্ষ ৰজাৰ যি বল আছে দ্ৰুহ্যুৰ যি বল আছে, পুৰুৰ যি বা বল আছে সেইবিলাক বল সংগ্ৰামত শত্ৰু মাৰিবলৈ আমাক দিয়া ॥ ৮ ॥ হে ইন্দ্ৰ, তিনি প্ৰকাৰ তিনি বৰুথ (জাৰ, জহ আৰু বৰ্ষা) নিবাৰক ঢাকনি (ছাল) থকা হবি আদি অন্নেৰে যুক্ত ঘৰ আমাক দিয়া। এই শত্ৰুৰে পথিওৱা জলন্ত অস্ত্ৰবিলাক গুচাই দিয়া ॥ ৯ ॥ যি মানুহে মনেৰে শত্ৰুৰ গৰু ইচ্ছা কৰি শত্ৰুক দমন কৰে, সাহসেৰে আক্ৰমণ কৰি শত্ৰু বশ কৰে, —হে মঘবন, গিৰ্ব্বন (স্তুতি ভাল পোৱা) ইন্দ্ৰ, এতিয়া তেনেকুৱা মানুহৰ পৰা আমাক ৰক্ষা কৰিবলৈ ওচৰলৈ আহা ॥ ১০ ॥ হে ইন্দ্ৰ, পাখীলগা তীক্ষ্ণ শৰবিলাক যেতিয়া আকাশেদি আহে, তেতিয়া আমাৰ ৰক্ষক হবা, —আমাৰ নেতাক যুদ্ধত ৰক্ষা কৰিবা ॥ ১১ ॥ হে ইন্দ্ৰ, যি সমস্ত বীৰ যোদ্ধাই পিতৃৰ প্ৰিয় স্থান (নিজ ঘৰ) এৰি আহি নিজ শৰীৰ বিস্তাৰ কৰে (শত্ৰুৰ আগত দেখুৱাই), এই সমস্ত আমাৰ (নিজক), পুত্ৰাদিক শত্ৰুৱে নজনাকৈ ৰক্ষা কবচেৰে ৰক্ষা কৰিবাঁ আৰু আমাৰ শত্ৰু নাইকিয়া কৰি দিবাঁ ॥ ১২ ॥ হে ইন্দ্ৰ, মহাধন (পোৱা) সংগ্ৰামত উদ্যোগ কৰোতে, বিষম বাটত আৰু কুটিল বাটত, অন্তৰীক্ষত খাদ্য (চিকাৰ) বিচৰা শেনৰ দৰে (চোঁ মাৰি) আমাৰ ঘোঁৰা পঠিয়াই দিয়া ॥ ১৩ ॥ যদিও ভয়ত ঘোঁৰা বিলাকে চিঞঁৰে তথাপি তললৈ বৈ যোৱা নদীৰ দৰে সেই বেগী দৃঢ় খোজত যোৱা লেকাম লগোৱা ঘোঁৰাবিলাকে আকাশত চিকাৰ কৰা শেন চৰাইৰ দৰে ঘূৰি ঘূৰি গৰু লাভ কৰিবলগা যুদ্ধত পাক মাৰি পুনঃ পুনঃ যায় ॥১৪॥

৪৭ সূক্ত—ঋ ৩১।

ঋষি—ভৰদ্বাজৰ পুত্ৰ গৰ্গ। ছন্দ—ত্ৰিষ্টুভ; ১৯ বৃহতী; ২৩ অনুষ্টুভ; ২৪ গায়ত্ৰী; ২৫ দ্বিপদা ত্ৰিষ্টুভ্; ২৭ জগতী। দেৱতা—১-৫ সোম, ২০ ভূমি, বৃহস্পতি, ২২-২৫ সৃঞ্জয়ৰ পুত্ৰ প্ৰস্তোকৰ দানস্তুতি ২৯-৩০, ৩১ অংশ দুন্দুভি, ৩১ অং ৬-১৯, ২০ অং, ২১,৩১ অংশ—ইন্দ্ৰ; ২৬-২৮ ৰথ।

এই চেপা সোম সুস্বাদু আৰু মধুৰ, তীব্ৰ আৰু

ৰসাল। আৰু এই সোম পান কৰিলে ইন্দ্ৰক সংগ্ৰামত কোনেও পৰাস্ত কৰিব নোৱাৰে ॥১॥ এই যজ্ঞত এই সোম আস্বাদন কৰিলে অতি মদকৰ হয়।—যি সোম পান কৰি ইন্দ্ৰই বৃত্ৰক মৰা সময়ত মত্ত হৈছিল, শম্বৰ অসুৰৰ বহুত বল মাৰিছিল আৰু নিবায়ৰ্থে খন অসুৰৰ পুৰী ধ্বংস কৰিছিল ॥২। এই সোম পান কৰিলত মোৰ মাতকথা ভালকৈ ওলাইছে। এই সোমে শুই থকা বুদ্ধি প্ৰকাশ কৰে। এই ধীৰ সোমে ছখন বহল ঠাই (স্বৰ্গ, পৃথিবী, দিন, ৰাতি, পানী আৰু গছ-গছনি) নিৰ্ম্মল কৰিলে যাৰ বাহিৰে আৰু কোনো প্ৰাণী থাকিব নোৱাৰে ॥ ৩ ॥ এয়েই সোম যি পৃথিবী বিস্তাৰ কৰিলে, দ্যুলোকৰ দৃঢ়ত্ব কৰিলে ; সেয়েই এই সোমে। এই সোমে তিনিটাত (গৰুত, গছত আৰু পানীত) অমৃত ধাৰণ কৰিলে। বিস্তীৰ্ণ অন্তৰীক্ষ ধাৰণ কৰিলে ॥৪॥ এই বৰ্দ্ধক, মৰুত্বান সোমে নিৰ্ম্মল অন্তৰীক্ষত উষাৰ আৰম্ভণিত দেখিবলৈ বিচিত্ৰ দিব্যজ্যোতি বিচাৰি পালে। মহান এই সোমে ডাঙৰ খুটাৰে দ্যুলোক ধৰি ৰাখিলে ॥ ৫ ॥ হে বীৰ ইন্দ্ৰ, তুমি ধনৰ কাৰণে কৰা সংগ্ৰামত দোন কলহত থকা সোম খণ্ড নোহোৱালৈকে পান কৰা। মাধ্যন্দিন সবনত পেট সোমেৰে ভৰাই দিয়া। ধনৰ স্থান তুমি ধন আমাক দিয়া ॥৬॥ হে ইন্দ্ৰ, তুমি আগত যোৱা হৈ আমাক বাট দেখুৱাই দিয়া। শ্ৰেষ্ঠ ধন আমাক পোৱাই দিয়া। ভালকৈ পাৰ কৰা হোৱা। আমাক শত্ৰু অতিক্ৰম কৰি নিয়া। উৎকৃষ্ট নায়ক হৈ আমি বিচৰা ধনৰ ওচৰলৈ লৈ যোৱা ॥ ৭ ॥ হে ইন্দ্ৰ, জ্ঞানী তুমি আমাক বহল (স্বৰ্গ) স্থানলৈ লৈ যোৱা। স্বৰ্গৰ দৰে ভয়হীন জ্যোতিময় মঙ্গল ঠাইলৈ আমাক লৈ যোৱা। তোমাৰ শকত ধুনীয়া বৃহৎ হাতৰ ৰক্ষক হবলৈ আমি উপস্থিত থাকিম ॥৮॥ হে ইন্দ্ৰ, অতি বিস্তীৰ্ণ নিজৰ ৰথৰ ওপৰত আমাক স্থাপন কৰা যি ৰথ অতিবলী তোমাৰ ঘোঁৰাৰ পাচত থাকে (ঘোঁৰাই টানে)। অন্নৰ মাজত এটাইতকৈ ভাল অন্ন আমালৈ আনা। হে মঘবান ইন্দ্ৰ, ধনৰ স্বামী তুমি আমাৰ ধন অন্যৰ দ্বাৰা অতিক্ৰম নকৰাবা ॥ ৯ ॥ হে ইন্দ্ৰ, আমাক সুখ দিয়া। জীৱন দান কৰা ঔষধ আমাক দিবলৈ মন কৰা। আমাৰ বুদ্ধি অস্ত্ৰৰ ধাৰৰ দৰে চোকা কৰা। তোমাক বিচাৰি এয়া যিবা মই কৈছো সেয়া সেবন কৰা। মোক দৈৱিক ৰক্ষণ দিয়া ॥ ১০ ॥ ত্ৰাতা ইন্দ্ৰক আহ্বান কৰিছো। কামনা পূৰণ কৰা ইন্দ্ৰক আহ্বান কৰিছো। সকলো হবনত (যজ্ঞত) সুখেৰে আহ্বান কৰিব পৰা বীৰ, শত্ৰু পুৰুহুত ইন্দ্ৰক আহ্বান কৰিছো। এনে মঘবান ইন্দ্ৰই আমাক মঙ্গল কৰক ॥ ১১ ॥ সুত্ৰামা (ভাল ত্ৰাতা) ধনবান ইন্দ্ৰই ৰক্ষণেৰে সৈতে ভাল সুখদাতা হওক। সকলো জনা ইন্দ্ৰই শত্ৰুক বাধা দিয়ক, —আমাক ভয়হীন কৰক। আমি সুবীৰ্য্যৰ গৰাকী হম ॥ ১২ ॥ যজ্ঞাৰ্হ তোমাৰ সুমতিত আমি থাকিম। কল্যানীয় মনৰ ভাৱত আমি থাকিম। সুত্ৰামা, ধনবান ইন্দ্ৰই আমাৰ পৰা দুৰ ঠাইলৈ শত্ৰু আঁতৰাই বেলেগ কৰি দিয়ক ॥ ১৩ ॥ হে ইন্দ্ৰ, স্তোতাৰ সামৰূপ স্তোত্ৰ বিলাক পানী তললৈ যোৱাদৰে তোমাৰ পিচে পিচে গৈছে। বহুত হবিৰূপ ধন, বহুত অভিষুত সোম তোমাৰ পিচে পিচে গৈছে। হে বজ্ৰবান ইন্দ্ৰ, (সেই সোমত) গৰুৰ গাখীৰ আদি আৰু পানী সংমিশ্ৰন হৈছে ॥১৪॥ কোন স্তোতাই ইন্দ্ৰক স্তব কৰিব পাৰে? কোনে সন্তোষ দিব পাৰে? কোনে যজন কৰিব পাৰে? —যিহেতু এই ধনবান ইন্দ্ৰই উগ্ৰ হৈ সদায় নিজক জানে। এই ইন্দ্ৰই নিজ প্ৰজ্ঞাৰে প্ৰথম স্তোতাক পিচত আৰু পাচৰ স্তোতাক আগত—ভৰি পেলাই খোজ দিয়া দৰে কৰে ॥১৫॥ উগ্ৰ উগ্ৰ শত্ৰুবিলাকক দমন কৰি, আৰু সদায় স্তোতা সকলৰ স্থান সলনি কৰা এই ইন্দ্ৰক বীৰ্য্যবান বুলি শুনা যায়। বাঢ়ি যোৱা বিলাকৰ ৰজা ইন্দ্ৰই প্ৰজাবিলাকক ৰক্ষা কৰে ॥১৬॥ এই ইন্দ্ৰই পুৰণি সখীত্ব বৰ্জন কৰে আৰু তেওঁবিলাকক বিদ্বেষ কৰি (এৰি দি) অপ্ৰশস্ত কৰ্ম্মানুষ্ঠান কৰাৰ লগত সখীত্ব কৰে। পৰিচৰণ নকৰা প্ৰজাক এৰি পৰিচৰণ কৰাৰ লগত বহুত বচৰ ইন্দ্ৰই পাৰ কৰি দিয়ে ॥১৭॥ এই ইন্দ্ৰ প্ৰতিৰূপৰ প্ৰতিনিধি হয়। এই ইন্দ্ৰই সেই (পৰিবৰ্ত্তিত) ৰূপ দেখুৱাবলৈ (অগ্নি, বিষ্ণু, ৰুদ্ৰ আদি) ৰূপ ধাৰণ কৰে। ইন্দ্ৰই মায়াৰে বহুত ৰূপ ধৰি (একেলগে বহুত যজমানৰ ওচৰলৈ) যায়। এই ইন্দ্ৰৰ ৰথত জোৰা হৰি ঘোঁৰা সহস্ৰ সহস্ৰ আছে ॥ ১৮ ॥ হৰিৎ বৰ্ণৰ ঘোঁৰা ৰথত লগাই দীপ্ত ইন্দ্ৰই এই ত্ৰৈলোক্যত বহুত ঠাইত বিৰাজ কৰে। আৰু বহুত স্তোতাই বহি থাকোঁতে ইন্দ্ৰৰ বাহিৰে সদায় অন্য কোনে শত্ৰু পক্ষৰ বাধক হৈ ৰক্ষা কৰিব? ॥১৯॥ হে দেৱতা সকল, গৰু নচৰা নিৰ্জ্জন দেশ পাইছোঁহি। বহল ঠাই কাৰণে দস্যু বিলাকৰ খেলৰ ঠাই হৈছে। হে বৃহস্পতি, তুমি গৰু বিচাৰিবৰ উপায় দিয়া। এনে অৱস্থাত স্তোতা মোক হে ইন্দ্ৰ বাট দেখুৱাই দিয়া ॥২০॥ ইন্দ্ৰই নিজ ঠাই অন্তৰীক্ষৰ পৰা সূৰ্য্য ৰূপে ওলাই আহি দিনৰ ইটো ভাগ প্ৰকাশ কৰিবলৈ প্ৰতিদিনে একে ৰূপেৰেই ক'লা ৰাতিবিলাক বিতৃৰিত কৰে। বৰ্দ্ধন কৰা ইন্দ্ৰই যজ্ঞ নষ্ট কৰা দাস অসুৰ বৰ্চিন আৰু শম্বৰক (পানী গোট খোৱা) উদব্ৰজ নামে ঠাইত মাৰিছিল ॥২১॥ হে ইন্দ্ৰ,

তোমাৰ আৰাধনা কৰা স্তোতাক (মোক) প্ৰস্তোক ৰজাই দহোটা (সোণেৰে ভৰা) মোনা আৰু দহোটা ঘোঁৰা তৎক্ষণাৎ দিলে। আমি সেই অভিথিগ্ব দিবোদাসৰ (প্ৰস্তোকৰ) পৰা শম্বৰ অসুৰৰ পৰা কাঢ়িলোৱা (প্ৰস্তোকৰ নিজৰ) ধন গ্ৰহণ কৰিলো ॥২২॥ মই দহোটা ঘোঁৰা, দহোটা সোণৰ মোনা, বহুমূলীয়া দহখন কাপোৰ, দহ চপৰা সোণ দিবোদাসৰ পৰা পালো ॥২৩॥ দহখন ঘোঁৰাৰে সৈতে ৰথ অশ্বত্থই (মোৰ ভাই) পাইক দিলে (আৰু) অথৰ্ব্বণ সকলৰ কাৰণে এশ গাই গৰু দিলে ॥২৪॥ সৰ্ব্বজন হিতকৰ বহুত ধন ধাৰণ কৰা ভৰদ্বাজ সকলক (আমাক) সৃঞ্জয়ৰ পুত্ৰই (প্ৰস্তোকে) দি আমাক পূজা কৰিলে ॥২৫॥ (সৃঞ্জয়ৰ পুত্ৰ প্ৰস্তোক, দিবোদাস অতিথিগ্ব, অশ্বত্থ একেজনৰ বেলেগ বেলেগ নাম) ॥ হে বনস্পতি (গছৰ পৰা সজা ৰথ) তুমি দৃঢ় হোৱা। আমাৰ সখা হোৱা। আমাক প্ৰবৰ্দ্ধন কৰা সুবীৰ পুত্ৰাদি যুক্ত কৰা। গৰুৰ ছালেৰে (ছালৰ ৰচিৰে) তোমাক বন্ধা আছে। আমাক দৃঢ় কৰা। তোমাৰ ওপৰত থকা সকলে শত্ৰু সৈন্যক জয় কৰক ॥ ২৬ ॥ (হে অধ্বৰ্য্যু) দ্যুলোকৰ পৰা আৰু পৃথিবীৰ পৰা তোলা, বল থকা গছৰ পৰা অনা, বল ৰূপী, পানীৰ বেগৰ দৰে বেগী গৰুৰ ছালেৰে বেৰা (বন্ধা), ইন্দ্ৰৰ বজ্ৰৰ (এভাগ) ৰথ হবিৰে পূজন কৰা ॥২৭॥ যি ৰথ ইন্দ্ৰৰ বজ্ৰ (-ৰ এভাগ) মৰুতসকলৰ আগ, মিত্ৰৰ গৰ্ভ, বৰুণৰ নাভি, হে ৰথ দেৱতা, সেই তুমি এয়া হবি দিয়া যজ্ঞ সেৱন কৰি আমি দিয়া হবি গ্ৰহণ কৰা ॥২৮॥ হে দুন্দুভি (ঢোল), পৃথিবী আৰু স্বৰ্গত তোমাৰ শব্দ শুনাই দিয়া। বিশেষকৈ স্থাবৰ আৰু জঙ্গমৰ মাজত তোমাৰ ধ্বনি বেছিকৈ জানক। হে দুন্দুভি, তুমি ইন্দ্ৰ আৰু অন্য দেৱতাই সৈতে দূৰতকৈও দূৰত থকা আমাৰ শত্ৰু খেদাই দিয়া ॥২৯॥ হে দুন্দুভি, আমাৰ শত্ৰুক কন্দুৱাই দিয়া। আমাক বলেৰে পৰিপূৰ্ণ কৰা। দুঃখ দূৰ কৰি শব্দ কৰা। হে দুন্দুভি, আমাক দুঃখ দিয়া শত্ৰুসেনাক এই ঠাইৰ পৰা আঁতৰাই দিয়া। তুমি ইন্দ্ৰৰ হাতৰ মুঠিৰ (দৰে দৃঢ়) আমাক দৃঢ় কৰা ॥৩০॥ হে ইন্দ্ৰ, এই (শত্ৰুৰ হাতত থকা) গৰু আমালৈ ঘূৰাই আনা। এই দুন্দুভিয়ে বেছি শব্দ কৰি জনাই দিছে। ঘোঁৰাত উঠা আমাৰ মানুহ ঘূৰি ফুৰিছে। হে ইন্দ্ৰ, আমাৰ ৰথীয়ে শত্ৰুক জয় কৰক ॥ ৩১॥

৪৮ সূক্ত—ঋক্ ২২।

ঋষি—বৃহস্পতিৰ পুত্ৰ সংযো। ছন্দ প্ৰগাথ; ১।৩।৫।৭।১৪।১৯।২০— বৃহতী; ২।৪।১০।১২।১৭ সতো বৃহতী; ৬।৮ সহাসতোবৃহতী; ৭—মহাবৃহতী; ১১।১৬। ককুভ্; ১৩।১৮ পুৰউষ্ণিক্; ১৫—অতি জগতী; ২১ যবমধ্যা মহাবৃহতি; ২২ অনুষ্টুভ্। দেৱতা—১-১০ অগ্নি; ১১-১৫ মৰুতগণ; ১৬-১৯—পূষা; ২২—পৃশ্নি বা দ্যাবা ভূমি; ২০।২১ —পৃশ্নি।

(হে স্তোতাসকল), তোমালোকে যজ্ঞই যজ্ঞই দক্ষ অগ্নিক বাৰে বাৰে স্তুতি বাক্যেৰে স্তৱ কৰা। আমিও সেই প্ৰিয় মৰণহীন, জাতবেদ অগ্নিক প্ৰশংসা কৰি স্তোত্ৰ গাম ॥১॥ আমি সেই বলৰ পুত্ৰক প্ৰশংসা কৰিম। সেই অগ্নিয়ে আমাক বিচাৰিছে। আমি দেৱতালৈ হবি নিয়া অগ্নিক হবি দিম। অগ্নিয়ে যুদ্ধত আমাৰ ৰক্ষক আৰু বৰ্দ্ধক হওক। আমাৰ পুত্ৰাদিৰ ৰক্ষক হওক ॥ ২ ॥ হে কামবৰ্ষী, জৰাৰহিত, মহান অগ্নি, তুমি দীপ্তিৰে ভালকৈ প্ৰকাশ কৰিছা। হে দীপ্ত শুচি অগ্নি, অজস্ৰ শিখাৰে ডাঙৰকৈ জ্বলি প্ৰকাশ কৰা ॥৩॥ হে অগ্নি, তুমি মহৎ দেৱতা সকলক যজন কৰা। (সেইবাবে) আমাৰ যজ্ঞত অনুসক্ত হৈ দেৱতাক যজন কৰা। তোমাৰ প্ৰজ্ঞা আৰু কৰ্ম্মেৰে আমাৰ ৰক্ষণৰ কাৰণে (দেৱতাসকলক) আমাৰ ফালে আনি হবি অন্ন দিয়া আৰু তুমিও হবি অন্ন ভোগ কৰা ॥৪॥ পানী (বসতি বৰ্ষী), শিল আৰু কাঠেৰে ঋতৰ (নিয়মৰ যজ্ঞৰ) গৰ্ভত থকা অগ্নিক পূৰণ কৰে, যি অগ্নিক ঋত্বিকে বলেৰে মথন কৰি পৃথিবীৰ ওখ উৎকৃষ্ট ঠাইত থয় (সেই অগ্নিয়ে হবি অন্ন ভোগ কৰা) ॥ ৫ ॥ যি অগ্নিয়ে দুয়ো দ্যাবা-পৃথিবী পূৰণ কৰিছে, সেই অগ্নিৰ ধোঁৱা অন্তৰীক্ষলৈ বেগাই গৈছে। অন্ধকাৰ ৰাতিত কামবৰ্ষী অগ্নি ৰঙা হৈ জ্বলি অন্ধকাৰ নাশ কৰি কেউফালে দেখা গৈছে—ক'লা ৰাতি কামবৰ্ষী অগ্নি ৰঙা হৈ জ্বলিছে। (দুবাৰ কৈছে—আদৰাৰ্থত) ॥ ৬ ॥ হে ডেকা, দীপ্ত, অগ্নি দেৱতা, ভৰদ্বাজে জ্বলোৱা নিৰ্ম্মল মহৎ তেজেৰে তুমি আমাৰ কাৰণে ধন যাতে হয় তেনেকৈ জ্বলা। হে পাৱক অগ্নি, দ্যোতমান হৈ জ্বলা ॥ ৭ ॥ হে অগ্নি, তুমি মানুহৰ সকলো প্ৰজাৰ গৃহস্বামী হৈছা। হে অতি ডেকা অগ্নি, তুমি এশ বছৰ জ্বলোৱা এশ পুৰৰ (দুৰ্গৰ) শত্ৰুৰ পৰা ৰক্ষা কৰা। যি তোমাক জ্বলাই তেওঁ বিলাককো ৰক্ষা কৰা ॥ ৮ ॥ হে বাস কৰাওঁতা অগ্নি, দৰ্শনীয় তুমি ৰক্ষণেৰে সৈতে ধন আমালৈ পঠিয়াই দিয়া। এই সকলো ধনৰ তুমি ৰথী হৈছা। আৰু আমাৰ লৰা-লুৰিৰ প্ৰতিষ্ঠা সোনকালে কৰা ॥ ৯ ॥ হে অগ্নি,

কাৰো বাধা নোহোৱাকৈ, (বা) পৃথক (মৰণ) নোহোৱাকৈ পুত্র পৌত্রক পালন কৰা। দৈৱ ক্রোধৰ পৰা আমাক আঁতৰাই দিয়া, —মানুহৰ হিংসা নাইকিয়া কৰা ॥১০॥ হে সখা সকল, তোমালোকে নতুন স্তোত্রেৰে গাখীৰবতী গৰুজনীৰ ওচৰলৈ আহা আৰু (এনেকৈ) খুলি দিয়া যাতে কোনো হানি নহয় ॥ ১১ ॥ যিজনী গৰুৰ অমৰণৰ হেতু অন্ন (গাখীৰ) মৰুৎগণক খিয়াই দিছিল, সহনশীল, নিজ দীপ্তিৰে জ্বলা খৰগতিৰ মৰুৎগণে (যি খায়) সুখত তৎপৰ হয়, যি সুখৰ কাৰণে জ্বলি থকা ধোঁৱাৰে যাই, সেই মৰুতগণৰ কাৰণে সেই গৰুজনী খুলি দিয়া ॥ ১২ ॥ হে মৰুতসকল, ভৰদ্বাজক পূৰৱণি কালত বিশ্বক (দিবৰ যোগ্য) গাখীৰ দিয়া গৰু আৰু বিশ্বৰ সকলোৰে খাব পৰা অন্ন দুয়োবিধ দিছিলা ॥১৩॥ হে মৰুতসকল, ইন্দ্ৰৰ দৰে সুকৰ্ম্মা, বৰুণৰ দৰে প্রজ্ঞাবান, অৰ্য্যমাৰ দৰে স্তুত্য, বিষ্ণুৰ দৰে বহুত ধন দিয়া তোমালোকক ধন দিবৰ কাৰণে মই স্তুতি কৰিছো ॥১৪॥ এতিয়া আমি দীপ্ত, বহুত শব্দ কৰা, শত্রুৱে অভিভৱ কৰিব নোৱাৰা পুষ্টিদায়ক মৰুতগণৰ বলক স্তুতি কৰিছো যাতে এশ ধন আমালৈ (মানুহলৈ) কৰি দিয়ে, সহস্রধন যাতে কৰে, আৰু লুকায় থোৱা ধন যাতে উলিয়াই দিয়ে, —ধন আমাৰ সুলভ কৰি দিয়ে ॥ ১৫ ॥ হে পূষা, আমাৰ ৰক্ষণৰ কাৰণে আহা। হে আহি থকা পোহৰ, মাৰিবলৈ বিচৰা অৰি মানুহক বাধা দিয়া। তোমাৰ কাণৰ ওচৰতে সোনকালে তোমাক (স্তুতি কৰি) প্রশংসা কৰিম ॥ ১৬ ॥ হে পূষা, কাঙৰী পৰা গছ উঘালি নেপেলাবা। আমাৰ দুঃখৰ কথা কৈ ফুৰা (শত্ৰু) মানুহক বিনাশ কৰা। আৰু শত্রুৱে, জাল পেলাই চৰাই ধৰা দৰে যাতে আমাক ধৰিব নোৱাৰে তেনেকুৱা কৰা ॥ ১৭ ॥ হে পূষণ, তোমাৰ লগত আমাৰ সখীত্ব সদায় ছিদ্রহীন গাখীৰপূৰ্ণ মিহি ছালৰ দৰে সদায় একেদৰে বাধাহীন হৈ থাকক, —দৈ পূৰ্ণ ছালৰ দৰে ॥ ১৮ ॥ (পূষাৰ লগত ৰথত সদায় এখন এনে ছাল থাকে) ॥ হে পূষণ, তুমি সদায় মানুহক অতিক্ৰম কৰি থাকা। সম্পত্তিৰ বিষয় তুমি দেৱতা সকলৰ সৈতে সমান। সংগ্রামত আমাক শুভ দৃষ্টিৰে চাবা। পূৰৱণি কালত যেনেকৈ মানুহক ৰক্ষা কৰিছিলা তেনেকৈ আমাকো ৰক্ষা কৰা ॥ ১৯ ॥ হে কপাই দিয়া, বিশেষকৈ যজন কৰিবলগীয়া মৰুতসকল, সূনৃত বাক্যেৰে আমাক লৈ যোৱা। দেৱতাৰ বা মানুহৰ প্রশস্ত বাক্যেৰে বিচৰা ধন লৈ আহাঁ ॥ ২০ ॥ যি মৰুৎগণৰ কৰ্ম্ম তৎক্ষণাৎ দ্যুলোকত সূৰ্য্যৰ দৰে ব্যাপ্ত হয় সেই মৰুৎগণে দীপ্ত বজ্ৰাই শত্রুনাশক বল ধাৰণ কৰে, —যি বল বৃত্রহন্তা হয়। সেই বৃত্রহন্তা বল সকলোৰে শ্রেষ্ঠ বল হয় ॥ ২১ ॥ এবাৰ, মাত্র এবাৰ স্বৰ্গ উৎপত্তি হৈছিল। পৃথিৱী এবাৰহে উৎপত্তি হৈছিল। মৰুতসকলক পৃশ্নিৰ পিয়াহ এবাৰহে (খাবলৈ) দিছিল। তাৰ পাচত তেনেকুৱা অন্য একো হোৱা নাই ॥ ২২ ॥

## ৪৯ সূক্ত—ঋ ১৫।

ঋষি—ভৰদ্বাজৰ পুত্ৰ ঋজিশ্বা। ছন্দ—ত্রিষ্টুভ্; ১৫ শক্বৰী। দেৱতা—বিশ্বেদেৱা (সকলোদেৱতা)।

সুকৰ্ম্মা দৈৱী জন মিত্রাবৰুণক মই নতুন স্তুতিৰে সুখ বিচাৰি স্তুতি কৰিছোঁ। সেই ভাল বলী বৰুণ, মিত্র, অগ্নি আদি দেৱতা সকল এই যজ্ঞলৈ আহক,—আৰু আমাৰ স্তুতি শুনক ॥ ১ ॥ সকলো প্রজাৰ যজ্ঞত ঋত্বিকৰ স্তুত্য, দৰ্পহীন, যুৱতীৰ স্বামী, দ্যুলোকৰ পুত্র, বলৰ পুত্ৰ, যজ্ঞৰ ধ্বজা, ৰঙা অগ্নিক যজন কৰিবলৈ মই স্তুতি কৰিছো ॥ ২ ॥ ৰঙা সূৰ্য্যৰ বেলেগ ৰূপৰ দুজনী জীয়েক। এজনীক (ৰাতিক) নক্ষত্রবিলাকে মৰম কৰে, ইজনীক (দিনক) সূৰ্য্যাই মৰম কৰে। পৰস্পৰ বিবাদ কৰি বেলেগে বিচৰণ কৰি থকা পাবক তেওঁবিলাকে আমি স্তব কৰি থকা মননীয় স্তোত্রলৈ আহক ॥ ৩ ॥ মহৎ ধনৰ, বিশ্বৱৰেণ্য, ৰথৰ পূৰণ কৰা বায়ুৰ সন্মুখলৈ মহৎ আমাৰ স্তুতি যাওক। হে বিশেষকৈ যজন কৰিবলগীয়া বায়ু, প্রদীপ্ত গমণৰ নিযুত ঘোঁৰাৰে গৈ কৰি তুমি স্তোতাক ধনেৰে পূৰণ কৰা ॥ ৪ ॥ হে অশ্বিনী দুজন, সেই ৰথেৰে মোৰ শৰীৰ তেজেৰে ঢাকি দিয়া, —যি ৰথ বিশেষ দীপ্তিমান, (তাত) মনেৰেই ঘোঁৰা যোজনা হয়। হে নেতা নাসত্যা দুজন, যি ৰথেৰে স্তোতাক নিজক আৰু পুত্রক কামনা পূৰণ কৰিবলৈ যোৱা ॥ ৫ ॥ হে পৰ্জন্য আৰু বায়ু, তোমালোকে অন্তৰীক্ষৰ পৰা পাবলগীয়া পানী পঠিয়াই দিয়া। হে সত্য স্তোত্র শুনা মেধাবী জগৎস্থাপক মৰুতগণ, যি স্তোতাৰ স্তোত্রেৰে স্তব কৰা হৈছে (তাৰে) জগতৰ প্রাণীৰ সম্বৃধান কৰা ॥ ৬ ॥ হে শোধয়িত্রী, মনোজ্ঞা, বিচিত্র গমনা, বীৰপত্নী সৰস্বতী, তুমি আমাৰ যজ্ঞ কৰ্ম্ম নিৰ্ব্বাহ কৰা। তেওঁ দেৱপত্নী সকলেৰে সৈতে সন্তোষ হৈ আমাক ছিদ্রহীন, শত্রুৱে ধৰ্ষণ কৰিব নোৱাৰা ঘৰ আৰু সুখ দিয়ক ॥ ৭ ॥ সকলো পথৰ অধিপতি পূষাৰ ওচৰত স্তব কৰোঁতাই বাঞ্ছিত সকলৰ বশৱৰ্ত্তী হৈ স্তোত্রেৰে সৈতে উপস্থিত হওক। সেই পূষাই আমাক সিঙত সোণ লগোৱা গৰু দিয়ক। পূষাই আমাৰ সকলো কৰ্ম্ম সম্পূৰ্ণ কৰক ॥ ৮ ॥ প্রথম ভাগ কৰোঁতা, যশস্বী অন্নদাতা, ভাল হাত থকা, সুবাহু, মহান, ধনৱন্ত যজন

কঁৰিবলগীয়া, হৰণ কৰিবলৈ ভাল, ত্বষ্টা দেবতাক দেৱতাৰ আহ্বাতা দীপ্যমান অগ্নিৰে এই হবিৰে যজন কৰক ॥ ৯ ॥ হে স্তোতা, ভুবনৰ পিতা ৰুদ্ৰক এই স্তুতিৰে দিনত বৰ্দ্ধন কৰা, —ৰাতিও বৰ্দ্ধন কৰা। আমিও এই মেধাবী ৰুদ্ৰই প্ৰেৰণা কৰাত, মহান, দৰ্শনীয়, অজৰ, ভাল সুখযুক্ত ৰুদ্ৰক সমৃদ্ধি সম্পন্ন কৰি স্তুতি কৰিম ॥ ১০ ॥ হে ডেকা, মেধাবী, যজ্ঞাৰ্হ মৰুতসকল স্তুতি কৰি থকা বৰণীয় স্তুতিৰ ফালে আহঃ। হে নেতা মৰুতসকল, এইদৰে বৰ্দ্ধমান হৈ শীঘ্ৰ-গমণশীল ৰশ্মিবিলাকৰ দৰে গছ-গছনি নোহোৱা ঠাইত ৰৱযুগ দি সাৰুৱা কৰা ॥ ১১ ॥ হে স্তোতা, বীৰ মৰুতসকলৰ স্তুতি কৰা। বলী, খৰকৈ যোৱা সকলক পশুপালকে গৰুৰ জাক ঘৰলৈ খেদায় নিয়া দৰে স্তুতি পথিওৱা। মৰুতগণক মেধাবী বিপ্ৰৰ শ্ৰোতব্য স্তোত্ৰ নিজ শৰীৰত নক্ষত্ৰবিলাকে স্বৰ্গক স্পৰ্শ কৰা দৰে স্পৰ্শ কৰক ॥ ১২ ॥ যি বিষ্ণুৱে অসুৰে উপদ্ৰৱ কৰা প্ৰজাপতি মনুৰ কাৰণে পৃথিবীৰ লোকত তিনি খোজ দিলে, হে বিষ্ণু, তেনেকুৱা তোমাৰ আমাক দি থকা সুখত আমি ধনেৰে, নিজে আৰু পুত্ৰ পৌত্ৰাদিৰে সৈতে আনন্দ কৰো ॥ ১৩ ॥ অহিবুধ্ন্য দেৱতাক অৰ্চনা কৰা মন্ত্ৰেৰে স্তুতি কৰিলে আমাক সেই মানুহৰ মাজত প্ৰসিদ্ধ অন্ন পানীৰে সৈতে দিয়ক। পৰ্ব্বতে আৰু সবিতায় (সেইদৰে) অন্ন দিয়ক। ধন দিয়া সকলো দেৱতাই ওষধিৰে (তিল, মাহ আদিৰে) অন্ন দিয়ক। বহুকৰ্ম্মা ভগ দেৱতাই ধনৰ কাৰণে আমাক প্ৰেৰণ কৰক ॥ ১৪ ॥ হে সকলো দেৱতা, তোমালোকে আমাক ৰথযুক্ত, মহৎ, ঋতৰ (নিয়মৰ) ৰক্ষক বীৰ পুত্ৰাদিৰে সৈতে অন্ন আৰু ঘৰ দিয়া, যি (অন্ন আৰু ঘৰৰে) শত্ৰুক স্পৰ্দ্ধা কৰি অসুৰৰ সেনা আমি অতিক্ৰম কৰিব পাৰো। হবি গ্ৰহণ কৰিবলৈ অহা দেৱতা সকলৰ যজ্ঞানুষ্ঠান কৰা আমি ধন আৰু ঘৰ পাম ॥ ১৫ ॥

### ৫০ সূক্ত—ঋ ১৫।

### ঋষি আৰু দেৱতা ৪৯ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

হে দেৱতা সকল (তোমালোকৰ মাতৃ) দেৱী অদিতিক সুখৰ কাৰণে নমস্কাৰেৰে স্তুতি কৰিছো। বৰুণ, মিত্ৰ আৰু অগ্নিক স্তুতি কৰিছো। শত্ৰু প্ৰতিৰোধক ভাল সুখদাতা অৰ্য্যমা, সবিতা আৰু ভগক স্তুতি কৰিছো। ত্ৰাতা সকলো দেৱতাক স্তুতি কৰিছো ॥ ১ ॥ হে সূৰ্য্য, দক্ষৰ পৰা উৎপন্ন ভাল দীপ্তিৰ দেৱতা সকলক, যি দুয়ো লোকত জন্ম হৈছে, ঋত (নিয়ম) স্পৰ্শ কৰি সত্যত আছে, ধনবান, যজন কৰিবলগীয়া আৰু অগ্নি যাৰ জিভা, (সেই দেৱতা সকলে) আমাক যাতে অন্যায় নকৰে সেইদৰে কামনা কৰি আনা ॥২॥ আৰু হে দ্যাবাপৃথিবী, আমাৰ বল বহল কৰা। হে দ্যাবাপৃথিবী, তোমালোকে আমালৈ সুখৰ ঘৰ কৰি দিয়া। আমালৈ মহৎ ধন কৰা। হে ধাৰণ কৰা দুজনা (দ্যাবাপৃথিবী), আমাৰ ষৎত পাপ নোহোৱা কৰা ॥৩॥ বাস কৰিবলৈ দিওঁতা, অজেয় ৰুদ্ৰৰ পুত্ৰ সকলক আজি আহূত কৰি আমাৰ ফালে আনা। অলপ বা ডাঙৰ সংগ্ৰামত নিহিত থকা এই মৰুত দেৱতা সকলক আমি আহ্বান কৰো ॥ ৪ ॥ ৰোদসী (ৰুদ্ৰৰ পত্নীয়ে) দেৱীয়ে যি মৰুতৰ ওচৰলৈ খৰকৈ যায়, যাক স্তোতাই অভিবৰ্দ্ধন কৰি সেৱা কৰে, পূষাই যি মৰুতগণক পূজা কৰে, হে (সেই) মৰুতসকল, আমাৰ আহ্বান শুনি যেতিয়া আহা তেতিয়া তোমালোকৰ বেলেগ বাটত থকা প্ৰাণীবিলাক কঁপি যায় ॥৫॥ (হে স্তোতাসকল) তোমালোকে স্তুতিৰে ভক্তি কৰা ইন্দ্ৰক নতুন স্তোত্ৰেৰে স্তুতি কৰা। তেওঁ আমাৰ স্তোত্ৰ শুনিব আৰু আমি স্তুতি কৰি থকা ইন্দ্ৰই মহৎ অন্ন দিব ॥৬॥ হে জল, মানুহৰ হিত কৰা তোমালোকে বাধাহীন ৰক্ষক অন্ন, সুখ, আৰু অনিষ্টনাশক অন্ন আমাৰ পুত্ৰ আৰু পৌত্ৰ বিলাকক দিয়া। তোমালোকে মাকতকৈও বেচি বেজৰ কাম জানা, আৰু সকলো স্থাবৰ জঙ্গম জগতৰ জনয়িত্ৰী ॥৭॥ যি সাৱতা দেৱতাই ধনবতী উষাৰ উদয়ৰ দৰে হবি দাতাৰ কাৰণে বৰণীয় ধন প্ৰকাশ কৰে সেই ৰক্ষা কৰি থকা সোণৰ হাতৰ সবিতা দেৱতাই আমাৰ ওচৰলৈ আহক ॥৮॥ হে বলৰ পুত্ৰ অগ্নি, তুমি আজি আমাৰ যজ্ঞলৈ যষ্টব্য দেৱতা সকলক লৈ আহা। মই তোমাৰ ধনৰ দানত সদায়েই উপস্থিত থাকিম। তোমাৰ ৰক্ষণত, হে অগ্নি, সুবীৰ পুত্ৰাদিৰে আমি থাকিম ॥ ৯ ॥ আৰু হে প্ৰাজ্ঞ নাসত্য্যা দুজন, তোমালোকক পৰিচৰণ কৰ্ম্ম কৰা আমাৰ স্তোত্ৰলৈ তত্তালিকে আহা। মহৎ অন্ধকাৰৰ পৰা অত্ৰি ঋষিক মোচন কৰা দৰে, হে নেতা দুজন, সংগ্ৰামত শত্ৰুৱে কৰা দুঃখৰ পৰা ৰক্ষা কৰা ॥১০॥ হে দেৱতাসকল, তোমালোকে দীপ্তিমন্ত, বলযুক্ত পুত্ৰাদিৰে সৈতে আমাৰ বহুত ধনৰ দাতা হোৱা। কামনা দান কৰি স্বৰ্গত হোৱা (আদিত্য আদিয়ে) পৃথিবীত হোৱা (বসু সকলে) গৰুৰ পৰা জন্ম (পৃশ্নিৰ মৰুতগণ) হোৱা আৰু অন্তৰীক্ষত হোৱা (ৰুদ্ৰই) তোমালোকে সকলোৱে আমাৰ সুখ কাৰক হোৱা ॥ ১১ ॥ কামবৰ্ষণ কৰা সেই দেৱতা সকলে আমাক সুখ দিয়ক। ৰুদ্ৰ আৰু সৰস্বতীয়ে একেলগে প্ৰীত হৈ, বিষ্ণুত, বায়ু, ঋভু (বিভ্বা), বাজ,

দেৱতাৰ হিত বিধাতা (প্ৰজাপতি), পৰ্জন্য, এই সকলোৱে আমাৰ অন্ন বৰ্দ্ধন কৰক ।। ১২।। আৰু সেই সৱিতা দেৱতা ভগ, পানীৰ পুতেক অগ্নি, দাতব্য ধন পূৰণ কৰা সপত্নীক দেৱতা সকলে, দেৱতাৰ সৈতে একেলগে প্ৰীত হোৱা ত্বষ্টা, আকাশ, সমুদ্ৰ, পৃথিৱী (এই সকলোৱে আমাক ৰক্ষা কৰক) ॥১৩॥ অহিৰ্বুধ্ন্য, একঠেঙীয়া অজ, পৃথিৱী আৰু সমুদ্ৰই আমাৰ স্তোত্ৰ শুনক। ঋতৰ (নিয়মৰ) বৰ্দ্ধক সকলো দেৱতাই আমাৰ (পুৰণি ঋষিৰ) স্তোত্ৰেৰে আহূত কৰা, গুপ্ত মন্ত্ৰেৰে আহ্বান কৰা সকলোৱে আমাক ৰক্ষা কৰক ॥ ১৪ ॥ ভৰদ্বাজৰ বংশৰ মোৰ পুত্ৰাদিয়ে এইদৰে পূজাসাধন কৰা স্তোত্ৰেৰে আৰু ঋকেৰে স্তৱ কৰিছে। হে যজন কৰিবলগীয়া দেৱতা সকল, তৰ্পিত হৈ গৃহদাতা অধৰ্ষিত দেৱপত্নী সকলেৰে সৈতে সদায় পূজিত হোৱা ॥১৫॥

## ৫১ সূক্ত—ঋ ১৬।

ঋষি আৰু দেৱতা ৪৯ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্; ১৩—১৫ উষ্ণিক; ১৬ অনুষ্টুভ্।

এয়া মহৎ চকু, মিত্ৰ আৰু বৰুণৰ প্ৰিয়, অহিংসিত শুচি দৰ্শনীয়, ঋতৰ (নিয়মৰ) তেজ (সূৰ্য্য) সকলোৰে ফালে মুখ কৰি উদয় হৈছে। উদয় হোৱা সেই তেজ অন্তৰীক্ষত অলঙ্কাৰৰ দৰে প্ৰকাশ পাইছে ॥ ১ ॥ যি তিনিখন জানিবলগীয়া ঠাই (তিনি লোক) জানে,—তাৰ দেৱতা সকলৰ গুপ্ত জন্মৰ (বিৱৰণো) মেধাৱী সূৰ্য্যই জানে। সেই সূৰ্য্যই মানুহৰ ভাল কাম আৰু বেয়া কামবিলাক দেখি সকলোতে প্ৰকাশ কৰে আৰু প্ৰভু হৈ কামনা পূৰ্ণ কৰে ॥ ২ ॥ (হে দেৱতাসকল) মহৎ ঋতৰ (নিয়মৰ) ৰক্ষক তোমালোকক স্তুতি কৰিছো। অদিতিক, মিত্ৰ, বৰুণ আৰু সুজন্মৰ অৰ্য্যমাক, অবাধ কৰ্ম্মা ভগক ধনৰ সৈতে পাবক সকলো দেৱতাকে সন্মুখৰ ফালে স্তুতি কৰিছো ॥ ৩ ॥ হে হিংসকৰ (অস্ত্ৰ) ক্ষেপ্তা সকল, সৎলোকৰ পালক, অহিংসিত, মহৎ, ৰজা, ভাল ঘৰ দিয়া, সদায় ডেকা, সুবলী, সকলোতে থকা, দ্যুলোকৰ নেতা আদিত্যসকল, মই অদিতিৰ শৰণ লৈছো। তেওঁ আমাৰ পৰিচৰণ বিচাৰিছে ॥৪॥ পিতৃ স্বৰ্গ, মাতৃ দ্ৰোহহীন পৃথিৱী, ভাতৃ অগ্নি, হে বসু সকল সকলোৱে আমাক সুখ দিয়া। হে সকলো কেজন আদিত্য, হে অদিতি, একেলগ হৈ আমাক বহুত সুখ দিয়া ॥৫॥ হে যজন কৰিবলগীয়া দেৱতাসকল আমাক হিংসক বৃকৰ বা বৃকীৰ বশ নকৰিবা। আমাৰ অনৰ্থ কৰিব খোজা বিলাকৰ বশ নকৰিবা। তোমালোক আমাৰ শৰীৰৰ ৰথী হোৱা। তোমালোক আমাৰ বলৰ আৰু বাক্যৰ নেতা হোৱা ॥ ৬ ॥ (হে দেৱতা সকল) তোমালোকৰ আপোন আমি অন্যই কৰা পাপ নকৰো। হে বাস কৰাওঁতা সকল, যি পাপৰ কাৰণে তোমালোকে শাস্তি দিয়া সেই পাপ নকৰো। হে সকলো দেৱতা, সকলো জগতৰ তোমালোক ঈশ্বৰ। আমাৰ শত্ৰুক নিজৰ শত্ৰুৰ দৰে হিংসা কৰা ॥৭॥ নমস্কাৰ, অতি বলী নমস্কাৰ মই ব্যৱহাৰ কৰিছো। নমস্কাৰেই পৃথিৱী আৰু স্বৰ্গ ধাৰণ কৰিছে। দেৱতাসকলক নমস্কাৰ কৰিছো। দেৱতাক নমস্কাৰে বশ কৰে। পাপ কৰিলে মই নমস্কাৰেৰে গুচাই দিওঁ ॥ ৮ ॥ হে যষ্টব্য দেৱতা সকল, তোমালোকে ঋতৰ (নিয়মৰ) ৰথী, শুদ্ধবলী, ঋতৰ (যজ্ঞৰ) ঘৰত থাকি, অবাধ, বহু দ্ৰষ্টা নেতা সকল, মহৎ সেই তোমালোকৰ ফালে কৰা নমস্কাৰেৰে মই আনত হৈছো ॥ ৯ ॥ ঋত কৰ্ম্মা (নিয়মেৰে কাম কৰা), স্তোতাৰ সত্য পালন কৰা যি বৰুণ, মিত্ৰ, অগ্নি আদি দেৱতাসকল ভালবলৰ, সেই সকল অতি প্ৰশস্ত দীপ্তিৰ, আমাৰ সকলো দুঃখ নাইকিয়া কৰি দিয়ে ॥১০॥ সেই দেৱতা সকলে আমাৰ নিবাস স্থান বৰ্দ্ধন কৰক। ইন্দ্ৰ, পৃথিৱী, পূষা, ভগ আৰু অদিতি, আৰু পাঁচ জাতিয়ে আমাৰ কাৰণে ভাল সুখৰ ভাল অন্নৰ সুপ্ৰাপয়িতা হওক—সুত্ৰাতা, সুবাট দেখুৱাওঁতা হওক ॥১১॥ হে দেৱতাসকল, হোতা ভৰদ্বাজ সকলে দিব্য স্থান বিচাৰিছে। —তোমালোকৰ সুমতি বিচাৰিছে। তাৰ কাৰণে বহি মেধাৱী অন্য যজমানৰ সৈতে ধন ইচ্ছা কৰি যজ্ঞ কৰি দেৱতাসজ্ঘক বন্দনা কৰিছে ॥১২॥ হে অগ্নি, তুমি কুটিল দুষ্টাভিপ্ৰায় কৰা ৰিপুক আৰু হিংসকক দূৰৈত পেলায় দিয়া। হে সৎলোকৰ পালক অগ্নি, আমাক সুগম সুখ দিয়া ॥১৩॥ হে সোম, আমাৰ চেপা শীলে তোমাৰ সখীত্বৰ কাৰণে কামনা কৰিছে। তুমি পণী ৰাক্ষস আদিক বিনাশ কৰা। পনী বৃকৰ দৰে অপহৰণশীল ॥১৪॥ হে সুদাতা দেৱতাসকল, তোমালোক সমৃদ্ধ হৈছা। যাৰ ইন্দ্ৰ জ্যেষ্ঠ সেই তোমালোকে দীপ্তিশালী। তোমালোকে বাটত আমাৰ বাট দেখুৱা হৈ সুখ দিয়া ॥১৫॥ আমি সুখেৰে যাৰ পৰা বাট পালোহি—যি বাটেৰে গৈ সকলো শত্ৰুক বৰ্জন কৰি ধন লাভ কৰিব পাৰি ॥ ১৬ ॥

## ৫২ সূক্ত—ঋ ১৭।

ঋষি আৰু দেৱতা ৪৯ সূক্তৰ দৰে। ছন্দ—১-৬। ১৩।১৫।১৭ ত্ৰিষ্টুভ্; ৭-১২ গায়ত্ৰী; ১৪ জগতী।

মই এই (অতিযাজ) ঋষিৰ কৰা যজন বৰ্গ আৰু

পৃথিৱীত অনুমোদন নকৰো। আৰু মই কৰা এই (যজ্ঞ) কৰ্ম্ম বিলাকৰ দৰে বুলিও অনুমোদন নকৰো। সেই ঋত্বিক ভাল পৰ্ব্বত বিলাকে হেচি মাৰক। সেই অতিযাজৰ (মোতকৈও বেচিকৈ যজন কৰিবলৈ বিচৰাৰ) লগত যি যাজক (ঋষি সহায় হৈ) আছে তেওঁলোক হীন হওক ।।১।। (অতিযাজ নামৰ ঋষিয়ে এই মন্ত্ৰ দ্ৰষ্টা ঋষিতকৈ বেচি যজন কৰাত শাপ দিছে। আৱশ্যকতকৈ যজন কৰিলে যজ্ঞ নষ্ট হয়)।। (সেই খং মৰুতক জনাইছে) হে মৰুতসকল, যি আমাতকৈ বেচি হবলৈ বিচাৰে বা যি আমি কৰা স্তোত্ৰ নিন্দা কৰিবলৈ বিচাৰে, সেই জনৰ নিজ শক্তি বাধক হওক (অন্তৰ পোৰক)। ব্ৰহ্ম (যজ্ঞ) কৰ্ম্ম হানি কৰা তেওঁক স্বৰ্গৰ সূৰ্য্যাই দেহ পুৰি মাৰক ।। ২ ।। হে সোম, তোমাক মন্ত্ৰকৰ্ম্মৰ বাট দেখুওৱা বুলি কেলেই কয়? আমাৰ অপবাদৰ নাশক বুলি তোমাক কিয় কয়? লোকে দোষ দিয়া আমাক হে সোম, কিয় চাই আছা? ব্ৰহ্ম কৰ্ম্ম (যজ্ঞ) হানি কৰাক তাপক অস্ত্ৰ নিক্ষেপ কৰা ॥৩॥ প্ৰাদুৰ্ভাৱ হৈ উষাই আমাক ৰক্ষা কৰক। বাঢ়ি থকা নৈ বিলাকে আমাক ৰক্ষা কৰক। নিশ্চল পৰ্ব্বত বিলাকে আমাক ৰক্ষা কৰক। যজ্ঞলৈ অহা পিতৃসকলে আমাক ৰক্ষা কৰক ॥৪॥ আমি সদায় ভাল মনেৰে থাকিম। উদয় হোৱা সূৰ্য্য সদায় দেখিম। ধনৰ উৎকৃষ্ট ধনপতি (অগ্নিয়ে) দেৱতা সকলক আমাৰ হবি বহন কৰা পাৰলৈ অহা উপায় কৰি দিয়ক ॥৫॥ ইন্দ্ৰই ৰক্ষণেৰে আমাৰ অতি ওচৰলৈ আহক। পানীৰে ভৰি থকা সৰস্বতী নদীও আহক। ওষধীবিলাকৰ লগত পৰ্জ্জন্য আমাৰ সুখৰ ভাব কৰা হওক। অগ্নিয়ে পিতৃৰ দৰে সুখৰ ভাব কৰা আৰু ভালকৈ হবন কৰিব পৰা হওক ॥৬॥ সকলো দেৱতা আহক, —আমাৰ এই আহ্বান শুনক। এয়া মেলি থোৱা কুশত বহক ॥৭॥ হে দেৱতা সকল, তোমালোকক যি ঘিউৰে মিহলি হব্যৰে পৰিচৰণ কৰে, সকলোৱে সেইজনৰ ওচৰলৈ আহা ॥৮॥ অমৰ প্ৰজাপতিৰ যি পুত্ৰ সকল, সেই দেৱতাসকলে আমাৰ স্তুতি বাক্য শুনক আৰু আমাক সুখ দিয়া হওক ॥৯॥ ঋতৰ (নিয়মৰ) বৰ্দ্ধক, ঋতুত (সময়ত) স্তোত্ৰ শুনা সকলো দেৱতাই যোগ্য গাখীৰ সেৱন কৰক ॥১০॥ মৰুৎগণৰ সৈতে ইন্দ্ৰই, ত্বষ্টাৰে সৈতে মিত্ৰ আৰু অৰ্য্যমাই আমাৰ স্তোত্ৰ আৰু এই হবি সেৱন কৰক ॥১১॥ হে দেৱতাৰ আহ্বাতা অগ্নি, দেৱতাৰ সকলো জানিলৈ আমাৰ যজ্ঞলৈ যথানুক্ৰমে যজন কৰা ॥১২॥ হে সকলো দেৱতা, মোৰ এয়া আহ্বান শুনা তোমালোকৰ যি অন্তৰীক্ষত আছা, যি ওচৰত আছা, যাৰ জিভা অগ্নি আৰু বা যি যজনীয়, সেই সকলোৱে এয়া কুশত বহি আনন্দ কৰা ॥১৩॥ যজ্ঞাৰ্হ সকলো দেৱতাই মোৰ মননীয় স্তোত্ৰ শুনক। দুয়োা দ্যাবাপৃথিৱী, পানীৰ পুত্ৰেক অগ্নিয়ে আমাৰ স্তোত্ৰ শুনক। তোমালোকলৈ বৰ্জ্জনীয় (বেয়া) স্তোত্ৰ নেগাওঁ। তোমালোকৰ অতি ওচৰ হৈ (তোমালোকে দিয়া) সুখেৰে আমোদ কৰিম ॥১৪॥ সাপৰ (দৰে মাৰিব পৰা) মায়াৰে মহান যি কেইজন দেৱতা পৃথিৱীত জন্ম হৈছে, যি দ্যুলোকত, যি পানীৰ ঠাইত জন্ম হৈছে, সেই সকলো দেৱতাই আমাক, পুত্ৰাদিক, সম্পূৰ্ণ জীৱন, ৰাতি আৰু দিনবিলাক দিয়ক ॥১৫॥ অগ্নি আৰু পৰ্জ্জন্যাই মোৰ যজ্ঞ কৰ্ম্ম ৰক্ষা কৰক। হে ভালকৈ যজন কৰিব পৰা দেৱতা দুজন এই যজ্ঞত আমাৰ ভাল স্তুতি ৰক্ষা কৰা। এজনে (পৰ্জ্জন্যাই) অন্ন উলিয়াওক। অগ্নিয়ে গৰ্ভ দিয়ক, —প্ৰজা উৎপন্ন হোৱা অন্ন আমাক দিয়ক ॥১৬॥ হে সকলো দেৱতা, মেলি থোৱা কুশত, জ্বলি থকা অগ্নিৰ ওচৰত মহৎ স্তোত্ৰেৰে নমস্কাৰ কৰি আহ্বান কৰিছো। যজনীয় সকলো দেৱতাই আজি আমাৰ এই যজ্ঞত হবি অন্নেৰে তৃপ্ত হৈ আনন্দ কৰক ॥১৭॥

৫৩ সূক্ত—ঋ ১০।

ঋষি—বৃহস্পতিৰ পুত্ৰ-ভৰদ্বাজ। ছন্দ—গায়ত্ৰী; ৮—অনুষ্টুপ্। দেৱতা—পূষা।

হে পথৰ পালক পূষা, কৰ্ম্মৰ কাৰণে, অন্ন লাভ কৰিবলৈ, আমি ৰথৰ দৰে তোমাক আমাৰ ফালে আহ্বান কৰিছো ॥১॥ হে পূষণ, নৰৰ হিতকৰ ধন পাবলৈ, দৰিদ্ৰতা দূৰ কৰা, বিশুদ্ধ দক্ষিণা দিয়া, বিচাৰিবলগীয়া গৃহপতিৰ ওচৰলৈ আমাক নিয়া ॥২॥ হে জকমকাই জ্বলি থকা পূষাণ, দিবলৈ ইচ্ছা কৰা পুৰুষক আমাক দান দিবলৈ পথিওৱা। কৃপনৰো মন কুমলীয়া কৰি দিয়া ॥৩॥ হে উগ্ৰবলী পূষান, বাটবিলাক অন্নলাভ কৰিবলৈ ভাল কৰা। চোৰ বিলাক খেদোৱা (মাৰা)। আমাৰ কৰ্ম্ম সফল কৰা ॥৪॥ হে মেধাবী পূষাণ, বণিকৰ হৃদয় লোহাৰ বিন্ধনাৰে বিন্ধি দিয়া। আৰু এই (বণিক) বিলাকক আমাৰ বশ কৰা ॥৫॥ হে পূষণ, লোহাৰ হুলেৰে বণিকৰ হৃদয় বিন্ধি দিয়া। সিহঁতৰ হৃদয় আমাৰ অনুকূলে ধন দিবলৈ ইচ্ছা থকা কৰা। আৰু এই বণিক বিলাকক আমাৰ বশ কৰা ॥৬॥ হে মেধাবী পূষাণ, পণীৰ হৃদয় লেখা (লোহাৰ শলাৰে) আৰু কুমলীয়া কৰা। আৰু এই পণী (বণিক) বিলাকক আমাৰ বশ কৰা ॥৭॥ জকমকাই জ্বলি থকা হে পূষাণ,

অন্নৰ প্ৰেৰক যি লোহাৰ জোং হাতত লৈছা তাৰে সকলোৰে হৃদয়ত লেখা, আৰু হৃদয় কোমল কৰি দিয়া ॥৮॥ হে জকমকাই থকা পূষাণ, তোমাৰ যি গৰু তুৰাই দিয়া পশু সাধনী জোং আছে তোমাৰ সেই দালেৰে আমি সুখ বিচাৰিছো ॥৯॥ আৰু হে পূষণ, গৰু দাতা, ঘোঁৰা দাতা, অন্ন, নেতৃ ( মানুহ ) দাতা, আমাৰ উপভোগৰ কাৰণে বৃদ্ধি কৰ'া ॥১০॥

## ৫৪ সূক্ত—ঋ ১০।

ঋষি আৰু দেৱতা ৫৩ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী।

হে পূষণ দেৱতা, পোন বাটেৰে উপদেশ দিয়ে, যি "এয়া ( তোমালোকৰ) হেৰোৱা ধন" এই বুলি কয় (দেখুৱাই দিয়ে) তেনেকুৱা জনা মানুহৰ আমাক লগ পোৱাই দিয়া ॥১॥ পূষণৰ (অনুগ্ৰহত থকা) আমি সেই মানুহৰ লগলৈ যাম, যি জনে (নষ্ট পশু থকা) ঘৰ বিলাক দেখুৱাই দিয়ে, যে এয়া তোমালোকৰ হেৰুৱা ধন ॥ ২ ॥ এই পূষণৰ চক্ৰ (অস্ত্ৰ) বিনাশ নহয়, ইয়াৰ ফাঁক (কোশ) পৰি নেযায়; ইয়াৰ ধাৰ বন্ধ নহয় (ভোটা নহয় ॥৩॥ যি এওঁক হবিৰে পৰিচৰণ কৰে তেওঁক পূষাই অলপো নষ্ট নকৰে। তেওঁ মুখ্য হৈ ধন লাভ কৰে ॥৪॥ পূষা দেৱতাই আমাৰ গৰু ৰখাই দিয়ক। পূষাই (চোৰৰ পৰা) ঘোঁৰা ৰখাই দিয়ক। পূষাই আমাক অন্ন দিয়ক ॥৫॥ হে পূষণ, সোমচেপা যজমানৰ গৰুৰ (পশু ৰক্ষা কৰিবলৈ) পাচত যোৱা। আৰু স্তৱ কৰা আমাৰ (গৰু ৰক্ষা কৰিবলৈ) পাচত যোৱা ॥৬॥ হে পূষণ, আমাৰ গোধন নষ্ট নহওক। (বাঘ আদিৰ দ্বাৰা) হিংসিত নহওক। নাদত পৰিলেও নমৰক। এইদৰে বিঘিনি নোহোৱা (গৰুৰে সৈতে) আহা ॥৭॥ আমাৰ স্তোত্ৰ শুনি, দৰিদ্ৰৰ অবিনষ্ট ধন (স্বৰূপ), ঈশ্বৰ পূষণক আমি ধন বিচাৰিছো ॥৮॥ হে পূষণ, তোমাৰ (বিষয়) কৰ্ম্মত থাকি আমি কেতিয়াও হিংসিত নহ'ম। এই কৰ্ম্ম'ত তোমাৰ স্তোতা হৈ থাকিম ॥৯॥ হে পূষা দেৱতা, (গৰু) অন্য ঠাইলৈ গলেও নিজৰ সোঁহাতেৰে ঘূৰাই আনা। আমাৰ হেৰোৱা গোধন পুনৰ ঘূৰি আহক ॥১০॥

## ৫৫ সূক্ত —ঋ ৬।

ঋষি আদি ৫৪ সূক্তৰ দৰে।

হে প্ৰজাপতিৰ পুতেক দীপ্তিমন্ত (পূষা) স্তোতাৰ ওচৰলৈ আহা। আমি একেলগ হওঁ। আমাৰ যজ্ঞত নেতা হোৱা ॥১॥ অতিৰথী কিৰীটিযুক্ত, মহত ধনৰ স্বামীক আমাৰ মিত্ৰ পূষণক ধন বিচাৰিছো ॥২॥ হে দীপ্তিমন্ত পূষা, তুমি ধনৰ প্ৰবাহ। ছাগলীয়েই তোমাৰ ঘোঁৰা, তুমি ধনৰ সঞ্চ। সকলো স্তৱ কৰা পুৰুষৰ মিত্ৰ ॥৩॥ যি পূষাক উষাৰ উপপতি বুলি কয়, ছাগলী বাহন, অন্নৱন্ত পূষাক আজি স্তুতি কৰিম ॥ ৪ ॥ নিৰ্ম্মাত্ৰী ৰাত্তিৰ পতি পূষণক স্তুতি কৰিম। উষাৰ উপপতি পূষাই আমাৰ স্তোত্ৰ শুনক। ইন্দ্ৰৰ ভায়েক (পূষা) মোৰ সখা হওক ॥৫॥ দৃঢ় খোজৰ পূষাৰ বাহনে, স্তোতাৰ সজ্জৰ কালে অহা ছাগলীয়ে পূষণ দেৱতাক ৰথত তুলি লৈ আহক ॥৬॥

## ৫৬ সূক্ত—ঋ ৬।

ঋষি আৰু দেৱতা ৫৭ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী; ৬ অনুষ্টুভ্।

যি জনে পূষণক স্তৱ আদি ঘিঁউ মিহলাই স্তোত্ৰেৰে সৈতে দিয়ে, তেওঁ অন্য দেৱতাক স্তুতি কৰিব নেলাগে ॥১॥ আৰু যি অতিৰথী সৎলোকৰ পালক ইন্দ্ৰই মিত্ৰ পূষাই সৈতে লগহৈ শত্ৰুক মাৰিলে—॥২॥ আৰু প্ৰেৰক অতিৰথী পূষাই জ্বলি থকা সূৰ্য্যৰ সোণৰ ৰথৰ চকৰী সদায় ওপৰত চলায় আছে,— ॥৩॥ হে বহুতে স্তুতি কৰা, দেখনীয়াৰ, জ্ঞানী পূষণ, এতিয়া যি উদ্দেশ্য কৰি তোমাক স্তুতি কৰিছো, সেই মননীয় ধন সাধন কৰি দিয়া ॥৪॥ হে পূষণ, আমাৰ গৰু লাভৰ কাৰণে এই মানুহৰ সজ্জক গৰু সাধন কৰি দিয়া। দূৰ দেশতো তুমি প্ৰখ্যাত হৈ আছা ॥৫॥ হে পূষণ, তুমি দিয়া কল্যানীয় ৰক্ষণেৰে পাপৰ পৰা দূৰৈত ৰাখি ওচৰত ধন দিয়া তোমাক আজিৰ যজ্ঞত বিচাৰিছো ( আৰু ) কালিলৈকো যজ্ঞৰ কাৰণে বিচাৰিলো ॥৬॥

## ৫৭ সূক্ত—ঋ ৬।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—গায়ত্ৰী। ইন্দ্ৰ আৰু পূষা।

ইন্দ্ৰ আৰু পূষণক আজি আমি মঙ্গলৰ কাৰণে, সখীত্বৰ কাৰণে আৰু অন্নৰ কাৰণে আহ্বান কৰিছো ॥১॥ চৰোৰে (সোম চেপা কালেৰে) চেপা সোম এজনে (ইন্দ্ৰই) পান কৰিবলৈ বহে, ইজনে (পূষাই) ঘিঁউত তিওৱা পিঠাগুৰি বিচাৰে ॥২॥ তেওঁবিলাকৰ এজনৰ (পূষাৰ) বাহক ছাগলি, ইজনৰ (ইন্দ্ৰৰ) শকত হৰি ঘোঁৰা। তাৰে গৈ শত্ৰুক মাৰে ॥৩॥ যেতিয়া অতি-বৰ্ষক ইন্দ্ৰই মহৎ পানী ( বৰষুণ পৃথিবীলৈ) আনিলে, তেতিয়া পূষা দেৱতা সহায় হল ॥৪॥ পূষা দেৱতাৰ

আৰু ইন্দ্ৰৰ সেই কল্যাণীয় বুদ্ধি গৰুৰ দৃঢ় দামৰ দৰে আমি অবলম্বন কৰো ॥৫॥ পূষা দেৱতা আৰু ইন্দ্ৰক মহৎ যজ্ঞিৰ কাৰণে, সাৰথিয়ে লেকাম টনা দৰে আমি আকৰ্ষণ কৰি আনো ॥৬॥

৫৮ সূক্ত—ঋ ৪।

ঋষি আৰু দেৱতা ৫৩ সূক্তৰ দৰে। ছন্দ ত্ৰিষ্টুভ্; ২ জগতী।

হে পূষা, তোমাৰ এটা ৰূপ দিন, বগা, আৰু এটা ৰূপ ক'লা, কেৱল যজনীয়। এইদৰেই বেলেগ ৰূপেৰে দিনে ৰাতিয়ে তুমি সূৰ্য্যৰ দৰে হৈছা। হে অন্নবান পূষা, যি সকলো মায়া ৰক্ষা কৰিছা, (সেই তোমাৰ) কল্যাণীয় দান আমালৈ হওক ॥১॥ ছাগলী বাহন, পশুৰ পালক, অন্ন থকা ঘৰ, স্তোতাক সন্তোষ দিয়া সকলো ভুবনত স্থাপিত পূষা দেৱতাই (নিজ হাতত থকা) জোঙেৰে সকলো ভুবণ নিৰীক্ষণ কৰি আকাশত (সূৰ্য্যৰ দৰে) চলি যায় ॥২॥ হে পূষণ, তোমাৰ যি সোণময় নাও সমুদ্ৰত আৰু অন্তৰীক্ষত চলে সেই নাৱেৰে সূৰ্য্যৰ দূতৰ কাম কৰা। হবি অন্ন ইচ্ছা কৰি স্তোতাৰ পশু আদি পাই বশীভূত হলা ॥৩॥ পূষা দেৱতা দ্যুলোকৰ আৰু পৃথিৱীৰ সুবন্ধু, অন্নৰ পতি, ধনবান, দেখনীয়াৰ যি পশু আদি কামনা কৰা স্তোতাৰ বশীভূত হোৱা পূষণক দেৱতা সকলে সূৰ্য্যক দিলে ॥৪॥

৫৯ সূক্ত—ঋ ১০।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—১-৬ বৃহতী; ৭-১০ অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ আৰু অগ্নি।

হে ইন্দ্ৰাগ্নি, তোমালোকে যি বীৰৰ কৰ্ম্ম কৰিলা, আমাৰ সোম অভিষুত হলে সেইবিলাক এতিয়া কম। হে ইন্দ্ৰ আৰু অগ্নি, দেৱতা হিংসক অসুৰ বিলাক মৰিল (কিন্তু) তোমালোকে জীৱিত হৈ থাকিলা ॥ ১ ॥ হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকৰ জন্মমহিমা এইদৰেই সত্য হয় (যে) তোমালোক একে পিতাৰ পৰা জন্ম হোৱা ককাই-ভাই। তোমালোকৰ মাৰা (অদিতি) সকলো ঠাইতে থাকে ॥ ২ ॥ হে ইন্দ্ৰ আৰু অগ্নি, অভিষুত সোমত একেলগে গোট খোৱা, তোমালোকক ঘাঁই খাওঁতে একেলগে চলি যোৱা ঘোঁৰাৰ দৰে আজি আমি যজ্ঞেৰে সৈতে ইন্দ্ৰাগ্নিক ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ৩ ॥ হে ইন্দ্ৰ আৰু অগ্নি, ঋতৰ (নিয়মৰ যজ্ঞৰ) বৰ্দ্ধক তোমালোকৰ স্তোত্ৰ সুপ্ৰসিদ্ধ। যি মানুহে সোম অভিষুত কৰোঁতে বেয়া স্তোত্ৰেৰে তোমালোকৰ স্তুব কৰে, সেই মানুহে দিয়া সোমৰস তোমালোকে গ্ৰহণ নকৰা ॥ ৪ ॥ হে ইন্দ্ৰাগ্নি দেৱতা দুজন, তোমালোকৰ এই কৰ্ম্মৰ বিষয় কোন মানুহে জানিব (যে) না না চেওৰে যোৱা ঘোঁৰা বান্ধি তোমালোকৰ এজনে (ইন্দ্ৰই) অগ্নিৰে সৈতে গোটেই জগত (সূৰ্য্যৰূপেৰে) যায় ॥ ৫ ॥ হে ইন্দ্ৰাগ্নি, ভৰি নোহোৱা উষাই ভৰি থকা (শুই থকা) প্ৰজাৰ আগতে গুলায়। নিজে মূৰ নোহোৱাকৈ জিভাৰে ভীষণ শব্দ কৰি ফুৰি ত্ৰিশ খোজ (ত্ৰিশ মুহূৰ্ত্ত এদিনত) অতিক্ৰম কৰে। —(এয়া তোমালোকৰে কাম কোনে জানে)? ॥ ৬ ॥ হে ইন্দ্ৰাগ্নি, যোদ্ধাই হাতেৰে টানি ধনুত জোৰ লগাইছে। তোমালোকে এই মহাধন জয় কৰা সংগ্ৰামত গৰু বিচাৰোতে আমাক এৰি নেযাবা ॥ ৭ ॥ হে ইন্দ্ৰ আৰু অগ্নি, হত্যাকাৰী শত্ৰু সেনাই মোক বৰকৈ সন্তাপ দিছে। সেই বিলাকক আঁতৰাই দিয়া। শত্ৰুক সূৰ্য্য দেখাৰ পৰা বঞ্চিত কৰা ॥ ৮ ॥ হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকৰ স্বৰ্গ আৰু পৃথিৱীত ধনো আছে। এই যজ্ঞত আমাক সকলো মানুহক পোহপাল দিব পৰা ধন দিয়া ॥ ৯ ॥ হে স্তুতিৰে বহন কৰা আহ্বান শুনা ইন্দ্ৰাগ্নি, সকলো স্তোত্ৰেৰে স্তুতি কৰাত আমাৰ সোম পান কৰিবলৈ আহা ॥ ১০ ॥

৬০ সূক্ত—ঋ ১৫।

ঋষি আৰু দেৱতা ৫৯ সূক্তৰ দৰে। ছন্দ—১-৩/১৩ ত্ৰিষ্টুভ্; ৪-১২ গায়ত্ৰী; ১৪ বৃহতী; ১৫ অনুষ্টুভ্।

সেই জনেই শত্ৰুক মাৰিব পাৰে আৰু অন্ন লাভ কৰে যি শত্ৰুৰ পৰাভৱকাৰী, বহুত ধনৰ স্বামী, বলেৰে বেচিকৈ শত্ৰুক পৰাস্ত কৰা, হবি অন্ন বিচৰা ইন্দ্ৰ আৰু অগ্নিক পৰিচৰণ কৰে ॥ ১ ॥ হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকে গৰু, পানী, সূৰ্য্য আৰু উষাৰ কাৰণে অসুৰৰ লগত যুদ্ধ কৰিলা। হে ইন্দ্ৰ, তুমি দিক্ বিলাকক সূৰ্য্যক, বিচিত্ৰ উষাক, পানী আৰু গৰু বিলাকক বেলেগ কৰিলা। হে অগ্নি, নিযুত ঘোঁৰাৰে সৈতে (তুমিও) এনে কৰিলা ॥ ২ ॥ হে বৃত্ৰৰ হন্তা ইন্দ্ৰাগ্নি, বৃত্ৰক মাৰিবলৈ আমি দিবলগীয়া অন্নৰে বল বঢ়াবলৈ এই কালে আহা। হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকে অকুণ্ঠিত উত্তম ধনেৰে আমাৰ ওচৰলৈ আহা ॥ ৩ ॥ সেই ইন্দ্ৰাগ্নিক স্তুতি কৰিছো, যি ইন্দ্ৰাগ্নিৰ পূৰ্ব্বৰ কালত কৰা সকলো কাম পূৰ্ব্বৰ ঋষিসকলে কীৰ্ত্তন কৰি স্তুতি

কৰিছিল। — সেই ইন্দ্ৰাগ্নিয়ে স্তোতাক নেমাৰে ॥ ৪ ॥ উগ্ৰবলী, শত্ৰুক বিশেষকৈ হত্যা কৰা ইন্দ্ৰাগ্নিক আহ্বান কৰিছো। সেই ইন্দ্ৰাগ্নিয়ে এনে সংগ্ৰামত সুখ দিয়ক ॥ ৫ ॥ সেই ইন্দ্ৰাগ্নিয়ে আৰ্য্যসকলৰ ওপৰত কৰা উপদ্ৰব নষ্ট কৰিলে। সৎপতি ইন্দ্ৰাগ্নিয়ে দাস বিলাকে কৰা উপদ্ৰব নাইকিয়া কৰিলে। সকলো শত্ৰুক বিনাশ কৰিলে ॥ ৬ ॥ হে ইন্দ্ৰাগ্নি, তোমালোকক এই স্তোতাই স্তুতি কৰিছে। সুখৰ ভাব কৰা তোমালোকে চেপা সোম পান কৰা ॥৭॥ হে নেতা ইন্দ্ৰাগ্নি, তোমালোকৰ আপোন, বহুতৰ স্পৃহণীয় হবি দাতালৈ উৎপন্ন কৰা যি নিযুত ঘোঁৰা আছে, সেই বিলাকেৰে সৈতে আহা ॥ ৮ ॥ হে নেতা ইন্দ্ৰাগ্নি, এইয়া সোম তোমালোকলৈ চেপা হৈছে। এই সোম পান কৰিবলৈ (নিযুত ঘোঁৰাৰে) আহা ॥ ৯ ॥ (হে স্তোতা) যি অগ্নিৰ শিখাৰে সকলো হাবি বেৰি ধৰি পোৰে, আৰু শিখাৰে পুৰি বাট ক'লা কৰে, সেই অগ্নিক স্তুতি কৰা ॥ ১০ ॥ যি মানুহে দীপ্ত অগ্নিত সুখকৰ হবি ইন্দ্ৰলৈ দিয়ে সেই মানুহৰ অন্নৰ কাৰণে সুখেৰে পৰিত্ৰাণ পাবলৈ ইন্দ্ৰই বৰষুণ দিয়ে ॥১১॥ হে ইন্দ্ৰাগ্নি, তোমালোকে অন্নবতী বৰষুণ আৰু বেগী ঘোঁৰাৰে আমাক পূৰণ কৰা (যাতে) তোমালোকক হবি পোৱাই দিব পাৰো ॥১২॥ হে ইন্দ্ৰাগ্নি, আৰাধন কৰা হবিৰে হোম কৰিবলৈ একেলগে তৰ্পন কৰিবলৈ একেলগে আহ্বান কৰিছো। দুয়ো অন্নৰ আৰু ধনৰ দাতা, (সেইবাবে তোমালোকক) হবি অন্ন গ্ৰহণ কৰিবলৈ আহ্বান কৰিছো ॥১৩॥ হে ইন্দ্ৰাগ্নি, গৰুৰে, ঘোঁৰাৰে ধন সমূহেৰে সৈতে আমাৰ ফালে আহা। সখা, দেৱতা, সুখৰ ভাব কৰা ইন্দ্ৰাগ্নিক সখীত্বৰ কাৰণে আহ্বান কৰিছো ॥ ১৪ ॥ হে ইন্দ্ৰাগ্নি, সোম অভিষৱ কৰা যজমানৰ আহ্বান শুনা। তোমালোক হবি কামনা কৰি আহা। সোমাত্মক মধুপান কৰা ॥১৪॥

## ৬১ সূক্ত— ঋ ১৪।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—১-৩/১৩ জগতী ; ৪-১২ গায়ত্ৰী ; ১৪ ত্ৰিষ্টুভ্। দেৱতা—সৰস্বতী।

এয়া সৰস্বতী যি (বৈদেক কৰ্ম্মত) ঋণ মোচন কৰা হবিদাতা বধ্ৰ্যশ্ব ঋষিক দিবোদাস নামৰ পুত্ৰ দিলে। এই সৰস্বতীয়ে, যি কেৱল নিজকে পোষণ কৰে তেনেকুৱা বহুত পণীক মাৰিলে। হে সৰস্বতী, সেই পুত্ৰ দান তোমাৰ মহৎ কৰ্ম্ম ॥ ১ ॥ এই (নদীৰূপা) সৰস্বতীয়ে নিজৰ বলেৰে মহৎ পানী ঢলেৰে পৰ্ব্বতৰ মাজ ঠাই, পদুমৰ মূলা খনা দৰে ভাঙি দিলে। সেই দূৰৈত থকা গছ ভঙা সৰস্বতীক স্তুতিৰে আৰু কৰ্ম্মেৰে ৰক্ষণৰ কাৰণে আমি পৰিচৰণ কৰিম ॥২॥ হে সৰস্বতী দেৱী, তুমি দেৱতাৰ নিন্দক অসুৰক নাইকিয়া কৰিলা। বিশ্বৰ মায়াবী বৃসয়ৰ পুত্ৰেকক মাৰিলা। আৰু হে অন্নবতী সৰস্বতী, তুমি মানুহক অসুৰে অপহৰণ কৰা মাটি লাভ কৰাই দিলা। এই মানুহলৈ পানীও ক্ষৰণ কৰিলা ॥৩॥ হে দেৱী, অন্নবতী, স্তোতাৰ ৰক্ষণকাৰিণী সৰস্বতীয়ে অন্নেৰে আমাক ৰক্ষা কৰা ॥৪॥ হে দেৱী সৰস্বতী, যি স্তোতাই সংগ্ৰামত নিমিত্তভূত হৈ ইন্দ্ৰৰ দৰে তোমাক স্তৱ কৰে (তেওঁক ৰক্ষা কৰা) ॥ ৫ ॥ হে দেৱী, হে অন্নবতী, হে সৰস্বতী, তুমি সংগ্ৰামত আমাক ৰক্ষা কৰা। তুমি পূষা দেৱতাৰ দৰে ভজন কৰা ধন লেখি দিয়া ॥ ৬ ॥ আৰু সেই শত্ৰুৰ ভয়কাৰিণী সৰস্বতীয়ে সোণৰ ৰথেৰে আহি শত্ৰুৰ হন্ত্ৰীয়ে আমাৰ ভাল স্তুতি বিচাৰক ॥ ৭ ॥ যি সৰস্বতীৰ বল অনন্ত, অহিংসিত, দীপ্ত, অপ্ৰতিহত গতিৰে পানী যুক্ত হৈ ডাঙৰ শব্দ কৰি ফুৰে,— ॥ ৮ ॥ সেই সৰস্বতীয়ে আমাক হিংসা কৰা সকলো মানুহক নাশ কৰক। ঋতাবৰী বাইভনী অন্য নদী বিলাকেও সূৰ্য্যই দিনবিলাক নিয়া দৰে শত্ৰু নাইকিয়া কৰক ॥ ৯ ॥ আৰু আমাৰ প্ৰিয়া সাত বাইভনীৰে সৈতে (সপ্ত ছন্দেৰে) পূৰণি ঋষি সকলে স্তুতি কৰা সৰস্বতী দেৱী আমাৰ স্তুত্যা হওক ॥১০॥ পাৰ্থিৱ বিস্তীৰ্ণ লোক বিলাক আৰু অন্তৰীক্ষ লোক পূৰণ কৰা সৰস্বতী দেৱীয়ে নিন্দক শত্ৰুৰ পৰা আমাক ৰক্ষা কৰক ॥১১॥ তিনি স্থানত থকা, সাত অৱয়বেৰে (সপ্ত ছন্দেৰে) পাঁচ জাতিক বৰ্দ্ধন কৰা সকলো যুদ্ধত সৰস্বতীক আহ্বান কৰিবলগা হওক ॥১২॥ মহৎ মাহাত্ম্যৰ, দ্যোতমান যশৰে এই বিলাকৰ (দেৱতাৰ) মাজত যি সৰস্বতীক জানে, আৰু নদী বিলাকৰ ভিতৰত বেগৱতী বিভূতিৰে সৈতে বেচি গুণৱতী (প্ৰজাপতিয়ে) নিৰ্ম্মান কৰা এই সৰস্বতীক জনা সকলে স্তোত্ৰেৰে স্তুতি কৰা হয় ॥ ১৩ ॥ হে সৰস্বতী দেৱী, আমাক প্ৰশস্ত ধন পোৱাই দিয়া। কমাই নিদিবা। বেচি পানীৰে আমাক বাধা নিদিবা। আমাৰ সখীত্বৰ কৰ্ম্ম বিলাকত (যজ্ঞাদিত) প্ৰৱেশ কৰি সেৱন কৰা। আমি তোমাৰ পৰা নিকৃষ্ট ক্ষেত্ৰলৈ নেযাওঁ ॥ ১৪ ॥

## ৬২ সূক্ত—ঋ ১১।

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

যি তৎক্ষণাৎ শত্ৰু নিবাৰণ কৰে, নিশা শেষ হলে

পৃথিৱীৰ অন্ত পৰ্য্যন্ত- বহুত ঢাকি থকা এন্ধাৰ দূৰ কৰে। দ্যুলোকৰ নেতা, এই ভুবনৰ ঈশ্বৰ সেই অশ্বিনী দুজনক অৰ্চনীয় মন্ত্ৰ গাই স্তোত্ৰেৰে স্তুতি কৰি আহ্বান কৰিছোঁ ॥১॥ তেওঁবিলাকে আমাৰ যজ্ঞত পাক মাৰি নিৰ্ম্মল তেজেৰে নিজৰ ৰথৰ দীপ্তি দেখুৱাই, বহুত এন্ধাৰ নিবাৰক তেজেৰে অপৰিমিত ৰূপে নিৰ্ম্মল কৰি পানী উদ্দেশ্য কৰি পানী নোহোৱা ঠাই নিজ ঘোঁৰাৰে অতিক্ৰম কৰি পানী থৈ যায় ॥ ২ ॥ সেই উগ্ৰ অশ্বিনী দুজন, যি সমৃদ্ধ নোহোৱা যজমানৰ ঘৰ সমৃদ্ধ কৰিবলৈ যায়, মনৰ দৰে বেগী ঘোঁৰাই এনে স্তোতাৰ কৰ্ম্মত (যজমানক) সদায় স্বৰ্গ পোৱাই দিয়ে, ( তেওঁবিলাকে ) হবি দাতা মানুহৰ হিংসকক গুৰাই দিয়ে ( মাৰে ) ॥ ৩ ॥ সেই অশ্বিনী দুজনক ৰথত লগোৱা ঘোঁৰাই-আনি ভাল অন্ন আৰু ৰস বহন কৰি নতুন স্তোতাৰ মননীয় স্তোত্ৰলৈ আহক। সদায় ডেকা সেই দুজনক অদ্ৰোহী দেবতাৰ আহ্বাতা পুৰণি অগ্নিয়ে যজন কৰক ॥ ৪ ॥ যি দুজনে স্তুতি কৰা আৰু স্তোত্ৰ ৰচনা কৰা জনক বা ( লৌকিক ) গান কৰা জনক অতি সুখৰূপী বিচিত্ৰ দান কৰে সেই চিকুণ ( দীপ্তিকৰ ), বহুকৰ্ম্মা, পুৰণি দস্ৰা অশ্বিনী দুজনক নতুন স্তুতিৰে পৰিচৰণ কৰিম ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকে তুগ্ৰ্যৰ পুতেক ভুজ্যক ৰক্ষা কৰি ধূলি নোহোৱা বাটেৰে ৰথত তুলি উৰি যোৱা ঘোঁৰাৰে সমুদ্ৰৰ পানীৰ মাজৰ পৰা উদ্ধাৰ কৰিলা ॥ ৬ ॥ হে ৰথত উঠি থকা অশ্বিনী দুজন, তোমালোকে জয়শীল ৰথেৰে পৰ্ব্বত ভাঙি পাৰ হৈ আহিছিলা। হে কামবৰ্ষী দুজন, পুত্ৰাৰ্থিনী বধ্ৰিমতীৰ আহ্বান শুনিছিলা। স্তোতাৰ কামনা পূৰণ কৰা তোমালোকে স্তুতি কৰা শয়ুৰক পোৱালী দিবলৈ এবা গৰুৰ গাখীৰ উলিয়াই দিছিলা। এইদৰে ভাল স্তুতি শুনিবলৈ তোমালোক সকলোলৈ ( যজ্ঞলৈ ) যোৱা ॥ ৭ ॥ হে দ্যাবাপৃথিবী, হে আদিত্য সকল, হে বসুসকল, হে ৰুদ্ৰৰ পুত্ৰ মৰুৎসকল, মৰ্ত্ত্যত অশ্বিনী দুজনৰ পৰিচাৰকৰ ওপৰত দেবতাসকলৰ যি পুৰণি উগ্ৰ খড়্গ আছে সেই খড়্গেৰে তাপক ৰাক্ষসৰ গৰা-কীক বধ কৰা হওক ॥ ৮ ॥ যি মানুহে সকলো লোকৰ ৰজা অশ্বিনী দুজনক সময়মতে পৰিচৰণ কৰে তেওঁ মিত্ৰ আৰু বৰুণক জানে। তেওঁ মহাবলী ৰাক্ষসলৈ ঘাটক অস্ত্ৰ মাৰে, দ্ৰোহযুক্ত মানুহৰ কথাতো অস্ত্ৰ মাৰে ॥ ৯ ॥ হে অশ্বিনী দুজন, চকৰী বেয়া নোহোৱা দীপ্তিমন্ত সাৰথীৰে সৈতে ৰথত আমাৰ ঘৰলৈ পুত্ৰ দান কৰিবলৈ আহা। খড়্গ নোহোৱা হৈ ৰাধা দিয়া মানুহৰ মূৰ কাটি পেলোৱা ॥ ১০ ॥ হে অশ্বিনী দুজন, উৎকৃষ্ট বা মধ্যম বা নিকৃষ্ট ঘোঁৰাৰে আমাৰ কালৈ আহা। দৃঢ় হলেও গৰুৰ পালৰ দুৱাৰ বিলাক মেলি দিয়া। স্তুব কৰাক বিচিত্ৰ দান দিয়া ॥ ১১ ॥

### ৬৩ সূক্ত—ঋ ১১

ঋষি আৰু দেবতা ৬২ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্, ১১ একপদা ত্ৰিষ্টুভ্।

ক'ত সেই চিকুণ, বহুতে আহুত কৰা অশ্বিনী দুজনক হবিৰে যুক্ত স্তোত্ৰই আজি দূতৰ দৰে বিচাৰি উলিয়াব? যি স্তোত্ৰই নাসত্যা দুজনক ঘূৰাই আনিব? হে অশ্বিনী দুজন এই স্তোত্ৰ তোমালোকৰ প্ৰিয়তম হওক ॥ ১ ॥ হে অশ্বিনী দুজন, তোমালোকে আমাৰ স্তুতি কৰি থকা হবনলৈ এতিয়াই আহা—সোম পান কৰা। শত্ৰুৱে বাটে ঘৰ ভাঙিব নোৱাৰে তেনেকৈ মোৰ ঘৰ দূৰৈত বা ওচৰত বেৰি থকা ॥ ২ ॥ তোমালোকৰ কাৰণে সোমৰ বিস্তৃত অভিষৱ আজি কৰা হৈছে। কোমল কুশ মেলি থোৱা হৈছে। হাত যোৰ কৰি হোতাই বন্দনা কৰিছে। তোমালোকৰ কাৰণে চেপা শিলে সোমৰস উলিয়াই দিছে ॥ ৩ ॥ তোমালোকৰ যজ্ঞৰ কাৰণে অগ্নি জ্বলি উঠিছে। আহবনীয় সমিধ ঘিঁউৰে তিতি (টোপা টোপে) ঘিঁউ পৰি গৈছে। যি হোতাক নাসত্যা দুজনক হবন কৰিবলৈ দিয়া হৈছে তেওঁ উদ্যোগী মনৰ হৈ বহুত কৰিছে ॥ ৪ ॥ বহুতৰ ৰক্ষক হে অশ্বিনী দুজন, তোমা-লোকৰ শতৰক্ষক ৰথে সূৰ্য্যৰ জীয়েকক আনিবলৈ বৈছিল। যজ্ঞাৰ্হ দেবতাৰ এয়া জন্মত মায়াৰে জ্ঞানী নেতা সকলে নাচিবলৈ ধৰিলে ॥ ৫ ॥ হে অশ্বিনী দুজন, তোমালোকৰ এই দেখনীয়াৰ চেহেৰাৰে সূৰ্য্যাই এনেকুৱা শোভাত ভাল পালে। তোমালোকৰ ঘোঁৰাই শোভাৰ কাৰণে উৰি যোৱাদি গল। হে স্তুত্যাৰ্হ অশ্বিনী দুজন, তোমালোকৰ সুস্তুতি কৰা ঋষিৰ স্তুতি ব্যাপ্ত হল ॥৬॥ হে নাসত্যা দুজন, তোমালোকক লৈ যোৱা অতি বহন কৰিব পৰা ৰথ ঘোঁৰাবোৰে সোম অন্নৰ ফালে লৈ আহক। তোমালোকৰ মনোবেগী ৰথ টানি আনিবলৈ ভাল পোৱা ঘোঁৰা বহুত অন্ন আৰু সোম আনিবলৈ সৃষ্টি হৈছে ॥ ৭ ॥ হে বহুতৰ পালক দুজন,—তোমালোকৰ দিবলগীয়া বহুত ধন আছে। আমাক অইন ঠাইলৈ নোযোৱা গৰু আৰু ধন দিয়া। তোমাৰ স্তোতা আছে। হে আমোদ দাতা অশ্বিনী দুজন, স্তোতাৰ ভাল স্তুতিও আছে। সোমৰস আছে, যি ৰসে তোমালোকৰ দান বিচাৰি যজ্ঞৰ ঠাই পাইছে ॥ ৮ ॥ আৰু পুৰয়ৰ দুটা ঋজুগামী, ক্ষিপ্ৰগামী ঘোঁৰা মোৰ হল। সুমীলহৰ এশ গৰু মোৰ হল। প্ৰেৰকৰ পক্ক অন্ন মই খালো। সোণ থকা শাণ্ড ৰজাৰ দেখিবলৈ ভাল ( ৰথ বা ঘোঁৰা )

একে ধৰণৰ, শত্রু অভিভৱ কৰিব পৰা দৰ্শনীয় পুত্ৰ (অশ্বিনী দুজনৰ) স্তোতাই মোক দিলে ॥ ৯ ॥ হে নাসত্যা অশ্বিনী দুজন তোমালোকৰ স্তোতাক পুৰুপন্থা বজাই এশ হেজাৰ ঘোঁৰা দিলে। হে বীৰ অশ্বিনী দুজন, তোমালোকৰ অনুগ্ৰহত ৰাক্ষস বহুত বহুত মৰা হল ॥ ১০ ॥ (হে অশ্বিনী দুজন) বিস্তৃত তোমালোকৰ সুখাবহ ধনেৰে বিদ্বান সকলেৰে সৈতে আমি থাকিম ॥ ১১ ॥

## ৬৪ সূক্ত—ঋ ৬

### ঋষি বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ—ত্ৰিষ্টুভ্ দেৱতা—উষা।

দীপ্যমান শুক্লবৰ্ণা উষাই জগতক শোভা কৰিবলৈ পানীৰ ঢৌৰ দৰে উঠি আহিছে। উষাই সকলো ঠাই সুগম সুপথ কৰি দিলে। ধনবতী উষা প্ৰশস্তা আৰু সৰল হৈছে ॥ ১ ॥ হে উষা দেবী, তোমাক কল্যানীয়া দেখা গৈছে। বহলকৈ পোহৰ কৰিছা। তোমাৰ দীপ্যমান পোহৰ ৰশ্মিবিলাকেৰে অন্তৰীক্ষত উঠি গৈছে। হে উষা দেবী, তেজেৰে দীপ্যমান আৰু শোভিত হৈ বুকু দেখুৱাই দিছা ॥ ২ ॥ ৰঙা দীপ্যমান ৰশ্মিবিলাক, সুভগা উষাই প্ৰথম এয়া বহন কৰিছে। ক্ষেপ্তা বলীৰ দৰে অন্ধকাৰ গুচাই দিছে। ক্ষিপ্ৰগামী শত্রু যেনেকৈ পলায় অন্ধকাৰ বিলাক তেনেকৈ পলায় গৈছে ॥ ৩ ॥ হে উষা দেবী, যাব নোৱাৰা পৰ্ব্বতো বাট তোমাৰ কাৰণে সুগম হৈ পৰিছে। নিজে প্ৰকাশ হৈ অন্তৰীক্ষৰ (বা সাগৰৰ) পানীও পাৰহৈ গৈছা। ডাঙৰ ৰথত দৰ্শনীয়া স্বৰ্গৰ দুহিতা সেই উষা দেবীয়ে বিচৰা ধন আমালৈ লৈ আহা ॥ ৪ ॥ হে উষা দেবী, তুমি অপ্ৰতিহত গতিৰ হৈ প্ৰীতিৰে সৈতে যি বলদ গৰুৰে ধন বহন কৰি আনা সেই ধন আমালৈ লৈ আহা। হে স্বৰ্গৰ জীয়ৰী, তুমি দীপ্তিমতী হৈ প্ৰথম আহ্বানতে পূজনীয়া, আৰু দৰ্শনীয়া হৈ থাকা ॥ ৫ ॥ হে উষাদেবী, তুমি আহিলত উৰণীয়া চৰাই বিলাক বাহৰ পৰা উৰি গৈছে। মানুহে অন্নাৰ্থী হৈ ঘৰৰ পৰা ওপৰলৈ মুৰ কৰি ওলাইছে। হে উষা দেবী, ঘৰত অগ্নিৰ লগত বসতি কৰিছা। মানুহক দিবলৈ বহুত ভাল ধন বহন কৰি আনিছা ॥ ৬ ॥ (১।১২৪।১২ ঋকৰ দৰে একে)

## ৬৫ সূক্ত—ঋ ৬

### ঋষি আদি ৬৪ সূক্তৰ দৰে।

এয়া সেই স্বৰ্গত উৎপত্তি হোৱা জীয়ৰী উষাই আমাৰ কাৰণে এন্ধাৰ গুচাই মানুহৰ প্ৰজাক জগাই তুলিছে। —দীপ্যমান পোহৰেৰে ৰাত্ৰিৰ নক্ষত্ৰাদিৰ পোহৰ আৰু অন্ধকাৰ গুচাই দিয়া দেখা গৈছে ॥ ১ ॥ কান্তিমান ৰথত উঠি সেই উষাই তেতিয়াই বৃহৎ যজ্ঞৰ মুখ মুকলি কৰি দি ৰঙা ঘোঁৰাত উঠি বহল হৈ গৈছে আৰু বিচিত্ৰ ৰূপেৰে প্ৰকাশ পাইছে। ৰাতিৰ এন্ধাৰ নাশ কৰিছে ॥ ২ ॥ হে উষা সকল হবি দাতা মানুহক কীৰ্ত্তি, বল, অন্ন আৰু ৰস বহন কৰি দিয়া। ধনবতী আৰু গমনশীলা তোমালোকে আজি পৰিচৰণ কৰে তাক পুত্ৰ পৌত্ৰাদিৰে ধন আৰু অন্ন দিয়া ॥ ৩ ॥ হে উষা, এতিয়াই তোমাৰ পৰিচৰ্য্যা কৰাক দিবলৈ বস্তু ধন আছে। এতিয়াই প্ৰেৰক হবিদাতাক দিবলৈ ধনবস্তু আছে। এতিয়াই প্ৰাজ্ঞ স্তোতাক দিবলৈ ধনবস্তু আছে। য'ত উক্থ আছে, আগৰ দিনৰ দৰে সেই ধন মোক দিয়া ॥ ৪ ॥ হে উষা, পৰ্ব্বতৰ ওপৰত থকা গৰুৰ জাক এতিয়াই তোমাৰ অঙ্গিৰসে মুকলি কৰি আনিছে আৰু অৰ্চনীয় স্তোত্ৰেৰে এন্ধাৰ ভেদি দিছে। নেতাসকলৰ দেৱতাক কৰা স্তুতিৰ সত্যফল হৈছে ॥ ৫ ॥ হে স্বৰ্গৰ দুহিতা উষা, পুৰণি কালৰ দৰে আমালৈও এন্ধাৰ গুচাই দিয়া। হে ধনবতী উষা, ভৰদ্বাজৰ দৰে (মোৰ দৰে) পৰিচৰণ কৰাক আৰু স্তুতি কৰাক কল্যানকৰ পুত্ৰ পৌত্ৰাদিৰে সৈতে ধন দিয়া, (আৰু) বেচি অন্ন দিয়া ॥ ৬ ॥

## ৬৬ সূক্ত—ঋ ১১

### ঋষি আৰু ছন্দ ৬৫ সূক্তৰ দৰে। দেৱতা মৰুৎসকল।

সেই মৰুত সকল সদায় একে ৰূপৰ—স্থিৰ বিলাককো নমাই দিয়া। গৈ থকা ৰূপেৰে (মৰুত সকল) বিদ্বান সকলৰ স্তোত্ৰত সোনকালেই প্ৰাদুৰ্ভাৱ হয়। সেই পৃশ্নিৰ অন্তৰীক্ষত এবাৰহে বগা (গাখীৰ) ক্ষৰণ কৰে,—আৰু মৰ্ত্ত্যলোকত সদায় খিৰাবলৈ বৃদ্ধি প্ৰাপ্ত হয় ॥ ১ ॥ (এই ঋকৃটিৰ অৰ্থ জটিল। মৰুতৰ দ্বাৰা বৰষুণ হয়। সেই বৰষুণ এবাৰ বছেৰেকত বৰ্ষাত হয়। সেই বৰষুণৰ পৰা গছ-গছনি হয়, গৰু বৃদ্ধি হয়—যি গৰুৰ গাখীৰ মানুহে সদায় খিৰাবলৈ পায় এনেকুৱা অৰ্থত ঋকটি গ্ৰহন হব পাৰে)। যি মৰুত সকল জ্বলোৱা অগ্নিৰ দৰে দীপ্যমান, যি দুগুণ তিনিগুণ বাঢ়ে, এওঁবিলাকৰ ৰথ ধূলি নলগা সোণৰ অলঙ্কাৰৰ দৰে। এওঁবিলাক ধন আৰু বলেৰে প্ৰাদুৰ্ভাৱ হয় ॥ ২ ॥ সেচা (পানীবৰষা) কদ্ৰৰ পুত্ৰ যি মৰুতসকলক ধাৰণ কৰা পৃশ্নি, যি মৰুত সকলৰ ভৰণ কৰিবৰ ক্ষম, সকলো জনা মহৎ এওঁবিলাকৰ মাক পৃশ্নি মহতী। সেই পৃশ্নিয়ে মানুহৰ কাৰণে (গৰ্ভ) পানী ধাৰণ কৰিলে ॥ ৩ ॥ মৰুত সকলে মানুহৰ ওচৰলৈ আহিবলৈ ইচ্ছা নকৰে (কিন্তু) সকলোৰে (পাৰ)

ভিতৰত থাকি পাপ শোধন কৰে। যেতিয়া দীপ্যমান স্তোতাৰ কামনা অনুযায়ী (এওঁলোকক) খিৰাই, তেতিয়া দীপ্তিৰে নিজ শৰীৰ প্ৰকাশ কৰি মাটিত পানী সিঁচি দিয়ে ॥ ৪ ॥ যি ধৰ্ষক মৰুতসকলৰ যজ্ঞ কৰি স্তোত্ৰ উচ্চাৰণ কৰে, তেওঁবিলাকে সোনকালে কামনা খিৰাবলৈ (পাবলৈ) সক্ষম হয়। যি মৰুতসকলে স্তোতাৰ ধন অপহৰণ কৰি গুচি যায়, মহত্বৰে যুক্ত উগ্ৰ তেওঁবিলাকক (স্তোতাই) যজন কৰি খঙ নাইকিয়া কৰে ॥ ৫ ॥ সেই মৰুত সকলে সেনাধৰ্ষক উগ্ৰবলেৰে সুৰূপা দ্যাবা পৃথিবী যোগ কৰি দিলে, যি দ্যাবাপৃথিবীয়ে নিজ দীপ্তিৰে বলবান মৰুতসকলৰ বাধক হৈ নেথাকে ॥ ৬ ॥ হে মৰুতসকল, তোমালোকৰ ৰথ পাপ ৰহিত যাতে হয় তেনে কৰা। সাৰথী নোহোৱাকৈ স্তোতাই যি ৰথ প্ৰেৰণ কৰে, সেই ৰথ ধোঁৱা নোহোৱা, নোখোৱাকৈ ৰচি নোহোৱাকৈ স্তোতাৰ কামনা পূৰণ কৰি দ্যাবা-পৃথিবীৰ পথেদি চলি যায় ॥ ৭ ॥ হে মৰুত সকল, তোমালোকে সংগ্ৰামত যাক ৰক্ষা কৰা সেই জনৰ প্ৰেৰক (সিপুৰীলৈ পথিওৱা) কোনো নাই। আৰু যাক পুত্ৰ, পৌত্ৰ, গৰু আৰু পানী দি ৰক্ষা কৰা, তেওঁ সংগ্ৰামত জিকি শত্ৰুৰ গৰুৰ পাল উলিয়াই আনে ॥৮॥ হে অগ্নি, স্তুতি কৰা কেউজনক, ত্বৰিৎ গতিৰ, নিজ বলৰ মৰুৎগণক দৰ্শনীয় অন্ন তুমি দিয়া। যি মৰুতে শত্ৰুৰ বল বলেৰে পৰাজয় কৰে, তেওঁবিলাকৰ ভয়ত পৃথিৱী কঁপে ॥৯॥ মৰুৎগণ যজ্ঞৰ দৰে দ্যোতমান, ক্ষিপ্ৰগমণৰ অগ্নিৰ ৰশ্মিৰ দৰে দীপ্যমান, অৰ্চনীয়, তেওঁবিলাকে শত্ৰুক কঁপাই দিয়া বীৰ. দীপ্ত শৰীৰ আৰু অন্যই পৰাভব কৰিব নোৱাৰা ॥ ১০ ॥ সেই বৰ্দ্ধমান, ওজস্বি যোৱা ৰুদ্ৰৰ পুত্ৰ মৰুৎগণক স্তোত্ৰেৰে পৰিচৰণ কৰিছো। স্তোতাৰ নিৰ্ম্মল স্তুতিবিলাক উগ্ৰ মৰুৎগণৰ যোগ্য মেঘৰ পানীৰ দৰে স্পৰ্দ্ধা কৰা ॥ ১১ ॥

## ৬৭ সূক্ত—ঋ ১',

### ঋষি আৰু ছন্দ ৬৫ সূক্তৰ দৰে।

### দেবতা মিত্ৰাবৰুণ।

সকলো সৎৰ মাজত জেষ্ঠতম মিত্ৰাবৰুণ দুজনক স্তুতিৰে বৰ্দ্ধন কৰিবলৈ প্ৰবৃত্ত হৈছো, —যি দুজন অসীম, দমন কৰিব পৰা নিজ হাতেৰে ঘোঁৰাৰ লেকামৰ দৰে মানুহক দমন কৰে ॥ ১ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকলৈ এই স্তুতি মেলিছোঁ। প্ৰিয় তোমালোকক হবি অন্নেৰে সৈতে কুশমেলি যজ্ঞত (সেই স্তুতি) দিলে তোমালোকৰ কালে যায়। হে মিত্ৰাবৰুণ, আমাক অভিভব কৰিব নোৱাৰা (শীত-তাপ) নিবাৰক ঘৰ, সুদাতা তোমালোকে দিয়া ॥ ২ ॥ হে মিত্ৰ আৰু বৰুণ, সকলোৰে প্ৰিয় তোমালোকে সুপ্ৰশংসাৰে স্তোত্ৰেৰে স্তুতি কৰি থকা আমাৰ কালে আহা। কৰ্ম্মত নিযুক্ত মানুহে যেনেকৈ অন্ন বিচৰা মানুহক কৰ্ম্মেৰে সংযত কৰে, তেনেকৈ মহিমাৰে তোমালোকে সংযত কৰা ॥ ৩ ॥ যি দুজন ঘোঁৰাৰ দৰে বলী, স্তোত্ৰেৰে পূত হলত অদিতিয়ে গৰ্ভত ধাৰণ কৰিলে। উপজিয়েই মহান, আৰু মহত্বৰ হিংসক মানুহৰ (ওপৰত) ঘোৰ ৰূপ ধৰিলে, সেই দুজনক অদিতিয়ে গৰ্ভত ধাৰণ কৰিছিল ॥ ৪ ॥ সকলো দেবতাই পৰস্পৰ সন্তোষিত হৈ তোমালোক দুজনক মহত্বৰে স্তুতি কৰি বল ধাৰণ কৰি দিলে। —যি দুজনে দ্যাবা-পৃথিবী পৰাভব কৰিলে, —সেই তোমালোকে অহিংসিত আৰু অমূঢ় (মূৰ্খ নোহোৱা) গুপ্তচৰ ৰাখি দিলা ॥ ৫ ॥ সেই দুজন মিত্ৰাবৰুণে দিনে দিনে বল ধাৰণ কৰে। অন্তৰীক্ষৰ ওপৰত সূৰ্য্যক খুটাৰে দৃঢ় কৰিলে। তোমালোকৰ দৃঢ় কৰা মেঘ অন্তৰীক্ষত থাকিল আৰু বিশ্বদেৱ (সূৰ্য্য) মাটি আৰু আকাশত থাকি মানুহৰ অন্ন হৈ থাকিল ॥ ৬ ॥ সেই মিত্ৰাবৰুণক সোমেৰে পুৰাবলৈ প্ৰাজ্ঞ যজমানক ধাৰণ কৰিছে। যেতিয়া যজ্ঞঘৰ ভয় কৰি থকা ঋত্বিকেৰে পূৰ্ণ হয়, হে বিশ্ব জয় কৰা দুজন, যেতিয়া তোমালোকে পথিওৱা পানী দিক্‌ বিলাকে নধৰে, তেতিয়া পানীৰে পৃথিৱী তিতি যায় ॥ ৭ ॥ সেই মিত্ৰাবৰুণ, তোমালোক প্ৰাজ্ঞ, —বাক্যেৰে (স্তুতিৰে) তোমালোকক সদায় পানী বিচাৰে। যেতিয়া তোমালোকৰ অনুচৰে আমাৰ যজ্ঞত মায়া নোহোৱাকৈ আহে, হে ঘিঁউ অন্ন (ভোগকৰা) তোমালোকৰ মাহাত্মাতেই হওক, তোমালোকে হবি দাতা যজমানৰ পাপ নাশ কৰা ॥ ৮ ॥ হে মিত্ৰাবৰুণ, তোমালোকৰ বিহিত প্ৰিয় কৰ্ম্ম যজন নকৰা যি মানুহে স্পৰ্দ্ধা কৰি বেয়া কৰে, যি দেবতাই বহন কৰা স্তোত্ৰেৰে যোজনা নকৰে, মানুহেও নকৰে, আৰু যি পুত্ৰৰ দৰে নহয়, সেই বিলাকক নাশ কৰা ॥ ৯ ॥ যেতিয়া মেধাবী উদ্গাতাই স্তুতি উচ্চাৰণ কৰে, তেতিয়া কোনোৱে ঋকেৰে অগ্নি আদিক স্তুতি কৰা নিবিদ পাঠ কৰে। তেনেকুৱা কৰি থাকোঁতে আমি তোমালোকৰ উক্‌থ স্তোত্ৰ গাম। তোমালোকে অন্য দেবতাৰ লগত আঁতৰি নেযাবা ॥১০॥ হে ৰক্ষক মিত্ৰাবৰুণ, যেতিয়া স্তুতিবাক্য গোৱা হয়, আৰু যেতিয়া ঋজুগামী, ধৰ্ষক, কামবৰ্ষী সোমক যজ্ঞত লগোৱা হয়, তেতিয়া ঘৰ দিবলৈ তোমালোক আগবাঢ়ি আহিলে তোমালোকে দিয়া ঘৰ যে অবিচ্ছিন্ন (নোঠেৰী নিচিগা বংশৰ) হৈ থাকে, ই সত্য ॥১১॥

### ৬৮ সূক্ত—ঋ ১১

ঋষি বৃহস্পতিৰ পুত্ৰ-ভৰদ্বাজ। ছন্দ-ত্ৰিষ্টুভ্ ৯.১০ জগতী। দেবতা ইন্দ্ৰ আৰু বৰুণ।

হে মহান ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ কাৰণে খৰকৈ সোম চেপিবলৈ যজ্ঞত ঋত্বিক সকলেৰে সৈতে উদ্যত হৈছো।—যি সোমে মনুৰ যজ্ঞৰ দৰে কুশ মেলি অন্ন আৰু মহৎ সুখৰ কাৰণে যজন কৰিবলৈ তোমালোকক ঘূৰাই আনিছে ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ, সেই শ্ৰেষ্ঠ যজ্ঞত তোমালোক ধন প্ৰেৰক হোৱা। তোমালোক বীৰৰ মাজত অতি বলবন্ত, ধনবানৰ মাজত অতি দাতা। বহুত বলেৰে আবৃত, সত্যৰে শত্ৰুৰ হিংসক আৰু সকলো সেনা যুক্ত ॥ ২ ॥ (হে যজমান) স্তুতিৰে, বলেৰে আৰু সুখেৰে শব্দ কৰি এই ইন্দ্ৰ আৰু বৰুণক স্তুতি কৰা। ( হে ইন্দ্ৰ আৰু বৰুণ) তোমালোকৰ এজনে ( ইন্দ্ৰই ) বৃত্ৰক বজ্ৰেৰে বধ কৰিলা। অন্যজনে ( বৰুণে ) প্ৰাজ্ঞ স্তোতাক উপদ্ৰৱত ৰক্ষা কৰিবলৈ বলেৰে সৈতে যোৱা ॥ ৩ ॥ মানুহৰ মাজত স্ত্ৰী আৰু পুৰুষ আৰু সকলো দেবতাই ( আৰু দেৱী সকলে ) নিজেই উদ্যত হৈ যেতিয়া স্তুতিৰে বৰ্দ্ধন কৰে তেতিয়া হে ইন্দ্ৰ আৰু বৰুণ, মহত্ব যুক্ত সেই স্তোতাক প্ৰভাব কৰা,—স্বৰ্গ আৰু পৃথিবীত প্ৰভাব কৰা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বৰুণ তোমালোকক যি যজমানে নিজেই হবি আদি দিয়ে তেৱেঁই সুদাতা, ধনবান আৰু ঋতবান ( নিয়মবান )। তেওঁ দানবান, ( জয় কৰি লাভ কৰা ) শত্ৰুৰ অন্নেৰে সৈতে ত্ৰাণ পায়। আৰু ধন আৰু ধনবান পুত্ৰও পায় ॥ ৫ ॥ ( স্তোতাই ) স্তুতি কৰি থকা হে ইন্দ্ৰ আৰু বৰুণ তোমালোকে হবি দাতাক যি ধনবন্ত বহুত অন্নবান যি ধন দিয়া আৰু যি হিংসকৰ অকীৰ্ত্তিকৰ ধন কাঢ়ি আনি দিয়া তেনেকুৱা ধন আমাক দিয়া ॥ ৬ ॥ আৰু হে ইন্দ্ৰ আৰু বৰুণ, স্তোতাৰ (আমাৰ) দেবতাই বাট দেখুৱাই দিয়া সুৰক্ষিত ধন হওক,—যি আমাক যুদ্ধত বল দি হিংসক শত্ৰুক অভিভৱ কৰিব পৰা হৈ, যশ দি, থিতাতে উদ্ধাৰ হব পৰা কৰে ॥ ৭ ॥ হে ইন্দ্ৰ আৰু বৰুণ, ( আমি ) স্তুতি কৰি থকা তোমালোকে আমাৰ অন্ন আৰু যশৰ কাৰণে ধন খৰকৈ দিয়া। হে দেবতা দুজন, মহান তোমালোকৰ বলত এইদৰে স্তুতি কৰা আমি দুখবিলাক নাৱেৰে নৈ পাৰ হোৱা দৰে পাৰ কৰা ॥ ৮ ॥ ( হে স্তোতা ) সম্ৰাট, বৃহৎ দেবতা বৰুণলৈ প্ৰিয় সকত স্তোত্ৰ আজি উচ্চাৰণ কৰা,—যি এই বৰুণ মহিমা যুক্ত, প্ৰজ্ঞাযুক্ত, তেজযুক্ত, জৰা ৰহিত বিস্তীৰ্ণ দ্যাবাপৃথিবীত বিকাশ হৈ আছে ॥ ৯ ॥ হে অভিযুত সোম্ পান কৰা ইন্দ্ৰ আৰু বৰুণ আমাৰ এই মদকৰ অভিযুত সোম পান কৰা। ধৃতকৰ্ম্মা তোমালোকে, দেবতাই পান কৰিবলৈ আৰু তোমালোকেও পান কৰিবলৈ ৰথ নিজৰ ঘৰৰ যজ্ঞলৈ আনা ॥ ১০ ॥ হে ইন্দ্ৰ আৰু বৰুণ, কামবৰ্ষী তোমালোকে অতি মধুৰ, ধৰ্ষক সোম পান কৰা। তোমালোকৰ কাৰণে এয়া সোম আমি পাত্ৰত থৈ দিছো। এয়া কুশত বহি যজ্ঞত সোম পানৰ আমোদ কৰা ॥ ১১ ॥

### ৬৯ সূক্ত—ঋ ৮

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ-ত্ৰিষ্টুভ্ দেবতা—ইন্দ্ৰ-বিষ্ণু।

হে ইন্দ্ৰ আৰু বিষ্ণু, তোমালোকক এই হবি দি স্তোত্ৰেৰে এতিয়াই পথিয়াম। কৰ্ম্ম শেষ হলে যজ্ঞ সেৱন কৰিবা। উপদ্ৰৱহীন বাটেৰে আমাক ( যজ্ঞ কৰ্ম্ম ) পাৰ কৰি দিয়া ॥ ১ ॥ ইন্দ্ৰ আৰু বিষ্ণু সকলো স্তুতিৰ উদ্ভাবক। তেওঁবিলাকলৈ সোম ভৰাই থোৱা কলহ বিলাক আছে। হে ইন্দ্ৰ আৰু বিষ্ণু, তোমালোকক উচ্চাৰণ কৰি গোৱা স্তুতিয়ে, পাওক গৈ,—স্তোতাই গোৱা ঋক স্তুতিয়েও পাওকগৈ ॥ ২ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, সোমৰসৰ গৰাকী তোমালোক ধন দি সোমলৈ আহা। স্তোতাৰ স্তোত্ৰ বিলাক উক্থেৰে সৈতে গাই তোমালোকক সেই তেজেৰে ভজন কৰক ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, তোমালোক শত্ৰুৰ পৰাস্তকাৰী। একে লগে আনন্দ কৰি থকা ( তোমালোকক ) ঘোঁৰাই লৈ আহক। স্তোতাৰ সকলো আহুত কৰা স্তোত্ৰ সেৱন কৰা। মোৰ স্তুতি বাক্যবিলাক শুনা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, তোমালোকৰ সেই কৰ্ম্ম স্তুতি কৰিবলগীয়া ( যে ) সোমৰ আমোদত দীঘলকৈ সংক্ৰমণ কৰিলা,(খোজ দিলা) অন্তৰীক্ষ বহল কৰিলা আৰু সকলো লোক আমাৰ জীয়াই থাকিবলৈ বহল কৰি দিলা ॥ ৫ ॥ ঘিঁউ অন্ন খাই ইন্দ্ৰ আৰু বিষ্ণুৱে সোমেৰে বৰ্দ্ধন হৈ, সোমৰ বগা ওপৰ ভাগ খায়, নমস্কাৰেৰে হবি অন্ন দিয়া আমাক ধন দিয়া তোমালোকে সমুদ্ৰৰ দৰে হৈছা, সোম থোৱা কলহৰ দৰে হৈছা ॥ ৬ ॥ হে দেখনিয়াৰ ইন্দ্ৰ আৰু বিষ্ণু, তোমালোকে আমোদকৰ এই সোম পান কৰা—পেট পূৰ কৰা। তোমালোকে আমোদকৰ সোম-অন্নৰ ফালে যোৱা। মই কৰা স্তোত্ৰৰ আহ্বান শুনা ॥ ৭ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, দুয়োয়ে শত্ৰু জয় কৰা, পৰাজিত নোহোৱা, এওঁবিলাক দুজনৰ ভিতৰত কোনো পৰাজিত নহয়। হে বিষ্ণু আৰু ইন্দ্ৰ, তোমালোকে অসুৰৰ লগত

স্পৰ্দ্ধা কৰি এই লোক তিনি ভাগত ৰাখিলা আৰু সহস্ৰ বিক্ৰম কৰিলা ॥ ৮ ॥

## ৭০ সূক্ত—ঋ ৬

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ-জগতী। দেৱতা—দ্যাবাপৃথিবী।

হে দ্যাবাপৃথিবী, ঘৃতবতী (উদকবতী), সকলো ভুবন ব্যাপ্ত হৈ থকা, বহল, শকত, মধু খিৰোৱা, সুৰূপা, নিত্যা, বহুত তেজৰ (ৰেতৰ) বৰুণৰ মায়াত দুয়োকো বেলেগকৈ ৰাখিলে ॥ ১ ॥ অসংলগ্ন, বহুত ধাৰাৰ পানী থকা শুচি কৰ্ম্মৰ দ্যাবাপৃথিবীয়ে সুকৰ্ম্মা যজমানৰ কাৰণে পানী দোহন কৰে। হে দ্যাবাপৃথিবী, এই ভুবনৰ ঈশ্বৰ হৈ থকা তোমালোকে আমাক মানুহৰ হিতকৰ পানী (ৰেত) সিঁচি দিয়া ॥ ২ ॥ সকলো ভুবনৰ নিবাসৰূপ হে ৰোদসী, তোমালোকক যি মানুহে পোনকৈ যাবলৈ হবি অন্ন দিয়ে তেওঁ কাম সিদ্ধি কৰে। পুত্ৰ পৌত্ৰাদিও পায়। কৰ্ম্মৰ (কৰ্ম্ম ক্ষেত্ৰৰ) ওপৰত তোমালোকে সিঁচি দিয়া পানীৰ (বীৰ্য্যৰ) পৰা নানা বৰ্ণৰ একে ধৰ্ম্মী জীৱ উৎপত্তি হয় ॥ ৩ ॥ দ্যাবাপৃথিবী পানীৰে আবৃত হৈ আছে, পানীত আশ্ৰয় কৰি আছে, পানী চুই আছে, পানীৰে বৰ্দ্ধন হৈ আছে; বিস্তীৰ্ণ আৰু শকত হৈ আছে। যজ্ঞত পুৰুহিতে পুৰস্কৃত কৰে। স্তোতাই তোমালোককেই যজ্ঞত সুখ বিচাৰে ॥ ৪ ॥ মধুক্ষৰণ কাৰিনী, মধুখিৰোৱা, মধুৰ কৰ্ম্মা, দ্যাবাপৃথিবী দেৱতাই আমাক যজ্ঞ, ধন, মহৎ যশ, অন্ন, সুবীৰ পুত্ৰ দি সকলো মধুৰে সিঁচি দিয়ক ॥ ৫ ॥ পিতা স্বৰ্গ (দ্যাবা) মাতৃ পৃথিবী, দুয়ো আমাক অন্ন দিয়ক। বিশ্বক জনা, সুকৰ্ম্মা একেলগে আনন্দ কৰি ৰোদসীয়ে আমাক ভাল পুত্ৰাদি, বল আৰু ধন পঠিয়াই দিয়ক ॥ ৬ ॥

## ৭১ সূক্ত ঋ ৬

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ ১-৩ জগতী; ৪-৬ ত্ৰিষ্টুভ্। দেৱতা—সবিতা।

সেই সবিতা দেৱতাই সোণৰ দৰে বাহুমেলি (বিভূতী) বিলাবলৈ ওপৰলৈ উঠিছে। মহান, সদায় ডেকা, সুদক্ষ সবিতা দেৱতাই (স্বৰ্গাদি) লোকবিলাক ধাৰণ কৰিবলৈ ঘিঁউৰে (পানীৰে) পূৰ্ণ হাত মেলি দিছে ॥ ১ ॥ সেই সবিতা দেৱতাৰ শ্ৰেষ্ঠধন লবলৈ আমি (যেন) সক্ষম হব পাৰো। হে সবিতা দেৱতা, তুমি সকলো দুঠেঙীয়াৰ স্থিতি আৰু প্ৰসব কাৰ্য্যত সক্ষম; চাৰিঠেঙীয়াৰো স্থিতি আৰু প্ৰসব কাৰ্য্যত সক্ষম ॥ ২ ॥ হে সবিতা দেৱতা, অহিংসিত ৰক্ষনেৰে সুখৰ আমাৰ ঘৰ আজি ৰক্ষা কৰা। সোণৰ জিভাৰ (বাক্যৰ) তুমি নতুন সুখৰ (কাৰণ) হোৱা। আমাক ৰক্ষা কৰা। অনৰ্থ কৰা শত্ৰুক আমাৰ ওপৰত প্ৰভুত্ব কৰিবলৈ নিদিবা ॥ ৩ ॥ দেৱতা দমন কৰা জনক সোণৰ হাতৰ, সোণৰ মুখৰ, যজন কৰিবলগীয়া, আমোদ লগা কথা কোৱা, সেই সবিতা দেৱতা প্ৰতি ৰাতি শেষ হলে উঠিবা। হবি দাতা মোলৈ বহুত বিচাৰিবলগীয়া ধন পঠিয়াই দিয়া ॥ ৪ ॥ সবিতা দেৱতাই বক্তাৰ দৰে, সোণৰ নিচানৰ দৰে বাহু তুলি দিয়ক, যি এই পৃথিবীৰ পৰা অন্তৰীক্ষৰ ওখ ঠাই পাইছেগৈ। গমনশীল যি বস্তু লুকাই উদ্ভব হৈ থাকে সেইবিলাক প্ৰীত কৰি যায় ॥ ৫ ॥ হে সবিতা দেৱতা, আজি আমালৈ সুধন উলিয়াই দিয়া। কালিলৈকো সুধন পথিয়াবা। দিনে দিনে সুধন পথিয়াবা। বসবাস কৰা ঘৰৰ ধনৰ তুমিয়েই প্ৰসৱ কৰা (আৰু দাতা) সেই কাৰণে আমি এই স্তুতি কৰি ধনৰ ভাগী হম ॥ ৬ ॥

## ৭২ সূক্ত—ঋ ৫

ঋষি—বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ ছন্দ--ত্ৰিষ্টুভ্। দেৱতা ইন্দ্ৰ আৰু সোম.

হে ইন্দ্ৰ আৰু সোম, তোমালোকৰ সেই মহত্ব বহুত। তোমালোকে প্ৰথম মহৎ ভূত (ক্ষিতি, অপ, আদি) সৃষ্টি কৰিলা। তোমালোকে সূৰ্য্য বিচাৰি উলিয়ালা আৰু সকলো এন্ধাৰ আৰু নিন্দক অসুৰ নাশ কৰিলা ॥ ১ ॥ হে ইন্দ্ৰ আৰু সোম তোমালোকে উষাক উদয় কৰিলা। সূৰ্য্যক জ্যোতিৰে সৈতে ওপৰলৈ নিলা। দ্যুলোকক খুটা লগাই আন্তৰীক্ষত স্থাপন কৰি ৰাখিলা। মাতৃ পৃথিবীক বহল কৰিলা। ॥ ২ ॥ হে ইন্দ্ৰ আৰু সোম, তোমালেকে পানী বেৰি ৰখা অহি বৃত্ৰ অসুৰক মাৰিলা, (সেই কথা) স্বৰ্গে তোমালোকক অনুমোদন কৰিলে। তোমালোকে নদীৰ জলপ্ৰবাহ প্ৰেৰণ কৰিলা। বহুত সমুদ্ৰ পানীৰে পুৰাই দিলা ॥ ৩ ॥ হে ইন্দ্ৰ আৰু সোম, তোমালোকে অপক্ব (অপৰিনত) গৰুৰ ওহাৰৰ মাজত পক্ব গাখীৰ ধাৰণ কৰি দিলা। না না বৰ্ণৰ গৰুবিলাকক ভিতৰত কোনেও পৰিবৰ্ত্তন কৰিব নোৱাৰা বগা গাখীৰ ধৰি ৰাখিলা। ॥ ৪ ॥ হে ইন্দ্ৰ আৰু সোম, তোমালোকে তাৰক (পৰিত্ৰান কৰা) অপত্য যুক্ত ধন সোনকালে আমাক দি থাকা। হে উগ্ৰ ইন্দ্ৰ আৰু সোম, মানুহৰ হিতকৰ শত্ৰুসৈন্য বশ কৰিব পৰা বল মানুহক দিলা। ॥ ৫ ॥

### ৭৩ সূক্ত—ঋ ৩

ঋষি— বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা বৃহস্পতি।

যি বৃহস্পতি শিলৰ (পৰ্ব্বতৰ) বিদাৰক, প্ৰথমে জন্ম হোৱা ঋতবান (সত্যবান) অঙ্গিৰসৰ (পাচত) জন্মা, হবিষ্মাণ, দুয়ো লোকত থোৱা, দীপ্ত ঠাইত থকা, আমাৰ পিতা বৃহস্পতিয়ে বৰ্ষক দ্যাবাপৃথিবীত ভীষণ গৰ্জ্জন কৰে ॥১॥ যি বৃহস্পতিয়ে যজ্ঞৰ ওচৰত থকা স্তোতাজনৰ স্থান কৰি দিয়ে, তেওঁ আবৰক বৃত্ৰক (শত্ৰুক) বধ কৰি, যুদ্ধত শত্ৰু জয় কৰি, অমিত্ৰক পৰাস্ত কৰি, অসুৰৰ নগৰ ভীষণকৈ বিদাৰণ কৰে ॥২॥ এই বৃহস্পতি দেৱতাই ধন বিলাক মহতী গৰুৰ জাকেৰে সৈতে জয় কৰিলে। অপ্ৰতিহত বৃহস্পতিয়ে পানী আৰু পোহৰ জয় কৰিবলৈ অমিত্ৰবিলাকক মন্ত্ৰৰ বলেৰে মাৰিলে ॥৩॥

### ৭৪ সূক্ত—ঋ ৪

ঋষি— বৃহস্পতিৰ পুত্ৰ ভৰদ্বাজ। ছন্দ - ত্ৰিষ্টুভ্। দেৱতা-সোম আৰু ৰুদ্ৰ।

হে সোম আৰু ৰুদ্ৰ, অসুৰ মাৰিবলৈ আমাৰ বল ধাৰণ কৰা। আমাৰ সকলো ঘৰতে তোমালোকৰ যজ্ঞ সোনকালে হওক। তোমালোকৰ সাতোটা ৰত্ন ধাৰণ কৰি আমাৰ সুখ হওক। দুঠেঙীয়াৰ (পৰিচাৰক পুত্ৰাদিৰ), আৰু চাৰিঠেঙীয়াৰ (গৰু আদিৰ) সুখ হওক ॥১॥ হে সোম আৰু ৰুদ্ৰ, আমাৰ ঘৰত যি ৰোগ সোমালে সেই ব্যাপক ৰোগ গুচাই দিয়া। অলক্ষ্মী অন্য দূৰৈৰ ঠাইলৈ পথিয়াই দিয়া। আমাৰ কল্যাণীয় অন্ন-যশ হওক ॥২॥ হে সোম আৰু ৰুদ্ৰ, তোমালোকে আমাৰ গাত এই সকলো দৰবজাতি দিয়া। আমাৰ গাত আমি কৰা যি আবদ্ধ হৈ থকা পাপ আছে, সেই পাপ গুচাই দিয়া। আমাক মোচন কৰা ॥৩॥ হে সোম আৰু ৰুদ্ৰ, দীপ্ত ধনু ধাৰণ কৰা। তীক্ষ্ণশৰ থকা, সুখদাতা তোমালোকে ভাল মনৰ হৈ ইহলোকত আমাক অতি সুখ দিয়া। আমাক বৰুণৰ পাশৰ পৰা মুক্ত কৰা। আমাক আপদৰ পৰা ৰক্ষা কৰা ॥৪॥

### ৭৫ সূক্ত—১৯

ঋষি— ভৰদ্বাজৰ পুত্ৰ পায়ু। ছন্দ—ত্ৰিষ্টুভ্; ৬/১০ জগতী; ১২/১৩/১৫/১৬/১৯ অনুষ্টুভ্; ১৭ পংক্তি। দেৱতা— ১ বৰ্ম্ম; ২ ধনু; ৩ জ্যা, (গুণ); ৪ আৰ্ত্নী (ধনুৰ মূৰ দুটা); ৫ ইষুধী (তূণ); ৬ সাৰথী আৰু ৰশ্মি (লেকাম); ৭ ঘোঁৰাবিলাক; ৮ ৰথ; ৯ ৰথ গোপা (ৰথৰ ৰখীয়া); ১০ লিঙ্গোক্ত (ঋকত যি আছে); ১১/১২/১৫/১৬ ইষৱ (কাঁড়-বিলাক); ১৩ প্ৰতোদ (চাবুক); ১৪ হস্তঘ্ন (হাতত দুখ নেপাবলৈ থাকৰ দৰে লোহাৰ সজুলি); ১৭-/ যুদ্ধভূমি, ব্ৰহ্মণস্পতি অদিতি; ১৮ বৰ্ম্ম (কবচ), সোম আৰু বৰুণ, ১৯ দেৱতাসকল, ব্ৰহ্ম।

(বৰ্ম্ম কবচ স্তুতি) সংগ্ৰামৰ মাজলৈ যেতিয়া (এই ৰজা) কবচ পিন্ধি যায় তেতিয়া (ৰজাৰ) ৰূপ মেঘৰ দৰে হয়। (হে ৰজা) তুমি শত্ৰুক অক্ষত শৰীৰেৰে জয় কৰঁা। কবচৰ সেই মহিমাৰে তোমাক ৰক্ষা কৰক ॥১॥ (ধনু) ধনুৰে শত্ৰুৰ গৰু জয় কৰিম। ধনুৰে সংগ্ৰাম জয় কৰিম। ধনুৰে অতি মদগৰ্ব্বী শত্ৰুসেনা জয় কৰিম। ধনুৱে শত্ৰুৰ অপকৰ্ম্ম কৰে। ধনুৰে আমি সকলো ফালে থকা শত্ৰু জয় কৰিম ॥২॥ (গুণ) এই ধনুৰ গুণ দালে সংগ্ৰামত পাৰ কৰি দিয়ে। (টান দিলে ধনু ধৰা জনক) কাণলৈ আহি গাভৰু তিৰোতাই পতিক ফুচ্‌ফুচাই প্ৰিয় কথা কোৱা দৰে (কিবা কিবি) শব্দ কৰি কথা কয় ॥৩॥ (ধনু মূৰ দুটা ধনুস্কোটী)। এই (ধনুৰ মূৰ দুটাই) একে মনৰ তিৰোতাৰ দৰে (পতিৰ সঙ্গ নেৰা দৰে) আচৰণ কৰে। আৰু মাকে পুত্ৰকক কোলাত লোৱা দৰে (ৰজাক) ধাৰণ কৰে। ইহঁতে কাজিয়া নকৰাকৈ গৈ অমিত্ৰক হিংসা কৰি শত্ৰুক বিন্ধি দিয়ক ॥৪॥ (তূণ) এই তূণ বহুত কাড়ৰ পিতা। এই তূণৰ পুত্ৰ বহুত। চলিলে চিঁ চিঁ শব্দ কৰে। (যোদ্ধাৰ) পিঠিত বান্ধ খাই থকা, যুদ্ধলৈ গৈ পোৱালী জগায় (কাড় উলিয়াই মাৰি) শব্দ কৰি যুদ্ধত শত্ৰুৰ সকলো সোম জয় কৰে ॥৫॥ (সাৰথী আৰু লেকাম) ভাল সাৰথিয়ে ৰথত থাকি আগফালে ঘোঁৰা যেনি মন যায় তেনি নিয়ে। লেকামে ঘোঁৰাৰ পাচত থকা সাৰথীৰ মন অনুযায়ী ঘোঁৰা নিয়ে। লেকামৰ মহিমা স্তুৱ কৰা ॥৬॥ (ঘোঁৰা) খুড়াৰে ধূলি উকৰাই ঘোঁৰাই ৰথেৰে সৈতে বেগাই গৈ শব্দ কৰি (হাঁহি মাৰে)। পলায় নোযোৱা শত্ৰুক ভৰিৰে মোহৰি মাৰে ॥৭॥ (ৰথ) এই (ৰজাৰ) (শত্ৰুক জিনি) ৰথত বহন কৰা ধন (অগ্নিৰ বৰ্দ্ধক) হবিৰ দৰে হয়। যি ৰথত ধনু, শৰ, কবচ আদি থোৱা হয়, সেই সুখকৰ ৰথৰ ওচৰলৈ, সদায় ভাল

মনৰ হৈ আমি ( ভৰদ্বাজ সকল ) যাম ॥ ৮ ॥ ( ৰথৰ ৰক্ষক ) এই ৰথৰ পালক সকলে, সোৱাদ অন্ন ভোগ কৰি, অন্নৰ দাতা হৈ, বিপদৰ আশ্ৰয় হৈ, জাঠি হাতত লৈ, গম্ভীৰ, দেখনীয়াৰ আৰু পৰিপাটী, বীৰৰ দৰে সাহসী, সুখাম, আৰু শত্ৰু সমূহ অভিভৱ কৰোতা হয় ॥ ৯ ॥ হে ব্ৰাহ্মণ সকল, পিতৃ সকল, ঋতৰ ( নিয়মৰ ) বৰ্দ্ধক, সোমাৰ্হ ( তোমালোকে ) আমাক ৰক্ষা কৰ'া। অপাপ দ্যাবাপৃথিবীয়ে আমাক সুখ কৰা হওক। পূষা দেৱতাই আমাক দুখৰ পৰা ৰক্ষা কৰক। কু-প্ৰবৃত্তিৰ শত্ৰু আমাৰ গৰাকী নহওক ॥ ১০ ॥ ( কাঁড় বিলাক ) পাখী লগোৱা এই ক'াড়বিলাকৰ পহুৰ সিঙৰ দ'াত ( মুখ ) গৰুৰ শিৰেৰে বন্ধা, মাৰি পথিয়ালে যায়। য'ত ( যুদ্ধত ) মানুহ ( নেতা ) বিলাক ইফালে সিফালে যায়, তাত কাড়বিলাকে আমাক সুখ দিয়ক ॥ ১১ ॥ ( কাঁড় ) হে পোন কাঁড়, আমাক বৰ্দ্ধ'ন কৰা। আমাৰ শৰীৰ অভেদ্য ( লোহা ) হওক। আমাক সোমে কথা কওক। অদিতিয়ে সুখ দিয়ক ॥ ১২ ॥ ( প্ৰতোদ-চাবুক ) জ্ঞানী সাৰথীয়ে ঘোঁৰাক গাৰ মাজত কোবায়। তিকাত কোবাই। হে চাবুক, সংগ্ৰামত ঘোঁৰা চলাই দিয়া ॥ ১৩ ॥ ( হস্তঘ্ন ) হাতত লগোৱা হস্তঘ্নই ধনু জোৰেৰে কোবোৱা ( দুখ ) নিবাৰণ কৰি-বলৈ শৰীৰৰ বাহুত ( হাতৰ মনিবন্ধৰ ওচৰত ) বেৰি থাকি ( হাত ৰক্ষা কৰে )। সকলো জানিব লগীয়া মায়া জানি ধনুধাৰণ কৰা পুৰুষক সৰ্ব্বতোভাৱে ৰক্ষা কৰক ॥ ১৪ ॥ ( কাঁড় ) বিহ লগোৱা, মৃৰচিণ্ডা, আৰু যাৰ লোহৰ মুখ, সেই পৰ্জনাৰ পৰা উৎপত্তি বৃহৎ সেই কাঁড়ক নমস্কাৰ কৰা ॥ ১৫ ॥ ( কাঁড় ) মন্ত্ৰেৰে তীক্ষ্ণ কৰা, হিংসাত পাৰ্গত কাঁড়, তোমাক ক্ষেপণ কৰিলে দূৰলৈ যোৱা। হিংসকক ( লগ ) পোৱাগৈ। অমিত্ৰৰ মাজত কাকো বাকী নেৰাখিবা ॥ ১৬ ॥ য'ত যুদ্ধত মূৰ খুৰোৱা লৰাৰ দৰে কাঁড় পৰেগৈ, তাত আমাক ব্ৰহ্মণস্পতিয়ে সুখ সদায় দিয়ক। অদিতিয়ে সুখ দিয়ক ॥ ১৭ ॥ হে ৰজা, তোমাৰ মৰ্ম্ম'স্থান কৱচেৰে ঢাকি দিছো। সোম ৰজাই তোমাৰ মৰ্ম্ম'স্থান অমৃতেৰে ঢাকি দিছে। বৰুণে তোমাক বহলতকৈও বিস্তৃত সুখ দিয়ক। তোমাক দেৱতা সকলে অনুমোদন কৰক ॥ ১৮ ॥ যি আমাৰ জ্ঞাতিয়ে আমাক হিংসা কৰে, যি দূৰৈত থাকি জানিব খোজে তেওঁলোকক সকলো দেৱতাই মাৰক। মোৰ ব্ৰহ্মমন্ত্ৰ শৰৰ নিবাৰক কৱচ হওক ॥ ১৯ ॥

ওঁ তৎ সৎ

ইতি ঋগ্বেদ সংহিতা ষষ্ঠ মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্ম্মা মহাবিদ্যালয়, যোৰহাট
৫ বহাগ, ১৮৯৫ শক। ইং ১৮/৪/৭২ ।



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## সপ্তম মণ্ডল

এই মণ্ডলৰ ঋষি ( মন্ত্ৰদ্ৰষ্টা ) মিত্ৰাবৰুণৰ পুত্ৰ
বশিষ্ঠ বা বসিষ্ঠৰ বংশৰ কোনো ঋষি ।
( বশিষ্ঠ বা বসিষ্ঠ দুয়োটা শুদ্ধ )

### প্ৰথম সূক্ত— ঋক্-সংখ্যা ২৫ ।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ । ছন্দ—১-১৮, বিৰাট্ ১৯-২৫ ত্ৰিষ্টুভ্ । দেৱতা— অগ্নি ।

নেতা ( ঋত্বিক ) সকলে, বিশেষ'ক স্তুত হোৱা, দূৰৈত দেখা, গৃহপতি, আহি থকা অগ্নিক অৰণিত হাত আৰু আঙুলীৰে সৈতে জ্বলায় ॥ ১ ॥ যি অগ্নি দেখিবলৈ ভাল, ঘৰত পুজনীয় হৈ সদায় থাকে সেই অগ্নিক সকলো ভয়ৰ পৰা ৰক্ষণৰ কাৰণে ঘৰত, বাস কৰা ( বসিষ্ঠ ) সকলে ধাৰণ কৰিলে ॥ ২ ॥ হে অতি ডেকা অগ্নি, ভালকৈ জ্বলোৱা অজস্ৰ শিখাৰে আমাৰ আগত তুমি জ্বলা । বহুত অন্ন তোমাৰ ওচৰলৈ গৈছে ॥ ৩ ॥ সকলো ( অন্য ) অগ্নিৰ ভিতৰত যি বেচিকৈ জ্বলে আৰু ভাল পুত্ৰাদি দান কৰে সেই অগ্নিৰ ওচৰত সুজন্মৰ নেতা ( ঋত্বিক, যজমান ) সকল কেউফালে বহে ॥ ৪ ॥ হে জয়শীল অগ্নি, স্তোত্ৰ গোৱা কাৰণে আমাক ভাল পুত্ৰ পৌত্ৰাদিৰে সৈতে শ্ৰেষ্ঠ ধন দিয়া— যি ধন মায়াবী শত্ৰুয়েও নিব নোৱাৰে ॥ ৫ ॥ হব্য যুক্ত যুবতী ( ৰূপিনী ) স্ৰুচ্ যি অগ্নিৰ ওচৰলৈ সদায় দিনে ৰাতিয়ে যায়, সেই অগ্নিৰ নিজৰ দীপ্তিৰ ( কাৰণে ) ধন বিচাৰি ( স্তুতি কৰাই ) ওচৰলৈ যায় ॥ ৬ ॥ যি তেজেৰে যেয়া শব্দ কৰা ( ৰাক্ষসক ) দাহ কৰা, সেই তেজেৰে সকলো শত্ৰু পুৰি পেলোৱা । তুমি উত্তাপ দূৰ কৰি ৰোগ নাশ কৰা ॥ ৭ ॥ হে শ্ৰেষ্ঠ, বৰ্ণ', দীপ্ত, পাবক অগ্নি, তোমাৰ তেজ যি বঢ়াই দিয়ে, তেওঁবিলাকলৈ ( তুষ্ট ) হোৱা দৰে আমাৰো এই স্তোত্ৰত ( তুষ্ট হৈ ) যজ্ঞত থাকা ॥ ৮ ॥ হে অগ্নি, পিতৃসকলৰ হিত কৰা ( ঋষি ) কৰ্ম্মৰ নেতা যি সকলে তোমাক বহুত ঠাইত ধাৰণ কৰিছিল, ( তেওঁবিলাকৰ ওচৰত তুষ্ট হোৱা দৰে ) সন্তুষ্ট হৈ আমাৰ এই যজ্ঞত থাকা ॥ ৯ ॥ হে অগ্নি, যি মানুহে মই ৰচনা কৰা প্ৰশস্ত স্তুতি গায়, সেই মানুহে সংগ্ৰামত সকলো অসুৰৰ মায়া অভিভৱ কৰক ॥ ১০ ॥ হে অগ্নি, শূন্য ( পুত্ৰাদি নোহোৱা ) ঘৰত আমি বাস নকৰোঁ । অন্য মানুহৰ ঘৰতো নেথাকো । পুত্ৰহীন আৰু বীৰহীন আমি তোমাক পৰিচৰণ কৰি, হে ঘৰৰ হিতকৰোঁতা অগ্নি, আমি প্ৰজা ( পুত্ৰ ) যুক্ত ঘৰত বাস কৰিম ॥ ১১ ॥ যি যজ্ঞ আশ্ৰয় কৰে, যাৰ ঘোঁৰা আছে, যি অগ্নিক সদায় পূজা কৰে, তেনেকুৱা ভাল নিজ সন্তানেৰে, নিজ পুত্ৰৰে বৰ্দ্ধমান ঘৰ আমাক দিয়া ॥ ১২ ॥ হে অগ্নি, আমাক অপ্ৰীতিকৰ ৰাক্ষসৰ পৰা ৰক্ষা কৰা । অদাতা, পাপ কৰিব খোজা ধূৰ্ত্তৰ পৰা ৰক্ষা কৰা । তোমাৰ সৈতে ( লগ হৈ ) যুদ্ধ কৰিব খোজাক অভিভৱ কৰিম ॥ ১৩ ॥ সেই আমাৰ অগ্নিয়েই অন্য অগ্নিতকৈ বেচিকৈ জ্বলক যি অগ্নিক আমাৰ বলবান, দৃঢ়হস্ত, বহুত অন্নযুক্ত পুত্ৰই অক্ষয় স্তোত্ৰেৰে সম্যক পৰিচৰণ কৰে ॥ ১৪ ॥ যি অগ্নিয়ে শত্ৰুৰ পৰা উদ্ধাৰ কৰ্ত্তা, বহুত পাপৰ পৰাও ৰক্ষা কৰ্ত্তা, যাক সুজন্মৰ পুত্ৰ সকলে পৰিচৰণ কৰে সেয়েই এয়া অগ্নি ॥ ১৫ ॥ যি অগ্নিক ঐশ্বৰ্য্য বিচাৰি হবিযুক্ত যজমানে সম্যক দীপ্ত কৰে, যি হিংসাহীন যজ্ঞত দেৱতাৰ আহ্বাতা অগ্নিৰ ওচৰলৈ ( মানুহ ) যায়, সেই অগ্নিয়েই বহুত ঠাইত আহুত হয় ॥ ১৬ ॥ হে অগ্নি, আমি ধনৰ গৰাকী হৈ নিতৌ দুয়োটা ( স্তৱ আৰু যজ্ঞ ) কৰি যজ্ঞত বহুত হৱন কৰা হবি দি হোম কৰিম ॥ ১৭ ॥ হে অগ্নি, তুমি সদায় উপস্থিত থাকি অতি কান্তিময় হবা দেৱতাৰ ওৰিলৈ বহন কৰা আৰু যোৱা । আমাৰ এই সৌৰভময় হব্য দেৱতাই কামনা কৰে ॥ ১৮ ॥ হে অগ্নি, আমাক অপুত্ৰক হবলৈ এৰি নিদিবা; দূষিত কাপোৰ পিন্ধিবলৈ এৰি নিদিবা, অভাৱ গ্ৰস্ত হবলৈ এৰি নিদিবা । খাবলৈ নোহোৱা হবলৈ এৰি নিদিবা । বলীৰ ( ৰাক্ষসৰ ) ওচৰলৈ এৰি নিদিবা । হে ঋতবান ( নিয়মবান ) অগ্নি, আমাক ঘৰত হানি নকৰিবা । হাবিতো হানি নকৰিবা

॥১৯॥ হে অগ্নি, মোৰ স্তোত্ৰ বিলাক বিশেষ ৰূপে শোধিত কৰা। হে দেৱতা অগ্নি, তুমি ধনবান আমালৈ অন্ন পঠিয়াই দিয়া। তোমাৰ দান আমি দুয়োবিধে (আমি আৰু যজমানে) পাম। আমাক তুমি স্বস্তিৰে ৰক্ষা কৰা ॥২০॥ হে বলৰ পুত্ৰ অগ্নি, সুআহ্বান কৰিব পৰা তুমি ৰমনীয় দেখনীয়াৰ দীপ্তিৰে জ্বলা। নিজৰ পুত্ৰৰে সৈতে তোমাৰ সহায় হবলৈ নোহোৱা নকৰিবা। মানুহৰ হিতকৰ পুত্ৰ মই (যেন) পাওঁ ॥২১॥ হে অগ্নি, সহায় হৈ তুমি ঋত্বিকে ভালকৈ জ্বলোৱা অগ্নিক (বিলাকক) কোৱা (যে) আমাক দৰিদ্ৰ নকৰিবা। হে বলৰ পুত্ৰ অগ্নি, তোমাৰ নিগ্ৰহাত্মক (অনুগ্ৰহ নকৰা) বুদ্ধিয়ে ভুলতো আমাক হেঁচি নধৰক ॥২২॥ হে ভাল তেজৰ অগ্নি অমৰ দেৱত', তোমাক যি হবি অন্ন দিয়ে তেওঁ ধনবান হয়। যি জ্ঞানীয়ে ধন বিচাৰি জিজ্ঞাসু হৈ তোমাৰ ওচৰলৈ যায় (সৈ হবি আদি দি পূজা কৰে কোন তেওঁ? অগ্নিয়ে এই বুলি কৈ) সেই মানুহক অগ্নিয়ে ধন আৰু পোহপাল দিয়ে ॥২৩॥ হে অগ্নি, আমাৰ মহৎ কল্যাণৰ কথা জানি তুমি আমালৈ মহৎ ধন লৈ আহা। হে বলবান অগ্নি, যি ধনেৰে আমি স্তোতাই ক্ষীণ নোহোৱা পূৰ্ণ আয়ুস যুক্ত পুত্ৰৰে সৈতে আনন্দৰে ভোগ কৰিম ॥২৭॥

২৫ ঋকৃটি ওপৰৰ ২০ ঋকৰ সৈতে একে ॥ ২৫ ॥

### ২য় সূক্ত—ঋ ১১।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্, দেৱতা—অগ্নি। ১-ইধ্ম বা সমিধ অগ্নি; ২-নৰাশংস; ৩ ইল; ৪ বৰ্হি (কুশ); ৫-যজ্ঞৰ দুৱাৰ; ৬ উষা (দিন) আৰু ৰাতি; ৭ দৈব হোতা দুজন; ৮ সৰস্বতী ইলা আৰু ভাৰতী; ৯ ত্বষ্টা; ১০ বনস্পতি; ১১ স্বাহা কৃতি। (এইটি আপ্ৰী সূক্ত।)

হে অগ্নি, আজি আমাৰ সমিধ সেৱন কৰা। যজনীয় ধোঁৱা উকৰাই বেচিকৈ জ্বলা। অন্তৰীক্ষৰ ওপৰত তপত ৰশ্মিৰে চোৱাগৈ (স্পৰ্শ কৰাগৈ)। সূৰ্য্যৰ তেজেৰে ব্যাপ্ত হোৱাগৈ ॥১॥ যি সুকৰ্ম্মা, দীপ্তিমন্ত, কৰ্ম্মধাৰণ কৰা অগ্নিয়ে দুয়োবিধ (সোম আৰু হবি) ভোজন কৰে, এই বিলাকৰ মাজত যজ্ঞৰে যজন কৰিবৰ উপযুক্ত নৰাশংসৰ মহিমা স্তুতি কৰিম ॥২॥ (হে অধ্বৰ্য্যু সকল) তোমালোকে স্তুতি কৰিবৰ উপযুক্ত, বলবান, সুদক্ষ ৰোদসীৰ মাজত ফুৰা, সত্য কথা কোৱা, মানুহৰ দৰে মনু প্ৰজাপতিয়ে জ্বলোৱা ইলা (নামৰ) অগ্নিক স্তুতি কৰা ॥৩॥ পৰিচৰণ কৰিবলৈ বিচৰা সকলে আঠুকাঢ়ি পাত্ৰ পূৰ্ণ কৰি হবিৰে সৈতে অগ্নিক কুশ মেলি দিছে। হে অধ্বৰ্য্যু সকল, পিঠিত ঘিঁউৰ বিন্দুৰে সৈতে বৰ্হি (কুশ ৰূপী) অগ্নিক পূজন কৰা ॥৪॥ সুকৰ্ম্মা, দেৱতাক বিচৰা যজমান সকলে ৰথ কামনা কৰি যজ্ঞত দুৱাৰ (ৰূপী অগ্নিক) আশ্ৰয় কৰিছে। যজ্ঞত পূৱ ফালে থোৱা হেঁতা দুখনেৰে মাকে পোৱালীক চেলেকা দৰে, নদীয়ে পথাৰত পানী সিঁচি দিয়া দৰে (দ্বাৰ ৰূপী) অগ্নিক ঘিঁউ দি (অধ্বৰ্য্যু সকলে) পূজা কৰিছে ॥৫॥ আৰু মহতী, কুশত বহা, বহুতে স্তুতি কৰা, ধনবতী, যজ্ঞাৰ্হা উষাসানক্তা (দিন আৰু ৰাতি), স্বৰ্গৰ যুবতী দুজনাক কাম ধেনুৰ দৰে আমাৰ কল্যাণৰ অৰ্থে আশ্ৰয় কৰা ॥৬॥ হে দেৱতাৰ হোতা মেধাবী দুজন, জাতবেদ দুজন, যজ্ঞৰ কৰ্ম্মকৰ্ত্তা তোমালোকক যজন কৰিবলৈ মই স্তুতি কৰিছো। স্তুতি কৰিলত আমাৰ যজ্ঞক দেৱতাৰ ফালে ওপৰলৈ নিয়া আৰু দেৱতাৰ ওচৰত থকা ধন আমালৈ আনা ॥৭॥

৮ ঋক্ ৩/৪/৮ ঋকৰ দৰে
৯ ,, ৩/৪/৯ ,, ,, ॥ ৮ — ১১ ॥
১০ ,, ৩/৪/১০ ,, ,,
১১ ,, ৩/৪/১১ ,, ,,

(৮ — ১১ এই চাৰিটি ঋক্ তৃতীয় মণ্ডলৰ দৰে একে কিয় হবলৈ পালে? বসিষ্ঠ ঋষিৰ লগত বিশ্বামিত্ৰ ঋষিৰ দোৰ্থোৰ কাঁজিয়া। ইজনে সিজনৰ ধাৰ কৰিব কিয়? ৩/৫৩/২১ — ২৪ এই চাৰিটা বিশ্বামিত্ৰ ঋষিৰ ঋক্ সায়ণৰ মতেৰে বসিষ্ঠ বিৰোধী। বশিষ্ঠৰ বংশৰ সকলে শুনিবই নাপায়। এনেস্থলত ইজনৰ ঋক্ আনি সিজনৰ সূক্তত ভুক্ত কৰিলে কিয়? এইটো বিচাৰ্য্য বিষয়।)

### ৩য়- সূক্ত—ঋ ১০।

ঋষি — মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ — ত্ৰিষ্টুভ্। দেৱতা — অগ্নি।

(হে দেৱতা সকল) যি মানুহৰ মাজত অতি স্থিৰ ভাবে থাকে, যি ঋতবান (নিয়মৰ যজ্ঞবান), তাপক, তেজযুক্ত, ঘিঁউ অন্ন যুক্ত আৰু পাবক, যাক অতি যজন কৰিব লগীয়া, জ্বলি থকা অন্য অগ্নিৰে সৈতে একে, সেই অগ্নি দেৱতাক যজ্ঞৰ দূত কৰা ॥১॥ ঘাঁহ খাই শব্দ কৰি (চৰিবলৈ বিচৰা) ঘোঁৰাৰ দৰে বেৰিয়া ভাঙৰ গড়ালৰ পৰা বতাহ শিখা বিলাকৰ অনুকূলে বলে, পাচত হে অগ্নি, তুমি যোৱা বাট ক'লা কৰি যোৱা ॥২॥ হে অগ্নি, নতুনকৈ জন্ম হোৱা বৰ্দ্ধক যি তোমাৰ অজৰ শিখা জ্বলি (বঢ়া হৈ) ওপৰলৈ উঠে আৰু ধেঁৱা স্বৰ্গ পাইগৈ

তেতিয়া তুমি দূত হৈ দেৱতাৰ ওচৰ পোৱাগৈ ॥ ৩ ॥ হে অগ্নি, তোমাৰ দাহক যি তেজ আগবাঢ়ি যায়, যেতিয়া ( কাঠ আদি ) অন্ন দাতেৰে ( শিখাৰে ) চোবাই ( পুৰি ) খোৱা, তেতিয়া সেনা বিলাকৰ দৰে তোমাৰ শিখা বহল হৈ যায়। হে দর্শনীয় অগ্নি, যৱধানৰ দৰে ( যৱ ধান কটা দৰে ) তোমাৰ শিখাই ( কাঠ বন ) দহি নিয়ে ॥ ৪ ॥ অতি ডেকা, আলহী, অগ্নিকেই ৰাতি আৰু দিন-তো অগ্নিৰ স্থলত তোমাক জ্বলাই মানুহে গমনশীল ঘোঁৰাৰ দৰে পৰিচৰণ কৰে। আহুত হলে কামবর্দ্ধক অগ্নিৰ শিখাই পোহৰ কৰে ॥ ৫ ॥ হে সুতেজস্ক অগ্নি, যেতিয়া সোণৰ দৰে অতি ওচৰত ভালকৈ জ্বলা তেতিয়া তোমাৰ ৰূপ দেখিবলৈ সুন্দৰ হয়। তোমাৰ বল বজ্র-পাতৰ স্বৰ্গলৈ যায় আৰু বিচিত্র সূর্য্যৰ দৰে দীপ্তি দেখা যায় ॥ ৬ ॥ হে নেতা অগ্নি, তোমাক স্বাহাকাৰ উচ্চাৰণ কৰি যেনেকৈ ক্ষীৰ, ঘিঁউ আদি হব্যেৰে পৰিচৰণ কৰো, সেইদৰে সেই মহৎ তেজেৰে শত সেনাক লোহৰে সজা নগৰৰে সৈতে পালন কৰা ॥ ৭ ॥ হে বলৰ পুত্র জাত-বেদ অগ্নি, দানশীল তোমাৰ যি শিখা আছে, বা ( ৰাক্ষসাদিয়ে ) ধর্ষণ নকৰা স্তুতি বাক্য আছে, যিহেৰে হবি দাতাৰ পুত্ৰবান প্রজাক ৰক্ষা কৰা, সেই দুয়ো বিধেৰে আমি হবি দাতা স্তোতাক ভালকৈ ৰক্ষা কৰা ॥ ৮ ॥ যি অগ্নি কমনীয় মূৰ্ত্তিৰ, সুকৰ্ম্মা, পাবক ( হৈ ) অৰণীৰ পৰা জন্ম হল, যেতিয়া শুচি অগ্নি নিজ শৰীৰেৰে কৃপা কৰি ৰঙা আৰু পূত হৈ তীক্ষ্ণ ৰূপে ওলাই যায়, তেতিয়া দেৱতাক যজন কৰিবলৈ উপযুক্ত হয় ॥ ৯ ॥ হে অগ্নি, এই বিলাক শোভাযুক্ত ধন আমাক দিয়া। আৰু জ্ঞানী কৰ্ম্ম ( যজ্ঞ ) কৰ্ত্তাক সুপুত্র দিয়া। উদ্গাতা আৰু স্তোতাৰ সকলো ধন হওক। ( হে দেৱতা সকল ) তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ১০ ॥

## ৪র্থ সূক্ত— ঋ ১০।

### ঋষি আদি ৩য় সূক্তৰ দৰে।

( হে হবি বহন কৰা যজমান সকল ) তোমালোকে শুভ্র, দীপ্ত অগ্নিক বিশুদ্ধ হব্য দিয়া আৰু স্তুতি কৰা, যি অগ্নিয়ে দেৱতা আৰু মানুহৰ সকলোৰে জন্ম হোৱাৰ ভিতৰৰ কথা জানি ( দেৱতা মানুহৰ মাজত ) যায় ॥ ১ ॥ যেতিয়া মাকৰ ( অৰণিৰ ) পৰা অতি ডেকা হৈ জন্ম হৈ যি অগ্নিয়ে দীপ্ত দাঁতেৰে ( শিখাৰে ) হাবিৰ গছ গছনিত নিজে লাগি যায়, যি অন্ন ( কাঠ ) বিলাক বহুত হলেও তৎক্ষণাৎ খাই ( পুৰি ) পেলায়, সেই মেধাবী অগ্নিয়েই তাৰক হয় ॥ ২ ॥ এই দেৱতা অগ্নিৰ সম্মুখৰ সভাত ( গোটখোৱা ) যি মানুহে এই অগ্নিক ধৰে, যাক মানুহে ধৰি লৈ সেৱা কৰে, সেই অগ্নিয়ে মানুহৰ কাৰণে শত্ৰুয়ে পাব নোৱাৰাকৈ জ্বলে ॥ ৩ ॥ এই কৱি, প্রকাশক, অমৰণ অগ্নিয়ে মানুহৰ মাজত নিহিত হল। হে বলবান অগ্নি, তোমাৰ বিষয় আমি সদায় ভাল মনৰ হৈ থাকিম। তুমি ইহ লোকত আমাক অনিষ্ট নকৰিবা ॥ ৪ ॥ যি কাৰণে অগ্নিয়ে কৰ্ম্মেৰে অন্য দেৱতাক পাৰ কৰে, সেই কাৰণে অগ্নিয়ে দেৱতাই কল্পনা কৰা ঠাইত থাকে। গছ আৰু ওষধি বিলাকে বিশ্বৰ ধাৰক আৰু গৰ্ভত থকা সেই অগ্নিক ধাৰণ কৰে,—ভূমিয়েও ধাৰণ কৰে ॥ ৫ ॥ বহুত অমৃতৰ দাতা ঈশ্বৰে, সুবীর্য্য ধনৰ দাতা ঈশ্বৰ, বলবান হে অগ্নি, আমি পুত্র নথকা হৈ ( তোমাৰ গুৱিত ) নবহো, ৰূপহীন হৈ আমি নবহো; পৰিচৰণ হীন হৈ আমি নবহো। (অর্থাৎ এই বিলাক আমাৰ আছে—সেই বাবে হে বহিছোঁ ) ॥ ৬ ॥ অঋণীৰ ধন অপর্য্যাপ্ত হয়; সদায় থকা ধনৰ আমি গৰাকি হম। হে অগ্নি, অন্যৰ পৰা হোৱা পুত্র, পুত্র নহয়। নজ-নাৰ বাট দূৰ নকৰিবা ॥ ৭ ॥ অচিনাকিৰ অন্যৰ উদৰৰ সুখকৰ হলেও পুত্র বুলি মনেৰেও গ্ৰহণ কৰিব নোৱাৰি। সেই অন্যৰ উদৰৰ পৰিবর্ত্তে অন্নবান, শত্ৰুক পৰাস্ত কৰা নতুন জন্ম হোৱা পুত্ৰ আমালৈ আহক ॥ ৮ ॥

৯ ঋক— ৬/১৫/১২ ঋকৰ দৰে ॥ ৯ ॥
১০ „ — ৭/৩/১০ ঋকৰ দৰে ॥ ১০ ॥

## ৫ম সূক্ত —ঋ ৯।

### ঋষি আৰু ছন্দ ৪র্থ সূক্তৰ দৰে।

### দেৱতা—বৈশ্বানৰ অগ্নি।

( হে স্তোতা সকল ) যি বৈশ্বানৰ সকলো প্ৰবুদ্ধ দেৱতা সকলোৰে সৈতে ( স্তুতি আৰু হবিৰে ) বৰ্দ্ধিত হৈছে সেই বৈশ্বানৰ অগ্নিক স্বৰ্গত আৰু পৃথিৱীত বৃদ্ধিৰ কাৰণে স্তুতি কৰা ॥ ১ ॥ নদীৰ নেতা, পানীৰ বৰ্দ্ধক, অর্চিত হোৱা তেজেৰে যি অগ্নি অন্তৰীক্ষ আৰু পৃথিৱীত আছে, সেই বৈশ্বানৰ অগ্নিয়ে শ্ৰেষ্ঠ তেজেৰে বৰ্দ্ধিত হৈ মানুহৰ প্রজাৰ ফালে পোহৰ কৰিছে ॥ ২ ॥ হে বৈশ্বানৰ অগ্নি, যেতিয়া তুমি দীপ্যমান হৈ পুৰু ৰজাৰ শত্ৰু জ্বলাই ধ্বংস কৰি দিলা, তেতিয়া তোমাৰ ভয়ত অসিক্নী ( ক'লা ) ৰজাৰ প্ৰজা বিলাক পৰস্পৰ থান্ বান্ হৈ ভোজন এৰি পলাল ॥ ৩ ॥ হে বৈশ্বানৰ অগ্নি, তোমাৰ কৰ্ম্মই অন্তৰীক্ষ, পৃথিৱী আৰু স্বৰ্গ এই তিনি ঠাইত সেৱা কৰে। তুমি অজস্ৰ প্ৰকাশেৰে দীপ্যমান হৈ পোহৰেৰে দ্যাবাপৃথিৱী বিস্তাৰ কৰিছা ॥ ৪ ॥ হে বৈশ্বানৰ অগ্নি, প্ৰজাৰ পতি, ধন বিলাকৰ নেতা উষাত দিনৰ নিচান দিওঁতা, ঘোঁৰা পাবলৈ কামনা কৰি তোমাৰ

সেৱা কৰে; পাপ নাশক স্তুতি বাক্যেৰে ঘি'উ সি'চি দি তোমাক সেৱা কৰে ॥৫॥ হে মিত্ৰই পূজন কৰা অগ্নি, বসুসকলে তোমাৰ বল জানি তোমাৰ কৰ্ম্ম সেৱন কৰে। তুমি কৰ্ম্মৱন্ত জনক বেচিকৈ বল উৎপত্তি কৰি দি দস্যুবিলাকক নিজ ঠাইৰ পৰা খেদাই দিলা ॥৬॥ হে বৈশ্বানৰ অগ্নি, তুমি সেই পৰম অন্তৰীক্ষ স্থানত (সূৰ্য্য ৰূপেৰে) উৎপত্তি হৈ বায়ুৰ দৰে সোম তেতিয়াই পান কৰা। হে জাতবেদ অগ্নি, তুমি পানী উৎপত্তি কৰি অপত্যৰ দৰে (যজমানক) কাম দান কৰি গৰ্জ্জন কৰা ॥৭॥ হে জাতবেদ বৈশ্বানৰ অগ্নি, আমি আশা কৰা দীপ্তিমান ধন (বৰযুণ) যিহেৰে আমালৈ পথিয়াই দিয়া. (যাৰে) ধন ৰক্ষা কৰা হয়, হে সকলোৰে বৰনীয় অগ্নি, (তাৰে) বিখ্যাত যশ হবি দাতা মানুহক দিয়া ॥৮॥ হে বৈশ্বানৰ অগ্নি, ধনবান (হবি থকা) আমাক বহুত যশৰ সেই ধন, (আৰু) গুনিৱৰ উপযুক্ত প্ৰখ্যাত বল একেলগে আমাক দিয়া। তুমি ৰুদ্ৰ আৰু বসুসকলেৰে সৈতে একেলগে আমাক মহৎ সুখ দিয়া ॥৯॥

## ৬ সূক্ত— ঋ ৭।

## ঋষি আদি ৫ম সূক্তৰ দৰে।

নগৰ ভঙাক আমি বন্দনা কৰো। বন্দনা কৰি সম্ৰাট, বলবান, বীৰৰ আৰু মানুহৰ স্তুত্য, বলবান ইন্দ্ৰৰ দৰে বৈশ্বানৰৰ স্তুতি কৰি তেওঁৰ কৰ্ম্মবিলাকৰ (বিষয়) মই এতিয়া ক'ম ॥১॥ বৈশ্বানৰ অগ্নিক, মেধাবী, বিশ্বৰ ধ্বজা, পৰ্ব্বতৰ ধাৰক, পোহৰ কৰা, সুখকৰ দ্যাবাপৃথিবীৰ ৰজাক দেৱতা সকলে সন্তোষিত কৰে। মই নগৰ ভঙা অগ্নিৰ পুৰণি মহান কৰ্ম্মবিলাক স্তুতিৰে বৰ্ণনা কৰিম ॥২॥ যজ্ঞ নকৰা, জল্পক, কৰ্কশ কথা কোৱা, (যজ্ঞলৈ) শ্ৰদ্ধা নকৰা, (স্তুতিৰে অগ্নিক) বৰ্দ্ধন নকৰা, যজ্ঞ হীন পনী নামৰ দস্যুবিলাকক অগ্নিয়ে ভালকৈ খেদাই দিয়ক। মূখ্য অগ্নিয়ে যজন নকৰা বিলাকক জঘন্য (ব্যবহাৰ) কৰক ॥৩॥ অতি নেতা অগ্নিয়ে প্ৰকাশ নথকা এন্ধাৰত থকা প্ৰজাক প্ৰজ্ঞাৰে ভালকৈ যাৰ পৰা কৰি দিলে, সেই ধনৰ গৰাকী, যুদ্ধ কৰিবলৈ বিচৰা শত্ৰুৰ বশ নোহোৱা অগ্নিক মই স্তুতি কৰিম ॥৪॥ যি অগ্নিয়ে অসুৰৰ (অস্ত্ৰমৰা) বিদ্যা নিজ অস্ত্ৰেৰে হীন কৰি দিলে, যি আৰ্য্যৰ পত্নী উষাক সৃষ্টি কৰিলে, যি মহান অগ্নিয়ে প্ৰজাক বলেৰে দমন কৰি নহুষ ৰজাক কৰ দিয়া কৰি দিলে,— ॥৫॥ সকলো মানুহে সুখৰ কাৰণে যি বৈশ্বানৰ অগ্নিৰ সুমতি প্ৰাৰ্থনা কৰি কৰ্ম্মেৰে যাৰ ওচৰত থাকিল, সেই বৈশ্বানৰ অগ্নিয়ে দ্যাবাপৃথিবীৰ উৎকৃষ্ট স্থানত থাকিল ॥৬॥ বৈশ্বানৰ অগ্নি দেৱতাই অন্তৰীক্ষৰ এন্ধাৰ বিলাক সূৰ্য্য উদয় হোৱাৰ লগে লগে আঁতৰাই দিলে, অন্তৰীক্ষৰ পৰা পৃথিবীৰ এন্ধাৰ গুচাই দিলে। সিকালৰ স্বৰ্গতো এন্ধাৰ গুচালে। অগ্নিয়ে স্বৰ্গৰ এন্ধাৰ গুচালে। পৃথিবীৰ এন্ধাৰো গুচালে ॥৭॥

## ৭ সূক্ত— ঋ ৭।

## ঋষি আৰু ছন্দ ৬ষ্ঠ সূক্তৰ দৰে। দেৱতা—অগ্নি।

হে অগ্নি দেৱতা, অভিভৱ কৰা আৰু ধোঁৱাৰ দৰে বলবান তোমালৈ স্তুতি পথিয়াই দিছো। তোমালৈকে পথিয়াই দিছো। হে অগ্নি, তুমি (এই কথা) জানি লৈ আমাৰ যজ্ঞৰ দূত হোৱা। অগ্নি নিজেই দেৱতাৰ মাজত দগ্ধদ্ৰুম (গছ পোৰা) বুলি প্ৰখ্যাত ॥১॥ হে অগ্নি, স্তুত্য তুমি দেৱতাৰ সখীত্ব ভাজন হৈ পৃথিবীৰ ওপৰত থকা দাৰুক তেজেৰে শব্দ কৰি দাতেৰে (শিখাৰে) সকলো গছ-গছনি পুৰি নিজ বাটেৰে আহা ॥২॥ হে অতি ডেকা অগ্নি. যেতিয়া তুমি সুখেৰে প্ৰাদুৰ্ভাব হলা, তেতিয়া যজ্ঞ (আৰম্ভ) হৈছে। কুশ ভালকৈ থোৱা হৈছে। স্তুত অগ্নি প্ৰীত হৈছে। হোতায়ো বিশ্ববৰেণ্য মাৰু দ্যাবাপৃথিবীক আহ্বান কৰিছে ॥৩॥ বিশেষ প্ৰজ্ঞাযুক্ত মানুহে যজ্ঞৰ ৰথী অগ্নিক এতিয়াই জ্বলাইছে। যি এয়া হবি বহন কৰে সেই বিশ্বৰ পতি অগ্নিক আমোদ দিয়া মধুৰ স্তুতি বাক্যেৰে ঋতজ্ঞ (নিয়মৰ যজ্ঞ জনা) মানুহৰ ঘৰত স্থাপন কৰিছে ॥৪॥ যি অগ্নিক দ্যুয়ো আকাশ আৰু পৃথিবীত বৰ্দ্ধন কৰে, যাক বিশ্ববৰেণ্য মানুহ হোতাই যজন কৰে সেই (হোতৃত্বৰে) বৰণ কৰা, হবি বহন কৰা, ব্ৰহ্মা, বিশ্বৰ ধাৰক (দ্যুলোকৰ পৰা) অহা অগ্নিক মানুহৰ হোতাৰ ঘৰত বহুৱালে ॥৫॥ যি মানুহে বহুত স্তোত্ৰ সংস্কাৰ কৰি এই অগ্নিক বৰ্দ্ধন কৰে, যি মানুহে স্তোত্ৰ গুনায় বৰ্দ্ধন কৰে, যি আমাৰ মানুহে এই ঋতৰ (নিয়মৰ) অগ্নি জ্বলাই (এই স্তোত্ৰেৰে) বৰ্দ্ধন কৰে, সেই মানুহে অন্নৰে সকলো পোষ্যবৰ্গক বৰ্দ্ধন কৰে ॥৬॥ হে বলৰ পুত্ৰ অগ্নি, আমি স্তোতা, ধনবান (হবিষ্মান) বসিষ্ঠ সকলে ধনৰ গৰাকী তোমাক সোনকালে অন্ন পাবলৈ স্তুতি কৰিছো। তোমালোকে (সকলো দেৱতাৰে সৈতে) আমাক সদায় স্বস্তিৰে পালন কৰা ॥৭॥

## ৮ সূক্ত— ঋ ৭।

## ঋষি আদি ৭ম সূক্তৰ দৰে।

যাৰ ৰূপ ঘি'উৰে আহুত হয়, যাক আমাৰ মানুহে

সংশ্লিষ্ট হৈ হব্যৰে সৈতে স্তুতি কৰে, ৰজা, আমি সেই অগ্নিক স্তুতি কৰি জগাই দিছো। সেই অগ্নিক উষাৰ আগতে জলোৱা হয় ॥১॥ সেই দেৱতাৰ আহ্বাতা, আমোদ দিয়া, মহান অগ্নিক মানুহে মহত্বৰে বিখ্যাত বুলি জানে। তেওঁ অন্তৰীক্ষত পোহৰ বিকিৰণ কৰে। সেই ক'লা বাট কৰি যোৱা অগ্নিয়ে পৃথিৱীত সৃজন হোৱা গছ-গছনি বৰ্দ্ধন কৰে ॥২॥ হে অগ্নি তুমি কোন স্বধা হবিৰে আমাৰ স্তুতি ব্যাপ্ত কৰিবা? স্তূয়-মান হৈ কোন স্বধা হবি লবা? হে সুদাতা অগ্নি, আমি কেতিয়া দুষ্টৰ ভাল ধনৰ গৰাকী হম আৰু তাৰ ভাগ বতৰা কৰিব পাৰিম? ॥৩॥ যেতিয়া এই অগ্নিয়ে সূৰ্য্যৰ দৰে বহল পোহৰৰে প্ৰকাশ কৰে তেতিয়া এই অগ্নিয়ে যজমানৰ ( মোৰ ) দ্বাৰা প্ৰথিত হয় ( বহল কৰা হয় )। যি অগ্নিয়ে সংগ্ৰামত পুৰুক অভি-ভব কৰিছিল সেই অগ্নিয়ে দৈৱ অতিথিৰ দৰে জ্বলিছে ॥৪॥ হে অগ্নি, তোমাৰ আহবান বিলাক ( হবি আদি ) বহুতেই হৈছে। তুমি সকলো তেজেৰে সুমনা হোৱা। হে অগ্নি, তুমি স্তুত হলে শুনিবা। হে সুজন্মৰ অগ্নি, স্তুত হৈ তুমি নিজেই নিজৰ শৰীৰ বৰ্দ্ধন কৰা ॥৫॥ শত গৰুৰ বিভাগ কাৰী আৰু সহস্ৰ গৰু যুক্ত আৰু উভয় ( বিদ্যা আৰু কৰ্ম্মেৰে ) মান কৰিব লগীয়া বসিষ্ঠ ঋষিয়ে এই স্তুতি বাক্য অগ্নিৰ উদ্দেশ্যে উৎপত্তি কৰিলে। এই স্তোত্ৰ ৰোগ নিবাৰক, দীপ্তিমন্ত, ৰাক্ষস মাৰিব পৰা স্তোতাৰ বন্ধুৰো সুখপ্ৰদ হয় ॥৬॥

৭ ঋক-ওপৰৰ ৭।৭।৭ ঋকৰ দৰে ॥৭॥

## ৯ সূক্ত— ঋ ৬।

### ঋষি আদি ৭ম সূক্তৰ দৰে।

সকলো প্ৰাণীক জগাই তোলা, দেৱতাৰ আহ্বাতা, স্তুত্য, অতি মেধাবী, পাবক অগ্নি উষাৰ মাজত বোধিত হল। ( তেওঁ ) দুয়োবিধ ( দুঠেঙীয়া আৰু চাৰিঠেঙীয়া ) প্ৰাণীক প্ৰজ্ঞা দান কৰে। দেৱতাক হব্য দিয়ে। সুকৰ্ম্মা যজমানক ধন দিয়ে ॥১॥ যি অগ্নিয়ে পণী বিলাকৰ দুৱাৰ মুকলি কৰি দিলে, সেই অগ্নি সুকৰ্ম্মা। তেওঁ আমাৰ কাৰণে খিৰতী আৰু অৰ্চনীয়া গাই গৰু বিলাক আহৰণ কৰি দিলে। হোতা, আমোদ দাতা আৰু দান মনা অগ্নিয়ে ৰাতিৰ অন্ধকাৰ গুচাই দিয়া দেখা গৈছে ॥২॥ অগ্নি মূঢ় নহয়, প্ৰাজ্ঞ, অদীন, দীপ্তিমান, ভাল ঘৰত থকা, মিত্ৰ, অতিথি, মঙ্গলকৰ, চিত্ৰভানু। এওঁ উষাৰ আগতে পোহৰ কৰে। সেই অগ্নি পানীৰ গৰ্ভত থাকি ( গছ গছনিত ) সোমায় যায় ॥৩॥ হে অগ্নি, তুমি মানুহৰ যাগৰ সময়ত সদায় স্তুতিৰ যোগ্য। জাতবেদ অগ্নি যুদ্ধত-সজ্জত হৈ দীপ্ত হয় আৰু দৰ্শনীয় তেজেৰে শোভা পাই। স্তুতি বিলাকে দৰ্শনীয় অগ্নিক প্ৰতিবোধন কৰে ॥৪॥ হে অগ্নি তুমি দূতৰ কাম কৰিবলৈ দেৱতাৰ কাষলৈ যোৱা। ( একেলগে থকা ) সজ্জৰে সৈতে স্তোত্ৰ কৰা আমাক অন্যায় নকৰিবা। সৰস্বতী, মৰুৎগণ, অশ্বিনী যুজন, জল এই সকলো দেৱতাক আমাক ৰত্ন দিবলৈ যজন কৰা ॥৫॥ হে অগ্নি, বসিষ্ঠ ঋষিয়ে তোমাক জলাইছে। তুমি ( কটুভাষী ) জৰাথক মাৰা। ধনবান যজমানৰ কাৰণে বহুকৰ্ম্মা দেৱতা সকলক যজন কৰা। হে জাতবেদ অগ্নি, বহুত স্তোত্ৰেৰে দেৱতাক স্তুতি কৰা। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥৬॥

## ১০ সূক্ত—ঋ ৫।

### ঋষি আদি ৭ম সূক্তৰ দৰে।

অগ্নিয়ে উষাৰ উপপতিৰ ( সূৰ্য্যৰ ) দৰে বহল তেজ আশ্ৰয় কৰিছে। উজ্জ্বল, জকমকীয়া আৰু জ্বলন্ত, কাম-বৰ্ষী, হবি পথিওৱা, শুচি অগ্নিয়ে আমালৈ কৰ্ম্ম প্ৰেৰণ কৰি দীপ্তিৰে প্ৰকাশ কৰিছে। ( যি মানুহে ) কৰ্ম্ম কামনা কৰে ( তেওঁবিলাকক ) জগাই তুলিছে ॥১॥ দিনত, উষাৰ আগতে অগ্নিয়ে সূৰ্য্যৰ দৰে শোভা পাই। ঋত্বিক সকলে যজ্ঞ কৰ্ম্ম মেলি লৈ মননীয় স্তোত্ৰ পাঠ কৰে। অগ্নিয়ে এই কথা জানি দেৱতাৰ ফালে গৈ হবি বিলাক না না ৰূপেৰে গলায় দিয়ে ॥২॥ স্তুতি-ৰূপ বাক্যৰে ধন ভিক্ষা কৰি দেৱতাক বিচৰা বাক্য বিলাক, সুদৰ্শন, সুৰূপ, ভালকৈ যোৱা, হবি বহন কৰা, মানুহৰ স্বামী অগ্নিৰ ফালে গৈছে ॥৩॥ হে অগ্নি, বসু সকলেৰে সৈতে আমাৰ কাৰণে যজ্ঞলৈ ইন্দ্ৰক লৈ আহা। ৰুদ্ৰ সকলেৰে সৈতে মহান ৰুদ্ৰক লৈ আহা। আদিত্য সকলেৰে সৈতে বিশ্বৰ হিতকাৰী অদিতিক লৈ আহা। স্তুতিৰে অঙ্গিৰা সকলেৰে সৈতে বৃহস্পতিক লৈ আহা ॥৪॥ কামনা কৰা মানুহে স্তুত্য, আহ্বাতা, অতি ডেকা, অগ্নিক যজ্ঞত স্তুতি কৰিছে। সেই অগ্নিয়ে ৰাত্ৰিমান ( ৰাতি যজ্ঞ কৰা ) ধনী যজ-মানৰ কাৰণে দেৱতা যজন কৰিবলৈ এলাহ নকৰাকৈ দূত হৈছিল ॥৫॥

## ১১ সূক্ত— ঋ ৫।

### ঋষি আদি ৭ম সূক্তৰ দৰে।

হে অগ্নি, তুমি মহান, যজ্ঞৰ ধ্বজা। তুমি নহলে অমৰ সকলে আনন্দ নকৰে। সকলো দেৱতাৰে সৈতে

একে ৰথতে আহা, ইয়াত (যজ্ঞত) মুখ্য হোতা হৈ বহা ॥ ১ ॥ হে অগ্নি, খৰকৈ যোৱা তোমাক মানুহে (হবিষ্মন্ত যজমানে) সদায়েই দূত কৰ্ম্মলৈ বিচাৰে।—যাৰ হবিষ্মান কুশত তুমি দেৱতাৰে সৈতে বহা—সেই হবিষ্মন্ত যজমানৰ দিন ভাল (শুভ) হয় ॥ ২ ॥ হে অগ্নি, তুমি দিনত তিনিবাৰ হবি দাতা মানুহক দিব লগা ধন (ধনৰ বিষয়) জানা। যজ্ঞৰ দূত তুমি মানুহৰ (যজ্ঞৰ) দৰে মোৰ এই যজ্ঞৰ দূত হৈ দেৱতা সকলক যজন কৰা। আমাক ভয় লগোৱা শত্ৰুৰ পৰা ৰক্ষা কৰা ॥ ৩ ॥ মহৎ যজ্ঞৰ অগ্নি ঈশ্বৰ। অগ্নিয়েই সকলো সংস্কাৰ কৰা হবিৰ গৰাকী। এই অগ্নিৰ কৰ্ম্ম বসু আদি দেৱতাই সেৱন কৰে। আৰু দেৱতা সকলে অগ্নিক হবি বহন কৰিবলৈ নিযুক্ত কৰিলে ॥ ৪ ॥ হে অগ্নি, হবি ভক্ষণ কৰিবলৈ দেৱত সকলক লৈ আহা। এই যজ্ঞত ইন্দ্ৰ প্ৰমুখ দেৱতা সকলে আনন্দ কৰক। এই যজ্ঞত হবি স্বৰ্গত থকা দেৱতাক দিয়া। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

## ১২ সূক্ত - ঋ ৩।

### ঋষি আদি ৭ম সূক্তৰ দৰে।

যি অগ্নিয়ে নিজ ঘৰত খৰিৰে জ্বলোৱা হলে দীপ্যমান হয়, দ্যাবাপৃথিবীৰ মাজত অতি ডেকা, চিত্ৰভানু ভালকৈ আহুত হৈ সকলো কালে যোৱা মহৎ নমস্কাৰেৰে আমি সেই অগ্নিৰ ওচৰ চাপো ॥ ১ ॥ যি অগ্নিয়ে মহত্বৰে সকলো দুখ গুচাই (সেই) জাতবেদ অগ্নি আমাৰ দ্বাৰা স্তুত হয়। সেই অগ্নিয়ে আমাক পাপৰ পৰা আৰু নিন্দকৰ পৰা ৰক্ষা কৰক। আমাৰ স্তুতি কৰা সকলকো ৰক্ষা কৰক। আৰু সেই অগ্নিয়ে হবি দাতা সকলকো ৰক্ষা কৰক ॥ ২ ॥ হে অগ্নি, তুমিয়েই বৰুণ আৰু মিত্ৰ। তোমাক বসিষ্ঠ সকলে স্তুতিৰে বৰ্দ্ধন কৰিছে। তোমাৰ পৰাই বহুত ধন হওক। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৩ ॥

## ১৩ সূক্ত— ঋ ৩।

### ঋষি আদি ৫ম সূক্তৰ দৰে।

সকলোকে পোহৰ কৰা, কৰ্ম্মৰ ধাৰক আৰু অসুৰৰ ঘাটক অগ্নিলৈ মননীয় স্তোত্ৰেৰে কৰ্ম্ম (যজ্ঞ) ধাৰণ কৰা। অভিমত ফল দাতা বৈশ্বানৰ অগ্নিক যজ্ঞত হবি দিয়া দৰে স্তুতিৰে প্ৰীত কৰি মই ভৰণ কৰিছো ॥ ১ ॥ হে অগ্নি, দীপ্তিৰে দীপ্যমান হোৱা তুমি উৎপত্তি হৈয়েই দ্যাবা-পৃথিবী পূৰণ কৰি দিয়া। হে জাতবেদ বৈশ্বানৰ অগ্নি, তুমি মহত্বৰে সৈতে ঋত্বিক (যজমান) সকলক শত্ৰুৰ পৰা মোচন কৰিলা ॥ ২ ॥ হে অগ্নি, জন্ম হৈ স্বামী তুমি কেউফালে গৈ গৰখীয়াই গৰু ৰখা দৰে যেতিয়া ভুবনৰ মানুহক (কেউফালে) চোৱা তেতিয়া স্তোত্ৰৰূপ ফল লাভ কৰা। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৩ ॥

## ১৪ সূক্ত—ঋ ৩।

### ঋষি আৰু দেৱতা ৩য় সূক্তৰ দৰে। ছন্দ ১—বৃহতী; ২/৩ ত্ৰিষ্টুভ্।

জাতবেদ অগ্নিক আমি সমিধ খৰিৰে পৰিচৰণ কৰিম। দেৱতা অগ্নিক দেৱতাৰ স্তুতিৰে পৰিচৰণ কৰিম। শুভ্ৰদীপ্তিৰ হবিষ্মন্ত আমি হবিৰে পৰিচৰণ কৰিম ॥ ১ ॥ হে অগ্নি, আমি তোমাক সমিধেৰে পৰিচৰণ কৰিম। হে যজন কৰিব লগীয়া অগ্নি তোমাক সুন্দৰ স্তুতিৰে পৰিচৰণ কৰিম। যজ্ঞৰ হোতা অগ্নিক আমি ঘিঁউৰে পৰিচৰণ কৰিম। হে কল্যানীয় শিখাৰ অগ্নি, তোমাক হবি অন্নেৰে পৰিচৰণ কৰিম ॥ ২ ॥ হে অগ্নি, দেৱতা সকলেৰে সৈতে বষট্‌কাৰেৰে হবি অন্ন আমাৰ স্তুতিৰে সৈতে দিয়া সেৱন কৰিবলৈ ওচৰলৈ আহা। হে অগ্নি দেৱতা, তোমাক সদায় পৰিচৰণ কৰি থাকিম। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰিবা ॥ ৩ ॥

## ১৫ সূক্ত—ঋ ১৫।

### ঋষি আৰু দেৱতা ৩য় সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী।

যি অগ্নি আমাৰ অতি ওচৰৰ বন্ধু, (হে অধ্বৰ্য্যু সকল) আমি পৰিচৰণ কৰিব লগীয়া কামবৰ্ষী অগ্নিক মুখত হবি দি হোম কৰা ॥ ১ ॥ যি অগ্নি কবি, গৃহৰ পতি, ডেকা, পাঁচ জাতি মানুহৰ ঘৰে ঘৰে সম্মুখত থাকে,—॥ ২ ॥ সেই অগ্নিয়ে আমাক জানি অতি ওচৰত থাকি সকলো বাধকৰ পৰা ৰক্ষা কৰক, আৰু আমাক পাপৰ পৰা ৰক্ষা কৰক ॥ ৩ ॥ আকাশত শেনৰ দৰে খৰকৈ যোৱা অগ্নিৰ কাৰণে যি নতুন স্তোত্ৰ উলিয়াইছো সেই অগ্নিয়ে আমাক বহুত ধন দিয়ে ॥ ৪ ॥ যজ্ঞৰ আগফালে জ্বলা যি অগ্নিৰ দীপ্তি পুত্ৰ যুক্ত (মানুহৰ) ধনৰ দৰে দেখিবলৈ স্পৃহনীয় হৈছে,—॥ ৫ ॥ অতি যজনীয় হবি বহন কৰা সেই অগ্নিয়ে এই বষট্‌কাৰেৰে দিয়া আমাৰ আহুতি সেৱন কৰক. আমাৰ স্তুতি সেৱন কৰক ॥ ৬ ॥ ওচৰলৈ যাবলগীয়া, প্ৰজাৰ পতি, সকলোৰে আহুত কৰা হে অগ্নি দেৱতা, দীপ্তিমন্ত কল্যাণীয় স্তোত্ৰেৰে তোমাক আমি স্থাপন কৰিছো ॥ ৭ ॥ হে অগ্নি, তুমি সদায় বাঢ়িয়ে দিনে জ্বলি থাকা।

তোমাৰ ওচৰত আমি সুৰ্অগ্নি পূজক হম। আমি বিচৰা তুমি সুস্তোত্ৰৰ হোৱা ॥ ৮ ॥ হে অগ্নি, তোমাক নেতা বিপ্ৰ সকলে কৰ্ম্মৰে ধন কামনা কৰি ওচৰ চাপে। সহস্ৰ ক্ষয়হীন স্তুতি বাক্যও তোমাৰ ওচৰলৈ যায় ॥ ৯ ॥ শুভ্ৰ শিখাৰ, অমৰ, শুচি, পাৱক, স্তুত্য অগ্নিয়ে ৰাক্ষসক বাধা দিয়ক ॥ ১০ ॥ হে বলৰ পুত্ৰ অগ্নি, তুমি সকলো জগতৰ ঈশ্বৰ, আমাক ধন দিয়া ভগ দেৱতায়ো আমাক ধন দিয়ক ॥ ১১ ॥ হে অগ্নি, তুমি যীৰ পুত্ৰাদিৰে সৈতে অন্ন দিয়া। সবিতা দেৱতাই বৰণীয় ধন দিয়ক,—ভগয়ো দিয়ক। দিতি দেৱীয়েও দিয়ক ॥ ১২ ॥ হে অগ্নি, আমাক পাপৰ পৰা ৰক্ষা কৰা। হে অগ্নি, জৰা ৰহিত তুমি হিংসক শত্ৰুক অতি তাপেৰে ভস্ম কৰা ॥ ১৩ ॥ হে অগ্নি, এতিয়া ধৰ্ষণ কৰিব নোৱাৰা তুমি আমাৰ মানুহৰ ৰক্ষণৰ কাৰণে শতভুজী (এশ বেৰ থকা) মহৎ লোহৰ নগৰ হোৱা ॥ ১৪ ॥ হে অহিংসনীয় অগ্নি, ৰাতিৰ এন্ধাৰ নাশক তুমি আমাক পাপৰ পৰা আৰু পাপ ইচ্ছা কৰা শত্ৰুৰ পৰা দিনে ৰাতিয়ে ৰক্ষা কৰা ॥ ১৫ ॥

## ১৬ সূক্ত—ঋ ১২।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—প্ৰাগাথ (অযুগ্ম বৃহতী ; যুগ্ম সতো বৃহতী) দেৱতা— অগ্নি; ১১ দ্ৰবিনোদা অগ্নি।

(হে যজমান সকল) বলৰ পুতেক, আমাৰ প্ৰিয়, অতি প্ৰজ্ঞাপক, স্বামী, সুযজ্ঞ সকলো যজমানৰ দূত, অমৰ এই অগ্নিক স্তোত্ৰেৰে তোমালোকৰ কাৰণে আহ্বান কৰিছো ॥ ১ ॥ সেই অগ্নিৰ ৰঙা, সকলোৰে পালক দুটা ঘোঁৰা ৰথত লগাইছে। সেই অগ্নিয়ে (দেৱতাক আনিবলৈ) বেচিকৈ গৈছে। ভালকৈ আহুত আৰু স্তুত হৈ যজন কৰিবলগীয়া সুকৰ্ম্মা হৈছে। সেই অগ্নি দেৱতাৰ ফালে বসু সকলৰ ধন যাওক ॥ ২ ॥ কামবৰ্ষী, আহুত কৰা অগ্নিৰ তেজ উঠিছে। ৰঙা হৈ আকাশ চুই ধোঁৱা ওপৰলৈ উকৰাইছে। সেই অগ্নিক কৰ্ম্মৰ নেতা সকলে জ্বলাইছে ॥ ৩ ॥ হে বলৰ পুত্ৰ অগ্নি, অতি যশস্বী তোমাক দূত কৰিম। তুমি দেৱতা সকলক হবি ভক্ষণ কৰিবলৈ লৈ আহা। যেতিয়া তোমাক বিচাৰো তেতিয়া সকলো মানুহৰ ভোগ্য ধন আমাক দিবা ॥ ৪ ॥ হে বিশ্বৰ পূজনীয় অগ্নি, তুমি আমাৰ যজ্ঞৰ গৃহপতি। তুমি দেৱতাৰ আহ্বাতা। তুমি ঋত্বিক। প্ৰকৃত মতিৰ তুমি বৰনীয় হবি যজন কৰা আৰু (নিজে) ভক্ষণ কৰা ॥ ৫ ॥ হে সুকৰ্ম্মা অগ্নি, যিহেতু তুমি বহু ধাৰণ কৰা (সেই বাবে) যজমানক বহু দিয়া। আমাৰ যজ্ঞত সকলো ঋত্বিকক তীক্ষ্ণ কৰা। যি সুস্তুতি কৰিছে, তেওঁক বৰ্দ্ধন কৰা ॥ ৬ ॥ হে অগ্নি, ভালকৈ আহুত কৰা তোমাৰ স্তোতাসকল (তোমাৰ) প্ৰিয় হওক। আৰু যি ধনবান দাতা, গৰু দান কৰে (তেওঁবিলাকৰো) প্ৰিয় হোৱা ॥ ৭ ॥ যাৰ ঘৰত ঘিউ হাতত লৈ ইলা (অন্নৰূপা) দেৱী পূৰ্ণা হৈ বহিছে, সেই যজমান সকলক বলৰ কাৰণে দ্ৰোহ আৰু নিন্দা কৰা বিলাকৰ পৰা ত্ৰাণ কৰা। আমাৰ দীৰ্ঘকাল শুনিবলৈ (থাকিবলৈ) ঘৰ দিয়া ॥ ৮ ॥ হে অগ্নি, আমোদ দিয়া মুখেৰে, জিভাৰে (শিখাৰে) দেৱতাৰ কাৰণে হবি বহন কৰা অতি বিদ্বান তুমি ধনবান আমাক ধন দিয়া। হব্য দিয়া যজমানক কৰ্ম্মলৈ প্ৰেৰণ কৰা ॥ ৯ ॥ হে অতি ডেকা অগ্নি, যি যজমানে মহৎ যশৰ ইচ্ছা কৰি (যশ) সাধক দান ৰূপে ঘোঁৰা ৰূপী ধন দিয়ে তেওঁক পাপৰ পৰা ৰক্ষা হব পৰা এখন নগৰী দি পালন কৰা ॥ ১০ ॥ হে দ্ৰব্যধন দিয়া অগ্নি, পূৰ্ণ, হবিৰে ভৰা শ্ৰুচ্ বিচাৰা। (হে যজমান) তোমালোকে সোমেৰে পাত্ৰ ভৰাই দিয়া,—আৰু দান কৰা। অগ্নি দেৱতাই তোমালোকৰ হৈ বহন কৰক ॥ ১১ ॥ দেৱতা সকলে, হে অগ্নি, ভাল মতিৰ যজ্ঞৰ বাহক তোমাক হোতা কৰিলে। সেই অগ্নিয়ে পৰিচৰণ কৰা হবি দাতা জনক সুবীৰ্য্য পুত্ৰাদি আৰু বহু ধন দিয়ে ॥ ১২ ॥

## ১৭ সূক্ত—ঋ ৭।

ঋষি আৰু দেৱতা ৩য় সূক্তৰ দৰে। ছন্দ— দ্বিপদা ত্ৰিষ্টুভ্।

হে অগ্নি, ভাল সমিধ খৰিৰে জ্বলা ; (অধ্বৰ্য্যুৰে) কুশ বহলকৈ মেলি দিয়ক ॥ ১ ॥ আৰু দেৱতাই বিচৰা যজ্ঞঘৰৰ দুৱাৰ মুকলি কৰি দিয়া। যজ্ঞ কামনা কৰা দেৱতাক এই যজ্ঞলৈ লৈ আহা ॥২॥ হে জাতবেদ অগ্নি, দেৱতা সকলৰ ফালে যোৱা। হবি অন্নেৰে দেৱতা সকলক যজন কৰা। যজ্ঞ সুশোভিত কৰা ॥ ৩ ॥ জাতবেদ অগ্নিয়ে অমৰ দেৱতা সকলক সুযজ্ঞ কৰক, হবিৰে যজন কৰক আৰু প্ৰীত কৰক ॥ ৪ ॥ সুমতিৰ অগ্নিয়ে সকলো বৰনীয় ধন আমাক দিয়ক। আমাক দিয়া আশীৰ্ব্বাদ সত্য হওক ॥ ৫ ॥ হে বলৰ পুত্ৰ অগ্নি, তোমাকেই দেৱতা সকলে হবি বহন কৰিবলৈ নিযুক্ত কৰিলে ॥ ৬ ॥ হে অগ্নি দেৱতা, তোমাক আমি হবি দি থাকিম। মহৎ ধন বিচৰা আমাক বহুধন দান কৰা ॥ ৭ ॥

## ১৮ সূক্ত— ঋ ২৫ ।
### ঋষি মিত্ৰাবৰুনৰ পুত্ৰ বসিষ্ঠ । ছন্দ—ত্ৰিষ্টুভ্ ।
### দেৱতা— ইন্দ্ৰ । ২২—২৫ সুদাসৰ দানস্তুতি

হে ইন্দ্ৰ, তোমাকেই আমাৰ পিতৃ সকলে স্তোতা হৈ যি কাৰণে সকলো বিচৰা ধন লাভ কৰিছিল, যি তোমাৰ ভাল গাখীৰ দিয়া গৰু, আৰু ঘোঁৰা আছে, সেই ধন তোমাক বিচৰা যজমানক বেছিকৈ দিয়া ॥ ১ ॥ হে ইন্দ্ৰ, তুমি পত্নী সকলে বেৰি থকা ৰজাৰ দৰে দীপ্ত হৈ বাস কৰিছা । হে ধনবান ইন্দ্ৰ, তুমি বিদ্বান, কবি, স্তোতা আমাক ৰূপ দান কৰি, গৰু, ঘোঁৰা আদিৰে সৰ্ব্বতোভাৱে ৰক্ষা কৰা । তোমাক বিচৰা আমাক ধনৰ কাৰণে উপযুক্ত কৰা ।। ২ ॥ হে ইন্দ্ৰ, তোমাক এই যজ্ঞত, স্পৰ্দ্ধমান আমোদ কৰা এই স্তুতিৰে স্তুতি কৰি ওচৰত স্তোতা হৈ আছে,-(গতিকে) তোমাৰ ধনৰ পথ ( সোঁত ) আমাৰ ফালে আহক । হে ইন্দ্ৰ, আমি তোমাৰ সুমতিত থাকি সুখেৰে থাকিম ।।৩ ।। হে ইন্দ্ৰ, ভাল ঘাঁহত চৰা গৰু খিৰোৱা দৰে তোমাৰ পৰা কামনা লাভ কৰিবলৈ বিচাৰি বসিষ্ঠই ( পোৱালীৰ দৰে ) স্তোত্ৰ সৃষ্টি কৰিলে । মোৰ সকলো মানুহেই তোমাকেই গৰুৰ গৰাকী বুলি কয় । ইন্দ্ৰই আমাৰ সুস্তুতিৰ ফালে আহক ।। ৪ ।। নতুনকৈ স্তুত হোৱা ইন্দ্ৰই ( পৰুষ্ণী ) নদীৰ পানী বাঢ়ি থাকিলতো তৰাং কৰি সুদাস ৰজাক পাৰ হব পৰা কৰিলে । উদ্যম কৰি অহা শিম্যুক, স্তুতিৰ যোগ্য নদীক, ( পাৰ হব নোৱাৰি ) গালি-সপনি কৰিব লগীয়া কৰিলে ।। ৫ । যজ্ঞ কুশল, অগ্ৰগামী তুৰ্ব্বশ ৰজা আছিল । তেওঁ ধন পাবলৈ ইন্দ্ৰৰ সখা সুদাসৰ ওচৰলৈ ( যুদ্ধ কৰিবলৈ ) গল । মৎস্য দেশৰ মানুহে তেওঁক সহায় কৰিলে । ভৃগু বিলাকে আৰু দ্ৰুহ্যৰ বিলাকে তুৰ্ব্বশক সুখেৰে পাৰ পোৱাই দিলে । সখা সুদাসক ইন্দ্ৰই পৰিত্ৰাণ কৰিলে ॥ ৬ ॥ পকৃথা বিলাকে ( পাক কৰা বিলাকে ), ভলানস ( ভদ্ৰমুখৰ ) সকলে, অলিনাস ( তপেৰে বৃদ্ধি নোহোৱা ) বিলাকে, বিষাণি ( দীক্ষিত ) সকলে, সিবিলাকৰ ( যাগ কৰি মঙ্গল কৰা ) সকলে ইন্দ্ৰক স্তুতি কৰে ।—যি ইন্দ্ৰই ( সোম পান কৰি ) আনন্দ কৰি থাকে, আৰ্য্য সকলৰ গৰু বিলাক শত্ৰুৰ পৰা আনিলে আৰু নিজেও লাভ কৰিলে । যুদ্ধ কৰি শত্ৰুক মাৰিলে ॥ ৭ ॥ দুৰভিসন্ধি কৰা কুমতিৰ ( সুদাসৰ শত্ৰুৱে ) অদিতি ( অক্ষীণ ) পৰুষ্ণী নদীৰ পাৰ ভাঙি দিলে । সুদাসে মহিমাৰে পৃথিৱী পুৰাই দিলে ( মাটিৰে ভৰাই দিলে ) । চয়মানৰ পুত্ৰ কবি পলায় মাওঁতে ( সুদাস ৰজাই ) যজ্ঞৰ পশুৰ দৰে শুৱাই দিলে ( মাৰিলে ) ॥ ৮ ॥ আগৰ দৰে পৰুষ্ণী নদী বৰলৈ ধৰিলে—পাৰ ভাঙি দিয়া কালে নগল । সোনকালেই ( সুদাস ৰজাই ) পাৰ লগীয়া ঠাই পালেগৈ । ইন্দ্ৰই সুদাস ৰজাৰ মানুহৰ মাজত জল্পক শত্ৰু আৰু পুত্ৰেক বিলাকক বশ কৰিলে ॥ ৯ ॥ পৃশ্নিয়ে পথিয়াই দিয়াত বৃজি পাই মৰুত সকলে যেনেকৈ কৰিব লাগে তেনেকৈ ( সহায় কৰিবলৈ ) গৰখীয়া নোহোৱা গৰুৰ দৰে ইন্দ্ৰৰ ওচৰলৈ গল । আনন্দ কৰি অহা নিযুত ঘোঁৰাই মৰুত সকলক সোনকালে পাৰ পোৱাই দিলে ॥ ১০ ॥ যি ( সুদাস ৰজাই ) যশ বিচাৰি ( পৰুষ্ণীৰ কাষত থকা ) দুদল বৈকৰ্ণ জাতিৰ একৈশটা মানুহ ডেকা অধ্বৰ্য্যুৱে যজ্ঞৰ কুশ কটা দৰে নিজে কাটি সিঁহতক লুণ্ঠন কৰিলে । শূৰ ইন্দ্ৰই ( সুদাসৰ সহায়ৰ কাৰণে ) এই মৰুত সকলক আনিলে ॥ ১১ ॥ আৰু বজ্ৰবান ইন্দ্ৰই শ্ৰুত, কবষ, বৃদ্ধ আৰু দ্ৰুহ্যুক ইটোৰ পাচত সিটোকৈ পানীত দুবাইছিল । এনেতে ( হে ইন্দ্ৰ ) যি তোমাক কামনা কৰি স্তুতি কৰিছিল, সেই সখাই তোমাক পায় সখ্য লাভ কৰিলে ॥ ১২ ॥ এই কবষ আদিৰ দৃঢ় দুৰ্গ আৰু সাতবেৰৰ নগৰ বিলাক ইন্দ্ৰই বলেৰে ভেতিয়াই বিদাৰি পেলালে । আৰু অনুৰ পুতেকৰ ঘৰ তৃৎসু ৰজাক ভাগ কৰি দিলে । আমি কুবাক্যৰ মানুহক ( হে ইন্দ্ৰ, তোমাৰ কৃপাত ) যুদ্ধত জয় কৰিম ॥ ১৩ ॥ গৰু বিচাৰি যোৱা অনুৰ আৰু দ্ৰুহ্যুৰ বীৰ বিলাকৰ ছশ হেজাৰ আৰু ছয় অধিক ষাঠি ( ৬৬৬৬ ) পৰিচৰণ কৰা মানুহ শুৱাই দিলে । এই বিলাক ইন্দ্ৰৰ বীৰ্য্যৰে কাম ॥ ১৪ ॥ এই দুষ্ট মিত্ৰ তৃৎসু বিলাকক জনা ইন্দ্ৰই যুদ্ধৰ কাৰণে গোট খোৱা ( সৈন্য ) পলাৰ খোজোতে তললৈ যোৱা পানীৰ দৰে খেদাই দিলে । তেতিয়া সুদাসৰ মানুহে বাধা দি সকলো ভোগ্য বস্তু ( কাঢ়ি ) সুদাস ৰজাক দিলে ॥ ১৫ ॥ ইন্দ্ৰই ইন্দ্ৰক ভাব নকৰা ( পূজা নকৰা অথচ ) হবি খোৱা বিলাকক পৃথিৱীৰ কেউফালে খেদাই দিলে । খণ্ড কৰা বিলাকক খণ্ড নাইকিয়া কৰি দিলে । সুদাসৰ শত্ৰুক পলাবলৈ বাট ধৰাই দিলে ॥ ১৬ ॥ ইন্দ্ৰই, দৰিদ্ৰ হলেও সুদাসৰ হতুৱাই দান কৰালে । সিংহক ছাগলীৰ হতুৱাই মৰালে । বেজীৰে যূপ খুটাৰ মূৰ ( কাণ ) কাটিলে । সকলো ভোগ্য ধন ইন্দ্ৰই সুদাসক দিলে ॥ ১৭ ॥ হে ইন্দ্ৰ, তোমাক বহুত শত্ৰুৱে বশ মানিলে । উদ্যমী ভেদকক ( নাস্তিকক ) বশ কৰিলা । যি তোমাক স্তুতি কৰা মানুহক

অন্যায় কৰে তাক তীক্ষ্ণ বজ্ৰ মাৰি বধ কৰা ॥ ১৮ ॥ এই যুদ্ধত ইন্দ্ৰই ভেদ নামৰ নাস্তিকক বধ কৰিলে। এই ইন্দ্ৰক যমুনাৰ পাৰত থকা মানুহে সন্তোষিত কৰিলে। তৃৎসুৰ মানুহেও সন্তোষিত কৰিলে। অজ, শিগ্ৰু আৰু যক্ষু সকলে ঘোঁৰাৰ মূৰ ইন্দ্ৰলৈ বলি দিলে ॥ ১৯ ॥ হে ইন্দ্ৰ, তোমাৰ পুৰণি অনুগ্ৰহ বিলাকৰ উষাৰ দৰে সীমা-সংখ্যা নাই। নতুন অনুগ্ৰহো অসংখ্য। মন্যমানৰ পুতেক শত্ৰু দেবকক বধ কৰিলা। নিজেই ডাঙৰ পৰ্ব্বতৰ ওপৰৰ পৰা শম্বৰ অসুৰক ভেদ কৰিলা ॥ ২০ ॥ যাক শত শত্ৰুৱে হিংসা কৰিবলৈ বিচাৰে (তেনেকুৱা) পৰাশৰ আৰু বসিষ্ঠ ঋষিয়ে তোমাক বিচাৰি ঘৰে ঘৰে গৈ স্তুতি কৰিছিল। তেওঁ-বিলাকে পালক তোমাৰ সখ্য কৰ্ম্ম পাহৰি নেযায়। সেই কাৰণে এই স্তোতা সকলৰ দিনে দিনে ভাল দিনেই হৈ থাকে ॥ ২১ ॥ দেবৱত ৰজাৰ নাতিয়েক পিজবনৰ পুতেক সুদাস ৰজাই দিয়া দুশ গৰু আৰু দুখন ৰথ ইন্দ্ৰক স্তুতি কৰি দান পাই যোগ্য মই বসিষ্ঠই, হে অগ্নি, যজ্ঞ ঘৰত হোতাৰ দৰে প্ৰদক্ষিণ কৰিছো ॥ ২২ ॥ পিজবনৰ পুত্ৰ সুদাস ৰজাই দুৰ্গতিত থাকিও, সোণৰ অলঙ্কাৰ পিন্ধোৱা, ঋজুগামী, পৃথিবীত থকা, দিব লগীয়া চাৰিটা ঘোঁৰা দি পুত্ৰৰ দৰে পালন কৰিব লগীয়া মোক আৰু মোৰ পুত্ৰক যশৰ কাৰণে বহন কৰিছে,— মোক বহন কৰিছে ॥ ২৩ ॥ যি সুদা-সৰ কীৰ্ত্তি বহল দ্যাবাপৃথিবীত ব্যাপ্ত হৈ আছে, যি ধনৰ দাতা, শ্ৰেষ্ঠ সকলক ধন দিয়ে, সেই সুদাসক সপ্তলোকত ইন্দ্ৰৰ দৰে স্তুতি কৰে। তেওঁ নদীৰ পাৰত যুদ্ধত অধি নামৰ শত্ৰুক বধ কৰিছিল ॥ ২৪ ॥ হে নেতা মৰুত সকল, এই সুদাস ৰজাক, পিতাক দিবোদাসৰ (পিজবনৰ) দৰে সেৱা কৰা। পৰিচৰণ কৰা পিজবনৰ পুতেক সুদাসৰ মঙ্গল ৰক্ষা কৰা। এই সুদাসৰ বল অবিনাশী অজৰ হৈ থাকক ॥ ২৫ ॥

## ১৯ সূক্ত— ঋ ১১।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্।

### দেবতা—ইন্দ্ৰ।

যি ইন্দ্ৰ তীক্ষ্ণসিঙৰ বৃষভৰ দৰে ভয়ঙ্কৰ, অকলে সকলো শত্ৰুৰ লোকক নিজ ঠাইৰ পৰা খেদাই দিলে, যি ইন্দ্ৰ অদাতা (হবি নিদিয়া) বিলাকৰ বহুত ধনৰ অপহৰ্ত্তা, হে ইন্দ্ৰ, তুমি অতিকৈ সোম অভিষৱ কৰা সকলৰ ধন দাতা হোৱা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি যেতিয়া অৰ্জুনীৰ পুত্ৰ এই কুৎসক ধন দি দাস, শুষ্ণ আৰু কুযব অসুৰক বশ কৰিছিলা, সেই তুমিয়েই শৰীৰেৰে শুশ্ৰূষা কৰি যুদ্ধত কুৎসক ৰক্ষা কৰিছিলা ॥ ২ ॥ হে শত্ৰুৰ ধৰ্ষক ইন্দ্ৰ, ধৰ্ষক বজ্ৰৰে সুদাস ৰজাক সকলো ৰক্ষণেৰে ৰক্ষা কৰা। যুদ্ধত ভূমি লাভ কৰিবলৈ পুৰু-কুৎসৰ পুতেক ত্ৰসদস্যু আৰু পুৰুক ৰক্ষা কৰা ॥ ৩ ॥ হে যজ্ঞৰ নেতাই স্তুতি কৰা ইন্দ্ৰ, যুদ্ধত নেতা মৰুত সকলেৰে সৈতে বহুত বহুত শত্ৰু মাৰিলা। হে হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ, তুমি দভীতি ৰজাৰ কাৰণে দস্যু চুমুৰী আৰু ধুনীক, ভালকৈ মাৰিব পৰা বজ্ৰেৰে শুৱাই দিছিলা ॥ ৪ ॥ হে বজ্ৰহস্ত ইন্দ্ৰ, তোমাৰ সেই বল বিলাক তেনেকুৱাই যে তুমি শম্বৰ অসুৰৰ ন আৰু নব্বৈ (৯৯) খন নগৰ একেলগে ভাঙিছিলা আৰু শততম খন দখল কৰিছিলা, বৃত্ৰক মাৰিছিলা, আৰু নমুচিক মাৰিছিলা ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ হব্য দাতা সুদাসৰ সেই দিয়া ভোগ্য (অন্নধন আদি) বিলাক চিৰস্থায়ী হল। হে বহুকৰ্ম্মা কামবৰ্ষী ইন্দ্ৰ, তোমাৰ বৰ্ধক হৰি ঘোঁৰা মই (ৰথত) যোজনা কৰিছো। আমাৰ বলী স্তোত্ৰ বিলাক তোমাৰ ওচ-ৰলৈ যাওক ॥ ৬ ॥ হে বলবান, হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ তোমাৰ এই স্তোত্ৰৰে স্তুতি কৰা, তোমাৰ চাৰিউ-ফালে থকা আমাক, অন্য দুষ্টৰ হাতত এৰি নিদিবা। আমাক বাঘৰ দৰে উপদ্ৰব কাৰীৰ পৰা ৰক্ষা কৰা। তোমাৰ স্তোতাৰ মাজত আমি প্ৰিয় হম ॥ ৭ ॥ হে মঘবন ইন্দ্ৰ, তোমাৰ মৰমত থকা, স্তোতাৰ নেতা, প্ৰিয় সখা আমি ঘৰত থাকি আনন্দ কৰিম। অতিথি সেৱক সুদাসক সুখ কৰি দিবলৈ তুৰ্ব্বশ ৰজাক বশ কৰা,— যাদ্বকো বশ কৰা ॥ ৮ ॥ হে মঘবন ইন্দ্ৰ, আজি তোমাৰেই যজ্ঞত নেতা আৰু উক্থ স্তোত্ৰ উচ্চাৰণ কৰোঁতা আমিয়েই তোমাৰ উক্থ স্তোত্ৰ গাইছো। তোমাৰ স্তোত্ৰ গোৱাত পনী বিলাকেও ধন দিছে। আমাক সখাৰ যোগ্য কৰি লোৱা ॥ ৯ ॥ হে অতি নেতা বীৰ ইন্দ্ৰ, নেতা সকলে যি এয়া তোমাৰ স্তোত্ৰ গাই হবি আদি দি আমাৰ ফালে মুখ কৰাইছে, সেই নেতা সকলৰ সংগ্ৰামত কল্যাণকাৰী হোৱা, সখা হোৱা আৰু ৰক্ষিত হোৱা ॥ ১০ ॥ হে বীৰ ইন্দ্ৰ, তোমাক স্তুতি কৰি থকা, ব্ৰহ্মস্তোত্ৰ প্ৰেৰণ কৰা আমাক শৰীৰৰ আৰু ৰক্ষণেৰে বৰ্দ্ধন কৰা,— আমাক অন্ন দিয়া। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ১১ ॥

## ২০ সূক্ত— ঋ ১০।

### ঋষি আদি ১৯ সূক্তৰ দৰে।

বলবান ওজস্বী ইন্দ্ৰ বীৰ্য্যৱন্ত কাম কৰিবলৈ জন্ম হৈছে। মানুহৰ হিতকৰ যি কাম কৰিবলৈ হয়,

—সেই কাম কৰেই । হে ইন্দ্ৰ, ডেকা তুমি মহৎ যজ্ঞ ঘৰলৈ যোৱা, পাপৰ পৰা আমাক ৰক্ষা কৰা হোৱা ॥ ১ ॥ ইন্দ্ৰই বৰ্দ্ধন হৈ বৃত্ৰক বধ কৰা হল । বীৰ হৈ স্তোতাক সোনকালে ৰক্ষণেৰে ভালকৈ ৰাখে । সুদাস ৰজাক ৰাজ্যৰ কৰ্ত্তা কৰিলে । হবি দাতা যজমানক ধন বাৰে বাৰে দিয়া হল ॥ ২ ॥ যোদ্ধা, যুদ্ধত পৰাঙ্মুখ নোহোৱা, যুদ্ধ কৰা, কাজিয়া কৰা, বীৰ জন্মতঃ বহুতক পৰাস্ত কৰা, নিজে কেতিয়াও পৰাস্ত নোহোৱা সুবলী এই ইন্দ্ৰই শত্ৰুৰ সেনা বিক্ষিপ্ত কৰে আৰু শত্ৰুতা আচৰণ কৰাক মাৰে ॥৩॥ হে বহুত ধনবান ইন্দ্ৰ, তুমি মহত্বৰে আৰু বলেৰে দুয়ো দ্যাবাপৃথিবী পূৰণ কৰিলা । হে হবিঘোঁৰা যুক্ত ইন্দ্ৰ, বজ্ৰ শত্ৰুৰ ওচৰ পোৱাই দি যজ্ঞত সোম সেৱন কৰা হওক ॥ ৪ ॥ সেক্তা পিতাই (কশ্যপে) কামবৰ্ষী ইন্দ্ৰক যুদ্ধৰ কাৰণে জন্ম দিলে । নৰৰ হিত কৰিবলৈ তেওঁকেই নাৰীয়ে (অদিতিয়ে) প্ৰসব কৰিলে,— যি ইন্দ্ৰই সেনাৰ নেতা হৈ প্ৰভাব কৰে । সেই ইন্দ্ৰ সকলো জগতৰ ঈশ্বৰ, শত্ৰুৰ বাধক, গৰুৰ অন্বেষণ কৰা শত্ৰুৰ ধৰ্ষক হয় ॥ ৫ ॥ যি ইন্দ্ৰৰ ঘোৰ মনক পৰিচৰণ কৰে, সেই জন নিজ ঠাইৰ পৰা স্থান ভ্ৰষ্ট নহয় ।— কেতিয়াও ক্ষীণ নহয় (দুখীয়া নহয়) । আৰু যি স্তোত্ৰাদি ইন্দ্ৰৰ কাৰণে ধাৰণ কৰে, সেই মানুহক ঋতপা (নিয়ম পালন কৰা) ঋতত (নিয়মত) জন্ম হোৱা ইন্দ্ৰই ধন দিয়ে ॥ ৬ ॥ হে বিচিত্ৰ ইন্দ্ৰ, যি ধন পিতাই জ্যেষ্ঠ বা অন্য সৰু পুত্ৰক দিয়ে, যি দিব লগা ধন জ্যেষ্ঠই কনিষ্ঠৰ পৰা পায়, যি ধন (পিতৃৰ পৰা) পায় অমৰত্ব লাভ কৰে, সেই বিচিত্ৰ ধন আমাক দিয়া ॥৭॥ হে ইন্দ্ৰ, যি প্ৰিয়জনে তোমাক হবি আদি দিয়ে, হে বজ্ৰবান ইন্দ্ৰ, সেই সখা জনে তোমাৰ দানতেই থাকে । আমি হিংসা নকৰাকৈ তোমাৰ অনুগ্ৰহ লাভ কৰি সকলোতকৈ বেচি অন্নবান হৈ মানুহৰ থকা ঘৰত ৰক্ষিত হৈ যেন থাকিবলৈ পাওঁ ॥ ৮ ॥ হে ইন্দ্ৰ, এয়া সোমে বৰ্দ্ধিত হৈ তোমাৰ কাৰণে কান্দিছে,—আৰু স্তোতাই তোমাৰ স্তব কৰিছে । হে শক্ৰ ইন্দ্ৰ, তোমাৰ স্তোতাৰ (মোৰ) ধনৰ অভিলাষ হল । তুমি আমাক ধন সোনকালে দিয়া ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি দিয়া অন্ন ভোগ কৰিবলৈ আমাক দিয়া । যি ধনবান সকলে নিজেই হবি তোমাক দিয়ে,—তেওঁ বিলাককো অন্ন দিয়া । অতি প্ৰশংসনীয় স্তুতিৰ (বচক), তোমাৰ স্তোতাক (মোক) শক্তি দিয়া । তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ১০ ॥

২১ সূক্ত— ঋ ১০ ।

ঋষি আদি ১৯ সূক্তৰ দৰে ।

গৰুৰ গাখীৰ মিহলি কৰা দীপ্ত সোম অন্ন অভিষুত হৈছে । এই ইন্দ্ৰই এই চেপা সোমত স্বভাৱতে সঙ্গত হয় । হে হবি ঘোঁৰা যুক্ত ইন্দ্ৰ, তোমাক যজ্ঞেৰে বোধন কৰিছো । সোমৰ আমোদত আমাৰ স্তোত্ৰ বুজি লোৱা ॥ ১ ॥ যজ্ঞ কৰ্ত্তাই যজ্ঞলৈ গৈছে । কুশ মেলি থৈছে । যজ্ঞত সোম চেপা শিলে ডাঙৰ শব্দ কৰিছে । নেতা ঋত্বিকে, যশস্বী, দূৰলৈ শব্দ কৰা শিল কেটাক অভিষৱ কৰা সময়ত ধৰিছেহি ॥২॥ হে বীৰ ইন্দ্ৰ, অহিয়ে আবদ্ধ কৰি থোৱা বহুত পানী তুমি বৈ যোৱা কৰিলা । নদী বিলাকে তোমাৰ কাৰণেই ৰথীৰ দৰে বেগাই ওলাই গৈছে । সকলো ভুবন তোমাৰ ভয়ত কঁপিছে ॥ ২ ॥ ইন্দ্ৰই নৰৰ হিত সকলো কৰ্ম্ম জানি অস্ত্ৰেৰে সৈতে ভয়ঙ্কৰ হৈ এই অসুৰৰ ওচৰ পালেগৈ । সিহঁতৰ নগৰ কঁপাই হৃষ্ট হৈ, মহিমাৰে বজ্ৰ হাতত লৈ, সিহঁতক মাৰিলে ॥ ৪ ॥ হে ইন্দ্ৰ, ৰাক্ষস বিলাকে আমাক হিংসা নকৰক । হে অতি বলবান ইন্দ্ৰ, ৰাক্ষস বিলাকে প্ৰজাৰ মাজৰ পৰা আমাক বেলেগ কৰি যেন নিনিয়ে । সেই স্বামী ইন্দ্ৰই বেয়া মানুহক উৎসাদন কৰে । শিশ্নদেব (ব্ৰহ্মচৰ্য্য নকৰা) বিলাকে আমাৰ যজ্ঞলৈ আহিব নেলাগে ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি কৰ্ম্মেৰে পৃথিবীত থকা প্ৰাণীক অভিভব কৰা । মানুহ বিলাকে সকলো জগ-তত তোমাৰ মহিমা নেপায় । তুমি নিজ বলেৰে বৃত্ৰক মাৰিলা । শত্ৰুৱে তোমাৰ যুদ্ধৰ অন্ত নেপালে ॥ ৬ ॥ হে ইন্দ্ৰ, পূৰ্ব্বে দেবাসুৰেও তোমাৰ বলৰ অনুগত হৈছিল । ইন্দ্ৰই শত্ৰু জয় কৰি ধন বিলাক আনক (ভক্তক) দিয়ে । সেই ইন্দ্ৰক অন্ন লাভৰ কাৰণে স্তোতাই আহ্বান কৰে ॥ ৭ ॥ হে ঈশ্বৰ ইন্দ্ৰ, তোমাক স্তোতাই (বসিষ্ঠই) ৰক্ষনৰ কাৰণে স্তুতি কৰিছে । হে শতৰক্ষনৰ ইন্দ্ৰ, তুমি আমাৰ বহুত সৌভাগ্যৰ ৰক্ষক হোৱা । আমাৰ হিংসা কৰাক নিবা-ৰণ কৰা ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাক নমস্কাৰেৰে বৰ্দ্ধন কৰা আমি সদায় তোমাৰ সখা হৈ থাকিম । মহি-মাৰে ত্ৰাণ কৰা তোমাৰ ৰক্ষণেৰে সংগ্ৰামত তুমি অভিভব কৰা শত্ৰুৰ বল স্তোতাই নষ্ট কৰক ॥ ৯ ।

১০ ঋক্ ওপৰৰ ৭।২০।১০ ঋকৰ দৰে ॥ ১০ ॥

২২ সূক্ত— ঋ ৯ ।

ঋষি আৰু দেবতা ২১ সূক্তৰ দৰে ।

ছন্দ— বিৰাট; ৯ ত্ৰিষ্টুভ. ।

হে ইন্দ্ৰ, সোম পান কৰা। সেই সোমে তোমাক মত্ত কৰক। হে হৰি নামৰ ঘোঁৰা যুক্ত ইন্দ্ৰ, যি সোম তোমাৰ কাৰণে অভিষৱ কৰা জনে হাতেৰে ঘোঁৰাৰ লেকাম ধৰা দৰে সুসংযত কৰি শিলৰ বচি ধৰি চেপিছে,—॥ ১ ॥ হে হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ, তোমাৰ যোগ্য যি নতুন আমোদকৰ সোম আছে, যি পান কৰি শত্ৰুক মাৰা, হে বহুত ধনী ইন্দ্ৰ, তোমাক সেই সোমে আমোদ দিয়ক ॥ ২ ॥ হে মঘবন ইন্দ্ৰ, তোমাৰ স্তুতি বাক্য বসিষ্ঠই কৈছে, সেইবিলাক মোৰ বাক্য ভালকৈ জানি লোৱা। এই স্তোত্ৰ বিলাক তুমি যজ্ঞত সেৱন কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, সোম পান কৰা। মোৰ (সোম চেপা) শিলৰ শব্দৰ আহ্বান শুনা। বিপ্ৰই স্তুতি কৰা স্তোত্ৰ বিলাক জানি লোৱা। এই পৰিচৰণ কৰ্ম্মৰ ওচৰ হৈ সহায় কৰা ॥ ৪ ॥ হে ইন্দ্ৰ, শত্ৰুৰ হিংসক তোমাক জানি মই স্তুতি নেপাহৰো। তোমাৰ স্তুতি নেপাহৰো। অসাধাৰণ যশৰ তোমাৰ স্তোত্ৰ সদায় গাওঁ ॥ ৫ ॥ হে মঘবন ইন্দ্ৰ, তোমাৰ সোম অভিষৱ কৰা মানুহ বহুত আছে। স্তোত্ৰও তোমাৰ বহুত গায়। আমাৰ আঁতৰ হৈ দূৰত নেথাকিবা ॥ ৬ ॥ হে বীৰ ইন্দ্ৰ, এই সকলো সোম অভিষৱ তোমাৰেই। তোমাৰ কাৰণেই বৰ্দ্ধন কৰা স্তোত্ৰ কৰিছো। তোমাকেই যজ্ঞৰ নেতা সকলে আহ্বান কৰিছে ॥ ৭ ॥ হে দৰ্শনীয় ইন্দ্ৰ, তোমাৰ মহিমা স্তুতি কৰি কোনেও অন্ত নেপায়। হে উগ্ৰ ইন্দ্ৰ, তোমাৰ ধনৰো অন্ত নেপায় ॥ ৮ ॥ হে ইন্দ্ৰ, যি সকল পূৰ্ব্বৰ ঋষি আছিল, আৰু যি নতুন বিপ্ৰই তোমাৰ স্তোত্ৰ উলিয়াইছিল, তেওঁ বিলাকলৈ আৰু আমালৈ তোমাৰ সখীত্ব মঙ্গলকৰ হওক। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৯ ॥

## ২৩ সূক্ত—ঋ ৬।

### ঋষি আদি ১৯ সূক্তৰ দৰে।

যশ ইচ্ছা কৰি ইন্দ্ৰৰ স্তোত্ৰ ঋষিসকলে উদ্‌গীৰণ কৰে। হে বশিষ্ঠ, তুমিও ইন্দ্ৰক হবি আৰু স্তোত্ৰৰে পূজা কৰা। যি ইন্দ্ৰই সকলো ভুবনত বলেৰে বিস্তাৰ কৰিলে তেওঁ ওচৰলৈ আহি মোৰ স্তুতি বাক্য শুনক ॥ ১ ॥ যেতিয়া গছ-গছনি বিলাক বাঢ়ে তেতিয়া, হে ইন্দ্ৰ, দেৱতাৰ স্তুতিৰূপ শব্দ কৰো। মানুহৰ মাজত কোনেও নিজৰ জীৱনৰ কথা নেজানে। যাৰ কাৰণে আয়ুস কম হয় সেই সকলো বিলাক পাপ আমাৰ পৰা গুচায় দিয়া ॥ ২ ॥ গৰুৰ ওচৰ পাব পৰা ইন্দ্ৰৰ ৰথ ঘোঁৰাৰে সৈতে স্তোত্ৰেৰে লগাইছো। স্তোত্ৰ সেৱন কৰি ইন্দ্ৰই ওচৰত আছেহি। এই ইন্দ্ৰই মহত্বৰে দ্যাবাপৃথিৱী বেলেগ কৰি ৰাখিলে। সেই ইন্দ্ৰই শত্ৰু আৰু প্ৰতিদ্বন্দ্বী বিলাক মাৰিলে ॥ ৩ ॥ হে ইন্দ্ৰ, পানী বিলাক বঁাজী গৰুৰ দৰে বাঢ়ক। তোমাৰ স্তোতা বিলাকে ঋতৰ (নিয়মৰ) পানী বিচাৰে। হে ইন্দ্ৰ, তুমি আমাৰ ফালে নিযুত ঘোঁৰাৰে অহা বায়ুৰ দৰে আহা। তুমিয়েই স্তোতাক প্ৰজ্ঞাৰে অন্নবিলাক দিয়া ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাক এই মদকৰ সোমে আমোদ দিয়ক। স্তোতাক বলবন্ত বহুত ধনৰ পুত্ৰ দিয়া। হে বীৰ, দেৱতাৰ মাজত মানুহক দান কৰা একমাত্ৰ তুমি এই সোম চেপা যজ্ঞত আমোদ কৰা ॥ ৫ ॥ বসিষ্ঠ সকলে বজ্ৰবাহু কামবৰ্ষী ইন্দ্ৰকেই এইদৰে অৰ্চনীয় স্তোত্ৰেৰে পূজা কৰিছে। স্তুত হৈ ইন্দ্ৰই আমাক গৰু আৰু ধনেৰে সৈতে বীৰ পুত্ৰ দিয়ক। তোমালোকে আমাক সদায় স্বস্তিৰে পালন কৰা ॥ ৬ ॥

## ২৪ সূক্ত—ঋ ৬।

### ঋষি আদি ১৯ সূক্তৰ দৰে।

হে ইন্দ্ৰ, তোমাৰ থাকিবৰ ঠাই প্ৰস্তুত কৰা হৈছে। হে পুৰুহুত ইন্দ্ৰ, নেতা মৰুত সকলৰে সৈতে সেই ঠাইলৈ আহা। আমালৈ যেনেকুৱা হৈছা আৰু যেনেকৈ বৰ্দ্ধন কৰিছা, তেনেকৈ ধন দিয়া। আমাৰ সোম ৰসেৰে আমোদ কৰা ॥ ১ ॥ হে ইন্দ্ৰ, দুয়ো (স্বৰ্গ আৰু পৃথিৱীত) ঠাইত থকা তোমাৰ মন আমি বুজি পাইছো। সোম অভিষুত কৰা হৈছে। মধুৰস পাত্ৰত ঢলা হ'ল। মধ্যম সুৰেৰে সুসমাপ্ত এই স্তুতিৰে ইন্দ্ৰক বেচিকৈ আহ্বান কৰা হৈছে,— আৰু ভৰণ কৰা হৈছে ॥ ২ ॥ হে ঋজীষিণ ইন্দ্ৰ, আমাৰ এই যজ্ঞত সোম পান কৰিবলৈ স্বৰ্গৰ পৰা আহা,— অন্তৰীক্ষৰ পৰা আহা। বলবন্ত তুমি মোৰ ফালে আমোদৰ কাৰণে তোমাৰ হৰি ঘোঁৰাই লৈ আহক ॥ ৩ ॥ হে হৰি ঘোঁৰাযুক্ত, সুমুখৰ ইন্দ্ৰ, সকলো ৰক্ষনেৰে ভাগুৰ মৰুৎ সকলেৰে সৈতে একেলগে শত্ৰুক খেদি, আমাক বৰ্দ্ধক বলবন্ত পুত্ৰ দি স্তোত্ৰ সেৱন কৰিবলৈ আমাৰ ফালে আহা ॥ ৪ ॥ মহৎ, উগ্ৰ, বিশ্বক বহন কৰা ইন্দ্ৰক (ৰথৰ) ধুৰাত লগোৱা ঘোঁৰাৰ দৰে বল কৰি এই স্তোত্ৰ দিয়া হৈছে। হে ইন্দ্ৰ, তোমাক এই স্তোতাই ধন বিচাৰিছে। তুমি আমাক স্বৰ্গৰ দৰে শ্ৰীমন্ত পুত্ৰ দিয়া ॥ ৫ ॥ হে ইন্দ্ৰ, আমাক এইদৰে বৰণীয় ধণেৰে পূৰ্ণ কৰা। তোমাৰ মহৎ সুমতি আমি যেন লাভ কৰিব পাৰো। হবিষ্মান আমাক সুপুত্ৰাদি যুক্ত অন্নেৰে পূৰ্ণ কৰা। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰিবা ॥ ৬ ॥

## ২৫ সূক্ত— ঋ ৬ ।

### ঋষি আদি ১৯ সূক্তৰ দৰে ।

হে উগ্ৰ ইন্দ্ৰ, যেতিয়া তোমাৰ সেনাই 'সকলোৱেই সমান' এই বুলি গপ কৰি যুদ্ধলৈ যায়—তেতিয়া মানুহৰ হিত কৰা তোমাৰ বাহুত থকা মহৎ বজ্ৰ (আমাৰ ৰক্ষণৰ কাৰণে) পৰক । তোমাৰ সকলো ফালে যোৱা মন যেন বিচলিত নহয় ॥ ১ ॥ হে ইন্দ্ৰ, যুদ্ধত যি মানুহে আমাৰ আগত থাকি অভিভব কৰিব খোজে, সেই শত্ৰুক নাশ কৰা । আমাক নিন্দা কৰিব খোজা মানুহৰ ওপৰত তোমাৰ আশীৰ্ব্বাদ দূৰ কৰা । আমাৰ কাৰণে ধন সম্ভাৰ আনা ॥ ২ ॥ হে ধুনীয়া পাগুৰী পিন্ধা ইন্দ্ৰ, তোমাৰ শত ৰক্ষণী সুদাস (ভাল দাস)-ক দিয়া । সহস্ৰ আশীৰ্ব্বাদ আৰু ধন (আমাৰ) হওক । হিংসকৰ বধ কৰা অস্ত্ৰ নষ্ট কৰা । আমাক দীপ্ত যশ আৰু ৰত্ন দিয়া ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ দৰে কামত আমি (যুক্ত) থাকিম । হে বীৰ ইন্দ্ৰ, তোমাৰ দৰে ৰক্ষকৰ দানৰ আমি উপযুক্ত হম । হে বলবান উগ্ৰ, ইন্দ্ৰ, সদায় আমাৰ স্থান কৰা । হে হৰিঘোঁৰা যুক্ত ইন্দ্ৰ, আমাক নেমাৰিবা ॥ ৪ ॥ আমালোকে হৰিঅশ্বযুক্ত ইন্দ্ৰৰ কাৰণে সুখকৰ স্তোত্ৰ কৰি দেবতাই পথিওৱা বল বাঞ্চা কৰি দুঃখৰ পৰা পৰিত্ৰাণ পাই বল লাভ কৰিম । হে বীৰ, শত্ৰুক হত্যা কৰিবৰ শক্তি আমাক কৰি দিয়া ॥ ৫ ॥

৬ ঋক্ ওপৰৰ ৭।২৪।৬ ঋকৰ দৰে ॥ ৬ ॥

## ২৬ সূক্ত—ঋ ৫ ।

### ঋষি আদি ১৯ সূক্তৰ দৰে ।

হে মঘবন ইন্দ্ৰ, অভিষুত নকৰা সোমে আনন্দ নকৰে । স্তোত্ৰ-মন্ত্ৰ-হীন অভিযুত কৰা সোমেও আনন্দ নিদিয়ে । আমাৰ যি উক্‌থ স্তোত্ৰ ইন্দ্ৰই সেৱন কৰে, ৰজাৰ দৰে আদৰেৰে শুনে, তেতিয়া নতুন উক্‌থ স্তোত্ৰ ইন্দ্ৰলৈ পাঠ কৰিম ॥ ১ ॥ সেই কাৰণে সকলো উক্‌থ গায় দিয়া সোমে মঘবনু ইন্দ্ৰক আনন্দ দিয়ে । সকলো স্তোত্ৰৰে অভিষুত কৰা সোমে ইন্দ্ৰক তৃপ্ত কৰে । (সেইবাবে) সকলো ঋত্বিকে পৰস্পৰ মিলি পুত্ৰেকে পিতাকক মতা দৰে ৰক্ষনৰ কাৰণে উক্‌থ আৰু স্তোত্ৰেৰে ইন্দ্ৰক আহ্বান কৰিছে ॥ ২ ॥ স্তোত্ৰৰ বিধান দিওঁতাই সোম অভিষুত কৰোতে যি (ইন্দ্ৰৰ বিষয়) কৰ্ম্মৰ কথা কয়, সেই বিলাক কৰ্ম্ম ইন্দ্ৰই পুৰণি কালত কৰিছিল । এতিয়াও অন্য কাম কৰিছে । সেই ইন্দ্ৰই শত্ৰুৰ সকলো সমান একে ধৰণৰ নগৰ অকলে পতিয়ে পত্নীক শোধন কৰা দৰে শোধন কৰিছে ॥ ৩ ॥ ইন্দ্ৰৰ পৰস্পৰ সংশ্লিষ্ট বস্তুত ৰক্ষণ আছে । সেই গুণ বিলাক (আগৰ ঋষি সকলে) কৈছিল । এতিয়াও ইন্দ্ৰই ধনৰ ভাগ কৰি দিয়া, আপদত ত্ৰাণ কৰা বুলি শুনিছো । ইন্দ্ৰই আমাক প্ৰিয় কল্যাণ দিয়ক ॥ ৪ ॥ এইদৰে বসিষ্ঠই মানুহৰ ৰক্ষাৰ কাৰণে কামবৰ্ষী ইন্দ্ৰক স্তুতি কৰিছে । হে ইন্দ্ৰ, সহস্ৰ ধন আমাক দিয়া । তোমালোকে আমাক সদাই স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

## ২৭ সূক্ত—ঋ ৫ ।

### ঋষি আদি ১৯ সূক্তৰ দৰে ।

যেতিয়া যুদ্ধ কৰিবলৈ (তাৰ লগত) সেই কাম বিলাকত লগা হয়, তেতিয়া নেতা সকলে ইন্দ্ৰক আহ্বান কৰে । সেই বীৰ, মানুহক ৰক্ষা কৰা ইন্দ্ৰই বল কামনা কৰি গৰুৰ পাল আমাক পোৱাই দিয়া ॥ ১ ॥ হে পুৰুহুত মঘবন ইন্দ্ৰ, তোমাৰ যি বল আছে, সেই বল তোমাৰ সখাক দিয়া । হে মঘবন ইন্দ্ৰ, তুমি যি দৃঢ় নগৰ বিলাক ভাঙি দিলা, তাৰ পৰা লুকায় থোৱা গৰু বিলাক উলিয়াই আনা ॥ ২ ॥ সেই ইন্দ্ৰ জগতৰ ৰজা, মানুহৰ ৰজা । পৃথিবীৰ না না ৰূপৰ যি ধন আছে তাৰো ৰজা । সেই বাবে হবি দাতাক ধন দিয়ে । সেই ইন্দ্ৰই আমাৰ দ্বাৰা স্তুত হৈ আমাৰ ফালে ধন পথিয়াই দিয়ক ॥ ৩ ॥ মঘবন ইন্দ্ৰই আমাক ৰক্ষণেৰে সৈতে ধন দি, মৰুত সকলেৰে সৈতে ৰক্ষণৰ কাৰণে অন্ন সোনকালে দিয়ক । ইন্দ্ৰই কম নোহোৱা প্ৰাপ্তব্য দক্ষিণা স্তোত্ৰৰ নেতাক পোৱাই দিয়ে ॥ ৪ ॥ হে ইন্দ্ৰ, আমাক ধন হবলৈ সোনকালে ধন দিয়া । ধন দিবৰ কাৰণে তোমাৰ মন পূজ্য স্তুতিৰে ঘূৰাই আনিম । আমাক গৰু যুক্ত, ঘোঁৰা যুক্ত আৰু ৰথ যুক্ত কৰা । তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

## ২৮ সূক্ত— ঋ ৫ ।

### ঋষি আদি ১৯ সূক্তৰ দৰে ।

হে ইন্দ্ৰ, তুমি জানিলৈ আমাৰ স্তোত্ৰৰ ফালে আহা । তোমাৰ হবি ঘোঁৰা আমাৰ ফালে লগোৱা হওক । হে সকলোকে সন্তোষ দিয়া ইন্দ্ৰ, তোমাক সকলো মানুহে যদিও বেলেগ আহ্বান কৰে, তথাপি আমাৰ আহ্বানেই শুনিবা ॥ ১ ॥ হে বলবান ইন্দ্ৰ, যেতিয়া তুমি ঋষিৰ স্তোত্ৰ ৰক্ষা কৰা, তেতিয়া তোমাৰ মহিমা স্তোতাই গম পাই । হে উগ্ৰ ইন্দ্ৰ, যেতিয়া হাতত বজ্ৰ ধৰা তেতিয়া কৰ্ম্মৰ দ্বাৰা ভয়ঙ্কৰ মূৰ্ত্তি হৈ শত্ৰুৰ দুৰ্দ্ধৰ্ষ হৈ যোৱা ॥ ২ ॥ হে ইন্দ্ৰ, তোমাক

যেচিকৈ স্তব কৰা নেতৃ সকলক মহৎ দ্যাবাপৃথিবীত প্ৰতিষ্থিত কৰা। তুমি যজমানৰ মহৎ ধন আৰু বলৰ কাৰণে উৎপত্তি হৈছা। অদাতা যজমানক দাতা যজমানে হিংসা কৰিব পাৰে ॥৩॥ হে ইন্দ্ৰ, দুষ্ট মিত্ৰ বাধক মানুহ বিলাক গৈছে। এই ভাল দিনত সিইতৰ ধন আমাক দিয়া। পাপ নাশ কৰা মায়াবী বৰুণে যি আমাৰ পাপ দেখিছে, সেই অন্যায় মোচন কৰি দিয়া ॥৪॥ যি ইন্দ্ৰই মহৎ নিষ্পাদন কৰা ধন আমাক দিলে, যি ইন্দ্ৰই অৰ্চনা কৰা স্তুতি বিলাকৰ ৰক্ষক হয়, সেই মঘবান ইন্দ্ৰক স্তব কৰিছো। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥৫॥

## ২৯ সূক্ত—ঋ ৫।

ঋষি আদি ১৯ সূক্তৰ দৰে।

হে ইন্দ্ৰ, তোমাৰ কাৰণে এয়া সোম অভিষুত হৈছে, হে হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ, (সেৱন কৰা) ঘৰলৈ সোনকালে আহা। ভালকৈ অভিষুত সোম সোনকালে পান কৰা। হে মেঘবন ইন্দ্ৰ, বিচাৰিলেই তুমি আমাক ধন দিয়া ॥১॥ হে ব্ৰহ্ম, বীৰ ইন্দ্ৰ, এই স্তোত্ৰ সেৱন কৰিবলৈ আমাৰ ফালে হৰি ঘোঁৰাৰে সৈতে খৰকৈ আহা। এই যজ্ঞতে ভালকৈ আমোদ কৰা। আমাৰ এই স্তোত্ৰ ওচৰত শুনা ॥২॥ হে ইন্দ্ৰ, তোমাক এই সূক্তৰে অলঙ্কৃত কৰিলে কেনে হব? হে মঘবন ইন্দ্ৰ, তোমাৰ কেতিয়া আনন্দ উদ্ভাবনা কৰিম? তোমাকেই বিচাৰি সকলো স্তোত্ৰ মেলি দিছো। সেই কাৰণে হে ইন্দ্ৰ, মোৰ এয়া স্তোত্ৰ ওচৰত শুনা ॥৩॥ আৰু, হে মঘবন ইন্দ্ৰ, যি পুৰণি কালত ঋষিৰ স্তুতি শুনিছিলা, সেই বিলাক মানুহৰ হিতৰ কাৰণে আছিল। এতিয়া মই তোমাৰ বহুত স্তুতি কৰিম। হে ইন্দ্ৰ, তুমি আমাৰ পিতাৰ দৰে বন্ধু ॥৪॥

৫ ঋক্ ওপৰৰ ৭/২৮/৫ ঋকৰ দৰে ॥৫॥

## ৩০ সূক্ত—ঋ ৫।

ঋষি আদি ১৯ সূক্তৰ দৰে।

হে বলবান দেৱতা ইন্দ্ৰ, আমাৰ ওচৰলৈ বলেৰে সৈতে আহা। আমাৰ দিবলগীয়া ধনৰ বৰ্দ্ধন কৰা হোৱা। হে সুবজ্ৰহস্ত নৃপতি, তুমি মহৎ বলৰ হোৱা। হে বীৰ, মহৎ তুমি শত্ৰুৰ হিংসক বল ধাৰণ কৰা ॥১॥ হে ইন্দ্ৰ, আহ্বান কৰিব লগীয়া তোমাক যুদ্ধত (বিবিধ মাত ম'ত ওলায়), য'ত, বলী পুৰুষে শৰীৰ ৰক্ষাৰ কাৰণে আৰু সূৰ্য্যক (চিৰ দিন) পাবলৈ (জীয়াই থাকিবলৈ) তোমাকেই আহ্বান কৰে, সকলো মানুহৰ মাজত সেনাৰ যোগ্য তুমিয়েই শত্ৰুক যুদ্ধ নামৰ বজ্ৰৰে আমাৰ বশ কৰা ॥২॥ হে ইন্দ্ৰ, যেতিয়া দিন বিলাক সুদিন হৈ পুৰাই, যেতিয়া যুদ্ধৰ নিচান ওচৰত ধৰা, তেতিয়া, বলবান, দেৱতাৰ আহ্বাতা অগ্নিয়ে আমাৰ সৌভাগ্যৰ কাৰণে দেৱতা সকলক আহ্বান কৰি এই যজ্ঞত বহুৱাই ॥৩॥ হে বলী ইন্দ্ৰ দেৱতা, আমি তোমাৰ নিজৰ (আপোন)। যি হৰি আদি দি স্তব কৰিছো—সেয়াও তোমাৰ। এই দুয়োবিধ স্তোতাক শ্ৰেষ্ঠ ঘৰ দিয়া,—সুসমৃদ্ধ হৈ আমি বুঢ়া হম ॥৪॥

৫ ঋক্ ওপৰৰ ৭/২৮/৫ ঋকৰ দৰে ॥৫॥

## ৩১ সূক্ত—ঋ ১২।

ঋষি আৰু দেৱতা ৩০ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী; ১০-১২ বিৰাট্।

হে সখা সকল, তোমালোকে হৰি ঘোঁৰা যুক্ত সোম পান কৰা ইন্দ্ৰৰ আমোদকৰ স্তোত্ৰ গোৱা ॥১॥ আৰু (হে স্তোতা সকল) সুদাতা, সত্যধন ইন্দ্ৰলৈ যেনেকৈ স্তোতাই দীপ্ত স্তোত্ৰ গায়, তেনেকৈ স্তব কৰা,—আমিও কৰিম ॥২॥ হে ইন্দ্ৰ, তুমি আমাৰ অন্ন দাতা হোৱা। হে শতক্ৰতু, তুমি আমাৰ গো দাতা হোৱা। হে বাস কৰিবলৈ দিয়া ইন্দ্ৰ, তুমি সোণ দাতা হোৱা ॥৩॥ হে কামবৰ্ষী ইন্দ্ৰ, তোমাক বিচৰা আমি বিশেষকৈ স্তুতি কৰিম। হে বাস কৰিবলৈ দিয়া ইন্দ্ৰ, আমাৰ এই স্তোত্ৰ সোন কালে অৱধাৰণ (মনত ধাৰণ) কৰা ॥৪॥ হে স্বামী ইন্দ্ৰ, কটুবাক্য কোৱা, নিন্দক বা অদাতাৰ হাতত তুমি আমাক এৰি নিদিবা (বশীভূত নকৰাবা)। মোৰ স্তোত্ৰ কৰ্ম্ম তোমালৈ যাওক ॥৫॥ হে বৃহৎ, শত্ৰুৰ হিংসক ইন্দ্ৰ, তুমি আমাৰ কবচ। তুমি সদায় শকত। আগত যুদ্ধ কৰা। তোমাৰ সহায়েৰে শত্ৰুক প্ৰত্যুত্তৰ দিম ॥৬॥ হে ইন্দ্ৰ, অন্নবতী দ্যাবাপৃথিবীয়ে যি তোমাৰ বল স্বীকাৰ কৰে—(সেই) তুমি মহান ॥৭॥ হে ইন্দ্ৰ, সেই তোমাৰ লগত যোৱা, তেজেৰে ব্যাপ্ত স্তোতাই কৰা তোমাৰ স্তুতিয়ে সৰ্ব্বতোভাৱে তোমাক গ্ৰহণ কৰক ॥৮॥ হে ইন্দ্ৰ, ওপৰত, দ্যুলোকত থকা দৰ্শনীয় তোমাক উদ্দেশ্য কৰি দিয়া আমাৰ সোম ওপৰত আছে। প্ৰজাই তোমাক প্ৰণাম কৰিছে ॥৯॥ (হে আমাৰ মানুহ সকল) তোমালোকে মহৎ ধনৰ বৰ্দ্ধক মহৎ ইন্দ্ৰলৈ সোম লৈ

আহা। বিশেষ চেতন যুক্ত ইন্দ্ৰলৈ সুস্তুতি কৰা। হে ইন্দ্ৰ, প্ৰজাৰ কামনা পূৰক তুমি হবি পূৰণ কৰা প্ৰজাৰ ওচৰলৈ যোৱা ॥ ১০ ॥ বহুত ব্যাপ্ত হৈ থকা মহান ইন্দ্ৰলৈ সুস্তুতিৰে হবি অন্ন বিপ্ৰ সকলে উলিয়াইছে। সেই ইন্দ্ৰৰ কৰ্ম্ম বিলাক ধীৰ, দেবতা সকলেও বেয়া নেপাই ॥ ১১ ॥ সকলো জগতৰ ঈশ্বৰ, কোনেও খণ্ড বাধা দিব নোৱাৰা সেই ইন্দ্ৰক শত্ৰু পৰাভৱ কৰিবলৈ স্তোত্ৰ কৰা হেছে। তুমিও হে ঋত্বিক, হৰি অশ্ব যুক্ত ইন্দ্ৰক স্তব কৰিবলৈ বন্ধুক উৎসাহ দিয়া ॥ ১২ ॥

## ৩২ সূক্ত—ঋ ২৭।

ঋষি— ১-২৫ আৰু ২৬ৰ আধা মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ; ২৬ আধা ২৭ বসিষ্ঠৰ পুত্ৰ শক্তি বা বসিষ্ঠ। ছন্দ— প্ৰগাথ -অযুগ্ম বৃহতী; যুগ্ম—সতো বৃহতী ৩— দ্বিপদা বিৰাট্‌। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, যজমান সকলে আমাৰ পৰা দূৰৈত তোমাক বাখিবলৈ বাধা নিদিয়ক। তুমি দূৰৈত থাকিলেও আমাৰ যজ্ঞলৈ আহা বা ইয়াত থাকিলে ওচৰত (আমাৰ স্তুতি) শুনা ॥ ১ ॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে এই বিলাক অভিযুত কৰা সোম স্তোত্ৰৰে সৈতে সংস্কাৰ কৰি মৌ মাখীয়ে (বহঘৰাত) থকা দৰে স্তোত্ৰ গোৱা সকল বহি আছে। ধন বিচৰা সকলে (এই সোম) ৰথত ভৰি থোৱা দৰে ইন্দ্ৰক ভৰাই দিছে ॥ ২ ॥ ধন বিচৰা মই সুদক্ষিণা দিয়া বজ্ৰহস্ত ইন্দ্ৰক পুত্ৰেকে পিতাকক আহ্বান কৰা দৰে আহ্বান কৰিছো ॥ ৩ ॥ হে বজ্ৰহস্ত ইন্দ্ৰ, দৈ মিহলোৱা এয়া সোম তোমাৰ কাৰণে চেপা হৈছে। সেই সোম আমোদৰ কাৰণে পান কৰিবলৈ যজ্ঞৰ ঘৰলৈ হৰি যোঁৱাই লৈ আহক ॥ ৪ ॥ (খোজা বিষয় কথা) শুনিবলৈ বিচৰা কাণ থকা ইন্দ্ৰক ধন আমি বিচাৰিছো। আমাৰ স্তুতিৰে (খোজাৰ বিষয় কথা) বিলাক শুনক, আৰু শুনি যাতে বেয়া নেপায় ইন্দ্ৰই তৎক্ষণাতে শত সহস্ৰ ধন দিয়ে। দিবলৈ ইচ্ছা কৰা ইন্দ্ৰক কোনেও বাধা দিব নোৱাৰে ॥ ৫ ॥ হে বৃত্ৰবধ কৰা ইন্দ্ৰ, তোমাৰ কাৰণে যি মানুহে স্তুতি কৰি গভীৰ সোম চেপা কাম কৰিবলৈ যায় সেই বীৰক (ইন্দ্ৰৰ কাৰণে) কোনেও প্ৰতিবাদ কৰিব নোৱাৰে। তেওঁক পৰিচাৰক বিলাকে ওচৰ চাপি যায় (আৰু আলপৈচান) ধৰে ॥ ৬ ॥ হে মঘবন ইন্দ্ৰ, ধনী (হবিষ্মান) সকলৰ তুমি উপদ্ৰব নিবাৰক কবচ হোৱা,— যি তুমি উৎসাহ কৰি অহা শত্ৰুক বিনাশ কৰা তুমি নিহত কৰা শত্ৰুৰ ধন আমি ভাগ কৰি লম। কোনেও নাশ কৰিব নোৱাৰা তুমি আমাক ঘৰ দিয়া ॥ ৭ ॥ (হে আমাৰ পুৰুষ সকল) বজ্ৰী, সোমপান কৰা ইন্দ্ৰলৈ সোম চেপা। ইন্দ্ৰক তৰ্পন কৰিবলৈ পাক কৰিব লগীয়া (পিথাপনা) পাক কৰা; (ইন্দ্ৰৰ প্ৰিয়) কাম কৰা। ইন্দ্ৰই সুখ দি হব্য পূৰ্ণ কৰে ॥ ৮ ॥ সোম চেপা যজ্ঞত হেলা নকৰিবা,— উৎসাহ কৰা। মহৎ দানৰ কামত ইন্দ্ৰৰ পৰা ধন পাবলৈ কাম কৰা। কৰ্ম্মত খৰ কৰিলে শত্ৰু জয় হয়, ঘৰত থাকিবলৈ পাই, আৰু (পৰিজন) পোহপাল দিব পাৰে। বেয়া কামত দেবতা (সন্তুষ্ট) নহয় ॥ ৯ ॥ ভাল দান কৰা যজমানৰ ৰথ (যজ্ঞৰূপী ৰথ) পৰি নেযায় (নষ্ট নহয়) বা বৈ নেযায়। ইন্দ্ৰ যাৰ ৰক্ষক হয়, যাৰ মৰুত সকল ৰক্ষক হয় তেওঁ গৰুৰে পৰিপূৰ্ণ গোহালীলৈ যায় (গোহালী পাই) ॥ ১০ ॥ হে ইন্দ্ৰ, তুমি যাৰ ৰক্ষক হোৱা, তেওঁ স্তোত্ৰৰে তোমাক বলৱান কৰি অন্ন পাই। হে বীৰ ইন্দ্ৰ, আমাৰ ৰথৰ ৰক্ষক হোৱা আৰু আমাৰ লৰা লুৰিৰ ৰক্ষক হোৱা ॥ ১১ ॥ এই ইন্দ্ৰৰ সোমৰ ভাগ যজ্ঞত বেচি হয়। জয় কৰা মানুহৰ, ধনৰ দৰে যাক হৰিযোঁৱা যুক্ত ইন্দ্ৰই বল দিয়ে তেওঁক ৰিপুৱে হিংসা কৰিব নোৱাৰে ॥ ১২ ॥ (হে যজমান সকল) অলপ নোহোৱা, সুবিহিত, সুৰূপ মন্ত্ৰী, সকলো যজন কৰা দেৱতাৰ মাজত ইন্দ্ৰক দিয়া। যি যজমানে কৰ্ম্মৰ দ্বাৰা ইন্দ্ৰৰ মনৰ মাজত সোমাৰ পাৰে সেইজনক বহুত বচিৰ বান্ধনেৰেও ধৰি বাখিব নোৱাৰে ॥ ১৩ ॥ হে ইন্দ্ৰ, তোমাৰ মনত যি স্থান পাই, সেই জনক কোন মানুহে উপদ্ৰব কৰিব পাৰে? হে মঘবান ইন্দ্ৰ, তোমাৰ কাৰণে যি শ্ৰদ্ধাৰে সৈতে হবি আদি দিয়ে, তেওঁ (এই সংসাৰৰ পৰা) পাৰ হোৱা দিনত স্বৰ্গত (থাকিবলৈ) বল পাই ॥ ১৪ ॥ হে মঘবান ইন্দ্ৰ, তোমাৰ (কাৰণে) প্ৰিয় ধন যি দিয়ে তেওঁবিলাকক সংগ্ৰামত প্ৰেৰণা দিবা। হে হৰিযোঁৱা যুক্ত ইন্দ্ৰ, তোমাৰ সন্তুষ্টতাত আমি স্তোতা সকলে সকলো দুঃখৰ পৰা ত্ৰাণ পাম ॥ ১৫ ॥ হে ইন্দ্ৰ, অধম ধন তোমাৰ; তুমিয়েই মধ্যম ধন পোষণ কৰা আৰু তুমিয়েই সকলো উত্তম ধনৰ ঈশ্বৰ,—ই সত্য। গৰুৰ বিষয়ে তোমাক কোনেও নিষেধ কৰিব নোৱাৰে ॥ ১৬ ॥ হে ইন্দ্ৰ, তুমি সকলোৰে ধন দাতা বুলি শুনা যায়। যি যুদ্ধ হয়, তাতো ধন দাতা বুলি শুনা যায়। হে পুৰুহূত ইন্দ্ৰ, এই পৃথিবীৰ সকলো মানুহে তোমাৰ ৰক্ষণ বিচাৰি অন্ন ভিক্ষা কৰে ॥ ১৭ ॥ হে ইন্দ্ৰ, যিমান ধনৰ তুমি গৰাকী, সিমান ধনৰ মই যদি গৰাকী

কৰঁ, তেতিয়া, হে বদবসু ( ধন দাতা ) মই আমাৰ স্তোতাক ধন দি প্ৰতিপালন কৰিম,— পাপৰ কাৰণে নিদিও ॥ ১৮ ॥ যি কোনো ঠাইত থকা মানুহে দিনে দিনে তোমাক পূজা কৰে তেওঁক ধন দিয়া। হে মঘবন ইন্দ্ৰ, তোমাৰ বাহিৰে আমাৰ জ্ঞাতি অন্য কোনো নাই,— পিতাও নাই ॥ ১৯ ॥ স্তুতি আদি কামলৈ খৰ কৰা, মহৎ বুদ্ধিৰে যুক্ত হৈ মানুহে অন্ন পাই। পুৰুহুত ইন্দ্ৰক, তোমাক, তুষ্টাই ৰথৰ চকৰীৰ বেৰৰ কাঠ বেকা কৰা দৰে মই স্তুতিৰে তোমাক বেকা ( সেহুকা ) কৰিছো ॥ ২০॥ মানুহে বেয়া স্তুতি কৰি ধন নেপায়। হিংসা কৰি ধন নেপায়। হে মঘবন ইন্দ্ৰ, পাৰ হোৱা ( মৰা ) নিৰ্দ্দিষ্ট দিনত মোৰ দৰে মানুহক যি দিব লগীয়া ধন আছে সেয়া তোমাৰ পৰা সহজে পাব পাৰি ॥ ২১ ॥ হে শূৰ ইন্দ্ৰ, তুমি এই জগতৰ ঈশ্বৰ, স্থাবৰৰ ঈশ্বৰ, সকলো দেখা তোমাক নিখিবোৱা ( খিবাবলৈ লোৱা ওহাৰ তললৈ নামি থকা ) গাই গৰুৰ দৰে বহুত স্তুতি কৰিম ॥ ২২ ॥ স্বৰ্গত উৎপত্তি হে মঘবান ইন্দ্ৰ, তোমাৰ দৰে অন্য নাই। পৃথিবী বা স্বৰ্গত তোমাৰ দৰে কোনো জন্ম হোৱা নাই, আগলৈকো জন্ম নহয়। ঘোঁৰা, অন্ন আৰু গৰু ইচ্ছা কৰি আমি তোমাক আহ্বান কৰিছো ॥ ২৩ ॥ হে জ্যেষ্ঠ ইন্দ্ৰ, কণিষ্ঠ মোলৈ ধন আনা। হে মঘবন ইন্দ্ৰ, তুমি সদায়েই বহুত ধনৰ গৰাকী হৈছা। প্ৰত্যেক যজ্ঞত তুমি হবিযুক্ত হোৱা ॥ ২৪ ॥ হে মঘবান ইন্দ্ৰ, শত্ৰু বিলাকক খেদাই দিয়া। আমালৈ ধন সুলভ কৰি দিয়া। সংগ্ৰামত, স্তোতা আমাৰ ৰক্ষক হোৱা আৰু বৰ্দ্ধন কৰা হোৱা ॥ ২৫ ॥ হে ইন্দ্ৰ, আমাক কৰ্ম্ম দিয়া। পিতাই পুত্ৰক ধন দিয়া দৰে তুমি আমাক ধন দিয়া। হে পুৰুহুত ইন্দ্ৰ, আমি যজ্ঞৰ জীৱ। ( আমি যেন ) প্ৰতি দিন সূৰ্য্য দেখিবলৈ পাওঁ ॥ ২৬ ॥ হে ইন্দ্ৰ, মনে মনে অহা দুৰ্দ্ধৰ, হিংসুক শত্ৰুৱে যেন আমাক আক্ৰমণ নকৰে। হে বীৰ তুমি সহায় কৰা আমি সকলো আপদৰ পৰা তৰিম। আমাৰ কোনো অমঙ্গল নহওক ॥২৭॥

### ৩৩ সূক্ত—ঋ ১৪।

**ঋষি—১—৯ বসিষ্ঠ; ১০—১৪ বসিষ্ঠৰ পুতেকহঁত। ছন্দ ত্ৰিষ্টুভ্। দেৱতা— ১—৯ ইন্দ্ৰ বা বসিষ্ঠৰ পুতেকহঁত; ১০—১৪ বসিষ্ঠ॥**

বগা, কৰ্ম্মৰ পূৰক, সোঁফালে মূৰত চূড়া থকা ( হইতে ) মোক চাৰিউফালে আনন্দ দিছে। যজ্ঞৰ পৰা উঠি মই নেতা সকলক কৈছো যে মোৰ পৰা দূৰলৈ মোৰ পুত্ৰ সকল যাব নেলাগে ॥ ১ ॥ বয়ত্তৰ পুত্ৰ পাশদ্যুম্ন ৰজাৰ চমসত ( পাত্ৰত ) থকা অভিযুত সোম পান কৰি থকা উগ্ৰ ইন্দ্ৰক, বসিষ্ঠ ( ৰ পুত্ৰ ) সকলে ( সুদাস ৰজাক ) অভিযুত কৰিবলৈ লগায় ( মন্ত্ৰ বলেৰে ) ইন্দ্ৰক দূৰৈৰ পৰা আনিলে। ইন্দ্ৰয়ো ( পাশদ্যুম্নক ) এৰি আহি বসিষ্ঠৰ পুত্ৰ সকলক বৰণ কৰালে ॥ ২ ॥ এনেকৈয়ে বসিষ্ঠ সকলে নদী সুখেৰে পাৰ হল। এইদৰেই ভেদ নামৰ শত্ৰুক বসিষ্ঠ সকলে মাৰিলে। এইদৰেই, হে বসিষ্ঠ সকল, তোমালোকৰ মন্ত্ৰেৰে দহজন ৰজাৰ লগত যুদ্ধ কৰা সুদাসক ইন্দ্ৰই ৰক্ষা কৰিলে ॥ ৩ ॥ হে নেতা সকল, তোমালোকৰ স্তোত্ৰেৰে পিতৃ সকল সন্তুষ্ট হ'য়। ( অৰ্থাৎ বসিষ্ঠ নিজেই তুষ্ট হৈছে )। মই এথৰ অক্ষ লগাইছো ( যাবলৈ )। তোমালোকে ক্ষীণ নহবা। হে বসিষ্ঠ সকল, তোমালোকে শক্কৰী ( ছন্দৰ ) ঋকেৰে (আৰু ) বৃহৎ সূৰৰ ( সামেৰে ) ইন্দ্ৰৰ বল ধাৰণ কৰিছিলা ॥ ৪ ॥ দহজন ৰজাৰ সংগ্ৰামত ৰজা বিলাকে বেৰি ধৰাত বসিষ্ঠ সকলে তৃষ্ণাতুৰ হৈ বৰষুণ বিচাৰি আদিত্যক স্তুতি কৰা দৰে ইন্দ্ৰক ওপৰলৈ চাই স্তুতি কৰিছিল। ইন্দ্ৰই বসিষ্ঠ সকলৰ স্তুতি শুনিলে ( আৰু ) তৃৎসু ৰজাক বিস্তীৰ্ণ ৰাজ্য কৰি দিলে ॥ ৫ ॥ গৰু খেদোৱা এচাৰিৰ দৰে নিমজ কৰি ভৰত সকলক ( তৃৎসু সকলক ) শত্ৰুৱে চক্ৰা কৰি দিলে। অলপ মাত্ৰ বাকি থাকিল। ইয়াৰ পাচত তৃৎসু সকলৰ বসিষ্ঠ পুৰোহিত হল আৰু তেওঁলোকৰ প্ৰজা বৃদ্ধি হল ॥ ৬ ॥ ভুবণৰ মাজত তিনি ( অগ্নি, বায়ু, সূৰ্য্য ) অগ্নিয়ে ৰেতঃ ( পানী ) উৎপত্তি কৰে। তাৰে আদিত্য প্ৰমুখ শ্ৰেষ্ঠ তিনি প্ৰজা আছে। তেওঁ বিলাক তিনিও উষাত জ্বলে। এই সকলো বিলাকক বসিষ্ঠ সকলে জানে ॥ ৭ ॥ হে বসিষ্ঠ সকল, তোমা-লোকৰ স্তোত্ৰ আৰু মহিমাই সূৰ্য্যৰ জ্যোতিৰ দৰে প্ৰকাশ কৰে। তোমালোকৰ মহিমা আৰু স্তোত্ৰ সমুদ্ৰৰ দৰে গভীৰ। এই ( স্তোত্ৰ আৰু মহিমাৰ ) গতি বায়ুৰ দৰে অন্যাই লগ ধৰিব নোৱাৰে ॥ ৮ ॥ সেই বসিষ্ঠ সকলে, দুৰ্জ্ঞেয় সহস্ৰ শাখাৰ সংসাৰধন অন্তৰৰ জ্ঞানেৰে স্বচ্ছন্দ গামী ( য'লকে ইচ্ছা ত'লকে যোৱা ) হৈ ফুৰে। যমে বহল অন্তৰে জাল মেলি অপ্সৰাক মাক কৰি এই ( বসিষ্ঠ ) সকলক আনিলে ॥ ৯ ॥ হে বসিষ্ঠ, তুমি যেতিয়া বিজুলীৰ দৰে নিজ জ্যোতিৰে ( মিত্ৰাবৰুণৰ ) দেহ পৰিত্যাগ কৰি গৈছিলা— মিত্ৰাবৰুণে তোমাক দেখিছিল। সেই এটা তোমাৰ জন্ম আৰু অগস্ত্যই তোমাক বাস

স্থানৰ পৰা আহৰণ কৰি আনিছিল ॥ ১০ ॥ আৰু হে বসিষ্ঠ, তুমি মিত্রাবৰুণৰ পুত্র। হে ব্রাহ্মণ, উর্ব্বশী অপ্সৰাই মনত সঙ্কল্প কৰিছিল ( যে ই মোৰ পুত্র )। সেই উর্ব্বশীক দেখি মিত্রাবৰুণৰ ৰেতঃ পাত হল। আৰু তাৰ পৰা তুমি জন্ম হৈছা। তোমাক দেবতা সকলে মন্ত্রেৰে ( আনি ) পুখুৰীৰ ( পদ্মৰ পাতত ) থৈ দিলে ॥ ১১ ॥ এই বসিষ্ঠই বিশেষ জ্ঞানী হৈ দুয়ো ( স্বর্গ আৰু পৃথিবী ) ভালকৈ জানি সহস্র দান দিয়া বা সকলো দান দিয়া হল। বসিষ্ঠই যমে মেলি দিয়া বস্ত্র লৈ আহি উর্ব্বশী অপ্সৰাৰ যোগেদি জন্ম হল ॥ ১২ ॥ বহুতে কৰা যজ্ঞত জাত মিত্রাবৰুণৰ একেলগে ক্ষৰণ হোৱা ৰেতঃ কলহত পৰিল। তাৰ পৰা মান ( অগস্ত্য ) ওলাল। তাৰ পৰাই বসিষ্ঠৰ জন্ম হল বুলি কয় ॥ ১৩ ॥ প্রতৃদ ( তৃৎসব ) সকলে, তুমি বসিষ্ঠৰ ওচৰলৈ আহিল। এওঁ বসিষ্ঠক ভালকৈ মন কৰি ওচৰ পালেহি। বসিষ্ঠ ঋষি এওঁবিলাকৰ যজ্ঞত পুৰোহিত, ব্রহ্মা ( আদি ) হৈ উকৃথ স্তোত্রৰ ভজন কৰা সাম গানৰ উদ্গাতা হল। তেওঁ সোম চেপা শিল ( ঘূৰাই ) অধ্বর্য্যু হৈ স্তোত্র গায় ॥ ১৪ ॥

## ৩৪ সূক্ত—ঋ ২৫।

ঋষি— মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ— ১-২১ দ্বিপদা বিৰাট; ২২-২৫ ত্রিষ্টুভ্। দেবতা—বিশ্বেদেবা ( সকলো দেবতা। )

দীপ্ত স্তোত্র ( ৰূপ ) দৈবী ( এই সংস্কৃত ) বেগেৰে সুসংস্কৃত ৰথৰ দৰে আমাৰ পৰা দেবতাৰ ফালে যাওক ॥ ১ ॥ ক্ষৰণশীল পানীয়ে স্বর্গ আৰু পৃথিবীৰ উৎপত্তি জানে আৰু ( স্তোত্র বিলাক ) শুনে ॥ ২ ॥ বহল পানীয়েও এই ইন্দ্রক আপ্যায়িত কৰে। উপদ্রব হলে তেজস্বী বীৰেও ইন্দ্রক স্তুতি কৰে ॥ ৩ ॥ এই ইন্দ্রই অহিবলৈ ( ৰথত ) ধুৰীত ঘোঁৰা লগোৱা,—যেনেকৈ সোণৰ হাতৰ বজ্রবান ইন্দ্রই লগায় ॥ ৪ ॥ যজ্ঞ চাৰিউফালে প্রতিষ্ঠা কৰা। যজ্ঞৰ বাটেদি নিজেই যোৱা দৰে যোৱা ॥ ৫ ॥ যুদ্ধলৈকো নিজেই যোৱা। পাপ নাশ কৰা যজ্ঞ ( ৰূপী ) ধ্বজা মানুহৰ ( ভালৰ ) কাৰণে ধাৰণ কৰা ॥ ৬ ॥ এই যজ্ঞৰ বলত সূর্য্য উদয় হৈ ওপৰলৈ যায়। মানুহৰ ভাৰ পৃথিবীৰ দৰে ( এই যজ্ঞই ) বহন কৰে ॥ ৭ ॥ হে অগ্নি, নিয়ম যুক্ত যজ্ঞেৰে কামনা সিদ্ধি কৰিবলৈ দেবতা সকলক আহ্বান কৰিছো। দেবতা সকলৰ পৰিচৰণ কৰিছো ॥ ৮ ॥ তোমালোকে দেবতাক উদ্দেশ্য কৰি কর্ম্মৰ দেবীক ধাৰণ কৰা। তোমালোকে দেবতাৰ স্তুতি কৰা ॥ ৯ ॥ সহস্র চকুৰ উগ্র বৰুণে এই নদী বিলাকৰ পানী পর্য্যবেক্ষণ কৰে ॥ ১০ ॥ ঈশ্বৰ সকলৰো ৰজা। নদীবিলাকৰ ৰূপ কৰোতা। বৰুণৰ বল অন্যাই বাধা দিব নোৱাৰে,—সকলো ফালে যায় ॥ ১১ ॥ হে দেবতা সকল, সকলো প্রজাক ৰক্ষা কৰা যজ্ঞক নিন্দা কৰা শত্রুক অদীপ্ত ( নজ্বলা ) কৰি দিয়া ॥ ১২ ॥ শত্রুৰ ভয় লগোৱা (অসুখ কাৰক) অস্ত্র আঁতৰি যাওক। আমাৰ গাৰ পৰা পাপ গুচাই দিয়া ॥ ১৩ ॥ হব্য খোৱা অগ্নিয়ে আমাৰ নমস্কাৰেৰে প্রিয় হৈ আমাক ৰক্ষা কৰক। অগ্নিৰ স্তোত্র ধাৰণ কৰিছো ॥ ১৪ ॥ পানীৰ পুত্র ( অপাং নপাতক ) স্তুতিৰে দেবতা সকলেৰে সৈতে মিত্র কৰা। তেওঁ আমাৰ সুখকৰ হওক ॥ ১৫ ॥ মেঘৰ হন্তা, নদীৰ ঠাইত পানীত বহি থকা, পানীত উৎপত্তি হোৱা অহির্বুধ্ন অগ্নিক স্তোত্রেৰে স্তুতি কৰা ॥ ১৬ ॥ হে অহির্বুধ্ন অগ্নি, আমাক হিংসকৰ হাতত এৰি নিদিবা। এই যজ্ঞৰ কাম নষ্ট নকৰিবা ॥ ১৭ ॥ আৰু আমাৰ মানুহক ( মৰুত সকলে ) অন্ন দিয়ক। ধনৰ কাৰণে উৎসাহ কৰা শত্রুক মাৰি পেলাওক ॥ ১৮ ॥ মহা সেনাৰ ৰজা এই ( মৰুত ) সকলে বলেৰে ভুবনত আদিত্যৰ দৰে তাপ দিয়ে ॥ ১৯ ॥ যেতিয়া দেবতাৰ পত্নী সকল আমাৰ ফালে আহে, তেতিয়া সিদ্ধ-হস্ত ত্বষ্টাই আমাক বীৰ পুত্র দিয়ক ॥ ২০ ॥ আমাৰ স্তোত্র ত্বষ্টাই সেৱন কৰক। অতি বুদ্ধিৰ ত্বষ্টাই আমাৰ কাৰণে ধনৰ কাম কৰা হওক ॥ ২১ ॥ আমাৰ অভীষ্ট দানৰ কাৰণে গোট খোৱা দেবপত্নী সকলে সেই ধন বিলাক আমাক দিয়ক। বৰুণৰ পত্নীয়ে আমাৰ স্তোত্র শুনক। দ্যাবাপৃথিবীয়েও শুনক। কল্যান দাতা ত্বষ্টাই উপদ্রব নিবাৰণ কৰা ( দেবপত্নী ) সকলেৰে সৈতে আমাক শৰণ দান কৰা হওক ( আৰু ) ধনো দিয়ক ॥ ২২ ॥ সেই ধন আমাক পর্ব্বতে দিয়ক; পানীয়ে দিয়ক; দানেৰে সৈতে সেই ধন ( দেব পত্নী ) সকলে দিয়ক; সেই ধন গছ-গছনিয়ে দিয়ক আৰু স্বর্গয়ো দিয়ক। বনস্পতিয়ে সৈতে পৃথিবীয়ে একেলগে দিয়ক। দুয়ো দ্যাবাপৃথিবীয়ে ৰক্ষা কৰক ॥ ২৩ ॥ সেই বহল দ্যাবাপৃথিবীয়ে অনুমোদন কৰক। দীপ্তিত নিবাস কৰা ইন্দ্রৰ সখা বৰুণেও সেয়া অনুমোদন কৰক। শত্রুক পৰাস্ত কৰা সকলো মৰুতে অনুমোদন কৰক। ধাৰণ কৰিব লগীয়া ধনৰ আমি ৰক্ষক হম ॥ ২৪ ॥ আমাৰ এই স্তোত্র ইন্দ্র, বৰুণ মিত্র, অগ্নি, জল, গছ-গছনি, বনলতা, সকলোৱে সেৱন কৰক। আমি মৰুৎগণৰ মাজত সুখেৰে থাকিম। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ২৫ ॥

## ৩৫ সূক্ত—ঋ ১৫।

### ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— বিশ্বেদেৱা (সকলো দেৱতা) (শান্তি মন্ত্ৰ) ॥

ইন্দ্ৰাগ্নিয়ে ৰক্ষণেৰে সৈতে আমাৰ শান্তিৰ কাৰণে হওক। (যজমানে) হব্য দিয়া ইন্দ্ৰ আৰু বৰুণে আমাৰ শান্তিৰ কাৰণে হওক। ইন্দ্ৰ আৰু সোমে আমাৰ শান্তিৰ আৰু কল্যাণৰ কাৰণে হওক,—সুখৰ কাৰণে হওক। যুদ্ধত অন্নলাভ কৰিবলৈ ইন্দ্ৰ আৰু পূষা শান্তিৰ কাৰণে হওক ॥ ১ ॥ ভগ দেৱতা আমাৰ শান্তিৰ কাৰণে হওক। আমাৰ শান্তিৰ কাৰণেই নৰাশংস হওক। আমাৰ শান্তিৰ কাৰণে বহুত কৰ্ম্মা পুৰন্ধিও হওক। ধন বিলাকো শান্তিৰ হওক। আমালৈ সুনিয়ন্ত্ৰিত সত্যবচন শান্তিৰ হওক। বহুত প্ৰাদুৰ্ভাৱ হোৱা অৰ্য্যমাও আমাৰ শান্তিৰ হওক ॥ ২ ॥ বিধাতা আমাৰ শান্তিৰ কাৰণে হওক। (পুণ্য পাপৰ) ধৰ্ত্তা (বৰুণ) দেৱতাও আমাৰ শান্তিৰ কাৰণে হওক। বিবৰ্ত্তমান গতিৰ পৃথিবী অন্নেৰে সৈতে আমাৰ শান্তিপ্ৰদ হওক। পৰ্ব্বত শান্তিৰ কাৰণে হওক। দেৱতাৰ সুস্তুতি আমাৰ শান্তিৰ কাৰণে হওক ॥ ৩ ॥ জ্যোতিৰ্ম্মুখ অগ্নি আমাৰ শান্তিৰ হওক। মিত্ৰাবৰুণ আমাৰ শান্তিৰ হওক। পুণ্যকৰ্ম্মা সকলৰ পুণ্যকৰ্ম্মা বিলাক আমাৰ শান্তিৰ কাৰণে হওক। চলি থকা বতাহ আমাৰ কাৰণে শান্তিৰ হৈ বলক ॥ ৪ ॥ প্ৰথম আহ্বানতে দ্যাবাপৃথিবী শান্তিৰ কাৰণে হওক। অন্তৰীক্ষ দেখিবলৈ শান্তিৰ হওক। বন-লতা বিলাক শান্তিৰ কাৰণে হওক। গছ-গছনি বিলাক শান্তিৰ কাৰণে হওক। জয়শীল লোক পালক ইন্দ্ৰ আমাৰ শান্তিৰ কাৰণে হওক ॥ ৫ ॥ দেৱতা ইন্দ্ৰ বসু সকলৰে সৈতে আমাৰ শান্তিৰ কাৰণে হওক। ভাল স্তুত হোৱা বৰুণ দেৱতা আদিত্য সকলেৰে সৈতে আমাৰ শান্তিৰ কাৰণে হওক। দুখ গুচোৱা ৰুদ্ৰ, ৰুদ্ৰ সকলেৰে সৈতে শান্তিৰ কাৰণে হওক। এই যজ্ঞত ত্বষ্টাই দেৱপত্নী সকলেৰে সৈতে আমাৰ স্তোত্ৰ শুনক ॥ ৬ ॥ সোম দেৱতা আমাৰ শান্তিৰ কাৰণে হওক। স্তোত্ৰ বিলাক আমাৰ শান্তিৰ কাৰণে হওক। সোম চেপা শিলো আমাৰ শান্তিৰ কাৰণে হওক। যজ্ঞ বিলাক শান্তিৰ হওক। যূপ কাঠৰ জোখ বিলাক আমাৰ শান্তিৰ কাৰণে হওক। ওষধী বিলাক শান্তিৰ হওক। (দুবাৰ কৈছে)। বেদী বিলাক আমাৰ শান্তিৰ কাৰণে হওক ॥ ৭ ॥ আমাৰ শান্তিৰ কাৰণে সূৰ্য্য বহল তেজৰ হৈ উদয় হওক। চাৰি দিশ আমাৰ শান্তিৰ হওক। আমাৰ শান্তিৰ কাৰণে পৰ্ব্বত অচল হৈ থাকক নদী বিলাকো আমাৰ শান্তিৰ কাৰণে হওক। পানীও আমাৰ শান্তিৰ কাৰণে হওক ॥ ৮ ॥ অদিতি দেৱী কৰ্ম্মৰে সৈতে আমাৰ শান্তি দাত্ৰী হওক। সুস্তুত হোৱা মৰুত সকল আমাৰ শান্তিৰ কাৰণে হওক। বিষ্ণু আমাৰ শান্তি দাতা হওক। পূষা দেৱতাও আমাৰ শান্তি দাতা হওক। অন্তৰীক্ষ আমাৰ সুখ দাতা হওক। বায়ু আমাৰ সুখ দাতা হওক ॥ ৯ ॥ আমাক ৰক্ষা কৰি সবিতা দেৱতা আমাৰ শান্তি দাতা হওক। উদয় হোৱা উষা শান্তিৰ হওক। আমাৰ প্ৰজালৈ পৰ্জ্জন্যও শান্তিৰ হওক। সুখৰ ভাৱ কৰা ক্ষেত্ৰপতি আমাৰ সুখ দাতা হওক ॥ ১০ ॥ সকলো দেৱতা আমাৰ শান্তিৰ কাৰণে হওক। কৰ্ম্মৰে সৈতে সৰস্বতী আমাৰ শান্তি দাত্ৰী হওক। যজ্ঞৰ কেউফালে সেৱা কৰা সকলৰ শান্তি হওক। পাৰ্থিৱ সকলো বস্তু আমাৰ শান্তি দাতা হওক। অন্তৰীক্ষত থকা সকলো আমাৰ সুখ দাতা হওক ॥ ১১ ॥ সত্যৰ পালক সকল আমাৰ শান্তি দাতা হওক। ঘোঁৰা বিলাক আমাৰ শান্তিপ্ৰদ হওক। গৰু বিলাক শান্তি দাতা হওক। সুকৰ্ম্মা সিদ্ধ হস্ত ঋভুৰ সকল আমাৰ শান্তি দাতা হওক। স্তৱ কৰা পিতৃ সকলো আমাৰ শান্তি দাতা হওক ॥ ১২ ॥ এটা ভৰিৰ অজ দেৱতা আমাৰ শান্তিৰ কাৰণে হওক। অহিবুধ্ন্য দেৱতা আমাৰ শান্তিৰ হওক। সমুদ্ৰও আমাৰ শান্তিৰ হওক। উপদ্ৰৱৰ পৰা পাৰ কৰা অপাং নপাৎ আমাৰ শান্তিৰ কাৰণে হওক। দেৱপালীকা পৃশ্নী আমাৰ শান্তিৰ কাৰণে হওক ॥ ১৩ ॥ নতুনকৈ কৰা আমাৰ এই দিব্য স্তোত্ৰ ৰুদ্ৰ সকলে, বসু সকলে, আদিত্য সকলে সেৱন কৰক। অন্য স্বৰ্গত হোৱা, পৃথিবীত হোৱা, গৰুৰ পৰা হোৱা, আৰু যি যজ্ঞাৰ্হ সেই সকলোৱে আমাৰ স্তুতি শুনক ॥ ১৪ ॥ যজ্ঞাৰ্হ দেৱতাৰ, যজ্ঞাৰ্হ মনুৰ (প্ৰজাপতিৰ) আৰু যি যজনীয় অমৰ ঋতজ্ঞ (নিয়ম জনা) যি দেৱতা আছে সেই সকলোৱে আমাক বহুত কীৰ্ত্তিৰ পুত্ৰ দিয়ক। তোমালোকে আমাক সদায় স্বস্তিৰে পালন কৰা ॥ ১৫ ॥

## ৩৬ সূক্ত—ঋ ৯।

### ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা— বিশ্বেদেৱা (সকলো দেৱতা)।

ঋতৰ (নিয়মৰ যজ্ঞৰ) স্থানৰ পৰা স্তোত্ৰ (সূৰ্য্যাদি দেৱতালৈ) যাওক। সূৰ্য্যাই নিজ ৰশ্মিৰে বৰষুণৰ পানী সৃষ্টি কৰে। বহল পৃথিবীত ওখ ঠাই বিলাক ব্যপ্ত হৈ আছে। অগ্নিয়ে বহল পৃথিৱীৰ নিজ স্থানত পোহৰ কৰে ॥ ১ ॥ হে বলৱন্ত মিত্ৰ আৰু বৰুণ, তোমালোকক আগত থকা ঘাঁহৰ অন্নৰ দৰে স্তুতি কৰিছো। তোমা-

লোকৰ এজন ( বৰুণ ) প্ৰভু, শত্ৰুৱে হিংসা কৰিব নোৱাৰা, —তেওঁ স্থান বিলাকৰ জন্ম দাতা। আমি স্তুতি কৰা মিত্ৰই সকলো প্ৰাণীক যত্ন কৰিবলৈ ( প্ৰৱৰ্ত্তন কৰে ) ॥২॥ গমনশীল বায়ুৰ গতিয়ে খেলা কৰিছে। গাখীৰ দিয়া গৰু বিলাকো বৃদ্ধি প্ৰাপ্ত হৈছে। মহৎ আদিত্যৰ অন্তৰীক্ষৰ স্থাপনৰ উৎপত্তি হৈ বৰ্ষণশীল পৰ্জ্জন্যই সেই অন্তৰীক্ষত চিঞৰিছে ॥৩॥ হে শূৰ ইন্দ্ৰ, তোমাৰ প্ৰিয় ভালকৈ ৰথ টানি নিয়া ঘোঁৰা যি জনে স্তুতি বাক্যেৰে ৰথত লগায় ( তেওঁৰ যজ্ঞলৈ আহা )। যি অৰ্য্যমাই আক্ৰমণ কৰিব খোজা শত্ৰুৰ খণ্ড ধ্বংস কৰে সেই সুকৰ্ম্মা অৰ্য্যমাক স্তুতিৰে ঘূৰাই আনিছো ॥৪॥ হবি অন্নবান, নিজ ঋতৰ ( নিয়মৰ যজ্ঞৰ ) ঠাইত কাম কৰা যজমানে এই ৰুদ্ৰৰ সখীত্ব লাভ কৰিবলৈ যজন কৰক। স্তুতি কৰিলে ৰুদ্ৰই সেই স্তোতাক অন্ন দিয়ে। অতি প্ৰিয় ৰুদ্ৰলৈ মই নমস্কাৰ কৰিছো ॥৫॥ নদীবিলাকৰ মাজত নদীৰ মাক সৰস্বতী সপ্তম স্থানৰ। ( তেওঁৰ ) পৰা কামনা খিবাৰ পৰা, ভাল সোঁতৰ ধাৰা [illegible] যায়। তেওঁ নিজক পানীৰে পুৰাই বৰ্দ্ধন কৰি অন্নৱতী হবলৈ বিচৰা ( অন্য ) নদীৰ লগত একেলগে তেওঁ বৈ যাওক গৈ ॥৬॥ আৰু আনন্দ কৰি থকা বেগবান সেই মৰুত সকলে আমাৰ যজ্ঞ কৰ্ম্ম আৰু আমাৰ পুত্ৰক ৰক্ষা কৰক। বাগ্ আৰু নাচি ফুৰা বাক্ দেৱতাই আমাক এৰি অনাক নেচাওক। সেই মৰুত সকলে আৰু বাক্ দেৱতাই একেলগ হৈ আমাৰ [illegible]ন বৃদ্ধি কৰক ॥৭॥ ( হে স্তোতা সকল ) তোমালোকে বৈ নথকা মহৎ ভূমিক আহ্বান কৰা। যজ্ঞাৰ্হ বীৰ পূষাক আহ্বান কৰা। আমাৰ এই কৰ্ম্মৰ ৰক্ষক ভগ দেৱতাক আহ্বান কৰা। আমাৰ যজ্ঞত দান সেৱক পুৰ ৰক্ষা কৰা ( ঋভুৰ এজন ) বাজক আহ্বান কৰা ॥৮॥ হে মৰুত সকল, আমাৰ এই স্তোত্ৰই তোমালোকৰ ওচৰ পাওকগৈ। গৰ্ভৰ ৰক্ষক আমাৰ ৰক্ষণেৰে সৈতে বিষ্ণুকো এই স্তোত্ৰই পাকওগৈ। আৰু বিষ্ণু আৰু মৰুতে স্তুতি কৰা মোক পুত্ৰ ৰূপ প্ৰজা দিয়ক। তোমালোকে আমাক স্বস্তিৰে পালন কৰা ॥৯॥

## ৩৭ সূক্ত—ঋ ৮।

### ঋষি আদি ৩৬ সূক্তৰ দৰে।

হে ঋভুক্ষণ সকল, বাজ সকল, বহন কৰিব পৰা, ত্ব্যষ্টাই, তোমালোকৰ ৰথে তোমালোকক বহন কৰি আনক। হে ধুনীয়া মুখৰ ঋভু সকল, আমাৰ যজ্ঞত তিনি বিধ ভোজ্য মিহলোৱা মহৎ সোমেৰে প্ৰীত হোৱা ॥১॥ হে ঋভুক্ষণ ঋভৱ সকল স্বৰ্গলৈ চোৱা তোমালোকে হবি অন্নবান সকললৈ অবাধ ৰমনীয় ধন ধাৰণ কৰা। বলবন্ত তোমালোকে যজ্ঞত সোম পান কৰা। আৰু ধন বিচৰা আমাক বিশেষকৈ ধন দিয়া ॥২॥ হে ধনবান ইন্দ্ৰ তুমি বহুত আৰু অলপ ধনৰ বিভাগ কৰোঁতে ধন সেৱা কৰা বুলি কয়। তোমাৰ দুয়োহাত ধনেৰে পূৰ্ণ। তোমাৰ সুবাক্যই ধন দিবলৈ প্ৰতিবন্ধক নকৰে ॥৩॥ হে ইন্দ্ৰ, সুযশৰ, ঋভু সকলৰ ঈশ্বৰ সাধু তুমি, অন্নৰ দৰে স্তোতা মোৰ ঘৰলৈ আহা। হে হৰিৰ ইন্দ্ৰ, আজি আমি বসিষ্ঠ সকলে তোমাৰ কাৰণে হবি অন্ন দি স্তোত্ৰ পাঠ কৰি থাকিম ॥৪॥ হে হৰিঅশ্ব ইন্দ্ৰ, যিহেতু তুমি আমাৰ স্তুতিৰে ব্যপ্ত হৈছা, হবি দাতাকো ( সেইদৰে ) বেচি ধনৰ দাতা হোৱা। হে ইন্দ্ৰ, তুমি কেতিয়া আমাক ধন দিবা? আজি তোমাৰ, যোগ্য ৰক্ষাৰ দ্বাৰা আমি প্ৰতিপালিত হম ॥৫॥ হে ইন্দ্ৰ, তুমি কেতিয়া আমাৰ স্তুতি বাক্য বুজি পাবা? তুমি স্তোতাক নিজ স্থানত ৰাখিছা। বলবান বেগী তোমাৰ ঘোঁৰাই আমি কৰা স্তুতিৰ কাৰণে সুপুত্ৰ যুক্ত ধন আৰু অন্ন আমাৰ ঘৰলৈ পঠিয়াই দিয়ক ॥৬॥ নিঋতী দেৱীয়ে যদিও ইন্দ্ৰক বেৰি ৰাখিছে, সুঅন্নৰে সৈতে শৰতত ( বচৰত ) বহুত অন্নেৰে ইন্দ্ৰক বেৰি থাকে। মৰ্ত্ত্য স্তোতা আমি যদিও ইন্দ্ৰক নিজ ঠাইত থাকিব নোৱাৰা কৰিছো, ( তথাপি ) তিনি লোকৰ বিধায়ক ইন্দ্ৰই জীৰ্ণ হোৱা বল বেচি কৰিবলৈ আহিছে ॥৭॥ হে সবিতা দেৱতা, তোমাৰ পৰা স্তুতি কৰিবৰ যোগ্য ধন আমালৈ আহক। পৰ্ব্বতৰ ধন আমালৈ আহক। সকলোৰে পালক স্বৰ্গত উৎপত্তি হোৱা তেওঁ ( সবিতাই ) আমাৰ ৰক্ষক হৈ সেৱন কৰপ। তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥৮॥

## ৩৮ সূক্ত—ঋ ৮।

### ঋষি আৰু ছন্দ ৩৭ সূক্তৰ দৰে। দেৱতা— সবিতৃ।

সকলোৰে প্ৰেৰক সবিতা দেৱতাই, যি সেই সোমময় ৰূপৰ প্ৰভাৱে আশ্ৰয় কৰি আজি সেই ৰূপ উলিয়াইছে। আজি যি সেই ভজনীয় সবিতা মানুহৰ স্তোতব্য হৈছে, বহুত ধনৰ সেই সবিতাই ৰত্নধন মানুহক দিয়ে ॥১॥ হে সবিতা দেৱতা, তুমি ওপৰলৈ যোৱা। সোণৰ হাতৰ তুমি বহল পৃথিবীত তোমাৰ প্ৰভা বিকিৰণ কৰি মানুহৰ ভোগ্য ধন পঠিয়াই দি ঋতৰ ( যজ্ঞৰ ) সুপ্ৰণয়ণৰ এয়া আমাৰ স্তোত্ৰ শুনা ॥২॥ আৰু সবিতা দেৱতা আমাৰ দ্বাৰা স্তুত হওক। সকলো দেৱতাই

যি সবিতাক স্তুতি করে, সকলোৱে নমস্য সেই দেৱতাই আমাৰ স্তোত্ৰ শুনি অন্ন দিয়ক। সকলো ৰক্ষণৰে স্তোতাক পালন কৰক ॥৩॥ অদিতি দেৱীয়ে যি সবিতাক স্তুতি করে, সবিতা দেৱতাৰেই প্ৰসৱ অনুজ্ঞা অনুসৰি সেৱা কৰি সম্রাট বৰুণাদি দেৱতাই যি সবিতাক স্তুতি কৰে, মিত্ৰাদি দেৱতায়ো সমান প্ৰীতি যুক্তহৈ অৰ্য্যমাৰে সৈতে যাক স্তুতি কৰে ( সেই সবিতাই আমাৰ স্তোত্ৰ শুনক ) ॥৪॥ দান সেৱা ভোগকৰা যজমানে পৰস্পৰ মিলিত হৈ স্বৰ্গ আৰু পৃথিবীৰ মিত্ৰ সবিতাক পৰিচৰণ কৰে। অহিৰ্বুধ্ন্যাইও আমাৰ ( সবিতাৰ বিষয় ) স্তোত্ৰ শুনক। ৰাক্ দেৱীয়েও মুখ্য ধেনু ( গাইগৰু ) বিলাকেৰে সৈতে আমাক পালন কৰক ॥৫॥ প্ৰজা পালক সবিতা দেৱতাৰ নিজৰ সেই আমি বিচৰা বত্নধন আমালৈ অনুমোদন কৰক। ওজস্বী স্তোতাই ভজন কৰিব লগীয়া ভগ দেৱতাক আমাৰ ৰক্ষণৰ খুব স্তুতি কৰিছে। আৰু ওজস্বী নোহোৱা স্তোতাই ভগক বত্নধন বিচাৰিছে ॥৬॥ যজ্ঞত আমাৰ ভাল বাটেৰে যোৱা সুস্তোত্ৰৰ বাজিন্ দেৱতা আমাৰ সুখৰ কাৰণে হওক। ধন নিদিয়া বোৰক, ৰাক্ষস বিলাকক হত্যা কৰা কজিন্ দেৱতাই পুৰণি ৰোগ আমাৰ পৰা গুচাই দিয়ক ॥৭॥

হে বাজিন্, দেৱতা সকল, বিপ্ৰ, অমৰণ, ঋতজ্ঞ ( সত্যজনা ) তোমালোকে সকলো যুদ্ধত আমাক ধনৰ নিমিত্তে ৰক্ষা কৰা। তোমালোকে ইয়াত এই মধুৰ সোম পান কৰি আনন্দ কৰা। তৃপ্ত হৈ দেৱতা যোৱা বাটেৰে যোৱাগৈ ॥৮॥

৩৯ সূক্ত—ঋ ৭।

ঋষি আদি ৩৬ সূক্তৰ দৰে।

অগ্নিয়ে ওপৰলৈ গৈ বাস কৰি থকা স্তোতাৰ সুস্তুতি সেৱন কৰক। আমাৰ ফালে মুখ কৰি সকলোকে জোকাৰি তোলা উষাই যজ্ঞলৈ আহে। আদৰ কৰা পত্নী আৰু যজমানে যজ্ঞৰ বাট ৰথীৰ দৰে অনুসৰণ কৰিছে। আমি পথিওৱা হোতাই যজ্ঞত যজন কৰিছে। ॥১॥ এই যজমান সকলৰ ভাল অন্নযুক্ত কুশেৰে প্ৰজাপতিৰ দৰে ঢাকি পেলাইছে। এই নিযুত ঘোঁৰা যুক্ত বায়ু আৰু পূষা দেৱতাই প্ৰজাৰ শান্তিৰ কাৰণে, ৰাতি উষাৰ আগ ভাগৰ আহ্বানত অন্তৰীক্ষৰ পৰা আহক ॥২॥ বসু দেৱতা সকলে এই যজ্ঞত পৃথিবীত থকা সকলোকে আনন্দিত কৰক। বহল অন্তৰীক্ষত থকা শুভ্ৰ মৰুত গণৰ পৰিচৰণ হওক। বহুত যাৰ পৰা বসু আৰু মৰুৎ সকলে বাট আমাৰ ফালে কৰক। তোমালোকৰ ফালে যোৱা আমাৰ এই দূত অগ্নিৰ আহ্বান শুনা ॥৩॥ যজ্ঞত সেই তেওঁলোকে যজ্ঞাৰ্হ, ৰক্ষক, সকলো দেৱতা সভাস্থলত গোট খাইছে। হে অগ্নি, আমাৰ যজ্ঞত যজ্ঞ কামনা কৰা সেই দেৱতা সকলক যজন কৰা। সোনকালে ভগ, নাসত্য অশ্বিনী দুজন আৰু পুৰ ধ্বংস কৰা ইন্দ্ৰক যজন কৰা ॥৪॥ হে অগ্নি, মানুহে স্তুতি কৰা স্বৰ্গত থকা ( দেৱতা সকলক ) মিত্ৰ, বৰুণ, ইন্দ্ৰ, ( দেৱতা-ৰূপ ) অগ্নিক, অৰ্য্যমাক, অদিতি দেৱীক আৰু বিষ্ণুক এই যজ্ঞলৈ ( যজমানৰ কাৰণে ) অন্তৰীক্ষৰ পৰা লৈ আহা। সৰস্বতী দেৱীয়ে আৰু মৰুৎ দেৱতাই আনন্দ কৰক ॥৫॥ আমি যজ্ঞাৰ্হ দেৱতা সকলক স্তুতিৰে সৈতে হৱি দিছো। অগ্নিয়ে আমাৰ প্ৰতিবন্ধক নহৈ যজ্ঞ ব্যাপ্ত কৰিছে। হে দেৱতা সকল, তোমালোক উপেক্ষা কৰিব লগীয়া নহয় কাৰণ সদায় ভজন কৰিব লগীয়া ধন দিয়া। আজি আমি সদায় হোৱা দেৱতা সকলৰ লগত মিলিত হম ॥৬॥ আজি দ্যাবা-পৃথিবীত আমি বশিষ্ঠ সকলৰ দ্বাৰা সৰ্ব্বতোভাবে সকলো দেৱতা স্তুত হৈছে। ঋতবান ( যজ্ঞবান ) বৰুণ, মিত্ৰ আৰু অগ্নি স্তুত হৈছে। আহ্লাদ দিয়া দেৱতাই আমাক সৰ্ব্বোৎকৃষ্ট অন্ন দিয়ক। তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥৭॥

৪০ সূক্ত—ঋ ৭।

ঋষি আদি ৩৬ সূক্তৰ দৰে।

হে দেৱতা সকল, তোমালোকৰ চিত্তেৰে সম্পাদন কৰা সুখ আমাৰ ওচৰলৈ আহক। অমি বেগৱান দেৱতাৰ স্তোত্ৰ কৰিম। এতিয়া সবিতা দেৱতাই যি ধন প্ৰসৱ কৰিব, বত্নধাৰক সবিতাই সেই ধন ভাগ কৰোতে আমি থাকিম ॥১॥ মিত্ৰ দেৱতাই আমাক সেই ধন দিয়ক। বৰুণেও দিয়ক,—দ্যাবা-পৃথিবীয়ে দিয়ক। ইন্দ্ৰই দ্যুতিমান স্তোতাই সেৱা কৰা কাৰণে ধন দিয়ক। অৰ্য্যমাই দিয়ক। অদিতি দেৱীয়ে ধন আমক দিয়ক। বায়ু আৰু ভগ দেৱতাই আমাক যি ধন যোজনা কৰে— সেই ধন আমাক দিয়ক ॥২॥ স্ফুট্-ফুটীয়া পহুৰ দৰে ঘোঁৰা যুক্ত মৰুত সকল, যি মানুহক তোমালোকে ৰক্ষা কৰা তেওঁ ওজস্বী আৰু বলৱান হওক। অগ্নি আৰু সৰস্বতী আদি সকলো দেৱতাই এই যজমানক প্ৰবৰ্ত্তন কৰে। তেওঁৰ ধনৰ কোনো নাশ কৰোতা নাই ॥৩॥ ঋতৰ ( যজ্ঞৰ ) নেতা এই বৰুণ, মিত্ৰ, অৰ্য্যমাদি ৰজা দেৱতা সকলে আমাৰ যজ্ঞ ধাৰণ কৰে। কোনেও বধ কৰিব

নোৱাৰা অদিতি দেৱী সুআহ্বান যুক্ত হওক। তেওঁ-বিলাকে আমাৰ বাধা কৰোতা নোহোৱাকৈ আমাক পাপৰ পৰা উদ্ধাৰ কৰক ॥৪॥ অন্য দেৱতা যজ্ঞত হব্যৰ দ্বাৰা পাৰ পৰা অভীষ্ট দাতা বিষ্ণুৰ শাখা স্বৰূপ। কদ্ৰ দেৱতায় কদ্ৰীয় মহিমা আমাক দিয়ে। হে অশ্বিনী দুজন, তোমালোকে আমাৰ হবি যুক্ত ঘৰলৈ আহা ॥৫॥ হে দীপ্তিযুক্ত পূষা দেৱতা এই দানত খণ্ড নকৰিবা--যি দান সকলোৰে বৰণীয়া সৰস্বতীয়ে আৰু দান দক্ষা দেৱপত্নী সকলে আমাক দিয়ে (তাত খণ্ড নকৰিবা)। সুখৰ ভাব থকা গমনশীল দেৱতা সকলে আমাক পালন কৰক। কেউফালে যোৱা বায়ুৱে বৰষুণ দিয়ক ॥৬॥

৭ ঋক্ ওপৰৰ ৭।৩৯।৭ ঋকৰ দৰে ॥৭॥

## ৪১ সূক্ত— ঋ ৭।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্; ১ জগতী। দেৱতা— ১ অগ্নি আদি ১০ জন; ২-৬ ভগ; ৭ পূষা।

ৰাতি পুৱা অগ্নিক আহ্বান কৰো, ৰাতি পুৱা ইন্দ্ৰক আহ্বান কৰে। মিত্ৰাবৰুণক ৰাতিপুৱা অহ্বান কৰো। অশ্বিনী দুজনক ৰাতিপুৱা, ভগক ৰাতিপুৱা, পূষণ আৰু ব্ৰহ্মণস্পতিক ৰাতিপুৱা, সোম আৰু কদ্ৰক ৰাতিপুৱা আহ্বান কৰো ॥১॥ সকলো জগতৰ ধাৰক, জয়শীল, উগ্ৰ, অদিতিৰ পুতেক ভগ দেৱতাক প্ৰাতঃ কালত আমি আহ্বান কৰো। দৰিদ্ৰ হৈও যি ভগ দেৱতাক স্তুতি কৰি "মোক ধন দিয়া" বুলি কয় বা ৰজা হৈও (স্তুতি কৰি) "মোক ধন দিয়া" বুলি কয় (সেই ভগ দেৱতাক) আহ্বান কৰো ॥২॥ হে ভগ দেৱতা, তুমি বিশিষ্ট নেতা, তুমি সত্য ধন। হে ভগ দেৱতা, তুমি আমাৰ কামনা দান কৰি এই স্তুতি সুফল যুক্ত কৰা। হে ভগ, তুমি গৰু আৰু ঘোঁৰা আমালৈ উৎপত্তি কৰা। হে ভগ দেৱতা, আমি নেতা আৰু পুত্ৰাদি প্ৰজা যুক্ত হম ॥৩॥ আৰু আমি যেন এতিয়া ভগবন্ত (ভগ দেৱতা যুক্ত বা ধন যুক্ত) হব পাৰো। দিনৰ আগ-বেলা আৰু দুপৰত ভগ দেৱতা যুক্ত (যেন) হব পাৰো। আৰু হে ধনবান ভগ দেৱতা, সূৰ্য্য দেৱতাৰ উদয়ত আমি দেৱতা সকলৰ (যেন) অনুগ্ৰহত থাকিব পাৰো ॥৪॥ হে দেৱতা সকল, ভগ দেৱতাই (প্ৰকৃত) ধনবান হওক। সেই ভগৰে (ধনেৰে) আমি (যেন) ধনবন্ত হব পাৰো। হে ভগ দেৱতা, তোমাকেই সকলোৱে পুনঃ পুনঃ আহ্বান কৰে। হে ভগ দেৱতা, এই যজ্ঞত তুমি আমাৰ আগত যোৱা হোৱা ॥৫॥ শুচি ঠাইলৈ যাবলৈ দধিক্ৰাবাৰ দৰে উষা দেৱীয়ে যজ্ঞলৈ আহক। বেগৱন্ত ঘোঁৰাৰ ৰথৰ দৰে উষা দেৱীয়ে ধন দিওঁতা ভগক আমাৰ কালে লৈ আহক ॥৬॥ ভদ্ৰা উষা দেৱতাই ঘোঁৰাৰে সৈতে, গৰুৰে সৈতে, বীৰ পুত্ৰাদিৰে সৈতে ঘিঁউ (পানী) খিৱাই (সিঁচি), সকলো গুণেৰে প্ৰবৃদ্ধ হৈ আমাক সদায় নিশাৰ এন্ধাৰ গুচাই থাকক। তোমা-লোকে আমাক সদায় স্বস্তিৰে পালন কৰা ॥৭॥

## ৪২ সূক্ত— ঋ ৬।

ঋষি আদি ৩৬ সূক্তৰ দৰে।

অঙ্গিৰস ঋষি সকল ওলায় আহক। পৰ্জ্জন্যই আমাৰ স্তোত্ৰ বিচাৰক। নদীবিলাকে পানী সিঁচি দি (নিজ বাটেদি) চলি যাওক। আদৰ কৰা পত্নী যজমানে যজ্ঞৰ ৰূপত যোগ দিয়ক ॥১॥ হে অগ্নি, চিৰকালৰ তোমাৰ বাট সুগম হওক। সেউজীয়া বা ৰঙা বৰণৰ যি ঘোঁৰাই যজ্ঞ ঘৰলৈ বীৰ তোমাক বহন কৰি আনে — যি ঘোঁৰা ৰঙা হয় সেই ঘোঁৰা ৰথত লগোৱা। মই যজ্ঞ ঘৰত বহি দেৱতা সকলক আহ্বান কৰিছো ॥২॥ হে দেৱতা সকল, তোমালোকক যজ্ঞত নমস্কাৰেৰে সম্যক পূজন কৰে আৰু স্তুতিশীল আমাৰ ওচৰত থকা হোতা অন্য হোতাতকৈ বেচি ভাল হৈছে। হে যজমান, তুমি দেৱতা সকলক ভালকৈ যজন কৰা। হে বহুত তেজস্বী অগ্নি তুমি যজ্ঞীয় ভূমি আবৰ্ত্তন কৰা ॥৩॥ অতিথি অগ্নিয়ে যেতিয়া বীৰ হৱিষ্মান যজমানৰ ঘৰত ভালকৈ নিহিত হৈ সুখী হয়, সেই অগ্নিয়ে পৰিচৰণ কৰা প্ৰজাক বৰনীয় ধন দিয়ে ॥৪॥ হে অগ্নি, তুমি আমাৰ এই যজ্ঞ সেৱণ কৰা। সখা মৰুত সকলেৰে সৈতে ইন্দ্ৰলৈ আমাৰ যজ্ঞ যশ যুক্ত কৰি দেখুওৱা। ৰাতি আৰু দিনত কুশত বহা। যজ্ঞ কামনা কৰা মিত্ৰাবৰুনকো এই যজ্ঞত যজন কৰা ॥৫॥ বসিষ্ঠ ঋষিয়ে ধন কামনা কৰি এই দৰে বলৰ পুত্ৰ অগ্নি দেৱতাক বহুত বিধৰ ধন পাবলৈ স্তুতি কৰিলে। আমাৰ অন্ন ধন আৰু বল বিস্তাৰ কৰা। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥৬॥

## ৪৩ সূক্ত—ঋ ৫।

ঋষি আদি ৩৬ সূক্তৰ দৰে।

দেৱতাক বিচৰা বিপ্ৰ সকলে যজ্ঞত স্তুতিৰে (হে দেৱতা সকল) তোমালোকক পাবলৈ অৰ্চনা কৰিছে। —যাৰ স্তোত্ৰ গছৰ ডালৰ দৰে অসমান হৈ সকলো ফালে গৈছে, সেই বিপ্ৰ সকলে (অৰ্চনা কৰিছে) ॥১॥

আমাৰ যজ্ঞ খৰকৈ যোৱা ধোঁৱাৰ দৰে দেৱতাৰ ওৰিলৈ যাওক। (হে ঋত্বিক সকল) সকলোৱে এক মনৰ হৈ স্রুচ্ তুলি ধৰা। যাগ কৰিবলৈ ভাল কুশ মেলি দিয়া। হে অগ্নি, দেৱতা বিচৰা তোমাৰ শিখাবিলাক ওপৰলৈ উঠক ॥ ২॥ বিশেষকৈ প্ৰতিপাল কৰিব লগীয়া পুত্ৰ মাকৰ কোলাত যেনেকৈ বহে, দেৱতা সকল তেনেকৈ কুশ মেলি থোৱা ওখ বেদীত বহক। হে অগ্নি, যজ্ঞত তোমাৰ শিখাত হোতাই কেউফালে হবি ঘিঁউ সিঁচি দিয়ক। হে অগ্নি, যুদ্ধত আমাৰ শত্ৰুক সুখ নিদিবা ॥ ৩ ॥ যজনীয় সেই দেৱতা সকলে ঋতৰ (পানীৰ) ভালকৈ খিৰাব পৰা অপৰ্যাপ্ত ধাৰা খিৰাই (বৰষুণ দি) স্তুতিৰ পৰিচৰণ স্বীকাৰ কৰক। হে দেৱতা সকল, তোমালোকৰ শ্ৰেষ্ঠ মহৎ ধন আজি আহক। তোমালোকে এক মনৰ হৈ আহা ॥ ৪ ॥ হে অগ্নি, এই দৰেই স্তুত হোৱা তুমি প্ৰজাৰ মাজৰ আমাক ধন দিয়া। হে বলবান অগ্নি, তুমি হানি নকৰা আমি সদায় থকা ধনেৰে বিষ্ট নোহোৱা হৈ একে লগে আনন্দ কৰিম। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৫ ॥

৪৪ সূক্ত—ঋ ৫।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্; ১ জগতী। দেৱতা— ১ দধিক্ৰা আৰু ১১ জন; বাকী দধিক্ৰা ॥

(হে স্তোতা সকল) তোমালোকৰ ৰক্ষণৰ প্ৰথমে দধিক্ৰাক আহ্বান কৰিছো। পাচত অশ্বিনী দুজনক উষা দেৱীক, জ্বলাই থোৱা অগ্নিক, ভগক আহ্বান কৰিম। ইন্দ্ৰ, বিষ্ণু, পূষণ, ব্ৰহ্মণস্পতি, আদিত্য সকল, দ্যাবাপৃথিবী, পানী আৰু সূৰ্য্য (এই সকলে' দেৱতাক) আহ্বান কৰিম ॥ ১ ॥ দধিক্ৰা দেৱতাক বোধন কৰি, প্ৰেৰণ কৰি যজ্ঞ আৰম্ভ কৰি, কুশত হবিৰূপ ইলা দেৱীক স্থাপন কৰি সুআহ্বান কৰা অশ্বিনী দুজনক আহ্বান কৰিছো ॥ ২ ॥ দধিক্ৰা দেৱতাক স্তোত্ৰেৰে বোধন কৰি অগ্নি দেৱতাক স্তুতি কৰিম। উষাদেৱী সূৰ্য্য আৰু ভূমিক স্তুতি কৰিম। শত্ৰু বিনাশ কৰা বৰুণৰ মহৎ পিঙ্গল বৰণৰ (বঙা হালধিয়া বৰণৰ) ঘোঁৰা আনিবলৈ স্তুতি কৰিম। হে দেৱতা সকল, আমাৰ পৰা সকলো পাপ আঁতৰাই দিয়া ॥ ৩ ॥ (সকলো ঘোঁৰাৰ) মুখ্য শীঘ্ৰগামী দধিক্ৰা দেৱতাই (ৰথত লগোৱা কথা) জানি ৰথৰ আগত থাকে। উষা, সূৰ্য্য, আৰু আদিত্য সকলৰে সৈতে বসু সকল আৰু অঙ্গিৰসক সম্যক জানি (স্তুতি কৰিম) ॥ ৪ ॥ দধিক্ৰা দেৱতাই ঋতৰ (যজ্ঞৰ) পন্থা অনুগামী হোৱা আমাৰ বাট পানীৰে সিঁচক। দৈৱ বল অগ্নিয়ে আমাৰ আহ্বান শুনক। অমূঢ় মহান সকলো দেৱতাই আমাৰ স্তোত্ৰ শুনক ॥ ৫ ॥

৪৫ সূক্ত—ঋ ৪।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— সবিতা।

সুবস্তুৰে শোভিত অন্তৰীক্ষ পূৰণ কৰা ঘোঁৰাৰে বহন কৰি অনা মানুহৰ হিত, বহুত ধন হাতত লৈ প্ৰাণী বিলাকক পৰ্য্যবেক্ষণ কৰি (ৰাতি নিজ ঠাইত থৈ) দিনত পথিয়াই দি সবিতা দেৱতা আহক ॥ ১ ॥ মহান সোণময় এই সবিতাৰ হাত (আনক দিবলৈ) খুলি অন্ত বীক্ষলৈ তুলি আহিছে। আজি সবিতাৰ এনেকুৱা মহিমা আমি স্তুতি কৰিছো। সূৰ্য্যয়ো এই সবিতাক কৰ্ম্মৰ ইচ্ছা অনুমোদন কৰক ॥ ২ ॥ অন্তৰৰ তেজৰ উদ্বোধন কৰা ধনৰ পালক সেই সবিতা দেৱতাই আমাক ধন বিলাক কেউফালৰ পৰা দিছে। সেই সবিতাই বিস্তীৰ্ণ গমনা ৰূপ ধাৰনা কৰি এতিয়া আমাক মানুহৰ ভোগ্য ধন দিয়ক ॥ ৩ ॥ এই সুস্তুতি বাক্য বিলাকেৰে সম্পূৰ্ণ ধন থকা হাতৰ সবিতা দেৱতাক স্তুতি কৰা হৈছে। সেই সবিতাই বিচিত্ৰ মহৎ অন্ন আমাক দিয়ক। তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥ ৪ ॥

৪৬ সূক্ত— ঋ ৪।

ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— জগতী; ৪ ত্ৰিষ্টুভ্। দেৱতা— ৰুদ্ৰ।

(হে স্তোতা সকল), তোমালোকে এই স্তুতি বিলাক স্থিৰ ধনু ধাৰণ কৰা ক্ষিপ্ৰগামী বান মৰা, অন্নবান, কোনেও পৰাস্ত কৰিব নোৱাৰা, শত্ৰুক পৰাস্ত কৰা বিধতা, তীক্ষ্ণ অস্ত্ৰ মৰা ৰুদ্ৰ দেৱতালৈ ধাৰণ কৰা। সেই ৰুদ্ৰ দেৱতাই আমাৰ স্তুতি শুনক ॥ ১ ॥ তেওঁ পৃথিবীত (জন্ম) হোৱা মানুহক ঐশ্বৰ্যৰে জানিবলৈ দিয়ে। স্বৰ্গৰ লোকক ঐশ্বৰ্য্যৰে জানিবলৈ দিয়ে। হে ৰুদ্ৰ দেৱতা, স্তোতেৰে স্তৰ্পন কৰা আমাক পালন কৰিবলৈ আমাৰ ঘৰলৈ আহা। তুমি আমাৰ প্ৰজাৰ ৰোগ নাইকিয়া কৰা ॥ ২ ॥ হে ৰুদ্ৰ দেৱতা, তোমাৰ অন্তৰীক্ষৰ পৰা সৃষ্টি কৰা বজ্ৰপাত পৃথিবীলৈ মাৰা। সেই বজ্ৰপাতে আমাক এৰা দিয়ক। হে সুবৰুণৰ দেৱতা, তোমাৰ সহস্ৰ যি ঔষধ আছে সেয়া (আমাক দিয়া)। আমাৰ পুত্ৰাদিক অন্যায় নকৰিবা ॥ ৩ ॥ হে ৰুদ্ৰ

দেৱতা, আমাক নবধিবা। আমাক লোকক নিদিবা,—নেৰিবা। খণ্ড কৰা তোমাৰ বন্ধনত আমাক নেবান্ধিবা। জীৱৰ মঙ্গলৰ যজ্ঞত আমাক ভাগ দিবা। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৪ ॥

৪৭ সূক্ত—ঋ ৪।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— অপ্ ( পানী )।

দেৱতাক কামনা কৰা অধ্বৰ্য্যু সকলে, হে জল দেৱতা, তোমালোকলৈ ইন্দ্ৰই পান কৰা, মাটিত উৎপত্তি হোৱা সোমৰস আগতে কৰিছিল। আজি আমিও তোমালোকৰ বিশুদ্ধ, নিষ্পাপ ঘিঁউ সিঁচা ( ৰবযুণ দিয়া ) মধুৰ সেই ৰস সেৱন কৰিম ॥ ১ ॥ হে জল দেৱতা, তোমালোকৰ সেই অতি মধুৰ ( সোম ) ৰস শীঘ্ৰগতিৰ অপাং নপাৎ দেৱতাই ৰক্ষা কৰক, —যি ৰসত ইন্দ্ৰই বসুসকলৰ সৈতে আনন্দ কৰে। আজি দেৱতাক বিচৰা আমি সেই ৰস পাম ॥ ২ ॥ শত-পবিত্ৰ যাৰ ৰূপ ( সেই বিলাক ) অন্নৰে মানুহক আনন্দ দি অপ্ দেৱতাই ইন্দ্ৰাদি দেৱতাৰ ঠাইত সোমায়। তেনেকুৱা অপ্ দেৱতাই ইন্দ্ৰৰ যজ্ঞাদি কৰ্ম্মত বাধা নিদিয়ে। ( হে অধ্বৰ্য্যু সকল ) তোমালোকে সেই নদী বিলাকক ঘিঁউৰ দৰে হব্যাদি দি হোম কৰা ॥ ৩ ॥ যি সূৰ্য্যৰ অপ্ দেৱতাক ৰশ্মিৰে বিস্তাৰ কৰে, যি পানীৰ ৰস যাবলৈ মেঘত ইন্দ্ৰই ( বজ্ৰেৰে ) খুন্দিয়াই বাট উলিয়াই দিয়ে, —হে অপ্ দেৱতা তোমালোকে আমাক ধন ধাৰণ কৰা। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৪ ॥

৪৮ সূক্ত—ঋ ৪।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— ঋভু সকল।

হে ঋভুক্ষা সকল, হে বাজ ( আৰু হে বিভ্বা ), নেতা, ধনবান ঋভুসকল, তোমালোকে আমাৰ চেপা সোম ৰসেৰে আনন্দ কৰা। পৈ থকা তোমালোকৰ কামৰ সমৰ্থ ঘোঁৰাৰে মানুহৰ হিত কৰা ৰথ এই ফালে আনা ॥ ১ ॥ হে ঋভু সকল, তোমালোকৰ ( তিনি জনৰ ভিতৰৰ ) ঋভুৰে ( সহায়েৰে ) ঋভুক ( তাঙ্গৰক ) আৰু বিভ্বাৰে ( বিভ্বাৰ সহায়েৰে ) বিভ্বক ( বল বানক ) শত্ৰুৰ বলক পৰাস্ত কৰিম। যুদ্ধত বাজৰে ( বাজৰ সহায়েৰে ) আমাক পালন কৰক। আৰু ইন্দ্ৰৰ সহায় হৈ আমি শত্ৰু জয় কৰিম ॥ ২ ॥ তেনেকুৱা ইন্দ্ৰ ( আৰু ঋভু সকলে ) বহুত শত্ৰুসেনা অস্ত্ৰেৰে অভিভৱ কৰে। যুদ্ধত সকলো শত্ৰু ঋভুক্ষা, বিভ্বা আৰু বাজই ইন্দ্ৰৰে সৈতে শত্ৰুৰ আক্ৰমন কাৰী হৈ শত্ৰুৰ বল মথন কৰি বিনাশ কৰিছিল ॥ ৩ ॥ হে ঋভু দেৱতা সকল, আমাৰ ধন কৰা। সকলো কেজন ঋভুৱে একেলগে সন্তোষ হৈ আমাৰ ৰক্ষণৰ কাৰণে হোৱা। হে বসু সকল, অন্ন আমাক দিয়া। তোমালোকে সদায় আমাক কল্যাণেৰে ৰক্ষা কৰা ॥ ৪ ॥

৪৯ সূক্ত—ঋ ৪।

ঋষি আদি ৪৭ সূক্তৰ দৰে।

সমুদ্ৰ যাৰ জ্যেষ্ঠ, অন্তৰীক্ষৰ মাজৰ পৰা আহি সকলো বিশুদ্ধ কৰি ক'তো নোৰোৱাকৈ যি বৈ যায়, —যাৰ কৰেণে বৰ্ষক বজ্ৰধাৰী ইন্দ্ৰই বাট মুকলি কৰি দিলে - সেইজনা অপ্ দেৱীয়ে মোক ৰক্ষা কৰক ॥ ১ ॥ যি জল, পৰিস্কাৰ আৰু পাবক, স্বৰ্গৰ পৰা অহা বা যি পানী খনা নলাইদি আহে, বা নিজে নিজে হোৱা নদীয়েদি সমুদ্ৰৰ কাৰণে যায়, সেই জল দেৱীয়ে মোক ৰক্ষা কৰক ॥ ২ ॥ যাৰ মাজেদি মানুহৰ সত্য আৰু অসত্য পৰ্য্যবেক্ষণ কৰি ৰজা বৰুণ যায়, মধুক্ষৰণ কৰা পবিত্ৰ আৰু পাবক সেই জলদেৱীয়ে মোক ৰক্ষা কৰক ॥ ৩ ॥ যাৰ ভিতৰত ৰজা বৰুণ, দেৱতাই বাস কৰে, য'ত সোম বাস কৰে, য'ত সকলো দেৱতাই অন্নৰে আমোদ কৰে, যি জলত বৈশ্বানৰ অগ্নি বাস কৰে, সেই জল দেৱীয়ে মোক ৰক্ষা কৰক ॥ ৪ ॥

৫০ সূক্ত—ঋ ৪।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— জগতী ; ৪ অতি জগতী বা শক্বৰী। দেৱতা— ১ মিত্ৰাবৰুণ ২ অগ্নি ; ৩ সকলো দেৱতা ; ৪ নৈ বিলাক।

হে অগ্নি আৰু বৰুণ, ইহলোকত মোক ৰক্ষা কৰা। গাৰ কোনো ঠাইত বিশেষকৈ বাঁহ লোৱা বিষ আমাৰ কাষে নাহক। অজকা ৰোগৰ দৰে বেয়াকৈ দংশন কৰা বিষ নাইকিয়া কৰা। জিহ্মগামী ( বেকা বেকিঁকৈ যোৱা ) সৰ্পই ভৰিৰ শব্দত মোক চিনি নেপাওক ॥ ১ ॥ পাবত ( গাৰ জোৰাত ) উদ্ভব হোৱা, বিবিধ ৰূপে জন্ম হোৱা বন্দন বিষ, আথুত, পেৰোহাত যি উখহাই, জলি থকা অগ্নি দেৱতাই এইজন মানুহৰ পৰা সেই বিষ গুচাই দিয়ক। জিহ্মগামী ....... ১ ঋকৰ দৰে ॥ ২ ॥ যি বিষ শিমলু গছত থাকে, যি বিষ নদীৰ পানীত থাকে, গছ-গছনিৰ পৰা যি বিষ হয়,

সকলো দেৱতাই সেই বিষ এইজন মানুহৰ পৰা (বা এই দেশৰ পৰা) গুছাই দিয়ক। জিহ্মগামী ......... খকৰ দৰে ॥৩॥ যি নদী ওখ ঠাইত বয়, যি নদী তলৰ ঠাইলৈ বয়, যি নদী ওখ ঠাইলৈ যায়, যি নদী পানী নথকা ঠাইত বয়, পানীৰে ভৰপূৰ সেই নদী সকলে আমাৰ পৰা অশিপদা ৰোগ নাইকিয়া কৰি কল্যান কৰক। সেই নদী বিলাক অহিংসিত হওক ॥৪॥ (১ খকৰ অজকা- সম্ভৱ ধনুষ্টঙ্কাৰ ৰোগ। ৪ খকৰ অশিপদা বা শিপদা বোধ হয় ভৰিৰ কুষ্ঠ ৰোগ বন্দন বিষ কি বুজা নেযায়)॥

## ৫১ সূক্ত—ঋ ৩।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— আদিত্য সকল; ৩ সকলো দেৱতা।

আদিত্য দেৱতা সকলৰ ৰক্ষণেৰে নতুন অতি সুখকৰ ঘৰত আমি থাকিবলৈ পাম। ত্বৰিৎ গতিৰ আদিত্য সকলে আমাৰ এই স্তুতি শুনি যজ্ঞ কৰা এই জনক অপৰাধ নোহোৱা আৰু দীন দুখী নোহোৱা কৰক ॥১॥ আদিত্য সকল, অদিতি, অতি সৰল মিত্ৰ, অৰ্যমা আৰু বৰুণ দেৱতা তৃপ্ত হওক। সকলো জগতৰ ৰক্ষক দেৱতা সকল আমাৰ (ৰক্ষক) হওক। আজি আমাৰ ৰক্ষাৰ কাৰণে সোম পান কৰা ॥২॥ সকলো আদিত্যই সকলো মৰুতে, সকলো দেৱতাই, সকলো ঋভুৱে, ইন্দ্ৰই, অগ্নিয়ে, অশ্বিনী দুজনে এই সকলো দেৱতাই, যাক আমি স্তুতি কৰিছো, তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥৩॥

## ৫২ সূক্ত—ঋ ৩।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— আদিত্য সকল।

হে আদিত্য সকল আমি অদীন হম। দেৱতাৰ মাজৰ হে বসু সকল, মানুহ বিলাকক তোমালোকে পালন কৰা। হে মিত্ৰাবৰুণ, তোমালোকক ভজন কৰি আমি ধন ভোগ কৰিম। হে দ্যাবা-পৃথিবী, আমি যেন ভূতিমন্ত (ধনী) হওঁ ॥১॥ মিত্ৰাবৰুণে আমাক সেই সুখ দিয়ক। তোমালোকৰ ওচৰত অনাই কৰা পাপ আমি ভোগ নকৰো। হে বসু সকল, যি কাম কৰিলে আমাক নাশ কৰা, তেনে কাম আমি নকৰো ॥২॥ কৰ্ম্মত খুব খৰ অঙ্গিৰস সকলে খুজি সবিতা দেৱতাৰ পৰা যি ৰত্ন পাইছিল, যজনশীল, মহান পিতা বৰুনেও সকলো দেৱতাৰে সৈতে একে মনৰ হৈ তেনেকুৱা ৰত্ন আমাক দিয়ক ॥৩॥

## ৫৩ সূক্ত - ঋ ৩।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—দ্যাবা-পৃথিবী।

যি মহতী আৰু দেৱতা সকলৰ জনয়িত্ৰী দ্যাবা-পৃথিবীক পুৰণি স্তোতা সকলে স্তুতি কৰি সম্মুখত স্থাপন কৰিছিল, মই সেই যজনীয়া মহতী দ্যাবা-পৃথিবীক ঋত্বিক সকলৰ বাধা নিষেধ আদিৰে সৈতে যজ্ঞ কৰি নমস্কাৰ কৰি স্তুতি কৰিম ॥১। (হে স্তোতা সকল) তোমালোকে নতুন স্তুতিৰে সৈতে পূৰ্ব্বত জন্ম আৰু বিশ্বৰ পিতা মাতা ৰূপ দ্যাবাপৃথিবীক, যজ্ঞ স্থলীৰ সম্মুখত স্থাপন কৰা। হে দ্যাবাপৃথিবী তোমালোকৰ মহৎ আৰু বৰণীয় ধন দিবলৈ দেৱতা সকলেৰে সৈতে আমাৰ ওচৰলৈ আহা ॥২॥ আৰু হে দ্যাবাপৃথিবী, তোমালোকে সুদাসক (সুহবি দাতা যজমানক) দিবলৈ বহুত বমনীয় ধন ৰত্ন ৰাখিছা, যি ধন অলপ নহয়,—সেই ধন আমাক দিয়া। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥৩॥

## ৫৪ সূক্ত—ঋ ৩।

### ঋষি— মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা— বাস্তোষ্পতি (ঘৰৰ পালক)।

হে বাস্তোষ্পতি দেৱতা, তুমি আমাক জানি লোৱা (স্তুতি কৰিছে বুলি জানি লোৱা)। আমাক ভাল ঘৰ দিয়া আৰু আৰোগ্য কৰা। আমি যি ধন বিচাৰিছোঁ সেই ধন আমাক দিয়া। আমালোকৰ দুঠেঙীয়া (পুত্ৰাদিৰ) আৰু চাৰিঠেঙীয়া (গৰু আদিৰ) সুখ দায়ক হোৱা ॥১॥ হে বাস্তোষ্পতি, তুমি আমাৰ আৰু আমাৰ ধনৰ প্ৰবৰ্দ্ধক হোৱা। হে সোমৰ (দৰে) আনন্দ দায়ক, তোমাৰ সখীত্বত থাকি আমি গৰু, ঘোঁৰা আদিৰে জৰাৰহিত হৈ থাকিম। পিতাই পুত্ৰক পালন কৰা দৰে তুমি আমাক পালন কৰা ॥২॥ হে বাস্তোষ্পতি দেৱতা, সুখকৰ, ৰমনীয়, ধনৱতী তোমাৰ দিয়া স্থানত (তুমি দিয়া ঘৰত) থাকিম। তুমিও, আমি ৰক্ষণ প্ৰাপ্ত হলে (আমি আজৰি হলে), ৰোগ প্ৰাপ্ত হলে (কামত থাকিলে) বৰণীয় আমাৰ ধন ৰক্ষা কৰিবা। তোমালোকে আমাক সদায় কল্যাণেৰে ৰক্ষা কৰা ॥৩॥

## ৫৫ সূক্ত—ঋ ৮।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ১ গায়ত্ৰী; ২-৪ উপৰিষ্টাৎ বৃহতী; ৫-৮ অনুষ্টুভ্। দেৱতা—

১ বাস্তোষ্পতি, ২-৮ ইন্দ্ৰ (কুকুৰক বশ কৰা মন্ত্ৰ)।

হে বাস্তোষ্পতি দেৱতা, ৰোগনাশক তুমি নানা ৰূপ ধৰি আমাৰ সখা আৰু সুখকৰ হোৱা ॥ ১ ॥ হে বগা কুকুৰ (সাৰমেয়— সৰমা কুকুৰৰ পুতেক), (ঠায়ে ঠায়ে) ৰঙচুৱা (নোম থকা), তুমি যে দাঁত দেখুৱাইছা সেই বিলাক অস্ত্ৰৰ দৰে আমাক খাব খোজা তোমাৰ দাঁত তোমাৰ কোৰাবিৰ মাজত শোভা কৰিছে। তুমি এতিয়া ভালকৈ শুই থাকা ॥ ২ ॥ হে পুণঃসৰ (যোৱা ঠাই আকৌ মনত পৰা) কুকুৰ, তুমি চোৰক খেদিবা। ইন্দ্ৰৰ স্তোত্ৰ গোৱা আমাক কেলেই খেদিছা? কিয় বাধা দিছা? তুমি এতিয়া ভালকৈ শুই থাকা ॥ ৩ ॥ তুমি বৰা গাহৰিক কামুৰিবা। বৰা গাহৰিয়েও তোমাক কামুৰিব। ইন্দ্ৰৰ স্তোত্ৰ ... ... ... ৩ ঋকৰ দৰে ॥ ৪ ॥ হে কুকুৰ, তোমাৰ মাৰা শুই থাকক। পিতাৰ শুই থাকক, তুমিও শুই থাকা। ঘৰৰ পতি শুই থাকক। জাতি বন্ধু সকল শুই থাকক। কেউফালে থকা মানুহো শুই থাকক ॥ ৫ ॥ যি মানুহ ইয়াত আছে, যি গৈ আছে, যি আমাক দেখিছে, সেই বিলাকৰ ইন্দ্ৰিয় বিলাক অকামিলা কৰি দিম। এই আট্টালিকাৰ দৰে সকলো লৰচৰ নকৰা হওক ॥ ৬ ॥ সহস্ৰ সিঙৰ (সহস্ৰ কিৰণৰ) যি সূৰ্য্য সমুদ্ৰৰ পৰা উঠি আহে, সেই অভিভাবক সূৰ্য্যৰে অমি স্তোভাই সকলোকে শুৱাই দিম ॥ ৭ ॥ যি মাইকী মানুহ বাহিৰ ঘৰত শোৱে, যি যান বাহনত শোৱে, যি মাইকী মানুহ বিচনাত শুই আছে, যি পূণ্যগন্ধা, সেই সকলো মাইকী মানুহকে শুৱাই থম ॥ ৮ ॥

## ৫৬ সূক্ত—ঋ ২৫।

ঋষি— মিত্ৰা বৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ — ত্ৰিষ্টুভ্; ১-১১ দ্বিপদা বিৰাট্। দেৱতা— মৰুৎ সকল।

কান্তি যুক্ত, সমান ঘৰত থকা, নেতা মানুহৰ হিতকৰ আৰু ভাল বাহন থকা ৰুদ্ৰৰ পুত্ৰ এওঁবিলাক কোন? ॥ ১ ॥ এই মৰুত সকলৰ জন্মৰ বিষয় কোনেও নেজানে। তেওঁবিলাকেই পৰস্পৰ নিজৰ জন্মৰ কথা জানে ॥ ২ ॥ মৰুত সকলে নিজৰ চলা গতিৰে পৰস্পৰে মিলিত হয়। বায়ুৰ দৰে বেগী শেন চৰাইৰ দৰে পৰস্পৰ স্পৰ্দ্ধা কৰি চলে ॥ ৩ ॥ ধীমান সকলে বগা বৰণৰ এই (মৰুতাত্মক) কেজনক চিনি পাই। মহতী পৃশ্নিয়ে, যি এওঁ বিলাকক গৰ্ভত ধাৰণ কৰিছিল, এওঁবিলাকক জানে ॥ ৪ ॥ সেই মানুহে মৰুত সকলৰ অনুগ্ৰহত সদায় শত্ৰুক পৰাস্ত কৰে, ধন পোষণ কৰে আৰু সুবীৰ পুত্ৰ যুক্ত হয় ॥ ৫ ॥ গন্তব্য ঠাইলৈ বেচিকৈ যোৱা, ধুনীয়া অলঙ্কাৰেৰে শোভিত চেহেৰাৰ (তেওঁবিলাক) গৈ বলেৰে উগ্ৰ (হৈ উঠে) ॥ ৬ ॥ হে মৰুত সকল, তোমালোকৰ তেজ উগ্ৰ, বল স্থিৰ আৰু তোমালোক বুদ্ধিমান ॥ ৭ ॥ হে মৰুত সকল, তোমালোকৰ বল শোভনীয়। মন ক্ৰোধ যুক্ত, ধৰ্ষণশীল, গছ বিলাক কপাই দি স্তোতাৰ দৰে (বহুত শব্দ কৰে) ॥ ৮ ॥ (হে মৰুত সকল) পুৰণি অস্ত্ৰ আমাৰ ওচৰৰ পৰা আঁতৰাই দিয়া। তোমালোকৰ ক্ৰুৰ মতিয়ে আমাৰ এই কৰ্ম্মত চুৱলৈ নেপাওক ॥ ৯ ॥ হে মৰুত সকল, খৰধৰ কৰা তোমালোকৰ প্ৰিয় নাম আহ্বান কৰো (যি নামেৰে) কামনা বিলাক তৃপ্ত হয় ॥ ১০ ॥ ভাল অস্ত্ৰ থকা, চলি থকা, সুঅলঙ্কাৰ যুক্ত আৰু নিজ শৰীৰ শোভা কৰি (মৰুত সকলে) নিজেই (এনেকুৱা) হয় ॥ ১১ ॥ হে মেৰুত সকল, শুচি তোমালোকৰ হব্যও শুচি। শুচি তোমালোকৰ শুচি যজ্ঞ প্ৰেৰণ কৰিম। ঋত (জল) স্পৰ্শী মৰুত সকললৈ ঋতৰেই (সত্যৰেই) সত্যলৈ যায়। শুচি জন্মৰ দীপ্যমান শোধক মৰুত সকললৈ শুচি বস্তুয়েই যায় ॥ ১২ ॥ হে মৰুত সকল, তোমালোকৰ কান্ধত পিন্ধা অলঙ্কাৰ বিলাক ওলায় আছে। ভাল জিলিকি থকা হাড় মালা তোমালোকৰ বুকত ওলমি আছে। হে মৰুত সকল, বৰষুণৰ লগত যেনেকৈ বিজুলী জিলিকে, তেনেকুৱা অস্ত্ৰেৰে মেঘক খুন্দিয়াই পানী উলিয়াই ঘুৰি ফুৰা ॥ ১৩ ॥ হে মৰুত সকল, তোমালোকৰ অন্তৰীক্ষত (উৎপত্তি) হোৱা তেজ বিশেষকৈ চলি গৈ আছে। হে যজন যোগ্য মৰুত সকল যাৰ পৰা তোমালোকে পানী বৃষ্টি কৰা। সহস্ৰ ঘৰত হোৱা এনে গৃহস্থই দিব লগীয়া ভাগ তোমালোকে সেৱণ কৰা ॥ ১৪ ॥ হে মৰুত সকল, যিহেতু তোমালোকে হবি অন্ন থকা বিপ্ৰৰ (মোৰ) স্তোত্ৰ জানা, সেই বাবে তোমালোকে সুপুত্ৰ যুক্ত ধন সোনকালে দিয়া,— যি ধন শত্ৰু মানুহে নষ্ট কৰিব নোৱাৰে ॥ ১৫ ॥ সততে যোৱা ঘোঁৰাৰ দৰে ভালকৈ যোৱা, উৎসৱৰ দ্ৰষ্টা মানুহৰ দৰে অলঙ্কৃত, ঘৰত থকা লৰাৰ দৰে শোভা কৰা, (গৰু আদিৰ) পোৱালীৰ দৰে ধেমালী কৰি, সেই মৰুত সকলে পানীৰ দাতা হয় ॥ ১৬ ॥ মৰুত সকলে আমাক ধন দি সুৰূপেৰে দ্যাবাপৃথিবী পূৰ্ণ কৰি আমাক সুখ যুক্ত কৰক। হে বাস দাতা মৰুত সকল, মেঘৰ ভেদক শত্ৰুৰ হন্তা তোমালোকৰ অস্ত্ৰ আমাৰ পৰা আঁতৰত থাকক। তোমালোকে সুখেৰে আমাৰ কালে মুখ কৰা ॥ ১৭ ॥ হে মৰুত সকল, তোতাৰ ঘৰত ব্যস্ত থকা আমাৰ হোতাই সৰ্ব্বত্ৰ গমনশীল তোমালোকৰ দানৰ স্তুতি কৰি

ৰৰকৈ আহ্বান কৰিছে। হে কামবৰ্ষী মৰুত সকল, যি হোতা যজমানৰ ৰক্ষক সেই হোতাই অকপট ভাবে তোমালোকক স্তোত্ৰেৰে স্তুতি কৰিছে ॥১৮॥ এনেকুৱা মৰুত সকলে কামত খৰতকীয়া যজমানৰ লগত খেলা কৰে। এওঁবিলাকে বলবান মানুহক (জনক) বলেৰে আনমিত কৰে। এই মৰুত সকলে হিংসক মানুহৰ পৰা স্তোতাক ৰক্ষা কৰে। হবি নিদিয়া জনক মহৎ অপ্ৰিয় সাধন কৰে ॥১৯॥ এই মৰুত সকলে সমৃদ্ধ মানুহকো প্ৰেৰণা দিয়ে, ঘূৰি ফুৰা দৰিদ্ৰকো প্ৰেৰণা দিয়ে। হে নিবাস দাতা মৰুত সকল, তোমালোকে যেনেকৈ ইচ্ছা কৰা, হে কামবৰ্ষী সকল, তোমালোকে এন্ধাৰো নাশ কৰি দিয়া। আমাক বহুত পুত্ৰ পৌত্ৰ দিয়া ॥২০॥ হে মৰুত সকল, তোমালোকৰ দানৰ পৰা আমি যেন ওলায় নেজাওঁ। হে ৰথী মৰুত সকল ধন বিভাগ কৰোতে আমাক পাচত নেৰাখিবা। স্পৃহনীয়া ধন বিলাকৰ আমাক ভাগী কৰিবা। হে বৰ্দ্ধক মৰুত সকল, তোমালোকৰ যি সুজাত ধন আছে, তাৰো আমাক ভাগী কৰিবা ॥২১॥ যেতিয়া বিক্ৰমী মানুহে মহৎ গছ-গছনি বিলাকক আৰু প্ৰজাক খঙেৰে মাৰিবলৈ যায় তেতিয়া, হে ৰুদ্ৰৰ পুত্ৰ সকল, যুদ্ধত শত্ৰুৰ পৰা আমাৰ ত্ৰাতা হবা ॥২২॥ হে মৰুত সকল, তোমালোকে আমাক আৰু পিতৃ সকলক বহুত কাম কৰিদিলা। আগৰ দিনত তোমালোকক উক্‌থেৰে যি কামৰ প্ৰশংসা কৰিছিল সেইবিলাক কৰ্ম্মও কৰিছিলা। উগ্ৰ যুদ্ধত তোমালোকৰ কাৰণে শত্ৰুৰ জয় কৰা হৈছিল। তোমালোকৰ সহায়েৰেই স্তোতাই অন্ন ভোগ কৰে ॥২৩॥ হে মৰুত সকল, আমাৰ বীৰ পুত্ৰ বলবান হওক। তেওঁ (সেই পুত্ৰ) অসুৰ (বলী) আৰু (মানুহক) বিধান দিওতা হওক। যি পুত্ৰৰে সুখৰে থাকিবলৈ পানী পাই, শত্ৰুৰ পৰা ত্ৰাণ পাও (সেই পুত্ৰ বলবান হওক) আৰু তোমালোকৰ আমি আত্মীয় স্থানৰ হম ॥২৪॥

২৫ ঋক্ আগৰ ৭।৩৪।২৫ ঋকৰ দৰে ॥২৫॥

### ৫৭ সূক্ত—ঋ ৭।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্।
### দেৱতা—মৰুত সকল।

যি মৰুত সকৰে দ্যাবাপৃথিবী কপাই দিয়ে, মেঘক বৰ্দ্ধন কৰাই, উগ্ৰ যি সকলো ফালে যায়, সেই হে যজনীয় মৰুত সকল, তোমালোকৰ মাৰুতী নামৰ মধুৰ স্তোত্ৰৰে যজ্ঞত স্তোতাই বলেৰে (ডাঙৰ মাতেৰে) স্তুতি কৰিছে ॥১॥ যি মৰুত সকলে স্তুতি কৰা জনৰ পাচে পাচে যায়, যজমানৰ মনৰ কামনা বৃদ্ধি কাৰক হয়, হে মৰুত সকল, তোমালোক সন্তুষ্ট হৈ আজি আমাৰ যজ্ঞত সোম পানৰ কাৰণে কুশৰ ওপৰত বহা ॥২॥ এনেকুৱা মৰুত সকলে যেনেকৈ ধন দিয়ে, অন্যই (অন্য দেৱতাই) তেনেকৈ নিদিয়ে। তেওঁবিলাকে কচিকৰ অলঙ্কাৰেৰে (আৰু) অস্ত্ৰেৰে নিজৰ গা শোভিত কৰে। দ্যাবাপৃথিবীত প্ৰকাশ কৰি ব্যাপ্ত দীপ্তিৰ মৰুত সকলে শোভাৰ কাৰণে এনে ধৰণৰ অলঙ্কাৰেৰে নিজক দেখুৱাই ॥৩॥ হে মৰুত সকল, তোমালোকৰ সেই বজ্ৰঘাট অস্ত্ৰ আমাৰ পৰা আঁতৰি থাকক। যদিও আমি মানুহ হৈ অপৰাধ কৰো, হে যজনীয় মৰুত সকল, তোমালোকৰ সেই অস্ত্ৰই অলপো নোচোৱক। আমালৈ তোমালোকৰ অতি অন্ন দিয়া সুমতি হওক ॥৪॥ আমাৰ যজ্ঞ কৰ্ম্মত মৰুত সকলে আনন্দ কৰক। (তেওঁ বিলাক) অনিন্দিত, দীপ্তিযুক্ত, পাবক। যজনীয় তোমালোকে আমাক মনেৰে পালন কৰা। আমাক অন্নেৰে পোষণ কৰি বৰ্দ্ধন কৰা ॥৫॥ মৰুত সকলে স্তুত হৈ হব্য ভক্ষণ কৰক। তেওঁবিলাক নেতা আৰু সকলো পানীত বৰ্ত্তমান। হে মৰুৎ সকল, আমাৰ পুত্ৰক অমৃত দিয়া। হবি দাতাক সত্য আৰু প্ৰিয় ধন দিয়া ॥৬॥ এনেকৈ আমি স্তুতি কৰা সকলো কেইজন মৰুতে ৰক্ষণেৰে সৈতে স্তোতাৰ কালে যজ্ঞলৈ আহা। —যি নিজেই আমাক শত সংখ্যক (বহুত ধন) দিয়ে। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥৭॥

### ৫৮ সূক্ত—ঋ ৬।

### ঋষি আদি ৫৭ সূক্তৰ দৰে।

(হে স্তোতা সকল) সততে বৰ্ষণ কৰা, যি দেৱতাৰ স্থানত সকলোতকৈ বৃদ্ধি প্ৰাপ্ত হয়, সেই মৰুত গণক স্তোত্ৰেৰে অৰ্চ্চনা কৰা। তেওঁবিলাকৰ মহিমাৰে দ্যাবা-পৃথিবী ভাঙি দিয়ে আৰু ভূমি আৰু অন্তৰীক্ষ ব্যাপ্ত কৰে ॥১॥ হে ভয়ঙ্কৰ, সুপক মতিৰে, গমণশীল মৰুৎগণ, তোমালোকৰ জন্ম দীপ্তৰ (ৰুদ্ৰৰ) পৰা হল। আৰু যি মৰুত সকলে তেজেৰে আৰু বলেৰে প্ৰভাৱ কৰে, তোমালোক যোৱা বাটত সকলো সূৰ্য্যলৈ চোৱা (জীৱই বা গছ) বিলাকে ভয় কৰে ॥২॥ হে মৰুত সকল, হবি অন্ন থকা আমাক মহৎ অন্ন দিয়া। আমাৰ সুস্তুতিও সেৱন কৰা। মৰুত সকলে যোৱা বাটত প্ৰাণীক নেমাৰে। আমাক স্পৃহনীয় ৰক্ষণেৰে বৰ্দ্ধন কৰা ॥৩॥ হে মৰুত সকল, তোমালোকে ৰক্ষা কৰা স্তোতাৰ শতধন হয়। তোমালোকে ৰক্ষা কৰা স্তোতাই আক্ৰমন কৰি,

(শত্রুৰ) অভিভৱ কৰা আৰু সহস্ৰ ধনবান হয়। তোমালোকে ৰক্ষা কৰা স্তোতাই সম্রাট হয় আৰু শত্রু নাশ কৰে। হে কপাই দিয়া মৰুত সকল, তোমালোকে দিয়া সেই ধন বহুত হওক ॥ ৪ ॥ কামবর্ষী রুদ্রৰ পুত্ৰ সকলক মই পৰিচৰণ কৰিছো। হে মৰুত সকল, আমাৰ কালৈ আকৌ এবাৰ মুখ কৰা। লুকায় থকা পাপত যি মৰুত সকলে খণ্ড কৰে, যি প্ৰকাশ হোৱা পাপত (মৰুত সকলে) খণ্ড কৰে, সেই দুয়োবিধ পাপ স্তোত্ৰেৰে মই অপনয়ন কৰিম ॥ ৫ ॥ ধনবান মৰুত সকলৰ যি এই সুস্তুতি উচ্চাৰণ কৰা হৈছে, মৰুত সকলে এই সূক্ত সেৱন কৰক। হে কামবর্ষী সকল তোমালোকে আমাৰ শত্রুক দূৰলৈ আঁতৰাই দিয়া। তোমালোকে সদায় আমাক কল্যাণেৰে ৰক্ষা কৰা ॥ ৬ ॥

## ৫৯ সূক্ত—ঋ ১২।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— প্ৰগাথ; ১।৩।৫ বৃহতী; ২।৪।৬ সতোবৃহতী; ৭।৮ ত্ৰিষ্টুভ্; ৯-১১ ১২ অনুষ্টুভ্। দেৱতা— ১-১১ মৰুৎগণ; ১২ রুদ্ৰ।

হে দেৱতা সকল, যিবা ইটো সিটো স্তোতাক পালন কৰা, যি (ইটো সিটো) স্তোতাক সংমাৰ্গলৈ নিয়া, হে অগ্নি, বৰুণ, মিত্ৰ, অৰ্যমা; হে মৰুৎ সকল, সেই স্তোতাক তোমালোকে সুখ দিয়া ॥ ১ ॥ হে দেৱতা সকল, তোমালোকৰ ৰক্ষণৰে শুভ দিনত যি যাগ কৰে, যি শত্রুক আক্রমণ কৰে, যি যজমানে তোমালোকক (অন্য ঠাইলৈ নেযাবলৈ) নিবাৰণ কৰিবৰ কাৰণে বহুত হবি অন্ন দিয়ে, সেই যজমানে নিজ ঘৰ ডাঙৰ কৰে ॥ ২ ॥ বসিষ্ঠ ঋষিয়ে তোমালোকৰ মাজত এটাইতকৈ সৰু জনকো উপেক্ষা নকৰে। আজি আমাৰ চেপা সোম কামনা কৰা হে মৰুত সকল, তোমালোকে সকলোৱে মিলি এয়া চেপা সোম পান কৰা ॥ ৩ ॥ হে নেতা সকল, তোমালোকে যাৰ কামনা পূৰণ কৰা, হে মৰুত সকল, তোমালোকে ৰক্ষা কৰা যুদ্ধত সেই বিলাকে শত্রুৰ হিংসা সহি নেথাকে। নতুন তোমালোকৰ সুমতি আমালৈ ঘূৰি আহক। হে সোম পান কৰিবলৈ বিচৰা সকল, সোনকালে তোমালোক আহা ॥ ৪ ॥ পৰস্পৰ সংযত ধনৰ হে মৰুত সকল, তোমালোকে সোম অন্ন পান কৰিবলৈ ভালকৈ আহা। যি কাৰণে হে মৰুত সকল, তোমালোকক এই বিলাক হব্য মই দিছো, সেই কাৰণে অন্য ফালে নেযাবা ॥ ৫ ॥ হে মৰুত সকল, তোমালোক আমাৰ (মেলি দিয়া) কুশত বহা। স্পৃহনীয় ধন আমাক দিবলৈ আমাৰ কালৈ আহা। হে অহিংসিত মৰুত সকল, তোমালোকে এই যজ্ঞত স্বাহাকাৰেৰে দিয়া মধুৰ সোম অন্নত আমোদ কৰা ॥ ৬ ॥ অন্তৰ্হিত হোৱা মৰুত সকলে নিজৰ অঙ্গ শোভা কৰি নীলা পিঠিৰ হাঁহৰ দৰে উৰি আহক। সকলোতে ব্যাপ্ত মৰুৎগণ যজ্ঞত আনন্দ কৰা ৰংমনৰ মানুহৰ দৰে মোৰ চাৰিওফালে বহক ॥ ৭ ॥ হে বসু মৰুত সকল, অন্যায়কৈ খণ্ড কৰি যি তিৰস্কৃত মানুহে আমাক মাৰিবলৈ বিচাৰে সেই মানুহে আমাক বান্ধিবলৈ বৰুণৰ পাশ মেলি দিয়ে। তোমালোকে সেই মানুহক তাপক অস্ত্ৰেৰে ধ্বংস কৰা ॥ ৮ ॥ হে শত্রুৰ তাপক মৰুত সকল, এয়া হবি (তোমালোকলৈ কল্পনা কৰা হৈছে)। শত্রুনাশ কৰা তোমালোকে ৰক্ষনেৰে সৈতে এই হবি সেৱন কৰা ॥ ৯ ॥ গৃহস্থই কৰা যজ্ঞলৈ সুদাতা হে মৰুত সকল, তোমালোকৰ ৰক্ষণেৰে যুক্ত হৈ আহা। আন ফালে নেযাবা ॥ ১০ ॥ হে স্বায়ত্ত বলৰ, মেধাবী, সূৰ্য্যৰ বৰ্ণৰ মৰুত সকল; তোমালোকক এই যজ্ঞত ভজন কৰিছো ॥ ১১ ॥

সুগন্ধি, পুষ্টিবৰ্দ্ধক, (সূক্ষ্ম) শক্তিবৰ্দ্ধক, সংসাৰৰ পৰা শিমলু গুটিৰ (কেঁৱৰৰ) পৰা (তুলা) মোচন কৰা দৰে মোচন কৰি অমৃত পৰ্য্যন্ত পোৱাই দিয়া তিনিজনৰ (ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ) পিতাক (রুদ্রক) আমি যজন কৰো ॥ ১২ ॥

## ৬০ সূক্ত—ঋ ১২।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ— ত্ৰিষ্টুভ্। দেৱতা— মিত্ৰাবৰুণ; ১ সূৰ্য্য।

হে সূৰ্য্য দেৱতা, উদয় হৈ তুমি আজি (যজ্ঞৰ সময়ত) কোৱা (যে ইঁহঁত) পাপী নহয়। হে অদিতি, দেৱতাৰ মাজত মিত্ৰ আৰু বৰুণৰ সম্ভ্যত আমি থাকিম। হে অৰ্য্যমা, তোমাক স্তৱ কৰি আমি তোমাৰ প্ৰিয় হম ॥ ১ ॥ মিত্ৰাবৰুণৰ, এয়া মানুহৰ চকু সূৰ্য্যাই দুয়ো দ্যাবাপৃথিবীক লক্ষ্য কৰি উদয় হৈ অন্তৰীক্ষত ভ্ৰমন কৰি সকলো স্থাবৰ আৰু জঙ্গমৰ বাট দেখুৱাওতা হৈ মানুহৰ সুকৰ্ম্ম আৰু পাপ নিৰীক্ষণ কৰিছে ॥ ২ ॥ হে মিত্ৰাবৰুণ, তেওঁ সাতোটা হৰিৎ ঘোঁৰা (ৰথত) লগাই পানীৰে পৰিপূৰ্ণ অন্তৰীক্ষৰ ঠাই বিলাক আৰু জন্ম হোৱা প্ৰাণীবিলাক চাই তোমালোকক বিচাৰি, গোৱালে গৰু চোৱাদৰে চাই ফুৰিছে ॥ ৩ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ কাৰণে অন্নবিলাক মধুৰকৈ সম্পাদন কৰা হৈছে। সূৰ্য্যাই দীপ্ত অৰ্ণৱত (অন্তৰীক্ষত) আৰোহণ

কৰিছে,— যি সূর্য্যক অদিতিৰ পুত্র মিত্র, বৰুণ আৰু অর্যমাই একেলগে একমনে বাট খুলি দিয়ে ॥ ৪ ॥ এওঁ বিলাক ( মিত্র, বৰুণ আৰু অর্যমা ) বহুত পাপৰ হন্তা। এওঁ বিলাক সুখকৰ, অহিংসিত, অদিতিৰ পুত্রেক ঋতৰ ( যজ্ঞৰ ) ঘৰত বর্দ্ধিত হয় ॥ ৫ ॥ এই ( আদিত্যক ) মিত্র, বৰুণক ( আৰু অর্যমাক ) কোনেও অভিভব কৰিব নোৱাৰে। অনুষ্ঠানৰ বিষয় নজনা হলেও নিজ সামৰ্থ্যৰে জানে। আৰু প্রকৃত জ্ঞানবান কর্ত্তা পুৰুষকো কাম কৰি থাকোতে দুষ্কৃতি দূৰ কৰি সুপথেৰে লৈ যায় ॥ ৬ ॥ এই ( মিত্রাদি ) দেৱতাই স্বৰ্গ আৰু পৃথিবীত চকুৰ টিপ নমৰাকৈ চাই, সদায় সকলো জানি অজ্ঞান গুছাই দিয়ে। তল ( দ ) ঠাইতো ( অগাধ পানীতো ) ভজন কৰা মানুহে বাম ( তৰাং ) পাই। তোমালোকৰ এই ব্যপ্ত ঠাই পাৰ কৰি নিয়া ॥ ৭ ॥ ৰক্ষণেৰে সৈতে যি ভাল সুখ সুদান কৰা অদিতি, মিত্র আৰু বৰুণে মোক দিছে, তেওঁ বিলাকক আমাৰ পুত্র—পৌত্রক সকলো পিনে ধাৰণ কৰি বেগাই যাবলৈ কৈ সেই দেৱতা সকলৰ খঙ নোতোলো ॥ ৮ ॥ হে মিত্রাদিই দেৱতা, সেই কর্ম্মাদি কৰি, স্তুতি বাক্যৰে বৰুণৰ হিংসিত ( যি কোনো ) ৰিপুৰ পৰা আঁতৰাই দিয়া। অর্যমা দেৱতাই ৰাক্ষসাদিৰ পৰা আমাক একৰাই দিয়ক। হে কামবর্ষী সকল, ভাল দান কৰা আমাক বহল স্থান দিয়া ॥ ৯ ॥ এই মিত্রাদিৰ সঙ্গতি দীপ্ত আৰু লুকায় থকা। লুকাই থকা বলেৰে শত্রু অভিভব কৰে। হে কামবর্ষী মিত্রাদি দেৱতা, তোমালোকৰ ভয়ত বিৰোধী বিলাক কঁপি থাকে। তোমালোকৰ বলৰ মহত্বৰে আমালোকক দয়া কৰা ॥ ১০ ॥ যি যজমানে তোমালোকৰ স্তোতাক অন্ন ধন দিবৰ কাৰণে সুমতি দান কৰিবলৈ স্তুতি কৰে, সেই স্তোতাৰ স্তোত্র ধনবান তোমালোকে সেৱন কৰি ডাঙৰ ঘৰৰ কাৰণে ভাল ঠাই দিয়া ॥ ১১ ॥ হে মিত্রাবৰুণ দেৱতা, তোমালোকক যজ্ঞ, পূজা আৰু স্তুতি কৰা হল। সেয়া সেৱন কৰি সকলো আপদ তিৰোহিত কৰি আমাক পাৰ কৰা। তোমালোকে সদায় আমাক কল্যাণেৰে পালন কৰা ॥ ১২ ॥

## ৬১ সূক্ত—ঋ ৭।

### ঋষি মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ — ত্রিষ্টুভ্। দেৱতা— মিত্র আৰু বৰুণ।

হে মিত্র আৰু বৰুণ দেৱতা, তোমালোক দুজনৰ দেখিবলৈ ভাল চকু সূর্য্যই ওপৰলৈ উঠি কিৰণ বিলাই উদয় হৈছে। সেই দেৱতাই উদয় হৈ সকলো ভুবন পৰিদর্শন কৰে। তেওঁ বিলাকে মানুহৰ মনৰ বৃত্তি বিলাক জানে ॥ ১ ॥ তোমালোক দুজনৰ কাৰণে, হে মিত্রাবৰুণ, এই ঋতবান ( যজ্ঞ বান — নিয়ম জনা ) বিপ্রই ( বসিষ্ঠই ) চিৰকাল শুনিবলৈ স্তুতি পথিয়াইছে ( যাতে ) হে সুকর্ম্মা দুজন. স্তুতি বিলাক সফল, কৰি, ৰক্ষা কৰি তেওঁবিলাকে শৰৎ বিলাক ( বচৰ বিলাক ) প্রীতি যুক্ত কৰক ॥ ২ ॥ হে মিত্র আৰু বৰুণ, বহল পৃথিবীৰ পৰা, ওখ বৃহৎ স্বৰ্গৰ পৰা, তোমালোকৰ বেলেগে বেলেগে যোৱা গুপ্তচৰ বিলাক, ধৰ বিলাকক আৰু গছগছনি বিলাক অনিমিষ চকুৰে ৰক্ষা কৰিবলৈ মেলি দিছা ॥ ৩ ॥ এই মিত্র আৰু বৰুণৰ তেজ মই স্তোত্রৰে প্রশংসা কৰিম। তেওঁবিলাকৰ শক্তিৰে বল কৰি দ্যাবা-পৃথিবী দুফাল কৰিলে। যজন নকৰা বিলাকৰ মাহ বিলাক লৰা নোহোৱাকৈ চলি যাওক ॥ ৪ ॥ হে অমূঢ়, ব্যাপ্ত, বর্ধক সকল, এয়া তোমালোকৰ স্তুতিৰ পৰা বিচিত্র বা পূজাৰ যোগ্য একো দেখা নেযায়। মানুহৰ বিষয় মিছা প্রশংসা দ্রোহকাৰী বিলাকে সেৱন কৰে। তোমালোকৰ নেজানিব লগীয়া ( গুপ্ত কথা ) একো নাই ॥ ৫ ॥ হে মিত্রাবৰুণ, তোমালোকৰ যজ্ঞত নমস্কাৰেৰে মই পূজা কৰিম। তোমালোকক বাধাৰে সৈতে ( বান্ধোন —যজ্ঞ কর্ত্তাৰ না না বান্ধোন থাকে ) আহ্বান কৰিম। এই নতুন স্তোত্র তোমালোকৰ স্তুতি। মই কৰা এই স্তোত্র তোমালোকে সেৱন কৰা ॥ ৬ ॥

৭ ঋক্ ওপৰৰ ৭।৬০।১২ ঋকৰ দৰে ॥ ৭ ॥

## ৬২ সূক্ত—ঋ ৬।

### ঋষি— মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ—ত্রিষ্টুভ্। দেৱতা— ১-৩ সূর্য্য; ৪-৬ মিত্রাবৰুণ।

সূর্য্য দেৱতাই বেচিকৈ জ্যোতিৰে বহুত ঠাইত জন্ম হোৱা ( জীৱ ) বিলাকক চাবলৈ ওপৰলৈ গৈছে। সেই দেৱতাক সদায় সকলো দিনে একে দেখা যাই। সেই দেৱতা ( প্রজাপতিৰ দ্বাৰা ) সকলোৰে কর্ত্তা সম্পাদিত হল। স্তুতি কৰিলত তীক্ষ্ণ হৈ উঠিল ॥ ১ ॥ হে সূর্য্য দেৱতা, এই এতশ ঘোঁৰাৰ দৰে গমন শীল ঘোঁৰা ( ৰূপী ) স্তোত্রেৰে তুমি আমাৰ কালে ওপৰলৈ উঠি আহা। আমাৰ পাপ নথকা কথা মিত্র, বৰুণ, অৰ্যমাক আৰু অগ্নিক কোৱা ॥ ২ ॥ আমাৰ দুখৰ প্রতিষেধক ঋতবান ( নিয়ম বান ) বৰুণ, মিত্র আৰু অগ্নিয়ে আমাক সহস্র ধন বিতৰণ কৰক। তেওঁবিলাক আহ্লাদ কাৰীয়ে আমাক স্তুতি কৰিব লগীয়া অর্চনীৰ স্তোত্র দিয়ক। আমাৰ স্তুত্য তেওঁবিলাকে আমাৰ কামনা পূৰণ

কৰক ॥ ৩ ॥ হে দ্যাবা-পৃথিবী, হে অদিতি, হে মহৎ সকল, আমাক ৰক্ষা কৰা। সুজন্মৰ আমি তোমালোকক জানো। আমি যেন বৰুণৰ ক্ৰোধত নপৰো, বায়ুৰ ক্ৰোধত নেথাকো। স্তোতা মানুহৰ প্ৰিয়তম মিত্ৰৰ ক্ৰোধত নেথাকো ॥ ৪ ॥ হে মিত্ৰাবৰুণ, তোমালোকৰ হাত আমাৰ জীৱনৰ কাৰণে মেলি দিয়া। আমাৰ গৰু-চৰা ঠাই পানীৰে সিঁচি দিয়া। মানুহৰ মাজত আমাক বিখ্যাত কৰা। হে ডেকা সকল, তোমালোকে মোৰ এই আহ্বান শুনা ॥ ৫ ॥ হে মিত্ৰ, বৰুণ আৰু অৰ্যমা, তোমালোকে আজি আমাক আৰু আমাৰ পুত্ৰক ধন দিয়া। আমাৰ সকলো বাট সুখময় হওক। তোমালোকে আমাক সদায় মঙ্গলেৰে ৰক্ষা কৰা ॥ ৬ ॥

### ৬৩ সূক্ত—ঋ ৬।

**ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা-১—৪/৫ৃ সূৰ্য্য; ৫ৃ, ৬ মিত্ৰ, বৰুণ আৰু অৰ্যমা।**

সৌভাগ্যযুক্ত, সকলো মানুহলৈ একে, মিত্ৰ আৰু বৰুণৰ চকু, যি চামৰাৰ (চালৰ) দৰে এন্ধাৰ চপাই পেলায় সেই সূৰ্য্য দেৱতা ওপৰলৈ উঠি গৈছে ॥ ১ ॥ সকলোৰে প্ৰসৱ কৰোঁতা, মহান, প্ৰজ্ঞাপক (নিচান), পানী দিওঁতা, সকলোলৈকে একে ৰূপৰ, ৰথৰ চকৰি চলাবলৈ ৰথৰ ধুৰাত এতশ (হৰিৎবৰ্ণৰ) ঘোঁৰা লগাই বহন কৰি আনি এয়া সূৰ্য্য উদয় হৈছে ॥ ২ ॥ এই সূৰ্য্য বিভ্ৰাজমান হৈ উষাৰ কোলাত (স্তোতাৰ স্তোত্ৰত) আনন্দ কৰি ওলায় আহিছে। এই সবিতা দেৱতাই মোক সকলো অভিলাষ পূৰ্ণ কৰিছে। সকলোলৈকে সমান এই দেৱতা নিজৰ তেজৰ স্থান সঙ্কুচিত নকৰে ॥ ৩ ॥ এই সূৰ্য্য ৰঙা বাহুত তেজযুক্ত, দূৰলৈ যোৱা, তাৰক আৰু দীপ্যমান হৈ অন্তৰীক্ষত উদয় হৈছে। নিশ্চয়কৈ সকলো প্ৰাণীয়ে সূৰ্য্যাই অনুজ্ঞা কৰা হৈ গৈ কৰিবলগীয়া কাম সকলো কৰে ॥ ৪ ॥ অন্তৰীক্ষত অমৰ দেৱতা সকলে পূৰ্ব্বত এই সূৰ্য্যৰ বাট কৰি দিছিল। গৈ থকা শেনৰ দৰে (তেওঁ) সদায় সেই পথ অনুসৰণ কৰি আছে। হে মিত্ৰাবৰুণ, সূৰ্য্য উদয় হলে তোমালোকক নমস্কাৰেৰে আৰু হবিৰে পৰিচৰণ কৰিম ॥ ৫ ॥

**৬ ঋক্ ওপৰৰ ৭/৬২/৬ ঋকৰ দৰে ॥ ৬ ॥**

### ৬৪ সূক্ত—ঋ ৫।

**ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—মিত্ৰাবৰুণ।**

হে মিত্ৰাবৰুণ, স্বৰ্গত আৰু পৃথিবীত পানীৰ গৰাকী তোমালোকৰ পথিওৱা মেঘে পানীৰ ৰূপ (দেখুৱাই) দিয়ে। আমাৰ হব্য মিত্ৰই, সুজন্মৰ অৰ্যমাই, ভাল বলী ৰজা বৰুণে সেৱন কৰক ॥ ১ ॥ সকলোৰে ৰজা দুজন, মহৎ ঋতৰ (যজ্ঞৰ) বাট দেখুৱাওঁতা, নদী বিলাকৰ পালক হে মিত্ৰাবৰুণ, বলৱন্ত তোমালোক দুজন আমাৰ ফালে আহা। ক্ষিপ্ৰদাতা তোমালোকে আমাক অন্ন আৰু তাৰ পুষ্টি সাধক বৰষুণ অন্তৰীক্ষৰ পৰা পঠিয়াই দিয়া। ॥ ২ ॥ মিত্ৰ, বৰুণ আৰু অৰ্যমা দেৱতা সকলে উত্তম বাটেৰে সেই ঠাইলৈ আমাক লৈ যাওক। আমাৰ সুদানৰ মানুহক অৰ্যমাই যেনেকৈ কৈছিল তেনেকৈ কৰক। বাট দেখুওৱা তোমালোকে দিব লগা অন্নেৰে সৈতে পুত্ৰাদিৰ লগত আমি আনন্দ কৰি থাকিম ॥ ৩ ॥ হে মিত্ৰ আৰু বৰুণ, ঋষি মনেৰে তোমালোকৰ এই (স্তুতি ৰূপী, ৰথ নিৰ্ম্মাণ কৰিছে, যি উন্নত কৰ্ম্মেৰে আৰু যজ্ঞেৰে তোমালোকক ধাৰণ কৰিছে, ৰজা তোমালোকে তেওঁক পানী সিঁচি দিয়া আৰু ভাল থকা ঠাই দি তৰ্পন কৰা ॥ ৪ ॥ হে মিত্ৰ আৰু বৰুণ, তোমালোকৰ আৰু বায়ুৰ কাৰণে দীপ্ত সোমৰ দৰে এই স্তোত্ৰ কৰা হল। আমাৰ কৰ্ম্ম ৰক্ষা কৰা। স্তুতি জানি লোৱা। তোমালোকে আমাক স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

### ৬৫ সূক্ত—ঋ ৫।

**ঋষি আদি ৬৪ সূক্তৰ দৰে।**

হে শুদ্ধবলী মিত্ৰ আৰু বৰুণ, সূৰ্য্য উদয় হলত তোমালোকক সূক্তেৰে আহ্বান কৰিছো,—যাৰ অক্ষীনতম (কাম নোহোৱা) শ্ৰেষ্ঠ বল সংগ্ৰহ কৰি সংগ্ৰামত সকলোৰে জেতা হয় ॥ ১ ॥ তেওঁ বিলাক দেৱতাৰ মাজত বলবান। আৰ্য্য তেওঁ বিলাকে আমাৰ পুত্ৰাদি প্ৰজা বেচি কৰি দিয়ে। হে মিত্ৰ আৰু বৰুণ, আমি তোমালোকক ব্যাপ্ত কৰিম। তোমালোকৰ ব্যাপ্ত দ্যাবা-পৃথিবীয়ে দিনে ৰাতিয়ে আমাক ৰক্ষা কৰি থাকক ॥ ২ ॥ তেওঁবিলাকৰ বাহুত বন্ধা ৰচি (পাশ) আছে। আৰু তেওঁবিলাকৰ সেতু (সাঁকো) অসত্যবাদী শত্ৰুৰ দুৰতিক্ৰম (পাৰ হব নোৱাৰা)। হে মিত্ৰাবৰুণ, তোমালোকৰ ঋতৰ (নিয়মৰ) বাটেৰে নাৱেৰে নৈ পাৰ হোৱা দৰে পাৰ হৈ যাম ॥ ৩ ॥ হে মিত্ৰাবৰুণ, আমাৰ যজ্ঞত হব্য সেৱন কৰিবলৈ আহা। অন্নেৰে আৰু পানীৰে আমাৰ গৰু চৰোৱা ভূমি সিঁচি দিয়া। তোমালোকক উৎকৃষ্ট হব্য ইহলোকত কোনে দিব? তোমালোকে মানুহৰ কাৰণে স্বৰ্গৰ সুন্দৰ পানী পঠিয়াই দিয়া ॥ ৪ ॥

**৫ ঋক আগৰ ৭/৬৪/৫ ঋকৰ দৰে ॥ ৫ ॥**

## ৬৬ সূক্ত— ঋ ১৯।

**ঋষি—মিত্রা বৰুণৰ পুত্র বশিষ্ঠ। ছন্দ—গায়ত্রী; ১০—১৫ প্রগাথ (যুগ্ম—বৃহতী; অযুগ্ম—সতো বৃহতি); ১৬ পুৰউষ্ণীক্। দেবতা—মিত্রাবৰুণ; ৪-১৩ আদিত্য সকল। ১৪-১৬ সূৰ্য্য।**

বহুত (বাৰ, প্রাদুর্ভাব হোৱা মিত্রাবৰুণলৈ আমাৰ অন্নযুক্ত স্তোত্র পাওকগৈ ॥ ১॥ সুদক্ষ, বলৰ পালক, প্রকৃত তেজস্বী তোমালোকক সৃষ্টি কর্ত্তাই বল কৰিবলৈ ধাৰণ কৰিলে ॥ ২॥ সেই ঘৰৰ পালক, গাৰ পালক, হে মিত্র আৰু বৰুণ, আমি স্তোতাৰ স্তুতি কৰ্ম্ম সাধন কৰা ॥ ৩॥ (আমাৰ অপেক্ষা কৰি থকা) ধন আদি সূৰ্য্য উদয় হওঁতে পাপহীন মিত্র, অর্যমা, সবিতা আৰু ভগাই পঠিয়াওক ॥ ৪॥ হে সুদাতা সকল, তোমালোকে যাওঁতে যি ঘৰৰ পাপ দূৰ কৰি দিয়া, সেই ঘৰ সোন-কালে সুৰক্ষিত হওঁক ॥ ৫॥ মিত্রাদি (তিনিজন) আৰু অদিতি হিংসাৰহিত মহৎ কৰ্ম্মৰ ঈশ্বৰ, মহৎ ধনৰো ঈশ্বৰ ॥ ৬॥ সূৰ্য্য উদয় হলে মিত্র, বৰুণ আৰু শত্রু-ভক্ষক অর্যমাক স্তুতি কৰিম ॥ ৭॥ এই স্তুতি সোণময় ধনেৰে সৈতে আমাৰ অহিংসনীয় বলৰ কাৰণ হওক ॥ ৮॥ হে দেবতা বৰুণ, আমি তোমাৰ স্তোতা হম। স্তোতা ঋত্বিক সকলেৰে সৈতে হে মিত্র দেবতা, আমি তোমাৰ স্তোতা হম। অন্ন আৰু জল ধাৰণ কৰিম ॥ ৯॥ মহান সূৰ্য্যৰ দৰে প্রকাশ হোৱা, অগ্নি যাৰ জিভা, ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক (মিত্রাদি দেৱতাই) যি (পৃথিবী আদি) তিনি ঠাই পৰিভব কৰা কৰ্ম্মেৰে ওপচাই দিয়ে,—॥ ১০॥ যি মিত্রাদিয়ে সম্বৎসৰ, মাহ, দিন, যজ্ঞ, আৰু ৰাতি উলিয়ালে, সেই বৰুণ, মিত্র, আৰু অর্যমাই অন্যই নোপোৱা বল পাই বিৰাজ কৰি আছে ॥ ১১॥ আজি সূৰ্য্য উদয় হওঁতে সেই ধন তোমালোকক সূক্তেৰে (সূক্ত গাই) বিচাৰিম, যি ধন ঋতৰ (নিয়মৰ) নেতা বৰুণ, মিত্র আৰু অৰ্য্যমাই ধাৰণ কৰে ॥ ১২॥ তোমালোক ঋতবান (নিয়ম পালন কৰা), ঋত জাত (নিয়মত জন্ম হোৱা), ঋতাবৃধ (নিয়মৰ যজ্ঞৰ বৰ্দ্ধক), ঘোৰ, যজ্ঞ নকৰাৰ হিংসক। সেই তোমালোকৰ অতি ৰমণীয় সুখৰ ঘৰত আমি আৰু অন্য স্তোতা সকল থাকিম ॥ ১৩॥ সেই দর্শনীয় মণ্ডল অন্তৰীক্ষৰ ওচৰত উদয় হৈছে, যি মণ্ডল শীঘ্রগামী এতশ (হৰিৎবর্ণৰ) ঘোঁৰাই সকলোৱে দেখিবলৈ পোৱাকৈ বহন কৰি নিছে ॥ ১৪॥ প্রত্যেক মূৰ থকা (জীৱৰ) পৰাকী, স্থাবৰ আৰু জঙ্গমৰ ঈশ্বৰ, ৰথত থকা সূৰ্য্যক, কল্যাণৰ কাৰণে সকলো লোকৰ ওচৰলৈ নিজে নিজে যোৱা সাতোটা সেউজীয়া বৰণৰ ঘোঁৰাই বহন কৰি নিছে ॥ ১৫॥ সেই দেবতাৰ হিত কৰা ওপৰলৈ যোৱা বগা চকু (সূৰ্য্য মণ্ডল) এশ বচৰ (শৰৎ) দেখিম, এশ শৰৎ (বচৰ) জীয়াই থাকিম ॥ ১৬॥ কোনেও বাধা দিব নোৱাৰা, দ্যুতিমান হে বৰুণ আৰু মিত্র, আমি কৰা স্তোত্র শুনি সোমপান কৰিবলৈ আহা ॥ ১৭॥ হে বৰুণ আৰু মিত্র স্বৰ্গৰ ধামৰ পৰা আহি শত্রুৰ হিংসক সোম পান কৰা ॥ ১৮॥ নেতা, ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক হে মিত্র আৰু বৰুণ, তোমালোকে আহুতিত সন্তোষ হে সোম পান কৰিবলৈ যজ্ঞলৈ আহা ॥ ১৯॥

## ৬৭ সূক্ত — ঋ ১০।

**ঋষি— মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ— ত্রিষ্টুভ্। দেবতা— অশ্বিনী দুজন।**

হে নৃপতি (অশ্বিনী দুজন) হবিযুক্ত যজ্ঞীয় স্তুতিৰে তোমালোকৰ ৰথক স্তুতি কৰিম। যি ৰথে স্তুত্যই দূতৰ দৰে (মানুহক) জগাই তোলে, আমাৰ ফালে আহিবলৈ সেই ৰথক পুতেকে পিতাকক মতা দৰে মাতিছো ॥ ১॥ আমি জ্বলোৱা অগ্নি জ্বলিছে। অন্ধকাৰবোৰ অন্ত হোৱা সকলোৱে দেখিছে। সকলোৰে প্ৰকাশক সূৰ্য্যই স্বৰ্গৰ জীয়ৰী উষা দেৱীৰ পূৱ ফালে উদয় হৈ শোভা কৰি জনাই দিছে ॥ ২॥ হে অশ্বিনী দুজন, আগতে অহা বাটেৰে, স্বৰ্গক জনা, ধনক জনা ৰথেৰে আমাৰ ফালে আহা। হে নাসত্যা অশ্বিনী, দুজন, তোমালোকৰ ভাল স্তোতা, স্তুতি বক্তা মই নিশ্চয় এতিয়াই তোমালোকক স্তোত্রেৰে সেৱা কৰিম ॥ ৩॥ হে অশ্বিনী দুজন, ৰক্ষক, মধুৰ সোমাই, তোমালোকক কামনা কৰা মই ধন বিচাৰি, চেপা সোম দি, নিশ্চয় স্তুতি কৰি (আপোন হম)। তোমালোকৰ শকত ঘোঁৰাই আমি চেপা সোম পান কৰিবলৈ লৈ আহক ॥ ৪॥ হে দেবতা অশ্বিনী দুজন, আমাৰ সবল, হিংসাহীন, ধন কামনা কৰা বুদ্ধি লাভ কম (লাভ কৰিব পৰা) কৰা সংগ্ৰামতো আমাৰ সকলো বুদ্ধি ৰক্ষা কৰিবা। হে কৰ্ম্মৰ পালক দুজন আমাৰ কৰ্ম্মৰ কাৰণে আমাক ধন দিয়া ॥ ৫॥ হে অশ্বিনী দুজন, আমাক এই কৰ্ম্মত ৰক্ষা কৰা। আমাৰ অক্ষীণ, পুত্র উৎপাদন কৰিব পৰা বেত হওক। তোমালোকৰ অনুগ্ৰহত পোৱা পুত্ৰ আৰু পৌত্ৰৰ সৈতে বিচৰা ধন পাই বলবান হৈ যজ্ঞলৈ যাম ॥ ৬॥ হে মধুপ্ৰিয় অশ্বিনী দুজন, বন্ধুৰ কাৰণে আগত যোৱা দূতৰ দৰে, আমি সজ্জ কৰা এই নিধি স্থানীয় সোম তোমালোকৰ সন্মুখত স্থাপিত কৰা

হৈছে। খণ্ড নকৰা মনেৰে আমাৰ ফালে আহা। মানুহৰ মাজত থকা হবি গ্ৰহণ কৰা ॥ ৭ ॥ হে সকলোৰে ভৰ্ত্তা দুজন, তোমালোক দুয়োৰে একেলগে থকা ৰথ সাতখন নৈ পাৰ হৈ যায়। সেই কাৰণে সুজাত, দেৱযুক্ত শীঘ্ৰগামী ঘোঁৰাই তোমালোকক লৈ খৰকৈ যোৰাত ভাগৰি নেযায় ॥ ৮ ॥ অফুৰন্ত ধনৰ তোমালোক দুয়ো ধনবান হবিযুক্ত যজমানৰ (অনুৰক্ত) হোৱা। যি ধনৰ নিমিত্তে দাতব্য হবি ধন তোমালোকক দিয়ে, যি বন্ধুৱে তোমালোকক সুনৃত বাক্যৰে বৰ্দ্ধন কৰে, যি গৰু, ঘোঁৰা আৰু ধন দিয়ে (তেওঁৰ তোমালোক অনুৰক্ত হোৱা) ॥ ৯ ॥ হে ডেকা অশ্বিনী দুজন, আজি তোমালোকে আমাৰ স্তুতি শুনা। আমাক ধনৰত্ন দিয়া। স্তোতাক বৰ্দ্ধন কৰা। তোমালোকে সদায় আমাক মঙ্গলেৰে ৰক্ষা কৰা ॥ ১০ ॥

## ৬৮ সূক্ত—ঋ ৯।

### ঋষি—আৰু দেৱতা—৬৭ সূক্তৰ দৰে। ছন্দ বিৰাট্; ৮/৯ ত্ৰিষ্টুভ্।

হে শুভ্ৰ, সুঅশ্বযুক্ত অশ্বিনী দুজন,—আহা। হে দস্ৰা, তোমালোকক কামনা কৰা মোৰ স্তুতি সেৱন কৰা। আমি দিয়া হবি বিলাক ভক্ষণ কৰা ॥ ১ ॥ হে অশ্বিনা, দুজন, তোমালোকৰ কাৰণে মদকৰ অন্ন আছে। তোমালোকে মোৰ হবি অন্ন ভক্ষণ কৰিবলৈ সোনকালে আহা। আমাৰ শত্ৰুৰ আহ্বান এৰি দি আমাৰ আহ্বান শুনা ॥ ২ ॥ সূৰ্য্যাৰ সৈতে ৰথত বাহি, তোমালোকৰ মনৰ দৰে বেগৰ শত ৰক্ষণৰ মহত ৰজো লোক এৰি আমাক বিচাৰি যজ্ঞলৈ আহা ॥ ৩ ॥ যেতিয়া দেৱতা তোমালোকক কামনা কৰি, তোমালোকৰ কাৰণে এই শিলেৰে ওপৰলৈ শব্দ কৰি সোম চেপা হয়, (তেতিয়া) হে সুন্দৰ, তোমালোকক বিপ্ৰই হব্যৰে ঘুৰাই আনে (হব্য দি ঘুৰাই আনে) ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ যি বিচিত্ৰ ধন আছে, সেয়া আমাক দিয়া। অত্ৰি ঋষিক গাঁতৰ পৰা উলিয়াই আনিলা, যি তোমালোকৰ প্ৰিয় হৈ ৰক্ষণ পালে ॥ ৫ ॥ আৰু হে অশ্বিনী দুজন, তোমালোকে বুঢ়া হৈ জীৰ্ণ হোৱা চ্যবন ঋষিক অতি সুন্দৰ ৰূপৰ কৰি দিলা, যি ৰূপ তেওঁ যেন মৃত্যুৰ পৰা ঘুৰাই পাইছিল ॥ ৬ ॥ আৰু তোমালোকে সমুদ্ৰৰ মাজত দুষ্ট বন্ধুৱে পেলাই দিয়া ভুজ্যুক সমুদ্ৰৰ পৰা তুলি আনি পাৰ কৰি দিলা, যি ভুজ্যুৱে তোমালোকক কামনা কৰি দুঃখৰ পৰা নিবৃত্তি পাইছিল ॥ ৭ ॥ বৃকক ধন নাইকিয়া হলত তোমালোকে ধন দিছিলা। তোমালোকক আহ্বান কৰিলত শয়ুৰ কথা শুনিছিলা। হে অশ্বিনী দুজন, তোমালোকৰ কৰ্ম্মেৰে পোৱালী নিদিয়া গৰুক খিৰাব পৰা কৰি গাখীৰেৰে নৈৰ পানীৰ দৰে পূৰ্ণ কৰিছিলা ॥ ৮ ॥ এই স্তৱৰে সেই (বসিষ্ঠ) ঋষিয়ে উষাৰ আগতে বোধন কৰি ভাল মনৰ সূক্তেৰে স্তুতি কৰিছে। তেওঁক অন্নেৰে বৰ্দ্ধন কৰা। তেওঁক অঘ্ন্যাৰে (গাই গৰুৰে) আৰু গাখীৰেৰে পূৰাই দিয়া। আমাক সদায় তোমালোকে কল্যাণেৰে পালন কৰা ॥ ৯ ॥

## *৬৯ সূক্ত—ঋ ৮।

### ঋষি—আদি ৬৭ সূক্তৰ দৰে।

হে অশ্বিনী দুজন, সোণময়, বাটত পানী বোৱাই যোৱা, মধু পাত্ৰেৰে দীপ্ত, হবি বহন কৰা বলী ঘোঁৰাৰে বহন কৰা ৰথত নেতা সকলৰ স্বামী অন্নবান তোমালোক দ্যাবাপৃথিবী ঢাকি আহা ॥ ১ ॥ তিনি বন্ধুৰ থকা সেই ৰথ, যি যজমানৰ ফালে যায়, (সেই ৰথত উঠি) তোমালোকে পাঁচ জাতিৰ প্ৰাণী ব্যাপ্ত কৈ, হে অশ্বিনী দুজন, যি কোনো বাট ধৰি আমাৰ ফালে আহা ॥ ২ ॥ হে দেবতা দুজন, ভাল ঘোঁৰাৰে আৰু অন্নেৰে সৈতে আমাৰ ফালে আহা। হে দস্ৰা দুজন, মধুৰ নিধি সোম পান কৰা। তোমালোকৰ ৰথ বধুৰে (সূৰ্য্যাৰ) সৈতে যাব লগীয়া ঠাইলৈ গৈ চকৰিৰে খৰকৈ গৈ প্ৰীড়ন কাৰ স্বৰ্গৰ প্ৰান্ত দেশলৈ যায়গৈ ॥ ৩ ॥ ৰাতিয়ে বেৰিধৰিলতো তোমালোকৰ ৰথ সূৰ্য্যৰ জায়েকে বিচাৰি ললে। যেতিয়া দেৱতা কামনা কৰা যজমানক তোমালোকৰ অহা কৰ্ম্মৰ দ্বাৰা ৰক্ষা কৰিলা, তেতিয়া দীপ্ত অন্নৰ ৰক্ষণেৰে তোমালোকৰ ফালে তেওঁলোক (জীৱন পোৱা দৰে) গল ॥ ৪ ॥ হে ৰথী দুজন, সেই ৰথেৰে তেজ বিলাক ঢাকি পেলায়। ৰথত ঘোঁৰা লগালে যজমানৰ ঘৰৰ ফালে যায়। সেই ৰথেৰে, হে অশ্বিনী দুজন, আমাৰ এই যজ্ঞলৈ ৰাতি পুৱালে সুখৰ মিশ্ৰণৰ কাৰণে লৈ যাওক ॥ ৫ ॥ নেতা অশ্বিনী দুজনে গৌৰ মৃগৰ দৰে (গৌৰ মৃগই পানী খাবলৈ যোৱাদৰে) দীপ্যমান সোমলৈ তৃষ্ণা কৰি আমাৰ চেপা সোমলৈ আহক। বহুত যজ্ঞত তোমালোকক স্তুতিৰে আহ্বান কৰে (কিন্তু) তোমালোকে তাত বৈ নেথাকিবা ॥ ৬ ॥ হে অশ্বিনী দুজন, তোমালোকে ভুজ্যুক (তেওঁৰ কপট) সখীয়ে সমুদ্ৰত পেলায় দিলত পানীৰ পৰা তুলি, এলাহ নকৰা, দুঃখ নোপোৱা, বায়ুৰ দৰে উৰি যোৱা (ৰথত লগোৱা) ঘোঁৰাৰে আশ্চৰ্য্যজনক কৰ্ম্মেৰে (সাগৰৰ পৰা) পাৰ কৰিলা ॥ ৭ ॥

*৮ ঋক—ওপৰৰ ৭/৬৭/১০ ঋকৰ দৰে ॥ ৮ ॥

৭০ সূক্ত—ঋ ৭।

ঋষি আদি ৬৭ সূক্তৰ দৰে।

হে সকলোৰে বৰণীয় অশ্বিনী দুজন, আমাৰ যজ্ঞৰ বেদীলৈ আহা (যি বেদীক) পৃথিবীত তোমালোকৰ স্থান বুলি কয়। তাৰ ওচৰত সুখকৰ পিঠিৰ বেগবান তোমালোকৰ ঘোঁৰা নিজৰ ঠাইত থকা দৰে থাকক ॥ ১ ॥ আমি কৰা অতি অন্নবতী সুস্তুতিৰে তোমালোকক সেৱা কৰিছো। যজমানৰ ঘৰত পাগ কৰা হব্য ঘৰ্ম্ম পাত্ৰত তপত কৰা হৈছে, যি ঘৰ্ম্মই তোমালোকৰ ওচৰ পাইগৈ, যি সমুদ্ৰ আৰু নৈ বিলাকক পূৰণ কৰে, আৰু ঘোঁৰা ৰথত লগোৱা দৰে যজ্ঞত লগায় ॥ ২ ॥ হে অশ্বিনীদুজন, স্বৰ্গৰ পৰা আহি মহৎ ওষধি বিলাকত আৰু যজমানৰ লগত যি স্থান কৰাহি, মেঘৰ মূধত থাকি হবিদাতা জনলৈ যি অন্ন পোৱাই দিয়াহি.—॥ ৩ ॥ হে দেৱতা দুজন তোমালোকে ওষধিৰ (পিথাপনা আদি), পানীৰ (সোমৰসেৰে) তোমালোকৰ যোগ্য (বস্তু) ঋষি সকলৰ পৰা বিচাৰা। আমাক বহুত ৰত্নধন দি পূৰ্ব্বৰ জায়াপতি ৰূপে আকৰ্ষন কৰিছিলা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ বহুত স্তুতি কৰ্ম্ম ঋষি সকলে কৰা শুনিছিলা,—আমাৰো দেখিছা। (সেইবাবে) মোৰ যজ্ঞৰ ফালে আহা। তোমালোকৰ তেনেকুৱা সুমতি আমাৰো হওক ॥ ৫ ॥ হে নাসত্যা অশ্বিনী দুজন, তোমালোকৰ যি যজমান ঋত্বিক ৰূপেৰে হবি অন্নযুক্ত স্তোত্ৰ কৰা আছে সেই পূজনীয় বশিষ্ঠ ঋষিৰ ওচৰলৈ আহা। এই স্তোত্ৰ বিলাক তোমালোকৰ কাৰণে গোৱা হৈছে ॥ ৬ ॥ হে অশ্বিনী দুজন, এই স্তুতি তোমালোকলৈ কৰা হৈছে,—এই স্তুতি কৰা হৈছে। (আদৰাৰ্থে দ্বিৰোক্তি)। হে কামবৰ্ষী দুজন, আমি কৰা ভাল স্তুতি সেৱন কৰা। তোমালোকক কামনা কৰি কৰা এই স্তোত্ৰ তোমালোকৰ ওচৰ পাওক গৈ। তোমালোকে আমাক সদায় কল্যাণেৰে ৰক্ষা কৰা ॥ ৭ ॥

৭১ সূক্ত—ঋ ৬।

ঋষি আদি ৬৭ সূক্তৰ দৰে।

ভনী উষাৰ ওচৰৰ পৰা ক'লা ৰাতি আঁতৰি গৈ ৰঙা সূৰ্য্যৰ কাৰণে বাট এৰি দিয়ে। ঘোঁৰা (ৰূপী) ধন আৰু গোধন দিয়া হে অশ্বিনী দুজন, তোমালোকক এতিয়া আহ্বান কৰিছো। দিনে ৰাতিয়ে আমাৰ পৰা হিংসক বিলাকক আঁতৰ কৰি ৰাখা ॥ ১ ॥ হে অশ্বিনী, দুজন হবি দাতাৰ কাৰণে ধন বহন কৰি ৰথেৰে আমাৰ ফালে আহাঁ। অন্ন নোহোৱা দৰিদ্ৰতা আৰু ৰোগ আমাৰ পৰা গুছায় দিয়া। হে মধুমান দুজন, তোমালোকে আমাক দিনে ৰাতিয়ে ৰক্ষা কৰা ॥ ২ ॥ উষা উদয় হলে তোমালোকৰ ৰথত সহজে লগাব পৰা ঘোঁৰাবে বৰ্ষক তোমালোকক ইয়ালৈ লৈ আহক। ভাল ৰশ্মিৰ ধনবন্ত ৰথ, হে অশ্বিনী দুজন, ঋতৰে (পানীৰে) যুক্ত ঘোঁৰাবে বহন কৰি আনক ॥ ৩ ॥ নৰৰ পালক হে অশ্বিনী দুজন, তিনিটা সাৰথি বহা আসন থকা ধনযুক্ত, দিনত যোৱা ৰথ তোমালোকৰ আছে যি ৰথেৰে বায়ুৰূপ তোমালোকক লৈ ফুৰে। সেই ৰথেৰে, হে নাসত্যা দুজন, আমাৰ ওচৰলৈ আহা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকে জীৰ্ণ চ্যবনক জৰাৰ পৰা মোচন আনিছিলা। পেদুক শীঘ্ৰগামী ঘোঁৰাবে বহন কৰি আনিছিলা। অত্ৰি ঋষিক জুই আৰু অন্ধকাৰৰ পৰা পাৰ কৰিলা। নহুষৰ ভ্ৰষ্টৰাজ্য পুণৰ ৰাখি দিলা ॥ ৫ ॥

৬ ঋক্—ওপৰৰ ৭।৭০।৭ ঋকৰ দৰে ॥ ৬ ॥

৭২ সূক্ত—ঋ ৫।

ঋষি আদি ৬৭ সূক্তৰ দৰে।

হে নাসত্যা অশ্বিনী দুজন, গৰুৰে আৰু ঘোঁৰাৰে যুক্ত বহুত ধনৰ ৰথেৰে তোমালোক আহা। তোমালোকক বহুত স্তুতিৰে অনুগমণ কৰে। তোমালোকে স্পৃহনীয় শোভাৰে শোভিত হোৱা ॥ ১ ॥ হে নাসত্যা অশ্বিনী দুজন, দেৱতা সকলৰ লগত সমান প্ৰীতিৰে একেলগে তোমালোকৰ ৰথত আমাৰ ওচৰলৈ আহা। তোমালোকৰ লগত আমাৰ সখীত্ব পিতৃৰ পৰা পোৱা, আৰু বন্ধুত্ব আৰু বিত্ত পিতামহৰ সৈতে একে ॥ ২ ॥ স্তোত্ৰ বিলাকে অশ্বিনী দুজনক উদ্বোধন কৰিছে। বন্ধুৰ দৰে স্তোত্ৰবিলাকে উষা দেৱীক উদ্বোধন কৰিছে। বিপ্ৰই (বশিষ্ঠই) এই স্তুত্যাই দ্যাবাপৃথিবীক পৰিচৰণ কৰি নাসত্যা দুজনৰ ফালে স্তুতি কৰিছে ॥ ৩ ॥ হে অশ্বিনী দুজন উষা উদয় হলত তোমালোকৰ স্তোত্ৰ সম্পাদন কৰিছে। সবিতা দেৱতাই ওপৰত তেজ আশ্ৰয় কৰিছে। অগ্নিয়েও জ্বলাকত ডাঙৰ শব্দ কৰিছে ॥ ৪ ॥ হে নাসত্যা অশ্বিনী দুজন, পিচ ফালৰ পৰা আহা। আগ ফালৰ পৰা আহা। আগ ফালৰ পৰা আহা আৰু ওপৰ ফালৰ পৰা আহা। সকলো ফালৰ পৰা পাঁচ জাতিৰ হিত কৰিবলৈ ধনেৰে সৈতে আহাঁ ॥ ৫ ॥

৭৩ সূক্ত—ঋ ৫।

ঋষি আদি ৬৭ সূক্তৰ দৰে।

দেৱতাক বিচাৰি দেৱতাৰ প্ৰতি স্তুতি কৰি এই

অন্ধকাৰৰ পৰা পাৰ পাম। বহুকৰ্ম্মা, অতিবেচি, পূৰ্ব্বত জন্মহোৱা অমৰ অশ্বিনী দুজনক স্তোতাই (বশিষ্ঠই) স্তুতি কৰিছে ॥ ১ ॥ তোমালোকৰ প্ৰিয়, মানুহৰ হোতা এয়া ৰহিছে। হে নাসত্যা দুজন, যি যজন কৰে আৰু স্তোত্ৰ গাই, তেওঁৰ মধুৰ সোমৰস (তেওঁৰ) ওচৰত থাকি পান কৰা। যজ্ঞত অন্নকণ হৈ তোমাক আহ্বান কৰিছোঁ ॥ ২ ॥ বহুত স্তোত্ৰ কৰি আমি, অহা দেৱতা সকলৰ কাৰণে যজ্ঞ বৰ্দ্ধন কৰিছোঁ। হে বৰ্ষক দুজন, এয়া ভাল স্তুতি সেৱন কৰা। খৰকৈ যোৱা দূতৰ দৰে স্তোত্ৰেৰে স্তুতি কৰিবলৈ পথিৱা মই (বশিষ্ঠই) বোধিত হৈছোঁ। ॥ ৩ ॥ ৰাক্ষসহন্তা, দৃঢ়হস্ত, হৃষ্টপুষ্ট তেওঁবিলাক আমাৰ প্ৰজাৰ গুৰিলৈ আহক। আমোদকৰ সোম অন্নৰ ওচৰলৈ আহা। আমাক নেমাৰিবাঁ (কিন্তু) মঙ্গলকৰ ধন লৈ আহাঁ ॥ ৪ ॥

৫ ঋক্—আগৰ ৭।৭২।৫ ঋকৰ দৰে ॥ ৫ ॥

## ৭৪ সূক্ত—ঋ ৮।

ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ—প্ৰাগাথ (১।৩।৫ বৃহতী, ২।৪।৬ সতোবৃহতী)। দেৱতা-অশ্বিনী দুজন।

এই স্বৰ্গ বিচৰা প্ৰজাই হে বাস কৰাওঁতা অশ্বিনী দুজন, তোমালোকক আহ্বান কৰিছে।-ময়ো কৰ্ম্মৰ ধন তোমালোকক, আমাক ৰক্ষা কৰিবলৈ আহ্বান কৰিছোঁ। তোমালোক সকলো প্ৰজাৰ ওচৰলৈ যোৱা ॥ ১ ॥ হে অশ্বিনী দুজন নেতা তোমালোকে বিচিত্ৰ ধন ধাৰণ কৰা। সেই ধন ভাল স্তুতি কৰোতাক দিয়া। সেই অৰ্থে একেমনৰ হৈ তোমালোকৰ ৰথ আমাৰ ফালে আনা। মধুৰ সোম পান কৰা। ॥ ২ ॥ হে অশ্বিনী দুজন, দুয়ো আহাঁ। ওচৰত ভূষিত কৰা। মধুৰ সোমৰস পান কৰা। হে বৰ্ষক দুজন, বিজিত ধনৰ গৰাকী, ৰৰযুণৰ পানী খিৱাই দিয়া। আমাক— নেমাৰিবা, আহা ॥ ৩ ॥ যি তোমালোকৰ ঘোঁৰাই হবি দাতাৰ ঘৰলৈ তোমালোকক বহন কৰি লৈ আহে, শীঘ্ৰ গামী সেই ঘোঁৰাই নেতা অশ্বিনী দেৱতা দুজনক, আমাক বিচাৰি আমাৰ ফালে লৈ আহক ॥ ৪ ॥ আৰু অশ্বিনী দুজনে স্তুতি কৰিলে যোৱা মেধাবী স্তোতাক বহুত অন্ন দিয়ে। হে নাসত্যা দুজন, তোমালোকে ধনবান আমাক স্থিৰ যশ আৰু ঘৰ দিয়া ॥ ৫ ॥ (হে অশ্বিনী দুজন) যি অকৃপণ যজমানে মানুহৰ মাজৰ নেতাৰ ৰক্ষক তোমালোকক হবি দি পূৰ্ণ ৰথৰ দৰে পাই, সেই নেতা যজমানে নিজ বলেৰে বৰ্দ্ধন হৈ ভাল ঘৰ পায় ॥ ৬ ॥

## ৭৫ সূক্ত—ঋ ৮।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—উষা।

স্বৰ্গত উৎপত্তি হোৱা এয়া উষাই প্ৰকাশ কৰিছে। ঋতৰে (নিয়মৰ তেজেৰে) নিজ মহত্ত্ব আবিষ্কাৰ কৰি ওলায় আহিছে। সকলোৰে অপ্ৰিয় দ্ৰোহী অন্ধকাৰ গুছাই দিছে। তেওঁ যোগ্য পথেৰে গৈ আছে ॥ ১ ॥ আজি আমাৰ মহৎ সুখৰ কাৰণে প্ৰবুদ্ধ হোৱা। হে উষা দেৱী, মহৎ সৌভাগ্য আমাক দিয়া। বিশিষ্ট যশ যুক্ত ধন আমাক দিয়া। হে মানুহৰ হিত কাৰিণী দেৱী, মানুহক (আমাক) অন্নবন্ত পুত্ৰ দিয়া ॥ ২ ॥ দৰ্শনীয় প্ৰকাশ যুক্ত উষাৰ এই দৃশ্যমান, বিচিত্ৰ, অমৰ ৰশ্মি বিলাকে দৈৱ কৰ্ম্ম বিলাক উৎপাদন কৰি অন্তৰীক্ষ পূৰণ কৰি আহিছে আৰু (নানা ৰূপে) আছেহি ॥ ৩ ॥ এয়া সেই উষা দূৰৈত থকা পাঁচজাতিৰ উদ্যোগ প্ৰকাশ কৰি আহিছে। স্বৰ্গৰ জীয়ৰী, ভুবনৰ পালয়িত্ৰীয়ে মানুহৰ প্ৰজ্ঞা বিলাক পৰিদৰ্শন কৰিছে ॥ ৪ ॥ বহুত অন্নযুক্তা, সূৰ্য্যৰ ঘৈনীয়েক, বিচিত্ৰ ধন যুক্ত ধনৰ আশ্ৰয় আৰু ঈশ্বৰী, ঋষি সকলে স্তুতি কৰা, প্ৰাণী বিলাকৰ আয়ুষ ক্ষয় কৰা, ধনবতী উষাই, কৰ্ম্ম-বহন কৰা যজমানে স্তুতি কৰি থকা (উষাই) প্ৰভা দেখুৱাইছে ॥ ৫ ॥ দীপ্তিমতী উষাক বহন কৰি অনা ৰঙা বিচিত্ৰ ঘোঁৰা দেখা গৈছে। শুভ্ৰ, বহুৰূপী ৰথেৰে গৈ আছে। পৰিচৰণ কৰা জনক ধন ৰত্ন দিছে ॥ ৬ ॥ সত্যা, মহতী গুণেৰে যজনীয়া, উষাদেৱী, সত্য, মহৎ, যজনীয় দেৱতাৰে সৈতে দৃঢ়তৰ অন্ধকাৰ ভেদি গৰু বিলাক চৰিবলৈ পোহৰ দিছে। এন্ধাৰত আবদ্ধ থকা গৰু (প্ৰাণী) বিলাকে উষাক বিচাৰিছে ॥ ৭ ॥ হে উষাদেৱী, আমাক বহুত গৰুযুক্ত বীৰ পুত্ৰেৰে সৈতে ৰত্ন-ধন আৰু বহুত অন্ন দিয়া। আমাৰ যজ্ঞ আমাৰ নিচিনা মানুহে নিন্দা কৰিবলৈ নিদিবাঁ। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৮ ॥

## ৭৬ সূক্ত—ঋ ৭।

ঋষি আদি ৭৫ সূক্তৰ দৰে।

অমৰ, সকলোৰে হিতকৰ, বিশ্বৰ নৰৰ জ্যোতি সকলোৰে নেতা সবিতা দেৱতা ওপৰত আশ্ৰয় কৰিছে। দেৱতাৰ কৰ্ম্মৰ নিমিত্তে তেওঁ প্ৰাদুৰ্ভাব হৈছে। উষা চকুৰ স্বৰূপহে সকলো ভুবন আবিষ্কাৰ কৰিছে ॥ ১ ॥ মই দেৱতাক পোৱা অহিংসিত তেজেৰে সংস্কাৰ কৰা বাট দেখিছোঁ। পূব ফালে উষাৰ ধ্বজা জ্যোতি দেখা গৈছে। পশ্চিমফালে ওখ ঠাই বিলাকলৈ (পোহৰ) আহিছে ॥ ২ ॥

হে উষা, সেই বিলাক তোমাৰ তেজেই বহুত হৈ দিন হৈছে। যিবিলাক সূৰ্য্যৰ উদয় হওঁতে পূব ফালে থাকে, যি তেজ তোমাৰ পতিৰ ওচৰত ফুৰি থকা দৰে দেখা যায়, যাক এৰি নেযায়,– (সেই বিলাকেই দিন হয়) ॥ ৩ ॥ সেই (অঙ্গিৰসে) দেৱতা সকলৰ লগত আনন্দ কৰি আছিল, যি ঋতবান (নিয়মবান) পূৰ্ব্বকালৰ পিতৃ কৰি সকলে ঘোৰ অন্ধকাৰৰ পৰা সূৰ্য্যৰ জ্যোতি বিচাৰি পাইছিল, সেই সত্য স্তুতি কৰা (ঋষি) সকলে উষাক প্ৰাদুৰ্ভাৱ কৰালে ॥ ৪ ॥ তেওঁবিলাকে সকলোৰে সাধাৰণ (উমৈহতিয়া) গৰু বিলাকৰ কাৰণে লগ হৈ এক বুদ্ধিৰ হৈছিল। তেওঁবিলাকে পৰস্পৰ যত্ন নকৰিছিল নেকি? তেওঁ বিলাকে দেৱতাৰ কৰ্ম্ম নষ্ট কৰা নাছিল। তেওঁ বিলাকে হিংসাহীন হৈ উষাৰ জ্যোতিৰে (কাম কৰি) গৈ আছিল ॥ ৫ ॥ হে সৌভাগ্যৱতী উষা দেৱী, তোমাক ৰাতিপুৱা বোধন কৰি বশিষ্ঠ সকলে স্তোত্ৰেৰে স্তুতি কৰিছে। গৰু পোৱাই দিয়া, অন্নৰ পালয়িত্ৰী, হে উষা, আমাৰ কাৰণে পোহৰ কৰা। প্ৰথমে আমাৰ ফালে আহা ॥ ৬ ॥ সুস্তুতিৰ নেত্ৰী এয়া উষাক এন্ধাৰ গুচাই দিলত বশিষ্ট সকলে স্তুতি কৰিছে। বিখ্যাত ধন আমাক দিয়া। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৬ ॥

## ৭৭ সূক্ত—ঋ ৬।

### ঋষি আদি ৭৫ সূক্তৰ দৰে।

এয়া উষাই সূৰ্য্যৰ ওচৰতে গাভৰু মাইকি মানুহৰ দৰে ৰুচিকৰ হৈছে। সকলো জীৱক সঞ্চৰণ কৰিবলৈ প্ৰেৰণা দিছে। অগ্নি মানুহৰ কাৰণে জ্বলিছে। অন্ধকাৰ নাশ কৰি পোহৰ কৰিছে ॥১॥ পূব ফালে উষাই বহলকৈ উদয় হৈ গোটেই জগত দীপ্ত কৰি তেজোময় পোশাক পিন্ধি বৃদ্ধি কৰিছে। সোণৰ বৰণৰ সুদৰ্শন তেজেৰে বাক্যৰ মাক, দিন বিলাকৰ নেত্ৰী উষা জ্বলি উঠিছে ॥ ২ ॥ দেৱতাৰ চকুৰ তেজ ধাৰণ কৰি সুভগা, সুদৰ্শণা, বগা ঘোঁৰাৰে যোৱা উষাই নিজ ৰশ্মিৰে ব্যক্তা হৈ থকা দেখা গৈছে। তেওঁ বিচিত্ৰ ধনৰ গোটেই জগত লক্ষ্য কৰি (উদ্দেশ্য কৰি) প্ৰবৰ্দ্ধিত হৈছে ॥ ৩ ॥ হে উষা, অতি ওচৰত বৰনীয় ধন থকা তুমি আমাৰ শত্ৰু দূৰলৈ পঠিয়াই প্ৰকাশ হোৱা। বহল ভূমিত গৰু চৰাবলৈ ভয় নাইকিয়া কৰা। শত্ৰু আঁতৰাই দিয়া। শত্ৰুৰ ধন আহৰণ কৰা। হে ধনৱতী, স্তুতি কৰা আমালৈ ধন প্ৰেৰণ কৰা ॥ ৪ ॥ হে উষাদেৱী, আমাক শ্ৰেষ্ঠ ৰশ্মিৰে আয়ুৰ বৰ্দ্ধন কৰি প্ৰকাশ কৰা। হে বিশ্ব বৰেণ্য উষা, আমাক গৰুৰে সৈতে, ঘোঁৰাৰে, ৰথেৰে আৰু ধনেৰে সৈতে অন্ন দিয়া ॥ ৫ ॥ হে স্বৰ্গৰ দুহিতা সুজন্মৰ উষা, তোমাক বশিষ্ঠ সকলে স্তোত্ৰেৰে বৰ্দ্ধন কৰিছে। তুমি আমাক প্ৰদীপ্ত মহৎ ধন দিয়া। তোমালোকে সদায় আমাক কল্যাণেৰে ৰক্ষা কৰা ॥ ৬ ॥

## ৭৮ সূক্ত—ঋ ৫।

### ঋষি আদি ৭৫ সূক্তৰ দৰে।

এওঁ উষাৰ প্ৰথম উৎপন্ন ধ্বজা ৰশ্মিবিলাক দেখা গৈছে। এওঁৰ ৰূপ বাঞ্জক ৰশ্মিবিলাক ওপৰত বৈছেগৈ। হে উষা দেৱী, আমাৰ ফালে অহা মহতী-জ্যোতিষ্মতী ৰথেৰে আমাৰ বিচৰা ধন বহণ কৰি আনা ॥ ১ ॥ অগ্নি জ্বলালত কেউফালে বৰ্দ্ধিত হৈছে। বিপ্ৰ সকলে স্তুতিৰে উষাক বৰ্দ্ধন কৰিছে। উষা দেৱীয়ে জ্যোতিৰে সকলো এন্ধাৰ আৰু দুঃখ নিবাৰণ কৰি গৈ আছে ॥ ২ ॥ এয়া সেই প্ৰকাশ হৈ থকা, জ্যোতি দান কৰি অহা উষাক পূব ফালে দেখা গৈছে। সেই উষাই সূৰ্য্য অগ্নি আৰু যজ্ঞক প্ৰাদুৰ্ভাৱ কৰিলে। নীচ, অপ্ৰিয় অন্ধকাৰ আঁতৰি গল ॥ ৩ ॥ স্বৰ্গৰ দুহিতা ধনৱতী উষা অহা সকলোৱে জানিছে। সকলো প্ৰাণীয়ে প্ৰকাশ হোৱা উষাক চাইছে। তেওঁ অন্নযুক্ত ৰথত উঠি আছে, যি ৰথ ভালকৈ লগোৱা ঘোঁৰাই বহন কৰি আনিছে ॥ ৪ ॥ হে উষা, তোমাক আজি সুস্তুতি কৰা ধনবান আমালোকে প্ৰতিবোধন কৰিছো। হে উষা দেৱী, প্ৰকাশ কৰি জগত স্নিগ্ধ ভূমিৰ কৰা। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

## ৭৯ সূক্ত—ঋ ৫।

### ঋষি—আদি ৭৫ সূক্তৰ দৰে।

মানুহৰ হিতৰ কাৰণে উষা উদয় হৈছে। মানুহৰ পাঁচ জাতিক তুলি ভাল তেজেৰে সূৰ্য্যক আশ্ৰয় কৰিছে। সূৰ্য্যয়ো তেজেৰে দ্যাবাপৃথিবীত অন্ধকাৰ নাইকিয়া কৰি মুকলি কৰি দিছে ॥ ১ ॥ উষাই নিজ তেজ অন্তৰীক্ষৰ প্ৰান্তলৈ ব্যক্ত কৰিছে। পৰস্পৰ সংযুক্ত সেনাৰ দৰে যাবলৈ যত্ন কৰিছে। হে উষা, তোমাৰ ৰশ্মি বিলাকে অন্ধকাৰ নাশ কৰিছে। সবিতাই তেজ যাচি দিছে ॥ ২ ॥ সকলোৰে ঈশ্বৰীৰ দৰে ধনৱতী উষাই কল্যাণৰ কাৰণে অন্নবিলাক উৎপাদন কৰি প্ৰাদুৰ্ভাৱ হৈছে। স্বৰ্গৰ দুহিতা অতি গমনশীলা উষাই সুকৰ্ম্মৰ যজমানক ধন দিয়ে ॥ ৩ ॥ হে উষা, যিমান ধন স্তোতাক আগতে দিছিলা, সিমান ধন স্তুতি কৰি থকা আমাকো দিয়া। বৃষভৰ দৰে স্তুতি কৰি থকা আমাকো দিয়া। বৃষভৰ দৰে শব্দৰ দ্বাৰা তোমাক মানুহে জানিব পাৰে। তুমি দৃঢ় পৰ্ব্বতৰ দুৱাৰ

মেলি দিছিলা ॥ ৪ ॥ সকলো স্তোতাক তুমি ধনৰ কাৰণে প্ৰেৰণ কৰি আৰু আমালৈ সুনৃত বাক্য প্ৰেৰণ কৰি, অন্ধকাৰ গুছায় আমাৰ ধন লাভৰ কাৰণে বুদ্ধি দিয়া। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৫ ॥

৮০ সূক্ত—ঋ ৩।

ঋষি—আদি ৭৫ সূক্তৰ দৰে।

বিপ্ৰ বসিষ্ঠ সকলে স্তোত্ৰেৰে স্তুতি কৰি প্ৰথমতে উষাক বোধন কৰিছে। ( সেই উষাই ) দ্যাবাপৃথিবীক একে প্ৰান্তৰ দৰে আবৰ্ত্তন কৰি সকলো ভুৱন আবিষ্কাৰ কৰিছে ॥ ১ ॥ এই উষাই নতুন যৌবন ধৰি গূঢ় অন্ধকাৰ পোহৰেৰে নিবাৰণ কৰি বোধন হৈছে। গাভৰু উষাই লাজ নাইকিয়াৰ দৰে সূৰ্য্যৰ আগত আহিছে। সূৰ্য্য, যজ্ঞ আৰু অগ্নি প্ৰজ্ঞাপনা কৰিছে ॥ ২ ॥ ঘোঁৰাযুক্ত গোধন আৰু বীৰপুত্ৰ (আমাক) দিয়া, ভদ্ৰা উষাই পানো খিৰাই ( বৰযুণ দি ) সকলো বৰ্দ্ধন কৰি সদায় উদয় হওক। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৩ ॥

৮১ সূক্ত—ঋ ৬।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—প্ৰাগাথ ( ১।৩।৫ বৃহতী, ২।৪।৬ সতো বৃহতী )।

দেবতা—উষা।

স্বৰ্গৰ জীয়ৰী উষাই আহি অন্ধকাৰ গুছাই দিয়া সকলোৱে দেখিছে। ( মানুহে ) দেখিবৰ কাৰণে মহৎ অন্ধকাৰ গুছাই দিছে। সুনেত্ৰী উষাই জ্যোতি প্ৰকাশন কৰিছে ॥ ১ ॥ লগে লগেই ( যেনিবা ) সূৰ্য্যই, ৰশ্মিৰে সৈতে ওলাই আহিছে। উদয় হৈ দীপ্তমান সূৰ্য্যই জক-মকাই উঠিছে। হে উষা দেবী, তোমাৰ আৰু সূৰ্য্যৰ প্ৰকাশ হলত আমি অন্নৰ ভাগ পাম ॥ ২ ॥ স্বৰ্গৰ জীয়ৰী হে উষা, খৰতকীয়া আমি তোমাৰ প্ৰতিবোধন কৰিম। হে ধনবতী, তুমি বহুত স্পৃহনীয় ধন বহন কৰিছা। হবি দাতাক বহু ধন যুক্ত সুখ দিয়া ॥ ৩ ॥ হে মহতী উষা দেবী, অন্ধকাৰ গুছাই দিয়া মহিমাযুক্ত, তুমি সকলো জগত প্ৰবোধনৰ কাৰণে দেখিব পৰা কৰি দিয়া। ভেনেকুৱা বসুৰ প্ৰেৰ-য়িত্ৰীক আমি বহু বিচাৰিছো। পুতেকে মাকৰ ওৰিলৈ যোৱা দৰে আমি তোমাৰ প্ৰিয় হম ॥ ৪ ॥ যি ধন অতি শলাগৰ উপযুক্ত, হে উষাদেবী, সেই বিচিত্ৰ ধন আমাক দিয়া। হে স্বৰ্গৰ জীয়ৰী, মানুহৰ ভোগৰ যোগ্য তুমি দিব লগা যি অন্ন আছে সেই অন্ন দিয়া,—আমি ভোগ কৰিম ॥ ৫ ॥ হে উষা দেবী, স্তোতা আমাক আমৰণ বাস-স্থান যুক্ত কৰা। শুনিব লগীয়া যশ দিয়া। বহুত গৰু যুক্ত অন্ন আমাক দিয়া। ধনবান যজমানৰ প্ৰেৰয়িত্ৰী, সুবাক্য-বতী হে উষা দেবী, শোষক শত্ৰুৰ পৰা আমাক আঁতৰাই দিয়া ॥ ৬ ॥

৮২ সূক্ত—ঋ ১০।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—জগতী।

দেবতা—ইন্দ্ৰ আৰু বৰুণ।

হে ইন্দ্ৰ আৰু বৰুণ তোমালোকে আমাৰ প্ৰজাক, পুত্ৰাদিযুক্ত কৰি যজ্ঞানুষ্ঠানৰ কাৰণে মহৎ ঘৰ দিয়া। যি শত্ৰুয়ে দীৰ্ঘকাল আমাৰ যজ্ঞ কৰা কাম নষ্ট কৰিবলৈ বিচাৰে আমি সেই দুৰভিসন্ধি কৰা শত্ৰুক ( যাতে ) জয় কৰিব পাৰো ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ মাজত এজনক (বৰুণক) সম্ৰাট বুলি কয়, ইজনক (ইন্দ্ৰক) স্বৰাট ( নিজেই ৰজা autocrat ) বুলি কয়। তোমালোক মহাগুণী আৰু মহাধনী। হে কামবৰ্ষী ইন্দ্ৰ আৰু বৰুণ, তোমালোকক সকলো দেবতাই পৰম ব্যোমত তেজ দান কৰিলে আৰু বলো দান কৰিলে ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকে পানীৰ দুৱাৰ বলেৰে খুলি দিলা। সূৰ্য্যক অন্তৰীক্ষত বহুত প্ৰকাশ কৰাই দিলা। হে ইন্দ্ৰ আৰু বৰুণ, মায়াবী এই সোমৰ আমোদত পানী নথকা নদী পানীৰে পুৰাই দিলা। আমি কৰা কাম ফলবতী কৰিলা ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বৰুণ, হবি বহন কৰা ঋত্বিকে যুদ্ধত শত্ৰু সেনাৰ পৰা ৰক্ষা পাবলৈ তোমালোকক আহ্বান কৰে। আঁঠুকাঢ়ি থকা অঙ্গিৰসেও ৰক্ষণৰ কাৰণে তোমালোকক আহ্বান কৰিছিল। হে ইন্দ্ৰ আৰু বৰুণ, স্তোত্ৰ কাৰক আমি ( পাৰ্থিব আৰু স্বৰ্গৰ ) দুয়ো বিধ ধনৰ গৰাকী হবলৈ সুখেৰে আহ্বান কৰিব পৰা তোমালোকক আহ্বান কৰিছো ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তেমোলোকে ভুৱনৰ সকলো প্ৰাণীক নিজ বলেৰে সৃষ্টি কৰিলা। তোমালোকৰ এজনক মিত্ৰ দেবতাই মঙ্গলৰ কাৰণে পৰিচৰণ কৰে আৰু ইজনক উগ্ৰবলী মৰুৎগনেৰে সৈতে শোভিত কৰে ॥ ৫ ॥ মহৎ ধনৰ কাৰণে, ইন্দ্ৰ আৰু বৰুণৰ নিজ দীপ্তিৰ কাৰণে, এই ইন্দ্ৰ আৰু বৰুণৰ যি অসাধাৰণ বল আছে, সেই বল ( স্তোত্ৰেৰে যজমানে ) উৎপত্তি কৰে। তেওঁ বিলাকৰ এজনে ( বৰুণে ) অবন্ধু দুৰ নকৰাক মাৰে। ইজনে ( ইন্দ্ৰই ) অলপ উপায়েৰে বহুত শত্ৰু নাশ কৰে ॥ ৬ ॥ হে ইন্দ্ৰ আৰু বৰুণ, যি মানুহৰ যজ্ঞলৈ তোমালোক দুজন যোৱা আৰু যজ্ঞ ভোগ কৰা, সেই মানুহক পাপে নোচোৱে, দুঃখে নেপায়, কোনো কাৰণেই সন্তাপ নেপায়। হে দেবতা দুজন, সেই মানুহৰ

( একোতে ) বাধা নপৰে ॥ ৭ ॥ হে ইন্দ্ৰ আৰু বৰুণ, দৈৱ ৰক্ষণেৰে সৈতে আমাৰ ফালে আহা, আমাৰ স্তোত্ৰ শুনা, —যদি আমাক মৰম কৰা। তোমালোকৰ যি সখীত্ব আৰু বন্ধুত্ব সুখ সাধ্য আছে, হে ইন্দ্ৰ আৰু বৰুণ, সেয়া আমাক দিয়া ॥৮॥ শত্ৰুৰ ধৰ্ষক যি বল তোমালোকৰ আছে, হে ইন্দ্ৰ আৰু বৰুণ প্ৰত্যেক সংগ্ৰামত সেই বলেৰে আমাৰ আগত যোৱা যোদ্ধা হোৱা। দুয়ো ( পূৰ্ব্বকালৰ আৰু এতিয়াৰ) নেতাৰ ( স্তোতাৰ ) যুদ্ধত তোমালোকক স্তুতি কৰে, আৰু যি পুত্ৰ পৌত্ৰৰ ভালৰ কাৰণে তোমালোকক স্তুতি কৰে ( সেই বিলাকৰ সংগ্ৰামত আগত যোৱা যোদ্ধা হোৱা ) ॥ ৯ ॥ আমাক ইন্দ্ৰ, বৰুণ, মিত্ৰ আৰু অৰ্য্যমাই দোতমান ধন দিয়ক। —ডাঙৰ আহল বহল ঘৰ দিয়ক। ঋতৰ ( নিয়মৰ যজ্ঞৰ ) বৰ্দ্ধক অদিতিয়ে জ্যোতিৰে আমাৰ অহিংসক হওক। আমি সবিতা দেৱতাৰ স্তোত্ৰ কৰিম ॥ ১০ ॥

## ৮৩ সূক্ত—ঋ ১০।

### ঋষি আদি ৮২ সূক্তৰ দৰে।

হে নেতা ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ বন্ধু ভাব দেখি গৰু বিচৰা যজমান সকলে কুশ কাটিবলৈ হাতত ডাঙৰ কাচি লৈ পূব ফালে গল। হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকে অৰি, দাস আৰু বৃত্ৰ বিলাকক মাৰিলা আৰু সুদাসক ৰক্ষা কৰিবলৈ আহিছিলা ॥ ১ ॥ যি সংগ্ৰামত মানুহে পতাকা ওপৰলৈ তুলি যুদ্ধলৈ যায়, যি যুদ্ধত কোনো প্ৰিয়কৰ কৰ্ম্ম নহয়, যি যুদ্ধত সকলো মানুহে ভয় কৰি স্বৰ্গলৈ চাই, তেনেকুৱা সংগ্ৰামত হে ইন্দ্ৰ আৰু বৰুণ, আমাৰ ফালে হৈ কথা কোৱা ( কথাকৈ উৎসাহ দিয়া) ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, পৃথিবীৰ অন্তৰলৈ সৈন্যই ধ্বংস কৰা দেখা গৈছে। সৈনিকৰ কোঢ়ালৰ শব্দ স্বৰ্গ পাইছেগৈ। আমাৰ সৈন্য বিলাকৰ শত্ৰু মোৰ ওচৰ পালেহি। আমাৰ আহ্বান শুনোতা হে ইন্দ্ৰ আৰু বৰুণ, ৰথত ৰক্ষনেৰে সৈতে আমাৰ ফালে আহা ॥ ৩ ॥ হে ইন্দ্ৰ, বধিৰ পৰা অস্ত্ৰই নোপোৱা সুদাস ৰজাক শত্ৰুতা কৰা ভেদ ৰজাৰ পৰা ( সুদাস ৰজাক ) ৰক্ষা কৰিছিলা। যেতিয়া যুদ্ধত মোক পুৰোহিত কৰাৰ সুফল হল, তেতিয়া এই তৃৎসু সকলৰ স্তোত্ৰ তোমালোকে শুনিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বৰুণ, শত্ৰুৰ অস্ত্ৰ বিলাকে মোক বহুত তাপ দিছে। হিংসকৰ মাজত আক্ৰমণ কৰা শত্ৰুৱে মোক বৰ সন্তাপ দিছে। তোমালোক ( স্বৰ্গ আৰু পৃথিবীৰ ) দুয়ো ঠাইৰ ধনৰ ঈশ্বৰ। সেই কাৰণে যুদ্ধৰ দিনত আমাক ৰক্ষা কৰা ॥ ৫ ॥ দুয়ো ( সুদাস আৰু তৃৎসু ) ৰজাৰ মানুহে সংগ্ৰামত ইন্দ্ৰ আৰু বৰুণক ধন পাবলৈ আহ্বান কৰিছিল, যি যুদ্ধত দহজন ৰজাই হিংসা কৰা সুদাসক তৃৎসুৰে সৈতে তোমালোকে বিশেষকৈ ৰক্ষা কৰিছিলো ॥ ৬ ॥ হে ইন্দ্ৰ আৰু বৰুণ, যাগ-যজ্ঞ নকৰা দহজন ৰজাই সুদাস ৰজাক প্ৰহাৰ কৰিব নোৱাৰিলে। তেতিয়া যজ্ঞৰ নেতা ঋত্বিক সকলৰ স্তুতি সফল কাম হল। এই যজ্ঞত সকলো দেৱতা আৱিৰ্ভাৱ হৈছিল ॥ ৭ ॥ হে ইন্দ্ৰ আৰু বৰুণ, দহজন ৰজাই শত্ৰু হৈ সকলো ফালে ঘেৰি ধৰা সুদাস ৰজাক তোমালোকে বল দিছিলা। য'ত চুলি বগা হৈ যোৱা জটিল, কৰ্ম্মবান ঋত্বিক তৃৎসুৱে হবি অন্নৰে স্তুতি কৰি তোমালোকক পৰিচৰণ কৰিছিল ॥ ৮ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ এজনে ( ইন্দ্ৰই ) সংগ্ৰামত শত্ৰুক মাৰা। ইজনে সদায় কৰ্ম্ম ৰক্ষা কৰা। হে কামবৰ্ষী ইন্দ্ৰ আৰু বৰুণ, তোমালোকক সুব্যক্ত স্তুতিৰে আহ্বান কৰিছো। আমাক সুখ দান কৰা ॥ ৯ ॥

১০ ঋক ওপৰৰ ৭।৮২।১০ ঋকৰ দৰে ॥ ১০ ॥

## ৮৪—সূক্ত—ঋ ৫।

### ঋষি—আদি ৮২ সূক্তৰ দৰে।

হে ৰাজমান ঈশ্বৰ ইন্দ্ৰ আৰু বৰুণ, যজ্ঞত তোমালোকক হব্য আৰু স্তুতিৰে সৈতে মাতি আনিম। দুয়ো হাতেৰে ধৰা ঘিউৰ হেঁতা ( জুহু ) নানা ৰূপ হবি অন্নেৰে সৈতে আপোনা আপুনি তোমালোকৰ ফালে গৈছে ॥ ১ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকৰ বৃহৎ ৰাজ্য দ্যুলোকত ৰূপ ধাৰণ কৰিছে ( বৰষুণ দি সকলোকে সুখী কৰিছে )। তোমালোকে ৰচি বা বন্ধন নোহোৱাকৈ ( পাপ কৰাক ) বান্ধা। বৰুণৰ খং আমাৰ ওপৰত এৰক। ইন্দ্ৰই বহল ঠাই আমালৈ কৰক ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, আমালোকৰ ঘৰত কৰা যজ্ঞ সুফলৱতী কৰা। স্তোতাৰ স্তোত্ৰ বিলাক উৎকৃষ্ট ফলযুক্ত কৰা। তোমালোকৰ পথিওৱা ধনে আমাক পাওকহি। স্পৃহনীয় ৰক্ষণেৰে আমাক বৰ্দ্ধন কৰা ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বৰুণ, আমাক বিশ্ববৰেণ্য, নিবাসযুক্ত, বহুত অন্নযুক্ত ধন দিয়া। অদিতিৰ পুত্ৰই অসত্য দূৰ কৰে। বীৰ তেওঁবিলাকে অপৰিমিত ধন দিয়ক ॥ ৪ ॥ মোৰ এই স্তুতি ইন্দ্ৰ আৰু বৰুণে পাওক। মই প্ৰেৰণ কৰা স্তোত্ৰৰ দ্বাৰা পুত্ৰ পৌত্ৰক ৰক্ষা কৰক। আমি ভাল বস্তু পাই যজ্ঞলৈ যাম। তোমালোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥ ৫ ॥

## ৮৫ সূক্ত—ঋক ৫।

### ঋষি আদি ৮২ সূক্তৰ দৰে।

হে ইন্দ্র আৰু বৰুণ, তোমালোকৰ কাৰণে অভিষুত সোম আহুতি দি দীপ্তিমতী উষাৰ দৰে, ৰাক্ষসে নোচোৱা (স্পৰ্শ নকৰা) স্তুতিক শোধন কৰিছো। তেওঁবিলাকে যুদ্ধত যাওঁতে আমাক ৰক্ষা কৰক ॥ ১ ॥ এই সংগ্ৰামত শত্ৰুক আমি স্পৰ্দ্ধা (আক্ৰমণাত্মক ভাৱ) কৰিছো, যি সংগ্ৰামৰ পতাকাত শত্ৰুৱে মৰা অস্ত্ৰ পৰিছেহি, সেই সংগ্ৰামত হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকে যেনি-তেনি পলাই যোৱা শত্ৰুক অস্ত্ৰেৰে বধ কৰা ॥২॥ নিজ যশৰ সোম দেৱীক নিজ ঠাইত ইন্দ্ৰ আৰু বৰুণ দুয়ো দেৱতালৈ ৰখা হৈছে। তেওঁবিলাকৰ এজনে (বৰুণে) মানুহক (পুণ্য পাপ ভাগ কৰি) বেলেগ কৰি ৰাখে। ইজনে (ইন্দ্ৰই) অন্যই পৰাভৱ কৰিব নোৱাৰা শত্ৰুক হনন কৰে ॥ ৩ ॥ যি বলী অদিতিৰ পুত্ৰ (ইন্দ্ৰ আৰু বৰুণ) দুয়োজনক, স্তোত্ৰেৰে যুক্ত হৈ পৰিচৰণ কৰে সেই সুকৰ্ম্মা স্তোতা (হোতা) ঋতজ্ঞ (ব্ৰহ্মজ্ঞ) হওক। হৱিৰে যুক্ত হৈ যি তোমালোকক আবৰ্ত্তন কৰি (ঘূৰাই) আনিছে, তেওঁ অন্নবান হৈ সুফল প্ৰাপ্ত হওক ॥ ৪ ॥

৫ ঋক্ ওপৰৰ ৭।৮৪।৫ মন্ত্ৰৰ দৰে ॥ ৫ ॥

## ৮৬ সূক্ত— ঋক ৮

## ঋষি— মিত্ৰা বৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ ত্ৰিষ্টুভ্ ॥ দেৱতা বৰুণ।

এই বৰুণৰ জন্ম মহিমা যুক্ত হৈ ধীৰ হৈছে। এওঁ বহল দ্যাবাপৃথিৱী স্তম্ভন কৰিলে, যি বৃহৎ সূৰ্য্য, নক্ষত্ৰ বিলাক বেলেগে দৰ্শনীয় কৰি পঠিয়ালে।—পৃথিৱীক বহল কৰিলে ॥ ১ ॥ মই নিজৰ ভিতৰতে সেই বৰুণৰ কথা কৈছো,— কেতিয়ানো মই এই বৰুণৰ অন্তৰত ঠাই পাম? মোৰ স্তোত্ৰ খণ্ড নকৰাকৈ কেতিয়া বৰুণে সেৱন কৰিব? মই শুদ্ধ মনেৰে কেতিয়া সুখদাতা বৰুণক দেখিম? ॥২॥ হে বৰুণ, মই সেই পাপৰ কথা জানিবলৈ ইচ্ছা কৰি শুধিছো। জনা জ্ঞানী সকলক শুধিছো। জ্ঞানী সকলোৱে একেদৰে কয় যে এই বৰুণে তোমাৰ ওপৰত খণ্ড কৰিছে ॥ ৩ ॥ হে বৰুণ, কি ডাঙৰ পাপ মই কৰিলো, যি পাপৰ কাৰণে তুমি সখা তোমাক মাৰিব খুজিছা? অন্যই বাধা দিব নোৱাৰা তেজস্বী হে বৰুণ. সেই পাপৰ কথা কোৱা,- অপাপ হৈ মই তোমাক সোনকালে নমস্কাৰেৰে ওচৰ চাপিম ॥৪॥ হে বৰুণ. পিতৃসকলৰ পৰা পোৱা আমাৰ দোষ বিলাকৰ পৰা মোচন কৰা। আমি যি নিজে পাপ কৰিছো তাৰ পৰা মোচন কৰা। হে ৰজা বৰুণ পশু চোৰক মুক্ত কৰা দৰে, পোৱালীক ৰচি খুলি দিয়া দৰে মই (বসিষ্ঠক) পাপৰ পৰা মুক্ত কৰা ॥৫॥ হে বৰুণ, সেই বিলাক পাপ মোৰ নিজৰ দোষ নহয়, দৈৱৰ গতিয়েই (অবিবেকী বশতঃ কৰা) কাৰণ। মদ, খঙ, পাশাখেলা আৰু অবিবেকতাই কাৰণ। নিয়ন্ত্ৰণত থকা জ্যেষ্ঠও কনিষ্ঠৰ পাপৰ কাৰণে দায়ী। স্বপ্নৰ পৰাও পাপ উৎপত্তি হয় ॥ ৬ ॥ কামবৰ্ষক, জগত ভৰণ কৰা দেৱতা বৰুণক নিষ্পাপী হৈ ভৃত্যই পৰিচৰণ কৰা দৰে পৰিচৰণ কৰিম। হে স্বামী, অজ্ঞানী আমাক চেতনা দিয়া। প্ৰাজ্ঞ দেৱতাই তোমাক ধনৰ কাৰণে প্ৰেৰণ কৰক ॥ ৭ ॥ হে অন্নবান বৰুণ তোমালৈ কৰা এই স্তোত্ৰ তোমাৰ হৃদয়ত ভালকৈ প্ৰতিষ্ঠিত হওক। আমাৰ বৰুণ কৰোতে উপদ্ৰৱ নাইকীয়া হওক। আমি পাবলগীয়া বিলাকৰ উপদ্ৰৱ নাইকিয়া হওক। তোমালোকে আমাক সদায় স্বস্তিৰে পালন কৰা ॥ ৮ ॥

## ৮৭ সূক্ত— ঋ ৭

## ঋষি আদি ৮৬ সূক্তৰ দৰে।

এই বৰুণ দেৱতাই সূৰ্য্যক বাট কৰি দিলে। অন্তৰীক্ষত হোৱা পানী সমুদ্ৰক দিলে। (মেলি দিয়া) ঘোঁৰা যেনেকৈ ঘূৰীৰ ফালে দৌৰি যায়, তেনেকৈ নিয়মেৰে গৈ মহতী ৰাতিক দিনৰ পৰা বেলেগ কৰি দিলে ॥ ১ ॥ হে বৰুণ দেৱতা, তুমি পঠিয়াই দিয়া পানী সকলোৰে আত্মা বায়ুৱে কেউফালে পঠিয়াই দিয়ে। জগতৰ ভৰণ কৰ্ত্তা পানী যাঁহত পেলালে পশুৱে অন্ন পাই অন্নবান হয়। হে বৰুণ, মহৎ এই দ্যাবাপৃথিৱীৰ মাজত তোমাৰ সকলো স্থান সকলোৱে প্ৰিয় হয় ॥২॥ বৰুণ দেৱতাৰ পঠিয়াই দিয়া গুপ্তচৰ বিলাকে এই সুৰূপৰ দুয়ো দ্যাবাপৃথিৱীত কেউফালে চাই ফুৰে। ঋতবান (কৰ্ম্মবান), যজ্ঞত ধীৰ, প্ৰাজ্ঞ কবি সকলে বৰুণক পোৱাই দিয়া স্তোত্ৰ বিলাক (পৰিদৰ্শন কৰে) ॥ ৩ ॥ মেধাবী বৰুণে মোক কৈছিল (যে) তিনি সাত টা (একৈশ) নাম বধ কৰিব নলগা গৰুৰ আছে। মেধাবী বৰুণে জানি মোক ওচৰত ৰাখি শিক্ষা দি উৎকৃষ্ট পদৰ গুপ্ত (উপদেশ গম্য) কথা বিলাক কলে ॥ ৪ ॥ এই বৰুণৰ মাজতেই তিনিবিধ দ্যুলোক নিহিত আছে। তিনিবিধ ভূমিত হয় বিধ হৈ এই বৰুণৰ মাজতেই আছে। স্তুত্য ৰজা সেই বৰুণে অন্তৰীক্ষত সোণৰ দোলাৰ দৰে ওলোমাই এই সূৰ্য্যক পোহৰৰ কাৰণে কৰি বান্ধি দিলে ॥ ৫ ॥ সূৰ্য্যৰ দৰে দীপ্ত

বৰুণে সমুদ্ৰক পাৰৰ মাজত ৰাখিলে। পানী টোপা-লৰ দৰে বগা, গৌৰ মৃগৰ দৰে বলবান,, গম্ভীৰ স্তোত্ৰ যাৰ, পানীৰ নিৰ্ম্মাতা, (দুখৰ পৰা) পাৰ কৰাত দক্ষ, বৰুণ এই সংৱৎসৰৰ ৰজা ॥ ৬ ॥ অপৰাধ কৰিলেও যি ৰৰুণে দয়া কৰে, সেই বৰুণৰ ওচৰত তেওঁৰ ব্ৰতকৰ্ম্ম বিলাক যথানুপূৰ্ব্বে, বৰ্দ্ধন কৰি আমি বৰুণৰ ওচৰত অনপৰাধী হম। তোমালোকে আমাক সদায় কল্যাণেৰে ৰক্ষা কৰা ॥ ৭ ॥

## ৮৮ সূক্ত—ঋ ৭।

### ঋষি আদি ৮৬ সূক্তৰ দৰে।

হে বসিষ্ঠ ঋষি, যি বৰুণে এই যজন কৰিব লগীয়া সহস্ৰ ধনৰ, কামবৰ্ষক, মহান সূৰ্য্যক আমাৰ ফালে মুখ কৰালে, তুমি সেস্তা সেই বৰুণলৈ বিশুদ্ধ অতি প্ৰিয় স্তুতি পঠিওৱা ॥ ১ ॥ এতিয়া বৰুণৰ উপস্থিতি সোনকালে পাই (তেওঁৰ যজন কৰিবলৈ) অগ্নিৰ শিখাবোৰক স্তৱ কৰিছো। যেতিয়া বৰুণে অভিষৱ কৰা শিলত আছিল তেতিয়া বহুত সোম পান কৰি-ছিল (আৰু) মোক নিজ শৰীৰ চাবলৈ দিছিল ॥২॥ যেতিয়া (বৰুণ প্ৰসন্ন আছিল) বৰুণ আৰু মই নাৱত উঠিছিলো আৰু সমুদ্ৰৰ মাজলৈ লৈ গলো আৰু চলি থকা নাৱত (অন্যৰ সৈতে) আছিলো। তেতিয়া সোভনৰ কাৰণে নাও ৰূপী দোলাত (ঢৌত তল-ওপৰ হৈ) খেলা কৰিছিলো ॥ ৩ ॥ বসিষ্ঠক বৰুণে নিজ নাৱত তুলিছিল। ঋষিক ৰক্ষণেৰে বৰুণে ভাল কাম কৰোৱাইছিল। মেধাবী বৰুণে দিনৰ ভিতৰত শুভ দিনত স্তোতাক (মোক নাৱত) স্থাপন কৰিছিল (যাতে) যোৱা দিন ৰোৱ উষা হবলৈ সোনকালে পাৰ হৈ যায় ॥ ৪ ॥ হে বৰুণ, সেই (পুৰণি) নাৱত ফুৰা সখীত্ব কৰ পৰা হৈছিল? পুৰণি কালত কপট-হীন সখীত্ব আমি ভোগ কৰিছিলো। হে অন্নবান বৰুণ, তোমাৰ বৃহৎ, আহল-বহল সহস্ৰ দুৱাৰৰ ঘৰলৈ মই গৈছিলো ॥ ৫ ॥ হে বৰুণ, যি বসিষ্ঠ স্থিৰ বন্ধু, যি পূৰ্ব্বতে প্ৰিয় তোমাৰ অপৰাধ কৰিছিল, তেওঁ তোমাৰ সখা হৈয়ে থাওক। হে যজনীয় বৰুণ, তোমাৰ আপোন মই অপৰাধ কৰা পাপ ভোগ নকৰো। মেধাবী তুমি স্তৱ কৰক (মোক) অনিন্দ্য নিবাৰক ঘৰ দিয়া ॥ ৬ ॥ নিত্য (সদায় থকা) পৃথি-বীত বাস কৰা আমি হে বৰুণ, তোমাক স্তুতি কৰিম। আমাৰ পৰা পাশ মোচন কৰি দিয়া। এই অখণ্ডনীয় পৃথিবীত আমি তোমাৰ ৰক্ষণেৰে ভোগ কৰি থাকিম। তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৭ ॥

## ৮৯ সূক্ত—ঋ ৫।

### ঋষি আৰু দেৱতা ৮৮ সূক্তৰ দৰে। ছন্দ গায়ত্ৰী; ৫ জগতী।

হে ৰজা বৰুণ মাটিৰ সজা ঘৰত মই নেথাকো। হে সুবলী তুমি সুখ দিয়া, দয়া কৰা ॥ ১ ॥ হে আয়ুধ-বান বৰুণ, যেতিয়া মই ভয়ত কপি কপি বতাহ ভৰোৱা চামৰাৰ দৰে (ফুটবলৰ দৰে?) যাও, হে সুবলী ...... ১ ঋকৰ দৰে ॥ ২ ॥ হে ধনেৰে সৈতে থকা শুচি বৰুণ, দুখীয়া হৈ (শক্তিহীন) মই (যজ্ঞকৰ্ম্মত) প্ৰতিকূল আচৰণ কৰিলো। হে সুবলী ...... ১ ঋকৰ দৰে ॥ ৩ ॥ পানীৰ মাজত (সমুদ্ৰত) থাকোতেও মোৰ পিয়াহ লাগিল। হে সুবলী ......... ১ ঋকৰ দৰে ॥ ৪ ॥ হে বৰুণ দেৱতা, দেৱতা সকলৰ ওচৰত যি কোনো অপৰাধ আমি মানুহে কৰো। অজ্ঞানতা বশতঃ তোমাৰ যি ধৰ্ম্মত (নিয়মত) আমি বিৰোধিতা কৰো, সেই পাপৰ কাৰণে আমাক দুখ নিদিবা ॥৫॥

## ৯০ সূক্ত—ঋ ৭।

### ঋষি মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বায়ু; ৫-৭ ইন্দ্ৰবায়ু।

হে বায়ু, বীৰ তোমালোকক শুচি, মধুৰ, চেপা সোম অধ্বৰ্য্যুয়ে দিছে। হে বায়ু, নিযুত ঘোঁৰা লগাই ৰথ লৈ আহা। চেপা সোম অন্ন আনন্দৰ কাৰণে পান কৰা ॥ ১ ॥ ঈশ্বৰলৈ যি বিশিষ্ট আহুতি দিয়ে, হে শুচি, সোম পান কৰা বায়ু, তোমাক শুচি সোম যি দিয়ে, মানুহৰ মাজত সেই যজমানক তুমি মুখ্য কৰি দিয়া। তেওঁ জন্মে জন্মে প্ৰখ্যাত হৈ প্ৰাপ্তব্য ধন পায় ॥ ২ ॥ এই দ্যাবা-পৃথিবীয়ে যি বায়ুক ধনৰ কাৰণে খৰকৈ উৎপত্তি কৰি দিছিল, সেই দেৱতা বায়ুক স্তুতি দেৱীয়ে ধনৰ কাৰণেই ধাৰণ কৰিলে। এতিয়া নিজৰ ৰথ টনা নিযুত ঘোঁৰাই বায়ুক সেৱন কৰিছে। বায়ুৱে দৰিদ্ৰতাত ৰক্ষা ধন দান কৰে ॥৩॥ পাপৰহিত উষা সুদিন হৈ ওলাইছে। দীপ্যমান বহল জ্যোতি (সূৰ্য্য) ওলাল। কামনা কৰা সেই (অঙ্গিৰস সকলে) অপূৰ্ব্ব ধন গৰু বিলাক পালে। তেওঁবিলাকৰ পুৰণি পানী আকৌ বৰকৈ ধৰিলে ॥৪॥ তেওঁবিলাকে (অঙ্গিৰস সকলে) যথাৰ্থ মননীয় স্তোত্ৰেৰে দীপ্যমান হৈ, নিজ কৰ্ম্মেৰে যুক্ত হৈ, হে

ইন্দ্র-বায়ু, স্তোত্রেৰে বহন কৰি আনে। ঈশ্বৰ তোমা-লোকক নিজ ৰথত বহন কৰি আনে আৰু হবি অন্ন দিয়ে ॥৫॥ হে ঈশ্বৰ ইন্দ্র-বায়ু, যি মানুহে গৰুৰে, ঘোঁৰাৰে, নিবাসক ধনেৰে সৈতে, সোণেৰে সৈতে আমাক সুখ দিয়ে, সেই দাতা সকলে সকলো অন্ন যুদ্ধত ঘোঁৰাৰে আৰু বীৰেৰে সৈতে অভিভৱ কৰি আনে ॥৬॥ ঘোঁৰাৰ দৰে (হবি বহন কৰি), অন্ন ভিক্ষা কৰি, বল ইচ্ছা কৰি বসিষ্ঠ সকলে ভালকৈ ৰক্ষণৰ কাৰণে সুস্তুতিৰে ইন্দ্রবায়ুক আহ্বান কৰিম। তোমা-লোকে সদায় আমাক স্বস্তিৰে ৰক্ষা কৰা ॥৭॥

## ৯১ সূক্ত— ঋ ৭।

**ঋষি মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ—ত্রিষ্টুভ্।**

**দেৱতা— বায়ু ২।৪-৭ ইন্দ্রবায়ু।**

পুৰণি কালত যি বৃদ্ধ স্তোতাই হবাৎ কৰা বহুত স্তোত্রেৰে নোৰোৱাকৈ স্তুতি কৰিছিল, তেওঁবিলাকে আজিও মানুহৰ পুত্রাদি ৰক্ষণৰ কাৰণে হবি আদি দি বায়ুৰ যজ্ঞ কৰিবলৈ সূৰ্য্যৰ সৈতে উষাৰ উদয় হবলৈ বাট চাই আছে ॥১॥ হে ইন্দ্রবায়ু, কামনা কৰা দূত আৰু ৰক্ষক তোমালোক হিংসাৰ কাৰণে নহয়। মাহ আৰু বহুত বছৰ ধৰি ৰক্ষা কৰি আহা। আমাৰ ভাল স্তুতি তোমালোকৰ ফালে গৈ সুখ বিচাৰিছে। নতুন ধন পাবলৈ বিচাৰিছে ॥২॥ বহুত অন্ন থকা, সুজ্ঞানী, বলৱন্ত মানুহক আৰু আশ্রয় কৰিব পৰা বাহন নিযুৎ ঘোঁৰা শ্বেত বৰ্ণ বায়ুৱে সেৱন কৰে (ভাল পায়)। তেওঁবিলাকে একেমনৰ হৈ বায়ুৰ উদ্দেশ্যে যজ্ঞ কৰিবলৈ ৰৈ আছে। সেই নেতা সকলে সুন্দৰ অপত্যৰ কাৰণে কাম কৰিছিল ॥৩॥ হে ইন্দ্র আৰু বায়ু, তোমালোকৰ শৰীৰৰ বেগ যেতিয়ালৈ থাকে, তেতিয়ালৈ কৰ্ম্মৰ নেতা ঋত্বিকে জ্ঞানেৰে দীপ্ত হৈ থাকে। শুচি সোমপান কৰোঁতা তোমালোকে আমাৰ শুচি সোমপান কৰা। এই বেদীত মেলি থোৱা কুশত বহা ॥৪॥ হে ইন্দ্র আৰু বায়ু, তোমালোকে স্পৃহনীয় স্তোতাযুক্ত আৰু নিযুত ঘোঁৰা যুক্ত, দুয়ো একে ৰথতে মিলি আমাৰ ফালে আহা। এই মধুৰ সোমৰ আগ ভাগ তোমালোকৰ কাৰণে দিয়া হৈছে। তেনেকুৱা সোমপান কৰি তৃপ্ত হৈ আমাক পাপৰ পৰা মোচন কৰা ॥৫॥ হে ইন্দ্র আৰু বায়ু, যি শত সংখ্যক নিযুত ঘোঁৰাই তোমালোকক সেৱা কৰে, যি সহস্র নিযুত ঘোঁৰাই সেৱা কৰে, সেই সুধন দাতা নিযুত ঘোঁৰাৰে সৈতে আমাৰ ফালে আহা। হে নেতা দুজন, (উত্তৰ) বেদীৰ ফালে নিয়া সোম পান কৰা ॥৬॥

৭ ঋক্ ওপৰৰ ৭।৯০।৭ ঋকৰ দৰে ॥৭॥

## ৯২ সূক্ত— ঋ ৫।

**ঋষি—মিত্রা বৰুণৰ পুত্র বশিষ্ঠ। ছন্দ—ত্রিষ্টুভ্।**

**দেৱতা—বায়ু, ২।৪ ইন্দ্র বায়ু।**

হে শুচি সোমপান কৰা বায়ু, আমাৰ ওচৰলৈ আহা। সকলোৰে পূজনীয়, তোমাৰ সহস্র নিযুত (নামৰ) ঘোঁৰা আছে। হে বায়ু দেৱতা, তুমি যি সোমৰ প্রথম পান কৰা অধিকাৰী, সেই মদকৰ সোম পাত্রত ৰখা হৈছে ॥১॥ ক্ষিপ্রকাৰী সোম চেপা (অধ্বৰ্য্যুৱে) ইন্দ্র আৰু বায়ুলৈ পান কৰিবলৈ যজ্ঞত সোম প্রস্তুত কৰি ৰাখিছে—যি যজ্ঞত দেৱতা কামনা কৰা অধ্বৰ্য্যু সকলে কৰ্ম্ম কৰি তোমালোকৰ কাৰণে সোমৰ আগ-ভাগ বিশেষকৈ স্থাপন কৰিছে ॥২॥ হে বায়ু, যজ্ঞৰ ঘৰত থকা দাতা যজমানৰ যজ্ঞলৈ যি নিযুত ঘোঁৰাৰে তুমি আহিছা, সেই ঘোঁৰাৰেই আহাঁ। আমাক সুঅন্নযুক্ত ধন দিয়া। পুত্র, গৰু আৰু ঘোঁৰা যুক্ত ধন দিয়া ॥৩॥ যি স্তোতাই স্তোত্রেৰে ইন্দ্রক তৃপ্ত কৰে, যি বায়ুক তৃপ্ত কৰে, তেওঁবিলাক দেৱতা যুক্ত শত্রু হন্তা। সেই স্তোতাই (আমি) অমিত্র বিলাকক আমাৰ মানুহেৰে অভিভৱ কৰি শত্রুৰ হন্তা হম ॥৪॥ হে বায়ু, আমাৰ হিংসা ৰহিত যজ্ঞলৈ শত-সহস্র নিযুত ঘোঁৰাৰে আহা— এই (প্রাতঃ) সৱনত আনন্দ কৰা। তোমালোকে আমাক সদায় কল্যাণেৰে পালন কৰা ॥৫॥

## ৯৩ সূক্ত—ঋঃ ৮।

**ঋষি—মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ—ত্রিষ্টুভ্**

**দেৱতা—ইন্দ্র আৰু অগ্নি।**

হে শত্রু হন্তা ইন্দ্রাগ্নি, তোমালোকে আমাৰ শুদ্ধ নতুন স্তোত্র আজি সোনকালে সেৱন কৰা। যিহেতু সুখেৰে আহ্বান কৰিব পৰা তোমালোক দুয়োকে পুনঃ পুনঃ আহ্বান কৰিছো, তেনেকুৱা তোমালোক দুজনক বিচৰা যজমানক শীঘ্রে অন্ন দিয়া ॥১॥ হে ইন্দ্রাগ্নি, সকলোৱে ভজন কৰা তোমালোকে বলীৰ দৰে আচৰণ কৰা। একেলগে বৃদ্ধি হোৱা তোমালোক বহুত ধনৰ আৰু অন্নৰ গৰাকী। তোমালোকে সবহ আৰু শত্রু বিনাশক অন্ন দিয়া ॥২॥ হে ঋত্বিক সকল, হবিষ্মন্ত মেধা-বীয়ে ইন্দ্রাগ্নিৰ প্রকৃত অনুগ্রহ বিচাৰি যজ্ঞ কৰ্ম্মৰে

তেওঁলোকৰ ওচৰ চাপে। সেই নেতাসকলে ধোঁৱাই যুদ্ধ ক্ষেত্ৰ পোৱা দৰে ইন্দ্ৰাগ্নিৰ কৰ্ম্ম কৰি তেওঁবিলাকক পুনঃ পুনঃ আহ্বান কৰিছে ॥৩॥ হে ইন্দ্ৰাগ্নি, তোমা-লোকৰ সুমতি ইচ্ছা কৰি মেধাবীয়ে (বসিষ্ঠই) যশ যুক্ত প্ৰথম ভোগৰ যোগ্য ধন উদ্দেশ্য কৰি স্তোত্ৰেৰে স্তুতি কৰিছে। হে বৃত্ৰহন্তা, সুঅস্ত্ৰ যুক্ত ইন্দ্ৰাগ্নি, নতুন, প্ৰশস্ত, দাতব্য ধন দি আমাক বৰ্দ্ধন কৰা ॥৪॥ পৰস্পৰ মহৎ হিংসা কৰি, স্পৰ্দ্ধাৰে, সংগ্ৰামত নিজ তেজেৰে হিংসা কৰি সোম চেপাসকলে, দেৱতাক বিচৰা মানুহে, (সোম অভিষুত নকৰা) দেৱতাক নিবিচৰা মানুহক যুদ্ধত পৰাস্ত কৰে ॥৫॥ (এই ঋকৰ সায়নৰ ভাষ্য অসম্পূৰ্ণ)। হে ইন্দ্ৰ আৰু অগ্নি, এই বিলাক আমাৰ সোম অভিষৱ কৰা কামনৈ সুমণৰ ভাবৰ কাৰণে ওচৰ চাপি আহা। তোমালোকে আমাক এৰি অন্যক নেজানা। সেই বাবে তোমালোকক বহুত (সদায় থকা) হবি অন্নেৰে আবৰ্ত্তিত কৰিছো (ঢাকি দিছো) ॥৬॥ হে অগ্নি, তুমিয়েই আমি দিয়া হবিৰে সন্দীপ্ত হৈ মিত্ৰ, বৰুণ আৰু ইন্দ্ৰক কৰা। আমি (কায়মনো বাক্যে) যি অপৰাধ কৰিছো সেই অপৰাধৰ পৰা মৰ্ষন কৰা। সেই অপৰাধ অৰ্যমা, অদিতি (আৰু মিত্ৰাদিয়ে) আমাৰ পৰা গুচাই দিয়ক ॥৭॥ হে ইন্দ্ৰাগ্নি, এই যজ্ঞ আমি সোনকালে কৰি তোমা-লোকৰ (দিয়া) অন্ন আমি (যেন) পাওঁ। ইন্দ্ৰ, বিষ্ণু আৰু মৰুতে (যেন) আমাক এৰি (অন্যলৈ) নেযায়। তোমালোকে আমাক সদায় কল্যাণেৰে পালন কৰা ॥৮॥

## ৯৪ সূক্ত—ঋ-১২।

ঋষি—আৰু দেৱতা ৯৩ সূক্তৰ দৰে। ছন্দ গায়ত্ৰী ; ১২ অনুষ্টুভ্।

হে ইন্দ্ৰাগ্নি, এই মুখ্য স্তুতি এই স্তোতাৰ (বসিষ্ঠৰ) পৰা তোমালোকলৈ মেঘৰ পৰা অহা বৰষুণৰ দৰে প্ৰাদুৰ্ভাব হৈছে ॥১॥ হে ইন্দ্ৰ আৰু অগ্নি, স্তোতাৰ আহ্বান শুনা। তোমালোকৰ স্তুতি বিচাৰি আহা। ঈশ্বৰ তোমালোক দুজনে আমাৰ কৰ্ম্ম ফলৱতী কৰা ॥২॥ হে নেতা ইন্দ্ৰাগ্নি, আমাক হীন ভাবলৈ এৰি নিদিবা। শত্ৰুৰে কৰা অপবাদলৈ আৰু নিন্দা কৰিবলৈ বশ কৰি নিদিবা ॥৩॥ ৰক্ষণ বিচাৰি আমি ইন্দ্ৰ আৰু অগ্নি দেৱতালৈ বৰ্দ্ধক হবি অন্ন আৰু কৰ্ম্মযুক্ত স্তুতি বাক্য পঠিয়াই দিছো ॥৪॥ তেওঁবিলাকক বহুত বিপ্ৰই ৰক্ষাৰ কাৰণে এইদৰে স্তুতি কৰে। পৰস্পৰ মিলি অন্নলাভৰ কাৰণে স্তুতি কৰে ॥৫॥ স্তুতি কৰিবলৈ ইচ্ছা কৰি হবিঅন্নযুক্ত আমি ধন ইচ্ছা কৰি, যজ্ঞ কৰি স্তুতিৰে ইন্দ্ৰাগ্নিক আহ্বান কৰিছো ॥৬॥ হে শত্ৰু মানুহৰ অভিভৱ কৰোতা ইন্দ্ৰাগ্নি, আমাক দিবলগীয়া অন্নেৰে সৈতে আহা। দুৰভিসন্ধি কৰা শত্ৰুৱে আমাক বাধা দিব নোৱাৰক ॥৭॥ হে ইন্দ্ৰাগ্নি, কোনো শত্ৰু মানুহৰ হিংসাই আমাক নেপাওকহি। আমাক সুখ দিয়া ॥৮॥ হে ইন্দ্ৰাগ্নি, গোধন যুক্ত, সোণ যুক্ত, ঘোঁৰা যুক্ত, যি ধন তোমালোকক বিচাৰিছো সেই ধন আমি যেন পাওঁ ॥৯॥ সোম চেপা হলত কৰ্ম্মৰ নেতাসকলে পৰিচৰণ কৰি প্ৰশস্ত ঘোঁৰা যুক্ত ইন্দ্ৰাগ্নিক যি আহ্বান কৰা হৈছে (সেই বাবে আহা) ॥১০॥ বৃত্ৰক হত্যা কৰা দুজনলৈ আমোদ কৰি যি ইন্দ্ৰাগ্নিক উক্থ স্তোত্ৰেৰে আৰু যোবাৰে স্তুতি কৰি পৰিচৰণ কৰিছো (সেই বাবে আহা) ॥১১॥ হে ইন্দ্ৰাগ্নি, তোমালোকে দুষ্টাভিলাষী, কুঅভিজ্ঞ, বলৱন্ত শত্ৰুৱে (আমাৰ পৰা অপহৰণ কৰি) ভোগকৰা মানুহক হত্যা কৰা অস্ত্ৰেৰে মাৰা,—কলহ ভঙ্গা দৰে মাৰা ॥১২॥

## ৯৫ সূক্ত—ঋঃ ৬।

ঋষি—মিত্ৰা বৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—সৰস্বতী, ৩ সৰস্বত।

এয়া সৰস্বতী নদীয়ে লোহাৰে সজা নগৰৰ দৰে ধাৰা বৈ যোৱা পানীৰে চলি গৈ আছে। অন্য সকলো বৈ যোৱা নৈৰ পানী মহিমাৰে বাধা ভাঙি ৰথৰ দৰে গৈ আছে ॥১॥ নৈৰ ভিতৰত শুচি পৰ্ব্বতৰ পৰা সমুদ্ৰ পৰ্য্যন্ত যোৱা (নহুষ ৰজাৰ প্ৰাৰ্থনা) একমাত্ৰ সৰস্বতী নদীয়ে জানিলে। সকলো ভুৱনৰ বহুত ধন প্ৰচাৰিত কৰি নহুষ ৰজাক ঘিঁউ আৰু পানী দিলে ॥২॥ মানুহৰ হিতকৰ সেচন সমৰ্থ শিশু বৃষভে সেই সৰস্বতীৰ যজ্ঞাৰ্হ যৈণীয়েক পানীৰ মাজত বাঢ়ি আছিল। তেওঁ হবিস্মান যজমানক বলী পুত্ৰ দিয়ে। ভোগৰ কাৰণে শৰীৰ মাৰ্জ্জন কৰি দিয়ে ॥৩॥ আৰু সেই সন্তুষ্টা, সুভগা সৰস্বতীক, আঠু-কাঢ়ি, নমস্কাৰেৰে (ঋত্বিকে) ওচৰ চাপিলে। সদায় থকা ধনেৰে সখা সকলক উৎকৃষ্ট ধন দিয়া (সৰস্বতীয়ে) আমাৰ স্তুতি শুনক ॥৪॥ হে সৰস্বতী, এয়া হৱন কৰা আমি নমস্কাৰ কৰি তোমাৰ পৰা ধন পাম। আমাৰ স্তোত্ৰ সেৱন কৰা। তুমি দিয়া অতি প্ৰিয় সুখ পাই আমি গছত আশ্ৰয় লোৱা দৰে ওচৰত থাকিম ॥৫॥ হে সুভগা সৰস্বতী, এই (বসিষ্ঠই) তোমাৰ কাৰণে ঋতৰ (যজ্ঞৰ) দুয়ো দুৱাৰ (পুব-পশ্চিম) মুকলি কৰি থৈছে। হে বগা দেৱী তুমি বৰ্দ্ধন হোৱা। স্তৱ কৰাক অন্ন দিয়া ॥৬॥

### ৯৬ সূক্ত— ঋ ৬।

ঋষি—মিত্রা বৰুণৰ পুত্র বশিষ্ঠ। ছন্দ—১ বৃহতী, ২ সতোবৃহতী; ৩ প্রস্তাৰ পংক্তি; ৪-৬ গায়ত্রী।

দেবতা—১-৩ সৰস্বতী; ৪-৬ সৰস্বত।

হে বশিষ্ঠ (নিজকে সম্বোধন কৰিছে), নদীৰ মাজত বলৱতী সৰস্বতীৰ উদ্দেশ্যে মহৎ স্তোত্র গোৱা। দ্যাবাপৃথিবীত (দেবতা ৰূপে) থকা সৰস্বতীকেই ভাল স্তোত্ৰেৰে পূজা কৰা ॥ ১ ॥ হে শুভ্রবর্ণা সৰস্বতী, তোমাৰ মহিমাত মানুহে দুয়োবিধ অন্ন পাই। তুমি ৰক্ষিতা হৈ আমাক বুজি লোৱা। মৰুত সকলৰ সখা হৈ অন্নবতী তুমি আমালৈ ধন প্রেৰণ কৰা ॥ ২ ॥ হে কল্যাণীয়া সৰস্বতী তুমি আমাক কল্যাণেই কৰা। সুন্দৰ গমণা আৰু অন্নবতীয়ে আমাৰ জ্ঞান উৎপাদন কৰক। মই জমদগ্নিৰ দৰে স্তৱ কৰিলে বশিষ্ঠৰ (মোৰ) স্তৱ লোৱা ॥ ৩॥ পত্নী বিচৰা, পুত্র কামনা কৰা, সুদাতা, আগত যোৱা আমি আজি সৰস্বত দেবতাক স্তুতি কৰিছো ॥ ৪ ॥ হে সৰস্বত দেবতা, তোমাৰ যি পানীৰ ঢৌৰে মধুৰ ঘিউ বর্ষণ কৰা, সেই বিলাকেৰে আমাৰ ৰক্ষক হোৱা ॥ ৫ ॥ বাঢি থকা সৰস্বতৰ স্তন (পানী) আমি (যেন) পাওঁ। যাক সকলোৱে দেখে। পুত্র আৰু অন্ন আমি (যেন) পাওঁ ॥ ৬ ॥

### ৯৭ সূক্ত—ঋ-১০।

ঋষি—মিত্রা বৰুণৰ পুত্র বশিষ্ঠ। ছন্দ—ত্রিষ্টুভ্।

দেবতা—১ ইন্দ্র, ২।৪-৮ বৃহস্পতি; ৩।৯ ইন্দ্র আৰু ব্রহ্মণস্পতি; ১০ ইন্দ্র আৰু বৃহস্পতি।

যি যজ্ঞত দেবতাক বিচাৰি নেতাসকলে আনন্দ কৰে, সি অভিষৱ কৰা যজ্ঞত ইন্দ্রৰ কাৰণে সোম চেপা হয়, ইন্দ্রই আনন্দ কৰিবলৈ পৃথিবীৰ নেতাসকলৰ সেই যজ্ঞলৈ প্রথমেই আহক, (তেওঁৰ) ঘোঁৰাও আহক ॥ ১ ॥ হে সখা স্তোতা সকল, আমি দৈৱিক ৰক্ষণ পাবলৈ বিচাৰো। আমাৰ হবি বৃহস্পতিয়ে গ্রহণ কৰক। —যি (বৃহস্পতিয়ে) পিতৃৰ দৰে দূৰ দেশৰ পৰা ধন আনি দিয়ে, (সেই) কামবর্ষীৰ ওচৰত আমি (যাতে) অনপৰাধী হওঁ তেনে কৰক ॥ ২ ॥ জ্যেষ্ঠ, সেৱা কৰিবলৈ ভাল, ব্রহ্মণস্পতিক (হে ঋত্বিক) তুমিয়েই নমস্কাৰ কৰি হবি আদিৰে স্তুতি কৰা। মহৎ ইন্দ্রক দেবতাৰ উপযুক্ত শ্লোকেৰে স্তুতি কৰা। স্তোতাই কৰা মন্ত্রৰ ৰজাক (তেওঁ বিলাকক) স্তুতি কৰা ॥ ৩ ॥ প্রিয়তম বৃহস্পতি আমাৰ (বেদী) স্থলত বহক—যি সকলোৱে বৰণীয়। ধন আৰু সুবীর্য্যৰ কাৰণে যি আমাৰ অভিলাষ আছে সেয়া আমাক দিয়ক। উপদ্রৱত থকা আমাৰ অৰিষ্ঠ বিলাক তেওঁ পাৰ কৰি দিয়ক ॥ ৪ ॥ সেই অমৰনৰ কাৰণে অপর্য্যপ্ত অর্চনীয় অন্ন পূর্ব্বত হোৱা অমৰ দেবতাই (বৃহস্পতিৰ আজ্ঞাত) দিছিল। আমি শুদ্ধ স্তোত্ৰৰ গৃহীয়ে যজন কৰিব লগীয়া, কোনেও বাধা দিব নোৱাৰা বৃহস্পতিক আহ্বান কৰিম ॥ ৫ ॥ সুখকৰ, ৰঙা একেলগে টানি অনা, যি বৃহস্পতিৰ বল, সেই আদিত্যৰ দৰে ৰঙা ৰূপ ধৰা ঘোঁৰাই, নিবাস যুক্ত সভা স্থানত থকা বৃহস্পতিক বহন কৰি আনক ॥ ৬ ॥ তেওঁ (বৃহস্পতি) শুচি, বহুতবিধ বাহন থকা, সকলোৰে শোধক, সোণৰ অস্ত্র থকা, গমনশীল, স্বর্গৰ ভোক্তা, ভাল ঘৰত থকা, দর্শনীয়; (এনেকুৱা) বৃহস্পতি দেবতাই স্তোতাক বহুত অন্ন কৰি দিয়া হওক ॥ ৭ ॥ বৃহস্পতিৰ জনয়িত্রী দ্যাবাপৃথিবী দেবী দুজনাই বৃহস্পতিক বর্দ্ধন কৰিছিল। হে সখা (ঋত্বিক) সকল, তোমালোকেও বর্দ্ধনীয় সেই বৃহস্পতিক বর্দ্ধন কৰা। সেই ব্রাহ্মণে (বৃহস্পতিয়ে) সুখেৰে পাৰ হব পৰা, সুখেৰে গাধুৱ পৰা পানী কৰি দিয়ক ॥ ৮ ॥ হে ব্রহ্মণস্পতি, তোমালৈ আৰু বজ্রবান ইন্দ্রলৈ, দুয়োলৈ, মন্ত্ৰৰূপ এই সুবৃক্ত স্তুতি কৰা হল। তোমালোক দুয়ো আমাৰ কর্ম্ম ৰক্ষা কৰিবা। আমি গোৱা বহুত স্তুতি শুনিবা। অৰিৰ অন্যায় আৰু শত্রু সেনা নাইকিয়া কৰা ॥ ৯ ॥ হে বৃহস্পতি, তুমি আৰু ইন্দ্র দুয়ো স্বর্গৰ ধনৰ ঈশ্বৰ। স্তোত্র কৰোতাক তোমালোকে ধন দিয়া। তোমালোকে আমাক সদায় মঙ্গলেৰে ৰক্ষা কৰা ॥ ১০ ॥

### ৯৮ সূক্ত— ঋ ৭।

ঋষি—মিত্রাবৰুণৰ পুত্র বসিষ্ঠ। ছন্দ—ত্রিষ্টুভ্।

দেবতা—ইন্দ্র, ৭ ইন্দ্র আৰু বৃহস্পতি।

হে অধ্বর্যু সকল, মানুহৰ মাজত শ্রেষ্ঠ, বর্ষক ইন্দ্রক ৰঙা হৈ থকা সোমেৰে হোম কৰা। ইন্দ্রই গোৰিমৃগতকৈও বেচিকৈ জানি চেপা সোম যজমানৰ পৰা সদায়েই বিচাৰি যায় (গোৰ মৃগয় পানী বহুত দূৰতে থকা গম পাই। ইন্দ্রই তাতোকৈ বেচিকৈ সোম থকা গম পাই) ॥ ১ ॥ হে ইন্দ্র, আগৰ দিনত যেনেকৈ ভাল সোম অন্ন (পেটত) ধাৰণ কৰিছিলা, সেই সোম পান কৰিবলৈকে এতিয়াও বিচাৰা। হে ইন্দ্র, হৃদয়েৰে

আৰু মনেৰে আমাৰ সোম কামনা কৰি আগত ( উত্তৰ বেদিলৈ ) লৈ যোৱা সোম পান কৰা ॥ ২ ॥ হে ইন্দ্ৰ, তুমি উপজিয়েই বলৰ কাৰণে সোম পান কৰিছিলা। তোমাৰ ( সেই ) মহিমা তোমাৰ মাৰা ( অদিতিয়ে ) কৈছিল। তুমি বহল অন্তৰীক্ষ বলেৰে পূৰণ কৰিছিলা আৰু যুদ্ধৰে স্তোতাক বহুত ধন কৰি দিলা ॥ ৩ ॥ হে ইন্দ্ৰ, ( নিজে ) বহুত বুলি ভৰা শক্ৰুৱে যেতিয়া আমাৰ লগত যুদ্ধ কৰিবলৈ বিচাৰে, তেতিয়া শক্ৰুক ( তোমাৰ কৃপাত ) হাতেৰেই হুকৰাই দিম। যদি বা, হে ইন্দ্ৰ, মৰুত সকলেৰে সৈতে তুমি আমাৰ শক্ৰুৰ লগত যুদ্ধ কৰা, তেতিয়া যশৰ কথা যে সেই যুদ্ধ তোমাৰ সহায়েৰে জয় কৰিম ॥ ৪ ॥ ইন্দ্ৰই কৰা পুৰণি কাম বিলাকৰ কথা কম। মঘবান ইন্দ্ৰই যি নতুন কাম কৰিছিল ( তাৰো কথা ) কম। যেতিয়া ইন্দ্ৰই অসুৰৰ মায়াকো পৰাস্ত কৰিলে ( তাৰ পাচতেই ) কেৱল সোমৰ লগত ইন্দ্ৰৰ অসাধৰণ সম্বন্ধ হল ॥ ৫ ॥ হে ইন্দ্ৰ, ( দুঠেঙীয়া আৰু চাৰিঠেঙীয়া ) পশুৰ হিত কেউফালে বিদ্যমান এই সকলো জগত তোমাৰ নিজৰেই। সূৰ্য্যৰ তেজেৰে যি সকলো প্ৰকাশ কৰা (সেয়াও তোমাৰেই)। হে ইন্দ্ৰ, তুমিয়েই গৰুৰ একমাত্ৰ গৰাকী সকলো গৰুৰে গৰাকী। তুমি দিয়া ধন ( আমি যেন ) ভোগ কৰিব পাৰো ॥ ৬ ॥

৭ ঋক্ —ওপৰৰ ৭।৯৭।১০ ঋকৰ দৰে ॥ ৭ ॥

## ৯৯ সূক্ত—ঋ ৭।

### ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিষ্ণু ; ৪-৬ ইন্দ্ৰ আৰু বিষ্ণু।

হে বিষ্ণু, তুমি বৃহৎ মাত্ৰাৰ অতীত শৰীৰেৰে বৰ্দ্ধমান হলে তোমাৰ মহিমা কোনেও বুজি নেপায়। তোমাৰ দুয়োলোক পৃথিৱী আৰু অন্তৰীক্ষ আমি জানো কিন্তু কেৱল তুমিয়েই হে পৰম লোক জানা ॥ ১ ॥ হে দেৱতা বিষ্ণু, তোমাৰ মহিমাৰ পৰম পাৰ, যি জন্ম হৈছিল আৰু যি জন্ম হব ( এই বিলাক ) কোনেও নেপায়। দৰ্শনীয় মহান স্বৰ্গ তুমি ওপৰত স্তম্ভন কৰি পৃথিৱীৰ পূৱকাল ধাৰণ কৰিলা ॥ ২ ॥ হে দ্যাবাপৃথিৱী, তুমি স্তুতি কৰা মানুহক দান কৰিবলৈ ইচ্ছা যুক্ত হৈ অন্নবতী, গোধন যুক্ত আৰু ভাল যৱযুক্ত ( যোৱা বস্তু যুক্ত ) হলা। হে বিষ্ণু, তুমি এই দ্যাবাপৃথিৱীক বিবিধৰূপে স্তম্ভন কৰিলা। পৃথিৱীক কেউফালে পৰ্ব্বতৰে সৈতে দৃঢ় কৰিলা ॥ ৩ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, সূৰ্য্য, উষা আৰু অগ্নিক উলিয়াই আনি যজমানৰ কাৰণে বিস্তীৰ্ণ স্বৰ্গলোক তৈয়াৰ কৰিলা। হে নেতা দুজন, বৃষশিপ্ৰ ( গৰুৰ সিঁচিনা মুখৰ ) দাসৰ মায়া সংগ্ৰামত বিনষ্ট কৰিলা ॥ ৪ ॥ হে ইন্দ্ৰ আৰু বিষ্ণু, শম্বৰ অসুৰৰ দৃঢ় কৰি ৰখা নিৰায়ৈধৈ খন নগৰ নাশ কৰিলা। এশ হেজাৰ বৰ্চিন অসুৰৰ বীৰ এটাও নাইকিয়া কৰি মাৰিলা ॥ ৫ ॥ মহৎ এই স্তুতিৰে, মহান বিস্তীৰ্ণ বিক্ৰমৰ, বলৱন্ত দুজনক ( ইন্দ্ৰ আৰু বিষ্ণুক ) বৰ্দ্ধন কৰিব। হে ইন্দ্ৰ আৰু বিষ্ণু, যজ্ঞত তোমালোকক এনেকুৱা স্তোত্ৰ দিছো। যুদ্ধত তোমালোকে আমাৰ অন্ন বৰ্দ্ধন কৰিবা ॥ ৬ ॥ হে বিষ্ণু, তোমাৰ ফালে মুখ কৰি বষট্কাৰ উচ্চাৰণ কৰিছো। ( বষট্কাৰ উচ্চাৰণ কৰি হবি দিছো )। হে ৰশ্মিৰে বেষ্টিত বিষ্ণু ( শিপিবিষ্ট ), আমাৰ সেই হবি সেৱন কৰা। মোৰ ভাল স্তুতি বাক্যই তোমাক বৰ্দ্ধন কৰক। তোমালোকে সদায় আমাক স্বস্তিৰে পালন কৰা ॥ ৭ ॥

## ১০০ সূক্ত—ঋ ৭।

### ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিষ্ণু।

যি দীঘল খোজ দিয়া বিষ্ণুক হব্য দান কৰে, যি মনেৰে সৈতে মুখেৰে একেলগে উচ্চাৰণ কৰি স্তোত্ৰৰে পূজা কৰে, সি ইমানি মহান মানুহৰ হিত কৰা বিষ্ণুক ( নমস্কাৰ আদিৰে ) পৰিচৰণ কৰে সেই মানুহে ধন ইচ্ছা কৰিলে তৎক্ষণাৎ পাই ॥ ১ ॥ হে অভিলাষ দাতা বিষ্ণু, সকলো মানুহৰ হিত কৰা, দোষহীন অনুগ্ৰহ আমাক দিয়া। যাতে সুপ্ৰাপ্য, বহুত অশ্বযুক্ত, বহুতৰ প্ৰীতিকৰ ধন ( আমি ) লাভ কৰিব পাৰো তেনে কৰা ॥ ২ ॥ এই দেৱতা বিষ্ণুৱে শত পোহৰ থকা পৃথিৱী - ( স্বৰ্গ আৰু অন্তৰীক্ষত ) তিনি খোজ দিলে। বলীতকৈও বলী বিষ্ণুৱে আমাক ( ভাল ) প্ৰভাৱ কৰক ( আমাৰ স্বামী হওক )। এই প্ৰবৃদ্ধ ( চিৰস্থায়ী ) বিষ্ণুৰ নামৰ আৰু ৰূপৰ ৰশ্মিৰে ( আমাক ) প্ৰভাৱ কৰক ॥ ৩ ॥ এই দেৱতা বিষ্ণুৱে পৃথিৱী ( আদি তিনি লোকত ) তিনি খোজ দি ( মানুহৰ ) নিবাস কৰিবৰ অৰ্থে, স্তুতি কৰা লোকক অসুৰৰ পৰা কাঢ়ি আনি দিলে। এই বিষ্ণুৰ স্তোতা সকল নিশ্চল ( সুস্থিৰ ) হয়। সেই সুজন্মৰ বিষ্ণুৱে মানুহক আহল বহল নিবাসৰ ঠাই কৰি দিলে ॥ ৪ ॥ হে সিপিবিষ্ট ( ৰশ্মিয়ে বেষ্টন কৰি থকা ) বিষ্ণু, স্তুতিৰ ঈশ্বৰ, তোমাৰ সেই জানিব লগীয়া খিনি নাম জানি মই এতিয়া স্তুতি কৰিছো। এই পৃথিৱীৰ ( লোকৰ ) বৰ্দ্ধক দূৰত

থকা বজ্ৰী তোমাক বৃদ্ধতৰ হৈ মই স্তুতি কৰিছোঁ ॥ ৫ ॥ হে বিষ্ণু, তোমাৰ সেই নাম কি দোষাবহ হয় যি নাম আম লোকক কৈছা যে 'মই শিপিবিষ্ট'? যদিও ৰূপ সলনি কৰি সংগ্ৰামত (সহায় কৰিছা) আছা, তোমাৰ ৰূপ আমাৰ পৰা নলুকাবা ॥ ৬ ॥

৭ ঋক—ওপৰৰ ৭।৯৯।৭ মন্ত্ৰৰ দৰে ॥ ৭ ॥

## ১০১ সূক্ত— ঋ ৬ ।

ঋষি—অগ্নিৰ পুত্ৰ কুমাৰ; বা বসিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্ : দেৱতা—পৰ্যন্য ।

(হে ঋষি) তিনিবিধ স্তুতি বাক্য (ঋক, যজু, সামাত্মক) জ্যোতিষ্মান (প্ৰনব) আগত দি গোৱা,- যি বায়ুই মেঘৰ ওহাৰৰ পৰা পানী খিৰাই, সেয়েই ভূমিৰ গছ-গছনি বিলাকৰ গৰ্ভ শীঘ্ৰে দি প্ৰাদুৰ্ভব হৈয়েই বৃষভৰ দৰে নিনাদ কৰিছে ॥১॥ যি পৰ্যন্যাই গছ-গছনি বিলাক বৰ্দ্ধন কৰে, যি পানীৰ বৰ্দ্ধক, যি দেৱতা সকলো জগতৰ ঈশ্বৰ, সেই ত্ৰিধাতুৰ (তিনি ভূমিৰ) পৰ্যন্যাই আমাক ঘৰৰ সুখ দিয়ক । তিনি ঋতুত বৰ্ত্তমান তেওঁ নিজৰ খোৱা বস্তু আৰু জ্যোতি আমাক দিয়ক ॥২॥ এই পৰ্যন্যাৰ এটা ৰূপ নিবৃত্ত প্ৰসবা (পোৱালী দিবলৈ এৰা) গৰুৰ দৰে, (আৰু) অন্য ৰূপ পোৱালী দিয়া গৰুৰ দৰে বৰষুণ দিয়ে। এই পৰ্যন্যাই নিজ শৰীৰ যেনেকৈ ইচ্ছা তেনেকৈ নিৰ্ম্মাণ কৰে। পিতৃয়ে স্বৰ্গৰ পৰা দিয়া পানী মাক পৃথিৱীয়ে ধৰে, আৰু তাৰ পৰাই পিতৃৰ বৰ্দ্ধন হয় আৰু পুত্ৰৰ (প্ৰাণী বিলাকৰ) বৰ্দ্ধন হয় ॥ ৩ ॥ এই পৰ্যন্যাৰ পৰা সকলো ভুবন তিষ্ঠি আছে, যাৰ কাৰণে দ্যুলোক অৱস্থিত, যাৰ পৰা পানী তিনি ধাৰা হৈ গৈছে, উপ-সিঞ্চনৰ কাৰণে তিনি প্ৰকাৰ মেঘ মহান পৰ্যন্যাৰ কেউফালে মধু (পানী) ক্ষৰণ কৰে ॥ ৪ ॥ এই স্তোত্ৰবচন স্বৰাট, পৰ্যনাৰ কাৰণে কৰা হৈছে। তেওঁৰ হৃদয়ত এই স্তোত্ৰ সোমাওক আৰু গ্ৰহণ কৰক। সুখৰ বৰষুণ আমাৰ কাৰণে পৰক। পৰ্যন্যাই ৰক্ষা কৰা গছ-গছনি বিলাক সুফলা হওক ॥৫॥ সেই পৰ্যন্যাই বহুত গছ-গছনিৰ বৃষভৰ দৰে ৰেত: দান কৰা হয়। সেই পৰ্যন্য স্থাৱৰ আৰু জঙ্গমৰ আত্মা। সেই পৰ্যন্যাই দিয়া ঋতৰে (পানীৰে) মোক এশ শৰৎকাল ৰক্ষা কৰক। তোমালোকে সদাই আমাক স্বস্তিৰে ৰক্ষা কৰা ॥৬॥

## ১০২ সূক্ত ঋ ৩ ।

ঋষি—অগ্নিৰ পুত্ৰ কুমাৰ; বা বসিষ্ঠ। ছন্দ— গায়ত্ৰী। দেৱতা—পৰ্যন্য ।

স্বৰ্গৰ পুত্ৰ পৰ্যন্যাৰ স্তোত্ৰ গোৱা। সেই বৰ্দ্ধক পৰ্যন্যাই আমাক অন্ন দিবলৈ মন কৰক ॥১॥ যি পৰ্যন্যাই গছ-গছনি বিলাকৰ, গৰুৰ, ঘোঁৰাৰ, মাইকী মানুহৰ গৰ্ভৰ কাৰণ পানী উৎপত্তি কৰে (সেই পৰ্যন্যাক স্তুতি কৰা) ॥২॥ সেই পৰ্যান্যালৈ (অগ্নি দেৱতাৰ) মুখত অতি মধুৰ হবি হোম কৰা। অন্ন যাতে আমি পাওঁ— তেওঁ তেনে কৰক ॥ ৩ ॥

## ১০৩ সূক্ত— ঋ ১০ ।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বসিষ্ঠ । ছন্দ—ত্ৰিষ্টুভ্; ১ অনুষ্টুভ্ । দেৱতা—ভেকুলী । (মণ্ডুক সূক্ত)

ব্ৰতচাৰী ব্ৰাহ্মনৰ দৰে এবছৰ শুই (মনে মনে) থকা ভেকুলীবোৰে পৰ্যন্যাই সাৰ পোৱাই দিলত মাত মাতিবলৈ ধৰিছে ॥১॥ স্বৰ্গৰ পৰা পানী বিলাক যেতিয়া শুকায় থকা হ্ৰদত চামৰাৰ মোনাৰ দৰে পৰি থকা সেই ভেকুলীৰ ওপৰত পৰিল, তেতিয়া ভেকুলীৰ তোৰ তোৰণি শব্দ বিলাক পোৱালী লগীয়া গাই গৰুৰ হেম্বেলনীৰ দৰে মিল হৈ গল ॥২॥ যেতিয়া এই উৎসুক পিয়াহত থকা (ভেকুলী) বোৰক এই (পৰ্যনাই) বৰষুণৰ বতৰ আহিলত বৰষুণ ঢালি দিলে (তেতিয়া) ইটোৱে তোৰ-তোৰাই বাপেকৰ ওচৰলৈ পুতেক যোৱা দৰে তোৰ-তোৰাই থকা সিটোৰ ওচৰলৈ যায় ॥ ৩ ॥ পানী বৈ যাওঁতে, ধেমালী কৰি ফুৰোতে ইটোৱে সিটোক অভিনন্দন জনাই। বৰষুণ পৰি থাকোতে যেতিয়া ভেকুলীবোৰে জপিয়াই ফুৰে, তেতিয়া ফুট্ ফুটীয়া ৰঙৰ আৰু সেউজীয়া ৰঙৰ বিলাকৰ মাত মিল হৈ যায় ॥ ৪ ॥ যেতিয়া ইহঁতৰ এটাই ইটোৰ মাত লৰাক শিক্ষকে শিকোৱাৰ দৰে আওৰায় (অনুশীলন বা প্ৰত্যুত্তৰ দিয়ে) তেতিয়া সকলো বোৰে সমস্বৰ পৰ্ব্বৰ দিনত বেদ মন্ত্ৰ উচ্চাৰণ কৰা দৰে শুনা যায় ॥ ৫ ॥ কোনো টোৱে গৰুৱে হেম্বেলিওৱা দৰে, কোনো টোৱে ছাগলীয়ে বেবোৱা দৰে মাত মাতে। এটা সাধাৰণ ভেকুলী যদিও সিহঁত বেলেগ বেলেগ বৰণৰ। মাত মাতোতে সিহঁতে বহুত তাল-সুৰ লগাই ॥ ৬ ॥ অতিৰাত্ৰ সোম যজ্ঞত ব্ৰাহ্মণ সকলে পূৰ্ণ সৰোবৰৰ চাৰিওফালে স্তোত্ৰ গোৱা দৰে তোমালোকে হে ভেকুলী বিলাক, সেই বৰষুণ হোৱা দিনটোক আদৰণি জনোৱা ॥ ৭ ॥ সোমৰস চেপা ব্ৰাহ্মণ সকলে বাৎসৰিক প্ৰাৰ্থনা কৰি ডাঙৰ মাত মতা দৰে (তেওঁ বিলাকৰ) ভেকুলী বিলাকৰ মাত ডাঙৰ কৰি তুলিছে। অধ্বৰ্য্যু বিলাকে

(যেন) গৰমত ঘৰ্ম্মাক্ত হৈ ওলাইছেহি। তেওঁবিলাকৰ কোনো লুকাই থকা নাই ॥৮॥ তেওঁবিলাকে ঈশ্বৰে দিয়া বাৰ মাহৰ নিয়ম পালন কৰে। এই নেতা মণ্ডূক বিলাকে ঋতু বিলাক উলঙ্ঘা নকৰে। বছৰ পূৰা হৈ বৰ্ষা আহিলে গ্ৰীষ্মকালৰ তাপত ৰক্ষা নোপোৱা ভেকুলী বিলাকে গাঁতৰ পৰা মুক্তি পালে ॥৯॥ গৰুৰ দৰে হেম্বেলিওৱা জনে আমাক ধন দিয়ক। ছাগলীৰ দৰে মতা জনে আমাক ধন দিয়ক, সেউজীয়া ৰঙৰ জনেও আমাক ধন দিয়ক, ফুট্‌ফুটীয়া বৰণৰ জনেও আমাক ধন দিয়ক। ভেকুলী বিলাকে আমাক শত শত গাই গৰু দান কৰক আৰু সহস্ৰ সোম যজ্ঞত আমাৰ জীৱন দীঘল কৰক ॥ ১০ ॥

## ১০৪ সূক্ত— ঋ ২৫।

ঋষি—মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ— ১-৬।১৮।২১।২৩-জগতী; ৭-ত্ৰিষ্টুভ্ বা জগতী; ৮-১৭।১৯।২০।২২।২৪-ত্ৰিষ্টুভ্; ২৫-অনুষ্টুভ্। দেৱতা—১-৭।১৫।২৫-ইন্দ্ৰ আৰু সোম; ৮।১৬।১৯-২২।২৪- ইন্দ্ৰ; ৯।১২।১৩-সোম; ১০।১৪-অগ্নি; ১১-দেৱতা সকল; ১৭-সোম চেপা শিল (গ্ৰাব), ১৮- মৰুত সকল, ২৩-পূৰ্ব্বাৰ্দ্ধ-বসিষ্ঠ, উত্তৰাৰ্দ্ধ পৃথিৱী আৰু অন্তৰীক্ষ।

হে ইন্দ্ৰ আৰু সোম, ৰাক্ষস বিলাকক সন্তাপিত কৰা,—হিংসা কৰা। হে কামবৰ্ষী দুজন, অন্ধকাৰত বৰ্দ্ধন হোৱা ৰাক্ষস বিলাকক তললৈ (পেলাই) দিয়া।— পুৰি পেলোৱা, মাৰি পেলোৱা, দূৰ কৰি দিয়া। খাই মৰা বিলাকক নাইকিয়া কৰা,—খুচি দিয়া ॥১॥ হে ইন্দ্ৰ আৰু সোম, অনৰ্থৰ মূল, খেদি মৰা ৰাক্ষস বিলাকক একেবাৰেই অভিভৱ কৰা। তোমালোকৰ তেজেৰে তাপিত হৈ ৰাক্ষস বিলাক অগ্নিত দিয়া চৰুৰ দৰে পোৰক। ব্ৰাহ্মণক হিংসা কৰা, মাংস খোৱা, ঘোৰ চকুৰ কিমিদিন (কি মাৰিম এই বুলি কোৱা) বিদ্বেষী বিলাকক অবয়ৱ নাইকিয়া কৰি দিয়া ॥২॥ হে ইন্দ্ৰ আৰু সোম, দুষ্কৃত (বেয়া কাম কৰা) ৰাক্ষসক আবৰক অবলম্বন হীন অন্ধকাৰত পেলাই খুচি মাৰা, যাতে ইয়াৰ মাজত এটাও আকৌ ওলাই যাব নোৱাৰে। সেই তোমালোকৰ খঙ আৰু বল ৰাক্ষস মাৰিবলৈ সমৰ্থ হওক ॥৩॥ হে ইন্দ্ৰ আৰু সোম, স্বৰ্গৰ পৰা মাৰিব পৰা অস্ত্ৰ উৎপাদন কৰা। পৃথিৱীৰ পৰাও ৰাক্ষস মৰা অস্ত্ৰ উলিওৱা। মেঘৰ পৰাও উপতাপক অস্ত্ৰ উলিওৱা— যি বজ্ৰপাতেৰে ৰাক্ষস বধ কৰিছিলা (সেই বজ্ৰ উলিওৱা) ॥৪॥ হে ইন্দ্ৰ আৰু সোম, অন্তৰীক্ষৰ সকলো ফালৰ পৰা অস্ত্ৰ পঠিয়াই দিয়া। তোমালোকে দৃঢ় লোহাৰ অস্ত্ৰ ([illegible]) অগ্নিত তপত কৰি ৰাক্ষসৰ গাৰ কাষত বিদ্ধি দিয়া। সেই ৰাক্ষসৰ মাত নাইকিয়া হওক ॥৫॥ হে ইন্দ্ৰ আৰু সোম, এই আমি কৰা স্তুতিৰে, যি স্তুতি তোমালোকলৈ মেধাৰে সৈতে পঠিয়াইছো (তাৰে) তোমালোক দুয়োকে পেটীৰে ঘোঁৰাৰ মুকুত ৰক্ষা দৰে বান্ধক হৈ। এই আমি কৰা স্তোত্ৰ ৰজাৰ দৰে ধনেৰে পূৰণ কৰি ফলবতী কৰা ॥৬॥ হে ইন্দ্ৰ আৰু সোম, খৰকৈ চলা ঘোঁৰাৰে আহা। দ্ৰোহ কৰা একা-বেকাকৈ যোৱা ৰাক্ষস বিলাকক মাৰা। হে ইন্দ্ৰসোম, দ্ৰোহেৰে আমাৰ বেয়া কৰা, দুষ্কৰ কৰ্ম্ম কৰা ৰাক্ষস বিলাকক সুখ নিদিবা ॥৭॥ শুদ্ধ মনেৰে ফুৰা মোক অন্যায় বাক্যৰে যি গালি পাৰে, হে ইন্দ্ৰ, মুষ্টি মাৰি ধৰা পানীৰ দৰে সেই বিলাকৰ অস্তিত্ব শূণ্য হৈ যাওক ॥৮॥ সত্যবাদী মোক যি নিজ কৰ্ম্মৰ পালনীয় ফল নষ্ট কৰে, যি বা বল যুক্ত হৈ ভাল কথা কোৱা মোক দোষাৰোপ কৰে, সোম দেৱতাই সিহঁতক সাপলৈ এৰি দিয়ক বা নিঋতি দেৱতাৰ কোলাত পেলাই দিয়ক ॥৯॥ হে অগ্নি, যি আমাক অন্নসাৰ (ৰস) পাবলৈ হিংসা কৰে (নিদিয়ে) ঘোঁৰাৰ, গৰুৰ আৰু আমাৰ শৰীৰৰ সাৰ পদাৰ্থ নষ্ট কৰে, বাধক, চোৰ, অপহৰণকাৰী—এই সকলো বিলাক অন্ত হৈ যাওক। সিহঁত শৰীৰ আৰু পুত্ৰহীন হৈ যাওক ॥১০॥ সেই বিলাকৰ নিজ শৰীৰ আৰু পুত্ৰ আঁতৰ হৈ যাওক (মৰক)। সিহঁত তিনিও লোকৰ তললৈ অধঃপতন যাওক। হে দেৱতা দুজন, ইহঁতৰ অন্ন শুহি পেলোৱা। যি আমাক দিনত মাৰিব খোজে আৰু ৰাতি মাৰিব খোজে সিহঁতৰ অন্ন শুহি পেলোৱা ॥১১॥ জ্ঞানী জনৰ এই কথা জানিবলৈ সহজ যে সত্য আৰু অসত্য কথাই স্পৰ্দ্ধা কৰে (পৰস্পৰ বিপৰীত)। যাৰ বচন সত্য, অকুটিল, তাক সোমে ৰক্ষা কৰে, অসত্যক মাৰে ॥১২॥ পাপকাৰীক সোম দেৱতাই (যাবলৈ) এৰি নিদিয়ে, (আৰু) বলৱন্ত মিছা কথা কোৱা অসৎ মানুহক এৰি নিদিয়ে (বান্ধি ৰাখে) অসত্য ভাষীকো এৰি নিদিয়ে। সোমে মৰা দুয়োবিধ ইন্দ্ৰৰ বন্ধনত পৰি থাকে ॥১৩॥ যদিবা মই অসত্যবাদীয়েই হওঁ, অথবা দেৱতাক নিষ্ফল অৰ্চনা কৰিলো (তেনেহলে মোক বাধা দিয়া)। হে জাতবেদ অগ্নি আমাক কিয় খঙ কৰিছা? তোমাৰ বিষয়ে মিছা কোৱাৰ ধ্বংস হওক ॥১৪॥ যদি মই ৰাক্ষস হওঁ, বা

যদি কোনো মানুহৰ জীৱন নাশ কৰিছো, তেনেহলে মই আজিয়েই মৰিম। যি মোক মিছাকৈ ৰাক্ষস বুলি সম্বোধন কৰিছে তেনেহলে তাক দহহাটা পুতেক বিয়োগ হওক ॥১৫॥ যি ৰাক্ষসে ৰাক্ষস নোহোৱা মোক ৰাক্ষস বুলি সম্বোধন কৰিছে, যি বা ৰাক্ষসে মই শুচি (ৰাক্ষস নহয়) বুলি কৈছে, সেই দুয়োবিধ ৰাক্ষসক ইন্দ্ৰই মহৎ অস্ত্ৰেৰে বধক। সি সকলোতকৈ অধম জন্তু হৈ পতন হওক ॥১৬॥ যি ৰাক্ষসীয়ে ৰাতি দ্ৰোহ কৰিবলৈ নিজৰ শৰীৰ লুকায় ফেঁচাৰ দৰে যায় সেই ৰাক্ষসী তললৈ মুখ কৰি অনন্ত গৰ্ত্তত পতিত হওক। সোম চেপা শিলে শব্দ কৰি সেই ৰাক্ষসীক চেপী পেলাওক ॥১৭॥ হে মৰুত সকল, তোমালোকে ৰাক্ষস মাৰিবলৈ প্ৰজাৰ মাজত আছা। যি ৰাক্ষসে চৰাই হৈ ৰাতি আহে, যি বা দীপ্ত যজ্ঞত হিংসা কৰে, সেই ৰাক্ষস বিলাকক ধৰি পিহি পেলোৱা ॥১৮॥ হে ইন্দ্ৰ, অন্তৰীক্ষৰ পৰা বজ্ৰপাত মাৰা। সোমেৰে তীক্ষ্ণ হৈ থকা যজমানক হে মঘবান ইন্দ্ৰ, সুখ দিয়া। আৰু পূবত থকা, পশ্চিমত থকা, উত্তৰত আৰু দক্ষিণত থকা ৰাক্ষসক পৰ্ব্ব (পাৰ) যুক্ত বজ্ৰেৰে মাৰি পেলোৱা ॥১৯॥ সেই ৰাক্ষস বিলাক কুকুৰৰ দৰে আহে। যি মাৰিবলৈ বিচৰা বোৱে অহিংস ইন্দ্ৰক মাৰিবলৈ বিচাৰে সেই কপটীয়া বিলাকক মাৰিবলৈ ইন্দ্ৰই অস্ত্ৰ ধাৰ কৰিছে। হে ইন্দ্ৰ, ৰাক্ষসলৈ সোনকালেই বজ্ৰ পাত মাৰি দিয়া ॥২০॥ হৰি মথন কৰা কালে (কাল কাঠে) হিংসক ৰাক্ষসক এই শক্ৰ ইন্দ্ৰই গছ বিলাক কুঠাৰেৰে কটা দৰে, মুসলেৰে পাত্ৰ ভঙা দৰে ধ্বংস কৰে ॥২১॥ (হে ইন্দ্ৰ) ফেঁচা হৈ যোৱা ৰাক্ষসক মাৰা। সৰু ফেঁচা, পোৱালী ফেঁচা, কুকুৰ হৈ যোৱা চক্ৰবাক (চাকৈ চকোৱা) হৈ যোৱা, শেন হৈ যোৱা ৰাক্ষসক আৰু শগুণ হৈ যোৱা (এই) সকলো বিলাক ৰাক্ষসক মাৰা ॥২২॥ ৰাক্ষস বিলাক ব্যাপ্ত নওহক। যাতনা দিয়া মতা-মাইকী ৰাক্ষস বিলাকক উৰাই নষ্ট কৰক। যি কিমীদিন (কি মাৰিম কি মাৰিম কৰি থকা) ৰাক্ষস আছে (তাকো মাৰা) পৃথিৱীয়ে আমাৰ পৃথিৱীত হোৱা, অন্তৰীক্ষত হোৱা আৰু স্বৰ্গত হোৱা পাপৰ পৰা ৰক্ষা কৰা। ২৩॥ হে ইন্দ্ৰ, পুৰুষ ৰূপ ধৰা ৰাক্ষস মাৰা। আৰু মায়াৰে হিংসা কৰা ৰাক্ষসীক মাৰা। মাৰণ কৰাই যাৰ কাম সিহঁতৰ দিঙি কাটি নষ্ট কৰা। তেনে ৰাক্ষসে উদয় হোৱা সূৰ্য্য নেদেখক ॥২৪॥ হে সোম আৰু ইন্দ্ৰ, প্ৰতি ৰাক্ষসক চোৱা। ভালকৈ চাৰিওফালে চোৱা। তোমালোক জাগৃত হৈ থাকা। হিংসা কৰা ৰাক্ষসক বজ্ৰপাত অস্ত্ৰ মাৰা ॥২৫॥

ওঁ তৎসৎ।

ইতি ঋগ্বেদ সহিতাৰ সপ্তম মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্ম্মা মহাবিদ্যালয়, যোৰহাট। ২৭ বহাগ, ১৮৯৫ শক। ইং ১০।৫।৭৩ ॥



# ঋগ্বেদ সংহিতা ও অসমীয়া অনুবাদ

## অষ্টম মণ্ডল।

এই মণ্ডলৰ ঋষি সকল সাধাৰণতে কণ্ব ঋষিৰ পুত্ৰ-পৌত্ৰ। মাজে মাজে অন্য ঋষিও আছে।

### প্ৰথম সূক্ত—ঋক্ সংখ্যা ৩৪।

ঋষি - ১।২ কণ্বৰ পুত্ৰ প্ৰগাথ ঘোৰ; ৩-২৯ কণ্বৰ পুত্ৰ মেধাতিথি আৰু মেধ্যাতিথি; ৩০ ৩৩ প্লয়োগৰ পুত্ৰ অসঙ্গ; ৩৪-অঙ্গিৰসৰ কন্যা শশ্বতী—তেওঁ অসঙ্গৰ পত্নী। ছন্দ১-৪-প্ৰগাথ (অযুগ্ম বৃহতী যুগ্ম সতো বৃহতী; ৫-৩২ বৃহতী; ৩৩-৩৪ ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ; ১-২৯ ইন্দ্ৰ, ৩০-৩৩ আসঙ্গৰ দান স্তুতি; ৩৪—আসঙ্গ।

হে সখা স্তোতা সকল, ইন্দ্ৰৰ বাহিৰে অন্যৰ স্তুতি উচ্চাৰণ নকৰিবা। কোনো দোষে নেপায়। সোম চেপা হলে কামবৰ্ষী ইন্দ্ৰকেই একেলগ হৈ স্তুতি কৰিবা। ইন্দ্ৰৰ বিষয় উক্থ স্তোত্ৰ পুনঃ পুনঃ গাবা ॥ ১ ॥ বৃষভৰ দৰে খেদি যোৱা, অজৰ, বৃষভৰ দৰে শত্ৰু প্ৰজাৰ অভি-ভৱ কৰ্ত্তা, শত্ৰুৰ বিদ্বেষ্টা, বিচাৰিব লগীয়া, (অনুগ্ৰহ আৰু বিগ্ৰহ) দুয়োবিধ কৰা, অতি দাতা, (দিব্য আৰু পাৰ্থিৱ) দুয়োবিধ ধন থকা (ইন্দ্ৰক স্তুতি কৰা) ॥ ২ ॥ এই সকলো মানুহে ৰক্ষণৰ কাৰণে নানাৰূপে বেলেগে বেলেগে স্তুতি কৰিছে যদিও হে ইন্দ্ৰ, আমাৰ এই স্তোত্ৰ সদায় তোমাৰ বৰ্দ্ধক হওক ॥৩॥ হে মঘৱন, বিদ্বান, তোমাৰ স্তোতাই শত্ৰুক আক্ৰমণ কৰি ৰূপাই দি বৰ আপদৰ পৰা উদ্ধাৰ পাই। তুমি আমাৰ ওচৰলৈ আহা। অতি ওচৰৰ আমাক ৰক্ষণৰ কাৰণে বহুত ৰূপৰ অন্ন দিয়া ॥ ৪ ॥ হে বজ্ৰবান ইন্দ্ৰ, মহৎ মূল্যতো তোমাক বেচি নিদিওঁ। হে বজ্ৰহস্ত ইন্দ্ৰ, সহস্ৰ ধনতো নিদিওঁ, অযুত ধনতো নিদিওঁ। হে বহুত ধন থকা ইন্দ্ৰ, অপৰিমিত ধনতো নিদিওঁ ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি আমাৰ পিতাতকৈও বেচি ধনবান। পালন নকৰা ভাতৃতকৈও বেচি ধনবান। হে বাসক ইন্দ্ৰ, তুমি মোৰ মাতৃৰ সমান ব্যাপক ধন পাবৰ কাৰণে অৰ্চনীয় ॥ ৬ ॥ হে ইন্দ্ৰ,. তুমি কোন দেশলৈ গৈছিলা? এতিয়া ক'ত আছা? বহুত যজমানলৈ তোমাৰ মন যায়। যুদ্ধ নিপুন যুদ্ধকাৰী হে পুৰন্দৰ ইন্দ্ৰ,—আহা। গান গাব জনা আমাৰ স্তোতাই স্তুতি কৰিছে ॥ ৭ এই ইন্দ্ৰলৈ গাবলগীয়া গান (স্তোত্ৰ) গোৱা—(হে স্তোতা সকল) পুৰন্দৰ ইন্দ্ৰক সকলোৱে ভজন কৰিব লগীয়া। যি ঋক্‌বে (ঋক্ গাওঁতে) কণ্বৰ পুত্ৰৰ যজ্ঞলৈ ইন্দ্ৰ গৈছিল আৰু (যি ঋক্ গাওঁতে) পুৰী ভাঙি দিছিলে, সেই গাবলগীয়া ঋক্ গোৱা ॥ ৮ ॥ হে ইন্দ্ৰ, দহ যোজন যাব পৰা যি তোমাৰ ঘোঁৰা আছে আৰু অন্য যি শত সহস্ৰ বৰ্ষক দ্ৰুতগামী ঘোঁৰা আছে, সেই ঘোঁৰাৰে আমাৰ ওচৰলৈ খৰকৈ আহা ॥ ৯ ॥ সকলো (বস্তু) দিবাব পৰা, অতি বেগী, ভালকৈ দিবাব পৰা বহুত ধাৰাৰ বৰষুণেৰে আলঙ্কৃত কৰা ইন্দ্ৰক আজি গাই গৰু ৰূপৰ ইন্দ্ৰক এতিয়াই স্তুতি কৰিছো ॥ ১০ ॥ এতশক (ৰাজৰ্ষিক) যেতিয়া সূৰ্য্যাই দুঃখ দিছিল, শতক্ৰতু ইন্দ্ৰই অৰ্জ্জুনৰ পুত্ৰ কুৎস ঋষিক বক্ৰ গতিৰ বতাহৰ দৰে বেগী ঘোঁৰাৰে বহন কৰি নিছিল। আৰু কোনেও দুঃখ দিব নোৱাৰাকৈ (ছদ্মবেশেৰে) সূৰ্য্যক আক্ৰমণ কৰিছিল। ॥ ১১ ॥ যি ইন্দ্ৰই জোৰা লগোৱা (দৰৱ) নোজোৰাকৈয়ে দিঙিৰ ওচৰত কটা ঘা, তেজ ওলোৱাৰ আগতে জোৰা লগাই দিছিল, (তেওঁ) মঘ-বান, বহুত ধনৰ ইন্দ্ৰই (কটা ঘা) পুনৰ ভাল কৰি দিয়া হল ॥ ১২ ॥ হে ইন্দ্ৰ, তোমাৰ কৃপাত আমি নীচ নহওঁ। —দুঃখিত নহওঁ। দালপাত নোহোৱা গছৰ দৰে নহওঁ। হে বজ্ৰবান ইন্দ্ৰ, অন্যাই পুৰিব নোৱাৰা ঘৰত থাকি আমি তোমাক স্তুতি কৰিম ॥ ১৩ ॥ হে বৃত্ৰক বধ কৰা ইন্দ্ৰ, খৰ নকৰাকৈ আৰু উগ্ৰ নোহোৱাকৈ (ভক্তি শ্ৰদ্ধাৰে) আমি তোমাক স্তুতি কৰিম। হে শূৰ ইন্দ্ৰ, তোমাৰ কাৰণে এবাৰ বহুত ধনেৰে ভাল স্তোত্ৰ অনুমোদন কৰিম (গাম) ॥১৪॥ এই ইন্দ্ৰই মোৰ স্তোত্ৰ যদি শুনে তেতিয়া সেই ইন্দ্ৰক আমাৰ সোমে আমোদ দিয়ক। (সেই সোম) বেকাকৈ বধা কুশৰ চাকণিৰে চাকি

।। ১৫ ।। হে ইন্দ্ৰ, অন্য ঋষিৰে সৈতে তোমাক সেৱা কৰা স্তোতাৰ স্তুতিলৈ তুমি বেগাই আহা। ধনবান অন্য যজমানৰ স্তোত্ৰেৰেও তোমাক স্তুতি কৰক। এতিয়া তোমাৰ ভাল স্তুতি কৰিবলৈ ময়ো বিচাৰিছোঁ। ।।১৬।। ( হে অধ্বৰ্য্যু সকল ) শিলেৰে সোম চেপা,—পানীৰে ধোৱা। নেতা ( মৰুত ) সকলে আকাশ চামৰাৰ ঢাকনিৰ দৰে কৰি পানী ( বৰষুণ কৰি ) নদীৰ কাৰণে উলিয়াই আনিব ।। ১৭ ।। হে ইন্দ্ৰ, এতিয়া পৃথিবীৰ পৰা, অন্তৰীক্ষৰ পৰা বা মহৎ নক্ষত্ৰ শোভিত স্বৰ্গৰ পৰা আহি এই বিস্তৃত মোৰ স্তুতিৰে বৰ্দ্ধন হোৱা। হে সুকৰ্ম্মা ইন্দ্ৰ, আমাৰ পৰা উৎপন্ন হোৱা সকলৰ অভিলাষ পূৰ্ণ কৰা ।' ১৮। ( হে অধ্বৰ্যু্য সকল ) ইন্দ্ৰৰ কাৰণে অতি আমোদ কৰা বৰণীয় সোম ভালকৈ চেপা। শক্ৰ ইন্দ্ৰক সকলো ক্ৰিয়াৰ দ্বাৰা সন্তোষ কৰি অন্ন ইচ্ছা কৰা এই যজমানে বৰ্দ্ধন কৰিছে ।। ১৯ ।। হে ইন্দ্ৰ, তোমাক যজ্ঞত সোমৰ ধাৰা বোৱাই স্তুতিৰে দিওঁতে কামনা ( ভিক্ষা ) কৰোতে খঙ নকৰিবা। সিংহৰ দৰে ভয়ঙ্কৰ ভৰ্ত্তাৰ পৰা কোন মানুহে ( পাবলৈ ) নিবিচাৰিব ? ।। ২০ ।। আমোদ কৰা স্তোত্ৰেৰে পথিওৱা আমোদ কৰা তীক্ষ্ণ সোমৰ বললে যুক্ত ইন্দ্ৰই সোমপান কৰক। সকলো শক্ৰক জয় কৰা, শক্ৰৰ গৰ্ব্ব খৰ্ব্ব কৰা পুত্ৰধন ( ইন্দ্ৰই ) সোম পানৰ হৰ্ষত আমাক ধন দিয়ে ॥২১॥ যজ্ঞত হবি দিওঁতাক বহুত বৰণীয় ধন দেৱতা ইন্দ্ৰই দিয়ে। সোম চেপাক আৰু স্তুতি কৰাক, সকলো কামতে প্ৰবৃত্ত হোৱা অৰিকো স্তুতি কৰা ইন্দ্ৰই ধন দিয়ে ॥২২॥ হে ইন্দ্ৰ আহা, —হে দেৱতা, দৰ্শনীয় সোমৰূপী ধনেৰে আনন্দ কৰা। সোমেৰে মৰুত সকলেৰে সৈতে প্ৰীত হৈ ডাঙৰ পেট সৰোবৰৰ দৰে পূৰণ কৰা ॥ ২৩ ॥ হে ইন্দ্ৰ, সোণময় ৰথত লগোৱা সহস্ৰ ঘোঁৰাই তোমাক লৈ আহক। মন্ত্ৰেৰে যোজনা কৰা শত কেশৰ লগা ঘোঁৰাই সোমপান কৰিবলৈ তোমাক লৈ আহক ॥ ২৪ ॥ হে ইন্দ্ৰ, সোণময় ৰথত লগোৱা ম'ৰা পখীৰ দৰে নেজৰ বগা পিঠিৰ ঘোঁৰাই মধুৰ স্তুত্য সোম অন্ন পান কৰিবলৈ তোমাক বহন কৰি আনক ॥ ২৫ ॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, চেপা এই সোম প্ৰথমে পান কৰা বায়ুৰ দৰে সোনকালে পান কৰা। পৰিষ্কাৰ কৰা, ৰসাল এই ৰস আমোদকৰ, সাজো, আমোদ উৎপাদন কৰিবলৈ সক্ষম ॥ ২৬ ॥ যি ইন্দ্ৰই অকলে নিজ কৰ্ম্মেৰে শক্ৰ অভিভৱ কৰে, কৰ্ম্মত মহান, উগ্ৰ, শিৰস্ত্ৰাণ ( মুকুট ) যুক্ত সেই ইন্দ্ৰ আহক। ( আমাৰ পৰা) আঁতৰি নেথাকক। আমাৰ স্তোত্ৰ লওক। বৰ্জন নকৰক ॥ ২৭ ॥ হে ইন্দ্ৰ, তুমি লৰাই কুৰাৰ পৰা শুষ্কৰ নিবাস কৰা পুৰ অস্ত্ৰেৰে ভাঙি দিছিলা। পোহৰত তাক পিচে পিচে খেদি যোৱা। হে ইন্দ্ৰ, তুমি দুবিধ ( স্তৱ আৰু হব্যৰে ) হৰণ কৰিবলগীয়া হৈছা ॥ ২৮ ॥ হে বসু ইন্দ্ৰ, মোৰ স্তোত্ৰই সূৰ্য্য উদয় হলে তোমাক আমাৰ ফালে লৈ আহক। দিনৰ দুপৰীয়াও লৈ আহক। দিন অন্ত হলে আৰু ৰাতিও আমাৰ ফালে লৈ আহক ॥২৯॥ ( আসঙ্গ ৰজাই দান দি কৈছে ) হে মেধাতিথি, স্তুতিকৰা, স্তুতিকৰা। এই ধনবান বিলাকৰ ভিতৰত আমিয়েই তোমাক বেচি ধন [illegible] অন্য ঘোঁৰাক চেৰ পেলাই, ( আৰু যি ) [illegible] আৰু উৎকৃষ্ট পথ যুক্ত ॥ ৩০ ॥ বাট বিচাৰি ফুৰা ঘোঁৰা মই আদৰেৰে তোমাক ৰথত যোজনা কৰিছিলো। ভাল ধন দান কৰিব, —মই জানো। মই যদু বংশত জন্ম আৰু মোৰ বহুত পশু আছে ॥ ৩১ ।। যি চলন্ত সোণৰ ছালৰ কাপোৰেৰে বন্ধা ধন মোক দিছিল, তেওঁ শব্দ কৰা ৰথ যুক্ত হৈ শক্ৰৰ সকলো ধন জয় কৰক। ৩২ ।। হে অগ্নি, প্লায়োগৰ পুত্ৰ আসঙ্গ ৰজাই দহহেজাৰ গৰু দান দি অন্য দাতাক চেৰ পেলালে। পাচত দীপ্যমান দহহেজাৰ মোক দিয়া সেচক ষাড় সৰোবৰৰ পৰা নল ওলোৱা দৰে আমাৰ ফালে আছিল ( আহি বলহি ) ।। ৩৩ ।। এই আসঙ্গৰ আগফালে থকা হাড় নাইকিয়া মাংস ডাঙৰ ওলমি থকা দেখা গৈছে। ( অঙ্গিৰসৰ জীয়েক আসঙ্গৰ ভাৰ্য্যা ) শাশ্বতী নাৰীয়ে দেখি কৈছে " হে স্বামি, তুমি অতি কল্যানীয় ভোগ কৰিবলগীয়া ৰূপ ধাৰণ কৰিছা ।। ৩৪ ।।

## ২ সূক্ত—ঋ ৪২ ।

**ঋষি—১ ৪০ কণ্বৰ পুত্ৰ মেধাতিথি আৰু অঙ্গিৰাৰ পুত্ৰ প্ৰিয়মেধ। ৪১ ৪২ কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ -গায়ত্ৰী, ২৮ অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ ; ৪১।৪২ – বিভিন্দু ।**

হে বসু ইন্দ্ৰ, এয়া চেপা সোম পান কৰা। তোমাৰ পেট পূৰ্ণ কৰা। হে ভয়হীন তোমাক সোম দিয় ॥১॥ নেতাসকলে ধোৱা শিলেৰে চেপা, ভেড়াৰ নোমৰ চাকনিৰে চেকা, পানীত ঘোঁৰাৰ দৰে ধোৱা, ॥ ২ ॥ তেনেকুৱা সোম, হে ইন্দ্ৰ, তোমাৰ কাৰণে যৱৰ পিঠাৰ দৰে গাখীৰ মিহলি কৰি সোৱাদ কৰা হৈছে। তেনে সোম এই যজ্ঞত ( পান কৰিবলৈ আহ্বান কৰিছোঁ ॥৩॥ ইন্দ্ৰই একমাত্ৰ দেৱতাৰ আৰু মানুহৰ ভিতৰত সোম পান কৰা আৰু আমাৰ চেপা সোম পান কৰ। । ইন্দ্ৰই একমাত্ৰ সকলোৰে অন্ন ( দাতা )

॥৪॥ বহুত দূৰ প্ৰলাৰী সবল হৃদয়ৰ ইন্দ্ৰক দীপ্ত সোমে অপ্ৰীতি নকৰে। দুঃখেৰে মিশ্ৰন কৰা সোমে অপ্ৰীতি নকৰে। তৰ্পক অন্য হৱ্যই অপ্ৰীতি নকৰে ॥৫॥ আমাৰ বাহিৰে অন্যই এই ইন্দ্ৰক গাখীৰ আদি মিহলি কৰা সোমেৰে (জালেৰে ধৰিব খোজা মৃগৰ দৰে) বিচাৰি ফুৰে, যি স্তুতি কৰি (যেনি তেনি) ফুৰি ফুৰে (তেনে-কুৱা মানুহে) ইন্দ্ৰক নেপায় ॥৬॥ সোম পান কৰা দেৱতা ইন্দ্ৰৰ পানৰ কাৰণে তিনি সৱনত নিজ যজ্ঞৰ ঘৰত সোম চেপা হওক ॥৭॥ তিনিটা কোশত (কলহত) সোম পৰিছে। তিনি সৱন যজ্ঞত চমশ (চেন্তা) পূৰ্ণ কৰি একে যজ্ঞতে দিবলৈ ৰখা হৈছে ॥৮॥ হে সোম, তুমি শুচি আৰু বহুত ঠাইত থকা, মাজত গাখীৰ আৰু দৈ মিহলোৱা। তুমি বীৰ ইন্দ্ৰৰ অতি আমোদ দাতা ॥৯॥ হে ইন্দ্ৰ, তোমালৈ এয়া সোম তীব্ৰ, আমি (অধ্বৰ্য্যুৱে) চেপা, শুদ্ধ (গাখীৰ আদি) মিহলোৱা —(ই) তোমাক বিচাৰিছে ॥১০॥ (হে অধ্বৰ্যু সকল) এই সোমত (গাখীৰ আদি) দ্ৰব্য মিহলোৱা। (হে ইন্দ্ৰ) পুৰোডাশ (পিথা) সোমৰ লগত মিশ্ৰণ কৰা (পিথাৰ লগত সোম খোৱা এই ভাব)। তোমাক ধনবান বুলি শুনিছো ॥১১॥ হে ইন্দ্ৰ, পান কৰা সোমে তোমাৰ হৃদয়ত সুৰা পান কৰা মতলীয়াৰ দৰে যুদ্ধ কৰিছে। স্তোতাই গৰুৰ ওহাৰৰ দৰে (সোমেৰে পূৰ্ণ) তোমাক স্তুতি কৰিছে (এই ঋকত সুৰা আৰু সোমৰ পাৰ্থক্য দেখু-ৱাইছে) ॥১২॥ হে হৰিৰ ইন্দ্ৰ, বহুত ধনবান তুমি তোমাৰ স্তোতা ধনবান হওক। তোমাৰ দৰে ধনবান বুলি শুনা সকলো স্তোতা হওক ॥১৩॥ স্তোত্ৰ নোপোৱা অৰিয়ে হোতাই পাঠ কৰা উকৃথ স্তোত্ৰলৈ মন নকৰে। গোৱা সাম গানলৈও মন নকৰে ॥ ১৪ ॥ হে ইন্দ্ৰ, তুমি বধকৰা শত্ৰুৰ ওচৰত আমাক এৰি নিদিবা। পৰাভৱ কৰা শত্ৰুৰ ওচৰতো নেৰিবা। হে শক্তিমান ইন্দ্ৰ, নিজ কৰ্ম্মেৰে আমাক শিক্ষা দিয়া ॥ ১৫ ॥ হে ইন্দ্ৰ, তোমাক বিচাৰি আমি সখা বিলাকে তোমাৰ বিষয় স্তোত্ৰেৰে স্তুতি কৰিছো। কণ্ব সকলে (আমি) উকথেৰে তোমাক স্তুতি কৰিছো ॥ ১৬ ॥ হে বজ্ৰবান ইন্দ্ৰ, কৰ্ম্মবান তোমাৰ নতুন যাগত থকা মই তোমাৰ বাহিৰে অন্যৰ স্তোত্ৰ নেগাওঁ। মই তোমাৰ স্তোত্ৰ হে জানো ॥ ১৭ ॥ সোম চেপা যজমানক দেৱতা সকলে ৰক্ষা কৰিবলৈ ইচ্ছা কৰে। তেওঁবিলাকে শুই থকাক নিবিচাৰে। এলাহ নকৰাই আমোদ দিয়া সোম পাই ॥১৮॥ হে ইন্দ্ৰ, দিবলগীয়া অন্নেৰে গুণবান হৈও লজ্জাহীন ভাবে নিজৰ স্ত্ৰীৰ ওচৰলৈ যোৱা দৰে লাজ নকৰাকৈ অ গাৰ ওচৰলৈ আহা ॥ ১৯ ॥

হে শত্ৰুৰ দুঃসহ ইন্দ্ৰ, আজি আমাৰ পৰা দূৰত নেথা-কিবা। আহোতে বেয়া জোঁৱাইৰ দৰে সন্ধ্যা নক-ৰিবা ॥ ২০ ॥ এই বীৰ ইন্দ্ৰক বহুত ধন দিবলৈ ভাল মতি থকা বুলি আমি জানো। তিনিও লোকত প্ৰাদুৰ্ভাৱ হোৱা ইন্দ্ৰৰ মন জানো ॥ ২১ ॥ (হে অধ্বৰ্য্যু) কণ্বযুক্ত ইন্দ্ৰক তৎক্ষণাৎ সোমেৰে হোম কৰা। অতি বলী, শত্ৰু ৰক্ষণৰ, যশস্বী ইন্দ্ৰৰ বাহিৰে অন্যক আমি নেজানো ॥ ২২ ॥ হে সোম চেপা সকল, বীৰ, শক্ৰ, মানুহৰ হিত, জ্যেষ্ঠ ইন্দ্ৰলৈ সোম আহৰণ কৰা। তেওঁ পান কৰক ॥ ২৩ ॥ যি ইন্দ্ৰই সুখকৰ স্তোতাক জানে, (তেওঁ) হোতাদিক আৰু স্তোতাক বহুত ঘোঁৰা আৰু বহুত গৰুযুক্ত অন্ন দিয়ে ॥ ২৪ ॥ হে অভিষৱ কৰা (অধ্বৰ্য্যু) সকল, তোমালোকে সদায় আমোদ কৰি থকা, বীৰ, সাহসী ইন্দ্ৰলৈ স্তুত ই সোম আনিবা ॥ ২৫ ॥ অভিষুত সোম পান কৰা, বৃত্ৰহন্তা, আহক। আমাৰ পৰা দূৰত নেথাকক। বহুত ৰক্ষণ দি শত্ৰু দমায় দিয়ক ॥ ২৬ ॥ মন্ত্ৰেৰে যোজনা কৰা ভালকৈ চলা ঘোঁৰাই এই যজ্ঞলৈ সখা ইন্দ্ৰক স্তুতিৰে, মাহাত্ম্য ব্যাখ্যা কৰা স্তুতিৰে ভজন কৰা ইন্দ্ৰক বহন কৰি আনক ॥২৭॥ হে শিৰস্ত্ৰান (মুকুট) যুক্ত, স্তোতাৰে যুক্ত, শক্তিমান ইন্দ্ৰ, আমাৰ এয়া সোম সোৱাদ,—তুমি আহা। (গাখীৰ আদিৰে) সোম মিহলোৱা আছে,—আহা। এই স্তোতাই একেলগে আমোদ কৰিবলৈ তোমাৰ ফালে মুখ কৰি স্তুতি কৰিছে ॥ ২৮ ॥ হে ইন্দ্ৰ, কৰ্ম্ম বৰ্দ্ধন কৰা স্তোতা সকলে স্তুতি বিলাকেৰে ধন আৰু বল লাভ কৰিবলৈ তোমাক বৰ্দ্ধন কৰিছে ॥ ২৯ ॥ হে স্তুতিৰে বহন কৰা ইন্দ্ৰ, তোমালৈ কৰা স্তুতিবাক্য যি আছে—যি উকৃথ আছে, সেই সকলোৱে তোমাৰ বল ধাৰণ কৰিছে ॥ ৩০ ॥ এই ইন্দ্ৰ বহুকৰ্ম্মা। একমাত্ৰ তেওঁ বজ্ৰহস্ত। তেওঁ চিৰ-কালেই শত্ৰুৰ দ্বাৰা অনভিভূত। এনে ইন্দ্ৰই স্তোতাক বল দিয়ে ॥ ৩১ ॥ এই ইন্দ্ৰই সোঁহাতেৰে বৃত্ৰক ভালকৈ বধ কৰিলে। বহুত দেশত পুৰুহূত ইন্দ্ৰই মহৎ শক্তিৰে মহান কাম কৰিলে ॥ ৩২ ॥ সকলো প্ৰজা যি ইন্দ্ৰৰ অধীন, অচ্যুত বল আৰু অভিভৱ (কৰা শক্তি) যি ইন্দ্ৰত বৰ্ত্তমান, সেই ইন্দ্ৰ যজমান সকলৰ অনুমোদন কৰ্ত্তা ॥ ৩৩ ॥ যি ইন্দ্ৰই এই সকলো কাম কৰিলে, যি ইন্দ্ৰক অতি বলী বুলি শুনা যায়, সেই ইন্দ্ৰ হবি-ষ্মান যজমানৰ অন্নদাতা ॥৩৪॥ শত্ৰুক প্ৰহাৰ কৰা ইন্দ্ৰই ৰথত গৈ গৰু ইচ্ছা কৰা স্তোতাক বিপদৰ পৰা ৰক্ষা কৰে। তেওঁ ঈশ্বৰ হৈ ধনৰ বাহক হয় ॥ ৩৫ ॥ মেধাবী সেই ইন্দ্ৰই ঘোঁৰাৰে গৈ বলবান মৰুত সক

লবে (নেতা সকলবে সৈতে) বৃত্ৰক বধ কৰোতা হল। পৰিচৰণ কৰা যজমানৰ সন্তাৰ ৰক্ষক হল ॥ ৩৬॥ (ঋষিয়ে নিজক কৈছে) যজ্ঞৰ অনুকূল সহযোগ মনেৰে সৈতে এই ইন্দ্ৰক যজন কৰা, যি ইন্দ্ৰই সোমেৰে ভাল আমোদ কৰা হয় ॥ ৩৭॥ হে কণ্ব সকল, তোমালোকে বধ কৰিব লগীয়া, সংলোকৰ পালক, হবি কামনা কৰা, বহুআত্মাৰ, বেগৱান ইন্দ্ৰলৈ স্তুতি কৰা ॥ ৩৮॥ গৰুৰ খোজ নোপোৱাকৈ সখা, সুকৰ্ম্মা ইন্দ্ৰই নেতা সকলৰ গৰু ঘূৰাই আনি দিলে, দেৱতাই যি ইন্দ্ৰৰ সেৱা কৰিলে (সেই ইন্দ্ৰৰ বিষয় স্তৱ কৰা) ॥ ৩৯॥ এই দৰে স্তুতি কৰা কণ্বৰ পুত্ৰ মেধাতিথিক বজ্ৰবান ইন্দ্ৰই ভেড়া ছাগলী হৈ এবাৰ দেখা দিছিল ॥ ৪০॥ হে বিভিন্দু ৰজা, দাতা তুমি, মোক চাৰি অযুত (ধন) দিছিলা আৰু পাচত আঠ হেজাৰ আৰু দিছিলা ॥ ৪১॥ ভালকৈ পানীৰ বৰ্দ্ধক, নিৰ্ম্মাতা, স্তোতালৈ অনুগ্ৰহযুক্ত দ্যাবা-পৃথিবীক ধন উৎপত্তিৰ কাৰণে স্তৱ কৰিছো ॥ ৪২॥

## ৩ সূক্ত—ঋ ২৪।

**ঋষি—কণ্বপুত্ৰ মেধাতিথি। ছন্দ প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম সতোবৃহতী; ২১অনুষ্টুপ্, ২২।২৩ গায়ত্ৰী, ২৪ বৃহতী। দেৱতা ১-২০ ইন্দ্ৰ; ২১-২৪ কুৰুযানৰ পুত্ৰ পাকস্থামাৰ দানস্তুতি।**

হে ইন্দ্ৰ, বসাল, গৰুৰ গাখীৰ মিহলোৱা, আমাৰ অভিষুত কৰা সোমপান কৰি আনন্দ কৰা। একেলগে আমোদ কৰা বন্ধু হৈ আমাৰ বৰ্দ্ধনৰ কাৰণে বুজি লোৱা। তোমাৰ বুদ্ধিৰে আমাক ৰক্ষা কৰা॥ ১॥ হে ইন্দ্ৰ, হবিষ্মান আমি তোমাৰ সুমতিত থাকিম। শক্ৰৰ কাৰণে আমাক উলিয়াই নিদিবা। আমাক আমি প্ৰাৰ্থনা কৰা বহুত ৰক্ষণেৰে ৰক্ষা কৰা। আমাক সুখ বেচিকৈ দিয়া ॥ ২॥ হে বহুত ধনৰ ইন্দ্ৰ, মোৰ এই স্তোত্ৰই তোমাক বৰ্দ্ধন কৰক। অগ্নিৰ দৰে তেজস্বী বিদ্বান উদ্গাতাই স্তোত্ৰেৰে তোমাক স্তুতি কৰিছে ॥ ৩॥ এই ইন্দ্ৰক সহস্ৰ ঋষিয়ে স্তুতি কৰি বলযুক্ত কৰিলত সমুদ্ৰৰ দৰে বহল হৈ পৰিল। এই ইন্দ্ৰৰ সত্য মহিমাৰ বল যজ্ঞত বিপ্ৰ এগুলীৰ মাজত স্তুত হয় ॥ ৪॥ আমি যজ্ঞত ইন্দ্ৰকেই আহ্বান কৰো। যজ্ঞ চলি থাকোতে ইন্দ্ৰক আহ্বান কৰো। যজ্ঞ (সমাপ্ত) হলে ভজন কৰা আমি ইন্দ্ৰক আহ্বান কৰো। ধন লাভৰ কাৰণে ইন্দ্ৰক আহ্বান কৰো ॥ ৫॥ এই ইন্দ্ৰই নিজ বলৰ মহিমাৰে দ্যাবাপৃথিবীখন বিস্তাৰিত কৰিলে। সূৰ্য্যক জ্বলাই দিলে। সকলো ভুবন ইন্দ্ৰই নিয়মিত কৰিলে। বৈ যোৱা সোম বিলাক ইন্দ্ৰৰ ভিতৰত থলে ॥ ৬॥ হে ইন্দ্ৰ, স্তোতাই স্তোত্ৰেৰে তোমাক আগতে সোম পান কৰিবলৈ স্তুতি কৰে। একেলগ হৈ ঋভব সকলে স্তুতি কৰে। ৰুদ্ৰৰ পুত্ৰ মৰুৎ সকলে পুৰণি তোমাকেই স্তৱ কৰে ॥ ৭॥ অভিষুত সোম পান কৰিলে গোটেই দেহত মত্ততা হলে যজমানৰেই বলবীৰ্য্য বৰ্দ্ধন হয়। মানুহে আজি ইন্দ্ৰৰ সেই গুণ মহিমা আগতে কৰা দৰে স্তৱ কৰিছে ॥ ৮॥ হে ইন্দ্ৰ, সেই সুবীৰ্য্য তোমাৰ পৰা বিচাৰো, সেই অন্ন আগতে পাৰলৈ বিচাৰো, যি সুবীৰ্য্যৰে ভৃগুঋষিক ধন দি হিত কৰিছিলা, যি অন্নৰে প্ৰস্কণ্ব ঋষিক ৰক্ষা কৰিছিলা ॥ ৯॥ হে ইন্দ্ৰ, যি বলেৰে তুমি সমুদ্ৰৰ মহৎ পানী সৃজন কৰিছিলা, তোমাৰ সেই বৰ্দ্ধক বল অভীষ্ট ফলদাতা, এই ইন্দ্ৰৰ সেই মহিমা সদ্যহতে কোনেও নেপায় যি মহিমা পৃথিবীয়ে অনুগমন কৰে ॥১০॥ হে ইন্দ্ৰ, সুবীৰ্য্যৰ যি ধন তোমাক বিচাৰিছো সেই ধন আমাক দিয়া। ভজন কৰিবলৈ বিচৰা যজমানৰ উদ্দেশ্যে প্ৰথমে অন্ন দিয়া। হে পুৰাতন ইন্দ্ৰ, স্তোত্ৰ গোৱাক অন্ন দিয়া ॥১১॥ হে ইন্দ্ৰ, কৰ্ম্মেৰে ভজন কৰা আমাক, এই যজমানক, সেই ধন দিয়া, যি ধনেৰে পূৰু ৰজাৰ পুত্ৰেকক ৰক্ষা কৰিছিলা। আৰু হে ইন্দ্ৰ, ৰুশম, শ্যাবক্ আৰু কৃপক যেনেকৈ ৰক্ষা কৰিছিলা, তেনেকৈ স্বৰ্গৰ কালে হবি দিয়াক শক্তিমান কৰা ॥ ১২॥ সততে চলি থকা স্তুতিৰ কৰ্ত্তা কোন নতুন মানুহে ইন্দ্ৰক স্তুতি কৰিব পাৰে? পুৰণি কালৰ সকলো বিলাক ইন্দ্ৰৰ বিষয় স্তুতি কৰাই এই ইন্দ্ৰৰ মহিমা বুজি নেপাইছিল ॥ ১৩॥ হে ইন্দ্ৰ, স্তোত্ৰ কৰা কোন ঋষিয়ে দেৱতাৰ ঋত (যজ্ঞ) কৰি কোন মেধাবীয়ে তোমাৰ স্তুতি বহন কৰিছিল? হে মঘবন্ ইন্দ্ৰ, তুমিনো কেতিয়া কোন সোম অভিষৱ কৰা যজমানৰ আহ্বানলৈ আহিছিলা? কেতিয়া তুমি স্তোত্ৰ গোৱাৰ আহ্বান শুনি আহিছিলা? ॥ ১৪॥ হে ইন্দ্ৰ, সেই মধুৰ স্তুতি বাক্য (স্তোতাই) উচ্চাৰণ কৰিছে। শক্ৰ জয় কৰা, ধন বিচৰা, ক্ষয়হীন ৰক্ষণ আৰু অন্ন ইচ্ছা কৰি ৰথৰ দৰে স্তোত্ৰ উচ্চাৰণ কৰিছে ॥ ১৫॥ কণ্ব সকলৰ দৰে স্তুতি কৰা ভৃগু সকল বিশ্বব্যাপ্ত ভাবযুক্ত সূৰ্য্যৰ দৰে ব্যাপ্ত। প্ৰিয়মেধ সকলে ইন্দ্ৰক পূজা কৰি স্তোত্ৰ উচ্চাৰণ কৰিছে ॥১৬॥ হে বৃত্ৰ হন্তা ইন্দ্ৰ, যেঁাৰা ৰথত লগোৱা। হে মঘবন, উগ্ৰ ইন্দ্ৰ, তুমি সোম পান কৰিবলৈ দৰ্শনীয় মৰুৎ সকলৰে সৈতে দূৰৈৰ পৰা আমাৰ কালে আহা ॥ ১৭॥ হে ইন্দ্ৰ, কৰ্ম্ম কৰ্ত্তা মেধাবী এই যজমান সকলে স্তুতিৰে আগত ভজন কৰি আকৌ স্তুতি কৰিছে। সেই তুমি, হে মঘবন্ স্তোত্ৰৰে বিচৰা ইন্দ্ৰ, আমাৰ স্তোত্ৰ শুনা ॥১৮॥

হে ইন্দ্ৰ, বৃহৎ ধনুৰে বৃত্ৰক বধ কৰিলা আৰু মায়াবী অৰ্ব্বুদ আৰু মৃগয় অসুৰক মাৰি শেষ কৰিলা। পৰ্ব্বতৰ মাজত আবদ্ধ কৰি থোৱা গৰু উলিয়াই আনিলা ॥১৯॥ হে ইন্দ্ৰ, মহা অহিক (বৃত্ৰক) যেতিয়া আকাশৰ পৰা পেলাই দিলা তেতিয়া তোমাৰ বল প্ৰকটিত কৰিলা। তিনি স্থানত থকা অগ্নি জ্বলাই দিলা। আদিত্যক উলিয়াই দিলা। ইন্দ্ৰৰ (তোমাৰ) সেব্য সোমৰস তেনেকৈ উলিয়াই দিলা। ॥ ২০ ॥ ইন্দ্ৰ আৰু মৰুত সকলে যি ধন মোক দিছিল, তেনে ধন কৌৰযানৰ পুত্ৰ পাকস্থামাই মোক দিলে। (সেই ধন) সকলো ধনৰ মাজত নিজে নিজে আকাশৰ প্ৰভাৱ দৰে শোভা কৰা ॥ ২১ ॥ পাকস্থামা ৰজাই ৰঙা বৃষভ (বা ঘোঁৰা) মোক দিলে। সেই (ঘোঁৰা বা বৃষভ) সুন্দৰ কান্ধৰ (গলধনৰ), বাহুমূলত ৰচি লগোৱা ঠাই শকট, বহুত ধন পাবৰ কাৰণে (যোগ্য হয়) ॥ ২২ ॥ (যি ঘোঁৰা বা বৃষভ) দহোটাই তুগ্ৰ পুত্ৰ ভুজ্যুক বহন কৰা ঘোঁৰাৰ দৰে মোক ঘৰলৈ আনিলে, ॥ ২৩ ॥ (এই পাকস্থামা) নিজে পিতাকৰ দৰে (সংমাৰ্গ বৰ্ত্তী) পুত্ৰ, নিবাসয়িতা, অভিব্যক্ত হোৱা বলদাতা, শত্ৰুক খোৱা (মৰা) ৰঙা ঘোঁৰা (বা বৃষভ) দিয়া সেইপাকস্থামাক মই স্তুতি কৰিছো ॥ ২৪ ॥

## ৪ সুক্ত—ঋ ২১।

**ঋষি কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ-১-২০ প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতোবৃহতী): ২১-পূৰউষ্ণীক্। দেৱতা ১—১৪ ইন্দ্ৰ; ১৫-১৮ ইন্দ্ৰ বা পুষা; ১৯-২১ কুৰঙ্গৰ দান স্তুতি ॥**

হে ইন্দ্ৰ, যদি তোমাক পুবফালে থকা পশ্চিম, উত্তৰ বা দক্ষিণ ফালে থকা মানুহে আহ্বান কৰে, তথাপি হে শ্ৰেষ্ঠ ইন্দ্ৰ, আনৱ পুত্ৰৰ কাৰণে তোমাক স্তোতাই স্তোত্ৰ প্ৰেৰণ কৰিছে। হে শক্ৰ ইন্দ্ৰ, তুৰ্ব্বশৰ কাৰণেও স্তোতাই স্তোত্ৰ প্ৰেৰণ কৰিছে ॥ ১ ॥ হে ইন্দ্ৰ, যদিও তুমি ৰুমা, ৰুশম, শ্যাবক, আৰু কৃপৰ লগত আনন্দ কৰিছা, তথাপি স্তোত্ৰ বাহক কণ্ব সকলে তোমাক বিচাৰে। (সেইবাবে) তুমি আহা ॥ ২ ॥ গোঁৰ মৃগই পিয়াহ লাগিলে যেনেকৈ তৃণ হীন (মৰুদেশ) পাৰ হৈ যায়, বন্ধুত্ব প্ৰাপ্ত হলে, হে ইন্দ্ৰ, তুমি আমাৰ ওচৰলৈ সোনকালে তেনেকৈ আহা আৰু কণ্ব সকলেৰে সৈতে একেলগে ভালকৈ সোম পান কৰা ॥৩॥ হে মঘবান ইন্দ্ৰ, সোম বিলাকে সোম চেপা যজমানক ধন দিবলৈ তোমাক আমোদ দিয়ক। সোম আনি দিয়া স্বত্বেও তুমি সোম চেপা (শিলৰ) ফালটোৰ পৰা বলেৰে আনি পান কৰিলা,—এই বাবে তুমি শ্ৰেষ্ঠ বল ধাৰণ কৰিলা ॥ ৪ ॥ ইন্দ্ৰই নিজ বলেৰে শত্ৰুক বধ কৰিলে। বলেৰে অন্য শত্ৰুৰ খণ্ড ভাঙি দিলে। হে মহান ইন্দ্ৰ, সকলো যুদ্ধ কৰা শত্ৰুক তুমি গছৰ দৰে নিশ্চল কৰি দিলা ॥ ৫ ॥ হে ইন্দ্ৰ, যি মানুহে তোমাৰ স্তোত্ৰ তোমাক পোৱাই দিয়ে তেওঁ সহস্ৰ বজ্ৰ অস্ত্ৰ যুক্ত বল পায়। যি নমস্কাৰ কৰি স্তুতিৰে তোমাক হবি দিয়ে, তেওঁ বজ্ৰ অস্ত্ৰৰে যুদ্ধ কৰা শত্ৰুৰ বৰ্জ্জক পুত্ৰ পায় ॥ ৬ ॥ হে উগ্ৰ ইন্দ্ৰ, তোমাৰ সখীত্ব থাকিলে আমি ভয় নকৰো,—শ্ৰান্ত নহও। হে কামবৰ্ষী, তোমাৰ মহৎ কৰ্ম্ম বিলাক স্তোতব্য। তুৰ্ব্বশ ৰাজৰ্ষিক আৰু যদুক তোমাৰ কৃপাত সুখেৰে থকা দেখিছো ॥ ৭ ॥ কামবৰ্ষী ইন্দ্ৰই তেওঁৰ বাওঁ উৰুতে সকলো প্ৰাণীকে ঢাকি ৰাখিছে। হব্য দাতাৰ (ওপৰত) ইন্দ্ৰৰ খঙ নহয়। মৌমাখিৰ মৌৰ দৰে, গৰু গাখীৰৰ দৰে প্ৰীতি জনক (আমাৰ সোম) গতিকে তুমি লৰমাৰি খৰকৈ আহি সোম পান কৰা ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাৰ মিত্ৰ বহুত অশ্বযুক্ত হয়, ৰথী হয়, সুৰূপ,—গোযুক্ত হয়, —(আৰু) ধন পায়। সদায় অন্ন পায়। আৰু সকলোকে আনন্দ দি সভালৈ যায় ॥ ৯ ॥ হে ইন্দ্ৰ, ঋষ্য মৃগৰ দৰে পিয়াহত পাত্ৰত অনা সোমৰ ওচৰলৈ আহা। ইচ্ছামতে পান কৰা। দিনৌ বৰষুণৰ পানী সিচি দি, হে মঘবন্ ইন্দ্ৰ, তুমি উগ্ৰ বল ধাৰণ কৰিছা ॥ ১০ ॥ হে অধ্বৰ্য্যু, তুমি সোম (উত্তৰ বেদী) পোৱাই দিয়া,—ইন্দ্ৰই পান কৰিবলৈ বিচাৰিছে। বৰ্ধক হবি ঘোঁৰা দুটা ৰথত লগাইছে। বৃত্ৰহন্তা ইন্দ্ৰ আহিছে ॥ ১১ ॥ হবিদাতা সেই যজমান জনে নিজেই সকলো জানে,—যি জনৰ সোম হে ইন্দ্ৰ, তুমি পান কৰি তৃপ্ত হোৱা। তোমাৰ যোগ্য এই সোম অন্ন সম্যক পাত্ৰত থোৱা হৈছে। তেনেকুৱা সোমলৈ আহা,—সোনকালে পান কৰা ॥১২॥ ৰথত থকা ইন্দ্ৰলৈ, হে অধ্বৰ্য্যু সকল, সোম অভিষুত কৰা। মূলৰ (তলৰ) শিলটোৰ ওপৰত চেপিবলৈ (চামৰাৰে মেৰিয়াই থোৱা সোমলতা) ধৰা ওপৰৰ শিলে যজমানৰ যজ্ঞত সোম চেপোতে ভালকৈ দেখা গৈছে ॥ ১৩ ॥ অন্তৰীক্ষত পুনঃ পুন: যোৱা সেক্তা হবি ঘোঁৰাই আমাৰ কৰ্ম্মলৈ ইন্দ্ৰক বহন কৰি আনক। যজ্ঞলৈ অহা অন্য তোমাৰ ঘোঁৰাইও হে ইন্দ্ৰ, তোমাক সবন যজ্ঞলৈ বহন কৰি আনক ॥ ১৪ ॥ বহুত ধনৰ পুষণক সখীত্বৰ কাৰণে সেৱা কৰিছো। হে শক্ৰ, পুৰুহুত ইন্দ্ৰ, পাপ বিমোচন কৰা ইন্দ্ৰ (বা পুষা), আমাক নিজ বুদ্ধিৰে ধন পাবলৈ আৰু শত্ৰু জয় কৰিবলৈ সমৰ্থ কৰা ॥ ১৫ ॥ (হে ইন্দ্ৰ বা পুষা) আমাক ক্ষুৰৰ দৰে তীক্ষ্ণ বুদ্ধিৰ কৰা। হে পাপ বিমোচক, তুমি ধন দিয়া।

তোমাৰ পাখীৰ দিয়া গৰু আৰু ধন, (যিবিলাক) স্তোতাক দিয়া, (সেই বিলাক) আমাৰ সুলভ হওক ॥ ১৬ ॥ হে পূষণ, তোমাক প্ৰসাধন কৰিবলৈ বিচাৰিছো। কেউফালে দীপ্ত তোমাক স্তুতি, কৰিবলৈ বিচাৰিছো। যাৰ বাহিৰে অন্যক স্তৱ নকৰো, কাৰণ ই সুখকৰ নহয়। হে বাস কৰাওঁতা, স্তুতিকাৰী সামযুক্ত প্ৰজাক অভিলাষ কৰা ধন দিয়া ॥ ১৭ ॥ হে দীপ্তি যুক্ত পূষণ, কেতিয়াও আমাৰ গৰু ঘাঁহ খুৱাবলৈ লৈ যাওঁতে যেন আঁতৰি নগৈ আমাৰেই হৈ থাকক। হে পূষণ, আমাৰ ৰক্ষিত হৈ সুখকৰ হোৱা। আঁক অন্ন পাবলৈ অতি দাতা হোৱা ॥ ১৮ ॥ কুৰঙ্গ নামৰ দীপ্ত সৌভাগ্যবান ৰজাৰ স্বৰ্গ-প্ৰাপ্তিৰ কাৰণে কৰা যজ্ঞত আৰু দানত মানুহৰ মাজত শকত এশ ঘোঁৰাৰে সৈতে ধন পাইছিলো ॥ ১৯ ॥ কণ্বৰ পুত্ৰ হবিষ্মান (মেধাতিথিৰ) স্তোত্ৰেৰে সেৱা কৰা, দীপ্তি পোৱা প্ৰিয়মেধ ঋষি সকলৰ সেৱিত অতি শুদ্ধ ষাঠি হেজাৰ গৰু তেনেই জাক মই পাই (দান ললো) ॥ ২০ ॥ মই ধন পালত বৃক্ষাদিয়েও মাত লগালে যে এই ঋষিয়ে প্ৰশস্ত গৰু পালে। প্ৰশস্ত ঘোঁৰাও পালে ॥২১॥

## ৫ সূক্ত—ঋ ৩৯।

**ঋষি—কণ্বৰ পুত্ৰ ব্ৰহ্মাতিথি। ছন্দ - ১-৩৬ গায়ত্ৰী; ৩৭।৩৮-বৃহতী; ৩৯—অনুষ্টুপ্। দেবতা—অশ্বিনী দুজন; ৩৭ই-৩৯ চেদীপুত্ৰ কশু ৰজাৰ দান স্তুতি ॥**

দূৰত পূৰফালে উষাই নিচেই ওচৰতে থকা যেন হৈ ৰঙা হৈ যেতিয়া পোহৰ কৰে তেতিয়া বহু বিধ দীপ্তি বিস্তাৰ কৰে ॥ ১ ॥ হে দস্ৰা অশ্বিনী দুজন, নেতাৰ দৰে তোমালোকে উষাৰ লগত মনেৰে লগোৱা ঘোঁৰাৰে বহুত অন্ন ৰথত লৈ আহিছা ॥ ২ ॥ হে যজ্ঞৰ ধন থকা অশ্বিনী দুজন তোমালোকৰ কাৰণে ৰচনা কৰা স্তোত্ৰ মন কৰা। দূতে যেনেকৈ বাক্য কঢ়িয়াই আনে তেনেকৈ মই স্তুতি বাক্য আনিছো ॥ ৩ ॥ বহুতৰ প্ৰিয়, বহুতক আনন্দ দিয়া, বহুত ধনৰ, অশ্বিনী দুজনক আমি কণ্ব-সকলে ৰক্ষা কৰিবলৈ স্তুতি কৰিছো ॥ ৪ ॥ হে পূজনীয়, অতি অন্নদাতা, স্তোতাৰ অন্ন উৎপাদন কৰা, সুধনৰ স্বামী, হবি দাতাৰ ঘৰলৈ যোৱা,—॥৫॥ সেই অশ্বিনী দুজনে ভাল যষ্টব্য দেৱতাক দিবলৈ হবি দাতা যজমানক অমঙ্গলহীন গৰু চৰনীয়া ঠাইত পানী সিচি দিয়া ॥ ৬ ॥ হে অশ্বিনী দুজন, আমাৰ স্তোত্ৰলৈ শেনৰ দৰে খৰকৈ যোৱা ঘোঁৰাৰে সোনকালে ওচৰলৈ আহা ॥ ৭ ॥ যি ঘোঁৰাৰে তিনিদিন তিনি ৰাতিত সকলো উজ্জ্বল (দেৱতাৰ ঘৰ) ঠাই তুমি পাৰ হৈ যোৱা (সেই ঘোঁৰাৰে আহা) ॥ ৮ ॥ আৰু হে ৰাতিপুৱা স্তৱ কৰিবলগীয়া (অশ্বিনী দুজন), আমাক বহুত গৰুৰে সৈতে অন্ন দিয়া আৰু দাতব্য ধন দিয়া। (গৰু আদি) লাভ কৰিবলৈ উপায় দেখুৱাই দিয়া ॥ ৯ ॥ হে অশ্বিনী দুজন, আমালৈ গৰুৰে সৈতে, ভাল ৰথেৰে সৈতে, ঘোঁৰাৰে সৈতে আৰু অন্নেৰে সৈতে সুপুত্ৰ বহন কৰি আনা ॥ ১০ ॥ শুভৰ পতি হে অশ্বিনী দুজন, দস্ৰা, সোমময় ৰথ যুক্ত, বাঢ়ি থকা তোমা-লোক দুজনে মধুৰ সোমৰস পান কৰা ॥ ১১ ॥ যজ্ঞৰ ধন হবিযুক্ত, হে অশ্বিনী দুজন, আমি ধনবান যজমানক বহল, কোনেও উপদ্ৰৱ কৰিব নোৱাৰা ঘৰ দিয়া ॥১২॥ হে অশ্বিনী দুজন, প্ৰাণীৰ মাজত তোমালোকে ব্ৰাহ্মণক ভালকৈ ৰক্ষা কৰা, সোনকালে আহা। আমাৰ বাহিৰে অন্যৰ ওচৰলৈ নেযাবা ॥ ১৩ ॥ হে স্তুত্যই, অশ্বিনী দুজন, তোমালোকে আমি দিয়া এয়া মদকৰ, ভাল মধুৰ সোমৰ ভাগ পান কৰা ॥১৪॥ হে অশ্বিনী দুজন, আমালৈ শত সহস্ৰ, বহুতৰ স্তুত্য বিশ্বক ধাৰণ কৰা ধন বহন কৰি আনা ॥১৫॥ হে নেতা অশ্বিনী দুজন, স্তোতাসকলে তোমালোকক বহুত দেশত আহ্বান কৰে। তোমালোক বহন কৰা ঘোঁৰাৰে আহা ॥ ১৬ ॥ হবিষ্মান অলঙ্কৃত কৰা স্তোতা মানুহে হে অশ্বিনী দুজন, তোমালোকক কুশ কাটি, মেলি দি আহ্বান কৰিছে ॥ ১৭ ॥ হে অশ্বিনী দুজন, আজি এতিয়া আমাৰ এই স্তোত্ৰই তোমালোকক পাব পৰা হৈ অতি ওচৰ হওক ॥ ১৮ ॥ হে অশ্বিনী দুজন, ৰথৰ মাজত দেখা যি চামৰাৰ মোনাত (পাত্ৰত) মধুৰ সোমৰস আছে, সেই মোনাৰ সোম তোমালোকে পান কৰা ॥ ১৯ ॥ হে অন্ন বহন কৰা অশ্বিনী দুজন, আমালৈ পশু, পুত্ৰ, গৰু আদিৰে সৈতে বহুত অন্ন তোমালোকৰ ৰথেৰে বহন কৰি আনা ॥২০॥ আৰু ৰাতি পুৱাতে জানিবলগীয়া হে অশ্বিনী দুজন, স্বৰ্গত হোৱা পানী বিস্তাই দি পেলোৱা দৰে বৰষি দিয়া আৰু নদী ভৰাই দিয়া ॥ ২১ ॥ হে নেতা অশ্বিনী দুজন, তুগ্ৰৰ পুত্ৰকে সমুদ্ৰত পেলাই দিলত কেতিয়ানো তোমালোকক স্তুতি কৰিছিল যে চলি যোৱা ঘোঁৰাৰে ৰথত আনিবলৈ গৈছিলা? ॥২২॥ হে নাসত্যা অশ্বিনী দুজন, কণ্ব ঋষিক অসুৰে তপত গাঁতত পেলায় দিওঁতে তোমালোকে বহুত ৰক্ষা কৰি-ছিলা ॥ ২৩ ॥ হে ধন বৰ্দ্ধক অশ্বিনী দুজন, যেতিয়া আমি স্তুতিৰে আহ্বান কৰো, তেতিয়া সেই নতুন প্ৰশস্ত ৰক্ষণেৰে সৈতে (আমাৰ ওচৰলৈ) আহিবা ॥ ২৪ ॥ হে অশ্বিনী দুজন, তোমালোকে যেনেকৈ প্ৰিয়মেধ

উপস্তুত আৰু স্তুতি কৰা অত্ৰিক ৰক্ষা কৰিছিলা, (তেনেকৈ আমাকো ৰক্ষা কৰা ॥ ২৫ ॥ আৰু যেনেকৈ ধন পাবলৈ অংশুক ৰক্ষা কৰিছিলা, গৰু পাবলৈ অগস্ত্যক আৰু অন্ন পাবলৈ সোভৰিক ৰক্ষা কৰিছিলা (তেনেকৈ আমাকো ৰক্ষা কৰা) ॥ ২৬ ॥ হে ধনবৰ্দ্ধক অশ্বিনী দুজন, স্তুতি কৰা আমাক দিবলৈ ইমানেই বা তাতোকৈ বেচি (ৰক্ষণ) আমি বিচাৰিছো ॥ ২৭ ॥ হে অশ্বিনী দুজন, সোণৰ সাৰথী ৰহা ঠাই থকা, সোণৰ লেকাম লগোৱা, সৰগ চোৱা ৰথত তোমালোক থাকা ॥ ২৮ ॥ তোমালোকৰ ৰথৰ আলম্বনী সোণৰ। অক্ষ সোণৰ। দুয়োটা চকাই সোণৰ ॥ ২৯ ॥ হে অন্নবান অশ্বিনী দুজন, সেই ৰথেৰে আমাৰ যজ্ঞলৈ দূৰৈত থাকিলেও আহা। আমাৰ এই ভাল স্তুতিৰ ওচৰলৈ আহা ॥ ৩০ ॥ হে অমৰ অশ্বিনী দুজন, দাস অসুৰৰ বহুত পুৰী ভাঙি বহুত দূৰৈৰ পৰা আমালৈ অন্ন লৈ আহা ॥ ৩১ ॥ হে বহুতৰ প্ৰিয় নাসত্যা অশ্বিনী দুজন, দ্যোতমান অন্নেৰে আমাৰ ফালে আহা। যশৰে সৈতে আহা। ধনেৰে সৈতে আহা ॥ ৩২ ॥ হে অশ্বিনী দুজন, স্নিগ্ধ পাখী থকা চৰাইৰ দৰে শীঘ্ৰগামী ঘোঁৰাই, যজমান জনৰ ওচৰলৈ তোমালোকক বহন কৰি আনক ॥ ৩৩ ॥ হে অশ্বিনী দুজন, তোমালোকৰ যি ৰথ, আমাক দিবলগীয়া অন্নেৰে সৈতে আছে, স্তোতাই প্ৰশংসা কৰা সেই ৰথক পৰৰ সৈন্যই বাধা দিব নোৱাৰে ॥ ৩৪ ॥ হে মনৰ দৰে বেগবন্ত নাসত্যা দুজন, তোমালোকে শীঘ্ৰগামী ঘোঁৰাৰে সোম জয় কৰা ৰথত উঠি আহা ॥ ৩৫ ॥ হে ধন বৰ্ষণকাৰী অশ্বিনী দুজন, তোমালোকে জাগৰণশীল মৃগৰ দৰে সোম আস্বাদন কৰা। তোমালোক দুজনে আমাক অন্নেৰে সৈতে ধন দিয়া ॥ ৩৬ ॥ হে অশ্বিনী দুজন, তোমালোকে শ্ৰেষ্ঠ নতুন সেৱন কৰিব লগীয়া ধন আমাক দিব লাগে বুলি জানা, যেনেকৈ চেদীৰ পুত্ৰ কণ্ডৱে এশ উট আৰু দহ হেজাৰ গৰু মোক দিলে ॥ ৩৭ ॥ যি কণ্ড ৰজাই মোক সোণৰ দৰে দহজন ৰজাক মোক পৰিচৰণৰ কাৰণে দিলে, (কাৰণ) সকলো ৰজা চেদীৰ পুত্ৰৰ পদৰ তলত। সকলো কেইজনেই কবচ আদি ধাৰণ কৰাত অভ্যস্ত ॥ ৩৮ ॥ যি পথেৰে এই চেদী ৰজাৰ পিতৃ-পিতামহ সকল গল, সেই পথেৰে অন্য কোনো যাব নোৱাৰে। (এই ৰজাৰ বাহিৰে) অন্যই, বহু দাতা বিদ্বান জনে, তোতাক এনেকৈ ধন দিব নোৱাৰে ॥ ৩৯ ॥

৬ সূক্ত—ঋ ৪৮।

ঋষি—কণ্বৰ পুত্ৰ বৎস। ছন্দ-গায়ত্ৰী। দেৱতা—ইন্দ্ৰ; ৪৬-৪৮-পৰশুৰ পুত্ৰ তিৰিন্দিৰৰ দান স্তুতি।

বৃষ্টিকৰা পৰ্যন্যৰ দৰে যি মহান, সেই ইন্দ্ৰ বৎসৰ স্তোত্ৰৰ দ্বাৰা বৰ্দ্ধিত হৈছে ॥ ১ ॥ ঋতৰ (নিয়মৰ) উৎপত্তি ইন্দ্ৰক যেতিয়া বহন কৰা ঘোঁৰাই নভোমণ্ডল পূৰণ কৰি লৈ আছে তেতিয়া বিপ্ৰ সকলে ঋতৰ (যজ্ঞৰ) বাহক স্তোত্ৰেৰে স্তুতি কৰে ॥ ২ ॥ কণ্ব সকলে স্তোত্ৰেৰে ইন্দ্ৰৰ যি যজ্ঞ সম্পন্ন কৰিলে, তাত অস্ত্ৰ-শস্ত্ৰৰ কোনো প্ৰয়োজন নকৰে ॥ ৩ ॥ এই ইন্দ্ৰৰ ক্ৰোধত সকলো মানুহে মূৰ দোঁৱাই যেনেকৈ নদী বিলাক সাগৰলৈ মূৰ দোঁৱাই যায় ॥ ৪ ॥ এই ইন্দ্ৰৰ সেই বল দীপ্ত হয়—যি বলেৰে ইন্দ্ৰই এই দ্যাবাপৃথিবী দীঘল-চুটি (সঙ্কোচন-বিকোচন) কৰে ॥ ৫ ॥ (এই ইন্দ্ৰই) আবৰক বৃত্ৰক, জগত কঁপাই দিয়াত, তাৰ মূৰ শতধাৰ বজ্ৰেৰে চিঙি দিলে, ॥৬॥ স্তোতা সকলৰ আগ শাৰিত এয়া আমাৰ স্তোত্ৰ (ইন্দ্ৰৰ) ফালে পুনঃ পুনঃ অগ্নিৰ দীপ্তৰ দৰে গাইছো ॥ ৭ ॥ লুকায় থকা (গুহাত থকা) স্তুতি বিলাক নিজে নিজে ইন্দ্ৰৰ অবগম্য হৈ দীপ্ত হৈছে। কণ্ব সকলে সেই স্তুতি ঋতৰ (সোমৰ) ধাৰাৰ লগে লগে কৰিছে ॥ ৮ ॥ হে ইন্দ্ৰ, গোধন যুক্ত, ঘোঁৰাযুক্ত, সেই তোমাৰ বিশেষ ধন আমি যেন পাওঁ আৰু ব্ৰহ্মঅন্ন জ্ঞানৰ কাৰণে (অন্যই পোৱাৰ আগতে) যেন পাওঁ ॥ ৯ ॥ ঋতৰ (নিয়মৰ) পালক পিতাৰ পৰা মেধা মৱেই পাইছো। মই সূৰ্য্যৰ দৰে (প্ৰকাশ হৈ) জন্ম হৈছো ॥ ১০ ॥ কণ্ব পিতাৰ দৰে নিত্য বেদৰ স্তোত্ৰেৰে শোভিত কৰিছো—যি স্তোত্ৰৰ দ্বাৰা ইন্দ্ৰই বল ধাৰণ কৰে ॥ ১১ ॥ হে ইন্দ্ৰ, যি তোমাক স্তৱ কৰা নায়, যি ঋষিয়ে স্তৱ কৰিছে, দুয়োবিধৰ মাজত মোৰেই স্তোত্ৰেৰে স্তুত হৈ তুমি বৰ্দ্ধন হোৱা ॥ ১২ ॥ যেতিয়া ইন্দ্ৰই খণ্ডত বৃত্ৰক পাবে পাবে চিঙি পেলালে তেতিয়া গাজনি শব্দ হৈ বৰষুণৰ পানী এৰি দিলত সমুদ্ৰ পালেগৈ ॥ ১৩ ॥ হে ইন্দ্ৰ, তুমি শুষ্ণ দস্যুক ধৰি-জৰলগীয়া বজ্ৰৰে মাৰিলা। হে ইন্দ্ৰ, তোমাক কামবৰ্ষী বুলি শুনা যায় ॥ ১৪ ॥ দ্যুলোকত এই ইন্দ্ৰক বলেৰে কোনেও ব্যাপ্ত কৰিব নোৱাৰে, অন্তৰীক্ষতো বজ্ৰযান ইন্দ্ৰক বাধিব নোৱাৰে, পৃথিবীতো নোৱাৰে ॥ ১৫ ॥ হে ইন্দ্ৰ, তোমাৰ মহতী জলৰাশি যি বৃত্ৰই আবদ্ধ কৰি শুই আছিল, সেই অসুৰক পানীৰ মাজত মাৰি পেলালা ॥ ১৬ ॥ হে ইন্দ্ৰ, যি বৃত্ৰই মহতী, এই সংযোগ হোৱা দ্যাবাপৃথিবী বান্ধি থৈছিল, সেই অসুৰক চিৰ এন্ধাৰত লুকাই দিলা ॥ ১৭ ॥ হে ইন্দ্ৰ, যি যতীয়ে তোমাক

স্তুতি করে, যি ভৃগুসকলে স্তুতি করে, তাৰ মাজত মোৰেই স্তুতি শুনা ॥১৮॥ হে ইন্দ্ৰ, তোমাৰ ঋতৰ (যজ্ঞৰ) বৰ্দ্ধয়িত্ৰী ফুট্‌ফুটীয়া গৰু বিলাকে এয়া ঘিঁউ আৰু গাখীৰৰ ধাৰা বোৱাই দিছে ॥১৯॥ হে ইন্দ্ৰ, পোৱালী দিয়া গৰুৰে মুখেৰে তোমাৰ বীৰ্য্য ( বৰষুণৰ পানী ) খায় সূৰ্য্যৰ ধৰ্ম্মৰ দৰে গৰ্ভ ধাৰণ কৰিলে ( বৰষুণে ঘাঁহ, বন বেচি কৰে। গৰুৰে খায় বল পাই পোৱালী দিয়ে ) ॥ ২০ ॥ হে বলৰ পতি ইন্দ্ৰ, তোমাকেই কণ্বৰংশৰ ঋষি সকলে উক্‌থ স্তোত্ৰেৰে বৰ্দ্ধন কৰিছে। অভিষুত কৰা সোমে তোমাকেই বৰ্দ্ধন কৰিছে ॥ ২১ ॥ আৰু, হে বজ্ৰবান ইন্দ্ৰ, তুমি দেখুৱাই দিয়া মতেই প্ৰসন্ন স্তুতি কৰিছে। বিস্তৃত যজ্ঞও তোমাৰ কাৰণেই কৰিছে ॥ ২২ ॥ হে ইন্দ্ৰ, মহৎ গোধন আৰু অন্ন আমাক দিবলৈ মনস্থ কৰা। ৰক্ষা কৰিবলৈ আৰু সুপুত্ৰ দিবলৈ মন কৰা ॥ ২৩ ॥ হে ইন্দ্ৰ, নহুষ ৰজাৰ প্ৰজাক আগতে যি ঘোঁৰাৰে সৈতে বল দিছিলা, সেই বিলাক আমাকো দিয়া ॥ ২৪ ॥ হে ইন্দ্ৰ, প্ৰাজ্ঞ তুমি এতিয়া ওচৰৰ পৰা গৰুৰ জাক চোৱা আৰু আমাক সুখ দিয়া ॥ ২৫ ॥ হে ইন্দ্ৰ, তুমি বলীৰ দৰে আচৰণ কৰিছা। মানুহৰ ওপৰত ৰাজত্ব কৰিছা। বলত মহান তুমি পাৰাপাৰ নোহোৱা ॥ ২৬ ॥ হে বিস্তীৰ্ণ ব্যাপী ইন্দ্ৰ, তোমাক হবি অন্ন যুক্ত প্ৰজাই সোমেৰে তৰ্পণ কৰি স্তৱ কৰিছে ॥ ২৭ ॥ পৰ্ব্বতৰ কিনাৰত নদীৰ সঙ্গম স্থানত যজ্ঞ কৰিলে ইন্দ্ৰ প্ৰাদুৰ্ভাব হয় ॥২৮॥ ইন্দ্ৰই দ্যুলোকত ব্যাপ্ত হৈ থাকি (সমুদ্ৰৰ দৰে) সোমৰস বিলাক চাই ॥ ২৯ ॥ দ্যুলোকৰ পাৰত যেতিয়া ইন্দ্ৰক জ্বলি থকা দেখা পাই, তেতিয়া চিৰন্তন ৰেতঃ জ্যোতিমুখি তেজ সকলোৱে দেখা পায় ॥ ৩০ ॥ হে ইন্দ্ৰ তোমাৰ বুদ্ধি আৰু বল কণ্ব সকলে বৰ্দ্ধন কৰিছে। হে এটাইতকৈ বলবান ইন্দ্ৰই, বলৰ কৰ্ম্ম বৰ্দ্ধন কৰিছে ॥ ৩১ ॥ হে ইন্দ্ৰ, এইবিলাক আমাৰ সুস্তুতি সেৱন কৰা। স্তোতা মোক ভালকৈ ৰক্ষা কৰা। আমাৰ বুদ্ধিবৃত্তি বৰ্দ্ধন কৰা ॥ ৩২ ॥ আৰু স্তুতিৰে বৰ্দ্ধন কৰা হে ইন্দ্ৰ, তোমালৈ বিপ্ৰ সকলে স্তোত্ৰ বিলাক জীৱনৰ কাৰণে কৰিছো ॥ ৩৩ ॥ কণ্ব সকলে ইন্দ্ৰক কেউফালে স্তুতি কৰিছে। চলি যোৱা বাটেৰে গৈ থকা নৈৰ দৰে ইন্দ্ৰক ভজন কৰিব লগীয়া স্তুতি কৰিছে ॥ ৩৪ ॥ উক্‌থ স্তোত্ৰ বিলাকে নৈৰ পানীয়ে সমুদ্ৰ ভৰোৱা দৰে, অজাই দমাব নোৱাৰা খণ্ডৰ অজৰ ইন্দ্ৰক বৰ্দ্ধন কৰে ॥ ৩৫ ॥ হে ইন্দ্ৰ দূৰৈৰ পৰা হবি ঘোঁৰাৰে সৈতে আমাৰ ওচৰলৈ আহা। আমি চেপা সোম পান কৰা ॥ ৩৬ ॥ হে বৃত্ৰক বধকৰা ইন্দ্ৰ, তোমাকেই যজ্ঞত প্ৰবৃত্ত সকলে চিঙা কুশ পাৰি দি অন্ন লাভৰ কাৰণে আহ্বান কৰিছে ॥৩৭॥ হে ইন্দ্ৰ, তোমাক দ্যাবাপৃথিবীয়ে অনুসৰণ কৰে। ঘোঁৰাৰ পাচে পাচে ৰথৰ চকৰি যোৱা দৰে চেপাসোমে তোমাক অনুসৰণ কৰে ॥ ৩৮ ॥ আৰু হে ইন্দ্ৰ, শৰ্যনাৱতী দেশৰ যজ্ঞত থাকি তুমি তৃপ্ত হোৱা। পৰিচৰণ কৰা যজমানৰ বুদ্ধিত তুমি আনন্দ কৰা ॥৩৯॥ হে বৰ্দ্ধমান হোৱা, বৃত্ৰহন্তা, বজ্ৰবান, অতি বেচি সোমপান কৰা ইন্দ্ৰ, তুমি বৰষুণৰ পানী দিয়া মেঘৰ ওচৰত থাকোতে শব্দ কৰা ॥ ৪০ ॥ হে ইন্দ্ৰ, তুমি আদি ঋষি। একমাত্ৰ তুমিয়েই বলৰ ঈশ্বৰ। তুমি পুনঃ পুনঃ ধন দিয়া ॥ ৪১ ॥ হে ইন্দ্ৰ, আমাৰ চেপা সোম অন্নলৈ উদ্দেশ্য কৰি তোমাক শত সংখ্যক বহল পিঠিৰ ঘোঁৰাই বহন কৰি আনক ॥ ৪২ ॥ ( হে ইন্দ্ৰ ) এই বিলাক আগতে ভালকৈ কৰা মধুৰ পানীৰ উৎপাদক যজ্ঞ কণ্ব সকলে উক্‌থেৰে বৰ্দ্ধন কৰিছে ॥৪৩॥ বিশেষ মহৎ দেৱতাৰ মাজত ইন্দ্ৰকেই মানুহে যজ্ঞত স্তুতিৰে বিচাৰে। ধন কামনা কৰি ৰক্ষণৰ কাৰণে ইন্দ্ৰকেই বিচাৰে ॥ ৪৪ ॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ, প্ৰিয় যজ্ঞেৰে সৈতে ঋষিয়ে স্তুতি কৰা হবি ঘোঁৰাই সোমপান কৰিবলৈ আমাৰ ফালে তোমাক বহণ কৰি লৈ আহক ॥ ৪৫ ॥ যদু বংশৰ পৰ্শুৰ পুত্ৰ তিৰিন্দিৰে দিয়া শত সহস্ৰ ধন মই ললোঁ ॥ ৪৬ ॥ তিনিশ চলন্ত ঘোঁৰা, গৰু দহ হেজাৰ তেওঁ সাম স্তোত্ৰ গোৱা পজ্ৰাক দিলে ॥ ৪৭ ॥ চাৰিভাৰ সোণেৰে সৈতে উট্‌ দি আৰু মানুহ দি এই ( তিৰিন্দিৰ ) ৰজাই উচ্ছ্ৰিত হৈ স্বৰ্গৰ ওপৰ পালে গৈ ॥ ৪৮ ॥

## ৭ সূক্ত—ঋ ৩৬।

### ঋষি—কণ্বৰ পুত্ৰ পুণৰ্বৎস।

### ছন্দ—গায়ত্ৰী। দেৱতা—মৰুত্‌গণ।

হে মৰুত সকল, তোমালোকক ত্ৰিষ্টুভ্‌ ছন্দেৰে স্তুতি কৰি মেধাবী সকলে সোম অন্ন দিলত পৰ্ব্বতত বিৰাজ কৰি আছিলা ॥ ১ ॥ হে বলযুক্ত, শুভ্ৰ মৰুত সকল, তোমালোকে ৰথ সজ্জা কৰি যাবলৈ ওলালে পৰ্ব্বত বিলাকেও ভয়ত কঁপে ॥ ২ ॥ শব্দ কৰা পৃশ্নীৰ পুতেক মৰুত সকলে বায়ুৰে মেঘ উদ্ঘাটন কৰিলে,আৰু বৃষ্টিকৰ অন্নদান কৰিলে ॥ ৩ ॥ মৰুত সকলে যেতিয়া বায়ুৰে সৈতে ৰথত যায়, তেতিয়া পৰ্ব্বত কঁপাই দিয়ে আৰু বৰষুণ বোৱাই দিয়ে ॥৪॥ হে মৰুত সকল. তোমালোকৰ গমনত পৰ্ব্বত নিয়মিত হয়, নদী বিলাক ধৰি ৰাখিবলৈ মহৎ বলেৰে নিয়মিত হয় ॥৫॥ হে মৰুত সকল, তোমালোককেই ৰক্ষণৰ কাৰণে ৰাতি আহ্বান কৰো, দিনত আহ্বান কৰো, যজ্ঞ চলি থাকোতে আহ্বান কৰো ॥ ৬ ॥ সেই ৰঙা ৰৰণৰ ৰূপৰ, বিচিত্ৰ, শব্দকাৰী মৰুত সকল দ্যুলোকৰ ৰথেৰে যোৱা

বাটেদি গৈ ওখ ঠাই পায়গৈ ॥ ৭ ॥ যি মৰুত সকলে সূৰ্য্য যাবলৈ ৰশ্মিযুক্ত বাট উলিয়াই দিয়ে তেওঁবিলাকে তেজেৰে ব্যাপ্ত হৈ থাকে ॥ ৮ ॥ হে মৰুত সকল, এয়া মোৰ স্তুতি বাক্য গ্ৰহণ কৰা। হে মহান তোমালোকে এই মোৰ স্তোত্ৰৰ আহ্বান সেৱন কৰা ॥ ৯ ॥ পৃশ্নী সকলে বজ্ৰবান ইন্দ্ৰৰ কাৰণে মধুৰ তিনি সৰোবৰ সোম খিৱালে। তিনি সৰোবৰ পানী মেঘৰ পৰা খিৱালে ॥১০॥ হে মৰুত সকল, সুখৰ কাৰণে তোমালোকক স্বৰ্গৰ পৰা আহ্বান কৰিছো,—আমাৰ ওচৰলৈ আহা ॥ ১১ ॥ আৰু হে সুদাতা ৰুদ্ৰৰ পুত্ৰ সকল, হে মহান, যজ্ঞ ঘৰত আমোদ-কৰ সোমপান কৰি বিশেষকৈ আমাক জনা হোৱা ॥ ১২ ॥ হে মৰুত সকল, স্বৰ্গৰ পৰা আমালৈ আমোদ কৰ, বহুতে প্ৰশংসা কৰা, সকলোকে পোষণ কৰিবৰ উপযুক্ত ধন লৈ আহা ॥ ১৩ ॥ হে শোভনীয় মৰুত সকল, পৰ্ব্বতৰ ওপৰৰ পৰা ৰথেৰে আহিবলৈ যেতিয়া ব্যৱস্থা কৰা, তেতিয়া (আমাৰ যজ্ঞত) সোমেৰে আনন্দ কৰা ॥ ১৪ ॥ স্তোতা মানুহে স্তোত্ৰেৰে মৰুত সকলৰ পৰা ধন ভিক্ষা কৰে। অহিংসিত মৰুতগণৰ পৰা ইমানেই ভিক্ষা কৰে ॥ ১৫ ॥ মৰুত সকলে পানীৰ বিন্দুৰ দৰে অক্ষয় পানীৰে মেঘ খিৱাই দ্যাবা পৃথিবী ওকন্দাই দিয়ে। ॥ ১৬ ॥ পৃশ্নী যাৰ মাক সেই মৰুত সকল ৰথেৰে; বায়ুৰে সৈতে, স্তোত্ৰৰ শব্দেৰে সৈতে ওপৰলৈ ওলাই আহিছে ॥ ১৭ ॥ (হে মৰুত সকল) যি ৰক্ষণেৰে তুৰ্ব্বশক আৰু যদুৰজাক তোমালোকে ৰক্ষা কৰিছিলা, যি ৰক্ষণেৰে ধন কামনা কৰা কণ্বঋষিক ৰক্ষা কৰিছিলা ধনৰ কাৰণে সেই ৰক্ষণ আমি ধ্যান কৰিছো ॥ ১৮ ॥ হে সুদাতা মৰুত সকল, ঘিঁউৰ দৰে পুষ্টিকৰ এই সোম অন্নৰে কণ্বৰংশত মই গোৱা স্তোত্ৰেৰে তোমালোকক বৰ্দ্ধন কৰক ॥ ১৯ ॥ সুদাতা, চিন্তা কুশত বহা মৰুত সকলে কোন ঠাইত এতিয়া আনন্দ কৰিছে? কোন ব্ৰাহ্মণ স্তোতাই তোমালোকক পূজা কৰিছে? ॥ ২০ ॥ হে চিন্তা কুশত বহা মৰুত সকল, সেইটো নহয়। তোমালোকে আমাৰ আগতে কৰা স্তোত্ৰেৰে যজ্ঞত নিজ গুনে সন্তোষ হৈ আহা,—গতিকে শীঘ্ৰে আহা ॥ ২১ ॥ সেই মৰুত সকলে বহুত বৰষুণৰ পানী সংগ্ৰহ কৰিলে। দ্যাবাপৃথিবী ধৰি ৰাখিলে। সূৰ্য্যক স্থাপন কৰিলে। (বৃত্ৰক বধ কৰিবলৈ) পাবে পাবে বজ্ৰ আনিলে ॥ ২২ ॥ (যাৰ ওপৰত) ৰজা নাই, বীৰ্য্যবান, বল কৰি মৰুত সকলে আবৰক বৃত্ৰক পাবে পাবে চিঙি পেলাবিলে। মেঘ বিলাককো ভাঙিলে ॥ ২৩ ॥ ত্ৰিতৰ যুদ্ধত পোষক মৰুত সকলে সহায় কৰি কৰ্ম্ম ৰক্ষা কৰিলে। বৃত্ৰবধ কৰিবলৈ ইন্দ্ৰকো ৰক্ষা কৰিলে ॥ ২৪ ॥ বিদ্যুতৰ দৰে হাতত অস্ত্ৰ লৈ নিজক দীপ্ত কৰি শোভিত হোৱা মৰুত সকলে মূৰত সোণৰ কৌৰিতি শোভাৰ কাৰণে পিন্ধিছে ॥ ২৫ ॥ হে মৰুত সকল, উশনা কৰিয়ে স্তুতি কৰা তোমালোকে কামবৰ্ষী ৰথেৰে অন্তৰীক্ষৰ ফাটৰ মাজেদি দূৰ দেশত যেতিয়া সোমায় যোৱা তেতিয়া স্বৰ্গৰ লোকৰ দৰে মানুহ বিলাকেও কঁপি যায় ॥ ২৬ ॥ হে মৰুত দেৱতা সকল, আমাৰ যজ্ঞত দানৰ কাৰণে সোণৰ অলঙ্কাৰ লগোৱা ভৰিৰ ঘোঁৰাৰে সৈতে আহা ॥ ২৭ ॥ এই মৰুত সকলৰ ৰথ শীঘ্ৰগামী ফুট-ফুটীয়া পহুৱে যেতিয়া বহন কৰে তেতিয়া শোভা কৰি আহোতে পানী বোৱাই আহে ॥ ২৮ ॥ নেতা সকল ভাল সোম থকা ধৃজিকা নামেৰে ঠাইত শৰ্য্যনা-বতী সৰোবৰৰ পাৰত মজ্জৰ ঘৰলৈ ৰথৰ চক্ৰ তলমুখ কৰি নামি গল ॥ ২৯ ॥ হে মৰুত সকল, এই দৰে আহ্বান কৰি বিচাৰি থকা বিপ্ৰ মোৰ ওচৰলৈ কেতিয়া সুখৰ হেতু ধন লৈ আহিবা? ॥৩০॥ স্তুতিৰে প্ৰীত হোৱা হে মৰুত সকল, ইন্দ্ৰক সতাই যেতিয়া এৰি আহিলা—সেইটো কেতিয়াৰ পৰা হল? তোমালোকৰ সখীত্বলৈ এতিয়া কোন আহিব? ॥ ৩১ ॥ বজ্ৰহস্ত, সোণৰ তৰোৱাল লোৱা মৰুত সকলেৰে সৈতে অগ্নিক আমাৰ কণ্ব সকলে স্তুতি কৰক ॥ ৩২ ॥ ফলবৰ্দ্ধক, ভালকৈ যজন কৰিবলগীয়া বিচিত্ৰ ধনবান মৰুত সকলক ভালকৈ নতুন পাব পৰা ধন পাবলৈ আমাৰ ফালে ঘুৰাই আনিম ॥ ৩৩ ॥ মৰুত সকল আহোঁতে সৰু পাহাৰ বিলাক থহায় অভিমান কৰি আহে। পৰ্ব্বত বিলাককো নিয়মিত কৰি যায় ॥ ৩৪ ॥ চকুৰ পচাৰতে যোৱা ঘোঁৰাই আকাশৰ বাটেদি যাওঁতে (মৰুত সকলক) স্তোত্ৰগোৱা সকলক ধন দিবলৈ লৈ আহে ॥৩৫॥ অগ্নিয়েই তেজেৰে সকলো দেৱতাৰ মুখ্য হৈ জন্মিছিল। পাচত সেই মৰুত সকল দীপ্ত হৈ থাকিল ॥ ৩৬ ॥

## ৮ সূক্ত—২৩।

### ঋষি—কণ্বৰ পুত্ৰ সধ্বংস।

### ছন্দ—অনুষ্টুপ্। দেৱতা—অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকে সকলো ৰক্ষণেৰে আমাৰ ওচৰলৈ আহা। হে দস্ৰা, সোমৰ ৰথত আহি সোণময় মধু পান কৰা ॥ ১ ॥ হবি ভোজন কৰা, সোণৰ অলঙ্কাৰ পিন্ধা, কৰি, গম্ভীৰ মনৰ হে অশ্বিনী দুজন, সূৰ্য্যৰ দৰে প্ৰভাৰ ৰথেৰে, নিশ্চয়কৈ আহিয়া ॥ ২ ॥

হে অশ্বিনী দুজন, মনুষ্যালোকৰ পৰা ভাল স্তুতি কৰা ঠাইলৈ আহা ॥ অন্তৰীক্ষৰ পৰা আহি (আমি) কণ্বৰ ঘৰত মানুহে কৰা যজ্ঞত অভিষুত কৰা মধুৰ সোম পান কৰা ॥ ৩ ॥ হে অশ্বিনী দুজন, দ্যুলোকৰ পৰা আমাৰ ইয়ালৈ আহা। তলৰ লোকৰ প্ৰিয়, অন্তৰীক্ষৰ পৰা আহা। এই যজ্ঞত তোমালোকৰ কাৰণে কণ্বৰ পুত্ৰই মধুময় সোম চেপিছে,—তালৈ আহা ॥ ৪ ॥ হে অশ্বিনী দুজন, সোমপান কৰিবলৈ আমাৰ স্তুতি মণ্ডিত এই যজ্ঞলৈ আহা। হে বৰ্দ্ধিত হোৱা, কবি স্বাহাকাৰেৰে হবি দিয়া স্তোতাৰ বৰ্দ্ধক হোৱা। হে নেতা দুজন, কৰ্ম্মৰে প্ৰবৰ্দ্ধক হোৱা ।। ৫ ।। হে নেতা অশ্বিনী দুজন, যেতিয়া তোমালোকক পুৰণি কালৰ ঋষিয়ে ৰক্ষণৰ কাৰণে আহ্বান কৰিছিল, তোমালোক আহিছিলা। সেইবাৰে এতিয়া মোৰ ভাল স্তুতিলৈ আহা ।। ৬ ।। হে স্বৰ্গলঙ্ঘন কৰা অশ্বিনী দুজন, উজ্জ্বল অন্তৰীক্ষৰ পৰা আমাৰ ওচৰলৈ আহা। স্তোতাক বিশেষকৈ জনা তোমালোক নিজ বুদ্ধিৰে আহা। হে স্তোত্ৰ শুনা দুজন, আমাৰ স্তোত্ৰ শুনি আহা ।। ৭ ।। আমাৰ বাহিৰে অন্য স্তোতাই হে অশ্বিনী দুজন, তোমালোকক কোনে উপাসনা কৰিব পাৰে ? কণ্বৰ পুত্ৰ বৎসই তোমালোকক স্তুতিৰে বৰ্দ্ধন কৰিছে (বিনিয়োগত সধ্বংস বুলি কৈছে। কিন্তু ইয়াত বৎস আছে) ॥ ৮ ॥ হে অশ্বিনী দুজন, মেধাবী স্তোতাই তোমালোকক এই যজ্ঞত ৰক্ষণৰ কাৰণে স্তোত্ৰেৰে আহ্বান কৰিছে। হে পাপহীন শত্ৰু হন্তা, তোমালোকে আমাৰ সুখৰ ভাব কৰোতা হোৱা ॥ ৯ ॥ হে অন্নবান দুজন, যুৱতী (সূৰ্য্যা) যেতিয়া তোমালোকৰ ৰথত উঠিলে হে অশ্বিনী দুজন, তোমালোকে অভিলাষ কৰা সকলো পালা ॥ ১০ ॥ হে অশ্বিনী দুজন, এই ঠাইলৈ বহুত ৰূপী ৰথেৰে আহা। কবিৰ পুত্ৰ বৎস ঋষিয়ে (মই) তোমালোকৰ কাৰণে মধুৰ স্তোত্ৰ গাইছো (৮ ঋকৰ বৎস ইয়াতো আছে) ॥১১॥ হে বহুত আমোদ কৰা, বহুত ধন থকা, গোটেই জগত বহন কৰা অশ্বিনী দুজন, মোৰ এই স্তোত্ৰ সম্যক গোৱা হৈছে বুলি প্ৰশংসা কৰা ॥ ১২ ॥ হে অশ্বিনী দুজন, প্ৰশস্ত সকলো ধন আমাক দিয়া। আমাক ঋতুৰ সময়ত হোৱা কাম কৰিবলৈ দিয়া। আমাক নিন্দকৰ বশ নকৰিবা ॥১৩॥ হে নাসত্যা দুজন, যদি দূৰ ঠাইত আছা বা ওচৰত আছা, সহস্ৰ ৰূপী ৰথেৰে আহা ॥ ১৪ ॥ হে নাসত্যা দুজন, যি বৎস ঋষিয়ে তোমালোকক স্তুতিৰে বৰ্দ্ধন কৰিছে তেওঁলৈ বহুত বিধৰ ঘিউ জৰণ হোৱা অন্ন দিয়া (বৎস ইয়াতো কৈছে) ॥ ১৫ ॥ হে অশ্বিনী দুজন, এই স্তোতাক ঘিউৰ ধাৰাযুক্ত বলকৰ অন্ন দিয়া। হে দানৰ পতি, তোমালোকৰ সুখৰ কাৰণে আৰু ধন বিচাৰি যি স্তুতি কৰিছে—(তেওঁক অন্ন দিয়া) ।। ১৬ ।। হিংসকক অন্ত কৰা- বহুত হবি ভোগকৰা, হে অশ্বিনী দুজন, আমাৰ এই স্তোত্ৰলৈ আহা। হে নেতা দুজন, আমাক সুশ্ৰী কৰা। (সেই কাৰণে) এই বিলাক পাবলৈ দিয়া ।। ১৭ ।। হে অশ্বিনী দুজন, প্ৰিয়মেধ ঋষি সকলৰ যজ্ঞৰ আহুতিত, যজ্ঞৰ ঈশ্বৰ তোমালোকক সকলো ৰক্ষণ পাবলৈ স্তুতি কৰিছে ।। ১৮ ।। সুখৰ ভাব কৰা স্তুত্য হে অশ্বিনী দুজন, যি বৎসই তোমালোকক কৰ্ম্মৰে (আৰু) স্তোত্ৰেৰে বৰ্দ্ধন কৰিছে তেওঁৰ ওচৰলৈ আহা ।। ১৯ ।। হে অশ্বিনী দুজন, যি ৰক্ষণেৰে কণ্ব ঋষিক ৰক্ষা কৰিছিলা, মেধাতিথিক ৰক্ষা কৰিছিলা বশক, গোশৰ্য্যক আৰু দশব্ৰজক ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাকো ৰক্ষা কৰা ॥২০॥ হে নেতা দুজন, ধন পাবলৈ ত্ৰসদস্যুক যি ৰক্ষণেৰে ৰক্ষা কৰিছিলা, সেই ৰক্ষণেৰে আমাক অন্নলাভৰ কাৰণে ৰক্ষা কৰা ॥ ২১ ॥ হে অশ্বিনী দুজন, দোষ-বৰ্জ্জিত স্তুতি বাক্য বিলাকে তোমালোকক বৰ্দ্ধন কৰক। হে বহুতক ত্ৰাণ কৰা, শত্ৰু হত্যা কৰা দুজন, তোমালোক আমাৰ বহুত স্পৃহনীয় ।। ২২ ॥ অশ্বিনী দুজনৰ লুকাই থকা তিনিটা পদ (ৰথৰ চকৰি) এতিয়া দূৰৈত দৃষ্টিগোচৰ হৈছে। ঋতৰ (যজ্ঞৰ) হেতু কবি অশ্বিনী দুজনৰ পদেৰে জীৱৰ ওপৰেদি জীৱৰ ফালে আহক ॥ ২৩ ॥

### ৯ সূক্ত—ঋ ২১।

ঋষি—কণ্বৰ পুত্ৰ শশকৰ্ণ।

ছন্দ—অনুষ্টুভ্; ১।৪।৬।১৪।১৫ বৃহতী, ২।৩।২০।২১ গায়ত্ৰী; ৫ ককুপ্; ১০ ত্ৰিষ্টুভ্; ১১ বিৰাট্, ১২ জগতী। দেৱতা—অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকে স্তোতাৰ ৰক্ষণৰ কাৰণে অৱশ্যই আহা। এই ঋষিক বাধাহীন বহল আহল ঘৰ দিয়া। যি শত্ৰু আছে সিহঁতক খেদাই দিয়া ।। ১ ।। অন্তৰীক্ষত যি ধন আছে, স্বৰ্গত যি ধন আছে, পাঁচ জাতিৰ মাজত যি ধন সোমাই আছে, সেই তিনি বিধ ধন আমাক দিয়া ॥ ২ ॥ হে অশ্বিনী দুজন, তোমালোকৰ কৰ্ম্ম যি বিপ্ৰ সকলে পুনঃ পুনঃ চুই আছে (কাম কৰিছে), এই দৰেই কণ্বপুত্ৰ মোৰ (পৰিচৰণ) বুলি জানিবা ।। ৩ ।। হে অশ্বিনী দুজন, এয়া তপত হবি স্তোত্ৰেৰে সিঞ্চন কৰা হৈছে। হে অন্নধন, এই সোম

মধুময় যি সোমেৰে শক্ৰক জানিছিলা ॥ ৪ ॥ হে বহু-কৰ্ম্মা অশ্বিনী দুজন, পানীৰে যি বেজৰ কাম কৰিলা, গছৰে যি কৰিলা, বনলতাৰে যি কৰিলা, সেই সকলো ঔষধৰে মোক ৰক্ষা কৰা ॥ ৫ ॥ হে নাসত্যা দুজন, তোমালোকে গোটেই জগত পোহ-পাল দিছা। যদি বা ঔষধ দিয়া, এই স্তোতাই কেৱল স্তোত্ৰেৰে তোমালোকক পোৱা নাই, হবিষ্মান স্তোতাৰ ওচৰলৈ হে যোৱা ॥৬॥ হে অশ্বিনী দুজন, ঋষিয়ে এতিয়া বুদ্ধিৰে বিচাৰি স্তোত্ৰ উলিয়াই অতি মধুৰ সোম (আৰু) হবি অগ্নিত ক্ষেপন কৰিছে ॥ ৭ ॥ হে অশ্বিনী দুজন, তোমালোকে শীঘ্ৰগামী ৰথত অৱশ্যই উঠি আহা। মোৰ এই স্তোত্ৰ বিলাকে সূৰ্য্যৰ দৰে তোমালোকৰ ওচৰ পাইছেগৈ ॥৮॥ হে নাসত্য দুজন, আমি স্তোত্ৰেৰে যি প্ৰকাৰে তোমা-লোকক আনিম, বা অন্য স্তুতিৰে আনিম, সেয়া কণ্বৰ পুত্ৰ মোৰ বুলি জানিবা ॥ ৯ ॥ হে অশ্বিনী দুজন, কক্ষী-ৱাণে তোমালোকক যিদৰে স্তুতি কৰিছিল, ব্যশ্বই যেনেকৈ স্তুতি কৰিছিল, দীৰ্ঘতমাই কৰিছিল, যজ্ঞৰ ঘৰত বেনৰ পুত্ৰ পৃথিয়ে যেনেকৈ স্তুতি কৰিছিল এই দৰেই স্তুতি কৰা এই স্তোত্ৰ মোৰ বুলি জানিবা ॥ ১০ ॥ হে অশ্বিনী দুজন আমাৰ ঘৰৰ পালক হৈ আহা, আমাৰ পৰম পালক হোৱা। জগত পালক হোৱা। আমাৰ শৰীৰ পালক হোৱা। আমাৰ পুত্ৰ পৌত্ৰৰ পালক হৈ আমাৰ ঘৰলৈ আহা ॥ ১১ ॥ হে অশ্বিনী দুজন, ইন্দ্ৰৰ সৈতে একেলগে যদি ৰথত যোৱা, যদি বায়ুৰ সৈতে একেলগে থাকা, যদি বা আদিত্য সকলৰ লগত থাকা, ঋভু সকলেৰে সৈতে একেলগে আনন্দ কৰি আছা বা বিষ্ণুৰ বিচক্ৰম কৰা তিনি লোকত আছা সেই সকলোৰে পৰা আহা ॥১২॥ মই যে আজি সংগ্ৰামৰ কাৰণে আহ্বান কৰিছো, হে অশ্বিনী দুজন, আহা। শত্ৰুৰ লগত যুদ্ধ কৰোতে যি সহায় কৰা, সেই ৰক্ষণ তোমালোকৰ অতি প্ৰশস্ত ॥১৩॥ হে অশ্বিনী দুজন, অৱশ্যই আহা। এই হব্য বিলাক তোমালোকক দিয়া হৈছে। যি সোম তুৰ্ব্বশ (আৰু) যদুৱে দিছিল (তেনেকুৱাই) এয়া সোম কণ্বৰ পুত্ৰ মই তোমালোকক দিছো ॥ ১৪ ॥ হে নাসত্যা দুজন, দূৰত বা ওচৰত যি ঔষধ আছে, সেই ঔষধেৰে, হে সুজ্ঞানী অশ্বিনী দুজন, বিমদাৰ দৰে বংসক নিশ্চয় ঘৰ দিবা ॥১৫॥ অশ্বিনী দুজনৰ দৈবিক স্তুতিৰে মই প্ৰবোধিত হৈছো। হে উষাদেৱী মই কৰা স্তোত্ৰত স্তোত্ৰ গুনি এন্ধাৰ গুচাই দিয়া, মানুহৰ কাৰণে ধন প্ৰকাশ কৰি দিয়া ॥১৬॥ হে সুনেত্ৰী, মহত্ত্বী উষা দেৱী, অশ্বিনী দুজনক প্ৰবুদ্ধ কৰা। হে যজ্ঞৰ আহ্বাতা, প্ৰবুদ্ধ কৰা। তেওঁ বিলাকৰ আমোদৰ কাৰণে মই মহৎ সোম আগবঢ়াই থৈছো ॥ ১৭ ॥ হে উষা, যি দীপ্তিৰে তুমি গৈছা, সূৰ্য্যক ৰঙা কৰিছা, সেই সময়ত অশ্বিনী দুজনৰ এই ৰথ এই যজ্ঞ ঘৰলৈ আহিছে ॥ ১৮ ॥ যেতিয়া হালধীয়া সোমলতাক গৰুৰ ওহাৰৰ পৰা খিৰোৱা দৰে ৰস উলিয়াই, যেতিয়া দেৱতা বিচৰা ঋত্বিকে স্তুতি কৰে, তেতিয়া অশ্বিনী দুজনে ৰক্ষা কৰক ॥ ১৯ ॥ বিশেষ জ্ঞানী অশ্বিনী দুজনে দ্যোত-মান যশৰ কাৰণে আমাক ৰক্ষা কৰক। নেতা সকলে সহি থাকিবলৈ, সুখৰ কাৰণে আৰু বৃদ্ধিৰ কাৰণে ৰক্ষা কৰক। ॥ ২০ ॥ হে অশ্বিনী দুজন, পিতৃৰ স্থানত যদিও কৰ্ম্ম কৰি আছা, যদি বা সুখত ৰহি আছা — (তেনেহলেও আহা) ॥ ২১ ॥

## ১০ সূক্ত—ঋ ৬।

ঋষি—কণ্বৰ পুত্ৰ প্ৰগাথ। ছন্দ ১।৫ বৃহতী ২-মধ্যে জ্যোতি, ৩ অনুষ্টুপ্‌; ৪-আস্তাৰ পংক্তি; ৫।৬-প্ৰগাথ (৫ বৃহতি; ৬ সতো বৃহতী;)। দেৱতা অশ্বিনী দুজন।

হে অশ্বিনী দুজন, যদি দীঘল যজ্ঞ ঘৰত আছা, স্বৰ্গৰ উজ্জ্বল ঠাইত আছা, যদি বা অন্তৰীক্ষত নিৰ্ম্মিত ঘৰত আছা, এই বিলাকৰ পৰা আমাৰ ইয়ালৈ আহা ॥১॥ যদি বা, হে অশ্বিনী দুজন, মনু প্ৰজাপতিৰ হৈ যজ্ঞ তোমা-লোকে কৰিছিলা, এই দৰেই কণ্বৰ পুত্ৰ আমাৰ যজ্ঞ (কৰিব লাগে বুলি) জানিবা। বৃহস্পতি, সকলো দেৱতা ইন্দ্ৰ আৰু বিষ্ণু আৰু খৰতকীয়া ঘোঁৰাৰে অশ্বিনী দুজনক মই আহ্বান কৰিছো ॥ ২ ॥ সেই অশ্বিনী দুজনক মই শীঘ্ৰেই আহ্বান কৰিছো। সুকৰ্ম্মা, (আমি দিয়া হবি) গ্ৰহণ কৰিবলৈ দেৱতাৰ মাজত (তেওঁ বিলাক) প্ৰাদুৰ্ভাৱ হৈছে—, যি অশ্বিনী দুজনৰ সখীত্ব কৰিবলৈ আমাৰ মন গৈছে, (তেওঁ বিলাকক আহ্বান কৰিছো) ॥৩॥ যি অশ্বিনী দুজনৰ ওপৰত সকলো যজ্ঞকৰ্ম্ম নিৰ্ভৰ কৰে, স্তোত্ৰ নোহোৱা ঠাইত যাৰ স্তোত্ৰ কৰা মানুহ আছে, সেই অশ্বিনী দুজনক হিংসা ৰহিত যজ্ঞৰ প্ৰকৃত জ্ঞাতা দুজনক বহুত বলৰ কাৰণে আহ্বান কৰিছো। তেওঁবিলাকে মধুৰ সোম পান কৰক ॥ ৪ ॥ হে অশ্বিনী দুজন, যদি পশ্চিম ফালে আছা, হে অন্নধন দুজন, যদি পূব ফালে আছা, বা দ্ৰুহ্য, অনু, যদু বা তুৰ্ব্বশৰ ওচৰত আছা,—(তথাপি তোমালোকক) আহ্বান কৰিছো; আমাৰ ওচৰলৈ আহা ॥ ৫ ॥ হে বহুত ভোগী অশ্বিনী

ভুজন, যদি অন্তৰীক্ষত গৈ আছা, যদি বা এই দ্যাবাপৃথিবীৰ ফালে গৈছা, যদি বা নিজ বলেৰে ৰথত উঠি আছা, সেই বিলাকৰ পৰা (আমাৰ শুবিলৈ) আহা ॥ ৬ ॥

১১ সূক্ত—ঋ ১০।

ঋষি—কণ্বৰ পুত্ৰ বৎস। ছন্দ ১ প্ৰতিষ্ঠা গায়ত্ৰী ; ২ বৰ্দ্ধমান গায়ত্ৰী ; ৩-৯ গায়ত্ৰী ; ১০ ত্ৰিষ্টুভ্। দেবতা—অগ্নি।

হে দেবতা অগ্নি, মানুহ আৰু দেবতাৰ মাজত তুমি ব্ৰতৰ পালক (সেই বাবে) তুমি স্তুত্য ॥ ১ ॥ হে শত্ৰুৰ অভিভৱিতা অগ্নি, যজ্ঞত তুমি স্তুত্যাৰ্হ অধ্বৰত তুমি নেতা ॥ ২ ॥ হে জাতবেদ অগ্নি. তুমি শত্ৰুক আমাৰ পৰা আঁতৰাই দিয়া। দেবতা বিৰোধী বিলাকক আঁতৰাই দিয়া ॥৩॥ হে জাতবেদ অগ্নি, ওচৰত থাকিলেও শত্ৰুৰ যজ্ঞলৈ যাবলৈ তুমি নিবিচাৰা ॥৪॥ আমি বিপ্ৰ সকলে অমৰ অগ্নিৰ বহুত স্তুতি কৰিম ॥৫॥ (আমি) (মেধাবী) মানুহে মেধাবী অগ্নি দেবতাক ৰক্ষণৰ কাৰণে হবিৰে আৰু স্তুতিৰে আহ্বান কৰিছো ॥৬॥ হে অগ্নি, বৎস ঋষিয়ে (মই) তোমাৰ মন উৎকৃষ্ট সভাস্থানৰ পৰা তোমাক কামনা কৰা স্তুতিৰে লৈ আহো ॥ ৭ ॥ হে অগ্নি তুমি বহুত ঠাইত সমান দ্ৰষ্টা। সকলো প্ৰজাৰ ঈশ্বৰ তোমাক সংগ্ৰামত আহ্বান কৰো ॥৮॥ হে সংগ্ৰামৰ বিচিত্ৰ ধন অগ্নি, সংগ্ৰামত বল বিচাৰি ৰক্ষণৰ কাৰণে আহ্বান কৰো ॥৯॥ হে অগ্নি. তুমি যজ্ঞত স্তুত্য, চিৰন্তন চিৰকাল দেবতাৰ আহ্বাতা. নতুনকৈ স্তুত্য হৈ যজ্ঞত বহিছো। (তোমাৰ হবি ভাগেৰে) নিজৰ শৰীৰ তৰ্পণ কৰা। আমাৰ স্তোতাক সৌভাগ্য দিয়া ॥ ১০ ॥

১২ সূক্ত—ঋ ৩৩।

ঋষি কণ্বৰ পুত্ৰ পৰ্ব্বত। ছন্দ উষ্ণীক্। দেবতা ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি যে অতি সোম পান কৰা, অতি বলবান, সোমৰ আমোদত ভক্ষক ৰাক্ষসক বধ কৰা। তেনেকুৱা আমোদত থকা তোমাক যাঞ্চা কৰো ॥ ১ ॥ সোমৰ আমোদত, হে ইন্দ্ৰ, তুমি দশগু অধ্ৰিগুৰ কাৰণে এন্ধাৰ গুচাই সূৰ্য্যক ৰক্ষা কৰিছিলা, যি সোমৰ আমোদত অন্তৰীক্ষ ৰক্ষা কৰা, তেনেকুৱা আমোদ কৰা তোমাক যাঞ্চা কৰো ॥ ২ ॥ হে ইন্দ্ৰ, যি সোম পানৰ আমোদত মহৎ ৰথযুগৰ পানীৰে বৈ যোৱা নদী বিলাক ৰথৰ দৰে ঋতৰ (নিয়মৰ) বাটেৰে (সাগৰলৈ) যাবলৈ পথিয়াই দিয়া, সেই আমোদ কৰা তোমাক যাঞ্চা কৰো ॥ ৩ ॥ হে বজ্ৰবান, ইন্দ্ৰ, যি স্তোত্ৰেৰে স্তুত হলে বলেৰে তৎক্ষণাৎ আমালৈ ধন আদি লৈ আহা, সেই মন্ত্ৰপূত ঘি'উৰ দৰে আমাৰ স্তোত্ৰ অভীষ্ট পাবৰ কাৰণে বুলি জানিবা ॥ ৪ ॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, এই স্তোত্ৰ ওফন্দি থকা সমুদ্ৰৰ দৰে। তুমি গ্ৰহণ কৰা। সকলো ৰক্ষণেৰে আমাৰ অভিলাষ পূৰ্ণ কৰা. ॥৫॥ দেবতা ইন্দ্ৰই দূৰ দেশৰ পৰা সখীত্বৰ কাৰণে আহি, আমাক ধন দিছে। হে ইন্দ্ৰ স্বৰ্গৰ পৰা অহা ৰথযুগৰ দৰে বহন কৰি আনি আমালৈ ধন বিলাই দিছা—(সেই বাবে) স্তুতি কৰিছো ॥৬॥ এই ইন্দ্ৰই ৰথৰ পতাকা উকবাই আৰু হাতত বজ্ৰ লৈ যেতিয়া সূৰ্য্যৰ দৰে দ্যাবা পৃথিবী বৰ্দ্ধন কৰে তেতিয়া—(আমি স্তুতি কৰো) ॥৭॥ হে বৰ্দ্ধন হোৱা সৎপতি ইন্দ্ৰ. সহস্ৰ অসুৰ যেতিয়া বধ কৰিলা তাৰ পাচত তোমাৰ বল বৰ বেচিকৈ বৰ্দ্ধন হল ॥৮॥ এই ইন্দ্ৰই সূৰ্য্যৰ ৰশ্মিৰে অগ্নিয়ে গছ পোৰা দৰে অসুৰ বিলাক পুৰি মাৰে ॥৯॥ হে ইন্দ্ৰ, তোমাৰ এই নতুন স্তুতি, ঋতুত নিয়মেৰে যজ্ঞ কৰা, পূজা কৰা, অৰ্কি বহুত প্ৰীতিকৰ (তোমাৰ মাহাত্ম্য প্ৰকাশ কৰিছে) ॥১০॥ যজ্ঞৰ গৰ্ভৰ ইন্দ্ৰক বিচাৰি আসক্ত হৈ, সোম বিশুদ্ধ কৰি, স্তোতাই ইন্দ্ৰৰ স্তোত্ৰ কৰি ইন্দ্ৰক বৰ্দ্ধন কৰিছে ॥১১॥ যজ্ঞৰ মিত্ৰ স্তোতাৰ ধন দাতা ইন্দ্ৰই সোম অভিষৱ কাৰীৰ কথাৰ দৰে গা ডাঙৰ কৰিছে। সেই (স্তোতাৰ) স্তোত্ৰই ইন্দ্ৰৰ গুণ জোখমাপ কৰিছে ॥ ১২ ॥ মানুহৰ স্তোত্ৰ বহন কৰা ইন্দ্ৰক মেধাবী সকলে যি আমোদ দিয়ে সেই ইন্দ্ৰৰ মুখত ঘি'উৰ দৰে বিশুদ্ধ ঋতৰ (যজ্ঞৰ) সোম আছে ॥১৩॥ আৰু অদিতিয়ে, নিজেই ৰাজমান ইন্দ্ৰৰ ৰক্ষণৰ কাৰণে বহুত প্ৰশংসনীয় স্তোত্ৰ উলিয়ালে যি স্তোত্ৰ ঋতৰ (যজ্ঞৰ) বিষয় ॥ ১৪ ॥ যজ্ঞ বহন কৰা ঋত্বিক সকলে ৰক্ষণৰ কাৰণে আৰু প্ৰশংসাৰ কাৰণে ইন্দ্ৰক আকৌ স্তুতি কৰিছে। হে দেবতা ইন্দ্ৰ, এতিয়া বিবিধ কৰ্ম্মা তোমাৰ ঘোঁৰাই ঋতৰ (নিয়মৰ) যি (হবি বা স্তোত্ৰ) আছে তাৰ কাৰণে তোমাক বহন কৰিছে ॥১৫॥ হে ইন্দ্ৰ, বিষ্ণুৰ বা আপ্ত্যৰ পুত্ৰ ত্ৰিতৰ বা মৰুত সকলৰ লগত সোম পান কৰি যদি আমোদ কৰিছা, তথাপি আমাৰ সোমত আনন্দ কৰা ॥ ১৬ ॥ হে শক্ৰ ইন্দ্ৰ, দূৰৈৰ সোমৰ সমুদ্ৰত যদি তুমি আনন্দ কৰিছা, তথাপি আমাৰ অভিষুত সোমেৰে আনন্দ কৰা ॥ ১৭ ॥ হে সৎপতি ইন্দ্ৰ, যদি বা সোম অভিষৱ কৰা যজমানৰ দ্বাৰা বৰ্দ্ধিত হৈছা, আৰু বা যাৰ স্তোত্ৰত প্ৰশংসিত হৈ বঢ় কৰিছা তেতিয়া হলেও আমাৰ সোমেৰে আনন্দ কৰা ॥১৮॥ (হে ঋত্বিক যজমান সকল) তোমা–

লোকৰ ৰক্ষাৰ্থে দেবদেৱ ইন্দ্ৰক মই স্তৱ কৰিম। মোৰ স্তুতি বিলাকে সেই ইন্দ্ৰক সোনকালে ভজন কৰিবলৈ আৰু যজ্ঞ কৰিবলৈ ব্যাপ্ত কৰক। ॥১৯॥ যজ্ঞেৰে যজ্ঞৰ বাহকক, সোমৰে সোম পান কৰা ইন্দ্ৰক, স্তুতিৰে বৰ্দ্ধন কৰিছে। সেই স্তুতিৰে ইন্দ্ৰক ব্যাপ্ত কৰক ॥২০॥ এই ইন্দ্ৰৰ বিহিত কৰ্ম্ম বিলাক মহান, আৰু প্ৰশংসনীয় কীৰ্ত্তি বিলাক বহুত। হবি দাতাক দিবলৈ সকলো ধন বিশেষ-কৈ ব্যাপ্ত হয় ॥ ২১ ॥ বৃত্ৰক বধ কৰিবলৈ দেবতা সকলে ইন্দ্ৰক আগত ৰাখিলে। বলৰ কাৰণে স্তুতি কৰিলে ॥২২॥ মহিমাৰে মহান আহ্বান শুনা ইন্দ্ৰক স্তোত্ৰেৰে আৰু অৰ্চনা মন্ত্ৰেৰে তেওঁৰ কালে পুনঃ পুনঃ স্তুতি কৰিছো ॥২৩॥ যি বজ্ৰবান ইন্দ্ৰক দ্যাবাপৃথিবীয়ে পৃথক কৰিব নোৱাৰে, অন্তৰীক্ষৰ পৰাও পৃথক কৰিব নোৱাৰে এই ইন্দ্ৰৰ বলৰ কাৰণেই জগত দীপ্ত হৈছে ॥ ২৪ ॥ হে ইন্দ্ৰ, সংগ্ৰামত যেতিয়া তোমাক দেবতা সকলে আগত ৰাখিলে, তাৰ পাচত, তোমাৰ ধুনীয়া হৰি ঘোঁৰা দুটাই ৰথত তোমাক বহন কৰি আনিলে ॥ ২৫ ॥ হে বজ্ৰবান ইন্দ্ৰ, যেতিয়া নদীক আবদ্ধ কৰি ৰখা বৃত্ৰক বলেৰে বধ কৰিছিলা, তেতিয়া তোমাৰ ··· ······ ··১৫ ঋকৰ দৰে ॥ ২৬ ॥ হে ইন্দ্ৰ, যেতিয়া বিষ্ণুৱে বলেৰে তিনি খোজেৰে (তিনিও লোকত) খোজ কাটিলে, তেতিয়া তোমাৰ ·· ২৫ ঋকৰ দৰে ॥ ২৭ ॥ হে ইন্দ্ৰ, যেতিয়া তোমাৰ ধুনীয়া হৰি ঘোঁৰা দুটা দিনে দিনে বাঢ়িবলৈ ধৰিলে তেতিয়া তুমি সকলো ভুৱন বশ কৰি ৰাখিলা ॥২৮॥ হে ইন্দ্ৰ, যেতিয়া মৰুত সকলে সকলো ভুৱন নিয়মিত কৰিলে তেতিয়া তুমি······ ২৮ ঋকৰ দৰে ॥২৯॥ হে ইন্দ্ৰ, যেতিয়া এই নিৰ্ম্মলজ্যোতি সূৰ্য্যক জগত প্ৰকাশ কৰিবলৈ স্বৰ্গত স্থাপিত কৰিলা, তেতিয়া······২৮ঋকৰ দৰে ॥৩০॥ হে ইন্দ্ৰ, মেধাবী স্তোতাই, এই যজ্ঞত পূজা কৰি ভাল স্তোত্ৰৰে ( আৰু কৰ্ম্মৰে ) বন্ধুক বাট দেখুৱাই দিয়া দৰে তোমাৰ তৃপ্তি পোৱাই দিছে ॥৩১॥ এই ইন্দ্ৰৰ যজ্ঞৰ স্থানৰ প্ৰীতিৰ কাৰণে লগ হোৱা স্তোতা সকলে যেতিয়া পৃথিৱীৰ নাভিত যজ্ঞৰ অভিষৱ কৰা বেদীত ডাঙৰকৈ মাতি স্তৱ কৰে ( তেতিয়া )—॥৩২॥ হে ইন্দ্ৰ, তুমি সুবীৰ্য্য, ভাল ঘোঁৰাযুক্ত, ভাল গৰু যুক্ত ধন আমাক দিয়া যাতে যজ্ঞত স্তৱ কৰিবলৈ প্ৰথমতে মনত পৰে ॥৩৩॥

১৩ সূক্ত— ঋ ৩৩।

ঋষি - কণ্বৰ পুত্ৰ নাৰদ।

ছন্দ—উষ্ণীক। দেবতা—ইন্দ্ৰ।

সোম অভিষুত হলে ইন্দ্ৰই পান কৰি কৰ্ম্মকৰ্ত্তা স্তোতা সকলক বৰ্দ্ধক বল পাবৰ কাৰণে সোধন কৰে। কাৰণ তেওঁ মহান ॥ ১ ॥ সুখেৰে পাৰ কৰা, অতিযশস্বী তেওঁ বহুল ব্যোমত দেবতা সকলৰ সদনত যজমানৰ বৰ্দ্ধয়িতা হয়। তেওঁ পাপী জয় কৰে ॥২॥ হে বলবান ইন্দ্ৰ, অন্ন লাভৰ কাৰণে যজ্ঞত মই তোমাক আহ্বান কৰো॥ হে ইন্দ্ৰ, সুখৰ কাৰণে তুমি আমাৰ অতি ওচৰ হোৱা আৰু বৰ্দ্ধনৰ কাৰণে সখা হোৱা ॥ ৩ ॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, তোমাৰ কাৰণে অভিষৱ কৰা সোমৰ আহুতি ক্ষৰণ হৈছে। তৃপ্ত হৈ যজ্ঞৰ কুশত বিৰাজ কৰা ॥৪॥ হে ইন্দ্ৰ, আমাক নিশ্চই সেই ধন দিয়া যি ধন তোমাৰ পৰা সেই ম অভিষৱ কৰা আমি বিচাৰো। বিচিত্ৰ স্বৰ্গ পোৱা ধন আমাৰ কাৰণে আহৰণ কৰা ॥৫॥ হে ইন্দ্ৰ, বিশেষ দ্ৰষ্টা স্তোতাই তোমাৰ স্তোত্ৰ যেতিয়া শত্ৰুৰ ওপৰত বল কৰিব পৰাকৈ পঠিয়াই তেতিয়া সেই স্তুতি বাক্য তুমি সেৱন কৰিলে গছৰ দাল উঠা দৰে ওপৰলৈ উঠি যোৱা ॥ ৬ ॥ হে ইন্দ্ৰ, আগতে (স্তোতাক ফল দান কৰি স্তুতি উৎপাদন কৰা দৰে) স্তুতি উৎপাদন কৰোৱা। স্তোতাৰ আহ্বান শুনা। সোমৰ তৰ্পণে তৰ্পণে সুকৰ্ত্তা যজমানলৈ ফল বহন কৰা ॥৭॥ ইন্দ্ৰৰ বিষয় কথা বিলাক তললৈ যোৱা পানীৰ দৰে নাচি বাগি ধেমালী কৰি যায়। স্বৰ্গৰ পতি ইন্দ্ৰই এই বিলাক স্তুতিৰে কীৰ্ত্তিত হৈছে ॥ ৮ ॥ আৰু একমাত্ৰ বশী ইন্দ্ৰক মানুহৰ পালক বুলি কয় স্তোত্ৰেৰে বৰ্দ্ধন কৰা, ৰক্ষণ ইচ্ছা কৰা সকলোৰে সৈতে অভিষৱ কৰা সোমত তুমি হৰ্যান্বিত হোৱা ॥ ৯ ॥ হে বিশেষ জ্ঞানী স্তোতা, প্ৰখ্যাত ইন্দ্ৰক স্তুতি কৰা। তেওঁৰ শত্ৰুৰ ওপৰত বল কৰিব পৰা ঘোঁৰা দুটা হবিষ্মান, দাতা যজমানৰ ঘৰলৈ যাওক ॥ ১০ ॥ হে মহৎ ফল দিয়া বুদ্ধিৰ ইন্দ্ৰ, চিকুণ ৰূপৰ শীঘ্ৰগামী ঘোঁৰাৰে খৰকৈ আমাৰ যজ্ঞলৈ আহা। সেই যজ্ঞত সুখ আছেই ॥ ১১ ॥ অতি বলিষ্ঠ সৎলোকৰ পতি হে ইন্দ্ৰ, স্তুতি কৰা আমাকৈ ধন ধাৰণ কৰা স্তোতাক অমৰণ ব্যাপ্তিযুক্ত অন্ন দিয়া ॥ ১২ ॥ হে ইন্দ্ৰ, সূৰ্য্য উদয় হওতে তোমাক আহ্বান কৰো। দিনৰ মাজ ভাগত তোমাক আহ্বান কৰো। হে ইন্দ্ৰ প্ৰীত হৈ চলি যোৱা ঘোঁৰাৰে আহা ॥১৩॥ হে ইন্দ্ৰ, খৰকৈ আহা। সোমৰ কালে দৌৰি আহা। গৰুৰ ( গাখীৰ আদি ) মিহলোৱা অভিষুত সোম পান কৰি আনন্দ কৰা। মই যেনেকৈ জানো তেনেকৈয়ে আগতে কৰা যজ্ঞ এতিয়া নিষ্পাদন কৰিম ॥ ১৪ ॥ হে শক্ৰ ইন্দ্ৰ, দূৰদেশত যদি আছা, হে বৃত্ৰবধ কৰা ইন্দ্ৰ, যদি বা ওচৰত আছা যদি বা সমুদ্ৰত আছা সেই সকলো

ঠাইৰ পৰা আহি সোম অন্নৰ ৰক্ষিতা হোৱা ॥১৫॥ আমাৰ স্তুতি বাক্যই ইন্দ্ৰক বৰ্দ্ধন কৰক। অভিযুত কৰা সোম ৰসে ইন্দ্ৰক বৰ্দ্ধন কৰক। হবিষ্মন্ত প্ৰজাই ইন্দ্ৰৰ সৈতে ৰঙ্গ কৰক ॥ ১৬ ॥ মেধাবী স্তোতা সকলে ৰক্ষণ বিচাৰি সেই ইন্দ্ৰ'কই তৃপ্তিকৰ আহুতি দি খৰধৰকৈ আনি বৰ্দ্ধন কৰে। পৃথিবীৰ সকলো মানুহে গছৰ ডালৰ দৰে ইন্দ্ৰক বৰ্দ্ধন কৰে ॥ ১৭ ॥ ত্ৰিকদ্ৰুক যজ্ঞত দেৱতা সকলে জ্ঞানী ইন্দ্ৰৰ যজ্ঞ বিস্তাৰ কৰিছিল। আমাৰ স্তুতিৰে সেই ইন্দ্ৰৰেই বৰ্দ্ধন হওক,—যি সদায় স্তোত্ৰক বৰ্দ্ধন কৰে ॥ ১৮ ॥ হে ইন্দ্ৰ, তোমাৰ স্তোতাই ঋতুত নিয়মমতে কাম কৰি উৎকৃষ্টৰে স্তুতি কৰিছে। সেই ইন্দ্ৰক অদ্ভুত, শুচি আৰু পাবক বুলি কয় ॥ ১৯ ॥ যি ঠাইত বিশিষ্ট জ্ঞানী স্তোতাই ইন্দ্ৰৰ স্তোত্ৰ উচ্চাৰণ কৰে, সেই ঠাইতে ৰুদ্ৰৰ পুত্ৰ মৰুত সকলে ইন্দ্ৰ আছে বুলি জানে ॥২০॥ হে ইন্দ্ৰ, তুমি যদি মোৰ সখীত্ব বৰণ কৰা তেনেহলে সোম অন্নৰ অংশ পান কৰা যাতে আমি শত্ৰু সেনা অতিক্ৰম কৰিব পাৰো ॥২১॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, তোমাৰ স্তোতা কেতিয়া অতি সুখী হব? কেতিয়া আমাক গোধন, ঘোঁৰা, আৰু নিবাস কৰা ঠাই আৰু অন্য ধন দিবা? ॥২২॥ আৰু হে ইন্দ্ৰ, ভালকৈ স্তুত হোৱা কামবৰ্ষী ঘোঁৰাই, অজৰ তোমাৰ, ৰথ বহন কৰি আমাৰ ফালে আনক। অতি আমোদকৰ তোমাক আমি ধন বিচাৰিছো ॥২৩॥ মহান, বহুতে স্তুতি কৰা ইন্দ্ৰক পুৰণি ৰক্ষণেৰে সৈতে আমি বিচাৰিছো। সেই ইন্দ্ৰ প্ৰীতিকৰ মেলি থোৱা কুশত বহক। পাচত দুভাগ (সোম আৰু হবি অন্ন) গ্ৰহণ কৰক ॥ ২৪ ॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ, আগৰ দিনৰ ঋষি সকলৰ দৰে ৰক্ষণেৰে আমাক বৰ্দ্ধন কৰা। প্ৰবৃদ্ধ অন্ন আমাৰ ফালে পঠিয়াই দিয়া ২৫ ॥ হে বজ্ৰবান ইন্দ্ৰ তুমি এই দৰেই স্তোত্ৰ কৰা যজমানৰ ৰক্ষক হৈছা। ঋতৰ (যজ্ঞৰ) মনৰ বেগৰ দৰে স্তোত্ৰেৰে পোৱা তোমাৰ অনুগ্ৰহ আমি পাম ॥২৬॥ হে ইন্দ্ৰ, এই যজ্ঞলৈ সোমপান কৰিবলৈ তোমাৰ লগত থকা বহুত ধন পাব পৰা, হৰি ঘোঁৰা দুটা ৰথত লগাই সেই দুটাৰে সৈতে আহা ॥ ২৭ ॥ ৰুদ্ৰৰ পুত্ৰ মৰুতগণ যি তোমাৰ লগত আছে (তেওঁ বিলাকো) আহক আৰু এই আশ্ৰয়নীয় যজ্ঞৰ ওচৰ পাওক। আৰু মৰুত সকলেৰে সৈতে অনা দেৱতা সকল আহি আমাৰ হবি অন্ন পাওকহি ॥ ২৮ ॥ এই ইন্দ্ৰৰ লগৰ মৰুত আদি লোক সকলে শত্ৰুক খেদাব পৰা দ্যুলোকৰ দুষ্প্ৰাপ্য ঠাইত থাকক। যজ্ঞৰ নাভিত (বেদীত) বহক যাতে আমি জানিব পাৰো ॥ ২৯ ॥ পূৰ্ব কালে যজ্ঞ ঘৰত হিংসা ৰহিত যজ্ঞ ঘৰত চলি থাকোতে যেতিয়া যায় তেতিয়া ইন্দ্ৰই এফালৰ পৰা ভালকৈ চাই কাম সম্পন্ন কৰে ॥৩০॥ হে ইন্দ্ৰ, তোমাৰ এই ৰথ ফলবৰ্ষক। তোমাৰ হৰি ঘোঁৰা কামবৰ্ষক। হে শতক্ৰতু, তুমিও কামবৰ্ষক। তোমাৰ আহ্বানো কামবৰ্ষক ॥ ৩১ ॥ হে ইন্দ্ৰ, তোমাৰ সোম চেপা শিল বৰ্ষক। তোমাৰ সোম পান কৰা আমোদো বৰ্ষক। তোমাৰ কাৰণে সোম চেপাও বৰ্ষক। যি যজ্ঞলৈ আহিছা সেই যজ্ঞও কামবৰ্ষী। তোমাৰ আহ্বান কামবৰ্ষী ॥ ৩২ ॥ হে বজ্ৰবান ইন্দ্ৰ, বৰ্ষক তোমাক হবি বৰ্ষণ কৰা মই বিচিত্ৰ নানা তৃপ্তিকৰ স্তুতিৰে তোমাক উদ্দেশ্য কৰি আহ্বান কৰিছো। তুমি যে সেৱন কৰা (গতিকে) তোমাৰ আহ্বানো ফলবৰ্ষক ॥৩৩॥

## ১৪ সূক্ত —ঋক্ ১৫।

**ঋষি—কণ্বৰ পুত্ৰ গোষুক্তি আৰু অশ্বসুক্তি। ছন্দ গায়ত্ৰী। দেৱতা ইন্দ্ৰ।**

হে ইন্দ্ৰ, মই যদি তোমাৰ দৰে একমাত্ৰ ধনৰ ঈশ্বৰ হলোহেঁতেন তেতিয়া মোৰ স্তোতা গৰু যুক্ত হলহেঁতেন ॥ ১ ॥ হে শক্তিমান ইন্দ্ৰ, যদি মই গৰুৰ পৰাকী হলো হেঁতেন, তেতিয়া এই স্তোতাক দিবলৈ ইচ্ছা কৰিলো-হেঁতেন ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ (বিষয়) ভাল স্তুতি বাক্য গৰুৰ দৰে গুনী সোম অভিষৱ কৰাক, গৰু খিৰাই দিয়ে আৰু ঘোঁৰা দান দিয়ে। তুমি তাৰ প্ৰবৰ্দ্ধক ॥৩॥ হে ইন্দ্ৰ তুমি স্তুত হলে ধন, দান কৰিবলৈ বাধা দিওঁতা কোনো নাই,—দেৱতাও নাই মানুহো নাই ॥৪॥ ইন্দ্ৰই যজ্ঞ বৰ্দ্ধন কৰে। অন্তৰীক্ষত মেঘক ঘুৰাই দি (বৰষুণ দি) পৃথিবী প্ৰবৰ্ত্তমান কৰিছে ॥ ৫ ॥ হে ইন্দ্ৰ বৰ্দ্ধমান তুমি, শত্ৰুৰ সকলো ধন জিকি পাবলৈ তোমাৰ পৰা আমি বিচাৰিছো ॥ ৬ ॥ সোমপানৰ হৰ্ষত উজ্জ্বল অন্তৰীক্ষ ইন্দ্ৰই বৰ্দ্ধন কৰিলে, যেতিয়া আবৃত কৰি থোৱা বল অসুৰক (মেঘক) বিদাৰণ কৰিলে ॥ ৭ ॥ ইন্দ্ৰই অঙ্গিৰস সকলক গুহাত লুকুৱাই থোৱা গৰু আবিষ্কাৰ কৰি উলিয়াই দিলে। বল অসুৰক তলমূৰ কৰি পেলাই দিলে ॥৮॥ আকাশত জ্বলি থকা (তৰা নক্ষত্ৰ) বিলাক দৃঢ়তৰ গাৱে দৃঢ়কৰি (নচলা কৰি) দিলে। একে ঠাইতে ৰোৱাই কোনেও লৰচৰ কৰিব নোৱাৰা কৰি দিলে ॥ ৯ ॥ সাগৰৰ ঢৌয়ে যেনেকৈ (ইটোৰ ওপৰত সিটো উঠি) খেলা কৰে হে ইন্দ্ৰ, তোমাৰ স্তোত্ৰ বিলাকেও তেনেকৈ খৰকৈ যায় আৰু তোমাৰ আমোদ যেচিকৈ বিৰাজ কৰে ॥ ১০ ॥ হে ইন্দ্ৰ, তুমি স্তোত্ৰেৰে বৰ্দ্ধন হোৱা আৰু উৎকৃষ্টৰে বৰ্দ্ধন হোৱা, স্তোতাৰ কল্যাণকৰ ॥১১॥ কেশৰ লগ' ঘোঁৰাই

সুধন যুক্ত ইন্দ্ৰকেই যজ্ঞৰ কালে সোম পান কৰিবলৈ বহণ কৰি আনক ॥১২॥ হে ইন্দ্ৰ, পানীৰ ফেনেৰে নমুচি অসুৰৰ মূৰ গাৰ পৰা ছিঙি দিলা। সকলো স্পৰ্দ্ধা কৰা অসুৰৰ সেনা মাৰিলা ॥ ১৩ ॥ হে ইন্দ্ৰ, মায়াৰে কেউফালে প্ৰসাৰণ কৰি দ্যুলোকত আৰোহণ কৰা দস্যুক তুমি মাৰি তললৈ পেলাই দিলা ॥ ১৪ ॥ হে ইন্দ্ৰ, সোম পান কৰি উৎকৃষ্টতৰ হৈ সোম অভিষৱ নকৰা বিলাকক পৰস্পৰ যুজ লগাই নাশ কৰি দিলা ॥১৪॥

১৫ সূক্ত—ঋ ১৩।

ঋষি—আৰু দেৱতা ১৪ সূক্তৰ দৰে। ছন্দ উষ্ণিক্

পুৰুহুত, বহুতে স্তুতি কৰা ইন্দ্ৰক হে স্তোতা সকলে (তেওঁৰ) ফালে স্তোত্ৰ গোৱা। মহান ইন্দ্ৰক স্তুতিৰে পৰিচৰণ কৰা ॥১॥ দুয়ো স্থানত বলী ইন্দ্ৰৰ মহৎ বলেৰে দ্যাবাপৃথিৱী ধাৰণ কৰিলে। খৰকৈ চলি যোৱা মেঘ বিলাক আৰু পানী বিলাক বান্ধি দিলে ॥২॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তেনেকুৱা তুমি বিৰাজ কৰি আছা। তুমি অকলেই আবৰক, জয় কৰিবলগীয়া শত্ৰু বিলাকক, ধন আৰু অন্ন নিজৰ অধিনলৈ আনিবলৈ, বধ কৰিছিলা ॥ ৩ ॥ হে বজ্ৰবান ইন্দ্ৰ, তোমাৰ সেই (সোমপান কৰা) হৰ্ষৰ স্তুতি কৰিছো। (ই) বৰ্ষক, সংগ্ৰামত শত্ৰুৰ অভিভৱ কৰা, মানুহৰ থকা ঠাই কৰি দিয়া, হবি ধোঁৱাৰ আশ্ৰয়। (তেনে ইন্দ্ৰক স্তুতি কৰিছো) ॥৪॥ হে ইন্দ্ৰ, যি তোমাৰ সোমৰ আমোদত আয়ু আৰু মনুক জ্যোতি পোৱাই দিছিলা, সেই আমোদৰেই এই যজ্ঞত কুশত বহি বিৰাজ কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ সেই বল আজিও পূৰ্ব্বৰ কালৰ দৰে স্তোতা সকলে স্তৱ কৰি আছে। বৰ্ষকৰ পত্নী (পানী) দিনো জয় কৰা ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ সেই ডাঙৰ শক্তিয়ে স্তুতি তীক্ষ্ণতৰ কৰিছে। তোমাৰ সেই শোষক বল, কৰ্ম্ম আৰু বজ্ৰই স্তুতি তীক্ষ্ণতৰ কৰিছে ॥ ৭ ॥ হে ইন্দ্ৰ, তোমাৰ সেই বলেৰে স্বৰ্গ বৰ্দ্ধন কৰিছে, যশ পৃথিৱীয়ে বৰ্দ্ধন কৰিছে। পানী আৰু অন্তৰীক্ষক স্বামীত্ব কৰিছা ॥ ৮ ॥ হে ইন্দ্ৰ, মহান বাসৰ হেতু বিষ্ণু, মিত্ৰ আৰু বৰুণে তোমাক স্তুতি কৰে। মৰুত গণে তোমাক অনুসৰণ কৰি আনন্দ কৰে ॥৯॥ হে ইন্দ্ৰ বৰ্ষক তুমি দেৱতাৰ মাজত অতি দাতা হৈ জন্ম হৈছা। সকলো ভাল পুত্ৰ পৌত্ৰেৰে আমাক ধাৰণ কৰিছা ॥ ১০ ॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তুমি অকলে ডাঙৰ শত্ৰু বিলাক মাৰা। ইন্দ্ৰৰ বাহিৰে অন্যাই ইমান বিলাক কাম কৰিব নোৱাৰে ॥ ১১ ॥ হে ইন্দ্ৰ, সংগ্ৰামত যি তোমাক স্তোত্ৰেৰে নানা প্ৰকাৰে আহ্বান কৰিছে—, আমাৰ সেই সংগ্ৰামত স্তোত্ৰেৰে আহুত হৈ আমাৰ শত্ৰু জয় কৰা ॥ ১২ ॥ (হে স্তোতা সকল), আমাৰ মহৎ ঘৰৰ কাৰণে অপৰ্য্যাপ্ত ইন্দ্ৰৰ গুণ স্তুতি কৰি শচীপতি ইন্দ্ৰক, জয় কৰা ধন পাবলৈ, হৰ্ষান্বিত কৰা ॥ ১৩ ॥

১৬ সূক্ত—ঋ ১২।

ঋষি—কণ্বৰ পুত্ৰ ইৰিংবিঠি। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

মানুহৰ মাজত সম্ৰাট স্তুতি বাক্যেৰে স্তুত্য, নেতা, শত্ৰু মানুহক পৰাস্ত কৰা, অতি দাতা ইন্দ্ৰক স্তুতি কৰা ॥ ১ ॥ সাগৰৰ ঢৌ বিলাকে সাগৰক যেনেকৈ ভাল পাই, তেনেকৈ উক্থ স্তোত্ৰ বিলাকে আৰু সকলো হবি অন্নই ইন্দ্ৰক ভাল পাই ॥ ২ ॥ সেই দেৱতাৰ মাজত ৰাজমান, জ্যেষ্ঠ, মহৎ সংগ্ৰামত বৃত্ৰবধাদি কাম কৰা, অন্নবন্ত ইন্দ্ৰক ধন লাভৰ কাৰণে পৰিচৰণ কৰিছো ॥ ৩ ॥ যি ইন্দ্ৰৰ আমোদ কম নহয়, গম্ভীৰ, বহুত শত্ৰুক সংগ্ৰামত মৰা, হৰ্ষযুক্ত (সেই ইন্দ্ৰক পৰিচৰণ কৰিছো) ॥ ৪ ॥ শত্ৰুৰ ধন পালে সেই ইন্দ্ৰকেই পক্ষ লবলৈ আহ্বান কৰা। যাৰ পক্ষৰ পৰা ইন্দ্ৰই হবি পায় সেয়ে জয়ী হয় ॥ ৫ ॥ সেই ইন্দ্ৰকেই বলকৰ স্তোত্ৰেৰে অভীজ্ঞ ঈশ্বৰ কৰে। মানুহে কৰ্ম্মেৰে তেওঁক ঈশ্বৰ কৰে। এনে ইন্দ্ৰই স্তোতাৰ ধন কাৰক হয় ॥ ৬ ॥ সেই ইন্দ্ৰই ব্ৰহ্মা, সেই ইন্দ্ৰ ঋষি, সেই ইন্দ্ৰ বহুত, পুৰুহুত, বৃহৎ, কৰ্ম্মেৰে, মহান, হয় ॥ ৭ ॥ সেই ইন্দ্ৰ স্তুতি কৰিবলগীয়া, আহ্বান কৰিবলগীয়া, সত্য, শত্ৰুৰ অবসাদ কৰা, বহুকৰ্ম্মা। —তেওঁ অকলে শত্ৰুৰ অভিভৱ কৰা হয় ॥ ৮ ॥ মন্ত্ৰদ্ৰষ্টা মানুহে সেই ইন্দ্ৰক অৰ্চনীয় ঋক্ মন্ত্ৰেৰে সাম মন্ত্ৰেৰে, গায়ত্ৰী আদি ছন্দেৰে বৰ্দ্ধন কৰে ॥৯॥ ইন্দ্ৰই প্ৰশস্ত ধন আগতে পোৱাই দিয়ে, সংগ্ৰামত (জয় কৰি) পোহৰ কৰি দিয়ে, অস্ত্ৰেৰে শত্ৰুক জয় কৰে (গতিকে বৰ্দ্ধন কৰা) ॥ ১০ ॥ পূৰ্ণ কৰি দিয়া, বহুতে আহুত কৰা ইন্দ্ৰই সকলো বিদ্বেষী মানুহৰ পৰা নাৱেৰে নৈ পাৰ কৰা দৰে পাৰ কৰক ॥ ১১ ॥ হে ইন্দ্ৰ, আমাক ধন দিয়া। আমাৰ ভাল বাট চিন্তা কৰা আৰু আমাক সুখ পোৱাই দিয়া ॥১২॥

১৭ সূক্ত—ঋ ১৫।

ঋষি আৰু দেৱতা ১৬ সূক্তৰ দৰে। ছন্দ—গায়ত্ৰী; ১৪-বৃহতী; ১৫-সতোবৃহতী।

হে ইন্দ্ৰ, তুমি আহা। তোমাৰ কাৰণে সোম অভিষুত কৰা হৈছে।—পান কৰা। মোৰ এই বেদীত মেলি থোৱা কুশত বহা ॥ ১ ॥ হে ইন্দ্ৰ, মন্ত্ৰেৰে যোজনা কৰা কেশৰ থকা হৰি ধোঁৱাই তোমাক বহন কৰি

আনক। তুমি আমাৰ স্তোত্ৰ শুনা ॥২॥ হে ইন্দ্ৰ, আমি অভিষুত কৰা সোমবন্ত ব্ৰাহ্মণ। যোগ্য স্তোত্ৰেৰে সোম পান কৰা তোমাক আহ্বান কৰিছো ॥৩॥ হে ইন্দ্ৰ, অভিষুত সোমযুক্ত আমাৰ গুৰিলৈ আহা। আমি কৰা ভাল স্তুতি জানি লোৱা। হে ধুনীয়া মুকুট যুক্ত ইন্দ্ৰ সোম অন্ন পান কৰা ॥৪॥ হে ইন্দ্ৰ, তোমাৰ দুয়োটা পেট সোমেৰে সিঁচি ভৰাই দিম। গোটেই গা লৈকে যাওক। জিভাৰে সোম গ্ৰহন কৰা ॥৫॥ ভাল দাতা হে ইন্দ্ৰ মধুৰ এয়া সোম তোমাৰ কাৰণে সোৱাদ হওক। তোমাৰ শৰীৰৰ সুখজনক হওক। হৃদয়ৰ ৰুচিকৰ হওক ॥৬॥ হে কৰ্ম্মক্ষম ইন্দ্ৰ, পত্নীৰ দৰে (বগা গাখীৰ আদিৰে) আবৃত এই সোম তোমাৰ ফালে যাওক ॥৭॥ বহল কান্ধৰ ডাঙৰ পেটৰ ভাল বাহুৰ ইন্দ্ৰই সোম অন্নৰ আমোদত শত্ৰু বিলাক হত্যা কৰে ॥৮॥ হে ইন্দ্ৰ, সকলো জগতৰ ঈশ্বৰ তুমি আমাৰ আগলৈ আহা। হে বৃত্ৰহন্তা, আমাৰ শত্ৰু বিলাক মাৰা ॥৭॥ হে ইন্দ্ৰ, তোমাৰ অঙ্কুশ দাল দীঘল হওক, যি অঙ্কুসেৰে সোম চেপা যজমানক (দূৰৈৰ পৰা) ধন টানি আনি দিব পাৰা ॥১০॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে এয়া সোম বেদীত মেলি থোৱা কুশত সোধিত কৰি থোৱা হৈছে। এই সোমৰ ফালে খৰকৈ আহি সোম পান কৰা ॥১১॥ হে শক্তিযুক্ত গো বিশিস্ট, প্ৰখ্যাত (স্তোত্ৰাদিৰে) পূজা কৰা ইন্দ্ৰ, তোমাৰ আনন্দৰ কাৰণে এই সোম চেপা হৈছে। হে আখণ্ডল, সেই বাবে বিশেষ স্তুতিৰে তোমাক আহ্বান কৰা হৈছে ॥১২॥ হে শৃঙ্গবৃষ ঋষিৰ পুত্ৰ, কুণ্ডপাৰ্য্য (কুণ্ডত পান কৰা) নামৰ যজ্ঞত ঋষি সকলে কেউফালে বেৰি (সম্মুখত কুণ্ডত সোমৰাখি) যজ্ঞ কৰিলে ॥১৩॥ হে গৃহপতি ইন্দ্ৰ, ঘৰৰ খুটা স্থিৰ হওক। সোম সম্পাদন কৰা সকলৰ অংশযুক্ত গোটেই শৰীৰৰ ত্ৰাণ কৰ্ত্তা বল হওক। বহুত অসুৰৰ নগৰ ভঙা ইন্দ্ৰ ঋষি সকলৰ সখা হওক ॥১৪॥ সাপৰ দৰে কেট তোলা, যজন কৰিব লগীয়া, গৰু পোৱাই দিয়া ইন্দ্ৰই অকলেই বহুত শত্ৰু অভিভব কৰে। ভৰণশীল, ব্যাপ্ত সেই ইন্দ্ৰক ক্ষিপ্ৰগামী স্তোত্ৰেৰে লৈ আহক ॥১৫॥

## ১৮ সূক্ত—ঋ ২২

ঋষি—কণ্বৰ পুত্ৰ ইৰিংবিঠি। ছন্দ—উষ্ণীক্। দেৱতা—আদিত্য সকল; ৮-অশ্বিনী দুজন, ৯-অগ্নি, সূৰ্য্য, বায়ু, ৪।৬।৭-আদিত্য।

এতিয়াই অৱশ্যে এই আদিত্য দেৱতা সকলৰ পৰা মানুহে অপূৰ্ব্ব সুখ পাবলৈ বাঞ্ছা কৰে ॥১॥ এই আদিত্য সকলৰ পন্থা অনাই বাধা দিব নোৱাৰে, —অহিংসিত। পালক তেওঁবিলাকৰ বাট সুগম হৈ (সুখ বৰ্দ্ধক হওক) ॥২॥ আমি সুখ বিচাৰিছো। সবিতা, ভগ বৰুণ, মিত্ৰ আৰু অৰ্যমা দেৱতা সকলে আমাক বিস্তৃত সুখ দিয়ক ॥৩॥ হে দেৱী, বহুতৰ প্ৰিয় অদিতি, তুমি পালন কৰিলে কোনেও বাধা দিব নোৱাৰে। তুমি প্ৰজ্ঞা যুক্তা। সুখদাতা দেৱতাৰে সৈতে ভালকৈ আহা ॥৪॥ অদিতিৰ পুত্ৰ সকলে বিদ্বেষ কৰা বোৰক বেলেগ কৰি দিব জানে। বিস্তৃত কৰ্ম্মৰ ৰক্ষক তেওঁবিলাকে পাপৰ পৰাও বেলেগ কৈ ৰাখিব জানে ॥৫॥ আমাৰ জন্তু বিলাক অদিতিয়ে দিনত ৰক্ষা কৰক। দুয়োফালে (বাহিৰে ভিতৰে) সেই অদিতিয়ে ৰাতি আমাৰ জন্তু বিলাক ৰাখক। আমাৰ বাঢ়ি থকা পাপৰ পৰাও অদিতিয়ে সদায় ৰক্ষা কৰক ॥৬॥ আৰু সেই স্তুতিৰ যোগ্য অদিতিয়ে ৰক্ষণৰে দিনত আমাৰ ওচৰলৈ আহক। সেই অদিতিয়ে শান্তিকৰ সুখ দিয়ক। বাধক শত্ৰুক দূৰ কৰি দিয়ক ॥৭॥ আৰু সেই দেৱতাৰ বেজ অশ্বিনী দুজনে আমাৰ ৰোগ গুচাই সুখ কৰক। আমাৰ পাপ গুছাওক। শত্ৰু নাইকিয়া কৰক ॥৮॥ অগ্নিয়ে নিজৰ ভাগ ভাগ অগ্নি বিলাকেৰে সুখ কৰক। সূৰ্য্যই, যাতে আমাৰ সুখ হয়, তেনেকৈ তাপ দিয়ক। পাপ-হীন সুখ যাতে হয়, তেনেকৈ বায়ু বলক ॥৯॥ আদিত্য সকলে ৰোগ উপশম কৰক। শত্ৰুক অপসাৰণ কৰক। দুৰ্ম্মতি গুছাওক। আদিত্য সকলে আমাক পাপৰ পৰা আঁতৰাই দিয়ক ॥১০॥ হে আদিত্য সকল হিংসকক আমাৰ পৰা আঁতৰাই দিয়া। দুৰ্বুদ্ধি গুচাই দিয়া। হে সৰ্ব্বজ্ঞ সকল, বিদ্বেষী বিলাকক আঁতৰাই দিয়া ॥১১॥ হে সুদাতা আদিত্য সকল, আমাক সেই সুখ দিয়া,—যি পাপী স্তোতাকো পাপৰ পৰা মোচন কৰে ॥১২॥ যি কোনো মানুহে ৰক্ষা কৰিবলৈ গৈ হিংসা কৰে, সেই মানুহ নিজ কৰ্ম্মৰ দ্বাৰাই হিংসিত হওক ॥১৩॥ যি দুষ্কৃতি পৰায়ণ মানুহে আমাৰ আঘাট কৰে আৰু কপটাচাৰী সিঁহত নিধন হওক ॥১৪॥ হে আদিত্য দেৱতা সকল, তোমালোকে পৰিপক্ক জ্ঞানীৰ ওচৰত থাকা। নিজৰ হৃদয়ত দুয়োবিধ (কপটাচাৰী আৰু অকপটাচাৰী) মানুহ আছে বুলি জানি লৱা ॥১৫॥ আমি মেৰৰ আৰু পানীৰ সুখ বিচাৰো। হে দ্যাবা-পৃথিৱী, আমাৰ পৰা পাপ দূৰৈত ৰাখিবা ॥১৬॥ হে বসু আদিত্য সকল, ভাল সুখেৰে নিয়া তোমালোকৰ নাৱেৰে আমাৰ সকলো দুঃখৰ পৰা পাৰ কৰি দিয়া

॥ ১৭ ॥ হে সুতেজস্ক আদিত্য সকল, আমাৰ পুত্ৰ আৰু পৌত্ৰৰ কাৰণে দীৰ্ঘতম আয়ুস প্ৰেৰণ কৰা ॥ ১৮॥ হে আদিত্য সকল, আমাৰ অনুষ্ঠিত যজ্ঞ তোমালোকৰ ওচৰত আছে। আমাৰ সুখ কৰা। তোমালোকৰ জ্ঞাতিত্বত থাকি আমি সদায়েই তোমালোকৰ হৈ থাকিম ॥ ১৯ ॥ মৰুত সকলৰ পালক ইন্দ্ৰ দেৱতাক, অশ্বিনী দুজনক, মিত্ৰক আৰু বৰুণক বৃহৎ ঘৰ, আমাৰ কল্যাণৰ কাৰণে আমি বিচাৰিছো ॥ ২০ ॥ হে মিত্ৰ, অৰ্য্যমা, বৰুণ আৰু মৰুত সকল, সকলো দেৱতাই অহিংসিত পুত্ৰাদিৰে সৈতে স্তুত্যহ´ ত্ৰিবিধ (শীত, তাপ আৰু বৰষুণ) নিবাৰক ঘৰ আমাক দিয়ক ॥ ২১ ॥ হে আদিত্য সকল, আমি মানুহ যমৰ বন্ধু (মৰণশীল)। আমাৰ জীৱন ভালকৈ বৰ্দ্ধন কৰা ॥ ২২ ॥

## ১৯ সূক্ত— ঋ ৩৭।

ঋষি—কণ্বৰ পুত্ৰ সোভৰি। ছন্দ—প্ৰগাথ [যুগ্ম সতোবৃহতী, অযুগ্ম ককুভ্] ২৭-দ্বিপদা বিৰাট্; ৩৪-উষ্ণিক; ৩৫-সতোবৃহতী; ৩৬-ককুভ্ [বিপ-ৰীত প্ৰগাথ]; ৩৭-পংক্তি। দেৱতা—অগ্নি; ৩৪।৩৫-আদিত্য; ৩৬।৩৭-ত্ৰসদস্যুৰ দান স্তুতি ॥

(হে স্তোতা) সেই অগ্নিক স্তুতি কৰা। তেওঁ স্বৰ্গলৈ নিওতা। ঋত্বিক সকলে (স্তুতি আদিৰে) স্বামী অগ্নিৰ ওচৰ পাই গৈ আৰু দেৱতা সকললৈ হবি আদি পঠিয়াই ॥ ১ ॥ হে বিপ্ৰ সোভৰি, বিভূতি দায়ক বিচিত্ৰ তেজৰ, সোম সাধ্য এই অগ্নি যজ্ঞৰ নিয়ন্তা আৰু নিত্য ॥ ২ ॥ হে অগ্নি, অতি যজন কৰিব লগীয়া তুমি দেৱতাৰ মাজত অতি দেৱতা, দেৱতাৰ আহ্বাতা অমৰ, যজ্ঞৰ সুকৰ্ত্তা তোমাক ভজন কৰো ॥ ৩ ॥ অন্নৰ নাতিয়েক, সৌভাগ্যবান, ভালকৈ পোহৰ কৰা, শ্ৰেষ্ঠ জ্যোতি, অগ্নিক স্তুতি কৰো। সেই অগ্নিয়ে দ্যুলোকত মিত্ৰ আৰু বৰুণৰ সুখ বিচাৰি যজন কৰক। সেই অগ্নিয়ে জলদেৱতাৰ সুখ বিচাৰি যজন কৰক ॥ ৪ ॥ যি মানুহে সমিধ খৰিৰে অগ্নিক পৰিচৰণ কৰে, যি আহুতি দি পৰিচৰণ কৰে, যি বেদ পাঠ কৰি পৰিচৰণ কৰে, যি ভাল যজ্ঞ কৰি অগ্নিক হবি (পিঠা পুৰোডাশ আদি দি) দি পৰিচৰণ কৰে তেওঁৰ,—— ॥ ৫ ॥ তেওঁবেই ব্যাপ্ত ঘোঁৰা বিলাক বেগবান হয়, তেঁওবেই দীপ্তিমন্ত যশ হয়, দেৱতাই আৰু মানুহে কৰা কোনো পাপে তেওঁক নেপায় ॥৬॥ হে বলৰ পুত্ৰ অন্নৰ পতি অগ্নি তোমাৰ অন্নৰ পৰা ভাগ ভাগ অগ্নিৰ দ্বাৰা আমি ভাল অগ্নিযুক্ত হম। সুধীৰ তুমি আমাৰ কামনা সিদ্ধি কিবা হোৱা ॥ ৭ ॥ স্তুতি কৰা অতিথিৰ দৰে সেই অগ্নি স্তোতা সকলৰ হিতকৰ। ৰথৰ দৰে জানিবলগীয়া। হে অগ্নি, তোমাত সাধু সকলে ধৰণী আছে বুলি কয়। ধনৰ তুমি ৰজা ॥ ৮ ॥ হে অগ্নি, যি মানুহে তোমাৰ যজ্ঞ কৰে তেওঁ সত্যফল পাওক। হে সুভগ অগ্নি, তেওঁ সপ্ৰশংসনীয় হওক। তেওঁ স্তোত্ৰেৰে ভজনশীল হওক ॥৯॥ হে অগ্নি যাৰ যজ্ঞলৈ তুমি ওখ হৈ জ্বলি থাকা, সেই যজমানে বীৰ পুত্ৰাদিৰে সৈতে থাকি সকলো সাধনা কৰে। তেওঁ ঘোঁৰাৰে জয় ভোগ কৰে। (তেওঁক) মেধাৱী সকলে আৰু বীৰ সকলে বিচৰা হয় ॥ ১০ ॥ যি যজমানৰ ঘৰত বিশ্ববৰেণ্য ৰূপৰ অগ্নিয়ে স্তোত্ৰ আৰু অন্ন ধাৰণ কৰে, হবি দেৱতাক পোৱাই দিয়ে (সেই যজমানে ... ১০ মন্ত্ৰৰ লগত সম্বন্ধ) ॥ ১১ ॥ হে বলৰ পুত্ৰ অগ্নি, মেধাৱী বা স্তোতাৰ হবি দান কৰোতে খৰকৈ যজন কৰিবলগীয়া কথা হয়। হে বসু, দেৱতাৰ তলত আৰু মানুহৰ ওপৰত আমাক কৰি দিয়া। (সকলোৰে ওপৰলৈ তুলি দিয়া) ॥ ১২ ॥ সুদক্ষ ক্ষিপ্ৰ-গামী অগ্নিক যি হবি দান কৰি নমস্কাৰেৰে বা স্তুতিৰে পৰিচৰণ কৰে (তেওঁ সমৃদ্ধ হয়) ॥ ১৩ ॥ যি মানুহে এই অখণ্ডনীয় অগ্নিক জলাৰ পৰা সমিধ খৰি দি পৰিচৰণ কৰে তেওঁ কৰ্ম্মেৰে সৌভাগ্যবান হৈ সকলো মানুহ দ্যোতমান অন্নেৰে নৈ পাৰ হোৱা দৰে অতিক্ৰম কৰি যায় ॥ ১৪ ॥ হে অগ্নি, যি ধনে ঘৰত ৰাক্ষস আদিক অভিভৱ কৰিব পাৰে আৰু পাপ বুদ্ধিৰ মানুহৰ খঙ দমাব পাৰে সেই দ্যোতমান ধন আমালৈ আহৰণ কৰা ॥ ১৫ ॥ যি অগ্নিৰ তেজেৰে বৰুণ প্ৰকাশ হয়, যাৰ তেজেৰে মিত্ৰ আৰু অৰ্য্যমা প্ৰকাশ হয়, ভগ প্ৰকাশ হয়, বলেৰে প্ৰাপ্তব্য বস্তু পোৱা ইন্দ্ৰৰ ৰক্ষিত আমি, হে অগ্নি, তোমাৰ সেই তেজৰ পূজা কৰো ॥ ১৬ ॥ হে মেধাৱী দেৱতা অগ্নি, যি ঋত্বিকে মানুহৰ চকু সুকৰ্ম্মা তোমাক ধৰি (জলায়) স্থাপন কৰে, সেই বিলাকেই সুধ্যান কৰ্ত্তা হয় ॥ ১৭ ॥ হে সৌভাগ্যবান অগ্নি, সেই জনেই তোমালৈ বেদী কৰে, আহুতি প্ৰস্তুত কৰে, সোম অভিষৱ কৰিবলৈ উদ্যোগ কৰে, তেওঁৱেই বলেৰে বহুত ধন জয় কৰে; তেওঁবিলাকে তোমাৰ ওপৰত অভিলাষ ন্যস্ত কৰে ॥ ১৮ ॥ হবিৰে আহুত অগ্নি আমাৰ কল্যাণৰ কাৰণে হওক। হে সুভগ অগ্নি, দান আমাৰ কল্যাণৰ হওক। যজ্ঞ কল্যাণৰ হওক। স্তুতি বিলাক কল্যাণৰ কাৰণে হওক ॥ ১৯ ॥ হে অগ্নি, সংগ্ৰামত আমাৰ মন ভাল কৰা, যি মনেৰে তুমি শত্ৰুক পৰাস্ত

কৰা। অভিভৱ কৰা, শত্ৰুৰ বহুত স্থিৰ বল পৰাজিত কৰা। আমি অভীষ্ট হবি আৰু স্তোত্ৰেৰে তোমাক ভজন কৰিম ॥২০॥ সেই মনু প্ৰজাপতিয়ে পূজা কৰা অতি যজন কৰিবলগীয়া, হবি বহন কৰা, দেৱতাৰ দূত যাক দেৱতা সকলে সদায় প্ৰেৰণ কৰে, সেই অগ্নিক স্তুতি কৰো ॥ ২১ ॥ (হে স্তোতা সকল) তীক্ষ্ণ জ্বালাৰ, সদায় ডেকা, যাজমান অগ্নিক হবি অন্ন দি স্তৱ গোৱা। যি অগ্নিয়ে সুনৃত বাক্যেৰে স্তুত হৈ, যি ঁউৰে আহুত হৈ ভাল বীৰ্য দান কৰে ॥ ২২ ॥ যি ঁউৰে আহুত হৈ এই অগ্নিয়ে যেতিয়া ওপৰে-তলে শব্দ কৰি অসুৰ (দেৱতা) সূৰ্য্যৰ দৰে প্ৰকাশ কৰে সেই অগ্নিক স্তৱ কৰে ॥ ২৩ ॥ যি দেৱতা অগ্নিয়ে মনু প্ৰজাপতিয়ে দিয়া সুগন্ধযুক্ত হবি আদি দেৱতালৈ পঠিয়াই, সেই সুযজ্ঞ, দেৱতাৰ আহ্বাতা, মৰণ ৰহিত অগ্নিয়ে বৰণীয় ধন পৰিচৰণ কৰা যজমানক দিয়ে ॥ ২৪ ॥ হে বলৰ পুত্ৰ, আহুত অনুকূল দীপ্তিৰ অগ্নি, মৰণশীল মই যদি তোমাৰ দৰে হও, তেতিয়া মই অমৰণ হম ॥ ২৫ ॥ হে বসু, মিচা অপবাদৰ কাৰণে তোমাক একো নকওঁ। হে সত্য, পাপৰ কাৰণে একো নকও। আমাৰ স্তোতাই তোমাক কৰ লগীয়া বচনেৰে (স্তোত্ৰেৰে) আক্ৰোহ নকৰক। বেয়া বুদ্ধিৰ অহিত শত্ৰু, হে অগ্নি, আমাৰ নহওক। পাপ বুদ্ধিয়ে আমাক বাধা নিদিয়ক ॥২৬॥ পুত্ৰই পিতাকক কৰা দৰে আমাৰ পোষক এই অগ্নিৰে যজ্ঞৰ ঘৰত দেৱতাৰ উদ্দেশ্যে আমাৰ হবি দেৱতাক পোৱাই দিয়ক ॥ ২৭ ॥ হে বসু অগ্নি, আমাৰ অতি ওচৰৰ দেৱতা তোমাৰ ৰক্ষণেৰে মানুহ মই যাতে সদায় প্ৰীতিৰে তোমাক সেৱা কৰিব পাৰো ॥২৮॥ হে অগ্নি, তোমাৰ পৰিচৰণ কৰ্ম্ম কৰি তোমাক ভজো। তোমাক হবি দান কৰি ভজো। তোমাক স্তোত্ৰেৰে ভজো। হে বসু-অগ্নি, স্তোতাৰ প্ৰসন্ন বুদ্ধিৰ ৰক্ষক বুলি তোমাক কয়। হে অগ্নি, আমাক দিবলৈ হৃষ্ট হোৱা ॥২৯॥ হে অগ্নি, তুমি যাক সখ্য গ্ৰহণ কৰা, সুবীৰ পুত্ৰেৰে, অন্ন আদিৰ ভৰনেৰে তোমাৰ ৰক্ষণত সেই যজমান প্ৰবৰ্দ্ধন হয় ॥৩০॥ সোমসিক্ত, দ্ৰৱনশীল; নীড়স্থান (বাহ থকা), কমনীয়, ঋতুত জন্ম হে দীপ্ত অগ্নি, তোমাত সোম দিয়া হৈছে। তুমি মহতী ঊষা বিলাকৰ প্ৰিয়, ৰাতিৰ বস্তুৰ প্ৰকাশ কৰা ॥ ৩১ ॥ সোভৰী ঋষি সকলে (আমি) ৰক্ষণৰ কাৰণে, অগ্নিৰ ওচৰলৈ আহি পাইছো। (সেই অগ্নি সহস্ৰ তেজ বিশিষ্ট, ভাল সহায়, কাৰক, সম্ৰাট), ত্ৰসদস্যুৰ বন্ধু ॥৩২॥ হে অগ্নি, তোমাৰ অন্য অগ্নি বিলাক গছৰ দালৰ দৰে শাখা। মানুহৰ মাজত মই তোমাৰ বল স্তুতিৰে বৰ্দ্ধন কৰি অন্য স্তোতাৰ দৰে দ্যোতমান যশ লাভ কৰিম ॥৩৩॥ অদ্ৰোহী, সুদাতা হে আদিত্য সকল, হবিষ্মান সকলোৰে মাজত যি জন মানুহক (যজ্ঞত) কামৰ পাৰ কৰি দিয়া, তেওঁ তাৰ ফল পাই ॥ ৩৪ ॥ ৰাজমান হে শত্ৰুৰ অভিভৱ কৰা আদিত্য সকল, তোমালোকে মানুহ শত্ৰুক অভিভৱ কৰা। হে মিত্ৰ, বৰুণ, অৰ্য্যমা (দেৱতা সকল) তেনেকুৱা আমিয়েই তোমালোকৰ ঋতৰ (নিয়মৰ যজ্ঞৰ) নেতা হম ॥ ৩৫ ॥ অতিদাতা, দয়ালু সৎলোকৰ পালক পুৰুকুৎস্যৰ পুত্ৰ এশদস্যুৱে মোক ছোৱালী পঞ্চাশ জনী (দাসী) দিলে ॥ ৩৬ ॥ আৰু শ্যাম বৰ্ণাদিৰ নেতা সুবাস্তু নদীৰ কাষত থকা ঘৰত, তীৰ্থত, মোক ঘোঁৰা দিলে। তেওঁ অগ্ৰগামী, বহুতৰ পূজিত, দানাৰ্হ সকলৰ গৰুৰ পালক। (তেওঁ) তিনিসাত (একৈশ) হেজাৰ গৰু মোক দিলে ॥৩৭॥ (এই ঋকৰ সায়ণৰ ভাষ্য নাই)।

## ২০ সূক্ত—ঋ ২৬।

ঋষি—কণ্বৰ পুত্ৰ সোভৰি। ছন্দ—প্ৰগাথ (অযুগ্ম ককুপ্, যুগ্ম সতোবৃহতী। দেৱতা—মৰুত সকল।

হে গতিশীল মৰুত সকল, তোমালোক আহা। (নহাকৈ থাকি) হিংসা নকৰিবা। সমান শুভৰ তোমালোকে দৃঢ় পৰ্ব্বতকো কঁপাই দিয়া, অন্য ঠাইত নেথাকিবা ॥ ১ ॥ হে মহান ৰুদ্ৰৰ পুত্ৰ, মৰুত সকল, সুদীপ্তিৰ দৃঢ় ৰথৰ নেমী-থকা ৰথেৰে আহা ॥ হে বহুতৰ স্পৃহনীয়, সোভৰী ঋষিয়ে কামনা কৰা অন্নেৰে সৈতে আজি আমাৰ যজ্ঞলৈ আহা ॥ ২ ॥ কৰ্ম্মবন্ত, কাপ্ত, বৰষুণৰ পানীৰ সেক্তা ৰুদ্ৰৰ পুত্ৰ মৰুত সকলৰ উগ্ৰ বল আমি জানো ॥ ৩ ॥ হে ভাল অন্নযুক্ত, দীপ্তিযুক্ত মৰুত সকল, তোমালোকে (যেতিয়া) কঁপাই দিয়া (তেতিয়া) দ্বীপ বিলাক ভাগি যায় : স্থাবৰ গছ বিলাকে দুঃখ পাই ; দ্যাবাপৃথিবী কঁপাই দিয়ে আৰু চলন্ত পানী বিলাক ওপৰলৈ উঠে ॥৪॥ হে মৰুত সকল, তোমালোক গৈ থাকোতে লৰাব নোৱাৰা পৰ্ব্বত (আৰু) গছ বিলাকে কেউফালে ভীষণ শব্দ কৰে,—পৃথিবী কঁপে ॥ ৫ ॥ হে মৰুত সকল তোমালোকে দলে বলে যাওঁতে দ্যুলোক ওপৰলৈ উঠি যায়। বহুত বলী নেতা মৰুত সকলে দীপ্ত আভৰণ নিজ শৰীৰত ধাৰণ কৰে ॥ ৬ ॥ দীপ্ত, বলবন্ত, বৰ্ষণৰূপ, অকুটিল নেতা মৰুত সকলে অন্নৰ উপলক্ষে মহৎশোভা ধাৰণ কৰিছে ॥ ৭ ॥ সোভৰি ঋষিৰ স্তুতিৰ শব্দই সোণৰ ৰথৰ কোষত (মাজত) থাকোঁতে মৰুত সকলৰ কাণত বাজে। গোমাতৃক, সুজন্মৰ মহান সেই মৰুত সকলে আমাৰ অন্ন ভোগ কৰিবলৈ আৰু প্ৰীতিদান কৰিবলৈ হওক ॥ ৮ ॥ হে সোমবৰ্দ্ধক (অধ্বৰ্য্যু) সকল,

বিশেষকৈ যোৱা বৰ্দ্ধক মৰুত সকলৰ কাৰণে হব্য আহৰণ কৰা ॥ ৯ ॥ হে নেতা মৰুত সকল, বৰ্দ্ধক ঘোঁৰাৰে, বৰ্দ্ধক ৰূপেৰে, বৰ্দ্ধক নাভি ( মাজ ঠাই ) যুক্ত ৰথেৰে হবিৰ ফালে অনায়াসে ভক্ষণ কৰিবলৈ শেণ পক্ষীৰ দৰে আহা ॥ ১০ ॥ এই মৰুত সকলৰ অলঙ্কাৰ সাজ-পাৰ একেই। জকমকীয়া অলঙ্কাৰ ( বুকুত ) শোভা কৰিছে। বহুত শক্তি আদি অস্ত্ৰ বাহুত জিলিকি আছে ॥ ১১ ॥ উগ্ৰ, বৰ্দ্ধক, উগ্ৰ বাহুৰ সেই মৰুত সকলে নিজৰ গাত ৰক্ষণৰ কাৰণে যত্ন নকৰে। হে মৰুত সকল, তোমালোকৰ ৰথত ধনু আদি দৃঢ়তৰ অস্ত্ৰ বিলাক আছে, পঙক্তিকে সেনামুখত তোমালোকৰ জয় সম্পদ নিশ্চিত ॥ ১২ ॥ পানীৰ দৰে বিস্তীৰ্ণ, দীপ্ত, বহুত সংখ্যাৰ মৰুত সকলৰ নাম একেতাই হৈ স্তোতাৰ কাৰণে পিতৃৰ পৰা অহা অন্নৰ দৰে ভোগৰ কাৰণে হয় ॥ ১৩ ॥ সেই মৰুত সকলক বন্দনা কৰা। সেই কঁপাই দিয়া স্বামী মৰুত সকলৰ আমি হীন সেৱক। তেওঁ বিলাকৰ দান আদি আমালৈ মহত্ত্ব যুক্ত হয় ॥১৪॥ হে মৰুত সকল, তোমালোকৰ ৰক্ষণৰ আগৰ দিনৰ স্তোতা সৌভাগ্য যুক্ত হৈছিল। আৰু যি স্তোতা, সেই মানুহ তোমাৰ হয় ॥ ১৫ ॥ হে নেতা মৰুত সকল তোমালোকে যি হবিষ্মান যজমানৰ হব্য ভক্ষণ কৰিবলৈ আহা, সেই যজমান, হে কম্পন কৰা মৰুত সকল, দ্যোতমান অন্নৰে আৰু যজ্ঞ কৰিবলৈ সুখ সকলো ফালৰ পৰা পাই ॥ ১৬ ॥ ৰুদ্ৰৰ পুতেক সকল, পানী পেলায় দিয়া মেঘৰ বিধাতা। সদায় ডেকা তেওঁ বিলাকে অন্তৰীক্ষৰ পৰা আহি যেনেকৈ আমাক বিচাৰে তেনেকৈয়ে এই স্তোত্ৰ হওক ॥ ১৭ ॥ যি সুদাতা যজমানে মৰুত দেৱতা সকলক পূজা কৰে, যি স্তোতা মৰুত সকলক হবি আদিৰে যজন কৰে, সেইবাবে দুয়ো বিধ ( কৰা ) আমাক ধন দিবৰ মনেৰে, হে ডেকা ( মৰুত ) সকল আমাৰ ওচৰলৈ আহি মিলিত হোৱা ॥ ১৮ ॥ হে সোভৰ, সদায় ডেকা, বৰ্দ্ধক, পাৱক, সেই মৰুত সকলক নতুন নতুন স্তুতি বাক্যেৰে কৃষকে বলদক স্তুতি কৰা দৰে পুনঃ পুনঃ স্তুতি কৰা ॥ ১৯ ॥ সকলো যুদ্ধত আহ্বান কৰা মৰুত সকলে মল্ল যোদ্ধাৰ দৰে সকলোকে অভিভৱ কৰে। সম্প্ৰতি আহ্লাদকৰ বৰ্ষণ কৰা সুমশব্দ মৰুত সকলকেই স্তুতিৰে বন্দনা কৰা ॥২০॥ হে সমান তেজৰ মৰুত সকল, ( তোমালোকৰ মাতৃ ) গাই গৰু বিলাকে একেজাতীয় সমান বন্ধু বুলি পূৱ দিশৰ পৰা পাই পৰস্পৰে চেলেকা চেলেকি কৰিছে ॥ ২১॥ নাচি থকা, বুকুত অলঙ্কাৰ থকা হে মৰুত সকল, মানুহ হৈও স্তোতাই তোমালোকৰ সখীত্ব লাভ কৰিবলৈ পৈছে। সেই একে আমাৰ ( স্তোতাৰ ) হৈ কথা কোৱা। তোমালোকৰ বন্ধুত্ব সদায় (স্তোতাদিবে) ধাৰণ কৰিবলগীয়া হৈ আছে ॥ ২২ ॥ সুদাতা, সখা, চলন্ত হে মৰুত সকল, আমালোকক মৰুতৰ ঔষধ আনি দিয়া ॥২৩॥ যি ৰক্ষণৰে সমুদ্ৰক ৰক্ষা কৰিছা, যি ৰক্ষণৰে স্তোতাৰ শত্ৰু মাৰা, যি ৰক্ষণেৰে তৃষ্ণাতুৰক ( গোতমক ) নাদ (কৰি) দিছিলা, হে সুখৰ ভাব কৰা শত্ৰু ৰহিত মৰুত সকল, কল্যাণেৰে, সকলো ৰক্ষনেৰে আমাৰ সুখ দাতা হোৱা ॥২৪॥ হে সুযজ্ঞৰ মৰুত সকল, সিন্ধু নদীত যি ঔষধ আছে, অচিক্নি নদীত যি ঔষধ আছে, যি সমুদ্ৰত আছে, যি পৰ্ব্বতত ঔষধ আছে,—॥২৫॥ সেই সকলো ঔষধ জনা তোমালোকে আমালৈ লৈ আহা। তাৰে আমাৰ চিকিৎসা কৰা আৰু হে মৰুত সকল, আমাৰ মাজৰ ৰোগীৰ, পাপৰ ফল স্বৰূপ ৰোগ যাতে শান্তি হয়, তেনেকৈ ব্যাধিগ্ৰস্ত অঙ্গ সম্পূৰ্ণ কৰা ॥২৬॥

## ২১ সূক্ত--ঋ ১৮।

### ঋষি—কণ্বৰ পুত্ৰ সোভৰি। ছন্দ প্ৰগাথ ( অযুগ্ম ককুপ্,)যুগ্ম সতোবৃহতী—। দেৱতা-ইন্দ্ৰ, ১৬।১৮ চিত্ৰৰ দান স্তুতি।

(ধনে ধানে) শকত মানুহক বিচৰা দৰে, আমি ( সোম আদি অন্নেৰে ) পোষণ কৰি অপূৰ্ব্ব বিবিধ ৰূপৰ ইন্দ্ৰকেই নিজৰ ৰক্ষণ বিচাৰি আহ্বান কৰিছো ॥১॥ হে ইন্দ্ৰ যজ্ঞ ৰক্ষণৰ কাৰণে তোমাৰ ওচৰলৈ আহিছো। সেই ইন্দ্ৰ শত্ৰু অভিভৱ কৰা, ডেকা, উগ্ৰ,—তেওঁ আমাৰ ফালে আহক। আমাৰ সখা তুমি ভজনীয় আৰু ৰক্ষা কাৰী। আমি তোমাকেই বৰণ কৰিছো ॥ ২ ॥ ঘোঁৰাৰ পালক, গৰুৰ পালক, উৰ্ব্বৰা ভূমিৰ পালক হে ইন্দ্ৰ, এয়া সোম তোমাৰ কাৰণে চেপা হৈছে,—আহা। হে সোমপতি ইন্দ্ৰ, সোমপান কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, বন্ধুহীন বিপ্ৰ আমি, বন্ধুযুক্ত তোমাক বন্ধুত্বৰ কাৰণে আমি বিচাৰিছো। হে কামবৰ্ষী, তোমাৰ যি তেজ আছে সেই সকলো তেজেৰে সৈতে সোমপান কৰিবলৈ আহা ॥ ৪ ॥ হে ইন্দ্ৰ, গৰুৰ গাখীৰ (আদি)মিহলোৱা, আমোদকৰ, স্বৰ্গ পাব পৰা সোমত (সোমৰ চাবিউফালে) চৰাইৰ দৰে বহি থকা আমি তোমাক পুনঃপুনঃ স্তুতি কৰিছো ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ ফালে মুখ কৰি নমস্কাৰেৰে তোমাক মাতিছো। তুমি বাৰে বাৰে কি চিন্তা কৰি আছা। হে হবিৰ, আমাৰ কামনা বহুত আছে। তুমি দাতা। সেইবাবে তোমাৰ ওচৰ হৈছো। আমাৰ কামনা

খিলাক তোমাৰ ওচৰত আছে ( সেইবাৰে মাতিছো ) ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ ৰক্ষণত আমি নতুন হম। হে অদ্ৰিৱ, আগতে তোমাক মহান বুলি জনা নাছিলো, এতিয়া জানিলো ॥ ৭ ॥ হে বলবান ইন্দ্ৰ, তোমাৰ সখীত্বৰ ভাৰ এতিয়া জানিছো। ভোগ্য ধনো জানিছো। হে বজ্ৰ-বান, তোমাৰ সেই ( সখীত্ব আৰু ধন ) বিচাৰিছো। আৰু হে বসু, ভাল মুকুট পিন্ধা ইন্দ্ৰ, গৰু যুক্ত সকলো অন্ন পাবলৈ আমাক তীক্ষ্ণ কৰা ।৮। হে সখা (ঋত্বিক) সকল, যি ইন্দ্ৰই পূৰ্ব্বত এইদৰে প্ৰশস্ত ধন আমাক ভালকৈ আনি দিছিল সেই ইন্দ্ৰকেই তোমালোকৰ ৰক্ষণৰ কাৰণে স্তুতি কৰিছো ॥ ৯ ॥ হৰিৎ বৰ্ণ ঘোঁৰা থকা, সৎসকলৰ পতি, শত্ৰুৰ অভিভৱিতা ইন্দ্ৰকেই আনন্দিত হোৱা মানুহে স্তুতি কৰে। সেই ধনবান ইন্দ্ৰই আমাক স্তোতা বুলি শত শত গৰু ঘোঁৰা সোনকালে দিয়ক ॥১০॥ হে বৃষভ ইন্দ্ৰ, গৰু যুক্ত জনৰ লগত যুদ্ধত ফোঁচ ফোঁচাই থকা শত্ৰুক তোমাৰ সহায়েৰে আমি ( যথোচিত ) উত্তৰ দিম ॥ ১১ ॥ হে পুৰুহুত ইন্দ্ৰ, আমাক হিংসা কৰা শত্ৰুক আমি জয় কৰিম। পাপ বুদ্ধিৰ মানুহৰ পৰা আমি তিষ্টি থাকিম। মৰুত সকলৰ সহায়ত আৱৰক শত্ৰুক মাৰিম। কৰ্ম্ম বৰ্দ্ধন কৰিম। তুমি আমাৰ কৰ্ম্ম ৰক্ষা কৰিবা ॥১২॥ হে ইন্দ্ৰ, তুমি জন্মতেই ভাতৃহীন। সদায় বন্ধুবৰ্জ্জিত। যুদ্ধতেই তোমাৰ বন্ধুত্ব গঢ়ি উঠিব ॥১৩॥ হে ইন্দ্ৰ, কেৱল ধনবান হলে তুমি সখীত্ব নিবিচাৰা। যি সুৰামদ খায়, সিহঁতে তোমাক হিংসা কৰে। যেতিয়া মানুহৰ কাৰ্পন্য নোহোৱা হয় তেতিয়া পিতৃক মতা দৰে তোমাক আহ্বান কৰে ॥১৪॥ হে ইন্দ্ৰ, তোমাৰ আপোন আমি তোমাৰ নিচিনা দেৱতাৰ বন্ধুত্বৰ পৰা বঞ্চিত হৈ সোম অভিষৱ নকৰা মূৰ্খ নহওঁ। ঋত্বিক সকলেৰে সৈতে সোম অভিষৱ কৰি থাকিম ॥১৫॥ হে গোদাতা ইন্দ্ৰ, তোমাৰ আপোন আমি ধনৰ পৰা বঞ্চিত নহওঁ। তোমাৰ বাহিৰে অন্যৰ পৰা আমি ধন নলওঁ। হে স্বামী, তুমি দৃঢ় ধন আমালৈ আনা। তোমাৰ সেই দান কেতিয়াও মিছা হব নোৱাৰে ॥ ১৬ ॥ হৱিদাতা মোক ইন্দ্ৰই ইমান ধন দিলে, নে সৌভাগ্যৱতী সৰস্বতীয়ে দিলে ? নে তুমি চিত্ৰ ৰজাই মোক এই ধন দিছা ? ॥ ১৭ ॥ সহস্ৰ অযুত ধন চিত্ৰ ৰজায়েই মোক দিলে। সৰস্বতী নদীৰ কিনাৰত অন্য বিলাক ক্ষুদ্ৰ ৰজা আছে। পৰ্য্যন্যই যেনেকৈ বৰষুণ ঢালি দিয়ে তেওঁ (চিত্ৰ ৰজাই) তেনেকৈ ধন বিস্তাৰ কৰিছে ॥ ১৮ ॥

## ২২ সূক্ত—ঋক্ ১৮।

ঋষি—কণ্বৰ পুত্ৰ সোভৰী। ছন্দ—১-৬ প্ৰগাথ ( অযুগ্ম বৃহতী, যুগ্ম সতো বৃহতী ); ৭ বৃহতী। ৮-অনুষ্টুভ্ : ৯।১০।১৩-১৮ ( ককুভ সতো বৃহতী প্ৰগাথ )। দেৱতা--অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকৰ অতি দৰ্শনীয় ৰথ, যাক ভালকৈ আহ্বান কৰা হয়, বাটত যাওতে শব্দ কৰি যোৱা, যি ৰথত সূৰ্য্যাক আনিবলৈ যাওঁতে আছিলা সেই ৰথ ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ১ ॥ হে সোভৰ ( ঋষি ) ভাল স্তুতিৰে অশ্বিনী দুজনৰ ৰথক স্তুতি কৰা ( যি ৰথ ) পূৰ্ব্বৰ স্তোতা সকলৰ পোষক, ভালকৈ আহ্বান কৰা, বহুতৰ স্পৃহনীয়, সকলোৰে ৰক্ষক, সংগ্ৰামত অগ্ৰগামী, সকলোৱে ভজন কৰা, শত্ৰুক হিংসা কৰা আৰু পাপ ৰহিত ॥২॥ বহুত শত্ৰুৰ অত্যন্ত পৰাভৱকাৰী দেৱতা, হবি দাতা যজমানৰ ঘৰৰ ফালে যোৱা সেই অশ্বিনী দুজনক এই যজ্ঞৰ ৰক্ষণৰ কাৰণে স্তোত্ৰেৰে আমাৰ ফালে অহা কৰিম ॥ ৩ ॥ হে অশ্বিনী দুজন তোমালোকৰ ৰথত এটা চক্ৰ স্বৰ্গৰ ফালে যায়। অন্য এটা চক্ৰ সকলোৰে আন্তৰ্য্যামী হৈ প্ৰেৰণ কৰা তোমালোকৰ কাৰণে থাকে। হে শুভৰ পতি ( দুজন ), তোমালোকৰ সুমতি নতুনকৈ পোৱালী দিয়া গৰুৰ দৰে ( পোৱালিৰ গুৰিলৈ অহাৰ দৰে ) আমাৰ ফালে আহক ॥ ৪ ॥ হে অশ্বিনী দুজন, তিনি বন্ধুৰ ( থকা ) সোণৰ লেকাম লগোৱা ঘোঁৰাৰে তোমালোকৰ যি প্ৰসিদ্ধ ৰথে দ্যাবাপৃথিবী অতিক্ৰম কৰি যায় হে নাসত্য দুজন, সেই ৰথেৰে আহা ॥৫॥ হে অশ্বিনী দুজন, পূৰণি কালত দ্যুলোকত থকা পানী মনুৰজাক দি নাঙলেৰে যৱ ধানৰ খেতি কৰাইছিলা। হে শুভৰ পতি দুজন, সেই তোমা-লোকক আজি ভাল স্তুতিৰে স্তব কৰিম ॥ ৬ ॥ হে অন্ন ধনবান অশ্বিনী দুজন, ঋতৰ ( নিয়মৰ ) বাটেদি আমাৰ ফালে আহা। হে বৰ্ষক দুজন, ত্ৰসদস্যুৰ পুতেক তৃক্ষিক যি ৰথেৰে মহৎ ধনৰ কাৰণে প্ৰীত কৰিছিলা ( সেই বাটেদি আহা ) ॥ ৭ ॥ নেতা আৰু বৰ্ষক হে অশ্বিনী দুজন, তোমালোকৰ কাৰণে শিলেৰে সোম চেপা হৈছে। (সেই) সোম পান কৰিবলৈ আহা। হবি দাতাৰ ঘৰত সোমপান কৰা ।৮। হে ধনবৰ্ষক অশ্বিনী দুজন, অস্ত্ৰৰ কোশ ( ভৰাল ) থকা সোণময় ৰথত তোমা-লোক উঠা। সৰহ অন্ন আমাক দিয়া ।৯। হে অশ্বিনী দুজন, যি ৰক্ষণৰে পক্থ ৰজাক ৰক্ষা কৰিছিলা, যি ৰক্ষণৰে অধ্ৰিগুক ৰক্ষা কৰিছিলা, যি ৰক্ষণেৰে বভ্ৰু ৰজাক বিশেষকৈ সোমেৰে প্ৰীত কৰিছিলা, সেইৰক্ষনেৰে খৰকৈ সোনকালে আমাৰ ওচৰলৈ আহা। যি আতুৰ ৰোগী আছে তাৰ চিকিৎসা কৰা ॥ ১০ ॥ অবাধ গতিৰ

মেধাবী আমি সংগ্ৰামত অবাধ গতিৰে যোৱা অশ্বিনী দুজনক দিনৰ এতিয়াই ( পুৱা ) যেতিয়া স্তুতিৰে আহ্বান কৰিছো ( তেতিয়া ৰক্ষনেৰে সৈতে আহা ) ॥ ১১ ॥ হে কামবৰ্ষক অশ্বিনী দুজন নানা ৰূপৰ, সকলোৰে বৰেণ্য তোমালোকে আমাৰ আহ্বানৰ কালে সকলো ৰক্ষাৰে সৈতে আহা। যি ৰক্ষনেৰে, হে নেতা দুজন, হৱি ইচ্ছা কৰা, অতি ধন দাতা, যুদ্ধত নানা ভাব ধৰা, নাদৰ কাৰণে যি ৰক্ষণেৰে বৰ্দ্ধন কৰা সেই বৰ্দ্ধনৰ সৈতে আহা ॥ ১২ ॥ সেই অশ্বিনী দুজনক দিনত এতিয়াই ( পুৱাতে ) বন্দনা কৰি ওচৰত স্তুতি কৰিছো। স্তোত্ৰেৰেই তেওঁবিলাকক বিচাৰিছো ॥ ১৩ ॥ শুভৰ পতি বাটত শব্দ কৰি যোৱা অশ্বিনী দুজনক ৰাতি, উষাৰ সময়ত আৰু দিনত (সকলো সময়ত) আমি আহ্বান কৰো। হে অন্নধন ৰুদ্ৰ, অশ্বিনী দুজন, মানুহ শত্ৰুৰ হাতত আমাক এৰি নিদিবা ॥ ১৪ ॥ আৰু হে সেৱনীয় অশ্বিনী দুজন, সুখাৰ্হ মোক সুখ দিবলৈ ৰাতিপুৱালৈ আহিবা। মই সোভৰীয়ে পিতাকে পুত্ৰেৰ ক মতা দৰে আহ্বান কৰিছো ॥ ১৫ ॥ মনৰ দৰে বেগী, বৰ্ষক, শত্ৰুক নাশ কৰা, বহুতক ৰক্ষা কৰা শীঘ্ৰ গতিৰ ৰথত ৰক্ষনেৰে আমাক ৰক্ষা কৰিবলৈ আমাৰ অতি ওচৰ হোৱা ॥ ১৬ ॥ অতি মধু পান কৰা, নেতা দস্ৰা অশ্বিনী দুজন, আমাৰ ঘৰ গৰু যুক্ত, ঘোঁৰা যুক্ত, সোণ আদিৰে (পূৰ্ণ কৰি) আহা ॥১৭॥ স্তোতাক ভালকৈ দিয়া, সুবীৰ্য্য, সকলোৰে বৰণীয়, বলবানেও অভিভব কৰিব নোৱাৰা ধন আমি বিচাৰিছো। হে অন্নধন অশ্বিনী দুজন, তোমালোক আমাৰ ঘৰলৈ আহোঁতে সকলো ধন আমি পাম ॥ ১৮ ॥

## ২৩ সূক্ত – ঋ ৩০ ।

## ঋষি—ব্যশ্বৰ পুত্ৰ বিশ্বমনা। ছন্দ—উষ্ণিক্ । দেৱতা—অগ্নি ।

শত্ৰুৰ প্ৰতি গমনশীল অগ্নিক স্তব কৰা। কেউফালে যোৱা ধোঁৱাৰে, ধৰি ৰাখিব নোৱাৰা পোহৰৰ জাতবেদ অগ্নিক যজন কৰা ॥ ১ ॥ আৰু হে সৰ্ব্বাৰ্থদৰ্শী বিশ্বমনা ঋষি, মাৎচৰ্য্যহীন যজমানৰ ৰথ আদি দাতা অগ্নিক স্তুতি কৰা ॥ ২ ॥ শত্ৰুক বাধা দিয়া আৰু ঋকেৰে অৰ্চনা কৰা অগ্নিয়ে যি যজমানৰ অন্নাদি ৰস জ্ঞানেৰে সৈতে গ্ৰহণ কৰে তেওঁ বিলাকে ধন লাভ কৰে ॥ ৩ ॥ অতি দীপ্ত, তাপ দিয়া দাঁতেৰে ( শিখাৰে ) ভাল পোহৰৰ আৰু যজমানৰ আশ্ৰিত অগ্নিৰ জৰা ৰহিত তেজ ওপৰলৈ উঠিল ॥৪॥ সুযজ্ঞৰ হে অগ্নি,সম্মুখত বৃহৎ দীপ্তিৰে শোভিত হৈ আৰু স্তুত হৈ দৈব শিখাৰে ওপৰলৈ উঠা ॥ ৫ ॥ হে অগ্নি, অনুসক্ত হৈ হব্য আহুতি দি দেৱতালৈ ভাল স্তোত্ৰেৰে সৈতে ( হব্য ) লৈ যোৱা—যিহেতু তুমি হব্য বহন কৰা দেৱতাৰ দূত ॥ ৬ ॥ মানুহৰ হোতা, পুৰণি. তোমাক আহ্বান কৰিছো। সেই অগ্নিক এয়া স্তুতি বাক্যেৰে স্তব কৰিছো। তোমালোকৰ কাৰণেই ( হে ঋত্বিক ) স্তব কৰিছো ॥ ৭ ॥ বহুবিধ কৰ্ম্মা, মিত্ৰৰ দৰে থকা হৱিৰে সন্তৰ্পণ কৰা অগ্নিয়ে, ঋতবান ( নিয়মৰ যজ্ঞবান ) যজমানক কামনা পূৰণ কৰে ॥৮॥ ঋতৰ ( নিয়মৰে যজ্ঞৰ ) কামনা কৰা হে, যজমান সকল, ঋতবান ( নিয়ম বান ) যজ্ঞ সাধন কৰা এই অগ্নিক হৱি দিয়া যজ্ঞাঙ্গত স্তুতি বাক্যেৰে সেৱা কৰা ॥ ৯ ॥ সংযত কৰা আমাৰ যজ্ঞ অতি অঙ্গিৰ অগ্নিৰ সন্মুখলৈ যাওক, যি অগ্নি মানুহৰ হোতা হৈ সদায় যশস্বী হয় ॥ ১০ ॥ জৰা ৰহিত হে অগ্নি, তোমাৰ দীপ্যমান, মহান সকলো কালে যোৱা আভা ( ৰশ্মি ) বিলাকে কামবৰ্ষী ঘোঁৰাৰ দৰে বল আচৰণ কৰে ॥ ১১ ॥ হে অন্নৰ গৰকী অগ্নি, তুমি আমাক সুবীৰ্য্যযুক্ত ধন দিয়া। আমাৰ পুত্ৰ পৌত্ৰৰ সংগ্ৰামত ৰাখিবলগীয়া ধন ৰক্ষা কৰা ॥ ১২ ॥ প্ৰজাৰ তীক্ষ্ণ অগ্নি সুপ্ৰীত হৈ মানুহৰ ঘৰত যেতিয়া থাকে তেতিয়া সকলো বাধক ৰাক্ষস প্ৰতিষেধ কৰে ॥ ১৩ ॥ বীৰ, প্ৰজাৰ পালক হে অগ্নি, মোৰ নতুন স্তোত্ৰ গান শুনি মায়াবী ৰাক্ষসক তাপক তেজেৰে পুৰি মাৰা ॥১৪॥ যি হব্যদাতাই ঋত্বিক সকলৰ দ্বাৰা অগ্নিত হৱি আদি দিয়া হয়, শত্ৰু মানুহৰ মায়াৰেও সেই মানুহক বশ কৰিব নোৱাৰে ॥ ১৫ ॥ ধন সিচি দিয়াক ( অগ্নিক ) বিচাৰি ( মোৰ পিতা ) ব্যশ্ব ঋষিয়ে ধনৰ প্ৰাপক তোমাক সন্তোষিত কৰিছিল। আমিও মহৎ ধনৰ তোমাকেই স্তুলাম ॥ ১৬ ॥ হে অগ্নি, কবি পুত্ৰ উশনাই মনু ৰজাৰ কাৰণে সন্মুখত যজন কৰিবলগীয়া জাতবেদ অগ্নিক,—তোমাক, হোতাক স্থাপন কৰিছিল ॥ ১৭ ॥ হে অগ্নি, সকলো দেৱতাই মিলি তোমাকেই দূত কৰিছিল। হে দেৱতা অগ্নি, দেৱতাৰ মুখ্য তুমি তৎক্ষনাৎ দেৱতা সকলৰ যজ্ঞাৰ্হ হলা ॥ ১৮ ॥ বীৰ ( কৰ্ম্মক্ষম ) মানুহে অমৰ, শোধক, ক'লাবাট কৰি যোৱা, অতি তেজৰ এই অগ্নিক দেৱতাৰ বাহক দূত কৰিলে ॥ ১৯ ॥ নিয়মেৰে স্ৰুচ্ ধৰি সুদীপ্তিৰ, শুভ্ৰজ্যোতিৰ, প্ৰজাৰ গৰাকী, জৰা ৰহিত পুৰণি তুমি অগ্নিক আহ্বান কৰিছো ॥ ২০ ॥ যি মানুহে হৱিদাতা ঋত্বিকৰ দ্বাৰাই এই অগ্নিক পূজা বিধান কৰে, সেই মানুহে ধন আদিৰে পোহপাল হৈ, বীৰ পুত্ৰাদি যুক্ত হৈ ধন লাভ কৰে ॥২১॥ দেৱতাৰ প্ৰধান, পুৰণি জাতবেদ অগ্নিক যজ্ঞত হৱি যুক্ত কৰি, স্ৰুচ, ভাল

স্তোত্ৰৰে সৈতে অগ্নিৰ কালে গৈছে ॥২২॥ আমি (বিশ্বমনা সকলে) জ্যেষ্ঠ, পূজ্যতম, এই স্তুতিৰে শুভ্ৰজ্বালা যুক্ত অগ্নিক (পিতা) ব্যশ্বৰ দৰে পৰিচৰণ কৰিম ॥ ২৩ ॥ ব্যশ্বৰ পুত্ৰ হে (বিশ্বমনা) ঋষি, মহৎ ঘৰত অগ্নিক এতিয়া স্তোত্ৰেৰে স্তুৰযুপ ঋষিৰ দৰে স্তুব কৰা ॥২৪॥ মেধাবী মানুহৰ অতিথিক গছৰ পুত্ৰেকক, পূৰণি অগ্নিক ৰক্ষণৰ কাৰণে স্তুব কৰিছে ॥২৫॥ হে অগ্নি, মহৎ তুমি সকলো স্তুব কৰিবলৈ থকা স্তোতাৰ আগত স্তোতাই স্তুতি কৰিবলৈ থকাত কুশৰ ওপৰত বহা। মানুহে দিয়া হব্যবিলাক গ্ৰহণ কৰিবলৈ বহা ॥ ২৬ ॥ হে অগ্নি, বৰণীয় বহুত ধন আমাক দিয়া। বহুতে স্পৃহা কৰা ধন দিয়া। সুবীৰ্য্য, পুত্ৰ পৌত্ৰাদিৰে সৈতে কীৰ্ত্তিমন্ত ধন দিয়া ॥ ২৭ ॥ সকলোৰে বৰণীয় বসু, অতি ডেকা হে অগ্নি, ভাল সাম স্তোত্ৰ থকা বহুত মানুহক সদায় ধন দিয়া ॥ ২৮ ॥ হে অগ্নি, তুমি অতি দাতা। গৰুৰে সৈতে, অন্ন, মহৎ ধনৰ (মাজত) দিবলগীয়া ধন আমি স্তোতাক দিয়া ॥ ২৯ ॥ হে অগ্নি তুমি যশস্বী হৈছা। তুমি ঋতবান (নিয়মৰ যজ্ঞযুক্ত)। সম্ৰাট, শুদ্ধবলী মিত্ৰাবৰুণক এই যজ্ঞলৈ লৈ আহা ॥ ৩০ ॥

## ২৪ সূক্ত—ঋক্ ৩০।

### ঋষি ব্যশ্বৰ পুত্ৰ বিশ্বমনা। ছন্দ—উষ্ণীক্, ৩০ অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ ২৮-৩০ সুষামৰ পুত্ৰ বৰুৰ দানস্তুতি বা উষা।

হে সখা (ঋত্বিক) সকল, বজ্ৰবান ইন্দ্ৰলৈ ব্ৰহ্মস্তোত্ৰ কৰিম। তোমালোকৰ কাৰণে অতি নেতা শত্ৰুৰ ধৰ্ষক ইন্দ্ৰক স্তুতি কৰিম ॥১॥ হে ইন্দ্ৰ, তুমি বলত প্ৰখ্যাত। বৃত্ৰক বধ কৰি বৃত্ৰহা বুলি প্ৰখ্যাত হৈছা। হে শূৰ ইন্দ্ৰ তুমি ধনবান পুৰুষতকৈও বেচি ধন দিয়া ॥ ২ ॥ হে ইন্দ্ৰ, তুমি স্তুয়মান হৈ নানাবিধ বিশিষ্ট অন্ন যুক্ত ধন আমাক দিয়া। হে হৰিব, তুমি ওলায় যাওঁতেই শত্ৰু পলায়। তুমি ধন দাতা ॥ ৩ ॥, হে ইন্দ্ৰ আৰু প্ৰিয় তুমি আমালৈ ধন উলিয়াই দিয়া। হে শত্ৰু নাশক, স্তুয়মান হৈ তুমি গৰ্ব্বিত মনেৰে সেই ধন আমাক দিয়া ॥৪॥ হে হৰিব ইন্দ্ৰ, প্ৰতিযোদ্ধা বিলাকে, গৰু অন্বেষণ কৰিবলৈ যাওঁতে, তোমাৰ বাওঁহাত কোনেও ৰখাব নোৱাৰে, সোঁহাতো ৰখাব নোৱাৰে। প্ৰতিৰোধ কৰা বিলাকেও নিবাৰণ কৰিব নোৱাৰে ॥ ৫ ॥ হে অদ্ৰিব ইন্দ্ৰ, গুৱালে গৰুৰ পালৰ ওচৰলৈ যোৱাৰ দৰে স্তুতিৰে তোমাক পামগৈ। স্তুতি কৰা মোৰ কামনা পূৰণ কৰা। মনো পূৰণ কৰা ॥ ৬ ॥ অতি শত্ৰু হন্তা, উগ্ৰ, স্তোতাক ধন দিয়া, ৰাস কৰাওঁতা হে ইন্দ্ৰ, বিশ্বমনৰ গোৱা স্তোত্ৰলৈ মনৰ বেগেৰে আহা ॥ ৭ ॥ বৃত্ৰৰ হন্তা, বলবান, পুৰুহূত হে ইন্দ্ৰ, নতুন এই স্পৃহনীয় তোমাৰ ধন আমি লাভ কৰিম ॥৮॥ সকলোকে নচুৱাই দিয়া হে ইন্দ্ৰ, তোমাৰ বল শত্ৰুৱে অভিভৱ কৰিব নোৱাৰে। হে পুৰুহূত, তুমি হবি দাতাক দিয়া ধন শত্ৰুৱে অপহৰণ কৰিব নোৱাৰে ॥৯॥ মহৎ পূজনীয় শ্ৰেষ্ঠতম নেতা হে ইন্দ্ৰ, মহৎ বলৰ কাৰণে নিজৰ পেট সোমেৰে (পূৰা কৰি) সিচি দিয়া। হে মঘবান, শত্ৰুৰ নগৰ দৃঢ় হলেও ধন লাভৰ কাৰণে ভাঙি দিলা ॥ ১০ ॥ হে অদ্ৰিৱ ইন্দ্ৰ, আমাৰ অভিলাষ বিলাক অন্য দেৱতালৈ নেযায়। হে মঘবন, শত্ৰুৰ পুৰ ভাঙি পোৱা তোমাৰ ধন ৰক্ষণৰে সৈতে আমাক দিয়া ॥১১॥ হে নচুৱাই দিয়া, স্তুতিৰে বৰ্দ্ধন কৰা ইন্দ্ৰ, (বল সাধক) অন্ন, ধন, দ্যোতমান যশ, আৰু বৰ্দ্ধক বল তোমাৰ বাহিৰে অন্যক নিবিচাৰো ॥১২॥ ইন্দ্ৰৰ উদ্দেশ্যেৰেই সোম সিঞ্চন কৰা। তেওঁ সোমময় মধুপান কৰক। তেওঁ মহত্বৰে সৈতে আৰু অন্নেৰে সৈতে ধন পথিয়াই দিয়ক ॥১৩॥ হৰিত বৰণৰ ঘোঁৰাৰ পালক ইন্দ্ৰই (তেওঁৰ) বল অন্যৰ (মৰুত সকলৰ) লগত মিলাই দিয়ক। তেওঁক, মই কৈছো (স্তুতি কৰিছো) এতিয়া ব্যশ্বৰ পুত্ৰেকৰ (মোৰ) স্তুতি শুনা ॥১৪॥ হে ইন্দ্ৰ, তোমাৰ আগত তোমাতকৈ বীৰ কোনো জন্ম হোৱা নাই। ধনৰ সামৰ্থ্য তোমাৰ সমান কাৰো নাই। সংগ্ৰামলৈ যোৱা কোনো জন্ম হোৱা নাই। স্তুতি কৰিব লগীয়াও তোমাৰ দৰে জন্ম হোৱা নাই ॥ ১৫ ॥, হে অধ্বৰ্য্যু, সদায় বাঢ়ি থকা সোম অন্নৰ অতি আমোদকৰ সোম সিঁচি দিয়া। এয়া ইন্দ্ৰৰ স্তুতি কৰা হৈছে ॥ ১৬ ॥ হৰি ঘোঁৰাত থকা হে ইন্দ্ৰ, তোমাৰ পূৰণি স্তুতি বিলাক বলেৰে অতিক্ৰম কৰিব নোৱাৰে। পূজনীয় ধনেৰেও তোমাৰ স্তুতি অতিক্ৰম কৰিব নোৱাৰে ॥১৭॥ কৰ্ম্মত ভুল নকৰা মানুহে যজ্ঞেৰে বৰ্দ্ধন কৰা অন্নৰ পতি তোমাক আমি অন্ন বিচাৰি আহ্বান কৰিছো ॥১৮॥ হে সখা (ঋত্বিক) সকল, সোনকালে আহা। স্তুব কৰিবৰ যোগ্য, নেতা ইন্দ্ৰক স্তুব কৰিম। যি ইন্দ্ৰই অকলে সকলো শত্ৰুসেনা অভিভৱ কৰে ॥ ১৯ ॥ (হে ঋত্বিক সকল) স্তুতি নষ্ট নকৰা (আদৰেৰে শুনা), স্তোত্ৰ বিচৰা, দীপ্যমান ইন্দ্ৰক ঘিঁউ আৰু সোমতকৈও সোৱাদ স্তুতি বাক্যেৰে স্তুব কৰা ॥ ২০ ॥ যি ইন্দ্ৰৰ বলবীৰ্য্য অপৰিমিত, যাৰ ধনৰ অন্ত নাই, যাৰ দানে সকলো স্তোতাক পোহৰৰ দৰে পৰিভৱ কৰি ৰাখে (সেই ইন্দ্ৰক স্তুতি কৰা) ॥২১ ॥ অহিংসিত কৰ্ম্মা, বলবন্ত, স্তোতাই নিয়ন্ত্ৰণ কৰা ইন্দ্ৰক ব্যশ্বই কৰা

দৰে স্তুতি কৰা। স্বামী ইন্দ্ৰই হৰি দাতাক আহৰ হৱব্য ঘৰ দিয়ে ॥ ২২ ॥ হে ব্যশ্বৰ পুত্ৰ, মানুহৰ শৰীৰত থকা দহোটা প্ৰাণবায়ুৰ সকলো জনা স্তুত্য ইন্দ্ৰক বাৰে বাৰে নমস্কাৰ কৰি স্তুতি কৰা ॥ ২৩ ॥ হে বজ্ৰহস্ত ইন্দ্ৰ, উপদ্ৰৱ কৰা বিলাকক বৰ্জ্জন কৰিব (খেদিব) লগীয়া কথা সূৰ্য্যৰ দৰে তুমিয়েই জানা ॥ ২৪ ॥ হে অতি দৰ্শনীয় ইন্দ্ৰ, কৰ্ম্ম কৰা যজমানক যি ৰক্ষনেৰে পালন কৰিছিলা, সেই ৰক্ষণ-আমাক দিয়া। কুৎস ঋষিক যেনেকৈ দুই প্ৰকাৰে শত্ৰু বধ কৰি দিছিলা (সেই ৰক্ষণ) আমাক দিয়া ॥ ২৫ ॥ হে অতি দৰ্শনীয় ইন্দ্ৰ, তোমাই স্তুতি কৰিব লগীয়া ধন তোমাক দিবলৈকে (জমা ৰাখিবলৈ) আমি বিচাৰিছো। তুমি আমাৰ সকলো শত্ৰু অভিভৱ কৰা হোৱা ॥২৬॥ যি ইন্দ্ৰই ৰাক্ষসৰ উপদ্ৰৱৰ পৰা মোচন কৰে, যি ইন্দ্ৰই সাতখন নৈৰ পাৰত থকা মানুহলৈ ধন পঠিয়াই দিয়ে হে বহুত ধনৰ ইন্দ্ৰ দাস অসুৰৰ অস্ত্ৰ নমাই দিয়া ॥ ২৭ ॥ হে সুভগা, ধনবতী উষা, যেনেকৈ বৰু ৰজাই (পিতাক) সুষামা ৰজাৰ সদগতিৰ কাৰণে ভিক্ষা কৰা মানুহক ধন দিছিল, তেনেকৈ তুমিও ব্যশ্বৰ পুত্ৰ আমাক ধন পোৱাই দিয়া ॥ ২৮ ॥ মানুহৰ চিত্তকৰ সোমবন্ত যজমানৰ দক্ষিণা ব্যশ্বৰ পুত্ৰৰ ওচৰলৈ আহক। শকত, শত সহস্ৰ ধন যুক্ত অন্ন আমালৈ আহক ॥ ২৯ ॥ হে উষা তোমাক যেতিয়া কোনোবাই সোধে যে "বৰো ক'ত আছে? ক'ত আছে?" তেতিয়া (ধনৰ ভঁৰালৰ) দুৱাৰ খুলি দিয়া বৰো ৰজা গোমতী নদীৰ পাৰত আছে বুলি কৰা ॥ ৩০ ॥

## ২৫ সূক্ত—ঋ ২৪।

### ঋষি—ব্যশ্বৰ পুত্ৰ বিশ্বমনা। ছন্দ—উষ্ণিক্, ২৩ উষ্ণিক্ গৰ্ভা। দেৱতা—মিত্ৰাবৰুণ; ১০-১২ বিশ্বে দেৱতা (সকলো দেৱতা)

(হে মিত্ৰাবৰুণ) সকলো মানুহৰ পালক দেৱতা, দেৱতাৰ মাজত যজ্ঞাৰ্হ, ঋতবান (নিয়মবান) শুদ্ধবলী তোমালোক দুয়োকো পূজা কৰিছো ॥১॥ সুকৰ্ম্মা যি বৰুণ আৰু মিত্ৰ ৰথীৰ দৰে শোভা কৰিছে, অদিতিৰ (সত্যবতী) পুত্ৰ সুজন্মৰ, চিৰকাল কৰ্ম্ম ধাৰণ কৰা (তেওঁ বিলাকক পূজা কৰিছো) ॥২॥ সকলো জনা বিশেষ বলী, সেই মিত্ৰা-বৰুণক মহতী, ঋতাবৰী সত্য্যৱতী অদিতিয়ে অসুৰ মাৰি-বলৈ জন্ম দিলে ॥৩॥ মহান, সম্ৰাট, বলবন্ত, ঋতবান (নিয়ম বান) মিত্ৰাবৰুণ দেৱতা দুজনক বৃহৎ ঋত (যজ্ঞ) ঘোষণা কৰা ॥ ৪ ॥ মহৎ বলৰ নাতিয়েক, বেগৰ পুত্ৰ দুজন, সুকৰ্ম্মা, সুদাতা, মিত্ৰা বৰুণে অন্নৰ বাস কৰা ঠাইত বাস কৰি থাকে ॥ ৫ ॥ হে মিত্ৰাবৰুণ তোমালোকৰ দিবলগীয়া ধন (আমাক দিয়া) দৈব আৰু পাৰ্থিব অন্ন আমাক দিয়া। পানী বৰ্ষণ কৰা বৰষুণ তোমালোক দুজনৰ ওচৰত থাকক ॥ ৬ ॥ ঋতবান (নিয়মবান), সম্ৰাট, হবি অন্নত নিহিত থকা মিত্ৰাবৰুণ দেৱতাই গৰু জাকৰ দৰে দেৱতা সকলক ৰখি আছে ॥ ৭ ॥ ঋতবান (নিয়মত চলা) সুকৰ্ম্মা মিত্ৰাবৰুণ সাম্ৰাজ্য পাবলৈ বহক। কৰ্ম্মধাৰণ কৰা বলবন্ত বল লাভ কৰক ॥৮॥ চকুৰে দেখাৰ আগতে বাট জনা, সকলো উন্মেষণ কৰি (মেলি) সদায় দুয়োৰ অগ্নিৰ তাপেৰে (যজ্ঞ) শোভিত হওক ॥৯॥ আৰু অদিতি দেৱীয়ে আমাক ৰক্ষা কৰক। নাসত্যা দুজনে ৰক্ষা কৰক। অতি বেগবন্ত মৰুত সকলে আমাক ৰক্ষা কৰক ॥ ১০ ॥ কোনেও হিংসা কৰিব নোৱাৰা সুদাতা মৰুত সকলে (যজ্ঞৰূপী) নাও দিনে ৰাতিয়ে ৰক্ষা কৰা। আমি তোমালোকৰ পালনৰ সুখেৰে একে লগে থাকিম ॥ ১১ ॥ কোনেও বাধা দিব নোৱাৰা, তোতাৰ অহিংসক, সুদাতা বিষ্ণুকহে আমি স্তুতি কৰিম। নিজে অকলে যুদ্ধ কৰা সাগৰ (সাগৰৰ দৰে) বিষ্ণু, আগতে (যজ্ঞৰ বিষয়) জানিবলৈ আমাৰ স্তুতি শুনা ॥ ১২ ॥ আটাইতকৈ ভাল, সকলোৰে ৰক্ষক, সকলোৱে বিচৰা সেই ধন আমি বিচাৰো, যি ধন মিত্ৰ, বৰুণ আৰু অৰ্য্যমাই পালন কৰে ॥১৩॥ আৰু পানীৰ সাগৰে আমাৰ সেই ধন ৰক্ষা কৰক। অশ্বিনী দুজনে পালন কৰক। কাম বৰ্দ্ধক ইন্দ্ৰ আৰু বিষ্ণুৱে একেলগ হৈ আমাৰ ধন ৰক্ষা কৰক ॥১৪॥ বিচাৰিবলগীয়া নেতা তেওঁবিলা-কেই। সেই দেৱতা সকলে খৰকৈ যোৱা কোনো শত্ৰুক বৈ যোৱা নৈয়ে গছউঘলা দৰে নষ্ট কৰে ॥১৫॥ লোকপালক মিত্ৰই এইদৰে নিজ তেজেৰে বহুত বস্তু পৰিদৰ্শন কৰে। সেই মিত্ৰৰেই ব্ৰতকৰ্ম্ম বিলাক তোমালোকৰ কাৰণে আমি পালন কৰিম ॥১৬॥ পাচত সাম্ৰাজ্য থকা বৰুণৰ পুৰণি ঘৰ (থকা কাম বিলাক কৰিবলৈ) পামগৈ। অতি প্ৰসিদ্ধ মিত্ৰৰ কৰ্ম্ম বিলাকো আমি লাভ কৰিম ॥১৭॥ যি মিত্ৰই দ্যাবাপৃথিবীৰ সীমা ৰশ্মিৰে জোখ কৰে, তেওঁ নিজ মহিমাৰে দুয়ো দ্যাবাপৃথিবী পূৰণ কৰে ॥১৮॥ সেই সুবীৰ্য্য যুক্ত মিত্ৰ আৰু বৰুণে আদিত্যৰ ঘৰত (ঠাইত) নিজ জ্যোতি প্ৰকাশ কৰিছে। অগ্নিৰ দৰে শুভ্ৰবৰ্ণ হৈ সকলোৱে দ্বাৰা আহুত হৈ ওপৰত প্ৰকাশ কৰি আছে ॥১৯॥ (হে স্তোতা) দীঘল বহল যজ্ঞ ঘৰত (মিত্ৰাবৰুণক) স্তুতি কৰা। বৰুণ শোধন যুক্ত, মহৎ অন্ন দিয়া, আমাৰ ঈশ্বৰ ॥ ২০ ॥ সেই সুবীৰ্য্য (মিত্ৰ আৰু বৰুণৰ) আৰু দ্যাবাপৃথিবীক ৰাতিয়ে দিনে স্তুতি কৰিছো। সেই

কাৰণে আমাক সদায় দাতাৰ ফালে প্ৰেৰণ কৰা ॥২১॥ ককায়েক উক্ষ, শত্ৰুৰ (জীৱন ঐশ্বৰ্য্য) হৰণ কুশল সুষায়ুৰ পুত্ৰ বৰো ৰজাই দাণ দিলত ঋজুগামী ৰূপৰ দৰে ঘোঁৰা লগোৱা ৰথ মই পালো ॥২২॥ হৰিৎ বৰ্ণৰ ঘোঁৰাৰ ভিতৰত শত্ৰুৰ বাধক যুদ্ধত কুশল নেতাক বহণ কৰা সেই ঘোঁৰা মোক তৎক্ষনাৎ দিলে ।।২৩॥ ভাল বচি লগোৱা আৰু লেকাম লগোৱা দুজন সন্তোষীয়া মেধা-বীৰে সৈতে সুগমনৰ বৰোৰ দুটা ঘোঁৰা একে লগে নতুন স্তোত্ৰেৰে স্তুতি কৰি মই গ্ৰহণ কৰিলো ।। ২৪ ।।

## ২৬ সুক্ত—ঋ ২৫ ।

ঋষি ব্যশ্বৰ পুত্ৰ বিশ্বমনা বা অঙ্গিৰসৰ পুত্ৰ ব্যশ্ব। ছন্দ—১-১৫, ২২-২৪ উষ্ণীক ; ১৬-১৯।২১।২৫-গায়ত্ৰী ; ২০ অনুষ্টুভ্ । দেবতা—১-১৯ অশ্বিনী দুজন ; ২০-২৫-বায়ু ।

অন্যই বাধা দিব নোৱাৰা বলৰ, কামবৰ্ষী, ধন বৰ্ষণ কৰিব পৰা হে অশ্বিনী দুজন, তোমালোকৰ ৰথক জ্ঞানী স্তোতা সকলৰ মাজত স্তুতি কৰিবলৈ ভালকৈ আহ্বান কৰিছো ॥১॥ হে নাসত্যা দুজন, কামবৰ্ষী বৰ্ষণ কৰিব পৰা ধন থকা, তোমালোকে সুষামু ৰজাক মহৎ ধনৰ (দান কৰিবলৈ যেনেকৈ) ৰক্ষনেৰে সৈতে আহিছিলা, তেনেকৈ আহা— । হে বৰো তুমি এই কথা কোৱা ।। ২ ।। হে অশ্বিনী দুজন, অন্নযুক্ত, ধনবন্ত তোমালোকক, বহুত অন্ন ইচ্ছা কৰা দুজনক, আজি উষা উদয় হলে হবি অন্নেৰে আহ্বান কৰিম ।। ৩ ॥ হে নেতা অশ্বিনী দুজন, তোমালোকৰ অতি বহণ কৰিব পৰা বিখ্যাত ৰথ আমাৰ যজ্ঞলৈ আহক। সোনকালে স্তোত্ৰ কৰাক ঐশ্বৰ্য্য দিবলৈ ভালকৈ চোৱাহি ।।৪।। হে বৰ্ধন যোগ্য ধন-অন্ন যুক্ত অশ্বিনী দুজন, মায়াবী শত্ৰু সন্মুখত (আছে বুলি) জানিবা। হে ৰুদ্ৰ দুজন তোমালোকে হিংসা কৰা শত্ৰুক মাৰা ।।৫।। হে দস্ৰা দুজন, কৰ্ম্মেৰে প্ৰীত কৰা, মধুৰ বনৰ, পানীৰ পালক, তোমালোকে শীঘ্ৰ গামী ঘোঁৰাবে অনবৰত সকলো যজ্ঞলৈ আহা ।।৬।। ধনবান, সুবীৰ, কোনেও বিচ্যুত কৰিব নোৱাৰা হে অশ্বিনী দুজন, সকলো পোষণ কৰিব পৰা ধনেৰে আমাৰ যজ্ঞলৈ আহা ।।৭।। হে দেবতা ইন্দ্ৰ আৰু নাসত্যা দুজন, অতিকৈ সকলোৱে পূজা কৰা তোমালোকে আজি মোৰ যজ্ঞলৈ দেবতা সকলোৰে সৈতে আহা ।। ৮ ।। ধনদাতাক কামনা কৰি আমি তোমালোক দুজনকেই আমাৰ পিতা ব্যশ্বই কৰা দৰে আহ্বান কৰিছো। হে মেধাবী অশ্বিনী দুজন, সুমতিৰে সৈতে ইয়ালৈ আহা ॥৯॥ হে ঋষি, অশ্বিনী দুজনক ভালকৈ স্তৱ কৰা। তেওঁলোকে তোমাৰ আহ্বান বহুত বাৰ শুনি ওচৰৰ শত্ৰুক মাৰক, আৰু পনী অসুৰকো মাৰক ।। ১০ ।। হে নেতা দুজন, ব্যশ্বৰ পুত্ৰৰ আহ্বান শুনা আৰু মোৰ আহ্বান বুজি লোৱা। বৰুণ, মিত্ৰ আৰু অৰ্যমা সদায় মিলি (ধন দিয়ক) ॥ ১১ ॥ হে স্তুতিৰ যোগ্য, কামবৰ্ষী অশ্বিনী দুজন, তোমালোকে স্তোতাক যি দিয়া আৰু তেওঁ-বিলাকলৈ যি আনা, সেই বিলাক সদায় মোক দিবা ॥ ১২ ॥ বস্ত্ৰেৰে আবৃত বোৱাৰীক অন্য বস্ত্ৰেৰে আবৃত কৰা দৰে যি মানুহে তোমালোকক যজ্ঞেৰে আবৃত কৰি পূজা কৰে, হে অশ্বিনী দুজন সেই মানুহক মঙ্গল কৰা ॥ ১৩ ॥ হে অশ্বিনী দুজন, অতিকৈ নেতৃয়ে গ্ৰহন কৰিবৰ যোগ্য সোম যি দিব লাগে বুলি জানে, সেই (মোৰ) ঘৰলৈ আহা ॥ ১৪ ॥ হে বৰ্ষণ যোগ্য ধনবান দুজন, আমাৰ ঘৰত থকা নেতা সকলে পান কৰিবৰ যোগ্য সোমৰ ফালে ভালকৈ আহা। যেনেকৈ শৰেৰে লক্ষ্য ভেদ কৰে তেনেকৈ স্তুতি কৰিলে তোমালোকে যজ্ঞ সমাপ্তি কৰি দিয়া ॥ ১৫ ॥ হে নেতা অশ্বিনী দুজন, স্তোতাৰ মাজত আমাৰ স্তোত্ৰই তোমালো-লোকক দূত হৈ বহন কৰক। মোৰ স্তোত্ৰ তোমালোকৰ প্ৰিয় হওক ॥ ১৬ ॥ দ্যুলোকৰ পানীৰ ঠাইত যদি আনন্দ কৰি আছা, তোমালোকক বিচৰা যজমানৰ ঘৰত যদি আনন্দ কৰিছা, তেনেহলেও হে অমৰ দুজন মোৰ স্তোত্ৰ শুনি আনন্দ কৰা ॥ ১৭ ॥ আৰু নদীৰ মাজত শ্বেতয়াৱৰী নদীৰ সোণময় বাটত তোমালোকৰ স্তুতি খৰকৈ যায় ॥১৮॥ হে ভালকৈ যোৱা অশ্বিনী দুজন, ভালকৈ স্তুতি কৰি, ভাল পানী ধাৰণ কাৰিণী, শ্বেতবৰ্ণা পুষ্টিকাৰিণী এই শ্বেতয়াৱৰী নদীক ভালকৈ বোৱাই দিছা ॥ ১৯ ॥ হে বায়ু, বহন সমৰ্থ ঘোঁৰাবে সৈতে ৰথ তুমিয়েই যোজনা কৰা। সেই বাস কৰিবলৈ দিওঁতা পোহন কৰা ঘোঁৰা দুটা যজ্ঞত লগোৱা। পাচত আমাৰ মধুৰ সোম পান কৰা। আমাৰ যজ্ঞৰ (তিনিও সবনলৈ) আহিবা ॥ ২০ ॥ হে ঋতৰ (নিয়মৰ) পালক ত্বষ্টাৰ জোৱাই অদ্ভুত বায়ু, তোমাৰ পালন বিলাক আমি বিচাৰিছো ॥২১॥ এই আমি মানুহ বিলাকে ঈশ্বৰ বায়ুক চেপা সোম দিম। সেই বাবে আমি ধনবন্ত হম ॥ ২২ ॥ হে বায়ু, স্বৰ্গৰ কল্যাণ, তুমি আহা। ভাল ঘোঁৰা বিলাক সকলো দিশত পোৱাই দিয়া। মহান তুমি কাষ (গাৰ দুয়োকাল) লকত ঘোঁৰাবে ৰথত আহা ॥২৩॥ হে বায়ু, অতি ৰূপবন্ত, মহত্বৰে, বহুল শিলিৰে তোমাৰ যজ্ঞত আমি সোম চেপা শিল (জুতিৰে)

আহ্বান কৰা দৰে আহ্বান কৰিছো ॥ ২৪ ॥ যে বায়ু দেৱতা, আগত যোৱা তোমাক মনেৰে আনন্দ কৰি আমাক অন্ন আৰু পানী দি ( যজ্ঞ আদি ) কৰ্ম্ম সম্পন্ন কৰোৱা ॥ ১৫ ॥

## ২৭ সুক্ত—ঋ ২২ ।

### ঋষি—বিবস্বতৰ পুত্ৰ মনু । ছন্দ—প্ৰগাথ ( যুগ্ম সতোবৃহতী, অযুগ্ম বৃহতী ) দেৱতা—বিশ্বে দেৱা ( সকলো দেৱতা )

স্তোত্ৰ আৰু গানযুক্ত হিংসাহীন এই যজ্ঞত অগ্নিক সম্মুখত ৰাখি ( সোম চেপা ) শিল থৈ কুশ পাৰি থোৱা হলত মৰুতগণক, ব্ৰহ্মণস্পতিক ( আৰু অন্য ) বৰণীয় দেৱতাক ৰক্ষণ ঋক মন্ত্ৰ গাই মই বিচাৰিম ॥ ১ ॥ আমাৰ যজ্ঞত পশুলৈ স্তুতি গোৱা আৰু পৃথিৱী, গছ-গছনি, উষা, ৰাতি, বনলতা ( সকলোৰে ) স্তুতি গোৱা । হে সৰ্ব্বজ্ঞ বসু সকল, হে দেৱতা সকল, আমাৰ যজ্ঞৰ ৰক্ষক হোৱা ॥ ২ ॥ পুৰণি আমাৰ যজ্ঞ অগ্নি আৰু অন্য দেৱতা সকলৰ ওচৰলৈ ভালকৈ যাওক । আদিত্য, ঋতকৰ্ম্মা বৰুণ, সৰ্ব্বব্যাপ্ত তেজস্বী মৰুত সকললৈ ( হব্যাদি ) যাওক ॥ ৩ ॥ সকলো ধন-যুক্ত, শত্ৰু ক্ষয় কৰা, সকলো দেৱতা মনুৰ বৰ্দ্ধনৰ কাৰণে হওক । সকলো জনা দেৱতা সকলে অহিংসিত পালনৰ সৈতে আমাক বাধা হীন ঘৰ দিয়া ॥ ৪ ॥ সকলো দেৱতাই সমান মনা হৈ একেলগে ভাল ঋক্ স্তুতি শুনিবলৈ আজি আমাৰ ওৰিলৈ আহক । হে মৰুত সকল, হে মহতী দেৱী অদিতি, আমাৰ ঘৰৰ ( যজ্ঞ ) স্থানত বহা ॥ ৫ ॥ হে মৰুত সকল তোমালোকৰ যি প্ৰিয় ঘোঁৰা আছে ( সেই ঘোঁৰাই তোমালোকক ) আমাৰ ফালে পোৱাই দিয়ক । হে মিত্ৰ ( আদি দেৱতা ) সকল, হব্য গ্ৰহন কৰিবলৈ আহা । খৰতকিয়া ইন্দ্ৰ, বৰুণ আৰু আদিত্য সকল আমাৰ [ যজ্ঞলৈ ] আহি [ মেলি থোৱা ] কুশত বহা ॥ ৬ ॥ হে বৰুণ, আমি কুশ মেলি দি যজ্ঞত আসক্ত হৈ হবি আদি যোগাৰ কৰি তোমালোকক আহ্বান কৰিছো । সোম চেপি, অগ্নি জ্বলাই মনুৰ [ যজ্ঞৰ ] দৰে আহ্বান কৰিছো ॥ ৭ ॥ [ হে দেৱতা সকল ] আহা । মৰুত সকল, বিষ্ণু, অশ্বিনী দুজন, পূষণ, মই নতুনকৈ কৰা স্তুতি শুনি আহা । দেৱতাৰ মুখ্য, প্ৰথমে ইন্দ্ৰ আহক —যি ইন্দ্ৰক, তেওঁক অভিলাষ কৰা বিলাকে বৃত্ৰহন্তা বুলি স্তুতি কৰে ॥ ৮ ॥ হে দ্ৰোহহীন দেৱতা সকল, ছিদ্ৰ নোহোৱা ঘৰ আমাক দিয়া । হে বসু সকল, দূৰ দেশৰ পৰা বা ওচৰৰ পৰা আহি কোনেও কেতিয়াও যেন ( সেই ) বৰণীয় ঘৰত উপদ্ৰপ কৰিব নোৱাৰে ॥ ৯ ॥ শত্ৰুৰ হিংসক হে দেৱতা সকল, তোমালোকৰ সজাতি ভাব আৰু ( আমাৰ লগত ) বন্ধুত্ব ভাব আছে। প্ৰথম অভ্যুদয় ভাব আৰু নতুন ধনৰ কাৰণে ( ভাৱ আছে বুলি ) আমাক সোনকালে কোৱা ॥ ১০ ॥ হে সৰ্ব্বজ্ঞ দেৱতা সকল, অন্ন ইচ্ছা কৰি মই তোমালোকৰ স্তুতি, অন্যাই নকৰা ( নতুন স্তুতি ), বিচাৰিব লগীয়া লাভৰ কাৰণে, এতিয়াই উলিয়াম ॥ ১১ ॥ হে সুস্তুতিত প্ৰীত হোৱা মৰুৎগণ, তোমালোকৰ মাজত ওপৰলৈ যোৱা বৰণীয় সেই সবিতা দেৱতা যি উদয় হৈছে, দুঠেঙীয়া, চাৰিঠেঙীয়া আৰু উৰি ফুৰা জন্তু বিলাকে নিজ নিজ কামত প্ৰবৃত্ত হৈছে ॥ ১২ ॥ আমি দ্যোতমান কৰ্ম্মেৰে স্তুতি কৰি তোমালোকৰ মাজত সকলো দেৱতাকে ৰক্ষণৰ কাৰণে আহ্বান কৰিম । অভিলাষ সিদ্ধিৰ কাৰণে সকলো দেৱতাকে আহ্বান কৰিম । অন্ন লাভৰ কাৰণে সকলো দেৱতাকে আহ্বান কৰিম ॥ ১৩ ॥ সমান মনৰ সকলো দেৱতাই মনু ঋষিক ( মোক ), একেলগে ধন আদি দিয়া হওক । সেই সকলো দেৱতাই আমাক, আৰু আমাৰ পুত্ৰক, বৰণীয় ধন দিয়া হওক ॥ ১৪ ॥ হে দ্ৰোহহীন দেৱতা সকল, স্তোত্ৰৰ আধাৰ যজ্ঞত তোমালোকক স্তুতি কৰিছো । হে বৰুণ আৰু মিত্ৰ, যি তোমালোকৰ তেজক হবি দিয়ে সেই মানুহক কোনোৱে হিংসা নকৰা হওক ॥ ১৫ ॥ ( হে দেৱতা সকল ) যি মানুহে বৰণীয় ধনৰ কাৰণে তোমালোকক হবি আদি দিয়ে, সেই মানুহে ঘৰ বৰ্দ্ধন কৰে আৰু মহান অন্ন বৰ্দ্ধন কৰে । তোমালোকৰ বিষয় ধৰ্ম্ম--কৰ্ম্মত মানুহে পুত্ৰ-পৌত্ৰাদি চাৰিও-ফালে পায়,—অন্যাই হিংসা নকৰাকৈ সকলো পাই ॥ ১৬ ॥ সেই মানুহে বিনা যুদ্ধেৰে ( ধন আদি ) পাই। ভাল বাটেৰে যাবলৈ পাই। অৰ্য্যমা, মিত্ৰ আৰু বৰুণ মিলি সমান দাতা হৈ তেওঁক পৰিত্ৰাণ কৰে ॥ ১৭ ॥ ( হে দেৱতা সকল ) মোক ( মনুক ) ঋজু বাটতো ভালকৈ যাব পৰা আৰু বেয়া বাটতো ভালকৈ যাব পৰা কৰি দিয়া। আমালৈ মৰা শত্ৰুৰ অস্ত্ৰৰে কাকো আঘাট নকৰাকৈ অঁতৰি যাওক ॥ ১৮ ॥ হে বল প্ৰিয় দেৱতা সকল, সূৰ্য্য উদয় হলে আজি ঋতৰ ( কল্যাণীয় যজ্ঞৰ ) ঘৰত থাকা, যেতিয়া হে সকলো জনা দেৱতা সকল সন্ধ্যা সময়ত থাকা, যদি বা প্ৰবোধনত ( প্ৰাত কালত ) থাকা—॥ ১৯ ॥ হে প্ৰাজ্ঞ দেৱতা সকল যদি বা আমাৰ যজ্ঞ পাবলৈ ওচলৈ (যজ্ঞলৈ) হবি

দাতা যজমানক ঘৰ দিয়া, হে বসু, সৰ্ব্বজ্ঞ দেৱতা সকল তোমালোকৰ সেই সুখৰ ঘৰৰ মাজত মই থাকিম ( আৰু হবি দি পূজা কৰিম ) ॥ ২০ ॥ হে সৰ্ব্বজ্ঞ দেৱতা সকল, যদি আজি সূৰ্য্য উদয় হওতে, যদি বা মধ্যাহ্নত, যদি বা সন্ধ্যাত বিশিষ্ট জ্ঞানী মনুক অগ্নিত আহুতি দিওতে বিচাৰিব লগীয়া ধন দিয়া,—॥ ২১ ॥ হে সম্ৰাট দেৱতা সকল আমি পুত্ৰৰ দৰে বহুতৰ ভোগ্য সেই ধন পাম। হে আদিত্য সকল হবিৰে আহুত কৰি সেই অতি সুখৰ ধন আমি পাম ॥ ২২ ॥

## ২৮ সুক্ত—ঋ ৫ ।

ঋষি—বিবস্বতৰ পুত্ৰ মনু । ছন্দ—গায়ত্ৰী ; ৪-পুৰউষ্ণীক । দেৱতা— বিশ্বেদেৱা ( সকলো দেৱতা )

ত্ৰিশৰ পাচত তিনি (তেত্ৰিশ ) যি দেৱতা সকল আছে আমাৰ কুশৰ ওপৰত বহক । তেওঁবিলাকে আমাক জানক আৰু দুয়োবিধ ধন দিয়ক ॥ ১ ॥ বৰুণ, মিত্ৰ, আৰু অৰ্যমাই সু-হবিদাতা যজমানৰ লগত মিলি, দেৱপত্নী সকলেৰে সৈতে আহিলত অগ্নিত বষট্‌কাৰেৰে মই আহুতি দিছো ।।২।। সেই দেৱতা সকলে সকলো অনুচৰ বৰ্গেৰে সৈতে পশ্চিম ফালে, উত্তৰে-দক্ষিণে, তল ফালে আৰু পূব ফালে আমাৰ ত্ৰাতা হওক ॥ ৩ ॥ দেৱতা সকলে যেনেকৈ বিচাৰে তেনেকৈয়ে হয় । কোনেও বাধা দিব নোৱাৰে । অদাতা মানুহেও ( বাধা দিব ) নোৱাৰে ॥ ৪ ॥ সাতজন মৰুতৰ সাত বিধ অস্ত্ৰ আছে । সাত বিধ জিলিকি থকা অলঙ্কাৰ আছে । সাতবিধ দীপ্তি আছে ॥ ৫ ॥

## ২৯ সুক্ত— ঋ ১০ ।

ঋষি—বিবস্বতৰ পুত্ৰ মনু বা মৰীচিৰ পুত্ৰ কশ্যপ । ছন্দ— দ্বিপদা বিৰাট্‌ । দেৱতা— বিশ্বেদেৱা ( সকলো দেৱতা ) ।

বভ্ৰুবৰ্ণৰ ( মুগা বৰণৰ ), সকলো ফালে যোৱা; ( ৰাতিৰ ) সুনেতা, ডেকা, এজন ( সোম দেৱতা ) সোণৰ অলঙ্কাৰেৰে প্ৰকাশ কৰি আছে ॥ ১ ॥ দেৱতাৰ মাজত দীপ্যমান মেধাবী এজন ( অগ্নি ) ( হবি গ্ৰহন ) কৰিবলৈ বহিছে ॥ ২ ॥ দেৱতাৰ মাজত নিশ্চল ঠাইত থকা এজন ( ত্বষ্টা ) দেৱতাই এখন লোহাৰ কুঠাৰ হাতত লৈ বিৰাজ কৰিছে ॥ ৩ ॥ এজন ( ইন্দ্ৰ ) দেৱতাই হাতত বজ্ৰ ধৰি বৃত্ৰ ( শত্ৰু ) বিলাক মাৰিছে । ৪ ॥ এজনে ( ৰুদ্ৰই ) ৰোগ নিবাৰক ঔষধ লৈ থকা তীক্ষ্ণধাৰ অস্ত্ৰ ( পিনাক্ ) হাতত লৈ শোভা কৰিছে ॥ ৫ ॥ এজনে ( পূষাই ) বাট ৰক্ষা কৰি আছে । তেওঁ পৃথিৱীত থকা ধন চোৰে গম পোৱা দৰে জানে ॥ ৬ ॥ বহুত ঠাইত যোৱা এজনে ( বিষ্ণুৱে ) তিনি খোজেৰে সকলো ( ভূবন ) সংক্ৰমণ কৰিলে,—য'ত দেৱতা সকলে আনন্দ কৰে ॥ ৭ ॥ দুজনে ( অশ্বিনী দুজনে ) ঘোঁৰাৰে গৈ, ( সূৰ্য্যা নামেৰে স্বয়ম্বৰা ) এগৰাকী তিৰোতাৰ লগত প্ৰবাসত ফুৰা দৰে ফুৰে ॥ ৮ ॥ পৰস্পৰ নিজৰ চেহেৰা উপমা কৰি দুজন সম্ৰাট ( মিত্ৰাবৰুণ ), ঘিঁউৰে আহুত হোৱা, দ্যুলোকত ( সদন ) ঘৰ পাতিলে ॥ ৯ ॥ এজনক ( সূৰ্য্যক ), অত্ৰি ঋষিয়ে মহৎ সাম উদ্ভাৱনা কৰি, তাৰে অৰ্চনা কৰি জ্বলাই দিলে । ১০ ॥

## ৩০ সুক্ত— ঋ ৪ ।

ঋষি— বিবস্বতৰ পুত্ৰ মনু । ছন্দ— ১ গায়ত্ৰী ; ২-পুৰ উষ্ণীক্ ; ৩-বৃহতী ; ৪-অনুষ্টুভ্‌ । দেৱতা— বিশ্বেদেৱা ( সকলো দেৱতা ) ।

হে দেৱতা সকল, তোমালোকৰ মাজত কেচুৱা নাই, লৰাও ( কুমাৰ ) নাই । তোমালোক সকলো মহান ॥ ১ ॥ হে শত্ৰুৰ হিংসক, যজ্ঞাৰ্হ দেৱতা সকল যি তিনি আৰু ত্ৰিশ ( তেত্ৰিশ ) দেৱতা আছা, তোমালোক মোৰ ( মনুৰ ) দ্বাৰা এইদৰেই স্তুত হৈছা ॥ ২ ॥ হে দেৱতা সকল, তোমালোকে আমাক পৰিত্ৰাণ কৰা। আমাক ৰক্ষা কৰা । সেই দেৱতাই আমাৰ কথা ( ধন আদি বেচি হবলৈ ) কোৱা । হে দেৱতা সকল, পিতা মনুৰ যি সংমাৰ্গ আছিল তাৰ পৰা আমাক আঁতৰ কৰি নিনিবা কিন্তু যি দূৰ বেয়া বাট আছে সেই বাটেৰে নিনিবা ॥ ৩ ॥ হে দেৱতা সকল আৰু বৈশ্বানৰ অগ্নি, সকলো যি এই যজ্ঞত ( ইয়াত ) আছা, সকলোৱে বহুল সুখ আমাক দিয়া, গৰু আৰু ঘোঁৰাকো সুখ দিয়া ॥ ৪ ॥

## ৩১ সুক্ত— ঋ ১৮ ।

ঋষি— বিবস্বতৰ পুত্ৰ মনু । ছন্দ— গায়ত্ৰী ; ৯-১৪-অনুষ্টুপ্‌ ; ১০-পাদনিচৃৎ ; ১৫-১৮-পংক্তি । দেৱতা— ১-৪-যজ্ঞ আৰু যজমান প্ৰশংসা ৫-৯-দম্পতী ; ১০-১৮-দম্পতিৰ আশীৰ্ব্বাদ ।

যি যজমানে ( এবাৰ ) যাগ কৰে, তেওঁ ( ধন লাভ কৰি ) আকৌ যাগ কৰে। সোম অভিষব কৰে। পাক কৰে আৰু ইন্দ্ৰৰ স্তোত্ৰ পুনঃ পুনঃ কামনা কৰে ॥ ১ ॥ যি যজমানে ইন্দ্ৰক পুৰোডাশ পিঠা আৰু গাখীৰ মিহলোৱা সোম দিয়ে, শত্ৰু ইন্দ্ৰই তেওঁক পাপৰ

পৰা ৰক্ষা কৰেই ॥ ২ ॥ দেৱতাই পথিওৱা দ্যোতমান ৰথ তেওঁৰেই হয় । তাৰ দ্বাৰা শত্ৰুৰ বাধা নষ্ট কৰি বৰ্দ্ধন হয় ॥ ৩ ॥ পুত্ৰাদি যুক্ত, অনবৰত চলি থকা গৰুৰ ( পৰা পোৱা ) অন্ন এই যজমানৰ ঘৰত দিনৌ খিৰাই থাকে ॥ ৪ ॥ হে দেৱতা সকল, যি দম্পতিয়ে একমনে সোম অভিষৱ কৰে, শোধন কৰে, আৰু ( গৰু গাখীৰ ) মিহলোৱা দ্ৰব্যৰ ( সোম ) মিহলি কৰে তেওঁ —॥ ৫ ॥ সেই দম্পতিয়ে বহুত অন্ন পাই, একেলগ হৈ যজ্ঞলৈ আহে । সেই যষ্টা দম্পতিৰ দেৱতাই দিয়া অন্ন অন্ত নহয় ॥ ৬ ॥ ( এই দম্পতিয়ে ) দেৱতাৰ অপালাপ নকৰে । দেৱতাৰ সুমতি লুকাবলৈ নিবিচাৰে । মহৎ অন্নেৰে দেৱতাকেই পৰিচৰণ কৰে ॥ ৭॥ তেওঁবিলাক পুত্ৰবান-পুত্ৰবতী হৈ কুমাৰ-কুমাৰীৰ (ডেকা গাভৰুৰ ) দৰে অলঙ্কাৰ পিন্ধি সম্পূৰ্ণ আয়ুস পাই ॥৮॥ দেৱতাৰ যজ্ঞ কৰি, সুখপ্ৰদ অন্ন দেৱতাক দি, উপযুক্ত পাত্ৰত ধন দি, এই দম্পতিয়ে অমৃতত্বৰ কাৰণে সন্তান বৃদ্ধি কৰিবলৈ নোমাল যোনী স্থান ( লিঙ্গৰে সৈতে ) যোগ কৰি দেৱতাৰ স্তুতি আদি কৰে ॥ ৯ ॥ পৰ্ব্বতাদিত থকা সুখ আৰু নদীৰ সুখ বিচাৰো । দেৱতাৰ সৈতে থকা বিষ্ণুৰ (পৰা) আমি সুখ পাবলৈ বিচাৰিছো॥১০॥ ধনৰ দাতা ভগ, সকলো পোষণ কৰা পুষাই স্বস্তিৰে সৈতে আমাৰ ফালে আহক । দীঘল বাটত আমাক স্বস্তিৰে নিয়ক ॥ ১১ ॥ শত্ৰু নোহোৱা পুষা দেৱতাৰ সকলো স্তোতাই শ্ৰদ্ধা মনেৰে বহুত স্তুতি কৰে । আদিত্য সকলৰ দানত পাপ নাইকিয়া ॥ ১২ ॥ মিত্ৰ, বৰুণ, আৰু অৰ্যমা যেনেকুৱা ৰক্ষক, তেওঁবিলাকে সেই ঋতৰ ( যজ্ঞৰ ) পথ সুগম কৰক ॥ ১৩ ॥ ( হে দেৱতা সকল ) তোমালোকৰ মুখ্য অগ্নি দেৱতাক ধন পাবৰ কাৰণে স্তুতি বাক্যেৰে স্তৱ কৰিছো । তোমালোকৰ পৰিচৰণ কৰা বহুতৰ প্ৰিয়, মিত্ৰৰ দৰে যজ্ঞ সাধন কৰা অগ্নিক স্তুতি কৰিছো ॥ ১৪ ॥ যি ( মানুহে ) স্তুতিৰে দেৱতাক পূজা কৰে, তেনেকুৱা দেৱতাক যজন কৰা মানুহৰ ৰথ, সোনকালে যোদ্ধাই যুদ্ধত যোৱা দৰে দুৰ্গম বাটত সোমায় যায় আৰু যজ্ঞ নকৰা মানুহক পৰাজয় কৰে ॥ ১৫ ॥ হে যজমান, দেৱতাক স্তুতি কৰা তুমি বিনষ্ট নোহোৱা । হে সোম অভিষৱ কৰা যজমান, তুমি বিনষ্ট নোহোৱা । দেৱতাক বিচাৰি যি স্তুতিৰে পূজা কৰে, তেনেকুৱা যজমানো বিনষ্ট নহয় । দেৱতাৰ মন যি যজন কৰিবলৈ বিচাৰে তেওঁ যজ্ঞ নকৰা···১৫ ঋকৰ দৰে ॥ ১৬ ॥ যি যজমানে দেৱতাৰ মন যজন কৰিবলৈ বিচাৰে, কোনোৰে তেওঁৰ সমান হ'ব নোৱাৰে । কোনেও নিজ কৰ্ম্মৰে ধৰি বান্ধিব নোৱাৰে । তেওঁ নিজ ঠাইৰ পৰা আঁতৰ নহয় । যি যজমানে স্তুতিৰে দেৱতাক পূজা কৰিবলৈ বিচাৰে তেওঁ যজ্ঞ নকৰা···১৫ ঋকৰ দৰে ॥ ১৭ ॥ যি যজমানে দেৱতা সকলৰ মন যজন কৰিবলৈ বিচাৰে, তেওঁ সুবীৰ্য্য পুত্ৰাদি পাই, তেওঁ শীঘ্ৰগামী ঘোঁৰা আৰু ধন পাই । তেওঁ যজ্ঞ নকৰা ··· ১৫ ঋকৰ দৰে ॥ ১৮ ॥

৩২ সূক্ত—ঋ ৩০ ।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি । ছন্দ —গায়ত্ৰী । দেৱতা— ইন্দ্ৰ ।

হে কণ্বসকল, ঋজীষিণ ইন্দ্ৰৰ সোমৰ আমোদ হ'লে ( সেই ঋজীষি সোমৰ ) কাম বিলাক স্তোত্ৰেৰে গাই থাকা ॥১॥ যি ইন্দ্ৰই পানী মুকলি কৰি দি সৃবিন্দ, অনৰ্শনি, পিপ্ৰুদাস, আৰু অহিশুবক বধ কৰিছিল ॥২॥ হে ইন্দ্ৰ, মহৎ মেঘৰ আৱৰক স্থান বিন্ধি দিয়া । সেই বিশেষ বীৰৰ কামটো কৰা ॥ ৩ ॥ (হে স্তোতা সকল ) তোমালোকৰ স্তুতি শুনি ৰক্ষণৰ কাৰণে সুমুখৰ, শত্ৰুক ধৰ্ষণ কৰা ইন্দ্ৰৰ প্ৰতি আহ্বান কৰিছো, যেনেকৈ তাপ লাগি ঘৰ্ম্মাক্ত, হোৱা মানুহে মেঘলৈ পানী বিচাৰি আহ্বান কৰে ॥৪॥ হে বলবান ইন্দ্ৰ, তুমি আনন্দ কৰি গৰু আৰু ঘোঁৰাৰ গোহালীৰ দুৱাৰ শত্ৰুৰ নগৰৰ দৰে দুৱাৰ ভাঙি মুকলি কৰি দিলা ॥ ৫ ॥ হে ইন্দ্ৰ, মোৰ অভিষুত কৰা সোমত বা স্তোত্ৰত যদি খণ্ড কৰি অন্ন দিয়া, তেনেহলে দূৰৰ পৰা অন্নেৰে সৈতে আহা ॥ ৬ ॥ হে স্তুতিৰে ভজনীয় ইন্দ্ৰ, আমি তোমাৰ স্তোতা । হে সোম পান কৰা ইন্দ্ৰ, তুমি আমাক সন্তোষ দিয়া ॥ ৭ ॥ হে মঘৱন, খণ্ডকৰি ক্ষয় নোহোৱা অন্ন আমাক দিয়া । তোমাৰ বহুত ধন আছে ॥ ৮ ॥ আৰু হে ইন্দ্ৰ, আমাক গোযুক্ত, অশ্বযুক্ত, আৰু সোণযুক্ত কৰা, যাতে আমি অন্নযুক্ত হ'ব পাৰো ॥ ৯ ॥ ৰক্ষণৰ কাৰণে হাত মেলি থকা মানুহক পালনেৰে ভাল কৰিবলৈ বৃহৎ স্তোত্ৰ যুক্ত ইন্দ্ৰক আহ্বান কৰিছো ॥১০॥ যি সংগ্ৰামত বহুকৰ্ম্মা হয়, পাচত শত্ৰুবধ কৰে, এই ইন্দ্ৰই বৃত্ৰ বধ কৰা হয় । স্তোতাৰ কাৰণে বহুত ধনযুক্ত হয় ॥১১॥ সেই শত্ৰু ইন্দ্ৰই আমাকো শক্তিযুক্ত কৰক । দাতা ইন্দ্ৰই আমাৰ ভিতৰত চিত্ৰ বিলাক সকলো, ৰক্ষণেৰে পূৰণ কৰি দিয়ক ॥ ১২ ॥ যি ইন্দ্ৰ, ধনৰ পালক, মহান, ভালকৈ পাৰকৰা, যি সোম অভিষৱ কৰা যজমানৰ সখা, সেই ইন্দ্ৰক স্তুতি কৰা ॥১৩॥ আগমনশীল, মহান, সংগ্ৰামত

স্থিৰ, বলেৰে জয় কৰা বহুত ধনৰ ঈশ্বৰ, (তেওঁক স্তুতি কৰা) ॥১৪॥ এই ইন্দ্ৰৰ ভাল কামত কোনো নিয়ন্ত্ৰণ কৰোতা নাই। এই ইন্দ্ৰই নিদিয়ে বুলি কোনেও নকয় ॥১৫॥ যি সোমপান কৰে আৰু সোম চেপে সেই ব্ৰাহ্মণৰ (দেৱতাৰ) ঋণ নাই। বিস্তীৰ্ণ ধন নহলে সোম পান নকৰে ॥১৬॥ স্তুত্য ইন্দ্ৰৰ স্তৱ গান কৰা। স্তুত্য ইন্দ্ৰৰ স্তোত্ৰ উচ্চাৰণ কৰা। স্তুত্য ইন্দ্ৰৰ অন্য স্তুতি গান কৰা ॥১৭॥ স্তুতিযোগ্য বলবান ইন্দ্ৰই শত্ৰুৰ দ্বাৰা অপৰিবেষ্টিত হৈ শত সহস্ৰ শত্ৰু মাৰিলে। তেওঁ যজ্ঞ কৰ্ত্তাৰ বৰ্দ্ধক ॥১৮॥ হে ইন্দ্ৰ, আহ্বান কৰিব লগীয়া তুমি মানুহৰ হবি অন্নৰ ফালে যোৱা। অভিষুত সোমপান কৰা ॥ ১৯ ॥ হে ইন্দ্ৰ, গৰু বিনিময় কৰি কিনা (বসতি বৰি) পানীৰে (ধোৱা) তোমাৰ নিজৰ সোম পান কৰা ॥ ২০ ॥ হে ইন্দ্ৰ, খণ্ড কৰি সোম চেপা জনৰ সোম এৰি থৈ আহা। ব্ৰাহ্মণ নোহোৱা ঠাইত চেপা সোম এৰি থৈ আহা। এয়া আমি দিয়া সোম পান কৰা ॥ ২১ ॥ হে ইন্দ্ৰ, আমাৰ স্তুতি দেখি (শুনি) (কাষৰ, আগৰ আৰু পিঠি ফালৰ) দূৰৈৰ তিনি ফালৰ পৰা পাঁচ জাতিৰ ঠাই এৰি আহা ॥২২॥ হে ইন্দ্ৰ, সূৰ্য্যৰ ৰশ্মি যেনেকৈ দান কৰে (তেনেকৈ মোক ধন বিকিৰণ কৰা)। মোৰ স্তুতি তোমাৰ ওৰিবৈ পানী তললৈ যোৱা দৰে যাওক ॥২৩॥ হে অধ্বৰ্য্যু সকল, ধুনীয়া গালৰ, বীৰ ইন্দ্ৰলৈ সোম সিঁচি দিয়া। পান কৰিবলৈ সোম আনি দিয়া ॥ ২৪ ॥ যি পানীৰ কাৰণে মেঘ ভেদ কৰিছিল, পানী তললৈ পঠিয়াই দিছিল, যি গৰুৰ (ওহাৰত) পৰিপক্ক গাখীৰ ধাৰণ কৰিলে,—॥২৫॥ দীপ্ত প্ৰতীক ইন্দ্ৰই বৃত্ৰক বধ কৰিছিল, ঔৰ্ণবাভ, অহীশুবক (শত্ৰুক) বধ কৰিছিল, হিমেৰে মেঘ ভেদ কৰিছিল—॥২৬॥ (হে উদ্গাতা সকল), তোমালোকে উগ্ৰ, (শত্ৰুলৈ, নিষ্ঠুৰ, শত্ৰুক অভিভৱ কৰা, সহনশীল, ইন্দ্ৰক দেৱতাৰ অনুগ্ৰহ পোৱা স্তোত্ৰ গোৱা ॥২৭॥ সোমৰ আমোদত সকলো কৰ্ম্ম ইন্দ্ৰই দেৱতা সকলক জনাই দিয়ে ॥ ২৮ ॥ এই যজ্ঞত সেই একেলগে আমোদ কৰা, সোণৰ চুলিৰ হৰি ঘোঁৰাই সোম অন্ন উদ্দেশ্যে, হে ইন্দ্ৰ, তোমাক বহন কৰি আনক ॥ ২৯ ॥ হে বহুতে স্তুতি কৰা ইন্দ্ৰ প্ৰিয়মেধে স্তুতি কৰা সেই হৰি ঘোঁৰা দুটাই সোমপান কৰিবলৈ আমাৰ ফালে তোমাক ৰথত বহন কৰি আনক ॥ ৩০ ॥

## ৩৩ সূক্ত—ঋক্ ১৯।

**ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—বৃহতী, ১৬-১৮ গায়ত্ৰী ; ১৯—অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ।**

হে বৃত্ৰহন্তা ইন্দ্ৰ, সোম অভিষুত কৰি আমি তললৈ বৈ যোৱা পানীৰ দৰে তোমাৰ ফালে যাম। সোম চেকা চাকনিত সোম বোৱাই দি কুশ মেলি স্তোতায়ো তোমাক পৰিচৰণ কৰিছে ॥১॥ হে নিবাস দাতা ইন্দ্ৰ, সোমচেপা হলত উকৃথ গোৱা নেতা সকলে তোমাৰ স্তোত্ৰ উচ্চাৰণ কৰিছে। পিয়াহ লগা বৃষভৰ দৰে শব্দ কৰি তৃষ্ণাতুৰ হৈ কেতিয়া ঘৰলৈ আহিলা? ॥২॥ হে বৰ্দ্ধক ইন্দ্ৰ, কন্বলৈ উদ্দেশ্য কৰি সহৰ্ষ অন্নও আমাক দিয়া। হে মঘবন, বিশেষ দ্ৰষ্টা ইন্দ্ৰ, ধৃষ্ট আমি হালধিয়া বস্তু (=সোম?) গৰুৰে সৈতে অন্ন সোম-কালেই (আমি) বিচাৰিছো ॥৩॥ হে মেধাতিথি, সোম পান কৰা। সোমপান কৰা আমোদত ইন্দ্ৰক উদ্দেশ্য কৰি গোৱা যি ইন্দ্ৰই হৰি ঘোঁৰ, দুটাক ৰথত লগায়, যি সোম চেপাত সহায় কৰে, বজ্ৰবান, যাৰ ৰথ সোণময় ॥৪॥ যাৰ বাওঁহাত ভাল, যাৰ সোঁহাত ভাল, ঈশ্বৰ, যি সুকৰ্ম্মা, সহস্ৰ যি কৰে, যাৰ বহুত ধন আছে, যি পুৰ ভাঙে, যি কৰ্ম্মত স্থিৰ—, সেই ইন্দ্ৰক আমি স্তুতি কৰো ॥৫॥ যি শত্ৰুৰ ধৰ্ষক, যাক শত্ৰুৱে বেৰি ধৰিব নোৱাৰে, যি যুদ্ধত আশ্ৰয়, যি বহুত ধনী, যি সোম বোৱাই দিয়ে, বহুতে স্তুতি কৰা, সেই ইন্দ্ৰ নিজ কামত সমৰ্থ যজমানৰ থিৰোৱা গৰুৰ দৰে ॥৬॥ সোম চেপা হলে ঋত্বিকেৰে সৈতে লগত সোমপান কৰা, ইন্দ্ৰক কোনে জানে? কি বা অন্ন তেওঁ ধাৰণ কৰে? যি এই ধুনীয়া গালৰ ইন্দ্ৰই সোমৰ আমোদত বলেৰে পুৰ ভেদ কৰিছে? ॥৭। শত্ৰুক বিচাৰি, ফুৰি মদমত্ত হাতীৰ দৰে মদজল ধাৰণ কৰা দৰে ইন্দ্ৰই যজ্ঞত নিজৰ মত্ততা ধাৰণ কৰে। হে ইন্দ্ৰ, তোমাক কোনেও দমন কৰিব নোৱাৰে। চেপা সোমৰ ফালে আহা। তুমি মহান বলেৰে য'তে ততে ফুৰা ॥৮॥ যি উগ্ৰ হলে কোনেও পৰাজয় কৰিব নোৱাৰে, স্থিৰ, যুদ্ধলৈ অস্ত্ৰেৰে প্ৰস্তুত, সেই মঘবান ইন্দ্ৰই যদি স্তোতাৰ আহ্বান শুনে তেতিয়া অন্য ঠাইলৈ নাযায়,—তালৈকে আহে ॥৯॥ হে ইন্দ্ৰ, উগ্ৰ তুমি সত্যই এইদৰে কামবৰ্ষক হৈছা। কামবৰ্ষী বিলাকেৰে আকৃষ্ট হলে আমাৰ শত্ৰুৰ দ্বাৰা বেষ্টিত নহয়। তুমি কামবৰ্ষী বুলিয়েই প্ৰখ্যাত। দূৰৈত বা ওচৰত তুমি কামবৰ্ষী বুলিয়েই জানো ॥১০॥ হে মঘবান; তোমাৰ ঘোঁৰাৰ লেকাম বচি কামবৰ্ষক। সোণৰ চাবুক দালো কাম-বৰ্ষক। ৰথ কামবৰ্ষক। হৰি ঘোঁৰাও কামবৰ্ষক। হে শতক্ৰতু, তুমিও কামবৰ্ষক ॥ ১১ ॥ হে বৰ্ষক ইন্দ্ৰ, তোমাৰ সোম অভিষৱ কৰ্ম্ম বৰ্ষক হৈ সোম অভিষৱ কৰক। হে ঋজুগামী, ধনদান কৰা। ঘোঁৰাৰ কালে থকা

হে ইন্দ্ৰ, বৰ্ষক তোমাৰ কাৰণে নদীৰ পানীত বৰ্ষক সোম ধাৰণ কৰিছো ॥ ১২॥ হে অতি বলবান ইন্দ্ৰ, সোমাত্মক মধু পান কৰিবলৈ আহা। মঘবান, সুকৰ্ম্মা এই ইন্দ্ৰই স্তুতি আৰু উক্‌থ শুনা নাই ( গতিকে ওচৰলৈ আহি শুনক ) ॥ ১৩॥ হে বৃত্ৰহন্তা, শতক্ৰতু, ৰথত থকা ঈশ্বৰ তোমাৰ ৰথত লগোৱা হৰি ঘোঁৰা দুটাই, অন্য যি অভিষৱ যজ্ঞ আছে, সেইবিলাক তিৰস্কাৰ কৰি আমাৰ যজ্ঞলৈ আহক ॥ ১৪ ॥ হে মহত্তকৈও মহান. ওচৰত থকা আজি আমাৰ স্তোত্ৰ ধাৰণ কৰা। হে দীপ্ত সোমপান কৰা ইন্দ্ৰ. তোমাৰ আমোদৰ অভিষৱ যজ্ঞ তোমাৰ সন্তোষ জনক হওক॥ ১৫॥ যি বীৰে আমাক আনিলে সেই ইন্দ্ৰই তোমাৰ শাসনত (লগত) বঙ্‌ নকৰে। মোৰ লগতো নকৰে। অন্যৰ লগতো ৰঙ নকৰে ॥ ১৬॥ ইন্দ্ৰই সেয়া কলে (যে) স্ত্ৰীৰ মন পুৰুষে শাসন কৰিব নোৱাৰে। স্ত্ৰীৰ কৰ্ম্ম লঘু॥১৭॥ সোমৰ ফালে যোৱা ঘোঁৰা দুটাই ইন্দ্ৰৰ ৰথ বহন কৰি আনিছে। বৰ্ষক ইন্দ্ৰৰ ৰথৰ ধুৰাৰ আগত থকা ঘোঁৰাই টানি আনে ॥১৮॥ ( ইন্দ্ৰই প্লায়োগীক কলে ) তললৈ চোৱা। ওপৰলৈ নেচাবা। ভৰি একেলগ কৰি থাকিবা। দুয়ো কাষ আৰু পিঠি পুৰুষে নেদেখক। কাৰণ তুমি স্তোতা হৈও স্ত্ৰী হৈছা॥ ১৯॥

৩৪ সূক্ত—ঋ ১৮।

ঋষি—কণ্বৰ পুত্ৰ নেপাথিতি ; ১৬-১৮ বসুৰোচি আদি সহস্ৰ অঙ্গিৰা সকল। ছন্দ—অনুষ্টুপ্‌ ; ১৬-১৮ গায়ত্ৰী। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, কণ্বৰ ভাল স্তুতি শুনিবলৈ হৰি ঘোঁৰাৰে সৈতে আহা। হে দীপ্ত হবিযুক্ত ইন্দ্ৰ, তোমাৰ শাসনত থকা দ্যুলোকত তুমি থাকা ॥ ১॥ হে ইন্দ্ৰ, সোমচেপা শিলে সোমবান হৈ শব্দ কৰা ধ্বনি শুনি তুমি ইয়ালৈ আহা। হে দীপ্ত ……… ১ ঋকৰ দৰে ॥২॥ এই যজ্ঞত সোমচেপা শিলে সোমলতা বিলাক বৃকে ভেড়া কঁপোৱা দৰে কপাই দিছে। হে দীপ্ত……১ ঋকৰ দৰে ॥ ৩॥ হে ইন্দ্ৰ, কণ্ব সকলে তোমাক ৰক্ষণৰ কাৰণে আৰু অন্ন লাভ কৰিবলৈ এই যজ্ঞলৈ আহ্বান কৰিছে। হে দীপ্ত ……১ ঋকৰ দৰে ॥ ৪ ॥ হে ইন্দ্ৰ, বৰ্ষক বায়ুক যেনেকৈ প্ৰথমে সোমৰস দিয়ে তেনেকৈ অভিযুত সোম দিছে। হে দীপ্ত… ১ ঋকৰ দৰে ॥৫॥ হে ইন্দ্ৰ, স্বৰ্গত কুটুম্ব থকা তুমি আমাৰ শুনিবলৈ আহা। সৰ্ব্বজগত ধাৰক তুমি আমাৰ ৰক্ষণৰ কাৰণে আহা। হে দীপ্ত … ১ ঋকৰ দৰে ॥৬॥ হে মহাবুদ্ধিৰ, সহস্ৰ ৰক্ষণৰ, শতধনৰ ইন্দ্ৰ, তুমি আমাৰ ওচৰলৈ আহা। হে দীপ্ত…… ১ ঋকৰ দৰে ॥৭॥ হে ইন্দ্ৰ, তুমি দেৱতাৰ মাজত স্তুতিৰ যোগ্য দেৱতাৰ আহ্বাতা মানুহে যথা অগ্নিয়ে তোমাক বহন কৰি আনক। হে দীপ্ত……১ ঋকৰ দৰে ॥৮॥ হে ইন্দ্ৰ, শত্ৰুৰ মদচ্যুত কৰা হৰি ঘোৰা দুটাই শ্যেন পক্ষীৰ দৰে তোমাক ইয়ালৈ লৈ আহক। হে দীপ্ত … ১ ঋকৰ দৰে ॥৯॥ হে স্বামী, তুমি সৰ্ব্বতোভাবে আহা। তোমাৰ পান কৰিবলৈ সোম স্বাহাকাৰেৰে দিছো। হে দীপ্ত……১ ঋকৰ দৰে ॥ ১০ ॥ হে ইন্দ্ৰ, তুমি আমাৰ এই যজ্ঞত উক্‌থ পাঠ কৰা শুনিবলৈ আমাৰ ওচৰলৈ আহি আমাক আনন্দ দিয়া। হে দীপ্ত … ১ ঋকৰ দৰে ॥ ১১॥ হৃষ্ট পুষ্ট ঘোঁৰাযুক্ত হে ইন্দ্ৰ, হৃষ্টপুষ্ট একেৰূপৰ ঘোঁৰাৰে আমাৰ ওচৰলৈ আহা। হে দীপ্ত … ১ ঋকৰ দৰে ॥ ১২॥ হে ইন্দ্ৰ, তুমি পৰ্ব্বতৰ পৰা আহা, অন্তৰীক্ষৰ পৰা আহা। হে দীপ্ত…… ১ ঋকৰ দৰে ॥১৩॥ হে বলবান ইন্দ্ৰ, আমাক সহস্ৰ গৰু আৰু ঘোঁৰা দিয়া। হে দীপ্ত…… ১ ঋকৰ দৰে ॥ ১৪॥ হে ইন্দ্ৰ, আমাক সহস্ৰ অযুত, শত বস্তু দিয়া। হে দীপ্ত … ১ ঋকৰ দৰে ॥ ১৫॥ আমি বসুৰোচিয়ে আৰু নেতা ইন্দ্ৰই, যেতিয়া সহস্ৰ বলবান ঘোঁৰাৰ পাল পালো:— ॥ ১৬॥ যি ঘোঁৰা ঋজুগামী, বায়ুবেগী, ৰঙা, পাতল খোজৰ, সূৰ্য্যৰ দৰে জিলিকি আছে ॥১৭॥ পাৰাৱতে যেতিয়া এই ৰথচক্ৰৰ গতিবেগ দিয়া ঘোঁৰা বিলাক দান কৰে তেতিয়া আমি বনৰ ( হাবিৰ ) মাজত আছিলো॥ ১৮॥

৩৫ সূক্ত—ঋ ২৪।

ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—উপৰিষ্টাৎ জ্যোতি, ২২।২৪ পংক্তি ; ২৩ মহাবৃহতী। দেবতা—অশ্বিনী দুজন। ( শ্যাবাশ্ব ঋষিৰ ৫ম (অত্ৰিৰ) মণ্ডলত ৫৪-৬১ সূক্ত আছে )।

হে অশ্বিনী দুজন, অগ্নি, ইন্দ্ৰ, বৰুণ, বিষ্ণু, আদিত্য সকল, ৰুদ্ৰ সকল, বসু সকল (এই) সকলোৰে সৈতে একেলগ হৈ উষা আৰু সূৰ্য্যৰ সৈতে গোট খাই সোম পান কৰা॥ ১॥ হে বলবান অশ্বিনী দুজন, সকলো প্ৰজ্ঞাৰে, অখিল ভুৱনেৰে, দ্যুলোকেৰে, পৃথিবীৰে আৰু পৰ্ব্বতেৰে সৈতে একে লগ হৈ…… ১ ঋকৰ দৰে ॥ ২॥ হে অশ্বিনী দুজন, সকলো তিনি বাৰ এঘাৰ ( তেত্ৰিশ ) দেৱতাৰে সৈতে, মৰুৎ সকল, পানী বিলাক ভৃগু সকলৰ সৈতে একেলগ হৈ … ১ ঋকৰ দৰে ॥৩॥ হে দেৱতা অশ্বিনী দুজন, যজ্ঞ সেৱন কৰা মোৰ আহ্বান জানিলোৱা।

এই যজ্ঞত সকলো সবনত ( কৰ্ম্মত ) ওচৰলৈ আহা। উষা আৰু সূৰ্য্যৰ লগত একেলগ হৈ সমান প্ৰীতিৰে আমাক বলকৰ অন্ন পোৱাই দিয়া ॥ ৪ ॥ হে দেৱতা অশ্বিনী দুজন, এই যজ্ঞত, ডেকাই কন্যাৰ আহ্বান শুনা দৰে স্তৱ সেৱন কৰা। এই যজ্ঞত সকলো সবনত ওচৰলৈ আহা। উষা আৰু ····· ৪ ঋকৰ দৰে ॥ ৫ ॥ হে দেৱতা অশ্বিনী দুজন, আমাৰ স্তুতি সেৱন কৰা,—যজ্ঞ সেৱন কৰা। এই যজ্ঞত সকলো সৱন পোৱাহি। উষা ····· ৪ ঋকৰ দৰে ॥৬॥ হে অশ্বিনী দুজন, হাইথা চৰাই দুটা ( উৰি আহি ) গছত পৰা দৰে, মহ দুটা পানীত আহি পৰা দৰে অভিষুত কৰা সোমলৈ আহা। উষা আৰু সূৰ্য্যৰ লগত একেমনেৰে তিনিটা বাটেৰে ( তিনিবাৰ ) আহা ॥৭॥ হে অশ্বিনী দুজন, তোমালোকে হাঁহ দুটাৰ দৰে উৰি আহা। পথিক দুজনে পানী খাবলৈ অহা দৰে, মহ দুটা পানীত আহি পৰা দৰে, অভিষুত কৰা সোমলৈ আহা। উষা আৰু সূৰ্য্যৰ লগত একে মনৰ হৈ তিনিটা বাটেৰে তিনিবাৰ আহা ॥ ৮ ॥ হে অশ্বিনী দুজন, তোমালোকে শেন দুটাৰ দৰে যজমানৰ কাৰণে, চেপা সোমলৈ যোৱা। মহ দুটা ইত্যাদি··· · ৮ ঋকৰ দৰে ॥৯॥ হে অশ্বিনী দুজন, সোমপান কৰা, —তৃপ্ত হোৱা, — আহা। আমাক পুত্ৰাদি দিয়া,—ধন দিয়া। উষা আৰু সূৰ্য্যৰ লগত একেমনৰ হৈ আমাক বলো দিয়া ॥১০॥ হে অশ্বিনী দুজন, শত্ৰু জয় কৰা,—স্তোতাক ৰক্ষা কৰা, আমাক পুত্ৰাদি ইত্যাদি······১০ঋকৰ দৰে ॥১১॥ হে অশ্বিনী দুজন, শত্ৰুকো মাৰা। মিত্ৰযুক্ত হৈ যোৱা। আমাক পুত্ৰাদি—ইত্যাদি ১০ ঋকৰ দৰে ॥১২॥ হে অশ্বিনী দুজন, তোমালোক মিত্ৰা বৰুণ যুক্ত ধৰ্ম্মবন্ত, মৰুত সকলেৰে যুক্ত স্তোতাৰ আহ্বানলৈ আহা। উষা, সূৰ্য্য আৰু আদিত্য সকলেৰে সৈতে একেমনৰ হৈ মিলি আহা ॥১৩॥ হে অশ্বিনী দুজন, তোমালোক অঙ্গিৰস যুক্ত, বিষ্ণু যুক্ত। মৰুত সকলেৰে ····· ইত্যাদি ১৩ ঋকৰ দৰে ॥১৪॥ হে অশ্বিনী দুজন, তোমালোক ঋভু সকলেৰে সৈতে কামবৰ্ষী আৰু বাজ যুক্ত। মৰুত সকলেৰে······ইত্যাদি ১৩ ঋকৰ দৰে ।১৫। হে অশ্বিনী দুজন, তোমালোকে ব্ৰাহ্মণক প্ৰীত কৰা। কৰ্ম্ম বিলাক প্ৰীত কৰা। ৰাক্ষস বিলাক মাৰা। বেমাৰ গুচোৱা। উষা আৰু সূৰ্য্যৰ লগত একেলগ হৈ সোম চেপা যজমানৰ সোমপান কৰা ॥১৬॥ হে অশ্বিনী দুজন, তোমালোকে ক্ষত্ৰিয়ক প্ৰীত কৰা, নেতা সকলক প্ৰীত কৰা। ৰাক্ষস বিলাক ··· ইত্যাদি ১৬ ঋকৰ দৰে ।১৭। হে অশ্বিনী দুজন, তোমালোকে গাইগৰু বিলাকক প্ৰীত কৰা। আৰু প্ৰজা বিলাকক প্ৰীত কৰা। ৰাক্ষস বিলাক ······ইত্যাদি ১৬ ঋকৰ দৰে ।১৮। হে অশ্বিনী দুজন, শত্ৰুৰ গৰ্ব্ব খৰ্ব্ব কৰা তোমালোকে যেনেকৈ অত্ৰিয়ে কৰা স্তুতি শুনিছিলা, সেইদৰে শ্যাবাশ্বৰ ( মোৰ ) মুখ্য স্তুতি শুনা। উষা আৰু সূৰ্য্যৰ সৈতে একেলগে এক মনৰ হৈ আগৰ দিনটো শেষ হলে ( পুৱা ) সোমপান কৰা ॥১৯॥ হে অশ্বিনী দুজন, শত্ৰুৰ গৰ্ব্ব খৰ্ব্ব কৰা, শ্যাবাশ্বৰ ভাল স্তুতি ভাল অলঙ্কাৰৰ দৰে গ্ৰহণ কৰা। উষা আৰু··· ·· ইত্যাদি ১৯ ঋকৰ দৰে ॥ ২০ ॥ হে শত্ৰুৰ গৰ্ব্ব খৰ্ব্ব কৰা অশ্বিনী দুজন, তোমালোকে সোম অভিষৱ কৰা শ্যাবাশ্বৰ (মোৰ) যজ্ঞ বিলাক লেকাম ৰচি ধৰা দৰে ধৰা। উষা আৰু······ইত্যাদি ১৯ ঋকৰ দৰে ॥২১॥ হে অশ্বিনী দুজন, তোমালোকৰ ৰথ আমাৰ ফালে লৈ আহা। সোমময় মধু পান কৰা। যজ্ঞলৈ আহা। সোমৰ ফালে আহা। ৰক্ষণ বিচৰা মই তোমালোক দুজনক আহ্বান কৰিছো। হবিদাতা মোলৈ ৰত্ন ধাৰণ কৰা ॥২২॥ হে নেতা অশ্বিনী দুজন, বিচক্ষণ মোৰ নমস্কাৰেৰে কৰা স্তুতি আৰম্ভ হলে সেই যজ্ঞত সোমপান কৰিবলৈ আহিবা। ৰক্ষণ বিচৰা········ ইত্যাদি ২২ ঋকৰ দৰে ॥২৩॥ হে অশ্বিনী দেৱতা দুজন, স্বাহা কৰি (অৰ্পিত) আহুতি দিয়া সোমেৰে তৃপ্তি লাভ কৰা,—আহা—। ৰক্ষণ বিচৰা ·····ইত্যাদি ২২ ঋকৰ দৰে ॥২৪॥

## ৩৬ সূক্ত— ঋ ৭ ।

ঋষি—অত্ৰিৰ পুত্ৰ স্যাবাশ্ব। ছন্দ—১-৬-শক্কৰী ; ৭-মহাপংক্তি । দেৱতা— ইন্দ্ৰ ।

হে শতক্ৰতু ইন্দ্ৰ, তুমি, সোম, অভিষৱ কৰা আৰু কুশ মেলি দিয়া যজমানৰ ৰক্ষক। আমোদৰ কাৰণে সোম পান কৰা। হে সৎপতি, তোমাৰ কাৰণে সোমৰ ভাগ ৰাখি থোৱা হৈছে। শত্ৰুৰ সকলো সেনাৰ বহুত বেগ ধাৰণ কৰি ৰাখি, পানীৰ জেতা, মৰুত্বান হে ইন্দ্ৰ, সোমৰ ভাগ পান কৰা ॥ ১ ॥ হে শতক্ৰতু, স্তোতাক ৰক্ষা কৰা। নিজেও সোম পান কৰি ৰক্ষা কৰা। আমোদৰ কাৰণে ··· ··· ইত্যাদি ১ ঋকৰ দৰে ॥ ২ ॥ হে শতক্ৰতু, তুমি দেৱতা সকলক হবি অন্নেৰে ৰক্ষা কৰিছা। নিজেও বলেৰে ৰক্ষা কৰিছা। আমোদৰ কাৰণে ··· ··· ইত্যাদি ১ ঋকৰ দৰে ॥ ৩ ॥ হে শতক্ৰতু, তুমি দ্যুলোকৰ জন্মদাতা, পৃথিৱীৰো জন্মদাতা। আমোদৰ কাৰণে ··· ··· ইত্যাদি ১ ঋকৰ দৰে ॥ ৪ ॥ হে শতক্ৰতু, তুমি গৰুৰ জনিতা। ঘোঁৰাৰো জনিতা। আমোদৰ কাৰণে ... ... ইত্যাদি ১ ঋকৰ দৰে ॥ ৫ ॥ হে শতক্ৰতু অত্ৰিৰ, ইন্দ্ৰ, অত্ৰি সকলৰ স্তোত্ৰ পূজিত

কৰা ( সজাগ লোৱা )। আমোদৰ কাৰণে ....., ইত্যাদি ১ ঋকৰ দৰে ॥৬॥ হে ইন্দ্ৰ, তুমি যেনেকৈ যজ্ঞ কৰ্ম্ম কৰা অত্ৰিৰ স্তুতি শুনিছিলা, সেই দৰে সোমাভিষৱ কৰা মোৰ স্তোত্ৰ শুনা। তুমি অকলেই স্তোত্ৰ বিলাক বৰ্দ্ধন কৰি যুদ্ধত ত্ৰসদস্যুক ৰক্ষা কৰিছিলা ॥৭॥

৩৭ সূক্ত— ৭।

ঋষি— অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ— মহাপংক্তি; ১-অতিজগতী। দেৱতা— ইন্দ্ৰ।

হে শচীপতি ইন্দ্ৰ, তুমি সংগ্ৰামত এই ব্ৰাহ্মণ সকলক সকলো ৰক্ষনেৰে ৰক্ষা কৰা। সোম অভিষৱ কৰাকো ৰক্ষা কৰা। হে অনিন্দনীয়, বজ্ৰবান, বৃত্ৰহন্তা ইন্দ্ৰ, মাধ্যন্দিন সবনত চেপা সোম পান কৰা॥ ১॥ হে শচীপতি উগ্ৰ ইন্দ্ৰ, দ্ৰোহ কৰা শত্ৰু সেনাক পৰাভৱ কৰি সকলো ৰক্ষণেৰে ৰক্ষা কৰা। হে অনিন্দনীয় ... ... ১ ঋকৰ দৰে ॥২॥ হে সচীপতি ইন্দ্ৰ, তুমি ভুবনৰ একমাত্ৰ ৰজা হৈ প্ৰকাশ কৰি আছা। সকলো ৰক্ষনেৰে ৰক্ষা কৰি হে অনিন্দনীয় ... ... ১ ঋকৰ দৰে ॥৩॥ হে শচীপতি ইন্দ্ৰ, তুমি অকলে সমানে থকা এই দ্যুলোক পৃথক কৰি দিলা। সকলো ৰক্ষনেৰে ... ইত্যাদি ৩ ঋকৰ দৰে ॥৪॥ হে সচীপতি ইন্দ্ৰ, তুমি এই সকলো জগতৰ শান্তি আৰু প্ৰয়োগৰ ঈশ্বৰ। সকলো ৰক্ষনেৰে ... ... ইত্যাদি ৩ ঋকৰ দৰে ॥৫॥ হে সচীপতি, তুমি জগতৰ বল হৈছা। আশ্ৰিতক ৰক্ষা কৰিছা। তুমি নৰখাকৈ থকা নাই। সকলো ৰক্ষনেৰে ··· ··· ইত্যাদি ৩ ঋকৰ দৰে ॥৬॥ ৭ ঋক ওপৰৰ ৮/৩৬/৭ ঋকৰ দৰেই— কিন্তু "অভিষৱ কৰাৰ" ঠাইত "স্তুতি কৰা" ॥৭॥

৩৮ সূক্ত— ঋ ১০।

ঋষি— অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ— গায়ত্ৰী। দেৱতা— ইন্দ্ৰাগ্নি॥

হে ইন্দ্ৰ আৰু অগ্নি, তদ্ধ তোমালোক যজ্ঞৰ ঋত্বিক। আমাৰ যুদ্ধত আৰু কৰ্ম্মত থাকি স্তুতি জানি লোৱা ॥১॥ হে ইন্দ্ৰাগ্নি, শত্ৰুৰ হিংসক, ৰথত যোৱা, বৃত্ৰৰ হন্তা তোমালোকে মোৰ সেই স্তুতি জানি লোৱা ॥২॥ হে ইন্দ্ৰাগ্নি, তোমালোকৰ কাৰণে যজ্ঞৰ নেতা সকলে শিলেৰে চেপি আমোদকৰ মধুৰ সোম ( পাত্ৰত ) ভৰাইছে। মোৰ সেই স্তুতি জানি লোৱা ॥৩॥ একেলগে স্তুতি কৰা হে ইন্দ্ৰাগ্নি, যজ্ঞ সেৱন কৰা। যজ্ঞৰ কাৰণে অভিষুত কৰা সোমলৈ আহা ॥৪॥ হে নেতা ইন্দ্ৰাগ্নি, তোমালোকে যি সবনৰে হব্য বহন কৰা, সেয়ে এই সবন যজ্ঞ, সেৱন কৰা— আহা ॥৫॥ হে ইন্দ্ৰাগ্নি নেতা দুজন, তোমালোকে গায়ত্ৰ মাৰ্গেৰে ( গায়ত্ৰী ছন্দৰ বাটেৰে ) গোৱা এই সুস্তুতি সেৱন কৰা,— আহা ॥৬॥ হে শত্ৰুৰ ধন জয় কৰা ইন্দ্ৰাগ্নি, ৰাতিপুৱা দেৱতা সকলৰ লগত মিলি সোম পান কৰিবলৈ আহা ॥৭॥ হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকে সোম অভিষৱ কৰা অত্ৰি বংশৰ শ্যাবাশ্বৰ ( মোৰ ) সোম পান কৰিবলৈ আহ্বান শুনা ॥৮॥ হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকক যেনেকৈ প্ৰাজ্ঞ, সকলে আহ্বান কৰিছিল তেনেকৈয়ে মই সোম পানৰ কাৰণে আৰু ৰক্ষনৰ কাৰণে আহ্বান কৰিছো ॥৯॥ যি ইন্দ্ৰ আৰু অগ্নিৰ কাৰণে গায়ত্ৰী ( ছন্দৰ ) সাম ( মন্ত্ৰ ) মই স্তুতি কৰিছো সেই স্তুতিৰত্ন ( সৰস্বতীয়ে লাগ দিয়া ) মই ইন্দ্ৰাগ্নিৰ পৰা ৰক্ষণ বিচাৰিছো ॥১০॥

৩৯ সূক্ত— ঋ ১০।

ঋষি – কণ্বৰ পুত্ৰ নাভাক। ছন্দ—মহা পংক্তি। দেৱতা--অগ্নি।

ঋকেৰে স্তুতি কৰিব লগীয়া অগ্নিক স্তুতি কৰিছো। স্তুতিৰে স্তৱ কৰিছো। অগ্নিয়ে যজ্ঞৰ দেৱতা সকলক প্ৰশোভিত কৰক। সেই কবি অগ্নিয়ে দ্যুলো দ্যাবা-পৃথিবীৰ মাজত দেৱতা সকলৰ দূতৰ কাম কৰি ফুৰে। অন্য শত্ৰু বিলাক মৰি যাওক ॥১॥ হে অগ্নি, নতুন স্তোত্ৰেৰে আমাৰ গাৰ শত্ৰুৰ হিংসা পুৰি পেলোৱা। হবি দাতাৰ শত্ৰু পুৰি পেলোৱা। যুজিবলৈ অহা সকলো মূৰ্খ শত্ৰু ইয়াৰ পৰা গুচি যাওক। অন্য শত্ৰু বিলাক মৰি যাওক ॥২॥ হে অগ্নি, তোমাৰ মুখত ঘিঁউ দিয়া দৰে স্তোত্ৰ বিলাক মই ঢালি দিছো। তুমি দেৱতাৰ মাজত আমাৰ স্তুতি জনাই দিয়া। তুমি পুৰণি তুমি সুখকৰ। অন্য ···... ১ ঋকৰ দৰে ॥৩॥ যি যি অন্ন তোতাই যাচ্ঞা কৰে সেই অন্ন অগ্নিয়ে দিয়ে। অন্নেৰে অগ্নিত আহুতি দিলে হবি দাতা যজমানক শান্তিৰ কাৰণে বিষয়ৰ সুখ দিয়ে। তেওঁ সকলো দেৱতাৰ আহ্বানত থাকে। অন্য ······ ১ ঋকৰ দৰে ॥৪॥ সেই অগ্নিয়ে অভিভৱ কৰিব পৰা নানা বিধ কৰ্ম্মেৰে সকলো জানে। তেওঁ সকলো দেৱতাৰ আহ্বাতা। পশু আদিৰে বেষ্টিত। তেওঁ শত্ৰু খেদাবলৈ যায়। অন্য ......১ ঋকৰ দৰে ॥৫॥ দেৱতাৰ জন্মবৃত্তান্ত অগ্নিয়ে জানে। মানুহৰ গুপ্ত কথা জানে। তেওঁ দ্ৰবিনোদা। নতুন হবিৰে আহুত হৈ ধনক দুৱাৰ

মুকলি কৰি দিয়ে। অন্য ··· ··· ১ ঋকৰ দৰে ॥ ৬॥ অগ্নিয়ে দেৱতাৰ মাজত বাস কৰে। তেওঁ যজ্ঞাৰ্হ। প্ৰজাবিলাকৰ মাজত বাস কৰে। সেই অগ্নিয়ে বহুত কৰ্ম্মৰ মাটিৰ দৰে আনন্দেৰে পোহ-পাল দিয়ে। দেৱতাৰ মাজত অগ্নি যজ্ঞাৰ্হ। অন্য ... ... ১ ঋকৰ দৰে ॥ ৭ ॥ যি অগ্নি সাত মানুহৰ মাজত সকলো নদীত আশ্ৰয় কৰি থাকে, তিনি ঠাইত থকা মান্ধাতাৰ দস্যুক হত্যা কৰা যজ্ঞৰ মুখ্য সেই অগ্নিক আমি বিচাৰিছো। অন্য ··· ··· ১ ঋকৰ দৰে ॥ ৮ ॥ কবি অগ্নি তিনি ঠাইত তিনি ৰূপে সজোৱা যজ্ঞত থাকে, তেওঁ দেৱতাৰ দূত, প্ৰাজ্ঞ, অলঙ্কাৰ পিন্ধা। এই যজ্ঞত তিনি এঘাৰ (তেত্ৰিশ) জন দেৱতাক যজন কৰক। আমাক কৰ্ম্মেৰে পূৰণ কৰক। অন্য . .. ১ ঋকৰ দৰে ॥ ৯ ॥ হে পুৰণি অগ্নি, মানুহৰ মাজত আমাৰ ধনৰ তুমি গৰাকী। দেৱতাৰো ঈশ্বৰ। নিজেই সাকো,— পানী তাৰ কেউফালে বৈ যায়। অন্য ... ১ ঋকৰ দৰে ॥ ১০ ॥

## ৪০ সূক্ত— ঋ ১২।

**ঋষি— কণ্বৰ পুত্ৰ নাভাক। ছন্দ— মহা পংক্তি; ২-শক্বৰী; ১২-ত্ৰিষ্টুভ্। দেৱতা— ইন্দ্ৰাগ্নি।**

হে ইন্দ্ৰাগ্নি, তোমালোকে শত্ৰুক পৰাস্ত কৰিব পৰাকৈ আমাক ধন আদি ভালকৈ দিয়া,—যি ধনেৰে দৃঢ় হলেও শত্ৰুক যুদ্ধত বায়ুৰ সহায়ত অগ্নিয়ে পোৰা দৰে পৰাস্ত কৰিব পাৰি। অন্য শত্ৰু বিলাক মৰি যাওক ॥ ১ ॥ হে ইন্দ্ৰাগ্নি, তোমালোকক আমি (ধন বিচাৰি) আমনি নকৰো। আৰু অতি বলবন্ত নেতা সকলৰ নেতা ইন্দ্ৰকেই যজন কৰিম। সেই ইন্দ্ৰই ঘোঁৰাত উঠি কেতিয়াবা আমাৰ অন্ন লাভৰ কাৰণে আহক; যজ্ঞ লাভ কৰিবলৈ আহক। অন্য শত্ৰু বিলাক মৰি যাওক ॥ ২ ॥ সেই ইন্দ্ৰাগ্নিয়ে সংগ্ৰামৰ মাজত থাকে। হে নেতা দুজন, কবিত্বৰে কবি সকলে সোধা তোমালোকৰেই সখীত্ব বিচাৰে। তেওঁবিলাকৰ কৰা কাম সিদ্ধি কৰা। অন্য শত্ৰু বিলাক মৰি যাওক ॥ ৩ ॥ নাভাকৰ দৰে ইন্দ্ৰাগ্নিক যাগেৰে আৰু স্তুতিৰে অৰ্চনা কৰা। ইন্দ্ৰাগ্নিত এই সকলো জগত বৈ আছে। এওঁবিলাকৰ কোলাত এই মহতী দ্যাবাপৃথিৱীৰ ধন ধাৰণ কৰিছে। অন্য ..... ১ ঋকৰ দৰে ॥ ৪ ॥ ইন্দ্ৰাগ্নিলৈ নাভাকে স্তুতি পঠিয়াইছে, যি ইন্দ্ৰাগ্নিয়ে সাতখন বন্ধ কৰি ঢাকি থোৱা মূল দুৱাৰ বলেৰে খুলি দিলে। ইন্দ্ৰ ঈশ্বৰ। অন্য ... ... ১ ঋকৰ দৰে ॥ ৫ ॥ আৰু হে ইন্দ্ৰ, আগৰ দিনৰ মানুহে লতাই বেৰি থকা গছৰ দাল কটাদৰে শত্ৰুক কাটা। দাস শত্ৰুৰ বল দমন কৰা। আমি সেই দাসৰ লুকাই থোৱা ধন ইন্দ্ৰৰ কাৰণে পাম। অন্য .. ... ১ ঋকৰ দৰে ॥ ৬ ॥ যি এই মানুহ বিলাকে ধন আৰু স্তুতিৰে ইন্দ্ৰাগ্নিক বিশেষকৈ আহ্বান কৰে, আমি, আমাৰ লগত যুদ্ধ আকাঙ্ক্ষা কৰা শত্ৰু বিলাকক (এই) মানুহ বিলাকেৰে সৈতে যুদ্ধত পৰাস্ত কৰিম আৰু শত্ৰুৰ (পৰা) স্তুতি পাম। অন্য .... ১ ঋকৰ দৰে ॥ ৭ ॥ যি শ্বেতবৰ্ণ ইন্দ্ৰ আৰু অগ্নি তলৰ পৰা ওপৰলৈ দীপ্তিৰে উঠি যায় তেওঁলোকৰেই কাৰ্য্যবহন কৰি যজমান সকলে কৰ্ম্মানুষ্ঠান কৰি যায়। তেওঁ বিলাকেই নদী বিলাকৰ বন্ধন মুকলি কৰি দিলে। অন্য ··· ১ ঋকৰ দৰে ॥ ৮ ॥ হে হৰিৰ প্ৰেৰণ কৰা ইন্দ্ৰ, প্ৰীতি দান কৰা, দীপক, ধন দান কৰা তোমাৰ উপমান বহুত। তোমাৰ পুৰণি প্ৰশাসন কৰা বুদ্ধি বহুত যি আমাৰ প্ৰজ্ঞা সাধন কৰে। অন্য . ... ১ ঋকৰ দৰে ॥ ৯ ॥ (হে স্তোতা সকল) দীপ্ত, ধনভাক্ ঋকেৰে স্তুতি কৰিব লগীয়া সেই ইন্দ্ৰক ভাল স্তুতিৰে সংস্কাৰ কৰা।— আৰু যে যি ইন্দ্ৰই বলেৰে শুষ্ণ অসুৰৰ কনিবিলাক ভাঙি পেলালে আৰু স্বৰ্গত থকা পানী বিলাক জয় কৰিলে, (সেই ইন্দ্ৰৰ স্তুতি কৰা) অন্য .. ... ১ ঋকৰ দৰে ॥ ১০ ॥ হে স্তোতা সকল সুযজ্ঞ, সত্য, ধনভাক ঋতুত যজন কৰিবলগীয়া সেই ইন্দ্ৰক স্তুতিৰে তীক্ষ্ণ কৰা। আৰু যে যি ইন্দ্ৰই যজ্ঞৰ কালে আছে, শুষ্ণৰ কনি বিলাক ভাঙি পানী জয় কৰিলে (তেওঁক স্তুতি কৰা)। অন্য ·· ১ ঋকৰ দৰে ॥ ১১ ॥ এইদৰে পিতৃৰ দৰে, মান্ধাতাৰ দৰে, অঙ্গিৰসৰ দৰে নতুন মই পাঠ কৰা স্তোত্ৰেৰে তিনি ধাতুৰে আমাক ৰক্ষা কৰক। (তেতিয়া) আমি ধনৰ গৰাকী হম ॥ ১২ ॥

## ৪১ সূক্ত— ঋ ১০।

**ঋষি— কণ্বৰ পুত্ৰ নাভাক। ছন্দ— মহাপংক্তি। দেৱতা— বৰুণ।**

(হে স্তোতা) বহুত ধন পাবলৈ এই বৰুণৰ আৰু অতি বিদ্বান মৰুত সকলৰ স্তুতি কৰা। বৰুণে কৰ্ম্মৰ দ্বাৰা মানুহ আৰু পশু বিলাক গৰুৰ দৰে বান্ধি ৰুৱে। অন্য শত্ৰু বিলাক মৰি যাওক ॥ ১ ॥ সেই বৰুণকেই সমান স্তুতিৰে স্তৱ কৰিম। পিতৃ সকলৰ স্তোত্ৰেৰে স্তুতি কৰিম। নাভাক ঋষিৰ স্তুতিৰে স্তুতি কৰিম। তেওঁ নৈ বিলাকৰ কাষত ওলায়, সাত জনী বাই- ভনীৰ

মাজত থলায়—তেওঁ মধ্যম। অন্য শত্ৰু বিলাক মৰি যাওক (সাত বাই-ভনী—সপ্তস্বৰ—তাৰ মধ্যম স্বৰ) ॥২॥ সেই বৰুণে বাতি আলিঙ্গন কৰে। দৰ্শনীয় সেই বৰুণে ওপৰলৈ গৈ বিশ্বক মায়াৰে কেউফালে ধাৰণ কৰিছে। সেই বৰুণৰ কৰ্ম্ম কামনা কৰা প্ৰজাই তিনি উষাত (পুৱা, দুপৰীয়া আৰু সন্ধ্যা) বৰ্দ্ধন কৰিছে। অন্য ·· ··· ১ ঋকৰ দৰে ॥৩॥ যি পৃথিৱীৰ ওপৰত দৰ্শনীয় দিশ বিলাক ধাৰণ কৰিলে, সেই নিৰ্ম্মাতা বৰুণে পুৰণি পদ (স্বৰ্গ) নিৰ্দ্ধাৰণ কৰি নিজৰ কৰিলে। তেওঁ ঈশ্বৰ (আমাক) পশু বিলাকক গৰখীয়াৰ দৰে ৰখি থাকে। অন্য ... ... ১ ঋকৰ দৰে ॥৪॥ যি বৰুণ ভুবনৰ ধাৰক, যি দেবতাৰ অধিষ্ঠান ৰশ্মিবিলাকৰ গুপ্ত নাম বিলাক জানে, সেই প্ৰাজ্ঞ বৰুণে কবিৰ কাম বিলাক বহুত ৰূপেৰে পোষণ কৰে। অন্য ··· ··· ১ ঋকৰ দৰে ॥৫॥ যি বৰুণত সকলো (প্ৰাজ্ঞ) কৰ্ম্ম চকৰিৰ মাজত (নাভিত) লগোৱা দৰে আশ্ৰয় কৰি আছে, তিনি স্থানত থকা বৰুণক সোনকালে পৰিচৰণ কৰা। গোহালীত গৰু বন্ধা দৰে শত্ৰুৱে আমাক পৰিভৱ কৰিবকৈ যোঁৱা যোগাৰ কৰিছে। অন্য ·· ··· ১ ঋকৰ দৰে ॥৬॥ বৰুণে এই দিক বিলাক আশ্ৰয় কৰি জাগ্ৰত হৈ আছে, যি বৰুণে এই শত্ৰু বিলাকৰ কেউফালে থকা সকলো পুৰী বিনাশ কৰিলে, তেওঁৰ ৰথৰ আগত সকলো দেবতাই কাম কৰি যায়। অন্য ··· ··· ১ ঋকৰ দৰে ॥৭॥ সেই সমুদ্ৰ ৰূপ বৰুণ, অন্তৰ্হিত হৈ থাকি তৎক্ষণাৎ আদিত্যৰ দৰে স্বৰ্গত আৰোহণ কৰে আৰু দিক্ বিলাকৰ প্ৰজাবিলাকক আদান-প্ৰদান কৰে। সেই বৰুণে অসুৰৰ মায়া নাশ কৰি জ্যোতিৰ্ম্ময় স্থানত ব্যাপ্ত হৈ স্বৰ্গলৈ যায়। অন্য ··· ১ ঋকৰ দৰে ॥৮॥ যি বৰুণৰ অন্তৰীক্ষত থকা বগা বৰণৰ তেজ তিনি ভুবন ব্যাপ্ত হৈ তিনি স্বৰ্গ পালেগৈ, সেই বৰুণৰ সভাস্থল অচল। সেই বৰুণ সপ্ত সিন্ধুৰ ঈশ্বৰ। অন্য ··· ··· ১ ঋকৰ দৰে ॥৯॥ যি বৰুণে নিজৰ বগা ৰশ্মি বিলাক অধিকাৰ কৰি থাকে, আৰু বাতি কলা কৰে সেই বৰুণে কৰ্ম্মানুসাৰে পূৰ্ব্বস্থান (স্বৰ্গ বা অন্তৰীক্ষ) নিৰ্ম্মান কৰিলে। তেওঁ আদিত্যাই স্বৰ্গ ধৰি ৰখা দৰে অন্তৰীক্ষ ধৰি ৰাখিছে। অন্য ··· ··· ১ ঋকৰ দৰে ॥১০॥

## ৪২ সূক্ত—ঋ ৬।

ঋষি—কণ্বৰ পুত্ৰ নাভাক বা অত্ৰিৰ পুত্ৰ অৰ্চনানা। ছন্দ—১—৩ ত্ৰিষ্টুপ্, ৪—৬ অনুষ্টুপ্। দেবতা—১—৩ বৰুণ, ৪—৬ অশ্বিনী দুজন।

সকলো জনা অসুৰ (বলবান) বৰুণে স্বৰ্গক স্তম্ভন কৰিলে আৰু পৃথিৱীৰ বিস্তাৰৰ পৰিমাণ জোখ কৰিলে। বিশ্বৰ সকলো ভুবনৰ সম্ৰাট হৈ থাকিল। বৰুনৰ এই সকলো কাম বহুত ॥১॥ (হে স্তোতা). মহৎ বৰুণক এইদৰে বন্দনা কৰা। অমৃতৰ বাট দেখুওৱা বীৰ বৰুণক নমস্কাৰ কৰা। সেই বৰুণে আমাক তিনি পৰ্ব্বযুক্ত (তিনি খোটালিৰ) ঘৰ দিয়ক। দ্যাবাপৃথিৱীৰ কোলাত থকা আমাক ৰক্ষা কৰক ॥২॥ হে বৰুণ দেবতা, এই কাম বিলাক অনুষ্ঠান কৰা (মোৰ) কৰ্ম্ম আৰু দক্ষতা তীক্ষ্ণ কৰা। যি (যজ্ঞৰূপ) নাৱেৰে সকলো দুঃখ পাৰ কৰিব পাৰি. সেই সুখেৰে পাৰ কৰা নাৱত উঠিম ॥৩॥ হে নাসত্যা অশ্বিনী দুজন, তোমালোকে সোম পান কৰিবলৈ বিপ্ৰ সকলে আৰু (অভিষৱ) কৰা শিলে নিজ কৰ্ম্মত লাগি গৈছে। অন্য শত্ৰু বিলাক মৰি যাওক ॥৪॥ হে নাসত্যা অশ্বিনী দুজন, তোমালোকক বিপ্ৰ অত্ৰিয়ে যেনেকৈ সোম পান কৰিবলৈ আহ্বান কৰিছিল (তেনেকৈ আমিও কৰিছো)। অন্য ······৪ ঋকৰ দৰে ॥৫॥ হে নাসত্যা দুজন, মেধাবী সকলে যেনেকৈ তোমালোকক সোমপান কৰিবলৈ আহ্বান কৰিছিল, সেই দৰে আমি ৰক্ষা কৰিবলৈ আহ্বান কৰিছো। অন্য ······৪ ঋকৰ দৰে ॥৬॥

## ৪৩ সূক্ত ঋ ৩৩।

ঋষি—অঙ্গিৰসৰ পুত্ৰ বিৰূপ। ছন্দ—গায়ত্ৰী। দেবতা—অগ্নি।

আমাৰ এই স্তোতা সকলে, মেধাবী, বিধাতা, যজমানৰ অহিংসিত অগ্নিলৈ স্তুতি কৰিছে ॥১॥ হে জাতবেদ, বিশেষ দ্ৰষ্টা অগ্নি, দানকৰা তোমালৈ মই সুস্তুতি উলিয়াইছো (ৰচনা কৰিছো) ॥২॥ হে অগ্নি, তোমাৰ তীক্ষ্ণ দীপ্তিৰ শিখা বিলাকে পোহৰৰ জিলিকণিৰে জন্তুৰ দাতৰ দৰে হাবি বিলাক খাইছে ॥৩॥ হৰণ কৰা, বতাহে কোবোৱা, ধোঁৱাৰ নিচান থকা অগ্নি বিলাক অন্তৰীক্ষত বেলেগ হৈ গৈছে ॥৪॥ বেলেগকৈ জ্বলা এই অগ্নি বিলাক উষাৰ জাননী দিয়া দৰে দেখা গৈছে ॥৫॥ জাতবেদ অগ্নি গুকাল গছ-গছনি থকা ঠাইত জ্বলি যোৱাৰ পাচত ধূলি বিলাক ক'লা হৈ যায় ॥৬॥ অগ্নিয়ে গছ-লতা বিলাক অন্নৰূপে ভক্ষণ কৰি নৰয়। আকৌ নতুন (কেচা) গছ-লতা বিলাকো খায় (পোৰে) ॥৭॥ অগ্নিয়ে শিখাৰে (ওপৰৰ পৰা) গছ লতা নমাই আনি তেজেৰে জ্বলি অৰণ্যত প্ৰকাশ কৰে ॥৮॥

হে অগ্নি পানী তোমাৰ প্ৰৱেশ কৰা স্থান (ঘৰ)। গছ বিলাকলৈ তুমি বলেৰে যোৱা। আকৌ সিঁহতৰ গৰ্ভতে জন্ম লোৱা ॥ ৯ ॥ হে অগ্নি, ঘিঁউৰে আহুতি দিলে ক্ৰুচৰ মুখ তুমি—চেলেকা, তোমাৰ শিখা শোভা পাইছে ॥ ১০ ॥ যাৰ হব্য ভক্ষণ যোগ্য, যাৰ বশা (মেদ) অন্ন সেই সোম-ঘিঁউ আদি যাৰ পিঠিত পৰে সেই বিধাতা অগ্নিক স্তোত্ৰেৰে পৰিচৰণ কৰিম ॥১১॥ আৰু হে দেৱতাৰ আহ্বাতা বৰনীয় কৰ্ম্মা অগ্নি, আমি নমস্কাৰেৰে সমিধ ধৰি দি যাঞ্চা কৰিছো ॥ ১২ ॥ হে শুচি আহুত অগ্নি, তোমাক আমি ভৃগুৰ দৰে, মনুৰ দৰে আৰু অঙ্গিৰসৰ দৰে আহ্বান কৰিছো ॥ ১৩ ॥ হে অগ্নি, তুমি বিপ্ৰ, সাধু আৰু সখা হৈছা (আৰু সেই বিপ্ৰ, সাধু আৰু সখাৰ দ্বাৰা) জ্বালিত হৈছা ॥ ১৪ ॥ হে অগ্নি, তুমি হবি দাতা বিপ্ৰক সহস্ৰ ধন, আৰু পুত্ৰাদিৰে সৈতে অন্ন দিয়া ॥ ১৫ ॥ হে ভাতৃ, বলেৰে উৎপত্তি, ৰঙা ধোঁৱা যুক্ত, শুদ্ধ কৰ্ম্মা অগ্নি, মোৰ এই স্তুতি সেৱন কৰা ॥ ১৬ ॥ আৰু হে অগ্নি, মোৰ স্তুতি বিলাকে গোহালীত যেবাই থকা পোৱালীৰ ওচৰলৈ গাই গৰু যোৱা দৰে তোমাক বিচাৰি যায় ॥ ১৭ ॥ হে অঙ্গিৰসৰ শ্ৰেষ্ঠ অগ্নি, তোমাক সকলো ভাল ঘৰ থকা প্ৰজাই নিজৰ কামনা সিদ্ধি কৰিবলৈ বেলেগে (হবি আদি) দিয়ে ॥ ১৮ ॥ মনীষি, মেধাবী, জ্ঞানী যজমান সকলে কৰ্ম্মেৰে, অন্ন পাবলৈ, অগ্নিক সন্তোষিত কৰে ॥ ১৯ ॥ হে অগ্নি, বলবান, হবি বহন কৰা, দেৱতাৰ আহ্বাতা তোমাক যজমান সকলে নিজ ঘৰত যজ্ঞ পাতি স্তুতি কৰে ॥ ২০ ॥ হে অগ্নি, তুমি যে প্ৰভু, বহুত ঠাইৰ সকলো প্ৰজাক সমান দেখা সেই বাবে তোমাক সংগ্ৰামত সহায় কৰিবলৈ আহ্বান কৰিছো ॥ ২১ ॥ (হে যজমান সকল) যি অগ্নি ঘিঁউৰে আহুত হৈ শোভা পাইছে, যি আমাৰ আহ্বান শুনিছে, সেই অগ্নিক স্তুতি কৰা ॥ ২২ ॥ হে জাতবেদ অগ্নি, তুমি আমাৰ আহ্বান শুনি শত্ৰুক নাশ কৰা। সেই বাবে তোমাক আহ্বান কৰিছো ॥ ২৩ ॥ প্ৰজাৰ ৰজা, অদ্ভুত, কৰ্ম্মৰ অধ্যক্ষ এই অগ্নিক স্তুতি কৰিছো,—সেয়া স্তুতি অগ্নিয়ে শুনক ॥ ২৪ ॥ সকলো ব্যাপ্ত হোৱা, বলেৰে বলী, মানুহৰ দৰে হিতকৰ অগ্নিক (স্তুতি হবি আদিৰে) ঘোঁৰাৰ দৰে বলী কৰিম ॥২৫॥ হে অগ্নি, তুমি হিংসক শত্ৰুক মাৰি, সদায় ৰাক্ষস বিলাকক পুৰি, তীক্ষ্ণ দীপ্তিৰে জ্বলা ॥ ২৬ ॥ হে অঙ্গিৰসৰ শ্ৰেষ্ঠতম অগ্নি, মানুহবিলাকে যি তোমাক মনুৰে জ্বলোৱা দৰে জ্বলাইছে, সেই তুমি মোৰ স্তুতি বাক্য জানিবা ॥২৭॥ হে অগ্নি, যি তুমি স্বৰ্গত উৎপত্তি হোৱা, বা অন্তৰীক্ষত উদ্ভৱ হোৱা, বা বলেৰে উৎপত্তি হোৱা, —তোমাক স্তুতিৰে আহ্বান কৰিছো ॥ ২৮ ॥ হে অগ্নি, তোমাৰ কাৰণেই এই সকলো মানুহে, সকলো প্ৰজাই হবি অন্ন ভক্ষণ কৰিবলৈ বেলেগে বেলেগে অন্ন দিছে ॥ ২৯ ॥ হে অগ্নি, তোমাৰ কাৰণেই আমি সুকৰ্ম্মা হৈ সদায় দিনে দ্ৰষ্টা হৈ দুঃখৰ সাগৰ পাৰ হৈ যাম ॥৩০॥ আনন্দিত, বহুতৰ প্ৰিয়, যজ্ঞত শোৱা, পাবক দীপ্তিৰ অগ্নিৰ মনোহৰ, শুনিবলৈ ভাল স্তোত্ৰেৰে স্তুতি কৰি আমি তোমাক বিচাৰিছো ॥ ৩১ ॥ হে পোহৰৰ ধনী অগ্নি, সেই তুমি সূৰ্য্যৰ দৰে (উদয় হৈ) ৰশ্মি সৃষ্টি কৰি বল বিস্তাৰ কৰি এন্ধাৰ নাশ কৰিছা ॥ ৩২ ॥ হে বলবান অগ্নি, তোমাৰ যি অন্ত নোহোৱা ধন আছে, সেই দাতব্য বৰণীয় ধন আমি বিচাৰিছো ॥ ৩৩ ॥

## ৪৪ সূক্ত —ঋ ৩০ ।

ঋষি-- অঙ্গিৰসৰ পুত্ৰ বিৰূপ। ছন্দ-- গায়ত্ৰী। দেৱতা-- অগ্নি ।

(হে ঋত্বিক সকল) অতিথি অগ্নিক সমিধেৰে (খৰিৰে) পৰিচৰণ কৰা। ঘিঁউৰে বোধন কৰা। এইদৰে জ্বলোৱা অগ্নিত হব্যেৰে হোম কৰা ॥ ১ ॥ হে অগ্নি, মোৰ স্তোত্ৰ সেৱন কৰা। এই মননীয় স্তোত্ৰেৰে বৰ্দ্ধন হোৱা আৰু আমাৰ সূক্ত বিলাক কামনা কৰা ॥ ২ ॥ দেৱতাৰ দূত হবি বহন কৰা অগ্নিক আগত ধৰিছো,—স্তুতি কৰিছো। এই যজ্ঞত তেওঁ দেৱতা সকলক বহুৱাওক ॥ ৩ ॥ হে দীপ্ত অগ্নি, জ্বলোৱা হলে তোমাৰ বৃহৎ জ্বলন্ত দীপ্তি ওপৰলৈ যায় ॥ ৪ ॥ আমি বিচৰা হে অগ্নি, আমাৰ ক্ৰুচ ঘিঁউৰে পৰিপূৰ্ণ হৈ তোমাৰ ওচৰলৈ যাওক। আমাৰ হব্য সেৱন কৰা ॥ ৫ ॥ হৰ্ষযুক্ত, দেৱতাৰ আহ্বাতা, ঋত্বিক, বিচিত্ৰ দীপ্তিৰ, দীপ্ত ধন, অগ্নিক স্তুতি কৰিছো। সেই স্তুতি অগ্নিয়ে শুনক ॥ ৬ ॥ পুৰণি, দেৱতাৰ আহ্বাতা, প্ৰীত, মেধাবী কৰ্ম্মা, যজ্ঞৰ আশ্ৰয় অগ্নিক স্তুতি কৰিছো ॥ ৭ ॥ হে অঙ্গিৰসৰ শ্ৰেষ্ঠ অগ্নি, আমাৰ হব্য বিলাক অনুৰক্ত হৈ সেৱন কৰা। আৰু ঋতুত যজ্ঞ নিয়ন্ত্ৰণ কৰা ॥ ৮ ॥ হে সত্য জ্বলন্ত দীপ্তিৰ অগ্নি, জ্বলাই দিলে দৈব লোকক (দেৱতা সকলক) জানি এই যজ্ঞলৈ লৈ আহা ॥ ৯ ॥ মেধাবী, দেৱতাৰ আহ্বাতা, অদ্ৰোহী ধোঁৱাৰ পতাকা, দীপ্তধন, যজ্ঞৰ ধ্বজা, অগ্নিক অভীষ্ট বিচাৰিছো ॥ ১০ ॥ হে বলেৰে উৎপত্তি কৰা অগ্নি দেৱতা, হিংসকৰ পৰা আমাক ৰক্ষা কৰা। শত্ৰুক

বিদাৰণ কৰা ॥ ১১ ॥ কবি অগ্নি পূৰণি মননীয় স্তোত্ৰেৰে নিজ শৰীৰ শোভা কবি মেধাৱী বিপ্ৰৰ দ্বাৰা বৰ্দ্ধিত হৈছে ॥ ১২ ॥ বলৰ পুত্ৰ শুদ্ধ দীপ্তিৰ অগ্নিক অহিংসিত যজ্ঞত আহ্বান কৰিছো ॥ ১৩ ॥ হে মিত্ৰই পূজা কৰা অগ্নি, তুমি জ্বলন্ত তেজেৰে দেৱতা সকলেৰে সৈতে আমাৰ যজ্ঞৰ কুশত বহা ॥ ১৪ ॥ যি মানুহে ধনত দেৱতা অগ্নিক ধন পাবৰ কাৰণে পৰিচৰণ কৰে, তেওঁকেই অগ্নিয়ে ধন পোৱাই দিয়ে ॥ ১৫ ॥ দেৱতাৰ শ্ৰেষ্ঠ, দ্যুলোকৰ ওপৰ, পৃথিৱীৰ পতি এই অগ্নিয়ে জীৱ বিলাকক প্ৰীত কৰে ॥ ১৬ ॥ হে অগ্নি, তোমাৰ শুচি, বগা, দীপ্যমান প্ৰভা,— তোমাৰ তেজ ওপৰলৈ উঠি গৈছে ॥ ১৭ ॥ হে অগ্নি, তুমি দাতব্য বৰণীয় ধনৰ ঈশ্বৰ ( গৰাকী ) । সুখৰ কাৰণে তোমাৰ স্তোতা হৈ থাকিম ॥ ১৮ ॥ হে অগ্নি, তোমাক মণীষি স্তোতাই স্তৱ কৰে । তোমাকেই কৰ্ম্মেৰে প্ৰীত কৰে । আমাৰ স্তুতিয়ে তোমাকেই বৰ্দ্ধন কৰক ॥ ১৯ ॥ হে অগ্নি, তুমি হিংসা শূণ্য, বলবান, দেৱতাৰ দূত আৰু ( দেৱতাৰ ) স্তুতি কৰা । তোমাৰ সখীত্ব আমি সদায় বিচাৰো ॥ ২০ ॥ অতি শুদ্ধ কৰ্ম্মা, শুচি বিপ্ৰ, শুচি কবি, আহুতিও শুচি অগ্নিয়ে প্ৰকাশ কৰিছে ॥ ২১ ॥ আৰু হে অগ্নি, মোৰ কৰ্ম্ম আৰু স্তুতিৰে তোমাক সদায় বৰ্দ্ধন কৰক । আমাৰ ( স্তুতি আদি ) সখীৰ কৰ্ম্ম বুলি জানিবা ॥ ২২ ॥ হে অগ্নি, যদি মই তুমি হওঁ আৰু তুমি মই হোৱা, তেতিয়া তোমাৰ আশীৰ্ব্বাদ সত্য হওক ॥ ২৩ ॥ হে অগ্নি, তুমি দীপ্ত ধন, ধনৰ পতি, —বসু । আমিও তোমাৰ অনুগ্ৰহত থাকিম ॥২৪॥ হে অগ্নি, ঋত কৰ্ম্মৰ, তোমাৰ ওচৰলৈ আমাৰ শুনিবলগীয়া স্তুতি বিলাক, নৈ সাগৰলৈ যোৱা দৰে গৈছে ॥ ২৫ ॥ ডেকা প্ৰজাৰ পতি, কবি, সকলো ভক্ষন কৰা, বহুকৰ্ম্মা অগ্নিক মননীয় স্তোত্ৰেৰে শোভিত কৰিম ॥ ২৬ ॥ যজ্ঞৰ নেতা, তীক্ষ্ণ শিখাৰ, বলবান অগ্নিলৈ আমি স্তোত্ৰৰে স্তুতি কৰিবলৈ ইচ্ছা কৰিছো ॥ ২৭ ॥ হে পাবক, সত্য অগ্নি তোমালৈও আমাৰ মানুহ স্তোতা হওক । সেই স্তোতাক সুখ দিয়া ॥ ২৮ ॥ হে অগ্নি, তুমি ধীৰ, হবি দিবলৈ বহি থকা মেধাৱীৰ দৰে জাগৰণ শীল । তুমি সদায় অন্তৰীক্ষত পোহৰ কৰা ॥ ২৯ ॥ হে বাস কৰিবলৈ দিওঁতা, কবি অগ্নি, পাপ আৰু হিংসকৰ পৰা আগৰ দৰে ৰক্ষা কৰা । আমাৰ আয়ু বৰ্দ্ধন কৰা ॥ ৩০ ॥

## ৪৫ সূক্ত—ঋ ৪২ ।

ঋষি—কণ্বৰ পুত্ৰ ত্ৰিশোক । ছন্দ—গায়ত্ৰী ।

দেৱতা— ইন্দ্ৰ, ১-ইন্দ্ৰাগ্নি ।

যি ঋষি সকলে সন্মুখত অগ্নি জ্বলাইছে, যাৰ সখা ডেকা ইন্দ্ৰ, তেওঁবিলাকে কৰ্ম্মত আসক্ত হৈ কুশ মেলি দিছে ॥১॥ এই ঋষি সকলৰ খৰি ডাঙৰ, স্তোত্ৰ বহুত, যুপৰ টুকুৰাও ডাঙৰ, যাৰ সখা ডেকা ইন্দ্ৰ ॥ ২ ॥ কোন যুদ্ধ নকৰা মানুহে শত্ৰুৰ দ্বাৰা বেষ্টিত হৈ নিজ বলেৰে শত্ৰুক আনত কৰিলে ? যাৰ সখা ডেকা ইন্দ্ৰ ॥ ৩ ॥ জন্ম হৈ বৃত্ৰ বধ কৰা ইন্দ্ৰই কাঁড় পাত লৈ মাকক সুধিলে "উগ্ৰ বুলি কোন কোন বিখ্যাত আছে ? ॥৪॥ ইন্দ্ৰক বলৱতী মাকে উত্তৰ দিলে,—তোমাক যি শত্ৰুতা কৰিবলৈ বিচাৰে, সি ধুনীয়া হাতিৰ দৰে পৰ্ব্বতৰ ওপৰত যুজিব,— ॥৫॥ আৰু হে মঘৱন, তুমি শুনা —যি তোমাক কামনা কৰে তাক সকলো দিয়া । তুমি যাক দৃঢ় কৰি দিয়া সি সদায় দৃঢ় হৈ থাকে ॥৬॥ যেতিয়া ইন্দ্ৰই ভাল ঘোঁৰা লাভ কৰিবলৈ যুদ্ধলৈ যায়, তেতিয়া ৰথীৰ মাজত তেওঁ আহি ৰথী হৈ যায় ॥৭॥ হে বজ্ৰবান ইন্দ্ৰ, তুমি সকলো ফালে সকলো আক্ৰমনকাৰী ভালকৈ খেদি দিয়া । আমাৰ কাৰণে সুঅন্ন দাতা হোৱা ॥৮॥ যি ইন্দ্ৰক ধূৰ্ত্তই অপকাৰ কৰিব নোৱাৰে, সেই ইন্দ্ৰই আমাক অভীষ্ট লাভৰ কাৰণে সুৰথ আগত কৰি দিয়ক ॥৯॥ হে শক্ৰ, আমি তোমাৰ শত্ৰুৰ ওচৰলৈ নেযাওঁ কিন্তু তোমাৰ বহুত গৰু পাই বিচাৰি যাম ॥১০॥ হে বজ্ৰবান ইন্দ্ৰ, লাহে লাহে আমি ঘোঁৰাযুক্ত, বহুত ধন যুক্ত, বহুত যত্ন কৰিব পৰা হৈ উপদ্ৰৱ নোহোৱা হৈ যাম ।।১১।। হে ইন্দ্ৰ, তোমাৰ স্তোতাক শত-সহস্ৰ সুসাধক মুখ্য বস্তু (ধন) দিনে দিনে দিয়া ।। ১২ ।। হে ইন্দ্ৰ ধন জয় কৰা দৃঢ় হলেও তুমি শত্ৰুৰ পুৰী ভাঙা । তুমিও ধন কাঢ়ি অনা আৰু ধনৰ দৰে উপদ্ৰৱৰ পৰা ৰক্ষা কৰা বুলি আমি জানো ।।১৩।। হে কবি ধৰ্ষক ইন্দ্ৰ, বেপাৰীৰ ( পনীৰ ) দৰে আমি তোমাৰ পৰা অভীষ্ট সিদ্ধি কৰিবলৈ বিচাৰো । যদিও তুমি অতি ওখত, সোমে তোমাক আমোদ দিয়ক ॥১৪॥ যি ধনবান কিন্তু দানশীল নহয়, তোমাক ধন দিবলৈ আওহেলা কৰে সেই পুৰুষৰ ধন আমালৈ লৈ আহা ।।১৫।। হে ইন্দ্ৰ, সোম অভিষুত কৰা এই সখা সকলে ভাল ঘঁাহ অন্নক দিবলৈ বৈ থকা দৰে তোমালৈ বৈ আছে ।। ১৬ ।। হে ইন্দ্ৰ, তুমি কলা নহয় তোমাৰ কাণ দিয়ান,—আমি তোমাক ৰক্ষণৰ কাৰণে দূৰৈৰ পৰা এই যজ্ঞলৈ আহ্বান কৰিছো ।। ১৭ ।। হে ইন্দ্ৰ, যদি আমাৰ এই আহ্বান শুনিছা শত্ৰুক সহিব নোৱাৰা বলেৰে আক্ৰমন কৰা আৰু আমাৰ অতি ওচৰৰ বন্ধু হোৱা ॥ ১৮ ।। আৰু যদি হে ইন্দ্ৰ, দাৰিদ্ৰ্য

প্ৰীড়িত আমি তোমাক স্তুতি কৰি যাওঁ। গৰু দিব লাগিব বুলি জানিবা ॥ ১৯॥ হে বলৰ পতি ইন্দ্ৰ, তোমাক আমি বুঢ়াই লাখুটি ধৰা দৰে লৈ আছো। যজ্ঞত একেলগে থাকিবলৈ বিচাৰো ॥ ২০ ॥ (হে স্তোতা সকল) যি ইন্দ্ৰক যুদ্ধত কোনেও বাৰণ কৰিব নোৱাৰে সেই দানশীল বহুত ধন থকা ইন্দ্ৰলৈ স্তোত্ৰ পাঠ কৰা ॥২১॥ হে বৃষভ ইন্দ্ৰ, তোমালৈ সোম অভিষুত কৰি পান কৰিবলৈ পাত্ৰত ঢাকি দিছো। আমোদ কৰা সোম পান কৰি তৃপ্ত হোৱা ॥ ২২ ॥ হে ইন্দ্ৰ, মূৰ্খ মানুহে পালন কামনা কৰি তোমাক থগিব নোৱাৰে। ইতিকিং কৰা মানুহেও নোৱাৰে। ব্ৰাহ্মণ বিদ্বেষীক ভজন নকৰিবা ॥ ২৩ ॥ হে ইন্দ্ৰ, তোমাক এই যজ্ঞত গৰুৰ গাখীৰ মিহলোৱা সোমেৰে মহৎ ধনৰ কাৰণে মানুহে আমোদিত কৰক। গৌৰ পহুৱে সৰোবৰত পানী খোৱা দৰে সোম পান কৰা ॥ ২৪ ॥ হে বৃত্ৰ বধকৰা ইন্দ্ৰ, দূৰ দেশত যি পুৰণি আৰু নতুন ধন দিলা, সেই কথা (ধনৰ কথা) সভাত (যজ্ঞত) কওক ॥ ২৫ ॥ হে ইন্দ্ৰ, কদ্ৰ ঋষিয়ে অভিষুত কৰা সোম পান কৰি সহস্ৰ সৈন্য মাৰিলা। এতিয়া ইন্দ্ৰৰ বল জিলিকি উঠিল ॥ ২৬ ॥ তুৰ্ব্বশ আৰু যদু ৰজাক তেওঁ বিলাকৰ কৰ্ম্মৰ পৰমাৰ্থ বুজি অহুবাৰ্য্য নামৰ শত্ৰুক সংগ্ৰামত ইন্দ্ৰই মাৰিলে ॥ ২৭ ॥ (হে স্তোতা সকল) তোমা-লোকৰ পুত্ৰাদিৰ ত্ৰাণকৰ্ত্তা, শত্ৰুক খেদোৱা, গৰু-গাই দিয়া ইন্দ্ৰক সাধাৰণ (সমূহিয়াকৈ) স্তুতি কৰিম ॥ ২৮ ॥ মহান, পানী বৰ্দ্ধন কৰা ইন্দ্ৰক সোম অভিষুত হলে উক্থৰে ধন পাবলৈ স্তুতি কৰিছো ॥ ২৯ ॥ যি ইন্দ্ৰই পানী ওলোৱা বাট মেঘক ত্ৰিশোক ঋষিৰ কাৰণে বহল কৰি পানী পৃথিবীলৈ আনি দিলে,– ॥ ৩০ ॥ হে ইন্দ্ৰ, হৰ্ষ যুক্ত হৈ যি শুভ মূৰ্ত্তি ধাৰণ কৰিছা,— যাৰ পূজা কৰিছা যি দান কৰিছা, (সেই বিলাক) কি কৰিছা ? আমাক সুখ দিয়া ॥ ৩১ ॥ হে ইন্দ্ৰ, তুমি কৰা কাম অলপ হলেও পৃথিবীত প্ৰসিদ্ধ হয়। হে ইন্দ্ৰ, তোমাৰ মন আমালৈ আহক ॥ ৩২ ॥ হে ইন্দ্ৰ, আমাক যে সুখ দিছা সেই কীৰ্ত্তি তোমাৰেই হওক। আৰু সেই স্তুতি বিলাক তোমাৰেই হওক ॥ ৩৩ ॥ হে ইন্দ্ৰ, আমাক এটা অপৰাধত বধ নকৰিবা। দুটাত, তিনিটাত বা বহুত হলেও বধ নকৰিবা ॥ ৩৪ ॥ হে ইন্দ্ৰ, তোমাৰ দৰে উগ্ৰ, শত্ৰুক প্ৰহাৰ কৰা, পাপ নাশ কৰা, শত্ৰুৰ হিংসা সহি থকা দেৱতাক মই ভয় কৰো ॥ ৩৫ ॥ হে বহুত ধনৰ ইন্দ্ৰ, তোমাৰ সখাৰ (মোৰ) অভাৱ মই নেজানো। পুত্ৰৰ সুখ মই নেজানো। তোমাৰ মন আমাৰ ফালে হওক ॥ ৩৬ ॥ হে মানুহ বিলাক, কোন মানুহে নো আক্ৰোহ নকৰা সখাক "মই কাক মাৰিলো ? মোৰ ভয়ত কোন পলায় ?" এই বুলি কয় ? (সখাক বিশেষ কাৰণ নহলে বিশ্বাস ঘাটক বুলি নকয়। মই তোমাক এৰিছো বুলি কোনে কলে ? – এই ভাব ইন্দ্ৰই প্ৰকাশ কৰিছে) ॥ ৩৭ ॥ হে কামবৰ্ষী ইন্দ্ৰ, এবাৰ আমাৰ ঋষিয়ে অভিষুত কৰা সোম, তেওঁ বহুত ধন বান্ধি চিকতা হ্ৰদত সকলো দেৱতা তললৈ মুখ কৰি শুচি গল ॥ ৩৮ ॥ হে ইন্দ্ৰ, তোমাৰ কল্যাণীয় ৰথত এই হৃবি ঘোঁৰা মন্ত্ৰেৰে যোজনা কৰি ধৰিছো যাতে আমি ব্ৰাহ্মণক এই ধন দিব পাৰো ॥ ৩৯ ॥ হে ইন্দ্ৰ, তুমি সকলো শত্ৰু বিদাৰণ কৰা। কেউফালে যুদ্ধ কৰা বিলাকক মাৰা। সিহঁতৰ স্পৃহনীয় ধন আমালৈ লৈ আহা ॥ ৪০ ॥ হে ইন্দ্ৰ, যি ধন দৃঢ়কৈ ৰাখিছা, যি অচল ঠাইত ৰাখিছা, যি ঢাকি নোপোৱা ঠাইত ৰাখিছা, সেই স্পৃহনীয় ধন আমাক আনি দিয়া ॥ ৪১ ॥ হে ইন্দ্ৰ, তুমি দিয়া বহুত ধন সকলো মানুহে জানে। সেই স্পৃহনীয় ধন আমাক আনি দিয়া ॥ ৪২ ॥

### ৪৬ সূক্ত — ঋ ৩৩।

ঋষি—অশ্বৰ পুত্ৰ বশ। ছন্দ—১ পাদ নিচৃৎ ; ২-৪।৬।১০।২৩।২৯।৩৩ গায়ত্ৰী ; ৫-ককুভ্ ; ৭।১১। ১৯।২৫।২৭ বৃহতী ; ৮-অনুষ্টুপ্ ; ৯।২৬।২৮ সতো বৃহতী ; ১২ বিপৰীতা [বৃহতী] ; ১৩—দ্বিপদা জগতী ; ১৪-পিপীলিকা মধ্যা বৃহতী ; ১৫-ককুভ্ ন্যংকুশিৰা ; ১৬-বিৰাট্ ; ১৭-জগতী ; ১৮-উপৰিষ্টাৎ বৃহতী ; ২০-বিষমপদা বৃহতী; ২১।২২।২৪।৩২ পংক্তি ৩০-দ্বিপদা বিৰাট্, ৩১-উষ্ণীক। দেৱতা—ইন্দ্ৰ, ২১-২৪ পৃথু শ্ৰবাৰ কানীনৰ (কন্যা-পুত্ৰৰ) দান স্তুতি; ২৫-২৮।৩২ বায়ু, (৪ মিত্ৰাবৰুণ আৰু অৰ্য্যমা, ৫ আদিত্য)।

বহুত ধন থকা, কৰ্ম্ম পাৰ কৰা, হে ইন্দ্ৰ, তোমাৰ নিচিনা বিলাকৰেই আমি আপোন। তুমি হৰিঘোঁৰাত উঠি থাকা ॥ ১ ॥ হে অদ্ৰিৱ, তোমাকেই সতাই আমি অন্নৰ দাতা বুলি জানো,—ধনৰ দাতা বুলি জানো ॥ ২ ॥ সাত বৰুণৰ হে শতক্ৰতু, তোমাৰ মাহাত্ম্য স্তোতা সকলে স্তুতিৰে স্তব কৰে ॥ ৩ ॥ সেই মানুহ জনেই সুযজ্ঞৰ হয় যাক মৰুত সকলে, অৰ্য্যমাই আৰু মিত্ৰই অদ্ৰোহী হৈ ৰক্ষা কৰে ॥ ৪ ॥ আদিত্যাই অনুগ্ৰহ কৰা

যজমানে গৰুৰে সৈতে, ঘোঁৰাৰে সৈতে সুবীৰ্য্য পুত্ৰাদি ধাৰণ কৰি সদায় বহুত স্পৃহনীয় ধন পাই বৰ্দ্ধন হয় ॥৫॥ বল আচৰণ কৰা, অভীক, সকলোৰে ঈশ্বৰ ইন্দ্ৰক ধনৰ দান আমি বিচাৰো ॥৬॥ সেই ইন্দ্ৰৰ লগতেই সকলো গমনশীল আৰু ভয়হীন মৰুত সকল সহায় হৈ আছে। সেই ইন্দ্ৰক আমোদৰ কাৰণে খৰ গতিৰ বহুত ধন দিয়া হৱিৰ্ঘোঁৰাই অভিযুত কৰা সোমৰ ফালে লৈ আহক ॥৭॥ হে ইন্দ্ৰ, তোমাৰ যি হৰ্ষ বৰণীয়, যাৰ দ্বাৰা সংগ্ৰামত শত্ৰু নাশ কৰা, যাৰ দ্বাৰা শত্ৰুৰ ধন কাঢ়ি আনা সংগ্ৰামত যি পাৰ হব নোৱাৰা কৰে (সেই আমোদৰ কাৰণে ঘোঁৰাই বহন কৰি আনক) ॥৮॥ হে বিশ্ববৰেণ্য, প্ৰখ্যাত ইন্দ্ৰ, দুস্তৰ শত্ৰুৰ পৰা ত্ৰাণকৰ্ত্তা, হে বসু অতি বলবান ইন্দ্ৰ, তুমি আমাৰ সোম চেপা সবন যজ্ঞলৈ আহা। আমি গৰু থকা গোহালীলৈ যাম (অৰ্থাৎ আমি গৰু পাম) ॥৯॥ হে মহাধন ইন্দ্ৰ, আমাক, গৰু ইচ্ছা কৰোতে গৰু দিবলৈ আগতে যেনেকৈ আহিছিলা, এতিয়াও তেনেকৈ আহা। ঘোঁৰা আৰু ৰথ দিবলৈকো আহা ॥১০॥ হে শূৰ ইন্দ্ৰ, তোমাৰ ধনৰ অন্ত সত্যই বিচাৰি নেপাওঁ। হে মঘবান অদ্ৰিৱ, আমাক সোনকালে সেই ধন দিয়া। অন্নেৰে আমাৰ কৰ্ম্ম ৰক্ষা কৰা ॥১১॥ যি ইন্দ্ৰ দৰ্শনীয়, সখাক (ঋত্বিকক) যি প্ৰশংসাৰ কথা শুনায়, বহুতে স্তুতি কৰা তেওঁ সকলোৰে জন্মৰ কথা জানে। সকলো মানুহে ভালকৈ (হবিৰে সৈতে) স্ৰুচ্ ধৰি সকলো মানুহৰ যুগত (সকলো কালতে) সেই বলবান ইন্দ্ৰক (মানুহে) আহ্বান কৰে ॥১২॥ সেই বহুত ধনৰ, মঘবান, বৃত্ৰহন্তা ইন্দ্ৰই আমাৰ সংগ্ৰামত ৰক্ষক আৰু আগত থকা হওক ॥১৩॥ (হে উদ্গাতা সকল) তোমালোকৰ হিতৰ কাৰণে সোমৰ পৰা হোৱা আমোদত, শত্ৰুৰ হানি কৰা, বিশেষকৈ জ্ঞানী, প্ৰখ্যাত, কৰ্ম্মক্ষম, ইন্দ্ৰক যেনেকৈ ওলায় তেনেকৈ মহৎ স্তুতি কৰা (যেনেকৈ স্বত: পূৰ্ত্ত ভাবে গায়ত্ৰী, ত্ৰিষ্টুভ্ আদি ছন্দেৰে ওলায়) ॥১৪॥ হে পুৰুহুত ইন্দ্ৰ, তুমি মোক ধন দিয়া আজিয়েই হোৱা; পুত্ৰক ধন দিয়া আজিয়েই হোৱা; সংগ্ৰামত অন্নবন্ত ধন দিয়া আজিয়েই হোৱা ॥১৫॥ সকলো ধনৰ ঈশ্বৰ (শত্ৰুক) বাধা দিওঁতা, শত্ৰুক অভিভব কৰা ইন্দ্ৰক স্তৱ কৰিছে। তেওঁ এতিয়াই ধন দিব ॥১৬॥ হে ইন্দ্ৰ, মহৎ যজ্ঞলৈ আহা, সেৱা, সম্পূৰ্ণ গমনৰ, তোমাক সোনকালে ভালকৈ আহিবলৈ যজ্ঞ কৰি স্তুতি কৰিছো। তুমি সকলো মানুহৰ ঈশ্বৰ। মৰুত সকলৰ নেতা। তোমাক নমস্কাৰ কৰি স্তুতি কৰিছো ॥১৭॥ যি মৰুত সকলে মেঘৰ পৰা পৰি অহা পানীৰ লগত আছে, সেই তাণ্ডৱ শব্দ কৰা মৰুত সকলৰ যজ্ঞ কৰিম। সেই যজ্ঞত তাণ্ডৱ শব্দ কৰা মৰুত সকলৰ পৰা সুখ পাম ॥১৮॥ দুৰ্ম্মতি বিলাকৰ ভঙ্গকাৰোতাক আমি বিচাৰিছো। হে অতি বলবান ইন্দ্ৰ, আমালৈ আমাৰ উচিত ধন লৈ আহা,—হে জ্যেষ্ঠ, যাৰ ধন দিবলৈ মতি,—যাৰ ধন দিবলৈ মতি (দ্বিৰুক্তি আদৰাৰ্থে) ॥১৯॥ সুদাতা উগ্ৰ, বিচিত্ৰ, অতি জনা, সুনৃত, শত্ৰু দমন কৰা, হে সম্ৰাট ইন্দ্ৰ, তুমি সহনশীল ভোগ কৰিব পৰা মুখ্য ধন আমাক দিয়া ॥২০॥ সেই দেৱতা নোহোৱা মানুহজন আহক যি চৰিফুৰা (গৰু আদি) সম্পূৰ্ণকৈ ললে। যি কাৰণে অশ্বৰ পুত্ৰ বশে কানিতৰ (কন্যাৰ) পুত্ৰ পৃথুশ্ৰৱসৰ পৰা উষা পুৱাওতেই লৈছিল। (কোনো বন্ধুৱে এই বুলি শুধিছে) ॥২১॥ (সেই বশ ঋষিয়ে আহি কৈছে) ষাঠি হেজাৰ অযুত, ঘোঁৰা মই পালো। উট কুৰি শ ললো। মুগা বৰণৰ ঘুৰী (মাইকী ঘোঁৰা) দহ শ পালো। আৰু তিনিটা বগা ফুট থকা দহ হেজাৰ গৰু পালো ॥২২॥ দহোটা ক'লা ঘোঁৰাই মোৰ ৰথৰ চকৰি ঘুৰাই (ৰথ বহন কৰে)। (ঘোঁৰা কেইটা) বেগী, বলী, আৰু মথন শীল ॥২৩॥ মূধন কানীতৰ পুত্ৰ পৃথুশ্ৰৱসৰ দান এনেকুৱাই। সোণময় ৰথ দি তেওঁ অতিদাতা আৰু প্ৰাজ্ঞ হল, আৰু অতি কীৰ্ত্তি লাভ কৰিলে ॥২৪॥ হে বায়ু, তুমি মহৎ ধনৰ কাৰণে আৰু বহুত বলৰ কাৰণে আমাৰ ফালে আহা। আমি বহুত দাতা তোমাক স্তুতি কৰিম, এতিয়াই বহুত দাতাক স্তুতি কৰিম, ॥২৫॥ যাক ঘোঁৰাবোৰে ৰথলৈ আনে আৰু যাৰ গাই গৰু আছে, তিনি গুন সাত সত্তৰ টা ঘোঁৰা আৰু গৰুৰে যি যাই,—(সেই পৃথুশ্ৰৱাই) তেওঁ অভিযুত কৰা সোমেৰে, হে সোৰণা (বায়ু), দীপ্ত পূত কৰা সোম পান কৰা। তোমাক সোম দিবলৈ সোম যোগাৰ হৈছে ॥২৬॥ যি (পৃথুশ্ৰৱাই) মোক এই বিচিত্ৰ (ঘোঁৰা-গৰু) ধন দিবলৈ নিজে আনন্দ কৰিলে, সেই সুকৰ্ম্মা ৰজাই (এই বিলাক ৰাখিবলৈ আবষ্ট্ৰ, অক্ষ আৰু নহুষ ৰজাক দিলে ॥২৭॥ উচথ্য আৰু বপু ৰজাতকৈও যি সম্ৰাট, হে বায়ু, যিঁউৰ দৰে বিশুদ্ধ সেই ৰজাই ঘোঁৰাবে, উটেৰে আৰু কুকুৰেৰে অনা অন্ন দিলে, সেই অন্ন এয়া। সেয়া তোমাৰেই অনুগ্ৰহ ॥২৮॥ এতিয়া ধনদাতা ৰজাৰ প্ৰিয়, ঘোঁৰাৰ দৰে বৰ্ষক গাই গৰু ষাঠি হেজাৰ মই লাভ কৰিলো ॥২৯॥ গাই গৰুৰ দৰে যেনেকৈ জাকলৈ যায়, সেই (পৃথুশ্ৰৱসে দিয়া) বলদ বিলাক মোৰ ওচৰপাইছেহি,

—মোৰ ওচৰ পাইছেহি, (পুনৰ উক্তি আদৰৰ্থে) ॥ ৩০॥ আৰু যেতিয়া ( উটবোৰ ) চৰিবলৈ পথিওৱা হয় তেতিয়া উটবোৰৰ এশ আমাক দিবলৈ যোগাৰ কৰিলে । আৰু আমাক দিবলৈ বগা গৰুৰ জাক বিশ শ যোগাৰ কৰিলে ॥৩১॥ এই বিপ্ৰ বশ ( মই ) বল্বথ দাসৰ পৰা গৰু আৰু ঘোঁৰা এশ ললো । হে বায়ু, এই মানুহ বিলাক তোমাৰ । এওঁবিলাকে ইন্দ্ৰৰ দ্বাৰা ৰক্ষিত হৈ আনন্দ কৰিছে,—দেবতাৰ দ্বাৰা ৰক্ষিত হৈ আনন্দ কৰিছে ।। ৩২ ।। এতিয়া সেয়া মহতী পূজ্যা কন্যা ( স্ত্ৰী ) অশ্ব পুত্ৰ বশৰ ফালে অলঙ্কাৰ পিন্ধাই লৈ আহিছে ।। ৩৩ ।।

## ৪৭ সূক্ত—ঋ ১৮ ।

ঋষি —আপ্তৰ পুত্ৰ ত্ৰিত । (অথবা ত্ৰিত আপ্ত ) । ছন্দ— মহাপংক্তি । দেবতা—১-১৩ আদিত্য সকল । ১৪-১৮ আদিত্য সকল আৰু উষা ( বা দুস্বপ্ন নাশন উপনিষদ্ ) ।

হে বৰুণ, হে মিত্ৰ, মহৎ তোমালোকৰ হবিদাতা যজমানলৈ দিয়া ৰক্ষণো মহৎ । হে আদিত্য সকল, তোমালোকে যি যজমানক দ্ৰোহকাৰীৰ পৰা ৰক্ষা কৰা সেই যজমানক পাপে নেপায় । তোমালোকৰ ৰক্ষণ অপাপ, —তোমালোকৰ ৰক্ষণ বিলাক সুৰক্ষণ ॥১॥ হে দেবতা আদিত্য সকল, তোমালোকে দুঃখ দূৰ কৰিব জানা । চৰায়ে যেনেকৈ পাখিৰে পোৱালী ঢাকি ৰাখে সেই দৰে আমাক সুখ দিয়া । তোমালোকৰ···১ ঋকৰ দৰে ॥২॥ হে আদিত্য সকল, তোমালোকৰ আমালৈ যি চৰাইৰ পাখীৰ দৰে সুখ আছে সেই সুখ আমাক দিয়া । হে সকলো ধন থকা আদিত্য সকল, ঘৰৰ উপযুক্ত সকলো ধন আমি বিচাৰিছো । তোমালোকৰ ······ ইত্যাদি ১ ঋকৰ দৰে ॥৩॥ যি জনে মানুহক ঘৰ, আৰু জীয়াই থাকিবলৈ অন্ন ভাল মনেৰে দিয়ে সেই মানুহক আদিত্য সকলে, সকলো স্বজন নকৰা মানুহৰ ধনৰ স্বামী কৰি দিয়ে । তোমালোকৰ····· ১ ঋকৰ দৰে ।৪।। দুৰ্গম ঠাই যেনেকৈ ৰথীয়ে এৰি থৈ যায় তেনেকৈ আত্মাৰ পাপ বিলাক এৰি থৈ যোৱা । আমি ইন্দ্ৰৰ (দত্ত) সুখত থাকিম আৰু আদিত্য সকলৰ ৰক্ষণত থাকিম । তোমালোকৰ······ ১ ঋকৰ দৰে ॥৫॥ নানা তপ-নিয়মেৰে প্ৰপ্ৰীড়িত প্ৰাণযুক্ত জনে তোমালোকে দিয়া ধন পাই । হে শীঘ্ৰ গমন কৰা আদিত্য দেবতা সকল, তোমালোকে যি যজমানক পোৱা তেওঁ বহুত ধন পাই । তোমালোকৰ······১ ঋকৰ দৰে ।।৬।। সমান শক্তত হে আদিত্য সকল, তোমালোকে যাক সুখ দিয়া. সেই মানুহক কাবো খড়েৰে প্ৰয়োগ কৰা তীক্ষ্ণ অস্ত্ৰই আঘাট কৰিব নোৱাৰে । তেওঁ বেচি দুঃখ নেপায় । তোমালোকৰ······১ ঋকৰ দৰে ॥ ৭ ॥ হে আদিত্য সকল, তোমালোকৰেই আমি হম যেনেকৈ যুদ্ধ কৰা বিলাকে কৱচেৰে হয় । তোমালোকে আমাক মহৎ পাপৰ পৰা ৰক্ষা কৰা । অলপ পাপৰ পৰাও ৰক্ষা কৰা । তোমালোকৰ······১ ঋকৰ দৰে ॥ ৮ ॥ আমাক অদিতিয়ে ৰক্ষা কৰক, অদিতিয়ে সুখ দিয়ক । তেওঁ মিত্ৰৰ, ধনবান অৰ্যমাৰ আৰু বৰুণৰ মাক । তোমালোকৰ······ ১ ঋকৰ দৰে ॥৯॥ হে আদিত্য সকল যি শৰণ লব লগা সুখ, যি কল্যাণীয় সুখ, যি নিৰোগী সুখ, যি তিনিগুণ যুক্ত (তিনি খোটালি থকা) ঘৰৰ সুখ, তেনেকুৱা গুণ থকা সুখ আমাক দিয়া । তোমালোকৰ ··· ১ ঋকৰ দৰে ॥১০॥ হে আদিত্য সকল, তোমালোকে নদীৰ পাৰত থকা মানুহে তললৈ যোৱা দৰে আমালৈ চোৱা । ঘোঁৰা বখিয়াই ঘেঁাৰাক যেনেকৈ ভাল পথে লৈ যায় সেই দৰে আমাক ভাল পথেৰে লৈ যোৱা । তোমালোকৰ ··· ·· ১ ঋকৰ দৰে ॥ ১১ ॥ হে আদিত্য সকল, এই জগতত বলবান আমাৰ শত্ৰুৰ কল্যাণ নহওক । আমাক হিংসা কৰাৰ কল্যাণ নহওক । আমাক আক্ৰমণ কৰাবো সুখ নহওক । (কিন্তু) গৰুৰ কল্যাণ হওক । নতুনকৈ জগা গৰুৰ কল্যাণ হওক । অন্ন ইচ্ছা কৰা বীৰ পুত্ৰৰ কল্যাণ হওক । তোমালোকৰ ····· ১ ঋকৰ দৰে ।।১২।। হে দেবতা আদিত্য সকল যি পাপ আবিৰ্ভূত হয়, দুস্কৃত কাম যি লুকাই সেই সকলো বিলাক ত্ৰিত আপ্ত্যৰ ( মোৰ ) নহওক । সেইবোৰ মোৰ পৰা দূৰত থওক । তোমালোকৰ······ ১ ঋকৰ দৰে ।।১৩।। হে স্বৰ্গৰ জীয়ৰী উষা দেবী যি যি গৰুৰ বিষয় বেয়া স্বপ্ন দেখিছো, যি বেয়া স্বপ্ন আমাৰ নিজৰ বিষয় দেখিছো সেই সকলো বিলাক, হে বিভাৰৰী দেবী, ত্ৰিত আপ্ত্যৰ ( মোৰ ) পৰা দূৰৈত আঁতৰাই দিয়া । তোমালোকৰ······ ১ ঋকৰ দৰে ॥ ১৪ ॥ হে স্বৰ্গৰ জীয়ৰী উষা, অলঙ্কাৰ কৰি থাকোতে দেখা দুস্বপ্ন, অথবা মালা গাঁথোতে দেখা দুস্বপ্ন, সেই দুস্বপ্নৰ পৰা ত্ৰিত আপ্তক একয়াই দিবা । তোমালোকৰ······ ১ ঋকৰ দৰে ।।১৫।। ( জাগৰণ অৱস্থাত কৰা ) মিষ্টান্ন ভোজনৰ দৰে যি অন্ন ভোজন, যি অপকৰ্ম, সেই ভাগ দুস্বপ্নৰ অংশ ত্ৰিত আৰু দ্বিতৰ পৰা, হে উষাদেবী, আঁতৰাই দিয়া । তোমালোকৰ····· ১ ঋকৰ দৰে ॥ ১৬ ॥ যেনেকৈ যজ্ঞৰ পশুৰ এভাগ এভাগকৈ সকলো অঙ্গ নাইকিয়া হয় ( কলা কলাকৈ নাইকিয়া হয় ), ঋণ যেনেকৈ অলপ অলপকৈ পৰিশোধ কৰা হয়, সেই দৰে দুস্বপ্ন বিলাক

ত্রিত আপ্ত্যৰ পৰা ক্রমে ক্রমে আঁতৰ কৰি দিম। তোমালোকৰ……১ ঋকৰ দৰে ॥১৭॥ আমি ত্রিত সকলে আজি জয় কৰিম, সুখ পাম, অপাপী হম। হে উষা, যি দুস্বপ্নৰ পৰা আমি ভয় কৰিছো সেই ভয় আঁতৰি যাওক। তোমালোকৰ …… ১ ঋকৰ দৰে ॥ ১৮ ॥

৪৮ সূক্ত—ঋ ১৫।

ঋষি-কণ্বৰ পুত্র প্রগাথ। ছন্দ—ত্রিষ্টুভ্, ৫-জগতী। দেৱতা—সোম। ( কণ্বৰ পুত্র প্রগাথ ঋষিৰ সোম পানৰ মহিমা বিবৰণ )

সুমেধা যুক্ত, ভাল অধ্যয়ন কৰা মই ( প্রগাথে ) অতি পূজিত হোৱা সোৱাদ সোমৰূপ অন্ন খালো, সকলো দেৱতাই আৰু মানুহে মধু বুলি কৈ যি অন্নৰ ওচৰলৈ আহে ॥ ১ ॥ হে সোম, তুমি অন্তৰলৈ গৈছা। তুমি দৈব ক্রোধ নিবাকর্ত্তা অদিতি হৈছা। হে সোম, তুমি ইন্দ্রৰ সখীত্ব লাভ কৰি, ক্ষিপ্রগামী ঘোঁৰাই তৎ-ক্ষণাৎ ( ৰথৰ ) ধুৰাত লগা দৰে আমাৰ ধন লাভৰ কাৰণে আগবাঢ়া ॥ ২ ॥ হে অমৃত সোম, তোমাক পান কৰিম ( আৰু ) অমৰ হম। পাচত জ্যোতিষ্মান স্বৰ্গলৈ যাম আৰু দেৱতা সকলক জানিম। শত্রুৱে আমাক কি কৰিব পাৰে ? ধূর্ত্ত মানুহে বা আমাক কি কৰিব পাৰে ? ॥ ৩ ॥ হে সোম, পিতাই পুতেকক আৰু সখায় সখাক সুখ দিয়া দৰে, পান কৰিলে তুমি হৃদয়ত সুখ দিয়া হোৱা। হে বহুতে প্রশংসা কৰা সোম, ধীৰ তুমি আমাৰ আয়ুস বৰ্দ্ধন কৰা ॥ ৪ ॥ এই পান কৰা যশস্কৰ আমাক ৰক্ষা কৰা সোমে, গৰুৰ ছালৰ বচিৰে ৰক্ষা ৰথৰ দৰে মোক বান্ধি ( গাথি ) ৰাখিছে। সেই সোমে মোক কাম কৰি ফুৰোতে ৰক্ষা কৰক। মোক বেমাৰৰ পৰা আঁতৰ কৰি ৰাখক ॥ ৫ ॥ হে সোম, ( অৰনিত ) মন্থন কৰি অগ্নি জ্বলোৱা দৰে পান কৰিলে মোক উদ্দীপ্ত কৰা, আমাক বিশেষকৈ চোৱা, আমাক ধনী কৰা। এতিয়া তোমাৰ (পৰা পোৱা) আমোদত মই ধনবানৰ দৰে স্তুতি কৰিছো পুষ্টিমন্ত কৰিবলৈ আমাৰ কালৈ আহা ॥ ৬ ॥ ভক্তি ভাবৰ মনেৰে অভিভূত কৰা তোমাক পিতৃৰ ধন ভোগ কৰা দৰে পান কৰিম। হে ৰজা সোম, আমাৰ আয়ুস বৰ্দ্ধন কৰা। দিনবিলাক সূর্য্যৰ দৰে পাৰ কৰা ॥ ৭ ॥ হে ৰজা সোম, আমাক কল্যাণৰে সুখ দিয়া। আমি তোমাৰ ব্রতী, ( তোমাৰ নিজৰ ) বুলি জানিবা হে দক্ষ সোম, আমাৰ শত্রু বাঢ়ি গৈছে,—খঙো বাঢ়িছে। অবিদ্র ইচ্ছা কৰা মতে আমাক এৰি নিদিবা ॥ ৮ ॥ হে সোম, তুমি আমাৰ শৰীৰৰ ৰক্ষক। তুমি অঙ্গ প্রত্যঙ্গত দ্রষ্টাহৈ বিৰাজ কৰিছা। যদি আমি তোমাৰ কাম বিলাক আওহেলা কৰো হে দেৱতা, শ্রেষ্ঠ তুমি, আমাৰ ভাল বন্ধুৰ দৰে সুখ দিবা ॥ ৯ ॥ মই পেটৰ অসুখ নকৰা সোমেৰে সৈতে বন্ধুত্ব কৰিম, যি সোম পান কৰিলে কোনো অপকাৰ নকৰে। হে হৰি ঘোঁৰা যুক্ত ইন্দ্র, যি সোম আমি গাৰ ভিতৰত নিহিত কৰিলো, সেই সোমে আমাৰ আয়ুৰ দীঘল কৰিবলৈ ইন্দ্রৰ পৰা বিচাৰো ॥ ১০ ॥ সেই গুছাব নোৱাৰা ব্যাধি আঁতৰি যাওক। সিহঁতে ভয়ত কঁপ অন্ধকাৰত লুকাল। বলবান সোমে আমাৰ গাত লাগিলে। যি সোম পান কৰিলে আয়ুস দীঘল হয়, সেই সোমলৈ আমি গলো ॥ ১১ ॥ হে পিতৃ সকল, যি সোম হৃদয়ত লগাকৈ পান কৰা হয়, তাৰে মৰণশীল মানুহত অমৰণ সোম প্রবেশ কৰে। সেই সোমলৈ আমি হবিৰে পৰিচৰণ কৰিম। আমি সেই সোমৰ সুমতিত থাকিম ॥ ১২ ॥ হে সোম, পিতৃসকলৰ লগ হৈ দ্যাবাপৃথিবীত বিস্তাৰ কৰিছা। সেই সোমক, তোমাক, আমি হবিৰে পৰি-চৰণ কৰিম। আমি ধনৰ পতি হম ॥ ১৩ ॥ হে ত্রাতা দেৱতা সকল, আমাৰ হৈ কোৱা। টোপনিয়ে আমাক অভিভব নকৰক। নিন্দকে নিন্দা নকৰক। সোমৰ প্রিয় আমি, সুধীৰ পুত্রাদিৰে সৈতে ( সোমৰ ) স্তৱ কৰিম ॥ ১৪ ॥ হে সোম তুমি সকলো অন্ন দাতা। তুমি স্বৰ্গক জানা। তুমি মানুহৰ ভিতৰত দ্রষ্টা হৈ সোমোৱা। হে সোম, তুমি সন্তোষ হৈ ৰক্ষনেৰে সৈতে পিচ ফালে আৰু আগফালে ৰক্ষা কৰা ॥ ১৫ ॥

বাল খিল্য সূক্ত।

৪৯ সূক্তৰ পৰা ৫৯ সূক্ত বালখিল্য সূক্ত নামে অভিহিত। এই সূক্ত বিলাক সায়নাচাৰ্য্যৰ ভাষ্যত অন্তৰ্ভুক্ত কৰা নাই। ঋষি, ছন্দ আৰু দেৱতা, আৰু অনুবাদৰ মাজে মাজে অন্য গ্রন্থৰ পৰা উদ্ধৃত কৰা হৈছে।

(বালখিল্য ১ম সূক্ত)

৪৯ সূক্ত—ঋ ১০।

ঋষি—কণ্বৰ পুত্র প্রস্কণ্ব। ছন্দ—প্রগাথ ( অযুগ্ম বৃহতী, যুগ্ম সতোবৃহতী )। দেৱতা—ইন্দ্র।

ভাল দাতা, ধনবান, বহুত ধন যুক্ত ইন্দ্রক, ( হে ঋত্বিক সকল ) তোমালোকে যেনেকৈ জানা তেনেকৈ অৰ্চনা কৰা। তেওঁ স্তোতাক সহস্র ধন দিয়ে ॥ ১ ॥

এশ সৈন্য যোৱা দবে বলেৰে গৈ তেওঁ হবি দাতাৰ কাৰণে শত্ৰু বধ কৰে। পৰ্ব্বতৰ পৰা অহা জুৰিৰ পানী ওলোৱা দবে তেওঁৰ দান বৈ যোৱাত বহুতে খাবলৈ পাই ॥ ২॥ হে স্তুতিৰে সন্তোষ হোৱা ইন্দ্ৰ, যি সোম তোমালৈ চেপা হৈ আছে, সেই আমোদকৰ সোম, হে শূৰ, বজ্ৰপান ইন্দ্ৰ, পানীয়ে সৰোবৰ পাই স্থিৰ হৈ ৰবলৈ বিচৰা দবে (আমাৰ) ধনৰ কাৰণে তোমাৰ পেট) পূৰ কৰা ॥৩॥ পাপ নথকা, পবিত্ৰান কৰা, ভাল কথা উলিওৱা, অতি সোৱদি, মধুৰ সোম পান কৰা, যাতে, (সেই সোমৰ) আমোদত খণ্ড কৰি ক্ষুদ্ৰ বস্তুৰ দবে ধন দলিয়াই আমাক বিতৰণ কৰা ॥ ৪ ॥ হে ইন্দ্ৰ, আমাৰ সোম চেপা সকলে কৰা স্তোত্ৰৰ ফালে যোঁৱাৰ দবে আহা। হে অন্নবান ইন্দ্ৰ, গৰুৰ গাখীৰেৰে সোৱাদ কৰা সোম আছে। কণ্বৰ পুত্ৰ সকলক ধন দান কৰা ॥৫॥ উগ্ৰ, বিভূতি যুক্ত অক্ষয় ধন থকা, হে ইন্দ্ৰ, তোমাক নমস্কাৰ কৰি আমি বিচাৰিছো। হে বজ্ৰবান ইন্দ্ৰ, যেনেকৈ বহুত পানী জুৰিয়ে সিঁচি পঠিয়াই, আমাৰ স্তোত্ৰ তেনেকৈয়ে তোমাৰ ফালে গৈছে ॥ ৬॥ হে ইন্দ্ৰ, অৱশ্যই যদি তুমি (কৰবাত) যজ্ঞত আছা বা পৃথিবীৰ কোনো ঠাইত আছা, হে মহামতি ইন্দ্ৰ; (তথাপি) উগ্ৰ তুমি আমাৰ যজ্ঞলৈ উগ্ৰ সকলেৰে সৈতে আহা ॥ ৭ ॥ হে ইন্দ্ৰ, তোমাৰ কৰ্ম্মক্ষম, খৰকৈ যোৱা, বতাহৰ দবে জয়যুক্ত কৰা যি ঘোঁৰা আছে, মনুৰ পুত্ৰ সকলক (মনুষ্যক) তাৰে সৈতে চাই ফুৰা, যাৰে সকলো স্বৰ্গ দেখিবলৈ পাই ॥৮॥ হে ইন্দ্ৰ, ইমান পৰিমাণৰ গৰুযুক্ত ধন বিচাৰিছো যেনেকৈ তুমি, হে মঘৱন, মেধাতিথিক অনুগ্ৰহ কৰিছিলা ॥ ৯॥ হে মঘবান ঋজীশ্বন ইন্দ্ৰ, যেনেকৈ তুমি কণ্বক, এসদস্যুক, পক্‌থক, দশব্ৰজক, গোশৰ্য্যক খাবলৈ আৰু ভোগ কৰিবলৈ অন্ন, গৰু আৰু সোণ দিছিলা (তেনেকৈ আমাকো দিয়া) ॥ ১০ ॥

## (বালখিল্য দ্বিতীয় সূক্ত।

### ৫০ সূক্ত—ঋ ১০।

**ঋষি—কণ্বৰ পুত্ৰ পুষ্টিগু। ছন্দ—প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতো বৃহতী)। দেৱতা ইন্দ্ৰ।**

প্ৰখ্যাত, ভাল ধনী, শত্ৰুক অভীষ্ট সিদ্ধিৰ কাৰণে অৰ্চনা কৰা, যি সোম অভিষব কৰা আৰু স্তৱ কৰা যজমানক সহস্ৰৰ দৰে কামনা কৰা ধন দিয়ে—॥ ১ ॥ (সেই) মহৎ দুৰন্ত ইন্দ্ৰৰ শৰ বিজাক শ শ (বহুত) আৰু অন্ন বহুত। মঘবান ইন্দ্ৰক যেতিয়া সোমেৰে আনন্দ দিয়ে, তেতিয়া পৰ্ব্বতৰ জুৰীৰ পানীৰ দৰে ধন-অন্ন তেওঁ দিয়ে ॥ ২॥ যেতিয়া চেপা সোমে প্ৰিয় ইন্দ্ৰক আনন্দ দিয়ে, তেতিয়া, হে বসু ইন্দ্ৰ, তুমি হবি দাতাক খীৰতি গাই গৰুৰ দৰে হৈ যজ্ঞত পানী নিহিত কৰা ॥৩॥ (হে ঋত্বিক সকল) তোমালোকে ৰক্ষণৰ কাৰণে পাপ শূণ্য ইন্দ্ৰৰ হৰণ কৰোতে যি মধুৰ সোম ক্ষৰণ হৈছে, সেই হৰণ কৰা সোমৰ ৰসে, হে ইন্দ্ৰ, যেতিয়া তোমাক মাতে, হে বসু (বাসদাতা), তেতিয়া তুমি আমাৰ স্তোত্ৰ গোৱাৰ ওচৰলৈ আহিবা ॥৪॥ ইন্দ্ৰই আমাৰ সুযজ্ঞৰ সোমত প্ৰেৰিত হৈ ঘোঁৰাৰ দৰে আহিছে। হে আস্বাদ বান (সোৱাদ লোৱা) ইন্দ্ৰ, স্তোতা সকলে সোম সোৱাদ কৰিছে। পুৰুৰ পুত্ৰৰ আহ্বান তুমি প্ৰীতিকৰ কৰা ॥৫॥ (হে স্তোতা সকল) বীৰ, উগ্ৰ, বিবেচক, ধনস্পৰ্শ কৰা, বিভূতিবান, উৎসৰ দৰে মহৎ ধনৰ গৰাকীক (ইন্দ্ৰক) স্তুতি কৰা। পূৰ্ণ জলাধাৰৰ পানীৰ দৰে ধন ভৰাই, হে বজ্ৰবান ইন্দ্ৰ তুমি আহা ॥৬॥ হে ইন্দ্ৰ, যদি তুমি বহুত দূৰৈত আছা, বা স্বৰ্গত বা পৃথিবীত আছা, হৰি ঘোঁৰা (ৰথত) লগায়, ওখ (শকত), শকত (দেৱতা) সকলেৰে সৈতে আমাৰ যজ্ঞলৈ আহা ॥৭॥ হে ইন্দ্ৰ, তোমাৰ যি ৰথ টনা, কাকো হানি নকৰা, বায়ুৰ বেগ অতিক্ৰম কৰা (যি ঘোঁৰা) আছে, যি ঘোঁৰাৰে তুমি মানুহৰ শত্ৰু দস্যুৰ শঙ্কা নাইকিয়া কৰা আৰু স্বৰ্গত কেউফালে ঘূৰি ফুৰা। (সেই ঘোঁৰাৰে) আহা ॥৮॥ হে শূৰ ইন্দ্ৰ, হে বসু এতিয়া আমি নতুনকৈ তোমাৰ পৰা জানিম যে তুমি কেনেকুৱা। তুমি যুদ্ধত এতশ ঋষিক আৰু বশ ঋষিক দশ ব্ৰজৰ পৰা ৰক্ষা কৰিছিলা ॥৯॥ হে মঘবান, বজ্ৰবান ইন্দ্ৰ, পবিত্ৰ যজ্ঞত যি দৰে কণ্বক ধন দিছিলা, তোমাৰ বন্ধু দীৰ্ঘনীথক আৰু গোচৰ্য্যক যেনেকৈ ৰক্ষা কৰিছিলা, মোকো তেনেকৈ ঘোঁৰাৰ নিচিনা চেহেৰাৰ গৰু দিয়া ॥১০॥

## (বালখিল্য তৃতীয় সূক্ত)

### ৫১ সূক্ত—ঋ ১০।

**ঋষি—কণ্বৰ পুত্ৰ শ্ৰুষ্টিগু। ছন্দ—প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতো বৃহতী। দেৱতা—ইন্দ্ৰ।**

হে ইন্দ্ৰ, যেনেকৈ তুমি সাম্বৰণি মনুৰ লগত চেপা সোম পান কৰিছিলা, আৰু নেপাতিথি, পুষ্টিগু আৰু শ্ৰুষ্টিগুৰ লগত, হে মঘবন (সোমপান কৰিছিলা)—॥১॥ পৃষধ্ৰবানৰ পুতেকে প্ৰস্কণ্বৰ লগত বাধি বুঢ়া, পৰি থকা (প্ৰস্কণ্বক) ওপৰলৈ তুলি বহুৱাইছিলা তুমি (ইন্দ্ৰই)

ৰক্ষা কৰা, দস্যু বিলাকে বাঘ যেন দেখা ( প্ৰস্কণ্ব ) ঋষিক সহস্ৰ গৰু দি ৰক্ষা কৰিছিলা ॥ ২ ॥ যাক উক্‌থেৰে আঘাট নকৰে, ঋষিৰ প্ৰেৰণা যি বৃদ্ধি পাই, সেই ইন্দ্ৰক নতুন স্তোত্ৰেৰে স্তুতি কৰি ( তেওঁৰ দৰ্শন) উপভোগ কৰিবলৈ এই ফালে আহ্বান কৰা ॥ ৩ ॥ যাক সপ্তশীৰ্ষৰ (সপ্তস্বৰৰ) স্তুতিৰে তিনিভাগ কৰি ( তিনি সুৰত-লঘু, মধ্যম আৰু চৰা ) আটাইতকৈ ওখ পদত স্তুতি কৰিছিল, তেৱেঁই এই ভুবন ( সৃষ্টি ) কৰিলে আৰু পুৰুষত্ব বিস্তাৰ কৰিলে ॥ ৪ ॥ যি ইন্দ্ৰ আমাৰ ধনৰ দাতা তেওঁক আমি আহ্বান কৰিছো। আমি এতিয়া এওঁৰ নতুন সুমতি বুজি পাইছো । আমি এতিয়া এগোহালী গৰুলৈ যাম ( এগোহালী গৰু পাম ) ॥ ৫ ॥ হে বাসদাতা ইন্দ্ৰ, যাক তুমি দান কৰা, তেওঁ ধনেৰে পুষ্টি লাভ কৰিছে। হে মঘৱন, স্তুতি ভাল পোৱা ইন্দ্ৰ, সোম অভিষৱ কৰা আমি তোমাক আহ্বান কৰিছো ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি কেতিয়াও পোৱালী নিদিয়া গৰুৰ দৰে নোহোৱা। তুমি হবি দাতাৰ লগত মিলি থাকা। কিন্তু এতিয়াও হে মঘৱন, দেবতাৰ মাজত দাতা তুমি পুন: পুনঃ দিয়েই আছা ॥৭॥ যি বলেৰে সৈতে অস্ত্ৰ মাৰি শুষনক বধ কৰি নাদত পেলায় দিছিল, যি এই দ্যুলোক বহল কৰি স্তম্ভন কৰিলে আৰু যি সেই ইন্দ্ৰৰ পৰাই সকলো পাৰ্থিব বস্তু জন্ম হল, – ॥ ৮ ॥ এই সকলো আৰ্য্য আৰু দাস বিলাকক, যি শত্ৰুক খেদায় দি ধনৰ পতি হৈছে, যি ৰুশমা আৰু পবীৰুৰ সন্মুখত আছে সেই ধনদাতা ( ইন্দ্ৰ ) আমাৰ লগত লগ হয় ॥ ৯ ॥ ধৰতকিয়া বিপ্ৰ সকলে মধুময় ঘি উক্ষৰণ কৰা দৰে অৰ্চনা কৰা মন্ত্ৰ উচ্চাৰণ কৰিছে। ধন আৰু বল আমাৰ মাজত বিতৰণ হৈছে। সোম আমাৰ মাজত ওলায় আছে ॥১০॥

( বালখিল্য চতুৰ্থ সূক্ত )

৫২ সূক্ত—ঋ ১০ ।

ঋষি—কণ্বৰ পুত্ৰ আয়ু। ছন্দ-প্ৰগাথ ( অযুগ্ম-বৃহতী; যুগ্ম-সতো-বৃহতী)। দেবতা—ইন্দ্ৰ।

হে শক্ৰ ইন্দ্ৰ, যেনেকৈ বিবস্বান্ মনুৰ লগত সোম পান কৰিছিলা, যেনেকৈ ত্ৰিতয়ে কৰা স্তৱ সেৱন কৰিছিলা, সেইদৰে আয়ুৰ লগত এতিয়া আনন্দ কৰা ॥১॥ হে ইন্দ্ৰ যেনেকৈ পৃষধ্ৰ, মেধ্য, মাতৰিশ্বনৰ লগত সোম অভিষৱ কৰোতে আনন্দ কৰিছিলা, আৰু দশশিপ্ৰ, দশওণ্য, স্যূমৰশ্মি আৰু ঋজূনশীৰ লগত আনন্দ কৰিছিলা—॥২॥ যি কেৱল স্তোত্ৰ ধাৰণ কৰে, যি সাহসেৰে সোমপান কৰে, মিত্ৰৰ নিয়মেৰে যি বিষ্ণুৰ তিনিখোজ কঢ়ালে,—॥৩॥ হে শতক্ৰতু, ইন্দ্ৰ, যি তুমি স্তোত্ৰত আনন্দ কৰা, ৰণত ঘোঁৰাৰ দৰে তোমাক আমি খীৰতি গাই গৰুক মতা দৰে আহ্বান কৰো, ॥ ৪ ॥ যি আমাৰ দাতা, তেওঁ আমাৰ পিতা। উগ্ৰ তেওঁ ঈশ্বৰৰ দৰে কৰে। উগ্ৰ, মঘবান বহুত ধন থকা ইন্দ্ৰই নোখোৱাকৈয়ে আমাক গৰু ঘোঁৰা আদিৰ দাতা হয় ॥৫॥ যাক তুমি ধন দিবলৈ লোৱা তেওঁ বহুত পোষণ কৰা ধন দিব পাৰে। সেই ধনৰ পতি, শতক্ৰতু, ইন্দ্ৰক ধন অভিলাষ কৰি আমি আহ্বান কৰো ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি কেতিয়াও আমাক আওহেলা নকৰা। দুয়ো জন্মত তুমি ৰক্ষা কৰা। হে চতুৰ্থ আদিত্য ইন্দ্ৰ, তোমাৰেই আহ্বান কৰো। অমৃত স্বৰ্গত থাকে ॥ ৭ ॥ হে মঘবন ইন্দ্ৰ, স্তুতি ভাল পোৱা তুমি হবি দাতাক অনুগ্ৰহ কৰা। হে বসু, কণ্বৰ স্তুতি শুনা দৰে আমাৰ সুস্তুতিৰে কৰা আহ্বান শুনা ॥ ৮ ॥ ইন্দ্ৰলৈ পুৰণি স্তোত্ৰ গোৱা। পূৰ্ব্বত তেওঁলৈ বহুত ঋতৰ ( যজ্ঞৰ ) স্তোত্ৰ গাইছিল। বহুত স্তোতাৰ বুদ্ধি সৃষ্টি কৰা ॥ ৯ ॥ ইন্দ্ৰই বহুত ধন গোটাই থৈছে, দ্যাবাপৃথিবী সুখৰ কৰিছে। সূৰ্য্য সুখৰ কৰিছে। বগা গাখীৰ মিহলোৱা শুচি সোম সুখকৰ হওক,—ইন্দ্ৰক আনন্দ দিয়ক ॥১০॥

( বালখিল্য ৫ম সূক্ত

৫৩ সূক্ত—ঋ ৮ ।

ঋষি—কণ্বৰ পুত্ৰ মেধ্য। ছন্দ—প্ৰগাথ ( অযুগ্ম বৃহতী, যুগ্ম-সতোবৃহতী)। দেবতা—ইন্দ্ৰ।

ধনবানৰ অনুপম, কামবৰ্ষীৰ ভিতৰত শ্ৰেষ্ঠ, পুৰভেদ কৰাৰ উত্তম, মঘবান গৰু বিচাৰি উলিওৱা ধনৰ ঈশ্বৰ ইন্দ্ৰক আমি বিচাৰিছো ॥১॥ হে ইন্দ্ৰ, দিনে দিনে বৰ্দ্ধমান হৈ তুমি আয়ু, কুৎস আৰু অতিথিগ্বক ৰক্ষা কৰিছিলা। সেই হৰি ঘোঁৰা যুক্ত বলী হৈ থকা শতক্ৰতু ইন্দ্ৰক আমি আহ্বান কৰিছো ॥ ২ ॥ যিবিলাক সোম দূৰৈত চেপা হৈছে যিবিলাক ওচৰত চেপা হৈছে, সেই সকলো বিলাক মধুৰ সোম আমাক সোম চেপা শিলে উলিয়াই দিয়ক ॥ ৩ ॥ ( হে ইন্দ্ৰ ) সকলো শত্ৰু মাৰি দূৰীভূত কৰা। সকলোৱে ধন পাওক। যি সোমত তুমি তৃপ্ত হোৱা সেই সোমৰ আমোদৰ অংশ শিষ্ট সকলেও পাওক ॥ ৪ ॥ হে ইন্দ্ৰ, নিয়মীয়া মনেৰে ৰক্ষণৰ কাৰণে আমাৰ অতি ওচৰলৈ আহা। অতি সুখকৰ তুমি সুখকৰ অৱস্থাৰে অভীষ্ট সিদ্ধিৰ কাৰণে সুবন্ধু তুমি সুবন্ধুৰে সৈতে আহা ॥ ৫ ॥ যুদ্ধত ত্ৰাণ কৰা, সৎলোকৰ পতি, ইন্দ্ৰক সকলো প্ৰজাৰ সুপুত্ৰ দান কৰিবলৈ কোৱা। স্তৱ কৰাক তোমাৰ বলেৰে সহায় কৰি ভাল কাম কৰিবলৈ অনু-

ৰক্ষা কৰা ॥ ৬॥ হে ইন্দ্ৰ, তোমাৰ উৎকৃষ্ট যি ৰক্ষণ আছে সেই ৰক্ষণ আমি যেন যুদ্ধত পাওঁ। আমি হোম কৰি যজ্ঞ কৰি তোমাৰ মনন কৰিম ॥ ৭ ॥ হে হৰিৰ, মই তোমাৰ পৰা অন্ন, ঘোঁৰা আৰু গৰু পাবলৈ স্তৱ কৰিছো। তোমাৰ ৰক্ষণ লাভ কৰি মই যুদ্ধলৈ যাম। যুদ্ধৰ সময়ত তোমাকেই সম্মুখত ৰাখি যুদ্ধ কৰিম ॥ ৮ ॥

( বালখিল্য ষষ্ঠ সূক্ত )

৫৪ সূক্ত—ঋ ৮।

ঋষি —কণ্বৰ পুত্ৰ মাতৰিশ্বান্। ছন্দ প্ৰগাথ (অযুগ্ম বৃহতী; যুগ্ম সতো বৃহতী )। দেৱতা- ইন্দ্ৰ; ৩-৪—বিশ্বেদেৱা।

হে ইন্দ্ৰ, এয়া তোমাৰ বীৰ্য্যবান স্তোতাই স্তোত্ৰেৰে গাইছে। বেচিকৈ স্তোত্ৰ গাই পুৰবাসী সকলে তোমাক বৰ্দ্ধন কৰিছে ॥১॥ হে ইন্দ্ৰ, যাৰ অভিষৱ কৰা সোমত আনন্দ কৰা, তেওঁ বিলাকে ভাল (যজ্ঞ) কৰ্ম্মেৰে ৰক্ষাৰ কাৰণে সেৱা কৰিছে। তুমি যেনেকৈ কৃশ আৰু সম্বৰ্ত্তৰ লগত আনন্দ কৰিছিলা তেনেকৈ আমাৰ লগত হে ইন্দ্ৰ, আনন্দ কৰা ॥ ২ ॥ সকলো দেৱতা একেমনৰ হৈ আমাৰ ওচৰলৈ আহা। হে বসু সকল, ৰুদ্ৰ সকল, ৰক্ষণেৰে সৈতে আমাৰ ওচৰলৈ আহা। হে মৰুত সকল, আমাৰ আহ্বান শুনা ॥ ৩ ॥ পূষা, বিষ্ণু আৰু সৰস্বতীয়ে মোৰ আহ্বান শুনক। সপ্ত সিন্ধুৱে মোক ৰক্ষা কৰক। পানী, বতাহ, পৰ্ব্বত বিলাক, গছ-গছনি বিলাক আৰু পৃথিবীয়ে, মোৰ আহ্বান শুনক ॥৪॥ হে ইন্দ্ৰ, তুমি ধনবানৰ যি অতি ধনবানৰ দৰে ধন আছে তাৰে আমাক যুদ্ধত বৰ্দ্ধন কৰিবলৈ, হে বৃত্ৰহন্তা আৰো ধন ভোগ কৰিবলৈ, দিব লাগিব বুলি জানিবা ॥৫॥ হে যুদ্ধৰ পতি, মানুহৰ পালক, সুকৰ্ম্মা ইন্দ্ৰ, আমাক যুদ্ধলৈ লৈ যোৱা। হোম আৰু যজ্ঞেৰে দেৱতাক সন্তোষ কৰিলে ফল পাই বুলি শুনিছো ॥৬॥ আৰ্য্য ইন্দ্ৰৰ আশীৰ্ব্বাদ আছে। ইন্দ্ৰ মানুহৰ আয়ুষ। হে মঘৱন, ওচৰলৈ আহা যাতে ৰক্ষা কৰিব পাৰা। অন্ন আমাক ভৰাই দিয়া ॥ ৭ ॥ হে ইন্দ্ৰ, তুমি আমাৰ। আমি স্তুতিৰে তোমাক পৰিচৰণ কৰিম। হে শতক্ৰতু ইন্দ্ৰ, তুমি প্ৰজন্ম সকলক মহৎ, বহুত, অন্ত নোহোৱা ধন দিয়া ॥ ৮ ॥

( বালখিল্য সপ্তম সূক্ত )

৫৫ সূক্ত—ঋ ৫।

ঋষি—কণ্বৰ পুত্ৰ কৃশ। ছন্দ—গায়ত্ৰী; ৩।৫ অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ, প্ৰস্কন্বৰ দান স্তুতি।

ইন্দ্ৰৰ বহুত বল আছে বুলি জানিলো। দস্যু বিলাকৰ ঘৰৰ দৰে হে ইন্দ্ৰ, তোমাৰ ধন আমাৰ ফালে আহিছে ॥ ১ ॥ এশ বগা ষাঁড় গৰু স্বৰ্গত তৰাৰ দৰে জিলিকি আছে। ওখ সিহঁত স্বৰ্গত খুটা দি ৰখা দৰে আছে ॥ ২ ॥ এশ বাঁহ, এশ কুকুৰ, এশ শুকুৱা টনা ছাল, এশ খেৰৰ মুঠা, চাৰিশ ৰঙা ঘোঁৰা মোৰ হল ॥৩॥ হে কাণ্বায়ণ সকল, সুদেৱতা তোমালোকে বয়সে বয়সে বৃদ্ধি হৈ ঘোঁৰাৰ দৰে আগবাঢ়ি গৈছা ॥৪॥ মানুহে সাটোতাৰ গোটটো প্ৰশংসা কৰিলে। পূৰ্ণ বয়স নোহোৱাকৈয়ে ইহঁতৰ যশ বেচি। ক'লা ঘূৰী কেইজনী বাটত যাওঁতে চকুৱে কোনেও নেদেখিলে ॥৫॥ (?)

( বালখিল্য অষ্টম সূক্ত )

৫৬ সূক্ত—৫।

ঋষি – কণ্ব পুত্ৰ পৃষধ্ৰ। ছন্দ—গায়ত্ৰী; ৫ পংক্তি। দেৱতা—ইন্দ্ৰ; প্ৰস্কন্বৰ দান স্তুতি; অগ্নি আৰু সূৰ্য্য।

হে দস্যৰ বৃকৰ দৰে, তোমাৰ ধন অক্ষয়, ই নিজেই ওলায় পৰিছে। ই স্বৰ্গৰ দৰে বহল ॥ ১ ॥ পুতক্ৰতৰ পুতেক দস্যৰ বৃকই দহ হেজাৰ ধন, তেওঁৰ নিজৰ ধনৰ পৰা মোক দিলে ॥ ২ ॥ এশ গাধ মোক দিলে। নোম (উল) লগা ভেড়া এশ দিলে, এশ দাস আৰু বহুত মালা দিলে ॥ ৩ ॥ ঘোঁৰাৰ জাকৰ মাজত নথকা পুতক্ৰতুৰ কাৰণে ঘূৰী এজনীও লৈ আহিছিল ॥৪॥ দেখি থকা হব্যবাহক অগ্নি ধুনীয়া ৰথেৰে সৈতে আহিল। অগ্নিয়ে জ্যোতিৰে আকাশৰ সূৰ্য্যৰ দৰে জ্বলিলে। স্বৰ্গত সূৰ্য্য জ্বলিলে ॥৫॥

( বালখিল্য নৱম সূক্ত )

৫৭ সূক্ত—ঋ ৪।

ঋষি—কণ্বৰ পুত্ৰ মেধ্য। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

হে নাসত্যা দুজন, দেৱতা তোমালোকে পূৰ্ব্বৰ বহুত যজন হোৱা কৰ্ম্মৰ বলেৰে এই তৃতীয় সৱন যজ্ঞলৈ ৰথেৰে সৈতে আহা ॥ ১ ॥ তিনি এঘাৰ (তেত্ৰিশ) জন সত্য দেৱতাই সত্যৰ (যজ্ঞৰ) সম্মুখতে দেখা পালে। হে জ্বলন্ত অগ্নিৰ দৰে অশ্বিনী দুজন, আমাৰ যজ্ঞ সেৱন কৰি সোম পান কৰা। ২ ॥ হে কাৰ্য্যকৰী অশ্বিনী দুজন, স্বৰ্গ, অন্তৰীক্ষ আৰু পৃথিৱীত তোমালোকৰ

উদ্দেশ্যে স্তুতি কৰিছো। যি সহস্ৰ স্তুতি কৰে, যি গৰুৰ বিষয় কৰা যজ্ঞত প্ৰবৃত্ত হয়, সোম পান কৰিবলৈ তেওঁলোকৰ ওচৰত উপস্থিত হোৱা ॥ ৩ ॥ হে নাসত্যা দুজন, তোমালোকৰ কাৰণে এয়া ভাগ ৰখা হৈছে। এয়া তোমালোকৰ স্তুতিলৈ আহা। মধুমান সোম পান কৰা। তোমালোকৰ কৰ্ম্মেৰে হবি দাতাক ৰক্ষা কৰা ॥ ৪ ॥

বালখিল্য দশম সূক্ত।

সূক্ত— ৫৮। ঋ ৩।

ঋষি - কণ্বপুত্ৰ মেধ্য। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—১ বিশ্বেদেৱা বা ঋত্বিক ; ২।৩ বিশ্বেদেৱা ( সকলো দেৱতা )।

যি ঋত্বিকে বহুত কামনা কৰি সজ্ঞানেৰে এই যজ্ঞ নিৰ্ব্বাহ কৰিছে, যি উল্লেখ কৰা ব্ৰাহ্মণ নিযুক্ত কৰিছে, সেই ঋত্বিকৰ জ্ঞান কিমান ? ॥ ১ ॥ এক অগ্নি বহুত প্ৰকাৰে জ্বলোৱা হয়। একেটি সূৰ্য্যই সকলো পোহৰ কৰে ; একে উষাই সকলোতে উদয় হয়। একেই বহুত হৈ যায় ॥ ২ ॥ জ্যোতিৰ্ম্ময়, পতাকাযুক্ত, তিনিচকৰীৰ ৰথ বহিবলৈ ভাল। মুকলিকৈ চলি যোৱা, বিচিত্ৰ ধনৰ সেই ৰথৰূপী অগ্নিক অতিৰিক্ত পান কৰিবলৈ আহ্বান কৰিছো ॥ ৩ ॥

বালখিল্য একাদশ সূক্ত

৫৯ সূক্ত—ঋ ৭।

ঋষি—কণ্বপুত্ৰ সুপৰ্ণ ছন্দ—জগতী। দেৱতা—ইন্দ্ৰা বৰুণ।

হে ইন্দ্ৰ আৰু বৰুণ, সোম অভিষৱ কৰা মহৎ (সৱন) যজ্ঞত যি তোমালোকৰ সোমৰ ভাগ ৰখা হৈছে সেয়া গ্ৰহণ কৰা। প্ৰত্যেক যজ্ঞতে তোমালোকে, এই অভিষৱ- কৰা যজমানক পোষণ কৰা আৰু দান কৰা ॥ ১ ॥ হে ইন্দ্ৰ, আৰু বৰুণ, পানী আৰু গছ-গছনিত ঔষধৰ গুণ দেখুৱাই মহিমা প্ৰকটিত কৰিছা তোমালোক যেতিয়া ৰজোলোকৰ পাৰত আছাগৈ, দেৱতাক উপাসান নকৰাই তোমালোকৰ ওচৰ পাব নোৱাৰে ॥ ২ ॥ হে ইন্দ্ৰ আৰু বৰুণ, কৃশ (ঋষিৰ) কথা সত্য যে সাত-মুখৰ বাণীয়ে ( সপ্ত ছন্দৰ স্তোত্ৰই ) মধুময় সোমৰ ঢৌ খিৱাইছে। হে শুভৰ পতি তাৰে হবি দাতাক ৰক্ষা কৰা।—যি তোমালোকক অপ্ৰমাদ অন্তৰ্ভাৱে মনত ৰাখে ॥ ৩ ॥ যি'উ ক্ষৰণ কৰা সোমযুক্ত ক্ষিপ্ৰদানশীলা সাত ৰাই ভনীয়ে ঋতৰ ( যজ্ঞৰ ) ঘৰত আছে। হে ইন্দ্ৰ আৰু বৰুণ, এই—ঘি'উ ৰাখি দিয়া সকলক তেওঁ-বিলাকৰ কাৰণে যজ্ঞ ধাৰণ কৰা আৰু যজমানক পালন কৰা ॥ ৪ ॥ হে শুভৰ পতি ইন্দ্ৰ-বৰুণ, সত্যই তেওঁ-বিলাকৰ ইন্দ্ৰাদিৰ মহিমা মহৎ। সৌভাগ্যৰ কাৰণে আমি স্তুতি কৰিছো। হে ইন্দ্ৰ আৰু বৰুণ, তিনি সাত ( একৈশ ) ৰাৰ (হোম কৰি, ঘি'উ যোৱাই দিয়া আমাক ৰক্ষা কৰা ॥ ৫ ॥ হে ইন্দ্ৰ আৰু বৰুণ, তোমালোকে পূৰণি কালত ঋষি সকলক যি মাণিষী বাক্যৰে স্তৱ কৰিবলৈ শক্তি দিছিলা, যজ্ঞ বিস্তাৰ কৰিবলৈ যি ঠাই দিছিলা সেই বিলাক মই তপস্যাৰে দেখিছো ॥ ৬ ॥ হে ইন্দ্ৰ আৰু বৰুণ যজমানক আনন্দ দিয়া আৰু গৰ্ব্ব নোহোৱা কৰা, আৰু ধন পোষণ কৰা। আমাক অন্ন, পুষ্টি আৰু পুত্ৰ দিয়া।—আয়ুস বঢ়াই দি দীৰ্ঘায়ু কৰা ॥ ৭ ॥

এই বালখিল্য সূক্ত সমাপ্ত।

৬০ সূক্ত—ঋ ২০।

ঋষি—প্ৰগাথৰ পুত্ৰ ভৰ্গ। ছন্দ—প্ৰগাথ ( অযুগ্ম বৃহতী, যুগ্ম সতোবৃহতী। দেৱতা—অগ্নি।

হে অগ্নি, অন্য অগ্নি সকলৰে সৈতে আহা, দেৱতাৰ আহ্বাতা বুলি তোমাক বৰণ কৰিছো। তুমি আহিলে হবিষ্মান হৈ ( যজমান ) অতি যজন কৰিব লগীয়া তোমাক কুশেৰে ঢাকি দি কেউফালে অলঙ্কৃত কৰক ॥ ১ ॥ হে বলৰ পুত্ৰ অঙ্গিৰসৰ এজন, তোমাৰ কালে যজ্ঞৰ স্ৰুচবিলাক গৈছে। বলৰ পুত্ৰ চুলিত ( শিখাত ) ঘি'উ দিয়া পূৰণি অগ্নিক আমি যজ্ঞত স্তুতি কঁৰিছো ॥ ২ ॥ হে অগ্নি, তুমি কবি, ( ফলদাতা ) বিধাতা। হে পাবক, দেৱতাৰ আহ্বাতা তোমাক যজন কৰিব লগীয়া। হে দীপ্ত, মোদনীয়, অতিকৈ যজন কৰিব লগীয়া তোমাক যজ্ঞত বিপ্ৰ সকলে মননীয়, স্তোত্ৰেৰে স্তুতিৰ যোগ্য ॥ ৩ ॥ দ্ৰোহহীন হে অতি ডেকা অগ্নি, আমাক কামনা কৰা দেৱতা সকলক হবি ভক্ষণ কৰিবলৈ সদায় আনিবা। হে বাসক অগ্নি, সুনিহিত, স্তুতিৰে নিহিত অন্নলৈ আহা আৰু আনন্দ কৰা ॥ ৪ ॥ হে অগ্নি, ৰক্ষক, ঋত ( সত্য ), কবি তুমিয়েই সকলো-ফালে বিস্তৃত হৈছা। জ্বলন্ত হে দীপ্ত অগ্নি, তোমাক বিপ্ৰ স্তোতা সকলে পৰিচৰণ কৰিছে ॥ ৫ ॥ হে অতি শুচিকৰ অগ্নি—জ্বলা। আমাক পোহৰ দিয়া। প্ৰজাক আৰু স্তোতাক সুখ দিয়া। তুমি মহান। দেৱতাৰ পৰা মোৰ স্তোতা সকলৰ সুখ হওক। শত্ৰু নাশ কৰা জ্ঞান অগ্নি হোৱা ॥ ৬ ॥ হে অগ্নি, আমাক বলৱান মৰ্ত্ত্য শত্ৰুৰ

যশলৈ এৰি নিদিবা। পাপ কৰা মানুহৰ হাতলৈ এৰি নিদিবা। হে অতি ডেকা, অহিংসিত, তাৰক, সুখকৰ পালনেৰে আমাক ৰক্ষা কৰা ॥ ৮ ॥ হে অগ্নি আমাক এক ঋকেৰে ৰক্ষা কৰা;—দ্বিতীয় ঋকেৰে ৰক্ষা কৰা। হে বলৰ পতি তিনিটা ঋক্ গালে ৰক্ষা কৰিবা। হে বাসক অগ্নি,— চাৰিটি ঋকেৰে ৰক্ষা কৰিবা ॥ ৯ ॥ হে অগ্নি, সকলো অদাতা ৰাক্ষসৰ পৰা আমাক ৰক্ষা কৰা। সংগ্ৰামত আমাক ৰক্ষা কৰা। অতি ওচৰত থকা বন্ধু তোমাকেই যজ্ঞৰ সিদ্ধিৰ কাৰণে আৰু বৰ্দ্ধনৰ কাৰণে আমি পাওঁ ॥ ১০ ॥ হে পাবক অগ্নি, অন্নৰ বৰ্দ্ধক প্ৰশংসনীয় ধন আমালৈ আনা। হে ওচৰত থকা ধন দাতা অগ্নি, আমাক সুনিতিৰে বহুতে স্পৃহা কৰা নিজৰ অতি যশৰ ধন দিয়া ॥ ১১ ॥ হে অগ্নি, যি ধনেৰে আমি যুদ্ধত বেগী শত্ৰুৰ আৰু অস্ত্ৰ প্ৰহাৰ কৰা শত্ৰুৰ পৰা উদ্ধাৰ হৈ সিইঁতক হিংসা কৰিব পাৰো ( তেনে-কুৱা ধন দিয়া )। প্ৰজ্ঞাৰে বাসদাতা তুমি আমাক বৰ্দ্ধন কৰা। অন্নেৰে আমাক (বৰ্দ্ধন কৰা)। আমাক ধন দিয়া সুসম্পন্ন কৰি আমাক সুখ দিয়া ॥ ১২ ॥ এই অগ্নিয়ে সিঙ চোকা কৰি বৃষভে মূৰ জোকৰা দৰে কৰি ( শিখা কোবাই )। এই অগ্নিৰ মুখৰ দৰে শিখা বিলাক তীক্ষ্ণ, কোনেও প্ৰতিৰোধ কৰিব নোৱাৰা হয়। তেওঁৰ দাঁত বিলাক ভাল। তেওঁ বলৰ পুত্ৰক ॥ ১৩ ॥ হে বৰ্দ্ধক অগ্নি, তুমি যেতিয়া বৰ্দ্ধন হোৱা তোমাৰ দাঁতৰ দৰে শিখা বিলাক কোনেও প্ৰতিৰোধ কৰিব নোৱাৰে। হে হোতা, তুমি আমি দিয়া হবি বিলাক ভালকৈ হোম কৰা, আমাক বহুত বৰণীয় ধন দিয়া ॥ ১৪ ॥ হে অগ্নি, তুমি মাতৃৰূপী হাবিৰ গৰ্ভত (অৰণীত) শুই থাকা। তোমাক মানুহে (মথন কৰি) জ্বলায়। পাচত অতন্দ্ৰিত হৈ যজমানৰ হবি দেৱতালৈ বহন কৰা। পাচত দেৱতাৰ মাজত জ্বলি শোভা কৰা ॥১৫॥ হে অগ্নি, মৃত্যাগী, অক্ষীণ তোমাক সাতজন হোতাই স্তুতি কৰিছে। মেধক তাপক তেজেৰে ভেদ কৰি, হে অগ্নি, মানুহে দিয়া হবি (দেৱতালৈ) বহন কৰি লৈ যোৱা ॥ ১৬ ॥ (হে যজমান সকল) তোমালোকৰ কাৰণেই এই অগ্নিকেই আমি কুশ চিঙি, অবাধ গমনৰ ( অগ্নিক ) হবি নিহিত কৰি আহ্বান কৰিছো।— বহুত ঠাইত থকা অগ্নিক মানুহৰ কাৰণে ( আহ্বান কৰিছো ) ॥ ১৭ ॥ হে অগ্নি, তোমাক জনা মানুহে প্ৰজ্ঞাপক স্তোত্ৰেৰে, ভাল সাম গানেৰে সুখ সাধন কৰা যজ্ঞৰ ঘৰত যজন কৰে। হে অগ্নি, নিজ ইচ্ছাৰে আমাক নানা ৰূপৰ অতি ওচৰত থকা অন্ন ৰক্ষণৰ কাৰণে আনি দিয়া ॥ ১৮ ॥ হে অগ্নি, তুমি স্তোতাৰ কাৰণে প্ৰজাৰ পালক। ৰাক্ষসৰ সন্তাপক, যজমানৰ ঘৰ ত্যাগ নকৰা, মহান আৰু পূজ্য। তুমি দ্যুলোকৰ পালক ( যজমানৰ ) ঘৰত সদায় থকা ॥১৯॥ হে দীপ্তধন অগ্নি, আমাৰ মাজত ৰাক্ষস নোসোমাওক। যাদু কৰা ৰাক্ষসৰ পীড়া নোসোমাওক। দাৰিদ্ৰ্যগ্ৰস্ত, ক্ষুধাতুৰ, বলবান ৰাক্ষস বিলাক ( দুই ক্ৰোশ ) দূৰত ৰাখা ॥ ২০ ॥

## ৬১ সূক্ত—ঋ ১৮।

**ঋষি—প্ৰগাথৰ পুত্ৰ ভৰ্গ। ছন্দ—প্ৰগাথ ( অযুগ্ম বৃহতী, যুগ্ম সতো বৃহতী )। দেৱতা—ইন্দ্ৰ।**

(স্তোত্ৰাত্মক আৰু যজ্ঞাত্মক) এই দুয়োবিধ বাক্য আমাৰ কালে ইন্দ্ৰই শুনক। আমাৰ সহগামী কৰ্ম্মযুক্ত হে মঘবান অতি বল লাভ কৰি সোমপান কৰিবলৈ আহক ॥ ১ ॥ সেই ইন্দ্ৰ নিজেই ৰাজমান হৈ ( বৰষণ ) বৰ্ষক হৈ দ্যাবাপৃথিবীক বলেৰে সংস্কাৰ কৰিলে। একে ধৰণৰ সকলো দেৱতাৰ মাজত উপমান স্বৰূপ মুখ্য হৈ বেদীত বহিছে। তোমাৰ মন সোমকামী ॥ ২ ॥ হে বহুত ধনৰ ইন্দ্ৰ, তুমি চেপা সোম ( পেটত ) সিঁচি দিয়া। হে হৰিৰ তোমাক সংগ্ৰামত শত্ৰুক পৰাস্ত কৰা বুলি আৰু শত্ৰুৱে ধৰ্ষণ কৰিব নোৱাৰা বুলি জানো ॥ ৩ ॥ হে মঘবন ইন্দ্ৰ, তোমাৰ স্থিৰ সত্য সেয়াই হব য'ত কৰ্ম্মৰ দ্বাৰা ( ভাল ) ফল কামনা কৰিব পাৰো। হে ধুনীয়া গালৰ বজ্ৰবান ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে আমি শত্ৰুক পৰাস্ত কৰি সোনকালেই অন্ন বিচাৰিম ॥ ৪ ॥ হে শচীপতি ইন্দ্ৰ, সকলো ৰক্ষণৰ সৈতে অভিমত ফল দান কৰা। হে বীৰ, ভাগ্যৰ দৰে ধনলাভ কৰাওঁতা তোমাক আমি পৰিচৰণ কৰিম ॥ ৫ ॥ হে ইন্দ্ৰ, তুমি ঘোঁৰাৰে পূৰা কৰি দিওঁতা। গৰু বহুত কৰি দিওঁতা। হে সোণময় শৰীৰৰ দেৱতা, তুমি কুমুকৰ দৰে। তোমাৰ দান কম হৈ নেযায়। যি যি বিচাৰো সেয়া দিয়া ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি আহা,—আমাক দিবলৈ ধন লাভ কৰা। হে মঘবন গৰু ইচ্ছা কৰা আমাক গৰু দিয়া। ঘোঁৰা ইচ্ছা কৰা আমাক ঘোঁৰা দিয়া ॥৭॥ হে ইন্দ্ৰ, তুমি বহুত শত সহস্ৰ ( গৰু আদিৰ ) আৰু দিবলৈ অনুমতি কৰা। হে পুৰন্দৰ, ৰক্ষণৰ কাৰণে বিবিধ বচনেৰে স্তুব কৰা আমি তোমাক আমাৰ অভিমুখী কৰিম ॥ ৮ ॥ হে শতক্ৰতু, পুৰণি ধৰ্ষৱ, সংগ্ৰামত নিজ মাহাত্ম্য প্ৰকাশ কৰা, ইন্দ্ৰ, যি মেধাবী নোহোৱাই বা মেধাবীয়ে তোমাৰ স্তুব কৰে, সেই স্তোতাই সদায় আনন্দ

কৰিবলৈ পায় ॥ ৯ ॥ হে উগ্ৰবাহু, বধকৰ্ত্তা, পুৰন্দৰ ইন্দ্ৰ, যদি মোৰ আহ্বান শুনা তেনেহলে ধন কামনা কৰা ধনৰ পতি আমি শতক্ৰতু ইন্দ্ৰক স্তোত্ৰেৰে আহ্বান কৰিম ॥ ১০ ॥ হে ইন্দ্ৰ, আমি পাপী হৈ তোমাক স্তুতি নকৰো। দুখীয়া হৈ স্তুতি নকৰো। অগ্নি নজ্বলোৱাকৈ স্তুতি নকৰো। এই কাৰণে বৰ্দ্ধক ইন্দ্ৰক সোম অভিষুক্ত কৰি একেলগে হৈ সখীত্ব কৰিম ॥ ১১ ॥ উগ্ৰ, সংগ্ৰামত শত্ৰুক অভিভব কৰা ইন্দ্ৰক আমি ( আমাৰ ) লগ লগাম। ঋণীৰ দৰে স্তুতি অৱশ্যে কৰিম। তেওঁক কোনেও বাধা দিব নোৱাৰে। বহুত ঘোঁৰাৰে ভ্ৰমণ কৰা বধৰ স্বামীক জানে। সেই ইন্দ্ৰই হবিষ্মন্ত জনক ( আমাক ) বহুত যজমানৰ মাজত বিচাৰি উলিয়াই ॥ ১২ ॥ যাৰ পৰা ভয় পাওঁ তাৰ পৰা আমাৰ ভয় নোহোৱা কৰা। হে মঘবন, তুমি তোমাৰ ৰক্ষণেৰে ( ভয় নোহোৱা কৰিবলৈ ) সক্ষম। শত্ৰুক মাৰা, হিংসকক মাৰা ॥ ১৩ ॥ হে ধনৰ গৰাকী, তুমি পৰিচৰ্য্যাকাৰী যজমানৰ মহৎধন আৰু ঘৰৰ বৰ্দ্ধক। হে মঘবন, স্তুতিৰে ভজন কৰা ইন্দ্ৰ, আমি সোম চেপি লৈ তোমাক আহ্বান কৰিছো ॥ ১৪ ॥ এই ইন্দ্ৰ সকলো জনা। এই ইন্দ্ৰ বৃত্ৰহন্তা, আনক পালন কৰোতা আৰু অতি বৰণীয়। সেই ইন্দ্ৰই শেষ পুত্ৰ আৰু মধ্যম পুত্ৰ ৰক্ষা কৰক। পাচ কালে আৰু আগফালে ৰক্ষা কৰক ॥১৫॥ হে ইন্দ্ৰ, তুমি আমাক পিচফালে, আগফালে তল ফালে আৰু ওপৰ ফালে সকলো ফালে ৰক্ষা কৰা। দৈৱৰ ভয় আমাৰ পৰা দূৰ কৰা,— অসুৰৰ অস্ত্ৰ দূৰ কৰা ॥ ১৬ ॥ হে ইন্দ্ৰ, আজি, কালিলৈ আৰু পাচতো আমাক ৰক্ষা কৰিবা। হে সৎপতি, সকলো দিনত আমি স্তোতাক ৰক্ষা কৰা আৰু দিনে ৰাতিয়ে আমাক ৰক্ষা কৰা ॥ ১৭ ॥ হে মঘবন, ( পুৰ ) ভাঙি দিব পৰা বীৰ, বহুত ধনী, তুমি সকলো বলৰ মিশ্ৰন কাৰী শক্তি। হে ইন্দ্ৰ, তোমাৰ দুয়ো বাহু কামবৰ্ষী,— যি দুয়ো হাতেৰে বজ্ৰ ধৰিছা ॥ ১৮ ॥

### ৬২ সূক্ত— ঋ ১২।

**ঋষি—কণ্বৰ পুত্ৰ প্ৰগাথ। ছন্দ—পঞ্চপদা পংক্তি; ৭-৯ বৃহতী। দেৱতা – ইন্দ্ৰ।**

এই ইন্দ্ৰলৈ ওচৰত স্তুতি ভালকৈ কৰা ( হে স্তোতা সকল ) কাৰণ তেওঁ স্তুতি সেৱন কৰে। প্ৰিয় ইন্দ্ৰৰ মহৎ অন্ন সোমক উক্থৰে বৰ্দ্ধন কৰিছে। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ১ ॥ অসহায়, অসদৃশ অন্য দেৱতাৰ মুখ্য, বিনাস কৰিব নোৱাৰা ইন্দ্ৰই পূৰ্ব্বৰ প্ৰজা সকলক আৰু সকলো উৎপন্ন হোৱাৰ ভিতৰত সকলোকে অতিক্ৰম কৰি বলেৰে বৰ্দ্ধন হৈছে। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ২ ॥ ক্ষিপ্ৰদানী ইন্দ্ৰই নবদ্ধা ঘোঁৰাবেই ভোগ কৰিবলৈ ইচ্ছা কৰে। সামৰ্থ্য যুক্ত কাম কৰা তোমাৰ মহত্ব বখানিব লগীয়া। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥৩॥ হে ইন্দ্ৰ, তোমাৰ উৎসাহ বৰ্দ্ধক স্তোত্ৰ কৰিম আহা। যি কৰ্ম্মেৰে হে অতি বলবান ইন্দ্ৰ, তুমি অন্ন বিচৰা স্তোতাক ভাল কৰিবলৈ বিচাৰা। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ মন সাহসীতকৈও বেচি সাহসী। তুমি তীব্ৰ সোম দিওঁতা। নমস্কাৰেৰে পৰিচৰণ কৰা অন্ন ইচ্ছা কৰা, যি যজমানে তোমাক অলঙ্কৃত কৰে, তেওঁক বহুত দিয়া। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ৫ ॥ ঋক্ স্তুতিৰ প্ৰিয় তেওঁ, মানুহে নাদ থকা ঠাই চোৱা দৰে চাই, সুদক্ষ্য সোমদাতা যজমানলৈ প্ৰীত হৈ নিজক যজমানৰ সখা কৰে। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ সামৰ্থ্য আৰু কৰ্ম্ম অনুসৰণ কৰি সকলো দেৱতাই ( সেই কৰ্ম্ম আৰু সামৰ্থ্য ) ধাৰণ কৰে। হে বহুতে স্তুতি কৰা ইন্দ্ৰ, তুমি সকলো গৰুৰ পালক। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ৭ ॥ হে ইন্দ্ৰ, তোমাৰ সেই উপমা সদৃশ বল যজ্ঞৰ ওচৰত স্তৱ কৰে, —হে শচীপতি ইন্দ্ৰ, যি বলেৰে বৃত্ৰক বধিলা। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ৮ ॥ একেমনৰ তিৰোতাৰ দৰে যেনেকৈ পুৰুষৰ সঙ্গ ( গা ) বিচাৰি নিজৰ বশ কৰি লয় তেনেকৈ ইন্দ্ৰই মানুহৰ যুগ ( সময় ) বিলাক জানে, আৰু সকলোকে জনায় দিয়ে। সেই ( সংবৎসৰ আদি নিৰ্ম্মাণ কৰা ) বুলি তেওঁ প্ৰখ্যাত হল। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥৯॥ হে বহুত গৰু থকা মঘবান ইন্দ্ৰ, তোমাৰ মুখত যি আছে, তেওঁ ( স্তুতি বা সোমেৰে ) তোমাৰ বল বৰ্দ্ধন কৰিছে, তোমাক বৰ্দ্ধন কৰিছে,— তোমাৰ কৰ্ম্ম বৰ্দ্ধন কৰিছে, বহুত বৰ্দ্ধন কৰিছে। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ১০ ॥ যেতিয়ালৈকে আমি শত্ৰুৰ পৰা ধন লাভ কৰিম, হে বৃত্ৰহন্তা ইন্দ্ৰ, তেতিয়ালৈ আমি তোমাৰ সৈতে একেলগে থাকিম। আমি লগ হলে, হে অদ্ৰিৱ, অদাতায়ো অনুমোদন কৰিব। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ১১ ॥ আমি সেই ইন্দ্ৰক সত্যই স্তৱ কৰো। অসত্য নকৰো। সোম অভিষৱ নকৰা মানুহৰ মৰণ বৰ বেয়া হয়। অভিষৱ কৰা জনৰ বহুত জ্যোতি হয়। ইন্দ্ৰৰ দান বিলাক ভদ্ৰ ॥ ১২ ॥

### ৬৩ সূক্ত – ঋ ১২।

**ঋষি—কণ্বৰ পুত্ৰ প্ৰগাথ। ছন্দ—১।৪।৫।৭-অনুষ্টুভ্; ২।৩.৬।৮-১১-গায়ত্ৰী; ১২-ত্ৰিষ্টুভ্। দেৱতা-ইন্দ্ৰ;**

১২-দেবতা সকল ।

সেই পূর্ব্বৰ মহান সকলৰ কৰ্ম্মৰে হবি কামনা কৰি ইন্দ্ৰ আহিল— যি ইন্দ্ৰক লাভ কৰিবৰ কৰ্ম্মৰ উপায় বিলাক দেবতাৰ মাজত সকলো মানুহৰ পিতা মনুৱে পাইছিল ॥ ১ ॥ সোম চেপা শিলৰ স্তুতি আৰু স্তব কৰি যি সদায় থাকে, তেওঁক দ্যুলোকৰ নিৰ্ম্মাতা ইন্দ্ৰই এৰি নিদিয়ে ॥ ২ ॥ তেওঁ, উপায় জনা ইন্দ্ৰই, অঙ্গিৰসৰ কাৰণে লুকায় থোৱা গৰু বিলাক উলিয়াই দিলে। সেই সামৰ্থ্য আমি স্তুতি কৰিছো ॥ ৩ ॥ সেই ইন্দ্ৰই পূৰণি কালৰ দৰে এতিয়াও স্তোতাৰ বৰ্দ্ধয়িতা স্তোত্ৰৰে বহন কৰি নিয়া, সুখকৰ, সোম অন্নৰ হোমলৈ আমাৰ ৰক্ষণৰ কাৰণে আহক ॥ ৪ ॥ স্বাহা দেবীৰ পতিৰ যাগ কৰা সকলে, হে ইন্দ্ৰ তোমাৰেই কীৰ্ত্তি বিলাক গান কৰিছে; স্তোতা বিলাকে শীঘ্ৰে দান পাবৰ কাৰণে ইন্দ্ৰৰ স্তব কৰিছে ॥ ৫ ॥ এই ইন্দ্ৰতেই সকলো সামৰ্থ্যৰে কৰা কাম আৰু কৰিব লগীয়া বোৰ নিহিত আছে । স্তোতা সকলে ইন্দ্ৰক অধ্বৰ বুলি জানে ॥ ৬ ॥ যেতিয়া পঞ্চ জাতিৰ মানুহে ইন্দ্ৰৰ স্তুতি পদ ঘোষা গায়, তেতিয়া ইন্দ্ৰই নিজ মহিমাৰে শত্ৰু বধ কৰে। আৰ্য্য ইন্দ্ৰ স্তোতাই কৰা পূজাৰ বাসস্থান ॥ ৭ ॥ হে ইন্দ্ৰ, এতিয়া এই যজ্ঞত কৰা স্তুতি তোমাৰ বলৰ বিষয় ( বৰ্ণনা ) কৰা হৈছে । ৰথৰ চক্ৰৰ বাট ৰক্ষা কৰা ॥ ৮ ॥ এই বৰ্ষক ইন্দ্ৰৰ বিবিধ অন্ন পাই মানুহে দীঘল খোজ দিয়ে । পশুৱে খোৱা দৰে যৱ গ্ৰহন কৰে ॥ ৯ ॥ সেই ৰক্ষা কামনা কৰি স্তোত্ৰ ধাৰণ কৰি আমি ( হে ঋত্বিক সকল ) তোমালোকে সৈতে অন্নৰ পালক হম ;— মৰুতৰ দৰে ইন্দ্ৰৰ বৰ্দ্ধক হম ॥ ১০ ॥ সত্য যজ্ঞৰ সময়ত প্ৰাদুৰ্ভাব হোৱা ঠাইত মন্ত্ৰেৰে সৈতে বলবান ইন্দ্ৰক স্তুতি কৰিম। হে ইন্দ্ৰ, তোমাৰে সৈতে শত্ৰু জয় কৰিম ॥ ১১ ॥ এই ৰুদ্ৰই জলঃসেচন হোৱা মেঘক, বৃত্ৰ হত্যা কৰা সময়ত, আমাৰ লগৰ যি যজমানে ইন্দ্ৰৰ স্তোত্ৰ পাঠ কৰে, সেই যজমানক ইন্দ্ৰই লৈ, ইন্দ্ৰ প্ৰমুখ দেবতা সকলৰে সৈতে ৰক্ষা কৰক ॥১২॥

৬৪ সূক্ত—ঋ ১২ ।

ঋষি-কণ্বৰ পুত্ৰ প্ৰগাথ । ছন্দ-গায়ত্ৰী । দেবতা-ইন্দ্ৰ ।

হে ইন্দ্ৰ, তোমাক স্তুতি বিলাকে ভালকৈ আমোদ দিয়ক । হে অদ্ৰিৱ, আমালৈ অন্ন কৰা । ব্ৰাহ্মণক হিংসা কৰা বিলাকক মাৰা ॥ ১ ॥ যষ্টব্য ধন নথকা ( কিন্তু ধনী ) পনী বিলাকক ভৰিৰে মোহাৰি পেলোৱা ; তুমি মহান । তোমাৰ কোনো প্ৰতিদ্বন্দী নাই ॥ ২ ॥ হে ইন্দ্ৰ, তুমি অভিষুত কৰা সোমৰ ঈশ্বৰ। অভিষুত নকৰা সোমৰো ঈশ্বৰ। মানুহৰ তুমি ৰজা ॥ ৩ ॥ হে ইন্দ্ৰ, দ্যুলোকৰ পৰা ওলায়, মানুহৰ কাৰণে দুয়ো দ্যবাপৃথিবী শব্দৰে পূৰণ কৰি, যজ্ঞৰ ঘৰলৈ আহা ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি স্তোতাৰ কাৰণে পৰ্ব্ব থকা ( পাব থকা ) বজ্ৰেৰে শত সহস্ৰ পানী থকা মেঘৰ বৰষুণ উলিয়াই দিয়া ॥ ৫ ॥ হে ইন্দ্ৰ, আমি তোমাক দিনত সোম অভিষুত কৰোতে আহ্বান কৰো । ৰাতিও কৰো । আমাৰ কামনা পূৰ্ণ কৰা ॥ ৬ ॥ সেই বৰ্ষক, ডেকা, বহল স্কন্ধ ( কান্ধ গলধন ) থকা, কাৰো ওচৰত আনত নোহোৱা ইন্দ্ৰ ক ত আছে, ? কোন স্তোতাই তেওঁক পূজা কৰিছে ? ॥ ৭ ॥ কাৰ সোমৰ যজ্ঞলৈ বৰ্ষক ইন্দ্ৰই প্ৰীত হৈ গৈছে ? কোন যজমানে ইন্দ্ৰক স্তুতি কৰিব জানে ? ॥ ৮ ॥ কোন যজমাকে তোমাক দিয়া হবি ( সোম ) সেবন কৰে ? হে বৃত্ৰহন্তা ইন্দ্ৰ, কি স্তোত্ৰেৰে স্তব কৰিলে সেবন কৰা ? যুদ্ধত কোন অতি ওচৰত থাকে ? ॥ ৯ ॥ এয়া সোম ( তোমাৰ নিজা ) মানুহৰ মাজত মই অভিষুত কৰিছো । দ্ৰুত গতিৰে ওচৰলৈ আহি সেই সোম পান কৰা ॥ ১০ ॥ এয়া আৰ্জীকী নামে ঠাইৰ সুসোমা নৈৰ পাৰত শৰ্য্যনাবতী সৰোবৰৰ কিনাৰত থকা তোমাৰ প্ৰিয় সোম তোমাক আমোদ কৰা পান কৰা ॥ ১১ ॥ আজি তুমি নতুন সোম, আমাৰ মহৎ ধনৰ কাৰণে, শত্ৰুক ধৰ্ষণ কৰা আমোদৰ কাৰণে পান কৰা। তালৈ, সেই সোমলৈ সোনকালে আহা ॥ ১২ ॥

৬৫ সূক্ত—ঋ ১২ ।

ঋষি— কণ্বৰ পুত্ৰ প্ৰগাথ । ছন্দ— গায়ত্ৰী ।

দেবতা—ইন্দ্ৰ ।

হে ইন্দ্ৰ, তোমাক কৰ্ম্মৰ নেতা সকলে পূবফালে, পশ্চিম ফালে, উত্তৰে আৰু তল ফালে আহ্বান কৰিছে, সেই বাবে তুমি খৰ গতিৰ ঘোঁৰাৰে সৈতে আহা ॥১॥ অথবা দ্যুলোকৰ অমৃত ক্ষৰণ হোৱা জাক-জমকীয়া ঠাইত আনন্দ কৰি যদি আছা, বা সোম অন্নৰ সাগৰত আনন্দ কৰি আছা,— ॥ ২ ॥ হে ইন্দ্ৰ, মহান, ডাঙৰ তোমাক স্তুতিৰে সোম পান ভোগ কৰিবলৈ গৰুক খাবলৈ মতা দৰে আহ্বান কৰিছো ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ মাহাত্ম্য ৰথত তুলি হবি ঘোঁৰাই লৈ আহক। হে ইন্দ্ৰ দেবতা, তোমাৰ তেজ ( ৰথত লৈ আহক ) ॥ ৪ ॥ হে ইন্দ্ৰ, উগ্ৰ, ঐশ্বৰ্য্য কৰ্ত্তা তোমাক বাক্য আৰু স্তুতিৰে স্তব কৰিছে। তুমি আহি আমাৰ অভি-

যুত সোম পান কৰা ॥ ৫ ॥ অভিষুত সোমযুক্ত, অন্ন-বান আমি তোমাক এই যজ্ঞত কুশত বহিবলৈ আহ্বান কৰিছো ॥ ৬ ॥ হে ইন্দ্ৰ, যদিও তুমি বহুত যজমানৰ সাধাৰণ ( উ'মহতীয়া ), তেনেকুৱাকেই আমি আহ্বান কৰিছো ॥ ৭ ॥ হে ইন্দ্ৰ, আমাৰ কৰ্ম্মৰ নেতা সকলে তোমাৰ কাৰণে সোম মধু শিলেৰে চেপি থৈছে । সেই সোম প্ৰীত হৈ পান কৰা ॥ ৮ ॥ হে স্বামী ইন্দ্ৰ, স্তোতাক সকলো অতিক্ৰম কৰি আহি চোৱা । সোনকালে আহা । আমাক সৰহ অন্ন দিয়া ॥ ৯ ॥ সোণ বৰণৰ ফুট্-ফুটীয়া গৰু বিলাকৰ ৰক্ষা ইন্দ্ৰ আমাৰ দাতা হওক । হে দেৱতা সকল, তেওঁক অন্যায় নকৰিবা ॥ ১০ ॥ মই সহস্ৰ গৰুৰ ওপৰত ৰখা বহুত বেচি আনন্দ দিয়া, নিৰ্ম্মল সোণ ললো ॥ ১১ ॥ ৰক্ষাহীন হৈ দুঃখত পৰি থকা মোৰ মানুহে সহস্ৰ সুধন পাই থাকক । দেৱতা সন্তোষ হলে অন্ন পোৱা যায় ॥ ১২ ॥

৬৬ সূক্ত—ঋ ১৫ ।

ঋষি—প্ৰগাথৰ পুত্ৰ কলি । ছন্দ—প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম সতো বৃহতী ) । ১৫ অনুষ্টুপ্ । দেৱতা—ইন্দ্ৰ ।

( হে ঋত্বিক সকল ) তোমালোকে বাধাযুক্ত হৈ, বেগেৰে যি ঘোঁৰাৰে সৈতে ধন দিয়ে, সেই ইন্দ্ৰৰ উদ্দেশ্যে বৃহৎ সাম গানেৰে পৰিচৰণ কৰা । সোম অভিষুত কৰা যজ্ঞত মই সেই ইন্দ্ৰক হিতকাৰী কুটুম্ব পালন কৰা মানুহক মতা দৰে আহ্বান কৰিম ॥ ১ ॥ ধুনীয়া গালৰ ইন্দ্ৰক দুৰ্দ্ধৰ্ষ শত্ৰুৱে বাধা দিব নোৱাৰে, স্থিৰ দেৱতা সকলে বাধা দিব নোৱাৰে, আৰু মানুহেও বাধা দিব নোৱাৰে । তেওঁ সোমপানৰ আমোদ লাভ কৰিবলৈ প্ৰশংসাকাৰী সোম অভিষৱ কৰা স্তোতাৰ স্তুত্য ধনৰ দাতা হয় ॥ ২ ॥ যি শক্ৰ ইন্দ্ৰ পৰিচৰ্য্যাৰ যোগ্য, ধোৱা-পখলা কৰা ঘোঁৰাৰ দৰে, কি বা অদ্ভুত ? যি সোণময় শৰীৰৰ, সেই আশ্চৰ্য্য বৃত্ৰবধ কৰা ইন্দ্ৰই বহুত গৰু খুলি খেদাই দিলে ॥ ৩ ॥ যি মাটিত পুতি থোৱা বহুত ধন যজমানলৈ তুলি আনি দিয়ে, সেই বজ্ৰ ধাৰী ধুনীয়া গালৰ হৰিদ্বৰ্ণ ঘোঁৰা যুক্ত ইন্দ্ৰই যেনেকৈ ইচ্ছা কৰে তেনেকৈ কাম কৰে ॥ ৪ ॥ বহুতে স্তুতি কৰা হে বীৰ ইন্দ্ৰ, পুৰণি কালত যেনেকৈ বিচাৰিছিলা তেনেকৈ আমি সোনকালে তোমাক যজ্ঞ কৰি উক্‌থেৰে স্তুতিবাক্যেৰে ভৰণ কৰিম ॥ ৫ ॥ হে পুৰুহুত, বজ্ৰবান, স্বৰ্গ-যুক্ত, সোমপান কৰা ইন্দ্ৰ, সোম চেপা হলে তুমি আমোদ কৰিবলৈ আহা । তুমিয়েই সোম অভিষৱ কৰাক আৰু স্তোতাক কমনীয় ধন অতিকৈ দাতা হোৱা ॥ ৬ ॥ আমি এই ইন্দ্ৰক এতিয়া আৰু কালিলৈ (সোমেৰে) আপ্যায়িত কৰিম । তেওঁৰ কাৰণেই এই যজ্ঞত অভিষুত সোম দিয়া । নিশ্চয় তেওঁ স্তোত্ৰ শুনি এতিয়াই আহিব ॥ ৭ ॥ সকলো নষ্ট কৰা বৃকেও সিংহক ইন্দ্ৰই দেখুওৱা বাটেৰে কাম কৰি যায় । তুমি আমাৰ স্তোত্ৰ সেৱন কৰিবলৈ প্ৰীত হৈ আহা । হে ইন্দ্ৰ, বিচিত্ৰ কৰ্ম্মেৰে বিশেষকৈ সোনকালে আহা ॥ ৮ ॥ এই ইন্দ্ৰৰ কিনো পুৰুষত্বৰ কাম নকৰাকৈ আছে ? তেওঁৰ কোন কাম ( মানুহৰ ) কাণত পৰাহি নাই ? এই বৃত্ৰহন্তা ইন্দ্ৰ জন্মৰ পৰা বিখ্যাত ॥ ৯ ॥ ইন্দ্ৰৰ মহৎ বল কেতিয়া ধৰ্ষণ কৰিব নোৱাৰা হৈছিল ? বৃত্ৰক বধ কৰা ইন্দ্ৰৰ কেতিয়া বল মাৰিব নোৱাৰা হৈছিল ? হে ইন্দ্ৰ, সকলো বেপাৰী ( সুদখোৰ ) পনীৰ দৰে সকলোকে কৰ্ম্মেৰে ( বলেৰে ) অভিভব কৰা ॥ ১০ ॥ হে বৃত্ৰহন্তা, পুৰুহুত, বজ্ৰবান ইন্দ্ৰ, আমি তোমাৰ বহুত অপূৰ্ব্ব স্তোত্ৰ ভেটীৰ ( দৰমহাৰ ) দৰে নিয়মেৰে আনি থাকিম ॥ ১১ ॥ হে বহু কৰ্ম্মা ইন্দ্ৰ, তোমাত নিহিত থকা বহুত আশা আৰু ৰক্ষণ পাবলৈ স্তোতাই আহ্বান কৰে । শত্ৰুৰ অভিষৱ কৰা কাম তিৰস্কাৰ কৰি ( এৰি ) হে বসু, আহক । অতি বলবান আমাৰ আহ্বান শুনা ॥ ১২ ॥ হে ইন্দ্ৰ, আমি তোমাৰ নিজৰ । বিপ্ৰ স্তোতা সকল তোমাৰ অধীন । হে পুৰুহুত ইন্দ্ৰ, তোমাৰ বাহিৰে অন্য কোনো সুখদাতা নাই ॥ ১৩ ॥ হে ইন্দ্ৰ, তুমি আমাক এই দৰিদ্ৰ, ক্ষুধাতুৰ আৰু নিন্দিত অৱস্থাৰ পৰা মোচন কৰা । হে উপায় জনা অতি বলবান ইন্দ্ৰ, তুমি আমাক তোমাৰ ৰক্ষণেৰে আৰু বিচিত্ৰ কৰ্ম্মেৰে শিক্ষা দিয়া ॥ ১৪ ॥ হে কলি ঋষিৰ জ্ঞাতি সকল, ইন্দ্ৰলৈ সোম অভিষুত কৰি দিয়া । ভয় নকৰিবা । এই ইন্দ্ৰই ৰাক্ষস খেদাই দিয়ে । ( ইন্দ্ৰক দেখি ) ৰাক্ষস নিজেই পলায় গৈছে ॥ ১৫ ॥

৬৭ সূক্ত ঋ ২১ ।

ঋষি—সম্মদৰ পুত্ৰ মৎস, বা মিত্ৰা বৰুণৰ মান্য, বা জালত বান্ধ খোৱা বহুত মাছৰূপী ঋষি । ছন্দ—গায়ত্ৰী । দেৱতা—আদিত্য সকল ।

সেই ক্ষত্ৰিয় আদিত্য সকলক সুখকৰ অভীষ্ট সিদ্ধিৰ কাৰণে ৰক্ষণ বিচাৰিছো ॥ ১ ॥ মিত্ৰ, বৰুণ, অৰ্য্যমা আৰু আদিত্য সকল, তেওঁবিলাকে যেনেকৈ জানে তেনেকৈ অংহতি ( নৈ ) পাৰ কৰি দিয়ক ॥ ২ ॥ সেই

আদিত্য সকলৰ বিচিত্ৰ স্তুত্য ধন হবি দাতাক পৰ্য্যাপ্ত পৰিমাণে দিবলৈ আছে ॥ ৩ ॥ হে বৰুণ, মিত্ৰ আৰু অৰ্য্যমা,—মহৎ তোমালোকৰ ৰক্ষণ মহৎ, হবি দাতাক দিব লগীয়া আছে। সেই বাবে ৰক্ষণ বিচাৰিছো ॥৪॥ হে আদিত্য সকল, আমাক জীয়াই থাকোতেই, মাৰি পেলোৱাৰ আগতেই আহি (ৰক্ষাকৰা)। হে আহ্বান শুনা সকল,—ক'ত আছা? ॥ ৫ ॥ সোম চেপি শ্ৰান্ত হৈ থকা যজমানক দিব লগা যি বৰণীয় ধন তোমালোকৰ আছে যি ঘৰ আছে তাৰে আমাক অনুগ্ৰহ কৰা ॥ ৬ ॥ হে দেবতা সকল, পাপীৰ মহা পাপ আছে। অপাপীৰ ৰমণীয় সুকৃত কৰ্ম্ম আছে। হে আদিত্য সকল তোমালোক অন্তৰ্ভূত পাপহীন (সেই বাবে আমাক মুক্তি কৰা) ॥ ৭ ॥ আমাক বান্ধি থোৱা জালে বান্ধি নেৰাখক। আমাক মহৎ কৰ্ম্ম কৰি জালৰ পৰা এৰুৱাই দিয়ক। ইন্দ্ৰ সকলোৰে বশ কৰ্ত্তা বুলি শুনা যায় ॥ ৮ ॥ হে ৰক্ষা কৰিবলৈ বিচৰা দেবতা সকল, আমাৰ হিংসক শত্ৰুৰ হিংসা কাম (কটা চিঙা কৰা) কৰিবলৈ ওপৰলৈ নিবলৈ নিদিবা ॥ ৯ ॥ হে মহতী অদিতি দেবী, সুখয়িত্ৰী, অভীষ্ট ফল লাভৰ কাৰণে তোমাক আমি স্তুতি কৰিছো ॥ ১০ ॥ (হে অদিতি) অলপ পানীত উগ্ৰপুত্ৰ যুক্ত মাৰিব খোজা মানুহৰ (জালে) আমাৰ পুত্ৰ পৌত্ৰক মাৰিব নোৱাৰক ॥১১॥ হে বিস্তীৰ্ণ গমনা বহল অদিতি, আমাৰ পুত্ৰ পৌত্ৰাদিৰ জীৱনৰ কাৰণে আমাক জীয়াই ৰাখা ॥ ১২ ॥ যি মানুহৰ ওপৰ স্থানীয়, মানুহৰ অহিংসক আমাৰ কৰ্ম্ম ৰক্ষা কৰে, অদ্ৰোহী তেওঁবিলাক, ॥১৩॥ হে আদিত্য সকল, তোমালোকে আমাক এই হিংসক বিলাকৰ মুখৰ পৰা, বান্ধি থোৱা চোৰৰ দৰে মোচন কৰা। হে অদিতি (তুমিও মোচন কৰা) ॥ ১৪ ॥ হে আদিত্য সকল, এই জাল আমাক মৰাৰ আগতে এৰাই যাওক। দুৰ্ম্মতিও আঁতৰি যাওক ॥ ১৫ ॥ হে সুদাতা আদিত্য সকল তোমালোকৰ ৰক্ষণেৰে আমি আগৰ দিনত আৰু এতিয়াও ভোগ কৰি থাকিম ॥ ১৬ ॥ হে চমা জ্ঞানী দেৱতা সকল, যি পাপী শত্ৰুৱে বহুত আমাক আক্ৰমণ কৰিছে সিহঁতক আমাৰ জীৱনৰ কাৰণে আতৰাই দিয়া ॥ ১৭ ॥ হে আদিত্য সকল, হে অদিতি, মোচন হলে আগৰ যি বন্ধন কৰা (জাল) আছিল, সেই বন্ধক (জাল) দুভাগ হওক ॥ ১৮ ॥ হে আদিত্য সকল তোমালোকৰ সেই বেগ আমাৰ নাই যি বেগেৰে আমি (জালৰ) বন্ধনৰ পৰা ওলায় আহিব পাৰো। (সেই বাবে) তোমালোকে অনুগ্ৰহ কৰা ॥ ১৯ ॥ হে আদিত্য সকল, বিবস্বতৰ পুত্ৰৰ (যমৰ) অস্ত্ৰৰ দৰে এই জাল কৰা আগতো আৰু এতিয়াই বুঢ়া জীৰ্ণক বধ নকৰে ॥ ২০ ॥ হে আদিত্য সকল, শত্ৰুক নিৰ্ম্মূল কৰা। পাপ নিৰ্ম্মূল কৰা। জাল নাশ কৰা। পাপ বিলাক নাশ কৰা ॥ ২১ ॥

## ৬৮ সূক্ত—ঋ ১৯।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰিয়মেধ। ছন্দ—গায়ত্ৰী ১।৪।৭।১০ অনুষ্টুভ্; দেবতা—ইন্দ্ৰ। ১৫-১৯ ঋক্ আৰু অশ্বমেধৰ দান স্তুতি।

বহুকৰ্ম্মা, হিংসকক অভিভব কৰা, অতি বলবান, সৎপতি হে ইন্দ্ৰ, তোমাক ৰথৰ দৰে আমাৰ ৰক্ষণৰ কাৰণে ঘূৰাই আনিম ॥ ১ ॥ হে বহুত বলী, বহুপ্ৰজ্ঞ, বহুত কৰ্ম্মা পূজনীয় ইন্দ্ৰ, বিশ্বব্যাপ্ত মাহাত্ম্যৰে তুমি জগত পূৰণ কৰিলা ॥ ২ ॥ মহৎ যি তোমাৰ মহত্বৰে তোমাৰ হাতত পৃথিবী ব্যাপী সোণৰ বজ্ৰধাৰণ কৰিছা ॥ ৩ ॥ বিশ্বৰ শত্ৰুৰ ওচৰত আনত নোহোৱা বলৰ পতি ইন্দ্ৰক তোমালোকৰ (মৰুত সকলৰ) সৈতে ৰথৰ আগমনৰ কাৰণে আৰু আমাৰ ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ৪ ॥ (হে যজমান সকল) তোমালোকৰ অভীষ্ট সিদ্ধিৰ কাৰণে সদায় বৰ্দ্ধমান হোৱা, যাক যুদ্ধৰ নেতা সকলে নানা প্ৰকাৰে আহ্বান কৰে (সেই ইন্দ্ৰক) আহ্বান কৰো ॥ ৫ ॥ অপৰিমিত ৰূপৰ, স্তুতি কৰিবলগীয়া, উগ্ৰ, ভাল অন্ন থকা, (গৰু আদি) ধনৰ ঈশ্বৰ ইন্দ্ৰক স্তুতি কৰিছো ॥ ৬ ॥ যি ফলৰ নিয়ন্তা, মানুহৰ যজ্ঞৰ মুখত থকা অনুপূৰ্ব্বক স্তুতি শুনিবৰ যোগ্য, সেই ইন্দ্ৰকেই সোম পান কৰিবলৈ স্তুতি প্ৰেৰণ কৰিম ॥ ৭ ॥ হে বলবান ইন্দ্ৰ, তোমাৰ সখীত্ব কোনো মানুহে নেপায়, বলো নেপায় ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাৰ ৰক্ষিত হৈ গা ধুবলৈ পানী আৰু সূৰ্য্য দেখিবলৈ পাইছো হে বজ্ৰবান, সংগ্ৰামত মহৎ ধন লাভ কৰিম ॥ ৯ ॥ হে স্তুতিৰে সন্তোষ হোৱা ইন্দ্ৰ, তুমি যি দৰে বহু প্ৰজ্ঞ মোক সংগ্ৰামত ৰক্ষা কৰি আছিলা, (সেই বাবে) তোমাক সেই যজ্ঞেৰে বিচাৰিম, তোমাক স্তুতি কৰি বিচাৰিম ॥ ১০ ॥ হে অদ্ৰিৱ, যি তোমাৰ সখীত্ব মধুৰ, আৰু যাৰ নেতৃত্ব মধুৰ (সেই বাবে) বিস্তৃত যজ্ঞ কৰিব লাগিব ॥ ১১ ॥ হে ইন্দ্ৰ, আমাৰ পুত্ৰৰ বহুত ধন কৰা, নাতিৰ বহুত ধন কৰা, আমাক যাৰ কৰা ঘৰ বহুত দিয়া। আমাৰ জীৱনৰ কাৰণে উচিত (ধন) দিয়া ॥ ১২ ॥ মানুহৰ কাৰণে বহুত হিত প্ৰাৰ্থনা কৰো। গৰুৰ হিত, ৰথৰ কাৰণে পথ, প্ৰাৰ্থনা কৰো।

যজ্ঞ প্ৰাৰ্থনা কৰো ॥ ১৩ ॥ ছজন নেতা সোম পানৰ হৰ্ষত সোৱাদ উপভোগ কৰিব পৰা বস্তু নৈ মোৰ ওচৰলৈ আহে ॥ ১৪ ॥ দুটা ঋজুগামী ঘোঁৰা ইন্দ্ৰোতৰ পৰা ললো। ঋক্ষৰ পুতেকৰ পৰা হৰিৎ বৰ্ণৰ ঘোঁৰা দুটা ললো। অশ্বমেধৰ পুত্ৰৰ পৰা দুটা ৰঙা ঘোঁৰা ললো ॥ ১৫ ॥ অতিথিগ্বৰ পুতেকৰ (ইন্দ্ৰোতৰ) পৰা পোৱা ঘোঁৰা দুটা সুৰথ। ঋক্ষৰ পুতেকৰ দুটা লেকাম মনা আৰু অশ্বমেধৰ পুতেকৰ দুটা সুৰূপ অলঙ্কাৰ যুক্ত ॥ ১৬ ॥ শুদ্ধ বুদ্ধিৰ অতিথিগ্বৰ পুতেক ইন্দ্ৰোতে দিয়া ছজনী ঘুৰীৰে সৈতে ছটা ঘোঁৰাক (বাকী দুজনে দিয়া ঘোঁৰাৰে সৈতে লগ লগায় ধনেৰে সৈতে) ললো ॥১৭॥ এই ঋজুগামী ঘোঁৰাৰ মাজত বৰ্ষক ঘোঁৰা বিলাকেৰে সৈতে ভাল লেকাম লগোৱা দীপ্ত ৰঙা ঘুৰী বুলি জনা হৈছে ॥ ১৮ ॥ হে অন্নৰ বন্ধু (ৰজা) সকল, তোমালোকক নিন্দক মানুহেও নিন্দা আৰোপ কৰিব নোৱাৰে ॥ ১৯ ॥

৬৯ সূক্ত—ঋ ১৮।

ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰিয়মেধ। ছন্দ—অনুষ্টুভ্। ২ উষ্ণীক্; ৪-৬ গায়ত্ৰী; ১১।১৬ পংক্তি ১৭। ১৮ বৃহতী। দেবতা—১-১০। ১৩-১৮ ইন্দ্ৰ; ১১ আধা সকলো দেৱতা; ১১ আধা ১২ বৰুণ।

(হে অধ্বৰ্য্যু আদি) যজমান সকল, তোমালোকে ত্ৰিষ্টুভ্ ছন্দেৰে (গাই) বীৰক, আনন্দ দিয়া ইন্দ্ৰক, অন্ন (হবি) দিয়া। সেই ইন্দ্ৰই যজ্ঞ সম্পূৰ্ণ কৰিবলৈ বহুত জ্ঞানী কৰ্ম্মেৰে অভিমত ফল দি ভাল কৰে ॥ ১ ॥ উষাৰ উৎপাদক, নদীৰ শব্দৰ উৎপাদক, ঘাটন কৰিব নলগীয়া গৰুৰ পতিক আহ্বান কৰো। হে যজমান তেওঁ গৰুৰ গাখীৰ আদি অন্ন বিচাৰিছে ॥ ২ ॥ দেৱতাৰ জন্ম ঠাইত, আদিত্যৰ দীপ্ত ঠাইত যি সোমাৰ পাৰে, যাৰ গাখীৰেৰে পানীৰ দৰে নাদ পূৰ কৰে, সেই গৰু বিলাকে তিনিও সৱন যজ্ঞত ইন্দ্ৰৰ সোমৰ লগত মিহলি হৈছে ॥ ২ ॥ গৰুৰ গৰাকী, যজ্ঞৰ পতি সৎ লোকৰ পালক ইন্দ্ৰক, তেওঁ যেনেকৈ জানিবলৈ পাই সেইদৰে স্তুতি বাক্যেৰে অৰ্চনা কৰা ॥ ৪ ॥ হৰি ঘোঁৰাই ইন্দ্ৰক দীপ্তিযুক্ত কৰি কুশত এৰি দিছে। আমি সেই কুশত থকা ইন্দ্ৰক স্তৱ কৰিম ॥ ৫ ॥ যদি বজ্ৰবান ইন্দ্ৰৰ কাৰণে যথেষ্ট সোমৰস ওচৰত সকলোতে আছে, তেতিয়া ইন্দ্ৰৰ কাৰণে মধুৰ গাখীৰ খিৰাব লাগে ॥ ৬ ॥ যেতিয়া ইন্দ্ৰ আৰু মই সূৰ্য্যৰ স্থানলৈ যাওঁ, তেতিয়া ইন্দ্ৰক তিনি বাৰ সাত (একৈশ) ঠাইত মধুৰ সোম পান কৰি থকা লগ পাওঁ ॥ ৭ ॥ হে প্ৰিয়মেধ সকল, অৰ্চনা কৰা, ভালকৈ ইন্দ্ৰক অৰ্চনা কৰা। পুত্ৰ সকলেও পুৰ বিদাৰক ইন্দ্ৰক অৰ্চনা কৰা দৰে অৰ্চনা কৰা ॥ ৮ ॥ গৰ্-গৰ, শব্দ কৰা ঢোলে ডাঙৰ শব্দ কৰিছে। ঢোলে ভীষণ শব্দ কৰিছে। পিঙ্গল বৰণৰ ধনুৰেও ভীষণ শব্দ কৰিছে। ইন্দ্ৰৰ স্তুতি কৰিবলৈ উদ্যত হোৱা ॥ ৯ ॥ যেতিয়া বগা, ভালকৈ খিৰাব পৰা, চেঁউৰী আৰু বয়সীয়া গাই গৰু বিলাক আছে, তেতিয়া ইন্দ্ৰলৈ বহুত সোম চেপিবলৈ আৰম্ভ কৰিবা ॥ ১০ ॥ ইন্দ্ৰই সোম পান কৰিলে। অগ্নিয়ে পান কৰিলে। সকলো দেৱতা তৃপ্ত হল। বৰুণেও সোম পান কৰিবলৈ যজ্ঞ ঘৰত থাকক,—যাক পানী বিলাকে, মাকে গৰু পোৱালীৰ ওচৰলৈ হেম্বেলিয়াই অহা দৰে আহে ॥ ১১ ॥ হে বৰুণ, তুমি সুদেৱতা। ৰশ্মি বিলাকে যেনেকৈ সূৰ্য্যৰ ফালে যায়, সেইদৰে তোমাৰ তালুত সাতখন নৈ সদায় বৈ গৈ আছে ॥ ১২ ॥ যি ইন্দ্ৰই বিবিধ গতিৰে যোৱা ৰথত লগোৱা ঘোঁৰা হবি দাতাৰ ওচৰলৈ এৰি দিয়ে, যি ইন্দ্ৰ উপমা স্বৰূপ, তেতিয়াই সেই নায়ক ইন্দ্ৰই পানী উৎপাদন কৰি দিয়ে ॥ ১৩ ॥ এই শক্ৰ ইন্দ্ৰই নিৰোধক শত্ৰুক অতিক্ৰম কৰি যায়। কমনীয় ইন্দ্ৰই বহুত ওপৰত থাকি বজ্ৰৰ শব্দৰে মেঘ ভেদ কৰি দিয়ে ॥১৪॥ এই ইন্দ্ৰই সৰু লৰাৰ দৰে নতুন ৰথত উঠিলে। ইন্দ্ৰই পিতৃ-মাতৃৰ কাৰণে ডাঙৰ মৃগৰ দৰে বহু কৰ্ম্মা মেঘক পৰিপক্ক কৰিছে ॥ ১৫ ॥ হে ধুনীয়া মুখৰ ৰথৰ পতি, তুমি দীপ্ত, হেজাৰ ভৰিৰ, ৰঙা, ভালকৈ যোৱা, ঘোঁৰাৰে অপাপ সোণৰ ৰথত উঠা। পাচত আমি অনুসৰণ কৰিম ॥ ১৬ ॥ অন্নবান সকলে নিজেই, এইদৰেই দীপ্ত ইন্দ্ৰক সেৱা কৰে। এইদৰেই সুস্থাপিত ধন ইন্দ্ৰৰ পৰা পাই। পাচত দেৱতা ইন্দ্ৰৰ আগমনৰ কাৰণে স্তুতি কৰি ঘুৰাই আনে ॥ ১৭ ॥ প্ৰিয়মেধ সকলে এওঁবিলাকৰ পুৰণি ঠাই পাইছেহি। তেওঁবিলাকে আগতে দিবলৈ (হবি আদি দিবলৈ) কুশ মেলি থৈছে আৰু হবি স্থাপন কৰিছে ॥ ১৮ ॥

৭০ সূক্ত—ঋ ১৫।

ঋষি—অঙ্গিৰাৰ পুত্ৰ পুৰুহন্মা। ছন্দ—১-৬ ত্ৰিপ্ৰগাথ (উষ্ণীক্, অনুষ্টুপ্, আৰু উষ্ণীক ক্ৰমে); ৭-১২; ১৩-উষ্ণীক্; ১৪-অনুষ্টুপ্; ১৫-পুৰ উষ্ণীক্। দেৱতা—ইন্দ্ৰ।

যি মানুহৰ ৰজা, ৰথেৰে যোৱা অবাধ গমনৰ, সকলো সেনাৰ তাৰক, গুণত জ্যেষ্ঠ, সেই ইন্দ্ৰক স্তুতি

কৰিছো ॥ ১ ॥ হে পুৰুহন্মা ঋষি, তুমি ৰক্ষণৰ কাৰণে ইন্দ্ৰক অলংকৃত কৰা। তোমাৰ পালক ইন্দ্ৰৰ ( উগ্ৰ আৰু সৌম্য ) দুই প্ৰকাৰ স্বভাৱ। হাতত দৰ্শনীয় মহা-বজ্ৰ ধাৰণ কৰি সূৰ্য্যৰ দৰে জিলিকি আছে ॥ ২ ॥ সদায় বৰ্দ্ধন হোৱা সকলোৰে স্তুত্য মহান ( অন্যই ) ধৰ্ষণ কৰিব নোৱাৰা ( কিন্তু ) নিজে ধৰ্ষণ কৰা ইন্দ্ৰক যি যজ্ঞৰে নিজৰ ফালে কৰি লয়, সেই মানুহ নষ্ট নহয় ॥ ৩ ॥ অন্যৰ অসহনীয়, উগ্ৰ, শত্ৰু সেনাক অভিভৱ কৰা ইন্দ্ৰক স্তুতি কৰো। যি ইন্দ্ৰ উৎপত্তি হওঁতেই মহন্তী, বহুত বেগী গৰু বিলাকে স্তুতি কৰিবলৈ ধৰিলে স্বৰ্গ আৰু পৃথিৱীয়েও স্তুতি কৰিবলৈ ধৰিলে ॥ ৪ ॥ হে ইন্দ্ৰ: তোমাৰ সমান দ্যুলোক হব নোৱাৰে, আৰু এশ ভূমিও হব নোৱাৰে, সহস্ৰ সূৰ্য্যয়ো তোমাৰ দৰে প্ৰকাশ কৰিব নোৱাৰে। তোমাৰ দৰে আগতে ওপজা কোনো নাই। দ্যাবাপৃথিৱীও তোমাৰ সমান নহয় ॥ ৫ ॥ হে কামবৰ্ষী ইন্দ্ৰ, তুমি সকলো বৰ্দ্ধক বলক মহৎ বলেৰে পূৰণ কৰিছা। আমাক বহুত গৰুৰ জ'কেৰে ৰক্ষা কৰা.—হে মঘবন, বজ্ৰবান ইন্দ্ৰ নানা বিধ ৰক্ষণেৰে ৰক্ষা কৰা ॥ ৬ ॥ হে নিত্য ইন্দ্ৰ, যি মানুহে দেৱতাক ( ইন্দ্ৰক ) নেমানে সি অন্ন নেপায়। যি যজ্ঞলৈ যাবলৈ এতশ ঘোঁৰা ৰথত লগায় ( তাৰ কাৰণে ) ইন্দ্ৰই নিজেই হৰি ঘোঁৰা ৰথত লগায় ॥ ৭ ॥ যি ইন্দ্ৰক অগাধ পানীত, বাম পানীত আৰু সংগ্ৰামত আহ্বান কৰিব লাগে. ( হে ঋত্বিক সকল ) সেই মহান, পূজ্য ইন্দ্ৰক তোমালোকে দান পাবলৈ পৰিচৰণ কৰা ॥ ৮ ॥ হে বাসদাতা, শূৰ ইন্দ্ৰ, আমাক ভালকৈ তোলা। মহৎ অন্নৰ কাৰণে তোলা। হে মঘবন ইন্দ্ৰ. মহা-ধনৰ কাৰণে আৰু মহৎ যশৰ কাৰণে তোলা ॥ ৯ ॥ হে ইন্দ্ৰ, যজ্ঞ কামনা কৰা তুমি আমাক তোমাৰ নিন্দকৰ পৰা ( ধন কাঢ়ি আনি ) ৰক্ষা কৰা। হে বহুত ধনৰ ইন্দ্ৰ, আমাক তোমাৰ উৰুৰ মাজত ৰক্ষা কৰা। দাসক মাৰি পেলাই দিয়া ॥ ১০ ॥ আৰু ব্ৰত কৰ্ম্ম নকৰা অমানুহ, দেৱতা পূজা নকৰা পাপীক স্বৰ্গৰ পৰা পেলায় দিয়া: তোমাৰ সখা পৰ্ব্বতক দস্যু মাৰিবলৈ পঠিয়াই দিয়া ॥ ১১ ॥ হে বলবান ইন্দ্ৰ, তুমি আমাক এই গৰু বিলাক হাতেৰে ধান ধৰা দৰে ধৰি লোৱা। আমাক বিচৰা তুমি দুবাৰ ধৰা ॥১২॥ ইন্দ্ৰৰ কৰ্ম্ম কৰিবলৈ ইচ্ছা কৰা হে সখা সকল, শত্ৰুৰ হিংসক ইন্দ্ৰৰ কথা কেনেকৈ সাধিম? কি স্তুতি কৰিম?—যি ইন্দ্ৰ, ভোগী, প্ৰেৰক আৰু শত্ৰুৰ ওচৰত অৱনত নহয়? ॥১৩॥ হে ইন্দ্ৰ, সকলোৰে পূজ্য, বহুত ঋষিয়ে মন্ত্ৰেৰে তোমাক স্তুতি কৰো ইন্দ্ৰই এইদৰে বহুত পোৱালীৰে সৈতে ( গাইগৰু ) স্তোতাক দিয়ে।—হে শত্ৰুৰ হিংসক ইন্দ্ৰ, ॥ ১৪ ॥ হে মঘবন ইন্দ্ৰ, গৰু বিলাক আমাৰ তিনিটা শত্ৰুৰ ওচৰৰ পৰা গৃহস্থই ছাঁগলীক পানী খুৱাবলৈ অনা দৰে কাণত ধৰি লৈ আহা ॥ ১৫ ॥

## ৭১ সূক্ত—ঋ ১৫ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সুদীতি আৰু পুৰুমিল্হ বা তেওঁ বিলাকৰ এজন। ছন্দ—গায়ত্ৰী, ১০-১৫ ( প্ৰগাথ—অযুগ্ম সতোবৃহতী, যুগ্ম বৃহতী )

দেৱতা—অগ্নি।

হে অগ্নি তুমি আমাক বহুত ধন দি ৰক্ষা কৰা। বহুত অদাতাৰ পৰা ৰক্ষা কৰা আৰু বিদ্বেষ কৰা মানুহৰ পৰা ৰক্ষা কৰা ॥ ১ ॥ হে প্ৰিয়জাত অগ্নি, তোমাক পুৰুষৰ খঙে বাধা দিব নোৱাৰে। তুমিয়েই ৰাতিৰ গৰাকী ॥ ২ ॥ হে বলৰ পুত্ৰ প্ৰশংসনীয় তেজ-যুক্ত অগ্নি, তুমি সকলো দেৱতাৰে সৈতে আমাক বৰনীয় ধন দিয়া ॥ ৩ ॥ হে অগ্নি. তুমি যি হবি দাতাক পালন কৰা তেওঁক অদাতা শত্ৰুৱে ধনৰ পৰা বিযুক্ত নকৰক ॥৪॥ হে বিপ্ৰ অগ্নি, তুমি যি মানুহক যজ্ঞ কৰিবলৈ, আৰু ধনলাভ কৰিবলৈ পঠিওৱা, তেওঁ তোমাৰ ৰক্ষণেৰে গৰু (ধন) পাই ॥৫॥ হে অগ্নি, তুমি হবিদাতাক ধনযুক্ত বহুত বীৰ পুত্ৰ দিয়া। আমাক বহুত ধন পাবলৈ লৈ যোৱা ॥৬॥ হে জাতবেদ, আমাক ৰক্ষা কৰা। পাপ কৰা হিংসা বুদ্ধিৰ মানুহলৈ আমাক এৰি নিদিবা ॥ ৭ ॥ হে অগ্নি দেৱতা. তোমাৰ দান দেৱতা নমনা মানুহক এৰি নিদিবা, যিহেতু তুমি ধনৰ ঈশ্বৰ ॥ ৮ ॥ হে বলৰ পুত্ৰ অগ্নি, সখা, বসু অগ্নি, তুমি স্তোতা আমাক মহৎ ধন ওচৰত জোখ কৰা ( দিয়া ) ॥ ৯ ॥ খাবলৈ লোৱা শিখাৰ, সকলোৱে দেখা, বহুত ধনৰ, বহুত স্তুতি কৰা অগ্নিৰ ফালে আমাৰ স্তুতি বিলাক আৰু হবি অন্ন আদি আমাৰ ৰক্ষণৰ কাৰণে যাওক ॥ ১০ ॥ বলৰ পুত্ৰ জাতবেদ অগ্নিলৈ, বৰনীয় ধন দিবলৈ আমাৰ স্তুতি যাওক, —যি অগ্নি অমৰ দেৱতা সকলৰ আৰু মানুহৰ প্ৰজাৰ,—দুয়োৰো হোতা আৰু অতি আনন্দ দিয়া ॥ ১১ ॥ ( হে যজমান সকল ) তোমালোকৰ দেৱতাৰ যাগৰ কাৰণে অগ্নিক স্তুতি কৰিম। যাগ প্ৰবৰ্ত্তন হলে স্তুতি কৰিম। কৰ্ম্মত স্তুতি কৰিম। অন্য দেৱতাৰ কাৰণে স্তুতি কৰিম আৰু অগ্নিক ক্ষেত্ৰ ( খেত পথাৰ ) পাবলৈ স্তুতি কৰিম ॥ ১২ ॥ অগ্নিয়ে সখীত্বত থকা আমাক অন্ন দিয়ক। যি অগ্নি ধনৰ ঈশ্বৰ সেই অগ্নিক

পুত্র-পৌত্রর কাৰণে বহুত ধন বিচাৰিছো। -তেওঁ বাস দাতা, সদায় বৰ্ত্তমান আৰু অন্নৰ পালক॥ ১৩॥ হে পুৰুমীল্হ তুমি অগ্নিক আমাৰ ৰক্ষণৰ কাৰণে মন্ত্ৰেৰে স্তুতি কৰা। সেই অগ্নি শুই থকা ধৰণৰ। ধনৰ কাৰণে স্তুতি কৰা। শুনিছো যে অন্যয়ো স্তুতি কৰে। মই সুদীতিক ঘৰ দিয়ক ॥ ১৪॥ শত্ৰু আঁতৰ কৰি ৰাখিবলৈ অগ্নিক স্তুতি কৰো। অগ্নিক সুখ মিলাই দিবলৈ স্তুতি কৰিছো। সেই অগ্নি সকলো প্ৰজাৰ ৰক্ষক। আমি ঋষি সকলৰ বাস কৰিবলৈ দিয়া আৰু আহ্বান যোগ্য ॥ ১৫ ॥

## ৭২ সূক্ত — ঋ ১৮।

## ঋষি— প্ৰগাথৰ পুত্ৰ হৰ্যত। ছন্দ— গায়ত্ৰী। দেবতা— অগ্নি বা হবি।

হে অধ্বৰ্য্যু হবি প্ৰস্তুত কৰা। অগ্নি আহিছে। এই হবি দান কৰিব জনা অধ্বৰ্য্যুয়ে পুনঃ ভজন কৰিছে ॥ ১ ॥ যি হোতাই অগ্নিক সখীত্ব কৰিলে সেই হোতাই মনেৰেই সেৱন কৰি তীক্ষ্ণ অগ্নিক বহুৱাইছে ॥ ২ ॥ সেই ৰুদ্ৰ মূৰ্ত্তিৰ অগ্নিক যজমানলৈ (অধ্বৰ্য্যুৱে) নিজে জানি দূৰৈৰ ঠাইত স্থাপন কৰিবলৈ ইচ্ছা কৰিছে। শুই থকা অগ্নিক স্তুতি কৰি আঙুলিৰে ধৰিছে ॥ ৩ ॥ অন্নদাতা অগ্নিৰ মাজখন অতিকৈ বাঢ়ি অন্তৰীক্ষ ওপত কৰি তুলিছে। গছ বিলাক শিল যেন টান হলেও জিভাৰে পুৰি মাৰি পেলাইছে ॥ ৪ ॥ পোৱালীৰ দৰে চঞ্চল আৰু বগা অগ্নিক ইহলোকত নিৰোধ কৰোতা বিচাৰি নেপায় কিন্তু স্তোতাক নিজেই বিচাৰি আছে ॥ ৫ ॥ আৰু তৎক্ষণাৎ এই অগ্নিৰ মাহাত্ম্যযুক্ত ধোঁৱা লগোৱা ৰথৰ ৰচি দেখা গৈছে,— ॥ ৬ ॥ সপ্তঋষিৰ এজনে ঘৰ্ম্ম পাত্ৰত গাখীৰ খিৱাইছে। দুজনে বাকী পাঁচজনক কামত প্ৰয়োগ কৰিছে। কোনো এখন নৈৰ পাৰৰ তীৰ্থত স্বৰ উচ্চাৰণ কৰিছে ॥ ৭ ॥ পৰিচৰণ কৰা যজমানৰ দহ আঙুলিৰে ঠেলিলত ইন্দ্ৰই যেন অন্তৰীক্ষৰ পৰা তিনি পাক খোৱা ৰশ্মিৰে বিদাৰণ কৰি দিলে ॥ ৮ ॥ এই তিনি বৰ্ণৰ অগ্নিয়ে বেগী নতুন শিখাৰে যজ্ঞলৈ গৈছে। হোতা সকলে মধু আদি হবিৰে পৰিচৰণ কৰিছে ॥ ৯ ॥ সেই ঘৰ্ম্ম পাত্ৰ তললৈ মুখ কৰি ওপৰত থকা চক্ৰৰ পৰা বাকি (ঢালি) দি অন্ত নোহোৱাৰ দৰে ভাললৈ সিঞ্চন কৰি দিছে ॥ ১০ ॥ আদৰ যুক্ত অধ্বৰ্য্যু আদিয়ে সেই কালে গৈ আৰু বহুত মধু পুখুৰীত (ডাঙৰ পাত্ৰ,) বাকি (ঢালি) দিছে। ঘৰ্ম্ম পাত্ৰত বিসৰ্জ্জন দি ৰাখি দিছে ॥ ১২॥ হে গাই গৰু বিলাক, তোমালোকে ঘৰ্ম্ম পাত্ৰৰ ওচৰলৈ যোৱা। ঘৰ্ম্ম যাগৰ মন্ত্ৰেৰে সৈতে মহৎ (গাখীৰ) দুবিধ (গৰু আৰু ছাগলীৰ) বহুত আৰু ফল প্ৰদ। (ঘৰ্ম্ম পাত্ৰৰ) কাণ দুখন (ধৰা নাল দুদাল) সোণৰ ॥ ১২ ॥ গৰু গাখীৰ পিবোৱা হলে দ্যাবাপৃথিৱীৰ মাজত অগ্নি সংযোগ কৰা লৈকে মিহলাব লগীয়া (ছাগলীৰ গাখীৰ) ঢালি থাকা। পাচত গাখীৰক বৰ্দ্ধক অগ্নিত স্থাপন কৰা ॥ ১৩ ॥ সেই গাই গৰু বিলাকে নিজৰ ঠাই জানে। পোৱালী বিলাকে মাকৰ লগত, গৰুবিলাক বন্ধুৰ লগত পৰস্পৰ একেলগ হৈ থাকে ॥১৪॥ অগ্নিয়ে শিখাৰে মহতীয়াই খাই স্বৰ্গলৈ ইন্দ্ৰ আৰু অগ্নিৰ ধাৰক অন্ন অন্তৰীক্ষলৈ লৈ যায় ॥ ১৫ ॥ সূৰ্য্যৰ সাত ৰশ্মিৰ চক্ৰৰ পৰা উৎপত্তি হোৱা অন্ন আৰু ৰসেৰে আপ্যায়িত কৰি (পূৰণ কৰি) সপ্তপদী (?) (ঘৰ্ম্মত) গাখীৰ খিৱালে ॥ ১৬ ॥ হে মিত্ৰাবৰুণ, সূৰ্য্য উদয় হলে সোম গ্ৰহন কৰে। ই আতুৰৰ ঔষধ ॥ ১৭ ॥ এই সোম দেবতা হৰ্যতৰ (মোৰ) কামনা কৰা যি অগ্নিৰ পদ [উত্তৰবেদীত] নিৰ্দ্ধাৰিত কৰা হৈছে, সেই অগ্নিয়ে স্বৰ্গত শিখাৰে বিস্তাৰ হওক ॥ ১৮ ॥

## ৭৩ সূক্ত - ঋ ১৮।

## ঋষি— অত্ৰিৰ পুত্ৰ গোপবন বা সপ্তবধ্ৰি। ছন্দ— গায়ত্ৰী। দেবতা— অশ্বিনী দুজন।

হে অশ্বিনী দুজন, ঋত (যজ্ঞ) ইচ্ছা কৰা আমাৰ ওচৰলৈ উঠি আহা। আমাৰ যজ্ঞ পাবলৈ ৰথত ধোঁৱা লগোৱা তোমালোকৰ বন্ধন ওচৰ হওক ॥ ১ ॥ নিমিষতে অতি বেগবান ৰথেৰে আহা, হে অশ্বিনী দুজন, তোমালোকৰ ··· ১ ঋকৰ দৰে ॥ ২ ॥ হে অশ্বিনী দুজন জুইত পেলাই দিয়া অত্ৰিক চেঁচা পানী ঢালি দিলা। তোমালোকৰ ··· ১ ঋকৰ দৰে ॥ ৩ ॥ (তোমালোক) ক'ত আছা? এতিয়া ক'লৈ যোৱা? সেন চৰাইৰ দৰে ক'লৈ উৰি গৈছা? তোমালোকৰ ··· ১ ঋকৰ দৰে ॥ ৪ ॥ আজি এতিয়া ক'ত আমাৰ এই আহ্বান শুনিবা? তোমালোকৰ ··· ১ ঋকৰ দৰে ॥৫॥ সময়মতে আহ্বান কৰিব লগীয়া হে অশ্বিনী দুজন, তোমালোকৰ মই অতি ওচৰৰ বন্ধু। তোমালোকৰ ১ ঋকৰ ··· দৰে ॥ ৬ ॥ হে অশ্বিনী দুজন, তোমালোকে অত্ৰিক ৰক্ষা কৰা ঘৰ সাজি দিলা। তোমালোকৰ ··· ··· ১ ঋকৰ দৰে ॥ ৭ ॥ হে অশ্বিনী দুজন, মনোহৰ স্তব কৰা অত্ৰিক জুইৰ পৰা নিবাৰণ কৰিলা। তোমালোকৰ ··· ··· ··· ১

ঋকৰ দৰে ॥ ৮ ॥ হে অশ্বিনী দুজন, সপ্ত বধ্রি ঋষিয়ে কৰা তোমালোকৰ স্তুতি শুনি ·· ··ধাৰক বাকচটো অগ্নিৰ পৰা উলিয়াই আনিবলৈ অগ্নিক শুৱাই দিলা। তোমা লোকৰ······১ ঋকৰ দৰে ॥৯॥ হে ধনবৰ্দ্ধক অশ্বিনী দুজন, ইয়ালৈ আহি মোৰ এই আহ্বান শুনা। তোমালোকৰ ··· ১ ঋকৰ দৰে ॥১০॥ হে অশ্বিনী দুজন, এইয়া কি যে জীৰ্ণ বুঢাৰ দৰে বাৰে বাৰে তোমালোকক আহ্বান কৰিব লাগে? তোমালোকৰ ··· ·· ··· ১ ঋকৰ দৰে ॥ ১১ ॥ হে অশ্বিনী দুজন, তোমালোক একে জাতিৰ। আমাৰ সৈতে বন্ধু। তোমালোকৰ ··· ··· ১ ঋকৰ দৰে ॥ ১২ ॥ হে অশ্বিনী দুজন, তোমালোকৰ যি ৰথ আছে, সেই ৰথ দ্যাবাপৃথিবী আৰু লোক বিলাকত চলি যায়। তোমালোকৰ ··· ··· ১ ঋকৰ দৰে ॥ ১৩ ॥ হে অশ্বিনী দুজন, সহস্ৰ গৰু আৰু ঘোঁৰাবে আমাৰ ওচৰলৈ আহা। তোমালোকৰ ১ ··· ··· ঋকৰ দৰে ॥ ১৪ ॥ হে অশ্বিনী দুজন, সহস্ৰ গৰু আৰু ঘোঁৰা পোৱাত আমাক নিবাৰণ নকৰিবা। তোমালোকৰ ··· ··· ১ ঋকৰ দৰে ॥ ১৫ ॥ হে অশ্বিনী দুজন, উষা শুভ্ৰ হৈ উঠিছে, ঋতাবৰী উষাই জ্যোতি বিস্তাৰ কৰিছে। তোমালোকৰ ··· ··· ১ ঋকৰ দৰে ॥ ১৬ ॥ হে অশ্বিনী দুজন, ভালকৈ দীপ্যমান হৈ সূৰ্য্যাই কুঠাৰেৰে কাঠ কটা দৰে এন্ধাৰ খেদাই দিছে। সেই বাবে অশ্বিনী দুজনক আহ্বান কৰিছো)। তোমালোকৰ ·· ১ ঋকৰ দৰে ॥১৭॥ হে ধৰ্ষক সপ্তবধ্রি ঋষি, তুমি কলা বাকচত আবদ্ধ হৈ থাকি (অশ্বিনী দুজনৰ অনুগ্ৰহত) ওলাই আহি (বাকচটো) নগৰ পোৱা দৰে পুৰিলা। (হে অশ্বিনী দুজন) তোমালোকৰ ৰক্ষণ ওচৰ হওক ॥ ১৮ ॥

## ৭৪ সূক্ত—ঋ ১৫।

**ঋষি—অত্ৰিৰ পুত্ৰ গোপবন। ছন্দ—১।৪।৭।১০। ১৩-১৫ অনুষ্টুভ্, ২।৩।৫।৬।৮।৯।১১।১২ গায়ত্ৰী। দেৱতা—অগ্নি, ১৩-১৫ শ্ৰুতৰ্ব্বনৰ দান স্তুতি।**

(হে ঋত্বিক সকল), অন্ন বিচৰা তোমালোকৰ সকলো প্ৰজাৰ অতিথি বহুতৰ প্ৰিয় অগ্নিক স্তুতিৰে পৰিচৰণ কৰা। মই তোমালোকৰ সুখ লাভৰ কাৰণে অতি গভীৰ বাক্যেৰে মননীয় স্তোত্ৰেৰে (অগ্নিক) স্তুতি কৰিম ॥১॥ যি অগ্নিক, হবিষ্মন্ত মানুহে মিত্ৰৰ দৰে ঘিউৰে আহুতি দিয়ে, আৰু ভাল স্তুতিৰে প্ৰশংসা কৰে—॥ ২ ॥ যজমানক প্ৰশংসা কৰা, যি জাতবেদ, আৰু যি যজ্ঞত দিয়া হবি বিলাক দ্যুলোকলৈ লৈ যায়,— ॥ ৩ ॥ যি অগ্নিৰ্ শিখা ঋক্ষ পুত্ৰ শ্ৰুতৰ্ব্বাৰ, আগত বৰ্দ্ধন হৈ আছে, সেই পাপ অতিকৈ নষ্ট কৰা শ্ৰেষ্ঠ, মানুহৰ হিতকৰ অগ্নিৰ ওচৰলৈ আহিছো ॥ ৪ ॥ ৰাতিৰ এন্ধাৰৰ মাজেদি দেখা, অমৰণ, জাতবেদ, ঘিঁউৰ হোম কৰা তেওঁ স্তুতিৰ উপযুক্ত ॥ ৫ ॥ ৰাধা-বন্ধন যুক্ত অধ্বৰ্য্যু সকলে হব্যৰে সৈতে হাতত স্ৰুচ সংযত কৰি লৈ তেওঁক হোম কৰি স্তুতি কৰে ॥ ৬ ॥ হে আমোদ কৰা, সুজন্মৰ, সুকৰ্ম্মা, অমূঢ়, দৰ্শনীয়, অতিথি অগ্নি, এয়া নতুন স্তুতি তোমাৰ কাৰণে আমি ধাৰণ কৰিছো ॥ ৭॥ হে অগ্নি, সেই আমি কৰা স্তুতি তোমাৰ সুখকৰ, বহুত অন্নবতী আৰু তোমাৰ প্ৰিয় হওক। তুমি তাৰে বৰ্দ্ধন হোৱা ॥ ৮ ॥ (হে অগ্নি) সেই আমি কৰা স্তুতি দ্যোতমান অন্নেৰে অন্নবতী আগেয়ে থকা অন্নতকৈও মহৎ অন্ন সংগ্ৰামত ধাৰণ কৰক ॥ ৯ ॥ ধনেৰে ৰথ পূৰণ কৰি গৈ থকা ঘোঁৰাৰে সৎ লোকৰ পতি ইন্দ্ৰৰ দৰে, দীপ্ত অগ্নিক মানুহে পৰিচৰণ কৰে; যি অগ্নিয়ে বলেৰে শত্ৰুৰ অন্ন আৰু প্ৰশংসনীয় ধন তুলি আনে ॥ ১০ ॥ হে অগ্নি, তোমাক গোপবন ঋষিয়ে স্তুতি কৰাত অতি অন্নদাতা হৈছা। সেই তুমি অঙ্গিৰসৰ মাজৰ এজন, পাৱক,— আমাৰ আহ্বান শুনা ॥ ১১ ॥ হে অগ্নি, তোমাক মানুহে অন্ন লাভৰ কাৰণে যজ্ঞত ৰাধা বন্ধন যুক্ত হৈ স্তুতি কৰিছে। তুমি সংগ্ৰামত আমাক মনত ৰাখিবা ॥ ১২ ॥ শত্ৰুৰ গৰ্ব্ব খৰ্ব্ব কৰা শ্ৰুতৰ্বন ৰজাই মোক মাতিলত দীঘল চুলি উঠি থকা মূৰৰ চাৰিটা ঘোঁৰাৰ মূৰ মোহাৰি দিলো (ঘোঁৰা পাই মৰম কৰি মূৰ মোহাৰি দিলো) ॥ ১৩ ॥ অতি অন্নবান শ্ৰুতৰ্বন ৰজাই দিয়া চাৰিটা ভাল গতিশীল ৰথত লগোৱা ঘোঁৰাই মোলৈ তুগ্ৰ্যক বহন কৰা দৰে শত্ৰুৰ অন্ন বহন কৰি আনিলে ॥ ১৪ ॥ হে পৰুষ্ণি মহানদী, তোমাক সত্যই কৈছো, হে জল, এই (শ্ৰুতৰ্বন) ৰজাতকৈ বলবান ঘোঁৰা দাতা আৰু কোনো নাই ॥ ১৫ ॥

## ৭৫ সূক্ত—ঋ ১৬।

**ঋষি—অঙ্গিৰসৰ পুত্ৰ বিৰূপ। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি।**

দেৱতা সকলক অতি আহ্বান কৰা হে অগ্নি, ৰথীৰ দৰে ৰথত ঘোঁৰা লগোৱা। তুমি হোতা (গতিকে) মুখ্য—ইয়াত বহা ॥ ১ ॥ হে অগ্নি, আমাৰ কথা দেৱতাক আটাইকৈ জনা বুলি কোৱা। সকলো ৰৱণীয় হব্য (দেৱতাক দি লৈ) সাৰ্থক কৰা ॥ ২ ॥ হে ডেকা, বলৰ পুত্ৰ, সকলোৰে আহুত অগ্নি, তুমি

ঋতবান ( নিয়ম বান ) আৰু যজ্ঞাৰ্হ ॥ ৩ ॥ এই অগ্নি শত সহস্ৰ অন্নৰ পতি, শ্ৰেষ্ঠ কৱি, ধনৰো পতি ॥ ৪ ॥ হে অঙ্গিৰা অগ্নি, ঋভু সকলে ৰথৰ নেমি নমোৱা দৰে সমান আহ্বানৰ দেৱতাৰে সৈতে অতি ওচৰত ৰথীৰ দৰে যজ্ঞত নামা ॥ ৫ ॥ হে বিৰূপ ঋষি, তুমি সদায় বাক্যৰে তৃপ্ত, বৰ্দ্ধক মন্ত্ৰৰ দৰে ভাল স্তুতিৰে স্তুতি কৰা ॥৬॥ এই দূৰ দৃষ্টিৰ অগ্নিৰ শিখা-ৰূপ সেনাৰে গৰুৰ কাৰণে কোন পনীক বধ কৰিম ? ॥ ৭ ॥ সকলো দেৱতাৰ পৰিচাৰক আমাক অগ্নিয়ে, যেনেকৈ গাখীৰ দিয়া গৰু এৰি নিদিয়ে ( আৰু ) সক পোৱালীক গৰুয়ে এৰি নিদিয়ে, তেনেকৈ ( অগ্নিয়ে ) এৰি নিদিয়ক ॥ ৮ ॥ কেউফালে শত্ৰুতা কৰা পাপ বুদ্ধিৰ মানুহে সাগৰৰ ঢৌৱে নাও ডুবুৱা দৰে আমাক ডুবাই মাৰি নেপেলাওক ॥ ৯ ॥ হে দেৱতা অগ্নি, মানুহে বলৰ কাৰণে তোমাক নমস্কাৰ শব্দ উচ্চাৰণ কৰিছে । বলেৰে শত্ৰু নাশ কৰা ॥ ১০ ॥ হে অগ্নি, তুমি আমাক ভাল গৰু পাবলৈ বহুত ধন পোৱাই দিয়া। বহুত কৰোতা তুমি আমাক বহুত ( ভাল ) কৰা ॥ ১১ ॥ হে অগ্নি, এই যুদ্ধত আমাক ভাৰীয়ে ( আধা বাটতে ) ভাৰ এৰা দৰে এৰি নিদিবা। ধন জয় কৰি কাঢ়ি আনা ॥ ১২ ॥ হে অগ্নি, এই বেমাৰ বিলাক অন্য ( স্তুতি নকৰা ) মানুহৰ ভয়ৰ কাৰণ হওক । তুমি আমাৰ বলৰ বেগ বৰ্দ্ধন কৰা ॥ ১৩ ॥ যি যজমানে নমস্কাৰ কৰি যজ্ঞৰ বেয়া নকৰাকৈ অগ্নিৰ কৰ্ম্ম সেৱন কৰে তেওঁক সংগ্ৰামত অগ্নিয়ে বৰ্দ্ধন কৰে ॥ ১৪ ॥ হে অগ্নি, শত্ৰুৰ সেনা এৰি আমাৰ ফালে আঁতৰি আহা। যাৰ মাজত মই আছো, তেওঁ-বিলাকক ৰক্ষা কৰা ॥ ১৫ ॥ হে পিতা অগ্নি, আগৰ দৰেই তোমাৰ ৰক্ষন আছে বুলি জানো। সেই বাবে তোমাৰ পৰা সুখ বিচাৰিছো ॥ ১৬ ॥

## ৭৬ সূক্ত—ঋ ২২ ।

### ঋষি—কণ্বৰ পুত্ৰ কুৰুসুতি । ছন্দ গায়ত্ৰী । দেৱতা— ইন্দ্ৰ ।

এই প্ৰজ্ঞাবন্ত, নিজ বলেৰে ঈশ্বৰ, মৰুত সকলেৰে যুক্ত ইন্দ্ৰক শত্ৰুক চেদন কৰিবলৈ আহ্বান কৰিছো ॥ ১ ॥ এই মৰুত সকলৰ সখা ইন্দ্ৰই এশ পাব থকা বজ্ৰৰে বৃত্ৰ অসুৰৰ মূৰ চিঙি দিলে ॥ ২ ॥ এই ইন্দ্ৰ বৰ্দ্ধমান হৈ সখা মৰুত সকলেৰে লগ হৈ মেঘ ফালি অন্তৰীক্ষৰ পৰা পানী বোৱাই দিলে ॥ ৩ ॥ এৰেই সেই ইন্দ্ৰ যি মৰুত সকলেৰে সৈতে লগ হৈ এই গোটেই স্বৰ্গ সোম পান কৰিবলৈ জয় কৰিলে ॥ ৪ ॥ মৰুতগণ যুক্ত, ঋজীষিণ, ওজস্বী মহান ইন্দ্ৰক স্তুতিৰে 'আহ্বান কৰিছো ॥ ৫ ॥ মৰুত্বান ইন্দ্ৰক সোমপান কৰিবলৈ মন-নীয় স্তোত্ৰেৰে আহ্বান কৰিছো ॥৬॥ হে মৰুত্বান, ফল-দাতা, বহুকৰ্ম্মা, বহুতে স্তুতি কৰা ইন্দ্ৰ, এই যজ্ঞত সোম পান কৰা ॥৭॥ হে মৰুত্বান, বজ্ৰবান ইন্দ্ৰ, তোমাৰ কাৰণে সোম চেপা হল । উক্থ গোৱা সকলে ভক্তিৰে তোমাক আহ্বান কৰিছে ॥ ৮ ॥ হে মৰুত সকলৰ সখা ইন্দ্ৰ, তুমি আমাৰ স্বৰ্গ প্ৰাপ্তিৰ কাৰণে যজ্ঞত অভিযুত কৰা সোম পান কৰা। বলেৰে বজ্ৰ ভীক্ষ্ণ ( ধাৰ ) কৰা ॥৯॥ হে ইন্দ্ৰ, তুমি অভিষৱন কৰা ফলকত (কালত) অভিযুত কৰা সোম পান কৰি বল কৰি উঠি ওথ কপোৱা ॥১০॥ হে ইন্দ্ৰ, যেতিয়া তুমি দস্যুক মৰা হৈছিলা, শত্ৰুক শেষ কৰোতে তুমি দুয়ো দ্যাবাপৃথিবীত ( শেষ কৰি) কল্পনা কৰিছিলা ॥ ১১ ॥ আঠ দিশৰ ( সূৰ্য্যৰে সৈতে) ন দিশৰ, ঋতস্পৰ্শী ( নিয়মস্পৰ্শী ) সূৰ্য্য, ইন্দ্ৰতকৈ সৰু । মই সেই ইন্দ্ৰৰ স্তুতি সম্পাদন কৰিছো ॥ ১২ ॥

## ৭৭ সূক্ত— ঋ ১১ ।

### ঋষি— কণ্বৰ পুত্ৰ কুৰুসুত । ছন্দ—গায়ত্ৰী । ১০ বৃহতী , ১১-সতো বৃহতী । দেৱতা—ইন্দ্ৰ ।

উপজিয়েই বহুত (কৰ্ম্মা হৈ) এই ইন্দ্ৰই মাকক শুধিলে, —,কোন উগ্ৰ ? কোন প্ৰখ্যাত ? ॥ ১ ॥ মাক শবসীয়ে ( অদিতিয়ে ) কলে, ঔৰ্ণবাভ, অহীশুব ( আদি ) অসুৰ আছে। হে পুত্ৰ এই বিলাকৰ পৰা ( তুমি ) নিস্তাৰ কৰিব লাগে ॥ ২ ॥ বৃত্ৰহা ইন্দ্ৰই ৰথচক্ৰত শলা খুন্দি-ওৱা দৰে সকলোকে খুন্দিয়াই মাৰিলে । ( এইদৰে ) দস্যু বধ কৰা ইন্দ্ৰ প্ৰবৃদ্ধ হল ॥ ৩ ॥ এই ইন্দ্ৰই একে লগে একে শোহাই ত্ৰিশ পুখুৰী ( পাত্ৰ ) সোমৰস পান কৰিলে ॥ ৪ ॥ এই ইন্দ্ৰই ভৰি দিয়া ঠাই নথকা বহো লোকত ব্ৰাহ্মণৰ বৰ্দ্ধনৰ কাৰণে মেঘক ( গন্ধৰ্বক ) বিন্ধি মাৰিলে ॥ ৫ ॥ এই ইন্দ্ৰই মেঘৰ পৰা শৰেৰে বিন্ধি পৰি-পক্ব অন্ন সকলোতে বিস্তৃত কৰিলে ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাৰ একেডাল কাঁড়ৰ এশ আগ আৰু এহেজাৰ পাখী —( মাত্ৰ ) যাক তুমি সহায় কৰি লৈছা ॥ ৭ ॥ ওপ-জোঁতেই বৰ স্থিৰ সদ্য জন্ম হোৱা হে ইন্দ্ৰ, সেই কাড় দালেৰে ভোতাক, মানুহক আৰু মাইকী মানুহক খাবলৈ অপৰ্য্যাপ্ত অন্ন দিয়া ॥ ৮ ॥ হে ইন্দ্ৰ, তুমি এই বিলাক অতি ডাঙৰ আৰু চাৰিউফালে পৈণত পৰ্ব্বত নিৰ্ম্মাণ কৰি দিছা । বুদ্ধিৰে স্থিৰ কৰি বাখি দিছা ॥ ৯ ॥ হে ইন্দ্ৰ, সেই সকলো বিলাক উৰুক্ৰম ( দীঘৰ খোজৰ ) বিষ্ণুৰে তুমি পখিওৱাত আনিলে । এশ মহ আৰু

গাখীৰত পগোৱা পায়স আনিলে। ইন্দ্রই ৰবাহক মাৰিলে ॥ ১০ ॥ হে ইন্দ্র, তোমাৰ মহা ধনু অস্ত্র বিক্ষেপ কৰা। কৃতকাৰ্য্য হোৱা ভালকৈ সজা, ভাল কাঁড় বিলাক সোণৰ। তোমাৰ বাহু ৰমণীয়,— সংগ্রাম কৰিবলৈ উপযুক্ত, ভালকৈ ৰখা, মাৰাত্মক কৰি ওফৰাই পেলোৱা বিধৰ ॥ ১১ ॥

## ৭৮ সূক্ত— ঋ ১০ ।

### ঋষি— কণ্বৰ পুত্র কুৰুসুতি । ছন্দ— গায়ত্রী, ১০-বৃহতী । দেবতা— ইন্দ্র ।

হে বীৰ ইন্দ্র, পুৰোডাশ অন্ন গ্রহন কৰি শত সহস্র গৰু আমাক দিয়া ॥ ১ ॥ হে ইন্দ্র, আমাক আজ্য, গৰু, ঘোঁৰা, তেল, মনোহৰ সোণৰ অলঙ্কাৰেৰে সৈতে দিয়া ॥ ২ ॥ আৰু আমাক কাণৰ অলঙ্কাৰ বহুত দিয়া। হে ধৰ্ষক, বাস কৰিবলৈ দিয়া ইন্দ্র, তোমাৰেই কথা শুনা যায় ( যে তুমি উদাৰ ) ॥ ৩ ॥ হে ইন্দ্র, তোমাৰ বাহিৰে কোনো বৰ্দ্ধন কৰোতা নাই । তোমাৰ দৰে ভাল ভাগ কৰোতা আৰু সুদাতা নাই। হে শূৰ ইন্দ্র তোমাৰ বাহিৰে অন্য নেতা ঋত্বিক নাই ॥ ৪ ॥ ইন্দ্রক কোনেও নমনীয় কৰিব নোৱাৰে । শত্রুক কোনেও পৰিভৱ কৰিব নোৱাৰে। তেওঁ সকলো দেখে আৰু শুনে ॥ ৫ ॥ তেওঁ মানুহৰ খঙ দেখে। তেওঁক ফাঁকি দিব নোৱাৰে। নিন্দা কৰাৰ আগতে তেওঁ দেখে ॥ ৬ ॥ খৰ কৰা, বৃত্র বধ কৰা, বিধাতা সোম পান কৰা ইন্দ্রৰ পৰিচৰ্য্যা কাৰীৰ কামেৰেই পেট ভৰি থাকে ॥ ৭ ॥ হে ইন্দ্র, তোমাৰেই সকলো ধন গোট খাই আছে। হে সোম পান কৰা ইন্দ্র, তোমাতেই সকলো সৌভাগ্য লগ হৈ আছে । সেই বিলাক ভালকৈ দিবলৈ তুমি অকুটিল ॥ ৮ ॥ তোমাৰ ওচৰলৈয়ে মোৰ যব বিচৰা, গৰু বিচৰা, সোণ বিচৰা, ঘোঁৰা বিচৰা কামনা বিলাক যায় ॥ ৯ ॥ হে ইন্দ্র তোমাৰ ভৰষাতেই কাচি হাতত লৈছো । দিন শেষ হোৱাৰ আগতে যি যব গোট খাই যবৰ মুঠিৰে পূৰণ কৰা ( পূৰ হবলৈ আশীৰ্ব্বাদ কৰা ) ॥ ১০ ॥

## ৭৯ সূক্ত— ঋ ৯ ।

### ঋষি— ভৃগুৰ পুত্র কৃৎনু । ছন্দ—গায়ত্রী, ৯ অনুষ্টুভ্ । দেবতা— সোম ।

এয়া সোম সকলোৰে কৰ্ত্তা, কোনেও বাধিব নোৱাৰা, সকলোকে জয় কৰা, উদ্ভিদ, ঋষি, মেধাবী সোম স্তোত্রেৰে স্তুত্য ॥ ১ ॥ নাঙঠা হৈ থকাক এওঁ ঢাকি দিয়ে। ৰোগীক আৰোগ্য কৰে । কনা হৈও দেখে আৰু খোৰা হৈও খোজ কাঢ়ে ॥ ২ ॥ হে সোম, তুমি শৰীৰৰ ক্ষয় কৰা, অন্যই কৰা অপ্রিয় কামৰ পৰা বহুত বহল ৰক্ষণ কৰা ॥ ৩ ॥ হে ঋজীষিণ; তুমি মনেৰে আৰু বলেৰে আমাক মাৰিব খোজা শত্রুক পৃথিবীৰ পৰা আঁতৰাই দিয়া ॥ ৪ ॥ ধন বিচৰা বিলাকে ধনৰ কাৰণে গৈ দাতাৰ পৰা দান পাওক, ভিক্ষা কৰাই ভিক্ষা পাওক ॥ ৫ ॥ যেতিয়া পূৰণি নষ্ট হোৱা ধন পাই সেই ( নষ্ট ধন লাভ কৰাই ) ঋতৰ ( যজ্ঞৰ ) কাম কৰিবলৈ ( সোমে ) প্রেৰণা দিয়ে। তেতিয়া ( যজ্ঞ আৰম্ভ কৰাক ) আয়ুস দীঘল কৰে ॥৬॥ হে সোম, পান কৰিলে তুমি আমাৰ হৃদয়ত থাকি সুখদাতা, সুমুখ হৈ কাম সমাপ্ত নকৰালৈকে নিশ্চল হৈ থাকা ॥ ৭ ॥ হে সোম, পান কৰিলে আমাক গা কঁপিবলৈ নিদিবা। হে ৰজা সোম, আমাক ভয়াতুৰ নকৰিবা। তোমাৰ দীপ্তিৰে আমাৰ হৃদয় বধ নকৰিবা ॥ ৮ ॥ নিজৰ ঘৰত দেবতাৰ দুৰ্মতি বিলাক নোসোমাওক। যেতিয়া মই দেখো তেতিয়া হে ৰজা, আমাৰ শত্রুক নষ্ট কৰিবা । হে সেক্তা, শত্রু নাশ কৰা ॥ ৯ ॥

## ৮০ সূক্ত— ঋ ১০ ।

### ঋষি — নোধাৰ পুত্র একদ্যূ । ছন্দ — গায়ত্রী, ১০-ত্রিষ্টুভ্ । দেবতা— ইন্দ্র ।

হে শতক্রতু, তোমাৰ বাহিৰে সুখদাতাক মই বহুত বুলি মান কৰা নাই । হে ইন্দ্র আমাক সুখ দিয়া ॥ ১ ॥ যি অহিংসক ইন্দ্রই আমাক অন্ন পাবলৈ আগতে ৰক্ষা কৰিছিলা হে ইন্দ্র, আমাক ( এতিয়া ) সুখ দিয়া ॥ ২ ॥ কি এতিয়া ? আৰাধকক প্রেৰণ কৰা ; সোম চেপা বিলাকৰ ৰক্ষক আমাক বহুত ভাল কৰা ॥ ৩ ॥ হে বজ্রবান ইন্দ্র, আমাৰ ৰথ পাচত থাকিলেও আগবঢ়াই দিয়া ॥ ৪ ॥ হে ইন্দ্র, তুমি কেলেই মনে মনে আছা ? আমাৰ আগলৈ আহা । অন্ন ইচ্ছা কৰা আমাৰ অন্ন ওচৰ কৰি দিয়া ॥ ৫ ॥ হে ইন্দ্র, অন্ন ইচ্ছা কৰা আমাৰ ৰথ ৰক্ষা কৰা। এইটো নো কি ? তোমাৰ সহজে কৰিব পৰা কাম । যুদ্ধত ভালকৈ জিকাই দিয়া ॥ ৬ ॥ হে ইন্দ্র, তুমি দৃঢ়, এটা দুৰ্গ। নিষ্কৃতি কৰা তোমাৰ কল্যাণীয় স্তুতি কালত চলি আছে ॥ ৭ ॥ হে ইন্দ্র, আমি যেন সকলোতে নিন্দা নেপাও । বিস্তীৰ্ণ দিশ বিলাকত নিহিত থকা ধন আমাৰ হওক । শত্রু বিনাশ হওক ॥ ৮ ॥ হে ইন্দ্র, তুমি যি যজ্ঞৰ সম্বন্ধীয় চতুৰ্থ নাম ধৰিছা, আমি সেইটো

কামনা কৰোঁ। হে পালক, তুমি আমাক বহন কৰিছা ॥৯॥ হে দেৱতা সকল, অমৰ তোমালোকক একদ্যু ঋষিয়ে স্তুতিৰে তৰ্পন কৰিছে, দেৱপত্নী সকলকো তৰ্পন কৰিছে। তেওঁলৈ বহুত ধন দিয়া। কৰ্ম্মধন ইন্দ্ৰ, পুৱাতেই (আকৌ) আহিব ॥১০॥

## ৮১ সূক্ত— ঋ ৯।

### ঋষি— কণ্বৰ পুত্ৰ কুসীদী। ছন্দ— গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

হে মহাহস্তযুক্ত ইন্দ্ৰ, তুমি স্তোত্ৰ পাই থকা আমাৰ কালে বিচিত্ৰ ধন সোঁহাতেৰে ধৰা ॥১॥ হে ইন্দ্ৰ, তোমাক বহু কৰ্ম্মা, বহুত দাতা, বহুত ধনৰ, বহুত প্ৰমাণৰ ৰক্ষণ যুক্ত বুলি আমি জানো ॥২॥ হে বীৰ ইন্দ্ৰ, দান দিবলৈ বিচৰা তোমাক দেৱতাই আৰু মানুহে ভয়ঙ্কৰ বৃষভৰ দৰে তোমাক বাধা দিব নোৱাৰে ॥৩॥ (হে আমাৰ ৰাইজ সকল) সোনকালে আহা। বাস কৰিবলৈ দিওঁতা, স্বামী, নিজেই ৰজা ইন্দ্ৰক স্তুতি কৰিম। ধন দিওঁতে তেওঁ বাধা নিদিয়ে ॥৪॥ ইন্দ্ৰই তোমালোকৰ স্তুতিৰ প্ৰশংসা কৰক আৰু তেনেকৈ গান কৰক। পাই থকা সাম গান শুনক। ধন যুক্ত হৈ আমাক ধন দিয়ক ॥৫॥ হে ইন্দ্ৰ, সোঁহাত, বাওঁহাত —দুয়োহাতে আমালৈ ধন আনা আৰু দিয়া। আমাৰ ভাগ হেৰায় নেযাওক ॥৬॥ হে ইন্দ্ৰ, (ধন দিবলৈ) উপক্ৰম কৰা। হে শত্ৰুৰ ধৰ্ষক ইন্দ্ৰ, ধৰ্ষক মনেৰে অতি অদাতা বিলাকৰ পৰা ধন আনা ॥৭॥ হে ইন্দ্ৰ, যি অন্ন, বিপ্ৰ সকলে ভোগ কৰিব লগীয়া তোমাৰ আছে, সেই আমি বিচৰা অন্ন ভালকৈ আমাক দিয়া ॥৮॥ হে ইন্দ্ৰ, তোমাৰ অন্ন আমালৈ সোনকালে অহা হওক। বহুত সোণ থকা আমাৰ মানুহে বহুত কামনা কৰি তোমাক স্তুতি কৰিছে ॥৯॥

## ৮২ সূক্ত—ঋ ৯।

### ঋষি আদি ৮১ সূক্তৰ দৰে।

হে বৃত্ৰ- বধকৰা ইন্দ্ৰ, যজ্ঞত দিয়া আমোদকৰ সোমৰ কালে, দূৰৈৰ পৰা বা ওচৰত থাকিলেও দৌৰি আহা ॥১॥ এই তীব্ৰ, আমোদকৰ সোম তোমাৰ কাৰণে চেপা হৈছে—আহা।—পান কৰা। (তুমি যেনেকৈ পান কৰা) তেনেকৈ জোৰেৰে পান কৰা ॥২॥ হে ইন্দ্ৰ, সোম অন্নেৰে আমোদ কৰা। তোমাৰ শত্ৰু নিবাৰক খণ্ডৰ কাৰণে ই যথেষ্ট হওক। হে ইন্দ্ৰ, তোমাৰ হৃদয়ত সেই সোম সুখকৰ হওক ॥৩॥ হে শত্ৰু নোহোৱা ইন্দ্ৰ, সোনকালে আহা। দ্যুলোকৰ পৰা অগ্নিৰে দীপ্যমান যজ্ঞলৈ আহা। (সেই যজ্ঞত) উক্থৰে তোমাক আহ্বান কৰিছে ॥৪॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে শিলেৰে সোম চেপা হৈছে। গৰুৰ গাখীৰ মিহলি কৰা এই সোম তোমাৰ আনন্দৰ কাৰণে অগ্নিত (স্বাহা কৰি) দিয়া হৈছে ॥৫॥ হে ইন্দ্ৰ, আহ্বান ভালকৈ শুনা। গাখীৰ ভালকৈ মিহলোৱা আমি চেপা সোম পান হওক,— তৃপ্ত হওক ॥৬॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে চেপা যি সোম চমস্ আৰু চমূ পাত্ৰত আছে, সেই সকলো পান কৰা। হে ইন্দ্ৰ, তুমি ঈশ্বৰ ॥৭॥ হে ইন্দ্ৰ, যি চমূ পাত্ৰত থোৱা সোম পানীৰ মাজত চন্দ্ৰৰ দৰে দেখা হৈছে, সেয়া সোম পান কৰা। ইয়াৰ তুমি ঈশ্বৰ ॥৮॥ হে ইন্দ্ৰ, সেন চৰাইয়ে অন্তৰীক্ষত থকা গন্ধৰ্ব্বক তিৰস্কাৰ কৰি শত্ৰুৰে চুব নোৱাৰাকৈ ভৰিৰে যি সোম আহৰণ কৰিলে সেই সোম পান কৰা। তুমি ইয়াৰ ৰজা ॥৯॥

## ৮৩ সূক্ত—ঋ ৯।

### ঋষি— কণ্বৰ পুত্ৰ কুসীদি। ছন্দ— গায়ত্ৰী। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।

হে দেৱতা সকল, কামবৰ্ষী তোমালোকৰ মহৎ ৰক্ষণ আমাৰ পালনৰ কাৰণে বিচাৰিছো ॥১॥ সেই বৰুণ, মিত্ৰ, আৰু অৰ্যমা দেৱতা সকল সদায় আমাৰ সহায় হৈ থাকক। বিশেষ জ্ঞানী তেওঁবিলাক আমাৰ বৰ্দ্ধয়িতা হওক ॥২॥ ঋতৰ (সত্যৰ) নেতা দেৱতা সকলে আমাক নাৱেৰে নদী পাৰ কৰা দৰে বহুত বহল শত্ৰু সেনা পাৰ কৰি দিয়া ॥৩॥ হে অৰ্য্যমা, ভজনীয় ধন আমাৰ হওক। হে বৰুণ, স্তুত্য ধন আমাৰ হওক।—যি কাৰণে আমি ভজনীয় ধন প্ৰাৰ্থনা কৰিছো ॥৪॥ বিশেষ জ্ঞানী, শত্ৰুক জয় কৰা, ভজনীয় ধনৰ ঈশ্বৰ, হে আদিত্য সকল, এই ধন বিচৰাক পাপৰ ধন নিদিবা ॥৫॥ হে সুদাতা দেৱতা সকল, ঘৰত থাকোতে বা বাটত যাওঁতে আমিয়েই তোমালোকক বৰ্দ্ধনৰ কাৰণে আহ্বান কৰো ॥৬॥ হে ইন্দ্ৰ, বিষ্ণু, মৰুত সকল, আৰু অশ্বিনী দুজন, একে জাতিৰ হলেও তোমালোক আমাৰ স্তুতি লৈছে আহা ॥৭॥ হে সুদাতা আদিত্য সকল, মাতৃৰ গৰ্ভত জন্ম লোৱা তোমালোকৰ দুই প্ৰকাৰে যি ভাতৃত্ব আছে সেই বিলাককেই স্তুতি কৰিছো ॥৮॥ হে সু-দাতা, ইন্দ্ৰ, যাৰ জ্যেষ্ঠ, দেৱতা সকল, প্ৰকাশ্য দীপ্তিৰ তোমালোকে আমাৰ যজ্ঞত থাকা। তোমালোকক

আমি স্তুতি কৰিছোঁ,—আৰু আকৌ স্তুতি কৰিছোঁ ॥৯॥

### ৮৪ সূক্ত—ঋ ৯ ।

ঋষি—কবিৰ পুত্ৰ উশনা । ছন্দ—গায়ত্ৰী ।
দেৱতা—অগ্নি ।

(হে যজমান সকল), অতি প্ৰিয় অতিথি, মিত্ৰৰ দৰে, প্ৰিয় ৰথৰ দৰে ধন বহন কৰা অগ্নিক তোমালোকৰ কাৰ্য্য সিদ্ধিৰ কাৰণে স্তৱ কৰিছোঁ ॥ ১ । আৰু দেৱতা সকলে অগ্নিক বিশিষ্ট জ্ঞান যুক্ত কবিৰ দৰে মানুহৰ মাজত দুই প্ৰকাৰে স্থাপিত কৰিলে – ॥ ২ ॥ হে অতি ডেকা, তুমি হবি দাতা নেতাক ৰক্ষা কৰা। মোৰ স্তুতি শুনা । মোক আৰু পুত্ৰ-পৌত্ৰক পালন কৰা ॥৩॥ হে অঙ্গিৰসৰ শ্ৰেষ্ঠ, বলৰ পুত্ৰ, হে অগ্নি দেৱতা, সকলোৰে বৰণীয়, শত্ৰুৰ অভিগামী, তোমাক কি বাক্যেৰে স্তুতি কৰিম ? ॥ ৪ ॥ হে বলৰ পুত্ৰ অগ্নি, কেনেকুৱা যজ্ঞৰ মনেৰে তোমাক হবি দিম ? কেতিয়া নো এই স্তুতি কৰিম ? ॥ ৫ ॥ পাচত হে অগ্নি আমাৰ সকলো স্তুতিতেই ভাল ঘৰ দিয়া আৰু অন্নযুক্ত ধনবান কৰা ॥ ৬ ॥ হে দম্পতি (স্বৰূপ) অগ্নি, এতিয়া কাৰ বহুত কৰ্ম্মত প্ৰীতি কৰি আছা, যাৰ স্তুতি গো লাভ কৰিবলৈ হয় ? ॥ ৭ ॥ সুকৰ্ম্মা, সংগ্ৰামত আগত যোৱা, বলবন্ত অগ্নিক যজমানে নিজৰ ঘৰত মথন কৰি পৰিচৰণ কৰিছে ॥ ৮ ॥ হে অগ্নি, যি মানুহে ভাল পালনেৰে সৈতে নিজ ঘৰত থাকে, যাক কোনেও হিংসা কৰিব নোৱাৰে, যি শত্ৰুক মাৰে, তোমাৰ সেই স্তোতাই সুপুত্ৰ যুক্ত হৈ বৰ্দ্ধন হয় ॥ ৯ ॥

### ৮৫ সূক্ত—ঋ ৯ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কৃষ্ণ । ছন্দ—গায়ত্ৰী ।
দেৱতা—অশ্বিনী দুজন ।

হে নাসত্যা অশ্বিনী দুজন, মধুৰ সোম পান কৰিবলৈ মই কৰা স্তুতিলৈ আহা ॥ ১ ॥ হে অশ্বিনী দুজন, এয়া মোৰ স্তোত্ৰ, এয়া মোৰ আহ্বান,—মধুৰ সোমৰস পান কৰিবলৈ শুনা ॥ ২ ॥ হে অন্নযুক্ত ধনৰ গৰাকী অশ্বিনী দুজন, এই কৃষ্ণ ঋষিয়ে তোমালোকক সোম পান কৰিবলৈ স্তুতিৰে আহ্বান কৰিছে ॥ ৩ ॥ হে নেতা অশ্বিনী দুজন, স্তোত্ৰ গোৱা কৃষ্ণ ঋষিৰ, মধুৰ সোম পান কৰিবলৈ আহ্বান শুনা ॥ ৪ ॥ হে নেতা দুজন, সোম পান কৰিবলৈ মেধাৱী স্তোতা (কৃষ্ণ ঋষিক) আনে উৎপাৎ কৰিব নোৱাৰা ঘৰ দিয়া ॥ ৫ ॥ হে অশ্বিনী দুজন, মধুৰ সোম পান কৰি এইদৰে স্তুতি কৰা হবি দাতা যজমানৰ ঘৰলৈ আহা ॥ ৬ ॥ হে বৰ্ষণ শীল ধনবন্ত দুজন, মধুৰ সোম পান কৰিবলৈ, দৃঢ়াঙ্গ তোমালোকৰ ৰথত শব্দ কৰা ঘোঁৰা লগোৱা ॥ ৭ ॥ তিনিতা বন্ধুৰ যুক্ত তিনিচুকীয়া ৰথত, হে অশ্বিনী দুজন, মধুৰ সোম পান কৰিবলৈ আহা ॥ ৮ ॥ হে নাসত্যা অশ্বিনী দুজন, মধুৰ সোম পান কৰিবলৈ, মোৰ স্তুতি বাক্যলৈ খৰকৈ আহি ৰক্ষা কৰা ॥ ৯ ॥

### ৮৬ সূক্ত—ঋ ৫ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কৃষ্ণ বা কৃষ্ণৰ পুত্ৰ বিশ্বক ।
ছন্দ—জগতী । দেৱতা—অশ্বিনী দুজন ।

হে দস্ৰা দুজন, দেৱতাৰ বেজ, সুখৰ ভাব উৎপন্ন কৰা দুয়ো দক্ষ প্ৰজাপতিৰ প্ৰশংসাৰ যোগ্য হৈছিলা । তোমালোকক মই বিশ্বক ঋষিয়ে পুত্ৰৰ কাৰণে আহ্বান কৰিছোঁ । আমাৰ সখীত্ব নষ্ট নকৰিবা । (আমাৰ যজ্ঞলৈ আহিবলৈ ৰথৰ) ঘোঁৰা মুকলি কৰি দিয়া ॥১॥ বিমদা ঋষিয়ে আগৰ দিনত কেনেকৈ তোমালোকক স্তুতি কৰিছিল যে প্ৰসন্ন ধন পাবলৈ তেওঁক বুদ্ধি দিছিলা । তোমালোকক ··· ·· ১ ঋকৰ দৰে ॥ ২ ॥ হে বহুতক ভোজন কৰোৱা অশ্বিনী দুজন, তোমালোকে এই ধন আদি বৃদ্ধি কৰিবলৈ (মোৰ পুত্ৰ) বিষ্ণাপ্নক প্ৰসন্ন ধন লাভ কৰিবলৈ (বুদ্ধি) দিলা । তোমালোকক · ···১ ঋকৰ দৰে ॥ ৩ ॥ হে বীৰ, ধন জয় কৰা ঋজীষিণ, দূৰৈত থকা বিনষ্ট হোৱা দৰে (সেই বিষ্ণাপ্নক) ৰক্ষণৰ কাৰণে আহ্বান কৰিছোঁ, যাৰ স্তুতি বিলাক পিতৃৰ স্তুতিৰ দৰে সোৱাদ । আমাৰ সখীত্ব ইত্যাদি ১ ঋকৰ দৰে ॥ ৪ ॥ সবিতা দেৱতাই ঋতৰে (নিয়মেৰে সন্ধ্যা কালত) ৰশ্মি বিলাক সম্বৰণ কৰে। (সেই সবিতাই) ঋতৰ (নিয়মৰ) বলত বহল সিংজোৰ (বাতিপুৱা) মেলি দিয়ে। যুদ্ধ কৰা মহৎ সেনা বিলাক ঋতৰে (নিয়মেৰে) অভিভৱ কৰে। আমাৰ সখীত্ব ··· ··· ইত্যাদি ১ ঋকৰ দৰে ॥ ৫ ॥

### ৮৭ সূক্ত—ঋ ৬ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কৃষ্ণ (বা বশিষ্ঠৰ পুত্ৰ দ্যুম্নীক বা অঙ্গিৰসৰ পুত্ৰ প্ৰিয়মেধ) । ছন্দ—প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতো বৃহতী) ।
দেৱতা—অশ্বিনী দুজন ।

হে অশ্বিনী দুজন, দ্যুম্নী ঋষিয়ে তোমালোকৰ স্তোতা হৈ নাদৰ পানীৰ দৰে (স্তোত্ৰ) সিঞ্চন কৰিছে। —যজ্ঞলৈ আহা। হে নেতা দুজন, এই স্তোতাই এই

যজ্ঞত চেপা দ্যোতমান সোম, মধুৰ আৰু প্ৰিয়, তোমালোকে গৌৰ মৃগই হ্ৰদত পানী খোৱা দৰে পান কৰা ॥ ১ ॥ হে অশ্বিনী দুজন, মধুমান ঘৰ্ম্ম পাত্ৰত ক্ষৰণ হোৱা সোম পান কৰা । হে নেতা দুজন যজ্ঞৰ কুশত বহা । মানুহৰ যজ্ঞৰ ঘৰত সোম পান কৰি আমোদত সেই তোমালোকে পুৰুভাগ আদিৰে সৈতে হবি অন্ন ভক্ষন কৰা ॥ ২ ॥ হে অশ্বিনী দুজন, প্ৰিয়মেধ ঋষিয়ে নিজৰ সকলো অভিলাষ সিদ্ধিৰ কাৰণে তোমালোকক আহ্বান কৰিছে । বাতিপুৱাতে যজ্ঞত কুশ মেলি দিয়া, সকলো দেৱতাই সেৱন কৰা যজ্ঞৰ ঘৰলৈ আহা ॥ ৩ ॥ হে অশ্বিনী দুজন, মধুমান সোম পান কৰা । কুশত ভালকৈ বহা । স্বৰ্গৰ পৰা আহি আমি কৰা সুস্তুতি সেৱন কৰি গৌৰমৃগই সৰোবৰত পানী খোৱা দৰে সোম পান কৰা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকে দীপ্তৰূপৰ শীঘ্ৰগামী ঘোঁৰাৰে এতিয়াই আহা । হে দস্ৰা, কল্যাণকাৰী, ঋতৰ ( সত্যৰ ) বৰ্দ্ধক দুজন সোণৰ ৰথেৰে সোনকালে আহি সোম পান কৰা ॥ ৫ ॥ হে অশ্বিনী দুজন, আমি মেধাবী স্তোতাই অন্ন কামনা কৰি তোমালোকক আহ্বান কৰিছো । ভালকৈ অহা, বহুত কৰ্ম্ম কৰা, তোমালোক দুয়ো, হে দস্ৰা, আমাৰ স্তুতিৰে আহুত হৈ সোনকালে আহা ॥ ৬ ॥

## ৮৮ সূক্ত— ঋ ৬ ।

ঋষি— গোতমৰ পুত্ৰ নোধা । ছন্দ — প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম সতো বৃহতী) । দেৱতা- ইন্দ্ৰ ।

( হে যজমান সকল ) দৰ্শনীয়, শত্ৰুক অভিভৱ কৰা, বাস কৰাওঁতা, সোম অন্নৰে আমোদ কৰি থকা গোৱালীক গৰুৱে হেম্বেলিয়াই মতা দৰে স্তুতিৰে আহ্বান কৰি স্তুতি কৰিম ॥ ১ ॥ দ্যুলোকত বাস কৰা, সুদাতা, বলেৰে আবৃত, পৰ্ব্বতৰ দৰে থকা, বহুতক খাবলৈ দিয়া, শব্দ কৰি থকা ইন্দ্ৰক শত-সহস্ৰ ধন, গৰুযুক্ত অন্ন সোনকালে বিচাৰিম ॥ ২ ॥ হে ইন্দ্ৰ, মহাবলী দৃঢ় হলেও পৰ্ব্বত বিলাকে তোমাক বাধা দিব নোৱাৰে । তোমাৰ বিষয় মোৰ দৰে স্তৱ কৰাক ধন দিবলৈ মন কৰা তোমাক কোনেও বাধা দি ৰাখিব নোৱাৰে ॥ ৩ ॥ হে ইন্দ্ৰ, কামত তুমি যোদ্ধা আৰু নিজ কামেৰে, বলেৰে, সকলো জন্ম হোৱাক ( প্ৰাণীক ) অভিভৱ কৰিব পাৰা । সেই তোমাক গোতমৰ পুত্ৰ সকলে নিজৰ ৰক্ষণৰ কাৰণে এই স্তোত্ৰেৰে যজ্ঞত আবিৰ্ভূত কৰিছে ॥ ৪ ॥ হে ইন্দ্ৰ, দ্যুলোক পৰ্য্যন্ত তোমাৰ বলেৰে উপচি গৈছে । পৃথিৱী আৰু ৰজোলোকত তোমাৰ বল নধৰে । তুমি আমাৰ স্বধা ( অন্ন ) বহন কৰিবলৈ বিচাৰিছা ॥ ৫ ॥ হে মঘৱান ইন্দ্ৰ, তোমাৰ যি ধন হবি দাতাক দিয়া তাত বাধা দিওঁতা কোনো নাই । ধনৰ প্ৰেৰক, অতি দাতা তুমি আমাৰ স্তোত্ৰ অন্ন লাভৰ কাৰণে কৰা হৈছে বুলি জানিবা ॥ ৬ ॥

## ৮৯ সূক্ত— ঋ ৭ ।

ঋষি— অঙ্গিৰসৰ পুত্ৰ নৃমেধ আৰু পুৰুমেধ । ছন্দ— ১-৪ প্ৰগাথ ( বৃহতী-সতোবৃহতী ক্ৰমে ) ; ৫।৬ অনুষ্টুভ ; ৭ বৃহতী । দেৱতা— ইন্দ্ৰ ।

হে স্তোতা সকল, অতি পাপ বিনাশক ইন্দ্ৰলৈ বৃহৎ সাম গান গোৱা । —যি ইন্দ্ৰলৈ ঋতৰ ( নিয়মৰ ) বৰ্দ্ধক সকলো দেৱতাই জাগৰণ শীল জ্যোতি ( সূৰ্য্য ) উৎপাদন কৰিলে ॥ ১ ॥ স্তোত্ৰ পাঠ নকৰা শত্ৰুৱে কৰা হিংসা ( ইন্দ্ৰই ) গুচাই দিলে । ইন্দ্ৰ সকলোতে দীপ্ত কীৰ্ত্তিৰ হল । হে মহাদীপ্তিৰ মৰুৎগণ যুক্ত ইন্দ্ৰ, সকলো দেৱতাই তোমাৰ সখীত্ব বৰণ কৰিলে ॥ ২ ॥ হে স্তোতা সকল, মহৎ ইন্দ্ৰলৈ তোমালোকে স্তোত্ৰ উচ্চাৰণ কৰা । বৃত্ৰহন্তা, শতক্ৰতু ইন্দ্ৰই শতধাৰ বজ্ৰেৰে বৃত্ৰক বধ কৰক ॥ ৩ ॥ হে শত্ৰুক ধৰ্ষণ কৰা মনৰ ইন্দ্ৰ, তোমাৰ বহুত অন্ন আছে । ধৰ্ষক মনেৰেই ( সেই অন্ন ) আমাক দিয়া । দ্যাবাপৃথিৱী মাতৃৰ দৰে পানী বেগেৰে বৰষি দিয়া । আৱৰক বৃত্ৰক বধ কৰা । সকলো জয় কৰা ॥ ৪ ॥ অপূৰ্ব্ব হে মঘৱান, তুমি বৃত্ৰ বধ কৰিবলৈ উদ্ভৱ হৈছা । ( উৎপন্ন হৈয়েই ) তেতিয়াই পৃথিৱীক দৃঢ় কৰি বান্ধিলা আৰু দ্যুলোক স্তম্ভন কৰিলা ॥ ৫ ॥ ( যেতিয়া তুমি জন্ম হলা ) তেতিয়া যজ্ঞ উৎপত্তি হল । তেতিয়া আনন্দকৰ মন্ত্ৰ উৎপত্তি হল । তেতিয়া যি আগতে জন্ম হল, যি জন্ম হব, সেই সকলোকে তুমি অভিভৱ কৰি ৰাখিছিলা ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি অপৰিপক্ক গাই গৰুৰ পাখীৰ উৎপন্ন কৰিলা । স্বৰ্গত সূৰ্য্যক তুলি দিলা । ( হে স্তোতা সকল ) ভাল স্তুতিৰে ইন্দ্ৰক ঘৰ্ম্ম পাত্ৰৰ দৰে তপতাই তোলা । স্তোত্ৰ ভাল গোৱা ইন্দ্ৰক প্ৰীতিকৰ বৃহৎসাম গান গাই শুনুৱা ॥ ৭ ॥

## ৯০ সূক্ত—ঋ ৩ ।

ঋষি— অঙ্গিৰসৰ পুত্ৰ নৃমেধ আৰু পুৰুমেধ । ছন্দ —প্ৰগাথ ( বৃহতী, সতোবৃহতী অনুক্ৰমে ) । দেৱতা—ইন্দ্ৰ ।

সকলো যুদ্ধত আহ্বান কৰিবলগীয়া, বৃত্ৰবধ কৰা. পৰম বলেৰে বল ধাৰণ কৰা, স্তুতিৰে মাতি আনিব পৰা ইন্দ্ৰ স্তোত্ৰেৰে ভূষিত হওক, প্ৰাতঃ আদি সবনো ভূষিত হওক ॥ ১ ॥ হে ইন্দ্ৰ, তুমি স্তোতাক প্ৰথম ধন দাতা, স্তোতাক ঐশ্বৰ্য্য যুক্ত কৰা হৈছা। বহুত অন্নবান বলৰ পুত্ৰৰ সৈতে মহৎ তোমাৰ পৰা যোগ্য ধন-অন্ন আমি বিচাৰিছো ॥ ২ ॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, তোমাৰ কাৰণে যি যথাৰ্থ স্তোত্ৰ কৰা হৈছে, হে হৰি ঘোঁৰা যুক্ত, তুমি তাত যোগ কৰি সেৱন কৰা। তোমাৰ যি স্তোত্ৰ উচ্চাৰণ কৰিছো. তাকো সেৱন কৰা ॥ ৩ ॥ হে মঘবন, তুমি সত্য কৰ্ম্মা। (নিজে) তুমি আনত নোহোৱা (কিন্তু) বহুত শত্ৰু আনত কৰিছা। হে বলেৰে বৃদ্ধ বজ্ৰহস্ত ইন্দ্ৰ, হবি দাতাই ধন আদি যাতে সন্মুখত পাই তেনে কৰা ॥ ৪ ॥ হে বলৰ পতি ইন্দ্ৰ, ঋজীষি, তুমি যশস্বী। বলীয়েও বশ কৰিব নোৱাৰা অনমনীয় অসুৰ বিলাক তুমি অকলে মানুহক ধাৰণ কৰি ৰখা বজ্ৰেৰে মাৰা ॥ ৫ ॥ হে অসুৰ (বলবান) ইন্দ্ৰ, বিশেষ জ্ঞানী তোমাক পিতৃৰ পৰা পোৱা ধন ভাগৰ দৰে ধন বিচাৰিছো। মহৎ কীৰ্ত্তিৰ দৰে তোমাৰ ঘৰ দ্যুলোকত আছে। তোমাৰ নিজৰ থকা সুখ আমাক পোৱাই দিয়া ॥ ৬ ॥

## ৯১ সূক্ত—ঋ ১০।

### ঋষি—অত্ৰিৰ জীয়েক অপালা। ছন্দ—অনুষ্টুপ্, ১।২ পংক্তি। দেবতা—ইন্দ্ৰ।

পানী আনিবলৈ গৈ ঘূৰি আহোতে কন্যা অপালাই নৈৰ পাৰত বাটত সোমো পালে। সেই সোম ঘৰলৈ লৈ আহোতে তাই সোমক কলে,—তোমাক ইন্দ্ৰলৈ চেপি দিম,—শক্ৰ ইন্দ্ৰক তোমাক চেপি দিম ॥ ১ ॥ হে বীৰ ইন্দ্ৰ, তুমি দীপ্তিমান হৈ (যজমানৰ) ঘৰে ঘৰে ফুৰা। মোৰ এয়া ভজা যবৰ গুৰিৰে কৰা পিঠা উক্থ স্তোত্ৰেৰে দিয়া সেৱন কৰা আৰু দাঁতেৰে চেপা সোম পান কৰা ॥ ২ ॥ হে ইন্দ্ৰ. তোমাক জানিবলৈ ইচ্ছা কৰিছো। এতিয়া তোমাৰ লগ নহওঁ। হে সোম, তুমি ইন্দ্ৰৰ কাৰণে প্ৰথমে লাহে লাহে আৰু পাচত খৰকৈ পৰি আহা ॥ ৩ ॥ সেই ইন্দ্ৰই বহুত বাৰ আমাক সমৰ্থ কৰক। সেই ইন্দ্ৰই, আমাক অতি ধনবান কৰক. —আমাক বহুত কৰক। বহুত বাৰ পতিয়ে বিদ্বেষ কৰাত (পতিৰ লগৰ পৰা) গুলায় আহি এতিয়া ইন্দ্ৰৰ লগত সঙ্গম কৰিম ॥ ৪ ॥ (হে ইন্দ্ৰ) এই যি তিনি ঠাই আছে, সেই ঠাইত উৎপাদন কৰা। মোৰ পিতাৰ চুলি নাইকিয়া মূৰত (চুলি গজাই দিয়া),—তেওঁৰ পথাৰ উৰ্ব্বৰা কৰা; পাচত মোৰ এই পেটৰ তলৰ (ঠাইত)—॥ ৫ ॥ আমাৰ পিতাৰ যি অনুৰ্ব্বৰ পথাৰ আছে. মোৰ এই গা, পিতাৰ যি মূৰ এই তিনি ঠাই নোম লগা কৰা ॥ ৬ ॥ হে শতক্ৰতু, ৰথৰ বিন্ধাত, গাৰীৰ বিন্ধাত আৰু ধুৰাৰ বিন্ধাত তিনিবাৰ সুমাই শোধন কৰি অপালাক সূৰ্য্যৰ দৰে চালৰ কৰি দিলা ॥ ৭ ॥

## ৯২ সূক্ত—ঋ ৩৩।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ শ্ৰুতকক্ষ সুকক্ষ।

### ছন্দ—গায়ত্ৰী; ১ অনুষ্টুভ্। দেবতা—ইন্দ্ৰ।

(হে ঋত্বিক সকল) তোমালোকে সোম অন্ন পান কৰা সকলো অভিভৱ কৰা, শত কৰ্ম্মা, মানুহক অতি ধন দাতা ইন্দ্ৰক স্তুতি কৰা ॥ ১ ॥ পুৰুহূত, বহুতে স্তুতি কৰা, (তেওঁৰ বিষয়) গাথা গাব লগা, সনাতন ৰূপে প্ৰসিদ্ধ ইন্দ্ৰক, হে ইন্দ্ৰ বুলি সম্বোধন কৰা ॥ ২ ॥ এই ইন্দ্ৰ আমাৰ মহৎ অন্নৰ দাতা, সকলোকে নচুৱাই দিয়া, মহান সেই ইন্দ্ৰই আমাৰ ফালে অহা ধন আমাক দিয়ক ॥ ৩ ॥ সেই মুকুট পিন্ধা ইন্দ্ৰই দেৱতাক হোম কৰা সুদক্ষ ঋষিৰ যৱ মিহলোৱা সোম অন্ন পান কৰিছিল ॥ ৪ ॥ (হে ঋত্বিক সকল) তোমালোকে ইন্দ্ৰক সন্মুখত ইন্দ্ৰৰ বৰ্দ্ধক সোম পান কৰিবলৈ অৰ্চনা কৰা ॥ ৫ ॥ দেৱতা ইন্দ্ৰই এই আমোদকৰ সোম পান কৰি দৈব বলেৰে সকলো ভুবন অভিভৱ কৰে ॥ ৬ ॥ (হে স্তোতা সকল) বহুতক অভিভৱ কৰা ইন্দ্ৰক তোমালোকৰ সকলো স্তোত্ৰত বহলাকৈ বৰ্ণনা কৰি আমাৰ ৰক্ষণৰ কাৰণে তেওঁক ইয়ালৈ লৈ আহা ॥ ৭ ॥ শত্ৰুক প্ৰহাৰ কৰা সৎ, অন্যই বাৰণ কৰিব নোৱাৰা আনে লবচৰ কৰিব নোৱাৰা, সোম পান কৰা, লুপ্ত নোহোৱা কাম কৰা নেতাক (ইয়ালৈ লৈ আহা) ॥ ৮ ॥ হে স্তুতিৰে সম্বোধন যোগ্য ইন্দ্ৰ, সকলো জানি তুমি শত্ৰুৰ ধন আমাক বহুত বাৰ দিয়া। শত্ৰুৰ ধনেৰে আমাক ৰক্ষা কৰা ॥ ৯ ॥ (হে ইন্দ্ৰ) এই শত্ৰুৰ ঠাইৰ পৰা শত সহস্ৰ অন্নেৰে সৈতে আমাৰ ওচৰলৈ আহা ॥ ১০ ॥ হে শত্ৰু, কৰ্ম্মবান আমি কৰ্ম্ম কৰি থাকিম। পৰ্ব্বত বিদাৰণ কৰা হে বজ্ৰবান ইন্দ্ৰ, সংগ্ৰামত ঘোঁৰাৰে সৈতে আমি জয় লাভ কৰিম ॥ ১১ ॥ হে শতক্ৰতু, তোমাক স্তোত্ৰ আদিৰে আমি গৰখীয়াই, গাঁৱৰ মাজত (আমগাই) গৰুক বং লগাই দিয়া দৰে বং লগাই দিম

।। ১২ ॥ হে শতক্রতু, মানুহৰ দৰে অভিলাষ কৰা আমি হে বজ্ৰবান, আমি ধন আদি আশীৰ্ব্বাদ কামনা কৰি যাম ।। ১৩ ।। হে বলৰ পুত্ৰ, তেনেকুৱা কামনা কাতৰ মানুহে নিজ কামনা পূৰণ কৰিবলৈ তোমাৰ পৰা, প্ৰবৃদ্ধ হয় । হে ইন্দ্ৰ, তোমাতকৈ ডাঙৰ দেৱতা নাই ॥ ১৭ ॥ হে কামবৰ্ষী, সবাতোতকৈ ধন দাতা তুমি ভয়ঙ্কৰ শত্ৰু দূৰ কৰা বহুত ধাৰক কৰ্ম্মেৰে আমাক কেউফালে পালন কৰা ॥ ১৫ ।। হে শতক্ৰতু ইন্দ্ৰ, অতি যশস্বী যি আমোদকৰ সোম আগতে চেপা আছে, সেই সোমেৰে এতিয়া আমোদ কৰি আমাক (ধন দি) আমোদ লগোৱা ।। ১৬ ।। হে ইন্দ্ৰ, অতি বিচিত্ৰ কীৰ্ত্তিৰ যি সোম অতি শত্ৰু হনণ কৰা, যি সোম অতি বল-দাতা ( সেই সোমেৰে আনন্দ কৰোৱা ) ।। ১৭ ।। হে বজ্ৰবান, যথাৰ্থ কৰ্ম্মা, সোম পান কৰা, দৰ্শনীয় ইন্দ্ৰ), সোমদাতা মানুহক তোমাৰ যি সকলো ধন দিয়া আছে সেয়া আমি জানো ।। ১৮ ।। আমোদ কৰি থকা ইন্দ্ৰৰ কাৰণে অভিষুত কৰা সোমক আমাৰ স্তুতিৰে স্তৱ কৰক । স্তুতি কৰা সকলে অৰ্চনীয় সোমক স্তুতি কৰক ।। ১৯ ।। যি ইন্দ্ৰত সকলো শোভা অধিষ্থিত হৈছে সাত-সংসদি ( হোতাৰ ) সভাই য'ত বংকৰে, সেই অভিষুত কৰা সোমলৈ ইন্দ্ৰক আহ্বান কৰা ॥২০॥ ত্ৰিকদ্ৰুক যজ্ঞত দেৱতা সকলে যজ্ঞ বিস্তাৰ কৰিছিল । সেই যজ্ঞ আমাৰ স্তুতিৰে বৰ্দ্ধন হওক ।। ২১ ॥ হে ইন্দ্ৰ, সোমৰস বিলাক বৈ যোৱা নৈৰ দৰে তোমাৰ ( পেটত ) সোমাওক । তোমাতকৈ বেচি ( বলী বা ধনী ) কোনো নাই ।। ২২॥ হে কামবৰ্ষী, জাগৰণ শীল ইন্দ্ৰ, যি, সোম তোমাৰ পেটত সোমাল সেই সোম পানৰ মহিমা সকলোতে ব্যাপি গৈছে ।। ২৩ ।। হে বৃত্ৰহন্তা ইন্দ্ৰ, আমি দিয়া সোম তোমাৰ পেটত বহুত হওক । সোম তোমাৰ শৰীৰ (-ৰ সকলো অঙ্গলৈ ) বহুত হওক ।। ২৪ ।। এই শ্ৰুতকক্ষ ঋষিয়ে ঘোঁৰা দিবলৈ ইন্দ্ৰক বহুত স্তুতি কৰিছে, গৰু দিবলৈ বহুত গাইছে আৰু ঘৰ দিবলৈ বহুত স্তুতি কৰিছে ।। ২৫ ।। হে ইন্দ্ৰ, আমাৰ অভিষুত সোম পান কৰি তুমি বহুত ভূষিত হোৱা । হে শক্ৰ, দিওঁতে আমাৰ স্তোত্ৰও বহুত হওক ।। ২৬ ॥ হে বজ্ৰবান ইন্দ্ৰ, আমাৰ স্তোত্ৰই বহুত দূৰত হলেও তোমাক পাইগৈ । আমি তোমাৰ ধন বহুত পাম ॥২৭॥ হে ইন্দ্ৰ, তুমি যুদ্ধ কৰিবলৈ বিচৰা দৰে হৈছা, -বীৰ হৈছা—আৰু স্থিৰ হৈছা । তোমাৰ মন স্তুতিৰে আৰাধনা কৰিব লগীয়া ॥ ২৮ ॥ হে বজ্ৰবান ইন্দ্ৰ, সকলে' যজমানে তোমাৰ কৰ্ম্মধাৰক দান ধাৰণ কৰে । হে ইন্দ্ৰ, মোৰ সহায় হোৱা ॥২৯॥ হে অন্নৰ পতি, কৰ্ম্মহীন ব্ৰাহ্মণৰ দৰে তন্দ্ৰাযুক্ত নহবা । অভিষুত কৰা গাখীৰ দিয়া সোম পান কৰা ॥৩১॥ হে ইন্দ্ৰ', সকলো ফালে শৰ মৰা সকলো ব্যাপি থকা ৰাক্ষস ৰাতি-দিনে আমাৰ নিয়ন্তা নহওক । ( যদি আছে ) তোমাৰ সৈতে আমি সিহঁতক মাৰিম ।। ৩১ ।' হে ইন্দ্ৰ, তোমাৰেই সহায়েৰে আমি স্পৰ্দ্ধমান শত্ৰু নাইকিয়া কৰিম । হে ইন্দ্ৰ, তুমি আমাৰ, আমি তোমাৰ ।। ৩২ ।। হে ইন্দ্ৰ, তোমাক কামনা কৰি আমি অনুক্ৰমে পুনঃ পুনঃ স্তুতি কৰি তোমাৰ সখা স্তোতাই স্তুতিৰে পৰিচৰণ কৰিছো ॥৩৩॥

৯৩ সূক্ত— ঋ ৩৪ ।

ঋষি —অঙ্গিৰাৰ পুত্ৰ সুকক্ষ । ছন্দ—গায়ত্ৰী ।

দেৱতা— ইন্দ্ৰ ; ৩৪ - ইন্দ্ৰ আৰু ঋভু সকল ।

হে সূৰ্য্যস্বা ইন্দ্ৰ, বিখ্যাত ধন বিশিষ্ট, কামবৰ্ষী, নৰৰ হিতকৰ, উদাৰ তুমি উদয় হৈছা ॥ ১ ॥ সেই ইন্দ্ৰই নিৰায়ৰে থন পুৰ ধ্বংস কৰিছিল । বৃত্ৰক বধ কৰা ইন্দ্ৰই অহিক ( মেঘক ) বধ কৰিছিল ॥ ২ ॥ সেই মঙ্গলময় সখা ইন্দ্ৰই ঘোঁৰা যুক্ত, গৰু যুক্ত, যৱযুক্ত ধন বহুত ধাৰাৰে গৰু খিৰোৱা দৰে আমাক দিয়ক ॥ ৩ ॥ হে বৃত্ৰহন্তা সূৰ্য্যাত্মক ইন্দ্ৰ, আজি যি কোনো বস্তুৰ ফালে মুখ কৰি উদয় হৈছা, সেই সকলো বিলাক তোমাৰ বশ হৈছে ॥ ৪ ॥ হে বৰ্দ্ধমান, সৎপতি ইন্দ্ৰ, যদি বা তুমি নমৰা বুলি যি ভাব কৰা, বা তোমাক মাৰিব নোৱাৰে বুলি ভাবা, ই সত্য কথা ॥ ৫ ॥ যি সোম দূৰ ঠাইত অভিষুত কৰিছে, বা যি ওচৰত অভিষুত কৰে সেই সকলোলৈকে তুমি যোৱা ॥ ৬ ॥ মহা বৃত্ৰাসুৰক বধ কৰিবলৈ সেই ইন্দ্ৰক অন্নেৰে বলবন্ত কৰিম । সেই কামবৰ্ষী ইন্দ্ৰই আমাৰ কামনা বৰ্ষক হওক ॥৭॥ সেই ইন্দ্ৰক দান দিবলৈকে সৃষ্টি কৰিলে । তেওঁক সোম পানত নিহিত কৰিলে । তেওঁ যশস্বী, স্তুতি যুক্ত আৰু সোমাহ' ॥ ৮ ॥ স্তুতি বাক্যেৰে বজ্ৰৰ দৰে তীক্ষ্ণ কৰা, বলযুক্ত, আনে লৰচৰ কৰিব নোৱাৰা মহান, যুদ্ধত হৰুৱাব নোৱাৰা ইন্দ্ৰই স্তোতালৈ ধন কঢ়িয়াই আনিবলৈ ইচ্ছা কৰে ॥ ৯ ॥ হে মঘবান, স্তুতিৰে সন্তোষ হোৱা ইন্দ্ৰ, স্তূয়মান হৈ তুমি, দুৰ্গম ঠাইত আমালৈ সুগম বাট কৰি দিয়া,— যদি তুমি আমাক বিচাৰা ॥ ১০ ॥ হে ইন্দ্ৰ, তোমাৰ আদেশ আৰু তোমাৰ ৰাজ্য কোনো দেৱতা বা যুদ্ধৰ বীৰে লঙ্ঘন কৰিব নোৱাৰে ॥ ১১ ॥ হে ধুনীয়া গালৰ ( মুখৰ ) ইন্দ্ৰ, আৰু দুয়ো দ্যাবা-পৃথিৱীত শত্ৰুয়ে প্ৰতিৰোধ কৰিব

নোৱাৰা শোষক তোমাৰ বল পূজা কৰে ॥ ১২ ॥ হে ইন্দ্ৰ, তুমি ক'লা গৰুৰ আৰু ৰঙা গৰুৰ দীপ্যমান (বগা) গাখীৰ ধাৰণ কৰিলা ॥ ১৩ ॥ আৰু অহিৰ (বৃত্ৰাসুৰৰ) প্ৰভাবত সকলো দেৱতা যেতিয়া পলাবলৈ ধৰিলে তেতিয়া মৃগৰূপ ধৰি (বৃত্ৰই) দেৱতা সকলক (খেদি ওচৰ) পালেগৈ (তাকো তুমি মাৰিলা এয়া তোমাৰ কীৰ্ত্তি—এই ভাব) ॥ ১৪ ॥ ইয়াৰ পাচত মোৰ আপোন ইন্দ্ৰ বৃত্ৰাসুৰৰ হন্তা হল। অজাত শত্ৰু সংগ্ৰামত —অপৰাজিত হল ॥ ১৫ ॥ (হে ঋত্বিক সকল) প্ৰসিদ্ধ অভিবৃত্ৰ হন্তা বলৱন্ত ইন্দ্ৰক স্তুতি কৰি তোমালোকক মহৎ ধন দান দিলো ॥১৬॥ হে বহুত নামৰ বহুতে স্তুতি কৰা ইন্দ্ৰ, যেতিয়া সকলো সোম যজ্ঞত তুমি থাকা তেতিয়া আমি এই গৰু কামনা কৰা স্তুতি কৰিম ॥ ১৭ ॥ বৃত্ৰহন্তা, বহুতে (ইন্দ্ৰৰ কাৰণে) অভিষৱ কৰা (যজমানৰ) মন বুজা ইন্দ্ৰ আমাৰ যজ্ঞত থাকক। শত্ৰু ইন্দ্ৰই আমাৰ স্তুতি শুনক ॥ ১৮ ॥ হে কামবৰ্ষী ইন্দ্ৰ, কি ৰক্ষণেৰে আমাক সৰ্ব্বতোভাবে আনন্দ দিছা? কেনেকৈ স্তোতাক ধন দিছা? ॥ ১৯ ॥ হে কামবৰ্ষী, মৰুত্বান, ইন্দ্ৰ, কাৰ লগত অভিষুত কৰা যজ্ঞত সোম পান কৰিবলৈ আনন্দ কৰিছিলা? ॥ ২০ ॥ হে ইন্দ্ৰ, তুমি সোমেৰে আমোদ কৰি আমাক সহস্ৰ ধন দিয়া। হবি দাতাৰ তুমি ধনৰ নিয়ন্তা বুলি জানিবা ॥ ২১ ॥ (বসতীৱৰী আৰু একধানা) পানীৰূপ পত্নী যুক্ত অভিষুত কৰা সোম এয়া (পাত্ৰত ইন্দ্ৰই) পান কৰিবলৈ ইচ্ছা কৰি গৈছে। ঋজীষ সোম পানলৈ গৈছে ॥২২॥ যজ্ঞ বৰ্দ্ধন কৰা যজ্ঞ কৰা (সাত জন) হোতাই যজ্ঞৰ অন্তত নিজৰ তেজ যুক্ত হৈ ইন্দ্ৰক বিসৰ্জ্জন দিছে ॥২৩॥ ২৪ ঋক্ ৮।৩২।২৯ ঋকৰ দৰে ॥ ২৪ ॥ হে বিভাবসু অগ্নি, তোমাৰ কাৰণে এয়া সোম অভিষুত কৰা হল। কুশ মেলা আছে। আমাৰ কাৰণে ইন্দ্ৰক লৈ আহা ॥ ২৫ ॥ হে যজন কৰা সকল, হবি দাতা তোমালোকক ইন্দ্ৰই দীপ্যমান বল দিয়ক,—বহু ধন দিয়ক। —স্তোতাকো দিয়ক। তোমালোকে ইন্দ্ৰক অৰ্চনা কৰা ॥ ২৬ ॥ হে শতক্ৰতু, তোমালৈ বীৰ্য্যৱন্ত সোম আৰু সকলো স্তোত্ৰ দিছো। হে ইন্দ্ৰ, স্তোতাক সুখ দিয়া ॥ ২৭ ॥ হে শতক্ৰতু ইন্দ্ৰ, যদি আমাক সুখ দিব খোজা তেনেহলে ভাল ভাল ধন আমাক দিয়া,—বলবান অন্ন দিয়া ॥২৮॥ হে শতক্ৰতু ইন্দ্ৰ, যদি আমাক সুখ দিব খোজা, সকলো মঙ্গলজনক (বস্তু) আমালৈ আনা ॥ ২৯ ॥ হে শ্ৰেষ্ঠ বৃত্ৰহন্তা, যদি আমাক সুখ দিব খোজা, অভিষুত কৰা আমি তোমাক সোম পানৰ কাৰণে আহ্বান কৰিছো ॥ ৩০ ॥ হে সোমৰ পৰাকী, হবি থোঁৱা বিলাকেৰে সৈতে আমাৰ যজ্ঞত চেপা সোম পান কৰিবলৈ আহা। —হবি থোঁৱাবে সৈতে আহা ॥ ৩১ ॥ হে অতি বৃত্ৰহন্তা, শতক্ৰতু, ইন্দ্ৰ, তুমি (উগ্ৰ আৰু শান্ত) দুয়োবিধ জানা। তুমি চেপা সোম পান কৰিবলৈ হবি থোঁৱা বিলাকেৰে সৈতে আহা ॥ ৩২ ॥ হে বৃত্ৰৰ হন্তা ইন্দ্ৰ, তুমি যেতিয়া আমাৰ সোম পান কৰা হৈছা—তেনেহলে হবি থোঁৱা বিলাকেৰে সৈতে চেপা সোমৰ ওচৰলৈ আহা ॥ ৩৩ ॥ ইন্দ্ৰই সন্তোষ হৈ ঋভুক্ষন সকলৰ ধন দাতা ঋভুক আমাৰ অন্নৰ কাৰণে দিয়ক। ইন্দ্ৰই বাজক অন্ন লাভৰ কাৰণে দিয়ক ॥ ৩৪ ॥

## ৯৪ সূক্ত—ঋ ১২।

## ঋষি—অঙ্গিৰসৰ পুত্ৰ বিন্দু বা পুতদক্ষ। ছন্দ—গায়ত্ৰী। দেৱতা—মৰুত সকল।

ধনবান মৰুতগণৰ মাক পৃশ্নীৰূপ গৰু জনীয়ে অন্ন কামনা কৰি সোম পান কৰাই মৰুত সকলক বহন কৰা ৰথ বহন যুক্ত কৰিছে ॥ ১ ॥ যাৰ কোলাত থকা সকলো দেৱতাই নিজ নিজ কৰ্ম্ম ধাৰণ কৰিছে, সূৰ্য্য আৰু চন্দ্ৰই সকলো প্ৰকাশ কৰিবলৈ এওঁৰ ওচৰত আছে ॥ ২ ॥ কেউফালে যোৱা আমাৰ স্তোতা সকলে সদায় সোম পান কৰিবলৈ মৰুত সকলক স্তৱ কৰে ॥ ৩ ॥ এয়া আমি চেপা সোম আছে। এওঁক (সোমক) নিজেই দীপ্যমান মৰুত সকলে পান কৰক আৰু অশ্বিনী দুজনেও পান কৰক ॥ ৪ ॥ মিত্ৰ, অৰ্য্যমা আৰু বৰুণেও চাকনিৰে চেকা সোধন কৰা তিনি ঠাইত থকা স্তুত্য জন যুক্ত এই সোম পান কৰিছে ॥ ৫ ॥ আৰু ইন্দ্ৰই, হোতাৰ দৰে, প্ৰাতঃ সবনত গৰুৰ গাখীৰ মিহলোৱা আমি চেপা সোম পান কৰি (সেই সোমৰ) স্তুতি কৰিছে ॥ ৬ ॥ প্ৰাজ্ঞ মৰুত সকল পানীৰ দৰে বেকা-বেকীকৈ গৈ কেতিয়া দীপ্ত হব? শত্ৰুৰ হন্তা মৰুত সকল কেতিয়া শুদ্ধ বলৰ হৈ কেতিয়া আমাৰ যজ্ঞলৈ আহিব? ॥ ৭ ॥ হে মৰুত সকল, নিজে নিজে দৰ্শনীয় হোৱা তেজৰ দেৱতা তোমালোকৰ পালন কেতিয়া মই পাম? ॥ ৮ ॥ যি মৰুত সকলে সকলো পৃথিবীৰ জীৱজন্তু আৰু স্বৰ্গৰ জ্যোতি (নক্ষত্ৰ) বিলাক বিস্তাৰ কৰিলে সেই মৰুত সকলক সোম পান কৰিবলৈ আহ্বান কৰিম ॥ ৯ ॥ সেই শুদ্ধবলী দ্যুলোকত থকা মৰুত সকলক এই সোম পান কৰিবলৈ এতিয়াই আহ্বান কৰিছো ॥ ১০ ॥ যি মৰুত সকলে দ্যাবাপৃথিবী নিজ বলেৰে স্তব্ধ কৰিলে সেই সকলক এই সোম পান

কৰিবলৈ এতিয়াই আহ্বান কৰিছো ॥ ১১ ॥ সেই বৰ্দ্ধক পৰ্ব্বতত থকা মৰুত সকলক এই সোম পান কৰিবলৈ এতিয়াই আহ্বান কৰিছো ॥ ১২ ॥

## ৯৫ সূক্ত—ঋ ৯ ।

ঋষি—অংগিৰসৰ পুত্ৰ তিৰশ্চী । ছন্দ—অনুষ্টুভ্ ।
দেৱতা— ইন্দ্ৰ ।

হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, সোম চেপা হলে আমাৰ স্তুতি বিলাক শীঘ্ৰে তোমাৰ ফালে ৰথীৰ দৰে থাকে। হে ইন্দ্ৰ, আমাৰ স্তুতিয়ে মাকে পোৱালী গৰু উদ্দেশ্য কৰি হেম্বেলীওৱা দৰে শব্দ কৰি যায় ॥ ১ ॥ হে স্তুতিৰে ভজন কৰা ইন্দ্ৰ, দীপ্ত হৈ থকা অভিষুত সোম তোমালৈ আহক। এই সোম অন্নৰ তোমাৰ ভাগ সোনকালে পান কৰা। হে ইন্দ্ৰ, সকলো ফালে তোমাৰ কাৰণে হবি অন্ন নিহিত আছে ॥ ২ ॥ হে ইন্দ্ৰ, শেন চৰাইয়ে আহৰণ কৰি অনা অভিষুত কৰা সোম হৰ্ষৰ কাৰণে সুখেৰে পান কৰা। কাৰণ তুমি বহুত দেৱতা আদি প্ৰজাৰ ৰজা ॥ ৩ ॥ যি তোমাক পৰিচৰণ কৰিছে সেই তিৰশ্চীৰ (মোৰ) স্তুতিৰ আহ্বান শুনা ॥ ৪ ॥ হে ইন্দ্ৰ, যি নতুন আমোদকৰ স্তুতি বাক্য তোমাৰ কাৰণে উৎপাদন কৰে তেওঁক পূৰণি ঋতৰ (নিয়মৰ) জনা মনেৰে (জ্ঞানেৰে) ৰক্ষণ কৰা ॥ ৫ ॥ যি ইন্দ্ৰই আমাৰ স্তুতি আৰু উকৃথ বৰ্দ্ধন কৰে, সেই ইন্দ্ৰক আমি স্তুতি কৰিম (এই বুলি ঋষি সকলে কোৱা-কুই কৰিছে)। আমি তেওঁৰ বহুত বল-বীৰ্য্য ভোগ কৰিবৰ অৰ্থে তেওঁক ভজন কৰিম ॥ ৬ ॥ (আকৌ ঋষি সকলে কথোপকথন কৰিছে) সোনকালে আহাঁ-হঁত। শুদ্ধ সামেৰে শুদ্ধ স্তুতিৰে ইন্দ্ৰক পাপহীন কৰি স্তৱ কৰিম। বৰ্দ্ধমান সেই ইন্দ্ৰক বিশুদ্ধ গাখীৰ আদি মিহলাই চাকনিৰে চেকি থোৱা সোমেৰে আমোদ কৰিবলৈ দিয়া ॥ ৭ ॥ হে শুদ্ধ ইন্দ্ৰ, শুদ্ধ তুমি শুদ্ধ ৰক্ষণেৰে আমাৰ ওচৰলৈ আহা। শুদ্ধ তুমি ধন আমালৈ ৰাখা। তুমি শুদ্ধ হৈ সোমাৰ্হ হৈ আমোদ কৰা ॥ ৮ ॥ হে ইন্দ্ৰ, শুদ্ধ ধন আমাক দিয়া। শুদ্ধ তুমি হবি দাতাক ৰত্ন ধন দিয়া। শুদ্ধ তুমি আবৰক বৃত্ৰক মাৰা। শুদ্ধ হৈ আমাক অন্ন দিবলৈ বিচাৰা ॥ ৯ ॥

## ৯৬ সূক্ত—ঋ ২১ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ তিৰশ্চী বা মৰুতৰ পুত্ৰ দ্যুতান। ছন্দ—ত্ৰিষ্টুভ্; ৪-বিৰাট্। দেৱতা—ইন্দ্ৰ; ১৪-ইন্দ্ৰ আৰু মৰুত সকল;
১৫-ইন্দ্ৰ আৰু বৃহস্পতি।

উষাই এই ইন্দ্ৰৰ কাৰণে নিজৰ গতি বিস্তাৰ কৰিছে। ৰাতিয়ে পাচ নিশালৈ সুবাক্য কোৱা হৈছে। সকলো ব্যাপ্ত মাতৃ (জল) সাতখন নৈয়ে এই ইন্দ্ৰৰ কাৰণে মানুহে সুখেৰে পাৰ হোৱা কৰিলে (শেষ নিশা পুৱাৰ আগতে বেদপাঠ আৰম্ভ হয়) ॥ ১ ॥ অকলেই বজ্ৰধৰা ইন্দ্ৰই তিনি সাত (একৈশ) টা একেলগে থকা পৰ্ব্বত বিদ্ধি পেলালে। প্ৰবৃদ্ধ কামবৰ্ষী ইন্দ্ৰই যি কাম কৰিলে, দেৱতা আৰু মানুহে তেনে কাম কৰিব নোৱাৰে ॥ ২ ॥ ইন্দ্ৰই লোহাৰে তৈয়াৰী কৰা বজ্ৰ নিজৰ হাতত লয়। ইন্দ্ৰৰ বাহুত বহুত বল আছে। যুদ্ধলৈ যাওঁতে ইন্দ্ৰই মূৰত মুকুট পিন্ধি লয়। সংগ্ৰামলৈ ওলাবলৈ ইন্দ্ৰৰ আজ্ঞা শুনিবলৈ ভৃত্যাদি ওচৰত থাকে ॥ ৩ ॥ হে ইন্দ্ৰ, মই তোমাক যজ্ঞাৰ্হ সকলৰ ভিতৰত সকলোতকৈ বেচি যজ্ঞাৰ্হ বুলি বিবেচনা কৰো। লৰচৰ নকৰাকো লৰচৰ কৰিব পৰা বুলি জানো। বীৰ বিলাকৰ প্ৰজ্ঞাপক নিচান বুলি জানো। প্ৰজাবিলাকৰ কাম বৰ্ধক বুলি জানো ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি যেতিয়া শত্ৰুৰ গৰ্ব্ব নষ্ট কৰা বজ্ৰ (বাহুত) হাতত ধাৰণ কৰা,—অহি অসুৰক মাৰিবলৈ, তেতিয়া মেঘে শব্দ কৰে, পানী বিলাকে ধ্বনি কৰে। তেতিয়া ব্ৰাহ্মণ সকলে কেউফালে ইন্দ্ৰক স্তুতি কৰে ॥ ৫ ॥ সেই ইন্দ্ৰকেই আমি স্তুতি কৰিম যি ইন্দ্ৰই এই প্ৰাণী বিলাক সৃষ্টি কৰিলে। এই ইন্দ্ৰৰ পৰাই সকলো জগত আৰু পাচত হোৱা সোৰ সৃষ্টি হৈছে। নমস্কাৰেৰে বৰ্দ্ধক ইন্দ্ৰৰ ওচৰত (মনত) প্ৰবেশ কৰিম ॥ ৬ ॥ হে ইন্দ্ৰ, তোমাক যি সকলো দেৱতাই সখীত্ব কৰি সংগ্ৰামত সহায় কৰিম বুলি কৈছিল, বৃত্ৰাসুৰে ফোৰ্চ ফোচাই দিলত তোমাক এৰি দেৱতা সকল পলাই গল। মৰুত সকলৰ লগত তোমাৰ সখীত্ব হল (তেওঁ বিলাক নপলালে)। পাচত সকলো শত্ৰু সেনা জয় কৰিলা ॥ ৭ ॥ হে ইন্দ্ৰ, ত্ৰেষষ্ঠী মৰুতে, গৰু জাকৰ দৰে লগ হৈ নিজ বলেৰে তোমাক বৰ্দ্ধন কৰি যজ্ঞাৰ্হ হল। তুমি আমাৰ ভাগৰ ধন কৰি দিয়া। তোমাৰ শোষক বল হবিৰে পূজন কৰিম ॥ ৮ ॥ হে ইন্দ্ৰ, তোমাৰ তীক্ষ্ণ অস্ত্ৰ (ধনু-শৰ), মৰুৎ সজ্ঘ সহায়, আৰু তোমাৰ বজ্ৰৰ কোনে প্ৰতিকূল ধৰ্ষণ কৰিব পাৰে? অস্ত্ৰহীন, দেৱতা নোহোৱা যি অসুৰ আছে, হে ঋজীষিণ, সিহঁতক চক্ৰেৰে নাইকিয়া কৰা ॥ ৯ ॥ (হে স্তোতা সকল) জল লাভৰ কাৰণে মহৎ, উগ্ৰ, বলী, মঙ্গল কাৰক ইন্দ্ৰলৈ সুস্তুতি পঠিওৱা। স্তুতিৰে বহন কৰা ইন্দ্ৰলৈ বহুত স্তুতি কৰা। ইন্দ্ৰই আমাক

বহুত পুত্ৰ আৰু ধন সোনকালে দিয়ক ॥ ১০ ॥ স্তুতিবে বহন কৰা মহৎ ইন্দ্ৰৰ কাৰণে নাৱৰীয়াই নাৱেৰে নদীৰ পাৰলৈ নিয়া দৰে স্তুতি পথিওৱা। তেওঁ পুত্ৰক সদায় ধন দিয়ক। সকলোৰে প্ৰসিদ্ধ প্ৰীতিকৰ স্তুতি ইন্দ্ৰৰ ওচৰলৈ নিয়া। ইন্দ্ৰই বহুত ধন সোনকালে দিয়ক ॥ ১১ ॥ (হে ঋত্বিক সকল) যি স্তোত্ৰ তোমালোকৰ ইন্দ্ৰই ভাল পাই সেই স্তোত্ৰ বিন্যাপক্ত কৰা। সুস্তুতিবে ইন্দ্ৰক স্তব কৰা। স্তোত্ৰেৰে (বা হবিবে) ইন্দ্ৰক সন্মুখত পৰিচৰণ কৰা। (হে স্তোতা)। নিজক অলঙ্কৃত কৰা। —নেকান্দিবা। ইন্দ্ৰক স্তুতি শুনোৱা। ইন্দ্ৰই বহুত ধন তোমালোকক সোনকালে দিব ॥ ১২ ॥ দহ হেজাৰ সৈন্যেৰে সৈতে খৰকৈ গৈ কৃষ্ণ অসুৰ অংশুমতী নদীৰ পাৰত থাকিল গৈ। তাকে জানি ইন্দ্ৰই মৰুত সকলেৰে সৈতে সেইখিনি পালেগৈ। মানুহৰ হিতৰ কাৰণে মন কৰি ইন্দ্ৰই সেই হিংসাকাৰী সেনাক বধ কৰিলে ॥ ১৩ ॥ (ইন্দ্ৰই কৈছে) হে মৰুত সকল, দ্ৰুতগামী কৃষ্ণ অসুৰৰ বিষয় (অন্যাই নেদেখা) ঠাইত ইফালে সিফালে যাওঁতে অংশুমতী নদীৰ পাৰৰ অতি গুপুত ঠাইত আকাশত থকা সূৰ্যৰ দৰে মই দেখিবলৈ পালো। হে কামবৰ্ষী মৰুত সকল, তোমালোকক মই যুদ্ধৰ কাৰণে বিছাৰিছো। কৃষ্ণ অসুৰক যুদ্ধ কৰি মাৰা ॥ ১৪ ॥ দ্ৰুতগামী কৃষ্ণ অসুৰে অংশুমতী নদীৰ পাৰত দীপ্যমান হৈ নিজ শৰীৰ ধাৰণ কৰিছে। ইন্দ্ৰই গৈ বৃহস্পতি দেৱতাৰ সৈতে দেৱতা নোহোৱাক (অসুৰক) আহি থকা অসুৰ সেনাৰ সৈতে বধ কৰিলে ॥ ১৫ ॥ হে ইন্দ্ৰ, তুমি সেই কাম কৰিলা। শত্ৰু নথকা তুমি জন্ম হৈয়েই সাটোতা অসুৰৰ শত্ৰু হলা। তুমি গভীৰ এন্ধাৰত দ্যাবাপৃথিবী (সূৰ্য্যাআৰে) উলিয়ালা। মহৎ ভুৱনৰ মানুহৰ আনন্দ কৰালা ॥ ১৬ ॥ হে বজ্ৰবান ইন্দ্ৰ, তুমিয়েই এই কাম কৰিলা (যে) শত্ৰু-হনন-কুশল নিৰুপম শুষ্ণকো বলেৰে বজ্ৰেৰে বধ কৰিলা। বজ্ৰেৰে শুষ্ণক তলমুখ কৰি মাৰিলা। হে ইন্দ্ৰ, তুমি নিজ কৰ্ম্মেৰে শত্ৰুক মাৰি গৰু উলিয়াই আনিলা ॥ ১৭ ॥ তুমিয়েই সেই কাম কৰিলা (যে) হে কামবৰ্ষী ইন্দ্ৰ, মানুহৰ উপদ্ৰৱ কৰা বৃত্ৰৰ হন্তা হৈ বলৱান হলা। তুমি সেই অসুৰে আবদ্ধ কৰি থোৱা সাতখন নদীৰ পানী বোৱাই দিলা। দাসে পালন কৰা পানী জয় কৰিলা ॥ ১৮ ॥ সেই ইন্দ্ৰ সুকৰ্ম্মা যি অভিষুত কৰা সোমত বৃদ্ধ কৰে। আনে দমাব নোৱৰা খণ্ডৰ, যি ইন্দ্ৰ, দিন বিলাকৰ দৰে ধনবান, তেওঁ অকলেই মানুহৰ কৰ্ম্ম কৰ্ত্তা। সেই ইন্দ্ৰ বৃত্ৰ হন্তা। তেওঁ সকলো শত্ৰু সৈন্য নাশ কৰে বুলি কয় ॥ ১৯ ॥ সেই বৃত্ৰহন্তা ইন্দ্ৰ, মানুহৰ পোষক। আমি সেই ইন্দ্ৰক সুস্তুতিবে হব্য দি আহ্বান কৰিম। সেই ইন্দ্ৰ বিশেষকৈ আমাৰ ৰক্ষক। মঘবান ইন্দ্ৰই আমাৰ অধিবক্তা (মুখপাত্ৰ)। তেৱেঁই কীৰ্ত্তিৰ নিমিত্তে অন্নৰ দাতা ॥ ২০ ॥ ঋভুক্ষা (ঋভুক্ষা সকলৰ লগত থকা), বৃত্ৰবধ কৰা, মহান সেই ইন্দ্ৰই প্ৰাদুৰ্ভাব হোৱা মাত্ৰেই সকলোৰে আহ্বান পোৱা হল। কৰ্ম্মৰ নেতাৰ হিত বহুত কাম কৰি যেনেকৈ সোম পান কৰা হয়, সখা (ঋত্বিক) সকলৰ আহ্বাতব্য হল ॥ ২১ ॥

## ৯৭ সূক্ত— ঋ ১৫।

ঋষি—কশ্যপৰ পুত্ৰ ৰেভ। ছন্দ—১-৯ বৃহতী ; ১০।১৩-অতি জগতী ; ১১।১২-উপৰিষ্টাৎ বৃহতী; ১৪-ত্ৰিষ্টুভ্ ; ১৫ জগতী। দেৱতা—ইন্দ্ৰ।

হে স্বৰ্গবান ইন্দ্ৰ, তুমি যি ভোগ্য ধন অসুৰৰ পৰা কাঢ়ি আনা, হে মঘবান, এই ধনেৰে স্তোতাকেই বৰ্দ্ধন কৰা আৰু যি অন্য স্তোতাই তোমাৰ (যজ্ঞৰ বেদীত বহিবলৈ) কুশ মেলি দিছে (তেওঁবিলাককো বৰ্দ্ধন কৰা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি যি ঘোঁৰা, গৰু আৰু অক্ষয় (আমাৰ) ভাগ ধন ধাৰণ কৰিছা, সেই সকলো বিলাক সোম অভিষৱ কৰা, দক্ষিণা-বান যজমানকে দিয়া,—পনাক নিদিবা ॥ ২ ॥ হে ইন্দ্ৰ, দেৱতাক নিবিচৰা, ব্ৰতকৰ্ম্ম হীন মানুহ যি স্বপ্ন নেদেখাকৈ (দীঘলকৈ) শোৱে সেই মানুহে নিজৰ গমনেৰে পোষণীয় ধন নষ্ট কৰক। কৰ্ম্ম নথকা কোনো ঠাইতে তাক পেলায় দিয়া ॥ ৩ ॥ হে শক্ৰ, যদি অতি দূৰ ঠাইত আছা, হে বৃত্ৰহন্তা, যদি বা ওচৰতে আছা, তাৰ পৰা দ্যুলোকলৈ কেশৰ লগা ঘোঁৰাৰ দৰে স্তুতিবে তোমাক অভিষুত কৰা যজমানে নিজৰ যজ্ঞলৈ আনিছে ॥ ৪ ॥ হে ইন্দ্ৰ, যদি দ্যুলোকৰ দীপ্যমান ঠাইত আছা, সমুদ্ৰৰ মাজত বা ভুৱনৰ কোনো ঠাইত আছা, হে অতি বৃত্ৰহন্তা, যদি বা পৃথিবীৰ সদনত আছা বা অন্তৰীক্ষত আছা,—আমাৰ যজ্ঞৰ ফালে আহা ॥ ৫ ॥ হে সোম পান কৰা বলৰ পালক ইন্দ্ৰ, সেই তেনেকুৱা তুমি আমাৰ অভিষুত কৰা সোমত (আনন্দ কৰি) আমাৰ বল-সাধক অন্নেৰে সুবাক্য-যুক্ত (পূবাদিবে) বহুত ধনেৰে আমোদ দিয়া ॥ ৬ ॥ হে ইন্দ্ৰ, আমাক পৰিত্যাগ নকৰিবা। তুমি আমাৰ লগত একেলগে আমোদ কৰা হোৱা। হে ইন্দ্ৰ, আমাক ৰক্ষণেৰে স্থাপন কৰা। তুমি আমাৰ জ্ঞাতি। হে

ইন্দ্ৰ, আমাক পৰিত্যাগ নকৰিবা ॥ ৭ ॥ হে ইন্দ্ৰ, আমাৰ সৈতে অভিষুত সোমৰ ওচৰত মধু পান কৰিবলৈ বহা। হে ইন্দ্ৰ, স্তোতাক মহৎ অন্ন কৰি দিয়া। হে ইন্দ্ৰ, আমাৰ সৈতে অভিষুত সোমৰ ওচৰত মধুপান কৰিবলৈ বহা। হে ইন্দ্ৰ, স্তোতাক মহৎ অন্ন কৰি দিয়া। হে ইন্দ্ৰ, আমাৰ সৈতে অভিষুত সোমত বহা ॥ ৮ ॥ হে বজ্ৰবান ইন্দ্ৰ, দেৱতাই (গুণত) তোমাৰ ওচৰ নেপায়। মানুহেও নেপায়। সকলো জীৱক বলেৰে অভিভূত কৰি থৈছা। হে বজ্ৰবান ইন্দ্ৰ, দেৱতাই তোমাৰ ওচৰ নেপায় ॥ ৯ ॥ সকলো সেনা পৰস্পৰ লগ হৈ শক্ৰক, অভিভব কৰা নেতা ইন্দ্ৰক অস্ত্ৰাদিৰে তীক্ষ্ণতৰ কৰিছে। স্তোতাই প্ৰকাশ কৰিবলৈ (সূৰ্য্যাত্মক) ইন্দ্ৰক প্ৰাদুৰ্ভাব কৰালে। কৰ্ম্মৰে সকলোতকৈ শ্ৰেষ্ঠ, শক্ৰক সম্মুখত মৰা, উগ্ৰ, অতি বলবান, ওখ বেগবান ইন্দ্ৰক বৰনীয় ধনৰ কাৰণে স্তৱ কৰিছে ॥ ১০ ॥ স্তোতা বেভা সকলে সোমপান কৰিবলৈ সময়ৰে স্তুতি কৰিছে। স্বৰ্গৰ পতি ইন্দ্ৰক যেতিয়া হবি বৰ্দ্ধনৰ কাৰণে স্তুতি কৰে তেতিয়া ধৃতকৰ্ম্মা ইন্দ্ৰই বলেৰে সৈতে পালনেৰে ওচৰলৈ আহে ॥ ১১ ॥ ৰথৰ নেমীৰ দৰে ইন্দ্ৰক দেখা মাত্ৰেই নমস্কাৰ কৰে। বিপ্ৰই মেষ (ইন্দ্ৰক) স্তোত্ৰেৰে প্ৰণাম কৰে। সুদীপ্ত দ্ৰোহহীন তোমালোকে অৰ্চনা কৰা মন্ত্ৰেৰে ইন্দ্ৰক স্তুতি কৰা ॥ ১২ ॥ তেনেকুৱা মঘবান, উগ্ৰ, যথাৰ্থ বল ধাৰণ কৰা, শক্ৰৰে প্ৰতিৰোধ কৰিব নোৱাৰা ইন্দ্ৰক আহ্বান কৰিছো। পূজ্যতম, যজ্ঞাৰ্হ ইন্দ্ৰই স্তুতিৰে আমাৰ যজ্ঞলৈ আবৰ্ত্তন হওক। বজ্ৰী ইন্দ্ৰই আমাক ধনৰ কাৰণে বাট ভাল কৰি দিয়ক ॥ ১৩ ॥ হে বলবান শক্ৰ ইন্দ্ৰ, তুমি এই পুৰ বিলাক বলেৰে ধ্বংস কৰিব জনা হলা। হে বজ্ৰবান, সকলো ভুবন তোমাৰ ভয়ত কঁপে, দ্যাবাপৃথিবীও কঁপে ॥ ১৪ ॥ হে বলবান, বিচিত্ৰ ইন্দ্ৰ, সেই ঋতই (সত্যই) মোক ৰক্ষা কৰক। হে বজ্ৰবান, দুখ বিলাক পানী পাৰ কৰা দৰে পাৰ কৰা। হে ৰজা বিশ্বৰূপী ইন্দ্ৰ, স্পৃহনীয় ধন আমাক কেতিয়া দিবা? ॥ ১৫ ॥

## ৯৮ সূক্ত—ঋ ১২।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ নৃমেধ। ছন্দ—উষ্ণীক্; ৭।১০।১১ ককুভ, ৯।১২ পুৰ উষ্ণীক। দেৱতা—ইন্দ্ৰ।

(হে উদ্গাতা সকল) মেধাবী, মহৎ কৰ্ম্ম কৰ্ত্তা, বিদ্বান, স্তুতি ইচ্ছা কৰা ইন্দ্ৰলৈ বৃহৎ সাম গান কৰা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি (শক্ৰৰ) অভিভবিতা। তুমি সূৰ্য্যক দীপ্ত কৰিলা। তুমি সকলো কৰ্ত্তা, সকলো দেৱত্বা স্বৰূপ। তুমি মহান ॥ ২ ॥ হে ইন্দ্ৰ, তুমি জ্যোতিৰে আদিত্যৰে প্ৰকাশক স্বৰ্গত প্ৰকাশ কৰি যোৱা। সকলো দেৱতাই তোমাৰ সখীত্বৰ কাৰণে নিজক নিয়মিত কৰিছে ॥ ৩ ॥ হে ইন্দ্ৰ, প্ৰিয়, মহৎ বিলাকৰ জেতা, লুকাব নোৱাৰা, পৰ্ব্বতৰ দৰে সকলো ফালে বিস্তৃত স্বৰ্গৰ পতি তুমি আমাৰ ওচৰলৈ আহা ॥ ৪ ॥ হে সত্য' সোম পান কৰা ইন্দ্ৰ, তুমি দুয়ো দ্যাবাপৃথিবী অভিভব কৰি থৈছা। তুমি সোম অভিষৱ কৰা যজমানৰ বৰ্দ্ধক। স্বৰ্গৰো পতি ॥ ৫ ॥ হে ইন্দ্ৰ; তুমি এই বিলাক বহুত পুৰ ধ্বংস কৰোতা। তুমি দস্যুৰ হন্তা। মানুহৰ বৰ্দ্ধক আৰু স্বৰ্গৰ পতি ॥ ৬ ॥ হে স্তুতিৰে বিচাৰিব লগীয়া ইন্দ্ৰ, যেনেকৈ পানীৰ মাজত যোৱা মানুহে পানী ছটিয়াই ধেমালী কৰে, তেনেকৈ এতিয়া তোমাক মহৎ কমনীয় স্তোত্ৰ প্ৰেৰণ কৰিম ॥ ৭ ॥ হে বজ্ৰবান বীৰ ইন্দ্ৰ, যেনেকৈ নদী বিলাকে সাগৰ পানীৰে ভৰাই দিয়ে, তেনেকৈ আমাৰ স্তোত্ৰই তোমাক দিনে দিনে বৰ্দ্ধন কৰে ॥ ৮ ॥ গমনশীল ইন্দ্ৰৰ মহাৰথত যোজনা কৰা, ইন্দ্ৰৰ বাহন, যুঁৱলৰে কলেই ৰথত লগা ঘোঁৰাক স্তোত্ৰেৰে স্তোতাই ৰথত লগাইছে ॥ ৯ ॥ হে শতক্ৰতু, কৰ্ম্মক্ষম ইন্দ্ৰ, তুমি আমালৈ বল আৰু ধন আহৰণ কৰি আনা। বীৰ, যুদ্ধ কৰিব পৰা পুত্ৰ তোমাক বিচাৰিছো ॥ ১০ ॥ হে বাস কৰাওঁতা, শতক্ৰতু ইন্দ্ৰ, তুমি আমাৰ পিতা। তুমি মাতা। এতিয়া তোমাৰ পৰা আমি সুখ বিচাৰিছো ॥ ১১ ॥ হে বলবান, পুৰুহুত, শতক্ৰতু ইন্দ্ৰ, বল কামনা কৰি আমি স্তুতি কৰিছো। তুমি আমাক সুবীৰ্য্য ধন দিয়া ॥ ১২ ॥

## ৯৯ সূক্ত—ঋ ৮।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ নৃমেধ। ছন্দ—প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম সতোবৃহতী)। দেৱতা—ইন্দ্ৰ।

হে বজ্ৰবান ইন্দ্ৰ, তোমাক হবিৰে বহন কৰা কৰ্ম্মৰ নেতা সকলে যি আজি আৰু কালি সোম পান কৰাইছিল, সেই তুমি স্তোত্ৰ বাহক (আমাৰ) স্তোত্ৰ এই যজ্ঞত শুনা। ঘৰলৈ আহা ॥ ১ ॥ হে ধুনীয়া শালৰ, হবি ঘোঁৰা যুক্ত, স্তুতিৰে বিচৰা ইন্দ্ৰ, তোমাক ভূষিত কৰিছে। সোমেৰে আমোদ কৰা তোমাক সোম অভিষুত হলত আমি তোমাৰ উপমান ৰূপৰ উকৃষ্টেৰে প্ৰশংসা কৰি অন্ন বিচাৰিছো ॥ ২ ॥ (হে আমালোকৰ মানুহ বিলাক) যেনেকৈ সূৰ্য্যৰ আশ্ৰিত ৰশ্মি বিলাকে

সূৰ্য্যকেই ভজন কৰে তেনেকৈ ইন্দ্ৰৰ সকলো ধন ভজন কৰা।—যি ধন উৎপন্ন হোৱা আৰু উৎপন্ন হবলগীয়া পিতৃৰ ধনৰ ভাগ যেনেকৈ সন্তানে পাই, তেনেকৈ আমি আনিম ॥ ৩ ॥ (হে স্তোতা সকল) পাপ নকৰাকৈ দান দিয়া ইন্দ্ৰক স্তুতি কৰা। ইন্দ্ৰৰ দান বিলাক কল্যাণকৰ। তেওঁৰ মন দান দিবলৈ পৰিচৰণ কৰা স্তোতাৰ কাৰণে কেতিয়াও লৰচৰ নকৰে ॥৪॥ হে ইন্দ্ৰ, সংগ্ৰামত সকলো যুদ্ধকৰা শত্ৰুসেনা পৰাজয় কৰা। হে শত্ৰুৰ বাধক ইন্দ্ৰ, দেৱতাৰ অস্বস্তি নাশ কৰা। অসুৰৰ অস্বস্তি উৎপাদন কৰা। সকলো শত্ৰুক হিংসা কৰা। তুমি বাধকৰো বাধক ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ বলত দ্যাবাপৃথিবীয়ে মাকক শিশুৱে ধৰি থকা দৰে তোমাক অৱলম্বন কৰি থাকে। তুমি বৃত্ৰক আক্ৰমণ কৰোতে সকলো (বৃত্ৰৰ) সেনা পেপুৱা লাগিল ॥৬॥ (হে স্তোতা সকল) তোমালোকে অজৰ, শত্ৰুক খেদায় দিয়া, শৰকৈ যোৱা, ৰথীৰ শ্ৰেষ্ঠ, পৰাজয় নোহোৱা, পানীৰ বৰ্দ্ধক ইন্দ্ৰক ৰক্ষণৰ কাৰণে আগত ৰাখি থোৱা ॥৭॥ (বেয়া বিলাক) সংস্কাৰ কৰা, অনাই সংস্কাৰ কৰিব নোৱাৰা, বল কৰোতা শত ৰক্ষণৰ, শতকৰ্ম্মা, ধন ঢাকি থোৱা, ধনৰ প্ৰেৰণ কৰা ইন্দ্ৰক ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ৮ ॥

## ১০০ সূক্ত—ঋ ১২।

ঋষি—ভৃগু গোত্ৰৰ নেম। ছন্দ—ত্ৰিষ্টুভ্; ৬-জগতী; ৭-৯ অনুষ্টুভ্ দেৱতা—ইন্দ্ৰ; ১০।১১ বাক্।

হে ইন্দ্ৰ, তোমাক আগত লৈ মোৰ পুত্ৰৱে সৈতে শত্ৰুক পৰাজয় কৰিবলৈ যাওঁতে সকলো দেৱতা মোৰ পাচত আহিছে। যদি তুমি মোক শত্ৰুৰ ধনৰ ভাগ দিয়া তেতিয়া মোৰ শত্ৰু জিকিবলৈ বল প্ৰয়োগ কৰিবা ॥ ১ ॥ হে ইন্দ্ৰ, তোমাক মধুৰ সোমৰ ভক্ষণ আগতে দিম। অভিষুত কৰা সোমৰ ভাগ তোমাত নিহিত হওক। তুমি মোৰ সখা (সহিতে) সোঁফালে থাকিবা। আৰু বহুত শত্ৰু দুয়ো মাৰিম ॥ ২ ॥ হে সংগ্ৰাম কৰিবলৈ বিচৰা মানুহ বিলাক, যদি সচাঁই ইন্দ্ৰ আছে, তোমালোকে ভালকৈ ইন্দ্ৰৰ স্তব কৰা। নেমই কয়, —ইন্দ্ৰ, নামেৰে কোনো নাই। তেওঁক কোনে দেখিছে? কাক আমি এতিয়া স্তব কৰিম? ॥৩॥ (ইন্দ্ৰই কৈছে) হে স্তোতা, এয়া মই। ইয়াত থকা মোক চোৱা। সকলো ভুবন মই মহিমাৰে অভিভৱ কৰি ৰাখিছো। মোক ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক বিদ্বান সকলে স্তোত্ৰেৰে বৰ্দ্ধন কৰে। আদৰণ শীল মই সকলো ভুবন বিদাৰণ কৰো ॥ ৪ ॥ যি ঋতৰ (যজ্ঞৰ) কামনা কৰা সকলে যেতিয়া উঠি গৈ অন্তৰীক্ষৰ ওপৰত অকলে বহি থকা মোক ওপৰলৈ তুলিছিল তেতিয়া মোৰ মনে কলে যে মোৰ সখা সকলে সপুত্ৰে মোলৈ কান্দিছে (ঋষিয়ে স্তুতি কৰিছে) ॥ ৫ ॥ হে মঘবন, যজ্ঞত অভিষৱ কৰা সকলক যি কাম কৰিলা, সেই কথা কবৰ যোগ্য—অনন্ত। পৰাবৎ নামেৰে শত্ৰুৰ যি ধন আছে সেই ধন তুমি শৰভ ঋষিৰ কাৰণে বহুত ধনবান হবলৈ আনি দিলা ॥ ৬ ॥ এতিয়া যোৱা। যি শত্ৰুৱে তোমালোকক বাধা দিছিল সেই শত্ৰু এতিয়া নাই। বৃত্ৰৰ মৰ্ম্মস্থানত ইন্দ্ৰই বজ্ৰেৰে আঘাট কৰিলে (দেখোন) ॥ ৭ ॥ মনৰ বেগেৰে ভাল চৰাই (শেন) স্বৰ্গলৈ গৈ সোণৰ পুৰী পাৰহৈ গৈ বজ্ৰবান ইন্দ্ৰলৈ সোম আহৰণ কৰি আনিলে ॥ ৮ ॥ যি বজ্ৰ সমুদ্ৰৰ মাজত শুই আছে, পানীয়ে চাৰিওফালে বেৰি আছে,, (সেই বজ্ৰৰ) আগত যোৱা শত্ৰুৰ সৈন্য বিলাক বলি (উপহাৰ) হয় ॥ ৯ ॥ দেৱতাক আনন্দ দিয়া, ৰাণী, (জ্ঞানী) বাক্য যেতিয়া বুজি নোপোৱাকৈ কথা কৈ যজ্ঞত বহিল তেতিয়া চাৰিউফালে অন্ন আৰু পানী খিৰাই। এই (বাক্‌ৰ) শ্ৰেষ্ঠ বিলাক কলৈ গল? ॥ ১০ ॥ সেই বাক দেৱীক দেৱতা সকলে জন্ম দিলে। সেই বাক্‌দেৱী বিশ্বৰূপা,—পশু বিলাকেও (সেই বাক্য) কয়। সেই বাক্ দেৱী হৰ্ষয়িত্ৰী, গকৰ দৰে আমালৈ অন্ন আৰু বল ক্ষৰণ কৰে। আমাৰ দ্বাৰা সুস্তুত হৈ আমাক ৰক্ষা কৰক ॥ ১১ ॥ হে সখা বিষ্ণু, অতিকৈ বিক্ৰমণ কৰা (খোজ দিয়া)। স্বৰ্গত বজ্ৰ মাৰিবলৈ ঠাই দিয়া। আমি বৃত্ৰক মাৰিম। নদী মুকলি কৰি দিম।—ইন্দ্ৰই পথিওৱা বাটেৰে গৈ থাকক ॥ ১২ ॥

## ১০১ সূক্ত—ঋ ১৬।

ঋষি—ভৃগুৰ পুত্ৰ জমদগ্নি। ছন্দ—১-২।৫-১৩ প্ৰগাথ (অযুগ্ম বৃহতী, যুগ্ম-সতো বৃহতী); ৩ গায়ত্ৰী, ৪ সতো বৃহতী; ১৪-১৬ ত্ৰিষ্টুভ্। দেৱতা—১-৫ অং মিত্ৰাবৰুণ; ৫ অং।৬-আদিত্য সকল; ৭।৮ অশ্বিনী দুজন, ৯।১০-বায়ু, ১১।১২-সূৰ্য্য; ১৩ উষা বা সূৰ্য্য প্ৰভা; ১৪ পৱমান, ১৫-১৬ গো।

যি মানুহে তৎক্ষনাৎ হবি দাতা যজমানক অভীষ্ট ফল সিদ্ধিৰ কাৰণে মিত্ৰাবৰুণক অভিমুখী কৰিবলৈ হবি দিয়ে, সেই মানুহে সচাঁই যজ্ঞৰ কাৰণে হবি সংস্কাৰ কৰে ॥ ১ ॥ সেই অতি বেচি বলৱ, দূৰদৰ্শী, কৰ্ম্মৰ নেতা, দীপ্যমানহৈ অতি বিদ্বান, সেই মিত্ৰাবৰুণলৈ, বাহুযেৰা

দৰে সূৰ্য্যৰ ৰশ্মিৰে সৈতে কৰ্ম্ম প্ৰাপ্ত হয় ॥ ২ ॥ হে মিত্ৰাবৰুণ, গমনশীল যি যজমানে তোমালোকৰ ওচৰ চাপে তেওঁ দেৱতাৰ দূত হৈ সোণৰ অলঙ্কাৰ মূৰত পিন্ধি আমোদকৰ ধন লৈ যোৱা হয় ॥ ৩ ॥ যি শত্ৰুৱে শুধিলে ভাল নেপাই, বাৰে বাৰে মাতিলেও ভাল নেপায় বা কথা কবলৈও ভাল নেপায়, সেই শত্ৰুৰ পৰা আমাক আজি ৰক্ষা কৰা। শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰা ॥ ৪ ॥ যজ্ঞৰ ধন মিত্ৰলৈ সেবাৰ যোগ্য যজ্ঞ ঘৰত স্তোত্ৰ গোৱা। অৰ্যমালৈ গোৱা। বৰুণলৈ প্ৰীতি সাধন কৰা স্তোত্ৰ গোৱা। ৰজা (আদিত্য সকললৈ) স্তোত্ৰ গোৱা ॥ ৫ ॥ ৰঙা, জয় সাধন কৰা, বাস দিওঁতা তিনি জনৰ একমাত্ৰ পুত্ৰক দেৱতা সকলে পঠিয়াই দিছে। কোনেও বাধা দিব নোৱাৰা, অমৰ, সেই দেৱতা সকলে মানুহৰ স্থান বিলাক চাই ফুৰে ॥ ৬ ॥ হে নাসত্যা দুজন একে লগ হৈ মোৰ উচ্চাৰণ কৰা দীপ্ততম স্তুতি বাক্যৰ ফালে আহা। হবি ভক্ষণ কৰিবলৈ আহা ॥ ৭ ॥ হে অন্ন ধন যুক্ত অশ্বিনী দুজন, তোমালোকৰ যি ৰাক্ষস বিহীন দান আছে সেই দানৰ কাৰণে আহ্বান কৰিছো। তোমালোকে জমদগ্নিৰ দ্বাৰা স্তুত হৈ পুব মুখী হৈ স্তুতি বৰ্দ্ধন কাৰী নেতা ৰূপেৰে আহা ॥ ৮ ॥ হে বায়ু আমাৰ এই স্বৰ্গ স্পৰ্শ কৰা যজ্ঞলৈ আহা। সুস্তুতিৰে পবিত্ৰ (কুশৰ আগৰ) ওপৰত দিয়া এই সোম তোমাৰ কাৰণে আছে ॥ ৯ । হে নিযুত নামৰ ঘোঁৰাৰে অহা বায়ু অধ্বৰ্য্যুৰে পোন বাটেৰে তোমাৰ ভক্ষণ যোগ্য হবি আদি লৈ আহিছে। এতিয়া আমাৰ দুয়োবিধ, শুদ্ধ সোম আৰু গাখীৰ মিহলেৰা সোম পান কৰা ॥ ১০ ॥ হে সূৰ্য্য, সঁচাই তুমি মহান। হে আদিত্য, সঁচাই, তুমি মহান। মহৎ তোমাৰ মহিমা স্তোতাই স্তুতি কৰে। হে দেৱতা, তুমি সঁচাকৈয়ে মহান ॥১১॥ হে সূৰ্য্য, তুমি গুনাত মহান—ই সঁচা। হে দেৱতা, তুমি মহত্বত এটাইতকৈ মহান,—ইও সঁচা। তুমি অসুৰৰ হন্তা। দেৱতাৰ তুমি হিত উপদেষ্টা (পুৰোহিত)। তোমাৰ জ্যোতি মহৎ—কোনেও বাধা দিব নোৱাৰে ॥১২॥ এয়া সেই স্তুতিমতী, তললৈ মুখ কৰি ৰূপৱতী হৈ প্ৰকাশ কৰা উষা ব্ৰহ্মাণ্ডৰ মাজত দহ হাতত (দহ দিশত) বিচিত্ৰ গৰুৰ দৰে সকলোৱে দেখা পাইছে ॥ ১৩ ॥ তিনি পুৰুষ প্ৰজা আহিল আৰু গল। অন্য প্ৰজা সূৰ্য্যত সোমাল। তেওঁ (সূৰ্য্য) ওখ ঠাইত থাকিল। সেউজীয়া বায়ুত (গছত) পৱমান (পবিত্ৰ কৰা সোম) সোমাল ॥ ১৪ ॥ ৰুদ্ৰ সকলৰ (মৰুতৰ) মাক, বসু সকলৰ জীয়েক, আদিত্য সকলৰ ৰাইভনী, অমৃতৰ নাভি (আবাস স্থান), পাপ নাইকিয়া অদিতি গৰুক নৰধিবা,—জনা সকলক মই এই বুলি কওঁ ॥ ১৫ ॥ বাক্যৰ কথা জনা, কথা কোৱা, সকলো স্তুতি বাক্যেৰে ওচৰত থকা দেৱী আৰু দেৱতা সকলক মোক পূধি-বীত পোৱাই দিয়া। অল্প বুদ্ধিৰ মানুহে মোক এৰি থৈ যায় ॥ ১৬ ॥

## ১০২ সূক্ত—ঋ ২২।

**ঋষি—ভৃগু পুত্ৰ প্ৰয়োগ, বৃহস্পতিৰ পুত্ৰ অগ্নি বা পাবক; বা সহসৰ পুত্ৰ গৃহপতি বা যবিষ্ঠ দুয়ো বা এজন। ছন্দ-গায়ত্ৰী। দেৱতা- অগ্নি।**

হে অগ্নি দেৱতা, কবি, গৃহপতি, সদায় ডেকা তুমি হবি দাতাক মহৎ অন্ন দিয়া ॥ ১ ॥ হে বিশিষ্ট দীপ্তিৰ অগ্নি, তুমি জানি লৈ আমাৰ পৰিচৰণশীল স্তুতি কৰা বাক্যেৰে সৈতে দেৱতা সকলক লৈ আহা ॥ ২ ॥ হে অতি ডেকা অগ্নি, অতি ধনৰ প্ৰেৰক তোমাৰে সৈতে আমি অন্ন লাভৰ কাৰণে শত্ৰুক বশ কৰিম ॥ ৩ ॥ হে সমুদ্ৰৰ মাজত থকা বড়ৱানল, গুক্ক তোমাক ঔৰ্ব্ব, ভৃগুৱে আৰু অপ্নবানে আহ্বান কৰা দৰে আহ্বান কৰিছো ॥ ৪ ॥ বতাহৰ দৰে ধ্বনি কৰা, কবি, পৰ্য্য-ন্যৰ দৰে কন্দা (চিঞৰা), বলী সমুদ্ৰৰ মাজত থকা অগ্নিক আহ্বান কৰিছো ॥ ৫ ॥ সবিতা দেৱতাৰ প্ৰসৱৰ দৰে, ভগৰ ভোগৰ দৰে, সমুদ্ৰত থকা অগ্নিক আহ্বান কৰো ॥ ৬ ॥ অহিংসনীয় সকলৰ বন্ধু, বলৱন্ত, শিখাৰে অতি বৰ্দ্ধন কৰি অগ্নিৰ সন্মুখলৈ তোমালোক যোৱা ॥ ৭ ॥ এই অগ্নিয়ে আমাৰ কৰ্ত্তব্যৰ ৰূপ নিৰ্ম্মান কৰে। আমি অগ্নিৰে যশযুক্ত হম ॥ ৮ ॥ মানুহৰ সকলো সম্পদ দেৱতালৈ যি এই অগ্নিয়ে লৈ যায়, সেই অগ্নিয়ে আমা-লৈও অন্ন লৈ ঘূৰি আহক ॥ ৯ ॥ সকলো হোতাৰ মাজত এটাইতকৈ যশস্বী, যজ্ঞত মূখ্য অগ্নিক এই যজ্ঞত স্তুতি কৰা ॥ ১০ ॥ দেৱতাৰ মাজত মুখ্য, দুবৈত গুনা, (বিদ্বান) অগ্নি যজমানৰ ঘৰত জ্বলি আছে। শুই থকা শোধক দীপ্তিৰ তেওঁক স্তুতি কৰা ॥ ১১ ॥ হে বিপ্ৰ সকল, ঘোঁৰাৰ দৰে জয়যুক্ত কৰা, বলী, সখাৰ দৰে শত্ৰুক মৰা অগ্নিক স্তুতি কৰা ॥ ১২ ॥ হে অগ্নি, যজমানৰ কাৰণে স্তুতি বিলাক বাই-ভনীৰ দৰে তোমাৰ গুণবিলাক দেখুৱাই তোমাৰ ওচৰত সেৱা কৰিছে, বায়ুৰ ওচৰত তোমাক থৈছে ॥ ১৩ ॥ তিনি পাক মাৰি খোৱা মেলি দিয়া বহুত কুশ অগ্নিৰ কাৰণে খোৱা হৈছে। পানীয়েও তাত ঠাই পালে। (অৰ্থাৎ পকাই) খোৱা কুশ মেলি যি তাত পানীৰে শান্তি কৰিলে)

॥ ১৪ ॥ কামবৰ্দ্ধক অগ্নি দেৱতাৰ স্থান শত্ৰুৰ দ্বাৰা ধৰ্ষণ নোহোৱা ৰক্ষণেৰে ভজনীয় হয়। তেওঁৰ দৃষ্টিও সূৰ্য্যৰ দৰে মঙ্গলকৰ ॥ ১৫ ॥ হে দেৱতা অগ্নি, ঘিঁউ দিয়া ওপৰত শিখাৰে দেৱতা সকলক বহন কৰি আনা, আৰু যজন কৰা ॥১৬॥ হে অঙ্গিৰ অগ্নি, কবি, অমৰ, হবি বহন কৰা তোমাক সেই দেৱতা সকলে মাকৰ দৰে জন্ম দিলে ॥ ১৭ ॥ হে কবি অগ্নি, বিশিষ্ট বুদ্ধিৰ, বৰেণ্য, দেৱতাৰ দূত, হবি বহন কৰা তোমাৰ কেউফালে ( দেৱতা সকল ) বহিছে ॥ ১৮ ॥ মোৰ গৰু নাই। কাতিবলৈ কুঠাৰ নাই—। তথাপি যি আছে সেয়া তোমাক মই আনি দিছো ॥ ১৯ ॥ হে অতি ডেকা অগ্নি, তোমাক যি কোনো খৰি দিওঁ সেই বিলাক ( কুঠাৰে নকটা হলেও ) গ্ৰহন কৰা। (তৈত্তিৰীয় সংহিতাৰ মতে কুঠাৰেৰে নকটা কাঠেৰে যজ্ঞ নহয় ) ॥ ২০ ॥ যি কাঠ পোকে খোৱা বা পানীত থকা কাঠ তোমালৈ যায় সেই সকলো বিলাক তোমাৰ কাৰণে ঘিঁউৰ দৰে হওক ॥ ২১ ॥ মানুহে জুই ধৰি কাঠেৰে জ্বলাই, মনেৰে শ্ৰদ্ধা কৰি সময়ত কাম কৰিব লাগে। মই ঋত্বিক সকলেৰে সৈতে অগ্নি জ্বলাওঁ ॥ ২২ ॥

১০৩ সূক্ত - ঋ ১৪।

ঋষি— কণ্বৰ পুত্ৰ সোভৰী। ছন্দ – ১-৪।৬ বৃহতী, ৫ বিৰাট ৰূপা, ৭।৯।১১।১৩ সতোবৃহতী, ৮।১২ ককুভ্, ১০ হ্ৰসীয়সী, ১৪ অনুষ্টুভ্। দেৱতা— অগ্নি।

যি অগ্নিত যজমানে কৰ্ম্ম কৰে সেই ভালকৈ বাট লনা অগ্নি প্ৰাদুৰ্ভাব হল। ভালকৈ জন্ম হোৱা আৰ্য্যৰ বৰ্দ্ধয়িতা অগ্নিৰ আমি স্তোত্ৰৰে ওচৰলৈ যাওঁ ॥ ১ ॥ এই দিবোদাসে আহ্বান কৰা অগ্নি মাতৃৰ দৰে পৃথিবীৰ ওপৰে গৈ দেৱতাৰ ফালে হবি বহন কৰিবলৈ গল। দিবোদাসে বলেৰে হোম কৰিলত স্বৰ্গৰ ওপৰলৈ গৈ বল গৈ ॥ ২ ॥ যি কাৰণে কৰ্ত্তব্য কৰা মানুহৰ আগত অন্য মানুহ কঁপি থাকে, হে মানুহ বিলাক, সহস্ৰদাতা অগ্নিক যজ্ঞত কৰিব লগীয়া কামৰ দৰে নিজে নিজে পৰিচৰণ কৰা ॥ ৩॥ হে বাস কৰাওঁতা অগ্নি, তুমি যি স্তোতাক ধন দিবৰ কাৰণে, নিৱ খোজা, যি তোমাক হবি দিয়ে, সেই মানুহে, স্তোত্ৰাদি গাই নিজে বহুতক পোষণ কৰিব পৰা ধন থকা পুত্ৰ পাই ॥ ৪ ॥ হে বহুত ধন থকা অগ্নি, সেই যজমানে কথিন হলেও ঘোঁৰাৰে সৈতে শত্ৰুৰ অন্ন লৈ আহে। সেই যজমানে অক্ষয় কীৰ্ত্তি লাভ কৰে। ( আমিও সেইদৰে কৰি ) হে দেৱতা, তোমাৰ গুৰিত থকা সকলো বৰণীয় ধন পাম ॥ ৫ ॥ দেৱতাৰ আহ্বাতা আনন্দময় যি অগ্নিয়ে মানুহক ধন দিয়ে সেই অগ্নিলৈ মদকৰ সোমৰ দৰে প্ৰথম স্তোত্ৰ বিলাক আগবাঢ়ি যায় ॥ ৬ ॥ হে দৰ্শনীয় প্ৰজাৰ পালক অগ্নি, যি ভাল দাতা দেৱতাক বিচৰা মানুহে ৰথবাহক ঘোঁৰাৰ দৰে স্তোত্ৰেৰে তোমাক পৰিচৰণ কৰে, সেই মানুহৰ পুত্ৰ আৰু পৌত্ৰ দুয়োকে ধনবানৰ দান দিয়া ॥ ৭ ॥ হে স্তোতা সকল, অতি দাতা, ঋতবান ( নিয়মবান ), মহৎ, দীপ্ত তেজৰ অগ্নিলৈ স্তোত্ৰ গান কৰা ॥ ৮ ॥ ধনবান আৰু অন্নবান অগ্নি জ্বলাই ( হবিৰে ) আহুতি দিলে যজমানক যশস্কৰ অন্ন দিয়ে। সেই অগ্নিৰ নতুন সুমতি অন্নেৰে সৈতে বহুতবাৰ আমালৈ আহক ॥ ৯ ॥ হে স্তোতা সকল, প্ৰিয়ৰ ভিতৰত অতি প্ৰিয়, অতিথি, ৰথৰ যন্তা অগ্নিক স্তুতি কৰা ॥ ১০ ॥ যজ্ঞাৰ্হ, জ্ঞাতা, যি অগ্নিয়ে ওলাই থকা আৰু লুকাই থোৱা ধন বিলাক আনে, যি কৰ্ম্মৰে যুদ্ধ কৰিবলৈ বিচাৰে, যাৰ শিখা বিলাক সমুদ্ৰৰ ঢৌৰ দৰে আগবাঢ়ি অহা দুস্তৰ ( সেই অগ্নিক স্তুতি কৰা ) ॥ ১১ ॥ বাস কৰাওঁতা, অতিথি, বহুতে স্তুতি কৰা, দেৱতাৰ সুআহ্বাতা, সুযজ্ঞ, যি অগ্নি, সেই অগ্নিয়ে আমাক বাধা নকৰিবা ॥ ১২ ॥ বাস কৰাওঁতা হে অগ্নি, যি মানুহে তোমাক সন্মুখত স্তুতি কৰি ভাল গমনেৰে সৈতে যায়, সেই স্তোতাক অন্যায় নকৰিবা। হবি দাতা স্তোতায়ো দূতৰ কৰ্ম্মৰ কৰিবলৈ তোমাক স্তুতি কৰে ॥১৩॥ হে মৰুতৰ সখা অগ্নি, আমাৰ যজ্ঞত সোম পান কৰিবলৈ মৰুত সকলেৰে সৈতে আহা। সোভৰিৰ ( মোৰ ) সুস্তুতিলৈ আহা, —আনন্দ কৰা ॥ ১৪ ॥

ওঁ তৎসৎ

ইতি ঋগ্বেদ সংহিতাৰ অষ্টম মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্ম্মা মহাবিদ্যালয়।

যোৰহাট। ১৯ জেঠ, শঃ ১৮৯৫। ইং ২।৬।৭৩



# ঋগ্বেদ সংহিতা ঃ অসমীয়া অনুবাদ

## নবম মণ্ডল।

এই মণ্ডল সমুদয় পবমান সোমৰ স্তুতি। ঋষি বহুত—কোনো নির্দ্দিষ্ট গোত্ৰৰ ঋষিৰ নহয়। পবমান =শুচি হোৱা—পৰিস্কাৰ কৰা। সোমলতাৰ পৰা শিলত চেপা সোমৰস সক নলাৰে বাগৰি পৈ পাত্ৰত পৰোতে পাত্ৰৰ মুখত ভেড়াৰ নোম, কুশৰ আগৰে কাপোৰৰ দহি সূতাৰে তৈয়াৰ কৰা এখন চাকনিৰ মাজেদি চেকি দিয়ে। পাচত বসতিবৰী আৰু একধনা নামৰ পানী মিহলাই। সেই চেকা সোমৰ লগত গৰুৰ গাখীৰ, দৈ, ভজা যৱ ধানৰ গুৰি পিথা ইত্যাদি মিহলাই থাই; আৰু দেবতাক দিয়ে। এই বিলাক কৰা যজ্ঞৰ নাম সবন, তিনি সন্ধ্যা কৰে—প্ৰাত: সবন পুৱাত; মধাহ্ন সবন ভৰ দুপৰীয়া আৰু গধুলী সন্ধ্যাত (তৃতীয় সবন)। বৈদীক যুগত ই এক উপাদেয় অন্ন হিচাপে ব্যৱহাৰ আছিল। এতিয়া ই লোপ হৈছে। ই আজি কালিৰ দৰে মদ (সুৰা) নহয়। বহুতে মদ বুলি কয় যদিও "নহয়" বুলি প্ৰমাণ কৰিব পৰা বহুত তথ্য বেদৰ মাজতে আছে।)

### প্ৰথম সূক্ত—ঋক সংখ্যা—১০।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ মধুচ্ছন্দা। ছন্দ—গায়ত্ৰী।

দেবতা—পবমান সোম।

হে সোম, ইন্দ্ৰই পান কৰিবলৈ তুমি অভিষুত হোৱা,—অতি সোৱাদ, অতি আমোদকৰ ধাৰাৰে ক্ষৰণ হোৱা ॥ ১ ॥ ৰাক্ষস মৰা, বিশ্বৰ দ্ৰষ্টা সোণৰে ঠেঙেলোৱা সোম দোন কলহত সভাৰ মাজ ঠাইত বহি আছে ॥ ২ ॥ হে সোম, তুমি অতি ধন দাতা, আৰু সকলো দাতা হোৱা। অতি শত্ৰু হন্তা হোৱা। ধনবান শত্ৰুৰ ধন আমাক দিয়া ॥ ৩ ॥ হে সোম, তুমি মহৎ দেবতা সকলৰ অন্নেৰে কৰা যজ্ঞলৈ আহা, আৰু বল আৰু অন্ন আমাক দিয়া ॥ ৪ ॥ হে সোম তোমাৰ ওচৰ চাপিছো। দিনৌ তোমাৰেই পৰিচৰণ কৰিছো।—তোমাৰেই স্তৱ কৰিছো ॥ ৫ ॥ সূৰ্য্যৰ জীয়েকে, হে সোম, তোমাৰ ক্ষৰণ হোৱা ৰস (ভেড়াৰ) নোম মেলি দি (চেকি) সদায় শুদ্ধ কৰে ॥ ৬ ॥ মানুহৰ যজ্ঞত শেষ দিনত বাই-ভনী (ৰূপ) দহ আঙুলিৰে মাইকী মানুহে তোমাক ধৰে ॥ ৭ ॥ এই সোমক আঙুলিৰে ঠেলি পথিয়াই ওপঙি থকা অ'শ বাকলি আদি চেকি দিয়ে। মধুৰ বস্তু তিনি ঠাইত ৰাখে ॥ ৮ ॥ আৰু এই শিশু সোমক বধিব নোৱাৰা গৰুৰ গাখীৰেৰে ইন্দ্ৰৰ পানৰ কাৰণে মিহলি কৰি দিয়ে ॥ ৯ ॥ বীৰ ইন্দ্ৰই এই সোমৰ আমোদতেই সকলো বৃত্ৰ (শত্ৰু) মাৰে আৰু (আমাক) ধনো দিয়ে ॥ ১০ ॥

### ২য় সূক্ত—ঋ ১০।

ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ—গায়ত্ৰী।

দেবতা—পবমান সোম।

হে সোম দেবতা বিচৰা তুমি বেগেৰে পবিত্ৰ হোৱা। হে ইন্দু (সোম), সেচক তুমি ইন্দ্ৰৰ ভিতৰত সোমোৱা ॥ ১ ॥ হে সোম, মহান, কামবৰ্ষী, অতি যশস্বী, ধাৰক জুলীয়া অন্ন তুমি আমাৰ ফালে আহা,—নিজ ঠাইত বহা ॥ ২ ॥ অভিষুত কৰা বিধাতাৰ সোম ধাৰা প্ৰিয় মধু খিৰালে (বোৱাই দিলে) আৰু সুকৰ্ম্মা সোমক (বসতীবৰী) পানীৰে ঢাকি দিয়ে ॥ ৩ ॥ হে সোম, যেতিয়া গৰুৰ গাখীৰেৰে ঢাকি দিয়া হয় (মিহলোৱা হয়) তেতিয়া মহান তোমাক পানীৰে বোৱাই দিয়ে ॥ ৪ ॥ স্বৰ্গৰ ধাৰক সমুদ্ৰৰ (দৰে) আমি বিচৰা সোম পানীত মাৰ্জ্জন কৰে ॥ ৫ ॥ কামবৰ্ষী, হৰিৎ বৰ্ণৰ মহান মিত্ৰৰ দৰে দেখা যি এই সোমে শব্দ কৰে, সেই সোমে সূৰ্য্যৰ সৈতে শোহৰ কৰে ॥ ৬ ॥ হে ইন্দু, যি স্তুতিৰে তুমি আমোদৰ কাৰণে শোভিত হোৱা, সেই কৰ্ম্মৰ ইচ্ছাৰে কৰা স্তুতি তোমাৰ বলত শোধিত হয় ॥ ৭ ॥ হে সোম, তোমাৰ প্ৰশংসা মহৎ শত্ৰু ধৰ্ষক। উত্তম লোক কৰ্ত্তা তোমাক আমোদৰ কাৰণে বিচাৰিছো ॥ ৮ ॥ হে ইন্দু, ইন্দ্ৰক কামনা কৰা তুমি আমোদকৰ ধাৰাৰে বৰষুণ দিয়া পৰ্যন্যৰ দৰে আমালৈ বৈ আহা ॥ ৯ ॥ হে যজ্ঞৰ

পুৰণি আত্মা ইন্দু, তুমি আমাৰ গৰুৰ দাতা, পুত্ৰাদি ঘোঁৰা আৰু অন্নৰ দাতা হোৱা ॥ ১০ ॥

## ৩য় সূক্ত—ঋ ১০ ।

ঋষি – অজিগৰ্ত্তীৰ পুত্ৰ শুনঃশেপ । ছন্দ—গায়ত্ৰী । দেৱতা—পৱমান সোম ।

এই অমৰ দেৱতা সোম দোন কলহলৈ বহিবলৈ চৰাইৰ দৰে বেগেৰে গৈছে ॥ ১ ॥ এই আঙুলিৰে অভিষুত কৰা সোম দেৱতা ক্ষৰণ হৈ কোনো বাধা দিব নোৱাৰাকৈ শত্ৰুক খেদি গৈছে ॥ ২ ॥ এই ক্ষৰণ হোৱা সোম দেৱতাক স্তোতাই যজ্ঞ কৰিবলৈ কামনা কৰি সংগ্ৰামৰ ঘোঁৰাৰ দৰে স্তুতিৰে অলঙ্কৃত কৰিছে ॥ ৩ ॥ ক্ষৰণ হোৱা বীৰ এই সোম দেৱতাই সকলো বৰণীয় ধন লৈ বলেৰে যোৱা দৰে ধন ভাগ কৰি দিবলৈ আহিছে ॥ ৪ ॥ সোমে ক্ষৰণ হৈয়েই (আমাৰ যজ্ঞলৈ) আহিবলৈ ৰথ বিচাৰে,—আমাক দিবলৈ বিচাৰে আৰু শব্দ কৰে ॥ ৫ ॥ এই সোমে মেধাৱী সকলৰ দ্বাৰা স্তুত হৈ হৱি দাতালৈ বহু ধাৰণ কৰি (বসতীৱৰী) পানীত গা ধোৱে ॥ ৬ ॥ ধাৰাৰে ক্ষৰণ হৈ এই সোমে চিঞৰি (ৰজো আদি) লোক তিৰস্কাৰ কৰি স্বৰ্গলৈ লৰ মাৰে ॥ ৭ ॥ পৱিস্কাৰ কৰা এই সোম সুযজ্ঞ-বিশিষ্ট হৈ কোনেও স্পৰ্শ নকৰাকৈ ৰজোলোক তিৰস্কাৰ কৰি যজ্ঞৰ পৰা স্বৰ্গলৈ যায় ॥ ৮ ॥ হৰিৎ বৰ্ণৰ এয়া সোম দেৱতা পুৰণি জন্মৰে দেৱতাৰ কাৰণে অভিষুত হৈ পৱিত্ৰত (চাকনিত) থাকিবলৈ যায় ॥ ৯ ॥ এই সোম বহুকৰ্ম্মা । জন্ম হৈয়েই অন্ন উৎপাদন কৰি অভিষুত হৈ ধাৰাৰে পৱিস্কৃত হয় ॥ ১০ ॥

## ৪ৰ্থ সূক্ত—ঋ ১০ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তুপ । ছন্দ—গায়ত্ৰী । দেৱতা—পৱমান সোম ।

হে মহৎ অন্ন, পৱমান সোম, (দেৱতা সকলক) ভজন কৰা, (ৰাক্ষসক) জয় কৰা আৰু আমাৰ শ্ৰেয়ঃ সাধন কৰা ॥ ১ ॥ হে সোম, আমাক জ্যোতি দিয়া; স্বৰ্গ দিয়া,— সকলো সৌভাগ্য দিয়া । আমাৰ শ্ৰেয়ঃ সাধন কৰা ॥ ২ ॥ হে সোম, আমাক বল দিয়া, আৰু কৰ্ম্ম দিয়া; —হিংসক শত্ৰু মাৰা । আমাৰ …… ১ ঋকৰ দৰে ॥ ৩ ॥ হে সোম অভিষৱ কৰা সকল, তোমালোকে ইন্দ্ৰই পান কৰিবলৈ সোম পৱিস্কাৰ কৰি দিয়া । আমাৰ …… ১ঋকৰ দৰে ॥ ৪ ॥ হে সোম, তোমাৰ কৰ্ম্মৰে আৰু ৰক্ষণেৰে আমাক সূৰ্য্য পোৱাই দিয়া । আমাৰ …… ১ ঋকৰ দৰে ॥ ৫ ॥ হে সোম, তোমাৰ কৰ্ম্মৰে আৰু ৰক্ষণেৰে সদায় সূৰ্য্য দেখিবলৈ পাম । আমাৰ …… ১ ঋকৰ দৰে ॥ ৬ ॥ হে সুঅস্ত্ৰ-যুক্ত সোম, দুয়ো দ্যাবাপৃথিবীত বেছি ধন আমালৈ দিয়া । আমাৰ …… ১ ঋকৰ দৰে ॥ ৭ ॥ হে সোম, যুদ্ধত (নিজে) আহত নোহোৱা (কিন্তু) শত্ৰুক পৰাস্ত কৰা তুমি আমালৈ ধন লৈ আহা । আমাৰ …… ১ ঋকৰ দৰে ॥ ৮ ॥ হে পৱমান সোম, যজমানে নিজৰ ধাৰণৰ কাৰণে যজ্ঞেৰে তোমাক বৰ্দ্ধন কৰিছে । আমাৰ …… ১ ঋকৰ দৰে ॥ ৯ ॥ হে ইন্দু, তুমি নানাবিধ ঘোঁৰা যুক্ত সৰ্ব্বগামী ধন আমালৈ আনি দিয়া । আমাৰ …… ১ ঋকৰ দৰে ॥ ১০ ॥

## ৫ম সূক্ত—ঋ ১১ ।

ঋষি– কশ্যপৰ পুত্ৰ অসিত বা দেৱল । ছন্দ—গায়ত্ৰী ; ৮-১১ অনুষ্টুভ্ । দেৱতা— ১ ইধ্ম বা সমিদ্ধ অগ্নি; ২ তনুনপাৎ ; ৩–ইল ; ৪ বৰ্হি; ৫ যজ্ঞ দ্বাৰ ; ৬ উষা আৰু ৰাতি ; ৭ প্ৰজ্ঞাযুক্ত দৈব হোতা দুজন ; ৮ সৰস্বতী ; ইলা আৰু ভাৰতী ; ৯ ত্বষ্টা ; ১০ বনস্পতি ; ১১- স্বাহাকৃতি ৰূপী পৱমান সোম ।

এতিয়া দীপ্ত হোৱা সমিদ্ধ অগ্নিৰূপী সকলোৰে ৰজা কামবৰ্ষী পৱমান সোম শব্দ কৰি দেৱতাক সন্তোষ কৰি প্ৰকাশ কৰিছে ॥ ১ ॥ তনুনপাৎ (ৰূপী) পৱমান সোম সিং তীক্ষ্ণ কৰি অন্তৰীক্ষত বিৰাজ কৰিছে ॥ ২ ॥ ইলা (অগ্নি) ৰূপ পৱমান সোম অভীষ্ট ধন দাতা, দীপ্তমান হৈ ধাৰাৰে বৈ গৈ বলেৰে প্ৰকাশ কৰি আছে ॥ ৩ ॥ হৰিৎ বৰ্ণ দেৱতা কুশ (ৰূপী) পৱমান সোম যজ্ঞত পূব মুখ কৰি থোৱা কুশত বলেৰে বহিছেগৈ ॥ ৪ ॥ সোণময় দেবী দ্বাৰ (ৰূপী) পৱমান সোম সুস্তুত হৈ, মহৎ দিক্ বিলাকত ওপৰলৈ গৈছে ॥ ৫ ॥ সুৰূপেৰে মহৎ আৰু বৃহৎ ৰাতি আৰু উষা (ৰূপী) সোমে পৱমান হৈছে ॥ ৬ ॥ মানুহৰ দ্ৰষ্টা আৰু দেৱতাৰ হোতা (ৰূপী) সোমক যজ্ঞলৈ আহ্বান কৰিছে । দীপ্ত পৱমান সোমেই কামবৰ্ষী ইন্দ্ৰ ॥ ৭ ॥ ভাৰতী, সৰস্বতী আৰু মহী তিনিও সুৰূপা পৱমান সোম (ৰূপী) যজ্ঞলৈ আহক ॥ ৮ ॥ আগেয়ে জন্ম হোৱা প্ৰজাৰ পালক, (দেৱতাৰ) আগত যোৱা (পৱমান সোমৰূপী) ত্বষ্টাক আহ্বান কৰিছো । হৰিৎ-বৰ্ণৰ পৱমান সোম দেৱতাৰ ঈশ্বৰ ইন্দ্ৰ, কামবৰ্ষী আৰু

প্ৰজাৰ পালক ॥ ৯ ॥ পৱমান হৰিৎবৰ্ণৰ, সোণৰ বৰ্ণৰ দীপ্যমান সহস্ৰ শাখাৰ গছ ( ৰূপী ) সোম দেৱতা মধুৰ ধাৰাৰে বৈ গৈছে ॥ ১০ ॥ সকলো দেৱতা, বায়ু, বৃহস্পতি, সূৰ্য্য, অগ্নি, আৰু ইন্দ্ৰ একেলগ হৈ, পৱমান স্বাহাকাৰ ( ৰূপী ) সোমৰ ফালে আহক ॥ ১১ ॥

## ৬ষ্ঠ সূক্ত - ঋ ৯ ।

### ঋষি আদি ৫ সূক্তৰ দৰে ।

হে কামবৰ্ষী সোম, দেৱতাক বিচৰা, আমাক, বিচৰা ধৰি থকা সোমৰ ( চাকনিৰ ) মাজেদি আমোদকৰ ধাৰাৰে বোৱা ॥ ১ ॥ হে ইন্দু, তুমি ইন্দ্ৰ, আমোদ কৰ ৰস হৈ ক্ষৰণ হোৱা । বলবান ঘোঁৰা দিয়া ॥ ২ ॥ হে অভিষুত কৰা পুৰণি সোম তুমি আমোদকৰ ৰস পবিত্ৰলৈ পথিয়াই দিয়া । আমালৈ অন্ন আৰু বল আনা ॥ ৩ ॥ দ্ৰুতগতিৰ পৱমান সোম নামনিলৈ পানী যোৱা দৰে ইন্দ্ৰক অনুসৰণ কৰি ব্যাপ্ত হৈছে ॥ ৪ ॥ দশা পবিত্ৰ ( চাকনি ) পাৰ হৈ অৰণ্যত ধেমালী কৰি যি সোম আছে, দহজনী বাই ভনীয়ে ( দহ আঙুলীৰে ) ধৰি বলী ঘোঁৰাৰ দৰে মৰম কৰা - ॥ ৫ ॥ কামনা বৰ্দ্ধক, দেৱতাৰ পান কৰিবৰ কাৰণে, আমোদৰ কাৰণে অভিষুত কৰা সোম গাখীৰেৰে সৈতে মিহলি কৰা ॥ ৬ ॥ ইন্দ্ৰ দেৱতাৰ কাৰণে চেপা সোম দেৱতা ধাৰাৰে বৈ গৈছে কাৰণ এই সোমৰ ৰসেৰে ইন্দ্ৰক আপ্যায়িত কৰে ॥ ৭ ॥ অভিষুত কৰা এই সোমে যজমানৰ কামনা সিদ্ধি কৰি বেগেৰে বৈ গৈছে, পুৰণি কৰিত্ব ৰক্ষা কৰিছে ॥ ৮ ॥ হে আমোদকৰ সোম, ইন্দ্ৰক বিচৰা তুমি ইন্দ্ৰৰ পানৰ কাৰণে ক্ষৰণ হৈ যজ্ঞশালাত শব্দও কৰিছা ॥ ৯ ॥

## ৭ম সূক্ত—ঋ ৯ ।

### ঋষি আদি ৫ম সূক্তৰ দৰে ।

সুশ্ৰীৰ ( বা ভালকৈ মিহলোৱা ) এই সোম বিলাকে ইন্দ্ৰৰ সম্বন্ধ জানি ঋতৰ ( যজ্ঞৰ ) কৰ্ম্মৰ বাটেদি চলি গৈছে ॥ ১ ॥ হবি বিলাকৰ মাজত স্তুতিৰ যোগ্য হবি সোমে মহন্তী ( ৰসতীৰবী ) পানীত গা ধুইছে । সেই সোমৰ শ্ৰেষ্ঠ ধাৰা বৈ গৈছে ॥ ২ ॥ কামবৰ্ষী, সত্য, হিংসাবৰ্জ্জিত, মুখ্য সোমে যজ্ঞ ঘৰত পানী যুক্ত হৈ শব্দ কৰিছে ॥ ৩ ॥ কবি সোমে ধনেৰে ঢাকি লৈ স্তোতাৰ কাব্য বিলাক বেঢ়িয়া গুনে ভেতিয়া স্বৰ্গত বলবান ইন্দ্ৰই ( যজ্ঞলৈ ) আহিবলৈ বল প্ৰকাশ কৰে ॥ ৪ ॥ যেতিয়া কৰ্ম্ম কৰ্ত্তা সকলে এই সোমক পথিয়াই দিয়ে পৱমান এই সোমে স্পৰ্দ্ধমান যজ্ঞবিঘ্নকাৰী বিলাকক ৰজাৰ দৰে মাৰিবলৈ বহি লয় ॥ ৫ ॥ হৰিৎ বৰ্ণৰ প্ৰিয় সোমত পানী দিলে ভেড়াৰ নোমৰ ওপৰত বহে আৰু শব্দ কৰি স্তুতি সেৱন কৰে ॥ ৬ ॥ যি যজমানে সোমৰ কৰ্ম্ম কৰি আনন্দ কৰে সেই যজমানে বায়ু, ইন্দ্ৰ আৰু অশ্বিনী দুজনৰ লগত আমোদ কৰি যায় ॥ ৭ ॥ যি যজমানৰ সোমৰ ঢৌ বিলাক মিত্ৰাবৰুণ আৰু ভগ দেৱতাৰ ফালে পৱমান কৰে সেই যজমানে এই সোমক জানি সুখেৰে চলি যায় ॥ ৮ ॥ হে দ্যাবাপৃথিৱী তোমালোকে মধুৰ সোম অন্ন লাভৰ কাৰণে আমাক ধন, অন্ন, পশু আদি দিয়া ॥ ৯ ॥

## ৮ম সূক্ত—ঋ ৯ ।

### ঋষি, আদি ৫ সূক্তৰ দৰে ।

এই সোম বিলাকে ইন্দ্ৰৰ শক্তি বৰ্দ্ধন কৰি শ্ৰেষ্ঠ কামনা কৰা প্ৰীতিকৰ সোমৰস ক্ষৰণ কৰিছে ॥ ১ ॥ সেই সোমে অভিষুত হৈ চমস ( পাত্ৰত ) বহি বায়ু আৰু অশ্বিনী দুজনৰ ওচৰ পাই আমালৈ ভাল বল ধাৰণ কৰক ॥ ২ ॥ হে সোম, তুমি অভিষুত হৈ মনৰ অভিলাষৰ ইন্দ্ৰৰ আৰাধনাৰ কাৰণে ( শ্ৰেষ্ঠক ) যজ্ঞৰ স্থানত বহিবলৈ প্ৰেৰণ কৰা ॥ ৩ ॥ হে সোম, তোমাক দহোটা আঙুলিৰে পৰিচৰণ কৰে । সাতজন হোতাই সন্তোষ দিয়ে । বিপ্ৰ সকলে তোমাক লৈ আনন্দ কৰে ॥ ৪ ॥ হে সোম, ভেড়াৰ নোমেৰে চেকি লৈ পানী ছটিয়াই দি, দেৱতাৰ আমোদৰ কাৰণে গাখীৰ পিন্ধাই ( মিহলাই ) দিওঁ ॥ ৫ ॥ চেকি লৈ কলহত ভৰাই ৰজাৰ দৰে জিলিকা হৰিৎ বৰ্ণৰ সোম গাখীৰ-লৈ মিহলালে কাপোৰ পিন্ধোৱা দৰে হয় ॥ ৬ ॥ হে সোম, ধনবান আমালৈ পৱমান হোৱা । সকলো শত্ৰু নাশ কৰা । সখা ইন্দ্ৰৰ ভিতৰত সোমোৱা ॥ ৭ ॥ হে সোম, স্বৰ্গৰ পৰা বৰষুণ পৃথিৱীলৈ পথিয়াই দিয়া । অন্ন উৎপাদন কৰা । আমাক সংগ্ৰামত বল দিয়া ॥ ৮ ॥ হে নেতাৰ দ্ৰষ্টা, সৰ্ব্বজ্ঞ, ইন্দ্ৰই পান কৰা সোম, তোমাক পান কৰিলে আমি অন্ন আৰু পুত্ৰাদি পাম ॥ ৯ ॥

## ৯ম সূক্ত—ঋ ৯ ।

### ঋষি আদি ৫ম সূক্তৰ দৰে ।

কবি, মেধাৱী কাম কৰা সোমক দুছটা চেপা শিলৰ ফালত থৈ চেপি থাকোঁতে স্বৰ্গৰ প্ৰিয় বল আমাক দিয়ে ॥ ১ ॥ যোৱা, তোমাৰ ঘৰলৈ । অদ্ৰোহী স্তোত্ৰ গোৱা জনৰ পান কৰিবলৈ অপৰ্য্যাপ্ত অন্নবান ধাৰাৰে যোৱা ॥ ২ ॥ সেই সোম নামৰ শুচি হৈ জন্ম হোৱা

পুত্ৰই, মহতী ঋতৰ (নিয়মৰ) বৰ্দ্ধক সকলোৰে জন্মদাতা দ্যাবা-পৃথিৱীৰ মাজত পোহৰ কৰিছে ॥ ৩॥ যি নৈ বিলাকে মুখ্য একমাত্ৰ সোমক বৰ্দ্ধন কৰিলে, সেই সোম আঙ্গুলিৰে নিহিত হৈ দ্ৰোহহীন সাতখন নদীক প্ৰীত কৰিলে ॥ ৪॥ হে ইন্দ্ৰ, তোমাৰ কামলৈ সেই আঙ্গুলি বিলাকে বেয়া নকৰা ডেকা সোমক মহৎ (অভিষৱ) কৰ্ম্মলৈ ধাৰণ কৰিলে ॥ ৫ ॥ যি যজ্ঞ বহন কৰা, অমৰ দেৱতাৰ তৃপ্তি অতিকৈ বহন কৰা সাতখন নদীৰ দৰে দেখা সোম নাদৰ দৰে পূৰ্ণ হৈ থাকি নদী দেবীক অৰ্চনা কৰে ॥ ৬॥ হে পুৰুষ সোম, কল্পত (যজ্ঞৰ দিনত) আমাক ৰক্ষা কৰিবা। হে পৱমান সোম, তুমি এন্ধাৰৰ ছাঁ বিলাক গুচাই দিয়া ॥ ৭ ॥ হে সোম, নতুন আমাৰ স্তুতিৰ যোগ্য সূক্তলৈ পথ সাধন কৰা। আগৰ দৰে নিজ দীপ্তিৰে প্ৰকাশ কৰা ॥৮ ॥ হে পৱমান সোম তুমি যি পুত্ৰৰে সৈতে মহৎ অন্ন আৰু গৰু-ঘোঁৰা দিয়া, সেই আমাৰ অভীষ্ট বিলাক এতিয়া দিয়া ॥ ৯ ॥

## ১০ম সূক্ত—ঋ ৯।
## ঋষি আদি ৫ সূক্তৰ দৰে।

অভিষৱ কৰা সময়ত সোমে শব্দ কৰা ৰথৰ ঘোঁৰাৰ দৰে শব্দ কৰি অন্ন ইচ্ছা কৰি ধনৰ কাৰণে (শত্ৰুক) আক্ৰমণ কৰে ॥ ১ ॥ ৰথৰ দৰে সোমে যজ্ঞৰ ঠাইলৈ যাওঁতে, ভাৰবাহীয়ে হাত মেলি দিয়া দৰে ঋত্বিকে হাত মেলিছে ॥ ২॥ সোম বিলাকক প্ৰশস্ত স্তুতি বাক্যেৰে ৰজাক সন্তুষ্ট কৰা দৰে সাতজন হোতাই যজ্ঞ কৰা দৰে গাখীৰেৰে সংমিশ্ৰন কৰিছে ॥ ৩॥ অভিষুত হৈ থকা সোম মহতী স্তুতি বাক্যেৰে অভিষুত হোৱা আমোদৰ কাৰণে ধাৰাৰে কেউফালে বৈ গৈছে ॥ ৪ ॥ ইন্দ্ৰৰ পান কৰাৰ লগৰীয়া, উষাৰ ভাগ্য নিয়ন্তা পৰি অহা সোমে শব্দ কৰিছে ॥ ৫ ॥ স্তোত্ৰ কৰা সকলে আৰু পুৰণি বৰ্দ্ধক সোম আহৰণ কৰা মানুহে যজ্ঞৰ দুৱাৰ মুকলি কৰিছে ॥ ৬ ॥ একেলগে গোটখোৱা বাই-ভনীৰ দৰে সোমৰ স্থান পূৰণ কৰি সাতজন হোতাই যজ্ঞত বহিছে ॥ ৭ ॥ আমাৰ নাভি যজ্ঞৰ নাভিত লগ লগাম। (সোমপান কৰিম—এই অৰ্থ)। (তেতিয়া) আমাৰ চকু সূৰ্য্যৰ লগত লগ হওক। কবি সোমৰ পুত্ৰ (ৰূপ) অংশ পূৰণ কৰিম ॥ ৮॥ সুবীৰ্য্য ইন্দ্ৰই চকুৰে নিজৰ প্ৰিয় বস্তু (আধয্যু আদিৰ) হৃদয়ত থকা সোমো দেখিবলৈ পাই ॥ ৯॥

## ১১ সূক্ত—ঋ ৯।
## ঋষি আদি ৫ সূক্তৰ দৰে

হে নেতা (ঋত্বিক) সকল, দেৱতা সকলক যজন কৰিবলৈ বিচৰা পৱমান সোমলৈ গান কৰা ॥ ১ ॥ হে সোম দেৱতা, দেৱতাক বিচৰা তোমাক, ইন্দ্ৰ দেৱতালৈ, মধুৰ গৰুৰ গাখীৰেৰে অথৰ্ব্ব ঋষিয়ে সংমিশ্ৰণ কৰিছে ॥ ২ ॥ হে ৰজা সোম, তুমি আমাৰ গৰুৰ সুখৰ কাৰণে ক্ষৰণ হোৱা। পুত্ৰাদিৰ সুখৰ কাৰণে ক্ষৰণ হোৱা। ঘোঁৰাৰ, গছগছনিৰ সুখৰ কাৰণে ক্ষৰণ হোৱা ॥ ৩ ॥ (হে স্তোতা) আকাশৰ বৰণৰ সূৰ্য্যৰ দৰে জিলিকা স্বৰ্গ স্পৰ্শ কৰা সোমলৈ সকলোৱে স্তুতি কৰা ॥ ৪ ॥ (হে ঋত্বিক সকল) হাতত থকা অভিষৱ কৰা শিলেৰে চেপা সোম ৰস পৰিস্কাৰ কৰা। মধুৰ সোমত গাখীৰ মিহলাই দিয়া ॥ ৫ ॥ নমস্কাৰেৰে সোমৰ ওচৰত বহাগৈ। দৈ মিহলি কৰা। ইন্দ্ৰক সোম দিয়া ॥ ৬ ॥ হে অমিত্ৰক মৰা, বিশেষ দ্ৰষ্টা, দেৱতাৰ ইচ্ছামতে কাম কৰা সোম, তুমি গৰুক সুখেৰে গাখীৰ ক্ষৰণ কৰোৱা ॥ ৭ ॥ হে মনস্বী সোম, মনৰপতি ইন্দ্ৰৰ আমোদৰ কাৰণে পান কৰিবলৈ কেউফালে পাত্ৰত পৰি যোৱা ॥ ৮ ॥ হে পৱমান সোম, তুমি সুবীৰ্য্য ধন ইন্দ্ৰৰে সৈতে আমাক দিয়া ॥ ৯ ॥

## ১২ সূক্ত— ঋ ৯।
## ঋষি আদি ৫ সূক্তৰ দৰে।

অভিষুত কৰা অতি মধুৰ সোম ঋতৰ (যজ্ঞৰ) ঘৰত ইন্দ্ৰৰ কাৰণে প্ৰস্তুত হৈছে ॥ ১ ॥ গৰু পোৱালীয়ে বেৰাই মাকক মতা দৰে মেধাৱী বিপ্ৰ সকলে ইন্দ্ৰক স্তোত্ৰ গাই শব্দ কৰি আহ্বান কৰিছে ॥ ২ ॥ আমোদকৰ সোম ৰস নদীৰ ঢৌত (বসতীৱৰী পানীত) গৌৰ মৃগৰ ছালত (বহা দৰে) বহি আছে ॥ ৩॥ সুকৰ্ম্মা, কবি, বিচক্ষণ সোম অন্তৰীক্ষৰ নাভি (ৰূপ) ভেড়াৰ নোমত পূজিত হয় ॥ ৪॥ যি সোম কলহৰ ভিতৰত পবিত্ৰ কুশত ৰখা হৈছে, সেই সোমক চন্দ্ৰ দেৱতাই সাবতি ধৰিছে ॥ ৫ ॥ সোমে মধুক্ষৰণ কৰা মেঘক প্ৰীতি কৰি, অন্তৰীক্ষৰ ওখ ঠাইলৈ বাক্য পঠিয়াই। (পবিত্ৰত চেকোঁতে শব্দ কৰে) ॥ ৬॥ সদায় (যাক) স্তুতি কৰা, বনস্পতি সোমে (সোম গছে) মানুহৰ দিন বিলাক সুখকৰ কৰি কৰ্ম্মৰ মাজত বাস কৰি থাকে ॥ ৭॥ কবি সোমক অন্তৰীক্ষলৈ পঠিয়াই মেধাৱী সকলে ধাৰাৰে সৈতে প্ৰিয় ঠাইলৈ পঠিয়াই দিয়ে ॥ ৮ ॥ হে পৱমান পৱিত্ৰ সোম, তুমি বহুত দীপ্তিৰ ভাণ্ডাৰৈক হোৱা ধন আমাক দিয়া ॥ ৯ ॥

## ১৩ সূক্ত—ঋ ৯।

### ঋষি আদি ৫ সূক্তৰ দৰে।

এয়া পবমান সোম ভেড়াৰ নোমৰ মাজেদি, বায়ু আৰু ইন্দ্ৰৰ পান কৰিবৰ কাৰণে পাত্ৰৰ কালে গৈছে ॥ ১॥ হে বক্ষণ বিচৰা (উদ্গাতা) সকল তোমালোকে এয়া পবমান মেধাবী সোমক দেৱতাৰ পান কৰিবৰ কাৰণে ভালকৈ সোধন কৰা।—স্তুতি কৰা ॥ ২ ॥ অন্ন লাভৰ কাৰণে বহুত বলৰ (সকলোৱে) স্তুতি কৰি থকা সোমক যজ্ঞৰ কাৰণে বিশুদ্ধ কৰি ক্ষৰণ কৰা হৈছে ॥ ৩ ॥ আৰু আমাৰ অন্ন লাভৰ কাৰণে হে ইন্দু, মহতী ৰসৰ ধাৰা দীপ্তমান আৰু সুবীৰ্য্য হৈ ক্ষৰণ হোৱা ॥ ৪ ॥ সেই বিশুদ্ধ কৰা সোমে আমালৈ সহস্ৰ সুবীৰ্য্য ধন ক্ষৰণ কৰক ॥ ৫ ॥ সংগ্ৰামলৈ পথিওৱা ঘোঁৰাৰ দৰে প্ৰেৰক সকলে পথিওৱা শীঘ্ৰগামী সোম ভেড়াৰ নোমৰ (দহি, কুশৰ আগৰ) চাকনিৰ মাজেদি পাৰ হৈ গৈছে ॥ ৬ ॥ শব্দ কৰা সোম বিলাকে পাত্ৰৰ ফালে গাই গৰুৱে পোৱালীৰ ফালে হেম্বেলিয়াই যোৱা দৰে লৰি আছে। (তাকে) হাতেৰে যজমানে ধৰে ॥ ৭॥ ইন্দ্ৰৰ প্ৰিয় বহুত সোম হৈছে। হে সোম, তুমি শব্দ কৰি আমাৰ সকলো শত্ৰু নাশ কৰা ॥ ৮ ॥ হে পবমান সোম বিলাক, শত্ৰু হিংসক, সৰ্ব্বদৰ্শী তোমালোকে ঋতৰ (যজ্ঞৰ) ঠাইত বহা ॥ ৯ ॥

## ১৪ সূক্ত—ঋ ৮।

### ঋষি আদি ৫ সূক্তৰ দৰে।

কবি সোম নদীৰ পানীৰ ঢৌত (বসতিৱৰী পানীত) থাকি বহুতৰ স্পৃহনীয় শব্দ কৰি জিৰণি লৈ থাকে ॥ ১ ॥ সমান বন্ধনৰ পাঁচজন (যজমানে) কৰ্ম্ম কৰিবলৈ বিচাৰি যেতিয়া ধাৰক সোমক স্তুতিৰে অলঙ্কৃত কৰে,— ॥ ২ ॥ (পবিষ্কাৰ কৰাৰ) পাচত বলবান এই সোমৰ ৰসত সকলো দেৱতাই আমোদ কৰিব যেতিয়া গৰুৰ গাখীৰেৰে ঢাকি দিয়া হয় ॥ ৩॥ এই সোম (দহি আৰু পবিত্ৰৰ) চাকনিৰ তললৈ বহুত বিন্ধাই দি সৰকি গৈ এই যজ্ঞত নিজৰ লগৰীয়া (হোমৰ মাজেদি) ইন্দ্ৰৰ লগ পাই ॥ ৪ ॥ অভিষুত সোম গৰুৰ গাখীৰৰ লগত মিহলি হৈ পৰিচাৰক নাতিনীয়েকৰ দৰে আঙ্গুলিৰে মোহাৰি (লৰাই) দিয়া হৈছে ॥ ৫ ॥ আঙ্গুলিৰে লৰাই দিয়া সোম পাক মাৰি গৈ গৰুৰ গাখীৰত মিহলি হৈছেগৈ আৰু লৰাওঁতে শব্দ কৰিছে ॥ ৬ ॥ আঙ্গুলি বিলাকে মাৰ্জ্জনা কৰি থাকি অন্নপতি সোমৰ ওচৰ চাপে আৰু বলৱান সোমৰ পিঠিত ধৰে ॥ ৭ ॥ হে সোম স্বৰ্গ আৰু পৃথিৱী সকলো ধন লৈ আমাক বিচাৰি আহা ॥ ৮ ॥

## ১৫ সূক্ত—ঋ ৮।

### ঋষি আদি ৫ সূক্তৰ দৰে।

এই বীৰ সোম আঙ্গুলিৰে পৰিষ্কাৰ কৰিলত শীঘ্ৰ গামী ৰথেৰে ইন্দ্ৰৰ স্থানলৈ গৈছে ॥ ১ ॥ এই সোমে বহুত কৰ্ম্ম ইচ্ছা কৰি য'ত যজ্ঞৰ দেৱতা সকল আছে সেই মহৎ যজ্ঞলৈ গৈছে ॥ ২ ॥ এই সোমক (হৱিধান) ঠাইৰ পৰা যেতিয়া (আহৱনীয়) ঠাইলৈ মাজৰ ভাল কৈ নিৰ পৰা বাটেদি লৈ যোৱা হয়, তেতিয়া অধ্বৰ্য্যু সকলো যায় ॥ ৩ ॥ এই সোমে (অভিষৱ কৰোঁতে) সিঙৰ নিচিনাকৈ জোকাৰে, যেনেকৈ গৰুৰ জাকৰ পতি বৃষভে জোকাৰে। বলেৰে ধন ধাৰণ কৰে ॥ ৪ ॥ এই সোমে ঘোঁৰাৰ দৰে শুভ্ৰ দীপ্তিৰে বৈ যোৱা নদীৰ পতি হৈ অধ্বৰ্য্যু সকলৰ লগত চলি যায় ॥ ৫ ॥ এই সোমে ঢাকি ধৰা, প্ৰীড়ণ কৰা ৰাক্ষসক খেদি দি ধন বাছি লৈ ৰখা (পাত্ৰলৈ) গুচি যায় ॥ ৬ ॥ মানুহবিলাকে এই মাৰ্জ্জন কৰিবলগীয়া সোমক চেপি, মহৎ অন্ন কৰি দোন কলহত ভৰাই দিয়ে ॥ ৭ ॥ এই সোমক সাতজন ঋত্বিকে দহ আঙ্গুলীৰে মাৰ্জ্জনা কৰে। এই সোম সুঅস্ত্ৰযুক্ত আৰু অতি আমোদ দায়ক ॥ ৮ ॥

## ১৬ সূক্ত—ঋ ৮।

### ঋষি আদি ৫ সূক্তৰ দৰে

হে সোম, তোমাৰ ৰস চেপা সকলে (চেপা শিলৰ মাজেদি) তোমাৰ ৰস উলিয়াই ইন্দ্ৰৰ আমোদৰ কাৰণে পানীৰ দৰে পাত্ৰৰ ফালে লৈ যায় ॥ ১ ॥ আমি বলৰ নেতা, পানীৰে ঢকা, অন্নৰে সৈতে থকা সোমক আঙ্গুলীৰে কাম কৰি লগ লগাইছো ॥ ২ ॥ শত্ৰুৱে নোপোৱা, অন্তৰীক্ষত থকা, দুস্তৰ সোমক চাকনিত পেলোৱা (হে অধ্বৰ্য্যু)। ইন্দ্ৰৰ পান কৰিবৰ কাৰণে বিশুদ্ধ কৰা ॥ ৩ ॥ স্তুতিৰে পূত কৰিলত সোম চাকনি—লৈ গৈছে। পাচত কৰ্ম্মেৰে গৈ সভাস্থানত বহিছে ॥ ৪ ॥ হে ইন্দ্ৰ, মহৎ সংগ্ৰামৰ কাৰণে ইন্দু সোম বিলাকে নমস্কাৰেৰে সৈতে তোমাৰ ওচৰ পাইছেগৈ ॥ ৫ ॥ সোমে উলৰ বস্ত্ৰত শোধিত হৈ সকলো শোভা ধাৰণ কৰি গৰু লাভৰ কাৰণে সংগ্ৰামত বীৰৰ দৰে (পাত্ৰত) আছে ॥ ৬ ॥ অন্তৰীক্ষৰ পৰা ওপৰত থকা পানী যেনেকৈ তললৈ পৰে, সেইদৰে বল কৰা সোমৰ আপ্যায়ণ কৰা

ধাৰা (দশা পবিত্ৰৰ) চাকনিত আহি পৰিছে ॥ ৭ ॥ হে সোম, তুমি কাপোৰেৰে শোধিত হৈ ভেড়া নোমৰ ফালে যোৱা। তুমি মানুহৰ মাজত জ্ঞানী স্তোতাক ৰক্ষা কৰা ॥ ৮ ॥

## ১৭ সূক্ত—ঋ ৮।

### ঋষি আদি ৫ সূক্তৰ দৰে।

দ ঠাইলৈ নৈ বৈ যোৱা দৰে শত্ৰুক বধ কৰি ক্ষিপ্ৰগতিৰ ব্যাপ্ত সোমৰস দোনৰ কলহৰ ফালে যাবলৈ ধৰিছে ॥ ১ ॥ চেপা সোমৰ পৰা গলিত চোৱা সোমৰ টোপাল বিলাক পৃথিবীত বৰষুণ পৰা দৰে ইন্দ্ৰৰ ফালে গৈছে ॥ ২ ॥ ঢৌ অতিক্ৰম কৰি আমোদকৰ সোমে ৰাক্ষস গুছাই দেৱতাক কামনা কৰি চাকনি লৈ গৈছে ॥ ৩ ॥ (এই সোম) কলহলৈ দৌৰি গৈছে। চাকনিত পৰিছে গৈ। যজ্ঞৰ নিমিত্তে স্তোত্ৰেৰে বৰ্দ্ধন হৈছে ॥ ৪ ॥ হে সোম, তুমি তিনি লোক অতিক্ৰম কৰি ওপৰত থকা দ্যুলোকত প্ৰকাশ কৰিছা। তেনেকৈ গৈ সূৰ্য্যৰ দৰে (ৰশ্মি) প্ৰেৰণ কৰা ॥ ৫ ॥ পৰিচৰণ কৰি স্তুতি কৰা মেধাবী স্তোতা সকলে পূৰ্ব যজ্ঞৰ সমস্ত স্ৰষ্টা সোমৰ প্ৰিয় স্তোত্ৰেৰে (সোমক) স্তুতি কৰিছে ॥ ৬ ॥ হে সোম, অন্নৱন্ত নেতা বিপ্ৰ সকলে অন্ন ইচ্ছা কৰি তোমাকেই নিজ কৰ্ম্মেৰে শোধন কৰিছে ॥ ৭ ॥ হে সোম, তুমি মধুৰ ধাৰা বোৱাই দি, তীব্ৰ ৰসেৰে যুক্ত হৈ ঋতৰ (যজ্ঞৰ) কাৰণে দেৱতা সকলে পান কৰিবলৈ সভাস্থানত বহা ॥ ৮ ॥

## ১৮ সূক্ত - ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে।

এয়া সোম চেপোতে (পৰ্ব্বতৰ) শিলত থাকে। চাকনিত আহি পৰে। মাদকৰ ভিতৰত সকলোৰে দাতা ॥ ১ ॥ হে সোম, তুমি বিপ্ৰ, তুমি কবি, তুমি অন্নৰ পৰা জন্ম হোৱা মধুৰ ৰস দিছা। মাদকৰ ভিতৰত সকলোৰে দাতা ॥ ২ ॥ হে সোম, সকলো দেৱতাই সমান প্ৰীতিৰে তোমাক পান কৰিবলৈ পাই। মাদকৰ …… ১ ঋকৰ দৰে ॥ ৩ ॥ যি সোমে সকলো বৰণীয় ধন স্তোতাৰ হাতত দিয়ে, হে সোম, মাদকৰ …… ১ ঋকৰ দৰে ॥ ৪ ॥ যি সোমে এই মহতী দ্যাবাপৃথিবীক (একেটা পোৱালীয়ে) দুজনী মাকক (পিয়াহ খোৱা দৰে) খিৰাই।— হে সোম মাদকৰ …… ১ ঋকৰ দৰে ॥ ৫ ॥ যি সোমে দুয়ো দ্যাবা-পৃথিবীক তৎক্ষণাৎ অন্নেৰে অন্নৱতী কৰে। হে সোম, মাদকৰ …… ১ ঋকৰ দৰ ॥ ৬ ॥ সেই বলবান সোম বিশুদ্ধ হৈ দোনৰ কলহত শব্দ কৰিছে। হে সোম, মাদকৰ …… ১ ঋকৰ দৰে ॥ ৭ ॥

## ১৯ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে।

হে সোম, যি স্তুত্য দিব্য, আৰু পাৰ্থিৱ ধন তোমাৰ আছে, বিশুদ্ধ হৈ সেই ধন আমালৈ আহৰণ কৰা ॥ ১ ॥ হে সোম, তুমি আৰু ইন্দ্ৰ দুয়ো স্বৰ্গৰ পতি আৰু গৰুৰ পালক। ঈশ্বৰ তোমালোকে আমাৰ কৰ্ম্ম বৰ্দ্ধন কৰা ॥ ২ ॥ হে কামনা বৰ্ষক সোম, মানুহৰ দ্বাৰা শোধিত হৈ মেলি দিয়া কুশত নিজ স্থানত শব্দ কৰি বহা ॥ ৩ ॥ সোম (ৰূপী) পোৱালীবে, পিয়াহ বৰ্ষক সোমৰ সাৰত (সাৰ অংশত) পুনঃ (সোম) কামনা কৰি, পুত্ৰ স্থানীয় সোমে, সোম মাতৃৰ পিয়াহ খাই ॥ ৪ ॥ সোম বিচৰা (বসতীবৰীবে) পুত হোৱা নিজ গৰ্ভস্থানীয় ৰস বহুত বাৰ ধাৰণ কৰে,— যি পানীয়ে দীপ্ত গাখীৰ দোহন কৰে ॥ ৫ ॥ হে পৱমান সোম, আমাৰ অভিমত কথা বিলাকবে শত্ৰুক ভয় খুৱাই দিয়া। আমাক সেই শত্ৰুৰ ধন বিচাৰি দিয়া ॥ ৬ ॥ সেই সোম, তুমি দূৰৈত থকা বা ওচৰত থকা আমাৰ যি ধৰ্ষক শত্ৰু আছে, সিহঁতৰ বল নাশ কৰা। শত্ৰুৰ শোষক তেজ আৰু অন্ন নাশ কৰা ॥ ৬ ॥

## ২০ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে

কবি সোম দেৱতাই পান কৰিবৰ কাৰণে ভেড়াৰ নোমৰ মাজেদি বৈ গৈছে। শত্ৰুৰ অভিভৱকাৰী সোমে সকলো স্পৰ্দ্ধা কৰা শত্ৰুক বিনাশ কৰক ॥ ১ ॥ সেই পৱমান সোমে স্তোতাক বহুত গৰু যুক্ত সহস্ৰ অন্ন দিয়ে ॥ ২ ॥ হে সোম, তোমাৰ মনেৰে সকলো ধন আমাক দিছা। (আমাৰ স্তুতিৰে) ৰস ক্ষৰণ কৰিছা। সেই তুমি হে সোম, আমাক অন্ন দিয়া ॥ ৩ ॥ হে সোম, মহতী কীৰ্ত্তি আমাক দিয়া। ধনবান তুমি আমাক স্থিৰ ধন দিয়া। স্তোতালৈ অন্ন লৈ আহা ॥ ৪ ॥ হে সুকৰ্ম্মা সোম, বিশুদ্ধ হৈ তুমি ৰজাৰ দৰে আমাৰ স্তুতিত প্ৰবেশ কৰা। হে বহন কৰোঁতা, তুমি অদ্ভুত ॥ ৫ ॥ সেই যজ্ঞৰ বাহক সোমে অন্তৰীক্ষত থকা দুঃখেৰে শোধিত হৈ (চমূ) পাত্ৰত বহিছে। ॥ ৬ ॥ হে সোম, ধেমেলীয়া আৰু দান বিচৰা তুমি স্তোতাক সুবীৰ্য্য দান কৰি দানৰ দৰে চাকনিলৈ

যোৱা ॥ ৭ ॥

## ২১ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে

এই দীপ্ত, ধৰ্ষণ কৰা আমোদকৰ আৰু স্বৰ্গক জনা ইন্দুবিলাক ইন্দ্ৰৰ ফালে দৌৰি গৈছে ॥ ১ ॥ বিশুদ্ধ কৰা সংযোজন কৰা, সুঅভিষৱ কৰাৰ ধন লাভ কৰাই দিয়া নিজেই স্তোতাৰ অন্ন কৰ্ত্তা ( সোম দৌৰি গৈছে ) ॥ ২ ॥ অনায়াসে খেলা কৰা সোমে একমাত্ৰ সভা স্থানত, নদীৰ ঢৌত ( বসতীৱৰী পানীত ) ক্ষৰণ হৈ থাকে ॥ ৩ ॥ এই পৱমান সোমে সকলো বৰণীয় ধন ৰথত লৈ ধোঁৱাৰ দৰে ( অভীষ্ট ঠাই ) পোৱাই দিয়ে ॥ ৪ ॥ ইন্দুবিলাকে, এই যজমানক বহুত ৰূপৰ কামনা কৰা ধন দ্ৰব্য দিলে, ( যদিও ) যজমানে (আমি) একোকে দিয়া নাই ॥ ৫ ॥ ঋভুয়ে যেনেকৈ ৰথৰ বাহক সাৰথিক আগত ৰাখে সেইদৰে এই সোমে স্বামীৰ নিচান স্থাপন কৰক। হে সোম পানীত বগা হৈ ক্ষৰণ হোৱা ॥ ৬ ॥ এই সোমে যজ্ঞলৈ যাবলৈ বিচাৰিছে। বলৱন্ত সোমে বাস কৰা ঠাই কৰি ললে ( কলহত সোমাল )। আৰু যজমানৰ স্তুতিৰ প্ৰেৰণা দিলে ॥ ৭ ॥

## ২২ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে।

এই খৰকৈ যোৱা সোমবিলাক বলী ঘোঁৰাই টনা ৰথৰ দৰে (চাকনিৰ মাজেদি) খৰকৈ ওলায় গৈছে ॥ ১ ॥ এই সোম বিলাক মহান বায়ুৰ দৰে, পৰ্যন্যৰ বৰষুণৰ দৰে, অগ্নিৰ ভ্ৰমনশীল শিখাৰ দৰে চলি গৈছে ॥ ২ ॥ এই সোম বিলাক বিশুদ্ধ কৰা, প্ৰাজ্ঞ, দৈ মিহলোৱা, প্ৰজ্ঞানেৰে সৈতে আমাৰ কৰ্ম্মবিলাক ব্যাপ্ত কৰিছে ॥ ৩ ॥ এই সোম বিলাক চাকনিত চেকা, অমৰ, বজো লোকলৈ যাবলৈ ইচ্ছা কৰি চলি গৈ নোৰোৱা হৈছে ॥ ৪ ॥ এই সোম বিলাক ( আহুতি দিলে ) দ্যাবা-পৃথিবীৰ পিঠি ফাল পাইগৈ, আৰু উত্তম দ্যুলোক পাইগৈ ॥ ৫ ॥ নদীবিলাকে যজ্ঞ বিস্তাৰ কৰা উৎকৃষ্ট সোমক ব্যাপ্ত কৰে। এই কাম সোমে উত্তমকৈ ( দ্যু-লোক ) পোৱাই দিয়ে ॥ ৬ ॥ হে সোম, তুমি অসুৰৰ গোধণ হৰণ কৰি ধাৰণ কৰা। যজ্ঞ বিস্তাৰ কৰা ॥ ৭ ॥

## ২৩ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে।

শীঘ্ৰ গতিৰ সোম বিলাক মধুৰ আমোদকৰ ধাৰাৰে সকলো স্তোত্ৰ গোৱা সময়ত ওলায় গৈছে ॥ ১ ॥ কোনো পুৰণি ঘোঁৰাই নতুনকৈ খোজ লৈছে। দীপ্তিৰে সূৰ্য্য উলিয়াই দিছে ॥ ২ ॥ হে পৱমান সোম, তুমি আমালৈ আদাতা শত্ৰুৰ ঘৰৰ ধন লৈ আহা। আৰু আমাক পুত্ৰবান আৰু অন্নবান কৰা ॥ ৩ ॥ গমনশীল সোমে মদকৰ ৰস ক্ষৰণ কৰে। আৰু মধুৰক্ষণ কৰা ভৰাল সৃষ্টি কৰে ॥ ৪ ॥ জগতৰ ধাৰক ইন্দ্ৰিয় বৰ্দ্ধক ৰস ধাৰণ কৰি হিংসাৰ পৰা ৰক্ষা কৰা সোম গৈছে ॥ ৫ ॥ হে যজ্ঞাৰ্হ সোম, ইন্দ্ৰ আৰু দেৱতা সকলৰ কাৰণে তুমি ক্ষৰণ হৈছা। সেই সোমে আমাক অন্ন দিবলৈ ইচ্ছা কৰিছে ॥ ৬ ॥ আমোদ কৰাৰ ভিতৰত অতি আমোদকৰ আমাৰ সোম পান কৰি ইন্দ্ৰই বৃত্ৰাদি শত্ৰু মাৰিলে। এতিয়াও সোনকালে ( শত্ৰু ) মাৰক ॥ ৭ ॥

## ২৪ সূক্ত—ঋ ৭।

### ঋষি আদি ৫ সূক্তৰ দৰে।

সোম বিলাক পৱমান হৈ দীপ্ত হৈ গৰুৰ গাখীৰৰ লগত মিহলি হৈ, ( বসতীৱৰী ) পানীলৈ গৈছে ॥ ১ ॥ গৈ থকা পৱমান সোম বিলাক তল ফালে যোৱা পানীৰ দৰে গৈছে। পৰিষ্কাৰ হৈ ইন্দ্ৰৰ ওচৰ পাইছে গৈ ॥ ২ ॥ পৱমান সোমক ঋত্বিক সকলে যি ফালে লৈ গৈছে (সেই ফালে) ইন্দ্ৰই পান কৰিবলৈ নিছে ॥ ৩ ॥ হে সোম, তুমি মানুহৰ আমোদ দাতা, মানুহৰ শত্ৰুৰ অভি-ভৱ কৰোতা ইন্দ্ৰলৈ ক্ষৰণ হোৱা। তুমি বিশুদ্ধ আৰু স্তুত্য ॥ ৩ ॥ হে সোম, তুমি যেতিয়া শিলত অভিষুত হৈ চাকনিলৈ দৌৰি গৈছা, সেয়া ইন্দ্ৰৰ ঠাইলৈ বহুত হৈ পৰিছে ॥ ৫ ॥ হে অতি বৃত্ৰক হন্তা সোম, তুমি ক্ষৰণ হোৱা। হে স্তুতিৰে স্তুত্য, শুচি, শোধক অদ্ভুত তুমি ক্ষৰণ হোৱা ॥ ৬ ॥ হে অভিষুত হোৱা আমোদ-কৰ সোম, শুচি আৰু শোধক বুলি তোমাক কয়। দেৱতাৰ তৰ্পন কৰা আৰু অসুৰ মৰা বুলি কয় ॥ ৭ ॥

অসিত দেৱলৰ অধ্যায় শেষ।

## ২৫ সূক্ত—ঋ ৬।

### ঋষি—অগস্ত্যৰ পুত্ৰ দৃঢ়চ্যুত। ছন্দ—গায়ত্ৰী।

### দেৱতা—পৱমান সোম।

হে হৰিৎ বৰ্ণৰ বল কাৰক, আমোদকৰ সোম, তুমি দেৱতা সকলৰ, মৰুৎ সকলৰ আৰু বায়ুৰ পানৰ কাৰণে ক্ষৰণ হোৱা ॥ ১ ॥ হে পৱমান সোম, কৰ্ম্মেৰে ( আঙুলিৰে ) ধৰা, তুমি শব্দ কৰি নিজ স্থান পাত্ৰত সোমোৱা, ধৰ্ম্মেৰে বায়ুত সোমোৱা ॥ ২ ॥ দেৱতা সকলেৰে সৈতে কামবৰ্দ্ধক, কবি, সকলোৰে প্ৰিয়, বৃত্ৰ-

হন্তা, অভিকৈ দেৱতা বিচৰা সোম নিজ স্থানত শোভা কৰিছে ॥ ৩ ॥ সকলো ৰূপ ধৰি, বিশুদ্ধ হৈ, কমনীয় কান্তিৰ সোম য'ত অমৰ দেৱতা সকল আছে তালৈ গৈছে ॥ ৪ ॥ ৰঙা হৈ শব্দ কৰি পৱমান হৈ অনুৰক্ত ইন্দ্ৰলৈ প্ৰাজ্ঞ আৰু কবি সোম বৈ গৈছে ॥ ৫ ॥ হে অতি আমোদকৰ কবি সোম, তুমি চাকনি পাৰ হৈ ধাৰাৰে বৈ ইন্দ্ৰৰ স্থান পাবলৈ যোৱা ॥ ৬ ॥

## ২৬ সূক্ত—ঋ ৬।

ঋষি—দৃঢ়চ্যুতৰ পুত্ৰ ইধ্মবাহু। ছন্দ—গায়ত্ৰী। দেৱতা— পৱমান সোম।

পৃথিবীৰ কোলাত এই বেগবান সোমক বিপ্ৰসকলে আঙুলিৰে আৰু স্তুতিৰে মাৰ্জ্জন কৰিছে ॥ ১ ॥ সেই সহস্ৰ ধাৰাৰে যোৱা, অক্ষীণ, দীপ্ত, দ্যুলোকৰ ধৰ্ত্তা সোমক স্তুতিৰে স্তৱ কৰে ॥ ২ ॥ সেই প্ৰৱমান সোম বিধাতাক, সকলোৰে ধাৰক, বহুত কৰ্ত্তাক মেধাৰে সৈতে দ্যুলোকৰ ফালে পথিয়াই দিয়ে ॥ ৩ ॥ সেই পাত্ৰত থকা স্তুতিৰ পতি, অদম্ভনীয় সোমক আঙুলিৰে লাহে লাহে থেলি পাত্ৰত থৈ দিয়ে ॥ ৪ ॥ সেই কমনীয়, বহুদ্ৰষ্টা, হৰিৎ বৰ্ণৰ, শিলেৰে চেপা সোমক আঙুলিৰে থেলি ওখ ঠাইলৈ পথিয়াই দিয়ে ॥ ৫ ॥ স্তুতিৰে বৰ্দ্ধন কৰা আমোদকৰ হে পৱমান সোম তোমাক ইন্দ্ৰলৈ ঋত্বিক সকলে স্তুতিৰে বৰ্দ্ধন কৰে ॥ ৬ ॥

## ২৭ সূক্ত—ঋ ৬।

ঋষি—অঙ্গীৰসৰ পুত্ৰ নৃমেধ। ছন্দ—গায়ত্ৰী। দেৱতা-পৱমান সোম।

এয়া কবি কেউফালে ( সকলোৰে ) স্তুতি কৰা চাকনিত ঋত্বিকে বিশুদ্ধ কৰা সোমে শত্ৰুক নাশ কৰিছে ॥ ১ ॥ এয়া বলকাৰী সোমক স্বৰ্গ জয় কৰা ইন্দ্ৰ আৰু বায়ুলৈ চাকনিত চেকি পথিয়াইছে ॥ ২ ॥ এই অভিষূত কৰা সৰ্ব্বজ্ঞ কামবৰ্ষী সোমক কৰ্ম্মৰ নেতা সকলে স্বৰ্গৰ ওপৰ ঠাইলৈ নি কাঠৰ পাত্ৰত থৈছে ॥ ৩ ॥ আমালৈ গৰু কামনা কৰি আৰু ধন কামনা কৰি এই সোমে পৱমান হৈ দীপ্ত হৈ শত্ৰুক পৰাজয় কৰি নিজে পৰাজয় নোহোৱা হৈ শব্দ কৰিছে ॥ ৪ ॥ এই পৱমান আমোদকৰ সোমক সূৰ্য্য থকা দ্যুলোকত চাকনিত এৰি দিছে ॥ ৫ ॥ এই বলবান, বৰ্ষক, হৰিৎ বৰ্ণৰ পৱিক্ষত সোম চাকনিৰ মাজেদি গৈ ইন্দ্ৰৰ ফালে গৈছে ॥ ৬ ॥

## ২৮ সূক্ত— ঋ ৬।

ঋষি আদি ২৭ সূক্তৰ দৰে।

এয়া গমন শীল, ( অধ্বৰ্য্যুৱে ) পাত্ৰত নিহিত কৰা, সকলো জনা, স্তোত্ৰৰ পতি সোম, ভেড়াৰ নোমৰ চাকনিলৈ দৌৰি গৈছে ॥ ১ ॥ দেৱতা সকলৰ কাৰণে অভিষুত হৈ চাকনিত সৰকি সকলো দেৱতাৰ শৰীৰত প্ৰবেশ কৰিবলৈ এয়া সোম গৈছে ॥ ২ ॥ এয়া অমৰন, শত্ৰু হন্তা, দেৱতাক বিশেষকৈ বিচৰা সোম দেৱতা নিজ স্থানত শোভা কৰিছে ॥ ৩ ॥ এয়া বৰ্ষ'ক সোমে শব্দ কৰি দহোটা আঙুলিৰে ধৰা দোনৰ কলহলৈ দৌৰি গৈছে ॥ ৪ ॥ এয়া পৱমান সকলোৰে দ্ৰষ্টা, সৰ্ব্বজ্ঞ সোমে সূৰ্য্যক আৰু সকলো জ্যোতিৰ বস্তুক শোধিত কৰিছে ॥ ৫ ॥ এয়া বলবান, পৱমান, আনে দমাব নোৱাৰা, সোম গৈছে। তেওঁ দেৱতাক ৰক্ষা কৰা আৰু পাপৰ হন্তা ॥ ৬ ॥

## ২৯ সূক্ত—ঋ ৬।

ঋষি আদি ২৭ সূক্তৰ দৰে।

এয়া, দেৱতাক প্ৰভাৱ কৰিবৰ ইচ্ছাৰে বৰ্ষ'ক, অভিষুত সোমে বলেৰে ধাৰা ক্ষৰণ কৰিছে ॥ ১ ॥ দীপ্যমান, ঘোঁৰাৰ দৰে যোৱা, স্তুত্য সোমক উৎপাদন কৰি স্তুতি কৰি থকা' কৰ্ম্ম' কৰ্ত্তা, কৰ্ম্ম'ৰ বিধান দাতা ( অধ্বৰ্য্যু ) সকলে স্তুতি কৰি শোধণ কৰিছে ॥ ২ ॥ হে সোম, বহুত ধনৰ, বিশুদ্ধ কৰা তোমাৰ সেই তেজ ভাল বশ কৰিব পৰা হয়। তুমি সমুদ্ৰৰ দৰে দ্ৰোণ কলহ পূৰ্ণ কৰা ॥ ৩ ॥ হে সোম, সকলো ধন উৎপাদন কৰি ধাৰাৰে পৱিক্ষত হোৱা। শত্ৰু বিলাকক দূৰ দেশলৈ খেদাই দিয়া ॥ ৪ ॥ হে সোম, যি কোনো অদাতাৰ অপবাদৰ পৰা আৰু নিন্দকৰ অপবাদৰ পৰা আমাক ৰক্ষা কৰা—যি ৰক্ষণৰে আমি ( এই অপবাদ বিলাকৰ পৰা ) মুক্ত হৈ থাকিব পাৰো ॥ ৫ ॥ হে ইন্দু, তুমি ধাৰাৰে শোধিত হোৱা। পাৰ্থিব দৈব ধন, দীপ্তিমন্ত বল আমালৈ আহৰণ কৰা ॥ ৬ ॥

## ৩০ সূক্ত—ঋ ৬।

ঋষি—অঙ্গিৰসৰ পুত্ৰ বিন্দু। ছন্দ—গায়ত্ৰী। দেৱতা— পৱমান সোম।

বলবান এই সোমৰ ধাৰা চাকনিত সহজেই সৰকি গৈছে। বিশুদ্ধ হোৱা সোমে নিজৰ ধ্বনি কৰিছে ॥ ১ ॥ এই ইন্দুৱে ঋত্বিক সকলে পথিয়াই দিলত ( চাকনিত ) পৱিক্ষৃত হৈ ইন্দ্ৰৰ বিজয় শব্দ কৰিছে ॥ ২ ॥ হে সোম,

আমাক শত্ৰুৰ অভিভৱ কৰিব পৰা বলবান পুত্ৰৰে সৈতে বহুতে স্পৃহা কৰা বল ধাৰাৰে ক্ষৰণ কৰা ॥ ৩ ॥ এই পৱমান সোম ধাৰাৰে চাকনি অতিক্ৰম কৰি গৈ দোন কলহত সোমাই বহিবলৈ গৈছে ॥ ৪ ॥ হে সোম, (বসতীবৰী) পানীত থকা মধুমান হৱিং বৰ্ণৰ তোমাক শিলেৰে চেপি ইন্দ্ৰৰ পানৰ কাৰণে পথিয়াই দিছে ॥ ৫ ॥ (হে ঋত্বিক সকল) তোমালোকে সাজো, আমোদকৰ, অতি মধুৰ সোম বজ্ৰবান ইন্দ্ৰৰ কাৰণে অভিযুত কৰা ॥ ৬ ॥

## ৩১ সূক্ত—ঋ ৬।

### ঋষি—ৰহুগণৰ পুত্ৰ গোতম। ছন্দ— গায়ত্ৰী।

### দেৱতা— পৱমান সোম।

সুকৰ্ম্মা পৱমান সোম বিলাক (কলহৰ ফালে) গৈছে। সেই বিলাকে প্ৰজ্ঞাপক ধন আমালৈ কৰিছে ॥ ১ ॥ হে অন্নৰ পতি ইন্দু, তুমি স্বৰ্গ আৰু পৃথিবীৰ দ্যোতমান ধনৰ বৰ্দ্ধক হোৱা ॥ ২ ॥ হে সোম, তোমাৰ কাৰণে বায়ু প্ৰিয়কৰ হৈছে। নদী বিলাক তোমাৰ কাৰণে বৈ গৈছে। সেই বিলাকে তোমাৰ মহত্ব বৰ্দ্ধন কৰিছে ॥ ৩ ॥ হে সোম, তুমি (বায়ু আৰু পানীৰে) প্ৰবৃদ্ধ হোৱা। তুমি সকলো বৰ্ষণ কৰিবৰ যোগ্য বল প্ৰাপ্ত হোৱা। সংগ্ৰামত অন্নৰ প্ৰাপক হোৱা ॥ ৪ ॥ হে বভ্ৰু বৰ্ণৰ (আকাশ বৰণৰ) ওখ ঠাইত থকা সোম গৰু বিলাকৰ বহুত গাখীৰ আৰু ঘিঁউ (তোমালৈ) খিৰোৱা হৈছে ॥ ৫ ॥ হে ভুবনৰ পতি সোম, হে ইন্দু আমি অস্ত্ৰ থকা তোমাৰ সৈতে বন্ধুত্ব কৰিবলৈ বিচাৰো ॥ ৬ ॥

## ৩২ সূক্ত—ঋ ৬।

### ঋষি—অত্ৰিৰ পুত্ৰ শ্যাবাশ্ব। ছন্দ—গায়ত্ৰী।

### দেৱতা—পৱমান সকল।

মদস্ৰাবী, যজ্ঞত অভিষুত কৰা সোম বিলাকে মোৰ যশৰ কাৰণে আহিছে ॥ ১ ॥ আৰু এই হৰিৎ বৰ্ণৰ দীপ্ত সোমক ইন্দ্ৰই পান কৰিবৰ কাৰণে ত্ৰিত ঋষিয়ে আঙুলিৰে শিলত হেঁচি দিছে ॥ ২ ॥ আৰু এই সোমে ইাহ বিলাকে (মানুহৰ মাজত বা পানীত) সোমোৱা দৰে সকলো স্তোতাৰ (মনত) প্ৰবেশ কৰে। ঘোঁৰাৰ দৰে (ঘোঁৰাৰ গাত যেনেকৈ পানী সিচি দিয়ে) (এই সোমক) গৰুৰ গাখীৰেৰে সিঁচি দিয়ে ॥ ৩ ॥ হে সোম, তুমি যজ্ঞৰ (যজ্ঞৰ) স্থানত আশ্ৰয় কৰি গাখীৰ আদিৰে মিশ্ৰিত হৈ দ্যুৱো-দ্যাবাপৃথিবীত বৃষৰ দৰে দৰ্শন কৰা (ওপৰলৈ) চোৱা ॥ ৪ ॥ হে সোম, তোমাক (স্তুতিৰ) শব্দ বিলাকে মাইকী মানুহে উপপতিক স্তুতি কৰা দৰে স্তুতি কৰিছে। সেই সোমে মিত্ৰই হিত কৰা দৰে যায় ॥ ৫ ॥ হে সোম, ধনবান আমাক স্তুতি কৰ্ত্তাক দীপ্তমন্ত অন্ন দিয়া। ধন, বুদ্ধি আৰু যশ দিয়া ॥ ৬ ॥

## ৩৩ সূক্ত—ঋ ৬।

### ঋষি—আপ্ত্যৰ পুত্ৰ ত্ৰিত। ছন্দ—গায়ত্ৰী।

### দেৱতা পৱমান সোম।

মেধাৱী সোম বিলাক পানীৰ ঢৌৰ দৰে বনত মহৰ দৰে (পাত্ৰৰ ফালে) চলি গৈছে ॥ ১ ॥ বভ্ৰু বৰ্ণৰ (আকাশৰ বৰ্ণৰ), দীপ্ত, সোম বিলাক ঋতৰ (অমৃতৰ) ধাৰাৰে গৰুযুক্ত অন্ন ক্ষৰণ কৰি কলহৰ ফালে বৈ গৈছে ॥ ২ ॥ অভিষুত কৰা সোম, ইন্দ্ৰ, বায়ু বৰুণ, মৰুত সকল আৰু বিষ্ণুৰ কাৰণে বৈ গৈছে ॥ ৩ ॥ (ঋত্বিক সকলে) তিনি বিধ (ঋক্, যজু, সাম) স্তুতি কৰিছে। গৰু বিলাকে (ওহাৰ টন টনাই) খিৰাবলৈ (পিয়াবলৈ) হেম্বেলিয়াইছে। হৰিৎ বৰণৰ সোম শব্দ কৰি (কলহলৈ) গৈছে ॥ ৪ ॥ ব্ৰাহ্মণে পথিওৱা মহৎ ঋতৰ (যজ্ঞৰ) মাতৃস্বৰূপ স্তুতি বিলাকে দ্যু দেৱতাৰ শিশু (ৰূপী) সোমক স্তুতিৰে শোভিত কৰিছে ॥ ৫ ॥ চাৰি সাগৰৰ ধন, হে সোম, আমাৰ কাৰণে সকলো ফালে ক্ষৰণ হোৱা,—সহস্ৰ ক্ষৰণ হোৱা ॥ ৬ ॥

## ৩৪ সূক্ত—ঋ ৬।

### ঋষি আদি ৩৩ সূক্তৰ দৰে।

ইন্দুক বিশুদ্ধ কৰি (অধ্বৰ্য্যুৱে) পথিয়াই দিলত ধাৰাৰে বৈ চাকনিলৈ গৈছে। দৃঢ় শত্ৰুৰ পুৰী ভাঙ্গি দিছে ॥ ১ ॥ ২ ঋক ওপৰৰ ৯।৩৩।৩ ঋকৰ দৰে ॥ ২ ॥ সোমক কাম বৰ্ষক শিলেৰে চেপিছে। নিজ কৰ্ম্ম কৰি (অধ্বৰ্য্যুৱে) (সোমৰূপী) গাখীৰ খিৰাইছে ॥ ৩ ॥ ত্ৰিত ঋষিৰ আমোদকৰ সোম বিশুদ্ধ হৈছে। ইন্দ্ৰৰ কাৰণে বিশুদ্ধ হৈছে। হৰিৎ বৰ্ণৰ সোমৰ নিজ ৰূপ ধৰিছে ॥ ৪ ॥ এই সোমক ঋতৰ (যজ্ঞৰ) স্থানত পৃশ্নি মাক যাৰ (সেই মৰুত সকলে) খিৰাইছে। এই সোম (দেৱতাৰ) প্ৰিয়, মনোহৰ ॥ ৫ ॥ এয়া আমাৰ পোন গতিৰ স্তুতিয়ে সোমক বোৱাই দিছে। প্ৰীতিকৰ স্তুতিয়ে শব্দ কৰি সোম কামনা কৰিছে ॥ ৬ ॥

## ৩৫ সূক্ত—ঋ ৬।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰভূবসু। ছন্দ—গায়ত্ৰী।

দেৱতা—পৱমান সোম ।

হে পৱমান সোম, তুমি ধাৰাৰে আমাৰ কাৰণে বহুত ধন বোৱাই থাকা আৰু স্বৰ্গ পোহৰাই দিয়া ॥ ১ ॥ পানীৰ প্ৰেৰক, শত্ৰুক কঁপাই দিয়া হে সোম, তুমি বলেৰে আমাৰ ধৰ্ম্মৰ ধাৰক হৈ ক্ষৰণ হোৱা ॥ ২ ॥ হে বীৰৰ দৰে সোম, তোমাৰে সৈতে, সংগ্ৰাম কৰিবলৈ বিচৰা শত্ৰুক অভিভৱ কৰিম। আমালৈ বৰণীয় ধন ক্ষৰণ কৰা ॥ ৩ ॥ যজমানক ভাগ কৰি দিবলৈ ইচ্ছা কৰি সোমে অন্ন পথিয়াই দিছে। দাতা ঋষিয়ে এনে সোম অন্নৰ অস্ত্ৰ বিলাক সকলো জানে ॥ ৪ ॥ সেই সোমক স্তুতি বাক্যেৰে স্তৱ কৰিম। বাক্য পথিওৱা, শোধন কৰা, গৰুৰ পালক সোমক ঢাকি ( কাপোৰ পিন্ধাই যথা দৰে ) বান্ধিম ॥ ৫ ॥ ধৰ্ম্মৰ পালক, বহুত ধনৰ, পৰিষ্কাৰ কৰা, সোমৰ কৰ্ম্ম সকলো মানুহে ধাৰণ কৰিলে ॥ ৬ ॥

৩৬ সূক্ত—ঋ ৫ ।

ঋষি—আদি—৩৫ সূক্তৰ দৰে ।

ৰথৰ ঘোঁৰাৰ দৰে অভিষৱ কৰা শিলৰ ফালৰ মাজেদি চেপি সোমৰস চাকনিলৈ এৰি দিছে। সেই ঘোঁৰাই যজ্ঞৰ ( সংগ্ৰাম ) পাইছেগৈ ॥ ১ ॥ হে সোম সেই বাহক, জাগৰণশীল, দেৱতা কামনা কৰা তুমি মধুক্ষৰণ কৰা কোশ ( চাকনি ) পাৰ হৈ সৰকি যোৱা ( আৰু কলহত পৰাগৈ ) ॥ ২ ॥ সেই পুৰণি পৱমান সোম, তুমি দিব্য স্থান বিলাক প্ৰকাশ কৰি থাকা। যজ্ঞ কৰিবলৈ বলৰ কাৰণে আমাক প্ৰেৰণ কৰা ॥ ৩ ॥ ঋত ( যজ্ঞ ) কামনা কৰা ( ঋত্বিক ) সকলে শোভা কৰি হাতেৰে খেলি ভেড়াৰ নোমৰ চাকনিৰ ওপৰত, হে সোম, তোমাক চেঁকি দিয়ে ॥ ৪ ॥ সেই অভিষুত কৰা সোমে হৰি দাতাক সকলো স্বৰ্গীয়, পৃথিৱীৰ আৰু অন্তৰীক্ষৰ ধন ক্ষৰণ কৰি দিয়া ॥ ৫ ॥ হে বলৰ পতি সোম, তুমি আমাৰ ঘোঁৰা কামনা কৰি গৰু আৰু পুত্ৰ কামনা কৰি সোমৰ আহুতিৰ ধাৰা দ্যুলোকত তুলি দিয়া ॥ ৬ ॥

৩৭ সূক্ত—ঋ ৬ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ ৰহুগণ । ছন্দ—গায়ত্ৰী ।

দেৱতা— পৱমান সোম ।

সেয়া পান কৰিবলৈ চেপা, কামবৰ্ষী সোম, ৰাক্ষসক খেদায়, দেৱতাক কামনা কৰি চাকনিলৈ গৈছে ॥ ১ ॥ সেই বিচক্ষণ, হৰিৎ বৰ্ণৰ, সকলোৰে ধাৰক সোম চাকনিলৈ গৈ, শব্দ কৰি নিজ স্থানলৈ ( কলহলৈ ) গৈছে ॥ ২ ॥ বেগবান ঘোঁৰাৰ দৰে, স্বৰ্গৰ পোহৰ, ৰাক্ষসৰ হন্তা সোম ভেড়াৰ নোমৰ চাকনি পাৰ হৈ পৱমান হৈ লৰ মাৰিছে ॥ ৩ ॥ সেই পৱমান সোম ত্ৰিত ঋষিৰ যজ্ঞৰ ওখ ঠাইত বস্তু সকলে বিশুদ্ধ কৰা নিজ তেজেৰে সূৰ্য্যৰ দৰে প্ৰকাশ কৰিছে ॥ ৪ ॥ সেই শত্ৰু হন্তা, বৰ্দ্ধক অভিষুত হোৱা, যজমানৰ ধন দাতা, অন্যাই দমন কৰিব নোৱাৰা সোম সংগ্ৰামলৈ যোৱা দৰে কলহলৈ গৈছে ॥ ৫ ॥ মহান সেই ইন্দু দেৱতাক কবিয়ে ( অধ্বৰ্য্যুৱে ) পথিয়াই দিয়া দ্ৰোণ কলহৰ ফালে ইন্দ্ৰৰ কাৰণে লৰি গৈছে ॥ ৬ ॥

৩৮ সূক্ত—ঋ ৬ ।

ঋষি আদি ৩৭ সূক্তৰ দৰে ।

সেই এয়া বৰ্দ্ধক সোম ৰথৰ দৰে ভেড়াৰ নোমৰ চাকনিৰ পৰা সহস্ৰ অন্ন যজমানক দিবলৈ ( কলহলৈ ) গৈছে ॥ ১ ॥ এয়া হৰিৎ বৰ্ণৰ সোমক ত্ৰিত ঋষিৰ আঙুলিৰে ( চেপা ) শিলত হেঁচি ইন্দ্ৰৰ পানৰ কাৰণে ( উলিয়াই ) দিছে ॥ ২ ॥ সেই এওঁ সোমক ( অধ্বৰ্য্যুৱে ) দহোটা আঙুলিৰে ধৰা কৰ্ম্মৰ ইচ্ছা কৰি শোধন কৰিছে, যি ( আঙুলিৰে ) ইন্দ্ৰৰ আমোদৰ কাৰণে শোভিত কৰিছে ॥ ৩ ॥ এয়া সেই সোম মানুহৰ প্ৰজাৰ মাজত শেনৰ দৰে বহিছে। উপপতি মাইকীৰ ওচৰলৈ যোৱা দৰে গৈছে ॥ ৪ ॥ সেয়া এই মদকৰ সোমে তললৈ চাইছে। স্বৰ্গৰ পুত্ৰই, দীপ্ত সোমে ভেড়াৰ নোমৰ চাকনিত সোমাইছে ॥ ৫ ॥ এয়া সেই পান কৰিবৰ কাৰণে অভিষুত কৰা হৰিৎ বৰ্ণৰ, ধাৰক সোম নিজৰ প্ৰিয় ঠাইলৈ ( কলহলৈ ) গৈছে ॥ ৬ ॥

৩৯ সূক্ত—ঋ ৬ ।

ঋষি অঙ্গিৰসৰ পুত্ৰ বৃহন্মতি। ছন্দ আৰু দেৱতা ৩৭ সূক্তৰ দৰে ।

হে মহামতি সোম, দেৱতাৰ প্ৰিয় শৰীৰেৰে ( ধাৰাৰে ), "য'ত দেৱতা সকল আছে তালৈ যাম" ( এই বুলি ) কৈ সেই ফালে সোনকালে যোৱা ॥ ১ ॥ অপৰিষ্কাৰ পৰিষ্কাৰ কৰি, যজ্ঞ কৰ্ত্তাক অন্ন দিয়াই অন্তৰীক্ষৰ পৰা বৰষুণ ঢালি দিয়া ॥ ২ ॥ অভিষুত হৈ সোম চাকনিলৈ বলেৰে গৈছে। দীপ্তি ধাৰণ কৰি সকলো চাই ( দেৱতা সকলক ) চাই পোহৰ কৰি গৈছে ॥ ৩ ॥ এয়া সোম চাকনিত ঢালি দিয়াত পানীৰ

চৌৰ দৰে ক্ষৰণ হ'বলৈ ধৰি দ্যুলোকৰ ওপৰত দেৱতাক পাবলৈ সহজেই যায় ॥ ৪ ॥ অভিষুত কৰা এই সোমে দূৰৈত বা ওচৰত থকা দেৱতাক ৰসেৰে পৰিচৰণ কৰিবলৈ যায়। ইন্দ্ৰলৈ মধুৰ সোম সিঁচি দিয়ে ॥ ৫ ॥ সম্যক লগ হোৱা স্তোতা সকলে স্তুতি কৰিছে। হৰিৎ বৰ্ণৰ সোমক শিলেৰে হেঁচি দিছে। (হে দেৱতা সকল) ঋতৰ (যজ্ঞৰ) ঠাইত বহা ॥ ৬ ॥

## ৪০ সূক্ত—ঋ ৬।

### ঋষি আদি ৩৯ সূক্তৰ দৰে।

বিশুদ্ধ কৰা দ্ৰষ্টা সোমে সকলো শত্ৰু অতিক্ৰম কৰিলে। তেওঁক মেধাবী সকলে কৰ্ম্মেৰে শোভিত কৰিলে ॥ ১ ॥ ৰঙা বৰণৰ সোম নিজ স্থানত উঠিলগৈ (কলহত সোমাল)। পাচত ইন্দ্ৰৰ ওচৰলৈ গৈছে। এই বৰ্ষক সোম অভিষুত হৈ স্থিৰ স্থানত বহিছেগৈ ॥ ২ ॥ হে সোম হে ইন্দু, আমালৈ সোনকালে সকলো ফালৰ পৰা মহান সহস্ৰ ধন ক্ষৰণ কৰা ॥ ৩ ॥ হে পৱমান সোম, হে ইন্দু, তুমি সকলো দ্ৰব্য-ধন আমালৈ আহৰণ কৰি আনা। সহস্ৰ অন্ন লাভ কৰাই দিয়া ॥ ৪ ॥ হে সোম, বিশুদ্ধ হৈ তুমি স্তোতা আমাক সুপুত্ৰ যুক্ত ধন আহৰণ কৰি দিয়া। স্তোতাৰ স্তুতি বাক্য বৰ্দ্ধন কৰা ॥ ৫ ॥ হে দীপ্ত সোম, হে ইন্দু, তুমি বিশুদ্ধ হৈ দুয়ো দ্যাবাপৃথিবীৰ বৰ্দ্ধিত ধন আমালৈ লৈ আহা। হে বৰ্ষক ইন্দু, স্তুত্য ধন আহৰণ কৰা ॥ ৬ ॥

## ৪১ সূক্ত—ঋ ৬।

### ঋষি—কণ্বৰ পুত্ৰ মেধাতিথি। ছন্দ আৰু দেৱতা ৪০ সূক্তৰ দৰে।

যি অভিষুত সোম পানীৰ দৰে তললৈ পৰি আহি দীপ্ত আৰু ক্ষিপ্ৰ গতিৰ হৈ ক'লা ছালৰ ৰাক্ষস মাৰি আগবাঢ়ি আহে তেওঁক স্তুতি কৰা। (হে ঋত্বিক যজমান সকল) ॥ ১ ॥ কৰ্ম্ম (যজ্ঞ) নকৰা দস্যু অভিভৱ কৰা সোমৰ ৰাক্ষসৰ বন্ধন আৰু দুষ্ট মতিৰ বন্ধন চিন্তা সোমক আমি স্তুতি কৰিম ॥ ২ ॥ বলৱন্ত পৱমান সোমৰ মাত বৰষুণ দিয়া শব্দৰ দৰে শুনা গৈছে আৰু দীপ্তি অন্তৰীক্ষত প্ৰকাশ হৈছে ॥ ৩ ॥ হে দীপ্ত অভিষুত পৱমান সোম, গৰুযুক্ত, সোণযুক্ত, ঘোঁৰাযুক্ত আৰু বলযুক্ত মহৎ অন্ন আমালৈ আহৰণ কৰা ॥ ৪ ॥ হে বিশেষ দ্ৰষ্টা সোমৰস, তুমি পৰিষ্কাৰ হোৱা। সেই ৰসেৰে মহতী উষা আৰু মহৎ সূৰ্য্যৰ দৰে দ্যাবাপৃথিবী পূৰণ কৰা ॥ ৫ ॥ হে সোম, আমাক সুখ দিয়া ধাৰাৰে সকলো ফালে ৰসৰ দৰে গোটেই ভূঃলোক পৰিব্যাপ্ত হোৱা ॥ ৬ ॥

## ৪২ সূক্ত—ঋ ৬।

### ঋষি আদি ৪১ সূক্তৰ দৰে।

এই হৰিৎ বৰ্ণৰ সোমে স্বৰ্গত উজ্জ্বল (নক্ষত্ৰ মণ্ডল) বিলাক আৰু অন্তৰীক্ষত সূৰ্য্যক জন্ম দি তললৈ যোৱা পানীৰে আবৃত হৈ যাবলৈ ধৰিছে ॥ ১ ॥ পুৰণি স্তোত্ৰেৰে যুক্ত এই অভিষুত সোমৰস দেৱতাৰ চাৰিওফালে ধাৰাৰে ক্ষৰণ হৈছে ॥ ২ ॥ এই বৰ্দ্ধমান ক্ষিপ্ৰ সোম অন্ন লাভৰ কাৰণে সহস্ৰ ৰসেৰে ক্ষৰণ হৈছে ॥ ৩ ॥ পুৰণি ৰসৰ দৰে থিয়োৱা সোম চাকনিত পৰিছেগৈ। শব্দ কৰি দেৱতা সকলক জন্ম দিছে ॥ ৪ ॥ এই সোমে শোধিত হৈ সকলো বৰণীয় ধন পঠিয়াই দিয়ে আৰু ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক দেৱতা সকলক পঠিয়াই দিয়ে ॥ ৫ ॥ হে সোম, অভিষুত হৈ আমালৈ, গৰু যুক্ত, বীৰ পুত্ৰ যুক্ত, ঘোঁৰা যুক্ত, বল যুক্ত বহুত অন্ন ক্ষৰণ কৰা ॥ ৬ ॥

## ৪৩ সূক্ত—ঋ ৬।

### ঋষি আদি ৪১ সূক্তৰ দৰে।

যি সোমক ঘোঁৰাৰ দৰে মাৰ্জন কৰি দেৱতাৰ আমোদৰ কাৰণে গাখীৰেৰে মিহলি কৰে, যি ধুনীয়া, সেই সোমক স্তুতি (জপ) কাপোৰ পিন্ধাম ॥ ১ ॥ সেই দীপ্ত সোমক সকলো ৰক্ষণ ইচ্ছা কৰা স্তোত্ৰেৰে পুৰণি দিনৰ স্তুতিৰ দৰে ইন্দ্ৰৰ পান কৰিবৰ কাৰণে শোভিত কৰিছে ॥ ২ ॥ কমনীয় সোম বিপ্ৰ মেধাতিথিৰ যাগৰ কাৰণে স্তুতিৰে পৰিষ্কাৰ হৈ কলহলৈ গৈছে ॥ ৩ ॥ হে পৱমান ইন্দু, আমাক সুশ্ৰী আৰু সহস্ৰ দীপ্তিৰ ধন দিয়া ॥ ৪ ॥ এই ইন্দুৱে সংগ্ৰামত ঘোঁৰা যোৱা দৰে চাকনিত শব্দ কৰিছে আৰু অতিকৈ দেৱতা কামনা কৰি ক্ষৰণ হৈছে ॥ ৫ ॥ হে সোম, অন্ন লাভৰ কাৰণে, স্তুতি কৰি থকা বিপ্ৰৰ (মোৰ) বৰ্দ্ধনৰ কাৰণে ক্ষৰণ হোৱা। সুবীৰ্য্য পুত্ৰ দিয়া ॥ ৬ ॥

## ৪৪ সূক্ত—ঋ ৬।

### ঋষি—অঙ্গিৰাৰ পুত্ৰ অয়াস্য। ছন্দ—গায়ত্ৰী। দেৱতা—পৱমান সোম।

হে সোম, তুমি আমাৰ মহৎ ধনৰ কাৰণে গৈছা। অয়াস্য ঋষিয়ে তোমাৰ ঢৌ উলিয়াই দেৱতাক যজন কৰিবলৈ গৈছে ॥ ১ ॥ কবি সোমক বিপ্ৰৰ স্তুতিৰে শোধিত কৰি যজ্ঞত নিহিত কৰাৰ (চাকনিৰ) পৰা দূৰলৈ

ধাৰাৰে প্ৰেৰণ কৰিছে ॥ ২ ॥ জাগৰণশীল এই সোমৰস দেৱতাৰ কাৰণে অভিষুত হৈ গৈছে। বিশিষ্ট দ্ৰষ্টা সোমৰস চাকনিলৈ গৈছে ॥ ৩ ॥ হে সোম, তোমাক কুশযুক্ত ঋত্বিকে পৰিচৰণ কৰিছে। সেই তুমি অন্ন ইচ্ছা কৰা যজ্ঞত কল্যাণ কৰি ক্ষৰণ হোৱা ॥ ৪ ॥ সেই সোমক বিপ্ৰবীৰ (পণ্ডিত) সকলে বায়ু আৰু ভগ দেৱতাৰ কাৰণে সদায় স্তুতিৰে বৰ্দ্ধন কৰে। আমাক দেৱতাৰ ধন আনি দিয়ক ॥ ৫ ॥ হে সোম, তুমি কৰ্ম্মজ্ঞ, ধনৱান লোকৰ পথ জনা আমাক আজি ধন লাভৰ কাৰণে মহৎ অন্ন আৰু বল জয় কৰিবলৈ দিয়া ॥ ৭ ॥

## ৪৫ সূক্ত— ঋ ৬ ।

### ঋষি আদি ৪৪ সূক্তৰ দৰে ।

হে ইন্দু, নেতাৰ দ্ৰষ্টা তুমি, দেৱতাৰ-যজ্ঞৰ কাৰণে ইন্দ্ৰই পান কৰিবলৈ আৰু আমোদৰ কাৰণে (যাতে সুখৰ হয়) তেনেকৈ ক্ষৰণ হোৱা ॥ ১ ॥ হে সোম, তুমি আমাৰ দূতৰ কামলৈ আহা। তুমি ইন্দ্ৰৰ কাৰণে পান কৰিবলৈ হৈছা। তুমি প্ৰিয় আমালৈ দেৱতাৰ শ্ৰেষ্ঠ ধন হৈ ক্ষৰণ হোৱা ॥ ২ ॥ আৰু হে ৰঙা বৰণৰ সোম, তোমাক আমোদৰ কাৰণে আমি গৰুৰ গাখীৰেৰে সংমিশ্ৰণ কৰিছো। তুমি আমাক ধন লাভৰ কাৰণে দুৱাৰ মুকলি কৰি দিয়া ॥ ৩ ॥ হে ইন্দু, ঘোঁৰা দৌৰি যাওঁতে ৰথৰ ধুৰাৰ দৰে চাকনি অতিক্ৰম কৰি দেৱতাৰ মাজত পৰিছা গৈ—॥ ৪ ॥ চাকনি অতিক্ৰম কৰি গৈ (বসতীৱৰী) পানীত খেল কৰি থকা সেই সোমক প্ৰিয় স্তোতাই সমস্বৰে স্তোত্ৰেৰে স্তুতি কৰিবলৈ ধৰিছে ॥ ৫ ॥ হে সোম, যি ধাৰাৰে পীত হোৱা (পান কৰা হোৱা), বিচক্ষন স্তোত্ৰ কৰা পুৰুষক সুবীৰ্য্য দান কৰি সেই ধাৰাৰে ক্ষৰণ হোৱা ॥ ৬ ॥

## ৪৬ সূক্ত—ঋ ৬ ।

### ঋষি আদি ৪৪ সূক্তৰ দৰে ।

পৰ্ব্বতত উৎপত্তি হোৱা সোমলতা বিলাকৰ পৰা যজ্ঞৰ কাৰণে পথিওৱা কৰ্ম্মৰ ঘোঁৰাৰ দৰে সোম ক্ষৰণ হৈ বৈ গৈছে ॥ ১ ॥ পৰিষ্কাৰ কৰা দীপ্ত সোম বিলাক পিতাৰ লগত থকা অলঙ্কৃত কন্যাৰ (স্বামীৰ ঘৰলৈ যোৱা) দৰে বায়ুৰ ফালে বৈ গৈছে ॥ ২ ॥ দীপ্ত, অন্নৱন্ত এই সোম বিলাকে শিলৰ ফালত চেপা কৰ্ম্মেৰে (প্ৰস্তুত হৈ) ইন্দ্ৰক বৰ্দ্ধণ কৰিছে ॥ ৩ ॥ হে সুহস্ত (ঋত্বিক) সকল, সোনকালে আহা। এই সুনকৰ সোম ধৰা। আমোদকৰা সোমক গাখীৰেৰে সৈতে মিহলোৱা ॥ ৪ ॥ হে (শত্ৰুৰ) ধন জয় কৰা সোম, অভীষ্ট বাট পাবলৈ আমাৰ মহৎ ধনৰ দাতা হৈ ক্ষৰণ হোৱা ॥ ৫ ॥ শোধন কৰিবলগীয়া ক্ষৰণ হোৱা আমোদকৰ এয়া সোমক দহ আঙ্গুলিৰে ইন্দ্ৰৰ কাৰণে চাকনিত শোধন কৰিছে ॥ ৬ ॥

## ৪৭ সূক্ত—ঋ ৫ ।

### ঋষি—ভৃগুৰ পুত্ৰ কবি। ছন্দ—গায়ত্ৰী। দেৱতা পৱমান সোম।

এনে শোভন কৰ্ম্মৰ দ্বাৰা সোম মহৎ দেৱতা সকলৰ কাৰণে বৰ্দ্ধিত হৈছে, আৰু আনন্দ কৰি বৃষৰ দৰে শব্দ কৰিছে ॥ ১ ॥ এই সোমৰ দস্যুক মোহাৰি পেলোৱা কাম জনাজাত হল। ধওঁৱে তেওঁ যজমানৰ ঋণ পৰিশোধ কৰিছে ॥ ২ ॥ যেতিয়া ইন্দ্ৰৰ স্তুতি আৰম্ভ হয়, তেতিয়া ইন্দ্ৰৰ প্ৰিয় সোমৰস বজ্ৰৰ দৰে কঠিন হৈ আমাৰ সহস্ৰ ধন দাতা হয় ॥ ৩ ॥ যদি কবি সোমক আঙ্গুলিৰে শোধন কৰা হয় তেতিয়া মেধাৱী কৰ্ম্ম ধাৰণ কৰা ইন্দ্ৰক (যজমানে) ৰমণীয় ধন বিচাৰে ॥ ৪ ॥ হে সোম, তুমি সংগ্ৰামত শত্ৰুৰ জয় কৰা জনক ঘোঁৰাক যাঁহ ভাগ কৰি দিয়া দৰে ধন ভাগ কৰি দিবলৈ ইচ্ছা কৰা ॥ ৫ ॥

## ৪৮ সূক্ত—ঋ ৫ ।

### ঋষি—আদি ৪৭ সূক্তৰ দৰে।

মহৎ দ্যুলোকৰ সভা স্থানত থকা ধন আমালৈ ধাৰণ কৰিবলৈ কল্যানকৰ হে পৱমান সোম, তোমাক ভাল কাম কৰি ধন পাবলৈ বিচাৰিছোঁ ॥ ১ ॥ হে সোম, সাহসী শত্ৰুক নাশ কৰা, স্তুত্যাৰ্হ, মহা-মহিমাৰে-কাম-কৰা, মদকৰ তুমি শত শত্ৰুৰ পুৰ বিনাশ কৰোতা ॥ ২ ॥ ধনৰ ৰজা তোমাক, হে সোম, সেইবাবে দ্যু-লোকৰ পৰা সুকৰ্ম্মা, ব্যথা ৰহিত শেন চৰায়ে অনা-য়াসে লৈ আহিল ॥ ৩ ॥ পানীৰ প্ৰেৰক, যজ্ঞৰ বাট দেখুওৱা, সকলো দেৱতাৰ সাধাৰণ, (উদ্দেহতীয়া) সোমক (শেন) চৰায়ে (স্বৰ্গৰ পৰা) আহৰণ কৰিলে ॥ ৪ ॥ হে কৰ্ম্মৰ দ্ৰষ্টা, (যজমানৰ) অভীষ্ট সিদ্ধি কৰা সোম, নিজ বল দেখুৱাই প্ৰশস্ততৰ মহত্ত্ব দেখুওৱা ॥ ৫ ॥

## ৪৯ সূক্ত—ঋ ৫ ।

### ঋষি আদি ৪৭ সূক্তৰ দৰে।

হে সোম, স্বৰ্গৰ পৰা বৰষুণ বৈ পৰা। পানীৰ ঢৌ স্বৰ্গৰ পৰা ক্ষৰণ কৰা। পুষ্টিকৰ আহাৰ ক্ষৰণ

কৰা ॥ ১ ॥ হে সোম, তুমি সেই ধনৰ ধাৰাৰে ক্ষৰণ হোৱা যি ধাৰাৰে শত্ৰুৰ গাওঁত থকা গৰুবিলাক আমাৰ গাওঁলৈ আহে ॥ ২ ॥ হে সোম, অতি দেৱতা কামনা কৰা তুমি আমালৈ ঘৰমুৰৰ ধাৰাৰ দৰে ঘিঁউ ক্ষৰণ কৰা। ঘৰমুণো ক্ষৰণ কৰা ॥ ৩ ॥ হে অভিষুত কৰা সোম, তুমি আমাৰ অন্নৰ কাৰণে ভেড়াৰ নোমৰ চাকনিত ধাৰাৰে ক্ষৰণ হোৱা। দেৱতাসকলো তোমাৰ শব্দ শুনক ॥ ৪ ॥ ৰাক্ষস বিলাক হত্যা কৰি নিজ দীপ্তিৰে পুৰণিৰ দৰে প্ৰকাশ কৰি পৱমান সোম বৈ যাওক ॥ ৫ ॥

৫০ সূক্ত—ঋ ৫।

ঋষি—অঙ্গিৰসৰ পুত্ৰ ওচথ্য। ছন্দ—গায়ত্ৰী। দেৱতা পৱমান সোম॥

হে সোম, সমুদ্ৰৰ ঢৌৰ দৰে তোমাৰ বেগ হৈছে। তুমি মাৰি পথিওৱা কাঁড়দালৰ দৰে শব্দ কৰা ॥ ১ ॥ হে সোম, যেতিয়া তুমি ওখত থকা ভেড়াৰ নোমৰ চাকনিলৈ ক্ষৰণ হৈ যোৱা তেতিয়া যজ্ঞ কামনা কৰা যজমানৰ তিনি বিধ মন্ত্ৰ (ঋক, যজু, সাম) ফুটি (ওলায়) আহে ॥ ২ ॥ দেৱতাৰ প্ৰিয়, হৰিৎ বৰ্ণৰ, শিলেৰে চেপা, মধু ক্ষৰণ কৰা পৱমান সোম ভেড়াৰ নোমৰ চাকনিত পৰি ধাৰাৰে ক্ষৰণ হোৱা ॥ ৩ ॥ হে অতি মদকৰ সোম, কবি তুমি অৰ্চনীয় ইন্দ্ৰৰ পেটত পৰিবলৈ চাকনি পাৰ হৈ ধাৰাৰে ক্ষৰণ হোৱা ॥ ৪ ॥ হে অতি আমোদকৰ ইন্দু, মিহলি কৰিবলগীয়া গৰুৰ গাখীৰৰ লগত মিহলি হৈ সেই তুমি ইন্দ্ৰই পিবলৈ ক্ষৰণ হোৱা ॥ ৫ ॥

৫১ সূক্ত—ঋ ৫।

ঋষি আদি ৫০ সূক্তৰ দৰে।

হে অধ্বৰ্য্যুসকল, শিলেৰে চেপা সোম এৰি পথিওৱা। ইন্দ্ৰৰ পান কৰিবৰ কাৰণে পৰিস্কাৰ কৰা ॥ ১ ॥ তোমালোকে অতি মধুৰ, স্বৰ্গৰ অমৃত, শ্ৰেষ্ঠ সোম, বজ্ৰবান ইন্দ্ৰৰ কাৰণে অভিষুত কৰা ॥ ২ ॥ হে সোম, তোমাৰ মধুৰ পৱমান সোম অন্ন তোমাৰ এয়া দেৱতা সকলে আৰু মৰুতে পাইছেহি ॥ ৩ ॥ হে সোম, অভিষুত হৈ তুমি দেৱতাক বৰ্দ্ধন কৰি, কামনা বৰ্ষন কৰি, নিজ শৰীৰৰ কাৰণে, আমোদৰ কাৰণে আৰু আমাৰ ৰক্ষণৰ কাৰণে তোতাৰ ওচৰলৈ আহা ॥ ৪ ॥ হে বিচক্ষণ সোম, অভিষুত হৈ তুমি চাকনিলৈ ধাৰাৰে যোৱা আৰু আমাৰ অন্ন আৰু যশ ক্ষৰণ কৰা ॥ ৫ ॥

৫২ সূক্ত—ঋ ৫।

ঋষি আদি ৫০ সূক্তৰ দৰে।

সোমে আমাক দীপ্ত, দিবলগীয়া ধন, বল আৰু অন্নেৰে সৈতে দিয়ক। হে সোম, অভিষুত কৰা তুমি চাকনিৰ পৰা সৰকি পৰা ॥ ১ ॥ হে সোম, তোমাৰ সহস্ৰ ধাৰাৰ বিস্তৃত ৰস দেৱতাৰ প্ৰিয় পুৰণি বাটেৰে ভেড়াৰ নোমৰ চাকনিলৈ গৈছে ॥ ২ ॥ হে সোম, চৰুৰ দৰে (খাদ্যৰে পূৰ্ণ) পাত্ৰ আমাক পোৱাই দিয়া। এতিয়া দান পোৱাই দিয়া। মৰিয়ালে বৈ যোৱা তুমি এতিয়া (মৰিয়ালত) ওলায় আহা ॥ ৩ ॥ হে বহুতে আহুত কৰা ইন্দু, যি শত্ৰুৱে আমাক বাধা দিবলৈ আহ্বান জনাইছে, সেই শত্ৰুৰ বল নাইকিয়া কৰা ॥ ৪ ॥ হে সোম, ধন দিয়া তুমি আমাৰ ৰক্ষাৰ কাৰণে বিশুদ্ধ সোম, শত সহস্ৰ ক্ষৰণ হোৱা ॥ ৫ ॥

৫৩ সূক্ত—ঋ ৪।

ঋষি কশ্যপৰ পুত্ৰ অৱৎসাৰ। ছন্দ—গায়ত্ৰী। দেৱতা পৱমান সোম।

হে শিলৰ পৰা উৎপত্তি হোৱা সোম, তোমাৰ ৰাক্ষস বিদাৰণ কৰা তেজ উদ্ভৱ হৈছে। যি স্পৰ্দ্ধা কৰা শত্ৰু সেনাই আমাক বাধা দিছে সিহঁতক খেদাই দিয়া ॥ ১ ॥ হে সোম, তুমি এই বলেৰে শত্ৰু হনন কৰিবৰ উপযোগী। তোমাক নিৰ্ভিক মনেৰে আমাৰ ৰথৰ যুজত শত্ৰুৰ ৰথৰ পৰা ধন কাঢ়ি আনিবলৈ স্তুতি কৰিম ॥ ২ ॥ হে পৱমান সোম তোমাৰ কৰ্ম্ম বিলাক দুৰ্ব্বুদ্ধিৰ ৰাক্ষসে ধৰ্ষণ কৰিব নোৱাৰে। যি শত্ৰুৱে তোমাৰ লগত যুদ্ধ কৰিব খোজে সিহঁতক খেদি দিয়া ॥ ৩ ॥ এই মদকৰ হৰিৎবৰ্ণৰ, বলবান, ইন্দুক নদীলৈ (বসতীবৰী পানী লৈ) ইন্দ্ৰৰ কাৰণে পথিয়াই দিছে ॥ ৪ ॥

৫৪ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

এই সোমৰ পুৰণি দীপ্তিৰে দীপ্ত, সহস্ৰ ফলদাতা, পান কৰিবলগীয়া ৰস ঋষি কৰিয়ে খিৰাইছে ॥ ১ ॥ এই সোম সূৰ্য্যৰ দৰে দ্ৰষ্টা। এই সোম সৰোবৰলৈ যায়। এই সোমে দিনে সাতখন নদী বোৱাই থাকে। (সৰোবৰ ত্ৰিশটা পাত্ৰ বুলি কোনোৱে কয়। কোনোৱে ত্ৰিশটা দিন বুলি কয় ॥ ২ ॥ এই সোম সূৰ্য্য দেৱতাৰ দৰে বিশুদ্ধ হৈ সকলো ভুৱনৰ ওপৰত থাকে ॥ ৩ ॥ এই সোমে ইন্দ্ৰক বিচাৰি বিশুদ্ধ হৈ আমাৰ যজ্ঞলৈ গৰু যুক্ত অন্নবিলাক কেউকালে ক্ষৰণ কৰিছে ॥ ৪ ॥

৫৫ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

হে সোম, আমালৈ বহুত পুনঃ পুনঃ ওলোৱা সোম অন্নেৰে ধাৰাৰে ক্ষৰণ হোৱা। সকলো সৌভাগ্য ক্ষৰণ কৰা ॥ ১ ॥ হে ইন্দু, তোমাৰ অন্নৰ স্তৱ যেনেকৈ প্ৰাদুৰ্ভূত হৈছে, সেইদৰে তুমি প্ৰীতিকৰ কুশত বহা ॥ ২ ॥ আৰু হে সোম আমাৰ গৰু দাতা আৰু ঘোঁৰা দাতা হৈ অতি সোনকালে (কম) দিনত সোম অন্নেৰে ধাৰাৰে ক্ষৰণ হোৱা ॥ ৩ ॥ হে বহুতক জয় কৰা সোম, তুমি জয় কৰা (কিন্তু) তোমাক জয় কৰিব নোৱাৰে। শত্ৰুক ভয় নকৰাকৈ তুমি ক্ষৰণ হোৱা ॥ ৪ ॥

৫৬ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

ক্ষিপ্ৰকাৰী দেৱতা কামনা কৰা সোম চাকনিত থাকি ৰাক্ষস বধি মহৎ অন্ন আমালৈ পথিয়াই দিছে ॥ ১ ॥ যেতিয়া কৰ্ম্ম কামনা কৰা সোমে শত ধাৰাৰে ইন্দ্ৰৰ ওচৰ পাই, তেতিয়া আমাক অন্ন দিয়ে ॥ ২ ॥ হে সোম, তোমাক দহোটা আঙ্গুলিৰে কন্যাই উপ-পতিক মতা দৰে শব্দ কৰি, (সেই আঙ্গুলিৰে) আমাৰ ধন লাভৰ কাৰণে (ইন্দ্ৰলৈ) তোমাক শোধন কৰে ॥ ৩ ॥ হে সোম, প্ৰিয় ৰস ইন্দ্ৰৰ কাৰণে আৰু বিষ্ণুৰ কাৰণে ক্ষৰণ হোৱা। নেতা আৰু স্তোতা সকলক ৰক্ষা কৰা ॥ ৪ ॥

৫৭ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

হে সোম, তোমাৰ অকল ধাৰাবেই আমাক সহস্ৰ অন্ন স্বৰ্গৰ বৰষুণ দিয়া দৰে দিয়ে ॥ ১ ॥ হৰিৎ বৰ্ণৰ সোমে সকলো দেৱতাৰ প্ৰীতিকৰ কৰ্ম্ম চাই নিজ অস্ত্ৰ নিক্ষেপ কৰি (যাগৰ ফালে) যায় ॥ ২ ॥ সুকৰ্ম্মা সেই সোম মানুহৰ দ্বাৰা শোধিত হৈ ভয় নাইকিয়া ৰজাৰ দৰে শেনটো যেন হৈ (বসতীৱৰী) পানীত বহিছে ॥ ৩ ॥ হে সোম, শোধিত হৈ তুমি স্বৰ্গত থকা আৰু পৃথিৱীত থকা সকলো ধন আমালৈ লৈ আহা ॥ ৪ ॥

৫৮ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

দেৱতাৰ হৰ্ষকৰ সেই সোমে স্তোতাক পবিত্ৰান কৰি ক্ষৰণ হৈছে। অভিষুত কৰা সোম অন্নৰ ধাৰা বৈ গৈছে। স্তোতাক পবিত্ৰান কৰি দেৱতাৰ হৰ্ষক ধাৰা বৈ গৈছে ॥ ১ ॥ ধনৰ খনি সোমৰ ধাৰা দেৱীয়ে মানুহক ৰক্ষা কৰিব জানে। স্তোতাক পবিত্ৰান কৰি দেৱতাৰ হৰ্ষক ধাৰা বৈ গৈছে ॥ ২ ॥ ধম্ৰ দুজনৰ আৰু পুৰুষন্তী দুজনৰ পৰা সহস্ৰ ধন আমি ললোঁ। স্তোতাক.........১ ঋকৰ দৰে ॥ ৩ ॥ —যি দুজনৰ পৰা আমি তিনিশ হেজাৰ বস্ত্ৰ গ্ৰহণ কৰিলো। স্তোতাক... ১ ঋকৰ দৰে ॥ ৪ ॥

৫৯ সূক্ত—ঋ ৪।

ঋষি আদি ৫৩ সূক্তৰ দৰে।

হে সোম, গৰু জয় কৰা, ঘোঁৰা জয় কৰা, জগত জয় কৰা, ৰমণীয় ধন জয় কৰা তুমি ক্ষৰণ হোৱা। আমাক সুপুত্ৰ যুক্ত ধন দিয়া ॥ ১ ॥ হে সোম, অন্যই দমন কৰিব নোৱাৰা তুমি পানীৰ পৰা ক্ষৰণ হোৱা, গছৰ পৰা ক্ষৰণ হোৱা, চেপা শিলৰ পৰা ক্ষৰণ হোৱা ॥ ২ ॥ হে পৱমান সোম, হে কবি তুমি সকলো দুঃখৰ পৰা পবিত্ৰান কৰা। কুশত বহা ॥ ৩ ॥ হে পৱমান ইন্দু, তুমি সকলো জনা, প্ৰাদুৰ্ভাব হওঁতেই মহান তুমি সকলো অভিভৱ কৰি আছা ॥ ৪ ॥

৬০ সূক্ত—ঋ ৪।

ঋষি আৰু দেৱতা ৫৯ সূক্তৰ দৰে।

ছন্দ—গায়ত্ৰী; ৩ পুৰউষ্ণীক্। দেৱতা—

(হে স্তোতা সকল) বিশেষ দ্ৰষ্টা, সহস্ৰ দৰ্শক পৱমান সোমক তোমালোকে গায়ত্ৰী ছন্দৰে সাম গান কৰা ॥ ১ ॥ হে সহস্ৰ দৰ্শক সোম বহুত ভৰণ-শীল, অভিষুত হোৱা তোমাক ভেড়াৰ নোমৰ চাকনিৰে (ঋত্বিক সকলে) চেকিছে ॥ ২ ॥ পৱমান সোম, ভেড়াৰ নোমৰ চাকনি পাৰ হৈ চলি গৈছে। ইন্দ্ৰৰ হৃদয়ত সোমায় কলহৰ ফালে গৈছে ॥ ৩ ॥ হে বিশেষ দ্ৰষ্টা সোম, তুমি ইন্দ্ৰৰ সিদ্ধিৰ কাৰণে সুখকৰ ৰস ক্ষৰণ কৰা। আমালৈ পুত্ৰযুক্ত অন্ন দিয়া ॥ ৪ ॥

৬১ সূক্ত—ঋ ৩০।

ঋষি—অঙ্গিৰসৰ পুত্ৰ অমহীয়ু। ছন্দ—গায়ত্ৰী।

দেৱতা—পৱমান সোম।

হে সোম, তুমি এই গতিৰেই (ইন্দ্ৰই পান কৰিবলৈ) ক্ষৰণ হোৱা যি ৰস সংগ্ৰামত ইন্দ্ৰই পান কৰি যাৰ মদত নিৱান্নৈখন শত্ৰুৰ পুৰি ভাঙি দিলে ॥ ১ ॥ (ইন্দ্ৰই) পুৰ একেদিনাই ভাঙি সত্যকৰ্ম্মা দিবোদাসৰ কাৰণে শম্বৰক তুৰ্ব্বশ আৰু যদুক বশ কৰি দিলে ॥ ২ ॥

হে ইন্দু, ধোঁৱা চিনি পোৱা তুমি আমালৈ ধোঁৱা-যুক্ত গৰু যুক্ত, সোণ যুক্ত সহস্র অন্ন ক্ষৰণ কৰা ॥ ৩ ॥ হে পৱমান সোম, চাকনিৰ পৰা ওলাওঁতেই ক্ষৰণ হোৱা তোমাৰ বন্ধুত্ব আমি কামনা কৰিছো ॥ ৪ ॥ সোমৰ যি ঢৌৰে চাকনিত ক্ষৰণ হৈছে সেই ঢৌৰে আমাক সুখ দিয়ে ॥ ৫ ॥ হে সোম, সকলো জগতৰ ঈশ্বৰ, সেই চেপা, চাকনিত চেকা তুমি আমাক ধন আৰু বীৰ পুত্রযুক্ত অন্ন আনি দিয়া ॥ ৬ ॥ নদী যাক যাৰ সেই সোমক দহ আঙুলিৰে শোধন কৰিছে। সেই সোমক আদিত্যৰে সৈতে দেখা গৈছে ॥ ৭ ॥ এই অভিষুত কৰা সোম চাকনিলৈ গৈ ইন্দ্ৰৰ ওচৰলৈ গৈছে। বায়ুৰ ওচৰলৈ গৈছে আৰু সূৰ্য্যৰ ৰশ্মিৰ লগত গৈছে ॥ ৮ ॥ হে সোম, মধুৰ, সাজো, (আমাৰ যজ্ঞত) ভগৰ, বায়ুৰ, পুষাণ, মিত্র আৰু বৰুণ দেৱতা সকলৰ কাৰণে ক্ষৰণ হোৱা ॥ ৯ ॥ হে সোম, তোমাৰ অন্ন ওপৰত জন্ম। স্বৰ্গত থকা উগ্ৰ সুখ, মহৎ অন্ন ভূমিত থকা আমাক দিয়ে ॥ ১০ ॥ এই সোমৰ পৰা আমি মানুহৰ খাদ্য সকলো পাওঁ আৰু ভাগ কৰি লবলৈ বিচাৰিলে ভাগ কৰি লওঁ ॥ ১১ ॥ হে অন্নক জনা সোম, আমাৰ যজন কৰিব লগীয়া ইন্দ্ৰ, বৰুণ আৰু মৰুৎ গণলৈ ধাৱাৰে ক্ষৰণ হোৱা ॥ ১২ ॥ সুজন্মৰ (বসতীৱৰী) পানীৰে পথিয়াই দিয়া, শত্ৰু ভঙ্গ কৰা, সোমক গৰুৰ গাখীৰেৰে সংস্কাৰ কৰিলত দেৱতা সকল ওচৰলৈ আহিল ॥ ১৩ ॥ যি সোম ইন্দ্ৰৰ অন্তৰ জয় কৰা, সেই সোমেই আমাৰ স্তুতিবাক্য মাকে পোৱালীক গাখীৰ খুওৱা দৰে বৰ্দ্ধন কৰক ॥ ১৪ ॥ হে সোম, তুমি আমাৰ গৰুলৈ সুখ ক্ষৰণ কৰা। বৰ্দ্ধিত অন্নৰে পূৰণ কৰা। প্ৰশংসনীয় পানী বৰ্দ্ধন কৰা ॥ ১৫ ॥ পৱমান সোমে মহৎ; বৈশ্বানৰ জ্যোতি দ্যুলোকৰ বিচিত্ৰতা ব্যাপ্ত কৰিবলৈ বজ্ৰপাতৰ দৰে সৃষ্টি কৰিলে ॥ ১৬ ॥ হে ৰজা পৱমান সোম, ক্ষৰণ হোৱা তোমাৰ ৰাক্ষস নোহোৱা আমোদকৰ ৰস ভেড়াৰ নোমৰ চাকনিৰ মাজেদি বৈ গৈছে ॥ ১৭ ॥ হে পৱমান সোম, তোমাৰ সুদক্ষ, দীপ্তমান ৰস প্ৰকাশ হৈছে। সকলো জ্যোতি দেখি পোৱা কৰিছে ॥ ১৮ ॥ হে সোম, তোমাৰ দেৱতাই কামনা কৰা, ৰাক্ষসৰ হন্তা, বৰণীয়, আমোদকৰ যি ৰস আছে সেই সোম অন্নৰে ক্ষৰণ হোৱা ॥ ১৯ ॥ হে সোম, তুমি শত্ৰুৰ হন্তা, । দিনে দিনে অন্ন ভাগ কৰি দিয়া গৰুৰ দাতা আৰু ঘোঁৰাৰ দাতা হৈছা ॥ ২০ ॥ হে সোম, সুস্থাপিত হোৱা তুমি গাখীৰেৰে সংমিশ্ৰন হৈ সেনৰ দৰে আহি নিজৰ স্থানত বহি প্ৰকাশ কৰা ॥ ২১ ॥ হে সোম, তুমি যেনেকৈ মহৎ পানী আবদ্ধ কৰি থোৱা বৃত্ৰক মাৰিবলৈ ইন্দ্ৰক ৰক্ষা কৰিছিলা, তেনেকৈ এতিয়া ক্ষৰণ হোৱা ॥ ২২ ॥ সুবীৰ পুত্ৰ আমি মহীয়ৰ-অঙ্গিৰস সকলে শত্ৰুৰ ধন জয় কৰিম। হে সেক্তা সোম, পবিত্ৰ হোৱা তুমি আমাৰ স্তুতি বাক্য বৰ্দ্ধন কৰা ॥ ২৩ ॥ হে সোম, তোমাৰ ৰক্ষণেৰে ৰক্ষিত হৈ আমি শত্ৰুক খেদায় তিষ্ঠি-ত্তৰ মাৰক হম। আমাৰ কৰ্ম্মত জাগৃত হোৱা ॥ ২৪ ॥ সোমে হিংসক শত্ৰুক মাৰিবলৈ সক্ষম হৈ, অদাতাক মাৰি, ইন্দ্ৰৰ স্থানলৈ গৈ ধাৱাৰে ক্ষৰণ হৈছে ॥ ২৫ ॥ হে পৱমান সোম, আমালৈ মহৎ ধন আহৰণ কৰি আনা। হিংসক শত্ৰুক বধ কৰা। বীৰ পুত্ৰৰে সৈতে আমাক যশ দিয়া ॥ ২৬ ॥ হে সোম, ধন দিবলৈ বিচৰা তোমাক শত হিংসকেও হিংসা কৰিব নোৱাৰে,—যেতিয়া তুমি পৰিষ্কৃত হৈ ধন দিবলৈ বিচাৰা ॥ ২৭ ॥ হে সেক্তা সোম, অভিষুত হৈ তুমি ধাৱাৰে ক্ষৰণ হোৱা। মানুহৰ মাজত আমাক যশস্বী কৰা। আমাৰ সকলো শত্ৰু মাৰা ॥ ২৮ ॥ হে সোম, এই যাগত তোমাৰ বন্ধুত্বত থাকি আমি তোমাৰ শ্ৰেষ্ঠ অন্নত তৃপ্ত হৈ যুদ্ধ কৰিবলৈ বিচৰা শত্ৰুক অভিভৱ কৰিম ॥ ২৯ ॥ হে সোম, তোমাৰ ষিবিলাক ভয়ঙ্কৰ তীক্ষ্ণ অস্ত্ৰ আছে তাৰে সকলো শত্ৰুৰ নিন্দাৰ পৰা আমাক ৰক্ষা কৰা ॥ ৩০ ॥

## ৬২ সূক্ত—ঋ ৩০।

### ঋষি—ভৃগুৰ পুত্ৰ জমদগ্নি। ছন্দ—গায়ত্ৰী। দেৱতা—পৱমান সোম।

শীঘ্ৰ গতিৰ এই পৱমান সোম বিলাক সকলো সৌভাগ্য উদ্দেশ্য কৰি চাকনিয়েদি (ঋত্বিকে) বোৱাই দিছে ॥ ১ ॥ এই বলৱন্ত সোমে বহুত দুঃখ বিশেষকৈ নাশ কৰি আমাৰ পুত্ৰলৈ আৰু ঘোঁৰালৈ সুখৰ ধন কৰি (চাকনি পাৰ কৰি বোৱাই দিছে) ॥ ২ ॥ আমালৈ আৰু আমাৰ গৰুলৈ সংযত হৈ সোমে ধন আৰু অন্ন কৰি আমাৰ ভাল স্তুতিৰ কালে চলি গৈছে ॥ ৩ ॥ পৰ্ব্বতত গজা সোমলতা আমো-দৰ কাৰণে চেপা হয়। [বসতীৱৰী] পানীত বলবান হয়। শেনৰ দৰে আহি নিজ ঠাইত বহিছে ॥ ৪ ॥ যি দেৱতাৰ প্ৰাৰ্থিত ভাল অন্ন, গৰুৰ গাখীৰেৰে সোৱাদ কৰা, সেয়া এই সোম কৰ্ম্মৰ নেতাই অভিষুত কৰি (বসতীৱৰী) পানীত শোধিত কৰিছে ॥ ৫ ॥ তাৰ পাচত পথিয়াই দিয়া ঋত্বিক সকলে যজ্ঞত এই মদকৰ সোমৰ ৰস অমৃতত্ব লাভৰ কাৰণে ঘোঁৰাৰ দৰে শোধিত

কৰিছে ॥ ৬ ॥ হে ইন্দু, তোমাৰ মধু স্ৰাব কৰা যি ধাৰা ৰক্ষণৰ কাৰণে এৰি দিয়া আছে, সেই ধাৰাৰে সৈতে তুমি চাকনিত সোমোৱা ॥ ৭ ॥ হে সেই অভিষুত সোম, তুমি ভেড়াৰ নোমৰ চাকণি পাৰ হৈ গৈ নিজ স্থানত ইন্দ্ৰৰ পান কৰিবৰ কাৰণে ক্ষৰণ হোৱা ॥ ৮ ॥ হে সোম, অতি সোৱাদ তুমি অভিলাষ কৰা কথা জনা অঙ্গিৰস সকলৰ কাৰণে ঘি'উ আৰু গাখীৰ ক্ষৰণ কৰা ॥ ৯ ॥ এওঁ বিশেষ দ্ৰষ্টা পাত্ৰত হোৱা পৱমান সোম, পানীত হোৱা তেওঁ মহৎ অন্ন পঠিয়াই দিয়া কথা সকলোৰে জনা হৈছে ॥ ১০ ॥ এই কামবৰ্দ্ধক, বৰ্দ্ধক কাম কৰা, ৰাক্ষস হন্তা পৱমান সোমে হৰি দাতাক ধন কৰি দিয়ে ॥ ১১ ॥ হে সোম, তুমি সহস্ৰ ধন, গৰু আৰু ঘোঁৰাৰে সৈতে, বহুতৰ হৰ্ষ-দায়ক, বহুতৰ স্পৃহনীয় ধন ক্ষৰণ কৰা ॥ ১২ ॥ এয়া সেই বহুতে স্তুতি কৰা, মেধাবী কাম কৰা সোম মানুহে শোধন কৰি সিঞ্চন কৰিছে ॥ ১৩ ॥ সহস্ৰ ৰক্ষণৰ বহুত ধনৰ, ৰজোলোকৰ নিৰ্ম্মাতা, কবি, আমোদ কৰা এই সোম ইন্দ্ৰৰ কাৰণে ধাৰাৰে ক্ষৰণ হৈছে ॥ ১৪ ॥ স্তুতিৰে প্ৰাদুৰ্ভাৱ হোৱা সোম এই যজ্ঞত ইন্দ্ৰৰ কাৰণে নিজ ঠাইত চৰাইৰ দৰে বহিছেগৈ ॥ ১৫ ॥ নেতা ঋত্বিক সকলে অভিষুত কৰা সোম চমস পাত্ৰত গৈ পৰিবলৈ যুদ্ধত আগবঢ়া দৰে (ইটো পাত্ৰৰ পৰা সিটো) পাত্ৰলৈ যায় ॥ ১৬ ॥ তিনি সৱনৰ পিঠিত তিনি (বেদৰ) ধুৰাত, ঋষিৰ যজ্ঞৰূপী ৰথত সেই সোমক সাত (ছন্দেৰে) দেৱতাৰ ফালে যাবলৈ (ঋত্বিক সকলে) ব্যৱস্থা কৰিছে ॥ ১৭ ॥ হে অভিষৱ কৰা ঋত্বিক সকল ধন স্পৰ্শকাৰী, বলী, বেগৱন্ত, সেই সোমৰূপী ঘোঁৰাক যজ্ঞৰূপ সংগ্ৰামলৈ পঠিয়াই দিয়া ॥ ১৮ ॥ অভিষুত কৰা সোম কলহত ভৰাই, সকলো সম্পদ আমাক দি (শত্ৰুৰ) গৰুৰ মাজত বীৰ থকা দৰে যজ্ঞত নিৰ্ভয় মনেৰে আছে ॥ ১৯ ॥ হে সোম, তোমাৰ মধুময় ৰস স্তোতা সকলে আমোদৰ কাৰণে পান কৰিবলৈ ইন্দ্ৰাদি দেৱতা সকলৰ কাৰণে খিৰাইছে ॥ ২০ ॥ (হে ঋত্বিক সকল) দেৱতাই ভালকৈ (যাৰ কথা) শুনে, অতি মধুমান সেই সোমক দেৱতা সকলৰ কাৰণে চাকনিত শোধন কৰা ॥ ২১ ॥ (ঋত্বিক সকলে) স্তুতি কৰি এই সোম বিলাক মহৎ অন্নৰ কাৰণে অতি আমোদকৰ ৰসৰ ধাৰাৰে ক্ষৰণ কৰিছে ॥ ২২ ॥ হে সোম, বিশুদ্ধ কৰা তুমি পান কৰিবৰ কাৰণে গৰুৰ ধন (গাখীৰ দৈ আদি) ভোগ কৰা। তুমি অন্নৰ দাতা হৈ ক্ষৰণ হৈ থাকা ॥ ২৩ ॥ আৰু হে সোম, (ঋষি) জমদগ্নিয়ে স্তুতি কৰা তুমি আমালৈ গৰুযুক্ত সকলো ফালে বিখ্যাত অন্ন ক্ষৰণ কৰা ॥ ২৪ ॥ হে সোম, মুখ্য তুমি বহুত ৰক্ষণেৰে আমাৰ স্তুতি ক্ষৰণ কৰা। সকলো কাব্য ক্ষৰণ কৰা ॥ ২৫ ॥ হে সকলো কঁপাই দিয়া সোম, তুমি স্তুতি বাক্য গ্ৰহন কৰি অন্তৰীক্ষৰ পানী ধাৰাৰে বোৱাই দিয়া ॥ ২৬ ॥ হে কবি সোম, তোমাৰ মহিমাত এই ভুবন বিলাক তিষ্ঠি আছে। নদী বিলাক তোমাৰ আজ্ঞাৰে বৈ গৈছে ॥ ২৭ ॥ হে সোম, তোমাৰ অসংলগ্ন ধাৰা বিলাক স্বৰ্গৰ বৰষুণৰ দৰে বগা বৰণৰ হৈ চাকনি পাৰলৈ গৈছে ॥ ২৮ ॥ (হে ঋত্বিক সকল) উগ্ৰ, বলৰ সাধন কৰা; ঈশ্বৰ, ধন দিয়া সোমক ইন্দ্ৰৰ কাৰণে পৰিস্কাৰ কৰা ॥ ২৯ ॥ ঋতৰ (সত্যৰ) কবি পৱমান সোমে আমাৰ স্তোত্ৰত সুবীৰ্য্য দান কৰি পবিত্ৰ হৈ বহিছে ॥ ৩০ ॥

## ৬৩ সূক্ত—ঋ ৩০।

### ঋষি—কশ্যপৰ পুতেক নিধ্ৰুৱ।

### ছন্দ আৰু দেৱতা—৬২ সূক্তৰ দৰে।

হে সোম, তুমি সহস্ৰ সুবীৰ্য্য ধন ক্ষৰণ কৰা। আমালৈ অন্ন দিয়া ॥ ১ ॥ হে সোম, অতি আমোদকৰ তুমি ইন্দ্ৰৰ কাৰণে অন্ন আৰু ৰস ক্ষৰণ কৰিছা আৰু চমু (হেতাত) বহি আছা ॥ ২ ॥ ইন্দ্ৰৰ কাৰণে, বিষ্ণুৰ কাৰণে আৰু বায়ুৰ কাৰণে অভিষুত কৰা যি সোম কলহত ভৰাইছে, সেই সোম মধুৰ ৰস থকা হওক ॥ ৩ ॥ আকাশৰ বৰণৰ সোমবিলাক ঋতৰ (পানীৰ) ধাৰাৰে বৈ গৈছে আৰু ৰাক্ষসবিলাক খেদাইছে ॥ ৪ ॥ ইন্দ্ৰক বৰ্দ্ধন কৰা, পানীৰ প্ৰেৰক, সকলো সোমে, আমাৰ কামৰ কাৰণে কল্যাণকৰ হৈ অদাতা (কৃপন) বিলাকক বিনাশ কৰি,—(গৈছে) ॥ ৫ ॥ আকাশৰ বৰণৰ অভিষুত কৰা সোম ইন্দ্ৰৰ ওচৰলৈ আহি নিজৰ স্থানৰ ফালে গৈছে ॥ ৬ ॥ হে সোম, মানুহৰ হিতৰ কাৰণে পানী পঠিয়াই দি যি ধাৰাৰে সূৰ্য্যক তুমি প্ৰকাশ কৰা সেই ধাৰাৰেই (এতিয়া) ক্ষৰণ হোৱা ॥ ৭ ॥ পৱমান সোমে অন্তৰীক্ষত মানুহৰ ওপৰলৈ যাবলৈ সূৰ্য্যৰ ঘোঁৰা এতশক (ৰথত) লগালে ॥ ৮ ॥ আৰু সোমেই "ইন্দ্ৰ" বুলি কৈ সেই দহোটা হৰিৎ ঘোঁৰা সূৰ্য্যৰ কাৰণে দহো দিকত যাবলৈ (ৰথত) লগাই দিলে ॥ ৯ ॥ হে স্তোতা সকল, তোমালোকে বায়ুৰ কাৰণে, আৰু ইন্দ্ৰৰ কাৰণে অভিষুত কৰা মদকৰ সোম এই ঠাইৰ পৰা নি ভেড়াৰ নোমত ৰাকি দিয়া ॥ ১০ ॥ হে পৱমান সোম, যি ধন হিংসক শত্ৰুৱে নাশ কৰিব নোৱাৰে

সেই শত্রুৰ নোপোৱা ধন আমাক আনি দিয়া ॥ ১১ ॥ হে সোম, তুমি সহস্র গৰু যুক্ত ধন, আৰু অশ্ব যুক্ত ধন, আমাক দিয়া। আৰু বল আৰু অন্ন আমাক দিয়া ॥ ১২ ॥ সূৰ্য্যৰ দৰে জিলিকি থকা সোম শিলেৰে হেঁচি দিয়াত কলহৰ ভিতৰত গৈ ধাৰাৰে পৰিছে ॥ ১৩ ॥ অভিষুত কৰা এই বিলাক দীপ্ত সোম শ্ৰেষ্ঠ যজমানৰ ঘৰৰ কালে গৰুৰে যুক্ত অন্ন ঋতৰ (পানীৰ) ধাৰাৰ দৰে ক্ষৰণ হৈছে ॥ ১৪ ॥ বজ্রবান ইন্দ্ৰলৈ হেঁপা দৈ মিহলোৱা সোম চাকনি পাৰ হৈ গৈ ধাৰাৰে ক্ষৰণ হৈছে ॥ ১৫ ॥ হে সোম, তোমাৰ যি মদকৰ ৰস অতি মধুৰ আৰু দেৱতা কামনা কৰা, সেই ৰসেৰে ধনৰ কাৰণে চাকনিত ক্ষৰণ হোৱা ॥ ১৬ ॥ হৰিৎ বৰ্ণৰ, বলবান, মদকৰ পৱিত্ৰকাৰ কৰা এয়া সোম মানুহে (ঋত্বিকে) নদীত (বসতীৱৰী পানীত) ইন্দ্ৰৰ কাৰণে মাৰ্জ্জন কৰিছে ॥ ১৭ ॥ হে সোম, তুমি সোণ যুক্ত, ঘোঁৰা যুক্ত, বীৰ পুত্ৰ যুক্ত ধন ক্ষৰণ কৰা আৰু গৰু যুক্ত অন্ন আমালৈ আহৰণ কৰা ॥ ১৮ ॥ যুদ্ধ কামনা কৰা অতি মধুৰ সোম ইন্দ্ৰৰ কাৰণে ভেড়াৰ নোমৰ চাকনিত যুদ্ধৰ দৰে, (হে ঋত্বিকসকল) বাকি দিয়া ॥ ১৯ ॥ ৰক্ষণ কামনা কৰি মেধাবি (ঋত্বিক) সকলে কবি যি সোমক আঙুলিৰে মাৰ্জ্জন কৰিছে, সেই বৰ্ষক সোমে শব্দ কৰি ধাৰাৰে ক্ষৰণ হৈছে ॥ ২০ ॥ মেধাবী ঋত্বিক সকলে, কাম বৰ্ষক, পানীৰ প্ৰেৰক সোমক আঙুলিৰে হেঁচি স্তুতি কৰি, ঋতৰ (অমৃতৰ) ধাৰাৰে পঠিয়াই দিছে ॥ ২১ ॥ হে সোম, দেৱতাৰ ধাৰাৰে বৈ যোৱা। তোমাৰ মদকৰ ৰস ৰসৰ অনুসক্ত ইন্দ্ৰলৈ যাওক। তুমি বায়ুক ধাৰণ কৰা ৰসেৰে আৰোহণ কৰা ॥ ২২ ॥ হে পৱমান সোম তুমি যি শুনিৱলৈ প্ৰখ্যাত ধনৰ নিমিত্তে শত্রুক পীড়ণ কৰা, সেই প্ৰিয় তুমি গৈ সমুদ্ৰত (কলহত) প্ৰবেশ কৰা ॥ ২৩ ॥ হে মদকৰ সোম তুমি যে শত্রুক মাৰি, কৰ্ম্মবিদ আমাক জ্ঞান দি ক্ষৰণ হৈছা, সেই তুমি দেৱতাক নিবিচৰা জনক খেদাই দিয়া ॥ ২৪ ॥ উজ্জ্বল, দীপ্ত পৱমান সোমে সকলো স্তোত্ৰ কাব্য সৃজন কৰিলে ॥ ২৫ ॥ শীঘ্ৰে যোৱা, শুভ্ৰ, ক্ষৰণ হোৱা পৱমান সোম বিলাকে সকলো মাৰি বৈ গৈছে ॥ ২৬ ॥ পৱমান সোম বিলাক দ্যুলোকৰ পৰা, আৰু অন্তৰীক্ষৰ পৰা আহি পৃথিৱীৰ ওখ ঠাইত বৈ গৈছে ॥ ২৭ ॥ হে দীপ্ত, সুকৰ্ম্মা পৱমান সোম, ধাৰাৰে বৈ যোৱা তুমি সকলো শত্রু আৰু ৰাক্ষসক মাৰা ॥ ২৮ ॥ হে সোম, তুমি ৰাক্ষস বিলাক মাৰি, শব্দ কৰি, দীপ্তিমন্ত, উত্তম বল আমালৈ ক্ষৰণ কৰা ॥ ২৯ ॥ হে ইন্দু, স্বৰ্গত হোৱা আৰু পৃথিৱীত হোৱা সকলো বৰণীয় ধন আমালৈ লৈ আহা ॥ ৩০ ॥

## ৬৪ সূক্ত—ঋ ৩০।

## ঋষি—মৰীচিৰ পুত্ৰ কশ্যপ। ছন্দ আৰু দেৱতা ৬৩ সূক্তৰ দৰে।

হে সোম, বৰ্ষক তুমি দীপ্তিমান। হে সোম দেৱতা বৰ্ষক তুমি বৰ্ষণ কৰা কাম কৰা। হে সোম, বৰ্ষক তুমি ধৰ্ম্ম ধাৰণ কৰিছা ॥ ১ ॥ হে কাম বৰ্ষক সোম, বৰ্ষণ কৰা তোমাৰ বল বৰ্ষক। তোমাৰ বন-গছ বিলাক বৰ্ষক। তোমাৰ ৰস বৰ্ষক। সত্যই তুমি বৰ্ষক ॥ ২ ॥ হে ইন্দু, বৰ্ষক তুমি ঘোঁৰাৰ দৰে শব্দ কৰা। গৰু আৰু ঘোঁৰা আমাক দিয়া। আমাৰ ধনৰ কাৰণে দুৱাৰ মুকলি কৰি দিয়া ॥ ৩ ॥ গৰু, ঘোঁৰা আৰু পুত্ৰ কামনা কৰি ঋত্বিক সকলে বলবন্ত, উজ্জ্বল, বেগবন্ত সোম বিলাক সৃষ্টি কৰিছে ॥ ৪ ॥ ঋত (যজ্ঞ) কামনা কৰি (ঋত্বিক সকলে) হাতেৰে অলঙ্কৃত কৰি শোধন কৰা সোম বিলাক নোমৰ চাকনিত বোৱাই দিছে ॥ ৫ ॥ সেই সোমে, স্বৰ্গত উৎপত্তি হোৱা, পৃথিৱীত হোৱা আৰু অন্তৰীক্ষত হোৱা সকলো ধন হবি দাতাৰ কাৰণে ক্ষৰণ কৰি দিয়া ॥ ৬ ॥ হে সৰ্ব্বজ্ঞ সোম, ক্ষৰণ হোৱা তোমাৰ ধাৰা বিলাক সূৰ্য্যৰ ৰশ্মিৰ দৰে প্ৰকাশ হৈ বৈ যায় ॥ ৭ ॥ হে সোম-সমুদ্ৰ, তুমি পতাকা উৰুৱাই আমালৈ সকলো ৰূপৰ ধন-অন্ন পঠিয়াইছা ॥ ৮ ॥ হে পৱমান সোম, যেতিয়া ধাৰণ কৰা সূৰ্য্যৰ দৰে চাকনিত তুমি খোজ দিয়া তেতিয়া হেঁচি দিলে তুমি শব্দ কৰা ॥ ৯ ॥ হে চেতন, প্ৰিয় সোম, স্তোতা সকলৰ স্তুতিৰে পৱমান হৈ ঘোঁৰাৰ লৈতে ৰথীৰ দৰে ঢৌ তুলি ক্ষৰণ হৈছা ॥ ১০ ॥ হে সোম, তোমাৰ যি দেৱতাই ভাল পোৱা ঢৌ ঋতৰ (যজ্ঞৰ) মাজত স্থান গ্ৰহন কৰে, সেই ঢৌ চাকনিৰ ওপৰত ক্ষৰণ হৈছে ॥ ১১ ॥ হে সোম, তুমি দেৱতাক বিচাৰি আমোদকৰ হৈছা সেই তুমি আমাৰ চাকনিত পৰি ইন্দ্ৰৰ পান কৰিবৰ কাৰণে ক্ষৰণ হোৱা ॥ ১২ ॥ হে সোম, ঋত্বিক সকলে মাৰ্জ্জন কৰা তুমি আমাৰ অন্নৰ কাৰণে বৈ যোৱা। জিলিকি থকা অন্নেৰে গৰুৰ গাখীৰ বিচাৰা ॥ ১৩ ॥ হে স্তুতিৰে বিচাৰিব লগীয়া হৰিৎ বৰ্ণৰ সোম, গাখীৰৰ লগত মিহলি হৈ তুমি যজমানৰ কাৰণে ধন আৰু অন্ন কৰা ॥ ১৪ ॥ হে দীপ্যমান সোম, বলী যজমানে সংগ্ৰহ কৰা, যজ্ঞৰ কাৰণে বিশুদ্ধ কৰা এতিয়া ইন্দ্ৰৰ স্থানলৈ যোৱা ॥ ১৫ বেগবন্ত ইন্দুবিলাক আঙুলিৰে ওপৰলৈ ঠেলি দিয়াত সোনকালেই ওলাই আহিছে ॥ ১৬ ॥ মাৰ্জ্জন কৰি থকা

চলি যোৱা সোমবিলাক অনায়াসে সমুদ্ৰলৈ ( টেকেলী লৈ ) গৈছে। ঋতৰ ( পানীৰ ) ঠাইলৈ গৈছে ॥ ১৭ ॥ হে সোম, আমাক বিচৰা তুমি সকলো ধন বলেৰে ৰক্ষা কৰিবলৈ আহা। আমাৰ পুত্ৰ যুক্ত ঘৰ ৰক্ষা কৰা ॥ ১৮ ॥ হে সোম, যেতিয়া বহন কৰা এভশ ঘোঁৰাৰ দৰে শব্দ কৰা, আৰু ঋত্বিকসকলে যজ্ঞত স্তোত্ৰ শুনিবলৈ আহে, তেতিয়া তুমি ( বসতীৱৰী ) পানীৰ সমুদ্ৰত নিক্ষিপ্ত হোৱা ॥ ১৯ ॥ যেতিয়া বেগৱান সোম সোণময় ঋতৰ ( যজ্ঞৰ ) স্থানত বহে তেতিয়া স্তোত্ৰ নোগোৱা বিলাকে ( ঠাই ) এৰি গুচি যায় ॥ ২০ ॥ সুশ্ৰী স্তোতাসকলে স্তুতি কৰিছে। সুমতিৰ মানুহে যজন কৰিবলৈ ইচ্ছা কৰিছে। যেয়া মতিৰ বিলাক নৰকত পৰে ॥ ২১ ॥ হে অতি মধুৰ সোম, তুমি ঋতৰ ( যজ্ঞৰ ) স্থানত বহিবলৈ মৰুত আৰু ইন্দ্ৰৰ কাৰণে ক্ষৰণ হোৱা ॥ ২২ ॥ হে সোম, বিশুদ্ধ কৰা তোমাক বিপ্ৰসকলে, কৰ্ম্ম কৰ্ত্তাসকলে আৰু স্তোতাসকলে অলঙ্কৃত কৰিছে। মানুহে তোমাক শোধন কৰিছে ॥ ২৩ ॥ হে পৱমান সোম, তোমাৰ ৰস মিত্ৰ, অৰ্য্যমা, বৰুণ, মৰুতসকল আৰু সকলো দেৱতাই পান কৰে ॥ ২৪ ॥ হে ইন্দু, সোম, পৰিষ্কৃত হৈ প্ৰজ্ঞাৰে সহস্ৰক ভৰণ কৰা। ( আৰু ) পৱিত্ৰ স্তোত্ৰ প্ৰেৰণ কৰা ॥ ২৫ ॥ আৰু হে ইন্দু, পৰিষ্কৃত হৈ তুমি সহস্ৰ ভৰণ কৰা ধন বিচৰা স্তোত্ৰ আমালৈ আনি দিয়া ( যাতে আমি ভালকৈ স্তোত্ৰ উচ্চাৰণ কৰিব পাৰো ) ॥ ২৬ ॥ হে বহুতে আহূত কৰা ইন্দু, পৰিষ্কাৰ হোৱা তুমি এই যজ্ঞত স্তোত্ৰ গোৱা সকলৰ প্ৰিয় হৈ সমুদ্ৰত ( কলহত ) সোমোৱা ॥ ২৭ ॥ ৰণা, জ্বলি থকা দীপ্তিৰে কেউফালে শব্দ কৰি সোমে ধাৰাৰে যুক্ত হৈ গৰুৰ গাখীৰত মিহলি হৈছে ॥ ২৮ ॥ বলবান সোমে স্তোতাৰ দ্বাৰা স্তোত্ৰেৰে প্ৰেৰিত হৈ সংযত হৈ যাগ ৰূপ যজ্ঞত আক্ৰমণ কৰে—যেনেকৈ সৈনাই সতৰ্কেৰে যুদ্ধত সোমাই আক্ৰমণ কৰে ॥ ২৯ ॥ হে কবি সোম, সুবীৰ্য্য তুমি বৃদ্ধি হৈ গৈ যজ্ঞৰ কাৰণে আৰু সূৰ্য্যৰ দৰে দেখিবলৈ স্বৰ্গত ক্ষৰণ হোৱা ॥ ৩০ ॥

৬৫ সূক্ত—ঋ ৩০।

ঋষি—বৰুণৰ পুত্ৰ ভৃগু বা ভৃগুৰ পুত্ৰ জমদগ্নি।
ছন্দ আৰু দেৱতা ৬৪ সূক্তৰ দৰে।

বাই-ভনী ৰূপ আঙুলিবিলাকে ( হে সোম ) তোমাৰ অভিমত কামনা কৰি বীৰ্য্যকাৰক সকলোৰে স্বামী মহান ইন্দুক পথিয়াই দিছে ॥ ১ ॥ হে পৱমান সোম, দীপ্ত তেজেৰে দেৱতা সকলৰ ওঁচৰৰ পৰা সকলো ধন আমাক পোৱাই দিয়া ॥ ২ ॥ হে পৱমান সোম, দেৱতাৰ পৰিচৰণৰ কাৰণে ভাল স্তুতি যুক্ত বৰষুণ ক্ষৰণ কৰোৱা। আমাৰ অন্নৰ কাৰণে সংযত বৰষুণ দিয়া ॥ ৩ ॥ হে পৱমান সোম, সুকৰ্ম্মা আমি ৰশ্মিৰে জিলিকি থকা তোমাক আহ্বান কৰিছো, কাৰণ তুমি কামবৰ্ষী ॥ ৪ ॥ হে ভাল অস্ত্ৰ যুক্ত সোম, আমোদিত হৈ ভাল পুত্ৰাদি আমাক পোৱাই দিয়া। হে ইন্দু, এই যজ্ঞলৈ ভাল-কৈ আহা ॥ ৫ ॥ হে সোম, হাতেৰে শোধন কৰা হলে পানীৰে ( বসতীৱৰী আৰু একধানা ) যেতিয়া ছটিয়াই দিয়ে, তেতিয়া সভা স্থানৰ দোন পাত্ৰত পৰাগৈ ॥ ৬ ॥ ( হে স্তোতা সকল ) পৱমান সোমলৈ ব্যশ্ব ঋষিয়ে কৰা দৰে, মহৎ সহস্ৰ স্তোত্ৰ যুক্ত সোমৰ কাৰণে স্তুতি গান কৰা ॥ ৭ ॥ ( হে অধ্বৰ্য্যু সকল ) শত্ৰু নিবাৰণ সমৰ্থ মধুৰ ৰস উলিওৱা হৰিৎ বৰ্ণৰ দীপ্ত যি সোম ( সেই বিলাক ) শিলেৰে চেপি ইন্দ্ৰৰ পানৰ কাৰণে ৰস উলিওৱা ॥ ৮ ॥ হে সোম, হবি অন্ন যুক্ত আমি সকলো ধন জয় কৰা সেই তোমাক সখীত্ব বিচাৰিছো ॥ ৯ ॥ হে কামবৰ্ষী সোম, ধাৰাৰে ক্ষৰণ হোৱা। মৰুত যাৰ সহায় (সেই ইন্দ্ৰলৈ) মদকৰ হোৱা। সকলো ধন বলেৰে স্তোতাক দি ( তুমি মদকৰ হোৱা ) ॥ ১০ ॥ হে পৱমান সোম, দ্যাবাপৃথিবীৰ ধাৰক, স্বৰ্গ দেখুওৱা, বল-বন্ত, তোমাক সেই সংগ্ৰামলৈ পঠিয়াইছো ॥ ১১ ॥ হে সোম, আঙুলিৰে জনা হৰিৎ বৰ্ণৰ তুমি ধাৰাৰে ক্ষৰণ হোৱা। সখা ইন্দ্ৰক সংগ্ৰামলৈ পঠিওৱা ॥ ১২ ॥ হে ইন্দু, বিশ্বৰ দৰ্শনীয় তুমি বহুত অন্ন আমাৰ কাৰণে ক্ষৰণ কৰা। হে সোম, আমাক স্বৰ্গৰ বাট দেখুৱাই দিয়া হোৱা ॥ ১৩ ॥ হে ইন্দু, ধাৰাৰে সৈতে বলেৰে কলহলৈ যোৱা তোমাক স্তোতা সকলে স্তুতি কৰিছে। ইন্দ্ৰৰ পানৰ কাৰণে কলহত সোমোৱা ॥ ১৪ ॥ তোমাৰ মদকৰ তীব্ৰ সোমৰস শিলত চেপি থিবাই ( উলিয়াই ) সেই সোম শত্ৰু হনন কৰা হৈ ক্ষৰণ হোৱা ॥ ১৫ ॥ যজ্ঞলৈ পৱমান ৰজা সোমক স্তুতিৰে সৈতে আকাশ মাৰ্গেৰে দোন কলহলৈ যাবলৈ স্তুতি কৰিছে ॥ ১৬ ॥ হে ইন্দু, শত সংখ্যাৰ গৰুৰে সৈতে পুষ্টিকৰ হৈ, ভাল ঘোঁৰাৰে সৈতে, ভজন কৰিব লগীয়া ধনেৰে, ৰক্ষণৰ কাৰণে আমাক লৈ যোৱা ॥ ১৭ ॥ হে সোম, দেৱতাৰ পানৰ কাৰণে তুমি অভিষুত হৈছা। শত্ৰু অভিভৱ কৰিব পৰা বল আমাক দিয়া। সকলোতে প্ৰকাশ হোৱা ৰূপ আমাক দিয়া ॥ ১৮ ॥ হে অতি দীপ্তিমন্ত অভিষুত কৰা সোম, দোন কলহলৈ উদ্দেশ্য কৰি, পুনঃ পুনঃ ডাঙৰকৈ শব্দ কৰি শেনৰ দৰে জৰ মাৰি

গৈ নিজ স্থানত বহা ॥ ১৯ ॥ ইন্দ্ৰ, বায়ু, বৰুণ, মৰুত সকল আৰু বিষ্ণুলৈ,—পান কৰিবলৈ (বসতীৱৰী) পানীত থকা ভাগ সোম ক্ষৰণ হৈছে ॥ ২০ ॥ হে সোম, তুমি আমাৰ পুত্ৰক অন্ন দি সহস্ৰ ধন সকলো ফালৰ পৰা আমালৈ ক্ষৰণ কৰা ॥ ২১ ॥ যি সোম বহুত দূৰৈৰ দেশত, বা ওচৰ ঠাইত বা শৰ্যনাৱতী সৰোবৰত ইন্দ্ৰৰ কাৰণে অভিষুত কৰা হৈছে—॥ ২২ ॥ যি সোম আৰ্জিক দেশত, কৃত্ব দেশত আৰু সৰস্বতী নদীৰ ওচৰৰ ঠাইত আৰু পাঁচ জাতিৰ মাজত অভিষুত হৈছে,—॥ ২৩ ॥ এই দৈৱিক অভিষুত হোৱা ইন্দুবিলাকে আমালৈ স্বৰ্গৰ পৰা বৰষুণ আৰু সুবীৰ্য্য পুত্ৰ পঠিয়াই দিয়ক ॥ ২৪ ॥ দেৱতা কামনা কৰি মই (জমদগ্নিয়ে) স্তুতি কৰি হৰিৎ বৰ্ণৰ সোমক গৰুৰ ছালত পঠিয়াই দি মোৰ দ্বাৰা চাকনিত চেকা হৈছে ॥ ২৫ ॥ দীপ্যমান অন্ন প্ৰেৰণ কৰা এই সোম বিলাক দৈ, গাখীৰ আদি মিহলাই (বসতীৱৰী) পানীত দোৱাই দি (ঋত্বিকসকলে) ধোঁৱাৰ দৰে শোধন কৰিছে ॥ ২৬ ॥ হে সোম, ঋত্বিকসকলে যজ্ঞত দেৱতালৈ অভিষুত কৰা সেই তোমাক শিলেৰে চেপি পঠিয়াই দিছে। তুমি দীপ্যমান ধাৰাৰে কলহলৈ বৈ যোৱা ॥ ২৭ ॥ হে সোম, আমি সুখৰ ভাব কৰা, ধনৰ বাহক, শত্ৰুৰ পৰা ৰক্ষা কৰা, বহুতৰ স্পৃহনীয়, বল তোমাৰ পৰা বিচাৰিছো ॥ ২৮ ॥ হে সোম, মদকৰ তোমাক বিচাৰিছো। তুমি বৰেণ্য, মেধাৱী, মনীষি, সকলোৰে ৰক্ষক, বহুতৰ স্পৃহনীয়,—তোমাক বিচাৰিছো ॥ ২৯ ॥ হে সুকৰ্ম্মা সোম, তোমাৰ ধন আমি বিচাৰিছো।—সুজ্ঞান বিচাৰিছো।—পুত্ৰৰ কাৰণে ধন আৰু সুজ্ঞান বিচাৰিছে। সকলোৰে ৰক্ষক, বহুতে স্পৃহা কৰা তোমাক বিচাৰিছো ॥ ৩০ ॥

## ৬৬ সূক্ত—ঋ ৩০।

ঋষি—এশ বৈখানস সকল। ছন্দ গায়ত্ৰী, ১৮ অনুষ্টুপ্। দেৱতা পৱমান সোম; ১৯-২১ পৱমান বিশিষ্ট অগ্নি।

হে সকলোৰে দ্ৰষ্টা সোম, তুমি বন্ধু, স্তুতি কৰিব লগীয়া আমি সখাৰ সকলো স্তোত্ৰ লক্ষ্য কৰি ক্ষৰণ হোৱা ॥ ১ ॥ হে পৱমান সোম, তোমাৰ থকা ঠাইত যি দুশাখী পাত বেকা হৈ পক্ষত (পূৰ্ণ হৰ্ত্তে) আছিল তাৰে সকলো লোকত স্বামী হৈ আছিলা। (এই ঋকত সোম গছৰ পূৰ্ণিমাৰ দিনা ১৫ টা পাতেৰে গছ জোপা সম্পূৰ্ণ হৈ থকা অৱস্থাৰ প্ৰশংসা স্তুতি। চৰক সংহিতাত কৈছে—"সোম নাম ওষধিৰাজঃ পঞ্চদশ পৰ্ণঃ। স সোমৱৎ হীয়তে বৰ্দ্ধতে চ" —সোম গছৰ, পাতবিলাক চন্দ্ৰৰ দৰেই বাঢ়ে আৰু টুটে। অমাবস্যাত নাইকিয়া হৈ শুক্ল প্ৰতিপদত এটা, দ্বিতীয়াত এটা এইদৰে পূৰ্ণিমাত পূৰ্ণ হয় আৰু কৃষ্ণ পক্ষত এটা এটাকৈ নাইকিয়া হয়।) ॥ ২ ॥ হে সোম তোমাৰ তেজ সকলোতে আছে। হে পৱমান, কবি সোম, তুমি ঋতু বিলাকতো সদায় থাকা (সদায় পোৱা যায়) ॥ ৩ ॥ হে সখা সোম, সকলো বৰণীয় আমাৰ স্তোত্ৰ লক্ষ্য কৰি হে বন্ধু আমাক ৰক্ষণৰ কাৰণে অন্ন দি ক্ষৰণ হোৱা ॥ ৪ ॥ হে সোম, তোমাৰ সকলোতে শুলি থকা তেজেৰে, তোমাৰ ৰশ্মি বিলাকে স্বৰ্গৰ পৰা পৃথিৱীত পৱিত্ৰতাৰ পানী বিস্তাৰ কৰিছে ॥ ৫ ॥ হে সোম, এই সাতখন নদীয়ে তোমাৰ আজ্ঞা অনুসৰণ কৰে। গৰুৰ গাখীৰ তোমালৈকে যায় ॥ ৬ ॥ আমি অভিষুত কৰা ইন্দ্ৰৰ আমোদকৰ হে সোম, আমাৰ কাৰণে অক্ষয় অন্ন দি (কলহলৈ) যোৱা ॥ ৭ ॥ হে সোম, সাতজন হোতাই দেৱতাক যজ্ঞত হবি দি মেধাৱী পৱিত্ৰকৃত হোৱা তোমাক সমস্বৰে একেলগে স্তুতি কৰিছে ॥ ৮ ॥ হে সোম, খৰকৈ কাম কৰা আঙুলি বিলাকে যেতিয়া (বসতীৱৰী) পানীত তিয়াই ভেড়াৰ নোমৰ চাকনিৰ ওপৰত মাৰ্জ্জন কৰে তেতিয়া তুমি শব্দ কৰা ॥ ৯ ॥ হে কবি অন্নবান সোম, পৰিশোধিত কৰা তোমাৰ যজমানৰ অন্ন কামনা কৰা, তোমাৰ ধাৰাবিলাক, যেনেকৈ ঘোঁৰা (আস্তাবলৰ পৰা) ওলাই যায় তেনেকৈ ক্ষৰণ হয় ॥ ১০ ॥ মধু ক্ষৰণ কৰা কলহ লক্ষ্য কৰি ভেড়াৰ নোমৰ চাকনিলৈ সোম বিলাক (ঋত্বিকে) পঠিয়াই দিয়ে। আঙুলিবিলাকে পুনঃ পুনঃ (সেই সোমক) মাৰ্জ্জনা কৰিবলৈ বিচাৰে ॥ ১১ ॥ ক্ষৰণ হোৱা সোম বিলাক সমুদ্ৰলৈ (কলহলৈ) নতুন প্ৰসব কৰা গাই গৰু ঘৰলৈ অহা দৰে আহে। সেই সোম বিলাক ঋতৰ (যজ্ঞৰ) ঠাইৰ ফালে যায় ॥ ১২ ॥ হে ক্ষৰণ হোৱা সোম, যেতিয়া তুমি গৰুৰ গাখীৰ আদিৰে মিহলি হৈ চাক খোৱা, আমাৰ মহৎ যজ্ঞৰ কাৰণে (বসতীৱৰী) পানী (তোমাৰ লগলৈ) যায় ॥ ১৩ ॥ হে পৱমান ইন্দু, পূজা কৰিবলৈ ইচ্ছা কৰা তোমাৰ সখীত্বৰ কামত থকা আমি স্তোতাই তোমাৰ দ্বাৰ। ৰক্ষিত হৈ সখীত্বৰ ভাব কামনা কৰো ॥ ১৪ ॥ হে পৱমান সোম, গৰু বিচৰা, মহান, নেতা, দ্ৰষ্টা (অঙ্গিৰসৰ) দেখাকৈ ক্ষৰণ হৈ থাকা। ইন্দ্ৰৰ পেটত সোমাই যোৱা ॥ ১৫ ॥ হে সোম, তুমি মহান, তুমি

জ্যেষ্ঠ। হে ইন্দু, তুমি উগ্রবিলাকৰ মাজত অতি ওজস্বী। (শত্ৰুৰ লগত) যুদ্ধ কৰিলে তুমি সদায় জয়ী হোৱা ॥ ১৬ ॥ যি সোম উগ্ৰতকৈও অতি ওজস্বী, বলবানতকৈও অতি বলবান, বহুত দাতাতকৈও অতি বহুত দাতা,—॥ ১৭ ॥ হে সুবীৰ্য্য সোম, তুমি আমাক অন্ন দিয়া। তুমি পুত্ৰ আৰু পৌত্ৰৰ দাতা হোৱা। সখীত্ব ভাবৰ কাৰণে আমি তোমাক বিচাৰিছো ॥ ১৮ ॥ হে অগ্নি, তুমি আমাৰ জীৱন ৰক্ষা কৰিছা। আমালৈ অন্ন আৰু ৰস দিছা। ৰাক্ষসক দূৰৈত বাধা দিয়া ॥ ১৯ ॥ পঞ্চজাতিৰ অভীষ্ট দাতা, ঋষি, বিশুদ্ধ অগ্নি, পুৰোহিত, মহত্তে স্তুতি কৰা অগ্নিক আমি বিচাৰিছো ॥ ২০ ॥ হে অগ্নি, সুকৰ্ম্মা, তুমি আমাক সুবীৰ্য্য তেজ দিয়া। ধন আৰু পুষ্টি ধাৰণ কৰা ॥ ২১ ॥ পৱমান সোম শত্ৰু অতিক্ৰম কৰি গৈছে। সুস্তুতি আগে আগে গৈছে। সূৰ্য্যৰ দৰে সকলোৱে দেখা হৈছে ॥ ২২ ॥ কৰ্ম্মৰ নেতা সকলে পুনঃ পুনঃ শোধন কৰা ইন্দু সততে দেৱতাৰ ওচৰলৈ যায়। প্ৰীতিকৰ, অন্নবান, হবি ৰূপ অন্ন নিহিত থকা বিচক্ষণ সোম দেৱতালৈ যোৱা হয় ॥ ২৩ ॥ পৱমান সোমে ঋত (সত্য), বৃহৎ, দীপ্যমান জ্যোতি ক'লা অন্ধকাৰ নাশ কৰি উৎপাদন কৰিলে ॥ ২৪ ॥ অন্ধকাৰ পুনঃ পুনঃ ধ্বংস কৰি হৰিৎ বৰ্ণৰ, সকলোতে যোৱা তেজৰ পৱমান সোমে দেৱতাৰ আহ্লাদকৰ (সোম) চেকি উলিয়ালে ॥ ২৫ ॥ পৱমান দেৱতা অতিৰথী সোমে শোভাময় তেজেৰে অতি দীপ্তিমান যশ যুক্ত হৰিৎবৰ্ণৰ আহ্লাদকৰ ধাৰা যুক্ত মৰুৎসকলেৰে সৈতে (সকলো জগত ব্যাপ্ত হল)— ॥ ২৬ ॥ পৱমান সোমে ৰশ্মিৰে সকলো জগত ব্যাপ্ত হল। সেই অতি অন্ন দাতাই স্তোতাক সুবীৰ্য্য পুত্ৰ দিয়ক ॥ ২৭ ॥ অভিষুত কৰা সোম ভেড়াৰ নোমৰ চাকনি পাৰ হৈ ক্ষৰণ হৈছে। পৱমান সোম ইন্দ্ৰৰ ভিতৰত সোমাইছে ॥ ২৮ ॥ এই সোম (গৰুৰ) অংশ বিলাকে ছালৰ ওপৰত চেপা শিলৰ লগত ধেমালী কৰিছে,—আৰু (লগে লগে পান কৰিবলৈ) ইন্দ্ৰক আহ্বান কৰিছে ॥ ২৯ ॥ হে পৱমান সোম, দ্যুলোকৰ পৰা আহৰণ কৰি অনা যশযুক্ত অন্ন ৰস যি তোমাৰ আছে, সেই অন্নেৰে আমাৰ জীৱন সুখৰ কৰা ॥ ৩০ ॥

## ৬৭ সূক্ত—ঋক্ ৩২।

ঋষি ১-৩-ভৰদ্বাজ; ৪-৬-কশ্যপ; ৭-৯-গোতম; ১০-১২-অত্ৰি; ১৩-১৫-বিশ্বামিত্ৰ; ১৬-১৮-জমদগ্নি; ১৯-২১-বশিষ্ঠ; ২২-৩২-পবিত্ৰ বা বশিষ্ঠ বা দুয়ো। ছন্দ—গায়ত্ৰী; ১৬-১৮-দ্বিপদা গায়ত্ৰী; ১৭।৩১।৩২-অনুষ্টুপ; ৩০-পুৰ উষ্ণীক। দেৱতা পৱমান সোম; ১০-১২-পৱমান সোম বা পূষা; ২৩।২৪-অগ্নি; ২৫।২৬-অগ্নি বা সবিতা; ২৭-অগ্নি বা বিশ্বে দেৱা। ৩১-৩২-পৱমান অধ্যেতৃৰ স্তুতি।

হে পৱমান সোম, আমোদ দিয়া বলবান তুমি আমাৰ যজ্ঞত অভিষুত কৰা ধাৰা বোৱাই দিয়া। স্তোতাক ধন দি ক্ষৰণ হোৱা ॥ ১ ॥ হে সোম, তুমি কৰ্ম্মৰ নেতাক আমোদ দিয়া। তেওঁবিলাকক (ধনেৰে) ধাৰণ কৰি, প্ৰাজ্ঞ তুমি (আমাৰ দ্বাৰা) অভিষুত হৈ ইন্দ্ৰলৈ হবি অন্নেৰে সৈতে অতি আমোদকাৰক হোৱা ॥ ২ ॥ হে সোম, শিলেৰে চেপাৰ পাচত তুমি শব্দ কৰি (কলহৰ ফালে) লৰ মাৰা। দীপ্তি যুক্ত উত্তম বল ধাৰণ কৰা ॥ ৩ ॥ অভিষুত কৰা শিলে পথিয়াই দিলত সোমে ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গৈছে। সেউজীয়া বৰণৰ সোমে অন্নৰ শব্দ কৰিছে ॥ ৪ ॥ হে ইন্দু, তুমি ভেড়াৰ নোমৰ চাকনিত ধাৰাৰে বৈ গৈছা। অন্ন হৈ বৈ গৈছা। সৌভাগ্যৰ ধন লাভ কৰি গৈছা। গৰু যুক্ত বল লাভ কৰি গৈছা। (এই বিলাক আমাক লাভ কৰি দিছা—এই ভাব) ॥ ৫ ॥ হে ইন্দু, আমাক শত গৰুযুক্ত আৰু অশ্বযুক্ত কৰা। সহস্ৰ ধন আমালৈ আনা ॥ ৬ ॥ চাকনিৰ মাজেদি পাৰলৈ গৈ পৱমান সোম ৰস কলহৰ ফালে ধাৰাৰে বৈ গৈ ইন্দ্ৰৰ ওচৰ পাইছে গৈ ॥ ৭ ॥ সকলোতকৈ ওখ আগতে অভিষুত কৰা জীৱন্ত ইন্দু, সোমময় ৰস জীৱন্ত ইন্দ্ৰৰ কাৰণে পৰিষ্কৃত হৈছে ॥ ৮ ॥ আঙুলি বিলাকে মধু ক্ষৰণ কৰা, সুবীৰ্য্য, পৱমান সোমক হেচি পথিয়াই দিছে। স্তোতাই সমস্বৰেৰে স্তুতি গাইছে ॥ ৯ ॥ ছাগলী বাহন পূষা দেৱতাই সদায় গৈ থাকোতে আমাৰ ৰক্ষক হওক। তেওঁ আমাক সুৰূপা কন্যা দিয়ক ॥ ১০ ॥ ভাল মুকুট পিন্ধা পূষাৰ কাৰণে এই সোম মধু ঘিঁউৰ দৰে ক্ষৰণ হৈছে। তেওঁ ... ... ১০ ঋকৰ দৰে ॥ ১১ ॥ হে সকলোতে দীপ্যমান পূষা (বা সোম) অভিষুত এই সোম ঘিঁউৰ দৰে ক্ষৰণ হৈছে। তেওঁ ... ... ১০ ঋকৰ দৰে ॥ ১২ ॥ হে সোম, স্তোতা সকলৰ স্তুতিৰ জন্মদাতা তুমি ধাৰাৰে ক্ষৰণ হোৱা। দেৱতাৰ মাজত তুমি ৰত্ন ধাৰণ কৰা ॥ ১৩ ॥ শেনে বাঁহত সোমোৱাৰ দৰে সোমে কলহত সোমাইছে হি। শব্দ কৰি দোন কলহলৈ গৈছে ॥ ১৪ ॥ হে সোম, অভিষুত কৰা

তোমাৰ ৰস কলহত কেউফালে বিস্তৃত হৈ পৰিছে, —যেনেকৈ উৰি ফুৰা শেন চৰায়ে যেনি-তেনি যায় ॥ ১৫ ॥ হে অতি মধুৰ ৰসবান সোম, ইন্দ্ৰৰ কাৰণে আমোদকৰ হৈ ক্ষৰণ হোৱা ॥ ১৬ ॥ এই অভিষুত হোৱা সোম, শত্ৰুৰ ধন স্বামীলৈ ইচ্ছা কৰি যোৱা ৰথৰ দৰে দেৱতাৰ ওচৰলৈ যাবলৈ চলি গৈছে ॥ ১৭ ॥ অতি মদকৰ দীপ্যমান অভিষুত কৰা সোম বিলাকে বস্তাহ উৎপত্তি কৰিছে ॥ ১৮ ॥ হে সোম, তুমি শিলৰ খুন্দাত ওলায় স্তোতাৰ দ্বাৰা স্তুত হৈ স্তোতাক ধন দি চাকনিলৈ গৈছা ॥ ১৯ ॥ শিলেৰে খুন্দি চেপি উলিওৱা, সকলোৱে স্তুতি কৰা এই আমাৰ সোম ৰাক্ষস হন্তা হৈ তেওঁৰ নোমৰ চাকনিত পৰিছে গৈ ॥ ২০ ॥ হে পৱমান সোম, যি ভয় ওচৰত হয়, সি ভয় দূৰত হয়, বা ইয়াতেই হয়, সেই ভয় তুমি নষ্ট কৰি দিয়া ॥ ২১ ॥ তেনেকুৱা সকলোৰে দ্ৰষ্টা পৱমান সোমে আজি পবিত্ৰ তেজেৰে আমাক পাপহীন কৰক ॥ ২২ ॥ হে অগ্নি, তোমাৰ ৰশ্মিৰ মাজত যি তেজ বিস্তৃত হৈ আছে, সেই তেজেৰে আমাৰ এই স্তোত্ৰ পবিত্ৰ কৰা ॥ ২৩ ॥ হে অগ্নি, শোধক পোহৰ থকা তোমাৰ যি তেজ আছে, সেই তেজেৰে আমাক পবিত্ৰ কৰা। সোম অভিষৱত আমাক পবিত্ৰ কৰা ॥ ২৪ ॥ হে সবিতা দেৱতা, তুমি পবিত্ৰ তেজেৰে আৰু সোম অভিষৱেৰে, এই দুয়োৰে সৰ্ব্বতো ভাৱেৰে মোক পবিত্ৰ কৰা ॥ ২৫ ॥ হে দেৱতা সবিতা, হে সোম, হে অগ্নি, ( এই তিনিগুন বিশিষ্ঠ সোম দেৱতা ), তুমি অতি বেচি সামৰ্থ্যবান তিনিটা ৰূপেৰে আমাক পবিত্ৰ কৰা ॥ ২৬ ॥ দেৱতা সকলে মোক পবিত্ৰ কৰক। সকলো দেৱতাই মোক পবিত্ৰ কৰক। জাতবেদ অগ্নিয়ে মোক পবিত্ৰ কৰক ॥ ২৭ ॥ হে সোম, আমাক বৰ্দ্ধন কৰা। তোমাৰ সকলো অংশৰ পৰা দেৱতাৰ কাৰণে উত্তম সোম অন্ন উলিয়াই দিয়া ॥ ২৮ ॥ সকলোৰে প্ৰিয়, মহত শব্দ কৰা, তেকা, আহুতিৰে বৰ্দ্ধিত হোৱা সোমক আমি নমস্কাৰেৰে ধাৰণ কৰি ওচৰলৈ যাম ॥ ২৯ ॥ আক্ৰমণ কৰা শত্ৰুক কুঠাৰেৰে নাশ কৰা হে সোম, বিশুদ্ধ হোৱা। হে দেৱতা সোম, সকলোৰে হন্তা হলেও তুমি শত্ৰুকেই বাধা দিয়া ( তোমাক বাধা দিব নেলাগে ) ॥ ৩০ ॥ যি জনে পৱমান সোম দেৱতাৰ ( সকলো ঋক্ ) ঋষি সকলে সম্পাদন কৰা ( ৰস ) অধ্যয়ন কৰে, তেওঁ সকলো খোৱা বস্তু পৰিপূত কৰা ( পবিত্ৰকৈ ) খাবলৈ পায়।—( পাপহীন অন্ন খাবলৈ পায় )। ( খোৱাৰ আগতে ) বায়ুয়ে সেই অন্ন বিশুদ্ধ কৰে ॥ ৩১ ॥ যি পৱমান সোম দেৱতাৰ ঋষি সকলে সম্পাদন কৰা ৰস অধ্যয়ণ কৰে, তেওঁলৈ সৰস্বতী দেৱীয়ে গাখীৰ, ঘিঁউ, মধু আৰু পানী খিৱাই দিয়ে ॥ ৩২ ॥

৬৮ সূক্ত—ঋ ১০।

ঋষি—ভলন্দনৰ পুত্ৰ বৎসপ্ৰি। ছন্দ জগতী ;

১০ ত্ৰিষ্টুভ্। দেৱতা—পৱমান সোম।

মধুমন্ত সোম বিলাক গাখীৰত গৰুৰ গাখীৰৰ দৰে দেৱতালৈ বৈ গৈছে। কুশত বহি শব্দ কৰি গৰুৰ ওহাৰৰ ধাৰৰ দৰে বৈ অহা শুদ্ধ সোমৰস বিলাক ধাৰণ কৰিছে ॥ ১ ॥ অতিকৈ শব্দ কৰি, মুখ্য স্তোতাৰ স্তুতিৰ প্ৰতিধ্বনি বাক্য উচ্চাৰণ কৰি হৰিৎ বৰ্ণৰ ওপৰলৈ উঠি অহা গছ দাল ভাঙি চিঙি সোৱাদ হৈ সোম চাকনি পাৰ হৈ কেউফালে বেচি বেগেৰে যায়। শৰেৰে ৰাক্ষসক মাৰে। দেৱতা সোমে দাতা যজমানক বৰণীয় ধন দিয়ে ॥ ২ ॥ যি মদকৰ সোমৰসে পৰস্পৰ সংযোগ হৈ থকা দ্যাবাপৃথিবী বিশেষকৈ নিৰ্ম্মাণ কৰিলে, তেওঁবিলাক একেলগে বৰ্দ্ধন হবলৈ সমৰ্থ কৰি ( এই বুলি ) নিজৰ গাখীৰ ( ৰূপী ) ৰসেৰে ভৰাই দিলে। মহতী পাৰহীন দ্যাবাপৃথিবীত সকলো চিনিজানি লৈ নিজে অবিনশ্বৰ বল ধাৰণ কৰিলে, ॥ ৩ ॥ মেধাবান সোমে মাক দুজনীক ( দ্যাবাপৃথিবীক ) ইফালে সিফালে চাই অন্তৰীক্ষত থকা পানী পখিয়াই দি বথা অন্নেৰে সৈতে নিজ স্থানত ভৰি পৰিল। কৰ্ম্মৰ নেতা সকলে সংযত হৈ সোমক যৱৰ সৈতে পিহি আঙুলিৰে হেচি থেলি ৰস বিলাক ৰাখি থলে ॥ ৪ ॥ দক্ষতা যুক্ত মনেৰে সোম ঋতৰ ( নিয়মৰ পানীৰ ) গৰ্ভত উৎপত্তি হলত নিয়মেৰে দেৱতা সকলে নিহিত কৰিলে। তেকা হোৱাত প্ৰথমে তেওঁবিলাকক জানিব পাৰিলে। এজনৰ ( সোমৰ ) জন্ম গুপ্ত থাকিল। আধা প্ৰকাশিত হৈ ( সূৰ্য্য হল ) ॥ ৫ ॥ মণীষি সকলে মদকৰ সোমৰ ৰূপ চিনি পাইছিল,—যি সোমক শেন চৰাইয়ে দূৰৈৰ পৰা লৈ আহিছিল। তেনেকুৱা ভালকৈ বৰ্দ্ধন হোৱা সোমক নদীত ( ৰসভোৰণী পানীত ) দেৱতা কামনা কৰা ঋত্বিক সকলে ধুই-পখালি ঋক্ মন্ত্ৰেৰে স্তুত্য ( সোমক ) মাৰ্জন কৰি থৈ দিয়ে ॥ ৬ ॥ হে সোম, দুয়ো হাতেৰে দহ আঙুলিৰে ঋত্বিক সকলে অভিষুত কৰি পাত্ৰত ৰখা তোমাক স্তুতিৰে আৰু কৰ্ম্মেৰে, তেওঁৰ নোমৰ চাকনিত চেকে। আৰু দেৱতাক আহ্বান কৰা নেতা সকলে সংযমিত হৈ দান পাবলৈ তুমি তোমাৰ অন্ন বিস্তৃত কৰা ॥ ৭ ॥ পাত্ৰ বিলাকলৈ কেউফালে গৈ

দেৱতাই কামনা কৰা, তাক সংসদত থকা সোমক মনেৰে বিচৰা স্তুতিৰে স্তৱ কৰিছে। মধুমান ঘি ( বসতীৱৰী পানীৰ ) ধাৰাৰ ঢৌৰে সৈতে ওপৰৰ পৰা কলহত পৰি অমৰ সোমে যেতিয়া শব্দ কৰে ( তেতিয়া স্তোতাই স্তুতি কৰে ) ॥ ৮ ॥ এই সোমে ওপৰৰ পৰা সকলো পানী ( মানুহক পোৱাই দিয়ে। বিশুদ্ধ কৰা সোম কলহত আহি বহে। শিলেৰে চেপা ( বসতীৱৰী ) পানীৰে ধোৱা, গৰুৰ গাখীৰ আদি মিহলোৱা শোধন কৰা হৈ সোমে প্ৰিয়কৰ বৰণীয় ধন স্তোতাক দিয়ে ॥ ৯ ॥ হে সোম, এনেকৈ দিয়া কেউফালে (পানীৰে) সিঁচি দিয়া অতি বিচিত্ৰ অন্ন আমালৈ ক্ষৰণ কৰা। দ্বেষ-হীন দ্যাবাপৃথিৱীত আমি তোমাক আহ্বান কৰিছো। হে দেৱতা সকল, তোমালোকে আমাক সুবীৰ পুত্ৰাদি আৰু ধন দিয়া ॥ ১০ ॥

## ৬৯ সূক্ত—ঋ ১০।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ হিৰণ্যস্তূপ। ছন্দ—জগতী; ৯।১০ ত্ৰিষ্টুভ্। দেৱতা পৱমান সোম।

( এই পৱমানৰূপী ইন্দ্ৰলৈ ) স্তুতি বাক্য ধনুৰ কাঁড়ৰ দৰে লগোৱা হৈছে। গৰুৰ ওহাৰৰ গাখীৰ প্ৰথমে পোৱালীক দিয়া দৰে ইন্দ্ৰক ( সোমৰ ধাৰা দিয়া হৈছে )। ( সেই ইন্দ্ৰই ) বহুত গাখীৰৰ ধাৰা খিৰোৱা গৰুৰ দৰে আগতে ( পোৱালী ৰূপী ) স্তোতাক নিজে গৈ খিৰাবলৈ দিয়ে। ইন্দ্ৰৰ ব্ৰত-কৰ্ম্মত সোম দিয়া হয় ॥ ১ ॥ ( এই পৱমান সোম ৰূপী ইন্দ্ৰলৈ ) স্তুতি ৰূপ বাক্য যোজনা কৰা হৈছে। মধুৰ সোম ( পানী, যৱ আদিৰে ) সিক্ত কৰা হৈছে। ( মদকৰ সোমৰ ধাৰা ) ইন্দ্ৰৰ মুখলৈ গৈছে। বিস্তৃত, মধুমান, পৱমান সোম ৰস থৰকৈ ভেড়াৰ নোমৰ চাকনিলৈ যুদ্ধত শৰ নিক্ষেপ কৰা দৰে মাৰি পথিওৱা হৈছে ॥ ২ ॥ নিজ তিৰোতাৰ দৰে ( বসতীৱৰী আৰু একধানা ) পানীৰ লগত মিলি সোম ৰস ভেড়া নোমৰ চাকনিত বিশুদ্ধ হয়। পৃথিৱীত উৎপত্তি হোৱা পুত্ৰৰূপ লতাক ঋতলৈ ( যজ্ঞলৈ ) যোৱা যজমানৰ কাৰণে শিথিল ( অৰ্থাৎ ফলৱতী ) কৰি দিয়ে। হৰিৎবৰ্ণৰ, সকলোৱে ভজন কৰিবলগীয়া, সংগ্ৰহ কৰা সোমে শত্ৰুক অতিক্ৰম কৰে। নিজ বল তীক্ষ্ণ কৰি মহান হৈ শোভা কৰে ॥ ৩ ॥ বৃষভে চিঞঁৰিছে। গাই গৰুবিলাক তাৰ ওচৰলৈ গৈছে। দেৱতাৰ স্থানলৈ দেৱী সকল গৈছে। এই সোমে বগা ভেড়াৰ নোমৰ চাকনি অতিক্ৰম কৰি পাত্ৰলৈ গৈছে। মিহলি কৰা দ্ৰব্যাই ( গাখীৰ আদিয়ে ) সোমক কবচৰ দৰে ঢাকি পেলাইছে ॥ ৪ ॥ অমৰ, হৰিৎবৰ্ণৰ সোম পানীৰে শোধিত হৈ অলঙ্কাৰ নিপিন্ধাকৈয়ে নিজৰ বগা বৰণৰ ( গাখীৰৰ ) কাপোৰেৰে কেউফালে ঢাকি পেলাইছে। সেই সোমে স্বৰ্গৰ পিঠিত পাপ নাশ আৰু পৰিস্কাৰ কৰিবলৈ সূৰ্য্যক স্থাপন কৰিলে, ( যাৰ পোহৰে ) দ্যাবাপৃথিৱী ঢাকি পেলালে ॥ ৫ ॥ সূৰ্য্যৰ ৰশ্মিৰ দৰে দ্ৰৱ কৰা ( গলাই দিয়া ), মদকৰ, শত্ৰুক গুৰাই দিয়া, ধৰি ৰখা ( পাত্ৰাদিত) এৰি দিয়া সোমৰস বিলাক মেলি দিয়া সূতাৰ কাপোৰত একেলগে কেউফালে গৈ ( পাত্ৰত বয় )। সেই সোম বিলাক ইন্দ্ৰৰ বাহিৰে অন্যৰ কাৰণে ক্ষৰণ নহয় ॥ ৬ ॥ ঋত্বিকসকলে পৰিস্কাৰ কৰা মদকৰ সোমবিলাক তলৰ ঠাইলৈ নৈ বৈ যোৱা দৰে ইন্দ্ৰৰ ওচৰ পাইগৈ। হে সোম, আমাৰ ঘৰত সোমউঁতে—ওলাউঁতে দুঠেঙীয়াক ( মানুহ, লৰা আদি ) চাৰিঠেঙীয়াক ( গৰু আদিক ) সুখ কৰা। আমাৰ যেন অন্ন-পুত্ৰাদি হয় ॥ ৭ ॥ হে সোম তুমি ধনযুক্ত, ঘোঁৰাযুক্ত, যৱযুক্ত ভাল ধন আমালৈ আনা। হে সোম, তুমিয়েই মোৰ পিতাৰ পিতা আৰু তুমিয়েই মোৰো পিতা, স্বৰ্গৰ মূধত থকা হবি ৰূপ অন্ন কৰ্ত্তা পিতা ॥ ৮ ॥ চাকনিৰে বিশুদ্ধ কৰা এই সোম বিলাক সকলোৱে ভজন কৰা ইন্দ্ৰৰ ফালে ৰথেৰে যুদ্ধলৈ যোৱা দৰে গৈছে। অভিষুত হোৱা সোম ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গৈছে। সেই সোমে হৰিৎ বৰ্ণৰ ঘোঁৰাৰে জৰা নাশ কৰি ( ডেকা হৈ ) ৰবযুণ আনিবলৈ গৈছে ॥ ৯ ॥ হে ইন্দু, তুমি মহৎ ইন্দ্ৰৰ কাৰণে পৰিশোধিত হোৱা। তুমি সুখ দাতা, দোষ-হীন আৰু শত্ৰুৰ ধ্বংসকাৰী। স্তুতি কৰা আমাক আনন্দকৰ ধন দিয়া। হে দ্যাবা-পৃথিৱী সৌভাগ্য যুক্ত ধনেৰে সৈতে আমাক ৰক্ষা কৰা ॥ ১০ ॥

## ৭০ সূক্ত—ঋ ১০।

### ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ ৰেণু। ছন্দ—জগতী; ১০ ত্ৰিষ্টুভ্। দেৱতা—পৱমান সোম।

এই পৰিস্কৃত কৰা সোমক পূৰ্ব্বতে কৰা যজ্ঞত তিনি সাত ( একৈশ ) জনী গৰুৱে, মিহলাবলৈ ভাল গাখীৰ খিৰাবলৈ দিলে। আৰু চাৰিবিধ ( তিনিবিধ একধনা আৰু বসতীৱৰী ) পৰিস্কাৰ পানীয়ে যেতিয়া যজ্ঞ বৰ্দ্ধন হয়, তেতিয়া শোধন কৰে ॥ ১ ॥ সেই পৰি-স্কৃত সোমে পৰিস্কাৰ পানী ভিক্ষা কৰি দুয়ো দ্যাবা-পৃথিৱী কাব্যেৰে মেলি ( মুকলি কৰি ) দিলে। যেতিয়া দেৱতা সকলে সোমৰ স্থান হবিৰে যুক্ত হৈ আছে বুলি জানে, তেতিয়া অতি দীপ্যমান পানীয়ে মহত্বৰে

সোমক ঢাকি পেলায় ॥ ২ ॥ এই সোমৰসৰ ধ্বজা অমৰণ আৰু আনে বশ কৰিব নোৱাৰা হওক। তেনেকুৱা বশ্মিৰে স্থাৱৰ আৰু জঙ্গম দুয়োবিধ বস্তু ৰক্ষা পাওক, যি ধ্বজাৰে বল, আৰু দেৱতাৰ যোগ্য অন্ন পথিয়াই দিয়ে। অভিষুত হোৱাৰ পাচতেই যাজমান সোমে স্তুতি গ্ৰহণ কৰে ॥ ৩ ॥ সেই পৱমান সোম সুকৰ্ম্মা দহোটা আঙুলিৰে সৈতে অলঙ্কৃত হৈ একেলগে ( ভূআদি ) লোকবিলাক জোখ কৰিবলৈ অন্তৰীক্ষত থাকে। নেতা সকলৰ দ্ৰষ্টা পৱমান সোম কল্যাণীয় পানী বৰষিবৰ কাৰণে যজ্ঞ কৰ্ম্ম ৰক্ষা কৰি দুয়ো দেৱতা আৰু মানুহৰ প্ৰজাক চাই ফুৰে ॥ ৪ ॥ অলঙ্কৃত কৰা সেই সোমে জগত ধাৰক ইন্দ্ৰৰ বহুত বলৰ কাৰণে দুয়ো দ্যাবাপৃথিবীৰ মাজত থাকি ইফালে-সিফালে যায়। বৰ্ষক তেওঁ বলেৰে দুৰ্ম্মতি বিলাকক বাধা দিয়ে। দুঃখ দিয়া অসুৰক বাৰে বাৰে মাতি শৰেৰে মৰা দৰে মাৰে ॥ ৫ ॥ তেওঁ মাতৃ দ্যাবাপৃথিবীক পুনঃ পুনঃ চাই মাকক দেখিলে গৰুৰ পোৱালীয়ে বেবোৱা দৰে শব্দ কৰে,—তেওঁ মৰুত সকলৰ দৰে শব্দ কৰি যায়। যি পানী সকলোৰে হিতকৰ, সেই মুখ্যবস্তু পানীক জানি সুকৰ্ম্মা পৱমান সোমে তেওঁৰ স্তৱ কৰা মানুহক ভজন কৰে ॥ ৬ ॥ ভয়ঙ্কৰ, বৃষভ, বিচক্ষণ সেই বিশুদ্ধ কৰা সোমে নিজৰ বল দেখুৱাই হৰিৎবৰ্ণৰ দুটা সিং তীক্ষ্ণতৰ কৰি শব্দ কৰে। সেই সোমে ভালকৈ প্ৰস্তুত কৰা নিজ ঠাইলৈ গৈ কলহত বহেগৈ। সেই সোমৰ শোধন কৰা গৰুৰ গাখীৰ ছালৰ দৰে হয় আৰু তেতিয়া চাকনিত পৰে গৈ ॥ ৭ ॥ গতিহীন ( পাত্ৰত থকা ) নিজ শৰীৰ পৱিত্ৰ কৰি শুচি হোৱা হৰিৎবৰ্ণৰ সোমক ওখ ঠাইত ভেড়াৰ নোমৰ চাকনিত পেলাই দিয়ে। মিত্ৰ. বৰুণ আৰু বায়ুৱে ভাল পোৱা তিনি ধাতুত ( বসতীবৰী পানী, গাখীৰ আৰু পানীত ) মধুময় কৰা সোমক ( ঋত্বিক সকলে ) মধুময় কৰে ॥ ৮ ॥ হে কামবৰ্ষী সোম, তুমি দেৱতাৰ পান কৰিবৰ কাৰণে ক্ষৰণ হোৱা। হে সোম. তুমি ইন্দ্ৰৰ মনৰ প্ৰিয় সোমধান পাত্ৰত সোমোৱা। আমাৰ বাধা বিলাক পোৱাৰ আগতে আমাক দুঃখ বিলাকৰ পৰা পাৰ কৰা। ক্ষেত্ৰজ্ঞ ( পথ জনা ) পুৰুষৰ বাট দেখুৱাবলৈ কোৱা দৰে তুমি আমাক বাট কৈ দিয়া ॥ ৯ ॥ হে সোম. সোম ৰথা কলহলৈ যুদ্ধলৈ পথিওৱা ঘোঁৰাৰ দৰে যোৱা। হে ইন্দু, ইন্দ্ৰৰ পেটত সোমোৱা। সকলো জানি, আমাৰ দুঃখৰ পৰা নদী নাৱেৰে পাৰ কৰা দৰে পাৰ কৰি দিয়া। হে সোম, তুমি বীৰৰ দৰে যুজি নিন্দক শত্ৰুৰ পৰা আমাক পালন কৰা ॥ ১০ ॥

### ৭১ সূক্ত - ঋ ৯।

### ঋষি—বিশ্বমিত্ৰৰ পুত্ৰ ঋষভ। ছন্দ—জগতী; ৯ ত্ৰিষ্টুভ্। দেৱতা—পৱমান সোম।

( সোমৰ যজ্ঞত ) ঋত্বিকক দক্ষিণা দিছে। বলবান সোম নিজ স্থানত ( কলহত ) সোমাইছে। জাগৰণশীল সোমে ঋত্বিকক ৰক্ষা কৰিছে। হৰিৎ বৰ্ণৰ সোমে হৰিৎ বৰ্ণৰ আকাশত পানী সৃষ্টি কৰিলে। এই সোমে দ্যাবাপৃথিবীত শোধন কৰিবৰ অৰ্থে বৃহৎ অন্ধকাৰ গুচাই দি সকলো পৰিষ্কাৰ কৰিবলৈ সূৰ্য্য সৃষ্টি কৰিলে ॥ ১ ॥ শত্ৰুৰ শোষক বলবান সোম মানুহ মৰা যোদ্ধাৰ দৰে গৈছে। অসুৰৰ বাধক নিজ ছবিৎ বৰণ উলিয়াইছে। তেওঁ জৰা ত্যাগ কৰিছে। সোম অন্ন সংস্কাৰ কৰা কলহলৈ গৈছে। ভেড়াৰ নোমৰ মেলি দিয়া চাকনিত নিজৰ ৰূপক গমন মুখী কৰিছে ॥ ২ ॥ শিলত হাতেৰে ( ঠেলি ) অভিষুত কৰা সেই সোম ( পাত্ৰলৈ ) ক্ষৰণ হৈছে। যি সোমে বৃষভৰ দৰে আচৰণ কৰে, তেওঁ স্তুতিৰে স্তুত হৈ অন্তৰীক্ষত কেউফালে গৈছে; পাত্ৰত বৈছে। স্তুতিৰে তেওঁক সাধন কৰিছে। ( বসতীবৰী ) পানীত বিশুদ্ধ হৈছে। দেৱতাৰ যজ্ঞত পূজিত হৈছে ॥ ৩ ॥ বল দিওঁতা মদকৰ সোম বিলাকে দ্যুলোকত থকা, পৰ্ব্বতৰ বৰ্দ্ধক, শত্ৰুৰ পুৰৰ আট্টালিকা ভঙা ইন্দ্ৰক সিঁচি দিছে। ভাল আহৃত কৰা হবি অন্নৰ ভক্ষক গৰুবিলাকে ফিন্দ্ খাই থকা ওহাৰৰ প্ৰথম গাখীৰ মহত্বযুক্ত গুণবিশিষ্ট ইন্দ্ৰলৈ দিয়া ( গাখীৰ, দৈ আদিৰে ) সোমক সংমিশ্ৰন কৰিছে ॥ ৪ ॥ হাতৰ দহোটা বাই ভনীৰ দৰে আঙুলিয়ে যজ্ঞৰ ঠাইত এই সোমক ৰথৰ দৰে সম্মুখলৈ হেঁচা দি পথিয়াইছে। সেই সোম পাত্ৰলৈ গৈছে। যেতিয়া মননীয় গাথাৰত স্তোতাই এই সোমলৈ স্থান উলিয়াই দিয়ে, তেতিয়া গৰুৰ গাৰ গাখীৰ ওচৰলৈ নিয়ে ॥ ৫ ॥ পৱমান সোম দেৱতাই নিজ কৰ্ম্মেৰে কৰা সোণময় স্থানলৈ শেন চৰায়ে বাহঁলৈ যোৱা দৰে শুচি যায়। এওঁক, প্ৰিয় সোমক স্তুতি কৰি স্তোতাই আগলৈ পথিয়াই দিয়ে। ঘোঁৰাৰ দৰে, যজ্ঞৰ যোগ্য এই সোম দেৱতাৰ ওচৰলৈ যায় ॥ ৬ ॥ এই দীপ্ত, কবি সোমে স্পষ্ট ধাৰাৰে ওপৰৰ পৰা তললৈ পৰে। তেওঁ কামবৰ্ষী। তিনি পিঠিৰ ( তিনি সৱনৰ ) স্তোতাই কৰা স্তুতি উদ্দেশ্য কৰি তেওঁ শব্দ কৰে। সহস্ৰ চকুৰ, পাত্ৰাদিলৈ যোৱা, কলহলৈ

আকৌ যোৱা সেই সোম বহুত উষাত গোৱা স্তোত্ৰত (স্তোত্ৰ শুনি) বিৰাজ কৰে ॥ ৭ ॥ এই সোমৰ বৰণে দীপ্যমান ৰূপ ধৰিছে। সেই ৰশ্মিয়ে য'ত যুদ্ধ হয় তাত থাকে। শত্ৰুক নষ্ট কৰে। পানীৰ দাতা তেওঁ অন্নেৰে সৈতে দেবতাজনৰ ওচৰলৈ যায়। তেওঁৰ ওচৰলৈ (ঋত্বিকে) সুস্তুতিৰে যায়। সেই সোমে গৰুক আগ কৰি যায় ॥ ৮ ॥ বৃষভে গাইগৰুৰ পাল দেখি যেনেকৈ হেম্বেলিয়াই সোমে তেনেকৈ স্তুতি কৰা কালে শব্দ কৰি যায়। সূৰ্য্যৰ দীপ্তিৰ দৰে জ্বলে। স্বৰ্গত থকা চৰাইৰ দৰে পৃথিৱীৰ ফালে চায়। তেতিয়া সোমে জন্ম হোৱা প্ৰজাক জ্ঞান ভাব কৰি চায় ॥ ৯ ॥

## ৭২ সূক্ত—ঋ ৯।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ হৰিমন্ত। ছন্দ—জগতী। দেৱতা—পৱমান সোম।

হৰিৎ বৰ্ণৰ সোমক শোধন কৰা হৈছে। গমনশীল ঘোঁৰাৰ দৰে তেওঁক যোজনা কৰা হৈছে। কলহত থকা সোম গাখীৰেৰে মিহলি কৰা হৈছে। তেওঁ শব্দ কৰিছে। তেতিয়া স্তোতাই স্তুতিৰ প্ৰেৰণ কৰিছে। বহুত স্তুত হৈ কৰবাত ধনো দিছে ॥ ১ ॥ যেতিয়া ভাল হাতৰ নেতাই বিচৰা মধুৰ সোমৰস একেলগে থকা আঙুলিৰে বিশুদ্ধ কৰে, তেতিয়া মনীষি স্তোতা সকলে বহুতে একেলগে স্তুতি কৰে (এই বুলি যে) ইন্দ্ৰৰ পেটত সোম পৰিছে গৈ ॥ ২ ॥ সেই সোম নোবোৱাকৈ গৰুৰ গাখীৰলৈ উদ্দেশ্য কৰি গৈ শব্দ কৰি সূৰ্য্যৰ জীয়েক উষাৰ প্ৰিয় শব্দ চেৰ পেলায় দিয়ে। স্তোতাই বহুত স্তোত্ৰ সেই সোমলৈ আগবঢ়াই। সেই সোম দুয়ো হাতৰ পৰস্পৰ বন্ধু বাই-ভনী আঙুলি বিলাকেৰে সৈতে যায় ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে এয়া সোম যজ্ঞত নিজ কৰ্ম্মেৰে ধাৰাৰে ক্ষৰণ হৈছে। শিলেৰে অভিষুত কৰা, কৰ্ম্মৰ নেতা সকলে শোধিত কৰা, (দেৱতাৰ) প্ৰিয়, গৰুৰ গৰাকী, পুৰণি ইন্দু, ঋতুত জন্ম হোৱা, বহুত কৰ্ম্ম-বান, মানুহৰ যজ্ঞ সাধক, বিশুদ্ধ কৰা (সোম ইন্দ্ৰলৈ ক্ষৰণ হৈছে) ॥ ৪ ॥ হে ইন্দ্ৰ, নেতাৰ হাতেৰে (হেচি খেলি) পথিয়াই দিয়া অভিষুত কৰা সোমে তোমাৰ পানৰ কাৰণে ধাৰাৰে ক্ষৰণ হৈছে। (সেই সোম) পান কৰি কাম বিলাক পূৰণ কৰা। যজ্ঞত তুমি শত্ৰু জয় কৰিলা। অভিষৱ কৰা (শিলৰ) ফালত হৰিৎ বৰ্ণৰ সোম চৰায়ে গছত বহা দৰে বহিছে ॥ ৫ ॥ কবি সকলে, কৰ্ম্মবন্ত মণীষি সকলে, শব্দ কৰি থকা অক্ষয় সোমক খিৰাইছে। পুনৰ উৎপত্তি হোৱা গাই গৰু বিলাকে আৰু মননীয় স্তুতি বিলাকে সংযত হৈ ঋতৰ (সত্য যজ্ঞৰ) যোনী স্থানলৈ এই সোমক লৈ গৈছে ॥ ৬ ॥ মহতী দ্যুলোকৰ ধাৰক এই সোমে পৃথিৱীৰ নাভিত (উত্তৰ বেদীত) বিস্তীৰ্ণ অন্তৰীক্ষৰ আধাৰ স্বৰূপ পানীৰ ঢৌৰ মাজত নিসিক্ত হৈ আছে। ইন্দ্ৰৰ বজ্ৰৰ দৰে কামবৰ্ষী- বহুত ধনৰ সোম কল্যাণকৰ যাতে হয় (তেনেকৈ) ইন্দ্ৰৰ আমোদকৰ হৈ সুখৰ কাৰণে ক্ষৰণ হৈছে ॥ ৭ ॥ হে সুকৰ্ম্মা সোম, তুমি পৃথিৱীৰ মানুহলৈ, স্তুতি গোৱা আৰু লগে লগে লৰচৰ কৰি দিয়া ঋত্বিক সকলক ধন আদি দি সোনকালে ক্ষৰণ হোৱা। যি ধনেৰে ঘৰ আৰু পুত্ৰাদি পাই সেই ধন আমাৰ পৰা আঁতৰাই নিনিবা। আমি নানা ৰূপৰ বহুত ধনৰ গৰাকী হম ॥ ৮ ॥ হে পৱমান সোম, আমাক সোনকালে শত ঘোঁৰাৰে সৈতে সহস্ৰ গৰুযুক্ত, সোণ যুক্ত ধন দিয়া। হে সোম, বহুত ধনবান অন্ন আমাক দিয়া। হে পৱমান সোম, আমাৰ এনেকুৱা স্তোত্ৰ শুনিবলৈ আহা ॥ ৯ ॥

## ৭৩ সূক্ত—ঋ ৯।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ পবিত্ৰ। ছন্দ—জগতী। দেৱতা—পৱমান সোম।

অভিষুত কৰাৰ সময়ত (শিলৰ ফাল দুটাৰ) সোমৰ অংশ বিলাকে মুখৰ কোৱাৰিত প্ৰতিধ্বনি কৰিছে। ঋতৰ (যজ্ঞৰ) মাজ ঠাইলৈ সোমৰস বিলাক গৈছে। বলবান সেই সোম বিলাকে তিনিও লোকৰ ওপৰত (মানুহ আৰু দেৱতা) উঠিবলৈ (উপায়) কৰিছে। সত্যৰূপী সোমৰ চাৰিখন থালৰূপী নাৱেৰে ভাল কাম কৰা যজমানক পাৰ কৰি দিয়ে ॥ ১ ॥ মহান ঋত্বিক সকলে একেলগ হৈ সোমক ভালকৈ পথিয়াই দিছে। স্বৰ্গ আদি ফল বিচাৰি নৈৰ পানীৰ ঢৌত সোমক জোকাৰি দিছে। অৰ্চনীয় স্তোত্ৰ গাই প্ৰিয় ইন্দ্ৰৰ গা সোমৰ ধাৰাৰে বৰ্দ্ধন কৰিছে ॥ ২ ॥ সোধন সামৰ্থ্য যুক্ত (যি আছে সেই বিলাক) বাক্যৰ চাৰিউফালে বহে। পুৰণি এই (ৰশ্মিৰ) পিতাৰ কৰ্ম্ম সোমে প্ৰকাশক কৰ্ম্মেৰে ৰক্ষা কৰি আছে। বৰুণে এই সোমৰ সমুদ্ৰ ঢাকি ৰাখিছে। বীৰ ঋত্বিক সকলে সকলোৰে ধাৰক (পানীত) তেতিয়া কাম আৰম্ভ কৰিব পাৰে ॥ ৩ ॥ সহস্ৰ ধাৰাৰ দৰে অন্তৰীক্ষৰ পৰা সেই সোমৰ ৰশ্মিৰে পৃথিৱীক ৰবযুণেৰে ভৰায় দিয়ে। দ্যুলোকৰ ওখ ঠাইত থাকি মধুৰ জিভাৰে বেলেগ বেলেগ হৈ থাকে। সোমৰ সাৰ পদাৰ্থ ৰশ্মি বিলাকে

থৰকৈ গৈ চকুৰ নিমিষকে নেমাৰে। ঠায়ে ঠায়ে সেই ৰশ্মি বিলাকে সেতু বান্ধি পাপীক পাশবদ্ধ কৰে ॥ ৪ ॥ দ্যাৱা-পৃথিবীৰ মাজত যি যি সোমৰ ৰশ্মিক অধিক সমন্বয় কৰি ঋত্বিক সকলে কৰা স্তুতিত দীপ্যমান হোৱা ৰশ্মি বিলাকে কৰ্ম্মহীনক বিনাশ কৰি, ইন্দ্ৰক বিদ্বেষ কৰা ৰাত্ৰিৰ দৰে ক'লা ছালৰ ৰাক্ষসক বলেৰে বিস্তৃত ভূলোকৰ আৰু দ্যুলোকৰ পৰা ধ্বংস কৰি দিয়ে ॥ ৫ ॥ স্তুতি নিয়ন্ত্ৰণ কৰা বেগৰ ( হেচা ) বুলি ভাবি যি সোমৰ ৰশ্মিয়ে পূৰণি অন্তৰীক্ষত প্ৰাদুৰ্ভাৱ হ'ল, সেই ৰশ্মি বিলাকে দেখুৱা বাট, চকু নোহোৱা বিলাকে কলা ( কাণে নুশুনা ) বিলাকে পৰিত্যাগ কৰে। ঋতৰ ( সত্যৰ ) বাট এই পাপী বিলাকে পাৰ হ'ব নোৱাৰে ॥ ৬ ॥ কবি মণীষি সকলে মেলি দিয়া চাকনিত সোমক সহস্ৰ ধাৰাৰে ঢালি দি স্তুতি কৰিছে। গমনশীল, দ্ৰোহহীন, সুশোভিত, সুদৰ্শন, নেতাৰ দ্ৰষ্টা, ৰুদ্ৰৰ পুত্ৰ সকল স্তুতি বাক্যৰে বশ হৈছে ॥ ৭ ॥ ঋতৰ ( নিয়মৰ ) বাট দেখুওৱা সুকৰ্ম্মা সোমক ৰখায় থ'ব নোৱাৰে। সেই সোমৰ তিনি পৱিত্ৰ ( অগ্নি বায়ু, সূৰ্য্য ) হৃদয়ত ৰাখে। সকলো জনা সেই সোমে সকলো ভুৱন পৰিদৰ্শন কৰে। কৰ্ম্মত অপ্ৰিয়, ব্ৰত নথকা মানুহক তললৈ মুখ কৰি মাৰে ॥ ৮ ॥ ঋতৰ ( সত্যৰ ) সূতা মেলি, ভেড়াৰ নোমৰ চাকনিত মেলি দিয়া, সোমে জিভাৰ আগত বৰুণৰ মায়াৰে সৈতে থাকে ( বসতীৱৰী পানীত থাকে )। কৰ্ম্মত ধীৰ সকলে সেই বৰুণক জিভাৰে ( বা স্তুতি কৰি ) পায়। যি অসমৰ্থ—যি নৰকত পৰে ॥ ৯ ॥

৭৪—সূক্ত—ঋ ৯।

ঋষি—দীৰ্ঘতমাৰ পুত্ৰ কক্ষিবান। ছন্দ—জগতী ;

৮ ত্ৰিষ্টুভ্। দেৱতা—পৱমান সোম।

( বসতীৱৰী ) পানীত জন্ম হৈয়েই পৰি সোমে কেচুৱাৰ দৰে শব্দ কৰি কান্দে। যি বলবান, ৰঙা সোমে স্বৰ্গলোক পাবলৈ বিচাৰে, গাখীৰেৰে বৰ্দ্ধিত হৈ পানীৰে সৈতে স্বৰ্গৰ পৰা ( পৃথিৱীলৈ ) আহে। সেই সোমক আহল বহল ঘৰ আৰু সুমতি আমি বিচাৰিছো ॥ ১ ॥ যি সোমে দ্যুলোক স্তম্ভন কৰি খুটাৰে ধৰি ৰাখিলে, তালকৈ বিস্তৃত হৈ সম্পূৰ্ণ পাত্ৰত যি সোম ইফালে সিফালে যায়, সেই সোমে এই মহতী দ্যাৱা-পৃথিৱী অভেদ কৰি নিজ বলেৰে যোগ কৰক। সেই কবি সোমে স্তোতাক অন্ন দিয়ক ॥ ২ ॥ ঋতলৈ ( যজ্ঞলৈ ) যাওঁতে ( ইন্দ্ৰলৈ ) তালকৈ সংস্কাৰ কৰা বহুত মধুময় সোম পান কৰা হয়। পৃথিৱীৰ বাটো বহল হয়। যি ইন্দ্ৰই ( পৃথিৱীলৈ ) পৰা বৰষুণৰ ঈশ্বৰ, গৰুৰ হিতকৰ, পানীৰ বৰ্দ্ধক, যজ্ঞৰ নেতা, ইয়ালৈ আহিলে ইন্দ্ৰক ঋকেৰে স্তুতি কৰাৰ যোগ্য হয় ॥ ৩ ॥ সাৰ পদাৰ্থ ঘিঁউ আৰু গাখীৰ আকাশৰ পৰা সোমে খিৰাই। ঋতৰ ( যজ্ঞৰ ) নাভি ( মূল ) পানী জন্ম হয়। সুদাতা যজমানসকল পৰস্পৰ মিলিত হৈ সেই সোমক স্তুতিৰে তৰ্পন কৰে। নেতা ৰক্ষকসকলে সোমত নিহিত পানী বৰ্ষণ কৰে ॥ ৪ ॥ ( বসতীৱৰী ) পানীৰ ঢৌত সোমে শব্দ কৰে। দেৱতাই পালন কৰা শৰীৰ যজমানলৈ ছটিয়াই দিয়ে। পৃথিৱীৰ কোলাত থকা ( গছগছনি ) বিলাকত গৰ্ভ সঞ্চাৰ কৰে যি গৰ্ভেৰে আমি পুত্ৰ পৌত্ৰ পাওঁ ॥ ৫ ॥ সহস্ৰ ধাৰাৰে বিগলিত সোমবিলাক তৃতীয় লোকৰ ( স্বৰ্গৰ ) পৰা পৰস্পৰ অসংলগ্ন পুত্ৰ-ৱতী হৈ পৃথিৱীত পৰক। ( অৰ্থাৎ বৰষুণ হওক )। তেওঁবিলাক চাৰিজনীক ( সোমৰ চাৰি কলা ) স্বৰ্গৰ পৰা নমাই দিয়ক। পানীৰ লগত নামি আহি সেই বিলাকে সোম আদি হবি দিয়ে। ( গৰু আৰু গছ-গছনিক ) অমৃতৰূপ ( গাখীৰ আদি ) দিয়ে ॥ ৬ ॥ যেতিয়া পাত্ৰত ভাগ কৰি দিয়া হয় তেতিয়া বগা ৰূপ ধৰে। বলবান সোমে মানুহৰ কামনা সিদ্ধি কৰে আৰু ( স্তোতাক ) বহুত ধন দিব জানে। তেওঁ প্ৰজ্ঞাৰে বিশেষ কাম বিলাক কেউফালে কৰে, অন্ত-ৰীক্ষৰ পানী মুক্ত মেঘৰ দুৱাৰ তেওঁ খুলি দিয়ে ॥ ৭ ॥ পাচত বগা, পানীৰে ধোৱা কলহ পাই সোম আহি তাত সোমাল যেনেকৈ যুদ্ধত খেদি যোৱা ঘোঁৰাই প্ৰতিযোদ্ধাক আক্ৰমণ কৰে ( তেনেকৈ )। দেৱতা বিচৰা ঋত্বিকে স্তুতি কৰিলে। এশ জাৰকালি কক্ষিবান ঋষিলৈ গৰু পঠিয়াই দিলে ॥ ৮ ॥ হে পৱমান সোম, ( বসতীৱৰী ) পানীৰে মিহলি কৰিলে তোমাৰ ৰস ভেড়াৰ নোমৰ চাকনিলৈ দৌৰি যায়। হে অতি আমোদকৰ পৱমান সোম, মেধাৱী সকলে মাৰ্জ্জন কৰাৰ পাচত তুমি ইন্দ্ৰৰ কাৰণে পান কৰিবলৈ সোৱাদ হোৱা ॥ ৯ ॥

৭৫ সূক্ত—ঋ ৫।

ঋষি—ভৃগুৰ পুত্ৰ কবি। ছন্দ—জগতী।

দেৱতা—পৱমান সোম।

হিতঅন্ন সোমে জগতক প্ৰীতি কৰা পানী বিলাক ক্ষৰণ কৰিছে। অন্তৰীক্ষত থকা মহান এই সোমে বৰ্দ্ধন হৈছে। মহৎ সূৰ্য্যৰ গমনশীল ৰথৰ ওপৰত মহান

বিচক্ষণ সোম নিজে গৈ উঠিলে ॥ ১ ॥ সোম ঋতৰ (যজ্ঞৰ) জিভা। সেই জিভাৰ পৰা প্ৰিয় মধু ক্ষৰণ হৈ আছে। তেওঁ শব্দ কৰে আৰু যজ্ঞৰ পালক, কোনেও নষ্ট কৰিব নোৱাৰে। পুত্ৰ যজমানে পিতা-মাতাৰ যি গুপ্ত নাম আছে তাক নেজানে। তেওঁ তৃতীয় নাম দ্যুলোকত দীপ্তমান হৈ থকা অভিষুত সোমত ধাৰণ কৰিলে ॥ ২ ॥ কৰ্ম্মৰ নেতা ঋত্বিকসকলে সোমক সোণৰ ছালবে নিয়মমতে ঢাকি, ঋতৰ (নিয়মৰ) দোহ্বা ঋত্বিকে এওঁক কেউফালে স্তুতি কৰিছে। সোমে কলহত পৰোঁতে শব্দ কৰিছে। তিনিখন পিঠিত (তিনি সবনত) উষাৰ সময়ত (যজ্ঞৰ কাৰণে) তেওঁ বিৰাজ কৰিছে ॥ ৩ ॥ অন্নৰ উৎপাদন কৰা স্তুতি গাই শিলত অভিষুত কৰা সোমৰসে মাতৃ দুজনা দ্যাবা-পৃথিবীত নিজ জ্যোতিৰে প্ৰকাশ কৰি দীপ্যমান হৈ তেওঁৰ নোমৰ ঢাকনিৰ ফালে দৌৰি গৈছে। পানীৰে সিঁচি দিয়াত মদকৰ সোমৰ ধাৰা দিনে দিনে ক্ষৰণ হয় ॥ ৪ ॥ হে সোম, আমাৰ মঙ্গলৰ কাৰণে পাত্ৰলৈ কেউফালে যোৱা। নেতা সকলে বিশুদ্ধ কৰাত গাখীৰ আদিৰে ঢাক খাই যোৱা। তোমাৰ যি মদকৰ গুণ আছে, শব্দ কৰি সেইবিলাকেৰে শত্ৰুক হত্যা কৰি আমাক মহৎ ধন দিবলৈ ইন্দ্ৰক প্ৰেৰণ কৰা ॥ ৫ ॥

## ৭৬ সূক্ত—ঋ ৫।

### ঋষি আদি ৭৫ সূক্তৰ দৰে।

সকলোৰে ধাৰক, শোধন কৰিবৰ উপযুক্ত, ৰসাত্মক, দেৱতাৰ বল দাতা, নেতাসকলে স্তুতি কৰিবলগীয়া, হৰিৎ বৰ্ণৰ, মানুহে ঘোঁৰাৰ দৰে শিক্ষা দিয়া সোম-ৰস নিজ বলেৰে অনায়াসে নদীৰ (বসতীৱৰী) পানীত ওপৰৰ পৰা পৰি সিক্ত হৈছে ॥ ১ ॥ এই সোমে হাতত বীৰৰ দৰে অস্ত্ৰ ধৰি আছে। স্বৰ্গ সুখ সাধক যজ্ঞ ভাগ পাবলৈ বিচাৰি ৰথীৰ দৰে যজমানৰ গৰু অন্বে-ষণৰ কাৰণে ইন্দ্ৰৰ বল প্ৰেৰণ কৰা সোম দেৱতাক কৰ্ম্ম ইচ্ছা কৰা ঋত্বিকে হেচি গাখীৰেৰে সৈতে মিহলি কৰি থৈছে ॥ ২ ॥ হে পৱমান সোম, বৰ্দ্ধিত হৈ তুমি ইন্দ্ৰৰ পেটত ঢোৰে সৈতে ধাৰাৰে সোমোৱা। আমাৰ কাৰণে মেঘৰ পৰা বিজুলীয়ে বৰষুণ উলিওৱা দৰে দ্যাবাপৃথিৱী দোহন কৰি কৰ্ম্মেৰে বহুত অন্ন আমাৰ কাৰণে নিৰ্ম্মাণ কৰা ॥ ৩ ॥ সকলো জগতৰ ৰজা, স্বৰ্গক দেখা, ঋষিসকলক অভিভৱ কৰা সোমে ঋতৰ (সত্য-ৰূপী ইন্দ্ৰৰ) কৰ্ম্ম কামনা কৰে, যি সোমক সূৰ্য্যৰ ৰশ্মিৰে মাৰ্জ্জন কৰে। অন্য কবিয়ে কৰিব নোৱাৰা-কাম-কৰা সোম আমাৰ স্তুতিৰে পালক ॥ ৪ ॥ হে সোম, বৃষভে যেনেকৈ গৰু জাকৰ মাজত সোমায় তেনেকৈ অন্তৰীক্ষৰ বৰ্ষক বৃষভে—তুমি, শব্দ কৰি কলহত পানীৰ মাজত সোমোৱা। অতি আমোদকৰ তুমি, আমাৰ যাতে তোমাৰ পৰা জয় হয়, তেনেকৈ ৰক্ষক হোৱা ॥ ৫ ॥

## ৭৭ সূক্ত -ঋ ৫।

### ঋষি আদি ৭৫ সূক্তৰ দৰে।

এয়া ইন্দ্ৰৰ বজ্ৰৰ দৰে, সিঁচিবলগীয়া বীজৰ মাজত অতিকৈ সিঁচিবলগীয়া (ভাল সঁচ) মধুমান সোমে কলহত শব্দ কৰি সোমাইছে। এওঁ ঋতৰ (নিয়মৰ) সোমৰ ধাৰা গৰুৰ গাখীৰৰ দৰে যোৱাই দিছে ॥ ১ ॥ সেই পুৰণি সোম পৰিস্কৃত হৈছে, যি সোমক দ্যু-লোকৰ পৰা শেন চৰাইক আনিবলৈ পঠিয়ালত ৰজো লোক পাৰ হৈ থাপ মাৰি আনিলে। সোম লতা লৈ তললৈ আহোঁতে শৰ-মাৰি-দিয়া কৃশানুৰ ভয়ত সোম ভালকৈ ধৰি আনিলে ॥ ২ ॥ সেই নতুনকৈ হোৱা সাজো সোম বিলাক আমাৰ মহৎ গৰু যুক্ত অন্ন লাভৰ কাৰণে বৈ যাওক। (সেই সোমবিলাক) চাবলগীয়া ধুনীয়া মাইকী মানুহৰ দৰে দেখিবলৈ ভাল, —যি সোমে সকলো স্তুতি মন্ত্ৰ আৰু হবি জাত বস্তু সেৱন কৰে ॥ ৩ ॥ আমাৰ গৰু জয় কৰা, ৰথ জয় কৰা, সোণ জয় কৰা, স্বৰ্গ জয় কৰা, পানী জয় কৰা, সহস্ৰ ধন জয় কৰা সোম ক্ষৰণ হৈছে, যি সোম মদকৰ, সুস্বাদু, ৰসাত্মক, ৰঙা বৰণৰ, সুখৰ ভাব কৰা, দেৱতা সকলে পান কৰিবৰ কাৰণে সৃষ্টি কৰিলে ॥ ৪ ॥ হে পৱমান সোম, এই আমি কামনা কৰা বস্তু বিলাক সত্যই আমালৈ কৰি তুমি ক্ষৰণ হোৱা। আমাৰ দূৰৈত বা ওচৰত থকা শত্ৰু তুমি মাৰা। আমাৰ বাট বহল কৰি ভয় নোহোৱা কৰা ॥ ৫ ॥

## ৭৮ সূক্ত—ঋ ৫।

### ঋষি আদি ৭৫ সূক্তৰ দৰে।

অভিষুত কৰা এই বিৰাজমান সোম শব্দ কৰি বৈ গৈছে। বসতীৱৰী পানীৰে ঢাক খাই স্তুতি শুনি ভাল পাইছে। টান আৰু বেয়া (বাকলি ঠাৰি আদি) বিলাক নোমৰ ঢাকনিত ধৰি ৰাখিছে আৰু বিশুদ্ধ হৈ দেৱতাৰ (কাৰণে ৰখা) ঠাইলৈ বাট লৈছে ॥ ১ ॥ হে সোম, ইন্দ্ৰৰ কাৰণে তোমাক নেতা সকলে অভিষুত কৰিছে। নেতাক অনুগ্ৰহৰে চোৱা কবি তোমাক পানীলৈ

পথিয়াইছে । তোমাৰ যাবলৈ ( সুবিধাৰ ) বাট বহুত আছে ( চাকনিত বিন্ধা আছে ) । অভিষুত কৰা কাঠত থাকোতে তোমাৰ গাৰ পৰা হৰিৎ বৰ্ণৰ ৰশ্মি আবিৰ্ভাৱ হয় ॥ ২ ॥ অন্তৰীক্ষত থকা অপ্সৰা সকলে যজ্ঞৰ মাজত থকা সোমৰ কাষলৈ আগবাঢ়ি আহিছে । তেওঁবিলাকে এওঁক ( সোমক ) ভাল ঘৰত ৰখা দৰে সুখত থকা যজ্ঞ ঘৰত বৰ্দ্ধন কৰি বিশুদ্ধ কৰা ( সোমৰ ) পৰা সুখ বিচাৰিছে ॥ ৩ ॥ যি আমোদকৰ, সুস্বাদু, ৰসাত্মক, ৰঙা বৰণৰ, সুখৰ ভাব কৰা সোমক দেৱতা সকলে পান কৰিবৰ কাৰণে ( সৃষ্টি ) কৰিলে, সেই আমাৰ গৰু জয় কৰা, ৰথ জয় কৰা, সোণ জয় কৰা, স্বৰ্গ জয় কৰা পানী জয় কৰা, সহস্ৰ ধন জয় কৰা সোমৰস ক্ষৰণ হৈছে ॥ ৪ ॥ হে সোম, আমি কামনা কৰা এই (বস্তু) বিলাক সত্যাই আমালৈ আনি তুমি ক্ষৰণ হৈছা । আমাৰ ওচৰত বা দূৰৈত থকা শত্ৰু তুমি নষ্ট কৰা । আমাৰ বাট বহল কৰি ভয় নোহোৱা কৰা ॥ ৫ ॥

৭৯ সূক্ত—ঋ ৫ ।

ঋষি আদি ৭৫ সূক্তৰ দৰে ।

যজ্ঞৰ সময়ত দীপ্তিমান আৰু শান্ত প্ৰকৃতিৰ হৰিৎ বৰ্ণৰ সোম বিলাক চেপা হলে আমাৰ কাষলৈ আহক । আমাৰ অন্ন নিদিয়া শত্ৰু বিলাক নষ্ট হওক । শত্ৰু বিলাক বিনষ্ট হওক । আমাৰ কৰ্ম্ম বিলাক দেৱতাই ভজন কৰক ॥ ১ ॥ আমালৈ মদস্ৰাৱী সোম বিলাক আহি থাকক । আৰু ধনো আহি থাকক । যি সোমেৰে বলবান শত্ৰুৰ ওচৰ পাম আৰু যি কোনো শত্ৰু মানুহৰ প্ৰবল বাধা দূৰ কৰি আমি সকলো ধন লৈ আহিম ॥ ২ ॥ আৰু সেই সোমে নিজৰ শত্ৰুক হনন কৰে, সেই সোমে অন্যৰ শত্ৰুকো হিংসা কৰে । মৰুভূমিত তৃষ্ণা যেনেকৈ তুমি দমন কৰা, হে পৱমান সোম, তুমি দুৰ্য্যোধিধ শত্ৰু মাৰা ॥ ৩ ॥ হে সোম, তোমাৰ উত্তম অংশ স্বৰ্গৰ নাভিত থাকে, যি হবি আদি গ্ৰহন কৰে । তোমাৰ সেই অংশ বিলাক পৃথিৱীৰ ওখ ঠাইত পেলায় থলত আকৌ গজি উঠে । তোমাক শিলে ভক্ষন কৰে ( চেপে ) গৰুৰ ছালত তোমাক ( ৰসভীৱৰী ) পানীৰে মণীষি সকলে পথালে ॥ ৪ ॥ হে সোম, এই দৰেই তোমাৰ ভাললৈ হোৱা সুৰূপৰ ৰস প্ৰথমতে বেগেৰে সৈতে পঠিয়াই দিয়ে । হে পৱমান সোম, সকলো নিন্দক শত্ৰু নাশ কৰা । তোমাৰ বলকাৰক, প্ৰিয় আৰু মদকৰ ৰস আবিৰ্ভাৱ হওক ॥ ৫ ॥

৮০ সূক্ত—ঋ ৫ ।

ঋষি— ভৰদ্বাজৰ পুত্ৰ বসু । ছন্দ — জগতী । দেৱতা—পৱমান সোম ।

অভিষুত কৰা, যজমানৰ দ্ৰষ্টা সোম বৈ গৈছে । ঋক্‌বে ( যজ্ঞেৰে ) স্বৰ্গত থকা দেৱতা সকলক আহ্বান কৰিছে । তেওঁ বৃহস্পতিৰ স্তোত্ৰ শুনি শোহৰ কৰিছে । সৱন যজ্ঞ বিলাকে পৃথিৱীক সাগৰৰ দৰে ঢাকি পেলাইছে ॥ ১ ॥ হে অন্নবান সোম, যি তোমাক বধিৰ নোপোৱা পাই গৰুৱে ( সোমৰ লগত গাখীৰ মিহলাবলৈ ) পিবাবলৈ ( হেম্বেলীয়াই ) স্তুতি কৰিছে, তুমি ( তেওঁয়া ) সোণময় হাতেৰে সংস্কাৰ কৰা ঠাইত দীপ্যমান হৈ আৰোহণ কৰিছা । যি সোমে হবি অন্নযুক্ত যজমানৰ আয়ুস আৰু মহৎ যশ বৰ্দ্ধন কৰি ইন্দ্ৰৰ কাৰণে বিশুদ্ধিত হৈছা,—সেই তুমি মদকৰ আৰু কামবৰ্ষক ॥ ২ ॥ যজমানৰ অন্ন সিদ্ধি কৰিবলৈ এয়া সোম ইন্দ্ৰৰ পেটলৈ সোমাবলৈ বৈ গৈছে । ( সেই সোম ) অতি আমোদকৰ, সুমঙ্গল আৰু বলকৰ ৰসেৰে ঢকা । সেই সোম সকলো ভুৱনক প্ৰত্যেককে পাবলৈ ব্যাপ্ত হৈছে । হৰিৎ বৰ্ণৰ এয়া ( ঘোঁৰাৰূপী ) সোম বেদীত ধেমালী কৰি বৰ্ষক ৰস ৰূপে বৈ গৈছে ॥ ৩ ॥ হে সোম, তেনেকুৱা তোমাক দেৱতাৰ কাৰণে নেতা ঋত্বিক সকলে দহোটা আঙুলিৰে খিৰাইছে ( চেপি খেলি হেচি দিছে ) । হে সোম, নেতা সকলে পঠিয়াই দিয়া, শিলেৰে চেপা তুমি সহস্ৰ ধন জয় কৰা সকলো দেৱতাক ( ক্ষৰণ হোৱাৰ দৰে ) লৈ আহা ॥ ৪ ॥ তেনেকুৱা মধুমন্ত, কামবৰ্ষক তোমাক ভাল হাতৰ দহোটা আঙুলিৰে শিলেৰে চেপি পানীত খিৰাই পঠিয়াই দিয়ে । হে সোম, ইন্দ্ৰ আৰু অন্য দেৱ জনক আমোদ দি নৈৰ ঢৌৰ দৰে পৱমান হৈ বৈ যোৱা ॥ ৫ ॥

৮১ সূক্ত—ঋ ৫ ।

ঋষি—ভৰদ্বাজৰ পুত্ৰ বসু । ছন্দ—জগতী ; ৫ ত্ৰিষ্টুভ্ । দেৱতা—পৱমান সোম ।

পৱমান, দেখিবলৈ ভাল সোমৰ ধাৰাৰ ঢৌবিলাক ইন্দ্ৰৰ পেটলৈ গৈছে । তেতিয়া এই সুন্দৰ গৰুৰ দৈৰে উন্নীত কৰা অভিষুত কৰা সোম বিলাকে যজমানক দান দিবলৈ ইন্দ্ৰক উন্মাদনা কৰে ॥ ১ ॥ সেয়া সোমে কলহৰ ফালে ৰথ চলোৱা ঘোঁৰাৰ দৰে বৈ গৈছে । তেওঁ শীঘ্ৰগামী আৰু কামবৰ্ষক । দেৱতা সকলৰ দুয়ো বিধ জন্ম জানি যি দেৱতাৰ জন্মত দ্যুলোকত আৰু ইয়াত ( পৃথিৱীত ) যজ্ঞ ব্যাপ্ত হয়, ( তাৰ উদ্দেশ্যে কলহলৈ গৈছে ) ॥ ২ ॥ হে পৱমান সোম, আমাৰ কাৰণে

ধন বিলাই দিয়া। হে ইন্দ্ৰ, ধনবান তুমি মহৎ ধনৰ দাতা। হে অন্ন দাতা সোম, পৰিচৰণ কৰা মোক বিশেষ মনযোগেৰে কল্যাণ কৰা। আমাক দিবলগা ধন আমাৰ পৰা দূৰৈত বিলাই নিদিবা ॥ ৩ ॥ সুদাতা পৱমান (ৰূপী) পূষা, মিত্ৰ, বৰুণ, বৃহস্পতি, মৰুত সকল, বায়ু, অশ্বিনী দুজন, ত্বষ্টা আৰু ধুনীয়া মূৰ্ত্তিৰ সৰস্বতীয়ে একেলগ হৈ আহক ॥ ৪ ॥ সৰ্ব্বব্যাপী দুয়ো দ্যাবাপৃথিৱী, অৰ্য্যমা, অদিতি, বিধাতা ভগ আদিয়ে যি মানুহৰ ভাল কৰে, বহল অন্তৰীক্ষত সেই সকলো দেৱতাই পৱমান সোমত তৃপ্তি লাভ কৰক ॥ ৫ ॥

## ৮২ সূক্ত—ঋ ৫।

### ঋষি আদি ৮১ সূক্তৰ দৰে।

হৰিৎ বৰণৰ, কামবৰ্দ্ধক, দীপ্তিমান হৈ ৰজাৰ দৰে অভিষুত কৰা হলত ধুনীয়া সোমে পানীলৈ যাবলৈ শব্দ কৰিছে। ভেড়াৰ নোমৰ চাকনিত চেকা হলে সোণৰ দৰে নিজ পানীৰ ঠাইত বহিছে ॥ ১ ॥ হে কবি সোম, যজ্ঞ বিধান ইচ্ছা কৰি মহান চাকনিলৈ গৈছা। ধোৱাৰ পাচত ঘোঁৰাৰ দৰে যুদ্ধলৈ (যজ্ঞৰ বেদীলৈ) গৈছা। হে সোম, আমাৰ দুখ দূৰ কৰি সুখ কৰা। পানীৰে চাকখাই পবিত্ৰ পাত্ৰলৈ গৈছা ॥ ২ ॥ মহৎ পাত যুক্ত সোমৰ পিতা পৰ্য্যণ্য,—পৃথিৱীৰ নাভি পৰ্বতত বাস কৰে। আৰু বাই-ভনী আঙ্গুলি বিলাকে (বসতীবৰী) পানীলৈ গাখীৰৰ লগত মিহলাবলৈ পথিয়াই দিছে। শিলেৰে সৈতে চেপাত ভাল (হৈ) যজ্ঞলৈ গৈছে ॥ ৩ ॥ পত্নীৰ দৰে সেৱা শুশ্ৰূষা কৰি যজমানক সুখ দিয়া হে পৃথিৱীৰ পুত্ৰ, মই কওঁ শুনা। আমাৰ জীৱনৰ কাৰণে স্তুতিৰ মাজত থাকা। বিপদৰ সময়ত, হে স্তুত্য সোম জাগ্ৰত থাকিবা ॥ ৪ ॥ হে সোম, যেনেকৈ পূৰ্ব্বৰ মহৰ্ষী স্তোতা, সকলৰ ওচৰলৈ শত-সহস্ৰ অন্নেৰে বাধা নোহোৱাকৈ তুমি আহিছিলা, সেই দৰেই নতুন (স্তোতা) সকলৰ অভ্যুদয়ৰ কাৰণে তুমি ক্ষৰণ হোৱা। বসতীবৰী পানীয়ে তোমাৰ কৰ্ম্ম অনুসৰণ কৰে ॥ ৫ ॥

## ৮৩ সূক্ত—ঋ ৫।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ পবিত্ৰ। ছন্দ—জগতী। দেৱতা—পৱমান সোম।

হে ব্ৰহ্মনস্পতি সোম, তোমাৰ পবিত্ৰ অঙ্গ বিস্তৃত হৈছে। প্ৰভাৱ কৰোতা তুমি পান কৰা জনৰ অঙ্গত কেউফালে ব্যাপী যোৱা। তেওঁৰ (পানকৰা জনৰ) অঙ্গ যদি পৰিপক্ক নহয় (ছেভিয়া) তোমাক ধাৰণ কৰিব নোৱাৰে। যি পৰিপক্ক দেহৰ তেওঁ পবিত্ৰ তোমাক ধাৰণ কৰিব পাৰে ॥ ১ ॥ শত্ৰুৰ তাপক সোম শোধন কৰিবলৈ চাকণি ওখ ঠাইত মেলি থোৱা আছে। এই সোমৰ অংশ (ধাল-ঠেকুলী) বিলাক দীপ্যমান হৈ আছে। এই সোমৰ শীঘ্ৰগামী ৰসে যজমানক ৰক্ষা কৰি আছে। দ্যুলোকৰ পিঠিত (ওখ ঠাইত) দেৱতাৰ ওচৰলৈ যাবলৈ ইচ্ছা কৰি আশ্ৰয় কৰি আছে ॥ ২ ॥ সোমৰস ৰাতিপুৱাতেই সূৰ্য্যৰ দৰে দীপ্যমান হৈ আছে। সেই পানী বিলাই দিওঁতাই অন্ন ইচ্ছা কৰা ভুৱনক (ভুৱনৰ মানুহক) ৰক্ষা কৰি আছে। মায়াৱী এই সোমে মায়াৰে, নিৰ্ম্মল কৰি নেতাৰ পালক পিতা সকলৰ দ্বাৰা গৰ্ভ উৎপাদন কৰাই মানুহ বিস্তাৰ কৰি ৰাখিছে ॥ ৩ ॥ গন্ধৰ্ব্বই এই সোমৰ স্থান এই দৰেই ৰক্ষা কৰি থাকে। অদ্ভুত এওঁ দেৱতাৰ জন্ম ৰক্ষা কৰি থাকে। এওঁ আমাৰ শত্ৰুক পাশেৰে (ৰচিবে) বান্ধে। পশুৰ পতি এওঁৰ মধু ভক্ষণ কৰিবলৈ ভাল কাম কৰা বিলাকে পাই ॥ ৪ ॥ হে হবিষ্মান সোম, তুমি পানীৰে ঢাক খাই মহৎ দেৱতাৰ যজ্ঞ কৰা ঘৰত যজ্ঞলৈ গৈছা। হে সোম, ৰজা, চাকনি (ৰূপ) ৰথত সংগ্ৰাম (ৰূপী) যজ্ঞলৈ উঠিছা। সহস্ৰ গমনৰ তুমি আমাক মহৎ অন্ন জয় কৰাই দিয়া ॥ ৫ ॥

## ৮৪ সূক্ত—ঋ ৫।

### ঋষি—কচৰ পুত্ৰ প্ৰজাপতি। ছন্দ—জগতী। দেৱতা—পৱমান সোম।

হে সোম, দেৱতাক আমোদ দিয়া, বিশেষ দ্ৰষ্টা পানীৰ দাতা তুমি ইন্দ্ৰ, বৰুণ আৰু বায়ুৰ কাৰণে ক্ষৰণ হোৱা। আমাৰ মঙ্গলৰ কাৰণে ধন কৰি দিয়া। বহল পৃথিৱীত দৈব জনৰ সজ্জক শব্দ কৰি মাতা ॥ ১ ॥ যি অমৰ সোমে সকলো ভুৱনত থাকি সেই সকলো ভুৱনৰ কেউফালে অহা যোৱা কৰি ৰক্ষা কৰে, সেই ইন্দুৱে যজ্ঞ সকল কাম কৰি দুঃখ বিমোচন কৰি যজ্ঞ সেৱন কৰে, যেনেকৈ উষাত সূৰ্য্যই প্ৰাণী বিলাকক এনি ভেনি যাবলৈ পোহৰ কৰি দিয়ে ॥ ২ ॥ যি সোমক গাখীৰেৰে ঢালি দি, গছ-লতাৰে দেৱতাক পাবলৈ ইচ্ছা কৰি দেৱতাৰ সুখৰ কাৰণে স্থাপন কৰে, তেওঁ শত্ৰুৰ পৰা ধন পাই। সোমে বিজুলীৰ ধাৰাৰ দৰে অভিষুত হৈ ইন্দ্ৰ আৰু দেৱতা সকলক আমোদিত কৰিবলৈ ক্ষৰণ হৈছে ॥ ৩ ॥ এয়া সেই সহস্ৰ জয় কৰা সোম ক্ষৰণ হৈছে। উষাত প্ৰবৃদ্ধ হোৱা গমনশীল (ঋত্বিকৰ) স্তুতি বাক্যৰে সমুদ্ৰৰ দৰে সোমৰস, বায়ুৰ দৰে পৱিওৱা (হৈ)

ওপৰলৈ গৈ ইন্দ্ৰৰ প্ৰিয় কলহত বহিছে ॥ ৪ ॥ গাখীৰেৰে বৰ্দ্ধন হোৱা সোমক গৰু বিলাকে নিজ গাখীৰ মিহ-লাবলৈ দিছে,—যি স্তুতি কৰিলে সকলো দিয়ে সেই স্বৰ্গক জনা সোমক (গাখীৰ মিহলি কৰিছে)। (শত্ৰুৰ) ধন জয় কৰা সোম, কৰ্ম্ম কৰা, ৰসৰূপী মেধাবী, কৰিয়ে—সকলো অন্ন কৰ্ম্মেৰে ক্ষৰণ কৰিছে ॥ ৫ ॥

## ৮৫ সূক্ত—ঋ ১২।

## ঋষি—ভৃগুৰ পুত্ৰ বেন। ছন্দ—জগতী ; ১১।১২ ত্ৰিষ্টুভ্। দেবতা—পৱমান সোম।

হে সোম, ইন্দ্ৰৰ কাৰণে অভিষুত হৈ কেউফালে ৰস উলিয়াই দিয়া। ৰোগবিলাক ৰাক্ষসবিলাকেৰে সৈতে আঁতৰি যাওক। তোমাৰ ৰস পান কৰি পাপী বিলাকে আমোদ নেপাওক। হে ইন্দু তোমাৰ ৰস এই যজ্ঞত ধনৱন্ত হওক ॥ ১ ॥ হে পৱমান সোম, আমাক সংগ্ৰামত প্ৰেৰণা দিয়া। তুমিয়েই দেৱতাৰ মাজত সমৰ্থ, প্ৰিয়কৰ আৰু আমোদ দাতা। আমাৰ শত্ৰুক মাৰা। স্তুতি ইচ্ছা কৰি আমাৰ ফালে আহা। হে ইন্দ্ৰ, সোম পান কৰি শত্ৰু খেদাই দিয়া ॥ ২ ॥ হে ইন্দু, কোনেও বাধা দিব নোৱাৰা অতি আমোদ দিয়া তুমি ক্ষৰণ হৈছা। তুমি নিজেই ইন্দ্ৰৰ উত্তম অন্ন হৈছা। এই ভুবনৰ ৰজা সোমক বহুত মনীষিয়ে স্তুতি কৰে ॥ ৩ ॥ বহুত চকু থকা, বহুত ধাৰা যুক্ত, অদ্ভুত হে ইন্দু, ইন্দ্ৰৰ কাৰণে কামনা কৰা মধু ক্ষৰণ হৈছে। ক্ষেত্ৰ (পথাৰ) জয় কৰি, পানী জয় কৰি (চাকনিলৈ) যোৱা। হে সেক্তা সোম, আমাৰ বাট বহল কৰি দিয়া ॥ ৪ ॥ হে সোম, কলহত সোমাই শব্দ কৰি গাখীৰৰ লগত মিহলি হৈছা। ভেড়াৰ নোমৰ চাকনিৰ ওচৰলৈ গৈছা। শোধন কৰা হলে পুৰস্কাৰ পোৱা ঘোঁৰাৰ দৰে ইন্দ্ৰৰ পেটলৈ গোনেই বৈ গৈছা ॥ ৫ ॥ হে সোম, সোৱাদ তুমি দেৱতালৈ ক্ষৰণ হোৱা। সোৱাদ তুমি সুআহ্বান যুক্ত নাম থকা ইন্দ্ৰলৈ ক্ষৰণ হোৱা। সোৱাদ তুমি, অবাধিত মধুৰ ৰসৰ তুমি মিত্ৰ, বৰুণ, বায়ু আৰু বৃহস্পতিলৈ ক্ষৰণ হোৱা ॥ ৬ ॥ ঘোঁৰাৰ দৰে সোমক কলহলৈ দহোটা আঙুলীৰে শোধন কৰিছে। বিপ্ৰসকলৰ মাজত তোমাই স্তুতি পাইছে। পৱমান হোৱা সোম সেই ভাল স্তুতিৰ কালে গৈছে। ইন্দ্ৰৰ গাত মদকৰ সোম বিলাক সোমাইছে ॥ ৭ ॥ হে সুবীৰ্য্য পৱমান সোম, বহল গৰু চৰোৱা ঠাই (আৰু) মহৎ আহাৰ বহল সুখৰ ঘৰ দিয়া। এই কৰ্ম্মৰ কাৰণে আমাক হিংসা কৰা বিদ্বেষীক পৰাকী হৰলৈ নিদিবা। হে সোম, তোমাৰ জৰিয়তে সকলো জয় কৰিম ॥ ৮ ॥ দ্যুলোকত থাকি বৰ্দ্ধক বিচক্ষণ সোমে স্বৰ্গত জ্বলি থকা বিলাকক (নক্ষত্ৰ আদি) বিশেষকৈ জ্বলাই আছে। কবি, ৰজা সোমে চাকনি পাবহৈ শব্দ কৰি গৈছে। স্বৰ্গৰ অমৃত ৰস মানুহৰ দ্ৰষ্টা সোমে খিৱাইছে ॥ ৯ ॥ দীপ্ত যজ্ঞৰ দুঃখ নথকা ঠাইত মধুৰ কথা কোৱা বেণ ঋষিসকলে বেলেগে বেলেগে (সোমক) দোহন কৰিছে। সেই সিঞ্চন কৰা সোমক, পৰ্ব্বতত থকা, (ৰসতীৱৰী) পানীত বৰ্দ্ধন হোৱা, ৰসৰূপ সমুদ্ৰৰ দৰে (ভাণ্ডৰ কলহত) পানীৰে ঢৌত সিঞ্চন কৰিছে। মধুৰ ৰস চাকনিত সিঞ্চন কৰিছে ॥ ১০ ॥ দ্যুলোকত থাকি পাচত পৰি অহা সোমক বেন সকলে বহুত স্তুতি কল্পনা কৰিছিল। সেই শব্দ কৰি থকা, সোণ-ময়, পক্ষী ৰূপী, মাটিত (বেদীত) থকা শিশু সোমক স্তুতি বিলাকে চেলেকিছে ॥ ১১ ॥ ওখত থকা এও গন্ধৰ্ব্ব সোমে সকলো বিহুৰূপ চাই স্বৰ্গত থাকিলগৈ। আদিত্যত সোম থাকিলত দীপ্ত তেজেৰে পোহৰ কৰিলে। মাতৃ দুজনা দ্যাবাপৃথিৱীকো দীপ্ত সূৰ্য্যাই পোহৰ কৰিলে ॥ ১২ ॥

## ৮৬ সূক্ত—ঋ ৪৮।

## ঋষি—১-১০ আকৃষ্ট মাষ নামেৰে ঋষিসকল ; ১১-২০ সিকতা নিবাৱৰী নামে ঋষি ; ২১-৩০ অজ পৃশ্নিসকল ; ৩১-৪০—আকৃষ্ট মাষ নামৰ তিনিজন ; ৪১-৪৫-ভূমি পুত্ৰ অত্ৰি ; ৪৬-৪৮-শুনকৰ পুত্ৰ গৃৎসমদ। ছন্দ—জগতী। দেবতা—পৱমান সোম।

হে পৱমান সোম, তোমাৰ ব্যাপ্ত মনৰ বেগ বিলাকে মদকৰ ৰস অনায়াসে নিজে নিজে শীঘ্ৰে যোৱা ঘোঁৰা পোৱালীৰ দৰে যাবলৈ ধৰিছে। স্বৰ্গত (ওখ ঠাইত) চাকনিত ধৰি ৰখা ভালকৈ পৰা, চৰাইৰ দৰে, মধুৰ, অতি আমোদকৰ দীপ্ত ৰস বিলাক কলহত বহি বৈছে গৈ ॥ ১ ॥ মাদকত্তা থকা তোমাৰ মধু ৰস বিলাকে ৰস বহন কৰা ঘোঁৰাৰ দৰে বেলেগে বেলেগে লৰ মাৰি গৈছে। সেই মধুৰ সোমৰ ঢৌ বিলাকে গাই গৰুৱে পোৱালীক গাখীৰ পিওৱা দৰে বজ্ৰবান ইন্দ্ৰৰ ফালে গৈছে ॥ ২ ॥ ঘোঁৰাক যুদ্ধলৈ পথিয়ালে খৰকৈ যোৱা দৰে, স্বৰ্গক জনা তুমি, হে সোম, খৰকৈ আহা। দ্যুলোকত থকা মেঘ-মাক-যাৰ (পানীৰ) তাৰ ওচৰলৈ যোৱা। হে বৰ্দ্ধক সোম, ভেড়াৰ নোমৰ চাকনি থকা ওখ ঠাইৰ পৰা বিশুদ্ধ হৈ ইন্দ্ৰৰ কাৰণে যোৱা ॥ ৩ ॥

হে পৱমান সোম, তোমাৰ, মনৰ দৰে বেগী ব্যাপক ধাৰা বিলাক পখীবোৰে সৈতে মিহলি হৈ ধাৱক ( কলহলৈ ) গৈছে। হে সোম, ঋষি সকলে ভাল পোৱা তোমাক কৰ্ম্মৰ বিধান দিওতা ঋষিয়ে অনবৰত ধাৰাৰে পাত্ৰৰ ভিতৰত ভৰাই দিছে ॥ ৪ ॥ হে সকলো দেখা প্ৰভু সোম, তুমি মহান হৈ ৰশ্মিবিলাক সকলো ( দেৱতাৰ ) শৰীৰলৈ গৈ প্ৰকাশ কৰিছা। হে সোম ব্যাপক তুমি ধৰ্ম্মবোৰে পৱমান হৈছা। সকলো ভুবনৰ স্বামী হৈ বিৰাজ কৰিছা ॥ ৫ ॥ প্ৰবমান হোৱা অবিচলিত হৈ সোমৰ পতাকা ৰূপী ৰশ্মিবিলাক ইফালে সিফালে গৈ আছে। যেতিয়া চাকনিত হৰিৎ বৰ্ণৰ এই সোমক শোধিত কৰে ( তাৰ পাচত ) চলি গৈ এওঁ ( সোম ) কলহত বহে ॥ ৬ ॥ যজ্ঞৰ নিচান সুযজ্ঞৰ সোম পৱমান হৈছে। দেৱতাৰ স্থানলৈ গৈছে। সহস্ৰ ধাৰাৰে কলহলৈ গৈছে। শব্দ কৰি বৰ্ষক সোম চাকনি পাৰ হৈ তললৈ ( কলহলৈ ) গৈছে ॥ ৭ ॥ এই ৰজা সোম নদীত ( বসতীবৰী পানীত ) আশ্ৰয় কৰি সমুদ্ৰলৈ গৈ ( পাত্ৰলৈ গৈ ) গা ধুইছে আৰু পানীৰ ঢৌ তুলিছে। ভেড়াৰ নোমৰ চাকনিত পৱমান হৈ ওখ ঠাইত, পৃথিবীৰ নাভি যজ্ঞ বেদীত মহৎ দ্যুলোকৰ ধাৰক সোম বৈছে গৈ ॥ ৮ ॥ যি সোমৰ ধৰ্ম্মত স্বৰ্গ আৰু পৃথিৱী ৰৈ আছে, তেওঁ স্বৰ্গত গৰ্জ্জন কৰা মেঘৰ দৰে চিঞৰি শব্দ কৰিছে। তেনেকুৱা সোম পৱমান হৈ ইন্দ্ৰৰ সখীত্ব লাভ কৰিছে। পবিত্ৰ হৈ কলহত বহি আছে ॥ ৯ ॥ যজ্ঞৰ জ্যোতি সোমে ( দেৱতাৰ ) প্ৰিয় মধুৰ ৰস ক্ষৰণ কৰিছে। ( সোমৰস ) দেৱতাৰ উৎপাদক পিতা। বহুত ধনৰ তেওঁ দ্যাবাপৃথিবীৰ মাজত থকা বস্তু দিয়ে। অতি আমোদ দিয়া সোম ৰস ইন্দ্ৰৰ বৰ্দ্ধক ॥ ১০ ॥ ধোঁৱাৰ দৰে যোৱা, দ্যুলোকৰ পতি, শত ধাৰাৰে, বিচক্ষণ, হৰিৎ বৰ্ণৰ ( সোম ) নদীৰ পানীৰে শোধন কৰা ভেড়াৰ নোমৰ চাকনিত চেকা পৱমান সোমে শব্দ কৰি কলহত সোমায় যজ্ঞৰ স্থানত বহিছে ॥ ১১ ॥ যি পৱমান সোম নৈৰ পানীৰ আগত যায়, আগত যাবৰ যোগ্য, যাকু আগতে স্তুতি কৰা হয়, গৰুৰ গাখীৰৰ আগতে যায়, অন্ন লাভৰ কাৰণে মহাধন সংগ্ৰামলৈ যি আগতে যায়, সেই সু-অন্ন যুক্ত বৰ্ষক সোমক যজ্ঞৰ কৰ্ত্তা সকলে বিশুদ্ধ কৰিছে ॥ ১২ ॥ এয়া সোম স্তোত্ৰবান, বিশুদ্ধ কৰা। প্ৰেৰিত হৈ চৰায়ে যেনেকৈ খংকৈ যায় তেনেকৈ ভেড়াৰ নোমৰ চাকনিলৈ ঢৌ খেলাই গৈছে। হে কবি ইন্দ্ৰ, তোমাৰ কৰ্ম্মৰে আৰু মনেৰে দ্যাবাপৃথিবীৰ মাজত শুচি সোম ক্ষৰণ হৈছে ॥ ১৩ ॥ স্বৰ্গ স্পৰ্শ কৰা কৱচ পিন্ধি, যজন কৰিবলগীয়া, অন্তৰীক্ষ পূৰণ কৰা এই সোমে পানী জন্মাই, ভুবনত অৰ্পন কৰি ( অৰ্থাৎ পৃথিবীত ঢালি দি বৰষুণ হৈ ) আকাশেদি নামি আহে। এই সোমে পানীৰ পালক পুৰণি ইন্দ্ৰক পৰিচৰণ কৰে ॥ ১৪ ॥ যি সোমে ইন্দ্ৰৰ তেজোময় শৰীৰ আগতে পালেগৈ, সেই সোমে ইন্দ্ৰত প্ৰবেশ কৰি মহৎ সুখ দিয়ে। যি এই সোমৰ পৰম স্থলত দ্যুলোকত থাকে। য'ৰ পৰা ইন্দ্ৰই সোম পানত ( তৃপ্ত হৈ ) সকলো সংগ্ৰামত সংযত হৈ যায়, ( সেই সোমে বহুত সুখ দিয়ে ) ॥ ১৫ ॥ সোমে ইন্দ্ৰৰ ( পেট ) পাবলৈ গৈছে। সখা সোমে সখা ইন্দ্ৰৰ পেটত আমনি নকৰে। যুৱতীৰ ওচৰলৈ গৈ মানুহে যেনেকৈ সঙ্গত হয় তেনেকৈ সোমে অভিষৱ কৰোতে ( বসতীবৰী ) পানীৰ লগত মিলি যায়। পাচত সোমে শতছিদ্ৰ থকা ( চাকনি ) পাৰ হৈ যায় ॥ ১৬ ॥ হে সোম, তোমাৰ মদকৰ শব্দ শুনিবলৈ ইচ্ছা কৰি স্তোতাই এসতিৰ উপযুক্ত যজ্ঞৰ ঘৰত ধ্যান কৰি সোমাইছে। মণীষি স্তোতা সকলে তোমাক স্তুতি কৰিছে। গাই গৰু বিলাকেও গাখীৰেৰে এওঁক মিহলি কৰি দিছে ॥ ১৭ ॥ হে পৱমান ইন্দু, তুমি আমাক বহুত সংগ্ৰহ কৰা ভাল অন্ন ক্ষৰণ কৰা, যি আমাক দিনে দিনে ( তিনি সৱনত ) তিনি বাৰ প্ৰতিবন্ধক নোহোৱা বাক্যযুক্ত, অন্নযুক্ত, মধুমান সুবীৰ্য্য পুত্ৰ ( খিৱাই ) আনি দিয়ে ॥ ১৮ ॥ এয়া স্তোতাৰ কামবৰ্ষক, বিচক্ষণ ( সোম ), উষা আৰু সূৰ্য্যৰ বৰ্দ্ধয়িতা, নদীবিলাকৰ কৰ্ত্তা অভিষুত সোম পৱমান হৈ কলহত সোমাবলৈ বিচাৰিছে,—মনীষিসকলে স্তুতি কৰা ইন্দ্ৰৰ হৃদয়ত সোমাবলৈ বিচাৰিছে ॥ ১৯ ॥ এয়া পুৰণি কবি, নেতাসকলে নিয়মিত কৰা সোম পৱমান হৈ শব্দ কৰি কলহত সোমাবলৈ বিচাৰিছে। তিনি ঠাইত বিস্তৃত পানী উৎপাদন কৰি ইন্দ্ৰ আৰু বায়ুৰ সখীত্ব কৰিবলৈ ( শব্দ কৰিছে ) ॥ ২০ ॥ এই সোমে পবিত্ৰ হৈ উষাত পোহৰ কৰিলে। এওঁ নদীৰ ( বসতীবৰী ) পানীৰ দ্বাৰা বৰ্দ্ধিত হল। মানুহৰ সৃষ্টিকৰ্ত্তা এই সোমে তিনি সাত ( একৈশ ) জনী গৰুৰ গাখীৰ মিহলাবলৈ খিৱালে। মদকৰ ৰমণীয় সোম অন্তৰলৈ ( অন্তৰ জয় কৰিবলৈ ) ক্ষৰণ হৈছে ॥ ২১ ॥ হে সোম, দিব্য স্থানলৈ ক্ষৰণ হোৱা। হে ইন্দু, চাকনিৰ বিস্তাইদি কলহলৈ বৈ যোৱা। নেতাসকলে সংযত কৰি আহুতি কৰিলে ইন্দ্ৰৰ পেটত শব্দ কৰি সোমোৱা। সূৰ্য্যক স্বৰ্গলৈ তুলি দিয়া ॥ ২২ ॥ হে ইন্দু, শিলেৰে চেপা হলে চাকনিত

পৰি ক্ষৰণ হোৱা। ইন্দ্ৰৰ পেটত সোমাই বিচক্ষণ সোম তুমি মানুহক ( অনুগ্ৰহেৰে ) চোৱা। তুমি অঙ্গিৰা সকলক পানী ক্ষৰণ কৰিবলৈ মেঘ ভাঙি দিলা ॥ ২৩॥ হে পৱমান সোম, তোমাক সুকৰ্ম্মা বিপ্ৰসকলে ৰক্ষাৰ কাৰণে স্তুতি কৰে। হে ইন্দু, সকলো স্তুতিৰে অলঙ্কৃত কৰা তোমাক শেন চৰায়ে স্বৰ্গৰ পৰা আহৰণ কৰিলে ॥ ২৪ ॥ পৱমান হৰিৎ বৰ্ণৰ সোমৰস ভেড়াৰ নোমৰ চাকনিত কেউকালে ক্ষৰণ হৈছে। সাতজনী শকৰে ( সপ্ত ছন্দেৰে ) পথিয়াই দিছে। কবি তোমাক অন্ত-ৰীক্ষৰ মাজত ঋতৰ ( পানীৰ ) মাজত মহান মনুষ্য সকলে বেচিকৈ প্ৰেৰণ কৰে ॥ ২৫ ॥ এয়া পৱমান সোমে যজমানক সকলো ( বৈদিক-লৌকিক ) সুপথ কৰি দি শত্ৰুক অতিক্ৰম কৰি গৈছে। নিজক ৰশ্মিৰে ৰূপবান কৰি দেখিবলৈ ভাল হৈ কবি সোমে ধোঁৱাৰ দৰে ভেলি ভেড়াৰ নোমৰ চাকনিলৈ গৈছে ॥ ২৬ ॥ অসংলগ্ন শত ধাৰাৰ সেই বিলাক সোম ইফালে সিফালে পানী বিচাৰি গৈ আছে। গৰুৰ গাখীৰ আঙ্গুলিৰে মিহলাই শোধন কৰিছে। স্বৰ্গৰ পৰা পোহৰ কৰা তৃতীয় স্বৰ্গত বহি থকা সোমক ( শোধন কৰিছে ) ॥ ২৭ ॥ হে সোম, তোমাৰ দিব্য ৰেতসৰ পৰা এই প্ৰজাবিলাক উৎপত্তি হৈছে। তুমি সকলো ভুবনৰ ৰজা। হে পৱমান সোম এই বিশ্ব সংসাৰ তোমাৰ বশ। হে ইন্দু, সূৰ্য্য তুমি নিয়মৰ ধাৰক হৈছা ॥ ২৮ ॥ হে কবি ( সোম ) তুমি সমুদ্ৰ, সকলো জনা। তোমাৰ ধাৰণত পাঁচ দিক্ আছে। তুমি স্বৰ্গ আৰু পৃথিৱী ধাৰণ কৰা। হে পৱমান সোম, তোমাৰ পোহৰ বিলাক সূৰ্য্যৰ দৰে ॥ ২৯ ॥ হে পৱমান সোম, তুমি ৰজোলোকৰ বিধায়ক চাকনিত দেৱতাৰ কাৰণে শোধিত হৈছা। তোমাক বিচাৰি ঋত্বিকে প্ৰথমতে গ্ৰহণ কৰে। তোমাকেই এই সকলো ভুবনে নিজক যাচি দিয়ে ॥ ৩০ ॥ শব্দ কৰা সোমে ভেড়াৰ নোমৰ চাকণি পাৰ হৈ গৈছে। সেজ্ঞা এই হৰিৎবৰ্ণৰ সোমে পানীত শব্দ কৰি থাকোতে ধ্যান কৰোতা সকলে সোম কামনা কৰি স্তুতি কৰিছে। শিশুৰ দৰে সোমক শব্দ কৰি স্তুতি বিলাকে চেলেকিছে ॥ ৩১ ॥ সেয়া সোমে নিজে যেনেকৈ জানে তেনেকৈ তিনিপাক ( তিনি সৱন ) যজ্ঞ বিস্তাৰ কৰি সূৰ্য্যৰ ৰশ্মিৰে বেষ্টন কৰিছে। ঋতৰ ( নিয়মৰ ) নতুন প্ৰশংসা স্তুতি পাই মানুহৰ পালক সোমে সংস্কাৰ কৰা পাত্ৰলৈ গৈছে ॥ ৩২ ॥ নদী বিলাকৰ ৰজা, স্বৰ্গৰ পালক সোমে ঋতৰ ( যজ্ঞৰ ) বাটেৰে শব্দ কৰি গৈছে। সহস্ৰ ধাৰাৰে হৰিৎ বৰ্ণৰ সোমক ( ঋত্বিকে পাত্ৰত ) ঢালি দিছে। পবিত্ৰ হৈ, শব্দ উলিয়াই ধন পাবলৈ গৈছে। ( আমাক দিবলৈ ধন আনিবলৈ গৈছে ) ॥ ৩৩ ॥ হে পৱমান সোম, বহুত পানীৰ ফালে তুমি গৈছা। সূৰ্য্যৰ দৰে বিচিত্ৰ ভেড়াৰ নোমৰ চাকণি পাৰ হৈ পাত্ৰলৈ গৈছা। হাতেৰে শোধন কৰা নেতা সকলে শিলেৰে চেপি দিয়াত ধনৰ হিতৰ কাৰণে গৈছা ॥ ৩৪ ॥ হে পৱমান সোম, অন্ন আৰু বলৰ সোঁত বোৱাই দিছা। শেনে বাঁহত বহা দৰে কলহত বহিছাগৈ। ইন্দ্ৰৰ কাৰণে মদৰ হেতু মদকৰ মদৰস অভিষুত হৈছে। সেই মদকৰ ৰস সোম দ্যুলোকৰ ধৰি ৰখা খুটাৰ দৰে কৰ্ম্ম ক্ষম ॥ ৩৫ ॥ মাতৃ স্থানীয়া সাত বাই ভনীয়ে ( নদীয়ে ) নতুনকৈ জন্ম হোৱা, জয়শীল, বিদ্বান, পানী জন্ম দিওঁতা পানীৰ ধাৰক, স্বৰ্গত হোৱা, নেতা সকলক বোৱা সকলো ভুবনতে বিৰাজমান হবলৈ শিশু সোমক চাৰিওফালে বেৰি আছে ॥ ৩৬ ॥ হে ইন্দু, সকলোৰে ঈশ্বৰ তুমি এই ভুবনৰ মাজেদি হৰিৎবৰ্ণৰ ঘৰকৈ যোৱা ঘোঁৰা ৰথত লগাই যোৱা। সেই ঘোঁৰাকৈ যোৱা ঘোঁৰাই মধুৰ ঘিঁউ আৰু গাখীৰ ক্ষৰণ কৰক। হে সোম, তোমাৰ কৰ্ম্মত সকলো মানুহ থাকক ॥ ৩৭ ॥ হে সোম, তুমি সকলো ভুবনত মানুহৰ দ্ৰষ্টা হৈছা। হে কামবৰ্ষী পৱমান সোম, তুমি সেই বিলাক ঠায়ে দি যোৱা। তুমি আমালৈ সোণযুক্ত ধন ক্ষৰণ কৰা। ( তেতিয়া ) আমি মানুহৰ মাজত জীয়াই থাকিব পাৰিম ॥ ৩৮ ॥ —হে সোম, গৰুৰ, ধনৰ আৰু সোণৰ লাভ কৰাৰ কাৰণে তুমি ক্ষৰণ হোৱা। ৰেতঃ ধাতা হৈ ভুবনত অৰ্পন কৰা হে ইন্দু, তুমি ভাল বীৰ, সকলো জনা, তোমাক মেধাবী সকলে এই স্তুতি বাক্যৰে উপসনা কৰিছে ॥ ৩৯ ॥ এই মধুৰ ৰসৰ ঢৌৱে বিচাৰিব লগীয়া মধুৰ বাক্য উত্থাপন কৰিছে। পানীৰে ঢাকি মহান সোমে গা ধুইছে। ৰজা সোমে চাকনিৰূপ ৰথত উঠি সংগ্ৰামলৈ ( যজ্ঞলৈ ) গৈছে। সহস্ৰ ফালে যোৱা তেওঁ আমালৈ মহৎ যশ জয় কৰি আনক ॥ ৪০ ॥ সেই সকলোৰে জীৱন স্বৰূপ পুত্ৰৰূপ ফল দাতা সোমে সুভৰণ যুক্ত সকলৰ স্তুতি দিনে ৰাতিয়ে প্ৰেৰণ কৰি আছে। পুত্ৰ যুক্ত ব্ৰহ্মকৰ্ম্ম, ধন, বহল ঘৰ হে ইন্দু, ( ইন্দ্ৰই ) পান কৰিলে তুমি ইন্দ্ৰৰ পৰা আমালৈ আনি দিবা ॥ ৪১ ॥ সেই হৰিৎবৰ্ণৰ, দেখিবলৈ ভাল, মদকৰ সোমে দিনৰ আগ ভাগতে ( পুৱাতে ) প্ৰাণীৰ চেতনাৰ সৈতে দীপ্তিৰে জনাই দিয়ে। সেই সোমে সংসাৰ ৰক্ষা কৰিবলৈ পৃথিৱীৰ আৰু স্বৰ্গৰ মানুহৰ বল ধাৰণ কৰিবৰ অৰ্থে তেওঁবিলাকৰ গাত প্ৰবেশ কৰে ॥ ৪২ ॥ ( ঋত্বিকসকলে ) সোমক গাখীৰ মিহলাই ব্যঞ্জন কৰে,

—আৰো মিহলাই। বল কৰ্ত্তা সোমক (দেৱতাসকলে) চেলেকে। আৰো মধুৰে মিহলি কৰে। সেই বলৰ আধাৰ সোমকেই ওখ ঠাইলৈ লৈ যায়। সেই সেক্তাক সোণেৰে পবিত্ৰ কৰি দ্ৰষ্টাক (বসতীৱৰী পানীত ৰাখে ॥ ৪৩ ॥ (হে ঋত্বিকসকল) মেধাবী পৱমান সোমৰ কাৰণে স্তুতি কৰা। সেই সোম অন্ন ৰৰষুণৰ ধাৰাৰে বৈ গৈছে। সাপৰ দৰে পুৰণি ছালৰ মোট সলাইছে। কামবৰ্দ্ধক হৱিংবৰ্ণৰ সোমে ঘোঁৰাৰ দৰে খেমালী কৰি চলি গৈছে ॥ ৪৪ ॥ ৰজাৰ দৰে আগত যোৱা পানীত থকা তেওঁ (সোমে) বল দেখুৱাইছে। ভুবন মানুহৰ দিন বিলাক জোখ কৰিবলৈ তেওঁ স্থাপিত হৈছে। হৰিৎ বৰ্ণৰ, পানী ক্ষৰণ কৰা, দেখিবলৈ ভাল, পানী যুক্ত, জ্যোতিৰ্ম্ময় ৰথৰ, ধন পোৱাই দিওঁতা সোম পবিস্কৃত হৈছে ॥ ৪৫ ॥ দ্যুলোকৰ ধাৰক ওপৰলৈ যোৱা সোম অভিষুত কৰা হৈছে। তিনি ধাতুৰে মিশ্ৰন কৰা মদকৰ সোমত পানী বৈ গৈছে। যেতিয়া সোম ৰূপৱন্ত হয় তেতিয়া শব্দ কৰা সোমক স্তুতি কৰা সকলে চেলেকি চাই। স্তোতাই স্তুতি কৰে ॥ ৪৬ ॥ পবিত্ৰ কৰাৰ পাচত ধৰি লৈ যোৱা সোমৰ ধাৰা ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গৈছে। হে সোম, যেতিয়া গৰুৰ গাখীৰেৰে চেপা শিলৰ ফালৰ ওপৰত মিহলাই দিয়া হয় তেতিয়া পৰিস্কাৰ হৈ কলহত বহাগৈ ॥ ৪৭ ॥ হে কৰ্ম্মজ্ঞ, স্তত্য সোম, তুমি আমাৰ যজ্ঞলৈ ক্ষৰণ হোৱা। চাকনিৰ মাজেদি প্ৰিয় মধু ক্ষৰণ কৰা। হে দীপ্ত সোম ভক্ষক ৰাক্ষসক মাৰা। সুপুত্ৰাদিৰে সৈতে আমি তোমাৰ মহৎ স্তৱ কৰিম ॥ ৪৮ ॥

## ৮৭ সূক্ত—ঋ ৯।

## ঋষি—কবিৰ পুত্ৰ উশনা। ছন্দ—ত্ৰিষ্টুভ্।

## দেৱতা—পৱমান সোম।

হে সোম, সোনকালে যোৱা,—কলহত সোমাই বহা। নেতা সকলে শোধন কৰা অন্নলৈ যোৱা। বলৱন্ত ঘোঁৰাৰ দৰে তোমাক মাৰ্জ্জন কৰা জিভাৰ দৰে আঙুলিৰে (অধ্বৰ্য্যু আদিয়ে) যজ্ঞৰ ফালে লৈ গৈছে ॥ ১ ॥ ভাল অস্ত্ৰ থকা ইন্দু দেৱতা ক্ষৰণ হৈছে। অৱস্তি আৰু উপদ্ৰৱৰ পৰা ৰক্ষা কৰি দেৱতাৰ উৎপাদক পিতা, সুদক্ষ, স্বৰ্গক বিশেষকৈ স্তম্ভন কৰা, পৃথিবীৰ ধাৰক (সোম ক্ষৰণ হৈছে) ॥ ২ ॥ ঋষি, বিপ্ৰ, মানুহৰ আগ শাৰীত যোৱা, কৰ্ম্মক্ষম আৰু ধীৰ উশনা ঋষিয়ে কাব্য ৰচনাৰে স্তোত্ৰেৰে এই গৰুবিলাকৰ গোপনীয় নাম জানিলে ॥ ৩ ॥ হে ইন্দ্ৰ, কামবৰ্দ্ধক তোমালৈ এয়া মধুৰ, বৰ্দ্ধক সোম চাকনিত ক্ষৰণ হৈছে। (এই সোম) শত সহস্ৰ বহুত দাতা, বলবান, যজ্ঞত সদায় থকা ॥ ৪ ॥ এই সোম বিলাক সহস্ৰ অন্ন,—গৰুৰ গাখীৰৰ কাৰণে, চাকনিৰ বিস্তাইদি শোধিত হৈ মহৎ অন্নৰ কাৰণে, অমৃতত্বৰ কাৰণে, অন্ন ইচ্ছা কৰি, সেনা জয় কৰা ঘোঁৰাৰ দৰে বৈ গৈছে ॥ ৫ ॥ বহুতে আহুত কৰা, শোধিত কৰা এই সোমে মানুহৰ কাৰণে সকলো ভোজন কৰা অন্ন দিবলৈ পবিস্কৃত হৈছে। শেনে আহৰণ কৰা হে সোম, তুমি অন্ন আহৰণ কৰা। ধনে সৈতে সোম অন্ন দিয়া ॥ ৬ ॥ এয়া অভিষুত কৰা চাকনিলৈ এৰি দিয়া সোম, এৰি দিয়া ঘোঁৰাৰ দৰে দৌৰ মাৰিছে—বহুত গৰু বিচৰা বীৰৰ দৰে, মহে যেনেকৈ সিং জোকাৰি যুজিবলৈ যায় (তেনেকৈ এয়া সোম গৈছে) ॥ ৭ ॥ এয়া সোমৰ ধাৰা ওখ ঠাইৰ পৰা (পাত্ৰলৈ) গৈছে। পৰ্ব্বতৰ মাজত কোনো গুপ্ত ঠাইত থকা গৰু পালেগৈ। স্বৰ্গত মেঘে পথিওৱা বিজুলীৰ দৰে গৰজি এয়া সোমৰ ধাৰা হে ইন্দ্ৰ, তোমাৰ কাৰণে ক্ষৰণ হৈছে ॥ ৮ ॥ আৰু হে সোম, বিশুদ্ধ কৰা হৈ গৰু বিলাক আনিবলৈ ইন্দ্ৰৰ সৈতে একে ৰথতে গৈছিলা। হে ক্ষিপ্ৰদাতা সোম, স্তুতি কৰি থকা আমাক বহুত মহৎ অন্ন দিয়া। হে অন্নবান সোম, সেই অন্নবিলাক তোমাৰ নিজৰ ॥ ৯ ॥

## ৮৮ সূক্ত—ঋ ৮।

## ঋষি আদি ৮৭ সূক্তৰ দৰে।

হে ইন্দ্ৰ, এয়া সোম তোমালৈ অভিষুত কৰা হৈছে, তোমাৰ কাৰণে পৰিস্কাৰ কৰা হৈছে। তুমি এয়া পান কৰা। তুমিয়েই যি সোম কৰিলা, তুমি বিচাৰি এয়া সোম আনিলা,—আমোদৰ আৰু সহায়ৰ কাৰণে—(গতিকে তুমি পান কৰা) ॥ ১ ॥ সেই সোমক বহুত ভাৰ বহন কৰা ৰথৰ দৰে বহুত ধন আমাক আনি দিবলৈ (ৰথৰ দৰে) যোগ কৰিলে। পাচত সকলো জন্ম হোৱা মানুহে ওপৰ মুখৰ (স্বৰ্গ লাভ কৰিব পৰা) সংগ্ৰামলৈ যাওক ॥ ২ ॥ যি সোম, ইচ্ছা মতে যোৱা বায়ুৰ দৰে নিযুত ঘোঁৰা যুক্ত নাসত্যা দুজনৰ দৰে আহ্বান শুনি সকলোকে সুখ দিয়া; দ্ৰবিণোদাৰ দৰে নিজেই বিশ্ব বৰণীয়, পূষাৰ দৰে মনোবেগ,—॥ ৩ ॥ (হে সোম) ইন্দ্ৰৰ দৰে যি তুমি মহান কৰ্ম্ম কৰিলা, শত্ৰুৰ হন্তা হৈছা, পুৰ ভঙ্গা হৈছা, পেদুৰ ঘোঁৰাৰ দৰে অহি (সাপ) বিলাক মৰা হৈছা; তুমি সকলো দস্যুৰ নিধনকৰ্ত্তা ॥ ৪ ॥ অগ্নিৰ দৰে যি সোমে

হাৰিত বল কৰে সেইদৰে সোমে অনায়াসে অন্তৰীক্ষত বল কৰে। যুদ্ধ কৰা বীৰৰ দৰে ৰিপক্ষক চিঞৰি আহ্বান কৰা দৰে শব্দ কৰি পৱমান হৈ বহুত ৰস বোৱাই দিয়ে ॥ ৫ ॥ এই বিশুদ্ধ কৰা সোম ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গৈছে। স্বৰ্গৰ পৰা অহা (বৰষুণৰ) পানীৰ দৰে মেঘৰ পৰা নামি আহি অনায়াসে নদী তললৈ গৈ সমুদ্ৰলৈ যোৱা দৰে অভিষুত কৰা সোম বিলাক কলহলৈ যায় ॥ ৬ ॥ হে সোম, মদবান তুমি স্বৰ্গৰ প্ৰজা মৰুত সজ্ঞৰ দৰে ক্ষৰণ হোৱা। পানীৰ দৰে সোনকালে ক্ষৰণ হোৱা তুমি আমালৈ সুমতিৰ হোৱা। সহস্ৰৰূপী যুদ্ধ জয় কৰা ইন্দ্ৰৰ তুমি যজন কৰিবলগীয়া ॥ ৭ ॥

৮ ঋক ১।৯১।৩ ঋকৰ দৰে ॥ ৮ ॥

## ৮৯ সূক্ত—ঋ ৭।

## ঋষি আদি ৮৭ সূক্তৰ দৰে।

বহন কৰা ঘোঁৰাৰ দৰে (যজ্ঞৰ) বাটেৰে গৈ স্বৰ্গৰ বৰষুণৰ দৰে পৱমান সোম বৈ গৈছে। সেই সোম সহস্ৰ ধাৰাৰে মাকৰ কোলাত পানীত আমাৰ ওচৰত বহিছে ॥ ১ ॥ এয়া ৰজা সোমে নদী বিলাকেৰে (ৰসভীৰৰী পানী আৰু গাখীৰ আদিৰে) কাপোৰ পিন্ধিলে। অতি পোনে পোনে যোৱা ঋতৰ (নিয়মৰ) ৰথত উঠিলে। শ্যেনে অপহৰণ কৰি অনা সোম পানীত বৃদ্ধি হল। এওঁক পিতাই (অধ্বৰ্য্যুৱে) দোহন কৰে ॥ ২ ॥ শত্ৰুৰ হিংসক সিংহৰ দৰে মধুৰ প্ৰেৰক হৰিৎ বৰ্ণৰ এই দ্যুলোকৰ পতি সোমক যজমান সকলে ওচৰলৈ আহি বেৰি ধৰে। সংগ্ৰামত দেৱতাৰ মাজত মুখ্য বীৰ সোমে গৰু যোৱা বাট শুধিলে। এই সোমৰ সামৰ্থ্যৰে সেক্তা ইন্দ্ৰই বিশ্বক পালন কৰে ॥ ৩ ॥ মধুৰ পিঠি ভাগ যুক্ত, ভয়ঙ্কৰ, গন্তা, দৰ্শনীয় সোমক ডাঙৰ চকৰিৰ ৰথত (যজ্ঞৰ ৰথত) জুৰিছে। এই সোমক বাই ভনী বন্ধু (আঙুলি বিলাকে মাৰ্জ্জন কৰি সমান বন্ধনৰ (আঙুলি বিলাকে) বলৱন্ত সোমক আৰু মলী কৰে ॥ ৪ ॥ ঘিঁউ খিৰোৱা চাৰিজনী গৰুৱে একে ধাৰক ঠাইত থাকি এই সোমক সেৱন কৰে। অনেৰে বিশুদ্ধ কৰি সেই ঘিঁউ খিৰোৱাই এওঁক পাইছি। তেওঁ বিলাকে সকলোতে বহুত পৰিভৱ কৰে ॥ ৫ ॥ এয়া সোম স্বৰ্গৰ খুটাৰ দৰে পৃথিৱীৰ ধাৰক। আৰু সকলো মানুহ এওঁৰ হস্তগত। আমাক কামনা কৰা সোমে স্তুতি কৰা স্তোতালৈ নিযুত ঘোঁৰা থকা বায়ুৰ দৰে আহি ধন দিয়া হোৱা। সেই মধুৰ সোম ইন্দ্ৰৰ কাৰণে অভিযুত হৈ ক্ষৰণ হৈছে ॥ ৬ ॥ হে সোম, যুদ্ধ কৰি দুঃখ নোপোৱাকৈ বৃত্ৰ বধ কৰি অহা ইন্দ্ৰৰ কাৰণে যজ্ঞৰ চাৰিউফালে ক্ষৰণ হোৱা। মহৎ আনন্দ দিয়া ধন আমাক দিয়া। আমি সুবীৰ্য্য ধনৰ পতি হম ॥ ৭ ॥

## ৯০ সূক্ত—ঋ ৬।

## ঋষি—মিত্ৰাৱৰুণৰ পুত্ৰ বশিষ্ঠ। ছন্দ—ত্ৰিষ্টুভ্।

## দেৱতা—পৱমান সোম।

ঋত্বিক সকলে পঠিয়াই দিয়া, দ্যাৱাপৃথিৱীৰ জন-য়িতা সোমে অন্ন আনিবলৈ যায়। ইন্দ্ৰক পাই অস্ত্ৰ সস্ত্ৰ বিলাক চোকা কৰি সকলো ধন (আমাক দিবলৈ) হাতত ধৰি লয় ॥ ১ ॥ তিনি পিঠিৰ (তিনি সৱনৰ) কামবৰ্ষক, অন্নধাৰণ কৰা সোমলৈ যোৱা পোৱা স্তোতা সকলৰ বাক্যই শব্দ কৰিছে। বৰুণে নৈৰ পানীৰে ঢকা দৰে ৰত্নধাৰণ কৰা সোমে ধন বিলাক (স্তোতাক) দিছে ॥ ২ ॥ হে সোম, (তুমি) বীৰৰ সজ্ঞ, যাৰ সকলো বীৰ আছে। সহিৰ পৰা, জয়শীল, ধনদাতা—তুমি ক্ষৰণ হোৱা। তোমাৰ অস্ত্ৰ তীক্ষ্ণ, তুমি ধনুত ক্ষিপ্ৰ হস্ত। যুদ্ধত পৰাজয় নোহোৱা (কিন্তু) আনক পৰা-জয় কৰা—(তুমি ক্ষৰণ হোৱা) ॥ ৩ ॥ হে সোম, বহল বাট থকা তুমি অভয়দান কৰি দ্যাৱাপৃথিৱীত ক্ষৰণ হোৱা পানী, ঊষা, আদিত্য আৰু ৰশ্মি বিলাক ভাগ কৰি দিবলৈ আৰু আমাক মহৎ অন্ন দিবলৈ শব্দ কৰিছা ॥ ৪ ॥ হে পৱমান ইন্দু, তুমি বৰুণ, মিত্ৰ, ইন্দ্ৰ, বিষ্ণু, মৰুৎগণ আৰু মহান ইন্দ্ৰক, হে সোম, আমোদ দিবৰ কাৰণে তৰ্পন কৰা ॥ ৫ ॥ হে সোম, এনেকৈ স্তুতি কৰা কৰ্ম্মবান তুমি ৰজাৰ দৰে বলেৰে সকলো দুৰিত নাশ কৰি ক্ষৰণ হোৱা। হে দীপ্ত সোম, ভাল সূক্ত কৰাক, আমাৰ স্তোতাক অন্ন দিয়া। তোমা-লোকে আমাক সদায় স্বস্তিৰে পালন কৰা ॥ ৬ ॥

## ৯১ সূক্ত ঋ ৬।

## ঋষি—মৰীচিৰ পুত্ৰ কশ্যপ। ছন্দ—ত্ৰিষ্টুভ্।

## দেৱতা—পৱমান সোম।

শব্দ কৰি থকা পৱমান সোমক যজ্ঞত কৰ্ম্ম কৰি (ঋত্বিক সকলে) আঙুলিৰে থেলি পাত্ৰত এৰি দিছে। দেৱতাৰ মন ওতপ্ৰোত কৰা দেৱতাৰ মুখ্য স্তুতিৰে সৈতে দহ আঙুলিৰে যজ্ঞ ঘৰৰ কালে বাহন কৰা সোমক ওখত থকা ভেড়াৰ নোমৰ চাকনিত পেলায় দিছে ॥ ১ ॥ সাধু স্তোতা মানুহে অভিষুত কৰা ইন্দু দেৱতা সকলে পান কৰাৰ কাৰণে গৈছে। জয়ৰ

যি সোম ( সেই সোমক ) নেতা সকলে ভেড়াৰ নোমৰ চাকনিত গাখীৰ আৰু পানীৰে মাৰ্জ্জন কৰি ( যজ্ঞলৈ ) পঠিয়াইছে ॥ ২ ॥ কামবৰ্দ্ধক সোম পৱমান হলত ভীষণ শব্দ কৰি বৰ্দ্ধক ইন্দ্ৰৰ কাৰণে এনে ৰূপৰ হৈছে,—যেনে গাখীৰলৈ গৈছে। স্তোত্ৰবান, স্তুতি জনা, বীৰ্য্যবান, হিংসাহীন সোম সহস্ৰ সূক্ষ্ম বিন্ধাৰ বাটেৰে চাকনিৰ মাজেদি বৈ গৈছে ॥ ৩ ॥ হে সোম, দৃঢ় হলেও ৰাক্ষসৰ পুৰ বিলাক নাশ কৰা। হে ইন্দু, পৱমান তুমি সিহঁতৰ অন্ন বিলাক ঢাকি দিয়া ( অৰ্থাৎ আনা )। যি ৰাক্ষস ওপৰৰ পৰা আহে, যি ওচৰৰ পৰা আহে, বা যি দূৰৈৰ পৰা আহে, সিহঁতৰ নেতাক হনন কৰা অস্ত্ৰেৰে ৰিঙিয়ি পেলোৱা ॥ ৪ ॥ হে বিশ্বৰ বৰণ্যে সোম, তেনেকুৱা তুমি পুৰণিৰ দৰে থকা, নতুন সূক্তলৈ মোৰ বাট পুৰণিৰ দৰে কৰি দিয়া। হে বহুত কৰ্ম্মা, বহুত শব্দ কৰা সোম ( ৰাক্ষসে ) সহিব নোৱাৰা যি মহান অংশ তোমাৰ আছে সেয়া আমি তোমাৰ পৰা পাম ॥ ৫ ॥ হে সোম, এইদৰে পৰিস্কৃত হৈ আমাক পানী, স্বৰ্গ গৰু, বহুত পুত্ৰ-পৌত্ৰ দিয়া আৰু আমাৰ ক্ষেত্ৰ ( পথাৰ ) সুখকৰ কৰা। হে সোম, অন্তৰীক্ষত বিস্তীৰ্ণ নক্ষত্ৰ বিলাক আৰু সূৰ্য্যৰ পোহৰ আমি যেন সদায় দেখিবলৈ পাওঁ ॥ ৬ ॥

## ৯২ সূক্ত—ঋ ৬ ।

### ঋষি আদি ৯১ সূক্তৰ দৰে।

হৰিৎবৰ্ণৰ অভিষুত কৰা এয়া সোমে চাকনিৰ ওপৰত হেচি থেলি দিলত ধন লাভ কৰিবলৈ যোৱা ৰথৰ দৰে বেগাই গৈছে। পৰিস্কাৰ কৰিলত এয়া সোমে ইন্দ্ৰৰ যোগ্য শ্লোক বহুত পাইছে। পায়স আদি অন্নেৰে দেৱতাক সেৱন কৰিছে ॥ ১ ॥ নেতাৰ দ্ৰষ্টা, কবি, সোমে ( বসতীধৰী ) পানী লৈ এওঁৰ নিজৰ ঠাই চাকনিত বৈ গৈছে। যজ্ঞত হোতাৰ দৰে বহি চৰো পাত্ৰত পৰিছে। সাতজন মেধাবী ঋষিয়ে ( ভৰদ্বাজ, কশ্যপ, গোতম, অত্ৰি, বিশ্বামিত্ৰ, জমদগ্নি, বসিষ্ঠ ) স্তোত্ৰেৰে সৈতে ওচৰ চাপিছে ॥ ২ ॥ সুজ্ঞানী, বাট চিনি পোৱা, সকলো দেৱতাই লগ লোৱা সোম বিশুদ্ধ কৰাৰ পাচত সদায় থকা ঠাইলৈ গৈছে। সকলো কবিৰ স্তোত্ৰত আনন্দ কৰা হৈছে। ধীৰ সোমে পাঁচ জাতিলৈ যাবলৈ যত্ন কৰিছে ॥ ৩ ॥ হে পৱমান সোম তোমাৰ সেই তিনি-এঘাৰ ( তেত্ৰিশ ) জনা দেৱতা গুপ্ত স্থানত আছে। দহোটা আঙুলিৰে ভেড়াৰ নোমৰ চাকনিত পানীৰে তোমাক শোধন কৰিছে। মহতী সাতখন নদীৰ পানীৰে তোমাক মাৰ্জ্জন কৰিছে ॥ ৪ ॥ সেই পৱমান সোমৰ সত্য স্থান সোনকালেই আমাৰ হওক, যি স্থানত সকলো স্তোতা লগ হয়। এই সোমৰ যি জ্যোতি দিনত প্ৰকাশ হয় সেই জ্যোতিয়ে মনু ৰাজৰ্ষিক ৰক্ষা কৰিছিল। সোমে নিজ তেজেৰে দস্যুবিলাকক হুৰৰাই পঠাইছিল ॥ ৫ ॥ পশুমত হোতাই যজ্ঞ ঘৰ পোৱা দৰে, সত্য কৰ্ম্মা ৰজাই যুদ্ধৰ ঠাই পোৱা দৰে পৱমান সোম গৈ মহৰ দৰে কলহত বহিছে গৈ ॥ ৬ ॥

## ৯৩ সূক্ত—ঋ ৫ ।

### ঋষি—নোধাৰ পুত্ৰ গৌতম। ছন্দ—ত্ৰিষ্টুভ্‌।

### দেৱতা—পৱমান সোম।

একেলগে পানী ছটিয়াই দি, বাইভনী দহোটা আঙুলিৰে শোধন কৰা ধীৰ সোমক পঠিয়াই দিয়ে। হৰিৎবৰ্ণৰ সোমে সূৰ্য্যৰ পত্নীৰ কালে কেউকালে যায়। দৌৰি যোৱা ঘোঁৰাৰ দৰে সোম গৈ কলহ পাইছে ॥ ১ ॥ দেৱতাক বিচাৰি কামবৰ্দ্ধক, বহুতৰ বৰণীয় সোমক মাকে যেনেকৈ পুত্ৰেকক ৰাখে তেনেকৈ পানীৰে ৰাখিছে। মানুহে যেনেকৈ যুৱতীৰ ওচৰলৈ যায় তেনেকৈ পৰিস্কৃত সোমে নিজ ঠাইলৈ গৈ কলহত পানী, গাখীৰ আদিৰে মিহলি হৈ পাইছে গৈ ॥ ২ ॥ আৰু অবধ্য গাই গৰুৰ ওহাৰ সোমে পূৰণ কৰে। সুমেধাৰ এই সোমেৰে ধাৰাৰে ওলায় যায়। তেতিয়া ধোৱা কাপোৰেৰে ঢাকি থোৱা দৰে গাখীৰেৰে ( কলহত ) ঢাকি থয় ॥ ৩ ॥ হে পৱমান সোম, তেনেকুৱা তুমি আমাক দেৱতাৰে সৈতে, হে ইন্দু, আমি কামনা কৰা ঘোঁৰাযুক্ত ধন দিয়া। ৰথীৰ দৰে আচৰণ কৰি আমাক আমি কামনা কৰা বহুত ধন আৰু বুদ্ধি দিবলৈ আমাৰ ফালে আহা ॥ ৪ ॥ হে সোম, পৱমান হৈ তুমি আমাক মানুহেৰে সৈতে ধন দি উপকাৰ কৰা। সকলোৰে আহ্লাদকৰ পানী দিয়া। হে ইন্দু, তোমাক বন্দনা কৰা স্তোতাৰ জীৱন বৰ্দ্ধন কৰা। বুদ্ধিৰে পোৱা ধনেৰে সৈতে ৰাক্তিপূৰা সোনকালে আমাৰ যজ্ঞলৈ আহা ॥ ৫ ॥

## ৯৪ সূক্ত—ঋ ৫ ।

### ঋষি—ঘোৰৰ পুত্ৰ কণ্ব। ছন্দ—ত্ৰিষ্টুভ্‌।

### দেৱতা—পৱমান সোম।

যেতিয়া এই সোমক ঘোঁৰাৰ দৰে অলঙ্কাৰেৰে শোভিত কৰে বা সূৰ্য্যৰ দৰে ৰশ্মি ওলাবলৈ ধৰে, তেতিয়া আঙুলি বিলাকে পৰস্পৰ স্পৰ্দ্ধা কৰি শোধন

কৰিবলৈ অবিৰায়ৰি কৰে। তেতিয়া এই সোমে ( বসতীৱৰী ) পানীত ঢাক খাই কবি সকলৰ স্তুতি বাক্য শুনি ক্ষৰণ হয়, যেনেকৈ গোৱালে গৰু চৰাবলৈ জাকলৈ যায় ॥ ১ ॥ পানীৰ আধাৰ অন্তৰীক্ষক সোমে দুভাগ কৰি ঢাকিলে। সৰ্ব্বজ্ঞ সোমলৈ ভুবন বিলাক বহল হৈ গল। প্ৰীতিকৰ স্তুতি বিলাক নিয়ম মতে সোমক উদ্দেশ্য কৰি যাগৰ সময়ত উচ্চাৰিত হয়, যেনেকৈ ( ওহাৰৰ পৰা গাখীৰ বৈ যোৱা ) গাই গৰুৱে পোৱালীক মাতে ॥ ২ ॥ বুদ্ধিমান সোমে যেতিয়া স্তুতি বাক্য বিলাক গ্ৰহন কৰে তেতিয়া বীৰ পুৰুষে ৰথত যোৱা দৰে তেওঁ সকলো ফালে যায়। তেওঁ দেৱতাৰ ধন মানুহক দিয়ে। সেই ধনৰ বৃদ্ধিৰ কাৰণে যজ্ঞৰ ঘৰত নতুনকৈ বহুত স্তুতি কৰিব লগীয়া হয় ॥ ৩ ॥ সেই সোম অন্ন সম্পদৰ কাৰণেই জন্ম হৈছে। সম্পদৰ কাৰণেই তেওঁ ফল-লতা বিলাকৰ পৰা ওলাইছে। স্তোতাক অন্ন সম্পদ দিছে। সেই সম্পদ পাই স্তোতাই অমৃতত্ব পাইছে। নিয়মমতে গৈ সোমে যুদ্ধত জয়ী হয় ॥ ৪ ॥ হে সোম, অন্ন আৰু আমাক দিয়া। যোঁৱা গৰু আৰু মহৎ জ্যোতি আমালৈ উৎপত্তি কৰা। দেৱতা সকলক তৰ্পন কৰা। সকলো ৰাক্ষস অনায়াসে তোমাৰ অভিভব হোৱা হওক। হে পৱমান সোম, সকলো শত্ৰু মাৰা ॥ ৫ ॥

৯৫ সূক্ত—ঋ ৫।

ঋষি— কণ্বৰ পুত্ৰ প্ৰস্কণ্ব। ছন্দ— ত্ৰিষ্টুভ।

দেৱতা—পৱমান সোম।

হৰিৎ বৰ্ণৰ সোম অভিষুত কৰি পঠিয়াই দিওঁতে শব্দ কৰিছে। বিশুদ্ধ হৈ কলহৰ মাজত বহি শব্দ কৰিছে। কৰ্ম্মৰ নেতা সকলে সংযত কৰিলত গৰুৰ গাখীৰেৰে ঢাকি নিজৰ ৰূপ সৃষ্টি কৰিছে। এই সোমলৈ মননীয় স্তুতি হবিৰে সৈতে সৃষ্টি কৰিছে ॥ ১ ॥ নাৱেৰে মানুহ পাৰ কৰা নাৱৰীয়াৰ নাৱ এৰি দিয়াৰ দৰে এৰি দিয়া হৰিৎ বৰ্ণৰ সোমে ঋতৰ ( নিয়মৰ ) বাক্যৰে দৈৱ বাক্য ( স্তুতি ) বিলাক এৰি দিছে। দেৱতা সোমে দেৱতা সকলৰ গুপ্ত নাম বিলাক যজ্ঞত উলিয়াই দিয়ে ॥ ২ ॥ পানীৰ ঢৌৰ দৰে স্তুতি বিলাক (ঋত্বিক সকলে) সোমৰ ফালে পঠিয়াই দিছে আৰু সোমৰ পূজা কৰি-বলৈ ওচৰলৈ গৈ বৈ আছে। লগ পাবলৈ বিচৰাক লগ পাবলৈ ইচ্ছা কৰিছে ॥ ৩ ॥ পৰিচৰণ কৰি থকা মহ্বৰ দৰে ওখ ঠাইত থকা, সেক্তা, শিলত চেপিবলৈ থোৱা সোমক ( যষ্টা ঋত্বিক সকলে ) খিবাইছে। তেনেকৈ বিচৰা সোমক স্তুতি কৰিছে। এই সোম তিনি ঠাইত স্থাপিত হৈ স্বৰ্গত থকা শত্ৰুৰ নিবাৰক ইন্দ্ৰক বৰ্দ্ধন কৰিছে ॥ ৪ ॥ হে ইন্দু, স্তুতি প্ৰেৰণ কৰি উপবক্তাৰ দৰে হোতাৰ উৎসাহ বঢ়াই পবিকৃত হোৱা তুমি বৃষ্টি মোচন কৰি দিয়া। হেতিয়া তুমি আৰু ইন্দ্ৰই যজ্ঞত থাকা তেতিয়া আমি যেন সৌভাগ্য আৰু সুবীৰ্য্য ধনৰ পতি হব পাৰো ॥ ৫ ॥

৯৬ সূক্ত—ঋ ২৪।

ঋষি—দিবোদাসৰ পুত্ৰ প্ৰতৰ্দ্দন। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—পৱমান সোম।

সোমে গৰু ইচ্ছা কৰি বীৰ সেনাৰ নেতা হৈ ৰথৰ আগফালে যুদ্ধলৈ গৈছে। এওঁৰ সেনা বিলাকে আনন্দ কৰিছে। সখা যজমানে ইন্দ্ৰক আহ্বান কৰিছে। ভালকৈ আহ্বান কৰি ইন্দ্ৰ বেগাই আহিবলৈ কাপোৰৰ দৰে ( গাখীৰ আদি মিহলি কৰা বস্তু দি ) সোমক ঢাকি থৈছে ॥ ১ ॥ ( ঋত্বিকে ) হৰিৎ বৰ্ণৰ এই সোমৰ দাল-পাত মোহাৰি দিছে। সোমে ধোঁৱা খেদোৱা দৰে নমস্কাৰেৰে, সংস্কাৰ নকৰা ( অসংলগ্ন ) ৰথত ( সোমৰ চাকনিত ) উঠিছে গৈ। ইন্দ্ৰৰ সখা বিদ্বান সোমে ভালকৈ স্তুতি কৰা স্তোতাৰ ফালে গৈছে ॥ ২ ॥ হে সোম, দেৱতা, ইন্দ্ৰই পান কৰিবলগীয়া তুমি আমাৰ যজ্ঞত ইন্দ্ৰই পান কৰিবৰ কাৰণে ক্ষৰণ হোৱা। পানী প্ৰস্তুত কৰি, দ্যাবাপৃথিবীত বৰ্ষণ কৰি বিস্তীৰ্ণ অন্তৰী-ক্ষৰ পৰা আহি পৰিস্কৃত হৈ আমাক ধন দি পৰিচৰণ কৰা ॥ ৩ ॥ শত্ৰুৱে আমাক যাতে জয় কৰিব নোৱাৰে বা আমাক মাৰিব নোৱাৰে তেনেকুৱা কল্যাণৰ কাৰণে মহৎ যজ্ঞলৈ ক্ষৰণ হোৱা। এই সকলো আমাৰ স্তোতাই তোমাৰ ৰক্ষণ কামনা কৰিছে। হে পৱমান সোম,ময়ো ৰক্ষণ কামনা কৰিছো ॥ ৪ ॥ অভিষৱ কৰা হলত সোম ক্ষৰণ হৈছে। তেওঁ বুদ্ধিৰ উৎপাদক। স্বৰ্গৰ আৰু পৃথিবীৰ তেওঁ জন্ম দাতা। অগ্নি, সূৰ্য্য, ইন্দ্ৰ আৰু বিষ্ণুৰ জন্ম দাতা ॥ ৫ ॥ এওঁ দেৱতাৰ মাজত ব্ৰহ্মা, কবিৰ মাজত পদ যোজনা কৰি দিয়া। বিপ্ৰৰ মাজত ঋষি, জন্তুৰ মাজত মহ, চৰাইৰ মাজত শেন, অস্ত্ৰৰ ( হিংসা কৰা অস্ত্ৰৰ ) মাজত কুঠাৰ।—এনেকুৱা সোম শব্দ কৰি চাকনিৰ মাজেদি বৈ গৈছে ॥ ৬ ॥ পৱমান সোমে হৃদয়ঙ্গম হোৱা স্তুতি বিলাক বৈ যোৱা নৈৰ ঢৌৰ দৰে শব্দ কৰি পথিয়াইছে। কামবৰ্ষী সোমে লুকাই থকা বস্তু দেখে। দুৰ্ব্বলে বাধা দিব নোৱাৰা বল ধাৰণ কৰি আছে। গৰু বিলাক চিনি পাই।

আনৰ সৈন্য বলৰ মাজত সোমায়। ॥ ৭ ॥ সংগ্ৰামত শত্ৰুক হিংসা কৰা অনাই হিংসা কৰিব নোৱাৰা সহস্ৰ পানীৰ ধাৰাৰে সেই মদকৰ সোমে শত্ৰুৰ ওপৰত বল কৰক। হে পৱমান সোম, প্ৰাজ্ঞ তুমি, শব্দ কৰি ইন্দ্ৰৰ কাৰণে অভিষুত কৰা সোমৰ ঢৌ পঠিয়াই দিয়া ॥ ৮ ॥ প্ৰিয়, দেৱতাৰ অনুগত, ৰমণীয় ( সোম ), ইন্দ্ৰৰ আমোদৰ কাৰণে সহস্ৰ ধাৰাৰে, বহুত বলৰ সোম, বলবান ঘোঁৰা যুদ্ধলৈ যোৱা দৰে কলহলৈ গৈছে ।। ৯ ।। আগতে অভিষুত কৰা, ধন চিনি পোৱা, জন্ম হলেই (বসতীবৰী) পানীত মাৰ্জ্জন কৰা, শিলত চেঁপি খিৰোৱা, হিংসকৰ পৰা ৰক্ষা কৰা, ভুৱনৰ ৰজা সোমে কৰা কৰ্ম্মলৈ পৰিশোধিত হৈ যজমানক বাট দেখুৱাই দিছে ॥ ১০ ॥ হে পৱমান সোম, আমাৰ ধীৰ পূৰ্ব্বৰ পিতৃ সকলে তোমাৰ সহায়ত যজ্ঞ কৰ্ম্ম বিলাক কৰিছিল। হে সোম, যুদ্ধ কৰি শত্ৰুক হিংসা কৰি ৰাক্ষস বিলাক নাশ কৰা। আমাক বীৰ পুত্ৰাদিৰে সৈতে ঘোঁৰা দি ধনবান কৰা ॥ ১১ ॥ হে সোম, পূৰৱণি কালত মনুক অন্নদাতা হৈ, শত্ৰুৰ হন্তা হৈ, ধনক জনা, হবিষ্মান হৈ বৈ গৈছিলা। সেই দৰেই আমাকো ধন দি ক্ষৰণ হোৱা। ইন্দ্ৰৰ কাৰণে থাকা। তোমাৰ অস্ত্ৰ বিলাক প্ৰকাশ কৰা ॥ ১২ ॥ হে সোম, মধুমান ঋতবান ( নিয়মবান ) তুমি পানীৰে ঢাক খাই বেচি ওখত ভেড়াৰ নোমৰ চাকনিত ক্ষৰণ হোৱা। অতি মদকৰ ইন্দ্ৰই পানৰ ( পানকৰা ভিতৰত ) অতি আমোদকৰ হে সোম, তুমি পানী থকা কলহত আহি থাকাহি ॥ ১৩ ॥ হে সোম, শতধাৰা হৈ ওপৰত থকা চাকনিৰ পৰা ক্ষৰণ হোৱা। যজ্ঞত যজমানক সহস্ৰ ধন দাতা হৈ তেওঁ বিলাকৰ অন্ন কামনা কৰি পানীৰে সৈতে শব্দ কৰি কলহলৈ যোৱা। আমাৰ জীৱন বৰ্দ্ধন কৰি গাখীৰেৰে ( আদিৰে ) সৈতে কলহলৈ যোৱা ॥ ১৪ ॥ এনেকুৱা সেই সোমক স্তোত্ৰৰে বিশুদ্ধ কৰা হৈছে, যি সোমে যুদ্ধৰ ঘোঁৰাৰ দৰে শত্ৰুক মাৰে। গকৰ সদ্যঃপ্ৰাপ্ত গাখীৰৰ পায়সৰ দৰে পবিত্ৰ কৰা, বিস্তীৰ্ণ পথৰ দৰে, বহন কৰা, আমি স্তোতাৰ দ্বাৰা সুনিয়ন্ত্ৰিত হৈছো ॥ ১৫ ॥ সুঅস্ত্ৰ যুক্ত, অভিষুত কৰা সকলে পৰিষ্কাৰ কৰা, গুহাত ৰখা, কমনীয় শৰীৰৰ —ঘোঁৰাৰ দৰে, সোম বৈ আহা। অন্ন ইচ্ছা কৰা আমালৈ অন্ন পঠিয়াই দিয়া। হে সোম দেৱতা, আমাৰ জীৱন দীঘল কৰা। আমালৈ গৰু পঠিয়াই দিয়া ॥ ১৬ ॥ এভিয়াই উৎপন্ন হোৱা সকলোৰে কামনা কৰা সোমক মৰুতে শোধন কৰিছে। বহন কৰোঁতা সোমক মৰুৎ গণে অলঙ্কৃত কৰিছে। কবি সোমে কাব্যেৰে কৰিব কাম কৰি শব্দ কৰি স্তুতিৰে চাকনি পাৰ হৈ গৈছে ॥ ১৭ ॥ ঋষিৰ নিচিনা মনৰ সকলো দেখা, সকলোৰে ভক্ত, বহুত বিধ স্তুতিৰ ( লোকে স্তুতি কৰা ), কবি সকলৰ মাজত পদস্খলন হোৱাক সংযোজন কৰা যি সোম, সেই মহান সোমে তৃতীয় ধামত থাকি বিশেষকৈ বিৰাজ কৰি দীপ্যমান ইন্দ্ৰক প্ৰকাশ কৰিছে ॥ ১৮ ॥ দৈত্যত বহি, শেন চৰায়ে ( পাত্ৰত ) আৰাম কৰি, গৰু লাভ কৰোতা, দ্ৰৱনশীল অস্ত্ৰ বিলাক ধাৰণ কৰি, পানীৰ ঢৌবিলাক পঠিওৱা সমুদ্ৰত ( কলহত ) থাকি মহান যি সোম আছে, তেওঁ চতুৰ্থ ( চন্দ্ৰৰ ) স্থান দখল কৰিছে ॥ ১৯ ॥ অলঙ্কাৰ পিন্ধা মানুহৰ দৰে নিজ শৰীৰ অলঙ্কৃত কৰি, ধন দিবৰ কাৰণে দৌৰি যোৱা ঘোঁৰাৰ দৰে গৈও ষাঁড়ে গৰুৰ জাকলৈ যোৱা দৰে, সোম চেপা চালত সোমায় ( চেপা শিলৰ ) ফালত সোমাইছে ॥ ২০ ॥ হে সোম, ঋত্বিক সকলৰ দ্বাৰা পৱমান হৈ ক্ষৰণ হোৱা। শব্দ কৰি ভেড়াৰ নোমৰ চাকনিত সোমোৱা। চম্বো পাত্ৰত খেলা কৰি সোমোৱা গৈ। তোমাৰ মদকৰ ৰসে ইন্দ্ৰক আমোদ দিয়ক ॥ ২১ ॥ এই সোমৰ বহুত ধাৰা সৃষ্টি কৰিছে। গাখীৰ আদিৰে সিক্ত হৈ কলহত সোমাইছে। সাম গান গাব জনা সকলো জনা সোমে সাম গান কৰি ( গুৰলা শব্দ কৰি ) লম্পটে পত্নীৰ ওৰচলৈ যোৱা দৰে পাত্ৰলৈ গৈছে ॥ ২২ ॥ হে পৱমান সোম, হে ইন্দু, মত্ত হৈ পাত্ৰত পৰি শত্ৰু নিহত কৰি উপপত্নীয়ে প্ৰিয়াৰ ওচৰলৈ যোৱা দৰে, চৰায়ে উৰি গৈ গছত বহা দৰে কলহত সোমাইছা ॥ ২৩ ॥ হে পৱমান সোম, স্ত্ৰীৰ দৰে পিয়াহৰ ভাল ধাৰা পুত্ৰক দিয়া দৰে তোমাৰ ভাল ধাৰা পাত্ৰলৈ আহিছে। ( ঋত্বিকে অনা ) হৰিৎ বৰ্ণৰ, বহুত বৰ্ণৰ সোমে পানীত, দেৱতাক বিচৰা যজমানৰ কলহত পুনঃ পুনঃ শব্দ কৰিছে ॥ ২৪ ॥

### ৯৭ সূক্ত—ঋ ৫৮।

**ঋষি—১-৩ মিত্ৰাবৰুণৰ পুত্ৰ বশিষ্ঠ ; ৪-৬-বশিষ্ঠ পুত্ৰ ইন্দ্ৰ প্ৰমতি ; ৭-৯-বঃ পুঃ বৃষগণ ; ১০-১২-বঃ পুঃ মন্যু ; ১৩-১৫-বঃ পুঃ উপমন্যু ; ১৬-১৮-বঃ পুঃ ব্যাঘ্ৰপাদ্ ; ১৯-২১-বঃ পুঃ শক্তি ; ২২-২৪-বঃ পুঃ কৰ্ণ শ্ৰুদ্ ; ২৫-২৭-বঃ পুঃ মৃড়ীকঃ ২৮-৩০-বঃ পুঃ বসুক্ৰ ; ৩১-৪৪-শক্তি পুত্ৰ পৰাশৰ; ৪৫-৫৮-অঙ্গিৰসৰ পুত্ৰ কুৎস। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—পৱমান সোম।**

এয়া সোণেৰে পৰিষ্কৃত কৰা সোম দেৱতাই ৰসেৰে সৈতে দেৱতাৰ লগত সঙ্গ কৰিছে। অভিষুত কৰা সোমে শব্দ কৰি উলৰ চাকনিলৈ পশুমান যজ্ঞলৈ হোতাই পশু লৈ যোৱা দৰে গৈছে ॥ ১ ॥ কল্যাণীয় সংগ্ৰামৰ যোগ্য বস্ত্ৰ পিন্ধি, মহান কবি ( তুমি ) নিশ্চয়কৈ গাব লগীয়া ( ঋত্বিকে কৰা স্তোত্ৰ বিলাক ) গায়, বিচক্ষন জাগৰণশীল সোম তুমি যজ্ঞত চেপা ( শিলৰ ) ক্ষালৰ পৰা পৰিষ্কৃত হৈ পাত্ৰত সোমোৱা ॥ ২ ॥ যশস্বীৰ মাজত অতি যশস্বী, মাটিত ( উদ্ভৱ ) হোৱা, প্ৰিয় সোমক ওখত থকা ভেড়াৰ নোমৰ চাকনিত আমাৰ কাৰণে মাৰ্জ্জন কৰা হৈছে। পৰিষ্কৃত হৈ তুমি আকাশত শব্দ কৰা। তোমালোকে আমাক সদায় কল্যাণেৰে ৰক্ষা কৰা ॥ ৩ ॥ ( হে স্তোতাসকল ) গোৱা,—সোমক স্তুতি কৰা। আমি দেৱতাক অৰ্চ্চনা কৰিম। মহৎ ধনৰ কাৰণে সোমক ( অভিষৱ কৰিবলৈ ) পথিওৱা। সোৱাদ সোম ভেড়াৰ নোমৰ চাকনিত পাৰ হৈ পৰিষ্কৃত হৈছে। দেৱতাক বিচৰা আমাৰ সোম কলহত বহিছেগৈ ॥ ৪ ॥ দেৱতা সকলৰ সখীত্ব ভাব কৰি সহস্ৰ ধাৰাৰে ইন্দু আমোদৰ কাৰণে ক্ষৰণ হৈছে। নেতা সকলে স্তুতি কৰি থকা পুৰণি ঠাইলৈ মহৎ সৌভাগ্যৰ কাৰণে ইন্দ্ৰলৈ বৈ গৈছে ॥ ৫ ॥ হৰিৎ বৰ্ণৰ পৰিষ্কৃত হোৱা হে সোম, আমি স্তৱ কৰোতাক ধন দিবৰ কাৰণে আহা। তোমাৰ আমোদকৰ ৰস সংগ্ৰামৰ কাৰণে ইন্দ্ৰলৈ যাওক। দেৱতাৰ সৈতে একে ৰথত সমানে থাকি আমাক ধন দিবলৈ আহা। তোমালোকে ... ... ... ত ঋকৰ দৰে ॥ ৬ ॥ উশনা ঋষিৰ কাব্য, ( স্তোত্ৰ ) গাই এই স্তোতাই দেৱতা সকলৰ জন্ম বিবৰণ কৈছে। বহুত কৰ্ম্মৰ, দীপ্তমান, পাপৰ শোধক ( তেওঁ সোমে ) ৰবাহৰ গতিৰে ভৰিৰে শব্দ কৰা দৰে শব্দ কৰি গৈছে ॥ ৭ ॥ হাঁহৰ দৰে চৰি ফুৰা বৃষগণ সকলে শত্ৰুৰ বলত অত্ৰাহিত হৈ ক্ষিপ্ৰ প্ৰহাৰ কৰা বুলি বিবেচনা কৰি ( ধৰি ) সোমৰ ফালে যজ্ঞ ঘৰলৈ গৈছে। সখা ( স্তোতা ) সকল সকলোৱে যাব লগীয়া শত্ৰুৰে সহিব নোৱাৰা পৱমান সোমৰ ওচৰলৈ গৈ বাণ ( নামৰ ) বাদ্য বজাই গান কৰিছে ॥ ৮ ॥ সেই সোমে অতি খৰকৈ গৈছে। দীঘল খোজৰ নিজৰ গতি অনুসৰণ কৰি অনায়াসে ধেমালি কৰি গৈ থকা সোমৰ পাচত অনাই যাব নোৱাৰে। তীক্ষ্ণ সিঙৰ তেওঁ বহুত বল কৰে। দিনত তেওঁক হৰিৎ বৰ্ণৰ দেখি। ৰাতি শুক্লগামী দেখা যায় ॥ ৯ ॥ বলবান ইন্দুৱে গাখীৰত গা ধুই ইন্দ্ৰৰ কাৰণে বলকৰ ৰস দি ইন্দ্ৰৰ আমোদৰ কাৰণে ক্ষৰণ হৈছে। ৰাক্ষসবিলাক মাৰিছে। শত্ৰুক সংহাৰ কৰিছে। স্তোতালৈ বৰণীয় ধন ( বহুন ) কৰি বলৰ ৰজা ( হৈ আছে ) ॥ ১০ ॥ ইয়াৰ পাচত শিলেৰে খিৰোৱা ( চেপি উলিওৱা ) সোম মধুৰ, ধাৰাৰে দেৱতাসকলক লগ ধৰি নোমৰে সজা চাকনি পাৰ হৈ ( কলহত ) পৰে। ইন্দ্ৰৰ সখীত্ব সেৱন কৰি দেৱতাক আমোদ দিয়া সোম, দেৱতাৰ আমোদৰ কাৰণে ক্ষৰণ হৈছে ॥ ১১ ॥ ঋতুৰ কালত প্ৰিয় ধাৰক তেজেৰে ঢাকি সোমে পৰিষ্কৃত হৈ ক্ষৰণ হৈছে। দেৱত। সোমে নিজৰ ৰসেৰে দেৱতা সকলক লগ ধৰিবলৈ দহ আঙ্গুলিৰে ওখত থকা ভেড়াৰ নোমৰ চাকনিলৈ পথিয়াই দিয়ে ॥ ১২ ॥ ৰঙা বৃষভে গৰুৰ ফালে উদ্দেশ্য কৰি শব্দ কৰিছে। শব্দ উৎপাদন কৰি সোমে পৃথিবী আৰু স্বৰ্গত চলি গৈছে। তেওঁৰ শব্দ সংগ্ৰামত ইন্দ্ৰৰ মাত যেন শুনি। নিজক সকলোকে দেখুৱাই এইবিলাক কথা কয় ॥ ১৩ ॥ হে ৰসাল সোম, গাখীৰেৰে ওকন্দি শব্দ কৰি মধুৰ সোমৰসৰ ভাৰ পাইছা। হে সোম, পানী ছটিয়াই দিয়াত তুমি পৱমান হৈ ধাৰা বিস্তাৰ কৰি ইন্দ্ৰৰ কাৰণে গৈছা ॥ ১৪ ॥ হে সোম, আমোদকৰ তুমি, মেঘক বধিবলৈ অস্ত্ৰ প্ৰহাৰ কৰি আমোদৰ কাৰণে ক্ষৰণ হোৱা। জিলিকি থকা বৰণৰ কেউফালে প্ৰকাশ কৰি চাকনিত সিচতি হৈ পৰি আমাৰ কাৰণে গৰু বিচাৰি গৈ থাকা ॥ ১৫ ॥ হে দীপ্ত সোম, প্ৰীত হৈ আমাক সুপথেৰে পোৱা ৰৰণীয় ধন সহজে পোৱা কৰি ভাঙ্গৰ কলহত ক্ষৰণ হোৱা। লোহৰ অস্ত্ৰেৰে সকলো দুঃখ দিয়া ৰাক্ষস বিলাক মাৰি ওখত থকা ভেড়াৰ নোমৰ চাকনিত ধাৰাৰে বৈ যোৱা ॥ ১৬ ॥ হে সোম, তুমি আমালৈ স্বৰ্গৰ পৰা বৰষুণ ঢালি দিয়া, ( যি বৰষুণ ) খৰকৈ আহে, অন্নৱতী আৰু ক্ষিপ্ৰদাতা। হে ইন্দু, লৰাৰ বন্ধুৰ নিচিনাকৈ তললৈ থকা বায়ুৰ ফালে যোৱা। এইবিলাক ( ধন আদি ) আনি খুলি দি যোৱা ॥ ১৭ ॥ হে সোম, পৰিশোধিত হৈ পাপত লিপ্ত হোৱা মোক গাথি খোলা দৰে মোচন কৰা। হে সোম, তুমি মোক পোন বাট দেখুৱাই বল দিয়া। হে হৰিৎবৰ্ণৰ সোম পাত্ৰত ঢালি দিলে তুমি ঘোঁৰাৰ দৰে শব্দ কৰা। হে দেৱতা সোম, মানুহৰ হিত কৰা, ঘৰত থকা তুমি ( কলহলৈ ) আহা ॥ ১৮ ॥ হে ইন্দু, আমোদৰ কাৰণে ( আৰু ) যজ্ঞৰ কাৰণে তুমি ওখত থকা নোমৰ চাকনিত ধাৰাৰে সৈতে ক্ষৰণ হোৱা। সুগন্ধি ৰাধা দিব নোৱাৰা তুমি অন্ন লাভৰ কাৰণে যুদ্ধত কেউফালে ক্ষৰণ হোৱা

॥ ১৯ ॥ এয়া সোমে লেকাম নোহোৱা, ৰথত লগোৱা ক'লো ঘোঁৰা, যুদ্ধত এৰি দিয়া ঘোঁৰাৰ দৰে দীপ্যমান হৈ ( কলহলৈ ) গৈছে। হে দেৱতাসকল, সেয়া সোম পান কৰিবলৈ আহা ॥ ২০ ॥ হে ইন্দু, আমাৰ এই যজ্ঞৰ উদ্দেশ্যে ওপৰৰ পৰা পানী ( সোমৰস ) দিয়া আৰু চমস পাত্ৰত পৰা। হে সোম আমি বিচৰা বহুত বীৰ পুত্ৰ যুক্ত ধন দিয়া ॥ ২১ ॥ এয়া সোমক যেতিয়া স্তুতিবাক্যেৰে সংস্কাৰ কৰা হয়, যেতিয়া ধৰ্ম্ম কৰ্ম্মৰ কাৰণে সন্মুখত থকা কথা কৰ পৰা স্তোতাই শব্দ কৰি স্তুতি কৰে, তেতিয়া বৰণীয় দেৱতাৰ প্ৰীত হোৱা, সকলোৰে পালক কলহত থকা দীপ্ত সোমক বিচাৰি গৰু বিলাক আহে ( নিজৰ গাখীৰৰ লগত সোমক মিহলাই দিবলৈ। ) ॥ ২২ ॥ স্বৰ্গত উৎপত্তি হোৱা, ধনদাতা, দান দিবলৈ ওফন্দি থকা, সুপ্ৰজ্ঞাৰ সোমে ঋতৰ ( যজ্ঞৰ ) কাৰণে ঋতৰে ( নিয়মেৰে ) ক্ষৰণ হৈছে। শুদ্ধ বলৰ ৰজা সোমে ধৰ্ম্মক ধাৰণ কৰে। দহোটা ৰশ্মিৰে ( আঙুলিৰে ) বহুত ধাৰণ কৰিছে ॥ ২৩ ॥ চাকনিত পৱমান হোৱা, মানুহৰ দ্ৰষ্টা, দেৱতাৰ আৰু মানুহৰ ৰজা, বহুত ধনৰ ধনপতি, ইন্দুৱে দুয়োৰে ( দেৱতা আৰু মানুহৰ ) হৈ ভালকৈ কৰা ঋতৰ ( নিয়মৰ ) কাম ভাল পায় ॥ ২৫ ॥ হে সোম, আমাৰ অন্ন লাভৰ কাৰণে ইন্দ্ৰ আৰু বায়ুৱে পান কৰিবলৈ খৰকৈ যোৱা। তুমি সহস্ৰ বৃহৎ অন্ন আমাক দিয়া। হে সোম পৱমান হৈ আমাৰ অন্নৰ বিষয় জ্ঞাত হোৱা ॥ ২৫ ॥ দেৱতাক তৰ্পন কৰা, কেউফালে সিঁচি দিয়া সোমে আমাক পুত্ৰ আৰু ঘৰ দিয়ক—যেনেকৈ যজন কৰিব লগীয়া দ্যুলোকত থকা দেৱতাক সুমতিৰ বিশ্ব বৰেণ্য হোতাই ( পুত্ৰ আৰু ঘৰ পাবলৈ ) যজন কৰে তেনেকৈ দিয়ক ॥ ২৬ ॥ হে সোম দেৱতা, দেৱতাই পান কৰা তুমি মহৎ যজ্ঞত পানৰ কাৰণে এই দৰে ক্ষৰণ হোৱা। তুমি পঠিওৱা আমি বলী হলেও যুদ্ধত শত্ৰুক পৰাজয় কৰিম। ( হে সোম ) পৰিস্কৃত হৈ দ্যাবাপৃথিবীৰ ভাল ঠাইত আমাক ৰাখিবা ॥ ২৭ ॥ হে সোম, ঋত্বিকে লগাই দিয়া ঘোঁৰাৰ দৰে তুমি চিঞৰা। তুমি সিংহৰ দৰে ভয়ঙ্কৰ, আৰু মনতকৈও বেগী। আমাৰ সন্মুখত যি পোন বাট আছে সেই বাটেৰে, হে ইন্দু আমাৰ সুখৰ কাৰণে ক্ষৰণ হোৱা ॥ ২৮ ॥ দেৱতাৰ পৰা উৎপত্তি হোৱা হে সোম, তুমি শতধাৰা উলিয়াই দিছা। ঋত্বিক সকলে সহস্ৰবাৰ এই ধাৰা বিলাক শোধন কৰিছে। দিবলগীয়া ধন আমালৈ ক্ষৰণ কৰা। তুমি বহুত ধনৰ আগত যোৱা হৈছা ॥ ২৯ ॥ যেনেকৈ সূৰ্য্যৰ ৰশ্মি ওলায় ( তেনেকৈ সোমৰ ধাৰা পৰে ) ধীৰ ৰজা এয়া সোমে সখাক কোনো অন্যায় নকৰে। কৰ্ম্মেৰে যত্ন কৰি পুত্ৰই যেনেকৈ পিতৃক উপকাৰ কৰে, তেনেকৈ তুমি এই প্ৰজাক আনে পৰাভৱ কৰিব নোৱাৰা কৰি ক্ষৰণ হোৱা ॥ ৩০ ॥ যেতিয়া ( বসতীৱৰী ) পানীত শোধন কৰি ভেড়াৰ নোমৰ চাকনি পাৰ হৈ যোৱা, তেতিয়া তোমাৰ নিজা মধুৰ ধাৰা বোৱাই দিয়া। হে পৱমান সোম, ধাৰক তুমি গৰুৰ গাখীৰ লক্ষ্য কৰি ক্ষৰণ হৈছা। জন্ম হৈয়েই অৰ্চনীয় তেজেৰে সূৰ্য্যক পূৰণ কৰি দিছা ॥ ৩১ ॥ সেই সোমে ঋতৰ ( সত্যৰ ) পন্থা অনুসৰণ কৰি চিঞৰে। অমৃতৰ স্থান তুমি বগা হৈ প্ৰকাশ কৰিছা। মদকৰ ৰসযুক্ত তুমি ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছা। স্তোতা সকলৰ স্তোত্ৰযে বাক্য পঠিয়ালত তুমি ক্ষৰণ হৈছা ॥ ৩২ ॥ হে সোম, স্বৰ্গত জন্ম ভাল চৰাই, দেৱতালৈ কৰা যজ্ঞলৈ কৰ্ম্মৰ ধাৰা ক্ষৰণ কৰি তললৈ চোৱা। হে ইন্দু, সোমাধাৰৰ কলহত সোমোৱা। শব্দ কৰি তুমি সূৰ্য্যৰ ৰশ্মিৰ ফালে যোৱা ॥ ৩৩ ॥ বহন কৰা যজমানে তিনিবিধ ( ঋক্-যজু-সাম ) স্তুতিবাক্য প্ৰেৰণ কৰিছে। ঋতৰ ( যজ্ঞৰ ) ধাৰণ কৰা ব্ৰহ্মৰ ( সোমৰ ) স্তুতি প্ৰেৰণ কৰিছে। গৰুৰ পালৰ পতি বৃষভৰ ওচৰলৈ যেনেকৈ গাই গৰু বিলাক যায়, সোমক গাই গৰুৱে গাখীৰ দিবলৈ শুধি আছে। স্তোতাই স্তুতি কৰিবলৈ কামনা কৰি আছে ॥ ৩৪ ॥ খিৰোৱা গাই গৰু বিলাকে ( গাখীৰ দিবলৈ ) সোমক কামনা কৰিছে। মেধাৱী স্তোতাই স্তোত্ৰেৰে সোমক শুধিছে। গাখীৰেৰে মিলাই অভিযুত কৰা ( ঋত্বিক ) সকলে সোমক পৰিস্কাৰ কৰিছে। ত্ৰিষ্টুভ্ ছন্দৰ ঋক্ বিলাকে সোমক স্তৱ কৰিছে ॥ ৩৫ ॥ হে সোম, তুমি পাত্ৰত এইদৰে সিঞ্চন হৈ, পৰিস্কাৰ হৈ আমাৰ মঙ্গলৰ কাৰণে ক্ষৰণ হোৱা। তাণ্ডৱ শব্দ কৰি ইন্দ্ৰৰ পেটত সোমোৱা। স্তুতি বাক্য বৰ্দ্ধন কৰা। আমাক বহুত বুদ্ধি যুক্ত কৰা ॥ ৩৬ ॥ জাগৰণ শীল ঋতৰ ( যজ্ঞৰ ) স্তুতি বিলাক গোৱা ক্ষিপ্ৰ সকলে সোমক বিশুদ্ধ কৰি চমস পাত্ৰত বহুৱাই থৈছে। দুজনকৈ কামনা কৰা সিদ্ধহস্ত নেতা অধ্বৰ্য্যু সকলে চাকনিত, সোমক বোৱাই দিছে ॥ ৩৭ ॥ সূৰ্য্যই সম্বৎসৰ পাৰ হৈ যোৱা দৰে সেই সোমে পৰিস্কৃত হৈ ইন্দ্ৰৰ ওচৰলৈ যায়। দুয়ো দ্যাবাপৃথিবী নিজ মহিমাৰে পূৰণ কৰে। নিজ তেজেৰে এন্ধাৰ লুকাই দিয়ে। যি প্ৰিয় সোমৰ ধাৰা বিলাক অতি প্ৰিয় ৰক্ষণৰ কাৰণে হয়, সেই সোমে আমাক বেতন ভোগ কৰাক বেতন দিয়া দৰে

ধন দিয়ক ॥ ৩৮ ॥ বাট জনা, যি সোমে সৰ্ব্বজ্ঞ, আমাৰ পূৰ্ব্বৰ পিতা ( অঙ্গিৰস ) সকলৰ গৰুৰ কথা জানি পৰ্ব্বত ভাঙি উলিয়াই দিছিল, সেই দেৱতা সকলক বৰ্দ্ধন কৰা, নিজে বৰ্দ্ধন হোৱা, পৰিস্কৃত হৈ কৰ্ম্মৰ বৰ্দ্ধক সোমে আমাক নিজ জ্যোতিৰে ৰক্ষা কৰক ॥ ৩৯ ॥ ৰসৰ সমুদ্ৰ ৰজা সোমে বিস্তৃত ভুবনত প্ৰজা উৎপাদন কৰি সকলো অতিক্ৰম কৰি গৈছে। কামবৰ্দ্ধক অভিযুত হোৱা ইন্দু ওখত থকা সোমৰ চাকনিত বহুত বৰ্দ্ধন হৈছে ॥ ৪০ ॥ মহান পূজ্য সোমে সেইটো মহৎ কাম কৰিলে যে পানীৰ গৰ্ভৰ সোমে দেৱতা বিলাকক বিচাৰি উলিয়ালে। পৱমান সোমে ইন্দ্ৰক বল দিলে। ইন্দুৱে সূৰ্য্যত জ্যোতি উৎপাদন কৰি'লে ॥ ৪১ ॥ হে সোম, তুমি বায়ুক আমাৰ অন্ন আৰু ধন দিবলৈ আমোদ দিয়া। পৱমান হোৱাৰ পাচত মিত্ৰ আৰু বৰুণক আমোদ দিয়া. মৰুৎগণক আমোদ দিয়া। সকলো দেৱতাক আমোদ দিয়া। হে দেৱতা সোম, তুমি দ্যাবাপৃথিৱীকো আমোদ দিয়া ॥ ৪২ ॥ হে সোম, পোনকৈ গৈ ক্ষৰণ হোৱা। উপদ্ৰৱ নষ্ট কৰি, বেমাৰ গুচাই, হিংসক শত্ৰুক আঁতৰাই (ক্ষৰণ হোৱা)। তোমাৰ, নিজৰ ৰস গৰুৰ গাখীৰত মিহলাই পাত্ৰলৈ গৈছা। তুমি ইন্দ্ৰৰ সখা। হে সোম, আমি তোমাৰ সখীত্ব লাভ কৰিম ॥ ৪৩ ॥ হে সোম, মধুৰ ৰস ক্ষৰণ কৰা। ধনৰ উহ ( উৎস ) ক্ষৰণ কৰা। আমাক বীৰ পুত্ৰ দিয়া,—ধন দিয়া। হে পৱমান সোম, ইন্দ্ৰৰ ৰুচিকৰ হোৱা। আমাক অন্তৰীক্ষৰ পৰা ধন ক্ষৰণ কৰি দিয়া ॥ ৪৪ ॥ অভিযুত হোৱা বলবান সোম ধাৰাৰে ধোঁৱাৰ দৰে গৈ নদীয়ে তললৈ যোৱা দৰে কলহলৈ গৈছে। পৰিস্কৃত হোৱা সোম কাঠৰ ( দৈয়ৰী ) কলহলৈ গৈ বহিছে। সেই সোম গৰুৰ গাখীৰেৰে ( মিহলি হৈ ) গৈছে। পানীৰ লগতো গৈছে ॥ ৪৫ ॥ হে ইন্দ্ৰ, তোমাক কামনা কৰি তোমাৰ কাৰণে বীৰ, বেগবান, এয়া সোম চমস্ পাত্ৰত ক্ষৰণ হৈছে, সকলো দেখা, ৰথযুক্ত, শুদ্ধ বলৰ যি সোমে দেৱতাক ইচ্ছা কৰি কামদাতাৰ দৰে সৃজন হৈছে ॥ ৪৬ ॥ পূৰ্ব্বকালৰ অন্নেৰে বিশুদ্ধ কৰা সকলো খিৰোৱা পৃথিৱীৰ ৰূপ বিলাক চেৰ পেলাই, তিনি সময়ৰ ( শীত, তাপ আৰু বৰষুণ ) নিবাৰক বস্ত্ৰ ঘৰত ৰহি ( গাখীৰৰ ) কাপোৰ পিন্ধি পানীত থাকি সোমে হোতাৰ দৰে মাত মাতি যজ্ঞলৈ গৈছে ॥ ৪৭ ॥ হে সোম দেৱতা, ৰথবান তুমি আমাৰ যজ্ঞত চমোত ( শিলৰ ফালত ) পৰিস্কৃত হৈ ( ৰসভীৱৰী ) পানীত সোনকালে ক্ষৰণ হোৱা। অতি সোৱাদ, মধুমান, ঋতবান ( নিয়মবান ) সবিতা দেৱতাৰ দৰে সত্য স্তুতিৰ হৈছা ॥ ৪৮ ॥ হে সোম, ( আমি ) স্তুতি কৰি থকা তুমি পানৰ কাৰণে বায়ুৰ ওচৰলৈ যোৱা। পৰিস্কৃত হৈ পানৰ কাৰণে মিত্ৰাবৰুণৰ ওচৰলৈ যোৱা। নেতা, বুদ্ধিৰে বেগ কৰা, ৰথত থকা, অশ্বিনী দুজনৰ ওচৰলৈ যোৱা। কামবৰ্দ্ধক, বজ্ৰবাহু ইন্দ্ৰৰ পানৰ কাৰণে যোৱা ॥ ৪৯ ॥ হে সোম, তুমি আমাক ভাল কাপোৰ দিয়া। পৰিস্কৃত হৈ ভাল খিৰতি গৰু দিয়া। আনন্দকৰ সোণ ভৰণ-পোষণৰ কাৰণে আমাক পোৱাই দিয়া। হে সোম দেৱতা, ৰথযুক্ত তুমি ঘোঁৰা আমাক পোৱাই দিয়া ॥ ৫০ ॥ হে সোম, পৰিস্কৃত হৈ তুমি দৈৱ ধন আমাক আনি দিয়া। পৃথিৱীত থকা সকলো ধন পোৱাই দিয়া। যি তোমাৰ সামৰ্থ্যৰে আমি ধন-দ্ৰব্য পাওঁ সেই সামৰ্থ্য আমাক দিয়া। ঋষি পুত্ৰ সকলৰ যোগ্য ধন জমদগ্নিক পোৱাই দিয়া দৰে আমাক পোৱাই দিয়া ॥ ৫১ ॥ হে সোম, এনেকৈ পৱমান হোৱা ধাৰাৰে এইবিলাক ধন ক্ষৰণ কৰা। হে ইন্দু, তুমি হ্ৰদবিলা পানীলৈ যোৱা। এই সোম ( পৰিষ্কাৰ কৰা হলে ) মূল আদিত্যয়ো বায়ুৰ দৰে বেগবান হৈ, বহুতে যজ্ঞ কৰা ইন্দ্ৰয়ো ( অতি ) খৰকৈ কৰ্ম্মৰ নেতা পুত্ৰ আমাক দিয়ক ॥ ৫২ ॥ হে সোম, বিখ্যাত তুমি বিখ্যাত তীৰ্থ স্থানত, আমাৰ যজ্ঞত এই পবিত্ৰ কৰা ধাৰাৰে বেচিকৈ ক্ষৰণ হোৱা। শত্ৰুৰ ষাঠি হেজাৰ ধন পকা ফল থকা গছ জোকাৰি অনা দৰে সোমে লৈ আহিলে ॥ ৫৩ ॥ মহৎ শৰ বৰ্ষণ কৰা আৰু শত্ৰু দমন কৰা এই দুটা কাম এই সোমৰ সুখকৰ হয়। যি ঘোঁৰাৰে কৰা যুদ্ধত আৰু বাহুযুদ্ধত শত্ৰুক বধ কৰা হয়, সেই সোমে ( তাত ) শত্ৰুক গুচাই দিলে,—দমন কৰি দিলে। হে সোম, তুমি শত্ৰুক মাৰিলা আৰু অগ্নিৰ হোম নকৰাক খেদাই দিলা ॥ ৫৪ ॥ হে সোম, বিস্তৃত তিনিখন ( অগ্নি, বায়ু, সূৰ্য্য ) চাকনিত পৰিস্কৃত হৈ তুমি এখন চাকনিলৈ গৈছা।—তুমি ভগ। দিবলগীয়া ধনৰ দাতা। হে ইন্দু, তুমি অন্য ধনবানতকৈ বেচি ধনবান ॥ ৫৫ ॥ সকলো জনা, মেধাবী, সকলো ভুবনৰ ৰজা এয়া সোম ক্ষৰণ হৈছে। যজ্ঞত সোমৰ ধাৰা পথিয়াই সোমে ভেড়াৰ নোমৰ চাকনিত দুয়োফালে পাৰ হৈ গৈছে ॥ ৫৬ ॥ মহান্, কোনোৱে বাধা দিব নোৱাৰা ( দেৱতা ) সকলে সোম চেলেকি চাইছে। সোমৰ থকা ঠাইত ধন বিচৰা তোভাই স্তৱ কৰা দৰে শব্দ কৰিছে। বীৰ ঋত্বিকে দহোটা আঙুলিৰে সোমক অৱচৰ কৰি দিছে। সোমৰ ৰূপ পানীত মাৰ্জ্জন কৰিছে ॥ ৫৭ ॥

হে সোম, পবমান হোৱা তোমাৰ সহায়েৰে যুদ্ধত বহুত কাম আমি বিশেষকৈ কৰিম। সেই বাবে আমাক মিত্র, বৰুণ, অদিতি, নৈ, পৃথিবী আৰু স্বৰ্গই (ধন আদি দি) সন্তোষ কৰক ॥৫৮॥

## ৯৮ সূক্ত—ঋ ১২

### ঋষি—বৃষাগিৰৰ পুত্ৰ অম্বৰীষ আৰু ভৰদ্বাজৰ পুত্ৰ ঋজিশ্বা। ছন্দ—অনুষ্টুভ্; ১১ বৃহতী। দেৱতা—পৱমান সোম।

হে দীপ্ত সোম, অতি বলপ্রদ ধন আমাক পোৱাই দিয়া (যি ধন) বহুতৰ স্পৃহনীয়, সহস্ৰক ভৰণ কৰিব পৰা, বহুত অন্নযুক্ত, আৰু মহৎ অভিভৱ কৰিব পৰা শক্তি থকা ॥১॥ ৰথত উঠুতাই (যোদ্ধাই) যেনেকৈ কৰচ পিন্ধে তেনেকৈ অভিষুত কৰাৰ পাচত নোমৰ চাকনিত সোম ঢৈ গৈছে। কেউফালে পথিয়াই দিলত ইন্দুৱে কাঠৰ কলহত ধাৰাৰে ক্ষৰণ হৈছে ॥২॥ অভিষুত কৰাৰ পাচত সেই ইন্দুৱে মদকৰ হৈ নোমৰ চাকনিত কেউফালে ক্ষৰণ হৈছে, যি সোমে গাখীৰ বিচাৰি ধাৰাৰে সৈতে স্বৰ্গৰ জ্যোতিৰ দৰে বৈ গৈছে ॥৩॥ হে দেৱতা সোম, সেই তুমি বহুত পুত্ৰ যুক্ত মানুহক দাতা যজমানক সহস্ৰ ধন আনি দি হে ইন্দু, শতৰূপে ব্যক্ত কৰিলা ॥৪॥ হে শত্ৰুৰ হন্তা সোম, এনেকুৱা তোমাৰ আমি আপোন। হে বাস কৰাওঁতা, বহুতে স্পৃহা কৰা, তুমি দিয়া ধনৰে আমি তোমাৰ অতি ওচৰৰ হম। হে বাধা দিব নোৱাৰা গতিৰ সোম, আমি (তুমি দিয়া) সুখৰ অতি ওচৰত হম ॥৫॥ দুই-পাঁচ (দহ) বাইভনীয়ে (আঙুলিয়ে) নিজৰ যশৰে শিলেৰে চেপাৰ পাচত, ইন্দ্ৰৰ প্রিয়, সকলোৰে কামনা কৰা সোমক (বসতীৱৰী) পানীত ধাৰাৰে গা ধুৱাইছে ॥৬॥ সকলোৰে স্পৃহনীয়, হৰিৎ বৰ্ণৰ, আকাশ বৰ্ধৰ, সেই সোমক নোমৰ চাকনিৰে শোধন কৰিছে,—যি সোমে আমোদকৰ ৰসেৰে সৈতে সকলো দেৱতাৰ ওচৰলৈ গৈছে ॥৭॥ (হে ঋত্বিকসকল) তোমালোকে এই সোমৰ ৰক্ষণেৰে বলৰ সাধক ৰস পান কৰা। আদিত্যৰ দৰে সকলোৰে কাম্য এয়া সোম,—যি সোমে স্তোত্ৰ প্ৰেৰকক মহৎ অন্ন দিয়ে ॥৮॥ হে মানুহৰ নিজৰ দেৱী দুজনা দ্যাবাপৃথিবী, তোমালোকৰ যজ্ঞত সেই সোম জন্ম হৈছিল। দেৱতা সোমক পৃথিবীত শিলত বাধি জন্ম হোৱা তেওঁক, তাৰৰ মাজ মতা (সোমক ঋত্বিকে) চেপি উলিয়ালে ॥৯॥ হে সোম, বৃত্ৰক বধ কৰা দেৱতা ইন্দ্ৰই পান কৰিবলৈ তোমাক পানীৰে সিঞ্চন কৰিছে। দক্ষিণা দিয়া ঋত্বিকক দিবলৈ, যজ্ঞ ঘৰত বহা মানুহক ফল দান কৰিবলৈ (পানী ঢালি) পথিয়াই দিছে ॥১০॥ ৰাতিপুৱা উষা উদয় হলে সেই পুৰণি সোম বিলাক চাকনিত ক্ষৰণ হয়। — যি সোমে অজ্ঞানত থকা সেই মায়াবী চোৰবিলাকক নাইকিয়া কৰি ক্ষৰণ হয় ॥১১॥ হে সখা, স্তোতা, জ্ঞানীসকল, তোমালোকে আৰু আমি বহুত ৰুচিকৰ, বলকৰ, সুগন্ধি সোম পান কৰিম। অন্নযুক্ত ঘৰৰে সৈতে বলকৰ সোমক ভজন কৰিম ॥১২॥

## ৯৯ সূক্ত—ঋ ৮।

### ঋষি—কশ্যপৰ পুতেক ৰেভ আৰু সুনু। ছন্দ—অনুষ্টুভ্; ১ বৃহতী। দেৱতা—পৱমান সোম।

সকলোৰে স্পৃহনীয়, শত্ৰুৰ ধৰ্ষক সোমলৈ পুৰুষত্ব ব্যঞ্জক ধনুৰ টান দিছে। পূজা কৰিব খোজা ঋত্বিকে মেধাৱী দেৱতাৰ আগত বলবান দেৱতাৰ কাৰণে বগা কাপোৰ মেলি দিছে (বগা নোমৰ চাকনি মেলি দিছে) ॥১॥ ৰাতিৰ পাচত (পুৱা) অলঙ্কৃত হৈ সোমে বলৰ উদ্দেশ্যে (বসতীৱৰী) পানীত গা ধুইছে। পৱিচৰণ কৰা যজমানৰ আঙুলি বিলাকে হৰিৎবৰ্ণৰ সোমৰ অংশ বিলাক ৰাবলৈ যেতিয়া হেচি দিয়ে (তেতিয়া সবন হয়) ॥২॥ এই সোমৰ সেই ৰস শোধন কৰিম, যি মদকৰ ৰস ইন্দ্ৰই যেচিকৈ পান কৰে। প্ৰকৰে আৰু স্তোতাই আগতে আৰু এতিয়াও যি সোমক মুখেৰে ধৰে (অৰ্থাৎ পান কৰে সেই ৰস শোধন কৰিম) ॥৩॥ বিশুদ্ধ কৰা সেই সোমক পুৰণি স্তুতিৰে স্তোতাই স্তুতি কৰিছে। আৰু আঙুলি বিলাকে শোধন কৰা) কামলৈ বল প্রয়োগ কৰি দেৱতা সকলৰ কাৰণে সোম দিবলৈ সমৰ্থ হৈছে ॥৪॥ পানীৰে পথালি সকলোৰে ধাৰক সোমক ভেড়াৰ নোমৰ চাকণিত চেকি শোধন কৰে। মনীষি সকলে সেই সোমক দূতৰ দৰে (দেৱতাক) আগতে জনাবলৈ প্রাৰ্থনা কৰে ॥৫॥ অতি আমোদ কৰা সেই সোমে পৱিকৃত হোৱাৰ পাচত চমস পাত্ৰত বহে, যেনেকৈ (বৃষভ) পশুৱে ৰেতঃ আধান কৰে। কৰ্ম্মৰ পতি এওঁ স্তুতি বাক্য বিচাৰে ॥৬॥ দেৱতাৰ কাৰণে অভিষুত সেই সোম দেৱতাক সুকৰ্ম্মা ঋত্বিক সকলে মাৰ্জন কৰিছে। যেতিয়া এই সোমক প্ৰজাৰ সংসদত (ধন দিয়া বুদ্ধি) জানে, তেতিয়া মহতী (বসতীৱৰী) পানীত নামি তেওঁ গা ধোৱে ॥৭॥ হে সোম, অভিষুত হলে যেতিয়া নহল হৈ থকা তোমাক

নেতা সকলে চাকনিলৈ নিয়ে অতি আমোদকৰ তুমি ভেতিয়া ইন্দ্ৰৰ কাৰণে চমস পাত্ৰত বহা ॥ ৮ ॥

## ১০০ সূক্ত—ঋ ৯।

### ঋষি—কশ্যপৰ পুত্ৰ ৰেভ আৰু সূনু। ছন্দ—অনুষ্টুপ্। দেৱতা—পৱমান সোম।

যেনেকৈ নতুনকৈ জন্ম হোৱা পোৱালীক মাকে চেলেকে, তেনেকৈ, দ্ৰোহহীন, ইন্দ্ৰৰ প্ৰিয়, কাম্য সোমক স্তুতি কৰিছে ॥ ১ ॥ হে ইন্দু বিলাক, পৰিস্কৃত হৈ তুমি দুয়ো স্থানৰ ( স্বৰ্গ আৰু পৃথিবীৰ ) ধন আমালৈ আনা। তুমি হবি দাতাক ঘৰত থাকি সকলো ধন পোষণ কৰা ॥ ২ ॥ হে সোম, তুমি ৰৰষ্ণৰ ধাৰাৰ দৰে মনৰ বেগেৰে ধাৰা সৃষ্টি কৰি দিয়া। হে সোম, তুমি পাৰ্থিৱ আৰু দৈৱ ধন আমালৈ পোষণ কৰা ॥ ৩ ॥ স্তোতাই ভজন কৰা, অভিষুত কৰা তোমাৰ ধাৰা বিলাক ভেড়াৰ নোমৰ চাকনিলৈ, শত্ৰু জয় কৰা ঘোঁৰাৰ দৰে লৰি গৈছে ॥ ৪ ॥ হে কবি সোম, আমাৰ কৰ্ম্ম আৰু বলৰ কাৰণে তুমি ধাৰাৰে বৈ যোৱা। তোমাক ইন্দ্ৰ আৰু মিত্ৰাবৰুণৰ পানৰ কাৰণে অভিষুত কৰা হৈছে ॥ ৫ ॥ হে সোম, অতি অন্নদাতা তুমি, চাকনিত ধাৰাৰে বৈ যোৱা। তুমি ইন্দ্ৰ, বিষ্ণু আৰু অন্য দেৱতাৰ কাৰণে অতি মধুৰ হোৱা ॥ ৬ ॥ হে পৱমান সোম, যজ্ঞত দ্ৰোহহীন মাকৰ দৰে ( বসতীৱৰী ) পানীয়ে হৰিৎ বৰ্ণৰ তোমাক চাকনিৰ ওপৰত চেলেকিছে যেনেকৈ ( নতুনকৈ জগা, পোৱালীক গৰুৱে ( মাকে ) চেলেকে ॥ ৭ ॥ হে পৱমান সোম, মহৎ যশেৰে সৈতে বিচিত্ৰ ৰশ্মিৰে গৈ আছা। বেগাই গৈ হবি দাতাৰ ঘৰত থাকি সকলো এন্ধাৰ ৰূপ ৰাক্ষস মাৰা ॥ ৮ ॥ হে মহৎ কৰ্ম্মৰ সোম, তুমি স্বৰ্গত আৰু পৃথিবীত অতি প্ৰকাশ কৰা। হে পৱমান সোম, তুমি মহত্বৰে সৈতে তোমাৰ কবচ পিন্ধিছা ॥ ৯ ॥

## ১০১ সূক্ত—ঋ ১৬।

### ঋষি—১-৩-শ্যাবাশ্বৰ পুত্ৰ অন্ধীগু ; ৪ ৬-নহুষৰ পুত্ৰ যযাতি ; ৭-৯-মনুৰ পুত্ৰ নহুষ ; ১০-১২-সংবৰণৰ পুত্ৰ মনু ; ১৩-১৬-বিশ্বামিত্ৰৰ পুত্ৰ বা বাকৰ পুত্ৰ প্ৰজাপতি। ছন্দ—অনুষ্টুভ্ ; ১-৩ -গায়ত্ৰী। দেৱতা—পৱমান সোম।

হে সখা ( স্তোতা ) সকল তোমালোকে সন্মুখত থকা আগন্তে জয় কৰি অনা সোমৰ অভিষুত কৰা মদকৰ ৰসক দীঘল জিভাৰ কুকুৰৰ পৰা আঁতৰ কৰি ৰাখা ॥ ১ ॥ অভিষুত কৰা, কৰ্ম্মত সাধু সোম পাপ নাশক ধাৰাৰে কেউফালে ঘোঁৰা যোৱা দৰে ক্ষৰণ হৈ গৈছে— ॥ ২ ॥ কৰ্ম্মৰ নেতা ( ঋত্বিক ) সকলে সেই বাধা দিব নোৱাৰা, যজন কৰিবলগীয়া সোমক সকলো ব্যাপক ( স্তোত্ৰ গাই ) শিলেৰে চেপি পখিয়াইছে ॥ ৩ ॥ অতি মধুৰ, অভিষুত কৰা, মদকৰ সোম বিলাক চাকনিত পৰি ইন্দ্ৰলৈ ক্ষৰণ হৈছে। তোমালোকৰ ( হে সোম ) মদকৰ ৰস বিলাক দেৱতা সকললৈ যাওক ॥ ৪ ॥ সোম ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছে,—এই বুলি স্তোতা সকলে কৈছে। বাক্যৰ পতিয়ে সকলোৰে ঈশ্বৰে (সোমে) বলেৰে, স্তুতিৰে সৈতে পূজা বিচাৰিছে ॥ ৫ ॥ সাগৰৰ দৰে সহস্ৰ ধাৰাৰে সোম ক্ষৰণ হৈছে। স্তুতিৰ প্ৰেৰক ধনৰ পতি ইন্দ্ৰৰ সখা সোমে দিনে দিনে ক্ষৰণ হৈছে ॥ ৬ ॥ এৱেঁই পূষা, এৱেঁই ভগ ধনৰ হেতু এয়া সোম পৰিস্কৃত হৈ বৈ গৈছে। সকলো জীৱৰ পালক সোমে দুয়ো দ্যাবাপৃথিবী প্ৰকাশ কৰিছে ॥ ৭ ॥ গৰু বিলাকে প্ৰিয়, অতি দীপ্ত, সোমৰ আমোদৰ কাৰণে শব্দ কৰিছে। পৱমান ইন্দু বিলাকে ( ক্ষৰণ হবলৈ ) বাট উলিয়াই লৈছে ॥ ৮ ॥ হে পৱমান সোম, অতি ওজস্বী যি তোমাৰ ৰস আছে, যি ৰস পাঁচ জাতিত বিদ্যমান, যি ৰসেৰে ( পান কৰি ) আমি ধন পাওঁ, সেই বিখ্যাত ৰস আমালৈ আনা ॥ ৯ ॥ ভালকৈ বাট জনা ইন্দু বিলাকে আমাৰ কাৰণে ক্ষৰণ হৈছে। ( সেই বিলাক ) ( আমাৰ ) মিত্ৰ অভিষুত কৰা, পাপ ৰহিত, সুধ্যানৰ আৰু স্বৰ্গক জনা ॥ ১০ ॥ গৰুৰ ছালৰ ওপৰত দেখা, শিলৰ ওপৰত চেপা, ধন লাভ কৰ, আমাৰ ( সোম) অন্নই কেউফালে শব্দ কৰিছে ॥ ১১ ॥ বিশুদ্ধ কৰা, মেধাৱী, দৈ মিহলোৱা ( বসতীৱৰী ) পানীলৈ যোৱা, স্থিৰ হৈ থকা এই সোম বিলাক সূৰ্য্যৰ দৰে সকলোৰে দেখা হৈছে ॥ ১২ ॥ অভিষুত কৰা সোম অন্নৰ সেই শব্দ বিলাক ( কৰ্ম্মৰ বিঘ্নকাৰক ) মাৰকে ( কুকুৰে ) শুনক। ( হে স্তোতা সকল ) কৰ্ম্মহীন সেই কুকুৰক ভাৰ্গৱে মখক ( মখ নামেৰে মানুহ ) খেদোৱা দৰে মাৰা ॥ ১৩ ॥ দেৱতাৰ বন্ধু সোমে, পুত্ৰক হাতেৰে সাৱটি ধৰা দৰে, চাকনিখন বেৰি ধৰিছে। সেই সোমে নিজৰ ঠাই ( কলহলৈ ) বহিবলৈ গৈছে যেনেকৈ উপপতিয়ে, অসতী তিৰোতাক পাবলৈ যায় বা দৰাই কন্যাক পাবলৈ যায়। ( তেনেকৈ কলহলৈ গৈছে ) ॥ ১৪ ॥ বল সাধক সেই সোম বীৰ, যি সোমে দ্যাবাপৃথিবী ৰখাই দিলে। হবিৎবৰ্ণৰ সোমে বিধাতাৰ ( যজমানৰ ) দৰে

নিজ ঠাইত বহিবলৈ (যত্ন কৰি) চাকনিত পৰিছে ॥ ১৫ ॥ এই সোমে ভেড়াৰ নোমৰ চাকনিত বৈ গৈছে। গৰুৰ চালৰ ওপৰত শব্দকৰি কামবৰ্ষক হৰিৎ বৰ্ণৰ সোম ইন্দ্ৰৰ স্থানলৈ গৈছে ॥ ১৬ ॥

## ১০২ সূক্ত—ঋ ৮।

### ঋষি—আপ্ত্যৰ ত্ৰিত (আপ্ত্যৰ পুত্ৰ ত্ৰিত)। ছন্দ—উষ্ণীক্। দেৱতা—পৱমান সোম।

যজ্ঞ কৰা মহতী পানীৰ কেচুৱা (পুত্ৰ) সোমে ঋতৰ (যজ্ঞৰ) প্ৰকাশক ৰস পঠিয়াই দি সকলো প্ৰিয় হবি পৰিভৱ কৰিছে। দুভাগ হৈ (স্বৰ্গ আৰু পৃথিবীত) বৈছে ॥ ১ ॥ ত্ৰিতৰ (মোৰ) গুপ্ত ঠাইত থোৱা শিলৰ ফাল দুটা পাই যেতিয়া তাত উঠিল তেতিয়া যজ্ঞ ধাৰক (ঋত্বিক সকলে) সপ্ত ছন্দেৰে সোমক স্তুতি কৰিবলৈ আৰম্ভ কৰিলে ॥ ২ ॥ হে সোম, (মোৰ) ত্ৰিতৰ তিনিটা সৱন যজ্ঞ তুমি ধাৰণ (সমাপন) কৰা। সাম গানৰ সময়ত ধন আনি দিয়া। সুজ্ঞানী স্তোতাই এয়া ইন্দ্ৰক যোজনা কৰি স্তোত্ৰ কৰিছে ॥ ৩ ॥ প্ৰাদুৰ্ভাব হোৱা কৰ্ম্মৰ বিধাতা সোমক সাত জনী মাকে (অৰ্থাৎ সাতটা ছন্দেৰে) (যজমানৰ) ঐশ্বৰ্য্যৰ কাৰণে অনুশাসন (স্তৱ) কৰিছে। এই সোমেই নিশ্চয়কৈ জানে যে কত ধন আছে ॥ ৪ ॥ দ্ৰোহ নোহোৱা সকলো দেৱতাই এই সোমৰ কামত লগলাগি এই (অভিষুত কৰা) সোমত আনন্দ কৰে--তেতিয়া (সেই কৰ্ম্ম) স্পৃহনীয় হৈছে ॥ ৫ ॥ ঋতৰ (যজ্ঞৰ) বৰ্দ্ধক (বসতীৱৰী) পানীয়ে গৰ্ভৰূপী এই সোমক যজ্ঞত সকলোৱে দেখিবলৈ জন্ম দিলে। (সেই সোম) কল্যাণীয়, কবি, অতি পূজনীয় আৰু বহুতে স্পৃহা কৰা ॥ ৬ ॥ সেই সোমে পৰস্পৰ লগলগা মহতী ঋতৰ (নিয়মৰ) মাক দুজন দ্যাবাপৃথিবীলৈ নিজেই যায় (চেপা শিল ছটালৈ যায়)।—যেতিয়া যজ্ঞক বিস্তাৰ কৰি (অধ্বৰ্য্যু সকলে) অনুসক্ত হৈ (বসতীৱৰী) পানীৰে সোমক মিহলি কৰে ॥ ৭ ॥ হে সোম, তুমি নিজ কৰ্ম্মেৰে দীপ্যমান ইন্দ্ৰিয়ৰে সৈতে নিজ তেজেৰে অন্ধকাৰ বিলাক আঁতৰাই দিয়া। হিংসাহীন যজ্ঞত ঋতৰে (যজ্ঞৰ) ধাৰক ৰস প্ৰেৰণ কৰি (অন্ধকাৰ আঁতৰাই দিয়া) ॥ ৮ ॥

## ১০৩ সূক্ত—ঋ ৬।

### ঋষি—আপ্ত্যৰ পুত্ৰ ত্ৰিত। ছন্দ আৰু দেৱতা ১০২ সূক্তৰ দৰে।

চাকনিত চেকা, কৰ্ম্মৰ বিধাতা সোমক স্তুতিৰে প্ৰীত কৰি মাত ডাঙৰকৈ মাতি বেতন দিয়া দৰে স্তুতি সম্পাদন কৰে ॥ ১ ॥ গাখীৰ (আদিৰে) মিহলি হৈ সোম ভেড়াৰ নোমৰ চাকনিত বৈ গৈছে। হৰিৎ বৰ্ণৰ সোম পৰিষ্কৃত হৈ তিনি ঠাইত বৈছে ॥ ২ ॥ সেই সোমে ভেড়াৰ নোমৰ চাকনিৰ পৰা মধুৰ ৰসৰ আধাৰ কলহলৈ নিজ ৰস লৈ গৈছে। সেই সোমক ঋষি সকলৰ সাত ছন্দৰ বাণীৰে স্তুতি কৰিছে ॥ ৩ ॥ হৰিৎ বৰ্ণৰ সোম (গছক) শুচি কৰিলত চেপা শিলৰ ফালত সোমাইছে। (সেই সোম) স্তুতিৰ নায়ক. সকলো দেৱতাৰূপী আৰু কোনেও হিংসা কৰিব নোৱাৰা ॥ ৪ ॥ হে সোম, তুমি ইন্দ্ৰৰ সৈতে একে ৰথতে উঠি দেৱতাৰ সেনাৰ লগলৈ ঋত্বিকে ঋত্বিকক বিশুদ্ধ কৰা দৰে অমৰ হৈ যোৱা ॥ ৫ ॥ দেৱতাৰ কাৰণে অভিষুত কৰা। ঘোঁৰাৰ দৰে যুদ্ধ ইচ্ছা কৰি যোৱা দেৱতা পৰিষ্কৃত কৰা সোম পাত্ৰত বিয়পি কেউফালে বৈ গৈছে ॥ ৬ ॥

## ১০৪ সূক্ত—ঋ ৬।

### ঋষি—কণ্বৰ পুত্ৰ পৰ্ব্বত আৰু নাৰদ; কশ্যপৰ জীয়েক শিখণ্ডিনী আৰু অপ্সৰা। ছন্দ উষ্ণীক। দেৱতা পৱমান সোম।

হে সখা (স্তোতা) সকল বহা। পৱমান সোমলৈ স্তোত্ৰ গোৱা। যজনীয় দ্ৰব্যৰে শোভাৰ কাৰণে কেচুৱাক কৰা দৰে অলঙ্কৃত কৰা ॥ ১ ॥ (হে ঋত্বিক সকল) ঘৰ সাধন কৰাওঁতা এই সোমক, গৰুৰ পোৱালী মাকক পিবলৈ লগোৱা দৰে পানীত লগাই দিয়া। (এই সোম) দেৱতাৰ ৰক্ষক, মদৰ হেতু, দুগুন বেগ ধৰা ॥ ২ ॥ বলৰ সাধক সোম, বেগৰ কাৰণে, দেৱতাৰ পানৰ কাৰণে যাতে হয়, মিত্ৰ আৰু বৰুণৰ অতি সুখৰ কাৰণে শোধন কৰা ॥ ৩ ॥ হে সোম, ধনৰ দাতা তোমাক আমাৰ ধনৰ কাৰণে আমাৰ স্তুতি বাক্যেৰে স্তুতি কৰিছো। গাখীৰেৰে তোমাৰ বৰণ ঢাকি দিম ॥ ৪ ॥ আমাৰ আমোদ কৰাৰ অধিপতি হে সোম, তুমি দেৱতা ৰূপী হৈছা। সখাই সখাক বাট দেখুৱা দৰে আমাক অতি ভাল বাট দেখুৱা হোৱা ॥ ৫ ॥ হে সোম, আমাৰ লগত আগৰ দৰে সখীত্ব কৰা। আৰু খাই পেলোৱা কোনো ৰাক্ষসক আঁতৰ কৰি দিয়া। নাস্তিক, বিভজীয়া আৰু আমাৰ পাপক প্ৰহাৰ কৰি খেদাই দিয়া ॥ ৬ ॥

## ১০৫ সূক্ত—ঋ ৬।

### ঋষি—কণ্বৰ পুত্ৰ পৰ্ব্বত আৰু নাৰদ।

ছন্দ—উষ্ণীক্। দেৱতা—পৱমান সোম।

হে সখাসকল, তোমালোকে দেৱতাসকলৰ আমোদৰ কাৰণে সেই সোমৰ বিষয়ে স্তুতি কৰা। কেচুৱাক যেনেকৈ অলঙ্কৃত কৰে তেনেকৈ যজ্ঞৰে আৰু স্তুতিৰে সোমক অলঙ্কৃত কৰা ॥ ১ ॥ পতিয়াই দিয়া ইন্দুক মাকে পোৱালীক ( চেলেকি তিওৱা দৰে ) ( বসতীৱৰী পানীৰে ) তিয়াই দিছে। দেৱতাৰ ৰক্ষক মদকৰ সোমক স্তুতিৰে অলঙ্কৃত কৰিছে ॥ ২ ॥ এই সোমক বলৰ কাৰণে সাধনা কৰা হৈছে। এই সোমক বেগৰ কাৰণে, দেৱতাৰ পান কৰিবলৈ সাধনা কৰা হৈছে। এয়া অভিষুত কৰা সোম, দেৱতা সকললৈ অতি মধুৰ হৈছে ॥ ৩ ॥ হে সুবলী ইন্দু, অভিষুত হোৱা তুমি আমাক গৰুযুক্ত আৰু ঘোঁৰাৰে সৈতে ধন পোৱাই দিয়া। শুচি তোমাৰ বৰণ মই গৰুৰ গাখীৰেৰে মিহলি কৰি দিম ॥ ৪ ॥ হৰিৎবৰ্ণৰ জন্তুৰ পতি হে ইন্দু, অতি ৰূপৱান দেৱতা তুমি নেতা সকলৰ হিতকৰ আৰু আমাৰ দীপ্তিকৰ হোৱা—যেনেকৈ সখায় সখাৰ কাৰণে হয় ॥ ৫ ॥ হে সোম, আমাৰ লগত আগৰ দৰে সখীত্ব কৰা। দেৱতা নোহোৱা কোনো খাই পেলোৱা ৰাক্ষসক আমাৰ পৰা আঁতৰাই দিয়া। শত্ৰু অভিভৱ কৰি বাধা দিয়া ৰাক্ষসবিলাক মাৰা। দুভলীয়া বিলাকক মা.া ॥ ৬ ॥

১০৬ সূক্ত—ঋ ১৪।

ঋষি—১-৩।১০ ১৪ চক্ষুৰাখ্যৰ পুত্ৰ অগ্নি, ৪-৬ মনুৰ পুত্ৰ চক্ষু, ৭-৯ মনুৰ পুত্ৰ অপ্সৰ। ছন্দ—উষ্ণীক্। দেৱতা—পৱমান সোম।

( পাত্ৰত ক্ষৰণ হোৱা ) খৰকৈ উৎপাদন কৰা ইন্দু বিলাক, সৰ্ব্বজ্ঞ হৰিৎ বৰ্ণৰ অভিষুত কৰা এই সোম বিলাক কামবৰ্ষী ইন্দ্ৰৰ ফালে যাওক ॥ ১ ॥ সংগ্ৰামৰ কাৰণে ভাগ কৰা অভিষুত কৰা এয়া সোম ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছে। জয়শীল ইন্দ্ৰক অনাই যেনেকৈ জানে তেনেকৈ সোমেও জানে ॥ ২ ॥ তাৰ পাচত ইন্দ্ৰই এই সোমৰ আমোদত সকলোৱে ভজন কৰা লব লগীয়া ধনু ধৰিলে। পানীক জয় কৰা ইন্দ্ৰই বৰ্ষক বজ্ৰও ধৰিলে ॥ ৩ ॥ হে সোম, জাগৰণশীল তুমি ক্ষৰণ হোৱা। হে ইন্দু, ইন্দ্ৰৰ কাৰণে কেউফালে বৈ আহা। দীপ্তিযুক্ত স্বৰ্গক জনা, শোধক বল আহৰণ কৰা ॥ ৪ ॥ হে সোম, সকলোৱে দেখা, বহুত বাটৰ, বাট কৰিব পৰা বিচক্ষন তুমি, ইন্দ্ৰৰ কাৰণে বৰ্ষক মদৰ ৰস ক্ষৰণ কৰা ॥ ৫ ॥ হে সোম, আমাৰ কাৰণে অতি বাট জনা, দেৱতাৰ কাৰণে সুস্বাদু, তুমি, শব্দ কৰি বহুত বাটেৰে আহা ॥ ৬ ॥ হে ইন্দু, দেৱতাই পান কৰিবৰ কাৰণে বলেৰে ধাৰাৰে সৈতে ক্ষৰণ হোৱা। হে সোম, মধুমান তুমি আমাৰ কলহলৈ আহি বহা ॥ ৭ ॥ ( বসতীৱৰী ) পানীলৈ খৰকৈ যোৱা তোমাৰ ৰস বিলাকে আমোদৰ কাৰণে ইন্দ্ৰক বৰ্দ্ধন কৰক। দেৱতা সকলে সুখকৰ তোমাক অমৰণৰ কাৰণে পান কৰে ॥ ৮ ॥ হে অভিষুত কৰা ইন্দু বিলাক, যি দৰে পানী ( পৃথিৱীলৈ অহা ) কৰিলা হে সোম বিলাক, পৰিস্কৃত হৈ সেইদৰে স্বৰ্গক লভা ধন আমালৈ আনা ॥ ৯ ॥ পৰিষ্কাৰ কৰা সোম ধাৰাৰে ভেড়াৰ নোমৰ মাজেদি গৈ পৱমান হৈ স্তোত্ৰৰ আগে আগে শব্দ কৰি লৰ মাৰিছে ॥ ১০ ॥ বলবান ( বসতীৱৰী ) পানীত খেমালি কৰি ভেড়াৰ নোমৰ চাকনি পাৰ হৈ যোৱা সোমক ( ঋত্বিক সকলে ) স্তুতিৰে বৰ্দ্ধন কৰিছে। তিনি পিষ্টিত ( তিনি সৱনত ) স্পৰ্শ কৰি একেলগে স্তুতি গাই ( বৰ্দ্ধন কৰিছে ) ॥ ১১ ॥ অন্ন ইচ্ছা কৰি ( যজমানলৈ ) সেই সোমে কলহলৈ লক্ষ্য কৰি পৰি বৈ গৈছে, যেনেকৈ যুদ্ধলৈ ঘোঁৰা যায় ( তেনেকৈ ) বিশুদ্ধ কৰা সোমে শব্দ উৎপত্তি কৰি পাত্ৰত বাগৰি গৈছে ॥ ১২ ॥ স্পৃহনীয় হৰিৎ বৰ্ণৰ সোম ভাল বেগেৰে বেকা চাকনি পাৰ হৈ স্তোতাক পুত্ৰযুক্ত যশ দান কৰি ক্ষৰণ হৈছে ॥ ১৩ ॥ হে সোম দেৱতাক বিচাৰি তুমি এইদৰে ধাৰাৰে বৈ যোৱা। মধুৰ তোমাৰ ধাৰা সৃষ্টি কৰা। পাচত শব্দ কৰি চাকনিয়েদি কেউফালে পাত্ৰলৈ যোৱা ॥ ১৪ ॥

১০৭ সূক্ত—ঋ ২৬।

ঋষি—৯।৬৭ সূক্তত উল্লেখ কৰা ভৰদ্বাজ আদি সাতজন। ছন্দ—প্ৰগাৰ্থ ; ১।৪।৬।৮-১০।১২।১৪।১৭।১৯।২১ ২৩।২৫ বৃহতী ; ২।৫।৭।১১।১৩-১৫।১৮।২০।২২।২৪।২৬ সতো বৃহতী ; ৩।১৬ দ্বিপদা বিৰাট্। দেৱতা পৱমান সোম।

( হে ঋত্বিক সকল ) ইয়াৰ পাচত অভিষুত কৰা সোমক সিঞ্চন কৰা। যি সোম উত্তম হৰি আৰু মানুহৰ হিতকৰ, যি সোম পানীৰ মাজলৈ যায় সেই সোমক শিলেৰে অভিষুত কৰি ( পানীৰে সিঞ্চন কৰা ) ॥ ১ ॥ হে সোম, অহিংসিত তুমি, অতি সুগন্ধি এতিয়া পৰিষ্কাৰ কৰা হলত ভেড়াৰ নোমৰ চাকনিত পাৰ হৈ যোৱা। অভিষুত কৰিলে অন্নেৰে, আৰু গাখীৰেৰে মিহলাই আমি ওপৰৰ পানীত থকা তোমাক স্তুতি কৰিম ॥ ২ ॥ অভিষুত হোৱাৰ পাচত সকলোৱে দেখা, দেৱতাৰ

আমোদ কৰা কৰ্ত্তা, ইন্দু, বিচক্ষণ তুমি, পাত্ৰত ক্ষৰণ হৈছা ॥ ৩ ॥ হে সোম, পবিস্কৃত হৈ তুমি পানী পিন্ধি (পানীৰে ঢাক খাই) ধাৰা বোৱাই চাকনিলৈ যোৱা। যজ্ঞ দাতা তুমি ঋতৰ (যজ্ঞৰ) যোনী স্থানত বহা। হে দেৱতা, তুমি উৎস, সোণময় ॥ ৪ ॥ মধুৰ, প্ৰিয়কৰ, দিব্য, (সোমলতা ৰূপী) ওহাৰ খিৰাই সোমে পুৰণি স্থানত ৰহিছে। শুধিবলগীয়া কৰ্ম্মৰ ধাৰক যজমানক সোমে অন্ন দিবলৈ গৈছে। নেতাসকলে শোধন কৰা শ্ৰেষ্ঠ সকলোৰে দ্ৰষ্টা ॥ ৫ ॥ হে সোম, জাগৰণ শীল তুমি প্ৰিয়, পবিক্ৰত হৈ ভেড়াৰ নোমৰ চাকনিত পৰিছাগৈ। তুমি বিপ্ৰ অঙ্গিৰস সকলৰ ভিতৰত আটাইতকৈ ডাঙৰ হৈছা। তুমি আমাৰ যজ্ঞত মধুৰ ৰস বোৱাই দিয়া ॥ ৬ ॥ কাম বৰ্ধক, অতি পথ জনা, ঋষি বিপ্ৰ, বিচক্ষণ, কবি সোম ক্ষৰণ হৈছে। তুমি অতি দেৱতাক কামনা কৰা হৈছা। দ্যুলোকত সূৰ্য্য আৰোহণ কৰাই দিলা ॥ ৭ ॥ ঋত্বিক সকলে অভিষুত কৰা সোম ওখত থকা নোমৰ চাকনিৰ ওপৰলৈ বেচিকৈ গৈছে। সেউজীয়া ধাৰা বোৱাই ঘোঁৰাৰ দৰে গৈছে। আমোদকৰ ধাৰাৰে (কলহলৈ) গৈছে ॥ ৮ ॥ গৰুযুক্ত সোমে জল ঠাইলৈ (কলহলৈ) গাখীৰ আদিৰে সৈতে ক্ষৰণ হৈছে। (আকৌ তাকে কৈছে) সেই সোমে নিজক মিহলাই দিবলৈ গাখীৰেৰে সৈতে ক্ষৰণ হৈছে। সমুদ্ৰলৈ পানী যোৱা দৰে ভাগ কৰিবলগীয়া সোম অন্ন বিলাক (কলহলৈ) গৈছে। মদকৰ সোমক আমোদৰ কাৰণে মাৰকিল কৰি অভিষুত কৰিছে ॥ ৯ ॥ হে সোম, শিলেৰে চেপা হলত তুমি ভেড়াৰ নোমৰ চাকনি পাৰ হৈ বৈ যোৱা। হৱিৰ্বৰ্ধৰ সেই সোম চম্বো ফালৰ (ওপৰত থকা কলহত) মানুহে নগৰত সোমোৱা দৰে সোমাই গৈছে। তুমি কাঠৰ পাত্ৰত থাকিবলৈ ললা ॥ ১০ ॥ অন্ন কামনা কৰি সূক্ষ্ম ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গলে তোমাক (ঋত্বিকে) যুদ্ধত জয় কামনা কৰা ঘোঁৰাৰ দৰে শোধিত কৰিছে। সকলোৱে অনুমোদন কৰা পৱমান সোমক বিপ্ৰসকলে ঋকেৰে সৈতে স্তুতি কৰি অলঙ্কৃত কৰে ॥ ১১ ॥ হে সোম, দেৱতাৰ পান কৰিবৰ কাৰণে (বসতীৱৰী) পানীৰে নৈৰ দৰে ওকন্দি উঠিছা। মদকৰৰ দৰে জাগৰণশীল লতাৰ ৰসেৰে মধু ক্ষৰণ কৰা তুমি কলহৰ ফালে গৈছা ॥ ১২ ॥ স্পৃহনীয় প্ৰিয় পুত্ৰৰ দৰে মাৰ্জন কৰিব লগা সোমক জিলিকি থকা কাপত আবৰণ কৰিছে। এই সোমক নদীৰ পানীত হাতৰ আঙুলিৰে আগলৈ হেঁচি দিছে—যেনেকৈ বেগাই যোৱা মানুহে ৰণত ৰথ চলাই ॥ ১৩ ॥ গৈ থকা মদকৰ মনীষি, স্বৰ্গক জনা মদৰ অন্ন সোম বিলাক বেচি ওখ ঠাইত থকা চাকনিত ক্ষৰণ হৈছে ॥ ১৪ ॥ পৱমান দেৱতা ৰজা সোম বৃহৎ ঋতত (সত্যত) কলহলৈ ধাৰাৰে পাৰ হৈ গৈছে। হেঁচি দিলত ঋত (সত্য) সেই সোম মিত্ৰ আৰু বৰুণৰ ধৰ্ম্মেৰে গৈ আছে ॥ ১৫ ॥ নেতাসকলে নিয়মিত কৰা স্পৃহনীয় বিচক্ষণ অন্তৰীক্ষত হোৱা ৰজা সোম (ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছে ॥ ১৬ ॥ মদকৰ অভিষুত কৰা সোম মৰুৎ গণেৰে সৈতে ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছে। সহস্ৰ ধাৰাৰে ভেড়াৰ নোমৰ চাকনি পাৰ হৈ গৈছে। এই সোমক মানুহে শোধন কৰিছে ॥ ১৭ ॥ অভিষুত কৰা (শিলৰ) ফালত শোধিত কৰা কবি সোমে স্তুতি উৎপাদন কৰি দেৱতাৰ মাজত ৰঙ কৰি আছে। পানীত ঢাক খাই লৈ কাঠৰ পাত্ৰত বহি গাখীৰ আদিৰে ঢাক খাইছে ॥ ১৮ ॥ হে ইন্দু, হে সোম, তোমাৰ সখীত্বত মই দিনে দিনে আনন্দ কৰো। হে আকাশ বৰ্ধৰ সোম, বহুত ৰাক্ষস মোৰ পিচে পিচে ফুৰিছে। সিহঁতক আমাৰ পৰিধিৰ পৰা আঁতৰাই দিয়া ॥ ১৯ ॥ আৰু হে আকাশ বৰ্ধৰ সোম, ৰাতি আৰু দিনত সখীত্বৰ কাৰণে তোমাৰ ওচৰত মই আনন্দ কৰি থাকো। দীপ্ত, জ্বলন্ত পৰম স্থানত থকা সূৰ্য্যাত্মক তোমাক চৰাইৰ দৰে উৰি আমি পাৰ হৈ যাম ॥ ২০ ॥ হে সুহস্তৰ সোম, বিশুদ্ধ কৰা তুমি কলহত শব্দ কৰা। হে পৱমান সোম, সোণেৰে সৈতে স্পৃহনীয় বহুত ধন তুমি তোমালৈ ক্ষৰণ কৰা ॥ ২১ ॥ হে কামবৰ্ধক সোম, পানীত মাৰ্জ্জন কৰা, ভেড়াৰ নোমৰ চাকনিত শোধিত কৰি কাঠৰ কলহত শব্দ কৰি আছা। হে পৱমান সোম, তুমি গাখীৰেৰে মিহলি হৈ সংস্কাৰ কৰা দেৱতাৰ ঠাইলৈ গৈছা ॥ ২২ ॥ হে সোম সকলো কবিতা লক্ষ্য কৰি আমাৰ অন্ন লাভৰ কাৰণে ক্ষৰণ হোৱা। হে সোম, দেৱতাৰ মদকৰৰ মুখ্য তুমি কলহত সোমাই থাকা ॥ ২৩ ॥ হে সোম, পৃথিবী আৰু স্বৰ্গলোকত ধৰ্ম্মৰে সৈতে সোনকালে ক্ষৰণ হোৱা। হে বিচক্ষণ, বিপ্ৰসকলে স্তুতিৰে সৈতে আঙুলিৰে বগা তোমাক হেঁচি দিছে ॥ ২৪ ॥ পৱমান সোম বিলাক ধাৰাৰে সৈতে চাকনি পাৰ হৈ বৈ গৈছে। (সেই সোম) মৰুৎ যুক্ত হৈ মদকৰ হৈ ইন্দ্ৰই ভাল পোৱা স্তুতি আৰু অন্ন লক্ষ্য কৰি গৈ আছে ॥ ২৫ ॥ পানীৰে ঢাকি ঋত্বিকে পথিয়াই দিলত সোম কলহৰ ফালে গৈছে। দীপ্তি উৎপাদন কৰি গাখীৰ আদিৰে নিজৰ ৰূপ ধৰি সোমে স্তুতি কামনা কৰিছে ॥ ২৬ ॥

## ১০৮ সূক্ত—ঋ ১৬।

**ঋষি ১।৩ শক্তিৰ পুত্ৰ গৌৰিবীতি ; ৩।১৪-১৬-বসিষ্ঠৰপুত্ৰ শক্তি, ৪।৫-অঙ্গিৰসৰ পুত্ৰ উৰু ; ৬।৭ ভৰদ্বাজৰ পুত্ৰ ঋজিশ্বা ; ৮।৯-অঙ্গিৰৰ পুত্ৰ উৰ্দ্ধ সদ্মা ; ১০।১১-অঙ্গিৰসৰ পুত্ৰ কৃতযশা ; ১২।১৩ ৰাজৰ্ষি ঋণঞ্চয় । ছন্দ— ককুভ প্ৰগাথ—১।৩।৫।৭।৯।১১।১৫ ককুপ ; ২।৪।৬।৮।১০।১২। ১৪।১৬ সতোবৃহতি ; ১৩ গায়ত্ৰী যবমধ্যা ।**

দেৱতা—পৱমান সোম ।

হে সোম, অতি মধুৰ মদকৰ তুমি ইন্দ্ৰৰ কাৰণে ক্ষৰণ হোৱা। অতি কৰ্ম্মজ্ঞ, মহান, অতিদীপ্ত তুমি মদৰ হেতু ॥ ১ ॥ কামবৰ্ষক ইন্দ্ৰই যি তোমাক পান কৰি বৃষভৰ দৰে আচৰণ কৰে, সকলোৰে দৰ্শক তোমাক পান কৰি সেই ইন্দ্ৰই যুদ্ধলৈ যোৱা ঘোঁৰাৰ দৰে শত্ৰুৰ অন্ন আক্ৰমণ কৰি আনে ॥ ২ ॥ হে পৱমান সোম, অতি দীপ্তিমান তুমি দেৱতা সকলৰ জন্ম অমৃতত্বৰ কাৰণে ক্ষিপ্ৰতাৰে ঘোষণা কৰিলা ॥ ৩ ॥ নবগ্ব অনুষ্ঠাতা দধ্যাঙ্ নামৰ (অঙ্গিৰসৰ বংশৰ) ঋষিয়ে যি সোমৰ দ্বাৰা (গৰু আবদ্ধ কৰি থোৱা) দুৱাৰ মুকলি কৰিছিল, যি সোমেৰে বিপ্ৰ সকলে গৰু পালে দেৱতা সকলৰ সুখ হলত কল্যাণৰ অমৃত অন্ন যি সোমৰ দ্বাৰা যজমানে পাইছিল (সেই দেৱতাৰ অমৃতত্ব শীঘ্ৰে ঘোষণা কৰিলে) ॥ ৪ ॥ সেয়া এই অভিষুত, অতি আমোদ কৰা, পানীৰ ঢৌৰ দৰে খেলা কৰি সোমে ভেড়াৰ নোমৰ চাকনিয়েদি বৈ গৈছে ॥ ৫ ॥ যি সোমে ওলায় যোৱা অন্তৰীক্ষত থকা পানী মেঘৰ ভিতৰৰ পৰা বলেৰে উলিয়াই আনিলে (বৰষুণ দিয়ালে), সেই তুমি গৰু আৰু ঘোঁৰা বিলাক কেউফালে (বন্ধ কৰি থোৱাৰ পৰা) মেলি দিলা। হে শত্ৰু জয় কৰা সোম, কৱচ পিন্ধা বীৰৰ দৰে অসুৰ মাৰা ॥ ৬ ॥ (হে ঋত্বিক সকল) স্তোতব্য পানীৰ প্ৰেৰক, তেজ প্ৰেৰক, পানী বৰ্ষক, পানীত ওপজি যোৱা সোমক অভিষুত কৰি ঘোঁৰাৰ দৰে সিঞ্চন কৰি দিয়া ॥ ৭ ॥ কামবৰ্ষক, পানীৰ বৰ্দ্ধক সহস্ৰ ধাৰাৰ প্ৰিয় সেই সোমক দেৱতাৰ কাৰণে অভিষুত কৰা। ঋতত (পানীত) জন্ম হোৱা যি বজা সোম ঋতৰে (নিয়মেৰে) বিশেষকৈ বৰ্দ্ধন হয়, ঋত (সত্য) সেই দেৱতা সোমক অভিষুত কৰা ॥ ৮ ॥ হে অন্নৰ পতি, দেৱতা সোম, দেৱতাক কামনা কৰা তুমি বহুত অন্ন আমালৈ প্ৰকাশ কৰি দিয়া। অন্তৰীক্ষত থকা পানীৰ ভড়াল মেঘক বৰষুণৰে সৈতে পথিয়াই দিয়া ॥ ৯ ॥ হে সুবলী সোম, ছেপা (শিলৰ) ফালত অভিষুত কৰা তুমি সকলো প্ৰজা বহন কৰা ৰজাৰ দৰে আহা। তুমি বৰষুণৰ পানীৰ গতিত দ্যুলোকৰ পৰা ক্ষৰণ হোৱা। গৰু ইচ্ছা কৰা যজমানৰ কৰ্ম্ম বিলাক পূৰণ কৰা ॥ ১০ ॥ দেৱতাক বিচৰা (ঋত্বিকে) এয়া সেই মদকৰ, সহস্ৰ ধাৰাৰ, কামবৰ্ষী ; সকলো, ধন ধাৰণ কৰা সোমক খিৰালে ॥ ১১ ॥ কামবৰ্ষক অমৰ সোমে জ্যোতি-উৎপাদন কৰি, নিজ জ্যোতিৰে এন্ধাৰ নাশ কৰি প্ৰাদুৰ্ভাব হৈছে। মেধাবী সকলে ভালকৈ স্তুতি কৰা সোমক মিহলি কৰিবলৈ গাখীৰ (আদি) ধাৰণ কৰে। তিনিটা পাত্ৰত এই সোমক কৰ্ম্মেৰে ধাৰণ কৰিছে ॥ ১২ ॥ যি সোমে ধন আনে, যি গৰু গাই আনে, যি অন্ন আনে, যি সোমে মানুহ থকা ভাল ঘৰ আনে, সেই সোম অভিষুত হল ॥ ১৩ ॥ আমাৰ যি সোম ইন্দ্ৰই পান কৰে, যি সোমক মৰুত সকলে, পান কৰে, বা যি সোমক অৰ্যমা দেৱতাৰ লগত ভগ দেৱতাই পান কৰে, যি সোমেৰে মিত্ৰাবৰুণক আমাৰ ফালে মুখ কৰাওঁ, যি সোমেৰে ইন্দ্ৰক আমাৰ ফালে মুখ কৰাওঁ, সেই সোম অভিষুত হৈছে ॥ ১৪ ॥ হে সোম, অতি মধুৰ, কৰ্ম্মৰ নেতা সকলে সংযত কৰা ভাল অস্ত্ৰ থকা অতি আমোদ দায়ক তুমি ইন্দ্ৰই পান কৰিবলৈ ক্ষৰণ হোৱা ॥ ১৫ ॥ হে সোম তুমি ইন্দ্ৰৰ হৃদয়ৰ বস্তু। নৈ বিলাক যেনেকৈ সমুদ্ৰত পৰেগৈ, তেনেকৈ সোমধান পাত্ৰত সোমোৱা। তুমি মিত্ৰৰ, বৰুণৰ, আৰু বায়ুৰে ভাল পোৱা দ্যুলোক স্থাপন কৰাত সকলোতকৈ উত্তম ॥ ১৬ ॥

## ১০৯ সূক্ত—ঋ ১২ ।

**ঋষি—ঈশ্বৰৰ পুত্ৰ ধিষ্ণ্য অগ্নি সকল। ছন্দ—দ্বিপদা বিৰাট। দেৱতা—পৱমান সোম ।**

হে সোৱাদ সোম তুমি ইন্দ্ৰ, মিত্ৰ, পূষা, আৰু ভগলৈ কেউফালে (পাত্ৰত) ক্ষৰণ হোৱা ॥ ১ ॥ হে সোম, অভিষুত কৰা তোমাৰ ভাগ ইন্দ্ৰই কৰ্ম্মৰ কাৰণে আৰু বলৰ কাৰণে পান কৰক। সকলো দেৱতাই তোমাৰ অংশ পান কৰক ॥ ২ ॥ হে দীপ্ত, দিব্য, পান কৰিব লগীয়া, তুমি আমাৰ অমৰণৰ কাৰণে আৰু মহৎ ঘৰৰ কাৰণে ক্ষৰণ হোৱা ॥ ৩ ॥ হে মহান সোম, সমুদ্ৰৰ দৰে বসাল, সকলোৰে পিতা তুমি, সকলো দেৱতাৰ শৰীৰ উদ্দেশ্য কৰি ক্ষৰণ হোৱা ॥ ৪ ॥ হে দীপ্ত সোম, তুমি দেৱতাৰ কাৰণে ক্ষৰণ হোৱা।

স্বৰ্গত আৰু পৃথিবীত প্ৰজাৰ সুখ কৰা ॥ ৪ ॥ হে দীপ্ত সোম, পান কৰিব লগীয়া তুমি দ্যুলোকৰ ধাৰক। বলবান, সত্য, তুমি বিবিধ ধৰ্ম্মৰ ধাৰক হৈ এই যজ্ঞত ক্ষৰণ হোৱা ॥ ৬ ॥ হে অন্নবান সোম, ভাল ধাৰা যুক্ত তুমি বহুত নোমৰ মাজেদি (চাকনিৰ মাজেদি) অনুক্ৰমে ক্ষৰণ হোৱা ॥ ৭ ॥ কৰ্ম্মৰ নেতা (ঋত্বিক) সকলে নিয়মিত কৰা উৎপত্তি হলতে শোধন কৰা, আমোদ কৰা, সৰ্ব্বজ্ঞ সোমে সকলো ধন আমালৈ ক্ষৰণ কৰক ॥ ৮ ॥ শোধিত কৰি বহুত কৰা সোমে আমাক (আৰু) পুত্ৰাদিক সকলো দ্ৰব্য ধন কৰক ॥ ৯ ॥ হে সোম, ধোঁৱাৰ দৰে (বসতীৱৰী) পানীৰে সিক্ত কৰা বেগবান তুমি কৰ্ম্মৰ কাৰণে, বলৰ আৰু ধনৰ কাৰণে ক্ষৰণ হোৱা ॥ ১০ ॥ অভিষুত কৰা (ঋত্বিকে), হে সোম, তোমাৰ ৰস আমোদৰ কাৰণে বিশুদ্ধ কৰিছে। মহৎ যশৰ কাৰণে সেই সোমক বিশুদ্ধ কৰিছে ॥ ১১ ॥ কেচুৱা উৎপত্তি হলত হৰিৎ বৰ্ণৰ দীপ্ত সোমক দেৱতাৰ কাৰণে চাকনিত চেকিছে ॥ ১২ ॥ কল্যাণ ৰূপৰ, কবি সোমক পানীৰ মাজত আমোদৰ কাৰণে আৰু ধনৰ কাৰণে ক্ষৰণ কৰিছে ॥ ১৩ ॥ সেই সোমে কল্যাণকৰ ইন্দ্ৰৰ শৰীৰ পোষণ কৰিছে,—যি শৰীৰেৰে ইন্দ্ৰই সকলো পাপ ৰূপ ৰাক্ষস নষ্ট কৰিলে ॥ ১৪ ॥ নেতা সকলে অভিষুত কৰি গাখীৰ মিহলি কৰা এই সোমক সকলো দেৱতাই পান কৰিছে ॥ ১৫ ॥ অভিষুত হৈ সোমে ভেড়াৰ নোমৰ চাকনি সহস্ৰ ধাৰাৰে পাৰ হৈ গৈ নানা ৰূপে পাত্ৰত ক্ষৰণ হৈছে ॥ ১৬ ॥ বলবান সেই সোম সহস্ৰ ৰেতৰ (বসতীৱৰী) পানীত মাৰ্জ্জন হৈ গাখীৰেৰে মিশ্ৰিত হৈ ক্ষৰণ হৈছে ॥ ১৭ ॥ হে সোম, ঋত্বিক সকলে) শিলেৰে অভিষুত কৰি নিয়মিত কৰা তুমি ইন্দ্ৰৰ পেটলৈ যোৱা গৈ ॥ ১৮ ॥ বেগবান সোমে চাকনি পাৰ হৈ বহুত ধাৰাৰ হৈ ইন্দ্ৰৰ কাৰণে বৈ গৈছে ॥ ১৯ ॥ কামবৰ্ষী ইন্দ্ৰৰ আমোদৰ কাৰণে মধুৰ ৰসৰ সৈতে গৰুৰ গাখীৰেৰে এই সোমক লগ লগাইছে ॥ ২০ ॥ হে সোম, পানীৰে ঢাকি হৰিৎ বৰ্ণৰ তোমাক অনায়াসে (ঋত্বিক সকলে) দেৱতাৰ পানৰ কাৰণে আৰু বলৰ কাৰণে শোধন কৰিছে ॥ ২১ ॥ এই ইন্দুক ইন্দ্ৰৰ কাৰণে (শিলত) চেপিছে। বৰকৈ চেপিছে। উগ্ৰ তেওঁ পানীলৈ গৈছে আৰু তাত মিশ্ৰন হৈছে ॥ ২২ ॥

## ১১০ সূক্ত—ঋ ১২।

ঋষি—ত্ৰ্যৰুণ ত্ৰসদস্যু ৰাজৰ্ষি। ছন্দ—১-৩-পিপীলিকা মধ্যা অনুষ্টুভ্; ৪-৯-ঊৰ্দ্ধ বৃহতী; ১০ ১২-বিৰাট্। দেৱতা—পৱমান সোম।

হে সোম, অন্নলাভৰ কাৰণে সংগ্ৰামলৈ ভালকৈ যোৱা। সহনশীল তুমি শত্ৰুবিলাক বশ কৰিবলৈ যোৱা। আমাৰ ঋণ গুচাবলৈ তুমি শত্ৰুক মাৰিবলৈ বিচাৰিছা ॥ ১ ॥ হে সোম, অভিষুত কৰা তোমাৰ কাৰণে আমি তোমাৰ মহৎ উৎকৃষ্টতৰ প্ৰাধান্যতাৰ কাৰণে আনন্দ কৰিছো। হে পৱমান সোম, তোমাৰ মহৎ ৰাজ্যৰ কাৰণে শত্ৰু বল উদ্দেশ্য কৰি গৈছা ॥ ২ ॥ হে পৱমান সোম, তুমি স্তোতাক গৰু দান কৰি বহুত জ্ঞানেৰে বল কৰি পানী ধাৰণ কৰা অন্তৰীক্ষত সূৰ্য্যক ধাৰণ কৰিলা ॥ ৩ ॥ হে অমৃত সোম, তুমি ঋতৰ (নিয়মৰ) কল্যাণীয় পানীৰ ধাৰক অন্তৰীক্ষত সূৰ্য্য উৎপত্তি কৰিলা,—মানুহৰ ফালে মুখ কৰিবলৈ। তুমি সদায় সংগ্ৰাম উদ্দেশ্য কৰি আমাৰ ফালে আহা ॥ ৪ ॥ যেনেকৈ কোনো অফুৰন্ত পানীৰ উৎস সদায় চলি থাকে, হে সোম তুমি অন্নৰ কাৰণে আজলি পাতি পানী ঢালি দিয়া দৰে তেনেকৈ চাকনি পাৰ হৈ চলি গৈছা ॥ ৫ ॥ ইয়াৰ পাচত এওঁক চাই থকা স্বৰ্গত উৎপত্তি হোৱা বস্নুৰুচ নামৰ কোনো বন্ধুৱে এওঁ সোমক দেৱতা সবিতাই অন্ধকাৰ গুচাই দিয়াৰ আগতেই স্তুতি কৰিছিল ॥ ৬ ॥ হে সোম, পূৰ্ব্বৰ কুশ মেলি দিয়া যজমানে মহৎ বল আৰু অন্নৰ কাৰণে তোমালৈ বুদ্ধি নিহিত কৰিলে (ধ্যান কৰিলে)। হে বীৰ, তেনেকুৱা তুমি আমাক সমৰ্থ হবলৈ প্ৰেৰণ কৰা ॥ ৭ ॥ স্বৰ্গত থকা দেৱতাই পান কৰিব লগীয়া পুৰণি যি স্তৱ কৰিব লগীয়া সোম আছে, সেই সোম মহৎ, গহীন দ্যুলোকৰ পৰা (আমাৰ ফালে ঋত্বিকে) শিৰাইছে (চেপিছে)। ইন্দ্ৰৰ উপলক্ষে উৎপত্তি হওতেই সেই সোমক সমস্বৰে (ঋত্বিক যজমানে) স্তুতি কৰিলে ॥ ৮ ॥ হে পৱমান সোম, ইয়াৰ পাচত এই দ্যাবাপৃথিবীত, এই সকলো ভুবনত, গৰুৰ পালৰ মাজত বৃষভ থকা দৰে মানুহৰ মাজত তুমি আছা ॥ ৯ ॥ পৰিষ্কাৰ কৰা পৱমান সোম, ভেড়াৰ নোমৰ চাকনিত কেচুৱাৰ দৰে খেমালি কৰি, সহস্ৰ ধাৰাৰে শত বলেৰে দীপ্ত হৈ ক্ষৰণ হৈছে ॥ ১০ ॥ শুচি কৰা, মধুৰ, ঋতবান (নিয়মবান), ক্ষৰণ শীল, সোৱাদ, অন্নদাতা, ধনক জনা, আয়ুস দাতা এই সোম বিলাকে ধাৰাৰে ঢৌ তুলি ইন্দ্ৰৰ কাৰণে ক্ষৰণ হৈছে ॥ ১১ ॥ তেনেকুৱা, অস্ত্ৰ থকা তুমি, হে সোম, যুদ্ধ কৰিবলৈ বিচৰা শত্ৰুক অভিভব কৰি দুৰ্দ্দম ৰাক্ষস আঁতৰাই ক্ষৰণ হোৱা ॥ ১২ ॥

## ১১১ সূক্ত—ঋ ৩।

ঋষি—পৰুচ্ছেপৰ পুত্ৰ অনানত। ছন্দ—অত্যষ্টি। দেৱতা—পৱমান সোম।

সূৰ্য্যই যেনেকৈ নিজ ৰশ্মি বিলাকেৰে এন্ধাৰ নাশ কৰে তেনেকৈ বিশুদ্ধ কৰা সোমে হৰিৎবৰ্ণৰ জকমকীয়া ধাৰাৰে সকলো শত্ৰু নাশ কৰে। সেই অভিষৱ কৰা সোমৰ ধাৰা জিলিকিছে। বিশুদ্ধ হোৱা হৰিৎবৰ্ণৰ সোম জিলিকিছে। যি সোমক সাতখন মুখেৰে স্তুতি কৰি তেজেৰে সকলো ব্যাপ্ত ৰূপেৰে নক্ষত্ৰাদি পৰিব্যাপ্ত হয়,—স্তুতিৰে পৰিব্যাপ্ত হয় ॥ ১ ॥ হে সোম, তুমি পানীবিলাকৰ ( লুকায় থোৱা ) ধন বিচাৰি পালা। আৰু ঋতৰ ( যজ্ঞৰ ) ধাত্ৰী মাতৃসকলে ( বসতীৱৰী আদি পানীয়ে ) নিজৰ ঘৰত যজ্ঞত তোমাক বিশুদ্ধ কৰিছে। দূৰৈৰ পৰা যেনেকৈ সাম ধ্বনি শুনা যায় তোমাৰ ধ্বনি তেনেকৈ সকলোৱে শুনে, যত কৰ্ম্ম-ধাৰক যজমানে আনন্দ কৰে। জিলিকি থকা সোম তিনি ধাতুৰ ( তিনি বিধ পানী ) ৰঙা দীপ্তিৰে অন্ন ধাৰণ কৰিলে,—অন্ন ধাৰণ কৰিলে ॥ ২ ॥ নিজে জানি সোমে পূৰ্ব দিশলৈ অনুগমন কৰিছে। সকলোৰে দৰ্শনীয়, দৈব তোমাৰ ৰথ সূৰ্য্যৰ ৰশ্মিৰ লগত গৈছে, —দৰ্শনীয় ৰথ। পুৰুষত বৰ্ণাই কৰা স্তুতি ( ইন্দ্ৰলৈ গৈছে )। জয় কৰিবৰ কাৰণে সেই স্তোত্ৰ বিলাকে ইন্দ্ৰক আনন্দিত কৰিছে। যেতিয়া সংগ্ৰামত শত্ৰুৱে (সোম আৰু ইন্দ্ৰক ) পৰাজিত কৰিব নোৱাৰা হোৱা তেতিয়া স্তোত্ৰ বিলাক যায়—পৰাজিত কৰিব নোৱাৰা···॥ ৩ ॥

## ১১২ সূক্ত-ঋ ৪।

ঋষি—অঙ্গিৰসৰ পুত্ৰ শিশু। ছন্দ—পঞ্চ পদা পংক্তি। দেৱতা—পৱমান সোম।

হে সোম, আমাৰ কাম বিলাক নানা ধৰণৰ। অন্য মানুহবো কাম বিলাক নানা ধৰণৰ। ত্বষ্টাই কাঠ খুলিবলৈ বিচাৰে। বৈদ্যই ৰোগ বিচাৰে। ব্ৰাহ্মণে সোম অভিষৱ কৰা বিচাৰে। ( মই কিন্তু ) তোমাৰ ক্ষৰণ বিচাৰো। হে ইন্দু, তুমি ইন্দ্ৰৰ কাৰণে ক্ষৰণ হোৱা ॥ ১ ॥ শুকান গছৰে ( ধনুৰ ) কাঁড় সাজে; চৰাইৰ পাখী লগাই তীক্ষ্ণ কৰিবলৈ শিলত ঘহে। এই বিলাকেৰে কমাৰে ধনী মানুহ বিচাৰে। হে সোম ইন্দ্ৰৰ কাৰণে ক্ষৰণ হোৱা ॥ ২ ॥ মই স্তোত্ৰ গাথা কৰো। মোৰ পিতাই ভিষকৰ ( বেজৰ ) কাম কৰে। মোৰ আয়ে বালিত যৱ ভাজি শুৰি কৰে। এই দৰে নানা ধৰণেৰে আমি ধন বিচাৰি প্ৰবৰ্ত্তন কৰো। হে সোম ইন্দ্ৰলৈ ক্ষৰণ হোৱা ॥ ৩ ॥ বহন কৰা ঘোঁৰাই লঘু পাবলৈ ভাল ৰথ বিচাৰে। উপমন্ত্ৰী বিলাকে উপহাস বিচাৰে। পুৰুষৰ লিঙ্গই লোমলগা স্ত্ৰীলিঙ্গ বিচাৰে। ভেকুলীয়ে পানী বিচাৰে। হে সোম, ইন্দ্ৰলৈ ক্ষৰণ হোৱা ॥ ৪ ॥

## ১১৩ সূক্ত—ঋ ১১।

ঋষি—মৰীচিৰ পুত্ৰ কশ্যপ। ছন্দ—পংক্তি। দেৱতা—পৱমান সোম।

নিজৰ বল বৃদ্ধি কৰি মহৎ বীৰ্যবান কৰিবলৈ বৃত্ৰ হন্তা ইন্দ্ৰই শৰ্য্যনাৱতীৰ সোম পান কৰক। হে ইন্দু, ইন্দ্ৰলৈ ক্ষৰণ হোৱা ॥ ১ ॥ হে দিক্‌পতি, কামবৰ্ষী সোম, আৰ্জীক দেশৰ পৰা অনা সোম ক্ষৰণ হোৱা। ঋতৰ ( নিয়মৰ ) বচনেৰে, সত্যৰে, শ্ৰদ্ধাৰে আৰু তপেৰে ( দীক্ষিত যজমানে ) অভিষুত কৰা তুমি ক্ষৰণ হোৱা। হে ইন্দু, ··· ··· ··· ১ ঋকৰ দৰে ॥ ২ ॥ সূৰ্য্যৰ জীয়েকে ( শ্ৰদ্ধাই ) পৰ্জন্যই বৃদ্ধি কৰা মহান সোমক আহৰণ কৰিলে। সেই সোমক গন্ধৰ্বই ধৰি আনিলে আৰু এই ৰস ধাৰণ কৰিলে। হে ইন্দু, ··· ··· ··· ১ ঋকৰ দৰে ॥ ৩ ॥ ঋতৰে ( নিয়মেৰে ) জিলিকি থকা সত্য কৰ্ম্মা, হে সোম, ৰাজমান হৈ ঋতৰ ( নিয়মৰ ) কথা কৈ, সত্য কথা কৈ, শ্ৰদ্ধাৰে কথাকৈ কৰ্ম্মৰ ধাৰক পৰিষ্কাৰ কৰা সোম হে ইন্দু, ·· ··· ··· ১ ঋকৰ দৰে ॥ ৪ ॥ হে সত্য, উগ্ৰবলী মহৎ সোম, মহৎ তোমাৰ সম্যক ক্ষৰণ হোৱা ধাৰা ক্ষৰণ হৈছে। ৰসবান তোমাৰ ৰসবিলাক ওলাই গৈছে। হে হৰিৎবৰ্ণৰ সোম, মন্ত্ৰেৰে পবিত্ৰ কৰা তুমি, হে ইন্দু, ··· ··· ··· ১ ঋকৰ দৰে ॥ ৫ ॥ হে পৱমান সোম, ছন্দৰে কৰা স্তুতি উচ্চাৰণ কৰি, সোম অভিষৱ কৰিবলৈ অনা শিলত অভিষুত কৰা সোমেৰে আনন্দ ওপজাই ব্ৰাহ্মণে য'ত দেৱতাক পূজা কৰে; হে ইন্দু, ··· ··· ··· ১ ঋকৰ দৰে ॥ ৬ ॥ হে পৱমান সোম, য'ত জ্যোতি সদায় থাকে, যি দেশত আদিত্য নিহিত হৈ আছে, সেই অমৃত অক্ষয় দেশত মোক ৰাখি দিয়া। হে ইন্দু, ··· ·· ··· ১ ঋকৰ দৰে ॥ ৭ ॥ যি ঠাইত বিবস্বতৰ পুত্ৰ ৰজা, যি ঠাইত স্বৰ্গৰ দুৱাৰ আছে, যি ঠাইত এই নদীবিলাক আছে, তেনে ঠাইত মোক অমৰ কৰি ৰাখা। হে ইন্দু, ··· ··· ··· ১ ঋকৰ দৰে ॥ ৮ ॥ য'ত দ্যুলোকত তিনিখন স্বৰ্গ আছে, য'ত আদিত্যৰ ইচ্ছামতে ফুৰা ঠাই আছে, যি ঠাইত মানুহ বিলাক সদায় জ্যোতিষ্মান, তেনেকুৱা ঠাইত মোক মৰণ ৰহিত কৰা। হে ইন্দু, ··· ··· ···

১ ঋকৰ দৰে ।। ৯ ।। যি ঠাইত কামনা বিলাক কামনা বিৰহিত হয়, য'ত সূৰ্য্যৰ সভাস্থান আছে, স্বধা (অন্ন) আৰু তৃপ্তি য'ত আছে, সেই ঠাইত মোক মৰণ ৰহিত কৰা। হে ইন্দু, ……… ১ ঋকৰ দৰে ।। ১০ ।। যি ঠাইত আনন্দ, আমোদ, সুখ আৰু প্ৰমোদ আছে, কামনাৰ য'ত কামনা সিদ্ধি হয়, সেই ঠাইত মোক অমৰণ কৰি ৰাখা। হে ইন্দু, …… ·· ঋকৰ দৰে ।।১১।

১১৪ সূক্ত— ঋ ৪।

ঋষি আদি ওপৰৰ ১১৩ সূক্তৰ দৰে ।

পৰিষ্কৃত কৰা সোমৰ স্থান বিলাক যি অনুগমন কৰে সেই জন ভাল পুত্ৰ যুক্ত হয় বুলি কয়। যি মানুহে তোমাৰ বিষয়ে মন কৰে তেওঁক ( কল্যাণকৰ পুত্ৰ যুক্ত বুলি কয় )। হে ইন্দু, ইন্দ্ৰৰ কাৰণে তুমি ক্ষৰণ হোৱা ।। ১ ।। হে ঋষি, কশ্যপ, তুমি মন্ত্ৰকৰ ঋষি সকলক স্তুতি বাক্যেৰে তুলি নি, সকলোৰে ৰজা সোমক পূজা কৰা – যি সোম, গছ-লতা বিলাকৰ পালক হৈ জন্ম হৈছে। হে ইন্দু, ১ ……ঋকৰ দৰে ।। ২ ।। সাত দিকত সূৰ্য্য অধিষ্ঠিত নানা ঋতু বিলাক হয়। হোতা সকল সাতজন ঋত্বিক হয়। ( মাৰ্ত্তণ্ড বাদে ) যি সাতজন আদিত্য আছে, হে সোম, সেই বিলাকেৰে আমাক ৰক্ষা কৰা। হে ইন্দু, …… ১ ঋকৰ দৰে ।। ৩ ।। হে ৰজা সোম, তোমাৰ কাৰণে যি পৰিপক্ক হবি আছে, সেই হবিৰে আমাক পালন কৰা। আমাৰ শত্ৰুৱে আমাক বধিব নোৱাৰা হওক আৰু আমাৰ অলপো ধন শত্ৰুৱে নেপাওক। হে ইন্দু, …… ১ ঋকৰ দৰে ।। ৪ ।।

ওঁ তৎসৎ

ইতি ঋগ্বেদ সংহিতাৰ নবম মণ্ডলৰ অসমীয়া অনুবাদ সমাপ্ত। বিশ্বকৰ্ম্মা মহাবিদ্যালয়, যোৰহাট। ৩ আহাৰ, ১৮৯৫ শক। ইং ১৮।৬।৭৩।



# ঋগ্বেদ সংহিতা ও অসমীয়া অনুবাদ

## দশম মণ্ডল।

এই মণ্ডলৰ ঋষি বহুত।

### প্ৰথম সূক্ত—ঋক সংখ্যা ৭।

ঋষি - আপ্ত্যৰ ত্ৰিত। ছন্দ—ত্ৰিষ্টুভ্।

দেবতা - অগ্নি।

উষাৰ আগতে জ্বলোৱা মহান অগ্নি ৰাতিৰ এন্ধাৰ আঁতৰাই দি নিজ জ্যোতিৰে উৎপন্ন হৈ সুশোভিত শৰীৰেৰে পোহৰ কৰি গোটেই যজ্ঞঘৰ পূৰণ কৰিছে ॥ ১। ভালকৈ অৰণী কাঠত মথিত হৈ কল্যাণৰূপী অগ্নি উৎপত্তি হৈ তুমি দ্যাবাপৃথিবীৰ গৰ্ভ হৈছা। বিচিত্ত বৰ্ণৰ, কাঠৰ পৰা উৎপত্তি হোৱা, কেচুৱা (তুমি) ক'লা শক্ৰ এন্ধাৰ গুছাই দিছা। মাতৃৰূপী কাঠত পুনঃ পুনঃ শব্দ কৰি গৈ আছা ॥ ২॥ প্ৰাদুৰ্ভূত হোৱা অগ্নি বিষ্ণু। এই মহান অগ্নিয়ে জানি এই মোক ত্ৰিতক ৰক্ষা ক'ৰ আছে। এই অগ্নিৰ (পৰা উৎপত্তি হোৱা) পানী মুখত দি সচেতন হৈ স্তোতাই স্তুতি কৰিছে ॥ ৩॥ (অগ্নিৰ পৰা মেঘ উৎপন্ন হৈ পানী হয়)। এই কাৰণে, হে অগ্নি, তুমি জগত ধাৰণ কৰা। উৎপাদন হোৱা গছ বিলাকে অন্নৰ বৰ্দ্ধক তোমাক পৰিচৰণ কৰে। সেই গছ বিলাকৰ ওচৰলৈ গৈ তুমি পোৱা। আকৌ অন্য শুকান গছলৈ তুমি যোৱা। মানুহৰ মাজত তুমি দেবতাৰ আহ্বাতা ॥ ৪॥ বিচিত্ৰ ৰথৰ, যজ্ঞৰ হোতা, বাধাহীন, সকলো যজ্ঞৰ পতাকা স্বৰূপ, বগা হৈ নিজ মাহাত্ম্যৰে সকলো দেবতাৰ আধা ইন্দ্ৰৰ বিষয় কাম কৰা যজমান সকলৰ অতিথি অগ্নিক সোনকালে আমি সম্পত্তি পাবৰ কাৰণে স্তুতি কৰিম ॥ ৫॥ হে ৰজা অগ্নি, বস্ত্ৰৰে (জ্যোতি) আৰু ৰূপেৰে (বগা, ক'লা) ঢাকি, পৃথিবীৰ নাভি (মাজ) অন্নৰ স্থানত (উত্তৰ বেদীত) উৎপন্ন হৈ পোহৰ কৰি যি এনেকুৱা (অগ্নি) হৈছা, সেই তুমি সন্মুখত স্থাপিত হৈ এই যজ্ঞত দেবতা সকলক যজন কৰা ॥ ৬॥ হে অগ্নি, পুত্ৰই মাক বাপেকক ধনেৰে বিস্তাৰ কৰি দিয়া দৰে দ্যাবাপৃথিবীত সদায় বিস্তাৰ হৈ থাকা। হে অতি ডেকা, তোমাক যি বিচাৰে তেওঁৰ কালে আহা। পাচত হে বলৰ পুত্ৰ অগ্নি, আমাৰ যজ্ঞলৈ দেবতা সকলক লৈ আহা ॥ ৭॥

### ২য় সূক্ত—ঋ ৭।

ঋষি আদি ১ম সূক্তৰ দৰে

হে অতি ডেকা অগ্নি, দেবতাক বিচৰা তোতাৰ কাৰণে দেবতা সকলক সন্তুষ্ট কৰা। হে ঋতুৰ পতি, যাগ কৰা ঋতু জানি এই যজ্ঞত যজন কৰা। হে অগ্নি, দৈব কামত যোগ দিয়া যি ঋত্বিক আছে তেওঁ-বিলাকৰ সৈতে যজন কৰা (যিহেতু) তুমি হোতা সকলৰ মাজত মুখ্য হোতা ॥ ১॥ হে অগ্নি, যজমানৰ কাৰণে হোতাৰ স্তোত্ৰ আৰু পোতাৰ স্তোত্ৰ তুমি বিচাৰিছা। মেধাবী, ঋতবান (নিয়মবান) তুমি দ্ৰব্য-ধন দিয়া হৈছা। আমি হবি স্বাহাকাৰেৰে দিম, —তেতিয়া তুমি প্ৰশংসনীয় দেবতা সকলক যজন কৰিবা ॥ ২॥ দেবতা সকলৰ বাটেৰেই আমিও যাম। আমি যি কাম কৰিব পাৰো সেই কাম সমাপ্ত কৰিব পাৰিম। অগ্নিয়ে সেই কাম জানি যজন কৰক। তেওঁ হোতা। তেৱেঁই যজ্ঞৰ ঋতু (সময়) নিৰ্দ্ধাৰণ কৰক ॥ ৩॥ হে দেবতা সকল, অতি অজ্ঞানী আমি তোমালোকৰ যি কোনো কাম তোমালোকৰ জনাতেই বিনষ্ট কৰিছো, সেই সকলো জানি অগ্নিয়েই সেই সকলো কাম পূৰণ কৰি দিয়ক, যি ঋতুত (সময়ত) কাম কৰিব লাগে (সেই কাম পূৰ্ণ কৰি দিয়ক) ॥ ৪। নিৰুৎসাহী মানুহে বিশিষ্ট জ্ঞান-হীন ক্ষুদ্ৰ মনেৰে যজ্ঞৰ বিষয় যি কৰ্ম্ম নেজানে, সেই কৰ্ম্ম জনা, দেবতাৰ আহ্বাতা, কৰ্ম্মজ্ঞ, দেবতাৰ অতি যষ্টা সেই অগ্নিয়ে ঋতুত (সময়মতে) দেবতাক যজন কৰক ॥ ৫॥ হে অগ্নি, সকলো যজ্ঞৰ প্ৰমুখ নানা বিধ নিচানেৰে তোমাক জনয়িতাই উৎপাদন কৰিছে। (সেই বাবে) তুমি পৰিচাৰক আদি যুক্ত পৃথিবীত (বেদীত) স্পৃহনীয় স্তুতি মন্ত্ৰাদি যুক্ত, সকলো মানুহৰ হিতকৰ অন্নৰে দেবতাক যজন কৰা ॥ ৬॥ হে অগ্নি,

তোমাক দ্যাবাপৃথিবীয়ে জন্ম দিলে, তোমাক পানীয়ে জন্ম দিলে, সুজন্মৰ ত্বষ্টা প্ৰজাপতিয়ে তোমাক উৎপাদন কৰিলে। হে অগ্নি, সকলো জনা তুমি পিতৃ সকল যোৱা বাট অনুসৰণ কৰি জ্বলোৱা হলে দীপ্তি যুক্ত হৈ প্ৰকাশ কৰা ॥ ৭ ॥ ( দ্যাবাপৃথিবী=অৰণিৰ তলে ওপৰে দিয়া কাঠ দুছটা ; পানী=মেঘ তাত জন্ম হোৱা বিদ্যুত অগ্নি ; ত্বষ্টা—মন্থন কৰা ঋত্বিক ) ।

### ৩য় সূক্ত—ঋ ৭ ।

### ঋষি আদি ১ম সূক্তৰ দৰে ।

হে ৰজা অগ্নি, তুমি সকলোৰে ঈশ্বৰ। হবি (আদি) লৈ দেৱতাৰ ফালে যোৱা, জ্বলা, ভয়ঙ্কৰ, সুজন্ম হোৱা অগ্নিয়ে যজমানৰ ধন বৃদ্ধিৰ কাৰণে ( অহা ) সকলোৱে দেখিছে। সকলো জানি অগ্নিয়ে প্ৰকাশ কৰিছে। মহৎ পোহৰেৰে ৰাতিৰ ক'লা এন্ধাৰ গুচাই দীপ্ত হৈ উষাৰ ফালে গৈছে ॥ ১ ॥ সেই অগ্নিয়ে পলায় যোৱা ক'লা ৰাতিক নিজৰ ৰূপেৰে পৰাভৱ কৰিলে। মহৎ পিতাৰ পৰা জন্ম হোৱা স্ত্ৰীৰূপী উষা দেৱীক জন্ম দি গমনশীল এই অগ্নিয়ে নিজ আচ্ছাদক তেজেৰে সূৰ্য্যৰ তেজ ওপৰত তুলি প্ৰকাশ কৰিছে ॥ ২ ॥ কল্যাণীয়া উষাৰ পাচে পাচে কল্যাণকৰ অগ্নি আহিল। উপপতি হবলৈ ভনীয়েকৰ পাচ লৈছে। উজ্বল পোহৰেৰে কেউফালে পোহৰ কৰি সেই অগ্নিয়ে বগা তেজেৰে ক'লা ৰাতিৰ এন্ধাৰ গুচাই দিছে ॥ ৩ ॥ মহৎ এই অগ্নিৰ দীপ্ত ৰশ্মি বিলাকে স্তুতি কৰা মানুহক বাধা নিদিয়ে। সখাৰ দৰে কল্যান আৰু সুখকৰ স্তুতি কৰিবলগীয়া, কামবৰ্ষী, মহৎ, ভাল মুখৰ (ভাল কথা কোৱা) এই অগ্নিৰ অন্ধকাৰ নষ্ট কৰা তীক্ষ্ণ ৰশ্মিবিলাক যজ্ঞত কেউফালে গৈছে ॥ ৪ ॥ দীপ্যমান, মহৎ, ভাল দীপ্তিৰ অগ্নিৰ ৰশ্মিবিলাক মকভৰ দৰে শব্দ কৰি গৈছে, যি অগ্নিৰ অতি প্ৰসস্ত, অতি তেজস্বী, খেলা কৰি থকা, অতি বৃদ্ধি হৈ থকা নিজ তেজেৰে দ্যুলোক ব্যাপ্ত হৈ পৰিছে—॥ ৫ ॥ চাবলগীয়া শিখাৰ, দেৱতাৰ ফালে যোৱা এই অগ্নিৰ নিজৰ শোষক ( বায়ুৰ ) নিবৃত্ত ধোঁৱা বিলাকেৰে সংযুক্ত হৈ শব্দ উৎপাদন কৰিছে। দেৱতাৰ মুখ্য গৈ থকা, যি অগ্নিয়ে পুৰণি বগা বৰণেৰে শব্দ কৰা তেজেৰে বিশেষকৈ প্ৰকাশ কৰিছে ॥ ৬ ॥ হে অগ্নি, তেনেকুৱা তুমি আমাৰ যজ্ঞলৈ মহান দেৱতা সকলক বহন কৰি আনা। পৰস্পৰ মিলি থকা পাভকৰ দৰে দ্যাবাপৃথিবীত লৈ থকা অগ্নিয়ে আমাৰ যজ্ঞত বহি আছা। ( স্তোতা মন্টাৰ ) সুগম বেগবান অগ্নি সুগম বেগৰ ধোঁৱাৰে আমাৰ যজ্ঞলৈ আহা ॥ ৭ ॥

### ৪ৰ্থ সূক্ত – ঋ ৭ ।

### ঋষি আদি ১ম সূক্তৰ দৰে ।

হে অগ্নি, বন্দনীয় তুমি আমাৰ দেৱতাৰ আহ্বান কৰাত যে তুমি ওচৰলৈ আহিছা সেইবাবে তোমাক হবি দিছো ( আৰু ) তোমালৈ মননীয় স্তোত্ৰ পঠিয়াইছো। হে পুৰণি, ৰজা, অগ্নি তুমি যজন কৰিবলৈ ইচ্ছা কৰা মানুহৰ কাৰণে মৰুভূমিত পানী দিয়াদৰে সুখ দায়ক ॥ ১ ॥ গৰুবিলাকে জাৰত গৰম পাবলৈ যেনেকৈ জাকৰ মাজলৈ আহে, হে ডেকা অগ্নি, তোমাক মানুহে ফল প্ৰাপ্তিৰ কাৰণে তেনেকৈ পৰিচৰণ কৰে। তুমি দেৱতাসকলৰ আৰু মানুহৰ দূত হৈছা। মহান তুমি দ্যাবাপৃথিবীৰ মাজত পোহৰ কৰি যোৱা ॥ ২ ॥ হে অগ্নি, জয়শীল তোমাক শিশুৰ দৰে বৰ্দ্ধন কৰা মাতৃ পৃথিবীৰ সম্পৰ্ক কৰিবলৈ ইচ্ছা কৰি ধাৰণ কৰিছে। তুমি কামনা কৰি অন্তৰীক্ষৰ পৰা এইফালে অহা বাটেৰে আহাঁ। যজন কৰা সকলে দিয়া হবি লৈ দেৱতাৰ ওচৰলৈ মেলি দিয়া জন্তুৰ দৰে যাবলৈ ইচ্ছা কৰা ॥ ৩ ॥ অমূঢ়, চেতনা যুক্ত হে অগ্নি, আমি মূঢ়মতি ( তোমাৰ মাহাত্ম্য ) নেজানো। তুমিয়েই তোমাৰ মহিমা জানা। জীৰ্ণ খৰিখেৰত শুই শিখাৰে ( জিভাৰে ) খাই ফুৰা। প্ৰজাৰ স্বামী তেওঁ গাভৰুক ( আহুতি আদিক ) চুমা খাই ॥ ৪ ॥ নতুন স্তুতি কৰা অগ্নিয়ে কোনো ঠাইত শুকান গছত ( অৰণীত ) উৎপত্তি হয়। ধোঁৱাৰ নিচানেৰে, চুলিপকা অগ্নিয়ে হাবিত থাকে। গা নোধোৱা( সদায় শুচি ) সেই অগ্নিয়ে পানীলৈ বৃষভে পানী খাবলৈ যোৱা দৰে যায়। সেই অগ্নিক একমনেৰে ঋত্বিক সকলে প্ৰীত কৰে ॥ ৫ ॥ হে অগ্নি, মাহিম বুলি হাবিলৈ যোৱা দৰে চোৰ দুটাই যেনেকৈ বাটকৰা মানুহক বান্ধি লৈ মুকলি কৰি দিবলৈ লৈ যায় তেনেকৈ হে অগ্নি, তোমাৰ কাৰণে এয়া নতুন স্তুতি কৰিছোঁ। ( তাকে জানি ) ভালকৈ প্ৰকাশ কৰি ৰথৰ দৰে মোৰ যজ্ঞত যোগদান কৰা ॥ ৬ ॥ হে জাতবেদ অগ্নি, তোমাৰ কাৰণে আমি দিয়া অন্ন বৰ্দ্ধন হওক। নমস্কাৰ আৰু এতিয়া কৰা স্তুতি বৰ্দ্ধন হওক। হে অগ্নি আমাৰ পুত্ৰ-পৌত্ৰক ৰক্ষা কৰা আৰু ভুল নকৰাকৈ তুমি আমাৰ শৰীৰ ৰক্ষা কৰা ॥ ৭ ॥

### ৫ম সূক্ত—ঋ ৭ ।

### ঋষি আদি ১ম সূক্তৰ দৰে ।

সমুদ্ৰৰ দৰে ধাৰণ কৰা একমাত্ৰ বহুবিধ জন্মৰ অগ্নিয়ে আমাৰ হৃদয়ৰ অভিলাষ বিলাক দেখে। অন্ত-ৰীক্ষৰ কোলাত লুকায় থকা অগ্নিয়ে পধুলিৰ পাচৰ আৰু পুৱাৰ আগৰ ৰাতি কালত জ্বাৰিত থাকে। হে অগ্নি মেঘৰ মাজত ( বিজুলীৰূপে ) অগ্নিৰ যি স্থান আছে তালৈ যোৱা ॥ ১ ॥ মন্ত্ৰেৰে আহুতি সিঞ্চন কৰি অগ্নিক ঢাকি যজমানে ঘুৰী লাভ কৰে। মেধাৱী সকলে ঋতৰ ( নিয়মৰ ) স্থানত অগ্নিক ৰক্ষা কৰে। অগ্নিৰ গুপ্ত বেলেগ বেলেগ নামবিলাক তেওঁবিলাকে ধাৰণ কৰে ॥ ২ ॥ ঋতত ( নিয়মত ) চলা কৰ্ম্মবন্ত সকলে ( অৰণীৰ মাজত ) অগ্নিক ধৰি ৰাখে। সময়ৰ পৰি-মান কৰি শিশু অগ্নিক জ্বলাই। জগতৰ সকলো স্থাৱৰ জঙ্গমৰ মাজত ( নাভিত—বেদীত ) বৰ্দ্ধন কৰি মেধাৱী সকলে অগ্নিৰ বিস্তৃত নাম বিলাক মনেৰে সংযোগ কৰি ৰাখে ॥ ৩ ॥ ঋতৰ ( নিয়মৰ যজ্ঞৰ ) পৰৱৰ্ত্তক পুৰণি ( ঋত্বিক—যজমান ) সকলে অন্ন কামনা কৰি ভালকৈ উৎপন্ন হোৱা অগ্নিক পৰিচৰণ কৰে। জগত ঢাকি ৰখা দ্যাবাপৃথিবীত বাস কৰা অগ্নিক মধু, ঘিঁউ আৰু অন্নেৰে বৰ্দ্ধন কৰি ৰাখে ॥ ৪ ॥ সেই অগ্নিয়ে সকলো জানি স্তোতাই স্তুতি কৰি থকাত সাতখন জিভাৰে ( শিখাৰে ) যজ্ঞত দেখিবলৈ ভাল হৈ ওপৰলৈ উঠি জ্বলিল। পূৰ্ব্বত উদ্ভৱ হোৱা সেই অগ্নিয়ে অন্তৰীক্ষত থকা সেই জিভাবিলাক নিয়মিত কৰিলে। ( যজমানে ) বিচৰা অগ্নিয়ে পূষণৰ ৰূপ ধৰিলে ॥ ৫ ॥ মেধাৱীসকলে ( পাপৰ ) সাটোতা ( সহজে যাব পৰা ) বাট নিৰ্দ্ধাৰণ কৰিলে। তাৰে এটা বাটেৰেই পাপীয়ে অবলম্বন কৰি ( অধঃপাতে ) যাব পাৰে। সেই মানুহৰ ( বেয়া ) বাট নিৰোধ কৰা অগ্নিয়ে মানুহৰ ঠাইত বাট পৰি-বৰ্ত্তন কৰোতে অন্তৰীক্ষত ( বিজুলী ৰূপেৰে ) থাকে সৎ ( ব্যাকৃত ) আৰু অসৎ ( অব্যাকৃত ) ( অৱস্থাত ) পৰম ব্যোমত, পৃথিবীৰ কোলাত, দক্ষ প্ৰজাপতিৰ জন্ম স্থানত অগ্নিয়েই ঋতৰ ( কৰ্ম্মফল ) ভোগ কৰা আমাৰ প্ৰথম জন্ম হোৱা সকলৰ পূৰ্ব্বৰ কালতেই এই অগ্নিয়েই ষাঁড় আৰু গাইগৰু ৰূপে ( স্ত্ৰী পুৰুষৰূপে ) আছিল ॥ ৭ ॥

## ৬ সূক্ত — ঋ ৭।

## ঋষি আদি ১ম সূক্তৰ দৰে।

স্তোতাই অভীষ্ট সিদ্ধিৰ কাৰণে ( যজ্ঞৰ কাৰণে ) যি অগ্নিৰ ৰক্ষণেৰে নিজৰ ঘৰত বৰ্দ্ধন হৈছে সেই অগ্নিক ( আহ্বান কৰা হৈছে )। দীপ্তিমান সেই অগ্নি প্ৰশস্ত সূৰ্য্যৰ ৰশ্মিৰে আবৃত হৈ সকলো ফালে গৈছে ॥ ১ ॥ ঋতবান ( নিয়মবান ) দীপ্তিমান যি অগ্নিক দেৱতাৰ তেজেৰে দীপ্ত কৰিছে, যি অগ্নিয়ে সখ্যাই কৰিবলগীয়া কামত সখাৰ কাৰণে ( যজমানৰ কাৰণে ) শ্ৰান্ত নহৈ সেই অগ্নি সম্মুখেদি ঘোঁৰাৰ দৰে গৈছে। ( সেই অগ্নিক আহ্বান কৰা হৈছে ) ॥ ২ ॥ যি অগ্নিসকলে যজ্ঞৰ ঈশ্বৰ অপ্ৰতিহত গতিৰ ( অগ্নিক ) উষা উদয় হলে ( হোম আদিৰ কাৰণে যজমানৰ ) ঈশ্বৰ, শত্ৰুৰ বলেৰে ৰখাব নোৱাৰা ৰথৰ, যি অগ্নিত ( সকলোৱে ) মননীয় হবি ( আদি ) প্ৰক্ষেপ কৰে ( সেই অগ্নিক যজ্ঞৰ কাৰণে আহুত কৰা হৈছে ) ॥ ৩ ॥ বলৰ কাৰণে হবিৰে বৰ্দ্ধিত হোৱা অগ্নি, স্তোত্ৰেৰে সেৱন কৰিলত দেৱতাসকলৰ ফালে শীঘ্ৰগামী হৈ গৈছে। স্তুতি কৰিবলগীয়া দেৱতাৰ আহ্বাতা, অতি যজন কৰিবলগীয়া অগ্নিয়ে দেৱতাৰ লগত মিলি দেৱলোক ( বহন কৰিবলগীয়া ) হবি দিছে গৈ ॥ ৪ ॥ ( হে ঋত্বিকসকল ) তোমালোকে ভোগৰ উৎস, জ্বলি কঁপি থকা সেই অগ্নিক ইন্দ্ৰক কৰা দৰে স্তুতিৰে, হবি আদি দি আমাৰ ফালে কৰা ; মেধাৱী সকলে, শত্ৰুক পৰাজয় কৰা, দেৱতাৰ আহ্বাতা, জাত বেদ অগ্নিক আদৰেৰে ভাল স্তুতিৰে স্তুতি কৰিছে ॥ ৫ ॥ হে অগ্নি, যি তোমাত সকলো ধন থবকৈ যোৱা ঘোঁৰা-বোৰ যুদ্ধত গোট খাই থকা দৰে গোট খাই আছে, হে অগ্নি, সেই তুমি ইন্দ্ৰই ভাল পোৱা ৰক্ষণ আমাৰ ফালে কৰা ॥ ৬ ॥ ইয়াৰ পাচত হে অগ্নি, মহত্বৰে সৈতে তুমি উৎপত্তি হৈয়েই জ্বলি, ৰহিলৈ তেতিয়াই আহুতি লব পৰা হোৱা। তোমাৰ হবি দাতা সকলে তোমাৰ সেই নিচানৰ পাচে পাচে গৈ ( আহুতি আদি দিয়ে )। অতি গুণবান ( ঋত্বিক ) সকলে তোমাৰ দ্বাৰা ৰক্ষিত হৈ বৰ্দ্ধন হয় ॥ ৭ ॥

## ৭ম সূক্ত—ঋ ৭।

## ঋষি আদি ১ম সূক্তৰ দৰে।

হে অগ্নি দেৱতা, তুমি দ্যাৱা–পৃথিবীৰ পৰা আমালৈ সকলো অন্ন আৰু কল্যাণ যজ্ঞ কৰিবৰ কাৰণে লৈ আহা,—আমি আপ্যায়ন কৰিম। হে চাবলগীয়া অগ্নি দেৱতা, তোমাৰ বহুত প্ৰশংসনীয় পালনেৰে আমাক ৰক্ষা কৰা ॥ ১ ॥ হে অগ্নি, এই স্তুতি বিলাক তোমাৰ কাৰণে উৎপত্তি হৈছে। তুমি যি গৰু আৰু ঘোঁৰা দিছা এইবিলাক স্তুতিয়ে তাৰেই প্ৰশংসা কৰিছে। যেতিয়া ( আমাৰ দৰে ) মানুহে তুমি দিয়া ভোগ পাই তেতিয়া হে ৰক্ষা কৰ্ত্তা, হে সুজাত অগ্নি, বহুত স্তৱ

উৎপত্তি হয় ॥ ২ ॥ ( মই স্তোতাই ) অগ্নিক পিতা বুলি ভাবো, বন্ধু বুলি ভাবো, ভাই বুলি ভাবো। সদায়েই অগ্নিক সখা বুলিয়েই জানো। মহৎ অগ্নিৰ মুখ পৰিচৰণ কৰো, যেনেকৈ দ্যুলোকত থকা, যজন কৰিবলগীয়া সূৰ্য্যৰ মণ্ডল যজন কৰো ॥ ৩ ॥ হে অগ্নি, আমাৰ স্তুতিবিলাক কাৰ্য্যকৰী হৈ সিদ্ধ হৈছে। যজ্ঞৰ ঘৰত সদায় তুমি ৰক্ষা কৰা। হে দেৱতাৰ আহ্বাতা, সেই মই ঋতবান ( নিয়মবান ) হৈ বঙা ঘোঁৰা যুক্ত আৰু বহুত অন্নবান হম ( আৰু যেন ) এনেকুৱা পোহৰ দিনত ভাল হবি দিব পাৰো ॥ ৪ ॥ জকমকীয়া, মিত্ৰৰ দৰে উপকাৰী, পূৰণি, ঋত্বিক, যজ্ঞ সমাপন কৰা অগ্নিক মানুহে হাতেৰে উৎপাদন কৰে। মানুহৰ মাজত দেৱতাৰ আহ্বাতা নিৰূপন কৰি দিলে ॥ ৫ ॥ হে জ্বলি থকা অগ্নি দেৱতা, তুমি দ্যুলোকত থকা দেৱতাসকলক নিজেই যজন কৰা। অজ্ঞানী বা অলপ জ্ঞানী মানুহে তোমাক কি কৰিব? হে সুজন্মৰ অগ্নি দেৱতা, ঋতু কালত যেনেকৈ তুমি দেৱতাক যজন কৰা, তেনেকৈয়ে নিজকো যজন কৰা ॥ ৬ ॥ হে অগ্নি, তুমি সখাৰ ৰক্ষক আৰু বাট দেখুৱাই দিওঁতা। তুমি অন্নৰ কৰ্ত্তা আৰু দাতা। হে ভালকৈ পূজিব পৰা অগ্নি, হোম কৰিব পৰা দ্ৰব্য আমাক দিয়া। আমাৰ শৰীৰ ভুল নকৰাকৈ পালন কৰা ॥ ৭ ॥

## ৮ সূক্ত—ঋ ৯

### ঋষি—ত্বষ্টৃৰ পুত্ৰ ত্ৰিশিৰা। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—১-৬ অগ্নি ; ৭—৯ ইন্দ্ৰ।

অগ্নিয়ে ডাঙৰ নিচানেৰে দ্যাবা পৃথিৱীত চলি গৈছে আৰু বৃষভৰ দৰে শব্দ কৰিছে। দ্যুলোকৰ অন্তত আৰু ওচৰত আদিত্যৰ দৰে ওপৰলৈ উঠি গৈছে। পানীৰ মাজত বেচিকৈ বৰ্দ্ধন হৈছে ॥ ১ ॥ দ্যাবাপৃথিৱীৰ গৰ্ভত থকা কামবৰ্ষী চূট যুক্ত অগ্নিয়ে আমোদ কৰিছে। প্ৰশস্ত পোৱালী, কৰ্ম্মবান অগ্নিয়ে শব্দ কৰিছে। সেই অগ্নিয়ে যজ্ঞৰ কামত উদ্যত হৈ নিজ ঘৰত থকা দেৱতাৰ মুখ্য স্থানলৈ গৈছে ॥ ২ ॥ যি অগ্নিয়ে মাক-বাপেকক ( অৰণি কাঠৰ ) মূৰত অলপ আঘাট কৰে, যীৰ এই অগ্নিৰ গমনশীল তেজ যজ্ঞত নিয়মেৰে ধাৰণ কৰে। এই অগ্নিৰ গমনত ৰঙা হৈ থকা ঋতৰ ( যজ্ঞৰ ) স্থানত বহল মূলত ( গুৰিৰ ঠাইত ) সেই তেওঁ অগ্নিৰ শৰীৰ মেধাবী সকলে সেৱা কৰে ॥ ৩ ॥ সকলোকে ঢাকি ৰখা হে অগ্নি, সকলো উষাৰ আগতে তুমি আহি পোৱাহি। যুগ্ম হৈ থকা ( দিন ৰাতিত সন্ধ্যাত ) দীপ্তিমান হোৱা। নিজৰ শৰীৰৰ পৰা মিত্ৰক ( আদিত্যক ) উলিয়াই সাতখন ঠাইত ঋতৰ (নিয়মৰ) কাৰণে ধাৰণ কৰিছা ॥ ৪ ॥ হে অগ্নি, মহৎ ঋতৰ ( যজ্ঞৰ ) তুমি চকু। যজ্ঞৰ ৰক্ষক। ঋতলৈ ( যজ্ঞলৈ ) আহোঁতে তুমি বৰুণ হৈ আহা। হে জাতবেদ, তুমি পানীৰ নাতিয়েক। যি যজমানৰ হবি সেৱন কৰা তেওঁৰ দূত ॥ ৫ ॥ হে অগ্নি, তুমি কল্যাণীয় নিযুত নামৰ (বায়ুৰ) ঘোঁৰাবে যি ( অন্তৰীক্ষত ) যোৱা, সেই ( অন্তৰীক্ষত ) যজ্ঞৰ পানীৰ নেতা হৈ যোৱা। তুমি দ্যুলোকৰ মূধত সকলোকে পোহৰ দিয়া আদিত্যক ধাৰণ কৰিছা। হে অগ্নি, তুমি তোমাৰ শিখাৰ দ্বাৰা হবি বহন কৰিছা ॥ ৬ ॥ যজ্ঞৰ মাজত ( যজ্ঞ কৰি থাকোতে ) ভাগ বিচাৰি পৰম পিতা এই ইন্দ্ৰক কৰ্ম্মেৰে ত্ৰিতই সাহাৰ্য্য বিচাৰিলে। মাতা-পিতা দ্যাবাপৃথিৱীৰ ওচৰত থকা ঋত্বিকে সেৱা কৰাত ত্ৰিতই, ইন্দ্ৰৰ যোগ্য স্তোত্ৰ গাই থাকোতে, ত্বষ্টাৰ পুত্ৰ মোক, অস্ত্ৰ লৈ বধ কৰিবলৈ আহিছে ॥ ৭ ॥ আপ্ত্যৰ পুত্ৰ সেই ত্ৰিতই পিতৃৰ অস্ত্ৰবিলাক জানিলত ইন্দ্ৰই পথিয়াই দিলত মোৰ লগত যুদ্ধ কৰিলে। তেতিয়া সপ্তৰশ্মি আদিত্যৰ দৰে ত্ৰিশিৰাক ( মোক ) মাৰি মূৰ্চিত কৰিলে। ত্ৰিতই ত্বষ্টাৰ পুত্ৰ মোৰ গৰুবিলাকো লৈ গল ॥ ৮ ॥ সংলোকৰ পালক ইন্দ্ৰই বহুত বল পাই নিজে বলী বুলি জানি খং কৰি মোক ভেদিলে ( বজ্ৰেৰে মাৰিলে )। গৰুৰ গিৰিহঁত ত্বষ্টাৰ পুত্ৰ বিশ্বৰূপী মোৰ তিনিটা মূৰ কাটি পেলায় দিলে ॥ ৯ ॥

## ৯ সূক্ত—ঋ ৯।

### ঋষি—অম্বৰীণ ৰজাৰ পুত্ৰ সিন্ধুদ্বীপ বা ত্বষ্টাৰ পুত্ৰ ত্ৰিশিৰা। ছন্দ—১-৪।৬ গায়ত্ৰী ; ৫ বৰ্দ্ধমানা গায়ত্ৰী ; ৭ প্ৰতিষ্ঠা গায়ত্ৰী ; ৮-৯ অনুষ্টুপ। দেৱতা—আপ ( পানী )।

যিহেতু হে জল তোমালোকে সুখৰ ভাব উৎপন্ন কৰা হৈছা, তেনেকুৱা ( তোমালোকে ) আমাক অন্ন ধাৰণ কৰা। মহৎ ৰমণীয় দৰ্শন কৰিব পৰা কৰা। ( আমাক অন্ন পাবৰ যোগ্য কৰা—জ্ঞান পাবৰ যোগ্য কৰা এই ভাব ) ॥ ১ ॥

হে জল, তোমালোকৰ যি ৰস অতি সুখকৰ, ইহ লোকত সেই ৰস পুত্ৰক মাকে ( পিয়াহ খুৱাবলৈ ) যিচৰা দৰে সংযোগ কৰা ॥ ২ ॥

হে জল, তোমালোকে যি পাপ ক্ষয় কৰিবৰ কাৰণে আমাক সুখী কৰা ( সুবিধা দিয়া ) সেই ( পাপ ক্ষয় কৰিবলৈ ) সোনকালে তোমালোকৰ ওচৰলৈ যাম

( পানীত নামিম বা গাত পানী ঢালিম ) । হে জল, আমাক পুত্ৰ জন্ম দিবলৈ প্ৰয়োগ কৰা ॥ ৩ ॥

হে দৈব জল, আমাৰ ( পাপৰ পৰা উদ্ধাৰ হৈ ) সুখ হওক । যজ্ঞৰ কাৰণে হওক । পান কৰিবলৈ হওক । ( হোৱা ) ৰোগৰ উপশম আৰু ( নোহোৱা ) ৰোগ আঁতৰি যাওক । আমাৰ ওপৰত সিঞ্চন হওক ॥৪॥

পানীত উৎপত্তি হোৱাৰ (ধান, যব আদিৰ) পানীয়েই ঈশ্বৰ, মানুহৰ বাস কৰিবলৈ দিওঁতা পানীৰ পৰা আমি ঔষধৰ পৰা পোৱা সুখ বিচাৰিছো ॥ ৫ ॥ মোক সোম দেবতাই কৈছিল ( যে ) সকলো ঔষধ পানীত আছে । সৰ্ব্বসুখকৰ অগ্নিও পানীত আছে ॥ ৬ ॥ ( এই ঋক অনুষ্টুপ্ ছন্দত ১।২৩।২০ ঋকত আছে । "আপঃ চ বিশ্ব ভেষজী" পদটি ইয়াত নাই ) ।

৭ ঋক্—১।২৩।২১ ঋকৰ দৰে ॥ ৭ ॥
৮ " ঐ—।২২ " " ॥ ৮ ॥
৯ " ঐ—।২৩ ঋকৰ দৰে ॥ ৯ ॥

## ১০ সূক্ত—ঋ ১৪ ।

ঋষি—যম আৰু যমী—দুয়ো বিবস্বতৰ পুত্ৰ আৰু পুত্ৰী ( যম শব্দৰ অৰ্থ যঁজা ) ছন্দ—ত্ৰিষ্টুভ । দেবত—যাক কৈছে তেৱেঁই । এই সূক্ত যম-যমী সংবাদ নামে প্ৰখ্যাত ।

( যমীয়ে কৈছে ) নিৰ্জ্জন ঠাই । এফালে বহল সমুদ্ৰৰে উপদ্বীপ । তালৈ ( যমী আৰু যম ) গল । সখাক মই সখীয়ে সন্মুখলৈ আনিম । আমাৰ ভবিষ্যত পুত্ৰ ( মোৰ গৰ্ভত ) পৃথিবীত ধাৰণ কৰা । সৰ্ব্বগুণী ( আমাৰ দৰে ) পুত্ৰ বিধাতাই ( মোৰ গৰ্ভত ) দিয়ক ॥ ১ ॥ ( যমে কৈছে ) হে যমী, তোমাৰ সখা যমে এই ধৰণৰ সখীত্ব কামনা নকৰে, কাৰণ যমী একে গৰ্ভৰ ভনী । গতিকে ই বিষম ৰূপী হৈছে । মহৎ প্ৰাণবন্ত প্ৰজাপতিৰ বীৰ পুত্ৰ সকলে, স্বৰ্গৰ ধাৰণ কৰ্ত্তা সকলে বহুত দূৰলৈ কেউফালে দেখে ॥ ২ ॥ ( যমীয়ে কৈছে ) হে যম, তোমাৰ সেই ( প্ৰজাপতি আদি ) অমৰ সকলেও এই ধৰণৰ ( শাস্ত্ৰৰ মতে ) আনক দিব লগা ( নিজ ভনী, কন্যা আদি ) কামনা কৰে,...যদিও তেওঁলোক মুখ্য । সেই কাৰণে তোমাৰ মন মোৰ মনত স্থাপন কৰা । জন্মদাতা ( প্ৰজাপতি ) হোৱা দৰে মোৰ শৰীৰত তুমি সোমোৱা ॥ ৩ ॥ ( যমে কৈছে ) পূৰ্ব্বত প্ৰজাপতিয়ে যি কৰিছিল আমি তেনেকুৱা নকৰো । আমি ঋতৰ ( সত্যৰ ) কথা কৈ কেতিয়াও অনৃত (বেয়া কথা ) নকওঁ । অন্তৰীক্ষত থকা গন্ধৰ্ব্ব আমাৰ পিতা, আৰু অপ্যা আমাৰ দুয়োৰে আই । এনেকুৱা আমাৰ সম্বন্ধ ॥ ৪ ॥ ( যমীয়ে কৈছে ) ত্বষ্টাই, সবিতাই, সৰ্ব্বাত্মক দেবতাই, জন্মদাতা প্ৰজাপতিয়ে গৰ্ভতে আমাক পত্নী-পত্নী ৰূপে ( সৃষ্টি ) কৰিছে । তেওঁৰ কামত কোনেও অন্যথা কৰিব নোৱাৰে । আমাৰ এই একে গৰ্ভত থকা পৃথিবীয়ে জানে আৰু স্বৰ্গতো জানে ॥ ৫ ॥ (যমে কৈছে ) প্ৰথম দিনৰ এই পৰস্পৰ গমন কোনে জানে ? কোনে ( এই সঙ্গমন ) দেখিছে ? কোনে কলে ? মিত্ৰ আৰু বৰুণৰ মহৎ স্থান আছে । মানুহে নৰকত পৰিবলৈ, হে মৰ্য্যাদা নষ্ট কৰা, তুমি ( এই বিলাক ) কি বা কৈছা ? ॥ ৬ ॥ ( যমীয়ে কৈছে ) যমৰ অভিলাষ যমীলৈ আহক । একে ঠাইতে একে লগে শুবলৈ, ভাৰ্য্যাই পতিৰ সৈতে নিজ শৰীৰ প্ৰকাশ কৰিম । ৰথৰ চকৰিৰ দৰে ( সংসাৰ যাত্ৰা চলাই দিম ) ॥ ৭ ॥ ( যমে কৈছে ) এই জগতত দিনে ৰাতিয়ে দেবতাৰ যি গুপ্তচৰ ফুৰি আছে তেওঁ বিলাক এখন্তেকো বৈ নেথাকে । চকুৰ টিপ নেমাৰে । হে বেয়া বাক্যৰে মোক আঘাট কৰা ( যমী ), মোৰ দৰে অন্য তোমাৰ নিজ (মানুহৰ ওচৰলৈ ) সোনকালে যোৱা আৰু ৰথৰ চকৰিৰ দৰে ( সংসাৰ যাত্ৰা নিৰ্ব্বাহ ) কৰাগৈ ॥ ৮ ॥ (যমীয়ে কৈছে ) দিনে ৰাতিয়ে এই যমৰ হবিৰ ভাগ সকলোৱে দিয়ক । সূৰ্য্যৰ চকু ( তেজ ) সদায় এই যমক দিয়ক । দ্যাবা-পৃথিবীত দুজন সমান বন্ধু হৈ থাকক । এই যমীৰ ওপৰত এই যমৰ ভ্ৰাতাৰ অনুচিত কাম ধাৰণ হওক । (ভুল হলে মোৰ হওক, যমৰ নহওক ) ॥ ৯ ॥ ( যমে কৈছে ) যি সময়ত ভনীয়েকে ককায়েকক পতি কৰিব, এনে সময় আহিব । হে সৌভাগ্যৱতী, তুমি এতিয়া মোৰ বাহিৰে অন্যক স্বামী বিচাৰা । সেই বৃষও পুৰুষক তোমাৰ বাহু গাৰু ( হিচাপে ব্যৱহাৰ ) কৰিবলৈ দিবা ॥ ১০ ॥ ( যমীয়ে কৈছে ) এই ভ্ৰাতাই ভনীয়েকক অনাথ কৰিছে, সেয়া কি ভাতৃ ? যি ভনী হৈ ককায়েকক দুঃখত নিয়মমতে পেলায় সেয়া কি ভনীয়েক ? কামান্ধ হৈ নানা প্ৰকাৰে এইদৰে কৈছো । মোৰ শৰীৰেৰে সৈতে তোমাৰ শৰীৰ লগ লগোৱা ॥ ১১ ॥ ( যমে কৈছে ) হে যমী, তোমাৰ শৰীৰেৰে মোৰ শৰীৰ লগ নলগাওঁ । যি ভ্ৰাতাই ভনীয়েকক গমন কৰে তেওঁ পাপ কৰা বুলি কয় । হে সৌভাগ্যৱতী, তুমি মোৰ বাহিৰে অন্যৰ লগত সুখ সম্ভোগ কৰা । তোমাৰ ভ্ৰাতাই এনে কৰিবলৈ নিবিচাৰে ॥ ১২ ॥ ( যমীয়ে কৈছে ), হে যম, তুমি দুৰ্ব্বল । তোমাৰ মনৰ আৰু

অন্তৰৰ বুদ্ধি মই বুজি নেপাওঁ। মোৰ বাহিৰে অনা কোনোবাই ৰচিবে বন্ধা যোঁৱাৰ দৰে, লতাই জোৰোৱা গছৰ দৰে তোমাক বান্ধি থৈছে ॥ ১৩ ॥ (যমে কৈছে) হে যমী তুমি অন্য পুৰুষক সাৱটি ধৰা। অন্য পুৰুষে তোমাক লতাই মেৰোৱা গছৰ দৰে সাৱটি ধৰিব। তুমি সেই পুৰুষলৈ মন কৰা। সেই পুৰুষেও তোমাৰ মন ইচ্ছা কৰক। পাচত হে কল্যাণীয়া, তোমাক পৰস্পৰ ভোগ কৰক ॥ ১৪ ॥

## ১১ সূক্ত—ঋ ৯।

### ঋষি—হবিৰ্ধানৰ আঙ্গি। (পুত্ৰ নে গোত্ৰ উল্লেখ নাই) ছন্দ—জগতী; ৭-৯ ত্ৰিষ্টুভ্। দেৱতা—অগ্নি।

বৰ্ষক, মহান, বাধা দিব নোৱাৰা অগ্নিয়ে অক্ষীন কৰ্ম্মৰ বৰ্ষকৰ মহৎ দোহন কৰ্ম্মেৰে স্বৰ্গৰ পৰা বৰষুণৰ পানী দোহন কৰিছে। যেনেকৈ বৰুণৰ বুদ্ধিৰে সকলো জানে তেনেকৈ (এই অগ্নিয়েও) জানে। যজ্ঞাৰ্হ ই যজ্ঞাৰ্হ ঋতুত যজন কৰক ॥ ১ ॥ —পানীৰে বিশুদ্ধ কৰা স্ত্ৰী গন্ধৰ্ব্ব পত্নীয়েও অগ্নিৰ গুণ বখানি স্তুতি কৰা মোৰ মন স্তুতি কৰোতে ৰক্ষা কৰক। অদিতিয়ে আমাৰ যজ্ঞৰ মাজত থাকক। মুখ্য যজমান আমাৰ বৰ ককাইয়ে এইদৰে কৈছে। ২ ॥ কল্যাণীয়া, শব্দৱতী, যশস্বতী সেই উষাই আদিত্যৰে সৈতে মানুহৰ কাৰণে সোনকালেই উদয় হয়, যেতিয়া হবি কামনা কৰি যজন কৰিবলৈ এই দেৱতাৰ আহ্বাতা অগ্নিক স্তুতি কৰাৰ পাচত যজ্ঞৰ কাৰণে যজমানে উৎপাদন কৰে ॥ ৩ ॥ পাচত শ্যেন চৰায়ে অগ্নিয়ে পঠিয়াই দিলত মহান, বিচক্ষণ সেই নিয়মীয়া (বেচিও নহয় কমো নহয়) সোম আহৰণ কৰি আনিলে। যেতিয়া যাৱ-লগীয়া মানুহে দৰ্শনীয় হোতা অগ্নিক প্ৰাৰ্থনা কৰে তেতিয়া যাগ কৰ্ম্ম উৎপত্তি হয় ॥ ৪ ॥ হে অগ্নি, তুমি সদায় যাঁহেৰে পোষণ কৰা জন্তুৰ দৰে ৰঙ কৰি থাকা। মানুহৰ ভাল যজ্ঞৰে বা যি স্তোতা যজমান তেওঁৰ স্তোত্ৰেৰে প্ৰশংসা কৰি দিয়া হবি-অন্ন ভোগ কৰিবলৈ বহুত দেৱতাৰ সৈতে আহা ॥ ৫ ॥ হে অগ্নি, পিতৃ মাতৃৰ (দ্যাবাপৃথিবীৰ) প্ৰতি, আদিত্যৰ জ্যোতি তুলি অনা দৰে তুমি জ্যোতি তুলি দিয়া। যজ্ঞ কৰিবলৈ বিচৰা যজমানে যজন কৰিবলৈ বিচাৰিছে। হৃদয়েৰে ইচ্ছা কৰিছে,—স্তুতি কৰিবলৈ বিচাৰিছে। স্তুতিৰ বাহক বহ্নিয়ে নিজ কৰ্ম্ম কৰিবলৈ বিচাৰিছে। প্ৰজ্ঞাবান ব্ৰাহ্মণে (কৰ্ম্মবৈগুণ্য হৈছে বুলি ভয়ত) কঁপিছে ॥ ৬ ॥ হে বলৰ পুত্ৰ অগ্নি, তোমাৰ অনুগ্ৰহ যি মানুহে পাই তেওঁ বহুত মানুহক চেৰ পেলায় গৈ প্ৰখ্যাত হয়। অন্ন দান কৰি, ঘোঁৰা উঠি, দীপ্তিমান আৰু বলবান হৈ, (মৰাৰ পাচত) যাবৎ চন্দ্ৰ দিবাকৰ দিন বিলাক ভূষিত কৰি কটাই ॥ ৭ ॥ হে যজন কৰিব লগীয়া অগ্নি, যেতিয়া এই স্তুতিৰে সভা স্থানত যজন কৰিবলগীয়া দেৱতাৰ মাজত দ্যোতমান হোৱা, হে অন্নবান অগ্নি, তুমি যেতিয়া ৰত্ন বিলাক স্তোতাক ভাগ কৰি দিয়া তেতিয়া আমালৈ নানা ধন যুক্ত অংশৰ ভাগ দিবা ॥ ৮ ॥ হে অগ্নি, সকলো দেৱতাৰ সভাস্থান (যজ্ঞ) ঘৰত থকা আমাৰ বচন শুনা। অমৃত ক্ষৰণ কৰা ৰথ যোজনা কৰা আৰু (তাৰে গৈ) আমাৰ যজ্ঞলৈ দেৱতাৰ হুহিতা দুজনাক দ্যাবাপৃথিবীক ওচৰলৈ লৈ আহা। দেৱতা সকলৰ মাজত কোনো দেৱতা বাদ নহয় যেন,—তুমিয়েই এই যজ্ঞত নিহিত হৈ থাকা ॥ ৯ ॥

## ১২ সূক্ত—ঋ ৯।

### ঋষি—হবিৰ্ধানৰ আঙ্গ (পুত্ৰ নে গোত্ৰ কোৱা নাই)। ছন্দ ত্ৰিষ্টুভ্। দেৱতা—অগ্নি।

সত্য কথা কোৱা দ্যাবাপৃথিবীয়ে ঋতৰ (যজ্ঞৰ) কথা শুনিলে (আৰু অগ্নিৰ আহ্বান কৰোতে থাকিলে)। দেৱতা অগ্নিয়ে যজ্ঞ কৰিবলৈ মানুহক পঠিয়াই দেৱতাৰ আহ্বানৰ কাৰণে নিজৰ শিখা বিলাক পাই দেৱতাৰ আহ্বাতা অগ্নি যজ্ঞত বেদীত বহে ॥ ১ ॥ হে অগ্নি দেৱতা, তুমি দেৱতা সকললৈ কেউফালৰ পৰা পোৱা ঋতৰ (যজ্ঞৰ) সৈতে আমাৰ হবি বহন কৰি নিয়া। দেৱতাৰ মুখ্য তুমি সকলো জনা, ধোঁৱাৰ পতাকাৰে জ্বলি থকা কোমল দীপ্তিৰ, স্তুতা, আহ্বাতা, নিত্য হৈ অতিকৈ যজন কৰা ॥ ২ ॥ দেৱতা অগ্নিৰ নিজে বিচাৰি অনা অমৃত পানী যেতিয়া পাই, তেতিয়া সেই পানীৰ পৰা উৎপন্ন হোৱা (গছ গছনি) বিলাক দ্যাবাপৃথিবীত ধাৰণ কৰে। সকলো স্তোতাই তোমাৰ পানীৰ দানৰ স্তুতি কৰে। স্বৰ্গত হোৱা বগা ঘিঁউ (পানী) বৰষুণ কৰি কৰি তুমি খিৰোৱা ॥ ৩ ॥ হে অগ্নি, তুমি মোৰ যজ্ঞ কৰ্ম্ম বৰ্দ্ধন কৰা। বৰষুণৰ পানী উৎপত্তি কৰা হে দ্যাবাপৃথিবী, তোমালোকক স্তুতি কৰিছো। হে দ্যাবাপৃথিবী, তোমালোকে মোৰ স্তোত্ৰ শুনা। আজি দিনত যি স্তোতা সকলে স্তুতি কৰিছে, এই কৰ্ম্মত পিতা-মাতা (দ্যাবাপৃথিবী) দুজনাক বৰষুণৰ পানীৰে ধুই পেলোৱা ॥ ৪ ॥ বজ্ৰ অগ্নিয়ে আমাৰ হবি আৰু

স্তুতি গ্ৰহন কৰিবলৈ নে কি ? কিম্বা এই অগ্নিৰ পূজা কৰ্ম্ম আমি কৰিবলৈ নে ? কোনে জানে ? তাঁলৈকে আহ্বান কৰা মিত্ৰ ভালকৈ যাতে আছে তেনেকৈ আমাৰ স্তুতি দেৱতা সকললৈ যাওক আৰু হবি অন্ন যি আছে ( সেয়া দেৱতালৈ যাওক ) ॥ ৫ ॥ অমৰৰ কথা পৃথিবীত বুজিব নোৱাৰি কাৰণ একেলগৰ বেলেগ বেলেগ ৰূপৰ দেৱতা আছে। হে মহান অগ্নি, ভুল নকৰাকৈ যি সহজে পাব পৰা নাম কয় তেওঁক ৰক্ষা কৰা ( এই ঋকৰ সায়ন ভাষ্য নাই ॥ ৬ ॥ যি অগ্নিৰ ওচৰত দেৱতা সকলে আনন্দ কৰে, যজমানৰ ঘৰত বেদীত যাক ধাৰণ কৰে, যি সূৰ্য্যৰ তেজ ধাৰণ কৰিবলৈ, চন্দ্ৰক ৰাখিছে স্থাপন কৰিবলে, নোবোৱাকৈ সূৰ্য্য-চন্দ্ৰই জ্যোতিৰে ঘূৰি ফুৰে, ॥ ৭ ॥ যি জ্ঞানময় সৰ্ব্বপ্ৰকাশক অগ্নিত দেৱতা সকল সঞ্চৰণ কৰে, সেই লুকায় থকা অগ্নিৰ স্বৰূপ আমি বুজি নেপাওঁ। এই যজ্ঞত থকা দেৱতা মিত্ৰ, সবিতা আৰু অদিতিয়ে বৰুণ দেৱতাক আমাৰ কথা পাপ নাইকিয়া বুলি কওক ॥ ৮ ॥

৯ ঋক ১০।১১।৯ ঋকৰ দৰে ॥ ৯ ॥

## ১৩ সূক্ত—ঋ ৫।

ঋষি—হবিৰ্ধান আঙ্গি বা অদিতিৰ পুত্ৰ বিবস্বত। ছন্দ—ত্ৰিষ্টুভ্; ৫ জগতী। দেৱতা হবিৰ্ধান।

( হে হবিৰ্ধান গাড়ী দুখন ), তোমালোকক মই পুৰণি কালৰ মন্ত্ৰ উচ্চাৰণ কৰি হবি অন্নৰ ভাব দি যোজনা কৰিম। তোমালোকৰ শ্লোক স্তোতাৰ পথ্যৰ দৰে দেৱতাৰ ওচৰলৈ চলি যাওক। যি সকল অমৃতৰ পুত্ৰ দিব্য ধামত আছে তেওঁবিলাক সকলোৱে এই স্তোত্ৰ শুনক ॥ ১ ॥

যঁজা লৰাৰ দৰে একেলগে ফুৰা হবিৰ্ধান গাড়ী চলি যাওঁতে দেৱতাক বিচৰা মানুহে তোমালোকক ( হবি আদি দ্ৰব্য ) দি পৰিপূৰ্ণ কৰিছে। তোমালোকৰ নিজ স্থান জানি লৈ বহা। তেতিয়া আমাৰ সোম লৰলৈ ভাল ঠাইত থাকিবা ॥ ২ ॥ যজ্ঞৰ পঞ্চ পদ ( ধান, সোম, পশু, পিঠা আৰু ঘিঁউ ) ওপৰলৈ তুলিছো। মই ব্ৰতকৰ্ম্মেৰে চাৰিপদী ছন্দেৰে বিনিয়োগ কৰিছো। অক্ষৰ ( প্ৰণৱেৰে ) মই কাম সম্পূৰ্ণ কৰিছো। মই ঋতৰ ( যজ্ঞৰ ) নাভিত সোম পৱমান কৰিছো ॥ ৩ ॥ দেৱতাৰ কাৰণে মৃত্যুক নিজৰ কৰি বাধিলে। মানুহৰ কাৰণে অমৰণ নিবিচাৰিলে। বৃহস্পতিক ( ঋত্বিক যজমানসকলে ) দ্ৰষ্টা কৰিলে। ( সেই কাৰণে ) যমে ( প্ৰাণটো লৈ ) আমাৰ প্ৰিয় শৰীৰটো এৰি থৈ যায় ॥ ৪ ॥ স্তোতা সকলে যেৰি থকা সোমৰ কাৰণে সপ্ত ছন্দ উচ্চাৰিত হৈছে। পিতাক ( ৰূপী সোমক ) পুত্ৰই ( পুত্ৰৰূপী ঋত্বিক যজমানে ) ত্ৰাণ কৰিছে। সোমৰ পুত্ৰসকলে ঋতৰে ( স্তোত্ৰেৰে গুণ বৰ্ণাই ) স্তুতি কৰিছে। দুয়োখন গাড়ী ( দেৱতা আৰু মানুহৰ ) ৰজা হৈ আছে। দুয়োখনে কৰ্ম্ম কৰে দুয়োখনে পোষণ কৰে ॥ ৫ ॥

## ১৪ সূক্ত—ঋ ৬।

ঋষি—বিবস্বতৰ পুত্ৰ যম। ছন্দ—১-১২-ত্ৰিষ্টুভ্; ১৩।১৪।১৬-অনুষ্টুপ্; ১৫-বৃহতী। দেৱতা—১-৫, ১৩-১৬-যম; ৬ লিঙ্গোক্ত ( অঙ্গিৰস, পিতৃসকল, অথৰ্ব্ব, ভৃগু আৰু সোম ); ৭-৯ লিঙ্গোক্ত বা পিতৃগণ; ১০-১২ কুকুৰ দুটা।

( হে যজমান সকল ) তোমালোকে পিতৃৰ পৰাকী, মানুহৰ গন্তব্য স্থানৰ পৰাকী বিবস্বতৰ পুত্ৰ যমক হবি ( আদিৰে ) পৰিচৰণ কৰা। পৃথিবীত ভাল কাম কৰা অনুক্ৰমে মৰাৰ পাচত স্বৰ্গৰ পথেৰে বিনা বাধাই গন্তব্য স্থানলৈ লৈ যোৱা ( আৰু পাপীৰ বাট বন্ধ কৰা ) যমক পৰিচৰণ কৰা ॥ ১ ॥ সকলোৱে মুখ্য যমেই আমাৰ ( শুভাশুভৰ বাবে ) যোৱা বাট জানে। এই যোৱা বাট অন্যই অপহৰণ কৰি লব নোৱাৰে। যি বাটেদি আমাৰ পূৰ্ব্বৰ পিতৃসকল গৈছিল সেই বাটেদিয়েই জন্ম হোৱা সকলোবিলাক নিজ কৰ্ম্ম অনুসৰি যায় ॥ ২ ॥ মাতলি যাৰ সাৰথি তেওঁৰ ( ইন্দ্ৰৰ ) ( যজ্ঞৰ ভাগ ) কব্যৰে সৈতে পিতৃসকলৰ লগত বৰ্দ্ধন হয়। যমে অঙ্গিৰস সকলেৰে সৈতে বৰ্দ্ধন হয়। বৃহস্পতি ঋক ( ঋক্মন্ত্ৰ কোৱা পিতৃসকলেৰে ) সৈতে বৰ্দ্ধন হয়। দেৱতাসকল, যাক পিতৃসকলে বৰ্দ্ধন কৰে, আৰু পিতৃসকলক, যাক দেৱতাই বৰ্দ্ধন কৰে, তাৰ মাজত দেৱতা সকলে স্বাহাৰে ভাল পাই আৰু পিতৃসকলে স্বধাৰে ভাল পাই ॥ ৩ ॥ হে যম, অঙ্গিৰস পিতৃসকলেৰে সৈতে একেলগ হৈ এই যজ্ঞত বহা। বিদ্বান সকলে প্ৰয়োগ কৰা মন্ত্ৰেৰে তোমাক ইয়ালৈ লৈ আহক। হে ৰজা, এই হবি অন্নেৰে তুষ্ট হৈ হৃষ্ট হোৱা ॥ ৪ ॥ হে যম, বিবিধ ৰূপৰ যজ্ঞৰ উপযুক্ত অঙ্গিৰা সকলেৰে সৈতে আহা। এই যজ্ঞত যজমানক হৰষিত কৰা। তোমাৰ পিতা বিবস্বতক এই যজ্ঞত আহ্বান কৰিছো। মেলিখোৱা কুশত বহি যজমানক আনন্দিত কৰা ॥ ৫ ॥ নৱগু অঙ্গিৰস সকল, অথৰ্ব্বন সকল, ভৃগু সকল, আমাৰ পিতৃসকল সোমাই। যজ্ঞাই তেওঁবিলাকৰ সুমতিত আমি থাকিম। আৰু সুমনৰ কল্যানত আমি

থাকিম ॥ ৬ ॥ যি স্থানলৈ আমাৰ পূৰ্ব্বৰ পিতৃসকল পূৰ্ব্বৰ দিনত যি বাটেৰে গৈছিল, হে মোৰ পিতা সেই বাটেৰে শীঘ্ৰে যোৱা। স্বধা অন্নেৰে তৃপ্ত হোৱা ৰজা দুজনক, যম আৰু বৰুণক চোৱা গৈ (দৰ্শন লাভ কৰাগৈ) ॥ ৭ ॥ (হে পিতা) পৰম ব্যোমত পূৰ্ব্বৰ পিতৃসকলৰ সৈতে থাকাগৈ। শাস্ত্ৰমতে সংযমেৰে কৰা কৰ্ম্মফলেৰে সৈতে পাপ পৰিত্যাগ কৰি অস্ত (নামৰ) ঘৰলৈ যোৱা। ভাল দীপ্তিযুক্ত শৰীৰ ধাৰণ কৰা ॥ ৮ ॥ (হে পিশাচাদি যি আছা) এই ঠাইৰ পৰা যোৱা, আঁতৰা, দূৰ হোৱা কেউফালে পলোৱা। আমাৰ মৃত পিতৃৰ কাৰণে এই (দাহকৰা) ঠাইখন (যমৰ আজ্ঞাত) কৰি দিছে। যমেও দিনত আৰু ৰাতিত এই ঠাইখন পানী ছটিয়াই বিশুদ্ধ কৰি থৈছে। এই ঠাই মৃতকৰ কাৰণে যমে দিছে ॥ ৯ ॥ হে অগ্নি, ভাল বাটেৰে গৈ এই সৰমাৰ চাৰিচকুৱা বলবান কুকুৰ দুটা পাৰ হৈ যোৱা। পাচত যি পিতৃয়ে যমেৰে সৈতে একেলগে আমোদ কৰি আছে সেই সুবিজ্ঞ পিতৃসকলৰ ওচৰলৈ যোৱা ॥ ১০ ॥ হে ৰজা যম, তোমাৰ যি কুকুৰ দুটা আছে, তাৰে এই মৃত পিতৃক (প্ৰেতক) ৰক্ষা কৰিবলৈ দিয়া। সিহঁতে যমৰ ঘৰ ৰক্ষা কৰে, চাৰি চকুৱা, বাটত থাওঁতে ৰক্ষা কৰা, মানুহৰ দৰে অভীজ্ঞ, এই (প্ৰেতক) কল্যাণ আৰু ৰোগহীন কৰক ॥ ১১ ॥ যমৰ দূত (এই কুকুৰ) দুটা, যাৰ নাক দীঘল প্ৰাণীৰ প্ৰাণ লৈ তৃপ্ত হোৱা, বহুত বলী, সেই দুয়োটাই আমাক সূৰ্য্য দেখিবলৈ আজি এই কৰ্ম্মত সুপ্ৰাণ পুনৰ আমাক দিয়ক ॥ ১২ ॥ (হে ঋত্বিক সকল) যমলৈ সোম চেপা। যমলৈ হবি দিয়া। অগ্নিয়ে দূত হৈ অলঙ্কৃত হৈ যমলোকলৈও যায় ॥ ১৩ ॥ তোমালোকে যমলৈ ঘি উযুক্ত হবি হোম কৰা, আৰু (যজ্ঞত) উপস্থিত থাকা। দেৱতাৰ মাজত যম দেৱতাই আমাৰ জীৱন দীঘল কৰক ॥ ১৪ ॥ (হে ঋত্বিক সকল) তোমালোকে যম ৰজাক অতি মধুৰ হব্যৰে হোম কৰা পূৰ্ব্বত জন্ম হোৱা আমাৰ আগৰ পথ কৰা ঋষিক নমস্কাৰ কৰা ॥ ১৫ ॥ ত্ৰিকদ্ৰুক বিলাক প্ৰত্যেক অঙ্গ ৰক্ষা কৰিবলৈ যমৰ ওচৰ পাই। ছয় সংখ্যাৰ বহল ভূমি যমে চাবলৈ পাই। এখন মহৎ জগতত ত্ৰিষ্টুপ্ গায়ত্ৰী আদি ছন্দেৰে যমত নিহিত হৈ আছে ॥ ১৬ ॥

## ১৫ সূক্ত—ঋ ১৪।

**ঋষি—যমৰ পুত্ৰ শঙ্খ। ছন্দ—ত্ৰিষ্টুপ; ১১ জগতী।**

**দেৱতা—পিতৃসকল।**

নিকৃষ্ট পিতৃসকলে উত্তম হবি পাওক। উত্তম পিতৃ সকলে আৰু মধ্যম পিতৃসকলেও উত্তম হবি পাওক। তেওঁবিলাকে অনুগ্ৰহ কৰা হওক। যি পিতৃ সকলে বৃকৰ দৰে হিংসা নকৰে, ঋতজ্ঞ (নিয়মজনা) আমাৰ প্ৰাণ ৰক্ষা কৰে সেই পিতৃসকলে আমাৰ আহ্বান শুনি আমাক ৰক্ষা কৰক ॥ ১ ॥ যি পিতৃসকল আগতে বা পাচত মৃত্যু হৈছে যি পৃথিৱীৰ ৰজোলোকৰ পৰা আহিছে, যি বন্ধুৰূপ প্ৰজাৰ মাজৰ পৰা আহিছে, যি এতিয়া ধনেৰে সমৃদ্ধ হৈ আছে, সেই সকলোকে এয়া নমস্কাৰ কৰিছোঁ। ২ ॥ মই মোৰ ভক্তিৰে সৈতে পিতৃসকলক আগত পাইছো। যজ্ঞ বিনাশ কৰা ভাবৰ বিক্ৰমণ কৰা বিষ্ণুক পাইছো। যি পিতৃসকল কুশত বহে তেওঁবিলাকে এই কৰ্ম্মলৈ আদৰেৰে আহি স্বধা অন্নেৰে সৈতে সোমৰ ভাগ সেৱন কৰিছে। ॥ ৩ ॥ যজ্ঞত কুশত বহা হে পিতৃসকল, আমাক ৰক্ষা কৰা। তোমালোকৰ কাৰণে এই হব্যবিলাক (প্ৰস্তুত) কৰিছো—সেৱন কৰা। তোমালোক অতি সুখৰ ৰক্ষণেৰে আহা। পাচত আমাৰ দুঃখ গুচাই সুখ কৰি পাপ ৰহিত কৰা ॥ ৪ ॥ হে সৌম্য মূৰ্ত্তিৰ পিতৃসকল, যজ্ঞাৰ্হ, তৃপ্তিকৰ নিধি হবিৰ নিমিত্তে আমালোকে আহ্বান কৰা সেই তোমালোক আহা। ইয়াত আমি কৰা স্তুতি শুনা—শুনি কোৱা (যে ভাল হৈছে)। আমাক ৰক্ষা কৰা ॥ ৫ ॥ হে পিতৃসকল, তোমালোকে সোফালে আঠু মাটিত পেলাই বহি আমাৰ যজ্ঞ প্ৰশংসা কৰা। তোমালোকক মানুহ হিচাবে আমি যি অপৰাধ কৰিছো হে পিতৃসকল, যি কোনো অপৰাধত আমাক কোনো দুখ নিদিবা ॥ ৬ ॥ ৰঙা দেৱতা সকলৰ ওচৰত আসনত বহি থকা, হে পিতৃসকল হবি দাতাক ধন দিয়া। হে পিতৃসকল সেই মানুহৰ পুত্ৰসকলক ধন যাচি দিয়া। তেনেকুৱা তোমালোকে আমাক কৰ্ম্মত বল দিয়া ॥ ৭ ॥ সৌম্য, ধনবান, যি আমাৰ পূৰ্ব্বৰ পিতৃসকলে আমাৰ সোমপান কৰা যজ্ঞলৈ আহিছিল, পিতৃসকলৰ লগত ভোগ কৰিবলৈ যমে বিচাৰি আহি ৰংমনেৰে যি হবিৰ ভাগ পাই, সেই হবি ভোজন কৰি (যম সন্তোষ হওক) ॥ ৮ ॥ ক্ৰমে ক্ৰমে দেৱত্ব পোৱা, যজ্ঞ কৰিব জনা, ঋক ৰচনা কৰি স্তৱ কৰা যি পিতৃ ভোগ-পিয়াহত কাতৰ হৈছে, হে অগ্নি তুমি সেই পিতৃ সকলেৰে সৈতে আমাৰ ওচৰলৈ আহা। (তেওঁ বিলাক) ভালকৈ পৰিচিত। (তেওঁ বিলাক) যজ্ঞত বহে আৰু এই কব্য বিলাক (তেওঁবিলাকলৈ) সত্যকৈ ৰখা হৈছে ॥ ৯ ॥ যি সকল সত্য পিতৃয়ে হবি ভক্ষন কৰে, (পান যোগ্য হবি) পান কৰে, ইন্দ্ৰাদি দেৱতাৰে সৈতে একে ৰথতে উঠি

হে অগ্নি, সহস্র দেৱতাৰ স্তোত্ৰেৰে, পাচৰ আৰু পূৰ্ব্ব-কালৰ ধৰ্ম্মসাধক পিতৃ সকলোৰে সৈতে আহা ॥ ১০ ॥ হে অগ্নিষ্বাত্তা, ( অগ্নিয়ে সোৱাদ লোৱা ) পিতৃ সকল এই যজ্ঞলৈ আহা,—হে সুপ্ৰনেতা সকল নিজ নিজ স্থানত বহা,—কুশত দিয়া হবি ভক্ষন কৰা। বীৰ পুত্ৰ পৌত্ৰৰে সৈতে আমাক সকলো ধন দিয়া ॥ ১১ ॥ হে জাতবেদ অগ্নি, আমাৰ দ্বাৰা স্তুত হৈ তুমি, আমি দিয়া হবি বিলাক সুগন্ধি কৰি বহন কৰিলা আৰু পিতৃসকলক দিলা। তেওঁবিলাকে স্বধাৰে দিয়া হবি খাওক। হে দেৱতা অগ্নি, যত্নেৰে দিয়া হবিবিলাক তুমি ভক্ষন কৰা ॥ ১২ ॥ যি পিতৃ সকল ইয়াত আছে, —যি নাই,—যাক চিনি পাওঁ আৰু যাক চিনি নেপাওঁ, সেই সকলোকে, হে জাতবেদ অগ্নি, তুমি জানা। তেওঁবিলাকেৰে সৈতে হবি অন্নেৰে ভালকৈ কৰা যজ্ঞ সেৱন কৰা। ১৩ ॥ যি পিতৃ সকলক অগ্নিত দাহ কৰা হৈছে, যাক দাহ কৰা হোৱা নাই, যি দ্যুলোকৰ মাজত হবি অন্নেৰে আনন্দ কৰি আছে, হে অগ্নি, নিজ কৰ্ম্মেৰে দীপ্তমান হৈ সেই পিতৃ সকলেৰে সৈতে সুনেতা এই দেৱতাৰ শৰীৰক যেনেকৈ ইচ্ছা তেনেকৈ গ্ৰাস কৰা ॥ ১৪ ॥

## ১৬ সূক্ত—ঋ ১৪ ।

ঋষি—যমৰ পুত্ৰ দমন। ছন্দ—ত্ৰিষ্টুভ্; ১১-১৪ অনুষ্টুভ্। দেৱতা—অগ্নি।

হে অগ্নি, এই মৃতদেহ ভস্ম নকৰিবা। কেউফালে শোকযুক্ত নকৰিবা। ছাল বিলাক য'তে ত'তে নেপেলাবা। গাটোও য'তে ত'তে নেপেলাবা। হে জাতবেদ, যেতিয়া তুমি মৃতদেহ পৰিপক্ক কৰা, তেতিয়াই এই মৃতদেহক পিতৃসকলৰ ওচৰলৈ পঠিয়াই দিবা ॥ ১ ॥ হে জাতবেদ, যেতিয়া মৃতদেহ পৰিপক্ক কৰা তেতিয়াই পিতৃ সকলক দি দিবা। যেতিয়া এই মৃতদেহক অগ্নিয়ে কৰা প্ৰাণ পঠিওৱা হয় তেতিয়া দেৱতাৰ বশলৈ আহে ॥ ২ ॥

হে মৃতদেহ, তোমাৰ চক্ষু সূৰ্য্যলৈ যাওক। আত্মা ( প্ৰাণ ) বায়ুলৈ যাওক। তুমি ধৰ্ম্ম ( কৰ্ম্মৰ ) ফলত স্বৰ্গ বা পৃথিৱীলৈ যোৱা। বা পানীলৈ যোৱা। তাত গৈ ( কৰ্ম্মৰ ফলত ) গছ-গছনিৰ শৰীৰ ধৰা গৈ ॥ ৩ ॥

জন্ম নোহোৱা শৰীৰৰ ভাগ ( অন্তৰাত্মা ), হে অগ্নি, তোমাৰ তাপক তেজেৰে তপত কৰা। তোমাৰ শিখাই সেই ভাগ সংস্কাৰ কৰক। হে জাতবেদ, তোমাৰ যি সুখপ্ৰদ মূৰ্ত্তি আছে তাৰে এই মৃতদেহক ভাল কাম কৰা ঠাইলৈ নিয়া ॥ ৪ ॥ হে অগ্নি, যি মৃতদেহ চিতাত স্বধা-কাৰেৰে আহুত হৈ চলি গৈছে সেই দেহ পিতৃ সমাজলৈ নি সৃজন কৰা। ই মৃতদেহে জীৱন পাই হাড়মূৰ আকৌ হৈ হে জাতবেদ, শৰীৰযুক্ত হওক ॥ ৫ ॥ হে মৃতদেহ, তোমাৰ যি অঙ্গত ক'লা চৰাই ( কাউৰীয়ে ) খুটিলে, বা পকৰাই বা সাপে বা চাৰিঠেঙীয়া জন্তুয়ে ঘা লগালে সেই সকলো বিলাক অগ্নিয়ে দুঃখ নোহোৱা কৰক। আৰু যি সোম ঋত্বিক আদিৰ গাত সোমাইছে ( সিও তোমাক নিৰোগ কৰক ) ॥ ৬ ॥ হে মৃতদেহ, কৱচ ( ৰূপী ) অগ্নিক গৰুৰ ছালৰ কৱচৰ দৰে গাত পিন্ধা। শকট মাংসৰে ভালকৈ ঢাকি লোৱা। ( তেনে-কুৱা কৰিলে ) তোমাক তেজেৰে ধৰ্ষণশীল, আৰু হৃষ্ট প্ৰগল্ভ অগ্নিয়ে তোমাক তেনেই ছাই কৰিব নোৱাৰে ॥ ৭ ॥ হে অগ্নি, এই চমস ( হেতা ) খন বিচলিত নক-ৰিব যি হেতা দেৱতা সকলৰ প্ৰিয় আৰু সৌম্য পিতৃ সকলৰ প্ৰিয়। এই হেতাৰে দেৱতাই পান কৰে, সেই হেতাত অমৰ দেৱতা সকলে আনন্দ কৰে ॥ ৮ ॥

ৰাক্ষস খোৱা তীব্ৰ অগ্নিক দূৰলৈ পঠিয়াই দিছো। পাপ বহন কৰা সেই অগ্নিয়ে যমৰজাৰ অন্য ঠাইলৈ ( পাপৰ ঠাইলৈ ) যাওক। অন্য জাতবেদ অগ্নিয়ে সক-লোকে জানি ইয়াতেই দেৱতালৈ হবি বহন কৰক ॥ ৯ ॥

যি ৰাক্ষস খোৱা ( ক্ৰব্যাদ ) অগ্নি তোমালোকৰ ঘৰত সোমাইছে, সেই ক্ৰব্যাদ অগ্নি দেৱতাক পিতৃযজ্ঞৰ কাৰণে ঘৰৰ পৰা উলিয়াই দিয়। অন্য জাতবেদ অগ্নিক ভালকৈ চাই পৰম সভাস্থান যজ্ঞত আনি থমহি ॥ ১০ ॥ যি অগ্নি, কব্য ( পিতৃৰ হবি ) বহন কৰা, পিতৃৰ ঋতৰ ( যজ্ঞৰ ) বৰ্দ্ধক, তেওঁক যজন কৰা হয়। সেই অগ্নিয়ে পিতৃৰ যজ্ঞত দেৱতা সকলক আৰু পিতৃ সকলক কওক গৈ ( যে মই হবি আনিছো ) ॥ ১১ ॥

হে অগ্নি, কামনা কৰা আমি তোমাক স্থাপন কৰিছো। কামনা কৰি আমি তোমাক জ্বলাইছো। তুমিও হবি কামনা কৰি আগন্তুক পিতৃ যজ্ঞ কামনা কৰি পিতৃলৈ হবি ভক্ষন কৰিবলৈ লৈ যোৱা ॥ ১২ ॥

হে অগ্নি, তুমি পিত্ৰাদিক দাহ কৰিবলৈ আগতে যি ঠাই পুৰিছিলা, তুমিয়েই সেই ভুই নুমাই দিয়া। সেই ঠাইত অলপ পানী ( পৃথিৱীআদি ) হওক। বহুত শাখাৰ পৰিপক্ক দূৰ্ব্বা হওক ॥ ১৩ ॥ হে শীতল, শীতযুক্ত, গছ-গছনি থকা, আহ্লাদকৰ জল থকা, আহ্লাদ কাৰিণী পৃথিৱী, মাইকী ভেকুলীয়ে যাতে ভাল পাই তেনেকুৱা বৰষুণ আনা। আৰু এই অগ্নিক সন্তুষ্ট কৰা ॥ ১৪ ॥

## ১৭ সূক্ত—ঋ ১৪।

**ঋষি—যমৰ পুত্ৰ দবশ্ৰবা। ছন্দ—ত্ৰিষ্টুভ্; ১৩-অনুষ্টুপ্ বা পুৰস্তাত্ বৃহতী; ১৪-অনুষ্টুপ্। দেৱতা—১।২-সৰণ্যু; ৩-৬-পূষা; ৭-৯-সৰস্বতী; ১০-১৪-আপ্ঃ (পানী); ১১-১৩-আপ্ (পানী) বা সোম।**

ত্বষ্টাই জীয়েকৰ বিয়া পাতিলে। সেইবাবে সকলো ভুবনৰ প্ৰাণী তালৈ আহিল কিন্তু মাত্ৰ বিবস্বতৰ বিবাহ কৰা ভাৰ্য্যা যমৰ মাক (সৰণ্যু) গুচি গল ॥ ১ ॥ অমৰক (সৰণ্যুক) মানুহৰ পৰা লুকাই থৈ (দেৱতা সকলে) (সৰণ্যুৰ দৰে) একে মাইকী মানুহ এজনী উলিয়াই বিবস্বতক দিলে। ঘোঁৰা ৰূপৰ সৰণ্যুৱে অশ্বিনী দুজনক জন্ম দিলে আৰু তেওঁ যমজ লৰা দুটা ত্যাগ কৰি গুচি আহিল ॥ ২ ॥ জ্ঞানী, যাৰ পশু নষ্ট নহয়, সকলোকে বাট দেখুৱা দেৱতা পূষাই এই মৃতক সকলক উত্তম লোকলৈ লৈ যাওক। সেই পূষাই সেইবিলাকক পিতৃসকলক দিলে। অগ্নিয়েও সেই সুজ্ঞানী সকলক দেৱতাক অৰ্পন কৰি দিয়ক ॥ ৩ ॥ সকলোতে গমনশীল বায়ুৱে তোমাক (মৃতকক) কেউফালে ৰক্ষা কৰক। ভাল বাটেৰে (স্বৰ্গলৈ নি) প্ৰথমত থকা পূষাই তোমাক ৰক্ষা কৰক। য'ত পুণ্য কৰা মানুহ আছে, য'লৈ বা সেই পুণ্য কৰা মানুহ যায়, সেই ঠাইত সবিতা দেৱতাই তেওঁ বিলাকক ৰাখক গৈ ॥ ৪ ॥ পূষা দেৱতাই সকলো দিশ জানে। তেওঁ আমাক একেবাৰেই ভয় নোহোৱা বাটেৰে লৈ যাওক। (তেওঁ পূষা) কল্যাণ দাতা, তেওঁৰ পোহৰেৰে বেষ্টিত, সকলো বীৰ থকা আৰু ঋত্বিক থকা। (তেওঁ) ভুল নকৰাকৈ সকলো জানি আমাৰ আগে আগে গৈ থাকক ॥ ৫ ॥ পথৰ ভিতৰত যি প্ৰশস্ত পথ আছে তাত পূষা দেৱতা প্ৰাদুৰ্ভাৱ হয়। দ্যুলোকৰ প্ৰশস্ত পথত, পৃথিৱীৰ প্ৰশস্ত পথত (প্ৰাদুৰ্ভাৱ হোৱা সেই পূষাই) এটাইতকৈ প্ৰিয় তমা সভাস্থানত থকা দুয়ো দ্যাবাপৃথিবীত বিচৰণ কৰে। আৰু যেয়া কাম কৰা বিলাকৰ) প্ৰতিকূলে বিচৰণ কৰে ॥ ৬ ॥ দেৱতা কামনা কৰা সকলে সৰস্বতীক আহ্বান কৰে। যজ্ঞত সৰস্বতীক যজন কৰে। পুণ্য কৰ্ম্মা সকলে আহ্বান কৰে। সৰস্বতী দেৱীয়ে হবি দাতাক বৰণীয় (ধন) দিয়ক ॥ ৭ ॥ হে সৰস্বতী দেৱী, তুমি (পিতৃ সকলৰে সৈ'ত) একে ৰথতে যজ্ঞ পাইছাহি। পিতৃ সকলেৰে সৈতে হবি (আদি) অন্নেৰে আমোদ কৰিবলৈ যজ্ঞলৈ গৈছা। তুমি এই কুশ মেলি থোৱা যজ্ঞবেদীত বহি আনন্দ কৰা আৰু ৰোগ নোহোৱা অন্ন আমাক দিয়া ॥ ৮ ॥ যি সৰস্বতীক পিতৃ সকলে আহ্বান কৰে, (সেই সৰস্বতী) দক্ষিণৰ পৰা আহি এই যজ্ঞত সহস্ৰাৰ্দ্ধ অন্নৰ ভাগ আৰু ধনৰ পুষ্টি যজমানলৈ স্থাপন কৰক ॥ ৯ ॥ আমাক মাতৃ (স্থানীয়া) পানীয়েও বিশুদ্ধ কৰক। ঘিঁউৰে শোধক পানীৰে আমাক বিশুদ্ধ কৰক। দেৱতা জলে সকলো পাপ আঁতৰাই দিয়ক। এই পানীৰে পবিত্ৰ হলে আমি স্বৰ্গলৈ যাব পাৰিম ॥ ১০ ॥ অভিষুত কৰা সোমৰস আগতে হোৱা বিলাক দ্যুলোকলৈ উদ্দেশ্য কৰি গল আৰু এই যোনী স্থানলৈ আগতে গল। একে স্থানত সংৰক্ষণ কৰি সোমৰস সাতজন হোতাই (আমি) অনুক্ৰমে হোম কৰিছো ॥ ১১ ॥ হে সোম, তোমাৰ যি ৰস পৰি যায়, তোমাৰ যি অন্য অংশ পৰি যায় বা হাতৰ পৰা পৰি যায়, বা চেপা শিলৰ পৰা পৰি যায়, বা চাকনিৰ পৰা পৰি যায়, সেই সকলো বিলাক স্তোত্ৰেৰে বষট্‌কাৰ কৰি মনেৰেই আহুতি দিছো ॥ ১২ ॥ হে সোম, তোমাৰ যি ৰস অন্য ঠাইলৈ গৈছে তোমাৰ লতা যি অন্য হয়গৈ, স্ৰুচত লোৱা সোম পৰি যায়, সেই সোম বৃহস্পতি দেৱতাই আমাৰ ধনৰ কাৰণে সিঁচি দিয়ক ॥ ১৩ ॥

হে জল, গছ-গছনি বিলাক জলেৰে সাৰযুক্ত হওক। আমাৰ বাক্য জলযুক্ত (মধুৰ) হওক। জলৰ যি (গাখীৰৰ) সোৱাদ আছে, সেই সাৰযুক্ত জলেৰে সৈতে মোক বিশুদ্ধ কৰক ॥ ১৪ ॥

## ১৮ সূক্ত—ঋ ১৪।

**ঋষি—যমৰ পুত্ৰ সংকুসুক। ছন্দ—ত্ৰিষ্টুভ্, ১১-প্ৰস্তাৰ পংক্তি, ১৩ জগতী; ১৪-অনুষ্টুভ্। দেৱতা—১-৪-মৃত্যু, ৫-ধাতা, ৬-ত্বষ্টা, ৭-১৩ পিতৃমেধ, ১৪-পিতৃমেধ বা প্ৰজাপতি।**

হে মৃত্যু তুমি অন্য পথ ধৰি গুচি যোৱা, যি পথ তোমাৰ নিজৰ দেৱতা যোৱা পথৰ বাহিৰে অন্য। তুমি দেখা (তোমাৰ চকু আছে) আৰু শুনা (কান আছে) সেই বাবে কৈছো। আমাৰ লৰাছুৱালিক অন্যায় নকৰিবা। আৰু অন্য মানুহ বিলাকক অন্যায় নকৰিবা ॥ ১ ॥ তোমালোকে মৃত্যু পথ বৰ্জ্জন কৰি যোৱা। তেতিয়া দীৰ্ঘজীৱী হৈ উৎকৃষ্ট পন্থাৰে যাব পাৰিবা। হে যজ্ঞাৰ্হ (যজমান) সকল, তোমালোকে পুত্ৰাদিৰে আৰু ধনেৰে বৰ্দ্ধমান হৈ শুদ্ধ আৰু পবিত্ৰ হোৱা ॥ ২ ॥ এই জীৱিত সকল মৃত সকলেৰে সৈতে বেলেগ হৈ যাওক। আজি আমাৰ (পিতৃমেধ) যজ্ঞ সকল কাম

হওক। আমি নাচ-গান কৰি হাঁহি-মাতি দীঘল আয়ুসৰ হৈ আগলৈ গৈ থাকিম ॥ ৩ ॥

জীৱিত সকলৰ ৰক্ষাৰ কাৰণে মই এই সীমা নির্দ্ধাৰণ কৰি দিলো। জীৱিত সকলৰ মাজত কোনেও এই সীমা পাৰ হৈ নেযাব। বহুত গমনা ( দীঘল ) এশ শৰৎকাল তেওঁবিলাক ( মানুহ ) জীয়াই থাকক। মৃত্যুক পর্ব্বতৰ মাজত লুকায় দিয়ক ॥ ৪ ॥

যেনেকৈ দিন বিলাক ইটোৰ পাচত সিটোকৈ চলি গৈ থাকে, যেনেকৈ ঋতু বিলাক ইটোৰ পচত সিটো নিয়মমতে আহে, যেনেকৈ পূর্ব্বৰ ( পিতৃক ) পাচৰ ( পুত্রই ) আগবাঢ়ি নেযায়, এইদৰেই, হে বিধাতা এওঁবিলাকৰ জীৱন কল্পনা কৰিবা ॥ ৫ ॥

জ্যেষ্ঠ অনুক্রমে যত্ন কৰি গৈ ( হে মৃতকৰ পুত্র-পৌত্র সকল ) বৃদ্ধ কাল পাই তোমালোকে পূর্ণ জীৱনত উঠাগৈ। সুজন্মৰ ত্বষ্টা দেৱতাই তোমালোকৰ সৈতে এই কর্ম্মত থকা তোমালোকৰ জীৱন দীঘল কৰক। ৬ ॥

এই নাৰী সকল, বিধবা নোহোৱাকৈ, সুপত্নী হৈ অলঙ্কাৰেৰে সৈতে সুগন্ধী প্রসাধন কৰি ঘিঁউৰে অঞ্জন লগাই নিজ ঘৰত সোমাওক। সুৰত্নেৰে সৈতে আগতে ঘৰত উঠক ॥ ৭ ॥

হে নাৰী ( মৃতকৰ পত্নী ). জীৱলোকত থাকিবলৈ উদ্দেশ্য কৰি ইয়াৰ পৰা উঠা। ( তুমি ) প্রাণ নাই-কীয়া এই পতিৰ ওচৰত শুই আছা,— তাৰ পৰা আহা। এয়া তোমাৰ পাণি গ্রহন কৰা তোমাৰ গর্ভধাতা পতিৰ এই জায়াত্বৰূপে কৰিবলগীয়া তোমাৰ ( কামৰ ) ভাগ কৰা গৈছে ॥ ৮ ॥

( ক্ষত্রিয় ) মৃতকৰ হাতৰ পৰা ধনু লৈ আমাৰ বলৰ কাৰণে, তেজৰ কাৰণে ( মই কৈছো ) যে তুমি ইয়াতেই আছা। আমিও ইয়াতেই সুপুত্র যুক্ত হৈ সকলো স্পর্দ্ধা কৰা শত্রু জয় কৰিম ॥ ৯ ॥ সকলোৰে সুদাত্রী, যুৱতী, দক্ষিণাৱতী, কোমল, মাতৃৰূপা, ভূমিত থোৱা তুমি সোমোৱা। এই পৃথিবীয়ে মৃত্যু দেৱতাৰ পৰা ( অস্থিৰূপ ) তোমাক ৰক্ষা কৰক ॥ ১০ ( হে পৃথিৱী, এওঁক উর্দ্ধগামী কৰা। প্রীড়ন নকৰিবা ( নেহে-চিবা। এওঁলৈ সুপ্রাপ্য হোৱা।—সুপ্রতিষ্ঠিত হোৱা। মাকে পুতেকক কাপোৰ দি ঢাকি ৰখা দৰে তুমি এওঁক ঢাকি ৰাখা ॥ ১১ ॥ উভাৰি অহা মাটিখিনি লৰচৰ নকৰাকৈ ভালকৈ থাকক। হেজাৰ মাটিৰ চপৰা এই ( অস্থিৰ ) ওপৰত থাকক। সেইবিলাক তেওঁৰ ঘৰৰ দৰে ঘিঁউ ক্ষৰণ কৰা হওক। ইহ লোকত তেওঁৰ এই ঠায়েই আশ্রয় হওক ॥ ১২ ॥ ( হে অস্থিকুম্ভ ) তোমাৰ ওপৰত তোমাৰ সাফৰখনেৰে মাটি ৰখাই থম ( যাতে ভিতৰত নোসোমায় )—যেতিয়া তোমাৰ ওপৰত মাটি দিওঁ। এই মাটিৰ চপৰা দিওতে মোক দুঃখ নিদিবা। তোমাৰ কাৰণে এই সাফৰখন পিতৃসকলে দৃঢ় কৰি ৰাখক। আৰু তাত যমে তোমাৰ কাৰণে থকা ঠাই কৰক ॥১৩॥ ( হে প্রজাপতি ) ভাল দিনত মোক সকলো দেৱতাই ( এই স্তোত্র কৰিবলৈ ) নিয়োগ কৰিলে। যেনেকৈ কাড়ৰ পাখী ( কাড়ৰ গুৰিত ) থাকে তেনেকৈ ( মোক ৰাখিলে )। ( পতিকে ) মোৰ পূজ্য স্তুতিবাক্য, খৰকৈ যোৱা ঘোঁৰা যেনেকৈ ৰচিৰে ৰাখে তেনেকৈ গ্রহণ কৰা ॥ ১৪ ॥

১৯ সূক্ত —৮

ঋষি—যমৰ পুত্র মথিত, বা বৰুণৰ পুত্র ভৃগু, বা ভৃগুৰ পুত্র চ্যৱণ। ছন্দ—অনুষ্টুপ; ৬-গায়ত্রী। দেৱতা—জল বা গৰু, ১২ অগ্নি আৰু সোম।

( হে গৰুবিলাক ) তোমালোকে ঘূৰি আহা। অন্যফালে নোযাবা। হে ধনৱতী সকল তোমালোকে আমাক ( গাথীৰ ) ধন দিছা। হে অগ্নি আৰু সোম পুনঃ পুনঃ ঢাকি ৰখা আমাক ধন ধাৰণ কৰা ॥ ১ ॥ এই বিলাকক পুনৰ ঘূৰাই আনা। পুনৰ এই বিলাকক মোৰ অধীন কৰা। ইন্দ্রই এই বিলাকক আমাক ঘূৰাই দিয়ক। অগ্নিয়েও এই বিলাকক খেদায় আমাৰ ফালে আনক ॥ ২ ॥ এই বিলাক পুনৰ আমাৰ ফালে ঘূৰি আহক। গৰখীয়াৰ অধীনত এই বিলাক পৰিপুষ্টি হওক। হে অগ্নি, এই বিলাকক ইয়াত ৰাখা। যি ধন আছে, তাৰে সৈতে গৰখিয়াৰ লগত মোৰ ওচৰত থাকক ॥ ৩ ॥ মই সেই ঠাই তোখৰ জানিবলৈ আহ্বান কৰিছো,— যে সিহঁত ক'লৈ যায়? ক'ৰ পৰা আহে? যেতিয়া ওলায় যায় তেতিয়া ক'ত ফুৰে আৰু কেতিয়া ঘূৰি আহে? মই ৰখীয়াক আহ্বান কৰি শুধিছো ॥ ৪ ॥ যি গৰখীয়াই হেৰোৱা গৰু বিচাৰি আনিব জানে, চৰিবলৈ যোৱা গৰু চাই লক্ষ্য কৰি থাকে, আৰু ঘূৰি অহা জানে, সেই গৰখীয়া গৰুৰে সৈতে সুমঙ্গলেৰে ঘূৰি আহক ॥ ৫ ॥ হে ইন্দ্র, আমাৰ ফালে ঘূৰা। গৰু ঘূৰাই আনা। হে ইন্দ্র, পুনঃ আমাক গৰু দিয়া। তুমি দিয়া জীয়াই থকা গৰুৰে ভোগ কৰি থাকিম ॥ ৬ ॥ হে দেৱতা সকল, সকলো ফালে থাকি অন্নেৰে, ঘিঁউৰে, আৰু গাখীৰেৰে ( সম্পূর্ণ কৰি ) তোমালোকক দিছো। যি দেৱতা যজ্ঞাৰ্হ তেওঁবিলাকে আমাক গোধনেৰে সংযোজন কৰক ॥ ৭ ॥ গৰু ঘূৰাই আনা। গৰুবিলাক ঘূৰি আহা। তুমি ঘূৰি

আহা। পৃথিবীৰ চাৰি দিশৰ পৰা এই গৰুবিলাক ঘূৰাই আনা ॥ ৮ ॥

২০ সূক্ত—ঋ ১০।

ঋষি—ইন্দ্ৰৰ পুত্ৰ বা প্ৰজাপতিৰ পুত্ৰ বিমদ, বা বসুক্ৰৰ পুত্ৰ বসুকৃৎ। ছন্দ—১ একপদা বিৰাট; ২-অনুষ্টুপ; ৩-৮ গায়ত্ৰী; ৯-বিৰাট; ১০-ত্ৰিষ্টুভ্।

দেৱতা-অগ্নি।

হে অগ্নি আমাক শুভযুক্ত মন কৰি দিয়া ॥ ১ ॥ হবি ভক্ষণ কৰা, এটাইতকৈ ডেকা, শাসন কৰাত মিত্ৰৰ দৰে, যুদ্ধত শত্ৰুৱে নিবাৰণ কৰিব নোৱাৰা অগ্নিক স্তুতি কৰো। যি অগ্নিৰ ধৰ্ম্মত দ্যুলোকলৈ যোৱা আহুতি যায় (যাক) স্তুতিৰে পৰিচৰণ কৰে, গৰুৰ ওতাৰত যেনেকৈ পোৱালী জীয়াই থাকে, (তেনেকৈ অগ্নিত দেৱতা সকল পৰৱৰ্ত্তিত হয়) ॥ ২ ॥ স্তুতি আৰু হবিৰে যি অগ্নিক বৰ্দ্ধন কৰিছে (তেওঁৰ) কৰ্ম্মৰ আধাৰ শিখাই নিচান। শিখা পংক্তি উদ্ভৱ কৰি স্তোতাক ফল দান কৰি সেই অগ্নিয়ে প্ৰকাশ কৰিছে ॥ ৩ ॥ প্ৰজাৰ উন্নতি কাৰক গমনশীল অগ্নি দীপ্যমান হৈ যেতিয়া ওপৰলৈ যায় তেতিয়া দ্যুলোকৰ শেষলৈকে মেধাবী অগ্নি ব্যপ্ত হয়, —মেঘলৈকে ব্যপ্ত হয় ॥ ৪ ॥ মানুহৰ যজ্ঞত হব্যবিলাক সেৱন কৰি অগ্নি বেছিকৈ ওপৰলৈ উঠিছে। পুৰণি বেদী ভাঙি আগলৈ গৈছে ॥ ৫ ॥ সেই অগ্নিয়েই সকলো কুশল-মঙ্গলৰ হেতু। তেৱেঁই তোমাৰ দ্ৰব্য,—তেৱেঁই যজ্ঞ। তেওঁৰ বাট শীঘ্ৰেই আগবাঢ়ি যোৱা। সেই স্তুতি বাক্য যুক্ত অগ্নিলৈ দেৱতা সকল আহে ॥৬॥ দেৱতাৰ আহ্বানৰ কাৰণে দূত হৈ যোৱা অগ্নিক শিলৰ পুত্ৰ বুলি কয়। সেই যজ্ঞৰ বাহক অগ্নিক উৎকৃষ্ট (স্বৰ্গলাভ) সুখৰ কাৰণে পৰিচৰণ কৰিবলৈ ইচ্ছা কৰিছো ॥ ৭ ॥ নেতা সকলৰ (আমাৰ) যি কোনো পুত্ৰ-পৌত্ৰ আছে যি আহুতিৰে অগ্নিক বৰ্দ্ধন কৰে, তেওঁবিলাকে অভিলাষ কৰা সকলো ফল পাই ॥ ৮ ॥ তেওঁৰ ৰথ ক'লা, বগা, ৰঙা বহল, পোন বাটে যোৱা আৰু সোণৰ বৰণৰ। কীৰ্ত্তিমান সোণৰ বৰণৰ এই ৰথ অগ্নিৰ কাৰণে (প্ৰজাপতিয়ে) উৎপাদন কৰিছিল ॥ ৯ ॥ এইদৰেই, হে বলৰ বলৰ পুত্ৰ অগ্নি, হবি-অন্ন-যুক্ত বিমদে (মই) সুবুদ্ধি কামনা কৰি তোমাৰ স্তুতি বাক্য কৈছো। তোমাৰ সুমতিৰে অন্ন, গাখীৰ (আদি) ৰস, ভাল ঘৰ, যি দিবলগীয়া আছে (সেই বিলাক আমাক দিয়া ॥ ১০ ॥

২১ সূক্ত ঋ—৮।

ঋষি—ইন্দ্ৰৰ বা প্ৰজাপতিৰ পুত্ৰ বিমদ বা বসুক্ৰৰ পুত্ৰ বসুকৃৎ। ছন্দ—আস্তাৰ পংক্তি।

দেৱতা—অগ্নি।

হে অগ্নি, তোমাৰ নিজৰ আমি, দেৱতাৰ আহ্বাতাক (তোমাক) সুস্তুতিৰে নিচাৰিছো। যজ্ঞত কুশ মেলি দি গছত শুই থকা, শোধক দীপ্তিৰ মহান তোমাক হে অগ্নি, সোম পান কৰি আমোদৰ কাৰণে বিছাৰিছো ॥ ১ ॥ স্বয়ং প্ৰকাশ তোৰা ব্যপ্তধনৰ সেই যজমান সকলে হে অগ্নি, তোমাকেই শোভিত কৰিছে। তেওঁবিলাকে তোমাৰ ওপৰত বোৱাই দিবলৈ পোনকৈ আহুতিৰে সৈতে হে অগ্নি তোমাৰ আমোদৰ কাৰণে গৈছে। তুমি মহান ॥ ২ ॥ যজ্ঞৰ ধাৰক ঋত্বিক সকলে পূৰ্ণাহুতি পাত্ৰৰে তোমাকেই বৰণীয় দিয়া দৰে (হবিৰে) সিঞ্চন কৰিছে। হে অগ্নি, সকলো দেৱতাৰ সোমৰ আমোদৰ কাৰণে ক'লা আৰু বগা শিখা ৰূপে সকলো ৰূপ ধাৰণ কৰিছা ॥ ৩ ॥ হে অমৰ, বলবান অগ্নি তুমি যি ধন এটাইতকৈ ভাল বুলি জানা সেই ধন আমাৰ আমোদৰ কাৰণে, সকলো দেৱতাৰ সোমৰ আমোদৰ কাৰণে, আহৰণ কৰি দিয়া। তুমি মহান ॥ ৪ ॥ অথৰ্বন ঋষিয়ে উৎপত্তি কৰা অগ্নিয়ে সকলো কাব্য জানে। তেওঁ দেৱতাৰ আহ্বানৰ কাৰণে যজমানৰ দূত হল। যজমানৰ প্ৰিয় আৰু কাম্য হল। সকলো দেৱতাৰ সোমৰ আমোদৰ কাৰণে, তুমি মহান ॥ ৫ ॥ হে অগ্নি, তোমাক চলি থকা যজ্ঞত যজনীয় হবি অন্নেৰে সৈতে স্তুতি কৰিছে। তুমি সকলো কাম্য ধন হবি দাতাক সোম হবিৰ দ্বাৰা তৃপ্ত হবলৈ দিয়া। তুমি মহান ॥ ৬ ॥ (তুমি) ঋত্বিক, ৰমণীয় ঘিঁউৰ আহুতি পূৰ্ণ মুখৰ, বগা, ব্যাপ্ত তেজৰ, অতি চেতনাবান হে অগ্নি, মানুহে তোমাক সোম (আদি) হবিৰ তৃপ্তিৰ কাৰণে, যজ্ঞত স্থাপিত কৰিছে। তুমি মহান ॥ ৭ ॥ হে অগ্নি, মহান তুমি বগা জ্যোতিৰ বহল হৈ প্ৰখ্যাত হৈছা। সন্মুখেদি শব্দ কৰি বৃষৰ দৰে আচৰণ কৰিছা। তুমি, তোমালোকৰ আমোদৰ কাৰণে, ভনীৰ দৰে যদিও গছ-গছনিত বৰষুণৰ দ্বাৰা, গৰ্ভ সঞ্চাৰ কৰা ॥ ৮ ॥

২২ সূক্ত—ঋ ১৫।

ঋষি—২০ সূক্তৰ দৰে। ছন্দ—১-৪।৬'৮।১০-১৪ পুৰস্তাৎ বৃহতী ; ৫।৭-অনুষ্টুভ্ ; ১৫-ত্ৰিষ্টুভ্।

দেৱতা ইন্দ্ৰ।

আজি ইন্দ্ৰ কোন ঠাইত আছে, শুনা গৈছে। সূৰ্য্যৰ দৰে কোন জনৰ লগত আছে, শুনা গৈছে। তেওঁ ঋষি সকলৰ ঘৰত বা কোনো নিভৃত ঠাইত স্তুতিৰ দ্বাৰা আকৃষ্ট হৈ আছে নেকি ? ॥ ১ ॥ এই যজ্ঞত ইন্দ্ৰক শুনা গৈছে। আজি আমালোকে বজ্ৰবান, সমান গুণী ইন্দ্ৰৰ স্তুতি কৰিছো,—যি ইন্দ্ৰই স্তোতাক সূৰ্য্যৰ দৰে অসাধাৰণ কান্তিমান কৰে ॥ ২ ॥ যি ইন্দ্ৰ মহৎ বলৰ অধিপতি, অনন্ত গুণী, মহৎ ধনৰ প্ৰেৰক, শত্ৰুৰ ধৰ্ষক বজ্ৰৰ ধাৰক (তেওঁ) পিতাই যেনেকৈ প্ৰিয় পুত্ৰক পালন কৰে (তেনেকৈ আমাক পালন কৰক) ॥ ৩ ॥ হে বজ্ৰবান ইন্দ্ৰ দেৱতা, বায়ু দেৱতাৰ বেগতকৈও শীঘ্ৰগামী হৰি নামৰ যুদ্ধলৈ যোৱা ঘোঁৰা দুটা ডাঙৰ ৰথত লগাই জকমকাই বাটেদি যাওঁতে আমি তোমাক স্তুতি কৰিছো ॥ ৪ ॥ তোমাক লৈ যোৱা ঘোঁৰা বশ কৰিব পৰা দেৱতাৰ মাজত কোনো নাই, মানুহৰ মাজত (সিহঁতৰ বেগ) বুজি পোৱা কোনো নাই। হে ইন্দ্ৰ, বায়ুৰ গতিৰে পোন বাটে তোমাক লৈ যোৱা সেই ঘোঁৰাই (সাৰথি নোহোৱাকৈ) বহন কৰি নিবলৈ গৈছে ॥ ৫ ॥ ইন্দ্ৰৰ সখা উশনা আৰু ইন্দ্ৰক নিজৰ ঠাইলৈ যাওঁতে যজমান সকলে সোধে যে কি কাৰণে তোমা-লোক দূৰৰ দ্যুলোকৰ আৰু ভূলোকৰ পৰা আমাৰ ঘৰলৈ, আমি মানুহৰ ওচৰলৈ কিয় আহিলা ? ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি আমি দিয়া হৱি অন্ন ধৰা (ভোজন কৰা)। আমিও তোমাৰ পৰা সেই (অন্ন আৰু) ৰক্ষণ বিচাৰিছো। যি বলেৰে অমানুহ (অৰ্থাৎ ৰাক্ষস) মাৰিব পাৰি (সেই বলো বিচাৰিছো) ॥ ৭ ॥ (যাগাদি) কৰ্ম্ম নকৰা, আমাক নমনা দস্যু বিলাকক, অন্য (বেয়া কাম) কৰা, অমানুহ (অসুৰ) বিলাকক এনেকুৱা শত্ৰু হন্তা তুমি হে ইন্দ্ৰ, উৎপাতিয়া দাস বিলাকক বধ কৰোতা (তুমি) সিহঁতক মাৰা ॥ ৮ ॥ হে বীৰ ইন্দ্ৰ, তুমি বীৰ (মৰুত) সকলোৰে সৈতে আমাক ৰক্ষা কৰা। তোমাৰ কামনা পূৰক দানত বহুত স্তোতাই মানুহে নিজৰ গৰাকীক স্তুতি কৰা দৰে স্তুতি কৰে ॥ ৯ ॥ হে বজ্ৰধাৰী বীৰ ইন্দ্ৰ, শত্ৰু হনন কৰা যুদ্ধত যেতিয়া মেধাৱী সকলৰ দেৱতালৈ কৰা গুঢ়-স্তোত্ৰ শুনা তেতিয়া নেতা সেই (মৰুত) সকলক পঠিয়াই দিবা ॥ ১০ ॥ হে বীৰ বজ্ৰবান ইন্দ্ৰ, দান কৰোতা তুমি সোনকালে যোদ্ধা বিলাক যুদ্ধত ব্যাপৃত হলে তোমাৰ সেই কৰ্ম্ম বিলাক স্তোতাই স্তুতি কৰে,—যি মৰুত-সকলেৰে সৈতে তুমি শুষ্ণৰ বংশ ধ্বংস কৰিছিলা (তাৰ স্তুতি কৰে) ॥ ১১ ॥ হে বীৰ ইন্দ্ৰ, আমাৰ মহৎ অভিলাষ বিলাক বিফল নহওক। হে বজ্ৰবান ইন্দ্ৰ, তোমাৰ (কৃপাত) আমি (ঋত্বিক যজমানে) নিজ-ইচ্ছাৰে সুখে থকা হম ॥ ১২ ॥ হে বজ্ৰবান ইন্দ্ৰ, যি স্তোতৰ ভোগ আমি গৰুৰ ৰখিয়াই পাখীৰ পোৱা দৰে পাওঁ, সেই স্তুতি বিলাক তোমাৰ কৃপাত সত্য হওক আৰু অহিংসিত হওক ॥ ১৩ ॥ হে ইন্দ্ৰ, যি পৃথিৱীৰ হাত-ভৰি নাইকিয়া, স্তোত্ৰৰ যোগ্য দেৱতাৰ কৰ্ম্মেৰে বৰ্দ্ধিত হয়, সেই পৃথিৱী বেষ্টন কৰি থকা শুষ্ণ অসুৰক সকলো মানুহৰ ভালৰ কাৰণে তুমি মাৰিলা ॥ ১৪ ॥ হে বীৰ ইন্দ্ৰ, পান কৰা, পান কৰা, সোম সোনকালে পান কৰা। হে ধন আনোতা, ধন নাইকিয়া নকৰিবা। আৰু হে ইন্দ্ৰ, তোমাক স্তৱ কৰা স্তোতাক ত্ৰাণ কৰা। মহৎ ধন দি আমাক ধনবান কৰা ॥ ১৫ ॥

## ২৩ সূক্ত—ঋ ৭।

ঋষি—২০ সূক্তৰ দৰে। ছন্দ—১।৭ ত্ৰিষ্টুভ্; ২।৩।৪-৬ জগতী; ৫ অভিসাৰিণী।

দেৱতা—ইন্দ্ৰ।

আমি এতিয়া সোঁহাতে বজ্ৰধাৰণ কৰা, ৰথ বহন আদি বহুত কাম কৰা হৰি নামৰ ঘোঁৰাই টনা ৰথত অহা ইন্দ্ৰক হবি আদিৰে পূজা কৰিম। তেওঁ নিজৰ মোচ কোচা লোকাৰি ওপৰলৈ উঠিল। সেনা বিলা-কেৰে সৈতে শত্ৰু মাৰি অনা বহুত ধন স্তোতাক দিছে ॥ ১ ॥ এই ইন্দ্ৰৰ যি হৰি নামৰ ঘোঁৰা দুটাই বনানন্ত খাই খায় সেই ঘোঁৰাৰে সৈতে ধনৰে ধনবান হৈ ইন্দ্ৰই বৃত্ৰ বধ কৰা হল। দীপ্ত, বলবান আৰু মহান ইন্দ্ৰ ধনৰ পতি। মই দাস অসুৰৰ নাম নাইকিয়া কৰিম ॥ ২ ॥ যেতিয়া ইন্দ্ৰই সোণময় বজ্ৰ ধাৰণ কৰে, ধনবান তেওঁক হৰি ঘোঁৰাই বহন কৰা ৰথত স্তোতা সকলেৰে সৈতে বিশেষকৈ উঠি থাকে, তেতিয়া তেওঁ চিৰ প্ৰখ্যাত বহুত কীৰ্ত্তিৰ অন্নৰ গৰাকী হৈ উঠে ॥ ৩ ॥ বৰষুণে যেনেকৈ সকলোতে পানী সিঁচি দিয়ে, তেনেকৈ ইন্দ্ৰই নিজ দলেৰে (মৰুতগণৰে) সৈতে আহি নিজৰ মোচ কোচা হৰিৎ বৰ্ণৰ সোমেৰে সিঁচি দিয়ে। ভাল যজ্ঞ ঘৰলৈ আহি অভিষুত কৰা মধুৰ সোম পান কৰি মত্ত হৈ নিজৰ গাটো বতাহে গছ কপোৱা দৰে (খণ্ডত) কঁপাই ॥ ৪ ॥ যি ইন্দ্ৰই কক্ষৰেই বহুত (বেলেগ বেলেগ) কথা (ভাষা) কোৱা শত্ৰু, বেয়া কথা কোৱা শত্ৰু, বহুত দুঃখ কৰা শত্ৰু, সহস্ৰ সহস্ৰ মাৰিলে, যি ইন্দ্ৰই পিতৃয়ে পুত্ৰৰ বল বৰ্দ্ধন কৰা দৰে সকলোৰে বল বৰ্দ্ধন কৰে

ইন্দ্ৰৰ সেই বিলাক পুৰুষত্ব মই স্তুতি কৰিম ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ সুদানৰ কাৰণে বিমদা (মই) অপূৰ্ব্ব, নানা প্ৰকাৰ স্তোত্ৰ উৎপাদন কৰিলো। হে ইন্দ্ৰ, এনেকুৱা তুমি ঈশ্বৰৰ যি ধন আছে বুলি জানো সেই ধন আমি গৰখীয়াই গৰু ঘুৰাই অনা দৰে আনিম ॥ ৬ ॥ হে ইন্দ্ৰ, তুমি আৰু বিমদ ঋষিৰ (মোৰ) সখীত্ব কেতিয়াও শিথিল নহয়। হে দেৱতা ইন্দ্ৰ, যেনেকৈ ভনীয়েকৰ (ককায়েকে) মৰম জানে তোমাৰ সুমতি আমি তেনেকৈ জানো। তোমাৰ লগৰ সখীত্ব আমাৰ শুভৰ কাৰণে হওক ॥ ৭ ॥

## ২৪ সূক্ত—ঋ ৬।

ঋষি—২০ সূক্তৰ দৰে। ছন্দ-১-৩ আস্তাৰ পংক্তি; ৪-৬ অনুষ্টুপ্; দেৱতা—১-৩ ইন্দ্ৰ; ৪-৬ অশ্বিনী দুজন।

হে ইন্দ্ৰ, এয়া মধুৰ, শিলৰ ফালত চেপা, সোম পান কৰা। বহুত ধনৰ তুমি তোমাৰ সোম পান কৰা আমোদত আমালৈ ধন বিশেষকৈ স্থাপন কৰা। তুমি মহান ॥ ১ ॥ হে ইন্দ্ৰ, আমি যজ্ঞেৰে, স্তোত্ৰেৰে (স্তোত্ৰ পাঠ কৰি), হবিৰে তোমাৰ ওচৰত অভিলাষ কৰা ধন বিচাৰিছো। হে শচীপতি, তুমি সকলো কৰ্ম্মৰ পালক, সোম পান কৰা আমোদত আমাক বৰনীয় ধন দিয়া। তুমি মহান ॥ ২ ॥ হে ইন্দ্ৰ, তুমি অভিলাষ কৰা ধনৰ পতি, স্তোতাক (কামত) নিযুক্ত কৰোতা। তুমি স্তোতাৰ ৰক্ষক। তোমাৰ সোম পানৰ আমোদত শত্ৰুৰ পৰা আমাক ৰক্ষা কৰা। তুমি মহান ॥ ৩ ॥ হে শত্ৰু দুজন, প্ৰজ্ঞাবান তোমালোকে লগ লাগি অগ্নিক মন্থন কৰিলা যেতিয়া বিমদে স্তুত কৰিলে, হে নাসত্যা দুজন তেতিয়া মন্থন কৰিলা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকৰ পৰস্পৰ সংযুক্ত অৰনীৰ পৰা যেতিয়া অগ্নিৰ ফিৰিঙতি ওলাল তেতিয়া সকলো দেৱতাই তোমালোকক স্তুতি কৰিলে। হে নাসত্যা দেৱতা দুজন, তোমালোকক কলে, আকৌ এনেকুৱাকৈ বহন কৰা ॥ ৫ ॥ হে অশ্বিনী দুজন, মোৰ ঘৰৰ পৰা ওলায় যোৱা (যাত্ৰা) মধুৰ হওক। ঘৰলৈ ঘুৰি অহাও মধুৰ হওক। হে দেৱতা দুজন, সেই বিলাক তোমালোকে মধুময় কৰা ॥ ৬ ॥

## ২৫ সূক্ত—ঋ ১১।

ঋষি—২০ সূক্তৰ দৰে। ছন্দ—আস্তাৰ পংক্তি। দেৱতা—সোম।

হে সোম, আমাৰ মন কল্যাণকৰ কৰা। বলক শুভৰ হেতু কৰা। প্ৰজ্ঞান শুভ কৰা। আৰু তোমাৰ স্তোতাক সখাৰ কৰ্ম্মেৰে সোম পানৰ আমোদৰে ঘাঁহ খাওঁতে গৰুৰ দৰে প্ৰীত কৰা। তুমি মহান ॥ ১ ॥ হে সোম, হৃদয় স্পৰ্শী স্তুতিৰে ঋত্বিক সকলে সকলো ঠাইতে তোমাক স্তুতি কৰিছে। এনেকুৱা অভিলাষ বিলাক তোমালোকৰ (সোমৰ) আমোদত ধন ইচ্ছা কৰা মোৰ হৃদয়ত সদায় থাকে। তুমি মহান ॥ ২ ॥ আৰু হে সোম, মই তোমাৰ কৰ্ম্ম বিলাক পৰিপক্ক নিয়মেৰে কৰিছো। আৰু তোমাৰ বিশেষ (সোমৰ) আমোদত আমাক সুখ কৰা। সম্মুখত থাকি শত্ৰু বধ কৰি আমাক পিতাই পুতেকক পালন কৰা দৰে পালন কৰা। তুমি মহান ॥ ৩ ॥ হে সোম, স্তুতি বিলাক একেলগ হৈ পানীৰ নাদলৈ গৰু যোৱা দৰে তোমালৈ গৈছে। কৰ্ম্মবিলাক আমাৰ চিৰ জীৱনৰ কাৰণে চমস পাত্ৰত ধৰা দৰে সোমৰ আমোদত ধাৰণ কৰা। তুমি মহান ॥ ৪ ॥ ফল কামনা কৰি সেই বীৰ মেধাবী (ঋত্বিক) সকলে যাগ কৰ্ম্মেৰে হে সোম, তোমাৰ মহৎ স্তুতি কৰিছে। সোম পানৰ আমোদৰ কাৰণে গৰু আৰু ঘোঁৰা মেলি দিছে। তুমি মহান ॥ ৫ ॥ হে সোম, তোমালোকৰ পানৰ আমোদৰ কাৰণে আমাক জন্তু পালন কৰি দিছা। তুমি বহুত ৰূপেৰে থকা জগৎ জীৱনৰ কাৰণে পৰ্য্যবেক্ষণ কৰি ৰক্ষা কৰি আছা। তুমি মহান ॥ ৬ ॥ হে সোম, কোনেও বাধা দিব নোৱাৰা তুমি সকলো ফালে আমাৰ ৰক্ষক হোৱা। হে ৰজা সোম, আমাক নষ্ট কৰা বিলাকক নষ্ট কৰা। তোমাৰ (সোমৰ) আমোদৰ কাৰণে আমাৰ কৰ্ম্মনাশ নহওক। তুমি মহান ॥ ৭ ॥ হে সুকৰ্ম্মা সোম, ক্ষেত্ৰ বিলাক জনা, তুমি আমাৰ অন্ন দিবলৈ জাগি থাকা। তোমাৰ (সোম) পানৰ আমোদৰ কাৰণে মানুহ শত্ৰুৰ পৰা আৰু পাপৰ পৰা ৰক্ষা কৰা। তুমি মহান ॥ ৮ ॥ হে অতি শত্ৰুহন্তা সোম, যিহেতু তুমি ইন্দ্ৰৰ সুখকৰ মিত্ৰ, তুমি আমাক ৰক্ষা কৰা। অতি ডাঙৰ যুদ্ধত যেতিয়া শত্ৰুৱে আহ্বান কৰে তেতিয়া, তোমাৰ (সোমৰ) আমোদৰ কাৰণে আমাৰ ৰক্ষক হৰা। তুমি মহান ॥ ৯ ॥ এনেকুৱা সোম, সকলোতে খৰ, মদকৰ, ইন্দ্ৰৰ প্ৰিয়, তুমি বৰ্দ্ধন হোৱা। এই সোমে মহৎ মেধাবী কক্ষিৱত ঋষিক স্তোত্ৰ বৰ্দ্ধন কৰা দৰে সোমৰ আমোদৰ কাৰণে আমাক বৰ্দ্ধন কৰক। তুমি মহান ॥ ১০ ॥ এই সোমে বিপ্ৰ হবিদাতা যজমানলৈ গৰু যুক্ত অন্ন পঠিয়াই দিয়ে। এই সোমে সোমৰ আমোদত থকা সাতজন

হোতাক বৰণীয় ধন দিয়ে। অন্ধ দীৰ্ঘতমা ঋষিক চকু আৰু খোৰা পৰাবৃজ ঋষিক ভৰি দান কৰি পৰিত্ৰাণ কৰিলে। তুমি মহান ॥ ১১ ॥

## ২৬ সূক্ত—ঋ ৯।

### ঋষি—২০ সূক্তৰ দৰে। ছন্দ-১।৪ উষ্ণিক, বাকী অনুষ্টুপ। দেবতা পূষা।

যিবাবে আমাৰ স্পৃহনীয় ভাবে উচ্চাৰণ কৰা স্তুতি বাক্য পূষাৰ ওচৰ পাবলৈ গৈছে, ৰথ প্ৰস্তুত কৰি ৰখা মহান দৰ্শনীয় পূষাই আমাক ৰক্ষা কৰক ॥ ১ ॥ মেধাবী এই যজমানে পূষাৰ সেই পৰিপক্ক পানীৰ ভাণ্ডাৰ যাগাদি কৰ্ম্মেৰে ভজন কৰে, সেই পূষা দেৱতাই তোমালোকৰ সুস্তুতিবিলাক জানক ॥ ২। সেই পূষাই সুস্তুতিবিলাকৰ স্বৰূপ জানে। সেই পূষা সোমৰ দৰে কামবৰ্ষী। ৰূপবান তেওঁ আমাক লক্ষ্য কৰি সিঞ্চন কৰে। আমাৰ গৰুৰ জাক পোষণ কৰে ॥ ৩ ॥ হে দেবতা পূষা, আমি স্তোতা সকলে আমাৰ অভিলাষ সাধন কৰা আৰু মেধাবীসকলক কামলৈ উদগনি দিয়া তোমাক স্তুতি কৰিম ॥ ৪ ॥ ঋষি সেই পূষা যজ্ঞাবিলাকৰ আধা ভাগৰ অধিকাৰী, ঘোঁৰাযুক্ত ৰথেৰে সদায় যোৱা, মানুহৰ হিত, বিপ্ৰসকলৰ বন্ধু আৰু ৰখীয়া ॥ ৫ ॥ নিজৰ কাৰণে মতা দীপ্তা মাইকী ছাগলীৰ পতি, দীপ্ত ( মতা ) ছাগলীবো পতি পূষাই তেওঁৰ ভেড়াৰ নোমৰ কাপোৰ বয় আৰু কাপোৰৰ ( চাকনি ) ধুই দিয়ে ॥ ৬ ॥ ঈশ্বৰ পূষা সকলো অন্নৰ পতি, সকলোৰে পুষ্টিকৰ। যজমানৰ সোম পান কৰি মোচবিলাক অনায়াসে জোকাৰি দিয়ে। তেওঁক কোনেও বাধা দিব নোৱাৰে ॥ ৭ ॥ হে পূষা দেৱতা, ৰথৰ ধুৰাত ছাগলী বান্ধ তোমাক বহন কৰে। তুমি সকলো অভিলাষ কৰোতাৰ সখা, বহুত দিনৰ জন্য, নিজ অধিকাৰৰ পৰা কোনেও খেদাব নোৱাৰা ॥ ৮ ॥ হে মহান পূষা আমাৰ ৰথ অন্নেৰে পৰিপূৰ্ণ কৰি ( ৰক্ষা কৰা )। অন্নৰ বৰ্দ্ধক হোৱা। আমাৰ এই আহ্বান শুনা ॥ ৯ ॥

## ২৭ সূক্ত—ঋ ২৪।

### ঋষি—ইন্দ্ৰৰ পুত্ৰ বসুক্ৰ। ছন্দ-ত্ৰিষ্টুভ্‌। দেবতা—ইন্দ্ৰ।

( ইন্দ্ৰই কৈছে ) হে স্তোতা, মোৰ তেনেকুৱা মনৰ বেগ আছে যি বেগেৰে মোৰ কাৰণে সোম অভিষৱ কৰা যজমানক অভিলাষ সিদ্ধি কৰো। মোক সোম দৈ মিহলি কৰি নিদিয়া, সত্য নষ্ট কৰা, পাপ কৰা বলীক প্ৰাণ নাশ কৰো ॥ ১ ॥ ( ঋষিয়ে কৈছে ) যেতিয়া মই দেৱতাক যজন নকৰা নিজ শৰীৰেৰে পৰিপুষ্ট বিলাকক লগ পাওঁ তেতিয়া, হে ইন্দ্ৰ, ( তোমাক দিবলৈ ) মই এটা বৃষভ পাক কৰো আৰু পঞ্চ দশী ( সোম ) অভিষুত কৰি থওঁ ॥ ২ ॥ ( পঞ্চদশী ) শুক্লা প্ৰতিপদৰ পৰা দিনে এটাকৈ পাত হৈ সোম লতাৰ পূৰ্ণিমাৰ দিনা ১৫ টা পাত হৈ আকৌ কৃষ্ণা প্ৰতি-পদৰ পৰা দিনে এটাকৈ পাত ক্ষয় হয়। গতিকে পঞ্চদশী—সোম ) ॥ ( ইন্দ্ৰই কৈছে -৬ ঋক পৰ্যন্ত ) মোৰ বাহিৰে তেনে মানুহ মই নেজানো, যি কৰ পাৰে যে দেৱতাক যজন নকৰা জনক মই মাৰিলো। যেতিয়া প্ৰচণ্ড যুদ্ধ চলি থকা মই দেখো, তেতিয়া মই বৃষভৰ দৰে কাম কৰা কথা বিলাক বৰ্ণনা কাৰ স্তুতি কৰা মই শুনো ॥ ৩ ॥ যেতিয়া মই চিনি নোপোৱাকৈ যুদ্ধ কৰিবলৈ বহি থাকো, তেতিয়া ধনবান ঋষি সকল মোৰ ওচৰত বহে। জগৎ পালনৰ কাৰণে মহান শত্ৰু মই বিনাশ কৰো। সেই মহান শত্ৰুক ভৰিত ধৰি লৈ পৰ্ব্বতত থেকেছি মাৰো ॥ ৪ ॥ এই দৰেই যুদ্ধত মোক কোনেও ৰখাব নোৱাৰে। মই যি কাম কৰিবলৈ মন কৰো পৰ্ব্বতেও ( তেনে কাম কৰাৰ পৰা ) মোক ৰাখিব নোৱাৰে। মোৰ শব্দত ( চিঞৰত ) কলাৰো ( কানেৰে নুশুনাই ) ভয় খাই আৰু সূৰ্য্যয়ো নিয়মমতে চলি যায় ॥ ৫ ॥ এই জগতত হবি কাঢ়ি খোৱা (ৰাক্ষস) (ইন্দ্ৰক) মোক নিবিচৰা, যজমানক কাটিবলৈ হিংসাৰে খেদি অহা অসুৰ বিলাকক মই তৎক্ষণাৎ চাও ( চাই মাৰিবলৈ ব্যৱস্থা কৰা ) এই বিলাকৰ ওপৰত মোৰ অস্ত্ৰ বিলাক তৎক্ষণাৎ পৰে। সখাৰ দৰে হিতকৰ মোক যি নিন্দা কৰে তাৰ ওপৰত ( মোৰ অস্ত্ৰ বিলাক তৎক্ষণাৎ) পৰেগৈ ॥ ৬ ॥ ( ঋষিয়ে কৈছে হে ইন্দ্ৰ, তুমিয়েই প্ৰাদুৰ্ভাব হৈছা, তুমিয়েই পৃথিবীত বৰষুণ দিছা, সদায় জীয়াই আছা। পুৰণি ইন্দ্ৰই শত্ৰু নাশ কৰে ( কিন্তু ) শত্ৰুৱে নাশ কৰিব নোৱাৰে। তুমি ইন্দ্ৰ ৰজোলোকৰ সিপাৰত ব্যাপ্ত হৈ আছা। সেই দ্যাবা-পৃথিবীত চলি গৈ থকা তোমাক কোনেও পৰাভৱ কৰিব নোৱাৰে ॥ ৭ ॥ ( ইন্দ্ৰই কৈছে ) সকলোৰে গৰাকী মই গৰু বিলাকে গোটে খাই যৱধান ( ধাঁহত ) চৰিফুৰা গৰখীয়াৰ সৈতে মই দেখিছো। গৰুৰ পিছিৰিতে চৰি থকা গৰুক কেউফালৰ পৰা মাতি আনি একে ঠাইতে গোটাই কিছুমান গৰু ( মোৰ কাৰণে ) খিৰাই ॥ ৮ ॥ ( ঋষিয়ে কৈছে ) যেতিয়া আমি মানুহে ঘাঁহ খোৱা গৰুৰ ( বিষয় ) জানো, যব ( আদি ) শস্য খোৱা মানুহে

বহুল ক্ষেত্ৰৰ মাজত থকা এই সংসাৰত যোগাভ্যাসত ৰত থাকি সংসাৰ বন্ধনৰ পৰা মুক্তি লাভ কৰিব। তেওঁ আছো যদিও মই যোগী নহয় অন্য ও সংসাৰ বন্ধনত তেওঁ আছো ॥ ৯ । (এই ঋকৰ সায়ণাৰ্থ ভাষ্য নাই)। (ইন্দ্ৰই কৈছে) মই হয়াত কোৱা কথা সত্য বুলি জানিবা যে যি দুঠেঙীয়া আৰু চাৰি ঠেঙীয়া চৰাচৰ স্থাবৰ জঙ্গম আছে, সেই সকলোবিলাক মই সৃষ্টি কৰিছো। এই জগতত যি মাইকীৰ দৰে দুৰ্বল পুৰুষে কামবৰ্ষী মোক এৰি যুদ্ধ কৰিবলৈ বিচাৰে মই তেনেকুৱা মানুহৰ ধন বিনা যুদ্ধে বলেৰে কাঢ়ি আনি (মোৰ স্তোতা যজমানক) দিও ॥ ১০ ॥ মোৰ (ইন্দ্ৰৰ) চকু নাইকিয়া যি কন্যা আছে তেওঁক (প্ৰকৃতিক) মোৰ লগত (লীন হৈ) থকা বুলি জনা মোৰ বাহিৰে অন্য কোন হব পাৰে? আৰু সেই অন্ধ প্ৰকৃতিক কোনে জানে? (অৰ্থাৎ মইহে জানো)। কোন দেৱতাই বজ্ৰেৰে (বৃত্ৰাদি শত্ৰুৰ পৰা) মোচন কৰিব পাৰে? এওঁক (প্ৰকৃতিক) বহন বা বৰণ কৰিবলৈ কোনে বিচাৰে? ॥ ১১ ॥ কিমান স্ত্ৰীয়ে স্ত্ৰীবিচৰা ইন্দ্ৰৰ প্ৰতি ব গায় স্তোত্ৰেৰে অনুৰক্তা? যি কন্যা কল্যাণীয়া আৰু সুৰূপা সেই কন্যাই (স্বয়ম্বৰ কৰি) নিজৰ প্ৰিয় পতি বিচাৰি লয় ॥ ১২ ॥ (ঋষিৰ উক্তি তলৰ সকলো ঋক্) (সূৰ্য্যৰূপী) ইন্দ্ৰই ৰমা ভৰিৰে ধৰিলে পানী খাই (সূৰ্য্য মণ্ডল ধৰি থয়)। বৰণীয় মূৰৰ দৰে ৰশ্মি-বিলাকেৰে মূৰত ধৰেহি (মূৰত ৰ'দৰ তাপ পৰে)। মণ্ডলৰ ওচৰত বাহু ওপৰলৈ যোৱা ৰশ্মি বিলাকে পোহৰ বিকিৰণ কৰে। তললৈ পাখিওৱা বিলাক পৃথিবীলৈ আহে ॥ ১৩ ॥ মহান আদিত্য ছায়াহীন, পাৎচুত নাইকিয়া (অবিনাশী) হৈ সদায় গৈ আছে। (বৰষুণ দিয়া বাবে) নিৰালম্ব হৈ সকলোৰে নিৰ্ম্মাতা হৈ গভৰ দৰে (হাব) ভক্ষন কৰে। আদিতৰ পুত্ৰক সদায় ওলাবলৈ চেলেকি নিৰ্ম্মল কৰিছে। কিবা ভাবেৰে গৰুৰ ওহাৰৰ দৰে আদিত্যক স্থাপন কৰিছে ॥ ১৪ ॥ সাতজন বীৰ (প্ৰজাপতিৰ) গাৰ তল ফালৰ পৰা ওলাল। আঠজন গাৰ ওপৰ ভাগৰ পৰা ওলাল। পাচত ন জন পিঠি ফালৰ পৰা ওলাল। দহ জন আগ ফালৰ পৰা শিলৰ মাজ ভাঙি বৰ্দ্ধন হৈ আছে ॥ ১৫ ॥ দহ জনৰ এজন কপিল (প্ৰজাপতিৰ সৈতে) একে। বাকী কেইজনক যজ্ঞ কৰিবলৈ, যজ্ঞ কৰ্ম্মৰ উপদেশ দিবলৈ পঠিয়ালে। মাকক (প্ৰকৃতিক) নদীত স্থাপন কৰিলে। কান্তিৰে সৈতে (প্ৰজাপতিয়ে) (প্ৰকৃতিৰ) গৰ্ভত ৰাখিবলৈ ধাৰণ কৰিলে ॥ ১৬ ॥ (প্ৰজাপতিৰ) পুত্ৰ (অঙ্গিৰস) সকলে শৰত, (ইন্দ্ৰক দিবলৈ) ছাগলী পাক কৰে। দেৱতাৰ আনন্দ কৰা ঠাইত থকা (অঙ্গিৰস সকল) প্ৰজাপতিৰ অনুগত। দুজনে ধনু লৈ অজ্ঞান ধ্বংস কৰে। মহতী প্ৰকৃতি পানীৰ মাজত পবিত্ৰ আৰু বিশুদ্ধ হৈ থাকে ॥ ১৭ ॥ বিবিধ উপায়েৰে অহ্বান কৰি নানা পূজা অৰ্চ্চন কৰা (সকলো অঙ্গিৰস) প্ৰজাপতিৰ ওচৰলৈ আহে। আধাখিনিয়ে হবি পাক কৰে। বাকী আধা ভাগে পাক নকৰে। এইদৰে সবিতা দেৱতাই মোক সকলোবিলাক কৈছিল। ঘিউ আৰু গছ-গছনি অন্নেৰে অগ্নিৰ মাধ্যমত (প্ৰজাপতিক) ভজন কৰে ॥ ১৮ ॥ বহুত দূৰৰ গাওঁৰ মানুহ চকৰি নোহোৱা ৰথত বহন কৰি অন্য অন্নেৰে সৈতে আহি থকা ইন্দ্ৰক মই দেখিছো। সকলোৰে স্বামী ইন্দ্ৰ মানুহৰ যজ্ঞৰ সময়ত আহি যজ্ঞ সেৱন কৰে আৰু নতুন শৰীৰেৰে ৰাক্ষসক মাৰে ॥ ১৯ । শত্ৰুৰ মাৰক, এনেকুৱা সুপূজিত, বজ্ৰলৈ যোৱা যোৱা দুটা বজ্ৰলৈ নোযোৱা নকৰিবা। পুনঃ পুনঃ স্তুতি কৰা (হে মন)। বৰষুণৰ পানীয়েও ইন্দ্ৰৰ কাৰণে ব্যাপ্ত হৈছে। সকলোৰে শোধন কৰা সূৰ্য্যই মেঘৰ দৰে হৈ ব্যাপ্ত হৈছে ॥ ২০ ॥ এই যে ইন্দ্ৰৰ বজ্ৰ ই সূৰ্য্যৰ বৃহৎ পৃথক মণ্ডলৰ পৰা তললৈ বৰষুণৰ কাৰণে পৰে। ইয়াৰ পাচত তাৰ আৰু স্থান আছে যত অন্নও আছে। ব্যথাহীন স্তোতা মৰুত সকলে সেই পানী (অন্ন) লৈ আহে ॥ ২১ ॥ গছৰ সজা ধনুত গৰুৰ নাড়ীৰে বন্ধা ৰাচৰে (গুণেৰে) শব্দ কৰিছে। সেই ধনুৰে চৰাইৰ দৰে যোৱা শত্ৰুক খোৱা কাড় শত্ৰুৰ ওপৰত মাৰে। তোতৰা ইন্দ্ৰলৈ সোমযাগ কৰা ঋত্বিকক সম্পূৰ্ণ দক্ষিণা দিয়া সকলো মানুহে আৰু জীৱ-জন্তুৱে (তাৰ শব্দত) ভয় কৰে ॥ ২২ ॥ দেৱতা সকলক সৃষ্টি কৰোতে পূৰ্ব্বতে মেঘ আছিল। মেঘক ভাঙি দিলত তাৰ পানী ওলাল। তিনিজন দেৱতাই (পৰ্জন্য, বায়ু আৰু আদিত্যই) পৃথিবীৰ গছ গছনি বিলাক তপত কৰে। বৰষুণ পেলোৱা দুজনে (বায়ু আৰু সূৰ্য্যই) সকলোৰে প্ৰাণীকৰ পানী (সূৰ্য্য মণ্ডললৈ) লৈ যায় ॥ ২৩ ॥ হে ইন্দ্ৰ, তোমাৰ সেই আদিত্য দেৱতা মানুহৰ জীৱনৰ হেতু। আৰু সেই আদিত্যৰ এনেকুৱা ৰূপ যজ্ঞত লাগে বুলি জানিবা। লুকাই নেৰাখিবা। সকলোৰে শোধক এই আদিত্যৰ ৰশ্মিৰে গোটেই ত্ৰিলোক প্ৰকাশ কৰে। পানী গোটাই থয়। এই দুটা গুণ আদিত্যই কেতিয়াও নেৰে ॥ ২৪ ॥

(এই সূক্তৰ প্ৰায় সকলো ঋক্, বোধগম্য হোৱা নাই)

## ২৮ সূক্ত—ঋ ১২।

**ঋষি—১- ইন্দ্ৰৰ বোৱাৰীয়েক বসুক্ৰৰ পত্নী; ২-১২ ইন্দ্ৰ আৰু পুতেক বসুক্ৰৰ সম্বাদ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ। (বসুক্ৰেই কোৱা ঋকৰ ঋষি বসুক্ৰ আৰু ইন্দ্ৰই কোৱাৰ ঋষি ইন্দ্ৰ। যদিও ইন্দ্ৰই কোৱা ঋকৰ বসুক্ৰ দেৱতা হব লাগিছিল, তথাপি ইন্দ্ৰৰ বিনিয়োগ হোৱা কাৰণে তাতো ইন্দ্ৰই দেৱতা থাকিব।**

অন্য সকলো দেৱতা আমাৰ যজ্ঞলৈ আহিল, কিন্তু হায়, মোৰ শহুৰ ইন্দ্ৰ নাহিল। সেই ইন্দ্ৰ অহা হলে ভজা যধান খালেহেঁতেন আৰু অভিষুত সোম পান কৰিলেহেঁতেন। ভালকৈ খায় আকৌ নিজ ঘৰলৈ গল হেঁতেন ॥ ১ ॥ তীক্ষ্ণ শিং থকা বৃষভৰ দৰে সেই ইন্দ্ৰ সেই অন্তৰীক্ষৰ ওখ ঠাইত থাকি ভীষণ শব্দ কৰি আছিলো। মই সকলো যজ্ঞক এওঁৰ (বসুক্ৰৰ) দৰে ৰক্ষা কৰো। যি জনে চেপা সোম মোৰ পেটৰ দুয়ো ফালে পূৰাই দিয়ে তেওঁক মই ৰক্ষা কৰো ॥ ২ ॥ হে ইন্দ্ৰ তোমাৰ কাৰণে অতি আমোদকৰ সোম শিলত খৰকৈ চেপা হৈছে। এয়া তুমি পান কৰা। তোমাৰ কাৰণে যজমানে যি পশু পাক কৰিছে সেয়া খোৱা হে ধনবান ইন্দ্ৰ, তোমাক যেতিয়া হবি অন্নেৰে আহ্বান কৰা হৈছে (গতিকে) খোৱা ॥ ৩ ॥ হে ইন্দ্ৰ শত্ৰু জয় কৰা তুমি মোৰ ভাল হলেও এইৰূপ ভালকৈ জানিবা। নৈৰ পানী উভটি বৈছে। হৰিণে সিংহক খেদি আহিছে। শিয়ালে বৰাহক অতি ডাঠ হাবিৰ পৰা খেদাই দিছে ॥ ৪ ॥ হে ইন্দ্ৰ, অনভিজ্ঞ মই মেধাবী বয়সস্থ তোমাৰ এনেকুৱা সামৰ্থ্যৰ স্তুতি কেনেকৈ জানিম? সৰ্ব্বজ্ঞ তুমি আমাক সময়ত (যজ্ঞ কৰিবলৈ) উপদেশ দিবা। হে ধন বান ইন্দ্ৰ যি তোমাৰ বিষয় আধা স্তুতি কৰিছো সেয়া মঙ্গলকৰ ক্লেশ হীন হৈ বহন কৰিব ॥ ৫ ॥ যি কাৰণত এই দৰে প্ৰবৃদ্ধ মোৰ স্তব কৰে, মোৰ কাৰ্য্যভাৰ মহৎ দ্যুলোকতকৈও গুৰুতৰ হয়। মই বহুত শত্ৰু একেলগে নিঃশেষ কৰো —যি কাৰণে সকলোৰে জন্মদাতাই মোক শত্ৰু নাইকিয়া কৰিবলৈ জন্ম দিলে ॥ ৬ ॥ যি কাৰণে এইদৰে, হে ইন্দ্ৰ, দেৱতা সকলে মহান তোমাৰ পুত্ৰ মোক সকলো কৰ্ম্মত উগ্ৰ আৰু হবি দাতা কৰিলা। আমোদ কৰি মই বজ্ৰেৰে মেঘাসুৰক মাৰিলো। হবি দাতাক মহত্বে মেঘ ভাঙি পানী উলিয়াই দিলো ॥ ৭ ॥ (ইন্দ্ৰই পঠিওৱাত) দেৱতা সকল (মেঘ ভাঙিবলৈ) কুঠাৰ লৈ আহিল। সৈন্যৰে সৈতে মেঘ ভাঙি-চিঙি পানী উলিয়াই দিলে। তালকৈ বৈ যোৱা নৈত পানী নিয়মমতে দিলে। আকৌ মেঘৰ পৰা হোৱা পানী দেৱতা সকলে শোষণ কৰি লৈ যায় ॥ ৮ ॥ শহা পহুৱে তাক বধ কৰিবলৈ অহা ক্ষুৰৰ দৰে নখ থকা (সিংহ বাঘ আদি) গিলি দিয়ে। চপৰা দলিৰে মই দূৰত থকা পৰ্ব্বত ভাঙি দিলো। ডাঙৰক মই সৰুৰ বশ কৰাম। বলেৰে বৰ্দ্ধন হোৱা পোৱালীয়ে বৃষভৰ লগত যুদ্ধ কৰিবলৈ যায়। (হে ইন্দ্ৰ, তোমাৰ কৃপা হলে এনেকুৱা হয়) ॥ ৯ ॥ চৰাই (ৰূপী গায়ত্ৰীয়ে) এই দৰে সোম আনিবলৈ নখ বান্ধিলে। আবদ্ধ কৰি থোৱা সিংহই ভবিৰ ওপৰত ভৰি থৈ শুই থকা দৰে সান্ধ থোৱা মতে পিয়াহত আতুৰ হোৱা দৰে (ইন্দ্ৰই সোম অনাৰ আগত তৃষ্ণাতুৰ হৈছিল)। তেওঁৰ কাৰণে গায়ত্ৰীয়ে অতি সহজে সোম কাঢ়ি আনিলে ॥ ১০ ॥ দেৱতা সকলে ব্ৰহ্ম ইন্দ্ৰৰ সোম অন্নেৰে তৃপ্ত হৈ শত্ৰুক হিংসা কৰিবলৈ ধৰিলে। সেই দেৱতা সকলৰ কাৰণে গায়ত্ৰীয়ে অনায়াসে সোম কাঢ়ি আনিলে। বৃষভৰ দৰে ইন্দ্ৰ সৃষ্টি কৰা সোমৰ সকলোৰে সোৱাদ ললে। নিজেই দেৱতা সকলে শত্ৰু সৈন্যৰ শৰীৰ কাটি-চিঙি পেলালে ॥ ১১ ॥ ঋষি সকলে সোম যাগ কৰি স্তুতিৰে (ইন্দ্ৰক) বৰ্দ্ধন কৰি, এই সোম যাগ কৰ্ম্মত সুকৰ্ম্মা হৈ উঠিল। মানুহে কোৱা দৰে কৈ, (হে ইন্দ্ৰ), আমাৰ ওচৰলৈ আহি আমাক অন্ন দিয়া। কাৰণ বীৰ তুমি দ্যুলোকত দানৰ পতি বুলি নাম ধাৰণ কৰিছা ॥ ১২ ॥

## ২৯ সূক্ত—ঋ ৮।

**ঋষি—ইন্দ্ৰৰ পুত্ৰ বসুক্ৰ। ছন্দ - ত্ৰিষ্টুপ্। দেৱতা—ইন্দ্ৰ।**

গছৰ ওপৰত চৰায়ে ভয়ত ইফালে সিফালে চাই বাহত যেনেকৈ পোৱালী ৰাখি থৈ যায় হে ভৰ্ত্তা (অশ্বিনী দুজন) তেনেকৈ মই এই শুচি স্তব তোমালোকলৈ প্ৰস্তুত কৰিছো। যি ইন্দ্ৰ বীৰৰ মাজত অতি বীৰ, মানুহৰ ভিতৰৰ তেওঁক বহুত বাৰ এই স্তবেৰে আহ্বান কৰাত ৰাতিৰ ভাগ সোম গ্ৰহণ কৰে ॥ ১ ॥ এয়া উষাৰ উদয়ৰ সময়ত নেতাৰ মাজত অতি নেতা (তুমি) ইন্দ্ৰৰ ওচৰত স্তব কৰি থাকিম,—অহা উষাতো থাকিম। ত্ৰিলোকে তোমাৰ স্তব কৰি এশ অনুচৰ পাইছিল। কুৎস ঋষিয়ে তোমাৰ স্তব কৰি তোমাৰ সৈতে একে ৰথতে উঠিবলৈ পাইছিল ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ কি সোম (উত্তম, মধ্যম নে অধম) প্ৰীতিকৰ হয়? হে ইন্দ্ৰ, আমাৰ স্তুতি শুনি যজ্ঞ ঘৰৰ

দ্বাৰেদি দৌৰি আহা.—সোমৰ ফালে মুখ কৰা। স্তুতি বিলাক কেতিয়া তোমাৰ ফালে যাব? কেতিয়া, হে ইন্দ্ৰ, তোমাক আৰাধনা কৰি আমি অন্নেৰে সৈতে ধন তোমাৰ ওচৰৰ পৰা পাম? ॥ ৩ ॥ হে ইন্দ্ৰ, কেতিয়া আমি দিয়া হবি অন্ন খাবা? কি কাম কৰিলে নেতা সকলক তোমাৰ নিচিনা কৰিবা? কেতিয়া আমাৰ ওচৰলৈ আহিবা? হে দীঘল খোজৰ ইন্দ্ৰ, তুমি (মানুহৰ) ভৰণ-পোষণ কৰা তেতিয়া হবা, যেতিয়া আমাৰ সকলোৰে অন্ন লাভ কৰিবলৈ বুদ্ধি হব ॥ ৪ ॥ আমি যি যজমানে ইন্দ্ৰৰ সোম পান কৰা কামনা পতিয়ে পত্নীৰ কামনা পূৰণ কৰা দৰে পূৰণ কৰো, সেই বিলাকক হে ইন্দ্ৰ, তুমি সূৰ্য্য মাৰ যোৱা দৰে পাৰ কৰা।—যি আমি নেতাই তুমি বহুৰূপী ইন্দ্ৰক পুৰণি কালৰ পৰা স্তুতি আৰু অন্নেৰে পৰিচৰণ কৰি আছো (আমাক পাৰ কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, তোমাৰ বলেৰে আৰু কৰ্ম্মেৰে এই মাতৃ স্বৰূপ দ্যাবাপৃথিবীক সোনকালেই মহৎ কৰি সৃষ্টি কৰিলা। অগ্নিত ক্ষৰণ কৰা ঘিঁউ আৰু অভিষুত কৰা সোম, হে ইন্দ্ৰ, তোমাৰ কাৰণে পান কৰিবলৈ সুস্বাদু হওক আৰু মধুৰ হওক ॥ ৬ ॥ এই ইন্দ্ৰৰ কাৰণে মধুৰ সোমৰ পাত্ৰ সম্পূৰ্ণকৈ দিয়া হল, কাৰণ সেই ইন্দ্ৰই যজমানক সভাই দিয়ে। সেই মানুহৰ হিতকৰ, কামত পৌৰুষত্ব থকা ইন্দ্ৰই অন্তৰীক্ষৰ বহল ঠাইলৈ আহি বৰ্দ্ধন হৈছে ॥ ৭ ॥ ভাল বলৰ ইন্দ্ৰই শত্ৰু সেনা জয় কৰিলে। উৎকৃষ্ট শত্ৰু সেনাই ইন্দ্ৰৰ লগত সন্ধি কৰিবলৈ সখীত্বৰ কাৰণে যত্ন কৰিছে। হে ইন্দ্ৰ, তুমি নিজৰ যি ৰথৰে আনক অনুগ্ৰহ কৰা বুদ্ধিৰে চালন কৰিছা, সেই ৰথেৰে সংগ্ৰামৰ ৰথৰ দৰে আহি আমাৰ যজ্ঞত থাকা ॥ ৮ ॥

### ৩০ সূক্ত—১৫।

### ঋষি—ইলূৰৰ পুত্ৰ কবষ। ছন্দ—ত্ৰিষ্টুভ্।

### দেৱতা—জল বা অপাং নপাৎ।

স্তোত্ৰেৰে স্তুব কৰা জল, সোম ৰস দেৱতাৰ ফালে মন যোৱা দৰে যাওক। মহৎ সোম অন্ন মিত্ৰ আৰু বৰুণৰ কাৰণে, মহাগমনৰ ইন্দ্ৰৰ কাৰণে সাধন কৰা (হে অধ্বৰ্য্যসকল) আৰু ভাল স্তুতি গোৱা ॥ ১ ॥ হে অধ্বৰ্য্যুসকল (সোম অন্নেৰে) হবিষ্মন্ত হোৱা। হে অভিষৱ কৰিব খোজা অধ্বৰ্য্যুসকল, অভিষৱৰ অঙ্গ চিচাপে জলৰ ফালে আহা। ৰঙা, ভাল পাখী থকা, যি মেঘৰ মাজত থকা দৰে দেখা গৈছে, হে সুহস্তৰ (অধ্বৰ্য্যু) সকল, আজি সোমৰ ঢৌ সেই জলৰ লগত থোৱা ॥ ২ ॥ হে অধ্বৰ্য্যুসকল তোমালোকে জল আনিবলৈ সমুদ্ৰলৈ যোৱা। আজি তোমালোকে বিশুদ্ধ জল বিলাক আমাক দিবা। তোমালোকেও সেই বিলাকেৰে মধুৰ সোমৰস চেপিবা আৰু সেই সোম হবি অপাং নাপতক দিবা ॥ ৩ ॥ যি (অপাং নপাত্) পানীৰ মাজত খৰি নোহোৱাকৈ জ্বলে, মেধাবী সকলে যজ্ঞত যাক স্তুতি কৰে, হে অপাং নপাৎ, তুমি মধুৰ বৰষুণৰ পানী দিয়া, যি পানীৰে সোম মিহলি কৰি ইন্দ্ৰৰ বীৰ কৰ্ম্মৰ বৰ্দ্ধন কৰা, সেই পানী দিয়া ॥ ৪ ॥ যি সোমে পানীৰ সৈতে, ধুনীয়া যুবতীৰ লগত যেনেকৈ যুবকে ভাল পাই তেনেকৈ অতি হৰ-ষিত হওক। হে অধ্বৰ্য্যুসকল তোমালোকে তেনেকুৱা পানী আনিবলৈ যোৱা। যেতিয়া সেই অনা পানীৰে সোমত সিচি দিবা তেতিয়া সোমেৰে সৈতে চাকনিত চেকিবা ॥ ৫ ॥ যুবতীয়ে যেনেকৈ যুবকক ভাল পাই তেনেকৈ পানীয়ে সোমক ভাল পাই। যেতিয়া সোমে কামনা কৰা পানীক ওচৰলৈ আনে অধ্বৰ্য্যুসকলে জানে আৰু (পানী আৰু সোমৰ) পৰস্পৰ মিলন চাই ॥ ৬ ॥ যি ইন্দ্ৰই আবৃত কৰি ৰখা মেঘৰ পৰা তোমালোকক (পানীক) মেঘৰ মাজৰ পৰা ওলোৱা কৰিলে, যি তোমালোকক মেঘৰ হিংসাৰ পৰা উদ্ধাৰ কৰিলে; হে জল, সেই ইন্দ্ৰলৈ দেৱতাৰ আমোদ কৰা মধুৰ সোমৰ লগত মিহলি হৈ ঢৌ তুলি আমাৰ যজ্ঞৰ ফালে আহা ॥ ৭ ॥ হে নৈ বিলাক তোমালোকৰ গৰ্ভত যি মধুৰ উৎস আছে সেই মধুমান পানীৰ ঢৌ এই ইন্দ্ৰৰ কাৰণে পঠিয়াই দিয়া ॥ ৮ ॥ হে নৈ বিলাক, তোমালোকে যি আমাৰ দুয়োবিধ (দেখা আৰু নেদেখা) ফল দান কৰা (সেইবিলাক) আমোদ কৰা, ইন্দ্ৰই পান কৰা মদকৰ সোমৰ লগত মিল হবলৈ কামনা কৰা, অন্তৰীক্ষত (বৰষুণ ৰূপে) জন্ম হোৱা, তিনিও লোক বিস্তাৰ হোৱা যজ্ঞ পাত্ৰলৈ যোৱা উৎসৰে সেই সোমৰ ঢৌ তুলি দিয়া ॥ ৯ ॥ ইয়াৰ পাচত (পানী উলিয়াবলৈ) মেঘৰ লগত যুদ্ধ কৰা ইন্দ্ৰলৈ দুই ধাৰাৰে আবৃত কৰি সোমৰ লগত নিশ্চয় কৈ মিহলি হবলৈ গৈ, ভুবনৰ মানুহৰ জন্মদাত্ৰী আৰু পালয়িত্ৰী (পানী) সোমৰ সৈতে একেলগে থাকিবলৈ এই পানীক (হে ঋষি), সোন-কালে বন্দনা কৰা ॥ ১০ ॥ (হে ঋত্বিক সকল) পঠিওৱা, এই যজ্ঞত দেৱতাক যজন কৰিবলৈ, আমাৰ ধন লাভ কৰিবলৈ, স্তুতি পঠিওৱা। ঋতৰ (নিয়মৰ) এহাৰৰ দৰে (যি সোমপূৰ্ণ চৰ্ম্ম আছে) সেয়া উলিয়াই দিয়া। হে জল, এই ঋত্বিক সকলে সিঁচি দিলে আমাৰ সুখৰতী

হোৱা ॥ ১১ ॥ হে জল, তোমালোক ধনবতী আৰু সকলো ধনৰ ভৰালী। ভাল কৰ্ম্ম আৰু অমৰণ ফল ধাৰণ কৰা। ধন আৰু সুপুত্ৰৰে পালয়িত্ৰী হোৱা। সৰস্বতীৰ স্তুতি কৰা মোক অন্ন ধন দিয়া ॥ ১২ ॥ হে জল, আমাৰ যজ্ঞলৈ অহা যি তোমাক দেখিছো, ঘিঁউ মধুৰ ৰস, পানীবিলাক ( যজ্ঞৰ সময়ত ) ধাৰণ কৰি, অধ্বৰ্যু সকলে মনেৰে কৈ ইন্দ্ৰৰ কাৰণে ভালকৈ চেপি থোৱা। সোম ভৰণ কৰা— (পানীক স্তুতি কৰো ) ॥ ১৩ ॥ হে ধনবতী জল জীৱৰ পালক, এনে জল আহা। হে সখা অধ্বৰ্য্যু সকল, তোমালোকে অপাংনপাত দেবতাৰে সৈতে মন্ত্ৰনা কৰি এই জল স্থাপন কৰা। সোম সম্পাদন কৰা অধ্বৰ্য্যুসকলে মেলি থোৱা কুশত নিয়মেৰে স্থাপন কৰক ॥ ১৪ ॥ জলে বেদীত মেলি থোৱা কুশ বিচাৰি আহি আমাৰ যজ্ঞত দেবতা কামনা কৰি বহিলে। হে অধ্বৰ্য্যু সকল তোমালোকে ইন্দ্ৰৰ কাৰণে সোম অভিষুত কৰা। তোমালোকৰ দেবতাৰ কাৰণে কৰা যজ্ঞ ভাল'ক কৰা হব ॥ ১৫ ॥

## ৩১ সূক্ত—ঋ ১১।

### ঋষি—৩০ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্। দেবতা— বিশ্বেদেবা ( সকলো দেবতা )।

আমি স্তোতা সকলৰ স্তব কৰিবলগীয়া খৰতকীয়া ( ইন্দ্ৰ ) সকলো দেবতাৰে সৈতে আমাৰ ৰক্ষণৰ কাৰণে আহক। আমিও তেওঁবিলাকৰ সৈতে ভাল বন্ধুত্বৰ কাৰণে থাকিম। সকলো দুঃখৰ পৰা পৰিত্ৰাণ পাম ॥ ১ ॥ মানুহে কেউফালে দেবতাৰ যজ্ঞৰ কাৰণে ধন লাভ কৰিবলৈ বিচাৰে। ঋতৰ ( নিয়মৰ ) বাটেৰে ধন লাভ কৰি হবি অন্নেৰে যজ্ঞত দেবতাক পৰিচৰণ কৰে। আৰু নিজ মনেৰে বন্দনা কৰে। অতিশ্ৰেষ্ঠ সৰ্ব্বব্যাপীক মনেৰে গ্ৰহণ কৰে ॥ ২ ॥ দেবতাৰ যজ্ঞকৰ্ম্ম স্থাপিত হৈছে। আমি দিয়া হবিৰ অংশ দেখিবলৈ ধুনীয়াকৈ, ডাঙৰ সকৈ মিলাই ৰখা হৈছে, —উৎকৃষ্ট জন্মৰ দেবতাক দিবলৈ, তীৰ্থত তৰ্পণ কৰিবলৈ থোৱা দৰে ( ৰখা হৈছে )। তাৰ পাচত আমি ভালকৈ পাব লগা স্বৰ্গৰ সুখ পাম,—আমি দেবতাক জনা হম ॥ ৩ ॥ নিত্য, প্ৰজাৰ পতি; দান মনা ( প্ৰজাপতিক ) ফল দান কৰিবলৈ বিচাৰা। আৰু যি সবিতা দেবতাই যজমানক জন্ম দিলে, ভগ দেবতাক স্তুতিৰে সৈতে, আৰু অৰ্য্যমা দেবতাক ফল দান কৰিবলৈ বিচাৰা। আৰু অন্য যি ৰমণীয় দেবতা সকল আছে ( তেওঁবিলাকেও ) মোক দান দিবলৈ মন কৰক ॥ ৪ ॥ কীৰ্ত্তিমন্ত যি দেবতা সকল একেলেৰে আমাৰ ( স্তুতি শুনিবলৈ ) আহিছে, সেই স্তুতিয়ে দেবতা সকলক পাওক গৈ— যেনেকৈ উষা পৃথিবীত ব্যাপ্ত হয়। স্তোতাৰ স্তুতি বিচাৰি সুখী সুধন্বনৰ পুত্ৰ সকলেও আহক ॥ ৫ ॥ এতিয়া এই দেবতাৰ স্তুতি বহুল হৈ গৈছে। এই বিলাক স্তুতি বহুত দিনৰ পুৰণি. বহুত দেবতাৰ ফালে যোৱা প্ৰজা ৰূপ বলযুক্ত মোৰ সকলো দেবতাৰ সাধাৰণ ( একে ) যজ্ঞ স্থানত সমানে বহি ( দেবতা সকল ) নানাবিধ ফল দান কৰিবলৈ বিৰাজ কৰিছে ॥ ৬ ॥ যি গছৰ পৰা দ্যাবাপৃথিবীক দেবতাই সৃষ্টি কৰিলে, সেই গছ কেনেকুৱা ? ( সেই গছ থকা ) হাবি কেনেকুৱা ? সদায় থকা, জৰা ৰহিত, দেবতাই ৰক্ষা কৰা দিন বিলাক, আৰু বহুত উষা পাৰহৈ গৈছে ( দিনো গৈ আছে কিন্তু একেদৰেই আছে ) আৰু স্তোতাই সদায় স্তুতি কৰি আছে ॥ ৭ ॥ তেওঁবিলাকৰ ( দেবতা সকলৰ ) সেই ক্ষমতা নাই। তেওবিলাকৰ বাহিৰে অন্য এজন ( পৰমেশ্বৰ ) আছে যি প্ৰজাৰ স্ৰষ্টা দ্যাবাপৃথিবী ধাৰণ কৰি আছে। বলবান তেওঁ নিজৰ গাৰ ছালেৰে এখন ঢাকনি কৰিছে যাক হৰিৎ ঘোঁৰাবে যোৱা সূৰ্য্যয়ো ঢুকি নেপাই ॥ ৮ ॥ যাৰ কাৰণে সূৰ্য্যই ৰশ্মিবিলাকেৰে বেছিকৈ নোপোৰে (নিয়ম মতে ৰদ দিয়ে), বায়ুয়েও পৃথিবীৰ পৰা ৰেণু উৰাই নিনিয়ে. যাৰ কাৰণে মিত্ৰ দেবতাই উৎপত্তি হৈ নিজ দীপ্তি বিকিৰণ কৰে, যেনেকৈ অগ্নিয়ে বন দাহ কৰে, সেই জনক স্তুতি কৰিছো ॥ ৯ ॥ পোৱালী দিবলৈ বন্ধ হোৱা গাই গৰুৱে যেতিয়া পোৱালী দিয়ে তেতিয়া তাইৰ দুখ নাইকিয়া হয়। পূৰ্ব্বত পিতৃ ( ৰূপী ) সমী কাঠৰ পৰা যেতিয়া জন্ম ললে তেতিয়া ( অৰণীৰ ) মাকত পৃথিবীৰ পৰা হোৱা গছত অগ্নি জন্ম পালে ( সেই কৰ্ম্মৰ বিষয় ) ঋত্বিক সকলে গবেষণা কৰে। সমী গছৰ কাঠ ছটা ওপৰত আৰু আহঁত কাঠ ছটা তলত থাকে। কোমল আহঁত কাঠত জুই লাগে। টান সমী কাঠত জুই নেলাগে বাবে আভৰাই থয়। সেই কথা ঋত্বিক সকলে গুণাগথা কৰে ) ॥ ১০ ॥ কণ্ব ঋষিক নৃষদৰ পুতেক বুলি কৈছিল। আৰু অন্নবান কণ্বই শ্যামবৰ্ণৰ হৈ অগ্নিৰ পৰা ধন পাইছিল। ক'লা নৃষদৰ পুতেকে অগ্নিৰ বস্তা ওহাৰ পান কৰিলে। অগ্নিৰ কাৰণে অন্য কোনেও কণ্বৰ দৰে যজ্ঞৰে বৰ্দ্ধন কৰা নাই ॥ ১১ ॥

## ৩২ সূক্ত—ঋ ৯।

### ঋষি ৩০ সূক্তৰ দৰে। ছন্দ-১-৫ জগতী। ৬–৯ ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

( ইন্দ্ৰৰ আগমণ ) চিন্তা কৰি থকা যজমানৰ যজ্ঞলৈ ইন্দ্ৰৰ নিজৰ শীঘ্ৰগামী ঘোঁৰা দুটা ভালকৈ পঠিয়াইছে। সেই ইন্দ্ৰই ভাল হবি দিয়া যজমানলৈ বৰ ( প্ৰসাদ ) লৈ ভালকৈ আহক। ইন্দ্ৰ আহি দুয়োবিধ ( স্তুতি আৰু হবি ) সেৱন কৰক,—যেতিয়া মোৰ সোম অন্নৰ ( বিষয় ) সোৱাদ লৈ ( কেনেকুৱা ) জানিব ॥ ১ ॥ হে ইন্দ্ৰ, স্বৰ্গত থকা পোহৰ ( তৰা ) বিলাকত তুমি ফুৰা। বহুতে স্তুতি কৰা হে ইন্দ্ৰ, তুমি পৃথিবীত নিজ পোহৰৰে ফুৰা। যি তোমাৰ ঘোঁৰাবোৰ-আমাৰ যজ্ঞলৈ তোমাক পুনঃ পুনঃ লৈ আহে, সেই ঘোঁৰাই স্তুতিৰে বন্দনা কৰা ধনহীন আমাক ধন দিবলৈ তোমাক লৈ আহক ॥ ২ ॥ অতি ধুনীয়াতকৈও ধুনীয়া সেই মোৰ যজ্ঞ কৰ্ম্মই ইন্দ্ৰক বিচাৰিছে, যেনেকৈ পুত্ৰৰ জন্ম বিষয় কণ্ঠতে মাক বাপেকৰ নাম উচ্চাৰণ কৰা হয় আৰু পত্নীয়ে পতিক ভাল মাতেৰে মাতি ওচৰলৈ আনে। ভদ্ৰ, নিৰ্ম্মল স্বভাবৰ পুৰুষক পত্নী দিব লাগে ॥ ৩ ॥ সেই সভা স্থানতেই তুমি ভালকৈ পোহৰ কৰি থাকা, য'ত স্তুতিবিলাকে তোমাক পোৱালী দিয়া গৰু মতা দৰে আহ্বান কৰি মাতিছে। যি কাৰণে মই পূজকৰ স্তুতি ( মাতৃ, যজন কৰা আৰু স্তুতি গোৱা ) সকলোৰে প্ৰথম, য'ৰ পৰা সাতোটা ছন্দৰ এই স্তুতি কৰা হয় ( তাতেই তুমি পোহৰ কৰি থাকা ) ॥ ৪ ॥ ( হে যজমান সকল ) দেৱতাক বিচৰা হোতা ( অগ্নি ) তোমালোকৰ ঠাইৰ ফালে আহিল। এজন ( ইন্দ্ৰ ) ৰুদ্ৰৰ পুত্ৰ সকলেৰে সৈতে ক্ষিপ্ৰ গতিৰে যজ্ঞলৈ গৈছে। স্তুতিও অমৰ দেৱতা সকলৰ ধন দান পাবৰ কাৰণে সমৰ্থ। তোমালোকে ৰক্ষক দেৱতা সকলক সোম পানীৰে সিঁচি দিয়া ॥ ৫ ॥ অধ্বৰ্য্যুৰে নিহিত কৰা অগ্নি, পানীত লুকাই আছিল বুলি দেৱতা সকলৰ কৰ্ম্ম ৰক্ষক ইন্দ্ৰই কৈছিল। হে অগ্নি, সেই কথা জানি তোমাক চাইছিল আৰু আমাক দেখুৱাইছিল। ইন্দ্ৰই দেখুৱালত মই সেই বাটে স্বৰ্গলৈ আহিলোঁ ॥ ৬ ॥ ক্ষেত্ৰ ( পথ ) নজনা জনে ক্ষেত্ৰ জনা জনক শুধি লয়। সেই পথ জনা জনে দেখুৱাই দিয়া মতে মানুহ যায়। উপদেশৰ এইটো কল্যাণকৰ দিশ আৰু ঋজু নোহোৱা বাটৰ এইদৰে ( জ্ঞান ) পিপাসু সকলে বাট উলিয়াই লয় ॥ ৭ ॥ অগ্নিয়ে আজিয়েই ( মথনৰ দ্বাৰা ) প্ৰাণবন্ত হৈছে। এই দিন বিলাক তেওঁৰ মনত পৰিছে। তেজেৰে আবৃত হৈ মাকৰ পিয়াচৰ পৰা ( সাম অন্ন আদি ) পান কৰিছে। সদায় ডেকা সেই অগ্নিৰ ওচৰ স্তুতি কৰা স্তোতাই পাইছেহি। খণ্ড নকৰাকৈ বাস কৰাওঁতা অগ্নি সুমনা হৈছে ॥ ৮ ॥ হে কলহ ( সকলো কলা পৰিপূৰ্ণ ), ঋত্বিকৰ স্তুতি শুনা ইন্দ্ৰ, স্তোতাক ধন দিওঁতা তোমাৰ এনে ভাল স্তোত্ৰ কৰিলোঁ। হে স্তোতা সকল, ধনবান তোমালোকক সেই ইন্দ্ৰই ধন দিয়া হওক। এই যজ্ঞত থকা সোম দাতা হওক, যি সোম মই নিজ হৃদয়ত ধাৰণ কৰিছোঁ ॥ ৯ ॥

## ৩৩ সূক্ত—ঋ ৯।

**ঋষি—৩০ সূক্তৰ দৰে। ছন্দ—১-ত্ৰিষ্টুভ্ ; ২-বৃহতী ; ৩-সতোবৃহতী ; ৪-৯-গায়ত্ৰী। দেৱতা-১-বিশ্বেদেৱা ; ২।৩-ইন্দ্ৰ ; ৪।৫-এসদস্যুৰ পুত্ৰ কুৰুশ্ৰৱণৰ দান স্তুতি ; ৬-৯-মিত্ৰাতিথিৰ পুত্ৰ উপমশ্ৰৱা।**

যজমানৰ প্ৰযুক্ত কৰা সকলে মোকো প্ৰয়োগ কৰিলে। ( পথৰ পালক ) পূষণক মই অন্তৰৰ বাটেৰে বহন কৰিছোঁ। বাটত সকলো দেৱতাই মোক ৰক্ষা কৰিলে। দুৰ্দ্ধৰ্ষ শাসক এই ঋষি ( কবষ ) আহিছে এই বুলি বাটত শব্দ ঘোষণা হল ॥ ১ ॥ ( দেৱতাৰ অনুগ্ৰহ নোহোৱা ) মোক মোৰ কামিহাড বিলাকে সতিনীৰ দৰে দুখ দিছে। ( দৰিদ্ৰতাৰ পৰা উদ্ভৱ হোৱা ) দুৰ্ম্মতিয়ে মোক প্ৰীড়ণ কৰিছে। ( পিন্ধা কাপোৰ নোহোৱা ) দিগবাস হোৱাত মোৰ দুখ হৈছে। ভাগৰে মোক পাইছে। ব্যাধ দেখি চৰাই ভয়ত কঁপা দৰে মোৰ মন কঁপিছে ॥ ২ ॥ হে বহু কৰ্ম্মা, ধনবান ইন্দ্ৰ, তোমাৰ স্তোতা মোক নিগনীয়ে সূতা খোৱা দৰে মোৰ কাম বিলাকে কামুৰি খাইছে। হে ইন্দ্ৰ, মোক অভীষ্ট দি সুখ দিয়া আৰু পিতাৰ দৰে আমাৰ ৰক্ষক হোৱা ॥ ৩ ॥ কবষ ) ঋষি মই এসদস্যুৰ পুত্ৰ অতি ধনদাতা কুৰুশ্ৰৱণক ঋত্বিক সকলৰ কাৰণে ধন বিচাৰিছোঁ ॥ ৪ ॥ যি ( কুৰুশ্ৰৱন ) ৰজাৰ তিনিটা ঘোঁৰাই ৰথত থকা মোক ভালকৈ বহন কৰি লৈ গৈছে, সেই সহস্ৰ দক্ষিনা দিয়া ৰজাক মই স্তুতি কৰিছোঁ ॥ ৫ ॥ হে ৰজা উপমশ্ৰৱ, তোমাৰ পিতা মিত্ৰাতিথিৰ কথা বিলাক সেৱমান দৰিদ্ৰক দিব খোজা পথাৰখনৰ দৰে শুৱলা ॥ ৬ ॥ হে পুত্ৰ উপমশ্ৰৱ, মিত্ৰাতিথিৰ পুত্ৰ তুমি মোৰ ওচৰলৈ আহা। তোমাৰ পিতাৰৰ মই স্তোতা ॥ ৭ ॥ আৰু যদি অমৰ সকলৰ বা মানুহৰ মই ঈশ্বৰ হলোঁহেঁতেন তেনেহলে মোৰ ৰাজ্য ধনবান মিত্ৰাতিথি জীয়াই থাকিলহেঁতেন ॥ ৮ ॥ দেৱতাৰ কৰ্ম্ম অতিক্ৰম কৰি এশ বছৰৰ ওপৰ কোনো জীয়াই নেথাকে। মোক সহায় কৰা এজনৰ পৰা

বিয়োগ কৰিলে ॥ ৯ ॥

## ৩৪ সূক্ত — ঋ ১৪ ।

**ঋষি —উলুষৰ পুত্ৰ কবষ বা মুজবতৰ পুত্ৰ অক্ষ। ছন্দ – ত্ৰিষ্টুভ্ ; ৭-জগতী। দেবতা—১ ৭।৯।১২ অক্ষ ; ১৩-কৃষি প্ৰশংসা ; ২-৬, ৮।১০।১১।১৪- অক্ষ কিতব নিন্দা।**

**Lamentation of a Gambler.**

বৃহৎ বৃক্ষত বতাহৰ ঠাইত উৎপত্তি হোৱা পাশাই যেতিয়া ঢালখনত কঁপি কঁপি বাগৰি যায় তেতিয়া মোক বলিয়া কৰে। মুজাবন্ত পৰ্ব্বতত উৎপত্তি হোৱা সোমৰ দৰে জাগ্ৰত কৰি ৰখা বিভীদকে ( পাশাই ) মোক আনন্দ দিয়ে ॥ ১ ॥ এই পত্নীয়ে মোক খঙ কৰা নাই,—লাজ দিয়াও নাই,—আৰু মোক আৰু মোৰ লগৰীয়াক ভাল ব্যৱহাৰ কৰিছিল। যদিও তাই মোলৈ পতিব্ৰতা হৈ আছিল, মই তাইক খেদাই দিলো,—কাৰণ এই পাশা ! যি মোৰ কাৰণে ( সকলোতকৈ ) বেচি সুখদায়ক ॥ ২ ॥ মোৰ শাহুৱে মোক নিন্দা কৰে। মোৰ পত্নীয়ে মোক খেদায় দিয়ে। পাশা খেলাটোৱে তাৰ বিপদত কোনো আশ্বাস নেপায়। মূল্যবান বুঢ়া ( অকৰ্ম্মন্য ) ঘোঁৰাৰ দৰে, খলুৱাৰ দৰে মই সুখ নেপাওঁ ॥ ৩ ॥ যাৰ ঘৈনীয়েকক ( অন্য পাশা খেলুৱৈয়ে ) হাতত ধৰিছে, বলবান পাশাই যাক আকাঙ্খা কৰি আছে, ( তাৰ কথা ) পিতা, মাতা, ভাই, ককাই সকলোৱে এইদৰে কৈছে,—আমি ইয়াক চিনি নেপাওঁ। এই পাশা খেলাটোক বান্ধি লৈ যোৱা ॥ ৪ ॥ যেতিয়া মই চিন্তা কৰো যে মই এই পাশা নেখেলো তেতিয়া লগৰীয়া খেলুৱৈসকলে মোক ( খেলিবলৈ ) এৰি থৈ যাব। এই মুগা বৰণৰ পাশা কেতিয়া খেলুৱৈ বিলাকে মাৰি দিলে কথা কয়। তেতিয়া মই ( সঙ্কল্প এৰি ) এই পাশা খেলা ঠাইলৈ অভিসাৰিনী নিৰ্দ্দিষ্ট ঠাইলৈ যোৱা দৰে গুচি যাওঁ ॥ ৫ ॥ শৰীৰেৰে দীপ্ত হৈ খেলুৱৈয়ে কয়, ( ইয়াত কোন আছে ?) জয় নিশ্চয়কৈ কৰিম —এইদৰে কৈ সভালৈ যায়। তাত প্ৰতিকূল পক্ষয় কৰা কামত এই খেলুৱৈ জনৰ ইচ্ছাৰ বিৰুদ্ধে পাশাই ( প্ৰতিকূল পক্ষক হে ) বৰ্দ্ধন কৰে ॥ ৬ ॥ পাশাবিলাক অঙ্কুশৰ দৰে ( ধৰি ৰখা ), এচাৰিৰ দৰে খেদোৱা লাঠি, ( কাচিৰ ) দৰে কটা, ( জুইৰ দৰে ) তাপক, আৰু সৰ্ব্বস্ব হৰণ কৰা। জয় কৰা খেলুৱৈক অলপ দি মধুৰে মেৰাই থোৱা দৰে ধৰি ৰখা,--সকলো হৰণ কৰাক আকৌ মৰা ॥ ৭ ॥ এই পাশা বিলাকৰ ত্ৰেপন্নটা গোট সত্যধৰ্ম্মৰ সবিতা দেৱতাৰ দৰে খেলৰ ঢালত থাকে। এই পাশাই উগ্ৰ খঙকো নেমানে। ৰজায়ো ইহঁতক নমস্কাৰ কৰে ( পাশাৰ আমি জনামতে ৬৭ টা ঘৰ ( গোট ) আছে ত্ৰেপন্ন কেনেকৈ হয় বুজি নেপালো ) ॥ ৮ ॥ এই পাশাবোৰ তললৈ যায় আৰু ওপৰলৈ যায় ( ঘূৰে )। হাত নথকাকৈয়ে হাত থকা খেলুৱৈক পৰাজয় কৰে। স্বৰ্গত উৎপত্তি যদিও ই এঙাৰৰ দৰে ক'লা। এই পাশাবিলাক ঢালত পেলায় দিলে শীতল যদিও অন্তৰ দাহ কৰে ॥ ৯ ॥ খেলুৱৈৰ ঘৈণীয়েক দুখুনী হৈ অনাই বনাই ফুৰে, মাক বিয়াকুল হয়। নিজে ধকৰ হৈ, ধন বিচাৰি যোৱাৰ ভয়ত খেলুৱৈ অন্য ঘৰত পলায় ফুৰিবলগীয়া হয় ॥ ১০ ॥ এনে খেলুৱৈয়ে অন্য ঘৰৰ পত্নী সুখেৰে ঘৰ পৰিষ্কাৰ কৰি ৰখা দেখিলে ভাবি ( মোৰ ঘৰ এনে নহয় ) সন্তাপ পাই। আগবেলা আকাশৰ বৰণৰ ঘোঁৰা বান্ধি, ভিক্ষা মাগি সি ৰাতি জুইৰ গুৰিত পৰি থাকে ॥ ১১ ॥ হে পাশাবিলাক, তোমালোকৰ এই বহুত পাশাৰ যি পাশা নেতা ৰজা হয় সেই পাশাক মই দহ আঙ্গুলি গোটাই প্ৰণাম কৰিছো। মই তোমালোকৰ পৰা ধন বিচৰা নাই সত্য কথা কৈছো, দহ আঙ্গুলি গোটাই প্ৰণাম কৰিছো ॥ ১২ ॥ হে পাশা খেলুৱৈ, মোৰ বাক্য শুনি বিশ্বাস কৰা, পাশা নেখেলিবা। খেতি কৰা। ধনৰে আনন্দ কৰা। তেতিয়া গৰু ( উপাৰ্জ্জন ) হব ; পত্নী হব। ( এই ৰহস্য মোক ) এই দৃষ্টি গোচৰ হোৱা সবিতাই কৈছে ॥ ১৩ ॥ হে পাশা, আমাৰ লগত বন্ধুত্ব কৰা। আমাক সুখ দিয়া। আমাক ঘোৰ বলেৰে অভিভব নকৰিবা। তোমালোকৰ খং আমাৰ শত্ৰুৰ মাজত সোমাওক ॥ সেই আকাশ বৰণৰ ( পাশাৰ ) বন্ধনত অন্য কোনোবা শত্ৰু হওক ॥ ১৪ ॥

## ৩৫ সূক্ত—ঋ ১৪ ।

**ঋষি—ধনাকৰ পুত্ৰ লুশ। ছন্দ—জগতী, ১৩।১৪ ত্ৰিষ্টুভ্। দেবতা—বিশ্বেদেবা ( সকলো দেবতা।**

ইন্দ্ৰৰ লগত সম্বন্ধ থকা এই অগ্নি ৰাতি পুৱালত পোহৰ ধাৰণ কৰি প্ৰবৃদ্ধ হল। মহতী দ্যাবাপৃথিবীত কৰ্ম্মৰ বিষয় জানি আমি দেবতাসকলৰ আজি ৰক্ষণ কামনা কৰিছো ॥ ১ ॥ দ্যাবাপৃথিবীৰ ৰক্ষণ বিচাৰিছো। মাতৃ নদীবিলাকৰ, সৰোবৰ বিলাকৰ আৰু পৰ্ব্বতবিলাকৰ পাপ ৰহিত সূৰ্য্য আৰু উষাক আমি ৰক্ষণ বিচাৰিছো। আজি অভিষুত কৰা সোমে কল্যাণ কৰক ॥ ২ ॥ মহতী মাতৃ দ্যাবাপৃথিবীয়ে আজি অপৰাধ হীন

আমাৰ সুখৰ কাৰণে ৰক্ষা কৰক। অন্ধকাৰ গুহোৱা উষাই আমাৰ পাপক বাধা দিয়ক। সম্যক জ্বলোৱা অগ্নিক সকলো মঙ্গলৰ কাৰণে আমি বিচাৰিছোঁ ॥ ৩ ॥ ধনবতী, প্ৰথম পাপ নাশিনী উষাই ভাল দেৱতাৰ যোগ্য ধন আমাক ৰাতিপুৱা প্ৰকাশ কৰি এন্ধাৰ গুছায় দিয়ক। দুষ্ট মানুহৰ খঙ আমি দূৰৈত ৰাখি থওঁ। সম্যক জ্বলোৱা অগ্নিক মঙ্গলৰ কাৰণে আমি বিচাৰিছো ॥ ৪ ॥ ৰাতিপুৱাৰ সময়ত যি উষা আৰু সূৰ্য্যাই ৰশ্মিৰে আগবাঢ়ি আহি জ্যোতি বিকিৰণ কৰা সেই তোমালোকে আজি আমাৰ অন্নৰ কাৰণে ভজনীয় হোৱা আৰু এন্ধাৰ গুছাই দিয়া। সম্যক ... ... ৩ ঋকৰ দৰে ॥ ৫ ॥ বেমাৰ নাইকিয়া কৰা উষা আমাৰ গুৰিলৈ আহক। মহৎ জ্যোতিৰে অগ্নিও ওপৰলৈ উঠক। ক্ষিপ্ৰগামী অশ্বিনী দুজনে ৰথ যোজনা কৰক। সম্যক ... ... ... ৩ ঋকৰ দৰে ॥ ৬ ॥ হে সবিতা দেৱতা আজি আমালৈ বৰণীয় শ্ৰেষ্ঠ ধনৰ ভাগ পঠিয়াই দিয়া। তুমি যে শ্ৰেষ্ঠ ধনৰ ভাগ কৰি দিয়া, সেই ধনৰ জন্মদাতা তোমালৈ মই স্তুতি বাক্য উচ্চাৰণ কৰিছো। সম্যক ... ... ৩ ঋকৰ দৰে ॥ ৭ ॥ যি ঋতৰ (নিয়মৰ) দেৱতা সকলৰ স্তোত্ৰ আমি কৰিব জানো সেই স্তুতিয়ে মোক পালন কৰক। সূৰ্য্যই সকলো ফালে উষাক স্পৰ্শ কৰি উদয় হৈছে। সম্যক ... ... ৩ ঋকৰ দৰে ॥ ৮ ॥ আজি বেদীত কুশ মেলি দি অভীষ্ট ফলৰ সাধক শিলত চেপা সোমেৰে যাগ কৰি বিদ্বেষ নোহোৱা আদিত্যৰ পৰা আমি অভীষ্ট ফল বিচাৰিছো। সুখৰ ঠাইত থকা সেই আদিত্যসকলৰ (হে স্তোতা সকল) কৰ্ত্তব্য কৰিবলৈ যোৱা। সম্যক ... ... .. ৩ ঋকৰ দৰে ॥ ৯ ॥ আমাৰ মহৎ দীপ্ত যজ্ঞত সাতজন হোতাই কুশত বহুওৱা ইন্দ্ৰ, মিত্ৰ, বৰুণ, ভগ আৰু অন্য দেৱতাক, হে অগ্নি, তুমি এই ফালে মুখ কৰোৱা। তাত তেওঁবিলাকক মই ধন লাভৰ কাৰণে স্তুতি কৰিম। সম্যক ... ... ... ৩ ঋকৰ দৰে ॥ ১০ ॥ হে আদিত্যসকল আমি আহ্বান কৰা যজ্ঞলৈ আহা। একেলগ হৈ আমাৰ বৰ্দ্ধনৰ কাৰণে যজ্ঞলৈ আহা। বৃহস্পতি, পূষণ, অশ্বিনী দুজন, ভৰ্গ আৰু সম্যক ... ... ... ৩ ঋকৰ দৰে ॥ ১১ ॥ হে আদিত্যসকল তোমালোক অতি প্ৰশস্ত, সুসমৃদ্ধ মানুহৰ ৰক্ষক। সেইবাবে আমাৰ অভিলাষ কৰা ঘৰ, পশু, পুত্ৰ আৰু পৌত্ৰৰ জীৱনৰ কাৰণে সকলো দিয়া। সম্যক ... ... ... ৩ ঋকৰ দৰে ॥ ১২ ॥ আজি সকলো মৰুতেৰে সৈতে সকলো ৰুদ্ৰ দেৱতা আমাৰ ৰক্ষণৰ কাৰণে হওক। সকলো অগ্নি জ্বলোৱা হওক। সকলো দেৱতা আমাৰ ওচৰলৈ ৰক্ষণেৰে আহক। আমাৰ সকলো ধনৰত্ন হওক ॥ ১৩ ॥ হে খৰতকিয়া দেৱতাসকল, সংগ্ৰামত তোমালোকে যি মানুহক ৰক্ষা কৰা, আৰু যাক পৰিত্ৰাণ কৰা, যাক পাপ গুছাই কামনা পূৰণ কৰা, যি মানুহে তোমালোকৰ ৰক্ষণত থাকি ভয় কি তাক নেজানে, (হে দেৱতা সকল) সেই সকলোৰে যজ্ঞৰ কাৰণে আমি সদায় (প্ৰস্তুত) থাকিম ॥ ১৪ ॥

## ৩৬ সূক্ত—ঋ ১৩।

## ঋষি আৰু দেৱতা ৩৫ সূক্তৰ দৰে। ছন্দ—জগতী; ১৩।১৪ ত্ৰিষ্টুভ।

মহতী সুৰূপেৰে ৰাতি আৰু উষাক, দ্যুলোক আৰু ভূলোক, মিত্ৰ, বৰুণ, আৰু অৰ্যমা, (আৰু অন্য দেৱতা), ইন্দ্ৰ, মৰুতসকল, পৰ্ব্বত বিলাক, পানী আদিত্য সকল আৰু দ্যাবপৃথিৱী, অন্তৰীক্ষ আৰু সকলো দেৱতাক আহ্বান কৰিছো ॥ ১ ॥ সুবুদ্ধিৰ, ঋতাবৰী স্বৰ্গ আৰু পৃথিৱী দুয়োয়ে হিংসকৰ আৰু পাপৰ পৰা ৰক্ষা কৰক। কুৎসিৎ বুদ্ধিৰ নিঋতিয়ে (মৃত্যু দেৱতাই) আমাৰ ঈশ্বৰ নহওক। আমি দেৱতাৰ সেই ৰক্ষণ আজি প্ৰাৰ্থনা কৰিছো ॥ ২ ॥ ধনবান মিত্ৰ আৰু বৰুণৰ মাক অদিতি দেৱীয়ে আমাক সকলো পাপৰ পৰা ৰক্ষা কৰক। আমি অকুটিল সকলো তেজ পাম। আমি ... ... ২ ঋকৰ দৰে ॥ ৩ ॥ অভিষৱ কৰা শিলে শব্দ কৰি ৰাক্ষস বিলাক নিবাৰণ কৰক। দুঃস্বপ্নত হোৱা অনিষ্ট নিবাৰণ কৰক। নিঋতি দেৱতাক বাধা দিয়ক। সকলো খাদকক আঁতৰাওক। আমি আদিত্য সকলৰ আৰু মৰুত সকলৰ (পৰা) সুখ পাম। আমি ... ২ ঋকৰ দৰে ॥ ৪ ॥ ইন্দ্ৰই কুশত বহক। অন্ন বেচি হওক। বৃহস্পতিয়ে সাম মন্ত্ৰেৰে গান কৰক। আমি জীৱনৰ কাৰণে সুজ্ঞানৰ স্তোত্ৰ ধাৰণ কৰিম। আমি ...২ ঋকৰ দৰে ॥ ৫ ॥ হে অশ্বিনী দুজন আমাৰ যজ্ঞ স্বৰ্গ পোৱা কৰা। আমাৰ খৰকৈ কৰা যজ্ঞ হিংসাৰহিত কৰা। অভিলাষ সিদ্ধিৰ কাৰণে সুখ কৰা। ঘিঁউৰে আহুত কৰা অগ্নিক দেৱতাৰ ফালে কৰা। আমি... ২ ঋকৰ দৰে ॥ ৬ ॥ ভালকৈ আহ্বান কৰা, ধনৰ পোষক মৰুৎগণক সখীত্বৰ কাৰণে গৈ আহ্বান কৰিম, সুযশৰ কাৰণে ধাৰণ কৰিম। আমি— ২ ঋকৰ দৰে ॥ ৭ ॥ পানীৰ পালক, যাৰ কাৰণে জীৱ বিলাক ধন্য হয়, দেৱতাৰ তৰ্পক, সুস্তুতিৰ, যজ্ঞৰ শোভা, ভাল ৰশ্মিৰ সোমক ভৰণ কৰিছো। হে সোম, তোমাক বল বীৰ্য্য খুজিছো।

আমি ··· ২ ঋকৰ দৰে ॥ ৮ ॥ আমি নিজে জীয়াই থাকি, পুত্ৰ পৌত্ৰেৰে সৈতে অনপৰাধী হৈ জীয়াই থাকি, পুত্ৰ পৌত্ৰৰ সৈতে সোম ভাগ কৰি লৈ পান কৰিম। ব্ৰাহ্মণক বিদ্বেষ কৰা বিলাকৰ পাপেৰে পৰিপূৰ্ণ হওক। আমি ··· ২ ঋকৰ দৰে ॥ ৯ ॥ হে দেৱতা সকল, তোমালোক মানুহৰ যজ্ঞ পাবৰ যোগ্য। সেই মানুহৰ স্তুতি শুনা আৰু আমি বিচৰা অভীষ্ট দিয়া। জয়শীল জ্ঞান, বীৰ পুত্ৰৰে সৈতে ধন আৰু যশ দিয়া। আমি ······২ ঋকৰ দৰে ॥ ১০ ॥ আজি শ্ৰেষ্ঠ আৰু বৃদ্ধিপ্ৰাপ্ত হোৱা আভিভৱ নোহোৱা দেৱতা সকলৰ মহৎ ৰক্ষণ প্ৰাৰ্থনা কৰিছো। আমি যাতে ধন আৰু বীৰপুত্ৰ পাওঁ (সেই দেৱতা সকলে তেনে কৰক)। আমি . ২ ঋকৰ দৰে ॥ ১১ ॥ জ্বলি থকা মহৎ অগ্নিৰ পৰা আমি সুখত থাকিম। আমি নিষ্পাপী হম। মিত্ৰ বৰুণ আৰু সবিতাৰ শ্ৰেষ্ঠ প্ৰসৱত আমি সুখত থাকিম। আমি··· ২ ঋকৰ দৰে ॥ ১২ ॥ যি দেৱতা সকল সত্যপ্ৰসৱ কৰা সবিতাৰ, মিত্ৰৰ আৰু বৰুণৰ কৰ্ম্মত নিযুক্ত থাকে সেই সকলোৱে আমাক সৌভাগ্য যুক্ত বীৰ পুত্ৰৰে সৈতে, গৰুৰে সৈতে বিচিত্ৰ ধন আৰু কৰ্ম্ম আমাক দিয়া ॥ ১৩ ॥ আগফালে সবিতা পিচফালে সবিতা, ওপৰত সবিতা আৰু তলত সবিতা দেৱতাই আমাৰ সকলো অভিলষিত (ধন আদি) প্ৰেৰণ কৰক। সবিতায়েই আমাক সুদীৰ্ঘকাল আয়ুস দিয়ক ॥ ১৪ ॥

## ৩৭ সূক্ত—ঋ ১২।

### ঋষি—সূৰ্য্যৰ পুত্ৰ অভিতপা। ছন্দ জগতী; ১০ ত্ৰিষ্টুপ্। দেৱতা সূৰ্য্য।

(হে ঋত্বিক সকল) তোমালোকে মিত্ৰ আৰু বৰুণক দেখা, মহৎ, দূৰৈত দেখা, দেৱতাক উপন্ন কৰা, বিশ্বৰ প্ৰজ্ঞাপক, স্বৰ্গৰ পুত্ৰ সূৰ্য্যলৈ নমস্কাৰেৰে সৈতে তেওঁৰ ঋতৰ (নিয়মৰ) কৰ্ম্মেৰে পূজা কৰা আৰু স্তুতি কৰা ॥ ১ ॥ সেই সত্য কথাই মোক সকলো ফালে ৰক্ষা কৰক যি কথাত দিন আৰু ৰাতি বিস্তাৰ কৰিলে, য'ত সেই সকলো বিশ্বভুবন বিশ্ৰাম কৰে, সদায় যিনে যি কথাত সূৰ্য্য উদয় হয়, ॥ ২ ॥ হে সূৰ্য্য, তুমি যেতিয়া গমনশীল এতশ (নামৰ) ঘোঁৰা ৰথত লগোৱা তোমাৰ ওচৰত তেতিয়া কোনো পূৰণি দেৱতা নোহোৱা (ৰাক্ষস) থাকিব নোৱাৰে। পূবফালে অন্য এক তোমাৰ জ্যোতি ৰজো লোকত থাকে; অন্য জ্যোতিৰে পশ্চিম ফাললৈ (উদ্দেশ্য কৰি) আহি থাকে ॥ ৩ ॥ হে সূৰ্য্য, দেৱতা তুমি যি জ্যোতিৰে অন্ধকাৰ নাশ কৰা, যি জ্যোতিৰে গোটেই জগত জগায় তোলা, সেই জ্যোতিৰে আমাৰ সকলো অন্নৰ অভাৱ, হোম নকৰা বিষয়, ৰেমাৰ আঁতৰাই দিয়া। দুস্বপ্ন নাশ কৰা ॥ ৪ ॥ হে সূৰ্য্য দেৱতা, স্তোত পঠিয়াই দিলে তুমি সকলো যজমানৰ কৰ্ম্ম ৰক্ষা কৰা। হবি আদি (দিয়াৰ পাচত) উদয় হোৱা। আজি যি তোমাক কম (স্তুতি কৰিম) আমাৰ সেই কাম দেৱতা সকলে অনুমোদন কৰক ॥ ৫ ॥ দ্যাবাপৃথিবী, জল, ইন্দ্ৰ আৰু মৰুত সকলে আমাৰ সেই আহ্বান বচন শুনক। সূৰ্য্যই দেখি থাকিলে যেচি দুখত আমি নপৰো। প্ৰাণ ধাৰণ কৰি কল্যাণেৰে বৃদ্ধ কাল পাম ॥ ৬ ॥ হে সূৰ্য্য, তোমাৰ প্ৰীতিযুক্ত মনৰ আমি সুদৰ্শন পুত্ৰাদি থকা, নিৰোগী, নিষ্পাপী হৈ আমি সকলো দিনত যজন কৰো। হে মিত্ৰই পূজা কৰা সূৰ্য্য, দিনে দিনে উদয় হোৱা তোমাক চিৰ কাল জীয়াই থাকি দেখি থাকিম ॥ ৭ ॥ হে বিচক্ষণ সূৰ্য্য, মহৎ জ্যোতি ধাৰণ কৰা, দীপ্তিমন্ত, সকলোৱে চকুৰ সুখকৰ, বলবান তুমি অন্তৰীক্ষৰ ওপৰত আৰোহন কৰি থকা তোমাক চিৰজীৱী হৈ আমি দেখি থাকিম ॥ ৮ ॥ হে হৰিৎবৰ্ণৰ চুলিৰ সূৰ্য্য, যি তোমাৰ নিচানেৰে সকলো প্ৰাণীজগত নিয়মমতে চলে আৰু ৰাতি বিশ্ৰাম কৰে, সেই তুমি অপৰাধ নোহোৱা আমালৈ অতি শ্ৰেয়স্কৰ হৈ দিনে দিনে উদয় হবা ॥ ৯ ॥ হে সূৰ্য্য, তেজেৰে আমাৰ সুখকৰ হোৱা। দিনত আমাৰ সুখকৰ হোৱা। ৰশ্মিৰে আমাৰ সুখকৰ হোৱা। শীতেৰে আমাৰ সুখকৰ হোৱা। উষ্ণতাৰে আমাৰ সুখকৰ হোৱা। যি ৰূপে আমাৰ বাটত সুখ হয়,—ঘৰত সুখ হয় সেই বিচিত্ৰ ধন-দ্ৰব্য দিয়া ॥ ১০ ॥ হে দেৱতা সকল, আমাৰ দুঠেঙীয়া আৰু চাৰিঠেঙীয়া, দুয়ো বিধ প্ৰাণীৰ সুখ দিয়া। আমাৰ খোৱা-পিয়া যাতে বলবন্তৰ দৰে হয় আৰু হিতৰ কাৰণে হয়, সুখৰ সংযোগ আৰু অপাপ হয় তেনেকৈ আমাক দান দিয়া ॥ ১১ ॥ হে বাস কৰাওঁতা দেৱতা সকল, আমি জিভাৰে (কথাৰে), মনৰ প্ৰয়োগেৰে দেৱতাৰ মহৎ খণ্ড কৰিবলগীয়া যি পাপ কৰিছো, যি শত্ৰুৱে আমাৰ অভিভৱ কৰা হৈ পাপ আচৰণ কৰে সেই সেই শত্ৰুক আৰু আমি কৰা পাপ গুছায় দিয়া ॥ ১২ ॥

## ৩৮ সূক্ত - ঋ ৫।

### ঋষি—মুষ্কবান ইন্দ্ৰ। ছন্দ—জগতী। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি এই যশ দিয়া. পৰস্পৰ প্ৰহাৰ কৰি

থকা এই যুদ্ধত সিংহনাদ কৰিছা আৰু ধন লাভৰ
কাৰণে আমাক ৰক্ষা কৰিছা। গৰু লাভ কৰা যুদ্ধত
পৰস্পৰ খোৱা (কটাকটি কৰা) যোদ্ধাৰ দৰৰা-দৰবিত
অস্ত্ৰবিলাক যেনি-তেনি পৰিছে ॥১॥ হে ইন্দ্ৰ, তুমি
আমাৰ ঘৰত শুনিবলৈ ভাল শব্দ কৰি থকা প্ৰাণীৰ
দৰে বঢ়া গৰু যুক্ত ধনেৰে (ঘৰ) ঢাকি (ছাতি)
পেলোৱা। হে বাস কৰাওঁতা শক্ৰ, শত্ৰুক জয় কৰা
আমি মেদযুক্ত (শকত) হম। আমি যেনেকৈ বিচা-
ৰিছো সেই সকলোবিলাক কৰা ॥২॥ হে বহুতে স্তুতি
কৰা ইন্দ্ৰ, যি দাসবিলাকে, দেৱতা নোহোৱা অনাৰ্য্য
বা অন্যই আমাৰ লগত যুদ্ধ কৰিব পাৰে, সেই সকলো
শত্ৰু সহজে অভিভৱ কৰিব পৰা হওক। আমি তোমাৰ
সহায়ত সেই সকলো শত্ৰুক যুদ্ধত হুকৰাম ॥৩॥ যি
ইন্দ্ৰ, অলপ আহ্বানতে বা বহু আহ্বানত আছে,
মানুহ অভিভৱ কৰা বিশেষ ভক্ষক (ধ্বংসকৰ) সং-
গ্ৰামত যি ইন্দ্ৰই ধন লাভ কৰিব জানে, সেই সক-
লোতে বিখ্যাত নেতা ইন্দ্ৰক আজি আমাৰ ৰক্ষণৰ
কাৰণে আমাৰ ফালে কৰিম (আনিম) ॥৪॥ হে
কামবৰ্ষী ইন্দ্ৰ, নিজে ধৰা দিয়া (কিন্তু) কেতিয়াও
(আনৰ হাতত) ধৰা নপৰা যি বাধা দিওঁতাক
পঠিয়াই দি (সিফলীয়া কৰে) বুলি মই জানো,
সেই বাবে তুমি কুৎসৰ দ্বাৰা কেউফালে বেৰি ৰখা,
বান্ধি থোৱা বান্ধৰ পৰা মোচন হৈ এই (মোৰ)
যজ্ঞলৈ আহা। কিয় তোমাৰ নিচিনা এজনে মুষ্কৰে
(গৰুৰ ছালেৰে) বান্ধ খাই আছা ॥৫॥

## ৩৯ সূক্ত—ঋ ১৪।

### ঋষি—কক্ষীবানৰ জীয়েক ঘোষা। ছন্দ—জগতী; ১৪ ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকৰ যি সকলোফালে
যোৱা ভালকৈ বেৰা ৰথ আছে, দিনে ৰাতিয়ে হবি-
ষ্মান যজমানে আহ্বান কৰিবলগীয়া তোমালোকৰ
ভালকৈ আহ্বান হোৱা সেই ৰথকেই অতি পুৰণি
(চিৰন্তন) আমি পিতৃৰ নামৰ দৰে আহ্বান কৰিছো
॥১॥ হে অশ্বিনী দুজন, তোমালোকৰ উষাক পঠিয়াই
দি আমাৰ কাম পূৰণ কৰা। বহুত প্ৰজ্ঞাত প্ৰেৰণ
কৰা। এই কেইটা আমি বিচাৰিছো। আমালৈ যশস্বীৰ
ভাগ কৰি দিয়া। কল্যাণকৰ সোমৰ দৰে আমাক
ধনবান কৰি দিয়া ॥২॥ হে নাসত্যা দুজন, পিতৃৰ
ঘৰত বুঢ়ী হোৱা মোৰ তোমালোকে আনন্দৰ কাম
কৰিলা (বৰ আনি দিলা)। তোমালোক খাবলৈ
নোপোৱাৰ ৰক্ষক, অতি নিকৃষ্টৰ ৰক্ষক, অন্ধৰ ৰক্ষক
আৰু বেমাৰীৰ বেজ বুলি তোমালোকক কয় ॥৩॥
হে অশ্বিনী দুজন, তোমালোকে বুঢ়া জীৰ্ণ চ্যৱন
ঋষিক পুৰণি ৰথ ভাল কৰা দৰে ডেকা কৰি ফুৰিব
পৰা কৰিলা। তুগ্ৰ্যৰ পুত্ৰক সমুদ্ৰৰ পৰা তুলি আনিলা।
তোমালোকৰ সেই সকলো বিলাক কাম যজ্ঞত স্তুতি
কৰি বৰ্ণনা কৰিব লাগে ॥৪॥ হে অশ্বিনী দুজন,
তোমালোকৰ পুৰণি বল-বীৰ্য্যৰ কামবিলাকৰ কথা
কম। হে নাসত্যা দুজন, তোমালোক সুখৰ ভাব
উৎপন্ন কৰা বেজ। আমাৰ ৰক্ষণৰ কাৰণে তোমা-
লোকৰ নতুন স্তুতি সোনকালে কৰিম। এয়া যজমানে
শ্ৰদ্ধা কৰক ॥৫॥ হে অশ্বিনী দুজন, তোমালোকক
এই (ঘোষাই) আহ্বান কৰিছো। মোৰ আহ্বান
শুনা। পিতা মাতাই পুত্ৰক কৰা দৰে শিক্ষা দিয়া
(সহায় কৰা)। বন্ধু-বান্ধবহীন, অজ্ঞানী, অশ্ৰদ্ধাৰ
পাত্ৰ মোলৈ দুঃখ-দুৰ্গতি আহিছে। তাৰ আগতে মোক
ৰক্ষা কৰা ॥৬॥ হে অশ্বিনী দুজন, তোমালোকে পুৰু
মিত্ৰৰ জীয়েক শুধ্যুবক বিমদ ঋষিক (পত্নী কৰি)
ৰথেৰে আনি দিছিলা। তোমালোকে সংগ্ৰামত (বধ্ৰি-
মতীৰ) আহ্বান শুনি আহি সোণৰ হাত লগাই
দিছিলা। তোমালোকে বধ্ৰিমতীক সুপ্ৰসব কৰাই
দিছিলা ॥৭॥ হে অশ্বিনী দুজন, মেধাবী, বুঢ়া হোৱা
কলি ঋষিক বয়সত পুনৰ ডেকা কৰি দিছিলা।
তোমালোকে বন্দন ঋষিক নাদৰ পৰা তুলি আনি-
ছিলা। তোমালোকে (যুদ্ধত ভৰি ছিগা) বিশ্পলাক
(ভৰি লগাই) তেতিয়াই যাব পৰা কৰিছিলা ॥৮॥
হে বৰ্ষক অশ্বিনী দুজন, তোমালোকে গুহাত পেলাই
দিয়া, মৰো মৰো হোৱা ৰেভ ঋষিক তুলি আনি-
ছিলা। আৰু তোমালোকে তপত অগ্নি কুণ্ডতো অত্ৰি
ঋষিক সুখেৰে থাকিব পৰা কৰি দিছিলা। সপ্তবধ্ৰক
মুকলি কৰি দিছিলা ॥৯॥ হে অশ্বিনী দুজন, তোমা-
লোকে পেদু ৰজাক বগা, বলী, নিৰান্নবৈটা শত্ৰু জয়
কৰা ঘোঁৰাবে শত্ৰুৰ-সখা-বিলাকক-দ্ৰৱ-কৰি দিয়া,
আহ্বান কৰিবলগীয়া, সুখৰ ভাব কৰা, (ঘোঁৰা)
মানুহৰ ধনৰ দৰে দিলা ॥১০॥ হে ৰজা অদিতি দুজন,
সুআহ্বান হোৱা স্তোত্ৰ যুক্ত বাটেৰে হে অশ্বিনী দুজন
যি জনে তোমালোকক পত্নীৰ সৈতে আগত ৰাখে
সেই জনক কেতিয়াও পাপে নেপায়। দুৰ্গতিয়ে নেপায়
আৰু ভয়েও নেপায় ॥১১॥ হে অশ্বিনী দুজন, তোমা-
লোকৰ ৰথ ঋভুসকলে সাজিলে। যি ৰথৰ যোগেৰে

স্বৰ্গৰ দুহিতা ( উষা ) উদ্ভৱ হয়, যি ৰথেৰে বিবস্বতৰ ( সূৰ্য্যৰ ) দুয়ো দিনে ৰাতিয়ে ভালকৈ উদয় হৈ থাকে, সেই মনতকৈও বেগী ৰথেৰে আহা ॥ ১২ ॥ হে অশ্বিনী দুজন, সেই তোমালোকৰ জয়শীল ৰথেৰে পৰ্ব্বতৰ মাজৰ বাটেদি যাব পাৰা। তোমালোকে শয়ুৰ কাৰণে বুঢ়ী গৰু ( পোৱালী নিদিয়া ) জনী ( পোৱালী দিব পৰা ) শকত কৰিলা। তোমালোকে বৃকে খোৱা ( বৃকৰ ) পেটত সোমোৱা বৰ্ত্তিকা চৰাইক মুখেৰে উলিয়াই বুজিৰে মোচন কৰিলা ॥ ১৩ ॥ হে অশ্বিনী দুজন, তোমালোকৰ এই স্তোত্ৰ ভৃগুৰ দৰে, ৰথ সজা দৰে সাজিলো। আমি শাশ্বত ( নিত্য ) যজ্ঞ কৰ্ম্ম পুত্ৰৰ দৰে ধাৰণ কৰি মানুহৰ ( ভালৰ ) কাৰণে তোমাৰ স্তুতি কৰিলো,— পত্নীয়ে কৰা দৰে স্তুতি কৰিলো ॥ ১৪ ॥

৪০ সূক্ত—ঋ ১৪ ।

ঋষি আৰু দেৱতা ৩৯ সূক্তৰ দৰে ।

ছন্দ—জগতী ।

হে নেতা অশ্বিনী দুজন তোমালোকে জকমকীয়া ৰাতিপুৱা মানুহৰ ঘৰে ঘৰে দিনে দিনে ধন বহন কৰি যোৱা ৰথ কোন ঠাইত কোন যজমানে যজ্ঞৰ সাফল্যৰ কাৰণে যজ্ঞত স্তুতিৰে অলঙ্কৃত কৰি ৰাখিছে ? ॥ ১ ॥ হে অশ্বিনী দুজন, ৰাতি ক'ত থাকা ? দিনত ক'ত থাকা ? কোন ঠাই পাবলৈ মন কৰিছা ? ক'ত বাস কৰিছা ? যেনেকৈ বিধবাই শোওঁতে দেওৰেকক অভিমুখী কৰে মানুহক যেনেকৈ তিৰোতাই অভিমুখী কৰে, তেনেকৈ তোমালোকক কোন যজমানে ( যজ্ঞৰ বেদীত ) সভা স্থানত অভিমুখী কৰিছে ? ॥ ২ ॥ হে নেতা অশ্বিনী দুজন, ৰাতিপুৱা তোমালোকক, যেনেকৈ সমৃদ্ধিশালী ৰজাক বন্দিতা সকলে গান গাই জাগৰণ কৰে, তেনেকৈ কোনে স্তুতি কৰিছে ? দিনে দিনে যজন কৰিব লগীয়া তোমালোক কোন যজমানৰ ঘৰলৈ গৈছা ? তাত তোমালোকে কোন যজমানৰ দুঃখ নাশ কৰা হৈছা গৈ ? সবন যজ্ঞ বিলাকত তোমালোকে ৰাজ কুমাৰৰ দৰে যোৱা ॥ ৩ ॥ হে অশ্বিনী দুজন, হাতী দুটাক চিকাৰীয়ে খেদি যোৱা দৰে দিনে ৰাতিয়ে হবিৰে আমি তোমালোকক আহুতি দিওঁ। হে নেতা দুজন, তোমালোকক সময়মতে আহুতি দিয়া হয়। শুভৰ পতি তোমালোকে মানুহৰ কাৰণে অন্ন বহন কৰা ॥ ৪ ॥ হে নেতা অশ্বিনী দুজন, কেউফালে ফুৰি ফুৰা কক্ষিবান ৰজাৰ জীয়েক মই ঘোষাই বৃদ্ধ সকলক কৈছো। তোমালোকক শুধিছো। দিনত মোৰ ওচৰত থাকিবা। ৰাতিও থাকিবা। মোক অশ্বযুক্ত ৰথী ( স্বামী পাবলৈ সহায় কৰি দিয়া ॥ ৫ ॥ হে কবি অশ্বিনী দুজন, তোমালোক ৰথৰ ওপৰত থাকা। কুৎসৰ দৰে ৰথ যজ্ঞলৈ লৈ আহা। হে অশ্বিনী দুজন, তোমালোকৰ মধু মাখিয়ে মুখেৰে লৈ আহে যেনেকৈ নাৰীয়ে মুখেৰে মৌ আনে ॥ ৬ ॥ হে অশ্বিনী দুজন, তোমালোকে ভুজ্যুক উদ্ধাৰ কৰিলা। তোমালোকে বশ ( ৰজাক ) ৰক্ষা কৰি উদ্ধাৰ কৰিলা। তোমালোকে অত্ৰিক আৰু উশনাক উদ্ধাৰ কৰিলা। তোমালোকৰ সখীত্ব হবি দাতাই পায়। তোমালোকৰ ৰক্ষনেৰে মই সুখ বিচাৰিছো ॥ ৭ ॥ হে অশ্বিনী দুজন, তোমালোকেই কৃশক ৰক্ষা কৰিলা। তোমালোকে শয়ুক আৰু বিধবা ( বধ্ৰিমতীক ) ৰক্ষা কৰিলা। তোমালোকে হবি দাতাৰ কাৰণে সাতমুখৰ মেঘৰ বৰষুণ উলিয়াই দিলা। ॥ ৮ ॥ হে অশ্বিনী দুজন, মাইকী মানুহ মই সৌভাগ্যবতী হলো। ( মোক ) কন্যাক বিচাৰি পতি আহিল। তোমালোকৰ কৰ্ম্মেৰে গছ-গছনি বিলাক গজি উঠিল। এইফালে ( গছ-গছনিৰ ) গুৰিলৈ নদী বিলাক নামি আহক। এওঁৰ সম্ভোগৰ কাৰণে সদায় যৌবন হৈ থাকক ॥ ৯ ॥ হে অশ্বিনী দুজন, যি মানুহে পত্নীৰ জীৱনৰ কাৰণে কান্দে, ( পত্নীয়ে সৈতে ) যজ্ঞত প্ৰবেশ কৰে, আৰু দীঘল হাতৰ বান্ধোনেৰে আলিঙ্গন কৰে, আৰু সন্তান উৎপাদন কৰি পিতৃ যজ্ঞ কৰে, সেই পতিৰ আলিঙ্গনত মাইকী মানুহ সুখী হয় ॥ ১০ ॥ হে অশ্বিনী দুজন, সেই সুখ মই নেজানো। সেই সুখ কি মোক কৈ দিয়ক। এই যে যুবক মোৰ পতি মোৰ ঘৰত আছে, সেই প্ৰিয়, যুবতীৰ সেক্তা, ৰেতঃযুক্ত বৃষভৰ ( মোৰ স্বামীৰ ) ঘৰলৈ যাম,—মই সেই ঘৰ কামনা কৰিছো ॥ ১১ ॥ হে অন্ন-ধন শুভৰ পতি অশ্বিনী দুজন, তোমালোক দুয়োৰে সুমতি মোলৈ হওক। আমাৰ হৃদয়ৰ অভিলাষ সংযত কৰা। তোমালোক আমাৰ বাট দেখুওৱা হোৱা। আমি ( মই ) পতিৰ প্ৰিয় হৈ তেওঁৰ ঘৰ পামগৈ ॥ ১২ ॥ হে অশ্বিনী দুজন, তোমালোকে আনন্দ কৰি মানুহৰ ( মোৰ স্বামীৰ ) ঘৰত তোমালোকক স্তুতি কৰা মোক পুত্ৰেৰে সৈতে ধন দিবা। হে শুভৰ পতি, তোমালোকে মোৰ প্ৰাণৰ কাৰণে জলাশয় ( পুখুৰীটো ) আহল বহল কৰি দিবা। বাটত থকা গছৰ মুঢ়া আৰু দুৰ্বৃত্তক আঁতৰাই দিবা ॥ ১৩ ॥ হে অশ্বিনী দুজন, নেতা দস্ৰা, শুভৰ পতি তোমালোকে আজি ক'ত থাকি কোন প্ৰজাৰ জগত আনন্দ কৰিছা ? কোন যজমানে নিয়ম কৰি ৰাখিছে ?

তোমালোকে কোন বিপ্রৰ ঘৰলৈ গলা ॥ ১৪ ॥

## ৪১—সূক্ত ঋ ৩।

ঋষি—ঘোষাৰ পুত্ৰ সুহস্ত্য। ছন্দ-জগতী।
দেৱতা-অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকৰ সেই বহুতে আহুত কৰা, স্তুত্য, তিনি চকৰীয়া, যজ্ঞলৈ যোৱা, যজ্ঞৰ হিতকৰ ৰথখন ৰাতিপুৱা হলত দোষহীন স্তুতিৰে আমি আহ্বান কৰিছো। ১॥ হে নাসত্যা দুজন, নেতা তোমালোকৰ ৰাতিপুৱা ঘোঁৰা লগোৱা, ৰাতিপুৱা যোৱা, মধু বহন কৰা ৰথত উঠি থাকা, যি ৰথেৰে যজন কৰা প্ৰজাৰ ওচৰলৈ যোৱা স্তোত্ৰ গোৱা ঋষি থকা যজ্ঞলৈ যোৱা ॥২॥ হে অশ্বিনী দুজন, সোম হাতত লোৱা অধ্বৰ্যু, সুহস্ত্য ঋষি, বলবান দানমনৰ অগ্নিধ-ঋত্বিকৰ ওঁচৰলৈ আহা। যদিও অন্য কোনো বিপ্ৰৰ যজ্ঞলৈ গৈছা, সেই যজ্ঞৰ পৰা সোম পান কৰিব পৰা এই যজ্ঞলৈ আহা ॥ ৩॥

## ৪২ সূক্ত—ঋ ১১।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কৃষ্ণ। ছন্দ—ত্ৰিষ্টুভ্।
দেৱতা—ইন্দ্ৰ।

কঠিন, হৃদয় ভেদ কৰা শৰ (কাড়) ভালকৈ মাৰি ভূষিত কৰা দৰে এই ইন্দ্ৰলৈ স্তোত্ৰ প্ৰয়োগ কৰা। হে বিপ্ৰ সকল, তোমালোকৰ স্তোত্ৰ গাই শত্ৰুক পৰাজিত কৰা। হে স্তোতা সকল, সোমেৰে ইন্দ্ৰক আনন্দিত কৰা ॥ ১ ॥ হে স্তোতা সকল, খিৰাবলৈ গৰু অনা দৰে সখা ইন্দ্ৰক বশ কৰি আনা। উপপত্তিৰ দৰে ইন্দ্ৰক স্তুতিৰে প্ৰবোধ দিয়া। পানীৰে ভৰপূৰ পাত্ৰৰ দৰে ইন্দ্ৰক ধন দিবলৈ (পাত্ৰটো) ৰাকি দিয়া দৰে (ইন্দ্ৰক) আমাৰ ফালে আনা ॥ ২ ॥ হে ধনবান, শক্ৰ ইন্দ্ৰ, তোমাক কি কাৰণে স্তোতাৰ অভীষ্ট দাতা বুলি কয়? আমাৰ স্তোতাক (ধন দি) তীক্ষ্ণ কৰা। তোমাক তীক্ষ্ণ কৰোতা বুলি কয়। মোৰ বুদ্ধি কৰ্ম্মবতী কৰা। আমাক ধন লাভ কৰা ভাগ্য কৰি দিয়া ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাক মানুহে সংগ্ৰামত আহ্বান কৰে। যুদ্ধত লগত থকা জনে আহ্বান কৰে। এই আহ্বানত বীৰ হে ইন্দ্ৰ, তুমি যি হবি দাতা, তেওঁৰ লগত সখীত্ব কৰা। সোম অভিষৱ নকৰা মানুহৰ লগত সখীত্ব কৰিবলৈ নিবিচাৰা ॥ ৪ ॥ হবিষ্মন্ত যজমানে, যেনেকৈ বগা ধন আদি বহুত ধন (দৰিদ্ৰক) দিবলৈ বিচাৰে, তেনেকৈ এই ইন্দ্ৰলৈ চোকা সোমৰস অভিষুত কৰিছে। সেই যজমানলৈ পূৰ্ব্বাহ্নত (আগবেলা) সুপ্ৰেৰণ কৰা ভাল অস্ত্ৰ বিলাক মাৰি ইন্দ্ৰই শত্ৰুৰ প্ৰাণ আঁতৰাই দিয়ে। তেওঁ উপদ্ৰৱ বিলাকো নষ্ট কৰে ॥ ৫ ॥ যি ইন্দ্ৰৰ আমি স্তুতি কৰিছো, যি মঘবান ইন্দ্ৰই আমাৰ অভিলাষ বিলাক পূৰ্ণ কৰে, সেই ইন্দ্ৰৰ শত্ৰু দূৰত থাকিলেও ভয় কৰে। এই ইন্দ্ৰলৈ শত্ৰুৰ গাওঁৰ অন্ন বিলাক (ভোজন কৰিবলৈ) বহুত হয় ॥ ৬ ॥ হে পুৰুহুত ইন্দ্ৰ, তোমাৰ যি উগ্ৰ বজ্ৰ আছে, সেই বজ্ৰেৰে আমাৰ শত্ৰু আমাৰ ওচৰৰ পৰা আঁতৰ কৰি দিয়া। আমাক যৱেৰে সৈতে (আৰু) গৰুৰে সৈতে ধন দিয়া। স্তোতা মোক ৰত্ন, অন্ন আৰু কৰ্ম্ম দিয়া ॥ ৭ ॥ বহুত অন্ন খোৱাৰ পাচত যি ইন্দ্ৰৰ পেটত অধ্বৰ্যু আদিয়ে চেপা চোকা সোমৰস ভৰাই দিয়ে, তেতিয়া ইন্দ্ৰই হবি দাতাক (সোম নিদিবলৈ) ৰখায় নিদিয়ে (ৰৰং আৰু দিবলৈ কয়)। আৰু ইন্দ্ৰই সোম অভিষৱ কৰাক বহুত বেচি ভাল ধন পোৱাই দিয়ে ॥ ৮ ॥ আৰু ইন্দ্ৰই প্ৰহাৰ কৰা বিলাকক উন্নত প্ৰথাৰে জয় কৰে,—যেনেকৈ জুৱা খেলুৱৈয়ে প্ৰতিপক্ষৰ পৰা (বুদ্ধিৰে জিকি) ধন কাঢ়ি আনে তেনেকৈ বলবন্ত শত্ৰুক মাৰিবলৈ ধৰি আনে। দেৱতাক বিচৰা মানুহৰ ধন বলবান ইন্দ্ৰই আবদ্ধ নকৰে কিন্তু তেনে মানুহক ধন সংযোগ কৰে ॥ ৯ ॥ হে পুৰুহুত, দৰিদ্ৰতাৰ পৰা হোৱা দুৰ্বুদ্ধিৰ পৰা আমি (অঙ্গিৰস সকলে) গৰুৰ পৰা (গৰু বিলাক পাই) নিস্তাৰ হম। যৱৰ পৰা (যৱ বিলাক পাই) সকলো ভোক আঁতৰাই দিম। মুখ্য ধন বিলাক ধনৰ ঈশ্বৰৰ সৈতে লাভ কৰিম। আমাৰ নিজ বলেৰে শত্ৰু জয় কৰিম ॥ ১০ ॥ পিচকালৰ পৰা অহা পাপকাৰীৰ পৰা বৃহস্পতিয়ে আমাক ৰক্ষা কৰক। ওপৰৰ পৰা আৰু তলৰ পৰা অহা পাপকাৰীৰ পৰা (বৃহস্পতিয়ে ৰক্ষা কৰক)। আৰু ইন্দ্ৰই আগফালৰ পৰা আৰু মাজৰ পৰা অহা পাপকাৰীৰ পৰা ৰক্ষা কৰক। সখা ইন্দ্ৰই আমি সখাক ধন কৰি দিয়ক ॥ ১১ ॥

## ৪৩ সূক্ত-ঋ ১১।

ঋষি আৰু দেৱতা ৪২ সূক্তৰ দৰে। ছন্দ—জগতী; ১০।১১-ত্ৰিষ্টুভ্।

মোৰ স্বৰ্গ লাভ কৰিব পৰা গোট খাই থকা সকলো কামনা কৰা স্তুতি বিলাকেৰে এতিয়া ইন্দ্ৰৰ ফালে, স্তুতি কৰা হৈছে। পত্নীয়ে যেনেকৈ ভাল পতিক আলিঙ্গন কৰে, তেনেকৈ শুদ্ধ মঘবান ইন্দ্ৰক ৰক্ষণৰ কাৰণে (মোৰ স্তুতি বিলাকে আলিঙ্গন কৰে) ॥ ১ ॥ হে পুৰুহুত,

দৰ্শনীয় ইন্দ্ৰ, তোমাৰ ফালে দিয়া মোৰ মন অন্য-ফালে নেযায় । তোমাতেই মোৰ সকলো কামনা অৰ্পন কৰিলো । ৰজাৰ দৰে কুশৰ ওপৰত বহা । তোমাৰ দ্বাৰা এই সোমৰ পান হওক ॥২॥ ইন্দ্ৰই আমাৰ ( ভোক-পিয়াহৰ কাৰণে হোৱা ) দুৰ্বুদ্ধিৰ পথা গুচাই দিয়া হওক । আৰু ভোক গুচাই দিয়া হওক। সেই মঘবান ইন্দ্ৰয়েই বাস কৰিবলৈ দিয়া ধনৰ অধি-পতি । কামবৰ্ষী এই ইন্দ্ৰৰ বলেৰেই এই সাতখন নৈ তললৈ বৈ গৈ অন্ন বৰ্দ্ধন কৰিছে ॥৩॥ যেনেকৈ চৰাই বিলাক ভাল পাত থকা গছত পৰে গৈ তেনেকৈ চমস পাত্ৰত থকা আমোদকৰ সোম বিলাক ইন্দ্ৰৰ কাৰণে বহি আছে । এই সোমৰসৰ বেগত ইন্দ্ৰৰ গা পোহৰ হৈ উঠিলে । ইন্দ্ৰই নিজৰ জ্যোতি পথিওৰা আদিত্যক মানুহৰ কাৰণে তেনেকৈ দিয়ক ॥৪॥ জুৱা খেলুৱৈয়ে জুৱা খেলোতে যেনেকৈ নিজক জয় কৰাক চান্দি পৰাস্ত কৰে তেনেকৈ মঘবান ইন্দ্ৰই বৰষুণ নাইকিয়া কৰা সূৰ্য্যাক জয় কৰে । হে মঘবান ইন্দ্ৰ, তোমাৰ সেই বল অন্যাই অনুকৰণ কৰিব নোৱাৰিব,—আগতে নোৱাৰি-ছিল আৰু এতিয়াও নোৱাৰে ॥৫॥ কামবৰ্ষী মঘবান ইন্দ্ৰই সকলো মানুহৰ ওচৰলৈ আহে । স্তোতা সকলৰ স্তোত্ৰ পৰ্য্যবেক্ষণ কৰে । শক্ৰ ইন্দ্ৰই যি যজমানৰ সোম যাগত ৰঙ কৰে, সেই যজমানে চোকা সোমেৰে শত্ৰুক অভিভব কৰে ॥৬॥ যেনেকৈ নৈ বিলাক সাগৰলৈ যায়, সৰু নৈ হ্ৰদলৈ যায়, তেনেকৈ সোম বিলাক ইন্দ্ৰৰ ফালে যায় ( ইন্দ্ৰৰ পেটলৈ যায় ) । তেতিয়া ইন্দ্ৰৰ মহত্ব যজ্ঞৰ ঘৰত মেধাবী সকলে বৰ্দ্ধন কৰে যেনেকৈ যব বিলাক স্বৰ্গৰ বৰষুণে বৃদ্ধি কৰে ॥৭॥ যেনেকৈ এটা ষাঁড়ে আনটোক খণ্ডত খেদি যায় তেনেকৈ ৰজো লোকত ইন্দ্ৰই মেঘক খেদি গৈ নিজৰ আশ্ৰিত বৰষুণৰ পানী বিলাক উলিয়াই দিয়ে । যি মানুহে সোমযাগ কৰে, ক্ষিপ্ৰ দাতা, হোমৰ দ্ৰব্য গোটাই সেই মানুহক মঘবান ইন্দ্ৰই জ্যোতি দান কৰে ॥৮॥ ইন্দ্ৰৰ বজ্ৰ জ্যোতিৰে সৈতে উদয় হওক । ঋতৰ ( নিয়মৰ ) ভালকৈ দোহন কৰা কাম পুৰণি কালৰ দৰেই হওক । ইন্দ্ৰই বঙা দীপ্তিৰে প্ৰকাশ হওক । সংপতি ইন্দ্ৰ সূৰ্য্যৰ দৰে জ্বলি পোহৰ কৰক ॥৯॥

১০ ঋক ১০।৪২।১০ ঋকৰ দৰে ॥১০॥

১১ ,, ——।১১ ,, ,, ॥১১॥

৪৪ সূক্ত— ঋ ১১ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ কৃষ্ণ । ছন্দ—জগতী ; ১-৩।১০।১১ ত্ৰিষ্টুভ । দেৱতা—ইন্দ্ৰ ।

যি ইন্দ্ৰই খৰকৈ গৈ বাঢ়ি যোৱা শত্ৰুৰ বল অপাৰ মহৎ বলেৰে মাৰি যায়, সেই স্বৰ্গৰ পতি ইন্দ্ৰই আমো-দৰ কাৰণে ধৰ্ম্মৰ ৰথেৰে সৈতে আমাৰ ইয়ালৈ ( যজ্ঞলৈ ) আহক ॥১॥ হে নেতাৰ পালক ইন্দ্ৰ, তোমাৰ ভালকৈ থোৱা ৰথত হৰি ঘোঁৰাও ভালকৈ লগোৱা । তোমাৰ হাতত বজ্ৰ সংযত হৈ আছে । হে ৰজা ইন্দ্ৰ, শীঘ্ৰে ভাল বাটেৰে আমাৰ ফালে আহা । সোম পান কৰিলে তোমাৰ বল বৰ্দ্ধন কৰিম ॥২॥ নেতা সকলৰ পালক, বজ্ৰহস্ত, উগ্ৰ, শত্ৰুৰ বল নাইকিয়া কৰা, কামবৰ্ষক, সত্যবলৰ সেই ইন্দ্ৰক উগ্ৰ, বাঢ়ি যোৱা, একেলগে আনন্দ কৰি বহন কৰা ঘোঁৰাই আমাৰ ফালে বহন কৰি আনক ॥৩॥ হে ইন্দ্ৰ; তুমি এইদৰে আছি, দোন কলহৰ সোম সেৱন কৰাৰ পতি, সচেতন বলৰ ধাৰক সোমক ধাৰণ কৰা পেটত সিঁচি দিছা । মোক বল দিয়া । তোমাৰ মাজত আমাকো ধৰি ৰাখা । মেধাবীয়ে আমাক বৰ্দ্ধন কৰিবলৈ স্বামি হোৱা ॥৪॥ হে ইন্দ্ৰ ধন সম্পত্তি বিলাক আমালৈ আহক, কাৰণ আমি স্তব কৰিছো । মোৰ সোমবান ভাল যজ্ঞলৈ তুমি আহা । তুমি ঈশ্বৰ । তুমি আমাৰ বেদীত মেলি থোৱা কুশত বহা । তোমাৰ সোমৰ পাত্ৰ বিলাক ৰাক্ষসে বেষ্টা কৰিব নোৱাৰে ॥৫॥ হে ইন্দ্ৰ, দেৱতাক আহ্বান কৰা সকল বেলেগে ( দেৱ-লোকলৈ ) আগতে গৈ অন্যৰ দুস্তৰ গুনিব লগীয়া যশ উপাৰ্জ্জন কৰিলে । যি যজ্ঞীয় কৰ্ম্মৰ নাৱত উঠিব নোৱাৰিলে তেওঁবিলাকে ( দেৱ ) ঋণ পৰিশোধ কৰিব নোৱাৰি পাপ কৰ্ত্তা হৈ তলত পৰিল ( ধ্বংস হল ) ॥৬॥ এনেকৈয়ে অন্য দুৰ্বুদ্ধিৰ বিলাকৰ অধঃপতন হওক যি ( দুৰ্দ্দম ) ৰথত লগাব নলগীয়া ঘোঁৰা ৰথত লগাইছে । এইদৰেই যি মৰণৰ আগতে দেৱতাক যজন কৰি হৰি ( আদি ) দান কৰে, হি কান্তিযুক্ত বহুত ভোগ্য ধন দেৱতাক দিয়ে ( তেওঁবিলাক স্বৰ্গলৈ যায় ) ॥৭॥ ইন্দ্ৰই কপি কপি চলি গৈ থকা মেঘ বিলাক বৰ্ষাই দিলে । দ্যুলোকত বাস কৰা সকলে ( অসুৰৰ ভয়ত কান্দিলে ) । ইন্দ্ৰই অন্তৰীক্ষত খণ্ড কৰি ( সিংহ নাদ কৰিলে ) । পৰস্পৰ লগ হোৱা দ্যাবাপৃথিবীক স্তম্ভন কৰিলে । নিজ পেটত সিঁচি দিয়া সোম পান কৰি আমোদত স্তোত্ৰ গান কৰিলে ॥৮॥ হে মঘবান ইন্দ্ৰ, তোমাৰ সুকীৰ্ত্তি বিলাক বৰ্ণনা কৰি স্তুতিৰূপ অঙ্কুশ এদাল ধাৰণ কৰিছোঁ যি অঙ্কুশেৰে তুমি উৎপতীয়া হাতী বিলাকক দমন কৰিব পাৰিবা । তোমাৰ নিবাস

আমাৰ এই সোম যাগত হওক। হে মঘবান, ভজনীয় তুমি সোম চেপা যজ্ঞত আমাৰ স্তুতি বুজি লোৱা ॥ ৯ ॥

১০ ঋক ১০।৪২।১০ ঋকৰ দৰে ॥ ১০ ॥

১১ „ —১১ „ „ ॥ ১১ ॥

## ৪৫ সূক্ত—ঋ ১২।

### ঋষি— ভলন্দনৰ পুত্র বৎসপ্রি। ছন্দ—ত্রিষ্টুভ। দেৱতা—অগ্নি।

অগ্নি প্রথমে (বিদ্যুৎৰূপে) দ্যুলোকত জন্ম হল। দ্বিতীয়তে জাতবেদ অগ্নি আমাৰ ওচৰত জন্ম হল। মানুহৰ উপকাৰ কৰিবলৈ পানীৰ মাজত তৃতীয় জন্ম হল। এনেকুৱা অনবৰত জাজ্জ্বল্যমান হৈ থকা অগ্নিক (মানুহে) স্তুব কৰে ॥ ১ ॥ হে অগ্নি তোমাৰ তিনি ঠাইত থকা তিনিৰূপ জানো। তোমাৰ থকা ঠাই বহুত বেলেগ বুলি জানো। তোমাৰ গোপনীয় যি উৎকৃষ্ট নাম আছে, সেইটো জানো। য'ৰ পৰা ওলাইছা তাৰ উৎস স্থান জানো ॥ ২ ॥ হে অগ্নি মানুহলৈ মৰম থকা বৰুণ দেৱতাই তোমাক সমূদ্রৰ পানীৰ মাজত জ্বলালে। মানুহলৈ চোৱা দ্যুলোকৰ উৎসৰ ঠাইত আদিত্য মণ্ডলত জ্বলালে। তৃতীয়তে অন্তৰীক্ষৰ পানীৰ মাজত থকা তেওঁক মহান সকলে বৰ্দ্ধন কৰিলে ॥ ৩ ॥ অগ্নিয়ে (দাবাগ্নিয়ে) স্বৰ্গত মেঘৰ গাজনি মৰা দৰে পৃথিবীক চেলেকি গছ-গছনি খাই কান্দিছে (শব্দ কৰিছে)। সদ্যহতে উৎপন্ন হৈ দীপ্ত চোৱা এওঁ পোৱা বস্তু বিলাক বিশেষকৈ চাই। দ্যাবাপৃথিবীৰ মাজত নিজ দীপ্তিৰে প্ৰকাশ হৈ শোভা পাই ॥ ৪ ॥ নিজ বিভূতিৰ উন্নতি কৰা ধনৰ ধাৰক মনেৰে ইচ্ছা কৰা বস্তু (অভিলাষ) পোৱাই দিয়া, সোমৰ ৰক্ষক, সকলোকে বাস কৰাওঁতা, বলৰ পুত্ৰক, পানীত থকা বজা, উষাৰ আগতে হোমৰ কাৰণে জ্বলোৱা অগ্নিয়ে প্ৰকাশ কৰিছে ॥ ৫ ॥ সকলোৰে ধ্বজা, ভুবনৰ (পানীৰ) গৰ্ভ অগ্নি প্ৰাদুৰ্ভাব হৈয়েই দ্যাবাপৃথিবী পূৰণ কৰিছে। যেতিয়া পাঁচ জাতিৰ মানুহে অগ্নিক যজন কৰে তেতিয়া আঁতৰি গৈ দৃঢ় মেঘ উদ্ঘাটন কৰে ॥ ৬ ॥ হবি কামনা কৰা, শোধক, কেউফালে গৈ থকা, মেধাবী অমৰণ অগ্নিয়ে মানুহৰ মাজত নিহিত হ'ল। এই অগ্নিয়ে ধোৱা উলিয়াই ৰঙা ৰূপ ধৰি বগা বস্তিৰে আকাশলৈ গৈছে ॥ ৭ ॥ প্ৰত্যক্ষ দেখা অগ্নিয়ে পোহৰ কৰি বোঁচকৈ জ্বলিছে। গৈ থকা সেই অগ্নিয়ে বিভূতিৰ কাৰণে অভিভৱ কৰিব নোৱাৰা যাতে হয় সেইদৰে ৰঙা হয়। এই অগ্নি (গছ-গছনিৰ) অন্নেৰে অমৰ হৈছে, যি কাৰণে এই সুতীক্ষ্ণ অগ্নিয়ে স্বৰ্গত আদিত্যক জন্ম দিলে। ॥ ৮ ॥ হে কল্যাণ কৰা দীপ্তিৰ দেৱতা, অতি ডেকা অগ্নি, তোমাক যি যজমানে আজি ঘি'উযুক্ত পিঠা কৰি দিছে, সেই বিশিষ্ট যজমানক তুমি বেচি উন্নতিৰ ফালে লৈ যোৱা। দেৱতাৰ ভক্ত সেই যজমানক সুখৰ ফালে লৈ যোৱা ॥ ৯ ॥ হে অগ্নি, তুমি ভাল হবি অন্ন দিয়া কৰ্ম্ম কৰা যজমানক সেৱন কৰা। যি স্তোত্ৰ গাই তেওঁকো সেৱন কৰা। তেওঁ সূৰ্য্যৰ প্ৰিয় হওক,—অগ্নিৰো প্ৰিয় হওক। তেওঁৰ যি পুত্ৰ জন্ম হৈছে আৰু যি হব, সকলোৱে শত্ৰু উচ্ছেদ কৰক ॥ ১০ ॥ হে অগ্নি, প্ৰতিদিনে যজমান সকলে সকলো উত্তম বস্তুৰে তোমাক পূজা কৰে। তোমাৰ সৈতে ধন-দ্ৰব্য কামনা কৰি মেধাবী দেৱতাসকলে গৰুৰ জাকৰ দুৱাৰ মুকলি কৰিলে ॥ ১১ ॥ কৰ্ম্মৰ নেতা সকলৰ সুসেব্য বৈশ্বানৰ অগ্নিক ঋষি সকলে মন্ত্ৰেৰে স্তুতি কৰিলে। সোমৰ ৰক্ষক, দ্বেষ নোহোৱা দ্যাবাপৃথিবীত আমি হোম কৰিম। হে দেৱতাসকল তোমালোকে সুপুত্ৰেৰে সৈতে ধন আমাক দিয়া ॥ ১২ ॥

## ৪৬ সূক্ত—ঋ ১০।

### ঋষি—আদি ৪৫ সূক্তৰ দৰে।

যি অগ্নি, মানুহৰ মাজত বহে (থাকে), অন্তৰীক্ষৰ ওচৰত থাকে, সেই হোতা অন্তৰীক্ষক জনা মহান অগ্নি বেদীত বহিছে। যি অগ্নি যজ্ঞৰ ধাৰক বেদীত নিহিত হল সেই অগ্নিক পৰিচৰণ কৰা (হে বৎস্যপ্ৰি), তোমাৰ অন্ন আৰু ধন বিলাকৰ সেই অগ্নি নিয়মিত হওক,—শৰীৰ ৰক্ষা কৰা হওক ॥ ১ ॥ পানীৰ মাজত লুকাই থকা এই অগ্নিক ঋষি সকলে পলোৱা বাটেৰে (খোজ) অনুসৰণ কৰি চোৰে নিয়া গৰুৰ দৰে পিচে পিচে গ'ল। তাত গুহাত লুকায় থকা পালেগৈ। ধীৰ ভৃগু সকলে নমস্কাৰ কৰা মন্ত্ৰ গাই বিচাৰি উলিয়ালে ॥ ২ ॥ এই মহান অগ্নিক বিভূবসুৰ পুত্ৰেক ত্ৰিত ঋষিয়ে পাবলৈ ইচ্ছা কৰি ভূমিৰ মূধত (মাটিৰ ওপৰত) বিচাৰি পালে। সেই অগ্নি ডেকা সুখৰ বৰ্দ্ধক আমাৰ (যজমানৰ) ঘৰত ওলাই যজ্ঞৰ নাভি (মাজ ঠাই) হৈ তাত থাকিল ॥ ৩ ॥ অগ্নিক কামনা কৰা ঋত্বিক সকলে আমোদ কৰি থকা হোতা, যাগ-যজ্ঞবিলাকৰ নেতা, চলন্ত, সদায় যজ্ঞ ঘৰত থকা, পাবক, হব্যবাহক, অগ্নিক ৰাখি মানুহৰ মাজত থৈ মানুহৰ কাৰণে নমস্কাৰ আৰু স্তুতিৰে প্ৰীত কৰিলে ॥ ৪ ॥ (হে স্তোতা) তুমি শত্ৰু জয় কৰা, মহান,

মেধাবী, ধাৰক অগ্নিক ( স্তুতি কৰিবলৈ ) সমৰ্থ হোৱা। অবোধ যি মানুহ আছে, তেওঁবিলাকে অবোধ নোহোৱা পুৰ ভেদ কৰা, ( অৰণীৰ ) গৰ্ভত থকা, বিচাৰিব লগীয়া, যি হৰিৎবৰ্ণৰ ধোঁৱাৰ চূলিৰ দৰে শিখা থকা প্ৰীতকৰা স্তুতিৰে অগ্নিক হবি দি স্তৱ কৰা ॥ ৫ ॥ তিনি ঠাইত থকা ( গাৰ্হপত্যাদ ) অগ্নিয়ে যজমানৰ ঘৰ স্তম্ভন কৰিবলৈ ( ৰাখি দিবলৈ ) ইচ্ছা কৰি কেউফালে শিখাৰে ব্যাপ্ত হৈ যজ্ঞ ঘৰৰ বেদী স্থানত বহে। এই ঠাইত থাকি প্ৰজায় দিয়া হবি আদি গোটাই দেৱতাক দিবৰ মনেৰে বিবিধ কৰ্ম্মেৰে শক্ৰক নিমন্ত্ৰণ কৰি নেতা দেৱতা সকলৰ ফালে গতি কৰে ॥ ৬ ॥ এই জৰাৰহিত, ৰাক্ষসৰ পৰা ( যজমানক ) পৰিত্ৰাণ কৰা, অৰ্চনীয়, ধোঁৱা ওলোৱা, শোধক, বগা, ক্ষিপ্ৰ প্ৰকৃতিৰ, ভৰণশীল, হাবিত থকা, বায়ুৰ দৰে, সোমবিলাকৰ দৰে অগ্নি ( হবি দাতা যজমানৰ কাৰণে শীঘ্ৰে যায় ) ॥ ৭ ॥ যি অগ্নিয়ে জিভাৰে ( শিখাৰে ) কাম কৰে, যি অগ্নিৰ স্তোত্ৰ বিলাক পৃথিবীৰ ৰক্ষণৰ মনেৰে ৰচনা কৰে, সেই দীপ্যমান, স্তুত্য, দেৱতাৰ আহ্বাতা অগ্নিক অতি যজন কৰিবলগীয়া ( হিচাপে ) ধাৰণ কৰে ॥ ৮ ॥ যি অগ্নিক দ্যাবাপৃথিবীত জন্ম দিলে, পানীত যি অগ্নি উৎপাদন হল, ত্বষ্টাই যাক জন্ম দিলে, ভৃগুসকলে যাক বলেৰে লাভ কৰিলে, স্তুত্য, যাক বায়ুয়ে প্ৰথমে আৰু অন্য দেৱতাই মনুৰ কাৰণে যজন কৰিবলগীয়া অগ্নিক নিষ্পন্ন কৰিলে,—॥ ৯ ॥ হে অগ্নি, হবি বহন কৰা যাক দেৱতাসকলে ধাৰণ কৰিলে, মানুহেও বহুত স্পৃহা কৰি যজন কৰিবলগীয়া অগ্নিক ধাৰণ কৰিলে, সেই তুমি যজ্ঞত স্তৱ কৰা মোক অন্ন দিয়া। তোমাৰ পৰা দেৱতাক বিচৰা যজমানে বহুত যশ পাই ॥ ১০ ॥

## ৪৭ সূক্ত—ঋ ৮।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ সপ্তগু। ছন্দ—ত্ৰিষ্টুপ্। দেৱতা—বৈকুণ্ঠ ইন্দ্ৰ।

হে ধনৰ ধনপতি ইন্দ্ৰ, ধন বিচাৰি আমি তোমাৰ সোঁহাতখন ধৰোঁ। হে বীৰ, তোমাক গৰুৰ গৰাকী বুলি আমি জানো। আমাক বিচিত্ৰ কামবৰ্ষক ধন দিয়া ॥ ১ ॥ ভাল অস্ত্ৰ থকা, ভাল ৰক্ষণৰ, ভাল চকুৰ, চাৰি সাগৰ ব্যাপী থকা যশ ধাৰণ কৰা, ধন পুনঃ পুনঃ ( উৎপত্তি ) কৰা, স্তুতি কৰিবলগীয়া, দুঃখ নিবাৰণ কৰা তোমাক জানো। আমাক ……… ১ ঋকৰ দৰে ॥ ২ ॥ হে ইন্দ্ৰ, তুমি সুস্তুতিৰ, ( লগত ) দেৱতা থকা, বৃহৎ, বহল, গম্ভীৰ, বহল গুবিৰ ( মূলৰ ), ঋষিৰ ( কথা ) শুনা, উগ্ৰ, শক্ৰৰ অভিভব কৰোতা,—আমাক ……… ১ ঋকৰ দৰে ॥ ৩ ॥ হে ইন্দ্ৰ, আমাক অন্ন পোৱা, মেধাবী, তাৰক, ধনৰ পূৰক বাঢ়ি থকা, সুদক্ষ, দস্যুক মাৰিব পৰা, পুৰ ভেদ কৰিব পৰা, বিচিত্ৰ বৰ্ষক পুত্ৰ আৰু ধন দিয়া। আমাক …… ১ ঋকৰ দৰে ॥ ৪ ॥ বহুত ঘোঁৰা থকা, ৰথ থকা, বীৰ পুৰুষ থকা, শত-সহস্ৰ ধন থকা, কল্যাণীয় সেবকেৰে বেৰি থকা, মেধাবী পুত্ৰ থকা, সকলোৰে বলবন্ত পুত্ৰৰে সৈতে, (হে ইন্দ্ৰ) আমাক …… ১ ঋকৰ দৰে ॥ ৫ ॥ মই সপ্তগু সত্য কৰ্ম্মা সুমেধা যুক্ত, মন্ত্ৰৰ পতি, অঙ্গিৰস কুলত জন্ম। মোৰ স্তুতিৰে নমস্কাৰ কৰি দেৱতাৰ ওচৰ চাপিছো। তেনেকুৱা আমাক…… ১ ঋকৰ দৰে ॥ ৬ ॥ মোৰ হৃদয়স্পৰ্শী ভাল মনেৰে গোৱা স্তুতি বিলাকে দূত বিলাকৰ দৰে ইন্দ্ৰৰ সুমতি লাভ কৰিবলৈ ইন্দ্ৰৰ ওচৰ পাইছে। আমাক……১ ঋকৰ দৰে ॥ ৭ ॥ হে ইন্দ্ৰ, তোমাৰ ওচৰত যি যাঞ্চা কৰো সেয়া দিয়া। মোক অসাধাৰণ ডাঙৰ ঘৰ দিয়া,—যাক দ্যাবাপৃথিবীয়ে অনুমোদন কৰে। আমাক…১ ঋকৰ দৰে ॥ ৮ ॥

## ৪৮ সূক্ত—ঋ ১১।

### ঋষি—বৈকুণ্ঠ ইন্দ্ৰ। ছন্দ—জগতী; ৭।১০।১১ ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

( ইন্দ্ৰই কৈছে ) মই ধনৰ মুখ্য অধিপতি। মই বহুত শক্ৰৰ ধন একেলগে জয় কৰো। মোকেই প্ৰাণী বিলাকে পিতৃৰ দৰে মাতে। মই হবি দাতাক অন্ন দিওঁ ॥ ১ ॥ ময়েই অথৰ্ব্বণৰ পুত্ৰ দধীচি ঋষিৰ মূৰ হৰণ কৰিছিলো। ত্ৰিত ঋষিক মেঘৰ পৰা পানী উলিয়াই দিছিলো। মই দস্যু বিলাকৰ পৰা মাতৰিশ্বনৰ আৰু দধ্যচৰ দিবলৈ পানী ধৰি মেঘ ভাঙি দস্যু বিলাকৰ পৰা ধন ( পানী ) আনিছিলো ॥ ২ ॥ মোৰ কাৰণে ত্বষ্টা দেৱতাই লোহাৰ বজ্ৰ সাজি দিছিল। দেৱতা সকলে মোৰ কাৰণে কাম ঠিক কৰি দিছিল। মোৰ সেনা বিলাক সূৰ্য্যৰ সেনাৰ দৰে দুস্তৰ। যি এতিয়া কৰা হৈছে আৰু ভবিষ্যতে কৰা হব সেই সকলো মোৰ ওপৰতে নিৰ্ভৰ কৰে ॥ ৩ ॥ মই গাই গৰু যুক্ত, ঘোঁৰা যুক্ত, সোণৰ অলঙ্কাৰ যুক্ত, গাখীৰ ৰূপী পানী থকা জন্তু বিলাক শৰ মাৰি জয় কৰিলো। যেতিয়া মোক সোমেৰে সৈতে স্তুতি কৰি যজমানে আমোদ দিয়ে তেতিয়া মই হবি দাতা যজমানক সহস্ৰ ধন দিওঁ ॥ ৪ ॥ মই ইন্দ্ৰ,—মোৰ পৰা ধন কোনেও জিনি নিব নোৱাৰে। মই মৰণৰ কেতিয়াও বশীভূত

নহও। সোমযাগ কৰা হে যজমান সকল, তোমালোকৰ আৱশ্যকীয় ধন মোকেই বিচাৰিবা। হে পুৰবাসী সকল, মোৰ সখীত্ব নষ্ট নকৰিবা ॥ ৫ ॥ মই এই বলবান শত্রু দুটা দুটাকৈ একেলগে মাৰিলো, যি শত্রুৱে বজ্রবান মোৰ লগত যুদ্ধ কৰিবলৈ আহিছিল। সিহঁতে (যুদ্ধ কৰো আহ) এই বুলি মাতিছিল। সিহঁত বলত আনত নোহোৱা, ভয়ঙ্কৰ আৰু স্থিৰ ॥ ৬ ॥ মই অকলে এটা শত্রুক মাৰিব পাৰো, দুটা অসহ্য শত্রুকো পৰাভব কৰিব পাৰো, তিনিটাও কৰো। খেতিয়কে ধানখেৰ মৰণা মৰা দৰে নিষ্ঠুৰ বহুত শত্রুক মই মাৰো। মোক ইন্দ্র বিৰোধী শত্রু বিলাকে কি নিন্দা কৰিব পাৰে? ॥ ৭ ॥ গুঙ্গুদেশ ৰক্ষা কৰিবলৈ যেতিয়া পৰ্ণয় আৰু কৰঞ্জ অসুৰক মৰা শুনিলো তেতিয়া মই অতিথিগ্বৰ পুত্রক (দিবোদাসক) শত্রুৰ হিংসা কৰা প্রজাৰ মাজত অন্নৰ দৰে ধাৰণ কৰি ৰক্ষা কৰিলো ॥ ৮ ॥ মোৰ স্তোতা সকলোৱে মিহলোৱা অন্ন ভোগ কৰা হয়। যেতিয়া স্তোতাৰ সংগ্রামত মই অস্ত্র ধৰো তেতিয়া স্তোতা সকলে মোক গৰু অন্বেষণ কৰিবলৈ আৰু সখীত্ব কৰিবলৈ এই দুয়ো প্রকাৰে স্তুতি কৰে। ইয়াৰ পাচত মই স্তোতাই স্তুতি কৰিবলৈ সখীত্ব কৰো ॥ ৯ ॥ দৰৰা-দৰৰি কৰি থকা দুজনৰ এজনে সোম দেখিলে (সোম যাগ কৰিলে)। তাৰে এজনক ৰক্ষক ইন্দ্রই বজ্রৰে সৈতে উলিয়াই দিলে। যি সোম দেখি নেপালে (সোম যাগ নকৰিলে) চোকা সেই সিঙৰ দ্রোহ কৰোতা জনে অন্ধকাৰত আবদ্ধ হৈ পৰি থাকিল ॥ ১০ ॥ আদিত্য সকলক, বসুসকলক আৰু ৰুদ্রৰ পুত্র সকলক দেৱতাৰ স্থানত ইন্দ্রই কোনো হিংসা নকৰে। অপৰাজিত, অহিংসিত, অভিভৱ কৰিব নোৱাৰা তেওঁবিলাকে মোক ভাল অন্ন পাবৰ কাৰণে অনুগ্ৰহ কৰক ॥ ১১ ॥

## ৪৯ সূক্ত—ঋ ১১।

**ঋষি—বৈকুণ্ঠ ইন্দ্র। ছন্দ—জগতী; ২।১১ ত্রিষ্টুভ্। দেৱতা—বৈকুণ্ঠ ইন্দ্র।**

মই ইন্দ্রই (মোক) স্তব কৰোতাক মুখ্য ধন দিওঁ। মন্ত্রেই স্তুতিৰে মোকেই বৰ্দ্ধন কৰো। মই যজমানৰ ধনৰ প্রেৰক। যজন নকৰাক মই সকলো যুদ্ধত পৰাজয় কৰো ॥ ১ ॥ ইন্দ্র নামৰ মোক দেৱতা সকলৰ মাজত স্বৰ্গৰ আৰু পৃথিবীৰ জন্তু বিলাকে মোকেই ধাৰণ কৰে। মই যজ্ঞলৈ (বা ৰণলৈ) যাবলৈ হৰিৎ বৰ্ণৰ বৰ্দ্ধক, বিবিধ কৰ্ম্মা, শীঘ্রগতিৰ ঘোঁৰা ৰথত লগাওঁ। মই মাৰাত্মক বজ্র বলৰ কাৰণে লওঁ ॥ ২ ॥ মই আচ্ছাদক শত্রুৰ পুত্রক কবিৰ (উশনাৰ) কাৰণে বহুত প্রহাৰ কৰি মাৰিলো। মই কুৎস ঋষিক এই বিলাক (শত্রু বধকৰা) ৰক্ষণেৰে ৰক্ষা কৰিলো। শুষ্ণ অসুৰক মাৰিবলৈ বজ্র নিৰ্ম্মিত কৰিলো। মই আৰ্য্য সকলক দিয়া পানী দস্যু বিলাকক নিদিলো ॥ ৩ ॥ মই পিতৃৰ দৰে বেতসু নামৰ ঠাই কুৎসক দিবলৈ তুগ্র আৰু স্মদিভক বশ কৰিলো। মই যজমানৰ ৰাজত্বৰ কাৰণ হওঁ, যাৰ পুত্রৰ দৰে শত্রু মৰা প্রিয় কাম বিলাক কৰো ॥ ৪ ॥ যি শ্রুতবৰ্ণ ঋষিয়ে স্তোত্রৰে সৈতে অনুৰক্ত হৈ মোৰ শুৰিলৈ আহিছিল, সেই ঋষিৰ কাৰণে মই মৃগয় অসুৰক বশ কৰি দিছিলো। মই বেশক নম্র কৰি দিলো। মই সব্যৰ ওচৰত পট্‌গৃভিক গতাই দিছিলো ॥ ৫ ॥ মই সেইজন যি নৱবাস্ত্ব আৰু বৃহৎ ৰথ দাসক বৃত্রক মৰা দৰে ভঙ্গ কৰি দিছিলো,—যেতিয়া সিহঁতে বাঢ়ি আৰু বহল হৈ (শকত হৈ) যুদ্ধত আসক্ত হৈছিল, তেতিয়া পোহৰ ৰজোলোকৰ সিপাৰে (অন্ধকাৰত) দূৰ কৰি ভঙ্গ কৰি দিছিলো ॥ ৬ ॥ যেতিয়া মোক মানুহৰ সোম যাগত দাস শত্রুক মাৰি বা বেলেগ কৰি দি কৰ্ত্তব্য কৰিবলৈ (যজমানে) মাতে, তেতিয়া মই সূৰ্য্যৰ শীঘ্রগামী এতশ ঘোঁৰাৰে বহন কৰা ৰথেৰে (সূৰ্য্য ৰূপেৰে) যাওঁ ॥ ৭ ॥ মই সাতোটা (অসুৰক) মৰা। মই নহুষতকৈও বলবান। বলেৰে তুৰ্ব্বশ আৰু যদুক জয়যুক্ত কৰিছিলো। মই অন্য মোৰ স্তোতাক বলেৰে বলী কৰো। ন-নব্বৈ (নিৰান্নব্বৈ) খন পুৰ নাশ কৰিলো ॥ ৮ ॥ কামবৰ্ষক সুকৰ্ম্মা মই সাতখন বৈ যোৱা, খৰস্রোতা, সদায় চলি থকা নৈ পানীৰে ভৰপূৰ কৰি বিতৰণ কৰি দিছিলো। মানুহৰ অভীষ্ট সিদ্ধিৰ কাৰণে প্রহাৰ কৰি বাট উলিয়াই দিলো ॥ ৯ ॥ মই সেই গৰুৰ গাত এনেকুৱা গাখীৰ ধাৰণ কৰিলো যি গাখীৰ ত্বষ্টা দেৱতাই ধাৰণ কৰিব নোৱাৰিলে। সেই গৰুৰ ওহাৰত নৈৰ পানীৰ দৰে মধুৰ গাখীৰ অহা বছৰ পৰ্য্যন্ত ধাৰণ কৰে ॥ ১০ ॥ এনেকৈয়ে ইন্দ্রই দেৱতা আৰু মানুহৰ মাজলৈ যায়। নিজ বলেৰে মঘবান, সত্যধন, হৰিঘোঁৰা যুক্ত কৰ্ম্মবান, যশস্বী ইন্দ্রৰ সেই খৰতকীয়া কাম বিলাক ঋত্বিক সকলে বৰ্ণনা কৰি স্তুতিৰে গাই ॥ ১১ ॥

## ৫০ সূক্ত—ঋ ৭।

**ঋষি—বৈকুণ্ঠ ইন্দ্র। ছন্দ—১।২।৬।৭ জগতী; ৩।৪ অভিসাৰিণী, ৫ ত্রিষ্টুভ্। দেৱতা—বৈকুণ্ঠ ইন্দ্র।**

হে স্তোতা তুমি মহৎ অন্ন সোমেৰে আমোদ কৰি থকা বিশ্বৰ নেতা, সকলোৱে ভাবনা কৰা মোক ( ইন্দ্ৰক) স্তুতি কৰা; মোৰ ভাল যজ্ঞ, বল, মহৎ অন্ন, সুখ দ্যাবাপৃথিবীত পূজা কৰা ॥ ১ ॥ সেই ইন্দ্ৰৰ সখা হোৱাৰ কাৰণে নৰৰ হিতকৰ, সকলোৰে ঈশ্বৰ, সকলোৰে স্তুত মোৰ নিচিনা ( দেৱতাক ) মানুহে পুনঃ পুনঃ স্তুতিৰে পৰিচৰণ কৰিব লাগে । হে সৎলোকৰ পতি, সকলো বহন কৰিব লগীয়া বলৰ কাম বৃত্ৰ বা মেঘত থকা নিমিত্তে তোমাক স্তুতি কৰা হয় ॥ ২ ॥ হে ইন্দ্ৰ, সেইজন মানুহ কোন যি তোমাৰ অন্ন ভোগ কৰিবলৈ পাই ? যি ধন-সম্পত্তিৰ অধিকাৰী হয় ? যি তোমাৰ অসুৰ ( অদম্য ) বল দিবৰ কাৰণে সোমৰস প্ৰেৰণ কৰে ? যি নিজৰ উৰ্ব্বৰা ভূমিত পানী পাবৰ কাৰণে তোমালৈ হবি দিয়ে ? ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি আমি কৰা স্তোত্ৰেৰে মহান হোৱা । সকলো যাগ-যজ্ঞত যজন কৰিব লগীয়া হোৱা । সকলো যুদ্ধত শত্ৰুৰ মাৰক হোৱা । হে সকলোৰে দ্ৰষ্টা ইন্দ্ৰ, মন্ত্ৰ কৰিব লগীয়া তুমি জ্যেষ্ঠ হোৱা ॥ ৪ ॥ হে অতি জ্যেষ্ঠ ইন্দ্ৰ, তুমি যজ্ঞত কাম কৰা স্তোতাক সোনকালে ৰক্ষা কৰা । তোমাৰ ৰক্ষণ মহৎ বুলি মানুহে জানে । তুমি বুঢ়া নোহোৱা । সোনকালে বাঢ়া । সকলো এই যজ্ঞবিলাক সোনকালে কৰা ॥ ৫ ॥ হে ইন্দ্ৰ, এই সকলো যজ্ঞ সোনকালে কৰা,—হে বলৰ পুত্ৰ ( অৰ্থাৎ বলী ) নিজে যি ধাৰণ কৰিছা । হে ইন্দ্ৰ, শত্ৰুৰ নিবাৰকৰ পাত্ৰ হোৱা । ধৰ্ম্মেৰে ধন ধাৰণ কৰা । তোমালৈ মন্ত্ৰ আৰু স্তোত্ৰ দুয়োবিধ ওলায় আহক ॥ ৬ ॥ হে বিপ্ৰ ইন্দ্ৰ, যি সকলে তোমাৰ স্তোত্ৰ কৰে, সেই সকলোৱে গোটেখাই বহুত নিবাস যোগ্য ধন দানৰ কাৰণে তোমালৈ সোম অভিষুত কৰে । সেই অনুস্থান কৰা সকলে সুখ লাভ কৰিবলৈ মনৰ বাটেৰে ( দানৰ কাৰণে ) প্ৰভাব বিস্তাৰ কৰক । অভিষুত কৰা সোমৰ আমোদত ( ইন্দ্ৰই প্ৰভাব কৰক ) ॥ ৭ ॥

## ৫১ সূক্ত—ঋ ৯ ।

**ঋষি—১।৩।৫।৭।৯ দেৱতা সকল। ২।৪।৬।৮ সৌচিক অগ্নি । ছন্দ—ত্ৰিষ্টুপ্ । দেৱতা—১।৩।৫।৭।৯ অগ্নি ; ২।৪।৬।৮ দেৱতা সকল ।**

( দেৱতা সকলে কৈছে ) সেই ডাঙৰ শকত ঢাকনিৰে ঢাক খাই তুমি যে পানীত লুকাই আছা, হে জাতবেদ অগ্নি, তোমাৰ সকলো অঙ্গ বহুত প্ৰকাৰে একজন দেৱতাই দেখিলে ॥ ১ ॥ ( অগ্নিয়ে কৈছে ) কোনে মোক দেখিলে ? সেই দেৱতা জন কোন যি মোৰ অঙ্গ বহুত ঠাইত দেখিলে ? হে মিত্ৰাবৰুণ, মই অগ্নিৰ সেই দেৱতাৰ বাটেৰে যোৱা পোহৰ বিলাক ক'ত আছে ? ॥ ২ ॥ ( দেৱতা সকলে কৈছে ) হে জাতবেদ অগ্নি, তোমাক পানীত, গছ-গছনিত, বহুত ধৰণেৰে সোমাই থকা যম দেৱতাই জানিলে । হে চিত্ৰভানু, বাস কৰা গুপ্ত ঠাইত যেচিকৈ প্ৰকাশ কৰি থকা যম দেৱতাই দেখিলে । ( অগ্নিৰ দহোতা থকা ঠাই অগ্নি, বায়ু, আদিত্য, তিনি লোক, পানী, গছ-গছনি, লতা গুল্ম, প্ৰাণীৰ শৰীৰ ) ॥ ৩ ॥ ( অগ্নিয়ে কৈছে ) হে বৰুণ, হবি বহন কৰা কাৰণে ভয় কৰি মই ইয়ালৈ আহিলো যে মোক এনেকৈ হবি বহন কৰি থাকিবলৈ দেৱতা সকলে নিয়োগ কৰি থাকিব । তালৈকে ভয় কৰি মোৰ শৰীৰ পানীত সুমালো । এই হবি বহন কৰা কাম মই নকৰো ॥ ৪ ॥ ( দেৱতাই কৈছে ) হে অগ্নি, আহা । মানুহে দেৱতাক বিচাৰি যজ্ঞ কৰিব খুজিছে । অলঙ্কাৰ পিন্ধি আহা । তুমি এই অন্ধকাৰত আছাহি । দেৱতাৰ ওচৰলৈ মানুহ যোৱা বাট সুগম কৰাহি । আমালৈ সুমনা হৈ যজ্ঞ বহণ কৰা ॥ ৫ ॥ ( অগ্নিয়ে কৈছে ) মোৰ ( অগ্নিৰ ) আগত জন্ম হোৱা ককাই ( ভূপতি, ভুবন পতি, ভূতপতি ) তিনিজন এই ( হবি বহন কৰা ) কাৰণে বাটত ৰথীৰ দৰে মৰিল । সেই কাৰণে মৰণলৈ ভয় কৰি কাঁড় লগা গোৰ পছুৰ দৰে কঁপি কঁপি আহিলো ॥ ৬ ॥ ( দেৱতাই কৈছে ) হে অগ্নি, তোমাৰ আয়ুস জৰা-মৰণহীন কৰি দিম । আয়ুযুক্ত হৈ যাতে নমৰা তেনে কৰি দিম । সেইবাবে হে সুজন্মৰ অগ্নি, ভাল মনৰ হৈ দেৱতাৰ হবিৰ ভাগ দেৱতালৈ বহন কৰি দিয়া ॥ ৭ ॥ ( অগ্নিয়ে কৈছে ) হে দেৱতা সকল মোক প্ৰধান ( প্ৰথম ) হবিৰ ভাগৰ আৰু শেষ হবিৰ ভাগ ( প্ৰযাজ আৰু অনুযাজ ) আৰু সাৰভূত হবিৰ ( স্বিষ্টকৃৎ ) ভাগ দিবা । পানীৰ সাৰভূত ঘি'উ, গুল্ম-লতাৰ সাৰভূত আৰু পুৰুষৰ ভাগ দিবা । মোৰ দীৰ্ঘায়ু হব ॥ ৮ ॥ ( দেৱতাই কৈছে ) হে অগ্নি, তোমাৰ প্ৰযাজ্য আৰু অনুযাজ্য আৰু কেৱল বলৱন্ত ( স্বিষ্টকৃৎ ) হবিৰ ভাগ হওক । হে অগ্নি, গোটেই যজ্ঞ তোমাৰেই হওক । চাৰিদিশে তোমাক নমস্কাৰ কৰক ॥ ৯ ॥ ( গোটেই যজ্ঞ আৰু চাৰি দিশত নমস্কাৰ, এই দুটা অগ্নিয়ে বিচৰাতকৈও দেৱতাসকলে বেচিকৈ দিলে । অন্য দেৱতাৰ চাৰিদিশে নমস্কাৰ নহয় ) । ( অগ্নিয়ে পানীত লুকাই থকা ১/৬৫ সূক্তত আছে )

## ৫২ সূক্ত—ঋ ৬

### ঋষি—সৌচিক অগ্নি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিশ্বেদেৱা ( সকলো দেৱতা )

হে দেৱতাসকল, মোক যে এই যজ্ঞত দেৱতাৰ আহ্বাতাৰূপে বৰণ কৰিলা, মোক আজ্ঞা দিয়া—তোমালোকক কি স্তুতি কৰিম? কেনেকৈ স্তুতি কৰিম? ক'ত বহি স্তুতি কৰিম? মোৰ যি ভাগ কল্পনা কৰিছা—কোৱা। আৰু যি পথেদি হৱি বহন কৰিম,—কোৱা ॥ ১ ॥ অতি যজন কৰিব পৰা মই হোতা হৈ যজ্ঞ কৰিবলৈ বহিলোঁ। মৰুত সকলে পঠিয়াই দিছে। হে অশ্বিনী দুজন, তোমালোকৰ প্ৰতিদিন অধ্বৰ্য্যুৰ কাম হব। সোম স্তোতা হৈছে। তেওঁ তোমালোকৰ আহুতি ( অৰ্থাৎ তোমালোকে পান কৰা ) ॥ ২ ॥ কোনো এজন দেৱতাই ( যমে ? ) কৈছে ) যি এয়া হোতা হৈছে, তেঁওঁ কোন ? যমলৈ ভয় কৰিছে ? কি হৱি বহন কৰিব ? যি হৱি দেৱতা সকলে পাই, সেয়া নেকি ? অগ্নি প্ৰতিদিন জন্ম হয়,—মাহে মাহে জন্ম হয়.—এই অগ্নিক দেৱতাসকলে হৱি বহন কৰিবলৈ ধৰিছে ॥ ৩ ॥ মই অগ্নিক দেৱতাসকলে হৱি বহন কৰিবলৈ নিয়োগ কৰিলে, যি মই পলায় গৈ বহুত দুখৰ ঠাইত ফুৰিলো। এই ( মই ) অগ্নিয়ে সকলো জানি যজ্ঞ কল্পনা কৰিছো। সেই যজ্ঞৰ পাচটি পথ, তিনিটা পাক, সাতটাদাল ( সপ্ত ছন্দৰ ॥ ৪ ॥ হে দেৱতাসকল তোমালোকক মই অমৃতত্ব আৰু বীৰত্ব বিচাৰিছো যাতে তোমালোকৰ পৰিচৰ্য্যা কৰিব পাৰো। ইন্দ্ৰই হাতত অস্ত্ৰ ধাৰণ কৰক আৰু এই সকলো শত্ৰু সেনা জয় কৰক ॥ ৫ ॥ তিনি শ, তিনি হেজাৰ, ত্ৰিশ আৰু ন, ( ৩৩৩৯ ) জন দেৱতাই অগ্নিক ঘিঁউৰে সিচি দি পৰিচৰণ কৰি, কুশ মেলি হোতা অগ্নিক নিয়মেৰে স্থাপন কৰিলে ॥ ৬ ॥

## ৫৩ সূক্ত ঋ—১১।

### ঋষি—দেৱতাসকল। ৪।৫ সৌচিক অগ্নি। ছন্দ—১—৫।৮ ত্ৰিষ্টুভ; ১।৭।৯-১১ জগতী। দেৱতা ১—৩।৬-১১ সৌচিক অগ্নি; ৪।৫ দেৱতাসকল।

যি অগ্নিক আমি মনেৰে বিচাৰিছিলো তেওঁ আহিল।—যি অগ্নিয়ে যজ্ঞক জানে, যজ্ঞৰ অঙ্গবিলাক জানে। অতি যজন কৰিবলগীয়া অগ্নিয়ে আমাৰ যজ্ঞত বহক আৰু দেৱতাৰে ভৰি থকা যজ্ঞত যজন কৰক ॥ ১ ॥ অতি যজন কৰিবলগীয়া এই হোতা অগ্নি বহিলত আহুতিৰ যোগ্য হল। ভালকৈ ৰখা হৱিবিলাক চাইছে। 'আহুতি পাবলগীয়া দেৱতাক সোনকালেই যজন কৰিম, স্তুতি পাবলগীয়া দেৱতাক স্তুতি কৰিম।" এই বুলি ভাবি চাইছে ॥ ২ ॥ এই অগ্নিয়ে আজি আমাৰ যজ্ঞ ভাল কৰিলে। আমি যজ্ঞৰ গুপুত জিভাখন ( অগ্নিক ) পাইছো। সেই অগ্নিয়ে সুগন্ধী পৰমায়ু পাইছে। আৰু আমাৰ কাৰণে যজ্ঞ ভাল কৰিছে ॥ ৩ ॥ ( অগ্নিয়ে কৈছে ) আজি মই মুখ্য সেই বচন ক'ম যি বচনেৰে আমি অসুৰ পৰাজয় কৰিব পাৰো। হে যজ্ঞাৰ্হ পঞ্চ জন সকল, (দেৱতা মানুহ আদি) তোমালোকে মোৰ হোম কৰা সেৱন কৰা ॥৪॥ হে পঞ্চজনা মোৰ হোম কৰা সেৱন কৰা। আৰু মাটিত উৎপন্ন হোৱা যি যজ্ঞাৰ্হ আছে,—মই হোম কৰা সেৱন কৰা। পৃথিৱীৰ দেৱতাই পৃথিৱীত হোৱা পাপৰ পৰা আমাক ৰক্ষা কৰা আৰু অন্তৰীক্ষৰ দেৱতাই স্বৰ্গত হোৱা পাপৰ পৰা ৰক্ষা কৰা ॥ ৫ ॥ হে অগ্নি, যজ্ঞ বিস্তাৰ কৰি ৰজো লোকত পোহৰ দিওঁতা আদিত্যৰ মাজত সোমোৱা। জ্যোতিষ্মান যজ্ঞৰ পথত কৰ্ম্মৰ যোগেৰে ৰক্ষা কৰা। সেই অগ্নিয়ে স্তোতাৰ কৰ্ম্ম বৰ্দ্ধন কৰি দিয়ক। হে অগ্নি, তুমি স্তুত্য হোৱা. দেৱতাৰ সজ্ঘ উৎপাদন কৰা ॥ ৬ ॥ হে সোমাৰ্হ দেৱতা সকল ৰথৰ অক্ষত ( ধুৰাত ) ঘোঁৰা বান্ধা। ঘোঁৰা বন্ধা ৰচি ( লেকাম ) সংস্কাৰ কৰা,—ঘোঁৰা শোভিত কৰা। আঠোটা বন্ধুৰৰ ৰথ, কেউফালে বহন কৰা,—যি ৰথেৰে দেৱতা সকলে, প্ৰিয় আমাক লৈ আহিছিল ॥ ৭ ॥ অশ্মণ্বতী নৈ বৈ গৈছে। ভালকৈ ধৰা,—উথা, নৈৰ পাৰ হোৱা। হে সখা সকল, যি অসুখ হোৱা আছে তাক এই নদীতে এৰি যাম। সুখকৰ হৱি অন্ন (আদি) পাবলৈ আমি নামিম ॥ ৮ ॥ এই ত্বষ্টাই পাত্ৰ নিৰ্ম্মান কৰিব জানে। তেওঁ ভাল কাম কৰাৰ ভিতৰত অতি ভাল কাম কৰা। তেওঁ দেৱতাই পান কৰা সোমৰ পাত্ৰ ধাৰণ কৰি আছে। এতিয়া তেওঁ ( অগ্নিৰ কাৰণে খৰি কাটিবলৈ ) ভাল লোহাৰ কুঠাৰ ধাৰ কৰিছে যি কুঠাৰেৰে এতশ বৰ্ণৰ ব্ৰহ্মণস্পতিয়ে কাটিব ॥ ৯ ॥ হে মেধাৱী ( ঋভু ) সকল তোমালোক আহা। এতিয়া কুঠাৰ চোকা কৰা, যি কুঠাৰেৰে অমৃত ৰাখিবলৈ পাত্ৰ তৈয়াৰ কৰিলা। হে বিদ্বান কেজন তোমালোকে গুপুত বাস কৰা ঠাই বিলাক সাজা যি ঠাইত তোমালোকে অমৃতত্ব লাভ কৰিছিলা ॥ ১০ ॥ সেই ঋভু সকলে মাইকী মৰা গৰু এজনীৰ ছালত এজনী গৰু সুমাই দিলে আৰু এটা পোৱালী সন্মুখত ৰাখিলে। তেওঁ বিলাকৰ দেৱত্ব পাবলৈ ইচ্ছা আছিল। তেওঁ বিলাক সদায় ভজন শীল, যোগ্য স্তুতি কৰি শত্ৰুৰ

জয়ৰ কাম কৰে ॥ ১১ ॥

## ৫৪ সূক্ত—ঋ ৬।

ঋষি—বামদেবৰ পুত্ৰ বৃহৎ উক্থ ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে মঘবন ইন্দ্ৰ, তোমাৰ মহত্বৰ কীৰ্ত্তি ঘোষনা কৰিম যেতিয়া অসুৰৰ ভয়ত দ্যাবাপৃথিবীয়ে তোমাক আহ্বান কৰিছিল তেতিয়া দেৱতা সকলক তুমি ৰক্ষা কৰিলা। দাস বিলাকক মাৰিলা। তেতিয়া প্ৰজাক যি বল দিছিলা ( সেই বিলাক কীৰ্ত্তন কৰিম ) ॥ ১ ॥ হে ইন্দ্ৰ, তুমি শৰীৰেৰে বৰ্দ্ধমান হৈ মানুহক ( প্ৰাণীক ) যেনেকৈ কৈ ফুৰিছিলা, সেই বল বিলাকৰ কথা ক'ম। সেই বিলাক ( ঋষি সকলে ) মায়া বুলি কৈছিল। এতিয়া শত্ৰু মাৰিবলৈ পোৱা নাই নেকি? আগতে কি শত্ৰু পাইছিল? ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ মহিমাৰ অন্ত আমাৰ আগৰ পূৰণি ঋষি সকলে ক'ত পাইছিল? কাৰণ আই আৰু বোপাই ( দ্যাবাপৃথিবীক ) একে লগেই সৃষ্টি কৰিছিলা ॥ ৩ ॥ হে ইন্দ্ৰ, মহৎ পূজ্য তোমাৰ অহিংসিত নামৰ চাৰিটা দৈব বল আছে। হে সখা তুমি সেই সকলো বিলাক জানা, যি বলেৰে হে মঘবান ইন্দ্ৰ, তুমি ডাঙৰ কামবিলাক কৰিছিলা ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি সকলো কেৱল অসাধাৰণ ধন অধিকাৰ কৰি আছা, যিবিলাক ধন ওলায় আছে আৰু লুকায় আছে। হে মঘবান ইন্দ্ৰ, মোৰ আকাঙ্খা নষ্ট নকৰিবা। তুমি দিবলৈ আজ্ঞা দিয়া,—নিজেও দিয়া ॥ ৫ ॥ যি ইন্দ্ৰই জ্যোতিষ্মান বস্তুত জ্যোতি ধাৰণ কৰিলে, যি মধুৰ ৰসেৰে মধু সৃষ্টি কৰিলে, তেওঁৰ উদ্দেশ্যে মন্ত্ৰ কৰ্ত্তা বৃহৎ উক্থ (মই) এই প্ৰিয়, ওজস্বী স্তব ৰচনা কৰিলো ॥ ৬ ॥

## ৫৫ সূক্ত—ঋ ৮।

ঋষি আদি ৪৪ সূক্তৰ দৰে।

হে ইন্দ্ৰ সেই এটা নাম দূৰৈত আছে যিটো নাম মানুহে পৰাঙ্মুখ হৈ গুপ্ত কৰি থয়, যেতিয়া ( সেই নামেৰে ) দ্যাবাপৃথিবীয়ে ভয় খাই অন্নৰ কাৰণে আহ্বান কৰে। তোমাৰ ওচৰত দ্যাবাপৃথিবীক বেলেগ কৰি ৰাখি দিলা। হে মঘবান ইন্দ্ৰ, ভায়েৰৰ পুত্ৰ বিলাকক দীপ্ত কৰি ৰাখি থলা ॥ ১ ॥ হে ইন্দ্ৰ, তোমাৰ সেই গুপ্ত বহুতৰ স্পৃহনীয় নাম মহৎ,—যি নামেৰে ভূত আৰু ভবিষ্যত উৎপাদন কৰিলা। পূৰণি যি জ্যোতি এই ইন্দ্ৰৰ প্ৰিয় ( তাৰে ) সেই উৎপন্ন হোৱা প্ৰিয়কৰ পাঁচ জাতি সন্নিবেশ কৰিলা ॥ ২ ॥ এই ইন্দ্ৰই দ্যাবা-পৃথিবী সকলো পিনে পূৰণ কৰিলে আৰু মাজৰ অন্তৰীক্ষ পূৰণ কৰিলে। পাঁচ দেৱতা ( জাতি ) আৰু সাতৰ ( সংখ্যাৰ ) সকলো ভন্তু নিজৰ জ্যোতিৰ্ম্ময় কামৰ দ্বাৰা চাই ফুৰে আৰু চৌত্ৰিশ তত্বৰে চাই ফুৰে ॥ ৩ ॥ হে উষা, প্ৰকাশ কৰা দেৱতাৰ মাজত প্ৰথম প্ৰকাশ তুমিয়েই কৰিলা, যি জ্যোতিৰে পৰিপুষ্টতকৈও পৰিপুষ্ট হৈ ( আদিত্য ) উৎপাদন হল, যেতিয়া তোমাৰ বন্ধুত্ব আমাৰ কালে ওপৰত থকা মহত্তকৈও মহৎ এজন ( আদিত্য ) বলবন্ত হৈ চলি যায় ॥ ৪ ॥ সকলো যুদ্ধাদিৰ কৰ্ত্তা, বহুত শত্ৰুক নষ্ট কৰোতা ডেকাক জৰাই ( ইন্দ্ৰৰ আজ্ঞাত ) আক্ৰমণ কৰে। ইন্দ্ৰ দেৱতাৰ মহত্ব যুক্ত সামৰ্থ্য চোৱা যে বুঢ়া হৈ মানুহ মৰে। সিয়েই আকৌ ( জন্মান্তৰত ) প্ৰাদুৰ্ভাব হয় ॥ ৫ ॥ বলেৰে সক্ষম ৰঙা বৰণৰ এটা চৰাই আছিছে। সি মহান, বীৰ। তাৰ বাঁহ নাই। সেই চৰাই ৰূপী ইন্দ্ৰই যি জানে সেইটো সত্য, কেতিয়াও ব্যৰ্থ নহয়। সেই তেওঁৰ স্পৃহনীয় ধন শত্ৰুৰ পৰা জয় কৰা—আনি আমাক দিয়ে ॥ ৬ ॥ ইন্দ্ৰই এই, মৰুত সকলেৰে সৈতে বৰ্ষক বল ধাৰণ কৰিলে, যাৰে সৈতে বজ্ৰবান ইন্দ্ৰই বৃত্ৰ বধ কৰি পৃথিৱীলৈ বৰষুণ পেলাই দিলে। মহৎ ইন্দ্ৰই এনে কৰ্ম্ম কৰাত মৰুত সকলে ঋতৰ ( নিয়মৰ ) ( পানীৰ ) কৰ্ম্ম কৰিবলৈ লাগে ॥ ৭ ॥ সেই ইন্দ্ৰই মৰুতেৰে সৈতে কাম বিলাক ( বৰষুণ দিয়া ইত্যাদি ) উৎপাদন কৰে। বহুত বলী, অতি মনস্বী, তৎক্ষণাৎ শত্ৰু অভিভব কৰা ইন্দ্ৰই দ্যুলোকৰ পৰা অহি সোম পান কৰি বৰ্দ্ধমান হৈ বলী হৈ অস্ত্ৰেৰে যুদ্ধ কৰি শত্ৰু মাৰে ॥ ৮ ॥

## ৫৬ সূক্ত—ঋ ৭।

ঋষি—বামদেবৰ পুত্ৰ বৃহৎ উক্থ। ছন্দ—ত্ৰিষ্টুভ্ ৪-৬ জগতী। দেৱতা—বিশ্বেদেবা ( সকলো দেৱতা )।

( বৃহদুক্থৰ পুত্ৰ বাজিন মৃত্যু হোৱাত শ্মশানত দাহ কৰোতে কৈছে ) এয়া অগ্নি এক জ্যোতি।—তাত সোমোৱা। আৰু এক ( জ্যোতি বায়ুৰূপী ) সোৱা, —তাত সোমোৱা। তৃতীয় ( জ্যোতি আদিত্য ৰূপী )—তাত সোমোৱা। শৰীৰেৰে তাত সোমায় মঙ্গলময় হোৱা। সেই পৰম পিতাৰ লগত প্ৰিয় হোৱা ॥ ১ ॥ হে বাজিন, তোমাৰ শৰীৰেৰে এই পৃথিৱীৰ শৰীৰলৈ গৈছে। ( সেই পৃথিৱীয়ে ) বিচৰা ধন আমাক দিয়ে। তোমাক সুখ দিয়ক। তুমি স্থানভ্ৰষ্ট নহৈ মহৎ ধাৰক দেৱতা

সকলৰ স্বৰ্গৰ জ্যোতি সূৰ্য্যত মিলি যোৱা ॥ ২ ॥ তুমি বলেৰে বলবান, কান্তিমান, ভালকৈ পঠিওৱা তুমি কৰা স্তোত্ৰৰ (দেৱতাৰ গুৱিলৈ) তুমি যোৱা। ভালকৈ স্বৰ্গলৈ যোৱা। তুমি কৰা ভাল সত্য ধৰ্ম্মৰ অনুগমন কৰা। ভাগ দেৱতা সকলৰ আৰু ভালকৈ চলি যোৱা আদিত্যৰ বাট লোৱা ॥ ৩ ॥ আমাৰ পিতৃ-পুৰুষ (অঙ্গিৰসেও) এই দেৱতা সকলৰ মহত্বৰ ভাগ পাইছিল। সেই দেৱতা সকলেও (দেৱত্ব প্ৰাপ্ত হোৱা অঙ্গিৰসৰ) তেওঁৰ ওপৰত দেৱতাৰ ক্ৰিয়া-কলাপ ধাৰ্য্য কৰিছিল। আৰু যি জ্যোতি দীপ্ত হৈছিল সেই বিলাক গোটখাই দেৱতাৰ শৰীৰত আকৌ সোমায়ছিল ॥ ৪ ॥ (আমাৰ পিতৃ সকলে) নিজ বলবীৰ্য্যৰে সকলো ৰজোলোকৰ পূৰ্ব্বত কোনো নোযোৱা ঠাই বিলাকলৈ গৈ কেউ-ফালে নিজ ইচ্ছামতে ফুৰিছিল। (তেওঁলোকে কৰোতে) সকলো ভুবন নিজ শৰীৰেৰে নিয়ন্ত্ৰণ কৰিছিল। বহুত ধৰণৰ প্ৰজা সৃষ্টি কৰিছিল ॥ ৫ ॥ (আদিত্যৰ) পুত্ৰ সকলে (অঙ্গিৰস সকলে) বলবন্ত, স্বৰ্গক জনা তৃতীয় কৰ্ম্মৰে দুই প্ৰকাৰে সংস্থান কৰিছিল। পিতৃসকলে নিজ পুত্ৰ উৎপাদন কৰি নিজৰ বল পুত্ৰত সংস্থান কৰি চিৰস্থায়ী বংশ ৰক্ষা কৰি গল ॥ ৬ ॥ পানী (নৈ) পাৰ কৰা নাৱৰ দৰে মানুহে যেনেকৈ সকলো দুঃখৰ পৰা পাৰ হৈ যায় সেইদৰে বৃহদুকৃথ মই নিজ পুত্ৰ বাজিনক নিজ মহত্বৰে অগ্নি আদিত ৰাখিলো।—স্বৰ্গত (আদিত্য লোকত) ৰাখিলো ॥ ৭ ॥

## ৫৭ সূক্ত—ঋ ৬।

ঋষি গোপায়নৰ পুত্ৰ বন্ধু, শ্ৰুত বন্ধু, বিপ্ৰবন্ধু। ছন্দ—গায়ত্ৰী। দেৱতা—বিশ্বদেব সকল।

হে ইন্দ্ৰ, আমি যি পথ অবলম্বন কৰিলোঁ সেই পথ নেৰোঁ। অসমাপ্ত সোম যজ্ঞৰপৰা নেযাওঁ। আমাৰ মাজত শত্ৰু থাকিবলৈ নিদিওঁ ॥ ১ ॥ যি এই বিস্তৃত যজ্ঞ স্তোতা আৰু ঋত্বিক সকলে বিস্তৃত কৰিছে, সেই আহ্বান কৰা যজ্ঞ সৰ্ব্বতোভাবে পামগৈ। (নিয়মিত বাট এৰি নিদিওঁ) ॥ ২ ॥ আমি এতিয়াই (মায়াবীয়ে অপহৰণ কৰা সুবন্ধুৰ) মন নৰাশংসৰ সোমেৰে (পিতৃসকলৰ সোমেৰে) পিতৃ (অঙ্গিৰস) সকলৰ মননীয় স্তোত্ৰেৰে আহ্বান কৰিম ॥ ৩ ॥ (হে সুবন্ধু) তোমাৰ মন আকৌ ঘুৰি আহক,—কৰ্ম্ম কৰিবলৈ আৰু বলৰ কাৰণে, চিৰকাল সূৰ্য্য দেখি জীয়াই থাকিবলৈ (মন ঘুৰি আহক) ॥ ৪ ॥ আমাৰ পিতা (অঙ্গিৰস) সকলে তেওঁক (সুবন্ধুক) প্ৰাণ পুনৰ দিয়ক। দেৱতাসকলেও জীৱন আৰু কৰ্ম্ম দিয়ক। আমি দুয়োৰো (পক্ষৰ) পৰা বিচাৰিছো ॥ ৫ ॥ হে সোম দেৱতা, আমি তোমাৰ কামত আৰু অঙ্গত মন নিবেশ কৰি পুত্ৰ পৌত্ৰাদি যুক্ত হবলৈ বিচাৰিছোঁ ॥ ৬ ॥

## ৫৮ সূক্ত—ঋ ১২।

ঋষি—৫৭ সূক্তৰ দৰে। ছন্দ-অনুষ্টুপ। দেৱতা মন আৱৰ্ত্তন (মৰা সুবন্ধুৰ মন ঘুৰাই অনা)

(হে সুবন্ধু) তোমাৰ মন বিবস্বতৰ পুত্ৰ যমে (লৈ) দূৰলৈ গল। ইহলোকত চিৰজীৱী হৈ বাস কৰি থাকিবলৈ তোমাৰ সেই মন আমি ঘুৰাই আনিম ॥ ১ ॥ যি তোমাৰ মন স্বৰ্গলৈ গল বা পৃথিবীৰ দূৰ ঠাইলৈ গ'ল ইহলোকত ... ১ ঋকৰ দৰে ॥ ২ ॥ যি তোমাৰ মন পৃথিবীৰ চাৰিওফালে ভ্ৰষ্ট হৈ দূৰলৈ গল,—ইহলোকত—...১ ঋকৰ দৰে ॥ ৩ ॥ যি তোমাৰ মন চাৰি মহাদিশত দূৰলৈ গল,—ইহলোকত . ১ ঋকৰ দৰে ॥ ৪ ॥ যি তোমাৰ মন, সাগৰ বা মেঘলৈ দূৰলৈ গল,—ইহলোকত ...১ ঋকৰ দৰে ॥ ৫ ॥ যি তোমাৰ মন দূৰৈৰ গৈ থকা পোহৰলৈ গল,—ইহলোকত ... ১ ঋকৰ দৰে ॥ ৬ ॥ যি তোমাৰ মন দূৰৈৰ গছ-গছনিলৈ গল,—ইহলোকত ... ১ ঋকৰ দৰে ॥ ৭ ॥ যি তোমাৰ মন দূৰলৈ সূৰ্য্য আৰু ঊষালৈ গল,—ইহলোকত ... ১ ঋকৰ দৰে ॥ ৮ ॥ যি তোমাৰ মন ডাঙৰ পৰ্ব্বতলৈ দূৰলৈ গ'ল—ইহলোকত ... ১ ঋকৰ দৰে ॥ ৯ ॥ যি তোমাৰ মন এই দূৰৰ বিশ্বজগতলৈ গল,—ইহলোকৰ ...১ ঋকৰ দৰে ॥ ১০ ॥ যি তোমাৰ মন অতি দূৰ দেশলৈ দূৰলৈ গলত,—ইহলোকত ... ১ ঋকৰ ॥ ১১ ॥ যি তোমাৰ মন হৈ যোৱা আৰু হবলগীয়া ঠাইলৈ দূৰলৈ গল—ইহলোকত...১ ঋকৰ দৰে ॥ ১২ ॥

## ৫৯ সূক্ত—ঋ ১০।

ঋষি আদি ৫৭ সূক্তৰ দৰে। ছন্দ—১-৭-ত্ৰিষ্টুপ; ৮-পংক্তি; ৯-মহাপংক্তি; ১০-পংক্তি-উত্তৰা। দেৱতা—১-৩-নিঋতি; ৪-নিঋতি আৰু সোম; ৫।৬ অসুনীতি; ৭-ঋকত কোৱা মতে; ৮-১০-আধা—দ্যাবাপৃথিৱী; ১০ আধা-দ্যাবাপৃথিৱী আৰু ইন্দ্ৰ।

কৰ্ম্মবন্ত সাৰথিয়ে ৰথ চলোৱা দৰে সুবন্ধুৰ আয়ুস বৰ্দ্ধন হওক (যাতে) বেচি বাঢ়ি যৌবন প্ৰাপ্ত হয়।

জীৱন অঁাতৰি যোৱা মানুহৰ আয়ুসৰ কাৰণে অভি-লাষ বেচি হয়। নিঋতি দেৱতা অতি দূৰলৈ এৰি গুচি যাওক ॥ ১ ॥ জীৱন ( ৰূপ ) ধনৰ কাৰণে সাম গান কৰিবলৈ বহুত ভাল হবি অন্নও যোগাৰ কৰি ৰাখিছো। সেই বিলাকেৰে সৈতে নিঋৃতি দেৱতাই আমাৰ স্তুতিৰ সোৱাদ লওক। নিঋতি ……১ ঋকৰ দৰে ॥ ২ ॥ আমি শত্ৰুক ভালকৈ বলেৰে পৰাজিত কৰিম যেনেকৈ সূৰ্য্য পৃথিৱীৰ ওপৰত থাকে, যেনেকৈ পৰ্ব্বতে তলৰ ঠাই অভিভব কৰি ৰাখে। আমাৰ সকলো স্তোত্ৰ নিঋতিয়ে শুনক ( জানক )। নিঋতি …… ১ ঋকৰ দৰে ॥ ৩ ॥ হে সোম, আমাক মাৰিবলৈ এৰি নিদিবা। এতিয়া উদয় হোৱা সূৰ্য্য দেখি থাকিম। দিনে দিনে আয়ুস টুটি যোৱা ভাব যেন আমাৰ সুখকৰ হয়; নিঋতি …… ১ ঋকৰ দৰে ॥ ৪ ॥ হে অসুনীতি ( প্ৰাণৰ নেত্ৰী ) দেৱী, আমালৈ আকৌ মন কৰ। জীয়াই থকা আমাৰ আয়ুস ভালকৈ বৰ্দ্ধন কৰা। সূৰ্য্য সদায় দেখিবলৈ আমাক ৰাখি দিয়া। তুমি আমি দিয়া ঘিঁউৰে শৰীৰ বৰ্দ্ধন কৰা ॥ ৫ ॥ হে অসুনীতি ( প্ৰাণৰ নেত্ৰী ) দেৱী, আমাৰ ( সুবন্ধুৰ ) চকু, প্ৰাণ আৰু ভোগ পুনৰ ইয়াতেই আমাক দিয়া। আমি সদায় সূৰ্য্য উদয় দেখিবলৈ পাম। হে অনুমতি ( অনুগ্ৰহ কৰা ) দেৱী আমাক কল্যাণকৰ সুখ দিয়া ॥ ৬ ॥ হে পৃথিৱী, আমাক ( সুবন্ধুৰ ) প্ৰাণ পুনঃ দিয়া। স্বৰ্গ দেৱতাই ( তেওঁৰ ) প্ৰাণ পুনঃ দিয়ক। অন্তৰীক্ষ দেৱ-তাই ( তেওঁৰ ) প্ৰাণ পুনঃ দিয়ক। সোমে ( সুবন্ধুৰ ) শৰীৰ আমাক পুনৰ দিয়ক। পূষা দেৱতাই ( সুবন্ধুৰ ) পথ্য বাক্য পুনৰ দিয়ক, স্বস্তিও দিয়ক ॥ ৭ ॥ মহতী ঋতৰ ( নিয়মৰ ) নিৰ্ম্মাত্ৰী দ্যাবাপৃথিৱীয়ে সুবন্ধুক সুখ দিয়ক। হে দ্যাবাপৃথিৱী, পৃথিৱীত ( সুবন্ধুৰ ) যি পাপ আছে সেয়া গুচাই দিয়া। ( হে সুবন্ধু ) তোমাক কোনো পাপে আমনি নকৰক ॥ ৮ ॥ দ্যুলোকৰ পৰা বেজালী ( ঔষধ ) দুটাকৈ আৰু তিনিটাকৈ নামি আহে। পৃথিৱীত এটা এটাকৈ আছে। সেইবিলাকে ( সুবন্ধুৰ প্ৰাণ ) ৰক্ষা কৰক। হে দ্যাবাপৃথিৱী……… ৮ ঋকৰ দৰে ॥ ৯ ॥ হে ইন্দ্ৰ, ৰথ টনা বলদৰে সৈতে যি গাড়ীত উশীনৰাণী ( লেপন ঔষধ ) ঔষধ আনিছিলা সেই ৰথেৰে সৈতে ঔষধ পঠিয়াই দিয়া। হে দ্যাবা-পৃথিৱী …… ৮ ঋকৰ দৰে ॥ ১০ ॥

## ৬০ সূক্ত—ঋ ১২।

ঋষি—বন্ধু আদি ৫৭ সূক্তৰ দৰে। ৬-অগস্ত্যৰ ভনী বন্ধু আদিৰ মাক। ছন্দ—১-৫-গায়ত্ৰী; ৬।৭।১০-১২-অনুষ্টুপ্; ৮।৯-পংক্তি। দেৱতা—১-৪।৬-অসমাতি ৰজা; ৫-ইন্দ্ৰ, ৭-১১-সুবন্ধুৰ জীৱনৰ আহ্বান, ১২-হাত।

আমি দীপ্ত দৰ্শন মহৎ সকলক স্তুতি কৰা ( বন্ধু আদিয়ে—ঋষিয়ে ) ( অসুনীতি ৰজাৰ ) ওচৰলৈ নমস্কাৰ কৰি আহিছো ॥ ১ ॥ ভজেৰথৰ বংশৰ, শত্ৰুৰ হন্তা, দীপ্ত ৰথৰ দৰে বস্ত্ৰ কটিয়াই আনি দিয়া অসমাতি ৰজা সংজনৰ পালক ॥ ২ ॥ যি ( অসমাতীয়ে ) খড়্গৰে সৈতে আৰু বিনা খড়্গেৰে সিংহৰ দৰে শত্ৰুক যুদ্ধত পৰাজয় কৰে, ॥ ৩ ॥ যি ঠাইত ৰজা ঈক্ষ্বাকুৰ দৰে ধনবান শত্ৰুৰ মাৰক বিৰাজ কৰে ( তাত ) পাঁচ জাতি স্বৰ্গৰ দৰে সুখী হয় ॥ ৪ ॥ হে ইন্দ্ৰ, ৰথৰ ভিতৰত থকা অসমাতিক বল ধাৰণ কৰি দিয়া,—যেনেকৈ সূৰ্য্যক স্বৰ্গত সকলোৱে দেখিবলৈ স্থাপন কৰিলা ॥ ৫ ॥ হে ৰজা, অগস্ত্য ঋষিৰ ভনীয়েকৰ ( মোৰ ) পুত্ৰ সকলক ধন দিবলৈ তোমাৰ ৰঙা ঘোঁৰা ৰথত বান্ধা। সকলো অদাতা পণীক নিষ্পত্তিকৈ পৰাজয় কৰা ॥ ৬ ॥ এই ( অগ্নি ) মাতা এওঁ পিতা, এওঁ জীৱ দিওঁতা আহিল। হে সুবন্ধু, ভিতৰত জীৱ থকা এই তোমাৰ শৰীৰ লৰ-চৰ কৰিব পৰা হল,—আহা,—বান্ধৰ পৰা ওলায় আহা ॥ ৭ ॥ যেনেকৈ ৰথৰ ধৰণীত যুৱলী বান্ধে, সেইদৰেই তোমাৰ মনো জীৱনৰ কাৰণে—মৃত্যুৰ কাৰণে নহয়; আৰু অবিনাশৰ কাৰণে মই ( অগ্নিৰ ) বেৰৰ ভিতৰত বান্ধি থৈছিলো ॥ ৮ ॥ যেনেকৈ এই পৃথিৱীত এই গছ-গছনি বোৰ বন্ধা আছে,—সেইদৰেই ৮ মন্ত্ৰৰ দৰে ॥ ৯ ॥ মই বিবস্বতৰ পুত্ৰ যমৰ পৰা, হে সুবন্ধু, তোমাৰ আত্মা আহৰণ কৰি আনিলো।—জীৱনৰ কাৰণে …… ৮ ঋকৰ দৰে ॥ ১০ ॥ বায়ু স্বৰ্গৰ পৰা তললৈ বলে। সূৰ্য্যই তললৈ তাপ দিয়ে। গাইগৰুক তললৈ খিৰাই। এইদৰেই তোমাৰ পৰা পাপ তললৈ যাওক ॥ ১১ ॥ মোৰ এই হাত ভগবান ( সৌভাগ্যবান ), এই মোৰ হাত অতি সৌভাগ্যবান। মোৰ এই হাত সকলোৰে ঔষধ। ই মঙ্গল স্পৰ্শনৰ হাত ॥ ১২ ॥

## ৬১ সূক্ত—ঋ ২৭।

ঋষি—মনুৰ পুত্ৰ নাভানেদিষ্ট। ছন্দ ত্ৰিষ্টুভ। দেৱতা—বিশ্বেদেৱা ( বিশ্বদেৱসকল )

সুন্দৰ বক্তাই ( নাভানেদিষ্টই ) এই ৰুদ্ৰৰ প্ৰণীত এই এতিয়া কৰা স্তোত্ৰ ( অঙ্গিৰস সকলৰ ) সত্ৰৰ কৰ্ম্মত প্ৰজ্ঞানেৰে নিষ্পন্ন কৰিছে। যি স্তোত্ৰ পিতৃ আৰু

ভাগ লবলৈ থকা ( ভাই-ককাই ) সকলেৰে সৈতে ছদিনৰ দিনা যজ্ঞ সম্পূর্ণ দিনত সাতজন হোতাৰে সৈতে ( যজ্ঞ ) সম্পূর্ণ কৰিছে ॥ ১ ॥ শ্ৰেষ্ঠ ধন দানৰ কাৰণে আৰু শত্ৰুক বধ কৰিবৰ কাৰণে স্তোতাক স্তুজন কৰি হিংসক ৰাক্ষসক অস্ত্ৰেৰে খেদায় বেদীত বহি জোখ-মাপ কৰিলে। খৰকৈ যোৱা, অতি সুন্দৰ স্তব কৰা ৰুদ্ৰই পানীৰ দৰে ( ঘিঁউ ) ইকালে সিফালে নিজ সামৰ্থ্যৰে সিচি দিলে ॥ ২ ॥ ( হে অশ্বিনী দুজন ) তোমালোকে মনৰ বেগৰ দৰে স্তোতাৰ আহ্বানলৈ আহিব লাগে বুলি জানি ( যজ্ঞ ) ভোগ কৰাগৈ। —যেতিয়া বহুত ধনী অধ্বৰ্য্যুৱে এই মোৰ কৰ্ম্মত থকা হাতেৰে ধৰি আঙুলিৰে দেখুৱাই দিয়ে ( যে এয়া অশ্বিনী দুজনৰ ) ॥ ৩ ॥ ৰাতিয়ে যেতিয়া ৰঙা বৰণৰ গৰুৰ ওপৰত বহে ( অৰ্থাৎ যেতিয়া উষা হয় ) স্বৰ্গৰ নাতি হে অশ্বিনী দুজন ( তেতিয়া ) তোমালোকক আহ্বান কৰো। মোৰ হবি অন্ন লোৱা। যজ্ঞলৈ আহা। মোলৈ দ্ৰোহ নকৰাকৈ অন্ন খোৱা ঘোঁৰাৰ দৰে আহা ॥ ৪ ॥ ( এই ঋক আৰু তলৰ দুটা ঋকত ৰুদ্ৰৰ উৎপত্তিৰ কথা কৈছে ) যি ( প্ৰজাপতিৰ ) ৰেতসৰ পৰা যাতে বীৰ উৎপত্তি হয়, সেই ৰেতঃ প্ৰক্ষেপ কৰি ( পুত্ৰৰ কাৰণে ) মানুহৰ হিতৰ কাৰণে ৰুদ্ৰক উৎপত্তি কৰিলে। সেই ৰেতঃ নিজ সুশ্ৰী কন্যাৰ গাত নিসেক কৰিলে। তাৰেই দুৰ্দ্দম ৰুদ্ৰ জন্ম হল ॥ ৫ ॥ ইচ্ছামতে ভোগ কৰি প্ৰজাপতীয়ে যুৱতীৰ মাজত অন্তৰীক্ষৰ ওচৰত যি কৰ্ম্ম কৰিব লাগে কৰি বহুত ৰেতঃ ত্যাগ কৰিলে। দুয়ো পৰস্পৰ সন্মিলিত হৈ ওখ ঠাইত যোনীত নিষিক্ত কৰিলে। ( তাৰেই ৰুদ্ৰ উৎপন্ন হ'ল ) ॥ ৬ ॥ পিতা প্ৰজাপতিয়ে যেতিয়া নিজ জীয়েকক বলাৎকাৰ কৰিলে তেতিয়া পৃথিবীৰ লগত ৰঙা পহু হৈ ৰেতঃ নিক্ষেপ কৰিলে। তাৰেই সুকৰ্ম্মা ব্ৰহ্মা জন্ম হল। ( সেই ব্ৰহ্মাক ) বাস্তোপতিৰ ( বাসকৰা ঘৰৰ পতি ) কৰ্ম্মৰক্ষক কৰিলে ॥ ৭ ॥ সেই এওঁ বৰ্দ্ধক ইন্দ্ৰৰ দৰে সংগ্ৰামত ফেন উলিয়াইছিল। তেওঁ এতিয়া আমাৰ পৰা আঁতৰি গৈছে। ( অঙ্গিৰস সকলে ) যি অলপ গৰু মোক দক্ষিণা দিছিল, সেইবিলাক তেওঁ ব্ৰহ্মাই নললে—এইফালে ভৰি নচলালে ॥ ৮ ॥ অগ্নিৰ দৰে দাহক ( ৰাক্ষক ) বিলাক সোনকালে এই যজ্ঞলৈ আহিব নোৱাৰে। প্ৰজাৰ পীড়ক বিলাক দিনত আহিব নোৱাৰে। ৰাতি জ্বলি থকা অগ্নিৰ কাৰণে নাঙঠা ৰাক্ষক আহিব নোৱাৰে। সেই অগ্নি যজ্ঞত উৎপন্ন, হবি অন্ন উৎপত্তি কৰে, যজ্ঞৰ ধাৰক আৰু বলেৰে যুজে ॥ ৯ ॥ নৱগু অঙ্গিৰস সকলে সত্য কথা কৈ শীঘ্ৰে কন্যাৰ সখীত্ব লাভ কৰিলে। দুই ঠাইত ( দ্যাবাপৃথিবীত ) অঙ্গিৰস সকলে গোপন কৰা ( নাভানেদিষ্টক ) উপগমন কৰা ( উসংঘা কৰা ) দক্ষিণাহীন যজ্ঞ কৰা সকলে অক্ষয় ফল লাভ কৰিলে ॥ ১০ ॥ হে ইন্দ্ৰ, যেতিয়া তোমাক সৰ্ব্বদ্ধা গৰুৰ গাখীৰ ( ৰূপী ) ধন খিৱাই সম্মুখত পূজন কৰিলে তেতিয়া কন্যাৰ লগত সখীত্ব সোনকালেই পালে। ধনৰ দৰে ৰেতঃ অমৃত স্বৰ্গৰ পৰা পঠিয়াই দিলে ॥ ১১ ॥ যেতিয়া স্তোতাই পশু ( গৰুবিলাক ) হেৰাল বুলি পাচত জানিলে, তেতিয়া স্তোতাই এইদৰে কলে যে বও কৰি বাস কৰোঁতা-কৈও বাস কৰাওতা নিষ্পাপী ইন্দ্ৰই সকলো দ্ৰব্যধন সকলো গৰু ( আমি নজনাকৈ ) আকৌ দিবলৈ বিচাৰিছে। ১২। তাতেই তৎক্ষণাৎ চাৰিওফালে থকা পৰিচালক বিলাক বহুত, ফাঁকি দি বহি থকা, নৃষদৰ পুত্ৰ বিলাকক ( অসুৰক ) বধিবলৈ ওলাই গল। এই শুষ্ণৰ বহুত গোটখাই থকা পৰাজয় কৰিব নোৱাৰা গুহাত লুকাই থকা বুলি মৰ্ম বুজি পালে ॥ ১৩ ॥ আৰু "ভৰ্গ" নামৰ সেই তেজ অগ্নিৰ তিনি স্থানত কুশৰ ওপৰত, য'ত দেৱতা সকল বহি আছে, তেওঁবিলাকে ( যেন ) স্বৰ্গত হে বহি আছে। সেই তেজৰ নাম অগ্নি আৰু জাতবেদ। হে হোতা অগ্নি, ঋতৰ (যজ্ঞৰ) দেৱতাৰ আহ্বাতা দ্ৰোহহীন অগ্নি, আমাৰ আহ্বান শুনা ॥ ১৪ ॥ আৰু হে ইন্দ্ৰ সেই ৰুদ্ৰৰ পুত্ৰ দুজন, দীপ্তিমন্ত নাসত্যা অশ্বিনী দুজন মোৰ স্তুতি আৰু যজ্ঞত থাকক। মনুৰ যজ্ঞৰ দৰে মেলি থোৱা কুশত বহি, বং আমোদ কৰি ধন পঠিয়াই দি ঋত্বিকৰ দ্বাৰা যজন কৰিব লগীয়া হওক ॥ ১৫ ॥ মই সকলোৰে বিধাতা ৰজা সোমক স্তুতি কৰি বন্দনা কৰিছো। বিপ্ৰ সোমৰ ৰশ্মিবিলাকে অন্তৰীক্ষ লঙ্ঘন কৰিছে। সেই সোমে কক্ষিবান ঋষিক কপাই দিছিল। সেই সোমে অগ্নিক ( পলাই যাওতে ) ঘোঁৰাই টনা খৰ ৰথৰ দৰে কপাই দিছিল ॥ ১৬ ॥ সেই অগ্নি দুয়োলোকৰ তাৰণ কৰ্ত্তা বন্ধু। দেৱতাৰ যাজক অগ্নিয়ে অমৃতৰ দৰে গাখীৰ খিৱোৱা গৰুৰ পোৱালী নিদিয়া হলতো খিৱাৰ পৰা কৰিলে,—যেতিয়া শয়ুয়ে মিত্ৰাবৰুণ আৰু অৰ্য্যমাক অতি জেষ্ঠ বৰণীয় স্তোত্ৰেৰে স্তুতি কৰিছিল। তেতিয়া খিৱাৰ পৰা কৰিলে ) ॥ ১৭ ॥ সেই পৃথিবীত উৎপত্তি স্তোতা নাভানেদিষ্টই কৰ্ম্মধাৰণ কৰি স্বৰ্গত থকা তোমাৰ আপোন মই (অঙ্গিৰসে দিয়া এহেজাৰ) গৰু বিচাৰি স্তোত্ৰ প্ৰলাপ কৰিছো। সেই পৰম নাভি স্বৰ্গই তোমাৰ

ান। মই সেই অদিত্যাৰ কেইটামানৰ পিচত জন্ম

হলো। ১৮॥ এয়ে মোৰ নাভি (উৎপত্তি স্থান), এয়েই মোৰ বাসস্থান। এই (ৰশ্মি) বিলাকেই মোৰ দেৱতা। এই সকলোবিলাক ময়েই। অতএব (নিয়মৰ) প্ৰথম জন্ম হোৱা দ্বিজসকলে, ধেনু জন্ম হলতেই এই সকলো বিলাক খিৰালে ॥ ১৯ ॥ যি অগ্নিয়ে ওপৰ মুখ হৈ শ্ৰেণী পতাৰ দৰে তৎক্ষণাৎ শত্ৰু দমন কৰি স্থিৰ মুখ দিয়ে সেই মাতৃ অৰণিত উৎপন্ন হোৱা অগ্নিয়ে এই চাৰি দিশত আমোদ কৰি বাটত দীপ্তমান হৈ থুয়ো বাটেদি গৈ খৰি-কাঠ পুৰি অবসন্ন হৈ পৰিছে ॥ ২০ ॥ এতিয়া কোন শ্ৰান্ত হোৱা (নাভানেদিষ্টৰ) কমনীয় স্তুতি বাক্য উপমাৰ দৰে ইন্দ্ৰৰ পিচে পিচে গৈছে? হে শুধন অগ্নি, তুমি শুনা। আমাৰ এই ইন্দ্ৰক যজন কৰা। তুমি অশ্বমেধ যজ্ঞ কৰা মনুৰ স্তুতিৰে বৰ্দ্ধন হোৱা ॥ ২১ ॥ হে বজ্ৰবাহু ইন্দ্ৰ, তোমাক মহৎ ধন পাবলৈ বিচাৰিছো বুলি জানা। হে মঘোন, হবিষ্মান তুমি স্তুতি প্ৰেৰক আমাক ৰক্ষা কৰা। হে হৰিব, তোমাৰ অনুগমন কৰি আমি নিষ্পাপী হম। আমাক পালন কৰা ॥ ২২ ॥ হে ৰজা মিত্ৰাবৰুণ, এতিয়া (যজ্ঞ সমাপ্ত হওতে) গৰু বিচাৰি থাকোতে যমদেৱতা কৰ্ম্ম কৰা (অঙ্গিৰস) সকলৰ ওচৰলৈ স্তুতি কামনা কৰি গৈছে। সেই বিপ্ৰ (নাভানেদীষ্ট) এই (অঙ্গিৰস) সকলৰ প্ৰিয়তম হওক। (কৰ্ত্তব্য) বহন কৰক আৰু এই (অঙ্গিৰস) সকলক পাৰ কৰক ॥ ২৩ ॥ এতিয়া সোনকালে জয়শাল স্তোত্ৰৰে সেই গৰু (আদি) ধন পোহপাল দিবলৈ স্তুতি কৰি সোনকালে বিচাৰিছো। শীঘ্ৰগামী ঘোঁৰা সেই বৰুণৰ পুত্ৰ। হে বৰুণ, আমি বিপ্ৰৰ অন্ন লাভৰ কাৰণে তুমি অন্নও দান কৰা ॥ ২৪ ॥ হে মিত্ৰ আৰু বৰুণ, বলবান তোমালোকে যেতিয়া অন্নবান অধ্বৰ্য্যুৰ স্তোত্ৰ সেৱন কৰিছা, তেতিয়া তোমালোক আমাৰ সখা হৈছা। যি সত্য সিদ্ধি হলে বিশ্বৰ সকলো মানুহ থকা ঠাইত (অঙ্গিৰসৰ) কথা পুৰণি বাটৰ দৰে সত্য হৈ থাকিব,—প্ৰিয় সত্য ৰূপ স্তুতিৰ কাৰণে দিব ॥ ২৫ ॥ দেৱতা সকলেৰে সৈতে সেই সুৰন্ধুৰ বৰুণ এনেকৈ নমস্কাৰ আৰু সূক্তেৰে স্তৱ কৰি বৰ্দ্ধন হওক। স্তৱেৰে, গানেৰে স্তুতি কৰা হৈ এতিয়া আহা। পাথীবন্তি গৰুৰ ওহাৰৰ বাটত পাথীৰ স্তৱণ হৈছে ॥ ২৬ ॥ হে যজন কৰিব লগীয়া দেৱতা সকল মহৎ তোমালোক আমাৰ ৰক্ষণৰ কাৰণে লগ হোৱা। সততে স্তুতিৰে যোৱা আমাক অন্ন দান কৰি অন্ধক বাট দেখুওৱা হোৱা ॥ ২৭ ॥

## ৬২ সূক্ত—ঋ ১১।

ঋষি -মনুৰ পুত্ৰ নাভানেদিষ্ট। ছন্দ— ১ ৪-জগতী, ৫।৮।৯-অনুষ্টুপ্, ৭-সতোবৃহতী, ১০-গায়ত্ৰী; ১১-ত্ৰিষ্টুভ্। দেৱতা—১-৬ বিশ্বেদেৱা বা অঙ্গিৰস সকল; ৭-দেৱতা সকল, ৮-১১-সাবৰ্নিৰ দানস্তুতি।

যজ্ঞৰ হবিৰে ঋত্বিকক দিবলগীয়া যি একেলগ হোৱা দক্ষিণা এদিনীয়া যাগত আছে, তোমালোকে (অঙ্গিৰস সকলে) ইন্দ্ৰৰ বন্ধুত্বৰ যি সখীত্বৰ কাৰণে অমৃতত্ব পাইছা, হে অঙ্গিৰস সকল, তেওঁবিলাকলৈ তোমালোকে ভাল কৰ্ম্ম কৰা হোৱা। হে সুবুদ্ধিৰ (অঙ্গিৰস) সকল তোমালোকে মনুৰ পুত্ৰ মোক গ্ৰহন কৰা (তেতিয়া যজ্ঞ ভাল হব) ॥ ১ ॥ হে (অঙ্গিৰস সকল) আমাৰ পিতা, যি তোমালোকে গোধন উলিয়াই আনিলা, ঋতৰ (সত্যৰ) যজ্ঞেৰে বছৰ সম্পূৰ্ণ হলত বল অসুৰক নাশ কৰিলা সেই তোমালোকৰ দীৰ্ঘায়ু হওক। হে সুবুদ্ধিৰ ... ১ ঋকৰ দৰে ॥ ২ ॥ যি তোমালোকে ঋতৰে (যজ্ঞৰে) স্বৰ্গত সূৰ্য্যক তুলি দিলা, মাতৃ পৃথিবীক (যজ্ঞ কৰ্ম্মেৰে) বিখ্যাত কৰিলা সেই তোমালোকে সুপুত্ৰ যুক্ত হোৱা। হে সুবুদ্ধিৰ ... ১ ঋকৰ দৰে ॥ ৩ ॥ হে দেৱতাৰ পুত্ৰ ঋষি সকল, এই নাভানেদিষ্টই তোমালোকৰ ঘৰত হোৱা যজ্ঞত যি কল্যাণৰ কথা কৈছো, সেই কথা শুনা। ভাল ব্ৰহ্মবৰ্চসৰ (ব্ৰহ্মজ্ঞান যুক্ত) কাম হওক। হে সুবুদ্ধিৰ ...... ১ ঋকৰ দৰে ॥ ৪ ॥ বেলেগ বেলেগ ৰূপৰ এই (অঙ্গিৰস) সকল গম্ভীৰ কৰ্ম্মা। তেওঁবিলাক ভাল পুত্ৰ, অগ্নিৰ পৰা জন্ম হল ॥ ৫ ॥ যি বিবিধ ৰূপৰ (অঙ্গিৰস) সকল দ্যুলোকৰ পৰা অগ্নিত কেউফালে জন্ম হল, তাৰ মাজত নৱগ্ব আৰু দশগ্ব অঙ্গিৰসৰ মাজত এটাইতকৈ ভাল, দেৱতাৰ লগত থকা অগ্নিয়ে মোক ধন দিয়ে ॥ ৬ ॥ কৰ্ম্ম বহন কৰা (অঙ্গিৰস সকলে) ইন্দ্ৰৰ সহায়ত গৰু আৰু ঘোঁৰাৰ পাল (জাক) উলিয়াই আনি মোক এহেজাৰ বহল কানৰ গোধন দান কৰি দেৱতালৈ হবি অন্ন কৰিলে ॥ ৭ ॥ এই সাবৰ্নি মনু সোনকালেই জন্ম হওক। পানীত তিয়াই থোৱা শস্যৰ গুটিৰ দৰে (ধন পুত্ৰাদি) প্ৰাদুৰ্ভাৱ হওক।—যি এই মনুৱে শত ঘোঁৰা আৰু সহস্ৰ গৰু দান দিবলৈ উদ্যত হৈছে ॥ ৮ ॥ সেই সাবৰ্নি মনুৱে (যেনেকৈ দান দিয়ে) তেনেকৈ অন্য কোনোৱে দান দিবলৈ আৰম্ভ কৰিব নোৱাৰে। তেওঁ দ্যুলোকৰ ওপৰত থকা সূৰ্য্যৰ দৰে থাকে।

সাবৰ্ণি মনুৱে দিয়া দক্ষিনা নৈৰ দৰে বহল হৈ যায় ॥ ৯ ॥ আৰু কল্যাণীয়া গৰুৰে বেষ্টিত দাসৰ দৰে যদু আৰু তুৰ্ব্বশ ৰজাই এই (সাবৰ্ণি মনুৰ) ভোজনৰ কাৰণে (পশু) যাচি দিয়ে ॥ ১০ ॥ সহস্ৰদাতা, গাওঁৰ নেতা এই মনুক কোনেও হিংসা নকৰক। এওঁ দি থকা দক্ষিনা সূৰ্য্যৰ দৰে হওক। এই সাবৰ্ণি মনুৰ দেৱতা সকলে আয়ুস বৰ্দ্ধন কৰক,—অশ্ৰান্ত কৰ্ম্মী আমি যাৰ লগত থাকি অন্ন পাইছো ॥ ১১ ॥

## ৬৩ সূক্ত—ঋ ১৭।

## ঋষি—প্লুতৰ পুত্ৰ গয়। ছন্দ—জগতী, ১৫ জগতী বা ত্ৰিষ্টুভ; ১৬।১৭ ত্ৰিষ্টুভ্। দেৱতা বিশ্বেদেৱা (সকলো দেৱতা) ১৫।১৬ পথ্যাস্বস্তি।

যি দেৱতাসকল দূৰ ঠাইৰ পৰা আহি মানুহৰ লগত বন্ধুত্ব কৰিছে, মানুহলৈ প্ৰীত হোৱা সেই দেৱতা সকলে বিবস্বতৰ পুতেক মনুৰ পৰা জন্ম হোৱা (মানুহক) ধাৰণ কৰে। যি দেৱতাসকলে নহুষৰ পুত্ৰ যযাতিৰ যজ্ঞত কুশত বহে, সেই দেৱতাসকলে আমাক (আমাৰ বিষয়) ভালকৈ কওক ॥ ১ ॥ হে দেৱতা সকল, তোমালোকৰ সকলোৰে নামবিলাক নমস্য। বন্দনা কৰিবৰ যোগ্য আৰু যজ্ঞত উচ্চাৰণ কৰিবৰ যোগ্য। যি অদিতিৰ অন্তৰীক্ষৰ পৰা জন্ম আৰু পৃথিবীৰ পৰা জন্ম হৈছা, সেই তোমালোক সকলোৱে আহি মোৰ আহ্বান শুনা ॥ ২ ॥ আই পৃথিবীয়ে যি দেৱতা সকলক মধুৰ গাখীৰ খিয়াই দিছে, মেঘেৰে পাৰপূৰ্ণ হৈ থকা আকাশে স্বৰ্গৰ অমৃত দিছে, আত্তবলী, বৰষুণ আহৰণ কৰা, সুকৰ্ম্মা সেই আদিত্য সকলক সুখৰ কাৰণে স্তুতি কৰা ॥ ৩ ॥ কৰ্ম্মৰ নেতাৰ দ্ৰষ্টা, চকুৰ টিপ নমৰাকৈ জাগি থকা দেৱতাসকল মানুহৰ পাৰচৰণ পাবলৈ অমৃতত্ব লাভ কৰিলে। দীপ্তমান ৰথেৰে, নষ্ট নোহোৱা জ্ঞান থকা, নিষ্পাপ দেৱতাসকল দ্যুলোকৰ নাভিত আমাৰ সুখৰ কাৰণে বাস কৰে ॥ ৪ ॥ সম্ৰাট, ভালকৈ বৃদ্ধি হৈ থকা যি দেৱতাসকল যজ্ঞলৈ আহিছে, তেওঁবিলাকে কাৰো বাধাবিঘিনি নোপোৱাকৈ দ্যুলোকত থাকিবলৈ ঘৰ কৰি ললে। মহৎ গুণেৰে আদিত্য সকলক আৰু (মাক) অদিতিক (হে ঋত্বিক সকল), আমাৰ সুখৰ কাৰণে ভাল স্তুতিৰে পৰিচৰণ কৰা ॥ ৫ ॥ হে দেৱতা সকল তোমালোকে গ্ৰহণ কৰা যি স্তোতাৰ স্তুতি সেৱন কৰা তেনে স্তুতি কোনে কৰিব? হে জ্ঞানযুক্ত সকলো দেৱতা, তোমালোকৰ যিমান সংখ্যা আছে, হে বংশবৃদ্ধি কৰা দেৱতাসকল, কোন যজমানে তেনেকৈ যজ্ঞ অলঙ্কৃত কৰিব?—যি যজ্ঞৰ পৰা আমাৰ সুখৰ কাৰণে পাপ আৰু পথৰ পৰা আঁতৰি থাকিব পাৰে? ॥ ৬ ॥ দীপ্ত কৰা অগ্নিত মনুৰ শ্ৰদ্ধাযুক্ত চিত্তেৰে সাতজন হোতাৰে সৈতে যাক প্ৰথমে যজ্ঞত পূজন কৰিলে সেই আদিত্যসকলে আমাক অভয় আৰু সুখ দিয়া, আমাৰ ভালৰ কাৰণে ভাল বাট আৰু সুগম কৰি দিয়া ॥ ৭ ॥ প্ৰকৃত জ্ঞানী, সকলো জনা দেৱতা সকল স্থাৱৰ আৰু জঙ্গমৰ সকলোৰে ঈশ্বৰ। হে দেৱতাসকল, আমালোকে কৰা পাপ আৰু ভুলত কৰা পাপৰ পৰা আজি দিনত আমাৰ মঙ্গল কৰি পাৰ কৰি দিয়া ॥ ৮ ॥ পাপৰ পৰা মোচন কৰা, ভালকৈ আহ্বান কৰিব পৰা ইন্দ্ৰক সংগ্ৰামত আহ্বান কৰো। সুকৰ্ম্মা দেৱতাসকলকো আহ্বান কৰো। অগ্নি, মিত্ৰ, বৰুণ, ভগ, দ্যাবাপৃথিবী আৰু মৰুৎসকলক অন্ন লাভৰ কাৰণে আৰু সুখৰ কাৰণে আহ্বান কৰো ॥ ৯ ॥ ভালকৈ পৰিত্ৰাণ কৰা পাপহীন পৃথিবীত, ভাল সুখযুক্ত অদিতিত, ভাল দৈৱ নেত্ৰী, ভাল অৰিৰ পৰা ত্ৰাণ কৰা। ভাল কাঠৰ, পাপহীন পানী নিদিয়া নাৱত স্বৰ্গৰ সুখ পাবলৈ উঠিম ॥ ১০ ॥ হে যজনীয় দেৱতা সকল, আমাৰ ৰক্ষাৰ কাৰণে কোৱা (ৰক্ষা কৰিম বুলি স্বীকাৰ কৰা) হিংসিত হোৱা দূৰ্গতিৰ পৰা আমাক ত্ৰাণ কৰা। হে দেৱতা সকল (আমাৰ স্তোত্ৰ) শুনা। তোমালোকক সত্যই স্তুতিৰে ৰক্ষণ আৰু স্বস্তিৰ কাৰণে আহ্বান কৰিম ॥ ১১ ॥ হে দেৱতা সকল, আমাৰ শৰীৰৰ পৰা ৰোগ আঁতৰ কৰি দিয়া। দেৱতাক আহ্বান নকৰা বিলাকক আঁতৰাই দিয়া। শত্ৰুৰ শত্ৰুত্ব দূৰ কৰা। পাপ কৰিব খোজা দুৰ্বুদ্ধিৰ শত্ৰুক আঁৰ কাধি দিয়া। আমাক সুখ আৰু কল্যাণ দিয়া ॥ ১২ ॥ কোনো আৰিষ্ট নহলে মানুহ বৰ্দ্ধন হয়। ধৰ্ম্মকৰ্ম্ম কৰিলে মানুহ পুত্ৰ-পোত্ৰেৰে বাঢ়ি যায়। হে আদিত্যসকল, যি মানুহক সকলো দুৰিতৰ পৰা ৰক্ষা কৰা তোমালোকে সুখৰ কাৰণে লৈ যোৱা (সি বৰ্দ্ধন হয়) ॥ ১৩ ॥ হে দেৱতাসকল, অন্ন লাভৰ কাৰণে যাৰ ৰথ ৰক্ষা কৰা, হে মৰুৎসকল, যুদ্ধত লগোৱা যি ৰথ ধন আনিবৰ কাৰণে যায় তাক ৰক্ষা কৰা। হে ইন্দ্ৰ, পুৱাতে যুদ্ধলৈ যোৱা নষ্ট নোহোৱা ৰথত মঙ্গলৰ কাৰণে আমি উঠি যাম ॥ ১৪ ॥ হে মৰুৎসকল, আমাক বাটত যাওতে কল্যাণ কৰিবা। মৰু দেশত, পানীৰ মাজত, আৰু সংগ্ৰামত কল্যাণ কৰিবা। আৰু পুত্ৰ জন্ম হবলৈ স্ত্ৰীৰ যোনীত কল্যাণ কৰিবা। ধন পাবলৈ আমাক কল্যাণ কৰি দিবা ॥১৫॥ যি পৃথিবীয়ে ৰহল বাটেদি যাওতে মঙ্গল কৰে, যি

শ্ৰেষ্ঠ ধনেৰে পৰিপূৰ্ণ, যি পৃথিবী ৰমণীয় যজ্ঞত থাকে, সেই পৃথিৱীয়ে আমাক ঘৰত ৰক্ষা কৰক। তেওঁ আমাক হাবিতলীয়া ঠাইত ৰক্ষা কৰক। দেৱতাই বাটদেখুৱা হৈ আমাৰ ভাল থকা ঘৰ দিয়ক ॥ ১৬ ॥ হে সকলো আদিত্য, হে অদিতি, তোমালোকক প্লতিৰ পুত্ৰ প্ৰাজ্ঞ স্তোতাই বৰ্দ্ধন কৰিছো। অমৰণধৰ্ম্মৰ যাক স্তুতি কৰি মানুহ ধনৰ স্বামী হয় মই গয়ে সেই দৈৱ জনক স্তুতি কৰিছো ॥ ১৭ ॥

## ৬৪ সূক্ত—ঋ ১৭।

### ঋষি—প্লতৰ পুত্ৰ গয়। ছন্দ—জগতী, ১২।১৩।১৭ ত্ৰিষ্টুভ্। দেৱতা বিশ্বেদেৱা ( সকলো দেৱতা)।।

যজ্ঞত আমাৰ স্তোত্ৰ শুনা দেৱতাৰ মাজত কোন স্তুতি কৰিবলগীয়া দেৱতা জনৰ নাম আমি উচ্চাৰণ কৰিম ? কোন জনে কৃপা কৰিব ? কোনে সুখ দিব ? কোনে আমাক ৰক্ষা কৰিবলৈ এই ফালে আহিব ? ॥ ১ ॥ হৃদয়ত নিহিত থকা ইচ্ছা আৰু ভাব বিলাকে ( যজ্ঞ ) কৰ্ম্ম কৰিবলৈ কৈছে। জ্ঞানে দেৱতা বিচাৰিছে। আমি নিৰ্দ্দিষ্ট কৰি দিয়া দেৱতাসকল কেউ-ফালে আহিছে। এই দেৱতাসকলৰ বাহিৰে সুখ দিওঁতা আৰু কোনো নাই। দেৱতাসকলে মোৰ কামনা বিলাক নিৰ্দ্ধাৰিত কৰি দিছে ॥ ২ ॥ ( হে ঋষি ) নৰাশংস বা পূষাক লুকাই নথকা অগ্নিক স্তুতি বাক্যেৰে স্তৱ কৰা। দ্যুলোকত থকা সূৰ্য্য আৰু চন্দ্ৰমাক, যমক, ত্ৰিতক, বায়ুক, উষাক, ৰাতিক আশ্বিনী দুজনক স্তোত্ৰেৰে স্তুতি কৰা ॥৩॥ কবি অগ্নি কেনেকৈ বহুত স্তুতি যুক্ত হয় ? বৃহস্পতি কি ভাল স্তুতিৰে বৰ্দ্ধন হয় ? এটা ভৰিৰে যোৱা অজ দেৱতা ভাল আহ্বানেৰে মন্ত্ৰ স্তোত্ৰৰে বৰ্দ্ধন হয়। অহিৰ্বুধ্ন্য দেৱতাই আমাৰ আহ্বান শুনক ॥৪॥ হে অদিতি, সূৰ্য্যৰ জন্মৰ যজ্ঞত ৰাজমান মিত্ৰাবৰুণক পৰিচৰণ কৰা। সেই অৰ্যমাৰ নানা ৰূপৰ জন্মত সাতজন হোতাই হোম কৰে আৰু নিয়মৰ গতিত বহুত ৰথত গৈ থাকে ॥ ৫ ॥ সেই আহ্বান শুনা, বলবান, ভাল বাটে যোৱা সকলো ঘোঁৰাই আমাৰ আহ্বান শুনক। যি বিলাক ঘোঁৰা যজ্ঞৰ দৰে সহস্ৰদাতা, সেইবিলাকে শত্ৰুৰ মহৎ ধন সংগ্ৰামত আনিব পাৰে ॥ ৬ ॥ ( হে স্তোতা সকল ) তোমালোকে ৰথ যোজনা কৰা বায়ুক, বহুকৰ্ম্মা ইন্দ্ৰক, পূষণক স্তোত্ৰৰে সৈতে সখীত্বৰ কাৰণে কৰিব লগীয়া কাম কৰা, কাৰণ তেওঁবিলাকে একেমনে সমান বুদ্ধিৰ সবিতাৰ জন্মৰ দিনত কৰা যজ্ঞত সেৱন কৰিছিল ॥ ৭ ॥ তিনি-সাত ( একৈশ ) ধন বৈ যোৱা নৈৰ মহান জল, কাঠৰ চমসক ( আদিক ), ( অভিষৱ কৰিবলৈ ) শিল, কৃশানু ( গন্ধৰ্ব্ব ) ক, অগ্নিক অনুচৰ সকলেৰে সৈতে, নক্ষত্ৰ বিলাক, স্তোত্ৰই ৰুদ্ৰক যজ্ঞৰ স্তোত্ৰ কৰা সকলৰ ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ৮ ॥ মৰুতভকৈও মহতী, ঢৌৰে সৈতে সৰস্বতী, সৰযূ আৰু সিন্ধু— এই নৈ বিলাক ৰক্ষণৰ কাৰণে আমাৰ যজ্ঞলৈ আহক। পানী পঠিওৱা দেৱতা সকলে ঘিঁউ আৰু মৌৰে সৈতে পানী আমাক দিয়ক ॥ ৯ ॥ আৰু মহৎ দীপ্তিৰ দেৱমাতাই আমাৰ আহ্বান শুনক। দেৱতা সকলৰ পত্নী সকলৰে সৈতে পিতা ত্বষ্টা দেৱতাই আমাৰ আহ্বান বাক্য শুনক। ইন্দ্ৰই ৰাজৰে সৈতে, ৰথৰ পতি ভগই, সুন্দৰ স্তুতিৰ মৰুত সকলে প্ৰশংসা কৰি থকা আমি স্তোতাক ৰক্ষা কৰক ॥ ১০ ॥ দেখিবলৈ ভাল ৰুদ্ৰৰ পুত্ৰ মৰুত সকলৰ অনুগ্ৰহ বুদ্ধিত স্তোতাৰ অন্ন থকা ঘৰৰ দৰে ঘৰ হয় আৰু কল্যাণ হয়। মানুহৰ মাজত আমি গৰুৰে ( গৰু আদি জন্তুৰে ) সৈতে যশস্বী হম। পাচত, হে দেৱতা সকল, আমি হবি অন্নেৰে তোমালোকৰ ওচৰলৈ আহিম ॥ ১১ ॥ হে মৰুত সকল, ইন্দ্ৰ, বৰুণ আৰু মিত্ৰ তোমালোকে মোক যি কাম দিলা, সেই কামে গৰুৰ গাখীৰৰ দৰে ফল দান কৰে। আমাৰ স্তুতিলৈ নিজ ৰথত উঠি বহুত বাৰ আহিবা ॥ ১২ ॥ হে মৰুত সকল, তোমা-লোকে আগতে আমাক বহুতবাৰ বন্ধুত্ব কৰা কথা জানা। পৃথিবীৰ নাভিত য'ত প্ৰথমতে হবিৰে ( হবি আদিৰে ) ভজন কৰিছিলো, সেই সময়ত অদিতিয়ে মানুহৰ লগত বন্ধুত্ব কৰা কথা সমৰ্থন কৰক ॥ ১৩ ॥ হে মহতী দেৱী যজ্ঞাৰ্হা দ্যাবাপৃথিৱী, দেৱতা সকলেৰে সৈতে আহা। দুয়ো দ্যাবাপৃথিৱীয়ে নানাবিধ দুয়ো দেৱতা আৰু মানুহ ধাৰণ কৰিছা। দেৱতা আৰু পিতৃ সকলেৰে সৈতে বহুত পানী ক্ষৰণ কৰা ॥ ১৪ ॥ যি বৃহস্পতি বহুত দেৱতাৰ স্তোত্ৰ কৰোঁতা, যি বাক্যৰ ( ৰূপী ) সোম অভিষৱ কৰা বৃহৎ শিল বুলি কয়, সেই ( বৃহস্পতিৰ ) বাক্যই বৰণীয় সকলো বস্তু দিয়ে। দেৱতা সকলে স্তুতিৰে সৈতে তেওঁৰ যজ্ঞ কামনা কৰে ॥ ১৫ ॥ বহুত স্তুতিযুক্ত, ঋতজ্ঞ ( নিয়ম জনা ) ধন কামনা কৰা বিপ্ৰগণে এইদৰে ধন কামনা কৰি স্বৰ্গত জন্ম হোৱা দেৱতা সকলৰ স্তোত্ৰৰে স্তুতি কৰি বৰ্দ্ধন কৰিলে ॥ ১৬ ॥

১৭ ঋক ১০।৬৩।১৭ ঋকৰ দৰে ॥ ১৭ ॥

## ৬৫ সূক্ত—ঋ ১৫।

### ঋষি—বসুক্ৰৰ পুত্ৰ বসুকৰ্ণ ( বশিষ্ঠৰ বংশৰ )।

**ছন্দ—জগতী ; ১৫ ত্রিষ্টুপ্ । দেৱতা—বিশ্বে-দেৱা ( সকলো দেৱতা )**

অগ্নি, ইন্দ্ৰ, বৰুণ, মিত্ৰ, অৰ্য্যমা, বায়ু, পূষা, সৰস্বতী, আদিত্য, বিষ্ণু মৰুতসকল, বৃহৎ স্বৰ্গ, সোম ৰুদ্ৰ, অদিতি আৰু ব্ৰহ্মণস্পতি,—একেলগ হৈ— ॥ ১ ॥ তেওঁবিলাকে পৰস্পৰ নিজ শৰীৰেৰে যুদ্ধত বৃত্ৰক মাৰোতে সমানে শক্ৰ খেদায় থকা সৎপতি ইন্দ্ৰ আৰু অগ্নিৰে সৈতে ( বসতীৱৰী ) পানী মিহলোৱা সোম পান কৰি নিজ মহিমা দেখুৱাই মহৎ অন্তৰীক্ষ বলেৰে পূৰণ কৰি দিলে ॥ ২ ॥ নিজ মহিমাৰে মহৎ, অন্যই বশ কৰিব নোৱাৰা, ঋতৰ ( নিয়মৰ যজ্ঞেৰে ) বৰ্দ্ধন হোৱা সেই দেৱতাসকলৰ ঋতজ্ঞ ( নিয়মৰ যজ্ঞৰ জ্ঞান থকা ) মই স্তোত্ৰ প্ৰেৰণ কৰিছো। বিচিত্ৰ ধন যুক্ত যি দেৱতা সকলে সুশ্ৰী জল বৰ্ষণ কৰে, সুমিত্ৰ সেই দেৱতা সকলে আমাক ( মানুহৰ মহৎ পূজিত হবলৈ ) ধন দিয়ক ॥ ৩ ॥ সকলো নিজ নিজ কৰ্ম্মৰ নেতা ( আদিত্য ) দ্যাবাপৃথিবীৰ মাজত থকা পোহৰ বিলাক আৰু পৃথিবী আৰু স্বৰ্গ ( এই দেৱতাসকলে ) বলেৰে ধাৰণ কৰিলে। দাৰদ্ৰক ধন দিয়া, স্তোতাক ধন দিয়া, সুদাতা, মানুহৰ ধন প্ৰেৰক এই দেৱতাসকলক ( এই যজ্ঞত ) স্তুতি কৰিছে ॥ ৪ ॥ স্তোতাক ধন দাতা মিত্ৰ আৰু বৰুণক হবি দিয়া। সম্ৰাট, যি সেই দুজনে অন্তঃকৰণেৰে সৈতেও ভুল নকৰে। যি মিত্ৰাবৰুণৰ মহৎ শৰীৰ নিজ কৰ্ম্মেৰে দীপ্ত হয়, যাক দিলে দুয়ো দ্যাবাপৃথিবী উপস্থিত থাকে ( সেই মিত্ৰাবৰুণক হবি দিয়া ) ॥ ৫ ॥ যি এই খিৰতা গাইগৰুৱে নিজ কৰ্ম্মেৰে যজ্ঞৰ স্থানলৈ নম্ৰতাকৈয়ে আহে, সেই বৰুণক আৰু অন্য দেৱতাক দিবলে, অন্নেৰে দেৱতাক পৰিচৰণ কৰ। মোক ( ৰক্ষা কাৰবলৈ ) গাখীৰ দিয়ে,— ॥ ৬ ॥ নিজ জ্যোতিৰে স্বৰ্গ ব্যাপ্ত কৰা, অগ্নি যাৰ জিভা, ঋতৰ ( নিয়মৰ ) বৰ্দ্ধক দেৱতাসকলে ঋতৰ ( যজ্ঞৰ ) স্থানত বিচাৰ কৰিবৰ মনেৰে বহিছে। তেওঁবিলাকে দ্যুলোক স্তম্ভন কৰি ( খুটা লগাই, ৰাখি বলেৰে পানী সৃষ্টি কৰিলে। যজনীয় হবি অন্ন উৎপাদন কৰি নিজৰ শৰীৰ অলঙ্কৃত কৰিছে ॥ ৭ ॥ কেউফালে বসতি কৰা, সকলোৰে পিতা-মাতাৰ দৰে আগতে জন্ম, সমান ঠাইত থকা এই দ্যাবাপৃথিবীয়ে এই ঋতৰ ( যজ্ঞৰ ) ঠাইত থাকেহি। সেই একে কামৰ মহৎ পূজ্য বৰুণলৈ ( আৰু অন্য দেৱতালৈ ) ঘিঁউৰ দৰে পানী সিঁচি দিয়ে ॥ ৮ ॥ কামবৰ্ষী পৰ্জন্য আৰু বায়ু—পানী যুক্ত তেওঁবিলাকে, ইন্দ্ৰ, বায়ু আৰু বৰুণে ( নিজ মহিমাৰে ) সকলোতে থাকে। ( এই দেৱতাসকলক ) আদিত্য সকলক আৰু অদিতিক আহ্বান কৰিছো। পৃথিবীত জন্ম হোৱা, আৰু স্বৰ্গত উৎপত্তি হোৱা যি দেৱতা আছে, আৰু যি অন্তৰীক্ষত উৎপন্ন হোৱা দেৱতা আছে ( সেই সকলোকে ) আহ্বান কৰিছো ॥ ৯ ॥ হে মেধাবীসকল, যি সোমক কল্যাণৰ কাৰণে ত্বষ্টা, বায়ু ( আদিয়ে ) বহন কৰে, সুবুদ্ধিৰ বৃত্ৰক খোৱা ( মৰা ) বৃহস্পতিয়ে আৰু ইন্দ্ৰই পাই, সেই ধন ইন্দ্ৰই ভাল পোৱা ঘনীভূত সোম আমি কামনা কৰো ॥ ১০ ॥ ব্ৰহ্মঅন্ন, গৰু, ঘোঁৰা গছ-গছনি, বহল পৃথিবী, পৰ্ব্বতবিলাক, পানী উৎপাদন কৰা, স্বৰ্গত সূৰ্য্যক তুলি দিয়া, সেই সুদাতা দেৱতাসকলে পৃথিবীত সকলো কল্যাণকৰ কাম ব্যাপ্ত কৰি আছে—( তেওঁবিলাকক মই আহ্বান কৰিছো ) ॥ ১১ ॥ হে অশ্বিনী দুজন, উপদ্ৰৱ কৰা বিলাকৰ পৰা ভুজ্যুক নিস্তাৰ কৰিলা। বধ্ৰিমতীক শ্যাৱ নামৰ পুতেক দিলা। কাম উদ্দীপন কৰা ( বেনৰ জায়েকক ) বিমদাক পোৱাই দিলা। বিষ্ণপক বিশ্বকক আনি দিলা ॥ ১২ ॥ অস্ত্ৰবতী, স্তনয়িত্নু ( গাজনিমৰা ) বানী ( শব্দ ), দ্যু-লোকৰ ধাৰক এটা ভৰিৰ অজ, নৈৰ আৰু অন্তৰীক্ষৰ পানী, আৰু সকলো দেৱতা কৰ্ম্মযুক্তা বহুত জ্ঞানেৰে সৈতে সৰস্বতী দেৱীয়েও মোৰ স্তুতি বাক্য শুনক ॥ ১৩ ॥ কৰ্ম্মৰে সৈতে আৰু অন্নেৰে সৈতে মানুহৰ যজ্ঞত যজন কৰিবলগীয়া, অমৰ, ঋতজ্ঞ ( নিয়মজনা ), দিয়া হবি সেৱন কৰা, সম্মুখৰ যজ্ঞলৈ অহা, সৰ্ব্বজ্ঞ সকলো দেৱতাই আমাৰ সকলো স্তুতি, অন্ন, আৰু ভালকৈ প্ৰয়োগকৰা স্তুতি সেৱন কৰা হওক। ১৪ ॥ বসিষ্ঠৰ কুলৰ ( মই ) অমৰ দেৱত সকলক ( এই সূক্তৰে ) বন্দনা কৰিলো। যি দেৱতাসকলে সকলো ভুবন অভিভৱ কৰি আছে, সেই দেৱতাসকলে আজি দিনত মোক বহুত যশৰ অন্ন দিয়ক। হে দেৱতা, তোমালোকে আমাক সদায় কল্যাণেৰে ৰক্ষা কৰা ॥ ১৫ ॥

## ৬৬ সূক্ত ঋ ১৫ ।

**ঋষি আৰু দেৱতা ৬৫ সূক্তৰ দৰে। ছন্দ—জগতী ; ১৫-ত্ৰিষ্টুপ্ ।**

বহুত অন্ন, জ্যোতি কৰোতা, বিশিষ্ট জ্ঞানী দেৱতা সকলক নিৰ্ব্বিঘ্নে যজ্ঞ সমাপ্তিৰ কাৰণে আহ্বান কৰিছো। সকলো জনা ইন্দ্ৰ যাৰ জ্যেষ্ঠ, অমৰ, ঋতৰ ( নিয়মৰ ) বৰ্দ্ধক যি দেৱতা সকল অতিকৈ বৰ্দ্ধিত হৈছে ( তেওঁবিলাকক আহ্বান কৰিছো ) ॥ ১ ॥ ইন্দ্ৰই পথিয়াই দিয়া বৰুণে অনুমোদন কৰা যি মৰুত

সকলে জলি থকা সূৰ্য্যৰ ভাগ ( সূৰ্য্যৰ ) চাৰিও কালে বাখি দিলে সেই ইন্দ্ৰৰ বিষয় ( জনা ) মৰুৎগণক যুদ্ধৰ সময়ত স্তুতি কৰিম। জ্ঞানী যজমান সকলে সেই নিমিত্তে যজ্ঞৰ আয়োজন কৰিছে ॥ ২ ॥ ( অষ্ট ) বসুৰে সৈতে ইন্দ্ৰই আমাৰ ঘৰ ৰক্ষা কৰক। অদিতিয়ে আদিত্য সকলেৰে সৈতে আমাক সুখ দিয়ক। ৰুদ্ৰ দেৱতাই ৰুদ্ৰ সকলেৰে সৈতে আমাক সুখ কৰক। ত্বষ্টাই দেৱপত্নী সকলেৰে সৈতে উন্নতিৰ কাৰণে আমাক প্ৰীত কৰক ॥ ৩ ॥ অদিতি, দ্যাবাপৃথিবী, মহৎ, ঋতৰ ( সত্যৰ ) ইন্দ্ৰ, বিষ্ণু, মৰুত সকল, বৃহৎ আদিত্য দেৱতা সকল ( নিজ মহিমাৰে প্ৰবৰ্ত্তন হৈছে) এই দেৱতা সকল, আদিত্য সকল, বসু সকল, ৰুদ্ৰ সকল আৰু সুকৰ্ম্মা সবিতাক আমি ৰক্ষণৰ কাৰণে আহ্বান কৰিছো ॥ ৪ ॥ জ্ঞানযুক্ত পানীৰ অধিপতি কৰ্ম্ম ধাৰণ কৰা বৰুণ আৰু পূষা, মহত্বযুক্ত বিষ্ণু, বায়ু আৰু অশ্বিনী দুজন, স্তোতাক অন্নদাতা, সৰ্ব্বজ্ঞ পাপনাশক, অমৰ এই সকলো দেৱতাই আমাক তিনি খোটালীৰ ঘৰ দিয়ক ( তিনি তলাৰ ঘৰ দিয়ক ? ) ॥ ৫ ॥ আমাৰ যজ্ঞ কামবৰ্ষী হওক। যজ্ঞাৰ্হ দেৱতা সকল বৰ্ষক হওক। স্তুতি কৰা ঋত্বিক সকল বৰ্ষক হওক। ঋতাবৰী দ্যাবাপৃথিবী কামবৰ্ষী হওক। পৰ্জন্য বৰ্ষক হওক। বৰ্ষকক স্তুতি কৰা সকল বৰ্ষক হওক ॥ ৬ ॥ বৰ্ষণশীল, বহুতে প্ৰশংসা কৰা অগ্নি আৰু সোমক অন্নলাভৰ কাৰণে মই তালৈক স্তুতি কৰিছো। বৰ্ষক যি দেৱতা দুজনক বৰ্ষক ঋত্বিক সকলে যজ্ঞত যজন কৰিছে সেই দুজনে আমাক তিনিটা খোটালী থকা ঘৰ দিয়ক ॥ ৭ ॥ কৰ্ম্মধাৰণ কৰা, ক্ষত্ৰিয়, যজ্ঞকৰ্ত্তা মহান তেজৰ, যজ্ঞৰ সেৱক অগ্নিৰ আহ্বাতা সত্য আৰু অদ্ৰোহী দেৱতা সকলে যুদ্ধত আবৰক শত্ৰু বধ কৰি বৰষুণৰ পানী বোৱাই দিয়ে ॥ ৮ ॥ দেৱতা সকলে দ্যাবাপৃথিবীক লক্ষ্য কৰি পানী, হাবিত হোৱা গছ-গছনি উৎপাদন কৰি গোটেই অন্তৰীক্ষ পূৰণ কৰিলে। ৰক্ষণৰ কাৰণে আৰু বশ কৰিবৰ কাৰণে যজ্ঞত নিজ শৰীৰৰ শোভিত কৰিলে ॥ ৯ ॥ দ্যুলোকৰ ধাৰক ঋভৱ সকলে, ক্ষিপ্ৰহস্তৰ মহৎ শব্দ কৰা বসু আৰু পৰ্জন্যই, পানী গছ-গছনি আৰু আমাৰ স্তুতি বৰ্দ্ধন কৰক। দাতা ভগ, বাজিন সকল ( অগ্নি; বায়ু আৰু সূৰ্য্য ) আমাৰ আহ্বানলৈ আহক ॥ ১০ ॥ সমুদ্ৰ; নদী, অন্তৰীক্ষ, মধ্য ( ৰজো ) লোক একটা ভৰিৰ অজ. অৰ্ণৱ, গৰজা মেঘ, অহিবুধ্ন্য এই দেৱতা সকলে মোৰ স্তুতি বাক্য শুনক আৰু জ্ঞানী সকলো দেৱতাই মোৰ স্তোত্ৰ শুনক ॥ ১১ ॥ ( হে দেৱতা সকল ) আমি মানুহ,—তোমালোকৰ যজ্ঞত থাকিম। আমাৰ যজ্ঞ ভালকৈ সম্পন্ন কৰি দিয়া। হে আদিত্য সকল, ৰুদ্ৰ সকল ( মৰুত সকল ), সুদাতা বসু সকল, এই মেলি দিয়া স্তোত্ৰৰে প্ৰীত হোৱা ॥ ১২ ॥ প্ৰথমে সন্মুখত নিহিত কৰা দৈব হোৱা অগ্নিৰ ওচৰলৈ শুবিৰে সৈতে যাম। ঋতৰ ( নিয়মৰ ) পথেৰে বিঘিনি হীন হৈ যাম। ওচৰত থকা অমৰ ক্ষেত্ৰৰ ( পথাৰৰ ) পতিক আৰু ভুল নকৰাকৈ সকলো দেৱতাক আমি বিচাৰিছোঁ ॥ ১৩ ॥ দেৱতাক স্তুতি কৰা বসিষ্ঠ ঋষিৰ কুলত জন্ম মই পূৰ্ব্বৰ ঋষি পিতৃসকলৰ দৰে মঙ্গলৰ কাৰণে স্তৱ কৰিছো। হে দেৱতাসকল, তোমালোক আহি আমাৰ কামনা পূৰণ কৰি আপোন বান্ধৱে দিয়া দৰে আমাক গৰু আদি ধন বিলাই দিয়া ॥ ১৪ ॥ ১৫ ঋক ১০।৬৫।১৫ ঋকৰ দৰে ॥ ১৫ ॥

## ৬৭ সূক্ত ঋ ১২।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ অয়াস্য। ছন্দ- ত্ৰিষ্টুভ্। দেৱতা বৃহস্পতি।

এই কৰ্ম্মৰ ধাত্ৰী, সাতোটা মূৰৰ ( সাতছন্দৰ ) ঋতত ( নিয়মত ) জন্ম হোৱা এই মহতী ( স্তোত্ৰৰ ) শৰীৰ আমাৰ পিতা অঙ্গিৰসে পাইছিল। চতুৰ্থ স্তৱটো সকলো মানুহৰ হিতকৰ ইন্দ্ৰলৈ স্তোত্ৰ কৰা অয়াস্য ঋষিয়ে জন্ম দিলে ॥ ১ ॥ দীপ্ত পজ্ঞাবান অগ্নিৰ পুত্ৰ অঙ্গিৰস সকলে ঋতৰ ( নিয়মৰ ) স্তোত্ৰ কৰি কল্যাণ-কৰ কৰ্ম্ম মনত ধ্যান কৰিছিল। বীৰ এই অঙ্গিৰস সকল মেধাবী, যজ্ঞৰ ধাৰক পদ প্ৰাপ্ত হৈ প্ৰথমৰ পৰাই স্তৱ কৰিছিল ॥ ২ ॥ ইঁহৰ দৰে মধুৰ বাক্যৰ, সখাৰে সৈতে অতিকৈ শব্দ কৰি শিলেৰে আবদ্ধ কৰি থোৱা গৰুৰ থোৱা ঠাই খুলি দিবলৈ 'চঞ্চৰি বৃহস্পতি আহিল আৰু স্তুতি কৰিলে। সকলো জানি সেই বৃহস্পতিয়ে উদ্গাতা হৈ স্তুতি কৰিলে ॥ ৩ ॥ ( পনী-বিলাকে তিনি ঠাইত থোৱা গৰুৰ ) এন্ধাৰত লুকাই থোৱা গুহাৰ দুঠাইৰ পৰা উলিয়াই আনিলে। পাচত আন এঠাইৰ পৰা উলিয়ালে। বৃহস্পতিয়ে সেই এন্ধাৰত পোহৰ কৰিবলৈ গৰু উলিয়াই তিনিখন অসুৰৰ দুৱাৰ খুলি দিলে ॥ ৪ ॥ বৃহস্পতিয়ে আঁতৰত থাকি সিফালৰ মুখেদি অসুৰৰ পুৰ ভেদ কৰিছিল। বল অসুৰৰ পৰা একেলগে উষা, সূৰ্য্য আৰু গৰু তিনিওকো উলিয়ালে। তেওঁ অৰ্চনীয় স্তোত্ৰেৰে স্বৰ্গৰ মেঘৰ গাজনিৰ দৰে স্তোত্ৰ গালে ॥ ৫ ॥ ইন্দ্ৰই খিবোৱা গৰুবিলাক বান্ধি থোৱা বল অসুৰক বৃহস্পতিয়ে হাতৰ অস্ত্ৰেৰে কটা

দৰে মন্ত্ৰৰ শব্দৰেই কাটি পেলালে। ঘামি থকা মৰুৎ সকলেৰে সৈতে লগ হবলৈ বিচাৰি (বল অসুৰৰ অনুচৰ) পনীক বিনাশ কৰিলে ( আৰু ) গৰু উলিয়াই আনিলে ॥ ৬ ॥ সেই বৃহস্পতিয়ে যথাৰ্থ বলৰ সখা সকলেৰে সৈতে ( মৰুতৰে সৈতে ) দীপ্তমান ধন ভোগ কৰা এই বল অসুৰক বিদাৰিলে। ব্ৰহ্মণস্পতিয়ে সেই বৰ্ষণ কৰা ঘাম ওলোৱা পানী আহৰণ কৰা মৰুত সকলোৰে সৈতে গৰু বিচাৰি পালেগৈ ॥৭॥ সত্যমনৰ সেই মৰুতসকলে গৰু বিলাক পাই বৃহস্পতিক গৰুৰ পৰাকী কৰিবলৈ ইচ্ছা কৰিলে। বৃহস্পতিয়েও পৰস্পৰে একেলগে গৈ নিজেই গৰুবিলাক পৰ্ব্বতৰ গুহাৰ পৰা উলিয়াই আনিলে ॥ ৮ ॥ সভাস্থানত থকা তেওঁবিলাকে সিংহনাদ কৰি সেই জয়শীল কামবৰ্ষী বৃহস্পতিক বৰ্দ্ধন কৰা মৰুতসকলক আমি বীৰে কৰা প্ৰত্যেক সংগ্ৰামত কল্যাণকৰ স্তুতিৰে স্তব কৰিম ॥ ৯ ॥ সেই বৃহস্পতিয়ে যেতিয়া সকলো গোধন পালে তেতিয়া দ্যুলোকলৈ উঠি গল বা ওখ ঠাইলৈ উঠি গল। তেতিয়া বৰ্ধক বৃহস্পতিক মুখেৰে স্তুতি কৰি দেৱতাসলে বৰ্দ্ধন কৰিলে। আৰু নানা দিশৰ পৰা পোহৰ পেলায় স্তুতি কৰিলে ॥ ১০ ॥ ( বৃহস্পতি আদি দেৱতাসকলে ) অন্নৰ ধাৰক আমাৰ স্তুতিৰ সত্য ফল কৰক। তোমালোকে নিজে গৈ স্তোত্ৰ কৰোতাক ৰক্ষা কৰা। পাচত সকলো দুঃখ নাশ হওক। আমাৰ এই স্তুতি বাক্য সকলোৰে প্ৰীতিকাৰক দ্যাবাপৃথিৱীয়ে শুনক ॥ ১১ ॥ মহত্ব যুক্ত ইন্দ্ৰই পানী থকা মেঘৰ মূৰ ভাঙি দি অহিক বধ কৰিলে। সাতখন বোৱতি নৈ মুকলি কৰি বোৱাই দিলে। হে দ্যাবাপৃথিৱী দেৱতা সকলেৰে সৈতে আমাক ৰক্ষা কৰা ॥ ১২ ॥

### ৬৮ সূক্ত—ঋ ১২।

### ঋষি আদি ৬৭ সূক্তৰ দৰে।

শস্য ৰখীয়াই শস্য ৰক্ষা কৰিবলৈ পানীত খেলি থকা চৰাই খেদাবলৈ মাত মতা দৰে, পুনঃ পুনঃ মেঘৰ গাজনিৰ শব্দ কৰা দৰে, পৰ্ব্বতৰ পৰা ওলোৱা নৈৰ পানীয়ে শব্দ কৰা দৰে অৰ্চক স্তোতাই বৃহস্পতিক স্তব কৰিছে ॥ ১ ॥ অঙ্গিৰাৰ পুত্ৰ বৃহস্পতিয়ে সূৰ্য্য দেৱতাক গৰুবিলাকৰ লগত লগলগায় দিলে ( অৰ্থাৎ সূৰ্য্য ওলালত গৰুৰ গাত পৰিল )। ভগদেৱতাৰ দৰে তেওঁৰ তেজ চাৰিদিশ ব্যাপী গল। যেনেকৈ স্ত্ৰী-পুৰুষক আত্মীয় সকলে দৰা-কন্যা হিচাবে মিলন কৰে তেনেকৈ গৰুবিলাকক মানুহৰ লগলগাই দিলে। হে বৃহস্পতি, যুদ্ধৰ সময়ত যেনেকৈ ঘোঁৰা দৌৰাই দিয়ে তেনেকৈ গৰুবিলাক খেদাই দিয়া ॥ ২ ॥ সাধু সকলৰ নেতা, অতিথিৰ দৰে সকলোৰে বিচৰা, স্পৃহনীয়, ভাল বৰণৰ, সদায় বৈ নথকা এই গৰুবিলাক বৃহস্পতিয়ে পৰ্ব্বতৰ পৰা উলিয়াই দেৱতাৰ ওচৰত পাচিৰ (খেৰাহীৰ) পৰা যব বাকি দিয়া দৰে মেলি দিলে ॥ ৩ ॥ মধুৰ পানী পৃথিৱীত ছটিয়াই দি ( বৰষুণ দি ) ঋতৰ (নিয়মৰ ) স্থানত বিকিৰণ কৰি অৰ্চনীয় বৃহস্পতিয়ে স্বৰ্গৰ উল্কাৰ দৰে পৰ্ব্বতৰ মাজত থকা গৰুবিলাক উদ্ধাৰ কৰি, মাটি ( গৰুৰ খুৰাৰে ) ভাঙি খানি ধুলি উৰুৱাই দিলে ॥ ৪ ॥ বৃহস্পতিয়ে এন্ধাৰ পৰ্ব্বতৰ গাত অন্তৰীক্ষৰ পৰা পোহৰ পেলাই এন্ধাৰ গুহায় দিলে যেনেকৈ পানীত হোৱা খেলুৱৈ বতাহে গুছায় দিয়ে। বৃহস্পতিয়ে ভাবিচিন্তি ( গৰুবিলাক ) চাই বল অসুৰে ৰখা পৰ্ব্বতৰ ভিতৰখন চাই বায়ুয়ে মেঘ গোটোৱা দৰে গৰু বিলাক চপাই আনিলে ॥ ৫ ॥ হিংসক বল অসুৰৰ অস্ত্ৰ যেতিয়া বৃহস্পতিয়ে অগ্নিৰ দৰে তাপত মন্ত্ৰেৰে ভেদ কৰিলে, দাতেৰে চোবোৱা বস্তু জিভাৰে গিলা দৰে পৰ্ব্বতত পনিয়ে বেৰি ৰখা বল অসুৰক খালে ( বধ কৰিলে ) আৰু গোধন বিলাক প্ৰকাশিত কৰিলে ॥ ৬ ॥ বৃহস্পতিয়ে গুহাৰ ভিতৰ ঠাইত থকা শব্দ কৰি থকা ( হেম্বেলিয়াই থকা ) এই গৰুবিলাকৰ গুপুত নাম বিলাক জানিলে। পৰ্ব্বতৰ গুহাত থকা গৰুবিলাকে নিজে নিজেই পৰ্ব্বত ভাঙি চৰাইৰ কণীৰ পৰা পোৱালী ওলায় অহা দৰে ওলায় আহিলা ॥ ৭ ॥ বৃহস্পতিয়ে শিলেৰে ( মুখ ) বন্ধ কৰি থোৱা অলপ পানীত থকা মাছৰ দৰে ছট্‌ফটাই থকা এই ( গৰুৰূপী ) মৌবিলাক চালে; সেই নানা শব্দ কৰি থকা ( বেৰাই থকা ) গৰুবিলাক গছৰ পৰা চমস পাত্ৰ উলিওৱা দৰে বৃহস্পতিয়ে উলিয়াই আনিলে ॥ ৮ ॥ সেই বৃহস্পতিয়ে ( পৰ্ব্বতৰ গুহাত ) গৰু চাবলৈ ঊষাক পাইছিল। তেওঁ সূৰ্য্য আৰু অগ্নিক পাই অৰ্চনীয় তেজেৰে এন্ধাৰ দূৰ কৰিলে। তেওঁ বলৰ পৰ্ব্বতটোৰ পৰা সেই, গৰু বিলাক ( বলেৰে ) হাড়ৰ পৰা মজ্জা উলিওৱা দৰে ( অতি কষ্টেৰে ) উলিয়াই আনিলে ॥ ৯ ॥ জাৰত যেনেকৈ গছৰ পাতবিলাক সৰি যায়, গৰুবিলাক ওলায় আহিলত বল অসুৰে দুঃখত নিমগ্ন হল। বৃহস্পতিয়ে অনুকৰণ কৰিব নোৱাৰা কাম কৰিলে, — যি কৰিলে সূৰ্য্য-চন্দ্ৰ ওলায় থকালৈ ( যাবৎ চন্দ্ৰ দিবাকৰ ) কোনেও কৰিব নোৱাৰে ॥ ১০ ॥ পিতৃ সকলে স্বৰ্গত নক্ষত্ৰ বিলাকেৰে সৈতে, শ্যামবৰ্ণ ঘোঁৰাক অলঙ্কাৰ পিন্ধোৱা দৰে, অলঙ্কৃত কৰিলে। ৰাতি এন্ধাৰ কৰিলে;

আৰু দিনত সূৰ্য্য ধাৰণ কৰিলে। বৃহস্পতিয়ে পৰ্ব্বত ভাঙি গৰুবিলাক পালে ॥ ১১ ॥ অন্তৰীক্ষত হোৱা বৃহস্পতিৰ এই স্তোত্র মই কৰিলো, যি বৃহস্পতিয়ে বহুত এনে ঋক ( সূক্ত ) এইদৰে আমাক কয়। সেই বৃহস্পতিয়ে গৰুৰে আৰু ঘোঁৰাৰে যুক্ত পুত্ৰৰে সৈতে আৰু মানুহেৰে সৈতে আমাক অন্ন দিয়ক ॥ ১২ ॥

## ৬৯ সূক্ত—ঋ ১২।

### ঋষি—বধ্ৰশ্বৰ পুত্ৰ সুমিত্ৰ। ছন্দ -ত্ৰিষ্টুপ্ ; ১।২ জগতী। দেৱতা—অগ্নি।

বধ্ৰশ্বৰ অগ্নি দেখিবলৈ কল্যাণকাৰী হওক। তেওঁৰ পথ প্ৰদৰ্শন কল্যাণকৰ হওক। যজ্ঞৰ্বলৈ অহা সকলৰ ভালকৈ বশ কৰা হওক। সুমিত্ৰই যেতিয়া এই অগ্নিক প্ৰথমতে জ্বলালে, ঘি'উৰ আহুতিত বেচিকৈ জ্বলিলত সেই অগ্নিক আমি স্তুতি কৰিছো ॥ ১ ॥ বধ্ৰশ্বই দিয়া ঘি'উৰে অগ্নি বৰ্দ্ধন হওক। ঘি'উয়েই এওঁৰ ভোজন হওক। ঘি'উয়েই এই অগ্নিৰ পুষ্টিকৰ হওক। ঘি'উৰে আহুতি দিলে এওঁ ডাঙৰ হৈ যায়। ঘি'উৰে বাৰে বাৰে আহুতি দিলে অগ্নি সূৰ্য্যৰ দৰে জিলিকে ॥ ২ ॥ হে অগ্নি, তোমাৰ ৰশ্মিজাল মনুয়ে যেনেকৈ উজ্জ্বল কৰিছিল, মই সুমিত্ৰও তোমাক তেনেকৈ জ্বলাইছো। এতিয়া এই অগ্নি নতুন হৈ জ্বলক। সেই তুমি ধনযুক্ত হৈ জ্বলা। আমাৰ স্তুতি সেৱন কৰা। তুমি শত্ৰুৰ দল নষ্ট কৰা। মোক অন্ন দিয়া ॥ ৩ ॥ হে অগ্নি, বধ্ৰশ্বই পূৰ্ব্বকালত হবি দি বেচিকৈ জ্বলোৱা সেই অগ্নিয়ে মই ৰচনা কৰা এই স্তোত্ৰ সেৱন কৰা। তুমি আমাৰ ঘৰ ৰক্ষক হোৱা আৰু আমাৰ শৰীৰ ৰক্ষক হোৱা। আমাক দিব লগীয়া ধনৰ ৰক্ষক হোৱা, যি ধন তোমাৰেই কিন্তু আমাৰ লগত আছে ॥ ৪ ॥ বধ্ৰশ্বৰ কুলত উৎপত্তি হোৱা হে অগ্নি, তুমি অন্নবান হোৱা আৰু আমাক ৰক্ষা কৰা। তোমাক কোনেও হিংসা নকৰক। শত্ৰুৰ অভিভৱিতা হোৱা। বলীৰ দৰে সিহঁতৰ ধৰ্ষক হৈ জয় কৰা হোৱা। হে বধ্ৰশ্বৰ অগ্নি, তোমাৰ নাম বিলাক বেলেগে বেলেগে মই এতিয়াই স্তৱ কৰিম ॥ ৫ ॥ হে অগ্নি, মানুহে নিহিত কৰা পৰ্ব্বতত থকা ধন বিলাক তুমি জয় কৰিলা। বলবান বিলাকে দাসৰ লগত কৰা উপদ্ৰৱ বিলাক তুমি নষ্ট কৰিলা। বীৰৰ দৰে ধৰ্ষক জনক জয় কৰা তুমি যুদ্ধ কৰিবলৈ বিচৰা সিলাকক পৰাজয় কৰা ॥ ৬ ॥ বহুত স্তুতিমান, বহুত ৰশ্মিযুক্ত, বহুত হবি ৰূপ ঢাকনি থকা, বহুত চকুৰে, মহান, দীপ্তিমানৰ ভিতৰত অতি দীপ্তিমান এই অগ্নিক নেতা সকলে অলঙ্কৃত কৰিছে। হে অগ্নি, দেৱতাক বিচৰা সুমিত্ৰক তুমি পোহৰ কৰা ॥ ৭ ॥ হে জাতবেদ অগ্নি, তোমাৰ ভাল খীৰতি গৰু আছে যি অনবৰত অকলেই সমানে অমৃত ক্ষৰণ কৰে। দক্ষিণাবান, নেতা ঋত্বিক সকলে দেৱতা কামনা কৰি চৰিবে দীপ্যমান কৰা তোমাক সুমিত্ৰই বেচি দীপ্যমান কৰিছো ॥ ৮ ॥ বধ্ৰশ্বই জ্বলোৱা হে জাতবেদ অগ্নি, তোমাৰ মহিমা দেৱতা সকলেও কয়। মানুহ প্ৰজাই আহি ( কোনে অসুৰ মাৰে বুলি ) সোধা নেতা সকলেৰে সৈতে বৰ্দ্ধন হোৱা দেৱতা সকলেৰে সৈতে তুমি শত্ৰু জয় কৰা ॥ ৯ ॥ হে অগ্নি, যেনেকৈ পিতাই পুত্ৰক স্থাপন কৰে তেনেকৈ বেদীত পৰিচৰণ কৰা বধ্ৰশ্বই তোমাক স্থাপন কৰিছিল। হে অতি ডেকা অগ্নি, আৰু বধ্ৰশ্বৰ খৰি সেৱন কৰি পূৰণি বাধক শত্ৰুকো বধ কৰিছিলা ॥ ১০ ॥ হে অগ্নি, বধ্ৰশ্বই অভিষুত কৰা সোমেৰে নেতা ঋত্বিক সকলে সদায় শত্ৰু জয় কৰিছিল। হে চিত্ৰভানু অগ্নি, তুমি বলতে শত্ৰুক দাহ কৰা। বৃদ্ধ হৈও বৰ্দ্ধমান শত্ৰুক তলমুখ কৰি মাৰিলা ॥ ১১ ॥ শত্ৰুৰ হন্তা এই অগ্নি চিৰদিনৰ কাৰণে বধ্ৰশ্বৰ হবিৰে সদায় প্ৰজ্জ্বলিত হৈ আছা। তেওঁ নমস্কাৰেৰে সৈতে স্তুতিও কৰিছিল। হে বধ্ৰশ্বৰ কুলত উৎপন্ন হোৱা অগ্নি, তুমি আমাৰ নজনা শত্ৰু আৰু হিংসা কৰা জনা শত্ৰু অভিভৱ কৰা ॥ ১২ ॥

## ৭০ সূক্ত—ঋ ১১।

### ঋষি-ছন্দ ৬৯ সূক্তৰ দৰে। দেৱতা—অগ্নি ( আপ্ৰী সূক্ত ) ১-ইধ্ম বা সমিদ্ধ ; ২-নৰাশংস ; ৩-ইল ; ৪ বৰ্হি ; ৫-দ্বাৰ ; ৬-উষা আৰু ৰাতি ৭-দৈৱ হোতা দুজন, ৮-সৰস্বতী ইলা আৰু ভাৰতী, ৯-ত্বষ্টা, ১০-বনস্পতি, ১১-স্বাহাকৃতি।

হে অগ্নি অন্নৰ ঠাইত ( বেদীত ) মই দিয়া সমিধ খৰি সেৱন কৰা। ঘি'উ-পূৰ্ণ স্রুচৰ ফালে মন কৰা। হে সুকৰ্ম্মা অগ্নি, পৃথিৱীৰ ওখ ঠাইত ( বেদীত ) দেৱতাৰ যাগ কৰা শুভ দিনত শিখাৰে ওপৰলৈ উঠা ॥ ১ ॥ দেৱতাসকলৰ আগত যোৱা নৰাশংস অগ্নিয়ে নানা ৰূপৰ ঘোঁৰাৰে সৈতে এই যজ্ঞলৈ আহক। স্তুতিৰ যোগ্য, দেৱতাৰ মুখ্য সেই অগ্নিয়ে ঋতৰ ( নিয়মৰ ) বাটেৰে স্তোত্ৰেৰে সৈতে হবি দেৱতা সকললৈ লৈ যাওক ॥ ২ ॥ হবিযুক্ত মানুহে সৰ্ব্বতিকাল থকা ( হবি বহন কৰা ) দূতৰ কাম কৰা, ইল অগ্নিক স্তুতি কৰে।

তুমি অতি বহন কৰিব পৰা ধোঁৱাৰে টনা ভাৱকৈ চলা ৰথেৰে আমাৰ যজ্ঞলৈ দেৱতা সকলক লৈ আহা। আৰু তুমি হোতা হৈ এই যজ্ঞত বহা ॥ ৩ ॥ হে বৰ্হি (কুশ) নামৰ অগ্নি দেৱতাই সেৱন কৰা বেকাঁকৈ পাৰি থোৱা এই কুশ বিশেষকৈ দীঘল হওক। আমালৈ এই কুশ সুগন্ধি হওক। হে বৰ্হি অগ্নি দেৱতা, কোনো খণ্ড নকৰি হবি কামনা কৰি ইন্দ্ৰকে জ্যেষ্ঠ (মুখ্য) কৰি সকলো দেৱতাকে (যজ্ঞলৈ) লৈ আহা ॥ ৪ ॥ হে দ্বাৰ (দুৱাৰ) নামৰ অগ্নি, তুমি (শিগাৰে উঠি গৈ) দ্যুলোকৰ ওখ ঠাই পোৱাগৈ আৰু পৃথিবী যিমান বহল সিমান বিস্তৃত হোৱা। দেৱতাক কামনা কৰি ৰথ বিচাৰি তুমি মহিমাৰে মহৎ দেৱতা সকলৰ ৰথ ধাৰণ কৰা ॥ ৫ ॥ স্বৰ্গৰ জীয়ৰী সুৰূপা উষা আৰু ৰাতি (ৰূপী অগ্নি) দুজনা দেৱী যজ্ঞৰ বেদীত বহক। সকলোৱে কামনা কৰা হে সৌভাগ্যৱতী দেৱী দুজনা, তোমালোকৰ ওচৰত বহল ঠাইত হবি কামনা কৰা দেৱতা সকল বহক ॥ ৬ ॥ (সোম অভিষৱ কৰিবলৈ) শিল যেতিয়া ওপৰলৈ তোলা হল, মহান অগ্নিক যেতিয়া সমিধেৰে জ্বলোৱা হল, আৰু যেতিয়া দেৱতাৰ প্ৰিয় সোম ধাৰণ কৰা পাত্ৰ পৃথিবীৰ যজ্ঞৰ ঠাইত ৰখা হৈছিল। হে দৈৱ হোতা দুজন, বিজ্ঞ তোমালোকে এই যজ্ঞত আমাৰ দ্ৰব্য ধন পাবৰ কাৰণে যজন কৰা ॥ ৭ ॥ তিনি গৰাকী দেৱীয়ে (ইলা, সৰস্বতী, ভাৰতী) এই বহলকৈ মেলা কুশত বহা। তোমালোকৰ কাৰণে এয়া কুশ মেলি থৈছো। ইলা, দেৱী (সৰস্বতী), ৰঙা পাৰৰ ভাৰতীয়ে মনুৰ যজ্ঞত যেনেকৈ সেৱন কৰিছিল তেনেকৈ আমাৰ যজ্ঞত দিয়া হবি সেৱন কৰা ॥ ৮ ॥ হে ত্বষ্টা দেৱতা, যি তুমি যজ্ঞ সুশোভন কৰি সম্পূৰ্ণ কৰিলা আৰু যি তুমি অঙ্গিৰস সকলৰ সখা হৈছা, হে দ্ৰবিনোদা, সুৰত্ন (অগ্নি) তুমি হবি কামনা কৰা দেৱতা সকলক জানি তেওঁবিলাকলৈ অন্ন বহন কৰি নিয়া ॥ ৯ ॥ হে গছ (যূপ কাঠ) তুমি জানি লৈ ৰচিৰে বান্ধি দেৱতাসকলৰ অন্ন বহন কৰি নিয়া। বনস্পতি দেৱতাই আস্বাদন কৰি আমি দিয়া হবি দেৱতাৰ কাৰণে প্ৰস্তুত কৰা। মোৰ আহ্বান দ্যাবা-পৃথিবীয়ে ৰক্ষা কৰক ॥ ১০ ॥ হে অগ্নি, তুমি যজ্ঞলৈ ইন্দ্ৰ, বৰুণ আৰু মৰুত সকলক দ্যুলোকৰ পৰা বা অন্তৰীক্ষৰ পৰা আমাৰ যজ্ঞলৈ বহন কৰি আনা। যজন কৰিব লগীয়া সকলো দেৱতা কুশত বহক। অমৰ দেৱতাসকলে স্বাহা উচ্চাৰণ কৰি হবিৰে আমোদ কৰক ॥ ১১ ॥

## ৭১ সূক্ত - ঋ ১১ ।

**ঋষি অঙ্গিৰসৰ পুত্ৰ বৃহস্পতি। ছন্দ—ত্ৰিষ্টুভ; ৯-জগতী। দেৱতা—পৰম ব্ৰহ্ম জ্ঞান।**

( Language theory )

(বৃহস্পতিয়ে নিজক সম্বোধন কৰি কৈছে) হে বৃহস্পতি প্ৰথমতে উৎপন্ন হোৱা লৰাই নাম ধৰি মতা যি কথা লৰাৰ মুখৰ পৰা ওলায় সেই প্ৰথম বাক্য চোৱা (শুনা)। ইহঁতৰ শ্ৰেষ্ঠ যি নিষ্পাপ জ্ঞান যি আগতে আছিল, অন্তৰত লুকায় থকা সেই জ্ঞান প্ৰেমৰ পৰা (সৰস্বতীয়ে নিজে উৎপন্ন কৰা) ওলায় আহে ॥ ১ ॥ কুলাত পিঠাগুৰি জৰা দৰে (এই শব্দ বিলাক) জাৰি চালি বিদ্বান সকলে যেতিয়া জ্ঞানী মনেৰে বাক্য ৰচনা কৰিলে, সেই সময়ত বন্ধু বিলাকে তেওঁলোকৰ বন্ধুৰ জ্ঞান (কথা) জানিব পাৰিলে। তাৰ পৰাই সেই বাক্য বিলাকত কল্যাণ নিহিত লক্ষ্মী-শ্ৰী উদ্ভৱ হল—অৰ্থ জ্ঞান প্ৰকাশ পালে ॥ ২ ॥ অৰ্থ বুজি পোৱা বিদ্বান সকলে বাকাৰ পথেৰে যজ্ঞ উলিয়ালে। ঋষি সকলৰ অন্তঃকৰণৰ ভাব-ভাষা বুজি পালে আৰু বাক্য উলিয়ালে। সেই বাক্যকে বহুতক শিকালে। এনেকুৱা চৰাইৰূপী বাক্যঁ সাতোটা ছন্দেৰে ঋষি সকলে মুখৰিত কৰিলে ॥ ৩ ॥ এজনে "বাক"ক (কথাক) মনেৰে পৰ্য্যালোচনা কৰি বাকৃক নেদেখে আন এজনে শুনিও নুশুনে। ভাল কাপোৰ পিন্ধা তিৰোতাই পতিক কামনা কৰি ওচৰলৈ যোৱা দৰে নিজৰ গাতে বাকৃক প্ৰকাশ কৰে ॥ ৪ ॥ এজনে জ্ঞানী সমাজত অন্তৰত মৌ থকা বুলি কয়। এওঁক বাকাৰ অৰ্থ জনা বুলি কোনেও নিশিকাই (কাৰণ তেওঁ জানেই)। অৰ্থ বুজি নোপোৱা এজনে বাক্যৰ ফল ফুল নোহোৱা গছৰ দৰে (অৰ্থ-নাইকিয়া বাক্যৰে) মায়াৰে ঘুৰি ফুৰে, কৰ্ম্ম কাৰ্য্যৰ বিষয় জ্ঞান নাই (যজ্ঞাদি কৰিব লাগে বুলি নেজানে) ॥ ৫ ॥ (বেদ অধ্যয়ন কৰা) বন্ধুৰ লগ যি ত্যাগ কৰে সেই পুৰুষৰ বাক্যত ভজন কৰিবলগীয়া কোনো মূল্য নাই। তেওঁ বাক্য শুনিলেও মিছাই শুনে কাৰণ তেওঁ ভাল কৰ্ম্মৰ পন্থা নেজানে ॥ ৬ ॥ চকু থকা কাণ থকা (দেখা আৰু শুনা) সখা সকলৰ মনৰ গতিৰ কেতিয়াবা তাৰতম্য হয় (মিল নহয়)। (তাৰ মাজত কোনো কোনোৰ) মুখলৈকে তল যোৱা পানী হ্ৰদৰ দৰে, কোনোৰ কাষলতিৰ তললৈ দুব যোৱা পানীৰ হ্ৰদৰ দৰে, কাৰোবা গা ধুবলৈ ভাল দ যেন দেখি ॥ ৭ ॥ সমান (গুণৰ) বুলি কোৱা ব্ৰাহ্মণ সকলে হৃদয়েৰে পৰিকল্পনা কৰা মনৰ গতিৰে

যেতিয়া লগ হৈ যজন কৰে, এই অৰ্থ জ্ঞান নথকা ব্ৰাহ্মণ সকলক পৰিত্যাগ কৰে। কোনোৱে স্তোত্ৰ জনা বুলি প্ৰচাৰিত হৈ বিচৰণ কৰি ফুৰে ॥ ৮ ॥ এই যি বিলাক অনভিজ্ঞ তেওঁ বিলাক পিচ পৰি নেথায় ব্ৰাহ্মণ সকলৰ লগতো চলাফুৰা নকৰে। তেও বিলাক বেদজ্ঞ ব্ৰাহ্মণ নহয়। সোম অভিষৱ কৰা ঋত্বিকো নহয়। বিদ্যা নোহোৱা সেই বিলাকে পাপ কথা কৰলৈ শিকি আবিষ্ট হৈ থকা দৰে মাত্ৰ নিজৰ শৰীৰটো হে পোষণ কৰে ॥ ৯ ॥ সমান জ্ঞানৰ সখা সভাসদ সভ্য সকলে ভাল যশৰ কাৰণে আনন্দ কৰে। এওঁ বিলাকৰ ভিতৰত পাপ দূৰ কৰা অন্ন দাতা মানুহ থাকে। পাত্ৰত থোৱা সোম পাপ নাশ কৰিবলৈ বহুত হয় ॥ ১০ ॥ তাৰে এজনে বহুত ঋক গাই থাকে। এজনে উদ্গাতা হৈ শকৰী ছন্দেৰে ঋক গাই। গায়ত্ৰী ছন্দেৰে সাম গান গায়। এজনে ব্ৰহ্মা হৈ বিদ্যা জনা বাক্য কয়। এজনে (অধ্বৰ্য্যুয়ে) যজ্ঞৰ মাত্ৰা জোখ-মাপ কৰে ॥ ১১ ॥ (এই সূক্তত ভাষা তত্ত্বৰ বিষয় আলোচনা আছে। তাষাৰ উৎপত্তি, গঠন আৰু নিষ্পত্তিৰ বিষয় আছে)।

### ৭২ সূক্ত—ঋ ৯।

**ঋষি—লৌকিক বৃহস্পতি বা অঙ্গিৰা পুত্ৰ বৃহস্পতি বা দক্ষৰ জায়েক অদিতি। ছন্দ—অনুষ্টুভ্। দেৱতা—দেৱতাসকল। (Theory of creation বা Atomic theory)**

আজি দেৱতা সকলৰ জন্মবৃত্তান্ত স্পষ্ট কৰি সোনকালেই কম। যি দেৱতা সমূহক মানুহৰ পূৰ্বৰ যুগত যাগ স্তুতি কৰিছিল সেইবিলাক ভৱিষ্যতেও দেখিব। ১॥ ব্ৰহ্মণস্পতিয়ে এই দেৱতা সকলক কমাৰে ভাটিত লোহা গলোৱা দৰে দেৱতাৰ পূৰ্ব্বৰ যুগত সৃষ্টি কৰিলে। অসতৰ পৰা সৎ ওলাল (নোহোৱাৰ পৰা হোৱা অৱস্থা হল) ॥ ২ ॥ দেৱতাৰ পূৰ্ব্বৰ যুগত অসতৰ পৰা সৎ উৎপত্তি হল। তাৰপৰা দিশবিলাক ওলাল। তাৰপৰা ওপৰলৈ গজা গছ ওলাল ॥ ৩ ॥ পৃথিবীৰ পৰা ওপৰলৈ গজা গছ ওলাল। মৰ্গৰ পৰা দিশবিলাক হল। অদিতিৰ পৰা দক্ষ জন্ম হল,—দক্ষৰ পৰা অদিতি জন্ম হল (যাস্কই কৈছে—এনেকুৱা কেনেকৈ হব পাৰে? তেওঁ বিলাকে একে ঠাইৰ পৰা জন্ম হব পাৰে। দেৱতাৰ স্বভাৱমতে ইজনৰ পৰা সিজন জন্ম হব পাৰে) ॥ ৪ ॥ হে দক্ষ, তোমাৰ জীয়েৰ অদিতি। তেওঁ (আদিত্য সকলক) জন্ম দিলে। সেই দেৱতাসকল তাৰ পাচত জন্ম হল। তেওঁবিলাক ভজনীয় আৰু অমৰ ॥ ৫ ॥ যেতিয়া হে দেৱতা সকল, তোমালোকে একেলগ হৈ সেই পানীত আছিলা, সেই পানীত নাচোন মৰা দৰে তোমালোকে তীব্ৰ বেগেৰে ৰেণুৰ সজ্ঘ মেঘৰ দৰে উলিয়াই দিলা (created the Atoms) ॥ ৬ ॥ হে দেৱতা সকল যেনেকৈ মেঘেৰে ভুৱন পূৰণ কৰিলে তেনেকৈ (সেই ৰেণুপুঞ্জই (Mass of Atoms) সকলো পূৰণ কৰিলে এই লোকালোক সমুদ্ৰত লুকাই থকা সূৰ্য্যক উলিয়াই আনিলে ॥ ৭ ॥ যি অদিতিৰ শৰীৰৰ পৰা আঠজন পুত্ৰেক উৎপন্ন হল, তাৰে সাত জনৰে সৈতে তেওঁ দেৱতা সকলক লগ পাবলৈ গ'ল। মাৰ্ত্তণ্ডক দূৰলৈ পঠিয়াই দিলে (৮ জন—মিত্ৰ, বৰুণ, ধাতা, অযমা, অংশ ভগ, বিবস্বান আৰু আদিত্য (মাৰ্ত্তণ্ড)। ইন্দ্ৰক উল্লেখ নকৰিলে ॥ ৮ ॥ সাতজন পুত্ৰ অদিতিয়ে পূৰ্ব্বৰ যুগ পাবলৈ লৈ গল। তেওঁ মাৰ্ত্তণ্ডক মানুহ ওপজা আৰু মৰা চাবলৈ ইয়ালৈ লৈ আহিল ॥ ৯ ॥ (৬ আৰু ৭ ঋকত Atomic theory ও আছে ॥

### ৭৩ সূক্ত—ঋ ১১।

**ঋষি—শক্তিৰ পুত্ৰ গৌৰীবীতি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা ইন্দ্ৰ।**

হে ইন্দ্ৰ, বলৰ কাৰণে উগ্ৰ বলী হৈ শত্ৰুক খেদাবলৈ তুমি জন্ম ললা। তুমি স্তুত্য আৰু বলী,—বৰ অভিমানী। ইন্দ্ৰই ইয়াত বৃত্ৰক বধ কৰোতে মৰুৎসকলো বৰ্দ্ধন হল, —যেতিয়া মাক অদিতিয়ে বীৰপুত্ৰ ধাৰণ কৰিছিল ॥১॥ শত্ৰুৰ দ্ৰোহী ইন্দ্ৰৰ সেনাবিলাক (মৰুতসকল) ওচৰত আছিল। চলন্ত মৰুত সকলেৰে সৈতে একেলগে ইন্দ্ৰ থাকিল। তেওঁবিলাকেও ইন্দ্ৰক বৰ্দ্ধন কৰিলে। অন্ধকাৰেৰে বেৰি ৰখা পানীবিলাক (বা গৰুবিলাক) মহা বজ্ৰেৰে উলিয়াই আনিলে ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ খোজ ডাঙৰ। যেতিয়া মোৱা তেতিয়া ঋভু সকলে বৰ্দ্ধন কৰে আৰু যি দেৱতা থাকে তেওঁবিলাকেও বৰ্দ্ধন কৰে। সহস্ৰ বাঘ তুমি মুখত ধৰি ৰাখিব পাৰা। তুমি অশ্বিনী দুজনকো এইকালে আনা ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি সংগ্ৰামত খৰকৈ যোৱা যদিও যজ্ঞৰ ওচৰলৈ আহা। নাসত্যা দুজনক এই কালে আনা। তুমি সহস্ৰ ধন ধাৰণ কৰা। বীৰ অশ্বিনী দুজনেও আমাক ধন দিয়ক ॥ ৪ ॥ হে ইন্দ্ৰ, ঋতৰ (নিয়মৰ) অধিক গমনশীল সখা মৰুত সকলেৰে সৈতে আনন্দ কৰি মানুহৰ কাৰণে ধন দিয়া। হে ইন্দ্ৰ, এই মানুহ বিলাকৰ কাৰণে মায়াৰে সৈতে দস্যু মাৰিবলৈ খেদি গলা। সেই ইন্দ্ৰই আবৰি থকা এন্ধাৰ নাশ কৰি ইয়াত বৰষুণ পেলাই দিলে ॥ ৫ ॥ এই ইন্দ্ৰই বৃত্ৰ বধ

কৰোতে এনে নামৰ দুটা ধ্বংস কৰিলে। হে ইন্দ্ৰ, তুমি উষাক মৰা দৰে (৪।১০।৮-৯) বৃত্ৰক মাৰিলা। হে ইন্দ্ৰ, মহত্ত্বৰে বৃত্ৰক বধ কৰিবলৈ মন কৰি সখা মৰুত সকলেৰে সৈতে বৃত্ৰক বধ কৰিবলৈ গলা বৃত্ৰক মাৰিলা ।। ৬।। হে ইন্দ্ৰ, তুমি যজ্ঞত বিঘিনি কৰা দাস নমুচিক মাৰি মনু ঋষিৰ ভয় নাইকিয়া কৰিলা। দেৱতাৰ মাজলৈ যাবলৈ তুমি মনু ঋষিক পথ ভাল কৰি দিলা,—যাতে পোনে পোনে যাব পাৰে ।। ৭।। হে ইন্দ্ৰ, তুমি এই পানীৰ কাম পূৰণ কৰিলা। হে ঈশ্বৰ ইন্দ্ৰ, তুমি হাতত বজ্ৰ ধৰিছা। বল থকা কাৰণে তোমাক সকলো দেৱতাই স্তুতি কৰে। পানী থকা মেঘবিলাক ওপৰলৈ গুৰি আৰু তললৈ মুখ কৰি দিলা ।। ৮।। এই ইন্দ্ৰৰ অস্ত্ৰবিলাক সদায় মেঘক মাৰিবলৈ প্ৰস্তুত। আৰু এই ইন্দ্ৰই মধুৰ পানীও বশলৈ আনিলে। পৃথিৱীলৈ এৰি দিয়া যি পানীৰ ওহাৰ (ভৰাল) আছে, সেই পানী গৰু আৰু গছ-গছনিত ধাৰণ কৰিলে (এই ঋকৰ সায়ণ ভাষ্য সামবেদৰ ২।৪।১ সামৰ পৰা অন্য হৈছে। ইয়াত নাই।) ।। ৯।। ইন্দ্ৰৰ সামৰ্থ্য দেখি কোনোৱে এওঁক সূৰ্য্যৰ পৰা ওলাইছে বুলি কয়, যদিও মই এওঁক বলৰ পৰা ওলাইছে বুলি জানো (কাৰণ) এওঁ বৃত্ৰাদি অসুৰক বধ কৰিলে। অথবা এওঁ খণ্ডৰ পৰা উৎপত্তি আৰু ঘৰত থাকে। য'ৰ পৰা জন্ম হল ইন্দ্ৰই নিজেইহে জানে ।। ১০।। উৰণীয়া চৰাইৰ দৰে উৰি আহি ভাল যজ্ঞ কৰা ঋষি বিলাকে কৃপা ভিক্ষা কৰি ইন্দ্ৰৰ ওচৰ চাপিল। হে ইন্দ্ৰ, এন্ধাৰ গুচোৱা। চকুৰ তেজ পূৰণ কৰি দিয়া। পাশৰ বন্ধন মুকলি কৰি দিয়া ।। ১১।।

## ৭৪ সূক্ত—ঋ ৬।

## ঋষি আদি ৭৩ সূক্তৰ দৰে।

ধন দিবলৈ ইচ্ছা কৰি বা ধন লাভ কৰিবলৈ ইন্দ্ৰক যুদ্ধাদি কৰ্ম্মই আকৰ্ষণ কৰিছে। দ্যাবাপৃথিৱীৰ মাজত সংগ্ৰাম জয় কৰিবলৈ যি ঘোঁৰাৰে গৈ ধনবন্ত হয়, হিংসক অতি দুৰ্জ্জয় বিষয় য'ত বিখ্যাত কাম কৰে,—তালৈ বা গৈছে ।। ১।। এই যজ্ঞানুষ্ঠান কৰা অঙ্গিৰস সকলৰ ইন্দ্ৰৰ প্ৰেৰক আহ্বান দ্যুলোকত ব্যাপ্ত হয়। তাত থকা দেৱতা সকলেও মনেৰে পৃথিৱী পাই হি, যি পৃথিৱীত (গৰুবিলাক) চাই দেৱতা সকলে নিজৰ ভালৰ কাৰণে আদিত্যৰ দৰে বৰণীয় তেজেৰে প্ৰকাশ কৰে ।। ২।। এই অমৰ দেৱতা সকলক স্তুতি কৰিছো,—যাক যজ্ঞত ধনৰত্ন বিচাৰে। আমাৰ স্তুতি আৰু যজ্ঞ সাধন কৰি সেই দেৱতা সকলে আমাক অসাধাৰণ ধন দিয়ক ।। ৩।। হে ইন্দ্ৰ, যি (অঙ্গিৰস) সকলে গৰু উলিয়াবলৈ বিচাৰিছিল সেইবিলাকে তোমাক কেউফালে স্তুতি কৰিছিল। এবাৰ মাত্ৰ প্ৰসব কৰা কিন্তু বহুত পুত্ৰপৌত্ৰ সহস্ৰ ধাৰাৰে উৎপত্তি কৰা পৃথিৱীৰ পৰা গছ-গছনি দোহন কৰিলে ।। ৪। হে কৰ্ম্মবন্ত (যজমান) সকল, ইন্দ্ৰক ৰক্ষণৰ কাৰণে স্তুতি কৰা। যি ইন্দ্ৰই পৰৰ ওচৰত বশ্যতা স্বীকাৰ নকৰে, যুদ্ধ কৰিবলৈ বিচৰা শত্ৰুক বশ কৰে, মহান, ধনবান, আৰু ভাল স্তুতিৰ যোগ্য, বহুত শব্দ কৰা, নৰৰ হিতকৰ আৰু বজ্ৰধৰা ।। ৫ ।। যেতিয়া তেওঁ অতি বৃহৎ বৃত্ৰক বধ কৰিলে, শত্ৰুক পুৰ ভঙা, বৃত্ৰক বধ কৰা ইন্দ্ৰই পানীৰে পূৰণ কৰি দিলে। শত্ৰুক পৰাজয় কৰা, সকলোৰে গৰাকী, বহুত সমৰ্থবান বুলি (যি ইন্দ্ৰক) সকলোৱে জানে, সেই ইন্দ্ৰই এই যে আমি যি বিচাৰিছো সেইটো আমাক কৰি দিয়ক ।। ৬ ।।

## ৭৫ সূক্ত—ঋ ৯।

## ঋষি—প্ৰিয়মেধৰ পুত্ৰ সিন্ধুক্ষিত। ছন্দ—জগতী দেৱতা—নদী।

হে জল, তোমালোকৰ মহত্ত্বৰ অতি উৎকৃষ্ট কবি ৰচনা কৰা স্তোত্ৰৰ স্তোতা মই পৰিচৰণ-ৰত যজমানৰ যজ্ঞ ঘৰত ভালকৈ গাম। (সেই নৈবিলাক) সাত ভাগ হৈ তিনি ঠাইত (স্বৰ্গ, অন্তৰীক্ষ আৰু পৃথিৱীত) বৈ গৈছে। এই বৈ যোৱা বিলাকৰ ভিতৰত সিন্ধু নৈয়ে বলত সকলোকে চেৰপেলাই গৈছে ।। ১ ।। হে সিন্ধু দেৱী, তোমাৰ চলি যাবলৈ বাট বৰুণ দেৱতায় লেখি থৈ গৈছিল। যি কাৰণে তুমি মানুহক অন্ন দিবলৈ সেই বাটে লৰি-ধাপৰি গৈছা। তুমি মাটিৰ ওপৰেদি ওখ ঠায়েদি যোৱা বাবে তুমি সকলো প্ৰাণী জগতৰ ঈশ্বৰী হৈছা ।। ২ ।। মাটিত ওপৰেদি গৈ থাকোতে হোৱা শব্দই স্বৰ্গ পৰ্য্যন্ত ভেদ কৰে। অনন্ত বেগৰ বলেৰে ঢৌ উলিয়াই দিয়া। যেতিয়া এই সিন্ধু নৈ ভয়ানক শব্দ কৰি বৃষভৰ দৰে গৈ থাকে সেই শব্দই অন্তৰীক্ষৰ পৰা বৰষুণ দিয়া দৰে হয় ।। ৩ ।। হে সিন্ধু, মাকৰ ওচৰলৈ কেচুৱা যোৱা, খীৰতী গৰুৰ ওচৰলৈ পোৱালী যোৱা দৰে অন্য নদীবিলাক তোমাৰ ওচৰলৈ যায়। যুদ্ধ কৰা ৰজাৰ দৰে তুমিয়েই এই পাৰ বাগৰি যোৱা তোমাৰ লগত যোৱা নৈ বিলাকৰ আগে আগে গৈ থাকা ।। ৪ ।। হে গঙ্গা, যমুনা, সৰস্বতী শুতুদ্ৰি (শতদ্ৰু), পৰুষ্ণি, অসিক্লিৰে সৈতে মৰুৎবৃধ, বিতস্তা, আৰু সুষোমাৰ সৈতে

আৰ্জীকী নৈ সকলে এয়া মোৰ স্তোত্ৰ সেৱন কৰা ॥ ৫ ॥ হে সিন্ধু, তুমি ক্ৰমু আৰু গোমতীৰ লগ হবলৈ প্ৰথমে তৃষ্টামাৰ লগ হলা। পাচত সুসৰ্ত্তা, ৰস, শ্বেতা কুভ, মেহত্নাৰে সৈতে লগ হৈ সমানে ৰথত উঠি গৈ আছা ॥ ৬ ॥ পোনকৈ যোৱা, বগা বৰণৰ দীপ্যমান সিন্ধুয়ে বেগৱতী পানীবিলাক কঢ়িয়াই নিয়ে। সেই তুমি আনে বাধা দিব নোৱাৰা কৰ্ম্মবতীৰ মাজত অতি কৰ্ম্মবতী, ঘোঁৰাৰ দৰে বিচিত্ৰা, ধুনীয়া গাৰ তিৰোতাৰ দৰে দেখিবলৈ ভাল হৈছে ॥ ৭ ॥ সেই সিন্ধু নৈ, ভাল ঘোঁৰাৰ ৰথত (যোৱা দৰে), ভাল কাপোৰ পিন্ধা, সোণৰ অলঙ্কাৰেৰে, ভাল কাম কৰা, অন্নবতী, (পাৰত) উন থকা (উৎপন্ন হোৱা), যুৱতী, সীলমা (ৰচি তৈয়াৰ কৰা গছ—শাজল?) থকা আৰু সৌভাগ্য-বতী সিন্ধু নৈ মৌ দিয়া ফুলেৰে (পাৰ) পৰিপূৰ্ণ হৈ থাকে ॥ ৮ ॥ সিন্ধু নৈক দেৱতাই সুখকৰ ঘোঁৰাৰ ৰথ যোজনা কৰি সেই ৰথেৰে আমাক অন্ন দিয়ক। এই যজ্ঞত সিন্ধু নৈৰ ৰথৰ মহিমা বহুত কীৰ্ত্তন কৰে। (সেই ঘোঁৰাৰ ৰথ) অন্যই বাধা দিব নোৱাৰা নিজে কীৰ্ত্তিমন্ত আৰু মহৎ ॥ ৯ ॥

## ৭৬ সূক্ত—ঋ ৮।

### ঋষি—সৰ্প জাতিৰ ইৰাৱতৰ পুত্ৰ জৰৎকৰ্ণ। ছন্দ—জগতী। দেৱতা—সোম চেপা শিল।

হে (সোম চেপা) শিল, তোমালোকক উষা হওঁতেই মই ধৰো। (তোমাৰ চেপা সোমেৰে) ইন্দ্ৰ, বৰুণ, মৰুত আৰু দ্যাবাপৃথিবীক আসক্ত কৰা। দুয়ো দ্যাবাপৃথিবীয়ে একেলগে সকলো যজ্ঞ ঘৰত পৰিচৰণ কৰা আমাক ধন উলিয়াই পূৰণ কৰি দিয়া ॥ ১ ॥ হে শিল, তোমালোকেই উৎকৃষ্ট সোম চেপি উলিওৱা। শিল হাতেৰে ধৰিলেই ঘোঁৰাৰ দৰে হয়। অভিষৱ কৰা অধ্বৰ্য্যুৱে বলেৰে ধৰা শিলে অভিষৱ কৰিবলৈ যোৱা (সকলো আন যজমানকো) পুৰুষৰ বল দিয়ে। শিলে মহৎ ধনৰ কাৰণেও হয় আৰু ঘোঁৰাও পোৱাই দিয়ে ॥ ২ ॥ যেনেকৈ পূৰ্বৰ্ণি কালত মনু ৰজাৰ কালে সোম আছিল তেনেকৈ এই শিলৰ সৱন যজ্ঞই কৰ্ম্ম ব্যাপ্ত কৰে। গৰুৰ মাজত ঘোঁৰা ৰূপেৰে সোমায় থকা ত্বষ্টাৰ পুতেকক (ইন্দ্ৰই) মাৰিবলৈ আছিছিল। এই যজ্ঞ বিলাকত পূৰ্বণি কালৰ যজমান সকলে আশ্ৰয় কৰিছিল ॥ ৩ ॥ হে শিল, তোমালোকে ভেকুছালী কৰা ৰাক্ষসক মাৰা,—নিঋতিক (পাপ দেৱতাক) দূৰৈত ৰাখা। (ৰাক্ষসাদি) নিষেধ কৰা। আমাক বহুত পুত্ৰাদিৰে সৈতে ধন দিয়া। দেৱতাৰ প্ৰীতিৰ শ্লোক আমাৰ মনৰ পৰা উলিয়াই দিয়া ॥ ৪ ॥ আদিত্যতকৈও বলবান তোমালোকক অধ্বৰ্য্যুয়ে স্তুতি কৰে। বিভ্বা সকলতকৈও শীঘ্ৰকৰ্ম্মা, বায়ুতকৈও বেগী, অগ্নিতকৈও অন্ন কৰিব পৰা তোমালোকক স্তুতি কৰে ॥ ৫ ॥ হে যশস্বী শিল, আমালৈ চেপা সোমৰস ভৰাই দিয়া। দীপ্তিমন্ত স্তুতি বাক্যৰে আমাক (যাগত) স্থাপন কৰা, য'ত নেতা ঋত্বিক সকলে যজ্ঞত কমনীয় সোম-ৰস কেউফালে অভিষৱ কৰা শব্দ (শিলৰ আৰু স্তুতিৰ) ঘোষণা কৰি খৰকৈ (সোমৰস) দোহন কৰে (চেপে) ॥ ৬ ॥ চলন্ত শিলে সোম চেপিছে। স্তুতি কামনা কৰি শিলে সোমৰস দোহন কৰিছে। অগ্নিক সিঁচি দিবলৈ দোহন কৰিছে। নেতাসকলে হবিবিলাক স্তোত্ৰ গাই শোধন কৰিছে ॥ ৭ ॥ হে নেতাসকল, হে শিল, তোমা-লোকে ভালকৈ সোম চেপা। ইন্দ্ৰৰ কাৰণে সোম চেপা। তোমালোকৰ যি ভাল ধন আছে সেয়া দিব্য তেজৰ কাৰণে (প্ৰয়োগ) কৰা। যি বাস কৰিবৰ উপযুক্ত ধন আছে, তাৰে পাৰ্থিৱ যজমানৰ কাৰণে অভিষৱ কৰা ॥ ৮ ॥

## ৭৭ সূক্ত—ঋ ৮।

### ঋষি—ভৃগুৰ পুত্ৰ স্যূমৰশ্মি। ছন্দ—ত্ৰিষ্টুপ্; ৫ জগতী। দেৱতা—মৰুৎ সকল।

মেঘৰ পৰা ওলায় অহা বৰষুণৰ টোপালৰ দৰে মৰুত সকলে স্তুতিত প্ৰীত হৈ ধন সিঁচি দিছে। হবি যুক্ত যজ্ঞৰ দৰে জগতক জনাই দিছে। এই মহান, ভাল মৰুৎগণৰ পূজাৰ আগতে মই স্তুতি কৰা নাই। শোভাৰ কাৰণেও স্তুতি কৰা নাই ॥ ১ ॥ শোভাৰ কাৰণে পূৰ্ব্বত মানুহৰ দৰে আছিল। তেওঁ বিলাকে শৰীৰ শোভা কৰিবলৈ অলঙ্কাৰ পিন্ধিলে। এই ভাল মৰুৎ-গণক বহুত সেনায়ো পৰাভৱ কৰিব নোৱাৰে। (আমি স্তুতি নকৰা কাৰণে) দ্যুদেৱতাৰ পুত্ৰ সকল ওলায় অহা নাছিল, আৰু এই অদিতিৰ পুত্ৰ সকল আক্ৰমণ শীল হৈ বৰ্দ্ধন হোৱা নাছিল ॥ ২ ॥ যি মৰুতসকলে স্বৰ্গ আৰু পৃথিবীত নিজৰ মহত্বৰে, আকাশত সূৰ্য্যৰ দৰে, বলৱন্ত বীৰৰ দৰে, স্তুতি কামনা কৰা হৈ উঠে। শত্ৰুত্ব কৰাক ধ্বংস কৰাৰ দৰে যেচি দীপ্ত হয় ॥ ৩ ॥ পানী সঞ্চৰ দৰে তোমালোক ওচৰলৈ আহিলে মহতী পৃথিবীয়ে দুঃখ নেপায়, কাটিও নেযায়। বিশ্বৰূপী এই যজ্ঞৰ হবি তোমালোকৰ ফালে ভালকৈ যায়। সুমগ্ৰদ অন্নবন্তৰ দৰে সকলো মৰুত সঙ্ঘবদ্ধ হৈ আছা ॥ ৪ ॥ হে মৰুতসকল, তোমালোকে ৰথত ধুৰাত বচিৰে বন্ধা ঘোঁৰাৰ

দৰে গতিশীল। জ্যোতিষ্মান, উষাত উদয় হোৱা আদিত্যৰ দৰে, শ্যেনৰ দৰে দুষ্টক দমন কৰা নিজ যশৰ, প্ৰবাসী পথিকৰ দৰে গৈ থকা মৰুতসকল যেনে তেনি যায় ॥৫॥ হে মৰুতসকল, তোমালোকে অতি দূৰদেশৰ পৰা আহি মহৎ ধনপুঞ্জৰ ধন বহন কৰি আনা। তোমালোকে লুকায় থকা শত্ৰু দূৰতে আঁতৰ কৰি দিয়া ॥ ৬ ॥ যজ্ঞত বহি থকা যি যজমানে যজ্ঞ সমাপ্ত হলে মৰুতৰ দৰে অন্য দেৱতাকো দিয়ে সেই যজমানে সুপুত্ৰেৰে সৈতে বহুত ধন আৰু অন্ন পাই। সেই দেৱতা সকলো সোম পান কৰোতে থাকক ॥ ৭ ॥ যজ্ঞত যজ্ঞাৰ্হ, দাতা আদিত্যৰ পানীৰে সুখৰ ভাব কৰাই সেই মৰুত সকলে আমাক ৰক্ষা কৰক। ৰথেৰে খৰকৈ আহি মহৎ হবি কামনা কৰি যজ্ঞৰ স্তুতিও ৰক্ষা কৰক ॥ ৮ ॥

## ৭৮ সূক্ত— ঋ ৮ ।

### ঋষি আৰু দেৱতা —৭৭ সূক্তৰ দৰে। ছন্দ— ১।৩।৪।৮ ত্ৰিষ্টুভ্ ; ২।৫-৭ জগতী।

ব্ৰাহ্মন সকলৰ দৰে স্তুতিৰে সন্তোষ হোৱা যজ্ঞৰে দেৱতাক তৰ্পন কৰা, যজমানৰ দৰে সুকৰ্ম্মা, ৰজাৰ দৰে বিচিত্ৰ আভৰণ যুক্ত সুদৰ্শন, মাটিৰ গৰাকী মানুহৰ দৰে নিষ্পাপ (মৰুৎসকল) এইদৰে শোভা কৰিছে ॥১॥ যি মৰুতসকল অগ্নিৰ দৰে জ্যোতিৰে অলঙ্কৃত হোৱা বুকুৰ, বতাহ বলা দৰে নিজে নিজে গৈ থকা, তৎক্ষণাৎ সহায় কৰা জ্ঞানী মানুহৰ দৰে পূজ্য, সোমৰ দৰে ভালকৈ লৈ যোৱা সুখদাতা, তোমালোকে ঋতলৈ (যজ্ঞলৈ) আহা ॥ ২ ॥ বতাহ বলা দৰে যি কঁপাই গৈ থকা, অগ্নিৰ শিখাৰ দৰে জকমকায়া, কবচ পিন্ধা যোদ্ধাৰ দৰে কৰ্ম্মবন্ত, পিতৃৰ দৰে ভালকথা কৈ ভাল দান দিয়া (এনে মৰুতসকল যজ্ঞলৈ আহক) ॥ ৩ ॥ চকৰিৰ শলাৰ দৰে একে নাভিতে লগ লগোৱা, জয় কৰা বীৰৰ দৰে দীপ্ত, বৰ দান কৰা মানুহৰ দৰে পানী ছটিওৱা, স্তুতি গোৱা দৰে ভাল শব্দ কৰা (মৰুত সকল যজ্ঞলৈ আহক) ॥ ৪ ॥ যি মৰুত সকল খৰকৈ যোৱা ঘোঁৰাৰ দৰে প্ৰশস্ত, ধন লৈ যোৱা ৰথৰ গৰাকীৰ দৰে সুদাতা, পানীৰ দৰে পানীৰ সৈতে তললৈ যোৱা নানাবিধ সামগানেৰে যুক্ত অঙ্গীৰস সকলৰ দৰে,—॥ ৫ ॥ পানীৰ মেঘৰ দৰে নদীৰ মাক (নিৰ্ম্মাতা), আদৰণীয় বজ্ৰৰ দৰে সকলো হন্তা, মাকৰ লগত খেলা কৰা ভাল কেচুৱাৰ দৰে, মহান জনগণৰ দৰে যাওঁতে জিলিকি যোৱা—॥ ৬ ॥ যি মৰুতসকল (উষাৰ ৰশ্মিৰ দৰে যজ্ঞৰ আশ্ৰয় দাতা, কল্যাণ কামনা কৰা বৰৰ (দৰাৰ) দৰে জিলিকি থকা নদীৰ দৰে গমনশীল, দীপ্যমান অস্ত্ৰ থকা, দূৰ বাটলৈ যোৱা ঘোঁৰাৰ দৰে দূৰদেশ বিলাক অতিক্ৰম কৰি যোৱা,—॥ ৭ ॥ হে মৰুত সকল স্তুতিৰে বৰ্দ্ধমান হৈ তোমালোকে স্তোতা আমাক ভাল ধন কৰি দিয়া, সুৰত্ন দিয়া, আমাৰ সখীত্ব আৰু স্তোত্ৰ লোৱা। তোমালোকৰ ৰত্ন দিয়া কাম আমালৈ চিৰকালৰ হৈ থাওক ॥ ৮ ॥

## ৭৯ সূক্ত—ঋ ৭ ।

### ঋষি—সৌচীক শুণৰ অগ্নি বা বৈশ্বানৰ, বা সপ্তি ৰ জম্ভৰ। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—অগ্নি।

এই অগ্নিৰ মহত্ব দেখিলো,—যে মানুহৰ প্ৰজাৰ হৃদয়ৰ মাজত অমৰ স্বভাৱৰ (বৈশ্বানৰ ৰূপে থকা) অগ্নি দেখিলো। এই অগ্নিৰ মুখেৰে নানা ৰূপৰ দাঁতেৰে (শিখাৰে) খাই। এনেকৈয়ে অৰণ্যত থকা বহুত কাঠ খাই (পোৰে) ॥ ১ ॥ এই অগ্নিৰ মূৰ লুকাই থাকে। এওঁৰ চকু বেলেগে থাকে। এনে অগ্নিয়ে দাঁতেৰে অসংখ্য শিখাৰে কাঠবিলাক খাই (পোৰে)। এই অগ্নিক (অধ্বৰ্য্যুৱে) উঠিৰে গৈ হাতেৰে তুলি প্ৰজাসকলৰ মাজত নমস্কাৰ কৰি স্থাপিত কৰে ॥ ২ ॥ এই অগ্নিয়ে মাতৃ (পৃথিবীৰ) বহুত গছলতা বিচাৰি অতি ভিতৰত থকা মূল পৰ্য্যন্ত (পিয়াহ খাবলৈ আঠুকাঢ়ি যোৱা) লৰাৰ দৰে যায়। পৰিপক্ক অন্নৰ দৰে দীপ্যমান মাটিৰ ওপৰত থকা (শুকান) গছ বিচাৰি উলিয়াই আকাশলৈ লজ্জি উঠে ॥ ৩ ॥ হে দ্যাবাপৃথিবী, তোমালোকক সেই ঋতৰ (নিয়মৰ) সত্য কথা ক'ম যে (অৰণীৰ পৰা) জন্ম হৈয়েই এওঁ মাকক খাই পেলায়। অগ্নি দেৱতাৰ বাট মই মানুহে নেজানো। হে বৈশ্বানৰ অগ্নি, বিবিধ আৰু প্ৰকৃত জ্ঞানী তুমিয়েই ॥ ৪ ॥ যি এই অগ্নিক সোনকালে অন্ন দিয়ে, ঘি উৰে, দীপ্ত সোমৰ ৰসেৰে হোম কৰে আৰু (কাঠেৰে) পোষণ কৰি দিয়ে, তেওঁক সহস্ৰ চকুৰ দৰে অগ্নিয়ে চাই। হে অগ্নি, তুমি সৰ্ব্বতোভাবে আমাৰ কমনীয় হোৱা ॥ ৫ ॥ হে অগ্নি, তোমাক দেৱতাই কি কাৰণে লগালে যে (তেওঁ বিলাকক) এৰি আহিলা? মই নেজানি সুধিছো। কৰবাত খেলা নকৰাকৈ, কৰবাত খেলি কৰি, হবিৰ্ব্বৰ হৈ খাবলগীয়া (কাঠ আদি) খাই, পাৰে পাৰে গৰুৰ জোৰা কাটি চিঙা দৰে গছবিলাক টুকুৰা কৰি খোৱা ॥ ৬ ॥ এই অগ্নিয়ে সকলো কালে যোৱা ঘোঁৰাৰ দৰে যোজনা হৈ হাবিত হোৱা, পোনকৈ নিয়া লেকামেৰে ধৰি ৰখা দৰে লতাই আগুৰি থকা গছবোৰ খাই। আমাৰ মিত্ৰ অগ্নি, ভালকৈ বাঢ়ি কাঠৰ টুকুৰা বিলাকেৰে

যেচিকৈ বৰ্দ্ধন হয় ॥ ৭ ॥

৮০ সূক্ত—ঋ ৭।

ঋষি, দেৱতা ৭৯ সূক্তৰ দৰে। ছন্দ—ত্ৰিষ্টুভ্।

অগ্নিয়ে যুদ্ধত শত্ৰু জয় কৰা ঘোঁৰা দিয়ে। অগ্নিয়ে বীৰ্য্যবন্ত, পিতৃৰ কথা শুনা কৰ্ম্মনিষ্ঠ পুত্ৰ দিয়ে। অগ্নিয়ে দ্যাবাপৃথিৱীত বিচৰণ কৰি ফুৰে। অগ্নিয়ে মাইকী মানুহক বীৰ প্ৰসব কৰিব পৰা পেট ( গৰ্ভ ) দিয়ে ॥ ১ ॥ কৰ্ম্মবন্ত অগ্নিৰ সমিধ ভাল হওক। অগ্নিয়ে মহন্তী দ্যাবাপৃথিৱীত সোমাইছে। এই অগ্নিক অকলেই যুদ্ধলৈ পঠিয়াই। অগ্নিয়ে বহুত শত্ৰু মাৰে ॥ ২ ॥ অগ্নিয়ে সেই জৰৎকৰ্ণ ঋষিক ৰক্ষা কৰিলে। এই অগ্নিয়ে পানীত জৰুথ অসুৰক পুৰি মাৰিলে। অগ্নিয়ে অত্ৰি ঋষিক পুৰি থকাৰ পৰা ৰক্ষা কৰিলে। অগ্নিয়ে নৃমেধ ঋষিক পুত্ৰ সৃষ্টি কৰি দিলে ॥ ৩ ॥ অগ্নিয়ে জিলিকি থকা ধন দিয়ে। যি সহস্ৰ ধন ( দক্ষিণা ) পাই সেই ঋষিক অগ্নিয়ে পুত্ৰ দিয়ে। অগ্নিয়ে যজমানে দিয়া হব্য দ্যুলোকত ( দেৱতাক ) বিতৰণ কৰে। অগ্নিৰ শৰীৰ বহুত ঠাইত বিস্তৃত হয় ॥ ৪ ॥ অগ্নিক স্তোত্ৰেৰে ঋষিসকলে আহ্বান কৰে। অগ্নিয়ে মানুহৰ যুদ্ধত শত্ৰুক বাধা দিয়ে। অগ্নিক চৰাই বিলাকে ( ৰাতি ) দেখে। সহস্ৰ গৰুৰ চাৰিওফালে অগ্নি ফুৰে ॥ ৫ ॥ অগ্নিক প্ৰজাই স্তুতি কৰে। যি মানুহৰ পৰা ওপজা ( সি ) অগ্নিক স্তুতি কৰে। অগ্নিক নহুষ ৰজাৰ পৰা হোৱা মানুহেও স্তুতি কৰে। অগ্নিয়ে ঋতৰ ( নিয়মৰ ) স্তোত্ৰ শুনে। অগ্নিৰ যোৱা বাট ঘিঁউৰ পৰাই হয় ॥ ৬ ॥ মেধাবী ( ঋভূ ) সকলে অগ্নিৰ স্তোত্ৰ কৰিলে।ময়ো মহান অগ্নিৰ স্তুতি কৈছো। হে অতি ডেকা অগ্নি, স্তোতাক ৰক্ষা কৰা। হে অগ্নি, আমাক মহৎ ধন দিয়া ॥ ৭ ॥

৮১ সূক্ত—ঋ ৭।

ঋষি—ভুবনৰ পুত্ৰ বিশ্বকৰ্ম্মা। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বিশ্বকৰ্ম্মা।

( এই সূক্তও এটা—Theory of Creation )

যি আমাৰ পিতা বিশ্বকৰ্ম্মা ঋষিয়ে হোতা হৈ বহি এই সকলো ভুবন হোম কৰিছিল, সেই ঋষিয়ে স্বৰ্গৰূপ ধন পাবলৈ প্ৰথমেই অহা বিলাকৰ মাজৰ পৰা ওলায় আহি পাচৰ জীৱৰ মাজত সোমাল ( মানুহ হৈ উৎপত্তি হল ) ॥ ১ ॥ ( জগৎ উৎপাদন কৰিবলৈ ) তেওঁৰ আধাৰ কি আছিল? আৰম্ভন কেতিয়া কৰিছিল ? ( যদি বা আছিল ) কেনেকুৱা আছিল ? যেতিয়া সৰ্ব্বদ্ৰষ্টা বিশ্বকৰ্ম্মাই ভূমি উৎপাদন কৰিলে তেতিয়া নিজ মহিমাৰে স্বৰ্গও সৃষ্টি কৰিলে ॥ ২ ॥ সকলো ফালে চকু থকা, মুখ থকা, হাত থকা আৰু সকলো ফালে ভৰি থকা ( বিশ্বকৰ্ম্মাই ত্ৰৈলোক্য সৃষ্টি কৰিলে ) হাতেৰে কোবাই স্বৰ্গ উলিয়ালে, ভৰিৰে পৃথিৱী উলিয়ালে। এনেকৈ দ্যাবাপৃথিৱী উলিয়াই পৰমেশ্বৰ অকলেই থাকিল ॥ ৩ ॥ যি গছৰ পৰা দ্যাবাপৃথিৱীক দেৱতাই সম্পূৰ্ণৰূপে কাটি মেলি উলিয়ালে সেই গছ কেনেকুৱা ? হে মনিষী সকল, নিজকে সোধা,—মনেৰে গুণা গঁথা কৰা,—ভুবন ধাৰণ কৰি তেওঁ কোন ঠাইত অধিষ্ঠান কৰিছিল ? ॥ ৪ ॥ হে বিশ্বকৰ্ম্মা, তোমাৰ উৎকৃষ্ট শৰীৰ আছে, যি মধ্যম আৰু যি নিকৃষ্ট শৰীৰ আছে, সেই সকলো বিলাকেৰে আমাক যজ্ঞত যজন কৰিবলৈ শিকাই দিয়া। হে অন্নবান তুমি নিজেই তোমাৰ শৰীৰ বৰ্দ্ধন আৰু যজন কৰা ॥ ৫ ॥ হে বিশ্বকৰ্ম্মা হবিৰে বৰ্দ্ধমান হৈ নিজেই দ্যাবাপৃথিৱীত যজন কৰা। অন্য আমাৰ দৰে মানুহ বিলাক ( যজ্ঞকৰ্ত্তা বিলাক ) মোহিত হওক। এই হবি অন্নেৰে পৰিপূৰ্ণ যজ্ঞত ফল দাতা হোৱা ॥ ৬ ॥ বাক্যৰ পতি বিশ্বকৰ্ম্মাক মনৰ দৰে বেগবান যজ্ঞত আজি ৰক্ষণৰ কাৰণে আহ্বান কৰিছো। তেওঁ আমাৰ সকলো হব্য সেৱন কৰক। — আমাক ৰক্ষা কৰক আৰু সকলো সুখ উৎপাদক ভাৱ কৰি দিয়ক ॥ ৭ ॥

৮২ সূক্ত—ঋ ৭।

ঋষি আদি ৮১ সূক্তৰ দৰে।

( Theory of creation continued )

শৰীৰৰ উৎপাদক পিতা বিশ্বকৰ্ম্মাই মনেৰে ভাবি প্ৰথমে পানী উৎপাদন কৰিলে আৰু সেই পানীত ইফালে সিফালে চলি থকা দ্যাবাপৃথিৱীৰ অন্ত ঠাই বিলাক দৃঢ় কৰিলে। তাৰ পাচত দ্যাবাপৃথিৱী নিজে নিজে বহল হৈ গল ॥ ১ ॥ বিশ্বকৰ্ম্মা অতি মহৎ মনৰ। তেওঁ ধৰ্ত্তা, ( ধাৰক ) আৰু কৰ্ত্তা ( জগৎ কৰ্ত্তা ), —অতি ওখ ঠাইৰ পৰা চোৱা। তেওঁ সেই সপ্তৰ্ষি সকলৰ লগত এই পানীৰে সৈতে আমোদ কৰি পৰম পদত থকা বুলি ( ঋষিসকলে ) কয় ॥ ২ ॥ যি বিশ্বকৰ্ম্মা আমাৰ পিতা, সি সকলো বিধাতা, আমাৰ দেৱতাসকলৰ উৎপন্ন ঠাই বিলাক জানে, সকলো জগতৰ প্ৰাণী বিলাকক জানে। দেৱতাসকলৰ নাম-ধাম স্থিৰ কৰি দিয়া একমাত্ৰ তেৱেঁই। তেওঁকেই অন্য প্ৰাণী বিলাকে ( কোন পৰমেশ্বৰ ? ) এই বুলি প্ৰশ্ন কৰে

॥ ৩ ॥ সেই পূৰ্ব্বৰ ঋষিসকলে এই বিশ্বকৰ্ম্মাক হৱি (আদি) দ্ৰব্য সম্যক ৰূপে দি, স্তোতাই মহৎ স্তোত্ৰেৰে স্তুতি কৰি যজন কৰিছিল। যি ঋষিসকলে স্থাৱৰ জঙ্গমাত্মক ৰজো লোকত নিশ্চল হৈ থকা প্ৰাণী জগতক সম্যক পূজা কৰিছিল ॥ ৪ ॥ যি এই ঈশ্বৰৰ তত্ত্ব স্বৰ্গতকৈও দূৰত্ব, পৃথিৱীৰ পৰাও দূৰত থকা, দেৱতা আৰু অসুৰৰ পৰা দূৰত থকা আছে, সেই য'ত সকলো দেৱতা একেলগে দেখা যায়, সেই গৰ্ভৰ দৰে পানী (অপতত্ত্ব) ক'ত ধাৰণ কৰিলে? ॥ ৫ ॥ সেই বিশ্বকৰ্ম্মাকেই প্ৰথমে পানীয়ে ধাৰণ কৰিলে, যি গৰ্ভত সকলো দেৱতা একেলগ হৈছিল। সেই পশুৰূপীৰ (কণী ৰূপীৰ) গৰ্ভত সকলো জীৱ জগৎ সোমায় আছিল ॥ ৬ ॥ হে জনগণ, তোমালোকে তেওঁক নেজানা —যি এই সকলো প্ৰাণী জগৎ উৎপাদন কৰিলে। তোমালোকৰ অহং জ্ঞানৰ বাহিৰেও অন্য এটা দোষ আছে। কুঁৱলীয়ে আবৰি থৈছে। তোমালোকে মাত্ৰ পেটৰ তৃপ্তিৰ কাৰণে নানা যজ্ঞ কৰি ব্ৰত কৰ্ম্ম আদি কৰা ॥ ৭ ॥

## ৮৩ সূক্ত—ঋ ৭।

### ঋষি—তপসৰ পুত্ৰ মন্যু; ছন্দ—ত্ৰিষ্টুভ্; ১ জগতী। দেৱতা—মন্যু (খঙ)।

হে খঙ (খঙৰ অধিষ্ঠাতা দেৱতা) যি তোমাক পৰিচৰণ কৰে, হে বজ্ৰৰূপী হে শৰৰূপী (খঙ), তেওঁ তোমাৰ অনুৰক্ত হৈ শৰীৰৰ বল পোষণ কৰে। আমি দাস শত্ৰু আৰু আৰ্য্য শত্ৰু (দুয়োবিধ শত্ৰুক), তোমাৰ সহায়েৰে ধন উৎপাদন কৰি সাহেৰে বলবান হৈ, জয় কৰিব পাৰিম ॥ ১ ॥ খঙেই ইন্দ্ৰ, খঙেই সকলো দেৱতা হল। খঙেই হোতা, খঙেই বৰুণ আৰু জাতবেদ অগ্নি। যি মানুহৰ পুত্ৰ প্ৰজা আছে তেওঁ খঙ দেৱতাক স্তুতি কৰে। হে খঙ (আমাৰ পিতা) তাপসৰ সৈতে সমানে আমাক মৰম কৰা,—তুমি ৰক্ষা কৰা ॥ ২ ॥ হে খং, তুমি আমাৰ যজ্ঞলৈ আহা। তুমি বলবানতকৈও বেচি বলবান। তুমি আমাৰ (পিতা) তপসৰ সহায়েৰে শত্ৰু জয় কৰা। অমিত্ৰক হত্যা কৰা। বৃত্ৰ বিনাকক হত্যা কৰা। তুমি সকলো ধন আমাক দিয়া ॥ ৩ ॥ হে খঙ, তুমি পৰক অভিভৱ কৰা বল নিজে নিজে উৎপন্ন কৰা। খঙ কৰা হিংসকক বশ কৰা। সকলোৰে দ্ৰষ্টা সহনশীল, সাহসী তুমি যুদ্ধত আমাক বল দিয়া ॥ ৪ ॥ হে উৎকৃষ্ট জ্ঞানী খঙ; মহৎ তোমাৰ কৰ্ম্মৰ ভাগ নোপোৱা মই যুদ্ধত শত্ৰুৰ দ্বাৰা পৰাজিত হৈ বহুত দূৰ পালোহি। তেনেকুৱা ভাগ নোপোৱা মই, হে খঙ, বলহীন হৈ মই খং কৰিলো। এতিয়া মোৰ শৰীৰত থাকি বল দিয়া ॥ ৫ ॥ হে সহনশীল সকলোৰে ধাৰক, এয়া মই তোমাৰ কৰ্ম্ম কৰিছোঁ। মোৰ ফালে মুখ কৰা, মোৰ ওচৰলৈ আহা। মোৰ ফালে ঘূৰি আহা, —দস্যু মাৰিবলৈ আৰু বন্ধু বুলি জানিবলৈ ॥ ৬ ॥ হে খঙ আহা। মোৰ যুদ্ধলৈ আহি মোৰ সোঁফালে থাকা। আমি বহুত শত্ৰু মাৰিম। তোমাক শ্ৰেষ্ঠ সোম ৰসেৰে হোম কৰিম। আমি দুয়ো প্ৰথমে প্ৰকাশ্য সোম পান কৰিম ॥ ৭ ॥

## ৮৪ সূক্ত—ঋ ৭।

### ঋষি—আৰু দেৱতা ৮৩ সূক্তৰ দৰে। ছন্দ—১-৩ ত্ৰিষ্টুভ্; ৪-৭ জগতী।

হে খঙ মৰুত সকলেৰে সৈতে একেখন ৰথত উঠি আনন্দৰে হৈ থাকি ধৰ্ষক চোকা কাঁড লৈ, অস্ত্ৰ ধাৰ দি যুদ্ধৰ নেতা সকলে অগ্নিৰ দৰে কৱচ পিন্ধি যুদ্ধত সহায় কৰিবলৈ আহক ॥ ১ ॥ হে খঙ, অগ্নিৰ দৰে জ্বলি শত্ৰুক জয় কৰা। হে সহনশীল, আহুত হৈ আমাৰ যুদ্ধত সহায় হোৱা। শত্ৰুক মাৰি (শত্ৰুৰ) ধন আমাক দিয়া। আমাৰ বল বেচি কৰি শত্ৰুক খাটন কৰা ॥ ২ ॥ হে খঙ, আমাৰ শত্ৰু মাৰি কিলাই, ধঁাহি-মূহি, মাৰি অন্ত কৰি পৰাজয় কৰা। তোমাৰ উগ্ৰ বল কোনে বাধিব পাৰে? তুমি অকলে বশ কৰা তোমাক কোনেও বশ কৰিব নোৱাৰে ॥ ৩ ॥ হে খঙ, স্তুতি কৰিলে তুমি অকলে বহুত শত্ৰু মাৰিব পৰা হোৱা। আমাৰ সকলো শত্ৰু মানুহৰ লগত যুদ্ধ কৰিবলৈ অস্ত্ৰ চোকা কৰা। হে দীপ্তি নষ্ট নোহোৱা, তোমাৰ সহায়ত দীপ্ত সিংহনাদ কৰি বিজয়ী হম ॥ ৪ ॥ হে খঙ, ইন্দ্ৰৰ দৰে তুমি বিজেতা। ভাল কথা কোৱা। এই যজ্ঞত আমাৰ বেচিকৈ ৰক্ষক হোৱা। হে সহনশীল, তোমাৰ প্ৰিয় স্তোত্ৰ গাইছোঁ,—যি স্তোত্ৰৰে তুমি বলযুক্ত হোৱা বুলি আমি জানো ॥ ৫ ॥ হে বজ্ৰৰ দৰে হে কাঁড়ৰূপী খঙ শত্ৰু অভিভৱ কৰিবলৈ তোমাৰ লগতে উৎপন্ন হোৱা উৎকৃষ্ট বল ধাৰণ কৰা। হে খঙ, কৰ্ম্মৰে সৈতে আমাক সংগ্ৰাম কৰোতে হে পুৰুহুত খঙ আমাক মৰম কৰিবা ॥ ৬ ॥ পৰাভৱ কৰা শত্ৰুৰ দুয়োবিধ ধন আনি বৰুণ দেৱতাই আৰু খঙ (ৰূপী দেৱতাই) আমাক দিয়ক। হৃদয়ত ভয় লৈ আমাৰ শত্ৰু পৰাজিত হৈ একেবাৰেই লয় হৈ যাওক ॥ ৭ ॥

## ৮৫ সূক্ত—ঋ ৪৭।

ঋষি—সূৰ্য্যা সাবিত্ৰী। ছন্দ—১-১৩।১৫-১৭।২২। ২৫।২৮-৩৪।৩৮-৪২।৪৫-৪৭—অনুষ্টুপ্; ১৪।১৯-২১।২৩।২৪।২৬।৩৬।৩৭।৪৪—ত্ৰিষ্টুপ; ১৮।২৭।৪৩ জগতী; ৩৪-উৰোবৃহতী। দেৱতা-১-৫-সোম; ৬-১৬-সূৰ্য্যা বিবাহ; ১৭-দেৱতা সকল; ১৮—সোম আৰু অৰ্ক; ১৯—চন্দ্ৰমা; ২০-২৮-মানুহৰ আশীৰ্ব্বাদ দিয়া মন্ত্ৰ; ২৯-৩০-বৈধীয়েকৰ কাপোৰ চোৱা নিন্দা, ৩১-দম্পতীৰ যক্ষনাশক; ৩২-৪৭ সূৰ্য্যা।

সত্যই পৃথিৱীক ওপৰত ধৰি ৰাখিছে। সূৰ্য্যই স্বৰ্গ ধৰি ৰাখিছে। ঋতৰ (নিয়মৰ) প্ৰভাৱত আদিত্য সকল আছে। স্বৰ্গত সোম লতা ৰূপেৰে অধিষ্ঠান কৰি আছে ॥ ১ ॥ সোমেৰে আদিত্য সকল বলী হৈছে। সোমৰ আহুতিৰে পৃথিৱী মহৎ হৈছে। এই সোমক গ্ৰহ চমস্ (আদি) পাত্ৰত ধৰি ৰাখিছে ॥ ২ ॥ লতা সোমক যি চেপি পান কৰে তাকে সোম বুলি ভাবে। (কিন্তু) যাক ব্ৰাহ্মণে (যাগাদিৰে) সংস্কাৰ কৰিব জানে (সেয়াহে প্ৰকৃত সোম) ॥ ৩ ॥ হে সোম, বিধি নিয়মেৰে ঢাকি থোৱা বাৰ্হত (এবিধ পাত্ৰ) পাত্ৰত লুকায় থোৱা, চেপা শিল কেইটাৰ ধ্বনি শুনি থকা সেই সোম পৃথিৱীৰ মানুহে নেখায় ॥ ৪ ॥ হে সোম, যেতিয়া তোমাক পান কৰে তেতিয়া তুমি আকৌ বাঢ়ি আহা। বায়ু সোমৰ ৰক্ষক। সোম মাহ বিলাকেৰে বছৰৰ কৰ্ত্তা ॥ ৫ ॥ (সূৰ্য্যাই কৈছে) ৰৈভী মোৰ সখী। নৰাশংসী সেৱীকা দাসী আছিল। (সূৰ্য্যাৰ) মোৰ বিচিত্ৰ পিন্ধা কাপোৰ অলঙ্কৃত কৰা স্তোত্ৰেৰে বিশুদ্ধ কৰা (ৰৈভী, নৰাশংসী ঋক্‌বিশেষ) ॥ ৬ ॥ মনৰ ভাবেই বিচনাৰ গাৰু আছিল। (সূৰ্য্যৰ) চকু অঞ্জন আছিল। স্বৰ্গ আৰু ভূমি ভঁৰাল আছিল। —যেতিয়া সূৰ্য্যাই নতুন স্বামীৰ ওচৰলৈ গৈছিল ॥ ৭ ॥ সূৰ্য্যাৰ ৰথৰ খুটা স্তোত্ৰবিলাক কুৰীৰ (নামৰ) ছন্দবিলাকে বিশ্ৰাম লোৱা ঠাইত শোভা কৰিছিল। কন্যা ঘৰৰ মানুহ অশ্বিনী দুজন আছিল। অগ্নি বৰযাত্ৰীৰ আগত যোৱা (নেতা) আছিল (বা ঘটক আছিল) ॥ ৮ ॥ সোম (চন্দ্ৰ) ছোৱালী বিচৰা বৰ হল। অশ্বিনী দুজনো বৰ (প্ৰাৰ্থী) আছিল, যেতিয়া সূৰ্য্যাক পতিক দিবৰ কামনাৰে (পিতা) সবিতাই ইচ্ছা কৰিছিল ॥ ৯ ॥ যেতিয়া পতিৰ ঘৰলৈ সূৰ্য্যা গৈছিল তেতিয়া সূৰ্য্যাৰ ৰথখন মন হৈছিল, স্বৰ্গ ঢাকনি হৈছিল, দীপ্ত চন্দ্ৰ-সূৰ্য্য ৰথ টনা বলদ হৈছিল ॥ ১০ ॥ ঋক্ আৰু সাম স্তোত্ৰৰ দুটা বলদে ৰথখন টানি নিলে। তোমাৰ কাণ দুখন চকৰী হল। স্বৰ্গ চলাচল কৰা বাট হল ॥ ১১ ॥ গৈ থকা চকৰি দুটা শুচি আছিল। চকৰিৰ ধুৰা ভাল ব্যান বায়ুয়ে ৰাখিছিল। পতিক পাবলৈ যাওঁতে সূৰ্য্যায় মনোময় (মনৰ) ৰথত উঠিছিল ॥ ১২ ॥ কন্যাক দিবলগীয়া যৌতুক বিলাক সূৰ্য্যাৰ আগতে সবিতাই পঠিয়াই দিলে। মঘা নক্ষত্ৰত গৰুবিলাক খেদায় পঠিয়ালে। ফাগুনি নক্ষত্ৰত সোমৰ ঘৰৰ ফালে সেইবিলাক পঠিয়ালে ॥ ১৩ ॥ হে অশ্বিনী দুজন, যেতিয়া তিনি চকৰীৰ ৰথত সূৰ্য্যাক বহন কৰি নিবলৈ সবিতাক সুধিবলৈ আহিছিল[*]। তেতিয়া তোমালোকক সবিতাৰ গুৰিলৈ যাবলৈ সকলো দেৱতাই অনুমোদন কৰিছিল। পিতৃ পূষাই (সবিতাই) তোমালোকক পুত্ৰ হিচাবে লৈছিল ॥ ১৪ ॥ হে শুভৰ পালক দুজন, যেতিয়া বৰ-যাত্ৰী হৈ সূৰ্য্যাৰ ওচৰলৈ আহিছিলা তেতিয়া তোমা-লোকৰ ৰথৰ এটা চকৰী আগতে ক'ত থৈছিলা?—কোনে বা দান লবলৈ আছিল? ॥ ১৫ ॥ হে সূৰ্য্যা, তোমাৰ (ৰথৰ) দুটা চক্ৰ ঋতু দেৱতাই দিয়া ব্ৰাহ্মণ সকলে জানে। এটা লুকাই থকা চক্ৰ (সম্বৎসৰ) ব্ৰাহ্মণ সকলেহে জানে। ॥ ১৬ ॥ সূৰ্য্যৰ পত্নীলৈ, দেৱতা সকললৈ, মিত্ৰলৈ আৰু বৰুণলৈ, আৰু যি প্ৰাণীসকলৰ অভিমত দাতা হয় সেই সকলোকে এয়া নমস্কাৰ কৰিছো ॥ ১৭ ॥ আগতে আৰু পিচত এইদৰে মায়া কৰি এই (সূৰ্য্য আৰু চন্দ্ৰ) সক লৰাৰ দৰে খেলা কৰি যজ্ঞৰ ফালে যায়। তাৰে এজন (আদিত্যই) সকলো প্ৰাণীজগত চাই ফুৰে। ইজন (চন্দ্ৰই) ঋতু-মতে, (মাহ পক্ষ) কৰি পুনঃ পুনঃ অহাযোৱা কৰে ॥ ১৮ ॥ এই চন্দ্ৰই প্ৰতিদিন ওলায় নতুন নতুন হয়। তিথি জনাই দিওঁতা এই চন্দ্ৰই উষাৰ আগতে গৈ হবিৰ ভাগ ধাৰণ কৰে। গৈ গৈ তেওঁ এইদৰে আয়ুস দীঘল কৰে ॥ ১৯ ॥ ভাল পলাসৰ আৰু সিমলুৰ কাঠেৰে সজা নানাৰূপৰ সোণৰ বৰণৰ সুবৰ্ত্তনৰ সুচক্ৰৰ ৰথ, হে সূৰ্য্যা, আৰোহণ কৰি অমৃতৰ সুখকৰ স্থান পাবলৈ সোমৰ কাৰণে নিজক লৈ যোৱা ॥ ২০ ॥ হে বিশ্বাবসু, এই ঠাইৰ পৰা উঠা। এই কন্যা পতি যুক্তা হল। বিশ্বাবসু গন্ধৰ্বক নমস্কাৰ কৰি স্তুতি কৰিছো। অন্য পিতৃৰ লগত থকা বিয়া নিদিয়া বন্ধু (ছোৱালী) তোমাৰ কাৰণে ভাগত আছে। সেই ভাগ তোমাৰ জন্মৰে বুলি জানিবা ॥ ২১ ॥ হে বিশ্বাবসু, এই ঠাইৰ পৰা উঠা। তোমাক নমস্কাৰ কৰি স্তুতি

কৰিছো। তুমি অন্য নিতম্বীনিৰ ওচৰলৈ যোৱা— মোক পতিৰ পত্নী কৰি দিবা ॥ ২২ ॥ হে দেৱতাসকল, যি বাটেৰে আমাৰ সখা (দম্পতিৰ) বৰ কন্যা ইচ্ছা কৰি পিতৃৰ ওচৰলৈ যায় সেই বাট কণ্টকহীন আৰু পোন হওক। অৰ্য্যমা দেৱতাই আমাক ভালকৈ পোৱাই দিয়ক,—ভগ দেৱতাই ভালকৈ পোৱাই দিয়ক। হে দেৱতাসকল, অনুকূল হোৱা যাতে দম্পতিয়ে সুখেৰে লগ হয় ॥ ২৩ ॥ তোমাক বৰুণৰ পাশৰ পৰা মুক্তি কৰি দিম—যি পাশেৰে তোমাক (বৰুণৰ দ্বাৰা) সবিতাই বান্ধিছিল। ঋতৰ (নিয়মৰ) স্থানত তোমাক পতিৰ সৈতে নিখিনি হীন ঠাইত পুত্ৰৰ কাৰণে স্থাপন কৰিম ॥ ২৪ ॥ এই (পিতৃকুলৰ) পৰা তোমাক মোচন কৰিম,—(ভৰ্ত্তাৰ) ঘৰৰ পৰা নকৰো। ভৰ্ত্তাৰ ঘৰত ভালকৈ বান্ধি ৰাখিম। হে বৰ্ষক ইন্দ্ৰ, এই কন্যাক সুপুত্ৰৱতী আৰু সৌভাগ্যৱতী কৰা ॥ ২৫ ॥ হাতেৰে ধৰি পূষাই তোমাক ইয়ালৈ লৈ আহক। অশ্বিনী দুজনে তোমাক ৰথেৰে লৈ আহক। গৃহপত্নী যেতিয়া হৈছা তুমি ভৰ্ত্তাৰ ঘৰলৈ যোৱা। (সেই ঘৰত থকা) সকলোকে বশ কৰি (পতিৰ বশত থাকি) পতিৰ ঘৰত সকলোকে ভাল কথা কবা ॥ ২৬ ॥ তুমি ইয়াত (পতিৰ পৰিয়ালত) প্ৰিয় পুত্ৰাদিৰে সৈতে সমৃদ্ধিমতী হোৱা। এই ঘৰৰ (গৃহপত্নী) পতি হৈ থাকিব লাগিব বুলি জানিবা। এই পতিৰে সৈতে নিজৰ শৰীৰ একেটা কৰিবা। বুঢ়া হোৱা পৰ্য্যন্ত নিজ ঘৰত কোৱাকুই কৰি থাকিবা ॥ ২৭ ॥ কৃত্যা (অভিচাৰ দেৱতা) নীলা আৰু ৰঙা বৰণৰ হৈছে। ওচৰত লাগি থকা (কৃত্যা দেৱতা) খেদায় দিয়া হৈছে। (তাইক খেদায় দিলে) এই বোৱাৰীৰ জ্ঞাতি বিলাক বৰ্দ্ধন হয়। পতি সাংসাৰিক কামত বান্ধ খাই ॥ ২৮ ॥ শৰীৰৰ মল লগা বস্ত্ৰ পেলাই দিয়া। ব্ৰাহ্মণক ধন দিয়া। এই কৃত্যা ভৰি লগা, জায়া হৈ পতিৰ মাজত সোমায়। (তিৰোতাৰ পিন্ধা কাপোৰ—শৰীৰৰ মল লগা—চুব নেপাই— এই মন্ত্ৰৰ মতে) ॥ ২৯ ॥ পতিয়ে যদি পত্নীৰ কাপোৰ গাত পিন্ধে, তেতিয়া দীপ্ত এই পাপৰূপী (কৃত্যা) লগ লগে পতীৰ শৰীৰ শ্ৰীহীন হয় (এই মন্ত্ৰৰ মতে ঘৈণীয়েকৰ কাপোৰ পিন্ধিবও নেপায়)। ॥৩০॥ বোৱাৰীৰ সোণৰূপী মানুহ বিলাকৰ লগত যি যক্ষ্মা ৰোগ আহিছে, সেই বিলাকক যজ্ঞাৰ্হ দেৱতাসকলে য'ৰ পৰা আহিছিল তালৈ লৈ যাওক ॥৩১॥ শত্ৰুবিলাকে (পৰিপন্থী বিলাকে) যি দম্পতিক (বেয়া কৰিবলৈ) বাটত খাপ দি আছে (সেই বিলাক আঁতৰি যাওক)। সেই দুৰ্গম বাট সুগম কৰি তেওঁবিলাক পাৰ হৈ যাওক। অদাতা শত্ৰু আঁতৰি যাওক ॥ ৩২ ॥ এই বোৱাৰী সুমঙ্গলীয়া। আহা—সকলোৱে চোৱা। তাইক আশীৰ্ব্বাদ কৰি সকলো ঘৰলৈ উভটি যোৱা ॥ ৩৩ ॥ এই কাপোৰ খনে পুৰিব পৰা, তিতা (কটু), খেয়াকৈ থকা, বিহৰ দৰে, ব্যৱহাৰৰ উপযুক্ত নহয়। যি ব্ৰহ্মা (ঋত্বিকে) সূৰ্য্যাক জানে সেই ব্ৰাহ্মণৰ এইখন কাপোৰ উপযুক্ত ॥ ৩৪ ॥ সূৰ্য্যাৰ ৰূপ আৰু পিন্ধা কাপোৰ চোৱা, (কাপোৰৰ) পাৰী, ওৰণী লোৱা কাপোৰ ফটা-চিৰি তিনি ভাগ হৈছে। ঋত্বিক ব্ৰহ্মাই সেই কাপোৰ শোধন কৰি লব পাৰে ॥ ৩৫ ॥ হে পত্নী, তোমাৰ হাত মই ধৰিছো। সৌভাগ্যৰ কাৰণে যাতে তুমি মোৰ (তোমাৰ স্বামীৰ) লগত বুঢ়া হবগৈ পাৰা। ভগ, অৰ্যমা, সবিতা, পূষা দেৱতা সকলে তোমাক আৰু মোক গাৰ্হপত্যৰ ব্ৰতৰ কাৰণে দিছে ॥ ৩৬ ॥ হে পূষণ, অতি মঙ্গল তেওঁক (পত্নীক) মোৰ ওচৰলৈ পঠিওৱা। যাৰ ... ... .. ... প্ৰহাৰ কৰো (তেওঁক ওচৰলৈ পঠিওৱা) ॥ ৩৭ ॥ হে অগ্নি, তোমাক আগতে যৌতুক কৰি সূৰ্য্যাৰ লগত লৈ আহিল। পুনঃ পতিক এই পত্নী পুত্ৰৰ সৈতে দিয়া ॥ ৩৮ ॥ পুন: পত্নীক অগ্নিয়ে আয়ুস আৰু মেধাৰে সৈতে স্বামীক দিলে। এই পতি এশ শৰৎ জীয়াই থাকি দীৰ্ঘায়ু হওক ॥ ৩৯ ॥ (কন্যাক) সোমে প্ৰথমতে পালে। গন্ধৰ্ব্বই পাচত পালে। অগ্নিয়ে তৃতীয়তে পালে। চতুৰ্থত মানুহৰ পতিয়ে পালে ॥ ৪০ ॥ সোমে গন্ধৰ্ব্বক প্ৰথমে দিলে। গন্ধৰ্ব্বই অগ্নিক দিলে। অগ্নিয়ে এই কন্যাক ধন আৰু পুত্ৰৰে সৈতে মোক দিলে ॥ ৪১ ॥ ইয়াতেই তুমি থাকা। বেলেগ হৈ নেযাবা। সম্পূৰ্ণ আয়ুস লাভ কৰা। পুত্ৰ আৰু নাতিৰে সৈতে ধেমালী কৰি নিজ ঘৰত আমোদ কৰি থাকা ॥ ৪২ ॥ প্ৰজাপতি দেৱতাই আমাক পুত্ৰ দিয়ক। অৰ্যমাই বুঢ়ালৈকে ৰাখক। তুমি অমঙ্গল নোহোৱাকৈ পতিৰ ওচৰত থাকা। আমাৰ দুঠেঙীয়া (মানুহৰ) আৰু চাৰিঠেঙীয়া (জন্তুৰ) সুখ কৰা হোৱা ॥ ৪৩ ॥ হে পত্নী, তুমি অঘোৰা (ক্ৰোধহীন) চকুৰ হোৱা। পতিহা নহবা। জন্তুৰ হিতকাৰিণী হোৱা। ভাল মন আৰু বুদ্ধিৰ হোৱা। দেৱতা কামনা কৰা বীৰ পুত্ৰ প্ৰসবিনী সুখকৰ হোৱা। আমাৰ ... ... ঋকৰ দৰে ॥ ৪৪ ॥ হে ইন্দ্ৰ, তুমি এই বোৱাৰীক সুপুত্ৰৱতী আৰু সুভগা কৰা। এওঁৰ দহোটা পুত্ৰ আৰু পতিক একাদশ পুত্ৰ কৰা ॥ ৪৫ ॥ হে বোৱাৰী তুমি শহুৰেৰৰ, শাহুৱেৰৰ, ননদেৰৰ আৰু দেওঁৰৰ সম্ৰাজ্ঞী হোৱা (সম্ৰাজ্ঞীৰ দৰে বশ কৰিব পৰা হোৱা) ॥ ৪৬ ॥

মকলে। দেৱতাই মন বিলাক একেলগ কৰক। দুঃখ নাইকিয়া কৰক। জলে, বতাহে, মন একেলগ কৰক। ধাতাই, দাত্ৰীয়ে (সৰস্বতীয়ে) মন ভাল কৰি দিয়ক ॥ ৪৭ ॥

৮৬ সূক্ত—ঋ ২৩।

ঋষি. ইন্দ্ৰ; ৭।১৩।২৩ ইন্দ্ৰৰ পুত্ৰ বৃষাকপি; ২—৬।৯।১০।১৫—১৮ ইন্দ্ৰানী। ছন্দ—পংক্তি। দেৱতা—ইন্দ্ৰ।

অভিষৱ কৰোতাই সোম অভিষৱ নকৰা হল। ইন্দ্ৰ দেৱতাক সিঁহতে নমনা হল। যদিও মই সকলোতকৈ শ্ৰেষ্ঠ মোৰ সখা আৰু পুত্ৰ বৃষাকপি যজ্ঞৰ গৰাকী, সোমেৰে পৰিপুষ্ট হৈ সোম পান কৰি হৃষ্ট হৈছে ॥ ১ ॥ হে ইন্দ্ৰ, তুমি অতি দুঃখ পাই বৃষাকপিক খেদি গৈছা। অন্য ঠাইত ক'তো সোম পান কৰিবলৈ বিচাৰি পোৱা নাই। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ প্ৰতি এই মৃগৰূপী হৰিৎবৰ্ণৰ বৃষাকপিয়ে কি প্ৰিয় কাম কৰিলে যে পুষ্টিযুক্ত ধন উদাৰ হৈ তৎক্ষণাৎ তাক দিলা। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ প্ৰিয় যি এই বৃষাকপিক ৰক্ষা কৰি আছা, ই কুকুৰে বৰাহ বিচাৰি খাওক। তাক কানত ধৰি আনা। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৫ ॥ মোক যজমানে কল্পনা কৰা বিশেষকৈ দিয়া প্ৰিয় ঘিউ এই (বৃষাকপি) বান্দৰে নষ্ট কৰিলে। মই ইয়াৰ মূৰ টুকুৰা টুকুৰকৈ ভাঙিম। বেয়া কাম কৰোঁতা ইয়াৰ সুখ দাত্ৰী মই নহম। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৪ ॥ মোৰ বাহিৰে অন্য তিৰোতা বেচি সৌভাগ্যবতী নহয়। মোৰ বাহিৰে অন্য তিৰোতা অতি সুখী নহয়। মোৰ বাহিৰে অন্য তিৰোতা স্বামীৰ প্ৰতি সম্ভোগ দিওঁতা, শৰীৰ এৰি দিওঁতা নাই। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৬ ॥ হেৰা আইমাতৃ, ইন্দ্ৰক সুলাভ কৰোতা, তুমি যেনেকৈ কৈছা তেনেকৈয়ে সোনকালে হওক। মোৰ পিতাই তোমাৰ সুখ কৰক। মোৰ পিতাই তোমাৰ সম্ভোগ দিয়ক। মোৰ পিতা ইন্দ্ৰই তোমাক মূৰত হৰ্ষ দিয়ক। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৭ ॥ হে শোভিত বাহুৰ, শোভিত আঙুলিৰ, বহল চুলিৰ; শকত উৰুৰ, বীৰৰ পত্নী, তুমিনো আমাৰ বৃষাকপিক ইমান খং কিয় কৰিছা? ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৮ ॥ এই বৃষাকপি পহুটোৱে মোক বীৰ নাইকিয়া বুলি গণ্য কৰিছে। মই যে বীৰ পুত্ৰবতী আৰু মৰুতৰ সখা বীৰ ইন্দ্ৰৰ পত্নী। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ৯ ॥ নাৰী আৰু (নেতৃত্ব) বিধাত্ৰী পুত্ৰবতী ইন্দ্ৰৰ পত্নীয়ে পুৰণি কালৰ পৰা সাধৰণ যজ্ঞলৈ আৰু সংগ্ৰামলৈ যায়। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১০ ॥ এই নাৰীসকলৰ ভিতৰত ইন্দ্ৰানীক সৌভাগ্যবতী বুলি মই (ইন্দ্ৰই) জানো। এই ইন্দ্ৰানীৰ পতি সকলোতকৈ ওপৰ। ইন্দ্ৰ অন্যৰ দৰে বুঢ়া হৈ নমৰে। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১১ ॥ হে ইন্দ্ৰানী, মই সখা বৃষাকপিৰ বাহিৰে (আনৰ কাষত থাকিবলৈ) ভাল নেপাওঁ। পানীৰে পৰিষ্কাৰ কৰা প্ৰিয় এই হবি দেৱতাৰ মাজত মোৰ ওচৰলৈকে যায়। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১২ ॥ বৃষাকপিৰ (মোৰ) আই হে ধনবতী, সুপুত্ৰবতী, হে ইন্দ্ৰানী, ভাল বোৱাৰী যুক্ত, তোমাৰ এই ইন্দ্ৰ সেচন সমৰ্থ; শীঘ্ৰেই প্ৰিয়, সুখকৰ পশুৰ হবি ভক্ষণ কৰে। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১৩ ॥ মোৰ কাৰণে পোন্ধৰটা বা কুৰিটা বৃষভৰে সৈতে (ইন্দ্ৰানীয়ে পঠিওৱা যষ্টাসকলে) পাক কৰে। মোৰ দুয়োটা পেট যষ্টাই সোমেৰে পৰিপূৰ্ণ কৰে। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১৪ ॥ তীক্ষ্ণ সিঙৰ বৃষভে শব্দ কৰি গৈ গৰুৰ পালৰ মাজত যেনেকৈ ৰমন কৰে সেইদৰে হে ইন্দ্ৰ, তুমি মোৰ লগত আনন্দ কৰা। হে ইন্দ্ৰ, যেতিয়া মই ইচ্ছা কৰি সোম অভিষৱ কৰি দিওঁ তেতিয়া তোমাৰ হৃদয়ত (সমুদ্ৰ) মন্থন কৰা সময়ত শঙ্কৰ হোৱা দৰে হৈ যোৱা। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১৫ ॥ ১৬ আৰু ১৭ ঋক কাম সূত্ৰাত্মক বাবে ছপা নহব। হে ইন্দ্ৰ, এই বৃষাকপিয়ে অন্যৰ ধন অপহৰণ কৰাক বিচাৰি উলিয়াওক। অস্ত্ৰ, উধান, নতুন চৰু আৰু এগাড়া খৰি আনক। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১৮ ॥ যজমান সকলক চাই, দাস আৰু আৰ্য্যক চাই বেলেগ কৰি মই এই যজ্ঞলৈ যাওঁ। হবি পাক কৰা সোম চেপা যজমানৰ সোম পান কৰিম। বুদ্ধিমান যজমানক চাওঁ। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ১৯ ॥ মৰুদেশ আৰু খৰি কাটিব পৰা (সৰু কাঠনি) কিমান যোজন আঁতৰত আছে? হে বৃষাকপি, তুমি শত্ৰুৰ ওচৰৰ পৰা আমাৰ ঘৰলৈ আহা,—যজ্ঞৰ ঘৰলৈ আহা। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ২০ ॥ হে বৃষাকপি, তুমি আকৌ আহা। তুমি আহিলে আমি তোমাৰ ভাল কাম স্থিৰ কৰি দিম। স্বপ্ন নাশ কৰা সূৰ্য্যই উদয় হলেই এই বাটেদি ঘৰলৈ আহিবা। (মই) ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ২১ ॥ হে ইন্দ্ৰ আৰু বৃষাকপি তোমালোক দুয়ো ওপৰলৈ উঠি ঘৰলৈ আহা। মানুহৰ বস খোৱা সেই জন্তুটো কি হল? মানুহক আমোদ দিয়া জন্তুটো ক'লৈ গল? ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ২২ ॥ হে শৰ, পৰ্শু নামৰ মানুহৰ ছোৱালীক এজনে

লগে একুবি পুত্ৰ ওপজালে। যাৰ গৰ্ভত কুৰিটা পুত্ৰ থাকিলে, তাইৰ কল্যাণ হওক। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ ॥ ২৩ ॥

## ৮৭ সূক্ত—ঋ ২৫ ।

## ঋষি—ভৰদ্বাজৰ পুত্ৰ পায়ু। ছন্দ—ত্ৰিষ্টুভ্ ; ২২-২৫ অনুষ্টুপ্ । দেৱতা—ৰক্ষোহা অগ্নি ।

ৰাক্ষস মৰা বলবান অগ্নিক ঘি-উৰে আহুতি দিয়। মিত্ৰ যজমানৰ ঘৰলৈ যাম। সেই অগ্নিক কৰ্ম্মৰত পুৰুষৰ দ্বাৰা শিখাৰে চোকা কৰি প্ৰজ্বলিত কৰা হৈছে। সেই অগ্নিয়ে আমাক দিনত ৰাক্ষসৰ পৰা ৰক্ষা কৰক। ৰাতিও ৰক্ষা কৰক ॥ ১ ॥ হে জাতবেদ, সম্যক জ্বলোৱা লোহাৰ দৰে দাঁতৰ (শিখাৰ), তুমি ৰাক্ষস বিলাকক শিখাৰে পোৰা। মাৰণ কৰা বিলাকক শিখাৰে পোৰা। কেচা মঙহ খোৱা বোৰক চিঙি মুখত ভৰাই দিয়া ॥ ২ ॥ হে দুয়ো পাৰি দাঁত থকা অগ্নি, তুমি দুয়ো পাৰি দাঁত চোকা কৰি ৰাক্ষসক লগাই দিয়া। ওপৰ আৰু তল জগত ৰক্ষা কৰা। আৰু হে ৰজা, তুমি অন্তৰীক্ষত থকা ৰাক্ষস বিলাক খেদি যোৱা আৰু সেই বিলাকক চোবাই খাই পেলোৱা ॥ ৩ ॥ হে অগ্নি, আমাৰ যজ্ঞ আৰু স্তুতিৰে তোমাৰ কাঁৰ বিলাকৰ আগ বিলাক দাপ্তিৰে চোকা কৰি সেই কাঁড় বিলাকেৰে ৰাক্ষস বিলাকৰ বুকুত বিন্ধি, এই তোমাৰ লগত যুজা ৰাক্ষসৰ বাহু ভাঙি দিয়া (পুৰি পেলোৱা) ॥ ৪ ॥ হে জাতবেদ, তুমি ৰাক্ষসৰ ছাল বিন্ধি দিয়া। এই হিংসক বিলাকক যন্ত্ৰৰ দৰে তাপেৰে মাৰি পেলাবলৈ গাৰ পাৰে পাৰে চিঙি, মঙহ বিচাৰি খোৱা বিলাকক খাই পেলোৱা (পুৰি পেলোৱা) ॥ ৫ ॥ হে জাতবেদ, অগ্নি তুমি পৃথিবীত থাকি বা অন্তৰীক্ষত আকাশ মাৰ্গত ফুৰি গৈ থ'তে ৰাক্ষস দেখা, সেই ৰাক্ষসক, শৰ মাৰিব জনা তুমি শৰেৰে বিন্ধি দিয়া ॥ ৬ ॥ আৰু হে জাতবেদ অগ্নি, হাতেৰে ৰাক্ষসে ধৰি মোক মাৰিব খোজা ৰাক্ষসৰ হাতৰ পৰা মোক তোমাৰ অস্ত্ৰেৰে ৰক্ষা কৰা। মুখ্য তুমি, জ্বলি সিহঁতক মাৰা। সেই কেচা মঙহ খোৱা ৰাক্ষস বিলাকক শব্দ কৰা শগুনে খাওক ॥ ৭ ॥ হে অতি ডেকা অগ্নি, যি ৰাক্ষসে বা অন্য পিশাচ আদিয়ে এই যজ্ঞত দূষিত কৰিবলৈ আছে সেই ৰাক্ষসক নিজ জুইৰে পুৰি, পাপীক ছাই কৰি দিয়া ॥ ৮ ॥ হে অগ্নি, তুমি তীক্ষ্ণ তেজেৰে আমাৰ যজ্ঞ ৰক্ষা কৰা। হে বিশিষ্ট জ্ঞানী অগ্নি, মেলা যজ্ঞ বস্তুসকলৰ ওচৰলৈ লৈ যোৱা। হে মানুহক চোৱা অগ্নি, হিংস্ৰ ৰাক্ষসে যেচিকৈ জ্বলা তোমাক হিংসা কৰিব নোৱাৰে (নুমাই দিব নোৱাৰে) ॥ ৯ ॥ হে মানুহক চোৱা অগ্নি মানুহক অনিষ্ট কৰা ৰাক্ষসক ভালকৈ লক্ষ্য কৰিবা। ৰাক্ষসৰ তিনিটা মূৰ চিঙি দিয়া। তাৰ ওচৰত থকা ৰাক্ষসক নিজ বলেৰে মাৰা। এইদৰে তিনিটা ৰাক্ষসৰ ভৰি চিঙি দিয়া ॥ ১০ ॥ হে জাতবেদ অগ্নি, তোমাৰ শিখা বিলাকেৰে ৰাক্ষসক তিনিবাৰ বান্ধিবা (পুৰিবা),—যি ৰাক্ষসে অসত্যৰে সত্যক নষ্ট কৰে। সেই ৰাক্ষসক নিজ শিখাৰে পিহি স্তোত্ৰ কৰোতাৰ আগত পেলায় দিয়া ॥ ১১ ॥ হে অগ্নি, চিঞৰি থকা ৰাক্ষসৰ ওপৰত তোমাৰ চকু (তেজ) নিক্ষেপ কৰা, যি চকুৰে, নখৰে আচোৰা ৰাক্ষসক লক্ষ্য কৰি চাবা। সত্যক অসত্যৰে নষ্ট কৰা অজ্ঞানীক দৈব জ্যোতিৰে সম্পূৰ্ণকৈ পুৰি দিয়া ॥ ১২ ॥ হে অগ্নি, আজি যি দম্পতীয়ে কাজিয়া কৰিছে, যি স্তোতা সকলে পৰস্পৰ কটু বাক্য প্ৰয়োগ কৰি কাজিয়া কৰিছে, সেই সকলো খঙ (ৰূপী) ৰাক্ষসক মনৰ পৰা ওলোৱা কাঁড়েৰে হৃদয়ত বিন্ধি দিয়া ॥ ১৩ ॥ হে অগ্নি, বোচকৈ জ্বাল তাপেৰে ৰাক্ষস বিলাকক মাৰা, তোমাৰ জ্বলি থকা শিখাৰে মাৰা। মূৰ্খ কাম কৰা ৰাক্ষসক পোহ-ৰেৰেই মাৰা। মানুহৰ প্ৰাণেৰে তৃপ্ত হোৱা অসুৰক জ্বলাই মাৰা ॥ ১৪ ॥ আজি দেৱতা সকলে মানুহ মৰা ৰাক্ষসক মাৰক। এই কটু বাক্যৰ শপত খাই অহা ৰাক্ষসৰ গাত আমাৰ অভিশাপ লাগক। মিছা কথা কোৱা এই ৰাক্ষস বিলাকলৈ শৰ গৈ মৰ্ম্মভেদ কৰক। বিশ্বব্যাপী অগ্নি শিখাই ৰাক্ষস বিলাকৰ ওচৰ পাওকগৈ ॥ ১৫ ॥ যি ৰাক্ষসে পুৰুষৰ মঙহ খাই, যি ঘোঁৰাৰ মঙহ খাই, যি পশুৰ মঙহ খাই, যি গৰুৰ গাখীৰ চুৰ কৰে, হে অগ্নি, সিহঁতৰ সকলোৰে মূৰ বিলাক শিখাৰে চিঙি পেলোৱা ॥ ১৬ ॥ হে মানুহক চোৱা অগ্নি, গৰুৰ বছেৰেকীয়া যি গাখীৰ আছে, সেয়া ৰাক্ষসে নেপাওক। যি ৰাক্ষসে গৰুৰ গাখীৰেৰে তৃপ্ত হবলৈ বিচাৰে, সেই যুদ্ধ কৰিবলৈ যোৱা ৰাক্ষসৰ মৰ্ম্মস্থান তোমাৰ শিখাৰে বিন্ধি দিয়া ॥ ১৭ ॥ হে অগ্নি, ৰাক্ষস বিলাকে গৰুৰ গোহালীত থকা বিষ খাওক। দুষ্ট ৰাক্ষস বিলাক তোমাৰ অস্ত্ৰেৰে চিপি অদিতিৰ বলী হওক। সবিতা দেৱতাই এই ৰাক্ষস বিলাক (সিহঁতক) দিয়ক। শস্য-লতাবিলাকৰ অসাৰ অংশ সিহঁতে পাওক ॥ ১৮ ॥ হে অগ্নি, তুমি সদায় ৰাক্ষস বিলাক মাৰিছা। তথাপি তোমাক যুদ্ধত ৰাক্ষসে জিকিব নোৱাৰিলে। সেই ৰাক্ষস বিলাকৰ অনুক্ৰমে সকলো সমূলে পুৰি পেলোৱা।

তোমাৰ শৰৰ পৰা সিহঁত মুক্ত নহওক ॥ ১৯ ॥ হে অগ্নি, তুমি আমাক দক্ষিণ কালে ৰক্ষা কৰা, উত্তৰ কালে ৰক্ষা কৰা । পিচ কালে আৰু আগ কালে ( বা পশ্চিম আৰু পূব কালে ) ৰক্ষা কৰা। তোমাৰ অতি তপত, অজৰ, জ্বলি থকা ৰশ্মি বিলাকে পাপ কৰা ৰাক্ষস বিলাকক পুৰি মাৰক ॥ ২০ ॥ হে ৰক্ষা অগ্নি, কবি তুমি কবি কৰ্ম্মেৰে পিচ কালে, আগ কালে তল কালে আৰু ওপৰ কালে ৰক্ষা কৰা। হে মিত্ৰ অগ্নি, অজৰ তুমি সখা স্তোতাক মোৰ বুঢ়ালৈকে দীৰ্ঘায়ু কৰিবা। হে অমৰ অগ্নি, তুমি মৰ্ত্ত্যক ৰক্ষা কৰা ॥ ২১ ॥ হে বলত উৎপন্ন অগ্নি, তুমি পূৰক, মেধাবী,। আমি দিনৌ কুটিল কৰ্ম্মা, হন্তা, ৰাক্ষসক মাৰিবলৈ তোমাক ধ্যান কৰো ॥ ২২ ॥ হে অগ্নি, তুমি কুটিল কৰ্ম্মা ৰাক্ষস বিলাকক তোমাৰ ব্যাপ্ত, তীক্ষ্ণ জুইৰে পুৰি দিয়া। তপত কৰা অস্ত্ৰৰে পোৰা ॥ ২৩ ॥ হে অগ্নি তুমি যোৰকৈ ( দুটাকৈ ) থকা কিমিদ ৰাক্ষস বিলাক দহন কৰা। হে মেধাবী অগ্নি, কোনেও বাধা দিব নোৱাৰা তোমাক স্তুতিৰে তীক্ষ্ণ কৰিছো। —জাগৃত হোৱা ॥ ২৪ ॥ হে অগ্নি, তোমাৰ বলেৰে ৰাক্ষসৰ হৰণ কৰিব পৰা বল নাশ কৰা। ৰাক্ষসৰ বল কেউকালে ভাঙি দিয়া ॥ ২৫ ॥

## ৮৮ সূক্ত—ঋ ১৯ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ বা বামদেৱৰ পুত্ৰ মূৰ্দ্ধন্বা। ছন্দ - ত্ৰিষ্টুভ্ । দেৱতা—সূৰ্য্য আৰু বৈশ্বানৰ অগ্নি ।

দেৱতাৰ প্ৰিয় যি সোমাত্মক হবি, সূৰ্য্যক জনা, স্বৰ্গ স্পৰ্শ কৰা অ.প্ৰত আহুত কৰা ( সোম ) উৎপাদন, পূৰণ আৰু ধাৰণ কৰিবলৈ সকলোৰে সুখকৰ অগ্নিক দেৱতা সকলে বৰ্দ্ধন কৰিলে ॥ ১ ॥ অন্ধকাৰত গ্ৰাস কৰি ঢাকি ৰখা গোটেই ভুবন যি বৈশ্বানৰ অগ্নিৰ পৰা ওলালত আবিৰ্ভাৱ হল, সেই বৈশ্বানৰ অগ্নিৰ শৰীৰুৰ কৰ্ম্মৰ কাৰণে দেৱতা সকলে পৃথিৱীত, স্বৰ্গত পানীত আৰু গছ-গছনি বিলাকত আনন্দ কৰি থাকিল ॥ ২ ॥ যজ্ঞাৰ্হ দেৱতা সকলৰ অনুমতি ক্ৰমে মই সেই অজৰ, মহান, অগ্নি বৈশ্বানৰক তোষণ কৰিম,—যি অগ্নিয়ে পৃথিৱীত আৰু এই স্বৰ্গত বিস্তাৰ কৰিছে আৰু দ্যাবাপৃথিৱী আৰু অন্তৰীক্ষত বিস্তাৰ কৰিছে ॥ ৩ ॥ দেৱতাই সেৱন কৰা যি বৈশ্বানৰ অগ্নি প্ৰথম হোতা হল, আৰু যিঁহঁতৰ সংযুক্ত কৰিলে সেই জাতবেদ অগ্নিয়ে উৰা, চলাই, গমনশীল জন্তু, স্থাৱৰ আদি জগত জগৎ সোনকালেই সৃষ্টি কৰিলে ॥ ৪ ॥ হে জাতবেদ অগ্নি, তুমি ত্ৰৈলোক্যৰ মূৰৰ ওপৰত আদিত্যৰূপে জ্বলি আছা, সেই বৈশ্বানৰ অগ্নিক, তোমাক, অৰ্চনীয় স্তুতিৰে, উক্থেৰে পূজন কৰিম । তুমি দ্যাবাপৃথিৱী পূৰণ কৰি যজ্ঞাৰ্হ হৈছা ॥ ৫ ॥ বৈশ্বানৰ অগ্নি ৰাত্ৰি পৃথিৱীৰ মানুহৰ মূৰৰ দৰে হয় । তাৰ পাচত পুৱা উদয় হৈ সূৰ্য্য হয় । তেওঁক যজ্ঞ সম্পাদন কৰা সকলৰ জ্ঞান বুলি কয়,—যি তাকে জানি অন্তৰীক্ষৰ বাটেৰে খৰকৈ চলি যায় ॥ ৬ ॥ যি বৈশ্বানৰ অগ্নি সম্যক দীপ্ত, দৰ্শনীয়, স্বৰ্গত যাৰ স্থান, যি দীপ্তিমন্ত হৈ পোহৰ কৰে সেই অগ্নিক সকলো দেৱতাই সূক্ত বাক্যেৰে হবি দি হোম কৰে ॥ ৭ ॥ প্ৰথমে সূক্তময় বাক্যেৰে নিষ্পন্ন কৰি অগ্নিক ( মথন কৰি ) উলিয়াই লৈ পাচত দেৱতাই হবি উৎপাদন কৰিলত সেই অগ্নিত এই দেৱতা সকল যষ্টব্য হল,— শৰীৰ ৰক্ষক হল । দ্যুলোকত সেই অগ্নিক জানে, পৃথিৱীত জানে, অন্তৰীক্ষতো জানে ॥ ৮ ॥ যি বৈশ্বানৰ অগ্নিক দেৱতা সকলে উৎপাদন কৰিলে, যাক সকলো ভুবনে হোম কৰিলে, সেই অগ্নিয়ে জ্যোতিৰে পৃথিৱীত, অন্তৰীক্ষত আৰু স্বৰ্গত পোন বাটে গৈ মহত্বৰে সৈতে তাপ দিয়ে ॥ ৯ ॥ দেৱতা সকলে স্তোত্ৰ কৰ্ম্মেৰে সৈতে দ্যাবাপৃথিৱী পূৰণ কৰা অগ্নিক স্বৰ্গত উৎপাদন কৰিলে। সেই সুখকৰ অগ্নিকেই ( যজ্ঞত ) তিনিভাগ কৰিলে। তেওঁ পৃথিৱীত সকলো ৰূপেৰে গছ-গছনিত পাক কৰে ( গছ-গছনিৰ ভিতৰত থাকে ) ॥ ১০ ॥ যেতিয়া অদিতিৰ পুত্ৰ সূৰ্য্যক আৰু এওঁ অগ্নিক যজ্ঞাৰ্হ দেৱতাসকলে দ্যুলোকত ধাৰণ কৰিলে, যেতিয়া দুয়ো ভ্ৰমণশীল একেলগ হৈ প্ৰাদুৰ্ভাৱ হল, তেতিয়া সকলো ভুবনৰ প্ৰাণীয়ে এওঁ বিলাকক দেখিলে ॥ ১১ ॥ দেৱতাসকলে সকলো ভুবনৰ হিতকৰ অগ্নিক দিনৰ ধ্বজা সূৰ্য্য কৰিলে, যি—বৈশ্বানৰ অগ্নি উষাত প্ৰকাশ কৰি বিস্তাৰিত হয়। তেওঁ তেজেৰে চলি গৈ অন্ধকাৰ গুছাই দিয়ে ॥ ১২ ॥ মেধাবী সকলে ( আৰু ) যজ্ঞাৰ্হ দেৱতাসকলে জৰাবহিত বৈশ্বানৰ অগ্নিক (সূৰ্য্যাত্মক অগ্নিক ) জন্মাইছিল। তেওঁ পুৰণি গতিশীল, পূজাৰ্হ, বৃহৎ, বৃদ্ধ, অধ্যক্ষ আৰু নক্ষত্ৰবিলাক জ্যোতিৰে পৰাজিত কৰিলে ॥ ১৩ ॥ সদায় জ্বলি থকা কবি, বৈশ্বানৰ অগ্নিক মন্ত্ৰেৰে স্তুতি কৰিছো, যি ( বৈশ্বানৰ অগ্নিয়ে ) মহিমাৰে বহল দ্যাবাপৃথিৱী পৰিভৱ কৰিছে,—আৰু যি তল কালৰ পৰা আৰু ওপৰ কালৰ পৰা ( এই সূৰ্য্যাত্মক দেৱতাই ) তাপ দিছে ॥ ১৪ ॥ পিতৃসকলৰ, দেৱতাসকলৰ আৰু মানুহৰ দুটা বাট

বুলি মই শুনিছোঁ। যি সকল পিতৃ (স্বৰ্গ) আৰু মাতৃ (পৃথিৱীৰ) মাজত আছে সেই সকলো অগ্নিৰে সংস্কৃত হৈ (অৰ্থাৎ দাহ কৰাৰ পাচত) দেৱলোক আৰু পিতৃ লোকলৈ সেই বাটেদি যায়গৈ (এই বিষয়ত গীতাৰ ৮।২৪–২৬ শ্লোক দ্ৰষ্টব্য) ॥ ১৫ ॥ ওপৰত উৎপন্ন হোৱা, একেলগ হৈ থকা দুয়ো দ্যাবাপৃথিৱীত ফুৰা, স্তুতিৰে শোধিত কৰা অগ্নিক ধাৰণ কৰি তেওঁ তৰনীয়ে (সূৰ্য্যই) দীপ্যমান হৈ ভুল নকৰাকৈ সকলো ভুবনৰ ফালে মুখ কৰি গৈ থাকে ॥ ১৬ ॥ যেতিয়া অন্য (ইটো) হোতা অগ্নি আৰু সিটোৱে (বায়ুৰূপী) দুয়ো বিবাদ কৰি থকা আমাৰ যজ্ঞৰ নেতাৰ ভিতৰত কিমানে জানে? সখা সকলে যি যজ্ঞ কৰিব পাৰে আৰু যজ্ঞৰ অনুষ্ঠান কৰে (তেওঁবিলাকৰ ভিতৰত) কোনে এই বিবাদৰ বাক্যৰ কথা কব পাৰে (এইটো এটা সাঁথৰৰ দৰে ঋক) ॥ ১৭ ॥ অগ্নি কিমান সংখ্যাৰ? সূৰ্য্য কিমান? উষা কিমান? পানী কিমান? হে পিতৃসকল তোমালোকক স্পৰ্দ্ধাযুক্ত বচন মই নকওঁ (কিন্তু) হে মেধাবী সকল, তোমালোকক সুখৰ (প্ৰকৃত বিষয় টোকে) জানিবলৈ সুধিছো? (এইটোও সাঁথৰেই) ॥ ১৮ ॥ হে মাতৰিশ্বান (বায়ু) যেতিয়ালৈ ভাল চৰাই ৰাতিয়ে উষাৰ প্ৰতীক ঢাকি ৰাখে, তেতিয়ালৈ নিকৃষ্ট ব্ৰাহ্মণ হোতাই দৈব হোতাৰ হোতৃৰ কৰ্ম্ম কৰিবলৈ যজ্ঞলৈ আহি, বহি হোতাৰ কৰ্ম্ম কৰে ॥ ১৯ ॥

## ৮৯ সূক্ত—ঋ ১৮।

### ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ ৰেণু। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

অতি নেতা ইন্দ্ৰক স্তৱ কৰা। যি ইন্দ্ৰৰ মহত্ব এনে যে পৃথিৱীৰ মাজ পৰ্য্যন্ত পৰৰ বল পৰাভৱ কৰে। তেওঁ মানুহৰ ধাৰক। যি নদীবিলাক মহত্বৰে বৃদ্ধি কৰি (অন্ধকাৰ নাশ কৰা) বলেৰে দ্যাবাপৃথিৱী পূৰণ কৰিলে ॥ ১ ॥ সুবীৰ্য্যবান সেই ইন্দ্ৰই তেওঁৰ বলবীৰ্য্য সাৰথীয়ে ৰথৰ চকৰি ঘুৰোৱা দৰে ঘুৰাই থাকে। তেওঁ কাম কৰিবলৈ থৰকৈ যোৱা ঘোঁৰাৰ দৰে ক'লা এন্ধাৰ পোহৰেৰে আঁতৰাই দিয়ে ॥ ২ ॥ হে স্তৱ কৰোঁতা, মোৰে সৈতে সমানে মিলি ইন্দ্ৰৰ কাৰণে এনে এটা নতুন স্তোত্ৰ উচ্চাৰণ কৰা, যি স্তোত্ৰ যেয়া নহয় আৰু স্বৰ্গ আৰু পৃথিৱীত অনুপম হয়। যি ইন্দ্ৰই যজ্ঞে যজ্ঞে পিঠি বিলাক মন কৰা দৰে স্তোত্ৰ বিলাক মন কৰে, শত্ৰুক চিনি পাই আৰু সখাক লৈ ॥ ৩ ॥ ইন্দ্ৰৰ কাৰণে লেখেৰী নিচিগাকৈ থকা যি স্তুতি আছে, (সেই স্তুতি) অন্তৰীক্ষৰ মূলৰ পৰা পানী পথিওৱা দৰে (তেওঁলৈ) পথিয়াই দিব লাগে, যি ইন্দ্ৰই দ্যাবাপৃথিৱীক কৰ্ম্মৰে ৰথৰ চকৰি শালমাৰিত লগায় ৰখা দৰে ৰাখি দিলে ॥ ৪ ॥ খং উদ্ৰেক কৰা, ক্ষিপ্ৰ প্ৰহাৰকাৰী, শত্ৰুক কঁপাই দিয়া, কৰ্ম্মবান, অস্ত্ৰ যুক্ত, ঋজীষি সোমে অতস গছৰ হাবিবিলাক বৰ্জন কৰে। (তেনেকৈ হলেও) সমান হলেও জোখ মাপ কৰিলে ইন্দ্ৰক আকৰ্ষণ কৰিব নোৱাৰে (ইন্দ্ৰৰ সমান হব নোৱাৰে) ॥ ৫ ॥ যি ইন্দ্ৰৰ সৈতে দ্যাবাপৃথিৱী তুলনা নহয়, পানী উপমা নহয়, অন্তৰীক্ষ, পৰ্ব্বত (আদি) উপমা নহয় সেই ইন্দ্ৰৰ কাৰণে সোম ক্ষৰণ হৈছে। সেই ইন্দ্ৰই যেতিয়া শত্ৰুৰ ওপৰত খঙ প্ৰয়োগ কৰে তেতিয়া দৃঢ় বিলাকো লৰাই দিয়ে আৰু টান বিলাকো ভাঙি দিয়ে ॥ ৬ ॥ ইন্দ্ৰই বৃত্ৰক বধ কৰিলে। কুঠাৰেৰে হাবি কটা দৰে শত্ৰুৰ নগৰ ভাঙিলে। নৈ বিলাক মুকলি কৰি দিলে। মেঘক নতুন কলহ ভঙা দৰে ভাঙিলে। ইন্দ্ৰই নিজে নিৰ্দ্দেশ দিয়াত মৰুতসকলে পানী আমাৰ ফালে আনি দিলে ॥ ৭ ॥ হে ইন্দ্ৰ, বীৰ তুমি স্তোতাৰ ঋণ মোচন কৰা। অস্ত্ৰেৰে জন্তুৰ পাব (গাথি) বিলাক কটা দৰে স্তোতাৰ উপদ্ৰৱ নাইকিয়া কৰা। মিত্ৰ আৰু বৰুণৰ কাৰ্য্য নষ্ট কৰা নৃশংস মানুহক মাৰা ॥ ৮ ॥ যি দুষ্ট কাম কৰিবলৈ যোৱা মানুহে মিত্ৰ দেৱতাক আমনি কৰে, অৰ্য্যমাক আমনি কৰে, সঙ্গত থকা মৰুত সকলক আমনি কৰে, বৰুণক আমনি কৰে, হে কামবৰ্ষী ইন্দ্ৰ, তুমি প্ৰয়োগ কৰা কামবৰ্ষী, জিলিকি থকা বজ্ৰক (সেই মানুহক মাৰিবলৈ) তীক্ষ্ণ কৰা ॥ ৯ ॥ দ্যুলোকৰ ইন্দ্ৰ ঈশ্বৰ, পৃথিৱীৰ, পানীৰ আৰু পৰ্ব্বতবিলাকৰ ইন্দ্ৰ ঈশ্বৰ। প্ৰবৃদ্ধ সকলৰ আৰু জ্ঞানী সকলৰ ইন্দ্ৰ ঈশ্বৰ। লাভ কৰা ধন পালন কৰিবলৈ, নতুন বস্তু লাভ কৰিবলৈ ইন্দ্ৰক আহ্বান কৰিব লাগে ॥ ১০ ॥ ইন্দ্ৰ ৰাতিতকৈও বহল, দিনতকৈও ডাঙৰ, অন্তৰীক্ষতকৈ, সমুদ্ৰ ধাৰণ কৰা ঠাইতকৈও ডাঙৰ, বায়ুৰ প্ৰসাৰনতকৈও বহল। পৃথিৱীৰ অন্ত সীমাতকৈও বহল, নৈ বিলাক আৰু মাটিতকৈও বেচি ॥ ১১ ॥ হে ইন্দ্ৰ, তোমাৰ কাত নোহোৱা বজ্ৰ [illegible] উষাৰ দৰে [illegible] শত্ৰুৰ ওপৰত পৰক। অতি তাপক শব্দকাৰী [illegible] বজ্ৰপাতৰ শিলৰ দৰে বিন্ধি দিয়া ॥ ১২ ॥ প্ৰথম উৎপাদন হওঁতেই ইন্দ্ৰক (চন্দ্ৰ আদি) মাহ বিলাকে অনুসৰণ কৰিলে। হাবি বিলাকে আৰু পৰ্ব্বত বিলাকে পাচতে আহিল। দ্যাবাপৃথিৱী ইচ্ছা কৰিলেই পাচত

আছিল। পানীয়েও ইন্দ্ৰৰ পাচতে আছিল ॥ ১৩ ॥ হে ইন্দ্ৰ, তোমাৰ সেই শত্ৰুৰ ওপৰত ক্ষেপণ কৰা অস্ত্ৰ ক'ত আছে, যি অস্ত্ৰৰে যুদ্ধৰ কাৰণে অহা শত্ৰুক বিন্ধিবা? যেনেকৈ বলীশালত জন্তু বিলাক মাটিত পৰি যায় তেনেকৈ বন্ধুবিদ্বেষী ৰাক্ষস বিলাক তোমাৰ অস্ত্ৰৰ দ্বাৰা মাটিত ( শুই ) পৰি যায় ॥ ১৪ ॥ হে ইন্দ্ৰ, আমাক শত্ৰুতা কৰি অত্যন্ত বাধা দিয়া যি শত্ৰু লগ হৈ আমালৈ অস্ত্ৰ মাৰে, সেই শত্ৰু মহা অন্ধকাৰত পৰক। সেই শত্ৰুৱে দিনে ৰাতিয়ে পৰাজিত হৈ থাকক ॥ ১৫ ॥ হে ইন্দ্ৰ, তোমাক বহুত সৱন যজ্ঞত মানুহ বিলাকে আৰু স্তোত্ৰ কৰা ঋষিয়ে এই স্তুতি ঘোষা গাই ( অন্য ) সকলো স্তোতাতকৈ চেৰ পেলাইছে। ৰক্ষণৰ সৈতে তুমি আলৈ আহা ॥ ১৬ ॥ হে ইন্দ্ৰ আমি তোমাৰ এনেকুৱা ৰক্ষণ ভোগ কৰা হম। আৰু হে ইন্দ্ৰ, তোমাৰ নতুন সুমতিৰে, দিনৌ ৰক্ষণৰ কাৰণে স্তুতি কৰা আমি বিশ্বামিত্ৰ সকলে ৰক্ষণ পাম। ১৭ ॥

১৮ ঋক্—৩/৩৪।২১ ঋকৰ দৰে ॥ ১৮ ॥

৯০ সূক্ত—ঋ ১৩ ।

ঋষি—নাৰায়ণ। ছন্দ—অনুষ্টুভ্। ১৬ ত্ৰিষ্টুভ।

দেৱতা—পুৰুষ।

## পুৰুষ সূক্ত

( বিৰাট ) পুৰুষৰ সহস্ৰ মূৰ, সহস্ৰ চকু আৰু সহস্ৰ ভৰি। তেওঁ পৃথিবীক সকলো পিনে বেষ্টন কৰি দহ আঙুলি অঁতৰ হৈ থাকিল। ( ব্ৰহ্মাণ্ডৰ বাহিৰে দহ আঙুলি অঁতৰ হৈ থাকিল। সহস্ৰ অৰ্থ ইয়াত অনন্ত হব ) ॥ ১ ॥ এই বৰ্তমান ( জগত ) পুৰুষেই যি হৈ গল, আৰু যি হব ( সেয়াও পুৰুষেই )। আৰু তেওঁৰ ( যজ্ঞৰ ) আহাৰৰ পৰা আঁতৰি আছি ( যি এই পৰিদৃশ্যমান জগত হৈছে ) সেই অমৃতত্বৰ স্বামী হৈছে ॥ ২ ॥ তেওঁৰ ( পুৰুষৰ ) মহিমা ইমান বেচি। তাতোকৈ ( মহিমাতকৈও ) ডাঙৰ এই পুৰুষ। ( চাৰিটা ভৰিৰ ) এটা ভৰি ( এক-চতুৰ্থাংশ ) এই পুৰুষৰ—প্ৰাণী জগত। তিনিটা ভৰি ( চাৰি-ভাগৰ তিনি ভাগ ) স্বৰ্গত অমৰ হৈ আছে ॥ ৩ ॥ তিনি-চতুৰ্থাংশেৰে পুৰুষ ওপৰলৈ উঠি গল আৰু এক চতুৰ্থাংশেৰে পুনঃ ইয়ালৈ ( পৃথিৱীলৈ ) প্ৰাণী হৈ আছিল। তেতিয়া তেওঁ খোৱা ( প্ৰাণী ) আৰু নোখোৱা ( প্ৰাণী ) ( চেতন আৰু অচেতন ) হৈ কেউপিনে বিবিধ ৰূপে ভাগ হৈ গল ॥ ৪ ॥ তেতিয়া তেওঁৰ পৰা বিৰাজ ( বিৰাট পুৰুষ ) উৎপত্তি হল।' বিৰাজৰ পৰা অধি ( অভিবিক্ত পুৰুষ ( দেৱতা ) মানুহ, জন্তু আদি ) জন্ম হল। পাচত মাটি, আৰু নগৰ ( আদি বাসস্থান ) উৎপত্তি কৰিলে ॥ ৫ ॥ তেতিয়া ( সৃষ্টিৰ পাচত ) দেৱতা সকলে পুৰুষক হবিৰে ( মানস ) যজ্ঞ অনুষ্ঠিত কৰিলে। ( সেই যজ্ঞৰ ) বসন্ত কালক ঘি'উ কৰিলে, গ্ৰীষ্ম কালক সমিধ ( খৰি ) কৰিলে আৰু শৰৎ কালক ( পিথা পনা আদি ) হবি কৰিলে ॥ ৬ ॥ সেই প্ৰথমতে জন্ম হোৱা ( বিৰাজ ) যজ্ঞ পুৰুষক দেৱতা সকলে কুশৰ ওপৰত বহুৱাই শান্তি কৰিলে ( পানী ছটিয়ালে ), তেওঁক লৈ সাধ্য ( প্ৰজাপতি ), দেৱতা আৰু ঋষি সকলে ( মানস যজ্ঞৰ বলি ) দি ( যজ্ঞ কৰিলে ) ॥ ৭ ॥ সেই সৰ্বাত্মক পুৰুষক আহুত কৰা যজ্ঞৰ পৰা ঘি'উ আৰু দৈ ওলায় আছিল। তাৰ পৰাই আকাশৰ হাবিৰ আৰু গাওঁৰ যি জন্তু— সেইবিলাক সৃষ্টি কৰিলে ॥ ৮ ॥ সৰ্বতোভাবে আহুত কৰা সেই যজ্ঞৰ পৰা ঋক্ আৰু সাম্ মন্ত্ৰ বিলাক ওলায় আছিল। তাৰ পৰাই ( গায়ত্ৰী আদি ) ছন্দ বিলাক ওলাল আৰু যজু বিলাক ওলায় আছিল ॥ ৯ ॥ তাৰ পৰাই ( সেই যজ্ঞৰ পৰা ) ঘোঁৰা ওলাল আৰু যি দুয়ো পাৰি দাঁত থকা জন্তু আছে সেই বিলাক ওলাল। তাৰ পৰাই গৰু জন্ম হল, তাৰ পৰাই ছাগলী আৰু ভেড়া আদি ওলাল ॥ ১০ ॥ ( দেৱতা সকলে ) যেতিয়া ( বিৰাজ ) পুৰুষক কাটিলে তেতিয়া কিমান ভাগ কৰিছিল? এই পুৰুষৰ মুখ কি আছিল? বাহু দুটা কি হল? উৰু ( কৰণ্ডন ) কি হল আৰু ভৰিক কি বুলিলে? ॥ ১১ ॥ তেওঁৰ মুখ ব্ৰাহ্মণ হল। বাহু দুটাৰ ( হাত দুখনৰ ) পৰা ৰাজন্য বৰ্ণ ( ক্ষত্ৰিয় ) হল। উৰুৰ ( কৰণ্ডনৰ ) পৰা বৈশ্য আৰু ভৰি দুখনৰ পৰা শূদ্ৰ উৎপন্ন হল ॥ ১২ ॥ ( বিৰাজ পুৰুষৰ ) মনৰ পৰা চন্দ্ৰ উৎপন্ন হল; চকুৰ পৰা সূৰ্য্য উৎপন্ন হল, মুখৰ পৰা ইন্দ্ৰ আৰু অগ্নি ওলাল; আৰু প্ৰাণৰ পৰা বায়ু ওলাল ॥ ১৩ ॥ নাভীৰ পৰা অন্তৰীক্ষৰ আৰু মূৰৰ পৰা দ্যুলোক উৎপন্ন হল। ভৰিৰ পৰা পৃথিবী ওলাল। কাণৰ পৰা দিশ বিলাক হল। এইদৰেই দেৱতা সকলে সকলো লোক কল্পনা কৰিলে ॥ ১৪ ॥ ( যি যূপত ) যেতিয়া দেৱতা সকলে যজ্ঞ কৰিবলৈ বলি কামনাৰে কৰি ( বিৰাট পুৰুষক ) বান্ধিলে তাৰ ( সেই যূপৰ ) পৰা সাতদাল প্ৰতিনিধি ৰূপ হল ( সূৰ্য্যৰ সপ্তৰশ্মি- বা সপ্তছন্দৰূপে )। ( তাৰে ) সাতৰ তিনিগুণ ( একৈশ ) দাল খৰি ( সমিধ ) হল ॥ ১৫ ॥ দেৱতা সকলে যজ্ঞেৰেই যজ্ঞ কৰিছিল। সেই বিলাকেই প্ৰথম ধৰ্ম্ম আছিল। সেই যজমান সকলে মাহাত্ম্যযুক্ত স্বৰ্গ লাভ

কৰিলে, যি স্বৰ্গত পূৰ্ব্বৰ সাধ্য দেৱতা সকল বাস কৰিছিল ॥ ১৬॥ ( ১৬ ঋকটি ১।১৬৪।৫০ ঋকৰ দৰে একে। এই সূক্তৰ ১ম ঋকত আৰু ১৩ ঋকত "বিশ্বতো বৃতা" আৰু 'মুখাত ইন্দ্ৰশ্চ অগ্নিশ্চ" এই কেইফাকি যজুঃৰ্বেদৰ লগত্ত পাৰ্থক্য আছে।

## ৯১ সূক্ত—ঋ ১৫।

ঋষি—বীতহব্যৰ পুত্ৰ অৰুণ। ছন্দ—জগতী; ১৫-ত্ৰিষ্টুপ্। দেৱতা—অগ্নি।

জাগৰণশীল স্তোতাই স্তুতি কৰি থকা, দান্তমনা অগ্নি অন্নৰ স্থানত অন্ন ইচ্ছা কৰি, সকলো হবিৰ হোতা বৰেন্য, ব্যাপ্ত অগ্নি উজ্জল হৈ বন্ধুৱে বন্ধুত ইচ্ছা কৰি জ্বলিছে ॥ ১॥ সেই দেখিবলৈ ভাল অতিথিৰ দৰে অগ্নিয়ে ঘৰে ঘৰে আৰু হাবিয়ে হাবিয়ে আশ্ৰয় লয়। সেই অগ্নিয়ে চৰাইৰ দৰে মানুহৰ ঘৰে ঘৰে গৈ মানুহক আওহেলা নকৰে। প্ৰজাৰ হিতকৰ তেওঁ মানুহক এৰি নেযায়। সকলো প্ৰজাৰ লগত থাকে ॥ ২ ॥ হে অগ্নি, তুমি বলেৰে ভাল বলী। কৰ্ম্মত ভাল কৰ্ম্মী। মেধাবী কৰ্ম্মত তুমি মেধাবী। তুমি সৰ্ব্বজ্ঞ। ধনৰ তুমি বাস কৰাওঁতা। হে অগ্নি, তুমিয়েই এক-মাত্ৰ বাস কৰাওঁতা। দ্যাবাপৃথিবীত যি ধন পোষণ কৰা তাৰ পৰাকী ॥ ৩॥ হে অগ্নি তোমাৰ ঋতত (নিয়মত) হোৱা ঘৃতৱন্ত স্থান অন্নৰ পদত জন্ম হৈ তুমি বহিছা। তোমাৰ ৰশ্মিবিলাক উষাৰ দৰে প্ৰকা-শক, পাপহীন সূৰ্য্যৰ দৰে প্ৰকাশ কৰে ॥ ৪ ॥ হে অগ্নি, তোমাৰ বিভূতি বিলাক বৰষিবলৈ ধৰা মেঘৰ বিজুলীৰ দৰে বহুত ৰঙৰ; উষাৰ প্ৰজ্ঞাপক ৰশ্মিৰ দৰে প্ৰকাশ কৰি ওলায়,—যেতিয়া তুমি শস্য আৰু গছ-গছনি বিলাকৰ মাজত স্ফুৰিবলৈ ওলোৱা (আৰু) নিজেই মুখত ভৰাই দিয়া ॥ ৫ ॥ হে অগ্নি ঋতত (নিয়মত) পোৱা গৰ্ভৰূপী তুমি শস্যবিলাক ধাৰণ কৰিছা। তুমি অগ্নিয়েই মাতৃ স্থানীয় পানী জন্মাইছা। গছ-গছনি বিলাকত সমানে তুমিয়েই অগ্নি উগ্নিওঁতা। তুমিয়েই শস্যবিলাকৰ গৰ্ভ হৈ প্ৰসৱ কৰা ॥ ৬ ॥ হে অগ্নি, যেতিয়া তুমি বতাহৰ দ্বাৰা কম্পিত হোৱা, গছৰ ফালে পঠিয়াই দিলে (সেই) গছ-গছনিবিলাক পাই ইফালে সিফালে হাবি বিলাক দহি পেলোৱা, তেতিয়া তোমাৰ অনন্ত বল ৰথৰ ওপৰৰ পৰা ৰথীৰ দৰে কেউফালে যায় ॥ ৭ ॥ মেধা কাৰক, যজ্ঞৰ প্ৰসাধক, হোতা, শত্ৰুক অতি পৰাভৱ কৰা, জ্ঞান দাতা সেই অগ্নিক বিচাৰিছো। অলপ হবি দি ঋত্বিকে তোমাকেই প্ৰাৰ্থনা কৰিছে। মহৎ হবি দিওঁতেও তোমাকেই বিচাৰে,—তোমাৰ বাহিৰে অন্যক নিবিচাৰে ॥ ৮ ॥ দেৱতাৰ আহ্বাতা অগ্নি তোমাকেই, তোমাক বিচৰা কৰ্ম্ম কৰ্ত্তা সকলে এই যজ্ঞত বৰণ কৰিছে। দেৱতাক যজন কৰিবলৈ বিচৰা হবিষ্মন্ত মানুহে কুশ পাৰি লৈ তোমাক হবি বিলাক দিয়ে ॥ ৯ ॥ হে অগ্নি, তুমি হোতাৰ কাম কৰা তুমিয়েই ঋতত (নিয়মত) পোৱা পোতা। তুমিয়েই নেতাৰ কৰ্ম্ম কৰা। ঋত (যজ্ঞ) কৰিবলৈ বিচৰা যজমানৰ তুমিয়েই অগ্নি। প্ৰশাসন কৰ্ম্ম তোমাৰেই। (হে অগ্নি), তুমিয়েই যজ্ঞ কৰিবলৈ বিচাৰা। তুমি ব্ৰহ্মা। আমাৰ ঘৰৰ গৃহপতি তুমিয়েই ॥ ১০ ॥ হে অগ্নি, অমৰ তোমাক যি মানুহে সমিধ দিয়ে, আৰু বা হবি দিয়ে, সেই মানুহৰ হোতা তোৱা আৰু দেৱতাৰ দূতহৈ হবি লৈ যোৱা। ব্ৰহ্মা হৈ তুমি দেৱতাৰ বিষয় কোৱা, তুমি যজন কৰা, তুমি অধ্বৰ্য্যুৰ দৰে (কাম কৰিবলৈ) কোৱা ॥ ১১ ॥ বাস কৰাওঁতা জাতবেদ অগ্নিক পূজণ কৰা এই স্তুতি বাক্যবিলাক ধন কামনা কৰি আমাৰ পৰা ওলায়, হে অগ্নি, তোমাৰ ফালে গৈছে। সেইবিলাকেই ভাল ঋক মন্ত্ৰ বাক্য নিজেই বৰ্দ্ধন হোৱা অগ্নিক বৰ্দ্ধন কৰি কামনা কৰিছে ॥ ১২ ॥ স্তোত্ৰ কামনা কৰা পুৰণি অগ্নিক এই নতুন ভাল স্তুতি মই কৈছো,—আমাৰ স্তুতি শুনক। এই অগ্নিৰ হৃদয়ৰ ভিতৰত সোমাবলৈ ভাল কাপোৰ কানি পিন্ধি পত্নীয়ে পতিৰ হৃদয়ত সেমোৱা দৰে মই সোমাম ॥ ১৩॥ যি অগ্নিত সেচন সমৰ্থ ঘোঁৰা, বৃষভ, ভেড়া, (দেৱতাৰ কাৰণে) আহুত হয়। (সুত্ৰামণি যজ্ঞত) পানী খায়। সেই সোম পিঠিত আহুত কৰা বিধাতা অগ্নিৰ কাৰণে হৃদয়স্পৰ্শী কল্যাণীয় স্তুতি উৎপাদন কৰিছো ॥ ১৪ ॥ হে অগ্নি, ঘিঁউ স্ৰুচেৰে দি, সোম চমো পাত্ৰেৰে দি, তোমাৰ মুখত হবি দিছো। তুমি হবি অন্ন দাতাক সুপুত্ৰ, প্ৰশস্ত, কীৰ্ত্তিমন্ত অপৰিমিত ধন দিয়া ॥ ১৫ ॥

## ৯২ সূক্ত—ঋ ১৫।

ঋষি—মনুৰ পুত্ৰ শাৰ্য্যাত। ছন্দ—জগতী। দেৱতা—বিশ্বেদেবা (সকলো দেৱতা)।

তোমালোকে যজ্ঞৰ নেতা, মানুহৰ পালক, মানুহৰ হোতা, ৰাতিৰ অলিহি, বিবিধ ধনযুক্ত অগ্নিক পৰি-চৰণ কৰা। শুকান খৰি-খেৰত জ্বলি, সেউজীয়া গছ-গছনি ভক্ষণ কৰি, কামবৰ্ষী, প্ৰজ্ঞাপক, যজন কৰিব লগীয়া অগ্নিয়ে আকাশলৈ উঠিছে ॥ ১ ॥ উভয়ে (দেৱতা আৰু মানুহে) ঘিঁউ খোৱা, ধাৰক এই অগ্নিক যজ্ঞৰ সাধক কৰিলে। ৰঙা হৈ থকা তনুনপাৎ অগ্নিক, মহান

পুৰোহিতক উষাৰ দৰে (মানুহে) আশ্ৰয় কৰি আছে ॥ ২ ॥ আমাৰ স্তুতা অগ্নিৰ আমাৰ বিষয় জ্ঞান সত্য হওক বুলি আমি কামনা কৰিছো। এই অগ্নিত দিয়া আহুতি বিলাক এওঁৰ ভক্ষণৰ কাৰণে হওক বুলি আমি কামনা কৰিছো। যেতিয়া ধীৰ অগ্নিৰ জ্বালাই অমৃতত্ব পাই, তাৰ পাচত দৈব জনৰ কাৰণে অগ্নিত হবি দিব লাগে ॥ ৩ ॥ ঋতৰ (যজ্ঞৰ) অগ্নিক বিস্তৃত স্বৰ্গ, বিস্তীৰ্ণ অন্তৰীক্ষ আৰু স্তুতা সীমাহীন পৃথিৱীয়ে নমস্কাৰ কৰে। (আৰু অগ্নিক) ইন্দ্ৰ, মিত্ৰ, বৰুণ, ভগ সবিতা এই শুদ্ধবলী দেৱতাসকলে জ্যেষ্ঠ বুলি জানে ॥ ৪ ॥ বৈ যোৱা নদীবিলাকে চলি থকা ৰুদ্ৰৰ পুত্ৰ সকলেৰে সৈতে গৈ থাকি বিৰামহীন মহীক চেৰ পেলায় যায়। যেনি তেনি যাব পৰা ইন্দ্ৰই কেউফালে মৰুতসকলেৰে সৈতে বহুত বেগেৰে গৈ অন্তৰীক্ষত শব্দ কৰি গোটেই ভুবন পানীৰে সিঁচি দিয় ॥ ৫ ॥ মেঘৰ মাজত বাস কৰা অন্তৰীক্ষৰ পৰা মানুহক চোৱা সোণৰূপী ৰুদ্ৰৰ পুত্ৰ মৰুত সকলে নিজ কাম কৰি থাকে। সেই ঘোঁৰাযুক্ত দেৱতা সকলেৰে সৈতে ঘোঁৰা যুক্ত ইন্দ্ৰই, মিত্ৰ, বৰুণ, অৰ্যমাৰে সৈতে চাই ফুৰে ॥ ৬ ॥ যি স্তোতা সকলে ইন্দ্ৰক স্তুতি কৰিলে ৰক্ষণ পাই, সূৰ্য্যক স্তুতি কৰিলে দৰ্শন পাই, বৰ্ষক ইন্দ্ৰক স্তুতি কৰিলে বল পাই, যি স্তোতাই খৰকৈ ইন্দ্ৰৰ অৰ্চনা কৰে, সেই স্তোতা সকলে মানুহৰ সদনত (যজ্ঞত) ইন্দ্ৰৰ বজ্ৰৰ সহায় পাই ॥ ৭ ॥ সূৰ্য্যয়ো ইন্দ্ৰলৈ হৰিৎ ঘোঁৰা পঠিয়াই দি আনন্দ কৰে। যি কোনো দেৱতাই বলবান ইন্দ্ৰলৈ ভয় কৰে। কামবৰ্ষী, ভয়ঙ্কৰ ইন্দ্ৰৰ ফালে, দিনৌ পেটৰ (অন্তৰীক্ষৰ) পৰা সহিব পৰা অবাধিত শব্দ ওলায় ॥ ৮ ॥ ঘোঁৰাৰে সৈতে অহা যি মৰুৎ সকলেৰে সৈতে, জ্যোতিমান, নিজ কীৰ্ত্তিৰ, সুখকৰ দ্যুলোকত যজমানে যাক সেৱা কৰিছে, হে ঋত্বিক সকল, তোমালোকে আজি নিস্কামেৰে শত্ৰু ক্ষয়কাৰী, শক্তিমান ৰুদ্ৰক নমস্কাৰেৰে স্তৱ কৰা ॥ ৯ ॥ কামবৰ্ষী বৃহস্পতি আৰু সোমৰ বন্ধু সকলো দেৱতাক প্ৰজাৰ কাৰণে (ঋষি সকলে) অন্ন ভৰণ কৰিছে। (তাৰ মাজত) অথৰ্ব্ব ঋষিয়ে প্ৰথমে যজ্ঞৰ বিধান কৰিলে। বলেৰে সৈতে গৈ সকলো দেৱতা আৰু ভৃগু (আদি) ঋষি সকলে জানি (সেই যজ্ঞ) অনুমোদন কৰিলে ॥ ১০ ॥ বহুত পানী থকা দ্যাবাপৃথিৱীত যম, অদিতি ত্বষ্টা দেৱতা, দ্ৰবিনোদা অগ্নি, ঋভু সকল, ৰুদ্ৰৰ পত্নী, মৰুত সকল, বিষ্ণু এই সকলো দেৱতাক চতুৰঙ্গ নৰা-সংশক আমি স্তুতিৰে পূজা কৰিছো ॥ ১১ ॥ আৰু আমাৰ (ঋত্বিকৰ) কামনা কৰা বহুত স্তুতি মেধাবী অহিৰ্বুধ্ন্য দেৱতাই যজ্ঞত শুনক। স্বৰ্গত ভালকৈ ফুৰা আৰু থকা সূৰ্য্য আৰু চন্দ্ৰই বুদ্ধিৰে কৰা এই স্তোত্ৰ বুজক। পৃথিৱী আৰু স্বৰ্গই (নিজ প্ৰজ্ঞাৰে) স্তোত্ৰ বুজি লোৱা ॥ ১২ ॥ পূষা দেৱতাই আমাৰ গমন (যাত্ৰা) ৰক্ষা কৰক। সকলো দেৱতাৰ হিত অপাং নপাতক বায়ুযে যজ্ঞৰ নিষ্কৃতিৰ কাৰণে ৰক্ষা কৰক। সকলোৰে আত্মা বায়ুক প্ৰশস্ত অন্ন পাবলৈ আমি বিচাৰিছো। হে অশ্বিনী দুজন, ভালকৈ আহ্বান কৰা তোমালোকে এই স্তোত্ৰ শুনিবা ॥ ১৩ ॥ মানুহৰ অন্তৰত থকা, নিজে উপাৰ্জ্জন কৰা কীৰ্ত্তিৰ এই অভয় অগ্নিক স্তৱ কৰিম। ভয়হীন অদিতিক সকলো দেৱতাৰ পত্নী সকলেৰে সৈতে স্তুতি কৰিম। ৰাতিৰ ভূকা চন্দ্ৰমাক স্তুতি কৰিম। মানুহলৈ (ভাল) মন থকা আদিত্যক স্তুতি কৰিম। সকলোৰে পালক ইন্দ্ৰক স্তুতি কৰিম ॥ ১৪ ॥ এই যজ্ঞত অঙ্গিৰস ঋষিয়ে দেৱতাক স্তুতি কৰিছে। অভিষৱ কৰা শিল ওপৰলৈ তুলি যজ্ঞ কৰিবলৈ সোম বিলাক চাইছে। যি (অঙ্গিৰসৰ) শব্দেৰে ইন্দ্ৰ মহান হল এই ইন্দ্ৰৰ বজ্ৰই পানীৰ বাটেৰে পানী অন্নৰ কাৰণে উলিয়াই দিছিল ॥ ১৫ ॥

## ৯৩ সূক্ত—ঋ ১৫ ।

ঋষি—পৃথৰ পুত্ৰ তান্ব। ছন্দ—১।৪-৮।১০।১২। ১৪-প্ৰস্তাৰ পংক্তি ; ২।৩।১৬-অনুষ্টুপ্ ৯-অক্ষৰ পংক্তি ; ১০-ন্যংকুসাৰিণি ; ১৫-পুৰস্তাৎ বৃহতী। দেৱতা—বিশ্বেদেৱা (সকলো দেৱতা)।

হে দ্যাবাপৃথিৱী, তোমালোক যিমান বহল হব পাৰি সিমান বহল হোৱা। মহতী দ্যাবাপৃথিৱী আমাৰ নাৰীৰ দৰে তোমালোক সদায় হোৱা। আমাক শত্ৰুৰ পৰা পালন কৰি ৰক্ষা কৰা। পালনেৰে আমাক অতি অভিষৱ কৰা শত্ৰুৰ পৰাও ৰক্ষা কৰা ॥ ১ ॥ সেই অতি শান্ত জনা মানুহে দেৱতাক পৰিচৰণ কৰে যি মানুহে সুখকৰ হৱিৰে দেৱতাক পূজা কৰে (যেয়া হৱিৰে নহয়) ॥ ২ ॥ ভুৱনৰ ঈশ্বৰ দেৱতা সকলৰ মহৎ বৰণীয় ধন আছে। তোমালোক সকলো বহুত বলী আৰু যজ্ঞত যজন কৰিব লগীয়া ॥ ৩ ॥ অৰ্য্যমা দেৱতা আৰু মিত্ৰ, সৰ্ব্বতোগামী বৰুণ (অন্য দেৱতাৰে সৈতে) স্তুত হৈ ৰুদ্ৰ; পূৰণ, মৰুত সকল আৰু ভগ সকলোৰে সৈতে স্তুত হৈ মানুহক সুখ দিয়ে। সেই সকলো যিলাক অমৃতৰ দৰে হৱিৰ ৰজা ॥ ৪ ॥ আৰু হে ধন বৰ্দ্ধক (অশ্বিনী) দুজন, তোমালোকে পানীৰ

সমান ধন থকা, সূর্য্য-চন্দ্রৰ অন্তৰীক্ষত বাস কৰা মেঘত যি অহির্বুধ্ন্য দেবতা আছে, তেওঁবিলাকৰ সৈতে তোমালোক দুজনে বাতিয়ে দিনে আমাক ৰক্ষা কৰা ॥ ৫ ॥ আৰু শুভৰ পতি দেবতা অশ্বিনী দুজনে আমাক নিজ শৰীৰেৰে ৰক্ষা কৰা। মিত্রাবৰুণে ৰক্ষা কৰা। (-যাক এই দেবতা সকলে ৰক্ষা কৰে), তেওঁ মহৎ ধন পাই। দুঃখ বিলাক মৰুভূমি পাৰ হোৱা দৰে কৰি দিয়ে ॥ ৬ ॥ আৰু হে ৰুদ্রৰ পুত্র সকল আৰু অশ্বিনী দুজন, আমাৰ সুখ কৰা। ৰথৰ পতি ঋভু, ৰাজ, অন্নবান ভগ কেউফালে ঘোৰা বায়ু আদি সকলো দেবতাই আমাৰ সুখ কৰা। সর্ব্বজ্ঞ মহান দেবতা সকলে আমাৰ সুখ কৰা ॥ ৭ ॥ মহান ঋভুক্ষা ইন্দ্রই যজ্ঞেৰে প্রকাশ কৰিছে। পৰিচৰণ কৰা যজমানৰ আনন্দয়ো যজ্ঞৰ প্রকাশ কৰিছে। হেঁ ইন্দ্র, অতি খৰকৈ আহিবলৈ তোমাৰ হবি ঘোঁৰাও বলবন্ত। ইন্দ্রলৈ গোৱা সাম বিলাকো দুষ্পাপ্য। এই যজ্ঞ মানুহৰ যজ্ঞতকৈ বেলেগ ॥ ৮ ॥ হে সবিতা দেবতা, আমাক লাজ নোপোৱা কৰা। তুমি ধনবান যজমান সকলৰ দ্বাৰা স্তুত হৈছা। ইন্দ্রই বহন কৰা (মৰুত) সকলৰে সৈতে এই মানুহ বিলাকৰ লগত আমাক ৰথৰ চকৰি লগোৱা দৰে লগাই দিছে ॥ ৯ ॥ হে দ্যাবাপৃথিবী,—আমাক, এই পুত্রক, সকলো মানুহে পোৱা মহৎ যশ দিয়া। বল পাবৰ কাৰণে অন্ন দিয়া আৰু পৰিত্রাণ পাবলৈ ধনে সৈতে অন্ন দিয়া ॥ ১০ ॥ হে বাস কৰাওঁতা বলবান ইন্দ্র, আমাক বিচাৰি তুমি কৰবাত থাকিলেও এই স্তোতাক অভীষ্ট সিদ্ধিৰ কাৰণে আৰু যাগৰ কাৰণে সদায় ৰক্ষা কৰা। তুমি আমাক বুজি লোৱা ॥ ১১ ॥ দেবতাৰ শত্রুৰ হিংসা কৰিবলৈ থকা মোৰ এই স্তোত্র সূৰ্য্যৰ দীপ্ত গমনেৰে বিস্তৃত হোৱা দৰে, বিচ্যুতি নোহোৱা ঘোঁৰাই টানিব পৰা ৰথ মেৰামতি কৰি অনা দৰে, বর্দ্ধন কৰক ॥ ১২ ॥ ধনযুক্ত দেবতা সকলক ধন কামনা কৰি এই সোণময় স্তুতি পুনঃ পুনঃ কৰি আছো, যেনেকৈ যুদ্ধলৈ সৈন্যবিলাক ক্রমাগত আগ বাঢ়ে বা ঘাটচক্রৰ দৰে ইটোৰ পাচত সিটো আহি থাকে ॥ ১৩ ॥ যি দেবতাসকলে পাঁচ শ, ঘোঁৰাৰে যুক্ত, ৰথেৰে আমাক বিচাৰি (যজ্ঞলৈ) আহি থাকে, তেওঁবিলাকৰ বিধাত এই স্তোত্র মই দুঃশীম, পৃথবানলৈ, বলবান বেনক, আৰু ৰামৰ (এই ৰজা কেইজনৰ) ওচৰত পাঠ কৰিছো ॥ ১৪ ॥ এই ৰজাসকলে মই তান্বক সাতসত্তৰ গৰু যাচিলো। (পৃথৰ পুত্র) পার্থই তেতিয়াই সাতসত্তৰ গৰু দিলে। মায়বই তেতিয়াই সাতসত্তৰ গৰু দিলে ॥ ১৫ ॥

৯৪ সূক্ত—ঋ ১৪।

ঋষি—কদ্রুৰ পুত্র অর্ব্বুদ সর্প। ছন্দ জগতী; ৫।৭।১৪-ত্রিষ্টুভ্। দেবতা—গ্রাবাণ (সোম চেপা শিল)।

এই (অভিষৱ কৰা) শিলে কথা কওক (শব্দ কৰক)। আমিও এই শব্দ কৰা শিলৰ কাৰণে স্তুতি বাক্য গাম। (হে ঋত্বিকসকল) তোমালোকেও স্তুতি বাক্য কোৱা। যেতিয়া দৃঢ় অভিষৱ কৰা খৰতকীয়া শিলকেইটাই তোমালোকৰ সৈতে ইন্দ্রৰ কাৰণে ঘোষা গাই তেতিয়া সোমবন্ত সকল সোমেৰে তৃপ্ত হয় ॥ ১ ॥ শত-সহস্র মানুহে কথা কোৱা দৰে এই শিলে শব্দ কৰে। (সোমৰ সংসর্গত) হৰিৎবর্ণৰ শিলৰ মুখেৰে শব্দ কৰে। সুকর্ম্মা শিলে সুকর্ম্মেৰে যজ্ঞ পাই। হোতা অগ্নিৰ অহাৰ আগতেই ভক্ষণীয় হবি পাইছে ॥ ২ ॥ ৰঙা গছৰ দাল (সোমৰ দালপাত) ভক্ষণ কৰি (চেপি) সু ভক্ষণ কৰা বর্ষক শিলে (শব্দ কৰি) কোঢ়াল কৰিছে,—যেনেকৈ পৰিপক্ক আমিষ অন্ন পালে মঙহ খোৱা অসুৰে এবিধ বেলেগ শব্দ কৰে (তেনেকৈ শিলে শব্দ কৰিছে)। শিলেৰে মধুৰ সোম মুখেৰে খাবলৈ পাইছে ॥ ৩ ॥ মদকৰ চেপা সোমেৰে (এই শিলে) ইন্দ্রক ৰবকৈ আহ্বান কৰিছে,—কাৰণ (শিলে) মুখেৰে সোম পাইছে। আঙ্গুলিৰে সৈতে ধৰাত গোট খাই ধীৰ শিলে শব্দেৰে পৃথিবী ভৰাই দিছে ॥ ৪ ॥ ভাল চৰাইৰ দৰে শিলে অন্তৰীক্ষত শব্দ কৰিছে। পহুৰ মাজত গৈ থকা কৃষ্ণসাৰ পহুৰে ঘোৰা দৰে সূর্য্যৰ দৰে বগা শিলে নাচিছে। শিলৰ হেঁচাত সোম তললৈ পৰি গৈছে—যেনেকৈ পানী (ৰেতঃ) তললৈ পৰি যায় ॥ ৫ ॥ ফলবর্ষণ কৰা যজ্ঞৰ ভাৰ ধাৰণ কৰি শিলে সোমেৰে সৈতে ৰথ বহন কৰা উগ্র ঘোঁৰাৰ দৰে বহল হৈ (ফুলি) গৈছে। (সোম চেপোঁতে উথাননা) ফেঁাচ-ফেঁাচাই থকা শিলে সোমক গ্রাস কৰি (হেঁচি-থেলি) শব্দ কৰে,—তেতিয়া এই শিলৰ মুখৰ পৰা ওলোৱা শব্দ ঘোঁৰাৰ মুখৰ হঁাহি মৰা শব্দৰ দৰে শুনা যায় ॥ ৬ ॥ দহ আঙ্গুলিৰে ধৰি, দহ আঙ্গুলি যোগ কৰি, দহ কক্ষেৰে হেঁচি, সোমত দহ আঙ্গুলি ফুৰাই, দহ আঙ্গুলিৰে চেপি, দহডাল ধুৰাৰে বহন কৰি অনা ঘোঁৰাৰ দৰে (শিল আৰু সোমক) অর্চনা কৰা,—হে ঋত্বিকসকল ॥ ৭ ॥ সেই শিল বিলাকৰ ক্ষিপ্রকাৰী দহোটা যন্ত্রৰ টনা আজোৰা কাম স্পৃহনীয়

দেখা যায়। সেই শিলে অভিষুত কৰা সোমৰ অংশ অমৃত অন্ন প্ৰথমে খাবলৈ পাই ॥ ৮ ॥ সেই সোম খোৱা শিলে ইন্দ্ৰৰ হৰি ঘোঁৰাৰ ওচৰ পাইগৈ। সোম উলিয়াওঁতে সিহঁত গৰুৰ ছালৰ ওপৰত ৰহে। সিহঁতে খিৰোৱা সোম পান কৰি ইন্দ্ৰ বৰ্দ্ধন হয়, শকত হয় আৰু বৃষৰ দৰে আচৰণ কৰে ॥ ৯ ॥ সোম তোমালোকৰ যজ্ঞত কামবৰ্ষী হব। তোমালোক ক্ষীন নোহোৱা। অন্নবস্তুৰ দৰে সদায় খাবলৈ পাবা। হে শিল, তোমালোকে যি যজমানৰ যজ্ঞ সেৱন কৰা সেই যজমান যাতে কল্যাণযুক্ত হয় তেনে কৰা ॥ ১০ ॥ হে শিল বিলাক, তোমালোক নভগা, ফাটি নোযোৱা, নমৰা, নিৰোগী আৰু অজৰ হোৱা। উথা-নমা গতি কৰা, অন্যৰ ভেদক কিন্তু অন্যই ভেদ কৰিব নোৱাৰা, তৃষ্ণাতুৰ নোহোৱা আৰু নিস্পৃহ হোৱা ॥ ১১ ॥ হে শিল বিলাক, যুগে যুগে নিশ্চল কৰি তোমালোকক পিতৃয়ে ( পৰ্ব্বতে ) মঙ্গল কামৰ কাৰণে নিজৰ লগত ( গাত ) ধৰি ৰেখাখে। জৰাহীন সোমসেৱি, ( সোম লাগি ) সেউজীয়া হোৱা স্বৰ্গ আৰু পৃথিবীত শব্দ শুনাই দিয়া ॥ ১২ ॥ শিলবিলাকে অভিষৱ কৰাৰ পৰা একৰাই দিওঁতে সোম ওলায় যাওঁতে ৰথৰ দৰে শব্দ কৰে। সোম ভক্ষণ কৰোতে কৃষকে গুটি সিঁচা দৰে সোম সিঁচি দিয়ে,— কোনো অন্যায় নকৰে ॥ ১৩ ॥ পূজা কৰা শিলবিলাকে যজ্ঞত সোম অভিষুত কৰোতে, মাকক কেচুৱাই হাতেৰে মাৰি ধেমালী কৰা দৰে শব্দ কৰে। অভিষুত কৰা শিলে স্তোত উলিয়াই দিয়ে,—শব্দ আবৰ্ত্তন কৰে ॥ ১৪ ॥

৯৫ সূক্ত—ঋ ১৮।

ঋষি— ১।৩।৬।৮-১০-১২।১৪।১৭-পুৰুৰবা ; বাকী বিলাক উৰ্ব্বশী। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা— ১।৩।৬।৮-১০।১২।১৪।১৭—উৰ্ব্বশী ; বাকী বিলাক পুৰুৰবা।—(অৰ্থাৎ উৰ্ব্বশী-পুৰুৰবাৰ কথোপকথন)

( পুৰুৰবাই কৈছে ) হে ঘোঁৰা পত্নী, মন আছে যদি থাকা, পৰস্পৰ কথা পাতিম। আমাৰ এই বিলাক মন্ত্ৰনাৰূপ কথাই নোকোৱাকৈ থাকিলে আগলৈ কেতিয়াও সুখ নিদিয়ে ॥ ১ ॥ ( উৰ্ব্বশীয়ে কৈছে ) এই বিলাক কথাৰে মই এতিয়া কি কৰিম? মই তোমাৰ ওচৰৰ পৰা প্ৰথম উষাৰ দৰে গুচি গৈছো। হে পুৰুৰৱ, তোমাৰ নিজ ঘৰলৈ উভটি যোৱা। মই এতিয়া বায়ুৰ দৰে দুষ্প্ৰাপ্য হৈছো ॥ ২ ॥ ( পুৰুৰবা ) ( তুমি নোহোৱাত ) মোৰ বিজয়ৰ কাৰণে তুণৰ পৰা বান ওলায় যোৱা নাই। শত্ৰুৰ শত শত গোধন লাভ কৰিব পৰা নাই। বীৰ নোহোৱা ৰাজ কাৰ্য্য শোভা পোৱা নাই। আমাৰ মানুহে যুদ্ধত সিংহনাদ কৰিবলৈ পাহৰি গৈছে ॥ ৩ ॥ ( উৰ্ব্বশী ) হে উষা, এই উৰ্ব্বশীয়ে বাস কৰোৱা অন্ন শহুৰক দিবলৈ হলে ওচৰৰ ঘৰৰ পৰা ৰৱৰবলৈ ( শোৱা ঘৰলৈ ) গলহেঁতেন যি ঘৰত উৰ্ব্বশীক লৈ দিনে ৰাতিয়ে ( পুৰুৰবাই ) কেতেবে কোবালে হেঁতেন ॥ ৪ ॥ ( উৰ্ব্বশী ) হে পুৰুৰৱ তুমি মোক এদিনত ( দিনে ৰাতিয়ে ) বেতেৰে তিনিবাৰ কোবাইছিলা। আৰু ( সপত্নীৰ ) লগলৈ নোযোৱাকৈ মোৰ বাঞ্চা পূৰণ কৰিছিলা। এই বুলিয়েই মই তোমাৰ ঘৰলৈ আহিছিলো। হে বীৰ ৰজা, মোৰ শৰীৰ তেনেকুৱাই সুখ দিয়া আছিল ॥ ৫ ॥ ( পুৰুৰবা ) সুজুৰ্ণি, শ্ৰেণী, সুম্নআপি, হ্ৰদেচক্ষু, গ্ৰাহুণী, চৰণ্যু এই সপত্নী বিলাকে তুমি অহাৰ পাচত মোৰ ওচৰলৈ শৃঙ্গাৰ বেশত নাহিছিল। গৰুৱে ঘৰলৈ আহোঁতে হেম্বেলিয়াই অহা দৰে তেওঁ বিলাক মোৰ গুৰিলৈ নাহিছিল ॥ ৬ ॥ ( উৰ্ব্বশী ) এই পুৰুৰবা জন্ম হওঁতে সেই অপ্সৰাবিলাক একেলগ হৈ আহি চাইছিল। আৰু এই নিজে নিজে বৈ যোৱা নদীবিলাকেও সম্বৰ্দ্ধনা জনাইছিল। হে পুৰুৰৱ, কাৰণ তোমাক দস্যু মাৰিবলৈ মহৎ ৰণৰ কাৰণে দেৱতা সকলে বৰ্দ্ধন কৰিছিল ॥ ৭ ॥ ( পুৰুৰবা ) সহায় হৈ ( হবলৈ ) যোতিয়া পুৰুৰবা ( মই ) আগবাঢ়ি গৈছিলো তেতিয়া নিজ ৰূপ এৰাই মানুহ নোহোৱা অপ্সৰা বিলাকে মানুহ মোৰ ভয়ত অত্ৰাহিত হৈ তৰসণ পছুৰ দৰে বা ৰথত লগোৱা ঘোঁৰাৰ দৰে পলায় পতং দিলে ( কেৱল উৰ্ব্বশী থাকিল ) ॥ ৮ ॥ ( উৰ্ব্বশী ) যোতিয়া এই অমৰ অপ্সৰা সকলক মানুহে ( পুৰুৰবাই ) স্পৰ্শন কৰি কৰ্ম্মেৰে সম্পৰ্ক কৰিলে, সেই অপ্সৰাই অভিভূত হৈ নিজ ৰূপ প্ৰকাশ নকৰি ঘোঁৰাৰ দৰে কামোৰা কামোৰ কৰি কোৱাৰ চেলেক গুচি গৈছে ॥ ৯ ॥ ( পুৰুৰবা ) যি উৰ্ব্বশীয়ে বিজুলীৰ দৰে অন্তৰীক্ষত পোহৰ কৰি আহিছিল, তেওঁ কৰ্ম্মৰে নৰৰ হিতকৰ সুজন্মৰ পুত্ৰ উৎপাদন কৰি মোৰ কামনা পূৰণ কৰিলে। উৰ্ব্বশীয়ে মোৰ আয়ুস বৰ্দ্ধন কৰিলে ॥ ১০ ॥ ( উৰ্ব্বশী ) এইদৰেহে পৃথিৱী ৰক্ষা কৰিবলৈ পুত্ৰ জন্ম হয়। হে পুৰুৰৱ, তুমি মোৰ গৰ্ভত বীৰ্য্য স্থাপন কৰিলা। সেইদৰেহে মই সকলো ভবিষ্যত জানি তোমাক মাত চলিছিলো। তুমি মোৰ কথা নুশুনিলা। তুমি প্ৰতিজ্ঞা পালন নকৰি কি ( প্ৰলাপ ) বকিছা ॥ ১১ ॥ ( পুৰুৰবা ) কেতিয়া পুত্ৰ হৈ পিতৃক বিচাৰিবা? ( মোক ) পিতাক বুলি জানি কান্দি

কেতিয়া চকুৰ পানী উলিয়াব ? একে মনৰ দম্পতিক বেলেগ কৰিবলৈ কাৰ ইচ্ছা হয় ? তোমাৰ শহুৰৰ ঘৰত অগ্নি জ্বলি উঠিল ( তোমাৰ বিৰহত ) ॥ ১২ ॥ ( উৰ্ব্বশী ) হে পুৰুৰৱ, তোমাক কৈছো শুনা। পুত্ৰই কান্দি চকুৰ পানী উলিয়াব কল্যাণৰ কাৰণে। তুমি মোক নিহিত কৰা সেই পুত্ৰ মই তোমাক দিম। তুমি ঘৰলৈ ঘূৰি যোৱা। হে মূৰ্খ, তুমি মোক নোপোৱা ॥ ১৩ ॥ ( পুৰুৰবা ) সেই সু-দেৱতা পতি আজি তলত পৰক বা ঘূৰি নহাকৈ অতি দূৰ ঠাইলৈ গুছি যাওক। নাইবা যমৰ দেশত শুই থাকক। অথবা হাবিৰ বাঘে বেগাই খাই পেলাওক ॥ ১৪ ॥ ( উৰ্ব্বশী ) হে পুৰুৰৱ, তুমি নমৰিবা। ইয়াত নপৰিবা। অসভ্য বাঘে তোমাক নেখাওক। স্ত্ৰীৰ সৈতে যুগমীয়া বন্ধুত্ব নেথাকে। এইবিলাকৰ বন্ধুত্ব আৰু হোকোৰা বাঘৰ বন্ধুত্ব একে ॥ ১৫ ॥ যেতিয়া মানুহৰ ৰূপ ধৰি নানা ৰূপে মানুহৰ মাজত ফুৰিলো, তেতিয়া চাৰিটা শৰৎ কালৰ ৰাতি ( চাৰি বছৰে ) মই এটোপা ঘি'উ খাই কটালো। তাতেই সন্তুষ্ট আছো ॥ ১৬ ॥ ( পুৰুৰবা ) অন্তৰীক্ষ পূৰণ কৰা, ৰজোলোক নিৰ্ম্মাণ কৰা উৰ্ব্বশীক অতি বাস কৰোতা মই বশ কৰিম। সুকৰ্ম্ম দাতা পুৰুৰবাৰ ওচৰত থাকা। মোৰ হৃদয় পুৰিছে। ঘূৰি আহা ॥ ১৭ ॥ ( উৰ্ব্বশী ) হে পুৰুৰৱ, তোমাক এই দেৱতাসকলে এইদৰে কৈছে। মৰিবলগীয়া মানুহ যেতিয়া হৈছা তুমি দেৱতাক হাবৰে যজন কৰা। স্বৰ্গলৈ গৈ তুমিও আনন্দ কৰিবা ॥ ১৮ ॥

## ৯৬ সূক্ত—ঋক্ ১৩।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ বৰু বা ইন্দ্ৰৰ পুত্ৰ সৰ্ব্বহৰি। ছন্দ—জগতী ; ১২।১৩ ত্ৰিষ্টুপ্ ; দেৱতা—হৰি স্তুতি।

হে ইন্দ্ৰ, তোমাৰ হৰি ঘোঁৰা দুটাক মহৎ যজ্ঞত স্তুতি কৰিছো। শত্ৰুৰ হিংসক তুমি প্ৰকৃত আমোদ যুক্ত হোৱা আমি কামনা কৰো। ইন্দ্ৰই হৰিৎবৰ্ণৰ ঘোঁৰাবে আহি নতুনকৈ কৰা ঘি'উৰ দৰে পানী উলিয়াই দিয়া। তোমাৰ ভিতৰত মোৰ স্তুতিবিলাক প্ৰবেশ কৰক গৈ ॥ ১ ॥ যি পূৰ্ব্বৰ স্তোতাসকলে ইন্দ্ৰৰ ঠাইৰূপ হৰি ঘোঁৰাক স্তৱ কৰি দিব্য যজ্ঞৰ ঠাই ইন্দ্ৰক হৰি ঘোঁৰাই পোৱাই দিছিল, যি ইন্দ্ৰক গাই গৰুৱে গাখীৰেৰে প্ৰীত কৰিছিল আৰু হৰিৎবৰ্ণৰ সোমে প্ৰীত কৰিছিল, তেনেকৈ তোমালোকেও ( হে স্তোতা সকল ) হৰি ঘোঁৰা যুক্ত ইন্দ্ৰক অৰ্চনা কৰা ॥ ২ ॥ এই ইন্দ্ৰৰ সেই হৰিৎবৰ্ণৰ লোহাৰে ( তৈয়াৰ কৰা ) বজ্ৰ, অতি ধুনীয়া শত্ৰুৰ হন্তাৰ হাতত আছে। এই ইন্দ্ৰ ধনবান ধুনীয়া মুখৰ। ( তেওঁৰ ) খং ( যেনিবা ) শত্ৰুলৈ মৰা শৰ হে। ইন্দ্ৰত থকা ৰূপ বিলাক ( সকলো ) হৰিৎবৰ্ণৰ হৈ উঠিল ॥ ৩ ॥ অন্তৰীক্ষৰ প্ৰকাশক আদিত্যৰ দৰে ইন্দ্ৰক ( স্তোতাসকলে ) ধাৰণ কৰিলে। ইন্দ্ৰৰ বজ্ৰ স্পৃহনীয় হৈ শত্ৰুৰ ওচৰ পাই। আদিত্যৰ হৰিৎবৰ্ণৰ ঘোঁৰাৰ দৰে বেগেৰে যোৱা যি ইন্দ্ৰৰ লোহাৰ বজ্ৰেৰে অহিক ( মেঘক ) ভোকাৰি দিয়ে, সেই ধুনীয়া মুখৰ ইন্দ্ৰই হৰি ঘোঁৰা যুক্ত সহস্ৰ দীপ্তিৰ হৈ উঠিল ॥ ৪ ॥ হে হৰিৎবৰ্ণৰ নোম লগা ঘোঁৰা যুক্ত ইন্দ্ৰ, তোমাকেই সকলো যজ্ঞত বিচাৰে। তোমাক পূৰ্ব্বৰ ঋষিয়ে স্তুতি কৰিছিল। হে হৰিৎবৰ্ণৰ হৈ প্ৰাদুৰ্ভাব হোৱা ইন্দ্ৰ, তোমাৰ সকলো হব্য, স্তৱ আৰু সকলো ভাল অন্ন তুমি কামনা কৰা ॥ ৫ ॥ সেই দুটা চলন্ত হৰি ঘোঁৰা, আমোদিত আৰু স্তুতিৰ উপযুক্ত, আমোদৰ কাৰণে বজ্ৰী ইন্দ্ৰক ৰথত লৈ যায়। এই ধুনীয়া ইন্দ্ৰলৈ বহুত সৱন যজ্ঞত হৰিৎবৰ্ণৰ সোম দিছে ॥ ৬ ॥ ইন্দ্ৰক উদ্দেশ্য কৰি বহুত হৰিৰ্ণৰ সোম ধাৰণ কৰিছে। সেই সোমে যুদ্ধত স্থিৰ ইন্দ্ৰলৈ খৰকৈ যোৱা হৰি ঘোঁৰা পঠিয়াই দিয়ে, যি হৰি ঘোঁৰাবে ইন্দ্ৰই ৰথৰে সেৱন কৰা যুদ্ধলৈ যায়। সেই ৰথেৰে ইন্দ্ৰই কমনীয় সোমবন্ত যজ্ঞ পাইগৈ ॥ ৭ ॥ হৰিৎবৰ্ণৰ গোঁফ আৰু হৰিৎবৰ্ণৰ চুলি থকা, লো হাৰ হৃদয়ৰ, হৰিৎবৰ্ণৰ সোম পান কৰা ইন্দ্ৰ তৎক্ষণাৎ বৰ্দ্ধন হৈছে, যি চঞ্চি যোৱা ৰথত হৰিৎ ঘোঁৰা যজ্ঞৰ ধন ইন্দ্ৰই ৰথত লগায় আমাৰ সকলো দুঃখ পাৰ কৰি দিয়ক ॥ ৮ ॥ যি ইন্দ্ৰৰ হৰিৎবৰ্ণ'ৰ ঘোঁৰা দুটা ৰথত লগায় স্ৰুচ্ পৰা দৰে যজ্ঞলৈ আহিছে, যি ইন্দ্ৰৰ মুখ হৰিৎবৰ্ণ'ৰ সোম অন্নৰ ফালে পান কৰিবলৈ যায়, যেতিয়া পৰিষ্কৃত কৰা মদকৰ আৰু ধুনীয়া সোম অন্ন পান কৰি হৰি ঘোঁৰাক মাৰ্জ্জন কৰে ( তেতিয়া ইন্দ্ৰক স্তুতি কৰিবা ॥ ৯ ॥ আৰু ধুনীয়া ইন্দ্ৰৰ থকা ঠাই দ্যাবাপৃথিবীত হৰি ঘোঁৰা যুক্ত হৈ যুদ্ধলৈ যায়, তেতিয়া বলৱন্ত ইন্দ্ৰলৈ মহৎ স্তুতি কৰিবলৈ কামনা কৰা যজমানলৈ, ( হে ইন্দ্ৰ ) মহৎ অন্ন ধাৰণ কৰা ॥ ১০ ॥ হে ইন্দ্ৰ, তুমি মহত্ত্ব কামনা কৰি দ্যাবাপৃথিবী পূৰণ কৰিছা। ( তুমি ) নতুন নতুন প্ৰিয় স্তোত্ৰও সোনকালে বিচাৰা। হে অসুৰ ( বলবান ) ইন্দ্ৰ, পানী হৰণ কৰা সূৰ্য্যলৈ স্পৃহনীয় ঘৰ উলিয়াই দিয়া ॥ ১১ ॥ হে হৰিৎবৰ্ণ'ৰ মুখৰ ইন্দ্ৰ, তোমাক যজ্ঞ কামনা কৰি ৰথত লগোৱা ঘোঁৰাই ৰথত তুলি মানুহৰ

ওচৰলৈ লৈ আহক যাতে পাত্ৰত ৰখা যজ্ঞত দহ আঙুলিৰে সম্পাদন কৰা মধু সোমৰস কামনা কৰি যুদ্ধত পান কৰিব পাৰা ॥ ১২ ॥ হে ইন্দ্ৰ, আগতে অভিষুত সোম পান কৰা। হে হৰিব, আৰু এতিয়া মধ্যন্দিনৰ সবনত ( অভিষুত কৰা ) সোম কেৱল তোমাৰ,—হে ইন্দ্ৰ, মধুৰ সোম পান কৰা। হে বহুত বৰ্ষণ কৰা ইন্দ্ৰ ( সোমেৰে ) পেট পুৰাই দিয়া ॥ ১৩ ॥

## ৯৭ সূক্ত – ঋ ২৩।

### ঋষি—অৰ্থৰ্ব্বনত পুত্ৰ ভিষক। ছন্দ—অনুষ্টুপ্

### দেৱতা—ওষধী।

যিবিলাক ঔষধৰ গছ পুৰণি কালত তিনি যুগৰ আগত দেৱতাৰ পৰা সৃষ্টি হৈছিল, আকাশ ৰঙৰ ঔষধৰ গছ বিলাকৰ এশ সাটোতা গুণ আছে বুলি মই মানো ( বিশ্বাস কৰা ) ॥ ১ ॥ হে আই ( ঔষধৰ গছ বিলাক ) তোমালোকৰ ঠাই বিলাক শ শ ( অসংখ্য )। তোমালোকৰ বাঢ়োন সহস্ৰ। আৰু কৰ্ম্মও শ শ। তোমালোকে এই মোৰ মানুহ বিলাক নিৰোগ কৰা ॥ ২ ॥ হে ঔষধৰ গছ, তোমালোকে ( বেমাৰীৰ প্ৰতি ) ৰং মনৰ হোৱা। তোমালোকৰ ফুল ফুলে, ফল ধৰে, ঘোঁৰাৰ দৰে জয় কৰা, উঠিব পৰা আৰু ৰোগৰ পৰা ৰক্ষা কৰিব পৰা ॥ ৩ ॥ হে ঔষধৰ গছ, দেৱী, হে আই তোমালোকৰ দ্ৰব্য গুণ এই দৰেই স্তুতি কৰিম। হে ( চিকিৎসক ) পুৰুষ, তোমাক মই ঘোঁৰা, গৰু, কাপোৰ, আৰু মোৰ নিজকে তোমাক দিম ॥ ৪ ॥ হে ঔষধৰ গছৰ দেৱতা, তোমালোকৰ ঘৰ আহঁত গছত। পলাশৰ গছত তোমালোকৰ বসতি আছে। তোমালোকে গৰু পাবা যদি এই পুৰুষক ( বেমাৰীক ) মোক পোৱাই দিয়া ( ভাল কৰি দিয়া ) ॥ ৫ ॥ যি ঠাইত ওষধী বিলাক সংগ্ৰামত ৰজা গোট খোৱা দৰে একেলগে হয় ( যাৰ ঘৰত একেলগ হয় ) সেই মেধাৱী ব্ৰাহ্মণক বেজ বুলি কয়—ৰাক্ষস মৰা, ব্যাধিনাশক ( বেজ বুলি কয় ) ॥ ৬ ॥ ঘোঁৰা থকা, সোমৱতী, বল কাৰক, আৰু পুষ্টি সাধক এই চাৰি বিধ ঔষধক মই এই মানুহ জনৰ বেমাৰ নাশ কৰিবলৈ স্তুতি কৰিছো ॥ ৭ ॥ ওষধী বিলাকৰ বল গোহালীৰ পৰা গৰু ওলোৱা দৰে ওলায় আহিছে,—যি ওষধীয়ে মোলৈ বহুত ধন উলিয়াব আৰু হে পুৰুষ, তোমাৰ, শৰীৰ ভাল কৰিব ॥ ৮ ॥ ( হে ওষধী বিলাক ) তোমালোকৰ মাৰৰ নাম ইষ্কৃতি ( উদ্ধাৰ কৰা )। তোমালোক সেইবাবে নিষ্কৃতি হোৱা ( উদ্ধাৰ কৰা হোৱা )। তোমালোক বাগৰি যোৱা আৰু পৰি যোৱা চোৰ। যাৰ ব্যাধি হয় তাক ভাল কৰা ॥ ৯ ॥ চোৰে যেনেকৈ গৰুৰ জাক পাৰ হৈ ( পলায় ) যায় তেনেকৈ সকলো ফালে বিস্তৃতি হৈ থকা ঔষধ বিলাকে বেমাৰ অতিক্ৰম কৰি গৈছে। ঔষধ বিলকে বেমাৰীৰ গাৰ পৰা সকলো ব্যাধীৰূপী পাপ গুচায় দিছে ॥ ১০ ॥ মই যেতিয়া এই দৰৱ গছ বিলাক বেমাৰীক বল দিবলৈ হাতত লওঁ, তাৰ আগতেই ৰোগৰ আত্মা ( মূল ) নষ্ট হৈ যায়। সেই ৰোগে প্ৰাণক আক্ৰমন কৰিবলৈ বহিছিল ॥ ১১ ॥ হে ঔষধ বিলাক, ৰোগীৰ যি অঙ্গই অঙ্গই পাবে পাবে ( গাথিয়ে গাথিয়ে ) তোমালোক সোমাওঁগে, তাৰ পৰা ৰোগ গুচায় দিয়া—যেনেকৈ উগ্ৰবলী ৰজাই মাজ ঠাইত থাকি শত্ৰুক পদে পদে বাধা দিয়ে ॥ ১২ ॥ হে ৰোগ, ( তুমি আমাৰ বেমাৰীৰ ) বেমাৰেৰে সৈতে সোনকালে আঁতৰি যোৱা। ( অতি খৰকৈ উৰি যোৱা ) চাষা (?) চৰাইৰ দৰে, কিকিদিবি ( মাছৰোকা ) চৰাইৰ সৈতে উৰি যোৱা। বায়ুৰ দৰে বেগেৰে যোৱা। ঢোৰা সাপৰ সৈতে মৰা ( যা-মৰ ইত্যাদি ব্যৱহাৰ কৰিলে ভাল হব ) ॥ ১৩ ॥ হে ওষধী বিলাক, তোমালোকৰ মাজত ইটোৱে সিটোক সহায় কৰা। প্ৰত্যেকেই ইটোক সহায় কৰিবা। যি ওষধী পৃথিবীত আছা সেই সকলো বিলাক একত্ৰ হৈ এই মোৰ প্ৰাৰ্থনা বাক্য ৰক্ষা কৰা ॥ ১৪ ॥ যি গুটি লগা ওষধী গছ, যি গুটি নলগা, যি ফুল নোহোৱা আৰু যি ফুল লগা ( ওষধী গছ ) বৃহস্পতিয়ে পঠিয়াই দিয়া, সেই সকলো বিলাক আমাক পাপীৰূপী ৰোগৰ পৰা মুক্ত কৰা ॥ ১৫ ॥ ওষধী বিলাকে মোক শাওৰ ( অভিসাপ ) পাপৰ পৰা মুক্তি দিয়া। বৰুণৰ পাশৰ পৰা মুক্তি দিয়া আৰু যমে ভৰিত বন্ধা শিকলিৰ পৰা মুক্তি দিয়া। সকলো দেৱতাৰ ওচৰত কৰা পাপৰ পৰা মুক্ত কৰক ॥ ১৬ ॥ দ্যুলোকৰ পৰা নামি অহা ওষধী বিলাকে ( মোক ) এই দৰে কৈছিল যে যি জীৱক আমি পাওঁ, সেই পুৰুষ নষ্ট নহয় ॥ ১৭ ॥ যি ওষধী বিলাকৰ সোম ৰজা, বহুত বহুত দৃষ্টি থকা হে সোম, তুমি ওষধী বিলাকৰ উত্তম। কামনা আৰু হৃদয়ৰ সুখকৰ ॥ ১৮ ॥ যি ওষধীৰ ৰজা সোম পৃথিবীত ব্যাপ্ত হৈ আছে, বৃহস্পতিয়ে পঠিওৱা তুমি এই ৰোগীৰ গাত বলবীৰ্য্য দিয়া ॥ ১৯ ॥ হে ওষধী বিলাক, যি তোমালোকক খানি আনে, যি ৰোগীৰ কাৰণে মই তোমালোকক খানি আনো,—সিহঁতৰ বেয়া নহয়। আমাৰ যি দুঠেঙীয়া ( মানুহ ) আৰু চাৰি ঠেঙীয়া ( জন্তু-গৰু আদি ) আছে সেই সকলো বিলাক ৰোগহীন হওক ॥ ২০ ॥ যি ওষধী বিলাকে এই স্তোত্ৰ

শুনিছা, যি দুৰলৈ গৈছা সেই সকলো বিলাক লগ তৈ এই বেমাৰীক বলবীৰ্য্য দিয়া ॥ ২১ ॥ সকলো ওষধী গছে ৰজা সোমেৰে সৈতে গোট খাই ৰজাক কৈছে,—যি ৰোগীক ব্ৰাহ্মণ বেজে চিকিৎসা কৰিছে, সেই ৰোগীক হে ৰজা আমি ভাল কৰিম ॥ ২২ ॥ হে সোম, তুমি ওষধী বিলাকৰ মাজত উত্তম। সকলো গছ তোমাৰ তলত। সেই বিলাক তলতেই থাকক,—যি আমাক—বেয়া কৰিবলৈ বিচাৰে ॥ ২৩ ॥

## ৯৮ সূক্ত—ঋ ১২।

### ঋষি—ঋষ্টি সেনৰ পুত্ৰ দেবাপি। ছন্দ—ত্ৰিষ্টুপ্। দেবতা—বৃহস্পতি আদি কৰি সকলো দেবতা।

হে বৃহস্পতি, মোৰ দেবতালৈ (বৰষুণৰ কাৰণে) কৰা যজ্ঞলৈ আনিবলৈ দেবতাৰ ওচৰলৈ যোৱা। তুমি যদি মিত্ৰ, বৰুণ, পূষা, বা আদিত্যসকল বা বসুসকল, বা মৰুত্বান (ইন্দ্ৰ) হোৱা, তুমি পৰ্জন্যক শন্তনু ৰজাৰ কাৰণে বৰষুণ দিয়া কৰা ॥ ১ ॥ হে দেবাপী কোনো এজন শীঘ্ৰগামী সকলো জনা দেবতা তোমাৰ ওচৰৰ পৰা দূত হৈ মোৰ ফালে আহক। হে বৃহস্পতি, আমাৰ ফালে আহা। তোমালৈ দীপ্তিমন্ত স্তুতি আমাৰ মুখেৰে গাম ॥ ২ ॥ হে বৃহস্পতি, তুমি আমাক বেমাৰ নথকা (যিঁহাই—নথকা—অনৰ্গল) চলি থকা, দীপ্তিমন্ত স্তুতি বাক্য আমাৰ মুখত উলিয়াই দিয়া, যি স্তুতিৰে আমি শন্তনুৰ কাৰণে বৰষুণ উলিয়াই আনিব পাৰো। মধুৰ পানী আকাশৰ পৰা আহক ॥ ৩ ॥ মধুমান বৰষুণ নামি আহি আমাৰ মাজত সোমাওক। হে ইন্দ্ৰ, (বৃহস্পতিৰ) ৰথত থকা সহস্ৰ (ধন) আমাক দিয়া। হে দেবাপী, (যজ্ঞত) হোতা হৈ বহা। সময়ত যজন কাৰৰ লগা দেবতাসকলক হবিৰে পৰিচৰণ কৰা ॥ ৪ ॥ ঋষ্টিষেণৰ পুত্ৰ দেবাপী ঋষিয়ে দেবতাৰ কল্যাণীয় স্তোত্ৰ জানি হোতাৰ কামত নিমগ্ন হৈছে। ওপৰত থকা, তলত সমুদ্ৰত থকা, স্বৰ্গত হোৱা বৰষুণৰ পানী বৰষি দিয়া ॥ ৫ ॥ এই সমুদ্ৰত আৰু অন্তৰীক্ষত পানী বিলাকি দেবতাই আবদ্ধ কৰি ৰাখিছিল। সেই পানী বিলাক ঋষ্টিষেণৰ পুত্ৰক দেবাপীয়ে মেলি দিলত মিহি মাটিয়েদি বাগৰি আহিল ॥ ৬ ॥ যেতিয়া দেবতাই (স্তুতি) শুনা দেবাপীক বৰষুণ কামনা কৰা শন্তনুৱে হোম কৰিবলৈ পুৰোহিত বৰণ কৰিলে, তেওঁক (বৃহস্পতিক) ধ্যান কৰিলত আনন্দৰে বৃহস্পতিয়ে কৃপা কৰি দেবতাক পাব পৰা স্তুতি বাক্য (দেবাপীক) দান কৰিলে ॥ ৭ ॥ হে অগ্নি, তোমাক স্তোত্ৰ গাই মানুহ ঋষ্টিষেণৰ পুত্ৰ দেবাপীয়ে সম্যক জ্বলাইছে, তুমি সকলো দেবতাই সৈতে আনন্দ কৰি বৰষুণ দিয়া মেঘ পৰ্জন্যক পথিয়াই দিয়া ॥ ৮ ॥ হে অগ্নি, পূৰ্ব্বৰ ঋষিসকলে স্তোত্ৰেৰে তোমাৰ ওচৰলৈ আহিছিল। হে পুৰুহুত অগ্নি, সকলো যজমানে তোমাৰ যজ্ঞত স্তুতিৰে তোমাৰ ওচৰ চাপে। সহস্ৰ সংখ্যাৰ ধন ৰথত ভৰাই (শন্তনুৱে) আমাক দিছে। হে ৰোহিতাশ্ব অগ্নি, আমাৰ যজ্ঞলৈ আহা ॥ ৯ ॥ হে অগ্নি, নিৰায়ৈৰে আৰু এই ৰথত থকা সহস্ৰ (বহুত) আহুতি তোমাক দিয়া হৈছে। সেই বহুত দিয়া (হবিৰে) সৈতে তোমাৰ শৰীৰ বৰ্দ্ধন কৰা। আমাৰ কাৰণে আমি প্ৰাৰ্থনা কৰা বৰষুণ স্বৰ্গৰ পৰা পথিয়াই দিয়া ॥ ১০ ॥ হে অগ্নি, এই ন হেজাৰৰ আহুতিৰ ইন্দ্ৰৰ ভাগ দিবা। দেবতাৰ ওচৰলৈ যোৱা বাট তুমি জানি, ওলাণক (শন্তনুক) স্বৰ্গৰ দেবতাৰ মাজত সংস্থাপন কৰিবা ॥ ১১ ॥ হে অগ্নি, শত্ৰুৰ দুৰ্গম পুৰ বিলাক ধ্বংস কৰা। ৰোগ নাইকিয়া কৰা। ৰাক্ষসবিলাক খেদি দিয়া। এই সমুদ্ৰৰ পৰা, মহৎ স্বৰ্গৰ পৰা বহুত পানী এই ঠাইত সৃজন কৰি দিয়া ॥ ১২ ॥

## ৯৯ সূক্ত—ঋ ১২।

### ঋষি—বৈখানসৰ পুত্ৰ বম্ৰ। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, আমাক কি বিচিত্ৰ, সদায় দিবলগীয়া বুলি জানি বহল ভাবৰ স্তুত্য ধন আমাৰ বৰ্দ্ধনৰ কাৰণে পঠিয়াই দিছা? সেই ইন্দ্ৰৰ বল উদয় হওঁতেই আমি কি দিছো? সেই ইন্দ্ৰৰ বৃত্ৰবধ কৰা বজ্ৰ তীক্ষ্ণ কৰি (তাৰেই) পানী (বৰষাই) দিলে ॥ ১ ॥ সেই ইন্দ্ৰই জ্বলি থকা বিদ্যুৎ নামৰ অস্ত্ৰেৰে সজ্জিত হৈ সাম স্তোত্ৰ গোৱা যজ্ঞলৈ গৈছে। বলেৰে যুক্ত হৈ বিস্তীৰ্ণ যজ্ঞৰ স্থানত গোট খাইছে। সেই ইন্দ্ৰই মৰুত সকলেৰে সৈতে সকলো অভিভব কৰিছে। (আদিত্যৰ মাজত) সপ্তম স্থানীয় ভাতৃসকল নহলে যজ্ঞত ইন্দ্ৰ নেথাকে ॥ ২ ॥ সেই ইন্দ্ৰই দুৰ্ঘটনা নোহোৱা বাটেদি গৈ সকলো লাভ কৰিব পৰা যুদ্ধত উপস্থিত হৈছেগৈ। লোকে যুদ্ধত বাধা দিব নোৱাৰা ইন্দ্ৰই শত্ৰুৰ পুৰত যি ধন আছে সেই ধন তেওঁ আনক বশ কৰিব পৰা বলেৰে উপস্থৰ বশবৰ্ত্তী অসুৰক মাৰি (ধন) লৈ আহে ॥ ৩ ॥ সেই ইন্দ্ৰই মেঘৰ ফালে গৈ মেঘত ঘূৰি পকি উৰ্ব্বৰা মাটিত বহুত পানী সিঁচিছি কৰি দিয়ে। বহুত সৰু সৰু নদীয়ে, যাৰ ভৰি নাই, ৰথ নাই, গমনেই যোঁৱা, সেই মাটিৰ মাজেদি পানী

বোৱাই দিয়ে। সেই পানী ইন্দ্ৰই পথিওৱা ॥ ৪ ॥ সেই ইন্দ্ৰই কদ্ৰৰ পুত্ৰ মৰুত সকলেৰে সৈতে ইয়ালৈ আহক। তেওঁ নিজেই (স্তোতাই প্ৰাৰ্থনা নকৰাকৈ) ধন দিয়ে। তেওঁ নিজৰ মহান আলয় এৰি থৈ আহক। দূৰত থকা বৰুৰ (মোৰ মাতা পিতাৰ) দুয়োৰো বোধহয় জ্বৰ এবাই গৈছে (কাৰণ) মই শত্ৰুৰ অন্ন হৰণ কৰি শত্ৰুক কন্দুৱাই থৈ আহিছো ॥ ৫ ॥ সকলোৰে গৰাকী সেই ইন্দ্ৰই, বিকট শব্দ কৰা দাস শত্ৰুক দমন কৰি ছটা চকুৰ তিনিমূৰীয়া (ত্বষ্টাৰ পুত্ৰেকক) দমন কৰিবলৈ ইচ্ছা কৰিলে। ইন্দ্ৰৰ বলেৰে বলীয়ান হৈ ত্ৰিত ঋষিয়ে লোহৰ দৰে তীক্ষ্ণ নখ থকা আঙ্গুলিৰে সৈতে বৰাহক বধ কৰিলে ॥ ৬ ॥ সেই ইন্দ্ৰই, দৃঢ় শত্ৰুৱে আহ্বান কৰা (যোদ্ধাক সহায় কৰিবলৈ ওপৰত উঠি) শত্ৰুৰ হিংসক শৰ নিক্ষেপ কৰে। সেই ইন্দ্ৰই মানুহৰ অতি নেতা আমাৰ কাৰণে সুজন্মৰ (তেওঁ) পূজ্য হৈ, দস্যুক হত্যা কৰিবলৈ সংগ্ৰামত শত্ৰুৰ শৰীৰ বিন্ধি দিয়ে ॥ ৭ ॥ সেই ইন্দ্ৰই আকাশৰ দৰে বৰণৰ ঘাঁহ মেঘৰ পৰা পানী দি গৰুৰে খাবলৈ (যোগাৰ) কৰি দিলে। আমাৰ ঘৰলৈ (গৰু) যাবলৈ বাট উলিয়াই দিলে। তেওঁ নিজ শৰীৰত সোমেৰে সিঞ্চন কৰি শেনৰ দৰে লোহাৰ অস্ত্ৰৰ নিচিনা অস্ত্ৰেৰে দুয়ো কাষেৰে দস্যু বিলাকক হত্যা কৰিলে ॥ ৮ ॥ সেই ইন্দ্ৰই মহৎ শত্ৰুক বল দেখুওৱা অস্ত্ৰ ক্ষেপন কৰিলে। স্তোতা কুৎস্যৰ কাৰণে শুষ্ণ অসুৰক আঁতৰাই দিলে (মাৰিলে)। এই ইন্দ্ৰই কবি উশনাৰ কাৰণে বিৰোধী শত্ৰুক বশ কৰি দিলে যি কবিয়ে ইন্দ্ৰৰ ৰূপত আৰু তেওঁৰ নেতা (মৰুৎ) সকলক ভক্তি কৰিলে ॥ ৯ ॥ এই ইন্দ্ৰই স্তোতাক ধন দি নৰৰ হিতকৰ (মৰুত) দেৱতা সকলেৰে সৈতে দৰ্শনীয় বৰুণৰ দৰে মায়াবীৰে সৈতে এই কমনীয় ঋতুবিলাকৰ পালক বুলি জনা হল। তেওঁ চাৰিঠেঙীয়া অৱৰ দানৱক মাৰিলে ॥ ১০ ॥ এই ইন্দ্ৰই স্তোত্ৰেৰে স্তুতি কৰিলত, ওশিজৰ পুত্ৰ ঋজিশ্বক পিপ্ৰু অসুৰে চুৰি কৰি বান্ধি থোৱা গৰুবিলাক মুকলি কৰি আনিলে। যেতিয়া এই ওশিজৰ পুত্ৰই সোম প্ৰস্তুত কৰি যজ্ঞ কৰি স্তুতি কৰিছিল, ইন্দ্ৰই আহি নিজ তেজেৰে শত্ৰুৰ পুৰ ধ্বংস কৰিলে ॥ ১১ ॥ হে বলৱান ইন্দ্ৰ, এইদৰেই মহৎ স্বৰ্গ পাবলৈ বভ্ৰুই তোমাৰ ওচৰলৈ খোজ কাঢ়ি আহিছে। এই বভ্ৰুক কল্যাণ কৰা। অন্ন, বল, ভাল থকা ঘৰ সকলো আনি দিয়া ॥ ১২ ॥

## ১০০ সূক্ত—ঋক ১২।

ঋষি—বন্দনৰ পুত্ৰ দুৱ। ছন্দ—জগতী; ১২ ত্ৰিষ্টুভ্। দেৱতা—বিশ্বদেৱসকল।

হে ইন্দ্ৰ, তোমাৰ সমান এই শত্ৰুবল আমাৰ ভোগৰ কাৰণে বধ কৰা। এই যজ্ঞত স্তুত হৈ সোম পান কৰি শত্ৰুক মাৰিবলৈ আমাৰ বৰ্দ্ধনৰ কাৰণে জাগৃত হৈ থাকা। দেৱতাসকলেৰে সৈতে আমাৰ বিখ্যাত যজ্ঞ সবিতা দেৱতাই ৰক্ষা কৰক। সকলো পৰিত্ৰাণ কৰা অদিতি দেৱীক আমি বিচাৰিছো ॥ ১ ॥ (হে ঋত্বিকসকল) সকলোৰে পোষণ কৰা ইন্দ্ৰলৈ সময়ত দিয়া যজ্ঞৰ ভাগ দিয়া। বিশুদ্ধ সোম পান কৰা, শব্দ কৰি গমন কৰা বায়ু দেৱতালৈ ভাগ দিয়া।—যি দেৱতায় গৌৰবৰ্ণ গাখীৰ পান কৰিবলৈ পাই। সকলো ...... ১ ঋকৰ দৰে ॥ ২ ॥ সবিতা দেৱতাই আমাৰ অভিষৱ কৰা কাম সহজ কৰিবলৈ যজমানক অন্ন দিয়ক, যি পৰিপক্ক অন্নেৰে দেৱতাক তুষ্টিত কৰিব পাৰো। সকলো ...... ১ ঋকৰ দৰে ॥ ৩ ॥ ইন্দ্ৰ, দেৱতা আমালৈ সুমনা হওক। সকলো দিনতে ৰজা সোমে আমাৰ যজ্ঞত অধিষ্ঠিত হওক,—যি প্ৰকাৰে মিত্ৰৰ ধনত অধিষ্ঠিত হয়। সকলো ...... ১ ঋকৰ দৰে ॥ ৪ ॥ এই ইন্দ্ৰই স্তোত্ৰ কৰাৰ বলত আমাৰ যজ্ঞৰ পৰ্ব্ববিলাক ধাৰণ কৰে। হে বৃহস্পতি, তুমি আমাৰ আয়ুস বৰ্দ্ধন কৰোতা। যজ্ঞ, মন্ত্ৰ আৰু বুদ্ধিৰ খিয়য় আমাৰ পালক পিতাই সুখকৰ কৰি দিয়ক। সকলো ...... ১ ঋকৰ দৰে ॥ ৫ ॥ দেৱতাৰ হিতকৰ মহৎ বল ইন্দ্ৰৰ সুকৰ্ম্মৰ কাৰণে হৈছে। ঘৰত থকা অগ্নিয়ে দেৱতাসকলক স্তুব কৰে, যজ্ঞ সম্পন্ন কৰি কাৰ্য্য নিৰ্ব্বাহ কৰে। তেওঁ চৰণশীল আৰু আমাৰ সদায় ওচৰৰ। সকলো ...... ১ ঋকৰ দৰে ॥ ৬ ॥ হে দেৱতাসকল, তোমালোকৰ গুপ্ত ঠাইত বহুত বেয়া কাম আমি নকৰো। হে বন্ধুসকল, দেৱতাৰ খঙ হবলৈ আমি মুকলিকৈ একো বেয়া কাম নকৰো। হে দেৱতাসকল অসত্যৰ ৰূপ আমাৰ নহওক। সকলো ...... ১ ঋকৰ দৰে ॥ ৭ ॥ সবিতা দেৱতাই আমাৰ ৰোগ আঁতৰাই দিয়ক। তাঙৰ পাপ পৰ্ব্বত বিলাকে আঁতৰাই দিয়ক। অভিষৱ কৰা শিলৰ পৰা য'ত মধুৰ সোম ওলায় আৰু শুদ্ধ কৰা হয়, তাৰ পৰা (ৰোগক) দূৰত ৰাখক। সকলো ...... ১ ঋকৰ দৰে ॥ ৮ ॥ হে বন্ধু দেৱতা সকল, সোম অভিষৱ কৰা, আমাৰ শিল ওপৰলৈ উঠক। সকলো লুকায় থকা শত্ৰু আঁতৰাই দিয়া। সেই সবিতা দেৱতা আমাৰ পালক আৰু স্তুত্য। সকলো...... ১ ঋ.

১ ঋকৰ দৰে ॥ ৯ ॥ হে গৰু বিলাক তোমালোকে চৰা ঠাইত (ভাল) ঘাঁহ খাই শকত হোৱা, ঋতুৰ (যজ্ঞৰ) ঘৰত গাখীৰ দিয়া। তোমালোকে দিয়া গাখীৰ সোম ৰসৰ দৰৰ হওক। সকলো ··· ·· ··· ১ ঋকৰ দৰে ॥ ১০ ॥ ইন্দ্ৰয়েই সোম অভিষৱ কৰা যজ্ঞৰ কৰ্ম্ম. পূৰণ কৰে (আৰু) যজমানৰ ৰক্ষক হৈ ভাল যত্ন লয়,—যি ইন্দ্ৰৰ পান কৰিবলৈ (ওহাৰ) কলহ সোমেৰে পৰিপূৰ্ণ হৈ থাকে। সকলো ··· ··· ১ ঋকৰ দৰে ॥ ১১ ॥ হে ইন্দ্ৰ, তোমাৰ প্ৰকাশ বিচিত্ৰ, কৰ্ম্মৰ পূৰক আৰু বিজয়ী। হে স্তোতাৰ পালক অনাই বস কৰিব নোৱাৰা ইন্দ্ৰ তোমাৰ স্পৰ্দ্ধা আছে। অতি শোন বাটেৰে (স্তোত্ৰেৰে) ভাল গৰু পাবলৈ দুবস্যু ঋষিয়ে স্তৱ কৰিছে ॥ ১২ ॥

## ১০১ সূক্ত—ঋ ১২।

### ঋষি—সোমৰ পুত্ৰ বুধ। ছন্দ—ত্ৰিষ্টুভ্, ৪।৬ গায়ত্ৰী; ৫-বৃহতী; ৯।১২-জগতী। দেৱতা—বিশ্বদেব সকল বা ঋত্বিক স্তুতি।

হে সখা (ঋত্বিক) সকল, একে মনৰ তোমালোকে ভালকৈ বুজি লোৱা,—অগ্নি জ্বলোৱা। বহুতৰ লগত একে ঘৰতে থকা মই ইন্দ্ৰৰে সৈতে দধিক্ৰা, অগ্নি আৰু উষা দেৱীক তোমালোকক আৰু আমাক ৰক্ষা কৰিবৰ কাৰণে আহ্বান কৰিছো ॥ ১ ॥ ভাল স্তোত্ৰ কৰা। কৰ্ম্ম বিলাক বিস্তৃত কৰা। কথাৰে (স্তুতিৰে) সৈতে (যজ্ঞৰ) নাও পাৰ কৰিবলৈ ব্যৱস্থা কৰা। অস্ত্ৰ-শস্ত্ৰ বিলাক প্ৰস্তুত কৰা। হে সখা সকল, আগবাঢ়ি গৈ থকা যজ্ঞলৈ অগ্নি লৈ আহা ॥ ২ ॥ হে সখা সকল যুৱঁলী লগোৱা। লগোৱাবোৰ ভালকৈ, কামত মেলি দিয়া। আৰ্চঁ কৰা হলে (হাল বোৱা হলে) তাত গুটি সিঁচি দিয়া। আমাৰ স্তুতিৰ কাৰণে অন্ন ভাৰে ভাৰে হৈছে। পকা ধানৰ ওচৰলৈ কেকোঁৱা কাচি যাওক ॥ ৩ ॥ দেৱতাৰ বিষয় কৰ্ম্মত ধীৰ মেধাবী সকলে সুখৰ কাৰণে নাঙল জুৰিছে। লগোৱা বৌৰ বেলেগ বেলেগ কৰি থৈছে ॥ ৪ ॥ হে সখা সকল, কাঠৰ ডাঙৰ পাত্ৰ বিলাক নিয়ম মতে ৰাখা। আঁটিল কৈ ৰচি বিলাক বান্ধা। আমি নাদ সিঁচিম, যি নাদ বহুত পানী থকা ভালকৈ সিঁচিব পৰা আৰু পানী অন্ত নোহোৱা ॥ ৫ ॥ মই ৰচি লগায় ভালকৈ তৈয়াৰী কৰা পাত্ৰেৰে নাদৰ পৰা পানী তুলিম। সেই পাত্ৰ ভালকৈ বন্ধা, পানী তুলিবলৈ ভাল, উঠি অহা আৰু নভগা ॥ ৬ ॥ হে ঋত্বিক সকল (খুৱাই বুৱাই) ঘোঁৰাক সন্তোষ কৰি দিয়া। মাটি কৰ্ষণ (হালবোৱা) জয় কৰা (সম্পন্ন কৰা)। হালবোৱা ৰূপী ৰথ সুখেৰে চলাব পৰা কৰা। নাদৰ দৰে দ্ৰোণ পাত্ৰত লোহাৰ (ঘাট) চক্ৰ (লগাই) কোশ ৰক্ষা কৰা কৰচৰে পাণ কৰিবৰ যোগ্য নাদৰ পানী তুলি দিয়া ॥ ৭ ॥ হে ঋত্বিকসকল, গৰু খুটি পাতা। সেই ঠাইতেই (খুটিতেই) মানুহৰ পানী খাবৰ উপযুক্ত। বহুত ডাঙৰ ডাঙৰ কৰচ চিলাই কৰা যাতে লোহাৰ দৰে দেৱতাৰ শৰীৰত দুঃখ নেপায়। তোমালোকৰ চমস পাত্ৰত ফুটা হৈ বৈ নোযোৱা হওক। সেই বিলাক দৃঢ় কৰা ॥ ৮ ॥ হে স্তোতা ঋত্বিকসকল, তোমালোকৰ ৰক্ষাৰ কাৰণে যজ্ঞৰ বিষয় বুদ্ধি প্ৰবৰ্ত্তন কৰা। যজ্ঞাৰ্হা দেৱীক এই যজ্ঞত পূজা কৰা। সেই বুদ্ধিয়ে আমাৰ কাৰণে যাই যাই গৰুবিলাক গোৱালীলৈ ঘূৰি আহি সহস্ৰ ধাৰাৰে গাখীৰ দিয়া দৰে (যজ্ঞৰ বিষয়) গাখীৰ খিৰাওক ॥ ৯ ॥ হে অধ্বৰ্য্যু, তুমি এয়া হৰিৎবৰ্ণৰ সোম কাঠৰ পাত্ৰৰ মাজত ঢালি দিয়া। পাত্ৰবিলাক শিলেৰে তৈয়াৰ কৰা দৰে আৰু কুঠাৰেৰে কাটি উলিওৱা। দহ পাক দি পাত্ৰবিলাক বান্ধা। দুয়োটা ধুৰাত বহন কৰা (বলদ) লগোৱা ॥ ১০ ॥ দুয়োদাল ধুৰাৰ মাজত (বলদে) বহন কৰা ঠাইৰ মাজত হেচি থকা দুজনী পত্নীৰ মাজত থকা দৰে আছে। সেই কাঠৰ গাড়ী হাবিৰ মাজত ৰাখাঁ। তাতেই সোম ভালকৈ ৰাখা ॥ ১১ ॥ হে নেতা ঋত্বিক সকল, ইন্দ্ৰই সুখৰ পূৰক। আমাৰ অন্ন লাভৰ কাৰণে সেই ইন্দ্ৰলৈ (স্তুতি) পথিওৱা,—খেলা (সংস্কাৰ) কৰা। (দিতিৰ সতীনী) অদিতিৰ পুতেক ইন্দ্ৰক ঋত্বিক সকলে সোম পাণ কৰিবলৈ ইয়ালৈ সোনকালে লৈ আহক ॥ ১২ ॥

## ১০২ সূক্ত—ঋ ১২।

### ঋষি ভৰ্য্যাশ্বৰ পুত্ৰ মুদ্গল। ছন্দ—ত্ৰিষ্টুভ্; ১।৬।১২ বৃহতি। দেৱতা—দ্ৰুঘন বা ইন্দ্ৰ।

(হে মুদ্গল) তোমাৰ ৰথৰ অসহায় হৈছে,—বৰ্ষক ইন্দ্ৰই ৰক্ষা কৰক। হে পুৰুহুত, এই যুদ্ধত প্ৰশংসনীয় গোধন চুৰ কৰা চোৰৰ পৰা আমাক ৰক্ষা কৰা ॥ ১ ॥ চুৰ কৰা গৰু বিচাৰি মুদ্গলানী ৰথৰ ৰথী হল। তেওঁৰ কাপোৰৰ আচল বায়ুয়ে উৰাই দিছে। তেওঁ ৰথত উঠি সহস্ৰ গৰু জয় কৰিলে। (স্তুতিৰে সন্তোষ কৰা) ইন্দ্ৰৰ সেনাই সংগ্ৰাম কৰি গৰু বিলাক উলিয়াই আনিলে ॥ ২ ॥ হে ইন্দ্ৰ, হত্যা কৰিবলৈ মন কৰি দ্ৰোহ কৰা শত্ৰুৰ মাজত বজ্ৰ প্ৰহাৰ কৰা। হে মঘবান, দাস বিলাকৰ ওপৰত বজ্ৰ গহীন কৈ মাৰি খেদায় দিয়া ॥ ৩ ॥

পানীৰ হ্ৰদ পি লৈ হৃষ্ট, হৈ পৰ্ব্বতক্ সিঙৰে খুন্দিয়াই ভাঙি বৃষভে শত্ৰু জয় কৰিবলৈ গৈছে। পাচত ডাঙৰ অণ্ডকোষৰ ভাৰ লৈ যশ বিচাৰি গমনশীল শত্ৰুৰ ফালে আগঠেং মেলি জয় কৰিবলৈ মন কৰিছে ।।৪।। ওচৰলৈ যোৱা মানুহ বিলাকে এই বৃষভক চিঞৰাই, খুৱাই, মল-মূত্ৰ ত্যাগ কৰাই,—শ –চেজাৰ লেখৰ মুদ্গাল ঋষিৰ গৰু জয় কৰি আনিলে ।।৫।। শত্ৰুক জয় কৰিবলৈ বৃষভক ৰথত বান্ধি দিলে। নাকতি ধৰি সাৰথি মুদ্গলৰ ঘৈণীয়েকে ভয়ঙ্কৰ বৃষভক টানি ধৰিলে আৰু বৃষভে চিঞৰিবলৈ ধৰিলে। দুৰ্দ্ধৰ বৃষভেৰে সৈতে দৌৰি শত্ৰুৰ মাজলৈ মুদ্গালিনী যাওঁতে লগত যোৱা যোদ্ধা বিলাক পাচে পাচে গল ।।৬।। আৰু মুদ্গলে বুদ্ধি পাই এই ৰথৰ ( অক্ষত চকা লগোৱা ) কাথিদাল ( lynch pin ) লগাই দিলে। ৰথত ঢপলিয়াই যোৱা বৃষভটো ৰখাই ৰথৰ যুৱলীত বান্ধি দিলে। ইন্দ্ৰ দেৱতাই অবধ্য গাই গৰুৰ পতি বৃষভক ৰক্ষা কৰিলে। বৃষে বাটেদি বেগাই গল ।।৭।। চাবুকেৰে কোবাই দিলত জটাৰে ৰথত বান্ধি বহুত মানুহৰ ধন বহন কৰি গাই গৰু চুই সুখেৰে বৃষভে বল দেখুৱাই গৈ থাকিল ।।৮।। হে সখা, তুমি এই মুদ্গৰদাল চোৱা। এওঁ বৃষভৰ সখা যুদ্ধৰ মাজত শুই আছে। এই মুদ্গৰেৰে শত-সহস্ৰ গৰু মই (মুদ্গলে) যুদ্ধত জয় কৰিছিলো ।।৯।। অতি দূৰ ঠাইত কোনে বা এনেকুৱা ( কথা ) দেখিছে? যাক ৰথত লগায় তাকেই ৰথত তুলি লয়। ইয়াক ঘাঁহ দিব নালাগে। পানীও দিব নালাগে। বৃষভৰ ওচৰত থাকি ৰথৰ ধুৰা বহন কৰি গৰাকীৰ জয় সূচনা কৰে ।।১০।। এই মুদ্গলানীয়ে পতিয়ে এৰি দিয়া পত্নীয়ে পতিক আকৌ ঘূৰাই পোৱা দৰে পতিৰ ওচৰলৈ আহি বৰ্দ্ধিত হৈছে,—যেনেকৈ দিগ্বলয়ত মেঘে বৰষুণ দিয়ে। আৰু গৰু বিচাৰি যোৱা ৰথৰ সাৰথি হৈ গৰু জয় কৰি আনি সুমঙ্গল কৰিছে ।।১১।। হে ইন্দ্ৰ, তুমি সকলো জগতৰ চকু হৈছা,—যি মোৰ লগত সংগ্ৰামৰ পাশত বান্ধ খাই দুটা বৰ্ষক ধোঁৱা ৰথত লগায় যুদ্ধ জয় কৰি ফুৰিছা ।।১২।।

## ১০৩ সূক্ত—ঋ ১৩।

**ঋষি—ইন্দ্ৰৰ পুত্ৰ অপ্ৰতিৰথ। ছন্দ—ত্ৰিষ্টুভ্; ১৩-অনুষ্টুপ। দেৱতা—ইন্দ্ৰ; ৪-বৃহস্পতি; ১২-অপ্ বা দেৱী ১২-ইন্দ্ৰ বা মৰুতসকল।**

অতি খৰতকীয়া, তীক্ষ্ণ, বৃষভৰ দৰে ভয়ঙ্কৰ, শত্ৰুৰ ঘাটক, বিদ্বেষী বিলাকৰ ক্ষোভ কৰোঁতা,—কন্দুৱাই দিয়া, চকুৰ নিমিষ নমৰা, এজন মাত্ৰ বীৰ এই ইন্দ্ৰই এশ সেনা ধ্বংস কৰিলে ॥১॥ শত্ৰুক কন্দুৱাই দিয়া, চকুৰ টিপ নমৰা, যুদ্ধ কৰি জয়শীল চোৱা, (কোনোৱে) ওফৰাই দিব নোৱাৰা, ধৰ্ষক ইন্দ্ৰই যুদ্ধ জয় কৰি শত্ৰুৰ সেই-বল ধ্বংস কৰিলে। হে যুদ্ধাৰু সকল, নেতা সকল, ধনু কাঁড় হাতত লৈ ইন্দ্ৰই শৰ বৰ্ষন কৰি ( শত্ৰুৰ বল ধ্বংস কৰিলে ) ।।২।। সেই ইন্দ্ৰই ধনুশৰ হাতত থকা ( মৰুত আদি ) সৈনোৰে সৈতে খড়্গ থকা সৈন্যোৰে সৈতে ( শত্ৰুক ) বশ কৰে। যুদ্ধৰ সময়ত বহুত শত্ৰুৰ লগত যুদ্ধ কৰি জয় কৰা, সোম পান কৰা, বাহুবলী ধনু তুলি শত্ৰুলৈ অব্যৰ্থ বাণ মাৰি ( জয় কৰে ) ।।৩।। হে বৃহস্পতি, তুমি ৰথেৰে আহা। ৰাক্ষসৰ হন্তা তুমি সকলো শত্ৰু নাশ কৰি, শত্ৰুৰ সেনাবিলাক নাশ কৰি, আৰু খেদায় যুদ্ধ জয় কৰি আমাৰ ৰথৰ ৰক্ষক হোৱা ॥৪॥ বল ( কিমান আছে ) জনা, মহান, বিশেষ বীৰ, পৰক অভিভৱ কৰিব পৰা বল থকা, শত্ৰুক বশ কৰিব পৰা উগ্ৰ বলী অনুচৰ থকা, সকলোকে বশ কৰা, বলত জন্ম হোৱা হে ইন্দ্ৰ, জয়শীল ৰথত উঠা তুমি, ( আমাৰ ) স্তুতি জানা ॥৫॥ পৰ্ব্বত ( মেঘ ) ভেদ কৰা, পানী লাভ কৰা, বজ্ৰহস্ত, গমনশীল, বলেৰে জয়শীল, শত্ৰুক বশ কৰা ইন্দ্ৰক, হে সহজাত সকল, তোমালোকে তেওঁক আগত ৰাখি পাচত বীৰত্ব কৰা। হে সখাসকল, তোমালোকে সাহ দেখুওৱা ॥৬॥ এই ইন্দ্ৰই মেঘবিলাকৰ মাজত বলেৰে সোমায়। নিৰ্দ্দয়, বীৰ, শতক্ৰোধৰ, আনে বিচলিত কৰিব নোৱাৰা, শত্ৰুৰ সৈন্য অভিভৱ কৰা, অন্যই প্ৰহাৰ কৰিব নোৱাৰা ইন্দ্ৰই আমাৰ সেনাক যুদ্ধত ৰক্ষা কৰক ॥৭॥ আমাক সহায় কৰিবলৈ অহা বিলাকৰ ভিতৰত ইন্দ্ৰ নেতা। বৃহস্পতিও আগত থাকক আৰু দক্ষিণা, যজ্ঞ আৰু সোম আগত হওক। আমাৰ অমিত্ৰ বিলাকক জয় কৰা মৰুত সকলো আগত থাকক ॥৮॥ বৰ্ষক ইন্দ্ৰৰ বল, ৰজা বৰুণৰ, আদিত্যসকলৰ, মৰুতসকলৰ বল আমাৰ হওক। পৃথিৱী কপায় দিয়া উদাৰ মনৰ দেৱতাসকলৰ জয় ঘোষণা শব্দ উঠিছে ॥৯॥ হে মঘবান, আমাৰ অস্ত্ৰবিলাকক হৰষিত কৰা ( শত্ৰু মাৰিবলৈ উদগনি দিয়া )। আমাৰ প্ৰাণী বিলাকৰ মন হৰষিত কৰা। হে বৃত্ৰহা, ঘোঁৰাবিলাকৰ বেগ বেচি কৰা। জয়কৰা ৰথৰ ঘোষনা কৰা শব্দ বঢ়াই দিয়া ॥১০॥ আমাৰ সেনাই শত্ৰুৰ সেনাৰ ওচৰ পাওঁতে আমাৰ পতাকা তোলোঁতে ইন্দ্ৰ ৰক্ষক হওক। আমাৰ শৰবিলাকে সেই শত্ৰুবিলাক জয় কৰক।

আমাৰ বীৰবিলাক ওপৰ খাপত থাকক। হে দেৱতা সকল, আমাকেই সংগ্ৰামত ৰক্ষা কৰিবা ॥ ১১ ॥ হে অপ্‌বা দেৱী, শত্ৰুৰ যোদ্ধাৰ মন মোহিত কৰি সিহঁতৰ শৰীৰ গ্ৰহণ কৰা ( প্ৰাণ মাৰা )। সিহঁতৰ হৃদয় শোকেৰে পুৰি পেলোৱা। সেই আমাৰ শত্ৰুবিলাক অন্ধ এন্ধাৰেৰে আবৃত হওক ॥ ১২ ॥ হে নেতাসকল, যোৱা,—জয় কৰা। ইন্দ্ৰই তোমালোকক সুখ দিয়ক। তোমালোকৰ বাহু উগ্ৰবলী হওক। অনাই ধৰ্ষণ কৰিব নোৱাৰা যাতে তোমালোক তেনে ( তেনেকুৱা ) বাহু হওক ॥ ১৩ ॥

## ১০৪ সূক্ত—ঋ ১১।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ অষ্টক। ছন্দ—ত্ৰিষ্টুভ্‌। দেৱতা—ইন্দ্ৰ।

হে পুৰুহূত ইন্দ্ৰ, তোমাৰ কাৰণে সোম অভিষুত কৰা হৈছে। হৰিৎবৰ্ণৰ ঘোঁৰাবে সৈতে যজ্ঞলৈ খৰকৈ আহা। বিপ্ৰবীৰ সকলে তোমাৰ ফালে যোৱা স্তুতি পঠিয়াইছে। অভিষুত কৰা সোম পান কৰা ॥ ১ ॥ হে হৰিৱ, নেতাসকলে অভিষুত কৰা ( বসতীবৰী আদি ) পানীত ধোৱা সোমৰস এই যজ্ঞত পান কৰি পেট ভৰাই দিয়া। সোম অভিষৱ কৰা শিলে তোমাৰ কাৰণে সোম চেপিবলৈ ইচ্ছা কৰিছে। হে স্তোত্ৰেৰে বহন কৰি অনা ইন্দ্ৰ, তোমাৰ কাৰণে সেইবিলাক সোমে মদ বৰ্দ্ধন কৰক ॥ ২ ॥ হে হৰি ঘোঁৰা যুক্ত ইন্দ্ৰ, বৰ্ষক, উগ্ৰ তোমাক সোম পান কৰিবৰ কাৰণে দিছো। হে ইন্দ্ৰ, ( যজ্ঞ ) কৰ্ম্মযুক্ত ( আমি ( স্তুতি কৰি থকা তুমি সকলো স্তুতি বাক্যেৰে, সকলো কৰ্ম্মৰে এই যজ্ঞত আনন্দ কৰা ॥ ৩ ॥ হে শক্তিমান ইন্দ্ৰ, তোমাৰ ৰক্ষণেৰে, বীৰ্য্যেৰে, পুতেকে সৈতে অন্ন ধাৰণ কৰি, তোমাক কামনা কৰি, ঋতজ্ঞ ( কৰ্ম্মজ্ঞ ) মানুহৰ ( অঙ্গিৰসৰ ) ঘৰত তেওঁ স্তুতি কৰি তোমাৰে সৈতে একে ঘৰতে একেলগে আমোদ কৰি আছিল ॥ ৪ ॥ হে হৰি ঘোঁৰাযুক্ত ইন্দ্ৰ, ভালকৈ তোমাক স্তুতি কৰা, ভাল সুখৰ, বহুত দীপ্তিৰ, তুমি ধন দিয়া স্তোতাসকলে সুনৃত বাক্যৰে অন্যক বিতৰণ কৰিবলৈ অতি মহান তোমাৰ ৰক্ষণ ধাৰণ কৰি আছিল ॥ ৫ ॥ হে হৰিৱ, অভিষুত কৰা সোম পান কৰিবলৈ হৰি ঘোঁৰা যুক্ত ৰথেৰে আহা। হে ইন্দ্ৰ, গ্ৰহণ কৰোতা তুমি সোম যাগলৈ আহিছা। তুমি যজ্ঞৰ কথা বিশেষকৈ জানি দাতা হৈছা ॥ ৬ ॥ সহস্ৰ অন্নযুক্ত, শত্ৰুক দমন কৰা অভিষুত সোমত আনন্দ কৰা, মঘবান, সুশ্বভিৰ (যুদ্ধত) অন্যই চেৰ পেলাব নোৱাৰা ইন্দ্ৰক স্তুতি বাক্যেৰে শোভিত কৰিছে ॥ ৭ ॥ হে পুৰভঙ্গা ইন্দ্ৰ, যি সাতখন নৈ সমুদ্ৰ পাইছেগৈ সেই সাতখন জল দেৱীয়ে আনন্দ কৰি নোৱোৰাকৈ বৈ গৈছে। ন আৰু নবৈ ( নিৰা-নবৈ ) খন নৈ দেৱতাৰ কাৰণে আৰু মানুহৰ ভোগৰ কাৰণে, অহা যোৱা কৰিবৰ কাৰণে ( মানুহলৈ ) লাভ কৰি দিলা ॥ ৮ ॥ হে ইন্দ্ৰ, মহতী এই পানী বিলাক শত্ৰু বৃত্ৰৰ পৰা তুমি মোচন কৰি দিলা। এই যুক্ত হোৱা পানী বিলাক, হে দেৱতা, তুমি অকলে পৰি-দৰ্শন কৰি ৰক্ষা কৰি আছা। হে ইন্দ্ৰ তুমি বৃত্ৰক হত্যা কৰি যি পানী মুকলি কৰি দিলা সেই সকলোৰে তোমাৰ গা পোষণ কৰিলা ॥ ৯ ॥ হে অতি বীৰ কৰ্ম্ম বান ইন্দ্ৰ, সুস্তুতি আৰু প্ৰীতিকৰ স্তুতি বাক্যই পুৰু-হূতক স্তুতি কৰিছে। ( তেওঁ ) বৃত্ৰ অসুৰক মাৰিলে আৰু লোক প্ৰকাশ কৰিলে। ইন্দ্ৰই শত্ৰু সেনাক মাৰিলে ॥ ১০ ॥

১১ ঋক ৩/৩০/২২ ঋকৰ দৰে ॥ ১১ ॥

## ১০৫ সূক্ত—ঋ ১১।

ঋষি—কুৎসৰ পুত্ৰ দুৰ্মিত্ৰ ( গুণত ) সুমিত্ৰ। ছন্দ—১-গায়ত্ৰী বা উষ্ণীক ; ২।৭-পিপীলিকা মধ্যা। ৩-৬।৮-১০-উষ্ণীক ; ১১-ত্ৰিষ্টুভ্‌। দেৱতা—ইন্দ্ৰ।

হে বসু ইন্দ্ৰ, আমি কৰা স্তোত্ৰ কামনা কৰা তুমি কেতিয়া ভাল পাবা? ৰৰমুণৰ কাৰণে বহুত সোম ৰখা হৈছে। কেতিয়া আমাৰ পথাৰ পানীৰে পূৰা কৰিবা? ॥ ১ ॥ যি ইন্দ্ৰৰ দুটা হৰিৎবৰ্ণৰ সুশিক্ষিত, বিশিষ্ট কৰ্ম্ম কৰা, শেপবন্ত ( ডাঙৰ অণ্ডকোষ থকা ) দুয়ো দ্যাবাপৃথিবীৰ দৰে প্ৰকাশ কৰা ঘোঁৰা ( ৰথত ) ভালকৈ লগোৱা আছে, সেই সিহঁতৰ গৰাকী তুমি ধন আদি দি স্তুতি কামনা কৰা ॥ ২ ॥ যি ইন্দ্ৰই পাপৰ পৰা জন্ম হোৱা বৃত্ৰৰ লগত যুদ্ধত ভাগৰি ভয় কৰে, তেতিয়া মৰুতসকলৰ বলেৰে বলীয়ান হৈ শোভাৰ কাৰণে সেই বৃত্ৰৰ লগত আকৌ যুদ্ধ কৰে ॥ ৩ ॥ স্তোতাক পুনঃ পুনঃ ধন দিবলৈ দাতব্য ধনেৰে সৈতে ( হৰি আৰু স্তুতিৰে ) পূজিত হৈ বীৰ ইন্দ্ৰই হঁাহি মৰা শব্দ কৰা, বিশিষ্ট কাম কৰা নিয়ন্ত্ৰিত ঘোঁৰাৰে সৈতে ( যজ্ঞলৈ ) আহে ॥ ৪ ॥ যি চুলি থকা ডাঙৰ, ঘোঁৰাত যজমানৰ পোষণৰ কাৰণে উঠি থাকে, ধুনীয়া গালেৰে ইন্দ্ৰই সোম কামনা কৰে ॥ ৫ ॥ দৰ্শনীয় বলৰ ইন্দ্ৰক দৰ্শনীয় মৰুতসকলেৰে সৈতে স্তুতি কৰে। বীৰ ইন্দ্ৰই ( ৰৰমুণ ) নিৰ্ম্মল কৰা অন্তৰীক্ষত

ঋভুৰ দৰে তৰুণ কৰে ( সাজে ) ।। ৬ ।। যি ইন্দ্ৰ হৰিৎবৰ্ণৰ গোঁফ থকা হৰিৎবৰ্ণৰ ধোঁৱা থকা আৰু অবাধিত মুখৰ, অন্তৰীক্ষৰ দৰে অদ্ভুত, সেই ইন্দ্ৰই ভালকৈ দস্যুক মাৰিবলৈ বজ্ৰ কৰিলে ।। ৭ ।। হে ইন্দ্ৰ, আমাৰ বৰ্জনীয় পাপ বিলাক পিছি পেলোৱা। স্তোত্ৰেৰে স্তুতি নকৰা বিলাকক আমি নাশ কৰিম। স্তুতি নকৰা যজ্ঞ তোমাৰ সেৱনৰ যোগ্য নহয় ।। ৮ ।। হে ইন্দ্ৰ, তোমাৰ তিনি অগ্নিত ওপৰলৈ যোৱা কৰা কাম যজ্ঞৰ সদনৰ কৰ্ম্মৰ বাহক ঋত্বিকৰ ওচৰত হৈছে। তেতিয়া যজমানৰ লগত আনন্দ কৰি নিজ যশৰ নাম্বৰ দৰে নাৱত উঠা ।। ৯ ।। হে ইন্দ্ৰ, তোমাৰ সোমৰ লগত মিহলি কৰিবলৈ পৃশ্নীবৰ্ণৰ ( ফুটফুটীয়া ) গৰু খিৰাবলৈ হওক। হেতা নিষ্পাপী হৈ হবিৰ লগত আশ্ৰয় হওক, —যি হেতাৰে আনি অগ্নিৰ মুখত সোম দিয়া হয় ।। ১০ ।। হে বলবান ইন্দ্ৰ, তোমাক শত ধন বিচাৰি স্তুতি কৰিছো। দস্যুক মাৰোতে যেতিয়া কুৎসৰ পুত্ৰ দুৰ্মিত্ৰক ৰক্ষা কৰিছিলা, আৰু কুৎস্যৰ বৎস্যক ৰক্ষা কৰিছিলা তেতিয়া সুমিত্ৰই তোমাক এইদৰে স্তুতি কৰিলে। আৰু দুৰ্মিত্ৰই এইদৰে স্তুতি কৰিলে ।। ১১ ।।

## ১০৬ সূক্ত—ঋ ১১।

### ঋষি—কশ্যপৰ পুত্ৰ ভূতাংস। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অশ্বিনী দুজন।

হে অশ্বিনী দুজন, তোমালোকে নিশ্চয় এতিয়া আমি দিয়া হবি আৰু আমি কৰা স্তোত্ৰ কামনা কৰিছা। কাপোৰ বোৱা দৰে কৰ্ম্ম বিস্তাৰ কৰিছা। এই যজমানে তোমালোকক একেলগে আহিবলৈ ( স্তুতি কৰি ) উদ্বোধন কৰিছে। শুভাদনত সূৰ্য্যচন্দ্ৰৰ পোহৰে অলঙ্কৃত কৰা দৰে তোমালোকে অন্নৰে শোভিত কৰা ।। ১ ।। উটৰ দৰে ঘাঁহৰে পৰিপূৰ্ণ ঠাইত চৰিফুৰা দৰে স্তুতি আৰু হবিৰে পূৰ্ণ কৰা মানুহৰ ওচৰত থাকা। যুদ্ধৰ ঘোঁৰাৰ দৰে তোমালোকে স্তোতাই কৰা স্তুতিলৈ আহা। দূতৰ দৰে মানুহৰ মাজত যশস্বী হোৱা। মহে হ্ৰদৰ ওচৰৰ পৰা আঁতৰি নোযোৱা দৰে আমাৰ হবি আৰু স্তোত্ৰৰ ওচৰৰ পৰা আঁতৰি নেযাবা ।। ২ ।। যেনেকৈ চৰাইৰ পাখী দুখন একেলগে লাগি থাকে তেনেকৈ চাব লগীয়া তোমালোক দুজন দুটা জন্তু একেলগে অহা দৰে আহা। দেৱতাক বিচৰা যজ্ঞত অগ্নি জ্বলা দৰে দীপ্ত হোৱা। কেউফালে যোৱা অধ্বৰ্য্যুৰ দৰে দেৱতাক পূজন কৰা ।। ৩ ।। তোমালোক পিতা মাতাৰ দৰে আমাৰ বন্ধু। উগ্ৰ হৈ জ্বলা অগ্নি আৰু সূৰ্য্যৰ দৰে বঙা হোৱা। অন্নৰ দৰে পুষ্টিৰ কাৰণ হোৱা। সূৰ্য্যৰ কিৰণৰ দৰে ভোগৰ কাৰণ হোৱা। সুখী মানুহৰ দৰে আমাৰ আহ্বানলৈ আহা ।। ৪ ।। তোমালোক দুয়ো দুটা গমনশীল বৃষভৰ দৰে হৃষ্টপুষ্ট, মিত্ৰ আৰু বৰুণৰ দৰে সত্যদৰ্শী, শত ধন যুক্ত আৰু তোমাক স্তুতি লাভ কৰা শকত ঘোঁৰাৰ দৰে হবি অন্নৰ ওপৰত নিৰ্ভৰ কৰা পোহৰ আকাশত বাস কৰা। ভেড়া দুটাৰ দৰে হবি অন্নেৰে পূজা পাই পোষণ হোৱা ।। ৫ ।। তোমালোক দুজন দুদাপ অঙ্কুশৰ দৰে মত্ত হাতীক টনা দৰে শত্ৰুৰ হন্তা। শত্ৰুক নিধন কৰা মানুহৰ পুতেকৰ দৰে শত্ৰুৰ হন্তা। স্তোতাক ধনেৰে পূৰণ কৰা। পানীত হোৱা বস্তুৰ দৰে নিৰ্ম্মল,—জয়শীল, স্তুত্য, তোমালোকে জৰাগ্ৰস্ত আমাক অমৰণ কৰি দিয়া ।। ৬ ।। হে উগ্ৰ অশ্বিনী দুজন, বলীৰ নাচনাকৈ এই চৰণশীল, জৰা যুক্ত, মৰণশীল মোৰ শৰীৰ গন্তব্য ঠাইলৈ নদীৰ পানী পাৰ কৰা দৰে পাৰ কৰা। ঋভুৰ দৰে শুদ্ধবলী তোমালোক দুজনে আত বেগবান ৰথ পাই বায়ুত ক্ষৰ'ৰাই ফুৰিলা,—শত্ৰুৰ পৰা ধন আনি দিলা ।। ৭ ।। দুটা ঘৰ্ম্ম পাত্ৰৰ দৰে নিজৰ পেটত মধুৰে পৰিপূৰ্ণ, ধনৰ ৰক্ষক, শত্ৰু ধৰ্ষক অস্ত্ৰ যুক্ত হৈছা। চন্দ্ৰৰ দৰে ৰূপৰ, উৰি যোৱা চৰাইৰ দৰে মনৰ আনন্দৰে স্তুতি কৰা যজ্ঞলৈ আহা ।। ৮ ।। দীঘল পুৰুষে গভীৰ পানীত থাউনি লৈ ভাৰিৰে অগাধ পানী পাৰ হোৱা দৰে পাৰ হব জানা। কাণেৰে স্তোত্ৰ কৰা শুনিবলৈ জানা। যজ্ঞৰ অঙ্গৰ দৰে আমাৰ বিচিত্ৰ যজ্ঞ কৰ্ম্ম আশ্ৰয় কৰা ।। ৯ ।। শব্দ কৰা মেঘৰ দৰে পানী তললৈ পঠিয়াই দি, মৌ মাখিয়ে মৌ থকা ফুলৰ মৌ আহৰণ কৰা দৰে গৰুৰ ওহাৰত গাখীৰ ভৰাই দিয়া। শ্ৰমকৰ দৰে শ্ৰম কৰি ঘামি থকা দৰে পানী সিঞ্চন কৰা। যেনেকৈ খিনোৱা গৰুৱে ঘাঁহ থকা ঠাইলৈ গলে ঘাঁহ পাই তেনেকৈ যজ্ঞত তোমালোকে হবি অন্ন পোৱা ।। ১০ ।। হে অশ্বিনী দুজন, আমি স্তোত্ৰ বৰ্দ্ধন কৰিছো,—অন্ন উৎসৰ্গ কৰিছো। একে ৰথত থকা তোমালোকে এই ( যজ্ঞ ) কৰ্ম্মত আমাৰ স্তোত্ৰ গ্ৰহন কৰা। গৰুৰ ভিতৰত থকা মধুৰ দৰে অন্ন ( গাখীৰ ) খাবলৈ আহা ।। ১১ ।।

## ১০৭ সূক্ত—ঋ ১১।

### ঋষি—প্ৰজাপতিৰ কন্যা দক্ষিণা বা অঙ্গিৰসৰ পুত্ৰ দিব্য। ছন্দ—ত্ৰিষ্টুভ্ ; ৪ জগতী। দেৱতা—দক্ষিণা বা দক্ষিণা দাতাসকল।

সূৰ্য্যাত্মক ইন্দ্ৰৰ মহৎ তেজ এই যজমানৰ যাগৰ

সিদ্ধিৰ কাৰণে আবিস্কৃত হৈছে। সকলো জীৱ এন্ধাৰৰ পৰা মুক্ত হৈছে। পিতৃসকলে দিয়া মহৎ জ্যোতি আহিছে। দক্ষিণাৰ মহৎ বাট দেখা গৈছে ॥ ১ ॥ দক্ষিণা দিয়া জনে ওখ ঠাই স্বৰ্গ পাই। ঘোঁৰা দক্ষিণা দিয়া জনে সূৰ্যৰ ফালে দেখাকৈ আছে। যি জনে সোণ দিয়ে তেওঁ অমৃতত্ব পাই। হে সোম, কাপোৰ দিয়া যি আছে (তেওঁ তোমাৰ লগত আছে)। (এই সকলোৱে) জীৱন বেচি কৰিছে ॥ ২ ॥ দৈবৰ (নিয়ম) পালন কৰা দেবতাক যজন কৰা দক্ষিণাৰে যজন নকৰা বিলাক হব নোৱাৰে। কাৰণ সিহঁতে স্তুতি আৰু হবিৰে দেবতাক সান্তোষিত নকৰে। কৰ্ম্মৰ নেতা দক্ষিণা দিওঁতা সকলে বহুতে পাপৰ ভয়ত দেবতাক সন্তোষ কৰে ॥ ৩ ॥ শতধাৰাৰে বলা বায়ু স্বৰ্গ লজ্মা আদিত্যক (এই) মানুহক চাই থকা (দেবতাক) যজমানে হবি দান কৰিব জানে। যজ্ঞত একেলগ হওঁতে যি যজন কৰোতাই স্তুতিৰে দেবতাক সন্তোষ কৰে, যি দেবতাক হবি দিয়ে তেওঁবিলাকে সাতজনী মাকৰ (যজ্ঞৰ) দক্ষিণা খিৰাই উলিয়াই ॥ ৪ ॥ ঋত্বিকে আহ্বান কৰা দক্ষিণাবাণ (দক্ষিণা পাবৰ উপযুক্ত) যজমান সকলোৰে আগতে আছে। তেওঁকেই নৰৰ পালক (ৰজা) বুলি মই ভাবো—যি জনে মানুহৰ আগতে দক্ষিণা লৈ আছে ॥ ৫ ॥ তেওঁকেই ঋষি বুলি কয়। তেওঁকেই ব্ৰাহ্মণ বুলি কয়। তেওঁকেই যজ্ঞৰ নেতা বুলি কয়। তেওঁকেই সাম গান কৰা, স্তোত্ৰ গোৱা বুলি কয়। তেওঁ দীপ্যমান অগ্নিৰ তিনিটা ৰূপ জানে, যি মুখ্যজনে দক্ষিণাৰে ঋত্বিকক আৰাধনা কৰে ॥ ৬ ॥ দক্ষিণাই ঘোঁৰা দিয়ে, গৰু দিয়ে, সোণ দিয়ে আৰু যি ৰূপ আছে সেই ৰূপ দক্ষিণাই দিয়ে। দক্ষিণাই অন্ন দিয়ে। আমাৰ যি আত্মা আছে সেই আত্মাৰ কবচ দক্ষিণা দাতাসকলে কৰি লয় ॥ ৭ ॥ ধন দি ভোজন কৰোৱাসকল নমৰে,—অধোগতি নহয়। তেওঁ বিলাকক কোনেও হিংসা নকৰে। দাক্ষণা দাতাই দুঃখ নেপায়। এই যি পৰিদৃশ্যমান জগত আছে, যি স্বৰ্গ লোক আছে,—সেই সকলোৱে দাক্ষণা দাতাক সকলো দিয়ে ॥ ৮ ॥ ধন দাতাই প্ৰথমে গাখীৰ দিয়া গৰু শত্ৰুৰ পৰা জিকিলে। দাতাই নতুনকৈ বিয়া কৰোৱা ভাল কাপোৰ পিন্ধা ঘৈণীয়েক পালে। দাতাই পান কৰিবৰ উপযোগী সুৰা পালে। যি শত্ৰুৱে বল বেচি হৈ আহ্বান কৰিছিল সিহঁতক দাতাই জিকিলে ॥ ৯ ॥ দাতাৰ কাৰণে শীঘ্ৰগামী ঘোঁৰা পৰিচাৰকে অলঙ্কৃত কৰে; সুন্দৰী কন্যা দাতাক দিয়ে। দাতায়েই পৃথুৱীৰ দৰে নিৰ্ম্মল, পৰিস্কাৰ, দেবতাৰ দৰে বিচিত্ৰ ঘৰ পাই ॥ ১০ ॥ ভালকৈ বহন কৰা ঘোঁৰাই দাতাক বহন কৰে। দক্ষিণা দাতা জনক ভাল বেৰৰ চকৰিৰ ৰথে বহন কৰে। হে দেবতা সকল, যুদ্ধত দাতাক ৰক্ষা কৰিবা। যুদ্ধত দাতাক জয়শীল কৰিবা ॥ ১১ ॥

## ১০৮ সূক্ত—ঋ ১১।

ঋষি—১।৩।৫।৭।৯-পণি বিলাক। ২।৪।৬।৮।১০-১১ সৰমা (কুকুৰ)। ছন্দ-ত্ৰিষ্টুভ্। দেবতা—ঋষিৰ বিপৰীত (অৰ্থাৎ এই সূক্ত পণি—সৰমা সংবাদ বুলি খ্যাত)।

(পণীয়ে কৈছে) হে সৰমা, তুমি কি বিচাৰি এই ঠাইলৈ আহিলা? ই অতি দূৰ বাট। পাচ ফাললৈ চালে এই বাটেদি আহিব নোৱাৰি। হে সৰমা, তুমি কি কামত নিহিত হৈছা? ৰাতি কেনেকৈ আহিলা? কেনেকৈ তুমি ৰসা নৈৰ পানী বিলাক পাৰ হলা? ॥ ১ ॥ সৰমাই কৈছে) হে পণীহঁত, মই ইন্দ্ৰৰ দূতী হৈ তেওঁ পঠিয়ালত আহিলো। তোমালোকে ৰখা মহৎ নিধি বিচাৰি ফুৰিছো। নৈ অতিক্ৰম কৰা (ভয় থাকিলেও) সেই নৈৰ পানীয়ে আমাক ৰক্ষা কৰিলে। তেনেকৈয়ে ৰসা নৈৰ পানী অতিক্ৰম কৰিলো ॥ ২ ॥ (পণী) হে সৰমা, তোমাৰ গৰাকী ইন্দ্ৰ কেনেকুৱা? তেওঁক কেনেকুৱা দেখি? যাৰ দূতী হৈ তুমি আমাৰ ঠাইলৈ দূৰৰ পৰা আহিছা? (সিহঁতৰ ভিতৰতে কৈছে) এই সৰমা আহক। তাইৰ গৰাকীয়েই গৰুৰ গৰাকী ॥ ৩ ॥ (সৰমা) হে পণীহঁত, তোমালোকে ইন্দ্ৰক মাৰিব পাৰিবা বুলি মই নেভাবো,—যাৰ দূতী হৈ মই বহুত দূৰৰ ঠাইৰ পৰা আহিছো। বৈ যোৱা গভীৰ নৈয়ে ইন্দ্ৰক লুকায় (ঢাকি) নেৰাখে। হে পণীহঁত তোমালোকক ইন্দ্ৰই মাৰি শুৱায় দিব ॥ ৪ ॥ (পণী) হে সৌভাগ্যবতী সৰমা, দ্যুলোকৰ অন্ত পৰ্য্যন্ত ব্যাপী থকা এই তুমি দেখি থকা গৰু, যি গৰু, তুমি বিচাৰি আহিছা, এই বিলাকক যুদ্ধ নকৰাকৈ কোনে নিব পাৰিব? আমাৰ আৰু তীক্ষ্ণ অস্ত্ৰ আছে ॥ ৫ ॥ (সৰমা) তোমালোকৰ কথা বিলাক সৈনিকৰ কথা নহয়, যদিও তোমালোকৰ পাপযুক্ত শৰীৰ শৰেৰে বিন্ধিব নোৱাৰা হয়। তোমালোকৰ পন্থাৰে আমি যাবলৈ অসমৰ্থ। তোমালোকক দুয়োফালে বৃহস্পতিয়ে এৰি নিদিয়ে ॥ ৬ ॥ (পণী) হে সৰমা, এয়া আমাৰ সম্পত্তি শিলেৰে বন্ধা আছে। গৰু, ঘোঁৰা আৰু আমাৰ ধনেৰে পূৰ্ণ হৈ আছে। ভালকৈ পণী বিলাকে এই বিলাক ৰখি

আছে। ভয়খোৱা গৰুৱে হেম্বেলিয়াই শব্দ কৰি থকা ঠাইলৈ তুমি মিছাতে আহিলা ॥ ৭ ॥ ( সৰমা ) হে পণী-হঁত, সোমেৰে তীক্ষ্ণ হৈ থকা নবগ্ব অঙ্গিৰস সকলৰ অয়াস্য ঋষি তোমালোকৰ এই ঠাইলৈ আহি গৰু বিলাক ভাগ কৰিব। তেতিয়া পণী বিলাকে এই গৰু বিলাক তৎক্ষনাৎ উলিয়াই দিব ॥ ৮ ॥ ( পণী ) হে সৰমা, দেৱতাৰ বলেৰে তোমাক পথিওৱাত তুমি আহিছা। তোমাক আমি ভনী কৰি ৰাখিম। তুমি ঘূৰি নেযাবা। হে সৌভাগ্যৱতী, তোমাক গৰু জাকৰ ভাগ দিম ॥ ৯ ॥ ( সৰমা ) হে পণীহঁত মই ভাতৃত্ব নেজানো—ভাই-ভনীৰ কথাও নেজানো। ভয়ঙ্কৰ ইন্দ্ৰ আৰু অঙ্গিৰস সকলে জানে। যেতিয়া মই এই ঠাইৰ পৰা ইন্দ্ৰাদিৰ ওচৰ পাম গৈ, তেতিয়া তেওঁবিলাকে গৰু বিচাৰি আহি তোমালোকক ঘেৰি ধৰিব। সেইবাবে এই ঠাইৰ পৰা গৰু এৰি থৈ অন্য ঠাইলৈ যোৱা ॥ ১০ ॥ বহুত দূৰ ঠাইলৈ যোৱা। গৰু বিলাক ঋতৰ ( নিয়মৰ ) বাটেৰে পৰ্ব্বত ভাঙি ওলাই যাওক। লুকাই থোৱা গৰু বৃহস্পতিয়ে পাওক আৰু শিলেৰে সোম চেপা মেধাবী অঙ্গিৰস সকলে পাওক ॥ ১১ ॥

## ১০৯ সূক্ত—ঋ ৭।

ঋষি—ব্ৰহ্মজায়া জুহু বা ব্ৰহ্মৰ পুত্ৰ উৰ্দ্ধনাভা ছন্দ—ত্ৰিষ্টুপ্ ; ৬।৭ অনুষ্টুপ্। দেৱতা—বিশ্বদেৱ সকল।

মুখ্য সেই দেৱতা সকলে বৃহস্পতিৰ ব্ৰহ্মকিল্বিষৰ ( মহাপাপৰ ) বিষয় দেৱতা সকলক কলে। আদিত্য, জল, দেৱতা বৰুণ, বায়ু, বহুত বলৰ তপত অগ্নি, সুখৰ ভাব কৰা সোম, জলদেৱী, ( এওঁবিলাকে ) ঋতৰ ( সত্যৰ ) প্ৰথম জন্ম ( ব্ৰাহ্মণ বৃহস্পতিৰ ) পৰাচিত কৰিবৰ উপায় কৰিলে, ॥ ১ ॥ প্ৰথমে সোম ৰজাই পাপ কথাত লাজ নকৰাকৈ ব্ৰহ্মৰ পত্নীক পুনঃ বৃহস্পতিক যাচিলে। বৰুণেও সোমক অনুমোদন কৰিলে। মিত্ৰয়ো কৰিলে। দেৱতাৰ হোতা অগ্নিয়ে হাতত ধৰি নিলে। ॥ ২ ॥ হে বৃহস্পতি, এওঁৰ ( জুহুৰ ) আঙৰণ আদিৰে সৈতে গাৰ হাতত ধৰিব লাগে। দেৱতা সকলে এওঁক ব্ৰহ্মৰ পত্নী বুলিয়েই কয়। এওঁ পথিওৱা দূতক নিজক প্ৰকাশ নকৰিলে ক্ষত্ৰিয়ই লুকাই থোৱা ৰাজ্যৰ দৰে প্ৰকাশ নকৰে ॥ ৩ ॥ পূৰ্ব্বতে দেৱতা সকলে এই বিষয়ে কৈছিল। যি সপ্ত ঋষিয়ে তপ কৰিবলৈ বহিছিল, তেতিয়া ভয়ঙ্কৰী এই পত্নীক বৃহস্পতিয়ে বিবাহ কৰিছিল আৰু দুৰোহ পৰম ব্যোমত ৰাখিছিল ॥ ৪ ॥ হে দেৱতা সকল, পূৰ্ব্বতে তেওঁ ( বৃহস্পতি ) ব্ৰহ্মচাৰী হৈ ফুৰিছিল। সকলো যজ্ঞত দেৱতাৰ শৰীৰৰ এটা অঙ্গ হৈ পৰিছিল। তেতিয়া বৃহস্পতিয়ে মোক ( জুহুক ) পত্নী পালে। সোমে তেতিয়া যেনেকৈ মোক নি দিছিল এতিয়াও তেনেকৈয়ে মোক আনি দিছে ॥ ৫ ॥ দেৱতা সকলে ব্ৰহ্মৰ পত্নী জুহুক পুনৰ আনি দিলে, আৰু মানুহেও পুনৰ দিলে। এই দান সত্য কৰি ৰজা সকলেও পুনঃ বৃহস্পতিক দিলে ॥ ৬ ॥ দেৱতা সকলে ( বৃহস্পতিক ) নিষ্পাপী কৰিলে। বৃহস্পতিক ভাৰ্য্যা পুনৰ দি পৃথিৱীত অন্নৰ ভক্তক, বহুতে স্তুতি কৰা বৃহস্পতিক যজ্ঞেৰে উপাসনা কৰিলে ॥ ৭ ॥

## ১১০ সূক্ত—ঋ ১১।

ঋষি—ভৃগুৰ পুত্ৰ জমদগ্নি বা জমদগ্নিৰ পুত্ৰ ৰাম। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—অগ্নি ( আপ্ৰী সূক্ত ) ১-সমিদ্ধ; ২- তনূণপাৎ; ৩-ইল; ৪-বৰ্হি; ৫ যজ্ঞৰ দ্বাৰ; ৬-উষা আৰু ৰাতি ৭-দৈৱ হোতা দুজন; ৮-সৰস্বতী, ইলা আৰু ভাৰতী; ৯ ত্বষ্টা; ১০-বনস্পতি; ১১-স্বাহা কৃতি।

হে জাতবেদ অগ্নি দেৱতা, আজি তুমি মানুহৰ ঘৰত জ্বলি দেৱতা সকলক পূজা কৰা। পূজিব লগীয়া মিত্ৰ, কবি, জ্ঞানী আৰু দেৱতাৰ দূত, হে অগ্নি, তুমি দেৱতা সকলক লৈ আহা ॥ ১ ॥ হে তনূণপাৎ, ভাল জিভাৰ ( শিখাৰ ) ঋতৰ ( নিয়মৰ ) পথ বিলাকৰ মধুৰ ৰসেৰে সম্যক পোহৰ কৰি সোৱাদ কৰা। মননীয় স্তোত্ৰেৰে, কৰ্ম্মেৰে, যজ্ঞ সমৃদ্ধ কৰি আমাৰ যজ্ঞক দেৱতাৰ যোগ্য কৰা ॥ ২ ॥ হে অগ্নি, তুমি দেৱতাক আহ্বান কৰোতা, স্তুত্য, বন্দনা কৰিবলগীয়া, দেৱতা সকলৰ সৈতে প্ৰীত হৈ আমাৰ যজ্ঞলৈ আহা। হে মহান, তুমি দেৱতাৰ আহ্বাতা হৈছা। অতি যজন কৰিবলগীয়া, আমি প্ৰাৰ্থনা কৰা দেৱতা সকলক যজন কৰা ॥ ৩ ॥ এয়া যি দিনৰ আগ ভাগতে, পূৰ্ব্বকালে বহলকৈ মন্ত্ৰেৰে সৈতে স্তুতি কৰি কুশ মেলা আছে' এই পৃথিৱীত ( বেদীত ) বহলকৈ মেলা কুশত দেৱতা সকল সুখেৰে বহক ॥ ৪ ॥ যেনেকৈ পতিক পত্নীয়ে শোভিত হৈ আশ্ৰয় দিয়ে, তেনেকৈ সেই দ্বাৰ দেৱী দুজনাই বহুতকৈ আশ্ৰয় পাওক। সকলোকে সুখ দিয়া হে মহতী দ্বাৰ দেৱী দুজনা, তোমালোকে ভালকৈ মেল খোৱা ॥ ৫ ॥ ভালকৈ শুৱাই থোৱা কাৰণ ভাল ৰূপৰ, যজন কৰিবলগীয়া দিন ( উষা ) আৰু ৰাতি দেৱী দুজনা যজ্ঞৰ ঠাইত নিয়মেৰে বহক। দিব্যা, যুৱতী, মহতী,

ভাল দীপ্তিৰ প্ৰকাশ কৰা কান্তি ( তেওঁ বিলাকে ) ধাৰণ কৰিছে ॥ ৬ ॥ প্ৰথম ( মুখ্য ), সুস্তুতিৰ, দৈব হোম নিষ্পাদক দুজন, মানুহৰ যাগ নিবৃত্তিৰ কাৰণে যজ্ঞ উৎপাদন কৰি, যজ্ঞত যজমানক প্ৰেৰণ কৰা স্তোত্ৰ কৰ্ত্তা সকলে পূব ফালে ( আহবনীয় ) জুই পকৃত বাটেৰে বহন কৰি আনক ॥ ৭ ॥ ভাৰতী দেৱী আমাৰ যজ্ঞলৈ খৰকৈ আহক। মানুহে ( কৰিবলগীয়া কাম ) জনা দৰে ইলা দেৱীয়েও ইয়ালৈ আহক। ( তেওঁ বিলাকৰ লগত ) সুকৰ্ম্মা সৰস্বতীও আহক। তিনিও জনা দেৱী সুখকৰ এয়া কুশত বহক ॥ ৮ ॥ সকলোৰে জন্মদাতা এই দ্যাবাপৃথিবীয়ে সকলো ভুবন ৰূপেৰে ৰূপবতী কৰিলে। হে হোতা সকল, অতি যজন কৰিবলগীয়া সকলো জানি আমি প্ৰাৰ্থনা কৰা ইয়াত ( এই যজ্ঞত ) আজি এই ত্বষ্টা দেৱতাক যজন কৰা ॥ ৯ ॥ হে বনস্পতি ( যুপ ) তোমাৰ গাত্ৰে, ঋতত ( সময়ত ) জন্ম হোৱা, দেৱতাৰ কাৰণে হবি অন্ন উলিয়াই ( আমাক ) দিয়া, শমিধ অগ্নি দেৱতাই মৌ আৰু ঘিঁউৰে হব্যৰ সোৱাদ লওক ॥ ১০ ॥ এই অগ্নি সদ্যঃ ( এতিয়াই ) উৎপন্ন হোৱা বিশেষকৈ উৎপাদন কৰা হৈছে। ( তেওঁ ) দেৱতাৰ আগত যোৱা হল। পূব দিশত ( আহবনীয় ) ঋতৰ ( নিয়মৰ ) এই হোতাৰ মুখত স্বাহা শব্দৰে দিয়া হবি দেৱতা সকলেও ভক্ষণ কৰক ॥ ১১ ॥

## ১১১ সূক্ত—ঋ ১০।

### ঋষি—বিৰূপৰ পুত্ৰ অষ্টাদ্ৰংষ্ট্ৰ ঋষি। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে মনীষি সকল, ইন্দ্ৰক স্তুতি কৰা। নেতা সকলে যেনেকৈ স্তুতি কৰিব পাৰে ( নিজ বুদ্ধি অনুসৰি ) তেনেকৈ স্তুতি কৰক। আমি কৰা সত্য স্তোত্ৰৰে ইন্দ্ৰক ঘুৰাই আনিম,—জ্ঞানী, সেই স্তোত্ৰ ভাল পোৱা ইন্দ্ৰক ঘুৰাই আনিম ॥ ১ ॥ ঋতৰ ( নিয়মৰ ) সেই অন্তৰীক্ষৰ পানীৰ ধাৰক ইন্দ্ৰই প্ৰকাশ কৰিছে। এটা পোৱালী দিয়া গাই গৰুৰ পোৱালী বৃষভৰ দৰে ইন্দ্ৰ সৰ্ব্বব্যাপী হৈ আছিল। মহৎ চিঞৰৰ মাৰি তেওঁ ওপৰলৈ উঠিল। মহৎ ৰজোলোকত পানী উলিয়াই দিলে ॥ ২ ॥ আমাৰ স্তোত্ৰ শুনিবলৈ ইন্দ্ৰই হে ভালকৈ জানে। তেওঁ জয়শীল,— সূৰ্য্যৰ পথা নিৰ্ম্মান কৰি দিছে। তেওঁ নিজক বিচলিত নোহোৱা কৰি যজ্ঞলৈ আহিছে। তেওঁ দ্যুলোকৰ পতি আৰু গৰুৰ পালক হল। আদি সৃষ্টিৰ তেওঁক কোনেও লৰচৰ কৰিব নোৱাৰে ॥ ৩ ॥ ইন্দ্ৰই অঙ্গিৰস সকলে স্তুতি কৰিলত পানী থকা মহৎ মেঘৰ কৰ্ম্মবিলাক নিজ মহিমাৰে কৰিলে (ভাঙিলে)। বহুত পানী তললৈ বিস্তাৰ কৰি দিলে। ইন্দ্ৰই সত্য দ্যুলোকত ধাৰক বল ধাৰণ কৰিলে ॥ ৪ ॥ ইন্দ্ৰই দ্যু-লোক আৰু পৃথিৱীৰ মহত্বৰে পতিনিধি হৈ সকলো সবন যজ্ঞৰ কথা জানে। শুষ্ণ অসুৰক মাৰিলে। মহতী স্বৰ্গক সূৰ্য্যেৰে প্ৰকাশ যুক্ত কৰিলে। ধৰি ৰাখিব পৰাৰ ভিতৰত এটাইতকৈ ভালকৈ ধৰি ৰখা তেওঁ খুটা হৈ দ্যুলোক ধাৰণ কৰিলে ॥ ৫ ॥ হে ইন্দ্ৰ, বৃত্ৰৰ হন্তা তুমি বজ্ৰৰে বৃত্ৰক মাৰিলা। দেৱতা বিৰোধী ( সেই বৃত্ৰই ) নিজৰ বলেৰে বৃদ্ধি পোৱা ( তাৰ ) মায়া সমৰ্থ বজ্ৰৰে তুমি নষ্ট কৰিলা। হে মঘবান, তাৰ পাচত তুমি বাহুবল বৃদ্ধি কৰিলা ॥ ৬ ॥ যেতিয়া উষাকালত সূৰ্য্য ( সূৰ্য্যাত্মক ) ইন্দ্ৰ আহে তেতিয়া তেওঁৰ ৰশ্মিবিলাকে নানা বৰণৰ ৰূপ ধৰে। তেতিয়া দিনত নক্ষত্ৰ ( তৰা ) দেখা নেযায়। তাৰ পাচত ( অস্ত গলে ) এওঁ কলৈ যায় কোনেও নেজানে। এইটো কথা সত্য ॥ ৭ ॥ মহৎ পানীৰ ভিতৰত ইন্দ্ৰই পঠিওৱা প্ৰথম পানা দূৰলৈ আঁতৰি গল। হে পানী, তোমালোকৰ প্ৰথম ক'ত আছিল? মূল ক'ত? তোমালোকৰ মাজ বা ক'ত? এতিয়া তোমালোকৰ অন্ত ক'ত? ॥ ৮ ॥ হে ইন্দ্ৰ, বৃত্ৰই যেতিয়া নৈবিলাক গ্ৰাস কৰি থৈছিল, তুমি মুকলি কৰি দিলা। তেতিয়া এই পানীবিলাক বেগেৰে চলি গল। ইন্দ্ৰই "ইচ্ছা কৰি যেতিয়া পানী মুকলি কৰি দিলে তেতিয়া "সেই বিশুদ্ধ পানীবিলাক বৈ থাকিব নোৱাৰি ধেমালী কৰি গৈ থাকিল ॥ ৯ ॥ একেলগে যোৱা পানীবিলাক কামুকী স্ত্ৰীৰ দৰে সমুদ্ৰৰ ফালে ঢাল ললে। শত্ৰু উজাৰ কৰা, পুৰ ভেদ কৰা ইন্দ্ৰ সদায়েই এই পানীবিলাকৰ গৰাকী। হে ইন্দ্ৰ আমাৰ নিজৰ পাৰ্থিব ধন হবি আৰু বহুত ভাল স্তুতি বাক্য তোমাৰ ঘৰলৈ ( ওচৰলৈ ) যাওক ॥ ১০ ॥

## ১১২ সূক্ত—ঋ ১০।

### ঋষি—বিৰূপৰ পুত্ৰ নভ প্ৰভেদন। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, যেনে ইচ্ছা তেনেকৈ তুমি অভিষুত কৰা সোমৰ ভাগ পান কৰা। প্ৰাতঃ সবন যজ্ঞত অভিষুত কৰা সোম তোমাৰহে প্ৰথমতে পান কৰিবলগীয়া হয়। হে বীৰ, শত্ৰু মাৰিবলৈ তুমি হৃষ্ট হোৱা। তোমাৰ বল-বীৰ্য্যৰ কথা স্তোত্ৰেৰে মই কম ॥ ১ ॥ হে ইন্দ্ৰ, মনতকৈও বেগী তোমাৰ যি ৰথ আছে সেই ৰথেৰে সোম পান কৰিবলৈ আহা। তোমাৰ

ৰথত লগোৱা হৰি ঘোঁৰাই থৰকৈ তোমাক আমাৰ ফালে লৈ আহক,—যি ঘোঁৰাৰে তুমি আনন্দ কৰি আহা ॥ ২ ॥ হে ইন্দ্ৰ, হৰিৎবৰ্ণ যুক্ত সূৰ্য্যৰ শ্ৰেষ্ঠ তেজৰ ৰূপেৰে আমাৰ যজ্ঞ স্পৰ্শ কৰা। মৰুৎসকলেৰে সৈতে থাকি সখাৰ দৰে আমি আহ্বান কৰা যজ্ঞত বহি আমোদ কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, এই মহতী দ্যাবাপৃথিবীত তোমাৰ সোম পানৰ আনন্দত (উদ্ভৱ) হোৱা সেই মহিমা বেলেগ কৰি ধাৰণ কৰিব নোৱাৰে। তোমাৰ ৰথত লগোৱা প্ৰিয় ঘোঁৰাৰে প্ৰিয় অন্ন লক্ষ্য কৰি আমাৰ ঘৰলৈ (যজ্ঞলৈ) আহা ॥ ৪ ॥ হে ইন্দ্ৰ সোম পান কৰি তুমি অনুকৰণ নকৰাকৈ অস্ত্ৰেৰে যি (যজমানৰ) শত্ৰুক বহুতবাৰ হত্যা কৰিলা সেই যজমানে তোমালৈ বহুত মহতী স্তুতি পঠিয়াইছে। হে ইন্দ্ৰ, আমাৰ চেপা সোম তোমাৰ আমোদ কৰিবৰ সমৰ্থ ॥ ৫ ॥ হে ইন্দ্ৰ, আমি তোমাৰ কাৰণে সদায় দিয়া (চমস) পাত্ৰ আছে। সেই পাত্ৰ মদকৰ মধুৰ সোমেৰে পৰিপূৰ্ণ কৰা হৈছে। সেই পাত্ৰ সকলো দেৱতাই কামনা কৰে। হে শতক্ৰতু সেই পাত্ৰৰে সোম পান কৰা ॥ ৬ ॥ হে কামবৰ্ষী ইন্দ্ৰ, হবি উৎসৰ্গ কৰিবলৈ মানুহবিলাকে বহুত ধৰণৰে তোমাকেই আহ্বান কৰে। (কিন্তু) আমাৰ এই সবন যজ্ঞবিলাক তোমাৰ কাৰণে অতি মধুৰ সোমযুক্ত হৈছে। সেই সোম তুমি গ্ৰহণ কৰা ॥ ৭ ॥ হে ইন্দ্ৰ তোমাৰ প্ৰথমে কৰা পুৰণি বল-বীৰ্য্য বিলাকৰ কথা এতিয়া কম। পানী বৰ্ষন কৰা মনৰে তুমি মেঘ ভাঙি দিলা। ব্ৰাহ্মণ বৃহস্পতিক গৰুৰ বিষয় সহজে জানিব পৰা কৰি দিলা ॥ ৮ ॥ হে গণৰ পতি, স্তোতাসকলৰ ওচৰত ভালকৈ বহা। কবিসকলৰ মাজত তুমি অতি কবি (মেধাবি) বুলি কয়। তোমাক এৰি দূৰত বা ওচৰত কোনেও কোনো (সজ্জ) কৰ্ম্ম নকৰে। হে মঘবান, মহান অৰ্চনীয় স্তোত্ৰ তোমালৈ বুলি গাইছো ॥ ৯ ॥ হে মঘবান, যাঞ্চা কৰা আমাক বেচি তেজ যুক্ত কৰা। হে সখা, হে ধনৰ পতি তুমি সখা হৈছা (যেতিয়া) আমাৰ স্তোত্ৰবিলাক বুজি লোৱা। হে যুদ্ধ কৰোতা, যথাৰ্থ বলী তুমি যুদ্ধ কৰা। ভক্ত নোহোৱা ঠাইতো (অৰ্থাৎ য'ত ধন লাভ কৰিবৰ উপায় নাই) আমাক ধন দিয়া ॥ ১০ ॥

## ১১৩ সূক্ত—ঋ ১০।

ঋষি—বিৰূপৰ পুতেক শত প্ৰভেদন। ছন্দ—জগতী; ১০—ত্ৰিষ্টুপ্। দেৱতা—ইন্দ্ৰ।

সকলো দেৱতাৰে সৈতে বুজি লৈ এই ইন্দ্ৰৰ দ্যাবা-পৃথিবীৰ মাজত থকা সেই শত্ৰুক শোষণ কৰা বল ৰক্ষা কৰা। (বৃত্ৰবধ আদি) কৰ্ম্ম কৰি ইন্দ্ৰই নিজৰ মহিমা যেতিয়া পালে তেতিয়া তেওঁ সোম পান কৰি (আৰু) বৰ্দ্ধন হল ॥ ১ ॥ বিষ্ণুৱে, মধুৰ সোমলতাৰ অংশ পঠিয়াই দি নিজ বলেৰে উলিওৱা এই ইন্দ্ৰৰ মহিমা বিলাক (বিষ্ণুৱে) বহুত ৰূপেৰে স্তুতি কৰে। মঘবানে লগত যোৱা দেৱতা (মৰুত) সকলেৰে সৈতে বৃত্ৰক বধ কৰি সকলোৰে পূজ্য হল ॥ ২ ॥ যুদ্ধ কৰিবলৈ (বজ্ৰ আদি) অস্ত্ৰ বিলাক দেখুৱাই ইন্দ্ৰই যি অবধ্য বৃত্ৰৰে সৈতে মুখামুখি হল, (হে ইন্দ্ৰ), তোমাৰ সেই (কাম বিলাকত) বিষয় মই এতিয়া স্তুতিৰে ব্যাখ্যা কৰিম। উগ্ৰ তোমাৰ মহিমা আৰু বীৰ্য্য সকলো মৰুতেৰে সৈতে ইয়াত মই বৰ্দ্ধন কৰি স্তৱ কৰিম ॥ ৩ ॥ জন্ম হৈয়েই ইন্দ্ৰই শত্ৰুক প্ৰীৰণ কৰিলে। সমৰ্থবান তেওঁ ৰণ কৰিবলৈ নিজৰ বল পৰ্যবেক্ষণ কৰিলে। মেঘ চিট্টি-ভাঙি দিলে। (মেঘক) কোবাই পানী তললৈ এৰি দিলে। মহান দ্যুলোক ভাল কামৰ কাৰণে ৰখাই দিলে ॥ ৪ ॥ আৰু ইন্দ্ৰই মহতী সেনাৰ অধীশ্বৰ হল। দ্যাবাপৃথিবীৰ মাজত ডাঙৰ শত্ৰু নিপাত কৰিলে। মিত্ৰৰ কাৰণে, বৰুণৰ কাৰণে আৰু হবি দাতাৰ কাৰণে শত্ৰুবধ কৰিবলৈ বীৰদৰ্পেৰে লোহৰ বজ্ৰ ধাৰণ কৰিলে ॥ ৫ ॥ যেতিয়া এন্ধাৰেৰে বেৰি থকা সেই বৃত্ৰক নিজ বলেৰে ইন্দ্ৰই বধ কৰিলে, তেতিয়া ইয়াত (মেঘত) শত্ৰুক বধ কৰা ইন্দ্ৰৰ বল বিখ্যাত (ৰূপে প্ৰচাৰ) কৰিবলৈ মহৎ শব্দ কৰি পানী ওলাই আহিল ॥ ৬ ॥ নিজ বলৰ মহিমাৰে বৃত্ৰৰ লগত যুদ্ধত (যত্নৰে) লিপ্ত থকা ইন্দ্ৰই প্ৰথমতে যি বিলাক বল প্ৰয়োগ কৰিছিল, তাতেই বৃত্ৰক বধ কৰোতে অতি গহীন অন্ধকাৰ নাইকিয়া হল। ইন্দ্ৰই নিজ মহিমাৰে বীৰ বিলাকৰ মাজত প্ৰথম স্থলত নাম উল্লেখৰ যোগ্য হল ॥ ৭ ॥ হে ইন্দ্ৰ, সোম আৰু স্তৱেৰে সকলো দেৱতাই তোমাৰ বল-বিক্ৰমৰ সম্বৰ্দ্ধনা জনালে। মৃত্যু সাধন কৰা ইন্দ্ৰৰ বজ্ৰৰে মাৰি বৃত্ৰক বধ কৰিলত (পানী সৃষ্টি হলত) অগ্নিয়ে শিখাৰে খোৱা দৰে মানুহে, তেতিয়া অন্ন খাবলৈ ধৰিলে ॥ ৮ ॥ হে স্তোতা সকল বন্ধু কৰোতা মন্ত্ৰযুক্ত সখাসকলে ইন্দ্ৰৰ উপযুক্ত স্তোত্ৰেৰে বহুত বাৰ ইন্দ্ৰক স্তুতি কৰিলে। (তেতিয়া) ইন্দ্ৰই দভীতি আৰু চুমুৰী অসুৰক বধ কৰি শ্ৰদ্ধাযুক্ত মনেৰে স্তোত্ৰ শুনিলে ॥ ৯ ॥ হে ইন্দ্ৰ, তুমি ভাল ঘোঁৰাযুক্ত বহুত ধন মোক দিয়া, যি ধনেৰে সদায় গাঁৰলগীয়া স্তোত্ৰ গাই মই ভালকৈ যাব পৰা বাটেৰে সকলো

দুঃখৰ ( পাপৰ ) পৰা তৰিব পাৰো। হে ইন্দ্ৰ, আজি কৰা আমাৰ এই স্তোত্ৰ বহুত বুলি জানিবা ॥ ১০ ॥

১১৪ সূক্ত—ঋ ১০।

ঋষি - বিৰূপৰ পুতেক সধ্ৰি বা তাপসৰ পুত্ৰ ধৰ্ম্ম। ছন্দ—ত্ৰিষ্টুপ্; ৪ জগতী। দেৱতা—বিশ্বেদেৱা ( সকলো দেৱতা )।

দীপ্তমান অগ্নি আৰু আদিত্যাই ( তিনিলোক ) ব্যাপ্ত হল। (অন্তৰীক্ষত থকা) বায়ুৱে তেওঁলোকৰ প্ৰীতি লাভ কৰিলে। অৰ্চনীয় সূৰ্য্যৰ দীপ্ত ৰশ্মিবিলাক তিনিও-খন বেদৰ তেজেৰে সৈতে লগ হৈছে। লোকবিলাক ধাৰণ কৰা তেওঁবিলাকে দ্যুলোকৰ পানী বৰষিলে ॥ ১ ॥ পৃথিবীত থকা এই তিনি দেৱতাক হবি দিবৰ কাৰণে যজমানসকলে উপাসনা কৰে। বহুত কীৰ্ত্তিৰ এই জগত পোৱাই দিয়া দেৱতাই এই ( উপাসনা কৰা বিষয় জানে। মেধাবীসকলে তেওঁবিলাকৰ মূল কাৰণ পৰমাত্মাক জানে। উৎকৃষ্ট গুপ্ত কৰ্ম্মবিলাকৰ যি প্ৰবৃত্তি আছে ( তাৰ মূল কাৰণ জানে) ॥ ২ ॥ চাৰিচুকীয়া বেণী বন্ধা যুৱতীৰ দৰে অলঙ্কাৰেৰে শোভিত যিঁউৱে, হবিৰে সিক্ত কৰা বেদীত জানিবলগীয়া স্তোত্ৰ বিলাকেৰে ঢাকি পেলায়। সেই বেদীত হবিৰ বৰ্দ্ধক চৰাইৰ দৰে ভালকৈ অহা দম্পতি বহে। দেৱতা সকলে ভাগী হৈ নিজ নিজ ভাগ লয় ॥ ৩ ॥ এজন ভালকৈ উৰা চৰাইৰ দৰে অন্তৰীক্ষত সোমাই সকলো দেৱতায় এই সকলো ভুৱন চাই ফুৰে। সেই দেৱতাক পৰিপক্ক মনেৰে ওচৰত মই দেখিছো। মাকে তেওঁলোকক চেলেকে। তেওঁলোকেও মাকক চেলেকে ॥ ৪ ॥ মেধাবী কবিসকলে এই ভালকৈ যোৱা একমাত্ৰ এজনক স্তুতিৰে বহুত প্ৰকাৰ বুলি কল্পনা কৰে। যজ্ঞৰ ( গায়ত্ৰী আদি ) ছন্দ বিলাক ধাৰণ কৰি বাৰটা সোম ধৰি ৰখা পাত্ৰ নিৰ্ম্মান কৰে ॥ ৫ ॥ চয়ত্ৰিশটা আৰু চাৰিটা সোম গ্ৰহন কৰা পাত্ৰ সোমেৰে ভৰাই বাৰটা ছন্দ পৰ্য্যন্ত ভৰাই ( ধাৰণ কৰি ) আৰু মনীষিসকলে যজ্ঞৰ ৰথ নিৰ্ম্মান কৰি ঋক্ আৰু সাম - গানেৰে যজ্ঞ প্ৰবৰ্ত্তন কৰে ॥ ৬ ॥ এই যজ্ঞৰূপৰ ( পৰমাত্মাৰ ) অন্য চৌধ্যাতা মহিমা আছে। সেই যজ্ঞত সাতজন ধীমান হোতাই স্তুতি বাক্যেৰে প্ৰণয়ন কৰে। ব্যাপক তীৰ্থ বুলি এই যজ্ঞক কোনে কব পাৰে?—যি ( যজ্ঞৰ ) বাটেৰে অভিষুত সোম দেৱতাই পান কৰে ॥ ৭ ॥ সহস্ৰ সহস্ৰ শৰীৰত পোন্ধৰটা ( পঞ্চভূত, জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয় ) উৎকৃষ্ট অঙ্গ আছে। দ্যাৱাপৃথিবীৰ যি মান-পৰিমান আছে সেই পৰিমানে ( আত্মা ) আছে। তাৰ সহস্ৰ সহস্ৰ মহান ব্যৱহাৰ হয়। ( নানাবিধ দেহত ) ব্ৰহ্ম যেনেকৈ অধিষ্ঠিত, সিমান দূৰ বাক্ও অধিষ্ঠিত ॥ ৮ ॥ ধীৰ কোন মানুহে ( গায়ত্ৰী আদি ) ছন্দৰ নিয়োগ জানে? কোনে বা ( সাতজন হোতাৰ ) অগ্নিক জানে —আৰু তাৰ বাক্য ( —ৰ অৰ্থ ) আয়ত্ত কৰিব পাৰে? ( সাতজন ) হোতাৰ ( লগত ) অষ্টম জনক বেলেগকৈ কোনে বুজে? কোনে ইন্দ্ৰৰ ঘোঁৰা ( ঋক্ আৰু সাম ৰূপী ) দুটা পূজন কৰে ॥ ৯ ॥ কোনটো ( ঘোঁৰাই ) পৃথিবীৰ ( আৰু দ্যুলোকৰ ) অন্ত পৰ্য্যন্ত ৰথৰ ধুৰাত যুক্ত হৈ যায়? এই ঘোঁৰাৰ শ্ৰম নাশক যাঁত দেৱতা সকলে দিয়ে, -যেতিয়া নিয়ন্তাই ( সূৰ্য্যয় ) ঘৰৰ দৰে ৰথত অধিষ্ঠিত হয় ॥ ১০ ॥ ( এই সূক্তৰ লুকায় থকা অৰ্থ গহীন আৰু বহুত ঠাইত দুৰ্ব্বোধ্য। অধ্যাত্ম বিষয় সূক্ষ্মতত্ব ইয়াত কিছুদূৰ পোৱা যায় )।

১১৫ সূক্ত - ঋ ৯।

ঋষি—বৃষ্টিহব্যৰ পুতেক উপস্তুত। ছন্দ—জগতী; ৮-ত্ৰিষ্টুপ্; ৯-শক্কৰী। দেৱতা—অগ্নি।

কেচুৱা নতুন অগ্নিৰ হবি বহন কৰা কথা আচৰিত, —যি জন্ম হৈয়েই মাকৰ পিয়াহ খাবলৈ নেযায়। ওঠৰ নোহোৱাকৈ যদি জন্ম দিলেহেঁতেন, ( তেতিয়া একো নাই, কিন্তু সকলোৰে কামধেনু দ্যাবা-পৃথিবীত জন্ম, সেই বাবে আচৰিত )। আজি ওপজা মাত্ৰকে তেতিয়াই মহৎ দূতৰ কাম কৰি হবি বহন কৰিছে ॥ ১ ॥ কৰ্ম্মবন্ত ( ৰূপে ) অগ্নিৰ নাম ( তেওঁ হবি বা স্তোত্ৰেৰে ) ধাৰণ কৰে। যজন কৰোতাক ধন দাতা অগ্নিয়ে ভস্মৰে ( বা প্ৰকাশক তেজেৰে ), দাঁতেৰে ( শিখাৰে ) হাবি বিলাকত লাগি যায়। সমৰ্থ হৃষ্ট-পুষ্ট বৃষ যাঁহত ফুৰি ফুৰা দৰে ওপৰলৈ তুলি লোৱা জুহু পাত্ৰৰে শোভিত অগ্নি যজ্ঞত ফুৰি ফুৰে ॥ ২ ॥ ( হে স্তোতাসকল ) তোমালোকে অগ্নিক স্তুতি কৰা। ( তেওঁ ) চৰাইৰ দৰে ( অৰণি ) কাঠত বহা দেৱতা, স্তোতাক সোম অন্ন দিয়া, শব্দ কৰি হাবি পোৰা, পানী যুক্ত, মুখেৰে হবি বহন কৰা, দীপ্তিৰে মহৎ, তেওঁৰ কাম মহৎ আৰু যোৱা বাট বৰ্জ্জিত কৰি যায় ॥ ৩ ॥ হে জৰাৰহিত, গমনশীল, দহন কৰিবলৈ বিচৰা অগ্নি, যি তোমাৰ নিজৰ অচ্যুত বায়ুৰ দৰে সকলোতে আছা, যোদ্ধাৰ দৰে শীঘ্ৰ গমনশীল, হাগৰ কাৰণে ভজন কৰিবলৈ বিচৰা, তিনি ঠাইত বিস্তৃত ( অগ্নি ) তোমাক ( স্তুতি আৰু হবিৰে ) ব্যাপ্ত কৰিছো ॥ ৪ ॥

অতি শক্ত কৰা ( স্তোত্ৰ ), স্তোতাৰ সখা, স্বামী, সেই অগ্নি, ওচৰত থকা শত্ৰুৰ বিনাশক ( তুমি ) স্তোতাক ৰক্ষা কৰা। হবি দিয়া আমাক ৰক্ষা কৰা। এইবিলাক ৰক্ষণ আমাক অগ্নিয়ে দিয়ক ॥ ৫ ॥ হে সুপিতৃ-যুক্ত অগ্নি, বহুত অন্ন যুক্ত, শত্ৰুক পৰাজয় কৰা তুমি জাতবেদক সোনকালে স্তুতি কৰিবলৈ উদ্যোগ কৰিছো। পানী নোহোৱা ঠাইত ( আপদত ) ধনুৰে ৰক্ষা কৰা, সৎ লোকৰ পালক পূজ্য অগ্নিক ভাল ( হবি দি ) স্তুতি কৰিছো ॥ ৬ ॥ বলৰ পুতেক অগ্নিক নেতাসকলে বিদ্বান সকলেৰে সৈতে ধন উদ্দেশ্য কৰি এনেকৈ স্তব কৰিছো। মিত্ৰৰ দৰে সন্তুষ্ট অগ্নিক ঋত ( যজ্ঞ ) কামনা কৰি যি স্তোতাসকলে শত্ৰুক অভি-ভব কৰিবলৈ বিচাৰিছোঁ ( সেই আমি স্তব কৰিছোঁ ॥ ৭ ॥ বলৰ পুতেক, হে বলবান অগ্নি, তোমাক (মই) উপস্তুতই ( ঋষিয়ে ) মোৰ হবি ( দেৱতালৈ ) বহন কৰা তোমাক স্তুতিৰে বন্দনা কৰিছো। তোমাক আমি সন্তুষ্ট কৰিম। তোমাৰ দ্বাৰা ভাল পুত্ৰ যুক্ত হম। অতি দীঘল আয়ুস পাম ॥ ৮ ॥ হে অগ্নি, তোমাক এইদৰে বৃষ্টিহব্যৰ পুতেক উপস্তুত ঋষিসকলে স্তুতি কৰিছে। তেওঁবিলাকক তুমি পালন কৰা। আৰু স্তুতি কৰা বিদ্বানসকলক পালন কৰা। বষট্ বষট্ মন্ত্ৰেৰে, নমো নম: মন্ত্ৰেৰে ব্যাপ্ত কৰা ( সকলক পালন কৰা ) ॥ ৯ ॥

## ১১৬ সূক্ত—ঋ ৯ ।

ঋষি স্থুৰৰ পুত্ৰ অগ্নিযুত বা অগ্নিযুপ। ছন্দ— ত্ৰিষ্টুপ্। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তুমি নিজৰ বলৰ কাৰণে বহুত সোম পান কৰা। হে অতিবলী ইন্দ্ৰ, বৃত্ৰক হত্যা কৰিবলৈ সোম পান কৰা। আহ্বান কৰা ( আমাৰ ) ধনৰ কাৰণে আৰু অন্নৰ কাৰণে সোম পান কৰা। তৃপ্ত হৈ আমাৰ অভিলাষ সিদ্ধি কৰা ( ধন আদি ) বৰ্ষণ কৰা ॥ ১ ॥ হে ইন্দ্ৰ, হবি অন্নবন্ত ( উত্তৰ বেদীত ) স্থাপন কৰা এই অভিযুত কৰা সন্মুখত থকা সোমৰ উৎকৃষ্ট তোমাৰ ভাগ সোম পান কৰা। ধনবান আৰু সৌভাগ্যবান কৰিবলৈ আমাৰ ফালে মুখ কৰা ॥ ২ ॥ হে ইন্দ্ৰ, তোমাৰ স্বৰ্গত হোৱা সোমে আমোদ দিয়ক। পৃথিবীত যি সোম অভিযুত কৰা হৈছে সেই সোমেও আমোদ দিয়ক। যি সোমেৰে ( আমাৰ কাৰণে ) ভাল ধন কৰিলা সেই সোমে তোমাক, আমোদ দিয়ক। যিঁ সোমেৰে শত্ৰু নাইকিয়া কৰিছা সেই সোমেও তোমাক আমোদ দিয়ক ॥ ৩ ॥ দ্বিগুণ বলেৰে সকলো ফালে যাব পৰা বৰ্ধক ইন্দ্ৰই ( বসতীবৰী ) পানীৰে ধোৱা সোম অন্নৰ ফালে হবি যোঁৱাৰে সৈতে আহা। হে শত্ৰুৰ হন্তা ইন্দ্ৰ, আমাৰ যজ্ঞত গৰুৰ চালৰ ভিতৰত চেপা, পাত্ৰত ভৰাই থোৱা মধুৰ সোম পান কৰি শত্ৰুক খেদায় আমাৰ ফালে আহি বৃষৰ দৰে আচৰণ কৰা ॥ ৪ ॥ হে ইন্দ্ৰ, তীক্ষ্ণ অস্ত্ৰ বিলাক প্ৰকাশ কৰি যাতুধান ( ৰাক্ষস ) বিলাকক দৃঢ় হলেও মাৰি সিহঁতৰ শৰীৰ নিপাত কৰা। উগ্ৰ তোমাক শত্ৰুক বশ কৰিব পৰাকৈ বল কৰি দিবলৈ হবি দিছো। বেয়াকৈ চিঞৰা শত্ৰুৰ প্ৰতিকূলে গৈ সিহঁতক চিঙি পেলোৱা ॥ ৫ ॥ হে স্বামী ইন্দ্ৰ, তুমি আমালৈ অন্ন বিস্তাৰ কৰা। শত্ৰুলৈ স্থিৰ ধনু-শৰ নিজ বলেৰে বিস্তাৰ কৰি প্ৰহাৰ কৰা। আমাৰ ফালে আহি শত্ৰুৱে পৰাভৱ কৰিব নোৱাৰা বল বৃদ্ধ হোৱা তুমি তোমাৰ শৰীৰৰ বল আৰু বৃদ্ধি কৰা ॥ ৬ ॥ হে মঘবান, সম্ৰাট, হে ইন্দ্ৰ, এয়া আমি দিয়া সোম হবি খণ্ড নকৰাকৈ তুমি গ্ৰহণ কৰা। হে মঘবান, তোমালৈহে এয়া সোম অভিযুত কৰা, এয়া হবি ( পিথা, পুৰোডাশ ) পাক কৰা হৈছে। হে ইন্দ্ৰ, খোৱা। ( উত্তৰ বেদীত ) স্থাপন কৰা সোম পান কৰা ॥ ৭ ॥ হে ইন্দ্ৰ ( উত্তৰ বেদীত ) থোৱা এই বিলাক হবি ভক্ষণ কৰা। অন্ন ধৰা ( হওক )। পাক কৰা ( পিথা পনা ) ধৰা আৰু সোম পান কৰা। সন্তোষিত হলে তোমাৰ পৰা ধন ( আদি ) বিচাৰিম ॥ যজমানে কৰা অভিলাষ সত্য হওক ॥ ৮ ॥ ইন্দ্ৰ আৰু অগ্নিলৈ নৈত নাও পথিয়াই দিয়া দৰে সুবচনৰ স্তুতি প্ৰেৰণ কৰিছো। ( স্তুত হৈ ) কৰ্ম্ম কৰ্ত্তা ঋত্বিকৰ দৰে দেৱতাই পৰিচৰণ কৰিছে,—যি দেৱতাই আমাৰ ধনৰ দাতা আৰু শত্ৰুক উৰালি পেলোৱা ॥ ৯ ॥

## ১১৭ সূক্ত—ঋ ৯ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ ভিক্ষু। ছন্দ—ত্ৰিষ্টুভ্; ১।২-জগতী। দেৱতা—দান প্ৰশংসা।

দেৱতাসকলে ভোক ( বস্তুটো ) মৰিবৰ কাৰণে দিয়া নাই। খাই থকা মানুহো মৃত্যুৰ মুখত পৰে। আৰু দাতাৰ ধন কেতিয়াও নাইকিয়া নহয়। যি দাতা নহয় তাৰ সুখ দিওঁতা কোনো নাই ॥ ১ ॥ যি মানুহে অন্নবান হৈও দুৰ্ব্বল খাবলৈ নোপোৱা কোনো ভিক্ষাৰী ঘৰলৈ আহিলে অন্ন ( আদি ) সেই দ্ৰাবিত্ৰ্য প্ৰীড়িতক নিদিবলৈ মন বান্ধে, ( অথচ ) তাৰ আগতে নিজে খাই তেনে মানুহৰ সুখ দাতা বিচাৰি নেপায় ॥ ২ ॥

তেওঁৱেই প্ৰকৃত দাতা, যি অন্ন বিচাৰি ঘূৰি ফুৰা, গ্ৰহন কৰা, শুকাই খিনাই যোৱা দৰিদ্ৰক অন্ন দিয়ে। যজ্ঞত তেওঁৰ অপৰ্য্যাপ্ত ফল হয়। তেওঁৰ শত্ৰু সেনাৰ লগত মিত্ৰতা হয় ॥ ৩ ॥ সেইজন বন্ধু নহয় যি বন্ধু আৰু লগৰীয়াক অন্ন নিদিয়ে। তেওঁ যাওক। তেওঁৰ ঘৰ নহওক। তেওঁ গৈ অন্যক গৰাকী লওকগৈ ॥ ৪ ॥ ধনবন্ত মানুহে বিচাৰি যোৱাক ধন দিবই লাগে। (তেনে কৰি) সুদীৰ্ঘ সুপন্থা অবলম্বন কৰিব লাগে। ধনবিলাক ৰথৰ চকৰিৰ দৰে (ঘূৰি) বেলেগ বেলেগ মানুহৰ ওচৰলৈ যায় ॥ ৫ ॥ দান দিবলৈ যাৰ মন নাই, সি মিছাই অন্ন লাভ কৰে। সত্যই মই কৈছো, সেই মানুহৰ অন্নই মৃত্যুৰ কাৰণ হয়। অৰ্যমাদি দেৱতাক যি হবি দি পোষণ নকৰে বা মিত্ৰ বৰ্গক পোষণ নকৰে, কেৱল অন্ন নিজে খাই তাৰ কেৱল অধোগতি হয় ॥ ৬ ॥ হাল বালে হালৰ ফালে কৃষকক ভোগ কৰাই। (হালৰ ফালে) নিজে নিজে বাট লয় (বাট লৈ শস্য উৎপাদন কৰে)। শাস্ত্ৰৰ কথা কোৱা বিলাক শাস্ত্ৰৰ কথা নোকোৱা বিলাকতকৈ শ্ৰেষ্ঠ। দাতা পুৰুষ অদাতাতকৈ বন্ধু ॥ ৭ ॥ এপদ ধন থকা মানুহে দুপদ থকাতকৈ বেচি সময়ত বাটেদি (সংসাৰৰ—জীৱনৰ বাটেদি) চলি যায়। দুভাগ ধন থকাই তিনিপদ ধন থকাতকৈ পাচত যায়। চাৰিভাগ ধন থকা মানুহে দুভাগ (এভাগ আৰু তিনিভাগ) থকাতকৈ যাওঁতে বাট চাই গৈ থাকে ॥ ৮ ॥ হাত দুখন সমান হলেও সমান কাম কৰিব নোৱাৰে। মাক একেজনী হলেও (দুজনী গৰুৱে) সমান গাখীৰ নিদিয়ে। যজা হলেও সমান বলৰ নহয়। একে কুলত জন্ম হলেও সমানকৈ দিব নোৱাৰে ॥ ৯ ॥

## ১১৮ সূক্ত—ঋ ৯।

### ঋষি—অমহীয়ু গোত্ৰৰ উৰুক্ষয়। ছন্দ—গায়ত্ৰী। দেৱতা—ৰক্ষোহা অগ্নি।

হে শুদ্ধ কৰ্ম্মা অগ্নি, মানুহ খোৱা এন্ধাৰ শত্ৰুক নাশ কৰা। যজমানৰ সম্মুখত নিজ ঠাইত জ্বলা ॥ ১ ॥ হে অগ্নি, (যেতিয়া ঘিঁউ আদি হবি) স্ৰুচেৰে দিয়া হয় (তেতিয়া) ভালকৈ আহুত হৈ হৃষ্ট হোৱা ॥ ২ ॥ আহুত কৰি স্তুতি কৰিলত সেই অগ্নি জ্বলিছে। দেৱতাসকলক দিয়াৰ আগতে স্ৰুচেৰে তেওঁক ঘিঁউ ছটিয়াই দিছে ॥ ৩ ॥ মধুময় শৰীৰৰ, আহুত হোৱা, দীপ্যমান, সকলো ঢাকি পেলোৱা অগ্নিক ঘিঁউৰে সিঁচি দিয়া হৈছে ॥ ৪ ॥ হে হবি বহন কৰা অগ্নি, তোমাক স্তুতি কৰি থকা তুমি দেৱতাৰ কাৰণে জ্বলিছা। তোমাক মানুহে আহ্বান কৰিছে ॥ ৫ ॥ হে মানুহ, অমৰণ, কোনেও বাধা দিব নোৱাৰা অগ্নিক পূজা কৰা। (তেওঁ) গৃহৰ পালক ॥ ৬ ॥ হে অগ্নি, কোনেও বাধা দিব নোৱাৰা তেজেৰে আমাক ৰক্ষা কৰা। ৰাক্ষসবিলাক পুৰি মাৰা। ঋতৰ (নিয়মৰ) বাট দেখুওৱা হৈ জ্বলা ॥ ৭ ॥ হে অগ্নি, তুমি তোমাৰ দীপ্যমান তেজেৰে ৰাক্ষসক দাহ কৰা। বহল যজ্ঞ ঘৰত জ্বলা ॥ ৮ ॥ হে অগ্নি, বহুত কাম কৰা, ঘৰ থকা যজমানে হবি বহন কৰা অগ্নিক, মানুহৰ মাজত এটাইতকৈ যজন কৰিবলগীয়া তোমাক সমাক দীপ্ত কৰিছে ॥ ৯ ॥

## ১১৯ সূক্ত—ঋ ১৩।

### ঋষি—ইন্দ্ৰৰ পুত্ৰ লব। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

(ইন্দ্ৰই লব ৰূপেৰে কৈছে)—

এইদৰেই মোৰ মন আছে যে গৰু আৰু ঘোঁৰা স্তোতাক দিম। মই বহুত বাৰ সোম পান কৰা নাইনে? ॥ ১ ॥ বায়ুয়ে যেনেকৈ গছবোৰ কপাই দিয়ে তেনেকৈ মই পান কৰা সোমে মোক জোকাৰি দিছে। মই ······ ১ ঋকৰ দৰে ॥ ২ ॥ খৰকৈ যোৱা ঘোঁৰাই টনা ৰথৰ দৰে এই সোমবিলাক পান কৰিলত মোক লৰাই দিছে। মই ······ ১ ঋকৰ দৰে ॥ ৩ ॥ হেম্বেলীয়াই গাই গৰুৱে পোৱালীৰ ওৰিলৈ যোৱা দৰে স্তুতি বিলাকে পাইছেহি। মই ······ ১ ঋকৰ দৰে ॥ ৪ ॥ বাঢ়েয়ে যেনেকৈ ৰথৰ সাৰথি বহা ঠাই সাজে তেনেকৈ মই স্তুতি বিলাক ভালকৈ সাজিছো। মই ······ ১ ঋকৰ দৰে ॥ ৫ ॥ পঞ্চ জাতিয়েও মোৰ চকুৰ পৰা আঁতৰি নেযায়। মই ···· ১ ঋকৰ দৰে ॥ ৬ ॥ দুয়ো দ্যাবাপৃথিবী মোৰ আধাও নহয়। মই ······ ১ ঋকৰ দৰে ॥ ৭ ॥ মোৰ মহিমাৰে দ্যুলোক চেৰাই গল আৰু এই মহতী পৃথিবীও চেৰাই গল। মই ······ ১ ঋকৰ দৰে ॥ ৮ ॥ হায়! মই এই পৃথিবীক ইয়াতেই থম নে ক'ত থম? (অৰ্থাৎ মই পৃথিবীক যেনি তেনি নিব পাৰো)। মই ······ ১ ঋকৰ দৰে ॥ ৯ ॥ মই এই পৃথিবীক বলেৰে ইয়াতেই বা (দ্যুলোকত দেখুৱাই) তাতেই ভাঙি পেলাম নেকি? মই ······ ১ ঋকৰ দৰে ॥ ১০ ॥ মোৰ এভাগ দ্যুলোকত স্থাপিত হৈছে। অন্য ভাগ ইয়াত বৈছে। মই ······ ১ ঋকৰ দৰে ॥ ১১ ॥ মই মহান বিলাকৰ মাজত মহান। মোক অন্তৰীক্ষলৈ তুলি দিছে। মই ······ ১ ঋকৰ দৰে ॥ ১২ ॥ মই যজমানৰ ঘৰ বিচাৰিছো। দেৱতাৰ

হবি বহন কৰা অগ্নিক বিচাৰিছো । মই ···· ১ ঋকৰ দৰে । ১৩ ॥

## ১২০ সূক্ত—ঋ ৯ ।

### ঋষি—অথৰ্ব্বণৰ পুতেক বৃহদ্দিব । ছন্দ—ত্ৰিষ্টুভ্ । দেৱতা—ইন্দ্ৰ ।

যেতিয়া উগ্ৰ প্ৰদীপ্ত বলৰ ইন্দ্ৰ জন্ম হৈছিল, তেওঁ তেতিয়াই সকলো ভুবনৰ শ্ৰেষ্ঠ হৈছিল। তেওঁ জন্ম হৈয়েই শত্ৰু বিলাকক মাৰিবলৈ ধৰিলে, যাক দেখি সকলো প্ৰাণীয়ে আনন্দ কৰিবলৈ ধৰিলে ॥ ১ ॥ ( তেওঁ ) বলেৰে বৰ্দ্ধিত হৈ বহুত বলৰ শত্ৰু দাসবিলাকৰ মনত ভয়ৰ সঞ্চাৰ কৰালে। জঙ্গম আৰু স্থাবৰৰ স্থাপন কৰা হল। হে ইন্দ্ৰ, তোমাৰ আনন্দত পোষণ হোৱা সকলো প্ৰাণী ( তোমাৰ স্তৱ আদি কৰিবলৈ ) একেলগ হয় ॥ ২ ॥ হে ইন্দ্ৰ, তোমাতেই সকলোৱে ( যজমানে ) কৰ্ম্ম সমাপ্ত কৰে। যেতিয়া এই তপকসকলে ( আগতে অকলে থাকি পাচত স্ত্ৰী গ্ৰহন কৰি ) দুটা হৈ ( পুত্ৰ জন্ম দি ) তিনিটা হয়। হে ইন্দ্ৰ, প্ৰিয়তকৈও ( ঘৰ আৰু ধনতকৈও ) প্ৰিয়তৰ পুত্ৰ সৃষ্টি কৰা। মধুৰে মধুৰ হৈ মধুৰ মিলন কৰা ॥ ৩ ॥ এই দৰেই হৰষিত হৈ থাকি শত্ৰুৰ ধন জয় কৰি লৈ তোমাক মেধাবী বিপ্ৰসকলে স্তুতি কৰে। হে ধৰ্ষক ইন্দ্ৰ, অতি বলবান তুমি স্থিৰ ধন বিস্তাৰ কৰা। তোমাক আৰু মোক দুৰ্গতিযুক্ত ৰাক্ষসে অন্যায় কৰিব নোৱাৰে ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ অনুগ্ৰহত আমি ৰণত শত্ৰুৰ পৰা পোৱা বহুত বস্তু চাই চাই জানি লৈ জয় কৰিম। তোমাৰ অস্ত্ৰ-শস্ত্ৰবিলাক স্তুতিৰে উৎসাহিত মন্ত্ৰেৰে সৈতে অন্ন পঠিয়াই দিম ॥ ৫ ॥ বহুত ৰূপৰ, বহুত গুণৰ, স্তোতব্য, অতি ঈশ্বৰ ( প্ৰভু ), যি পাৰ লগীয়া বিলাকৰ ভিতৰত অতি পাৰলগীয়া, সেই ইন্দ্ৰক স্তুতি কৰিছো, যি বলেৰে সাতোটা অসুৰ মাৰিলে আৰু অসুৰৰ নিচিনা বহুত শত্ৰু সৈন্য বধ কৰিলে ॥ ৬ ॥ হে ইন্দ্ৰ, যি ঘৰত তুমি ৰক্ষণেৰে ৰক্ষা কৰি আছা, সেই ঘৰত অলপ পাৰ্থিব ধন আৰু পৰম ধন ৰাখিছা। সকলোৰে মাতৃৰূপ ইফালে সিফালে চলি থকা দ্যাবাপৃথিবীক স্থিৰ কৰি ৰখাই থৈছা। সেই বাবে বহুত কাম কৰিবলগীয়া হয় ॥ ৭ ॥ ইন্দ্ৰৰ সেৱক বৃহদ্দিব ঋষিয়ে এই বিলাক মন্ত্ৰ ইন্দ্ৰৰ সুখৰ কাৰণে কৈছে। যি ইন্দ্ৰই মহান নিজে নিজে বিৰাজমান পৰ্ব্বত ভাঙি ক্ষয় কৰিছে আৰু গাঁতৰ দুৱাৰবিলাক মুকলি কৰি দিলে ॥ ৮ ॥ মহান অথৰ্ব্বণৰ পুত্ৰ বৃহদ্দিবই ইন্দ্ৰকেই নিজৰ বিস্তৃত স্তুতি কৰিলে। সকলোৰে মাক নিষ্পাপ নে বাই-ভনাসকলে পানী প্ৰবাহিত কৰি প্ৰীত কৰিছে আৰু যজ্ঞৰ ( অন্নৰ ) দ্বাৰা প্ৰজাৰ বৰ্দ্ধন কৰিছে ॥ ৯ ॥

## ১২১ সূক্ত—ঋ ১০ ।

### ঋষি প্ৰজাপতিৰ পুত্ৰ হিৰণ্যগৰ্ভ । ছন্দ—ত্ৰিষ্টুভ্ । দেৱতা—কঃ ( প্ৰজাপতি ) ।

# ( হিৰণ্যগৰ্ভ সূক্ত ) ।

প্ৰথমতে হিৰণ্যগৰ্ভ প্ৰজাপতি বিদ্যমান আছিল। উৎপত্তি হৈয়েই অকলে তেওঁ সকলোৰে অধিপতি হল। সেই হিৰণ্যগৰ্ভই পৃথিবী, দ্যুলোক আৰু এই পৰিদৃশ্যমান জগত সৃষ্টি কৰিলে। এই প্ৰজাপতি দেৱতাক হবিৰে পৰিচৰণ কৰিম ( কোনোৰ মতে "কোন দেৱতাক হবিৰে পৰিচৰণ কৰিম" ? এই বুলি যজমানে প্ৰশ্ন কৰা বুলি কয়। কিন্তু "ক" প্ৰজাপতি ? কোন ( সৰ্ব্বনাম ) নহয় ) ॥ ১ ॥ যি প্ৰজাপতিয়ে আত্মা দিয়ে, বল দিয়ে, যাৰ আজ্ঞাত সকলো প্ৰাণীয়ে উপাসনা কৰে, দেৱতায়ো যাৰ আজ্ঞাত উপাসনা কৰে, যাৰ ছাঁ অমৃতৰ দৰে, মৃত্যু যাৰ বশত থাকে এই ··· ··· ১ ঋকৰ দৰে ॥ ২ ॥ যি হিৰণ্যগৰ্ভ প্ৰজাপতি প্ৰাণীজগতৰ, চকুৰ টিপ মৰা বিলাকৰ আৰু উশাহ-নিশাহ লোৱা বিলাকৰ নিজ মহত্ত্বৰে একমাত্ৰ ঈশ্বৰ হল, যি দুঠেঙীয়া আৰু চাৰিঠেঙীয়াৰ ঈশ্বৰ, এই ··· ·· ১ ঋকৰ দৰে ॥ ৩ ॥ হিমালয় ( আদি সকলো ) পৰ্ব্বতবিলাক যি প্ৰজাপতিৰ মাহাত্ম্য বুলি কয়, পানীয়ে সৈতে নদীবিলাক যি প্ৰজাপতিৰ মাহাত্ম্য বুলি কয়, এই পূব আদি দিশবিলাক যাৰ বাহু বুলি কয়, এই ... ... ১ ঋকৰ দৰে ॥ ৪ ॥ যি প্ৰজাপতিয়ে গহীন স্বৰ্গ আৰু পৃথিবী স্থিৰ কৰি দিলে, স্বৰ্গক যি স্তম্ভন কৰি দিলে ( তললৈ পৰি নহাকৈ ) আদিত্যক যি অন্তৰীক্ষত ৰখাই দিলে, যি পানীৰ নিৰ্ম্মাতা, এই ··· ··· ১ ঋকৰ দৰে ॥ ৫ ॥ যি প্ৰজাপতিয়ে বুদ্ধিৰে শব্দ কৰি থকা দ্যাবাপৃথিবী ৰক্ষণৰ কাৰণে স্থিৰ কৰি দি আৰু সেই দীপ্তিশীল দ্যাবাপৃথিবীয়ে যাৰ মাহাত্ম্য দেখিলে, যি আধাৰৰূপী প্ৰজাপতিৰ গাত দীপ্যমান সূৰ্য্য উদয় হৈ প্ৰকাশ কৰে, এই ... ... ১ ঋকৰ দৰে ॥ ৬ ॥ জলপ্লাবিত যি হিৰণ্যগৰ্ভত মহতী অগ্নিক জন্ম দি প্ৰজাপতিক ধাৰণ কৰিলে, তাত সেই দেৱতাসকলৰ প্ৰাণৰূপ একমাত্ৰ প্ৰজাপতি আৱিৰ্ভাৱ হল,—এই ··· ··· ১ ঋকৰ দৰে ॥ ৭ ॥ যজ্ঞ

ৰূপ বস্তু উৎপাদন কৰি দক্ষ প্ৰজাপতিয়ে নিজৰ গাত ধাৰণ কৰি থকা পানী মহিমাৰে যি প্ৰজাপতিয়ে কেউফালে দেখিলে, যি দেবতাৰ ওপৰত দেবতা (দেবতাৰ অধীশ্বৰ) তেৱেঁই একমাত্ৰ আছিল,—এই …… ১ ঋকৰ দৰে ॥ ৮ ॥ সেই প্ৰজাপতি দেবতাই আমাৰ কোনো অনিষ্ট নকৰক, যি পৃথিবীৰ জন্ম দাতা, যি সত্য ধৰ্ম্মৰ, অন্তৰীক্ষ (আদি) লোক সৃজন কৰিলে, যি মহতী আহ্লাদকৰ পানী সৃষ্টি কৰিলে,—এই …… ১ ঋকৰ দৰে ॥ ৯ ॥ হে প্ৰজাপতি, তোমাৰ বাহিৰে অন্যই এই প্ৰথম জন্মৰ কথা সৰ্ব্বতোভাৱে বুজিব নোৱাৰে। আমি যি কামনাৰে তোমাক হোম কৰিম সেই কামনা সিদ্ধি হওক। আমি ধনৰ পতি হম ॥ ১০ ॥

## ১২২ সূক্ত—ঋ ৮।

### ঋষি—বশিষ্ঠৰ পুত্ৰ চিত্ৰমহা। ছন্দ—জগতী ; ১।৫—ত্ৰিষ্টুভ্। দেবতা—অগ্নি।

বসু সূৰ্য্যৰ দৰে বিশিষ্ট তেজৰ অগ্নিক স্তুতি কৰিছো। বিচাৰিব লগীয়া সুখকৰ, অতিথি, দোষহীন, সেই অগ্নি শোক নিবাৰক জগত ধাৰণ কৰোতা, (তেওঁ) সুবাৰ্য্য যজমানক গৰু দান কৰে। সেই অগ্নি হোতা আৰু গৃহপতি ॥ ১ ॥ হে অগ্নি, সন্তোষিত হৈ মোৰ স্তোত্ৰৰ ফালে মন কৰা। হে সুকৰ্ম্মা অগ্নি, তুমি জানিবলগীয়া বিলাক সকলো জানা। ঘিঁউৰে পোষণ কৰা শৰীৰৰ অগ্নি তুমি যজমানে জানিবলগীয়া যজ্ঞলৈ আহা। তোমাৰ কৰ্ম্মৰ পাচত হে দেবতা সকলে ফল দান কৰে। ॥ ২ ॥ হে অগ্নি, সাতখন ঠাইত (পৃথিবী আদি) কেউফালে গৈ অমৰ তোমাক যি হৱি আদি দিয়ে সেই দাতাক ভাল ধন দিয়া। যি যজমানে সমিধেৰে তোমাৰ ওচৰলৈ যায় সেই যজমানক বীৰ পুত্ৰেৰে সৈতে বাঢ়ি যোৱা ধনেৰে সন্তোষ কৰা ॥ ৩ ॥ যজ্ঞৰ পতাকা, দেবতাৰ প্ৰথম, পুৰোহিত, বলৱন্ত, আমাৰ স্তুতি শুনোতা, সেচন সমৰ্থ, হৱিৰে সন্তোষ কৰা যজমানক ধনেৰে প্ৰীত কৰা, সুবীৰ্য্য দেবতা অগ্নিক সাতজন হোতাই হৱি দি স্তুতি কৰিছে ॥ ৪ ॥ হে অগ্নি, তুমি দেবতাৰ দূত, মুখ্য পূজনীয়। তুমি অমৰণৰ কাৰণে তৰ্পন কৰিলে তৃপ্ত হোৱা। তোমাক মৰুত সকলে শোভিত কৰে। হৱি দাতাৰ ঘৰত ভৃগু সকলে স্তোত্ৰ গাই তোমাক বিশেষকৈ জ্বলাইছে ॥ ৫ ॥ হে সুকৰ্ম্মা অগ্নি, যজ্ঞ প্ৰিয় যজমানক সকলো ধাৰণ কৰ্ত্তা যজ্ঞৰ ফলৰূপ ভাল খিৰতী গাইগৰু ইচ্ছানুৰূপে দিয়া। ঘিঁউৰে ধুওৱা তিনিবাৰ ঋতম (যজ্ঞৰ) স্থান দীপ্ত কৰি সকলো যজ্ঞৰ কেউফালে গৈ সেই যজ্ঞ পাই তুমি ভাল কাম কৰা ॥ ৬ ॥ হে অগ্নি, এতিয়া উষা উদয় হলত তোমাকেই দেবতাৰ দূত কৰি মানুহে যজন কৰিছে। দেবতা সকলে তোমাক নিজৰ পূজনৰ কাৰণে যজ্ঞত ঘিঁউ দি মাৰ্জ্জন কৰিছে ॥ ৭ ॥ হে অগ্নি যজ্ঞত কৰ্ম্ম বিধায়ক স্তব কৰা বসিষ্ঠৰ পুত্ৰ সকলে অতি বলবন্ত তোমাক স্তুব কৰিছে। যজমানক ধন আৰু পোষণ দিয়া তোমালোকে আমাক সদায় স্বস্তিৰে ৰক্ষা কৰা ॥ ৮ ॥

## ১২৩ সূক্ত—ঋ ৮।

### ঋষি—ভৃগুৰ পুত্ৰ বেণ। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—বেণ।

বেণই পোহৰৰ গৰ্ভত থাকি পানীৰ নিৰ্ম্মাতা হৈ অন্তৰীক্ষত এই আদিত্যৰ সাত ৰঙৰ ৰশ্মিৰে পানী পৃথিবীলৈ পঠিয়াই দিয়ে। পানীৰ আৰু সূৰ্য্যৰ সঙ্গমত থকা এই বেণক কেচুৱাৰ দৰে (নিচুকনি) স্তুতিৰে মেধাবীসকলে অৰ্চনা কৰে ॥ ১ ॥ অন্তৰীক্ষৰ পৰা বেণই পানীৰ ঢৌ তোলে। আকাশত উৎপত্তি হোৱা এই ধুনীয়া বেণৰ পিঠি দেখা যায়। ঋতৰ (আকাশৰ) ওপৰত স্বৰ্গত তেওঁ প্ৰকাশ হয়। এই একেই (জন্ম) স্থানতেই বেণক স্তুতি কৰে ॥ ২ ॥ বহুত সমান ঠাই পাই কেউফালে শব্দ কৰি পোৱালী বেণক মাকে একে ঠাইতে পাই ঋতৰ (পানীৰ) ওপৰলৈ যোৱা মধুৰ অমৃতৰ বাণীৰে (এই বেণক) অলঙ্কৃত কৰে ॥ ৩ ॥ মহৎ মৃগৰ (মৃগৰূপী বেণৰ) মাত শুনি চিনি পাই মেধাবীসকলে বেণৰ ৰূপ কল্পনা কৰি স্তুতি কৰে। ঋতৰে (নিয়মৰ স্তোত্ৰেৰে) গৈ নদীৰ পানীত বয়গৈ। পানী ধাৰণ কৰা বেণৰ অমৰ নাম তেওঁবিলাকে জানে ॥ ৪ ॥ যুবতী অপ্সৰাই বেণৰ ওচৰলৈ গৈ মিচিকিয়া হাঁহি মাৰি উপপতিৰ ওচৰলৈ যোৱা দৰে গৈ এই বেণক পোষণ কৰে। প্ৰিয় এই বেণৰ থকা ঠাইলৈ যোৱাত তেওঁৰ (যুবতীৰ) সোণময় পাখীৰ তলত সোমায় থাকে ॥ ৫ ॥ হে বেণ, তোমাক মনেৰে বিচৰা স্তোতাই অন্তৰীক্ষত যেতিয়া চাই তুমি তেতিয়া ভালকৈ সোণৰ পাখীৰে উৰি যোৱা বৰুণৰ দূত হৈ চৰাই ৰূপ ভৰ্ত্তাৰ ওচৰলৈ যোৱা ॥ ৬ ॥ গন্ধৰ্ব্ব বেণ ওপৰত আমাৰ ফালে মুখ কৰি, নিজৰ বিচিত্ৰ অস্ত্ৰ ধাৰণ কৰি অন্তৰীক্ষত থাকে। আৰু নিজক শোভিত দেখিবলৈ আদিত্যৰ দৰে ৰূপ ধৰি নামি অহা সকলোৰে প্ৰিয় পানী উৎপাদন কৰে ॥ ৭ ॥ অন্ত-

ৰীক্ষত পানীৰ কণিকাবিলাক ৰস বিচৰা সূৰ্য্যৰ ৰশ্মিৰে প্ৰকাশ কৰি বেণই যেতিয়া মেঘলৈ যায় তেতিয়া সূৰ্য্যৰ বগা তেজেৰে তৃতীয় লোকত দীপ্যমান হৈ প্ৰিয় পানী প্ৰস্তুত কৰে ॥ ৮ ॥ ( বেণ কি ? সায়নৰ মতে মধ্য স্থানৰ দেৱতা। পাশ্চাত্য কোনো কোনোৰ মতে বামধেনু ) ।

সেই পানী নৈ হৈ যুৱতী স্ত্ৰীৰ দৰে পতিৰ মঙ্গল কামিনী হৈ জগত ৰক্ষা কৰি শুচি এই বৰুণৰ বগা বৰ্ণ উলিয়াই দিলে ॥ ৭ ॥ সেই পানী বিলাকে এই বৰুণৰ জ্যেষ্ঠ ইন্দ্ৰৰ বলবীৰ্য্য পোৱাই দিছে । অন্নেৰে আনন্দ কৰাইছে । সেই পানী বিলাক বৰুণৰ ওচৰলৈ গৈছে । এই পানী বিলাকে বৰুণক, প্ৰজাই ৰজাক ভজন কৰা দৰে ভয়ত কম্পমান হৈ বৃত্ৰৰ পৰা আঁতৰি গৈছে ॥ ৮ ॥ কপি কপি যোৱা সূৰ্য্যই তেওঁক সখা বুলি কয় । স্বৰ্গৰ অন্তৰীক্ষত উদ্ভৱ হোৱা পানীৰ সখীত্ব ফুৰি অনুষ্টুভ্ ছন্দৰে স্তুতি কৰা তেওঁ লক্ষ্য কৰি ঘূৰি পকি থকা ইন্দ্ৰক কবি ঋষি সকলে স্তুতিৰে পূজা কৰে ॥ ৯ ॥

## ১২৪ সূক্ত—ঋ ৯ ।

ঋষি—১ ইন্দ্ৰ ; ২-৪ অগ্নি ; ১।৫-৯ অগ্নি । ছন্দ ত্ৰিষ্টুভ্ ; ৭ জগতী । দেৱতা—অগ্নি ; ১।৫-৯।অং ; অগ্নি, বৰুণ আৰু সোম ; ৯।অং ইন্দ্ৰ ।

হে অগ্নি, আমাৰ এই যজ্ঞলৈ আহা। পাঁচ জন ঋত্বিকে কৰা, তিনিভাগ যজ্ঞৰ, সাত জন হোতাই বিস্তাৰ কৰা যজ্ঞলৈ আহি আমাৰ হবি বহন কৰা । ( আমাক এৰি ) তুমি সদায় মহৎ অন্ধকাৰত কেলেই সোমাই আছা ॥ ১ ॥ দেৱতা নথকা গুহাত থকাৰ পৰা দেৱতাই মতা কাৰণে দীপ্তিহীন ঠাইৰ পৰা ওলায় আহি দীপ্ত পোহৰ পাই চাৰিউফালে হবিৰ ভাগ চাই মই অমৰত্ব লাভ কৰিছো । যেতিয়া যজ্ঞ সুসম্পন্ন হয় তেতিয়া মই নেদেখা হৈ যজ্ঞ এৰি গুচি যাওঁ । চিৰকালৰ বন্ধুত্ব সূত্ৰত বান্ধ খাই থকা উৎপত্তিৰ ঠাই অৰণিতে সোমায় থাকো ॥ ২ ॥ পৃথিবীৰ বাহিৰে স্বৰ্গৰ অতিথি সূৰ্য্যক দেখি ( সূৰ্য্যৰ গতিত ) ঋতুৰ ( যজ্ঞৰ ) শৰীৰ মই বহুত নিৰ্ম্মান কৰো। দ্যুলোকত থকা পিতৃলৈ আৰু দেৱতালৈ সুখৰ কাৰণে হোতা হৈ মই সুখৰ স্তৱ কৰো। সেই বাবে মই যজ্ঞ নোহোৱা ঠাইৰ পৰা যজ্ঞ হোৱা ঠাইত হবিৰ ভাগ পাইছো ॥ ৩ ॥ এই বেদী স্থানত বহুত বছৰ থাকিলো। তাত ইন্দ্ৰক বিচাৰি পিতা অৰণিক এৰি দিলো। মই লুকায় থাকোতে অগ্নি, বৰুণ আৰু সোম ৰাজ্যচ্যুত হল । মই ঘূৰি আহিলত পুনৰ এই ৰাজ্য ৰক্ষা কৰিছো ॥ ৪ ॥ সেই অসুৰ ( দেৱতা ) বিলাকৰ মায়া নাইকিয়া হল। হে বৰুণ, তুমিও মোক বিচাৰিছা। হে ৰাজন, ঋতৰে ( সত্যৰে ) অনৃতক বেলেগ কৰি মোৰ ৰাজ্যৰ অধিপতিত্ব কৰা ॥ ৫ ॥ হে সোম, এয়া স্বৰ্গ ;—ইয়াকেই বিচাৰিবলগীয়া হল। এয়া প্ৰকাশমান বিস্তীৰ্ণ অন্তৰীক্ষ চোৱা। আমি বৃত্ৰক মাৰিম। ওলায় আহা। হবি ৰূপেৰে তোমাক আমি হবিৰে যজন কৰিম ॥ ৬ ॥ মেধাবী মিত্ৰই কবিত্বৰে দ্যুলোকত নিজ তেজ ধাৰণ কৰিলে। অলপ যত্নেৰেই বৰুণে পানী উলিয়াই দিলে।

## ১২৫ সূক্ত - ঋ ৮ ।

ঋষি—অম্ভৃণৰ জীয়েক বাক্ । ছন্দ—ত্ৰিষ্টুভ্ ; ২-জগতী। দেৱতা।

# বাক্ বা পৰমাত্মা ( দুৰ্গা )

মই ৰুদ্ৰ আৰু বসুসকলৰ ৰূপেৰে ফুৰি ফুৰো। মই আদিত্যসকল আৰু সকলো দেৱতা হৈ সঞ্চৰণ কৰো। মই মিত্ৰাবৰুণ দুয়ো হৈ ধাৰণ কৰো। মই দুয়ো ইন্দ্ৰাগ্নি আৰু অশ্বিনী দুজন হৈ ধাৰণ কৰো ॥ ১ ॥ মই চেপিব খুন্দিব লগীয়া সোমক ধাৰণ কৰো। মই ত্বষ্টা,—পূষা আৰু ভগ ময়েই। হবিষ্মন্ত, ভালকৈ অভিষৱ কৰা, ভালকৈ পোৱাই দিয়া, যজমানৰ কাৰণে ধন ময়েই দিওঁ ॥ ২ ॥ ময়েই ঈশ্বৰী, উপাসকক ধন পোৱাই দিয়া ( পৰমব্ৰহ্মক ) জনা যজ্ঞ কৰ্ত্তা বিলাকৰ মই প্ৰথম। সেইকাৰণে মোক বহুত ভাবেৰে থকা বহুতে ( বহুত প্ৰাণীয়ে ) নিজৰ কৰি ( দেহৰ ভিতৰত ) লয়। মোক বহুত দেশত দেৱতাসকলে স্থাপন কৰে ॥ ৩ ॥ যি অন্ন খাই, সেয়া মোলৈকে খায়। যি দেখে ( মোকে ) দেখে। যি প্ৰাণ ( উশাহ-নিশাহ লোৱা ) সেয়া ময়েই। আৰু যি কথা কলে শুনে ( সেয়া ময়েই )। যি মোক নেজানে ( নেমানি নেজানে ) সি সংসাৰত ( সুখ শান্তি ) হীন হয়। হে বিশ্ৰুত, মই কোৱা কথা শুনা, —তুমি শ্ৰদ্ধা যুক্ত ( সেইবাবে ) তোমাক কৈছো ॥ ৪ ॥ মই নিজেই এয়া ব্ৰহ্ম বাক্য কৈছো—বাক দেৱতা সকলে সেৱন কৰে ; আৰু মানুহে সেৱন কৰে । যি পুৰুষক মই ৰক্ষা কৰিবলৈ কামনা কৰো তেওঁক মই উগ্ৰ ( অতি বেচি ) কৰো। তেওঁক ব্ৰহ্মা ( ব্ৰহ্মী ) কৰো ; —তেওঁক ঋষি কৰো ; —তেওঁক মেধাবান কৰো ॥ ৫ ॥ ব্ৰাহ্মণক বিদ্বেষ কৰা অসুৰক মাৰিবলৈ মই ৰুদ্ৰৰ কাৰণে ধনুত টান দিওঁ । ময়েই লোকৰ

জনৰ শত্ৰুৰ লগত সংগ্ৰাম কৰো। মন্ত্ৰেই দ্যাবা-পৃথিবীৰ মাজত (অন্তৰ্য্যামী হৈ) প্ৰবেশ কৰো ॥ ৬॥ পিতাক (স্বৰ্গক) এই (পৰমাত্মাৰ) মূৰ্দ্ধত মন্ত্ৰেই প্ৰসব কৰিলো। মোৰ স্থান (কাৰণ) সমুদ্ৰৰ পানীৰ মাজত আছে। সেই কাৰণে সকলো প্ৰাণীৰ দেহত মই সোমাই আছো। আৰু এই দ্যুলোক মই (কাৰণ ৰূপ দেহেৰে) চুই আছো ॥ ৭॥ সকলো ভুবনৰ কাৰ্য্য আৰম্ভ কৰি মই প্ৰবৰ্ত্তিছো যেনেকৈ বায়ুয়ে নিজে নিজেই প্ৰবৰ্ত্তন হয়। আকাশৰ পৰাও দূৰত, এই পৃথিবীৰ পৰা মহিমাৰে ইমান দূৰত মই আছোহি ॥ ৮॥

## ১২৬ সূক্ত—ঋ ৮।

### ঋষি—শিলূষৰ পুত্ৰ কুল্মল বৰ্হিষ বা বাম-দেৱৰ পুত্ৰ অংহোমুক্। ছন্দ—উপৰিষ্টাৎ বৃহতী; ৮-ত্ৰিষ্টুভ্। দেৱতা—বিশ্বদেৱসকল।

হে দেৱতাসকল, সেই মানুহৰ পাপৰ ফল (দুৰ্গ-মণ) যাতে মই নেপাওঁ (তেনে কৰা)। অৰ্যমা, মিত্ৰ আৰু বৰুণ, এই তিনিজন দেৱতা সমানে সন্তোষ হৈ শত্ৰুক অতিক্ৰম কৰি (স্তোতাক) মোক পাৰ কৰি লৈ যাওক ॥ ১॥ হে মিত্ৰ, বৰুণ আৰু অৰ্যমা, যি ৰক্ষণেৰে তোমালোকে মানুহক পাপৰ পৰা ৰক্ষা কৰা আৰু শত্ৰুৰ পৰা ৰক্ষা কৰা সেই ৰক্ষণ আমি বিচাৰিছো ॥ ২॥ এই মিত্ৰ, বৰুণ আৰু অৰ্যমা নিশ্চয় আমাৰ ৰক্ষণৰ কাৰণে হওক। লৈ যাবলগীয়া বিষয়ত আমাক লৈ যোৱা আৰু পাৰ কৰিবলগীয়া বিষয়ত আমাক শত্ৰুৰ পৰা অতিকৈ পাৰ কৰা ॥ ৩॥ হে বৰুণ, মিত্ৰ আৰু অৰ্যমা তোমালোকে জগত পৰিপালন কৰিছা। হে সুনেতা দেৱতাসকল, আমি শত্ৰুক অতি-ক্ৰম কৰি তোমালোকে দিয়া সুখত থাকিম ॥ ৪॥ হে অদিতিৰ পুত্ৰসকল, মিত্ৰ, বৰুণ আৰু অৰ্যমা, হিংসক শত্ৰুক আমাৰ পৰা আঁতৰাই নিয়া। পুত্ৰ মৰুতসকলেৰে সৈতে ৰুদ্ৰ দেৱতা, ইন্দ্ৰ আৰু অগ্নিক স্বস্তিৰ কাৰণে আহ্বান কৰিছো। তোমালোকে আমাৰ শত্ৰু অতি-ক্ৰম কৰা ॥ ৫॥ নেতা বৰুণ, মিত্ৰ আৰু অৰ্যমাই আমাৰ পাপ ভালকৈ নাইকিয়া কৰা। হে মানুহৰ ৰজা কেজন, তোমালোকে সকলো দুঃখ নাইকিয়া কৰা, —শত্ৰু নাইকিয়া কৰা ॥ ৬॥ বৰুণ, মিত্ৰ আৰু অৰ্যমা দেৱতাই আমাক সুখ দিয়ক। অদিতিৰ পুত্ৰসকলে বিস্তৃত সুখ দিয়ক,—যি সুখ আমি বিচাৰিছো। শত্ৰু নাইকিয়া কৰা ॥ ৭॥ হে বসুসকল, যজ্ঞাৰ্হ দেৱতা, তোমালোকে যি ভৰিত বন্ধা গৌৰীক মুকলি কৰি দিছিলা, সেইদৰেই আমাক ভালকৈ পাপৰ পৰা মুকলি কৰি দিয়া। হে অগ্নি, আমাৰ আয়ুস বৰ্দ্ধন কৰা ॥ ৮॥

## ১২৭ সূক্ত—ঋ ৮।

### ঋষি—শোভৰিৰ পুত্ৰ কুশিক বা ভৰদ্বাজৰ জীয়েক ৰাত্ৰী। ছন্দ—গায়ত্ৰী। দেৱতা ৰাত্ৰী।

ৰাতি দেৱীয়ে প্ৰকাশমান চকুৰে (নক্ষত্ৰবিলাকেৰে) বহুত দেশত চাই-ফুৰি আহিছে। সকলো শোভা ধাৰণ কৰিছে ॥ ১॥ অমৰ ৰাতি দেৱীয়ে অন্তৰীক্ষ পূৰণ কৰি তলৰ ঠাই আৰু ওপৰৰ ঠাই ঢাকি পেলাইছে। অন্ধকাৰ বিলাক (গ্ৰহ-নক্ষত্ৰৰ) পোহৰেৰে খেদাই দিছে ॥ ২॥ আহি থকা ৰাতি দেৱীয়ে ভনী উষাক (দিনক) খেদাই দিছে। তেওঁ অন্ধকাৰো দূৰ কৰিছে ॥ ৩॥ আজি আমাক সেই ৰাতি দেৱীয়ে মঙ্গল কৰক, —যি ৰাতি আহিলে আমি চৰাই বাহঁত সোমোৱা দৰে ঘৰত সোমাওঁ ॥ ৪॥ গাওঁবিলাক (গাওঁৰ মানুহ বিলাক) ৰাতি ঘৰত সোমায়। ভৰি থকা সকলোৱে ঘৰত সোমায়। পাখী লগা চৰাই বিলাক বাহঁত সোমায়। শীঘ্ৰগমনশীল শেনবিলাকো বাহঁত সোমায় ॥ ৫॥ হে ৰাতি দেৱী, বৃকক আৰু মাইকী বৃকক খেদাই দিয়া। চোৰক খেদাই দিয়া। আৰু আমাক ভালকৈ পৰিত্ৰাণ কৰা ॥ ৬॥ সকলো বস্তু আবৰি ধৰা ক'লা, ব্যক্ত ৰাতিৰ অন্ধকাৰে মোক আবৰি ধৰিছে। হে উষা, ঋণ মোচন কৰা দৰে অন্ধকাৰ গুচাই দিয়া ॥ ৭॥ হে ৰাতি দেৱী, তোমাক খিৰোৱা গৰুৰ দৰে স্তুতিৰে অভিমুখী কৰিছো। হে স্বৰ্গৰ জীয়ৰী, শত্ৰুক জয় কৰিবলৈ মোৰ স্তোত্ৰৰ দৰে হবিও গ্ৰহন কৰা ॥ ৮॥

## ১২৮ সূক্ত—ঋ ৯।

### ঋষি—অঙ্গিৰসৰ পুত্ৰ বিহব্য। ছন্দ—ত্ৰিষ্টুভ্; ৯-জগতী। দেৱতা—বিশ্বদেৱসকল।

হে অগ্নি, আমাৰ যজ্ঞত অগ্নি দীপ্ত হওক। আমি তোমাক সমিধেৰে জ্বলাই শৰীৰ পোষণ কৰিম। মোক চাৰিদিশৰ মানুহে নমস্কাৰ কৰক। ঈশ্বৰ তোমাৰে সৈতে আমি শত্ৰু সেনা জয় কৰিম ॥ ১॥ ইন্দ্ৰৰে সৈতে মৰুতসকল, বিষ্ণু, অগ্নি, (আদি) সকলো দেৱতা যজ্ঞত মোৰ (সহায়) হওক। অন্তৰীক্ষও মোলৈ বহল হৈ প্ৰকাশ হওক। মোৰ এই ফল কামনা কৰাত বায়ু প্ৰবাহ হওক ॥ ২॥ দেৱতা সকলোৱে মোক ধন দ্ৰব্য দিয়ক,—মোক আশীৰ্ব্বাদ দিয়ক। দৈৱ হোতা সকলে আমাৰেই যজ্ঞ আগতে সম্প্ৰদান কৰক। আমাৰ শৰীৰ অবিকৃতহীন হওক। আমি (যেন) সুবীৰ পুত্ৰ

যুক্ত হব পাৰো ॥ ৩ ॥ মোৰ যি হৱি আছে তাৰে মোৰ কাৰণে দেৱতাক যজন কৰা হওক। মোৰ মনৰ সঙ্কল্প সত্য হওক। মই যেন কোনো ধৰণৰ পাপলৈ নেযাওঁ। হে দেৱতাসকল আমাৰ হৈ তোমালোকে ( আশীৰ্ব্বাদ ) কোৱা ॥ ৪ ॥ ছজনা প্ৰধান দেৱীয়ে আমাৰ বহুত ধন কৰা। হে সকলো দেৱতা, ( এই বিষয় ) তোমালোকে বীৰত্ব কৰা। আমাৰ নিজৰ আৰু পুত্ৰাদিৰ কোনো অমঙ্গল নহওক। হে ৰজা সোম, শত্ৰুৰ আমি বশ নহওঁ ॥ ৫ ॥ হে অগ্নি, তুমি শত্ৰুৰ খঙ নাইকিয়া কৰি আমাক ৰক্ষা কৰা। কোনেও বাধা দিব নোৱাৰা, বাট দেখুওৱা তুমি আমাক কেউফালে পালন কৰা। ভয়ত মুখত নুফুটা কথা কৈ শত্ৰু বিলাক নিজৰ ঠাইলৈ ঘূৰি যাওক। সচেতন হোৱা শত্ৰুবিলাকৰ মন নষ্ট হৈ যাওক ॥ ৬ ॥ স্ৰষ্টাৰো স্ৰষ্টা সকলো ভুবনৰ যি পালক, সেই ত্ৰাতা শত্ৰুক অভিভৱ কৰা দেৱতাক স্তুতি কৰিছো। দুয়োজন অশ্বিনী, বৃহস্পতি আদি সকলো দেৱতাই এই যজ্ঞ কৰা যজমানক নিকৃষ্ট পাপৰ পৰা ৰক্ষা কৰক ॥ ৭ ॥ বহুত ব্যাপক, মহান, পুৰুহুত, বহুত ঠাইত থকা হে ইন্দ্ৰ এই যজ্ঞত আমাক সুখ দিয়া। হে হৱি যোঁৰা যুক্ত ইন্দ্ৰ তুমি আমাক আৰু পুত্ৰ পুত্ৰাদিক সুখ দিয়া। আমাক দুঃখ নিদিবা। আমাক পৰিত্যাগ নকৰিবা ॥ ৮ ॥ আমাৰ যি শত্ৰু আছে সেইবোৰ আঁতৰি যাওক। সেই বিলাকক ইন্দ্ৰ আৰু অগ্নিৰ সহায়ত আমি বেয়াকৈ মাৰিম। হে বসুসকল, ৰুদ্ৰ সকল ( ৰুদ্ৰ পুত্ৰ মৰুতসকল ), আদিত্য সকল, মোক উন্নত আৰু শ্ৰেষ্ঠ কৰা। উগ্ৰ, সকলো জনা আৰু সকলোৰে অধীশ্বৰ কৰা ॥ ৯ ॥

### ১২৯ সূক্ত—ঋ ৭।

ঋষি - প্ৰজাপতি পৰমেষ্ঠী। ছন্দ—ত্ৰিষ্টুভ্।

দেৱতা—( ভাৱবৃত্ত ) পৰমাত্মা।

## ( Theory of Creation )

তেতিয়া ( প্ৰলয়ৰ সময়ত ) থাকিব নলগীয়া কোনো নাছিল আৰু থাকিব লগীয়াও কোনো নাছিল। ৰজ আদি লোক ( ৰতাহ ) বা আৰু যি পৰম ব্যোম ( আকাশ ), সেয়াও নাছিল। আৱৰণ কৰি থকাবোৰ কাৰ ভালৰ ( ভোগৰ ) কাৰণে আছিল ? ( নে নাছিল ? ) কিম্বা পানী গহন গম্ভীৰ অতলস্পৰ্শ হৈ আছিল ( নে নাছিল ) ? ॥ ১ ॥ তেতিয়া মৃত্যুও নাছিল আৰু অমৰণো নাছিল ) ৰাতিও নাছিল আৰু দিনৰো চিন নাছিল। প্ৰাণযুক্ত একমাত্ৰ ( ব্ৰহ্ম ) নিজ মায়াৰে আছিল। সেই ব্ৰহ্মৰ বাহিৰে অন্য একো নাছিল। সৃষ্টিৰ পাচত এনেকৈয়ে কোনো একো বাধা নাছিল ॥ ২ ॥ আগতে অন্ধকাৰতেই অন্ধকাৰ ঢাক খাই আছিল। তাৰ ভিতৰতেই কোনো চিহ্ন নথকাকৈ ( কাৰণ ) পানী আছিল। সেই কাৰণ পানী ( সৎ আৰু অসৎ — হোৱা আৰু নোহোৱা ভাৱৰ ) ঢাক খাই ( লুকায় ) থকা একমাত্ৰ একজন তপৰ ( তাপৰ ) মহিমাৰে উৎপন্ন হল ॥ ৩ ॥ প্ৰথমতে সৃষ্টিৰ আগতে ( সেই ) ব্ৰহ্মৰ মনত সৃষ্টিৰ কামনা কৰি উদ্ভৱ হল। সেয়েই সত্তৰে ( সৎৰে ) সকলো বন্ধনৰ হেতু অসত্তৰ ( অসৎ-ৰ ) কাৰণ প্ৰথম বীজ উৎপন্ন হল। সেই অৱস্থা জ্ঞানী সকলে হৃদয়ত বুদ্ধিৰে বিচাৰ কৰি পালে ॥ ৪ ॥ ৰশ্মিৰ দৰে এই প্ৰথম বীজ বিলাকৰ গতি বিস্তৃত হৈ পথালীকৈ গৈছিল, তললৈ আৰু ওপৰলৈ ( যেনি তেনি ) গৈছিল। বীজ দাতাও আছিল আৰু তেওঁৰ মহিমাও আছিল। অন্নৰূপ শক্তি তলৰ ফালে আছিল আৰু ওপৰতে দূৰৈত শক্তিৰ পৰিচালন হৈছিল ॥ ৫ ॥ কোনে বা এই কথা ভালকৈ জানে ? কোনে বা ইহলোকত এই কথা বৰ্ণনা কৰিব পাৰিছে। এই পৰিদৃশ্যমান সৃষ্টি কি কাৰণে বা ক'ৰ পৰা আহিল ? এই জগত সৃষ্টি কৰাৰ পাচত যি দেৱতা সকলে আমাৰ ফালে সৃষ্টি কৰিলে, সেই দেৱতায়ো এই কথা নেজানে। যি কাৰণত এই জগত সৃষ্টি হ'ল, মানুহে ক'ত জানিব ? ॥ ৬ ॥ এই সৃষ্টি য'ৰ পৰা হল, যদি বা তেওঁ ( পৰম ব্ৰহ্ম পুৰুষে ) ধাৰণ কৰিছে বা তেওঁ ধাৰণ কৰা নাই, যি এই জগতৰ ঈশ্বৰ পৰম ব্যোমত নিৰীক্ষণ কৰি আছে, তেৱেঁই এই কথা বিশেষকৈ জানিব বা তেৱেঁা নেজানে ॥ ৭ ॥

### ১৩০ সূক্ত—ঋ ৭।

ঋষি —প্ৰজাপতিৰ পুত্ৰ যজ্ঞ। ছন্দ—ত্ৰিষ্টুভ্ ; ১—জগতী। দেৱতা—প্ৰজাপতি।

## ( সৃষ্টি কল্পনা )

বিস্তৃত কৰা যি যজ্ঞ সকলো ফালে বিস্তৃত হৈছে, সেই যজ্ঞ দেৱতাৰ কৰ্ম্মৰ কাৰণে এশ এবছৰ বিস্তৃত কৰি পালক দেৱতা সকলে নিৰ্ম্মান কৰিছে। তেওঁ বিলাক যি আহিছে, কয় যে "দীঘে যোৱা,—বাণিয়ে ৰোৱা" এই বুলি কৈ বিস্তৃত কৰি সত্য লোকত স্থান কৰি লয় ॥ ১ ॥ আদি পুৰুষে এই যজ্ঞ মেলিলে। সেই পুৰুষেই বিস্তাৰ কৰিলে। তেৱেঁই এই পৃথিৱীত আৰু স্বৰ্গত এই যজ্ঞৰূপী তাঁত মেলিছে। আৰু ৰশ্মিৰ

দৰে এই বিশ্ব সৃষ্টি কৰা দেৱতাসকল ৰহি বাণিত ব'ৰ লগা সূতা ৰূপী সাম আদি গাবলৈ সেই সাম স্তোত্র বিলাক ৰচনা কৰিছে ॥ ২ ॥ যেতিয়া সকলো দেৱতাই প্রজাপতি দেৱতাক যজন কৰিছিল সেই যজ্ঞৰ জোখ (পৰিমাণ) কিমান আছিল? প্রতিমা (দেৱতা) কোন আছিল? মূল কাৰণ কি আছিল? ঘিঁউ কি আছিল? পৰিধি কিমান আছিল? ছন্দ কি আছিল? প্রউগ (প্রয়োগ), উকৃথ আৰু স্তোত্র কি আছিল? ॥ ৩ ॥ একেলগে অগ্নি আৰু গায়ত্রী ছন্দ উৎপত্তি হল। সবিতা দেৱতাই উষ্ণীক্ ছন্দৰ লগত আছিল। উকথেৰে সৈতে মহান সোমে অনুষ্টুপ্ ছন্দ ললে। বৃহস্পতিৰ বাক্য বৃহতী ছন্দৰে ৰক্ষা কৰিলে ॥ ৪ ॥ মিত্রাবৰুণে বিৰাট ছন্দ আশ্রয় ললে। এই যজ্ঞত দিনৰ ভাগ লৈ ইন্দ্রই ত্রিষ্টুভ্ ছন্দ আশ্রয় ললে। সকলো দেৱতা জগতী ছন্দত সোমাল। সেই যজ্ঞৰেই দেৱতা আৰু মানুহ সৃষ্টি হল ॥ ৫ ॥ পুৰণি এই যজ্ঞত ঋষিসকল, মানুহ, আৰু আমাৰ পিতৃসকল সৃষ্টি হল। এনেকুৱা যজ্ঞত পূর্ব্বত দেৱতাসকলে যি প্রজাপতিক যজন কৰিছিল সেই দেৱতাসকলক চকুৰে দেখি লৈ মন্ত্রেৰে স্তুতি কৰিছো ॥ ৬ ॥ ছন্দ আৰু স্তোত্রেৰে সৈতে আবৃত যজ্ঞৰ আঁতি-গুৰি জনা সাতজন ঋষিৰ পূর্ব্বৰ পন্থা ধীৰেৰে লাভ কৰি ৰথীয়ে ধোঁৱাৰ লেকাম ধৰা দৰে মই এই স্তব ৰচনা কৰিলো ॥ ৭ ॥

## ১৩১ সূক্ত—ঋ ৭।

### ঋষি—কক্ষীবানৰ পুত্র সুকীর্ত্তি। ছন্দ—ত্রিষ্টুভ্; ৪ অনুষ্টুভ্। দেৱতা—ইন্দ্র; ৪।৫ অশ্বিনী দুজন।

হে ইন্দ্র, সন্মুখত থকা সকলো শত্রু খেদাই দিয়া। হে শত্রু অভিভৱ কৰা ইন্দ্র, পিচফালে থকা শত্রু খেদাই দিয়া। ওপৰত থকা শত্রু খেদাই দিয়া। হে শূৰ, তলত থকা শত্রু খেদাই দিয়া। তুমি দিয়া আহলবহল ঘৰত থাকি আমি আনন্দ কৰিম ॥ ১ ॥ হে ইন্দ্র, যেনেকৈ যৱধান খেতি কৰা কৃষকে বহুত ধান নিয়ম লগায় বেলেগে বেলেগে কাতি আনে, সেইদৰে এই যজমান সকলৰ ধন কৰি দিয়া,—যি যজমানে কুশ মেলা যজ্ঞত নমস্কাৰ নকৰাকৈ নেথাকে ॥ ২ ॥ এটা ধুৰাৰ গাড়ী সময়মতে গন্তব্য স্থান পৈ নেপায়। আৰু ৰণত যশো লাভ কৰিব নোৱাৰে। সেই বর্দ্ধক ইন্দ্রক আমি সখাৰ কামৰ কাৰণে যোঁৱা কামনা কৰি আৰু অন্ন কামনা কৰি আহ্বান কৰিছো ॥ ৩ ॥ হে শুভৰ পতি অশ্বিনী দুজন, ভালকৈ আৰাম কৰা; বিশেষকৈ সোম পান কৰা। তোমালোকৰ লগৰ ইন্দ্রক অসুৰৰ পুতেক নমুচিক মৰা কামত (ইন্দ্রক) ৰক্ষা কৰা ॥ ৪ ॥ হে ইন্দ্র, পিতাই যেনেকৈ পুত্রক সহায় কৰে, তেনেকৈ অশ্বিনী দুজনে বুদ্ধিৰে আৰু কর্ম্মেৰে ৰক্ষা কৰিছিল। তুমি যেতিয়া সখাৰে সৈতে (সোম) পান কৰিছিলা, হে মঘবান ইন্দ্র, সৰস্বতী দেৱীয়ে তোমাৰ ওচৰত আছিল ॥ ৫ ॥

৬ ঋক ৬।৪৭।১২ ঋকৰ দৰে ॥ ৬ ॥
৭ „ „ ।১৩ „ „ ॥ ৭ ॥

## ১৩২ সূক্ত—ঋ ৭।

### ঋষি—নৃমেধৰ পুত্র শকপুত। ছন্দ—বিৰাটৰূপা; ১ ন্যঙ্কুসাৰিণী; ২/৬ প্রস্তাৰ পংক্তি; ৭ মহাসতো বৃহতি। দেৱতা—মিত্রাবৰুণ; ১ স্বর্গ, পৃথিৱী আৰু অশ্বিনী দুজন।

হাতত ধন লৈ থকা স্বর্গ-দেৱতাই যজ্ঞ কৰা পুৰুষক বর্দ্ধন কৰে। তেওঁকেই পৃথিৱীয়ে শ্রীবৃদ্ধি কৰে। যজ্ঞ কৰা পুৰুষকেই অশ্বিনী দুজনে বর্দ্ধন কৰে ॥ ১ ॥ হে মিত্রাবৰুণ, পৃথিৱী ধৰি থকা সুধন সেই তোমালোকক আমি পাবলগীয়া ধনৰ কাৰণে যজন কৰিছো। তোমালোকৰ বন্ধুতা আচৰণ কৰাৰ পৰা আমি ৰাক্ষস খেদায় দিব পাৰিম ॥ ২ ॥ হে মিত্রাবৰুণ, তোমালোকৰ কাৰণে যেতিয়া হবি ধাৰণ কৰো তেতিয়াই আমি খৰকৈ ধন পোৱা হওঁ। যি যজমানে যজ্ঞ কৰি ধন পাই তেওঁৰ ধন আনি শেষ কৰিব নোৱাৰে ॥ ৩ ॥ হে অসুৰ (বীৰ) মিত্র, অদিতিয়ে যাক প্রসব কৰিছে তেওঁৰ পৰা (আদিত্যৰ পৰা) তুমি বেলেগ। হে বৰুণ, তুমি সকলো প্রাণীৰ ৰজা। (তোমালোকে দুয়ো) আমাৰ যজ্ঞৰূপী ৰথৰ ওপৰত থাকিবলৈ বিচাৰিছা। এই যজ্ঞৰ (তোমালোক থাকিলে) অকণো অমঙ্গল নহয় ॥ ৪ ॥ এই (শকপূত) ঋষিৰ গাত থকা পাপ বিলাকে শত্রুৰ ধ্বংস কৰিছে (কাৰণ) মিত্র দেৱতা আমাৰ হিতৰ কাৰণে আছে। সেই মিত্র দেৱতা আহি মোৰ শৰীৰ ৰক্ষা কৰক (আৰু) আমাৰ যজ্ঞ কর্ম্ম ধাৰণ কৰক ॥ ৫ ॥ হে বিশিষ্ট জ্ঞানী মিত্রাবৰুণ, অদিতি তোমালোকৰ আই। দ্যুলোক আৰু পৃথিৱী পানীৰে ধুই দিয়া। প্রিয় ধন বিলাক তললৈ নমাই দিয়া। সূর্য্যৰ ৰশ্মিৰে পৃথিৱী শোধন কৰা ॥ ৬ ॥ হে মিত্র আৰু বৰুণ, তোমালোক দুয়ো কর্ম্মৰে ৰজা হৈ আছা। চিৰঁৰি ফুৰা শত্রু সেনা অভিভৱ কৰিবলৈ ৰথত উঠি থাকা। ৰণত ফুৰা ৰথ এতিয়া ধুৰাত লগাই বহা। (মোৰ পিতা) নৃমেধ

পাপৰ পৰা ৰক্ষা পাইছিল। ভাল যজ্ঞ কৰা অন্য ঋষিয়েও ( সুমেধেও ) পাপৰ পৰা ৰক্ষা পাওক ॥ ৭ ॥

## ১৩৩ সূক্ত— ঋ ৭ ।

ঋষি—পিজবনৰ পুত্র সুদাস। ছন্দ—১/৩ শক্বী, ৪/৬ মহাপংক্তি ; ৭ ত্রিষ্টুভ্ । দেৱতা—ইন্দ্র ।

( হে স্তোতাসকল ) এই ইন্দ্রৰ ৰথৰ আগত থকা বল অৰ্চনা কৰা। সংগ্রামত শত্রুৰ সৈন্য ওচৰ ( মুখা মুখি ) হলেও আঁতৰি নগৈ বৃত্রহন্তা ইন্দ্রই আমাৰ ধন পঠিয়াই দিয়ে বুলি জানিবা। কুৎসিত অন্য শত্রুৰ ধনুত লগোৱা যোৰ ( ৰচি ) চিগি যাওক ॥ ১ ॥ হে ইন্দ্র, তুমি যেতিয়া অন্তৰীক্ষত থকা অহিক ( মেঘক ) মাৰিলা তেতিয়া নদীবিলাক তললৈ মুখ কৰি যোৱাকৈ সৃষ্টি কৰিলা। তুমি শত্রুহীন হৈ উপজিছা। সকলো বৰণীয় ধন পোষণ কৰিছা। কুৎসিৎ …… ১ ঋকৰ দৰে ॥ ২ ॥ আমাৰ সকলো অদাতা অমিত্রক সমূলক্ষে নাশ কৰা। যি আমাক মাৰিবলৈ বিচাৰে সেই শত্রুক মাৰিব পৰা অস্ত্র ক্ষেপণ কৰা। তোমাৰ যি ধন আছে সেই ধন আমাক দিয়া। কুৎসিৎ …… ১ ঋকৰ দৰে ॥ ৩ ॥ হে ইন্দ্র, বৃকৰ ( বাঘৰ ) দৰে আচৰণ কৰি যি আমাৰ চাৰিউফালে অস্ত্র মাৰিছে তুমি সেই বিলাকক ভৰিৰ তল কৰা। তুমি শত্রু অভিভাবিতা হৈছা। কুৎসিৎ …… ১ ঋকৰ দৰে ॥ ৪ ॥ হে ইন্দ্র, আমাৰ সৈতে সমান স্তৰত জন্ম হোৱা যি শত্রুৱে আমাক নষ্ট কৰে, যি নীচ থাপৰ শত্রুৱে আমাক নষ্ট কৰে, মহতী স্বৰ্গৰ দৰে বিস্তৃত হলেও সিহঁতৰ জনবল নষ্ট কৰা। কুৎসিৎ …… ১ ঋকৰ দৰে ॥ ৫ ॥ হে ইন্দ্র, ঋতৰ ( নিয়মৰ যজ্ঞৰ ) পথেৰে তোমাৰ বন্ধুত্ব বিচাৰি আমাৰ কাম আৰম্ভ কৰিছো। আমাৰ সকলো দুঃখ পাৰ কৰা। কুৎসিৎ …… ১ ঋকৰ দৰে ॥ ৬ ॥ হে ইন্দ্র, তুমি সেই গৰু আমাক দিয়া, যি গৰুৱে স্তোতাক বৰণীয় গাখীৰ খিৰাবলৈ দিয়ে। সেই গৰুৱে ওকন্দা ওহাৰৰ ধাৰে সহস্র ধাৰাৰে সৈতে মহতী হৈ আমাক গাখীৰেৰে বৰ্দ্ধন কৰক ॥ ৭ ॥

## ১৩৪ সূক্ত—ঋ ৭ ।

ঋষি যুবনাশ্ব পুত্র মান্ধাতা ; ৬২/৭-ব্রহ্মবাদিনী গোধা। ছন্দ--মহাপংক্তি ; ৭-পংক্তি। দেৱতা--ইন্দ্র।

হে ইন্দ্র, দুয়ো দ্যাবাপৃথিবী যেতিয়া তুমি উষাৰ দৰে পূৰণ কৰিছা,—তুমি মহান দেৱতাতকৈও মহান, মানুহৰো সম্রাট। তোমাক দেৱী অদিতিয়ে জন্ম দিলে, ভদ্র জনয়িত্রীয়ে এনেকুৱা পুত্র জন্ম দিলে ॥ ১ ॥ আমাক মাৰিব খোজা শত্রুৰ দৃঢ় বল তল কৰি দিয়া। এনেকুৱা শত্রুক তুমি ভৰিৰ তলত থকা কৰা, যি শত্রুৱে আমাক মাৰিবলৈ বিচাৰে। তোমাক দেৱী …… ১ ঋকৰ দৰে ॥ ২ ॥ হে অমিত্রক হনন কৰা শক্র ইন্দ্র, নিজ শক্তিৰে সেই মহতী ধন যাৰ আছে, ( সেই তুমি ) সকলো ৰক্ষণেৰে অন্ন আমাৰ ফালে পঠিয়াই দিয়া। তোমাক দেৱী …… ১ ঋকৰ দৰে ॥ ৩ ॥ হে শতক্রতু, সোম অভিষৱ কৰোঁতাক যেতিয়া তুমি সকলো দিয়া, তেনেহলে আমাকো সহস্র ৰক্ষণেৰে সৈতে ধন দিয়া। তোমাক …… ১ ঋকৰ দৰে ॥ ৪ ॥ ঘাৰ জুলি থকা অস্ত্রবিলাক, ঘাম ওলোৱা দৰে, দূবৰি দনৰ আগবিলাকৰ দৰে কেউফালে পৰক। শত্রুৰ দুৰভিসন্ধি আমাৰ পৰা আঁতৰি যাওক। তোমাক …… ১ ঋকৰ দৰে ॥ ৫ ॥ দীঘল অঙ্কুশৰ দৰে, হে জ্ঞানবান ইন্দ্র, যি শক্তি ( জাঠি ) তুমি লৈছা তাৰে হে মঘবান ছাগলীয়ে ভৰিৰে গছৰ দাল টানি অনা দৰে আনি শত্রু দমন কৰা। তোমাক দেৱী …… ১ ঋকৰ দৰে ॥ ৬ ॥ হে দেৱতাসকল তোমালোকৰ কোনো নষ্ট কৰোতা নাই। কোনো অনুষ্ঠান কৰি বিমোহিত নকৰো। বিধিৰ মন্ত্রেৰে প্রতিপাদ্য কৰ্ম্ম আমি কৰি যাম। পাখীৰ নিচিনা স্তুতি আদিৰে হাতৰ মাজ ভাগেৰে এই যজ্ঞত হবি দি তোমালোকক সম্যক অৱলম্বন কৰি আছো ॥ ৭ ॥

## ১৩৫ সূক্ত—ঋ ৭ ।

ঋষি—যম গোত্রৰ কুমাৰ। ছন্দ—অনুষ্টুপ্ । দেৱতা—যম ।

ভাল পাত থকা গছ জোপাৰ তলত য'ত যমে দেৱতা সকলৰে সৈতে সোম পান কৰে, প্রজাৰ অধিপতি মোৰ পিতাই এই ঠাইত পুৰণি পিতৃসকলৰ লগলৈ মোক আহিবলৈ কৈছে ॥ ১ ॥ পুৰণি পিতৃ সকলৰ অনুগত হবলৈ মোক কোৱাত এই নিকৃষ্ট পাপ বুদ্ধিৰ পিতাই মোক জীয়াই থাকোতেই ( মৃত্যুৰ ওচৰলৈ ) যাবলৈ কোৱাত, ( মনেৰে ) বিচাৰ কৰি ( পিতৃৰ আজ্ঞাত ) আকৌ ইয়ালৈ আহিবলৈ আগ্রহ কৰিলো ॥ ২ ॥ ( যমে কৈছে ) হে কুমাৰ, তুমি নতুন চকৰি নোহোৱা লকলোকালে যোৱা যি ৰথ মনেৰে কল্পনা কৰিছা, সেই ৰথত তুমি নেজানি উঠিছা ॥ ৩ ॥ হে কুমাৰ, যি ৰথেৰে মোৰ ওচৰলৈ, মেধাবী সকলৰ ওচৰলৈ, ওপৰৰ অন্তৰীক্ষলৈ আহিলা, সেই ৰথ তোমাৰ

পিতাই কৰা শাসনমতে এই ঠাইলৈ নাৱত সুমাই অনা দৰে আনিলা ॥ ৪ ॥ কোনে এই কুমাৰক জন্ম দিছিল? কোনে বা এই ৰথ এই ফালে চলায় দিছিল? যি দৰে এই কুমাৰক ইয়ালৈ পঠিয়াই দিয়া হৈছিল সেই কথা আজি আমাক কোনে কব? ॥ ৫ ॥ দিবলগীয়া যি কাৰণে হল তাৰ আগতে কুমাৰ ওলায় আহিছিল, আৰু তাৰ আগতে (যমৰ দুৰলৈ পিতাকৰ) বচনত ওলায় আহিছিল। অন্তি বহলকৈ (ৰথ সাজি) পাচত (যমৰ ঘৰলৈ) অহা উপায় কৰিলে ॥ ৬ ॥ এই খনেই যমৰ স্থান, যি স্থান দেৱতাই নিৰ্ম্মাণ কৰা বুলি কয়। এই যমক প্ৰীত কৰিবলৈ নালী বাদ্য বজাইছে। এই যম স্তুতিৰে শোভিত হল ॥ ৭ ॥ (এই বিষয় কঠ উপনিষদৰ যম-নাচিকেতা সম্বাদ চাওক আৰু তৈত্তিৰীয় ব্ৰাহ্মণৰ ৩।১১।৮ চাওক)

১৩৬ সূক্ত—ঋ ৭।

ঋষি - বাতৰশনাৰ পুত্ৰ বিলাক ১-জুতি; ২-বাত জুতি; ৩-বিপ্ৰজুতি; ৪-বৃষাণক; ৫-কৰিক্ৰত; ৬-এতশ; ৭-ঋষ্যশৃঙ্গ। ছন্দ—অনুষ্টুপ্। দেৱতা—অগ্নি; সূৰ্য্য আৰু বায়ু।

চুলিৰ দৰে ৰশ্মিৰে (সূৰ্য্য) দেৱতাই অগ্নিক পোষণ কৰিছে। পানীক ধাৰণ কৰিছে। স্বৰ্গ আৰু পৃথিৱীক সেই ৰশ্মি থকা দেৱতাই ধাৰণ কৰিছে। সকলো জগত চাব পৰাকৈ সেই চুলিৰ দৰে ৰশ্মি থকাই ধাৰণ কৰে। এই দেখি থকা জ্যোতি চুলি থকা ৰশ্মিৰেই ধাৰণ কৰিছে ॥ ১ ॥ বাতৰশনৰ পুত্ৰ মুনি সকলে কপিল বৰ্ণৰ মলিন বস্ত্ৰ পিন্ধে। যেতিয়া তপৰ প্ৰভাৱত দেৱতাৰ দৰে হল, তেতিয়া তেওঁ বিলাক বায়ুৰ গতিৰে যোৱা হল ॥ ২ ॥ মুনিৰ ভাবেৰে মত্ত হৈ আমি বায়ু বিলাকেৰে সৈতে থাকো। হে মানুহ সকল, আমাৰ শৰীৰটো হে তোমালোকে দেখা ॥ ৩ ॥ মুনিয়ে অন্তৰীক্ষই দি সকলো ৰূপ চাই গৈ থাকে। সকলো দেৱতাৰ সখা। গতিকে সুকৰ্ম্ম কৰিবৰ কাৰণে তেওঁবিলাক স্থাপিত হৈছে ॥ ৪ ॥ বায়ুৰ গতিৰ দৰে যোৱা। (তেওঁবিলাক) বায়ুৰ মিত্ৰ। বায়ু দেৱতাই অনুগ্ৰহ কৰা মুনি সকলে বায়ুৰূপী হৈ যি পূৰ সমুদ্ৰ আৰু যি ইফালে সমুদ্ৰ আছে, সেই দুয়ো সমুদ্ৰলৈ যায় ॥ ৫ ॥ অপ্সৰা গন্ধৰ্ব্ব বিলাকৰ ফুৰা ঠাই অন্তৰীক্ষত আৰু মৃগ বিলাকৰ ঠাই ফুৰি, কেশ (ৰশ্মি) থকাৰ জানিবলগীয়া সকলো জানি সোৱাদ লৈ অতি আমোদ দিয়া হয় ॥ ৬ ॥ চুলি (ৰশ্মি) যুক্ত কদ্ৰই সৈতে পানীৰ পাত্ৰেৰে যেতিয়া পানী খালে, তেতিয়া এই চুলি থকাক বায়ু কপেৰে মন্থন কৰিলে। দমাৰ নোৱাৰাক পিহি পেলাইছে ॥ ৭ ॥

১৩৭ সূক্ত—ঋ ৭।

ঋষি—১-ভৰদ্বাজ; ২-কশ্যপ; ৩-গোতম; ৪-অত্ৰি; ৫-বিশ্বামিত্ৰ; ৬-জমদগ্নি; ৭-বসিষ্ঠ। ছন্দ—অনুষ্টুপ্। দেৱতা - বিশ্বদেৱসকল।

হে দেৱতাসকল, আমাক তলত পেলোৱাৰ পৰা আকৌ তুলি আনা। অপৰাধ কৰা মোক, হে দেৱতা সকল, ৰক্ষা কৰি পুণৰ চিৰজীৱি কৰা ॥ ১ ॥ এই দুয়ো বায়ু (আগফালে বলা আৰু পিচফালে বলা) সাগৰ পৰ্য্যন্ত বৈছে বা তাৰো সিফালে দূৰলৈ বৈছে। তাৰে এভাগে, হে স্তোতা, তোমাৰ বল কৰক। অন্য ভাগে তোমাৰ যি পাপ আছে তাক দূৰলৈ বোৱায় নিয়ক ॥ ২ ॥ হে বায়ু, তোমাৰ ভাল কৰা বিধ বায়ু বোৱাই দিয়া। আমাৰ যি পাপ আছে, বৈ লৈ যোৱা। তুমিয়েই দেৱতাৰ সকলো ঔষধৰ দূত হৈ (সাধাৰণতে) যোৱা ॥ ৩ ॥ (হে স্তোতা) তোমাৰ সুখকৰ আৰু অৰিষ্ট নষ্ট কৰা ৰক্ষণেৰে আহিছোঁ। আৰু তোমাৰ কল্যাণকৰ বল আহৰণ কৰি আনিম। তোমাৰ যক্ষ্মা ৰোগ বিনাশ কৰি দিম ॥ ৪ ॥ এই ঠাইত সকলো দেৱতাই ত্ৰাণ কৰা। মৰুতসকলে ত্ৰাণ কৰা। সকলো প্ৰাণীক ত্ৰাণ কৰা যাতে সকলো নিষ্পাপী হয় ॥ ৫ ॥ পানীয়েই ঔষধ (সুখৰ হেতু)। পানীয়েই ৰোগ নাশক। পানী সকলোৰে ঔষধ। তেনেকুৱা পানী তোমাৰ সুখৰ কাৰণ ঔষধ হওক ॥ ৬ ॥ (হে স্তোতা) দহ আঙুলি শাখা যুক্ত হাতেৰে কথাৰ আগতে যোৱা জিভাৰে (অৰ্থাৎ কথাকৈ) সম্যক আৰোগ্যৰ হেতু এই দুটাৰে মই তোমাক স্পৰ্শ কৰিছো ॥ ৭ ॥

১৩৮ সূক্ত—ঋ ৬।

ঋষি—উৰুৰ পুত্ৰ অঙ্গ। ছন্দ—জগতী দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তোমাৰ বন্ধুত্বত থকা সেই কবি ৰহন কৰা ঋতৰ (যজ্ঞৰ) উদ্বোধন কৰা (অঙ্গিৰস) সকলে বল অসুৰক বিদাৰিত কৰিলে। য'ত স্তৱ কৰিলত কুৎস ঋষিক উষাৰ সমৰত পোহৰ দিলা, পানী উলিয়াই দিলা আৰু বৃত্ৰই কৰা কাম সকলো ধ্বংস কৰিলা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি জন্মদাতাৰ দৰে পানী উলিয়াই

দিলা, পৰ্ব্বতবিলাক ভাঙিলা। গৰু উলিয়াই আনিলা। প্ৰিয় মধুৰ সোম পান কৰিলা। গছবিলাক বৰ্দ্ধন কৰিলা। ঋতত (নিয়মত) জন্ম হোৱা স্তোত্ৰৰে আৰু কৰ্ম্মৰে সূৰ্য্যৰ দ্বাৰা পোহৰ কৰাই দিলা ॥ ২ ॥ দ্যুলোকৰ মাজত আদিত্যৰ ৰথ যাবলৈ এৰি দিলে। অভিজ্ঞ ইন্দ্ৰই দাসবিলাকৰ প্ৰতিকাৰ কৰিবলৈ বাট উলিয়ালে। মায়াবী পিপ্ৰো অসুৰৰ দৃঢ় বল ঋজিশ্ব ঋষিৰ সখীত্ব কৰি ওফৰাই দিলে ॥ ৩ ॥ ধৰ্ষক ইন্দ্ৰই আগতে ধৰ্ষণ নকৰা অসুৰৰ বল ভাঙি দিলে। নবাৰ নোৱাৰা অসুৰৰ ধন-বিত্ত বিলাক উলিয়াই দিলে। সূৰ্য্যই মাহে মাহে পৃথিবীৰ ৰস হৰণ কৰা দৰে অসুৰৰ পুৰীৰ ধন উলিয়াই আনিলে। ঋষিয়ে স্তুত কাৰণত ইন্দ্ৰই শত্ৰুক জকমকীয়া অস্ত্ৰেৰে বধিলে ॥ ৪ ॥ বহল আৰু বিদাৰক শত্ৰু সেনাক আৰু বৃত্ৰক বধ কৰা ইন্দ্ৰই স্তোতাক ধন দিয়ে। শত্ৰু সেনা নাইকিয়া কৰে। এই ইন্দ্ৰৰ শত্ৰুৰ হিংসক বজ্ৰৰ পৰা কেউ-ফালে শত্ৰুবিলাকে ভয় পাই। শোধণ কৰা সূৰ্য্যই ওলায় আছে। উষা দেবীয়ে ৰথ এৰি দিয়ে ॥ ৫ ॥ হে ইন্দ্ৰ, এই বিলাক তোমাৰ বীৰৰ কৰ্ম্মৰ কথা শুনিবলগীয়া যে তুমি অকলে যজ্ঞ নকৰা অসুৰক মাৰিলা। মাহ বিলাক সৃষ্টি কৰা সূৰ্য্যক দ্যুলোকত ধাৰণ কৰিলা। পিতা তুমি দ্যুলোকৰ পৰা বিভক্ত কৰা ৰথৰ চক্ৰৰ ভাগ ধৰি ৰাখিলা ॥ ৬ ॥

## ১৩৯ সূক্ত—ঋ ৬।

ঋষি—বিশ্বাবসু গন্ধৰ্ব্ব। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—১-৩ সবিতা; ৪-৬ আত্মা।

হৰিদ্বৰ্ণৰ সবিতাৰ চুলি সূৰ্য্যৰ ৰশ্মিৰ জ্যোতি পূৰ্বকালে উদয় হৈছে। সেই সবিতাৰ আদেশ জানি বক্ষক পূষাই (পোষক আদিত্যই) অকলে ভুবন প্ৰকাশ কৰিছে ॥ ১ ॥ মানুহক চাই এই সবিতা দেবতা দ্যুলোকৰ মাজত আছে। দ্যাবাপৃথিবী আৰু অন্তৰীক্ষ পূৰণ কৰি সেই সবিতাই সকলো ব্যাপী প্ৰকাশ কৰিছে। দীপ্ত ৰূপেৰে ব্যাপী পূব ফালে নিচান দি পিছি ফালে আঁতৰ হৈ আহিছে ॥ ২ ॥ ধনৰ মূল আৰু ধনৰ প্ৰাপক সবিতাই দীপ্তিৰে সকলোৰে ৰূপ চাৰিওফালে চাইছে। দেবতাৰ দৰে এই সবিতা সত্য ধৰ্ম্মা। ইন্দ্ৰৰ দৰে সমৰত ধন লাভ কৰিবলৈ থাকে ॥ ৩ ॥ হে সোম, তোমাৰে সৈতে গন্ধৰ্ব্ব বিশ্বাবসুক (মোক) (বসতীবৰী) পানীয়ে দেখিছিল। তেতিয়া ঋতৰ (নিয়মৰ) কৰ্ম্মফলৰ কাৰণে নিজেই (পানীয়ে) ওলায় আহিছিল। ইন্দ্ৰই দম পাই সূৰ্য্যৰ পৰিধিৰ চাৰিওফালে চালে ॥ ৪ ॥ বিশ্বাবসু গন্ধৰ্ব্ব, যি দিব্য পানীৰ নিৰ্ম্মাতা, তেওঁ আমাক এই বিষয় উপদেশ দিয়ক। যি সত্য আৰু যি আমি নেজানো—এই দুয়ো বিষৰ কথা কওক। হে বিশ্বাবসু, কৰ্ম্ম বৰ্দ্ধন কৰি আমাৰ কৰ্ম্মকেই ৰক্ষা কৰা ॥ ৫ ॥ ধা ধুৱাই দিয়া মেঘক, নদীৰ পানী চলি যোৱা ঠাইত ইন্দ্ৰই পালে। মেঘৰ মাজত যোৱা পানীৰ দুৱাৰ খুলি দিলে। এই নদী বিলাকৰ অমৃত পানী বিলাকৰ গন্ধৰ্ব্বই ইন্দ্ৰক কলে যি মেঘৰ বল জানে ॥ ৬ ॥

## ১৪০ সূক্ত—ঋ ৬।

ঋষি—পাবক গুণ বিশিষ্ট অগ্নি। ছন্দ—১-বিষ্টাৰ পংক্তি, ২-৪-সতোবৃহতী বা অষ্টি জগতী; ৫-উপৰিষ্টাৎজ্যোতি; ৬-ত্ৰিষ্টুভ। দেবতা—শুচ্যাগ্নি।

হে অগ্নি, তোমাৰ অন্ন প্ৰশংসনীয়। হে বিভাবসু অগ্নি দীপ্তিবিলাক বহুতকৈ দীপ্ত হৈছে। হে বৃহৎভানু কবি অগ্নি, বলেৰে অন্নদাতা যজমানক তুমি যজ্ঞৰ যোগ্য ধন দিয়া ॥ ১ ॥ শোধক দীপ্তিৰ, নিৰ্ম্মল দীপ্তিৰ, সম্পূৰ্ণ তেজৰ হে অগ্নি, তুমি পুত্ৰ হৈ তোমাৰ আৰা অবনীত বিচৰণ কৰি আমাক ৰক্ষা কৰা। দুয়ো দ্যাবা-পৃথিবী লগ লগাই দিয়া ॥ ২ ॥ হে বলৰ পুত্ৰ জাতবেদ অগ্নি, আমি কৰা ভাল স্তুতিৰে আমোদ কৰা। তোমাৰ (হোতা দি কৰা) কৰ্ম্মত নিহিত হোৱা বহুত ৰূপৰ বিচিত্ৰ লক্ষণেৰে ভালকৈ হোৱা অন্ন তোমা-কেই সকলোৱে দিয়ে ॥ ৩ ॥ হে অমৰ অগ্নি, জন্ম হোৱা শত্ৰুক স্পৰ্দ্ধা কৰি আমাক ধন বিস্তাৰ কৰি দিয়া। তুমি দৰ্শনীয় শৰীৰেৰে বিৰাজমান হৈছা। ভজন কৰা কামত আমাক ফল দান কৰা ॥ ৪ ॥ যজ্ঞৰ সংস্কাৰ কৰা, বিশেষ জ্ঞানী, মহৎ ধনৰ ঈশ্বৰ, ভাল ধনৰ দাতা, হে অগ্নি, তোমাক স্তুতি কৰিছো। সৌভাগ্য যুক্ত মহতী অন্ন ভজন কৰিবলগীয়া ধন তুমি আমাক দিয়া ॥ ৫ ॥ ঋতবান (নিয়মবান), মহান, সকলোৱে দেখা অগ্নিক সুখৰ কাৰণে মানুহে আগত (সম্মুখত) ধৰে। কাণেৰে ভালকৈ শুনা, অতি প্ৰখ্যাত দৈৱ তোমাক মানুহে যুগে যুগে স্তুতি কৰি আহিছে ॥ ৬ ॥

## ১৪১ সূক্ত—ঋ ৬।

ঋষি—তাপস গুণযুক্ত অগ্নি। ছন্দ—অনুষ্টুভ্। দেবতা—বিশ্বদেবসকল।

হে অগ্নি, ইয়াত আমাৰ কালৈ ভালকৈ কোৱা।

আমাৰ প্ৰতি ভাল মনৰ হোৱা। হে প্ৰজাৰ পালক আমাৰ ধন দাতা তুমি আমাক ধন দিয়া ॥ ১॥ অৰ্যমা দেৱতাই আমাক ধন দিয়ক। ভগই, বৃহস্পতিয়ে, সকলো দেৱতাই আমাক ধন দিয়ক। আৰু সুনৃতা (সৰস্বতী) দেৱীয়ে আমাক ধন দিয়ক ॥ ২॥ ৰজা সোমক আৰু অগ্নিক স্তুতিৰে ৰক্ষণৰ কাৰণে আহ্বান কৰিছো। আদিত্যসকলক, বিষ্ণুক, সূৰ্য্যক আৰু বৃহস্পতিক (আহ্বান কৰিছো) ॥ ৩॥ ভালকৈ আহ্বান কৰিব পৰা ইন্দ্ৰ-বায়ু আৰু বৃহস্পতিক এই কৰ্ম্মলৈ আহ্বান কৰিছো। আমি সকলো জন গোট খাই সুমনা হৈ আছো ॥ ৪ ॥ (হে স্তোতা) অৰ্যমাক, বৃহস্পতিক, আৰু ইন্দ্ৰক, বায়ুক, বিষ্ণুক, সৰস্বতীক আৰু অন্নবান সবিতাক (আমাক ধন আদি) দিবলৈ স্তুতি প্ৰেৰণ কৰা ॥ ৫ ॥ হে অগ্নি, তুমি অগ্নিৰে সৈতে আমাৰ স্তোত্ৰ আৰু যজ্ঞ বৰ্দ্ধন কৰা। তুমি আমাৰ যজ্ঞৰ কাৰণে ধন দিবলৈ দাতাক প্ৰেৰণ কৰা ॥ ৬ ॥

## ১৪২ সূক্ত—ঋ ৮।

ঋষি—শাৰঙ্গ বিলাক। যেনে:—১-২-জৰিতা; ৩-৪-দ্ৰোণ; ৫-৬-সাৰিসৃক্ক; ৭-৮-স্তম্ব মিত্ৰ। ছন্দ—ত্ৰিষ্টুপ্; ১-২-জগতী; ৭-৮-অনুষ্টুপ্।

হে অগ্নি, এই ঋষি তোমাৰ স্তোতা হলহি। হে বলৰ পুত্ৰ অগ্নি, তোমাৰ বাহিৰে প্ৰাপ্তব্য আৰু একো নাই। কল্যাণীয় তিনি ঠাইৰ দুঃখ নিবাৰক সুখ যে তোমাৰ আছে ধ্বংস কৰিব খোজা আমাৰ পৰা দূৰত ৰাখি তোমাৰ তাপ আঁতৰ কৰি দিয়া ॥ ১ ॥ হে অগ্নি, অন্ন খাবলৈ বিচাৰি তোমাৰ জন্ম উৎকৃষ্ট হৈছে। সখাৰ দৰে সকলো ভুবন তুমি বশ কৰা। ইফালে সিফালে যোৱা শিখা বিলাকে আমাৰ স্তোত্ৰৰ উদয় (উদ্ভাবনা) কৰিছে। পশুৰ পালক যোৱা দৰে আগলৈ তুমি নিজে নিজে গৈ আছা ॥ ২ ॥ হে দীপ্যমান অগ্নি, দাহ কৰি বহুত বন-হাবি নাশ কৰিবলৈ লাগিছা। উৰ্ব্বৰা ভূমি বিলাক মুকলি হৈ গৈছে। মহতী তোমাৰ হনন কৰা জ্বালাক আমি খণ্ড তুৰ্লি নিদিও[১] ॥ ৩ ॥ হে অগ্নি, তুমি যি ওখ বা চাপৰ গছ গছনি দাহ কৰি গৈছা, তেতিয়া জুই বহুত ভাগ হৈ বেলেগ হৈ গৈছা যেনেকৈ (শত্ৰুৰ ধন আকাঙ্খ্যা কৰি) ৰজাৰ সেনাই ইফালে সিফালে যায়। বায়ুয়েও যেতিয়া তোমাৰ জুইৰ কালে বয় তেতিয়া নাপিতে ডাড়ি-চুলি খুৰৰা দৰে মাটি চকা কৰি দিয়া ॥ ৪। এই অগ্নিৰ পুৰি যোৱা, শ্ৰেণী বিভক্ত হোৱা একে অভিযানত বহুত ৰথৰ দৰে দেখি। অগ্নিৰ বাহুৰে মোহাৰি দি পুৰি বহুত হৈ ওপৰলৈ উঠি যায় ॥ ৫ ॥ হে অগ্নি, তোমাৰ শোষক জুই ওপৰলৈ যাওক। তোমাৰ দীপ্তি ওপৰলৈ উথক। বন-হাবি পাৰহৈ ওপৰলৈ যোৱা বেগ, হে অগ্নি, উঠি যাওক। বাঢ়ি গৈ উঠি যোৱা। আকৌ চাপৰ বন-হাবি পাই নামি যোৱা। এইদৰে সকলো দেৱতা তোমাৰ চাৰিওফালে বহি থাকক ॥ ৬॥ এয়া আমাৰ ঠাই পানীৰ হ্ৰদ। সমুদ্ৰৰ ঘৰ। আমাৰ ইয়াৰ পৰা অন্য বাট কৰা। সেই বাটেৰে যথা ইচ্ছা যোৱা ॥ ৭ ॥ হে অগ্নি, তুমি আহোঁতে আৰু যাওঁতে পুষ্পৱতী দুৱৰি বন বাঢ়ক। এয়া হ্ৰদ। হ্ৰদত পদ্ম ফুলক। এই হ্ৰদ সমুদ্ৰৰ গুহা ॥ ৮ ॥

## ১৪৩ সূক্ত—ঋ ৬।

ঋষি—সাংখ্যৰ পুত্ৰ অত্ৰি। ছন্দ—অনুষ্টুভ্। দেৱতা—অশ্বিনীদুজন।

হে অশ্বিনী দুজন, সেই বিচিত্ৰ যজ্ঞত জীৰ্ণ হোৱা অত্ৰি ঋষিক অৰ্থৰ কাৰণে ঘোঁৰাৰ দৰে যাব পৰা কৰি দিলা। কক্ষীবানক পুনৰ ৰথৰ দৰে নতুন কৰিলা ॥ ১ ॥ হে অশ্বিনী দুজন, কোনো হিংসা-দ্বেষ নকৰাকৈ প্ৰবল অসুৰে যি অত্ৰিক বান্ধি থৈছিল, সেই অত্ৰিক অতি ডেকা কৰি দৃঢ় গ্ৰন্থি মুকলি কৰা দৰে ভূলোকলৈ টানি আনিলা ॥ ২ ॥ হে নেতা, অতি দৰ্শনীয়, শোভিত অশ্বিনী দুজন, অত্ৰি ঋষিক (মোক) বুদ্ধি দিবলৈ ইচ্ছা কৰা। হে স্বৰ্গৰ দেৱতা দুজন, মোৰ পৰা আৰু স্তুতি নোহোৱাকৈ নেথাকে ॥ ৩ ॥ হে সুদাতা অশ্বিনী দুজন, আমাৰ সুস্তুতি আৰু ভাল হবিৰ দান তোমালোকে জানিবৰ কাৰণ হৈছে, যিহেতু যজ্ঞ ঘৰত বিস্তীৰ্ণ যজ্ঞত, হে নেতা দুজন, কেউফালে তোমালোকে আমাক ৰক্ষা কৰি আছা ॥ ৪ ॥ হে অশ্বিনী দুজন, তোমালোকে সমুদ্ৰত দুব যোৱা, পানীৰ পিপাৰত পানীয়ে আলোড়িত কৰা ভুজ্যুক পাখী লগীয়া নাৱেৰে ওচৰলৈ আনি পাৰ কৰিলা। হে নাসত্যা দুজন, তোমালোকক ভজন কৰিবলৈ তেওঁক সমৰ্থ কৰিলা ॥ ৫ ॥ হে সৰ্ব্বজ্ঞ নেতা দুজন, তোমালোক সুখী ৰজাৰ দৰে অতি পূজ্য আমাক দিবলগীয়া সুখেৰে অলঙ্কৃত হৈছা। বাঢ়ি থকা অন্নৰে সৈতে শকৰ ওহাৰৰ দৰে আমাকো অলঙ্কৃত কৰা ॥ ৬ ॥

## ১৪৪ সূক্ত—ঋ ৬।

ঋষি—তাৰ্ক্ষ্যৰ পুত্ৰ সুপৰ্ণ বা যমৰ পুত্ৰ উৰ্দ্ধকৃশান।

ছন্দ—গায়ত্ৰী ; ২-বৃহতী ; ৫-সতোবৃহতী ; ৬-বিষ্টাৰ পংক্তি দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, বিধাতা, তোমাৰ কাৰণে অমৰ, এয়া বলৰ হেতু, সকলোৰে আয়ুস সোম চলি যোৱা ধোঁৱাৰ দৰে তোমাৰ ফালে গৈছে ॥ ১ ॥ আমাৰ ফালে ( ৰক্ষা কৰিবলৈ ) দানবন্ত ইন্দ্ৰৰ, বজ্ৰ জাহি আহিছে। এই ঋভুৰ দৰে কাম কৰা স্তোতা ঊৰ্দ্ধ-কৃশন ঋষিক আমোদ দিছে ॥ ২ ॥ দীপ্ত ইন্দ্ৰই যজমান ৰূপী প্ৰজাৰ মাজত অনায়াসে গতিবিধি কৰে। মই শেনক ( সুপৰ্ণ ঋষিক ) বংশ বৃদ্ধি কৰিছে ॥ ৩ ॥ শেনৰ পুত্ৰ সুপৰ্ণই ( ঋষিয়ে ) বহুত দূৰ দেশৰ পৰা সোম আনিছে। শত যজ্ঞ সাধন কৰা সোমক সাপৰ মাজেদি অহা বাটেৰে লৈ আহিলে ॥ ৪ ॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে শেনে ভৰিৰে সোম আনিলে। নতুন বাধাহীন, ৰঙা, অন্নৰ নিৰ্ম্মাতা এয়া তোমাক দিয়া সোম অন্ন জীৰণৰ কাৰণে আয়ুস দাতা আৰু এই বন্ধু সকলক জাগৃত কৰি তোলা ॥ ৫ ॥ এইদৰেই সেই সোমেৰে তৃপ্ত হৈ ইন্দ্ৰই দেৱতাৰ মাজত মহৎ তেজ ধাৰণ কৰে। হে সুকৰ্ম্ম। ইন্দ্ৰ, কৰ্ম্মৰে অন্ন আৰু আয়ুস আমাক দিয়া। এয়া সোম আমাৰ দ্বাৰা অভিষুত হৈছে ॥ ৬।

১৪৫ সূক্ত—ঋ ৬।

ঋষি—ইন্দ্ৰাণী। ছন্দ—অনুষ্টুপ ; ৬-পংক্তি।

দেৱতা- সতিনীক বাধা দিয়া দেৱতা।

এই বিলাক বলবান ( পাঠ নামৰ ) বন দৰবৰ লতা মই খানি আনিম। ইয়াৰে সতিনীক দমাব পাৰি আৰু পতিক ভাল পোৱা কৰিব পাৰি ॥ ১ ॥ হে ওপৰমুখী পাতৰ, সৌভাগ্যৰ কাৰণ, দেৱতাই পঠিওৱা, অভিভৱ কৰিব পৰা ( পাঠ ) লতা মোৰ সতিনীক আঁতৰাই দিয়া আৰু মোৰ পতিক কেৱল মোৰ কৰা ॥ ২ ॥ হে উৎকৃষ্ট ( পাঠ ) লতা মই উৎকৃষ্টতৰ হম। উৎকৃষ্টত-কৈও উৎকৃষ্টতৰ হম। মোৰ যি সতিনী আছে তাই তলতকৈও তললৈ যাওক ॥ ৩ ॥ সতিনীৰ মই নামেই নলওঁ। সতিনীক কোনেও ভাল নেপায়। সেই সতি-নীক বহুত দূৰৈৰ ঠাইলৈ মই পঠিয়াই দিম ॥ ৪ ॥ (-হে ওষধী ) মই অভিভৱ কৰিব পৰা আৰু তুমিও অভিভৱ কৰিব পৰা হৈছে। আমি দুয়ো অভিভৱ কৰিব পৰা হৈ মোৰ সতিনীক অভিভৱ কৰিম ॥ ৫ ॥ ( হে পতি ) সতিনীক অভিভৱ কৰা মোক তোমাৰ ( মূৰত ) ৰাখিবা। অতি অভিভৱ কৰিব পৰা মোৰ ( সেই ঔষধৰে ) তোমাক ধৰি ৰাখিম। তোমাৰ মন মোক বিচাৰি আহক,—যেনেকৈ গৰু জনী পোৱালীৰ ফালে যায় আৰু পানী তললৈ যায়। ৬ ॥

১৪৬ সূক্ত — ঋ ৬।

ঋষি —ইৰম্মদৰ পুত্ৰ দেৱমুনি। ছন্দ—অনুষ্টুভ্।
দেৱতা—মহৎ অৰণ্য ( অগাধ হাবি )

হে অগাধ হাবিৰ দেৱতা, তুমি চাওঁতে চাওঁতে নেদেখা হৈ গৈছা ( কিমান দূৰ গৈছা ঠিক নাই )। তুমি কেলেই গাওঁলৈ যোৱা বাট বিচৰা নাই ? তোমাৰ ভয় নেলাগে নেকি ? ॥ ১ ॥ বৃষৰ দৰে কৰা শব্দটোক চিঁ চিঁ শব্দৰে প্ৰতিধ্বনি কৰে, যেনিবা ঘণ্টা বজাই ( সপ্তস্বৰ ) গাই অৰণ্য দেৱীক পূজা কৰিছে ॥ ২ ॥ আৰু হাবিৰ মাজত গৰুৱে ঘাহঁ খোৱা দৰে শব্দ হয়। ( লতাপতা বোৰেৰে সৈতে ) আট্টালিকাৰ দৰে দেখি। সন্ধ্যা হলে গাড়ী ওলায় যোৱা দৰে দেখি। ৩ ॥ হে অৰণ্য দেৱতা, তুমি থকা মহা অৰণ্যত থকা মানুহে গৰুক মতাৰ দৰে মাতে। অন্য কোনোৱে যেন কাঠ ফালিছে। সন্ধ্যা সময়ত মহা অৰণ্যত থকা মানুহে জীৱ-জন্তুৰ শব্দ শুনি কোনো চোৰ আহি আক্ৰমণ কৰিছে বুলি ভাবে ॥ ৪ ॥ অৰণ্যই নেমাৰে। অন্যাইও ( বাঘ, চোৰ আদিয়েও ) নেমাৰে। তাত সোৱাদ ফল খাই নিজ ইচ্ছা মতে ফুৰিব পাৰি ॥ ৫ ॥ সুগন্ধিৰে সৌৰভময় বহুত খাবলগীয়া বস্তু পায়। মানুহে তাত খেতি নকৰে। হাবি জন্তুৰ উৎপাদক। সেই অৰণ্য দেৱতাৰ এই সূক্তেৰে মই প্ৰশংসাৰ স্তুতি কৰিছো। ৬ ॥

১৪৭ সূক্ত—ঋ ৫।

ঋষি—শিৰিষৰ পুত্ৰ সুবেদ। ছন্দ—জগতী ;
৫-ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, তোমাৰ প্ৰধান ( বস্তু ) খণ্ডলৈ মই শ্ৰদ্ধা নিবেদন কৰিছো। যি খণ্ডেৰে তুমি নেতা বৃত্ৰক মাৰিছিলা আৰু পানী মুকলি কৰি দিছিলা। যেতিয়া দুয়ো দ্যাবা-পৃথিবীয়ে তোমাৰ অধীন হল, তেতিয়া বিস্তীৰ্ণ অন্তৰীক্ষ, হে বজ্ৰবান ইন্দ্ৰ, তোমাৰ বলত কপি উঠিছিল ॥ ১ ॥ হে নিন্দা নোহোৱা ইন্দ্ৰ, তুমি মায়াবী বৃত্ৰক মায়াৰে অন্ন সৃষ্টি কৰা কাৰণে মাৰিলা। নেতা ( অঙ্গিৰস ) সকলে তোমাকেই গৰু অন্বেষণ কৰোতে বিচাৰিছিল। সকলো আহ্বান কৰিবলগীয়া ঠাইত ( যজ্ঞত ) তোমাকেই বিচাৰে ॥ ২ ॥ হে পুৰুহুত ইন্দ্ৰ, স্তোতাৰ ওচৰত তুমি যেতিয়ৈ দীপ্ত হোৱা।

হে মঘবান ইন্দ্ৰ, যি স্তোতা বৰ্দ্ধমান হৈছে, যি ধন পাইছে, আৰু যজ্ঞত বলবান তোমাক অৰ্চনা কৰিছে, তেওঁবিলাকে পুত্ৰ-পৌত্ৰৰ কাৰণে ফল কামনা কৰি লজ্জা নোহোৱা ধন বিচাৰি তোমাকেই পূজন কৰে ॥ ৩ ॥ তেৱেঁই সুসম্পাদন কৰা ধন সোনকালেই পাই যি স্তোতাই এই বলবান ইন্দ্ৰক সোম পান কৰাই হৰ্ষ কৰি দিব পাৰে। হে মঘবান, ইন্দ্ৰ, তুমি বৰ্দ্ধন কৰা তোমাক যজ্ঞ দিয়া নেতা যজমানে ধন-অন্ন শীঘ্ৰে পাই ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি মহতী স্তোত্ৰেৰে স্তুত হৈ বল বেচি কৰা আৰু আমাক ধন দিয়া। হে দৰ্শনীয় ইন্দ্ৰ ধন বিভাগ কৰি দিয়া তুমি মিত্ৰ আৰু বৰুণৰ দৰে জ্ঞানী হৈ আমাক অন্ন দি আছা ॥ ৫ ॥

## ১৪৮ সূক্ত—ঋ ৫।

### ঋষি—বেণৰ পুত্ৰ পৃথু। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, সোম অভিষৱ কৰা আমি তোমাক স্তুত কৰিছো। হে বহুত ধনৰ ইন্দ্ৰ, অন্ন দাতা তোমাক আমি স্তুতি কৰিছো। আমাক সহজে পাব পৰা ধন আহৰণ কৰি দিয়া,—যি ধন তুমি কামনা কৰা। আমি তোমাৰ দ্বাৰা ৰক্ষিত হৈ বহুত ধন নিজেই লাভ কৰিম ॥ ১ ॥ হে শূৰ ইন্দ্ৰ, মহান তুমি জন্ম হৈয়েই দাস অসুৰৰ প্ৰজাক সূৰ্য্য ৰূপেৰে অভিভৱ কৰিলা। গুহাত লুকাই থকা (বল) অসুৰক পানীত লুকাই থকা (কুৱয়) অসুৰক পৰাজয় কৰিলা। আমিও বৰযুণ দিনত সম্প্ৰতি সোম তোমাৰ কাৰণে ধাৰণ কৰিম ॥ ২ ॥ মেধাবী সকলৰ সুস্তুতি কামনা কৰি, সৰ্ব্বজ্ঞ তুমি, স্বামী হৈ হে ইন্দ্ৰ, তুমি স্তুতিৰে পূজিত হৈছা। যি সোমে তোমাক ৰঙ কৰে সেই সোম দি আমি তোমাৰ হ'ম। হে ৰথত উঠি থকা ইন্দ্ৰ, ভক্ষণ কৰিব পৰা বস্তুৰে সৈতে এই স্তোত্ৰ তোমালৈ আগ বঢ়োৱা হৈছে ॥ ৩ ॥ হে ইন্দ্ৰ, তোমাৰ কাৰণে এইবিলাক স্তোত্ৰ গাইছো। হে শূৰ ইন্দ্ৰ, তুমি মানুহৰ মাজত নেতাসকলক বল দিয়া। তেওঁবিলাকৰে সৈতে সমান কৰ্ম্ম কৰা হোৱা,—যি স্তোতাৰ পৰা হৱি কামনা কৰা। স্তোতাক ত্ৰাণ কৰা আৰু লগৰ অন্যকো ত্ৰাণ কৰা ॥ ৪ ॥ হে বীৰ ইন্দ্ৰ, পৃথু ঋষিৰ (মোৰ) আহ্বান শুনা। বেণৰ পুত্ৰৰ (মোৰ) মন্ত্ৰেৰে স্তুতি কৰিছে। যি স্তোতা ঘৃতবন্ত তেওঁ তোমাৰ হৱিযুক্ত ঠাইত, যজ্ঞৰ ঘৰত, তললৈ বৈ যোৱা পানীৰ দৰে অন্য স্তোতাৰে সৈতে হৱি যোৱাই দিছে ॥ ৫ ॥

## ১৪৯ সূক্ত—ঋ ৫।

### ঋষি—হিৰণ্যস্তূপৰ পুত্ৰ আৰ্চত। ছন্দ—ত্ৰিষ্টুভ্, দেৱতা—সবিতা।

সবিতাই মন্ত্ৰেৰে পৃথিবীক বান্ধি থলে। সবিতাই পৰি নোযোৱাকৈ (খুটা লগাই) স্বৰ্গক দৃঢ় কৰি থলে। ঘোঁৰাৰ দৰে কঁপি থকা অন্তৰীক্ষক বান্ধি থলে। এই সবিতাই মেঘৰ পৰা পানী খিৱালে ॥ ১ ॥ যি অন্তৰীক্ষত মেঘক বান্ধি ৰাখি পানীৰে পৃথিবী ধুৱাই দিলে হে অপাং নপাত্ সবিতা দেৱতাই সেই ঠাই চিনি পাই। তাৰ পৰাই পৃথিবী হল। ইয়াৰ পৰাই ওপৰত থকা অন্তৰীক্ষ হল। ইয়াৰ পৰাই দ্যাবা পৃথিবী বিস্তীৰ্ণ হল ॥ ২ ॥ তেতিয়া এই অমৰলোকৰ যজন কৰিবলগীয়া দেৱতা সকল পাচত উৎপত্তি হল,—(হে স্তোতা) হেৰা, ভালকৈ উৰি যোৱা গৰুত্মান সবিতাৰ পৰাই উৎপত্তি হল। সেই বাবে সবিতাৰ ধৰ্ম্ম এই গৰুত্মানৰ দৰে হল ॥ ৩ ॥ গাৱঁলৈ গৰু যোৱা দৰে, যুদ্ধলৈ ঘোঁৰা যোৱা দৰে, ভাল মনৰ গাই-গৰু পোৱালীৰ ওচৰলৈ যোৱা দৰে, স্বামী নিজৰ ভাৰ্য্যাৰ ওচৰলৈ যোৱা দৰে, দ্যুলোকৰ ধাৰক সবিতা আমাৰ ফালে আহক ॥ ৪ ॥ হে সবিতা দেৱতা তোমাক অঙ্গিৰস সকলৰ পুতেক হিৰণ্য-স্তূপ ঋষিয়ে অন্নৰ কাৰণে যেনেকৈ আহ্বান কৰিছিল, সেই দৰেই মই অৰ্চনা কৰি তোমাক ৰক্ষণৰ কাৰণে বন্দনা কৰিছো। সোমলতা অভিষৱ কৰিবলৈ যেনেকৈ সকলো সজাগ তেনেকৈ মই তোমাক পৰিচৰ্য্যা কৰিবলৈ সজাগ ॥ ৫ ॥

## ১৫০ সূক্ত—ঋ ৫।

### ঋষি—বশিষ্ঠৰ পুত্ৰ মৃড়াক (মৃলীক)। ছন্দ—১-৩-বৃহতী; ৪-৫-উপৰিষ্টাৎ জ্যোতি; ৪-জগতী বা। দেৱতা—অগ্নি।

হে হৱি বহন কৰা অগ্নি। আগতে জ্বলালো দেৱতাৰ যজ্ঞৰ কাৰণে তোমাক আকৌ জ্বলাইছে। তুমি আদিত্য সকলেৰে সৈতে, ৰুদ্ৰ সকলেৰে সৈতে, বসু সকলেৰে সৈতে আমাৰ ওচৰলৈ আহা। আমাৰ সুখৰ কাৰণে আহা ॥ ১ ॥ হে অগ্নি, এই যজ্ঞ আৰু এই স্তোত্ৰ সেৱন কৰিবলৈ ওচৰলৈ আহা। তোমাক জ্বলাই মানুহে তোমাৰ আহ্বান কৰিছোহক। সুখৰ কাৰণে তোমাক আহ্বান কৰিছোহক ॥ ২ ॥ হে বিশ্ববৰেণ্য জাতবেদ অগ্নি, তোমাকেই স্তুতিৰে প্ৰাৰ্থনা কৰিছো। প্ৰিয় কৰ্ম্মৰ দেৱতাসকলক আমাৰ কাৰণে

লৈ আহা। সুখৰ কাৰণে প্ৰিয় কৰ্ম্মৰ দেৱতাসকলক লৈ আহা ॥ ৩ ॥ দেৱতা অগ্নি অন্য দেৱতাসকলৰ পুৰোহিত হল। অগ্নিক ঋষিসকলে আৰু মানুহে জ্বলাই। মহৎ ধন পাবৰ কাৰণে অগ্নিক মই আহ্বান কৰিছো। ধন লাভৰ কাৰণে আহ্বান কৰিছো ॥ ৪ ॥ অত্ৰিক, ভৰদ্বাজক, গবিষ্টিৰক, কণ্বক, আৰু আমাক অগ্নিয়ে সংগ্ৰামত ৰক্ষা কৰিছিল। পুৰোহিত ( মোৰ পিতৃ ) বশিষ্ঠই অগ্নিক আহ্বান কৰে। সুখৰ কাৰণে পুৰোহিত হওক ॥ ৫ ॥

## ১৫১ সূক্ত—ঋ ৫।

**ঋষি—কাম গোত্ৰৰ শ্ৰদ্ধা নামৰ ঋষিকা। ছন্দ—অনুষ্টুভ্। দেৱতা—শ্ৰদ্ধা।**

শ্ৰদ্ধাৰে অগ্নিক জ্বলাই। শ্ৰদ্ধাৰে হবি নিবেদন কৰে। শ্ৰদ্ধাৰ দেৱতা ভগৰ মূৰত ( প্ৰধান ঠাইত ) স্তোত্ৰেৰে হবি নিবেদন কৰিম ॥ ১ ॥ হে শ্ৰদ্ধা, হবি দিয়া যজমানক প্ৰিয় ফল দিয়া। হবি দিবলৈ ইচ্ছা কৰা যজমানকো, হে শ্ৰদ্ধা, প্ৰিয় ফল দিয়া। মোৰ ভোগ কৰা যজ্ঞ কৰাক এই উক্ত ( আগত কোৱা ) প্ৰিয় ফল দান কৰা ॥ ২ ॥ দেৱতাসকলে যেনেকৈ বলী অসুৰৰ লগতো শ্ৰদ্ধাৰে যুদ্ধৰ কাম কৰিলে এই দৰেই ভোগাৰ্থী যজন কৰাক তেওঁবিলাকে কোৱা ভাল ফলৰ ভাগী কৰা ॥ ৩ ॥ দেৱতা আৰু যজমান সকলে বায়ুৰে ৰক্ষিত হৈ শ্ৰদ্ধাক উপাসনা কৰে। হৃদয়ৰ পৰা উদ্ভৱ হোৱা সঙ্কল্পৰ দ্বাৰা শ্ৰদ্ধাকেই পৰিচৰ্য্যা কৰে। শ্ৰদ্ধাৰ হেতুকেই ধন পাই ॥ ৪ ॥ শ্ৰদ্ধাক প্ৰাতঃ কালত আহ্বান কৰো। মধ্যাহ্নত শ্ৰদ্ধাকেই আহ্বান কৰো। সূৰ্য্য অস্ত যাওঁতেও শ্ৰদ্ধাক আহ্বান কৰো। হে শ্ৰদ্ধা, আমাক ইহলোকত শ্ৰদ্ধা বান কৰা ॥৫॥

## ১৫২ সূক্ত—ঋ ৫।

**ঋষি—ভৰদ্বাজৰ পুত্ৰ শাস। ছন্দ—অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ।**

শাস ( মই ) এইদৰেই ইন্দ্ৰক স্তুতি কৰিছো। হে ইন্দ্ৰ, তুমি মহান, অমিত্ৰ বিলাকৰ খাদক ( বিনাশক ), অদ্ভূত হৈছা। যি ইন্দ্ৰৰ সখা হয় তেওঁক কেতিয়াও ( শত্ৰুৱে ) মাৰিব নোৱাৰে আৰু শত্ৰুৰ দ্বাৰা পৰাজিত নহয় ॥ ১ ॥ মঙ্গলৰ দাতা, সকলো প্ৰজাৰ পালক বৃত্ৰক বধ কৰা, সংগ্ৰাম কৰ্ত্তা, বশ কৰোতা, বৰ্ষক, সোম পান কৰা ইন্দ্ৰই ভয় নাইকিয়া কৰে। তেওঁ আমাৰ সন্মুখলৈ আহক ॥ ২ ॥ হে ইন্দ্ৰ, ৰাক্ষসক মাৰা। যুদ্ধ কৰা শত্ৰুক মাৰা। আমাৰক অসুৰৰ গাল ভাঙি দিয়া। হে বৃত্ৰক বধ কৰা ইন্দ্ৰ, আমাক উলঙ্ঘা কৰা অমিত্ৰৰ খঙ নাশ কৰা ॥ ৩ ॥ হে ইন্দ্ৰ, আমাৰ লগত সংগ্ৰাম কৰা শত্ৰু বিনাশ কৰা। যুদ্ধিবলৈ বিচৰা সেনাক তলমুখ কৰি দিয়া। যি শত্ৰুৱে আমাক কেউফালে অনিষ্ট কৰে তাক নিকৃষ্ট অন্ধকাৰত পেলাই দিয়া ॥ ৪ ॥ হে ইন্দ্ৰ, দ্বেষ কৰা শত্ৰুৰ মন মাৰি পেলোৱা। আমাৰ অন্ন হানি কৰোতাক, মাৰক অস্ত্ৰেৰে মাৰা। শত্ৰুৰ ক্ৰোধৰ পৰা ৰক্ষা কৰা। বিশেষকৈ আমাক বহুত সুখ দিয়া। আমাক বধ কৰিব খোজা শত্ৰুক আঁতৰাই দিয়া ॥ ৫ ॥

## ১৫৩ সূক্ত—ঋ ৫।

**ঋষি—দেৱতাৰ ভনী ইন্দ্ৰৰ মাক ঋষিকা। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।**

স্তুতিৰে ইন্দ্ৰক পাবলৈ ( এই সূক্তৰ দ্ৰষ্টা ) মই নতুনকৈ প্ৰাদুৰ্ভূত হোৱা ইন্দ্ৰৰ উপাসনা কৰিছো ॥ ১ ॥ হে ইন্দ্ৰ, পৰক জয় কৰা বলেৰে আৰু দাঠ হৃদয়ৰ পৰা তোমাৰ জন্ম হৈছে। হে বৰ্ষক ইন্দ্ৰ, তুমি প্ৰকৃত কামবৰ্ষী ॥ ২ ॥ হে ইন্দ্ৰ, তুমি বৃত্ৰক বধ কৰোতা। অন্তৰীক্ষ তুমি বৰ্দ্ধন কৰিলা। দ্যুলোকক বলেৰে ওপৰত স্তম্ভন কৰি বাধি দিলা ॥ ৩ ॥ হে ইন্দ্ৰ, অৰ্ক, ( সূৰ্য্য ) তোমাৰ সহচৰ। তোমাৰ বজ্ৰ তীক্ষ্ণ কৰি হাতত ধৰিছা ॥ ৪ ॥ হে ইন্দ্ৰ, তুমি সকলো জন্ম হোৱা বিলাকক বলেৰে অভিভৱ কৰা হৈছা। সেই তুমি সকলো ভূমি পাইছা ॥ ৫ ॥

## ১৫৪ সূক্ত—ঋ ৫।

**ঋষি—বিবস্বতৰ জীয়েক যমী। ছন্দ—অনুষ্টুভ্। দেৱতা—ম্ৰিয়মান যজমানৰ আবৰ্ত্তন। ( নতুন জীৱন প্ৰাপ্তি )।**

কোনো এজন ( প্ৰেতৰ ) কাৰণে সোম ক্ষৰণ হৈছে। অন্য এজনে ঘিঁউ উপভোগ কৰিছে। যি সকলৰ কাৰণে মধুৰ সোঁত বৈছে ) সেই সকলো বিলাক ভালৈ ( মধুক্ষৰণ হোৱা ঠাইলৈ ) যোৱা ॥ ১ ॥ যি তপ কৰি পাপ বিমুক্ত হৈছে, যি তপ কৰি স্বৰ্গলৈ গৈছে, যি মহৎ তপ কৰিছে, সেই বিলাকেও ( প্ৰেত লোকলৈ ) যাওক ॥ ২ ॥ যি বীৰে সংগ্ৰামত যুদ্ধ কৰে, যি তনুত্যাগ কৰে, যি সহস্ৰ দক্ষিণা দিয়ে, সেই সকলো বিলাক ( প্ৰেত লোকলৈ ) যাওক ॥ ৩ ॥ যি পূৰ্ব্বত ঋতবান ( নিয়মবান ) হৈ, ঋত ( যজ্ঞ )

স্পৰ্শ কৰি, যজ্ঞ বৰ্দ্ধন কৰিলে, সেই সকলো বিলাক যমৰ (প্ৰেত লোকলৈ) যাওক ॥ ৪ ॥ সহস্ৰনয়ণ কবি সকলে যি এই আদিত্যক ৰক্ষা কৰে, সেই ঋষি সকলেও তপ কৰি তপৰ পৰা উদ্ভব হোৱা ভাগ্যৰে যমৰ (প্ৰেত-লোকৰ) ঘৰলৈ যাওক ॥ ৫ ।

## ১৫৫ সূক্ত—ঋ ৫ ।

ঋষি—ভৰদ্বাজৰ পুত্ৰ শিৰিম্বিঠৈ। ছন্দ—অনুষ্টুভ্ । দেৱতা—জপ-হোম-আদিৰ অলক্ষ্মী গুচুৱা।

দানবিৰোধিনী, কাণি, বিকট অঙ্গিনী, সদায় আক্ৰোহী হে অলক্ষ্মী—তুমি পৰ্ব্বতলৈ গুচি যোৱা। সিৰিং বিঠৰ (মোৰ) অন্তৰেৰে তোমাক খেদাই দিছে ॥ ১ ॥ সকলো গৰ্ভ নষ্ট কৰা সেই অলক্ষ্মীক এই ঠাইৰ পৰা খেদায় দিয়া আৰু সেই ঠাইৰ পৰাও খেদায় দিয়া। তাইক মাৰিব নেপায়। দান বিৰোধী তাইক—, হে ব্ৰহ্মণ-স্পতি, তাইক এই ঠাইৰ পৰা তুলি খেদায় দিয়া ॥ ২ ॥ হে অলক্ষ্মী, সেই যে মানুহ গৰাকী নোহোৱা কাঠ ডোখৰ সাগৰৰ পাৰত ওপণ্ডি আছে, হে কোনেও হত্যা কৰিব নোৱাৰা অলক্ষ্মী, তুমি সেই কাঠ ডালত উঠি (অন্য দ্বীপলৈ) দূৰলৈ যোৱা ॥ ৩ ॥ বেয়াকৈ শব্দ কৰা হে বহুত অলক্ষ্মী বিলাক, যেতিয়া তোমালোকে প্ৰকৃততে গুচি গলা, তেতিয়া সকলো ইন্দ্ৰৰ শত্ৰু পানীৰ বুৰ-বুৰণিৰ দৰে মাৰ গৈ নষ্ট হল ॥ ৪ ॥ এওঁ বিলাকে গৰু পালে। অগ্নিয়ে আনন্দ কৰিলে। দেৱতা সকলৰ কাৰণে অন্ন কৰিলে। কোনে এই দেৱতা সকলক ধৰ্ষণ কৰিব পাৰে ? ॥ ৫ ॥

## ১৫৬ সূক্ত—ঋ ৫ ।

ঋষি—অগ্নিৰ পুত্ৰ কেতু। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি।

যেনেকৈ শীঘ্ৰগামী ঘোঁৰা যুদ্ধলৈ যায় তেনেকৈ আমাৰ স্তুতি কৰ্ম্ম বিলাকে অগ্নিক বৰ্দ্ধন কৰক। সেই অগ্নিৰ সহায়ত আমি সকলো ধন জয় কৰিম ॥ ১ ॥ হে অগ্নি, যি তোমাৰ ৰক্ষণেৰে সৈন্যৰে সৈতে আমি গৰু লাভ কৰো, সেই ৰক্ষণ আমাৰ ধন লাভৰ কাৰণে পঠিয়াই দিয়া ॥ ২ ॥ হে অগ্নি, গৰু যুক্ত আৰু ঘোঁৰা যুক্ত শকত, বিস্তৃত ধন আমালৈ আহৰণ কৰা। পণি অসুৰক পঠিয়াই দিয়া ॥ ৩ ॥ হে অগ্নি, সকলো প্ৰাণীক প্ৰকাশ কৰি জৰাহীন সূৰ্য্য আৰু নক্ষত্ৰবিলাক স্বৰ্গত আৰোহণ কৰাই দিয়া ॥ ৪ ॥ হে অগ্নি, প্ৰজা বিলাকৰ তুমি নিচান, প্ৰিয়তম আৰু শ্ৰেষ্ঠ। যজ্ঞ ঘৰত বহি আমাৰ স্তোতাক অন্ন দি স্তোত্ৰ বুজি লোৱা ॥ ৫ ॥

## ১৫৭ সূক্ত—ঋ ৫ ।

ঋষি—আপ্তাৰ পুত্ৰ ভুবন বা ভুবনৰ পুত্ৰ সাধন। ছন্দ—দ্বিপদা ত্ৰিষ্টুভ্। দেৱতা—বিশ্বদেৱসকল।

এই ভুবনৰ সকলো প্ৰাণীক আমি ইন্দ্ৰ আৰু সকলো দেৱতাৰ সহায়ত বশ কৰিম ॥ ১ ॥ আমাৰ যজ্ঞ, আমাৰ শৰীৰ আৰু পুত্ৰাদি আদিত্য সকলেৰে সৈতে ইন্দ্ৰই নিজৰ দৰে কৰ্ম্ম কুশল কৰক ॥ ২ ॥ আদিত্য সকল আৰু মৰুত সকলেৰে সৈতে ইন্দ্ৰই আমাৰ শৰীৰ আৰু পুত্ৰাদিৰ ৰক্ষক হওক ॥ ৩ ॥ দেৱতাসকলে যেতিয়া অসুৰ মাৰি আহিল তেতিয়া দেৱতাসকলে দেৱত্ব ৰক্ষা কৰি থাকিল ॥ ৪ ॥ কৰ্ম্মৰে সৈতে অৰ্চনীয় স্তোত্ৰ দেৱতাৰ ফালে পঠিয়াই দিলত গমনশীল বৰষুণৰ পানী সকলো জনে দেখিলে ॥ ৫ ॥

## ১৫৮ সূক্ত—ঋ ৫ ।

ঋষি—সূৰ্য্যৰ পুত্ৰ চক্ষু। ছন্দ—গায়ত্ৰী। দেৱতা—সূৰ্য্য।

সূৰ্য্য দেৱতাই দ্যুলোকত আমাক ৰক্ষা কৰক। বায়ুৱে অন্তৰীক্ষত ৰক্ষা কৰক আৰু অগ্নিয়ে পৃথিৱীত ৰক্ষা কৰক ॥ ১ ॥ হে সবিতা দেৱতা, আমাৰ স্তুতি সেৱন কৰা। তোমাৰ ৰস হৰণশীল তেজ শত আহুত যজ্ঞৰ উপযোগী। আমাৰ ওপৰত পৰা শত্ৰুৰ অস্ত্ৰৰ পৰা ৰক্ষা কৰা ॥ ২ ॥ সবিতা দেৱতাই আমাক চকু (চকুৰ জ্যোতি) দিয়ক ; পৰ্ব্বতে চকু (-ৰ জ্যোতি) দিয়ক। বিধাতাই আমাক চকু (ৰ জ্যোতি) দিয়ক ॥ ৩ ॥ আমাৰ চকুত চকু (জ্যোতি) দিয়া। আমাৰ শৰীৰত প্ৰকাশণৰ কাৰণে চকু (তোমাৰ চকু) দিয়া। আমি এই সকলো জগত সম্যক দেখিম,—বিশেষকৈ দেখিম ॥ ৪ ॥ হে সূৰ্য্য, দেখিবলৈ ভাল তোমাক আমি দেখিম। মানুহে চাবলগীয়া বস্তুবিলাক দেখিম ॥ ৫ ॥

## ১৫৯ সূক্ত—ঋ ৬ ।

ঋষি—পুলোমাৰ জীয়েক শচী। ছন্দ—অনুষ্টুপ্। দেৱতা—শচী।

সূৰ্য্য উদয় হৈছে। আমাৰ সৌভাগ্যৰ এওঁ (ইন্দ্ৰ) উদয় হল। সেই উদয় হোৱা সূৰ্য্যৰ তেজ জানি বিশেষকৈ মোৰ পতিক মোৰ ক্ৰমীয়া কৰিলো ॥ ১ ॥ মই নিচান, মই মূৰ, মই উগ্ৰা, বিশেষকৈ বিচাৰক।

সপত্নীক অভিভৱ কৰা মোৰ কামৰ অনুসৰি মোৰ স্বামী চলে ॥ ২ ॥ মোৰ পুত্ৰ বিলাক শত্ৰু হন্তা। আৰু মোৰ কন্যা বিৰাট্। আৰু মই নিজে ( সপত্নীৰ ) জয়শীলা হৈছো ॥ ৩ ॥ যি হবিৰে ইন্দ্ৰ কৰ্ম্মৰ কৰ্ত্তা হয়, দেৱতামান যশ পাই, উত্তম হয়, হে ঋত্বিক সকল, তেনেকুৱা হবি প্ৰস্তুত কৰা। তেতিয়া মই শত্ৰু নোহোৱা হম ॥ ৪ ॥ মই শত্ৰু নোহোৱা হলো। শত্ৰুৰ হন্তা হলো। জয়শীলা হলো। অন্যৰ তেজ আৰু ধন অস্থিৰ শত্ৰুৰ ধন সহজে পোৱা দৰে মই পালো ॥ ৫ ॥ মই অভিভবিত্ৰীয়ে এই সপত্নী বোৰক সম্যক জয় কৰিলো। সেই কাৰণে মই এই বীৰ ইন্দ্ৰৰ ওপৰত প্ৰভুত্ব কৰিছো, পৰিজনৰ ওপৰতো প্ৰভুত্ব কৰিছো ॥ ৬ ॥

## ১৬০ সূক্ত—ঋ ৫।

ঋষি—বিশ্বামিত্ৰৰ পুত্ৰ পুৰণ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা - ইন্দ্ৰ।

হে ইন্দ্ৰ, তীব্ৰ এই সোম কেউফালে অন্নেৰে সৈতে পান কৰা। চলি থকা ৰথৰ পৰা ঘোঁৰা দুয়াত ( এই যজ্ঞত ) খুলি দিয়া। অন্য যজমানৰ লগত ৰত নকৰিবা। এয়া সোম তোমালৈহে অভিষুত কৰি থোৱা হৈছে ॥ ১ ॥ হে ইন্দ্ৰ, তোমালৈকে এয়া সোম চেপা হৈছে আৰু যি চেপা হব সেয়াও তোমালৈকে। শীঘ্ৰ প্ৰবৰ্ত্তমান হোৱা স্তুতি বাক্যই তোমাকেই আহ্বান কৰিছে। হে ইন্দ্ৰ, আজি এই সবন যজ্ঞ সেৱন কৰি সকলো জানি লৈ এই যজ্ঞত সোম পান কৰা ॥ ২ ॥ যি সকলো ঋত্বিকৰ অন্তঃকৰণেৰে কামনা কৰা এই ইন্দ্ৰলৈ দেৱতা কামনা কৰি সোম চেপিছে ইন্দ্ৰই সেই যজমানৰ গৰু আনক নিদিয়ে। এই যজমানক ভাল প্ৰশস্ত ধন দিয়ে ॥ ৩ ॥ এই যজমানলৈ এওঁ ইন্দ্ৰৰ দৃষ্টিগোচৰ হয় যি মঘবান এই ইন্দ্ৰলৈ সোম অভিষৱ কৰে। ধনবান ইন্দ্ৰই সেই যজমানক ভয়ৰ পৰা হাতত ধৰি আনি পৰিত্ৰাণ কৰি নোকোৱাকৈয়ে ব্ৰাহ্মণ বিদ্বেষী শত্ৰুক মাৰে ॥ ৪ ॥ ঘোঁৰা পাবলৈ মন কৰি, গৰু বিচাৰি, অন্ন বিচাৰি, হে ইন্দ্ৰ, তোমাক পাবলৈ আহ্বান কৰিছো। হে ইন্দ্ৰ, তোমাৰ নতুন সুবুদ্ধিত অলঙ্কৃত হোৱা আমি সুখকৰ তোমাক আহ্বান কৰিছো ॥ ৫ ॥

## ১৬১ সূক্ত- ঋ ৫।

ঋষি—প্ৰজাপতিৰ পুত্ৰ যক্ষ্মনাশন। ছন্দ—ত্ৰিষ্টুপ্; ৫-অনুষ্টুভ্। দেৱতা—ইন্দ্ৰ ( অগ্নি বা যক্ষ্মনাশন )।

( হে ৰোগী ) এই হবিৰে তোমাক অচিন ৰেমাৰৰ পৰা আৰু ৰাজযক্ষ্মাৰ পৰা জীৱনৰ কাৰণে মোচন কৰিম। যদি বা এতিয়া এওঁক গ্ৰহে পাইছে সেই গ্ৰহৰ পৰা, হে ইন্দ্ৰাগ্নি, এওঁক মুক্ত কৰা ॥ ১ ॥ যদি ৰোগীৰ আয়ুস ক্ষয় হৈছে, যদি বা এই ঠাইৰ পৰা প্ৰাণবায়ু দূৰলৈ গৈছে, যদি বা মৃত্যুৰ ওচৰলৈ নিয়া হৈছে, ৰোগীক এই নিঋতি দেৱতাৰ ওচৰৰ পৰা লৈ আহিম আৰু এওঁৰ এশ শৰৎ ( এশ বছৰ ) কাল আয়ুস পোৱাই দিম ॥ ২ ॥ সহস্ৰ চকু থকা, এশ শৰৎ কাল, এশ বছৰ আয়ুস কৰি দিব পৰা হবি দান কৰি এই ৰোগীক ৰোগৰ পৰা লৈ আহিম। যি কোনো প্ৰকাৰে এওঁক এশ শৰৎ কাল সকলো দুঃখৰ পৰা ইন্দ্ৰই যাতে পাৰ কৰে তেনেকৈ লৈ আহিম ॥ ৩ ॥ হে ৰোগী, বৰ্দ্ধমান হৈ এশ শৰৎ জীয়াই থাকা। এশ হেমন্ত, এশ বসন্ত কাল জীয়াই থাকা। ইন্দ্ৰ, অগ্নি, সবিতা, বৃহস্পতি ( আদি দেৱতাক ) হবিৰে তৰ্পণ কৰিবলৈ এশ বছৰ আয়ুষৰ হেতু কৰি এই মানুহ জনক পুনৰ জীৱন দিয়া ॥ ৪ ॥ ( হে ৰোগী ) তোমাক মৃত্যুৰ ওচৰৰ পৰা আনিলো। তোমাক পালো। হেৰা পুনৰ নতুন জীৱন পোৱা আহা। তোমাৰ সকলো অঙ্গ, চকু ( আদি ইন্দ্ৰিয় ) ঘূৰাই পালা। তোমাৰ আয়ুস সম্পূৰ্ণকৈ পালা ॥ ৫ ॥

## ১৬২ সূক্ত—ঋ ৬।

ঋষি- ব্ৰহ্মৰ পুত্ৰ ৰক্ষোহা। ছন্দ—অনুষ্টুভ্। দেৱতা—গৰ্ভৰক্ষণ।

( হে ৰোগী ) মন্ত্ৰেৰে সৈতে একমত হৈ ৰক্ষোহা অগ্নিয়ে ( ৰাক্ষসক মৰা অগ্নিয়ে ) এই ঠাইৰ পৰা যি ৰোগ তোমাৰ গৰ্ভত আছে, সেই ৰোগ খেদায় দিয়ক। বেয়া নামৰ ৰোগ যি তোমাৰ যোনীত আছে— ( সেই ৰোগ খেদায় দিয়ক ) ॥ ১ ॥ তোমাৰ গৰ্ভত যি ৰোগ আছে, বেয়া নামৰ ৰেমাৰ তোমাৰ যোনীত যি আছে, সেই মঙহ খোৱা ৰাক্ষসক মন্ত্ৰেৰে সৈতে অগ্নিয়ে তেনেই নাশ কৰক ॥ ২ ॥ ( হে তিৰোতা মানুহ —হে ৰোগী ) তোমাৰ গৰ্ভত পৰি ৰহি থকা ( ৰেতঃ ) যি মাৰিব খোজে, গৰ্ভ লৰচৰ কৰোতে যি মাৰিব খোজে, জন্ম হওঁতে তোমাৰ কেচুৱাক যি মাৰিব খোজে, সেই ৰাক্ষসক মই ইয়াৰ পৰা নাশ কৰিম ॥ ৩ ॥ ( হে তিৰোতা মানুহ ) তোমাৰ উৰুত যি ৰাক্ষস আছে, দম্পতিৰ মাজত যি ৰাক্ষস শুই থাকে, যি যোনীত সোমায় চেলেকে, সেই সকলো ৰাক্ষস

মই ইয়াৰ পৰা নাশ কৰিম ॥ ৪ ॥ যি ৰাক্ষস তোমাৰ ভাতৃ ৰূপে, আৰু বা পতি ৰূপ ধৰি, তোমাক অভিগমন কৰে, এনেকুৱা যি ৰাক্ষসে তোমাৰ পুত্ৰক মাৰিব খোজে তাক মই ইয়াৰ পৰা নাশ কৰিম ॥ ৫ ॥ যি ৰাক্ষসে তোমাক স্বপ্নাবস্থাত সম্মোহন কৰি গৰ্ভ ঘাট কৰিবলৈ যায়, তাক মই ইয়াৰ পৰা নাশ কৰিম ॥ ৬ ॥

## ১৬৩ সূক্ত—ঋ ৬ ।

ঋষি—কশ্যপ গোত্ৰৰ বিবৃহা । ছন্দ—অনুষ্টুভ্ ।
দেৱতা—যক্ষ্ম নাশক ।

(হে যক্ষ্মাৰোগী) তোমাৰ চকুৰ পৰা, নাকৰ পৰা কাণৰ পৰা, থুতৰীৰ পৰা, মূৰত হোৱা, মগজুত হোৱা, আৰু জিভাত হোৱা ৰোগৰ পৰা উদ্ধাৰ কৰিম ॥ ১ ॥ ডিঙিৰ নাড়ীৰ পৰা, ডিঙিৰ পৰা, বুকুৰ হাড়, ৰাজ হাড় আৰু বাউসীৰ পৰা, হাড়ৰ জোৰাৰ পৰা, দুয়ো কাষৰ পৰা আৰু হাতৰ পৰা তোমাৰ ৰোগ নষ্ট কৰিম ॥ ২ ॥ (হে ৰোগী) তোমাৰ অন্ত্ৰৰ পৰা (Viscera), গুহ্যদেশৰ পৰা, স্থবীৰ (লৰচৰ নকৰা) হৃদপিণ্ডৰ পৰা, মূত্ৰাশয়ৰ পৰা যকৃতৰ (পিত্তৰ) পৰা, প্লীহাৰ (জ্বৰ খাপৰী) মাংসৰ পৰা যক্ষ্মা ৰোগ গুচাই দিম ॥ ৩ ॥ তোমাৰ উৰুৰ হাড়ৰ পৰা, আঠু দিলাৰ পৰা, ভৰিৰ দুয়ো পাশৰ পৰা, ভৰিৰ আগৰ পৰা, উৰুৰ মাংসৰ পৰা, তপিনাৰ পৰা, যক্ষ্মা ৰোগ খেদায় দিম ॥ ৪ ॥ তোমাৰ প্ৰস্ৰাব কৰা মেঢ্ৰৰ পৰা, নোম বিলাকৰ পৰা, নখৰ পৰা, তোমাৰ গোটেই শৰীৰৰ পৰা যক্ষ্মা ৰোগ নাইকিয়া কৰিম ॥ ৫ ॥ তোমাৰ গোটেই শৰীৰত হোৱা সকলো অঙ্গ-প্ৰত্যঙ্গৰ পৰা, নোমে নোমে, হাড়ৰ পাবে পাবে হোৱা যক্ষ্মা ৰোগ মই নাশ কৰি দিম ॥ ৬ ॥

## ১৬৪ সূক্ত—ঋ ৫ ।

ঋষি—অঙ্গিৰসৰ পুত্ৰ প্ৰচেত । ছন্দ—অনুষ্টুপ্ ; ৩-ত্ৰিষ্টুপ্ ; ৫-পংক্তি । দেৱতা—দুঃস্বপ্ন নাশন ।

হে মনৰ পতি (স্বপ্নাবস্থাৰ পৰা) আঁতৰি যোৱা । যাৰলৈ খোজ লোৱা । দূৰ ঠাইলৈ যোৱা । নিঋতি (পাপ) দেৱতাক বহুত দূৰলৈ চাই পঠিওৱা । কোৱা গৈ যে জীৱিত অৱস্থাৰ মনোৰথ বহুত ॥ ১ ॥ সকলো মানুহে বেয়া স্বপ্নৰ ভাল ফলহে বিচাৰে । যেচি মঙ্গলময় ফল পাই । যমে যাতে ভাল চকুৰে চাই সেইটো মই বাঞ্ছা কৰো । জীৱিত অৱস্থাৰ মনোৰথ বহুত ॥ ২ ॥ যিবিলাক বেয়া কাম আমি বেয়া অভিলাষত পৰি জাগ্ৰত অৱস্থাত কৰো, যি স্বপ্নাবস্থাত কৰো, বিনা অভিলাষেৰে বা কোনো অভিলাষেৰে কৰো, সেই সকলো অপ্ৰিয় দুষ্কৰ্ম বিলাক অগ্নিয়ে আমাৰ পৰা দূৰৈত ৰাখক ॥ ৩ ॥ হে ইন্দ্ৰ, হে ব্ৰহ্মণস্পতি, যি পাপ আমি স্বপ্নত কৰিছো তাৰ পৰা আমাক ৰক্ষা কৰা । অঙ্গিৰসৰ পুত্ৰ প্ৰচেতাই ৰকণে শত্ৰুতা কৰা পাপৰ পৰা আমাক ৰক্ষা কৰক ॥ ৪ ॥ আমি আজি জিকিলো । আৰু ভোগ কৰিবলগীয়া বিলাক ভোগ কৰিলো । আমি নিষ্পাপ হৈছো । জাগ্ৰত আৰু স্বপ্নৰ বিষয় যি সঙ্কল্প যে শত্ৰুক আমি মাৰিম আৰু যি আমাক শত্ৰুতা কৰে তাক নষ্ট কৰিম, সিমানেই সিহঁতক পাওকগৈ ॥ ৫ ॥

## ১৬৫ সূক্ত—ঋ ৫ ।

ঋষি—নিঋতিৰ পুত্ৰ কপোত । ছন্দ—ত্ৰিষ্টুভ্ ।
দেৱতা—বিশ্বদেৱসকল ।

হে দেৱতাসকল, যি কপৌ চৰাই নিঋতিৰ দূত হৈ ধন বিচাৰি আহিল সেই উৎপাৎ গুচাবলৈ তোমালোকক অৰ্চনা কৰিছো । তাৰেই (কপৌ চৰাই ঘৰত) সোমোৱা দোষ উপশম কৰিম । আমাৰ দুঠেঙীয়া (পুত্ৰাদি) আৰু চাৰিঠেঙীয়া (গৰু আদি) প্ৰাণীৰ সুখ কৰা ॥ ১ ॥ হে দেৱতাসকল, আমাৰ ঘৰত সোমোৱা কপৌ চৰাই সুখকৰ আৰু পাপ নোহোৱা কাৰণ হওক । কাৰণ মেধাবী অগ্নিয়ে তোমালোকলৈ পৰিকল্পনা কৰা আমাৰ হবি সেৱন কৰক । তোমালোকৰ কৃপাত চৰাইৰ অমঙ্গলে আমাক পৰিত্যাগ কৰক ॥ ২ ॥ চৰাই ঘৰত সোমোৱা দোষে আমাক বেয়া নকৰক । বহল অৰণ্যত য'ত অগ্নি জ্বলে তাত চৰাই থকা ঠাই কৰে । আমাৰ গৰু আৰু মানুহৰ শান্তি হওক । হে দেৱতাসকল, এই ঘৰত কপৌ চৰাইয়ে আমাক কোনো অপকাৰ নকৰক ॥ ৩ ॥ কেঁচাই যি অশুভ মাত মাতে সেয়া নিষ্ফল হওক । অগ্নি থকা ঠাইত যি কপৌ থাকে (সেই কপৌ ঘৰত সোমালে) তাৰ কুফল নিবীৰ্য্য হওক । সেই কপৌ চৰাই দূত কৰি পঠিয়াই দিয়া শৰাকী সেই মাৰক যমক প্ৰণাম কৰা হওক ॥ ৪ ॥ হে দেৱতাসকল, ঋকেৰে স্তুতি কৰা তোমালোকে খেদায় দিবলগীয়া কপৌ চৰাই আমাৰ ঘৰৰ পৰা খেদায় দিয়া । (আমি দিয়া হবিৰে) আনন্দ কৰি গৰু আৰু অন্ন আমাক কেউকালে দিয়া । সকলো দুঃখ নেদেখা কৰি শৰকৈ উৰি অহা কপৌ চৰাইয়ে আমাক অন্ন এৰি দি উৰি গুচি যাওক ॥ ৫ ॥

## ১৬৬ সূক্ত—ঋ ৫ ।

ঋষি—বৈৰাজ বা শাকৰৰ পুত্ৰ বৰ্ষভ। ছন্দ—অনুষ্টুপ্ ; ৫-মহাপংক্তি। দেৱতা—সপত্ন নাশন ( শত্ৰুৰ হন্তা )

মোক মোৰ একেলগৰ সমনীয়াৰ মাজত বৃষভৰ দৰে কৰা। ঘৰৰ শত্ৰুৰ বিশেষকৈ অভিভৱ কৰিব পৰা কৰা। অন্য শত্ৰুকো হন্তা কৰা। বিৰাজমান গৰুৰ গৰাকী কৰা,—সকলো গৰুৰ গৰাকী কৰা ॥ ১ ॥ মই শত্ৰুৰ হন্তা হৈছো। ইন্দ্ৰৰ দৰে কোনেও হিংসা কৰিব নোৱাৰা আৰু অক্ষত হৈছো। এই সকলো শত্ৰু মোৰ ভৰিৰ তলত থকা হওক ॥ ২ ॥ এই ঠাইতে তইতক ধনুৰ দুয়ো মূৰে জোৰ বন্ধা দৰে টানকৈ বান্ধিম। হে বাচস্পতি দেৱতা, এই শত্ৰুবিলাক প্ৰতি-ৰোধ কৰা যাতে সিহঁতক মোতকৈ সৰু বুলি কয় ॥ ৩ ॥ হে শত্ৰুবিলাক, অভিভৱ কৰা মই সকলো কৰ্ম্মৰে বশ কৰিব পৰা তেজেৰে আহিছো। তোমালোকৰ মনৰ ধৈৰ্য্য হৰণ কৰিম। তোমালোকৰ কাম হৰণ কৰিম—সংগ্ৰাম হৰণ কৰিম ॥ ৪ ॥ হে শত্ৰু, তোমা-লোকৰ যোগ ( পাব নলগীয়া পোৱা ) আৰু ক্ষেম ( পোৱাক ৰক্ষা কৰা ) দুয়োটা লৈ মই শ্ৰেষ্ঠ হম। তোমালোকৰ মূৰত ভৰি থম। মোৰ ভৰিৰ তলত থাকি পানীত ভেকুলীৰ দৰে চিঞৰিবা,—ভেকুলীয়ে পানীত মতা দৰে চিঞৰিবা ॥ ৫ ॥

## ১৬৭ সূক্ত—ঋ ৪ ।

ঋষি—বিশ্বামিত্ৰ আৰু জমদগ্নি। ছন্দ—জগতী। দেৱতা—ইন্দ্ৰ ; ৩-সোম আদি।

হে ইন্দ্ৰ, এই মধুৰ সোম তোমাৰ কাৰণে সিঁচি দিয়া হৈছে। তুমিয়েই এই অভিষুত কৰা সোমৰ কলহৰ গৰাকী। তুমি আমাৰ বহুত পুত্ৰ আৰু ধন কৰি দিয়া। তুমি তপ কৰি স্বৰ্গ জয় কৰিলা ॥ ১ ॥ স্বৰ্গক জয় কৰা মহান সোম অন্ন পান কৰি আমোদত শক্ৰ ইন্দ্ৰক অভিষুত কৰা সোমৰ পানৰ কাৰণে আহ্বান কৰিছো। তুমি আমাৰ এই যজ্ঞ হৈছে বুলি জানি আঁহা। শত্ৰুক স্পৰ্দ্ধা কৰি জয় কৰা মঘবান ইন্দ্ৰক ধন বিচাৰিছো ॥ ২ ॥ ৰাজমান সোমৰ আৰু বৰুণৰ ধাৰক যজ্ঞত, বৃহস্পতিৰ অনুমতিত যজ্ঞ ঘৰত থকা মই, হে মঘবান, তোমাৰ স্তুতি কৰিবলৈ উদ্যত হৈছো। হে ধাতা, হে বিধাতা, ( তোমালোকৰ আজ্ঞাত ) কলহৰ অৱশিষ্ট সোম ভক্ষণ কৰিম ॥ ৩ ॥ হে ইন্দ্ৰ, তুমি পঠিয়ালত চৰুত থকা ভক্ষণ কৰিব লগীয়া হবি ভক্ষণ কৰিলো। মুখ্য স্তোতা মই এই স্তোত্ৰ তোমাৰ কাৰণে উচ্চাৰণ কৰিলো। ( ইন্দ্ৰই কৈছে ) হে বিশ্বামিত্ৰ আৰু জমদগ্নি, তোমালোকৰ ওচৰলৈ যেতিয়া মই যজ্ঞ ঘৰলৈ আহো তেতিয়া মোক স্তুতি কৰিবা ॥ ৪ ॥

## ১৬৮ সূক্ত—ঋ ৪ ।

ঋষি—বাত গোত্ৰৰ অনিল। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—বায়ু।

বায়ুৰ ৰথৰ মহিমা মই এতিয়াই কম। এই বায়ুৱে শব্দ কৰি সকলো গছ-গছনি ভাঙি গৈছে। এই বায়ুৱে আকাশ স্পৰ্শী দিগন্ত ৰঙা কৰি আহিছে। আৰু পৃথিৱীত ধূলি উৰাই আহিছে ॥ ১ ॥ ভালকৈ দৃঢ় হৈ থকা বস্তুবিলাক ( পৰ্ব্বতাদি ) বায়ুৰ গতিত কম্পমান হৈছে। মাইকী ঘোঁৰা বিলাক যুদ্ধলৈ যোৱা দৰে এই বায়ুৰ ফালে আহিছে। সেই বায়ুয়ে এই মাইকী ঘোঁৰাৰ সহায় পাই ৰথত উঠি সকলো ভুৱনৰ স্বামী হৈ আহিছে ॥ ২ ॥ অন্তৰীক্ষৰ বাটেৰে গৈ বায়ু কেতিয়াও নবহে ( বৈ নেথাকে )। পানীৰ সখা, প্ৰথম জন্মৰ ঋতবান ( নিয়মবান ) এই বায়ু ক'ত উৎপন্ন হল ? কোন দেশৰ পৰা আহিল ? ॥ ৩ ॥ এই বায়ু দেৱতাৰ আত্মা আৰু ভুৱনৰ গৰ্ভ। এওঁ যেনেকৈ ইচ্ছা তেনেকৈ ফুৰে। এই বায়ু আহিলে শব্দহে শুনি,—তেওঁৰ শৰীৰ দেখা নেযায়। সেই বায়ুক হবিৰে পৰিচৰণ কৰিম ॥ ৪ ॥

## ১৬৯ সূক্ত—ঋ ৪ ।

ঋষি—কক্ষিবানৰ পুত্ৰ শবৰ। ছন্দ—ত্ৰিষ্টুভ্। দেৱতা—গৰু।

বায়ু সুখদাতা হৈ গৰুৰ ওচৰত বলক। গৰুৱে ৰসাল বন-গছবিলাক খাওক। জীৱৰ প্ৰাণ দাতা ভাল পানী খাওক। হে ৰুদ্ৰ, পাদযুক্ত গৰুৰ খাবৰ কাৰণে দয়া কৰা ( ভৰিৰ ৰোগ নথকা কৰা এই ভাব ) ॥ ১ ॥ যি গৰু সমান বৰণৰ, যি বেলেগ বৰণৰ, যি একে বৰণৰ, যি গৰুৰ নামেৰে যাগৰ কাৰণে অগ্নিয়ে জানে, যি গৰু অঙ্গিৰসৰ তপস্যাত ইয়াত ৰাখিলে সেই সকলো বিলাক গৰুক, হে পৰ্জ্জন্য, মহৎ সুখ দিয়া ॥ ২ ॥ যি গৰুৱে নিজ শৰীৰ হবিৰ কাৰণে দিছে, যি গৰুৰ সকলো গাখীৰৰ ৰূপ সোমে জানে, আমাৰ কাৰণে গাখীৰেৰে ওভন্দি থকা ( ওহাৰেৰে ) পোৱালী

লগীয়া সেই গৰু, হে ইন্দ্ৰ, আমাৰ গোহালীলৈ আনা ॥ ৩ ॥ প্ৰজাপতিয়ে মোক এয়া গৰু দিলে। সকলো দেৱতাই পিতৃসকলেৰে সৈতে একমত হৈ কল্যাণ কৰা গাই গৰু আমাৰ গোহালীৰ ওচৰ কৰক। সেই গৰুৰ পোৱালীৰে সৈতে আমি (বসবাস কৰি) থাকিম ॥ ৪ ॥

## ১৭০ সূক্ত—ঋ ৪।

ঋষি—সূৰ্য্যৰ পুত্ৰ বিভ্ৰাট্। ছন্দ—জগতী; ৪-আষ্টাৰ পংক্তি। দেৱতা—সূৰ্য্য।

বিশেষকৈ জ্বলি সূৰ্য্যই মহৎ সোমময় মধু পান কৰক। যজ্ঞৰ পতি যজমানক অকুটিল আয়ুস দিয়ক। যি সূৰ্য্যক মহাবায়ুয়ে পঠিয়াই দিলত নিজেই চাই সকলো জগত ৰক্ষা কৰে সেই সূৰ্য্যই প্ৰজাক পোষণ কৰে ॥ ১ ॥ বিশেষকৈ জ্বলি, বৃহৎ, সুপুষ্ট, অতি অন্ন দাতা, ধৰ্ম্মত থকা, দ্যুলোকৰ ধাৰক সূৰ্য্যমণ্ডলত নিক্ষিপ্ত, সত্য, অমিত্ৰ নষ্ট কৰা, নিজৰ শত্ৰু মৰা, পোহৰ উৎপত্তি হৈছে ॥ ২ ॥ এই সূৰ্য্যৰ তেজ শ্ৰেষ্ঠ। উত্তম, অন্য গ্ৰহ-নক্ষত্ৰ আদিৰ জ্যোতি, সকলো জয় কৰা, ধন জয় কৰা, (সকলোৰে) বৃহৎ বুলি কয়। প্ৰকাশমান সকলো প্ৰকাশ কৰা মহান সূৰ্য্য দেখিবলৈ ডাঙৰ, এন্ধাৰ নাশক, অবিনাশী তেজ, ৰূপ আৰু বল ধাৰণ কৰিছে ॥ ৩ ॥ হে সূৰ্য্য, তেজেৰে স্বৰ্গত জ্যোতিৰ্ময় হৈ দ্যুলোকৰ স্থানলৈ যোৱা। বিশ্বকৰ্ম্মাই সকলোকে ৰক্ষা কৰি যি তেজেৰে এই সকলো ভুবন পোষণ কৰিছে (তেওঁ সেই দ্যুলোকৰ স্থানলৈ যাওক) ॥ ৪ ॥

## ১৭১ সূক্ত—ঋ ৪।

ঋষি—ভৃগুৰ পুত্ৰ ইট। ছন্দ—গায়ত্ৰী। দেৱতা—ইন্দ্ৰ।

হে ইন্দ্ৰ, অভিষুত সোম যুক্ত ইট ঋষিৰ সেই যজ্ঞ (ৰূপী) ৰথ ৰক্ষা কৰা। সোম সম্পন্ন মোৰ আহ্বান স্তুতি শুনা ॥ ১ ॥ হে ইন্দ্ৰ, তুমি কম্পমান যজ্ঞৰ মূৰ গাৰ পৰা বেলেগ কৰি দিলা। হে সোমযুক্ত, তুমি মোৰ ঘৰলৈ আহা। (যজ্ঞৰ মূৰ কাটি দিয়া ইতিবৃত্য সায়নে উল্লেখ কৰিছে। কিন্তু বিস্তৃত বিৱৰণ দিয়া নাই) ॥ ২ ॥ হে ইন্দ্ৰ, অস্ত্ৰবুধ্নৰ পুত্ৰই পুনঃ পুনঃ স্তৱ কৰিলত বেণৰ পুত্ৰক তেওঁৰ বশ কৰি দিলা ॥ ৩ ॥ যেতিয়া সূৰ্য্য পশ্চিম কালে মাৰ যায়, দেৱতাসো নেজানে ক'লৈ যায়। হে ইন্দ্ৰ, তুমি সেই সূৰ্য্যক পূব কালে আকৌ আনি দিয়া ॥ ৪ ॥

## ১৭২ সূক্ত—ঋ ৪।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সম্বৰ্ত্ত। ছন্দ—দ্বিপদা বিৰাট্। দেৱতা—উষা।

হে উষা, ধুনীয়া মূৰ্ত্তিৰে ধনেৰে সৈতে সেই বাটেদি আহা যি বাটেৰে ওহাৰ পূৰ্ণ গাই গৰু আহে,—আৰু সেই (গাখীৰ) সেৱন কৰা ॥ ১ ॥ হে উষা, সুদাতা, অতিদাতা যজ্ঞ প্ৰশস্ত বুদ্ধিৰে সমাপ্ত কৰি আহা ॥ ২ ॥ হে উষা, অন্ন ভৰণ কৰা সুদাতা আমি যজ্ঞ মেলি ৰাখিছো,—তাৰে তোমাক ভজন কৰিম ॥ ৩ ॥ এই উষা ভগ্নীয়েক ৰাতিৰ এন্ধাৰ গুচাই দি নিজৰ ভাল জন্মৰ বাটেদি আহিছে ॥ ৪ ॥

## ১৭৩ সূক্ত—ঋ ৬।

ঋষি—অঙ্গিৰসৰ পুত্ৰ ধ্ৰুব। ছন্দ—অনুষ্টুপ্। দেৱতা—ৰজাৰ স্তুতি।

হে ৰজা, তোমাক ৰজা হবলৈ মনোনিত কৰিছো। আমাৰ মাজত থাকা। সদায় অবিচলিত হৈ থাকা। সকলো প্ৰজাই তোমাক বাঞ্ছা কৰিছে। তোমাৰ পৰা ৰাজ্য ভ্ৰংশ নহওক ॥ ১ ॥ হে ৰজা, এই ৰাজ্যতে থাকা। অপচ্যুত নহবা। পৰ্ব্বতৰ দৰে অচল হোৱা। ইন্দ্ৰৰ দৰে স্থিৰ হৈ থাকি ৰাষ্ট্ৰক ভালকৈ ধৰি ৰাখা ॥ ২ ॥ এই ৰজাক স্থিৰ হৱিৰে তৰ্পন কৰিলত ইন্দ্ৰই স্থিৰ কৰি ৰাখক। সোমেই ৰজাক এইদৰেই কওক। তেওঁক ব্ৰহ্মণস্পতিয়েও এইদৰে কওক ॥ ৩ ॥ স্বৰ্গ স্থিৰ, পৃথিবী স্থিৰ, এই পৰ্ব্বত বিলাক স্থিৰ। এই সকলো জগত স্থিৰ। এই প্ৰজাৰ ৰজা স্থিৰ ॥ ৪ ॥ হে ৰজা, তোমাৰ ৰাজ্য ৰজা বৰুণে স্থিৰ কৰি ৰাখক। বৃহস্পতি দেৱতাই স্থিৰ কৰি ৰাখক। ইন্দ্ৰ আৰু অগ্নি দেৱতাই তোমাৰ ৰাজ্য স্থিৰ কৰি ধাৰণ কৰক ॥ ৫ ॥ স্থিৰ হৱিৰে স্থিৰ সোম আমি (ঋত্বিকে) স্পৰ্শ কৰিছো। পাচত ইন্দ্ৰই তোমাৰ প্ৰজাৰ পৰা কেৱল তোমাক কৰ গ্ৰহণ কৰিবলৈ দিছে ॥ ৬ ॥

## ১৭৪ সূক্ত—ঋ ৫।

ঋষি—অঙ্গিৰসৰ পুত্ৰ অভীবৰ্ত্ত ছন্দ—অনুষ্টুপ্। দেৱতা—ৰজাৰ স্তুতি।

যি অভিবৰ্ত্তন হৱিৰে ইন্দ্ৰই সকলোকে বশীভূত কৰিলে, তেনেকুৱা অভিবৰ্ত্তন হৱিৰে হে ব্ৰহ্মণস্পতি, আমাক ৰাজ্য অভিবৰ্ত্তন কৰা ॥ ১ ॥ হে ৰজা, আমাৰ কেউফালে থকা, আমাৰ যি অদাতা প্ৰজা আছে

সিহঁতক বশ কৰা। যুদ্ধ কৰিবলৈ বিচৰা সেনা অভিভব কৰা। যি আমাক হিংসা কৰে তাকো, হে ব্ৰহ্মণস্পতি, অভিভব কৰা ॥ ২ ॥ হে ৰজা, সবিতা দেবতাই তোমাক ৰাজ্য পালন কৰাওক। সোমেও কৰাওক। সকলো জীৱই তোমাক ৰাজ্য পালন কৰাওক—যʼত তুমি সদায় আছা ॥ ৩ ॥ যি হবিৰে ইন্দ্ৰ কৰ্ম্মৰ কৰ্ত্তা হৈছিল, সেই যশময় উত্তম হবি, হে দেবতাসকল তোমালোকে কৰিলা। মই শত্ৰু নোহোৱা হলো ॥ ৪ ॥ শত্ৰু হনন কৰা মই শত্ৰুহীন হৈছো। ৰাজ্য পাই শত্ৰু পৰাভব কৰিব পৰা হলো,—যি উপায়েৰে মই এই সকলো প্ৰাণীৰ আৰু মানুহৰ গৰাকী হৈছো ॥ ৫ ॥

## ১৭৫ সূক্ত—ঋ ৪।

ঋষি—অৰ্ব্বুদৰ পুত্ৰ উৰ্দ্ধগ্ৰাবা। ছন্দ—গায়ত্ৰী।
দেবতা—সোম চেপা শিল।

হে শিল, তোমালোকক সবিতা দেবতাই সোম অভিষব কৰিবলৈ নিজ প্ৰভাবত নিযুক্ত কৰক। অভিষৱ কৰাত লাগাগৈ। সোম চেপা ॥ ১ ॥ হে শিল, দুঃখদিওঁতাক আঁতৰাই দিয়া। দুৰ্ম্মতি আঁতৰাই দিয়া। গৰুবিলাক আমাক ঔষধৰ দৰে সুখকৰ কৰা ॥ ২ ॥ শিলে একেলগে ওপৰত থাকি প্ৰকাশ কৰিছে। বৰ্দ্ধক সোমক বল দিয়া ॥ ৩ ॥ দেবতা সবিতাই, হে শিল, তোমালোকৰ ধৰ্ম্মৰে সোনকালেই সোম অভিষৱ কৰিবলৈ যজমানৰ গুৰিলৈ পঠিয়াইছে ॥ ৪ ॥

## ১৭৬ সূক্ত—ঋ ৪।

ঋষি—ঋভুৰ পুত্ৰ সূনু। ছন্দ—অনুষ্টুপ্; ২-গায়ত্ৰী। দেবতা—ঋভুসকল; ২-৪-অগ্নি।

ঋভুৰ পুতেকে বহুত সংগ্ৰামত গৈ শত্ৰু জয় কৰে। ঋভবসকলে বিশ্বধাৰক ভূমি ভোগ কৰে,—যেনেকৈ পোৱালীয়ে মাকৰ গাখীৰ খায় ॥ ১ ॥ (হে ঋত্বিক সকল) জাতবেদ অগ্নি দেবতাক দীপ্ত কৰ্ম্মেৰে সম্মুখত ভৰণ কৰা। আমাৰ হব্যবিলাক দেবতা অনুক্ৰমে বহন কৰক ॥ ২ ॥ সেই যজন কৰিবলৈ বিচৰা অগ্নি দেবতা এৰেঁই সেই হোতা, যাগৰ কাৰণে নিয়া হৈছে। ৰথৰ দৰে দীপ্তিমান হবি মিশ্ৰন কৰি (যজমান আদিয়ে) বেৰি থকা এওঁ নিজেই দেবতাক যজন কৰিব জানে ॥ ৩ ॥ এই অগ্নিৰ উৎপত্তি অমৰৰ দৰে। এওঁ বলবানতকৈও অতি বলবান, জীৱনৰ হেতুকে এওঁক সৃষ্টি কৰিলে ॥ ৪ ॥

## ১৭৭ সূক্ত—ঋ ৩।

ঋষি—প্ৰজাপতিৰ পুত্ৰ পতঙ্গ ছন্দ—১ জগতী; ২।৩ ত্ৰিষ্টুভ্। দেবতা—মায়াভেদ।

(সকলো উপাধিহীন) অসুৰৰ (পৰম ব্ৰহ্মৰ) মায়াৰে ব্যক্ত পতঙ্গ (সূৰ্য্যক) বিদ্বান সকলে মনেৰে সৈতে সূৰ্য্যমণ্ডলত দেখা পালে। কবি সকলে, সূৰ্য্যৰ উপাসনা কৰা সকলে সেই সূৰ্য্যৰ ৰশ্মি বিলাকৰ মাজৰ ঠাইত তেওঁক বিচাৰে (পতঙ্গ=সূৰ্য্য) ॥ ১ ॥ পতঙ্গই মনেৰে (বেদৰূপ) বাক্য ধাৰণ কৰিলে। সেই বাক্য শৰীৰৰ মাজত প্ৰাণবায়ু ৰূপে থাকে বুলি কয়। দ্যোতমান স্বৰ্গলৈ লৈ যোৱা সেই (বেদ বাক্য) ঋতৰ (নিয়মৰ-যজ্ঞৰ) ঠাইত কবি সকলে ৰাখে ॥ ২ ॥ মই এই অধিনায়কক ওপৰৰ আকাশ মাৰ্গত (আগবেলা) আমাৰ ফালে অহা আৰু (সন্ধ্যাত) সিফালে যোৱা দেখিছো। সেই সূৰ্য্য (পূব আদি) মহাদিশত আৰু কোন (অগ্নি আদি) দিশত নিজ পোহৰেৰে প্ৰকাশ কৰি ভুবনৰ মাজত পুনঃ পুনঃ ঘুৰি অহা যোৱা কৰি আছে ॥ ৩ ॥

## ১৭৮ সূক্ত—ঋ ৩।

ঋষি তাৰ্ক্ষ্যৰ পুত্ৰ অৰিষ্টনেমি। ছন্দ—ত্ৰিষ্টুভ্।
দেবতা—তাৰ্ক্ষ্য (গৰুড়)।

তুমি তৃক্ষৰ পুত্ৰ, বলবন্ত, দেবতাই প্ৰেৰণ কৰা, সাহসী ৰূপে বলবান, অন্যৰ ৰথৰ জেতা, অৰিষ্টনেমি শত্ৰু সেনা জয় কৰা, শীঘ্ৰগামী তোমাক সুখৰ কাৰণে এই যজ্ঞত আহ্বান কৰিম ॥ ১ ॥ ইন্দ্ৰৰ দৰে দান পাবলৈ পুনঃ পুনঃ আহ্বান কৰি আমি স্বস্তিৰ কাৰণে নাওঁৰ দৰে আৰোহণ কৰিছো। হে বহল, বিস্তীৰ্ণ, অনন্ত, গম্ভীৰ দ্যাবাপৃথিবী, তোমালোকৰ এই তাৰ্ক্ষ্যৰ আগমনত আৰু নিৰ্গমনত আমি যেন কোনো দুঃখ নেপাওঁ ॥ ২ ॥ যি তাৰ্ক্ষ্যই এতিয়াই নিজ বলেৰে সূৰ্য্যৰ দৰে পাঁচ জাতিক পানী বিস্তাৰ কৰি দিলে। সেই তাৰ্ক্ষ্যৰ গতি শত সহস্ৰ ধন দাতা। এই তাৰ্ক্ষ্যৰ এনে গতি কোনেও বাধা দিব নোৱাৰে যেনেকৈ শৰ আৰু যুৱতীক বাধা দিব নোৱাৰে ॥ ৩ ॥

## ১৭৯ সূক্ত—ঋ ৩।

ঋষি—উশীনৰ পুত্ৰ ১ শিবি; ২-কাশিৰাজ প্ৰতৰ্দ্দন; ৩-ৰোহিদশ্বৰ পুত্ৰ বসুমনা। ছন্দ—১ অনুষ্টুপ্, ২।৩-ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

( হে ঋত্বিক সকল ) উঠা। ঋতুত ( সময়ত ) কৰা ইন্দ্ৰৰ যজ্ঞ ভাগৰ উদ্যোগ কৰা। যদি সেয়া পাক কৰা হৈছে, - হোম কৰা। যদি পাক কৰা হোৱা নাই আনন্দ কৰি পাক কৰা ॥ ১॥ হে ইন্দ্ৰ, তোমাৰ পক হবিলৈ সোনকালে আহা। সূৰ্য্যই দৈনিক যোৱা বাটৰ অলপ তললৈ গৈছে ( বেলি ভাটি দিছে )। কুলৰ সুপুত্ৰই গৃহপতিক উপাসনা কৰা দৰে সখা, ঋত্বিক সকলে বিবিধ যজ্ঞ সামগ্ৰী লৈ অপেক্ষা কৰি আছে ॥ ২ ॥ গৰুৰ ওহাৰত গাখীৰ পৰিপক হয় বুলি মই জানো। গাখীৰ জুইতে পাক কৰা হয় বুলি জানো। এয়া ঋত ( নিয়ম ) নতুন। হে বজ্ৰবান বহুকৰ্ম্মা ইন্দ্ৰ, প্ৰীত হৈ মধ্যাহ্নৰ সবন যজ্ঞত সোম-দৈ পান কৰা ॥ ৩ ॥

## ১৮০ সূক্ত—ঋ ৩।

### ঋষি—ইন্দ্ৰৰ পুত্ৰ জয়। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—ইন্দ্ৰ।

হে পুৰুহুত ইন্দ্ৰ, তুমি বৈৰী অভিভব কৰিলা। তোমাৰ শোষক বল অতি প্ৰশস্ত। এই কৰ্ম্মত তোমাৰ দান হওক। হে ইন্দ্ৰ, সোঁ হাতেৰে ধনবিলাক আহৰণ কৰা। তুমি বহুত ধনৰ নদী বিলাকৰ পতি ॥ ১ ॥ পৰ্ব্বতত অকাই পকাই ফুৰা সিংহৰ দৰে তুমি ভয়ঙ্কৰ। তুমি দূৰৈতকৈও দূৰৰ পৰা আহিছা। হে ইন্দ্ৰ, তীক্ষ্ণ বজ্ৰ ভালকৈ তীক্ষ্ণ কৰি মাৰি দি সেই বজ্ৰেৰে আমাৰ শত্ৰুক বেয়াকৈ ঘাটন কৰা। যুদ্ধ কৰিব খোজা বিলাককো মাৰা। ( এই ঋকৰ প্ৰথম পাদ হুবহু ১/১৫৪/২ মন্ত্ৰৰ ২য় পাদ ) ॥ ২ ॥ হে ইন্দ্ৰ, তুমি ক্ষত্ৰিয়ৰ পৰিত্ৰাণ কৰিব পৰা বল লৈ জন্ম হৈছা। হে কাম-বৰ্ষী ইন্দ্ৰ, মানুহৰ অমিত্ৰ আচৰণ কৰাক তুমি আঁতৰ কৰি দিয়া ( মাৰা )। দেবতাৰ কাৰণে স্বৰ্গ বহল কৰিলা ॥ ৩ ॥

## ১৮১ সূক্ত—ঋ ৩।

### ঋষি—১-বসিষ্ঠৰ পুত্ৰ প্ৰথ; ২-ভৰদ্বাজৰ পুত্ৰ সপ্ৰথ; ৩-সূৰ্য্যৰ পুত্ৰ ঘৰ্ম্ম। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—বিশ্বদেবসকল।

যি বসিষ্ঠৰ পুত্ৰ প্ৰথ বা ( ভৰদ্বাজৰ পুত্ৰ ) সপ্ৰথ নামৰ আছিল, তাৰ মাজত অনুষ্টুভ্ ছন্দৰ হবি যুক্ত বসিষ্ঠই যি হবি ধাতাৰ পৰা, সবিতা দেবতাৰ পৰা আৰু বিষ্ণুৰ পৰা ৰথন্তৰ সাম সংগ্ৰহ কৰিলে সেই ঘৰ্ম্ম নামৰ হবি অনুষ্টুপ্ ছন্দেৰে হোম কৰিলে ৰথন্তৰ শব্দসূচীত চাওক ) ॥ ১ ॥ যি যজ্ঞৰ ( বৃহৎ-সাম ) পৰমধামত, গুহাত লুকাই আছিল, সেয়া ধাতা, দ্যোতমান সবিতা আৰু বিষ্ণুৰ পৰা আৰু অগ্নিৰ পৰা পাই ভৰদ্বাজ ঋষিয়ে বৃহৎসাম উলিয়ালে ( বৃহৎ-সাম শব্দসূচীত চাওক ) ॥ ২ ॥ সেই দীপ্যমান, মনেৰে সিঞ্চন কৰা যজুঃমন্ত্ৰৰে মুখ্য দেবতাৰ ওচৰলৈ যোৱা ঘৰ্ম্ম হবি, ধাতা, দ্যোতমান সবিতা, বিষ্ণু আৰু সূৰ্য্যৰ পৰা ( বশিষ্ঠ, ভৰদ্বাজ আৰু অন্য ) ঋষি সকলে উলিয়াই আনিলে ॥ ৩ ॥

## ১৮২ সূক্ত—ঋ ৩।

### ঋষি—বৃহস্পতিৰ পুত্ৰ তপুমূৰ্দ্ধা। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—বৃহস্পতি।

বৃহস্পতিয়ে দুঃখ বিলাকৰ পৰা আঁতৰাই দিয়ক। আমাৰ অনৰ্থ কৰাৰ ওপৰত অস্ত্ৰ পুনৰ মাৰা। অশস্তি-কৰ শত্ৰুক পঠিয়াই দিয়া। দুৰ্ম্মতি ধ্বংস কৰা। শেষত যজমানৰ ৰোগ উপশম কৰা ॥ ১ ॥ নৰাশংস অগ্নিয়ে প্ৰয়াজৰ সময়ত আমাক ৰক্ষা কৰক। অনু-যাজত আহ্বান কৰোতে নৰাশংস অগ্নি আমাৰ সুখ-কৰ হওক। অশস্তিকৰ ... ... ... ১ ঋকৰ দৰে ॥ ২ ॥ ( সোম সবন যজ্ঞৰ আৰম্ভনিত কৰা অনুষ্ঠান "প্ৰয়াজ", শেষত কৰা অনুষ্ঠান "অনুযাজ" )। তপস্যা কৰা মূৰৰ বৃহস্পতিয়ে, যি ব্ৰাহ্মণক হিংসা কৰা ৰাক্ষস আছে সিহঁতক আৰু ৰাক্ষসৰ অধিপতি শত্ৰুক আগতে পুৰি পেলাওক ( মন্ত্ৰেৰে পুৰি মাৰক )। অশস্তিকৰ ... ... ... ১ ঋকৰ দৰে ॥ ৩ ॥ ( ১০/১২৫/৬ ঋকৰ ২য় পাদ ইয়াৰ ২য় পাদৰ সৈতে একে )।

## ১৮৩ সূক্ত - ঋ ৩।

### ঋষি—প্ৰজাপতিৰ পুত্ৰ প্ৰজাবান। ছন্দ—ত্ৰিষ্টুভ্। দেবতা—১-যজমান; ২-যজমান পত্নী; ৩-হোতাৰ আশীৰ্ব্বাদ।

হে যজমান, কৰ্ম্ম বহুত জনা, তপৰ পৰা উৎপত্তি হোৱা, তপৰ পৰা প্ৰখ্যাত বুলি তোমাক মই মনেৰে দেখিছো। তুমি ইহলোকত পুত্ৰ-পৌত্ৰাদিৰে সৈতে ধন লাভ কৰি প্ৰীতিযুক্ত হোৱা। তুমি পুত্ৰ কামনা কৰা—সেইবাবে পুত্ৰ উৎপাদন কৰা ॥ ১ ॥ হে যজমান পত্নী, নিজ শৰীৰ ধুনীয়া কৰি ঋতুকালত ভৰ্ত্তাৰ ওচৰলৈ যাবলৈ ওলোৱা তোমাক মনেৰে দেখিছো। হে পুত্ৰ কামনা কৰা পত্নী, মোৰ ওচৰলৈ আহি যৌৱনবতী হৈছা। প্ৰজননৰে পুত্ৰ উৎপাদন কৰা ॥ ২ ॥ মই হোতাই গছ-গছনিত গৰ্ভ দিছো। সকলো

ভুবনৰ প্ৰাণীৰ ভিতৰত মই গৰ্ভ দিছো। পৃথিবীত সকলো মানুহৰ গৰ্ভ দিছো। মোৰ পত্নী আৰু অন্য স্ত্ৰীক মই পুত্ৰ জন্মাই দিছো ॥ ৩ ॥

## ১৮৪ সূক্ত—ঋ ৩।

ঋষি—গৰ্ভকৰ্ত্তা ত্বষ্টা বা প্ৰজাপতি পুত্ৰ বিষ্ণু। ছন্দ—অনুষ্টুভ্। দেবতা—১-বিষ্ণু ত্বষ্টা, প্ৰজাপতি আৰু ধাতা ; ২-সিনীবালী, সৰস্বতী আৰু অশ্বিনী দুজন ; ৩-অশ্বিনী দুজন।

বিষ্ণুৱে যোনী কল্পনা কৰক। ত্বষ্টাই ৰূপ কল্পনা কৰক,—গাই অৱয়ৱ দিয়ক। প্ৰজাপতিয়ে ৰেতঃ দিয়ক। তোমাৰ গৰ্ভত এই ৰেতঃ ধাৰণ কৰক ॥ ১ ॥ হে সিনীবালী দেৱী, গৰ্ভ ধাৰণ কৰা। হে সৰস্বতী, গৰ্ভ ধাৰণ কৰা। পদ্মৰ মালা পিন্ধি থকা অশ্বিনী দেৱতা দুজনে তোমাৰ গৰ্ভ কৰি দিয়ক ॥ ২ ॥ সোণৰ অৰণীৰে অশ্বিনী দুজনে যি মন্থন কৰিলে দহ মাহত প্ৰসৱ কৰিবলৈ তোমাৰ সেই গৰ্ভ আহ্বান কৰিছো ॥ ৩ ॥

## ১৮৫ সূক্ত—ঋ ৩।

ঋষি—বৰুণৰ পুত্ৰ সত্যধৃতি। ছন্দ—গায়ত্ৰী। দেৱতা—আদিত্য ( মিত্ৰ, বৰুণ, অৰ্যমা )।

মিত্ৰ, অৰ্যমা আৰু বৰুণ, অন্যাই বাধা দিব নোৱাৰা তিনিওৰে দীপ্ত, মহৎ ৰক্ষণ হওক ॥ ১ ॥ অনৰ্থ বিচৰা শত্ৰুৱে ঘৰতো তেওঁবিলাকৰ অনিষ্ট কৰিব নোৱাৰে। বাটতো বা বাহিৰতো হিংসা কৰিবলৈ বিচাৰিব নোৱাৰে ॥ ২ ॥ অদিতিৰ পুত্ৰ সকলে মানুহক অজস্ৰ তেজ জীয়াই থাকিবলৈ দিয়ে ॥ ৩ ॥

## ১৮৬ সূক্ত—ঋ ৩।

ঋষি—বায়ুৰ পুত্ৰ উল। ছন্দ—গায়ত্ৰী। দেৱতা—বায়ু।

বায়ুৱে আমাৰ হৃদয়ৰ ঔষধৰূপী হৈ বলক। ৰোগ উপশম কৰা ভাব, সুখৰ ভাব কৰা আৰু আমাৰ আয়ুষ দীঘল কৰক ॥ ১ ॥ আৰু হে বায়ু, তুমি আমাৰ পিতা, আৰু ভাই-ককাই। আমাৰ সখা। সেই তুমি আমাৰ জীৱনৰ হেতু যাগৰ কাৰণে কৰ্ম্ম কৰা ॥ ২ ॥ হে বায়ু, তোমাৰ ঘৰত যি অমৃতৰ ভঁৰাল আছে তাৰ পৰা আমাৰ জীৱনৰ কাৰণে অমৃত দিয়া ॥ ৩ ॥

## ১৮৭ সূক্ত—ঋ ৫।

ঋষি—অগ্নিৰ পুত্ৰ বৎস। ছন্দ—গায়ত্ৰী। দেৱতা—অগ্নি।

( হে স্তোতা ) মানুহৰ কামবৰ্ষক অগ্নিলৈ স্তুতি বাক্য পঠিওৱা। সেই অগ্নিয়ে আমাৰ শত্ৰু অতিক্ৰম কৰি পাৰ কৰিব ॥ ১ ॥ যি অগ্নিয়ে অতি দূৰ দেশত পোৱা মৰুভূমি পাৰ কৰি দিয়ে সেই ......... ১ ঋকৰ দৰে ॥ ২ ॥ বৰ্ষক যি অগ্নিয়ে নিৰ্ম্মল ৰশ্মিৰে ৰাক্ষস বিলাক নাশ কৰে সেই ... — ১ ঋকৰ দৰে ॥ ৩ ॥ যি অগ্নিয়ে সকলো ভুবন অভিমুখে প্ৰকাশ কৰে আৰু সকলো ভুবন জানে, সেই ... ... ... ১ ঋকৰ দৰে ॥ ৪ ॥ এই বাজালোকৰ পাৰত যি অগ্নি উৎপত্তি হল সেই ... ... ১ ঋকৰ দৰে ॥ ৫ ॥

## ১৮৮ সূক্ত—ঋ ৫।

ঋষি—অগ্নিৰ পুত্ৰ শ্যেন। ছন্দ—গায়ত্ৰী। দেৱতা—জাতবেদ অগ্নি।

জাতবেদ, অন্নবন্ত, ঘোঁৰাৰ দৰে অগ্নিক ( হে ঋত্বিক যজমান সকল ) অৱশ্যেই বৰ্দ্ধন কৰা। আমাৰ—এই মেলি থোৱা কুশত তেওঁ বহক ॥ ১ ॥ জাতবেদ, মেধাৱী বীৰ পুত্ৰ থকা, সেস্তা এই অগ্নিৰ মহতী ভাল স্তুতি প্ৰেৰণ কৰিম ॥ ২ ॥ জাতবেদ অগ্নিৰ যি জ্বলা ( সাত-খন ) জিভা আছে ( তাৰে ) দেৱতালৈ হবি নি দিয়া হয়। সেই জিভা বিলাকেৰে আমাৰ যজ্ঞৰ হবি দেৱতাক পোৱাই দিয়ক ॥ ৩ ॥

## ১৮৯ সূক্ত—ঋ ৩।

ঋষি—সৰ্পৰাজ্ঞী ঋষিকা। ছন্দ—গায়ত্ৰী। দেৱতা—সৰ্পৰাজ্ঞী বা সূৰ্য্য।

গমনশীল তেজ প্ৰাপ্ত হোৱা এই সূৰ্য্য সংক্ৰমন কৰি আহিলে। পূব দিশত আই পৃথিৱীত বহিল। পিতা দ্যুলোকত থৰকৈ গৈ স্বৰ্গত উঠিল ॥ ১ ॥ এই সূৰ্য্যৰ ৰঙা দীপ্তি ( শৰীৰৰ ) মাজত প্ৰাণ আৰু অপানত ( বায়ুত ) ফুৰে। মহান সূৰ্য্য স্বৰ্গত প্ৰকাশ কৰিছে ॥ ২ ॥ ত্ৰিশ ঠাইত দিনটোৰ ভিতৰত সূৰ্য্যই দীপ্তিৰে বিৰাজ কৰে। সূৰ্য্যলৈ স্তুতি বাক্য দিয়া হৈছে ॥ ৩ ॥

## ১৯০ সূক্ত ঋ ৩।

ঋষি—মধুচ্ছন্দাৰ পুত্ৰ অঘমৰ্ষণ। ছন্দ—অনুষ্টুপ্। দেৱতা—

# অঘমৰ্ষণ।

ঋত ( ঐশ্বৰীক নিয়ম ) আৰু সত্য—( সদায় থকা ) ব্ৰহ্মৰ তপ কৰা তপৰ পৰা উদ্ভৱ হল। সেই ব্ৰহ্মৰ

পৰাই ( দিন ) ৰাতি হল। তাৰ পৰাই পানীৰ সমুদ্ৰ উৎপত্তি হল ॥ ১ ॥ পানীৰ সমুদ্ৰ সৃষ্টি হোৱাৰ পাচত সম্বৎসৰ ( বছৰ ) হল। দিন আৰু ৰাতি বিধান কৰিলে। চকুৰ টিপ্ মৰা সকলো প্ৰাণীৰ তেওঁ ( ব্ৰহ্ম ) ঈশ্বৰ হৈ থাকিল ॥ ২ ॥ সূৰ্য্য আৰু চন্দ্ৰ, সুখৰ স্বৰ্গ, পৃথিৱী আৰু অন্তৰীক্ষ, ( এই বিলাক ) এই দৰেই বিধাতাই আগতে যেনেকৈ কল্পনা কৰি সৃষ্টি কৰিছিল ( তেনেকৈয়ে এতিয়াও সৃষ্টি কৰিলে ) ॥ ৩ ॥

১৯১ সূক্ত—ঋ ৪।

ঋষি—অঙ্গিৰসৰ পুত্ৰ সংবনন। ছন্দ—অনুষ্টুভ্ ; ৩ ত্ৰিষ্টুভ্। দেৱতা—১ অগ্নি ;

## ২-৪ সজ্ঞানম্।

হে কামবৰ্ষী অগ্নি তুমি ঈশ্বৰ। তুমি সকলো গোট খুৱাই কেউফালে মিল হৈ যোৱা ; পৃথিৱীৰ ঠাইত ( বেদীত ) ( ঋত্বিক আদিয়ে তোমাক জ্বলাইছে। তুমি আমাৰ ধন গোটাই দিয়া ॥ ১ ॥ ( হে স্তোতা সকল ) তোমালোক একেলগ হোৱা। একেদৰে কোৱা ( গোৱা )। তোমালোকে ( ইটোৱে সিটোৰ ) মন জানি লোৱা। যেনেকৈ পূৰ্ব্বত দেৱতা সকলে একেমত হৈ হবিৰ ভাগ গ্ৰহন কৰিছিল, ( তেনেকৈ তোমালোকেও ধনৰ ভাগ বাতি লোৱা ) ॥ ২ ॥ এই কৰ্ম্মত মন্ত্ৰ একে বিধৰ ; সমিতি একেৰূপৰ ; মন সকলোৰে একে। চিত্তবৃত্তি ( বিচাৰ ) একে। তোমালোকৰ কাৰণে একে ধৰণৰ মন্ত্ৰ সংস্কাৰ কৰিছো। তোমালোকৰ একে হৱিৰে মই হোম কৰিছো ॥ ৩ ॥ ( হে ঋত্বিক যজমান সকল ) তোমালোকৰ সঙ্কল্প একেই হওক। তোমালোকৰ হৃদয় একেই হওক। তোমালোকৰ মন সমান হওক, যাতে তোমালোকে ভালকৈ একেলগ হব পাৰা ॥ ৪ ॥

ওঁ তৎসৎ ওঁ

ইতি ঋগ্বেদ সংহিতাৰ দশম মণ্ডল, তথা ঋগ্বেদৰ অসমীয়া অনুবাদ সমাপ্ত।

শ্ৰীপঞ্চানন শৰ্ম্মা ফুকন।

যোৰহাট বিশ্বকৰ্ম্মা মহাবিদ্যালয় নিবাস। ৪ নং বাসঘৰ।

৫ শাওন, ১৮৯৫ শক। ইং ২১।৭।৭৩।

# গ্রন্থপঞ্জী

[ কি কি গ্ৰন্থৰ আলম লৈ ঋগ্বেদৰ অসমীয়া অনুবাদ সঙ্কলন কৰা হল ]

১। ঋগ্বেদ সংহিতা। মেক্স মূলাৰ সম্পাদিত, সায়নাচাৰ্য্যৰ ভাষ্য সমন্বিত। চৌখাম্বা সংস্কৃত চিৰিজৰ দ্বাৰা প্ৰকাশিত, বাৰাণসী–১–৪ খণ্ড। — মূলতঃ ব্যৱহাৰ কৰা।

২। ঋগ্বেদ সংহিতা—সংহিতা আৰু পদপাঠ মাত্ৰ মেক্স-মূলাৰ সম্পাদিত। চৌখাম্বা····ৰ দ্বাৰা প্ৰকাশিত। ২ খণ্ড।

৩। **Hymns of the RGVEDA**— English translation in verse only with annotations by Ralph T.H. Griffith, M, A., C. I. E. published by Chowkhamba ( 2 vols ).

৪। **A Vedic Reader for students**— by A A, Macdonell, containing 30 hymns of the Rigveda ( এতিয়া পোৱা নাযায় )।

৫। ভূতপূৰ্ব্ব কটন কলেজৰ সংস্কৃতৰ অধ্যাপক ৺লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় মহোদয়ে প্ৰণীত পঢ়ায় থাকোতে লোৱা নোট।

৬। বৈদিক সূক্ত মঞ্জৰী। ডঃ ৰামকৃষ্ণ শাস্ত্ৰী সঙ্কলিত—৭ টা সূক্ত মাত্ৰ। ( চৌখাম্বা ·····প্ৰকাশিত )।

৭। বেদ সঙ্কলনম্। ডঃ যদুনন্দন মিশ্ৰ সঙ্কলিত—৭টা সূক্ত মাত্ৰ (চৌখাম্বাৰ প্ৰকাশিত)।

৮ স্বামী জগদীশ্বৰানন্দৰ ঋগ্বেদৰ প্ৰথম ৬১ টা সূক্তৰ বঙ্গালী অনুবাদ।

৯। শ্ৰীবিনন্দ চন্দ্ৰ বৰ্ম্মন, প্ৰফেচাৰৰ ( এতিয়া পিন্সিপাল ডিফু কলেজ ) নোট সহ অসমীয়া অনুবাদ।

১০। সাম সংস্কাৰ ভাষ্যৰে সৈতে স্বামী ভগৱদাচাৰ্য্যৰ সঙ্কলিত সামবেদ সংহিতা।

১১। শুক্ল যজুৰ্ব্বেদ সংহিতা– উব্বট আৰু মহীধৰৰ ভাষ্যৰে সৈতে।

১২। বৃহদাৰণ্যক আৰু কেইখনমান উপনিষদ।

১৩। বৃহদ্দেবতা।

১৪। ঋগ্বেদ প্ৰাতিশাখ্য।

১৫। যাস্কৰ নিৰুক্ত।

১৬। ৺ৰমেশ চন্দ্ৰ সেনৰ ঋগ্বেদ সংহিতাৰ বঙ্গালী অনুবাদ। ( গ্ৰন্থ সম্পূৰ্ণ হলত পোৱা )।

১৭। ৺কৃষ্ণকান্ত ভট্টাচাৰ্য্যৰ ব্ৰাহ্মণ ক্ৰিয়াসাৰ ( বেদ মন্ত্ৰৰ অসমীয়া অনুবাদৰ সৈতে।

১৮। **Sanskrit English Dictionary**— by M, Monier Williams.

১৯। শব্দ-কল্পদ্ৰুম ( পুৰণি বঙ্গালী সংস্কৰণ )।

২০। অমৰ কোষ।

শ্ৰীপঞ্চানন শৰ্ম্মা ফুকন।

২১।৭।৭৩

# শুদ্ধৰণি

| পৃষ্ঠা | স্তম্ভ | শাৰী | উল্লেখ নাথাকিলে ওপৰৰ পৰা | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|---|---|
| ২১ | ১ | ৪ | তলৰ পৰা | ঘোৰাৰ | ঘোৰৰ |
| ২২ | ১ | ১৭ | | পৃশিৰ | পৃশ্নিৰ |
| ২৭ | ১ | ৮ | তলৰ পৰা | উকম | উকৃথ |
| ৩৩ | ১ | ৪ | | সুনিস্মিত | সুনিশ্চিত |
| ৪০ | ২ | ১৭ | | কাণে | কাৰণে |
| ৪০ | ঐ | ৩ | তলৰ পৰা | দবাগি | দাবাগ্নি |
| ৪৩ | ২ | ১৪ | ঐ | — | হে সুআহ্লাদিত |
| ৫১ | ১ | শেষ | | নিময়মত | নিয়মনত |
| ৫২ | ২ | ১২ | | ঔষধী | ওষধী |
| ঐ | ঐ | ১৩ | তলৰ পৰা | ককথনাৰ | ককৰ্থনাৰ |
| ৬৬ | ১ | ৬ | ঐ | তেগুৰ | তেওঁৰ |
| ঐ | ২ | ১২ | ঐ | ভূলি | তুলি |
| ৭০ | ১ | ৩ | — | পুসৰায় | পুনৰায় |
| ৭২ | ২ | ৭ | তলৰ পৰা | দথিচীৰ | দধিচীৰ |
| ৭৮ | ১ | ১১ | ঐ | শিশা | শিখা |
| ৮৮ | ২ | ৫ | ঐ | অৰুনীত | অৰণীত |
| ৮৯ | ১ | ২৩ | — | নেনীত | নেমীৰ |
| ৯২ | ১ | ৭ | তলৰ পৰা | ত্বষিত | ত্বৰিত |
| ১০৬ | ২ | ১২ | — | অস্ত | অন্ত |
| ১৩৮ | ২ | ৮ | তলৰ পৰা | -ষা | উষা |
| ঐ | ঐ | ৭ | ঐ | পঠিয়াও | পঠিয়াওক । |
| ১৪৮ | ১ | ২৪ | — | আশংকা | আশংষা |
| ১৫১ | মণ্ডল শিতান | | — | ৩।১০।৬ | ৩।১২।৩ |
| ঐ | ২ | ৭ | — | গায়ত্র | গায়ত্রী |
| ১৬২ | ১ | ২৬ | — | নৈইত | নৈত |
| ,, | ২ | ৮ | তলৰ পৰা | কৰা আমি | কৰা দৰে আমি |
| ১৬৩ | ২ | ১৭ | (বাদ পৰিছে) ১১ ঋক্ ৩।৩০।২২ ঋকৰ দৰে ॥১১॥ | | |
| ১৮৮ | ১ | ২৪ | — | শত্রু | শক্র |
| ১৯০ | ১ | ১১ | তলৰ পৰা | কামদেবৰ | বামদেবৰ |
| ১৯১ | মণ্ডল শিতান | | | দ্বিতীয় | চতুৰ্থ |
| ২০০ | ১ | ৯ | — | ৰাজ | বাজ |

## শুদ্ধপত্ৰ

| পৃষ্ঠা | স্তম্ভ | শাৰী | উল্লেখ নাথাকিলে ওপৰৰ পৰা | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|---|---|
| ২০০ | ২ | ৯ | — | চমনত | চমসত |
| ঐ | ২ | ৬ | তলৰ পৰা | দধিত্ৰা | দধিক্ৰা |
| ২০৭ | ১ | ৮ | — | ঋতব্ৰত | ধৃতব্ৰত |
| ২০৯ | ২ | ১৮ | — | খোৱা | যোৱা |
| ২১৬ | ১ | ১ | — | বোধ | বোধন |
| ২১৭ | ২ | ২২ | — | দীপ্তমন্ত | দীপ্তিমন্ত |
| ২২৮ | ২ | ২১ | — | বিড্‌বা | বিব্‌ভা |
| ২৫১ | মণ্ডল | শিতান | | পঞ্চম | ষষ্ঠ |
| | | | | এই অশুদ্ধ ২৫৩ আৰু ২৫৫ পৃষ্ঠাতো আছে। | |
| ২৫৮ | ১ | ৭ | | ঋকৰ | ঋতৰ |
| ঐ | ১ | ৮ | তলৰ পৰা | স্তোতাক। | স্তোতাক |
| ২৬৪ | ২ | ১৭ | — | ২৮ | ১৮ |
| ২৬৬ | ১ | ১৩ | — | দ্যোতমাতা | দ্যোতমান |
| ২৬৯ | ২ | ৬ | — | আৰক | আবৰক |
| ২৬০ | | শিতান নং | | ৬।২১।৭ | ৬।৪৫।২৭ |
| ২৭১ | ১ | ১২ | তলৰ পৰা | ইন্দ্ৰৰ | ইন্দ্ৰ |
| ২৭২ | | শিতান নং | | ৬।৪।১ | ৬।৪৭।২১ |
| ঐ | ১ | ২ | তলৰ পৰা | শক্ৰ | শক্ৰ |
| ২৭৩ | ২ | ১ | — | সহা ·· | মহা··· |
| ২৭৮ | ২ | ১০ | তলৰ পৰা | দেৱতা দিয়া নাই | দেৱতা |
| ২৯১ | ১ | ৭ | ঐ | — | দেৱতা আৰু মানুহৰ |
| ৩০৬ | ১ | ১ | — | প্ৰতু | প্ৰভু |
| ৩০৭ | ১ | ১৯ | — | হত্য | হত্যা |
| ঐ | ঐ | ঐ | — | কাজিন | বাজিন্ |
| ৩১৬ | ২ | ১৬ | তলৰ পৰা | কাম | কম |
| ৩১৭ | ১ | ১৩ | — | ভগাই | ভগাই |
| ৩১৯ | ১ | ২১ | — | গসত্যা | নাসত্যা |
| ৩২০ | ১ | ৫ | — | অন্নকণ | অন্নবান |
| ৩২৩ | ২ | ৩ | | কৰিছিলো | কৰিছিলা |
| ৩২৫ | মণ্ডল | শিতান | | ৭।১০।৪ | ৭।৯০।৪ |
| ঐ | ১ | ৫ | তলৰ পৰা | কৰক | কৰাক |
| ৩২৭ | ১ | ৫ | ঐ | কৰ্ম্ম | কৰ্ম্ম |
| ঐ | ২ | ১৪ | ঐ | সৰস্বতীৰ | সৰস্বতৰ |

## শুদ্ধপত্ৰ

| পৃষ্ঠা | স্তম্ভ | শাৰী | উল্লেখ নাথাকিলে ওপৰৰ পৰা | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|---|---|
| ৩৩২ | | মণ্ডল শিতান | | ৭১০৪।১৫ | ৭।১০৪।২৫ |
| ৩৩৪ | ১ | ৫ | তলৰ পৰা | অৰিবলৈ | কৰিবলৈ |
| ৩৩৫ | ১ | ১৮ | | পুৰুভাশ | পুৰুডাশ |
| ৩৪০ | ১ | ১৫ | তলৰ পৰা | হে | হে লুপ্ত হব |
| ৩৪১ | ২ | ১৩ | | ধৃজিকা | ঋজিকা |
| ৩৪৩ | ২ | ১২ | তলৰ পৰা | যবি | হবি |
| ৩৪৪ | ১ | ১৫ | ঐ | বহিছো | বহিছা |
| ৩৪৮ | ১ | ২৪ | | আখন্তল | আখণ্ডল |
| ৩৫৫ | | মণ্ডল শিতান | | ৮।২৫।১০ | -।-।২ |
| ৩৫৬ | ১ | ১০ | তলৰ পৰা | বনৰ | বৰ্ণৰ |
| ৩৫৮ | ২ | ২ | ঐ | পুৰোভাশ | পুৰোডাশ |
| ৩৬০ | ২ | ৮ | — | সহৰ্ষ অম্নস্ত্ৰ | সহস্ৰ অন্ন |
| ৩৮৪ | ২ | ১৩ | — | মথৎ | মহৎ |
| ৪২৯ | ২ | ১৪ | তলৰ পৰা | উত্থাপন | উৎপাদন |
| ৪৬৭ | ২ | ১০ | ঐ | লুশ | লুষ |
| ৪৭৩ | ২ | ১১ | ঐ | হি | যি |
| ৫০৫ | ২ | ৪ | ঐ | পুৰণ | পুষণ |
| ৫১২ | ১ | ১৩ | ঐ | তাল | ভাল |
| ৫১৪ | ২ | ৭ | — | যুক্ত | মুক্ত |
| ৫২৭ | | ১২৯ | সূক্ত নাসদীয় | সূক্ত নামে | প্ৰখ্যাত |